ভবেন্দ্ৰ নাথ শইকীয়াৰ

# নাট্য সম্ভাৰ

[ভ্ৰাম্যমাণত মঞ্চস্থ]



জ্যোতি প্ৰকাশন

জ্যোতি প্ৰকাশন

যশোৱন্ত ৰ'ড, পাণবজাৰ

গুৱাহাটী ৭৮১ ০০১, অসম

**BHABENDRA NATH SAIKIĀR NATYA SAMBHĀR**

A collection of proscenium plays written by Dr Bhabendra Nath Saikia and published by Sri Nagen Sarmah on behalf of

***JYOTI PRAKASHAN***

Jaswanta Road Panbazar,
Guwahati 1 Assam

***First edition December 2008***

***Price Rs 600 00***

# ভবেন্দ্ৰ নাথ শইকীয়াৰ নাট্য সম্ভাৰ

প্ৰকাশক ঃ শ্ৰীনগেন শৰ্মা

জ্যোতি প্ৰকাশন

যশোৱন্ত ৰোড পাণবজাৰ

গুৱাহাটী ৭৮১ ০০১ অসম

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ ২০০৮

**অক্ষৰ বিন্যাস ঃ**

ময়ৰ ডেস্কটপ পাণবজাৰ

গুৱাহাটী ৭৮১ ০০১

**ছপাশাল**

টাইটলিং লেজাৰ প্ৰিণ্ট

ৰাজগড়, গুৱাহাটী- ৩

মূল্য ঃ ৬০০ ০০ টকা

# মোৰ একাষাৰ

ড ভবেন্দ্ৰ নাথ শইকীয়াই ভ্ৰাম্যমাণ থিয়েটাৰৰ কাৰণে ১৯৮১ চনৰপৰা ২০০৬ চনলৈ সাতমঠ সা উইছখন নাটক লিখিছিল। সেই সাতাইছখন নাটকৰ ভিতৰত তেখেতৰ শেষ নাটক জোনাক ৰাতি (এই নাটো সংকলিত সন্নিবিষ্ট হৈছে।)খন তেখেতে সম্পূৰ্ণ কৰিব নোৱাৰিলে। নাটকখনৰ আঠটা দৃশ্য লিখাৰ পিছতে নিয়তিয়ে তেখেতক লৈ গ'ল। নিজৰ লেখা মেলাবোৰ সংৰক্ষণৰ প্ৰতি তেখেতে একেবাৰে মন-কাণ নিদিছিল। প্ৰথম কালছোৱাত মইয়ো এইবোৰত বিশেষ গুৰুত্ব দিয়া নাছিলো কিন্তু সময় বাগৰাৰ লগে লগে মইয়ো তেখেতৰ লেখা মেলাবোৰ চিজিল লগাবলৈ লাগিলো। তেখেতৰ প্ৰায়খিনি লেখাকেই তেখেতৰ জীৱনকালত ছপা হৈ ওলোৱাত মই যৎপৰোনাস্তি চেষ্টা কৰিছিলো। তথাপি তেখেতৰ ভ্ৰাম্যমাণ নাটকখিনি আৰু বহুখিনিৰ পাণ্ডুলিপিখিনি ছপা নোহোৱাকৈ ৰৈ গৈছিল। এতিয়া সেইখিনি কামো আগবাঢ়িব ধৰিছে। কিন্তু দুখৰ বিষয় এয়ে যে আমাৰেই অৱহেলাৰ কাৰণে তেখেতৰ সাতাইছখন ভ্ৰাম্যমাণ নাটকৰ ভিতৰৰে তিনিখন নাটকৰ পাণ্ডুলিপি আমি বিচাৰি নাপালো। সেই কেইখন হৈছে বৃন্দাবন জন্মভূমি আৰু প্ৰতিবিম্ব। আবাহন'ৰ প্ৰযোজক কৃষ্ণ ৰয়ৰ সহযোগত অশেষ বিচাৰ খোঁচাৰ কৰিও আমি নাটক তিনিখন উদ্ধাৰ কৰিব নোৱাৰিলো। যি হওক এই সংকলনটিত সন্নিবিষ্ট হোৱা মুঠ চৌবিছখন নাটকৰ পাণ্ডুলিপি গোটাই দিয়াত আমাক প্ৰযোজক কৃষ্ণ ৰয়ে অশেষ সহায় কৰিলে। এইখিনিতে মই পাঠকসকলক সবিনয় অনুৰোধ জনাওঁ যে যদি কোনো সদাশয়ে বাকী তিনিখন নাটকৰ পাণ্ডুলিপি বা কপি পায় তেনেহ'লে তেখেতসকলে নাটক কেইখন আমাক দি সহায় কৰে যেন।

ড শইকীয়াৰ ভ্ৰাম্যমাণ নাটকৰ সংকলনখন প্ৰকাশ কৰি উলিওৱাৰ কাৰণে মই জ্যোতি প্ৰকাশনৰ স্বত্বাধিকাৰ শ্ৰীযুত নগেন শৰ্মাক মোৰ আন্তৰিক ধন্যবাদ জনাইছোঁ। ইমান ডাঙৰ এখন সংকলন ছপা কৰি উলিয়াবলৈ সাধাৰণতে প্ৰকাশকে ইচ্ছা প্ৰকাশ নকৰে। কিন্তু এইক্ষেত্ৰত শ্ৰীযুত নগেন শৰ্মাৰ যি আগ্ৰহ মই দেখিলো, তাৰ কাৰণে মই তেখেতৰ ওচৰত কেনেকৈ লওঁ ভাষাৰে বুজাব নোৱাৰো।

শ্ৰীউৎপল দত্তই নানান ব্যস্ততাৰ মাজতো এই সংকলনৰ পাতনি লিখি আমাক সহায় কৰিলে। তেওঁক মোৰ আন্তৰিক আশীৰ্বাদৰ লগতে ধন্যবাদ জনালো। শ্ৰীযুত কৃষ্ণ ৰয়লৈকো মোৰ হিয়াভৰা শুভ-ইচ্ছা ৰ'ল।

১২/১২/২০০৮ শ্ৰীতি শইকীয়া

# প্ৰকাশকৰ নিবেদন

ড° ভবেন্দ্ৰ নাথ শইকীয়া অসমীয়া জাতীয় জীৱনৰ এক অৱিস্মৰণীয় নাম। এই মহান প্ৰতিভাৰ দ্যুতিৰে অসমীয়া সমাজ জীৱন জ্যোতিষ্মান কৰা এক অবিনাশী অনুষ্ঠান। শিল্প সাহিত্য সংস্কৃতিৰ জগতখন যি উদ্দিশৰপৰা ঋদ্ধ কৰি এইজনা মহাপ্ৰাণ অসমীয়াই আমাৰ জাতীয় জীৱনক চহকী কৰি থৈ গৈছে। স্বীয় প্ৰভাৱে যি উদ্দিশ আলোকিত কৰা শইকীয়াদেৱে জীৱনকালত অবিচল নিষ্ঠা সততা আৰু কৃচ্ছ্ৰসাধনৰ জৰিয়তে যিবোৰ মজহা-নপমা কৃতিৰ স্বাক্ষৰ ৰাখি থৈ গৈছে সিবোৰে ভৱিষ্যতৰ অসমীয়া সমাজত চিৰ ভাস্বৰ কৰি ৰাখিব। নিজৰ মহান সৃষ্টিকৰ্মই তেওঁক অমৰ কৰি ৰাখিব। তেওঁ যতেই হাত দিছে সিয়েই সোণ হৈছে— সকলোতে বিদ্যমান তেওঁৰ মিডাছ স্পৰ্শ। গল্প উপন্যাসৰ কথা বাদ দি তেওঁ যি অতুলনীয় নাট্য সম্ভাৰ আমাক উপহাৰ দিছে সেইবিলাকৰ প্ৰতিটোৱেই অসমীয়া সাহিত্যৰ একো একোটা উজ্জ্বল কহিনুৰ। লেখকৰ মঞ্চসফল নাটসমূহে সমগ্ৰ অসমত এচাম ৰুচিবান নাট্যামোদী দৰ্শকৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ নাট বুলিলেই ভ্ৰাম্যমাণ থিয়েটাৰত দৰ্শক উবুৰি খাই পৰি তেওঁৰ নাট উপভোগ কৰে। সাধাৰণ মানুহৰ সুখ-দুখ হাঁহি কান্দোন আঘাত-সংঘাত দুখ বেদনা-চকুলো অকৃত্ৰিম ভাৱে বৰ্ণিত হোৱা নাটসমূহৰ চৰিত্ৰবোৰৰ সৈতে দৰ্শকে একাত্ম অনুভৱ কৰে। সিবোৰ চৰিত্ৰৰ মাজত নিজৰ সত্তাক বিচাৰি পায়। সিবোৰ গজদন্তমিনাৰত বহি থকা অথবা দেৱভূমিত বিচৰণ কৰা কোনো অলৌকিক চৰিত্ৰ নহয়— তেজ মঙহৰ দেহধাৰী মাটিৰ বুকুৰ চৰিত্ৰসমূহৰ মাজতে দৰ্শকৰ সত্তাও বিলীন হৈ যায়। নাটকৰ চৰিত্ৰৰ মাজেদি নাট্যকাৰে যেন তেওঁলোকৰ কথাকে ক'ব বিচাৰিছে- অথবা মানৱ-জীৱনৰ শাশ্বত মূল্যবোধক উজ্জীৱিত কৰিব বিচাৰিছে। সেইবাবেই লেখকৰ নাটবোৰ আমাৰ অতিকে আপোন।

নাটকো সাহিত্যৰে এক অবিচ্ছেদ্য অংগ। সাহিত্যৰ দেহত বা বোকত যি নিৰ্যাস থাকে সাহিত্যত যি চিৰন্তন আবেদন থাকে যি দিগ্‌দৰ্শন থাকে— নাটকতো তাৰ পৰিস্ফুৰণ ঘটে বুলি ক'ব পাৰি। এই সকলোখিনিৰে সম্পৃক্ত ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ নাটকবোৰো সাহিত্যৰ উজ্জ্বল মণি-মুকুতা। লেখকে চমু জীৱনকালত অনাতাঁৰৰ বাবে ভালেমান একাংকিকা আৰু পূৰ্ণদৈৰ্ঘ্যৰ নাট ৰচনা কৰাৰ উপৰি, প্ৰ'চিনিয়ামৰ উপযোগী আৰু ৰুচিবান দৰ্শকৰ উপভোগ্য ভালেমান সফল নাট ৰচনা কৰি থৈ গৈছে। নিজৰ কুশলী হাতেৰে নাটসমূহৰ পৰিকল্পনা নিৰ্দেশনা পৰিচালনাৰ দৰে সমস্তখিনি কাম তেওঁ এককভাৱে আৰু নিখুঁতভাৱে সম্পাদন কৰিছিল। তেওঁৰ দ্বাৰা ৰচিত নাটসমূহৰ মাজৰপৰা লেখকৰ সুযোগ্যা সহধৰ্মিণী শ্ৰীযুতা প্ৰীতি শইকীয়া বাইদেৱে নিৰ্বাচিত কৰি দিয়া চৌবিছখন নাটক সামৰি আমি ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ নাট্য সম্ভাৰ হিচাপে এটি সুবৃহৎ সংকলন প্ৰকাশ কৰি অসমীয়া পাঠকৰ হাতত তুলি দিয়াৰ বিনম্ৰ প্ৰয়াস কৰিলো। এনে এটি গুৰু দায়িত্ব আমাৰ হাতত অৰ্পণ কৰি শ্ৰীযুতা প্ৰীতি শইকীয়া বাইদেৱে আমাক অনুগৃহীত কৰিলে। সেইবাবে তেখেতক অশেষ ধন্যবাদ যাচিলো। সুলেখক উৎপল দত্তই নাট্য-সম্ভাৰটিৰ আগকথা এটা লিখি দি বিদগ্ধতা দেখুৱালে তাৰ বাবে তেওঁলৈ শলাগ ললো। সদৌ শেষত পুণ্যশ্লোক শইকীয়াদেৱৰ নাট্য সম্ভাৰটি পাঠকে আঁকোৱালি লব বুলি আশা কৰিলো।

১২/১২/২০০৮ — শ্ৰীনাগেন শৰ্মা

' কুৰি শতিকাৰ ষাঠিৰ দশকৰ আৰম্ভণী কালছোৱাতে নাটক ৰচনাৰ কামটোত মই গুৰুত্ব প্ৰদান কৰিবলৈ লৈছিলো। 'পুতলা নাচ', 'তীৰ্থ' 'বাওনা' আদি একাংক নাটক, আৰু 'এজাক জোনাকীৰ জিলমিল' নামৰ তিনিটা দৃশ্যৰ নাটকখন মোৰ সেই সময়ৰ ৰচনাৰ নমুনা আছিল। সেই সময়তে মই অনাতাঁৰ নাটকৰ কামতো ঘনিষ্ঠভাৱে জড়িত হৈছিলো, আৰু নাটক ৰচনাৰ নামত সেইটো কামতে বেছিকৈ আবদ্ধ হৈ পৰিছিলো। তেতিয়া ভাবিছিলো,— এসময়ত আকৌ মঞ্চৰ বাবে নাটক লিখা কামলৈ উভতি আহিম। আশীৰ দশকত যেতিয়া এই কামৰ বাবে সময়-সুবিধা ওলাল, তেতিয়া মই এটা নতুন ধৰণৰ পৰিস্থিতিৰ সন্মুখীন হ'লো। 'আৱাহন' নামৰ ভ্ৰাম্যমাণ থিয়েটাৰ গোষ্ঠীৰ প্ৰযোজক শ্ৰীকৃষ্ণ ৰয়ে মোক ভ্ৰাম্যমাণ মঞ্চৰ বাবে নাটক লিখিবলৈ অনুৰোধ কৰিলে। ভালেমান চিন্তা-ভাবনাৰ মূৰত মই তেওঁৰ অনুৰোধ ৰক্ষা কৰিবলৈ ওলালো। তাৰ পাছত, ১৯৮১ চনৰ পৰা এতিয়ালৈকে, মাজত চলচ্চিত্ৰৰ কামত ব্যস্ত থকাৰ কাৰণে এটা বছৰৰ বাহিৰে, প্ৰত্যেক বছৰে আৱাহন থিয়েটাৰৰ কাৰণে অন্ততঃ এখনকৈ, কোনো বছৰত দুখনকৈ নাটক লিখি আছোঁ। মাজতে দুবছৰ শ্ৰীৰতন লহকৰৰ অনুৰোধ ৰক্ষা কৰি কহিনুৰ থিয়েটাৰৰ কাৰণেও দুখন নাটক যুগুত কৰিছিলো। ষাঠিৰ দশকত যেনেকুৱা নাটকৰ কথা চিন্তা কৰিছিলো, তেনেকুৱা নাটকৰ কামলৈ উভতি যাবলৈ নহ'ল, বৰঞ্চ ভ্ৰাম্যমাণ মঞ্চৰ কাৰণে নাটক লিখাটো মোৰ এক ধৰণৰ নিচাত পৰিণত হ'ল। মই মোৰ দৃষ্টিভংগীৰে আৰু শ্ৰদ্ধাৰে এই কামটো কৰিবলৈ ল'লো। মই বিশ্বাস কৰিলো — ব্যৱসায় আৰু মনোৰঞ্জনৰ বাবে ব্যৱহাৰ কৰা নাটকতো নাটকৰ মৌলিক চৰিত্ৰ আৰু সৌন্দৰ্যক সুৰক্ষা দিয়াটো সম্ভৱ। ব্যৱসায়িক মঞ্চৰ বাবে নাটক লিখাটোও সাহিত্যকৰ্ম বুলি পৰিগণিত হ'ব পাৰে।

এই নাটকবোৰ ভ্ৰাম্যমাণ থিয়েটাৰৰ দুখন মঞ্চত উপস্থাপন কৰাৰ কথালৈ লক্ষ্য ৰাখি লিখা হৈছে। কিন্তু বৰ্তমানে দৃশ্যসজ্জা, আলোকসম্পাত আৰু মঞ্চৰ বস্তু-বাহানি (property) আদিৰ ক্ষেত্ৰত যি আধুনিক শৈলীৰ সহায় লোৱা হয়, সেই শৈলীৰ যথোপযুক্ত প্ৰয়োগেৰে এখন মঞ্চতো নাটকবোৰ মঞ্চস্থ কৰিব পৰা যাব বুলি মোৰ ধাৰণা হয়। কোনো আগ্ৰহী লোকে তেনে চেষ্টা কৰাত মোৰ আপত্তি নাই, কেৱল নাটকৰ কাহিনী, সংলাপ আৰু গাঁথনিত অযথা হাত নিদিলেই হ'ল। '

১১ জানুৱাৰী, ২০০১ চন

ভবেন্দ্ৰ নাথ শইকীয়া

# আগকথা

'ৰামধেনু' নামৰ নাটকখনেৰে ভ্ৰাম্যমাণ থিয়েটাৰৰ নাট্যকাৰ হিচাপে আত্মপ্ৰকাশ কৰিছিল ৺ভবেন্দ্ৰ নাথ শইকীয়াই। তাৰ আগতে মঞ্চৰ বাবে ৰচনা কৰিছিল একাংকিকা আৰু পূৰ্ণদৈৰ্ঘ্যৰ নাট, অনাতাঁৰৰ বাবে ৰচনা কৰিছিল অলেখ এদিনীয়া প্ৰচাৰৰ নাট আৰু ধাৰাবাহিক নাট। মূলতঃ মধ্যবিত্তীয় আৰু নিম্ন-মধ্যবিত্তীয় শ্ৰেণীৰ জীৱনৰ হাঁহি-কান্দোন, সুখ-দুখৰ কথা বৰ্ণিত হ'লেও সামগ্ৰিকভাৱে কেইটামান প্ৰধান আদৰ্শই সেই নাটবোৰক প্ৰেৰণাদায়ক শিল্পৰূপলৈ উন্নীত কৰাত অৰিহণা যোগাইছিল। মানুহৰ আকাংক্ষাৰ বিভিন্ন স্তৰৰ প্ৰকাশ, উন্নততৰ জীৱনৰ প্ৰতি হাবিয়াস আৰু সৰ্বোপৰি মংগলময় ধাৰণা আৰু কামৰ শক্তিৰ প্ৰতি নাট্যকাৰে প্ৰকাশ কৰা গভীৰ আস্থা— এই ধাৰণা আৰু বিশ্বাস প্ৰতিখন নাটকতে অপৰিৱৰ্তনীয় ৰূপত প্ৰকাশ পাইছিল। কাহিনীৰ প্ৰয়োজনত বা পাকচক্ৰত নানা ধৰণৰ অশুভ বা অমংগলজনক কথা বা কাহিনীৰো বৰ্ণনা তেওঁ কৰিবলগাত পৰিছিল, কিন্তু সেইবোৰৰ সকলো বাধা আৰু শক্তি নেওচি শুভশক্তিয়ে প্ৰতিষ্ঠা কৰা নিজৰ শ্ৰেষ্ঠত্বই নাটকৰ বক্তব্যক ব্যক্তিজগতৰ পৰা উলিয়াই নি এক বহল সামাজিক-মানৱীয় ক্ষেত্ৰত যুক্তিপূৰ্ণভাৱে প্ৰতিষ্ঠা কৰিছিল।

ভ্ৰাম্যমাণৰ বাবে ৰচনা কৰা প্ৰথমখন নাটক 'ৰামধেনু' আছিল এই আদৰ্শৰ স্পষ্ট প্ৰতিফলন। এগৰাকী দুৰ্নীতিগ্ৰস্ত চৰকাৰী বিষয়া আৰু তেওঁৰ আদৰ্শবাদী কন্যাৰ সংঘাতৰ কাহিনীৰে ৰচিত হৈছিল এই নাটক। এই নাটকখন দুগৰাকী ব্যক্তিৰ সংঘাতৰ কাহিনীতে সীমাবদ্ধ নাছিল, ই প্ৰতিনিধিত্ব কৰিছিল দুটা প্ৰজন্মক — আৰু দুয়োটা প্ৰজন্মৰে শিক্ষা-সংস্কাৰ-সীমাবদ্ধতা-আদৰ্শ আৰু আদৰ্শহীনতাৰ নানান স্তৰক। দুৰ্নীতিগ্ৰস্ত বিষয়াজনে যেতিয়া নিজৰ দুৰ্নীতিৰ সপক্ষে নানান ব্যক্তিগত কাৰণ আৰু তাৰ সামাজিক সমৰ্থনৰ কথা ব্যাখ্যা কৰে, তেতিয়া এনে লাগে যেন নাট্যকাৰে এই সামাজিক ধাৰণাৰ পক্ষত থিয় দিছে। কিন্তু তেওঁৰ কন্যাই যেতিয়া সেই দুৰ্নীতিৰ বিৰুদ্ধে বা বিপক্ষে নিজৰ যুক্তি থিয় কৰায়, নিজৰ পথ বাছি লয়, তেতিয়া অনুভৱ হয় নাট্যকাৰ যেন তেওঁৰ পক্ষত। আৰু নাটকৰ শেষত উপলব্ধি হয়, নাট্যকাৰ থিয় হৈছে দুৰ্নীতিৰ বিৰুদ্ধে আৰু থিয় হৈছে, এগৰাকী ব্যক্তিৰ ওচৰত নহয়, মংগলময় শক্তিৰ ওচৰত। ব্যক্তিৰ পৰ্যায়ৰ পৰা সমস্যাটিক এক বিশাল পৰিৱেশৰ মাজলৈ নি তাক নিৰ্মোহভাৱে উপস্থাপন কৰা আৰু নাটকৰ ৰসগ্ৰাহী দৰ্শক-চেতনাক সেই শুভ শক্তিৰ পিনে আকৰ্ষিত কৰিব পৰাটোতেই নাট্যকাৰৰ কৃতিত্ব।

ভ্ৰাম্যমাণৰ নাটক মূলতঃ বিনোদনৰ বাবে ৰচনা আৰু মঞ্চস্থ কৰা হয়। 'ৰামধেনু'ৰ আগলৈকে ভ্ৰাম্যমাণৰ মঞ্চত যিবোৰ নাটক মঞ্চায়িত কৰা হৈ আছিল সেইবোৰতো সদায়েই শুভ শক্তিৰ জয়ৰ কথাকেই কোৱা হৈছিল। হয়তো কোনো নাট্যকাৰেই কেতিয়াও অশুভ শক্তিৰ বিজয়ৰ কথা কোৱা নাই আৰু নকয়ো। তেনেস্থলত ভবেন্দ্ৰ নাথ শইকীয়াৰ নাটকৰ এই দিশটোৰ বিশেষত্ব কি? ভ্ৰাম্যমাণৰ নাটকৰ বিনোদনপ্ৰদানকাৰী শক্তিটোক অধিক পোনপটীয়া, কাৰ্যক্ষম কৰি তোলাৰ বাবে চৰিত্ৰবোৰৰ দোষ-গুণ আৰু সমস্যা-সংকটৰাজিক পোনপটীয়া, স্থূল আৰু অধিক আবেগসৰ্বস্ব কৰি তোলাৰ প্ৰৱণতা এটাৰ প্ৰচলন আছিল। সেইবোৰত ভাল-বেয়া, শুভ-অশুভ আদিক ইমান স্পষ্ট আৰু ভোটা ৰূপত প্ৰকাশ কৰা হৈছিল যে সেইবোৰে দৰ্শকক তাৎক্ষণিক তৃপ্তি দিছিল, নাটকৰ দৰ্শকক আপ্লুত কৰিছিল। ভবেন্দ্ৰ নাথ শইকীয়াৰ নাটকত এই বৈশিষ্ট্যবোৰ বাস্তৱসম্মত আৰু সূক্ষ্মৰূপত প্ৰকাশ পাইছিল, ফলত নাটকে দৰ্শকক তাৎক্ষণিক আনন্দ দিছিল, লগতে সেই নাট্যৰস হৃদয়ত বহন কৰি দৰ্শকে

প্ৰেক্ষাগৃহৰ পৰা উভতি যোৱাৰ সমল পাইছিল। নাটকৰ চৰিত্ৰবোৰৰ কাম আৰু সংলাপে যিধৰণৰ আবেগপূৰ্ণ মুহূৰ্ত বা পৰিবেশৰ সৃষ্টি কৰে, তাক দৰ্শকৰ মাজলৈ সংক্ৰমিত কৰিব পৰাটোত নাট্যকাৰৰ সফলতা ভালেখিনি নিৰ্ভৰ কৰে। এই আবেগপূৰ্ণ দৃশ্যৰ ৰচনাতেই ভবেন্দ্ৰ নাথ শইকীয়াই নিজস্ব কৌশল প্ৰকাশ কৰিছে। একেই সংলাপৰ পুনৰুক্তি অথচ দুই বিপৰীত অৰ্থ আৰু ব্যঞ্জনাৰ প্ৰকাশ, বিপৰীত আবেগৰ সংঘাত, আবেগৰ স্ৰোতত একাধিক অপ্ৰত্যাশিত মোচৰ আৰু এনে পৰিবেশত নাট্যকাৰৰ অসাধাৰণ সংযম আৰু নিৰ্লিপ্ততাই দৃশ্যবোৰক অভাবনীয ৰূপত আবেগপূৰ্ণ, ক্ৰিয়াশীল আৰু হৃদযস্পৰ্শী কৰি তুলি নাট্যকাৰৰ স্বকীয় প্ৰকাশভংগিমা আৰু নাট্যসৃষ্টি কৌশলত পৃথক আৰু উজ্জ্বল কৰি তুলিছে। এইক্ষেত্ৰত 'স্বৰ্ণজযন্তী' আৰু 'নীলকণ্ঠ' নাটৰ দুগৰাকী মহিলাৰ মৃত্যুৰ সংবাদ প্ৰকাশ কৰা দৃশ্য দুটাৰ কথা উল্লেখ কৰিব পাৰি।

'স্বৰ্ণজযন্তী' নাটৰ এটি নাৰী চৰিত্ৰ কাকলি। শিক্ষিতা, ইঞ্জিনিযাৰ, বিযাৰ বযস হোৱা সত্বেও বিযা হোৱা নাই। তেওঁৰ বেমাৰী মাকৰ এটাই চিন্তা— ছোৱালীজনীৰ বিযা। ইপিনে বাৰে বাৰে নানা ধৰণৰ মনোকষ্টৰ সন্মুখীন হৈ কাকলিযেওমানসিক ভাৰসাম্য হেৰুৱাবলৈ আৰম্ভ কৰে। সেই কাকলিযে নিজৰ মাকৰ মৃত্যুৰ সংবাদ দিছে এনেদৰে ঃ

কাকলি ঃ গুডমৰ্ণিং বৰমা। আহক, বহক। আপুনি ভালে আছে বৰমা?

প্ৰভা ঃ নাই আই। গাটো বৰ ভাল নহয। তুমি আহিছা বুলি শুনিহে উঠি আহিছোঁ।

কাকলি ঃ আপুনি একেবাৰে চিন্তা নকৰিব। ভাল হৈ যাব। আমাৰ মা মৰিল নহয। [প্ৰভাই জানো বুলি বুজাবলৈ মূৰ দুপিযায।]

কাকলি ঃ মই ভবাই নাছিলোঁ জানে বৰমা। মই ভাবিছোঁ, শুই আছে হ'বলা শুই থাকক। তিনি বজাত বডি এটা খুৱাব লাগে নহয, তেতিযা জগুৱাই খুৱাই দিম। মই আকৌ পাহৰি যাওঁ নহয। সেই কাৰণে ঘড়ীটোত এলাৰ্ম দি থ'লোঁ। তাৰ পিছত এলাৰ্ম বাজিল নে নাই ক'বই নোৱাৰোঁ। মই নিজেই টোপনি গ'লোঁ। যেতিযা সাৰ পালোঁ, তেতিযা একেবাৰে আন্ধাৰ। মা শুযেই আছে। মই ভাবিলোঁ— শোৱক শুই থাকক। ৰাতি ভাত-চাত একো নাখালোঁ। মাৰ ওচৰতে শুই থাকিলোঁ। ৰাতিপুৱা কোনোবা কোনোবা আহিল আহি ক'লে— মা বোলে মৰিল। মই বোলো— ধেৎ— তেনেকুৱা কথা ক'ব নাপায নহয। (হঠাতে) ফোন বাজিছে বৰমা।

মাত্ৰ কেইটামান আবেগবৰ্জিত সংলাপেৰে মৃত্যুৰ দৰে হৃদযবিদাৰক বৰ্ণনা এটা ইমান সংবেদনশীল ৰূপত প্ৰকাশ কৰিব পৰাটো অতি উচ্চপৰ্যাযৰ সাহিত্য-কৰ্ম। বৰ্ণনাৰ অস্বাভাবিক সৰলতা আৰু মূল সংবাদটি দিযাৰ পিছতেই প্ৰসংগৰ সলনি কৰা কাৰ্যই আবেগৰ প্ৰকাশক সংযত, অধিক সংযত কৰাৰ লগতে অপ্ৰত্যাশিত প্ৰসংগৰ উত্থাপনেৰে নাট্যৰস অভাবনীযভাবে ঘনীভূত কৰি তুলিছে।

'নীলকণ্ঠ' নাটকৰ মৃত্যুৰ দৃশ্যটিৰ উপস্থাপন সম্পূৰ্ণ পৃথক। নীলকণ্ঠই তেওঁৰ বেমাৰী, বৃদ্ধা, শয্যাশাযী মাকৰ শুশ্ৰূষা কৰিছে। দুখন মঞ্চৰ এখনত শয্যাশাযী মাকক আলপৈচান ধৰা দৃশ্য, আনখন মঞ্চত আনুষংগিক নীলকণ্ঠৰ কামৰ দৃশ্য— দৃশ্য নহয, চলচ্চিত্ৰৰ ভাষাত ভিজুৱেল ইমেইজ। দৃশ্যৰ পৰিবৰ্তনে সমযৰ অগ্ৰগতি প্ৰকাশ কৰাৰ লগতে সমাগত মৃত্যুৰ দৃশ্যৰ পিনে দৰ্শকক সাজু কৰি আগবঢ়াই নিছে। এটা দৃশ্য এনেধৰণৰ ঃ

বিছনাত উপমা। নীলই আহি চৰিযাটো থৈ বিছনাৰ কাপোৰখন মাকৰ গাৰ তলৰ পৰা উলিয়ায। অইন এখন পাৰে। পুৰণি কাপোৰখন লৈ আঁতৰি আহে। সেইখন উইংছৰ আঁৰত থৈ বিছনাৰ ওচৰলৈ যায়। মাকক চায। বহে। টক্ টক্। ৮\। টক টক। টং টং টং। নীলই বিছনাত বহি টোপনিযাই আছে। লাহে লাহে টক্ টক্ শব্দ খৰ হয। টং

টং আৰু টক্ টক শব্দ মিহলি হৈ যায়। নীলই মাকৰ কপালত হাত দিয়ে। ভালকৈ চায়। মুখখন জোকাৰি চায়। আকৌ জোকাৰে। মুখৰ ওচৰলৈ মুখ নিয়ে। মুখ তুলি থৰ হৈ ৰৈ থাকে। হঠাতে নীলই চিঞৰে— গোবিন্দ। (দেখা যায় গোবিন্দই চকী এখনত বহি টোপনিযাই আছে। সি জাঁপ মাৰি উঠে। দুয়োটাই দুয়োটালৈ থৰ হৈ চাই থাকে।)
[মঞ্চ আন্ধাৰ হয়]

'নীলকণ্ঠ' সম্পূৰ্ণভাৱে সংলাপ নিৰ্ভৰ নাটক। একমাত্ৰ এই দৃশ্যটোৱেই সংলাপবিহীন, চলচ্চিত্ৰৰ দৃশ্য-ৰচনাৰ কৌশলেৰে ৰচনা কৰা। নাটকৰ ক্লাইমেক্স পৰ্বৰ এই সংলাপহীন দৃশ্যটিয়ে নাট্যকাৰে ক'ব খোজা সকলো কথা স্পষ্টভাৱেই প্ৰকাশ কৰা হৈছে আৰু দৃশ্যটিৰ আৱেগিক বাস্তৱক লাহে লাহে আগবঢ়াই নি হঠাৎ তাক স্থিৰ কৰি দিয়া হৈছে। এই দৃশ্যটিৰ ঘড়ীৰ টিক্ টিক আৰু টং টং শব্দ দুটাকো কাৰ্যক্ষম আৰু ক্ৰিয়াশীল ৰূপত ব্যৱহাৰ কৰা হৈছে। মৃত্যুৰ প্ৰতিক্ৰিয়া বুজাবলৈ সাধাৰণতে প্ৰয়োগ কৰা আৰু যিটো স্বাভাৱিক— সেই কান্দোন-কাটোনৰ সামান্যও এই দৃশ্যত নাই। আনকি ইয়াৰ পিছৰ দৃশ্যতো দুখৰ কোনো সংলাপ বা শব্দ নাই। আছে মাথোন উত্তেজিত নীলকণ্ঠৰ মুখৰ কঠোৰ সংলাপ। এই বৈপৰীত্যই দৃশ্যটিৰ নাট্যৰস ঘনীভূত আৰু প্ৰভাৱশীল কৰি তুলিছে। মৃত্যুৰ দৃশ্য বুলি ক'লেই স্বাভাৱিকভাৱে যিবোৰ নাট্য-উপাদানে ক্ৰিয়া কৰে সেইবোৰ উপাদান এই দুয়োটা দৃশ্যতেই অনুপস্থিত। 'স্বৰ্ণজয়ন্তী'ত গোটেই ঘটনাটো আকস্মিক আৰু অপ্ৰত্যাশিত। কিন্তু নীলকণ্ঠত দৃশ্যটি প্ৰত্যাশিত, দৰ্শক লাহে লাহে দৃশ্যটিৰ বাবে সাজু। 'স্বৰ্ণজয়ন্তী'ত মূল সংবাদটি অতি সাধাৰণ কথাৰ দৰে কোৱা হৈছে সেই সাধাৰণ ভংগিমাই দৰ্শকৰ বুকুত আঘাত হানে। 'নীলকণ্ঠ'ত সংবাদটি সংলাপেৰে কোৱা হোৱা নাই কিন্তু দৰ্শকক যি এটা আৱেগিক স্ৰোতত উটাই নিয়া হৈছে— এটা চিঞৰেৰে সেই স্ৰোতক স্তব্ধ কৰি দিয়া হৈছে। দৰ্শকে লগে লগে বুজি পায় সেই চিঞৰে প্ৰকাশ কৰা সংবাদ।

ভ্ৰাম্যমাণ থিয়েটাৰৰ নাটক সাধাৰণতে দুখন মঞ্চত দৃশ্যবোৰ একাদিক্ৰমে ৰূপায়িত কৰা হৈ গৈ থাকে। নাটকত সাধাৰণতে থকা মধ্য বিৰতিৰ পৰিৱৰ্তে শেষ দৃশ্যৰ আগে আগেহে ঘোষণাৰ বাবে বিৰতি দিয়া হয়। তেনেদৰে এটা বা দুটা দৃশ্যৰ পিছত পৰিচয় লিপি প্ৰদৰ্শন কৰা সময়তো কিছু সময়ৰ বিৰতি হয়, সকলো নাটকতে নহয়, কিছু নাটকত। তেনেদৰে অভিনেতাসকল দৃশ্য পৰিৱৰ্তনৰ সময়ত এখন মঞ্চৰ পৰা আন এখন মঞ্চলৈ অহা-যোৱা কৰা সময়ৰো প্ৰয়োজন হয়। এটা দৃশ্যৰ শেষৰ সংলাপ কোৱা অভিনেতাগৰাকীয়ে আনখন মঞ্চত আনটো প্ৰথম সংলাপটি কোৱাত অসুবিধা। নাট্যকাৰে নাট ৰচনা কৰা সময়ত এইবোৰ কাৰিকৰী দিশৰ কথাও মনোযোগেৰে চাব লগা হয়। নাটকবোৰ সাধাৰণতে বাস্তৱধৰ্মী হোৱা বা অভিনেতাসকলক কেতিয়াবা ৰূপসজ্জাৰ পৰিৱৰ্তনৰ বাবেও সময়ৰ প্ৰয়োজন হয়। দুখন মঞ্চত বিভিন্ন স্থান উপস্থাপন কৰোঁতেও কিছু সীমাবদ্ধতা আহি পৰে। ধৰা হ'ল প্ৰথম মঞ্চত 'ক' নামৰ অভিনেতাগৰাকীৰ বহা কোঠা দেখুওৱা হ'ল, সেই স্থানটি দৰ্শকৰ মনত তেনেদৰেই স্থায়ী হৈ পৰিল। সেই বহা কোঠাটিক আনখন মঞ্চলৈ নিলে দৰ্শকৰ মনত খেলিমেলি লগাই দিয়া হ'ব। কাহিনীৰ গতি আগবঢ়াই নিয়া সময়ত এই ব্যৱহাৰিক কথাবোৰ নাটক ৰচনাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ হৈ পৰে।

ভ্ৰাম্যমাণ থিয়েটাৰৰ নাটক একেলগে প্ৰায় দুহাজাৰ দৰ্শকে উপভোগ কৰে, এই বৃহৎ সংখ্যাৰ দৰ্শকৰ মাজত ভিন্ন ৰুচিবোধ, বয়স আৰু ভিন্ন সামাজিক বিশ্বাসৰ লোক উপস্থিত থাকে। এই বিভিন্নধৰণৰ দৰ্শকৰ মনত সমভাৱে আৰু সহজবোধ্যভাৱে ক্ৰিয়া কৰিব পৰাকৈ নাটক ৰচনা কৰি উলিওৱাটোতো এটা প্ৰত্যাহ্বান থাকে।

ভ্ৰাম্যমাণ থিয়েটাৰৰ নাটক এখনৰ কথা বিচাৰ কৰিবলৈ যাওঁতে এই দুটি দিশৰ কথা সকলো সময়তে মনত ৰাখিবলগীয়া হয়।

ভ্ৰাম্যমাণৰ নাট্যকাৰ হিচাপে আত্মপ্ৰকাশ কৰাৰ আগতে ভবেন্দ্ৰ নাথ শইকীয়াই মঞ্চৰ বাবে নাটক লেখি

সমাদৰ লাভ কৰিছিল, অনাতাঁৰ নাটকৰ সফল নাট্যকাৰ হিচাপে সমাজৰ সৰ্বশ্ৰেণীৰ শ্ৰোতাৰ পৰা সমৰ্থন লাভ কৰিছিল আৰু চুটিগল্পৰ লেখক হিচাপেও জনপ্ৰিয়তাৰ শীৰ্ষত আৰোহণ কৰিছিল। এই গুণবোৰৰ উপস্থিতিযে এটা কথা প্ৰতিপন্ন কৰিছিল যে সংলাপ আৰু আন নাট্যগুণৰ সমাবেশেৰে কাহিনী এটা ভ্ৰাম্যমাণৰ মঞ্চত উপস্থাপন কৰাত তেওঁৰ কোনো অসুবিধা হ'ব নালাগে। ভ্ৰাম্যমাণৰ বাবে নাটক লেখি থকা কালছোৱাত ড° শইকীয়া চলচ্চিত্ৰ নিৰ্মাণৰ লগতো গভীৰভাৱে নিমজ্জিত হৈ পৰিছিল। সেয়ে চলচ্চিত্ৰৰ কিছু আংগিকগত উপকৰণেও তেওঁৰ নাটত নতুন ৰূপত মঞ্চৰ উপযোগীকৈ ধৰা দিছিল। 'স্বৰ্ণজয়ন্তী' নাটৰ মৃত্যুৰ দৃশ্যটিত অনাতাঁৰ নাটৰ সংলাপৰ গুণ আৰু 'নীলকণ্ঠ' নাটৰ মৃত্যুৰ দৃশ্যটিত চলচ্চিত্ৰৰ দৃশ্য-ৰচনাৰ গুণ সাৰ্থকভাবে প্ৰতিফলিত। চিনেমাত একৰঙী স্থিৰচিত্ৰ ফেড ইন ফেড আউট কৰি সময় আৰু স্থান পৰিৱৰ্তন বুজোৱা কৌশল 'ৰম্যভূমি' নাটত ব্যৱহাৰ কৰা হৈছে। একেখন নাটকতে গতিশীল সময়ৰ কথাক আঁতৰেৰে চলি যোৱা ৰে'লগাড়ী এখনৰ মটিফেৰে প্ৰকাশ কৰা হৈছে। এনেদৰে চিনেমাৰ নানা উপাদান আহি তেওঁৰ নাটকবোৰৰ প্ৰকাশিকা শক্তিক অধিক সবল কৰাৰ লগতে নাট্য-ৰচনাৰ কৌশলতো কাৰ্যকৰী অলংকৰণৰ সৌন্দৰ্যৰ সমাহাৰ ঘটাইছে।

বিভিন্ন কলামাধ্যমৰ পৰা আহৰণ কৰি অনা অলেখ উপাদানে যেনেদৰে ড° শইকীয়াৰ নাট্য-ৰচনা কৌশলক স্বকীয় ৰূপ এটি দিছে তেনেদৰে সমাজৰ বিভিন্ন স্তৰৰ বিভিন্ন মানুহৰ বৈচিত্ৰ্যময় জীৱনৰ সুখ-দুখ, আশা-আকাংক্ষা, অনুভূতি, সমস্যা, সংকট, সপোন দ্বন্দ্বৰ উপলব্ধিক সহজ-সৰল আৰু হৃদয়স্পৰ্শী ৰূপেৰে ব্যক্তিত্ব পৰ্যায়ৰ পৰা উন্নীত কৰি এক বিশাল সামাজিক পটভূমিত উন্মোচন কৰি দিয়াৰ সফল পৰীক্ষাই নাটকবোৰক কাহিনী আৰু বক্তব্যৰ দিশৰ পৰাও একক, গ্ৰহণযোগ্য আৰু ক্ৰিয়াশীল কৰি তুলিছে।

ভবেন্দ্ৰ নাথ শইকীয়াৰ সাহিত্য-কৰ্মবোৰৰ পিনে চালে এটা বৈশিষ্ট্য আটাইবোৰ ৰচনাৰ মাজতেই উপলব্ধি কৰা যায়। সেয়া হ'ল, ব্যক্তিবিশেষৰ মানসিক উত্তৰণ আৰু সেই উত্তৰণক সমাজৰ এক অংগ হিচাপে কৰা গভীৰ বিশ্বাস। এই বক্তব্য প্ৰকাশ কৰোঁতে তেওঁ সদায়েই মিষ্টভাষী, যুক্তিৰ কণ্ঠস্বৰ সদায়েই মৃদু। তেওঁৰ চৰিত্ৰবোৰ সদায়েই সমাজৰ অংগ ব্যক্তি-স্বাধীনতাত বিশ্বাসী, ব্যক্তিৰ বিকাশত বিশ্বাসী, কিন্তু সমাজৰ বিৰোধী নহয়। তেওঁ সমাজৰ সেই নীতি-নিয়মবোৰৰ বিৰোধী, যিবোৰে ব্যক্তিৰ বিকাশত বিভিন্ন ধৰণে বাধাপ্ৰদান কৰি আহিছে। তেওঁৰ চৰিত্ৰবোৰ সদায়েই এটা মংগলকামী মূল্যবোধত বিশ্বাসী। তেওঁৰ ৰচনাত অসাধু চৰিত্ৰৰ প্ৰতিপত্তি কম আৰু যি এটা-দুটা অসাধু চৰিত্ৰ আছে তেওঁলোকৰো উত্তৰণ ঘটাৰ ইচ্ছা আৰু প্ৰযোজন আছে। এক কথাত সৃষ্টিশীল শিল্পী হিচাপে বিদ্ৰোহৰ অগনি একুৰা তেওঁ হৃদয়ৰ মাজত বহন কৰি ফুৰিছে, সেই অগনিৰে তেওঁ কাকো পুৰি শেষ কৰিব বিচৰা নাই, সোণ পুৰি উজ্জল কৰাৰ দৰে উজ্জ্বলহে কৰিব বিচাৰিছে।

কিন্তু তেওঁৰ এই বিদ্ৰোহী সত্তাই অধিক স্পষ্ট আৰু কঠোৰভাষী হৈ প্ৰকাশ পাইছে ভ্ৰাম্যমাণ থিয়েটাৰৰ বাবে ৰচনা কৰা নাটকবোৰৰ মাজত। ( এই বন্দৰৰ আবেলি' নামৰ গল্প সংকলন, 'বালিভোজ' নামৰ গল্পটি আৰু উপন্যাস দুখনৰ কিছু অংশত অৱশ্যে এই দিশটোৰ পৰিচয় আছে।)

হিমাদ্ৰি : বুজিলোঁ— এইখন চিঠি বেনামী চিঠি বুলি উৰাই দিয়াৰ উপায় নাই।

পৰিমল : ঠিক আছে। এই চিঠিখনৰ প্ৰত্যেকটো কথা সঁচা। কিন্তু হিমাদ্ৰি— মই তোমাক জোৰ কৰা নাই, মই তোমাক সৈমান কৰিবলৈ চেষ্টা কৰা নাই— কিন্তু ধৰি লোৱা তৰ্কৰ খাতিৰতে তোমাক সুধিছোঁ— মিত্ৰাৰ বয়স এতিয়া পঁচিছ বছৰ হৈ গৈছে। তুমি কোৱা মতে তোমাৰ বয়স একত্ৰিছ বছৰ হৈছে। ষোল বছৰ বয়সত এজনী ছোৱালীয়ে সংসাৰৰ সকলো কথা বুজা হ'ল বুলি ধৰি ল'লোঁ। পঁচিছ বছৰ বয়সলৈকে— এই দীঘলীয়া সময়ছোৱা— সেই তেজ-মঙহৰ ছোৱালীজনীয়ে কেৱল সীতা-সাবিত্ৰীৰ ধৰ্মশাস্ত্ৰ পঢ়ি, দেহ-মন একোতে কাৰো স্পৰ্শ নপৰাকৈ বাচি থকাটো সম্ভৱনে? এদিন তুমি আঙঠি এটা লৈ আহিবা— সেই দিনটোলৈ একেবাৰে চাফা

হৈ বাট চাই থকা সম্ভৱনে? এইখন পৃথিৱীত— যিখন পৃথিৱীত তুমি দুশ কিল'মিটাৰ টেক্সি দৌৰাযেই মিত্ৰাৰ গা আৰু মনত হাত দিয়া অন্ততঃ দুটা মানুহৰ খবৰ পালা— এইখন পৃথিৱীত তেনেকৈ চাফা হৈ থকা সম্ভৱনে? এটা একত্ৰিছ বছৰীয়া মানুহৰ কাৰণে সম্ভৱনে? তুমি বুকুত হাত দি নিজক প্ৰবঞ্চনা নকৰাকৈ মিছাৰ আশ্ৰয় নোলোৱাকৈ ক'ব পাৰিবা -- সম্ভৱ বুলি? যদি পাৰা তেনেহ'লে তুমি দহ হাজাৰজনৰ মাজৰ এজন। ব্যতিক্ৰম। একচেপ্চন (exception)। হয় তুমি অসাধাৰণ, নহয় তোমাৰ কিবা গণ্ডগোল আছে, খুঁত আছে দোষ আছে। তুমি কালি ৰাতি যি দুজন মানুহৰ খবৰ লৈ আহিলা, তেওঁলোকে বিয়া কৰালেনে?

হিমাদ্ৰি : এজনে কৰালে এজনে অলপতে কৰাব।

পৰিমল : যিজনে কৰালে তেওঁ কিন্তু মিত্ৰাক বিয়া কৰোৱা নাই— ৰাইট?

হিমাদ্ৰি : হয়।

পৰিমল : যিজনে অলপতে কৰাব তেওঁ মিত্ৰাক বিয়া নকৰায়— ৰাইট? [হিমাদ্ৰিয়ে মূৰ জোকাৰে।] তেওলোকৰ ঘৈণীযেক দুজনীয়ে এইখন চিঠিত যে তেওঁলোকৰ গিৰিযেকহঁতৰ নাম আছে সেইটো নাজানে আৰু নাজানিবও। ৰাইট? তেওলোকৰ কাৰণে তেওঁলোকৰ গিৰিয়েকহঁত চাফা মানুহ। হয়নে?

হিমাদ্ৰি : যেতিয়ালৈকে নাজানে, তেতিয়ালৈকে—

পৰিমল : ঠিক। যেতিয়ালৈকে নাজানে তেতিয়ালৈকে চাফা মানুহ। কেনেবাকৈ যদি এই চিঠিখন তোমাৰ হাতত নপৰিলহেঁতেন ইমানপৰে মিত্ৰাই তোমাৰ আঙঠি পিন্ধিলেহেঁতেন আৰু যদি কেতিয়াও এই চিঠিখন তুমি পঢ়িবলৈ নাপালাহেঁতেন তেনেহ'লে তুমি এইখন পৃথিৱীৰ লক্ষ লক্ষ সুখী দম্পতীৰ নিচিনাকৈ ঘৰ-সংসাৰ কৰি থাকিলাহেঁতেন— মিত্ৰাৰ গাটোত এইখন চিঠিৰ ইমানবোৰ আখৰৰ এটা আখৰো— এটা দাৰি— এটা কমাও বিচাৰি নাপালাহেঁতেন।

হিমাদ্ৰি কিন্তু ছাৰ মই ইমানবোৰ কথা জনাৰ পিছতো এবো নজনাৰ নিচিনাকৈ ঘৰ-সংসাৰ কৰিব নোৱাৰিম। সেইটো অসম্ভৱ।

পৰিমল : মই তাকে কৈছোঁ হিমাদ্ৰি। এইজনী ছোৱালীৰ ছটা মানুহৰ লগত সম্পৰ্ক আছিল বুলি তোমাক কোনোবাই ক'লে। কিন্তু তুমি যিজনী ছোৱালী বিয়া কৰাবা তেওঁৰ হয়তো এঘাৰটা মানুহৰ লগত সম্পৰ্ক আছিল। কিন্তু তুমি তেওঁক নিশ্চিন্তে আঙঠি পিন্ধাবা, জোৰোণ পিন্ধাবা ঘৰলৈ আনিবা সংসাৰ কৰিবা— কাৰণ তুমি এনেকুৱা এখন বেনামী চিঠি নাপালা। [অলপ বৈ] হিমাদ্ৰি, তুমি ইনটেলিজেণ্ট ল'ৰা। তুমি বুজা— আজিৰ এই ঘটনাটো মিত্ৰাৰ কাৰণে কিমান ডাঙৰ ঘটনা। তাই এটা প্ৰচণ্ড শ্বক পাব। [চিঠিখন জোকাৰি] এই ছটা মানুহে তাইৰ জীৱনত যিটো খুঁত লগাব নোৱাৰিলে— আজিৰ ঘটনাটোৱে সেইটো খুঁত লগাব। আচলতে আজিহে তাই প্ৰথম ঘৃণীয়া হ'ল।

হিমাদ্ৰি : মই নিৰুপায় ছাৰ।

পৰিমল : তোমাৰো অপকাৰ হ'ব। তাইৰ অপৰাধ যদি অক্ষমনীয় নহয়, তেনেহ'লে এই কামৰ কাৰণে তুমিও গোটেই জীৱন অনুতপ্ত হ'বা।

হিমাদ্ৰি : আপুনি মোক ক্ষমা কৰিব ছাৰ। এইটো মই অকলে চম্ভালিবলগীয়া কথা কৈ থকা নাই। এই চিঠিখন প্ৰথমে আমাৰ ঘৰৰ সকলোৱে পঢ়িলে, শেষতহে মই পঢ়িছোঁ। মই কিবাকৈ মোক নিজকে বুজাব পাৰিলেও তেওঁলোকক বুজাব নোৱাৰিম ছাৰ।

পৰিমল : আগতেই ক'লোঁ নহয়, ময়ো তোমাক বুজাই সৈমান কৰিবলৈ চেষ্টা কৰা নাই। ধৰি লোৱা মই বন্ধুৰ নিচিনাকৈ তোমাৰ লগত তৰ্ক কৰিলোঁ। কিছুমান কথা কৈ থ'লোঁ— কেতিয়াবা যদি

আকৌ এনেকুৱা এখন চিঠি পোৱা, সেইখনক তুচ্ছজ্ঞান কৰিবলৈ যাতে তুমি বল পোৱা। নে আকৌ ক'ৰবাত এটা সম্পৰ্ক ঠিক হ লে পেপাৰত বিজ্ঞাপন দিবা— 'মই অমুকক বিয়া কৰোৱাৰ সিদ্ধান্ত কৰিছোঁ। কাৰোবাৰ কিবা বক্তব্য থাকিলে বেনামী চিঠিৰে এই ঠিকনাত জনাব পাৰে।'— এবাৰ দি চাবা। তোমাৰ গোটেই জীৱন বেনামী চিঠি পঠোঁতেই যাব।

**'স্বৰ্ণজয়ন্তী' নাটৰ এই পৰিমল চৰিত্ৰৰ সংলাপৰ মাজেৰে ভবেন্দ্ৰ নাথ শইকীয়াৰ বিদ্ৰোহী মনোভাবৰ প্ৰকাশ ঘটিছে। তুচ্ছ আৰু সাময়িক দুৰ্ঘটনাৰ পৰা উদ্ধাৰ হৈ মানুহে কেনেদৰে ওপৰলৈ যোৱাৰ পথ বিচাৰি পাব পাৰে, ব্যক্তিৰ মানসিক উত্তৰণৰ প্ৰতি তেওঁৰ ধাৰণা কি সেই প্ৰশ্নৰ উত্তৰ এই সংলাপৰ মাজত কঠোৰ আৰু স্পষ্ট ৰূপত প্ৰকাশ ঘটিছে।**

**পৰিমলৰ চৰিত্ৰটিৰ মুখেৰে নাট্যকাৰে যিদৰে নিজৰ বিদ্ৰোহী আৰু দৃঢ় মনৰ ৰূপ প্ৰকাশ কৰিছে, তালৈ চাই অনুমান কৰা কঠিন নহয় যে চৰিত্ৰটি নাট্যকাৰৰ আদৰ্শ পুৰুষ-চৰিত্ৰ। নাটখনৰ শেষাংশৰ এটা সংলাপত 'ফুল চন্দনৰ ভাল গোন্ধটোকে যে পৰিমল বোলে মই আগতে নাজানিছিলোঁ নহয়' কোৱা কথাৰে এই চৰিত্ৰটি অধিক উজ্জ্বল কৰি তোলা হৈছে।**

**প্ৰায়কেইখন নাটকতে এই পৰিমল চৰিত্ৰটিৰ আত্মাই বেলেগ বেলেগ দেহ ধাৰণ কৰিছে। সংলাপৰ ধৰণ বা বক্তব্যৰ বিষয় পৃথক পৃথক হৈছে, কিন্তু বিদ্ৰোহী মনটোৰ আদৰ্শৰ উত্তাপৰ হীন-ডেটি হোৱা নাই। 'দীনবন্ধু' নাটকত এই বিদ্ৰোহী আত্মাই দুটা দেহত প্ৰৱেশ কৰিছে। এটা দীনবন্ধু আৰু আনটো ধৰ্মকান্ত।**

ধৰ্মকান্ত : [খং] কিয় মনে মনে থাকিম? সেইজনে ঘৰত চাবোনেৰে হাত ধুই দৈৰ এঠা শুচোৱাজনে কি কৈ ফুৰিছে জানা? [সুৰ সলাই] দীনবন্ধুৱে ভালেই খুৱালে, পিছে আমাৰ সেই ৰজত উকীলৰ পুতেকৰ বিয়াখনৰ কথা নাপাহৰোঁ দিয়া। ৰচগোলাও ৰচগোলা— তোমাৰ একেবাৰে ইমান একোটা। তাৰ ছাইজেই চাবা নে সোৱাদেই চাবা। তেওঁলোকে সেই গোবিন্দ মিঠাইৱালাৰ হতুৱাই সেইবোৰ ৰচগোলা স্পেচিয়েল অৰ্ডাৰ দি বনাইছিল। আজিকালি গোবিন্দ মিঠাইৱালা পিছে নাই, কিন্তু দীনবন্ধুৱে খবৰ কৰা হ'লে অইন ভাল মিঠাইৱালা পালেহেঁতেন। [নিজৰ সুৰ] কিয়? কিয় তুমি ভাল মিঠাইৱালা বিচাৰি আৰু এহেজাৰমান টকা ধাৰ কৰি ইমান ডাঙৰ ডাঙৰ মিঠাইৰ অৰ্ডাৰ নিদিলা? এতিয়াও দিয়া। হেঁপাহ পূৰা হোৱা নাই যদি আকৌ কলগছ পোতা, বেণ্ডপাৰ্টী মাতা। [খঙতে বহি দিয়ে। গোমোৰা হৈ থাকে]

**সামাজিক ৰীতিৰ গাত ধৰি পোখা মেলা কিছু আচাৰে সৃষ্টি কৰা কিছুমান সমস্যাৰ বিৰুদ্ধে ধৰ্মকান্তৰ এই বিদ্ৰূপভৰা মন্তব্যৰ মাজতেই সেই বিদ্ৰোহী আত্মাৰ প্ৰকাশ ঘটিছে। তেনেদৰে সামাজিক বাধ্য-বাধকতাৰ ভিৰত কোঙা হৈ পৰা দীনবন্ধুৰ কণ্ঠও নাটৰ শেষৰ পিনে বিদ্ৰোহী হৈ উঠিছে। অৱশ্যে তেওঁৰ চৰিত্ৰৰ লগত সংগতি ৰাখি সেই বিদ্ৰোহৰ সুৰে প্ৰাৰ্থনাৰ সুৰ ধাৰণ কৰিছে।**

দীনবন্ধু : **বহু ভুল কৰি এটা সম্পূৰ্ণ জীৱন খৰচ কৰি তাৰ বিনিময়ত মই তিলতিলকৈ উপলব্ধি কৰিলোঁ,— তোমালোক— তোমালোক এহাল মানুহে সংসাৰ পাতিবা কোনেও তোমালোকক সংসাৰ পাতি নিদিয়ে। সেই কাৰণে কাৰো কাৰণে এটা ফুটা কড়িও খৰচ নকৰিবা। এদিন যদি মই তোমালোকৰ ঘৰ ওলাওঁগৈ, তোমালোকে যদি ধাৰ নকৰা পইচাৰে মোক এটা ৰছগোল্লা খুৱাব পাৰা তেনেহ'লে ঠিক বুজিবা, সেই ৰছগোল্লাৰ সোৱাদৰ নিচিনা সোৱাদ কোনো ৰছগোল্লাৰ নাই। কাৰো আশীৰ্বাদৰ কোনো মূল্য নাই। তোমালোকৰ বাহিৰে আশীৰ্বাদ দিবলৈ মোৰ আৰু কোনো নাই, কিন্তু আচলতে মোৰ আশীৰ্বাদৰো কোনো মূল্য নাই। একমাত্ৰ মূল্য আছে তোমালোক দুটাৰ ইটোৱে সিটোক দিয়া আশীৰ্বাদৰ। সেই আশীৰ্বাদৰ যেন ঘাটি নপৰে। এদিন তাইক ফুৰিবলৈ যোৱাৰ নিচিনাকৈ, ফাংচনত গান গাবলৈ যোৱাৰ নিচিনাকৈ ওলাই আহিবলৈ ক'বা, তাৰ পিছত সুন্দৰ, দীঘলীয়া বাটেদি দুইটা**

গৈ থাকিবা। হুলস্থূল কৰি এই বাটটোৰ শান্তি নষ্ট নকৰিবা। যোৱা [বিপুল যাব খোজে] আৰু শুনা বিপুল— মোৰ আত্মসন্মানবোধে মোক এতিয়াও আমনি কৰি থাকে। তৰোৱাল নোহোৱা শুদা খাপটোৱে যেনেকৈ পলৰীয়া সেনাপতিৰ কংকালত আমনি কৰি থাকে— তেনেকৈ। তোমালোকে মোক মোৰ জীৱনৰ একমাত্ৰ আৰু শেষ ফাঁকিটো দিবলৈ সুবিধা দিয়া। তোমালোক দুটাৰ আগত সৰু হ'বলৈ মই বেয়া নাপাওঁ। মই— মই যেন তোমালোকৰ বিয়াখন পাতিবলৈ সুবিধাই নাপালোঁ, মাক তেনেকুৱা এটা অৱস্থাত এৰি থৈ যোৱা। [অন্ধকাৰ]

ধৰ্মকান্ত আৰু দীনবন্ধুৰ এই বিদ্ৰোহ অকল তেওঁলোক দুজনৰ বক্তব্য বা চিন্তাৰ মাজতেই আবদ্ধ হৈ ৰোৱা নাই। তেওঁলোকৰ চিন্তাক সাকাৰ কৰিবলৈ পিছৰ প্ৰজন্মৰ এহাল ডেকা-গাভৰু সাজু হৈছে, সেই পথেৰে আগবাঢ়িছে। দীনবন্ধুৱে ভাবিছিল কিন্তু কৰিব পৰা নাছিল। কৰি দেখুৱালে পিছৰ প্ৰজন্মই। এটা আদৰ্শৰ এই যাত্ৰাৰ প্ৰকাশে নাটকখনৰ মূল বক্তব্যক এক বহল প্ৰেক্ষাপটলৈ বিশ্বাসযোগ্যভাৱে আগবঢ়াই নিছে।

'নীলকণ্ঠ' নাটৰ মূল চৰিত্ৰ নীলকণ্ঠই ভাবিছে আৰু ভবামতে কৰি দেখুৱাইছে। তেওঁৰ বিদ্ৰোহ একক, তেওঁক সমৰ্থন কৰা কোনোবাজন আছে নে নাই তেওঁ ভবা নাই, তেওঁ নিজে যি কৰিছে নিজৰ অভিজ্ঞতা আৰু বিশ্বাসমতেই কৰিছে। পৰিমল আৰু নীলকণ্ঠ দুয়ো জীৱনটো আনৰ মংগলৰ বাবেই উছৰ্গা কৰিছে, জীৱনৰ সকলো বিষ পান কৰি দুয়ো 'নীলকণ্ঠ' হৈছে। কিন্তু শেষ সময়ত দুয়োৰে ওচৰত সেই মানুহবোৰ কোনো নাই। দীনবন্ধু অকলশৰীয়া নাছিল, এই দুজন কিন্তু ভিৰৰ মাজত থাকিও অকলশৰীয়া। পঞ্চাছ বছৰলৈ অবিবাহিত হৈ থকা পৰিমলৰ ওচৰত থাকিল তেওঁৰ মানসিক ভাৰসাম্যহীন প্ৰেমিকা আৰু বিপত্নীক হৈ সংগীহীন হৈ থাকি অনাই-বনাই ঘূৰি নাটকপ্ৰেমিক নীলকণ্ঠই সংগীহিচাপে বিচাৰি পাইছে নাট্যপ্ৰেমী তৰুণকেইজনমানক। নীলকণ্ঠই জীৱনটোত সকলো সামাজিক ৰীতি-নীতি- পৰম্পৰা ঠিকেই পালন কৰিছিল। নিজ নিজ স্বাৰ্থত ভাযেক-বোৱাৰীযেক ঘৰৰ পৰা আঁতৰি যোৱাৰ পিছত অকলে বৃদ্ধা শয্যাগতা মাকৰ আলপৈচান ধৰে। ইয়াৰ মাজতে তেওঁৰ পত্নীৰো বিয়োগ ঘটে। এদিন তেওঁৰ মাকৰ মৃত্যু হয। মাকৰ মৃত্যুৰ পিছত তেওঁ শ্মশানলৈ নাযায, সামাজিক নীতি-নিয়ম একো নামানি বাহিৰলৈ যাবলৈ ওলায ঃ

নীলকণ্ঠ — মই মাৰ মৰা মুখখনত জুই নিদিলোঁ। কিন্তু জীয়া মুখখনত যি দিব লাগে, জীয়া মুখখনে শেষ মুহূৰ্তলৈকে যি বিচাৰিছিল সকলো দিছিলো। সেয়া কৰ্তব্য নহয ? মোৰ ঘৈণীক সাতমহীয়া কেঁচুৱা এটাৰে মাৰ চৰণত সঁপি দিলো। সেযা মোৰ কৰ্তব্য নহ'ল ? দিনৰ পিছত দিন, প্ৰত্যেকটো দিন খোৱা-শোৱালৈ মন-কাণ নকৰি সেইজনী মানুহে মাৰ পৰিচৰ্যা কৰিলে তথাপি তেওঁৰ হেঁপাহ নপলাল। স্বৰ্গত মাৰ পৰিচৰ্যা কৰিবলৈ তেও আগে আগে যাবলৈ ওলাল। মই নিঃশব্দে, নিৰ্বিবাদে তেওক যাবলৈ দিলোঁ। সেযা মোৰ কৰ্তব্য নহ'ল ? [চপলা আহি কি কৈছে শুনে] এই দুখন হাতেৰে তিনি মাহ মাৰ গু-মূত চাফা কৰিলোঁ, সেযা মোৰ কৰ্তব্য নহ'ল ? মাই বিছনাত শৌচ কৰা লেতেৰা কাপোৰ ধুলোঁ, সেযা মোৰ কৰ্তব্য নহ'ল ? এতিয়া মই মাৰ্কিন কাপোৰ গাত লৈ, ডাটি-চুলি ৰাখি মাটিত লেপেটা কাটি বহি লঘোণে থাকি কৰ্তব্য কৰিব লাগিব ? মা জীয়াই থাকোঁতে ডাটি-চুলি খুৰাবলৈ কিমান সময পাইছিলোঁ, কিমান লঘোণে আছিলোঁ— সেইবোৰ খবৰ আপোনালোকে লৈছিল ? আজি মই সময পাইছোঁ, মাই মোক স্বৰ্গৰ পৰা হুকুম দিছে, ডাটি খুৰাই ৰাখাৰ পুৰণি টেমাৰ পাউডাৰ ঘঁহি মই চাফা হৈছোঁ। [বিনোদইঁতক দেখুৱাই] তেনেকুৱা ভেশচন ধৰাৰ মোৰ কোনো প্ৰযোজন নাই। তেনেকুৱা ভেশচন ইহঁতে ধৰিছে, মাৰ মৰা মুখত জুই ইহঁতে দিছে, কাৰণ সেই যোগ্যতা ইহঁতে চাৰি-পাঁচ শ মাইল দূৰৰ পৰা মালৈ আঙুৰ পঠিয়াই, আপেল পঠিয়াই, এহাজাৰ-পোন্ধৰশকৈ টকা পঠিয়াই অৰ্জন কৰিছে। কুকিং ক্লাছত ৰন্ধন প্ৰকৰণ শিকি অৰ্জন কৰিছে; মাদ্ৰাজৰ মেৰিণ বীচ্চত দৌৰি দৌৰি অৰ্জন কৰিছে। সেই কৰ্তব্য সিহঁতে পালন কৰক।

[কুঁৱলী সোমাই আহে] সিহঁতে পঠিওৱা আঙুৰ-আপেল খাই মই মুখ লেতেৰা কৰা নাই। সিহঁতৰ টকা খৰচ কৰি মই হাত লেতেৰা কৰা নাই। মাৰ সৰু ছুটকেছটোতে সেইসোপা টকা পেলাই থৈছোঁ। আজি যেতিয়া মই ঘৰ এৰি ওলাম এই সমগ্ৰ ঘৰ-দুৱাৰ, মাটি-বাৰীৰ লগতে সেই টকাও সিহঁতেই পাব।

কিন্তু মই মাক কি বুজাইছিলোঁ জানে? মাই বেয়া নাপাওক বুলি, দুখ নাপাওক বুলি বুজাইছিলোঁ, সিহঁতৰ বহুত কাম, সিহঁতে সদায় খবৰ লৈ আছে, তই যে দুদিন অচেতন হৈ আছিলি, তেতিয়া সিহঁত আটাইখন আহিছিল, তই গমেই নাপালি। তেনেকৈ, তেনেকৈ মই মাক বুজাইছিলোঁ। সেযা, সেয়া মোৰ কৰ্তব্য নহয়? নহয় যদি নহয। আপোনালোকে সেইবোৰ স্বীকাৰ কৰিব নালাগে। মা— তই জান, মই তোৰ শ্ৰাদ্ধ-পিণ্ড, পূজা-সেৱা সকলো কৰি থৈছোঁ। এতিয়া মোৰ আৰু একো কৰিবলৈ বাকী নাই মা। একো কৰিবলৈ বাকী নাই।

নীলকণ্ঠ আৰু পৰিমল— এই দুটা চৰিত্ৰৰ মাজেৰে নাট্যকাৰে ব্যক্তিৰ স্বাতন্ত্ৰ্যবোধৰ বিভিন্ন স্তৰ দৰ্শকৰ উপলব্ধিৰ মাজলৈ ঠেলি দিছে আৰু সামাজিক ৰীতি-নীতি মনা বা নমনাৰ প্ৰশ্নটোৰ উত্তৰৰ সন্ধান কৰিবলৈ উৎসাহিত কৰিছে। বিনোদনৰ উপাদান যোগান দিযাৰ পিছতো দৰ্শকৰ হৃদয আৰু মগজু সমানেই উদ্বেলিত কৰিব পৰা এইবোৰ নাটকে নাট্যকাৰ ভবেন্দ্ৰ নাথ শইকীযাক এখন স্বকীয আসন প্ৰদান কৰিছে।

ভ্ৰাম্যমাণৰ বাবে ভবেন্দ্ৰ নাথ শইকীয়াই ৰচনা কৰা চৌবিছখন নাটকৰ প্ৰাযবোৰৰেই পটভূমি আৰু চৰিত্ৰ দৰ্শকৰ চিনাকী। যিবোৰ সমস্যাৰ কথাৰে নাটকবোৰৰ কাহিনী গঢ লৈ উঠিছে সেইবোৰো চিনাকী। কিছু অচিনাকী কাহিনী হ'ল মানুহৰ হৃদপিণ্ড পুনৰ সংস্থাপনৰ কাহিনীৰ 'গহ্বৰ' নাটখন। মূল গল্পটোত কেন্দ্ৰীয বিষয় আছিল ব্যক্তিবিশেষৰ প্ৰেম-আন্তৰিকতা সম্বন্ধৰ মাজত সৃষ্টি হোৱা সংকটৰ কথা। নাটকত সেই কাহিনীটোক বহল পৰিপেক্ষিতত উপস্থাপন কৰি তাৰ লগত যোগ দিযা হৈছে জাত-অভিমান-গৰ্বৰ পৰা হোৱা দ্বন্দ্ব আৰু আন কিছুমান সামাজিক-ৰাজনৈতিক সমস্যা। এই সকলো সংকটৰ পিছতো যে হৃদযৰ দাবীযেই আগস্থান অধিকাৰ কৰিব সেই কথা প্ৰতিপন্ন কৰাৰ পিছতো নাট্যকাৰে মূল চৰিত্ৰৰ মৃত্যু ঘটাই দৰ্শকৰ প্ৰত্যাশা পূৰণ কৰাত বাধা দিলে। হযতো বাস্তৱত নাট্যকাৰৰ বক্তব্যই সত্য— কিন্তু ই দৰ্শকৰ প্ৰত্যাশাত চেঁচাপানী ঢালি দিলে। দৰ্শককেন্দ্ৰিক বিনোদন নাটত দৰ্শকক এনেদৰে অসন্তুষ্ট কৰাৰ সাহস ভবেন্দ্ৰ নাথ শইকীযাৰ দৰে নাট্যকাৰৰহে থাকিব পাৰে।

একেদৰেই দৰ্শকৰ উৎকণ্ঠা আৰু প্ৰত্যাশাৰ লগত ধেমালি কৰা নাটক এখন হ'ল 'গধূলি'। এজন পুলিচ কনিষ্টবলে গাঁৱৰ এগৰাকী যুৱতীক ধৰ্ষণ কৰে। এযাই নাটৰ আৰম্ভণি। দৰ্শকৰ আশা হয— ধৰ্ষণকাৰী পুলিচজনে শাস্তি পাওক। কিন্তু নাটকখন ইমান সৰলভাৱে আগনাবাঢে। অপ্ৰত্যাশিত মোচৰে নাটকখন জটিল কৰি তোলে। ধৰ্ষিতা গাভৰুগৰাকীৰ লগৰ আন এগৰাকীযে নিজে ধৰ্ষিতা হোৱা বুলি কৈ আচল নিৰ্যাতিতাগৰাকীক ৰক্ষা কৰিব বিচাৰে। নাটকৰ চৰিত্ৰবোৰৰ বাবে ঘটনাটি বেলেগ হয, দৰ্শকৰ বাবে বেলেগ। দৰ্শকৰ বাবে প্ৰত্যাশা দুটি হয— ধৰ্ষণকাৰীৰ শাস্তি আৰু ধৰ্ষিতা হোৱাৰ বদনাম গাত লোৱা যুৱতীগৰাকীৰ মুক্তি? তাৰ পিছত আচল ধৰ্ষিতাগৰাকীৰ কি হ'ব? এক জটিল নাটকীয সমস্যা। নাটকৰ অগ্ৰগতিত সেই উৎকণ্ঠা ঠিকেই ৰক্ষা পৰিছিল, কিন্তু সৰল সমাধানে দৰ্শকৰ প্ৰত্যাশা পূৰণ কৰিব নোৱাৰিলে আৰু সৰল সামৰণিও নাটকখনৰ ঘটনা বিন্যাসৰ লগত খাপ খোৱা নহ'ল। কিন্তু ধৰ্ষণৰ দৰে স্পৰ্শকাতৰ বিষয এটিক নাট্যকাৰে যিদৰে যুক্তিৰ সহাযেৰে এক ইতিবাচক সামৰণিৰ পিনে লৈ যোৱাৰ প্ৰযাস কৰিলে সিযেই প্ৰমাণ কৰে যে নাট্যকাৰে সকলো ধ্বংসৰ পিছতো নতুন সৃষ্টিৰ দৰে মংগলময শক্তিৰ অভ্যুত্থান কামনা কৰে। দোষীক শাস্তি প্ৰদানৰ পৰিৱৰ্তে দোষীৰ আত্ম-উপলব্ধি আৰু মানসিক উত্তৰণৰ কথাতহে নাট্যকাৰৰ গুৰুত্ব অধিক।

একে ধাৰণাই বিশাল পৰিসৰৰ নাটক 'ৰম্যভূমি'ত অন্য এক ৰূপত প্ৰকাশ পাইছে। প্ৰাক-স্বাধীনতা কালত এখন হাবিত এখন গাঁৱৰ জন্ম, নগৰলৈ সেই গাঁৱৰ উত্তৰণৰ পটভূমিত এগৰাকী ব্যক্তিৰ বৈধ আৰু অবৈধ পৰিয়ালৰ মাজত হোৱা পৰিচয় আৰু অধিকাৰৰ দ্বন্দ্বক কেন্দ্ৰ কৰি ৰচনা কৰা এই নাটকত বিভিন্ন চৰিত্ৰৰ সমাবেশ ঘটিছে। স্বাধীনতা আন্দোলনৰ সংগ্ৰামী, মহাযুদ্ধৰ ঠিকাদাৰ, তেওঁলোকৰ জীৱন আৰু আদৰ্শই সৃষ্টি কৰা জটিল পৰিস্থিতিয়ে এক বিশাল পটভূমিৰ নিৰ্মাণ কৰিছে আৰু সেই পটভূমিত ব্যক্তিৰ সংঘাতে নাটকীয় ৰূপটোক অধিক আকৰ্ষণীয় কৰি তুলিছে। এই নাটত সামাজিক পৰিৱৰ্তন আৰু ব্যক্তিগত পৰিৱৰ্তন এৰাব নোৱৰা ৰূপত আগবাঢ়িছে। মহাযুদ্ধৰ হিংসা আৰু সত্যাগ্ৰহ আন্দোলনৰ অহিংসা-আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামৰ কাহিনীয়ে নাটকৰ মূল দুই চৰিত্ৰৰ জীৱন আৰু কাৰ্যাৱলীক ইংগিতধৰ্মীভাৱে প্ৰতিনিধিত্ব কৰিছে। নাটকৰ দুই মূল চৰিত্ৰৰ এজনৰ বাবে আনজন দোষী। কিন্তু নাট্যকাৰে কোনো এটি চৰিত্ৰৰে পক্ষ লোৱা নাই। দুই পক্ষৰ আৱেগ আৰু যুক্তিক তেওঁ আত্মপ্ৰকাশৰ সুবিধা দিছে। চৰিত্ৰবোৰৰ দেহত কোনো বিশেষ গুণ বা দোষৰ সমাহাৰ নঘটাই চৰিত্ৰবোৰত দোষ-গুণৰ সাধাৰণ মানুহ হিচাপেই অংকিত কৰা হৈছে। দৰ্শকৰ আৱেগিক সমৰ্থন কোনো বিশেষ চৰিত্ৰৰ পিনে আগবাঢ়ি যোৱাৰ পথ নাট্যকাৰে সৃষ্টি কৰা নাই। সকলো সংকট আৰু সংঘাতৰ অন্তত দুয়ো পক্ষই সকলো সামৰি ঠাইখন এৰি যাবলৈ সিদ্ধান্ত লয়। জয় বা পৰাজয়ৰ দাবীদাৰ কোনো পক্ষই নহয়, হয় দুয়ো পক্ষৰে জয় নতুবা দুয়ো পক্ষৰে পৰাজয়।

'ৰম্যভূমি' নাটখনৰ আটাইতকৈ আকৰ্ষণীয় দিশটি হ'ল সংলাপ। নাটখনৰ বিশাল পটভূমিৰ অলেখ চৰিত্ৰ আৰু সেই চৰিত্ৰবোৰৰ বিচিত্ৰ অনুভূতি প্ৰকাশৰ মূল মাধ্যম হ'ল সংলাপ। ঘনে ঘনে সলনি হোৱা নাটকীয় পৰিৱেশ আৰু মুডৰ বৈচিত্ৰ্য আৰু একেলগে নাটকখনৰ মূল সুৰটো অংকন কৰিছে আৰু সঠিক গতিত আগবঢ়াই নিছে সংক্ষিপ্ত অথচ আৱেগিকভাৱে সমৃদ্ধ সংলাপে।

সংলাপ ভবেন্দ্ৰ নাথ শইকীয়াৰ নাটকৰ অন্যতম প্ৰধান বৈশিষ্ট্য। সংক্ষিপ্ত অথচ চৰিত্ৰৰ বক্তব্য সঠিক ৰূপত প্ৰকাশ কৰা সংলাপবোৰে দৃশ্যটিৰ নাটকীয় আবেগৰ প্ৰকাশৰো সঠিক বাৰ্তা বহন কৰে। সূক্ষ্ম হাস্যৰস, তীব্ৰ ব্যংগ আৰু গভীৰতম আবেগ - এইবোৰ জটিল মুহূৰ্তৰ প্ৰকাশো তেওঁৰ সংলাপত চৰিত্ৰই দাবী কৰা মতেই প্ৰকাশ পায়। একেটি সংলাপ দুটা চৰিত্ৰৰ মুখত দি নাটকীয় সংঘাত তীব্ৰতৰ কৰি তোলাত তেওঁৰ দক্ষতা অকল্পনীয়। এবো একোটি চৰিত্ৰই ক্ৰোধান্বিত মুহূৰ্তত গালি শপনি পৰা সংলাপত দুই-একোটা অশালীন শব্দ ব্যৱহাৰ কৰাটো স্বাভাৱিক। কিন্তু তেনে পৰিস্থিতিতো চৰিত্ৰৰ মুখত তেনে শব্দৰ সংলাপ নিদি আন শব্দৰে সেই উত্তেজনা প্ৰকাশ কৰাত নাট্যকাৰ সফল হৈছে। কাহিনীৰ প্ৰয়োজনতো নাট্যকাৰে মহিলাৰ প্ৰতি অবমাননাসূচক শব্দৰ প্ৰয়োগ কৰা নাই। সেই কথা প্ৰকাশ কৰিছে অন্য কৌশলেৰে পৰিশিলিত শব্দৰে। নাটকীয় গুণত আঘাত পৰিব নিদিয়াকৈ নাট্যকাৰে এই সমতা ৰক্ষা কৰিছে। কিন্তু এটা দুৰ্বলতাও কিছুমান সংলাপত চকুত পৰে। সেই দুৰ্বলতা হ'ল মাজে মাজে যেন চৰিত্ৰটিয়ে নিজৰ ভাষাত কথা নকৈ নাট্যকাৰৰ পৰিশিলিত ভাষাত কথা কয় আৰু তেতিয়াই চৰিত্ৰটিৰ বিশ্বাসযোগ্যতা কিছু পৰিমাণে হ্ৰাস পায়। একো একোটা দৃশ্যত (বিশেষকৈ 'স্বৰ্ণজয়ন্তী' নাটকত মাজে মাজে পৰিমল আৰু কাকলিয়ে প্ৰায় একে ধৰণে কথা কৈছে) একে ধৰণৰ সংলাপৰ প্ৰয়োগৰ ফলত চৰিত্ৰটিক পিছ পেলাই নাট্যকাৰ সন্মুখলৈ অহা যেন লাগে। সামগ্ৰিকভাৱে ভ্ৰাম্যমাণ থিয়েটাৰৰ বাবে ভবেন্দ্ৰ নাথ শইকীয়াই ৰচনা কৰা আটাইকেইখন নাটকেই তেওঁৰ আন সকলো শিল্পকৰ্মৰ দৰেই একেই আদৰ্শৰ, একেই দৃষ্টিভংগীৰ। ভ্ৰাম্যমাণ থিয়েটাৰৰ জগতখন তেওঁৰ আন শিল্পকৰ্মৰ জগতৰ পৰা পৃথক, সেই পাৰ্থক্য মানি লৈয়ো তেওঁ নিজৰ আদৰ্শ আৰু বিশ্বাসৰ প্ৰকাশৰ হীন-ডেটি হ'ব নিদিয়াকৈ নিজৰ ৰচনাক দৰ্শকৰ ওচৰলৈ লৈ গৈছে।

## দুই

আটাইকেইখন নাটকতে ড' শইকীয়াই নিজে পৰিচালনা কৰিছিল বাবে পাণ্ডুলিপিৰ চৰিত্ৰ-পৰিচযত চৰিত্ৰবোৰৰ বিষযে একো টোকা লেখি থোৱা নাছিল। নাটককেইখন পঢ়িবলৈ আৰম্ভ কৰিলেই সংলাপৰ গুণতেই চৰিত্ৰবোৰ নিজে নিজে পাঠকৰ সম্মুখলৈ আহে বাবে এই সংকলনটিত সেই চৰিত্ৰ-পৰিচয সংযোজন কৰা নহ'ল। নাটবোৰৰ মঞ্চ-নিৰ্দেশনাৰ টোকা কিছুমানো লেখি থোৱামতেই ৰখা হ'ল, সেইবোৰে নাট্যকাৰৰ মনোযোগ, দাযিত্ব আৰু মাজে-সময়ে সূক্ষ্ম হাস্যৰসৰ পৰিচয দাঙি ধৰিছে। এই টোকাবোৰো অপৰিবৰ্তিত ৰূপত ৰখা হৈছে। ড° শইকীয়াৰ পাঁচখন নাটক ইতিপূৰ্বে অসম বুক হাইভৰ ধীৰাজ গোস্বামীয়ে কিতাপ আকাৰে প্ৰকাশ কৰি উলিযাছিল। এই সংকলনটোৰ প্ৰকাশৰ ক্ষেত্ৰতো তেখেতে আন্তৰিকতাৰে সহযোগ কৰি আমাক কৃতাৰ্থ কৰিছে।

ভবেন্দ্ৰ নাথ শইকীয়াৰ নাটৰ সংকলন এটি জাতীয সম্পদ, ইয়াৰ প্ৰকাশনৰ কাম এটি জাতীয দাযিত্ব। এই কামৰ অংশীদাৰ হোৱাৰ সৌভাগ্য দিয়া বাবে জ্যোতি প্ৰকাশনৰ শ্ৰীযুত নগেন শৰ্মাকে ধৰি প্ৰতিষ্ঠানটিৰ আটাইকেইগৰাকীৰ প্ৰতি মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

উৎপল দত্ত
আকাশবাণী, হাফলং

# সূচীপত্ৰ

# ৰম্যভূমি

## চৰিত্ৰ পৰিচয়

**পুৰুষ ঃ**

১। ঘনশ্যাম চৌধুৰী [চৰকাৰী চাৰ্কাৰিয়াল]
২। লক্ষ্মেশ্বৰ দাস [যোগমায়াৰ ককায়েক]
৩। বীৰেশ্বৰ দাস [যোগমায়াৰ ককায়েক]
৪। অনন্ত [চৌধুৰীৰ বনুৱা]
৫। হৰিশংকৰ
৬। মনোৰঞ্জন দাস
৭। অৰুণ চৌধুৰী [চৌধুৰীৰ ল'ৰা]
৮। মহানন্দ চৌধুৰী [চৌধুৰীৰ ল'ৰা]
৯। বনুৱা [চৌধুৰীৰ বনুৱা]
১০। ৰাম চৌধুৰী [মহানন্দৰ ল'ৰা]
১১। অতুল ৰায় [মাষ্টৰ]
১২। দাৰোগা
১৩। ৰামেশ্বৰ [অনন্তৰ ল'ৰা]

**নাৰী ঃ**

১। যোগমায়া চৌধুৰী [চৌধুৰীৰ পত্নী]
২। অঞ্জলি চৌধুৰী [চৌধুৰীৰ ছোৱালী]
৩। ৰাধা চৌধুৰী [চৌধুৰীৰ ছোৱালী]
৪। গৌৰী দাস [লক্ষ্মেশ্বৰৰ ছোৱালী]
৫। পাৰ্বতী চৌধুৰী [মহানন্দৰ পত্নী]
৬। তৰা দাস [লক্ষ্মেশ্বৰৰ পত্নী]

# দৃশ্য ঃ ১

## মঞ্চ ঃ ১

[যোগমাযাইঁতৰ ঘৰৰ এটা বোঠালি। ১৯২০ চন মানৰ দৃশ্যসজ্জা। কোঠালিটোত চকী-মেজো আছে, এখন বিছনাও আছে, এডাল আলনাও আছে। ৰাতি। এখন মেজত এটা লেম জ্বলি আছে। সেইখন মেজতে ঘনশ্যাম চৌধুৰীযে অলপ আগতে ভাত খাই উঠিছে। তেওঁ ভাত খোৱাৰ পিছতে ক'ৰবালৈ যোৱাৰ বাবে সাজপাৰ পিন্ধি সাজু হৈ আছে। তেওঁ সন্মুখত থিয় হৈ পাইপত ধঁপাত গুঁজিছে। এখন সৰু টেবুলত এটা সৰু মদৰ বটল আৰু এটা খালী গিলাচ আছে। হঠাতে কিবা এটা মনত পৰাৰ নিৰ্চিনা কৰি চৌধুৰীযে পাইপটো মুখেৰে কামুৰি ধৰি মদৰ বটলটোৰ সাঁফৰখন টানকৈ বন্ধ কৰে আৰু বটলটো আলনাত থকা কোটটোৰ জেপত ভৰাই থয। যোগমাযাই মেজৰ কাঁহী-বাটিবোৰ সামৰি আছে। চৌধুৰীযে আকৌ আগৰ ঠাইলৈ আহি পাইপ ঠিক কৰে।]

[পৰ্দা দাং খোৱাৰ অলপ পিছতে দূৰৰ পৰা ঘোঁৰাবাগী এখন আহি যোগমাযাইঁতৰ পদূলিমুখত ৰোৱাৰ শব্দ শুনা যায। (ঘোঁৰাৰ ডিঙিৰ জুনুকা আৰু ভৰিৰ শব্দ) এটা শব্দ মাৰ যোৱাৰ পিছতহে সংলাপ আৰম্ভ হ'ব। দৃশ্যটোত ক্ষীণকৈ ঝিলিৰ মাত বা ভেকুলীৰ টোৰটোৰণি চলি থাকিব। মাজে মাজে দূৰত কুকুৰৰ ভুকনি।]

চৌধুৰী ঃ অকণ শুলে নেকি?

যোগমাযা ঃ শুলে।

[অলপ পিছতে যোগমাযাই কাহী-বাটিবোৰ লৈ ভিতৰলৈ যায। চৌধুৰীযে পাইপত জুই লগাবলৈ দিযাচলাই কাঠী মাৰোঁতেই ভিতৰৰ পৰা লক্ষেশ্বৰে মাত লগায।]

লক্ষেশ্বৰ ঃ [ভিতৰৰ পৰা] ছাৰ।

চৌধুৰী ঃ কোন? [লক্ষেশ্বৰ সোমাই আহে] অ' আহক। মই অলপ আগতে আপোনাৰ কথা সুধিছিলোঁ। কেনিবা ওলাই গৈছিল?

লক্ষেশ্বৰ ঃ [গম্ভীৰ] নাই, এইখিনিতে ঘূৰা-পকা কৰি আছিলোঁ। ঘোঁৰাবাগী এখন যে ৰৈ আছেহি, আপুনি এতিযাই যাবগৈ নেকি?

চৌধুৰী ঃ হয, ৰাতিৰ ৰে'লখনত যামগৈ। [পাইপত জুই লগাই] ভাত খালে?

লক্ষেশ্বৰ ঃ নাই খোৱা।

চৌধুৰী ঃ অ। কিয? মই দেখোন খালোঁৱেই।

লক্ষেশ্বৰ ঃ আপোনাৰ কথা আৰু মোৰ কথা একে নহয নহয।

চৌধুৰী ঃ কিয? মই আলহী?

লক্ষেশ্বৰ ঃ ঠিক সেইটো কথাকে মই আপোনাক সুধিবলৈ আহিছোঁ ছাৰ।

চৌধুৰী ঃ সেইটো কথাকে? মানে? বহকচোন বহক।

লক্ষেশ্বৰ ঃ বহিম বাৰু।

চৌধুৰী ঃ মানে আপুনি— মই আলহী নে গৃহস্থ সেইটো সুধিবলৈ আহিছে? [ডাঙৰকৈ হাঁহে]

লক্ষেশ্বৰ ঃ নহয ছাৰ। মই সঁচাকৈযে কেইটামান কথা সুধিবলৈ, মানে খোলাখুলিকৈ আলোচনা কৰিবলৈ আহিছোঁ।

চৌধুৰী : হয় নেকি? কওকচোন কি কথা?

লক্ষেশ্বৰ : আপুনি যোগমাযাৰ কথা কি ভাবিছে?

চৌধুৰী : অ সেইটো কথা? সেইটো কথাতো যোগমাযাই মোক লগ পালেই সোধে। আচল কথা ক'বলৈ গ'লে তেওঁ মোক সেইটো কথাৰ বাহিৰে অইন কথা নোসোধেই বুলিব পাৰি [ডাঙৰকৈ হাঁহে]। সেই একেটা কথা।

লক্ষেশ্বৰ : সুধিবলৈ অইন কথা আছেনো কিটো? আৰু অকল তাইৰ বুলিযেই নহয নহয, আমাৰো সুধিবলগীযা কথা সেই এটাই হৈছেহি। কিন্তু তাই সুধিহে আছে, আপোনাৰ পৰা উত্তৰতো একো পোৱা নাই।

চৌধুৰী : তেওঁ উত্তৰ পোৱা নাই কাৰণে আজি উত্তৰ নিবলৈ আপুনি আহিছে?

লক্ষেশ্বৰ : আপুনি চাগে মন কৰিছেই ছাৰ, মই এইবিলাক কথাৰ মাজত সোমাবলৈ ভাল পোৱা মানুহ নহওঁ। কিন্তু ঘৰখনৰ যিটো অৱস্থা হৈছে, তাই— যোগমাযাৰ যিটো অৱস্থা হৈছে, সেইবোৰ দেখি এতিযা মযো আঁতৰি থাকিব নোৱৰা হৈছোঁ।

চৌধুৰী : কেনেকুৱা? কেনেকুৱা অৱস্থা হৈছে?

লক্ষেশ্বৰ : আপোনালোকৰ ল'ৰাটোৰ বযস এতিযা ডেৰ বছৰ হ'ল। এতিযাতো আপোনালোকে তাক ডাঙৰ কৰাৰ কথা ভাবিবলগীযা হ'ল।

চৌধুৰী : সিতো ডাঙৰ হৈযেই আছে। মইতো নিযমীযাকৈ তাৰ ব্যবস্থা কৰিযেই আছোঁ।

লক্ষেশ্বৰ : কি ব্যবস্থা কৰিছে? দুমাহৰ মূৰত দুদিনৰ কাৰণে ওলাবহি, টকা কেইটামান দিব, দুদিন থাকি আকৌ দুমাহলৈ নাইকিযা হ'ব, এইটো কিবা ব্যবস্থা হ'লনে?

চৌধুৰী : প্ৰবাসত চাকৰি কৰা মানুহেতো এনেকুৱা ব্যৱস্থাই কৰে।

লক্ষেশ্বৰ : আপুনি য'ত চাকৰি কৰে তালৈ ল'ৰা-তিৰোতাক লৈ নাযায কিয? একেলগে থাকিব, খাব-ব'ব, ইটোৱে সিটোৰ সুখ-দুখৰ খবৰ ৰাখিব, দুযোটাৰে মাজত ল'ৰা ডাঙৰ হ'ব, এয়াহে ঘৰ-সংসাৰ কৰাৰ নিযম।

চৌধুৰী : সকলো নিযম সকলোৱে মানি চলিব নোৱাৰে নহয। আমি হ'লোঁ হাবিযে-জংঘলে ঘূৰি ফুৰা মানুহ। আৰু নিজৰ ঘৰখনততো তেওঁ প্ৰবাসত থকাতকৈ বেছি সুখেৰেই থাকিব লাগিছিল।

লক্ষেশ্বৰ : ছোৱালী মানুহৰ নিজৰ ঘৰখন সদায নিজৰ হৈ থাকে নেকি? নিজৰ ঘৰ হৈ থকাৰ দিন উকলি যোৱাৰ পিছতো যিবোৰ নিজৰ ঘৰতে থাকে, সিহঁতৰ কাৰণে নিজৰ ঘৰখনতকৈ হাবি-জংঘলেই বেছি ভাল। তাইৰো আজি সেযে হৈছে।

চৌধুৰী : কি হৈছে?

লক্ষেশ্বৰ নিজৰ ঘৰতে লোকৰ বান্দী হৈছে। নিজৰ কেঁচুৱাক বোকাই-পানীযে লেটি ল'বলৈ এৰি দি এই ডাঙৰ ককাযেকৰ কেঁচুৱাক কুহুমীযা পানীৰে ধুৱাই-পখলাই কোলাত লৈ শুৱাব লাগে। আপুনি দি যোৱা টকাৰে কিনা গাখীৰ অকণ নিজৰ ল'ৰাক খুৱাবলৈ নিতৌ নবৌৱেকৰ লগত খৰিযাল কৰিব লাগে। এইবোৰ হ'ল ঘৰৰ ভিতৰৰ কথা। বাহিৰৰ সোপাতো আছেই।

চৌধুৰী : বাহিৰৰ কি?

লক্ষেশ্বৰ : [খং] 'আপুনি ক'ৰ মানুহ?' 'তাইক কি কৰিব খুজিছে?' 'নিব নে এনেকৈযে ৰাখি ৰাখি এদিন এৰি দিব?'— সেই তেতিযা, ল'ৰাটো তাইৰ গাত হোৱাৰ দিনাৰে পৰা আজিলৈকে, এইখিনিৰ আটাইকেইটা চুবুৰিৰ মানুহৰ মুখত খালী সেইবোৰ কথা। আপুনি বেযা নাপাব ছাৰ। কোনোমতে

সহিব নোৱৰা হৈছোঁ কাৰণেহে আজি মই এনেকৈ মুখ মেলিছোঁ। আপুনি বৰ ডাঙৰ মানুহ। দেশ চলোৱা হাকিম মানুহ। আপোনাৰ চকুলৈ চাই কথা ক'বলৈ বহুদিনলৈ সাহেই কৰা নাছিলোঁ। আপুনি সিদিনা যোগমাযাই ৰন্ধা ভাত খাব বুলি কৈছিল সেইদিনা আমাৰ হাতেৰে সৰগখন ঢুকি পোৱা যেন লাগিছিল। মনত আছেনে, প্ৰথম কেইদিনমান ভাইৰ লগে লগে গৈ পিতাযে কেনেকৈ নিজে আপোনাৰ কোঠালিৰ মেজত ভাত সজাই দিছিল?

[চৌধুৰীয়ে মূৰ দুপিযায]

লক্ষেশ্বৰ : সেই একেটা মানুহেই আজিকালি কি বুলি কন্দা-কটা কৰি থাকে জানে? [কেইমুহূৰ্তমান দুযো দুযোলৈ চাই থাকে। তাৰ পিছত।]

পিতাযে কয, এইবোৰ সকলো তেওঁৰ কপালৰ দোষ। তেওঁৰ নিজৰ দোষ। আমাৰ আই যদি জীযাই থাকিলহেঁতেন, তেনেহ'লে আযে আপোনাক ৰান্ধি-বাঢি খুৱালেহেঁতেন, সেই গাভৰু ছোৱালীজনীক আপোনাৰ কোঠালিলৈ ভাত-চাহ দিবলৈ নপঠালেহেঁতেন আৰু তেতিযা এনেকুৱা ঘটনা ঘটিবলৈও নাপালেহেঁতেন। চালে চালে লগা-লগি ঘৰটোত আপুনি অকলে থাকে, বিয়া-বাৰু কৰোৱা মানুহ, এইবোৰ ভাবি-চিন্তি, মৰমতেহে তাইক আপোনাৰ খোৱা-বোৱাৰ আলপৈচান ধৰিবলৈ দিছিল। এতিযা পিতাযে 'ভুল কৰিলোঁ ভুল কৰিলোঁ' বুলি বুকু ভুকুৱাই থাকে। কিয এনেকুৱা হ'বলৈ পালে?

চৌধুৰী : [অলপ ভাবি, পাইপ খাই] আপোনাৰ পিতাকে যি কৈছে, কাৰণ সেইটোৱেই। ভুল কৰিলে।

লক্ষেশ্বৰ : ভুল বাৰু পিতাযে কৰিলে, কিন্তু ইমান ডাঙৰ, জনা-বুজা মানুহ হৈ আপুনি কি কৰিলে?

চৌধুৰী : [গম্ভীৰ] ভুল কৰিলোঁ। [বৈ] কিন্তু কিছুমান ভুল মানুহে অকলে কৰিব নোৱাৰে। সেইটো কথা আপোনালোকে মনত ৰাখিব। সেইবোৰ ফঁহিয়াই ফঁহিয়াই বিচাৰ কৰিবলৈ গ'লে কথা ডাঙৰ হ'ব। লোকচান আপোনালোকৰে হ'ব। যোগমাযাৰে আটাইতকৈ বেছি লোকচান হ'ব। [পাইপ খাই] ভুল কৰিবলৈ মানুহ আপোনাৰ পিতাযেক-ভনীযেকৰ নিচিনা হোজাও হ'ব নালাগে, মোৰ নিচিনা ডাঙৰ, জনা-বুজাও হ'ব নালাগে। ভুল সকলোৱে কৰিব পাৰে। কিন্তু ডাঙৰ, জনা-বুজা মানুহ হোৱাৰ কাৰণে মই লোকচান হোৱাৰ পৰা বাচি থাকিব পাৰিম, কিন্তু আপোনাৰ পিতাযেক, ভনীযেকে নোৱাৰিব।

লক্ষেশ্বৰ : [আচৰিত হৈ] আপুনি এতিযা নিজে বাচি থকাৰ কথাহে ভাবিছে নেকি?

চৌধুৰী : ইচ্ছা কৰা হ'লে ভাবিব পাৰিলোঁহেঁতেন, কিন্তু নাই ভবা।

লক্ষেশ্বৰ : তেনেহ'লে কি ভাবিছে? কিবা এটাতো ভাবিবৰ সময হ'ল।

চৌধুৰী : আপোনালোকে নাই ভবা বুলি ধৰি লৈছে কিয? চিঞৰ-বাখৰ কৰা নাই কাৰণে? মই মনে মনে ভাবোঁ আৰু সেইমতে কাম কৰোঁ। চিঞৰ-বাখৰ নকৰোঁ।

লক্ষেশ্বৰ : কিন্তু কি ভাবিছে, কি কৰিছে, আমিতো গম পাব লাগিব। আমিতো বাহিৰৰ মানুহক কিবা এষাৰ ক'ব পাৰিব লাগিব। তাই যে এদিন এই শাস্তিৰ পৰা উদ্ধাৰ পাব, তাৰতো কিবা এটা লক্ষণ দেখা পাব লাগিব।

চৌধুৰী : আপোনাৰ ককাযেকক কাছাৰীত চাকৰিটো মই দিযাইছিলোঁ নে নাই?

লক্ষেশ্বৰ : দিযাইছিল।

চৌধুৰী : সেইটোৱেই জানো এটা লক্ষণ নাছিল?

লক্ষেশ্বৰ : ককাইক চাকৰিটো দিলে, সি উদ্ধাৰ পালে। কিন্তু তাইৰ কিটো লাভ হৈছে। মইতো ক'লোঁৱেই

তাইৰ কিটো লাভ হৈছে। কাইলৈ মোকো কিবা এটা দিযক, মযো তাইৰ ফালে পিঠি দি মোৰ নিজৰ চিন্তাত লাগিম।

চৌধুৰী : আপোনালোক ককাযেককেইজনেই যদি এনেকৈ—

লক্ষেশ্বৰ : এইটো আমাক টকা-সিকা এগাল দি পোহপাল দি থকাৰ কথা হোৱা নাই নহয়। আপুনি তাইৰ গৰাকী, তাইৰ কেঁচুৱাৰ বাপেক, আপুনি তাইক আপোনাৰ লগলৈ লৈ নাযায কিয? যিমানবাৰ আপোনাক সোধোঁ, আপোনাৰ মুখত সেই একেটা কথা, অসুবিধা আছে, অসুবিধা আছে। আজিও যেতিয়া ক'লো ঘৰ-সংসাৰ কৰাৰ নিয়মৰ কথা, আপুনি ক'লে সকলো মানুহে সকলো নিয়ম মানি চলিব নোৱাৰে। কিয নোৱাৰে? কি অসুবিধা আপোনাৰ? যদি আপুনি এইখন ঘৰৰ মিতিৰ হ'লেই, তেনেহ'লে আমাক কথাবোৰ খুলি নকয কিয? [চৌধুৰী অলপ সময় লক্ষেশ্বৰলৈ চাই থাকি একাষলৈ গৈ কিবা ভাবে। তাৰ পিছত হঠাতে—]

চৌধুৰী : [গম্ভীৰ মাতেৰে, হুকুম দিযাৰ সুৰেৰে] যোগমাযাক মাতক।

লক্ষেশ্বৰ : তাইৰ আগত সেইবোৰ কথা—

চৌধুৰী : মাতকচোন। [লক্ষেশ্বৰে ইতস্ততঃ কৰি ভিতৰৰ ফালে চাই মাতে। চৌধুৰীযে বিছনাৰ ওপৰত থকা ছুটকেচটোত কাপোৰ ভৰায। ছুটকেচটো বিছনাৰ ওপৰত খোলা হৈ পৰি আছিল। বেছিভাগ কাপোৰ সুমুওৱা হৈ গৈছিল। মাত্ৰ এখন-দুখন কাপোৰ ওচৰত পৰি আছিল।]

লক্ষেশ্বৰ : যোগ। অ'ই যোগ। [চৌধুৰীৰ ওচৰলৈ আহি] ল'ৰাটোৰ মুখলৈ চাইহে তাই জীযাই আছে। নহ'লে কেতিযাবাই ডিঙিত চিপজৰী ল'লেহেঁতেন। এইষাৰ কথা তাইৰ মুখৰ পৰা নুশুনেই। সেইকাৰণে কৈছোঁ, তাই মনত দুখ পোৱা কথা যেন আপুনি একো নকয।

[যোগমাযা সোমাই আহি দুযোলৈকে চাই এঠাইত থিয হৈ থাকে। চৌধুৰীযে অলপ ইফাল-সিফালকৈ কথা ক'বলৈ আৰম্ভ কৰে। টেবুলৰ পৰা ফাউণ্টেন পেন আৰু কিতাপ এখন ছুটকেচত ভৰায। বুকুত চেইন লগোৱা ঘড়ীটো পিন্ধে। এনেকুৱা কাম কৰি ইফাল-সিফাল কৰি থাকে আৰু কথা কৈ থাকে।]

চৌধুৰী : মই ভাবিছিলোঁ, ইযাত থাকিলে তুমি ঘৰৰ মানুহখিনিৰ পৰাও সুখ পাবা, ঘৰৰ মানুহখিনিযেও তোমাৰ পৰা সুখ পাব, মই য'ত থাকোঁ ত'ৰ পৰাই তোমাকো চাম, ঘৰৰ মানুহখিনিকো চাম, তেনেকৈয়ে চলি থাকিব। কিন্তু মই ভবা মতে নহ'ল যেতিযা, তুমি ইযাত থাকিব নালাগে। কাৰো বান্দীও হ'ব নালাগে। কাকো পঞ্চাছটা প্ৰশ্নৰ উত্তৰ দিবও নালাগে, মোৰ ল'ৰাক খুওৱা গাখীৰকণৰ কাৰণে কাৰো লগত খৰিযালো কৰিব নালাগে। [ছুটকেচ বন্ধ কৰে] মোৰ গুৱাহাটীৰ ওচৰত পঞ্চল্লিছ বিঘা মাটি আছে। এতিযা হাবি হৈ আছে। প্ৰকাণ্ড প্ৰকাণ্ড গছ। সেই মাটিত মই তোমাৰ কাৰণে ঘৰ সাজিম। অকণক লৈ তুমি তাত থাকিবা। মহাৰাণীৰ সুখত থাকিবা। তাত তোমাক চিনি পোৱা মানুহ কোনো নোলাব। তমি কোন, মই কোন— সেইবোৰ সুধি আমনি কৰি থাকিবলৈও কোনো নোলাব। তোমাক চোৱা-চিতা কৰিবলৈ যিকেইটা মানুহ ৰাখিম সিহঁতক মই বুজাই দিম— তুমি মোৰ কি হোৱা, অকণ মোৰ কি হয। তাৰ পিছত আৰু কাকো একো সুধিবলৈ নাথাকিব। [আলনাৰ পৰা লৈ দীঘল কোট এটা পিন্ধে] হয়। আৰু এটা কথা। মই আগতেও দহবাৰ কৈছোঁ, আজি আকৌ কওঁ, তোমালোকৰ আৰু মোৰ কথা সুধিবলগীযা, জানিবলগীযা একো নাই। মই ঘনশ্যাম চৌধুৰী। [লক্ষেশ্বৰক] আপোনাৰ ভনীযেক মোৰ বাইফ। অকণ মোৰ ল'ৰা। কিছুমান ঘটনা ঘটি যায। নঘটক বুলি ভাবি

থাকিলেও ঘটি যায়। আৰু ঘটি যোৱা ঘটনাক নঘটা কৰিব নোৱাৰি। কিন্তু মই যে পলৰীয়া মানুহ নহওঁ, তাৰ প্ৰমাণ আপোনালোকে ইমানদিনে নিশ্চয় পাইছে। আগলৈও পাব। মোৰ ঘৰ ক'ত আপোনালোকে জানিলেই। কিন্তু ইযাৰ বাহিৰে, মোৰ কোন কোন আছে, মই কেতিযা ক'ত থাকোঁ, সেইবোৰ জানিবলৈ চেষ্টা নকৰিব। মোকো নুসুধিব, কাকো নুসুধিব। আপোনালোকে মোৰ ঘৰ-সংসাৰৰ খবৰ ল'লে মই যোগমায়া আৰু অকণৰ খবৰ ল'বলৈ এৰি দিম। [ছুটকেচটো লয] পোন্ধৰ দিনমানৰ পিছত মই আকৌ আহিম। [যোগমায়াক] তুমি মোৰ লগত কাছাৰীলৈ যাব লাগিব। তোমাৰ নামত পঞ্চল্লিছ বিঘা মাটিৰ দলিল কৰি দিম। আহোঁ। [লক্ষেশ্বৰক] আপুনি বিচাৰ-বুদ্ধি থকা মানুহ! যেতিয়ালৈকে ঘৰটো নহয়, তেতিয়ালৈকে চাব, অকণৰ ভাগত যেন সদায় গাখীৰ অকণমান পৰে। মই এওঁৰ হাতত ঘিউ-মৌ-গাখীৰ চবৰে দাম দি গৈছোঁ। সকলোকে ক'ব। এইকেইটা দিন যাতে সকলোৱে অকণমান কষ্ট কৰি ধৈৰ্য ধৰি থাকে। [ওলাই যাব খুজি উভতি আহে] আৰু আপুনি বযসত মোতকৈ সৰু হ'লেও সম্পৰ্কত মোতকৈ ডাঙৰ। মোক ছাৰ বুলি নামাতিব। ঘনশ্যাম,— ঘন বুলি মাতিব। [ওলাই যায। অলপ পিছত যাওঁ-নাযাওঁকৈ যোগমাযাও ঘনশ্যাম যোৱাৰ ফালে ওলাই যায। ভিতৰৰ পৰা লক্ষেশ্বৰৰ ককাযেক বীৰেশ্বৰ আহে। সি এবাৰ বাহিৰলৈ চায়।]

বীৰেশ্বৰ ঃ এওঁ গ'ল হ'বলা?

লক্ষেশ্বৰ ঃ [গহীন] ওঁ।

বীৰেশ্বৰ ঃ তই কথাবোৰ ক'লি?

লক্ষেশ্বৰ ঃ ক'লোঁ।

বীৰেশ্বৰ ঃ কি ক'লি?

লক্ষেশ্বৰ ঃ সকলো ক'লোঁ। তাই থকাৰ কাৰণে তহঁতৰ যে অসুবিধা হৈছে, সেইবোৰ ভালকৈ বুজাই ক'লোঁ।

বীৰেশ্বৰ ঃ আমাৰ অসুবিধা বুলি যে ক'লি, কিয, তোৰ অসুবিধা হোৱা নাই?

লক্ষেশ্বৰ ঃ কিহৰ অসুবিধা? সুবিধাহে হৈছে। তাইৰ যহতে মাছে-মঙহে, ঘিউৰে-মৌৰে খাবলৈ পাইছোঁ, পিন্ধিবলৈ পাইছোঁ। মোৰ একো অসুবিধা হোৱা নাই। কৈ দিছোঁ। [যোগমাযা উভতি আহে]

বীৰেশ্বৰ ঃ সেইবিলাক কথা ক'বলৈ তোক কিহে পাইছিল?

লক্ষেশ্বৰ ঃ নক'লে কেনেকৈ হ'ব? মানুহটো সৰবজান নেকি? সেই কাৰণে ক'লোঁ, আপুনি যিখিনি টকা দিযে তাৰে পুতেকটোৰে সৈতে এইক পুহিব নোৱাৰিম। আৰু সৰহকৈ দিযে যদি দিযক, নহ'লে ইহঁতক ইযাৰ পৰা লৈ যাওঁক।

যোগমাযা ঃ [আচৰিত হৈ] তই সেইবিলাক কথা কৈছিলি?

লক্ষেশ্বৰ ঃ তই মনে মনে থাক।

বীৰেশ্বৰ ঃ তই তেনেকৈ কওঁতে তেওঁ কি ক'লে?

লক্ষেশ্বৰ ঃ ইহঁতক ইযাৰ পৰা লৈ যাব বুলি ক'লে।

বীৰেশ্বৰ ঃ লৈ যাব? ক'লৈ?

লক্ষেশ্বৰ ঃ গুৱাহাটীৰ ওচৰত তেওঁৰ মাটি আছে, তাত ঘৰ সজাব, ঘৰটো হ'লেই লৈ যাব।

বীৰেশ্বৰ ঃ কিয? তেওঁৰ নিজৰ ঘৰ নাই? নিজৰ ঘৰলৈ নিনিয়ে কিয?

লক্ষেশ্বৰ : সেইবোৰ কথা সুধিবলৈ তেওঁ মানা কৰিছে।

বীৰেশ্বৰ : হোঁঃ! মানা কৰিলেই হ'ল? নিওঁ বুলিযেই ছোৱালী এজনীক তেনেকৈ লৈ যাব পাৰে নেকি? দুয়োখন ঘৰৰ মানুহক আগত ৰাখি, সমাজক সাক্ষী ৰাখি হোম পুৰি যে তেওঁ এইক বিযা কৰাব লাগে, সেইটো কথা তই কৈছিলি নে নাই কোৱা?

লক্ষেশ্বৰ : নাই কোৱা।

বীৰেশ্বৰ : নক'লি কিয? ইমান দিনে যে মই চিএৰি আছোঁ, সেইটোহে আচল কথা। নিযম-কানুন, সাক্ষী-বাদী নোহোৱাকৈ লৈ গৈ যদি কাইলৈ তেওঁ তাইক চৌঠেঙীয়া কৰে? মই এনেকুৱা অনিযম হ'বলৈ দিব নোৱাৰোঁ।

লক্ষেশ্বৰ : [ঠাট্টাৰ সুৰত] হয নেকি? তেনেহ'লে দিনটোত দুবাৰ-তিনিবাৰকৈ তাইক 'ওলাই যা ওলাই যা' কৰি থাক কিয?

বীৰেশ্বৰ : [যোগমাযাক] তই ইযাতে ৰ'লি কিয? ভিতৰলৈ যা।

লক্ষেশ্বৰ : থাকক দে। তাযো কথাবোৰ শুনক। [বৈ] শুন ককাইটি, পেটত এটা মুখত এটা লৈ আমি বহুদিন চলিলোঁ। তাই বদনামৰ কাম কৰিলে, ঘৰতে কেঁচুৱাৰ মাক হ'ল, আমি হাযে-বিঐ কৰিলোঁ, ছিঃ ছিঃ কৰিলোঁ, মানুহৰ আগত মুখ উলিযাব নোবৰা হ'লোঁ, ৰাতি ৰাতি কোনাবাই আমাৰ ঘৰলৈ দলিয়ালে, সমাজে আমাক এঘৰীযা কৰিলে, ঘনশ্যাম চৌধুৰীযে আনি দিযা পন্থৰ মঙহেৰে ভোজ খুৱাওঁতে কেইটামানে তাপ মাৰিলে আৰু ঘৰখনৰ ভিতৰতলো কি হৈছে? ঘনশ্যাম চৌধুৰীযে ধনে-ধানে উপচাই ৰাখিলেই যোগমাযা ভাল, অকণমান ইফাল-সিফাল হ'লেই 'ঘৰৰ পৰা ওলাই যা'। এনেকৈ আৰু তাযো থাকিব নাপায, আমিও থাকিব নাপায। খীৰতী গাই এজনী পোহাৰো নিযম আছে। তাই ওলাই যাব নালাগে, গুচি যাওক।

বীৰেশ্বৰ : কেতিযা তাই ক'লৈ যাব লাগে, সেইটো আমি ঠিক কৰিম। নিওঁ বুলিযেই তাইক কোনেও নিব নোৱাৰে। যাওঁ বুলিযেই তাযো ক'লৈকো যাব নোৱাৰে।

লক্ষেশ্বৰ : মই নিজে খবৰ কৰি থাকিম, ঘনশ্যাম চৌধুৰীযে সাজিবলৈ লোৱা ঘৰটো মানুহ থাকিব পৰা হ'লেই মই তাইক থৈ আহিমগৈ।

বীৰেশ্বৰ : তোৰ কথাই কথা হ'ব নেকি?

লক্ষেশ্বৰ : মই ঘৰৰ অইন কোনো কথাত মাত নামাতোঁ, কিন্তু এইটো কথাত মোৰ কথাই কথা হ'ব।

বীৰেশ্বৰ : তই গাৰ বলেৰে কাম কৰিবি নেকি?

যোগমাযা : মনে মনে থাক তহঁত। এইটো মোৰ কথা যেতিযা এইবাৰ যি কৰিব লাগে মই নিজে ঠিক কৰিম। মোৰ কথাই কথা হ'ব। [যোগমাযা গম্ভীৰ হৈ থিয হৈ থাকে। লক্ষেশ্বৰ আৰু বীৰেশ্বৰে তাইলৈ চাই থাকে। লাহে লাহে মঞ্চ আন্ধাৰ হয।]

[কোমল সংগীত আৰম্ভ]

## দৃশ্য : ২

### মঞ্চ : ২

[ঘনশ্যাম চৌধুৰীযে কিনি লোৱা হাবিখনৰ এটা অংশ। শকত শকত গছ। এজোপা গছ কাটি পেলোৱা হৈছে। সেই গছৰ মূঢ়াটোত বহি ঘনশ্যাম চৌধুৰীযে গভীৰভাৱে কিবা চিন্তা কৰি

আছে। চৌধুৰীযে চিকাৰ কৰিবলৈ যোৱাৰ সাজপাৰ পিন্ধি থাকে। ভৰিত বুটজোতা। পুৰণি দিনৰ breech-অৰ নিচিনা চেপামৰা পেণ্ট। গাত জেকেট বা কোট। মূৰত hat। হাতত এডাল চুটি লাঠী। অলপ পিছতে দূৰেদি, গছৰ আঁৰেদি এখন ৰে'ল চলি যায। কযলাৰ ইঞ্জিনে টনা পুৰণি দিনৰ ৰে'ল। চৌধুৰীযে লাহেকৈ মূৰ ঘূৰাই ৰে'লখন চায। ৰে'লখন যোৱাৰ পিছতো তেওঁ সেইফালে চাযেই থাকে। তেওঁৰ পাছফালৰ পৰা অনন্ত সোমায়।][সংগীত বন্ধ]

অনন্ত : [অলপ ইতস্ততঃ কৰি] মোক মাতিছিল চাহাব?

চৌধুৰী : [সাৰ পোৱাৰ নিচিনাকৈ] অ' অনন্ত! আহ আহ আহ। মাতিছিলোঁ মানে— কিবা এটা ক'বলৈ মাতিছিলোঁ বুইছ? [মনত পেলাবলৈ চেষ্টা কৰি] কি ক'বলৈ মাতিছিলোঁ, ছেঃ। পাহৰি থাকিলোঁ নহয। হ'ব বাৰু, মনত পৰিলে ক'ম। হেৰি নহয, [মূঢাটো দেখুৱাই] এইজোপা গছ কোনে কাটিলে?

অনন্ত : ঘৰটো সাজিবলৈ যে কোচবেহাৰৰ পৰা মিস্ত্ৰীকেইটা আহিছিল, সিহঁতেই কাটিলে। পাগঘৰটোৰ কাৰণে দুটা খুঁটাৰ দৰকাৰ হৈছিল।

চৌধুৰী : মইতো আহিযেই আছিলোঁ। মোক নক'লে কিয? ক'ত ক'ত কি গছ কাটিব লাগে মইতো চব দেখুৱাই দি গৈছিলোঁ। ঠিক আছে। এতিযা তোৰ মেম চাহাব আহিল নহয?

অনন্ত : হয চাহাব।

চৌধুৰী : মেম চাহাবক তই কি বুলি মাত?

অনন্ত : বাইটি বুলি মাতোঁ।

চৌধুৰী : [ডাঙৰকৈ] বাইটি বুলি? মেম চাহাবক তই বায়েৰ পাতি ল'লি? আৰু বায়েকৰক জানো তইঁতে বাইটি বুলি মাত?

অনন্ত : আগতে দেশত আমাৰ মানুহৰ মাজত থাকোঁতে দিদি বুলি মাতিছিলোঁ। এতিযা ইযাত সাধন ককাইটিহঁতে যি বুলি মাতিবলৈ শিকাইছে, সেই বুলিয়েই মাতিছোঁ।

চৌধুৰী : ভাল কৰিলি। এতিয়াৰ পৰা বাইটিযেৰে হুকুম নিদিলে এজোপা গছো নাকাটিবি। সেই ৰে'লৰ ৰাস্তাটো এইফালেদি পোনে পোনে নগৈ সেইফালেদি বেঁকা হৈ গ'ল কিয জান?

অনন্ত : নাজানো চাহাব।

চৌধুৰী : এই গছবোৰ বচাব লাগে কাৰণে। সেই ৰে'লৰ ৰাস্তাটোৰ কাৰণে মাটিৰ জোখ-মাখ কৰিছিল ডেনভাৰ্ছ চাহাবে। বাৰ্ট ডেনভাৰ্ছ। বিলাতৰ পৰা অহা ইঞ্জিনীযাৰ। এই গছবিলাকক তেওঁ কি বুলি কৈছিল জান? ডেকা ল'ৰা। ইয়ং মেন বুলি গছবোৰক গাত চপৰিয়াই মৰম কৰিছিল। সৌ বুঢা গছবোৰক ঋষি-মুনি বুলি প্ৰণাম কৰিছিল। সেই ডেনভাৰ্ছ চাহাবে ওপৰৱালালৈ লিখা-লিখি কৰি ৰে'লৰ লাইনৰ নক্সা সলাই, এই গছবোৰ বচাই থৈ গৈছে বুইছ? [অলপ ৰৈ, কিবা ভাবি] তেওঁ মোক কৈছিল, মিষ্টাৰ চৌধুৰী, মই ইযাৰ পৰা গুচি যোৱাৰ পিছত আপুনি এই গছবিলাক চাবনে? মই কৈছিলোঁ চাম, জৰুৰ চাম। তাৰ পিছত মই এই হাবিখন কিনি লৈছিলোঁ। ইয়াত পঞ্চল্লিছ বিঘা মাটি আছে জাননে?

অনন্ত : জানো চাহাব।

চৌধুৰী : [ওপৰলৈ দেখুৱাই] সৌৱা পনিযল দেখিছ?

অনন্ত : দেখিছোঁ চাহাব।

চৌধুৰী : সেই তলতে থকা ডালটোৰ পৰা পাবচোন কেইটামান। দলি, ফমুটি, কি পাৱ চা। গছত উঠিব

নালাগে। মই ইয়াত কি কৰিব বুলি ভাবিছিলোঁ জান? এজাক হৰিণা পোৱালি আনি মেলি দিম। শহাপহু এজাক মেলি দিম। কেইটামান ভালুক আনিম। শিয়াল, মেচেকা, জহামাল, গুই, জাক জাক কেৰ্কেটুবা থকাৰ সুবিধা কৰি দিম। ধনেশ চৰাই কেইটামান আনি এৰি দিম। কি গছ ৰুলে ভাটৌ আহে, সখিযতী চৰাই আহে, তেনেকুৱা গছ ৰুম। গছৰ ডালৰ পৰা ইমান ডাঙৰ ডাঙৰ মৌ-বিচনী ওলমি থাকিব, বনৰীয়া ফুলেৰে গোটেইখন ৰমক-জমক হৈ থাকিব। [ইতিমধ্যে অনন্তই হাতত কেইটামান পনিযল লৈ আগুৱাই আহে।]

চৌধুৰী : চাওঁ মোক দে। [ফৰ্মুটি কেইডাল লয] এইখন হাবিত অকল গছহে আছে বুলি ভাবিছ নেকি? সোণ আছে, সোণ। [ফৰ্মুটি মাৰে। ঠিক ঠাইত নালাগিল, ইডাল ফৰ্মুটি হাতত লৈ] ডেনভাৰ্ছ চাহাবে এদিন এইখন হাবিতে বহি চকুপানী টুকিছিল জান? [ফৰ্মুটি মাৰে। এইবাৰো পনিযল নসৰিল।]

চৌধুৰী : [কৃত্ৰিম বিৰক্তিৰে] এস। এইবাৰ চাবি। [এইবাৰ তেওঁ তেওঁৰ নিজৰ লাঠিডালকে ফৰ্মুটিযাই দিযে।]

হেঃ হেঃ হেঃ। দেখিলি? যা পৈণত কেইটা বুটলি আন। [অনন্ত সেইফালে ওলাই যায। চৌধুৰীযে হাত দুখনেৰে কছৰৎ কৰাৰ নিচিনা কৰে। তাৰ পিছত।] অঁ। ডেনভাৰ্ছ চাহাবৰ কি হৈছিল শুন। ইযাতে এডাল প্ৰকাণ্ড অজগৰ সাপ ওলাইছিল। [হাতেৰে দেখুৱাই] গাটোৰ মাজডোখৰ ইযান মোটা পোন্ধৰ হাতমান দীঘল। এদিন নহয, দুদিন নহয, তিনিদিন ওলাল। চাহাবে ঠিক কৰিলে, সাপটো জীযাই জীযাই ধৰিব। তেওঁ গ'ল বস্তু-বাহানি, যন্ত্ৰ-পাতি যোগাৰ কৰিবলৈ। ইফালে সৌ গাঁওখনৰ মানুহ এজাকে আহি সাপটো মাৰি পেলালে বুইছ? পিছত চাহাবে আহি মৰা সাপডাললৈ চাই চকুপানী টুকি আছিল। [অনন্তই পনিযল কেইটামান আৰু লাঠিডাল লৈ উভতি আহে। চৌধুৰীযে সেইবোৰ লয়। পনিয়লবোৰ জেপত ভৰায়। কেইটামান অনন্তক দিযে।]

চৌধুৰী : দে, এইকেইটা তই খা। পনিযল কেনেকৈ খাব লাগে জান নে নাজান?

অনন্ত : জানো চাহাব।

চৌধুৰী : [দুযোজনে হাতৰ তলুৱাৰ মাজত পনিযল এটা লৈ ঘূৰাই ঘূৰাই] ডেনভাৰ্ছ চাহাবৰ কথা মনত পৰিলে বৰ দুখ লাগে বুইছ। তেতিয়া মই ভাবিছিলোঁ মই চাহাবক দিয়া কথা ৰাখিম। এইখন জংঘলক সোণৰ জংঘল কৰিম। কিন্তু [বৈ, নিজকে কোৱাৰ দৰে] মই ভুল কৰিলোঁ বুইছ? মোৰ ভুল হৈ গ'ল। [অলপ ভাবি, সুৰ সলনি কৰি, ডাঙৰ খোলা মাতেৰে] যাঃ। বাদ দে। হ'ল যেতিয়া হ'লেই। এতিয়া আৰু উপাযতো নাই। [পনিযলটো খায] হেৰি নহয, অনন্ত, মই নাথাকিলে তইঁতে এই হাবিখন চাবিনে?

অনন্ত : থাকিলেতো চামেই। কিন্তু মই চকীদাৰ মানুহ, চকীদাৰী কৰিবলৈ আহিছিলোঁ, এতিয়া বাইটিহঁত আহিল, এতিযাতো মই যাবগৈ লাগিব চাহাব।

চৌধুৰী : ক'লৈ যাবগৈ লাগিব?

অনন্ত : গৌৰীপুৰলৈ। তাতে মোৰ ল'ৰাটো থাকে। তাৰ লগতে থাকিবগৈ লাগিব।

চৌধুৰী : তোৰ ল'ৰাই কি কৰে?

অনন্ত : এই মোৰে নিচিনা। আৰ-তাৰ ঘৰত কাম-বন ওলালে কৰে, নহ'লে এনেযে থাকে।

চৌধুৰী : তোৰ ল'ৰা হ'বলা সেই এটাই?

অনন্ত ঃ হয় চাহাব।

চৌধুৰী ঃ কিমান ডাঙৰ?

অনন্ত ঃ ডাঙৰেই হ'ল। বিয়া-বাৰু কৰাইছে। ল'ৰা দুটাও আছে।

চৌধুৰী ঃ হুঁ। [ইফাল-সিফাল কৰি, অলপ চিন্তা কৰি] ল'ৰাটো কামিলানে? তোৰেই নিচিনা নে?

অনন্ত ঃ বয়স হৈছে কাৰণে মোৰ বল অলপ পৰিছে, কিন্তু সি ডেকা ল'ৰা নহয় চাহাব, মোতকৈ বহুত বেছি কামিলা। [জেপৰ পৰা পনিযল এটা উলিযাই পিটিকে]

চৌধুৰী ঃ তই এটা কাম কৰ। মোৰ এই ৰাজ্যখন চাবলৈ মানুহ লাগিব নহয়? তই তোৰ ল'ৰাটোক বোৱাৰীযেৰ-নাতিযেৰহঁতৰে সৈতে ইযালৈ লৈ আহ। এতিযা তই যিটো জুপুৰীত থাক, সেইটোকে ৰান্ধনিঘৰ কৰ আৰু লগতে তহঁত থাকিবলৈ অইন এটা দুকোঠলীযা ঘৰ সাজি ল'। [অনন্তই থৰ লাগি চাই থাকে। লাহে লাহে তাৰ হাত দুখন নমস্কাৰ কৰাৰ ভংগীলৈ আহে]

চৌধুৰী ঃ বুজিছ? [অনন্ত অভিভূত হয। সি চৌধুৰীক নমস্কাৰ কৰিব খুজি হঠাতে তেওঁৰ ভৰিত দীঘল দি পৰে।]
হেই! কি কৰিছ? [চৌধুৰীযে দুখোজ পিছুৱাই আহে। লক্ষেশ্বৰ আৰু পাছে পাছে যোগমাযা সোমাই আহে। অনন্ত পৰিযেই থাকে।] চাওকচোন এইটোলৈ।

লক্ষেশ্বৰ ঃ কি হ'ল?

চৌধুৰী ঃ জানো কি হ'ল! অ'ই! উঠ। [অনন্তই থিয হৈ আকৌ যোগমাযাৰ ভৰিত পৰিব খোজে। যোগমাযা আঁতৰি যায।]

যোগমাযা ঃ এঃ কিনো কৰা? [অনন্তই মাটিখিনিকে সেৱা কৰি, লক্ষেশ্বৰকো সেৱা কৰে। তাৰ পিছত সি পোন হৈ চকুপানী মচে।]

চৌধুৰী ঃ বেঙাই নে বলিযাই জানো এইটো। [যোগমায়াক] তুমি এটা কাম কৰিবা বুইছা। ই ইয়াৰ পুতেক-বোৱাৰীয়েকহঁতক ইয়ালৈ লৈ আহিব। মই ইয়াক ঘৰ এটা সাজি ল'বলৈ কৈছোঁ। খেৰ-বাঁহ যি লাগে তুমি তাৰ ব্যৱস্থা কৰি দিবা। হেৰি নহয়, তোমালোক এইখিনি কেনেকৈ পালাহি? পনিযল খাবা নেকি? [হাতত থকা পনিযলটো যোগমাযাক দিযে।]

চৌধুৰী ঃ খাই চোৱাচোন, বৰ মিঠা। [লক্ষেশ্বৰক] আপুনিও খাই চাওকচোন। [জেপৰ পৰা উলিযাই কেইটামান লক্ষেশ্বৰক দিযে। যোগমাযাক সোধে] অকণ? অকণ ক'ত আছে?

যোগমাযা ঃ ঘৰতে আছে। তাৰ টোপনি গ'ল।

চৌধুৰী ঃ এঃ! এতিযানো টোপনি যোৱাৰ সময়নে? তাক দিনত শুবলৈ নিদিবা বুইছা? অনন্তই তাক ধনু-কাঁড় সাজি দিছে নহয? ধনু-কাঁড় হাতত লৈ এই হাবিখনত পিনপিনাই ফুৰিবলৈ দিবা। তুমিও ঘূৰি ফুৰিবা। কি ক'ত আছে চব চাবা। [বাহিৰলৈ দেখুৱাই] সেইজোপা কি গছ চিনি পাইছা? থোপা-থোপে কি লাগি আছে দেখিছা? চোৱাঁগচোন ওচৰৰ পৰা। অনন্ত, যাচোন তই, দুটামান পাৰি দেগৈ।

অনন্ত ঃ আহক বাইটি। [অনন্ত আৰু যোগমায়া ওলাই যায়।]

চৌধুৰী ঃ [লক্ষেশ্বৰক] আপোনালোকে এইফালৰ পৰা আহিল যে? ক'লৈ গৈছিল?

লক্ষেশ্বৰ ঃ এনেয়ে কথা পাতি পাতি সেই ৰে'লৰ আলিৰ ফালে গৈছিলোঁ। আপোনাক কথা এটা ক'বলগীয়া আছিল। দূৰৰ পৰা দেখিলোঁ ইয়াতে আছে, সেই কাৰণে চাপি আহিলোঁ।

চৌধুৰী : কি কথা?

লক্ষেশ্বৰ : মই যোগমায়াক থৈ এৰাতি বা দুৰাতি থাকি উভতি যাম বুলি আহিছিলোঁ, তাই আপুনি নহালৈকে থাকচোন বুলি কৈ কৈ ৰখাই থ'লে। এতিয়া এমাহেই হৈ গ'ল। মই যাব লাগিছিল নহয়।

চৌধুৰী : ক'লৈ?

লক্ষেশ্বৰ : ঘৰলৈ।

চৌধুৰী : এইটো জানো ঘৰ নহয়? অৱশ্যে ঘৰটো হাবিৰ মাজত, কিন্তু সেইবুলি আপুনি হাবিত থকা নাই নহয়, ঘৰতহে আছে?

লক্ষেশ্বৰ : ঘৰতেই আছোঁ, কিন্তু নিজৰ ঘৰখন, নিজৰ বেহা-বেপাৰ সেইবোৰ এৰি থৈ আহিছোঁ নহয়।

চৌধুৰী : [ডাঙৰ মাতেৰে] এস্! নিজৰ ঘৰ বুলিবলৈ কিটো আছে কওকচোন? যেতিয়া য'ত থাকে সেইটোৱেই আপোনাৰ ঘৰ।

লক্ষেশ্বৰ : তেনেকৈ চালে কথাটো হয, পিছে—

চৌধুৰী : আপোনালোকৰ সেই ঘৰটোত যোগমাযাই বোলে আপোনাৰ মুখলৈকে চাই দিন কটাইছিল? হয নে কথাটো?

লক্ষেশ্বৰ : মই নথকা হ'লে তাইৰ অলপ অসুবিধা হ'লহেঁতেন।

চৌধুৰী : আপুনি নাথাকিলে তাইৰ এতিযাও বহুত অসুবিধা হ'ব। মই বনৰীযা, উৰণীযা মানুহ। মোৰ একো ঠিক নাই। আপুনি তাইৰ লগ নেৰিব। এইটোৱেই আপোনাৰ ঘৰ আৰু এই যে আপুনি ক'লে বেহা-বেপাৰ এৰি থৈ অহাৰ কথা, কিহৰ বেহা-বেপাৰ কৰিছিল আপুনি?

লক্ষেশ্বৰ : এই মলা ধঁপাত, সৰিযহ, মাহ, গুড, এলুমিনিযামৰ বাচন, বতৰৰ বস্তু যি পাওঁ।

চৌধুৰী : কিমান দিন হ'ল আপোনাৰ এই বেপাৰ কৰা?

লক্ষেশ্বৰ : হ'ল সাত বছৰমান।

চৌধুৰী : সাত বছৰ? সাত বছৰ বেপাৰ কৰি আপুনি কিমান ধন-সম্পত্তি গোটালে?

লক্ষেশ্বৰ : নাই, তেনেকৈ একো গোটাব পৰা নাই।

চৌধুৰী : তেনেহ'লে কিয সেইবোৰ বেপাৰকে সাবট মাৰি ধৰি আছে? কি সুখ পাইছে? এনেকুৱা কাম নকৰিব। মই কি কৰিছোঁ জানে? এই হাকিমৰ চাকৰি কৰি সুখ নোপোৱা হৈছোঁ নহয? সেইকাৰণে এইবোৰ এৰি দিম। বাগিচা পাতিম। চাহ বাগিচা। আৰু বাগিচাও বাগিচা, সৰু-সুৰা বাগিচা নহয নহয, ডাঙৰ বাগিচা। চাহাবহঁতে যিমান ডাঙৰ বাগিচা পাতিছে, সিমান ডাঙৰ বাগিচা। আপোনাকো কৈছোঁ, সেইবোৰ মলা ধঁপাত, এলুমিনিযামৰ বাচনৰ বেপাৰ বাদ দিযক। ডাঙৰ কিবা এটা কৰক, ডাঙৰ, ছামথিং বিগ।

লক্ষেশ্বৰ : ডাঙৰ কিবা এটা কৰাৰ উপায় পালেহে!

চৌধুৰী : উপায় নাপাব কিয়? বিচাৰিব জানিলেই পাব। হ'ব বাৰু। মই আপোনাক উপায় দিওঁ। এইখিনিত আপুনি কিহৰ ব্যৱসায আৰম্ভ কৰিব জানে? কাঠৰ ব্যৱসায়। খুঁটা, তক্তা, বাটামৰ ব্যৱসায। নগৰখন এইফালে বাঢি আহি থাকিব, আপোনাৰ ব্যৱসায় বাঢি গৈ থাকিব। [হঠাতে দূৰলৈ চাই] অ'ই অনন্ত। চাওঁ, এইফালে আহ। যোগমায়া! তুমিও আহাঁ। [লক্ষেশ্বৰক] আপুনি [ঘৰৰ ফালে দেখুৱাই] এইখিনিতে এখন আহল-বহল চালি দি ল'ব। তাতে বহি ঘৰো চাব পাৰিব, বেপাৰো চাব পাৰিব। [অনন্ত আহে]

অনন্ত ঃ চাহাব।

চৌধুৰী ঃ আমি যে কাঠ কিনিছিলোঁ। কাঠৰ গোলাটো?

অনন্ত ঃ হয় চাহাব।

চৌধুৰী ঃ এওঁক তালৈ লৈ যা। [যোগমায়া আহে] [লক্ষেশ্বৰক] আপুনি কাঠ কিনাৰ চলেৰে কি কাঠ ক'ৰ পৰা আহে, কি দাম কথাবোৰ জানি আহকগৈ। ৰাতিলৈ কথা পাতিম, কাইলৈ কথা পকা কৰিম। কাইলৈ আবেলিকৈ মই যাবগৈ লাগিব নহয়। যাওক।

লক্ষেশ্বৰ ঃ যাওঁ বাৰু, কিন্তু—

চৌধুৰী ঃ আপুনি আহকগৈচোন বাৰু। কথাবোৰ জানি লৈহে আপত্তি কৰিব লাগে। যাওক। [লক্ষেশ্বৰ আৰু অনন্ত যায়। চৌধুৰীয়ে সেইফালে চাই থাকি কেইখোজমান ইফাল-সিফাল কৰে, তাৰ পিছত]

চৌধুৰী ঃ [গম্ভীৰ] যোগমায়া। [যোগমায়া ওচৰলৈ আহে] এওঁক— ককাযেৰাক যাবলৈ নিদিবা। টকা-পইচা যি লাগে মই দি যাম, তেওঁ তোমাৰ লগতে থাকি বেপাৰ কৰক আৰু তোমালোক দুয়ো লগ লাগি অকণক পঢ়াবা। জনা-বুজা মাষ্টৰ ধৰি দিবা। পঢ়াবা— মানে শিকাবা। একেবাৰে সৌ হিমালয় পৰ্বতৰ পৰা আৰম্ভ কৰি এইখন হাবিৰ এই পনিয়ললৈকে, চব বস্তুৰে কথা শিকাবা। ল'ৰা-ছোৱালী ডাঙৰ কৰাৰ কথা ডেনভাৰ্ছ চাহাবে কি কৈছিল জানা? সিহঁতক চৰাই হৈ উৰিবলৈ দিবা। মাছ হৈ সাঁতুৰিবলৈ দিবা, সাপ হৈ চুঁচৰিবলৈ দিবা। গোটেই পৃথিৱীখনক এটা পুতলা কৰি সিহঁতক সেইটোৰে খেলিবলৈ দিবা। আঃ! ডেনভাৰ্ছ চাহাবে কোৱাৰ নিচিনাকৈ এটা সন্তান ডাঙৰ কৰিবলৈ মোৰ বৰ মন আছিল বুইছা'

যোগমায়া ঃ অকণকে আপুনি তেনেকৈ ডাঙৰ নকৰে কিয়? আমাক ডাঙৰ কৰিবলৈ কৈছে কিয়?

চৌধুৰী ঃ [অস্থিৰ হৈ] নাই নাই নাই। মোৰ ওপৰত একো ভৰসা নকৰিবা। মোক তোমালোকে নাই বুলিয়েই ধৰি লোৱা।

যোগমায়া ঃ তেনেকৈ কিয় কৈছে?

চৌধুৰী ঃ ক'ব লাগে কাৰণেই কৈছোঁ। মই এই আছোঁ, এই নাই আৰু মোক কিবা কৰিবলৈ দিলেও ভুলৰ বাহিৰে মই একো কৰিব নোৱাৰিম। ভুলৰ বাহিৰে একো নকৰিলোঁৱেই হ'বলা। মানুহে কয়, আচলে-বিচলে হাতীৰো পাও পিছলে। কিন্তু মই পিছলিবৰ কাৰণেই হাতী হৈ ল'লোঁ। মোৰ খোপনি ল'বলৈ ঠায়েই নোহোৱা হ'ল। [হঠাতে গা-মন জোকাৰি আগৰ মেজাজলৈ ঘূৰি আহে] বাদ দিয়া। চব বাদ। তোমালোকে কেৱল কথাই কথাই মোক শাও দি নাথাকিবা।

যোগমায়া ঃ আপুনি মনে মনে থাককচোন।

চৌধুৰী ঃ ডেনভাৰ্ছ চাহাবৰ সোণৰ জংঘল। একো দিব নোৱাৰিলেও এই জংঘলখনকে দি গ'লোঁ। বিচাৰিব জানিলে কিজানি ক'ৰবাত সোণ পোৱাই।

যোগমায়া ঃ ইয়াত থাকিবলৈ আৰু কোন আহিব?

চৌধুৰী ঃ কোন মানে?

যোগমায়া ঃ আপোনালোকৰ ঘৰৰ কোনোবা? [চৌধুৰীয়ে যোগমায়ালৈ চাই থাকি অইনফালে মূৰ ঘূৰায়। যোগমায়া দুখোজমান তেওঁৰ ওচৰলৈ যায়।] এইবিলাক কথা সুধিবলৈ আপুনি মানা কৰিছিল। মোৰ মনত আছে। কিন্তু মই ভাবিছিলোঁ, আপুনি আপোনাৰ ঘৰৰ মানুহৰ লগত থাকিব লাগে। এইটো ইমান ডাঙৰ ঘৰ, ইয়াত যদি আপোনাৰ ঘৰৰ মানুহখিনি থাকে, তেতিয়া আপুনিও ইয়াতে থাকিব। মোৰ কাৰণে কাৰো অসুবিধা নহয়, কিন্তু এনেকৈ অকলে থাকিবলৈহে মোৰ অসুবিধা হ'ব।

চৌধুৰী ঃ নহয় নহয় যোগমায়া। এইখন হাবিত যে সোমাবলগীয়া হ'ল, সেইটোৱেই তোমাৰ কাৰণে বৰ ডাঙৰ কষ্টৰ কথা। আৰু এখন হাবিত নোসোমাবা। [অস্থিৰ] গছৰ হাবিত থাকিবলৈ ভাল, মানুহৰ হাবিত থাকিবলৈ বৰ বেয়া। মই মানুহৰ জংঘলত থাকি থাকি জংঘলী হৈ গ'লোঁ। বনৰীয়া হৈ গ'লোঁ। শেষত এইখন সঁচা-সঁচি হাবিৰ মাজত লুকাই থকাৰ কথা ভাবিছিলোঁ, সিও নহ'ল। বৰ ভুল হৈ গ'ল। অলপ আগতে অনন্তই যেনেকৈ দীঘল দি পৰি মোক সেৱা কৰিছিল, আজি মযো তেনেকৈ তোমালোকৰ আগত দীঘল দি পৰি মিনতি কৰিছোঁ, মোৰ ভুলৰ কথা তোমালোকে কোনেও মনত নাৰাখিবা। [চৌধুৰী যোগমায়াৰ সন্মুখত আঁঠু কাঢি হাতযোৰ কৰে।]

যোগমায়া ঃ [অস্থিৰ হৈ] কি কৰিছে আপুনি? [তাই তৎক্ষণাত পিছুৱাই যায়। তাই ডাঙৰ গছ এজোপাৰ আঁৰত লুকাই যায়। লগে লগে পোহৰ কেৱল চৌধুৰীৰ ওপৰত পৰে। চৌধুৰীয়ে এখন ভৰিৰে আঁঠু কাঢি তলমূৰকৈ ৰৈ যায। লাহে লাহে অন্ধকাৰ হৈ আহে। ঘোষণাও আৰম্ভ হয়। ঘোষণাৰ লগে লগে দুযোখন মঞ্চত কেইটামান দৃশ্য দেখা যায। ঘৰৰ দৃশ্য থকা এক নম্বৰ মঞ্চত দৃশ্যকেইটা দেখা যাব হালধীয়া পোহৰত, আৰু দুই নম্বৰ মঞ্চত অতি ক্ষীণ সেউজীয়া পোহৰৰ মাজত ছাইনবৰ্ডবোৰ হালধীয়া বা বগা পোহৰত দেখা যায।]

ঘোষণা ঃ পিছদিনা ৰাতিৰ ৰে'লত ঘনশ্যাম চৌধুৰী যে গুচি গ'ল আৰু কেতিয়াও উভতি নাহিল। যোগমায়াহঁতলৈ তেওঁৰ কোনো খবৰো নাহিল। তাৰ পিছত— (১) এই হাবিখনৰ ওপৰেদি একুৰি বছৰ পাৰ হৈ গ'ল, আৰু প্ৰতিটো বছৰে হাবিখনৰ বুকুত নতুন নতুন খোজৰ চিন বহুৱাই থৈ গ'ল। লক্ষেশ্বৰে অকণক পঢ়াবলৈ এখন পাঠশালা পাতিলে, পিছত সেইখনৰ ওচৰতে এখন মাইনৰ স্কুল হ'ল, তাৰ পিছত সেইখন হাইস্কুল হ'ল। অকণে সেই কেইখনৰ নাম দিলে যোগমায়া পাঠশালা, যোগমায়া মাইনৰ স্কুল আৰু যোগমায়া হাই ইংলিছ স্কুল। (২) হাবিখনৰ মাটিলৈ এসময়ত মনোৰঞ্জন বাবু আহিল, হৰিশংকৰ জৈন, জগমোহন সিং আহিল, এটা শিৱ মন্দিৰ হ'ল। অনন্তৰ পুতেক ৰামেশ্বৰৰ গেলামালৰ দোকান হ'ল, শম্ভু-লতিফহঁতৰ নিজা ঘৰ-মাটি হ'ল। (৩) যোগমায়াই সাত বিঘা মাটি পকী বেৰেৰে আগুৰি এখন উদ্যান সাজিলে। তাই উদ্যানখনৰ নাম দিলে ঘনশ্যাম চৌধুৰী উদ্যান।
[ঘোষণাৰ লগে লগে দেখুৱাবলগীয়া দৃশ্য]

মঞ্চ - ১ ঃ [লাহে লাহে পোহৰ হয। যোগমায়াহঁতৰ ঘৰৰ আগফালৰ বাৰাণ্ডা আৰু চোতাল। ঘৰটো পুৰণি দিনৰ আছাম টাইপৰ ঘৰ। বাৰাণ্ডাত কুন্দত কটোৱা খুঁটিৰ ৰেলিং। চোতালত লক্ষেশ্বৰে কিবা চিন্তা কৰি অহা-যোৱা কৰি আছে। এতিয়া তেওঁৰ মুখৰ ডাঢ়ি-গোঁফ দীঘল হৈছে। চোতালত আগৰে পৰা বেঞ্চ এখন আছে। অকণৰ ভনীয়েক ৰাধাই দুখন কাঠৰ চকী ভিতৰৰ পৰা আনি চোতালত থয। তাই উভতি ভিতৰলৈ যাবৰ সময়ত বাহিৰৰ পৰা ৰামেশ্বৰ আহে। তাৰ হাতত বস্তুৰে ভৰি থকা দুটা মোনা। ৰাধাই উভতি আহি ৰামেশ্বৰৰ হাতৰ পৰা মোনা দুটা লৈ ভিতৰলৈ যায়গৈ। ৰামেশ্বৰে বেঞ্চখন আৰু চকী দুখন ঠিককৈ সজাই থয।]

মঞ্চ - ২ ঃ [মনোৰঞ্জন বাবু সোমাই আহে। তেওঁ লক্ষেশ্বৰক নমস্কাৰ কৰে। গোপালে আথে-বেথে চকী এখন তেওঁলৈ আগুৱাই দিয়ে। সেই সময়তে লক্ষেশ্বৰৰ জীয়েক গৌৰীয়ে এহাতে এখন সৰু টিপয় (টেবুল) আৰু আনহাতে টেবুল ক্লথ এখন লৈ ভিতৰৰ পৰা আহে। তাই

ছিৰিৰে নামি চোতালত ভৰি দিওঁতেই পাছফালৰ পৰা ৰাধাই আহি তাইক তামোল-পাণ থকা ডাঙৰ বটা এটা দিয়ে। গৌৰীয়ে চকী দুখনৰ ওচৰত টেবুলখন থৈ এখন গাতেৰে কাপোৰখন পাৰি দিয়াৰ লগে লগে মঞ্চ আন্ধাৰ হয়।]

মঞ্চ - ৩ ঃ [ৰাতি। 'ঘনশ্যাম চৌধুৰী উদ্যান' বুলি লিখি থোৱা ডাঙৰ ছাইনব'ৰ্ড এখনৰ ওপৰত পোহৰ পৰে। ক্ষীণ পোহৰত পাছফালৰ গছ-গছনি দেখা যায়। দূৰেদি এখন ৰে'ল গুচি যায়। (ৰে'লৰ দবাৰ খিৰিকীবোৰৰ পোহৰ দূৰত থকা পাৰ্কৰ দেৱালৰ ওপৰেদি দেখাৰ নিচিনা হ'ব লাগিব। কাৰণ দৰ্শকৰ পৰা বহুদূৰত এখন দেৱাল আছে; তাৰ সিফালে ৰে'লৰ লাইন আছে।) ৰে'লখনৰ শব্দৰ লগে লগে মঞ্চৰ পোহৰ ক্ষীণ হৈ আহে, শেষত মঞ্চ আন্ধাৰ হৈ পৰে।]

# দৃশ্য ঃ ৩

## মঞ্চ ঃ ১

[প্ৰথম মঞ্চত থকা সেই একেটা দৃশ্য। আবেলি। মনোৰঞ্জন বাবুৱে তামোল চোবাই থাকে। তেওঁ বটাৰ পৰা চুণ অকণমান লৈ জিভাৰ আগত লগায়। লক্ষেশ্বৰ আৰু ৰামেশ্বৰ থিয় হৈ আছে। হৰিশংকৰ জৈন সোমাই আহে।]

হৰিশংকৰ ঃ নমস্কাৰ দাস ডাঙৰীয়া।

লক্ষেশ্বৰ ঃ নমস্কাৰ। বহক। [হৰিশংকৰ বহে]

লক্ষেশ্বৰ ঃ [ছিৰিৰ ফালে আগবাঢ়ি আহি ভিতৰলৈ চাই মাতে] অকণ। [দুৱাৰৰ ফাঁকেদি যেন গৌৰীক দেখা পালে। চোলাৰ বুটাম মাৰি মাৰি তাৰ পিছত আস্তিন কোঁচাই কোঁচাই অকণ গম্ভীৰ খোজেৰে ওলাই আহে। মনোৰঞ্জন আৰু হৰিশংকৰে লৰালৰিকৈ নমস্কাৰ কৰে। ৰামেশ্বৰে হাত মোহাৰি দৃশ্যটো চাই থাকে।]

হৰিশংকৰ ঃ নমস্কাৰ অকণ বাবু।

মনোৰঞ্জন ঃ নমস্কাৰ।

অকণ ঃ নমস্কাৰ। কওকচোন, কি কথা আছিল আপোনালোকৰ।

হৰিশংকৰ ঃ মানে কথাটো হ'ল, এই যে জগমোহনৰ ঘৰৰ তলৰ মহলাটো, ভাড়াত লৈ ছটা কাবুলী থাকে।

অকণ ঃ হয়।

হৰিশংকৰ ঃ সিহঁতে বোলে আপোনালোকৰ পৰা মাটি কিনিব খুজিছে?

অকণ ঃ [এবাৰ লক্ষেশ্বৰলৈ চাই লৈ] হাইস্কুলখনৰ দুটা কোঠালি বঢ়াবলগীয়া হৈছে। তাৰ কাৰণে আমি ফাণ্ডৰ পইচা খৰচ কৰিব খোজা নাই। সেই কাৰণে এটুকুৰা মাটি যে বেচিবলৈ ওলাইছোঁ, সেইটো হয়, কিন্তু কোনে কিনিব খুজিছে। [লক্ষেশ্বৰলৈ চাই বৈ যায়]

লক্ষেশ্বৰ ঃ কাবুলী দুটাই মোৰ লগত কথা পতাটো সঁচা, কিন্তু এতিয়াও একো খাটাং হোৱা নাই।

মনোৰঞ্জন ঃ ভালেই হৈছে। আৰু আপোনাক কৈছোঁ ডাঙৰীয়া, সিহঁতৰ লগত এইটো কথা কেতিয়াও খাটাং নকৰিব।

লক্ষেশ্বৰ : কিয়? কথাটো কি?

হৰিশংকৰ : শুনক খুৰা। আমি যদি এইখন এখন ৰাজ্য বুলি ধৰোঁ, তেনেহ'লে আপোনালোক হ'ল ৰজা। আপোনালোকে আপোনালোকৰ মাটি যাকে মন যায় বেচিব পাৰে, কিন্তু এই কাবুলীকেইটাই আমাৰ এলেকাত মাটি কিনি, ঘৰ সাজি, পাৰ্মেনেণ্ট হৈ বহিব, এই কথাটো আমি হজম কৰিব পৰা নাই। আমি ইয়াক ৰামেশ্বৰক কথাবোৰ আপোনাক ক'বলৈ কৈছিলোঁ, ক'লে নে নাই জানো।

ৰামেশ্বৰ : মানে বৰদেউতা, অইনবোৰ কাবুলী কেনেকুৱা ক'ব নোৱাৰোঁ, কাৰণ ইহঁতকেইটাৰ বাহিৰে আমি আৰু কাবুলী দেখাই নাই। কিন্তু ইহঁতকেইটাৰ দস্তুৰ বৰ ভাল নহয়।

মনোৰঞ্জন : বৰ ভাল নহয় মানে? একদম বেয়া।

ৰামেশ্বৰ : সিহঁত ইয়াত পাৰ্মেনেণ্ট হৈ বহিলে আমাৰো দস্তুৰ বেয়া হৈ যাব।

অকণ : হয় নেকি? কি কৰে সিহঁতে?

ৰামেশ্বৰ : এই যে এইখিনিতে ৰফিক নামৰ ল'ৰাটোৱে চাইকেল ভাল কৰা দোকানখন দিছে, তাক সিহঁতে উপযাচি গৈ ক'লে দোকান ডাঙৰ কৰ, পইচা আমি দিম। সিটো কাবুলীৰ কথাৰ মেৰপাক বুজা ল'ৰা নহয়। ক'লে বোলে— দিয়া এশ টকা। তাৰ পিছত সি মাহে বিছ টকাকৈ আজি বাৰ মাহ সিহঁতক পইচা দি আছে, এতিয়া সিহঁতে কয় বোলে তাৰ ধাৰ এক পইচাও মৰা নাই। সি যি দিছে, সেয়া বোলে সুদহে। ধাৰ নামাৰিলে বোলে সিহঁতে তাৰ দোকানখনকে লৈ ল'ব। আৰু এই যে গকুল, ইয়াকো ইয়াৰ পৰা খেদিব লাগে। এনে লেতেৰা মানুহ মই দুনিযাত দেখা নাই। পাগঘৰৰ পৰা কেঁচুৱাৰ বিছনালৈকে, ঘৰখনত যিমান জাবৰ ওলাব, আটাইসোপা আগফালে আনি ৰাস্তাটোৰ ওপৰতে পেলাব, উঃ। কি দুৰ্গন্ধ।

হৰিশংকৰ : সেই কাৰণেই কৈছিলোঁ, আপোনালোকৰ মাটি আপোনালোকে বেচক। কিন্তু মানুহ চাই বেচিব লাগে।

অকণ : শুনক হৰিশংকৰ বাবু, মাটি আমি বেচিছোঁ, বহুত মাটি বেচিছোঁ। মাটি নেবেচো হ'লে এই স্কুল কেইখন আমি পাতিব নোৱাৰিলোঁহেঁতেন। আমি মাছ-মঙহ খাবলৈ মাটি বেচা নাই। [হৰিশংকৰ আৰু মনোৰঞ্জন দুযো প্ৰায একেলগে কয।]

হৰিশংকৰ : [নমস্কাৰ কৰি] নাই নাই নাই অকণবাবু।

মনোৰঞ্জন : ইচ ইচ ইচ। আপুনি সেইটো কথা কিয কৈছে? স্কুল দুখন, পাৰ্কখন— এইবোৰ পাতি আপোনালোকে এই গোটেই অঞ্চলৰ মানুহৰ যিমান উপকাৰ কৰিছে তাৰ তুলনা নাই।

অকণ : আপোনালোকে আৰু এটা কথা মন কৰিব। আমি আপোনালোক দুজনক মাটি বেচিছোঁ। এই ৰামেশ্বৰৰ দেউতাকক দুকঠা মাটিত থাকিবলৈ দিছোঁ, এই জগমোহনক মাটি বেচিছোঁ। বিৰাজ মণ্ডলক মাটি বেচিছোঁ, শম্ভু-লতিফহঁতক মাটি দিছোঁ। কিন্তু এওঁ যে ক'লে গকুলৰ কথা, গকুলক আমি মাটি বেচিছোঁ নে?

মনোৰঞ্জন : নাই বেচা।

অকণ : এই যে ৰফিক, সেইফালে যে ঘৰ সাজিছে শ্যামলাল, তেওঁলোকক আমি মাটি বেচিছোঁনে?

হৰিশংকৰ : নাই বেচা।

অকণ : কিন্তু তেওঁলোকে মাটি কিনিছে। আমি আপোনাক যিখিনি মাটি পাঁচশ টকাত বেচিছোঁ, তাৰ

আধাখিনি আপুনি ছশ টকাত গকুলক বেচি দিছে। কাক মাটি বেচিলে চুবুৰিটো ভালে থাকে, সেইটো বিচাৰ কৰাৰ দায়িত্ব আমাৰ গাত থাকিল নে? আপোনালোক সকলোৱে চেষ্টা নকৰিলে আমি অকলে চুবুৰিটো ভালে ৰাখিব পাৰোঁনে?

মনোৰঞ্জন : সেইটোৱেই আচল কথা। সেই কাৰণেই আমি আজি আপোনালোকৰ ওচৰলৈ আহিছোঁ। এই কাবুলীহঁতক—

অৰুণ : [লগে লগে] ঠিক আছে। মই আপোনালোকৰ আপত্তিৰ কথা জানিলোঁ। মই এতিয়া নিজে খবৰ ল'ম— এই কাবুলীহঁত কেনেকুৱা মানুহ। মই যদি বুজোঁ যে ইহঁত আমাৰ চুবুৰিটোৰ কাৰণে সুবিধাৰ মানুহ নহয়, তেনেহ'লে সিহঁতক মাটি নেবেচোঁ। হ'বতো!

মনোৰঞ্জন : হ'ব, কিন্তু আমাৰ আৰু এটা কথা আছিল। সেই কাবুলীহঁতে কিনিব খোজা মাটিডোখৰত আমি এটা মন্দিৰ সজাৰ কথা ভাবিছিলোঁ।

অৰুণ : কিয়? মন্দিৰ দেখোন এটা আছেই।

মনোৰঞ্জন : সেইটো জগমোহনৰ নিজা মন্দিৰহে। আমি উপায় নোপোৱাতহে তালৈ গৈ আছোঁ।

অৰুণ : মই কিন্তু ভাবোঁ, মন্দিৰবোৰ নিজ নিজ ঘৰত হোৱাই ভাল। মন্দিৰ যিমানে বেছি ৰাজহুৱা হয়, ধৰ্ম-কৰ্মবোৰ সিমানে পাতল হৈ যায়। মই অৱশ্যে এটা কাম কৰিব পাৰোঁ। এই যে আপোনালোকে চুবুৰিটোৰ কথা চিন্তা কৰিছে, সকলোৱে লগ লাগি এনেকুৱা কথা আলোচনা কৰিবলৈ হাইস্কুলখনৰ এটা কোঠালি সদায় গধূলি গধূলি আপোনালোকক খুলি দিব পাৰোঁ। যদি দেখোঁ তাত নিয়মীয়াকৈ মানুহ গোট খাইছে, তেনেহ'লে ছমাহমানৰ পিছত সেইডোখৰ মাটিত মই এটা লাইব্ৰেৰী ঘৰ সজাই দিম। তাত আপোনালোকে কিতাপ-পাতিও পঢ়িব পাৰিব, চুবুৰিটোৰ ভালৰ কাৰণে আলোচনা-বিলোচনাও কৰিব পাৰিব। তেতিয়া আৰু আপোনালোকে কাবুলীৰ কথা ক'বলৈ মোক বিচাৰি আহিব নালাগে, মই নিজেই তাত হাজিৰ হ'মগৈ। চেনে দেখ কথাটো?

মনোৰঞ্জন : (হেহোঁ নেহোঁকৈ) আপুনি কৈছে যেতিয়া ভালেই। [হৰিশংকৰক] কি কয়?

হৰিশংকৰ : ঠিকেই।

অৰুণ : ব'লক তেনেহ'লে স্কুলৰ কোঠালিটো এতিয়াই আপোনালোকক দেখুৱাই দিওঁগৈ। [হৰিশংকৰ আৰু মনোৰঞ্জন উঠে। সকলো যাবলৈ সাজু হয়। এনেতে ৰাস্তাৰ ফালৰ পৰা চুচুক-চামাককৈ মহানন্দ সোমাই আহে। তেওঁৰ সাজপাৰ অতি সাধাৰণ। মুখত তিনিদিনীয়া ডাড়ি। হাতত খবৰ কাগজেৰে মেৰিয়াই বান্ধি অনা ডাঙৰ ফটো এখন।]

অৰুণ : কাক বিচাৰিছে?

মহানন্দ : এয়া চৌধুৰীসকলৰ ঘৰ?

অৰুণ : হয়। মোৰ নাম অৰুণ চৌধুৰী।

মহানন্দ : [অলপ সময় মুখলৈ চাই ৰয়। তাৰ পিছত] মই আপোনালোকক লগ পাব খুজিছিলোঁ।

অৰুণ : এয়া আমাৰ মোমাইদেউ। আপুনি এখেতৰ লগতে কথা পাতকচোন। মই এফালে যাবলৈ ওলাইছোঁ।

মহানন্দ : ভাল।

অৰুণ : [মনোৰঞ্জন হঁতক] আহক। [দুৱলৈ চাই হঠাতে] অ' চকীদাৰটো দেখোন সৌফালে গৈ আছে। অ'ই ৰামেশ্বৰ মাতচোন তাক।

ৰামেশ্বৰ : [চিঞৰি] অ'ই ৰজনী। অ'ই ৰজনী [ওলাই যায়, বাহিৰতো চিঞৰে] চাওঁ এইফালে আহ।

ছাৰে মাতিছে। [সকলো ওলাই যায। লক্ষেশ্বৰ আৰু মহানন্দ থাকে। (সংগীত) দুযো দুযোলৈকে চাই থাকে। অলপ পিছতে]

লক্ষেশ্বৰ : আপুনি?

মহানন্দ : মোৰ নাম মহানন্দ চৌধুৰী। ডিব্ৰুগড়ৰ পৰা আহিছোঁ।

লক্ষেশ্বৰ : কিবা কথা আছিল?

মহানন্দ : হয। কথা এটা সুধিম বুলি আহিছিলোঁ।

লক্ষেশ্বৰ : বহকচোন। [মহানন্দ বহোঁ-নবহোঁকৈ বহে। তাৰ পিছত তললৈ চাই থাকে]

লক্ষেশ্বৰ কি কথা আছিল কওকচোন।

মহানন্দ : সেযা যে ওলাই গ'ল, অৰুণ চৌধুৰী বুলি ক'লে— তেখেতেই যোগমাযা হাইস্কুলৰ হেড মাষ্টৰ?

লক্ষেশ্বৰ : হয।

মহানন্দ : আপুনি তেখেতৰ মোমাযেক।

লক্ষেশ্বৰ : হয। মোৰ নাম লক্ষেশ্বৰ দাস।

মহানন্দ : এইখন ঘৰত কোন কোন থাকে?

লক্ষেশ্বৰ : মই থাকোঁ, মোৰ পৰিযালটো থাকে, অৰুণ, তাৰ মাক আৰু ভনীযেকজনী থাকে, ইমানেই।

মহানন্দ : [অলপ সময তলমূৰকৈ ভাবি থাকি] মই মাৰোৱাৰী এজনৰ দোকানত কাম কৰোঁ। মাল-বস্তু নিবলৈ মাজে মাজে ইযালৈ আহিব লগা হয। এইফালেদিযেই ৰে'লেৰে অহা-যোৱা কৰোঁ। ৰে'লৰ পৰা ঘনশ্যাম চৌধুৰী উদ্যানৰ ছাইন ব'ৰ্ডখন দেখি চাওঁ। এদিন এইফালে খোজাকাঢি আহি খবৰ লওঁতে এজনে ক'লে, যোগমাযা হাইস্কুলৰ হেডমাষ্টৰৰ দেউতাকৰ নাম ঘনশ্যাম চৌধুৰী আছিল, তেখেতৰ নামতে পাৰ্কখন পতা হৈছে।

লক্ষেশ্বৰ : হয।

মহানন্দ : আৰু হেডমাষ্টৰৰ মাকৰ নামতে স্কুল দুখন পতা হৈছে।

লক্ষেশ্বৰ : হয।

মহানন্দ : ৰে'লত গৈ থাকোঁতে এদিন ইযাৰে বুঢা মানুহ এজনে ক'লে, ঘনশ্যাম চৌধুৰী এজন ডাঙৰ চৰকাৰী অফিচাৰ আছিল। এই ৰে'লৰ লাইনটো বহুওবাৰ সমযত তেখেতেই কিছুমান কাম চোৱা-চিতা কৰিছিল।

লক্ষেশ্বৰ : হয।

মহানন্দ : সেইবোৰ শুনিযেই মই খবৰ এটা ল'বলৈ আহিছোঁ। মোৰ দেউতাৰ নামো ঘনশ্যাম চৌধুৰী আছিল।

লক্ষেশ্বৰ : হয নেকি?

মহানন্দ : হয। তেখেতে চৰকাৰৰ হাকিম আছিল। ইযাত তেখেতে বহুদিন চাকৰি কৰিছিল।

লক্ষেশ্বৰ : হয নেকি? তেখেত এতিযা ক'ত আছে?

মহানন্দ : ঢুকাল। সোতৰ বছৰ মানেই হ'ল।

লক্ষেশ্বৰ : সোতৰ বছৰ?

মহানন্দ : হয। এখেত হেডমাষ্টৰৰ দেউতাক ঘনশ্যাম চৌধুৰী?

লক্ষেশ্বৰ : ঢুকাল। তেখেতো ঢুকাল।

মহানন্দ : কেতিয়া ঢুকাল? কিমান দিন হ'ল?

লক্ষেশ্বৰ : [মনে মনে হিচাব কৰি] সেই সিমান হ' সোতৰ-ওঠৰ বছৰমান হ'ব। তেখেত ঢুকোৱাৰ ঠিক দিন-বাৰ আমি জনা নাছিলোঁ।

মহানন্দ : কিয়? কিয় জনা নাছিল?

লক্ষেশ্বৰ : তেখেত ডিব্ৰুগড়ত ঢুকাইছিল।

মহানন্দ : ডিব্ৰুগড়ত? আপোনালোক, হেডমাষ্টৰ, হেডমাষ্টৰৰ মাক ক'ত আছিল?

লক্ষেশ্বৰ : ইয়াতে আছিলোঁ।

মহানন্দ : কিয় ইয়াতে আছিল? কিয় খবৰ নাপালে? তেওঁ ক'ত ডিব্ৰুগড়ত কিয় আছিল?

লক্ষেশ্বৰ : [অস্বস্তিৰে] সেইবোৰ— সেইবোৰ বহুত কথা। তেখেত ক'ত থাকে, কেতিয়া ক'ত কি কৰে, সেইবোৰ খবৰ ল'বলৈ তেখেতে মানা কৰিছিল।

মহানন্দ : [উত্তেজিত] আপুনি তেখেতক দেখিছিল?

লক্ষেশ্বৰ : দেখিছিলোঁ।

মহানন্দ : ওখ-পাখ?

[টোকাঃ যিজনে ঘনশ্যাম চৌধুৰীৰ ভাৱত অভিনয় কৰে, তেওঁৰ লগত এই বৰ্ণনা মিলিব লাগিব। টোকাঃ নিমিলিলে বৰ্ণনা সলনাব লাগিব।]

লক্ষেশ্বৰ : হয়।

মহানন্দ : মিঠা বৰণীয়া?

লক্ষেশ্বৰ : হয়।

মহানন্দ : একোচা ডাঙৰ গোঁফ আছে, মাথাটো পকা চুলিৰে?

লক্ষেশ্বৰ : হয়, হয়।

মহানন্দ : কিন্তু এবে মানুহ তেনেকুৱা আৰু সেইজন একে মানুহ নেকি? মানুহটো থাকিব পাৰে?

লক্ষেশ্বৰ : [জোৰ দি] পাব পাৰে, নিশ্চয় পাৰে।

মহানন্দ : আপোনালোকে বেয়া নাপাব। ... লিখি ... বাণ ... এই ... খাবলৈ ... আহিছোঁ। মই দেখুৱাব এইখন ফটো লৈ আহিছোঁ। আপোনালোকৰ ঘনশ্যাম চৌধুৰী এইজনেই হয় নে নহয়। দেখিলে চিনি পাব চাওক। চাওঁ ফটোখন? [লক্ষেশ্বৰে ভয়ে ভয়ে ভিতৰৰ ফালে চায়। তাৰ পিছত—]

লক্ষেশ্বৰ : চাওঁ, দেখুৱাওকচোন। [মহানন্দই অস্থিৰ হাতেৰে ফটোখন বান্ধি অনা ৰছীডাল খোলে। তাৰ পিছত মেৰিয়াই অনা কাগজখন খোলে। ৰছীডাল খুলি থাকোঁতে অৰুণ বাহিৰৰ পৰা আহে। সি দুয়োলৈ চায়। তাৰ পিছত]

অৰুণ : কি হৈছে? [আৰৌ দুয়োলৈ চাই] কি হৈছে মোমাইদেউ?

লক্ষেশ্বৰ : এওঁ ডিব্ৰুগড়ৰ পৰা আহিছে। [মহানন্দই ফটোখন লক্ষেশ্বৰে দেখাকৈ দাঙি ধৰে। লক্ষেশ্বৰে ফটোখন দেখি হতভম্ব হৈ ৰৈ থাকে।]

মহানন্দ : চিনি পাইছে?

লক্ষেশ্বৰ : [অস্থিৰ] পাইছোঁ। পাইছোঁ।

মহানন্দ : হয়নে এখেত আপোনালোকৰ ঘনশ্যাম চৌধুৰী? [লক্ষেশ্বৰে অবাক হৈ কেৱল মূৰ জোকাৰে।]

অৰুণ : কথাটো কি মোমাইদেউ, এইখন ফটো এখেতে ক'ত পালে? [যোগমায়া ওলাই আহে।

তেওঁ বাৰাণ্ডাৰ ৰেলিঙত ধৰি থিয় হয়হি।]

লক্ষেশ্বৰ : এইখন এওঁৰ দেউতাকৰ ফটো।

অৰুণ : কি?

মহানন্দ : হয়। দেউতা ঢুকোৱাৰ দুলছৰমানৰ আগতে বাগিচাৰ চাহাব এজনে তুলিছিল। পিছত কলিকতাত ডাঙৰ কৰি আনিছিল। বৰবৰুৱা নামৰ এতিয়া যিজন ফটোগ্ৰাফাৰ আছে তেওঁৰ দেউতাকে হাতেৰে আঁকি ঠিক-ঠাক কৰি দিছিল। [অলপ সময় নিস্তব্ধ]

অৰুণ : এখেত আপোনাৰ দেউতাক?

মহানন্দ : হয়। আমি চাৰিটা ল'ৰা ছোৱালী। মোৰ তিনিজনী বাইদেউ আছে। মযেই সৰু।

অৰুণ : আপুনি আমাৰ এইখিনি কেনেকৈ পালেহি?

লক্ষেশ্বৰ : প্ৰথমে ৰে'লৰ পৰা পাৰ্কৰ ছাইনবৰ্ড'খন দেখিলে, তাৰ পিছত কিছুমান খা-খবৰ গোটালে, তাৰ পিছত—

অৰুণ : কি কি খবৰ গোটালে? কি কি খবৰ পালে?

মহানন্দ : ৰে'লৰ আলি বহুৱাবৰ সময়ত দেউতাই ইয়াতে কাম কৰিছিল। ৰে'লত লগ পোৱা মানুহজনে কৈছিল, ঘনশ্যাম চৌধুৰী নামৰ মানুহজন বৰ দয়ালু, দানী মানুহ আছিল। তেওঁ ইয়াত বহুত মাটি কাৰোবাক দান দি গৈছে।

অৰুণ : দান দি গৈছে?

মহানন্দ : মানুহজনে তেনেকৈয়ে কৈছিল।

অৰুণ : তেওঁ আচল কথা নজনাকৈ কৈছিল। ক'ৰ মানুহ সেইজন? ক'ৰ ৰে'লত লগ পাইছিল? আকৌ লগ পালে তেওঁক কৈ দিব ঘনশ্যাম চৌধুৰীয়ে কাকো মাটি দান দি যোৱা নাই। যাৰ যি দিবলৈ বাধ্য, তেখেতে তেওঁলোকক সেইখিনি দি গৈছে। তেখেতে তেখেতৰ দায়িত্ব পালন কৰাৰ চেষ্টা কৰি গৈছে।

লক্ষেশ্বৰ : [অৰুণৰ খং উঠা যেন দেখি] ৰ'বিচোন অৰুণ। মই এওঁৰ পৰা দুটামান কথা জানি লওঁ। [যোগমায়াৰ] তই ভিতৰলৈ যাচোন।

যোগমায়া : নালাগে। মই ইয়াতে থাকিম।

মহানন্দ : এখেত?

লক্ষেশ্বৰ : মোৰ ভনী। তাইৰ নামেই যোগমায়া। [মহানন্দই স্থিৰ দৃষ্টিৰে যোগমায়ালৈ চাই নমস্কাৰ কৰিবলৈ হাত দুখন দাঙিব খোজে, কিন্তু নমস্কাৰ নকৰে।]

লক্ষেশ্বৰ : [ফটোখনলৈ আঙুলিয়াই মহানন্দক] এইজন মানুহৰ যে ক'ৰবাত আৰু এখন সংসাৰ আছিল সেই কথা আপোনালোকে জানিছিলনে?

মহানন্দ : নাজানিছিলোঁ।

লক্ষেশ্বৰ : আপোনালোকৰ কথাও আমি একো জনা নাছিলোঁ। কিন্তু এতিয়া, ইমান দিনৰ মূৰত, কিয় আপুনি আমাক বিচাৰি উলিয়াইছেহি? ইয়ান দিন একো নজনাকৈয়ে থাকি গ'ল যেতিয়া, তেনেকৈ থাকি যোৱা হ'লেই ভাল নহ'লহেঁতেননে? এতিয়া জনাৰ পৰা কি লাভ হ'ব?

মহানন্দ : নাই নাই, একো লাভ নাই। মই লাভ-লোকচানৰ কথা ভবাই নাই। ইয়াৰ পিছত আকৌ একো যেন নাজানোৱেই, তেনেকৈ থাকিম। কিন্তু ছাইনবৰ্ডত নামটো দেখি, মানুহৰ মুখত কথাবোৰ শুনি এইজন মানুহেই সেইজন মানুহ হয় নে নহয়— জানিবলৈ মোৰ বৰ মন

গৈছিল। হাজাৰ হওক আমাৰ দেউতাতো। মানুহজনক আমি বৰ ভাল পাইছিলোঁ। [তেওঁ ফটোখন কাগজেৰে মেৰিযাবলৈ ধৰে। কামটো কৰি কৰি কথা কৈ থাকে।] বৰ ভাল মানুহ বুলি ভাবি আছিলোঁ। এতিযাও, এইজন মানুহেই সেইজন মানুহ বুলি জনাৰ পিছতো, আজি মই নৰক যন্ত্ৰণা ভোগ কৰি আছোঁ যদিও, এতিযাও মানুহজনক মই ভাল পাযেই থাকব লাগিব। [ফটোখন সামৰি লৈ] আপোনালোকে মোক বেযা নাপাব। মই আহোঁ। [ফটোখন দাঙি প্ৰণাম কৰে। যাব খোজে।]

যোগমাযা : ককাইটি [ৰৈ] তেওঁক ভিতৰলৈ মাতি আন। [সোমাই যায।]

লক্ষেশ্বৰ : আপুনি যে এনেকৈ যাবলৈ ওলাইছে, আপোনালোকৰ দেউতাকৰ এইখন ঘৰ কেনেকৈ হ'ল, ইমান ডাঙৰ ঘটনা এটা কেনেকৈ ঘটিল এইবোৰ জানিবলৈ আপোনাৰ মন যোৱা নাই? এইবোৰ একো নজনাকৈযে আপুনি গুচি যাব?

মহানন্দ : শুনক ডাঙৰীযা অলপ সমযৰ আগলৈকে মই বৰ আশা কৰি আছিলোঁ— আপোনালোকে এই ফটোখনৰ মানুহজনক চিনি নাপাওঁ বুলি কওক, আপোনালোকৰ ঘনশ্যাম চৌধুৰী অন্য এজন মানুহ বুলি কওক। আপোনালোকৰ মুখৰ পৰা সেই আযাৰ কথা শুনা হ'লে মই আনন্দতে ইযাতে বহিলোঁহেঁতেন। মোৰ বৰ বাগৰ লাগি আহিছে। দুপৰীয়া একো খাবলৈও নহ'ল। মই আপোনালোকক খুজি চাহ-জলপান অলপমান খালোঁহেঁতেন। কিন্তু এতিয়া আৰু মই একো জানিব নোখোজোঁ। ইযাত থাকিলেই মোৰ কাণত আৰু কিবা এটা পৰিব, মই আৰু কিবাকিবি জানি যাম, এইবোৰ মোক নালাগে। যিমান সোনকালে পাৰোঁ ইযাৰ পৰা যাব পাৰিলেই মই ৰক্ষা পৰোঁ।

লক্ষেশ্বৰ : [অলপ পৰ চাই থাকি] আপুনি বহকচোন। চাহ-জলপান কিবা অলপ খাই যাওক। দুপৰীযা একো খাবলৈ নহ'ল কিয? [মহানন্দই তলমূৰ কৰে। লক্ষেশ্বৰে অলপ পৰ চাই থাকি সোধে] হয নে?

মহানন্দ : [অলপ পিছত মূৰ তুলি] দুপৰীযা হোটেলত কিবা এটা খালে উভতিবৰ সময়ত পইচাৰ টনাটনি হ'ব বুলি ভয কৰিলোঁ। [মাত থোকথুকি হয] হাতত পইচা কম আছে। [চকুপানী মচে।]

[নিঃস্তব্ধ। অকণে এটা চুকত গভীৰ চিন্তাত নিমগ্ন হৈ আছিল। সি মূৰ তুলি চালে।]

লক্ষেশ্বৰ : [মহানন্দৰ ওচৰ চাপি] আপুনি কিয এনেকুৱা কৰিছে? অলপ আগতে কৈছিল নৰক যন্ত্ৰণাৰ কথা, কথাটো কি? আপোনালোকৰ কিবা কষ্ট হৈছে নেকি?

মহানন্দ : কষ্ট আৰু কি। ল'ৰা-তিৰোতাক পুহিব নোৱাৰোঁ, সিহঁতক দুসাঁজ ভালকৈ খুৱাব নোৱাৰোঁ, পিন্ধাব নোৱাৰোঁ, দুটা কাণসমনীযা ল'ৰাই এফালে যাবৰ সমযত একেটা চোলাকে লৈ টনা-আঁজোৰা কৰে, সেইবাবেই কষ্ট। [ম্লান হাঁহি। অলপ ৰৈ] আজিৰ পৰা আৰু এটা কষ্ট বাঢ়িল।

লক্ষেশ্বৰ : কিন্তু ঘনশ্যাম চৌধুৰীৰ নিচিনা ইমান চহকী মানুহ এজনৰ ল'ৰা-ছোৱালীৰতো এনেকুৱা হ'ব নালাগিছিল।

মহানন্দ : [লাহে লাহে উত্তেজিত হৈ আহে] নালাগিছিলতো। আচলতে মোৰ চেহেৰাটো দেখি আপোনালোকে সন্দেহেই কৰিব লাগিছিল, কোনোবা টোকোনাই ক'ৰবাত ঘনশ্যাম চৌধুৰীৰ ফটো এখন পাই সেইজনেই তাৰ বাপেক বুলি ফাঁকি দি ফুৰিছে। কৰিছেই নেকি তেনেকুৱা সন্দেহ?

লক্ষেশ্বৰ : নাই নাই নাই—

মহানন্দ : [এখন হাতেৰে সেৱা কৰি] নকৰিব। [উত্তেজিত] এইজন মানুহে তেওঁৰ প্ৰথম ছোৱালীজনীক বিয়া দিয়াৰ আগতে চিঞৰি চিঞৰি কৈছিল, ব্ৰিটিছৰ ৰজা সিংহাসনত বহিলে যেনেকুৱা উছৱ হয় বুলি তেওঁ শুনিছে, তেওৰ জীয়েকৰ বিয়াত তেনেকুৱা উছৱ হ'ব। ডিব্ৰুগড়ৰ মানুহে ব্ৰিটিছৰ ৰজা সিংহাসনত বহা উছৱ দেখা নাছিল, কিন্তু বহুতে পিছত কৈছিল, 'অঞ্জলি বাইদেউৰ বিয়াখনৰ নিচিনা বিয়াও তেওঁলোকে দেখা নাছিল। সেইখন বিয়াৰ পিছতে দেউতা ঢুকাইছিল। [অকণ চিন্তিতভাৱে লাহে লাহে পাছফালেদি সোমাই যায] ব্ৰহ্মপুত্ৰৰ পানীয়ে আমাৰ বাৰীখন এফালৰ পৰা খহাবলৈ আৰম্ভ কৰিছিল। দেউতাই মাৰ আগত কোৱা মতে তেওঁ চাহ বাগিচাৰ মাটি কিনিবলৈ নিৰ্মল ভট্টাচাৰ্যক বাৰ হাজাৰ টকা দিছিল, কিন্তু দুহাজাৰ টকা দিছিল বুলি কৈ মানুহজনে মাত্ৰ এহাজাৰ টকা মাক ঘূৰাই দিছিল। সেইখিনি টকাৰে মাই বাকী দুজনী বাইদেউৰ বিয়া পাতিছিল। মোৰ বিয়াৰ খৰচ মোৰ শহুৰে দিছিল। এসময়ত গোটেই ঘৰ-বাৰী ব্ৰহ্মপুত্ৰৰ বুকুত জাহ গৈছিল। মোৰ চাহপাতৰ বেপাৰ উঠি গৈছিল। এতিয়া ভাড়াঘৰত থাকি ভাত-কাপোৰৰ কাৰণে যুঁজি আছোঁ। মাৰোৱাৰীৰ গোলাত গোমস্তাৰ চাকৰি কৰিছোঁ। আজি তেওঁৰ মাল-বস্তু নিবলৈকে ইয়ালৈ আহিছোঁ। কিন্তু তেওঁ মোক অহা-যোৱা, থকা-খোৱা একোৰে বাবে পইচা দিয়া নাই। আগতে মই বিশ টকা ধাৰলৈ লৈ থোৱা আছে, তাৰ পৰাই খৰচ কৰিবলৈ কৈছে। [ফটোখন তুলি নমস্কাৰ কৰি] ভাল ডাঙৰীয়া, আহোঁ। আমনি কৰাৰ কাৰণে বেয়া নাপাব। [যাব খোজে যোগমায়া বাৰাণ্ডালৈ আহে]

যোগমায়া : [টান মাতেৰে] ককাইটি। মই তেওঁক ভিতৰলৈ লৈ আহিবলৈ কৈছোঁ নহয়।

লক্ষেশ্বৰ : গৈছোঁ ৰ'বি। ব'লক, তাই ভিতৰলৈ মাতিছে। [ওচৰলৈ আহি] কিন্তু মোৰ এটা কথা জানিবলৈ বৰ মন গৈছে। সেই হেন হৃষ্ট-পুষ্ট মানুহজন হঠাৎ কেনেকৈ ঢুকাল? কি হৈছিল তেখেতৰ?

মহানন্দ : [লক্ষেশ্বৰৰ মুখলৈ চাই থাকি] একো হোৱা নাছিল। আপুনি ঠিকেই কৈছে হঠাতে। [দ্বিতীয় মঞ্চৰ ফালে চাই ৰৈ থাকে। Flash back কৰাৰ বাবে প্ৰয়োজনীয় লাইটিং।]

## দৃশ্য : ৪

### মঞ্চ : ২

[Flash Back মঞ্চ লাহে লাহে পোহৰ হৈ আহে। ঘনশ্যাম চৌধুৰীৰ ঘৰৰ আগফালৰ বাৰাণ্ডা। ঘনশ্যাম চৌধুৰী চিকাৰলৈ যোৱা সাজত। ভৰিত বুটজোতা। হাতত Stick এডাল। সন্মুখত বাৰীত কাম কৰা বনুৱা এটা— কানুকাই।]

চৌধুৰী : সেইডাল লতা বগাই বগাই ঘৰৰ চাল পাবগৈ বুলি মই তোক কৈছিলো নে নাই?

বনুৱা : কৈছিল।

চৌধুৰী : ডাঙৰ হ'লে লতাডালত বৰ ধুনীয়া ধুনীয়া ফুল ফুলিব বুলিও কৈছিলোঁ নে নাই?

বনুৱা : কৈছিল।

চৌধুৰী : লতাডাল মই ৰজাবাৰী চাহ বাগিচাৰ মেনেজাৰৰ ঘৰৰ পৰা আনিছিলোঁ বুলিও কৈছিলোঁ হ'বলা?

বনুবা : কৈছিল।

চৌধুৰী : লতাডাল দীঘল হ'লে বগাবলৈ বাঁহৰ জখলা এটা সাজি দিব লাগিব বুলিও মই ক'ব লাগিব নেকি? নে সেই জখলাটো সাজি দিযাৰ কথা ক'বলৈও মই চাকৰিৰ পৰা তিনিদিনৰ ছুটী লৈ ঘৰলৈ আহিব লাগিব? হুঁ? তহঁতৰ নিজৰ চকু নাই? নিজৰ জ্ঞান নাই? যা, ভাগ। মই আজি গধূলি উভতি আহি জখলা, চাং চব দেখিব লাগিব অহা বাৰ ঘৰলৈ আহি ফুল ফুলি থকা দেখিব লাগিব। [চৌধুৰীৰ কথাৰ শেষৰ ফালে বটাত তামোল-পাণ লৈ জীযেক অঞ্জলি সোমাইছিল। বনুবাটো গুচি গ'ল। তাৰ পিছত।]

অঞ্জলি : আপুনি সেই অকণমান কথাটোৰ কাৰণেই তাক ইমানেই কিয বকিছে দেউতা?

চৌধুৰী : [চকু টিপিযাই চেপা মাতেৰে] মুখখন খজুৱাই আছে কাৰণে খজুতিটো মাৰি লৈছোঁ অ'। [তামোল খাবলৈ আৰম্ভ কৰি] মই যোৱাৰ পিছত তই তাক মাতি আনি বুজাই কৈ দিবি, মোৰ খং-চং উঠা নাই, এনেযে ফুৰ্তি কৰিলোঁ। [মুখত পাণ ভৰাই] কিন্তু এই নিৰ্মল, ইযাৰ ওপৰত কিন্তু মোৰ সঁচাকৈযে খং উঠিছে। এক বজাতে অহাৰ কথা, এতিযালৈকে তাৰ খবৰ নাই। এনেকুৱা সময ৰাখিব নজনা মানুহে কি চাহ বাগিচা পাতিব অ'? আজি তাক ক'ম, সি চাহ বাগিচাৰ কাৰণে মাটি কিনাৰ আগতে ঠিক সময দিযা ঘড়ী এটা কিনি লওক। [জেপৰ পৰা এটা সৰু বাকচ উলিযাই তাৰ পৰা এটা শকত চিগাৰ উলিযায।] মাৰক মাতচোন। মোৰ আকৌ এবাৰ কিবা এটা খাবৰ হ'লেই। [চিগাৰ জ্বলায]

অঞ্জলি : মা নাই।

চৌধুৰী : ক'লৈ গ'ল?

অঞ্জলি : জেঠাইহঁতৰ ঘৰলৈ।

চৌধুৰী : কোন জেঠাই?

অঞ্জলি : শীতলা জেঠাই।

চৌধুৰী : এই দুপৰীযাখন? কাৰ লগত গৈছে?

অঞ্জলি : শেৱালীক লৈ গৈছে।

চৌধুৰী : মই দেখোন ক'বই নোবাৰোঁ।

অঞ্জলি : আপোনাৰ টোপনি গৈছিল কাৰণে নামাতিলে।

চৌধুৰী : ক'ত মই টোপনি গৈছিলোঁ? এনেযে পৰিহে আছিলোঁ। [এহোঁপা মাৰে] বিছনাত পৰি থাকোঁতে মই কি ভাবি আছিলোঁ জান?

অঞ্জলি : কি?

চৌধুৰী : বাগিচাখনৰ কাম আৰম্ভ কৰিব পাৰিলেই মইতো চাকৰি বাদ দিমেই, ইযাক মহানন্দকো চাহ খেতিৰ কাম শিকাম।

অঞ্জলি : সি আৰু নপঢ়ে?

চৌধুৰী : পঢ়িব। কিয নপঢ়িব? কিন্তু পঢ়িবও, লগে লগে বাগিচাৰ কামো শিকিব। সি ডাঙৰ টি-প্লেণ্টাৰ হ'ব লাগিব। ডেনভাৰ্ছ চাহাবে মোক কি কৈছিল জান? কৈছিল, আমি বোলে মূৰ্খ! Fool! চকুৰ আগতে থকা সোণ নিজেতো নেদেখোঁৱেই, লোকে দেখুৱাই দিলেও নেদেখোঁ! এৰা! ভুলেই হ'ল। [এহোঁপা মাৰে। কথাৰ সুৰ সলনি হয।] মই বৰ ভুল কৰিলোঁ বুইছ? কিয যে এনেকুৱা ভুল কৰিলোঁ। [সুৰ সলাই] এঃ! হ'ব দে। যি হ'বলগীয়া আছিল হৈ

গ'ল। এতিয়াতো ভাবি থাকিলে লাভ নাই। হেৰি নহয়, তই মোক চাহকে এপিয়লা দেচোন। আৰু মাৰক ক'বি, এই যে দুপৰীয়া মোক পাৰ মাংসৰে ভাত দিছিল, সেইবোৰ মাংসই মোক কাম নিদিয়ে। খিচখিচীয়া কাঁইটৰ নিচিনা হাড়সোপা, মাংসৰ চিনেই নাই। আৰু পাৰ-চাৰ ৰান্ধিবলৈ নিদিবি। হাঁ, যদি পাৰবোৰ একো একোটা বৰটোকোলাৰ সমান হ'লহেঁতেন, তেনেহ'লে কথা বেলেগ আছিল। [চিগাৰ খায়। হঠাতে কাহ উঠে। বুকুত হেঁচা মাৰি ধৰে। বহি পৰে।]

অঞ্জলি কি হ'ল দেউতা? [চৌধুৰী অস্থিৰ হয়] দেউতা। কি হৈছে দেউতা। [চৌধুৰীয়ে হাতেৰে কিবা ইংগিত কৰে]

[চিঞৰি] দেউতা। [বাহিৰৰ ফালে চাই] মা। কানুকাই। অ' কানুকাই। [এবাৰ দেউতাকৰ ওচৰলৈ দৌৰ মাৰে, তাৰ পিছত বাহিৰলৈ দৌৰ মাৰে]

[বাহিৰত] অ' কানুকাই। [চৌধুৰী চকীখনত নিথৰ হৈ বুকুখনত ধৰি পৰি থাকে। লাহে লাহে অন্ধকাৰ হৈ আহে।]

# দৃশ্য ঃ ৫

## মঞ্চ ঃ ১

[যোগমাযাহঁতৰ ঘৰৰ আগফালৰ চোতাল। ৰাতি। দূৰত এটা ষ্ট্ৰীট লাইট জ্বলি আছে। অকণ ৰাস্তাৰ ফালৰ পৰা আহি বাৰাণ্ডাৰ ওচৰত থকা চকী এখন চোতালৰ মাজলৈ আনি বহে। ৰাধা ভিতৰৰ পৰা ওলাই আহে। তাই দুৱাৰমুখৰ ওচৰৰ ছুইচ এটা টিপোঁতে বাৰাণ্ডাৰ লাইটটো জ্বলে। তাই অলপ আগবাঢ়ি আহে।]

ৰাধা ঃ তই ইযাতে বহিলি দেখো? ক'লৈ গৈছিলি? মাই তোলৈ অথনিৰে পৰা বাট চাই আছে।

অকণ ঃ কিয়?

ৰাধা ঃ জানো? কিবা কথা আছে বোলে।

অকণ ঃ মানুহজন গ'ল নেকি?

ৰাধা ঃ গ'ল (খং)। তইনো এতিয়াও 'মানুহজন মানুহজন' কৰি থাক কিয়? [ৰৈ] মই যদি তেওঁক দাদা বুলি মাতিব পাৰিছোঁ, তই নোৱাৰিবি কিয়? এইটো কথা মাই বেযা পায।

অকণ ঃ মানুহজনে আজিকালি ঘনাই ঘনাই আহিবলৈ লৈছে। প্ৰথম ছমাহমান দুমাহৰ মূৰে মূৰে আহিছিল, আজিকালি মাহে মাহে আহে। মাই আজি তেওঁক পইচা কিমান দিলে?

ৰাধা ঃ [গোমোঠা মুখেৰে] এশ টকা।

অকণ ঃ আৰু? কাপোৰ-কানি? পিঠা-পনা? কালি মাই ৰামেশ্বৰৰ হতুৱাই তিল আৰু নাৰিকল অনোৱা দেখিছিলোঁ।

ৰাধা ঃ তই এনেকৈ বেঁকা-বেঁকিকৈ কথা ক'ব কিয়? বেযা পাইছ যদি মাক পোনে পোনে কৈ নিদিয কিয়? [গম্ভীৰ মুখেৰে যোগমাযা ওলাই আহে।]

যোগমাযা ঃ কি কোৱাৰ কথা কৈছ? [ৰাধা নিমাত] কচোন! [ৰৈ] তইঁত দুটাই আজিকালি মোৰ পৰা লুকুৱাই লুকুৱাই কথা পাত। কিয়? মই কিবা জগৰ লগালোঁ নেকি?

ৰাধা : ক'তনো লুকুৱাই লুকুৱাই কথা পতা দেখিলি?
যোগমায়া : তেনেহ'লে কি কোৱাৰ কথা কৈছ— নক'ব কিয়?
ৰাধা : তই যে মহানন্দ দাদাক টকা-পইচা কাপোৰ-কানি সেইবোৰ দি থাক, দিব লাগে নে নালাগে দাদাক সুধি নল'ব কিয়?
যোগমায়া : [অলপ দূৰ আঁতৰি, অলপ পিছত] সি যে মোৰ সেইটো কাম বেয়া পায় মই জানো। মহানন্দ আহিলেও তই বেয়া পাব, তেওঁক কিবা এটা দিলেও তই বেয়া পাব। কিয় ক'চোন!
অকণ : মই বেয়া পাওঁ বুলি কেতিয়াবা কৈছোঁ নেকি?
যোগমায়া : নক'লেও মই চব বুজোঁ। কিন্তু মানুহঘৰৰ অৱস্থা বৰ বেয়া। বৰ কষ্টত চলিছে। থকা-খোৱা-পিন্ধা চবৰে কষ্ট। এই এবছৰে মই কিবা-কিবি অলপ দি আছোঁ কাৰণে মানুহঘৰে অলপ উশাহ পাইছে। আচলতেতো তেওঁলোকৰ এনেকুৱা অৱস্থা হ'ব নালাগিছিল। তেওঁলোকেতো সুখত থাকিব লাগিছিল।
অকণ : কেনেকৈ হ'বলৈ পালে এনেকুৱা অৱস্থা? আমি কৰিলোঁ নেকি?
যোগমায়া : আমি নাই কৰা। কিন্তু কেনেকৈ হ'বলৈ পালে সেইটো তেওঁৰ লগত কথা পতা হ'লে বুজিলিহেঁতেন। তইতো ইমানদিনে তেওঁৰ পৰা আঁতৰি আঁতৰিয়েই ফুৰিলি। [ৰৈ] আমাৰোতো তেনেকুৱা অৱস্থা হ'ব পাৰিলেহেঁতেন।
অকণ : [খং] কাৰ কাৰণে? আমাৰ যদি তেনেকুৱা অৱস্থা হ'লহেঁতেন কাৰ কাৰণে হ'লহেঁতেন?
যোগমায়া : [স্থিৰ দৃষ্টিৰে চাই থাকি] মোৰ কাৰণে। মোৰ কাৰণে হ'লহেঁতেন। সেই কাৰণে মই পৰাচিত হ'বলৈ ওলাইছোঁ।
ৰাধা : [অলপ ৰৈ] তইঁত ভিতৰলৈ ব'ল।
যোগমায়া : নালাগে। তই ভিতৰলৈ যা। মোমায়েৰক পঠিয়াই দেগৈ। মই মাতিছোঁ বুলি ক'বি। [ৰাধাই মাকৰ মুখলৈ চাই ৰৈ থাকে। তাৰ পিছত গুচি যায়।]
অকণ : তই কি পৰাচিত হোৱাৰ কথা ক'লি?
যোগমায়া : মই মাজত নোসোমোৱা হ'লে মহানন্দহঁতৰ ইমান কষ্ট নহ'লহেঁতেন হ'বলা। সিহঁতক অলপ সহায় কৰিব পাৰিলেও মোৰ পৰাচিত হোৱা যেন লাগিব।
অকণ : সহায়তো কৰিয়েই আছ।
যোগমায়া : ওহোঁ। আজি কাপোৰ এযোৰ, কাইলৈ টকা কেইটামান, এনেকৈ নহ'ব।
অকণ : কেনেকৈ হ'ব?
যোগমায়া : তেওঁলোকৰ ঘৰ-মাটি নদীয়ে খহাই নাইকিয়া কৰিলে। লোকৰ জহি-খহি যোৱা ঘৰত মূৰ সুমুৱাই আছে ইয়াত আমাৰ মাটিবোৰ এনেয়ে পৰি আছে। স্কুল আৰু শিৱ মন্দিৰৰ মাজৰ মাটিডোখৰ মই মহানন্দহঁতক দিব খুজিছোঁ।
অকণ : মাটিখিনিৰে তেওঁলোকে কি কৰিব? [ভিতৰৰ পৰা লক্ষেশ্বৰ লাহে লাহে ওলাই আহে।]
যোগমায়া : তেওঁলোক ইয়াতে থাকিবলৈ আহক।
অকণ : থাকিবলৈ? ইয়াত?
যোগমায়া : মই মহানন্দক কৈছোঁ— গোটেই পৰিয়ালটোৱেই ইয়ালৈ গুচি আহক। [লক্ষেশ্বৰক] কথাটো তোকো কওঁ শুন ককাইটি।
লক্ষেশ্বৰ : মই সকলো শুনি আছোঁ। সহায় কৰিব খুজিছ, ইয়াৰ মাটি এডোখৰ বেচি সেই পইচাৰে

ডিব্ৰুগড়তে তেওঁলোকক ঘৰ-বাৰী সাজি ল'বলৈ ক, ইয়ালৈ আহিবলৈ ক'লি কিয়?

যোগমায়া নিয়মমতে আমিতো সদায় একেলগেই থাকিব লাগিছিল। ইমানদিনে তেনেকৈ নাথাকিলোঁ যেতিয়া এতিয়াৰ পৰাই থাকোঁচোন।

অৰুণ ইমানদিনে একেলগে থাকিবলৈ নাপাইছিলি কিয়? সেইখন ঘৰৰ কথা জানিবলৈ ইমান বছৰ বাট চাবলগীয়া হ'ল কিয়? তই যে আজিকালি তেওঁলোকৰ কষ্টৰ কথা ক'ব, পৰাচিত হোৱাৰ কথা ক'ব, তোৰ কষ্টৰ কাৰণে কোন পৰাচিত হ'ব? সেই হাইস্কুলত নাম লগাবৰ পৰা আজিলৈকে যে ঘনশ্যাম চৌধুৰীৰ বিষয়ে এশ পঞ্চাশটা ফাঁকি দি আহিছোঁ, সেইটো কথাত মোৰ কষ্ট হোৱা নাই। এতিয়া কথাবোৰ ওলোটাবলৈ আকৌ এশ পঞ্চাশটা মিছা কথা ক'বি।

যোগমায়া নকওঁ। এতিয়া আৰু মিছা কথা কৈ লাভ নাই। আমি সকলোৱে ভুল কৰিলোঁ। মহানন্দযো কৈছিল আমি অন্ততঃ এবাৰ খবৰ কৰিব লাগিছিল।

লক্ষেশ্বৰ : সেইবোৰ খবৰ কৰিবলৈ যোৱা হ'লে তোৰ যে কেতিয়াবাই কাউৰী-শগুণে নোখোৱা অৱস্থা হ'লেহেঁতেন সেইটো কথা মই তেওঁক বুজাই দিছিলোঁ। মানুহজন মৰি গ'ল কাৰণে সেইবোৰ [illegible] উলিয়াই দিলৈ মই তেওঁক মানা কৰিছিলোঁ। তেওঁ যদি বাপেকৰ প্ৰতি ভক্তি থকা, মৰম থকা মানুহ হয় তেনেহ'লেতো তেওঁ এইজন ঘনশ্যাম চৌধুৰী তেওঁৰ বাপেক বুলি প্ৰমাণ কৰিবলৈ চেষ্টাই কৰিব নালাগিছিল। এইখন চোতালত ভৰি দিবলৈ তেওঁ লাজেই পাব লাগিছিল।

যোগমায়া নহয় ককাইটি তেওঁ লাজ কৰিলেও সেই লাজ আমিযেই ভাঙি দিব লাগে। ইহঁতৰ দেউতাকে কিয় আমাৰ ঘৰ দুখন লগ লগোৱা নাছিল মই ক'ব নোৱাৰোঁ, কিন্তু এতিয়া দুয়োঘৰ মানুহ একেলগে উচৰিকৈ সুখেৰে থাকিলে মানুহজনে শান্তি পাব। এতিয়া মই জানি-শুনি তেওঁলোকক বেলেগকৈ কষ্ট খাই থাকিবলৈ দিব— [অৰুণে ইমান পৰে একাষে কিবা চিন্তা কৰি আছিল। হঠাতে সি মাকৰ কথাত বাধা দিয়ে।]

অৰুণ : ঠিক আছে। মই চব বুজিছোঁ। তই আৰু একো ক'ব নালাগে। তেওঁলোকক এডোখৰ মাটি দিম। কিন্তু মাটিডোখৰ বাৰু হ'ল, ঘৰৰ কি হ'ব?

যোগমায়া : তেওঁ এইবাৰ আহকচোন। মই প্ৰথমতে মাটিডোখৰৰ কথা কওঁ। তেওঁ কি কয় শুনো।

অৰুণ এনেকৈ সময় নষ্ট কৰি কি লাভ? তই যে মাহে মাহে দি থাক, সেইকেইটা পইচাৰে তেওঁ ঘৰ সজাব নে? তই আৰু এইবোৰ একো ভাবিব নালাগে। তই যি বিচাৰিছ সেয়ে হ'ব। মই তেওঁলোকৰ কাৰণে এটা ভাল আহল-বহল ঘৰ সজাই দিম। আমাৰটোতকৈ ভাল নহ'লেও বেয়া নহ'ব।

যোগমায়া : নাই নাই ইমান—

অৰুণ : আৰু একো নক'বি। ছমাহৰ ভিতৰত মই ঘৰটো উলিয়াই দিম। [যাব খোজে]

লক্ষেশ্বৰ : শুনচোন। [অৰুণ ওভতে]
মাটি হ'ল, ঘৰ হ'ল, কিন্তু মানুহ ঘৰে খাব কি?

অৰুণ : তাৰ ব্যৱস্থা মাই কৰিব নহয়।

যোগমায়া : তই মোৰ ওপৰত খং কৰিছ নেকি?

অৰুণ : নাই, নাই, নাই কৰা। ঠিক আছে বাৰু, তেওঁলোকৰ খোৱা-পিন্ধাৰ ব্যৱস্থা তই কৰিব নালাগে,

আমি সকলোৱে মিলি কৰিম। হ'ব নে?

লক্ষেশ্বৰ : নহ'ব। এঘৰ মানুহক তই পুহিব পাৰিলেও মানুহঘৰ সদায় তইঁতৰ পোহনীয়া হৈ থকাটো ভাল কথা নহ'ব। বৰ বেছি এমাহ দুমাহ তইঁতৰ খাব কিন্তু তাৰ পিছত তেওঁলোকে নিজে কিবা এটা কৰি খাব লাগিব। মই তাৰ ব্যৱস্থা এটা কৰি দিব খুজিছো।

অৰুণ : কি ব্যৱস্থা?

লক্ষেশ্বৰ : মই এই কাঠৰ দোকানখন চলাই ভাল নোপোৱা হৈ আহিছোঁ। দোকানখন তেওঁলোকক দি দে। তেওঁলোকেই চলাই খাওক। তইতো জানই দোকানখন গাত লাগি চলাব পাৰিলে ঢেৰ টকা।

যোগমায়া : তই সেইবোৰ এতিয়া ভাবিব নালাগে বৰবিচোন।

লক্ষেশ্বৰ : নহয়, মই ভাবি ঠিক কৰিলোঁৱেই। দোকানখন মই গতাই দিম। মহানন্দহঁতৰ গতাব নিদিলে তইঁতক গতাই দিম।

যোগমায়া : কিন্তু

অৰুণ : [লগে লগে] নহয় মা মোমাইদেৱে ঠিক কথা কৈছে। দোকানখন দিব লাগিব আৰু প্ৰথমতে কিছুদিন চলিবলৈ অলপ নগদ টকাও দিব লাগিব। আৰু ঘৰটো যেনেকুৱা হ'ব সেই হিচাপে খাট পালেং চকী-মেজ আলনা আলমাৰি— মই এইবোৰৰো ব্যৱস্থা কৰি দিম। [মাকক] তই যে কৈছিলি, আমি এঘৰ আগতে দেউতাই এইটো ঘৰত আগফালৰ চৰাঁৰ পৰা পাগঘৰৰ টৌ, কেৰাহী, হেতা চামুচলৈকে সকলো যোগাৰ কৰি অনন্ত ককাইক চকীদাৰ পাতি থৈ দিছিল। তেনেকৈয়ে মই চব ঠিক ঠাক কৰি চকীদাৰ ৰাখি থ'ম। তেওঁলোক আহি সোমালেহিয়েই হ'ল। কেৱল এটা কাম মই মোৰ মতে কৰাম। ঘৰটোৰ সন্মুখত দুটা ডাঙৰ ডাঙৰ পিলাৰ থাকিব, তাত এখন গেট থাকিব, এটা পিলাৰত এখন তামৰ ব'ড লগোৱা থাকিব, ব'ডখনত ঘৰটোৰ নাম লিখা থাকিব 'যোগমায়া নিকেতন'।

যোগমায়া : মোৰ নামটো আকৌ কিয়?

অৰুণ : ইমানবোৰ কাম তোৰ মতে হ'ব, এটা কাম মোৰ মতে হওক দে। মোৰো কিবা এটা কৰিবলৈ মন যায় নহয়। [দূৰৰ পৰা ৰেলৰ এখন আহি থকাৰ শব্দ। মঞ্চ লাহে লাহে আন্ধাৰ হৈ যায়। ৰেলৰ শব্দ ডাঙৰ হৈ আকৌ লাহে লাহে সৰু হৈ যায়। তাৰ পিছত লাহে লাহে দ্বিতীয় মঞ্চৰ আঁৰ কাপোৰ উঠে।]

# দৃশ্য : ৬

## মঞ্চ : ২

[মহানন্দহঁতৰ নতুন ঘৰটোৰ বহা কোঠালি। ৰাতি। (ইলেকট্ৰিক লাইট জ্বলিছে) মহানন্দই একান্তমনে চিগাৰেট হোঁপি দূৰলৈ চাই কিবা ভাবিছে। দ্বিতীয়বাৰ চিগাৰেটৰ ধোঁৱা উলিয়াই দিয়াৰ পিছত ভিতৰৰ পৰা ৰাধা আৰু গৌৰী ওলাই আহে। কোঠালিটোৰ সোঁ, বাওঁ আৰু মাজত মুঠতে তিনিখন দুৱাৰ আছে। বাঁওহাতে বাওঁফালৰ মহানন্দৰ কোঠালিৰ পৰা ওলাই আহিছে।]

**মঞ্চ নিৰ্দেশনা**

পাছফালৰ বাৰাণ্ডা
মহানন্দৰ শোৱা কোঠালি | বহা কোঠালি | ৰামৰ শোৱা কোঠালি

ৰাধা : আমি যাওঁ দাদা।

মহানন্দ : যোৱাই নেকি? চাহ-তাহ খালা?

ৰাধা : নবৌৱে চাহ নোখোৱাকৈ যাবলৈ দিব বুলি ভাবিছে? লুচি-ভাজি পিঠা, মিঠাই ইমান সোপা খালোঁ ৰাতিলৈ ভাত নাখালেও হ'ব।

মহানন্দ : মাহী! মাহী পিছত যাব হ'বলা!

ৰাধা : নহয় আমাৰ লগতে যাব। নবৌৰ লগত কিবা কথা পাতিছে।

মহানন্দ : হেৰি নহয় গৌৰী, তোমাৰ দেউতাৰাক দেখোন কেইদিনমান দেখাই নাই! ক'ৰবালৈ গ'ল নেকি?

গৌৰী : নাই যোৱা। দেউতাই আজিকালি গোসাঁইঘৰটোৰ পৰা আঁতৰিবই নোখোজে।

মহানন্দ : [ধেমালিৰ সুৰত] ওঁ! দেউতাৰা বৰ বুধিযক মানুহ বুইছা। এই কাঠৰ বিজিনেছৰ জঞ্জাল সোপা মোৰ ডিঙিত আঁৰি দি নিজে গোসাইঘৰত সোমাইছে! সময় পালে এবাৰ মোক লগ পাবলৈ ক'বাচোন। কথা দুটামান সুধিবলগীয়া আছে।

গৌৰী : ক'ম বাৰু। [বাহিৰলৈ চাই ৰামক দেখি হাঁহে। ৰাম সোমাই আহে।]
আমি যাবলৈ ওলালোঁ, তুমি এতিয়া আহিছা?

ৰাম : কেতিয়াবাই আহিলা নেকি?

গৌৰী : অঁতো! ক'লৈ গৈছিলা? তুমিতো আজি কলেজলৈও যোৱা নাই?

ৰাম : দেউতাই কিবা কাম এটাত এয়াৰপ'ৰ্টলৈ পঠিয়ালে তাৰ্লৈকে গৈছিলোঁ। আৰু ক্লাছেই হোৱা নাই কলেজলৈ গৈ কি কৰিম? [যোগমায়া আৰু পাৰ্বতী সোমাই আহে।]

গৌৰী : ইস! ক্লাছেই হোৱা নাই! আমাৰ দেখোন আজি তিনিটা ক্লাছ হৈছে!

ৰাম : [illegible] হৈছে, আমাৰ—

মহানন্দ : আচলতে দোষটো অকল তাৰে নহয় মোৰো। কলেজৰ এটা বিল্ডিং বোলে মিলিটেৰীয়ে লৈছে?

গৌৰী : হয়।

মহানন্দ : সেই কাৰণে বোলে ইহঁতৰ ক্লাছ বহুৱাবলৈ কোঠালিৰেই টনা-টনি পৰিছে। কোঠালি খালী পালে ক্লাছ হৈছে, নাই পোৱা যদি নাই হোৱা। সেই কাৰণে মই ক'লো, বোলো তই যেতিয়া সময় পাৱ, মোক অকণমান সহায় কৰি দিবি।

পাৰ্বতী : দেউতাকে সেইটো কথা ক'বলৈহে পালে, সি একেবাৰে কলেজলৈ পিঠিযেই দিলে।

ৰাম : কোনে কৈছে পিঠি দিলোঁ বুলি?

পাৰ্বতী : মই তোৰ কথাৰ পৰাই বুজোঁ নহয়, তই কলেজৰ ক্লাছ কৰি আহ নে ক'ৰ পৰা আহ!

ৰাম : বাঃ! তই মোৰ কথাৰ পৰাই বুজ?

পাৰ্বতী : বুজোঁতো!

যোগমায়া : মাৰাই বাৰু যি বুজে বুজি থাকক, আচল খবৰবোৰ কিন্তু আমাৰ অকণে ঠিক পাই থাকিব।

প্ৰিন্সিপালৰ লগত অকণৰ কিমান ভাল তুমি জানা নে নাজানা?

ৰাম : জানো।

যোগমায়া : বছৰটোৰ মাজতে প্ৰিন্সিপালে যে তোমাক কলেজত নাম লগাবলৈ দিলে সেইটো অকণৰ কাৰণেই হ'ল নে নহ'ল?

ৰাম : হ'ল।

যোগমায়া : গতিকে সাৱধান হৈ থাকিবা। তুমি কি কৰিছা কি নকৰিছা চব অকণৰ কাণত পৰি থাকিব।

মহানন্দ : আৰু মইতো অকণক কৈয়েই থৈছোঁ— ইয়াক তোমাক চমজালো, তুমি যি কৰা কৰি থাকা।

যোগমায়া : তুমি যদি এওঁক অকণকেই চমজালা, তেনেহ'লে আকৌ এওঁক আজি তোমাৰ এয়াৰপ'ৰ্টৰ কাম চাবলৈ, কাইলৈ জংঘলৰ কাঠ চাবলৈ দৌৰাই থাকা কিয়?

[সকলোৱে হাঁহে]

ৰাধা : অ'ই গৌৰী, মা পিছত আহি থাকিব, আমি যাওঁ ব'ল। তিনিওজনী ইয়াত সোমাই থাকিলে দাদাহঁত ৰাতি লঘোণে থাকিব লাগিব।

যোগমায়া : মই যাম বাৰু। তহঁত গৈ থাক।

গৌৰী : আহোঁ দাদা।

মহানন্দ : যোৱা।

ৰাধা : [ৰামক] তুমি যাবানে আজি আমাৰ ঘৰলৈ?

ৰাম : অকণ খুৰা ঘৰত নাই যদি যাব পাৰোঁ।

ৰাধা : সাহসৰ গোট সেইটো? নবৌৰ আগতহে একেবাৰে মহাবীৰটো।

ৰাম : কি? ব'লা, এতিয়াই ব'লা।

গৌৰী : অকণ দাদা কিন্তু ঘৰতে আছে।

ৰাম : থাকক। ব'লা। [যাবলৈ ওলায]

পাৰ্বতী : শুনচোন, কিবা এটা খাই যা।

ৰাম : তাতে খামগৈ। [গৌৰীক] দিবা নে নিদিয়া কিবা খাবলৈ?

গৌৰী : দিম ব'লা। [ৰাম ওলাই যায]

ৰাধা : [হাঁহি হাঁহি] যাওঁ নবৌ।

পাৰ্বতী : যোৱা [ৰাধা আৰু গৌৰী ওলাই যায]

যোগমায়া : [মহানন্দক] মই অইনৰ মুখতো শুনিছোঁ, এওঁক বোলে তুমি সঁচাকৈয়ে ব্যৱসায়ত লগাইছা?

মহানন্দ : মই লগাওঁ বুলি লগোৱা নাই মাহী। আচল কথাটো হ'ল কি জানে, মইতো প্ৰথম তিনি-চাৰি মাহ কাঠৰ দোকানখনকে লৈ বহি আছিলোঁ। আপোনাৰ ককায়েকে দোকানখন যেনেকৈ পাতি থৈ গৈছে, মই একো কৰিবই নালাগে, কাঠ যোগাৰ দিয়াই যোগাৰ দি গৈছে, কিনাই কিনি লৈ গৈ আছে। কিন্তু হঠাতে মোৰ চাৰিজনমান ডাঙৰ ডাঙৰ ঠিকাদাৰৰ লগত চিনাকি হ'ল বুইছে' এই যে মহাযুদ্ধখন লাগিছে, তেওঁলোক হ'ল যুদ্ধৰ ঠিকাদাৰ। তেওঁলোকৰ কথা-বতৰা শুনি, দুদিনমান তেওঁলোকৰ লগত ওলাই গৈ যি বুজিলোঁ, চাৰিওফালে কাম আৰু টকা গিজ খাই আছে। আপুনি কাম কৰক আৰু টকাখিনি ঘৰ সুমুৱাকহি। [চেপা মাতেৰে] আৰু কথাটো কি হৈছে জানে মাহী? মই যিডাল কাঠ আপোনাক পাঁচ টকাত বেচি আছোঁ, সেইডাল মিলিটেৰীক দি কওক পোন্ধৰ টকা, আৰু কথা নাই, পৰিল আপোনাৰ হাতত

পোন্ধৰ টকা। তেওঁলোকৰ এজনেতো ক'লেই, বেঙা মানুহেহে বোলে আজিকালি এনেকৈ কাঠৰ দোকান খুলি বহি থাকে।

পাৰ্বতী : আৰু সেইবোৰ মানুহৰ কথা শুনিযেই এওঁৰ গাৰ গোসাঁই নোহোৱা হ'ল বুইছে মাহী। খাৱনৰ ঠিক নাই, শোৱনৰ ঠিক নাই, সেই পুৱাই ওলাব, মাজনিশা সোমাবহি।

মহানন্দ : এঃ ৰ'বাহে। ক'তনো মাজনিশা সোমাওঁহি? সেই এদিন কামত লাগি থাকোঁতে দেৰি হ'ল, তাকেনো সদায গাই থাকা কিয? বুইছে মাহী, সেই মানুহকেইজনৰ বুদ্ধি মতে যেই সেই কাম বিচাৰি ওলালোঁ, সেই কামে মোক খেদি ফুৰিবলৈ ধৰিলে। লৈছোঁ, মই চাৰি-পাঁচটা মানুহৰ সহায লৈছোঁ, কিন্তু কিছুমান কাম একেবাৰে নিজৰ মানুহৰ বাহিৰে অইনৰ হাতত এৰি দিব নোৱাৰি নহয সেই কাৰণে কেতিযাবা ইযাক, ৰামক পঠিযাবলগীযা হৈছে।

যোগমাযা : যেতিযা নপঠালে নহয, তেতিযা পঠিযাবা বাৰু। কিন্তু আমাৰ অকণে পঢ়া-শুনাৰ কথাকে বেছিকৈ ভাবি থাকে নহয, সেইকাৰণে তাৰ কথাটো হৈছে— সি ঘৰখনৰ ডাঙৰ ল'ৰা পঢ়া-শুনাত সি আগবাঢ়িব লাগে। প্ৰিন্সিপালেও এদিন তাব তাৰ কথা কিবা কৈছিল হ'বলা।

মহানন্দ কি কৈছিল?

যোগমাযা : সি পঢ়া-শুনাত বৰ মন-কাণ দিযা নাই। তাৰ স্বভাৱো বোলে বৰ ভাল নহয। তেনেকুৱাই কিবা কৈছিল হ'বলা।

মহানন্দ : হয নেকি? বাৰু, দেখা যাওক কি হয।

যোগমাযা : যাওঁ দিযা। দেৰিযেই হ'ল। যাওঁ পাৰ্বতী।

পাৰ্বতী : ভাল। ব'লক। [আগবাঢ়ে]

মহানন্দ : অ হেৰি নহয, মনত পৰোতেই কথা এটা সোধোঁ মাহী। ৰাধাৰ বিযা-বাৰুৰ কথা ভবা নাই?

যোগমাযা : কিয ভবা নাই? ভাবোও কথাও পাতোঁ, আকৌ কথাবোৰ তল পৰে, কেতিযাবা আকৌ ওলায এনেকৈয়ে আছোঁ।

মহানন্দ : তাইৰতো বযস— মোৰ আন্দাজমতে বাইশ-তেইশ?

যোগমাযা : হৈছে। সিমানেই হৈছে।

মহানন্দ : কথা এটা শুনিছো হয নে?

পাৰ্বতী : এঃ। সেইবোৰ শুনা কথানো কিয মাহীক সুধিব লাগিছে?

মহানন্দ : ৰ'বাচোন তুমি। মাহীক নুসুধি মই বাটৰ মানুহক সুধিমগৈ নেকি?

যোগমাযা : কি কথা কোবাচোন।

মহানন্দ : ৰাধাৰ বোলে স্কুলৰ মাষ্টৰ এজনৰ লগত বিযা হোৱাৰ কথা ঠিক হৈ আছে?

যোগমাযা : [হতবাক] কি? মাষ্টৰ এজনৰ লগত?

মহানন্দ : অতুল ৰায নামৰ মাষ্টৰ এজন আছে বোলে?

যোগমাযা : তোমাক কোনে ক'লে? ক'ত শুনিলা? কেতিযা শুনিলা?

পাৰ্বতী : আমাৰ বীৰুৱে স্কুলত শুনি আহিছে। তাৰ লগৰ ল'ৰা দুটামানে হেনো কৈ থাকে, আমাৰ অতুল ছাৰৰ লগত হেড মাষ্টৰৰ ভনীযেকৰ বিযা হ'ব।

যোগমাযা : [অস্থিৰ] কোনেনো উলিযায এইবোৰ কথা? কেনেকৈনো ওলাবলৈ পায? [অলপ পৰ ভাবি হঠাতে] মই আহোঁ।

মহানন্দ : কথাটো সোধা কাৰণে বেযা নাপাব। নিজৰ বুলিহে—

যোগমাযা : [পাৰ্বতীক] আহোঁ পাৰ্বতী। [গপগপকৈ ওলাই যায। মহানন্দই জেপৰ পৰা চিগাৰেটৰ পেকেট উলিযায]

পাৰ্বতী : [যোগমাযাৰ পাছে পাছে গৈ উভতি আহি] আপুনিনো ফতকৰে কথাটো কিয উলিযালে?

মহানন্দ : [পেকেটৰ পৰা চিগাৰেট উলিযাই] মানে মাহীয়ে ৰামৰ পঢ়া-শুনা আৰু স্বভাৱৰ কথা ক'লে নহয়, সেই কাৰণে মোৰ ৰাধাৰ কথাটো ক'বলৈ মন গ'ল। [হাঁহে। চিগাৰেট জ্বলাব খুজি হঠাতে বাহিৰলৈ চাই] কোন?

ৰামেশ্বৰ : [বাহিৰৰ পৰা] মই দাদা।

মহানন্দ : ৰামেশ্বৰ নেকি?

ৰামেশ্বৰ : [বাহিৰৰ পৰা] হয দাদা।

মহানন্দ : সোমাই আহাঁ। [চিগাৰেট জ্বলায। ৰামেশ্বৰে বেগ দুটা হাতত লৈ সোমাই আহে।]

পাৰ্বতী : চব বস্তু পালানে?

ৰামেশ্বৰ : পালোঁ বৌ। বুটৰ দাইল আজি মোৰ দোকানত নাছিল, বজাৰৰ পৰা আনি দিছোঁ।

মহানন্দ : তুমি দোকান বন্ধ কৰিলাই নেকি?

ৰামেশ্বৰ : নাই কৰা। ল'ৰাটোক বহুৱাই থৈ আহিছোঁ। বৌৱে বস্তুখিনি সোনকালে লাগে বুলি ক'লে সেই কাৰণে লৈ আহিলোঁ।

মহানন্দ : ভাল কৰিলা। [পাৰ্বতীয়ে বেগ দুটা লৈ ভিতৰলৈ যাযগৈ।]

ৰামেশ্বৰ : যোগমাযা জেঠাই ওলাই গৈছে মই মাতিলোঁ ভালকৈ মাতেই নিদিলে। কিবা কথাত জেঠাইৰ খং উঠি গৈছে নেকি

মহানন্দ : জানো। উঠিবও পাৰে।

ৰামেশ্বৰ : কিন্তু জেঠাইৰতো খং উঠা মই বেতিযাও দেখা নাই।

মহানন্দ হয নেকি? তোমাৰ জেঠায়েৰা বৰ ভাল মানুহ, নহয জানো?

ৰামেশ্বৰ : আমি তেখেতক মানুহ বুলি নকওঁৱেই। দেৱী বুলি কওঁ। তেখেত নথকা হ'লে আজি আমি এইটো অবস্থাত থাকিবলৈ পাওঁনে?

মহানন্দ : কিন্তু, ই ৰামে ক'লে, আজিকালি তোমালোকৰ দোকানখনৰ অৱস্থা বোলে ভাল নহয।

ৰামেশ্বৰ : ভাল নহয মানে মানুহক যিবোৰ বস্তু সদায লাগে— নিমখ, চেনি, আটা, কেৰাচিন তেল— সেইবিলাক বস্তুকে দিব নোৱাৰোঁ নহয। ঘূৰি ঘূৰি ডবল দাম দি পাঁচসেৰ চেনি আনিম, একেদিনাই চাফা, আকৌ দুদিনলৈ নাই। নিমখ আৰু কেৰাচিন তেলৰ লগততো মই হাযৰাণ হৈ গৈছোঁ।

মহানন্দ : এনেকুৱা অৱস্থা?

ৰামেশ্বৰ : এনেকুৱা অৱস্থা।

মহানন্দ : অলপ সৰহকৈ চেনি, নিমখ, কেৰাচিনৰ ব্যৱস্থা কৰিব পাৰিলে ভাল হয, নহয জানো?

ৰামেশ্বৰ : হয় দাদা।

মহানন্দ : মোৰ লগত এফালে ওলাব পাৰিবা?

ৰামেশ্বৰ : ক'লৈ?

মহানন্দ : সেইটো পিছৰ কথা। ওলাব পাৰিবানে নোৱাৰা সেইটো কোৱা। [চকু মুদি চিগাৰেট হোঁপে]

ৰামেশ্বৰ : কেতিয়া?

মহানন্দ : কাইলৈকে।

ৰামেশ্বৰ : [অলপ ভাবি] আপোনাৰ লগতহে যাব লাগিব? যাম।

মহানন্দ : লেনদেনবোৰ কিন্তু অলপ বেলেগ ধৰণৰ হ'ব।

ৰামেশ্বৰ : কেনেকুৱা?

মহানন্দ : তোমাৰ যাতে ভাল হয় তেনেকুৱা।
[অন্ধকাৰ]

# দৃশ্য : ৭

## মঞ্চ : ১

[যোগমাযাইঁতৰ ঘৰৰ আগফাল। ৰাতি। অতুল আৰু ৰাধা থিয় হৈ আছে। অকণে গম্ভীৰ মুখেৰে অহা-যোৱা কৰি আছে। অলপ পিছত]

অকণ : [অতুলক] বহা। থিয় হৈ আছা কিয়?

অতুল : হ'ব দাদা।

অকণ : ৰাধা!

ৰাধা : দাদা!

অকণ : ইহঁত নবীন, তিলক কোনোবা আছেনে?

ৰাধা : নাই। সিহঁত দুযোটা বজাৰলৈ গৈছে।

অকণ : গৌৰীক মাতচোন।

ৰাধা : [ভিতৰলৈ চাই, ডাঙৰকৈ] গৌৰী! অ'ই গৌৰী!

গৌৰী : [ভিতৰৰ পৰা] গৈছোঁ। [গৌৰী আহে]

অকণ : তই ৰামহঁতৰ ঘৰলৈ যাচোন। মহানন্দ দাদাক মই লগ পাব খুজিছোঁ বুলি কৈ আহগৈ। এটা জৰুৰী কথা আছে বুলি ক'বি। [গৌৰী একমুহূৰ্ত চাই থাকি সোমাই যায়।] ভিতৰলৈ গ'লি দেখোন।

গৌৰী : চাদৰখন সলাই লওঁ। [ভিতৰলৈ যাযগৈ]

অকণ : ৰাধা!

ৰাধা : দাদা!

অকণ : তই মাজে মাজে স্কুলত কাম কৰাৰ কথা কৈ আছিলি। এতিয়া কৰিবিনে?

ৰাধা : [আনন্দেৰে] কৰিমতো!

অকণ : মাইনৰ স্কুলত নহয়, হাইস্কুলত। পাৰিবি?

ৰাধা : [অতুললৈ চাই] পাৰিম।

অকণ : মই কমিটীৰ মানুহখিনিক কথাটো কৈছোঁ। এক তাৰিখৰ পৰা তই কাম কৰিব লাগিব।

ৰাধা : কৰিম।

অকণ : এতিয়া তোক দৰমহা দিব পৰা নাযাব। হাত খৰচ হিচাপে মাহে বিশ টকা পাবি।

ৰাধা : বিশ টকাৰে মই কি কৰিম? দহ টকা দিলেই হ'ব।

অকণ : তই এতিয়া ভিতৰলৈ যা। মই অতুলৰ লগত কথা পাতোঁ। [অতুল আৰু অকণৰ মুখলৈ চাই ৰাধা যাযগৈ। অইন এখন চাদৰ লৈ গৌৰী ওলাই আহে, ৰাস্তাৰ ফালে গুচি যায।] বিযা-বাৰুৰ কথা কি ভাবিছা অতুল?

অতুল : কাৰ?

অকণ : তোমাৰ? ৰাধাৰ? [অতুলে তলমূৰ কৰে অকণে তালৈ চায। কথাটো তোমাক এনেকৈ সোধাৰ লগে লগেই তুমি নিশ্চয বুজিব পাৰিছা মই লুক-ঢাক ভাল নাপাওঁ। এসময়ত মই সন্দেহ কৰিছিলোঁ, তোমালোকে লুক-ঢাক কৰি কিবা খেল খেলিব খুজিছা নেকি? মাজে মাজে সেই সন্দেহ মোৰ এতিযাও হয। তুমি জানা নে নাজানা ক'ব নোৱাৰোঁ। এক জঘন্য লুক-ঢাকৰ মাজতেই মোৰ জন্ম। সেই কাৰণে এতিযা লুক-ঢাক বুলিলেই মোৰ ঘিণ লাগে। যি কৰা সকলোৰে জনাকৈ কৰা। সোনকালে কৰা। তোমালোকৰ ঘৰত তোমাৰ গাৰ্জেন বুলিবলৈ এতিযা কোন কোন আছে?

অতুল : খুৰা-খুৰীহঁত আছে। বৰমা এগৰাকী আছে।

অকণ : যাক যাক সুধিব লাগে সোধা। চিঠিৰে যদি কাম নহয, তেনেহ'লে এবাৰ গৈ লগ ধৰি আহা। সকলো কথা মোক সোনকালে জানিবলৈ দিবা। এইখিনি হ'ল আমাৰ ঘৰুৱা কথা। মোৰ অন্য কামৰ কথা এটাও তোমাক কৈ থওঁ। অন্য কাম মানে স্বৰাজৰ কামৰ কথা কৈছোঁ। বুজিছা নহয?

অতুল : বুজিছোঁ।

অকণ : মই স্বৰাজৰ কামৰ পৰা স্কুলকেইখনক যিমান পাৰোঁ আঁতৰাই ৰাখিছোঁ। কেতিযাবা কোনেও গম নোপোৱাকৈ দুই-এখন মিটিং ইযাতে পাতিবলগীযাত পৰিছোঁ, সেইটো বেলেগ কথা। মিলিটেৰীযে কেম্প পাতিবলৈ ঘৰ বিচাৰি ফুৰিছে। স্বৰাজৰ কামৰ লগত আমাৰ সম্বন্ধ আছে বুলি জানিলে চৰকাৰে তৎক্ষণাত আমাৰ স্কুল-কলেজ ঘৰবোৰ মিলিটেৰীক দিযাৰ সুবিধা উলিযাই দিব। মই সেইটো হ'বলৈ দিব খোজা নাই। ল'ৰা-ছোৱালীবোৰৰ ক্ষতি কৰিব খোজা নাই। কিন্তু হঠাৎ পুলিচে আমাৰ খবৰ ৰাখিবলৈ আৰম্ভ কৰিছে।

অতুল : কেনেকৈ জানিলে?

অকণ : এই যে মহানন্দ দাদাৰ বীৰু নামৰ ল'ৰাটো, সি আৰু তাৰ লগৰ কেইটামানে নল'বলগীয়া কথাত বেছি ইণ্টাৰেষ্ট লয। সেইটো কথাত মোৰ খং উঠি আছিল। আজিকালি পঢ়া-শুনাৰ বাহিৰে কি কি কথাত ইণ্টাৰেষ্ট ল'ব লাগে, সেই কথাটো কওঁতে সিহঁতৰ ক্লাছত মই স্বৰাজৰ কথা কিছুমান কৈ পেলালোঁ। এইটো চাৰিদিনৰ আগৰ কথা। আৰু কালি ৰাতি মোৰ চিনাকি পুলিচ অফিচাৰ এজনে আহি কৈ গ'ল, মই বোলে স্বৰাজৰ কথা কৈ স্কুলৰ ল'ৰাক ভলণ্টিয়াৰ কৰাৰ চেষ্টা কৰিছোঁ।

অতুল : কি?

অকণ : তেওঁ মোক সাৱধানে চলিবলৈ কৈ গৈছে। স্কুলৰ ভিতৰৰ কথা, ইমান সোনকালে ইমান দূৰলৈ গ'ল কেনেকৈ? [খোজকাঢ়ে] দেখা যাওক। তুমিও সাৱধানে থাকিবা। [হঠাতে দূৰলৈ চাই] আহক দাদা। [মহানন্দ ৰাস্তাৰ ফালৰ পৰা আহে]

মহানন্দ : মই এফালে যাবলৈ ওলাই আহিছিলোঁ। গে'টৰ মুখতে গৌৰীক পালোঁ। কিবা জৰুৰী কথা আছে বোলে?

অকণ : এওঁ আহিছিল আমাৰ ঘৰলৈ। ভাবিলোঁ, এওঁ থাকোঁতেই আপুনি আহিলে এওঁৰ লগত আপোনাক চিনাকি কৰি দিব পাৰিম। এওঁ অতুল। অতুল ৰায। আমাৰ স্কুলতে কাম কৰে।

মহানন্দ : হয নেকি?

অকণ : বীৰুৱে যে স্কুলত শুনি আহি কৈছিল, এওঁৰ লগতে ৰাধাৰ বিযা ঠিক কৰিছোঁ।

মহানন্দ : কি?

অকণ : আৰু বিযাখন নোহোবালৈকে সিহঁত যাতে ওচৰা-উচৰিকৈ থাকিব পাৰে সেইকাৰণে ৰাধাক সেইখন স্কুলতে চাকৰি কৰিবলৈ দিছোঁ। [অতুলক] তুমি আজি যোৱা অতুল। [অতুল যায]

মহানন্দ : এইবোৰ কি কৰিব খুজিছা? মই এইবোৰ ভাল পোৱা নাই।

অকণ : আপোনালোকে যাতে অইনৰ পৰা টুকুৰা-টুকুৰিকৈ কথাবোৰ শুনি থাকিব নালাগে, সেইকাৰণে মই নিজ মুখেৰে সঁচা কথাটো কৈ দিলোঁ, কিন্তু এইবোৰ— [আচৰিত হৈ] আপুনি ভাল নাপাবলৈ কিটো হ'ল?

মহানন্দ [বেছি আচৰিত হোৱা যেন দেখুৱাই] কিয? মই তাইৰ ককাযেক নহওঁ?

অকণ : অ! সেইটো কথা! তেনেহ'লে আপুনি ভালহে পাব লাগিছিল।

মহানন্দ : [গম্ভীৰ মাতেৰে] শুনা অকণ, আমাৰ বংশৰ এটা মান আছে। দেউতাৰ এটা মান আছে। আজি দেউতা থকা হ'লে তেখেতে কি কৰিলেহেঁতেন, সেইটো আমি ভাবিব লাগিব।

অকণ : দাদা মই আপোনাক ভিতৰলৈ মাতি নি বহিবলৈ কোৱা নাই, বেযা নাপাব। এইখিনি কথা ঘৰৰ অইন মানুহে এতিযা নুশুনাই ভাল। সেইকাৰণে ইযাতে থিযৈ থিযৈ কথা পাতোঁ। [সুৰ সলাই] আজি দেউতা থকা হ'লে তেখেতে কি কৰিলেহেঁতেন সেইটো আমি ভাবিব লাগিব, আপোনাৰ মতে কথা সেইটোবেই, নহয জানো?

মহানন্দ : ওঁ। সেইটো বৰ ডাঙৰ কথা। [জোৰ দি কয]

অকণ : দেউতা জীযাই থকা হ'লে আপোনাৰ যে ৰাধা নামৰ ভনীযেক এজনী আছিল, সেই কথাটো আপুনি গম পালেহেঁতেন নে?

[মহানন্দই চক খাই অকণৰ মুখলৈ চাই থাকে]

অকণ : হুঁ? কি কয? দেউতা কিমান মান-সন্মান থকা, কিমান ডাঙৰ পৰিযালৰ মানুহ আছিল কাৰণে মোৰ নিচিনা এটা ভাযেক পালে জানে?

মহানন্দ : তুমি?

অকণ : দেউতাক আপুনিও চিনি পায, মযো চিনি পাওঁ। মই যি ধৰণে চিনি পাওঁ, ঠিক সেই ধৰণেই দেউতাৰ মান-সন্মান ৰক্ষা কৰিম। দেউতা যিমানৰ মানুহ, তেখেতক ঠিক সিমানত ৰাখিম। আপোনালোকে আপোনালোকৰ ভাগে যি পাৰে কৰক, আমাক আমাৰ মতে কাম কৰিবলৈ দিযক।

[মহানন্দই তীক্ষ্ণ দৃষ্টিৰে অকণৰ মুখলৈ চায। তলমূৰলৈ কিবা ভাবে। তাৰ পিছত লাহে লাহে ৰাস্তাৰ পালে ওলাই যায। অন্ধকাৰ।]

# দৃশ্য ঃ ৮

[দুযোখন মঞ্চৰ আঁৰ কাপোৰ পৰি আছে। দ্বিতীয় মঞ্চৰ সোঁ কাষৰ পৰা ৰাম আৰু গৌৰী সোমায়। (তেওঁলোকে কথা পাতি পাতি প্ৰথম মঞ্চৰ আগেদি ওলাই যায। ৰামৰ হাতত এটা টৰ্চ লাইট।]

গৌৰী ঃ মই অকলে যাব পাৰিম। তুমি যোৱাগৈ যোৱা।

ৰাম ঃ অ। মই আকৌ তোমালোকৰ ঘৰলৈ যাম বুলিযেই ওলাই আহিছোঁ।

গৌৰী ঃ আজি নালাগে দিযা। আজি আমাৰ ঘৰখনত কিবা এটা হৈছে। চবৰে মুখখোৰ ওলমি ওলমি আছে। অকণ দাদাৰ কাৰোবাৰ ওপৰত খুব খ উঠি আছে।

ৰাম ঃ হয নেকি?

গৌৰী ঃ তুমি কিন্তু বেযা নাপাবা।

ৰাম ঃ ঠিক আছে। [উভতি যায। গৌৰীযে এখোজ আগবাঢ়ি ওভতে]

গৌৰী ঃ শুনাচোন। [ৰাম উভতি আহে] মই পিছত ক'ম বুলি ভাবিছিলোঁ, কিন্তু এতিযাই কওঁ দিযা।

ৰাম ঃ কি?

গৌৰী ঃ তুমি আমাৰ ঘৰলৈ আগতে অহাৰ নিচিনাকৈ সদায আহি থাকিবা। আমি ইমানদিনে পতাৰ নিচিনাকৈ কথা পাতি থাকিম। তাতকৈ বেলেগ কিবা কথা মই ভাবিব নোৱাৰোঁ। তুমি যদি অইন কিবা ভাব মনত লৈ আছা, তেনেহ'লে মই আৰু তোমাৰ লগত কথা পাতিব নোৱাৰিম। [যাব খুজি, ওভতে] তুমি বেযা নাপাবা। মোলৈ আৰু তেনেকৈ চিঠি নিলিখিবা। আহি থাকিবা। নাহিলেহে মই বেযা পাম। [উভতি লৰালৰিকৈ যাযগৈ। ৰাম অলপ সময ৰৈ থাকে। তাৰ পিছত সি ওভোতা ফালে যাযগৈ।]

[অন্ধকাৰ]

# দৃশ্য ঃ ৯

**মঞ্চ ঃ ২**

[মহানন্দৰ বহা কোঠালি। মনোৰঞ্জন বহি আছে। ৰামেশ্বৰ এচুকত থিয হৈ আছে। মহানন্দই হাতত গিলাচ এটা লৈ অহা-যোৱা কৰি আছে।]

মনোৰঞ্জন ঃ কালি শুনিলোঁ উত্তৰপাৰে আৰু এটা ৰেষ্ট কেম্প হোৱাৰ কথা আছে।

মহানন্দ ঃ বিজিনেছৰ কথাত ধৰাৰ আগতে মই আপোনাক এটা কথা সুধি লওঁ। এই অতুল, অতুল ৰায় নামৰ মাষ্টৰ এটাক চিনি পায়নে?

মনোৰঞ্জন ঃ আমাৰ হাইস্কুলৰ?

মহানন্দ ঃ [হাতেৰে দেখুৱাই] এইখন হাইস্কুলৰ কথা কৈছোঁ।

মনোৰঞ্জন ঃ ময়ো সেইখনৰ কথাকে কৈছোঁ।

মহানন্দ ঃ 'আমাৰ হাইস্কুল' বুলি যে ক'লে সেইখন আপোনালোকৰ হাইস্কুল নেকি?

মনোৰঞ্জন ঃ নহয মানে ওচৰতে আছে, আমাৰ ল'ৰা-ছোৱালীয়েই তাত পঢ়িছে, সেই কাৰণে আমাৰ

বুলি কৈছোঁ। আপুনি ঠিকেই ধৰিছে। আচলতে সেইখন আপোনালোকৰ স্কুল বুলি ক'ব লাগে।

মহানন্দ : হ'ব বাৰু। পাযনে চিনি অতুল বাযক?

মনোৰঞ্জন : পাওঁ। ভালকৈ চিনি পাওঁ। সিহঁতৰ অৰিজিনেল ঘৰ মেদিনীপুৰত আছিল। এতিযা সি ইযাৰে কামাখ্যাচৰণ নামৰ মানুহ এজনৰ ভাৰাঘৰত থাকে।

মহানন্দ : কামাখ্যাচৰণ?

মনোৰঞ্জন : হয। আপুনি নাম শুনিছে নে নাই ক'ব নোৱাৰোঁ, আমাৰ ইযাত অন্নদাচৰণ নামৰ এজন সাংঘাতিক চি আই ডি ইন্সপেক্টৰ আছে, কামাখ্যাচৰণ তেওঁৰে ককাযেক।

মহানন্দ : হয নেকি? চি আই ডি ইন্সপেক্টৰ?

মনোৰঞ্জন : হয।

মহানন্দ : সাংঘাতিক বুলিলে যে?

মনোৰঞ্জন : মানে কামত বৰ চোকা। এই যে স্বদেশী আন্দোলনটো চলি আছে, সেইটো ঠাণ্ডা কৰি ৰখাৰ কাম তেৰেঁই কৰি আছে বুলিব লাগে।

মহানন্দ : [খালী গিলাচটো ৰামেশ্বৰৰ ফালে আগুৱাই দিযে। ৰামেশ্বৰে গিলাচটো লয। মহানন্দই চুকত থকা বটলটোৰ ফালে ইংগিত কৰে। ৰামেশ্বৰে গিলাচটোত মদ বাকী, পানী মিহলাই মহানন্দৰ হাতত দিযে। এইখিনি সমযত মহানন্দই কথা কৈ থাকে।] আপোনাৰ লগত তেওঁলোকৰ চিনাকি আছে নেকি?

মনোৰঞ্জন : তেনেকুৱা ঘনিষ্ঠতা নাই, কিন্তু কামাখ্যা বাবুৰ লগত মুখৰ চিনাকি আছে। পূজা ঘৰৰ মিটিংবোৰলৈ তেখেত প্ৰাযেই আহে। সেই তাতে শুনিলোঁ, অতুল মাষ্টৰৰ লগত কামাখ্যা বাবুৰ ডাঙৰ ছোৱালীজনীৰ বিযাৰ কথা চলি আছে বোলে।

মহানন্দ : [ডাঙৰকৈ] কি? বিযা?

মনোৰঞ্জন : শুনিলোঁতো।

মহানন্দ : অতুল মাষ্টৰৰ লগত কামাখ্যা বাবুৰ ডাঙৰ ছোৱালীৰ?

মনোৰঞ্জন : মানে পূজাঘৰৰ মানুহৰ মুখত শুনা কথা। কিমানদূৰ সঁচা—

মহানন্দ : আপুনি মোক দুটা কাম কৰি সহায কৰিব লাগে। পাৰিবনে?

মনোৰঞ্জন : কি কাম?

মহানন্দ : চি আই ডি ইন্সপেক্টৰ অন্নদাচৰণৰ লগত মোক চিনাকি কৰাই দিব লাগে। আৰু এই অতুল মাষ্টৰৰ বিযাৰ কথাটো সঁচা নে মিছা, যদি সঁচা, তেনেহ'লে কথাটো কিমান আগবাঢ়িছে, এই খবৰটো মোক দিব লাগে। পাৰিবনে?

মনোৰঞ্জন : পাৰিবতো লাগেই।

মহানন্দ : পাৰিবতো লাগেই নহয, পাৰিব লাগিব আৰু অন্নদাচৰণৰক আপুনি ক'ব পাৰে, স্বদেশী আন্দোলনৰ দুই-এটা খবৰ দি মই তেওঁক সহায কৰিব পাৰোঁ।

মনোৰঞ্জন : ঠিক আছে।

মহানন্দ : [জোৰেৰে] ঠিক আছে। এতিযা বিজিনেছৰ কথা কওঁক।

মনোৰঞ্জন : উত্তৰপাৰে আৰু এটা ৰেষ্ট কেম্প—

মহানন্দ : মযো শুনিছোঁ। কিন্তু আপুনি শুনোতে ভুল কৰিছে। ৰেষ্ট কেম্প নহয। ডব্লিউ ভি এছ কেম্প। উইমেনছ ভলণ্টেৰী ছাৰ্ভিচ কেম্প। বহুত টকাৰ কাম। কিন্তু কালি প্ৰীতম সিঙে ক'লে মোৰ নামত তিনিটা কাম আছেই, গতিকে এইটো কাম মোক দিযাত অসুবিধা আছে। কামটো অইনৰ নামত ল'ব লাগিব। আপোনাৰ হাতত কেইটা কাম আছে?

মনোৰঞ্জন : তিনিটা আছে। তাৰে এটা এই সপ্তাহতে শেষ হ'ব।

মহানন্দ : আপোনাৰ নামতো নহ'ব। [খায] ৰামেশ্বৰ।

ৰামেশ্বৰ : দাদা।

মহানন্দ : মিলিটেৰী ঠিকাদাৰৰ ভাও ধৰি কাগজ-পাতিত চহী কৰিব পাৰিবা? কামৰ কাৰণে চিন্তা কৰিব নালাগে। কাম মই কৰাম। ধৰি লোৱা, তুমি আচল ঠিকাদাৰ, মই তোমাৰ তলত কাম কৰা সৰু ঠিকাদাৰ।

ৰামেশ্বৰ : দাদাই যে কি কয়।

মহানন্দ : মই খবৰ দিলেই মোৰ লগত কেম্পলৈ ওলাবা। তুমি এতিয়া যোৱা। [ৰামেশ্বৰ যায] [মনোৰঞ্জনক] আপোনাৰ ফেঞ্চিঙৰ তাঁৰ আৰু আয়ৰণ শ্বিটবোৰ আহিল নে?

মনোৰঞ্জন : কাইলৈ আহি পোৱাৰ কথা। কিন্তু দাদা, মোৰ এটা ডাঙৰ অসুবিধা হৈছে। মোৰ মানে আপোনাৰো।

মহানন্দ : কি?

মনোৰঞ্জন : আমাৰ বস্তুবোৰ থ'বলৈ ঠাই নোহোৱা হৈছে। কাইলৈ মাল আহিব, বিশ দিনৰ পিছত কামত লগাব। কিন্তু এই বিশ দিন থ'ম ক'ত? য'তে-ত'তেতো থ'ব নোৱাৰি।

মহানন্দ : তেনেহ'লে ইযাতে এটা টেম্পৰেৰী গুদাম কৰি নলয কিয? গুদাম মানে চালি আৰু বেৰ দিলেইতো হ'ব।

মনোৰঞ্জন : ইযাতে মানে?

মহানন্দ : আমাৰ ইয়াতে। এই যে মুকলি মাটিবিলাক আছে, তাৰে ভাল চাই এডোখৰ বাছি লওক।

মনোৰঞ্জন : সেইটো কাম আপুনিহে কৰিব পাৰিব দাদা! মইতো নোৱাৰিম।

মহানন্দ : কিয় নোৱাৰিব? [জোৰে] মই কৈছোঁ নহয়।

মনোৰঞ্জন : আচলতে এনেকুৱা কামৰ কাৰণে মই মাটি এডোখৰ কিনাৰ কথাই ভাবিছিলোঁ। নিজৰ মাটি হ'লে যি ইচ্ছা কৰিব পৰা যায।

মহানন্দ : কিনক তেনেহ'লে। মাটি পছন্দ কৰক, কৰি মোক দেখুৱাওক।

মনোৰঞ্জন : হয় নেকি? মইতো বহুত দিনৰ পৰা ভাবি আছোঁ, জগমোহনৰ গুদামৰ পাছফালৰ মাটিখিনি হ'লে মোৰ বহুত কামৰ সুবিধা হয়।

মহানন্দ : কিনক, সেইডোখৰকে।

মনোৰঞ্জন : কাইলৈ তেনেহ'লে মই মাটিডোখৰ জোখ-মাখ কৰি আপোনাৰ লগত কথা পাতিম?

মহানন্দ : সেইবোৰ যি কৰে কৰি থাকিব। এতিয়া চালিখন দিয়ক আৰু কাম আৰম্ভ কৰক। ধৰি লওক মই আপোনাক মাটি বেচিলোঁৱেই। কি হ'ল? আপোনাৰ দেখোন গিলাচ খালী।

মনোৰঞ্জন : [হাত যোৰ কৰি] নাই দাদা, আজিলৈ থাকক।
[অন্ধকাৰ]

# দৃশ্য : ১০

## মঞ্চ : ১

[যোগমাযাহঁতৰ ঘৰ। দিনত। অৰুণৰ সম্মুখত ৰামেশ্বৰ থিয হৈ আছে।]

অৰুণ : মই তোমাক মাতি পঠিযাইছিলোঁ। খবৰটো পাইছিলা?

ৰামেশ্বৰ : পাইছিলোঁ দাদা। মই মানে—

অৰুণ : কেতিয়া পাইছিলা?

ৰামেশ্বৰ : [ৰামেশ্বৰে হাত মোহাৰি মোহাৰি কথা কয়।] মই এফালে ওলাই গৈছিলোঁ। দুপৰীয়া ঘৰলৈ আহোঁতে খবৰটো পালোঁ। কিন্তু আজি মই এটা কামত ভাত খায়েই আকৌ ওলাই যাবলগীয়া হ'ল দাদা।

অকণ : মই লগ ধৰিবলৈ খবৰ পঠিয়ালোঁ, মোক লগ ধৰাতকৈ সেই কামটো বেছি জৰুৰী আছিল নেকি? মই যে অলপ আগতে তোমালোকৰ ঘৰলৈ গৈছিলোঁ, তেতিয়াতো তুমি ঘৰতে আছিলা?

ৰামেশ্বৰ : আছিলোঁ।

অকণ : [ধমক] তেনেহ'লে নাহিছিলা কিয়? মই নিজে গৈ মাতিবলৈ বাট চাই আছিলা? [চাই থাকি] মনোৰঞ্জন বাবুক খবৰ দি আহিছা?

ৰামেশ্বৰ : আহিছোঁ। এতিয়াই আহিম বুলি কৈছে।

অকণ : সেই তাত, সেই চালিখন কোনে সজালে?

ৰামেশ্বৰ : [কণ্ঠ-নকণ্ঠকৈ] মনোৰঞ্জন বাবুৱে।

অকণ : [খং] কাৰ পাৰ্মিছন লৈ সজালে?

ৰামেশ্বৰ : মহানন্দ দাদাই সাজিবলৈ কৈছিল।

অকণ : কি?

ৰামেশ্বৰ : হয় দাদা।

অকণ : চালিখনৰ তলত বস্তু-বাহানিবোৰ বোলে তুমি থৈছা?

ৰামেশ্বৰ : হয় দাদা।

অকণ : এইবোৰৰ লগত তোমাৰ কি সম্পৰ্ক? [চাই থাকি, খঙেৰে] নোকোৱা কিয়? এওঁলোকৰ লগত তোমাৰ কি সম্পৰ্ক?

ৰামেশ্বৰ : তেখেতসকলে ডাঙৰকৈ ঠিকাৰ কাম আৰু ব্যৱসায় কৰিব খুজিছে, সেই কাৰণে মোক অলপ সহায় কৰি দিবলৈ কৈছে।

অকণ : সহায় মানে— তুমিও তেওঁলোকৰ লগত ঠিকা, ব্যৱসায়— এইবোৰ কৰিবা নেকি?

ৰামেশ্বৰ : মইতো আৰু তেখেতসকলৰ সমানে সমানে কৰিব নোৱাৰোঁ, তথাপি যি পাৰোঁ—

অকণ : কেতিয়াৰ পৰা তোমালোকৰ এইবোৰ যোগাযোগ আৰম্ভ হৈছে? তোমাৰতো এটা ব্যৱসায় আছেই। মনত আছে— তোমাৰ ব্যৱসায়টো আৰম্ভ কৰিবলৈ তুমি মোৰ লগত কেইদিন কথা পাতিছিলা? মাই যে তোমাক সাতশ টকা দিছিল? মনত আছে?

ৰামেশ্বৰ : আছে দাদা। [তলমূৰ কৰে]

অকণ : তেনেহ'লে?

ৰামেশ্বৰ : আপুনিতো দেখিছেই দাদা, ঘৰখনত মানুহ কিমান বাঢ়িছে। বজাৰৰ অৱস্থাও দেখিছে। অকল দোকানখনৰ উপাৰ্জনেৰে মিলাব নোৱৰা হৈছোঁ। সেইকাৰণে ভাবিলোঁ আৰু কিবা এটাত হাত দিয়া ভাল।

অকণ : মই আকৌ শুনিছিলোঁ, তোমাৰ দোকানৰ ব্যৱসায় বোলে বৰ ভাল চলিছে? নতুন পকীঘৰ সজাবলৈ লৈছা! [দুৰলৈ চাই মনোৰঞ্জনক দেখে] যোৱা। [ৰামেশ্বৰে মুখলৈ চাই থাকে] যোৱা। [ৰামেশ্বৰ যায়। মনোৰঞ্জন সোমাই আহে। দুয়ো দুয়োলৈকে চায়।]

অকণ : আহক। ইয়াতে, মুকলিতে বহোঁ?

মনোৰঞ্জন : হ'ব হ'ব। [বহে। অকণ থিয় হৈ থাকে।]

অকণ : সেই মাটিডোখৰত চালিখন আপুনি সজাইছে?

মনোৰঞ্জন : হয়, অলপ বস্তু-বাহানি থ'বলগীয়া হৈছে।

অকণ : বস্তু-বাহানি থ'বলগীয়া হৈছে, গুদাম এটা সজাবলগীয়া হৈছে, তাৰ কাৰণে মাটি অকণমান লাগে। সেইডোখৰ মাটি ওচৰতে এনেয়ে পৰি আছে, তাতে আপুনি গুদামটো সজাব,— সেইবোৰ একো ডাঙৰ কথা নহয়। কিন্তু আপুনি এবাৰ কথাটো মোক সুধিব নালাগিছিল জানো? সুধিলে মযো ওঁ বুলিযেই ক'লোঁহেঁতেন কিজানি।

মনোৰঞ্জন : মই মহানন্দ বাবুক আগতে সুধি লৈছিলোঁ। তেখেতে সাজিবলৈ ক'লে কাৰণে—

অকণ : তেখেতক সুধিলেই হয নেকি?

মনোৰঞ্জন : মই ভাবিলোঁ আপোনাৰ ককাযেকেই কৈছে যেতিযা, আপোনালোক দুজনৰ ডাঙৰজনেই কৈছে যেতিযা—

অকণ : [তীক্ষ্ণ দৃষ্টিৰে চাই থাকি] আপোনাৰ ঘৰটো এতিযা য'ত আছে, সেইখিনি মাটি কিনা কিমান দিন হ'ল? ক'ৰ পৰা কিনিছিল মনত আছে?

মনোৰঞ্জন : [হাঁহি] নাথাকিব কিয?

অকণ : তেনেহ'লে আপুনি এবাৰ মাৰ ওচৰলৈ, বা মোমাইদেউৰ ওচৰলৈ বা মোৰ ওচৰলৈ নাহিল কিয? ইমান বছৰে ইযাত থাকি, সকলো চকুৰ আগতে দেখি থাকিও আপুনি নাজানিলে, কোনটো কথা কাক সুধিব লাগে? [লক্ষেশ্বৰ ওলাই আহে। সি কথাবোৰ শুনি থাকে]

মনোৰঞ্জন : মই জানো। কিন্তু মহানন্দ বাবুৱে নুসুধিলেও হ'ব বুলি ক'লে কাৰণে নুসুধিলোঁ আৰু ভাবিলোঁ এইবোৰ সৰু কথা।

অকণ : কথাবোৰ সৰু নে ডাঙৰ মযো ভাবি চাম। আপুনি কেৱল এটা কাম কৰিব। মই যদি ভাঙিবলৈ কওঁ, তেনেহ'লে চালিখন ভাঙি পেলাব। মই খবৰ পঠিযাম। [লক্ষেশ্বৰ ওচৰলৈ আহে। অকণে ঘডীটো চাই খঙেৰে ওলাই যায।]

লক্ষেশ্বৰ : সি খবৰ পঠোৱাৰ আগতেই আপুনি মাটিডোখৰ খালী কৰি পেলোৱা ভাল। আজি শুকুৰবাৰ নহয, অহা শুকুৰবাৰৰ ভিতৰত যেন—

মনোৰঞ্জন : কিন্তু দাদা, আচল কথা হ'ল, মই মাটিডোখৰ কিনি লোৱাৰ বন্দবস্ত কৰিছোঁ।

লক্ষেশ্বৰ : কি?

মনোৰঞ্জন : পাঁচশ টকা এডভাঞ্চো দিছোঁ।

লক্ষেশ্বৰ : [চিঞৰি] কাক? কাক এডভাঞ্চ দিছে?

মনোৰঞ্জন : মহানন্দ বাবুক।

লক্ষেশ্বৰ : [খঙেৰে] কিয়? তেওঁক কিয় দিলে?

মনোৰঞ্জন : দাদা, মই আপোনাক এটা কথা কওঁ। আপুনি খং নকৰিব। এতিয়া আৰু বেছি গণ্ডগোল কৰি লাভ নাই। আচল কথাটো হ'ল দাদা, আপোনালোকে ভাবে এইবোৰ মাটি আপোনালোকৰ আৰু মহানন্দ বাবুৱে ভাবে এইবোৰ মাটি তেওঁৰ দেউতাকৰ। গতিকে তেওঁৰ।

লক্ষেশ্বৰ : [চিঞৰি] আপোনালোকে কি ভাবে? আপোনালোকতো মূৰ্খ নহয়!

মনোৰঞ্জন : আঃ দাদা, আমি কি ভাবোঁ সেইবোৰৰ কি দাম আছে? মুঠতে মই কৈছোঁ, মহানন্দ বাবুৱে এইবোৰ মাটি তেওঁৰ নিজৰ বুলি ধৰি লৈছে, আৰু অকল মোকে নহয়, এডোখৰ মাটি

চি আই ডি ইন্সপেক্টৰ অন্নদাচৰণ বাবুক আৰু এডোখৰ ছাপ্পাই অফিচৰ অজয বাবুক বেচিছে।

লক্ষেশ্বৰ : [চিএঞৰি] বেচিছে মানে?

মনোৰঞ্জন : মানে মই যেনেকৈ এডভাঞ্চ দিছোঁ, তেওঁলোক দুজনেও তেনেকৈ এডভাঞ্চ দিছে।

লক্ষেশ্বৰ : কিন্তু এই মাটি বেচিবলৈ মহানন্দ চৌধুৰী কোন? এইবোৰ মাটি তেওঁ তেওঁৰ বুলি ভাবিলেই হ'ল নেকি?

মনোৰঞ্জন : সেইবোৰ আপোনালোকে জানে, সেই কাৰণে তাকে কৈছোঁ দাদা, আপোনালোকে নিজৰ ভিতৰতে খোলাকৈ কথাবোৰ পাতি ঠিক-ঠাক কৰি লওক। অন্নদাচৰণ, অজযবাবু সকলোৱে এইবোৰ মাটিৰ মালিক মহানন্দ বাবু বুলিযেই জানে। মই এফালে যাব লগা আছে। আহোঁ দাদা। [নমস্কাৰ কৰি গুচি যায। লক্ষেশ্বৰে থৰ হৈ বৈ থাকে। অন্ধকাৰ।]

## দৃশ্য : ১১

### মঞ্চ : ২

[মহানন্দহঁতৰ বহা কোঠালি। অকণ, মহানন্দ থিয হৈ থাকে। কাঠৰ দোকানো হ'ব পাৰে কিন্তু আগৰ দৃশ্যটো পাঁচ মিনিটৰ দৃশ্য।]

অকণ : কথা এটা সুধিবলগীয়া আছিল, বাহিৰলৈ যাওঁ নেকি?

মহানন্দ : নালাগে, নালাগে। ইয়াতে সোধা। বহা।

অকণ : মনোৰঞ্জন দাসে যে সেই তাত গুদামৰ চালি এখন সজালে, আপুনি বোলে সজাবলৈ দিছিল?

মহানন্দ : [জেপৰ পৰা চিগাৰেটৰ টেমা বা চিগাৰেট কে'ছ উলিয়াই] তেওঁ সজাম নে বুলি সুধিছিল, মই সজোৱা বুলি ক'লোঁ।

অকণ : তেওঁ কথাটো মোক সুধি ল'ব লাগিছিল। তেওঁক বোলে আপুনি মোক নুসুধিলেও হ'ব বুলি ক'লে?

মহানন্দ : [চিগাৰেট উলিযায়] এঃ এইবোৰ সৰু কথা, কিযনো চবকে সুধি ফুৰিব লাগিছে?

অকণ : চবকে মানে? মই চবকে সোধাৰ কথা কৈছোঁ নেকি? আৰু এইটোক যদি মই সৰু কথা বুলি ভাবোঁ, মাই সৰু কথা বুলি ভাবে, মোমাইদেৱে সৰু কথা বুলি ভাবে, তেনেহ'লে সৰু কথা। কিন্তু আপুনি সৰু কথা বুলি ভাবিব কিয? [মহানন্দই চিগাৰেট জ্বলায] [খং] আপুনি আমাক নুসুধিলেও হ'ব বুলি মনোৰঞ্জন দাসক কিয কৈছিল?

মহানন্দ : [শান্ত] তোমাৰ হৈছে কি অকণ? তুমি দেখোন সদায মোক ডবিযাবলৈ ধৰিলা? এইটো তুমি বেযা কাম কৰিছা?

অকণ : [গৰ্জি] কোনটো বেযা কাম কোনটো ভাল কাম সেইটো মই ভাবিম। আপুনি আমাক নোসোধাকৈ মনোৰঞ্জন দাসক সেইটো ঘৰ সাজিবলৈ দিলে কিয?

মহানন্দ : বাৰু, মযো তোমাক সোধোঁ। মনোৰঞ্জন দাসে তোমালোকক নুসুধি কথাটো মোক সুধিলে কিয? তেওঁতো তোমালোকক সদায দেখিযেই আছে!

অকণ : তেওঁ ভাবিলে— আপুনি মোৰ ককাযেক। আপুনি মোতকৈ ডাঙৰ। কিন্তু আপুনিতো জানে আচল কথাবোৰ কেনেকুৱা?

মহানন্দ ঃ তেওঁ ভুলকৈ ভাবিলে নেকি? তেওঁতো ঠিকেই ভাবিছে। [চিগাৰেট খাই] আৰু তুমিও ঠিকেই কৈছা, আচল কথাবোৰ কেনেকুৱা মযো জানো।

অকণ ঃ মানে?

মহানন্দ ঃ মানেতো শুনা অকণ। এতিয়া মনোৰঞ্জন দাসে মাটিডোখৰ কামত লগাই থাকক। পিছত দৰকাৰ হ'লে তেওঁ লৈযেই ল'ব।

অকণ ঃ আমি যদি নেবেচোঁ?

মহানন্দ ঃ দেউতাৰ মাটি মই ল'লেও কিনি ল'ব লাগিব নেকি?

অকণ ঃ [গৰ্জি] নহয় এইবোৰ আপোনাৰ দেউতাকৰ মাটি। [লক্ষেশ্বৰ আহে]

মহানন্দ ঃ [এঢ়োঁপা চিগাৰেট খাই, ছাইখিনি এছট্ৰেত পেলাই] এইবোৰ দেউতাৰ নহ'লেও মোৰ মাৰ মাটি হ'ব পাৰিলেহেঁতেন। [হঠাৎ চিঞৰি] কিয় নহ'ল? কাৰ কাৰণে নহ'ল?

অকণ ঃ কাৰ কাৰণে—

মহানন্দ ঃ [চিগাৰেট থকা হাতটোৰে কথা ক'বলৈ মানা কৰি] আৰু একো ক'ব নালাগে। মই যি দুটা কথা সুধিলোঁ তাৰ উত্তৰ ভাবা। উত্তৰ পালে ঠাণ্ডা মগজেৰে মোৰ ওচৰলৈ আহিবা। [অকণে তীক্ষ্ণ দৃষ্টিৰে মহানন্দলৈ চাই থাকি বেগেৰে ওলাই যায়। লক্ষেশ্বৰে অকণ যোৱাৰ ফালে চাই তলমূৰকৈ কিবা ভাবে। মহানন্দই উত্তেজিতভাৱে খোজকাঢ়ে। চিগাৰেট খায়। তাৰ পিছত।]

মহানন্দ ঃ আপোনাৰ কিবা ক'বলগীয়া আছিল নেকি?

লক্ষেশ্বৰ ঃ মই এটা কথা সোধোঁ। এইবোৰ গাৰ জোৰেৰে কৰা কাম নেকি? ইয়াত আইন বোলা কথা এটা নাই?

মহানন্দ ঃ কিহৰ আইনডাল?

লক্ষেশ্বৰ ঃ মাটিৰ দলিল-পত্ৰ বোলা বস্তু এটা নাই?

মহানন্দ ঃ মোৰ পৰা যিয়ে মাটি কিনিব, তেওঁলোকক দলিল-পত্ৰ নালাগে। টকা দিব, মাটি ল'ব আৰু তাত এশ বছৰলৈ লৰচৰ নোহোৱা পকী দালান সাজিব।

লক্ষেশ্বৰ ঃ [খং] সাজিলেই হ'ল? ঠিক আছে। বেচক আপুনি। যিযে মাটিত কোৰৰ চাব এটা মাৰিবলৈ আহিব, তাকে কাছাৰীত থিয় কৰামগৈ। জেলৰ ভিতৰত সিহঁতে পকী দালান সজাই থাকিব।

মহানন্দ ঃ [লগে লগে চিঞৰি] ঠিক। ঠিক সেইটোকে মই বিচাৰিছোঁ। কাছাৰীত কেছ চলিব, সাক্ষী-বাদী, উকীল, হাকিম, পেস্কাকৰ-মহৰী, ৰং চাবলৈ যোৱা মানুহেৰে আদালত ভৰি থাকিব, সকলোৰে সন্মুখত বিচাৰ হ'ব— এইবোৰ মাটি কাৰ? [দাঁত কামুৰি] কেনেকৈ এইবোৰ মাটি যোগমায়া নামৰ মানুহ এজনীৰ হ'ল? সেইজনী মানুহ ঘনশ্যাম চৌধুৰীৰ কি হয়? বিচাৰ হ'ব। চব কথাৰ বিচাৰ হ'ব। কেছ লাগিলেহে এইবোৰৰ বিচাৰ হ'ব। তেতিয়াহে গোটেই সংসাৰৰ মানুহে আচল কথাবোৰ জানিব। কেছ নালাগিলেতো এইবোৰ কথাৰ বিচাৰ নহ'ব। [চিগাৰেট খাই, কাহে] কিন্তু মইতো কেছ নিদিওঁ। মই মোৰ কাম কৰি যাম। মাটি বেচিম, নেমপ্লেট এৰুৱাম, ছাইনব'ৰ্ড ভাঙিম, মোৰ কাম কৰি যাম। কোনোবাইতো কেছ দিবই! আৰু নিদিযে যদি ভাল কথা। মোৰ খুটীমতেই সংসাৰ চলি থাকিব।

লক্ষেশ্বৰ ঃ কিন্তু—

মহানন্দ : [বাধা দি] মই টকাৰ কাৰণে মাটি বেচিবলৈ ওলোৱা নাই। সেইটো কথা আপোনালোকে মনত ৰাখিব। টকা মোৰ হৈছে। কিন্তু মই কথাবোৰ চাফা কৰিব খুজিছোঁ। এই চাফা কৰা কামটো আৰম্ভ কৰিব লাগিবতো। সেই কাৰণে মাটি বেচা কামেৰেই আৰম্ভ কৰিছোঁ।

লক্ষেশ্বৰ : কিন্তু যোগমায়াৰ নামত এই মাটিৰ দলিল আছে।

মহানন্দ : আঃ দলিলতো আছেই। মই মানুহক দলিলখন দেখুৱাব খোজা নাই নহয়। সেইখন দলিল কেনেকৈ হ'বলৈ পালে, সেইটোহে দেখুৱাব খুজিছোঁ। আপুনি কথাবোৰ বুজা নাই কিয়? বুজাই কওঁ শুনক। বাৰু, তাৰ আগতে আপুনি দুটামান কথা কওক। মই আৰু লুক ঢাক নকৰোঁ। চিধা কথা। মোৰ দেউতা ঘনশ্যাম চৌধুৰী কেনেকৈ আপোনাৰ ভনীয়েক যোগমায়াৰ বশ হ'ল? কেনেকৈ তেখেতে মোৰ মাক ফাঁকি দি, আমাক ফাঁকি দি এই মাটি-সম্পত্তি গোটালে? কাৰ দোষত এইবোৰ ঘটনা ঘটিল? [চিগাৰেটৰ টুকুৰাটো জোৰেৰে এছট্ৰেত হেঁচি হেঁচি নুমুৱাই দিয়ে। তাৰ পিছত তীব্ৰ খং, চেপা মাতেৰে] কি দেখি দেউতা ভোল গ'ল? কোনে দেউতাক ফুচুলালে? কাছাৰীত মানুহে এইবোৰ কথা জানিব লাগিব। আপোনালোকে যিমানে কেছ কৰিব, সিমানে বেছি মানুহে জানিব, এঘৰ বদমাচ মানুহৰ, এজনী বদমাচ ছোৱালীয়ে, লু'ৰা-ছোৱালী-ঘৈণীয়েক থকা এটা মানুহক ফুচুলালে আৰু এই মাটি-সম্পত্তি নিজৰ নামত লিখাই দলিল কৰালে। এই কথাবোৰ—

লক্ষেশ্বৰ : [দুয়োখন হাত জোকাৰি, চিঞৰি] আপুনি মনে মনে থাকক।

মহানন্দ এই কথাবোৰ ৰাষ্ট্ৰ হ'ব লাগে। [বৈ, ভাগৰুৱা মানুহৰ নিচিনাকৈ উশাহ লৈ] হ'বনে? নে আৰু কিবা শুনিবলৈ থাকিল? নাই যদি যাওক। [আঁতৰি যায়, উভতি আহে] মই নিজেও বাচিব লাগিব, দেউতাকো বচাব লাগিব, কি কয়?

লক্ষেশ্বৰ : [উঠি] আপুনি চুকত থাকি বুকুত কামোৰ মাৰিবলৈ ওলাইছে? ইয়াকে কৰিবলৈ আপোনাক মাটি বাৰী, ঘৰ-দুৱাৰ দি বহুৱাই লৈছিলোঁ?

মহানন্দ : [হাহি এটা মাৰি] কথাবোৰ এতিয়া তেনেকৈ নাভাবিব। আপোনালোকে থাকিবলৈ এডোখৰ মাটি পাইছে, ঘৰ পাইছে গণ্ডগোল নকৰাকৈ যিমান দিন পাৰে থাকক, তেনেকৈহে ভাবিব লাগে। [লক্ষেশ্বৰ যেন খঙত কঁপিবলৈ ধৰিলে। অলপ সময় চাই থাকি সি ওলাই যায়। মহানন্দই আৰু এটা চিগাৰেট উলিয়াই মুখত লয়। চিঞৰে।]
অ' ই ৰাম। [চিগাৰেট হাতত লৈ]

ৰাম : [ভিতৰৰ পৰা] দেউতা।

মহানন্দ এই যে আমাৰ ঘৰৰ গেটৰ পিলাৰটোত নেম প্লেটখন লগোৱা আছে 'যোগমায়া নিকেতন সেইখন তাৰ পৰা আঁতৰাই পাছফালৰ খালত পেলাই দেগৈ। হাতুৰী-বটালি-চিপৰাং কি লাগে দোকানৰ পৰা আনি ল'। এতিয়াই। [ধপহকৈ বহি ওপৰলৈ চাই চিন্তা কৰে। মুখত চিগাৰেটটো লয়। তেনেকৈয়ে বহি থাকে। চিগাৰেট নজ্বলায়। লাহে লাহে অন্ধকাৰ।]

# দৃশ্য ঃ ১২

## মঞ্চ ঃ ১

[পাৰ্কৰ এটা চুক। গধূলি। গৌৰী আৰু ৰামে কথা পাতি আছে। দুয়ো চিন্তিত।]

গৌৰী ঃ ঘৰৰ বাকীবোৰে কি কৰিছে, কি নকৰিছে সেইবোৰ বেলেগ কথা, কিন্তু মই কি কৰিছোঁ, তুমিটো সেইটো খবৰ ল'ব লাগিছিল।

ৰাম ঃ ঘৰৰ বাকীবোৰে কি কৰিছে, সেইবোৰক মই গ্ৰাহ্যই নকৰোঁ, কিন্তু মই একমাত্ৰ তোমাৰ কথা গ্ৰাহ্য কৰিছিলোঁ। তুমি মোক আঁতৰি থাকিবলৈ কোৱাৰ পিছত তোমালোকৰ গোটেই ঘৰখনে মোক শৰাই দি মাতি থাকিলেও মই নগ'লোঁহেঁতেন।

গৌৰী ঃ মই তোমাক আঁতৰি থাকিবলৈ কৈছিলোঁ নেকি?

ৰাম ঃ মই পেটত এটা মুখত এটা লৈ কেতিয়াও তোমাৰ ওচৰত বহি থাকিব নোৱাৰিলোঁহেঁতেন। তুমি মোক কেনেকুৱা ভাব মনত নাৰাখিবলৈ কৈছিলা? মই যেনেকুৱা ভাব লৈ তোমাৰ ওচৰলৈ গৈছিলোঁ, তাৰ বাহিৰে অইন কোনো ভাব লৈ যোৱা সম্ভৱ নাছিল। সেইকাৰণে আঁতৰি থকাৰ বাহিৰে মোৰ উপায়ো নাছিল।

গৌৰী ঃ কিন্তু মই যে বাৰে বাৰে কৈছোঁ, মোৰ ভুল হৈছিল, সেই কথাটো বিশ্বাস কৰিছা নে নাই? তুমি বিশ্বাস কৰিবই লাগিব ৰাম। আজি নহ'লেও এদিন নহয় এদিন তুমি বিশ্বাস কৰিবই লাগিব। মই বৰ ভয় খাইছিলোঁ। সেইকাৰণে, উপায় নাপাই মই তেনেকৈ কৈছিলোঁ, কিন্তু তাৰ পিছত মই সদায় বৰ কষ্ট পাই আছিলোঁ। এইবোৰ— এইবোৰ কথা মই এদিন তোমাক বুজাবলৈ চেষ্টা কৰিলোঁহেঁতেন, কিন্তু ঘটনাবোৰ কেনেকুৱা হৈছে চোৱাচোন। আজি তোমাক এইকণ সময়ৰ কাৰণে লগ পাবলৈ কিমান কষ্ট কৰিবলগীয়া হৈছে জানা? মোক তুমি কেৱল এটা কথা কৈ লোৱা। এই যে মানুহবোৰে কাজিযা কৰিছে, তুমিও কৰিছা নেকি?

ৰাম ঃ মই কি কৰিছোঁ, নিজেই ক'ব নোৱাৰোঁ। যেযে যি কৰিবলৈ কৈছে তাকে কৰিছোঁ। শিৱ মন্দিৰত ভাং খাবলৈ কৈছে, খাইছোঁ। বিজনহঁতে মদ খাবলৈ কৈছে, খাইছোঁ।

গৌৰী ঃ কি? [ৰৈ] তুমি এনেকুৱা কাম কৰিছা? কিয়? কিয় কৰিছা?

ৰাম ঃ বিশ্বাস কৰিবা?

গৌৰী ঃ কৰিম কোৱা।

ৰাম ঃ মোৰ একো ভাল নলগা হৈছিল। তুমি মোক তেনেকৈ আঁতৰি থাকিবলৈ নোকোৱা হ'লে মোৰ এনেকুৱা নহ'লহেঁতেন। [ৰৈ থাকি] সঁচাকৈ কৈছোঁ।

গৌৰী ঃ এদিন লগ ধৰি সেই কথাটো ক'বলৈ সাহস গোটাব নোৱাৰিলা? শেষত মই আজি এনেকৈ তোমাক লগ পাবলগীয়া হ'ল। আজি যে মই সাহস গোটাব পাৰিছোঁ, আজি যে মই মোৰ ভুলৰ কথা স্বীকাৰ কৰিছোঁ, সেইবোৰ দেখি-শুনি তোমাৰ সাহ হ'বতো? [অস্থিৰ] নহয় নহয়। হ'বই লাগিব, তোমাৰ সাহ হ'বই লাগিব। কোৱাচোন ৰাম, এইবোৰ কি হৈছে? মই সকলো সহ্য কৰি আছিলোঁ, কিন্তু তুমি পেহীৰ নাম থকা প্লেটখন গে'টৰ পিলাৰৰ পৰা এৰুৱাই পেলাইছা, দেউতাই নিজে নতুন নেমপ্লেট এখন কৰাই আনিছিল, নিজে আগত থাকি সেইখন লগাই দিছিল, তুমি সেইখনো এৰুৱাই পেলাই দিছা,— এইবোৰ শুনি মই আৰু ধৈৰ্য ধৰি

থাকিব পৰা নাই। অইনে যি নকৰক, তুমি কিয় এইবোৰ কাম কৰিছা? [ৰৈ] কোৱাচোন ৰাম!

ৰাম : [ৰৈ] প্ৰথমবাৰ দেউতাই কৈছিল কাৰণে কৰিছিলোঁ। মই একো ভাবি চোৱা নাছিলোঁ। কিন্তু পিছৰ বাৰ প্লেটখন মই এৰুওৱা নাছিলোঁ।

গৌৰী : কোনে এৰুৱাইছিল?

ৰাম : দেউতাই নিজে।

গৌৰী : দাদাই নিজে? কিয়? দাদাই নেম প্লেটখনত ইমানকৈ লাগিছে কিয়? সেইখন আঁতৰাই পেলায় কিয়?

ৰাম : তুমি বেয়া নাপাবা, মযো তোমাকে সোধোঁ, খুৰাইঁতেনো সেইখনৰ ওপৰত ইমান জোৰ দিছে কিয়? সেইখন লগাইছিলনো কিয়?

গৌৰী : ঘৰ এটা সজাইছে, নাম এটা দিছে আৰু। কত মানুহে ঘৰৰ নাম দিয়ে।

ৰাম : ঠিক আছে, দিলে বাৰু। কিন্তু নেম প্লেটখন নাইকিয়া হওঁতে ইমান সোনকালে নতুন এখন লগাব লাগে কিয়?

গৌৰী : অ'। সেইটোনো কি কথা? এখন নাইকিয়া হ'লে অইন এখন লগাবই!

ৰাম : সেইটোৱেই কথা বুইছা। খুৰাইঁতৰ নেম প্লেটখন ৰাখিবলৈ যিমান জেদ, দেউতাৰ নাৰাখিবলৈও সিমানেই জেদ।

গৌৰী : [আচৰিত] এইটোনো জিদ কৰিবলগীয়া কথানে?

ৰাম : [অলপ ৰৈ] মইতো তোমালোকৰ ঘৰৰ কথা, খুৰাইঁতৰ মনৰ কথা ক'ব নোৱাৰোঁ, কিন্তু আমাৰ ঘৰৰ কথা, দেউতাৰ মনৰ কথা অলপ অলপ ক'ব পাৰোঁ। দেউতাই মনৰ কথা আমাৰ আগত এনেয়ে খুলি নকয়। কিন্তু ৰাতি মদৰ নিচাত কেতিয়াবা যিবোৰ কথা কয়, সেইবোৰেই চাগৈ দেউতাৰ মনৰ কথা। দেউতাই কি ভাবে জানা?

গৌৰী : কি?

ৰাম : দেউতাই ভাবে—দেউতা দুখীয়া আছিলতোঁ, সেইকাৰণে খুৰাইঁতে দেউতাক সহায় কৰিছে। কিন্তু লগতে অনবৰত দেউতাক অপমানো কৰিছে।

গৌৰী : [অতি আচৰিত হৈ] অপমান কৰিছে?

ৰাম : এই যে স্কুলত, আমাক থাকিবলৈ দিয়া ঘৰটোত, সকলোতে যোগমায়া আইতাৰ নাম, এই নামটোৰে হেনো খুৰাইঁতে দেউতাক সৰু কৰি ৰাখিব খুজিছে। এদিন খঙত দেউতাই চিঞৰিছিল, এফালে ঘনশ্যাম চৌধুৰী, ইফালে যোগমায়া, মাজত মই কোন? [ৰৈ] এইবাৰ বোলে দেউতাই দেখুৱাই দিব— তেওঁ ঘনশ্যাম চৌধুৰীৰ পুতেক, আৰু

গৌৰী : আৰু কি?

ৰাম : ককাৰ নামৰ ওচৰত যোগমায়া আইতাৰ নাম থাকিব নোৱাৰিব। [অলপ পৰ ভাবি] আজিকালি দেউতাই মোক প্ৰায়েই কয়, তই মোৰ ডাঙৰ ল'ৰা। জ্যেষ্ঠ পুত্ৰ। এইবোৰ কথা তই বুজিব লাগিব। তয়ো মোৰ মান-সন্মান ৰাখিবলৈ যুদ্ধ কৰিব লাগিব। কেতিয়াবা বকি বকি দেউতা পগলাৰ নিচিনা হৈ যায়।

গৌৰী : বৰ ডাঙৰ কথা হৈছে নহয়?

ৰাম : [কেৱল মূৰ দুপিয়ায়]

গৌৰী : আমাৰ দেউতাই তোমালোকক সেই ঘৰটো এৰি দিবলৈ ক'ব।

ৰাম : আমাৰ দেউতাইতো তোমালোকক বাটৰ ভিক্ষাৰী কৰিহে এৰিব। জানানে নাজান? যেতিযালৈকে তোমালোকে ইযাত থাকা, তেতিযালৈকে বোলে ককাদেউতা-আইতাৰ আত্মাই শান্তি নাপাব।

গৌৰী : তুমি নুবুজোৰা কিয়? আপত্তি নকৰা কিয?

ৰাম : বুজাই লাভ নাই। কিছুমান কথা অকণ খুৰাযো নুবুজে, দেউতাযো নুবুজে, তোমাৰ দেউতাৰায়ো নুবুজে।

গৌৰী : ৰাম! [ৰামে গৌৰীৰ চকুলৈ চায়] মোক এটা কথা কোৱা। আমিও এইবোৰৰ মাজত সোমাম নেকি?

ৰাম : ওহোঁ। নোসোমাওঁ।

গৌৰী : আমি যদি আচল কথাবোৰ বুজিছোঁ, তেনেহ'লে আমিতো কিবা এটা কৰিব পাৰোঁ?

ৰাম : কেতিযাবা ভাবোঁ, ক'ৰবালৈ গুচি যাওঁ, ইহঁত চব যুঁজি যুঁজি মৰক। কেতিয়াবা ভাবোঁ, চবকে মৰেই চাফা কৰি পেলাওঁ। কোনো জীয়াই থাকিব নালাগে। সঁচাকৈয়ে কৈছোঁ, কেতিয়াবা মই কিন্তু সাংঘাতিক কিবা এটা কৰি পেলাম। খালী তুমি মোৰ লগ নেৰিলেই হ'ল। দৰকাৰ হ'লে তুমিও সকলোকে এৰিব লাগিব। পাৰিবা?

গৌৰী : এইখিনিলৈ ওলাই আহিছোঁ যেতিয়া পাৰিম চাগে। [দুয়ো দুয়োলৈ চাই থাকে। লাহে লাহে অন্ধকাৰ। দূৰত কোলাহল আৰম্ভ হয়।]

## দৃশ্য : ১৩

### মঞ্চ : ২

[ৰাতি। দূৰত মনোৰঞ্জনৰ গুদাম ঘৰত জুই লাগিছে। মানুহে লৰা-ঢপৰা, চিঞৰ-বাখৰ কৰিছে। কোনোবাই পানী ঢালিছে। যেতিযা আঁৰ কাপোৰ দাং খায, তেতিয়া জুই প্ৰায় নুমাইছেই। মঞ্চৰ সন্মুখ ভাগত পেকিং বক্স দুটামান আৰু অন্যান্য বস্তু খেলি-মেলি হৈ পৰি আছে। এটা পেকিং বক্সৰ ওপৰত মহানন্দই তলমূৰ কৰি বহি আছে। মনোৰঞ্জনে এঠাইত থিয় হৈ জুইৰ ফালে চাই আছে। দূৰত হৰিশংকৰ, ৰাম আৰু ৰামেশ্বৰে জুই নুমুওৱাৰ তদাৰক কৰিছে। অলপ পিছত হৰিশংকৰ আগলৈ আহে।]

হৰিশংকৰ : জুই নুমাই গৈছে। এতিয়া আৰু চিন্তাৰ কাৰণ নাই। [মহানন্দক] আপুনি ঘৰলৈ যাওকগৈ দাদা। ৰাতি বহুত হ'ল। [মনোৰঞ্জনক] আপুনিও যাওক। অলপ শুবলৈ চেষ্টা কৰকগৈ।

মনোৰঞ্জন : এতিয়া শুবলৈ চেষ্টা কৰি লাভ আছে নে? মোৰ সৰ্বনাশ হ'ল। কাইলৈ চব বস্তু ট্ৰাকত পঠিয়াই দিযাৰ কথা, আজি কি হ'ল চাওক। কোনে মোৰ এই সৰ্বনাশ কৰিলে? মইতো কাৰো শত্ৰুতা কৰা নাছিলোঁ।

মহানন্দ : [হঠাতে থিয হৈ চিঞৰি] এইবাৰ ক'লৈ সাৰিবি? মই চবকে চাই ল'ম। আপোনাৰ শত্ৰুৱে

এইবোৰ কৰা নাই। মোৰ— মোৰ শত্ৰুৱে কৰিছে। কোনো সাৰি যাব নোৱাৰিব। [বলিয়াৰ নিচিনাকৈ চিঞৰে]

হৰিশংকৰ : কিন্তু দাদা, কোনোবা মানুহে এই কামটো কৰিছে বুলি আপুনি কিয় ধৰি লৈছে?

মহানন্দ : [চিঞৰি] মানুহে নলগালে জুই কেনেকৈ লাগিল? বজ্ৰপাত পৰিছিল নেকি? মাটি ফুটি জুই ওলাল নেকি? এইখিনি মাটিত গুদাম ঘৰটো সাজিবলৈ লোৱাৰ দিনৰে পৰা গোটেইখনতে হুলস্থূল। দহদিনৰ আগতে মনোৰঞ্জন বাবুৱে ইয়াত বস্তু থ'বলৈ লৈছে, তাৰ পিছৰ আঠ দিনত একো ঘটনা ঘটা নাই, পৰহি মই মোৰ বস্তু কিছুমান আনি সুমুৱাইছোঁ, আমি এই কাণ্ড! মোৰ বুজিবলৈ বাকী আছে? চাই ল'ম মই। অ'ই ৰামেশ্বৰ! [ৰামেশ্বৰ আগুৱাই আহে। তাৰ হাতত এটুকুৰা গোটা বাঁহ]

ৰামেশ্বৰ : দাদা।

মহানন্দ : পুলিচৰ দেখোন খবৰেই নাই? তুমি কাক খবৰ দিছিলা?

ৰামেশ্বৰ : মই থানাৰ বাৰাণ্ডাতে সৰু দাৰোগা কুতুবুদ্দিন চাহাবক পাইছিলোঁ, তেওঁৰ লগতে কথা পাতি লৰালৰিকৈ গুচি আহিছিলোঁ।

মহানন্দ : [ধমক দি] ক'লৈ গ'ল তোমাৰ কুতুবুদ্দিন চাহাব? দৌৰ মাৰা। খবৰ লৈ আহাগৈ। [ৰামেশ্বৰ যাব খোজে]

হৰিশংকৰ : মই কিন্তু অ' চি হৰদয়াল সিঙক অকণ দাদাইঁতৰ ঘৰলৈ যোৱা দেখি আহিছোঁ।

মহানন্দ : হয় নেকি?

মনোৰঞ্জন : তালৈ গ'ল কিয় আকৌ? প্ৰথমতে ইয়ালৈহে আহিব লাগিছিল?

মহানন্দ : তেওঁ ঠিকেই কৰিছে। ঠিক ঠাইলৈকে গৈছে। [ৰামেশ্বৰে আকৌ নিজৰ কামলৈ উভতি যায। হাতত থকা বাঁহডালেৰে ধোঁৱা ওলাই থকা ঠাই এডোখৰ খোঁচে]

হৰিশংকৰ : আজিকালি কিন্তু বহুত ঠাইত জুই লাগিছে। কংগ্ৰেছী ভলণ্টিয়াৰেই সেইবোৰ কাম কৰিছে।

মহানন্দ : ঠিক। সেইবোৰ ঠাইত কংগ্ৰেছী ভলণ্টিয়াৰেই কৰিছে। কিন্তু ইয়াত কংগ্ৰেছী ভলণ্টিয়াৰেও কৰিছে গুণ্ডায়ো কৰিছে। মই চবৰে হিচাপ ৰাখিছোঁ। ইয়াত কংগ্ৰেছী ভলণ্টিয়াৰ কোনে পুহিছে? কোনে কংগ্ৰেছী ভলণ্টিয়াৰৰ স্কুল পাতিছে? [উচাট মাৰি পাছফালে যাযগৈ।] [ উত্তেজিত হৈ লক্ষেশ্বৰ আহে। পাছে পাছে ৰাধা আৰু গৌৰী]

লক্ষেশ্বৰ : [সকলোকে চাই শেষত মনোৰঞ্জনক] মই এই গুদামঘৰত জুই লগাইছোঁ বুলি কোনে সন্দেহ কৰিছে? কোনে পুলিচক মোৰ কথা কৈছেগৈ? ক'লৈ গ'ল? ই ৰামেশ্বৰ ক'লৈ গ'ল?

মনোৰঞ্জন : ৰামেশ্বৰক আমিয়েই পঠাইছিলোঁ।

লক্ষেশ্বৰ : পঠাইছিল ভাল কৰিছিল। কিন্তু সি মোৰ নাম কৈছিলগৈ কিয?

মনোৰঞ্জন : আপুনি বোলে এই গুদাম ঘৰটোত জুই লগাই দিম বুলি কৈছিল?

লক্ষেশ্বৰ : কৈছিলোঁ। মই তাৰ, ৰামেশ্বৰক আগতেহে কৈছিলোঁ। কিন্তু মই এনেকৈ মাজনিশা লুকাই লুকাই জ্বলাম বুলি তাক কৈছিলোঁ নে? মানুহবোৰে মোক চিনি পায নে নাপায? কোনে পঠিযাইছিল মোক ধৰিবলৈ পুলিচ?

মহানন্দ : মই পঠিযাইছিলোঁ।

লক্ষেশ্বৰ : কিয পঠিযাইছিল?

মহানন্দ : চোৰ ধৰিবলৈ।

লক্ষেশ্বৰ : কি?

গৌৰী : দেউতা আপুনি ঘৰলৈ ব'লক। [হাতত ধৰি টানে]

লক্ষেশ্বৰ : চোৰ ধৰিবলৈ পঠিয়াইছিল, নধৰিলে কিয়? পুলিচৰ মানুহ এতিয়াও আমাৰ চোতালতে আছে। যাওক, আকৌ কওকগৈ মোক থানালৈ ধৰি নিবলৈ।

ৰাধা : হ'ব ব'লক।

লক্ষেশ্বৰ : [দাঁত কামুৰি] মোক ধৰিবলৈ, মাজৰাতি ঘৰলৈ পুলিচ পঠিয়ায়। ইমান সাহস! মই চোৰৰ নিচিনাকৈ জুই নলগাওঁ নহয়। লগালে দিনে-পোহৰে আগতে যাক জাপিব লাগে তাক চিতাত জপাদি জাপি ল'ম।

গৌৰী : দেউতা।

ৰাধা : মোমাইদেউ, চাওঁ ব'লকচোন।

লক্ষেশ্বৰ : তাৰ পিছত তাৰ মুখত জুই দি ল'ম। তাৰ পিছত যি জ্বলে আপোনা-আপুনি জ্বলি থাকিব।

মহানন্দ : কি? কি ক'ব তই? [চোঁচা লয়। ৰামে দৌৰি আহি বাধা দিযে]

ৰাম : দেউতা।

ৰামেশ্বৰ : চাওঁ, আহক, গুচি আহক। [দুযো মহানন্দক পিছুৱাই আনে]

হৰিশংকৰ : [লক্ষেশ্বৰহঁতক] আপোনালোক ঘৰলৈ যাওকগৈ।

লক্ষেশ্বৰ : মোৰ ঘৰলৈ পুলিচ পঠোৱাৰ কাৰণে এওঁ সকলোৰে আগত মোৰ ভৰিত ধৰি ক্ষমা খুজিব লাগিব।

মহানন্দ : ভৰি মোৰো আছে। চাই থাকিম কাৰ ভৰিত কোনে পৰে। আৰু—

হৰিশংকৰ : হ'ব দাদা। যি ক'বলগীয়া আছে পিছত ক'ব। এতিয়া— [ৰাধা আৰু গৌৰীয়ে জোৰকৈ লক্ষেশ্বৰক লৈ যায]

মহানন্দ : [চিঞৰি] আৰু— মই নপঠিয়ালেও পুলিচ আকৌ যাব। কিন্তু সদায় পুলিচ খালী হাতে উভতি নাযাব। মই চাই ল'ম।

ৰাম : [খং] আপুনি মনে মনে থাকক দেউতা।

মহানন্দ : মই পুলিচক খবৰ দিলোঁ, ইযাত জুই লাগিছে, কিন্তু পুলিচে সিহঁতৰ চোতালত কি কৰিছে? যা ইযালৈ মাতি আনগৈ।

ৰাম : কেতিযা ক'লৈ যাব লাগে, কি কৰিব লাগে পুলিচে জানে নহয়।

মহানন্দ : নাজানে। আচল কথাবোৰ মই নোকোৱাকৈ পুলিচে কিটো জানিব?

ৰাম : আচল কথাতো আপুনিও একো নাজানে। পুলিচক আপুনি কি ক'ব? আপুনি দেখিছিল কোনে জুই লগাইছিল?

মহানন্দ : চব কথা দেখিলেহে ক'ব পাৰি নেকি?

ৰাম : কিন্তু এনেকুৱা ঘটনাত একো নেদেখাকৈ কাৰোবাৰ বিৰুদ্ধে গোচৰ দিয়াটো লাজৰ কথা।

মহানন্দ : তোৰ নাকটো বৰ দীঘল হ'ল যেন পাইছোঁ। ককাৰৰ কটা নাক জোৰা দি তোৰ নাক দীঘল কৰিছ? সিহঁতে কেনেকৈ মোৰ বোপাইৰ নাক কাটিলে দেখা নাই? তই মোক জ্ঞান দিবলৈ আহিছ?

হৰিশংকৰ : হ'ব দাদা। ব'লক, ঘৰলৈ ব'লক।

মহানন্দ : নাযাওঁ। যেতিয়ালৈকে পুলিচ নাহে, তেতিযালৈকে মই ইযাতে বহি থাকিম। আপোনালোকে যাওক ইয়াৰ পৰা। [পেকিং বক্স এটাৰ ওপৰত বহে] অ'ই ৰামেশ্বৰ।

ৰামেশ্বৰ : [ওচৰ চাপি আহি] দাদা!

মহানন্দ : দৌৰ মাৰ। অন্নদা বাবুক খবৰ দেগৈ। মই মাতিছোঁ বুলি ক'বি।

ৰামেশ্বৰ : এতিযাই?

মহানন্দ : ওঁ এতিয়াই।

[অন্ধকাৰ]

# দৃশ্য : ১৪

## মঞ্চ : ১

[অকণহঁতৰ ঘৰৰ আগফাল। ৰাধাই চাদৰেৰে চকুপানী মচিছে। ওচৰত অতুল। সন্ধিয়া।]

অতুল : [অস্থিৰভাৱে] এতিয়া কন্দাৰ সময় নহয় ৰাধা। তুমি সহ্য কৰিব পৰা ছোৱালী। সহ্য কৰিব পাৰিব লাগিব। এইবোৰ কথা তুমি এতিয়াহে শুনিছা, মই আগতেই শুনিছোঁ, [ৰাধাই অতুলৰ মুখলৈ চায়] হয় আগতেই শুনিছোঁ।

ৰাধা : ক'ত? কেনেকৈ?

অতুল : মই আমাৰ সুবিধাৰ কাৰণে কিছুদিনৰ পৰা চি আই ডি ইন্সপেক্টৰ অন্নদাচৰণৰ লগত বৰ বেছি হলি-গলি আৰম্ভ কৰিছিলোঁ। ককায়েকৰ ঘৰলৈ যোৱাৰ ছলেৰে তেৰোঁ মোৰ কোঠালিলৈ ঘনে ঘনে যোৱা কৰিছিল। তেওঁ মোৰ মুখৰ পৰা অকণ দাদাৰ কাম-কাজৰ কথা উলিযাবলৈ চেষ্টা কৰিছিল আৰু মই তেওঁৰ পেটৰ কথা জানিবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু আমাৰ দুযোটাৰে ভুল হৈছিল। বোধকৰোঁ মোৰ বেছি ভুল হৈছিল। মানুহটোৱে সুবিধা পালেই মোক তোমালোকৰ ঘৰখনৰ বিৰুদ্ধে কৈছিল, তোমাৰ বিৰুদ্ধে কৈছিল। অকণ দাদাৰ বিৰুদ্ধে কৈছিল।

ৰাধা : কি কৈছিল?

অতুল : [উত্তেজিত] কিছুদিনৰ পিছত যিবিলাক কথা তোমালোকে শুনিব লাগিবই, সেইবোৰ কথা কৈছিল। গতিকে এতিযাই শুনি লোৱা। তেওঁলোকৰ মতে তোমালোকৰ লগত মই সম্পৰ্ক পাতিব নালাগে, কাৰণ সমাজ, আইন একোৱে তোমালোকক বৈধ বুলি গ্ৰহণ নকৰে। তোমালোকৰ পিতৃ পৰিচয সন্দেহজনক। ইযাৰ পিছত বোধকৰোঁ তোমাৰ আৰু একো নতুন কথা শুনিবলৈ বাকী নাথকিল। বাচ্। যুদ্ধ এখনতো ২'বই। কিন্তু তোমালোকৰ এটা লাভ হ'ল, শত্ৰুৰ কি কি অস্ত্ৰ আছে, তোমালোকে এতিয়া ভালকৈ জানা। [আৰু বেছি উত্তেজিত] কিন্তু অন্নদাচৰণে কিয় মোৰ লগত ইমান হলি-গলি কৰিছিল, কিয় তোমালোকৰ বিৰুদ্ধে ইমানবোৰ কথা কৈছিল জানা? মই তোমালোকৰ ঘৰখন এৰি তেওঁৰ ককাযেক কামাখ্যাচৰণৰ ঘৰ ল'ব লাগে। কামাখ্যাচৰণৰ ডাঙৰ জীয়েকক বিয়া কৰাব লাগে আৰু মই যেতিয়া অমান্তি হ'লোঁ, তেতিয়া তেওঁলোকে মোক ঘৰটোৰ পৰা উলিয়াই দিলে।

ৰাধা : উলিযাই দিলে? কেতিযা?

অতুল : পৰহি।

ৰাধা : এতিয়া আপুনি ক'ত আছে?

অতুল : আছোঁ এঠাইত। এই কেইদিন লুকাই আছোঁ। এই অন্নদাচৰণ নামৰ মানুহটো গুলী খোৱা বাঘৰ নিচিনা হৈ আছে। সেই কাৰণে মই স্কুললৈও যোৱা নাই।

ৰাধা : মানুহটোৱে সঁচাকৈয়ে আপোনাৰ অপকাৰ কৰিব নেকি?

অতুল : মোক সি একো কৰিব নোৱাৰে। কিন্তু মোৰ অকণ দাদাৰ কাৰণে চিন্তা হৈছে। মই এই কথাটোকে অকণ দাদাক ক'বলৈ আহিছোঁ। ব'লাচোন ভিতৰলৈ যাওঁ। [দুয়ো যাব খোজে। অতুলে হঠাতে উভতি চায] তুমি কিন্তু মোৰ কাৰণে চিন্তা নকৰিবা। য'তে থাকোঁ, মই সদায তোমাৰ ওচৰতে আছোঁ বুলি ভাবিবা। [অকণ ওলাই আহে]

অকণ : [পাতল সুৰত] অতুল।

অতুল : দাদা।

অকণ : পইচা গোটাব পাৰিছা?

অতুল : পইচা মানে?

অকণ : মানে ঘৰ এটা সজাৰ কাম আৰম্ভ কৰিবলৈ?

অতুল : [হাঁহি] নাই দাদা। [ৰাধা সোমাই যায]

অকণ : [গহীন] আগতেও কৈছোঁ, আজি আকৌ ক'লোঁ, শেষবাৰৰ কাৰণে ক'লোঁ—টকাৰ কথা চিন্তা নকৰিবা। এই যে মহানন্দ দাদাই অন্নদাচৰণ নামৰ মানুহজনক মাটি এডোখৰ বেচিব বুলি ঠিক কৰিছে, সেইডোখৰ মাটিত কাইলৈ পুৱাই বাঁহ পৰিব, দুটামান মানুহে জেওৰা দিবলৈ আৰম্ভ কৰিব, তুমি কামখিনি চাবা। তাৰ পিছত ঘৰ সজোৱাৰ কাম আৰম্ভ কৰিবা।

অতুল : কিন্তু দাদা—

অকণ : তুমি ৰাধাক বিয়া কৰাবা বুলি মই তোমাক ঘৰ-মাটি দিব খোজা নাই। তুমি তাইক বিয়া নকৰালেও মই এটা শব্দও উচ্চাৰণ নকৰোঁ। মাটিখিনিত ঘৰ সাজি থাকিবলৈ লৈ তুমি মোক অকণমান সহায কৰা। [অতুলে হঠাতে দূৰলৈ চাই উচপ খাই উঠে]

অতুল : [উত্তেজিত হৈ] মই যাওঁ দাদা। পাছফালেদি ওলাই যাওঁগৈ। [সি দৌৰ মাৰিব খোজে]

অকণ : [দূৰলৈ চাই] শুনাচোন। [ওচৰলৈ গৈ] হ'ল কি?

অতুল : পুলিচ আহিছে?

অকণ : আহিলে কি হ'ল? তোমাক ধৰিবলৈ আহিছে নেকি?

অতুল : হ'ব পাৰে?

অকণ : ধৰিলে ধৰিব, কিন্তু তুমি পলাবা কিয?

অতুল : মোৰ বহুত কাম আছে দাদা। মই এতিয়া জে'লত সোমাব নোৱাৰোঁ। [যাব খোজে]

অকণ : [ধমক দি] অতুল! মোৰ ওচৰৰ পৰা তুমি এনেকৈ পলাব নোৱাৰা। [অতুল ৰৈ যায। অকণে বাহিৰলৈ চাই আগুৱাই যায়]

অকণ : [বাহিৰলৈ চাই, হাঁহি মুখেৰে] আহক সিং। [পুলিচ বিষয়া অমৃত সিং সোমাই আহে। সোমাযেই তেওঁ উভতি বাহিৰত থকা কাৰোবাক কয়]

সিং : তোমালোক তাতে থাকা [অকণক] নমস্কাৰ ছাৰ।

অকণ : নমস্কাৰ। আহক, ভিতৰলৈ আহক।

সিং : ভিতৰলৈ নাযাওঁ ছাৰ। ইযাতে কথাটো কওঁ।

অকণ : কওক তেনেহ'লে।

সিং : আপুনি আমাৰ লগত থানালৈ যাব লাগে।

অকণ : থানালৈ? মই?

সিং : হয।

অকণ : কিয? [সিঙে জেপৰ পৰা কাগজ এখন উলিযাই অকণক দিযে। অকণে কাগজখন পঢ়ে] অতুল?

অতুল : দাদা?

অকণ : মোক এখেতে গ্ৰেপ্তাৰ কৰিছে। [সিঙক] অলপ সময ৰ'ব পাৰিবনে? অলপ কাপোৰ-কানি লওঁ, মাইতক মাত লগাওঁ?

সিং : পাৰিম। আপোনালোকে মোক বেযা নাপাব।

অকণ : নাই নাই নাই, আপোনাক কিয বেযা পাম? [ৰাধা বাৰাণ্ডালৈ ওলাই আহে] ৰাধা, মোৰ সৰু ছুটকেচটোত কাপোৰ দুযোৰমান ভৰাই দেচোন। [অতুলে ৰাধাৰ ওচৰলৈ যায। সি ৰাধাক কিবা কয।]

ৰাধা : [ডাঙৰকৈ] কিয?

অকণ : চৰকাৰৰ বিৰুদ্ধে কাম কৰাৰ বাবে। চিন্তা নকৰিবি— যা। [সিঙক] মোক কিমান দিন ভিতৰত ৰাখিব কিবা জানে নে সিং? [ৰাধা দৌৰি ভিতৰলৈ যায]

সিং : নাই, নাজানো ছাৰ।

অকণ : অতুল, তুমি মই কোবা কামবোৰ কৰিবা। আৰু কেশৱ দাসক ক'বা, যিসকল শিক্ষকৰ নিজা মাটি নাই, মই তেওঁলোকৰ লিষ্ট এখন কৰিবলৈ দিছিলোঁ। তুমি লিষ্টখন আনি ৰাধাক দিবা। জগতবাবুক ক'বা, তেওঁ হেড মাষ্টৰৰ দাযিত্ব ল'ব আৰু কেশৱ দাস এছিষ্টেণ্ট হেডমাষ্টৰ হৈ থাকিব। [সিঙক] মোক ইযাৰ জে'লতে ৰাখিব নে অইন ক'ৰবালৈ পঠাব?

সিং : মই ক'ব নোবাৰোঁ ছাৰ।

অকণ : [অতুলক] যদি ইযাৰ জে'লতে থাকোঁ, তেনেহ'লে মই জে'লৰ ভিতৰৰ পৰাই দিহা-পৰামৰ্শ দি থাকিব পাৰিম। [লক্ষেশ্বৰ ওলাই আহে। দূৰত বন্দে মাতৰম ধ্বনি শুনা যায।]

সিং : কিন্তু মই শুনিছোঁ ছাৰ, হাইস্কুলখন বোলে মিলিটেৰীযে ল'ব।

অকণ : কি? ক'ত শুনিলে আপুনি?

সিং : এছ পি চাহাবৰ অফিচত শুনিলোঁ। এই অৰ্ডাৰটোৰ কাৰণে মোক এছ পি চাহাবে মাতি পঠিযাইছিল। এঘণ্টামানৰ আগতে তাতে শুনি আহিলোঁ।

অকণ : [অস্থিৰ] অতুল! [বন্দে মাতৰম্ ধ্বনি ওচৰ চাপি আহে]

অতুল : দাদা?

অকণ : ৰাধাক মাতা। নাই নালাগে ৰ'বা। তাই কাম কৰি আছে। তুমি তাইক ক'বা, জগতবাবুকো ক'বা, পাঠশালা আৰু মাইনৰ স্কুল ৰাতিপুৱা বহিব, হাইস্কুলৰ ক্লাছবোৰ এই দুয়োখন স্কুলত ভগাই দিব, কিন্তু ক্লাছ খতি হ'ব নোৱাৰিব। [বাহিৰত বন্দে মাতৰম্ ধ্বনি]

লক্ষেশ্বৰ : অকণ, তই এইবোৰ কথা চিন্তা কৰিব নালাগে। আমি চম্ভালিব পাৰিম। কিন্তু যোৱাৰ আগতে তোক এটা কথা কৈ থওঁ। এইবোৰ যদি অকল চৰকাৰৰে কাম হয়, তেনেহ'লে চৰকাৰৰ

কাম যেনেকৈ মানি ল'ব লাগে তেনেকৈ মানি লৈ চলি থাকিম। কিন্তু এইবোৰত যদি কাৰোবাৰ চক্ৰান্ত আছে বুলি গম পাওঁ, তেনেহ'লে মই ভয়ানক কাণ্ড কৰিম। মই আৰু গোসাঁইঘৰত সোমাই থকা, মাজে মাজে চিঞৰ-বাখৰ কৰা ভকত লৈ নাথাকিম। তই যেনেকৈ এখন যুদ্ধ কৰি আছ, মযো তেনেকৈ এখন যুদ্ধ আৰম্ভ কৰিম। যদি হাৰো, তেনেহ'লে তোক আৰু মই মুখ নেদেখুৱাওঁ। [বাহুত ধৰি] যা।
[তৰা বাৰাণ্ডালৈ ওলাই আহে]

অৰুণ : নাই নাই, তেনেকৈ কিয় কৈছে মোমাইদেউ?

লক্ষেশ্বৰ : মই সঁচা কথা কৈছোঁ। [আঁতৰি যায। ভিতৰৰ পৰা গৌৰী দৌৰি ওলাই আহে। তাই আঁঠকাঢি অৰুণৰ ভৰি দুটা সাবট মাৰি ধৰে। যোগমাযা ওলাই আহি ছিৰিত থিয হয। তেনেই ওচৰতে বন্দে মাতৰম ধ্বনি শুনা যায। লাহে লাহে অন্ধকাৰ।]

# দৃশ্য ঃ ১৫

## মঞ্চ ঃ ২

[মহানন্দহঁতৰ ঘৰৰ এটা কোঠালি। (আগতে ব্যৱহাৰ কৰা বহা কোঠালিটোও হ'ব পাৰে।) মহানন্দই মদৰ গিলাচ হাতত লৈ থিয হৈ অহা-যোৱা কৰি আছে। পাৰ্বতীয়ে প্লেট এখনত ফুলৰি অলপমান আনে। প্লেটখন থৈ উভতি যাব খোজোঁতেই মহানন্দই মাতে।]

মহানন্দ : ৰ'বা। ক'লৈ যোৱা? [প্লেটৰ পৰা ফুলৰি লৈ খায] মটৰ গাডীখনত উঠি কেনে পালা নক'লাই দেখোন?

পাৰ্বতী : ভাল। ভাল পালোঁ।

মহানন্দ : ছেভ্ৰলেট গাডী বুইছা? আমেৰিকান কোম্পানীৰ গাডী। তুমি দেখিছিলানে নাই ক'ব নোৱাৰোঁ, পহুমৰা বাগানৰ মেনেজাৰৰ ঠিক এনেকুৱা এখন গাডী আছিল। ইয়াতো এনেকুৱা ছেভ্ৰলেট গাডী এইখনকে ধৰি চাৰিখনহে আছে। পুৰণি গাডী হ'লেও চাহাবে বাহিৰে-ভিতৰে কেনেকৈ চিক্‌চিকীযা কৰি ৰাখিছিল দেখিছা? আমিও তেনেকৈ ৰাখিব লাগিব। [হঠাতে ডাঙৰকৈ] অ'ই বীৰু।

পাৰ্বতী : বীৰু নাই।

মহানন্দ : ক'লৈ গ'ল?

পাৰ্বতী : জানো। এনেযে ফুৰিবলৈ গৈছে।

মহানন্দ : পূৰ্ণক মাতা।

পাৰ্বতী : সিও অহা নাই।

মহানন্দ : [খং] ইহঁত ক'ত ঘূৰি ফুৰেগৈহে? কোন আছে ঘৰত?

পাৰ্বতী : ৰাম আছে।

মহানন্দ : মাতা তাক। [নিজেই মাতে] ৰাম। অ'ই ৰাম।

ৰাম : [ভিতৰৰ পৰা] গৈছোঁ।

মহানন্দ : [পাৰ্বতীক] এই বীৰু আৰু পূৰ্ণক ক'বা, সিহঁতে সদায় গাডীখনৰ বাহিৰ-ভিতৰ চাফা কৰিব

আৰু মচি একেবাৰে চিক্‌চিকীয়া কৰি ৰাখিব। [ৰাম আহে]

মহানন্দ : ৰাম, তই এটা কাম কৰিবি। গুদামলৈ গৈ মোহনক ক'বি— সি ত্ৰিপাল এখন আনি গাড়ীখন ঢাকি থ'ব। কাইলৈকে চালি এখন দিযাব লাগিব। [ৰাম উভতি যাব খোজে] হেৰি নহয়, তই সোনকালে মটৰখন চলাবলৈ শিকি ল'। আগতে তই শিকি ল'। তাৰ পিছত মযো [হঠাতে বাহিৰলৈ চাই] কোন?

ৰামেশ্বৰ : [বাহিৰৰ পৰা] মই দাদা। [সোমাই আহে, হাতত মোনা]

মহানন্দ : কি পালি সেয়া?

ৰামেশ্বৰ : মাংস দাদা, খাছি মাংস। লওক বৌ [পাৰ্বতীক দিযে]।

মহানন্দ : কিমান আছে?

ৰামেশ্বৰ : দুসেৰমান আছে।

মহানন্দ : আজি মাংস কিমান কিনিছিলি?

ৰামেশ্বৰ : পঁচিছ সেৰ।

মহানন্দ : অ'ৰ্ডাৰ কিমানৰ আছিল?

ৰামেশ্বৰ : ত্ৰিছ সেৰৰ।

মহানন্দ : তইঁতৰ ঘৰলৈ কিমান নিলি?

ৰামেশ্বৰ : এসেৰমান হ'ব।

মহানন্দ : [ডাঙৰ মাতেৰে, হিচাব কৰাৰ নিচিনাকৈ] অ'ৰ্ডাৰ আছিল ত্ৰিছ সেৰৰ, কিনিলি পঁচিছ সেৰ, তাৰে ঘৰলৈ নিলি এসেৰ, এওঁক দিলি দুসেৰ, গৈ থৈ কেম্পত দিলি বাইছ সেৰ আৰু দাম ল'বি ত্ৰিছ সেৰৰ? [ৰামেশ্বৰে হাঁহে] এই হ'ল তোৰ ঠিকাদাৰী? [পাৰ্বতীক] ই আজিকালি বৰ চালাক ঠিকাদাৰ হ'ল বুইছা। ই স্কুলৰ মিলিটেৰী কেম্পৰ পাগঘৰটোৰ ঠিকাদাৰ হৈ থাকে মানে তমি মাংস কণী ৰুটী কিমান খোবা খাই যোৱা।

ৰামেশ্বৰ : মইনো আৰু ক'ৰ ঠিকাদাৰটো। আপোনাৰ যহতে কাগজবোৰত চহীটো মাৰি আছোঁ আৰু।

মহানন্দ : এই যে পাগঘৰ চলায— মেনেজাৰটো, কি নাম আছিল তাৰ?

ৰামেশ্বৰ : ৰেড্ডী চাহাব।

মহানন্দ : হেইহে। চাহাব। এমাহতকৈও বেছি হ'ল মিলিটেৰী কেম্পত ঠিকাদাৰী কৰা, চাহাবৰ গাৰ বৰ দেখিছ নে নাই?

ৰামেশ্বৰ : দেখিছোঁ।

মহানন্দ : তেনেহ'লে ৰেড্ডীৰ গাৰ বৰ তেনেকুৱা নেকি? বাৰু ক'চোন, ৰেড্ডীৰ লগত তোৰ দোস্তি হৈছে নে নাই?

ৰামেশ্বৰ : হৈছে।

মহানন্দ : গধূলিৰ পিছত এবেলগে বহিছনে নাই? [ৰামেশ্বৰে পাৰ্বতীলৈ চাই লাজ কৰে] ইস। সি তোমালৈ লাজ কৰিছে দেখিছানে নাই? যোৱা তুমি ভিতৰলৈ যোৱা। খাছি মাংস ৰান্ধাগৈ। আমি বিজিনেছৰ কথা পাতোঁ। [পাৰ্বতী সোমাই যায] এই ৰেড্ডীক ক'বি, কেম্পত যদি দিনে তিনিশ কণী লাগে, তেনেহ'লে তেওঁ কমেও পাঁচশৰ অ'ৰ্ডাৰ দিব। ৰেড্ডীয়ে ওপৰৱালাক বুজাই দিব, আজিকালি ইযাত পাঁচটা কণীৰ ভিতৰত দুটা ঘোলা ওলায। আৰু ক'বি, ঘোলা কণীৰ ভাগ ৰেড্ডীয়েও পাব।

ৰামেশ্বৰ : সেইটো আৰু ক'ব লাগিছেনে দাদা? আপুনি পাঁচটা কণীৰ দুটা ঘোলা ওলোৱাৰ কথাহে কৈছে; মই যদি কথাটো তাক কওঁ, সি কাইলৈৰ পৰা পাঁচটা কণীৰ চাৰিটা ঘোলা কৰি দিব।

মহানন্দ : মানুহ ঘাগী আছে?

ৰামেশ্বৰ : এক নম্বৰৰ। এতিয়ালৈকে মোকে তিনিবাৰমান বিক্ৰী কৰি আকৌ তিনিবাৰমান কিনি লৈছে।

মহানন্দ : হয় নেকি? এদিন ৰাতি তাক মোৰ ওচৰলৈ লৈ আহিবি।

ৰামেশ্বৰ : কিন্তু দাদা, স্কুলখনৰ পৰা কেম্পটো উঠি গ'লে মোৰ হাত একেবাৰে খালী হৈ যোৱা যেন লাগিব।

মহানন্দ : সেই কাৰণে কেম্পটো ইযাত থাকোঁতেই হাত ভৰাই ল' আৰু ঈশ্বৰক প্ৰাৰ্থনা কৰ, যুদ্ধ শেষ হ'লেও যেন কেম্পটো ইযাতে থাকি যায।

ৰামেশ্বৰ : ভাল দাদা। আহোঁ। [যায আৰু হঠাতে উভতে] অ' দাদা, পাহৰিছিলোঁ। আজি এটা ঘটনা হ'ল।

মহানন্দ : কি?

ৰামেশ্বৰ : দহচকীযা ডাঙৰ গাড়ী এখন ক'লীযা মিলিটেৰী এটাই স্কুলৰ ফিল্ডলৈ সুমুৱাই আনিব খুজিছিল। সেইখিনিতে মূৰত পাগুৰি মৰা মিলিটেৰী পুলিচ এটাও আছিল। সি ক'লীযাই কেনেকৈ কি কৰিলে জানো, গাড়ীখনে সোঁফালৰ পিলাৰটোত খুব জোৰে খুন্দা মাৰি দিলে।

মহানন্দ : পিলাৰটো ভাগিল নেকি?

ৰামেশ্বৰ : ওপৰৰ ফালে এঠাইত ফাটি বেঁকা হৈ গ'ল। পিলাৰটো থিয হৈযেই আছে, কিন্তু স্কুলৰ ছাইনব'ৰ্ডখনৰ টিনখন ফ্ৰে'মৰ পৰা ওলাই ওলমি গ'ল।

মহানন্দ : হয নেকি? তাৰ পিছত?

ৰামেশ্বৰ : ওপৰৱালা দুজন দৌৰি আহিল। ৰেড্ডী চাহাবো আহিল। তাৰ পিছত মিলিটেৰী পুলিচজনে কোৱা শুনিছোঁ, তেওঁলোকে ঘটনাটোত বৰ দুখ পাইছে আৰু দুদিনমানৰ ভিতৰতে মিস্ত্ৰী লগাই পিলাৰ, ছাইনব'ৰ্ড চব মেৰামতি কৰাই দিব।

মহানন্দ : [এঢোক খাই, চিন্তা কৰি] ছাইনব'ৰ্ডৰ টিনপাতখন ওলমিযেই আছে নেকি?

ৰামেশ্বৰ : নাই। পিছত দুটামান মিলিটেৰীযে সেইখন নমাই ওচৰতে থৈ দিছে।

মহানন্দ : তই এতিযাই ৰেড্ডীক লগ ধৰি কথা এটা ক'গৈ। সি মিলিটেৰী পুলিচটোক ক'ব, মই কৈছোঁ বুলি ক'ব, পিলাৰটো মেৰামতি কৰিব নালাগে। ডাঙৰ ডাঙৰ গাড়ী ওলোৱা-সোমোৱা কৰিযেই থাকিবতো গতিকে পিলাৰটো একেবাৰে ভাঙি পেলাব লাগে। কেম্প যেতিযা উঠি যায, তেতিযা তেওঁলোকে যি ভাল দেখে কৰি থৈ যাব।

ৰামেশ্বৰ : ভাল দাদা। মই এতিযাই ক'মগৈ।

মহানন্দ : [গম্ভীৰ] আৰু শুন, ছাইনব'ৰ্ডৰ টিনপাতখন কাইলৈ পুৱাই নি তই চিত্ৰলেখা ষ্টুডিঅ'ত দি দিবিগৈ। ক'বি, সেইখনৰ ছাইডবিলাক কাটি টিনপাতখন অলপ সৰু কৰিব লাগে, আগৰ আখৰবোৰৰ ওপৰত ক'লা ৰং দি দিব লাগে আৰু উইমেনছ ভলণ্টেৰী ছ'চাইটী নামটোৰে এখন নতুন ছাইনব'ৰ্ড লিখি দিব লাগে। মই কাগজ এখনত নামটো লিখি দিওঁ ৰ'বি। [ৰাম সোমাই আহে] অ'হ ৰাম কাগজ এটুকুৰাত উইমেনছ ভলণ্টেৰী ছ'চাইটী বুলি কেপিটেল লেটাৰেৰে লিখি দেচোন।

ৰাম : [গম্ভীৰ] নালাগে। শুনা ৰামেশ্বৰ ককাই, সেই ছাইনব'ৰ্ডখন এতিয়া য'তে আছে, তেনেকৈয়ে থাকক। তোমালোক কোনেও সেইখনত হাত নলগাবা। লগালে কথা বেয়া হ'ব।

মহানন্দ : [অবাক হৈ চাই থাকি] কি? কি ক'লি তই?

ৰাম : সেইখন ছাইনব'ৰ্ড তাতে থাকিব। আগৰ ঠাইতে, আগৰ নিচিনাকৈ লগাব লাগিব।

মহানন্দ : [অলপ সময় চাই থাকি, হঠাতে চিঞৰে] শুনিছা? ক'ত আছা? [পাৰ্বতী উধাতু খাই সোমাই আহে]

পাৰ্বতী : কি হৈছে? ইমানকৈ চিঞৰিছে কিয়?

মহানন্দ : ইয়াৰ কি হৈছে? মইতো আজিকালি তাক দেখা নাপাওঁৱেই, সেইকাৰণে সুধিছোঁ, তুমি কিবা জানা নেকি?

পাৰ্বতী : হৈছে কি?

মহানন্দ : যিযেই নহওক, তাক কৈ দিয়া, মোৰ লগত তেৰি-বেৰি কৰিলে তাক মই গুলীয়াই দিম।

ৰাম : [আচম্বিতে, চিঞৰি] মাৰক। [আগুৱাই আহে। বাটত পৰা চকী এখন জোৰেৰে আঁতৰাই দিয়ে। টিপয় এখন গোৰ মাৰি দিয়ে। তাৰ পিছত মহানন্দৰ পৰা দুহাতমান আঁতৰত থিয় হৈ চিঞৰে] মাৰক। [মহানন্দই হতবাক কৈ তীক্ষ্ণ দৃষ্টিৰে চাই থাকে] মাৰক। [মহানন্দই চাই থাকি হাতৰ গিলাচটো দলি মাৰি দিয়ে। তাৰ পিছত সোঁহাতেৰে ৰামৰ গালত প্ৰচণ্ড জোৰে এটা চৰ মাৰে। ৰাম পৰি যাব খোজে। মহানন্দই তাৰ চুলিকোছাত ধৰি তাক নপৰাকৈ ৰাখে, পোনকৈ থিয় কৰাই লয়, তাৰ পিছত আৰু এটা চৰ মাৰে। এই চৰটো দৌৰি ওচৰ চাপি অহা পাৰ্বতীৰ গাত চোঁচোৰা খাই যায়।]

পাৰ্বতী : কি হৈছে আপোনাৰ? চাওঁ। বলিয়া হৈছে নেকি? [মহানন্দই পাৱতীক জোৰেৰে ঠেলা এটা মাৰে। তাই ৰামেশ্বৰৰ গাৰ ফালে ছিটিকি পৰে। ৰামেশ্বৰে পাৰ্বতীৰ গাটো তাৰ গাত লাগে বুলি আঁতৰি দিয়ে। মহানন্দই ৰামক আৰু এটা চৰ মাৰি চুলিকোছাত জোকাৰ এটা মাৰি দূৰলৈ ঠেলি দিয়ে। ৰামে দাঁত-মুৰ কৰচি ইফালে-সিফালে চাই কি কৰোঁ-কি নকৰোঁ কৰে। তাৰ পিছত চোফাৰ কুছন এটা ওপৰলৈ দলিয়াই দিয়ে, সজাই থোৱা বঁটা এটা আৰু পুতলা এটা টেবুলখনেৰে সৈতে দলিয়াই দিয়ে। পাৰ্বতীয়ে তাক ধৰি ৰাখিবলৈ চেষ্টা কৰে।]

পাৰ্বতী : এই ৰাম! কি হৈছে তোৰ? উস্। মোৰ কথা শুনচোন! ৰাম! অ'ই ৰামেশ্বৰ, ধৰাচোন ইয়াক।

মহানন্দ : নধৰিবা। এৰি দিয়া তাক। কি কৰে কৰিবলৈ দিয়াচোন। মই চাই লওঁ তাৰ কিমান তাগজ। [ফোঁপাই-ফোঁপাই]

ৰাম : [মাকৰ হাতৰ পৰা নিজকে এৰুৱাবলৈ চেষ্টা কৰি] চৰিয়াই, ঘুচিয়াই মোৰ মুখ বন্ধ কৰিব পাৰিম বুলি ভাবিছে নেকি? যোগমায়া আইতাৰ নামৰ ছাইনব'ৰ্ডখন য'ত আছিল তাত আগৰ নিচিনাকৈ থাকিব লাগিব। স্কুলত থাকিব লাগিব। এই ঘৰৰ গে'টত থাকিব লাগিব।

পাৰ্বতী : ব'লচোন তই, ভিতৰলৈ ব'ল। [ভিতৰৰ দুৱাৰৰ ফালে ঠেলে]

মহানন্দ : [চিঞৰি] নিনিবাচোন তাক আঁতৰাই।

পাৰ্বতী : [আতুৰ হৈ] নাপায় নহয় দেউতাৰাক তেনেকৈ ক'ব।

ৰাম : এতিয়া আৰু কিহৰ পায-নাপাযডাল আছে? [মাকক] যেতিয়া ৰাতিৰ সাঁজ খাবলৈ পইচা বিচাৰি মাৰোৱাৰীৰ গোলাত বহি আছিলোঁগৈ, তেতিয়া মই এনেকুৱা কথা কৈছিলোঁ? একেটা চোলাকে পিন্ধিবলৈ যেতিয়া বীৰু আৰু মই টনা-আঁজোৰা কৰিছিলোঁ, তেতিয়া

এনেকুৱা কথা কৈছিলোঁ? [তীব্র খং] কাৰ কাৰ যহত [আঙুলি দেখুৱাই] মাৰোৱাৰীৰ গোমস্তাটোৱে আজি শ শ টকাৰ ওপৰত বহি বিলাতী মদ খাবলৈ পাইছে? লাজ নালাগে?

পাৰ্বতী : [চিঞৰি] মনে মনে থাক।

ৰাম : মানুহ এনেকুৱা বেইমান, নিমখহাৰাম হ'ব লাগে? মই কৈ দিছোঁ, আজিয়েই যোগমায়া আইতাৰ নামৰ ছাইনবৰ্ড— [মহানন্দ বেগেৰে আহি পাৰ্বতীক আঁতৰাই ৰামক তিনিবাৰ ঘুচিযায। পাৰ্বতীয়ে কান্দে]

পাৰ্বতী : কি হ'ব এতিয়া? ধৰাচোন ৰামেশ্বৰ। [ৰামেশ্বৰে ৰাম আৰু মহানন্দৰ মাজত সোমাই ৰামক জোৰকৈ তাৰ কোঠালিলৈ ঠেলি নিয়ে। মহানন্দই আগবাঢ়িব খোজোঁতে পাৰ্বতীয়ে তাৰ আঁঠু দুটাত সাবট মাৰি ধৰে।] আপুনি নাযাব। মোৰে শপত—

মহানন্দ : চাওঁ মোক এৰি দিয়া। তাৰ তেজত কোনজনী বুঢ়ীমাকৰ কিমান নিমখ আছে চেপি চেপি উলিয়াই দিওঁ।

পাৰ্বতী : [মহানন্দক টানি টানি] আপুনি এইফালে আহকচোন। আহক বুলিছোঁ নহয়। বহকহিচোন আপুনি।

মহানন্দ : [দুৱলৈ আহি, ৰামৰ কোঠালিলৈ চাই] বহুত দিনৰ পৰা মই তোৰ খেল চাই আছোঁ। এইবাৰ মই তোৰ খেল শেষ কৰিম। [হাতত ছাৰ্ট-পেণ্ট, গামোচা, বিছনা চাদৰ আদি কাপোৰ এসোপা লৈ (আলনাৰ পৰা তুলি অনা) ৰাম সোমাই আহে। পাছে পাছে ৰামেশ্বৰ। ৰাম ওলাই যাব খুজি দুৱাৰমুখত ৰৈ, উভতি—]

ৰাম : [মাকক] ঘনশ্যাম চৌধুৰী পাপী আছিল, কিন্তু নিমখহাৰাম নাছিল। এই বীৰু আৰু পূৰ্ণক তই কৈ দিবি, যদি সিহঁত নিমখহাৰাম বাপেকৰ নিমখহাৰাম পুতেক হ'ব নোখোজে, তেনেহ'লে সাৱধানে চলিব। মই কৈ গ'লোঁ। বহুত সহ্য কৰি থকাৰ পিছতহে এইবোৰ কথা মোৰ মুখেদি ওলাই আহিছে। মনত ৰাখিবি। [যায়। হঠাৎ উভতি— ৰামেশ্বৰক] ভালে ভালে স্কুলৰ ছাইনবৰ্ড আগৰ নিচিনাকৈ তুলি দিবা। কাৰ হুকুম মানি চলিলে লাভ হয়, সেইবোৰ বুজি-শুনি কাম কৰিবা। [গুচি যায়]

পাৰ্বতী : শুনচোন ৰাম। অ'ই ৰাম। [ওলাই যায। মহানন্দ থৰ হৈ থিয় হৈ থাকে। ৰামেশ্বৰে তলমূৰ কৰে। লাহে লাহে অন্ধকাৰ।]

# দৃশ্য : ১৬

## মঞ্চ : ১

[লক্ষেশ্বৰহঁতৰ বহা কোঠালি। ৰাতি (শোৱা কোঠালিও হ'ব পাৰে) লক্ষেশ্বৰে ছচ্‌মা পিন্ধি কিতাপ এখন পঢ়ি আছে। ঘৈণীয়েক তৰাই লক্ষেশ্বৰক বড়ি এটা খাবলৈ দিয়ে। তাইৰ হাতত এগিলাচ পানী। লক্ষেশ্বৰে বড়ি খায়।]

তৰা : ভালেই হৈছে। ইহঁতে শিক্ষা পাব লাগে।

লক্ষেশ্বৰ : [পানী খাই] কাৰ কথা কৈছা?

তৰা : মহানন্দহঁতৰ কথা কৈছোঁ। সিহঁতৰ ঠিক এনেকুৱাই হ'ব লাগে। পৃথিৱীৰ পৰা ধৰ্ম বোলা বস্তুটো নোহোৱা হৈ যোৱা নাই নহয়। ইমানবোৰ পাপৰ ফল সিহঁতে ভুগিবই লাগিব।

[এইখিনি কথা তাই গিলাচটো লক্ষেশ্বৰৰ হাতৰ পৰা লৈ, টেবুল এখনত থৈ, চকী এখন ঠিক ঠাইলৈ টানি অনা আদি কাম কৰি কৰি কৈ থাকে। তাইৰ কথা শেষ হোৱাৰ লগে লগে গৌৰী সোঁ-সোঁৱাই সোমাই আহে।]

গৌৰী : কোনে পাপ কৰিলে? [লক্ষেশ্বৰ আৰু তৰা হতবাক] হুঁ? কোনে পাপ কৰিলে?

তৰা : এই ইহঁতৰ, ৰামহঁতৰ ঘৰৰ কথা কৈছোঁ।

গৌৰী : সিহঁতে কি পাপ কৰিলে?

তৰা : তই একো নজনাৰ ভাও ধৰিছ কিয়?

গৌৰী : ভাও ধৰা নাই। মই বুজিছোঁ। চব বুজিছোঁ। সেইকাৰণে সুধিছোঁ, ৰামহঁতে কি পাপ কৰিলে?

তৰা : মই ৰামহঁতৰ কথা কোৱা নাই, সিহঁতৰ বাপেকৰ কথা কৈছোঁ।

গৌৰী : সিহঁতৰ বাপেকে কি পাপ কৰিলে?

তৰা : তইনো আজি আকৌ কি নতুন কথাটো সুধিবলৈ আহিছ?

গৌৰী : নতুন কথা সোধা নাই। পুৰণি কথাকে সুধিছোঁ। তহঁতে খালী তহঁতৰ ফালৰ পৰা কথাবোৰ চাই অইনে পাপ কৰিছে বুলি ক'লেই নহ'ব নহয়। আমি নিজে পাপ কৰিছোঁনে নাই সেইটোওতো চাব লাগিব। [কথাবোৰ কওঁতে গৌৰীয়ে বেণীডাল খুলি আছে]

তৰা : আমি কি পাপ কৰিছোঁ?

গৌৰী : যেতিয়া কোনোবাই কিবা পাপ কৰিলে, তেতিয়া মোৰ জন্মই হোৱা নাছিল। সেইকাৰণে মই সেইবোৰ কথা ক'ব নোৱাৰোঁ। কিন্তু এপাত তাল যে কেতিয়াও নাবাজে সেইটো জোৰ দি ক'ব পাৰোঁ।

তৰা : তাৰ মানে?

গৌৰী : তাৰ মানে— আমাৰ পেহী হয় কাৰণে যোগপেহীৰ কথা আমি বেযাকৈ কেতিয়াও নকওঁ। দেউতা হয় কাৰণে দেউতাৰ কথা বেযাকৈ নকওঁ। কিন্তু দেউতাহঁতে, যোগপেহীয়ে বেযা কাম কৰা নাই বুলি আমি জোৰ দি ক'ব পাৰোঁনে? আমি ক'লেও অইন মানুহে মানিব নে?

তৰা : [আচৰিত হৈ] কি ক'ব্ব অ' তই। দেউতাহঁতে কি বেযা কাম কৰিলে?

গৌৰী : এতিয়া মোক সুধিলে কি হ'ব? তহঁতে তেতিয়াই সেইবোৰ কথা যোগপেহীক সুধিব লাগিছিল। দেউতাক সুধিব লাগিছিল। পেহীহঁতে বেযা কাম নকৰা হ'লে ডিব্ৰুগড়ৰ পৰা মহানন্দ চৌধুৰী নামৰ মানুহ এটাই আহি এনেযে ওপৰতে দপ্‌দপাব পাৰে নেকি? দেউতাহঁতে ইমানদিনে মানুহটোৰ নোম এডালো লৰাব নোৱাৰি ভিতৰতে ফোঁচ-ফোঁচাই থাকিবলগীয়া হয় নেকি?

তৰা : [উত্তেজিত হৈ] কিহৰ জোৰত তই আজি ইমান ডাঙৰ ডাঙৰ কথা কৈছ? তইতো আজি ইমানদিনে এনেকুৱা সুৰত কথা কোৱা নাছিলি? ক'ত কি শুনি আহিছ? [লক্ষেশ্বৰ উঠে। সি পাছফালে এঠাইত তলমূৰকৈ স্থিৰ হৈ থাকে।]

গৌৰী : ক'তো একো শুনি অহা নাই। তহঁতে ইমানদিনে যিবোৰ কথা লুকুৱাইছ, এতিয়া সেইবোৰ আপোনা-আপুনি মোৰ চকুত পৰিছে।

তৰা : তই যোগমাযাৰ কথা এনেকৈ কৈছ? যাৰ যহত আজি গোটেই ঘৰখনে খাবলৈ পাইছে, পিন্ধিবলৈ পাইছে—

গৌৰী : সেইটোৱেই আচল কথা। খাবলৈ-পিন্ধিবলৈ পাইছে কাৰণেই ঘৰখনৰ মানুহবোৰে আকল পুৰি খালে। চকু মেলি চাব নজনা হ'ল। সঁচাক সঁচা বুলি ক'ব নজনা হ'ল। আচলতে আজি ৰামহঁতৰ বাপেকে ডিব্ৰুগড়ত ঘনশ্যাম চৌধুৰীয়ে পাতি থৈ যোৱা চাহবাগিচাৰ মালিক হৈ ৰজাৰ নিচিনাকৈ খাই-বৈ থাকিব লাগিছিল আৰু আমি ক'ত থাকিব লাগিছিল সেইটো ঈশ্বৰেহে জানে। কিন্তু আজি এনেকুৱা ওলোটাটো হ'বলৈ পালে কেনেকৈ? হ'বলৈ পালে এইখন ঘৰৰ কাৰোবাৰ পাপৰ কাৰণে। [ৰাধা দুৱাৰমুখত থিয় হয়হি।]

ৰাধা : মই তোৰ শেষৰ কথাখিনি বাহিৰৰ পৰা শুনি আছিলোঁ। কাৰ পাপৰ কথা কৈছ?

তৰা : তই আকৌ ইয়ালৈ কিয় আহিলি?

ৰাধা : তাইৰ চিঞৰ শুনি কিবা কাজিয়া লাগিছে বুলি ভাঙিবলৈ আহিছিলোঁ। [গৌৰীক] কাৰ পাপৰ কথা কৈছ? [গৌৰী সোমাই যায] কাৰ পাপৰ কথা কৈছে তইঁতে ক'ব লাগিব। নহ'লে এই ঘৰ মই ঘৰ হৈ থাকিবলৈ নিদিওঁ।

তৰা : তই তাইৰ কথাত লাগি কথা নবঢাবি ৰাধা।

ৰাধা : মই নবঢাওঁ, কিন্তু মই যি বুজিছোঁ, ভিতৰি ভিতৰি কথা বাঢ়ি আছে। [উচাট মাৰি গুচি যায। তৰা আৰু লক্ষেশ্বৰে থৰ লাগি থাকে। অলপ পিছত লক্ষেশ্বৰে সাৰ পোৱাৰ নিচিনাকৈ কথা আৰম্ভ কৰে]

লক্ষেশ্বৰ : হেৰা! তাই গৌৰীয়ে কি ক'লেহে? সঁচা কথা ক'লে নেকি? সেই তাহানিযেই মানুহ এটাই যোগমায়াৰ লগত বদমাচি কৰিলে আৰু মই ইমানদিনে তাইৰ বাদমাচিকে বেচি-কিনি খাই আছোঁ নেকি? মইতোঁ ইমানদিনে কথাটো এনেকৈ ভবাই নাছিলোঁ। তাই সঁচা কথাকে ক'লে নেকি?

তৰা : আপোনাকো কৈছোঁ— তাইৰ কথাত নধৰিব।

লক্ষেশ্বৰ : নহয, নহয়। তাইৰ কথা উৰুৱাই নিদিবা। [অস্থিৰ] হয়তো। ইমানদিনে মই কি কৰি খাই-বৈ আছোঁ? এইটো চুবুৰিত মই কোন? হযতো! এই যে মই মহানন্দক গৰ্জি থাকোঁ, তেওঁক গৰ্জিবলৈ মই কোন? সেই তাহানি যোগৰ লগত ঘনশ্যাম চৌধুৰীৰ কেনেকৈ কি সম্পৰ্ক হৈছিল— মইতো একো ক'ব নোৱাৰোঁ! কোনে আগভাগ লৈছিল মইতো নাজানো। যোগমায়াওতো দুষ্ট হ'ব পাৰে! ইমানদিনে— ইমানদিনে [অস্থিৰ হৈ] এই কথাবোৰ নভবাকৈ মই ঘনশ্যাম চৌধুৰীৰ মাটি-বাৰী খাই আছোঁ?

তৰা : ইমানদিনে নাভাবিলে যেতিয়া এতিয়াও ভাবিব নালাগে।

লক্ষেশ্বৰ : নহয নহয, মোৰ এনেকুৱা লাগিছে, মোৰ যেন আচল চকুহাল এতিযাহে মেল খালে! এতিযা যেন সেইহাল চকু জপোৱাৰ কোনো উপায় নাই! সঁচাকৈয়ে কৈছোঁ— মোৰ ভৰিৰ তলৰ ভেটিটো কঁপা যেন লাগিছে।

তৰা : ব'লক গোসাঁইঘৰলৈ যাওঁ। [গম্ভীৰ মুখেৰে যোগমায়া সোমাই আহে। লক্ষেশ্বৰহঁতে যেন উচপ্ খাই উঠে।]

যোগমায়া : গৌৰীয়ে বোলে কিবা পাপ-পুণ্যৰ কথা কৈছে? কথাবোৰ খুলি ক'লে নে তইঁতক? [লক্ষেশ্বৰ আৰু তৰা নিৰুত্তৰ] কি হ'ল তইঁতৰ? হয় নে নহয়, কথা নোকোৱা কিয়?

লক্ষেশ্বৰ : মোৰ— মোৰ আমনি লাগিছে বুইছ? সহ্য কৰিবলৈ শক্তিয়েই নোহোৱা হৈছে। গোটেই জীৱনটো খৰিয়াল কৰোঁতেই গ'ল, এতিয়া ল'ৰা-ছোৱালীৰ ঘৰ-সংসাৰৰ দিনো তেনেকৈয়ে

যাব যেন পাইছোঁ। মোৰ কিবা বিকচিনা লাগিছে অ'। তাই গৌৰীয়ে ঠিকেই কৈছে, এইবিলাক কিবা পাপৰ ফলহে যেন পাওঁ।

যোগমায়া : তাই যে ঠিকেই কৈছে, সেইটো বুজিলোঁ, কিন্তু মোৰ পাপৰ ফল বুলি মুখ ফালি কৈছে নে নাই?

তৰা : মই ৰাধাক কৈছোঁ তোমালোকে তাইৰ কথাত নধৰিবা।

যোগমায়া : তাৰ মানে তাই কৈছে। আৰু ককাইটি, সেয়া তোৰো পেটৰ কথা, সেইকাৰণে তোৰ আমনি লাগিছে, বিকচিনা লাগিছে, নহয় জানো? তই এটা কাম কৰ। এই যে জঞ্জালবোৰ, মহানন্দ, অৰুণ অতুল, স্কুল— তই এইবোৰৰ মাজত আজিৰ পৰা নোসোমাবি। মই এতিয়া বহুত কাম কৰিব লগা হৈছোঁ, চব মই চম্ভালিম। [যাব খোজে]

লক্ষেশ্বৰ : শুনচোন। তই তেনেকৈ কিয় ক'ব?

যোগমায়া : [খং] মহানন্দৰ পুতেকক তাই এৰিব নোৱাৰে। ভাল কথা। নোৱাৰ যদি বিয়া কৰাব, কি কৰাব কৰ। কিন্তু তাৰ কাৰণে মোক পাপী পাতি ল'লেহে হয়নে?

লক্ষেশ্বৰ [হতভম্ব। তৰাৰ মুখলৈ চায়। আকৌ যোগমায়াৰ মুখলৈ চায়।] কি? কি?

যোগমায়া মইতো তহঁতৰ বিয়াখন নাভাঙিলোহেঁতেন। [যাব খোজে]

লক্ষেশ্বৰ শুনচোন।

যোগমায়া : আৰু কথা নবঢাবি। [ওলাই যায়]

লক্ষেশ্বৰ [কেইমুহূৰ্তমান অস্থিৰ হৈ থাকি চিঞৰে] গৌৰী! গৌৰী! [গৌৰী আহে] পেহীয়েৰে কি কৈ গ'ল শুনিলি?

গৌৰী শুনিলো।

লক্ষেশ্বৰ [তাৰ তেনেকৈ ক'লে? কথাটো সঁচা নেকি?

গৌৰী সচা। [নিস্তব্ধ। অলপ পিছত সংগীত আৰম্ভ হয়। লক্ষেশ্বৰ লাহে লাহে গৌৰীৰ ওচৰলৈ যায়। সি তাইৰ সন্মুখত থিয় হৈ স্থিৰ দৃষ্টিৰে তাইলৈ চাই থাকে। সংগীত ওপৰলৈ উঠে। অন্ধকাৰ। সংগীত ইখন মঞ্চৰ ওপৰতো অব্যাহত থাকে।]

# দৃশ্য ঃ ১৭

## মঞ্চ ঃ ২

[মহানন্দহঁতৰ বহা কোঠালি। মহানন্দই চিঠি এখন পঢ়ি আছে। ওচৰতে পাৰ্বতী উৎসুক হৈ থিয় হৈ আছে। সংগীত কমি আহে। মহানন্দই পঢ়া শেষ কৰি চিঠিখন পাৰ্বতীক দিয়ে। লেফাফাটো তাৰ হাতৰ পৰা মাটিত পৰি যায়। মহানন্দ ভিতৰলৈ সোমাই যায়। পাৰ্বতীয়ে চিঠিখন পঢ়িবলৈ পায়।]

ৰামৰ কণ্ঠস্বৰঃ [অলপ পলমকৈ আৰম্ভ হয়] আপুনি ককাদেউতাৰ সন্মানৰ কাৰণেই ইমান চিঞৰ-বাখৰ কৰি থাকে বুলি কয়। কথাটো সঁচানে? আচলতে আপোনাৰ মাটি-সম্পত্তিৰ কাৰণে লোভ বেছি নে ককাদেউতাৰ সন্মানৰ কাৰণে চিন্তা বেছি? এইবোৰ কথা ভাবিব। মই ঘৰ এৰিলোঁ,

কিন্তু খবৰ লৈ থাকিম। কেতিযাবা যদি গম পাওঁ, ককাদেউতাৰ সন্মান এনেকৈ উদ্ধাৰ কৰিব নোৱাৰি বুলি আপুনি বুজিছে, তেনেহ'লে মই আপোনাক লগ ধৰিমহি। এতিয়া গৌৰী মোৰ লগতে আছে। আপুনি যদি সেইটো চুবুৰি এৰি অইন ঠাইত ঘৰ লয়গৈ আৰু যদি আমাক মাতে তেনেহ'লে আমি যাম। আমি ক'ত থাকোঁ আপোনালোকক নজনোৱাকৈ নাথাকোঁ। [সংগীত ডাঙৰ হয়। আৰু অলপ পঢ়ি পাৰ্বতীয়ে দ্বিতীয় কাগজখন পঢ়িবলৈ লয়। অলপ পৰ পঢ়াৰ পিছত সংগীত নাইকিয়া হয়।]

ৰামৰ কণ্ঠস্বৰঃ মা তই আমাৰ কাৰণে চিন্তা নকৰিবি। গৌৰীক তইঁতে খং নকৰিবি। তাই তোক, দেউতা, বীৰু, পূৰ্ণক সকলোকে বৰ ভাল পায। নানা ধৰণৰ গণ্ডগোলবোৰ নোহোৱা হ'লে আমি এতিয়াই এনেকৈ ঘৰ-সংসাৰ পতাৰ কথা নাভাবিলোঁহেঁতেন। পিছে যি হয় সকলো নিশ্চয় ভালৰ কাৰণেই হয়। [সংগীত ডাঙৰ হয়। অলপ পিছত পঢ়া শেষ কৰি পাৰ্বতীয়ে অইনফালে চাই চিন্তা কৰে। লাহে লাহে খোজকাঢ়ি মহানন্দ সোমাই আহে। সি পাৰ্বতীৰ ফালে হাত মেলি চিঠি দুখন খোজে। পাৰ্বতীয়ে দিয়ে। চিঠি দুখন লৈ মহানন্দ সোমাই যায। পাৰ্বতীয়ে লেফাফাটো তুলি সেইটো চাওঁতেই যোগমায়া সোমাই আহে। পাৰ্বতীয়ে চক খায। তাই ভয়ে ভয়ে ভিতৰলৈ চায।]

পাৰ্বতী ঃ আপুনি— আপুনি কিয় আহিল মাই।

যোগমায়া ঃ মহানন্দ আছেনে?

পাৰ্বতী ঃ আছে। কিন্তু—

যোগমায়া ঃ তেওঁক মাতিছোঁ বুলি কোৱাগৈচোন।

পাৰ্বতী ঃ তেখেতৰ মনটো বৰ বেয়া হৈ আছে। মোৰো মনটো ভাল নহয়। অলপ আগতে ৰামৰ চিঠি এখন আহিছে। গৌৰী তাৰ ওচৰ পাইছেগৈ।

যোগমায়া ঃ কালি গৌৰীৰ মাক-বাপেকেও সিহঁতৰ চিঠি পাইছে। চিঠিখন পাইহে তোমালোকৰ মন বেয়া লাগিলনে? যদি বেয়া লাগিবলগীয়া কথা, তেনেহ'লে আগতেই বেয়া লাগিব লাগিছিল। মহানন্দক মাতি দিয়াচোন।

পাৰ্বতী ঃ আপুনি এতিয়া নহা হ'লেই ভাল আছিল। আপোনাক দেখিলে বা তেখেতে কেনেকুৱা কৰে। মোৰ ভয়েই লাগিছে। আপুনি নহ'লে এতিয়া যাওকগৈ। মই তেখেতক সুধিম, তেখেতে যদি আহিবলৈ কয় তেনেহ'লে মই খবৰ পঠাম, তেতিয়া আপুনি আহিব।

যোগমায়া ঃ ভয় কৰিবলৈ কিটো আছে পাৰ্বতী? বৰ বেছি তেওঁ মোক মৰা-কটাহে কৰিব। আৰু কিটো কৰিব? মই তেওঁৰ হাতত মৰিম বুলিয়েই আহিছোঁ। যোৱা মই মাতিছোঁ বুলি কোৱাগৈ। [পাৰ্বতীয়ে আকৌ ভিতৰৰ ফালে চায়।] মই তেওঁৰ লগত কথা নপতাকে নাযাওঁ। তুমিও মোক আগফালৰ চোতালৰ পৰাই দেখিবা বুলিহে ভাবি আহিছিলোঁ। নেদেখিলা যেতিয়া ভালেই হ'ল। [দুৱাৰমুখত মহানন্দ থিয় হয়হি। নিস্তব্ধ। সি আগবাঢ়ি আহে।]

মহানন্দ ঃ [পাৰ্বতীক] তুমি ভিতৰলৈ যোৱা। [পাৰ্বতীয়ে ভয় খায। সোমাই যায়।] মোৰ ঘৰত ভৰি দিবলৈ সাহ কেনেকৈ হ'ল?

যোগমায়া ঃ বহাচোন তুমি।

মহানন্দ ঃ [টান মাতেৰে] আগতে মোৰ কথাৰ জবাব দিয়ক। ইমান সাহ কেনেকৈ হ'ল। ইয়াত কি কৰিবলৈ আহিছে?

যোগমায়া : [কোমল মাতেৰে] মৰসাহ কৰিযেই আহিছোঁ মহানন্দ। কথা কেইটামান ক'বলৈ আহিছোঁ। আগতে কথাকেইটা শুনি লোৱা। তাৰ পিছত লাগে যদি চোঁচৰাই নি পাছফালে পুতি থৈ দিবা। ভালে ভালে উভতি যাবলৈ পাম বুলি মই অহাই নাই। চিএৰ-বাখৰতো তোমালোকে এটাইখনে বহুত কৰিছা। দৰকাৰ হ'লে কৰিবাও। এতিয়া এই অকণমান সময় মনে মনে মোৰ কথাকেইটা শুনি লোৱা। [এবাৰ অইন ফালে চায, তাৰ পিছত আকৌ আৰম্ভ কৰে] তুমি— তোমালোকে কোৱা কথাবিলাকেই সঁচা বুজিছা?

মহানন্দ : কি কথা?

যোগমায়া : তেখেত— তোমাৰ দেউতাৰা বৰ ভাল মানুহ আছিল। তোমালোক সকলো ভাল মানুহ। আমাৰ ঘৰৰো আই-বোপাই, ককাই-ভাই সকলো ভাল মানুহ আছিল। মইহে বৰ বেয়া মানুহ আছিলোঁ। ইহঁত —লক্ষেশ্বৰ ককাইটিহঁতে প্ৰথমতে কথাবোৰ ভালকৈ বুজা নাছিল। সিহঁতে মোকো ভাল মানুহ বুলি ভাবিছিল। এতিয়া সিহঁতেও বুজিছে, মযেই বদমাচ আছিলোঁ। এই যে গৌৰী, তায়ো কৈ গৈছে, এতিয়া তোমালোক ৰজাৰ সুখত থাকিব লাগিছিল। মোৰ কাৰণেহে আজি তোমালোক ইমান দুখত আছা। সেই কাৰণে তাই তোমালোকৰ লগ লাগিব খুজিছে। তোমালোকৰ দুখ নাইকিয়া কৰিব খুজিছে। তাইৰ মনৰ কথা এতিয়া তাইৰ বাপেকেও বুজিছে, মাকেও বুজিছে, আৰু মযো বুজিছোঁ। [ৰৈ, চাদৰৰ আগেৰে ডিঙি মচে] সেই কাৰণে এতিয়া তোমালোক সকলোৱে লগ লাগি কি কৰিলে তোমালোকৰ সুখ হয, তাৰ ব্যৱস্থা কৰা। মোৰ ল'ৰা-ছোৱালীহাল— অকণ আৰু ৰাধাৰ কাৰণে তোমালোকে একো কৰিব নালাগে। কেৱল এতিয়া সিহঁতৰ ওপৰত অত্যাচাৰ নকৰিবা। তোমাৰ দেউতাৰা বৰ ভাল মানুহ আছিল। মই বেয়া আছিলোঁ যদিও তেখেতে মোক অকণমান মৰম কৰিছিল। বেয়া হ'লেও ইহঁতহাল সেইজন মানুহৰে ল'ৰা-ছোৱালী। সেইকাৰণেই ইহঁতহালক তোমালোকে এইকণ মৰম কৰা। মোৰ নিচিনা বেয়া মানুহকে তেখেতে ইমান ভাল পাইছিল, তুমিও দেউতাৰাৰ নিচিনা হ'ব নোৱাৰিবা জানো? [মহানন্দ বহে। বুকুত থুঁতৰি লগাই নিজৰ কোলালৈকে এক দৃষ্টিৰে চাই থাকে। পৰ্দা আঁতৰাই পাৰ্বতী দুখোজমান আগুৱাই আহে।]

পাবতী : আপুনি বহকচোন মাহী।

যোগমায়া : দলিল পাতিবোৰ লাগে যদি ক'বা। সেইবোৰ দি দিম। অকণ আহিলেই আমি তোমালোকৰ চকুৰ আগৰ পৰা আঁতৰি যাম। [যোগমায়া দুৱাৰৰ ফালে আগবাঢে]

পাৰ্বতী : যাযেই নে কি মাহী? [ওচৰলৈ আহে]

যোগমায়া : যাওঁ। [মহানন্দৰ ফালে চাই] এজন ভাল মানুহক এনেকৈ দুফালৰ পৰা টনা-আঁজোৰা কৰি থাকিব নাপায। [দুৱাৰৰ ফালে আগবাঢি উভতি পাৰ্বতীক] তুমিও এওঁক বুজাই ক'বা। মোৰ ল'ৰা-ছোৱালীহালৰ বাহিৰে দেউতাকৰ যিমান সম্পত্তি আছিল, সেই এটাইবোৰ মহানন্দৰে সম্পত্তি। তেওঁ যেন আৰু চিএৰ-বাখৰ নকৰে। অকণ নহালৈকে যেন তেওঁ মনে মনে থাকে। [যায, উভতি] মোৰ এইটো কথা নুশুনিলে কথা বেয়া হ'ব বুলি ক'বা। [যোগমায়া ওলাই যায। পাছে পাছে পাৰ্বতীও যায। মহানন্দ তেনেকৈয়ে বহি থাকে। লাহে লাহে অন্ধকাৰ।]

# দৃশ্য ঃ ১৮

## মঞ্চ ঃ ১

[যোগমাযাইঁতৰ বহা কোঠালি। অতুল আৰু ৰাধাই কথা পাতি আছে। অতুলৰ ডাটি-গোঁফ অলপ দীঘল হৈছে।]

অতুল ঃ মই সকলো শুনিছোঁ।

ৰাধা ঃ কি কি শুনিছে?

অতুল ঃ মহানন্দ চৌধুৰীযে তোমাক বাটত ধমকি দিছে মিলিটেৰী কেম্পৰ ৰেড্ডীক ৰামেশ্বৰে তোমাৰ লগত চিনাকি কৰাই দিছে। আৰু ৰেড্ডীযে তোমাৰ লগত বেযা ব্যৱহাৰ কৰিছে— চব শুনিছোঁ। মই এতিযাই অহাৰ কথা নাছিল, কিন্তু এটাৰ পিছত এটাকৈ খবৰবোৰ পাই ভাবিলোঁ, এবাৰ আহি যোৱা ভাল। কিন্তু তোমালোকৰ ইযালৈ অহাই মস্কিল হ'ল। মিলিটেৰী, পুলিচ, পহৰা দিযা মানুহ— সাংঘাতিক কাৰবাৰ।

ৰাধা ঃ ইমান দিন ক'ত আছিল?

অতুল ঃ কেতিযাবা বহুত দূৰত— কলিকতা, ৰংপুৰ, মৈমনচিং, চট্টগ্ৰামত, কেতিযাবা ইযাৰ পিৰা বিশ মাইল দূৰতে।

ৰাধা ঃ আপুনি দেখাত বহুত সলনি হ'ল।

অতুল ঃ হ'ব পাৰে। মোৰ লাইনটোও সলনি কৰিলোঁ বুইছা? বহুত ভাবি, বহুত দেখি শুনি বুজিলোঁ, অকণ দাদাৰ লাইনটোৰে গ'লে লাভ নহ'ব। দাদাইঁতক চৰকাৰে জে'লত ভৰাই থৈ দিছে বাচ। তেনেকৈ নহ'ব। এই যে মনোৰঞ্জনৰ গুদামত জুই লাগিছিল, সেযাই আৰম্ভ। অন্নদাচৰণে ঠিকেই সন্দেহ কৰিছিল। সেইকাৰণে লুকাই ফুৰিবলৈ বাধ্য হ'লোঁ।

ৰাধা ঃ এইটো লাইন ভাল পাইছে?

অতুল ঃ বৰ বিপজ্জনক লাইন। কিন্তু কিবা এটা কৰিছোঁ যেন লাগি থাকে। তোমাৰ চিন্তাও অনবৰত মনলৈ আহি থাকে। তোমাৰ দাযিত্বটো নথকাহ'লেতো আৰু সাংঘাতিক কাম কৰিব পাৰিলোঁহেঁতেন। কষ্ট হ'লেও আৰু কিছুদিন বাট চোৱা ৰাধা। কষ্ট অকল তোমাৰে হোৱা নাই, মোৰো হৈছে। শুনিছোঁ, দাদাক বোলে দুমাহমানৰ পিছতে এৰি দিব।

ৰাধা ঃ কোনে ক'লে?

অতুল ঃ পুলিচৰ মানুহেই কৈছে। দাদা অহাৰ খবৰ পালেই মই এবাৰ আহিম। আহিব নোৱাৰিলে তুমি দাদাক বুজাই ক'বা। তেখেতে যেন মই তেখেতৰ লগ এৰিলোঁ বুলি নাভাবে। তোমালোক কাকো মই এৰিব নোৱাৰোঁ। বেলেগ বাটেৰে গৈ হ'লেও এঠাইত আকৌ লগ লাগিবই লাগিব। আজিলৈ আহোঁ দিয়া। বৰ অসুবিধাৰ মাজেৰে আহিছোঁ। [হাতখন মেলি দিযে। ৰাধায়ো হাতখন মেলি দিযে। অতুলে ৰাধাৰ হাতখন ধৰে।]

ৰাধা ঃ ইয়াত কেইদিন থাকিব?

অতুল ঃ ঠিককৈ ক'ব নোৱাৰোঁ। এই ৰেড্ডী আৰু ছাইনবৰ্ডখনৰ ব্যৱস্থা কৰিব পাৰিলেই গুচি যাম।

ৰাধ ঃ [আচৰিত হৈ] ৰেড্ডীক কি কৰিব?

অতুল ঃ শুনিবা নহয। পাৰ্কখনৰ এচুকতে তাক পোৱা যাব চাঁগে।

ৰাধা : [আতংকিত] কি?

অতুল : চিন্তা নকৰিবা। সি জীযাই থাকিব। কিন্তু জীৱনত আৰু কেতিযাও তোমাৰ লগত বেয়া ব্যৱহাৰ নকৰে। [যোগমাযা আহে] অ' মাহী! অলপ আগতে কৈছিলোঁ, আপোনাক দেখা নোপোৱাকৈযে যাব লাগিব। মোৰ বৰ ভাগ্য দিযক। মই যাবলৈ ওলাইছিলোঁৱেই।

যোগমাযা : কেতিযা আহিলা?

অতুল : হ'ল পোন্ধৰ মিনিটমান।

যোগমাযা : ইমান বিপদৰ দিনত তোমাক দেখাই নোপোৱা হ'লোঁ! আমাৰ খবৰেই নোলোৱা হ'লা?

অতুল : অকণ দাদাক জানো আপুনি দেখা পাইছে? তেনেহ'লে? মই আপোনালোকৰ সকলো খবৰ পাই আছোঁ মাহী। ৰাধাই সকলো ক'ব। আজি আৰু কথা নাপাতোঁ। আপোনাক যে সেৱা কৰি যাবলৈ পালোঁ, সেযে মোৰ ভাগ্য। [ভৰি চুই সেৱা কৰে। যোগমাযাই তাৰ মূৰটো হাতেৰে চোৱে]

অতুল : [পোন হৈ] আহোঁ মাহী।

যোগমাযা : যোৱা।

অতুল : ৰাধা, থাকিবা। [ৰাধাই মূৰ লৰায। অতুল লৰালৰিকৈ গুচি যায়। ৰাধাও ওলাই যায। যোগমাযা চকী এখনত ভাগৰুৱা মানুহৰ নিচিনাকৈ বহে। অলপ পিছত ভিতৰৰ পৰা লক্ষেশ্বৰ সোমায় আহে।]

লক্ষেশ্বৰ : [শান্ত] তই বোলে মহানন্দহঁতৰ ঘৰলৈ গৈছিলি?

যোগমাযা : [কওঁ, নকওঁকৈ, খঙৰ ভাবেৰে] ওঁ।

লক্ষেশ্বৰ : কিয় গৈছিলি? [বৈ] গৌৰীহঁতৰ পৰা চিঠি পোৱা কথাটো সিহঁতক ক'লি নে কি?

যোগমাযা : চিঠি সিহঁতেও পাইছে। [ৰাধা আহে]

লক্ষেশ্বৰ : তই কিয গৈছিলি ক'চোন।

যোগমাযা : তহঁতে মহানন্দৰ লগত ফেপেৰি পাতি নল'বি। তেওঁকো মই মানা কৰি থৈ আহিছোঁ।

লক্ষেশ্বৰ : কি হ'ল সকলোবোৰ ভাঙি ক'ব নোৱাৰিনে? [তৰা আহে]

যোগমাযা : ভাঙি ক'বলৈ একো নাই। মোৰ ল'ৰা-ছোৱালীহঁতৰ বাপেকৰ চিন নাই। সিহঁতৰ যি হয হ'ব। কিন্তু তহঁতৰ কথাবোৰতো তেনেকুৱা নহয! তহঁত ছিজিল লগাই ঘৰ-সংসাৰ পতা মানুহ। তহঁতে তহঁতৰ ৰাস্তা ঠিক ৰাখিবি। মোৰ লগত, মোৰ ল'ৰা-ছোৱালীৰ লগত লেটি-পেটি নকৰিবি।

তৰা : তুমি কিয? এনেকুৱা কথা কৈছা?

যোগমাযা : ইমান দিনে মোৰ কাৰণে তহঁতে যি কৰিলি, তাৰ কাৰণে অহা জনমত তহঁতৰ গেবাৰি খাটি দিম। [লক্ষেশ্বৰ চকী এখনত বহে] এতিযা কেনেকৈ তহঁতৰ সুখ হয, তাৰ চিন্তা কৰ। মোৰ পাপৰ কাৰণে তহঁতে যাতে ভুগিবলগীয়া নহয় তাৰ ব্যৱস্থা কৰ। [যোগমাযা ভিতৰলৈ যাব খোজে, ৰাধাই আগভেটি ধৰে।]

ৰাধা : [ধমক দি] কি হৈছে ক'চোন

যোগমাযা : ডাঙৰ বাকচটোতে মাটিৰ দলিলসোপা আছে। উলিযাই আনি তাক দি দে। যি য'ত বাকী থাকিল, মহানন্দৰ লগ লাগি সিহঁতেই খাওক।

ৰাধা : [আচৰিত] তইনো এইবোৰ কি কথা কৈছ? বহচোন।

যোগমাযা : আৰু তোকো কৈছোঁ, অকণ নহালৈকে এইখন ঘৰত আলহী থকাদি থাক। সি আহিলেই ইযাৰ পৰা ওলাব লাগিব।

ৰাধা : [খং] সি অহালৈ বাট চাব লাগিছে কিয়? তহঁত এটাইখনে যদি এনেকুৱা কৰ, তেনেহ'লে মই আজিযেই ওলাম। ক'লৈ গৈছিলি, কাক কি কৈ আহিলি,— কথাবোৰ ভাঙি-পাতি ক'বি নে বলিযাৰ নিচিনাকৈ বকি থাকিবি?

যোগামাযা : চবতো দেখিযেই আছ, শুনিযেই আছ। মোৰ লগত লাগি থাকোঁতেই তাৰ [লক্ষেশ্বৰক দেখুৱাই] জীৱনটোও নষ্ট হ'ল। তোৰ বাপেৰে মহানন্দক দিবলগীয়া মাটি-বাৰী-সম্পত্তি মানুহটোক ফুচুলাই মই হাত কৰিলোঁ। এইবোৰ খামোচ মাৰি ধৰি আছোঁ কাৰণেই মোৰ শান্তি হোৱা নাই। জুই একুৰা সাবট মাৰি ধৰি আছোঁ।

তৰা : তুমি আজি এনেকুৱা কথা কিয় কৈছা?

যোগমাযা : [খং] কেনেকুৱা কথা কৈছোঁ? মিছা কথা কৈছোঁ নে কি? মই বাৰু মূৰ্খ মানুহ কাৰণে কথাবোৰ নুবুজিলোঁ, কিন্তু তোমালোকৰ জীয়েৰাতো মূৰ্খ নাছিল। তাই মিছা কথা কৈ গ'ল নেকি? আৰু তাইৰ কথা শুনি ই ককাইটিয়ে মোক নিজ মুখেৰে যিখিনি কথা ক'লে, সেইখিনি মিছা কথা ক'লে নেকি?

লক্ষেশ্বৰ : মই তোৰ কথা কোৱা নাছিলোঁ নহয়?

যোগমাযা : এতিযা আৰু কথা নবঢাবি। মুঠতে তোৰ জীয়েৰে মহানন্দৰ পুতেকক বিয়া কৰাব। এতিয়া তহঁত আৰু মহানন্দ এঘৰ হ'। এই মাটি-সম্পত্তি তহঁতে খা। মই মহানন্দকো কৈ আহিছোঁ। আজিৰ পৰা এইজনী ছোৱালীযে স্কুলৰ দৰমহা পাই যিকেইটা পইচা ঘৰলৈ আনে, তাৰ বাহিৰে যেন ফুটা কড়ি এটাৰ বস্তুও মই চুবলগীযা নহয়।

ৰাধা : মা—!

যোগমাযা : মানুহ দুটামান লগাই সেইফালে চালি এখন দি বেলেগে ৰন্ধা-বঢ়াৰ ব্যৱস্থা কৰ। মই আৰু সেইটো পাগঘৰত নোসোমাওঁ। [যাব খোজে]

লক্ষেশ্বৰ : [শান্ত, দুৰ্বল মাতেৰে] ৰ'বিচোন যোগ, [উঠে] তই কথাখিনি অলপমান দিনৰ পিছত ক'বলৈ থোৱা হ'লে, তযো ক'বলগীযা নহ'লহেঁতেন, আমিও শুনিবলগীযা নহ'লহেঁতেন। তেতিযা আমাৰ মনবোৰেও কষ্ট নাপালেহেঁতেন। তই সেইটো পাগঘৰত কিয নোসোমাবি? এতিযা তহঁতে আমাক পাগঘৰ এটা এৰি দিযাৰ কথা হোৱা নাই নহয। গৌৰীযে কথাবোৰ কোৱাৰ পিছত মই সদায ভাবিছিলোঁ এইডোখৰ মাটিত, এইটো ঘৰত মই কোন? মোৰ বাৰু জীৱনটো গ'ল। মই চকু মুদিলেই মোৰ কাৰণে সেইবোৰ কথা নাইকিয়া হ'ব। কিন্তু ইহঁত দুটা নবীন আৰু তিলক— সিহঁত ইযাত কোন? সেইটো কথা সিহঁতে ইমান বেছিকৈ সোধা হৈছে যে মই আৰু সহিব নোৱৰা হৈছোঁ। সেই কাৰণে কৈছোঁ যোগ, এতিয়া তহঁতে আমাক পাগঘৰ এটা এৰি দিয়াৰ কথা হোৱা নাই, মই, নবীন আৰু তিলকৰ বাপেকে সিহঁতক এটা ভেটি দি থৈ যোৱাৰ কথা হৈছোঁ। সেইটো কাম মই কৰিব লাগিব। মই ব্যৱস্থা কৰিছোঁৱেই। মোক অলপমান সময় দে।

ৰাধা : ব্যৱস্থা কৰিছে মানে?

লক্ষেশ্বৰ : মই যে ফুৰিবলৈ বুলি তিনি দিনৰ কাৰণে ওলাই গৈছিলোঁ, আমাৰ পুৰণি ঘৰলৈ গৈছিলোঁ। বুইছ যোগ, ককাইটি-নবৌহঁত আজিকালি বৰ ভাল মানুহ। মোক এৰিয়েই দিব নোখোজে।

মই আৰু তাত থাকিবলৈ নাযাওঁ বুলি কওঁতে ককাইটিহঁতে উপযাচিয়েই মোক মোৰ ভাগৰ মাটিখিনিৰ দাম দি দিলে বুইছ। সেইখিনি পইচাৰে এভাগ দি তাৰে এওঁলোকৰ, তৰাহঁতৰ গাঁৱত ঘৰে-মাটিয়ে সৰু চৌহদ এটা কিনিলোঁ।

ৰাধা : কেতিয়া কিনিলে?

লক্ষেশ্বৰ : হৈছে পোন্ধৰ দিনমান। তৰাৰ ভাযেকক কৈছোঁ— বিছনা, চকী-মেজ, পাগঘৰৰ বাচন-বৰ্তন যি য'ত লাগে সি যেন সকলো যোগাৰ কৰি ৰাখে। আমি ইয়ালৈ কেনেকৈ আহিছিলোঁ— মনত আছে যোগ? খালী পিন্ধা কাপোৰ কেইযোৰৰ টোপোলাটো লৈ যে আহিছিলোঁ। ইয়াৰ পৰা যাওঁতেও অকল ইহঁতৰ কিতাপ-বহীখিনি আৰু পিন্ধা কাপোৰখিনি লৈহে ওলাই যাম। [তৰাই উচুপে]

যোগমায়া : তহঁত সঁচাকৈয়ে যাবিগৈ?

লক্ষেশ্বৰ : সিদিনা এই ওহিদ যে, ভাৰা মৰা গাড়ী এখন আছে যে, তাক সুধিছিলোঁ, আমাক থৈ আহিবগৈ পাৰিবানে? সি মালবস্তু কিমান হ'ব সুধিছিল। মই তেনেকৈ একো নাই বুলি কওঁতে পাৰিম বুলি কৈছে। মই কিন্তু ই অকণ অহাৰ আগতে যামগৈ। মই তাৰ মুখামুখি হ'ব নোৱাৰিম। পিছত কেতিযাবা আহি তাক চাই যামহি। খালী এই গৌৰীজনীৰ কাৰণে বৰ বেযা লাগিব। আমাৰ প্ৰথম সন্তানতো।

[তৰাই চকু ঢাকি ওলাই যায। লক্ষেশ্বৰে বহি মুখ লুকুৱায। লাহে লাহে অন্ধকাৰ।]

## দৃশ্য : ১৯

### মঞ্চ : ২

[মহানন্দহঁতৰ বহা কোঠালি। কোঠালিটোৰ সাজসজ্জা আগৰ নিচিনা নহয। কোনেও যেন যত্ন লোৱা নাই। কিছুমান বস্তু নাই। খালী। লাহে লাহে পোহৰ হয। সন্ধিযা। অকণে চিন্তিতভাৱে ইফাল-সিফাল কৰি আছে। অলপ পিছত হাতত চৰবত এগিলাচ লৈ পাৰ্বতী সোমায।]

পাৰ্বতী : এঃ। তুমি থিয হৈযেই আছা? বহা। [চৰবত গিলাচ মেজত থয]

অকণ : বহিম নবৌ। এইখিনিৰে লাইব্ৰেৰী এটাত বহুত সময বহি আছিলোঁ। সেই কাৰণে থিয হৈ থাকিযেই ভাল লাগিছে।

পাৰ্বতী : তুমি মুকলি হৈ অহাৰ পিছত তোমাক বিচাৰি এখেত তিনি দিন তোমালোকৰ ঘৰলৈ গৈছিল। তুমি বোলে কলিকতালৈ গৈছিলা?

অকণ : ঠিক কলিকতালৈ নহয। চন্দন নগৰ নামৰ ঠাই এডোখৰলৈ গৈছিলোঁ। মহানন্দ দাদাই মোক বিচাৰি তিনি দিন আমাৰ ঘৰলৈ গ'ল আৰু মই তিনি দিন দাদাক বিচাৰি ইযালৈ আহিলোঁ। চাওকচোন বাৰু। সেই কাৰণে ভাবিছোঁ আজি অলপ পৰ বহি হ'লেও দাদাক লগ পাযেই যাওঁ।

পাৰ্বতী : বহা। মই ভালেই পাওঁ। তোমালোকে মুখামুখি হৈ কথা পতা চাবলৈ মোৰ বৰ মন গৈছে। পিছে ভযো লাগে। কোনে বা কি মূৰ্তি ধৰা।

অকণ : নাই নাই নবৌ, দাদাই মূৰ্তি ধৰিলেও ধৰিব। মোৰ আৰু মূৰ্তি-চূৰ্তি ধৰিবলৈ নাই। কেইদিনমানৰ

পিছতে মই আকৌ চন্দন নগৰলৈ যাম। যোৱাৰ আগতে কেইটামান জৰুৰী কথা দাদাক কৈ যাব খুজিছোঁ।

পাৰ্বতী : কেনেকুৱা কথা? মোক ক'ব পাৰা যদি কোৱাচোন। কথাবোৰ শুনি তেখেতে কেনেকুৱা কৰে, মই কিজানি আন্দাজ কৰিব পাৰোঁৱেই। তেতিয়া তুমি অকণমান সাৱধান হ'ব পাৰিবা।

অকণ : নাই নাই, তেনেকুৱা ভয়ৰ কথা একো নাই নবৌ। এইবাৰ চন্দন নগৰলৈ গ'লে মই বোধকৰোঁ এটা নতুন কামৰ বন্দবস্ত কৰি আহিম। তেতিয়া মই সেইফালেই থাকিব লাগিব। সেই কাৰণে দাদাৰ লগত কথা কেইটামান ছিভিল লগোৱাৰ কথা পাতিব খুজিছোঁ। ছিভিল মানে কি আৰু, দাদাই যেন স্কুল, পাৰ্ক— এইবিলাক নিজৰ সম্পত্তি বুলি চমজি লয়। মই স্কুলৰ মাষ্টৰ কেইজনমানক অলপ অলপ মাটি দিছিলোঁ। তেওঁলোকে এতিয়াও তাত ঘৰ সাজিবলৈ সাহ কৰা নাই। সাজিলে দাদাই যেন আপত্তি নকৰে। একমাত্ৰ সেইকণ ত্যাগ দাদাই কৰিব লাগে। দেউতাই নিজে সজাই যোৱা— আমি থকা ঘৰটো দাদাই নিজৰ বুলি ধৰিব লাগে। মা যদি মোৰ লগত যায়গৈ, তেনেহ'লে বাধা থাকিব, কিন্তু দাদাই লাগ বুলিলে তাই ঘৰটো খালী কৰি দিব। এইখিনি কথাকে—।

পাৰ্বতী : অকণ! এইবোৰ তোমালোকে কি কৰিব খুজিছা? কিয় কৰিব খুজিছা? [চাই থাকে, হঠাতে বাহিৰলৈ চাই] লৌৱা তেখেত আহিছে।

অকণ : হয় নেকি? ভালেই হ'ল। [মহানন্দ আহে]

মহানন্দ : [ডাঙৰকৈ] অ' অকণ! কেতিয়া আহিলা? মোৰ বৰ ভাগ্য দিয়া। তোমাক পাবলৈকে নাই! বহা বহা বহা।

অকণ : ময়ো আজিৰে সৈতে তিনি দিন হ'ল আপোনাক বিচাৰি অহা। [বহে]

মহানন্দ : [ধপকৈ বহে] এ নক'বা দিয়া। কিছু দিনৰ পৰা বৰ ঘূৰা-পকা কৰিবলগীয়া হৈছে। মিলিটেৰীবিলাক গ'ল, সিহঁতে মোৰ কাম বঢ়াই থৈ গ'ল। বাৰু সেইবোৰ বাদ।

পাৰ্বতী : আপুনি চাহ-চৰবত কিবা খাবনে?

মহানন্দ : চাহ-চৰবত? এওঁক কি দিছা?

পাৰ্বতী : চৰবত দিছোঁ।

মহানন্দ : দিয়া, মোকো চৰবতকে দিয়া। [পাৰ্বতী ওলাই যায়] মোৰ প্ৰথম কথাটো হ'ল— তোমাৰ মোমাইদেউৰাই মোক খা-খবৰ নিদিয়াকৈ গুচি গ'ল। কাঠৰ দোকানখন মই তেখেতক চমজাই দিব খুজিছিলোঁ। তোমাৰ চাগে ক'ত কাঠৰ দোকানত ইণ্টাৰেষ্ট হ'ব? সেই কাৰণে ভাবিছিলোঁ তেখেতক চমজাই দিম। ঠিক আছে বাৰু, উপায় নাই যেতিয়া তোমাকে চমজাই দিম। আৰু এই ঘৰটোও চমজাই দিম। ধৰি লোৱা এতিয়াই চমজাই দিলোঁৱেই। আমি ওলাই গ'লেই চাবিটো দি যাম।

অকণ : ক'লৈ যাব আপোনালোক?

মহানন্দ : সেই এয়াৰপ'ৰ্টৰ ওচৰত মিলিটেৰীয়ে ঘৰকেইটামান সজাইছিল নহয়, তাৰে এটা সিহঁতে মোক দি গৈছে। বৰ ভাল ঠাই, মুকলি, হাই-উৰুমি নাই। এওঁলোকক লৈ দুদিনমান তাতে থাকি চালোঁও বুইছা। বৰ ভাল লাগে।

অকণ : তেনেহ'লে আপোনালোক ইয়াত নাথাকে?

মহানন্দ : এৰা, কথাটো তেনেকুৱাই হ'ল। দেখা-সাক্ষাৎ হৈ থাকিব দিয়াচোন। বেছি দূৰতো নহয়।

অকণ : এইবোৰ ঘৰ-মাটি-সম্পত্তি।

মহানন্দ : তাকেতো ক'লোঁ। এইবোৰ তোমালোকৰ বস্তু তোমালোককে গতাই দিলোঁ। মোৰ দুখৰ দিনত তোমালোকে বৰ সহায় কৰিলা। সেইখিনি সহায় নকৰাহ'লে আমি বিপদতেই পৰিলোঁহেঁতেন। [উঠে, অলপ বৈ] মাজতে বৰ ভুল কৰিলোঁ বুইছা। দেউতা ভাল মানুহ আছিল বুলি খোপনি পুতি ধৰি আছিলোঁ। লোভো হ'ল বৰ বেছি। সেই কাৰণে ইমান গণ্ডগোল হ'ল। মোৰ ডাঙৰ ল'ৰাটোৱে দেখুৱাই নিদিয়াহ'লে এই ভুলবোৰ নেদিখিলোঁৱেইহেঁতেন। [সেমেকা হাঁহি এটা মাৰি] একেটা মানুহৰ কাৰণে আমাৰো কষ্ট হ'ল, তোমালোকৰো কষ্ট হ'ল যেতিয়া মানুহটো বেয়া আছিল বুলি ক'বই লাগিব, কি কোৱা? [হঠাতে সুৰ সলাই] বাদ দিয়া— যি হ'ল হ'ল। এতিয়া সকলো চন্তালি লৈ সুখে-সন্তোষে থাকা।

অকণ : কিন্তু মই এই আটাইবোৰ আপোনাক চমজাই দিয়াৰ কথা ক'বলৈহে আহিছিলোঁ দাদা।

মহানন্দ : [যেন উচপ্ খাইহে উঠিল] মোক? নহয় নহয় নহয়, মোক আৰু এইবোৰৰ মাজলৈ নাটানিবা। ইয়াত থাকিলে মই ঘৰ-মাটিহে পাম, কিন্তু অইন সকলো হেৰুৱাম। ল'ৰা-তিৰোতা সকলো। মই ইয়াত থাকিলে বোপাইৰ দুৰ্নাম কৰিবলৈহে থকা হ'ব। [অকণৰ ওচৰলৈ আহি] তুমি বিয়াখন পাতা। ৰাধাৰ কথাটোও আৰু পলম নকৰিবা। চাবা মাহী যাতে অকলশৰীয়া নহয়। [দুয়ো দুয়োৰো চকুলৈ চাই বৈ থাকে। পাৰ্বতীয়ে চৰবত এগিলাচ লৈ সোমাই আহি থিয় হয়।]

[অন্ধকাৰ]

[ঘোষণা]

# দৃশ্য ঃ ২০

## মঞ্চ ঃ ১

[অকণহঁতৰ ঘৰৰ বহা কোঠালি (বা আগচোতাল)। ৰাতি অকণ আৰু ৰামেশ্বৰে কথা পাতিছে।]

ৰামেশ্বৰ : আপুনি বোলে স্কুল দুখন এৰি দিব খুজিছে? আপুনি বোলে কমিটী পাতিবলৈ কৈছে?

অকণ : স্কুল দুখনৰ নামো সলনি কৰিবলৈ কৈছোঁ। নতুন নাম হ'ব, নতুন ছাইনবৰ্ড হ'ব।

ৰামেশ্বৰ : কিয় দাদা?

অকণ : সকলোৱে যাতে স্কুল দুখন নিজৰ বুলি ভাবিব পাৰে, তুমি যাতে কমিটীৰ ছেক্ৰেটাৰী হ'ব পাৰা— সেই কাৰণে।

ৰামেশ্বৰ : [থতমত খাই] নাই নাই, মই কি ছেক্ৰেটাৰী হ'ম। কিন্তু ইমান ডাঙৰ স্কুল দুখন।

অকণ : [গম্ভীৰ] মই তোমাক লগ ধৰিম বুলিয়েই ভাবি আছিলোঁ ৰামেশ্বৰ। তুমি আহিলা ভালেই হ'ল। তোমাৰ কথা মই সকলো শুনিছোঁ। যিমান শুনিছোঁ, তাতকৈ বেছি বুজিছোঁ। তুমি বহুত টকা কৰিলা। তাৰে বেছিভাগ বেইমানী কৰি কৰিলা আৰু ধন-সম্পত্তিৰ নিচাত আমাৰ অপকাৰো কৰিলা।

ৰামেশ্বৰ : নহয় নহয় দাদা।

অৰুণ ঃ শুনি যোৱা। মোৰ কথাৰ মাজত কথা নক'বা। মোৰ কথা মিছা বুলি তুমি মুখেৰে ক'লেতো নহ'ব। তোমাৰ কামতে সঁচা-মিছা ওলাই থাকিব। জীৱনটোৰ বহু সময় আগলৈও আছে, নহয় জানো? তোমাৰ দেউতাৰা অনন্ত বুঢাই মোক বোকোচাত তুলি লৈছিল আৰু লক্ষেশ্বৰ মোমাইদেৱে তেওঁক, তোমাক বোকোচাত তুলি লোৱাৰ নিচিনাকৈ ইয়াত বহুৱাই থৈ গ'ল। তোমাৰ মাৰা আমাৰ স্কুলৰ প্ৰথম ক-খ মাষ্টৰণী আছিল। সেইবোৰো নাপাহৰিবা। পাহৰিলে বৰ কষ্ট পাবা। বিনা পইচাই পোৱা মদৰ নিচাত ডুবি থকা দৰিদ্ৰ, টোকোনাৰ নিচিনাকৈ নাথাকিবা। এই স্কুল দুখন তোমাৰ মাৰাৰ পূজাঘৰ বুলি ভাবিবা। তোমাৰ গুৰু মনোৰঞ্জন বাবুকো ক'বা। তেওঁৰ নাতি-পুতিক এনেকুৱা স্কুলেহে মানুহ কৰিব। [অলপ খোজ কাঢ়ি] মইতো ভাবোঁ— তোমালোক দুজনেই স্কুলৰ ছেক্ৰেটাৰী, এছিছটেণ্ট ছেক্ৰেটাৰী হোৱাটো ভাল হ'ব। স্কুল দুখনৰ ইমান ওচৰতে, অথচ বাহিৰত, ইমান বেয়া মানুহ ৰাখিব নাপায়। ভিতৰত ৰাখিব লাগে। কিন্তু এতিয়াতো তোমালোকে ক্লাছ থ্ৰি-ফ'ৰত নাম লগাব নোৱাৰা। মাষ্টৰ হ'বও নোৱাৰা। গতিকে ছেক্ৰেটাৰী-টেক্ৰেটাৰীয়েই হোৱা, কিন্তু ভিতৰত থাকা। [ভাগৰুৱা মানুহৰ নিচিনাকৈ মূৰৰ চুলিত হাত ফুৰাই] মই সকলোকে ক'ম— তোমালোকক বাদ দি যেন স্কুলৰ কমিটীখন পতা নহয়। স্কুল দুখনৰ টকা-পইচাৰ অভাৱ বোধকৰোঁ সহজে নহ'ব। যদি হয়, তেনেহ'লে তোমালোকে খাই ঢুকুৱাব নোৱৰা পইচাবোৰ স্কুলকে দিবা। তোমালোকৰ প্ৰায়শ্চিত্তৰ ইযাতকৈ ভাল উপায় আৰু নাই। হ'ব যোৱা।

ৰামেশ্বৰ ঃ কিন্তু দাদা— [অৰুণে হাতেৰে বাধা দিয়ে]

অৰুণ ঃ যি কোৱা স্কুলৰ মিটিঙত ক'বা। এতিয়া যোৱা। [ৰামেশ্বৰ যায়। অৰুণ অৱশভাৱে চকী এখনত বহি, হাত দুখন একেলগ কৰি, আঙুলিৰে কপাল চুই চিন্তা কৰে। অলপ পিছত ৰাধা সোমাই আহে। অৰুণে মূৰ তুলি চায়।] আহ ৰাধা। তোক কথা দুটামান কওঁ।

ৰাধা ঃ আগতে ক'চোন, তই যোৱাটো একেবাৰে ফাইনেল কৰিলি?

অৰুণ ঃ এতিয়া আৰু ফাইনেল কৰিবলৈ একো বাকী নাই। বৰ তুচ্ছ কথাৰ মাজত সোমাই বহুত সৰু কাম কৰিলোঁ। ভাল কামখিনিও কলংকৰ নিচিনা হৈ পৰিল। এতিয়া মোৰ বৰ লাজ লাগে। মাৰ কাৰণেহে ইমানবোৰ কাম কৰিছিলোঁ। কিন্তু এইবিলাক কৰিলে যে মাৰ অপকাৰ কৰা হ'ব, সেইটো বুজা নাছিলোঁ। এই তুচ্ছ কথাবোৰ সকলোৰে মনৰ পৰা যিমানে আঁতৰি যাব, মাই সিমানে সুখ পাব। মই মাকো লৈ যাম বুলি কোৱাৰ লগে লগে মাই বৰ ভাল পাইছে। চন্দন নগৰৰ আশ্ৰমখনত— ঠিক আশ্ৰম নহয়, স্কুল-কলেজ, হস্পিতাল বহুত কিবাকিবি আছে, মাই থাকি ভাল পাব। ময়ো বহুত কাম কৰিব পাৰিম।

ৰাধা ঃ মই ইয়াত থাকি যাম। মা অকলশৰীয়া হ'ব। তই বিয়াখন পাতি লোৱা হ'লে।

অৰুণ ঃ তইঁতে কেইবাদিনো মোৰ বিয়াৰ কথা কৈছ। মই তোক আজি খুলি কওঁ। [অস্থিৰ] কথা হ'ল মোৰ লগে লগেই এই সকলো শেষ হৈ যোৱা দৰকাৰ। লাইনটো মোতেই শেষ হ'ব লাগে। ঘনশ্যাম চৌধুৰী, মা, মই— এই লাইনটো শেষ হৈ যাব লাগে। মা ফ্ৰী হৈ যাব লাগে। কিন্তু— কিন্তু তই যে ইযাতে থকাৰ কথা ক'লি তই অকলে থাকিব পাৰিবি জানো? ব'ল নহ'লে তযো ব'ল। তাত থাকি তযো ভাল পাবি।

ৰাধা ঃ এওঁলোকে মোক হেড মিষ্ট্ৰেছ হ'বলৈ জোৰ কৰিছে। হওঁনে নহওঁ— সেইটো বেলেগ কথা। কিন্তু তেওঁ মোক বাট চাবলৈ কৈছিল।

অৰুণ ঃ কোনে? অতুলে?

ৰাধা : ওঁ। সেই কাৰণে ভাবিছিলোঁ, তেওঁ নহালেকে—

অৰুণ : [শোকত বিহ্বল] ৰাধা! অতুলৰ কাৰণে যদি বাট চাব নালাগে, তেনেহ'লে আমাৰ লগত যাবি?

ৰাধা : মানে? [অৰুণে অইনফালে মুখ ঘূৰায়][ওচৰ চাপি] বাট চাব নালাগে বুলি কিয় ক'লি?

অৰুণ : [কণ্ঠ-নকণ্ঠকৈ] মই যে এই পিছৰবাৰ চন্দন নগৰলৈ গৈছিলোঁ— তাতে খবৰ পালোঁ কলিকতাৰ মিৰ্জাপুৰ ষ্ট্ৰীটত অতুল ৰায় নামৰ ডেকা এজনৰ মৃতদেহ পোৱা গৈছে। মই লগে লগে কলিকতালৈ আহিলোঁ। পুলিচৰ হাতত থকা ডে'ডবডিটো চালোঁ। হয়। অতুলৰ। কোনোবাই তাক মাৰিলে। [নিস্তব্ধ। ৰাধা থৰ হৈ থাকে] তই বহুত সহ্য কৰিছ। এই কথাটোও সহ্য কৰ। কিন্তু ইয়াত থাকিব নালাগে। তয়ো আমাৰ লগত ব'ল।

[লাহে লাহে অন্ধকাৰ। সংগীত। ৰে'লৰ শব্দ। মঞ্চ -২ গছ-গছনি। দূৰেদি এখন ৰে'ল যায়।]

ঘোষণা : এসময়ত ইয়াত এখন হাবি আছিল। এতিয়া ইয়াত বহু ঘৰ, বহু মানুহ আছে। এতিয়া য'ত লোকবন্ধু কলেজ হৈছে, তাত এসময়ত এখন পাৰ্ক আছিল। কলেজখনৰ গৱৰ্ণিং বডিৰ প্ৰেছিডেণ্টজনৰ দেউতাক ৰামেশ্বৰৰ তেতিয়া এখন গেলামালৰ দোকান আছিল। ৰিফিউজি মাৰ্কেটৰ ওচৰত যে এখন জৰাজীৰ্ণ ছেভ্ৰলেট গাঁড়ী পৰি আছে, সেই গাড়ীৰ মালিকেই মাৰ্কেটখনৰ একাষৰ জৰাজীৰ্ণ ঘৰটোত বাস কৰিছিল। ভিনাছ বিউটী পাৰ্লাৰৰ পাছফালে যিটো আছাম টাইপৰ ঘৰ পোৱা যায় সেইটোৱেই এই হাবিখনৰ প্ৰথম ঘৰ আছিল। মনোৰঞ্জন বোলা মানুহ এজনৰ নাতিয়েকে সেই ঘৰটোৰ ঠাইত পাঁচ মহলীয়া ঘৰ এটা সজাবলৈ প্লেন কৰিছে। মাটিডোখৰৰ ওৱাৰিছৰ লগত যোগাযোগ কৰিবলৈ তেওঁ চেষ্টা কৰি আছে, কিন্তু ওৱাৰিছৰ খবৰ কোনেও দিব পৰা নাই। তেওঁলোকৰ ঠিকনা কাৰো হাতত নাই।

---

# নীলকণ্ঠ

## চৰিত্ৰপৰিচয়

পুৰুষ ঃ

১। সনাতন
২। নীলকণ্ঠ
৩। বিনোদ
৪। উৎপল
৫। গোবিন্দ
৬। ৰণজিত
৭। গিৰীন
৮। ৰাজেন
৯। গকুল
১০। অনিল
১১। মোহন
১২। মাণিক
[পিকনিকৰ ল'ৰা-ছোৱালী, ঢোলবাদক আদি।]

নাৰী ঃ

১। উপমা
২। ৰাধা
৩। কুঁৱলী
৪। প্ৰতিমা
৫। চপলা
৬। চন্দ্ৰা আদি।

# দৃশ্য ঃ ১

## মঞ্চ ঃ ১

[ গধূলি। এটা সাধাৰণ কোঠালি। বিছনা, চকী, মেজ আদি আছে। ৰণজিত বিছনাত আৰু গিৰীন ওচৰৰ চকীত বহি আছে। ৰণজিতে এযোৰ তাচ লৈ দুখনমান তাচ লুটিয়াই চাই থাকে, গিৰীনে কিতাপ এখনৰ পাত লুটিয়াইছে। অলপ পিছত বাহিৰত কিবা শব্দ এটি হয়। দুয়ো বাহিৰলৈ যায়। নীলকণ্ঠ সোমাই আহে। দুয়ো গহীন হয়।]

নীলকণ্ঠ ঃ [অলপ পৰ দুয়োলৈ চাই] কি হ'ল? মই আহিলোঁ, তোমালোক কোনেও মোক সম্ভাষণ জনোৱা নাই! কোৱা কোৱা, চিএৰ্ৱা, থ্ৰী চিয়েৰছ ফৰ নীলকণ্ঠ চৌধুৰী, হিপ্ হিপ্ হিপ্— [কোনেও একো নকয়] অ'! কি হ'ল? হাঁ? কি হ'ল তোমালোকৰ?

ৰণজিত ঃ আপোনাৰ কাণ্ডজ্ঞান নাই দাদা?

নীলকণ্ঠ ঃ [অপ্ৰস্তুত] হঁ? কাণ্ডজ্ঞান? আছে আছে।

গিৰীন ঃ সময় জ্ঞান?

নীলকণ্ঠ ঃ সময় জ্ঞান? [যেন অৰ্থ বিচাৰি পাই ডাঙৰকৈ হাঁহে] অস্ স্! বুজিছোঁ বুজিছোঁ। মোৰ বন্ধুহঁতে খং কৰিছে। চাওঁ চাওঁ মোক বহিবলৈতো দিবা? [ৰণজিতক] তুমি মোৰ ছাব মৰা ঠাইডোখৰত কিয় বহিছা? চাওঁ, সিফালে যোৱা। [বহে] অঁ, শুনা। [গিৰীন খং ভাবেৰে উঠি যায়] এ গিৰীন ক'লৈ যোৱা? আহাঁ আহাঁ, বহা। কথা আছে শুনা।

গিৰীন ঃ কিডাল শুনিম? দুঘণ্টা বহি আছোঁ, মানুহৰ দেখা-দেখি নাই। অতুল এইমাত্ৰ বাট চাই থাকি থাকি গুচি গ'ল। আপুনি যদি নোৱাৰে আহিব অন্ততঃ খবৰটোতো দিব লাগে! আৰু আহিব নোৱাৰিলে কথা দিবই নালাগে। ইস্! দুঘণ্টা দেৰিকৈ আহি কি ফুৰ্তি! তাচযোৰ লৈ তিনিটা মানুহ দুঘণ্টা বহি আছোঁ, আপুনিতো আহিযেই অকণমান দুখ প্ৰকাশ—

নীলকণ্ঠ ঃ [হাঁহি উৰুৱাই দি] হেঃ হেঃ হেঃ! মই দুখ প্ৰকাশ কৰিম? এই নীলকণ্ঠ চৌধুৰী কি জানা? ট্ৰেইন। পেছেঞ্জাৰ ট্ৰেইন। দুঘণ্টা লে'ট থাকিলেও সদায় একে গতিৰে প্লেটফৰ্ম সোমায়হি। পেছেঞ্জাৰে লে'ট কৰাৰ কাৰণে ট্ৰেইন ফেইল কৰিছে, কিন্তু আজিলৈকে কোনো পেছেঞ্জাৰে ট্ৰেইন লে'টকৈ অহাৰ কাৰণে গাড়ীত নুঠি উভতি যোৱা নাই। তুমিও নাযাবা। আহা, আহা, বহা। মোৰ ওচৰতে বহা [গিৰীন বহে] আজি কি হ'ল জানা? প্ৰিন্সিপালৰ যে হেলনীয়া চকীখন?

গিৰীন ঃ ওঁ।

নীলকণ্ঠ ঃ সেইখনৰ বেতবোৰ ছিগি গৈছে নহয়? প্ৰিন্সিপালে ৰিপেয়াৰ কৰিবলৈ দিছে। মই আনি আমাৰ অফিচ কমৰ চুকতে থৈ দিছোঁ। আজি সকলো যোৱাৰ পিছত সেইখনতে দীঘল দি পৰি থাকোঁতে টোপনি গ'ল বুজিছা! আঃ! কি সুখৰ নিদ্ৰা!

ৰণজিত ঃ সেইডাল মহানিদ্ৰা হোৱা হ'লেই ভাল আছিল।

নীলকণ্ঠ ঃ চুপ। কথাৰ মাজত কথা নক'বা। আৰু টোপনিত এটা অপূৰ্ব সপোন দেখিলোঁ বুইছা। এনেকুৱা সপোন [তন্ময় হয়] এনেকুৱা সপোন মই দেখা মনত নপৰে। মনত নপৰে কিয় দেখাই নাই

নেকি? নাই নাই, নাই দেখা। কেতিয়াও নাই দেখা।

ৰণজিত : এইবাৰহে হ'ল। মুডেই উঠিল হ'বলা।

নীলকণ্ঠ : মুড্ নহয় ৰণজিত। মই কি দেখিলোঁ জানা? দেখিলোঁ এখন বিৰাট মুকলি পথাৰ, তাত এজাক ডেকা ল'ৰা, সিহঁত ওখ ওখ, সিহঁতৰ বাহু, বুকুবোৰ বহল বহল, গাল-মুখবোৰ পুৰঠ পুৰঠ। ৰঙা ৰঙা। সিহঁতে একোটা অকণ অকণ হাফপেণ্ট পিন্ধিছে। গাত একোটা হাত-খঁৰা বনিয়ন পিন্ধিছে, পিন্ধি ইফালে-সিফালে জঁপিয়াই ফুৰিছে। সিহঁতে বোলে দৌৰিব। এহাজাৰ গজ দৌৰৰ ৰে'চ হ'ব। এবাৰ মই মোৰ নিজৰ গাৰ ফালে চাই দেখিলোঁ, ময়ো তেনেকুৱা হাফপেণ্ট-বনিয়ন পিন্ধি আছোঁ। গাৰ ৰংটোলৈ চাই দেখোঁ— ৰঙচুৱা, সেইজাক ডেকাতকৈ মোৰ গাৰ ৰংহে বেছি তেজাল। অলপ পিছতে আমি আটাইজাক ডেকা শাৰী পাতি দৌৰিবলৈ সাজু হ'লোঁ। সেই মুহূৰ্ততে দেখোঁ, দূৰত য'ত আমি দৌৰ শেষ কৰিম, তাত মোৰ মা থিয় হৈ আছে। হাতত ফুলৰ মালা, মেডেল আৰু কিবাকিবি। তেখেতে মোলৈ চাই হাঁহি আছে। অলপ পিছতে হুইছেল বাজিল। আমি দৌৰ মাৰিলোঁ। লগে লগে চাৰিওফালৰ পৰা কি চিঞৰ! আপ নীলকণ্ঠ, আপ নীলকণ্ঠ, আপ।— মই প্ৰাণটাকি দৌৰিছোঁ। সন্মুখত দেখিছোঁ কেবল উত্তেজনা, আনন্দত, চিঞৰৰ কোবত ৰঙা পৰি যোৱা অস্থিৰ মাৰ মুখখন। দৌৰিছোঁ, দৌৰিছোঁ মই একেবাৰে আগত, বাকীবোৰ বহুত পাছ পৰিল। এই মই দৌৰ শেষ কৰিছোঁ, সৌৱা মাই মালা-মেডেল দাঙি ধৰি আগুৱাই আহিছে। তেখেতে চিঞৰিছে— আপ আপ আপ— এই শেষ পালোঁ-নাপালোঁ [শান্ত হৈ পৰে] মোৰ টোপনি ভাগি গ'ল।

গিৰীন : ৰক্ষা পৰিলোঁ।

ৰণজিত : বাঃ! সপোনৰ কোব চোৱা!

নীলকণ্ঠ : এৰা। ময়ো ভাবিছোঁ। কি অপূৰ্ব সপোন। এতিয়াও মোৰ গোটেই গাৰ সিৰবিলাকেদি দুগুণ বেগেৰে তেজৰ সোঁত বৈ থকা যেন লাগিছে। বুইছা? [অনুতাপ কৰি] ইস্ ৰাম! আৰু এটা মুহূৰ্ত, এক ছেকেণ্ড সময় যদি সপোনটো বেছিকৈ পালোঁহেঁতেন। হয় গিৰীন, বুজিছা ৰণজিত, কেনেবাকৈ যদি ইচ্ছা কৰি আগতে ঠিক কৰি বাছি বাছি সপোন দেখিব পাৰিলোঁহেঁতেন।

ৰণজিত : চাওক দাদা, আপোনাৰ ঠিক সময়ত প্ৰকৃতি লৰিছে। আৰু কেইদিনমানৰ পিছত লাখুটি নহ'লে খোজটো পোনাই পেলাব নোৱাৰা হ'ব।

গিৰীন : আৰু এতিয়া বুঢ়াক বাছি বাছি সপোন দেখিবলৈ লাগে!

নীলকণ্ঠ : [হঠাতে উত্তেজিত] হেই! খবৰদাৰ! বুঢ়া বুঢ়া নকৰিবা। কোন বুঢ়া? কোন বুঢ়া হৈছে? মই? দিয়া, হাতখন আগবঢ়াই দিয়া। এইখন মোৰ হাত, কলেজীয়া ডেকা ল'ৰা, মিলাই চোৱা, কাৰ ছালত কোঁচ বেছি। পাঞ্জা খেলি চাবা? আহা। কোনটো আহিবা আহা। হুঁঃ। ষাঠিটা বছৰ এই দেহাটোৰ ওপৰেদি পাৰ হৈ গ'ল বুলি মই বুঢ়া হৈ গ'লোঁ? মোৰ কি পুৰণি হ'ল? মোৰ মন পুৰণি হ'ল নে মোৰ দেহা পুৰণি হ'ল, নে মোৰ ভাষা পুৰণি হ'ল? তোমালোক বুঢ়া হৈছা। তোমালোকৰ চকুৰ ওপৰত, তোমালোকৰ দেহাৰ ওপৰত, তোমালোকৰ মনৰ ওপৰত চামনি পৰিছে। নহ'লে মোক তোমালোকে বুঢ়া দেখা? [আঁতৰি] বুঢ়া হ'লে মই তোমালোকৰ লগত তাচ খেলোঁ? পৃথিৱীত ইমানবোৰ চাকৰি থাকোঁতে এই প্ৰাইভেট কলেজৰ অফিচত কেৰাণী কাম কৰিবলৈ আহোঁ। [ওলাই যায়]

গিৰীন : চাওঁ, শুনকচোন দাদা। চৌধুৰী দাদা শুনকচোন। [অলপ সময় চাই থাকি] বেয়া কথা হ'ল

অ' ৰণজিত। বুঢাৰ আজি মুড উঠাই সঁচা। কিবা এটা হৈছে নিশ্চয।

ৰণজিত : ৰ'বি মই ধৰি আনোগৈ। [বিছনাৰ পৰা নামি] হয় দে। হঠাতে কেতিয়াবা মানুহটোক চণ্ডালাই টান হৈ পৰে। অ' সৌৱা উভতি আহিছে। এইবাৰ একো নক'বি। নোজোকাবিও, ধেমালিও নকৰিবি। যিহকে কয় শুনি থাকিবি।

নীলকণ্ঠ : [দুৰৰ পৰা] হেৰি নহয়, [হাঁহি হাঁহি সোমাই আহে] তোমালোকে বেযা পালা নেকি? নাই নাই নাই, বেযা-চেযা নাপাবা ভাইহঁত। বন্ধু মানুহ, আমাৰ ভিতৰত আকৌ বেযা-বুই কিহৰ? নহয় জানো?

ৰণজিত : হযতো। আমি বেযা পোৱা নাই নহয। আপুনিহে খং কৰিছে।

নীলকণ্ঠ : হয হ'বলা। মইহে খং কৰিছোঁ। [শান্তভাৱে] আজি মোৰ মনটো কিবা, মানে কি ক'ম, কিবা অস্থিৰ অস্থিৰ লাগিছে। এনেকুৱা লাগিছে অথনি দেখা সপোনটো যেন কিবা এটা অদ্ভুত বডি, খাই দিযাৰ পিছতে মই গোটেই মানুহটো কঁপি কঁপি উঠিছোঁ, আজিলৈকে খাই পাহৰি যোৱা সকলো বস্তু যেন এইমাত্র উকলিযাই দিম। [বৈ] ৰণজিত।

ৰণজিত : কওকচোন।

নীলকণ্ঠ : তোমালোকে আজি অলপ সময মোৰ লগত থাকিবা?

ৰণজিত : আছোঁৱেইতো। কিয বাৰু কওকচোন?

নীলকণ্ঠ : মানে, আজি মানে মোৰ কিবাকিবি লাগিছে। ঢেৰ কথা ক'বলৈ মন গৈছে , নিজকে লৈ নিবিড়ভাৱে ব্যস্ত হৈ যাবৰ মন গৈছে আৰু আজিৰ দিনটোৰ কাৰণে তোমালোকক মোৰ সাক্ষী ৰাখিবৰ মন গৈছে। নহ'লে ইমান অকলশৰে মোৰ নিজলৈকে ভয় লাগিব। থাকিবা? [তিনিও মুখ চোৱা-চুই কৰে]

নীলকণ্ঠ : কিয় নাথাকিবা? নিশ্চয় থাকিবা।

গিৰীন : কিনো কথা কওকচোন।

নীলকণ্ঠ : [অস্থিৰ] তাকে ভাবিছোঁ— ক'ত আৰম্ভ কৰোঁ? ৰ'বা, [চুকৰ বাকচ এটা খোলে আৰু এসোপামান কাগজ উলিযায] এইবিলাক দেখিছা?

ৰণজিত : কি?

নীলকণ্ঠ : চোৱা। [মেজত কাগজবোৰ থয] একোখন কাগজ, মোৰ জীৱনৰ এটা এটা অধ্যায।

গিৰীন : এইকেইখন ইউনিভাৰ্ছিটীৰ চাৰ্টিফিকেট হ'বলা?

নীলকণ্ঠ : ওঁ। চোৱা [গোপনে কোৱাৰ নিচিনাকৈ] এটা কথা কি জানা। ইযাত বি এৰ চাৰ্টিফিকেটলৈকে আছে। আচলতে মই এম এ পাছ কৰা মানুহ বুইছা? [ তিনিও চায] ওঁ। সঁচাকৈয়ে কৈছোঁ। [বাকচৰ তলিৰ পৰা এখন উলিযাই] এইখন চোৱা। মাষ্টাৰ অব আৰ্টছ্।

ৰণজিত : এইখন কিয় তলত সুমুৱাই থৈছে?

নীলকণ্ঠ : লুকুৱাই থৈছোঁ।

গিৰীন : কিয়? লুকুৱাই থৈছে কিয়?

নীলকণ্ঠ : সেইখন দেখিলে কিজানি মোক তোমালোকৰ কলেজৰ কেৰাণীৰ চাকৰিটো নিদিয়ে। ইয়াতকৈ ডাঙৰ চাকৰি পালে—

ৰণজিত : কি হ'ব?

নীলকণ্ঠ : মই আৰু পলাই থাকিব নোৱাৰিম বুলি ভয় লাগে।

গিৰীন : পলাই থাকিব?

নীলকণ্ঠ : ওঁ! মই পলাইহে আছোঁ। [পাতল সুৰত] বাদ দিয়া সেইবোৰ। ওঁ, কি ক'ম বুলি ভাবিছিলোঁ? ছেঃ। পাহৰি গ'লোঁ [হঠাতে] অ' হয়, মিলন দাসৰ কথা। কালি তোমালোকে শোকসভাৰ বক্তৃতাত ক'লা, এজন প্ৰতিভাশালী গায়ক ইমান কোমল বয়সতে আঁতৰি যোৱাটো বৰ দুখৰ কথা, ইত্যাদি ইত্যাদি । কিন্তু ১৯৩০ চনত যেতিয়া গৰ্ডন চাহাবে আমাৰ স্কুল চাবলৈ আহিছিল, তেতিয়া আমি তিনিজন ল'ৰাই গান গাই তেখেতক আদৰিছিলোঁ। গান গাওঁতে এই মিলন দাস থিয় হৈছিল বাওঁফালে কাষত। মাজত কোন থিয় হৈছিল জানা? মই! মই! মিলন দাস মৰি গ'ল কাৰণে অকালতে, কোমল বয়সতে মৰিল বুলি কোৱা। আৰু মই জীয়াই আছোঁ কাৰণে বুঢ়া হ'লোঁ বুলি কোৱা। হেঃ হেঃ হেঃ।

ৰণজিত : নহয় নহয়, আমি সেই অৰ্থত আপোনাক বুঢ়া বুলি কোৱা নাই নহয়।

নীলকণ্ঠ : কোনো অৰ্থতেই মই বুঢ়া হোৱা নাই। মই বুঢ়া নহওঁ। মই ডেকা আছিলোঁ। এতিয়াও আছোঁ আৰু থাকিমো। [বৈ] হয়, মই যে ডেকা আছিলোঁ। ৰণজিত, গিৰীন মই কেনেকুৱা ডেকা আছিলোঁ জানা? মই কেনেকুৱা আছিলোঁ জানা? শুনিবা? আমনি নোপোৱাতো?
[তিনিও চাই থাকে।] মঞ্চ লাহে লাহে আন্ধাৰ হৈ আহে।]

# দৃশ্য ঃ ২

## মঞ্চ ঃ ২

[ক্লাব ঘৰ। আবেলি। ৰিহাৰ্চেল চলি আছে। গোবিন্দ, গকুল, ৰাজেন, মাণিক, প্ৰতিমা, ৰাধা, চন্দ্ৰা, সোণালী, কুঁৱলী আদি আছে।]

গোবিন্দ : ওঁ, চন্দ্ৰা তই আহ। গানটো গাই গাই আহিবি। প্ৰথম লাইনটো কি আছিল?

চন্দ্ৰা : আজি এই শুভ লগনত, তুমাৰে-মুৰে মধুৰ মিলন-বাঁহী বাজে।

গোবিন্দ : ওঁ, বাজে। সেইখিনিলৈকে গাবি। আজি এই শুভ লগনত, তাৰ পিছত এইখিনিতে যেনিবা দলংখন আছে। [হঠাতে] অ'ই গকুল— চাওঁ সেই বেঞ্চখন আন। [গকুলে বেঞ্চখন আনে] ওঁ। এইখন যেনিবা দলং। তই, 'আজি এই শুভ লগনত'— লগনত বুলি কৈয়েই দলঙত উঠিবি। বুজিলি?

চন্দ্ৰা : বুজিলোঁ।

গোবিন্দ : তেতিয়া তই— তোৰ কি নাম?

ৰাজেন : ৰাজেন।

গোবিন্দ : হেইত। ৰাজেন বাপেৰে দিয়া নাম, নাটকে দিয়া নাম কি?

ৰাজেন : অ' মই বুজাই নাছিলোঁ। প্ৰাণবল্লভ।

গোবিন্দ : ওঁ। তেতিয়া তই সৌখিনিৰ পৰা দৌৰি আহি জাঁপ মাৰি দলংখনৰ এইটো মূৰত উঠিবি। উঠিযেই গাবি, তুমাৰে, লগে লগে [চন্দ্ৰাক] তই আগুৱাই আহি গাবি, মুৰে। [দুয়োকে দেখুৱাই] তুমাৰে, মুৰে। বুজিলি?

চন্দ্ৰা : বুজিলোঁ।

গোবিন্দ : তই?

ৰাজেন : বুজিলোঁ।

গোবিন্দ : একেলগে কৈ পেলাবিচোন। বেলেগে সুধিবলৈ বৈ থাকে কিয়? মুঠৰ ওপৰত [চন্দ্ৰাক] তই সেই ফালৰ পৰা গাই গাই আহিলি— আজি এই শুভ, দলং-লগনত, তই জাঁপ— তুমাৰে, তই এডভান্স, মুৰে, তাৰ পিছত দলঙৰ মাজত দুযোটাই দুযোটাৰে হাতত ধৰি, ৰিহাৰ্চেলত ধৰিব নালাগে, একেবাৰে থিয়েটাৰত ধৰিলেও হ'ব, হাতে হাতে ধৰি একেলগে গাবি— 'মধুৰ মিলন বাঁহী বাজে'। বুজিলি?

মাণিক : দাদা, মই আগৰে পৰা থাকিম নে সোমাই আহিম।

গোবিন্দ : [ডাবি দি] ক'ম নহয়। তহঁতে গানটোৰ সেই লাইনটো এবাৰ ৰিপিট কৰিবি, কৰি দলংখনৰ মাজত থিয় হৈ তলৰ পানীলৈ চাবি। চাই, কি আছিল ডাইলগটো? [হাতৰ বহী চাই]ওঁ, চন্দ্ৰাই ক'বি, প্ৰাণবল্লভ দাদা, চোৱাচোন, সৌৱা আমাৰ প্ৰতিবিম্ব দুটাই আমালৈ কেনেকৈ চাই আছে। কিবা যেন ক'ব খুজিছে প্ৰাণবল্লভ দাদা। এইবুলি কওঁতেই এটা ডাঙৰ দলিচপৰা এই ফালৰ পৰা পানীত জপংকৈ পৰিব, লগে লগে তই গকুলে, গকুল ক'লৈ গ'ল? ক'লৈ গ'ল ই?

গকুল : [আঁৰৰ পৰা] আছোঁ দাদা। [সোমাই আহে]

গোবিন্দ : কামৰ সময়ত ক'ত সোমাই থাকগৈ অ'? বিড়ি খাবলৈ গৈছিলি?

গকুল : ক'তো সোমাই থকা নাই। মই সেইখিনিতে বহি আপোনাৰ চব কথা শুনি আছোঁ।

গোবিন্দ : এইখিনিত নাথাক কিয়? শুন, যেই দলিটো পানীত পৰিল, সেই তই লগে লগে ভোৰ-তালযোৰত গেৰেম। ক্ৰেছ! তহঁত দুটা উচপ্ খাই উঠিবি। কি হ'ল? কোনে দলিয়ালে? তহঁত দুটাই এইফালে চাবি, তেতিয়া এইফালৰ পৰা, উন্টা ফালৰ পৰা, মাণিক ছাইটকৈ সোমাই আহিবি, হাতত ষ্টিকডাল।

মাণিক : এইডাল, আছে।

গোবিন্দ : সেইডাল ঘূৰাই ঘূৰাই সোমাই আহিবি, সাঃ সাঃ সাঃ সাঃ প্ৰতিবিম্ব? প্ৰতিবিম্ব হেৰাই গ'ল। সাঃ সাঃ সাঃ সাঃ [হঠাতে] টান আছে। খুব প্ৰেক্টিচ কৰিব লাগিব। ওঁ। এতিয়া এইখিনিলৈকে কৰোঁ। চন্দ্ৰা, তই আহচোন।

[সকলোৱে পজিছন ঠিক কৰি লয়।]

চন্দ্ৰা : [গাই গাই আহে] আজি এই শুভ লগনত—

গোবিন্দ : ৰ'বি, ইমান ঠৰঙা নহ'বিচোন। অলপ লাস্য কৰি খোজ কাঢ়িব নোৱাৰ? কেৰেকটাৰটো বুজি কাম কৰিবিচোন? তই হিৰ'ইন। প্ৰেমিকা। নাম নৱমল্লিকা। গছত কুলিয়ে মাতি আছে, ফুলবোৰ বতাহত দুলি আছে। সেইবোৰ কথা মনত ৰাখি খোজ কাঢ়িবিচোন। এইফালে আহ। এইখিনিৰ পৰা সৌখিনিলৈ খোজ কাঢ়। গকুল, তই কুলিৰ মাতটো মাতি থাক। [গকুলে কুউ কুউ কৰে, চন্দ্ৰাই খোজ কাঢ়ে।]

গোবিন্দ : [চাই থাকি] চিপাহীৰ চাকৰিৰ ইণ্টাৰভিউ দিবলৈ আহিছ?

গকুল : এঃ দাদা, ইমান বেয়াকৈ নক'বচোন।

গোবিন্দ : এইটোকে বেয়াকৈ কোৱা শুনিলি? এই ৰিহাৰ্চেলত মই বহুত ছোৱালীক কন্দুৱাই দিছোঁ বুইছ? থিয়েটাৰ এৰি লৰ মাৰিছে। একট্ৰেছ্ হোৱাৰ চখ ফাটি গৈছে। মোৰ লগত খাতিৰ-বাতিৰ নাই। ওঁ, এবাৰ চাই ল'। [এক বিশিষ্ট ভংগী লয়। খোজ কাঢ়িবলৈ নৌপাওঁতেই গুণ-গুণনি উঠে। সকলোৱে বাহিৰলৈ চায়]

গকুল : নীলদা আহিছে। থ্রি চিয়েৰছ ফৰ নীলকণ্ঠ দাদা, হিপ্ হিপ্ হিপ্ হুৰে। [হুৰে বুলি বহুতে চিঞৰে]

নীলকণ্ঠ : [সোমাই আহি] মনে মনে থাক। মোক তহঁতে চিঞৰি ভাল লগাব নালাগে। এতিয়া চাৰে পাঁচ বাজি গ'ল। তহঁত এতিয়াও ক্লাবত কিয? মই কেইবজাত বন্ধ কৰিবলৈ কৈছিলোঁ?

গোবিন্দ : মানে, বুইছা, নীল দাদা—

নীলকণ্ঠ : বুইছোঁ।

গোবিন্দ : নোকোৱাকৈযে কিডাল বুজিলা?

নীলকণ্ঠ : মই তোমাক গৰমৰ বন্ধ নোহোৱালৈকে নাটক কৰিব নালাগে বুলি কৈছিলোঁ নে নাই?

ৰাজেন : [পাছৰ পৰা] হয় দাদা, আমিও কৈছিলোঁ, গোবিন্দ দাদাই আমাক ঘৰে ঘৰে গৈ জোৰ কৰিছে।

গোবিন্দ : অ'ই কোন সেইটো?

নীলকণ্ঠ : মই তোমাৰ নাটক পঢ়িলোঁ। খবৰদাৰ, আজি যে সেইখন ক্লাবৰ পৰা ওলাই যাব, আৰু যেন নোসোমায। ইয়াত সেইবোৰ নচলিব। আমাৰ ক্লাব বেলেগ ধৰণৰ ক্লাব হ'ব। লাহে লাহে আমাৰ ক্লাবটো আমি এনেকুৱা কৰি তুলিম যে শেষত আমি আৰু 'আপুনি আমাৰ ক্লাবৰ মেম্বাৰ হ'বনে'— বুলি কাৰো সুধিব নালাগে। সকলোৱে আমাৰ ক্লাবৰ মেম্বাৰ হ'বলৈ আমাক খোচামতি কৰিব। পঢ়া-শুনা, খেলা-ধূলা, নাচ-গান সকলোতে আমাৰ ক্লাবৰ নাম একেবাৰে আগত জিলিকি থাকিব।

মাণিক : থ্রি চিয়েৰছ ফৰ নীলকণ্ঠ দাদা।

নীলকণ্ঠ : চুপ। এতিয়া ধৰি ধৰি যা।

গকুল : দাদা, আমাৰ পিকনিকটো কিন্তু অহা দেওবাৰে হ'বই লাগিব।

ৰাজেন : হয দাদা, আমি ঘৰত কৈ থৈছোঁ। আপুনি ওঁ বুলি ক'লেই আৰু কোনেও আপত্তি নকৰে।

নীলকণ্ঠ : মই ওঁ বুলি ক'লে তহঁতৰ মাৰ-দেউতাৰহঁতে কিয আপত্তি নকৰে জান?

ৰাজেন/গকুল : কিয দাদা?

নীল : মই সহজে ওঁ বুলি নকওঁ কাৰণে।

ৰাজেন : এ নহয দাদা, আপুনি এইবাৰ সেইবোৰ নকৰিব।

গকুল : এইবাৰ পিকনিকটো কৰি দিযক, আপুনি চাব দাদা, মই ফাৰ্ষ্ট ডিভিজনততো পাছ কৰিমেই, লেটাৰ-ষ্টাৰ কিবাকিবি ঢেৰ পাই সৰ্বনাশ কৰিম।

নীলকণ্ঠ : [ধমক] যা বুলিছোঁ নহয এতিয়া।

গকুল : ব'ল ব'ল, হ'ব, ব'ল। এইবাৰ নীলদাই কিবা এটা কৰিবই।

মাণিক : কৰিবইটো।

ৰাজেন : কৰিবতো, কিয নকৰিব। ব'ল ব'ল। [কৈ কৈ সকলো ওলাই যায়। অলপ পিছত।]

গোবিন্দ : নাটকখন বেযা পালা নীলদা? বৰ আশাৰে লিখিছিলোঁ।

নীলকণ্ঠ : বযস হৈছে নহয। বেয়া দেখি।

গোবিন্দ : অইন এখন লিখিম নেকি?

নীলকণ্ঠ : লিখিবা বাৰু। আগতে এটা কাম কৰা। যদু মহৰী, সেই নৈৰ পাৰৰ যদু মহৰী যে?

গোবিন্দ : অ' সেই যদু মহৰী? বুজিছোঁ। কি হ'ল?

নীলকণ্ঠ : মই গম পাই আহিছোঁ, বুঢ়াটোৰ টান। চিপ্ টানি আছে। তুমি যোৱা খবৰ লোৱাগৈ। ওচৰত তেনেকৈ কোনো নাই। কিবা দৰকাৰ হ'লে মোক খবৰ দিবা।

গোবিন্দ : দৰকাৰ মানে— আমাক মানুহে মৰিবৰ সময়তহে বিচাৰে। মৰিলেতো কান্ধতেই উঠে।
নীলকণ্ঠ : যোৱাচোন। [গোবিন্দ যায়। ৰাধা আহে।]
ৰাধা : নীলদা, মই আপোনাক বেয়া পাইছোঁ।
নীলকণ্ঠ : ভাল কৰিছ। এতিয়া ঘৰলৈ যা।
ৰাধা : আপুনি মোৰ হাতখন চাই দিম বুলি কৈছিল নহয়?
নীলকণ্ঠ : মই? কেতিয়া কৈছিলোঁ?
ৰাধা : ই কৈছিল দিযক এদিন। আঁজি চাই দিব লাগিব। চাওক না—
নীলকণ্ঠ : হাতখন ভালকৈ ধুই আহিছ?
ৰাধা : একদম চাবোনেৰে ধুই চাফা কৰি আহিছোঁ। [নীলকণ্ঠই হাত চাই]
নীলকণ্ঠ : [গম্ভীৰ] অ' তোৰ নাম দেখিছোঁ ৰাধা।
ৰাধা : ই নহয় নীলদা, সেইবোৰ নকৰিব, ছিৰিযাছলী চাওক।
নীলকণ্ঠ : সৰুতেই তোৰ এটা ছিৰিযাছ বেমাৰ হৈছিল।
ৰাধা : সেইবোৰ ক'ব নালাগে। আগলৈ কি হ'ব সেইটো কওক।
নীলকণ্ঠ : আগলৈ? আগলৈ তই পত্নী হ'বি। কেতিয়াও বুঢ়ী নহ'বি। তাৰ পিছত— তাৰ পিছত [হঠাতে] এ আজি থাওক দে। ভাল পোহৰ নহ'লে লাইনবোৰ নেদেখি। এই লাইটৰ পোহৰত নহ'ব।
ৰাধা : ই, আপুনি চব কথাতে এনেকুৱা কৰে।
নীলকণ্ঠ : অ'। এনেকৈ হাত চাব পাৰি নেকি? মেগনিফাইং লেনছ্ লাগে, কাগজ-কলম লাগে। দিনে-পোহৰে অইন এদিন ভালকৈ চাম যা। তই এতিয়া কাৰ লগত যাবি?
ৰাধা : সৌৱা দিগেন দাদা বৈ আছে।
নীলকণ্ঠ : দিগেন দাদা বৈ আছে, তই আকৌ ইযাত বৈ আছ কিয?
ৰাধা : যাওঁ। আপুনি তেনেহ'লে আমাৰ তালৈ এদিন যাব দাদা।
নীলকণ্ঠ : কিযনো যাব লাগিছে?
ৰাধা : যাবচোন, কথা আছে।
নীলকণ্ঠ : এ তোৰ একো কথা নাই দে। যাকে লগ পাব তাকে এনেযে ঘৰলৈ মাত।
ৰাধা : ই নহয়। যাবচোন আপুনি। কাইলৈকে যাব।
নীলকণ্ঠ : কাইলৈ-পৰহিলৈ বুলি কথা দিব নোৱাৰোঁ। এদিন ওলামগৈ যা।
ৰাধা : যাব কিন্তু।
নীলকণ্ঠ : [ডাবি দি] যাচোন তই। [ৰাধা যায়] প্ৰতিমা তুমি কি চাই আছা? ঘৰলৈ নোযোৱা নেকি? চাওঁ, অকণমানজনী, এইফালে আহাচোন। [কুঁৱলী আহে] কি নাম আছিল তোমাৰ? পাহৰি গ'লোঁ নহয়।
কুঁৱলী : কুঁৱলী।
নীলকণ্ঠ : কুঁৱলী? [ধেমালি] চাওঁ আঁতৰ হোৱা, আঁতৰ হোৱা। তুমি চকুৰ আগত থাকিলে একো নেদেখা হৈ যাওঁ। [সুৰ সলাই] হেৰি নহয়, বাইদেৱেৰাৰ খং উঠি আছে নেকি?
প্ৰতিমা : [ওচৰলৈ আহি] কুঁৱলী, সৌ তাতে ছবি থকা কিতাপ আছে, তই ছবি চাগৈ যা। [ঠেলি দিয়ে] যা। [কুঁৱলী যায়]
নীলকণ্ঠ : তাইক তেনেকৈ পঠিয়াই দিলা কিয়?

প্ৰতিমা : তোমাৰ লগত মোৰ কথা এটা আছে।

নীলকণ্ঠ : তুমি ওফন্দি আছা কিয়?

প্ৰতিমা : তুমি ৰাধাৰ হাত চাইছিলা কিয? তোমাক ঘৰলৈ মাতিবলৈ তাই সাহ পাব কিয?

নীলকণ্ঠ : [খুব হাঁহে] নহয নহয় প্ৰতিমা, শুনা। মই ৰাধাৰ হাত চাইছিলোঁ, কাৰণ তাইৰ হাত নাচাবলগীযা একো কাৰণ নাছিল। আৰু তাইৰ হাতত চাবলগীয়া একো বস্তুও নাছিল। সিহঁতৰ ঘৰলৈ মই যাম বুলি কৈছিলোঁ কাৰণ সিহঁতৰ ঘৰলৈ নোযোৱাকৈ থাকিলে মোৰ একো লাভ নহয়, আৰু গ'লে একো লোকচানো নহয়।

প্ৰতিমা : ঠিক আছে। অইন সকলোৱে, বিশেষকৈ ৰাধাই নিজে যদি কথাবোৰ তেনেকৈ ভাবিছে, তেনেহ'লে একো লোকচান নাই। মই কেৱল তোমাৰ কথা ভাবিছোঁ। তুমি আমাৰ সকলোৰে কাৰণে অদ্ভুত মানুহ। তোমাক আমি সদায ঠিক এনেকুৱা অদ্ভুত মানুহ হিচাপেই পাই থাকিবলৈ বিচাৰোঁ। ৰাধাইঁতে তোমাৰ গাত যদি গোসাঁইৰ আগৰ ফাকুগুডিও ছটিয়ায তেনেহ'লে মানুহে তাক বোকা-পানী বুলি ভুল কৰাৰ সুবিধা আছে। আৰু মনত ৰাখিবা, বোকাৰ সামান্য ছিটিকণি এটায়ো তোমাক মানুহৰ আগত এতিয়াৰ নিচিনাকৈ অদ্ভুত কৰি নাৰাখে। তুমি নাভাবিবা যে মই হিংসাতে তোমাক এইবোৰ কথা কৈছোঁ। এই মুহূৰ্তত তুমি খবৰ লৈ চোৱাগৈ,— ৰাধা ঘৰলৈ উভতি যোৱা নাই। আৰু ডেৰ ঘণ্টা-দুঘণ্টাৰ পিছত তাই ঘৰ সোমাবগৈ আৰু সোমাযেই মাকক হাঁহি হাঁহি তোমাৰ কথা ক'ব।

নীলকণ্ঠ : মোৰ কথা ক'ব মানে?

প্ৰতিমা : ক'ব, তাই ইমানপৰে তোমাৰ লগত আছিল আৰু তাকে শুনি মাকে শান্তি পাব। আনন্দও পাব।

নীলকণ্ঠ : ইফালে ৰাধাৰ নিচিনা এজনী ছোৱালীৰ লগত চহৰখনত মোৰ বদনাম ওলাব [হাঁহে]।

প্ৰতিমা : কথাবোৰ তেনেকৈ হাঁহি উৰাই নিদিবা নীল দাদা। এই চহৰখনক লৈ তোমাৰ ইমান ডাঙৰ এটা সপোন! কেনেবাকৈ সেই সপোন ভাগি যায বুলি

নীলকণ্ঠ : [উত্তেজিত] নোৱাৰে। অসম্ভৱ! কোনেও নোৱাৰে। মই এখন পবিত্ৰ অন্তৰ লৈ, দেহৰ সমগ্ৰ শক্তিক থূপ খুৱাই সেই সপোনক এনেকুৱা এটা ৰূপ দিম যে প্ৰত্যেকেই তাৰ চাৰিওফালে আনন্দত উন্মাদ হৈ ঘূৰি ফুৰিব, কিন্তু কোনেও চুবলৈ সাহ নকৰিব। সেই সপোনে ইমান উজ্জ্বল ৰূপ ল'ব যে বোকা গাৰে কোনোৱা তাৰ ওচৰলৈ আহিব খুজি বহু দূৰৰ পৰাই মূৰ তল কৰি উভতি যাব। ভয নকৰিবা প্ৰতিমা, মই নিজে নাজানো, কিন্তু তুমি কোৱা মতে আমাৰ ভিতৰত কাৰোবাৰ যদি বিষদাঁত আছেও, সেই দাঁত আমাৰ ওচৰ পোৱাৰ আগতে উঘালি পেলাবলৈ বহুত যাদুকৰো আছে। আৰু ডাঙৰ কথা কি জানা? সেই বিষদাঁত ভগা সাপ, যাদুকৰ— এইবোৰকে লৈয়েতো আমাৰ সপোন। সকলো তোমাৰ নিচিনা হোৱা হ'লেতো আমাক এটা ক্লাব নালাগেই। তুমি নিজেই এটা সুন্দৰ ক্লাব। [অলপ পিছত] প্ৰতিমা।

প্ৰতিমা : ওঁ।

নীলকণ্ঠ : আমি যে চিঠি লিখিছিলোঁ?

প্ৰতিমা : ছিঃ!

নীলকণ্ঠ : [হাঁহি] হয় দিয়া। যেতিয়া চিঠি কিয লিখে, মৰম কাক বোলে, এইবোৰ একো নাজানিছিলোঁ, তেতিয়া কি লম্বা লম্বা চিঠি। তুমি যে এবাৰ ৩৬ পৃষ্ঠাৰ ৰুল টনা বহী এখন লিখি লিখি

শেষ কৰি ওপৰত গ্ৰামাৰ এশু কম্পজিচন বুলি লিখি পঠিয়াই দিছিলা, মনত আছে?

প্ৰতিমা : [ভাবি দি] মনে মনে থাকাচোন তুমি।

নীলকণ্ঠ : হয় দিয়া। [হাঁহি] আৰু এতিয়া, যেতিয়া সময় হ'ল—

প্ৰতিমা : কি? কিহৰ সময় হ'ল? [ৰৈ] হয়। কামৰ সময় হ'ল। বুজিছ্‌ দাদা, এতিয়া সঁচাকৈয়ে কামৰ সময় হ'ল। এই চহৰখনৰ শ শ মানুহৰ বুকু উদঙাই দিয়া মৰম, বিশ্বাস, দায়িত্ব লৈ তুমি এতিয়া ইমান সুন্দৰ হৈ উঠিছা যে আচলতে তোমাৰ ওচৰে ওচৰে যাবলৈও ভয় লাগে। তোমাক আৰু কেতিয়াও পাছলৈ নাটানো দিয়া। ইস্, এতিয়া যদি আমাৰ সেই আগৰ চিঠি এখন কোনোবাই পায, তেনেহ'লে তোমাৰ ক্লাবটো আৰু ক্লাব হৈ থাকিবনে? আৰু আৰু নহয় নহয়— আমি তেনেকৈ অইনবোৰৰ নিচিনাকৈ ভাল পাই চিঠি লিখা নাছিলোঁ। নহয় জানো? আমি কিবা এটা নতুন আৰু। আমি এনেকৈয়ে থাকিম, সদায় একেলগে থাকিম, তুমি উজ্জ্বল হৈ গৈ থাকিবা, আৰু তোমাৰ পোহৰতে কেতিয়াবা সেই চিঠিবিলাক মনে মনে পঢ়িম। আমাৰ তেনেকুৱা অইনৰ নিচিনা ভাল পোৱা-পুই নাথাকিব, নহয় জানো?

নীলকণ্ঠ : [বাহিৰলৈ চাই আছিল। চকু ঘূৰাই] হুঁ? কি ক'লা? এনেকৈয়ে থাকিবা? [হাঁহে]

প্ৰতিমা : হাঁহিলা কিয?

নীলকণ্ঠ : সৌ অনিলক দেখি হাঁহি উঠিছে। সি মই আহোঁতেই এইফালেদি গৈছিল, এতিয়া সৌটো আকৌ আহিছে। মোক দেখি সোমাবলৈ বেয়াও পাইছে, অথচ [হাঁহে]।

প্ৰতিমা : কি হ'ল?

নীলকণ্ঠ : তোমাক ঘৰলৈ আগবঢ়াই নিবলৈ সি বাট চাই আছে।

প্ৰতিমা : ছিঃ।

নীলকণ্ঠ : ৰ'বা তাক মাতোঁ।

প্ৰতিমা : নীলদা। [গোবিন্দ আহে]

নীলকণ্ঠ : কি হ'ল গোবিন্দ? আকৌ ৰিহাৰ্ছেল কৰিবলৈ আহিলা নেকি?

গোবিন্দ : ইমান ঠাট্টা নকৰিবা বুইছা দাদা। চাই থাকিবা, মই কাণত ধৰি কৈছোঁ, এদিন নহয় এদিন মই নাটক লিখি, কৰি, তোমাক দেখুৱাইহে এৰিম।

নীলকণ্ঠ : এতিয়া কিয় আহিলা?

গোবিন্দ : মই বাটতে খবৰ পালোঁ— বুঢ়া গ'লেই বোলে।

নীলকণ্ঠ : হুঁ?

গোবিন্দ : পুতেক মানে— যদু মহৰীক আনিবলৈ মানুহ গৈছে। আহিলেই আমি নিব লাগিব।

নীলকণ্ঠ : যোৱা, তুমি কাঠ-বাঁহৰ যোগাৰ কৰাগৈ। মই গৈ আছোঁ। [গোবিন্দ যাব খোজে] আৰু শুনা, সেইখিনিতে অনিল আছে, মই মাতিছোঁ বুলি কৈ যাবা। [গোবিন্দ যায়]

প্ৰতিমা : তোমাৰ কথাবোৰ মই ভাল পোৱা নাই। অনিলদাক কিয় মাতিছা?

নীলকণ্ঠ : আজি গানৰ ক্লাছ নহ'ল নেকি? [ৰৈ] হুঁ?

প্ৰতিমা : দেখিলাইতো। নাটকৰ ৰিহাৰ্ছেল হৈছিল।

নীলকণ্ঠ : কিবা নতুন গানত সুৰ দিছা নেকি? ল'ৰা-ছোৱালীহঁতক শিকাবৰ কাৰণে নহয়, আমাৰ কাৰণে? গোৱাচোন এটা। [অনিল আহে] অনিল, মই যদু মহৰীৰ ঘৰলৈ যাবলগীয়া হ'ল। তই প্ৰতিমাক অলপ আগবঢ়াই দিব লাগিব। বহ। গান এটা শুন। [প্ৰতিমাই দুয়োলৈ চাই থিয় হৈ থাকে]

গোৱা। দেৰি হৈছে নহয়। দুই লাইনমান গোৱা।

[প্ৰতিমা অলপ দূৰলৈ গৈ হাৰমনিয়াম বজাই গান গায়।]

শেষ হ'ল আজি এযুগৰ ইতিহাস
নকৰিবা মান
নকৰিবা অভিমান
অনুমতি দিয়া
গাওঁ মোৰ শেষ গান।

## দৃশ্য ঃ ৩

### মঞ্চ ঃ ১

[ৰাতি। শ্মশান। চিতাৰ জুইৰ পোহৰৰ চকা-মকা। নীলকণ্ঠ শিমলু গছৰ গুৰিত বহি আছে। গোবিন্দই হাতত বাঁহ এটুকুৰা লৈ কথা কৈছে। অলপ দূৰত এটাই চিএঞৰি চিএঞৰি গীত গাইছে।]

গোবিন্দ ঃ দে আৰু এতিয়া, শেষ হৈ আহিল, সেই টুকুৰা-টুকুৰি বাঁহবোৰো জাপি দে। বুঢ়াটোৱে বাৰু মৰিবলৈ এই মাঘ মাহৰ ৰাতিটোহে বাছি ল'ব পায়নে? অ'ই, তইঁতকিটাও যাবই নেকি? ৰ'বি, একেবাৰে শেষ কৰি একেলগে যাওঁ। যা চিতাৰ ওচৰতে বহি জুই পুৱাই থাক। অ'ই, তই হাতত লৈ থকা বাঁহডালো দি দে। বুঢ়া ছাই গৈ গ'ল— এতিযা আৰু খুঁচি থাকিব নালাগে। উহ হুঁ। এনে জাৰ। আঙুলিবোৰৰ সাৰ-সিকতিয়েই নোহোৱা হ'ল।

নীলকণ্ঠ ঃ তুমিনো জুইকুৰাৰ ওচৰলৈ নোযোৱা কিয়?

গোবিন্দ ঃ এ নাযাওঁ। বুইছা দাদা, ইমান মানুহ পুৰিলোঁ, কিন্তু সেই যে শেষত লাডুটো হয়, সেইটো পিছে মই আজিলৈকে একদম সহ্য কৰিব নোৱাৰিলোঁ। গাটো কিবা বিকচিনা বিকচিনা লাগে। মনটোও কিবা উদাস উদাস লাগে। বাৰু দাদা, মই মৰিলেওতো তেনেকুৱা লাডু হৈ যাম।

নীলকণ্ঠ ঃ কিয় যাবা? নোযোৱা। তোমাক যেতিয়া পুৰিব, তেতিয়া শেষৰ ফালে তুমি লাডুটোৰ সলনি এপাহ ধুনীয়া গোলাপ ফুল হ'বা। স্বৰ্গৰ পৰা পৰী দুজনীয়ে আহি ফুলপাহ আথেবেথে লৈ যাব। সেইপাহ ফুল সলনা-সলনিকৈ খোপাত পিন্ধি পৰীবিলাকে নাটকৰ ৰিহাৰ্ছেল কৰিব।

গোবিন্দ ঃ তুমি আৰু মোৰ নাটকৰ কথা লৈ সদায় ঠাট্টা নকৰিবা বুইছা দাদা। তুমি একেকোবেই আজিৰ নিচিনা হৈছা নেকি? মোৰ মনত নাই হ'বলা? টেকেলি হেন পেটটো, নাকত শেঙুণৰ থোপা, এটা হাতেৰে বুটাম ছিগা হাফপেণ্টটো খামোচ মাৰি ধৰি তুমি মটৰ চাইকেলৰ পাছে পাছে দৌৰি ফুৰা নাছিলা? গছ-তলে গছ-তলে বাদুলীয়ে আধা খাই পেলোৱা লেচু, জামু বুটলি ফুৰা নাছিলা? আমি দেখা নাছিলোঁ?

নীলকণ্ঠ ঃ দেখিছিলা যদি সেইবোৰ লৈ নাটক নিলিখা কিয়? দলঙৰ ওপৰত প্ৰাণবল্লভ, নবমল্লিকাৰ মধুৰ লগন, ভোৰতালৰ গেৰেম, সাঃ সাঃ সাঃ— সেইবোৰ তোমাৰ চৈধ্য পুৰুষৰ কোনটো পুৰুষে দেখিছিল? এই মাজনিশাখন মৰিশালিত মোৰ মূৰটো গৰম কৰি নল'বা। [হঠাৎ দূৰলৈ চাই ৰৈ যায়] সেইটো কোন গ'ল চোৱাচোন। [গোবিন্দই চায়]

গোবিন্দ : যোৱা নাই দাদা, আহিছেহে হ'বলা।
নীলকণ্ঠ : আহিছে?
গোবিন্দ : কুঁৱলী নহয়, ভালকৈ মণিবই নোৱাৰি।
নীলকণ্ঠ : [সেইফালে চাই অস্পষ্ট মাতেৰে] গোবিন্দ।
গোবিন্দ : দাদা?
নীলকণ্ঠ : গোবিন্দ।
গোবিন্দ : দাদা?
নীলকণ্ঠ : গোবিন্দ! [যেন ভূতহে দেখিছে।]
গোবিন্দ : মাতি আছোঁ নহয়। তেনেকুৱা কৰিছা কিয়? ই। নকৰিবা, ধেমালি কৰিছা নহয়?
নীলকণ্ঠ : মূৰটো দেখিছা জানো?
গোবিন্দ : নুসুধিবাচোন। নাই দেখা বুলিনো কেনেকৈ কওঁ?
নীলকণ্ঠ : ভাল অঙঠা লাগি থকা কাঠখৰি এডাল জুইকুৰাৰ পৰা তুলি আনাগৈ।
গোবিন্দ : দাদা।
নীলকণ্ঠ : বেগাই যোৱা। [গোবিন্দ যায়। মূৰে-গায়ে কম্বল লৈ লৈ অনিল আহে। নীলই ওচৰলৈ গৈ তাক চায়।] অনিল! তই ক'ৰ পৰা আহিলি?
অনিল : ঘৰৰ পৰা।
নীলকণ্ঠ : এই ৰাতিখন? ইয়াততো আমাৰ কাম শেষেই হ'ল। এতিয়া কিয় আহিলি? মোৰ লগত পৰি তইঁতমখাৰো ভাগৰ-জুগৰ, টোপনি-চোপনি নাইকিয়া হ'ল দে।
অনিল : মই আচলতে শ্মশানলৈ বুলি অহা নাই নীল। তইঁতে যেতিয়া হৰিধ্বনি দি বুঢাক লৈ আহ, মই তেতিয়াই বিছনাত পৰিছিলোঁ। কিন্তু টোপনি নাহিল। অদ্ভুত চিন্তা কিছুমানে বৰ অশান্তি কৰিবলৈ ধৰিলে। মই জানো, তই ইয়াতে থাকিবি, সেই কাৰণে ইয়ালৈকে আহিলোঁ, তোক লগ পাবলৈ।
নীলকণ্ঠ : ৰাতিপুৱাওতো
অনিল : ওহোঁ। ৰাতি পুৱালে বাট চোৱাৰ ধৈৰ্য ধৰিব নোৱাৰিলোঁ।
নীলকণ্ঠ : কথাটো কি? কি হৈছে তোৰ? [গোবিন্দ আহে]
গোবিন্দ : অ' অনিল দাদা! এতিয়া? আমি শেষেই কৰিলোঁ। তুমি আকৌ বি আৰম্ভ কৰিবলৈ আহিলা?
অনিল : তোৰ লগত মোৰ এটা ভিতৰুৱা কথা আছে নীল।
নীলকণ্ঠ : গোবিন্দ যোৱা, কামবোৰ শেষ কৰিবলৈ কোৱা। সামৰি-সুতৰি যাব লাগে। [গোবিন্দ যায়]
অনিল : নীল।
নীলকণ্ঠ : হুঁ? [ৰৈ] কি ক'ব ক' আকৌ।
[দূৰত গকুলৰ গীত]
অনিল : তই সকলোৰে বন্ধু। মোৰ আৰু বেছি বন্ধু। কেতিয়াবা তোক এষাৰ কথা কোৱা আৰু ঈশ্বৰক এষাৰ কথাৰ কাৰণে প্ৰাৰ্থনা কৰা মোৰ কাৰণে একে যেন লাগে। সেই কাৰণে তোকেই মই একমাত্ৰ সাৰথি কৰি লৈছোঁ। আজিলৈকে প্ৰত্যেকটো কথা তোক খুলি কৈছোঁ। শেষত আজি এটা আচৰিত কথা তোক সুধিম বুলি এই মাজনিশা ওলাই আহিছোঁ। তই বুজিবি, একেবাৰে শেষ কথা হিচাপে একেবাৰে উপায়হীন হৈহে মই এষাৰ কথা তোক সুধিম। তই বেয়া নাপাবি।

নীলকণ্ঠ : হ'ল কি তোৰ?

অনিল : তই জান, আজি কিমান দিনৰে পৰা, সেই কলেজীয়া দিনৰে পৰা, কি এটা অদ্ভুত মায়াত পৰি, এটা অদ্ভুত আকৰ্ষণ অনুভৱ কৰি মই প্ৰতিমাৰ ওচৰ চাপি গৈ আছোঁ।

নীলকণ্ঠ : তায়োতো জানে?

অনিল : নাজানিব কিয়? কিন্তু মই তাইৰ মনৰ কথা একো বুজিব পৰা নাই। তাইক ইমান নিৰুত্তাপ যেন লাগে। আজি তোৰ কথামতে তাইক ঘৰত থ'বলৈ গৈছিলোঁ। কিন্তু মোৰ এনেকুৱা লাগিছিল, গোটেই বাটতো কিবা যেন মূৰ্তি এটাৰ লগে লগেহে গৈ আছিলোঁ।

নীলকণ্ঠ : প্ৰতিমা। মাটিৰ প্ৰতিমা। [হাঁহে]

অনিল : এৰা, কেতিয়াবা তেনেকুৱাই লাগে। কেতিয়াবা মনলৈ একোটা আশাৰ ভাব আহে, কেতিয়াবা তাই মোৰ প্ৰতি বিমুখ বুলি ভয়ো খাওঁ। কিয় বাৰু এনেকুৱা হৈছে? [ৰৈ] নীল। [দূৰত গকুলৰ গীত]

নীলকণ্ঠ : হুঁ?

অনিল : তই খালী এটা কথা ক' নীল। প্ৰতিমাৰ প্ৰতি তোৰ কিবা ভাব আছিল নেকি?

নীলকণ্ঠ : মোৰ? প্ৰতিমাৰ-প্ৰতি? [হাঁহে]

অনিল : নহয় নহয়, কথাটো তই উৰুৱাই নিদিবি। হঠাৎ জানো কিয় মোৰ এবাৰ সন্দেহ হ'ল, তোৰ বাহিৰে যেন মোক পৰাজিত কৰাৰ কোনো অস্ত্ৰ প্ৰতিমাৰ হাতত নাই। প্ৰতিমাৰ সম্মুখত তোৰ বাহিৰে একোৱে মোক ম্লান কৰিব নোৱাৰে।

নীলকণ্ঠ : [ডাবি দি] শুন। [লাহেকৈ] শুন অনিল। তই ক'লি নহয় সকলো মোৰ বন্ধু, সকলোৱে মোক ভাল পায়? তাতকৈ একো বেছি চিন্তা নকৰিবি। মই এতিয়া ভাবি ভাবি কি ঠিক কৰিছোঁ জান? মাত্ৰ এজনী ছোৱালীক মৰম কৰাটো মোৰ কাৰণে ডাঙৰ কথা নহয়। এজনী ছোৱালীক মৰম কৰাটো ডাঙৰ কথা হোৱা হ'লে ইমানবোৰ মানুহে মোক ইমান মৰম নকৰিলেহেঁতেন। বুইছ অনিল, এটা প্ৰাণীক সকলো উদগাই দিয়া মানে অইনলৈ একো নৰখা। এজনক একমাত্ৰ বন্ধু বুলি গ্ৰহণ কৰা মানে অইন নিৰানব্বৈজনৰ বন্ধুত্ব হেৰুওৱা। মই তাকে বিশ্বাস কৰিব খোজোঁ। মই ডাঙৰ হ'ব খোজোঁ অনিল। তহঁতৰ মৰমেৰে মই উজ্জ্বল হ'ব খোজোঁ। অতি উজ্জ্বল— পবিত্ৰভাৱে উজ্জ্বল। সৌৱা চিতাৰ জুয়ো উজ্জ্বল। কিন্তু সেই উজ্জ্বলতা মোক নালাগে। সৌৱা দূৰৰ আকাশৰ তৰা [হঠাতে] হেহ! বাদ দে। মাঘমহীয়া জাৰৰ মাজনিশা মৰিশালিত বহি— বলিয়াৰ দল ক'ৰবাৰ— মুখত কাব্য ফুটিছে। ভয় নকৰিবি অনিল। প্ৰতিমা ভাল ছোৱালী। সেই গুডনেছটো, ভাল গুণটোৰ কাৰণেই তই তাইক নিৰুত্তাপ বুলি ভুল কৰিছ। হেৰ', এই অসময়তে যদি উত্তাপ বিচাৰিছিলি, তেন্তে হেৰি, কি নাম,— ৰাধাৰ ওচৰলৈ নগ'লি কিয়? [ডাঙৰকৈ হাঁহে]

অনিল : ছিঃ! লেতেৰা কথা নক'বি।

নীলকণ্ঠ : তই যাগৈ যা। ইহঁতৰ কোনোবা এটাক লগত লৈ যা। [ডাঙৰকৈ] অ'ই হ'লনে তহঁতৰ?

গোবিন্দ : [আঁৰৰ পৰা] হ'লেই দাদা। শেষেই হ'ল।

নীলকণ্ঠ : তয়ে-ময়ে শেষ কৰি যাম, ইহঁতকেইটাক অনিলৰ লগত যাবলৈ ক'। যা, অ'ই গকুল, তহঁত যা।

অনিল : তই?

নীলকণ্ঠ : মই অলপ পিছত যাম বা। [তিনিটা ল'ৰা ওলাই আহে। মাণিক, গকুল, ৰাজেন। সিহঁত অনিলৰ লগত যাযগৈ। গোবিন্দ আহে।]

গোবিন্দ : দাদা, কাম শেষেই। তুমি আকৌ বহিলা কিয়? [দূৰত গকুলে গান গাই গাই যায়গৈ।]

নীলকণ্ঠ : গোবিন্দ।

গোবিন্দ : দাদা?

নীলকণ্ঠ : মানুহবোৰে মোক ভাল পায় নহয়?

গোবিন্দ : চবেই ভাল পায়। মোৰ বাহিৰে চবেই ভাল পায়। তুমি যদি নাটকৰ মোল বুজিলাহেঁতেন, তেনেহ'লে ময়ো ভাল পালোঁহেঁতেন।

নীলকণ্ঠ : নহয় গোবিন্দ, মই ধেমালি কৰা নাই।

গোবিন্দ : ধেমালি কৰা নাই যদি সেইটো কথা সুধিছা কেলেই। সেইটো সুধিবলগীয়া কথা নেকি?

নীলকণ্ঠ : মোক গোটেই চহৰখনে ভাল পায়?

গোবিন্দ : পাযতো!

নীলকণ্ঠ : প্ৰত্যেকজনী ছোৱালীযে মোক সন্মান কৰে।

গোবিন্দ : অইন কিবা কৰিবলৈ তুমি সুবিধাই নিদিয়া আকৌ।

নীলকণ্ঠ : কৈছোঁ নহয় তুমি এতিযা ধেমালি নকৰিবা।

গোবিন্দ : তোমাৰ কি হৈছে নীলদা?

নীলকণ্ঠ : মোক সন্মান কৰে, শ্ৰদ্ধা কৰে কাৰণেই আমাৰ ক্লাবলৈ সকলো নিৰ্ভয়ে আহে, নহয় জানো?

গোবিন্দ : ওঁ।

নীলকণ্ঠ : কিন্তু যদি কেনেবাকৈ প্ৰমাণ হয় যে মই কোনোবা এজনী ছোৱালীৰ প্ৰতি কিবা এটা বিশেষ ভাব পুহি ৰাখিছোঁ, তেনেহ'লে সকলোৰে মোৰ প্ৰতি থকা শ্ৰদ্ধা নোহোৱা হৈ যাব, নহয় জানো?

গোবিন্দ : নহয, মানে—

নীলকণ্ঠ : [উঠে] আৰু সেই কাৰণেই, শ্ৰদ্ধা জীযাই ৰাখিবলৈ, আমাৰ ক্লাবটো জীযাই ৰাখিবলৈ, মোৰ সন্মান জীযাই ৰাখিবলৈ, মোৰ প্ৰতি থকা মানুহৰ আস্থা জীযাই ৰাখিবলৈ— মই সকলোকে ভনী বুলি ভাবি জীৱন কটাব লাগিব। নহয জানো?

গোবিন্দ : তুমি এইবোৰ কি কৈছা? কিয কৈছা? এই ৰাতিখন—!

নীলকণ্ঠ : আচৰিত কথা গোবিন্দ, প্ৰতিমাই আজিয়েই এটা গান গাইছিল। অদ্ভুত যোগাযোগ। যেন কিবা এটা ঐশ্বৰিক শক্তিয়ে কথাবোৰ মিলাইহে দিছিল। কি অদ্ভুত গান।
[গানটো শুনা যায়। মাজতে গোবিন্দই কিবা ক'ব খোজে। নীলই হাতেৰে বাধা দিয়ে। গানটোৰ শেষত]

নীলকণ্ঠ : গোবিন্দ!

গোবিন্দ : দাদা?

নীলকণ্ঠ : তোমাৰ লগত প্ৰতিমাৰতো ভালেই?

গোবিন্দ : ভালেই মানে? তুমি মাজত নথকা হ'লে ইমানদিনে মই ঘটনাই ঘটাব পাৰিলোঁহেঁতেন।

নীলকণ্ঠ : মই মাজত মানে?

গোবিন্দ : বুজা নাই? কাক ফাঁকি দিছা দাদা? চবকে ফাঁকি দিব পাৰিবা, আৰু দিবাও, কিন্তু এই গোবিন্দক ফাঁকি দিব নোৱাৰিবা।

নীলকণ্ঠ ঃ তুমি মোৰ হৈ প্ৰতিমাক কথা কেইটামান ক'ব পাৰিবা।

গোবিন্দ ঃ মই? তোমাৰ হৈ? কি কথা কৈছা দাদা? মই প্ৰতিমাক বহুত কথা ক'ব পাৰিম। কিন্তু তোমাৰ হৈ ?

নীলকণ্ঠ ঃ পাৰিবা। মই আজি তোমাকেই বিশ্বাস কৰিম।

গোবিন্দ ঃ কিন্তু কথাটো কি? তুমি নিজেই নোকোৱা কিয়?

নীলকণ্ঠ ঃ সেইবোৰ মই তোমাক বুজাব নোৱাৰিম গোবিন্দ। বুজা যদি কেতিয়াবা নিজে বুজিবা। শুনা গোবিন্দ, প্ৰতিমাই মোক বৰ ভাল পায়। ইমান ভাল পায যে মোক চুবই নোখোজে। নিজে ৰোৱা নতুন গছত ফুলা, গছতে কোনোবা গোসাঁইৰ নামত উচৰ্গা কৰি থোৱা ফুলৰ নিচিনা, কিজানি চুলেই পাহি সৰি যায। তুমি ফাঁকি দিয়াৰ কথা কৈছিলা। এৰা। প্ৰতিমাই নিজকে ফাঁকি দিছে। মযো ফাঁকি দিছোঁ। মযো ফাঁকি দিছোঁ। গোবিন্দ, তুমি তেওঁক ক'বা— অনিল তেওঁৰ ওচৰলৈ গ'লে তেওঁ যেন না নকৰে।

গোবিন্দ ঃ নীলাদা।

নীলকণ্ঠ ঃ ক'বা, নতুন ঘৰৰ খুঁটা পুতিলে যে গুৰিত অকণমান সোণ দিয়ে, আমাৰ ফাঁকিবোৰ তেওঁ তেনেকৈ পুতি তাৰ ওপৰত তেওঁলোকৰ নতুন ঘৰটো সাজিব। কিন্তু সাজিবই লাগিব। এইটো মোৰ অনুৰোধ।

গোবিন্দ ঃ কিন্তু দাদা—?

নীলকণ্ঠ ঃ শেষ অনুৰোধ বুলি ক'বা। আৰু ক'বা— কিয জানো ক'ব নোৱাৰোঁ, এইখিনি কথা ক'বলৈ, তেওঁৰ মুখামুখি হ'বলৈ মই সাহ গোটাব নোৱাৰিলোঁ।

[Light Off]

## দৃশ্য ঃ ৪

### মঞ্চ ঃ ২

[নীলৰ ঘৰৰ বহা কোঠা। মাক উপমাই ধূপ এডাল জ্বলাই এঠাইত খুঁচি দিছে। বাহিৰত শব্দ শুনে।]

উপমা ঃ কোন?

অনিল ঃ [বাহিৰত] আমি খুৰীদেউ। [দৰা-কইনা ফুৰিবলৈ অহা সাজত অনিল আৰু প্ৰতিমা সোমাই আহে।]

উপমা ঃ অ' আই। আহা, আহা। ইছ্ ৰাম, মই ভাবিযেই আছিলোঁ— বোলো বিয়াৰ পিছত এদিনতো আহিব পোৱা। বহা প্ৰতিমা। [হঠাতে] ৰ'বাচোন ৰ'বা, এবাৰ ভালকৈ চাই লওঁ। বৰ ভাল মিলিছা দিযা। সিদিনা তোমাক কইনাৰ সাজত দেখাতকৈও ভালহে লাগিছে। [প্ৰতিমাক মৰম কৰে] বহা।

অনিল ঃ ঘৰত কোনো নাই নেকি?

উপমা ঃ আছে, এখেত গোসাঁইঘৰত আছে, বিনোদ, উৎপলহঁতো আছে। [ডাঙৰকৈ] বিনোদ।

অনিল ঃ আমাৰ নীলকণ্ঠ?

উপমা ঃ তাক এইটো ঘৰত ক'ত পাবা? সি যেতিয়া য'তে থাকে তেতিয়া সেইটোৱেই বোলে তাৰ ঘৰ।

অনিল : এঃ, তাকো লগ পাম বুলি আহিছিলোঁ। [নীলকণ্ঠ বেগেৰে সোমাই আহে।]

নীলকণ্ঠ : অ'!

অনিল : এইমাত্ৰ তোৰ নাম লৈছিলোঁ। তই অতি কমেও এশ বছৰ জীয়াই থাকিবি।

নীলকণ্ঠ : হয়? তেনেহ'লে যাওঁগে। এশ বছৰ জীয়াই থাকি কিডাল কৰিবি? কিমান পিছত আহিলে আৰু এদিনো জীয়াই নাথাকোঁ সেইটো কৈ দে, সেইমতে আহিম।

উপমা : নীল তোৰ মুখৰ লাগ-বান্ধ নাই?

নীলকণ্ঠ : [অনিলহঁতক] তাৰমানে তহঁতে বিয়াৰ পিছত গধূলি গধূলি ইঘৰ-সিঘৰ ফুৰা কামটো কৰিছ? ক'তা? হাতৰ মুঠিত টৰ্চ লাইট এটা থাকিব লাগে নহয়? ক'তা? চাওঁ, পাঞ্জাবীত ছেণ্ট ঘঁহিছ নে নাই? [শুঙি] বাঃ! ৰ'বি ৰ'বি [নিজৰ চোলাৰ আস্তিন অনিলৰ পাঞ্জাবীত ঘঁহায়]

উপমা : কিনো সৰু ল'ৰা-ছোৱালীৰ নিচিনা কামবোৰ কৰ অ' লাজ নালাগে তোৰ?

নীলকণ্ঠ : লাজ? কিহৰ লাজ অ'? তই শুঙি চাচোন— কি সুন্দৰ গোন্ধ! পিছে হয় মা, ৰ'বিচোন, [মাকৰ চাদৰখন শুঙি চাই] তোৰ কাপোৰৰ গোন্ধটোও বৰ ভাল লাগে অ'।

উপমা : চাওঁ এৰিদে।

নীলকণ্ঠ : [আকৌ শুঙে] আঃ! এইটো গোন্ধ কিন্তু তহঁতে হাজাৰ টকা দিলেও ক'তো কিনিবলৈ নাপাবি। অ' মা, যাচোন, পানী এবাল্টি আন।

উপমা : পানী এবাল্টি? এবাল্টি পানীৰে কি কৰ?

নীলকণ্ঠ : খাওঁ। বা কি পিয়াহ লাগিছে! আজি কি হ'ল জানা প্ৰতিমা? ছোৱালী কলেজৰ মিটিং এখনলৈ গৈছিলোঁ। মিটিঙৰ পিছত চাহ খাওঁতে বুঢ়ী প্ৰফেছাৰণী এজনীয়ে ক'ৰ পৰা আহি জানো মোৰ কপালতে টপক্‌কৈ চুমা এটা খালে। আৰু কয় বোলে মই হেনো ৰত্ন। ইমানবোৰ ডাঙৰ ডাঙৰ ছোৱালীয়ে চাই আছে, তাৰ মাজত বুঢ়ীজনীয়ে টপক্‌কৈ চোৱাচোন কি কাণ্ডটো। বুঢ়ীৰ ওঁঠত কি আছিল জানো— বহুত পৰলৈ কপালখন পিৰ্‌পিৰাই আছিল। মচিবও নোৱাৰোঁ, একো কৰিবও নোৱাৰোঁ। মহা মস্কিলত পৰিলোঁ।

অনিল : নীল, এইবাৰ তই বলিয়ালি কৰিবলৈ এৰ।

নীলকণ্ঠ : বলিয়ালি? কি বলিয়ালি?

অনিল : এইবোৰ।

নীলকণ্ঠ : [গম্ভীৰ হৈ] কোনবোৰ?

অনিল : তই ছিৰিয়াছ হৈ গ'লি নেকি?

নীলকণ্ঠ : নহয়, তই বুজাই ক', কোনবোৰ বলিয়ালি? এই যে তোৰ ছেণ্টৰ গোন্ধ ল'লোঁ সেইটো বলিয়ালি, নে মাৰ চাদৰখনৰ যে গোন্ধ ল'লোঁ সেইটো বলিয়ালি? [হাঁহে] উপদেশ দিব পৰা হৈ গ'লি? প্ৰতিমা, তুমিও দিয়া উপদেশ-চুপদেশ কিবা এটা।

প্ৰতিমা : তোমাক উপদেশ দিবলৈ মোৰ কি সাধ্য আছে?

নীলকণ্ঠ : ঠিক। অনিল, তয়ো মনত ৰাখিবি, তোৰ উপদেশ দিব পৰা শক্তি যিমান সোনকালে গোট খালে, মোৰ উপদেশ ল'ব পৰা শক্তি সিমান সোনকালে গোট নাখায়। আই এম এ ফুল। মই মূৰ্খ।

অনিল : নহয় নীল, তই অনবৰত বেঁকা-বেঁকি কথা কৈ নাথাকিবি।

নীলকণ্ঠ : ক'চোন তেনেহ'লে, তয়ে চিধা কথা ক'।

অনিল : আমি সঁচাকৈয়ে তোৰ এটা চিধা ব্যৱস্থা কৰাৰ কথা ভাবিছোঁ।

নীলকণ্ঠ : [অবাক] হাঁ? [উপমা আহে। নীলই ধক্‌ধককৈ পানী খায়] আঃ। মা, এওঁলোকে মোৰ কিবা এটা চিধা ব্যৱস্থাৰ কথা ভাবিছে।

উপমা : কি ব্যৱস্থা?

অনিল : কওকচোন খুৰীদেউ, ই সদায় এনেকৈয়ে থাকিব নেকি?

উপমা : ই কেনেকৈ থাকে মইনো কিমান চাম? যেতিয়ালৈকে তাৰ চকু-কাণ ভালকৈ মুকলি হোৱা নাছিল, তেতিয়ালৈকে চাইছিলোঁ।

নীলকণ্ঠ : এতিয়া হ'বলা হৈছে?

উপমা : জানো তইহে জান হৈছে নে নাই। তোমালোক বহাচোন। [যাব খোজে]

প্ৰতিমা : চাহ-তাহ একো নালাগে খুৰীদেউ।

উপমা : তুমি নালাগে বুলিলেই হ'ব নেকি?

অনিল : নহয় খুৰীদেউ, আজি একো নালাগে। এইমাত্ৰ চাহ খাই আহিছোঁ।

উপমা : ক'ব লাগে কাৰণে কৈছা আৰু!

অনিল : নহয নহয। ঠিক আছে বাৰু, শুদা চাহ একাপ—

উপমা : আহা প্ৰতিমা, তুমিও ভিতৰলৈকে আহা। পাগঘৰতে কথা পাতি। [প্ৰতিমা আৰু উপমা যায।]

নীলকণ্ঠ : তই কিবা চিধা ব্যৱস্থাৰ কথা কৈছিলি নহয়। মই চিধা কথা কওঁ শুন। তোৰ সেই দুটামান কথাৰ সুৰতে মই যি বুজিলোঁ— তোৰ যেন মোক কিবা প্ৰতিদান দিযাৰ ভাব হৈছে। মই তোক যেন ঘৰ-সংসাৰ পতাত সহায় কৰিলোঁ, সেই কাৰণে এতিযা তযো মোৰ কাৰণে চিন্তা কৰিব লাগে, মোৰ সংসাৰখন পতাত সহায কৰিব লাগে, এইবোৰ ধান্দা হৈছে। সেই কাৰণে দুযোটাই আলোচনা-বিলোচনা কৰি, হাতত টৰ্চ লাইটটো লৈ মাক বুজাবলৈ আহিলি আৰু। হোঁ? হয়নে নহয়?

অনিল : ধৰি ল' হয়।

নীলকণ্ঠ : 'ধৰি ল' কিহৰ আকৌ? চিধা কথাৰ মানুহে 'ধৰি ল'-'চৰি ল' তেনেকৈ কথা কয় নেকি? ক'বি— 'হয়'। আৰু তেতিযা মই ক'ম— কোনো দৰকাৰ নাই। মই কাকো একো দান দিয়া নাই, গতিকে প্ৰতিদানৰো কোনো প্ৰশ্ন নাই। ড'ণ্ট ডু ডেট। সেইটো নকৰিবি। এবাৰ যদি তোৰ মনত সোমায়— তই দানৰ ওপৰত বৰ্তি আছ, তেনেহ'লে কেতিয়াও মনৰ ৰাজহাড পোন কৰিব নোৱাৰিবি। একদম টৰ্চ লাইটৰ নিচিনা হৈ যাবি। মাজে মাজে জ্বলিবি, বেছিভাগ সময় নুমাই থাকিবি, বেটাৰি দুৰ্বল হৈ গৈ থাকিব [হঠাতে ছিৰিয়াছ সুৰত] আৰু সঁচাকৈ,— সঁচাকৈ অনিল— মই কাকো একো দান দিয়াই নাই।

অনিল : ইমানবোৰ কথাতো মই কোৱা নাই। তই কিয় কৈছ? নহয় নহয়, এইটো দান-প্ৰতিদানৰ কথা নহয়। আমাৰ বিয়া হৈছে, আমাৰ মাজত ইটো-সিটো বহুত কথা ওলাইছে, তোক আমি ভাল পাওঁ, তোৰো সোনকালে কিবা এটা হ'লে আমি ভাল পাওঁ, কথাটো সিমানেই। বেছি জোঁট নলগাবি। [প্ৰতিমা আহে]

প্ৰতিমা : তোমাক খুৰীদেৱে কিবা এটা সুধিবলৈ মাতিছে।

অনিল : কাক? মোক?

প্ৰতিমা : ওঁ।

নীলকণ্ঠ : [ৰহস্যৰ ভাব] যা। মোৰ কেনেকুৱা লাগিছে জান? প্ৰতিমাই মাক কোনোবা মানুহ এঘৰৰ কথা ক'লে, মাই লগে লগে আঁতি-গুৰি বিচাৰিলে, ক'ৰ মানুহ, কি কথা, দেউতাকে কি কৰে। প্ৰতিমাই ক'লে— তেওঁ সিমান ডিটেইলছ নাজানে, তইহে জান। সেই কাৰণে— যা, মাই মাতিছে।

অনিল : মুখখন ঠিকমতে চলাবলৈ শিকি লৈছতো! [গপ্‌গপকৈ গুচি যায়]

প্ৰতিমা : [অলপ পৰৈ] তুমি খুব চালাক। বুদ্ধিমান। সেইটো সদায় প্ৰমাণ কৰিব নালাগে। যিখিনি কথা ক'লা সেইখিনি একেবাৰে মিলি নগ'লেও কথাটো প্ৰায় তেনেকুৱাই।

নীলকণ্ঠ : নহয় প্ৰতিমা, মই ধেমালি কৰি থাকোঁ। মাজে মাজে ধেমালি কৰি নাথাকিলে দেখোন মনটো শুকাই যায। কিন্তু মই হাতযোৰ কৰিছোঁ— তোমালোক এতিয়া এইবিলাকৰ মাজত নোসোমাবা। তুমি জানাই, মই কোন, কি কৰিব খোজোঁ। আটাইতকৈ বেছিকৈ জানা। ইমান সোনকালে, ইমান কম জনা হৈ নাযাবা। মোৰ সিদ্ধান্ত মোক ল'বলৈ দিবা।

প্ৰতিমা : মোক খালী এটা কথা কোৱা। তুমি প্ৰতিশোধ ল'বা নেকি?

নীলকণ্ঠ : প্ৰতিশোধ? কাৰ ওপৰত?

প্ৰতিমা : তোমাৰ নিজৰ ওপৰত? মোৰ ওপৰত?

নীলকণ্ঠ : ছিঃ ছিঃ প্ৰতিমা, মই ইমান নীচ নে?

প্ৰতিমা : নহয, তুমি নীচ নোহোৱা, তুমি মহান। কিন্তু মহান মানুহৰ প্ৰতিশোধো মহান হয। সহ্য কৰিবলৈ বৰ টান। তোমাক আজি কৈ থ'লোঁ, মই তোমাৰ কথা শুনিলোঁ, কিন্তু তোমাক মই কথা কোৱাৰ উপায নাই। গতিকে তুমি তোমাৰ ইচ্ছামতেই এনেকুৱা কাম কৰিবা— যাতে মোৰ নিজৰ ওপৰতে প্ৰতিশোধ ল'বলগীয়া নহয়। যদি হয়, তেনেহ'লে এনেকুৱা প্ৰতিশোধ ল'ম যে তাৰ ফলটো হত্যা নে আত্মহত্যা— তুমি ধৰিব নোৱাৰিবা।

নীলকণ্ঠ : তুমি—

প্ৰতিমা : [বাধা দি] হ'ব। একো ক'ব নালাগে। কেৱল কৈ থ'লোঁ শুনি যোৱা। [দেউতাক সনাতন আহে]

সনাতন : ভাল, প্ৰতিমা?

প্ৰতিমা : ভাল খুৰাদেউ।

সনাতন : ক'তা? গৃহস্থ?

প্ৰতিমা : পাকঘৰত খুৰীদেউৰ লগত কিবা কথা পাতিছে। আপুনি গোসাঁই পূজা কৰিলে?

সনাতন : ক'ৰ গোসাঁই পূজাহে? আচলতে কথাটো কি জানা? একে ঠাইতে বহি থাকি আমনি লাগে নহয়, সেই কাৰণে মন গ'লেই তাতে বহোঁগৈ। পূজা-চূজা একো নকৰোঁ। এতিয়া যে ঘণ্টা বজাইছিলোঁ শুনিছিলা?

প্ৰতিমা : ওঁ, আমি ঠিক তেতিয়াই সোমাইছোঁ।

সনাতন : এইখিনিতে আব্দুল নামৰ চিনাকি ঠিকাদাৰ এটাই ইটা এগাড়ী দিয়াৰ কথা আছিল, কিয় নিদিলে তাকে ভাবি ভাবি ঘণ্টা বজাই আছিলোঁ। প্ৰেক্টিকেল কাম। কি কোৱা?

প্ৰতিমা : খুৰাদেউৰ যে কথা!

সনাতন : সেয়া! সঁচা কথা ক'লে বিশ্বাস নকৰা। আগতে যেতিয়া শংখ বজাইছিলোঁ, তেতিয়া বুইছা,

ফুৰাই থাকোঁতে সেই একেটাই চিন্তা— মাতটো ভালকৈ ওলাইছেনে নাই, সৌ জগবন্ধু উকীলৰ ঘৰলৈকে শুনিছে নে নাই? এতিয়া আকৌ ইহঁতে শংখ বজাবলৈ নিদিয়ে নহয়। জেঠাই মৰিল। [অনিল আহে] ভিতৰতনো কিহৰ কথা পাতিলা?

অনিল : এই ইয়াৰ বিয়াৰ কথা পাতিলোঁ।

সনাতন : কাৰ? নীলৰ? হয় নেকি? কি ঠিক কৰিলা? মই মৰাৰ আগতে পাতিবা নে পাছত পাতিবা?

প্ৰতিমা : খুৱাদেৱেনো কিয় মুখত যিহকে আহে তাকে কৈ থাকে? [উপমা চাহ লৈ আহে]

উপমা : তোমালোকে জোৰ কৰিছা কাৰণে শুদা চাহকে দিছোঁ। লাজেই লাগিছে।

সনাতন : কি ক'লা? এওঁলোকে চাহ খাবলৈ জোৰ কৰিছে?

উপমা : নহয়, চাহৰ লগত একো নাখাওঁ বুলি জোৰ কৰিছে।

সনাতন : ভালেই কৰিছে। এতিয়া অইন বস্তু খোৱাৰ সময় নেকি? খুওৱা যদি ভাতকে খুওৱা। অসময়ত যিহকে-তিহকে খুৱাই ভোকটো নষ্ট কৰা কিয়?

উপমা : এ আপুনি মনে মনে থাকক। হয় বুইছা, কাইলৈ ৰাতিলৈ তোমালোকে ইয়াতে ভাত খাবাহি।

সনাতন : মই প্ৰেক্টিকেল কথা কওঁতো, সেই কাৰণে 'মনে মনে থাকক'। বুইছা প্ৰতিমা, তাৰ বিয়াৰ কথা কওঁতে মই যে তেনেকৈ ক'লোঁ সি শুনি বেয়া পালে। পাবই। কিয় জানা? মই হ'লোঁ প্ৰেক্টিকেল মানুহ আৰু সি হ'ল এক নম্বৰ আন-প্ৰেক্টিকেল মানুহ। ম'ষ্ট আন-প্ৰেক্টিকেল।

উপমা : আকৌ আপুনি আৰম্ভ কৰিলে নে? বুইছা অনিল, বাপেক-পুতেক মুখামুখি হ'লেই সেই একেসোপা কথা।

সনাতন : তুমি ফটকৈ মুখ পাতি লোৱা কিয? মই সঁচা কথা কৈছোঁ। আৰু মই কিতাপ পঢ়ি সঁচা কথা ক'বলৈ শিকা নাই নহয। মই শিকি, কিতাপ লিখিব পৰা নহ'লেও, ইহঁতক ক'ব পৰা হৈছোঁ। বিনা পইচাৰ মিটিং কৰি, ক্লাব কৰি, দেহা মাৰি মানুহ ডাঙৰ— গ্ৰে'ট হযনে? প্ৰেছিডেণ্ট-ছেক্ৰেটাৰী হয়। গ্ৰে'ট নহয়। আৰু যদি গ্ৰে'ট হ'বই নোৱাৰ, তেনেহ'লে সুখী হ'। ঠিক ৰাস্তাত থাকি সুখী হ'। এক টকাৰ কাম কৰ ঠিক এক টকা ল'। দহ টকাৰ তেজ-পানী নষ্ট কৰি গেন্দা ফুলৰ মালা এডাল লৈ মাজনিশা-ঘৰত সোমোৱাৰ কোনো দৰকাৰ নাই।

নীলকণ্ঠ : মনে মনে থাকক দেউতা।

সনাতন : তই মোৰহে ল'ৰা। তোৰ মগজত এইবোৰ ধান্দা কেনেকৈ সোমাইছে? মোৰ তেজতো সেই ধান্দা আছিল কাৰণে সোমাইছে। সেই কাৰণে ক'বলৈ মোৰ ৰাইট আছে। বুইছা অনিল, নিজক কষ্ট দি লোকৰ কাৰণে যিমান যি কৰিলোঁ, চব অথলে গ'ল। চব তোমাৰ বিয়াৰ বেণ্ডপাৰ্টীৰ আৱাজৰ নিচিনা। কিন্তু কাকো কষ্ট নিদিয়াকৈ, মনত ৰাখিবা, কাৰো অপকাৰ নকৰাকৈ, নিজৰ কাৰণে যিখিনি কৰিলোঁ, সেইখিনিয়েইহে মোক ৰাখিলে। তোমাক যেনেকৈ ৰাখিব প্ৰতিমাই।

উপমা : হ'ব দিযক। মোৰ কথা কি জানা অনিল। সি এটা বাট ভাল দেখিছে, যাওকচোন সেইফালেদিয়েই।

সনাতন : গৈ গৈ চাৰিআলি পাইছেগৈ কাৰণেহে মই ছাইন ব'ৰ্ডখনৰ নিচিনাকৈ থিয় হৈছোঁ। কোৱাচোন অনিল, এতিয়া তোমাৰ ঘৰলৈ উভতি কেনে লাগে? [নিস্তব্ধ] আৰু এইজনী মানুহে কিমান দিন ৰাতি ৰাতি কাণ থিয় কৰি তালৈ বাট চাই থাকিব? মই বোৱাৰীৰ হাতৰ খাবলৈ হেঁপাহ কৰা নাই। শক্তি থাকিলে মযো বোৱাৰীক চাহ কৰি খুৱাম। কিন্তু তইঁত সুখী হ'। [বাহিৰলৈ চাই] কোন?

গকুল : [আঁৰত] মই বৰদেউতা। [গকুল সোমাই আহে]
নীলকণ্ঠ : কি হ'ল গকুল?
গকুল : মই অনিল দাদাহঁতৰ ঘৰৰ আগেদি আহোঁতে জেঠাইদেৱে মাতি ক'লে কোনোবা মানুহ আহিছে বোলে, আপোনালোকক এতিযাই মাতিছে।
অনিল : কোন বা আহিল?
সনাতন : যোৱা যোৱা, খবৰ পঠিযাইছে যেতিয়া—
অনিল : [গকুলক] তই যা। আমি গৈ আছোঁ। আজি যাওঁ তেনেহ'লে খুৰীদেউ।
উপমা : কাইলৈ আহিবা কিন্তু।
অনিল : কাইলৈ কিন্তু আমিহে কথা ক'ম। তযো ঘৰত থাকিবি, বুইছ নীল—।
প্ৰতিমা : আহোঁ খুৰীদেউ। আহোঁ নীলদা। খুৰাদেউ।
উপমা : যোৱা। [অনিল আৰু প্ৰতিমা যায়] অনিলহঁতে ভাল হক বুলিয়েই খবৰ এটা দিছে। সেই কাৰণে কোৱা নাই, কিন্তু অইন এটা কাৰণে কথাবোৰ ভাবিবলগীয়া হৈছে নীল। মইতো মাকজনী হৈ কথা লুকুৱাব নোৱাৰোঁ। [নিস্তব্ধ]
সনাতন : কি কথা নোকোৱা কিয়?
উপমা : বিনোদে সিদিনা কথাই কথাই কৈছিল— দাদাই বিয়া-চিযা নাপাতে নেকি? সি ডাঙৰ, সি বিয়া নাপাতিলে—
নীলকণ্ঠ : কি? সি তাৰ বিযা পাতিব খুজিছে নেকি?
উপমা : কথাটো তেনেকুৱাই হ'বলা। নিজৰ মনেৰে সি ঠিকো কৰিছে নেকি?
নীলকণ্ঠ : ক'ত ঠিক কৰিছে?
উপমা : তই চিনি পাৱই হ'বলা। তহঁতৰ ক্লাবলৈকো যায। ৰাধা নামৰ ছোৱালী এজনীৰ কথা ক'লে।
নীলকণ্ঠ : কি? ৰাধা?
সনাতন : ক'ৰ ছোৱালী?
নীলকণ্ঠ : নহয় নহয় মা, কথাটো খোলাখুলিকৈ পতাই ভাল। সি আছে নে নাই ঘৰত?
উপমা : আছে।
নীলকণ্ঠ : মাত।
উপমা : [মাতে] বিনোদ! অ'ই বিনোদ!
সনাতন : তুমি দেখোন মোক একো কোৱাই নাই?
নীলকণ্ঠ : ৰাধাৰ লগত তাৰ চিনাকি হ'ল কেনেকৈ?
উপমা : মাজে মাজে ছোৱালীজনীয়ে তোক বিচাৰি আহে, তোক লগ নাপাই তাৰ লগতে কথা পতা দেখোঁ। [বিনোদ আহে]
বিনোদ : কিয় মাতিছিলি?
নীলকণ্ঠ : [অলপ পিছত] বিনোদ, কথাকেইটামান খোলাখুলিকৈ পাতোঁ আহ। তোৰ চাকৰি হ'ল, বয়স হ'ল, বিয়া-বাৰু কৰাই ঘৰ-সংসাৰ পাতিবৰ হ'ল। মই নিজৰ বিয়া-বাৰুৰ কথালৈ কাণ নিদিয়াৰ কাৰণে তোৰ অসুবিধা হৈছে নেকি?
বিনোদ : অকল মোৰ সুবিধা-অসুবিধাটোৱেই ডাঙৰ কথা নহয়। এনেকুৱা ঘটনাত আনৰো সুবিধা-অসুবিধাৰ কথা আছে।
নীলকণ্ঠ : আনৰো মানে? ৰাধাই লৰালৰি কৰিছে নেকি?
বিনোদ : তৎক্ষণাত তেওঁৰ নামটো কিয ল'লি? মা-দেউতাৰ নাম নল'লি কিয়? ঘৰখনৰ প্ৰতি থকা

তোৰ দায়িত্বৰ নাম নল'লি কিয়?

নীলকণ্ঠ : কি দায়িত্ব? মই কি দায়িত্ব পালন কৰা নাই?

বিনোদ : ইমানবোৰ কথা বুজ, এইটো কথা নুবুজাৰ ভাও ধৰিছ কিয়? তোৰতো বাহিৰে বাহিৰে ঘূৰি ফুৰোঁতেই যায়, ঘৰখনৰ ভিতৰত কি হয় মইহে দেখোঁ।

নীলকণ্ঠ : কি হয়?

বিনোদ : লোকৰ নতুন বোৱাৰী দেখিলে, তোৰ লগৰবোৰৰ ঘৈণীযেকহঁতক দেখিলে মাই চকুপানী টোকে কিয়?

উপমা : নহয় নহয়, মোৰ কথাটো বেলেগ। সেইবোৰ নধৰিবি?

বিনোদ : কিয় নধৰিম? তই কথা নুলুকুৱাবি। ফাঁকি নিদিবি। ভয় কৰ কিয়? তহঁতৰ কথা মই ভাবিম, মোৰ কথা তহঁতে ভাবিবি, এনেকৈয়েতো ঘৰ চলে। ৰাধাই জোৰ দিলে নে কোনে জোৰ দিলে সেইবোৰৰ কি দৰকাৰ? জোৰ নিজৰ ভিতৰৰ পৰা আহিব লাগে। মোৰ সেই জোৰ আহিছে, সেই কাৰণে যি সময়ত মানুহে যিটো কৰা দৰকাৰ, সেইটো খুলি কৈছোঁ। [যাব খোজে]

নীলকণ্ঠ : ৰ'বি বিনোদ। [ভাবে] দেউতা, মা, তহঁত সকলো আছ কাৰণে এতিয়াই মোৰ মনৰ কথা খুলি কওঁ। মোৰ বিয়াৰ কাৰণে বিনোদৰ বিয়াখন বন্ধ কৰি নাৰাখিবি মা। তেনেকুৱা কৰিলে তাৰ, তহঁতৰ বহুত ক্ষতি হ'ব। ঘৰখনৰ ক্ষতি হ'ব। যিমান সোনকালে সম্ভৱ আমি তাৰ বিয়াৰ বন্দৱস্ত কৰোঁ।

উপমা : কিন্তু—

নীলকণ্ঠ : আপত্তি নকৰিবি মা। তই সদায় মোক নিজৰ বাটেদি আগুৱাবলৈ উৎসাহ দিছ। মই পেটত বেয়া ভাব ৰাখি কথা কোৱা নাই। আনন্দেৰে কৈছোঁ— তাৰ বিয়াখন মোৰ কাৰণে এদিনো পলম নকৰিবি। খোলা কথা, কিন্তু শেষ কথা। কিন্তু বিনোদ, লোকৰ মনৰ ওপৰত মই কেতিয়াও হেঁচা দিব নোখোজোঁ। কিন্তু পাৰ যদি ৰাধাৰ কথাটো তই পাহৰি যা। মইতো তোৰ অহিত নিচিন্তো। তই যাকে বিয়া কৰাবি তেওঁকে মই ভাই-বোৱাৰী বুলি মৰম কৰিম, আপোন কৰি ল'ম। কি ঠিক সেইজনী ছোৱালীযেই হয়তো এদিন এই গোটেই ঘৰখন মৰত তুলি ল'ব লাগিব। সেই কাৰণে ভাবি চাবি, যদি পাৰ। তই ৰাধাক কিমান চিনি পাইছ মই ক'ব নোৱাৰোঁ। কিন্তু মই যিমানখিনি চিনি পাইছোঁ, সেইখিনি মনত পেলালোঁ— তোৰ ওচৰত মাৰ ওচৰত দেউতাৰ ওচৰত, উৎপলৰ ওচৰত তাইক দেখিবলৈ মোৰ একেবাৰে মন নাযায়। ককায়েৰ হিচাপে মাত্ৰ এটা অনুৰোধ।

[Fad Out]

[সকলোৱে নীলকণ্ঠৰ মুখলৈ চাই ৰৈ থাকে। মঞ্চ আন্ধাৰ হয়।]

## দৃশ্য : ৫

### মঞ্চ : ১

[নীলহঁতৰ ঘৰ। বিয়াঘৰৰ ষ্ট'ৰ ৰুম। গোবিন্দই বাচনবোৰত কিমান মিঠাই বাকী আছে চাইছে। বাহিৰত বেণ্ডপাৰ্টি বাজিছে। বেণ্ডপাৰ্টী শেষ হ'ল। মোহন বাচন এটা লৈ সোমাই আহে।]

মোহন : দাদা, ৰসগোল্লা লাগে।

গোবিন্দ : কিমান লাগে।

মোহন : দিযক ত্ৰিছটামান।

গোবিন্দ : ত্ৰিছটা কিয? মানুহৰ ভিৰ কমিছে বুলি কৈছিলি নহয়?

মোহন : ভিৰ কমিছে, তথাপি নি থৈ দিওঁ। বাৰে বাৰে আহি থাকিলে আপুনি মুখখন যেনেকুৱাহে কৰে যেন মিঠাইবোৰ মোৰ পেটত সুমুৱাবলৈহে খুজিছোঁ।

গোবিন্দ : ত্ৰিছটা?

মোহন : ওঁ।

গোবিন্দ : এতিয়া পোন্ধৰটা নে। মই এইফালেদি কিমান মানুহ আহিছে-গৈছে, হিচাব কৰি আছোঁ। পোন্ধৰটাৰেই হ'ব। অলপ হাত ধৰি বুইছ? মোৰ হিচাবৰ মানুহ বহুত আহিবলৈ আছে। [এজনী ছোৱালী সোমাই আহে] [ৰসগোল্লা গন্তি কৰি কৰি] বাৰ তেৰ, চৈধ্য-পোন্ধৰ। হোঁ, নে। [ছোৱালীক] তোক আকৌ কি লাগে?

ছোৱালী : ছন্দেশ।

গোবিন্দ : অ'ই ৰ'বিচোন। তোৰ ৰসগোল্লা ঢুকালেই যে এইৰ ছন্দেশ ঢুকায়, কথাটো কি?

মোহন : মই কেনেকৈ জানো কথাটো কি?

গোবিন্দ : [ছোৱালীক] তই জান নেকি?

ছোৱালী : মই কিডাল জানো?

গোবিন্দ : সেইফালে মতা মানুহে খাইছে, তই তাত বিলাইছ, এইফালে তিৰোতা মানুহে খাইছে, তই ইযাত বিলাইছ; একেলগে যে ইযালৈ ছন্দেশ-ৰসগোল্লা নিবলৈ আহিব লাগে, এই ছিগনেলটো কেনেকৈ মিলাব?

মোহন : ছিঃ কটা!

গোবিন্দ : বিয়া বিনোদৰহে হৈছে কিন্তু কৈ দিছোঁ। দেৰি আছে। বহুত দেৰি আছে।

ছোৱালী : কেনেকুৱা কথাবোৰ কয়।

গোবিন্দ : মই এইক ছন্দেশ দিওঁ, তই বৈ থাকিব নালাগে যা।

মোহন : দাদা, ইহঁতে মানুহ চাই চাই দুটা দুটা ছন্দেশ দিছে। পিছত ছন্দেশ কম পৰিলে আমাক নধৰিবা কিন্তু।

গোবিন্দ : তোক তিনিটা দিলে হ'ব? ভাগ। [মোহনে দৌৰ মাৰে] তোক কিমান ছন্দেশ লাগে?

ছোৱালী : বিছটা।

গোবিন্দ : দহটা। [বাচনটো লৈ ছন্দেশ তোলে] তহঁতৰ আলেখ-লেখ মই চব চাই আছোঁ। গাত বিহ লাগিছে। চব মাৰ-বাপেৰহঁতক ৰিপ'ৰ্ট কৰিম ৰ'বি। পিঠি দৰাদৰ কৰিব।

ছোৱালী : মই হ'লে একো কৰা নাই। মোক মিছামিছিকৈ গালি নাপাৰিব।

গোবিন্দ : ল'। [মোহন উভতি আহে]

মোহন : অ' দাদা, আপুনি ত্ৰিছটা খুজিলে পোন্ধৰটা দিয়ে, সেই কাৰণে বোলে ইহঁতে পাঁচটা লাগিলে বিছটা লাগে বুলি কয়।

ছোৱালী : অ'ই মোহনদা, কিয় মিছামিছি কথা কোৱা?

মোহন : মোক সৌ সিহঁতে ক'বলৈ পঠিয়াই দিছে আকৌ। আৰু দাদা, আপুনি বোলে এইখন বিয়াৰ

মিঠাই আপোনাৰ নিজৰ বিযালে সাঁচিছে। [গোবিন্দই চকু ডাঙৰ কৰে] সৌ সিহঁতে ক'বলৈ পঠিযাই দিছে।

গোবিন্দ : কোনকেইটাই? [গোবিন্দই মোহনলৈ চোঁচা লওঁতে বিনোদ সোমাই আহে। মোহন আৰু ছোৱালীজনী ওলাই যায।]

বিনোদ : বস্তু কিবা কম পৰিব নেকি?

গোবিন্দ : তই কৈছিলি নহয, সেইবোৰ চিন্তা চব মোৰ ওপৰত এৰি দিলি বুলি?

বিনোদ : কৈছিলোঁ মানে—

গোবিন্দ : এতিযা আকৌ চিন্তা কৰিছ কিয়? [ইফালে সিফালে চাই] এতিযা অইন চিন্তা কৰ। [ওৰণি তোলাৰ ভংগীৰে] ওহে চন্দ্ৰবদনী, আজি এই মধুযামিনী। [হাতত উপহাৰৰ পেকেট লৈ ৰাধা আহে। দুয়ো তাইলৈ অবাক হৈ চায়]

ৰাধা : ৰাধা। তেনেকৈ চাই আছা কিয় বিনোদদা? চিনি পোৱা নাই নেকি? মই তোমাকে বিচাৰি ফুৰিছিলোঁ। সেইখিনিৰ পৰা এইফালে অহা দেখিলোঁ, সেই কাৰণে পাছে পাছে গুচি আহিলোঁ। তুমি মই নাহিম বুলি ভাবি আছিলা নেকি? কিয নাহিম, নহয জানো? মোৰ সেইবিলাক জেদ-ফেৰ নাই ভাই। এইটো লোৱা থাৰ্মফ্লাস্ক এটা আছে। বিছনাৰ ওচৰত গৰম গাখীৰ থ'ব পাৰিবা।

গোবিন্দ : মই অকণমান।

ৰাধা : ক'লৈ যোৱা গুবিনদা? একো নহয থাকা। আমাৰ একো গোপন কথা নাই নহয। বুইছা বিনোদদা, কইনা চাবলৈ আহোঁতে তেওঁলৈ আৰু এটা বস্তু লৈ আহিম। কইনা বোলে বৰ ধুনীয়া হয়নে? [বিনোদ ওলাই গুচি যায়] বিনোদ দা। এ গুচিযেই গ'ল পাই। মযো যাওঁ গুবিনদা। খাওঁগে, বৰ ভোক লাগিছে।

গোবিন্দ : তুমি ইযাতে বহা। তোমাক মই ইযাতে খাবলৈ দিম।

ৰাধা : [ডিঙি মেলি চাই] ইযাত মিঠাইহে আছে৷ তাত দেখোন মানুহে লুচি-ভাজিও খাইছে। মই লুচি-ভাজিও খাম ভাই।

গোবিন্দ : দিম, চব আনি দিম, তুমি বহা।

ৰাধা : বাৰু বহোঁ দিয়া। [গোবিন্দ যায। ক্লেৰিঅ'নেট, ড্ৰাম বাজে। ৰাধাই লাহে লাহে তলমূৰ কৰি কান্দে। অলপ পিছত পোন হয। চকু মচে। চুলি ঠিক কৰে। গোবিন্দই কাঁহীত লুচি-ভাজি লৈ আহে।]

বাঃ একেবাৰে কাঁহীত আনিলা। দিয়া। [লয়। খাবলৈ আৰম্ভ কৰে। গোবিন্দই মিঠাই দিয়ে।]

গোবিন্দ : [চাই থাকি] তোমাৰ বিয়াখনো পাতি পেলোৱা ৰাধা।

ৰাধা : এৰা। [খায়] তুমিও ভয় খাইছা নেকি আকৌ?

গোবিন্দ : নাই, মই কিয় ভয খাম? হেৰি নহয়, এবাৰ যে গিৰীনৰ কথা শুনিছিলোঁ?

ৰাধা : এ নক'বা গিৰীনদাৰ কথা। গিৰীন দাই চাকৰি কৰে নহয়। দেউতাকে সৌ হেড অফিচৰ চাহাবক ধৰি গিৰীনদাক ইয়াৰ পৰা ট্ৰেন্সফাৰ কৰাই দিলে। এদিন দেউতাকে বাটত ধৰি মোকো খুব গালি পাৰিলে বাপেকে। বকিয়েই আছে, বকিয়েই আছে, বকিয়েই আছে। মই একদম কান্দি পেলালোঁ।

গোবিন্দ : [অলপ চাই থাকি] আৰু মিঠাই দিম নেকি?

ৰাধা : দিয়া। [গোবিন্দই মিঠাই দিয়ে] পানী?
গোবিন্দ : আনোঁগে ৰ'বা। চাহ খাবা নেকি?
ৰাধা : আছে যদি খাম। [গোবিন্দ যাব খোজে]
নীলকণ্ঠ : [বাহিৰৰ পৰা সোমাই আহে] গোবিন্দ। অ'। ৰাধা? তই ইয়াত কি কৰিছ?
ৰাধা : বিয়া খাইছোঁ। গুবিনদাই মোক স্পেচিয়েলকৈ খুৱাইছে। টকা দেখিলে যে মানুহে পইচা ঘিণায, এসোপামান মিঠাই পাই এয়া লুচি বাদেই দিলোঁ।
গোবিন্দ : মই চাহ একাপ আনোঁগে ৰ'বা। [যায়]
ৰাধা : তেনেকৈ কিয় চাই আছে নীলদা? মোক ইয়াত দেখি বেয়া পাইছে নেকি?
নীলকণ্ঠ : নাই নাই ৰাধা, নাই পোৱা। কিয় বেয়া পাম?
ৰাধা : আপুনি কিন্তু সঁচাই অদ্ভুত মানুহ নীলদা। আজি ইয়াত নিয়মমতে আপোনাৰহে বিয়া হ'ব লাগিছিল। [খায়] বাৰু হ'ল যেনিবা, বিনোদদাৰেই বিয়া হ'ল, বিনোদদাৰ বিয়াৰ দিনা মোৰহে বিয়া হ'ব লাগিছিল। আপুনি সেইটোও হ'বলৈ নিদিলে। আপোনাৰো নহ'ল— মোৰো নহ'ল। [হাঁহে]
নীলকণ্ঠ : ৰাধা! [ৰাধাই খায়]
ৰাধা : বাৰু আপোনাক এটা কথা সোধোঁ। প্ৰতিমাহঁতৰ ঘৰলৈ কেতিয়াবা গৈছেনে?
নীলকণ্ঠ : নাই, নাই যোৱা। সেই বিয়াৰ পিছতে এদিন গৈছিলোঁ। আৰু নাই যোৱা।
ৰাধা : কিয় যোৱা নাই? কিবা কাজিয়া লাগিছে নেকি?
নীলকণ্ঠ : কিহৰ কাজিয়া লাগিব? মোৰ কাৰণেই বিয়াখন হ'ল। মই একেবাৰে আপোন ছোৱালীৰ নিচিনাকৈ তাইক বিয়া দিলোঁ।
ৰাধা : শুনক নীলদা, বাই-ভনী, ভাগিন-ভতিজাৰ নিচিনা আপোন ছোৱালী এজনীক বিয়া পাতি দি পিছত মানুহে খবৰ লৈ থাকে। আপোন বুলি বিয়া দি পিছত খবৰ নল'লে মানুহে সেই আপোন ভাবটোক সন্দেহ কৰে। [খায়] আপোনাক মই এতিয়াও ভাল পাওঁ। সেই কাৰণে কৈছোঁ।
নীলকণ্ঠ : তই কিয় এনেকৈ কৈছ?
ৰাধা : প্ৰতিমাই আজিকালি কিছুমান অদ্ভুত কাণ্ড কৰে। নাখায়, ফুৰিবলৈ নাযায়, মানুহৰ লগত কথা নাপাতে— দুৱাৰ মাৰি ভিতৰত সোমাই থাকে।
নীলকণ্ঠ : কিয়?
ৰাধা : তাকে কৈছোঁ। আপুনি খবৰ ল'ব লাগে। আপোনা মানুহৰ এনেকুৱা অৱস্থাত খবৰ নল'লে মানুহে সন্দেহ কৰিব নহয়। [গোবিন্দ আহে। হাতত পানী।]
গোবিন্দ : চাহৰ চৌকাৰ ওচৰত মানুহেই নাই ৰাধা। বেয়া নাপাবা। পানীকে খোৱা।
ৰাধা : হ'ব দিয়া গুবিনদা। [পানী খাই উঠি গৈ খিৰিকীৰে হাত ধোৱে। উভতি আহি] যাওঁ দিয়ক। সেইফালে আৰু নাযাওঁ নহয় নীলদা। আপোনাকে মাত লগালোঁ। বৰমা, বৰদেউতা সকলোকে ক'ব মই আহিছিলোঁ বুলি। যাওঁ। যাওঁ গুবিনদা।
গোবিন্দ : যোৱা। [ৰাধা যায়] তাইৰ লগত বিনোদৰ ঘটনাটো সকলোৱে জানে, সেই কাৰণে তাইক মানুহবোৰৰ মাজলৈ যাবলৈ নিদিলোঁ। বেয়া কৰিলোঁনে?
নীলকণ্ঠ : হুঁ? কি ক'লা? ভাল কৰিলা— বৰ ভাল কৰিলা। ৰ'বা তাইৰ লগত মোৰ কথা এটা বাকী

থাকিল। [বেগেৰে গুচি যায়। গোবিন্দই চাই থাকে। তাৰ পিছত তেওঁ বাচনবোৰ ঠিক কৰে। বেণুপাটী বাজে। মঞ্চ আন্ধাৰ হয়।]

## দৃশ্য ঃ ৬

### মঞ্চ ঃ ২

[ৰাতি। প্ৰতিমাহঁতৰ বহা কোঠালি। নীল বহি আছে। প্ৰতিমা থিয় হৈ আছে।]

প্ৰতিমা ঃ তুমি ছিঙাপুৰলৈ যাবা বোলে? কাগজত খবৰটো পাইছোঁ। কেতিয়া যাবা? তাত কিমান দিন থাকিবা?

নীলকণ্ঠ ঃ অনিল ক'ত আছে?

প্ৰতিমা ঃ ভিতৰত আছে।

নীলকণ্ঠ ঃ কি কৰিছে?

প্ৰতিমা ঃ জানো, মদ খাইছে হ'বলা।

নীলকণ্ঠ ঃ সদায় খায় নেকি? [প্ৰতিমাই অইনফালে চায়] তুমি কিয় এনেকুৱা কৰিছা প্ৰতিমা?

প্ৰতিমা ঃ কি কৰিছোঁ?

নীলকণ্ঠ ঃ তুমি বোলে খোৱা-বোৱা ভালকৈ নকৰা?

প্ৰতিমা ঃ ভোক নালাগিলে মানুহে কেনেকৈ খায়?

নীলকণ্ঠ ঃ মানুহৰ লগত কথা-বতৰা—?

প্ৰতিমা ঃ মোৰ ভাল নালাগে।

নীলকণ্ঠ ঃ ফুৰিবলৈ ওলাই যোৱা নে কেতিযাবা?

প্ৰতিমা ঃ ক'ত ফুৰিবলৈ যাম? এইখন চহৰতে জন্ম লৈছোঁ, এইখন চহৰতে ডাঙৰ হৈছোঁ, এইখন চহৰৰ প্ৰতিটো শিলগুটি চিনাকি আৰু ক'ত ফুৰিবলৈ যাম? কি চাবলৈ যাম।

নীলকণ্ঠ ঃ চহৰখনৰ প্ৰতিটো শিলগুটি চিনি পালা আৰু এই ঘৰটো চিনি পাব নোৱাৰিলা? এইটো জানো ভাল কথা হ'ল। তুমি এইটো স্বাস্থ্য কেনেকৈ কৰিলা? নে মানুহক কন্দুৱাবলৈ উপায় বিচাৰিছা?

প্ৰতিমা ঃ মোৰ স্বাস্থ্য যদি বেযা হৈছে, চাব লগা মানুহে চাব নহয়। ডাক্তৰ আছে, কবিৰাজ আছে, হস্পিতাল আছে, ফাৰ্মাচী আছে।

নীলকণ্ঠ ঃ এনেকুৱা সুৰত কথা কৈছা কিয়? সেইদিনা যে কৈছিলা প্ৰতিশোধ ল'বা। এযা প্ৰতিশোধ আৰম্ভ কৰিছা নেকি?

প্ৰতিমা ঃ তুমি কি ভাবা? প্ৰতিশোধ ল'বলৈ আৰম্ভ কৰিবলগীয়া হৈছে নেকি? কি কৰিলা তুমি? মোৰ কথা কিয় নাৰাখিলা? এইটো মোৰ কাৰণে শাস্তি হ'ল নে নহ'ল?

নীলকণ্ঠ ঃ তুমি এইবোৰ কথা এৰি দিয়া প্ৰতিমা। যিটো মই কৰিব নোৱাৰোঁ, সেইটো মই কৰা নাই। মোৰ মনে কাকো বিচৰা নাই, কাকো দিবলৈ মোৰ সময় নাই, সেই কাৰণে মই এনেকৈয়ে আছোঁ।

প্ৰতিমা ঃ সময় নাই বুলি কোৱাটো তোমাৰ চেলু। তুমি নোৱাৰিলা, মই পাৰিলোঁ, সেই কাৰণে তুমি

মোক সদায় সৰু কৰি ৰাখিবা, সেইটো মই হ'বলৈ নিদিম। তোমাক মই বাধ্য কৰিম— মই যি পাৰিলোঁ, তুমিও পাৰিব লাগিব।

নীলকণ্ঠ : এইটো ভুল প্ৰতিমা। মই অকলশৰীয়া মানুহ। কিন্তু তোমাৰ কথাটো বেলেগ। তুমি এতিয়া এখন সংসাৰত—

প্ৰতিমা : একো ভুল নহয়। নদীৰ পানীলৈ পাৰৰ পৰা জাঁপ মৰাও মৰা, এজাক মানুহৰ লগত গৈ থকা নাবৰ পৰা জাঁপ মৰাও মৰা। মই নিজকে বুজাব পৰা নাই নীলদা। মই বৰ কষ্ট পাইছোঁ। যিমানে দিন গৈছে, সিমানে সেই ছয়ত্ৰিছ পৃষ্ঠাৰ চিঠি লিখা দিনবোৰ উজাই উজাই ওচৰ চাপি আহিছে। মই কাকো প্ৰবঞ্চনা কৰিব নোৱাৰোঁ। সেই কাৰণে বৰ কষ্ট পাইছোঁ। [কান্দে]

অনিল : [আঁৰত নিচাগ্ৰস্ত] গো ৰস গলি গলি ফিৰে— সুৰা বৈঠলে বিকায়। [সোমাই] অ' নীল? কেতিয়া আহিলি?

নীলকণ্ঠ : এই অলপ আগতে। পাঁচ মিনিট।

অনিল : গো ৰস গলি গলি ফিৰে সুৰা বৈঠলে বিকায। গাখীৰ লাগে নে গাখীৰ লাগে নে বুলি গুৱাল বাটে বাটে ঘূৰি ফুৰে। কিন্তু মদ বেচাজনে মদ বহি বহিয়েই বেচে। প্ৰতিমা তুমি ভিতৰলৈ যোৱা। [প্ৰতিমা যাব খোজে] অ' ৰ'বা, তোমালোকৰ কথা শেষ হ'ল নে নাই? নাই হোৱা যদি মই যাওঁ? পিছত আহিম। [প্ৰতিমা যায়। অনিলে এঠাইত ভেজা দি ৰৈ থাকে।]
নীল, কচোন এতিয়া মই কি কৰোঁ?

নীলকণ্ঠ : কি কৰোঁ মানে?

অনিল : এতিয়া আৰু বেঙা হৈ থকাৰ সময় পাৰ হৈ গৈছে নীল। এতিয়া আৰু পাতনি মেলি কথা কোৱাৰ ধৈৰ্য মোৰ নাই। এদিন তই মৰিশালিৰ চিতাৰ জুইলৈ চাই চাই কৈছিলি নে নাই— যে তোৰ মনত একো নাই? কৈছিলি? কৈছিলি নে নাই তই তৰাৰ নিচিনা উজ্জ্বল হ'ব খোজ? কৈছিলি? তেনেহ'লে?

নীলকণ্ঠ : তেনেহ'লে কি?

অনিল : তেনেহ'লে কিয় আজি সেই চিতাৰ জুইতকৈও তীব্ৰ জুয়ে মোৰ এই ঘৰখন ছাটি ধৰিছে?

নীল : কি হৈছে অনিল? ভাঙি ক'চোন।

অনিল : কিয় এইটো ঘৰৰ ভিতৰত প্ৰতি মুহূৰ্তে মই তোৰ উপস্থিতি অনুভৱ কৰিবলগীয়া হৈছে? এইখন ঘৰৰ ভিতৰত ময়ো ঘূৰি ফুৰোঁ, তয়ো ঘূৰি ফুৰ। মোক মানুহে দেখিও নেদেখে, তই অশৰীৰী, তথাপি তোকহে দেখে [চিঞৰি] কিয়?

নীলকণ্ঠ : এই অৱস্থাত তোক কথা বুজাই লাভ আছে নে নাই ক'ব নোৱাৰোঁ, তথাপি কওঁ, এইটো তোৰ নিজৰ মনৰ ভ্ৰম, দুশ্চিন্তা।

অনিল : গোটেই চহৰৰ মানুহৰ মুখত কিয় মই গঞ্জনা শুনিবলগীয়া হৈছে যে মই অক্ষম, অন্ধ, কাপুৰুষ, অপদাৰ্থ?

নীলকণ্ঠ : গোটেই চহৰৰ মুখত?

অনিল : এতিয়া গোটেই চহৰৰ মানুহৰ মুখত শুনিছোঁ, কিন্তু কেইদিনমানৰ পিছত বতাহত শুনিম। কিন্তু তয়েই ক'চোন, অক্ষম, কাপুৰুষ তই নে মই? [এপাক ঘূৰি আহি] মইতো তোক

ভিক্ষা খোজা নাছিলোঁ! সামান্য কৃপণালিৰ ভাবো যদি তোৰ অন্তৰত আছিল, তেনেহ'লে তই মোক গুৰিয়াই-লঠিয়াই খেদি নিদিলি কিয়? [এপাক ঘূৰি আহি] তোৰ পৰা এটা গোৰ খাই মইতো অতি সহজেই আৰু এটা গোৰ মাৰি মোৰ বুকুৰ মৰমখিনি থানবান কৰি দিব পাৰিলোঁহেঁতেন। [ওচৰলৈ আহি] কিয় নক'লি তই? কিয় নক'লি? আকাশৰ উজ্জ্বল তৰা এনেকৈ কাপুৰুষ, অপদাৰ্থ, অক্ষম হৈ লোকৰ শোৱনি কোঠালিলৈ নামি আহিব পায? [অস্থিৰ] মই কি কৰিম ভাবি পোৱা নাই। ভাবি আছোঁ। এনে এটা মুহূৰ্ত আহিব যে মই বলিয়া হৈ যাম। সন্মুখত যাকে পাওঁ তাৰে টেঁটু চেপি ধৰিম। এটা এটাকৈ শেষ কৰি যাম। আৰু বাকী থকাবোৰক বুজাম যে মই কাপুৰুষ কোনো কালেই নাছিলোঁ, মই অক্ষম কেতিয়াও নাছিলোঁ।

নীলকণ্ঠ : তই যেনেকুৱা কৰিছ সক্ষম পুৰুষে এনেকুৱা কৰে নেকি? [খঙেৰে] মই যদি ইমানেই অপৰাধ কৰিছোঁ বুলি জানিলি, তেন্তে যিদিনা জানিলি, সেইদিনাই মোক বিচাৰি নগ'লি কিয়? তোৰ ঘৰত ফুৰিবলৈ আহিলে টেঁটু চেপি ধৰিবলৈ বৈ আছিলি? ইমান দিন বৈ থাকিবলগীয়া হ'ল কিয়? দেখিছিলি তই কেতিয়াবা মোক এইখন ঘৰত? এইটো ৰাস্তাত?

অনিল : তোৰ নিচিনা মানুহ ঘৰলৈ আহিব নালাগে। চিলা উৰুওৱা ল'ৰা যেনেকৈ চিলাখন হাতত লৈ আকাশলৈ উঠি নাযায়, তয়ো তেনেকৈ এইখন ঘৰলৈ নাহিব পাৰ, কিন্তু দূৰৰ পৰা চিলা ঠিকেই উৰুৱাব। [খঙেৰে] তোক, তহঁতক, তহঁতক। [প্ৰতিমা আহি থিয় দিয়ে। অলপ অস্থিৰ হৈ অনিল সোমাই যায়। নিস্তব্ধ।]

নীলকণ্ঠ : প্ৰতিমা, মনত আছে এদিন তুমি কৈছিলা— ৰাধাইতৰ নিচিনা ছোৱালীয়ে মোৰ আশা-আকাংক্ষা নষ্ট কৰিব, মোৰ ভবিষ্যতৰ সপোন ভাঙি দিব? এতিয়া দেখিছা, বিভিন্ন মনৰ হাজাৰ হাজাৰ মানুহৰ এই চহৰখনৰ ওপৰত গঢ় লোৱা মোৰ ধুনুকা সপোনটো ভাঙিবলৈ ৰাধাইতৰ নিচিনা ছোৱালীৰ বিষদাঁতহে যে লাগে সেইটো নহয়, তোমাৰ নিচিনা ভাল ছোৱালী এজনীৰ বুকুৰ মৰমৰ কঁপনিতো সেই সপোন ভাগিব পাৰে। মনত ৰাখিবা। যিখন চহৰত মই উজ্জ্বল হৈ ঘূৰি ফুৰিম বুলি তুমি আশা কৰিছিলা, সহায় কৰিম বুলি কথা দিছিলা, সেইখন চহৰত আজি মোক এটা মানুহে টেঁটু চেপি ধৰিবলৈ বিচাৰি ফুৰিছে, সেই চিন্তাৰে মই জীয়াই থাকিব লাগিব? কাৰো অপকাৰ নকৰোঁ বুলি আঁতৰি থাকিব খোজা মানুহ এটাই আজি, কোনোবা এখন ঘৰৰ ভিতৰত আটাইতকৈ মৰমৰ ছোৱালীজনীয়ে তিল তিলকৈ নিজকে শুকুৱাইছে বুলি চিন্তা কৰি কৰি এইখন চহৰত বাস কৰিব লাগিব? ওহোঁ। মই মোৰ সপোন বিসৰ্জন দিম, আশা-আকাংক্ষা-অভিলাষ বিসৰ্জন দিম, মই নগণ্য হৈ জীয়াই থাকিম, কিন্তু মনত ৰাখিবা প্ৰতিমা, আজিৰ দিনটো, অনিলৰ প্ৰতিটো শব্দ মই কেতিয়াও নাপাহৰোঁ। ক্লাবৰ ল'ৰাহঁতৰ থ্ৰি চিয়েৰছ ফৰ নীলকণ্ঠ দাদা হিপ্ হিপ্ খৰে সেইকেইটা শব্দই, সিহঁতৰ সেই কোমল কোমল মাতে প্ৰতি মুহূৰ্তে, আনকি ৰাতি সাৰ পালেও মোৰ মনত কঁপনি তোলে। আজিৰ পৰা অনিলৰ শব্দকেইটাই মোক প্ৰতি মুহূৰ্তে খেদি ফুৰিব। [বৈ] তোমাৰ হাঁহি, তোমাৰ হাঁহিৰ বাহিৰে মোক একোৱে আগৰ ঠাইলৈ ওভোতাই আনিব নোৱাৰিব। মনত ৰাখিবা। একোৱেই নোৱাৰিব। মই যাওঁ প্ৰতিমা।

[ওলাই যায়। প্ৰতিমা থিয় হৈ থাকে। মঞ্চ আন্ধাৰ হয়।]

[Fad Out]

## দৃশ্য ঃ ৭

### মঞ্চ ঃ ১

[প্ৰথম দৃশ্যৰ ঘৰটো। গিৰীন, ৰণজিত আৰু নীলকণ্ঠ বহি আছে। নীলকণ্ঠৰ পিঠি দৰ্শকৰ ফালে।]

নীলকণ্ঠ ঃ তাৰ পিছত বুইছা গিৰীন, বুইছা ৰণজিত, সেইখন চহৰ মোৰ কাৰণে বিষদাঁতেৰে ভৰি গ'ল যেন লাগিল। মই মুকলিমূৰীয়া মানুহ আছিলোঁ। মোক ৰাখোঁতা কোনো নাছিল। ছিঙাপুৰলৈ বুলি ঘৰ এৰিলোঁ আৰু সেই চেলুতে পলালোঁ। শ শ মাইল দূৰলৈ পলালোঁ। য'ত মই ওলালোঁগৈ, তাৰ মানুহে কাপোৰ পিন্ধাৰ ওপৰতো বৰ কম গুৰুত্ব দিয়ে। মই মোৰ জীৱনৰ পাৰ হৈ যোৱা আটাইকেইটা অধ্যায় জোৰকৈ পাহৰি গ'লোঁ। আৰু বিশ্বাস কৰা, মই পাহৰি যাব পাৰিলোঁ। কিন্তু মোৰ বুকুখন জুৰি থাকিল কেৱল এটা বস্তুৱে, মই সেই জন্মতে লৈ অহা বস্তুটো, ডাঙৰ হোৱাৰ এটা ইচ্ছা, এটা অদ্ভুত প্ৰাণশক্তি, এটা অস্থিৰ কৰ্মশক্তি। এইবাৰ আৰম্ভ কৰিলোঁ আধা-নঙঠা মানুহৰ মাজত আকৌ এটা সপোনক গঢ় দিয়াৰ কাম। কাম, কাম, কেৱল কাম।

[মঞ্চ লাহে লাহে অন্ধকাৰ হয়। সংগীত। অলপ পিছত আকৌ মঞ্চ পোহৰ হয়।]

## দৃশ্য ঃ ৮

### মঞ্চ ঃ ১

[গিৰীন, ৰণজিত আৰু নীল বহি আছে। নীলৰ পিঠি দৰ্শকৰ ফালে।]

নীলকণ্ঠ ঃ দিন নাই ৰাতি নাই কাম, কাম কেৱল কাম। বহুত বছৰ গ'ল। আঠ বছৰ? ন বছৰ? নহয় তাতোকৈও বেছি। তাৰ পিছত হঠাতে মোৰ কিবা এটা হ'ল। মাজে মাজে মোৰ এনেকুৱা লগা হ'ল যেন মই বাৰে বাৰে পিছলৈ উভতি চাবলৈ চেষ্টা কৰোঁ, আৰু বাৰে বাৰে নিজকে বৰ নিৰ্মমভাৱে নিঃসংগ যেন দেখি শিয়ৰি উঠোঁ। এঘাৰ বছৰ, এঘাৰ বছৰৰ পিছত কেতিয়াবা এনেকুৱা লগা হ'ল— যেন মোৰ মনটোৱে অকণমান আশ্ৰয় বিচাৰিছে। মোক যেন এখন মৰমৰ ঘৰ লাগে। বাৰে বাৰে মোৰ মাঁলে মনত পৰিবলৈ ধৰিলে। আৰু এঘাৰ বছৰৰ পিছত এদিন অস্থিৰ হৈ ঘৰলৈ দৌৰি আহিলোঁ। আকৌ আকৌ— সেই—

[মঞ্চ আন্ধাৰ হয়।]

## দৃশ্য ঃ ৯

### মঞ্চ ঃ ২

[ৰাতি। ক্লাব ঘৰৰ বাহিৰত নীল বৈ আছে। ভিতৰত অৰ্কেষ্ট্ৰা বাজিছে। অৰ্কেষ্ট্ৰাৰ শেষত উৎপল লৰালৰিকৈ সোমাই যায়। তাৰ পিছত ভিতৰত।]

কণ্ঠ ১ : থ্ৰি চিয়েৰছ কৰ উৎপল দাদা হিপ্ হিপ্ হুৰে, হিপ্ হিপ্ হুৰে, হিপ্ হিপ্ হুৰে।

উৎপল : [খিৰিকীমুখৰ পৰ্দাখন ঠিক কৰি থাকে।] চুপ। মনে মনে থাক। তহঁতে মোক চিঞৰি ভাল লগাব নালাগে। এতিয়া চাৰে সাত বাজিল। ইমান ৰাতিলৈকে ক্লাব খোলা ৰাখ কিয়? ঘৰলৈ যা।

[নীলকণ্ঠৰ মুখত পোহৰ পৰে। সি মূৰ জোকাৰি আনন্দৰ ভাব প্ৰকাশ কৰে। তিনিটা ল'ৰা, তিনিজনী ছোৱালী ওলাই যায়। শেষত কুঁৱলী (ডাঙৰ) ওলাই আহে।]

কুঁৱলী : উৎপল দাদা, তুমি এতিয়া নোযোৱা নেকি?

উৎপল : [খিৰিকীত] মোৰ অলপ কাম আছে।

কুঁৱলী : কি কামনো?

উৎপল : এইসোপা ফাংচনৰ কাগজ-পাতি কোনে ঠিক কৰিব।

কুঁৱলী : মই কাৰ লগত যাম?

উৎপল : কাৰ লগত যোৱা গৈ থাকা। ইমান ৰাতিলৈকে ক্লাবত থাকিবলৈ কোনে কৈছিল? [যায়, নীলকণ্ঠ আগবাঢ়ি আহে]

কুঁৱলী : ইস্ ৰাম ইহঁতো কোনোবাখিনি পালেগৈ।

নীলকণ্ঠ : প্ৰতিমা? প্ৰতিমা নেকি?

কুঁৱলী : কোন?

নীলকণ্ঠ : মই নীলদা।

কুঁৱলী : [আচৰিত] নীলদা?

উৎপল : [খিৰিকীত] কি হৈছে কুঁৱলী?

কুঁৱলী : চাওঁ এইফালে আহাচোন। আপুনি উৎপল দাদাহঁতৰ নীলদা? [উৎপল আহে]

উৎপল : অ দাদা? তুমি কেতিয়া আহিলা? ক'লৈ আহিলা?

নীলকণ্ঠ : এনেযে ঘূৰি ঘূৰি চহৰখন চাই ফুৰিছোঁ। এইফালে যাওঁতে আমাৰ, মানে তহঁতৰ ক্লাবটো চাওঁ বুলি এইখিনিতে ৰৈ আছিলোঁ। এওঁক দেখি—

কুঁৱলী : নীলদাই মোক প্ৰতিমা বাইদেউ বুলি ভুল কৰিছিল।

নীলকণ্ঠ : তুমি?

উৎপল : এওঁ কুঁৱলী, প্ৰতিমা বাইদেউৰ ভনীয়েক।

নীলকণ্ঠ : অ! সেই কুঁৱলী? ইমানজনী হ'লা? প্ৰতিমাৰ লগত আহি যে সেই খিৰিকীখনৰ ওচৰত বহি আছিলাহি? ইমান ডাঙৰ হ'লা? ইমান একে! চুলি এডালৰ মানো ইফাল-সিফাল নাই!

উৎপল : ওঁ। এওঁলোক দেখিবলৈ একেবাৰে একে। প্ৰতিমা বাইদেউ ডাঙৰ কাৰণেহে, নহ'লে গণ্ডগোলেই হ'লহেঁতেন। তুমি বহুতদিনৰ মূৰত দেখিছাতো। হেৰি নহয় কুঁৱলী, তুমি দাদাৰ লগত কথা পাতা, মই কামখিনি কৰোঁগৈ। দাদা, তুমি সোনকালে ঘৰলৈ যাবা। সোনকালে ভাত খাব লাগে। মই একদম বজাৰ কৰি দি আহিছোঁ। মাই যিহে আয়োজন কৰিছে।

কুঁৱলী : বাঃ শুনিয়েই ভাল লাগিছে ভাই!

নীলকণ্ঠ : তই?

উৎপল : মোৰ অলপ কাম আছে, কৰিয়েই চিধা ঘৰলৈ যাম। তোমাতকৈ আগতেহে পামগৈ যোৱা। আৰু দাদা তুমি যদি সেইফালেদি যোৱা কুঁৱলীকো লগত লৈ যাব পাৰিবা?

নীলকণ্ঠ : পাৰিম পাৰিম, সেইটোনো কি কথা?
উৎপল : মই তেনেহ'লে কামখিনি কৰোঁগে। [যাওঁতে কৈ যায] ইহঁতমখাই খালী ভেং-ভেংকৈ সেইসোপা বজাই থাকিব। আচল কামবোৰ মোলৈ পেলাই থ'ব। [খিৰিকীৰে] ৰাধা বাইদেউ অহা নাই নেকি কুঁৱলী?
কুঁৱলী : নাই অহা। ৰূপাৰ আগত খবৰ দিছে, টিউচনৰ পৰা যাওঁতে সোমাই যাব। বেছি দেৰি হ'লে আজি নোসোমায। কাইলৈ আহি চব কাম কৰি দিবহি। চাবিটো সৌ মালাইঁতৰ ঘৰত থৈ যাবলৈ কৈছে।
উৎপল : [খিৰিকীৰে] ঠিক আছে?
নীলকণ্ঠ : ৰাধা? কোন ৰাধা?
কুঁৱলী : ৰাধা বাইদেউ যে?
নীলকণ্ঠ : সেই ৰাধা?
কুঁৱলী : ওঁ।
নীলকণ্ঠ : তেওঁ এতিয়াও ক্লাবলৈ আহি থাকে নেকি?
কুঁৱলী : ওঁ আহি থাকে। আপোনালোকৰ সময়ৰ ৰাধা বাইদেৱেই আছেগৈ। বাইদেউ আমাৰ অফিচ ছেক্ৰেটাৰী। চকী এখন আনি দিম নেকি দাদা?
নীলকণ্ঠ : নাই নালাগে। হেৰি নহয—
কুঁৱলী : কি?
নীলকণ্ঠ : হেৰি, এই হেৰি— প্ৰতিমা ভালে আছে?
কুঁৱলী : আছে দাদা।
নীলকণ্ঠ : অনিল?
কুঁৱলী : ভালে আছে। বাইদেউ-ভিনদেউহঁতে আপোনাৰ কথা কিমান যে কৈ থাকে।
নীলকণ্ঠ : হয নেকি? কি কয?
কুঁৱলী : ঢেৰ কিবাকিবি কয। এবাৰতো অনিল ভিনদেউ দুমাহমানৰ ছুটী লৈ আপোনাক বিচাৰি যাবলৈকে ওলাইছিল।
নীলকণ্ঠ : হয নেকি?
কুঁৱলী : অঁতো। আপুনি কিয আহিয়েই বাইদেউহঁতৰ ঘৰলৈ যোৱা নাই? বাইদেউহঁতে যে কিমান ভাল পাব। এদিন আপোনাৰ কথা ওলাওঁতে বাইদেৱে কি কৈছিল জানে?
নীলকণ্ঠ : কি?
কুঁৱলী : আপুনি কিন্তু মই কৈছোঁ বুলি নক'ব। বাইদেৱে কৈছিল, তাই ইমান ভালকৈ থাকিব, ইমান আনন্দ কৰি থাকিব, ইমান সুখী হৈ থাকিব যে আপুনি য'তে আছে ত'তে এদিন এই খবৰটো পাব। আৰু পালেই গুচি আহিব।
নীলকণ্ঠ : হয় নেকি? এতিয়া বাইদেৱেৰা সুখী?
কুঁৱলী : ওঁ খুব সুখী। বাইদেৱে এতিয়া খুব ভাল গান গায়। চৈধ্যখন নে পোন্ধৰখন গ্ৰামোফোন ৰেকৰ্ড কৰিছে। মই আপোনাক চব বজাই শুনাম।
নীলকণ্ঠ : শুনাবা।
কুঁৱলী : ইছ আপুনি অহাৰ কাৰণে মোৰ যে কিমান ভাল লাগিছে। আপোনাৰ কথা শুনি শুনি

এনেকুৱা লাগি আছিল— কেতিয়া যে আপোনাক দেখা পাম। অকল মইহে যেন আপোনালৈ বাট চাই আছিলোঁ। মোৰ আপোনাক বহুত কথা ক'বলৈ আছে। হেৰি নহয় দাদা, ব'লক তেনেহ'লে গৈ থাকোঁ?

নীলকণ্ঠ : ব'লা।

কুঁৱলী : [চিঞৰি] উৎপল দা, আমি যাওঁ।

উৎপল : [ভিতৰৰ পৰা] যোৱা। কাইলৈ সোনকালে আহিবা।

ৱলী : [চাই] ৰিক্সাত কোনোবা আহিছে। [চাই] ৰাধা বাইদেউ নেকি? হয়। [চিঞৰি] উৎপলদা, ৰাধা বাইদেউ আহিছে। [ৰাধা আহে। তাই নীলহঁতলৈ চায়]

নীলকণ্ঠ : ৰাধা?

ৰাধা : কোন? [ওচৰ চাপি] কোন?

ৱলী : নীলদা।

ৰাধা : নীলদা?

নীলকণ্ঠ : পাহৰিলা নেকি?

ৰাধা : নীলদা। নীলদা আপুনি? আপুনি কেতিয়া আহিল? ক'ৰ পৰা আহিল? ক'ত আছিল গৈ? ক'ত আছিলগৈ নীলদা? [কান্দি পেলায। কুঁৱলী সোমাই যায]

নীলকণ্ঠ : নাকান্দিবা ৰাধা। [থোকা-থুকি মাতেৰে] কিয় কান্দিছা? নাপায। গৈছিলোঁ ক'ৰবালৈ, আছিলোঁগৈ ক'ৰবাত। তাৰ পিছত এযা, আকৌ আহিলোঁ। নাকান্দিবা। [ৰাধা শান্ত হয়। মুখ মচে।]

ৰাধা : এঘাৰ বছৰ হ'ল নহয?

নীলকণ্ঠ : তুমি হিচাব ৰাখিছা?

ৰাধা : নাই, তেনেকৈ হিচাব ৰখা নাই। সৰু ল'ৰা-ছোৱালীযে ৰে'লৰ দবা গণ্তি কৰাৰ নিচিনাকৈ কেতিযাবা এনেযে গণ্তি কৰোঁ।

নীলকণ্ঠ : কোৱাচোন তোমাৰ খবৰ?

ৰাধা : মোৰনো আৰু খবৰ কি? ভালে আছোঁ, সেযেই।

নীলকণ্ঠ : ইহ! এঘাৰ বছৰেও তোমাৰ একো খবৰ গোট নাখালে নে?

ৰাধা : ঘৰৰ চালৰ নিচিনা আওগৰীযা ঠাইত হাজাৰ বছৰ বৰষুণ দিলেও পানী গোট নাখায দাদা। কথাটো তেনেকুৱাই—।

নীলকণ্ঠ : তুমি কিমান আনন্দ কৰা ছোৱালী আছিলা, সেইজনী ছোৱালীয়ে আজি এনেকৈ কথা কোৱা? ভাবিলে কিবা আচৰিত আচৰিত লাগে।

ৰাধা : আচল কথা কি জানে দাদা? আপোনাক দেখি মোৰ মনটো বৰ বেয়া লাগিছে। এখন চাফা আয়নাত নিজকে দেখা যেন লাগিছে। আপুনি আৰু মই এযা ওচৰা-উচৰিকৈ আছোঁ। এঘাৰ বছৰৰ পিছত আমাক দেখাত একে অৱস্থাৰ মানুহ যেন লাগে। কিন্তু আচলতে আমাৰ মাজত বহুত অমিল আছে। আপুনি জীৱনৰ ৰাস্তা ইমান সুন্দৰকৈ চিনি লৈছিল যে যেতিয়াই প্ৰযোজন হ'ল এটা পৰিষ্কাৰ ৰাস্তা বাছি লৈ গুচি গ'ল আৰু মই— মই ইমান ঘূৰিলোঁ, ইমান ঘূৰিলোঁ— তথাপি এটা বাটো চিনি নাপালোঁ। এতিয়া মোৰ আগলৈ যাবলৈও নাই, পিছলৈ যাবলৈও নাই। মাষ্টৰণী কাম কৰোঁ। ৰাতিপুৱা-গধূলি টিউচন কৰোঁ, আমাৰ ক্লাবটো

ৰখোঁ। সুবিধা পালে কান্দো।

উৎপল : [খিৰিকীৰে] বাইদেউ, আপুনি এতিয়া কাম কৰিবনে?

ৰাধা : নকৰোঁ উৎপল। ফাইলটো ঘৰলৈ লৈ যাওঁ দিয়া। ৰাতি কৰি থ'ম। আপুনি যাব নে ৰ'ব দাদা?

নীলকণ্ঠ : যাওঁ যাওঁ। মোৰ লগত কুঁৱলী যাওঁ বুলিছিল। কুঁৱলী—।

কুঁৱলী : [ভিতৰত] গৈছোঁ দাদা। [আহে] ব'লক দাদা।

[মঞ্চ আন্ধাৰ হয]

# দৃশ্য ঃ ১০

## মঞ্চ ঃ ১

[নীলইঁতৰ বহা কোঠালি। উপমা থিয় হৈ আছে। গোবিন্দই চামুচেৰে মাংস খাইছে।]

গোবিন্দ : ইমান দৌৰাদৌৰিকৈ আহিলোঁ, ই গ'ল ক'লৈ?

উপমা : এনেয়ে ফুৰিবলৈ বুলি ওলাই গৈছে।

গোবিন্দ : [লাহে লাহে খাই] মই আকৌ অফিচৰ কামত আমাৰ বছৰ লগত গ'লোঁ। গৈ একেবাৰে দিল্লী পালোঁগৈ।

উপমা : কেইবাদিনো থাকিলা হ'বলা?

গোবিন্দ : আচল কাম দুদিনৰ। আৰু আপোনাৰ আচল কাম মানে— একো কাম নাই। মিটিং। বছ ইয়াতে বহি থাকে, মই ইয়াতে বহি থাকোঁ। এইখন কাগজ আছে নে? আছে ছাৰ। আমাৰ ৰিপ'ৰ্টটো? এইটো ছাৰ। ছেক্ৰেটাৰীৰ চিঠিখনৰ কপিটো? এইটো ছাৰ। এইখন নহয়, ইয়াৰ পিছৰ চিঠিখনৰ? অ' সেইখন, আছে ছাৰ, এইখন। আমাৰ ৰিপ্লাইটো? এইটো ছাৰ [খায়] মাজে মাজে চাহ-বিস্কুট, ঠাণ্ডা পানী আহে, খাওঁ। গোটেই দেশখনৰ বছবোৰে হো হোকৈ হাঁহে। মযো হাহোঁ। মিটিং সেয়াই। [মাংসৰ হাড় চোবাই] মিটিং দুদিন, তাৰ পিছত ফটেপুৰ ছিক্ৰি, মথুৰা, তাজমহল, হুমায়ুন, আকবৰ, বাবৰ, মোগল, পাঠান, ৰাজস্থান [খায়] কনট প্লেছ, চাদনী চৌক, শাড়ী, ব্লাউজ, নাইটী, টেপৰেকৰ্ডাৰ— সাতদিন। [মাংস খায়] তাৰ পিছত বছ আহিল এৰোপ্লেনত, মই ৰে'লত ছটা ইমান ডাঙৰ ডাঙৰ পেকেটৰ মাজত বহি আহি আছোঁ। এই আজি গধূলি পাইছোঁহি। আহি ঘৰ সোমাইছোঁ, আমাৰ এওঁ, মই আহিলোঁনে নাই তাৰ খবৰ নাই, বোলে নীলদা আহিছে। তেৰোঁ যি, ময়ো সেই। দহ দিনৰ পিছত হ'লেও কি হ'ব, তেওঁৰ মুখলৈও নাচালোঁ। বিস্নাৰ পৰা বস্ত্ৰ নমাবলৈ কৈ চিধা এইখিনি। [খোৱা শেষ কৰি, প্লেটখন থৈ] বৰ বঢ়িয়া হৈছে। আজি আপুনি ৰান্ধো বুলিয়েই ৰান্ধিছে যেন পাওঁ। আৰু এটা মান আইটেম টেষ্ট কৰা হ'লে ৰাতিৰ সাঁজৰ লেঠাই মৰিলহেঁতেন। [হাঁহে]

উপমা : নাই, ইহঁতো আহিছে নহয়, সেই কাৰণে বোলোঁ—।

গোবিন্দ : কোন?

উপমা : আমাৰ বিনোদ।

গোবিন্দ : অকলে আহিছেনে?

উপমা : নহয়, বোৱাৰীও আহিছে। নীল অহাৰ দিনাই ই উৎপলে টেলিগ্ৰাম কৰিছিল। তাকে চাবলৈ আহিছে। ভাল কৰিছে। [নীল সোমাই আহে। গোবিন্দ জাঁপ মাৰি থিয় হয়] আহিলা দাদা? [অলপ সময় চাই থাকি দুয়ো দুয়োকে সাবট মাৰি ধৰে। এৰি দি]

নীলকণ্ঠ : [হাঁহি-কান্দোন] গোবিন্দ! নাটক? কেনে চলিছে? লিখি আছা?

গোবিন্দ : আছোঁতো। লিখি আছোঁ। ইণ্টাৰভেললৈকে লিখি শেষ কৰিলোঁ।

নীলকণ্ঠ : হয় নেকি? কি লিখিলা কোৱাচোন?

গোবিন্দ : কওঁ।

নীলকণ্ঠ : কোৱা।

গোবিন্দ : বেয়া নোপোৱা?

নীলকণ্ঠ : নাপাওঁ, কোৱা।

গোবিন্দ : ঠিক?

নীলকণ্ঠ : ঠিক।

গোবিন্দ : লিখিলোঁ— মাক-বাপেকক নৰিয়াপাটীত এৰি থৈ আমাৰ কাপুৰুষ নায়ক পলাল। বেহেলাত করুণ সুৰ, শুশ্ৰূষাৰ অভাৱত, এযাৰ মৰমৰ মাতৰ অভাৱত বৃদ্ধ পিতৃৰ অসহনীয় যন্ত্ৰণাত মৃত্যু। ভোৰতালৰ গেৰেম-ক্ৰেছ। অকলশৰীয়া, অসহায় মাতৃযে পদুলিমুখত থিয় হৈ দিনৰ পিছত দিন আশা কৰি আছে— আহিবনে এনে দিন, বাজিবনে ভগা বীণ?

নীলকণ্ঠ : হ'ব দিয়া, থোৱা। [বিনোদ আহে]

বিনোদ : তই ধেমালিৰ চলতে বৰ বেছি কথা ক'ব গোবিন্দ।

গোবিন্দ : হাঁ? কি ক'লোঁ?

বিনোদ : যিমানে নাটক-ফাটকৰ ফাতৰামি নকৰ, কথা কিন্তু ঠিক বুজি পাওঁ।

উপমা : তই তেনেকৈ কথা কৈছ কিয় বিনোদ?

বিনোদ : শুশ্ৰূষাৰ অভাৱত, এযাৰ মৰমৰ মাতৰ অভাৱত বৃদ্ধ পিতৃৰ অসহনীয় যন্ত্ৰণাত মৃত্যু— এইবোৰৰ মানে কি?

উপমা : তই সেইবোৰ গাত পাতি লৈছ কিয়?

বিনোদ : মই গাত পাতি নল'লে সেইকেইটা কথা কাৰ গাত পৰিব?

উপমা : সি আমাৰ ঘৰৰ কথা কৈছে বুলি কিয় ভাবিছ?

বিনোদ : সোধচোন কাৰ ঘৰৰ কথা কৈছে। কোনখন জগতৰ কথা কল্পনা কৰি সি নাটক লিখিছে? সি নিজেই কওকচোন। সোধ তাক।

গোবিন্দ : বিনোদ, সুধিব নালাগে, মই নিজেই কওঁ। ফাতৰামি কৰিব পাৰোঁ, কিন্তু মিছা কথাৰে নাটক লিখাৰ অভ্যাস কেতিয়াবাই বাদ দিলোঁ। মই নীলক লগ পাবলৈ আহিছিলোঁ, তোৰ লগত কাজিয়া কৰিবলৈ অহা নাছিলোঁ। যদি সাহ আছে, যদি মাত, তেনেহ'লে এদিন কাজিযা কৰিবলৈকে আহিম। যাওঁ দিয়া নীলদা, পিছত কথা হ'ম। [যাব খোজে]

বিনোদ : ৰ'বি, তেনেকৈ যাব নোৱাৰিবি নহয়। কোনে, কাক শুশ্ৰূষা নকৰি, যন্ত্ৰণা দি মাৰিলে কৈ যা। [উৎপল সোমাই আহি চাই থাকে]

গোবিন্দ : মোকনো কিয় সোধ? সুধিলে ঘৰটোৰ চাল-বেৰবোৰেও ক'ব নহয়। যাওঁ নীলদা। খুৰী আহোঁ। [গুচি যায়]

নীলকণ্ঠ : গোবিন্দ।

বিনোদ : এইবোৰ মানুহেই মাজত সোমাই ঘৰ নষ্ট কৰে।

উৎপল : গুবিনদাক তেনেকৈ ঘৰৰ ভিতৰত বেয়া ব্যৱহাৰ কৰাটো বেয়া কথা হৈছে।

বিনোদ : বেয়া ব্যৱহাৰ মানে? আৰু বেছি কথা কোৱা হ'লে মই তাক মৰিয়ায়েই দিলোঁহেঁতেন।

উৎপল : মৰিয়াব পাৰ, কিন্তু তেওঁ মানুহজন মৰিলেও তেওঁৰ মুখৰ কথাতো নমৰে।

বিনোদ : মানে?

উৎপল : গুবিনদাই সঁচা কথা কৈছে বুলি তয়ো জান, মায়ো জানে, নবৌৱেও জানে, দেউতাইয়ো জানিযেই মৰিছে।

উপমা : তইঁত মনে মনে থাক। উৎপল, যা ইযাৰ পৰা।

উৎপল : নহয মা, নীলদাই সঁচা কথাবোৰ জনা দৰকাৰ।

বিনোদ : ক, কি সঁচা কথা?

উৎপল : দাদা যোৱাৰ এবছৰৰ পিছত মা যেতিয়া দুৰ্বল হৈ কাম-বন কৰিব নোৱাৰা হৈছিল, দেউতাই যেতিয়া কেঁকাই-কেঁকাই বিছনাত পৰি আছিল, তেতিয়া তইঁত ক'ত আছিলি?

বিনোদ : অফিচৰ কামত গৈছিলোঁ। দেখা নাছিলি?

উৎপল : নবৌক কিয় লগত লৈ গৈছিলি?

বিনোদ : তোক তাৰ কৈফিয়ৎ দিব লাগিব নেকি?

উৎপল : নবৌৰ ভনীয়েকৰ বিয়াৰ কাৰণে পোন্ধৰ দিন ছুটী ল'ব পাৰিলি, দেউতা-মাৰ কাৰণে দহ দিন ছুটী ল'ব নোৱাৰিলি? বুইছা দাদা, তুমি বেয়া নাপাবা। মোৰ মেট্ৰিক পৰীক্ষাৰ সময়, দুবেলা ভাত ৰান্ধো, বাচন ধোওঁ, এবাৰ মাৰ বিছনাত, এবাৰ দেউতাৰ বিছনাত,— এনেকৈয়ে গোটেই ৰাতি কটাওঁ। এডিচনেল মেথেমেটিকছ পৰীক্ষা দিব নোৱাৰিলোঁ। তাৰ কাৰণে মোৰ গোটেই জীৱনৰ বাট সলনি হৈ গ'ল। এই গুবিনদা নথকা হ'লে, তুমি কিজানি আজি মাকো দেখা নাপালাহেঁতেন্।

উপমা : তই মনে মনে থাকিবি নে নাথাক? ভিতৰলৈ যা।

নীলকণ্ঠ : কওক দে মা, কাৰ ভিতৰত কি আছে শুনাই ভাল।

বিনোদ : আমি যিখিনি কৰিলোঁ, সেইবোৰ এনেয়ে গ'ল? নিমখ হাৰামৰ নিচিনাকৈ কথা ক'ব কিয়? সেইজনী মানুহে কি কৰিছিল তই দেখা নাছিলি?

উৎপল : কিয দেখা নাছিলোঁ। দেখিছিলোঁ। অকল মযেই নহয নহয়, গোটেই চহৰৰ মানুহে দেখিছিল। পাকঘৰত কাম কৰি কৰি নবৌৰ আঙুলিবোৰ একেবাৰে চাব নোৱাৰা হৈ গৈছিল। হাতৰ ছাল ছিগি গৈছিল। [চপলা আহে]

চপলা : তুমি তেনেকুৱা কথা কিয় কৈছা উৎপল? মই তোমাক মোৰ আঙুলি, হাত— এইবোৰ দেখুৱাইছোঁ নেকি?

উৎপল : নাই দেখুওৱা। কিন্তু আপুনি নেদেখুৱাকৈ মই জানিলোঁ কেনেকৈ? কিয় বাহিৰৰ জাক জাক তিৰোতা মানুহৰ মুখৰ পৰা শুনিবলগীয়া হৈছিল— কাম কৰি কৰি তোমাৰ নবৌয়েৰাৰ আঙুলিবোৰ বেয়া হৈ গৈছে, হাতৰ ছাল ছিগিছে, চকুৰ গুৰি ক'লা পৰি গৈছে, তাকে কৈ কৈ নবৌৱেৰাই বৰ দুখ কৰে— কিয়?

চপলা : মিছা কথা শুনিছিলা নেকি? লোকৰ মুখৰ পৰা শুনাৰ আগতে নিজে নেদেখিলা কিয়? কাৰো চকু নাছিল? মা-দেউতাৰ ঘৰত মই দুজনী চাকৰণীৰ মাজত ডাঙৰ হৈছিলোঁ।

ইয়াত যদি চাকৰণীৰ দৰকাৰ আছিল, তেনেহ'লে তেনেকুৱা মানুহ চাই আনিব লাগিছিল। মই চাকৰণী হ'বলৈ অহা নাছিলোঁ নহয়?

উপমা : তোমাকনো কোনে চাকৰণী পাতিছিল বোৱাৰী? বিছনাত পৰি থাকিবলগীয়া নোহোৱা হ'লে ময়ে তোমাৰ চাকৰণী হৈ থাকিলোঁহেঁতেন। তেনেকুৱা কথা কিয় কোৱা?

চপলা : কিয় নক'ম? এদিন মুকলিমূৰীয়াকৈ ওলাই যাবলৈ নাপাওঁ। একে লগৰ ছোৱালী ইয়াতে কেইজনী আছিল, সিহঁতে যে আজি চিনেমা, কাইলৈ থিয়েটাৰ যি ইচ্ছা কৰিব পাৰিছিল, মই নোৱাৰিছিলোঁ কিয়? পাকঘৰৰ বেৰ চাৰিখনৰ মাজতে মৰিবলৈ আহিছিলোঁ?

উৎপল : আৰু সেই কাৰণেই একেলগৰ ছোৱালীহঁতৰ আগত কৈছিল— বুঢাটো নমৰেও নহয়।

চপলা : কাক কৈছিলোঁ?

উৎপল : ৰিজাব লাগে যদি দহ বছৰৰ পিছতো তেখেতসকলক বিচাৰি বিচাৰি ৰিজাম কিন্তু কৈ দিছোঁ।

চপলা : [বিনোদক] তুমি একো নামাতা কিয়? মোৰ দেওৰ হৈ, ফুকলীয়া ল'ৰা হৈ তোমাৰ আগতে মোক ইমান কথা কয়? এইসোপা গালি খুৱাবলৈ মোক ইয়ালৈ লৈ আহিছিলা?

বিনোদ : দেউতাই তাক সেয়া শিক্ষা দি গৈছে, মাই সেয়া শিক্ষা দিছে, সেই কাৰণে সি সেযা ডাঙৰক সম্মান কৰি কথা কৈছে।

উৎপল : মা-দেউতাৰ শিক্ষাই মোক এইবিলাক ক'বলৈ দিয়া নাই। দহ বছৰ তইঁতে যি শিক্ষা দিছ সেই শিক্ষাৰ বলতহে মোৰ মুখেদি এইবিলাক কথা ওলাইছে। মা-দেউতাৰ শিক্ষাকণ নথকা হ'লে তইঁত এনেকৈ সাৰি যাব নোৱাৰিলিহেঁতেন।

বিনোদ : কি কৰিলেহেঁতেন?

চপলা : মোক এতিযাই ইযাৰ পৰা লৈ ব'লা। মই আৰু এক মিনিটো ইয়াত নাথাকোঁ। [দৌৰি সোমাই যায়]

বিনোদ : ক কি কৰিলেহেঁতেন?

উৎপল : আৰু চিঞৰ-বাখৰ নকৰিবি। এক মিনিট পাৰ হৈ যাব— যা।

বিনোদ : ষ্টুপিড। [চোঁচা লয়। নীল সোমাই আহে]

নীলকণ্ঠ : [ধৰি] যা, ভিতৰলৈ যা।

বিনোদ : তাক মই—

নীলকণ্ঠ : [চিঞৰি] যা বুলিছোঁ। [বিনোদ যায়। পিছত কাতৰ হৈ উৎপলে কয়]

উৎপল : দাদা! মা! মোক তইঁতে বেযা নাপাবি। [কান্দে] মোৰ হঠাতে কি হৈ গ'ল, মই ক'ব নোৱাৰোঁ। মোক তইঁতে ক্ষমা কৰিবি। হঠাতে মোৰ কি হ'ল—
[বহে। কান্দে।]

উপমা : [আধা কন্দা মাতেৰে] এনেকৈয়ে আমি চলি আছোঁ নীল। এনেকৈয়ে জীয়াই আছোঁ। তই থকা হ'লে এনে হ'বলৈ নাপায়। কিয় তই এনেকুৱা কৰিলি? [কান্দে]

নীলকণ্ঠ : [মাকক ধৰি] এতিয়া চব ঠিক হৈ যাব মা। নাকান্দিবি। মই আহিলোঁ নহয়। চব ঠিক হৈ যাব। [ওলাই যায়। মাক আৰু উৎপল বহি থাকে। মঞ্চ আন্ধাৰ হয়।]

# দৃশ্য ঃ ১১

## মঞ্চ ঃ ২

[ক্লাবৰ ওচৰৰ নির্জন ঠাই। নীল আৰু গোবিন্দ থিয হৈ আছে। ক্লাবৰ এমপ্লিফাযাৰত প্রতিমাৰ গানৰ ৰেকর্ড বাজিছে।]

নীলকণ্ঠ ঃ গোবিন্দ।

গোবিন্দ ঃ দাদা।

নীলকণ্ঠ ঃ সেইটো কুঁৱলীৰ মাত নেকি?

গোবিন্দ ঃ নহয়, প্রতিমাৰ মাত। ক্লাবত ল'ৰাহঁতে প্রতিমাৰ গানৰ ৰেকর্ড বজাইছে। সেইটো গান বৰ পপুলাৰ হৈছে। তুমি শুনা নাই নেকি?

নীলকণ্ঠ ঃ নাই শুনা। কুঁৱলীয়ে ছখন ৰেকর্ড দিছিল। তাত এইটো গান নাছিল।

গোবিন্দ ঃ হেৰি নহয—

নীলকণ্ঠ ঃ [বাধা দি] ৰ'বাচোন গানটো শুনি লওঁ। [গান চলি থাকে। গোবিন্দ বহি থাকে। নীলই খোজ কাঢে। আন্ধাৰৰ মাজৰ পৰা এবাৰ প্রতিমাই গান গাই গাই ওলাই আহে। নাইকিয়া হয়। অলপ পিছত কুঁৱলী আহে। সেই শাড়ীখন পিন্ধি। গানৰ শেষত ক্লাবত কোৰাল।]

গোবিন্দ ঃ ব'লা নীলদা, ভিতৰলৈ নোযোৱা?

নীলকণ্ঠ ঃ এ নাযাওঁ দিয়া।

গোবিন্দ ঃ এ ক্লাবলৈ যাওঁ বুলি আহিলা, মোকো মাতি আনিলা, এতিয়া আকৌ নোযোৱা হ'লা কিয়? ব'লা, আজি তাত বহুত মানুহ গোট খাইছে। অনিলহঁতো আহিছে। অনিলে অথনি মোক কৈছিল, আজি বোলে ক্লাবতে তোমাক আটাইখনে হেঁচা মাৰি ধৰিব।

নীলকণ্ঠ ঃ কিহৰ কাৰণে হেঁচা মাৰি ধৰিব।

গোবিন্দ ঃ জানো। কাইলৈ পিকনিকটোৰ কাৰণে আজি নতুন-পুৰণি সকলো গোট খাইছে নহয়, সকলোৰে বোলে তোমাক কিবা এটা ক'বলগীয়া আছে।

নীলকণ্ঠ ঃ [বৈ] গোবিন্দ।

গোবিন্দ ঃ দাদা।

নীলকণ্ঠ ঃ কুঁৱলীয়েও সদায় মোক কিবা এটা ক'ম ক'ম বুলি কৈ থাকে। বৰ ডাঙৰ কথা বোলে। সিদিনা জোৰ কৰিলোঁ— কোৱাচোন কি কথা। তেওঁ ক'লে, বৰ ডাঙৰ কথা। জীৱন-মৰণৰ সমস্যাৰ কথা। তেওঁ বোলে কথাটো ক'বলৈ নিজকে সাজু কৰিয়েই আছে, সাহ গোটায়েই আছে। তথাপি বোলে সাজু হ'ব পৰা নাই, সাহ কৰিব পৰা নাই। কি কথা হ'ব পাৰে বাৰু?

গোবিন্দ ঃ জানো?

নীলকণ্ঠ ঃ ক্লাবৰ ইমানবোৰ মানুহে কি ক'বলৈ মোক হেঁচা মাৰি ধৰিব সেইটো শুনিবলৈ মোৰ যিমান আগ্রহ, কুঁৱলীয়ে কি কওঁ কওঁকৈ আছে, সেইটো শুনিবলৈ তাতকৈ বহুত বেছি আগ্রহ হৈছে গোবিন্দ। এনেকুৱা লাগিছে, কুঁৱলীয়ে কথাটো ক'লে আন কোনেও আৰু একো কোৱাৰ প্রয়োজন নহ'ব। মই তোমাক এটা সঁচা কথা কওঁ গোবিন্দ।

গোবিন্দ ঃ কোৱা।

নীলকণ্ঠ ঃ যেতিয়া মাৰ কথা ভাবোঁ, ঘৰখনৰ কথা ভাবোঁ, তেতিয়া মই কিছুমান ভুল কৰিলোঁ যেন লাগে। আৰু যেতিয়া সেই ভুল শুধৰোৱাৰ কথা ভাবোঁ, তেতিয়া বাৰে বাৰে প্ৰতিমালৈ মনত পৰে। এনেকুৱা লাগে যেন এতিয়া কুঁৱলীয়েহে মোক সেই ভুল আঁতৰোৱাত সহায় কৰিব পাৰিব। কিবা এটা ঐশ্বৰিক শক্তিয়েহে যেন কুঁৱলীক ইমান বেছি প্ৰতিমাৰ নিচিনাকৈ গঢ়ি সাজু কৰিছে। গোবিন্দ।

গোবিন্দ ঃ দাদা।

নীলকণ্ঠ ঃ কুঁৱলী আজিও মোৰ লগত ঘৰলৈ উভতি যোৱাৰ কথা আছিল। তেওঁলোকৰ যাবৰ সময় হোৱা নাই নে চাঁগে!

গোবিন্দ ঃ জানো! কাইলৈ পিকনিক। আজি বা কিমান দীঘলীযা মিটিং বহে। মই নহ'লে গমটো লৈ আহোঁগৈ। তুমি অলপ ৰ'বা।

নীলকণ্ঠ ঃ যোৱাচোন। [গোবিন্দ যায। নীলই ঘূৰা-পকা কৰি এঠাইত থিয় হৈ ভাবে।]

[মঞ্চ আন্ধাৰ হয়।]

# দৃশ্য ঃ ১২ (ক)

## মঞ্চ ঃ ১

[পিকনিকৰ ঠাই। ৰমণী, শৰৎ আৰু অনিলে তাচ খেলিছে। দূৰত এটাই ঢোল বজাইছে। কুঁৱলীয়ে নাচিছে। দুজনীয়ে হাত চাপৰি বজাইছে। ৰাধাই আলোচনী এখন পঢ়ি আছে। অলপ পিছত গোবিন্দ আহে। তেওঁৰ হাতত এছাৰি এডাল। দুযোপক্ষৰ তাচ চাই তেওঁ ৰমণীহঁতক তাচ পেলাবলৈ শিকাই দিযে। অনিলহঁতে আপত্তি কৰে। এবাৰ গালি পাৰে।]

গোবিন্দ ঃ এই এই এই। এইখন নিদিবি। এইখন দে।

অনিল ঃ গোবিন্দ! কি হৈছে?

গোবিন্দ ঃ একো হোৱা নাই। তই এইখন দে।

ৰমণী ঃ এ এনেকৈ খেলিব পাৰি নেকি?

গোবিন্দ ঃ নোৱাৰি। তই এইখন দে।

অনিল ঃ তুমি যাবা নে নোযোৱা ইযাৰ পৰা?

গোবিন্দ ঃ ইযাৰ হাতত দুটা টেক্কা আছে।

শৰৎ ঃ [তাচ পেলাই দিয়ে] এইখন আৰু কি খেলা হ'ল?

গোবিন্দ ঃ [হাত দাঙি] অ'ই বন্ধ কৰ। বন্ধ কৰ। বন্ধ কৰ।

কুঁৱলী ঃ কিয গুবিনদা, কি হ'ল?

গোবিন্দ ঃ ইযাত পিকনিকত এইবোৰ নচলিব।

কুঁৱলী ঃ এইবোৰ নচলি কিনো চলিব?

গোবিন্দ ঃ সদায ঘৰত যিবোৰ কৰ— সেইবোৰ চলিব। এইকেইজনৰ বাৰ মাহে ৰাতি বাৰ বজালৈকে থিযেটাৰ ঘৰত তাচ খেলি হেঁপাহ নপলায, ইযাতো তাচ। [ৰাধালৈ দেখুৱাই] সৌফালে পণ্ডিতনী

বাইদেউক দেখিছা? কিতাপ পঢ়িবলৈ দুনিয়াত আৰু ঠায়ো নাই, সময়ো নাই। সেই কাৰণে তহঁতেও এইবোৰ থ', নিজৰ নিজৰ কাম কৰা। তহঁত দুজনীয়ে ওকণী চা। তহঁত দুটা খৰি লুৰিবলৈ যা আৰু তই, তই কাৰ ছোৱালী?

ছোৱালী : জগত শৰ্মাৰ।

গোবিন্দ : অ' জগত দাদাৰ? ঘৰৰে। তই মোৰ এই গলধনৰ এইখিনি পিটিকি দে। এনেকৈয়ে আমাৰ পিকনিক হওক। ছিঃ ছিঃ ছিঃ। [খঙেৰে] পিকনিকৰ মোল নুবুজা? [বক্তৃতা] পিকনিক কি? ইয়াৰ গূঢ়াৰ্থ কি? ইয়াৰ প্ৰয়োজন কি? ইয়াৰ বৈশিষ্ট্য কি? মানব জীৱন, মানব সমাজ, মানৱ সংস্কৃতিৰ লগত ইয়াৰ সম্পৰ্ক কি? [ল'ৰা-ছোৱালীহঁত পলাল। অনিলক] আমাৰ ৰাষ্ট্ৰীয় জীৱনৰ পটভূমিৰ পৰিপ্ৰেক্ষিতত ইয়াৰ পৰম্পৰা কি? [ঘূৰে] অহৰ্নিশে জীৱন সংগ্ৰামত লিপ্ত, ক্লান্ত, শ্ৰান্ত, জৰ্জৰিত, হতাশাগ্ৰস্ত মানব শিশুৱে [কুঁৱলীক] যেতিয়া কিঞ্চিৎ শান্তি বিচাৰি, যান্ত্ৰিক কোলাহলৰ পৰা [অনিলহঁত ওলাই যায়] আঁতৰি প্ৰকৃতিৰ শ্যামল কোলাত নিজকে উন্মুক্ত কৰি দিয়ে, সেযেই পিকনিক। এই বিশ্বব্ৰহ্মাণ্ডৰ বীভৎস, অথচ মনোৰম। [অনিলহঁতলৈ চাই, সিহঁত নাই, কুঁৱলীক] কুঁৱলী শুনা, সেইফালে ক'ৰবাত এওঁ নীল দাদাই প্ৰকৃতিৰ শোভা চাই আছে।

কুঁৱলী : হয় নেকি? মই তাকে ভাবি আছিলোঁ— নীলদা ক'লৈ গ'ল?

গোবিন্দ : তই সেইফালে যাব যদি তেওঁক লগ পালে পঠিযাই দিবি।

কুঁৱলী : মই এতিয়াই যাওঁ। [যায়]

গোবিন্দ : [ৰাধাক] এই বিশ্বব্ৰহ্মাণ্ডৰ বীভৎস অথচ মনোৰম—

ৰাধা : এ হ'ব দিয়া গুবিনদা। কাণৰ কণামাকৰি লৰি গৈছে। অইন কথা কোৱা।

গোবিন্দ : অইন কথা ক'ব লাগে?

ৰাধা : ওঁ।

গোবিন্দ : শুনিবা?

ৰাধা : কোৱাচোন। আকৌ বা কি আৰম্ভ কৰা!

গোবিন্দ : [বহি] শুনা, মই শেষ নকৰালৈকে মাজতে কিন্তু একো নক'বা। ৰাজি?
[ৰাধাই চাই থাকে। মঞ্চ অন্ধকাৰ হয়।]

# দৃশ্য ঃ ১২ (খ)

## মঞ্চ ঃ ২

[পিকনিকৰ অইন এডোখৰ ঠাই। এটা শিলত নীলকণ্ঠ বহি আছে। কুঁৱলী আহে।]

কুঁৱলী : আপুনি ইয়াত বহি আছেহি নীলদা? মই আপোনাক গোটেইখনতে বিচাৰি ফুৰিছোঁ। আপোনাৰ ভাগৰ লাগিছে নেকি?

নীলকণ্ঠ : ভাগৰ? নাই নাই। কিয় ভাগৰ লাগিব? ময়ো তোমালৈকে বাট চাই আছোঁ কুঁৱলী। মই আকৌ ভাবিছিলোঁ ইয়াত তুমি সকলো বাদ দি কেবল মোৰ ওচৰে ওচৰে থাকিবা। ইমান পৰে তোমাক নেদেখি মোৰ খঙেই উঠিছিল।

কুঁৱলী : খং নকৰিব নীলদা। সেইজাকেও মোক এৰি নিদিয়ে নহয়। মই নাথাকিলে সিহঁতৰ বোলে গান গাবলৈও মাত নোলায়, নাচিবলৈও হাত-ভৰি নচলে, ৰান্ধনিকিটায়ো পাচলি কুটিব নজনা হয়। [হাঁহে]

নীলকণ্ঠ : আৰু মযো একো ভাবিব নোৱৰা, কৰিব নোৱৰা হৈ যাওঁ।

কুঁৱলী : ই আপুনি এনেয়ে কৈছে।

নীলকণ্ঠ : নহয় কুঁৱলী, মই কিয় এনেযে ক'ম? এনেয়ে কথা ক'বলৈ মোৰ মনো নাই, সময়ো নাই, উপায়ো নাই। কোৱাচোন কুঁৱলী, তুমি মোক কি ক'ম ক'ম বুলি আছিলা? [নিস্তব্ধ] আজি মই তোমাৰ কথাটো শুনিম বুলিযেই আহিছোঁ। ক'বা?

কুঁৱলী : [ইতস্ততঃ] ক'ম, কিন্তু মোৰ বৰ ভয় লাগিছে।

নীলকণ্ঠ : কিহৰ ভয়?

কুঁৱলী : আপুনি যদি।

নীলকণ্ঠ : মই যদি— কি কুঁৱলী? নহয় নহয় কুঁৱলী, তুমি ভয় কৰিব নালাগে। আচলতে তোমাতকৈ মোৰহে ভয় বহুত বেছি। কিন্তু, কিন্তু— তোমাৰ কথাটো প্ৰথমতে তোমাৰ মুখৰ পৰা শুনাৰ বাহিৰে মোৰ আৰু কোনো উপায় নাই। কোৱা, কোৱা কুঁৱলী। সময়বোৰ বৰ খৰকৈ পাৰ হৈ গৈ আছে। কোৱা। নিৰ্ভয়ে কোৱা। তুমি এটা শব্দ ক'লেই বাকীখিনি মই বুজি পাম। বাকীখিনি মযেই ক'ম।

কুঁৱলী : [অলপ পৰ ভাবি থাকি] সৌৱা অনিল ভিনদেউ আহিছে। [অনিল আহে]

অনিল : নীল তই ইয়াত আছ? কুঁৱলী আকৌ এইখিনিত ক'ৰ পৰা ওলালাহি?

কুঁৱলী : নাই, ৰূপাইঁতৰ লগত এইফালে আহি আছিলোঁ, নীলদা অকলে বহি থকা দেখি কথা পাতিছিলোঁ।

অনিল : তুমি যোৱাচোন। নীলৰ লগত মোৰ অলপ কথা আছে। [কুঁৱলী যায়। অলপ পিছত] নীল।

নীলকণ্ঠ : ক'।

অনিল : তই কিবা এটা নকৰ জানো? ঘৰখন একেবাৰে উদং। খুৰীদেৱে বৰ কষ্ট পাইছে। উৎপলৰো বিযাৰ সময় হৈছে। তোক আকৌ কথা ক'বলৈকে ভয় নহয়। তৰ্জন-গৰ্জন কৰি কৈ দিবি, 'পাতি পেলা উৎপলৰ বিযা, মোৰ কথা চিন্তা নকৰিবি।'

নীলকণ্ঠ : নহয় অনিল। তেনেকৈ মই আৰু নকওঁ। গ্ৰেট হ'ব নোৱাৰিলোঁ, কাকো সুখ দিব নোৱাৰিলোঁ। এইবাৰ অন্ততঃ মাক দুখ নিদিওঁ। সেই পাপৰ তুলনা নাই। উৎপলৰ কথাও মই ভাবিছোঁ। আগতে মই কিবা এটা কৰি লওঁ, তাৰ পিছতে উৎপলৰো—

অনিল : শুনি বৰ ভাল পালোঁ নীল। কিন্তু ছোৱালী এজনীতো বিচাৰি উলিযাব লাগিব?

নীল : লাগিব।

অনিল : তই কিবা ভাবিছ নেকি?

নীল : মই? নাই। নাই ভবা।

অনিল : আমি সকলোৱে প্ৰাযেই কথাবোৰ পাতোঁ। আমিও এটা কথা ভাবিছোঁ। বেযা নহ'ব যেন পাওঁ। তই বা কি ভাব? [নীলই চাই থাকে] তই ৰাধাক বিযা কৰাবি?

নীলকণ্ঠ : ৰাধাক?

অনিল : তাই আমাৰ মাজতে তেনেকৈযে থাকি গ'ল। তযো থাকি গ'লি। বযসৰ ফালৰ পৰাও মিলিব।

নীলকণ্ঠ : [চিঞৰি] অনিল!

অনিল : কি হ'ল নীল? কথাটো তোৰ ভাল নালাগিল নেকি? ভাবি চাচোন। আমিতো কথাটো মিলি আছে বুলিযেই ভাবিছোঁ।

নীলকণ্ঠ : তই এতিযা যা অনিল।

অনিল : ৰাধাৰোতো তোৰ প্ৰতি সেই তাহানিৰে পৰা এটা ভাল ভাব আছেই।

নীলকণ্ঠ ঃ [গৰ্জি] যা বুলিছোঁ নহয়।
[দুয়ো স্তব্ধ হৈ ৰৈ থাকে আৰু মঞ্চ আন্ধাৰ হয়।]

# দৃশ্য ঃ ১২ (গ)

## মঞ্চ ঃ ১

[পিকনিকৰ প্ৰথম ঠাইডোখৰ। উৎপলে তিনিটা খুঁটি পুতিছে। ওচৰত কুঁৱলী।]

কুঁৱলী ঃ কি কৰা উৎপলদা?
উৎপল ঃ ক্রিকেট খেলোঁ।
কুঁৱলী ঃ অকলে?
উৎপল ঃ সৌমখা দেখিছা নে নাই? মই দৰমহা খোৱা চাকৰে চব ঠিক-ঠাক কৰিম, তাৰ পিছতহে মহাপ্ৰভুসকল ওচৰ চাপি আহিব। এনে ধোদ, ফাঁকিবাজৰ দল। [সুৰ সলাই] হেৰি নহয়।
কুঁৱলী ঃ কি?
উৎপল ঃ [চকুৰে ওচৰলৈ মাতি] দাদাক লগ পাইছিলা?
কুঁৱলী ঃ এবাৰ পাইছিলোঁ।
উৎপল ঃ পাইছিলা? কিবা কথা পাতিলা নেকি?
কুঁৱলী ঃ কথা পাতিলোঁ, কিন্তু—
উৎপল ঃ কিবা ক'লা?
কুঁৱলী ঃ নক'লোঁ।
উৎপল ঃ বৰ ভাল কৰিলা।
কুঁৱলী ঃ মানে—
উৎপল ঃ তোমাৰ কাৰণে সময় ৰৈ থাকিব?
কুঁৱলী ঃ সময়তো আছেই। ভাত খোৱাই নাই, ভাত খোৱাৰ পিছৰ সময়খিনিও আছেই।
উৎপল ঃ আছেতো! আমাৰ ঘৰখনৰো অজস্ৰ সময় আছে। মাৰ জীৱনৰো অজস্ৰ সময় আছে।
কুঁৱলী ঃ তুমি খং কৰিছা কিয়?
উৎপল ঃ ইয়াত এতিয়া কি কৰিছা?
কুঁৱলী ঃ একো নাই কৰা।
উৎপল ঃ তেনেহ'লে নোযোৱা কিয়?
[কুঁৱলীয়ে চিন্তা কৰি ওলাই যায়। মঞ্চ আন্ধাৰ হয়।]

# দৃশ্য ঃ ১২ (ঘ)

## মঞ্চ ঃ ২

[পিকনিকৰ দ্বিতীয় ঠাই। নীল চিন্তান্বিত। খোজ কাটি, বাহিৰলৈ চাই এঠাইত ৰৈ যায়। কুঁৱলী আহে।]

কুঁৱলী : নীলদা!

নীলকণ্ঠ : তুমি, তুমি আহিলা কুঁৱলী। বৰ ভাল কৰিলা। হঠাতে মোৰ কিবা উশাহ বন্ধ হৈ যাব খোজা যেন লাগিছিল।

কুঁৱলী : কিয় নীলদা?

নীলকণ্ঠ : জানো ক'ব নোৱাৰোঁ।

কুঁৱলী : মোৰ— মোৰ কথাটো—

নীলকণ্ঠ : কিয় ইমান দেৰি কৰি আছা কুঁৱলী? বৈ থকাৰ কিমান কষ্ট তুমি নাজানা নেকি?

কুঁৱলী : শুনক নীলদা! আপোনাৰ লগত প্ৰতিমা বাইদেউৰ কি সম্পৰ্ক আছিল, এতিযা চাগে প্ৰতিমা বাইদেৱে পাহৰিলে, কিন্তু আমি পিছত শুনিলোঁ কাৰণেই নেকি অকণো পাহৰা নাই। বাইদেউৰ সুখৰ কাৰণেই আপুনি ক'ৰবালৈ গুচি গ'ল। আপুনি যোৱাৰ পিছত আমাৰ ইযাত, আমাৰ ক্লাবটোত এদিন উৎপলদাই আপোনাৰ ঠাই ল'লে। কি শক্তি, কি ক্ষমতা, কি খং, কি মৰম! ঠিক যেন আপুনিহে। আৰু ক'ব নোৱাৰাকৈয়ে এদিন আপোনাৰ কাৰণে প্ৰতিমা বাইদেউ যেনেকুৱা আছিল, উৎপল দাদাৰ কাৰণে মই তেনেকুৱা হৈ গ'লোঁ। [নিস্তব্ধ/সংগীত] ঠিক তেনেকুৱা নহয়, তাতোঁকৈ বহুত বেছি। ইমান বেছি যে আপোনালোকে যেনেকুৱা কৰিলে আমি তেনেকুৱা কেঁতিয়াও কৰিব নোৱাৰিম। আমি তেনেকুৱা হ'বলৈ নিদিওঁ। কিন্তু মানুহে ইছ্ ইছ্ কৰা ঘটনাও ঘটাব নোখোজোঁ। কিন্তু নীলদা [নিস্তব্ধ] আপোনালোকৰ— মানে খুৰীদেৱে আপুনি গুচি যোৱাৰ কাৰণে প্ৰতিমা বাইদেউক দোষ দিছিল। তেখেতে প্ৰতিমা বাইদেউক ইমান বেযা পায যে সেইখন ঘৰত মোৰ নামো শুনিব নোখোজে। কিন্তু আমি জানো নীলদা, আপোনাৰ কথা খুৰীদেৱে শুনিবই। আপুনি বুজালে খুৰীদেৱে বুজিবই। নীলদা, আমি বৰ বিপদত পৰিছোঁ। আপুনি আমাক সহায় কৰিব বুলি আমি বাট চাই আছোঁ দাদা! কৰিব? এইকণ সহায কৰিব নীলদা? নীলদা? [নীলই কান্দিছে। সি হাত তুলি বৈ থাকে। কিছু পিছত]

নীলকণ্ঠ : [চিঞৰি] কৰিম। কৰিম কুঁৱলী। কৰিম।

কুঁৱলী : কৰিব? [আনন্দ] নীলদা। [ভৰিত ধৰি সেৱা কৰে] কিন্তু আপুনি কিয় তেনেকুৱা কৰিছে নীলদা?

নীলকণ্ঠ : মোৰ মন আনন্দেৰে ভৰি গৈছে। সমগ্ৰ অন্তৰ শীতল হৈ গৈছে। তোমালোকে কোনো চিন্তা নকৰিবা কুঁৱলী। মই সকলো ঠিক কৰি দিম। আনন্দেৰে, আনন্দেৰে, আনন্দেৰে। মোৰ সমগ্ৰ অন্তৰ উবুৰিয়াই দি, শূন্য কৰি দি। যোৱা কুঁৱলী, যোৱা।

কুঁৱলী : আপুনি আমাৰ কাৰণে অদ্ভুত মানুহ নীলদা।

নীলকণ্ঠ : যোৱা [কুঁৱলী যাব খোজে] আৰু শুনা, সেইফালে ক'ৰবাত ৰাধা, ৰাধা আছে

কুঁৱলী : আছে, তাতে বহি আছে।

নীলকণ্ঠ : ৰাধাক মই মাতিছোঁ বুলি ক'বা।

কুঁৱলী : ক'ম।

নীলকণ্ঠ : এতিয়াই—।

কুঁৱলী : এতিযাই পঠিয়াই দিমগৈ।

[কুঁৱলী যায়। নীলই অস্থিৰ হৈ ইফাল-সিফাল কৰে। তাৰ পিছত বহে। মঞ্চ আন্ধাৰ হয়।]

# দৃশ্য ঃ ১২ (ঙ)

**মঞ্চ ঃ ১**

[পিকনিকৰ প্ৰথম ঠাই। তিনিজনী ছোৱালীয়ে নাচি আছে। ৰাধাই কিতাপ পঢ়িছে। কুঁৱলী দৌৰি সোমাই আহি তিনিজনীৰ লগত আনন্দত নাচিবলৈ লয়। অলপ নচাৰ পিছত হঠাতে তাইৰ কিবা মনত পৰে।]

কুঁৱলী ঃ অ' ৰাধা বাইদেউ, মই পাহৰিযেই গৈছিলোঁ। তোমাক নীলদাই মাতিছে।

ৰাধা ঃ নীলদাই? ক'ত আছে নীলদা?

কুঁৱলী ঃ সেইফালে, সেই যে ডাঙৰ গছজোপা, তাৰ অলপ সিফালে নৈৰ পাৰত বহি আছে। সোনকালে মাতিছে। এতিয়াই যোৱা।
[ৰাধা উঠে। যায়। কুঁৱলীয়ে আকৌ নাচিবলৈ লয়। অলপ পিছত মঞ্চ আন্ধাৰ হয়।]

# দৃশ্য ঃ ১২ (চ)

**মঞ্চ ঃ ২**

[পিকনিকৰ দ্বিতীয় ঠাই। নীল বহি আছে। ৰাধা আহে।]

ৰাধা ঃ নীলদা। মোক বোলে মাতিছিল? [নীলই চাই থাকে] কুঁৱলীযে খবৰ দিলে। মই আকৌ বোলো তাই কিজানি মিছাকৈয়ে কৈছে। মোক নীলদাই মাতিবহে হয়! কি হৈছে আপোনাৰ নীলদা।

নীলকণ্ঠ ঃ তুমি এদিন মোক তোমালোকৰ ঘৰলৈ মাতিছিলা, মই নগ'লোঁ। আজি আজি মই—

ৰাধা ঃ কি হ'ল নীলদা? আপুনি কিয় এনেকুৱা কৰিছে?

নীলকণ্ঠ ঃ আজি মই তোমাক আমাৰ ঘৰলৈ মাতিছোঁ। যাবা?

ৰাধা ঃ কিয় নাযাম নীলদা? আজিকালি অকলে অকলে ইমান আমনি লাগে' কোনোবাই ঘৰলৈ মাতিলে বৰ ভাল পাওঁ।

নীলকণ্ঠ ঃ তুমি যাবা, কিন্তু উভতি আহিব নোৱাৰিবা।

ৰাধা ঃ মানে? সেইটো আকৌ কি কথা নীলদা?

নীলকণ্ঠ ঃ তুমি যদি বেয়া নোপোৱা, মই তোমাৰ লগত ঘৰ-সংসাৰ কৰিব খুজিছোঁ।

ৰাধা ঃ নীলদা!

নীলকণ্ঠ ঃ সঁচা কথা কৈছোঁ। তুমি কৈছিলা, মই জীৱনৰ পৰিষ্কাৰ বাট বিচাৰি গুচি গ'লোঁ, তুমি বহুত ঘূৰি বাট বিচাৰি নাপালা। নহয় নহয় নহয়। কিন্তু হ'ব পাৰে, হ'ব পাৰে। এই ফালেদি গৈ, সেই ফালেদি গৈ তুমি আৰু মই আজি একে ঠাইতে ওলাইছোঁহি। কোন কোন ফালেদি আহিলোঁ তাৰ চিন নাই। কিন্তু আজিও— আজিও মই সকলোকে সুখ দিম, মোৰ ভাইক সুখ দিম, মাক সুখ দিম। তাৰ কাৰণে মই তোমাক আজি ভিক্ষা খুজিছোঁ।

ৰাধা ঃ তেনেকৈ কিয় কয় দাদা? নক'ব, তেনেকৈ নক'ব। এতিয়াও, এতিয়াও আপোনাৰ ভৰিৰ ওচৰত মই নিজকে ধূলি বুলি ভাবিম নীলদা। [কান্দে। মাইকত প্ৰতিমাৰ গান শুনা যায়।]

নীলকণ্ঠ : [শুনি] তুমি আৰু ডাঙৰ ডাঙৰকৈ কান্দা ৰাধা। এইবোৰ গান— এইবোৰ গান তল পেলাই দিয়া। তল পেলাই দিয়া, এইবোৰ গান তল পেলাই দিয়া।
[কিছুসময় গান চলি থাকে]

ৰাধা : প্ৰতিমা, অনিলদাহঁত আহিছে।

নীলকণ্ঠ : ক'তা?

ৰাধা : সৌৱা।

নীলকণ্ঠ : ব'লা ৰাধা, মই এতিয়া কাৰো মুখামুখি হ'ব নোখোজোঁ। মই কেৱল তোমাৰ কাষত থাকিব খোজোঁ। ব'লা। [দুয়ো যায়। অনিল আৰু প্ৰতিমা আহে]

প্ৰতিমা : ইহঁতে বাৰু কিয়নো সেই পুৰণি গানটোকে ইমানকৈ বজাই থাকে? লাজেই লাগে। [বহে]

অনিল : বহিলা দেখোন?

প্ৰতিমা : ভাল লাগিছে।

অনিল : বহা। মই মুখখনত অকণমান নৈৰ পানী ছটিযাই আহোঁ। [অনিল যায, গান চলি থাকে। অলপ পিছত মঞ্চ আন্ধাৰ হয়।]

[Fad Out]

# দৃশ্য : ১৩

## মঞ্চ : ১

[নীলহঁতৰ ঘৰৰ আগফালৰ গে'টৰ ওচৰৰ ঠাই। মাটিত ডাঙৰ ডাঙৰ ছুটকেছ আৰু বেগ তিনি-চাৰিটা। উৎপল ক'ৰবালৈ যাব। ওচৰত উপমা আৰু গোবিন্দ।]

গোবিন্দ : সোমালা আৰু ওলালা? [মাটিত দেখুৱাই] এইবোৰ বিয়াৰ গে'ট বনোৱা খুঁটাৰ গাঁত মাৰেই যোৱা নাই, যাবৰ হ'লেই?

উৎপল : কি কৰিবা গুবিনদা? চাকৰিৰ কথা। এনেকৈ হঠাতে ট্ৰেন্সফাৰৰ অৰ্ডাৰ আহিব বুলিতো মযো ভবা নাছিলোঁ।

গোবিন্দ : সৌবিলাকৰ দেখোন আজি ট্ৰেন্সফাৰ অৰ্ডাৰ আহিল, দহদিনমান একেবাৰে উজান-ভাটি কৰি দৌৰা-দৌৰি কৰিলে, তাৰ পিছত য'ৰ মানুহ ত'তে। চাকৰি পাই, চৰকাৰী ঘৰ লৈ নাৰিকল পুলি ৰুইছে, সেই গছৰ নাৰিকল খাইছে, বেচিছে, বেচি-মেলি বাকী থাকিলে আমাকো এটা দিছে। তহঁতৰ ট্ৰেন্সফাৰৰ হুকুমটোহে একেবাৰে শিলত কাটি পঠিয়াব। [কুঁৱলী ওলাই আহে]

কুঁৱলী : টেক্সিখন নাহিল দেখোন। তুমি সময়তো ঠিকমতে কৈছিলা?

উৎপল : কৈছিলোঁ। ন বজাত আহিবলৈ কৈছিলোঁ।

কুঁৱলী : গোপালহঁতৰ গাড়ীখনৰ কথা কোৱা হ'লেই ভাল আছিল।

গোবিন্দ : বৰ আমনি লাগিছে নেকি?

কুঁৱলী : নহয়, মানে মই এনেকৈ ওলাই-মেলি বৈ থাকিবলৈ বৰ টান পাওঁ। [নীল-ৰাধা আহে]

গোবিন্দ : সেই কাৰণে বুইছে খুৰী, মই মোৰ ল'ৰা-ছোৱালীক চাকৰিৰ নামেই ল'বলৈ নিদিওঁ। এইখিনিতে কুৰু-কুৰ কৰি ওৰণি দাঙি মিঠাই খুৱাবা, মূৰৰ ওপৰেদি তামোল দলিয়াবা, সাবট মাৰি ধৰি চুমা খাই বোৱাৰী আদৰিবা, তাৰ পিছত এইখিনিতে থিয় হৈ 'বন্ধ পালেই আহিবা, চিঠি দিবলৈ এলাহ নকৰিবা' বুলি বিনাই থাকিবা, এইবোৰ মোৰ ঘৰত নচলিব। আন একো নহ'লেও দুইটাকে পদূলিৰ দুইফালে দুটা গুমটি বনাই দিম, তামোল-বিড়ি বেচি বহি থাক। [গাড়ীৰ হৰ্ণৰ শব্দ শুনা যায়]

কুঁৱলী : আহিছে হ'বলা গাড়ীখন।

উৎপল : ওঁ আহিছে। এইখিনিলৈকে সোমাই আনিলে ঘূৰাবলৈ দিগদাৰ হ'ব নহয। তাতে ৰ'বলৈ কওঁ। [আগবাঢ়ি ইংগিতেৰে গাড়ীখন মেইন ৰাস্তাত ৰখাবলৈ কয] আমি তাতে উঠোঁগৈ ব'লা। অ'ই দীন, চাওঁ, এই বস্তুখিনি সৌ গাড়ীত তুলি দেগৈ।

কুঁৱলী : [উপমাক সেৱা কৰি] যাওঁ মা।

উপমা : যোৱা আই। মই ক'বলগীয়াখিনি এওঁ গোবিন্দইতো ক'লেই! যোৱা। [দীন আহে। ডাঙৰ ছুটকেছ দুটা তাৰ মূৰত গোবিন্দই তুলি দিয়ে]

গোবিন্দ : এইটো মই নিওঁ ব'ল।

উৎপল : এইটো মোক দিয়া। [কুঁৱলীয়ে নীলক সেৱা কৰি উঠি ৰাধাক হাতত ধৰে]

কুঁৱলী : যাওঁ বাইদেউ। বেয়া-চেযা নাপাব।

ৰাধা : কিহৰ বেয়া আকৌ? আহি থাকিবা, খবৰ-বাতৰি দিবা। যোৱা।

উৎপল : [কুঁৱলীক] তুমি যোৱাচোন, বস্তুবোৰ ঠিককৈ তুলি দিয়াগৈ। বেগ-ছোগবোৰ ভিতৰতে দিবা। ডাঙৰ ছুটকেছকেইটা পিছত দিবলৈ ক'বা। [নীলক সেৱা কৰে] আহোঁ দাদা।

কুঁৱলী : আহোঁ মা, দাদা, বাইদেউ। [যায]

ৰাধা : [উপমাক] কি হ'ল মা?

উপমা : নাই, মূৰটো হঠাতে কিবা ঘূৰাই যোৱা যেন লাগিল।

ৰাধা : ব'লক, ভিতৰলৈ ব'লক।

উপমা : হ'ব দিয়া, সিহঁত গৈ লওক। [অসুখ আৰু বেছি হয়]

নীলকণ্ঠ : কি হ'ল মা? নিযাচোন, ভিতৰলৈ লৈ যোৱা। ইহঁত যাব বাৰু। তই যা মা। [ৰাধা আৰু উপমা ভিতৰলৈ যায]

উপমা : যাবি উৎপল।

উৎপল : যাম মা। তই অকণমান শোগৈ যা।

নীলকণ্ঠ : উৎপল।

উৎপল : দাদা!

নীলকণ্ঠ : তই যিমান পাৰ সোনকালে মাক একোবাৰ দেখা দি যাবিহি। মাই তহঁত যোৱা কথাটো ভাল পোৱা নাই। এবাৰ সাপে খাই থোৱা মানুহতো, এতিয়া লেজুলৈকো ভয় কৰিছে।

উৎপল : মানে?

নীলকণ্ঠ : এতিয়া সেইবোৰ কথা কোৱাৰ সময় নহয়। তথাপি, তই জানি থোৱা ভাল, মাই ধৰি লৈছে, তই নিজে চেষ্টা কৰি এই ট্ৰেন্সফাৰটো কৰাই লৈছ।

উৎপল : নহয় নহয দাদা, মই কিয নিজে ট্ৰেন্সফাৰ কৰাই ল'ম?

নীলকণ্ঠ : মইতো বুজোঁৱেই। তই তেনেকুৱা কাম কিয় কৰিবি? নকৰ। কিন্তু মাইতো কথাবিলাক মোৰ নিচিনাকৈ নুবুজে। কুঁৱলীৰ কথা-বতৰাৰ পৰা মাৰ এটা ধাৰণা হৈছে— তেওঁ ইয়াত থাকি বেযা পাইছে। তেওঁক মুকলিমুৰীযাকৈ থাকিবলৈ লাগে।

উৎপল : নহয নহয, মাই ভুলকৈ ভাবিছে।

নীলকণ্ঠ : তইঁতে পতা কথা মাই শুনিছেও নেকি? মুঠৰ ওপৰত তই বহুত কথা দেখিছ, শুনিছ। তোক আৰু কি ক'ম? চাবি যাতে মাৰ মনটো ভালে থাকে। সেই কাৰণে কথাটোৰ এটা আভাস তোক দি থ'লোঁ।

উৎপল : তুমি মাক বুজাবা দাদা। [হৰ্ণৰ শব্দ হয]

নীলকণ্ঠ : মোৰতো বুজোৱাই কাম। তই সেই বিষযে চিন্তা নকৰিবি। যা, দেৰি হৈছে।

উৎপল : যাওঁ দাদা।

নীলকণ্ঠ : যা। [উৎপল যায। নীলই গে'টত ধৰি বহুত পৰ চাই থাকে। সংগীত। মঞ্চ আন্ধাৰ হয।]

# দৃশ্য ঃ ১৪

**মঞ্চ ঃ ২**

[উপমাৰ শোবা কোঠালি। মোহন ডাক্তৰে উপমাক বেজি দিছে। গোবিন্দ বহি আছে। বেজিটো সুমুওবাৰ সমযত অইন ফালে চাই উপমাই কথা কয।]

উপমা : এইবোৰ লগত যোৱা বেমাৰ বোপাই। এনেযে পিটিকি পিটিকি, খুঁচি-বিন্ধি গাটো গেলালে কিডাল হ'ব?

গোবিন্দ : আপুনি মনে মনে থাককচোন। আপোনাকনো কিছুমান বেমাৰ লগত লৈ যাবলৈ কোনে মানা কৰিছে? যিমান নিযে নি থাকিব। আমালৈ কোনকিটা এৰি থৈ যাব লাগিব এওঁ সেইটোহে বাছিছে। মিছামিছি! হ-য! এওঁলোকৰ মুখৰ কথাই ডাক্তৰকো বেমাৰী কৰিব। হ'ব ইমানকণ, ভাবি ভাবি কৰিব ইমানডাল!

মোহন : গুবিনদাই ঠিকেই কৈছে বৰমা। [ওলাই যায]

উপমা : নহয বোপাই! ভাবি ভাবি বেমাৰ ডাঙৰ কৰিবলৈ মোৰ কি হাউচ লাগিছে? ডাঙৰ বোৱাৰীৰ অবস্থা সেযা এই সমযত মই শাহুজনী হৈ তাইৰ লগতে লাগি থাকিব লাগিছিল। পিছে মই তাইৰ লগত লাগিম ক'ত, তাইহে দিন-ৰাতি সমান কৰি মোৰ লগত লাগি থাকিবলগীযা হৈছে। এইবোৰ কথা সহি থাকিবলৈ বৰ টান লাগে বোপাই। দেহাটোৱেই মোৰ কাল হ'ল।

গোবিন্দ : এতিযা মনে মনে থাকক। যাওক, সৌ মুকলিতে অকণমান বহকগৈ। এই আবেলি পৰত ভিতৰখনতে সোমাই থাকিব নালাগে।

উপমা : এৰা, বহোঁগৈ দিয়া। [মোহন তিতা হাতেৰে সোমাই আহে। টাৱেল এখন লৈ পাছে পাছে নীল আহে। তাৰ হাতৰ পৰা টাৱেলখন লৈ মোহনে হাত মচে। নীলই মাকক উঠাত সহায় কৰি দিযে।] পাৰিম দে বোপাই। ডাক্তৰক চাহ-তাহ এটোপা?

মোহন : হ'ব বাৰু বৰমা, আপুনি বহকগৈ। [উপমা যায]

নীলকণ্ঠ : আৰু কিবা ক'বা মোহন?

মোহন : অইন আৰু একো নাই দাদা। কেৱল নাৰ্ছিংটো। অলপ চকু ৰাখি শুশ্ৰূষাখিনি কৰাটোহে ডাঙৰ কথা। ইফালে ৰাধা বৌৰ কথাটোও ভাবিবলগীয়া হৈছে।

গোবিন্দ : তেওঁক কেনে দেখিলা?

মোহন : এনেয়ে ঠিকে আছে। কথা হ'ল এনেকুৱা বয়সত মানে কথাটো কি, বেছি বয়সত প্ৰথম কেঁচুৱা গাত হ'লে অলপ বেছি সাৱধান হ'ব লাগে। খোৱা-লোৱা, ৰেষ্ট, পৰিশ্ৰম— সকলোতে।

গোবিন্দ : খুৰীৰ গাটোও বেয়া হোৱাৰ কাৰণেহে—

নীলকণ্ঠ : এৰা—।

মোহন : বন কৰা ল'ৰা-ছোৱালী এটাকে—

নীলকণ্ঠ : সেইটো আনিছোঁ নহয় ল'ৰা এটা। কিন্তু সি বাহিৰৰ কামবোৰহে কৰিব পাৰে, মাৰ কামবোৰতো সি কৰিব নোৱাৰে। সেইবোৰকে ভাবি মই বিনোদলৈও লিখিছিলোঁ, উৎপললৈও লিখিছিলোঁ,— তিনিমাহমান মা গৈ তহঁতৰ লগতে থাকক দে।

গোবিন্দ : কি ক'লে সিহঁতে?

নীলকণ্ঠ : চিঠিৰ উত্তৰেই দিয়া নাই।

গোবিন্দ : চিঠি পোৱাই নাই বা?

নীলকণ্ঠ : নহয় পাইছে, চিঠি দিয়াৰ কেইদিনমানৰ পিছতে উৎপলৰ পৰা এখন টেলিগ্ৰাম মণিঅ'ৰ্ডাৰ আহিল— পাঁচ শ টকা পঠিয়াইছে। বিনোদে অৰ্ডিনেৰী মণিঅ'ৰ্ডাৰ কৰি তিনি শ টকা পঠিয়াইছে। চিঠি-পত্ৰ একো নাই। মণিঅৰ্ডাৰৰ কুপনখনতো একো লিখা নাই।

মোহন : এটাই বাৰু অকলে তিনি মাহ নালাগে, এটাই ডেৰমাহ ইটোৱে ডেৰ মাহ ৰাখিলেও দেখোন ৰাধা বৌৰ আচল সময়টো পাৰ হৈ যায়। এইকেইটা দিনো সিহঁতে মাকক ৰাখিব নোৱাৰিবনে? মইতো বিনোদৰ ঘৰ-দুৱাৰো দেখিছোঁ। আহল-বহল ঘৰ। বনকৰা মানুহ-দুনুহ আছে, চৰকাৰী মানুহো পায়।

গোবিন্দ : উৎপলৰতো একো অসুবিধা নাই। কোম্পানীৰ ঘৰ, কোম্পানীৰ গাড়ী, কোম্পানীৰ মানুহ।

মোহন : অহা সপ্তাহত মোৰ পিছে বিনোদহঁতৰ সেইফালে যাবলগীয়া আছে। গ'লে সোমাম নেকি দাদা?

নীলকণ্ঠ : হুঁ? সোমাবাচোন। কথাবোৰ বুজাই ক'বা।

গোবিন্দ : ময়ো নহ'লে এটা কাম কৰোঁ দাদা। মোহন-বিনোদৰ তালৈ যাওক বাৰু, মই শনিবাৰে উৎপলৰ তালৈ যাওঁ। সোমবাৰে অফিচ বন্ধ আছে। ছুটী নোলোৱাকৈয়ে হ'ব। কাৰণ বিনোদৰ ওপৰত মোৰ ভাৰসা নাই। কিন্তু উৎপলক মই হেঁচা মাৰি ধৰিব পাৰিম। সি চিঠিৰ উত্তৰ নিদিলে কিয়, সেইটো পইণ্টতে তাক মই যেনেকি পেলাম নহয়। তেন্তে দাদা, কথা সেইটোৱেই হ'ল।

নীলকণ্ঠ : তাক ক'বা, আচলতে মা নাথাকিলে ইয়াত মোৰহে বেয়া লাগিব। ঘৰখন উদং উদং লাগিব। কিন্তু ৰাধাৰ অৱস্থাটোলৈ চাই, নোৱাৰাতহে মাক পঠিয়াবলৈ ওলাইছোঁ।

গোবিন্দ : হ'ব। মই আহোঁ।

নীলকণ্ঠ : অহা-যোৱা— এইবিলাকৰ কাৰণে পা-পইচা কিবা দিম নেকি?
গোবিন্দ : মোতকৈ তোমাৰ পইচা বেছি নেকি? বাহাদুৰি নেদেখুৱাবা। [যায]
মোহন : মযো যাওঁ দাদা। ঔষধবোৰ সময মতে খুৱাব। মই বুধবাৰেহে যাম, এই কেইদিন আহি থাকিম।
নীলকণ্ঠ : পইচাৰ কথা কওঁতে গোবিন্দই সেযা তেনেকৈ ক'লে, তোমাক ক'লে বা তুমি কি কোৱা?
মোহন : মিছা কথা কৈতো লাভ নাই। গুবিনদাতকৈ মোৰ পইচা বেছিহে। যাওঁ দাদা। ৰাতি-বিযলি দৰকাৰ হ'লে খবৰ এটা পঠাব। মোৰ দিগদাৰি হয বুলি চিন্তা নকৰিব। [যায। ৰাধা আহে]
ৰাধা : আৰু কিবা ক'লে নেকি?
নীলকণ্ঠ : কৈছে, তুমি ঠিকেই আছা, এতিযা মই তোমাক ঠিককৈ ৰাখিব পাৰিলেই হয।
ৰাধা : সেই একেটা সুৰতে কথা কৈ নাথাকিব। মই বৰ বেযা পাওঁ। মই খুব খাটিব পাৰোঁ। মই নিজকো চাব পাৰিম, মাকো চাব পাৰিম। আপোনাৰ কথাইহে মোক বেছি বেমাৰী কৰিব।
নীলকণ্ঠ : নকওঁ ৰাধা। তোমাক বেমাৰী কৰিব পৰা কোনো কথা মই নকওঁ। তুমি মোক বুজিবলৈ দিবা— কি ক'লে তোমাৰ ভাল লাগে, মই ঠিক তাকে ক'ম।
ৰাধা : আপুনি নিজে নুবুজে?
নীলকণ্ঠ : বুজোঁ। কিন্তু ভযতে চব পাহৰি যাওঁ।
ৰাধা : কিহৰ ভয? একো ভয নাই। হেৰি নহয, গুবিনদা-মোহনহঁতে কিহৰ কথা কৈছিল?
[নীল বহে। ৰাধাই কথা শুনিবলৈ ওচৰত উৎসুক হৈ থিয হয। মঞ্চ আন্ধাৰ হৈ আহে।]

## দৃশ্য : ১৫

### মঞ্চ : ১

[বিনোদৰ ঘৰ। বিনোদ, চপলা মোহন।]

চপলা : মা ইযাত কেনেকৈ থাকিব? লগ নাই ভাগ নাই। এওঁতো ঘৰত নাথাকেই। লুকি আৰু ঝিমলি ৰাতিপুৱাই স্কুললৈ যায। আবেলি আহে। মযো সদায কুকিং ক্লাছলৈ যাব লাগে। অকল চাকৰ-নাকৰৰ হাতত মাক এৰি দিব পাৰিনে? মই হ'লে সেইটো ভাল নাপাওঁ। সিহঁতে আমাকে কেযাৰ কৰিব নোখোজে। [বিনোদক] তুমি কি কোৱা?
বিনোদ : ঠিকেই কৈছা। অৱশ্যে এমাহমানৰ কাৰণে যদি তুমি কুকিং ক্লাছটো বন্ধ ৰাখা, মযো টুৰ প্ৰগ্ৰেমবোৰ নাৰাখোঁ তেনেহ'লে হযতো—
চপলা : সেইটো কেনেকৈ হ'ব? শীলা বাইদেউৱে যোৱা মাহতে ক্লাছটো বন্ধ কৰি দিব খুজিছিল, মই জোৰ কৰিলোঁ, মোৰ কাৰণেই এই দুমাহ চলিছে, এতিযা যদি মযেই বন্ধ কৰোঁ, কম লাজৰ কথা হ'বনে?
বিনোদ : সেইটো অৱশ্যে হয।
চপলা : আৰু অহা ছামাৰ ভেকেচনৰ সমযত হোৱা হ'লেও এক কথা। ইহঁতো ফ্ৰি হৈ থাকে। এতিযা পৰীক্ষা-চৰীক্ষাৰ সময, মই সিহঁতৰ পঢ়াকে চাম নে মাক চাম? তুমি কথাটো বুজা নাই জানো মোহন?

মোহন : বুজিছোঁ।

চপলা : তুমি দাদাইঁতক বুজাই ক'বাগৈ। সময উলিযাব পাৰিলে আমিযেই এবাৰ যাম। আৰু শুনা, ইয়াতে আপেল আৰু আঙুৰ অলপমান আছে, মাক দিবাগৈ। ভিতৰতে শাড়ী এখনো আছে, সেইখন ৰাধা বাইদেউক ল'বলৈ ক'বা। [বিনোদক] তুমি টকা দিম বুলিছিলা নহয়?

বিনোদ : মোৰ টেবুলৰ ড্ৰয়াৰতে এহাজাৰ টকা এনভেলপ এটাত ভৰাই থৈছোঁ, লৈ আহাগৈ।

চপলা : এতিয়া নহ'লে পাঁচশ মানকে দিযা, পিছতো আকৌ লাগিযেই থাকিব।

বিনোদ : পিছত লাগিলে আকৌ দিম, এতিয়া এহাজাৰ পূৰাকৈ দি দিযা। [মঞ্চ আন্ধাৰ হয।]

# দৃশ্য ঃ ১৬

## মঞ্চ ঃ ২

[উপমাৰ শোৱা কোঠালি। বিছনাত উপমা, দুখন চকীত ৰাধা আৰু নীলই বহি টোপনিয়াই আছে। ৰাতি।]

উপমা : ওঁ-হ। [বাগৰ সলায। ভ্ৰম বকে] কথাটো মনত আছে। আছে [ৰাধাই চকু মেলি চায। উঠি যায]

ৰাধা : কি হ'ল মা? মা। [কাপোৰ-কানি ঠিক কৰি দিযে। আগৰ ঠাইলৈ আহে। নীলই চকু মেলি ঘটনাটো চায।]

নীলকণ্ঠ : কি হ'ল? সাৰ পাইছে নেকি?

ৰাধা : নাই পোৱা। টোপনিতে কিবা-কিবি কৈ আছে। আজি মাই কিয় এনেকুৱা কৰিছে? গধূলিৰে পৰা তেনেকৈ আছে।

নীলকণ্ঠ : জানো।

ৰাধা : মোহনো নাহিল দেখোন। ৰাতুলে খবৰটো নিদিলেগৈ নেকি?

নীলকণ্ঠ : নহয়, সি মোহনক ঘৰত লগ নাপালে নহয়। ওচৰতে কোনোবা গাঁৱত বোলে বেমাৰী চাবলৈ গৈছে। ওভতোতে যদি বেছি পলম নহয়, তেনেহ'লে সি এবাৰ নিশ্চয় আহিব। তুমি অকণমান শোৱাগৈ যোৱা।

ৰাধা : নালাগে, মই দিনত শুইছোঁ নহয়। এতিয়া মই থাকোঁ, আপুনি শোৱকগৈ যাওক। মোৰ টোপনি ধৰিলে জগাই দিম।

নীলকণ্ঠ : থাকোঁচোন অলপ সময। ই মোহন কিজানি আহেই।

উপমা : [গুণগুণকৈ] ওঁ। পঠিয়াইছোঁ। বাটতে কেনেবাকৈ হেৰাল কিজানি। [ৰাধা উঠিব খোজে।]

নীলকণ্ঠ : টোপনিতে। বহাচোন। তুমি বাৰে বাৰে কিয় উঠি যোৱা? [ৰাধা বহে। অলপ পিছত] ৰাধা।

ৰাধা : হুঁ?

নীলকণ্ঠ : তোমাৰ কষ্ট হৈছে?

ৰাধা : এইকণ কষ্ট মোৰ গাতেই নালাগে।

নীলকণ্ঠ : এৰা। এইবিলাক কষ্ট-চষ্ট লৈয়েইতো সংসাৰ, নহয় জানো? পিছে বেয়া লাগে এটা কথা

ভাবি। তোমাৰ কাৰণে কষ্টবোৰ বৰ দীঘলীয়া হৈছে।

ৰাধা : নহয় নহয়, আপুনি আছে, খাবলৈ আছে, পিন্ধিবলৈ আছে, কিহৰ কষ্ট? হ'লেই যেনিবা এইবিলাক কষ্ট, এই সকলো কষ্ট তল পেলাই দিবলৈ সুখৰ দিন আহিছে নহয়।

নীলকণ্ঠ : হয় দিয়া। ময়ো তাকে ভাবি আছোঁ। তোমাৰ কোলা ভৰক। লগে লগে এই ঘৰখন ভৰি যাব, সংসাৰখন পূৰ্ণ হৈ যাব, তেতিয়া আমি সকলো কষ্ট পাহৰি যাম নহয়? দেৰি হ'ল। বহুত দেৰি হ'ল, পিছে হওক দিয়া। ধৰি লোৱা এখন পেছেঞ্জাৰ ট্ৰেইন— লে'ট চলিছে— কিন্তু চলিতো আছে।— যাবলগীয়া ঠাইলৈ গৈতো আছে। পাবলগীয়া ঠাই পাযেইতো আছে। [হঠাতে বাহিৰলৈ কাণ দিয়ে] ই মোহন আহিল নেকি?

# দৃশ্য ঃ ১৭

## মঞ্চ ঃ ১

[উৎপলৰ ঘৰ। গোবিন্দ, কুঁৱলী, উৎপল।]

কুঁৱলী : আমাৰ ইয়াত কলিকতা, বোম্বাইৰ নিচিনা নাৰ্ছিংহোম-তাৰ্ছিংহোম হোৱা নাই নহয়?

উৎপল : নাই হোৱা।

কুঁৱলী : বৰ দিগদাৰ নহয়? তেনেকুৱা কিছুমান থকা হ'লে কথাই নাছিল। হেৰি নহয়, হস্পিতালত তেনেকুৱা সুবিধা নাই জানো? মানে পেয়িং ৱাৰ্ডৰ নিচিনা—

উৎপল : আছে, কিন্তু তাত যেতিয়া বেমাৰীৰ চিকিৎসাৰ দৰকাৰ হয়, তেতিয়াহে ভৰ্তি কৰাব পাৰি। শুশ্ৰূষাৰ কাৰণেতো নোৱাৰি।

কুঁৱলী : নহয়, ধৰি লোৱা তিনি মাহৰ কাৰণে এটা পেযিং ৱাৰ্ড তুমি লৈ ল'লা, যিমান খৰচ লাগে তুমি দিলা, তেনেকৈ নোৱাৰি নেকি?

উৎপল : তেনেকৈ পৰা হ'লে গোটেই হস্পিতালখন কোনোবাই কেতিযাবাই ভাৰা লৈ ল'লেহেঁতেন।

কুঁৱলী : নহয মানে, আচলতে কি হ'ল জানে গুবিনদা। আমি এই ঘৰটো সলাম। নতুন ঘৰ এটা পাইছোঁ। এই মাহটো ঘৰটো সলোৱা কামতে যাব। বস্তু-বাহানি নি নতুন ঘৰটোত পাতি লোৱা জানো কম জঞ্জালৰ কাম? সেই ঘৰটোত বা কোঠালি-চোঠালিৰ কি সুবিধা-অসুবিধা আছে— এতিয়া ধৰিবই পৰা নাই। ঘৰটো সলোৱাৰ পিছতে [উৎপলক] তোমাৰ মাদ্ৰাজলৈ যোৱাৰ কথা নাই জানো?

উৎপল : আছে।

কুঁৱলী : ময়ো কেতিয়াও মাদ্ৰাজ-তাদ্ৰাজ দেখাই নাই। এইবাৰেই প্ৰথম, এবাৰ যাম বুলি ভাবিছোঁ। বৰ বেয়া লাগিছে বুইছে গুবিনদা। মাক দুমাহমান আমাৰ লগত ৰাখিব পৰা হ'লে ইমান যে ভাল লাগিলহেঁতেন। কিন্তু কথাবোৰ নিমিলিলেই নহয়। আপুনি ৰাধা বাইদেউক কথাবোৰ বুজাই ক'ব গুবিনদা। মাকো বুজাই ক'ব।

গোবিন্দ : ক'ম। যাওঁ দিয়া।

উৎপল : হেৰি নহয় গুবিনদা, ইযাতে টকা পোন্ধৰ শ আছে, দাদাক দিব। আৰু কেতিয়াবা কিবা লাগিলে খবৰ এটা দিবলৈ ক'ব।

[মঞ্চ আন্ধাৰ হয়।]

# দৃশ্য ঃ ১৮

## মঞ্চ ঃ ২

[উপমাৰ শোৱা কোঠা।]

উপমা : ওঁ-হ্‌। [ৰাধা ওচৰলৈ যায়। উপমাৰ ওচৰত বহে। মোহন আৰু নীল আহে।]

মোহন : মোক চেম্বাৰৰ পৰাই মানুহ এজনে লৈ গ'ল। নি একেবাৰে সৌ তেতেলীয়া পোৱালৈগে। দহ বজাৰ পিছতহে ঘৰ পাইছোঁহি। আপুনি শোৱা নাই বৌ?

ৰাধা : নাই শোৱা।

মোহন : এঃ! আপুনি অলপ সোনকালে শুই থাকিব লাগে। [উপমাৰ কপালত হাত দি চায়] জ্ৰম বকিছে?

নীলকণ্ঠ : এৰা!

মোহন : আৰু?

উপমা : কোন? নীল?

মোহন : মই বৰমা, মোহন।

উপমা : [ইচাট-বিচাট কৰে] ওঁ-হ্‌, আ-য়ু-উস্‌।

মোহন : বৰমা, কি হৈছে?

উপমা : [ডাঙৰকৈ] আয়ু, পেটটো, আয়ু-ৱাক [বমি আহিব খোজাৰ নিচিনা কৰে]

ৰাধা : কিয় এনেকুৱা কৰিছে মোহন?

উপমা : উস্‌-আস্‌। ৱাক। ও-ৱাক।

মোহন : বমি কৰিব হ'বলা। কিবা বাচন এটা—

নীলকণ্ঠ : চৰিয়াটো আনাচোন। [ৰাধা বেগাই সোমাই যায়]

উপমা : [চিঞৰি] আ-য়ু— উস্‌-ওক।

মোহন : কি হৈছে বৰমা?

উপমা : আয়ু—

নীলকণ্ঠ : মা কি হৈছে মা? [ভিতৰত চৰিয়া এটা আৰু গধুৰ বস্তু এটা পৰাৰ ডাঙৰ শব্দ হয়। লগে লগে]

ৰাধা : [ভিতৰত চিঞৰি] আ-য়ু!

মোহন : কি হ'ল? [লৰালৰিকৈ ভিতৰলৈ যায়।]

নীলকণ্ঠ : [ডাঙৰকৈ] কি হ'ল ৰাধা? [নীলই মাকক ধৰি থাকে। বুকু-পিঠি মোহাৰি দিয়ে। অলপ পিছত মোহন দৌৰি আহে। বেগটো লয়।]

মোহন : [অস্থিৰ] সৰ্বনাশ হৈছে দাদা।

নীলকণ্ঠ : কি হৈছে?

মোহন : ৰাধা বেয়াকৈ পৰিল। আপুনি দৌৰি যাওক। গাড়ী-চাড়ী কিবা এখন আনক। দৌৰি যাওক।

[মোহনে উপমাক ধৰে। নীল দৌৰি ভিতৰলৈ যায।]

নীলকণ্ঠ : [ভিতৰত চিঞৰে] ৰাধা। [দৌৰি ওলাই আহে]
[উন্মাদ প্ৰায] মোহন।

মোহন : দাদা, আপুনি এক মিনিটো দেৰি নকৰিব দাদা। [নীল দৌৰি ওলাই যায। মোহনে উপমাক শুৱাই থৈ ভিতৰলৈ দৌৰে।]

উপমা : কি হৈছে অ'? কি হৈছে? বোৱাৰী! কি হৈছে? ৰাধা। [বহি অস্বাভাৱিক দৃষ্টিৰে চায] ক'ত আছ? নীল। কি হৈছে? ৰাধা। ক'ত আছ?
[মঞ্চ আন্ধাৰ হয]

# দৃশ্য ঃ ১৯

## মঞ্চ ঃ ১

[শূন্য মঞ্চ। একেবাৰে পিছত ক'লা স্ক্ৰিণ। গোবিন্দ, মোহন, অনিল, পাঠক, শৰৎ। তেওঁলোকৰ আঁৰত এখন খাটত ৰাধাৰ মৃতদেহ। প্ৰথমতে সেইটো দেখা নাযায।]

গোবিন্দ : কেঁচুৱাটো?

মোহন : হুঁ?

গোবিন্দ : কেঁচুৱাটো?

মোহন : দুঘণ্টামান জীযাই আছিল।
[নীল আহে। সকলোৱে চায়।]

নীলকণ্ঠ : তোমালোক অলপ পৰৰ কাৰণে যোৱাচোন। মই ৰাধাৰ ওচৰত অকণমান বহোঁ। [সকলো বাহিৰলৈ যায। পাছফালে মৃতদেহ আৰু ওচৰত বহি থকা তিনিজনী মানুহ এতিযা দেখা যায়। তেওঁলোকো ভিতৰ সোমাই য্যায। নীল ৰাধাৰ মূৰৰ শিতানত বহে। কাপোৰখন আঁতৰাই ৰাধাৰ মুখখন উলিয়ায়।] সকলো কষ্ট তল পেলাই দিবলৈ তোমাৰ সুখৰ দিন আহিল ৰাধা। ইমান দিনৰ পিছত আহিল। কিন্তু কেনেকৈ আহিল দেখিলা? যেতিয়াৰ পৰা তোমাক লগ পোৱাৰ কথা মনত পৰে— তেতিয়া তোমাক তই তই বুলি মাতিছিলোঁ নহয়? কথাই কথাই ধমকি দিছিলোঁ। তেতিয়াৰ পৰাই তোৰ কষ্ট। কি কৈছিলোঁ— 'কাইলৈ পৰহিলৈ বুলি কথা দিব নোৱাৰোঁ,— যাম দে এদিন।' শেষত এদিন সঁচাকৈয়ে আহিলোঁ। তোক সুখ দিবলৈ আহিলোঁ। মাক সুখ দিবলৈ আহিলোঁ। মোৰ ভাইটোৰ লগত তোৰ বিয়াখন মযে ভাঙিছিলোঁ, সেই অপৰাধৰ প্ৰায়শ্চিত্ত কৰাটোও মোৰ কৰ্তব্য আছিল। কিন্তু মই এইবোৰ নকৰা হ'লেতো আজি তোৰ ইমান সুখ নহয়। শুদ্ধ কাম কৰিছোঁ বুলি কামবোৰ কৰি যাওঁ, কিন্তু মোৰ সকলো কামনো ইমান ভুল হ'ব লাগেনে? ৰাধা!— সেইদিনা তোৰ হাত চাই কৈছিলোঁ— তই পত্নী হ'বি, কেতিযাও বুঢ়ী নহ'বি— সেই ধেমালি ইমান সঁচা হ'ল? ইমান সঁচা হ'ল? এইবোৰ ধেমালি কৰাৰ কাৰণে তই বেয়া নাপাবি। মই তোক বেয়া পোৱা নাছিলোঁ কিন্তু যেতিয়া ভাল পাবলৈ মাতি আনিছিলোঁ তেতিযাৰ পৰা বৰ ভাল পাইছিলোঁ। বৰ ভাল পাইছিলোঁ। গোটেই জীৱনৰ ভুলবোৰ

গলাই গলাই মৰম কৰি গঢ়ি লৈছিলোঁ, তোৰ কাৰণে। তাকে বিশ্বাস কৰি তই যাগৈ। তোৰ লগত দেখিবলৈ কেঁচুৱাৰ নিচিনা— মৰমৰ টোপোলা এটা, পুতলা এটা— পঠিয়াইছোঁ, ভালকৈ ৰাখিবি। যাগৈ যা ৰাধা। যাগৈ।

[মঞ্চ আন্ধাৰ হয়।]

## দৃশ্য ঃ ২০ (ক)

**মঞ্চ ঃ ২**

[উপমাৰ কোঠালি। উপমা বিছনাত বহি আছে। নীল আহে। নীলই মাকৰ ওচৰত বাটি আৰু চামুচ থয়। খুৱাই দিয়ে। মুখখন মচি দিয়ে।] [আন্ধাৰ]

## দৃশ্য ঃ ২০ (খ)

**মঞ্চ ঃ ১**

[ইটো মঞ্চত নীলই ওচৰত বাল্টি এটা লৈ কাপোৰ ধুইছে। কাপোৰখন ৰছীত মেলি দিয়ে। মাকৰ চাদৰ এখন। নীল সোমাই যায়। চাদৰখনত পোহৰ পৰি থাকে।] [আন্ধাৰ]

## দৃশ্য ঃ ২০ (গ)

**মঞ্চ ঃ ২**

[ইটো মঞ্চত নীলই গিলাচৰ পানীত কিবা এচামুচ দি ঘুটি দিয়ে। গিলাচটো থৈ মাকৰ ওচৰলৈ যায়। বিছনাৰ ওচৰৰ পৰা চৰিয়াটো লৈ ওলাই আহে।] [আন্ধাৰ]

## দৃশ্য ঃ ২০ (ঘ)

**মঞ্চ ঃ ১**

[নীল চৰিয়াটো লৈ ইটো মঞ্চত সোমায়। পানীখিনি পেলায়। উভতি আহে।] [আন্ধাৰ]

## দৃশ্য ঃ ২০ (ঙ)

**মঞ্চ ঃ ২**

[বিছনাত উপমা। নীলই আহি চৰিয়াটো থৈ বিছনাৰ কাপোৰখন মাকৰ গাৰ তলৰ পৰা উলিয়ায়। আইন এখন পাৰে। পুৰণি কাপোৰখন লৈ আঁতৰি আহে। সেইখন ভঁইৰছৰ আঁৰত থৈ সি বিছনাৰ ওচৰলৈ যায়। মাকক চায়। বহে। ঘড়ীৰ শব্দ। টক্ টক্। টং। টক্ টক্। টং-টং। টক্-টক্। টং-টং-টং। নীলই

বিছনাত বহি টোপনিয়াই আছে। লাহে লাহে টক টক্ শব্দ খৰ হয়। টং টং আৰু টক্ টক শব্দ মিহলি হৈ যায়। নীলই মাকৰ কপালত হাত দিয়ে। ভালকৈ চায়। মুখখন জোকাৰি চায। আকৌ জোকাৰে। মুখৰ ওচৰলৈ মুখ নিয়ে। মুখ তুলি থৰ হৈ ৰৈ থাকে। হঠাতে নীলই চিঞৰে— গোবিন্দ। (দেখা যায) গোবিন্দই চকী এখনত বহি টোপনিযাই আছে। সি জাঁপ মাৰি উঠে। দুযোটাই দুয়োটালৈ থৰ হৈ চাই থাকে।] [মঞ্চ আন্ধাৰ হয়।]

# দৃশ্য ঃ ২১

## মঞ্চ ঃ ২

[নীলহঁতৰ ঘৰ। ড্ৰয়িং ৰুমৰ চকীবোৰ একাষে গোটাই থোৱা আছে। উৎপল আৰু বিনোদে চুৰিযা পিন্ধি, খালী গাত চাদৰ লৈ আছে। বিনোদ থিয হৈ আছে। গোবিন্দ, অনিল, পাঠক বহি আছে। শৰত (চুৰিযা পিন্ধা) থিয হৈ আছে। ভিতৰৰ পৰা লংপেণ্ট আদি সদায পিন্ধা কাপোৰ পিন্ধি নীল ওলাই আহে। সকলোৱে তালৈ চায। সি যাব খোজে। শৰত আগবাঢ়ি আহে।]

শৰত ঃ তুমি কেনিবা যোৱা নেকি নীল?

নীলকণ্ঠ ঃ কিয?

শৰত ঃ হেৰি নহয নীল, তোমাক গৰ্ভত ধাৰণ কৰা মানুহজনী স্বৰ্গবাসী হ'ল। তুমি তেওঁৰ ডাঙৰ ল'ৰা সেই কাৰণে তোমাৰ কিছুমান কৰ্তব্য আছে নীল। তুমি মৰিশালিলৈযো নগ'লা, কৰিবলগীযা একো নকৰিলা। যি হ'ল হ'ল, এতিযা অন্ততঃ বাকীখিনি কাম কৰা। এইটো সাজেৰে তুমি এনেকৈ থাকিব নাপায নহয।

নীলকণ্ঠ ঃ মোৰ কিছুমান কৰ্তব্য আছে?

শৰত ঃ আছেতো?

নীলকণ্ঠ ঃ মই কৰিবলগীয়া একো নকৰিলোঁ?

শৰত ঃ তুমি মুখাগ্নিও নকৰিলা।

নীলকণ্ঠ ঃ মই মাৰ মৰা মুখখনত জুই নিদিলোঁ। কিন্তু জীযা মুখখনত যি দিব লাগে, জীযা মুখখনে শেষ মুহূৰ্তলৈকে যি বিচাৰিছিল সকলো দিছিলোঁ। সেযা কৰ্তব্য নহয? মোৰ ঘৈণীক সাতমহীযা কেঁচুৱা এটাৰে মাৰ চৰণত সঁপি দিলোঁ। সেয়া মোৰ কৰ্তব্য নহ'ল? দিনৰ পিছত দিন, প্ৰত্যেকটো দিন, খোৱা-শোৱালৈ মন-কাণ নকৰি সেইজনী মানুহে মাৰ পৰিচৰ্যা কৰিলে, তথাপি তেওঁৰ হেঁপাহ নপলাল। স্বৰ্গত মাৰ পৰিচৰ্যা কৰিবলৈ তেওঁ আগে আগে যাবলৈ ওলাল। মই নিঃশব্দে, নিৰ্বিবাদে তেওঁক যাবলৈ দিলোঁ। সেয়া মোৰ কৰ্তব্য নহ'ল? [চপলা আহি কি কৈছে শুনে] এই দুখন হাতেৰে তিনি মাহ মাৰ গু-মূত চাফা কৰিলোঁ, সেয়া মোৰ কৰ্তব্য নহ'ল? মাই বিছনাত শৌচ কৰা লেতেৰা কাপোৰ ধুলোঁ, সেয়া মোৰ কৰ্তব্য নহ'ল? এতিয়া মই মাৰ্কিন কাপোৰ গাত লৈ, ডাটি-চুলি ৰাখি মাটিত লেপেটা কাটি বহি, লঘোণে থাকি কৰ্তব্য কৰিব লাগিব? মা জীয়াই থাকোঁতে ডাটি-চুলি খুৰাবলৈ কিমান সময় পাইছিলোঁ, কিমান লঘোণে আছিলোঁ— সেইবোৰ খবৰ আপোনালোকে লৈছিল? আজি মই সময় পাইছোঁ, মাই মোক স্বৰ্গৰ পৰা হুকুম দিছে, ডাটি খুৰাই ৰাধাৰ পুৰণি টেমাৰ পাউদাৰ ঘঁহি

মই চাফা হৈছোঁ। [বিনোদহঁতক দেখুৱাই] তেনেকুৱা ভেশচন ধৰাৰ মোৰ কোনো প্ৰয়োজন নাই। তেনেকুৱা ভেশচন ইহঁতে ধৰিছে, মাৰ মৰা মুখত জুই ইহঁতে দিছে, কাৰণ সেই যোগ্যতা ইহঁতে চাৰি-পাঁচ শ মাইল দূৰৰ পৰা মালৈ আঙুৰ পঠিযাই আপেল পঠিযাই, এহাজাৰ-পোন্ধৰশকৈ টকা পঠিযাই অৰ্জন কৰিছে। কুকিং ক্লাছত ৰন্ধন প্ৰকৰণ শিকি অৰ্জন কৰিছে, মাদ্ৰাজৰ মেৰিণ বীচ্চত দৌৰি দৌৰি অৰ্জন কৰিছে। সেই কৰ্তব্য সিহঁতে পালন কৰক। [কুঁৱলী সোমাই আহে] সিহঁতে পঠিওৱা আঙুৰ-আপেল খাই মই মুখ লেতেৰা কৰা নাই। সিহঁতৰ টকা খৰচ কৰি মই হাত লেতেৰা কৰা নাই। মাৰ সৰু ছুটকেছটোতে সেইসোপা টকা পেলাই থৈছোঁ। আজি যেতিয়া মই ঘৰ এৰি ওলাম এই সমগ্ৰ ঘৰ-দুৱাৰ, মাটি-বাৰীৰ লগতে সেই টকাও সিহঁতেই পাব।

কিন্তু মই মাক কি বুজাইছিলোঁ জানে? মাই বেয়া নাপাওক বুলি, দুখ নাপাওক বুলি বুজাইছিলোঁ, সিহঁতৰ বহুত কাম, সিহঁতে সদায় খবৰ লৈ আছে, তই যে দুদিন অচেতন হৈ আছিলি, তেতিয়া সিহঁত আটাইখন আহিছিল, তই গমেই নাপালি। তেনেকৈ, তেনেকৈ মই মাক বুজাইছিলোঁ। সেয়া, সেয়া মোৰ কৰ্তব্য নহয়? নহয় যদি নহয়। আপোনালোকে সেইবোৰ স্বীকাৰ কৰিব নালাগে। মা— তই জান, মই তোৰ শ্ৰাদ্ধ-পিণ্ড, পূজা-সেৱা সকলো কৰি থৈছোঁ। এতিয়া মোৰ আৰু একো কৰিবলৈ বাকী নাই মা। একো কৰিবলৈ বাকী নাই।

[ওলাই যায়। সকলো নিৰ্বাক, নিস্পন্দ হৈ ৰৈ থাকে। লাহে লাহে মঞ্চ আন্ধাৰ হয়।]

## দৃশ্য ঃ ২২

### মঞ্চ ঃ ১

[সেই এক নম্বৰ দৃশ্য। প্ৰথমে চকীখনত পোহৰ পৰে। তাৰ পিছত দুটা মূৰ্তি গিৰীন আৰু ৰঞ্জিতক দেখা যায়। সিহঁতে বে'ড ক'ভাৰ আৰু এৰীয়া চাদৰ লৈ ঘুম মাৰি বহি শুনি আছে।]

নীলকণ্ঠ ঃ [আন্ধাৰৰ মাজত দেখা নাযায়] তাৰ পিছত বুইছা ৰণজিত, বুইছা গিৰীন মই আকৌ পলালোঁ। সেইখন চহৰত মই তিষ্ঠিব নোৱাৰিলোঁ। শূন্য। শূন্য। কি বিৰাট শূন্যতা। সেই শূন্যতাৰ মাজত কেৱল মা আৰু ৰাধাৰ ছাঁইবোৰ উঁৰি ফুৰে, চকুৱে-মুখে পৰে, মই বাট নেদেখা হৈ যাওঁ, উশাহ ল'ব নোৱাৰা হৈ যাওঁ। কত ঠাই ঘূৰিলোঁ, ক'তো সেই শূন্যতাৰ মাজত ধৰিবলৈ এটা অৱলম্বন নাপালোঁ। তাৰ পিছত এদিন বুকুৰ যন্ত্ৰণাৰ লগত পেটৰ ভোকৰ যন্ত্ৰণা লগ লাগিল, এদিন আহি ইয়াত পলাই থাকিবলৈ ল'লোঁ। মাজতে এবাৰ ভাবিছিলোঁ মই মৰোঁ, কিন্তু কি যে মোৰ প্ৰাণশক্তি। মই মৰোঁ কেনেকৈ? মই যে বুঢ়াও নহ'লোঁ। বুঢ়া হোৱাৰ সুবিধাও নাপালোঁ। সেই কাৰণে মোক তোমালোকে বুঢ়া নুবুলিবা ৰণজিত। ৰাধা আৰু মাৰ কাৰণে চিন্তা কৰা মানুহ কোনো নাই, সেই কাৰণেও মই জীয়াই থাকিব লাগিব। বুইছা গিৰীন, মাজে মাজে গোবিন্দৰ কাৰণে সেইখন চহৰলৈ যাবলৈ মন গৈছিল, কিন্তু খবৰ পালোঁ— সিও মৰিল। এদিন কাগজতে বিজ্ঞাপন দেখিলোঁ— গোবিন্দৰ পুতেকে দিছে 'নীলকণ্ঠ বৰদেউতা, দেউতাই এখন নাটক লিখি থৈ গৈছে। আপোনাক দিবলৈ কৈ গৈছে।

আপুনি য'তে আছে এদিন আহিব, নাটকখন নিবহি।' [বাকচৰ পৰা নাটকখন উলিযাই] এইখন। এদিন গৈ লৈ আহিলোঁগৈ। এযা চোৱা, সি প্ৰথম পৃষ্ঠাত পাতনিৰ নিচিনাকৈ লিখি থৈ গৈছে।

## দৃশ্য ঃ ২৩

### মঞ্চ ঃ ২

গোবিন্দ ঃ নাটক লিখিম বুলিছিলোঁ নহয, লিখিলোঁ নীলদা। কিন্তু অভিনয় কৰি দেখুৱাবলৈ নাপালোঁ। তোমাক নাটকখন দিবলৈ লগ নাপালোঁ। পোৱা হ'লেও দিবলৈ ভয় লাগিলহেঁতেন, লাজ লাগিলহেঁতেন। তুমি বা আকৌ কি কোৱা? কিন্তু মই কি দেখিলোঁ জানা নীলদা? ঘূৰি ঘূৰি দেখোন সেই প্ৰাণবল্লভ— সেই নৱমল্লিকাইঁতেই আকৌ ওলায়হি। সেই ভোৰতালৰ গেৰেম— সেই সাঃ সাঃ সাঃ। নীলদা, পাৰা যদি তুমি এবাৰ নাটকখন অভিনয় কৰাবাচোন।

### মঞ্চ ঃ ১

নীলকণ্ঠ ঃ ৰণজিত, গিৰীন তোমালোকে নাটকখন এবাৰ অভিনয কৰাবানে? ময়ো সহায কৰিব পাৰিম। অইন নহ'লেও যেতিযা গকুলহঁতে চিঞৰিব, থ্ৰি চিয়ৰ্ছ ফৰ নীলকণ্ঠ দাদা, হিপ্ হিপ্ হিপ্— তেতিযা মইতো গ্ৰীণ ৰুমৰ পৰা চিঞৰিব পাৰিম— হুৰে হুৰে হুৰে।



# মহাৰণ্য

**চৰিত্ৰ পৰিচয়**

**পুৰুষ ঃ**

১। অজয়
২। প্ৰতাপ
৩। গোপাল
৪। দধিৰাম
৫। মজুমদাৰ
৬। মহৰী (ৰহমত)
৭। মন্ত্ৰী
৮। বিত্ত মন্ত্ৰী
৯। নেতা
১০। ভদ্ৰ
১১। চকীদাৰ
১২। বিস্নাবালা
১৩। ১ম ডেকা, ২য় ডেকা, ৩য় ডেকা

**নাৰী ঃ**

১। সন্ধ্যা
২। ৰঞ্জিতা

# দৃশ্য ঃ ১

মন্ত্ৰী ঃ মই আৰু বেছি কথা কৈ বক্তৃতা দীঘলীয়া কৰিব নোখোজোঁ। মুঠতে আপোনালোকে মনত ৰাখিব ৰাইজ— আজি আমাৰ দেশ সংকটময় মুৰ্হূতৰ মাজেদি পাৰ হৈছে। আজি জাতিৰ সন্মুখত নানা প্ৰকাৰৰ দুৰ্যোগ্যে দেখা দিছে। আজি সমস্ত জাতিয়ে সাহস আৰু দৃঢতাৰে এই সংকট আৰু দুৰ্যোগৰ সন্মুখীন হ'ব লাগিব। দেশৰ এই সংকটময় মুহূৰ্তত আজি আমাক লাগে কঠোৰ পৰিশ্ৰম, একতাবোধ আৰু জাতীয় সংহতিবোধ। ক্ষুদ্ৰ স্বাৰ্থ আৰু তুচ্ছ ভেদাভেদ পাহৰি আজি আমি এক জাতি, এক গোট হৈ থিয় দিব লাগিব ৰাইজসকলে—

অজয় ঃ বন্ধ কৰক, বন্ধ কৰক—

মন্ত্ৰী ঃ ৰাইজসকল, আপোনালোকক বেছি সময় আমনি কৰাৰ ইচ্ছা মোৰ নাই।

অজয় ঃ বন্ধ কৰক, বন্ধ কৰক। সেইবোৰ সাঁচত গঢা বচন মুখস্থ মতা বন্ধ কৰক।

প্ৰতাপ ঃ এই অজয় কি কৰিছ তই—

অজয় ঃ ৰ'বি, মোক ক'বলৈ দে।

মন্ত্ৰী ঃ ৰাইজসকল, আপোনালোক স্বাধীন দেশৰ নাগৰিক। আপোনালোকে অকণমান ধৈৰ্য ধৰি মোৰ বক্তৃতা শেষ কৰিবলৈ দিয়ক।

অজয় ঃ কামৰ কথা কওক। কাইলৈ মই দেশৰ সংকটময় অবস্থাৰ কাৰণে কি কৰিব লাগিব। সেইটো পৰিষ্কাৰকৈ কওক। সাহসেৰে সন্মুখীন হ'ব লাগিব মানে কি?

নেতা ঃ ৰাইজসকল আপোনালোক অশান্ত নহ'ব।

অজয় ঃ ক্ষুদ্ৰ স্বাৰ্থ আৰু তুচ্ছ ভেদাভেদ পাহৰি মানে কি?

মজুমদাৰ ঃ আপোনালোক নিজৰ ঠাইত বহি থাকক। আমাৰ সভাৰ কাম শেষ হ'বলৈ আৰু বেছি পৰ নাই। আপোনালোকে শান্তিৰে সভাৰ কাম শেষ হ'বলৈ দিয়ক।

মন্ত্ৰী ঃ ৰাইজসকল, আজি আমাৰ মাজত কিছুমান বিভেদকামী, উচ্ছৃংখল, বিপথগামী শক্তিয়ে মূৰ তুলি উঠিবলৈ অহৰহ চেষ্টা কৰি আছে।

অজয় ঃ কোন বিভেদকামী, কোন উচ্ছৃংখল, কোন বিপথগামী (ধৰ ধৰ, মাৰ মাৰ ইত্যাদি শব্দ)

প্ৰতাপ ঃ ছিঃ ছিঃ বৰ বেয়া কথা হ'ল।

অজয় ঃ কি? কি বেয়া কথা হ'ল? মন্ত্ৰী ডাঙৰীয়াৰ সভাখন যে বন্ধ হৈ গ'ল। সেইটো? যি সভা যি বক্তৃতা হাজাৰ ঘণ্টা চলি থাকিলেও কাৰো এক তিল উপকাৰ নহয় সেইবোৰ সভা, সেইবোৰ বক্তৃতা বন্ধ হৈ যাব লাগে। বন্ধ হৈ যাব লাগে মানে বন্ধ কৰি দিব লাগে।

গোপাল ঃ সেইবুলি এজন কলেজৰ প্ৰফেছাৰ হৈ ৰাজহুৱা সভাত এনেকৈ চিএৰ-বাখৰ কৰি—

অজয় ঃ নিশ্চয় কৰিম। এশবাৰে কৰিবা। মই নকৰিলেও প্ৰত্যেক আত্মমৰ্যাদা জ্ঞান থকা মানুহে কৰা উচিত আৰু কোনেও নকৰিলে মৰ়েই কৰিম। হোঃ মই মনে মনে থাকিম প্ৰফেছাৰ বুলি। সি মনে মনে থাকিব চাকৰিৰ পৰা খেদা খায় বুলি, আইন এটা মনে মনে থাকিব এইবোৰ কথাৰ নো আমি কি ভু পাওঁ এইবুলি। আৰু এই আমি মনে মনে থকাৰ সুবিধা

লৈযেই তেওঁলোকে মহা আড়ম্বৰে বাণী প্ৰদান কৰি যাব। আৰু ভাবিব আজি এনেকুৱা বক্তৃতা দিলোঁ মানুহবোৰ একেবাৰে নিস্তব্ধ হৈ গ'ল। কাৰো মুখত এটা মাত নাই।

প্ৰতাপ : কিন্তু এনেকৈ এখন ৰাজহুৱা সভাত—

অজয : ৰাজহুৱা সভাত তেওঁলোকৰ মুখ বন্ধ নকৰি ক'ত কৰিবি? ৰাজহুৱা সভাৰ বাহিৰে অইন ক'ৰবাত তেওঁলোক আমাৰ মুখামুখি হ'বলৈ আহে। আহিব তেওঁলোক তোৰ প্ৰফেছাৰ কমন ৰুমত তোৰ মুখামুখি হ'বলৈ? আৰু যদি আহেও তোৰ কমন ৰুমত কেনেকৈ তেওঁৰ মুখ বন্ধ হৈ গ'ল সেইটো কথা কাইলৈ দেশৰ মানুহে জানিব পাৰিব? নোৱাৰে। কিন্তু কাইলৈ খবৰ কাগজ চাবি। প্ৰথম লাইন ওলাইছে— বৰ্তমানৰ চৰকাৰে সাহসেৰে সন্মুখীন হ'বলৈ ৰাইজলৈ আহ্বান। হুঃ।

গোপাল : নহয় নহয় ক'বলৈ দে। কওক। তোৰ কাৰণে নহ'লেও সভাখনত এনেকুৱা মানুহ হয়তো বহুত আছিল, যিসকলৰ কাৰণে তেওঁৰ কথাবোৰ প্ৰয়োজনীয়। যি সকলে তেওঁৰ কথাবোৰ শুনে, তেওঁলোকে শুনিবলৈকে ইয়ালৈ আহিছিল।

অজয : কাৰো কাৰণে প্ৰয়োজনীয় নহয়। কোনো তেওঁৰ কথা শুনিবলৈ ইয়ালৈ অহা নাই। যিবোৰ মানুহে একতাবোধ, জাতীয় সংহতিবোধ, সাহস আৰু দৃঢ়তাৰে সন্মুখীন হোৱা এইবোৰ কথাৰ মৰ্ম বুজে তেওঁলোকে সেইবোৰ কথা শুনিবলৈ আজিলৈকে বাকী ৰখা-নাই, আৰু এইখন দেশত থাকি আজিলৈকে যিবিলাকে এইবোৰ শব্দৰ বক্তৃতা শুনা নাই, তেওঁলোকে সেইবোৰ শব্দৰ মৰ্ম কিয় সাধাৰণ অৰ্থও বুজি নাপায়। তই মোক এটা কথা ক'চোন। বুকুত মেঠনি মাৰি, পিঠিত কেঁচুৱা এটা বান্ধি লৈ, হাচতিৰ আগত জেলেপী, ভজাবুট খোৱাৰ কাৰণে পইচাকেইটামান বান্ধি লৈ, সাত-আঠ মাইল পথৰুৱা বাটেদি খোজ কাঢি মিটিঙলৈ অহা মানুহক একতাবোধ, জাতীয় সংহতিবোধ, এইবোৰ কথা ক'বলৈ তোৰ সাহস আছে? নৈতিক বল আছে? মোৰ নাই। মই যদি নেতা হ'লোঁহেঁতেন, মই যদি এনেকুৱা এখন সভালৈ আহিলোঁহেঁতেন তেনেহ'লে ক'লোঁহেঁতেন, ৰাইজ, আপোনালোক কামৰ মানুহ, আপোনালোক পৰিশ্ৰম কৰা মানুহ। এইখিনি সময় আপোনালোকে কাম নকৰিলেও অকণমান জিৰণি ল'ব পাৰিলেহেঁতেন। মই আপোনালোকৰ এইখিনি সময় নষ্ট কৰাৰ কাৰণে বৰ দুঃখিত। মোক আপোনালোকে ক্ষমা কৰিব। মই আপোনালোকৰ লগত এটা প্ৰয়োজনীয় কথা আলোচনা কৰিবলৈ আহিছোঁ। [গণ্ডগোল] হয় কি হৈছে অ' তাত? মানুহবোৰ গুচি যোৱা নাই কিয়?

প্ৰতাপ : জানো।

জয় : কি কৰিছে মানুহবোৰে জুমপাতি? হেৰি নহয়— সেইজনী সন্ধ্যা দেখোন? মানুহৰ মাজত সোমাই তেওঁ কি কৰিছে?

গোপাল : তই নালাগে যাব ৰ'বি। মই খবৰটো লৈ আহোঁ মানহৰ একো ঠিক নাই। এটা কাম কৰ, তই নহ'লে ইয়াৰ পৰা যাগৈ।

অজয : কিয়? মোৰ কথা হ'ল কি জান— প্ৰতাপ কি হ'ল তোৰ?

প্ৰতাপ : নাই হোৱা একো। এই ঘটনাটোৰ কথাকে ভাবিছোঁ।

অজয় : মোৰ কথা হ'ল তই একেকেইখিলা কাগজকে ক্লাছত ব্যৱহাৰ কৰ। কিছুদিনৰ পিছতে ল'ৰাৰ মাজতে তোৰ বদনাম ওলাব, সেই একেসোপা পুৰণি ন'টকে বছৰৰ পিছত বছৰ চলাই দিছু বুলি—

অজয় ঃ পানীপথৰ যুদ্ধখনৰ বৃত্তান্তটো এতিয়া আৰু সালসলান হোৱাৰ উপায় নাই। অথচ তই বছৰে বছৰে পানীপথৰ যুদ্ধৰ বিষয়ে নতুন ন'ট প্ৰস্তুত কৰিব লাগিব। কিন্তু এই মানুহবিলাকৰ ভৰিৰ তলেদি তীব্ৰ গতিৰে এক নতুন বুৰঞ্জী পাৰ হৈ গৈছে। অথচ তেওঁলোকে এটাও নতুন শব্দ তেওঁলোকৰ বক্তৃতাত সুমুৱাই লোৱা নাই। তই মোক ক' আজি এই মানুহজনে যি কেইযাৰ কথা ক'লে ঠিক সেই কেইযাৰ কথা থকা কেই হাজাৰ টুকুৰা কাগজ তোৰ পুৰণি বাৰ্তাৰ কাগজৰ পৰা কাটি দিব লাগে? ক' কেই হাজাৰ টুকুৰা লাগে?

প্ৰতাপ ঃ তাত কি হৈছে মিছ তালুকদাৰ?

সন্ধ্যা ঃ হৈছে এটা কাণ্ড। আপুনি যাওকচোন তালৈ। আপোনাৰ তাত অলপ দৰকাৰ হৈছে।

অজয় ঃ কি? হৈছে কি?

সন্ধ্যা ঃ নাই নাই, আপুনি যাব নালাগে। যাওকচোন আপুনি।

অজয় ঃ মই একো ধৰিব পৰা নাই। কি হৈছে সন্ধ্যা?

সন্ধ্যা ঃ কৈছোঁ নহয় কিবা এটা হৈছে বুলি।

অজয় ঃ কি মানুহবিলাকে মোক পিতিবলৈ ঠিক কৰিছে? গিয়ে যি নকওক মই জানো মই। মই ঠিক কাম কৰিছোঁ। তথাপি কোৱাচোন তুমিতো একেবাৰে আগত বহি আছিলা। তোমাৰ মতামতটোও শুনো।

সন্ধ্যা ঃ মই একেবাৰে আগত বহি থকা আপুনি কেনেকৈ দেখিলে?

অজয় ঃ তোমাৰ এই বিখ্যাত চাদৰখনৰ কাৰণে দেখিলোঁ। চাদৰখনৰ পাৰিটো ইমানবোৰ মানুহৰ মাজত ইমান দূৰৰ পৰাও জিলিকি আছিল। ভাবিছো, পিছলৈ চাদৰখনৰ পাৰিটো এন্ধাৰতো জিলিকিবগৈ নেকি?

সন্ধ্যা ঃ এইটোতো বৰ আচৰিত কথা—

অজয় ঃ কি আচৰিত কথা—

সন্ধ্যা ঃ এজন মানুহে চাদৰৰ পাৰিও দেখে আৰু সেই একেজন মানুহে গণ্ডগোলৰ সূত্ৰপাত কৰি মিটিংখনো বন্ধ কৰে।

অজয় ঃ তাৰ মানে মই মিটিং শেষ হোৱালৈ বৈ থাকিব লাগিছিল। পৰাপক্ষত মিটিংখন সন্ধিয়াৰ পিছলৈকে চলি থকাত সহায় কৰিব লাগিছিল। আৰু মিটিং শেষ হোৱাৰ পিছত চল-বুদ্ধি কৰি তোমাক মানুহৰ মাজৰ পৰা আঁতৰাই নি নৈৰ পাৰেদি এপাক ফুৰাই ঘৰত থৈ আহিব লাগিছিল।

সন্ধ্যা ঃ ছিঃ

অজয় ঃ ছিঃ ডাল কিহৰ আকৌ। চোৱা তুমি মিটিঙলৈ আহিছানে নাই, সেইটো লক্ষ্য কৰাটো মোৰ প্ৰবৃত্তিৰ প্ৰতি থকা দায়িত্ব। আৰু মিটিংখন বন্ধ কৰি দিয়াটো মোৰ প্ৰত্যেকজন মানুহৰ প্ৰতি থকা দায়িত্ব।

সন্ধ্যা ঃ মোৰ ওপৰত খং কৰিছে কিয় আকৌ।

অজয় ঃ নাই কৰা খং।

সন্ধ্যা ঃ নহয় নহয়, মোৰ এইটোৱেই সন্দেহ হয়— আপুনি যে এইবোৰ কাণ্ড কৰি ফুৰে কেৱল একোটা খণ্ডৰ ভমকত কৰে নেকি? চাওক, মই আপোনাৰ লগত কেতিয়াও তৰ্ক কৰা নাই। কাৰণ তৰ্ক কৰিবলগীয়া আজিলৈকে একো হোৱা নাই। কিন্তু কেৱল সেই এটাই সন্দেহ—

অজয় ঃ মোৰ খংটো? হওক, চোৰৰ মানত পুলিচবোৰ খঙাল, জাবৰবোৰৰ কাৰণে বাঢনীবোৰ খঙাল। প্ৰত্যেক বস্তুৰেই কেনোবা নহয় কোনোবা বস্তুৰ কাৰণে খঙাল। হওক। সেইকণ খং মোক লাগে। তোমালোকে কথাবোৰ নুবুজা কিয়? ভাবি চোৱাচোন— দৃঢ়তা, সাহস, কঠোৰ পৰিশ্ৰম, সংহতি এইবোৰ কিমান গুৰুত্বপূৰ্ণ মহান শব্দ, অথচ আমাৰ মানত এইবোৰ শব্দৰ অৱস্থা কি হৈছে চোৱা? এৰোপ্লেনৰ আশে-পাশে জুপুৰীত থকা খেতিয়কবিলাকলৈ মন কৰিছা, সিহঁতে কেতিয়াও এৰোপ্লেনত উঠা নাই, এৰোপ্লেনৰ ভিতৰখন সিহঁতে কেতিয়াও দেখা নাই অথচ সিহঁতে এৰোপ্লেনক, এৰোপ্লেনৰ কাণ তাল মৰা শব্দক গ্ৰাহ্যই নকৰে। সিহঁতৰ চোতালবিলাকত ছাঁ পেলাই পেলাই এৰোপ্লেন আহিছে-গৈছে সিহঁতৰ ভ্ৰূক্ষেপ নাই। আমাৰ কাৰণে এই শব্দবোৰ তেনেকুৱা হৈ গ'ল। কিয়? কোনে কৰিলে শব্দবোৰৰ এনেকুৱা অৱস্থা। কোনে কৰিলে আমাৰ এনেকুৱা অৱস্থা [প্ৰতাপ আহে] কি? কি হ'ল?

প্ৰতাপ ঃ এওঁলোকে তোক এটা কথা ক'বলৈ আহিছে।

অজয় ঃ কি কথা?

১ম ডেকা ঃ কোনো পাতনি নেমেলাকৈ আমি আপোনাক এটা পৰিষ্কাৰ কথা ক'ব খুজিছোঁ। এইটো ইলেকচনত, এইটো সমষ্টিৰ পৰা আপুনি কেণ্ডিডেট হিচাপে ষ্টেণ্ড কৰিব লাগে।

অজয় ঃ কি?

২য় ডেকা ঃ হয় ছাৰ। আমি বহুত দিনৰ পৰা আপোনাক চিনি পাওঁ। আমি বহুত দিনৰ পৰা আপোনাৰ কথা পাতিছোঁ। আজি আমি শেষ সিদ্ধান্ত গ্ৰহণ কৰিছোঁ আপুনি এই ইলেকচনত stand কৰিব লাগে।

অজয় ঃ মই ইলেকচনত ষ্টেণ্ড কৰিব লাগে?

৩য় ডেকা ঃ হয়। এইখন ইলেকচনৰ মিটিং আছিল। আমি মিটিংখন ভাঙি দিলোঁ। এতিয়া আমি ঠিক কৰিছোঁ ইয়াতে এইখন মঞ্চতে, এতিয়াই আমি আপোনাক লৈ ইলেকচন কেম্পেইন আৰম্ভ কৰিম।

অজয় ঃ নহয় নহয়। নহয় নহয়। আপোনালোকে মোক ভুল বুজিছে। মই এজন সাধাৰণভাৱে শিক্ষিত, সচেতন মানুহ। বহুত সময়ত মই মোৰ ভিতৰত এটা অস্থিৰতা, এটা উত্তাপ অনুভৱ কৰিছোঁ। কেতিয়াবা সংযম হেৰোৱাই মই সেই অস্থিৰতা, উত্তাপ প্ৰকাশ কৰিবলৈ বাধ্য হৈছোঁ। কিন্তু সেইবুলি মই নেতা হ'বলৈ বিচৰা নাই।

১ম ডেকা ঃ আপুনি বিচৰা নাই। কিন্তু আমি বিচাৰিছোঁ। [হয় হয় আমি বিচাৰিছোঁ।] অৱশ্যে আমি আপোনাক নেতা হ'বলৈ কোৱা নাই। আমি বিচাৰিছোঁ আপুনি উপযুক্ত ঠাইত, উপযুক্ত মঞ্চত আপোনাৰ উত্তাপ প্ৰকাশ কৰক।

অজয় ঃ ওহোঁ— হ'বই নোৱাৰে।

২য় ডেকা ঃ এটা কথা ছাৰ। আপুনি যিমানেই সচেতন নহওক আপুনি এজন সাধাৰণ নাগৰিক। আৰু এজন সাধাৰণ নাগৰিক অত্যন্ত দুৰ্বল মানুহ। আপুনি অকলে এনেকৈ, একো কৰিব নোৱাৰে। কিন্তু আপুনি ৰাইজৰ সমৰ্থন গোটাই লওক, আপুনি অফুৰন্ত বল পাব। আজি আপুনি ইয়াৰ ৰাজপথত দেশৰ অহিত চিন্তা কৰা মানুহ এজনক হত্যা কৰক, আপোনাক গ্ৰেপ্তাৰ কৰা হ'ব। কিন্তু ৰাইজৰ আশীৰ্বাদ শিৰত লৈ যুদ্ধলৈ যাওক, তাত গৈ যিমান শত্ৰু নিধন কৰিব, সিমানে আপোনাক দেশৰ মানুহে বীৰ বুলি পূজা কৰিব। আপুনি ভাবি চাওক। এইটো আমাৰ সকলোৰে অনুৰোধ। আপুনি মত দিয়ক।

মানুহবোৰ : ইয়াত আৰু অমত হ'বই নোৱাৰে। হ'বই লাগিব।

অজয় : নহয়। এইটো অভাৱনীয় কথা হ'ব। মই নিৰ্বাচনৰ প্ৰাৰ্থী হ'ম। নিৰ্বাচন খেলি সদস্য হ'ম। সভাস্থলীত প্ৰস্তাৱ উত্থাপন কৰিম। মাজে মাজে নিজৰ সমৰ্থিত বক্তৃতা দিমহি। নহয় নহয় এইটো মোৰ চিন্তাধাৰাই নহয়। এইটো মোৰ কাৰ্যপন্থাই নহয়। নহয় এয়ে ভাল। মই এনেকৈ মানুহৰ মাজত থাকোঁ। মই মানুহক এনেকৈয়ে গঢ়ি তোলোঁ। দেশত যাৰেই চৰকাৰ নহওক, যি দলৰেই নেতা নহওক, তেওঁলোকে যেন মানুহলৈ ভয় কৰে। কামৰ কথা নাথাকিলে, পৰিষ্কাৰ বক্তব্য নাথাকিলে তেওঁলোকে যেন মানুহৰ মাজত সভা পাতিবলৈ নাহে।

প্ৰতাপ : সেইটো তই কেনেকৈ ক'বি?

অজয় : প্ৰতাপ— তযো?

প্ৰতাপ : আজিৰ কথাটোকে ভাবি চা। তই আপত্তি কৰিলি। তোৰ লগতে বহুতে আপত্তি কৰিলে। ফলত মিটিংখন ভাগি গ'ল। কিন্তু কাইলৈ সেই একেজন মানুহেই সৌ সিখন চহৰত বিৰাট ৰাজহুৱা সভাত ভাষণ দিব। তাৰ বাতৰি আমি কাগজত পঢ়িম, আৰু লগতে এইটো বাতৰিও পঢ়িম যে আমাৰ চহৰত পতা সভাখনৰ কাৰ্যসূচী একাংশ জনতাৰ উচ্ছৃংখল ব্যৱহাৰৰ কাৰণে চমুৱাই পেলোৱা হ'ল। এনেকৈ কাম কৰি থাকিলে তই উচ্ছৃংখল জনতাৰ বাহিৰে অইন একো নাম নাপাব।

৩য় ডেকা : সেই কাৰণেই কৈছোঁ। আপুনি অইনৰ মুখ তেনেকৈ বন্ধ কৰিব নোৱাৰে। তেওঁলোকৰ মুখ বন্ধ কৰিবলৈ আপুনি মুখ খুলিব লাগিব। দেশখনৰ প্ৰত্যেকখন মঞ্চৰ পৰা আপুনি মানুহক এনেকুৱা কথা কওক যাতে তেনে ধৰণৰ কথাৰ বাহিৰে অইন একো কথা মানুহে নুশুনে। আৰু অইন ধৰণৰ কথা যিবিলাকে কয়, তেওঁলোকে তেতিয়া মানুহৰ সন্মুখলৈ আহিবলৈ নিজেই ভয় কৰিব।

গোপাল : আৰু দ্বিতীয় কথা হৈছে আমি তোক সেই নেতাসকলৰ মাজলৈকে পঠিয়াই দিওঁ। তই তেওঁলোককে পৰিষ্কাৰকৈ বুজাই দিবি যে পৰিষ্কাৰ বক্তব্য নাথাকিলে, কামৰ কথা নাথাকিলে, ৰাইজৰ সন্মুখলৈ আহিবলৈ তেওঁলোকৰ কোনো প্ৰয়োজন নাই। কথাটো ভাবি চাইছনে তই?

অজয় : হুঁ। চাইছোঁ চাইছোঁ। কিন্তু তইঁতে মোক জান। সেইটো, মানে কি বুলি বুজাম সেইটো মোৰ লাইন নহয়। এই ধৰণৰ ৰাজনীতিক মই বৰ তুচ্ছ জ্ঞান কৰোঁ। মাজে মাজে ঘিণ কৰোঁ। মোৰ ইচ্ছা, কেতিয়াবা সুবিধা বুজি গোটেই ব্যৱস্থাটোৰ, গোটেই পদ্ধতিটোৰ মূল ঠাই এডোখৰত আচম্বিতে একোটা প্ৰচণ্ড আঘাত কৰোঁ।

গোপাল : কৰ। আমিওতো তাকেই কৈছোঁ।

অজয় : কিন্তু।

গোপাল : ইয়াত আৰু কিন্তু-চিন্তু নাই। সেইটোৱেই তোৰ ইচ্ছা, আৰু সেইটোৱেই আমাৰো ইচ্ছা।

২য় ডেকা : আৰু তাকে কৰিবলৈ আপুনি মূলৰ ওচৰ চাপিব লাগিব ছাৰ। আপুনি যেনিবা এইবোৰ ৰঙীণ পোহৰ ভাল পোৱা নাই। কিন্তু এটা এটাকৈ শিলগুটি দলিয়াই আপুনি কিমান বাল্ব ভাঙিব তাতকৈ মেইন ছুইচটো বন্ধ কৰি লওক। তাৰ পিছত বাল্ববিলাক সলাবলৈ চেষ্টা কৰক।

মানুহ : আপুনি মত দিয়ক, আপুনি মত দিয়ক।

অজয় : ৰ'বচোন আপোনালোক? মোক ভাবিবলৈ দিয়ক।

১ম ডেকা : চাওক চৌধুৰী, নেতা হোৱা মানুহৰ অভাৱ একেবাৰে নাই। কিন্তু আমি আপোনাৰ ওচৰ

চাপিছোঁ বস্তুত আশা [illegible]। এজন অলাগতিয়াল মানুহৰ ঠাইত এজন লাগতিয়াল মানুহক প্ৰতিষ্ঠা কৰিব পাৰিলে মানুহৰ দুগুণ লাভ হয়। সামৰ্থ্য থকা যোগ্যজনে মানুহক সেই লাভৰ পৰা বঞ্চিত কৰিব নালাগে।

অজয় : কিন্তু এই নিৰ্বাচন বস্তুটোৱেই বৰ জঞ্জালৰ বস্তু। মোৰতো ধাৰণা আছিল লেতেৰা বস্তু। এটা অভিযান লাগিল। টকা-পইচা লাগিল। আপোনালোককেইজনে ভোট দিলেইতো মই নিৰ্বাচিত নহওঁ।

গোপাল : তই সেইবোৰ কথা চিন্তা কৰিব নালাগে। তই কেৱল মত দে। বাকী কাম কেনেকৈ হয় চাই থাকিবি। হ'ল তেনেহ'লে। কথা পকা হ'ল।

অজয় : পৰা হ'ল মানে ৰ'বিছোন তই।

গোপাল : আঃ কিমান তৰ্ক কৰি থাক অ'। তইতো বুজিব পাৰিছই— আমাৰ কাম কৰাৰ ধৰণটো। ইয়াতেই আমাৰ মাজতেই কথাটো ওলাল। ইয়াতেই আলোচনা হ'ল। আৰু ইয়াতেই সিদ্ধান্ত হ'ল। বাচ। আমাৰ কথা পকা হ'ল। [বাঃ বাঃ হাত চাপৰি]

[illegible] : ৰ'ব ৰ'ব। আপোনালোক কোনো নাযাব। আমি ইয়াতেই, এই মঞ্চতেই, এতিয়া আমাৰ [illegible] নিৰ্বাচনী সভা পাতিম। আহকচোন, আমি আমাৰ মানুহখিনিক কথাটো কৈ আহোঁ। [illegible] ফোনৰ মানুহটো ক'লৈ গ'ল?

[illegible] : গণ্ডগোল দেখি [illegible] পলাল হ'বলা—

[illegible] : নাই। সি [illegible] ইমান দামী যন্ত্ৰ-পাতিবোৰ এৰি [illegible] পলাব কিয়? আছে ইয়াতে ক'ৰবাত। [illegible] তই [illegible] বিচাৰ। আহক আপোনালোক। আপোনালোক ইয়াতে থাকক। [যায]

[illegible] : [illegible] বাইদেউ আপোনাৰ কথা এটা কওঁ--

[illegible] : [illegible] কি ক'লে তোমাক?

[illegible] : [illegible] ক'লে যেন আপোনাক জোৰ কৰোঁ। ভালকৈ বুজাওঁ।

[illegible] : [illegible] কৰিবা মানে?

[illegible] : মানে [illegible] যদি আপুনি [illegible] পৰা নাই তেন্তে মই [illegible] আপুনি মানিব।

[illegible] : [illegible] কেনেকৈ হ'ব পালে?

[illegible] : [illegible] কেনেকৈ [illegible] পালে?

[illegible] : [illegible] কৰিবা নেকি? বুজাবা নেকি?

[illegible] : আপুনি [illegible] বুজাবৈ বুজে। এতিয়া ইমানবোৰ মানুহে চিন্তা কৰি [illegible] কথাটো মই বুজোৱাৰতো কথাই নাই, কোনেও বুজাবলগীয়া হোৱা [illegible]।

[illegible] : [illegible] তুমিও এইবোৰ কথা আগৰ পৰাই জানা।

সন্ধ্যা : আগৰ পৰা মানে? গোটেই ঘটনাটো আৰম্ভ হ'ল মাত্ৰ আধা ঘণ্টাৰ আগতে। মানুহবিলাকে ভাত জুম বন্ধা দেখি আপোনাৰ কথা সিহঁতে কি কৈছে শুনিবলৈ বুলি ওচৰ চাপি গ'লোঁ। তাৰ পিছত কি হৈছে আপুনিতো জানিলেই।

অজয় : মই ঘটনাবোৰ ধৰিব পৰা নাই। ভিতৰি ভিতৰি কিবা এটা ষডযন্ত্ৰ চলিছে যেন পাইছোঁ। কিন্তু তুমিতো মোৰ কথাবোৰ জানা সন্ধ্যা। মই সেইটো ঘৰ সজাবলৈ লৈছোঁ। কোনোমতে খুঁটাকেইটা থিয় কৰাইছোঁ। এসময়ত ঘৰটো সম্পূৰ্ণ হ'ব। তাতে এটা নিজৰ লাইব্ৰেৰী কৰিম। এজাক চোকা চোকা ল'ৰা ঘৰতে গোটাই ল'ম। সিহঁতৰ বুদ্ধিৰ লগত ঘঁহাই ঘঁহাই মোৰ

বুদ্ধি চোকা কৰিম। সিহঁতৰ বুদ্ধিও চোকা হ'ব। পিছত এদিন দেখিবা সেইজাক ল'ৰাৰ জ্ঞান-বুদ্ধিৰ সন্মুখত তিষ্ঠিবলৈ সহজে মানুহ পোৱা নাযাব। মই ভাবিছোঁ সেইবোৰ কথা আৰু তোমালোকে ভাবিছা এতিয়া মই ইলেকচন খেলোঁ। জেপৰ পইচাকেইটা নষ্ট কৰি দেউলীয়া হওঁ। মগজ লেতেৰা কৰোঁ।

সন্ধ্যা : লেতেৰা কৰিব নালাগে। ইলেকচনটোৰ লগত ঘঁহাই মগজটো ধৰাই লওক। আৰু খৰচটো সম্পূৰ্ণ নোহোৱাৰ কথা ভাবিব নালাগে। মই যি বুজিছোঁ আপোনাৰ এক পইচাও খৰচ নহয়। অৱশ্যে ইলেকচনত জিকাৰ খবৰ ওলোৱাৰ দিনা পাৰে যদি কলেজৰ ল'ৰাহঁতক চাহ-মিঠাই খাবলৈ পইচা অলপ দিব।

অজয় : কিন্তু এইবোৰ আয়োজন কৰিব কোনে?

সন্ধ্যা : দেখিব নহয় কোনে কৰিব? [১ম ডেকা আহে।]

১ম ডেকা : আমি ঠিক কৰিলোঁ, এতিয়াই আমি আমাৰ প্ৰথম মিটিং আৰম্ভ কৰিম। দহ মিনিটৰ মিটিং। অ'ই মাইক্ৰ'ফোন ঠিক আছে নহয়। ৰাইজ আপোনালোকক লৈ আমি এইখন দ্বিতীয় মিটিং পাতিবলৈ ওলাইছোঁ। আজি আমি আমাৰ কাৰণে এজন প্ৰতিনিধি নিৰ্বাচন কৰিছোঁ। তেখেত হ'ল অধ্যাপক অজয় চৌধুৰী। (হাত চাপৰি) এতিয়া অধ্যাপিকা সন্ধ্যা তালুকদাৰে আমাৰ এই নিৰ্বাচন অভিযান আৰম্ভ কৰিব। আৰু তাৰ পিছতে অধ্যাপক চৌধুৰীয়ে আপোনালোকক দুৱাষাৰ ক'ব।

সন্ধ্যা : শ্ৰদ্ধেয় ৰাইজ [Cut]

## দৃশ্য : ২

প্ৰতাপ : আপোনালোকৰ সামাজিক, অৰ্থনৈতিক ৰাজনৈতিক জীৱনৰ ভৱিষ্যত আঁচনি নিৰ্মাণ কৰাৰ চূড়ান্ত সুযোগ আপোনালোকৰ হাতৰ লৈ আহে এই ইলেকচনৰ সময়ত। আপোনালোকৰ হাতত এটা ভোট থাকে। আৰু এই ভোটটোৰ ব্যৱহাৰ কেনেকৈ আপোনালোকৰ নিজৰ মংগল-অমংগলৰ কাৰণ হ'ব পাৰে, সেইটো আপোনালোকে উপলব্ধি কৰাটো অত্যন্ত প্ৰয়োজনীয়। মই যিগৰাকী মানুহৰ হকে আপোনালোকক ক'বলৈ আহিছোঁ তেখেত এতিয়াও বিখ্যাত ৰাজনৈতিক নেতাৰ শাৰীলৈ উঠা নাই। কিন্তু তেখেতৰ আটাইতকৈ ডাঙৰ পৰিচয় হৈছে, তেখেত আপোনালোকৰ, আমাৰ মাজৰে এজন। আমাৰ মাজৰে এজন হৈ থাকিবলৈ, এজন সৎ লোকৰ যিখিনি গুণৰ প্ৰয়োজন সেইখিনি গুণ তেখেতৰ আছে। আমাৰ সুখ-দুখৰ কথা চিন্তা কৰিবলৈ এজন নিস্বাৰ্থ পুৰুষৰ যিটো মনৰ প্ৰয়োজন সেই মনটো তেখেতৰ আছে। [Cut]

## দৃশ্য : ৩

সন্ধ্যা : ভোট আপোনালোকে শেষ মুহূৰ্তত যাকে নিদিয়ক তাত আমাৰ কোনো আপত্তি নাই। কিন্তু ভোটটো দিয়াৰ আগতে সকলো কথা বিচাৰ কৰি চোৱাত আপোনালোকৰ আপত্তি থকা উচিত নহয়। আপোনালোকৰ সুখ, শান্তিৰ সমস্যা আপোনালোকে নিজে বুজে। আজিলৈকে

এইবোৰ সমস্যাৰ সমাধানৰ কাৰণে কি ব্যৱস্থা লোৱা হৈছে তাকো আপোলোকে দেখি আহিছে। সেই অভিজ্ঞতাৰ ওপৰত ভোটি কৰি আজি আপোনালোকে সিদ্ধান্ত ল'ব লাগিব। আপোনালোকৰ কাৰণে এইটো আৰু এবাৰ প্ৰবঞ্চিত হোৱাৰ সময নহয। এইটো মানুহ চিনি পোৱাৰ সময। মিছা প্ৰতিশ্ৰুতিত ভোল নগৈ প্ৰকৃত মানুহক বাছি উলিওৱাৰ সময। সেই কাৰণে আজি আমি অজয চৌধুৰীৰ কাৰণে আপোনালোকৰ ওচৰত ভোট ভিক্ষা কৰা নাই। দাবী কৰিছোঁ। আৰু আপোনালোকক প্ৰতিশ্ৰুতি দিছোঁ, আমাৰ এই দাবী আপোনালোকে পূৰণ কৰিব। আৰু অজয চৌধুৰীযে এই দাবীৰ মৰ্যাদা ৰক্ষা কৰিবই।

অজয চৌধুৰীক— ভোট দিযক।

অজয চৌধুৰীক— ভোট দিযক। [Cut]

## দৃশ্য ঃ ৪

[জীপ গাড়ীত]

কৰ্মী ঃ প্ৰৱঞ্চকৰ মুখা— খুলি দিযক [দুবাৰ]।

প্ৰৱঞ্চকৰ মুখা— খুলি দিয়ক [দুবাৰ]।

অজয চৌধুৰীক— ভোট দিযক।

অজয চৌধুৰীক ভোট দিযক।

বিশ্বাঘাটক নেতাইঁতক— ধূলিৰ লগত মিলাই দিযক।

অজয চৌধুৰী কাৰ নেতা— সকলোৰে ঘৰৰ নেতা।

অজয চৌধুৰী কাৰ নেতা— সকলোৰে ঘৰৰ নেতা। [Cut]

## দৃশ্য ঃ ৫

অজয ঃ ৰাইজ, মই ৰাজহুৱা সভাত বক্তৃতা দিবলৈ অভ্যাস কৰা নাই। এনেকুৱা মঞ্চ মই বেযা পাওঁ। বক্তৃতা দিয়া কামটো মই ভালো নাপাওঁ। তথাপি মই আহিছোঁ আপোনালোকক দেখা কৰিবলৈ। মোৰ যদি কিবা চিনাকি ইতিমধ্যে আপোনালোকে পাইছে তেনেহ'লে তাতকৈ নতুন কিবা চিনাকি মই আপোনালোকক দিব নোৱাৰিম। আৰু এই এদিনৰ সাক্ষাতত মোৰ নিজৰ মুখত নিজৰ পৰিচয় শুনি আপোনালোক নিশ্চয় ভোল নাযায়। নিৰ্বাচনৰ প্ৰাৰ্থী হিচাপে থিয দি আজি মই আটাইতকৈ দুখিত এই কাৰণেই যে মই আপোনালোকক ভৱিষ্যতৰ কাৰণে একো প্ৰতিশ্ৰুতি দিব নোৱাৰোঁ। মানুহৰ ভালৰ কাৰণে কাম কৰিবলৈ মোৰ ইচ্ছা আছে, পৰিশ্ৰম কৰিবলৈ মোৰ শক্তি আছে, একমাত্ৰ এই কাৰণেই মই প্ৰাৰ্থী হৈছোঁ। কিন্তু ৰাইজ, এটা কাম মই নিশ্চয় কৰিব পাৰিম— আপোনালোকৰ মাজলৈ ভুৱা প্ৰতিশ্ৰুতি দিবলৈ যাতে কোনো আহিব নোৱাৰে তাৰ ব্যৱস্থা মই কৰিব পাৰিম। [হাত চাপৰি] আজিলৈকে আপোনালোকক যিমান প্ৰতিশ্ৰুতি দিয়া হৈছে তাৰ চাৰিভাগৰ এভাগ কাম হোৱা হ'লেও আপোনালোক সুখী হ'লহেঁতেন। মই সেই প্ৰতিশ্ৰুতি দিয়াসকলৰ টেঁটুত চেপা মাৰি ধৰি সুধিব পাৰিম কিয় তোমালোকে মিছা কথা কৈছিলা। কিয় মানুহক ভুৱা প্ৰতিশ্ৰুতি দিছিলা? আৰু ৰাইজ, মই যদি কেতিয়াবা মোৰ কথা ৰাখিব নোৱাৰোঁ সেইদিনা আপোনালোকেও মোৰ টেঁটু চেপি

ধৰিবলৈ সুবিধা পাব। সেই সুবিধা মই আপোনালোকক দিম।

দৰ্শক : অজয চৌধুৰী জিন্দাবাদ— জিন্দাবাদ জিন্দাবাদ। [Cut]

## দৃশ্য : ৬

ঘোষক : এইমাত্ৰ আৰু এটা ফলাফল ঘোষণা কৰা হৈছে। ৰূপনগৰ সমষ্টিৰ ফলাফল আমাৰ হাতলৈ আহিছে। এই সমষ্টিৰ নিৰ্দলীয় প্ৰাৰ্থী শ্ৰীঅজয চৌধুৰীযে তেখেতৰ নিকটতম প্ৰতিদ্বন্দ্বী বাওঁপন্থী মৰ্চাৰ প্ৰাৰ্থী শ্ৰীযতীন্দ্ৰ কুমাৰ বৰ্মনক সাত হাজাৰ দুশ নটা ভোটত পৰাজিত কৰি নিৰ্বাচিত হৈছে। শ্ৰীচৌধুৰীযে পায সোতৰ হাজাৰ পাঁচশ বিযালিছটা ভোট আৰু শ্ৰীবৰ্মনে পায দহ হাজাৰ তিনিশ তেত্ৰিছটা ভোট। এই সমষ্টিৰ বাকী প্ৰাৰ্থীসকলে পোৱা ভোটৰ সংখ্যা এনেকুৱা— প্ৰজাতন্ত্ৰ দলৰ প্ৰাৰ্থী শ্ৰীচিৰজুদ্দিন আহমেদে পায় ৯৮০৫ টা ভোট। ইউ এছ এফৰ প্ৰাৰ্থী শ্ৰীৰাজকুমাৰ দত্তই পায ৪২০১টা ভোট আৰু নিৰ্দলীয় প্ৰাৰ্থী সৰ্বানন্দ লস্কৰে পায ৮৩২ টা ভোট ।

সন্ধ্যা : অজযদা ক'ত, জয অজযদাৰ জয়। [Cut]

## দৃশ্য : ৭

প্ৰতাপ : তোৰ প্ৰতাপত এছেম্বেলীৰ অধিৱেশন ভাগিযেই যাব যেন পাইছোঁ। গোটেইখনতে একেবাৰে তোলপাৰ লগাই দিছ।

গোপাল : আৰু তোৰ কপালো কপাল দে। আজিয়েই আলোচনাৰ কাৰণে টপিকটো পালিহি দুৰ্নীতি। এইটো বিষয়ত মুখ খুলিলেতো তোক শান্ত কৰাই টান।

প্ৰতাপ : সন্ধ্যাই কি কৈছে জান? তেওঁৰ বোলে কেবল এটা ভয়। তোৰ অঁকৰা খংটো নুঠিলেই হয়। হঠাতে খঙৰ কোবত কিবা এটা কৈ পেলাবি, দিব অধিৱেশনৰ বাকীকেইদিনৰ কাৰণে বহিষ্কাৰ কৰি।

নেতা : নহয় নহয, উচিত কথাত মানুহৰ সেইৰূপ খং উঠিব লাগে। আগত বেজি এটা নাথাকিলে সূতাডাল যেনেকৈ কাপোৰৰ মাজেদি সৰকি নাযায, খঙৰ লগত লগ নালাগিলে বহুত কথাও আমাৰ শাসন যন্ত্ৰটোৰ মাজলৈ সৰকি নাযায়। কালি পিছে আপোনাৰ খঙটো অলপ বেছিকৈ উঠিছিল।

প্ৰতাপ : কালি?

নেতা : হয।

প্ৰতাপ : কি কথাত?

নেতা : এই আমাৰ পুলিচ বিভাগৰ বিষয়ে তৰ্ক হৈছিল।

অজয : খঙক প্ৰশ্ৰয় দিবলৈ কোনে ভাল পায় কওক। মই এটা সাধাৰণ ঘটনা উল্লেখ কৰোঁ শুনক। আজি এই ঘটনাটো মই এছেম্বলীতো ক'ম। এবাৰ মোক এজন বন্ধুৱে সাহিত্য সম্পৰ্কীয় আলোচনা সভা এখনত অংশগ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। মই সন্মত হৈছিলোঁ। কিন্তু বিশেষ কাৰণত শেষ মুহূৰ্তত আলোচনা সভাখনলৈ যাব নোৱাৰিলোঁ। পিছদিনা কি হ'ল

জানে? মোৰ এক আত্মীয় চি আই ডি ইন্সপেক্টৰ আমাৰ ঘৰত উপস্থিত হ'লগৈ। তেওঁ মোক সুধিলে, 'কালি তুমি এখন মিটিঙত বক্তৃতা দিছিলা নেকি?' মই কলোঁ, 'নাই দিয়া কিয়?' তেখেতে কাৰণটো নক'লে। পিছত মই গম পালোঁ সেই আলোচনা আয়োজন কৰাৰ গুৰিতে আছিল এক ৰাজনৈতিক দলৰ লগত সম্পৰ্ক থকা দুজন মানুহ।

গোপাল : হ'ল কি হ'ল? সেইবুলি চি আই ডি?

অজয় : কাৰণ সেই ৰাজনৈতিক দলটোৰ লগত চৰকাৰৰ বন্ধুত্ব নাই। মই বক্তৃতা দিয়া নাছিলোঁ কিন্তু দিয়াৰ যে কথা আছিল, সেইটোকে চৰকাৰৰ চোৰাংচোৱা বিভাগে সূত্ৰ হিচাপে ব্যৱহাৰ কৰিলে। আৰু মোৰ বিষয়ে অনুসন্ধান কৰিবলৈ আৰু মোৰ গতি-বিধি, কাৰ্য-কলাপৰ ওপৰত চকু ৰাখিবলৈ তলৰ মহলক নিৰ্দেশ দিলে।

প্ৰতাপ : হেঃ—

অজয় : চৰকাৰৰ এটা বিশিষ্ট বিভাগৰ এই কাৰ্যদক্ষতাক কোনেও নশলাগি নোৱাৰে। কিন্তু চৰকাৰে এই কাৰ্যদক্ষতাৰ এশভাগৰ এভাগো চাউলৰ লগত কেনেকৈ শিলগুটি মিহলি হয়, খোৱা তেল কেনেকৈ বিহ হয়, তাক ধৰা পেলাবৰ কাৰণে ব্যৱহাৰ কৰিব নোৱাৰেনে? ৰাজনৈতিক দলবোৰৰ ক্ষেত্ৰত প্ৰয়োগ কৰা অপূৰ্ব কলা-কৌশলৰ এশ ভাগৰ এভাগো চৰকাৰী চাউলৰ দহ মুঠিত এমুঠি ধান কিয় মিহলি হৈ থাকে তাক আৱিষ্কাৰ কৰাৰ কাৰণে ব্যৱহাৰ কৰিব নোৱাৰেনে? মই এবস্তা চাউল কলত বনাই আনো। পৰিষ্কাৰ চাউল পাওঁ। কিন্তু চৰকাৰৰ ধানখিনি কলবিলাকে পৰিষ্কাৰকৈ নাবানে কিয়? পথাৰত ধান কম হৈছে, মানুহে দুমুঠিৰ ঠাইত গাই পতি এমুঠিকৈ চাউল পাব সেইটো সহজে বুজিব পৰা কথা। কিন্তু সেই মুঠি চাউলত একুৰি ধান ওলাব কিয়? অলপ পইচা বেছিকৈ দিলেই বজাৰত হাজাৰ হাজাৰ মোন চাউল পায়। কিন্তু ক'তা— সেইবোৰ দেখিতো মানুহে নাক নোকোচাই। কিন্তু কি কাৰণে চৰকাৰৰ ধান বুলিলেই ধান কলবিলাকে বেলেগ ধৰণে কাম কৰিবলৈ আৰম্ভ কৰে, এইষাৰ কথা জানি আহিবলৈ চৰকাৰে এজন ভেটি খাই উভতি নহা বিষয়াক নিয়োগ কৰিব নোৱাৰেনে?

নেতা : এৰা কি কৰিব? আমাৰ যিটো যন্ত্ৰ— তাতে ক'ৰবাত কেনা আছে।

অজয় : এগৰাকী চৰকাৰৰ মহাপুৰুৰ বাটেদি গ'লে এটা প্ৰকাণ্ড পুলিচ ফৌজ তটস্থ হৈ বাটলৈ ওলাই আহে। কিন্তু লাখ লাখ মানুহৰ খাদ্যমুঠি ৰক্ষা কৰিবলৈ সেই ফৌজৰ সামান্য অংশ এটাও কামত লগাব নোৱাৰেনে? খাদ্যৰ অভাৱত যিমান মানুহ মৰিব, অখাদ্য, কুখাদ্য খাই তাতকৈ বহুত বেছি মানুহ মৰিব, এই অতি সাধাৰণ কথাটো উপলব্ধি নকৰাটো আমাৰ কাৰণে এটা ডাঙৰ কলংক।

নেতা : এটা কথা হ'ল চৌধুৰী, মজুমদাৰ দেখোন এতিয়াও নাপালেহি। সময় দিছিল চাৰে আঠ বজাত। ১৫ মিনিট পাৰ হৈ গ'ল। মই এটা টেলিফোন কৰি চাওঁচোন— ঘৰৰ পৰা ওলাই আহিছেনে নাই।

অজয় : আপোনালোকৰ কিবা কথা আছিল নেকি?

নেতা : কথা মানে সেইটোৱেই—

অজয় : অ'। কিন্তু সেইটো কথাৰ উত্তৰতো মই দিছোঁৱেই।

নেতা : আপোনাৰ উত্তৰ পাইছোঁ। কিন্তু আমাৰ ফালৰ পৰা দুটামান কথা বহলাই কোৱাৰ প্ৰয়োজন

আছে। আপোনালোক বহক মই টেলিফোন এটা কৰি আহোঁ। [out]

অজয় : হোঃ বহলাই কোৱাৰ প্ৰযোজন আছে।

প্ৰতাপ : কি বহলাই কোৱাৰ কথা কৈছে অ'।

অজয় : বহলাই কি ক'ব নাজানো। কিন্তু এতিয়ালৈকে চমুকৈ যি কৈছে তাৰ অৰ্থ হ'ল তেওঁলোকৰ দলত যোগ দিব লাগে।

প্ৰতাপ : তেওঁলোকৰ দল মানে—

অজয় : মানে চৰকাৰৰ দল।

গোপাল : চা অজয়, তোকতো আমি এষাৰ কথাও বুজাব নালাগে। যেনেকৈয়ে তই ভাল কাম কৰিব পাৰ বুলি ভাব, তেনেকৈয়ে কৰিবি। আমাৰ কেৱল এটা আশা, সন্ধ্যায়ো তোক ঠিক সেই কথাটোকে ক'বলৈ কৈছে— মানুহৰ আস্থা যেন তই কেতিয়াও নেহেৰোৱাব।

অজয় : ভাল লগা নাই।

প্ৰতাপ : কি ভাল লগা নাই।

অজয় : মই অৱশ্যে কৰিম। কৰিব লগা কাম ঠিকেই কৰিম। তথাপি বাৰে বাৰে মনলৈ আহিছে, এইটো যেন মোৰ কামৰ বাট নহয়। ঠিক আছে বাদ দে, তহঁত এছেম্বলী চাবলৈকে আহিলি নেকি?

প্ৰতাপ : অঁতো আকৌ। সদায় কাগজত তোৰ গৰম গৰম কথা পঢ়ি আমিও গৰম হৈ আছিলোঁ। হঠাতে ঠিক কৰিলোঁ, এবাৰ তোৰ কাণ্ড নিজ চকুৰে চাই যাওঁ। যেই কথা সেই কাম। বাচ গুচি আহিলোঁ।

গোপাল : সন্ধ্যাও আহিব খুজিছিল।

অজয় : পিছত?

গোপাল : তেওঁৰ বোলে কেইটামান ইমপৰ্টেণ্ট টিউটৰিয়েল ক্লাছ আছে। সেই কাৰণে নহাটোকে ঠিক কৰিলে।

প্ৰতাপ : আমি তেনেহ'লে যাওঁ এতিয়া—

অজয় : আজিযেই যাবিগৈ নেকি?

প্ৰতাপ : অঁ। যাবগৈ লাগিব। এতিয়া অলপ ফুৰিম, তাৰ পিছত এছেম্বলী চাম। আবেলিৰ গাড়ীত যামগৈ।

অজয় : এৰাতিমান থকা হ'লে ভাল আছিল। কথা পাতিব পাৰিলোঁহেঁতেন।

প্ৰতাপ : পাতিম দে কথা। আহিম নহয় আকৌ। যাওঁ তেনেহ'লে এতিয়া।

অজয় : যা।— এই গোপাল, চাওঁ শুনচোন, সন্ধ্যাই আৰু কিবা কৈছিলে নেকি?

গোপাল : ওঁ— নাই তেনেকৈ একো কোৱা নাই। হয়— এদিন কথাই কথাই কৈছিল তই বোলে তোৰ সাজিবলৈ লোৱা ঘৰটো তেওঁক চাবলৈ কৈছিলি?

অজয় : অ' হয়। খুঁটাবোৰ থিয় কৰালোঁ। তেনেকৈয়ে থাকিল। মই বা কেতিয়া সময় পাওঁ। সেই কাৰণে তেওঁক এনেয়ে চকু ৰাখিবলৈ কৈছিলোঁ।

গোপাল : ৰাখিছে,ৰাখিছে।সিদিনা খনকলেজৰ চকীদাৰটোৰ হতুৱাই ভেটিটোৰ আশে-পাশে কচু, ঢেকীয়া গজিছে নহয় সেইবোৰ চাফা কৰোৱা দেখিছোঁ। (মজুমদাৰহঁত আহে)
তেওঁক কিবা ক'ব লাগিব নেকি?

অজয় : হুঁ— নাই নালাগে যা। মই কলেজলৈ এটা ট্ৰাংক কল কৰিম। আপোনালোক বহক।

নেতা : হ'ব চাৰ বহিছোঁ।

গোপাল : যাওঁ তেনেহ'লে মই—

অজয় : যা।[out] মজুমদাৰ বহক।

মজুমদাৰ : হ'ব চাৰ।

নেতা : আপুনি কথাটো দ'কৈ ভাবি চাওক চৌধুৰী। আমি আজি আপোনাৰ পৰা মত লৈ যাম বুলিযেই ভাবিছোঁ।

অজয় ৹ মই ভাবিছোঁ। আপোনালোকে যিদিনা প্ৰথমে কথাটো উল্লেখ কৰে সেই দিনাৰে পৰা মই আপোনালোকৰ প্ৰস্তাৱটো ভালকৈ বিচাৰ কৰি চাইছোঁ। কিন্তু এটা কথা আপোনালোকেও ভাবি চাওক। মানুহে মোক ভোট দি তেওঁলোকৰ প্ৰতিনিধি কৰি পঠিযাইছে। সেই নিৰ্বাচনত আপোনালোকৰ প্ৰাৰ্থীজন পৰাজিত হৈছে?

মজুমদাৰ : হৈছে। কিন্তু এখেতসকলৰ প্ৰাৰ্থীজন পৰাজিত হোৱাটোৱে এইটো কেতিযাও নুবুজায় যে ৰাইজে এখেতসকলৰ দলটোক বেযা পায়।

অজয় : নুবুজায। অন্ততঃ একমাত্ৰ সেইটোকে নুবুজায়। কিন্তু কি বুজায সেইটো ধৰা টান।

নেতা : বৰ বেছি টান নহয। এইটো প্ৰায় পৰিষ্কাৰ কথা যে মানুহে আপোনাৰ ব্যক্তিগত যোগ্যতাক স্বীকৃতি দিছে। যিঁকোনো দলৰ প্ৰাৰ্থী হিচাপেই আপুনি ৰাইজৰ আস্থাভাজন হ'ব পাৰিলেহেঁতেন।

অজয় : সেইটো নিশ্চিতভাবে ক'ব নোৱাৰি। এইটো কথা অৱশ্যে ঠিক যে প্ৰযোজনীয সংখ্যাগৰিষ্ঠতাৰে আপোনালোকে চৰকাৰ গঠন কৰিছে। এই ঘটনাই আপোনালোকৰ দলটোৰ জনপ্ৰিযতা অন্ততঃ এতিয়ালৈকে কিছু পৰিমাণে সূচায। কিন্তু মই আপোনালোকৰ দলৰ প্ৰাৰ্থী হোৱা হ'লে কিমান মানুহৰ সমৰ্থন হেৰোৱালোঁহেঁতেন, কিমান নতুন মানুহৰ সমৰ্থন পালোঁহেঁতেন, যোগ-বিযোগ কৰাৰ পিছত কি থাকিলগৈহেঁতেন, ক'ব নোৱাৰোঁ। গতিকে মোৰ কাৰণে পৰিষ্কাৰ কথা হৈছে ৰাইজে মোক যি ৰূপত দেখিছিল, যি ৰূপত মোক সমৰ্থন জনাইছিল, মই সেই ৰূপতে থাকি তেওঁলোকৰ কাৰণে যি পাৰোঁ কৰোঁ।

মজুমদাৰ : ঠিক। সেইটোহে ডাঙৰ কথা। এই যে আপুনি ক'লে, তেওঁলোকৰ কাৰণে যি পাৰে কৰিব সেইটোহে ডাঙৰ কথা। আপুনি যদি আপোনাৰ সমষ্টিত দহখন স্কুল পতাৰ ব্যৱস্থা কৰে, আপুনি নিজে কি ৰূপত থাকি সেই ব্যৱস্থা কৰিলে সেইটোৰ বিচাৰ মানুহে নকৰে। মানুহক কেৱল সুখ লাগে, শান্তি লাগে, মংগল লাগে। কিন্তু আপুনি যদি তেওঁলোকৰ কাৰণে একো কৰিব নোৱাৰে তেনেহ'লে তেওঁলোকৰ মানত আপোনাৰ ৰূপেই সলনি হৈ যাব।

নেতা : বুজিছে চৌধুৰী। আজিলৈকে ভগৱানৰেই এটা নিশ্চিত ৰূপ নহ'ল। অথচ মানুহে বিশ্বাস কৰে সেইজনাযেই সকলো দিছে। আৰু জীৱনৰ প্ৰতিটো প্ৰাপ্তিৰ লগে লগে সেইজনাক পৰম কৃতজ্ঞতাৰে প্ৰণাম জনাইছে।

অজয় : তাৰ মানে আপোনালোকৰ দলত যোগ নিদিলে মই মোৰ সমষ্টিত দহখন স্কুল পতাৰ ব্যৱস্থা কৰিব নোৱাৰিম? মানুহৰ ভালৰ কাৰণে মই কাম কৰিব নোৱাৰিম?

মজুমদাৰ : না-না-না সেইটো কথা নহয ছাৰ, কথা হ'ল আপুনি এখেতসকলৰ লগত থাকিলে এখেতসকলে অলপ ভাল কাম কৰিব পাৰিব।

অজয় : আহক তেনেহ'লে। আপুনি মোৰ লগত লগ লাগক।

মজুমদাৰ : তাকেইতো কৈছোঁ। অকল এখেতেই নহয। এখেতসকলৰ গোটেই দলটোৱে আপোনাৰ লগ লাগিব খুজিছে। কথা একেটাই।

অজয় : আপোনালোক গোটেই দলটো মোৰ লগত লগ লাগক আৰু মই মানুহৰ চকুত হেৰাই যাওঁ।

নেতা : নহয় নহয় চৌধুৰী। আপুনি ভুল কৰিছে। পাতৰ মাজত ফুল নেহেৰাই নহয়। আৰু এটা কথা। আপোনাৰ চিন্তা আৰু কামৰ ধাৰাৰ লগত আমাৰ দলৰ চিন্তা আৰু কামৰ ধাৰাৰ যদি বিশেষ পাৰ্থক্য থাকিলহেঁতেন তেনেহ'লে হয়তো আমি এইখিনি কথা নাপাতিলোঁহেঁতেন।

অজয় : আপোনাৰ দল আৰু মোৰ মাজত পাৰ্থক্য একো নাই নেকি?

মজুমদাৰ : আছে। আটাইতকৈ ডাঙৰ পাৰ্থক্য হ'ল এখেতসকলৰ দলটোৰ যিখিনিৰ অভাৱ আপোনাৰ সেইখিনি প্ৰচুৰ পৰিমাণে আছে। মোৰ হিচাপত পৰিষ্কাৰ কথা হৈছে, ৰাইজে দল হিচাপে এখেতসকলক বিচাৰিছে আৰু ব্যক্তি হিচাপে আপোনাক বিচাৰিছে। গতিকে ৰাইজৰ মংগলৰ কাৰণে আপুনি আৰু এখেতসকলৰ দল এক হৈ যোৱাটো অত্যন্ত প্ৰয়োজনীয়। আশাকৰোঁ আপুনি আপত্তি নকৰিব।

অজয় : ৰ'ব ইমান সোনকালে। কিন্তু মজুমদাৰ আপুনি আমাৰ লগৰ মানুহ। পিছে আপুনি এখেতসকলৰ হৈ যেনেকৈ ওকালতি কৰিছে—

মজুমদাৰ : এই বিষয়ে মইনো আৰু কি ক'ম ছাৰ, মই পলিটিচিয়ান নহওঁ। বেপাৰী মানুহ। আচলতে মই আপোনাৰেই মানুহ। আৰু এযা যে ওকালতি কৰিছোঁ এখেতসকলৰ দলৰ হৈ কৰা নাই। দেশৰ কাৰণে, ৰাইজৰ কাৰণেহে কৰিছোঁ। আপুনি দেশৰ, ৰাইজৰ মংগল কৰিব পাৰিব। সেই কাৰণে আচলতে এয়া আপোনাৰ হৈহে ওকালতি কৰিছোঁ।

নেতা : চাওক চৌধুৰী। মোৰ কথা হৈছে— যাক বোলে কংক্ৰীট কাম, সেই কাম কৰাৰ বেছি সুবিধা আপুনি কেতিয়া পাব? আমাৰ বিশ্বাস, কাম আপুনি কৰিবই। কিন্তু শক্তি-সামৰ্থ্যৰ পূৰ্ণ ব্যৱহাৰৰ কাৰণে কিছুমান সুবিধা লাগে। বুজিছে চৌধুৰী, নাও এখন পাৰৰ পৰাও ঠেলি দিব পাৰি আৰু নাৱৰ বুকুত বহি ব'ঠাৰেও নাওখন চলাব পাৰি। কিন্তু পাৰৰ পৰা ঠেলি ঠেলি আপুনি কিমান দ'লৈ নাওখন নিব পাৰিব? এসময়ত আপুনি আগবাঢ়িব নোৱাৰা হ'ব। এটা ঠেলা মাৰি নাওখন আগুৱাই দিব, আৰু এঠাইত আপোনাৰ ঠেলাৰ জোৰটো নাইকিয়া হৈ যাব, নাওখন ৰৈ যাব। কিন্তু আপুনি নাৱৰ বুকুত বহি লওক, লৈ কিমান গভীৰ পানীলৈ যায় গৈ থাকক। কি কয়?

অজয় : হয়।

নেতা : অৱশ্যে পানীৰ সোঁতৰ প্ৰশ্ন আছে। নাও বোৱাৰ পাৰ্গতালিৰ প্ৰশ্ন আছে। কিন্তু আমি জানো চৌধুৰী, আপুনি পাৰিব। আপোনাৰ সেইখিনি সামৰ্থ্য আছে।

মজুমদাৰ : সেই কাৰণেই, আমাৰ কাৰণে, মানুহৰ কাৰণে আপোনাক আমাক লাগে। কিন্তু মনত ৰাখিব ছাৰ, এই অৱস্থাত যেতিয়া আমি কামৰ কথা কওঁ, এই অৱস্থাত, আপোনাৰ মানুহ, আমাৰ মানুহ বুলি বেলেগ বেলেগ মানুহৰ দল নাই। যিটো মানুহে আপোনাক ভোট দিয়া নাছিল, সেইটো মানুহক আপুনি খন্দাই দিয়া কুঁৱাটোৰ পানী খাবলৈ মানা কৰিব পাৰিব জানো?

অজয় : নহয় নহয় সেইটো কেনেকৈ হ'ব?

মজুমদাৰ : আমি তেনেহ'লে আহোঁ ছাৰ। আমি আপোনাৰ সন্মতি পালোঁ বুলিয়েই ধৰি ল'লোঁ।

অজয় : মই— মই একো ঠিক কৰিব পৰা নাই। মোক অলপ সময় দিয়ক।

নেতা : সময় আপুনি ল'ব পাৰে, কিন্তু এই কথাটো ঠিক কৰিবলৈ আপুনি আৰু সময় লোৱাটো অনুচিত। আমি ধৰি লৈছোঁ আমাৰ পাৰ্লিয়ামেণ্টৰী কমিটিৰ ভিতৰত দুৰ্নীতি সম্পৰ্কীয় এখন

ছাৰ কমিটি পতা হ'ব। সেই ছাৰ কমিটিত আপোনাক আমি ধৰি লৈছোঁ।

অজয় : ৰ'বছোন। আপোনালোকে তেনেকৈ ধৰি নল'ব, মোক চিন্তা কৰিবলৈ দিযক।

নেতা : আমি আহোঁ তেনেহ'লে।

অজয : (হাত তুলি) ভাল। [Cut]

## দৃশ্য ঃ ৮

দধি : বাইদেউ মোৰ পলম হ'ল নেকি?

সন্ধ্যা : হ'লতো আকৌ। তোমাক পাঁচ বজাতে আহিবলৈ কোৱা নাছিলোঁ?

দধি : কওঁতে কৈছিল। পিছে সি মুহিৰাম আহি নাপালে মই কেনেকৈ আহোঁ। সিও নাহে, ইফালে কটকী ছাৰৰ টিউটৰিয়েল ক্লাছো শেষ নহয়। ঘড়ীটোলৈকে চাই বহি আছোঁ আৰু।

সন্ধ্যা : হ'ব বাৰু। তোমাক কামখিনি বুজাই দিওঁ। কাইলৈ দেওবাৰ নহয়, শেষ কৰি থ'বা। ভাল চাই হাজিৰা কৰা মানুহ এটা লগাবা। এযা লোৱা মানুহটোৰ হাজিৰা আৰু এইখিনি তুমি ৰাখা।

দধি : এঃ মোক আকৌ কিয দিব লাগিছে? নালাগে থাওক।

সন্ধ্যা : এতিযা থৈ দিয়াচোন। পিছত মোক লাগিলে ওভোতাই দিবা। লোৱা—

দধি : এঃ। ছাৰ আহিলে একেলগে ভালকৈ ল'ম বুলি ভাবি আছিলোঁ।

সন্ধ্যা : ল'বা বাৰু। এতিয়া কামখিনিৰ কথা শুনা— এই ঘাঁহ-বনবোৰ চাফা কৰাই পেলাবা। আমাৰ ঘৰতে বাঁহকেইডালমান লৈ থৈছোঁ। মানুহটোৰ হতুৱাই অনাই ল'বা। লৈ, সেইখিনিৰ পৰা সেইখিনিলৈকে জেওৰা দিয়াই সেইফালেদি গৰু সোমাব নোৱাৰা কৰি দিবলৈ ক'বা। আৰু এই ফালেদি জপনা এখন দিবলৈ ক'বা। কাইলৈকে হ'বনে গোটেই কামখিনি?

দধি : জানো, চাওঁচোন। পিছে এটা কথা নহয বাইদেউ?

সন্ধ্যা : কি?

দধি : এনেকৈনো জেওৰা দি দি, ঘাঁহ-বন চাফা কৰি কৰি ঘৰটো কিমান দিন ৰখিব। সেইবাবে ইমানসোপা পইচা খৰচ কৰি সেইখন জেওৰা দিয়ালে। এতিয়া জেওৰাৰ চিনেই নাই। এইসোপা ঘাঁহ-বন চাফা কৰানো কেই সপ্তাহ হৈছে! এনেকৈ ঘৰৰ ভেটি ৰাখি লাভ নাই নহয়।

সন্ধ্যা : মইনো কি কৰিম? লোকৰ কথা, লোকৰ বতৰা। তেখেতে এনেয়ে এবাৰ চকু ৰাখিবা বুলি ক'লে। সেই কাৰণে যি পাৰোঁ কৰি আছোঁ। কি হ'ল? হাঁহিলা কিয?

দধি : লোকৰ কথা লোকৰ বতৰা বুলি কোৱা কাৰণে হাঁহিছোঁ আকৌ।

সন্ধ্যা : মিছা কথা ক'লোঁ নেকি?

দধি : ক'লোঁতো। এইটো এতিয়া অকল চৌধুৰী ছাৰৰ ঘৰ হৈ আছে নেকি? এই কথাই কথা নহয, বাইদেউ। এইবাৰ এছেম্বলী ছুটী হ'লেই ছাৰ আহিব নহয? আহিলেই সৰহকৈ মানুহ-দুনুহ লগাই দি একে চোঁচাতে ঘৰটো উলিয়াই পেলাব লাগে। বেছি নহ'লেও আপোনালোক দুযো মূৰ সুমুৱাব পৰা কৰিব লাগে। আৰু তাৰ পিছত থাকিবলৈ ল'ব লাগে। এবাৰ সোমাই ল'ব পাৰিলে বাকী সৰু সুৰা কাম আপোনা-আপুনি হৈ থাকিব। কি হ'ল বাইদেউ?

সন্ধ্যা : তুমি এইবোৰ কি কথা কৈছা?
দধি : কিনো ক'লোঁ?
সন্ধ্যা : এইটো ঘৰত কোন সোমোৱাৰ কথা ক'লা—
দধি : কিয়? এমেলে ছাৰ আৰু আপুনি?
সন্ধ্যা : ছিঃ তেনেকুৱা কথা কিয় কোৱা।
দধি : হেঃ হেঃ বাইদেৱে লাজ কৰিছে।
সন্ধ্যা : তেনেকুৱা কথা নক'বা।
দধি : সুন্দৰৰ মুখতনো কেনেকৈ সোপা দিব বাইদেউ, শুনক। ফাৰ্ষ্ট ইয়েৰৰ নতুন ল'ৰা-ছোৱালীবিলাকে আপোনাক দেখিলে সেয়া কোন বাইদেউ বুলি সোধে নহয়। সেই দিনাই তেওঁলোকে আপুনিনো কোন বাইদেউ সেই খবৰটোতো পায়েই লগতে অজয় ভিনদেউৰ খবৰটোও পায়। আৰু যিবিলাকে প্ৰথমতে অজয় ছাৰক দেখে, সিহঁতে সন্ধ্যা বাইদেউনো কোনজনী চাবলৈ ঘূৰি ফুৰে। মই ক'লে আপুনি বেয়া পাই দেখুৱালে কিটো হ'ব?
সন্ধ্যা : হ'ব। মনে মনে থাকা।
দধি : থাকিম বাৰু। পিছে বাইদেউ। মই এটা কথা কৈ থওঁ। এইটো ঘৰ কিন্তু আপোনালোকৰ কাৰণে বৰ সৰু হৈছে? আপোনালোকৰ নিচিনা মানুহৰ কাৰণে এইবোৰনো কোঠালিৰ ছাইজ হৈছেনে? সিদিনাখন আপুনি কৈছিল, এইটো বোলে বেডৰুম। আপুনিয়েই কওকচোন। ইয়াত দুজনীয়া পালেংখন পাতিলে আপোনাৰ গাটো ঘূৰাবলৈ ঠাই থাকিব ক'ত? ছাৰে এইটো মানুহ থাকিবলৈ সজাইছে নে পাৰ চৰাই পুহিবলৈ সজাইছে জানো?
সন্ধ্যা : মই এতিয়া কি কৰিব লাগে? চকীদাৰী কৰিবলৈ কৈছে চকীদাৰী কৰিব পাৰোঁ।
দধি : সেইটো কথা আৰু এতিয়া নক'ব। ছাৰে আগতে যি কৰিলে কৰিলে। এতিয়া ছাৰৰ এইবোৰ কথা চিন্তা কৰিবলৈ সময় নাই। আপুনিয়েই এইবোৰ চম্ভালিবলৈ লওক। আৰু লুকঢাক কৰি লাভ নাই। মই ক'বৰ হ'লে এইটো ভেটি বাৰু এনেকৈয়ে থাকক। এইটোত পাকঘৰ, ষ্টৰ ৰুম, বনকৰা ল'ৰা থকা ৰুম এইবোৰ হ'ব। সৌৱা ঠাই বহুত আছে নহয়। আচল থকা ঘৰটো আহল-বহলকৈ তাত সজাওক?
সন্ধ্যা : এইবাৰ তেখেত আহিলে এইবোৰ কামৰ দায়িত্ব তুমিয়েই লৈ ল'বা।
প্ৰতাপ : অ' বিজ্ঞা, ৰখা ৰখা— তুমি ইয়াত সোমাই আছাহি। আমি সিফালে কলেজ-ঘৰ গোটেইখন বিচাৰি ফুৰিছোঁ। তুমি চাহ খুৱাব লাগে।
সন্ধ্যা : চাহ? কিয়?
গোপাল : নাই নাই চাহেৰে নহ'ব। একদম মাংস, পোলাও খুৱাব লাগিব।
সন্ধ্যা : কথাটো কি?
গোপাল : আগতে কৈ লোৱা খুৱাবা নে নুখুওৱা।
প্ৰতাপ : ঠিক, আগতে কৈ লোৱা।
সন্ধ্যা : মোৰ কাৰণেও যদি ভাল খবৰ তেনেহ'লে খুৱাম বাৰু।
প্ৰতাপ : আজি এমাহৰ আগতে অজয়ে ৰুলিং পাৰ্টীত জইন কৰিছিল নহয়।
সন্ধ্যা : ওঁ।
প্ৰতাপ : এইমাত্ৰ খবৰ আহিছে, তাক মিনিষ্টাৰ পাতিছে।

সন্ধ্যা ঃ মিনিষ্টাৰ।

গোপাল ঃ ডেভলপমেণ্ট টাউন প্লেনিং, ইয়'থ বেলফেয়াৰ এটছেট্ৰা, এটছেট্ৰা, পাঁচটা নে ছটা পৰ্টফলিঅ'।

সন্ধ্যা ঃ হয়?

প্ৰতাপ ঃ একদম কেবিনেট মিনিষ্টাৰ।

গোপাল ঃ ফুৰ্তি লাগিছেনে নাই? কৰা এতিয়া, দিন-বাৰ ঠিক কৰা, মস্ত ভোজ এটা পাতা। কেইদিনমানৰ পিছতো আমি তোমাৰ ওচৰ চাপিবই নোৱাৰা হ'ম। তাৰ আগতে কামটো শেষ কৰি লোৱা। শুনিছা দধিকাই তুমি কলেজতো কথাটো ক'বা। আৰু বাইদেউৰাক ভালকৈ ধৰিবা।

দধি ঃ ধৰিমতো, কাইলৈ কলেজ বহিবলৈ দিয়কচোন।

প্ৰতাপ ঃ কি হ'ল তুমি চিন্তাতহে পৰিলা নেকি? কি ভাবিছা।

সন্ধ্যা ঃ কথাটো ভালেই হৈছে চাগৈ নহয়?

প্ৰতাপ ঃ কোনটো কথা?

সন্ধ্যা ঃ এই যে তেখেত মিনিষ্টাৰ হ'ল—

প্ৰতাপ ঃ নিশ্চয় ভাল হৈছে। একছবাৰ ভাল হৈছে।

গোপাল ঃ পাৰ্টীত জইন কৰিলে যেতিয়া, সাধাৰণ মেম্বৰ হৈ থাকিতো লাভ নাই। মই ভাবোঁ এইটো সি ভাল ডিচিছন লৈছে, কাম কৰিবলৈ হ'লে ক্ষমতা লাগে। এতিয়া সি কাৰো মুখলৈ নোচোৱাকৈ স্বাধীনভাৱে কাম কৰিব পাৰিব।

প্ৰতাপ ঃ সেইবোৰ কথা পিছত পাতিম। হেৰি নহয়— তোমাৰ ইয়াত কাম হ'লনে নাই। হ'ল যদি ব'লা। ইহঁতৰ ঘৰতে বহি অলপ ফুৰ্তি কৰোঁগৈ।

সন্ধ্যা ঃ তোমালোক গৈ থাকাচোন। মোৰ এওঁৰ লগত অলপ কথা আছে।

প্ৰতাপ ঃ ঠিক আছে। সোনকালে আহিবা।

গোপাল ঃ ইমান ডাঙৰ খবৰ এটা পাইছোঁ। আজি নহ'লে এইবিলাক কাম থোৱাচোন? [out]

দধি ঃ দেখিলে বাইদেউ। মই কোৱা কথাৰ জোৰ কিমান বাঢ়ি গ'ল। বৰ ডাঙৰ কথা হ'ল দিয়ক— আপোনাৰতো ভাগ্য ভাগ্যই। আমাৰ কলেজখনৰ, এই জিলাখনৰ, চাবলৈ গ'লে গোটেই দেশখনৰেই ভাগ্য দিয়কচোন।

সন্ধ্যা ঃ দধিকাই।

দধি ঃ বাইদেউ।

সন্ধ্যা ঃ মই তোমাক আৰু দুটামান কথা ক'ম বুলি ভাবিছিলোঁ। পিছে আজি থাকক দিয়া। তুমি পাৰিলে কামখিনি কৰাবা। কাইলৈ গধূলিকৈ মোক এবাৰ লগ ধৰিবা। সেই ৰিক্সাখনক ৰ'বলৈ কোৱাচোন।

দধি ঃ অ'ই ৰিক্সা ৰিক্সা—

মজুমদাৰ ঃ অ' মিছ তালুকদাৰ। আপুনি ইয়াতে আছে ভালেই হ'ল। কিবা কাম কৰাইছে নেকি?

সন্ধ্যা ঃ নাই। এনেয়ে এওঁক এইবোৰ চাফা কৰোৱাৰ কথা কৈছোঁ। আপুনি ক'লৈ আহিল।

মজুমদাৰ ঃ এওঁ আমাৰ চৌধুৰীৰ মাটিডোখৰ চিনি নাপায়। তাকে দেখুৱাই দিবলৈ আহিলোঁ। এওঁ ইয়াত কেইট্ৰাকমান ইটা পেলাব বোলে।

সন্ধ্যা ঃ ইটা?

মজুমদাৰ ঃ হয়।

সন্ধ্যা ঃ কাৰ ইটা।

মজুমদাৰ ঃ কাৰ মানে এই আমাৰ সকলোৰে বুলি ধৰকচোন। আচল কথা হ'ল আপোনালোকৰ ঘৰটো এনেকৈ পৰি থকাটো ভাল কথা হোৱা নাই। ঘৰটো সোনকালে কমপ্লিট হ'ব লাগে। ময়ো বিশেষ একো নাজানো। কিন্তু এওঁ মোক ক'লেহি, বোলে অজয় ছাৰৰ মাটিডোখৰ দেখুৱাই দিব লাগে। ইটা কেইট্ৰাকমান পেলাওঁ। মই বোলো ব'লা। ভালেই হ'ল। আপোনাকো ইযাতে পালোঁ। এইফালে এইখিনিতে ইটাখিনি ষ্টক কৰিবলৈ কওঁ। কি কয়?

সন্ধ্যা ঃ কওক।

মজুমদাৰ ঃ তুমি সেইখিনিত ইটাখিনি ষ্টক কৰিবা। আৰু এইফালে এনেকৈ চালি এখন দিয়াই দিবা। তৰজা দি ভালকৈ বেৰ দিয়াই দিবা। এটা হাফত মালবস্তু থাকিব। ইটো হাফত চকীদাৰ, মিস্ত্ৰি কোন থাকে থাকিব। হেৰি নহয় মিছ তালুকদাৰ, অজয় ছাৰ কেতিয়া মানে আহিব কিবা খবৰ পাইছেনে?

সন্ধ্যা ঃ নাই পোৱা।

দধি ঃ ছাৰ চাগৈ এতিয়া আৰু কেনেকৈ আহিব? মন্ত্ৰী হৈছে যেতিয়া—

মজুমদাৰ ঃ কি, কি ক'লা?

দধি ঃ ছাৰ মন্ত্ৰী হৈছে নহয?

মজুমদাৰ ঃ হয নেকি? কোনে ক'লে? কেতিযা খবৰ আহিল মিছ তালুকদাৰ?

সন্ধ্যা ঃ এই অলপ আগতে প্ৰতাপ আৰু গোপালে কৈ গ'ল।

মজুমদাৰ ঃ কংগ্ৰেছুলেচন, আপোনাকো কংগ্ৰেছুলেচন। উস্ কি আনন্দৰ কথা। মই কিন্তু এনেকুৱা এটা হ'ব বুলি আগতেই সন্দেহ কৰিছিলোঁ। হেৰা শুনিলা? এতিয়া কিন্তু তোমাৰ লেঠা বহুত বাঢ়িল। এটা দুই নম্বৰী ইটা ওলাব তোমাৰ সৰ্বনাশ হ'ব। কৈ দিলোঁ।

ৰিক্সাবালা ঃ মই যাওঁগৈ নেকি বাইদেউ।

সন্ধ্যা ঃ গৈছোঁ ৰ'বা। মই আহোঁ বাৰু।

মজুমদাৰ ঃ ৰিক্সাখনক যাবলৈ দিযক নহ'লে। মোৰ গাড়ী আছে। ক'লৈ যায আপোনাক তাতে নমাই দিম।

সন্ধ্যা ঃ নাই নালাগে। মই এই অকণমান দূৰ যাম।

মজুমদাৰ ঃ এতিয়া আৰু আপুনি ৰিক্সা বাদ দিব লাগে। আমিও আজিৰ পৰা বাইদেউ বুলি মাতিবলৈ আৰম্ভ কৰোঁ। তুমি?

দধি ঃ মই কলেজৰ চকীদাৰ। মাজে সময়ে বাইদেউ-ছাৰহঁতক ইটো-সিটো কামত সহায় কৰি দিওঁ।

মজুমদাৰ ঃ ভাল কৰা। এতিয়াৰ পৰা পিছে তোমাৰ আৰাম হ'ব। আমাৰ চকীদাৰ ইয়াত থাকিব। তুমি কেবল ছাৰ-বাইদেউৰ ঘৰৰ কাম বুলি অলপ খা-খবৰ ৰাখিবা। তোমাৰ নামটো?

দধি ঃ দধি— দধিৰাম দাস।

মজুমদাৰ ঃ বাৰু। ভালেই হ'ল। তোমাৰ লগতো চিনাকি হৈ থ'লোঁ। লোৱা এইখিনি ৰাখা।

দধি ঃ কিয়? মোক আকৌ।

মজুমদাৰ ঃ ৰাখি থোৱাচোন। কামত আহিব। ৰহমত।

মহৰী ঃ চাহাব।

মজুমদাৰ ঃ কাইলৈ পুৱাৰে পৰা কাম আৰম্ভ কৰি দিয়া।

মহৰী ঃ ভাল চাহাব। [Cut]

# দৃশ্য ঃ ৯

অজয় ঃ আপুনি তেখেতসকলক জনাই দিয়ক মই উত্তৰ পাৰৰ মিটিংগলৈ যাব নোৱাৰোঁ। আপুনি কিবা ক'ব নেকি?

ৰঞ্জিতা ঃ সাধাৰণতে এইবোৰ মিটিংগলৈ যাবলৈ চীফ মিনিষ্টাৰে বৰ ইনছিষ্ট কৰে ছাৰ। আপুনি যোৱাই ভাল নেকি?

অজয ঃ No, নোযোৱাটো ভাল। সেইটো বাৰু মই যি বুজো বুজিম, আপুনি জনাই দিয়ক। (যায়) কাম নাই, বন নাই খালী মিটিংগত। আজি আমাৰ দেশ সংকটময মুহূৰ্তৰ মাজেদি পাৰ হৈছে। সাহসেৰে সন্মুখীন হ'ব লাগিব। জাতীয় সংহতিবোধ, মনত আছে? তুমি আহি বৰ ভাল কৰিলা সন্ধ্যা। তোমাক এবাৰ লগ পাবলৈ মই বৰ অস্থিৰ হৈ আছিলোঁ।

সন্ধ্যা ঃ অস্থিৰ হ'বলগীয়া হ'ল কিয়? এবাৰ দেখোন ঘৰলৈ গ'লেই লগ পালেহেঁতেন?

অজয ঃ যাবলৈ সুবিধা পালোঁ ক'ত? দিনটোৰ সাৰে থকা সময়খিনিৰ প্ৰত্যেকটো মুহূৰ্ত যে কিহে কেনেকৈ বেৰি ধৰি থাকে তোমাক কি বুলি বুজাম। মই বৰ অশান্তি পাইছোঁ বুইছা। এনেকুৱা ঘটনা ঘটিব বুলি মই নাজানিছিলোঁ।

সন্ধ্যা ঃ মই কিন্তু দুবছৰৰ আগতেই জানিছিলোঁ এইটো ঘটনা ঘটিব।

অজয় ঃ দুবছৰৰ আগতে? কেনেকৈ?

সন্ধ্যা ঃ কেনেকৈ ক'ব নোৱাৰোঁ। কিন্তু দুবছৰৰ আগতে যিদিনা বাতৰি কাকতত পটিলোঁ আপুনি চৰকাৰৰ দলত যোগ দিছে, সেইদিনা মই জানিছিলোঁ সেয়া আপোনাৰ উজ্জ্বল জীৱনৰ পাতনি মাথোন। মই সদায় বিশ্বাস কৰিছিলোঁ, আপোনাক একোৱে বাধা দি ৰাখিব নোৱাৰিব। মোৰ বৰ ভাল লাগিছিল। গোটেই দেশৰ ভিতৰতে আপুনি কম বযসৰ মন্ত্ৰী বুলি কাগজবিলাকে যেতিয়া লিখিছিল।

অজয় ঃ তোমাৰ বৰ ফুৰ্তি লাগিছিল?

সন্ধ্যা ঃ লাগিছিলতো। আপোনাৰ লগা নাছিল?

সন্ধ্যা ঃ লাগিছিলতো। আপোনাৰ লগা নাছিল?

অজয ঃ নাই লগা। মোৰ দুখ লাগিছিল। মই মন্ত্ৰী হোৱা মানুহ নাছিলোঁ। মই মন্ত্ৰী হ'ব খোজা নাছিলোঁ।

সন্ধ্যা ঃ কিন্তু আপোনাৰ দুখ লাগিছিল কিয়?

অজয ঃ (Phone) চৌধুৰীয়ে কৈছোঁ। তিনি বজাত অফিচত লগ ধৰিবলৈ ক'ব। নাই নালাগে। ঘৰলৈ আহিব নালাগে। তেখেতৰ কামটো অফিচিয়েল নহয় জানো? তেনেহ'লে অফিচিয়েল কাম অফিচতে হ'ব। ঘৰলৈ আহিব নালাগে। (থয়) মোৰ কিয় দুখ লাগিছিল, মই কাকো বুজাব নোৱাৰিলোঁ। বোধকৰোঁ বুজাব নোৱাৰিম। শুনিছা সন্ধ্যা, মই ভাবিছিলোঁ তীক্ষ্ণ ধাৰ থকা অস্ত্ৰৰ নিচিনা, জুইৰ শিখাৰ নিচিনা এটা জীৱনৰ কথা। মই ভাবিছিলোঁ মুক্ত ডাৱৰৰ বুকুৰ উদভ্ৰান্ত বিজুলীৰ কথা। আৰু এতিয়া? এতিয়া হ'লোঁ বেৰৰ, বাল্বৰ তাঁৰে তাঁৰে বৈ থকা বন্ধ বিজুলী— বৈ থাক বৈ থাক।

সন্ধ্যা ঃ নহয় নহয়। মই হ'লে এইটোহে বুজিছোঁ যে আপোনাৰ শক্তি আছিল, এতিয়া সামৰ্থ্য আহিছে। মানুহৰ উপকাৰ কৰিবলৈ ইয়াতকৈ ভাল সুবিধা মানুহে নাপায়। কিন্তু মই এটা কথা বুজা নাই, প্ৰত্যেক কথাতে আপোনাৰ লগত তৰ্ক কৰিব লাগে কিয়?

অজয় : মানুহবোৰে বেটি লৈ যেতিয়া মোক প্ৰথমে মন্ত্ৰী হোৱাৰ কথা বুজাইছিল তেতিয়া তেওঁলোকেও তোমাৰ নিচিনাকৈ ঠিক এনেকৈয়ে কৈছিল। মানুহৰ উপকাৰ কৰিবলৈ ইয়াতকৈ ভাল সুবিধা হেনো মানুহে নাপায়। মন্ত্ৰী হোৱা মানুহৰ অভাৱ নাই। অথচ মোৰ লগত তৰ্ক কৰিব লাগে কিয়? মই কিন্তু ভাবিছোঁ অইন এটা কথা। এই তৰ্কবিলাকত মই সদায় হাৰোঁ কিয়? মই মন্ত্ৰী নহওঁ বুলিলেতো কোনেও মোক জোৰকৈ মন্ত্ৰী পাতিব নোৱাৰে। (ফোন) চৌধুৰীয়ে কৈছোঁ। মই ৰাতি ন বজাৰ আগতে অফিচৰ পৰা ওলাব নোৱাৰিম। হয় কাম আছে। ময়ো যদি চাৰি বজাৰ লগে লগে অফিচৰ পৰা ওলাই মাছ বজাৰলৈ দৌৰিবলগীয়া হয়, তেনেহ'লে মই মন্ত্ৰী হ'ব লাগিছিল কিয়। নাই নাই বেয়া পোৱা নাই। আৰু এটা কথা। মোৰ মতামত মই সভাপতিক জনাইছোঁৱেই আলোচনাৰ যোগেদি উভয় পক্ষক সন্তুষ্ট কৰিব পৰা এটা সিদ্ধান্তত উপনীত হোৱা এই ধৰণৰ বাক্য প্ৰস্তাৱটোত নথকাই ভাল। এইটো এটা বহু প্ৰচলিত গাৰ পৰা দায়িত্ব এৰুৱাব খোজা বাক্য। কিন্তু এইটো বাক্যৰে প্ৰস্তাৱ এটা গ্ৰহণ কৰিবলৈ ইমান আয়োজন আৰু খৰচ কৰি সমিতি পাতিব নালাগে। হয়। তাকে কৈছোঁ। আৰু এই মোহনপুৰৰ ঘটনাটো সম্পৰ্কে আমি প্ৰস্তাৱত উদ্বেগ প্ৰকাশ কৰা বা উৎকণ্ঠা প্ৰকাশ কৰা এই জাতীয় শব্দ ব্যৱহাৰ কৰিব নালাগে। অশান্তি হৈছে, মানুহ মৰিছে, আমি— আমি সমিতি বহুৱাই উদ্বেগ প্ৰকাশ কৰিছোঁ, এইবোৰ কথা বুদ্ধি থকা মানুহে বেয়া পায়। হয় হয় ভাল। (থয়) কোৱাচোন মই সদায় হাৰোঁ কিয়? মই মন্ত্ৰী নহওঁ বুলিলেতো কোনেও মোক জোৰকৈ মন্ত্ৰী পাতিব নোৱাৰিলেহেঁতেন। কিন্তু ঘটনাই এনে গতি লয়, অৱস্থাই এনে ৰূপ লয়। পৰিবেশে এনে বেহু পাতে যে আঁতৰি আহিবলৈ আৰু বাট নাথাকে।

সন্ধ্যা : আঁতৰি অহাৰ বাটৰ কথা ভাবিব নালাগে। এতিয়া আগলৈ যোৱা বাটৰ কথা ভাবক। গৈ থাকক গৈ থাকক। ইমান দূৰ বাট অতিক্ৰম কৰাৰ সৌন্দৰ্যৰে আপুনি সুন্দৰ হওক। আঃ ভাবিয়েই ভাল লাগে। মন্ত্ৰী— আপুনি মন্ত্ৰী হৈ গ'ল।

অজয় : মই মন্ত্ৰী হোৱাৰ কাৰণে তুমি বৰ ভাল পাইছা যেন পাইছোঁ।

সন্ধ্যা : নিশ্চয়।

অজয় : কিন্তু কিয়? তোমাৰ কি লাভ? হোৱাট ডু ইউ গেইন?

সন্ধ্যা : কি? কি সুধিলে আপুনি? লাভ? মই মোৰ লাভৰ কাৰণে আপুনি মন্ত্ৰী হোৱাত ভাল পাইছোঁ বুলি ভাবিছে নেকি?

অজয় : ঠিক, সেইটো কথা মই ভবা নাই। কিন্তু যি সময়ত মই প্ৰতিমুহূৰ্ত্ততে নিজৰ লগতে যুদ্ধ কৰি ক্লান্ত হৈছোঁ, বিভ্ৰান্ত হৈছোঁ, অস্থিৰ হৈছোঁ, সেই সময়ত তোমালোক সকলো আনন্দত আত্মহাৰা হৈছা মন্ত্ৰী হ'লোঁ। কাৰণ কি? নিশ্চয়?

সন্ধ্যা : নিশ্চয় কি?

অজয় : থাকক নালাগে।

সন্ধ্যা : নালাগে, কিয় লাগে। এই যে আপুনি ক'লে থাকক বুলি, মোৰ বিশ্বাস আপুনি ডিঙিলৈকে অহা কথা কেইটামান উলিয়াই দিবলৈ বেয়া পালে। মই আপোনাক পৰিষ্কাৰকৈ কৈ দি সহায় কৰোঁ। আপুনি ভাবিছে মন্ত্ৰীৰ সান্নিধ্য মই ভাল পাওঁ।

অজয় : নহয় নহয়।

সন্ধ্যা : ভাবিছে, আপোনাৰ লগত মোৰ এটা মনৰ সম্পৰ্ক আছিল। এতিয়া মই সেই সম্পৰ্কক

প্ৰেম বুলি দাবী কৰিম। আৰু মন্ত্ৰীৰ পত্নী হ'বলৈ চেষ্টা কৰিম।

অজয় : তোমাৰ—

সন্ধ্যা : অত্যন্ত পৰিষ্কাৰ ভাষাৰে আচল কথাটো কৈ দিয়াৰ অভ্যাস আপোনাৰ নাছিল। এতিয়া অন্ততঃ শুনাৰ অভ্যাসটো নিশ্চয় আছে। আপুনি জানে, প্ৰায় এবছৰ দিন আপোনাৰ লগত মোৰ দেখা হোৱা নাই।

অজয় : তুমি খং, অভিযান এইবোৰ নকৰিবা সন্ধ্যা। মই সময় পোৱা নাই।

সন্ধ্যা : কিন্তু মোৰতো সময়ৰ অভাৱ হোৱা নাই। আহিছোঁনে মই আপোনাক এবাৰমান দেখা কৰিবলৈ? তাৰমানে আপুনি বুজিব পাৰিছে মই প্ৰেমৰ ধাণ্ডাত ব্যাকুল হৈ থকা নাই। আমাৰ সৰু চহৰখনত পানী যোগানৰ ব্যৱস্থা এটাৰ কাৰণে মানুহবোৰে কিমান দিনৰ পৰা যুদ্ধ কৰি আছে আপুনি জানে। এতিয়া আপুনি মন্ত্ৰী হোৱাৰ কাৰণে মানুহবোৰে ভাবিছে এইবাৰ হয়তো ৱাটাৰ ছাপ্লাই ব্যৱস্থাটোৰ কিবা এটা হ'ব।

অজয় : তাৰ ব্যৱস্থাটো মই কৰিছোঁৱেই। অলপ আগতেতো তোমালোকক ক'লোঁ। ৰ'বা, মই এতিয়াই মানুহ মতাই আনি তোমাক সকলো বুজাই দিম। [বে'ল দিয়ে] আমাৰ ছেক্ৰেটাৰীতো এতিয়া ইয়াত নাই?

ৰঞ্জিতা : নাই ছাৰ। টুৰত গৈছে।

অজয় : ঠিক আছে। এই অলপ আগতে আমাৰ সেই ৱাটাৰ ছাপ্লাই স্কীমটোৰ সম্পৰ্কে আমাৰ সেই মজুমদাৰে দেখা কৰিব খুজিছিল নহয়?

ৰঞ্জিতা : হয়।

অজয় : তেওঁক এতিয়াই ইয়ালৈ মাতি পঠিওৱা? [যায] মই কথাটোত লাগি আছোঁ। ইতিমধ্যে এখন স্কীম কৰোৱা হৈছে। সোতৰ লাখ টকাৰ মঞ্জুৰী এটাৰ কাৰণে লিখা-পঢ়া, কথা-বতৰা চলি আছে।

সন্ধ্যা : কেনেকুৱা পানী খাওঁ ক'ৰ পানী খাওঁ আপুনি জানে। মানুহবোৰ মাজে মাজে হতাশ হৈ যায। আজি তেওঁলোক আপোনাৰ ওচৰলৈ আহিছে। দুটামান কথা জোৰকৈ ক'ব পাৰিম বুলি ভাবি। তেওঁলোকে মোকো লগত লৈ আহিছে। তেওঁলোকক পঠিয়াই দি আপুনি মোক আধাঘণ্টামানৰ পিছত যাবা বুলি ৰ'বলৈ কৈছে। এইখিনি কথা সঁচাতো?

অজয় : সঁচা।

সন্ধ্যা : তেনেহ'লে আপুনি নিশ্চয় বুজিব পাৰিছে মই মন্ত্ৰীৰ সান্নিধ্য বিচাৰি দৌৰি অহা নাই।

অজয় : তুমি ইমান অকমান কথাতে লাগি ইমান টান টান কথা কৈছা কিয় সন্ধ্যা?

সন্ধ্যা : অকমান কথা মানে? ঔষধৰ বড়িবোৰ দেখিছে? যিমানে সৰু হয় সিমানেই গিলিবলৈ সহজ হয়। আপোনাৰ মানত সেই অকমান কথাটোকে মই মনৰ একেবাৰে তলিলৈ নি উপলব্ধি কৰিব পাৰিছোঁ। অকমান কাৰণে ভালকৈ গিলিছোঁ।

অজয় : নহয় নহয় সন্ধ্যা, তুমি মোৰ কথাটো ঠিকমতে বুজা নাই। মোৰ কথা শুনা, তুমি মোৰ কাৰণে আটাইতকৈ শক্তিশালী প্ৰেৰণা আছিলা?

সন্ধ্যা : আছিলোঁ। কেতিয়া আছিলোঁ। হ'ব হ'ব আপুনি আৰু বেছি কথা কৈ নিজৰ কথাতে নিজে বান্ধ খাব নালাগে। মোক ক'বলৈ দিয়ক। মোৰ মতলব কি আছিল আদি পৰিষ্কাৰকৈ কৈ যোৱা দৰকাৰ। নহ'লে আপুনি আকৌ ভাবি থাকিব— কিবা লাভৰ আশাতহে মই আপোনাৰ

লগ লৈছিলোঁ। মোৰ এটা নিজৰ চিন্তাধাৰা আছিল। কিন্তু মই অসমৰ্থ আছিলোঁ। সেই চিন্তাধাৰা কেনেবাকৈ কামত লগাব পাৰোঁ বুলি মই আপোনাৰ ওপৰত ভৰসা কৰিছিলোঁ। এটা সম্ভাৱনা দেখিছিলোঁ। সেই কাৰণে এটা লাইনত আপোনাক আগবঢ়াই দিবলৈ পৰিশ্ৰম কৰিছিলোঁ। তাৰ পিছত কি হ'ল দেখিলোঁ। আৰু কি হয় চাই থাকিম। কিন্তু এইটো কথা ঠিক বুজিব, এদল মানুহে গোট খাই আপোনাক বলাব পাৰে। কিন্তু সমগ্ৰ পৃথিৱীৰ মানুহ লগ লাগিও মোক আপোনাৰ ওচৰ চপাবও নোৱাৰে আৰু আঁতৰাবও নোৱাৰে।

অজয় : ঠিক কথা। তুমি আঁতৰি গ'লে মোৰ আটাইতকৈ বেছি লোকচান হ'ব।

সন্ধ্যা : আৰু এইটো কথাও ঠিক জানিব, মন্ত্ৰীৰ পত্নী হোৱাৰ তিলমানো ইচ্ছা মোৰ নাই।

অজয় : তুমি—

সন্ধ্যা : মোক শেষ কৰিবলৈ দিয়ক। গৌৰৱ মোৰ কাহানিও নাছিল। এতিয়া কেৱল অনাহকত মোৰ অগৌৰৱ হ'ব নালাগে। নামত লক্ষ্মীৰ বাহন হৈ, প্ৰকাণ্ড লক্ষ্মী প্ৰতিমাৰ ভৰিৰ ওচৰত অকণমান ফেঁচা এটা হৈ মই বহি থাকিব নোখোজোঁ। যিদিনা প্ৰয়োজন হ'ব সেইদিনা তীব্ৰ বিতৃষ্ণা লৈ মই আপোনাৰ ওচৰৰ পৰা নিঃশব্দে আঁতৰি যাবলৈ সাজু হৈ থাকিম।

ৰঞ্জিতা ° ফাইনেন্স মিনিষ্টাৰ আহিছে ছাৰ?

অজয় : ফাইনেন্স মিনিষ্টাৰ? ইয়ালৈ, মানে আমাৰ ঘৰলৈ?

ৰঞ্জিতা : হয় ছাৰ। গাড়ীৰ পৰা নামিছে।

অজয় : আগতে ফোন কৰিছিল নেকি?

তা : নাই কৰা।

অজয় : ইয়ালৈকে লৈ আহক।[যায়] সন্ধ্যা তুমি অলপ ভিতৰতে বহিবাগৈ নেকি?

সন্ধ্যা : নালাগে। মই বাহিৰলৈকে যাওঁগৈ।

অজয় : মানে তুমি যাবাগৈ?

সন্ধ্যা : হয়।

অজয় : কিন্তু লগৰকেইজনক ক'ত পাবাগৈ।

সন্ধ্যা : উলিয়ামগৈ বিচাৰি। আহোঁ। ৰাটাৰ ছাপ্লাইৰ কথাটো আকৌ কৈ যাওঁ। তেওঁলোকৰ লগত মযো আহিছিলোঁ কাৰণে নহয়। ময়োযে আপোনাক ক'লোঁ, সেই কাৰণে নহয়, ৰাটাৰ ছাপ্লাইৰ কামটো আপুনি এটা পৱিত্ৰ দায়িত্ব হিচাপেই কৰিব।

অজয় : সেইটোৰ ব্যৱস্থাতো মই কৰিছোঁৱেই, তুমিতো শুনিলাই। কথাটো আলোচনা কৰিবলৈ মই এজন মানুহক মাতিছোঁৱেই। মই ভাবিছিলোঁ, তুমি বহা, তোমাৰ আগতে কথা পাতোঁ।

সন্ধ্যা : কামটো হ'ব লাগে। মোৰ আগত মোৰ পিছত আকৌ কিহৰ? আহোঁ।[যায]

অজয় : আহক। বহক। আপুনি নিজে আহিল?

মন্ত্ৰী : নবহোঁ দিয়ক। ফোন কৰিম বুলিয়েই ভাবিছিলোঁ। কিন্তু এইফালে যাব লাগিব কাৰণে ভাবিলোঁ, নিজেই লগ ধৰি আপোনাক কথাটো কৈ যাওঁ। হেৰি নহয়, এই যে ওলাই গ'ল কোন? ক'ৰবাত দেখা দেখা যেন লাগিছে?

অজয় : আমাৰ তাৰে—

মন্ত্ৰী : নিশ্চয় আপোনাৰ সমষ্টিতে দেখিছোঁ। আপোনাৰ

অজয় : কলিগ আছিল। একেখন কলেজতে কাম কৰিছিলোঁ। সন্ধ্যা তালুকদাৰ।

মন্ত্ৰী : অ'। হয় নেকি? এখেতেই সন্ধ্যা তালুকদাৰ?

অজয় : হয়। কিয় সুধিলে?

মন্ত্ৰী : নাই নাই একো নাই, আমি শুনিছিলোঁ তেখেত বোলে আপোনাৰ উলামুলা কলিগ নহয়? [হাঁহি] বাৰু সেইবোৰ কথা এতিয়া থাকক। ভাল কথা ভাল সময়ত পাতিম। [P A আহে]

ৰঞ্জিতা : চাহ, চৰবত কিবা দিম নেকি ছাৰ? ক'ল্ড ড্ৰিংক?

অজয় : কিবা?

মন্ত্ৰী : নাই নাই নালাগে। মই যাওঁৱেই। কিহে ৰঞ্জিতা? তোমাৰ চাকৰি কেনে চলিছে?

ৰঞ্জিতা : ভালেই চলিছে ছাৰ।

মন্ত্ৰী : গুড। ভাল ডিপাৰ্টমেণ্ট, ভাল মানুহ, ভাল নচলিব কিয়? যোৱা [যায়] বৰ ভাল ছোৱালী, এক্সপেৰিয়েন্সড হাৰ্ড ৱৰকিং। আপুনি কেনে পাইছে?

অজয় : ঠিকেই আছে।

মন্ত্ৰী : আমাৰহে কপালত যিবোৰ মানুহ পৰিছে। উস্ হৰিব'ল। কপালো লাগে, দিয়কচোন। কি কয়? [হাঁহে] বাৰু দিয়ক, এতিয়া কামৰ কথাটো কওঁ— এই এক-দুই মিনিটৰ কথা।

অজয় : কওক।

মন্ত্ৰী : মই উত্তৰ পাৰৰ মিটিংখনৰ কথা ক'ব খুজিছিলোঁ।

অজয় : অ', মইতো খবৰটো চিফ মিনিষ্টাৰক দিবলৈ কৈছোঁ।

মন্ত্ৰী : চিফ মিনিষ্টৰে খবৰটো পাইছে। অলপ আগতে টেলিফোনত তেখেতে মোৰ লগত আলোচনা কৰিছে। সেই কাৰণে মই আপোনাক লগ ধৰিলোঁ। প্ৰগেমৰ ইফাল-সিফাল কৰি হ'লেও সময় উলিযাই আমি এই মিটিংবোৰলৈ যাব লাগে। মানুহে ভাল পায। মানুহে আমাক বিচাৰে।

অজয় : কিন্তু মানুহেতো কাম হোৱাটোও বিচাৰে। ইযাত দ'ম দ'ম কাম পেলাই থৈ মই উত্তৰ পাৰ, দক্ষিণ পাৰৰ মিটিং গাই ফুৰিলে মানুহৰ ভাল কেনেকৈ হ'ব পাৰে মই ধৰিব পৰা নাই।

মন্ত্ৰী : আপুনি আচল কথাটোলৈ মন কৰা নাই। আমাৰ ফাইনেন্স ছেক্ৰেটাৰীক উত্তৰ পাৰৰ মানুহে মিটিঙত বিচাৰেনে? নিবিচাৰে। কাৰণ তেওঁক মানুহে নিযুক্ত কৰা নাই। কিন্তু আমাক মানুহে পঠিযাইছে। সেই কাৰণে মানুহে আমাক বিচাৰে। আৰু বিচাৰিলে আমি যাব লাগে। আপোনাৰ মানুহখিনিক আপুনি এবছৰ দেখা নকৰাকৈ থাকক, তেওঁলোকে আপোনাৰ ওপৰত খং কৰিব। অভিমান কৰিব। কিন্তু আপোনাৰ সমষ্টিৰ নাইণ্টী নাইন পাৰচেণ্ট মানুহে ফাইনেন্স ছেক্ৰেটাৰী প্লেনিং এণ্ড ডেভেলেপমেণ্ট ছেক্ৰেটাৰীক নেদেখাকৈয়ে মৰি যাব। তেওঁলোকৰো একো ক্ষতি নহয়। ছেক্ৰেটাৰীসকলৰো একো ক্ষতি নহয়। কিন্তু আমাৰ হয়। তদুপৰি আমাৰ এটা দলীয় নীতি আছে, শৃংখলাৰ কথা আছে। সেই ফালটো আমি বজায় ৰাখিব লাগিব। চিফ মিনিষ্টাৰৰ ইচ্ছা আপুনি প্ৰয়োজনীয় মিটিংবোৰলৈ যাব। মই আহোঁ বাৰু। অ' মজুমদাৰ দেখোন। কি খবৰ?

মজুমদাৰ : ভালেই ছাৰ। আহিলোঁ ছাৰক লগ পাবলৈ।

মন্ত্ৰী : ব্যবসায় কেনে চলিছে?

মজুমদাৰ : ব্যবসায় বৰ ভাল বুলি ক'ব নোৱাৰি ছাৰ।

মন্ত্ৰী : কিয়? ঠিক কৰি লওক, ঠিক কৰি লওক। আছেই নহয় এয়া ব্যবসায় মন্ত্ৰী।[যায়]

অজয় : আপুনি অলপ পলম কৰিলে।

মজুমদাৰ : মই বৰ পলম কৰা নাই ছাৰ। টেলিফোনত খবৰটো পাযেই আহিছোঁ। এখেত ফাইনেন্স মিনিষ্টাৰ থকাৰ কাৰণে অলপ সময বাহিৰতে বহিলোঁ।

অজয : বহক।

মজুমদাৰ : থেংক ইউ ছাৰ। সিদিনাখন আপুনি কমলপুৰৰ পৰা ঠিক মতে পালেহিনে?

অজয : হঁ-ও পালোঁহি। এৰা সেইদিনা বৰ অসুবিধাত পৰিছিলোঁ। আপুনি কেনেকৈ জানিলে?

মজুমদাৰ : সেইখন আমাৰ ফাৰ্মৰ জীপ আছিল। ময়েই পঠিয়াই দিছিলোঁ।

অজয : অ' হয় নেকি? আমি ড্ৰাইভাৰটোক সুধিছিলোঁ কাৰ গাড়ী বুলি। কিন্তু সি কেৱল ক'লে কোম্পানীৰ গাড়ী বুলি। কোন কোম্পানী, ক'ৰ কোম্পানী সি একো ক'ব নোৱাৰিলে। সি বোলে নতুন মানুহ।

মজুমদাৰ : নহয় ছাৰ। আচল কথা, আপোনাৰ লগত কেইবাজনো মানুহ আছিল কাৰণে ময়েই তাক আমাৰ ফাৰ্মৰ নাম উল্লেখ কৰিবলৈ মানা কৰিলোঁ। আপুনি একো নাভাবিলেও বাকীকেইজনৰ ভিতৰত কোনোবাই ভুল বুজিব পাৰে।

অজয় : সেইটো একো কথা নহয়। কিন্তু আপুনি জীপখন পঠাবলৈ পালে কেনেকৈ?

মজুমদাৰ : আচল কথা হ'ল ছাৰ মই কেইবা দিনৰে পৰা আপোনাক অকলে লগ পাবলৈ চেষ্টা কৰি আছিলোঁ। অফিচত যি কেইদিন লগ পাইছোঁ কথাবোৰ খুলি ক'ব পৰা নাই। সেই কাৰণে আপুনি কমলপুৰলৈ যোৱা শুনি ময়ো তালৈকে গ'লোঁ। ভাবিলোঁ তাৰ ইন্সপেক্সন বাংলোত আপোনাক লগ ধৰিব পাৰিম। কিন্তু ৰাতি আপুনি মৌজাদাৰৰ ঘৰত থাকিল। গতিকে মোৰো লগ ধৰা নহ'ল। পিছদিনা আপোনালোক আহিল। তাৰ পিছতে ময়ো বাংলো এৰিব খুজিছোঁ, এনেতে খবৰ পালোঁ আপোনালোকৰ গাড়ী বোলে ছয়মাইলমান আহিয়েই বেয়া হৈছে। তেতিয়া মই ড্ৰাইভাৰটোকে জীপখন লৈ যাবলৈ ক'লোঁ। মই সেইদিনাও ইন্সপেক্সন বাংলোতে থাকিয়েই গ'লোঁ।

অজয : অস-স, সেইদিনাখন আমাৰ বৰ উপকাৰ কৰা হ'ল। কিন্তু আপোনাৰহে বহু অসুবিধা হ'ল চাগে।

মজুমদাৰ : নাই নাই ছাৰ, that was nothing

অজয : ভাল বাৰু। মই আপোনাৰ খবৰ কৰাইছিলোঁ। সেই বাটাৰ ছাপ্লাইটোৰ কথা জানি ল'বলৈ।

মজুমদাৰ : কওঁ ছাৰ। [দৰজা বন্ধ] ময়ো সেই স্কীমটোৰ বিষয়েই কথা পাতিব খুজিছিলোঁ।

অজয় : আপুনিতো কৈছেই। আপোনালোকে তাৰ কাৰণে টেণ্ডাৰ দিছে বুলি। কামটো বোলে আপোনালোকেই পাব।

মজুমদাৰ : পাম মানে ছাৰ। মানুহে ভাবে আমি কামটো পালোঁৱেই। কিন্তু তাতে অকণমান কথা আছে। তাকে ক'ব খুজিছোঁ। আমাৰ মেজৰ ইষ্টাব্লিছমেণ্ট কৰোঁ, পোৱেচনৰ কথা আপুনি নিশ্চয় জানে।

অজয় : শুনিছোঁ।

মজুমদাৰ : আমি এতিয়ালৈকে বিভিন্ন ঠাইত ভালেমান মেজৰ স্কীম কমপ্লিট কৰিছোঁ ছাৰ। কিন্তু যোৱা দুবছৰত আমাৰ ব্যবসাযত এটা ডিপ্ৰেচন আহিছে। আৰু ডেৰ বছৰৰ পিছত ৱেষ্ট জাৰ্মানীৰ ছাপ্লাই আৰম্ভ হ'লে আমাৰ আটাইকেইটা ব্ৰাঞ্চেই আকৌ পূৰ্ণোদ্যমে কাম কৰিব।

অজয় : পিছে?

মজুমদাৰ : কিন্তু এইখিনি সময়ৰ কাৰণে আমাৰ দুটামান চলি থাকিব পৰা কামৰ অত্যন্ত প্ৰয়োজন ছাৰ।

অজয় : হঁ। পিছে আমি এই বিষয়ত কি কৰিব পাৰোঁ?

মজুমদাৰ : আমি হিচাব কৰি পাইছোঁ,আপোনালোকৰ বাটাৰ ছাপ্লাই স্কীমটোৰ কাৰণে আমাৰ প্ৰত্যেকটো বস্তুৰ যোগান আছে।

অজয় : তাৰমানে আপোনালোকে এতিয়াই কাম আৰম্ভ কৰিব পৰা অৱস্থিতি আছে।

মজুমদাৰ : অকল আৰম্ভই নহয়। আৰম্ভ কৰি একে কোবেই শেষ কৰি পেলাব পৰা অৱস্থাত আছোঁ। সেই কাৰণেই আপোনালোকৰ বাটাৰ ছাপ্লাইৰ কামটো আমাক যেনে তেনে লাগে ছাৰ।

অজয় : কিন্তু আমি টেণ্ডাৰ বিচাৰিছোঁ। বহুত ফাৰ্মে নিশ্চয় টেণ্ডাৰ পঠিয়াব। সেইবোৰ প্ৰচেছ কৰাব লাগিব। মই আকৌ ভাবিছিলোঁ—

মজুমদাৰ : নিশ্চয় নিশ্চয়। সেইটোতো কৰাবই লাগিব। এটা প্ৰচিডিঅ'ৰ আছে যেতিয়া সেইটো ফল' কৰিবই লাগিব। কিন্তু এটা কথা ছাৰ। সেইবোৰৰ সকলো ফাৰ্মেই ৰিপিউটেড এফিছিয়েণ্ট বা কোৱালিফাইড ফাৰ্ম নহ'বও পাৰে। আৰু প্ৰচেছ কৰা স্ক্ৰুটিনী কৰাৰ কথাটো আপুনি চিফ ইঞ্জিনীয়াৰৰ পৰা জানিবই পাৰিব। প্ৰচেছ কৰাৰ ধৰণটোৰ ওপৰতে সকলো নিৰ্ভৰ কৰে। কেৱল সকলোতকৈ কম টকাত কৰি দিব বুলিলেও এখন ফাৰ্মে কামটো নাপাব পাৰে। ফাৰ্মৰ সদনাম-বদনাম, যোগত্য, কাৰ্যদক্ষতা— এইবোৰৰ প্ৰশ্ন আছে। সেইবোৰৰ ফালৰ পৰা আমাৰ পজিছন নিশ্চয় বহুততকৈ ভাল হ'ব।

অজয় : তেনেহ'লেতো ঠিকেই আছে। মইতো আমাৰ অফিচৰ মানুহৰ মুখত তেনেকৈয়ে শুনিছিলোঁ।

মজুমদাৰ : তথাপি বহুত ফাৰ্মৰ মাজত সোমালে এটা ভাগ্যৰ কথা থাকি যায় ছাৰ। আমি সেই ভাগ্যৰ ৰিস্কটো ল'ব খোজা নাই। কামটো আমাক যেনেতেনে লাগে।

অজয় : আপোনাৰ কথাৰ পৰা যি বুজিলোঁ আপোনালোকৰ এটা ভাল পইণ্ট আছে যে আপোনালোকে কামটো ইমিডিয়েট আৰম্ভ কৰি শেষ কৰি দিব পাৰিব।

মজুমদাৰ : হয় ছাৰ। মইতো কৈছোঁৱেই।

অজয় : কিন্তু সেইটো কথা অইন ফাৰ্মেও ক'ব পাৰে। তাৰ বাহিৰেতো আপোনালোকৰ ফালৰ পৰা ক'বলগীয়া বিশেষ একো নাই।

মজুমদাৰ : আপুনি যদি সাহস দিয়ে, তেনেহ'লে এটা কথা ক'ব খোজোঁ ছাৰ। কথাটো কেৱল আপোনাৰ আৰু মোৰ মাজত—

অজয় : কওকচোন।

মজুমদাৰ : আমাৰ কৰপ'ৰেচনৰ মেনেজিং ডাইৰেক্টৰ হিচাপে মই এটা সিদ্ধান্ত লৈছোঁ। এই বিষয়ে মই কোনো দ্বিতীয় ব্যক্তিক একো কোৱা নাই আৰু নকৰোঁ। কামটোৰ কাৰণে মই দুই লাখ টকাৰ এটা দান আগবঢাব খুজিছোঁ ছাৰ।

অজয় : দান?

মজুমদাৰ : হয়।

অজয় : কালৈ।

মজুমদাৰ : আপোনালৈ ছাৰ। বেংক চেক, এইবিলাকৰ লগত এই দুই লাখ টকাৰ একো সম্পৰ্ক নাথাকিব। ইয়াত কোনো ৰচিদ-পাতিৰো প্ৰশ্ন নাই। এইটো আপোনালৈ আগবঢোৱা ব্যক্তিগত দানৰ নিচিনা হ'ব।

অজয় : এইটো আপুনি বৰ অন্যায় প্ৰস্তাৱ কৰিছে মজুমদাৰ। এইটোৰ অৰ্থ ভেটি দিয়াও হ'ব পাৰে। আৰু সেইটো অৰ্থ ধৰি ল'লে আপুনি ডাঙৰ অপৰাধ কৰিছে।

মজুমদাৰ : নহয় ছাৰ। আমাৰ লাভৰ এক অংশ এটা ভাল কামত লগোৱাক মই কেতিয়াও ভেটি দিয়া বুলি নাভাবোঁ।

অজয : ভেটি নুবুলি কি বুলি ভাবিম?

মজুমদাৰ : আপুনি খং নকৰিব ছাৰ। মই সকলো কথা খুলি কওঁ। এই কামটো আমি পালে আমাৰ লাভ হ'ব প্ৰায পাঁচ লাখ টকা। তাৰে দুই লাখ টকা আপোনাক দিলে আমাৰ থাকিব মাত্ৰ তিনি লাখ টকা। কিন্তু ছাৰ কামটো আমি নাপালে আমি সেই তিনি লাখ টকাও নাপাওঁ।

অজয : সেই কাৰণে আপুনি কামটো বিচাৰি মোক অনুৰোধ কৰিব পাৰে। কিন্তু আপুনি ভেটি যাচিব কিয়?

মজুমদাৰ : নাই নাই, ভেটি বুলি নক'ব ছাৰ। হয। মোৰ প্ৰস্তাৱটো ভেটি যচা বুলি ধৰি লৈ আপুনি এই মুহূৰ্তত পুলিচলৈ টেলিফোন কৰিব পাৰে। কিন্তু মই এটা পবিত্ৰ দাযিত্ব পালন কৰিছোঁ ছাৰ। সেইখন টাউনত পানী যোগানৰ ব্যৱস্থা হ'ব লাগে। সেইটো চিন্তা আপুনি কৰিছে। পানী যোগানৰ ব্যৱস্থা আপুনি কৰাব। মানুহে পানী পাব। এই প্ৰজেক্টটোত কাম কৰোঁতে আমি লাভ কৰিম, শ, শ বনুৱা, মহৰী, ঠিকাদাৰ, অভাৰচিযাৰ ইঞ্জিনীয়াৰে ধন উপাৰ্জন কৰিব। কিন্তু আপোনাৰ একো লাভ নহয।

অজয : মোক কিটো লাভ লাগিছে। মইতো নিজে কাম কৰিবলৈ নাযাওঁ। মইতো নিজৰ জেপৰ টকা খৰচ কৰি কাম নকৰাওঁ। মই ইযাত থাকি যিখিনি কৰিম, সেইখিনি মোৰ দায়িত্ব, কৰ্তব্যৰ কাৰণে কৰিম। সেইখিনি মই মানুহৰ ভালৰ কাৰণে কৰিম।

মজুমদাৰ : ছাৰ মোৰ অলপ বযস হৈছে। মোৰ ল'ৰা আপোনাতকৈ অলপহে সৰু হ'বলা। আপোনাৰ ইলেকচনত মই তাৰ হতুৱাই পোষ্টাৰ লিখাইছিলোঁ। আৰু মই নিজে কি কৰিছিলোঁ আপুনি নাজানিলেও মিছ সন্ধ্যা তালুকদাৰে জানে। আপোনালোকৰ নিচিনা সৌভাগ্য মোৰ জীৱনত নঘটিল। কিন্তু গোটেই জীৱনটো মানুহৰ লগত খেলি খেলি বহুত অভিজ্ঞতা গোটালোঁ ছাৰ। মানুহৰ ভালৰ কাৰেণ কাম কৰা এই কথাষাৰৰ অৰ্থ আছে যদিহে সিহঁত মানুহ হয়। আপুনি এইখিনি দিনত যিমান মানুহৰ ভালৰ কাৰণে যিমান চেষ্টা কৰিছে, অহা ইলেকচনটোত আপুনি যাতে নিৰ্বাচিত হ'ব নোৱাৰে, তাৰ কাৰণে তাতকৈ বেছি মানুহে তাতকৈ বহুত বেছি চেষ্টা কৰিছে ছাৰ।

অজয : এদল মানুহে হয়তো সেইটো চেষ্টা কৰিব। কিন্তু সাধাৰণ মানুহতো ইমান অস্থিৰ নহয়।

মজুমদাৰ : মানুহৰ নিচিনা অস্থিৰ, অবিশ্বাসী, আঁসে নোপোৱা জীৱ পৃথিৱীত ভগৱানে সৃষ্টি কৰা নাই ছাৰ। ভগৱানে নকৰক দুবছৰৰ পিছত আপুনি যদি এইখন আসনলৈ উভতি আহিব নোৱাৰে, তেনেহ'লে দুই লাখ টকা কিয দুটা পইচা লৈও মই নিজেই আপোনাৰ ওচৰলৈ নাহোঁ। মানুহবোৰে আপুনি প্ৰৱৰ্তন কৰা ৱাটাৰ ছাপ্লাইৰ পানী চিৰদিন খাই থাকিব। কিন্তু আপুনি কি খাইছে তাৰ খবৰ কোনেও নাৰাখিব। চাকৰিৰ কাৰণে ইণ্টাৰভিউলৈ যাবলৈ নিজৰ সন্তানক বাছ ভাৰা দিব নোৱাৰা প্ৰাক্তন মন্ত্ৰী মই নিজে দেখিছোঁ। এসময়ত আপোনাৰ সোঁহাত হৈ কাম কৰা একেজন মানুহ প্ৰয়োজন হ'লে তীব্ৰ বিতৃষ্ণা লৈ আপোনাৰ ওচৰৰ পৰা নিঃশব্দে আঁতৰি যাব। সেই কাৰণে মই আগবঢ়োৱা পইচাখিনিক ভেটি বুলি নক'ব ছাৰ। এইখিনি টকাৰ প্ৰত্যেকটো পইচা এদিন আপোনাৰ কামত লাগিব কাৰণেই ভেটি বুলি কৈ টকাখিনিক লেতেৰা নকৰিব। আপোনাৰ দেশ সেৱাৰ, মানুহৰ সেৱাৰ গ্ৰহণযোগ্য মূল্য এনেকৈয়ে আপোনালৈ উভতি নাহিলে অইন কোনো উপায়েৰে নাহে। অইন উপায়েৰে যি

মূল্য মানুহে দিয়ে তাৰ ৰূপ বৰ ভয়াবহ ছাৰ। বৰ দুখ লগা।

অজয় : আপুনি অকমান ৰ'ব। মোৰ ভাল লগা নাই। নহয নহয় আপুনি এতিয়া যাওক।

মজুমদাৰ : মই আপোনাক অশান্তি দিলোঁ নেকি ছাৰ।

অজয় : নাই নাই, মই ঠিকে আছোঁ।

মজুমদাৰ : মই কাইলৈ আহিম ছাৰ।

। : কাইলৈ? মোক ভাবিবলৈ অলপ সময় লাগিছিল।

মজুমদাৰ : ভাল বাৰু। তেনেহ'লে মই আহোঁ। পৰহিলৈ আহিম। থেংক ইউ, থেংক ইউ। [Cut]

# দৃশ্য ঃ ১০

গোপাল : এইটো কাৰ ঘৰ তোমালোকে জানানে নাজানা?

মহৰী : জানো।

গোপাল : কাৰ

মহৰী : মিনিষ্টাৰ চাহাবৰ।

গোপাল : অঁ সাৱধান। একদম হুঁচিযাৰ হৈ কাম কৰিবা। এইটো কি ৰুমহে?

মহৰী : বাহিৰা অফিচ ৰুম।

গোপাল : আৰু সেইটো?

মহৰী : সেইটোও অফিচ ৰুম। প্ৰাইভেট।

গোপাল : মানে কিছুমান ভিতৰুৱা ইম্পৰটেণ্ট ডিছকাছনৰ কাৰণে। লাগিবই দেচোন?

প্ৰতাপ : লাগিবতো। ঘৰটো বেচ ডাঙৰেই হৈছে। কি কৰ। পাঁচ-ছটামান ৰুম আছে হ'বলা?

মহৰী : বাথৰুম, লেট্ৰিন বাদ দিলে নটা—

প্ৰতাপ : নটা? নটা ৰুমত কোন থাকিবহে? সন্ধ্যাৰ দেখোন মকৰা জাল গুচাওঁতেই গৰমৰ বন্ধটো পাৰ হৈ যাব।

গোপাল : এইটো ঘৰত থাকিবলৈ আহি সন্ধ্যাই মকৰা জাল গুচাব? তোৰো যে কথা! লগুৱা, লিকচৌ, পিয়ন, চাপ্ৰাচী, পালি-পহৰীয়াই তেওঁক একদম বেৰি থাকিব। তেওঁ খালী অৰ্ডাৰ দিব। হেই মকৰা জাল চাফা কৰো, খানা লাও, ড্ৰাইভাৰকো গাড়ী নিকালনে বোলো। কি কোৱাহে মই ঠিক কৈছোঁনে?

মহৰী : ঠিক কৈছে।

প্ৰতাপ : বাৰু গোপাল আমি যদি সন্ধ্যা বা অজয়ক লগ ধৰিবলৈ আহোঁ আমাকতো চিপাহীযে এইখিনিতে থিয় কৰি থৈ দিব পাৰে।

গোপাল : হোঁ। নাম নাজানো। থিয় কৰি থৈ দিব? চিপাহীকতো আমি একো নকওঁ। খোদ মিনিষ্টাৰক ক'ম। অই অজয়, আমাক স্পেচিয়েল পাছ দে। তই ভাত খাইছ, গা ধুইছ, মিটিং কৰিছ, সেইবোৰৰ লগত আমাৰ সম্পৰ্ক নাই। যেতিযাই মন যায় আমি স্পেচিয়েল পাছ দেখুৱাম, চিপাহীয়ে খাটোপকৈ চালাম দিব। বাচ্ সোমায় যাম। কি কোৱা মহৰী?

মহৰী : ঠিকেই কৈছে বাবু। আজিতো মিনিষ্টাৰ চাহাব ঘৰ চাবলৈ অহাৰ কথা আছে।

গোপাল : জানো দিযা। সেই কাৰণেইতো আমি ইযাত বৈ আছোঁ। মিনিষ্টাৰ চাহাবে চাৰ্কিট বঙলাত মিটিং কৰি আছে। ইমানবিলাক মানুহৰ মাজত আমাৰ লগত ভালকৈ কথা পাতিব নোৱাৰিবতো? সেই কাৰণে তেওঁ আমাক ইযালৈ আহিবলৈ কৈছে। ইয়াত আমাৰ লগত শান্তিৰে কথা পাতিব। বুজিলা?

মহৰী : বুজিলোঁ। কিন্তু মই আপোনালোকক চিনি পোৱা নাই বাবু—

প্ৰতাপ : আমাক তুমি কেনেকৈ চিনি পাবা। তোমালোকে তোমালোকৰ লাইনৰ মানুহকহে চিনি পাবা। আমাৰ চিনাকি দিওঁ শুনা? এওঁ হ'ল গোপাল বাবু আৰু মই হ'লোঁ প্ৰতাপ। বুজিলা?

মহৰী : বুজিলোঁ।

প্ৰতাপ : এওঁ হ'ল উকিল। আৰু মই হ'লোঁ [গাড়ী] আহিছে হ'বলা।

গোপাল : হয হয।[যায]

মহৰী : ঐ, তইঁত এতিযা পাছফালে যা। জলদি।

অজয : ভালে আছ প্ৰতাপ?

প্ৰতাপ : আছোঁ।

অজয : তাতে বহুত সময হ'ল অ'। আমি সেইখিনি কিমান সমযত পাবগৈ লাগিব?

ৰঞ্জিতা : চাৰে তিনি বজাত ছাৰ—

অজয : সময নাযেই দেখোন। মজুমদাৰ—

মজুমদাৰ : হ'ব ছাৰ। চায যদি ফটকৰে কোঠালিবেইটা চাই লওক? আৰু যদি সময নাই তেনেহ'লে অইন এবাৰ চাবহি নহ'লে, কামটো ঠিকেই চলি আছে। আপুনি চাম বোলা কাৰণেহে—

নেতা : আৰু কিমান দিন লাগিবহে মজুমদাৰ—

মজুমদাৰ : এইটো ৰেটত চলি থাকিলে পাঁচ-ছমাহৰ পিছত থাকিব পৰা হৈ যাব।

নেতা : সোনকাল কৰক। নিজৰ টাউনলৈ আহিও মিনিষ্টাৰ চাৰ্কিট হাউছত থাকিবলগীযা হ'লে কেনেকৈ হ'ব? এনেযে কাম ভালেই হৈছে, কি কয়।

মজুমদাৰ : জানো, ছাৰেহে জানে।

অজয : ঠিকে আছে, ঠিকে আছে। হেৰি নহয গোপাল সন্ধ্যা নাহিল নেকি? তেৰোঁ আহিব বুলি কৈছিলি নহয?

গোপাল : আমি খবৰ দিছিলোঁ, জানো কি হ'ল?

অজয : এতিযা কলেজতে আছে চাগৈ—

গোপাল : থাকিব পায।

অজয : ৰঞ্জিতা।

ৰঞ্জিতা : ছাৰ।

অজয : সিওক কোৱা, গাড়ীখন লৈ কলেজলৈ যাওক। প্ৰফেছাৰ সন্ধ্যা তালুকদাৰক ইয়ালৈ লৈ আহিব?

ৰঞ্জিতা : ভাল ছাৰ— [out]

অজয় : ওঁ, তাৰ পিছত প্ৰতাপ, গোপাল ক'চোন তইঁতৰ কি কথা আছিল, কি হ'ল? ক' আকৌ?

গোপাল : আমাৰ কথাটো অলপ প্ৰাইভেট আছিল।

অজয : প্ৰাইভেট মানে কিহৰ বিষয়ে—

গোপাল : এই ৰাটাৰ ছাপ্ৰাইটোৰ বিষয়ে—

অজয় : সেইটোনো কি গোপনে পাতিবলগীয়া কথা। এখেত মজুমদাৰো আছে। আলোচনা কৰিবলৈ ভালহে হ'ব। ক'চোন কি হ'ল?

প্ৰতাপ : মানে, স্কীমটোৰ কাম এখেতসকলে আৰম্ভ কৰিছে ঠিকেই, কিন্তু যিবোৰ বস্তু ব্যৱহাৰ কৰিছে সেইবোৰ আমি ঠিক দেখা নাই।

মজুমদাৰ : বস্তু মানে কোনবোৰ বস্তু?

প্ৰতাপ : এই ধৰি লওক পাইপবোৰ।

অজয : কি হ'ল পাইপবোৰ?

প্ৰতাপ : সেইবোৰতো মামৰে ধৰা পুৰণি পাইপ।

মজুমদাৰ : নহয নহয। মামৰে ধৰা মানে, মই যে আপোনাক কৈছিলোঁ ছাৰ, লোহাৰ বস্তু, গুদামত ভালকৈ থৈ দিলেও অলপ-অচৰপ মামৰে ধৰিবই।

গোপাল : অলপ-অচৰপ মামৰৰ কথাটো আমিও বুজোঁ। কিন্তু সিদিনা দেখিছোঁ, পাইপ ফুটা— ফিৰ্ ফিৰকৈ পানী ওলাই আছে।

মজুমদাৰ : ফুটা! নাই নাই ক'ৰ ফুটা? এতিযাতো পাইপ পুতি পানী চালু কৰা নাই।

গোপাল : সিদিনা আপোনালোকৰ মানুহে কাম কৰি থাকোঁতে দেখিছোঁ।

মজুমদাৰ : সেযা টেষ্ট কৰিছে। ফুটা থাকিলে সেইবোৰ পাইপ কামত নলগায নহয। সেই কাৰণেইতো টেষ্ট কৰিছে।

গোপাল : সেইটো কথাটো আমি নাজানো। মানুহে যিটো দেখিছে সেইটোহে কৈছোঁ!

অজয : এটা কথা গোপাল। মানুহৰ কথাত তইঁতে ফটকৰে হযভৰ নিদিবি। মানুহৰতো ক'বলৈ একো নালাগে। কিবা এটা দেখি কিবা এটা কৈ দিলেই হ'ল। ভিতৰৰ কথাবোৰ তেওঁলোকে নাজানে নহয। আৰু জানিলেও বুজিবলৈ চেষ্টা নকৰে নহয। হেৰি নহয মজুমদাৰ, এইবিলাক চাবলৈ ইঞ্জিনীযাৰ আছেনে নাই?

মজুমদাৰ : কিয নাই ছাৰ। চব কামৰ কাৰণে ভাগে ভাগে ইঞ্জিনীযাৰ আছে। এখেতসকলে যে পাইপৰ কথা কৈছে, সেইবোৰ চাবলৈ মেটেৰিযেল ইঞ্জিনীযাৰ বেলেগে আছে। আপুনি তেওঁক চিনি পায় ছাৰ। এদিন যে আপোনাৰ চেম্বাৰলৈ লৈ গৈছিলোঁ— এই ঘৰটোৰ নক্সাখন যে আপোনাক দেখুৱাবলৈ নিছিল?

অজয : অ' বুজিছোঁ।

মজুমদাৰ : এই ঘৰটোৰ প্লেনটো তেৱেঁই কৰিছিল ছাৰ। এতিযা আমাৰ বস্তু-বাহানি চোৱা-চিতাও তেৱেঁই কৰিছে। তেওঁ কামত ফাঁকি দিযা ল'ৰা নহয ছাৰ।

নেতা : কাৰ? চিন্ময়ৰ কথা কৈছে।

মজুমদাৰ : হয।

নেতা : নাই নাই। সি বৰ ভাল ল'ৰা। তাক মই আগতেও পাইছোঁ নহয়। তাৰ সেইবোৰ ঠগবাজী কাৰবাৰ নাই।

অজয : তথাপি আপুনি অলপ খবৰ কৰাব।

মজুমদাৰ : নিশ্চয। মই আজিযেই তেওঁক মতাই পঠাম। আপুনি চিন্তা নকৰিব ছাৰ।

গোপাল : তই দুই মিনিট সময বেলেগে কথা পাতিবলৈ সুবিধা কৰিব পাৰিবিনে?

অজয : আপোনালোক আগবাঢ়কচোন। মই গৈ আছোঁ। [যায়] কি হ'ল ক'চোন।

গোপাল : আমি যে কথাবোৰ ক'লোঁ তই বেয়া পালি নেকি?

অজয় : নাই নাই, বেযা কিয় পাম? মই কেৱল কৈছোঁ যাৰে তাৰে কথা শুনি একোটা সিদ্ধান্ত লৈ নেপেলাবি।

গোপাল : এওঁ মজুমদাৰ মানুহজন কেনেকুৱা?

অজয় : কেনেকুৱা মানে?

গোপাল : এই যে মানুহ'বোৰে কয়।

অজয় : কি কয়?

গোপাল : বৰ বুদ্ধিমান মানুহ—

অজয় : বুদ্ধিমানতো হয়েই—

গোপাল : কিন্তু কিছুমান মানুহৰ মতে এনেকুৱা বুদ্ধিমান মানুহৰ সংশ্ৰৱ ত্যাগ কৰাই ভাল।

অজয় : সেইটোৱেই কথা বুজিছ। মই যে এই মানুহৰ কথা কৈছিলোঁ, এনেয়ে কৈছিলোঁ বুলি ভাবিছনে? বৰ বিচিত্ৰ জীৱ বুইছ? মজুমদাৰৰ আচল দোষটো কি জান? এজন অসমীয়া মানুহে মগজৰ বলত পৰিশ্ৰমৰ বলত অলপ ওপৰলৈ উঠিছেতো, সেই কাৰণেই চবেই টানি-আঁজুৰি নমাই আনিবলৈ চেষ্টা কৰি থাকে। আমাৰ মানুহে সহজে কাৰো উন্নতি সহ্য কৰিব নোৱাৰে।

প্ৰতাপ : সেইটো কিন্তু তই ঠিক কৈছ।

গোপাল : মোক আকৌ বেয়া নাপাবি। মই কিন্তু তোৰ উন্নতি সহ্য কৰিব পাৰিছোঁ।

ৰঞ্জিতা : ছাৰ সন্ধ্যা বাইদেউৰ ক্লাছ আছে। চাৰে-চাৰি বজাৰ পিছতহে বোলে ফ্ৰি হ'ব।

অজয় : হয় নেকি? আমি তেনেহ'লে কলেজেদি এটা পাক মাৰি তেওঁক লগ ধৰি যাম নেকি?

ৰঞ্জিতা : নাই ছাৰ। আগতে খবৰ দিয়া নাই নহয়, হঠাতে আপুনি কলেজলৈ গ'লে বৰ খেলিমেলি হ'ব। আৰু আমাৰ যিখন মিটিঙৰ সময় পাৰেই হ'ব এতিয়া ছাৰ—

অজয় : হয় নেকি? ঠিক আছে, ব'লা। হেৰি নহয় গোপাল, মই তইঁতৰ ঘৰলৈ ফোন কৰি সন্ধ্যাৰ লগত কথা পাতিম। মই ফোন কৰিলে তই সন্ধ্যাক খবৰ দিবি। আহোঁ।

গোপাল : যা।

অজয় : হেৰি নহয় প্ৰতাপ, তই এবাৰ যাবিচোন। কথা আছে।

প্ৰতাপ : কেতিয়া?

অজয় : যিমান পাৰ সোনকালে যাবি। চাওঁ এইফালে আহচোন। কথা এটা কৈ যাওঁ। [out]

মহৰী : ঐ শম্ভু, ঐ আহ কামত ধৰহি। মানুহ গ'ল দেখা নাই। মিনিষ্টাৰ চাহাবে কি ক'লে বাবু।

গোপাল : হুঁ।

মহৰী : মিনিষ্টাৰ চাহাবে কি ক'লে?

গোপাল : তাকে মযো ভাবিছোঁ ৰ'বা। কি ক'লে এতিয়াও ভালকৈ বুজাই নাই। ই নাহিবই নেকি?

মহৰী : কাৰ কথা কৈছে বাবু?

গোপাল : ই প্ৰতাপ। মোৰ লগত যে আছিল। মিনিষ্টাৰে মাতি লৈ গ'ল। গৈ দেখোন নোহোৱা হ'ল। এটা কাম কৰোঁ মই যাওঁ। সি যদি ইয়ালৈ আহে ক'বা মই গ'লোঁ।

মহৰী : ভাল বাবু। [Cut]

## দৃশ্য : ১১

অজয় : অ' আপুনি?

ভদ্ৰ : হয় ছাৰ। মই আপোনাৰ সম্মতিটো একেবাৰে লৈয়েই যাম বুলি আহিলোঁ। ৰাইজে বৰ আশা কৰিছে।

অজয় : মিটিংখন কেই তাৰিখে। [বে'ল বজায়]

ভদ্র : বাইছ তাৰিখে ছাৰ। [ৰঞ্জিতা আহে]

অজয় : বাইছ তাৰিখে কি কি আছে চোৱাচোন।

ৰঞ্জিতা : ন বজাত চিফ মিনিষ্টাৰৰ ৰুমত, এঘাৰ বজাত ফাইনেন্স কমিছনাৰ আৰু ছেক্ৰেটাৰীৰ লগত মিটিং। তিনি বজাত যোগমায়া মহন্ত আৰু শিপিনীসকলৰ লগত—

অজয় : কিবা ইম্পৰটেণ্ট আছে নেকি য'ত মই নাথাকিলে নহয়।

ৰঞ্জিতা : চাৰি বজাত P W D মিনিষ্টাৰৰ লগত নিবনুৱা যুৱকৰ চাকৰিৰ বিষয়ে আলোচনা আছে।

অজয় : আপোনালোকৰ মিটিং কেইবজাত?

ভদ্র : তিনি বজাত ছাৰ।

অজয় : তিনি বজাত মিটিং হ'লে ইয়াৰ পৰা কেইমান বজাত যাব লাগিব?

ভদ্র : ইয়াৰ পৰা এঘাৰ মানত গ'লে এক-ডেৰ মানত পাবগৈ। তাতে আমি লগে-ভাগে দুপৰীয়াৰ ভাতসাঁজ খাম। তাৰ পিছত আমি তিনি বজাত মিটিং দিছোঁ। কিন্তু সেইটো আপোনাৰ ইচ্ছা।

অজয় : তুমি ন'ট কৰি থোৱা। এঘাৰ বজাত আমি ওলাই যাম। অন্য যি যি প্ৰগ্ৰেম আছিল সকলোকে জনাই দিয়া মই নাথাকিম।

ভদ্র : ভাল ছাৰ, নমস্কাৰ। মই এতিয়া আহোঁ। আমি সেইদিনা গাঁৱৰ ডাকবাংলোতে বাট চাই থাকিম।

ৰঞ্জিতা : সেইদিনা ছাৰ ৰাতি যদি তাতে থাকে, তেনেহ'লে—

ভদ্র : থাকিলেতো আমি ভালেই পাওঁ। কোনো চিন্তা নাই। আমি সেইদিনা গোটেইটো ডাকবাংলো ৰিজাৰ্ভ কৰি থ'ম।

ৰঞ্জিতা : নহয় ছাৰৰতো চিন্তা নাযেই। আমাৰহে—

অজয় : ওঁ। এৰোঁ যাব নহয়। এওঁৰ ঘৰটোও বন্দবস্ত কৰিব।

ভদ্র : কোনো চিন্তা নকৰিব ছাৰ। মই আহোঁ—

অজয় : ভাল। অ' হেৰি নহয়। মিটিংখন কিবা বিশেষ উদ্দেশ্য লৈ পাতিছেনে এনেযে সাধাৰণ ৰাজহুৱা মিটিং হিচাপে পাতিছে?

ভদ্র : মই আপোনাক সিদিনা কৈছিলোঁ ছাৰ। আপুনি পাহৰিছে হ'বলা। আমি এখন ক'অপাৰেটিভ খুলিব খুজিছোঁ?

অজয় : কিহৰ?

ভদ্র : চব বস্তুৰে। বিশেষকৈ চেনি, কেৰাচিন—

অজয় : বুজিছোঁ।

ভদ্র : আহোঁ তেনেহ'লে।

অজয় : ভাল। ৰঞ্জিতা, তুমি হেৰিক ফোনত দিয়াচোন। হেৰিক মানে এই যে পাবলিক ৰিলেচনত কাম কৰে। লিখে যে—

ৰঞ্জিতা : দিগেন দত্ত।

অজয় : অঁ দিগেন দত্ত। তেওঁক ফোনত দিয়া। আৰু শুনা, চাহ দিবা। [প্ৰতাপক] তাৰ পিছত খবৰ ক'চোন প্ৰতাপ? ইহঁত ধৰ্মেশ্বৰহঁতে পিছত আৰু কিবা গণ্ডগোল কৰিছিল নেকি?

প্ৰতাপ : নাই কৰা। তই সেইবোৰ চিন্তা কৰিব নালাগে। মই চব মেনেজ কৰিম।

অজয় : মই চিন্তা কৰা নাই। কিন্তু মোৰ বেয়া লাগিছে? [ফোন] হেল্ল—? বাৰু। দত্ত নেকি? আপোনাক মই পাৰ্ছনেলী ধন্যবাদ জনাইছোঁ। সিদিনা আপুনি তৈয়াৰ কৰি দিয়া ন'টটো—

সেই যে খাদী গ্ৰামোদ্যোগৰ বিষয়ে ন'টটো বৰ কামত আহিল। মানুহে বক্তৃতাটো বৰ ভাল পাইছিল। হয় নেকি? কোন পেপাৰত? বাৰু মই চাম। আপুনি আৰু এটা সহায় কৰি দিব লাগে। আমাৰ ক'অপাৰেটিভ মুভমেণ্ট— ক'অপাৰেটিভ, ইয়াৰ অৰিজিন ইউটিলিটী, ছাকছেছ ইত্যাদিৰ এটা চমু ন'ট— মিটিং ২২ তাৰিখে। আপুনি ন'টটো — ২০/২১ তাৰিখে দিলেই হ'ব। মইতো এনেযে সময় নাপাম গাড়ীত যাওঁতেহে চাই যাম। ভাল ভাল থেংক ইউ। [বে'ল বজায়] অ' কি কৈছিলোঁ এই ধৰ্মেশ্বৰহঁতৰ কথা। মই জানো তই সেইবিলাক মেনেজ কৰিবি। কিন্তু মোৰ বেয়া লাগে, ইয়াৰ মাজত গোপাল সোমোৱা বুলি শুনি। সিহঁত ধৰ্মেশ্বৰহঁত কিমানৰ মানুহ। সিহঁতৰতো এনেকুৱা গণ্ডগোল কৰাৰ সাহ নাই। আগতেতো সিহঁতে মুখলৈ চাই কথা ক'বলৈ সাহ নকৰিছিল। শেষত বোলে গোপাল সিহঁতৰ লগ লাগিল? তই ক'চোন কথাবোৰ সঁচা নেকি (ৰঞ্জিতা আহে)

হেৰি নহয়, দিগেন দত্তই ক'লে, ফ্ৰণ্টিয়াৰ টাইমছত বোলে খাদী গ্ৰামোদোগ্যৰ মিটিঙৰ ৰিপ'ৰ্টটো ওলাইছে। মইতো কাটিং পোৱা নাই।

ৰঞ্জিতা : চাওঁ ছাৰ।

অজয় : চোৱা। গোপাল সিহঁতৰ লগ লগাটো সঁচা নেকি?

প্ৰতাপ : একেবাৰে মিছা নহয়।

অজয় : গোপালে কিয় এনেকুৱা কাম কৰিলে? ইমান ঘনিষ্ঠ বন্ধু হৈ সি—

প্ৰতাপ : তাৰ কথা হ'ল সি কামবোৰ যেনেকৈ চলিব বুলি ভাবিছিল তেনেকৈ চলা নাই। সেই কাৰণে সি বেয়া পাইছে।

অজয় : সি যেনেকৈ চলিব লাগে বুলি ভাবে, তেনেকৈ দেশ চলাব পাৰি নেকি? সি দেশ চলাই পাইছে? আমিহে জানো কি কৌশলেৰে কাম চম্ভালিব লাগে। [ৰঞ্জিতা আহে] পালা নেকি পেপাৰখন?

ৰঞ্জিতা : নাই, বিচাৰি আছে ছাৰ।

অজয় : এতিয়াও ফাইলহে আনিলা।

ৰঞ্জিতা : ইম্পৰটেণ্ট ফাইল ছাৰ।

অজয় : তোমালোকৰ চব ফাইলেইতো ইম্পৰটেণ্ট।

ৰঞ্জিতা : এইকেইটা বেছি ইম্পৰটেণ্ট ছাৰ।

অজয় : তোমাৰ চাহ?

ৰঞ্জিতা : আছে খাম ছাৰ।

অজয় : ইয়াতে খোৱা নহ'লে।

ৰঞ্জিতা : থেংক ইউ ছাৰ। এওঁ মোৰ টেবুলত চাহ দি আহিছে।

অজয় : এই ৰাতিও এতিয়া ফাইল ষ্টাডী কৰিব লাগিব। ইম্পৰটেণ্ট ডিছিচিন ল'ব লাগিব। সেই ডিছিচন মতে দেশ চলিব। এইবোৰ খবৰ গোপালে ৰাখে? আচল ফিল্ডত যেতিয়া নামিব, তেতিয়াহে বুজিব, ক'ত খাল, ক'ত কাঁইট, ক'ত সাপ আছে। দূৰৰ পৰা একেবাৰে সমান, সেউজীয়া ঘাঁহনি দেখিলেই নহ'ব নহয়। কল্পনাৰ স্বৰ্গৰাজ্য এখনৰ কথা ভাবি থাকিলেই নহ'ব নহয়।

প্ৰতাপ : তোক ক'লোঁ নহয়। সেইবিলাক চিন্তা নকৰিবি। মই চব চম্ভালিম।

অজয় : মই সন্ধ্যাৰ লগতো কথা পাতিম ব'বি। আচল কথাবোৰ কি মই জানিব লাগে। [ফোন]

ৰঞ্জিতা, সন্ধ্যাৰ লগত যে কথা পাতিছিলোঁ ফোন নম্বৰটো আছে নহয়? এটা আৰ্জেণ্ট কল বুক কৰা। তেওঁক খবৰ দিবলৈ ক'বা, তাৰ পিছত আৰু এটা কল বুক কৰিবা। আৰ্জেণ্ট। আৰ্জেণ্ট দেৰি হ'লে লাইট, ৰিং কৰিবা। মই যি বুজিলোঁ মানুহবোৰ এক নম্বৰ নিমখহাৰাম। খাই পাতফলা বুইছ!

প্ৰতাপ : ধৰ্মেশ্বৰহঁতৰ কাৰবাৰবোৰ হ'ল দেখ দেখ পলিটিক্স। কিন্তু গোপালৰ কথাটো অলপ বেলেগ। মই যে তোৰ লগত এটা ঘনিষ্ঠ সম্পৰ্ক ৰাখিছোঁ, সেই কথাটো হয়তো সি বেযা পাইছে।

অজয : কিয়? সেইটো কথাত আকৌ বেযা পাবলগীয়া কিটো হ'ল?

প্ৰতাপ : সি হযতো ভাবিছে— মই কিবা মুনাফা আদায কৰিছোঁ বুলি।

অজয : দূৰৰ পৰা যে সি তেনেকে ভাবি থাকে ওচৰ চাপি নাহে কিয? তাক কি মুনাফা লাগে নকযহি কিয? সি শত্ৰু হৈ মুনাফা আদায কৰিবলৈ চেষ্টা কৰিছে কিয? তই এদিন ধৰ্মেশ্বৰ আৰু তাৰ লগৰ আটাইকেইজনকে মোৰ ওচৰলৈ লৈ আহিবি। ইযাৰে কোনোবা ভাল হোটেল এখনত থকা-খোৱাৰ বন্দৱস্ত কৰিবি আৰু মোক খবৰ দিবি।

প্ৰতাপ : ঠিক আছে। অহা সপ্তাহতে?

অজয : ৰঞ্জিতাৰ লগত কথা পাতি দিন, সময ঠিক কৰি ল'বি। এইবিলাক কামত তোৰ খৰচ হ'ব নহয। এইখিনি থৈ দে।

প্ৰতাপ : এইবিলাক কামৰ খৰচৰ কাৰণে তই চিন্তা কৰিব নালাগে। মোৰ সেই সিটো কামহে আচল। সেইটোৰহে সোনকালে ব্যৱস্থা কৰ।

অজয : মই চেষ্টা কৰি আছোঁ। সেইটো চিফ মিনিষ্টাৰেহে ডিল কৰে। মই কৈছোঁ।

প্ৰতাপ : তই অলপ হেঁচা মাৰি ধৰিবি আকৌ। এনেযে কৈ থাকিলে নহ'ব নহয। যাওঁ।

অজয : যা। ফোনত খা-খবৰ দি থাকিবি।

প্ৰতাপ : ঠিক আছে। [out]

ৰঞ্জিতা : কি হ'ল ছাৰ।

অজয : মূৰত ধৰি গৈছেহে—

ৰঞ্জিতা : মূৰ কামুৰিছে নেকি?

অজয : অলপ অলপ। এই ৰাতিখনো তোমালোকে এইবোৰ ফাইল লৈ আহা। নহ'লে মই অলপ জিৰণি লৈ সোনকালে খাই-বৈ শুই পাৰিলোঁহেঁতেন।

ৰঞ্জিতা : মজুমদাৰ ছাৰ আহিবলৈ আছে কাৰণেহে মই ফাইল দুটা দিলোঁ। তেখেত আহিব ন বজাত। এইখিনি সময এনেযে থকাতকৈ মই ভাবিছিলোঁ ফাইলকেইটাকে চাই থাকক।

অজয : তুমি ঘৰলৈ কেতিয়া যাবা?

ৰঞ্জিতা : তাকে ভাবিছোঁ। কাইলৈ পুৱাতো ছয় বজাতে আমি ষ্টাৰ্ট কৰিব লাগিব। তেহে আপুনি ন বজাৰ মিটিংখন পাবগৈ।

অজয : অ' হয়তো। মই পাহৰিযেই গৈছিলোঁ। কি কৰিবা এতিযা। যাবাগৈ নেকি?

ৰঞ্জিতা : কাইলৈৰ মিটিঙৰ স্পিচটো ঠাকুৰীয়াক কপি কৰিবলৈ দিছোঁ। সেইটো এবাৰ চাই দিব পাৰিলেই, ভাবিছোঁ, মজুমদাৰ ছাৰৰ লগত গুচি যাম।

অজয : গৈয়েই দেখোন আকৌ আহিবৰ হ'বই। থাকিয়েই যোৱা নহ'লে আজি। [লাজ কৰে] এইটো ফাইল মোলৈ আকৌ কিয় আহিল?

ৰঞ্জিতা : কোনটো ছাৰ?
অজয : এইটো। এই মিলন কাকতিৰ লাইচেন্সৰ ফাইলটো। এইটোতো মই কমেণ্টৰ কাৰণে পঠাইছিলোঁ।
ৰঞ্জিতা : ছেক্ৰেটাৰীয়ে কমেণ্ট দিছে ছাৰ—
অজয : ক'ত? [দেখুৱাই] কি হ'ল ছাৰ মূৰটো বেছিকৈ বিষাইছে নেকি?
অজয় : এৰা।
ৰঞ্জিতা : বেছি বেযা লাগিছে যদি অকণমান বিছ্নাতে পৰকগৈ যাওক।
অজয : এৰা তাকে ভাবিছোঁ। [যায] ৰঞ্জিতা—
ৰঞ্জিতা : ছাৰ।
অজয : চাওঁ শুনাচোন— [পিয়ন আহে]
মজুমদাৰ : চাহাব ক'লৈ গ'লহে?
পিয়ন : ভিতৰতে আছে— [যায]
মজুমদাৰ : কিহে ৰঞ্জিতা? ছাৰ ক'ত?
ৰঞ্জিতা : ভিতৰতে আছে? গাটো ভাল নহয়।
মজুমদাৰ : হা, কি হৈছে?
ৰঞ্জিতা : নাই এনেয়ে।
মজুমদাৰ : এগ্‌জছছন। মানে খাটোতে খাটোতে কাহিল হৈ গৈছে যেন পাওঁ।
ৰঞ্জিতা : তেনেকুৱাই—
মজুমদাৰ : তুমি ভালে আছাতো?
ৰঞ্জিতা : আছোঁ। সেয়া আহিছে। [যায়]
মজুমদাৰ : গুড্ ইভিনিং ছাৰ। গা বেয়া বোলে—
অজয : বেযা মানে ঠিক বেয়া নহয়।
মজুমদাৰ : আপোনালোক বয়সত ডেকা হ'ব পাৰে। কিন্তু সকলোৰে এটা লিমিট আছে ছাৰ। মোৰ বোধেৰে আপুনি অন্ততঃ পোন্ধৰ-বিছ দিনৰ হলিডে লোৱা ভাল হ'ব। এইটোৱেই ভাল সময়। কাৰণ এছেম্বলী বহিলেতো লৰচৰ কৰিব নোৱাৰা হ'ব।
অজয : হৈছে আৰু হলিডে লৈ যোৱা। ৰাতি ন বজাত সৌৱা ইম্পৰটেণ্ট ফাইল আছে।
মজুমদাৰ : কিনো ইমান ইম্পৰটেণ্ট ফাইল? কিহৰ ফাইল?
অজয : এই মিলন কাকতি নে কি ল'ৰা এটাই বিয়েৰৰ ফেক্টৰী নে ডিষ্টিলেৰি, কি খুলিব— লাইচেন্স লাগে।
মজুমদাৰ : বুজিছোঁ বুজিছোঁ।
অজয় : বুজিছোঁ মানে? আপুনি এই বিষয়ে কিবা জানে নেকি?
মজুমদাৰ : জানো, ভাল ল'ৰা। টেকনিকেল নলেজ আছে। কেপিটেল আছে। ডাঙৰ কোম্পানীৰ লগত কলেবৰেছনৰ ব্যৱস্থা কৰিছে। ইউ ছুড হেল্প হিম। আপুনি তাক সহায় কৰা উচিত।
অজয় : আপুনি দেখোন বহুত কথা জানে।
মজুমদাৰ : মই জনাত কেৱল আপোনাৰ চহীটোৰ কাৰণেই ফাইলটো ৰৈ আছে।
অজয় : সেইটো জানো। কিন্তু মই এইটো ফাইলত চহী দিব নোৱাৰোঁ।
মজুমদাৰ : কিয় ছাৰ?
অজয় : অন প্ৰিন্সিপল মই বিয়েৰৰ কাৰখানা বহুৱাবলৈ দিব নোখোজোঁ।

মজুমদাৰ ঃ সেইটো আপোনাৰ ব্যক্তিগত প্ৰিন্সিপলৰ কথা। কিন্তু ৰাজ্যখনৰ ইকনমী, উদ্যোগ, ইণ্ডাষ্ট্ৰী এইবোৰৰো এটা কথা আছে।

অজয় ঃ বিযেৰ ইণ্ডাষ্ট্ৰী কৰি ধন নঘটিলেও আমাৰ ইকনমী ঠিকেই চলিব। আৰু বিশেষকৈ এই ফাইলটোৰ কাণ্ড-কাৰখানাত মই বৰ বিৰক্ত হৈছোঁ। মই যি বুজিছোঁ, এইটোৰ লগত বহুত মানুহৰ ইণ্টাৰেষ্ট জড়িত আছে। আপুনি কোৱা মতে এইটো কাৰখানা হ'লে ৰাজ্যখনৰ ইকনমী চিকনমী একো নহয়। কেইটামান বদমাছ, দালালৰহে উপকাৰ হ'ব।

মজুমদাৰ ঃ যেনে—

অজয় ঃ এটা চক্ৰ। মই চব গম পাইছোঁ। এইটো চহী মই নিদিওঁ। নেভাৰ।

মজুমদাৰ ঃ আপুনি ভুল খবৰ কিছুমানৰ ওপৰত নিৰ্ভৰ কৰি ইমান ডাঙৰ নিগেটিভ সিদ্ধান্ত এটা কিয় ল'ব খুজিছে ছাৰ। এনেকুৱা কাম নকৰিব। এই ফাইলটোৰ ইমপ্লিকেচনটো আপুনি বুজা নাই। ইযাৰ লগত বহুতো ডেকা ল'ৰাৰ আশা-আকাংক্ষা, প্লেন, প্ৰগ্ৰেম জড়িত হৈ আছে। আৰু আপুনি তেওঁলোকক সহায় কৰিব বুলি তেওঁলোক নিশ্চিত হৈ আছে। তেওঁলোক হতাশ হ'লে এইটো এটা পলিটিকেল খেল হৈ যাব পাৰে।

অজয় ঃ তাৰমানে তেওঁলোকে পলিটিকেলী মোৰ অপকাৰ কৰিব। নৌ। এইটো কথাত মোৰ পলিটিকেল ইমেজ বহুত বেছি উজ্জ্বল হ'ব। সেইটো মই জানো, এইটো চহী কৰিলেহে মই বেছি ক্ষতিগ্ৰস্ত হ'ম।

মজুমদাৰ ঃ তেওঁলোকে আপোনাৰ পলিটিকেল ইমেজ লৈ বৰ বেছি মূৰ নঘমাবও পাৰে। কিন্তু আপোনাৰ পাৰ্চনেল ইমেজ, মানে ব্যক্তিগত ভাবমূৰ্তিক বৰ বেযাকৈ ক্ষতিগ্ৰস্ত কৰিব পাৰে।

অজয় ঃ কি? মোৰ ব্যক্তিগত ভাবমূৰ্তি? মোৰ ব্যক্তিগত ভাবমূৰ্তিক লৈ তেওঁলোকে কি কৰিব পাৰে?

মজুমদাৰ ঃ সেইবোৰ কথা এতিয়া আপুনি শুনিবও নালাগে। সেই বিষযে চিন্তাও কৰিব নালাগে। আপুনি মোৰ কথা ৰাখক ছাৰ। চহীতো দিযক, পিছৰখিনি মই চম্ভালিম।

অজয় ঃ নৌ। মই— মই বৰ দুখিত মজুমদাৰ। আপুনি ৱান অৱ মাই ম'ষ্ট ট্ৰাষ্টেড ফ্ৰেণ্ডচ। আপুনি মোক সহায়হে কৰিব লাগে।

মজুমদাৰ ঃ মই সহায়েই কৰিছোঁ ছাৰ। আপুনি বহুত কথা জানে বুলি গৰ্ব কৰিছে। কিন্তু বহুত কথা আপুনি নাজানে কাৰণে আপোনাক মই সহায কৰিছোঁ।

অজয় ঃ মই কি নাজানো?

মজুমদাৰ ঃ এই মিলন কাকতি আপোনাৰ পি এ ৰঞ্জিতাৰ অন্তৰংগ বন্ধু, মানে বয়ফ্ৰেণ্ড। মানে কিছুদিনৰ পিছতে তেওঁলোকৰ সম্পৰ্ক পকা হ'ব পাৰে।

অজয় ঃ অ'। So what? হ'ল কি হ'ল?

মজুমদাৰ ঃ ৰঞ্জিতাই নিজ মুখে ভিতৰৰ কথা কাকো একো নকয়। কিন্তু বেৰৰো চকু, কাণ আছেতো। ৰঞ্জিতাৰ লগত আপুনি যি সম্পৰ্ক স্থাপন কৰিছে তাৰ কথা পাহৰি যাব পৰাকৈ মিলনৰ মগজটো ঠাণ্ডা কৰি দিয়ক ছাৰ। নহ'লে আপোনাৰ ভাবমূৰ্তি, পাব্লিক ইমেজ বুলিবলৈ একোৱেই নাথাকিব। আৰু এটা কথা— চাফা কথা। যদি আপুনি ৰঞ্জিতাৰ লগত সম্পৰ্কটো পকা কৰিব খুজিছে, তেনেহ'লে মিলনক এইবোৰ ফাইলৰ পৰা আঁতৰাই দিব পাৰোঁ। আৰু ৰঞ্জিতাৰ ককায়েক বা অইন কাৰোবাৰ নামত, ধৰি লওক মোৰ নামতে এটা নতুন ফাইল আৰম্ভ কৰি দিব পাৰোঁ। ফাইলটো এতিয়া থৈ দিয়ক ছাৰ। কথাবোৰ ভাবক। কাইলৈ

মিটিঙলৈ যাওঁতে বঞ্জিতাৰ লগতো আলোচনা কৰক। মই আহোঁ। গুড নাইট ছাৰ। [ফোন বাজে]

অজয় : হেল্লো? সন্ধ্যা আহিছে নেকি? ৰ'বাচোন হেৰি কৰা, কোৱা, নাই নালাগে ৰ'বা। দিয়া লাইনটো— কথা পাতিম। [Cut]

## দৃশ্য ঃ ১২

প্ৰতাপ : ফাইভ, নাইন, টু, ছিক্স, নাইন। মোৰ নম্বৰ এইট, টু, এইট, ফৰ, থ্ৰি। হয়। শুনক। পাৰ্টিকুলাৰ পাৰছন, মিনিষ্টাৰ অজয় চৌধুৰী হয়। কলটো আৰ্জেণ্ট কৰিব। কি ক'লে? আমব্ৰেলা নাইন ওৱান। ভাল। কাইন্দলী চাওকচোন, কলটো এতিয়াই দিব পাৰে নেকি? ভাল।

গোপাল : আৰ্জেণ্ট কৰিলি কিয়?

প্ৰতাপ : তেহে সোনকালে পাম।

গোপাল : হোঃ। সোনকালে পাবি! এনেকুৱা ইম্পৰটেণ্ট কামত লাইটনিং কল কৰিব লাগে। কি কোৱা সন্ধ্যা।

সন্ধ্যা : অঁতো। তোমাৰ আৰ্জেণ্ট কলৰ লাইন পাওঁতে পাওঁতে যদি মানুহজন ঘৰৰ পৰা ওলাই যায়— তেতিয়া? তেতিয়াতো চব মিছা হ'ব।

প্ৰতাপ : এতিয়া ইমান ৰাতি ক'লৈ যাব? ঘৰত থাকিব।

গোপাল : নাই নাই ভাই। মিনিষ্টাৰ মানুহৰ দিন-ৰাতি নাই। আৰু যেনিবা ক'লৈকো ওলাই যোৱাই নাই। ঘৰৰ ভিতৰতো সি নাইকিয়া হৈ যাব পাৰে। তাৰ শোৱনী কোঠাৰ ভিতৰতো সি নাইকিয়া হৈ যাব পাৰে। নোৱাৰে জানো।

সন্ধ্যা : পাৰেতো।

গোপাল : আহক আহক ডাঙৰীয়া, বহক বহক। কি খবৰ? মিটিঙৰ আয়োজন ঠিক মতে হৈছেনে?

নেতা : হৈছেই বুলিব লাগে। যিমান পাৰো কৰি আছোঁ।

গোপাল : ওচৰৰ গাঁও-ভূঁইবিলাকতো খবৰ দিয়া হৈছেনে?

নেতা : হৈছে।

গোপাল : মানুহ চাগৈ হিল-দল ভাগি আহিব?

নেতা : আহিবতো লাগেই।

গোপাল : ট্ৰাক, বাছ, এইবোৰৰ আয়োজন কৰাতো হৈছেই চাগৈ।

প্ৰতাপ : সেইবোৰ মানুহে নিজে যোগাৰ কৰি ল'ব।

গোপাল : কিন্তু পইচা? পইচাখিনিতো দিব লাগিব। মালিকবোৰে বাছ, ট্ৰাক এনেয়ে দিবনে?

প্ৰতাপ : সেইবোৰৰ হ'ব কিবা এটা—

গোপাল : তাকেহে কৈছোঁ। কিবা এটা হ'ব লাগে। মুঠতে কমেও দহ-বাৰ হাজাৰ মানুহ হ'ব লাগে। কি কয় ডাঙৰীয়া।

নেতা : হ'বতো লাগেই।

গোপাল : অঁতো। ইমান ডাঙৰ এটা ৱাটাৰ ছাপ্লাইৰ স্কীম। মানুহে ঘৰে ঘৰে পানী পাব। যাৰ ঘৰ

নাই সিউ বাটৰ কাষত পানী এটোপা পাব। এনেহেন স্কীম এটা উদ্বোধন কৰা হ'ব আৰু তালৈ মানুহ নাহিব। ধেমালি কথা নেকি?

নেতা : মানুহ হয়তো কিছু গোটাব পাৰিম। পিছে মিনিষ্টাৰ আহিলেই হয়।

গোপাল : মিনিষ্টাৰ। মানে অজয়ৰ কথা কৈছে। সি কিয় নাহিব? ৰাইজৰ সুখৰ কথা চিন্তা কৰি সি নিজে আৰম্ভ কৰা স্কীম, নিজে তদাৰক কৰা স্কীম, নিজে শেষ কৰা স্কীম— সেইটোৰ উদ্বোধনীলৈ সি নাহিলে কেনেকৈ হ'ব? আৰু ফাইনেল খবৰ ল'বলৈ এয়া প্ৰতাপেতো আৰ্জেণ্ট ট্ৰাংক কল বুক কৰিছেই।

নেতা : মানে কথাটো হৈছে কি জানে? ৰাজনীতি বুলিলে শত্ৰুতো থাকিবই। কিন্তু আমাৰ ইয়াৰ কিছুমান মানুহে বেযাকৈ কিছুমান কথা প্ৰচাৰ কৰি ফুৰিছে। সেই কাৰণে এচাম মানুহে গেৰেউ-গেঁথেউ কৰি আছে।

প্ৰতাপ : সেই কাৰণে তইঁতেও অলপ সহায় কৰিবি।

গোপাল : সহায় মানে কেনেকুৱা সহায়?

প্ৰতাপ : কেনেকুৱা সহায় সেইটো মই তইঁতক বুজাব নালাগে। অজয়ক তইঁতে আগতে বহুত সহায় কৰি থৈছ। গতিকে কেনেকুৱা সহায়ৰ কেনেকুৱা ফল সেইটো তইঁতে জান। এতিয়া তেনেকৈ সহায় কৰিব নোৱাৰিলেও অন্ততঃ একো নকৰাকৈ থাকিলেও সহায় কৰা হ'ব।

গোপাল : তোৰ পেটত কি আছে ক'চোন, আমি এতিয়া কি কৰি আছোঁ। ডাঙৰীয়া, মই মূৰ্খও নহয়। চাৰিওফালে কি ঘটি আছে সেইবোৰ নজনাও নহয়। ই পেটত কি লৈ আছে সেই কথা ক'বলৈ তাৰ সাহ নাই। আৰু তাৰ পেটৰ কথালৈ মই কেয়াৰো নকৰোঁ।

প্ৰতাপ : সাহ হোৱা নোহোৱাৰ কথা নহয়।

গোপাল : মোৰ কথা শেষ নোহোৱালৈকে তই আৰু কথা নক'বি। শুনক ডাঙৰীয়া, আপোনালোকেতো আজিকালি কাৰো নাম ধৰি কথা নকয়। এচাম মানুহ বুলি কয়। মই সেইটো শব্দ ব্যৱহাৰ নকৰোঁ। ই প্ৰতাপে বিশ্বাস কৰে আমি, বিশেষকৈ মই আৰু সন্ধ্যাই আজিকালি তাৰ বিৰোধিতা কৰোঁ। আৰু সি ধৰি লয়, তাৰ বিৰোধিতা কৰা মানে অজয়ৰ বিৰোধিতা কৰা। সি ভাবিছে এই যে আজি চাৰিওফালে এটা পৰিৱেশৰ সৃষ্টি হৈছে। ইয়াৰ গুৰিতে মযো আছোঁ। সেই কাৰণে উদ্বোধনী মিটিংখন ভালকৈ হৈ যোৱাত আমি যাতে একো অসুবিধাৰ সৃষ্টি নকৰোঁ সেই কথাটো ক'বলৈ ই ইয়ালৈ আহিছে। ইয়াৰ পৰা ফোন কৰাটো ইয়াৰ এটা চেলু।

প্ৰতাপ : নহয়।

গোপাল : অইন ঠাইৰ পৰা শ শ টকা দি ফোন কৰিবলৈ তাৰ সামৰ্থ্য আছে। আৰু এওঁ সন্ধ্যাক ইয়ালৈ বুদ্ধি কৰি মাতি আহিছে। তেওঁৰ হতুৱাই অজয়ক কোৱাবলৈ, কিজানি সি কিবা আশংকা কৰি নাহে।

প্ৰতাপ : এইবোৰ চব তোৰ মনেসজা কথা।

গোপাল : মোৰ মনৰ কথা পৰিষ্কাৰকৈ তোক কৈ দিওঁ শুন। মই অজয়ক সম্বৰ্ধনা জনাই তাৰ মিটিংখন ছাকচেছফুল হোৱাত সহায় কৰা আৰু তাৰ বিৰুদ্ধে অভিযান চলাই এই মিটিংখন নষ্ট কৰা— এই দুযোটা কামকে আজি তুচ্ছ কাম বুলি ভাবোঁ। এনেকুৱা কাম কৰাৰ ভুল সেই এবাৰেই

কৰিছিলোঁ। আৰু নকৰোঁ। মোৰ নিচিনা এটা মানুহে তাক পাতিবও নোৱাৰে, ভাঙিবও নোৱাৰে। কিন্তু সি সাৰিও যাব নোৱাৰে।

প্ৰতাপ : তই কথাবোৰ—

গোপাল : কৈছোঁ নহয়, মই শেষ নকৰাৰ আগতে কথা নক'বি বুলি। মোৰ পিছত আপোনালোকে চি আই ডি লগাওক। মিটিঙৰ দিনা মই প্ৰথম শাৰীত বহি থাকিম। কিন্তু ঘিণ লগা কথা পেটত পুহি নাৰাখিব। [Phone বাজে]

প্ৰতাপ : হেল্লো। হয় নেকি? ধৰি আছোঁ। অজয় নেকি? আমি মিটিংখন ১৮ তাৰিখে পাতিছোঁ। তই বোলে আহিব পাৰনে নোৱাৰ ঠিক নাই বুলি কৈছে? কিয়? নাই নাই সেইটো বেয়া কথা হ'ব। কোনে কৈছে? ৰ'বিচোন, তই সন্ধ্যাৰ লগত কথা পাত।

সন্ধ্যা : হেল্লো। ওঁ, ভালে আছোঁ। বটিয়া— খুব ভাল। সেইবোৰ বাৰু পিছত। আপুনি বোলে বাটাৰ ছাপ্লাইৰ উদ্বোধনী মিটিঙলৈ নহাৰ কথা ভাবিছে? কিয়? নাই নাই আহক। এঃ আপুনি নাহিলে কেনেকৈ হ'ব? আপুনি নাহিলে মিটিঙেই নহ'ব। দুই-এটা মানুহৰ কথা বাদ। মূৰ্খ। বাকী চবেই আপোনাৰ কথা শুনিবলৈ জঁপিয়াই আছে। ভাল। আহিব। এতিয়াহে আমাৰ শান্তি লাগিছে? মই? তালৈ কিয়? নাই নাই, মই গৈ আপোনাক আমনি কৰিম কিয়? নাই নাই শপত দিব নালাগে শুনক, ঠিক আছে মই এবাৰ যাম। মিটিঙৰ আগতে যাম। কিন্তু এটা চৰ্তত। এইবাৰ যে যাম, শেষবাৰৰ কাৰণে যাম, শেষবাৰৰ কাৰণে— ৰাজী। গুড, গুড নাইট [যায়] মন্ত্ৰী ডাঙৰীযা মিটিঙলৈ আহিব। হ'লতো?

[Cut]

# দৃশ্য ঃ ১৩

অজয় : বিয়েৰ বুইছা? আমাৰ ইয়াৰে মানুহ এজনে হায়দৰাবাদৰ ফাৰ্ম এখনৰ লগ লাগি এটা বিয়েৰৰ কাৰখানা খুলিব। কেইদিনমানৰ আগতে তেওঁলোকে হায়দৰাবাদৰ কাৰখানাটোৰ ছেম্পল হিচাপে কেইবটলমান বিয়েৰ দি গৈছে। বাৰু তেওঁলোকে যে কয় খুব বেছি শাৰীৰিক আৰু মানসিক পৰিশ্ৰম কৰিলে এক পইণ্টমান, এই ধৰি লোৱা, এনেকুৱা গিলাচৰ দুগিলাচমান বিয়েৰ খালে গাটো ভাল লাগে, মনটোও ফ্ৰেছ ফ্ৰেছ লাগে, কথাটো সঁচা নেকি?

সন্ধ্যা : সঁচাতো। পিছে আপোনালোকৰ যি পৰিশ্ৰম হয় সেই অনুপাতে বিয়েৰে বৰ কাম নিদিয়ে।

অজয় : কিহে কাম দিয়ে।

সন্ধ্যা : এই ধৰি লওক— স্কচ হুইস্কী, কনিয়াগ ডাবমুখ, ভদকা।

অজয় : তুমি এইবিলাক কেনেকৈ জানিলা?

সন্ধ্যা : নিজৰ এক্সপেৰিয়েন্সৰ পৰা।

অজয় : মিছা কথা ক'বলৈ ঠাই নাপালা? ইংলিছ নভেল পঢ়ি পঢ়ি সেইবোৰ বিদ্যা মোৰ আগত জাহিৰ কৰিছা?

সন্ধ্যা : বিশ্বাস নকৰিলে কি কৰিম।

অজয় : ঠিক আছে তেনেহ'লে? তুমি যদি ইমানেই এক্সপেৰিয়েন্সড তেনেহ'লে লোৱা, আমাৰ হায়দৰাবাদী বস্তুও টেষ্ট কৰা।

সন্ধ্যা : সেইবোৰ টেষ্ট কৰি মোৰ জিভাখন নষ্ট কৰিম কিয়? কি হ'ল ৰঞ্জিতা?

ৰঞ্জিতা : ভিজিটৰছ দুজন—

অজয় : মই কৈছিলোঁ নহয় এতিয়া মই কাৰো লগত দেখাও নকৰোঁ, অফিচৰ একো কামো নকৰোঁ বুলি।

ৰঞ্জিতা : নহয় ছাৰ। এখেতসকলক আগতে সময় দিয়া আছিল। দুসপ্তাহৰ আগতেই।

অজয় : কোননো?

ৰঞ্জিতা : বাৰ্ণালা হাউছৰ কৃষ্ণস্বামী আৰু নাট্যকাৰ।

সন্ধ্যা : মোৰ কাৰণে চিন্তা কৰিব নালাগে। আপোনাৰ যদি কাম আছে মই যাওঁ।

অজয় : নহয় নহয়, সেইটো কেনেকৈ হ'ব? হেৰি নহয় ৰঞ্জিতা, ৰিছেপচনত আৰু কোন আছে?

ৰঞ্জিতা : ভাগৱতী আছে?

অজয় : ঠিক আছে। তুমি অকণমান বহা। মই এতিয়াই আহিছোঁ। মই তেওঁলোকক কাইলৈ আহিবলৈ কৈ উভতি আহিম।

ৰঞ্জিতা : আপুনি আজি আহিল বাইদেউ?

সন্ধ্যা : নহয়। কালিযেই আহিলোঁ, তুমি ভালে আছা।

ৰঞ্জিতা : আছোঁ বাইদেউ।

সন্ধ্যা : তোমাৰতো ভাল ভাল খবৰ শুনিয়েই আছোঁ।

ৰঞ্জিতা : কি ভাল খবৰ?

সন্ধ্যা : শুনিছোঁ দিয়া। যি ভাল খবৰ শুনিব লাগে তাকে শুনিছোঁ। দিন-বাৰ কিবা ঠিক হ'ল নেকি?

ৰঞ্জিতা : কিহৰ দিন-বাৰ?

সন্ধ্যা : বিয়াৰ।

ৰঞ্জিতা : অ' আই। বাইদেৱে কেনেকৈ কথাবোৰ সোধে?

সন্ধ্যা : কেনেকৈ মানে চিধা-চিধিকৈ কথাটো সোধাৰ কথা কৈছা। এইটো কথা আৰু ঘূৰাই-পকাই সুধিবলৈ কিটো আছে। হোৱা কাম সোনকালে হৈ যাব লাগে আকৌ।

ৰঞ্জিতা : আপোনাৰ কথা শুনি আজি আপোনাক বৰ বেলেগ বেলেগ লাগিছে বাইদেউ।

সন্ধ্যা : কি বেলেগ বেলেগ?

ৰঞ্জিতা : মানে—

সন্ধ্যা : কোৱা কি ক'ব খুজিছা—

ৰঞ্জিতা : আপুনি ইমান চিধা-চিধিকৈ কথাবোৰ কৈছে যেতিয়া মযো এটা কথা চিধা-চিধিকৈ সোধোনে?

সন্ধ্যা : সোধা? সোধা আকৌ।

ৰঞ্জিতা : আমাৰ এই কথাটো ওলাই আছে যদিও মোৰ মনটোত সদায় কিবা এটা খুঁত খুঁত লাগি আছে আপোনাৰ কথা ভাবি।

সন্ধ্যা : মোৰ কথা ভাবি? মোৰ কি কথা?

ৰঞ্জিতা : শুনিছিলোঁ, এখেত কলেজত থাকোঁতে বোলে আপোনালোকৰ—

সন্ধ্যা : কি? আমাৰ মাজত প্ৰেম আছিল বুলি শুনিছা। তাকে শুনাৰ পিছত মনটো খুঁত খুঁত কৰি আছে। বাদ দিয়া। মোৰ হুকুম এই মুহূৰ্ত্ততে খুঁত-খুঁতনি আঁতৰ কৰি চাফা হোৱা। ঠিক আছে। মই বাৰু তোমাক এটা কথা সোধোঁ। তুমিওতো ছোৱালী মানুহ। তুমি মোক সেই কোন কাহানিয়েই দেখিছিলা। তাৰ পিছত মই তোমাৰ এই মানুহজনৰ লগত প্ৰেম শ্ৰেম কৰাৰ কিবা প্ৰমাণ পাইছানে? তুমিতো দিনে- ৰাতিযে প্ৰায় ২৪ ঘণ্টা তেখেতৰ লগতে থকা পাৰ্ছনেল এছিষ্টেণ্ট। পাইছানে কেতিয়াবা কিবা এটা সূত্ৰ— যিটোৰ পৰা মোৰ প্ৰেমৰ উমান পোৱা যায়।

ৰঞ্জিতা : তেনেকৈ একো পোৱা নাই। কিন্তু মানুহবিলাকে কৈছিল।

সন্ধ্যা : বাদ দিয়া মানুহৰ কথা।

অজয় : মানুহৰ কি কথা? কি বাদ দিবলৈ কৈছা।

সন্ধ্যা : এওঁ সুধিছে আপোনাৰে মোৰে কেতিয়াবা কিবা প্ৰেম শ্ৰেম আছিল নেকি, মানে তাৰ কাৰণে এওঁৰ এতিয়া বা আগলৈ কিবা অসুবিধা হ'ব নেকি? মই সেইবোৰ বাজে চিন্তা বাদ দিবলৈ কৈছোঁ।

অজয় : ৰঞ্জিতা, তোমাৰতো আজি আৰু কাম নাই।

ৰঞ্জিতা : তেনেকৈ নাই।

অজয় : তুমি তেনেহ'লে আহি যোৱা। ড্ৰাইভাৰক ক'বা তোমাক নমাই থৈ তেওঁ আকৌ আহিব। এওঁক থৈ আহিবলৈ লাগিব।

সন্ধ্যা : নাই নাই মোৰ কাৰণে গাড়ী নালাগে। মোক নিবলৈ মানুহ আহিব। আৰু ৰঞ্জিতা তোমাৰ যদি ঘৰত বিশেষ কাম নাই মই থকালৈকে ইয়াতে থাকা নহ'লে?

ৰঞ্জিতা : কিয় বাইদেউ?

সন্ধ্যা : ঠিকতো নাই। কোনো নাথাকিলে হঠাতে যদি এখেতৰ মুখেদি কিবা প্ৰেম শ্ৰেমৰ কথা ওলাই যায়?

অজয় : তুমি যোৱাচোন ৰঞ্জিতা।[যায়] তুমি এইবিলাক কি কথা কৈছা? কিয় কৈছা?

সন্ধ্যা : কোনোবাই ছোৱালীজনীৰ মনত ভুল চিন্তা সুমুৱাই দিছে। মই আঁতৰ কৰি দিছোঁ।

অজয় : সেইটো ভুল চিন্তা নেকি? আমাৰ মাজৰ যিটো সম্বন্ধ।

সন্ধ্যা : ৰ'ব। মোক কিয় ইয়ালৈ মাতি পঠাইছিল সেইটো কওক।

অজয় : আচলতে মই আমাৰ সম্পৰ্কটোৰ কাৰণেই তোমাক মাতি পঠাইছিলোঁ সন্ধ্যা। মই তোমাক বৰ মিছ কৰোঁ।

সন্ধ্যা : হায়দৰাবাদৰ বিয়েৰ এগিলাচ খায়েই আপোনাৰ মূৰ গৰম হৈ গ'ল নেকি? ছি ছি ছি। যদি তেনেকুৱা নিৰ্লজ্জ কথা ক'বলৈ মাতি আনিছিল তেনেহ'লে মই যাওঁ।

অজয় : নিৰ্লজ্জ কথা বুলি কৈছা কিয়? তুমি আমাৰ মাজৰ সম্পৰ্কৰ কথা অস্বিকাৰ কৰিব পাৰিবা নেকি?

সন্ধ্যা : প্ৰেম, ভালপোৱা এইবোৰৰ প্ৰতি আপোনাৰ শ্ৰদ্ধা নাথাকিলেও এজনী তিৰোতাৰ প্ৰতিটো শ্ৰদ্ধা থাকিব লাগিছিল। লক্ষ লক্ষ তিৰোতা থকা এখন ৰাজ্যৰ মন্ত্ৰী হৈছে, সেই কাৰণেইতো তিৰোতাৰ প্ৰতি এটা শ্ৰদ্ধাৰ ভাব আনিবলৈ চেষ্টা কৰিব লাগে। এনেকৈ অপমান কৰিবলৈকে

মোক ইমান কাকুতি-মিনতি কৰি মাতি আনিছিল নেকি?

অজয় : তুমি একেবাৰে কিবা হৈ গ'লা সন্ধ্যা।

সন্ধ্যা : হয় নেকি? তাৰ পিছত? আৰু কি কথা আছিল কওক?

অজয় : তুমি ধৰিব পৰা নাই, তুমি কিমান নিষ্ঠুৰৰ নিচিনাকৈ কথা কৈছো?

সন্ধ্যা : আপুনি বাজে কথা কোৱা বন্ধ কৰিব নে মই যাম।

অজয় : ঠিক আছে সেইবোৰ কথা নকওঁ বাৰু। বহা।

সন্ধ্যা : হ'ব। কওক।

অজয় : মই আমাৰ তাৰ মিটিংখনৰ কথাও তোমাক সুধিব খুজিছিলোঁ।

সন্ধ্যা : মিটিংখন ঠিক মতে হ'ব। মিটিঙত বহুত মানুহ হ'ব। আপোনাৰ মানুহখিনিয়ে বেচ খাটিছে। আপোনাৰ মিটিংখনলৈ যাবলৈ পেটে পেটে বৰ ইচ্ছা। কিন্তু এনেয়ে ওফোন্দ পাতি দেখুৱাইছে। ওফোন্দ নাপাতিব। যাব।

অজয় : নহয় নহয়।

সন্ধ্যা : সেইবোৰ নকৰিব। যাবৰ মন আছে যেতিয়া যাব?

অজয় : কিন্তু কিছুমান মানুহে বোলে।

সন্ধ্যা : কিছুমান মানুহ অসন্তুষ্ট। সঁচা কথা।

অজয় : ৱাটাৰ ছাপ্লাইৰ স্কীমটো বোলে ঠিক মতে ইমপ্লিমেণ্ট কৰা নহ'ল?

সন্ধ্যা : খুব বেয়াকৈ কৰা হ'ল। ঘৃণনীয়। ৰাস্তাৰ কাষৰ খাল পাইপৰ ফুটাইদি ওলোৱা পানীৰে উপচি থাকে। কেইদিনমান যে টেষ্ট কৰিবলৈ পানী চলাই চাইছিল সেই কেইদিনত পানীত মামৰ ওলাইছে। কেঁচু পোৱালি ওলাইছে। মানুহে ঘৃণাত নাক কোঁচাইছে।

অজয় : এনেকুৱাতো হ'ব নালাগিছিল।

সন্ধ্যা : কিন্তু হৈছে।

অজয় : মানুহবিলাকে কি কয?

সন্ধ্যা : মোৰ আগত একো নকয। সিহঁতৰ কিছুমান মূৰ্খই এতিযাও মোক লক্ষ্মীৰ ভৰিৰ ওচৰৰ ফেঁচাটো বুলি ভাবে। সেই কাৰণে মোৰ আগত একো নকয। কিন্তু পেটে পেটে মোক ঘিণ কৰে।

অজয় : তোমাক ঘিণ কৰে কিয়?

সন্ধ্যা : আপোনাক ঘিণ কৰিবলৈ লগ নাপায বাবে।

অজয় : কিন্তু মোৰ দোষ কি? অন্ততঃ তুমিতো মোক বুজা। মই কি কৰা নাই? মই আৰু কি কৰিব লাগিছিল।

সন্ধ্যা : আপুনি যি কৰিব লাগে সকলো কৰিছে, সকলো। আপুনি একো বাদ দিয়া নাই।

অজয় : তেনেহ'লে? তেনেহ'লে মোৰ ওপৰত তেওঁলোক অসন্তুষ্ট কিয়? মইতো অকল সেইখন চহৰৰ মানুহখিনিৰ সন্তুষ্টিৰ কথা ভাবি থাকিলেই নহ'ব?

সন্ধ্যা : নহ'বতো!

অজয় : তুমি ক্লাছত বাছি বাছি কেইটামান ল'ৰা-ছোৱালীকহে পঢোৱা নেকি?

সন্ধ্যা : কেতিয়াও নপঢাওঁ।

অজয় : তুমি সকলোকে সমানে পঢ়োৱা। কিন্তু তাৰে শতকৰা যাঠিটাই ফেল কৰে। তাৰ কাৰণে তুমি দায়ী নেকি?

সন্ধ্যা : ঠিক। একদম ঠিক। সেইটো আপুনি একদম পক্কা কথা কৈছে। সিহঁতৰ নিজৰ দোষত সিহঁতে ফেইল কৰে। সিহঁত মূৰ্খ কাৰণে সিহঁতে ফেইল কৰে। আৰু সেই কাৰণেই ক্লাছটোত যিমানে মূৰ্খ ল'ৰা-ছোৱালী বেছি থাকে প্ৰফেছাৰৰ কাৰণে সুবিধা। এটাইমখাই ফেইল কৰিবই যেতিয়া চিন্তা কিহৰ? সেই কাৰণে কৈছোঁ দুটা-এটা চোকা, বুদ্ধিমান ল'ৰা-ছোৱালীয়ে আমনি কৰিলে বেযা নাপাব। দুটামান মানুহ অসন্তুষ্ট হ'লে চিন্তা নকৰিব।

অজয় : আই ড'ন্ট কেযাৰ। মই সিমান ছেন্সিটিভ হ'লে নচলিব।

সন্ধ্যা : নচলিবতো? দগধা হ'ব লাগিব। গাৰ ছাল গড়ৰ ছালৰ নিচিনা হ'ব লাগিব। তাৰ পিছত কওকচোন মোক আৰু কি ক'বলৈ মাতিছিল।

অজয় : এই যে কোনোবা কেইটামান অসন্তুষ্ট হৈ আছে বুলি ক'লা, সিহঁতক তুমি অলপ বুজাব নোৱাৰানে? তোমাৰ কথাতো এতিযাও সকলোৱে শুনে? [হাঁহি]

সন্ধ্যা : আপুনি বাছি বাছি চোকা চোকা ল'ৰাকেইটাক প্ৰাইভেট টিউচন কৰিবলৈ কোৱাৰ নিচিনা হৈছে। আপুনি যে কৈছিল নতুন ঘৰটোত এজাক চোকা চোকা ল'ৰা গোটাই ল'ম -- নেক্সট্ আৰু কিবা কথা আছিল?

অজয় : তুমি মোৰ সকলো কথা পাতল কৰি দিছা নেকি?

সন্ধ্যা : নাই নাই। পাতল কৰাৰ উপায়েই নাই। সেই ল'ৰা-ছোৱালীয়ে যে সাঁথৰ সোধে— এক কেজি তুলা গধুৰ নে এক কেজি লোহা গধুৰ? তুলাই হওক, লোহাই হওক আপোনাৰ কথাৰ ওজন ঠিকেই আছে। আৰু কিবা? নাই যদি যাওঁ।

অজয় : তোমাৰ লগত বহুত কথা পাতিবলৈ মন যায সন্ধ্যা, আজি নহ'লে ইয়াতে থাকি যোৱা।

সন্ধ্যা : এইষাৰ কথা কোৱাটো আপোনাৰ অভ্যাসেই হৈ গৈছে নেকি? আহোঁ। মই কেৱল আপোনাক এষাৰ কথা কৈ যাওঁ, এসময়ত আমাৰ মাজত এটা সম্পৰ্ক আছিল কাৰণেই মই আপোনাক কথাবোৰ অতি পৰিষ্কাৰকৈ কৈ গ'লোঁ। নহ'লে ময়ো হাজাৰ হাজাৰ ছোৱালীৰ নিচিনাকৈ আপোনাৰ আগত ছাৰ ছাৰ কৰি থাকিলোঁহেঁতেন। হাজাৰ হাজাৰ মানুহৰ আগত ডাঙৰ হৈ থাকিলেও অন্ততঃ মোৰ আগত সৰু, অতি সৰু হৈ থাকিলে আপোনাৰ এদিন নহয় এদিন লাভ হ'ব। সেই কাৰণে আশা কৰোঁ মোৰ আগত আপুনি সৰু হৈ থাকিব। একেখন চালৰ তলতে আপুনি আৰু মই এটা ৰাতি থাকিম, সিমান ডাঙৰ আপুনি মোৰ আগত হ'বলৈ চেষ্টা নকৰিব। আৰু এটা কথা, যেতিয়া অতি পৰিষ্কাৰ কথা শুনিবলৈ মন যাব, তেতিয়া মোক আপুনি বিচাৰিব। সেইকণ ভালপোৱা মই ৰাখিম।
[যায়] [Cut]

## দৃশ্য : ১৪

প্ৰতাপ : শ্ৰদ্ধেয় ৰাইজ, এইমাত্ৰ পোৱা খবৰ মতে মাননীয় মন্ত্ৰী ডাঙৰীয়াই ছাৰ্কিট হাউছৰ পৰা যাত্ৰা কৰিলেই। অলপ সময়ৰ পিছতে তেখেত এইখিনি পাবহি। আপোনালোকৰ মাজৰ যিসকল

আঁতৰে আঁতৰে আছে তেখেতসকলক ওচৰ চাপি আহিবলৈ আমি অনুৰোধ কৰিলোঁ। [মিউজিক] ৰাইজ আমি জনাবলৈ পাই সুখী হৈছোঁ যে মন্ত্ৰী ডাঙৰীয়া আমাৰ অভ্যৰ্থনা তোৰণৰ ওচৰত উপস্থিত হৈছেহি।

নেতা : শ্ৰদ্ধেয় ৰাইজ, আজি এইটো আমাৰ কাৰণে বৰ সৌভাগ্যৰ বিষয় যে মাননীয় মন্ত্ৰী শ্ৰীঅজয় চৌধুৰী ডাঙৰীয়া আজি আমাৰ মাজত উপস্থিত হৈছেহি। আজি আমাৰ চহৰখনৰ পানী যোগান প্ৰকল্পটো উদ্বোধন কৰাৰ লগতে আমি মন্ত্ৰী ডাঙৰীয়াৰ কাৰণে আৰু কেইটামান অনুষ্ঠানৰ আয়োজন কৰিছিলোঁ। কিন্তু আমাৰে দুৰ্ভাগ্য যে প্লেনিং কমিছনৰ সদস্যসকলৰ লগত হঠাতে এটা আলোচনা কৰিব লগা হোৱাত তেখেত আমাৰ মাজত মাত্ৰ ১৫ মিনিট সময়হে থাকিব পাৰিব। গতিকে আমি এতিয়া সভাৰ অন্যান্য কাম সংক্ষিপ্ত কৰি তেখেতক এই জল যোগান আঁচনিৰ উদ্বোধনী ভাষণ দিবলৈ অনুৰোধ কৰিলোঁ।

অজয : শ্ৰদ্ধেয ৰাইজ, আজি আমাৰ দেশ সংকটময় মুহূৰ্তৰ মাজেদি পাৰ হৈছে, আজি জাতিৰ সন্মুখত নানা নানা— প্ৰকাৰৰ দুৰ্যোগে দেখা দিছে। আজি সমস্ত জাতিয়ে— আজি সমস্ত জাতিয়ে সাহস আৰু দৃঢতাৰে, সাহস, আৰু দৃঢতাৰে, এই সংকট আৰু দুৰ্যোগৰ সন্মুখীন হ'ব লাগিব।

জনতা : বন্ধ কৰক, বন্ধ কৰক।

অজয : দেশৰ এই সংকটময় মুহূৰ্তত আজি [কাহে] আমাক লাগে কঠোৰ পৰিশ্ৰম, একতা— একতাবোধ।

জনতা : মানে কি? একতাবোধ মানে কি? বন্ধ কৰক, বন্ধ কৰক।

অজয : আৰু জাতীয সংহতিবোধ। সংহতিবোধ।

জনতা : বন্ধ কৰক, বন্ধ কৰক।

অজয : ক্ষুদ্ৰ স্বাৰ্থ আৰু তুচ্ছ— তুচ্ছ ভেদাভেদ পাহৰি আজি আমি এক জাতি— একগোট হৈ থিয় থিয়—

জনতা : বন্ধ কৰক, বন্ধ কৰক।

[Cut]

## দৃশ্য : ১৫

অজয : হেল্ল', সন্ধ্যা, মই ঠিকে আছোঁ সন্ধ্যা। মই তোমাকহে সুধিব খুজিছিলোঁ কি হ'ল? মোৰ কি হৈছিল ঠিক মনত নাই। কেৱল এনেকুৱা লাগিছিল মই যেন তোমাৰ বাহিৰে আৰু কাকো দেখা নাছিলোঁ। লাহে লাহে তোমাৰ চাদৰখনৰ ৰঙা পাৰিতো যেন এডাল সাপৰ নিচিনাকৈ মোৰ গাৰ ফালে উৰি আহিছিল। সেইডাল যেন মোৰ ডিঙিত মালাৰ নিচিনাকৈ সোমাই গৈছিল। লাহে লাহে মালাডাল চুটি হৈ গৈছিল। আৰু মই উশাহ ল'ব নোৱাৰা হৈ আহিছিলোঁ। মই কিবা কৈ আছিলোঁ। কিন্তু কি কৈছিলোঁ, মই কি কৈছিলোঁ। [Cut]

সন্ধ্যা : আপুনি ভাল কথা কৈছিল। জাতীয় একতাবোধ, সংহতি, কঠোৰ পৰিশ্ৰমৰ কথা কৈছিল। মানুহবোৰে শুনি বৰ ভাল পাইছিল। আপুনি কৈ যাব লাগিছিল। মানুহবোৰৰ এইবোৰ কথা শুনিবলৈকে জন্ম হৈছে। তেওঁলোকে এইবোৰ শুনিবলৈকে আহিছিল। আপুনি কৈ যাব লাগিছিল, কৈ যাব লাগিছিল।

---

# দীনবন্ধু

## চৰিত্ৰ পৰিচয়

**পুৰুষ ঃ**

১। দীনবন্ধু
২। ধৰ্মকান্ত
৩। বলোভদ্ৰ
৪। হলিৰাম
৫। বেগুপাটীৰ মানুহ
৬। কচাই
৭। মহাজন
৮। অৰবিন্দ দত্ত
৯। ৰমেশ দত্ত
১০। বিপুল
১১। পিয়ন
১২। দুজন ল'ৰা

**নাৰী ঃ**

১। ৰাণী
২। বাণী
৩। সাৱিত্ৰী

## দৃশ্য ঃ ১

### মঞ্চ ঃ ১

[শূন্য মঞ্চ। ধৰ্মকান্তই ৰাইজক প্ৰণাম কৰে।]

ধৰ্মকান্ত ঃ মই এইখিনিতে থাকোঁ। সৌটো ঘৰ মোৰ। অকলে থাকোঁ। পিছে মানুহে জানো অকলে থাকোঁ বুলি থাকিব পাৰে? চকু মেলিলেই লগ ওলায়। মযো নামতহে অকলে থাকিলোঁ। আচলতে গোটেই জীৱনটো লগে-ভাগেই কটালোঁ। মোৰ ঘৰটোৰ লগতে আৰু এটা ঘৰ আছে, সেইটো ভাৰালৈ দিওঁ। তেনেকৈ লগতে লাগি থকা ঘৰ এটা ভাৰালৈ দি মানুহ আৰু অকলে থাকিব পাৰেনে? কেতিযাবা মযেই তেওঁক ঘৰ ভাৰালৈ দিছোঁ নে তেওঁৰ ভাৰাঘৰতহে মই আছোঁ তাৰ চিন-বান নোহোৱা হয়। চিন-বান ৰাখিবলৈ মোৰ উপায় নাথাকে। বহুদিন একেলগে কটালোঁ। বহু আনন্দ পালোঁ, বহু দুখো পালোঁ। পিছে সেয়াও ভাড়াঘৰৰে নিচিনা, কোনখিনি দুখ, কোনখিনি আনন্দ, তাৰো চিন-বান নোহোৱা হৈ যায়। আজি পিছে সকলো দুখ-আনন্দৰ টোপোলাটোতে ভৰাবলৈ লৈছোঁ। মই মোৰ নিজৰ ঘৰৰে এটা চুক ভাৰালৈ লৈ বাকীকেইটা দিন কটাই দিবলৈ ওলাইছোঁ। গোটেই কাহিনীটো কওঁ শুনক। মোৰ ভাৰাতীযাজনৰ নাম হ'ল দীনবন্ধু।

[Credit Casting]

### দৃশ্য ঃ ১

[Credit Casting অৰ সময়ত কেইখনমান শ্লাইডৰ পাছে পাছে পৰ্দাত বিয়াৰ ৰভা দিয়া, খুঁটা পোতা, বাচন-বৰ্তন কঢ়িওৱা, কলপুলি কাটি আনি থিয়কৈ ৰখা আদি দৃশ্যৰ Shadow সংগীত— বিযাৰ। উদুলি-মুদুলি পৰিৱেশ। বেণ্ডপাৰ্টিৰ শব্দ মুখ্য। Casting শেষ হোৱাৰ পিছত ইটো মঞ্চত (১) দীনবন্ধুৰ ঘৰৰ আগফালৰ কোঠালি। সাধাৰণ ঘৰ। এখন চকীত দৰ্শকৰ ফালে পিঠি দি ধৰ্মকান্ত থৰ হৈ বহি আছে। তেওঁৰ মূৰটোহে দেখা যায। দীনবন্ধুৰ গাত পাটৰ পাঞ্জাবী। নতুন চুৰীযা। মুখত হাঁহি। বলোভদ্ৰ বুঢ়াৰ ভৰিত আঁঠু কাঢি সাবিত্ৰীয়ে সেৱা কৰি আছে। ওচৰত হলিৰাম বুঢ়া বহি আছে। এওঁলোকৰ সাজপাৰো ভাল।]

বলোভদ্ৰ ঃ হ'ব হ'ব হ'ব। হৰ-গৌৰী বসতি হওক। উঠা আই, উঠা।

[মূৰ চুই সাবিত্ৰীক আশীৰ্বাদ কৰে। শৰাইৰ পৰা গামোচা আৰু তামোল-পাণ লয়। সাবিত্ৰী উঠে, দীনবন্ধুৱে হাতত লৈ থকা গামোচা আৰু তামোল-পাণেৰে আকৌ শৰাইখন সজাই দিয়ে। এইবাৰ সাবিত্ৰীয়ে হলিৰামক সেৱা কৰে।]

হলিৰাম ঃ এ মোকনো আকৌ কিয এইখন কৰিব লাগিছে? [মূৰ চুই] ঈশ্বৰে মংগল কৰক। মইতো ঘৰৰে মানুহ দেচোন। মূৰৰ চুলিৰ সমান আয়ুস হওক। পো-পোৱালি, নাতি-পুতিৰে ঘৰ ভৰি পৰক।

বলোভদ্ৰ : এনেকৈয়ে আগলৈকো দিবলৈ-থ'বলৈ ঈশ্বৰে শক্তি দিয়ক।

হৰিৰাম : এৰা! হ'ব! উঠা। [বটাৰ পৰা বস্তুখিনি লয়। সাবিত্ৰী উঠে। অলপ দূৰত ৰয়গৈ।]

বলোভদ্ৰ : পিছে এনেকৈয়ে বিয়া সামৰিলে নহ'ব। আজি ন-কইনা চাই যাওঁ বুলিহে সোমালোঁ। এদিন ভালকৈ আহিম।

দীনবন্ধু : আহিব।

বলোভদ্ৰ : ন-কইনাৰ হাতৰ ৰন্ধা-বঢ়াৰ জুতি ল'ব লাগিব। মাকে কি ট্ৰেইনিং দি পঠিয়াইছে তাৰ টেষ্ট ল'ব লাগিব, তেহে! নে কি কোৱা? কিজানিবা এওঁ কোনো কামৰ লায়েক নহয় কাৰণে বিদায় দি সেই ঘৰে এতিয়া সকাহহে পালে। [নিজৰ ৰসিকতাত নিজে ডাঙৰকৈ হাঁহে। সাবিত্ৰীয়ে লাজ পায়।]

হলিৰাম : [উঠে] হ'ব দিয়া। উঠা। কথাৰ লাচতে এসাঁজ মুকলি কৰিব খুজিছা?

বলোভদ্ৰ : এঃ নহয় হে'।

হলিৰাম : বিয়া বুলি দীনবন্ধুৱে ইমানকৈ হাত উজান দি খুৱালে, হেঁপাহ নপলাল?

বলোভদ্ৰ : সেইটো হ'লে সঁচা। বেচ খালোঁ দিয়া। হেৰি নহয় দীনবন্ধু, দৈখিনি ক'ৰ পৰা আনিছিলাহে?

দীনবন্ধু : চাপৰিৰ খুঁটিৰ পৰা।

বলোভদ্ৰ : এৰা! হ'বই লাগিৰ। সেইদিনা কি হ'ল জানা? খাই-বৈ ইযাত হাত ধুলোঁ, ধুই ঘৰলৈ গ'লোঁ। ঘৰত গৈ আকৌ এবাৰ হাত ধুলোঁ। তাৰ পিছতো দেখোন হাতখনত কিবা-তেল তেল লাগি আছে। তেতিযা আকৌ চাবোনেৰে ভালকৈ ঘঁহি ঘঁহি ধুলোঁ। তেহে হাতৰ পৰা তোমাৰ দৈৰ চিন গৈছে।

হলিৰাম : হ'ব, ব'লা—।

বলোভদ্ৰ : ব'লা। এইবিলাক কি জানা দীনবন্ধু? নাম থাকি যোৱা কথা। জন্ম-মৃত্যু-বিবাহ— এই তিনিটাৰ ভিতৰত দেখদেখকৈ তোমাৰ হাত কোনটোৰ ওপৰত আছে? হুঁ? এই বিবাহৰ ওপৰত। তোমাৰ জীৱনত এই দিনটো এবাৰহে আহে। মানুহে জানো তোমাৰ বিয়াখন খাই পিছত আৰু একো নোখোৱাকৈ থাকে? খায়। পিছে নামটো। এই যে সকলোৱে মুখে মুখে 'দীনবন্ধুৱে বিযাখনত বেচ খুৱালে দিয়া'— এই নামটো ডাঙৰ কথা বুইছা? আৰু নাম মানেই ৰাইজৰ আশীৰ্বাদ। [হলিৰামক] নে কি কোৱা? ব'লা। আহোঁ বোৱাৰী। কথাবোৰ মনত ৰ'ল নহয়? [সাবিত্ৰীযে তলমূৰ কৰে]

হলিৰাম : আহোঁ। আইটি।

দীনবন্ধু : [প্ৰণাম কৰি] ভাল।

[হলি, বলোভদ্ৰ ওলাই যায়। দীনবন্ধুৱে দুৱাৰমুখলৈ তেওঁলোকক আগবঢ়াই দিয়ে। ইফালৰ পৰা দুজন মানুহে তক্তাপোচ এখন দাঙি আনে। সিহঁতৰ বাটতে বহি থকা ধৰ্মকান্তই সিহঁতলৈ চাই চকীখনৰে সৈতে উঠি যায। তেওঁ চকীখন পাৰি দৰ্শকৰ মুখামুখিকৈ বহে।]

[মানুহ দুটাক] এইখন ৰজনীহঁতৰ নহয় জানো?

এটা মানুহ : হয।

দীনবন্ধু : দেগৈ যা। দুদিনমান পলম হ'ল, বেয়া পাবলৈ মানা কৰিবি। [মানুহ দুটা যায়গৈ। ধৰ্মকান্ত গম্ভীৰ হৈ বহি থাকে।]

কি হ'ল ধৰ্ম? তোমাৰ দেখোন মাত-বোল নোহোৱাই হ'ল?

ধৰ্মকান্ত : আৰু দুপাচিমান তামোল-পাণ, পঞ্চাছখনমান গামোচা আনি থ'ব লাগিল। কি কোৱা?

দীনবন্ধু : মানে?

ধৰ্মকান্ত : মানে [সাবিত্ৰীক] এওঁতো আৰু পঞ্চাছবাৰমান আঁঠু ল'বলৈ আছেই চাগে? নাই জানো? এয়া আৰম্ভ হৈছেহে। কাইলৈ অমুক খুৰা আহিব গামোচা,তামোল-পাণ লৈ টুপুক। পৰহিলৈ তমুক পেহা আহিব—টুপুক। আৰু এনেকুৱা সময়ততো তোমাৰ মাহী-খুৰী, পেহা-পেহী,ককমাই-ককপিতাই, জেঠো-জেঠাই, হেলেকৰ-পেলেকৰ সীমা-সংখ্যা নাই। [সাবিত্ৰীক] তুমি যোৱা। যোৱা মানে— শৰাইত তামোল-পাণ-গামোচা সজাই সাজু হৈ থাকাগৈ। ডাক পৰিলেই আহিব লাগিব নহয়। যোৱা, অলপ ৰেষ্ট লোৱাগৈ। [সাবিত্ৰী যায়।]

দীনবন্ধু : তোমাৰনো কি ইমান খং উঠি আছেহে?

ধৰ্মকান্ত : খং উঠা নাই। দুখ লাগিছে বুইছা? দুখ। দুখত হিয়া ফাটি যাব খুজিছে।

দীনবন্ধু : জানো তোমাৰ কি হৈছে। এনেকুৱা এটা সময়ত মানুহে খা-খবৰ ল'বই দিয়াচোন। সমাজৰ কথা, নিয়মৰ কথা—

ধৰ্মকান্ত : সেই কাৰণেইতো হিয়া ফাটি যাব খুজিছে। ইমান সুন্দৰ নিয়ম— মানুহ আহিব, বোৱাৰীয়ে গুণাৰ পাৰি থকা চাদৰ, ফিৰফিৰীয়া চুৰিয়াৰে মান ধৰিব, সেয়াহে হ'ব লাগিছিল। কিন্তু আজি তুমি কৰিছা কি? গামোচা এসোপা গোটাই থৈ দিছা। [বৈ থাকি হঠাতে] এতিয়াও সময় আছে বুইছা। মানুহতো আহিয়েই থাকিব আৰু তোমালোকোতো যাব লাগিব। গধূলিৰ পিছত তুমি পাটৰ পাগুৰী পিন্ধি চিক্‌চিকীয়া হৈ ল'লা, বোৱাৰীও একেবাৰে খমখমীয়া, হাতত টৰ্চ লাইটটি লৈ তুমি আগে আগে, গণি গণি খোজ পেলাই বোৱাৰী পাছে পাছে, আজি ইঘৰ, কাইলৈ সিঘৰ। সেইবোৰ ঘৰলৈও টোপোলা একোটা লৈ যাব লাগিব নেকি? ইমান ডাঙৰ বিয়া এখন পাতি এতিয়া আৰু খালী হাতে ফুৰিবলৈ যাবানে? অনাই লোৱা। দোকানৰ পৰা এক ডজন গুণা দিয়া চাদৰ, এক ডজন চুৰিয়া—

দীনবন্ধু : এ মনে মনে থাকা।

ধৰ্মকান্ত : [খং] কিয় মনে মনে থাকিম? সেইজনে ঘৰত চাবোনেৰে হাত ধুই দৈৰ এঠা গুচোৱাজনে কি কৈ ফুৰিছে জানা? [সুৰ সলাই] দীনবন্ধুৱে ভালেই খুৱালে, পিছে আমাৰ সেই ৰজত উকীলৰ পুতেকৰ বিয়াখনৰ কথা নাপাহৰোঁ দিয়া। ৰচগোলাও ৰচগোলা— তোমাৰ একেবাৰে ইমান একোটা। তাৰ ছইজেই চাবা নে সোৱাদেই চাবা। তেওঁলোকে সেই গোবিন্দ মিঠাইৱালাৰ হতুৱাই সেইবোৰ ৰচগোলা স্পেছিয়েল অৰ্ডাৰ দি বনাইছিল। আজিকালি গোবিন্দ মিঠাইৱালা পিছে নাই, কিন্তু দীনবন্ধুৱে খবৰ কৰা হ'লে অইন ভাল মিঠাইৱালা পালেহেঁতেন। [নিজৰ সুৰ] কিয়? কিয় তুমি ভাল মিঠাইৱালা বিচাৰি আৰু এহেজাৰমান টকা ধাৰ কৰি, ইমান ডাঙৰ ডাঙৰ মিঠাইৰ অৰ্ডাৰ নিদিলা? এতিয়াও দিয়া। হেঁপাহ পূৰা হোৱা নাই যদি আকৌ কলগছ পোতা, বেগুপাটী মাতা। [খণ্ডতে বহি দিয়ে। গোমোৰা হৈ থাকে]

দীনবন্ধু : [হাঁহি] তোমাৰ গালিসোপাও বৰ মিঠা দিয়া।

ধৰ্মকান্ত : [খোপাকৈ চাই থাকি, বাহিৰলৈ দেখুৱাই] সৌকেইটা কিমান সময়ৰ পৰা চোতালত বহি আছেহি মন কৰিছা? [দীনই ডিঙি মেলি চায়]

ধৰ্মকান্ত : মাতা। এটা এটাকৈ ইয়ালৈকে মাতা। [দীনই ভাবে] মাতা। [নিজেই চাই] হেৰা, চাওঁ, তুমি আহাচোন, তুমি, তুমি, বেগুপাটী, অঁ, আহা। [বেগুপাটী বজোৱা সাজ পিন্ধা মানুহ এটা সোমাই আহে। ষ্ট্ৰাইপ দিয়া পেন্ট, মূৰত টুপী।] তুমি দেখোন একেবাৰে ফুল ড্ৰেছত

আহিলা? আকৌ বজাবলৈকে আহিলা নেকি?

মানুহ : নাই। মেনেজাৰে চিঠি এখন দি পঠাইছে।

ধৰ্মকান্ত : মই আকৌ ভাবিছিলোঁ, বেদনাৰ— মানে কৰুণ সুৰ বজাবলৈ এটা মানুহ হ'লেই হয়তো, সেই কাৰণে কিজানি সময় বুজি মেনেজাৰে তোমাকে অকলে পঠাই দিছে। [হাঁহি] দিয়া, চিঠিখন দিয়া। [গুমকৈ বহি থাকি কেঁৰা-কৌৰিকৈ চাই থাকে]

দীনবন্ধু : [মানুহটোৰ হাতৰ পৰা চিঠিখন লৈ চাই] মই এডভান্স এশ টকা আৰু সিদিনা— বিয়াৰ দিনা এশ টকা দিছিলোঁ নহয়?

মানুহ : সেইখিনি বাদ দিয়া আছে। সিপিঠিত চাওকচোন। [তেওঁ নিজেই দীনৰ হাতৰ কাগজখন লুটিয়াই দিয়ে] ইয়াতে চব লিখি দিছে।

ধৰ্মকান্ত : আৰু কিমান পাবলগীয়া আছে?

মানুহ : তিনিশ।

দীনবন্ধু : [অলপ ৰৈ। ভিতৰলৈ চাই লৈ] তুমি মেনেজাৰক ক'বা— তেওঁ আৰু মানুহ পঠিয়াব নালাগে, কেইদিনমানৰ পিছত মই নিজে গৈ দি আহিম।

মানুহ : নহয় বাবু, আমাৰ পাৰ্টী কাইলৈ ডিমাপুৰলৈ যাব। দুসপ্তাহৰ কাৰণে।

দীনবন্ধু : তেনেহ'লে তোমালোক ডিমাপুৰৰ পৰা আহাঁগৈ যোৱা।

মানুহ : নহয বাবু, মেনেজাৰে আজিযেই পইচাখিনি দিবলৈ কৈছে। [দীনই অলপ ভাবি ভিতৰলৈ যায]

ধৰ্মকান্ত : তহঁত বৰ আচৰিত জীৱ অ'। সেইদিনাখন কি সুন্দৰ সুৰবোৰ বজালি— টেঁ টেঁ টেঁ টেঁ— টেঁ টেঁ টেঁ— টেঁটে টেঁটে— ধেম্ ধেম্। গাটোৱে একেবাৰে নাচোঁ নাচোঁ কৰিছিল আৰু সেই সুৰটো কাণত বাজি থাকোঁতেই আজি তই কি সুৰটো বজালিহি কচোন। [ৰৈ] যিদিনা এই মানুহটোৱে তহঁতৰ বেণ্ডপাৰ্টী বন্দৱস্ত কৰিবলৈ গৈছিল, সেইদিনাই দহবাৰমান এই সুৰতো তেওঁৰ কাণত সুমুৱাই দিব নোৱাৰিলি? তহঁত দগাবাজ। [দীন আহে]

দীনবন্ধু : শুনা। হেৰি নহয, আজি এইখিনিকে মেনেজাৰক দিয়াগৈ। [মানুহজনে গণ্তি কৰি মুখলৈ চাই] মই নিজে মেনেজাৰক লগ ধৰিমগৈ যোৱা।

মানুহ : কিন্তু বাবু, মেনেজাৰে কৈছিল—

দীনবন্ধু : যোৱাচোন তুমি। যি ক'ব লাগে মই মেনেজাৰক ক'ম নহয। [মানুহটো ৰৈ থাকে]

ধৰ্মকান্ত : নাযাব কিয? অকল তোৰ লগত কথা পাতি থাকিলে হ'ব নেকি? সৌকেইটা দেখিছ নে নাই? [মানুহটো যায়।] [বাহিৰলৈ চাই] হেৰা, আহা কোনোবা এটা। তুমিযেই আহা। [লুঙি পিন্ধা, দুখীযা মানুহ এটা আহে]

[মানুহটোলৈ চাই থাকি] তুমি। অ' তুমি ভোজৰ কাৰণে মাংস দিছিলা? পঠাৰ মাংস? কেইজনী পঠা দিছিলা? পঠা ছাগলী আকৌ মাইকীও থাকে নহয়?

কচাই : আমি সেইবোৰ ভেজাল কাৰবাৰ নকৰোঁ বাবু।

ধৰ্মকান্ত : নহয় মানে, কথাটো হ'ল— [হঠাতে সুৰ সলাই] — বাৰু তুমি মোক এটা কথা বুজাই দিয়াচোন। আমি এই গোটেই দেশখন ভ্ৰমি ফুৰোঁ। বাটে-ঘাটে যিমানবোৰ ছাগলী দেখোঁ, তাৰে দহজনী যদি মাইকী— এটা মতা। কিন্তু তোমালোকে লাগ বুলিলেই দলে দলে মতা ছাগলী ক'ৰ পৰা পোৱাহে?

কচাই : বিচাৰিব জানিব লাগিব বাবু।

ধৰ্মকান্ত : ঠিক। ঠিক কথা। বিচাৰিব জানিব লাগিব। বিচাৰিব জানিলেই দুনিযাখন পঠা ছাগলীৰে ভৰি

যাব নহয়। কি কোৱা? [বৈ] বাৰু ৰ'বা, সেইবোৰ একো ক'ব নালাগে। বিয়াত কিমান মাংস দিছিলা?

কচাই : ত্ৰিছ কেজি।

ধৰ্মকান্ত : [মুখলৈ চাই বৈ থাকে। দীনৰ মুখলৈও চাই। তাৰ পিছত] ত্ৰিছ কেজি?

কচাই : হয়, এক দিন পাঁচ কেজি, তাৰ পিছত এক দিন পাঁচ কেজি আৰু ভোজৰ দিনা বিছ কেজি।

ধৰ্মকান্ত : [দীনক] ত্ৰিছ কেজি মাংস খুৱাই মানুহ গপচ। [কচাইক] তুমি আৰু কিমান পইচা পাবলৈ বাকী আছে?

কচাই : তিনিশ টকা।

দীনবন্ধু : তুমি এসপ্তাহমান পিছত আহিবা বুইছা। মই অলপ পইচা বন্দবস্ত কৰিছিলোঁ। সেইখিনি হাতত পৰাহি নাই। এই দুই-এদিনতে পইচাখিনি পাম। এইকেইদিন বাট চোৱা।

ধৰ্মকান্ত : তুমি যদি দুসপ্তাহমান বাট চোৱা, তেনেহ'লে এওঁৰ ওজনো ত্ৰিছ কেজি হ'ব, তেতিয়া ওজনত মাৰি এওঁকে লৈ যাব পাৰিবা। [দীনক ধমকি] ক'ত পইচাৰ বন্দবস্ত কৰিছাহে তুমি? [কচাইক] হেৰা, এইফালে আহা। [জেপৰ পৰা নোট এখন এখনকৈ দি] নগদ বিক্ৰী নহয় নহয়, সেই কাৰণে বাকীকৈ বেচাৰ সুবিধা পালেই একেবাৰে ত্ৰিছ কেজি জাপি দিয়া? ত্ৰিছ কেজি মাংস খোৱাৰ চেহেৰা আছে নে নাই চাবলৈ নাই আৰু। আচলতে তহঁত চবকে ঠেঙত ৰছী লগাই তলমূৰকৈ ওলোমাব লাগে আৰু এপোৱা এপোৱাকৈ খহাব লাগে। [টকা দি শেষ কৰি] যোৱা। [কচাই টকা গন্তি কৰিব খোজে] আকৌ টকা গন্তি কৰিব নালাগে যোৱা। কৰা যদি সৌ ৰাস্তাত কৰাগৈ। [কচাই যায়] সৌজন যে বৈ আছে, কিহৰ কাৰণে?

দীনবন্ধু : বিয়াৰ দিনা বাছখন যে ভাৰা কৰিছিলোঁ—

ধৰ্মকান্ত : কিমান দিবলৈ আছে?

দীনবন্ধু : নাই, তেওঁলোকক বেছি দিবলৈ নাই। আঢৈশ—

ধৰ্মকান্ত : মুঠেই? হাতত আছে কেইশ? [বৈ] এইখিনি লোৱা। এইখিনিৰে মুঠতে দুহাজাৰ হ'ল। আজিৰ পৰা পইচাৰ নামত মোৰ মুখলৈকে নাচাবা কৈ দিছোঁ। ময়ো আজিৰ পৰা কেতিয়াও ঘৰ ভাৰা নিবিচাৰোঁ। কেতিয়া তুমি উপযাচি ঘৰৰ ভাৰা দিব পৰা হোৱা, মই চাওঁ। যোৱা, বাছৰ ভাৰা দি মানুহটোক বিদায় দি আহাগৈ। [দীনই ধৰ্মৰ পৰা টকাখিনি লৈ অলপ বৈ থাকে।]

[সংগীত। দীন ওলাই যায়। মঞ্চ আন্ধাৰ হৈ আহে। কেৱল ধৰ্মৰ গাত পোহৰ। সংগীত বন্ধ হয়। দৰ্শকৰ ফালে চাই]

ধৰ্মকান্ত : মানুহটোক ইমান টান টান কথা কৈ মই জানো ভাল পাইছোঁ? নাই পোৱা। নতুন কইনাজনী যদি বেৰৰ সিফালেই আছে, তেন্তে চাগৈ কথাবোৰ শুনিছে। এবাৰ ভাবিছিলোঁ— তেওঁ শুনাকৈ কথাবোৰ নকওঁ নেকি? পিছত ভাবিলোঁ— শুনক। কথাবোৰ আৰুনো কেইদিন লুকাই থাকিব? কেইদিনমানৰ পিছতে দাইল-ভাত-আলু ভাজিত পাৰিবই যেতিয়া, এতিয়াৰ পৰাই কইনাও সাজু হোৱাই ভাল। চাপৰিলে মেঘ নেৰায় নহয়। এই যে মানুহটোৱে ক'লে— কৰ'বাত পইচা অলপমানৰ যোগাৰ কৰাৰ কথা, ক'ত যোগাৰ কৰিব আৰু কৰিলেও ধাৰহে কৰিব। বিয়াখন বুলি কমেও দহ হাজাৰ টকা ধাৰ কৰিছে। এইটো মানুহৰ কাৰণে দহ হাজাৰ টকাৰ ধাৰ ধেমালি কথা? অহা মাহৰ পৰা দৰমহাৰ আধাখিনি ধাৰতে কটা যাব।

মই যে ঘৰভাৰা নোখোজোঁ বুলি কৈছোঁ— আচলতে বিয়াৰ ছমাহৰ আগৰ পৰা তেওঁ মোক ভাৰা দিয়াই নাই। এই মাহত বোলে সোণ অকণমান, সেই মাহত বোলে পাটৰ কাপোৰ এযোৰ। ঘূৰি অহা মাহত বোলে মুগাৰ কাপোৰ এযোৰ—
[ইটো মঞ্চত]

মঞ্চ ঃ ১

[আধা অন্ধকাৰ। দৰা-কইনাৰ সাজত দীনবন্ধু আৰু সাবিত্ৰী। দীন আগে আগে, সাবিত্ৰী পাছে পাছে। দীনই টৰ্চ লাইট মাৰি গৈ আছে। এবাৰ সি বোকাৰ কিনাৰেদি আগবাঢ়ি সাবিত্ৰীক টৰ্চ লাইট মাৰি সেইখিনি দেখুৱাই দিয়ে। সাবিত্ৰী বোকাৰ কিনাৰেদি আগবাঢ়ে। দুয়ো গুচি যায়। এইখিনি সময়ত মৃদু সংগীত। বিয়াৰ সুৰ।]

মঞ্চ ঃ ২

[আকৌ ধৰ্ম। চকী এখনত বহি আছে।]

ধৰ্মকান্ত ঃ তাকে ভাবোঁ। এই যে পাটৰ পাঞ্জাবী চোলা পিন্ধি মানুহ এটা দৰা হয়, পিছলৈ তেওঁৰ সেই পাঞ্জাবীটোৰ কি হয়গৈ বাৰু? [ভাবি] থিয়েটাৰৰ ড্ৰেছ! থিয়েটাৰৰ দিনা পিন্ধিলা, বাচ! ঘৰখনত এজনী নতুন গাভৰু ছোৱালী আছে, তেওঁৰ আগত আজি গাটো-উদং কৰিবলৈ কিমান লাজ? কিন্তু কেতিয়া— কেনেকৈ এই মানুহটোৱে অ'ত-ত'ত ফটা চুৰীয়া এখন দুতৰপ কৰি কঁকালত মেৰিয়াই লৈ, দুটা ডাঙৰ ডাঙৰ খোঁচনি মাৰি, শুদা গাৰে ঘূৰি ফুৰিব পৰা হৈ যায়? পিঠিত চমকাচমক চোম পৰাৰ দাগ, বুকুত বগৰী গুটিটোৰ সমান মাহ এটা, তাতে কেইডালমান দীঘল দীঘল নোম।— বাটেদি জাকে জাকে গাভৰু ছোৱালী গৈ আছে, নিজৰ মানুহজনীৰ লগৰ বোৱাৰীহঁতে অহা-যোৱা কৰি আছে— খবৰেই নাই? কেতিয়াবা বৰ বেছি এটা গেঞ্জী, তাতো ইমান একোটা ফুটা। ক'ৰ লাজ যে ক'লৈ যায়।
[লাহে লাহে অন্ধকাৰ]

মঞ্চ ঃ ২

[দীনবন্ধুৰ ঘৰৰ কাষৰ বাৰীখন। জেওৰা দিয়া। দীনবন্ধুৱে কোৰ মাৰিছে। অলপ পিছতে সাবিত্ৰীয়ে কাপোৰ মেলি দিবলৈ আহে। জেওৰাত কাপোৰ মেলি দিয়ে।]

সাবিত্ৰী ঃ আজিলৈ থাওক আৰু।

দীনবন্ধু ঃ ওঁ থওঁ দিয়া। অফিচৰো সময় হ'ল নহয়। এইখিনিতে মৰিচা গুটি এসোপা সিঁচি থ'ম বুইছা। বেছি যত্নও কৰিব নালাগে। হ'লে হ'ল নহ'লে নাই। এসাঁজ খাবলৈ পালেওতো অন্ততঃ গুটিকেইটাৰ দাম উঠিব। যোৰাবাৰ মনত আছে— এটকা দি যে দুডাল মৰিচা ঠাবি আনিছিলোঁ।
[জেওৰাত থকা আগৰ গামোচাৰে গা মচে।]

বৰুৱা ঃ [Off voice] কিহে দীনবন্ধু, ঘৰতে ঘৰতে কি লেকচাৰ মাৰিছা?

দীনবন্ধু ঃ [বাটলৈ চায়] নাই— এই ঘৰুৱা টিউচন। [সাবিত্ৰীয়ে পিঠিৰ আঁচল ঠিক কৰি লয়]

বৰুৱা ঃ [Off voice] ভালেই কৰিছা দিয়া।

দীনবন্ধু : [অলপ পিছত] আমাৰ দেউতাই কি কৈছিল জানা— তুমি টকা ঢালি দিয়া, মাছ-মাংস-কণী— বিধে বিধে পাচলিৰে পাকঘৰ উপচি পৰিব, কিন্তু ঠাপ মাৰি পিৰালি কাষৰ পৰা শাক এমুঠি তুলি আনি চৰুত পেলাই দিয়া, তাৰ হেনো সোৱাদেই বেলেগ।

সাবিত্ৰী : হয়তো। তেখেতে ঠিকেই কৈছিল।

দীনবন্ধু : কি ঠিকেই কৈছিলহে? তুমি বজাৰৰ পৰা একেবাৰে টাটকা শাক এমুঠি কিনি আনিলা, আৰু বাৰীৰ পৰাও শাক এমুঠি আনিলা, আনি বেলেগে বেলেগে ৰান্ধিলা। হয়নে? এতিয়া তুমিযেই কোৱাচোন, বাৰীৰ শাকমুঠিৰ সোৱাদটো কিয় বেলেগ হ'ব? ক'লেই হ'ল নেকি? আচল কথা কি জানা? টকা ঢালি বজাৰৰ শাক-পাচলিৰে পাকঘৰ দ'মাবলৈ দেউতাৰ হাতত [পইচাৰ ইংগিত] আচল বস্তুটো হ'লেহে। সেই কাৰণে গাৰ বলেৰে বাৰীৰ পাচলিৰ সোৱাদেই বেলেগ বুলি নকৈ কিডাল ক'ব? আচল কথা সেইটো বুইছা? [হাঁহে]

সাবিত্ৰী : এ নহয় দিযক।

দীনবন্ধু : নহয় কিয় হে? দেউতাৰ কাণ্ড-কাৰখানা তুমি দেখা নাই নহয়। মইহে দেখিছোঁ। [হঠাতে বাটলৈ চাই থৰ হৈ যায] আহক দাস, আহক। [দোকানী দাস সোমাই আহে] কোনফালে আহিছিল?

দাস : তোমাৰ তালৈকে আহিছোঁ।

দীনবন্ধু : আহক, ভিতৰলৈ যাওঁ।

দাস : নালাগে— হ'ব দিযা ইযাতে। হেৰি নহয, তুমি যোৱা সোমবাৰে যাম বুলি ক'লা— নগ'লা। পৰহি যাম বুলি ক'লা নগ'লা— এইবোৰ কি কৰিছা?

দীনবন্ধু : মানে কথাটো হ'ল কি? [সাবিত্ৰীলৈ চায। সাবিত্ৰী সোমাই যায] পৰহি মই পইচা অলপ পোৱাৰ কথা আছিল। অফিচৰ পৰা ওলাই পইচাখিনিৰ কাৰণে ঘূৰোঁতে-ফুৰোঁতে ৰাতি বহুত হ'ল। তেতিয়া মানে চাঁগে আপোনাৰ দোকান বন্ধই হ'ল।

দাস : তোমাৰ এনেকুৱা কথা আৰু কিমান দিন শুনিম কোৱাচোন? আজি আঠ-ন মাহেতো তুমি এইবোৰকে কৈ আছা।

দীনবন্ধু : মইতো যেতিয়া যিমান পাৰোঁ— অলপ অলপকৈ দিও আছোঁ।

দাস : [খং] তেনেকৈ আজি পাঁচ টকা, দহ দিনৰ মূৰত দহ টকা, আকৌ এমাহৰ মূৰত বিছ টকা— তেনেকৈ তোমাৰ পৰা পইচা লৈ থাকিবলৈ মই ভিখাৰী নেকি? আনিবৰ সময়ত যে ওঠৰ শ টকাৰ মাল ঠেলা গাড়ীত ভৰাই একেবাৰে লৈ আহিলা, পইচা দিবৰ সময়ত এনেকৈ পাঁচ টকা, দহ টকা কৰি আছা কিয? আৰু এনেকৈ তুমি লুকা ভাকু খেলিবলৈ ল'লা কিয?

দীনবন্ধু : ক'তনো লুকা-ভাকু খেলিলোঁ। মইতো যেতিযাই পাৰোঁ আপোনাক দেখা দিযেই আছোঁ। অসুবিধাৰ কথা বুজাই কৈযেই আছোঁ। যি পাৰোঁ অলপ অলপকৈ দিযেই আছোঁ।

দাস : এনেকৈ মোৰ কাৰবাৰ চলে নেকি? মোৰ দোকানৰ মালবস্তুবোৰ আকাশৰ পৰা পৰে নেকি? মোকতো কোনেও এনেকৈ আঠ-ন মাহলৈ শ শ টকাৰ মাল বাকী নিদিয়ে।

দীনবন্ধু : বুজিছোঁ, মই সকলো বুজিছোঁ। আৰু অলপ দিন বাট চাওক।

দাস : কি কোৱাহে তুমি? ইমান দিনৰ পিছতো তুমি আকৌ অলপ দিনৰ কাৰণে বাট চাবলৈ কোৱা, তোমাৰ লাজ-চৰম নাই? কাণ্ডজ্ঞান নাই? তোমাকতো মই ভাল মানুহ বুলি ভাবিহে বিপদৰ সময়ত সহায় কৰিছিলোঁ।

দীনবন্ধু : এতিযাও মোক বেযা মানুহ বুলি নাভাবিব দাস।

দাস : নাভাবিবলৈ আৰু কোনটো ৰাস্তা খোলা ৰাখিলা তুমি? ফিৰ্‌ফিৰীযা পাটৰ পাঞ্জাবী পিন্ধি বেলকনিত বহি চিনেমা চাব পাৰা, ৰিক্সাত উঠি নৈৰ পাৰৰ ৰাস্তাত হাৱা খাব পাৰা, হোটেলৰ কেবিনত বহি চপ-কাটলেট খাব পাৰা মোৰ পইচাখিনি দিব নোৱাৰা? সেইবিলাক আমাৰ চকুত পৰা নাই বুলি ভাবিছা? [দীনই ইতিমধ্যে কঁপিবলৈ আৰম্ভ কৰিছিল। তেওঁ এবাৰ ঘৰটোৰ ফালে চালে— সাৱিত্ৰীয়ে কথাবোৰ শুনিছে নেকি? তাৰ পিছত হঠাতে দাসক হাতত ধৰি সন্মুখৰ ফালে টানি আনে।]

দাস : কি কৰিব খুজিছা তুমি?

দীনবন্ধু : [চেপা মাত, খং] আপুনি বহুত কথা ক'লে। এতিযা মোক ক'বলৈ দিযক। লোকৰ ঘৰৰ অচিনাকি ছোৱালী এজনীৰে ঘৰ পাতিবলৈ লৈছোঁ। তেওঁ কিমান সুখত উঠা ছোৱালী মই ক'ব নোৱাৰোঁ, কিন্তু কিমান দুখত তেওঁ দিন নিযাব লাগিব সেইটো মই জানো। আপুনি গোটেই জীৱনটো গেলামালৰ গাদীত বহি কটাব, আপোনাৰ লাখ টকা হ'ব, কোটি টকা হ'ব, কিন্তু মোৰ জীৱনত এজনী নতুন মানুহক লৈ সুখৰ থিয়েটাৰ কৰাৰ দিন মাত্ৰ এই আঠ-নটা মাহ। আপোনাৰ দোকানলৈ চেনিৰ বস্তা, চাউলৰ বস্তা, দাইলৰ বস্তা আহিয়েই থাকিব, আকৌ ঠেলাগাড়ীত উঠি গৈযেই থাকিব, কিন্তু এইখিনি সময়, এই যে আঠ-নটা মাহ এইখিনি সময মোৰ জীৱনলৈ আৰু কেতিযাও নাহে। পাটৰ পাঞ্জাবী মোৰ গাৰ পৰা কেতিযাবাই খহিল। সেইটো মোৰ গাত হযতো আৰু কেতিযাও নুঠে। লাখ টকাৰ ওপৰত বহি থাকি আপুনি মোক আঠশ টকা বাকীৰ টকা খুজিবই। মই আপোনাৰ ওচৰত টকাৰ ধৰুৱা। টকাৰ কথা আপুনি এশবাৰ ক'ব। কিন্তু এদিন মই মানুহজনীক লৈ ৰিক্সাত ফুৰিলোঁ, চিনেমা চালোঁ, হোটেলত চাহ খালোঁ,— এইবোৰ কথা কিয ক'ব? আপোনাৰ দোকানত আঠশ টকা বাকী ৰাখি কি সুখত মই মানুহজনীক ৰিক্সাত ফুৰাওঁ, হোটেলত চাহ খুৱাওঁ, এদিন চিনেমা দেখুৱাওঁ, সেই কথা বুজিবলৈ আপোনাৰ এইখন বুকুত কিবা আছে? [দাসৰ বুকুত চপৰিযাই] কিয ক'ব আপুনি সেইবোৰ কথা?

দাস : তুমি তুমি মোৰ গাত হাত দিছা? [ভিতৰৰ পৰা ভযে ভয়ে সাৱিত্ৰী আহি থাকে]

দীনবন্ধু : [তীব্ৰ খং, চেপা মাত] গাত হাত দিযাৰ মন নাছিল, মুখত ভৰিখন থোৱাৰ মন আছিল।

দাস : [চিএঞৰি] কি? কি ক'লি নিমখহাৰাম?

সাৱিত্ৰী : আই ঔ [প্ৰচণ্ড জোৰে চৰ মাৰে। দীন এখোজ আঁতৰি যায। দীনই চোঁচা লয়। সাৱিত্ৰীয়ে তেওঁক ধৰে।]

নালাগে।

দাস : আজি ইমানতে এৰিলোঁ। তোক মই কি কৰোঁ চা। [কৈ কৈ গুচি যায়]

সাৱিত্ৰী : ব'লক ভিতৰলৈ ব'লক।

[দীনই দাস যোৱাৰ ফালে চাই সাৱিত্ৰীৰ হাত এৰুৱাই দিযে। লাহে লাহে ভিতৰলৈ যায়। সাৱিত্ৰী পাছে পাছে যায। লাহে লাহে অন্ধকাৰ। সংগীত— অলপ সময়।]

[সংগীতৰ মাজত মঞ্চ আন্ধাৰ হৈযে থাকে। সোঁফালৰ চুকটোৰ পৰা লাহে লাহে ধৰ্মকান্ত ওলাই আহে। তেওঁৰ বযস বাঢ়িছে। জাৰৰ দিন। গাত কাপোৰ মেৰিয়াই আছে। মঞ্চৰ সন্মুখত ৰযহি।]

ধৰ্মকান্ত : সেযাই আৰম্ভ। মানুহহালৰ প্ৰথম ছোৱালীজনীৰ বয়স যেতিয়া তিনি মাহ, তেতিয়া তেওঁৰ, দীনবন্ধুৰ বাপেক ঢুকাল। নিজৰ কেঁচুৱাটোক তেওঁ পেটভৰাই গাখীৰ অকণ খুৱাব পাৰিছিল নে নাই, সেইটো কেঁচুৱাইহে জানে। কিন্তু বাপেকৰ শ্ৰাদ্ধত তেওঁ তিনি শ টকা দামৰ গৰু এজনী দান দিব লাগিছিল। শ্ৰাদ্ধৰ কাৰণে পোন্ধৰ শ টকা ধাৰ কৰিছিল। দ্বিতীয় ছোৱালীজনী জন্ম হোৱাৰ সমযত মানুহজনীৰ যোৱা-থোৱা অৱস্থা হৈছিল। আকৌ ধাৰ। সেইবাৰলৈ মানুহজনী বৈছিল, কিন্তু পিছত এদিন গোটেই সংসাখন চুঁচি চুঁচি, তলি উদং কৰিও তেওঁ মানুহজনী ৰাখিব নোৱাৰিলে।

[আন্ধাৰ]

মঞ্চ : ১

[শোৱা কোঠালি। বিছনাত সাবিত্ৰী। নিথৰ। ৰাতি। ঔষধ-পাতি ওচৰত গিলাচ]

দীনবন্ধু : আচলতে দেহাৰ কষ্ট, খোৱা-বোৱাৰ কষ্ট— এইবোৰৰ কাৰণেই তোমাৰ বেমাৰটো হ'ল বুইছা। বৰ কষ্ট দিলোঁ দিয়া তোমাব। এদিনলৈ সুখৰ মুখ নেদেখিলা। মন খুলি হাঁহি নাপালা। যিকণ হাঁহিলা— মোক হঁহুৱাবলৈ, কেঁচুৱা ফুচুলাবলৈহে হাঁহিলা। এৰা। কিন্তু ময়ো জানো কম কষ্ট কৰোঁ? এফালৰ পৰা কুটা মাৰি আনো, ভাবোঁ, এইবাৰ অকণমান সকাহ পালোঁ। আকৌ ইফালে কুটা ওলায়। বিলাওঁতে বিলাওঁতেই শেষ হয। নিজলৈ একো নাথাকে। [ৰয। বিছনাৰ ওচৰলৈ যায। বহে] এইবাৰ তুমি ভাল হৈ উঠা। কথাবোৰ চিজিল লগাব লাগিব। সদায়তো দিনবোৰ একেধৰণে নাযায়— নহয় জানো? সাবিত্ৰী।

[হাত এখন দাঙি লয়। বৈ যায়। সংগীত। লাহে লাহে অন্ধকাৰ]

মঞ্চ : ২

ধৰ্মকান্ত : তেওঁ যেতিয়া কথাবোৰ কৈ আছিল, তেতিয়া সাবিত্ৰী নায়েই। আকৌ সেই ৰভা, দৈ, ৰসগোল্লা, ভোজ। তেতিয়া তেওঁৰ সৰু ছোৱালীজনীৰ বয়স দুবছৰ। তেতিয়াৰে পৰা তেওঁ সিহঁত দুজনীৰ মাকো-বাপেকো। সিহঁতক হঁহুৱাই ৰাখিবলৈ মানুহটোৰ যে কিমান চেষ্টা। [হাৰমণিয়ামৰ সংগীত] এতিয়া ডাঙৰজনী কলেজ পাইছেগৈ। সৰুজনীয়ে বৰ ভাল গান গায়। বাপেকে তাইক হাৰমণিয়াম এখনো কিনি দিছিল— সেই ইমানজনী হৈ থাকোঁতেও। মোক ঘৰভাৰা পিছে তেওঁ এতিয়াও দিয়া নাই। ময়ো খোজা নাই। ঘৰটো মাজে মাজে মেৰামতি কৰি দি আছোঁ।

[লাহে লাহে মঞ্চ অন্ধকাৰ]

মঞ্চ : ১

[শোৱা কোঠালি। সন্মুখৰ বিছনাত বহি বাণীয়ে হাৰমণিয়াম বজাই গান গাইছে। বায়েক ৰাণীযে চুলি আঁচুৰিছে। চুলি বান্ধিছে, আয়নাৰ আগত মুখ ঠিক-ঠাক কৰিছে। তাই কলেজলৈ যাবলৈ ওলাইছে। গানৰ শেষত। ৰাণীয়ে নিজৰ কাম কৰি থাকে।]

বাণী : কেনেকুৱা হৈছে অ'?

ৰাণী : বঢিয়া। বৰ ভাল হৈছে।

বাণী : ই তই এনেযে কৈছ৷

ৰাণী : এনেযে কৈছোঁ যদি এনেযে কৈছোঁ। সোধনো কিয়? হেৰি নহয়, লগত তবলা কোনে বজাব?

বাণী : বিপুল দাদাই। আগতে দুবাৰমান ৰিহাৰ্ছেল কৰি ল'ম বুলি কৈছে।

ৰাণী : [ৰহস্য] হুঁ।

বাণী : কি হ'ল?

ৰাণী : তোৰ লগত তবলা বজাবলৈ বিপুল দাদাৰ বাহিৰে অইন কোনো নোহোৱা হ'ল।

বাণী : ওঁৱ! কিয় নোহোৱা হ'ব? বহুত আছে। শংকৰেতো বিপুল দাদাতকৈও ভাল বজায়। কিন্তু মোৰ লগত বিপুল দাদাৰ যিটো আণ্ডাৰষ্টেণ্ডিং হৈছে সেইটোহে ডাঙৰ কথা।

ৰাণী : আণ্ডাৰষ্টেণ্ডিং হৈছে?

বাণী : মানে সদায় যোনে বজাই থাকে, তেওঁ বজালে ভাল লাগে আৰু।

ৰাণী : আণ্ডাৰষ্টেণ্ডিং হৈছে?

বাণী : কি আকৌ আণ্ডাৰষ্টেণ্ডিং হৈছে? তেনেকৈ কথা কৈছ কিয়?

ৰাণী : কেনেকৈনো কথা কৈছোঁ? আণ্ডাৰষ্টেণ্ডিং হৈছে বুলিহে কৈছোঁ।

বাণী : মোক তেনেকৈ বেঁকা-বৈঁকি কথা নক'বি।

ৰাণী : চিধা কথা ক'ম?

বাণী : [খঙত] অঁ।

ৰাণী : তেনেহ'লে শুন চিধা কথা অইন একো হোৱা নাই, খালী আণ্ডাৰষ্টেণ্ডিং হৈছে।

বাণী : [খং] ভাল হৈছে। [দীনবন্ধু আহে]

দীনবন্ধু : অ'ই ৰাণী বাণী— কি হ'ল? তহঁতে আকৌ কাজিযা কৰিছ নেকি? ভাত ক'তা?

বাণী : দিওঁগৈ।

দীনবন্ধু : দিওঁগৈ মানে, সময় কিমান হ'ল মন কৰিছ নে নাই? ওঁহ! একেবাৰে মচগুল।

বাণী : আপুনি গা ধুই আছে কাৰণেহে মই গান গাই আছোঁ।

দীনবন্ধু : মোৰতো গা ধোৱা কেতিযাবাই হৈ গ'লহেঁতেন। তই গান গাই আছ কাৰণেহে মই গা ধুই আছোঁ।

বাণী : ওস্! [গানৰ বহী এঠাইত ভালকৈ থয]

দীনবন্ধু : [ৰাণীক] তয়ো এতিযা কলেজলৈ নাযাবি জানো?

ৰাণী : যাম।

দীনবন্ধু : ব'ল। লৰালৰি কৰ। মই আজি টাইপ ৰাইটাৰটো অফিচলৈ নিব লাগিব নহয়, সেই কাৰণে ৰিক্সাত যাম। তোকো একেবাৰে কলেজৰ আগত নমাই দি যাম ব'ল।

ৰাণী : ই নালাগে। [বাণীযে হাৰমণিযামখন দাঙি নি এঠাইত সদায় থোৱা ঠাইত থয।]

দীনবন্ধু : কিয়?

ৰাণী : এনেযে। নালাগে।

দীনবন্ধু : লাজ লাগে? মই জধলা হৈ নাযাওঁ নহয। আজি ইস্ত্ৰি কৰা পাঞ্জাৱীটো পিন্ধি যাম। একেবাৰে টিপ্‌টপ। এনেকৈ গপচত বহি থাকিম।

ৰাণী : আপুনি অকলে গপচত বহি গৈ থাকক। মই খোজ কাটি যাম। [যাব খোজা বাণীক] অ'ই বাণী তইতো আজি ক'লৈকো নাযাব? মোৰ লৰালৰি হ'ল বুইছ? চৰিযাতে কাপোৰ এযোৰ আছে, চেপি মেলি দিবি হাঁ?

বাণী : [খং] আজিহে লৰালৰি হ'ল, কালি কি হৈছিল? সদায় সদায় ধেমালি পাইছে? নোৱাৰোঁ মই।

দীনবন্ধু : আ-হা-হা। তই ৰাণ— মানে মহাৰাণী মানুহ—।

বাণী : মই চাকৰণী। [গুচি যায]

দীনবন্ধু : হেঃ হেঃ [ফণি এখন লৈ মূৰ আঁচোৰে] হেৰি নহয় ৰাণী, তাইৰ সঁচাকৈয়ে খং উঠি আছে নেকি?

ৰাণী : নাই এনেযে [অলপ পিছত] মই আপোনাক কথা এটা কওঁ দেউতা।

দীনবন্ধু : ক'।

ৰাণী : আপুনি কিন্তু খং নকৰিব। আপুনি চব কথা ক'বলৈ কয় কাৰণেহে কৈছোঁ।

দীনবন্ধু : কচোন কি কথা। তই দেখোন বৰ গহীন হৈ গ'লি?

ৰাণী : [কওঁ-নকওঁকৈ] বিপুল দাদাকতো আপুনি চিনি পায়েই?

দীনবন্ধু : বিপুল? বাণীৰ লগত যে তবলা বজায?

ৰাণী : ওঁ।

দীনবন্ধু : পাওঁতো। কি হ'ল?

ৰাণী : আমিতো বহুত ল'ৰা-ছোৱালী লগ পাওঁ। সিহঁতৰে কোনোবাই কোনোবাই— বেযাকৈ নকয, কয আৰু—

দীনবন্ধু : কি কয?

ৰাণী : বিপুলদাই যে সদায বাণীৰ লগত তবলা বজায, সিহঁতে যে খুব বেছি বন্ধু— সেই তেনেকুৱাই কিবা-কিবি কয। [নিস্তব্ধ]

দীনবন্ধু : [অলপ পিছত] কথাবিলাক বদনাম গোৱাৰ নিচিনা কয নেকি?

ৰাণী : মোক মোৰ লগৰ ছোৱালীবিলাকেহে কয। মোক সিহঁতে কিয বেযাকৈ ক'ব? কিন্তু অইনে অইনৰ আগত কি কয আমিতো ক'ব নোৱাৰোঁ। [নিস্তব্ধ] আপোনাৰ পৰা একো লুকুৱাব নালাগে কাৰণেহে কৈ থৈছোঁ। চিন্তা কৰিব নালাগে। [দীনবন্ধুৱে চিন্তা কৰি ঘূৰি ফুৰে] মই এসময়ত তাইক বুজাই ক'ম।

দীনবন্ধু : নাই নাই, এতিয়া তাইক একো নক'বি। তাই বেযা পাব। [ৰৈ] তাই বৰ সৰল ছোৱালী। তাই হঠাতে মনত দুখ পাই গ'লে বৰ বেযা কথা হ'ব। [ৰৈ, চিন্তা কৰি] তহঁতৰ মাৰ থকা হ'লে— এনেকুৱা সময়ত কেনেকৈ কি ক'লেহেঁতেন ক'ব নোৱাৰোঁ, কিন্তু মই কেনেকৈ কি কওঁ ভাবিব লাগিব। তই তাইক বেযাকৈ একো নক'বি। [ভিতৰলৈ যাব খুজি ৰয়] হেৰি নহয়

ৰাণী : কি দেউতা?

দীনবন্ধু : তই তাক, বিপুলক লগ পাব নহয?

ৰাণী : পাওঁ। কাইলৈ নে পৰহিলৈ ৰিহাৰ্ছেল হ'ব নহয়, তাতে লগ পাম চাগে।

দীনবন্ধু : তই তাক মনে মনে ক'বি— সি মোক এবাৰ লগ ধৰিব।— ক'ত লগ ধৰিব? ঘৰলৈ মাতিব নালাগে।— অফিচতে,— অফিচলৈকে যাবলৈ ক'বি। সোনকালে যাবলৈ ক'বি। অফিচ বহাৰ আগতে— অইন মানুহ-দুনুহ অহাৰ আগতে যাবলৈ ক'বি। সি কোনদিনা যায় মোক ক'বি, মযো সেইদিনা সোনকালে যাম।

ৰাণী : আপুনি তেওঁৰ লগত কি কথা পাতিব?

দীনবন্ধু : পাতিম নহয় যি কথা পাতিব লাগে?
[অন্ধকাৰ]

### মঞ্চ : ২

[অফিচ। মেজ, চকী, ৰেক, ফাইল আদি। তিনিজন বহাৰ ব্যৱস্থা আছে। এখন চকীত বিপুল বহি আছে। দীন আহে। বিপুল থিয় হয়।]

দীনবন্ধু : অ' বিপুল! কেতিযাবাই আহিলা নেকি?
বিপুল : নহয় খুৰা, এই দহমিনিটমান হৈছে।
[দীন সিটো কোঠালিত কোনোবা আছে নেকি চাই উভতি আহে। বিপুললৈ স্থিৰ দৃষ্টিৰে চাই। পিছত]
দীনবন্ধু : তোমাৰ ঘৰ ক'ত বিপুল?
বিপুল : নগুলামৰাত। নাজিৰাৰ ওচৰত।
দীনবন্ধু : ইয়াত কিমান দিন হ'ল?
বিপুল : চাৰি বছৰমান হ'ল।
দীনবন্ধু : এতিযা কি কৰিছা?
বিপুল : তেনেকৈ একো কৰা নাই।
দীনবন্ধু : একো নকৰাকৈতো এইখন চহৰত মানুহ চলিব নোৱাৰে। ঘৰৰ পৰা পইচা আনি খাই-বৈ আছা?
বিপলু : [তলমূৰ কৰে]
দীনবন্ধু : হুঁ?
বিপুল : নহয় খুৰা, ঘৰলৈ পইচা পঠিয়াবলৈহে মই ইয়াত আছোঁ।
দীনবন্ধু : [অলপ ৰৈ] ঘৰত কোন কোন আছে?
বিপুল : দুটা ভাই আছে। ডাঙৰটোৱে কলেজত পঢ়িছে, সৰুটোৱে গেলামালৰ দোকান এখনত মাল বেচা কাম কৰে।
দীনবন্ধু : মাৰা? দেউতাৰা?
বিপুল : [নাই বুজাবলৈ মূৰ জোকাৰি] ঢুকাল।
দীনবন্ধু : [ৰৈ] তুমি পঢ়া-শুনা—
বিপুল : মেট্ৰিক পাছ কৰিছিলোঁ, কলেজত এবছৰ পঢ়িছিলোঁ আৰু নোৱাৰিলোঁ।
দীনবন্ধু : ঘৰলৈ পইচা পঠাব লাগে বুলি যে ক'লা— ইয়াত তুমি কেনেকৈ উপাৰ্জন কৰিছা?
বিপুল : তবলা বজায় অলপ পইচা পাওঁ আৰু ছটামান টিউচন কৰোঁ।
দীনবন্ধু : [ৰৈ] হুঁ। তুমি এনেকৈয়ে থাকিবা নে? নে আৰু কিবা কৰিবা? [বিপুলে তলমূৰ কৰে। নিস্তব্ধ। বিপুলে চকুপানী মচে।] বিপুল। কি হ'ল? [ওচৰলৈ গৈ ধৰি] কি হ'ল তোমাৰ বিপুল? [বিপুলে ৰুমালেৰে মুখ মচি সংযত হয়]
বিপুল : নাই। একো হোৱা নাই খুৰা। মোৰ পঢ়া-শুনা কৰিবলৈ, বৰ ভাল তবলা বজোৱা মানুহ হ'বলৈ বৰ মন আছিল। এতিযা চাওঁ, কেনেবাকৈ ভাইটোকে পঢ়াব পাৰোঁ নেকি? তাৰ

পিছত দুযোটাই মিলি যদি সৰু ভাইটোক গেলামালৰ দোকানৰ পৰা উলিয়াই আনিব পাৰোঁ। এতিয়া সি মাহে পঞ্চাছ টকাকৈ দি আছে। সেইখিনিও বৰ ডাঙৰ সহায়।

দীনবন্ধু : [পাইচাৰি কৰি হঠাৎ ডাঙৰকৈ] ভয় নাই বিপুল। চিন্তা নকৰিবা। এই মুহূৰ্তত তোমাৰ যিটো মন আছে, সেই মনটো নষ্ট নকৰিবা। সেই মনটোক মৰিবলৈ নিদিবা। আৰু কষ্ট কৰা। আৰু কষ্ট কৰি কাম কৰা। কি হ'বলৈ তোমাৰ মন আছে, প্ৰত্যেক দিনেই মনত পেলাবা। [সুৰ সলাই] তোমাতকৈ মোৰ অৱস্থা আৰু বেয়া আছিল কাৰণেহে ইমান জোৰ দি কথাবোৰ কৈছোঁ বুইছা? তুমিতো অজস্ৰ টকা-পইচাৰ ওপৰত বহি থাকিবলৈ বিচৰা নাই?

বিপুল : নাই বিচৰা খুৰা।

দীনবন্ধু : তেনেহ'লে কোনো ভয নাই। ৰজাৰো সুখ নাই, ভিখাৰীৰো সুখ নাই। [জোৰ দি] কাম কৰা। মই একো নিদিলেও তোমাক অন্ততঃ কাম কৰিবলৈ মনৰ বল দিব পাৰিম। [হঠাতে] কোন? [বাহিৰৰ পৰা ৰমেশ সোমাই আহে। সি দীন আৰু বিপুলক চাই— দীনক নমস্কাৰ কৰে।]

ৰমেশ : নমস্কাৰ।

দীনবন্ধু : নমস্কাৰ।

ৰমেশ : আপোনাৰ লগত মোৰ অলপ কথা আছিল।

দীনবন্ধু : [বিপুলক] তুমি তেনেহ'লে এতিয়া যোৱা। মোক আকৌ লগ ধৰিবা। তবলাৰ তাল, মাত্ৰা— চব ঠিক ৰাখিবা। হুঁ? যোৱা। [বিপুল যায়] বহকচোন। মোক লগ পাব খুজিছিল মানে—

ৰমেশ : আপুনি শ্ৰী দাস—

দীনবন্ধু : ওঁ, দীনবন্ধু দাস।

ৰমেশ : বহকচোন আপুনিও। [দুয়ো বহে]

দীনবন্ধু : বয়সত বহুত সৰু যেন লাগিছে। তুমি বুলিম নে আপুনি বুলিম?

ৰমেশ : [লৰালৰিকৈ] তুমি— তুমি বুলিয়েই মাতিব।

দীনবন্ধু : কোৱাচোন কি কথা? অ' তাৰ আগতে কোৱাচোন— তোমাৰ নাম কি? ঘৰ ক'ত?

ৰমেশ : মোৰ নাম ৰমেশ দত্ত। ঘৰ জয়পুৰত।

দীনবন্ধু : ওঁ। কোৱাচোন কি কথা?

ৰমেশ : কথাটো অলপ গোপনীয, কনফিডেনচিয়েল।

দীনবন্ধু : কনফিডেনচিয়েল?

ৰমেশ : হয়। আপুনি সাহস দিলে ক'ব পাৰোঁ।

দীনবন্ধু : অন্ততঃ তুমি গোপন কথা ক'লে মই গোপনীয়তা ভংগ নকৰোঁ।

ৰমেশ : অকল সেয়ে নহয়— আপুনি অলপ সহায় কৰিব লাগে।

দীনবন্ধু : কোৱাচোন।

ৰমেশ : মোৰ দাদা এজনে আপোনালোকৰ ডিপাৰ্টমেন্টৰ ডেপুটী ডাইৰেক্টৰৰ চাকৰি এটাৰ কাৰণে দৰ্খাস্ত কৰিছে।

দীনবন্ধু : ভাল কথা।

ৰমেশ : লাষ্ট ডেট যোৱা ১৪ তাৰিখেই পাৰ হৈ গ'ল।

দীনবন্ধু : হয়। গ'ল।

ৰমেশ : দাদাই লাষ্ট ডেটৰ আগতেই দৰ্খাস্ত কৰিছে, কিন্তু—

দীনবন্ধু : কিন্তু কি?

ৰমেশ : দৰ্খাস্তবিলাক আপোনাৰ হাততে আছে, আপুনিযেই সেইবিলাক স্ক্ৰুটিনী কৰিব।
দীনবন্ধু : কৰিম।
ৰমেশ : দাদাৰ বয়সৰ চাৰ্টিফিকেটখন— এখন ভুল চাৰ্টিফিকেট দৰ্খাস্তখনৰ লগত আহিল। সেই চাৰ্টিফিকেট মতে দাদাৰ বয়স বেছি হয়।
দীনবন্ধু : তেনেহ'লে?
ৰমেশ : এতিয়া আমি আচল চাৰ্টিফিকেটখন পাইছোঁ। আপুনি এইখন দৰ্খাস্তখনৰ লগত গাঁথি দি আগৰখন আমাক দি দিব লাগে। এইকণেই সহায়। আগৰখন থাকিলে দাদাৰ দৰ্খাস্ত নাকচ হৈ যাবই। কিন্তু দাদাই চাকৰিটো পোৱাটো দৰকাৰ।
দীনবন্ধু : ভুল চাৰ্টিফিকেট?
ৰমেশ : হয়।
দীনবন্ধু : আচল চাৰ্টিফিকেট?
ৰমেশ : হয়।
দীনবন্ধু : আচল চাৰ্টিফিকেটখন আছে নেকি?
ৰমেশ : হয় আছে। [লেফাফাৰ পৰা উলিযাই দিযে]
দীনবন্ধু : ফটোষ্টেট কপি?
ৰমেশ : হয। দৰ্খাস্তৰ লগতো ফটোষ্টেট কপিযেই দিযা হৈছিল। [দীনই অলপ পৰ চাই উঠি যায। আলমাৰিৰ পৰা ফাইল এটা আনে। বাছি বাছি এখন দৰ্খাস্ত উলিয়ায। সেইখন চায়।]
দীনবন্ধু : দুইখন একে, কেৱল এইখনৰ মতে তেওঁৰ বয়স এবছৰ কম।
ৰমেশ : হয।
দীনবন্ধু : অৰিজিনেল কাগজখন ক'ত আছে?
ৰমেশ : আছে, মোৰ লগত আছে। [দিযে]
দীনবন্ধু : আৰু এইখনৰ অৰিজিনেলখন?
ৰমেশ : সেইখন বিচাৰি পোৱা নাই।
দীনবন্ধু : সঁচা কথা কোৱাচোন, আচলতে কোনখন আচল চাৰ্টিফিকেট? এই দুখন কাগজ মোৰ হাতত পৰিল যেতিয়া— তুমি বুজিবই পাৰিছা— মই বহু কথা জানিলোঁৱেই। সঁচা কথা কোৱা। কোনখন আচল?
ৰমেশ : কথাটো অলপ গণ্ডগোলীয়াই। সেই কাৰণেই আপোনাৰ সহায বিচাৰিছোঁ। আপুনি এইখন দৰ্খাস্তখনৰ লগত গাঁথি দি, সেইখন মোক দি দিব লাগে।
দীনবন্ধু : দুযোখনকে নহ'লে একেলগে গাঁথি থওঁ?
ৰমেশ : [হাঁহে] আপুনি ধেমালি কৰিছে। আপোনাৰ সহাযৰ কথা আমি নাপাহৰোঁ। দাদাই এই লেফাফাটো আপোনালৈ দি পঠাইছে।
দীনবন্ধু : কিহৰ লেফাফা?
ৰমেশ : এহাজাৰ টকা আছে। [নিস্তব্ধ]
দীনবন্ধু : টকাখিনিও দৰ্খাস্তখনৰ লগতে গাঁথি থ'ম নেকি? [চাই থাকি হঠাতে] তোমালোকে কিয এইবোৰ কাম কৰা?
ৰমেশ : পইচাখিনি আপোনাৰ কামত লাগিব। আমাৰো অলপ উপকাৰ হয।
দীনবন্ধু : তোমাৰ ককাযেৰা ক'ত আছে?
ৰমেশ : হাফলঙত।
দীনবন্ধু : হাফলঙত কি কৰিছে?

ৰমেশ : চাকৰি কৰি আছে।

দীনবন্ধু : অ' চাকৰি কৰিয়েই আছে?

ৰমেশ : সেইটো চাকৰি দাদাই ভাল পোৱা নাই। তদুপৰি এইটো ডেপুটী ডাইৰেক্টৰৰ চাকৰি— গ্ৰেডটোও ভাল।

দীনবন্ধু : চাকৰি কৰিছে, সেই কাৰণে এনেকৈ খৰচ কৰিবলৈ পইচাও হৈছে? কিন্তু তোমালোকে একো নজনা-নুশুনাকৈ, মানুহ চিনি নোপোৱাকৈ এনেকৈ পইচা দিবলৈ সাহ কৰা কেনেকৈ?

ৰমেশ : এনেকৈয়ে চলি আছে, সকলোৱে দিয়ে, সকলোৱে লয়—।

দীনবন্ধু : মই নলওঁ। [খঙত]

ৰমেশ : খং নাখাব। কথাটো ক'লোঁৱেই যেতিয়া বাকীখিনি খোলাখুলিকৈ কোৱাই ভাল। আপুনি নলয় বুলি ক'লেনো কোনে বিশ্বাস কৰিব কওঁকচোন?

দীনবন্ধু : অইনে নকৰিলেও তুমি বিশ্বাস কৰিবা।

ৰমেশ : নকৰোঁ। আপোনাৰ পিয়নটোৱে কাগজ এখন আপোনাৰ মেজৰ পৰা সেইটো ৰুমলৈ চহী কৰাবলৈ উলিযাই নিলে পাঁচ টকা লয়। সি মানুহক কয়— সেই পাঁচটকা সি বোলে আপোনাক দিয়ে। আজি যদি আপুনি মোৰ পৰা পইচাখিনি নলয়, তেনেহ'লে মই আপোনাক সৎ মানুহ বুলি ভাবিমনে? নাভাবোঁ? মই কৈ ফুৰিম— অইন কাৰোবাৰ পৰা দুহাজাৰ টকা খাই তেওঁক সহায় কৰিম বুলি আগতে ঠিক কৰি থৈছে, সেই কাৰণে মোৰ পৰা নলৈ সৎ হৈ দেখুৱাইছে। [দীনই অস্থিৰ হৈ দুযো হাতেৰে মেজত ঢকা মাৰে। অলপ পিছত] এনেকৈ চলি আছে ছাৰ। চাৰিওফালে এনেকুৱা মানুহে যেৰি আছে কাৰণে আপুনি সৎ মানুহ বুলি কোনেও বিশ্বাস নকৰে। আৰু আমিওনো এই এহাজাৰ টকা দিওঁ কিয়? এইখিনি টকাও আমি কষ্ট কৰিয়েই যোগাৰ কৰিছোঁ। কিন্তু আমি জানো, দাদাই চাকৰিটো পালে এই এহাজাৰ টকা এমাহতে উপাৰ্জন কৰিব পাৰিব, কিন্তু চাকৰিটো নাপালে হয়তো তেওঁ গোটেই জীৱনলৈ বঞ্চিত হৈয়ে থাকিব। আৰু এটা কথা ছাৰ, এশজন মানুহে দৰ্খাস্ত কৰিছে, চাকৰি পাব এজনে। বাকী নিৰানব্বৈজনৰ অন্ততঃ পঞ্চাছজনে এইবিলাক চব ঘাচ-ঘোচৰ কাৰবাৰ বুলি কৈ ফুৰিবই। এনেকুৱা এটা অৱস্থাত সৎ হৈ থাকিলে আপোনাৰ কি লাভ?

দীনবন্ধু : [খং] সেইটো নক'বা। বিশ্বাস কৰা-নকৰা তোমালোকৰ কথা। কিন্তু সৎ হৈ থাকি কি লাভ সেই প্ৰশ্ন মোক নুসুধিবা। [শান্ত হৈ বহি থাকি পিছত শান্ত সুৰত] কি নাম কৈছিলা? ৰমেশ?

ৰমেশ : হয়।

দীনবন্ধু : ৰমেশ, তুমি আজি একো নতুন কথা কোৱা নাই। শুনি শুনি আমনি লাগিছে কাৰণেহে খং উঠিছে। বহুত দিন শুনিছোঁ। কিন্তু ইমান দিনে সেইবোৰ কথা শুনিও মই— আজিও— আজিও একেখিনি কথাকে কোৱাৰ যোগ্যতা ৰাখি আছোঁ। সৎ কেৰাণী হৈ মৰি যাম, স্বৰ্গলৈ যাম, এই পৃথিবীৰ মানুহৰ আগত নহ'লেও কোনোবা ঈশ্বৰৰ আগত মই বুকু ফিন্দাই থিয় হ'ব পাৰিম,— সেইবোৰ কথাও মই বিশ্বাস নকৰোঁ। কিন্তু মোৰ দুজনী ছোৱালী আছে, সিহঁত মোৰ কাৰণে ঈশ্বৰ। সিহঁত মোৰ কাৰণে মোৰ জীৱনৰ আদালত। সিহঁতৰ আগত মূৰ পোন কৰি ৰাখি মই মৰি যাব খোজোঁ। ঘোচ নাখাওঁ বুলি শপত খাই সিহঁতৰ মাকক মই মৰি যাবলৈ দিব পাৰিলোঁ, [বৈ] এতিয়া তেওঁৰ জীয়েকহঁতৰ আগত মই মৰিব নোৱাৰোঁ। [আন্তিনত চকুপানী মচে] এইটো অফিচত, মোৰ তলৰ মানুহ কোনোবাখিনি পালেগৈ। মোৰ প্ৰমোচন নহ'ল। অবাধ্য, অভদ্ৰ, গোৱাৰ, নিৰ্দয়, অমানবীয় কাৰণে। গতিকে পৃথিবীখন কেনেকৈ চলিছে তোমাতকৈ মই কম জানোনে? [বৈ] তোমাৰ মই উপকাৰ কৰিব নোৱাৰিলোঁ,

অপকাৰো নকৰোঁ, যোৱা—
[ম্লান হাঁহি। দুযো দুযোলৈ চাই, লাগে লাহে অন্ধকাৰ।]

**মঞ্চ ঃ ১**

[দীনবন্ধুৰ আগফালৰ বহা কোঠালি। ৰমেশ দুৱাৰৰ ভিতৰ সোমায়। সেইখিনিতে বৈ কোঠালিটোৰ বস্তু-বাহানিবোৰ চাই আছে। অলপ পিছত বাণী সোমাই আহে।]

বাণী ঃ কাক বিচাৰিছিলি?
ৰমেশ ঃ তেখেতক।
বাণী ঃ দেউতা?
ৰমেশ ঃ হয।
বাণী ঃ বহক। দেউতা ঘৰত নাই।
ৰমেশ ঃ হয নেকি? তেখেতৰ লগত মোৰ অলপ জৰুৰী কথা আছিল।
বাণী ঃ দেউতা টিউচনলৈ গৈছে। আহিবৰ সময হৈছেই, আপুনি যদি অকণমান সময বহে—
ৰমেশ ঃ তেখেত নাই, মই বহি থাকিলে আপোনালোকৰ আমনিহে হ'ব।
বাণী ঃ নাই নাই, একো আমনি নহয।
ৰমেশ ঃ [বহে] তেখেতে টিউচন কৰে নেকি?
বাণী ঃ হয়। ৰাতিপুৱা দুটা আৰু গধূলি দুটা।
ৰমেশ ঃ হয নেকি? অফিচো আছে, কষ্ট নহয় নে তেখেতৰ?
বাণী ঃ কিয নহয? কিন্তু নকৰিলে যে উপায় নাই।
ৰমেশ ঃ কিয?
বাণী ঃ [হাঁহি ভৰভৰাই কৈ] ঘৰ চলাবলৈ পইচা নোহোৱা হয। বহুত পইচা লাগে নহয। বস্তুবিলাকৰ যে ইমান দাম' দেউতাৰ দৰমহাৰ পইচাকেইটাৰে খালী দাইল ভাত খাবলৈকে নাটে। বাইদেউৱে কলেজত পঢ়ে, মই এইবাৰ প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষা দিম। কিতাপতে বহুত পইচা লাগে। বাইদেউকতো দিনে তিনি টকামানকৈ হাতখৰচেই লাগে। মযোতো নিয়ম মতে এতিয়া কলেজত পঢ়িব লাগিছিল। তেতিযাহ'লেতো দেউতাই আৰু এটা টিউচন কৰিব লাগিলহেঁতেন।
ৰমেশ ঃ আপুনি কিয প্ৰাইভেটকৈ মেট্ৰিক দিব?
বাণী ঃ যোৱাবাৰ স্কুলৰ পৰাই মেট্ৰিক দিবলৈ ওলাইছিলোঁ। তাৰ পিছত মোৰ অসুখ হ'ল নহয়। ফাষ্ট ডিভিজন পাব লাগিব, তিনিটাত লেটাৰ পাব লাগিব বুলি পঢ়িয়েই আছিলোঁ, পঢ়িয়েই আছিলোঁ, পঢ়োঁতে পঢ়োঁতে বোলে বেমাৰ হৈ গ'ল।
ৰাণী ঃ [ভিতৰৰ পৰা] বাণী।
বাণী ঃ হাঁ।
ৰাণী ঃ [ভিতৰৰ পৰা] এইফালে আহচোন। [বাণী সোমাই যায়, হঠাতে উভতি আহি এটা চুকৰ পৰা আলোচনী এখন লৈ]
বাণী ঃ আপুনি এইখনকে পঢ়ি থাকক। [সোমাই যায়। অলপ পিছতে ৰাণী ওলাই আহে। ৰমেশে আলোচনীখন লয়, মেলে, চিন্তা কৰে।]
ৰমেশ ঃ [উঠি] নমস্কাৰ।

ৰাণী : নমস্কাৰ। বহক। আপুনি দেউতাক লগ পাবলৈ আহিছে?
ৰমেশ : হয়।
ৰাণী : তাই— মোৰ ভনীজনীয়ে বৰ কথা কয়। এটা কথা সুধিলে লাগ-বান্ধ নোহোৱা দহটামান কথা কয়। আপুনি বেয়া নাপাব।
ৰমেশ : নাই নাই, তেওঁতো তেনেকৈ একো কোৱা নাই। ঘৰ চলাবলৈ টকা-পইচা কম হয়, সেই কথাটোকে কৈছে। মিছা কথা কৈছে জানো?
ৰাণী : নাই কোৱা। কিন্তু আপুনি নতুন মানুহ, দেউতাক লগ পাবলৈ আহিছে, আপোনাকনো সেইবোৰ কথা কিয় ক'ব লাগিছে?
ৰমেশ : সেইটো হ'লে হয়। কিন্তু এই ডাকঘৰৰ এটা কথা মন কৰিছেনে? খটপ্‌কৈ ক'লা মহৰটো মাৰি দিয়াৰ লগে লগে নতুন ডাক টিকটটো পুৰণি হৈ যায়। তেওঁ সেইকেইটা কথা কোৱাৰ কাৰণেই মোৰ তৎক্ষণাত নিজকে পুৰণি মানুহ যেন লাগিছে। আপোনাৰ দেউতাকৰ নিচিনা চাকৰি কৰা বহু মানুহৰ ঘৰলৈ বহু দিন গৈ পাইছোঁ, কিন্তু কাৰো ঘৰত আজিও ইমানকণ পুৰণি হ'ব নোৱাৰিলোঁ। কাৰোবাক বৰচাহাব যেন লাগে, কাৰোবাক ছোটচাহাব যেন লাগে।
ৰাণী : নাই নাই, আমাৰ দেখুৱাবলৈও একো নাই, লুকুৱাবলৈও একো নাই।
ৰমেশ : আপুনি কলেজত পঢ়ে?
ৰাণী : হয়। বি এ পঢ়োঁ। পঢ়া এৰি চাকৰি কৰিব খুজিছিলোঁ— দেউতাই নিদিলে। সেই কাৰণে আবেলি এটা টিউচনকে কৰোঁ। অ' সৌৱা দেউতা আহিছে। [দীন আহে]
দীনবন্ধু : অ' তুমি আহিলা? কেতিয়া আহিলা? থিয় হৈ আছা কিয়? বহা বহা। হেৰি নহয় ৰাণী, চাহ-তাহ কিবা দিলি?
ৰাণী : নাই দিয়া, এই অলপ আগতে আহিছেহে।
দীনবন্ধু : যা ফটকৰে চাহ-চৰবত কিবা এটা দে। মোকো অকণমান দিবি। আজি ৰাজকুমাৰহঁতৰ ঘৰত চাহেই নিদিলে। কনকৰা ছোৱালীজনী কালি ঘৰলৈ গ'ল, ৰাতিপুৱা গোটেই ঘৰখন হুলস্থূল। বহা। [ৰাণী যায়। ৰমেশ বহে] কোৱাচোন কি খবৰ? ঘৰটো কেনেকৈ উলিয়ালা?
ৰমেশ : সুধি সুধি উলিয়ালোঁ। [ৰৈ] মই আপোনাৰ ওচৰত ক্ষমা খুজিবলৈ আহিছোঁ।
দীনবন্ধু : ক্ষমা? কি দোষৰ বাবে।
ৰমেশ : মই কালি আপোনাৰ ওচৰলৈ সেইটো কথা ক'বলৈ যাব নালাগিছিল। মই বৰ কষ্ট পালোঁ। গোটেই নিশা মোৰ টোপনি অহা নাই। মই বৰ ভুল কাম কৰিলোঁ। আপুনি মোক ক্ষমা কৰক। [উঠি দীনৰ ভৰিৰ ফালে হাত নিব খোজে]
দীনবন্ধু : এ কি কৰাহে? বহা। তুমিতো নিজেই কৈছিলা— সংসাৰখন কেনেকৈ চলিছে। তুমি দোষৰ কাম নাই কৰা বুলি মই নকওঁ, কিন্তু তোমাক মই মুকলি মনেৰে ক্ষমা কৰিম। কিয় জানা? ক্ষমা কৰিবলৈ মানুহ পোৱা নাযায় কাৰণে। এনেকুৱা কাম কৰি কোনেও ক্ষমা নোখোজে কাৰণে। পাহৰি যোৱা। [হঠাতে] তুমি কালি ঠিকেই কৈছিলা। ময়ো ৰাতি মাজে মাজে সাৰ পায় তুমি কোৱা কথাখিনিকে ভাবিছিলোঁ। আজি মই বাটৰ ফালৰ সৌ পৰ্দাখন সলাই নতুন পৰ্দা এখন লগাওঁ, বাটেদি যোৱা জাক জাক মানুহে ভাবিব— এই মাহত কেৰাণী বাবুৱে দুপইচা কৰিলে। কিন্তু আঃ, মানুহটোৱে ভাল পৰ্দা এখন লগাইছে— এই বুলি আনন্দ কৰাৰ মনটো মানুহৰ কিয় নোহোৱা হৈ গ'ল? মোৰ ছোৱালীজনী এজ্বাৰ হোৱাৰ পিছত অকলে অকলে টিউচন কৰি ঘৰলৈ ওভতে, মানুহবোৰে কি কয় মোৰ বুজিবলৈ বাকী থাকেনে? চিনেমা হলৰ পৰা আহিছে, হোটেলত চাহ খাই আহিছে, ক'ৰবাত আড্ডা মাৰি

আহিছে? [খং] সেই কাৰণে মই সিহঁতক কওঁ, আৰু দেৰিকৈ আহ্‌, অকলে আহ্‌, কিন্তু কুকুৰহঁতৰ আগেদি মূৰ পোন কৰি আহ্‌। যিদিনা মূৰ তল কৰিবলগীয়া কাম কৰ, সেইদিনা প্ৰথমে মোৰ আগত মূৰ তল কৰিবি। বাচ। [বৈ, শান্ত] বহু দিনৰ মূৰত ক্ষমা খোজা ল'ৰা এজন পাই বৰ আনন্দ পালোঁ। [ৰাণীয়ে চাহ-চৰবত আনে] আনিলি? খোৱা, খোৱা। মই ভিতৰৰ পৰা আহোঁগৈ ৰ'বা। [নিজৰ গিলাচ লৈ যায়]

ৰাণী : খাওক। [ৰমেশে নোলোৱাকৈ ৰৈ থাকে] দেউতাই ডাঙৰ ডাঙৰকৈ কিবা কোৱা শুনিছিলোঁ। আপোনাকে কিবা ক'লে নেকি?

ৰমেশ : নাই, মোক কোৱা নাই, কিন্তু ক'বলগীয়া কাম মযেই কৰিছিলোঁ। মই আপোনাকো কথাখিনি ক'ব খোজোঁ। এবাৰ অলপ সময়ৰ কাৰণে লগ পোৱা হ'লে— [চাই থাকে অন্ধকাৰ। ৰমেশে চৰবত খাই] পাম নে আপোনাক লগ?

ৰাণী : কওকচোন বাৰু কি কথা?

ৰমেশ : কথাবোৰ এতিযাই, এনেকৈ ক'বলৈ মন যোৱা নাই।

ৰাণী : আহিব তেনেহ'লে এসময়ত।

ৰমেশ : ভাল। এতিযা মই আহোঁ।

বাণী : ভাল।

ৰমেশ : তেখেত ওলাই আহোঁতে পলম হ'ব হ'বলা, তেখেতকো ক'ব— মই আকৌ লগ পাম। [হঠাতে বাণী দৌৰি ওলাই আহে। তাই বাটৰ ফালে চাই আহে। চকীত খুন্দা মাৰে।]

ৰাণী : ভাল। [সেইখন বাগৰি পৰে]

ৰাণী : কি হ'ল অ' এইজনীৰ।

বাণী : ছ'ৰী [ৰমেশলৈ চাই]

ৰমেশ : মই আহোঁ।

বাণী : ভাল। এই মোক ধমকি দি ভিতৰ সোমাই থাকিবলৈ ক'লে, তাৰ পিছত নেমু টেঙা চেপিবলৈ ক'লে তাৰ পিছত দেউতাই গা-ধোৱা ঘৰত এবাল্টি পানী দিবলৈ ক'লে, সেই কাৰণে মই আৰু ওলাই আহিবলৈকে নাপালোঁ। বেয়া নাপাব।

ৰমেশ : নাই নাপাওঁ। আকৌ আহিম নহয। তেতিয়া লগ পাম। আহোঁ।

বাণী : ভাল। [ৰমেশ যায]

ৰাণী : তোক মই কিমান বুজাম কচোন। তেনেকৈ কিয দৌৰি আহিছিলি?

বাণী : [বাটলৈ চাই] কিবা এটা চাবলৈ। [অকণ আগবাঢ়ি পুনঃ উভতি] আহিছে। তোকো দেখুৱাম ৰ'বি। [বিপুল আহে। নতুন পাঞ্জাবী পিন্ধি আহিছে] [বাযেকক] দেখিছ?

ৰাণী : কি?

বাণী : দেখা নাই?

ৰাণী : কিনো খুলি নক'ব কিয়? খালী চকু টিপিয়াই থাকে।

বাণী : [বিপুলক] এইটো নতুন পাঞ্জাবী নহয়?

বিপুল : [হাঁহি] নাই— নতুন মানে?

বাণী : কি নাই নতুন মানে? তোমাৰ বাহিৰত পিন্ধিব পৰা পাঞ্জাবী দুটা বুলি কোৱা নাছিলা? মই দেখা নাই? তই দেখা নাই? এটা ক্ৰীম কালাৰৰ, এটা পাতল নীলা? মই মানে খিৰিকীয়েদি দেখিলোঁ বুইছ? দেখি ভাবিলোঁ— বিপুল দাদা হয় নে নহয়? বিপুল দাদাৰতো এনেকুৱা

পাঞ্জাবী নাই। অইন কোনোবা নেকি? ইমান একে? সেই কাৰণে ভালকৈ চাবলৈ দৌৰি আহিছিলোঁ। হিঃ হিঃ হিঃ।

ৰাণী : হেই এইজনী! বিপুল বহাচোন। [গিলাচ-প্লেট লৈ যায]

বাণী : [কংকালত হাত দি] বটিয়া লাগিছে।

বিপুল : হেই! নতুন পাঞ্জাবী এটাৰ কাৰণে ইমান চিঞৰ-বাখৰ কৰে নেকি?

বাণী : কিয নকৰিম? এবছৰৰ মূৰত এটা নতুন চোলা ল'বা— চিঞৰ-বাখৰ নকৰিম? [মুখ কোঁচাই] সেই দুইটাকে দেখি দেখি আমনি লাগি গৈছিল একেবাৰে।

। : এতিয়াৰ পৰা তেনেহ'লে অকল এইটোকে পিন্ধি থাকিম ৰ'বা।

বাণী : পিন্ধিবা, খালী ঘাম ঘাম গোন্ধালে সেইটো পিন্ধি ৰিহাৰ্ছেল কৰিবলৈ নাহিবা। ঘাম ঘাম গোন্ধালে— ছিঃ ওৱাক? অ' হেৰি নহয়, এতিয়া ৰিহাৰ্ছেল কৰিবা নেকি?

বিপুল : কৰিব পাৰিলে ভাল আছিল। আবেলি টিউচনৰ বাহিৰেও মোৰ এটা কাম আছিল।

বাণী : ৰ'বা তেনেহ'লে। মই সুধি আহোঁ— দেউতা ঘৰত থাকে নে বাইদেউ ঘৰত থাকে। যদি কোনোবা এটা ঘৰত থাকে, তেনেহ'লে এতিয়াই ৰিহাৰ্ছেলটো কৰি ল'ম হঁা?

বিপুল : কিয়? কোনো নাথাকিলে হ'বলা আমি ৰিহাৰ্ছেল কৰিব নোৱাৰোঁ?

বাণী : ভাল কথা কৈছা? মৰিবলৈ দিছা? সেইঘৰ দেখিছা? একেবাৰে এনেকৈ দূৰবীণ পোনাই থাকে। ৰ'বা সুধি আহোঁ। [দৌৰ মাৰে। বিপুল বহি থাকে মেগাজিন চাই। অলপ পিছত পাটী এখন লৈ বাণী আহে]

হ'ব। দেউতা ঘৰতে থাকিব। এইখন পাৰা। [পাটীখন বিপুলৰ হাতত দি দৌৰ মাৰে। বিপুলে তাইলৈ এবাৰ চাই পাটীখন সন্মুখত পাৰে। অলপ পিছতে বাণীয়ে দুয়ো হাতেৰে তবলা আনি পাটীৰ ওপৰত থয।]

: বহা।

বিপুল : কালি কি হ'ল জানা?

বাণী : কি হ'ল?

বিপুল : খুৰাই মোৰ ইণ্টাৰভিউ ল'লে।

বাণী : কোন খুৰাই?

বিপুল : তোমাৰ দেউতাৰাই।

বাণী : দেউতাই? ইণ্টাৰভিউ ল'লে? কিহৰ ইণ্টাৰভিউ?

বিপুল : জানো।

বাণী : দেউতাইতৰ অফিচত কিবা চাকৰি ওলাইছে নেকি? ওলালেও, চাকৰি পালেও, নকৰিবা।

বিপুল : কিয়?

বাণী : সেইটো অফিচত তোমাৰ কেতিয়াও প্ৰমোচন নহয়। [দৌৰ মাৰে। বিপুল বহে। অলপ পিছতে বাণীয়ে মুখেৰে গানৰ বহীখন কামুৰি দুয়ো হাতেৰে হাৰমণিয়ামখন আনে। বহে। বহী মেলে।]

বিপুল : খুৰাই বাৰু কিয়—

বাণী : [ওঁঠত আঙুলি দি] আৰু কথা নাই। ৰিহাৰ্ছেলৰ সময়ত নৌ টকিং।
[তাই হাৰমণিয়াম বজায়। লাহে লাহে অন্ধকাৰ।]

মঞ্চ ঃ ২

[সন্ধিয়া। বাটেদি ৰাণী আৰু ৰমেশে খোজ কাঢ়ি আহি আছে। সন্মুখত ৰয়হি। হাৰমণিয়াম-তবলাৰ সংগীত।]

ৰাণী : আপুনি যিমান চিন্তা কৰিছে, আচলতে কথাটো সিমান চিন্তা কৰিবলগীয়া নহয় হ'বলা। দেউতাইতো কৈছেই— তেখেতে আপোনাক ক্ষমা কৰিছে। আৰু আপুনিতো নিজেই দেখিছে— আপোনাৰ প্ৰতি তেখেতে কোনো বেয়া ভাব ৰখা নাই।

ৰমেশ : দেখাততো ঠিকেই লাগিছে, কিন্তু তেখেতৰ মনৰ ভিতৰত—

ৰাণী : মনৰ ভিতৰৰ কথাও ধৰিবলৈ গ'লে দেখোন লেঠাই নিছিগিব। দেউতাৰ মনৰ ভিতৰত কি আছে, ময়োতো নাজানো।

ৰমেশ : কিন্তু আপুনি মোতকৈ অন্ততঃ বেছি জানিব। সেই কাৰণে মই অনুৰোধ কৰিছোঁ— আপুনি যিকোনো উপায়েৰে তেখেতৰ মনৰ পৰা মোৰ প্ৰতি থকা বেয়া ভাব, যদি এতিয়াও আছে, নাইকিয়া কৰি দিয়ক। আপোনাৰ ওচৰত মোৰ সেইটোৱেই অনুৰোধ। মই সঁচা কথা কওঁ, নিজৰ কাৰণে, লোকৰ কাৰণে— এনেকুৱা কাম মই আগতেও কৰিছোঁ— এইবোৰ কেনেকুৱা কাম এবাৰো ভাবি চোৱা নাই। বেয়া কাম বুলি কেতিয়াও মনলৈ অহাই নাই। ধৰি লৈছিলোঁ সংসাৰখন এনেকৈয়ে চলিছে। কিন্তু এই মানুহজনে যে মোৰ এনেকৈ চকু মুকলি কৰি দিলে। মই যেন একেবাৰে ধূলিৰ লগত মিহলি গৈ গ'লোঁ।

ৰাণী : ভালেইহে হ'ল। গোটেই জীৱনলৈ আপোনাৰ এটা উপকাৰ কৰা হ'ল। আপুনি যদি নিজে অন্তৰৰ ভিতৰৰ পৰা এইবোৰ কথা বিশ্বাস কৰিছে, তেনেহ'লে কোনে আপোনাৰ কথা কি ভাবি থাকিল, সেই বিলাকৰ লগত আপোনাৰ কি সম্পৰ্ক?

ৰমেশ : তথাপি।

[অন্ধকাৰ]

মঞ্চ : ১

[ক্ষীণ পোহৰ। বেলেগ ঠাইত বহি বাণীযে গান গাইছে, বিপুলে তবলা বজাইছে।]

মঞ্চ : ২

[আবেলি। বননিত বহি ৰাণী আৰু ৰমেশে কথা পাতি আছে। গানটো চলি আছে।]

মঞ্চ : ১

[বাণীযে গান গাইছে। বিপুলে তবলা বজাইছে।]

মঞ্চ : ২

[নৈৰ পাৰ। সূৰ্য ডুবিছে। ৰাণী আৰু ৰমেশ বহি আছে। ছিকুৰেল্স। গানটো চলি আছে।]

মঞ্চ : ১

[বেলেগ ঠাইত বাণীয়ে গান গাইছে। অকলে। গানৰ শেষত পোহৰ বাঢ়ে। বাটৰ ফালৰ পৰা দীনবন্ধু সোমাই আহে।]

দীনবন্ধু : এই ৰাণীয়ে দেখোন বৰ পলম কৰিছে অ'।
বাণী : আহিব এতিয়া। টিউচনত চাগৈ কিবা কথাত পলম হৈছে।
দীনবন্ধু : মই যাওঁ নেকি আগবাঢ়ি?
বাণী : নাই নালাগে দেউতা।
দীনবন্ধু : আজিকালি তাই প্ৰায়েই পলম কৰে। এইটোতো ভাল কথা নহয়। কিবা কাম থাকিলে, কিবা লেঠা থাকিলে আগতে ক'ব লাগে। মই সদায় সদায় পদূলিমুখত অহা-যোৱা কৰি থাকিম— এইটো কি কথা!
বাণী : দেউতা।
দীনবন্ধু : হুঁ?
বাণী : মই—
দীনবন্ধু : কি হ'ল?
বাণী : মই আপোনাক এটা কথা কওঁ।
দীনবন্ধু : ক'। কি কথা?
বাণী : আপুনি কিন্তু খং নকৰিব।
দীনবন্ধু : কি কথা কচোন।
বাণী : তাৰ মানে আপুনি খং কৰিব।
দীনবন্ধু : খং কৰিবলগীয়া কথা হ'লেতো কৰিমেই আৰু এতিয়া তই নোকোৱাকৈ থাকিলে খং নকৰিম বুলি ভাবিছ নেকি?
বাণী : আপুনি সকলো কথা খুলি ক'বলৈ কয় কাৰণেহে কৈছোঁ। ৰাণী বাইদেউৰ যে কেতিয়াবা পলম হয়—
দীনবন্ধু : কি হ'ল? ৰ'লি কিয়?
বাণী : তাই মাজে মাজে ৰমেশ দাদাক লগ পায়।
দীনবন্ধু : লগ পায় মানে? এতিয়া যে তাই ঘৰলৈ অহা নাই, তাই এতিয়া ৰমেশৰ লগত ঘূৰি ফুৰিছে নেকি?
বাণী : ঘূৰি ফুৰা নাই, এনেয়ে হয়তো কথা-চথা পাতিছে।
দীনবন্ধু : কি কথা পাতিছে? কথা পাতিবৰ হ'লে ঘৰত বহি কথা পাতিব নোৱাৰে?
বাণী : সেয়া, কৈছিলোঁ নহয়— আপুনি খং কৰিব বুলি? সকলো কথা খুলি ক'বলৈ ক'ব,— ক'লে আকৌ—
দীনবন্ধু : কিডাল খুলি কৈছ? [বৈ] আচল কথা ক'। হৈছে কি? একো নুলুকুৱাবি।
বাণী : [তলমূৰ কৰে]
দীনবন্ধু : মই অকলশৰীয়া মানুহ। তহঁত দুজনীৰ বাহিৰে মোক তহঁতৰ আচল কথা কওঁতা কোনো নাই। লোকৰ কথা মই নুশুনো। ক', কথাটো কি?
বাণী : তাই— ৰাণী বাইদেউৱে এদিন কৈছিল, দেউতাৰতো আমাৰ কাৰণে চিন্তা হৈছেই। কিমান কষ্টেৰে দেউতাই আমাক ডাঙৰ কৰিছে। এতিয়া যদি দেউতাই আমাক বিয়া-চিয়া দিয়াৰ কাৰণেও চিন্তা কৰিবলগীয়া হয় তেন্তে বৰ দুখৰ কথা হ'ব। দেউতাই মনত কষ্ট নোপোৱাকৈ যদি মই নিজে দেউতাক সহায় কৰিব পাৰোঁ—
দীনবন্ধু : কি সহায় কৰিব তাই?
বাণী : তাই কৈছিল— ৰমেশ দাদা বৰ ভাল ল'ৰা। মনটো ভাল, স্বভাৱ ভাল— [নিস্তব্ধ। দীনাই

লাহে লাহে খোজ কাঢ়ি এঠাইত ৰৈ, ওচৰলৈ আহি] মযো মন কৰিছোঁ দেউতা— ৰমেশ দাদা বৰ ভাল ল'ৰা। মোক যদি আপুনি ৰাণী বাইদেউৰ কাৰণে ল'ৰা এটা বিচাৰিবলৈ ক'লেহেঁতেন, তেনেহ'লে মই ৰমেশ দাদাৰ নিচিনা ল'ৰাকে বিচাৰিলোঁহেঁতেন। [নিস্তব্ধ]

দীনবন্ধু : [অলপ পিছত] মই এতিয়া কাক সোধোঁ? কাৰ পৰামৰ্শ লওঁ? মোৰ ডাঙৰ ছোৱালীৰ জীৱন-মৰণৰ কথা। [ৰৈ] ঠিকেই, মই একো কৰিব পৰা নাই কাৰণে তাই নিজেই নিজৰ বাট বিচাৰি ফুৰিছিল।

বাণী : নহয় দেউতা, তাই বিচাৰি ফুৰা নাই, আপুনিতো নিজেই জানে ৰমেশ দাদাক তাই কেতিয়া কেনেকৈ লগ পাইছিল। তাৰ পিছত সিহঁতে চাগৈ লাহে লাহে ইটোৱে সিটোক বুজিছে।

দীনবন্ধু : মই তোকো সুধিছোঁ— তয়োতো বুজা হৈছ— কথাটো ভাল হ'বনে? তই ভাল পাবিনে? এনেকুৱা এটা ঘটনা ঘটিলে তাই সুখী হ'বনে?

বাণী : তাইতো সুখী হ'ব বুলি ভাবিযেই মনে মনে আগবাঢ়ি আছে।

দীনবন্ধু : কিন্তু মইনো ল'ৰাটোক কিমান চিনি পাওঁ। একেবাৰে ভুল নকৰা মানুহ পাবলৈ নাই, সেই কাৰণে যি নিজৰ ভুল বুজি নিজকে শুধৰাই, তেনেকুৱা মানুহকে ভাল লাগে। সেই ফালৰ পৰা সি ভাল ল'ৰা। কিন্তু তাৰ বাহিৰেতো মই আৰু একো নাজানো।

বাণী : তাকে কৈছোঁ, আপুনি বাকীখিনিৰ খবৰ লওক। আপুনি কিবা বেয়া দেখিলে তাইতো আপোনাৰ কথা মানিবই।

দীনবন্ধু : আৰু তাই কিবা এটা ভাল দেখিলে মযোতো মানিব লাগিব।

বাণী : লাগিবতো। [দুয়ো বাহিৰলৈ চাই। ৰাণী আহে]

দীনবন্ধু : [ধমকি] ইমান পলম কৰিলি কিয়? ক'ত কি কৰি আছিলি? ক'লৈ গৈছিলি?

ৰাণী : অ' আই! আজিনো আকৌ কি হ'ল? আহি পাওঁতেই দেখোন একেবাৰে খাওঁ খাওঁকৈ ধৰিছে।

দীনবন্ধু : এতিয়া কেই বাজিল খবৰ আছে নে নাই? কিয ইমান পলম হ'ল?

ৰাণী : আজি— ৰমেশ দাদা যে— তেওঁৰ লগত অলপ দৰকাৰী কথা পাতিছিলোঁ।

দীনবন্ধু : কি কথা?

ৰাণী : আপোনাক ক'বলগীযা কথা। ৰাতি ভাত খাওঁতে ক'ম, হ'ব? [নিস্তব্ধ। সকলোৱে চোৱা-চুই কৰি থাকে।]

দীনবন্ধু : ধৰ্ম বৰদেউতাৰক মাতি আন। তেৰোঁ ইয়াতে ভাত খাব। এইবিলাক কথা অকলে শুনিব নোৱাৰোঁ। [ওলাই যায়। বাণীযে হাৰমণিয়াম সামৰে। তবলাযোৰ চকীৰ ওপৰত থয। পাটীখন পোন কৰে। কামৰ মাজত কথা চলি থাকে।]

ৰাণী : দেউতাই আজি কিয় এনে কৰিছে? [ৰৈ] বাণী?

বাণী : ৰমেশ দাদাৰ কথা ওলাইছিল।

ৰাণী : কেনেকৈ?

বাণী : মই ক'লোঁ।

ৰাণী : কিয় ক'লি?

বাণী : কোনোবাইতো এদিন নহয় এদিন ক'বই লাগিব। আৰু আজিকালি তই যিমান বেছি দেৰি কৰিবলৈ লৈছ, সেই দিনটো নিজে নিজে আগুৱাই আহিল। আৰু তইতো নিজেই জান, কথাটো দেউতাৰ কাণত প্ৰথমতে মযেই পেলাব লাগিব।

ৰাণী : দেউতাই কি কৈছে?

বাণী : মোক কি কৈছে, সেইটোতো ডাঙৰ কথা নহয়। তোক কি কয় সেইটোৱে ডাঙৰ কথা। নিজ কাণে শুনিবি। [তবলাযোৰ লৈ সোমাই যায়। ৰাণী থিয় হৈ থাকে।]

### দৃশ্য : ২

[ৰমেশৰ দেউতাক অৰবিন্দ দত্তৰ ঘৰৰ বহা কোঠালি। দীনবন্ধু, ধৰ্মকান্ত আৰু অৰবিন্দ। অৰবিন্দই সৌৰৰণীৰ নিচিনা কাগজ এখন চাই থাকে। সৰু ছোৱালী এজনীয়ে চাহ খোৱা কাপ-প্লেটবোৰ ট্ৰে এখনত গোটাই লৈ যায়। অৰবিন্দই কাগজখন ডাঙৰ লেফাফা এটাত ভৰাই থয়।]

ধৰ্মকান্ত : ৰাহি-যোৰাৰ বিষয়ে পণ্ডিত বাপুৱে ভালেই কৈছে, কি কয়?

দত্ত : ওঁ ভালেই কৈছে।

ধৰ্মকান্ত : ক'ৰবাত কিবা খুঁত থাকিলেও, তাৰ বিধানো আছে নহয়। আৰু শতকৰা এশ ভাগ্যো ক'ত মিলে? মিলিলেওনো কি লাভ? কাগজে-পত্ৰই ৰাজযোগ বুলি লিখি দিয়া যোৰাও দেখিছোঁ নহয়, দিন নাই ৰাতি নাই খকা-খুন্দা, চিঞৰ-বাখৰ, মাৰ-পিট, গিৰীযেক আছে গৈ বিহাৰত, ল'ৰা-ছোৱালী আছেগৈ দাৰ্জিলিঙত, ঘৈণীয়েক আছেগৈ বাপেকৰ ঘৰত, গোটেই পৰিয়ালটো যে পৃথিবীত জীয়াই আছে, সেযাই ৰাজযোৰা আৰু। হিঃ হিঃ হিঃ ।

দত্ত : ময়ো এইবোৰ কাগজ-পাতিৰ ওপৰত বৰ বেছি গুৰুত্ব দিয়া মানুহ নহওঁ ডাঙৰীয়াসকল। আৰু [উঠি] — ডাঙৰ কথাটো হ'ল পণ্ডিত বাপুৰ এই কাগজ-পাতিলৈ বাট চালে কোনে? কাগজ-পাতিয়ে না কৰিলেও আমাৰ ইফাল-সিফাল কৰিবলৈ কিমান উপায় থাকিল? যাক লৈ এইবোৰ কাগজ-পাতি, তেওঁলোকতো কোনোবাখিনি পালেগৈয়ে। থাকক! মই এতিয়া কাকো দোষ নিদিওঁ। মোৰ দুটা কথা। প্ৰথম কথা মোৰ ছাগলী ভাল হ'লে কিয় লোকৰ বাৰীত সোমাবগৈ? আৰু দ্বিতীয় কথা, আপুনি যদি বাৰীখন ভালকৈ জেওৰা দি ৰাখেই, তেনেহ'লে বাহিৰৰ ছাগলী সোমাই কোনফালে?

ধৰ্মকান্ত : সেই কাৰণে এতিয়া বাহিৰা ছাগলী, লোকৰ বাৰী বুলি নধৰি, নিজৰে ছাগলী, নিজৰে বাৰী বুলি ধৰিলেই লেঠা মৰে।

দত্ত : ঘৰৰে ছাগলী, বাৰীৰে ঘাঁহ— ৰাহি-যোৰা নাহে নহয়। বাৰু সেইবোৰ বাদ। মোৰ কথা শুনক ডাঙৰীয়াসকল, আমাৰ পৰিয়ালৰ খবৰ আপোনালোকে কিমান কি লৈছে, মই নাজানো। কিন্তু সামান্য হ'লেও আভাস এটা দিয়াটো দৰকাৰ। মোৰ ককাদেউতা ৰায়চাহাব খিতাপ খোৱা মানুহ। দেউতাই হাতীত উঠি ৰায়তৰ খবৰ কৰিবলৈ গৈছিল আৰু আহোঁতে দুইনলীয়া বন্দুকেৰে ইমান একোটা পহু মাৰি হাতীৰ পিঠিত তুলি আনিছিল। এতিয়া অৱশ্যে সেই ৰামো নাই, অযোধ্যাও নাই।

ধৰ্মকান্ত : নাই, পহুৰেই নাই। সেইদিনা আমাৰে চিনাকি এজনে অট'মেটিক ৰাইফল আৰু দুখন জীপ লৈ পহু মাৰিবলৈ গ'ল। আহোঁতে ওৰাঙৰ পৰা দুই কেজি খাছি মাংস কিনি লৈ আনিছে।

দত্ত : এৰা। সেই ৰামো নাই অযোধ্যাও নাই। কিন্তু তথাপি, বিয়া-বাৰুৰ ক্ষেত্ৰত আমি এটা মৰ্যাদা ৰক্ষা কৰি চলিছোঁ। মোৰ ডাঙৰ ল'ৰাই বিবেকানন্দ চৌধুৰীৰ পৰিয়ালৰ ছোৱালী বিয়া কৰাইছে। ইয়াৰ— ৰমেশৰ কাৰণেও যে মই কিছুমান কথা ভবা নাছিলোঁ, সেইটো নহয় কিন্তু সিতো মোক ভবাৰ বাহিৰে আৰু একো কৰাৰ বাট নাৰাখিলে? কিন্তু এটা কথা ঠিক— সি মোৰ ল'ৰা, মই শিক্ষা-দীক্ষা দি তাক ডাঙৰ কৰিছোঁ, সেই কাৰণে তাৰ ইচ্ছাক মই সন্মান কৰিম। তাৰ বিচাৰ-বুদ্ধিক, তাৰ ভালপোৱা-বেয়াপোৱাক ৰেছপেক্ট কৰিম। শ্ৰদ্ধা কৰিম।

কিন্তু আপোনাৰ প্ৰতি মোৰ এটা অনুৰোধ আছে।

দীনবন্ধু : কওক।

দত্ত : বিয়াখন কিন্তু সমাজৰ চকুত আমাৰ পৰিয়ালৰ বিয়াৰ নিচিনাই হ'ব লাগিব। আমি যেন মূৰ তুলি সমাজক ক'ব পাৰোঁ— মোৰ ল'ৰাৰ বিয়া এইবাৰো মৰ্যাদা ৰক্ষা কৰি পাতিছোঁ।

দীনবন্ধু : মই পিছে বিয়াখন সাধাৰণভাৱে পাতিবলৈহে মন কৰিছোঁ।

দত্ত : সেইটো আপোনাৰ কথা। আপুনি আপোনাৰ তাত কি কৰে, সেইটো আপোনাৰ সমাজে দেখিব। কিন্তু মোৰ সমাজৰ— মোৰ মানুহখিনিৰ চকুত যেন মই সৰু নহওঁ, আপুনি তালৈ চকু ৰাখিব। এইটো কথাত কিন্তু মই কমপ্ৰমাইজ নকৰোঁ।

দীনবন্ধু : [উঠি] মানে?

দত্ত : মানে ধৰি লওক— এই গহনা-গাঁঠৰি, ডাঙৰ ল'ৰাৰ বিয়াত মই দুই ছে'ট গহনা দিছিলোঁ— চাৰি ছে'ট পাইছিলোঁ। গোটেই চহৰখনৰ মানুহক বুকু ফিন্দাই দেখুৱাব পাৰিছিলোঁ— চোৱা আমাৰ বোৱাৰীৰ কাণ্ড। বৰযাত্ৰী হৈ মোৰ লগত দহজন সমাজৰ মানুহ যাব,— আপোনাৰ চোতালৰ ৰভাতলত বহি যেন তেওঁলোকে গৰ্বেৰে ক'ব পাৰে— দেখিছা— সৌটো লোহাৰ আলমাৰি, সৌটো চিলাই-কল, সৌৱা ডাইনিং ছে'ট— [নিস্তব্ধ] বিয়াৰ পিছদিনাৰে পৰা গোটেই টাউনখনৰ মানুহবোৰেই ভিতৰখনত পিন পিনাই ফুৰিবহি। খুঁটিয়াই খুঁটিয়াই চাব— বোৱাৰীয়ে কি আনিলে—! সেইবোৰ মানুহৰ আগত গৰ্বৰ হাঁহি মাৰি— আপোনাৰ সন্মান, আমাৰ সন্মান, আপোনাৰ ছোৱালীৰ সন্মান বজাই ৰাখিব পাৰিব লাগিব নহয় জানো?

দীনবন্ধু : [লাহে লাহে বহি] চাওঁ বাৰু কি কৰিব পাৰোঁ। মই গৈযে খবৰ পঠাম।

দত্ত : আপুনি গৈয়েই খবৰ পঠাব নালাগে। মই এখন চিঠি— মানে ধৰি লওক এখন তালিকা পঠাম— সেইখন পোৱাৰ পিছত উত্তৰ দিলেও হ'ব।

দীনবন্ধু : ভাল বাৰু, আজিলৈ আহোঁ।

দত্ত : ভাল। [দীন যায়। ধৰ্ম অলপ পিছত ঘপকৈ উঠি মাত-বোল নলগোৱাকৈ গুচি যায। ৰমেশ ভিতৰৰ পৰা আহে]

: মাৰক মাতচোন।

ৰমেশ : নালাগে। মই মাক ইয়ালৈ আহিবলৈ মানা কৰি থৈ আহিছোঁ। আপোনাৰ লগত মোৰ অলপ কথা আছে।

দত্ত : কি কথা?

ৰমেশ : আপুনি তেখেতলৈ কিহৰ তালিকা পঠাম বুলি ভাবিছে?

দত্ত : তই তেনেহ'লে কথাবোৰ শুনি আছিলি?

ৰমেশ : আছিলোঁ।

দত্ত : আগৰ কথাবোৰো শুনি আছিলি?

ৰমেশ : আছিলোঁ।

দত্ত : তেনেহ'লে বুজিছই কিহৰ তালিকা।

ৰমেশ : লোহাৰ আলমাৰি, চিলাই-কল?

দত্ত : অ।

ৰমেশ : ৰেফ্ৰিজেৰেটৰ? টিভি?

দত্ত : অ। [নিস্তব্ধ]

ৰমেশ : আপুনি বেপাৰ কৰিবলৈ ওলাইছে নেকি?

দত্ত : বেপাৰ মানে?

ৰমেশ : মোৰ বিয়া পতাৰ নামত আপুনি মোক বেচিবলৈ ওলাইছে নেকি?

দত্ত : তাৰ মানে তই তোৰ দাম সিমান বুলিয়েই ভাব? কইনাজনীয়ে লগত অনা বস্তুখিনিৰেই তোৰ দাম উঠি যাব? তোৰ শহুৰৰ গোটেই সংসাৰখন তুলি আনিলেও তোক খুওৱা গাখীৰখিনিৰ দাম ওলাই নে নোলায় ঠিক নাই।

ৰমেশ : আপোনাৰ মনটো কিয় এনেকুৱা হ'ল দেউতা? আপোনাৰ মুখখন—

দত্ত : কেনেকুৱা হ'ল? নীচ হ'ল? লেতেৰা হ'ল? তই কিমান ওপৰলৈ উঠি, কিমান চাফা হৈ থাকি আজি মোক এই অৱস্থাত পেলালি ক'ব পাৰ? লাজ নালাগে তোৰ? অঁ, মোৰ কথা চাফা। অজস্ৰ টকা-পইচা খৰচ কৰি তোক ডাঙৰ কৰিছোঁ। এতিয়া আৰু এজনী মানুহ গোটেই জীৱনলৈ পুহিম। এজনী ছোৱালীক তেওঁলোকে গোটেই জীৱনলৈ উলিয়াই দি চাফা হোৱা আৰু এজনী মানুহক আমি চপাই আনি পোহ-পাল দিয়া একে কথা? ইমানৰ পিছতো তোৰ শোৱা কোঠালিত দেউতাৰৰ পইচাৰে টেলিভিজন লগাবি?

ৰমেশ : মোৰ পইচাৰে লগাম। আপোনাক মই সেইবোৰ খোজা নাই নহয়। আপুনি লোকক কিয় খুজিব?

দত্ত : আৰু বাপেৰৰ ধাৰ কিহেৰে মাৰিবি? দুমাহৰ মূৰত 'পূজনীয় দেউতা, সেৱা ল'ব'— এইবুলি চিঠি এখন লিখিবি? মোৰ লগত সেইবোৰ নচলিব। মই ল'ৰা ডাঙৰ কৰি দিছোঁ, তেওঁলোকে ঘৰ পাতি দিব লাগিব। শুদা হাতেৰে আহি মানুহ এজনীয়ে পিনপিনাই ফুৰিলে নহ'ব। ঘৰ ভৰিব লাগিব—।

ৰমেশ : কাৰ ঘৰ? মোৰ ঘৰ নে আপোনাৰ ঘৰ?

দত্ত : কি? মোৰ ঘৰ, তোৰ ঘৰ বুলি দুখন ঘৰৰ কথা ভাবিব পৰা হ'লিয়েই? কাৰণ মন্ত্ৰ পৰিলেই নেকি?

ৰমেশ : মোৰ কাৰো মন্ত্ৰ শুনাৰ প্ৰয়োজন নাই। মই এজনী মানুহেৰে ঘৰ পাতিব পাৰোঁ, কিন্তু ঘৰ ভৰোৱা বস্তুৰ লিষ্ট পঠিয়াই নিজকে অপমান কৰিব নোৱাৰোঁ। দৰকাৰ হ'লে মই গছৰ তলৰ পৰা বিয়া পাতিম, গছৰ তলতে ঘৰ পাতিম।

দত্ত : সেইটো কাম বান্দৰে কৰে। বান্দৰে কৰিব পাৰে— কাৰণ সিহঁতৰ কাৰণে পিতৃ-মাতৃৰ আশীৰ্বাদ বোলা বস্তু এটা নাই। পিতৃ-মাতৃৰ প্ৰতি কৃতজ্ঞতা বোলা বস্তু এটাৰ লগত সিহঁতৰ সম্পৰ্ক নাই। তয়ো, শুনি থ',— মানুহ এজনী তয়ো পাবি। কিন্তু মোক হেৰুৱাবি। আৰু সেই মানুহজনীৰ কাৰণেইতো মোৰ বুকুত এইকুৰা জুই জ্বলিব। গতিকে চাই থাকিবি— সেই জুইৰ তাপৰ পৰা তাই এদিনো আঁতৰি থাকিব নোৱাৰিব—

ৰমেশ : দেউতা!

দত্ত : যদি তই মোৰ ইচ্ছাৰ বিৰুদ্ধে যাব।
[দুয়ো ৰৈ থাকে। আন্ধাৰ।]

### দৃশ্য : ১

[দীনবন্ধুৰ ঘৰৰ বহা কোঠালি। বিপুল আৰু বাণী মনে মনে বহি আছে। অলপ পিছত ৰাণী আহে।]

ৰাণী : বাণী, ভাত দিছোঁ আহ।

বাণী : দেউতা আহিল জানো?

ৰাণী : দেউতাই বোলে ভাত নাখায়।
বাণী : কিয়?
ৰাণী : গাটো বোলে ভাল লগা নাই। খাবলৈও মন যোৱা নাই।
বাণী : দেউতা ক'ত আছে?
ৰাণী : ধৰ্ম বৰদেউতাৰ ঘৰত। বৰদেউতাই কৈছে— তইঁতে খাগে। দেউতাৰৰ বন্দবস্ত মই কৰিম। আহা, বিপুল।
বিপুল : মই?
ৰাণী : তুমিও আজি ইয়াতে খাই যোৱা। কিয় বাণী? তই বিপুলক কোৱা নাই?
বাণী : নাই কোৱা। পাহৰিলোঁ।
ৰাণী : [অলপ পিছত] নুঠ কিয়? বাণী। [উত্তেজিত] মই দোষ কৰিলোঁ কাৰণে এতিয়া চব কথাতে মই তইঁতক খোচামতি কৰি থাকিব লাগিব নেকি? মই কৈছোঁ নহয় মোৰ কথা আৰু তইঁতে ভাবিব নালাগে বুলি!
বাণী : তই নালাগে বুলি ক'লেই হ'ব নেকি?
বাণী : তইঁতৰ যি মন যায় কৰি থাক। মোক খালী আমনি নকৰিবি। ৰাদ্ধি-বাঢি থৈছোঁ, খাই-বৈ মোক আজৰি কৰি দে। তাৰ পিছত যি কৰ কৰি থাক। বুইছা বিপুল, তুমিতো সকলো কথা শুনিছাই। দেউতাই কৈছিল— কেতিয়াবা যদি মূৰ তল কৰিবলগীয়া কাম কৰ, তেনেহ'লে প্ৰথমতে মোৰ আগত মূৰ তল কৰিবি। মই অলপ পলম কৰিলোঁ, কিন্তু মই দেউতাৰ অবাধ্য হোৱা নাছিলোঁ। কিন্তু দেউতাই যে আজি এনেকৈ মূৰ তল কৰিবলগীয়া হ'ব, মই কেনেকৈ জানো— তুমিয়েই কোৱাচোন।
বিপুল : সেই কাৰণে তোমাক কোনেও দোষ দিয়া নাই নহয়।
ৰাণী : মুখ ফুটাই দোষ নিদিলেও ঘৰখনৰ সকলোৰে দুখতো হৈছে। মই যদি তেনেকৈ আগুবাই নগ'লোঁহেঁতেন, তেনেহ'লে আজিতো দেউতাৰ ভাত খাবলৈ মন নোযোৱা নহয। কিমান দিন আমি দুজনীযে ঠেহ পাতি ভাত নোখোৱাকৈ আছোঁ, দেউতাই আমাক ঠেহ ভাঙি ভাত খুৱাইছে। কিন্তু দেউতাৰতো কেতিয়াও ভাত খাবলৈ মন নোযোৱা হোৱা নাছিল। [চাদৰেৰে চকুপানী মচে]
বিপুল : চোৱা ৰাণী, মই আচলতে একেবাৰে বাহিৰা মানুহ। কেনেকৈ যে তোমালোকৰ ইমানবোৰ কথা মই জানিবলৈ পাওঁ, তাকে ভাবি আচৰিত হওঁ। কেতিয়াবা নিজকে পাকঘৰৰ বাৰাণ্ডালৈকে অহা ঘৰচিৰিকা চৰাই যেনো লাগে। আৰু এতিয়া লাহে লাহে মোৰ ভয়ো লাগি আহিছে। কিন্তু তথাপি কওঁ— এতিয়ালৈকে তুমি যি কৰিছা— তাৰ লগত তোমাৰ মনৰ সম্পৰ্ক আছে। তোমাৰ মনক কষ্ট দিয়াৰ সময়, তোমাৰ মনক অসন্মান কৰাৰ সময় এতিয়াও হোৱা নাই। এতিয়াহে চিলাই-কল, লোহাৰ আলমাৰিৰ কথা ওলাইছে। কিন্তু আৰম্ভটো হৈছিল ক'ত? তোমালোক দুযোৰে মনৰ মাজত নহয় জানো?
ৰাণী : নক'বা আৰু সেইবোৰ কথা। মই চব পাহৰি যাম।
বিপুল : পাৰিবা?
ৰাণী : পাৰিম? পাৰিবই লাগিব। এনেকুৱা সংসাৰত জন্ম লোৱা মানুহৰ এই ভালপোৱা-চালপোৱাৰ নিচিনা কিছুমান কামে শোভা নাপায়। সেইটো কথা আগতে নুবুজি ভুল কৰিলোঁ যেতিয়া এতিয়া মই কষ্ট খাবই লাগিব। আৰু সেই কাৰণে তোমালোককো কৈছোঁ— সাবধান হ'বা, ভৰি মাটিত লগাই ৰাখিবা। আলাসত চাং নাপাতিবা।

বাণী : এটাইসোপাকে একেলগে সাঙুৰিছ কিয়? এটা এটাকৈ চিজিল লগাই ল'চোন।

ৰাণী : মোৰ বেয়া লাগিছে কিয় জানা বিপুল? মই বাৰু তেওঁলোকৰ ঘৰখন দেখাও নাই কাকো চিনিও নাপাওঁ, কিন্তু তেওঁতো আমাক সকলোকে চিনি পায়। তেওঁতো এইখিনিতে বহি-শুনি গৈছে— দেউতাই দুবেলা দুটা টিউচন নকৰিলে ঘৰ নচলে বুলি? তেওঁতো জন্মৰে পৰা তেওঁৰ দেউতাককো দেখি আহিছে! তেনেহ'লে কিয় তেওঁ মোক ইমানবোৰ কথাৰ সামান্য আভাস এটাও নিদিলে? সামান্য আভাস পোৱা হ'লেও মইতো নিজৰ বাট নিজে ঠিক কৰি ল'লোঁহেঁতেন।

বিপুল : এইবোৰ প্ৰশ্নৰ উত্তৰ ৰমেশ দাদাইহে দিব পাৰিব। মইতো বাৰে বাৰে কৈয়েই আছোঁ— আমিতো ৰমেশ দাদাৰ মুখৰ পৰা একো শুনা নাই। আমি তেওঁৰ কথালৈ বাট নাচাওঁ কিয়?

ৰাণী : কিমান দিন বাট চাবা? নতুন কিবা ক'বলগীয়া থকা হ'লেতো তেওঁ কেতিয়াবাই দৌৰা-দৌৰি— এইখিনি ওলালহেঁতেন। কিয় তেওঁ অহা নাই? যি সময়ত তেওঁ মোৰ ওচৰৰ পৰা আঁতৰ হ'ব নালাগিছিল, সেই সময়ত তেওঁৰ দেখাদেখিয়েই নাই কিয়?

বিপুল : তুমি যদি কোৱা, মই তেওঁক বিচাৰি তোমাৰ ওচৰলৈ লৈ আহোঁ?

ৰাণী : নালাগে। মই এতিয়া তেওঁৰ মুখামুখি হ'ব নোখোজোঁ। কিন্তু তুমি যদি লগ পোৱা তেনেহ'লে সুধিবা— মই এতিয়া কি কৰিম? ছোৱালী জন্ম দিছিল যেতিয়া যেয়ে যি বিচাৰিছে সকলো দি দেউতাক দায়িত্ব পালন কৰিবলৈ ক'ম, নে যেতিয়ালৈকে মই নিজৰ উপাৰ্জনৰ টকাৰে তেওঁলোকৰ লিষ্টৰ বস্তুখিনি গোটাব নোৱাৰোঁ, তেতিয়ালৈকে তেওঁক বাট চাবলৈকে ক'ম? সুধিবা? [ওলাই যায়। কিছু সময় নিস্তব্ধ। বাণী বিপুলৰ ওচৰলৈ গৈ]

বাণী : বিপুলদা।

বিপুল : কোৱা।

বাণী : ৰাণী বাইদেউৱে ছোৱালী জন্ম দিয়া দেউতাকৰ দায়িত্বৰ কথা ক'লে শুনিলা?

বিপুল : তেওঁ খঙতে কৈছে।

বাণী : কিন্তু কথাটোতো সঁচা। ইমান ডাঙৰ ঘৰ এখনত এজনী ছোৱালী থাল। [illegible] তাই নিজেই দেখোন শান্তি নাপাব। সদায় মূৰ তল কৰি থাকিব নালাগিব জানো?

বিপুল : লাগিব। মানুহজনীহে ডাঙৰ— টকা-পইচা, সোণ-ৰূপ এইবোৰ ডাঙৰ নহয় নহয়— এনেকুৱা ধৰণৰ শুনিবলৈ ভাল লগা কথা মই বিশ্বাস নকৰোঁ। মই মানুহ চিনি পাবলৈ, সমাজ চিনি পাবলৈ আৰম্ভ কৰিছোঁ। মই ভুক্তভোগী। সেই কাৰণেই মোৰ বেছি চিন্তা হৈছে।

বাণী : আৰু মই জানো, দেউতাইতো কেতিয়াও দায়িত্ব পালন নকৰাকৈ নাথাকে। মৰি-হজি— যিমান যি পাৰে দেউতাই কৰিবই। কিন্তু লিষ্টখন? লিষ্টখন যদি বৰ ডাঙৰ হয়? দেউতাই জানিবা কিবা এটা কৰিলেই, কিন্তু ৰাণী বাইদেৱে জানো সহ্য কৰিব পাৰিব? তাই জানো অপমান নাপাব?

বিপুল : পাব।

বাণী : তেনেহ'লে? তুমিতো জানাই, দেউতা বৰ জেদী মানুহ। দেউতাই কি কৰে বুজাই টান। তুমি এবাৰ ৰমেশ দাদাক লগ নধৰা কিয়? কথাবোৰ খোলাখুলিকৈ নাপাতা কিয়? [বৈ] আহা ভাত খাওঁগৈ। [দুয়ো সোমায় যায়। শব্দ শুনি বাণীয়ে চাই উভতে]
কোন? আহকচোন। [ল'ৰা এটা আহে] কাক বিচাৰিছে?

ল'ৰা : এইখন চিঠি— ৰমেশ দাদাই ৰাণী বাইদেউক দিবলৈ কৈছে।

বাণী : ভাল, মই দি দিম।

লʼৰা : মই আহোঁ। [লʼৰাটো যায়]

বাণী : [চিঠি চাই] ৰাণী বাইদেউ।

ৰাণী : [ভিতৰৰ পৰা] কি হʼল?

বাণী : চাওঁ এইফালে আহচোন [ৰাণী আহে] এইখন। লʼৰা এটাৰ হাতত ৰমেশ দাদাই দি পঠাইছে।

ৰাণী : [খং] কিয় ৰাখিলি তই? তয়ে পঢ়। [যায]

বাণী : শুনচোন। অনবৰত খং কৰি থাকিলেই হʼব নেকি? চাচোন কি লিখিছে। [ৰাণীয়ে থাপ মাৰি লয়। লেফাফা ফালি পঢ়ে। পঢ়ি দলিযাই দি যাব খোজে]

বাণী : শুনচোন, কি হʼল?

ৰাণী : কাইলৈ টিউচনৰ পৰা আহোঁতে বাটত লগ পাব লাগে। এতিয়াও ঘৰলৈ আহি কথা পতাৰ সাহ নহʼল দেখিলি?
[যায়। ৰাণীয়ে চিঠিখন বুটলি, ঠিক কৰি জাপে। অন্ধকাৰ।]

## মঞ্চ : ২

[নৈৰ পাৰ। বিপুল আৰু ৰমেশ]

বিপুল : এনেকুৱা সময়ত আপুনিয়েই যদি সাহস নেদেখুৱাই তেনেহʼলে কোনে দেখুৱাব? ৰাণীয়ে? চাওক দাদা, মই এতিয়াও সেইখন ঘৰৰ কাৰণে বাহিৰা মনুহ। অন্ততঃ আপুনি যিমান ভিতৰৰ, মই সিমান ভিতৰৰ মানুহ নহওঁ। তথাপি মই খং কৰিছোঁ— এজনী সহজ-সৰল ছোৱালীৰ স্বাৰ্থত, এজন সৎ, সাধাৰণ মানুহৰ স্বাৰ্থত। নিয়ম মতে আজি আপুনি সেই মানুহ ঘৰৰ ওচৰত থিয় হৈ গোটেই পৃথিৱীখনৰ ওচৰত খং কৰিব লাগিছিল। কিন্তু কিয় আপুনি এনেকৈ আঁতৰি ফুৰিছে? আপুনি যেন আজি ৰাণীলৈ ভয়হে কৰিছে!

ৰমেশ : নহয় নহয় বিপুল, ভয় মই কৰিছোঁ, কিন্তু ৰাণীলৈ নাই কৰা। কৰিছোঁ খুৰাদেউলৈ। কিমান লাজ লগা ঘটনাৰ মাজেৰে তেখেতৰ লগত পৰিচয়। তুমি বিশ্বাস কৰা, সেই অপৰাধৰ প্ৰায়শ্চিত্তৰ চিন্তায়েই লাহে লাহে মোক ৰাণীৰ ওচৰলৈ চপাই নিছিল। আৰু শেষত চোৱা, আকৌ কিমান লাজ লগা ঘটনা ঘটিছে! মই কেনেকৈ তেখেতৰ মুখামুখি হওঁ কোৱা?

বিপুল : কিন্তু এই সময়ত আপোনাৰ দু-আষাৰ কথা ৰাণীৰ কাৰণে বৰ প্ৰয়োজনীয় আছিল।

ৰমেশ : জানো, কিন্তু এইকেইদিন মই কʼৰবাত বহি ৰং চাই থকা নাই। যুদ্ধ কৰি কৰি মই ভাগৰি পৰিছোঁ। একেবাৰে অকলশৰীয়া হৈ পৰিছোঁ। একোবাৰ ভাবোঁ— যুদ্ধত যদি জিকিব নোৱাৰোঁ, তেনেহʼলে হাৰি পলাই যাওঁ। চিৰদিনৰ কাৰণে সেইখন ঘৰৰ পৰা, সেইটো পৰিয়ালৰ পৰা, সেইখন সমাজৰ পৰা আঁতৰি আহোঁ— কিন্তু কথাবোৰ যে ইমান জটিল! মই আঁতৰি আহিলে কি হʼব জানা বিপুল?

বিপুল : কওক।

ৰমেশ : ৰাণীৰ বৰ ক্ষতি হʼব। মানুহে মোক একো নকয়, কিন্তু সকলো গ্লানি, সকলো অভিশাপ গোটেই জীৱনলৈ মূৰ পাতি লৈ ফুৰিব লাগিব ৰাণীয়ে। অসহ্য! আমি হালেতো কোনো এটা দ্বীপত গৈ অকলে সংসাৰ পাতিব নোৱাৰোঁ। ময়েতো অকলে ৰাণীৰ জীৱনৰ সকলো আশা-আকাংক্ষা পূৰণ কৰিব নোৱাৰোঁ। এদিন হয়তো তেৱেঁই আক্ষেপ কৰিব— মোৰ শাহু কʼত? শহুৰ কʼত? সমাজ কʼত? মই তেনেকুৱা এটা অৱস্থা হʼবলৈ দিব নোখোজোঁ বিপুল।

বিপুল : কিন্তু ইমান ধন-সম্পত্তিৰ মালিক হৈও আপোনাৰ দেউতাকে কিয়—

ৰমেশ : মই যিমানে যুদ্ধ কৰিছোঁ, সিমানেই দেউতাৰ জিদ বাঢ়ি গৈছে। আচলতে দেউতাই মোৰ ওপৰত প্ৰতিশোধ ল'ব খোজে। মোৰ দোষ— মই কিয় এনে এটা কাম কৰিবলৈ আগবাঢ়িলোঁ? লোভ দেউতাৰ আছে, কিন্তু এতিয়া তেখেতে সেই লোভক বিয়াখন ভঙাৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছে। তেখেতে ধৰি লৈছে— সেই অস্ত্ৰৰ আগত আত্মসন্মান থকা দৰিদ্ৰ কেৰাণী এজন কেতিয়াও তিষ্ঠিব নোৱাৰে।

বিপুল : আমিও খুৰাৰ সন্মানত কেতিয়াও আঘাত পৰিবলৈ নিদিলোঁহেঁতেন, কিন্তু এজনী ছোৱালীৰ মনটো নষ্ট হৈ যোৱাটো বৰ দুখৰ কথা। গাটো নষ্ট হৈ যোৱাতকৈও দুখৰ কথা।

ৰমেশ : ঠিক কৈছা। আৰু সেই কাৰণেই বিপুল মই প্ৰতিজ্ঞা কৰিছোঁ— যাৰ মন মই নষ্ট কৰিছোঁ, সেইজনী ছোৱালীৰ বাহিৰে মই কাকো, কাকো বিয়া নকৰাওঁ। [বৈ] বিশ্বাস কৰা। [বৈ] এইখন চোৱা দেউতাৰ তালিকা থকা চিঠি। বাটৰ পৰা কাঢ়ি আনি মোৰ হাতত থৈ দিছোঁ। মই মাত্ৰ এটা উপায় বিচাৰি পাইছোঁ বিপুল। তুমি মোক সহায় কৰা। এই সকলো বস্তু মই দিম, দেউতা সেইবোৰৰ মাজত সোমাই থাকিব, কিন্তু আমি আমাৰ বাট বিচাৰি ল'ম, ৰাণীক ভুলতো সেইবোৰ চুবলৈও নিদিওঁ। খুৰাইত মান্তি হ'বনে? তুমি তেখেতসকলক মান্তি কৰাই দিবানে?

[বিপুলৰ হাতত ধৰি বৈ যায়। অন্ধকাৰ]

## মঞ্চ : ১

[দীনবন্ধুৰ ঘৰৰ আগফালৰ কোঠা। দীন আৰু ৰাণী]

দীনবন্ধু : নালাগে। ওঁ। ভাল কথা কৈছে। মই এতিয়া জোঁৱাইৰ পৰা বস্তু লৈ ছোৱালীৰ লগত যৌতুক দিম? দৰকাৰ নাই। মই ইমান সৰু নহওঁ। পিছে ওঁ,— তাৰ এটা কথা ময়ো মানিছোঁ। বুইছ ৰাণী, তাইক ক'বি, লিষ্ট চাই যিবোৰ বস্তু দিম, তাৰ লগতে লিষ্টিখনো দিম। সেইবোৰ তাইৰ শহুৰেকে বিচাৰিছে— শহুৰেকক দিছোঁ— তাই যেন সেইবোৰ নোচোৱে।

ৰাণী : কিন্তু দেউতা—

দীনবন্ধু : কি হ'ল?

ৰাণী : বিয়াখন নৌহওঁতেই এইবোৰ দুইখন ঘৰৰ মাজত কাজিয়া হৈছে নেকি? এনেকুৱা হ'লে দেখোন সিহঁতৰ সুখেই নহ'ব।

দীনবন্ধু : নাই নাই, ৰাণী। তই ঠিক কৈছ। মই কাজিয়া হ'বলৈ নিদিওঁ। ইয়াত কাজিয়াৰ কিটো আছে? মই নিজে আকৌ তেওঁলোকৰ ঘৰলৈ যাম। গৈ ক'ম— আপুনি নো কি লিষ্টিখন দিলে? মই এনেয়ে ভয় খাইছিলোঁ। সেইকেইটা বস্তুতো মই তাইৰ লগত এনেয়েও দিলোঁহেঁতেন। মাক নোহোৱা ছোৱালী, মযেই তাইক ডাঙৰ কৰিছোঁ। ডাঙৰ কৰোঁতে বৰ সুখ দিব নোৱাৰিলোঁ, এতিয়া উলিয়াই দিবৰ সময়ত সেইকেইটা বস্তু মই তাইৰ লগত নিদিম নে? আৰুনো মই তাইক কেতিয়া কি দিবলৈ পাম?— এইবুলি ক'ম, কৈ দুয়ো হাতেৰে বিয়েৰ হাত দুখন মুঠি মাৰি ধৰিম, ধৰি হাঁহিম।— নহয় জানো? [ৰাণীয়ে আঁচলেৰে চকু ঢাকি কান্দে] তোৰ আকৌ কি হ'ল? হেই পাগলী, তই কান্দিছ কিয়? মই তহঁতক কথাবোৰ খুলি কোৱা নাই নহয়, সেই কাৰণে তহঁতে বহুত কথা বুজা নাই। তহঁত দুজনী ডাঙৰ হৈ আহিছ, মই ইমানদিনে চকু মুদি বহি আছোঁ বুলি ভাবিছ নে কি? নে তহঁতক সদায় এনেকৈ ঘৰতে বহুৱাই ৰাখিম বুলি ভাবিছ? মই বহুত যোগাৰ কৰি থৈছোঁ বুজিছ? মানে— সিহঁত দুটাৰ

মৰম-চেনেহৰ মাজত আকৌ বস্তু-বাহানিৰ কথা ওলাল কিয়— সেই ভাবিহে প্ৰথমতে মনটো অলপ বেয়া লাগিছিল, এনেয়ে, মই ৰায় চাহাবৰ লিষ্টিক কেযাৰ কৰোঁ নেকি? হেই! নাম নাজানো ৰায় চাহাবৰ লিষ্টিৰ' যা, তই এনেকুৱা নকৰিবি। বায়েৰৰ বিয়া, তযেই গোটেইখন চম্ভালিব লাগিব। এতিয়াৰ পৰা চাৰিওফালে চকু দি, চুক-কোণ মাৰি কাম কৰিবলৈ ল'। যা। [ভিতৰৰ পৰা ধৰ্ম, বিপুল আহে। বাণী যায়।]

চালানে তোমালোকে ঠাইডোখৰ? আহল-বহলেই হ'ব কি কোৱা? [ধৰ্ম মনে মনে থাকে। বিপুল থিয় হৈ থাকে]

[ধৰ্মক] তিৰোতা মানুহৰ ৰভাখন সেইফালে দীঘলীয়াকৈ দিলে তামোল দুজোপামান কটা যাব নেকি? নে মতা-তিৰোতাৰ ৰভা এইফালেই একেলগে কৰোঁ? হুঁ? কি দেখিলা, কি ঠিক কৰিলা কোৱাচোন?

ধৰ্ম : [গেঙেৰি] এ আমি ৰভাৰ ঠাই চোৱা নাই হে। অইন কথা পাতিছোঁ।

দীনবন্ধু : এ হয় নেকি? মই আকৌ তোমালোকে ৰভাৰ ঠাই চাই আছিলা বুলিহে ভাবিছিলোঁ।

বিপুল : ৰভা-চভাৰ কাম সময়ত হৈ থাকিব খুৰা। সময় আছে নহয়?

দীনবন্ধু : [ধমকি] ক'ৰ সময় আছে হে? নাই, নাই মই শেষ সময়ত হুৰ-মাৰ লগোৱাটো ভাল নাপাওঁ। আগৰে পৰা শান্তিৰে কামবোৰ চিজিল লগাব লাগে।

ধৰ্ম : বিযা আহিলেই তেনেহ'লে?

দীনবন্ধু : আহিলতো।

ধৰ্ম : বলে পাৰিবা?

দীনবন্ধু : পাৰিমতো! কিয় নোৱাৰিম? এইটো কামেই যদি বলে নোৱাৰোঁ, তেনেহ'লে বলে পাৰিবলৈ জীৱনত কিটো কাম থাকিল?

বলভদ্ৰ : [বাহিৰৰ পৰা] দীনবন্ধু আছানে?

দীনবন্ধু : কোন? [দুৱাৰমুখলৈ গৈ] অ' আপোনালোক? আহক সোমাই আহক। [বলো আৰু হলিৰাম সোমাই আহে। দুযো বেছি বুঢ়া] বহক।

হলিৰাম : হ'ব হ'ব। [দুযো বহে]

ধৰ্ম : বোলো কোনফালেনো আহিল?

বলোভদ্ৰ : এই ইযালৈকে আহিলোঁ। দীনবন্ধুৱে ছোৱালীৰ বিযা পাতিছে বোলে?

ধৰ্ম : বিযা খাবলৈকে আহিল নেকি?

বলোভদ্ৰ : খুৱালেতো খাওঁৱেই। [লগৰজনক] নে কি কোৱা?

হলিৰাম : এৰা! কিবা এটা যাচিলে অনাদৰ কৰিম কিয়?

দীনবন্ধু : [ভিতৰলৈ] আই বাণী, বাণী—

বাণী : [ভিতৰত] দেউতা।

দীনবন্ধু : এইফালে তামোল দিবিচোন।

বলোভদ্ৰ : খুন্দনা আছে জানো? বাৰু হ'ব, পাতলকৈ চকলিযাই দিলেও হ'ব।

দীনবন্ধু : [ভিতৰলৈ] তামোল চকলিযাই আনিবি বুজিছ?

ধৰ্ম : আপোনালোক তজবজীয়া হৈযে আছে, দেখিলে গোটা তামোল চোবাই খাব পাৰিব যেনেই লাগে।

হলিৰাম : নাই বোপাই। বাকীবোৰ যেন-তেন, দাঁতকেইটাহে ৰাখিব নোৱাৰিলোঁ।

বলোভদ্ৰ : তথাপি তিনি পুৰুষৰ বিযা খালোঁ দিযাচোন।

ধৰ্ম : আপোনালোক অৱতাৰী পুৰুষ। যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত। সাক্ষাৎ ঈশ্বৰ?

বলোভদ্ৰ : নাই নাই বোপাই, তেনেকৈ কিয় কোৱা? কোনোবা জন্মৰ পুণ্যৰ ফলত, তেৰাৰ কৃপাত জীৱনটো ধৰি আছোঁ আৰু। বাৰু কোৱাচোন দীনবন্ধু, কেনে আয়োজন, কেনেকৈ কি কৰিব খুজিছা?

দীনবন্ধু : [গৰ্ব] ভাল, ভাল আয়োজন কৰিছোঁ। দিয়া-থোৱা, খোৱা-বোৱা, সোধা-পোছা— ক'তো যেন অকণো খুঁত নাথাকে, কথাবোৰ তেনেকৈয়ে ভাবিছোঁ।

হলিৰাম : বৰ সন্তোষৰ কথা। এযাহে ছোৱালীৰ বাপেকৰ নিচিনা কথা! কিছুমানে আকৌ কথাটো সুধিলেই— চাওঁচোন, কি কৰিব পাৰোঁ, হেন হে তেনহে বুলি মেওঁ মেওঁ কৰি থাকে।

বলোভদ্ৰ : এ আমাৰ দীনবন্ধু তেনেকুৱা নহয় দিয়া। [দীনক] চাবা, ৰাইজৰ কথা, সমাজৰ কথা, ৰাইজে যাতে সন্তোষ পায়।

দীনবন্ধু : সেইটো আৰু মোক ক'বই নালাগে ডাঙৰীয়াসকল। মোৰ ছোৱালীৰ জন্ম-মৃত্যু-বিবাহ-- এই তিনিটাৰ ভিতৰত দেখদেখকৈ কোনটোৰ ওপৰত মোৰ হাত আছে? এই বিবাহৰ ওপৰত। এই দিনটো তাইৰ জীৱনলৈ এবাৰহে আহিব।

দুয়ো : ঠিক ঠিক।

দীনবন্ধু : তাইৰ বিয়াখন যোৱাৰ পিছত ৰাইজে আৰু একো নোখোৱাকৈ থাকিবনে? খাব। পিছে এই নামটো— 'দীনবন্ধুৱে ছোৱালীৰ বিয়াত বেচ খুৱালে দিয়া'— এই নামটোহে আচল কথা, নহয় জানো ডাঙৰীয়াসকল।

বলোভদ্ৰ : ঠিক কৈছা। তুমি আমাৰ মনৰ কথাকে কৈছা।

দীনবন্ধু : মোৰ মনত আছে ডাঙৰীয়াসকল, মোৰ বিয়াত ৰছগোল্লাৰ ছাইজটো সৰু আছিল। এইবাৰ মই সেই ভুল নকৰোঁ। লক্ষ্মণ সিং মিঠাইৱালাৰ তাত স্পেছিয়েল অৰ্ডাৰ দি ইমান একোটা ৰছগোল্লা বনোৱাম, তাৰ ছাইজেই চাব নে সোৱাদেই চাব।— হ'বনে ডাঙৰীয়াসকল?

বলোভদ্ৰ : এ সিমাননো কিয় কৰিব লাগিছে? [বটাত তামোল লৈ বাণী আহে]

হলিৰাম : থোৱা আই, এইখিনিতে থোৱা। এওঁ সৰুজনী নহয়নে?

দীনবন্ধু : হয়।

বলোভদ্ৰ : বৰ এজনী হ'ল। একেখন ৰভাতে এওঁৰো এটা দিহা লগোৱা হ'লেই ভাল আছিল যেন পাওঁ। নে কি কোৱা?

হলিৰাম : এৰা। [বাণী যায়]

দীনবন্ধু : হ'ব হ'ব। আপোনালোক কেৱল ভালে-কুশলে থাকক, সকলো হ'ব। তাই আকৌ নুমলীয়া জী নহয়, তাইৰ বিয়াখন আৰু ডাঙৰকৈ, আৰু ধুমধামকৈ পাতিব নালাগিব জানো? [ধৰ্ম উঠি বাহিৰলৈ যাব খোজে]
তুমি যোৱা নেকি?

ধৰ্ম : [চকুলৈ চাই গুচি যায]

বলোভদ্ৰ : [তামোল খাই] আমিও উঠোঁ। নে কি কোৱা?

হলিৰাম : বলো। [উঠে]

বলোভদ্ৰ : খবৰ-বাতৰিবোৰ ভালেই লাগিল দিয়া দীনবন্ধু। আজিলৈ আহোঁ। আছোঁ যেতিয়া আমি খা-খবৰ লৈয়েই থাকিম দিয়াচোন।

দীনবন্ধু : আহিব। [দুয়ো যায়। বিপুল ভিতৰৰ পৰা আহে।]

বিপুল : খুৰা?

দীনবন্ধু : হুঁ?

বিপুল : আপুনি মানুহকেইজনক সেইবোৰ কথা কিয় ক'লে?

দীনবন্ধু : মই নোকোৱা হ'লে তেওঁলোকে ক'লেহেঁতেন। কথাবোৰ চমু কৰি দিলোঁ।

বিপুল : আপুনি এনেয়ে ক'লে যদি একো কথা নাই। কিন্তু এইবোৰ কথা আপুনি ছিৰিয়াছলী নক'ব খুৰা। নিজকে অনাহকত কষ্ট দিয়াও বেয়া, লুকুৱাবলৈ চেষ্টা কৰাও বেয়া। [দীনই স্থিৰ দৃষ্টিৰে বিপুললৈ চায়]
আপোনাৰ তুলনাত মই একো দেখা নাই, একো নাজানো। কিন্তু তথাপি কওঁ— এইবোৰৰ কোনো অৰ্থ নাই। এওঁলোকক আপুনি কেতিয়াও সন্তুষ্ট কৰিব নোৱাৰে। সন্তুষ্ট কৰিবলৈ চেষ্টা কৰি লাভ নাই। যিখিনি নকৰিলে নহয়, ঠিক সেইখিনি কৰি ৰাণীক উলিয়াই দিয়ক খুৰা।

দীনবন্ধু : [মুখামুখি হৈ] মই প্ৰত্যেকটো কথা ছিৰিয়াছলী কৈছোঁ। ৰাণী— ৰাণীৰ নিচিনাকৈ ওলাই যাব।
[লাহে লাহে অন্ধকাৰ। বেণ্ডপাৰ্টীৰ বিয়াৰ সুৰ। উৰুলি আদি। Casting music– repeat অলপ সময় দুযোখন মঞ্চ অন্ধকাৰ। তাৰ পিছত লাহে লাহে মঞ্চ ২ নংত Spot।]

### মঞ্চ ঃ ২

ধৰ্ম : মানুহটোৰ জিদ হৈছিল। আমি ইমান ক'লোঁ— আমাৰ কথা নুশুনিলে। কিছুমান কাম আমাক লুকুৱাইযো কঁৰিলে। বৰ ডাঙৰকৈ বিয়া পাতিলে। কিন্তু তাৰ পিছত আৰু কি লুকুৱাব? বিযাৰ ৰভাইনো কেইদিন ৰ'দ-বৰষুণৰ পৰা চোতালখন ৰক্ষা কৰে? কথাটো তেনেকুৱাই। এইবাৰ যে ৰভাখন আঁতৰিল— তাৰ পিছত ৰ'দৰ প্ৰকোপেই চাব নে ধুমুহা-বৰষুণৰ প্ৰকোপেই চাব। প্ৰভিডেণ্ট ফাণ্ড, গ্ৰেচুইটিৰ যিমান টকা কোনোবা এদিন পাব, সেই সকলোখিনিৰে মাৰ যোৱাকৈ ধাৰ কৰিলে। মই নিজে ধাৰলৈ আনি দিছোঁ দহ হাজাৰ টকা। মনে নসহিলে। নহ'লে মানুহটো কাবুলীৰ ওচৰলৈ গ'লহেঁতেন। তাৰ পিছত মানুহটোৱে শপত খাইছে— জীযেক-জোঁৱাযেকৰ পইচাৰে হেনো তামোল এখনো নাখায। সৰু ছোৱালীজনীক বিয়া বুলি দিযা কাপোৰ দুযোৰ যদি আজি ফাটে, কাইলৈ তাইৰ ওলাবলৈ কাপোৰ নোহোৱা হ'ব। অলপ দিনৰ আগতে বিপুলে চাকৰি এটা পাইছে। কেতিযাবা সি মনে মনে সৰু ছোৱালীজনীৰ হাতত অলপ পইচা দিযে, বাপেকক গান গাই পোৱা পইচা বুলি কৈ তাই তাৰে ৰুটী কিনে, চাহপাত কিনে। এতিয়াতো সিহঁতহালৰো বিযাৰ বয়স হ'ল। সিহঁতহালে ভুলতো মানুহটোৰ আগত সেইবোৰ কথা নুলিযাই। কিন্তু মানুহটোৱে নভবাকৈ আছেনে?
[লাহে লাহে অন্ধকাৰ]

### মঞ্চ ঃ ১

[দীননাথৰ ঘৰৰ শোৱা কোঠা। ৰাতি। বাণীয়ে কিতাপ পঢ়ি আছে। দীনই অকলশৰে বহি আছে। সংগীত। অলপ পিছত।]

দীনবন্ধু : বাণী— [বাণীয়ে মূৰ তোলে] মোৰ কেনেকুৱা লাগে জান? এনেকুৱা লাগে— যেন মই তোক ৰখি আছোঁ, তই মোক ৰখি আছ। কিন্তু এতিয়া আৰু এনেকৈ ইটোৱে-সিটোক ৰখি থাকিব নাপায। আচলতে মোৰ স্বাৰ্থতহে তোক ধৰি ৰখাৰ নিচিনা হৈছে।

বাণী : আজি আকৌ সেইবোৰ কথা ক'বলৈ কি হ'ল? মোক তেনেকুৱা কথা নক'ব।

দীনবন্ধু : আজি নকে কেতিয়া ক'বি? আজি আজিকৈ বহু দিন পাৰ হৈ গ'ল। কথাবোৰ বৰ গণ্ডগোলীয়া বুজিছ? মোক ভাত ৰান্ধি খুৱাবলৈ তোক ৰাখি থৈছোঁ, সেইটো বেয়া কথা। কিন্তু তোক বিদায় দিবলৈও মোৰ শক্তি নাই, ঘৰতে ৰাখি খুৱাবলৈও শক্তি নাই। কথাবোৰ বৰ গণ্ডগোলীয়া।

বাণী : হ'ব আৰু, মনে মনে থাকক।

দীনবন্ধু : আচলতে মই হাৰিলোঁ বুজিছ? এসময়ত ভাবিছিলোঁ— জিদ, দম্ভ, অহংকাৰ এইবোৰ মোৰ নিজৰ সম্পত্তি। এইবোৰ নাথাকিলে মানুহ দুৰ্বল হয়। কিন্তু মোৰ নিচিনা মানুহৰ গাত এইবোৰ বস্তুৱেই শোভা নাপায়। তাইৰ— ৰাণীৰ মৰমৰ সন্মান ৰক্ষা কৰিবলৈ মই বলিয়া হৈ গৈছিলোঁ, কিন্তু তেতিয়া তোৰ কথা মই পাহৰি যাব নালাগিছিল। মই এতিয়া ইমান খালী হৈ গ'লোঁ। তোক মই পঠিয়াওঁ কেনেকৈ?

বাণী : মোক পঠিওৱাৰ কথা চিন্তা কৰিব নালাগে।

দীনবন্ধু : কিন্তু তোক ৰাখো কেনেকৈ? তই বেয়া নাপাবি বাণী। কিন্তু তই আজি মোৰ ওচৰত থকা মানে মোৰ জীৱনৰ অপমানহে মোৰ ওচৰত থিয় হৈ থকা। [ৰৈ] মই তহঁতৰ পৰা বহুত কথা লুকুৱালোঁ বাণী। গোটেই জীৱনটোত উশাহ নাপালোঁ। আজি মই কাৰোবাক কাৰোবাক পইচা দিবলৈ আছে, কিন্তু এই ধাৰৰ ভিতৰত এটা টকা হ'লেও মোৰ নিজৰ বিয়াখনৰে ধাৰৰ টকা সোমাই আছে। তহঁতৰ পৰা লুকুৱালেও মই নিজৰ পৰা কথাবোৰ লুকুৱাব নালাগিছিল।

[ইখন মঞ্চলৈ ওলাই যায়]

মঞ্চ : ২

[Black Screen, এখন কাঠৰ চকী, এখন মেজ। বিপুল। দীন।]

দীনবন্ধু : বহু কথা লুকুৱালোঁ বিপুল। এই দুৰ্বল দেহাৰে টলৌ-টলৌকৈ ঘূৰি ল'ৰা এটা যোগাৰ কৰাৰ দুশ্চিন্তাৰ পৰা তাই মোক ৰেহাই দিছে। ৰাণীয়েও দিছিল। নিদিব কিয়? সিহঁত বুজা ছোৱালী। ৰাণীক কেনেকৈ উলিয়াই দিলোঁ দেখিলা। কিন্তু এইক মই তোমাৰ হাতত কেনেকৈ গতাই দিওঁ? তাইৰো কপালৰ সোঁমাজত এটা ৰঙা ফোঁট থাকিব— ডিঙি, হাত, কাণ সকলোতে সোণৰ মাজৰ পৰা বাখৰবোৰে তিৰবিৰাই থাকিব। এসময়ত তাই মোক সেৱা কৰিবলৈ আহিব। সেৱা কৰিবলৈ গৈ তাই মোৰ ভৰিতে বাগৰি পৰি যাব। তাইৰ বিয়া বুলি ময়ো এটা নতুন পাঞ্জাবী চোলা পিন্ধিম। সেই চোলাৰ আস্তিনত মই চকুপানী মচিম। সেই সময়ত দূৰত বেণ্ডপাৰ্টীয়ে বজোৱা সুৰতো বৰ দুখৰ যেন শুনা যাব। ৰাণীৰ কাৰণেও মোৰ এইবোৰ কল্পনা। কিন্তু জানা বিপুল, মোৰ নিজৰ বিয়াৰ বেণ্ডপাৰ্টীৰ সুৰটোৰ কথা মনত পৰিলেও আজি এনেকুৱা লাগে যেন মোৰ জীৱনটোৰ ছালখন চেলাই লৈ তাৰে মানুহবোৰে এটা ঢোল সাজিলে— আৰু অতি নিষ্ঠুৰ হাতেৰে দিনে-নিশাই সেই ঢোলটো বজাই থাকিল। মোৰ আত্মীয়-কুটুম, বন্ধু-বান্ধৱইঁতে মোক কাগজেৰে মেৰিয়াই পোন্ধৰখন শৰাই উপহাৰ দি গ'ল। সেই শৰাইৰে দুৰ্ভাগ্যৰ বাহিৰে মই কাকো আদৰিবলৈ নাপালোঁ। [ৰৈ] থিয়েটাৰ। গান-বাজনা, ঢোল-ডগৰ, ৰছগোল্লা, মিঠাইৰে থিয়েটাৰ। বিপুল— এনেকুৱা এখন থিয়েটাৰ আকৌ নাপাতিলে নহয়নে?

[চাই থাকি চকীখনতে বহে। বিপুল ইখন মঞ্চলৈ ওলাই যায়।]

মঞ্চ ঃ ১

[দীনবন্ধুৰ শোৱা কোঠা। বিপুল। বাণী।]

বাণী ঃ আমাৰ বিয়াখনৰ কাৰণে তুমি চাগে বৰ কষ্ট কৰি পইচা গোটাইছা নহয়?

বিপুল ঃ গোটাইছিলোঁ।

বাণী ঃ এই পইচাখিনি গোটাবলৈ তুমি চাগে বহুত চখ বাদ দিছা নহয়? জীৱনত বিয়া এবাৰহে আহে? মনৰ চখ পূৰাই বিয়াখন পাতিবলৈ চাগে বহুত কথা চিন্তা কৰিছা নহয়? কিন্তু বিপুল—

বিপুল ঃ কোৱা—

বাণী ঃ ইমান কষ্ট কৰি যিবোৰ চখ বাদ দিছা, বিয়াৰ পিছত সেইবোৰ চখ উভতি অহাৰ বাট থাকিবনে? দেউতাই কৈছে— তেখেতৰ হেনো আজিলৈকে চখ বাদ দিওঁতেই গ'ল। এতিয়া হেনো তেখেতৰ কেৱল এটাহে চখ আছেগৈ— [তলমূৰ কৰে]

বিপুল ঃ কি?

বাণী ঃ আমাৰ বিয়াখন নেদেখাৰ চখ। [নিস্তব্ধ]

বিপুল ঃ সেয়ে হওক দিয়া বাণী। তোমাৰ কইনাৰ সাজ পিন্ধি, উৰুলিৰ মাত, বেণ্ডপাৰ্টীৰ মাত শুনাৰ চখ আছে নেকি?

বাণী ঃ নাই।

বিপুল ঃ তেনেহ'লে সেয়ে হওক। ভুৱা সাজ পিন্ধি জীৱনৰ সঁচা নাটক এখনত অভিনয় কৰাৰ কোনো প্ৰয়োজন নাই। আমি থিয়েটাৰ নাপাতো দিয়া।

বাণী ঃ তোমাৰ মনত দুখ থাকি যাব নেকি বিপুলদা? দেউতাই আজিকালি বলিয়াৰ নিচিনাকৈ বকি থাকে।— সিদিনা কৈছে— ৰছগোল্লা খুওৱা বিয়াতো পাতিব নালাগেই, আনকি হাকিম এজনৰ আগত কাগজ এখন চহী কৰাৰ কথাও ভাবিব নালাগে। কাৰণ আমাৰ মনতকৈ বোলে কোনো হাকিমৰ কাগজ ডাঙৰ নহয়। আনকি আমি যদি সুখী হ'ম বুলি ভাবিছোঁ, তেনেহ'লে মই তোমাৰ ওচৰলৈ পলাই গ'লেও দেউতাই বেয়া নাপায়। কাৰণ, মই সুখী হ'ব পৰা মানুহ এটা গেৰাণ্টী দি দেউতাইযো উলিয়াই দিব নোৱাৰে। আৰু মানুহবোৰে মই পলাই যোৱাৰ কাহিনী আৰু ৰছগোল্লাৰ সোৱাদ— এই দুযোটাকে একে সময়তে পাহৰিব। হওক দিয়া বিপুলদা, ৰাণী বাইদেৱে ৰমেশ দাদাক মৰম কৰি ৰাণীৰ নিচিনাকৈ ওলাই গ'ল, মই ভিখাৰীৰ নিচিনাকৈ ওলাই যাওঁ।

বিপুল ঃ খুৰাই কয়— ৰজাৰো সুখ নাই, ভিখাৰীৰো সুখ নাই।

বাণী ঃ আমি কথাটো ওলোটাকৈ কওঁ— ৰজাৰো যি সুখ ভিখাৰীৰো সেই একেই সুখ। [বৈ ওচৰলৈ আহি] কথাবোৰ ভাবাগৈ যোৱা বিপুলদা।

[বিপুল ২ নং মঞ্চলৈ যায়। লাহে লাহে অন্ধকাৰ]

মঞ্চ ঃ ২

[Black Screen ৰাতি। বিপুল আৰু দীন।]

দীনবন্ধু ঃ বহু ভুল কৰি, এটা সম্পূৰ্ণ জীৱন খৰচ কৰি তাৰ বিনিময়ত মই তিলতিলকৈ উপলব্ধি

কৰিলোঁ,— তোমালোক— তোমালোক এহাল মানুহে সংসাৰ পাতিবা, কোনেও তোমালোকক সংসাৰ পাতি নিদিয়ে। সেই কাৰণে কাৰো কাৰণে এটা ফুটা কড়িও খৰচ নকৰিবা। এদিন যদি মই তোমালোকৰ ঘৰ ওলাওঁগৈ, তোমালোকে যদি ধাৰ নকৰা পইচাৰে মোক এটা ৰছগোল্লা খুৱাব পাৰা তেনেহ'লে ঠিক বুজিবা, সেই ৰছগোল্লাৰ সোৱাদৰ নিচিনা সোৱাদ কোনো ৰছগোল্লাৰ নাই। কাৰো আশীৰ্বাদৰ কোনো মূল্য নাই। তোমালোকৰ বাহিৰে আশীৰ্বাদ দিবলৈ মোৰ আৰু কোনো নাই, কিন্তু আচলতে মোৰ আশীৰ্বাদৰো কোনো মূল্য নাই। একমাত্ৰ মূল্য আছে তোমালোক দুটাৰ ইটোৱে সিটোক দিয়া আশীৰ্বাদৰ। সেই আশীৰ্বাদৰ যেন ঘাটি নপৰে। এদিন তাইক ফুৰিবলৈ যোৱাৰ নিচিনাকৈ, ফাংচনত গান গাবলৈ যোৱাৰ নিচিনাকৈ ওলাই আহিবলৈ ক'বা, তাৰ পিছত সুন্দৰ, দীঘলীয়া বাটেদি দুইটা গৈ থাকিবা। হুলস্থূল কৰি এই বাটটোৰ শান্তি নষ্ট নকৰিবা। যোৱা [বিপুল যাব খোজে] আৰু শুনা বিপুল— মোৰ আত্মসম্মানবোধে মোক এতিয়াও আমনি কৰি থাকে। তৰোৱাল নোহোৱা শুদা খাপটোৱে যেনেকৈ পলৰীয়া সেনাপতিৰ কংকালত আমনি কৰি থাকে— তেনেকৈ। তোমালোকে মোক মোৰ জীৱনৰ একমাত্ৰ আৰু শেষ ফাঁকিটো দিবলৈ সুবিধা দিয়া। তোমালোক দুটাৰ আগত সৰু হ'বলৈ মই বেয়া নাপাওঁ। মই— মই যেন তোমালোকৰ বিয়াখন পাতিবলৈ সুবিধাই নাপালোঁ, মোক তেনেকুৱা এটা অৱস্থাত এৰি থৈ যোৱা। [অন্ধকাৰ]

### মঞ্চ ঃ ১

[দীননাথৰ শোৱা কোঠা। বাণীয়ে এটা বেগত কাপোৰ ভৰাইছে। অলপ পিছত দীননাথ আহে।]

দীনবন্ধু ঃ কেনিবা যাব বাণী? [বাণীয়ে কাম কৰি থাকে। পিঠি দি] হুঁ? বাণী? কেনিবা যাব নেকি?

বাণী ঃ মোৰ ফাংচন আছে।

দীনবন্ধু ঃ তই গান গাবি নেকি?

বাণী ঃ ওঁ।

দীনবন্ধু ঃ ক'তা? মই দেখোন ৰিহাৰ্ছেল কৰা দেখাই নাই।

বাণী ঃ পুৰণি গান গাম।

দীনবন্ধু ঃ ভাল হ'ব দে। শব্দবোৰ ভালকৈ উচ্চাৰণ কৰিবি। তাল, মান, লয় চব ঠিক ৰাখিবি। দৰকাৰী বস্তু চব লৈছ নহয়? [বিছনাত দীঘল দিয়ে]

বাণী ঃ লৈছোঁ। [বেগটো বন্ধ কৰি ৰয়। দেউতাকক ভৰি চুই সেৱা কৰে। দীনই বহি মূৰত হাত দিয়ে।]

ঃ মোৰ পলম হ'লে, আপুনি—

দীনবন্ধু ঃ চিন্তা নকৰিবি যা। মই নিজে লৈ-মেলি খাম। তোৰ মাৰক মই কিমান দিন ৰান্ধি খুৱালোঁ। তইঁতে নাজান নহয়। যা— পলম হ'ব যা।

[দেউতাকলৈ চাই বাণী গুচি যায়। দীনই গাৰুত মূৰ থৈ শোৱে। তাৰ পিছত কাতি হৈ চকু-মুখ গাৰুত গুঁজি দিয়ে। লাহে লাহে অন্ধকাৰ।]

### মঞ্চ ঃ ২

## মঞ্চ ঃ ২

[কেৱল ধৰ্মকান্ত]

ধৰ্মকান্ত ঃ তাই মোক কৈ গৈছিল— পলম হ'লে দেউতাকৰ খবৰ কৰিবলৈ। মই খবৰ কৰি আছোঁ। সিহঁত দুটাৰো খবৰ ৰাখি আছোঁ। এতিয়া এইটো ঘৰৰে এটা কোঠালিত আমি দুই বুঢ়া থাকোঁ। দুয়োটা ঘৰ, মাটি-বাৰীৰে সৈতে সিহঁত দুটাৰ নামত লিখি দিছোঁ। আৰু অলপ দিন গ'লেই মানুহবোৰে চাহ-মিঠাইৰ কথা পাহৰিলেই, সিহঁতহালক মাতি পঠিয়াম। মই নিজে ঘৰ-সংসাৰ নকৰিলোঁ। সেইবোৰ বহুত কথা। কিন্তু যিখন সংসাৰ একেবাৰে ভিতৰৰ পৰা দেখিলোঁ, মোকনো আৰু কি লাগিছে? সেই কাৰণে কৈছিলোঁ— আজি সকলো দুখ-আনন্দৰ টোপোলাত সুমুৱাবলৈ লৈছোঁ। আৰু দুখৰ কথানো কিয় কওঁ! পদুম পাতত, অ' নহয়, কচুপাতত পানী লাগি ধৰিবলৈ যেনেকৈ ঠাই নাই, মোৰ গাতো দুখ লাগি থাকিবলৈ তেনেকৈ ঠায়েই নাই। সেই কাৰণে হাঁহি-মাতি থাকোঁ, দীনবন্ধুকো পাৰিলে হঁহুৱাওঁ। [নমস্কাৰ কৰে। লাহে লাহে অন্ধকাৰ]

# পাণ্ডুলিপি

**চৰিত্ৰ পৰিচয়**

**পুৰুষ ঃ**

১। ভাৰ্গৱ তালুকদাৰ
২। নিত্যানন্দ
৩। বিজয
৪। পৰিমল
৫। জগদীশ
৬। বাংকা
৭। ৰাজেশ উপাধ্যায (পুলিচ বিষয়া)
৮। চিপাহী
৯। ধনৰাজ
১০। দুজন গাঁৱৰ মানুহ
১১। সংলাপ নোহোৱা চৰিত্ৰ— মহাপ্ৰভু, এজন শিষ্য, চিপাহী, আৰ্মিৰ মানুহ

**নাৰী ঃ**

১। প্ৰতিভা
২। ৰাজশ্ৰী
৩। নিৰলা
৪। বন্তি (বেকগ্ৰাউণ্ড চৰিত্ৰ)
৫। বিভা
৬। ৰাধা।

## দৃশ্য ঃ ১

**মঞ্চ ঃ ১**

[ ভাৰ্গৱ তালুকদাৰৰ ঘৰৰ পাছফালৰ বাৰাণ্ডা। বাৰাণ্ডাত ৰেলিং আছে। চোতাললৈ নামি অহা ছিৰি আছে। বাৰাণ্ডাত দুখনমান চকী আৰু এখন সৰু টিপয় আছে। বাৰাণ্ডাখন L (এল ) পেটাৰ্নৰ হ'ব পাৰে। চোতালত এটা সৰু মাটিৰ ভেটিত তুলসীপুলি। তুলসীপুলিৰ আগত এগছ বন্তি জ্বলি আছে। তালুকদাৰৰ পৰিবাৰ প্ৰতিভাই আঁঠু লৈ তুলসীপুলিটোক সেৱা কৰি আছে। চকী এখনত বিজয় চিন্তান্বিত হৈ বহি আছে। অইন এখন চকীত বহি নিত্যানন্দই ডাক্তৰে দিয়া কাগজ-পাতি কিছুমান পাত লুটিযাই লুটিযাই পঢ়ি আছে। (তেওঁ চছমা পিন্ধি আছে)। বিজযৰ বন্ধু পৰিমল এঠাইত থিয হৈ আছে। ভাৰ্গৱ তালুকদাৰে চিন্তিত মনেৰে ইফাল সিফাল কৰি আছে।

[দূৰত টিভিত পশ্চিমীযা সংগীত বাজি আছে। স গীতৰ শব্দ অলপ অলপ শুনা যায অলপ পিছত প্ৰতিভা উঠে।]

নিত্যানন্দ ঃ [কাগজখিনিৰ শেষ পৃষ্ঠা পঢ়ি উঠি] এইবিলাক ডাক্তৰী কাগজ, ইটো ৰিপ'ৰ্ট সিটো ৰিপ'ৰ্ট — ঔষধৰ লিষ্ট— চব চালোঁ। এ'বিলাক বুজাৰতো আমাৰ সাধ্য নাই। সেই কাৰণে সুধিছোঁ,— ডাক্তৰে মুখেৰে ক'লে কি?

[বিজয লাহেকৈ উঠে। সি ভিতৰলৈ যাযগৈ। প্ৰতিভা ছিৰিৰ ওচৰত ৰৈ যায। সকলোৱে বিজযলৈ চায। লাহে লাহে লাইট নুমায।]

## দৃশ্য ঃ ২

**মঞ্চ ঃ ২**

**[প্ৰথম মঞ্চৰ আঁৰকাপোৰ লাহে লাহে পৰে। দ্বিতীয় মঞ্চৰ আঁৰকাপোৰ লাহে লাহে উঠে। সেইটো মঞ্চত জিব' পাৱাৰৰ লাইট এটা জ্বলি আছে। সংগীতৰ শব্দ ডাঙৰ হয়। বিজয় আহে। সি ছুইচ টিপি বেছি পোহৰৰ লাইটটো জ্বলাই দিয়ে। এতিয়া (বিজয়ৰ ঘৈণীয়েক) ৰাজশ্ৰীক ভালকৈ দেখা যায়। এইটো ড্ৰইংৰুম। তাই ছোফা এখনত চিন্তিত হৈ বহি আছিল। তাই মূৰ তুলি বিজয়ৰ ফালে চালে। চাদৰৰ আঁচলেৰে চকু মচিলে। তাৰ পিছত হঠাতে—]**

**ৰাজশ্ৰী ঃ [ভিতৰলৈ চাই] অই কানু! কানু! বন্তি! [আৰু জোৰে চিঞৰে] বন্তি!**

**বন্তি ঃ (সৰু ছোৱালী। ভিতৰৰ পৰা) কি হ'ল?**

**ৰাজশ্ৰী ঃ বন্ধ কৰি দে সেইডাল!**

**বন্তি ঃ [ভিতৰৰ পৰা] আমি গান শুনিছোঁ।**

**ৰাজশ্ৰী ঃ তহঁত কলা নেকি? সকলোকে বজালে নুশুন?**

[সংগীত সৰু হৈ যায়। বিজয়ে ভিতৰফালৰ দুৱাৰখন বন্ধ কৰি ৰাজশ্ৰীৰ ওচৰলৈ আহে। সংগীত আৰু সৰু হৈ যায়।]

বিজয় : তুমি অকলে অকলে কি কৰিছা? [ৰৈ] কান্দিছা হঁ?

ৰাজশ্ৰী : নাই কন্দা।

বিজয় : ময়ো ভাল দিয়া! কান্দিছা নেকি বুলি সুধিলে এই পৃথিৱীতনো কোনোবাই— 'হয়, মই কান্দিছোঁ' বুলি কয়নে? বৰ ইণ্টাৰেষ্টিং! কি কৰিছা বুলি সুধিলে— ভাত খাইছোঁ, কাপোৰ ধুইছোঁ, মূৰ আঁচুৰিছোঁ, চিঠি লিখিছোঁ— কিমান কি কৰিছোঁ বুলি কয়, কিন্তু 'কান্দি আছোঁ'— বুলি নকয়! অথচ তুমি চব কামৰ ভিতৰত সেইটো কামকে বেছিকৈ কৰা। [ৰৈ, কিবা ভাবে] তাতোকৈ ডাঙৰ কথা, তোমাৰ বহুত কাম অইনে কৰি দি তোমাক সহায় কৰিব পাৰে, কিন্তু— এই কন্দা কামটো তুমি নিজেই কৰিব লাগে! অইনৰ কথাই নাই,— এইটো কামত মযো তোমাক সহায় কৰিব পৰা নাই। কৰাৰ ভিতৰত কেৱল কামটোৰ পৰিমাণ বঢাই দি আছোঁ।

ৰাজশ্ৰী : হ'ব। মনে মনে থাকা।

বিজয় : এই বযসত মই ঘোঁৰা দৌৰাব পাৰিব লাগিছিল, পৰ্বতীয়া ৰাস্তাত দৌৰিব পাৰিব লাগিছিল, হাফপেণ্ট আৰু গেঞ্জি পিন্ধি লৈ বাৰীখনত অকলে কোৰ মাৰি, মাটি চহাই লাই-লফা, পালেং, ধনীয়া, ফুলকবি বন্ধাকবি— এইবোৰ লগাব পাৰিব লাগিছিল— মোৰ সেই চেহেৰা দেখি তুমি আনন্দ পাব লাগিছিল,— কিন্তু এতিয়া কোনদিনা মোৰ জীৱটো ওলাই যায, তাৰে চিন্তাতে তুমি ধৰফৰাই থাকিব লাগে।

ৰাজশ্ৰী : কোনে ক'লে মই ধৰফৰাই থাকোঁ বুলি?

বিজয় : সেইটো কথা কোনোবাই ক'ব লাগিছেনে? মই নিজে জানো নুবুজোঁ? চব বুজোঁ। মই কি বুজোঁ জানা? — কোনোবাই ভাবে— মানুহে বিযা-বাৰু কৰোবাৰ আগৰ ডেকা-গাভৰু বযসটো বৰ সুখৰ, কোনোবাই ভাবে— বিযাখন পতাৰ পিছতে যে চাৰিওফাল ৰঙীণ ৰঙীণ লাগে, বাহিৰে-ভিতৰে গোটেইখন সুখ-সুখ লাগে— সেইখিনিয়েই বৰ ভাল সময, কিন্তু আচলতে— এই যে কানু-বস্তিইঁতে নিজে নিজক চাব পৰা হ'ল— তুমি আৰু মই অলপ মুকলি হ'লোঁ— এইখিনিযেই আমাৰ জীৱনৰ আটাইতকৈ ভাল সময হ'ব লাগিছিল। কিন্তু চোৱাচোন— এইখিনি সময়তে মোৰ কি অৱস্থা হ'ল! কিমান দিন হ'ল? চাৰি— ক'ৰ চাৰি— আজিতো পাঁচ বছৰেই হ'ল—

[ৰাজশ্ৰীযে অইন ফালে চাই আছিল। তাই মুখ লুকুৱাই কান্দে। বিজযে তাইলৈ চাই থাকে।] মইনো তোমাক কি বুলি সান্ত্বনা দিওঁ? আচলতে এতিযা কোনে কাক সান্ত্বনা দিব লাগে, তাৰো একো ঠিক নোহোৱা হ'ল। কিন্তু— নিযম মতে তুমিতো থাকি যাবা— মইহে আঁতৰি যাম সেই কাৰণে মযেই তোমাক সান্ত্বনা দিব লাগিব।

ৰাজশ্ৰী : নালাগে মোক সান্ত্বনা দিব। মই থাকি যাব লাগিব বুলি কিয় ধৰি লৈছা?

বিজয় : কাৰণ তোমাৰ বহুত কাম আছে। মযেই তোমাক বহুত কাম দি যাব লাগিব। বাৰু, সেইবোৰ পিছৰ কথা পিছত। কিন্তু তোমাৰ আৰু মোৰ দুয়োৰে কাৰণে সান্ত্বনাৰ কথা কি জানা? এই পৃথিৱীখনত প্ৰত্যেক দিনাই বহুত আচৰিত আচৰিত ঘটনা ঘটি আছে! প্ৰত্যেক দিনাইতো নতুন নতুন কিবা একোটা ওলায়েই আছে! আজি ডাক্তৰে কোৱা কথা শুনি তোমালোক

হতাশ হৈছো, কিন্তু কাইলৈ পুৱাইতো এটা ভাল খবৰ পাই যাব পাৰো। কোনোবাই ক'ৰবাতেতো এনেকুৱা এটা ঔষধ উলিয়াব পাৰে— যিটোৰ কাৰণেই মোৰ অসুখটোৱে বাট চাই আছে। উলিয়াব পাৰে। নিশ্চয় উলিয়াব পাৰে। এইটো বেমাৰতো চিৰদিন এনেকৈয়ে নাথাকে। এদিন নহয় এদিন মানুহে এইটো বেমাৰো জয় কৰিব। কেৱল বেমাৰটোৱে মোক জয় কৰাৰ আগতে ঘটনাটো ঘটিলে ভাল হয়, নহয় জানো? কিন্তু ঘটিব, ঘটিব— ঘটনাটো কাইলৈকে ঘটিব, অনবৰত তেনেকৈ ভাবি থাকিলে ভাল লাগি থাকে। মনত জোৰ পোৱা যায়।— আহা, উঠা— অকণমান আগফালে বহোঁগৈ।

[অন্ধকাৰ।]

# দৃশ্য ঃ ৩

## মঞ্চ ঃ ১

[নিত্যানন্দ, তালুকদাৰ, প্ৰতিভা আৰু পৰিমলে কথা পাতি আছে। আগৰ settings। বন্তি জ্বলি আছে।]

নিত্যানন্দ ঃ মই কিন্তু মোৰ মনৰ কথা খোলাকৈ কওঁ। মোৰ কথা অৱশ্যে ডাক্তৰসকলে ভাল নাপাব পাৰে। ইফালে আজি নহয় কাইলৈ ময়োতো তেখেতসকলৰ ওচৰেই চাপিব লাগিব। সেইটোও এটা লেঠা। তথাপি মই ক'ব খোজা কথাখিনি ক'মেই। তেওঁলোকে দিয়া ঔষধ খায়ো থাকিম আৰু তেওঁলোকৰ কাণ্ড-কাৰখানাৰ ওপৰত যে মোৰ বিশ্বাস নাই, সেইটো কথা কৈয়ো থাকিম। এইবোৰ কথা বহুতে শুনিছে, বহুতে কৈছে— মানুহক কৈও আমনি লাগিছে, শুনিও আমনি লাগিছে, তথাপি—

পৰিমল ঃ খুৰা! এতিয়া কথাবোৰ জেলেপী পকাই থকাৰ সময় নেকি?

নিত্যানন্দ ঃ নহয়। আচল কথা কোৱাৰ সময়। সেই কাৰণে লোকে কোৱা, লোকে শুনা কথা চব বাদ দি নিজৰ— [জোৰ দি]— নিজৰ ভাগিনী এজনীৰ কি হৈছিল— নিজ চকুৰে কি দেখিছিলোঁ কওঁ শুনা।— দুটা ল'ৰা-ছোৱালীৰ মাক। দেখাত একো নাই— খালী পেটটোৰ [দেখুৱাই] এইখিনিতে বিষ এটা। আৰু তোমাৰ মাজে মাজে, খল-খল-খল-খল, গৰ-গৰ-গৰ-গৰ— এনেকুৱা শব্দ যেন মাটিৰ কলহ এটাত একুৰিমান কাৱৈ মাছহে জীয়াই থৈছে। দেখুৱালে ডাক্তৰক, দিলে ঔষধ, খালে— থাকিল কেইদিনমান তাপ মাৰি, তাৰ পিছতো আকৌ সেই।

প্ৰতিভা ঃ বেমাৰৰ জইন নমৰিল?

নিত্যানন্দ ঃ নমৰিলতো।

প্ৰতিভা ঃ তেতিয়া?

নিত্যানন্দ ঃ তেতিয়া কোনোবাই ক'লে বোলে এই ডাক্তৰেৰে নহ'ব, সেইজন ডাক্তৰক দেখুওৱা। সেইজন ডাক্তৰে বোলে এক্স-ৰে' কৰোৱা, অমুক পৰীক্ষা কৰোৱা, তমুক পৰীক্ষা কৰোৱা। কৰালে। চব কৰালে। কাগজ-পাতি চাই-চিতি ডাক্তৰে দিলে ছমাহৰ ঔষধ। আপোনাক কৈছোঁ নবৌ— সেই ছমাহৰ ভিতৰত, একুৰি কাৱৈ মাছৰ, এটাৰো হৰল-ভগন নহ'ল। ছমাহৰ পিছত আকৌ

সেইজন ডাক্তৰেই কয় বোলে— অপাৰেচন কৰিব লাগিব। তাইৰ গিৰীয়েকে বোলে— এই কথাই কথা নহয়। অপাৰেচন যদি কৰাবই লাগে, তেনেহ'লে ভাল ঠাইত কৰোৱাই ভাল। চিধা গৈ ভেলোৰ। ইয়াৰ পৰা লৈ যোৱা কাগজ জাপ দিলে তাৰ ডাক্তৰক। তাৰ ডাক্তৰেতো সেইসোপা ওপৰে ওপৰে লুটিয়াই চাই থৈ দিলে।

প্ৰতিভা : কিয়?

নিত্যানন্দ : জানো। তেওঁলোকে বোলে একেবাৰে অ আ ক খ, এ বি চি ডিৰ পৰা চব নিজে পৰীক্ষা কৰি চাব। চলিল পৰীক্ষা।— মুঠতে ওঠৰ দিন।

প্ৰতিভা : ঔ আই। পৰীক্ষা কৰোঁতেই ওঠৰ দিন?

নিত্যানন্দ : ওঠৰ দিন। কিন্তু তাৰ পিছত কি হ'ল জানেনে নবৌ?

প্ৰতিভা : কি হ'ল?

নিত্যানন্দ : দিনে তিনিটাকৈ মুঠতে সাত দিন— একৈছটা বড়ি খাবলৈ দিলে। একৈছটা বড়িৰ দাম ওঠৰ টকা। তাৰ পিছত বোলে— যোৱাগৈ— ঘৰলৈ যোৱাগৈ। ইয়াত আৰু তোমাৰ কাম নাই।

প্ৰতিভা : বৰ আচৰিত কথা।

নিত্যানন্দ : কিন্তু সিহঁতেতো বৰ ডাঙৰ অপাৰেচন কৰাব লাগিব বুলি বহুত টকা-পইচা লৈ গৈছিল। ডেৰমাহ-দুমাহ থাকিব লাগিব বুলি গৈছিল। কি কৰে এতিয়া? মাদ্ৰাজ মহাবলীপুৰম, কন্যাকুমাৰী— গোটেইখনত ঘূৰি-পকি, জাপ জাপ কাপোৰ, চন্দন কাঠৰ টুকুৰা, মাদ্ৰাজী মছলাৰ পেকেট, ইমান ডাঙৰ বিষ্ণুৰ মূৰ্তি এটা— এইবোৰ কিনি-কুটি ঘৰ ওলালহি।

প্ৰতিভা : তাৰ পিছত আৰু অসুখটো হোৱা নাই?

নিত্যানন্দ : সেইটোৱেইটো কথা নবৌ। কাৱৈমাছ যে কেইমাহমান বোকাত সোমাই তাপ মাৰি থাকে বুলি কয়— কথাটো তেনেকুৱা হ'ল। থাকিল কেইমাহমান তাপ মাৰি— তাৰ পিছত যেই বাৰিষা আহিল— সেই খল-খল-খল-খল, গৰ-গৰ-গৰ-গৰ আৰম্ভ। সেই কাৰণে কওঁ, ডাক্তৰসকলে বেয়া পালেও পাওক— আজিকালি (কাগজবোৰ দেখুৱাই) এইবোৰৰ ওপৰত মোৰ বিশ্বাস হেৰাই গৈছে।

তালুকদাৰ : হে'ৰা নিত্যানন্দ, তোমাৰ বিশ্বাস হেৰাল বুলিয়েই ডাক্তৰসকলৰ সংসাৰখন ডুবি নাযায় নহয়? অকল তোমাৰ ভাগিনীয়েৰাৰ পেটত কাৱৈমাছকেইটাৰ দিহা লগাবলৈকে ডাক্তৰী শাস্ত্ৰখন চলি আছে বুলি ভাবিছা? এই গোটেই পৃথিৱীখনত ডাক্তৰবিলাকক মানুহে এনেয়ে বেৰি ধৰি আছেনে? তুমি গপচ মানুহ, ডাক্তৰৰ ওচৰলৈ নোযোৱাকৈ তুমি দপদপাই ফুৰা, কিন্তু মই কি কৰিম? আজি বিজয়ক কাৰ ওচৰলৈ লৈ যাম?

নিত্যানন্দ : আচলতে মই সেইটো কথাকে আলোচনা কৰিব খুজিছোঁ ককাইদেউ। আপোনালোকে মোৰ এটা কথা বিচাৰ কৰি চাবনে?

তালুকদাৰ : কি কথা?

নিত্যানন্দ : শ্ৰীশ্ৰীজীৱনানন্দ মহাপ্ৰভুৰ ওচৰলৈ এবাৰ বিজয়ক লৈ যাবনে?
[পৰিমলে পঢ়ি থকা আলোচনীখন জপাই থৈ নিত্যানন্দলৈ চায়।]

তালুকদাৰ : জীৱনানন্দ মহাপ্ৰভু?

নিত্যানন্দ : আপুনিতো জানেই— আমাৰ দেউতা মহাপ্ৰভুৰ ওচৰলৈ গৈছিল। ময়ো গৈছিলোঁ। তেতিয়াই মই ভাবিছিলোঁ— তালৈ মই আকৌ এবাৰ যাবই লাগিব। জীৱনৰ বাকীকেইটা দিন শান্তিত কটাবলৈ মই আকৌ এবাৰ মহাপ্ৰভুৰ দৰ্শন পাবই লাগিব। আজি কিছুদিনৰ পৰা মনটো

মাজে মাজে কিবা অস্থিৰ অস্থিৰ লগা হৈছে। কিবা যেন অশান্তি পাইছোঁ— এনেকুৱা লাগি থাকে। সেই কাৰণে আকৌ এবাৰ যাবলৈ ওলাইছোঁ। আৰু দুঘৰ ওলাইছে। আপোনালোকো যায় যদি—

তালুকদাৰ : বিজয়ক লৈ যোৱাৰ কথা কিয় ক'লা?

নিত্যানন্দ : সেইটো কথা আপোনাক মই কি বুলি বুজাম ককাইদেউ। মহাপ্রভুৰ কৃপাত আজিলৈকে কিমান ভক্তৰ কিমান উপকাৰ হৈছে তাৰ মই লেখ দিব নোৱাৰিম। বিজয় যদি এবাৰ তেখেতৰ ওচৰলৈ—

পৰিমল : খুৰা, ইমানপৰে মই আপোনাৰ গল্প মনে মনে শুনি আছোঁ, এইবাৰ কিন্তু মুখ মেলিম।

নিত্যানন্দ : মেলা। কি ক'বা কোৱা।

পৰিমল : এবাৰ তেখেতৰ ওচৰলৈ নিলে বিজয়ৰ অসুখ ভাল হৈ যাব?

নিত্যানন্দ : নি চালে ভাল হয়।

পৰিমল : ক'ত থাকে আপোনাৰ মহাপ্রভুজন?

নিত্যানন্দ : (খং) চোৱা পৰিমল, তোমাৰ কথাৰ সুৰ মই পচন কৰা নাই। মহাপ্রভু ক'ত থাকে, সেইটো কথাই তুমি নাজানা, আৰু নজনাকৈয়ে তুমি সেইটো সুৰত কথা কৈছা?

পৰিমল : মইনো কি সুৰত কথা ক'লোঁ?

নিত্যানন্দ : তাচ্ছিল্যৰ সুৰত। তোমালোক আজিকালিৰ ডেকা মানুহ, ডাক্তৰ, ছায়ন্স, ছেটেলাইট, কম্পিউটাৰ— সেইবিলাককে তোমালোকে খামোচ মাৰি ধৰি থাকা, কিন্তু লোকে ভালপোৱা বস্তুক তাচ্ছিল্য নকৰিবা।

পৰিমল : মই তাচ্ছিল্য কৰা নাই নহয়—

নিত্যানন্দ : তোমালোকে চবকে ফুল-পাত দি বেজালি কৰা, টকা খোৱা বাবা বুলি ভাবা।

প্রতিভা : তেখেত থাকে ক'ত? [নিত্যানন্দই তেওঁৰ প্রশ্নলৈ কাণেই নকৰে।]

নিত্যানন্দ : তেখেত যদি ফুলপাত দি ধন ঘটা বাবা হ'লহেঁতেন, তেনেহ'লে আপোনালোকে সাউথকৈ লগ পাব পৰাকৈ সৌ ষ্টেচনতে, সৌহি চাৰিআলিতে আশ্রম পাতি বহি থাকিলহেঁতেন, ঢোল কোবাই থাকিলহেঁতেন। [পৰিমলক] কিন্তু তেখেতে এনেকুৱা ঠাইত আসন লৈছে— যাতে তোমালোকৰ নিচিনা মানুহে সহজে তেখেতৰ ওচৰেই চাপিব নোৱাৰা। [খণ্ডত ওফন্দি থাকে]।

তালুকদাৰ : হ'ব বাৰু, খং নকৰিবা। কথাটো ভাঙি কোৱাচোন।

নিত্যানন্দ : [খণ্ডত] বিশ্বাস। [বুকুত চপৰিয়াই] বিশ্বাস। বিশ্বাসে মিলয় হৰি, তৰ্কে বহু দূৰ।

পৰিমল : আঃ! মই কেতিয়া অবিশ্বাস কৰিলোঁ? কেতিয়া তৰ্ক কৰিলোঁ?

নিত্যানন্দ : [খণ্ডত] নাই বুলিলেতো সোণৰো দাম নাই। চাৰিওফালে সোপাহি সোপোহি পিতল থাকোঁতে ইমানকণ সোণৰ কথা কিয় ভাবিব লাগিছে!

তালুকদাৰ : [ভাবি দি] ৰ'বা হে! কাইটো এবাৰ উঠাই ল'লে এওঁ নমাবই নোখোজে। [বৈ] কোৱাচোন, তেখেত ক'ত থাকে? তুমিতো বুজিছাই— এতিয়া আমাৰ মনবোৰ বৰ দুৰ্বল। যেয়ে যি কয়— তাকে আমাৰ মন দি শুনিবলৈ মন যায়। কোৱা।

নিত্যানন্দ : [অলপপৰ চিন্তা কৰে। বেলেগ— গম্ভীৰ সুৰত আৰম্ভ কৰে— তেখেতৰ কথা মনলৈ আহিলেই মোৰ গাৰ নোম শিয়ৰি উঠে। কিবা যেন জ্যোতি এটা দেখাৰ নিচিনাকৈ চক খাই উঠোঁ। তাৰ পিছত মনটো শীতল হৈ আহে। এখন যেন শান্তিৰ সাগৰত মনটো ডুবি

যায়। চকুৰ আগৰ পৰা মহাপ্ৰভুৰ সেই মূৰ্তিৰ বাহিৰে সকলো আঁতৰি যায়। [ৰৈ যায়] ককাইদেউ!

তালুকদাৰ : কোৱা।

নিত্যানন্দ : মই কোঁৱৰপুৰত থাকোঁতেই গৈছিলোঁ। তেতিয়া আমি ইয়াত মাটি কিনাই নাই। তথাপি এই কালি-পৰহি যোৱা যেনহে লাগি থাকে।

তালুকদাৰ : বুজিছোঁ। আচল কথালৈ আহাচোন।

নিত্যানন্দ : তেখেত বহু দূৰত থাকে। বাছেৰেই যাব লাগিব দুদিন-তিনি দিন। তাৰ পিছত খোজ। এছোৱা বাট যদি ভাল, এছোৱা বেয়া, দিনটোত গড়ে আপোনাৰ পাঁচ মাইলতকৈ বেছি যোৱা নহয়। লগত তিৰোতা মানুহ থাকিলেতো আৰু কম। কেতিয়াবা বৰষুণ আহে, কেতিযাবা ধুমুহা আহে, কেতিয়াবা বৰফে বাট-পথ ঢাকি থয়। কেতিয়াবা যে আকৌ কেনে সুন্দৰ জোনাক ৰাতি। কেইমাইলমান যাম, ৰাতি য'তে সুবিধা পাওঁ তাতে থাকিম— তেনেকৈ গৈ গৈ এমাহমানৰ মূৰত মহাপ্ৰভুৰ ওচৰ পামগৈ।

তালুকদাৰ : এমাহমানৰ মূৰত?

নিত্যানন্দ : এমাহমানৰ মূৰত। কষ্ট হয় ককাইদেউ। বাটছোৱাত কেতিযাবা বৰ কষ্ট হয। আচলতে মহাপ্ৰভুৱে আমাৰ মনৰ জোৰৰ পৰীক্ষা লয। কিন্তু যেতিয়া তেখেতৰ ওচৰ পাওঁগৈ, তেতিয়া কিমান দূৰ আহিলোঁ, কেনেকৈ আহিলোঁ— একো মনতেই নাথাকে। মই সঁচাকৈয়ে কৈছোঁ নবৌ— বিজয়ক লৈ আমি এবাৰ যাওঁ ব'লক।

তালুকদাৰ : নিত্যানন্দ!

নিত্যানন্দ : ককাইদেউ?

তালুকদাৰ : যিটো বাটৰ কথা ক'লা— মই যাব পাৰিমনে?

নিত্যানন্দ : কি কথা কয ককাইদেউ? আশী-পঁচাশী বছৰীয়া মানুহো যায়, আপুনি কিয় নোৱাৰিব?

তালুকদাৰ : তুমি তেখেতৰ মহিমাৰ প্ৰমাণ পাইছা?

নিত্যানন্দ : মই যিবোৰ প্ৰমাণৰ কথা জানো, সেইবোৰৰ কথা ক'লে এওঁলোকে হাঁহিব, মোৰ কথা উৰুৱাই দিব, তথাপি মই জোৰ দি ক'ম— এবাৰ বিজয়ক মহাপ্ৰভুৰ দৰ্শন কৰাই দিয়ক। ফুল নাই, তুলসী নাই, দান নাই, দক্ষিণা নাই, কেৱল দৰ্শন—।

[নিত্যানন্দই হাতযোৰ কৰি চকু মুদে। সকলোৱে তেওঁলৈ চাই থাকে। লাহে লাহে অন্ধকাৰ হৈ আহে।]

# দৃশ্য : ৪

## মঞ্চ : ২

[ড্ৰইংৰুম। বিজয়ে ঔষধ খাই পানী খাইছে। ওচৰত প্লেট এখন লৈ বনকৰা ছোৱালী (গাভৰু) ৰাধা থিয় হৈ আছে। ৰাজশ্ৰী ছোফা এখনত বহি আছে। পানী খাই বিজয়ে গিলাচটো ৰাধাৰ হাতৰ প্লেটখনত থয়। ৰাধা গুচি যায়।]

বিজয় : [আনন্দ]— বঢ়িয়া হ'ব। মই সদায় ভাবি আছিলোঁ, নতুন ধৰণৰ কিবা এটা কৰিব লাগিল। কিন্তু কি কৰিম— ভাবি পোৱা নাছিলোঁ। নিত্যানন্দ খুৰাই এইটো ভাল প্ৰগ্ৰেম উলিয়ালে।

ৰাজশ্ৰী : কিন্তু তুমি যাব পাৰিবা?

বিজয় : কিয় নোৱাৰিম? নোৱাৰিবলৈ কিটো আছে? তুমি খোজ কঢ়াৰ কথা চিন্তা কৰিছা?

ৰাজশ্ৰী : ৰাস্তাটো আৰু বতৰৰ কথা খুৰাই কি কৈছিল শুনা নাছিলা?

বিজয় : শুনিছিলোঁ। ৰাস্তা আৰু বতৰ বেয়া হ'ল কি হ'ল? তেনেকুৱা ৰাস্তাইদি, তেনেকুৱা বতৰৰ মাজেদিয়েইতো মানুহ গৈ আছে! বুঢ়া বুঢ়ী তিৰোতা মানুহোতো গৈ আছে!

ৰাজশ্ৰী : তুমি সঁচাকৈয়ে এইবোৰ কথা বিশ্বাস কৰিছা?

বিজয় : মোৰ বিশ্বাসটো বেলেগ ধৰণৰ ৰাজশ্ৰী। মই এনেকৈ ঔষধ খাই খাই ইয়াত সোমাই থাকিলে মৰিম বুলিও বিশ্বাস নকৰোঁ, [হাত দুখন কপালত লগাই] শ্ৰীশ্ৰীজীৱনানন্দ মহাপ্ৰভুৰ দৰ্শন পালে ভাল হৈ যাম বুলিও বিশ্বাস নকৰোঁ, কিন্তু এই যে এটা যাত্ৰা— এটা এড্‌ভেনচাৰ, দুঃসাহসিক অভিযান, এনেকুৱা এটা কাম কৰিলে মোৰ ভাল লাগিব বুলি বিশ্বাস কৰোঁ। এই যে মোৰ ভাল লাগিব— মই এটা শক্তি পাম— সেই কাৰণেই কিজানি মই কেইদিনমান বেছিকৈ জীয়াই থাকোঁ। কিজানি ভালেই হৈ যাওঁ। আৰু যদি নহবোঁ, লোকচানতো একো নাই। দিনখিনিতো হিচাব কৰা আছেই। বাদ দিয়া। এইবোৰ কথা এতিয়া বাদ দিয়া। একেসোপা কথাকে আজি দহ-বাৰ দিন পেঘেনিয়াই আছোঁ। কালি যে কৈছিলোঁ— সেইটোৱেই ফাইনেল। তুমি এই আঢৈ মাহ কানু আৰু বন্তিক চাবা—

ৰাজশ্ৰী : [লগে লগে]— মই সিহঁতক চাম হে হয়।

বিজয় : কিয়? কিয় নাচাবা?

ৰাজশ্ৰী : সিহঁতক চোৱাৰ মোৰ শক্তি আছে নেকি? উল্টাই সিহঁতেহে মোক চাব। কিবা এটা ক'ম, সিহঁতে মোক ৰাস্তাত থৈ আহিবগৈ। ইমান চিন্তাৰ ওপৰতে সেইটোও মোৰ ডাঙৰ চিন্তা হৈছে। তুমিও নাথাকিবা, দেউতাও নাথাকিব— সিহঁতক যে কোনে চম্ভালিব। সেই কাৰণে ভাবিছোঁ— মায়েই সিহঁতক ৰাখক, এইকেইদিন মই আমাৰ ঘৰতে থাকোঁগৈ।

বিজয় : মাই ৰাখিব? মাওতো আমাৰ লগত যাব!

ৰাজশ্ৰী : কি? মাও যাব?

বিজয় : কালিতো মাই তাকে কৈছিল। কিয়— তুমি কথাটো নাজানা নেকি? [ভিতৰলৈ চিঞৰি] মা। [দুৱাৰৰ ফালে গৈ] অ' মা। [পৰ্দা দাঙি]— অ'ই ৰাধা, মাক মাতিছে বুলি ক'চোন। [উভতি আহি] মই আকৌ তুমি জানা বুলিহে ভাবিছিলোঁ।

ৰাজশ্ৰী : এইখন ঘৰত কিবা খবৰ মই লগে লগে পাওঁনে? খবৰবোৰ কেইদিনমানৰ বাহী হ'ব লাগিব, তেহে মোৰ ভাগত পৰিব। মা কিয় যায়?

বিজয় : এইখন ঘৰৰ সকলো খবৰ বাহী হোৱাৰ আগতে তুমিও যাতে পোৱা, মহাপ্ৰভুৰ পৰা সেই হুকুমটো আনিবলৈ। (ডাঙৰকৈ হাঁহে। তাৰ পিছত সৰু মাতেৰে) মহাপ্ৰভুৰ ওচৰলৈ যাবলৈ বেমাৰ অকল মোৰহে হৈছেনে? ইয়াৰ পৰা মহাপ্ৰভুৰ ওচৰলৈকে এক্সপ্ৰেছ ট্ৰেইন এখনৰ ব্যৱস্থা হওক, তুমি থিয় হৈ যাবলৈও ঠাই নাপাবা। [প্ৰতিভা আহে]— মা, তয়ো যে যাবি— কথাটো এওঁক কোৱাই নাই নেকি?

প্ৰতিভা : তইতো ক'বিয়েই, সেই কাৰণে মই কোৱাৰ কথা ভবাই নাই। কিনো হ'ল?

বিজয় : তই নাথাকিলে কানু-বন্তিহঁতক কোনে চম্ভালিব তাকে ভাবি এওঁ ভয় খাইছে।

প্ৰতিভা : মাকজনী হৈ নিজৰ ল'ৰা-ছোৱালী দুটাক চম্ভালিব নোৱাৰিলে কেনেকৈ হ'ব?

ৰাজশ্ৰী : সিহঁত যদি অকল সিহঁতৰ মাকৰ ল'ৰা-ছোৱালী হৈ থাকিলহেঁতেন, তেনেহ'লে মাকে চম্ভালিব পাৰিলেহেঁতেন। সিহঁততো এতিয়া অকল মোৰে ল'ৰা-ছোৱালী হৈ থকা নাই।

প্ৰতিভা : তোমাৰ নহৈনো কাৰ ল'ৰা-ছোৱালী হ'ল?

ৰাজশ্ৰী : এওঁৰ ল'ৰা-ছোৱালী হ'ল। আপোনালোকৰ নাতি-নাতিনী হ'ল। ওলাই গৈ যাকে লগ পায়, তাৰে লগৰীয়া হ'ল। ইমানবিলাকৰ মাজত মই মাক হ'লোঁ বুলিয়েই অকলে কি কৰিম?

বিজয় : তুমি ঠিকেই কৈছা। সিহঁতৰ মোৰ ল'ৰা-ছোৱালী হোৱাৰো দুৰ্ভাগ্য হ'ল। যি সময়ত মই বাপেক হৈ সিহঁতৰ আগত থিয় দিব লাগিছিল, সেই সময়তে মই একেবাৰে অক্ষম, দুৰ্বল হৈ গ'লোঁ।

প্ৰতিভা : তোক অকল তোৰ দেউতাৰেই চম্ভালিছিল নেকি? তই ওলাই গ'লে লগৰীয়া পোৱা নাছিলি? তোৰ লগ-সংগ নাছিল? কোনজনী আইতাৰে, বোনটো ককাদেউতাৰে তোক মূৰত তুলি লৈ আছিল? ল'ৰা-ছোৱালীৰ গাত কাৰ তেজ আছে সেইটোহে ডাঙৰ কথা।

ৰাজশ্ৰী : কাৰ তেজ আছে? মোৰ ল'ৰা-ছোৱালীৰ গাত অকল মোৰ তেজহে আছেনে?
[তালুকদাৰে ভিতৰৰ পৰাই কথা কৈ কৈ সোমাই আহে।]

তালুকদাৰ : [বিৰক্তিৰে] হৈছে কি? হুঁ? কি হৈছে?

বিজয় : আমাৰ কানু আৰু বন্তিৰ গাত কাৰ তেজ আছে, সেইটো পৰীক্ষা কৰিবলগীয়া হৈছে।

প্ৰতিভা : তই তেনেকৈ মুখ পাতি লৈ পাক লগোৱা কথা ন'কবি।

বিজয় : অ! মই কি পাক লগোৱা কথা ক'লোঁ? কানু আৰু বন্তিৰ গাত কাৰ তেজ সোমাল কাৰণ সিহঁত ইমান দুষ্ট হৈছে, তহঁত দুজনীয়ে সেইটো কথাকে লৈ তৰ্ক কৰিছনে নাই? [নিস্তব্ধ]

তালুকদাৰ : বুজিলোঁ। তৰ্কৰ বিষয়টো ভালেই বাছি লৈছা। কিন্তু ভাল বিষয় লৈ তৰ্ক কৰিলেও সময় খৰচ হয়। আৰু কিছুমান মানুহে বৰ ভাল বিষয় লৈ তৰ্ক কৰিলেও সময় অকল খৰচ কৰাই নহয়, অপব্যয় কৰা হয়।

প্ৰতিভা : হওক অপব্যয়। মই ক'বলগীয়া কথাটো ক'মেই।

তালুকদাৰ : কিন্তু এতিয়া এইটো কথা লৈ তৰ্ক কৰি থাকিলে কি হ'ব? হয়, তেজ পৰীক্ষা কৰোৱাটো ভাল কাম, কিন্তু তাৰ এটা সময় থাকে নহয়। সেই পঞ্চল্লিছ বছৰৰ আগতে তোমালোকৰ ঘৰৰ পৰা যে আমাৰ ঘৰলৈ তোমাৰ সোঁৱৰণীখন পঠাই দিছিল, তেতিয়াই আচলতে তোমাৰ তেজ পৰীক্ষা কৰোৱা কাগজখনো লগতে পঠাই দিব লাগিছিল। গণ্ডগোল হ'ল যদি তেতিয়াইতো হৈ গ'ল!

প্ৰতিভা : তাৰ মানে আপুনি মোৰ তেজৰ দোষ ধৰিছে?

তালুকদাৰ : ধৰিছোঁ যদি তোমাৰ তেজৰো ধৰিছোঁ, মোৰ তেজৰো ধৰিছোঁ। আৰু আমাৰ তেজৰ দোষ নাথাকিলে নো এই বয়সত এমাহৰ বাট খোজ কাঢ়ি মহাপ্ৰভুৰ ওচৰলৈ যাবলৈ ওলাওঁনে?
[পৰিমল আহে।]

পৰিমল : কি হৈছে বৰদেউতা? দুৱাৰখন খোলা আছে, মই পদূলিৰ পৰাই আপোনালোকৰ মাত শুনিছোঁ।

তালুকদাৰ : এ নক'বা দিয়া। এওঁলোকে কিছুমান ভাল কথাই উলিয়ায়, কিন্তু বৰ অসময়ত উলিয়ায়। এইবোৰ কাণ্ড দেখিলে মোৰ কথা এটা মনত পৰে। আমাৰ আগৰ ঘৰৰ ওচৰত এটা নামঘৰ আছিল বুইছা। গধূলি গধূলি নামঘৰীয়াই দবা কোবায়, মূৰটো আপোনা-আপুনি

দোঁ খাই আহে। ওচৰতে পূৰ্ণ নামৰ ল'ৰা এটা আছিল, তাৰ হাতত পইচা দুটামান পৰিলেই চিধা গৈ লক্ষীৰামৰ ঘৰত মদ খাবগৈ, আৰু যেই নিচা লাগিল, সেই চিধা আহি নামঘৰত সোমাই দবাটো কোবাব। মদাহীয়ে সময় নাই অসময় নাই-- নামঘৰৰ দবা কোবাব— কেনেকৈ ভাল লাগে কোবা!

[প্ৰতিভা উচাট মাৰি গুচি যায়। তালুকদাৰে সেইফালে অলপ সময় চাই থাকে।]

তুমি বহা। মই তেওঁৰ ওচৰলৈ যাওঁ। এইখন ঘৰত মোৰ কামটো কমাৰৰ নিচিনা। গৰম কৰিম, কোব মাৰিম, যিটো আকৃতি লাগে সেইটো আকৃতি দিবলৈ চেষ্টা কৰিম, তাৰ পিছত পানীত ডুবাই দিম। যাওঁ— পানীৰ ব্যৱস্থাটো কৰোঁগৈ। আহিম আকৌ। তোমাৰ লগত কথা আছে।

[ভিতৰলৈ যায়। অলপ সময় নিস্তব্ধ]

বিজয় : (পৰিমলক) তোমাৰ যোগাৰ হৈছে?

পৰিমল : কিহৰ? যোৰাৰ?

বিজয় : ওঁ?

পৰিমল : মোৰ আৰু যোগাৰ কৰিবলৈ কিটো আছে? পিঠিত বান্ধি ল'ব পৰা বেগ এটা আছে। দৰকাৰী বস্তুখিনি তাতে ভৰাম, পিঠিত বান্ধিম— বাচ। মই বেগটো বেছি গধুৰো নকৰোঁ।

বিজয় : আচল বোজাটোতো এইটোহে! নহয় জানো?

পৰিমল : মনে মনে থাকা। তুমি মোৰ কান্ধত উঠি যাবা নেকি?

বিজয় : শেষত হয়তো কথাটো তেনেকুৱাই হ'বগৈ। তোমাৰ যহতে মই জীয়াই আছোঁ, আৰু এই যাত্ৰাটোতো একমাত্ৰ তোমাৰ ওপৰতে ভাৰসা কৰি ওলাইছোঁ।

[দূৰত] প্ৰতিভাৰ মাত— মনে মনে থাকক।

[বিজয়ে শব্দটো শুনি ভিতৰলৈ চায।]

মই মাৰ ওচৰৰ পৰা আহোঁগৈ বচোন। খং উঠিলে মানুহজনীৰ কিবা ছঁচ নোহোৱা নিচিনা হয়। [যায়]

পৰিমল : [অলপ বৈ] কথাটোনো কি? কিহৰ পৰা লাগিল?

ৰাজশ্ৰী : আপোনালোক নাথাকোঁতে আমাৰ কানু আৰু বন্তিক কোনে চক্তালিব সেইটো কথা ওলাইছিল, তাৰ পৰা কথা গৈ কোনোবাখিনি পালেগৈ।

পৰিমল : কিবা এটা টেনছন হ'লেই চৰবে মেজাজবোৰ খিংখিঙীয়া হৈ থাকে। সেইটো নিয়মেই।

ৰাজশ্ৰী : সিহঁত দুটাই ঘৰৰ কাকোতো নামানেই, মনাৰ ভিতৰত একমাত্ৰ আপোনাকে মানে। একমাত্ৰ আপোনালৈকে যি ভয় কৰে। আপুনিও নাথাকিব— মোৰ বিপদেই হ'ব।

পৰিমল : তুমিও ব'লা নহ'লে। [ৰাজশ্ৰীয়ে পৰিমলৰ চকুলৈ চায়।]

এবাৰ বিজয়ক দিল্লীলৈ নিওঁতে যে তোমাৰ মাৰা আৰু সৰু ভাইটিটো আহি আছিলহি? আৰু এবাৰ নোৱাৰিবনে?

ৰাজশ্ৰী : মই কথাটো তেনেকৈ ভবাই নাই।

পৰিমল : ভাবাচোন। নিত্যানন্দ খুৰাই যিটো বৰ্ণনা দিছে, সেইটোৰ পৰা ধাৰণা হয়— সেইখন যেন এখন বেলেগ ৰাজ্য হ'ব।— বাটৰ শিলগুটি, বৰফুণৰ পানী— খোজ কঢ়াৰ ভাগৰ— এইবোৰ সদায় কষ্টৰ কাৰণ নহ'বও পাৰে। এইখন সংসাৰৰ পৰা কিছুদিনৰ কাৰণে ওলাই

গ'লে, কিজানি— ভালেই লাগে। কি কোৱা? ওলোৱা নহ'লে। [নিত্যানন্দ আহে]

নিত্যানন্দ : [বাহিৰৰ পৰা] ককাইদেউ! বিজয আছানে? [সোমাই আহে] অ' পৰিমল তুমিও আছা? ভালেই হ'ল। ককাইদেউহঁত ক'ত আছে বোৱাৰী?

ৰাজশ্ৰী : ভিতৰতে আছে। আপুনি বহক, মই মাতি আনোগৈ। [তাই ওলাই যাব খোজে। ভিতৰৰ পৰা তালুকদাৰ সোমাই আহে। ৰাজশ্ৰী ওলাই যায়।]

নিত্যানন্দ : ভালনে ককাইদেউ?

তালুকদাৰ : আছোঁ। বহা।

নিত্যানন্দ : মই লিষ্টখন ফাইনেল কৰিলোঁ। দলটো ডাঙৰেই হ'ল।

তালুকদাৰ : হয় নেকি?

নিত্যানন্দ : ডাঙৰ মানে— আৰু ডাঙৰেই হ'ব খুজিছিল। আয়োজনটোৰ কথা শুনিলেই মানুহে 'আমিও যাওঁ আমিও যাওঁ' কৰে। মই কেইবাঘৰকো না কৰিযেই দিলোঁ। [লিষ্ট এখনৰ পাত লুটিয়াই] এনেকুৱা কামত যাকে-তাকে লগত ল'ব নোৱাৰি। এয়া শুনক। [লিষ্ট চাই] আপুনি, নবৌ, বিজয, এওঁ পৰিমল, মই, জগদীশ, জগদীশৰ ঘৈণীয়েক নিৰলা আৰু মই যে আপোনাক কৈছিলোঁ কানাই বাবুৰ কথা— তেখেতকো ধৰি থৈছোঁ। মানুহজনৰ যাবলৈ বৰ মন, পিছে তেখেতৰ ঘৰুৱা লেঠা কিছুমানে দিগদাৰ কৰি আছে।

তালুকদাৰ : মুঠতে আঠ-নজন হ'ল হ'বলা?

নিত্যানন্দ : আঠজন। পিছে আৰু আমি যে খোজ কাটি যাব লাগিব, সেইছোৱা বাটত ৰন্ধা-বঢ়াৰ ব্যৱস্থাতো আমি নিজে কৰিব লাগিব। সেই কাৰণে বাচন-বৰ্তন যি য'ত লাগে আমি ইয়াৰ পৰাই লৈ যাম। এইখন তাৰো লিষ্টি কৰিছোঁ। চছপেন, ডাঙৰ দুটা, সৰু দুটা, সৰু কেৰাহী এটা, কেট্‌লি ডাঙৰ এটা, সৰু এটা, হেতা চাৰিখন, ডাঙৰ চামুচ ছখন, সৰু চামুচ এক ডজন— এনেকৈ মুঠতে এযা একত্ৰিছটা আইটেম। বাছত বাৰু যেনতেন, কিন্তু খোজ কাটি যোৱা বাটখিনিত এইবোৰ কোনে কঢ়িযাব? লগতেতো চাউল-পাত, শাক-পাচলিও লগ লাগিব।

তালুকদাৰ : তেনেহ'লে?

নিত্যানন্দ : য'ৰ পৰা আমাৰ খোজ আৰম্ভ হ'ব, তাতে ভাৰী পোৱা যায। আমি ভাৰী এটা ল'ব লাগিব। সি বস্তু-বাহানিও কঢ়িযাব আৰু আমাৰ গাইডৰ কামো কৰিব। সেইবিলাক এক্সপাৰ্ট মানুহ। ৰাস্তা-ঘাট সিহঁতেহে ভালকৈ চিনি পায়। আমি তাক খাবলৈ দিব লাগিব আৰু অহা-যোৱা গোটেইখিনিৰ বাবে বন্দৱস্ত কৰি এটা লাম-চাম এমাউণ্ট দিব লাগিব।
মই ভাবিছোঁ— পৰিমল মজবুত মানুহ, তুমিয়েই দলটোৰ লিডাৰ হোৱা।

পৰিমল : এঃ! আপুনি থাকোঁতেনো মই লিডাৰ হ'ব লাগেনে?

নিত্যানন্দ : আৰু তোমালোক সকলোকে ক'লোঁ— সকলোৱে এখন এখন সৰু বহী ল'বা। সদায় ডাযেৰী লিখিবা। এইবিলাক ডাযেৰী পিছত বৰ ডাঙৰ সম্পদ হ'বগৈ। মই এইখন কিনি আনিলোঁৱেই।

তালুকদাৰ : হেৰি নহয নিত্যানন্দ, বাটত ৰন্ধা-বঢ়া, ধোৱা-পখলা এইবোৰ কাম কোনে কৰিব?

নিত্যানন্দ : আমিযেই কৰিব লাগিব। তাত আৰু আমিয়েই ৰান্ধনি, আমিয়েই খাওঁতা, আমিযেই চব।

তালুকদাৰ : মই এটা কথা ভাবিছোঁ নিত্যানন্দ। আমাৰ এওঁৰ লগতো আলোচনা কৰিছোঁ। আমাৰ যে

এই বন কৰা ছোৱালীজনী, ৰাধা— তাই বহু দিনৰ পৰা মোৰ আলপৈচান ধৰি আছে। এনেযে কষ্টৰ বাট, তাতে তাই নহ'লে মোৰ বৰ অসুবিধা হ'ব। [ৰাজশ্ৰী সোমাই আহি এঠাইত ৰযহি]

তালুকদাৰ : তাইকো লৈ যাওঁ দিয়া। বহুত কামত তাই সহায় হ'ব।

নিত্যানন্দ : ভাল কথা। ওলাওক। তায়ো ওলাওক। পিছে আপোনালোকৰ বৰঙণি ডেৰ হাজাৰ টকা বাঢ়িল।

তালুকদাৰ : বাঢ়ক দিয়া।

নিত্যানন্দ : তেনেহ'লে কথা ফাইনেল। এতিয়া কেৱল আমি ঠিক কৰি থোৱা তাৰিখ মতে যাত্ৰা আৰম্ভ। কি কোৱা পৰিমল?

পৰিমল : আৰম্ভ।

ৰাজশ্ৰী : [আগবাঢ়ি আহি] দেউতা।

তালুকদাৰ : কিবা ক'বা?

ৰাজশ্ৰী : আপোনালোকৰ লগত মযো যাম।

তালুকদাৰ : তুমিও যাবা?

ৰাজশ্ৰী : হয়।

[নিস্তব্ধ। লাহে লাহে অন্ধকাৰ]

# দৃশ্য : ৫

## মঞ্চ : ১

[ৰাতি। গছ-গছনি থকা ঠাই। বাটৰুৱাই জিৰণি ল'বলৈ সাজি থোৱা পুৰণি চালি এখন। জগদীশৰ ঘৈণীযেক নিৰলা আৰু ৰাধাই বাহিৰতে চৌকা জ্বলাই ভাত ৰান্ধি আছে। জগদীশে থিয় হৈ বাটি এটাৰ পৰা ভাজি খাই আছে।]

জগদীশ : ক'ৰ মানুহ ক'ত আহোঁহি দেখিছা? তুমি বাৰু কেতিযাবা ভাবিব পাৰিছিলানে— ঘৰ-সংসাৰ, ল'ৰা-ছোৱালী এৰি থৈ— এই হেন জেগাত ৰাতি থাকিব লাগিব বুলি?

নিৰলা : মোৰ মণিকাৰ কাৰণেহে চিন্তা লাগিছে। কিবা কৰিছে' কিবা খাইছে!

জগদীশ : যি কৰিব লাগে চব কৰিব দিয়া। ঠিকমতে খাব, ঠিকমতে শুব, চব ঠিকমতে কৰিব।

নিৰলা : কৰিলেতো ভালেই' তাই কেতিয়াবা নিজে কিবা এটা লৈ খোৱা দেখিছে?

জগদীশ : কেনেকৈ দেখিম? চাহ-ভাত চব মুখৰ আগতে সজাই সজাই দিয়া— তাই নিজে লৈ খাবলৈ চাঞ্চটো পালে কেতিয়া? ইমানজনী ছোৱালী, নিজে চাহ-ভাতখিনি লৈ খাব নোৱাৰিলে কেনেকৈ হ'ব? নিয়ম মতে তাইতো নিজে ৰান্ধি-বাঢ়িও খাব পৰা হ'ব লাগিছিল। [সুৰ সলাই] ভাজি ভাল হৈছে বুইছা? নিমখ-চিমখ চব ঠিক হৈছে। ঘৰত ৰন্ধাতকৈ ভালহে হৈছে। [সুৰ সলাই] আৰু এটা কথা তোমাক কৈ থওঁ। আমি যিটো কামত আহিছোঁ,

এনেকুৱা শুভ কামলৈ ওলাই আহিলে, পিছত এৰি থৈ অহাবিলাকৰ কথা চিন্তা কৰি থাকিব নালাগে। এজন মানুহৰ কি হৈছিল জানা? তেওঁ ওলাল পুৰীৰ জগন্নাথ মন্দিৰ দৰ্শন কৰিবলৈ। সেই সময়ত তেওঁৰ বাৰীত ৰঙালাও এজোপাত সোপাসোপে ৰঙালাও লাগিছে। ইমান ডাঙৰ ডাঙৰ ৰঙালাও। তেওঁ উভতিব এমাহৰ পিছত। এই মাহটোৰ ভিতৰতে ৰঙালাওসোপাৰ বা কি হয়? ৰে'লতো মানুহটোৰ সেইটোৰেই চিন্তা। পিছত কি হ'ল জানা? জগন্নাথ মন্দিৰত লগৰ সকলোৱে কৃষ্ণ, বলোভদ্ৰ, সুভদ্ৰাৰ মূৰ্তি দেখে, এওঁ খালী ইমান একোটা ৰঙালাও দেখে। যেনিযেই চায, তেনিযেই খালী ৰঙালাও। তুমিও যদি এতিয়া জীয়োৱাৰ কথাকে ভাবি থাকা— [হঠাতে দূৰলৈ যায়] দাদা আহিল?

[হাতত পানী থোৱা বটল এটা লৈ নিত্যানন্দ আহে। পাছে পাছে বাংকা নামৰ ভাৰীটো। তাৰ হাতত এটি বাল্টি আৰু এটা ডাঙৰ কেট্‌লি।]

নিত্যানন্দ : আহিলোঁ দিযা।

বাংকা : এয়া পানী লওক বাইদেউ। অলপ অলপকৈ খৰচ কৰিব। বহুত দূৰৰ পৰা আনিব লাগে।

জগদীশ : কিমান দূৰৰ পৰা?

বাংকা : হ'ব আধা মাইলমান। তাতে যিহে ৰাস্তা। পানী বিচাৰি ফুৰোঁতেই আন্ধাৰ-মুন্ধাৰ হৈ আহিল।

নিৰলা : নৈ আছে হ'বলা?

বাংকা : ক'ৰ নৈ? দুটা শিলৰ মাজেদি চিৰ-চিৰকৈ পানী ওলাই আছে, তাকে ধৰি আনিছোঁ। পানী পিছে একদম ফটফটীযা। সোৱাদেই বেলেগ।

নিত্যানন্দ : অ'ই ৰাধা, এইটো বিজযৰ বিছনাখনৰ ওচৰত থৈ দেগৈচোন। এইখিনি পানী অইন কামত নলগাবি। ৰাতি-বিযলি তাৰ অসুবিধা হ'ব। [ৰাধাই বটলটো লৈ আঁতৰি যায়।] মোৰ ৰেডিঅ'টোও লৈ আহিবি।

নিৰলা : হয যে নহয। আপুনি কওঁতেহে মনত পৰিল। অ' ৰাধা, মোৰ বেগটোৰ ওচৰতে পানীৰ বটলটো আছে, লৈ আহিবিচোন। [নিত্যানন্দক] আমাৰ এওঁৰো বহুত লেঠা নহয়। ৰাতি তিনিবাৰমান উঠি উঠি পানী খায। ওচৰত পানী নাথাকিলে যিহে ধৰফৰখন লগায়, মোৰ ভযেই লাগে। ইযাৰে এবটল পানী এতিয়াই ভৰাই থওঁ।

[ইতিমধ্যে বাংকাই খুঁটাত ওলোমাই থোৱা তাৰ বেগটোৰ পৰা বাঁহী এটা উলিয়ায় লয়।]

বাংকা : অ' বাইদেউ। দুটাকৈ লেম কিয জ্বলাইছে? বিচাৰিলেই কেৰাচিন তেল পাব বুলি ভাবিছে নেকি? এটা নুমুৱাই তওক।

[ নিৰলাই এটা লেম কমাই দিযে। বাংকাই বাঁহীটোত ফু দি শব্দ এটা কৰে।]

নিত্যানন্দ : ওঁ বজা, বাঁহীকে বজা। বঢ়িযা সুৰ এটা বজা। ইয়াতে বহি লৈ শুনো।

[নিত্যানন্দ ঘৰটোৰ পিৰালিত বহে। বাংকাই বাঁহী বজায়। ৰাধাই পানীৰ বটল এটা নিৰলাক আৰু সৰু ট্ৰেনজিষ্টৰ ৰেডিঅ' এটা নিত্যানন্দক দিয়েহি। অলপ পিছতে বিজয় আহে। সি বাংকালৈ চাই ভিতৰলৈ যাযগৈ। তাৰ পিছতে তালুকদাৰ আৰু প্ৰতিভা আহে। প্ৰতিভাই ৰন্ধা-বঢ়াৰ ঠাইলৈ গৈ ৰাধাক কিবা সোধে। তালুকদাৰৰ হাতত গছৰ ডালেৰে তৈযাৰ কৰি লোৱা লাঠী এডাল। তেওঁ হাঁহি হাঁহি লাঠীৰে মাটিত তাল দিবলৈ আৰম্ভ কৰে। নিত্যানন্দযো চাপৰি বজাবলৈ লয়। জগদীশ গম্ভীৰ মুখেৰে লাহে লাহে বাংকাৰ ওচৰলৈ আহে।]

জগদীশ : [বাংকাক] অ'ই, বন্ধ কৰচোন। [বাংকাই বন্ধ কৰে] চাওঁ শুনাচোন।

নিৰলা : মোক মাতিছে?

জগদীশ : ওঁ। [নিৰলা ওচৰলৈ আহে।]

জগদীশ : তুমি যে ক'লা— ৰাতি মই বাৰে বাৰে পানী খাওঁ, ওচৰত পানী নাথাকিলে ধৰফৰ লগাওঁ— কিয় ক'লা? কেতিয়া মই ধৰফৰ লগাইছিলোঁ?

নিৰলা : [ভয় খাই] আপুনি ভিতৰলৈ ব'লকচোন।

জগদীশ : আগতে তুমি কোৱা— মই কেতিয়া ধৰফৰ লগাইছিলোঁ? মানুহৰ আগত তুমি মোৰ বেমাৰ হোৱা বুলি কিয় ক'বা?

নিৰলা : ক'তনো মই বেমাৰ হোৱা বুলি ক'লোঁ? নাই কোৱা নহয়। আহক। [ধৰিব খোজে]

জগদীশ : কৈছা। দস্তুৰমত কৈছা। মোৰ কি বেমাৰ হৈছে? [নিত্যানন্দ আৰু তালুকদাৰক] এই মানুহজনীৰ কিবা এটা হৈছে বুইছে। মোৰ কিবা বেমাৰ হৈছে বুলি ক'ব পাৰিলে মানুহজনীয়ে কিবা ফুৰ্তি পায়।

নিৰলা : ক'লোঁ যদি ক'লোঁ বাৰু, আৰু নকওঁ।

জগদীশ : [তালুকদাৰক] আজি [আঙুলিত গণ্তি কৰি]— পাঁচ দিন আপোনালোকৰ লগে লগে আছোঁ— আপোনালোকে মোৰ কিবা অসুখ দেখিছে নেকি?

তালুকদাৰ : নাই, নাই দেখা।

জগদীশ : তেনেহ'লে? [নিৰলাক]

নিৰলা : আৰু নকওঁ বুলিছোঁ নহয়। আহক ভিতৰলৈ, কথা এটা আছে।

জগদীশ : নাযাওঁ। মই তোমাৰ ওচৰতেই নাথাকোঁ। [উচাট মাৰি গুচি যায়।]

নিৰলা : শুনকচোন। ক'লৈ যায়? শুনিছে? [নিত্যানন্দক] আপুনি যাওকচোন অকণমান। [নিত্যানন্দ যায়। ভিতৰৰ পৰা ওলাই আহি বিজয়ে কি হৈছে চায়।]

প্ৰতিভা : কিয়নো তেওঁৰ হঠাতে খংটো উঠিল?

নিৰলা : ক'বই নোৱাৰোঁ। কেতিয়ানো কোনটো কথাত মানুহটোৰ টিকিছকৈ খংটো উঠে ধৰিবই নোৱাৰোঁ।

প্ৰতিভা : আগৰ পৰাই এনেকুৱা নেকি?

নিৰলা : সেই কাৰণেইতো মানুহটোক মহাপ্ৰভুৰ আশ্ৰমলৈ লৈ আহিছোঁ। এই খংটোৰ কাৰণেই আমাৰ সংসাৰখনৰ বৰ অসুবিধা হৈছে। ভালত ভাল, খাব, ফুৰ্তি কৰিব, গান গাব, নাচিব, চব কৰিব, কিন্তু হঠাতে যেতিয়া খংটো উঠিব, আমি উপায় নোপোৱাত পৰোঁ। কেতিয়াবা মৰি থাকিবলৈকে মন যায়।

তালুকদাৰ : ডাক্তৰৰ লগত কেতিয়াবা কথা পাতিছানে? কিবা ঔষধ-পাতি?

নিৰলা : [চাদৰেৰে নাক-মুখ মচি] এতিয়ালৈকে ছজনমান ডাক্তৰক দেখুৱালোঁ। ঔষধো ঢেৰ খুৱালোঁ। মাজতে এবছৰমান ভালেই আছিল। আজিকালি ঔষধৰ কথা ক'লেও খং কৰে। [মুখ লুকুৱাই কান্দে।]

তালুকদাৰ : [অলপ চিন্তা কৰি] সহ্য কৰিবলৈ শিকা। অনবৰত এটা কথা মনলৈ আনি থাকিলেই সহ্য কৰিবলৈ শক্তি পাবা। কথাটো হ'ল আমি আটাইমখা ডাক্তৰে ভাল কৰিব নোৱাৰা বেমাৰী। সেইবোৰ এতিয়া বাদ দিয়া। নিত্যানন্দই তেওঁক ওভোতাই আনিব পাৰিবনে? খঙৰ ভমকত মানুহটোৱে মাৰ-পিট কৰে নেকি?

নিৰলা : নকৰে।
তালুকদাৰ : ছেঃ! বেয়া কথা হ'ল নহয়। আৰু কোনোবা এটা গ'লে ভাল আছিল। এওঁ পৰিমল ক'ত থাকি আহিল?
বিজয় : আমাৰ পাছে পাছেই আহি আছিল।
তালুকদাৰ : [প্ৰতিভাক] টৰ্চ লাইটটো দিয়াচোন। ময়ে যাওঁ।
বিজয় : আপুনি অকলে যাব নালাগে। ময়ো যাম। [প্ৰতিভা টৰ্চ লাইট আনিবলৈ সোমাই যায়]
প্ৰতিভা : বাংকো, তুমিও যাবাচোন।
বাংকো : সৌৱা, আহিলেই নহয়। [সকলোৱেই চায়]

# দৃশ্য ঃ ৬

## মঞ্চ ঃ ২

[পৰ্বতীয়া ঠাইৰ বাট। জোনাক ৰাতি। পৰিমল আৰু ৰাজশ্ৰী আহি আছে। এঠাইত ৰৈ জয়শ্ৰীয়ে কথা আৰম্ভ কৰে।]

ৰাজশ্ৰী : আপোনাৰ এনেকৈ থাকি বেয়া নালাগেনে?
পৰিমল : এনেকৈ মানে অকলে থকাৰ কথা সুধিছা? মই যদি বিয়া-বাৰু নকৰালোঁহেঁতেন, সেযাও অকলে থকা, আৰু বিয়াৰ পিছত ইমান দিন এজনী মানুহৰ লগত একেলগে থাকি তাৰ পিছত এনেকৈ আছোঁ— এযাও অকলে থকা। এনেকৈ অকলে থকাটো বহুত ফালৰ পৰা, বহুত বেছি কষ্টকৰ।
ৰাজশ্ৰী : কেনেকৈ কি হ'ল— সেইবোৰ কথা আপুনি মোক কেতিয়াও কোৱাও নাই, মযো সোধা নাই। বিজয়ৰ মুখে অলপ-অচৰপ যি শুনিছোঁ— সেয়াই। আজি মই নিজে সুধিছোঁ— কাৰ দোষত এনেকুৱা হ'বলৈ পালে?
পৰিমল : মই সদায় মোৰ দোষত বুলিয়েই ক'ম। তেওঁক মই সুখ দিব নোৱাৰিলোঁ, শান্তি দিব নোৱাৰিলোঁ, ইমান বছৰ মোৰ লগত থাকি তেওঁ মাক হ'ব নোৱাৰিলে। তেওঁ নিজে ডাক্তৰ মানুহ, তেওঁ খুব ভালকৈ জানিছিল— গণ্ডগোলটো ক'ত। আৰু সতি-সন্ততি নোহোৱাকৈতো বহুত মানুহ সুখত থাকে! কিন্তু সেই সুখৰ কাৰণে যিখিনি বস্তু লাগে, আমাৰ সেইখিনিও নাছিল। আমাৰ মানে মোৰ নাছিল বুলিয়েই ক'ম।
[ৰাজশ্ৰীয়ে পৰিমলৰ মুখলৈ চাই থাকে। লাহে লাহে অন্ধকাৰ।]

# দৃশ্য ঃ ৭(ক)

## মঞ্চ ঃ ১

[আগৰ দৃশ্যটোৱেই। এটা লেম কমকৈ জ্বলি আছে। দূৰত এখন আঁঠুৱা তৰা আছে। বাংকাই

বিছনা পাৰিছে। বিছনা পৰা শেষ কৰি সি গায়ে-মূৰে কাপোৰ লৈ শোৱে। অলপ পিছত ভিতৰৰ পৰা পৰিমল ওলাই আহে। সি এটা চিগাৰেট জ্বলায়। এঠাইত থিয় হৈ এহোঁপা মাৰে। সি চিন্তিত। অলপ পিছত এঠাইত বহে। তাৰ পিছত দ্বিতীয় মঞ্চৰ ফালে চাই কিবা ভাবি থাকে।]

বাংকা : আপুনি নোশোৱে দাদা?
পৰিমল : শুম।
বাংকা : মই শোওঁ দিয়ক।

# দৃশ্য : ৭ (খ)

## মঞ্চ : ২

[সম্মুখত পাতল বগা স্ক্রীণ। পাছফালে ক'লা স্ক্রীণ। লাইট— দুয়ো কাষৰ পৰা। পৰিমলৰ ঘৈণীয়েক বিভাই শাৰী পিন্ধিছে। পিন্ধি উঠি নিজকে ভালকৈ চায়। শাৰীখন ঠিক কৰি লয়। ড্ৰেছিং আয়নাত নিজকে চায়। চুলিখিনি ফণিৰে ঠিক কৰি লয়। আঁৰলৈ যায়। ডাক্তৰী কোটটো লৈ উভতি আহে। কোটটো পিন্ধি তাই প্ৰথম মঞ্চৰ ফালে আহে। প্ৰথম মঞ্চৰ ফালৰ পৰা পৰিমল সোমায়।]

পৰিমল : তুমি ক'ৰবালৈ যোৱা নেকি?
বিভা : ওঁ।
পৰিমল : ক'লৈ?
বিভা : হস্পিতাললৈ?
পৰিমল : এতিয়া?— ৰাতি এঘাৰ বজাত!
বিভা : ডিউটী আছে।
পৰিমল : ডিউটী মাজৰাতি আৰম্ভ হয়নে?
বিভা : কেইটামান ছিৰিয়াছ পেচেণ্ট আছে। মই নগ'লে অসুবিধা হ'ব।
পৰিমল : কোনোবাই খবৰ দি গ'ল নেকি?
বিভা : (বিৰক্ত) নাই দিয়া। মোৰ ডিউটী সন্ধিয়া ছয় বজাৰ পৰাই আছিল, মইহে এইখিনি সময় ঘৰত থাকি চাইছিলোঁ।
পৰিমল : থাকি বেয়া পালা?
বিভা : [চিঞৰি] অঁ, বেয়া পালোঁ।
পৰিমল : ইমান বেয়া পোৱা যদি আহা কিয়? ডিউটী বেছিকৈ পেলাই লৈ দেখোন তাতে থাকি যাব পাৰা।
বিভা : সেই চেষ্টা মই নাই কৰা বুলি ভাবিছা নেকি? মই এইটো ঘৰলৈ চখ কৰিবলৈ, ফুৰ্তি কৰিবলৈ, আনন্দ কৰিবলৈ আহোঁ বুলি ভাবিছা নেকি? মোৰ খাবলৈ-শুবলৈ ঠাই নাই কাৰণে ইয়ালৈ আহোঁ বুলি ভাবিছা নেকি?

পৰিমল : তোমাৰ নিচিনা মানুহ এজনীৰ খাবলৈ-শুবলৈ ঠাইৰ যে অভাৱ নাই সেইটো তুমি মুখ ফুটাই নক'লেও হয়।

বিভা : হোৱাট ডু ইউ মিন?

পৰিমল : মানে তোমাৰ ভাত আৰু বিছনাৰ অভাৱ নাই।

বিভা : সেইটো বুজিছোঁ, কিন্তু সেইষাৰ কথাৰে তুমি কি বুজাব খুজিছা? তুমি নীচ, ঘৃণনীয় ইংগিত কৰিছা।

পৰিমল : কি ঘৃণনীয় ইংগিত? তুমি ডাক্তৰ মানুহ, তোমাৰ পইচাৰ আকাল নাই, গতিকে ভাতৰ আকাল নাই, হস্পিতালতে ঢেৰ বিছনা আছে— পইচা দিলে ভালৰো ভাল হোটেলত ঢেৰ বিছনা পাবা— মই তাকে মিন কৰিছোঁ। ইয়াত আৰু ঘৃণনীয় ইংগিত কিটো আছে?

বিভা : ইমান বেঙা হৈ নেদেখুৱাবা। তোমাৰ পেটত কি আছে মই নুবুজোঁ?

পৰিমল : চোৱা বিভা, আমি যিমান সময় ভালকৈ কথা-বতৰা পাতোঁ তাতকৈ বেছি সময় কাজিয়া কৰোঁ— ঠিক? এই কাজিয়াই তোমাক নামুৱায়? গালি পাৰিবলৈ, কাজিযা কৰিবলৈ চেলু বিচাৰি ফুৰিবলৈ তোমাৰ বেয়া নালাগে? আমনি নালাগে?

বিভা : চেলু বিচাৰি ফুৰাৰ মোৰ দৰকাৰেই নহয়। তুমি নিজে কাজিয়াৰ কাৰণে ৰাস্তা উলিয়াই কাৰ্পেট পাৰি থৈ দিয়া। চাওঁ, আঁতৰ হোৱা।

পৰিমল : শুনা বিভা, এই অশান্তি, এই বিৰক্তি, এই টেনছন— আমি এইবোৰ শেষ কৰি দিব নোৱাৰোঁনে?

বিভা : কিয় নোৱাৰোঁ? দিয়া শেষ কৰি। ব'লা, কাইলৈকে ক'ৰ্টলৈ যাওঁ। দুয়োটাই একেখন দৰখাস্তত চহী কৰি শেষ কৰি পেলাওঁ।

পৰিমল : মই সেইটো কোৱা নাই। মই কৈছোঁ, আমি সেই অশান্তিবোৰ আঁতৰ কৰি— মানুহ দুটা ওচৰ চাপিব নোৱাৰোঁনে?

বিভা : কিহৰ আশাত ওচৰ চাপিম? ইমান দিনে ওচৰ চাপি থাকি পাইছোঁ কি?

পৰিমল : আমি কিজানি ল'ৰ জনা নাই কাৰণেহে একো পোৱা নাই! আমাৰ এটা অভাৱ থাকিব পাৰে, কিন্তু আমাৰ আছেওতো বহুত!

বিভা : কি আছে? টকা-পইচা, ধন-সম্পত্তি, মাটি-ঘৰ এইবোৰ? তুমিতো নিজেই কৈছা— মই ডাক্তৰ মানুহ— মোৰ সেইবোৰৰ অভাৱ নাই। মই নিজেও জানো— ধন-সম্পত্তিৰ অভাৱ মোৰ কেতিয়াও নহয়। তুমি লক্ষ টকাৰ ব্যৱসায়ী, তোমাৰো সেইবোৰৰ অভাৱ নহয়। আৰু ল'ৰা-ছোৱালীৰ কথাটো, সেইটো কথা বাৰে বাৰে নুলিয়াবা। বাৰে বাৰে উলিয়াই থাকিলে মই সান্ত্বনা পাওঁ বুলি নাভাবিবা।

পৰিমল : তেনেহ'লে তোমাৰ অশান্তি কিহত? তুমি পোৱা নাই কি?

বিভা : শান্তি পোৱা নাই। মোৰ কিছুমান পচন্দ-অপচন্দৰ কথা আছে নহয়? চিধা কথা— মই তোমাক ভাল পাব পৰা নাই। সকলো মানুহে সকলো মানুহক ভাল পাব নোৱাৰে। কাৰোবাৰ কাৰণে তুমি নিশ্চয় বৰ ভাল লগা মানুহ, কিন্তু পৰিমল, তুমি বেয়া নাপাবা— মই তোমাক কিয় ক'ব নোৱাৰোঁ, ইমান দিন একেলগে থাকিও ভাল পাব নোৱাৰিলোঁ। মই চেষ্টা কৰি চাইছিলোঁ— কিন্তু নোৱাৰিলোঁ। এতিয়া অৱস্থাটো কেনেকুৱা হৈছে জানা? মানুহটোক ভাল নলগাৰ কাৰণে যে তেওঁৰ সৰু-সুৰা প্ৰত্যেকটো কথাই ভাল নলগা হয়— এতিয়া তেনেকুৱা হৈছে। তোমাৰ মাতটো মোৰ বেয়া লগা হৈছে, তোমাৰ খোজটো মোৰ বেয়া লগা হৈছে,

তোমাৰ গাৰ গোন্ধটো মোৰ বেযা লগা হৈছে— তুমি যে ভাত চোবাই থাকা, সেই দৃশ্যটো মোৰ বেয়া লগা হৈছে— তুমি যে শুই থাকা— সেই ভংগীটো মোৰ বেয়া লগা হৈছে— মানে বেয়া লাগিলে যে চব বেয়া লগা হৈ আহে— তেনেকুৱা হৈ আহিছে। মই ইচ্ছা কৰি একো কৰা নাই— কিন্তু আপোনা-আপুনি হৈ আহিছে।

পৰিমল : ইমানকৈ বেয়া পোৱা মানুহ এটাৰ লগত এনেকৈ একেলগে থাকোঁতেতো তোমাৰ বৰ কষ্ট হৈছে?

বিভা : হৈছে।
[বেগটো লৈ ওলাই যায়। পৰিমল বৈ থাকে। লাহে লাহে অন্ধকাৰ হৈ আহে।]

# দৃশ্য ঃ ৮

## মঞ্চ ঃ ১

[সমতল ৰাস্তা। গছ-গছনি, শিল-পাথৰ আছে। দলটোৱে খোজ কাটিছে। প্ৰথমতে ভাৰখন আৰু হাতত টোপোলা লৈ বাংকা, তাৰ পিছত জগদীশ আৰু নিৰলা আহে। বাংকা আৰু নিৰলা ২নম্বৰ মঞ্চলৈ যায়গৈ। জগদীশে ঘূৰি পাছে পাছে আহি থকা নিত্যানন্দ আৰু তালুকদাৰৰ লগত কথা পাতে। জগদীশে আগৰে পৰাই গীত এটা গাই আহিছিল।]

সুবৰ্ণৰে কাঠী-কামী মাণিকৰে ৰুৱা,
তাতে বহি দোকান দিয়ে শৃগাল বপুৰা।
[গীত বন্ধ কৰি তেওঁ কথা কয়।]

জগদীশ : [হঠাতে দূৰলৈ চাই] হে'ৰা, সেইফালে পোনাই নাহিবা। দ' আছে। সেইফালেদি ঘূৰি আহা। আমি যি ফালেদি আহিলোঁ সেইফালেদি আহা। (নিত্যানন্দক) ই বাংকাই ক'লে নহয়— সেইফালে নৈখন দ' আছে বুলি। অঁ, কি কৈছিলোঁ?— [নাটকৰ ভংগীত, ডাণ্ডৰকৈ] সুবৰ্ণৰে কাঠী-কামী, [বুকুত দেখুৱাই] এইবোৰত সোণৰ কাঠী-কামী আছে। আৰু কি আছে? মাণিকৰে ৰুৱা। ৰুৱাবোৰ মাণিকৰ। পিছে কি হয়? তাতে বহি এদিন শিয়াল বপুৰাই দোকান দিয়ে। বুজিলেনে?

নিত্যানন্দ : বুজিলোঁ।

জগদীশ : তোমালোকেও ধৰিবা আকৌ! মই অকলে চিঞৰি থাকিলে মজাটো নোলায় নহয়।

নিত্যানন্দ : ধৰিম দিয়া।
[জগদীশ ওলাই যায়। আঁৰৰ পৰা তেওঁৰ গীত শুনা যায়। নিত্যানন্দ আৰু তালুকদাৰো যায়। নিত্যানন্দয়ো গীতৰ শাৰীটো গায়। বিজয় আহে। সি কিবা চিন্তা কৰি বৈ থাকে। অলপ পিছতে প্ৰতিভা আৰু ৰাধা আহে।]

প্ৰতিভা : কি হ'ল? ৰ'লি দেখোন?

বিজয় : মই অকণমান বহোঁ দে।

প্ৰতিভা : কিয়? ভাগৰ লাগিছে?

বিজয় : ভাগৰ— ঠিক ভাগৰ নহয়, গাটো অলপ বেয়া লাগিছে।

প্ৰতিভা : কেনেকুৱা বেয়া লাগিছে?

বিজয় : মূৰটো ঘূৰোৱা যেন লাগিছে। (বহে)

প্ৰতিভা : (উৎকণ্ঠিত) এওঁলোক কোনোবাখিনি পালেগৈ নহয়। আই ৰাধা, যাচোন তেওঁলোকক মাতি আনগৈ। (ৰাধা দৌৰি ওলাই যায়)। প্ৰতিভাই ওভোতা ফালে চাই চিঞৰে) অ'ই পৰিমল, বেগাই আহাচোন। [বিজয়ক] পানী খাবি নেকি?

[বিজয়ে ইংগিতেৰে নাযাওঁ বুলি কয়। পৰিমল আৰু ৰাজশ্ৰী বেগেৰে সোমাই আহে।]

ৰাজশ্ৰী : কি হ'ল?

পৰিমল : কি হৈছে বিজয়?

প্ৰতিভা : তাৰ বোলে মূৰ ঘূৰাইছে।

[পৰিমলে পিঠিৰ বেগ খুলি মাটিত থয়। বিজয়ৰ ওচৰত আঁঠু কাঢি বহে।]

পৰিমল : বৰ বেছিকৈ ঘূৰাইছে নেকি? এই বেগটোৰ ওপৰতে মূৰটো থৈ শুই দে নহ'লে।

বিজয় : নালাগে ৰ'বিচোন। ৰাতিপুৱা ঔষধ নাখালোঁ নহয়, সেই কাৰণে বেযা লাগিছে হ'বলা।— ৰাজশ্ৰী, সেই যে হালধীযা টেবলেটটো— তাৰে এটা—

ৰাজশ্ৰী : ঔষধৰ টেমাটো বাংকাৰ ভাৰখনত আছে।

প্ৰতিভা : কি হ'ব এতিযা?

পৰিমল : সি কিমান দূৰ পালেগৈ? [ডিঙি মেলি দূৰলৈ চায়।] মই এতিযাই লৈ আহোঁগৈ। টেমাটো কেনেকুৱা?

ৰাজশ্ৰী : [হাতেৰে দেখুৱাই] ইমানটোমান— পুৰণি বিস্কুটৰ টেমা এটা— সেউজীয়া। [পৰিমল যায]

প্ৰতিভা : পানী ক'ত আছে? পানীৰ বটলটো?

ৰাজশ্ৰী : তাতে আছে।

প্ৰতিভা : [দূৰলৈ চাই চিঞৰি] পানীৰ বটলটোও লৈ আহিবা। নহ'লে ভাৰখনেৰে সৈতে তাকো আহিবলৈ ক'বা। [ৰাজশ্ৰীক] ইযাৰ ঔষধখিনি, পানীৰ বটলটো লগতে ৰাখিব নোৱাৰা?

[নিত্যানন্দ তালুকদাৰ, জগদীশ আৰু নিৰলা উভতি আহে। অলপ পিছতে ৰাধাও আহে।]

নিত্যানন্দ : কি হৈছে নবৌ?

প্ৰতিভা : ইযাৰ বোলে গা বেযা লাগিছে। মূৰ ঘূৰাইছে? [বিজয় উঠে]

প্ৰতিভা : ক'লৈ যাব?

[বিজয়ে হাতেৰে মনে মনে থাকিবলৈ ইংগিত দিয়ে। সি ৰাস্তাটোৰ কাষলৈ গৈ [দৰ্শকৰ ফালে পিঠি দি] থাকোঁতে বাটতে ওকালতি আহে। জগদীশে তাক ধৰে। ৰাস্তাৰ কাষত বহি বিজযে বমি কৰে। সি কাহিল হৈ যায।]

জগদীশ : চাওঁ, পানী।

[নিৰলাই লৰালৰিকৈ বেগ এটাৰ পৰা পানীৰ বটলটো উলিয়াই জগদীশক দিয়ে। জগদীশে বটলত থকা সৰু গিলাচটোৰে বিজযক পানী অকণ খাবলৈ দিযে। তাৰ পিছত তাৰ মুখখন

ধুৱাই কপালতো অলপ পানী সানি দিয়ে।]

জগদীশ : এইখিনিৰ পৰা আঁতৰি আহা। সৌখিনিলৈ ব'লা— উঠা।

[বিজয়ে নিজে উঠিব নোৱাৰে। জগদীশে তাক ধৰি থিয় কৰায়। নিৰলাযো ধৰে। দুয়ো তাক ধৰি আনি আগৰ ঠাইত বহুৱায়। সি বহি থাকিব নোৱাৰে শুই দিব খোজে।]

জগদীশ : [নিৰলাক] ধৰাচোন। [নিৰলাই বিজযক ধৰি থাকে। জগদীশে লৰালৰিকৈ তেওঁৰ বেগটো খুলি কাপোৰ এখন উলিযাই মাটিত পাৰি দিয়ে। পৰিমলৰ বেগটোক গাৰু কৰি বিজয়ক শুৱাই দিযে।]

তালুকদাৰ : বিজয়! [বৈ] বৰ বেছি বেযা লাগিছে নেকি?

বিজয় : বমি হৈ গ'ল কাৰণেই নেকি এতিয়া অলপ ভাল লাগিছে। মই ইযাতে অলপ এনেকৈ শুই থাকিলে আপোনালোকৰ অসুবিধা হ'ব নেকি?

জগদীশ : কাৰ? আমাৰ? ভাল কথাটো সুধিছে। আমাৰ কিহৰ অসুবিধা হ'ব? আপুনি এতিয়া চকু মুদি মনে মনে অলপ পৰ শুই থাকক।

[টেমা এটা আৰু পানীৰ বটল এটা লৈ পৰিমল আহে।]

প্রতিভা : টেবলেট খাবিনে?

বিজয : দে। [প্রতিভাই টেমাটো খুলি টেবলেটৰ এটা ষ্ট্রিপ দেখুৱাই সোধে]

প্রতিভা : এইটো?

বিজয : ওঁ। [প্রতিভাই এটা টেবলেট খুৱাই দিয়ে।]

প্রতিভা : [বিৰক্তিৰে] সময়মতে ঔষধ খোৱা হ'লে এনেকুৱা হ'বলৈ নাপায নহয়। কিবা কাৰণত বাৰু এদিন ইফাল-সিফাল হ'ল— ঔষধখিনিতো লগতে ৰাখিব লাগে। অসুখীয়া মানুহ— লাগ বুলিলেই পানীটোপাতো হাততে পোৱাকৈ ৰাখিব লাগে। ঔষধ থাকিব সৌ তাত, বেমাৰী থাকিব ইয়াত, মানুহ থাকিব সৌ তাত— এনেকৈ কাম চলে নেকি?

ৰাজশ্রী : ইমান ডাঙৰ ঔষধৰ টেমাটো মই কেনেকৈ লৈ ফুৰাওঁ? এইটো বেগত সোমাব নেকি? সেইটো পানীৰ বটল ইয়াত সোমাব নেকি?

প্রতিভা : নোসোমায় যদি মোকে দি দিব লাগিছিল। মই কিবাকৈ কটিয়াব পাৰিলোঁহেঁতেন নহয়।

ৰাজশ্রী : আজিৰ পৰা কটিযাব তেনেহ'লে। চব আপুনিয়েই চম্ভালিব। মইতো অহাৰ কথা নাছিলেই!

প্রতিভা : আহিছা কাৰণেহে কিছুমান কথা তোমালৈ এৰি দিছোঁ। নহা হ'লে ময়েইতো চব চম্ভালিলোঁহেঁতেন।

নিত্যানন্দ : হ'ব দিয়ক নবৌ। মনে মনে থাকক। এটা ডাঙৰ, ভাল কামত ওলাই আহিছোঁ, ৰাস্তাৰ ওপৰত এনেকৈ ওখনা-ওখনি কৰিব নালাগে।

জগদীশ : নহয় দাদা, আপোনাৰ কিছুমান কথা শুদ্ধ, কিন্তু কিছুমান কথা ভুল। এতিয়া আপুনি যিষাৰ কথা ক'লে, সেইষাৰ ভুল। ঘৰৰ ভিতৰত ওখনা-ওখনি কৰিব লাগে, ৰাস্তাৰ ওপৰত কৰিব নালাগে— এইটো ঠিক কথা নহয়। ঘৰৰ ভিতৰনো কি? ৰাস্তানো কি? এওঁতো বমি নিযম মতে ঘৰৰ ভিতৰত— বাথৰুমতহে কৰিব লাগিছিল। ৰাস্তাত কৰিলে কিয়? বমিখিনি ওলাই যোৱাৰ পিছত এওঁ গাটো অলপ ভাল লাগিছে বুলি ক'লেনে নক'লে?

নিত্যানন্দ : ক'লে।

জগদীশ : এখেতসকলৰ পেটৰ কথা কিছুমান ওলাই গ'লেও, এখেতসকলৰ মনটো ভাল লাগিব পাৰে। মহাপ্ৰভুৰ ওচৰ পোৱাৰ আগতে মনটো যিমান খালী কৰি ল'ব পাৰিব, সিমানে মহাপ্ৰভুৰ পৰা মনটোত বেছি বস্তু ভৰাব পাৰিব। [খং] মই আৰু নিৰলা থকাৰ কাৰণেই, মানে আমি বাহিৰা মানুহ থকাৰ কাৰণেই যদি এখেতসকলৰ ঘৰটো ৰাস্তা হৈ গ'ল বুলি ভাবিছে, তেনেহ'লে আপুনি বেয়া কাম কৰিছে। আমি একেলগে মৰিম, একেলগে তৰিম বুলি ওলাই আহিছোঁ, কিন্তু আপোনালোকে আমাক আপোন বুলি ভবা নাই। পৰ বুলি ভাবিছে। আমাৰ আগত মনৰ ভিতৰৰ সঁচা কথা ক'লে ৰাস্তাত ওখনা-ওখনি কৰা হয়।

নিত্যানন্দ : নহয়, নহয়—।

তালুকদাৰ : [ওচৰৰ পৰা বিজয়লৈ চাই থাকি]— নিত্যানন্দ।

নিত্যানন্দ : ককাইদেউ?

তালুকদাৰ : আমি উভতি যাওঁগৈ ব'লা।

নিত্যানন্দ : কিয় ককাইদেউ?

তালুকদাৰ : আৰু আগুৱাবলৈ ভয় লাগিছে। আমি ঘাইকৈ বিজয়ৰ কাৰণেহে আহিছিলোঁ। আৰু বহু দূৰ বাট আছে। তাৰ বৰ কষ্ট হ'ব। আৰু, আমি বাকীবোৰৰ তালৈ যোৱাৰ প্ৰযোজনো নাই, যোগ্যতাও নাই। জগদীশ। [জগদীশে গোমোৰা হৈ অইন ফালে চাই আছে] আমাৰ কাৰণে তোমালোকৰ কিছু অসুবিধাতো হৈছেই, আৰু অসুবিধা হ'ব নালাগে। তোমালোক আগবঢ়া। আৰু— নিত্যানন্দ, পৰিমল আৰু এওঁলোকৰ কোনোবা যায় যদি যাওক— বিজয়ক লৈ মই উভতি যাওঁ।

জগদীশ : মই আপোনাৰ কথা মতে, আগলৈও নাযাওঁ, উভতিও নাযাওঁ। মোক এওঁ ফুচুলাই ফুৰিবলৈ যাওঁ বুলি লৈ আহিছে। এওঁ যে মোৰ বেমাৰ ভাল কৰাবলৈ আনিছে, সেইটো কথা মই নাজানোৱেই। জানি লাভো নাই, কাৰণ মোৰ বেমাৰো নাই। কিন্তু— যেতিয়ালৈকে এওঁ মোৰ বেমাৰ ভাল হৈছে বুলি বিশ্বাস নকৰে, তেতিয়ালৈকে এওঁ যি কৰিবলৈ কয়, মই তাকে কৰি থাকিম। মই যি দেখিলোঁ— আপোনালোকৰ বহুত গণ্ডগোল। যি কৰে কৰি থাকক।

বিজয় : দেউতা, মোৰ কাৰণে চিন্তা নকৰিব। মই পাৰিম। মোৰ আগতেও এনেকুৱা হোৱা নাই জানো?

জগদীশ : মই কিন্তু এটা কাম কৰিম বুলি কথা দিব পাৰোঁ— এওঁ যদি মনৰ জোৰেৰে যাওঁ বুলি ঠিক কৰে, তেনেহ'লে মই এওঁক গোটেই বাটটো দাঙি লৈ যাব পাৰিম। বাংকাই ভাৰ কঢ়িয়াব, মই এওঁক কঢ়িয়াম।

নিত্যানন্দ : আপুনিনো অকলে কিয় কঢ়িয়াব লাগিছে? আমিও আছোঁ নহয়। (দূৰলৈ) অ'ই বাংকো। চাওঁ, এইফালে আহচোন। [বাংকো আহে]

নিত্যানন্দ : হেৰি নহয়, ইয়াৰ পিছত আমি য'ত ৰ'মগৈ, তালৈ আৰু কিমান দূৰ আছে?

বাংকা : তিনি মাইলমান দূৰত এখন সৰু গাঁও আছে। তাৰে এঘৰ মানুহে আলহী ৰাখে। আমি তাতে থাকিমগৈ বুলি ভাবিছিলোঁ।

নিত্যানন্দ : তিনি মাইলমান?

বাংকা : হয়?

নিত্যানন্দ : ওচৰতে থাকিব পৰা ঠাই নাইনে? মানে এওঁৰ গাটো বেয়া লাগিছে। এতিয়া তিনি মাইল খোজ কাঢ়িবলৈ এওঁ টান পাব।

বাংকা : হয় নেকি? ঠাই কিয় নহ'ব? হ'ব। আমি আগতেও কেইবাবাৰো এনেকুৱা কৰিছোঁ নহয়। বতৰ ভাল যেতিয়া ওচৰতে অলপ মুকলি-আকলি ঠাই এডোখৰ বাছি লৈ তাতে থাকি যাওঁ। চাল-বেৰ নাথাকিব যদিও কাপোৰ-কানি তৰি অলপ আঁৰ-বেৰ কৰি ল'ব পৰা যাব। আপোনালোকে অসুবিধা নাপালেই হ'ল।

নিত্যানন্দ : [জগদীশক] তুমি কি কোৱা জগদীশ?

জগদীশ : ভাল। বৰ ভাল কথা। এৰাতি মুকলি আকাশৰ তলতে পৰি থাকিলোঁ— ক'বলৈকে ভাল লাগিব। হেৰি নহয়, [বাংকাক] পানী-দুনিৰ সুবিধা?

বাংকা : সেয়া নহয় পানী। নৈখন সেইফালে ঘুৰি গৈছে। মোৰ হিচাবত, মই যিখিনি পাইছিলোঁগৈ, সেইখিনিয়েই ভাল ঠাই হ'ব। বৰ ডাঙৰ গছ এজোপা আছে, গোটেই ঠাইডোখৰত ছাঁ পৰি আছে। ৰাতিটো কটাবলৈ বেয়া নহ'ব।

নিত্যানন্দ : কি কৰে ককাইদেউ?

তালুকদাৰ : সেয়াই ভাল। এটা ৰাতি তেনেকৈ থকাটো একো ডাঙৰ কথা নহয়। ইয়াৰ কষ্ট নহ'লেই হ'ল।

নিত্যানন্দ : [সকলোকে] ব'লক তেনেহ'লে, ইয়াত ব'দত বহি থকাতকৈ গছৰ তললৈকে যাওঁ। বিজয় অলপ পৰ ইয়াতে শুবানে?

বিজয় : ময়ো যাওঁ ব'লক।

নিত্যানন্দ : পাৰিবা?

বিজয় : পাৰিম।

নিত্যানন্দ : ব'লা তেনেহ'লে। [ডাঙৰকৈ] আহা, এটাইখন আহা। বস্তু-বাহানি লোৱা।

জগদীশ : ব'লক। [বস্তু-বাহানি লৈ নিত্যানন্দ, জগদীশ, নিৰলা আৰু বাংকা যায়গৈ। পৰিমল আৰু ৰাজশ্ৰীয়ে বিজয়ক ধৰি লাহে লাহে লৈ যায়। পাছে পাছে তালুকদাৰ। প্ৰতিভাই যাবলৈ ওলাই দূৰত বৈ থকা ৰাধালৈ চায়।]

প্ৰতিভা : আহ। বৈ আছ কিয়?

ৰাধা : শুনকচোন বাইদেউ। [তাই আগবাঢ়ি আহে। প্ৰতিভা তাইৰ ওচৰলৈ যায়।]

প্ৰতিভা : কি হ'ল? [বৈ] হুঁ? কি হ'ল?

ৰাধা : মোৰো গাটো বেয়া লাগি থাকে। [তালুকদাৰে স্থিৰ দৃষ্টিৰে ৰাধালৈ চাই থাকে।]

প্ৰতিভা : কেনেকুৱা বেয়া লাগে? [ৰাধাই অসহায় দৃষ্টিৰে প্ৰতিভাৰ মুখলৈ চাই থাকি তলমূৰ কৰে।] [লাহে লাহে অন্ধকাৰ।]

# দৃশ্য ঃ ৯

**মঞ্চ ঃ ২**

[ ৰাতি। নৈৰ পাৰ। জোনৰ পোহৰ পৰিছে। জগদীশ, নিৰলা, পৰিমল আৰু ৰাজশ্ৰী থিয় হৈ আছে। বাঁহীৰ শব্দ শুনা যায়।]

নিৰলা ঃ ই বাংকাই বৰ ভাল বাঁহী বজায়।

পৰিমল ঃ হয়। বৰ ভাল।

জগদীশ ঃ ঠাইডোখৰ কেনেকুৱা? এনেকুৱা ঠাইত, এনেকুৱা নিজান ৰাতি— মোক বাঁহী এটা দিযা— মোৰ বাঁহীৰ পৰাও তেনেকুৱা বঢ়িয়া সুৰ ওলাই যাব।

নিৰলা ঃ ই-স্।

জগদীশ ঃ কি আকৌ সি-স্। দি চোৱাচোন বাঁহী এটা। [সুৰ সলাই] বাৰু এতিয়া তুমি বাংকাৰ বাঁহীৰ সুৰত মতলীয়া হ'ব নালাগে, ভাত ৰান্ধোঁগে ব'লা। আজি আমি নাৰান্ধিলে লঘোণে থাকিব লাগিব। [ৰাজশ্ৰীক] তোমালোক যাবানে ৰ'বা?

ৰাজশ্ৰী ঃ আপোনালোক যাওকচোন, আমি আছোঁ।

জগদীশ ঃ [নিৰলাক] ব'লা। এওঁলোক এটাইখন আজি ওফন্দি আছে। ব'লা। [দুয়ো যায] [ৰাজশ্ৰী কাঠ এডালৰ ওপৰত বহেহি। পৰিমল ৰৈ থাকে।]

ৰাজশ্ৰী ঃ তাৰ পিছত? তাৰ পিছত কি হ'ল?
[পৰিমলে অলপ সময খোজ কাঢ়ে, তাৰ পিছত কথা কয।]

পৰিমল ঃ তাৰ পিছত মই চব এৰি দিছিলোঁ। তেওঁক ৰাখিবলৈও চেষ্টা কৰা নাছিলোঁ, এৰি দিবলৈও চেষ্টা কৰা নাছিলোঁ। এবাৰ তেওঁ কিবা এটা ক'ৰ্ছ কৰিবলৈ ছমাহমানৰ কাৰণে দিল্লীলৈ গ'ল, তাৰ পৰা উভতি আমাৰ ঘৰলৈ নাহিল। পিছতহে এদিন শুনিলোঁ— তেওঁ বোলে হস্পিতালৰ ৰেছিডেণ্ট ডাক্তৰ হৈছে, দিল্লীৰ পৰা আহি বাহিৰে বাহিৰে হস্পিতালখনতে থকা কোৱাৰ্টাৰত থাকিবলৈ লৈছে। [ৰৈ যায।]

ৰাজশ্ৰী ঃ পিছত লগ পাইছেনে?

পৰিমল ঃ নাই। কেতিযাবা অ'ত-ত'ত দেখোঁ। কেতিযাবা চকুৱে চকুৱেও পৰে। দুযোটাই নেদেখা ভাও ধৰোঁ।

ৰাজশ্ৰী ঃ তেওঁ এতিযাও তেনেকৈযে আছেনে?

পৰিমল ঃ মই ঠিককৈ একো নাজানো। কোনোবাই কিবাকিবি কয, মই ইণ্টাৰেষ্ট লৈ নুশুনো। এটা কথা কিন্তু ঠিক— মই যেনেকৈ থাকি গ'লোঁ, তেওঁ তেনেকৈ নাথাকিল। মোট সলোৱা সাপ অলপ বেছি চিকৃচিকীয়া হয়েই— নহয জানো? [ৰাজশ্ৰী বহাৰ পৰা উঠে।]

ৰাজশ্ৰী ঃ আপুনি হয়তো এইবোৰ কথা লৈ দুখ কৰে, কিন্তু মোৰ যদি তেনেকুৱা অৱস্থা হ'লহেঁতেন, তেনেহ'লে মই নিজকে বৰ সুখী বুলি ভাবিলোঁহেঁতেন।

পৰিমল ঃ তুমি মোক সান্ত্বনা দিবলৈ এনেকৈ কৈছা।

ৰাজশ্ৰী ঃ নহয়। আপোনাৰ অৱস্থাটো মই বুজি পাইছোঁ, উপলব্ধি কৰিব পাৰিছোঁ, কিন্তু মোৰ অৱস্থাটো উপলব্ধি কৰাৰ আপোনাৰ উপায় নাই। মোৰ মানত আপুনি বৰ সুখী মানুহ।

পৰিমল ঃ কিন্তু।

ৰাজশ্ৰী : দেখাত মোৰ চব আছে। নাই কি? স্বামী আছে, সন্তান আছে, শাহু আছে, শহুৰ আছে, টকা-পইচা আছে— চব আছে। কিন্তু মোৰ স্বামীৰ কিমান কি আপুনি দেখিছে? মই যেনেকৈ দেখিছোঁ, তেনেকৈ দেখিছেনে? আপোনাৰ কাৰণে এই পৃথিবীত চাগে তেওঁতকৈ ডাঙৰ বন্ধু কোনো নাই। আপুনি আপোনাৰ এটা কিডনী দি তেওঁক জীয়াই ৰাখিছে। কিন্তু আপুনি জানেনে, মোৰ কাৰণে তেওঁ কিমান জীয়াই আছে? কেনেকৈ জীয়াই আছে? মোৰ শাহুৱে মোক কেনেকৈ জীয়াই ৰাখিছে জানেনে? পিঠিত ঘাঁহৰ বস্তা, পানীৰ বেগ বান্ধি লোৱা গাধ— পিঠি ফটা ৰ'দত শুকান বাটেদি গৈ থাক। নমৰালৈকে তেনেকৈয়ে গৈ থাক। আপুনি মোক কৈছিল— এখন বেলেগ ধৰণৰ পৃথিৱী চোৱাৰ কথা— মই সেই কাৰণে ওলাই আহিছিলোঁ। হয় নে নহয়?

পৰিমল : হয়।

ৰাজশ্ৰী : কিন্তু সেই একেখন পৃথিৱীখেই কেনেকৈ মোৰ লগে লগে আহি আছে দেখিছে? এক মুহূৰ্তৰ কাৰণে সেইখন পৃথিৱীয়ে মোৰ লগ এৰা দিছেনে? বাৰে বাৰে মই ভাবোঁ— মই মৰিয়েই যাওঁ।

পৰিমল : মনে মনে থাকা। তেনেকুৱা কথা মুখলৈ আনিব নাপায়। তুমি যে নতুন পৃথিৱী এখনৰ কথা কৈছা— সেইখন কিজানি তুমি বিচাৰিব জনাই নাই। মানুহ ইমান সহজে নমৰে নহয়।

ৰাজশ্ৰী : মৰে। মোৰ নিচিনা মানুহ মৰে। মৰাই ভাল।

পৰিমল : তেনেকৈ চাবলৈ গ'লে— মই দেখোন কেতিয়াবাই মৰিব লাগিছিল। কিন্তু ক'ৰবাত নহয় ক'ৰবাত অকণমান আশ্ৰয়, অকণমান আনন্দৰ ঠাই সদায় ওলায়েই। মই সেই কাৰণেই বাচি আছোঁ। তোমাৰ কাৰণেও কিজানি তেনেকুৱা ঠাই অকণমান ওলাইছেই।
[পৰিমলে স্থিৰ দৃষ্টিৰে ৰাজশ্ৰীলৈ চাই থাকে। ৰাজশ্ৰীয়েও চাই থাকে। অলপ পিছত পৰিমলে ৰাজশ্ৰীৰ হাত এখন ধৰে। হাতখনত চুমা খায়। তাৰ পিছত—]

পৰিমল : ইয়াতে অলপ বহোঁ আহা। [দুয়ো কাঠটুকুৰাৰ ওপৰত বহে। পৰিমলে নিজৰ গাৰ কাপোৰখনেৰে ৰাজশ্ৰীক মেৰিয়াই ধৰে। দুয়ো দুয়োলৈ চাই থাকে। এনেতে পাছফালৰ পৰা বাংকা আহে।]

বাংকা : কোন অ'? [পৰিমলহঁতে উচপ খাই থিয় হয়।]

বাংকা : কোন? [ওচৰলৈ আহি ভালকৈ চায়]

পৰিমল : বাংকা নেকি?

বাংকা : হয় দাদা।
[অন্ধকাৰ]

## দৃশ্য : ১০

### মঞ্চ : ১

[গছ-গছনিৰে আগুৰা এডোখৰ সৰু মুকলি ঠাই। ৰাতি। তালুকদাৰ আৰু প্ৰতিভা গম্ভীৰ হৈ থিয় হৈ আছে। অলপ দূৰত ৰাধা— ভয়াৰ্ত]

প্ৰতিভা : এইখিনিলৈ আহ। [ৰাধা ভয়ে ভয়ে আহে]

প্ৰতিভা : [অলপ সময় চাই থাকি] এইবিলাক কেনেকৈ হ'বলৈ পালে? [বৈ] তিনি মাহ হ'ল— মোক

কোবা নাছিলি কিয়? [বৈ] কেনেকৈ হ'বলৈ পালে? [ৰাধাই তলমূৰ কৰে] মোৰ মুখলৈ চা। [ৰাধাই চায়] কেনেকৈ হ'বলৈ পালে? [চেপা মাতেৰে গৰ্জি] নকৱ কিয়? [ৰাধাই তলমূৰ কৰে। প্ৰতিভাই চুলিত ধৰি তাইৰ মূৰটো তুলি ধৰে] কাৰ লগত এইবোৰ কাণ্ড কৰিছিলি?

তালুকদাৰ : এতিয়া তাইক যাবলৈ দিয়া।

প্ৰতিভা : কিয় যাবলৈ দিম?

তালুকদাৰ : এনেকৈ— এই ৰাতিখন চিঞৰ-বাখৰ কৰি মগজ গৰম কৰিব নালাগে। তাইতো নোকোৱাকৈ থাকিব নোৱাৰিব। আজি নহ'লেও কাইলৈ ক'বই লাগিব।

প্ৰতিভা : আজিয়েই ক'ব লাগিব তাই। ক', কেনেকৈ হ'বলৈ পালে? মুখ নোখোল কিয? [থপৰিয়াই] এনেকৈ নিবোকা হৈ তই কিমান দিন বাচি থাকিবি?

তালুকদাৰ : ৰ'বাচোন তুমি।

প্ৰতিভা : আপুনি মনে মনে থাকক। ক'বি নে নকৱ?

ৰাধা : [কান্দি] নকওঁ।

প্ৰতিভা : নকৱ?

ৰাধা : নকওঁ।

প্ৰতিভা : [চৰিয়াই] নোকোৱাকৈ তই সাৰিব পাৰিবি? [চৰিয়ায়]

তালুকদাৰ : [মাজত সোমাই, ৰাধাক আঁতৰাই দি] শুনাচোন। [ৰাধাক] তই যা, কাম কৰগৈ।

প্ৰতিভা : নালাগে তাই কাম কৰিব। যি সুধিছোঁ তাই কৈ যাব লাগিব? এইটো গাৰে তই কিয় আহিছিলি? ধৰ্ম কৰিবলৈ আহিছিলি? আমাক উদ্ধাৰ কৰিবলৈ আহিছিলি?

তালুকদাৰ : [ৰাধাক] মই কি কৈছোঁ তই নুশুন কিয়? থিয় হৈ আছ কিয়?

প্ৰতিভা : তোক মই এই জংঘলৰ মাজতে কাটি দুটুকুৰা কৰি পুতি থ'ম।
[ৰাধা গুচি যায়। প্ৰতিভাই ফোপাই-জোপাই এঠাইত বহি যায়।]
এইবিলাক মহাপাপী লগত অহাৰ কাৰণেই আমাৰ এইবোৰ অশান্তি হৈছে। আপুনি তাইক কিয় পঠিয়াই দিলে?

তালুকদাৰ : কাৰণ আছে।

প্ৰতিভা : কি কাৰণডাল আছে?

তালুকদাৰ : কিছুমান কথা অকল খং-ৰাগ, চিঞৰ-বাখৰ, মাৰ-পিটেৰে চম্ভালিব নোৱাৰি। সময়-সুবিধা বুজি, ভাল মুখেৰে সুধিলে তুমি হয়তো বেছি কথাহে জানিব পাৰিবা।

প্ৰতিভা : আপুনি মাজত নোসোমোৱা হ'লে মই এতিয়াই তাইৰ মুখ মেল খোৱালোঁহেঁতেন।

তালুকদাৰ : আৰু মুখ মেলি যদি তাই হঠাতে তুমি কল্পনা কৰিব নোৱাৰা কিবা এটা চিঞৰি চিঞৰি— চবেই শুনাকৈ কৈ দিয়ে!

প্ৰতিভা : মই কল্পনা কৰিব নোৱাৰা কি ক'ব তাই?

তালুকদাৰ : সেইটোৱেই তুমি নাজানা। আৰু সেই কাৰণে— এইবোৰ মানুহে যিমানেই মুখ বন্ধ কৰি ৰাখে— সিমানেই কিজানি মংগল। [বৈ] কিজানি নহয়— সঁচাকৈয়ে মংগল। তাই বোবা হৈ গ'লেই তোমাৰ মংগল। [নিস্তব্ধ। প্ৰতিভাই তালুকদাৰলৈ চাই থাকে]

প্ৰতিভা : কিয়? কিয় তেনেকৈ কৈছে? [তালুকদাৰ নিৰুত্তৰ]

প্ৰতিভা : কি হ'ল আপোনাৰ?

তালুকদাৰ : মোৰ বৰ অস্থিৰ অস্থিৰ লাগিছে। তাই যে গাটো বেয়া লাগিছে বুলি কৈছিল— তাৰ পিছৰে পৰা মোৰ গাটো কঁপি কঁপি উঠে। মই থিৰেৰে থাকিব পৰা নাই। যিটো কথা মই এদিন পাতলাই দিয়াৰ চেষ্টা কৰিছিলোঁ, সেইটো কথাই যে আজি এনেকুৱা চেহেৰা ল'ব— মই ভাবিবই পৰা নাছিলোঁ।

প্ৰতিভা : কি কথা?

তালুকদাৰ : হুঁ?

প্ৰতিভা : কি কথা?

তালুকদাৰ : যিটো কথা তুমি তাইৰ মুখৰ পৰা উলিয়াবলৈ চেষ্টা কৰিছিলা।

প্ৰতিভা : মানে? আপুনি কিবা জানে? [তালুকদাৰ নিৰুত্তৰ] নকয় কিয়?

তালুকদাৰ : সহ্য কৰিব পাৰিবা?

প্ৰতিভা : কওকচোন। [তালুকদাৰে অস্থিৰভাৱে ইফাল-সিফাল কৰি ৰৈ যায়]

তালুকদাৰ : তিনি মাহ মান হ'ল হ'বলা। গধূলি। তোমালোক কোনো ঘৰত নাছিলা। মই বিছনাতে পৰি আছিলোঁ। আন্ধাৰ হোৱা দেখি লাইট দুটামান জ্বলাই দিওঁ বুলি উঠি আহিছিলোঁ। [ৰৈ যায়]

প্ৰতিভা : তাৰ পিছত?

তালুকদাৰ : তাইক বেয়া অৱস্থাত দেখিলোঁ।

প্ৰতিভা : ক'ত? [ৰৈ] কওকচোন।

তালুকদাৰ : [কওঁ নকওঁকৈ] বিজয়হঁতৰ ৰুমত।

প্ৰতিভা : তাত কোন আছিল?

তালুকদাৰ : বিজয়।

প্ৰতিভা : কি? [নিস্তব্ধ। প্ৰতিভা থৰ হৈ ৰয়। তেওঁ বহে।]

তালুকদাৰ : [দুখোজমান দি] মইতো তেতিয়া ভাবিছিলোঁ— সেইটো হঠাতে পিছল খোৱা, এদিনৰ ঘটনা। তেনেকুৱা হয়েই। কিন্তু তাৰ ফলটো যে এনেকুৱা হ'ব মই ভাবিবই পৰা নাছিলোঁ।

প্ৰতিভা : আপুনি মোক নক'লে কিয়?

তালুকদাৰ : সেইটো ক'ব পৰা কথানে? কৈ ভাল লগা কথানে? আৰু— তোমাক ক'লেও কি লাভ হ'লহেঁতেন?

প্ৰতিভা : মই চকু দিব পাৰিলোঁহেঁতেন।

তালুকদাৰ : তেতিয়া চকু দি কি লাভ? যি হ'বলগীয়া আছিল সেয়া যদি ইতিমধ্যে হৈয়েই গ'ল?

প্ৰতিভা : উস্! কি সৰ্বনাশ হ'ল! [ৰৈ] কি কৰা যায় এতিয়া?

তালুকদাৰ : মই আজি এবাৰ ভাবিছিলোঁ— বিজয়কতো বচাব লাগিব! আমাৰ ঘৰৰ লগততো বহুত মানুহৰ সম্পৰ্ক আছে! ঘৰতে থকা গোলোক আছে, ৰবিলালে ঘনাই অহা-যোৱা কৰি থাকে, মিস্ত্ৰিটোৱে এমাহ-ডেৰ মাহ কাম কৰিলে— সিহঁতৰ কোনোবা এটাৰ কথাকে ভাবোঁ নেকি?— কিন্তু এদিনতো হঠাৎ তাইৰ মুখেদি সঁচা কথাটো ওলাই যাব পাৰে! আমাৰ মান-সন্মানৰ কথা, আমাৰ বিপদৰ কথা ভাবিহে আজি তাই মুখ খোলা নাই! সেই কাৰণে এতিয়া তাইক বেছিকৈ নোজোকাবা। তাই আমাক সহায় কৰিছে বুলিহে ধৰিবা।

প্ৰতিভা : [ক্ষোভ] ই বেমাৰী। এনেয়ে ঘৰখনক খুলি খুলি খাইছে, তাৰ ওপৰতে সি এনেকুৱা কাণ্ড কৰে। মই তাৰহে টেঁটুটোত চেপা মাৰি ধৰিম।

তালুকদাৰ : নহয় নহয়, তাক একো নক'বা। তাৰ সংসাৰখন ছাৰখাৰ হৈ যাব। ধ্বংস হৈ যাব। আমি যে এইবোৰ কথা জানিলোঁ, তাৰ বিন্দুমাত্ৰ আভাসো তাক নিদিবা। তাৰ জীয়াই থকাৰ শক্তিখিনিয়েই নোহোৱা হ'ব।

প্ৰতিভা : সিনো কিয় জীয়াই থাকিব লাগিছে?

তালুকদাৰ : তেনেকৈ নক'বা। আমাৰ একমাত্ৰ সন্তান। তাৰ ভালৰ কাৰণেইতো আমি জীৱনটোৰ এছোৱা উছৰ্গা কৰিলোঁ। তাৰ ভালৰ কাৰণেইতো আজি আমি ইযাত এনেকৈ ৰাতি খপিছোঁ। নক'বা। তাক একো নক'বা। তাক শান্তিৰে থাকিবলৈ দিয়া।

[টৰ্চ লাইটৰ পোহৰ পৰে।]

তালুকদাৰ : কোন?

নিত্যানন্দ : [বাহিৰৰ পৰা] মই দাদা।

তালুকদাৰ : [ডাঙৰকৈ] আহা নিত্যানন্দ, আহা।

নিত্যানন্দ : [আহে] বি কৰিছে ইযাত? তাত আমি ভাত বাঢিবলৈ বৈ আছোঁ— ৰাধাই ক'লৈগে বোলে সৌখিনিতে বহি আছে, আহিব এতিয়া। ইমান পৰে নাই যোৱা দেখি মযেই আহিলোঁ। [বৈ] কি হ'ল? নবৌৰ মনটো মৰি আছে দেখোন!

তালুকদাৰ : তেওঁ বিজযৰ কথা ভাবি দুখ কৰিছে।

নিত্যানন্দ : নাই নাই দুখ কৰিবলৈ কিটো আছে? মানে এনেকৈ আগে-পাছে খোজ কাঢি পোৱা নাইতো, সেই কাৰণে হঠাতে কিবা এটা হ'ল আৰু। তাকে মই ভাবিছোঁ— আৰু এদিন গ'লে ধৰমশালা এটা পামগৈ। নেপাল নে ভূটানৰ ৰজাই সজাই দিয়া— বৰ সুন্দৰ ধৰমশালা। তাতে আমি এদিন জিৰণি ল'ম। বিজযেও গাটো টঙাই ল'ব পাৰিব। আহক নবৌ।

[প্ৰতিভা যাযগৈ। নিত্যানন্দ যাব খোজে। উভতি আহে।]

তালুকদাৰ : নিত্যানন্দ!

নিত্যানন্দ : ককাইদেউ?

তালুকদাৰ : মহাপ্ৰভুৰ সঁচাকৈয়ে মহিমা আছে নহয?

নিত্যানন্দ : আপোনাক কি ক'ম ককাইদেউ? যিমানে ওচৰ চাপি আহিছোঁ, সিমানে যেন মোৰ মনটো গহীন গহীন লাগি আহিছে। মাজে মাজে বুকুখন ধপ্‌ধপাই উঠে। মই ইয়াৰ পৰাই যেন তেখেতৰ মহিমাৰ পোহৰ দেখিবলৈ পাইছোঁ।

তালুকদাৰ : তেখেতৰ মহিমাই আমাক শুদ্ধ কৰিব পাৰিবনে?

নিত্যানন্দ : পাৰিব ককাইদেউ।

তালুকদাৰ : আমি যদি আমাৰ পাপৰ ফলতেই ভুগিছোঁ, তেনেহ'লে সেই পাপ তেখেতৰ মহিমাই উটুৱাই নিব পাৰিবনে?

নিত্যানন্দ : তেখেতৰ মতে পাপ আৰু পুণ্য হেনো আমাৰ জীৱনৰ গাডীখন টানি লৈ যোৱা গৰু দুটাৰ নিচিনা ককাইদেউ।

[হাতযোৰ কৰি থাকে]

# দৃশ্য ঃ ১১

## মঞ্চ ঃ ২

বিষয়া ঃ ঘটনাটো কি বাৰু?

পৰিমল ঃ পৰহি আবেলি আমি এইখিনি পাইছিলোঁহি। ঘৰটোত থকা-মেলাৰ সুবিধা, তাতে মাজৰ পৰ্বতীয়া বাটছোৱা খোজ কাটোঁতে সকলোৰে অলপ কষ্টও হ'ল, সেই কাৰণে ইয়াতে কালি দিনটো জিৰণি ল'বলৈ ঠিক কৰিলোঁ। আছোঁ, খাইছোঁ, কালি আবেলি ওচৰে-পাঁজৰে অলপ ফুৰিছোঁও, ক'তো একো অসুবিধা হোৱা নাই। কিন্তু আজি পুৱা উঠি দেখোঁ— আমাৰ লগত অহা ৰাধা বোলা ছোৱালীজনী নাই।

বিষয়া ঃ ই বাংকোই ক'লে। কাৰ ঘৰত আছিল তাই?

বিজয় ঃ আমাৰ ঘৰত। মোৰ নাম বিজয় তালুকদাৰ, এযা মোৰ দেউতা, এয়া মোৰ মা আৰু এওঁ মোৰ পৰিবাৰ। ৰাধা আমাৰ ঘৰত আছিল।

বিষয়া ঃ কিমান দিন হ'ল আপোনালোকৰ ঘৰত থকা?

বিজয় ঃ চাৰি বছৰমান।

প্ৰতিভা ঃ নহয় পাঁচ বছৰতকৈ বেছি হ'ল।

তালুকদাৰ ঃ মোৰ মনত আছে— তাই এপ্ৰিল মাহত আহিছিল। যোৱা এপ্ৰিলত পাঁচ বছৰ পূৰা হৈ গৈছে।

বিষয়া ঃ তাইৰ বয়স কিমান হৈছিল?

তালুকদাৰ ঃ সোতৰ-ওঠৰ মান।

প্ৰতিভা ঃ ওঠৰ মানেই হ'ব।

বিষয়া ঃ আপোনালোকে তাইক লাষ্ট কেতিয়ালৈকে দেখিছিল?

পৰিমল ঃ মই ৰাতি ভাত খাই উঠি এনেযে অকণমান সৌখিনিলৈ ওলাই গৈছিলোঁ। যাবৰ সময়ত দেখি গৈছিলোঁ— তাই আৰু নিৰলা খুৰীযে ভাত খাই আছিল। মই উভতি আহি পোনে পোনে শুই থাকিলোঁহি। তাইক আৰু দেখা নাই।

বিষয়া ঃ নিৰলা খুৰী মানে?

নিৰলা ঃ মই। মোৰ কথা কৈছে। আমি দুজনীয়ে সদায় শেষত ভাত খাওঁ। কালিও একেলগে ভাত খাইছিলোঁ। তাৰ পিছত ধুই-পখালি, বস্তু-বাহানি সামৰি মই শুবলৈ গ'লোঁ, তায়ো শোওঁগৈ বুলি গুচি গ'ল।

বিষয়া ঃ তাই ক'ত শুইছিল?

তালুকদাৰ ঃ এওঁ আৰু মই এই ফালৰ সৰু ৰুমটোত শোওঁ। তাই সেইটো ৰুমৰ চুকতে মাটিত বিছনা পাৰি শুইছিল।

বিষয়া ঃ তাই শোৱা আপোনালোকে দেখিছিল?

তালুকদাৰ ঃ দেখিছিলোঁ। এওঁৰ মোতকৈ আগতে টোপনি গৈছিল। মই অলপ পৰ সাৰে আছিলোঁ। তেতিয়া তাই ৰুমটোলৈ সোমাই আহি বিছনাত পৰা দেখিছিলোঁ।

বিষয়া ঃ তেতিয়া কেইমান বাজিছিল?

তালুকদাৰ ঃ মই ঘড়ী চোৱা নাছিলোঁ। কিন্তু দহমান বাজিছিল হ'বলা।

বিষয়া : তাই যে নাই, সেইটো প্ৰথমে কোনে মন কৰিলে?

তালুকদাৰ : ময়েই। মই খুব সোনকালে সাৰ পাইছিলোঁ। বাহিৰত তেতিয়া অলপ অলপ পোহৰ হৈছে। মই বাহিৰলৈ যাবলৈ বুলি উঠি দেখোঁ, তাইৰ বিছনাখন খালী। মই ভাবিলোঁ তায়ো বাহিৰলৈকে গৈছে নেকি? সেইবুলি ওলাই গ'লোঁ। গৈ দেখোঁ— তাই পাছফালেও নাই।

বিষয়া : তাৰ পিছত?

তালুকদাৰ : তাৰ পিছত মই আহি এওঁক জগুৱালোঁ। দুয়োটায়ে লগ লাগি আকৌ আগফালে-পাছফালে চালোঁ, চাই এওঁলোকক জগুৱালোঁ।

বিষয়া : আপোনালোকে ৰাতি তাই বাহিৰলৈ যোৱা গম পোৱা নাছিল?

তালুকদাৰ : নাছিলোঁ।

বিষয়া : [প্ৰতিভাক] আপুনি?

প্ৰতিভা : কালি ৰাতি মই একেবাৰে সাৰ পোৱা নাই। আগৰ দুৰাতি ভাল টোপনি অহা নাছিল, সেই কাৰণে কালি স্লিপিং টেবলেট এটা খাই শুইছিলোঁ।

বিষয়া : [ভাবি] ওঁ— তাৰ পিছত?

নিত্যানন্দ : তাৰ পিছত আমি ইয়াৰ চকীদাৰটোকো জগুৱালোঁ। তাক লগত লৈ ওচৰে-পাঁজৰে গোটেইখনত বিচাৰিলোঁ। ভালকৈ পোহৰ হোৱাৰ পিছত আৰু দূৰলৈকে বিচাৰিলোঁ— শেষত উপায় নাপাই কি কৰোঁ কি নকৰোঁ— চিন্তা কৰি থাকোঁতে চকীদাৰটোৱে ক'লে বোলে সাত মাইলমান দূৰত আপোনালোকৰ আউট প'ষ্টটো আছে। তেতিয়া বাংকাকে পঠাই দিলোঁ।

পৰিমল : তাৰ পিছতো আমি আৰু বহুত পৰ বিচাৰিলোঁ।

বিষয়া : [অলপ সময় চিন্তা কৰি] আপোনালোকেতো তাইক পাঁচ বছৰ পাইছে। আপোনালোকে কি সন্দেহ কৰে?

বিজয : আমাৰতো কোনো ধৰণৰ সন্দেহ কৰাৰে উপায নাই।

বিষযা : তাইৰ স্বভাৱ-চৰিত্ৰ—?

তালুকদাৰ : নাই নাই সেইবিলাক সন্দেহ কৰিবলগীয়া একো নাই। আজি ইমান দিনে সেই লাইনত মই অন্ততঃ একো দেখা নাই। পাতল, চঞ্চল, দুষ্ট— নহয় নহয়, তাই তেনেকুৱা ছোৱালী নাছিল।

বিষযা : [প্ৰতিভাক] আপোনালোকে কি ভাবে? তিৰোতা মানুহৰ চকুত কিছুমান কথা ভালকৈ ধৰা পৰে নহয়!

প্ৰতিভা : একে আষাৰে বেযা ছোৱালী বুলি ক'ব নোৱাৰোঁ, কিন্তু—

বিষযা : কিন্তু কি?

প্ৰতিভা : এনেযে সুবিধা পালে ইটো-সিটোৰ লগত চুপতা-চুপতি কৰিছিল আৰু।

বিজয় : সেই বয়সৰ ছোৱালী এজনীয়ে সেইকণ ধেমালি কৰিবই। কিন্তু মই ভাবোঁ— সেইটো ধৰিবলগীয়া কথা নাছিল।

বিষযা : আপোনালোকে যাত্ৰা আৰম্ভ কৰাৰ পিছত এইখিনি দিনত তাইৰ মতি-গতি কেনে দেখিছিল?

বিজয : তেনেকুৱা বিশেষতো একো বেলেগ দেখা নাই।

বিষযা : বাটত কোনোবা বাহিৰা মানুহ আপোনালোকৰ লগ লাগিছিল নেকি?

বিজয় : নাই, নাই লগা।

বিষযা : এই ধৰমশালালৈ কোনোবা আহিছিল নেকি? ইয়াত আপোনালোকে আৰু কাৰোবাক লগ পাইছিল নেকি?

বিজয : নাই, নাই পোৱা।

তালুকদাৰ : ইয়াত আমি কেৱল চকীদাৰটোকহে লগ পাইছোঁ।

বিষয়া : সি কেনেকুৱা মানুহ যেন লাগিছিল?

তালুকদাৰ : এই দুদিনহে তাক লগ পাইছোঁ। দুদিনতে কিটোনো বুজিম?

বিষযা : [চিপাহীক] তুমি চকীদাৰটোক লগ ধৰি কথা পাতি চোৱাচোন। আৰু এই বাংকা বোলাটোৰ লগতো কথা পাতিবা।

চিপাহী : ভাল ছাৰ। [যায়]

বিষযা : বৰ আচৰিত কথা। কালি-পৰহিও তাইৰ চাল-চলন, কথা-বতৰা একেই আছিল?

তালুকদাৰ : একেইটো আছিল।

নিৰলা : চ'থাদিনা তাই গাটো বেয়া লাগিছিল বুলি কৈছিল।

বিষযা : গা বেয়া মানে?

নিৰলা : তাই জুপুকা মাৰি বহি আছিল। কি হ'ল বুলি সোধোঁতে গাটো বেয়া বুলি কৈছিল।

প্ৰতিভা : আমাক দেখোন একো কোৱা নাছিল।

বিষযা : তাৰ পিছত তাইতো খোজ কাটি আপোনালোকৰ লগে লগেই আহিছে?

প্ৰতিভা : আহিছেতো। আহিছেও, কাম-বনো কৰিছে, ঠিকমতে খাইছেও, শুইছেও।

বিষযা : খং-ৰাগ, কাজিয়া-পেচাল— তেনেকুৱা কিবা?

প্ৰতিভা : নাই নাই, সেইবিলাক একো নাই। এফালে ওলাই আহিছোঁ, বাটত আকৌ কিহৰ খং-ৰাগ? [বিষয়াই চিন্তা কৰে। অলপ সময় নিস্তব্ধ]

তালুকদাৰ : আপুনি কি ভাবিছে উপাধ্যায়?

বিষযা : এনেকুৱা ঘটনা ইয়াত কেতিয়াও ঘটা নাই। সেই কাৰণে চিন্তাতেই পৰিছোঁ। কথা হ'ল— আমাৰ এইটো নামতহে আউট প'ষ্ট। মানুহ আমি তিনিটা। অলপ দূৰতে আৰ্মি কেম্প এটা আছে, কিবা কামত সহায় লাগিলে তেওঁলোকক খবৰ দিওঁ। এতিয়াও তাকে কৰিব লাগিব যেন পাইছোঁ।

তালুকদাৰ : আমি কি কৰোঁ?

বিষয়া : আমি আৰ্মিৰ সহায় লৈ চাৰিওফালে এবাৰ ভালকৈ বিচাৰোঁ। আমাৰ বিচৰা কাম শেষ নহয় মানে আপোনালোক ইয়াতে থাকক।

বিজয় : আমি থাকিম বাৰু, কিন্তু আপোনালোকে তাইক যেনেতেনে উলিয়াই দিয়ক উপাধ্যায়। তাই মাক-বাপেক কেও-কিছু নোহোৱা ছোৱালী। আমিয়েই তাইৰ দায়িত্ব লৈছিলোঁ। তাইৰ কিবা অঘটন ঘটিলে বৰ ডাঙৰ কথা হ'ব।

বিষযা : চাওঁ, আমাৰ সাধ্যমতে চেষ্টা কৰি চাওঁ। বাহিৰৰ মানুহে আহি তাইক জোৰকৈ ধৰি লৈ যোৱা নাই। সেইটোতো আপোনালোকেও বুজিছে। অন্ততঃ শোৱা কোঠালিটোৰ পৰা কিছু দূৰলৈ তাই নিজে ওলাই যাব লাগিব। সেই কাৰণে প্ৰথমতে আমি বাংকা আৰু চকীদাৰটোৰ লগত কথা পাতোঁ— আৰু আৰ্মিৰ সহায় লৈ চাৰিওফালে বিচাৰোঁ। মই আহোঁ।

বিজয় : কিবা খবৰ পালে—

বিষয়া : নিশ্চয়। তৎক্ষণাত জনাম। সেইটো আৰু ক'ব লাগিছেনে? আহোঁ। [যায়। সকলো কিছু সময় মনে মনে থাকে।]

তালুকদাৰ : নিত্যানন্দ!

নিত্যানন্দ : ককাইদেউ?

তালুকদাৰ : মই যি কৈছিলোঁ সেইটোকে ঠিক কৰিলোঁ। মই আৰু আশ্ৰমলৈ নাযাওঁ। ইয়াৰ পৰা ঘৰলৈ উভতি যাম। তোমালোক যোৱা। ভালে-কুশলে আহাঁগে।

প্ৰতিভা : মোৰো আৰু যাবৰ মন নাই।

নিত্যানন্দ : কিয় কিয় ককাইদেউ?

তালকুদাৰ : তাই— ৰাধা আমাৰ বৰ মৰমৰ ছোৱালী আছিল। মোৰ বৰ অশান্তি লাগিছে। তাই আমাৰ লগৰ পৰা নাইকিয়া হ'ব— আৰু আমি মহাপ্ৰভুক দৰ্শন কৰিবলৈ যাম— এইটো কথা মানি ল'বলৈ মই টান পাইছোঁ।

পৰিমল : কিন্তু বৰদেউতা, তাই নাইকিয়া হ'ল বুলি ধৰি লৈছে কিয়? পুলিচে বিচাৰিব, আৰ্মিৰ মানুহে বিচাৰিব, আমিও বিচাৰিম— পাম নহয়।

ৰাজশ্ৰী : ক'ত পাব? তাই ইচ্ছা কৰি ক'ৰবাত লুকাই আছে নেকি? তাইক কোনোবাই ধৰি থৈ দিছে নেকি? জীয়াই আছে যদি পাব, কিন্তু যদি জীয়াই নাযেই?

বিজয় : তেনেকুৱা কথা কিয় কৈছা।

ৰাজশ্ৰী : সকলো সম্ভব। সেই কাৰণে কৈছোঁ।

বিজয় : [চিঞৰি] সম্ভৱতো, সকলো কথাই সম্ভব। এই মুহূৰ্ততে মই মৰি থকাটো সম্ভব, তুমি মৰি থকাটো সম্ভব, কিন্তু সম্ভৱ হ'ল বুলিয়েই যিহকে পাই তাকে মুখলৈ আনিবা নেকি?

ৰাজশ্ৰী : তুমি এনেকৈ জাণ্ডুৰ খাই উঠিছা কিয়?

বিজয : এনেকুৱা এটা অবস্থাত তুমি ইমান ডাঙৰ কথা এটা ইমান সহজে কৈ দিছা কাৰণে মই আচৰিত হৈছোঁ। সেইহেন এজনী গাভৰু ছোৱালী— পাঁচ বছৰ তোমাক ৰান্ধি-বাঢ়ি খুৱাইছে, গোটেই ঘৰখনৰে আলপৈচান ধৰিছে, হঠাতে আজি তাই নাইকিয়া হৈছে— আৰু তুমি তাই মৰিল বুলি এৰি দিবলৈ ৰেডী হৈ আছা!

ৰাজশ্ৰী : কোনে ক'লে মই ৰেডী হৈ আছোঁ বুলি?

বিজয় : 'যদি জীয়াই নায়েই'— এই কথাষাৰ তুমি উচ্চাৰণ কৰিবা কিয়? পুলিচৰ মানুহ উপাধ্যায়ে উচ্চাৰণ কৰা হ'লেও এক কথা, কিন্তু তুমি উচ্চাৰণ কৰিবা কিয়? [তীব্ৰ বিৰক্তি। নিজকে কোবাৰ নিচিনাকৈ] তোমালোকৰ— তোমালোকৰ মনবোৰৰ কেতিয়াবা এনেকুৱা একোটা চৰিত্ৰ ওলাই আহে— দেখিলে লাজ লাগি যায়।

[ৰাজশ্ৰীয়ে অলপ সময় ক্ৰুদ্ধ দৃষ্টিৰে চাই থাকি উচাট মাৰি বাহিৰলৈ গুচি যায়।]

বিজয় : সেইফালে ক'লৈ গৈছা? শুনা! ৰাজশ্ৰী! পৰিমল— চোৱাচোন তেওঁ ক'লৈ গৈছে' মোৰ হঠাতে খং উঠি গ'ল। তুমি তেওঁক বুজাবা। যোৱাচোন। [পৰিমল যায়]

[অলপ পিছত] খুৰা!

নিত্যানন্দ : কোৱা।

বিজয : ময়ো দেউতাৰ লগতে ঘৰলৈ যামগৈ। আপোনালোক আশ্ৰমলৈ যাওকগৈ।

নিত্যানন্দ : আচলতে তোমাৰ কাৰণেহে আমি আহিছিলোঁ। তোমালোকেই যদি উভতি যোৱা, আমিনো

কিয় যাওঁ? ব'লা, সকলো ইয়াৰ পৰাই উভতি যাওঁ। কপালত যি আছে সেয়াহে হ'ব।
[জগদীশ ইমান পৰে মূৰ গুঁজি বহি আছিল। তেওঁ লাহে লাহে থিয় হয়।]

জগদীশ : মোৰ মনৰ কথা আপোনালোকে শুনি থওক। ৰাধাৰ খবৰ নোপোৱালৈকে, তাইৰ কেনেকৈ কি হ'ল নজনালৈকে— মই ইয়াৰ পৰা ক'লৈকো নাযাওঁ। [নিৰলা উঠি আহে]

নিৰলা : আপুনি অকলে থাকিব?

জগদীশ : অকলে থাকিবলগীয়া হ'লে অকলে থাকিম। ইচ্ছা কৰিলে তুমিও যাব পাৰা। তোমাৰ কাৰণে মই পৰোৱাই নকৰোঁ।

নিৰলা : তেনেকুৱা কথা কিয় কয়?

জগদীশ : ঠিক কথা কৈছোঁ। তুমি মোৰ গৃহিনী, মই তোমাৰ গৃহস্থ। তুমি য'লৈকে নোযোৱা, মৰিবৰ সময়ত হ'লেও তোমাক লগ পামেই। সেই কাৰণে তুমি এখেতসকলৰ লগত ওপৰলৈ যোৱা, ঘৰলৈ উভতি যোৱা— মই পৰোৱাই নকৰোঁ।

নিৰলা : কিন্তু—

জগদীশ : আৰু কথা নবঢাবা। ৰাধাৰ কাৰণে মই ইয়াতে থাকিম। তাই মোৰ মৰমৰো নহয়, তাইক আগতে মই চিনিও নাপাইছিলোঁ, কিন্তু আজি বিছ দিন মই তাই ৰন্ধা ভাত খাইছোঁ। তাইৰ কি হ'ল মই জানিব লাগে।

[অন্ধকাৰ]

# দৃশ্য ঃ ১২

## মঞ্চ ঃ ১

[ধৰমশালাটোৰ এমূৰৰ এখন বাৰাণ্ডা। দূৰত পৰ্বত। ওচৰত গছ-গছনি। ৰেলিঙত ভেজা দি ৰাজশ্ৰী থিয় হৈ আছে। ওচৰত পৰিমল। অলপ পিছত—]

পৰিমল : ভিতৰলৈ যাওঁ ব'লা।

ৰাজশ্ৰী : অলপ সময় ৰ'ব। মোৰ মানুহবিলাকৰ মুখামুখি হ'লেই বিৰক্তি জন্মে। বাৰু আপুনি এটা কথা কওকচোন।

পৰিমল : কি কথা?

ৰাজশ্ৰী : এই ৰাধা বোলা ছোৱালীজনী হঠাতে নোহোৱা হ'ল। বিচাৰ-খোচাৰ লাগিছে। মানুহবিলাকে তাইক পাবও পাৰে, নাপাবও পাৰে। পালেও, নাপালেও— এদিনতো সকলো কথা তল পৰি যাব। নাযাব জানো?

পৰিমল : যাব।

ৰাজশ্ৰী : এদিনতো চব নৰ্মেল হৈ যাব। স্বাভাৱিক হৈ যাব। পৃথিৱীখনতো আগৰ নিচিনাকৈয়ে চলি থাকিব।

পৰিমল : চলি থাকিব।

ৰাজশ্ৰী : তেনেহ'লে আমিও নোহোৱা হৈ গ'লে কাৰ কি ক্ষতি হ'ব।

পৰিমল : নোহোৱা হৈ গ'লে মানে?

ৰাজশ্ৰী : এই যে আমি এঠাইলৈ গৈ আছোঁ— ইয়াৰ মাজৰ পৰাই নোহোৱা হৈ গ'লে? দুদিনমান হুলস্থূল হ'ব, কিন্তু কাৰোঁতো ক্ষতি নহয়। কিন্তু মোৰ প্ৰতিদিনেই বহুত ক্ষতি হৈ থকা যেন লাগিছে। নিজকে অযথা বঞ্চিত কৰা যেন লাগিছে। আপুনি কৈছিল, আপোনাৰো কেতিয়াবা তেনেকুৱা লাগে।

পৰিমল : লাগে।

ৰাজশ্ৰী : তেনেহ'লে?

পৰিমল : ভাবোঁ ৰ'বা।

ৰাজশ্ৰী : ভাবক। কিন্তু— এওঁলোকৰ কোনোবা ওপৰলৈ যাব, কোনোবা ঘৰলৈ উভতি যাব— মোৰ কিন্তু এওঁলোকৰ লগত ক'লৈকো যাবলৈ মন নাই। মোৰ এওঁলোকৰ লগ এৰিবৰ মন। যিমান সোনকালে পাৰোঁ সিমানে ভাল। পাৰিলে আজিয়েই।

পৰিমল : নহয় ৰাজশ্ৰী। মই অনুভৱ কৰিছোঁ, তোমাৰ পৰা আঁতৰি থকাটো মোৰ কাৰণে সম্ভৱ নহ'ব। তথাপি মই-তুমি দুয়ো ধৈৰ্য ধৰিব লাগিব। কাৰণ ৰাধাৰ লগত তোমাৰ পাৰ্থক্য আছে। যিকোনো এজনী অবিবাহিত গাভৰু ছোৱালীৰ লগত তোমাৰ পাৰ্থক্য আছে, আৰু ময়ো— (হঠাতে) কোন?

[বাংকা আহে। তাৰ হাতত এটা ডাঙৰ পেকেট]

পৰিমল : বাংকা।

বাংকা : হয় দাদা।

পৰিমল : [ৰাজশ্ৰীক] তুমি যোৱাচোন। মই এওঁৰ লগত অলপ কথা পাতি লওঁ। [ৰাজশ্ৰী যায়] তুমি মোক এটা কথা চাফাকৈ কোৱা। তুমি ইচ্ছা কৰি আমাক আমনি কৰি আছা নেকি?

বাংকা : নহয় দাদা। ময়ো আগতে সেইটো কথাকে কৈ ল'ব খুজিছোঁ। আপোনালোকে ক'ৰবাত অকলে লগ পালে ময়ো চোৰৰ নিচিনাকৈ পাছে পাছে গৈ তাতে ওলাওঁ— তেনেকৈ নাভাবিবা। একেটা দৃশ্যকে সদায় জুমি জুমি চাই থকাৰ মোৰ কোনো দৰকাৰ নাই। এইবোৰ দৃশ্য এদিন দেখিলেই হৈ যায়, নহয় জানো?

পৰিমল : এইবোৰ দৃশ্য মানে?

বাংকা : আৰু কথা নবঢাব দাদা। মই বৰ জৰুৰী কথা এটাৰ কাৰণে আপোনাক বিচাৰি বিচাৰি ইয়াত ওলালোঁহি। আৰু এটা কথা শুনি থওক, মই আপোনালোকৰ নিচিনা শিক্ষিতও নহওঁ, একেবাৰে অশিক্ষিতও নহওঁ, কেৱল মাল কটিওৱা ভাৰীও নহওঁ, আৰু সিমান বুৰ্বকো নহওঁ। সেই কাৰণে আপোনালোক দুজনৰ সম্পৰ্কটো কি, সম্পৰ্কটো কিমান দূৰলৈ গৈছে, সেইবোৰ বুজিবলৈ মোৰ বহুত দৃশ্য দেখাৰ কোনো প্ৰয়োজন নাই। মই চব বুজোঁ। আৰু আপোনালোকো বুধিয়ক মানুহ যেতিয়া— মই যিখিনি জানো সেইখিনি মই আপোনালোকৰ কিমান কি কৰিব পাৰোঁ সেইটোও নিশ্চয় বুজে।

পৰিমল : তুমি আমাৰ অপকাৰ কৰিব খুজিছা নেকি?

বাংকা : নাই খোজা। মই অপকাৰ কৰিলে আপোনালোক কেইবাজনৰো জীৱন নষ্ট হৈ যাব। মই আপোনাৰ পৰা অলপ সহায় বিচাৰিছোঁ।

পৰিমল : কেনেকুৱা সহায়?

বাংকা : মোৰ কোনো অসুবিধা হোৱা নাছিল। চব ঠিকমতে চলি আছিল। কিন্তু হঠাৎ যে এই ছোৱালীজনী নাইকিয়া হ'ল— সেই ঘটনাটোৰ কাৰণে মোৰ এটা বিপদ হৈছে। আপোনালোকে পুলিচক খবৰ দিলে, আৰু পুলিচে আৰ্মিক খবৰ দিছে। আৰু আপোনালোকেতো দেখিছেই— পুলিচে আপোনালোককতো সন্দেহ নকৰে, কৰে আমাক— মোক আৰু চকীদাৰটোক।

পৰিমল : কিন্তু তোমাৰ লগত ছোৱালীজনীৰ—

বাংকা : কোনো সম্পৰ্ক নাই। কিন্তু অন্য কিছুমান কথাৰ কাৰণে পুলিচ-মিলিটেৰীৰ বহীত মোৰ নাম আছে। এই ছোৱালীজনীৰ কথা লৈ কেঁচু খান্দোতে সাপ ওলাব পাৰে। ইয়াৰ পৰা আৰ্মিযে মোৰ কথা লৈ সিহঁতৰ ডাঙৰ কেম্পলৈ বায়াৰলেছ খবৰ পঠাব পাৰে, তাৰ পিছত ৰাধাৰ ঘটনাটোৰ তদন্ত কৰাৰ চেলু লৈ আমাৰ দলটোৰ সকলো বস্তু চেক কৰিব পাৰে। যদি কৰে— তেনেহ'লে আপুনি মোক সহায় কৰিব লাগিব।

পৰিমল : কেনেকুৱা সহায়?

বাংকা : এই পেকেটটো আমাৰ বস্তুবিলাকৰ লগত, পাচি দুটাতে থাকে। যদি সিহঁতে এইটোৰ কথা সোধে, তেনেহ'লে এইটো আপোনাৰ বুলি ক'ব লাগিব।

পৰিমল : কথাটো কি? এইটোত কি আছে?

বাংকা : আপুনি ক'ব, এইটোত কি আছে আপুনি একো নাজানে। খোজ কাঢিবলৈ আৰম্ভ কৰাৰ আগতে লাইছিং নামৰ ঠাইখনৰ হোটেলখনত এৰাতি আছিল নহয়?

পৰিমল : আছিলোঁ।

বাংকা : সেইখন হোটেলতে এজন বেমাৰী মানুহৰ লগত আপোনাৰ চিনাকি হৈছিল। মানুহজন নিজে আহিব নোৱাৰিলে কাৰণে এই পেকেটটো লৈ আহিবলৈ আপোনাক অনুৰোধ কৰিলে, আৰু আপুনি লৈ আহিছে।

পৰিমল : কিন্তু ক'লৈ? কাক দিবলৈ?

বাংকা : আপুনি কেৱল জানে— আশ্ৰম পোৱাৰ আগতে এজন মানুহে আপোনাক লগ ধৰিব, আৰু আপুনি পেকেটটো তেওঁক দি দিব লাগিব। আপুনি আৰু একো নাজানে।

পৰিমল : কিন্তু এই একেখিনি কথাকে তুমিওতো ক'ব পাৰা!

বাংকা : মই সিহঁতৰ বহীত নাম থকা মানুহ। মোৰ কথা সিহঁতে বিশ্বাস নকৰে।

পৰিমল : [ভাবি, গম্ভীৰ সুৰেৰে] পেকেটটোত কি আছে?

বাংকা : এই যে ক'লোঁ— আচলতে সেইটো কথা আপুনি নজনাই ভাল। কিন্তু কথাটো কিমান ছিৰিয়াছ, সেইটো মনত পেলাবৰ কাৰণে আপুনি জানি থওক— ইয়াত বিদেশী ধন আছে। দুই লাখ ডলাৰ। আমেৰিকান ডলাৰ।

পৰিমল : তুমি বৰ ডাঙৰ কাৰবাৰ কৰা! কিন্তু তুমি বাৰু বাচিলা, পইচাখিনি যদি পুলিচ-মিলিটেৰীয়ে লৈ যায়?

বাংকা : সেইটো চম্ভালিবলৈ বেলেগ মানুহ আছে। আমাৰ কথা হ'ল— মই বাচিব লাগিব। মানে আপুনি মোক বচাব লাগিব আৰু মই আপোনালোকক বচাব লাগিব।

পৰিমল : দিয়া পেকেটটো।

বাংকা : নহয় নহয়, এইটো মোৰ হাততে থাকিব। বাটত যাওঁতে পাচি এটাতে থাকিব, কেৱল আপোনাৰ নামত থাকিব। আহোঁ তেনেহ'লে দাদা। (যায়। উভতি আহে) আৰু এটা কথা। ইমানবোৰ কথা জনাৰ পিছত আপুনিতো মোক জংঘলৰ মাজত মাৰি পুতিও থ'ব পাৰে। মোৰ তেনেকুৱা কিবা এটা হ'লে— আপুনি আৰু ৰাজশ্ৰী বাইদেৱে লগ লাগিয়েই যে

সেইটো কাম কৰিলে, আৰু কিয় কৰিলে, সেইবোৰ সকলোৱে জনাৰ ব্যৱস্থা কৰি থৈছোঁ।— আহোঁ। [যায়। পৰিমল ৰৈ থাকে।]

## দৃশ্য ঃ ১৩

### মঞ্চ ঃ ২

[ধৰমশালাৰ কোঠালিটো। ৰাতি। দুটা লেম জ্বলি আছে। তালুকদাৰ আৰু নিত্যানন্দ, য'ত-ত'ত বহি আছে। নিত্যানন্দই তেওঁৰ ডায়েৰী বহীখনত কিবা লিখিছে। দূৰৰ ভেটিটোৰ ওপৰৰ বিছনাত প্ৰতিভা বহি আছে।]

তালুকদাৰ ঃ নিত্যানন্দ ডায়েৰী লিখিছা? কি লিখিছা অকণমান পঢ়ি শুনোৱাচোন।

জগদীশ ঃ [সোমাই আহি] উপাধ্যায আহিছে।

তালুকদাৰ ঃ [জাঁপ মাৰি উঠাৰ দৰে] উপাধ্যায? ক'তা?

জগদীশ ঃ সৌৱা, আহি আছে।

নিত্যানন্দ ঃ লগত কোনোবা আহিছে নেকি?

জগদীশ ঃ চিপাহীজন আহিছে।

[নিত্যানন্দই বহী-কলম সামৰি গাৰুৰ তলত সুমুৱাই থয। তালুকদাৰে নিজে বহি থকা চকীখন আগুৱাই আনে। প্ৰতিভা থিয় হয। তাৰ পিছত বিষযা সোমাই আহে।]

নিত্যানন্দ ঃ আহক উপাধ্যায। আজি পাঁচ দিন আমি আপোনালৈকে বাট চাই বহি আছোঁ।

তালুকদাৰ ঃ বহক উপাধ্যায। [উপাধ্যায বহে। ৰাজশ্ৰী সোমাই আহি দূৰত থিয হৈ থাকে। অলপ পিছত উপাধ্যাযে কথা আৰম্ভ কৰাৰ পিছতে— বিজয় সোমাই আহে। নিৰলায়ো হাত মচি মচি সোমাই আহে।]

তালুকদাৰ ঃ কিবা খবৰ পালেনে?

বিষযা ঃ বেযা খবৰ এটা দিবলৈ আহিছোঁ।

তালুকদাৰ ঃ কেনেকুৱা?

বিষযা ঃ সেইদিনা ইযাৰ পৰা যোৱাৰ পিছতে আমি আৰ্মিক খবৰ দিলোঁ। আমাৰ চিপাহী এজনকো কামত লগালোঁ। কিন্তু কালি গধূলিলৈকে আমি একো খবৰ পোৱা নাছিলোঁ। আজি পুৱা খবৰ এটা পালোঁ।

তালুকদাৰ ঃ কি খবৰ? [পৰিমল সোমাই আহে]

বিষযা ঃ কওঁ। এই নদীখন এইফালে নামি গৈছে নহয়। তিনি মাইলমান দূৰত, হাবিৰ মাজত দহ-বাৰ ঘৰমান মানুহৰ এখন গাঁও আছে। তাৰে মানুহ এটাই আজি পুৱা খবৰ দিলেহি— সিহঁতৰ গাঁৱৰ পৰা অলপ দূৰত— নদীৰ কাষৰ পানীত গজা জংঘলৰ মাজত মানুহ এজনীৰ শৱ এটা লাগি আছে।

[নিস্তব্ধ]

বিষযা ঃ আমি লগে লগে গ'লোঁ। পানীৰ ওপৰতে শৱটো কাউৰী-শগুণে ছানি ধৰিছে। দলিয়াই

ফর্মুটিয়াই অলপ সময়ৰ কাৰণে কাউৰী-শগুণ খেদিলোঁ। ইতিমধ্যে সিহঁতে শৰটো চিনিব নোৱাৰা কৰিলেই। গাত ৰঙা ৰঙা ফুল থকা শাৰী এখন লাগি আছে। (সকলোলৈকে চায়।)

নিৰলা : হয় হয় সেই। [তেওঁ কাপোৰেৰে মুখত সোপা দি কান্দে। খুঁটা এটাত ধৰে।]

বিষয়া : তেনেকুৱা ঠাইত— মানুহ নাই, দুনুহ নাই, কি কৰোঁ? লগত যোৱা গাঁৱৰ মানুহ দুটাৰ সহায় লৈ ওচৰৰে বাঁহৰ আগ দুটা কটালোঁ, হাঁকোটা লগাই শৰটো পাৰলৈ আনিলোঁ, আৰু কেইটামান বাঁহৰ আগ কটাই তাৰে শৰটো কাউৰী-শগুণে খাব নোৱাৰাকৈ থৈ আহিছোঁ।

জগদীশ : কাউৰী-শগুণে আধা খালেই বুলিলে নহয়?

বিষয়া : হয়। যেনেকৈ থৈ আহিছোঁ, বাকীখিনি কাউৰী-শগুণে খাব নোৱাৰে।

জগদীশ : আমি এতিয়া তালৈকে যাওঁ। আমাক লৈ ব'লক।

বিষয়া : এতিয়া?

জগদীশ : ৰাতিটো তাই তেনেকৈয়ে পৰি থাকিবনে? শিয়াল-কুকুৰে বা কি কৰে।

বিষয়া : নহয়। আমি যেনেকৈ থৈ আহিছোঁ, ৰাতি শিয়াল-কুকুৰেও একো কৰিব নোৱাৰে। মোৰ হিচাপত, এতিয়াই তালৈ যোৱাত অসুবিধাও হ'ব আৰু গৈ লাভো নাই। আপোনালোকেনো গৈ কি কৰিম বুলি ভাবিছে?

জগদীশ : আমি? আমি তাইক প্ৰথমতে গা ধুৱাম। তাৰ পিছত, এওঁৰ মোনাত মহাপ্ৰভুৰ ওচৰলৈ পিন্ধি যাবলৈ অনা নতুন কাপোৰ এযোৰ আছে, সেইবোৰ পিন্ধাম। এওঁৰ এবটল ছেন্ট আছে, সেই বটলো ঢালি দিম। তাৰ পিছত চিতা সাজিম, চিতাত শুৱাম, তাৰ পিছত— [সকলোলৈকে চাই] ময়ে মুখাগ্নি কৰিম দিয়ক।

নিৰলা : [কান্দি] আপুনি মনে মনে থাকক?

জগদীশ : কিয়? তুমি তোমাৰ কাপোৰবোৰ আৰু ছেন্টৰ বটলটো দিব লাগিব কাৰণে বেয়া পাইছা? [নিৰলাই শব্দ কৰি কান্দে।]

বিষয়া : [অলপ পিছত] আচলতে এনেকুৱা ঘটনাত আমি ডে'ড ব'ডীৰ যিকণ পাওঁ, তাকে প'ষ্টমৰ্টেম কৰিবলৈ, লেবৰেটৰীত পৰীক্ষা কৰাবলৈ পঠাব লাগে। কিন্তু এই হেন ঠাইত সেইবোৰ কৰিম কি, জীৱ থকা বেমাৰী মানুহ এজনীক সহায় কৰিবলৈ নাকনি-কাণনি হ'ব লাগে। সেই কাৰণে আপোনালোকক সুধিছোঁ—

[সকলোৱে তালুকদাৰৰ ফালে চায়। তালুকদাৰে থৰ হৈ একালে চাই আছে।]

নিত্যানন্দ : ককাইদেউ।

তালুকদাৰ : হুঁ?

নিত্যানন্দ : কি কৰোঁ?

তালুকদাৰ : মোক একো নুসুধিবা।

নিত্যানন্দ : বিজয়?

বিজয় : জগদীশ দাদাই ঠিক কথা কৈছে। আমি কাইলৈ তাইক খৰি দিম। ৰাতিপুৱাই যাম।

প্ৰতিভা : তই নালাগে যাব।

বিজয় : কিয়?

প্ৰতিভা : কালি ৰাতি আকৌ বমি কৰিছিলি নে নাই?

নিত্যানন্দ : নালাগে, তোমালোক কোনো যাব নালাগে। মই, পৰিমল আৰু জগদীশ গ'লেই হ'ব। যায়

তালুকদাৰ : [হঠাতে উত্তেজিত] আলবাৎ থাকিব। থাকিব লাগিব।

প্ৰতিভা : ইমান চিঞৰিছে কিয়? [ৰাজশ্ৰীক] সেই দুৱাৰখন বন্ধ কৰি দিয়া।
[ৰাজশ্ৰীয়ে নিৰলা ওলাই যোৱা দুৱাৰখন বন্ধ কৰি দিয়ে।]

তালুকদাৰ : [নম্ৰ] হয়তো। তেওঁলোককতো মুখ বন্ধ কৰি ৰাখিবলৈ আমি বাধ্য কৰিব নোৱাৰোঁ। কিন্তু, কিন্তু আমি তেওঁলোকক কৈ চাবতো পাৰোঁ! কি লাভ? ছোৱালী এজনী মৰি গ'ল— তাইৰ কথা গাই-বাই ফুৰিলে কি লাভ? অকল তেওঁলোকক কিয়, তোমালোককো কৈছোঁ— সেইবিলাক কথা আলোচনা কৰি থকাৰ কোনো দৰকাৰ নাই। যিমানে তাইৰ নাম ল'বা— তাইৰ আত্মাই সিমানে কষ্ট পাব। বাদ দিয়া। পাহৰি যোৱা। তোমালোকে ইমান চিন্তা কৰি মুখবোৰ গম্ভীৰ কৰি পেলাইছা কিয়?

বিজয় : কিন্তু দেউতা, পুলিচ এনকোৱাৰী নহ'লেও আমাৰ মাজততো এটা এনকোৱাৰী হ'ব লাগে। পুলিচ তাইৰ কি হয়? তাই মৰিল পুলিচৰ কি ডাল হ'ল? কিন্তু তাই আমাৰ ঘৰৰ ছোৱালী। কিয় এনেকুৱা ঘটনা এটা ঘটিল আমি জানিব লাগে।

প্ৰতিভা : তই কিবা জান যদি ক'।

তালুকদাৰ : [লগে লগে] সি কি জানিব? কেনেকৈ জানিব?

বিজয় : সঁচাকৈয়ে দেউতা, মই একো ধৰিবই পৰা নাই। ইযাৰ পৰা তাই নাইকিযা হ'ল— সৌ ক'ৰবাত তাইৰ লাচটো ওপঙি উঠিল— এইবোৰ কেনেকৈ হ'বলৈ পালে? তাই নিজে নদীত জাঁপ দিলেগৈ নেকি?

তালুকদাৰ : হ'ব পাৰে।

বিজয : নে কোনোবাই তাইক ধৰি নি পানীত পেলাই দিলেগৈ?

তালুকদাৰ : কোনোবাই মানে কোনে? কোনে সেইটো কাম কৰিব? মানুহ আমি কেইটাহে? মই ডেফিনিট, তাই আত্মহত্যা কৰিছে।

বিজয : কিন্তু কিয?

তালুকদাৰ : [হাতেৰে 'মই কি জানো'ৰ নিচিনা ইংগিত কৰে] ভগবানে জানে। কিছুমান মানুহে বছৰৰ পিছত লেকাত ভুঞ্জিলেও কেনেকৈ আৰু এদিন জীযাই থাকোঁ সেই চিন্তাত ব্যাকুল হৈ থাকে, কিছুমানে আকৌ কেনেকৈনো জীযাই থাকিব লাগে সেইটো জনাৰ আগতেই নিজকে মাৰি পেলায। এইকেইদিনৰ ভিতৰত তই তাইক কিবা টান কথা কৈছিলি নেকি?

বিজয : মোৰ আৰু এতিযা তাইক টান কথা কোৱাৰ দিন আছেনে?

তালুকদাৰ : বোৱাৰী? তুমি?—

ৰাজশ্ৰী : তাই বেযা পোৱাকৈ মই কেতিয়াও একো কৈয়েই পোৱা নাই। কেতিয়াবাই মই গোটেই ঘৰ তাইক এৰি দিছোঁ।

প্ৰতিভা : তেনেকৈ এৰি নিদিয়া হ'লে এইটো ঘটনা কিজানি নঘটিলেইহেঁতেন।

ৰাজশ্ৰী : মানে?

তালুকদাৰ : সেইটো তুমি কি কথা কৈছা?

প্ৰতিভা : আমি সকলোৱে সকলোৰে ওপৰত চকু ৰখা হ'লে এইবোৰ ঘটনা ঘটিবলৈ নাপায়। তাকে কৈছোঁ।

তালুকদাৰ : বন্ধ কৰা। বন্ধ কৰা। এতিয়া আৰু হাজাৰ তৰ্ক কৰিলেও যে এই ঘটনাৰ একো উৱাদিহ

নোপোৱা, সেইটো বুজিছাতো? গতিকে মুখ বন্ধ কৰা, মনৰ পৰা এইবোৰ চিন্তা সমূলঞ্চে আঁতৰ কৰা— আমি শ্ৰীশ্ৰীজীৱনানন্দ মহাপ্ৰভুৰ দৰ্শন বিচাৰি আহিছোঁ— এক মনে সেই চিন্তা কৰি আগবাঢ়ো।

বিজয় : মই কিন্তু এক মুহূৰ্তৰ কাৰণেও তাইৰ কথা নভবাকৈ থাকিব পৰা নাই দেউতা।

তালুকদাৰ : পৰহিলৈকে মোৰো তেনেকুৱা হৈছিল। ঘৰলৈ উভতি যোৱাৰ বাহিৰে কোনো ৰাস্তা মুকলি নাই যেন লাগিছিল। কিন্তু পিছত মই বুজিলোঁ— এইবিলাক তুচ্ছ কথা, ডাঙৰ কাম এটালৈ ওলাই গ'লে বেৰৰ বা দুৱাৰৰ গজালত কাপোৰ লাগি নিচিনা বিভিন্ন কথা। তুচ্ছ-তুচ্ছ—!

বিজয় : কিন্তু দেউতা, মোৰ কি হৈছে ক'ব নোৱাৰোঁ— মই যেন বিছনাত পৰি আছোঁ— শ শ শগুণ আৰু কাউৰীয়ে আহি মোৰ চকুত খুঁটিছে— বুকুত খুঁটিছে—

তালুকদাৰ : [গৰ্জি] চুপ। জগদীশৰ মূৰৰ গণ্ডগোল আছে, তেওঁ এনেকুৱা ক'লে শুনিব পাৰি, কিন্তু তই ক'বি কিয়? বোৱাৰী! ইয়াক ভিতৰলৈ লৈ যোৱা। শুৱাই দিয়াগৈ। টোপনি নগ'লে স্লিপিং টেবলেট এটা খুৱাই দিবা।— আমি জনাত এজনী ৰাধাহে মৰিছে— কিন্তু এই পৃথিৱীখনৰ লাখ লাখ শগুণ কি খাই জীয়াই আছে? জোৰকৈ, জোৰকৈ এইবোৰ কথা মনলৈ নানিবি। যোৱা, তাক শুৱাই দিয়াগৈ।

ৰাজশ্ৰী : মই আৰু বলে নোৱাৰা হৈছোঁ দেউতা। মই থকাৰ পৰা এওঁৰ একো লাভ হোৱা নাই, কিন্তু মোৰ বৰ লোকচান হৈছে। মই উভতি যাওঁগৈ বুলি ভাবিছোঁ।

তালুকদাৰ : উভতি?

ৰাজশ্ৰী : হয়।

[অন্ধকাৰ]

## দৃশ্য : ১৪

### মঞ্চ : ১

[নদীৰ পাৰৰ হাবিতলীয়া ঠাই। চিতাৰ জুই নুমাও-নুমাওঁ হৈছে। গাঁৱৰ মানুহ দুটাৰ লগত নিত্যানন্দই কথা পাতিছে। মানুহ দুটাৰ হাতত দা আৰু কোৰ আছে। পৰিমল আৰু উপাধ্যায় এঠাইত একেলগে থিয় হৈ চিন্তা কৰি আছে। জগদীশ আৰু নিৰলা এঠাইত মাটিত বহি আছে।]

এটা মানুহ : আমি এতিয়া যাওঁ দেউতা!

নিত্যানন্দ : যোৱা নেকি? [টকা দিয়ে] তোমালোকে বহুত সহায় কৰিলা। ইয়াতে ডেৰ কুৰি টকা আছে। ভগাই ল'বা। যোৱা।

এটা মানুহ : আৰু পাঁচ টকামান দিয়া হ'লে ভাল আছিল।

বিষয়া : হ'ব দিয়া। ডেৰ কুৰি টকা কম নেকি? যোৱা।

যদি বাংকাকো লৈ যাম।

বিষয়া : মাজতে কথা এটা সোধোঁ। এই বাংকা বোলা ল'ৰাটো আপোনালোকৰ লগত নাথাকিলে অসুবিধা হ'ব, নহয় জানো?

নিত্যানন্দ : হ'বতো। বৰ অসুবিধা হ'ব। কিয় সুধিলে?

বিষয়া : এনেয়ে অচিনাকি মানুহতো। অলপ চকু ৰাখিব। মই আহোঁ তেনেহ'লে। কাইলৈ পুৱা আঠ-নমান বজাত চিপাহীটো এইখিনি পাবহি। আপোনালোক তিনিজন ওলাই থাকিব।
[ওলাই যায়। তেওঁৰ পাছে পাছে পৰিমলো ওলাই যায়]

নিৰলা : ময়ো যাম।

নিত্যানন্দ : কি ক'লা।

নিৰলা : আপোনালোকৰ লগত ময়ো যাম।

জগদীশ : সেইটোকে ইমান পৰে কোৱা নাই কিয়? ইমান পৰে মই তাকে ভাবি আছোঁ— তুমি যাবলৈ ওলোৱা নাই কিয? ওলাবা ওলাবা।

নিত্যানন্দ : তিৰোতা মানুহ— শ্মশানলৈ—

জগদীশ : সেইখন শ্মশান নেকি?

নিত্যানন্দ : নহয়, মানে মানুহ খৰি দিয়া চাবলৈ—

জগদীশ : মই তেওঁক চাবলৈ যাবলৈ লগ ধৰা নাই নহয়। ছোৱালীজনীক গা-পা ধুৱাই, কাপোৰ-কানি পিন্ধাই দিয়াত এওঁ সহায় কৰিব। আৰু এইবোৰ কাম এওঁ শিকি নথ'লে মোক কোনে খৰি দিব? ওলাবা। কাপোৰ-কানি, চন্দন, অগৰু— যি আছে চব লগত ল'বা। মই এপাক ওলাই আহোঁগে। ক'ৰবাত ধূপ-ধুনা, ঘিউ, টেকেলি— কিবা পাওঁনে বিচাৰোঁগে।

নিত্যানন্দ : ময়ো যাওঁ ব'লা।
[দুয়ো ওলাই যায়। নিৰলা ভিতৰলৈ যায়গে। বাকী চাৰিজন অলপ সময় মনে মনে থাকে। তাৰ পিছত—]

তালুকদাৰ : ৰাজশ্ৰী, এইটো কি ঘটনা ঘটিল, কিয় ঘটিল, কেনেকৈ ঘটিল— কিবা ধৰিব পাৰিছানে?

ৰাজশ্ৰী : একো ধৰিব পৰা নাই। এনেকুৱা ঘটনাৰ কথা মই কল্পনাও কৰিব নোৱাৰোঁ। মোৰ মগজে কাম নকৰা হৈছে।

তালুকদাৰ : ধৰি লোৱা— পুলিচে তোমাক সুধিলে। তুমি কি ক'বা? তোমাৰ ক'বলগীয়া কিবা আছেনে?

ৰাজশ্ৰী : মোৰ কি ক'বলগীয়া আছে?

প্ৰতিভা : পুলিচে কিবা এনকোৱাৰী কৰিব নেকি?

তালুকাদৰ : এনকোৱাৰী— নিয়মমতেতো এনকোৱাৰী হ'বই লাগে। কিন্তু ইয়াত— এনেকুৱা ঠাইত— সেয়া উপাধ্যায়ে ক'লেই নহয়— আমি যদি আপত্তি নকৰোঁ— তেনেহ'লে ঘটনা সিমানতে শেষ। গাঁৱৰ মানুহটোৱে নেদেখা হ'লেতো কাউৰী-শগুণে খাই তাইৰ চিনেই নোহোৱা কৰিলেহেঁতেন। [হঠাৎ] তাইক কাউৰী-শগুণে খাবলৈ পোৱাটো বৰ বেয়া কথা হ'ল নহয়? [নিজকে] বেয়া কথা হ'ল। [ডাঙৰকৈ] আমি পুলিচক খবৰ দিয়াটোও বেয়া কথা হ'ল নেকি? আমিতো কথাটো নিজৰ ভিতৰতে ৰাখিব পাৰিলোঁহেঁতেন।

প্ৰতিভা : কেনেকৈ নিজৰ ভিতৰতে ৰাখিলেহেঁতেন? জগদীশ, নিৰলা, নিত্যানন্দ— এইবোৰ বাহিৰা মানুহ নাই? এওঁলোকৰ মুখ বন্ধ হৈ থাকিবনে?

মানুহটো : বাৰু। হ'ব দে।[দুয়ো চালাম দি গুচি যায।]

নিত্যানন্দ : জগদীশ। শুনিছা?

জগদীশ : হুঁ?

নিত্যানন্দ : যাওঁ ব'লা। শেষ হ'লেই নহয়।

জগদীশ : [উঠি] অকণমান ৰ'ব। তাইৰ অস্থি অকণমান গোটাই লওঁ। [নিৰলাক] অই, তই সেই টেকেলিটোৰে পানী আনি জুইকুৰা নুমুৰাগেচোন। পাৰিবি?
[একো নোকোৱাকৈ নিৰলাই কামটো কৰিবলৈ যায।]

নিত্যানন্দ : অস্থি নি কি কৰিবাগৈ? ক'ত বিসৰ্জন দিবা?

জগদীশ : মই ভাবি একো ঠিক কৰিব পৰা নাই। সেই কাৰণে আপোনাৰ মহাপ্ৰভুকে সোধোঁগৈ বুলি ভাবিছোঁ— তাইতো আপোনাৰ ভক্তসকলৰ বান্ধনী হৈয়েই আহিছিল। বাটতে তাইৰ অস্থি ওলাল কেনেকৈ? এনেকুৱা ছোৱালীৰ অস্থি কোন নদীত বিসৰ্জন দিব লাগে? ইমান কোমল অস্থিৰ কাৰণে জানোচা কোনোবা বেলেগ নদী আছেই। [হঠাতে] অ' হয়তো। কোমল বোলোঁতেহে মনত পৰিল। পুৰি শেষেই কৰিলে নেকি। ৰ'বাচোন।
[নিৰলাই পানী আনি জুইত ঢালে। জগদীশে বাঁহ এটুকুৰাতে ছাই খোচৰে। অলপ পিছত অস্থি এটুকুৰা হাতলৈ লয়।]
পালোঁ বুইছে দাদা। [নিৰলাক সৰু মাতেৰে কয়] এইকণ ধুই টেকেলিটোতে ভৰাই ল'ব লাগিব। [ডাণ্ডৰকৈ] ইহঁতে কোৰখন লৈ গ'ল নহয়। কোৰখন থকা হ'লে এইবোৰ পানীত উটুৱাই দি ঠাইকণ চাফা কৰি থৈ যাব পাৰিলোঁহেঁতেন।
[নিৰলাই পানী আনি ছটিয়াই থাকে।]

নিত্যানন্দ : হ'ব দিয়া। চিন এটা থাকি যাওক।

জগদীশ : [আগলৈ আহি] এৰা। চিন এটা থাকি গ'লে কোনোবাই কেতিয়াবা এইখিনিতে মন্দিৰ-চন্দিৰ কিবা এটা সাজিব পাৰিব। নে কি কয়? [হাঁহে]

নিত্যানন্দ : যাওঁগৈ ব'লা। [ডাঙৰকৈ] আহা নিৰলা। আৰু পানী ঢালিব নালাগে। আপুনিয়ে নুমাব।

জগদীশ : বাৰু দাদা, সঁচাকৈয়ে কওকচোন, আমি কেতিয়াবা আকৌ এইখিনি ঠাইলৈ আহিমনে? কেতিয়াও নাহোঁ চাগৈ নহয়? উপাধ্যায়, আপুনিও ট্ৰেলফাৰ হৈ নাযাব জানো?

বিষয়া : যাম। এদিনতো যাবই লাগিব।

জগদীশ : ক'ৰ ছোৱালী, কোনে জন্ম দিলে আৰু পৃথিৱীখনৰ একো নেদেখাকৈ সৌখিনিত শেষ হৈ থাকিল। তাইক চিনি পোৱা কোনো মানুহ আৰু কেতিয়াও এইখিনিলৈ নাহে। গাঁওখনৰ যি দুটা মানুহ সাক্ষী হৈ থাকিল— সিহঁতেওতো পেটৰ নাড়ী-ভুৰু ওলাই আহিব খোজা তাইৰ গাৰ গোন্ধটোৰ বাহিৰে একো মনত নাৰাখিব। সেইজনী ছোৱালীৰ সেইটো দেহাৰ সেই গোন্ধ। মোৰ ছোৱালীজনীক কেতিয়াবা মৰমতে সাবটি ধৰোঁ— কি সুন্দৰ গোন্ধ। [কান্দে। মুখ মচি— উত্তেজিত হৈ] এওঁ মোক আনি আছে কাৰণে আহি আছোঁ। কিন্তু এই বাকীখিনি মই নিজেই যাম।

নিত্যানন্দ : আচলতে কি জানা জগদীশ, এয়াও মহাপ্ৰভুৰে মহিমা। তাই নিষ্পাপ জীৱ কাৰণে মুক্তি পালে।

জগদীশ : [খং] মই সেই কাৰণেই তেখেতৰ ওচৰলৈ যাম। কি কাৰণে পাপী জীৱবোৰ তেওঁৰ চৰণৰ

ওচৰ পাযগৈ আৰু নিষ্পাপ জীৱবোৰক বাটতে শগুণে খায়— মোক এই কথাৰ উত্তৰ লাগে। ধেমালি নহয়। [নিৰলাক] ব'লা।

[গুচি যায়। পাছে পাছে নিৰলা আৰু নিত্যানন্দও যায়। পৰিমল বিষয়াৰ ওচৰলৈ আহে।]

পৰিমল : মই আপোনাৰ লগত আজিয়েই— এতিয়াই কথাখিনি পাতি শেষ কৰিব খোজোঁ উপাধ্যায়। ইয়াৰ পিছত বোধকৰোঁ আৰু সময় নাপাম। আমাৰ এই মানুহকেইজনৰ মংগল, আপোনাৰ নিজৰ কৰ্তব্য আৰু মংগল— সকলো কথা মনত ৰাখি আপুনি মোক অলপ সহায় কৰিব লাগে।

বিষয়া : কওকচোন। সাধ্যৰ ভিতৰত পৰিলে নিশ্চয় কৰিম।

পৰিমল : বাংকাৰ বস্তু-বাহানি আপুনি কেতিয়া চে'ক কৰিব বুলি ভাবিছে?

বিষয়া : এতিয়াই, এইটো ঘৰতে নকৰোঁ। কাৰণ এঠাইত বৈ থকাৰ সময়খিনিত সি কিবা গণ্ডগোলীয়া বস্তু থাকিলেও ক'ৰবাত সুমুৱাই থ'ব পাৰে। সেই কাৰণে এইকেইদিন আমি তাৰ ওপৰত চকু ৰাখিছোঁ। বেছিভাগ সময় তাক আমাৰ লগতে ৰাখিছোঁ। যেতিয়া আপোনালোকে যাত্ৰা কৰিব, তেতিয়া আমি বাটতে বস্তুবোৰ চে'ক কৰিব লাগিব। কামটোৰ কাৰণে আৰ্মিৰ মানুহো আহিব লাগিব।

পৰিমল : এই কামটোত মই আপোনাক নিশ্চিতভাৱে সহায় কৰিব পাৰোঁ উপাধ্যায়।

বিষয়া : কেনেকৈ?

পৰিমল : আপোনালোকে বাটত খাপ পিটি তাৰ বস্তু-বাহানি চে'ক কৰিব নালাগে। এইটো ঘৰতে কৰিব। কি কৰিব সেইটোও মই ক'ব পাৰিম, কি পাব সেইটোও ক'ব পাৰিম।

বিষয়া : হয নেকি?

পৰিমল : তাৰ আগতে আপুনি মোক তিনিটা সহায কৰিব লাগে। মই আৰু আগলৈ যাব নোখোজোঁ। ইযাৰ পৰা
উভতি যাব খোজোঁ।

বিষয়া : অকলে?

পৰিমল : আমাৰ লগৰে এগৰাকীযে ঘৰত ল'ৰা-ছোৱালী এৰি থৈ অহা কাৰণে বৰ অশান্তি কৰি আছে। এই ছোৱালীজনী মৰাৰ কাৰণেও বৰ কষ্ট পাইছে। তেৰোঁ হযতো মোৰ লগতে উভতি যাব। আপুনি আমাক সহজে, সোনকালে উভতি যোৱাৰ এটা ব্যৱস্থা কৰি দিব লাগে। দ্বিতীযতে, আমি নিৰাপদ ঠাই নোপোৱালৈকে বাংকাক আপোনালোকে বন্ধ কৰি ৰাখিব লাগে। আমি যে গ'লোঁগৈ, সেই কথাটো বাংকাই জানিব নালাগে। আৰু, তৃতীযতে, এটা ডাঙৰ সহায— বাংকাৰ সলনি এওঁলোকক এটা বিশ্বাসী ভাৰী যোগাৰ কৰি দিব লাগে— বাকীডোখৰ বাটত যেন এওঁলোকৰ কষ্ট নহয।— বহুত সহায বিচাৰিছোঁ উপাধ্যায, ইযাৰ প্ৰতিদান— আপোনালোকে আমাক য'ত এৰি থৈ আহিবগৈ, তাতে আপোনাক দি যাম। আচলতে মই আপোনাক কথাখিনি কৈ যাম, বাংকাই আপোনাৰ হাতত আপোনাৰ সৌভাগ্য তুলি দিব।

[দুযো দুযোলৈ চাই থাকে।]

# দৃশ্য ঃ ১৫

## মঞ্চ ঃ ২

[ধৰমশালাৰ কোঠালিটো। (ভিতৰৰ অইন এটা কোঠালি কৰিব পাৰিলে ভাল।) ৰাজশ্ৰী আৰু বিজয় থিয় হৈ আছে।]

বিজয় ঃ [নিজকে কোৱাৰ নিচিনাকৈ] কেনেবাকৈ মোৰ মনটোৱে এই কথাটো জানিছিল বুইছা?

ৰাজশ্ৰী ঃ কি কথাটো?

বিজয় ঃ এই যে তুমি যাবা— সেই কথাটো। আমাৰ চকু, কাণ, নাক, জিভা, ছাল— এইকেইটাকহে আমি ইন্দ্ৰিয় বুলি গণ্য কৰোঁ— কিন্তু এইকেইটাৰ বাহিৰেও অন্তৰ-ইন্দ্ৰিয় বোলা ইন্দ্ৰিয়কেইটামান আছে নহয়— সেই ইন্দ্ৰিয়কেইটাৰ সহাযতে মই জানিছিলোঁ হ'বলা— তুমি যাবা। অকল এই যাত্ৰাটোৰ এইকেইটা দিনতে নহয়— তাৰ আগৰে পৰাই— আমাৰ গোটেই যাত্ৰাটোতে তুমি কষ্ট পাই আছা। পৰিমল আছেনে? তেওঁকো মাতাচোন।

ৰাজশ্ৰী ঃ তেওঁক কিয়?

বিজয় ঃ তেওঁকো কথাবোৰ বুজাই দিওঁ। তুমি যাতে বাটত অসুবিধা নোপোৱা—

ৰাজশ্ৰী ঃ নালাগে। মই তেওঁক বুজাব পাৰিম।

বিজয় ঃ তুমি নোৱাৰা বুলি কোৱা নাই নহয়। তুমি বুজাব পাৰিছা কাৰণেইতো এই যাত্ৰা আৰম্ভ হ'ব। কিন্তু মোৰোতো তেওঁক কিছু কথা ক'বলগীয়া আছে।

ৰাজশ্ৰী ঃ কি কথা?

বিজয় ঃ এই ধৰা তোমাক কেনেকৈ নিব, কেনেকৈ থ ব, কেনেকৈ মৰম কৰিব, কেনেকৈ খুৱাব, কেনেকৈ পিন্ধাব—

ৰাজশ্ৰী ঃ নালাগে।

বিজয় ঃ [খং] কিয় নালাগে? মানুহে ছাগলী এজনী কাৰোবাৰ হাতত দি পঠালেও তাইৰ বিষয়ে দহটা কথা কয়, আৰু মই একো নোকোৱাকৈ মানুহ এজনী দি পঠাম? কি কথা কোৱা তুমি? মই তেওঁক মাতি আনিম। ক'ত আছে তেওঁ? [ভিতৰৰ ফালৰ দুৱাৰৰ ওচৰলৈ গৈ মাতে] পৰিমল! পৰিমল! [ওলাই যায়। অলপ পিছতে সোমাই আহে।] আহিছে। কাপোৰ পিন্ধিছে।

ৰাজশ্ৰী ঃ মই তোমাক ঘৰলৈ উভতি যাওঁ বুলি ফাঁকি দিও যাব পাৰিলোঁহেঁতেন। সেইটো ফাঁকি মই মা-দেউতা, নিত্যানন্দ খুৰা— সকলোকে দিছোঁ। কিন্তু তোমাক দিব খোজা নাই। এতিয়া তোমাক ফাঁকি দিয়াটো মই ঘৃণনীয় কাম বুলি ভাবোঁ।

বিজয় ঃ নিশ্চয় নিশ্চয়। আৰু মোক ফাকি দিও লাভ নাছিল। মই কৈছোঁ নহয়— অন্তৰৰ ইন্দ্ৰিয়ই মোক সঁচা কথাবোৰ কৈ আছিল। কেৱল তুমি কেতিয়া কি কৰিবা— সেইটো মই ধৰিব পৰা নাছিলোঁ। কেতিয়াবা এনেকুৱা লাগিছিল— কাইলৈ পুৱা শোৱাৰ পৰা উঠি তোমাক নেদেখিবও পাৰোঁ।

ৰাজশ্ৰী ঃ তুমি ইমানকৈ বুজিছিলাই যেতিয়া মোৰ আৰু ক'বলগীয়া বেছি নায়েই বুলি ধৰিব পাৰা। 'তুমি মোক ক্ষমা কৰিবা'— এইষাৰ কথা মই কেতিয়াও নকওঁ। কিন্তু মই এদিন কেনেকুৱা এজনী সাধাৰণ ছোৱালী হৈ তোমাৰ ওচৰলৈ আহিছিলোঁ, সেইটো মনত পেলাবলৈ ক'ম।

বিজয় : তুমি ক'বই নালাগে ৰাজশ্ৰী। মোৰ মনত আছে।

ৰাজশ্ৰী : তাৰ পিছত— ঘৰখনক থিয় কৰাওঁতে, তোমাক থিয় কৰাওঁতে মই কিমান ধুমুহা সহিলোঁ— মনত পেলাবা। সেইবোৰ ধুমুহাত মই যদি নিজে থানবান হৈ গ'লোঁহেঁতেন, তেনেহ'লে সকলো লেঠা মৰিয়েই থাকিলহেঁতেন।

বিজয় : বুজোঁ ৰাজশ্ৰী, মই সকলো বুজোঁ। ধুমুহা সহ্য কৰিলা তুমি আৰু থানবান হৈ গ'ল মোৰ শৰীৰ। আৰু এই জৰাজীৰ্ণ শৰীৰটোৰ ভিতৰত বিশ্বব্ৰহ্মাণ্ডৰ আটাইতকৈ দয়ালু দেৱতাজনৰ মন এটা সোমাই থাকিলেওতো তোমাৰ একো লাভ নহয়। মই বুজোঁ। সকলো বুজোঁ। ধুমুহাই তোমাৰ গাটোৰ নোম এডালো লৰচৰ কৰিব নোৱাৰিলে, কিন্তু গা আৰু মন দুয়োটাকে বৰ বঞ্চিত কৰিলে। [পৰিমল আহে]
ওলালা? ৰে'ডী? ভাল কৰিলা। মই এওঁক কি কৈ আছোঁ জানা?— মই বিছনাত পৰি পৰি, হেলনীয়া চকীত বহি বহি সকলো কথা বুজিলোঁ— কিন্তু কি কৰিব ঠিক কৰিব পৰা নাছিলোঁ। একোবাৰ ভাবোঁ— এওঁক কৈ দিওঁ— যোৱাগৈ যোৱা। গুচি যোৱা। কিন্তু আমাৰ মানুহবিলাকে এনেযে হৈ-চৈ, বৌজাল-বৌজাল কৰেতো। মা-দেউতাৰো অশান্তি হয়। সেই কাৰণে এনেকৈয়ে থাকি গৈছিলোঁ। যেন ক'তো একো হোৱাই নাই। [বহি থাকে। কিছু সময় যোৱাৰ পিছত] মই এটা কাহিনী শুনিছিলোঁ। অক্ষম মানুহ এজনে ঘৰ-সংসাৰ ঠিকে থকা যেন দেখুৱাবলৈ তেওঁৰ পত্নীৰ কাৰণে এজন বন্ধু পুহিছিল। হঠাৎ এদিন মোৰ মনলৈ আহিল এইটো কাহিনীহৈ থাকিব লাগিছে কিয়? এইটোতো মোৰ জীৱনৰ পাণ্ডুলিপিও হ'ব পাৰে। কিয় নোৱাৰে? নিশ্চয় পাৰে। তাৰ পিছৰ পৰা— বুইছা পৰিমল— মই এনেকৈয়ে আছোঁ। তুমি মোৰ পৰম বন্ধু। তুমি মোৰ কিমান উপকাৰ কৰিলা, ৰাজশ্ৰীৰ কিমান উপকাৰ কৰিলা— তাৰ বিনিময়ত মই তোমাক—

পৰিমল : মই কোনো দান-প্ৰতিদান বিচাৰি তোমালোকক সহায় কৰা নাছিলোঁ বিজয়।

বিজয় : বুজোঁ। সেইটোও বুজোঁ পৰিমল। তুমি যিদিনা মোক এটা কিডনী দিবলৈ আহিছিলা, সেইদিনা তুমি মোৰ পৰম বন্ধু হৈয়েই আহিছিলা। এটা পৰিত্যক্ত, হতভগীয়া প্ৰাণী। জীৱনৰ প্ৰতিও কোনো মোহ নাই, কিডনীৰ প্ৰতিও কোনো মোহ নাই— আৰু মোৰ বাহিৰে বোধকৰোঁ দুখৰ কথা খুলি ক'বলৈ কোনো বন্ধুও নাই। মই তোমাৰ কথাবোৰ ৰাজশ্ৰীকো কেতিয়াও কোৱা নাছিলোঁ। ভাবিছিলোঁ— এটা দুৰ্ভগীয়া মানুহক এজনী হাঁহিমুখীয়া মানুহৰ আগত সৰু কৰোঁ কিয়?— তাৰ পিছত এই দুৰ্ভাগ্যই কেনেকৈ ঘৰ সলালে, মানুহ সলালে— ধৰিবই নোৱাৰিলোঁ। হৈ যায় বুইছা, এনেকুৱা হৈ যায়। তুমি মোক কিডনী এটা দিয়াৰ কাৰণে মই তোমাক একো নিদিওঁ, কিন্তু এই মানুহজনীক আনন্দ দিয়াৰ কাৰণেতো কিবা এটা দিব লাগিছিল। একো নাথাকিলেই যেতিয়া কিনো দিম? গতিকে ভাবিবা— মোৰ যি নাথাকিল— সকলো তোমাৰ। তুমি মোৰ বিপদৰ বন্ধু। মোৰ বিপদৰ সময়ত তুমি মোক বাৰে বাৰে সহায় কৰিছা। এতিয়াও কৰিলা। [বৈ] আজিয়েই যাবাগৈনে? যোৱা। [পৰিমলক সাবটি ধৰে। অলপ পিছত] চাবা, এওঁ বহুত কষ্ট পালে, আৰু যেন কষ্ট নাপায়। [ৰাজশ্ৰীৰ ফালে চাই থাকি তাইৰ কপালত চুমা খায়] যোৱা। মই যদি নাথাকোঁ— কানু আৰু বন্তিক কিন্তু তোমালোকৰ লগলৈ লৈ যাবা। সিহঁতক তোমাৰ দৰকাৰ হ'ব।
[দুয়ো হাত কপালত লগাই নমস্কাৰ কৰে। পোহৰ লাহে লাহে নাইকিয়া হয়। পৰিমল আৰু ৰাজশ্ৰী যাযগৈ। বিজয় বহে বা বিছনাত দীঘল দি পৰে।]

[অন্ধকাৰ]

# দৃশ্য ঃ ১৬

## মঞ্চ ঃ ১

[ধৰমশালাৰ বাহিৰৰ এটা অংশ। প্ৰতিভা উদাসভাবে থিয হৈ আছে। অলপ পিছত বিজয় আহে।]

বিজয় ঃ তই ইয়াত অকলে কি কৰিছ মা? মই তইঁতকে বিচাৰি ওলাই আহিছোঁ। তইঁত বহুত দূৰলৈ গৈছিলি নেকি?

প্ৰতিভা ঃ ওঁ।

বিজয় ঃ দেউতাইঁত ক'ত আছে? অহা নাই?

প্ৰতিভা ঃ আহিল। সেইখিনিৰ বাটৰ কাষৰ মুকলি ঠাইডোখৰতে বহি আছে।

বিজয় ঃ বাৰু মা, ৰাজশ্ৰীহঁত এনেকৈ গুচি যোৱাৰ কাৰণে তইঁতে বেয়া পাইছ নেকি?

প্ৰতিভা ঃ এতিয়া আৰু মোৰ বেয়া পোৱা ভাল পোৱা বুলিবলৈ কিটো আছে?মোক ইয়াতে এৰি থৈ তইঁতো গুচি যা, তেতিয়াও মই বেযা নাপাওঁ। ৰাধা যেনেকৈ মৰিল, মযো তেনেকৈ মৰিবলৈ পালেই ভাল পাম।

বিজয় ঃ তেনেকৈ কিয় কৈছ মা? মানুহক জোৰকৈ ৰাখি থ'ব নাপায় নহয়। ৰাধাৰ কিবা অসুবিধা হ'ল— গ'ল। ৰাজশ্ৰীৰ কিবা অসুবিধা হৈছে— গৈছে। তোৰ-মোৰ যেতিয়ালৈকে অসুবিধা নহয, তেতিয়ালৈকে থাকিম। সেইটোৱেই নিয়ম নহয় জানো?

প্ৰতিভা ঃ এতিয়া আৰু কোনটো অসুবিধা হ'বলৈ বাকী আছে? একেটা জীৱনতে মানুহৰ ইমান কষ্ট হ'ব লাগেনে? এজনী মানুহৰ জীৱনত এদিনৰ কাৰণেও সুখ হ'ব নালাগেনে?

বিজয় ঃ তই বঢাই বঢ়াই কৈছ মা। একেটা জীৱনতে মানুহৰ কিমান দুখ হ'ব পাৰে— তই নাজানই। তই মানুহৰ আচল দুখ দেখাই নাই। দেখিলে বুজিলিহেঁতেন তই কিমান সুখী। তই বাৰু হিচাপ কৰচোন— এক— তোৰ ল'ৰাটো বেমাৰী, দুই— ৰাধা মৰিল, তিনি— তোৰ বোৱাৰীয়েৰ ঘৰলৈ উভতি গৈছে— আৰু? আৰুতো একো নাই? এয়া এই তীৰ্থযাত্ৰাৰ দান, মহাপ্ৰভুৰ আশীৰ্বাদ বুলি ল'লেই হ'ল।

প্ৰতিভা ঃ তাই এনেকৈ তোক এৰি থৈ যাবলৈ পালে কেনেকৈ?

বিজয় ঃ কোনে? ৰাজশ্ৰীয়ে? মই বেমাৰী মানুহ, মোৰ শুশ্ৰূষা কৰি তেওঁৰ আমনি লাগিল— গুচি গ'ল। সেইটোনো কি কথা?

প্ৰতিভা ঃ তাই তোৰ গাৰ বেমাৰৰ কাৰণে গুচি যোৱা নাই, তোৰ মনৰ বেমাৰৰ কাৰণে গ'ল।

বিজয় ঃ কি?

প্ৰতিভা ঃ মোৰ মগজত জুই জ্বলি আছে। এতিয়া মোৰ মুখ খুলি নল'বি।

বিজয় ঃ নহয়, মোৰ মনৰ বেমাৰৰ কথা কিয় ক'লি?— তই মোক ক'ব লাগিব।

প্ৰতিভা ঃ কিমান কষ্ট কৰি, পঢ়াই-শুনাই তোক ডাঙৰ কৰিলোঁ, অচিন বেমাৰে তোৰ গাত বাহ লৈ আমাৰ ঘৰখন ধ্বংস কৰিলে, কিন্তু এইবিলাকো সহ্য কৰি মই মৰি যাব পাৰিলোঁহেঁতেন— যদি তই ভাল মনৰ, ভাল স্বভাৱৰ ল'ৰা বুলি জানি গ'লোঁহেঁতেন। কিন্তু ইমান দিনে তোৰ বেমাৰে, তোৰ বৈলীয়েৰে মোক যিমান দুখ দিলে, এইকেইদিনত তোৰ স্বভাৱ-চৰিত্ৰৰ কথাই মোক বহুত বেছি দুখ দিছে।

বিজয় : মোৰ স্বভাৱ-চৰিত্ৰৰ কথাই?
প্ৰতিভা : মোৰ ল'ৰাই এনেকুৱা কাম কৰিছে— এই দুখ মই সহ্য কৰিব পৰা নাই।
বিজয় : কি কৰিছোঁ মই? [ৰৈ] ক'চোন কি কৰিছোঁ?
প্ৰতিভা : তোৰ লগত এইবোৰ কথা মই পাতিবই নাপায়, কিন্তু তই মোৰ একমাত্ৰ ল'ৰা— মনৰ দুখত পাতিছোঁ—
বিজয় : কথাটো নকব কিয?
প্ৰতিভা : তাই তাইক কিয এনেকুৱা কৰিলি?
বিজয : কাক?
প্ৰতিভা : ৰাধাক?
বিজয় : ৰাধাক মই কি কৰিলোঁ?
প্ৰতিভা : তাইৰ সৰ্বনাশ হৈছিল। তাইৰ গা বন্ধ হৈছিল।
বিজয় : কি? কোনে ক'লে?
প্ৰতিভা : তই নিজেই কৈছিল। আৰু সেই কাৰণেই তাই পানীত জাঁপ দিলে।
বিজয : কেনেকৈ? এইটো কেনেকৈ হ'বলৈ পালে?
প্ৰতিভা : মইহে তোক সুধিব খুজিছোঁ— এইটো কেনেকৈ হ'বলৈ পালে? কিয তই এই কাম কৰিলি?
বিজয : মই! মই এই কাম কৰিলোঁ? কোনে কৈছে?
প্ৰতিভা : কোনে কৈছে সেইটো ডাঙৰ কথা নহয় নহয়! কিয তই এনেকুৱা কৰিলি, সেইটোহে ডাঙৰ কথা।
বিজয : মই তেনেকুৱা কাম কৰিলোঁ বুলি তই বিশ্বাস কৰিব পাৰ? [উত্তেজিত] নহয় নহয়, তই ক'ব লাগিব— কোনে কৈছে এই কথা।
প্ৰতিভা : সেইটো নালাগে শুনিব। যিখিনি শুনিলি, সেইখিনিৰ কথা চিন্তা কৰ, নিজকে চাফা কৰিবলৈ চেষ্টা কৰ, মহাপ্ৰভুৰ ভৰিত পৰি ক্ষমা খোজগৈ।
বিজয : দোষ কৰিলে মই মহাপ্ৰভুৰ ভৰিত পৰাৰ আগতে তোৰ ভৰিত পৰি ক্ষমা খুজিম। কিন্তু মই জানিব লাগিব এনেকুৱা কথা কোনে কৈছে। আৰু যদি তই নকৱ, তেনেহ'লে মই ধৰি ল'ম— অইন কোনেও কোৱা নাই, তই নিজে কৈছ।
প্ৰতিভা : মই কিয ক'ম? এনেকুৱা কথা লোকৰ পৰা নুশুনা হ'লে মই কল্পনাও কৰিব নোৱাৰিলোঁহেঁতেন।
বিজয : [অস্থিৰ] কাৰ পৰা শুনিলি? নকব কিয়? ইমান জঘন্য কথা এটা কাৰোবাৰ পৰা শুনিলি— শুনি মোক ক'বলৈ সাহ কৰিলি— কিন্তু কোনে ক'লে সেইটো নকব কিয়? [খং] তই ক'ব লাগিব। [বাহুত ধৰি জোকাৰি] ক' কোনে কৈছে? ক'। [প্ৰতিভা ভীষণ অস্থিৰ হয়।]
বিজয় : নকব কিয?
প্ৰতিভা : ৰাধাই নিজে কৈছিল? [নিস্তব্ধ]
বিজয : [মাকক এৰি দি অবাক হৈ চাই থাকে।] ৰাধাই? ৰাধাই নিজে কৈছিল? [চিঞৰে] নহয়। হ'বই নোৱাৰে। নহয় মা, ৰাধাই এনেকুৱা কথা ক'ব নোৱাৰে। যদি কৈছিল— তাইক মই সৰগ-নৰক-পাতাল— য'তে আছে ত'ৰে পৰা ধৰি আনি আকৌ শগুনক খাবলৈ দিম। নহয নহয মা! ৰাধাৰ সমান মৰম মই ঘৰখনৰ কাকো কৰা নাছিলোঁ। মোৰ নিজৰ ভনী এজনী থকা হ'লেও মই তাইক কিজানি ৰাধাতকৈ বেছি মৰম নকৰিলোঁহেঁতেন। তাই মৰাৰ

কাৰণে মই ইমান কষ্ট পাইছোঁ যে সেই কষ্টৰ তুলনাত ৰাজশ্ৰী গুচি যোৱাৰ কষ্টটো তুচ্ছ, নগণ্য। সেই কষ্টত অস্থিৰ হৈ আছোঁ কাৰণেই ৰাজশ্ৰীক মই হাঁহি হাঁহি বিদায় দিব পাৰিছোঁ। কিয়? কিয় ৰাধাই এনেকুৱা কথা কৈ গ'ল? [অস্থিৰ] তই বিশ্বাস কৰ মা— তাই মিছা কথা কৈ গৈছে। ৰাজশ্ৰীয়ে সঁচা কথা কৈ গৈছে, মই দুখ পোৱা নাই— কিন্তু ৰাধাই মিছা কথা কৈ গৈছে— মই বৰ কষ্ট পাইছোঁ। তই— তই খালী এটা কথা বিশ্বাস কৰ— তোৰ ভৰিত ধৰি— তোৰ মূৰ চুই— তোৰ তেজৰ নামত মই শপত খাই কৈছোঁ— মোৰ চৰিত্ৰৰ আগত তই যেনেকুৱা, ৰাধাও তেনেকুৱা আছিল।

[বিজয় বৈ থাকে। প্ৰতিভা লাহে লাহে আগুৱাই আহে। তাই বিভ্ৰান্ত হৈ থিয় হৈ থাকে। লাহে লাহে পোহৰ কমি আহে। অন্ধকাৰ]

# দৃশ্য ঃ ১৭

## মঞ্চ ঃ ২

[ধৰমশালাৰ কোঠালিটো। নিত্যানন্দ, জগদীশ আৰু নিৰলাই নিজৰ বস্তু-বাহানি ঠিক-ঠাক কৰিছে। তালুকদাৰ এঠাইত বহি আছে।]

নিত্যানন্দ ঃ নবৌৱে কি কৰিছে নিৰলা?

নিৰলা ঃ গা ধুইছে।

নিত্যানন্দ ঃ চেঁচা পানীবোৰেৰেনো নবৌৱে ইমানকৈ গা ধোৱে কিয়? এওঁ বিজয় ওলাইছে নে নাই? শুয়েই আছে নেকি?

নিৰলা ঃ জানো। মই চোৱাগৈ নাই।

নিত্যানন্দ ঃ চোৱাগৈচোন। কোৱাগৈ— ওলাব লাগে। ৰ'দ কোমল হৈ থাকোঁতেই এছোৱা বাট আগবাঢ়িব পাৰিলে ভাল হয়।

জগদীশ ঃ লগতে ক'বা— ইয়াত কেইবাদিনো হ'ল নহয়— নিত্যানন্দ দাদাৰ ভয় লাগিছে। ইয়াত আৰু দুদিন থাকিলে জানোচা আৰু দুটা মানুহ খৰচ হয়। [নিৰলা সোমাই যায়]

নিত্যানন্দ ঃ নহয় বুইছা জগদীশ, মানুহ কমিলে মই দুখ পাওঁ, কিন্তু ভয় নকৰোঁ। তোমালোক যদি সকলো উভতি যোৱাগৈ— তোমালোকৰ মনত দুখ নিদিবলৈ ময়ো হয়তো উভতি যাম। কিন্তু তোমালোকে যদি আনন্দমনেৰে মোক এৰি দিয়া, তেনেহ'লে মই অকলে আগুৱাই যাম। কাৰণ মহাপ্ৰভুৰ ওচৰলৈ যোৱাৰ হেঁপাহটো মোৰ বুকুৰ ভিতৰত আছে জগদীশ। যিমানে দুখ পাওঁ, যিমানে কষ্ট হয়, সিমানে মোৰ হেঁপাহো বাঢ়ে, শক্তিও বাঢ়ে।

জগদীশ ঃ আচলতে আপুনি এইটো কামত আমাৰ নিচিনা পাপী মানুহবোৰক লগত আনিবই নালাগিছিল।

তালুকদাৰ ঃ জগদীশ। তুমি পাপী নেকি? নে আমাৰ কথা কৈছা?

জগদীশ ঃ [তৎক্ষণাত মাটিত উবুৰি খাই সেৱা কৰি] ছি ছি ছি ককাইদেউ, আপুনি কি কথাটো সুধিলে? আপোনালোকক পাপী বুলিবলৈ মোৰ মুখেই নাই ককাইদেউ। মই যে 'আমি' বুলি কথাবোৰ কওঁ— সদায় বুজিব— প্ৰথমতে মোৰ আৰু মোৰ মানুহজনীৰ কথাহে কওঁ।

তালুকদাৰ : তোমাৰ কথাকে সোধোঁ। তুমি কি কি পাপ কৰিলা?

জগদীশ : সেইটো হিচাপ দিয়া বৰ টান কাম ককাইদেউ। এবাৰ ভাবোঁ— এই যে মই আহি আছোঁ, এইটো পাপ কাম কৰিছোঁ, এই যে ছোৱালী এজনীক চিতাত তুলি দি পুৰিলোঁ, সেইটো পুণ্য কৰিলোঁ। নিৰলাই আকৌ কয়— নহয়, উল্টা, এইটোহে পুণ্য, সেইটোহে পাপ। এইখন লিষ্টি বনোৱা বৰ টান কাম ককাইদেউ।

তালুকদাৰ : ঠিক। ঠিক কথা কৈছা। এইবোৰ বৰ গণ্ডগোলীয়া হিচাব। কাৰোবাৰ কাৰণেতো মই ভাত খোৱাটোও পাপ। তুমি দহটা মানুহ মাৰি পেলালা— কাৰোবাৰ কাৰণে সেইটোওতো পুণ্য! [বিষয়া আৰু বাংকা সোমাই আহে। চিপাহীটো দুৱাৰমুখত ৰয়হি।]

বিষয়া : আপোনালোক আছে? মই আকৌ আপোনালোকক নাপাওঁ বুলি দৌৰি দৌৰি আহিছোঁ।

নিত্যানন্দ : আপুনি বাৰু কামৰ মানুহ— আপোনাৰ কথাটো বুজিলোঁ, কিন্তু (বাংকাক দেখুৱাই) ইযাৰ কি হৈছিল? [বাংকাক] ক'ত আছিলিগৈ তই? আমি যে যাব লাগে তই জান নে নাজান? এইবোৰ বস্তু-বাহানি কোনে সামৰিব বুলি ভাবিছিলি?

বাংকা : ছাৰক সোধক। তেখেতে মোক এৰি দিলেহে।

বিষযা : হয় হয়, সেইটো মোৰেই দোষ। মইহে তাক এইকেইদিন ৰাখি থৈছিলোঁ। আমি ছোৱালীজনীৰ কথা লৈ তদন্ত এটা চলাই আছিলোঁ নহয।

তালুকদাৰ : কিবা গম পালেনে?

বিষযা : নাই, তেনেকৈ একো গম পোৱা নাই।

নিত্যানন্দ : [বাংকা] অ'ই বাংকা, তই কথা শুনাত লাগিলি কিয়? বস্তু-বাহানি গোটা।

বিষয়া : অঁ গোটা। তই তোৰ কামত ধৰ। কিন্তু ডাঙৰীয়াসকল, আপোনালোকৰ যে লৰালৰি হৈছে, সেইটো মই বুজিছোঁ। তথাপি মই আপোনালোকক অলপ আমনি কৰিব লগা হৈছে। আশা কৰোঁ বেয়া নাপাব।

নিত্যানন্দ : কেনেকুৱা আমনি?

বিষয়া : আপোনালোকৰ বস্তু-বাহানিবোৰ আমি চে'ক কৰিব খুজিছোঁ।

নিত্যানন্দ : বস্তু-বাহানি চে'ক কৰিব? কিয়?

বিষয়া : দৰকাৰ হৈছে। সেই ছোৱালীজনীৰ কে'ছটোৰ কাৰণে।

বাংকা : ছাৰ, মই দেখোন আপোনাক কৈছোঁৱেই— সেই কে'ছটোৰ লগত এখেতসকলৰ কাৰো একো সম্পৰ্ক নাই।

বিষয়া : নাই বুলি বুজিছোঁ। সেইটোকে খাটাংকৈ প্ৰমাণ কৰিবলৈ বস্তু-বাহানিবোৰ এবাৰ চাব খজিছোঁ।

বাংকা : চাওক তেনেহ'লে। মই চব বস্তু ইয়ালৈ আনি দিওঁ। [ভিতৰলৈ যাব খোজে।]

বিষয়া : ৰ'বি। তই নালাগে যাব। তোৰ বিছনাৰ টোপোলাটো ক'ত আছে?
[বাংকাই স্থিৰ দৃষ্টিৰে বিষয়াৰ চকুলৈ চাই থাকি হঠাৎ বাহিৰলৈ দৌৰ মাৰে।]

বিষয়া : [চিঞৰে] বাংকা!
[দুৱাৰমুখত থকা চিপাহীজনে বাংকাক ধৰে। বাংকাই পলাবলৈ আপ্ৰাণ চেষ্টা কৰে। বাহিৰৰ পৰা ধনৰাজ নামৰ ডেকা এটা সোমাই আহে। সিও বাংকাক ধৰিবলৈ চেষ্টা কৰে। বিষয়াই ধৰেগৈ। তিনিও ধৰি তাক মঞ্চৰ মাজলৈ লৈ আহে। চিপাহীজনে বাংকাৰ হাত দুখন পাছফালে বান্ধি পেলায়। বিজয় আহি এঠাইত থিয় হয়হি।]

বিষয়া : ক'ত আছে তোৰ বিছনাৰ টোপোলাটো?

নিত্যানন্দ : সেইটো আমাৰ বস্তুবোৰৰ লগতে আছে।

বিষয়া : [আগুৱায] কোনটো?

নিত্যানন্দ : [ওচৰলৈ গৈ] এইটো।

বিষয়া : [চিপাহীক] খোলাচোন। [চিপাহীয়ে টোপোলাটো খোলে। ভিতৰত এটা পেকেট ওলায়। পেকেটটো খোলে। তাৰ ভিতৰত কিছুমান এমেৰিকান ডলাৰৰ নোটৰ বাণ্ডিল ওলায়। এইখিনি সময়ত বাংকই চিঞৰি থাকে।]

বাংকা : ঠিক আছে। এবাৰ যদি ওলাই যাব পাৰোঁ— ছালা— নিমখহাৰাম— চয়তান— তাক মই চাই ল'ম। সি ক'ত পলাব? য'তে থাকে, তাতে মই তাক বিচাৰি উলিয়াম।

বিষয়া : কাৰ কথা কৈছ?

বাংকা : সেই চয়তানটোক। সৌটোৰ ঘৈণীয়েকক লৈ যে পলাই গৈছে, সেই হাৰামজাদাটোক।

বিজয : [চিঞৰি] অ'ই! চুপ।

বাংকা : কিয চুপ থাকিম? তোৰ ঘৈণীয়েৰৰ লগত সি কি কৰিছিল জান?

বিজয : [চিঞৰি] জানো। [নিস্তব্ধ]

বিষযা : [নোটৰ বাণ্ডিল দুটামান হাতত লৈ] তই সঁচা কথা ক'বি— তোৰ শাস্তি চাৰিভাগৰ এভাগ হ'ব। নহ'বও পাৰে। মই কথা দিলোঁ।

বাংকা : এইবোৰ মোৰ বস্তু নহয়।

বিষয়া : সেইটো একেবাৰে চাফা কথা। এইবোৰ তোৰ বস্তু হ'বই নোৱাৰে। তোক কোনে দিছিল?

বাংকা : মই চিনি নাপাওঁ।

বিষযা : সেইটো ক'বি বুলি মই আগতে জানো। কিন্তু কাক দিবিগৈ, সেইটোতো তই জান? সেইটো ক'লেও মোৰ কাম চলিব। আৰু সেইটো তই ক'ব লাগিব। [সুৰ সলাই] ডাঙৰীয়াসকল, ইযাক আমাৰ লগত লৈ গ'লে আপোনালোকৰ বৰ অসুবিধা হ'ব— সেই কাৰণে মই [ধনৰাজক দেখুৱাই] ইয়াক আপোনালোকৰ লগত দিলোঁ।

নিত্যানন্দ : নালাগে নালাগে। আমাৰ বস্তু আমি নিজেই কঢ়িয়াব পাৰিম। এটাই যি খেল দেখুৱালে সেয়েই আঁটিছে। ই বা আকৌ কি কৰে। আমাক আৰু বিপদত নেপেলাব।

বিষয়া : নহয। ইয়াৰ নাম ধনৰাজ। মই নিজে আপোনালোকৰ ওচৰত ইয়াৰ জামিন হৈ থাকিলোঁ। বিশ্বাস কৰক। আপোনালোক আৰু পাঁচ মিনিট সময় ৰওক। অলপ দূৰতে আৰ্মিৰ মানুহ আছে। তেওঁলোকে আহি ইয়াক, আৰু এই বস্তুখিনি চম্ভালি লওকহি, তাৰ পিছতে আপোনালোক যাবগৈ।

[বিষয়া ওলাই যায। বাহিৰ পায়েই তেওঁ দীঘলীয়াকৈ তিনি বাৰ হুইছেল বজায়। অন্ধকাৰ।]

## দৃশ্য : ১৮

### মঞ্চ : ১

[পৰ্বতীয়া ৰাস্তা। আবেলি। অলপ পিছত প্ৰতিভা আৰু নিৰলা সোমাই আহে। সন্মুখ পোৱাৰ পিছত প্ৰতিভা বাটৰ কাষতে বহে। নিৰলা ওচৰতে থিয় হৈ থাকে।]

নিৰলা : আপোনাৰ বৰ ভাগৰ লাগিছে বাইদেউ? ইয়াত কিয় বহিল? সৌৱা জিৰণি ঘৰটো পালোঁহিয়েই

নহয়। তালৈকে যাওঁ ব'লক। বিছনা এখন পাৰি দিম, অকণমান দীঘল দিব।

প্ৰতিভা : এওঁলোক ক'লৈ গ'ল? মতা মানুহকেইটাহে দেখোন পিছ পৰিল।

নিৰলা : [দুৰলৈ চাই] সৌৱা আহি আছে।] [জগদীশ, নিত্যানন্দ, ধনৰাজ, বিজয় আৰু তালুকদাৰ সোমাই আহে। প্ৰতিভাইঁতৰ আগেদি তালুকদাৰৰ বাহিৰে সকলো পাৰ হৈ যায়। তালুকদাৰ প্ৰতিভাইঁতৰ ওচৰত ৰয়।]

নিত্যানন্দ : [উভতি] ৰ'ল দেখোন ককাইদেউ? সৌৱা পালোঁহিয়েই নহয়। আহক।

তালুকদাৰ : মই ইয়াতে অকণমান বহোঁ। তোমালোক যোৱাচোন।
[নিত্যানন্দহঁত যায়গৈ। অলপ পিছত—]

প্ৰতিভা : নিৰলা।

নিৰলা : বাইদেউ।

প্ৰতিভা : তুমিও তেওঁলোকৰ লগলৈ যোৱাচোন।
[নিৰলাই কথাটো কি বুজিব নোৱাৰাৰ নিচিনাকৈ গুচি যায়।]

তালুকদাৰ : তুমি তেওঁক কিয় তেনেকৈ পঠিয়াই দিলা?

প্ৰতিভা : আপোনাক কথা এটা ক'বলগীয়া আছে।

তালুকদাৰ : কি কথা?

প্ৰতিভা : বিজয়ে ৰাধাক বেয়া চকুৰে চোৱা নাছিল। সি তাইক ভনীয়েকৰ নিচিনাকৈ ব্যৱহাৰ কৰিছিল।

তালুকদাৰ : [থিয় হৈ] কোনে ক'লে?

প্ৰতিভা : বিজয়ে নিজে কৈছে। [উঠে]।

তালুকদাৰ : সি কেনেকৈ ক'বলৈ পালে?

প্ৰতিভা : মই তাক সুধিছিলোঁ।

তালকুদাৰ : কিয় সুধিছিলা? সেইবিলাক কথা তাক সুধিবলৈ মই তোমাক মানা কৰিছিলোঁ নে নাই?

প্ৰতিভা : সি তেনেকুৱা কাম কৰিলে, ছোৱালীজনী মৰি গ'ল— আৰু মই মাকজনী হৈ তাক নুসুধিম— সেইটো হ'ব নোৱাৰে। [ৰৈ] আপুনি কিয় মিছা কথা কৈছিল?

তালুকদাৰ : মই মিছা কথা কোৱা নাই। সি মিছা কথা কৈছে।

প্ৰতিভা : সি ৰাধাৰ গাটো আৰু তাৰ মাকৰ গাটো সমান পবিত্ৰ বুলি ভাবে। [তালুকদাৰ হতভম্ব]

প্ৰতিভা : আপুনি কিয় মিছা কথা কৈছিল?

তালুকদাৰ : [নিজকে কোৱাৰ নিচিনাকৈ] মই মিছা কথা কৈছিলোঁ নেকি?

প্ৰতিভা : কৈছিল। কিয় কৈছিল?

তালকুদাৰ : মই কৈছিলোঁ হয়, কিন্তু কথাটো মিছা বুলি জনা নাছিলোঁ।

প্ৰতিভা : কিন্তু আপুনি নিজে কিবা এটা দেখা বুলি কৈছিল॰

তালুকদাৰ : অঁ। দেখিছিলোঁ। কিবা এটা দেখিছিলোঁ।

প্ৰতিভা : মই আপোনাক অবিশ্বাস কৰিম, কিন্তু মোৰ ল'ৰাক নকৰোঁ।

তালুকদাৰ : নকৰা যদি নালাগে।

প্ৰতিভা : [গৰ্জি] কিয় আপুনি নিজৰ ল'ৰাটোৰ গাত ইমান লেতেৰা বদনাম সানিবলৈ মিছা কথা কৈছিল? আপোনাৰ মতলবটো কি আছিল? নকয় কিয়? [ৰৈ] মনে মনে আছে কিয়?

তালুকদাৰ : তুমি এতিয়া যোৱা। সৌ তেওঁলোকৰ লগত বহাগৈ।

প্ৰতিভা : নাযাওঁ। মই যি সুধিছোঁ— ক'ব লাগিব।

তালুকদাৰ: [চিঞৰি] যোবা বুলিছোঁ নহয়। টেঁটুটোত টেপা মাৰি ধৰি দাঙি নি থৈ আহিবগৈ লাগিব নেকি?

[প্ৰতিভা হতভম্ব হৈ যায়। তালুকদাৰৰ উগ্ৰমূৰ্তি দেখি তাই অলপ সময় থৰ লাগি থিয় হৈ থাকে। লাহে লাহে পিছুৱায়। তাৰ পিছত মুখখন কাপোৰেৰে ঢাকি লৰালৰিকৈ গুচি যায়। তালুকদাৰ অলপ সময় থিয় হৈ থাকি লাহে লাহে বহে। অলপ পিছত ধনৰাজ আহে।]

ধনৰাজ : বৰদেউতা! বৰমাই দেখোন কান্দি কান্দি বৰ বেগেৰে এইফালে গৈ আছে?

তালুকদাৰ : কোনফালে?

ধনৰাজ : সেই ঘৰটোৰ ফালে।

তালুকদাৰ : আমি যে থাকিম, সেই ঘৰটোৰ ফালে?

ধনৰাজ : অঁ।

তালুকদাৰ : যাওক দিয়া।

ধনৰাজ : কিন্তু কান্দি কান্দি গৈছে কিয়?

তালুকদাৰ : আমাৰ লগত ছোৱালী এজনী আহিছিল। তাই বাটতে মৰিল। তাইৰ কথা মনত পৰি কান্দিছে।

ধনৰাজ : এৰা। সেইটো বৰ বেয়া ঘটনা হ'ল। বৰমাৰ কিয়— শুনি মোৰো দুখ লাগিছিল।

তালুকদাৰ : তুমি ক'ত শুনিলা? কোনে ক'লে?

ধনৰাজ : পুলিচৰ যে উপাধ্যায় ছাৰ, তেওঁ ক'লে।

তালুকদাৰ : উপাধ্যায ছাৰে আকৌ তোমাক সেইটোৰ কথা ক'বলগীয়া হ'ল কিয়?

ধনৰাজ : সেইটো কথা ক'বলৈ হ'লে— মই আপোনাক এটা গোপন কথা ক'ব লাগিব বৰদেউতা।

তালুকদাৰ : [উঠৈ] গোপন কথা!

ধনৰাজ : হয় বৰদেউতা।

তালুকদাৰ : কোৱাচোন কি গোপন কথা!

ধনৰাজ : কথাটো কেৱল আপুনি আৰু মইহে জানিম। আন কোনেও জানিব নোৱাৰিব।

তালুকদাৰ : কোৱাচোন।

ধনৰাজ : এই লাইনত মই বহু দিনৰে পৰা আছোঁ। আগতে খালী ভাবীৰ কামকে কৰিছিলোঁ। পিছলৈ মোক কিবা কথাত পুলিচৰ মানুহে ভাল পালে হ'বলা— তেওঁলোকে মোক তেওঁলোকৰ কিছুমান গোপন কামতো লগাবলৈ ধৰিলে।

তালুকদাৰ : কেনেকুৱা গোপন কাম?

ধনৰাজ : এই ৰাস্তাটোত বহুত ধৰণৰ বেযা মানুহৰ অহা-যোৱা। মই মানুহবিলাকৰ মাজত সোমাই পুলিচক কিছুমান খবৰ দি থাকিব লাগে। তাৰ কাৰণে তেওঁলোকে মোক অলপ পইচাও দিয়ে।

তালুকদাৰ : তুমি চি আই ডিগিৰি কৰা।

ধনৰাজ : তেনেকুৱাই বৰদেউতা।

তালুকদাৰ : বুজিলোঁ। আমাৰ কথা উপাধ্যায়ে কি কৈছে?

ধনৰাজ : কৈছে— ধুনীয়া গাভৰু ছোৱালীজনী হঠাতে মৰি থাকিল। তেওঁলোকৰ কথা-বতৰাৰ পৰা কিবা গম পাব নেকি চাবিচোন। আৰু পৰিমল নামৰ এজন মানুহ বোলে আধাবাটৰ পৰা গুচি গ'ল— তেওঁৰ ওপৰত চকু ৰাখিবলৈ ছাৰে বেলেগ মানুহ লগাইছে।

তালুকদাৰ : এইটো বুদ্ধিৰে তুমি কি চি আই ডিগিৰি কৰিবা?

ধনৰাজ : আপোনাক কোবাৰ পৰা মোৰতো একো লোকচান নহয়। হ'লে লাভেই হ'ব। আপুনিয়েই বোলে ছোৱালীজনীক আটাইতকৈ ভাল পাইছিল। তাই মৰাৰ পিছত আপুনি বোলে বলিয়াৰ নিচিনা হৈছে। জগদীশ আৰু নিত্যানন্দ দাদা— তেওঁলোকৰ লগতো মই কথা পাতি চালোঁ—

তালুকদাৰ : কি পালা?

ধনৰাজ : ঠিক নাপালোঁ। মানুহ দুজন চিধা নহয় যেন লাগিল। সেই কাৰণে ভাবিলোঁ— আপোনাৰে সহায় লওঁ।

তালুকদাৰ : [অস্বাভাবিক] বৰ ভাল কৰিলা। ঠিক কাম কৰিছা। মোৰো এজন মানুহৰ বৰ প্ৰয়োজন হৈছিল। এইবিলাকৰ কাৰো লগত কথা পাতি ভাল নালাগে। মই তোমাক বহুত সহায় কৰিব পাৰিম।

ধনৰাজ : হয়?

তালুকদাৰ : হয়। মই তোমাক বহুত কথা ক'ব পাৰিম। [অহংকাৰ] মই বহুত কথা জানো। তুমি মোক গোপনে লগ ধৰি থাকিবা। এতিয়া যোৱা।

ধনৰাজ : ভাল বৰদেউতা। [নমস্কাৰ কৰি যায়গৈ। তালুকদাৰ কিছু সময় থিয় হৈ থাকে। তেওঁ একেথৰে বাহিৰৰ ফালে চাই থাকে।] [সংগীত আৰম্ভ। আঁৰকাপোৰ পৰে।]

## দৃশ্য ঃ ১৯

### মঞ্চ ঃ ২

[পাছফালে black screen, সম্মুখত white screen। শোৱা কোঠালি। ৰাধাই ধুনা দিছে। কোঠালিটোৰ ইফালৰ পৰা সিফাললৈ ধুনা দিয়াৰ পিছত তাই বিছনাৰ আগতো ধুনা দিয়ে। তেতিযাই ফোন বাজে। ৰাধাই মলাটো মেজত থৈ ফোন ধৰে।]

ৰাধা : হেল্লো। মই ৰাধাই কৈছোঁ।— নাই, ওলাই গৈছে। ক'লৈ গৈছে মই ক'ব নোৱাৰোঁ।— নাই, বাইদেৱো নাই।— মাই কানু আৰু বন্তিক চাৰ্কাছ দেখুৱাবলৈ নিছে।— বাৰু।— ক'ম। [ফোন থৈ মলাটো লৈ যাবলৈ ওলায। তালুকদাৰ আহে। ৰাধালৈ চাই থাকে। তাইৰ হাতৰ পৰা মলাটো লৈ মেজত থয। তাৰ পিছত তাইৰ হাত এখন আলফুলকৈ ধৰে। তাৰ পিছত তাইক সাবটি ধৰে। লাইটৰ ৰং সলনি হৈ থাকে। লাহে লাহে অন্ধকাৰ।]

## দৃশ্য ঃ ২০

### মঞ্চ ঃ ১

[তালুকদাৰ বহি আছে। ধনৰাজ সোমাই আহে।]

ধনৰাজ : বৰদেউতা, দাদা আহিছে। [বিজয় সোমায়]

তালুকদাৰ : আহিলি বিজয়? ধনৰাজ, তুমি সৌ তাতে বহাগৈচোন। দৰকাৰ হ'লে তোমাক মাতিম।

[ধনৰাজ যায়।]

বিজয় : মোক কিয় মাতি পঠালে দেউতা?

তালুকদাৰ : এই ঠাইডোখৰ মোৰ বৰ ভাল লাগিছে। ইয়াৰ পৰা উভতি যাবলৈকে মন যোৱা নাই। কিন্তু তোক মোৰ কেইটামান কথা ক'বলগীয়া আছে। সেইকাৰণে তোকে মাতি পঠালোঁ।

বিজয় : কি কথা দেউতা?

তালুকদাৰ : তই বৰ কষ্ট পাইছ নহয়?

বিজয় : নাই পোৱা দেউতা। এইকেইদিন মোৰ গাটো আগতকৈ ভালহে লাগি আছে।

তালকুদাৰ : আশীৰ্বাদ দিছোঁ। ঈশ্বৰে কৰক— তোৰ গা আৰু ভাল হ'ব। সদায় ভালে থাকিব। মই মনটোৰ কথা কৈছোঁ। তই মনত বৰ কষ্ট পাইছ নেকি?

বিজয় : নাই দেউতা, ল'ব জানিলে কষ্টকো সুখ বুলি ল'ব পাৰি। মই কেৱল ৰাধাৰ এটা কথাত বেয়া পাইছোঁ, তাই বৰ ডাঙৰ মিছা কথা এটা কৈ গ'ল।

তালুকদাৰ : মিছা কথা নকয় কোনে বিজয়? কিজানি মাৰেই মিছা কথা কৈছে? কিজানি ময়েই মিছা কথা কৈছোঁ? জীৱনটো ইমান দীঘল যে মিছা কথা নোকোৱাকৈ গোটেই জীৱনটো পাৰ কৰি দিয়া বৰ টান কাম। অসত্য, দুষ্টালি, অন্যায়, অধৰ্ম— এইবোৰ শত্ৰুৱে অনবৰত আমাৰ চাৰিওফালে পিনপিনাই ফুৰে। যেতিয়াই তই অকণমান দুৰ্বল হব, তেতিয়াই সেইবোৰৰ কোনোবা এটাই তোক হেঁচা মাৰি ধৰে। আৰু যেতিয়াই গছ এবাৰ হ'লি যায়, তেতিয়াই তাৰ গুৰিত বাগী কুঠাৰ পৰে। তই বাগৰি যাব। বাগৰি বাগৰি কিমান তললৈ যাব, তাৰ হিচাপ নাথাকে।

বিজয় : মই কিন্তু জানি-শুনি নিজকে কেতিয়াও দুৰ্বল হ'বলৈ দিয়া নাছিলোঁ দেউতা। সেইবোৰ শত্ৰুক কেতিয়াও প্ৰশ্ৰয় দিয়া নাছিলোঁ। মোৰ মহাশত্ৰু এই বেমাৰটোৰ আগত সেইবোৰ শত্ৰুৱে তিষ্ঠিবই পৰা নাছিল।

তালুকদাৰ : সেইফালৰ পৰা তই শক্তিশালী মানুহ। মই তোৰ কথা কোৱা নাই। ধৰি ল মোৰ কথা কৈছোঁ। তোৰ পিতৃ হৈ মই তোৰ আগত কিমান সৰু, মই সেইটো ক'ব খুজিছোঁ।

বিজয় : নহয় নহয় দেউতা! কিয় তেনেকৈ কৈছে?

তালুকদাৰ : কিয় কৈছোঁ, মই জানো। এদিন তয়ো জানিবি। সৰুৰে পৰা তোক মই সৎ হ'বলৈ শিকোৱা নাছিলোঁ জানো?

বিজয় : শিকাইছিল।

তালুকদাৰ : ময়োতো সৎ আছিলোঁ কাৰণেই শিকাব পাৰিছিলোঁ— নহয় জানো? তেনেহ'লে হঠাতে মোৰ কিয় এনেকুৱা হৈ গ'ল?

বিজয় : কেনেকুৱা হ'ল? কি হ'ল দেউতা?

তালুকদাৰ : আৰু একো নুসুধিবি বিজয়। কেৱল এটা কথা কওঁ— তোৰ ওচৰত, মাৰৰ ওচৰত, ৰাধাৰ ওচৰত মোৰ ক্ষমা খুজিবৰ হ'ল। তইঁতৰ পৰা মুখ লুকুৱাবৰ হ'ল। সকলো মানুহৰ জীৱন একোখন শুদ্ধ কথাৰ, সুখপাঠ্য কিতাপ নহয়,— কিছুমান মানুহৰ জীৱন ভুলে-ভ্ৰান্তিয়ে ভৰা, কুৎসিৎ পাণ্ডুলিপি হৈ থাকি যায়। সেইবোৰ পেলাই দিব লাগে।

বিজয় : মই একো—

তালুকদাৰ : [হাত দাঙি] ক'লোঁ নহয়, আৰু একো নুসুধিবি। আৰু একো নক'বিও বিজয়। তই মোক [হাতযোৰ কৰি] ক্ষমা কৰিবি।

[বিজয়ে হতবাক হৈ চাই থাকে।]
[বিজয়ৰ মূৰত হাত ফুৰাই] যা বিজয়। মই ইয়াতে জিৰণি লওঁ।
[বিজয় যায়। তালুকদাৰে অলপ পৰ সেইফালে চাই থাকে। ঘূৰে। ভাবে।— তাৰ পিছত]
[বাহিৰলৈ চাই] ধনৰাজ। ধনৰাজ। [ধনৰাজ আহে]
তোমাক বহুত সময় বহুৱাই থ'লোঁ। বেয়া নাপাবা। মাফ কৰিবা ভাই। মই বহুত কাম শেষ কৰিবলগীয়া হ'লতো, সেই কাৰণে পলম হৈছে। এতিয়া বাকী সময়খিনি মেক-আপ কৰি দিম। লৰালৰি কৰিম। মই আগতে কি কৈছিলোঁ মনত আছে নহয়?

ধনৰাজ : আছে।

তালুকদাৰ : মই যি ক'ম— উপাধ্যাযক সকলো ক'বা। উল্টা-পুল্টা নকৰিবা। নকৰাতো?

ধনৰাজ : নকৰোঁ।

তালুকদাৰ : বাকীখিনি কওঁ শুনা। তাৰ পিছত মানুহটোৱে কি কৰিলে জানা? ৰাতি তেওঁৰ ঘৈণীযেকে এটা শ্লিপিং টেবলেট বিচাৰিছিল। ঘৈণীয়েকক টেবলেট এটা দিবলৈ টেমাটো খোলোঁতেই মানুহটোৰ মগজত বিজুলীৰ নিচিনাকৈ কেইটামান কথা চিকমিকাই উঠিল। বিজুলীৰ নিচিনাকৈ। কি সাংঘাতিক! সেইকেইটা বিজুলী যদি নামাৰিলেহেঁতেন।— আজি ৰাধাই মানুহটোক ভাত বাঢ়ি দিলেহেঁতেন, বিছনা পাৰি দিলেহেঁতেন, মূৰৰ শিতানত পানী এগিলাচ ঢাকি থ'লেহেঁতেন। [তলমূৰ কৰি বৈ যায়।]

ধনৰাজ : বৰদেউতা।

তালুকদাৰ : অঁ। কওঁ। লৰালৰি কৰোঁ। তাৰ পিছত, ঘৈণীযেকৰ টোপনি যোৱাৰ পিছত মানুহটো টেমাটো হাতত লৈ পাছফাললৈ গ'ল। পাছফালে ৰাধাই শুবলৈ বুলি হাত-ভৰি ধুই আছিল। মানুহটোৱে তাইক ফুচ্‌ফুচাই ক'লে— 'যদি বাচিব খুজিছ, এয়া ঔষধ খা। বৰ কষ্ট কৰি যোগাৰ কৰিছোঁ। চব ভাল হৈ যাব। চব চাফা হৈ যাব। আৰু কোনেও একো গম নাপাব। খা। হোঁ। ল। এটাইকেইটা একেবাৰতে পাৰিবিনে? নোৱাৰিবি? এবাৰত এই তিনিটা খা।' বাচনটোত যে তাই ভৰি ধুবলৈ পানী লৈছিল, তাৰে একাজলি লৈ তাই তিনিটা বড়ি গিলি পেলালে। মানুহটোৱে বাকী তিনিটাও তাইৰ মুখত সুমুৱাই দিলে। এইবাৰ একাজলি পানীৰে তিনিওটা বড়ি পেটলৈ নগ'ল হ'বলা। তাই আৰু একাজলি পানী খালে। ক'ৰবাৰ পৰা পোহৰ আহি তাইৰ মুখত পৰিছিল। তাইৰ দুযোটা চকুৰ পৰা ওলোৱা পানী, মুখত লাগি থকা বড়ি খোৱা পানীৰ লগত মিলি গৈছিল। তাইৰ নাকৰ পৰা সোঁত-সোঁতকৈ উচুপনিৰ শব্দ ওলাইছিল। [কান্দোনৰ সুৰত] মানুহটোৰ বৰ মন গৈছিল তাইক সাবটি ধৰিবলৈ। বৰ মন গৈছিল। [বৈ যায়।]

ধনৰাজ : মানুহটো কোন বৰদেউতা?

তালুকদাৰ : [হাতেৰে ইংগিত দি] শেষলৈকে শুনি লোৱা। তাৰ পিছত মাজনিশা— মানুহটোৱে ছোৱালীজনীক দাঙি ল'লে। লৈ ঘৰটোৰ পৰা ওলাল। পাছফালে ওচৰতে এনেকুৱা এটা টিলা। [নিজে উঠি— কথাৰ লগে লগে ওপৰলৈ উঠি গৈ থাকে] মানুহটোৱে তাইক দাঙি লৈ— হেপোৰ-তেপোৰকৈ ওপৰলৈ উঠি গ'ল। কষ্ট হৈছিল। গাত বৰ বেছি বল নাছিল নহয়।— এজনী গাভৰু ছোৱালী— ! কষ্ট হৈছিল। ফোঁপাই-জোপাই কোনোমতে গৈ আছিল। গৈ গৈ মানুহটো একেবাৰে ওপৰ পালেগৈ। এইখিনি। তলত সৌখন নদী। টিলাটো চুই বৈ গৈছে। পৰ্বতীয়া নদী। পানীৰ কি সোঁত! শুনিছানে— কিমান ডাঙৰ শব্দ কৰি বৈ আছে? চোৱাচোন— জোনাকৰ পোহৰত

এনেকুৱা লাগে যেন হাজাৰ হাজাৰ ৰূপালী ৰঙৰ সাপে অনন্ত শয্যা পাৰি থৈছে। মানুহটোৱে ছোৱালীজনীক সাবট মাৰি ধৰি অলপ সময় থিয় হৈ ৰ'ল— তুমি উপাধ্যায়ক চব ক'বাগৈ— তাৰ পিছত মানুহটোৱে তাইক— এনেকৈ— [নিজে জাঁপ মাৰি দিয়ে]

ধনৰাজ : বৰদেউতা।— বৰদেউতা।—
[সি চিঞৰি চিঞৰি ওপৰলৈ উঠি যায়। য'ৰ পৰা তালুকদাৰে জাঁপ মাৰিছিল— সেইখিনিত বৈ তললৈ চায়। তাৰ পিছত—]

ধনৰাজ : [চিঞৰে] বৰদেউতা।
[চিঞৰে]

# দৃশ্য ঃ ২১
## মঞ্চ ঃ ২

[নদীৰ পাৰ। বালিচৰত এখন পুৰণি নাও পৰি আছে। নাওখনৰ টিঙত প্ৰতিভা বহি আছে। জগদীশ, নিৰলা আৰু নিত্যানন্দই নিজৰ নিজৰ বস্তু-বাহানি তুলি লৈ যাত্ৰা আৰম্ভ কৰিবলৈ সাজু হয়। কেৱল প্ৰতিভা বহি থাকে। বিজয় প্ৰতিভাৰ ওচৰলৈ আহে।]

বিজয় : উঠ মা। মা!

প্ৰতিভা : মই সঁচাকৈয়ে কৈছোঁ বিজয়, মোৰ আৰু ক'লৈকো যাবলৈ মন নাই। মোৰ কাৰণে তহঁতৰ যদি আমনি হৈছে, তেনেহ'লে মোক ইয়াতে ক'ৰবাত এৰি থৈ যা।

বিজয় : নহয় মা, এতিয়া আৰু মনৰ বল কমাই নিদিবি। যেতিয়া মনক বল দিয়া মানুহ কমি যায়, তেতিয়া নিজেই নিজক বল দিব লাগে। তই মোলৈ নাচাব কিয়? যিমানে চাৰিওকাষৰ মানুহ কমি গৈছে, সিমানে মোৰ মনৰ জোৰ বাঢ়ি গৈছে। এনেকুৱা লাগে— যেন মোৰ কাহানিও কোনো অসুখ নাছিল,আৰু কাহানিও কোনো অসুখ নহ'বও। এতিয়া মোৰ বাৰে বাৰে কাৰ কথা মনলৈ আহে জান? কানু আৰু বন্তিৰ কথা। ৰাজশ্ৰীয়ে সদায় আপত্তি কৰিছিল— সিহঁত বৰ দুষ্ট হৈছে। কিন্তু সিহঁতৰ দুষ্টালিবোৰ যাতে আমাৰ দুষ্টালিবোৰৰ নিচিনা হ'ব নোৱাৰে, তাৰ কাৰণে সিহঁতক নিজ হাতেৰে ডাঙৰ কৰাৰ হেঁপাহ হৈছে। সেইটো এতিয়া মোৰ কাৰণে আটাইতকৈ ডাঙৰ কাম। তই মোক সেইটো কামত সহায় কৰিব লাগিব।

প্ৰতিভা : ব'ল তেনেহ'লে, সোনকালে সিহঁতৰ ওচৰলৈকে উভতি যাওঁ।

বিজয় : যাম। কিন্তু ইমান দূৰ আহিলোঁ যেতিয়া আৰু মাত্ৰ এবেলাৰ বাট— এইকণো যাওঁ দে।

নিত্যানন্দ : হয় নবৌ। ইমান ওচৰৰ পৰা উভতি যাব নাপায়।

প্ৰতিভা : ব'লা তেনেহ'লে। [উঠে।]
[সকলোৱে খোজ লয়। দুখোজমান গৈয়েই সকলোৱে সন্মুখলৈ চাই বৈ যায়।]

বিজয় : সৌবোৰ কোন খুৰা?

নিত্যানন্দ : জানো! ধৰিব পৰা নাই।
[এক নম্বৰ মঞ্চৰ আঁৰকাপোৰ উঠে। পৰ্বতীয়া বাটৰ দৃশ্য। মহাপ্ৰভু, এজন শিষ্য আৰু বাংকা সোমাই আহে। তিনিওৱে হাতত হেণ্ডকাফ লগোৱা আছে। শিষ্যজন আৰু বাংকাক

একেলগে সাঙোৰা হৈছে। তেওঁলোকক বন্ধা ৰছী ধৰি দুজন চিপাহী। পাছে পাছে এজন আৰ্মিৰ মানুহ আৰু উপাধ্যায়। উপাধ্যায়ৰ বাহিৰে সকলো দ্বিতীয় মঞ্চয়েদি পাৰ হৈ যায়। উপাধ্যায় বিজয়হঁতৰ ওচৰ চাপে।]

বিষয়া : আপোনালোক এইখিনি পাইছেহি?

বিজয় : এয়া কি উপাধ্যায়? এওঁলোক কোন? বাংকাকো দেখিলোঁ—।

বিষয়া : মহাপ্ৰভু আৰু তেওঁৰ প্ৰধান শিষ্যজন। বাকীকেইজন পলাল।

বিজয় : কিন্তু— কিয়? কিয় উপাধ্যায়।

বিষয়া : দুখন দেশৰ সীমাত বহি মহাপ্ৰভুৱে আমাৰ দেশখনৰ বৰ অপকাৰ কৰি আছিল। আমি ভালেমান দিনৰ পৰা তেখেতৰ আলেখ-লেখ চাই আছোঁ— শেষত বাংকাৰ কৃপাত আমি এটা ডাঙৰ কাম কৰিব পাৰিলোঁ। আপোনালোকক আকৌতো লগ পামেই, তেতিয়া কথাবোৰ বহলাই ক'ব পাৰিম। আচলতে আপোনালোকৰ সেই ৰাধা নামৰ ছোৱালীজনীয়ে আমাৰ দেশখনক এইটো বৰ ডাঙৰ সহায় কৰি গ'ল। আহোঁ। (যায়। উভতি আহে) এটা কথা, অলপ দূৰতে যে এটা আৰ্মিৰ কেম্প আছে, তাৰ পৰা আমি জীপ গাড়ীৰে যামগৈ। এওঁলোকৰ দুখন জীপ যাব। যায় যদি আপোনালোকৰ দুজন আমাৰ লগত যাব পাৰিব। আহোঁ। (যায়গৈ) [সকলো কিছু সময় নিস্তব্ধ হৈ থাকে।]

জগদীশ : ওভতোঁ?

বিজয় : ওভতোঁ।

জগদীশ : [বাহিৰলৈ চাই] ধনৰাজ। আহ। উভতি যাওঁ। [ধনৰাজ সোমাই আহে। ওলাই যায।]

বিজয় : ব'ল মা। [বিজয়, প্ৰতিভা, নিৰলা আৰু জগদীশ যায়। নিত্যানন্দ ৰৈ থাকে। জগদীশ ওভতে।]

জগদীশ : আহক দাদা।

নিত্যানন্দ : তোমালোক আগবাঢ়াচোন। মই গৈ আছোঁ।

[জগদীশ যায। নিত্যানন্দ নাওখনৰ টিঙত বহে। বেগৰ পৰা ডায়েৰী লিখা বহীখন উলিয়ায। মেলি পাত কিছুমান লুটিয়াই চায। তাৰ পিছত মাজৰ পাত কিছুমান ফালে। বহীখন বেগত ভৰাই থয়। তাৰ পিছত থিয় হৈ পাতবোৰ ফালি নদীৰ পানীলৈ দলিয়াই দি ৰৈ থাকে। লাহে লাহে অন্ধকাৰ।]

---

# আম্ৰপালী

## চৰিত্ৰ পৰিচয়

**পুৰুষ ঃ**

১। ৰজা মহানাম
২। সেনাপতি
৩। সঞ্জয় (উপ-সেনাপতি-১)
৪। মহানন্দ (উপ-সেনাপতি-২)
৫। খনিকৰ (গুপ্তচৰ)
৬। ৰজা বিম্বিসাৰ
৭। বন্ধু
৮। মংগল (বৈশালীৰ প্ৰজা)
৯। আনন্দ
১০। এজন সৈন্য
১১। কটকী
১২। মহাবাহু (মগধৰ সেনাপতি)
(কেইজনমান যুবক, দৰ্শক, সৈনিক, সভাসদ)

**নাৰী ঃ**

১। ৰাজমাতা
২। আম্ৰপালী
৩। সখী
৪। ৰাজনৰ্তকী
৫। চাৰিজনী নৰ্তকী

মঞ্চ ঃ ২

[Shadow, ৰাজপ্ৰাসাদ।]

ৰজা ঃ মোৰ এই ৰণযাত্ৰাৰ শুভ মুহূৰ্তত মোক আশীৰ্বাদ দিয়া আই।

ৰাজমাতা ঃ [উভতি] মই বাৰে বাৰে কৈছোঁ— এই যুদ্ধ হিংসাৰ যুদ্ধ, মানুহৰ অমংগলৰ যুদ্ধ। এনেকুৱা যুদ্ধ কৰিবলৈ যোৱা কাকো মই কেতিয়াও আশীৰ্বাদ নিদিওঁ।

ৰজা ঃ নহয় আই, ৰাজনীতিৰ কৌশল তোমাৰ অজ্ঞাত। সেই ৰাজনীতিয়ে তোমাৰ আশীৰ্বাদ নাপালেও পুত্ৰ হিচাপে মই তোমাৰ আশীৰ্বাদৰ পৰা বঞ্চিত হ'ব নালাগে। [ৰজাই মাকক বাহুত ধৰি ঘূৰাই লয়। জোৰকৈ মাকৰ হাতখন এখন থালত লগাই সেই হাত নিজৰ মূৰত লগায়। থালখন থৈ মাকক সেৱা কৰে।]

[Casting]

[Shadow ভয়ানক যুদ্ধ। পদাতিক সৈন্য, অশ্বাৰোহী সৈন্যৰ যুদ্ধ। যুদ্ধৰ সংগীত। Casting শেষ হোৱাৰ সময়ত সংগীত কৰুণ আৰু ভয়াবহ হৈ থাকে।]

মঞ্চ ঃ ১

[মুকলি মঞ্চ। মহানাম, সেনাপতি, প্ৰজা, সৈন্য।]

সকলোৱে ঃ জয় বৈশালীৰ— জয়। জয় লিচ্ছৱীসকলৰ — জয়। জয় মহানামৰ— জয়।

মহানাম ঃ বৈশালীৰ প্ৰজাসকল, মগধৰ ঘৃণনীয় শত্ৰুৰ বিৰুদ্ধে জয়লাভ কৰি আমি আকৌ প্ৰমাণ কৰিলোঁ যে আমাৰ একতাৰ লগত আমাৰ বাহুবল লগ লাগিলে, প্ৰবল প্ৰতাপী বুলি সমগ্ৰ দেশক কম্পিত কৰি ৰাখিব খোজা মহা পৰাক্ৰমী সম্ৰাটো আমাৰ পদানত হয়। আমি প্ৰমাণ কৰিলোঁ যে আমাৰ বুদ্ধিৰ লগত পবিত্ৰ দেশপ্ৰেম লগ লাগিলে, ক্ষুদ্ৰ বুলি পৰিগণিত এই বৈশালী ৰাজ্য, দুৰ্বল বুলি পৰিগণিত এই লিচ্ছৱীসকল, শক্তিমান আৰু স্বাধীন হৈ থাকে। আমাৰ এই সংকটৰ কালত মোৰ প্ৰজাসকললৈ একান্ত অনুৰোধ— প্ৰতিজন সক্ষম মুনিহে নিজৰ ৰাজ্য আৰু স্বজাতিৰ ৰক্ষণাবেক্ষণ আৰু মংগলৰ কাৰণে সমগ্ৰ শক্তি আৰু বুদ্ধি নিয়োজিত কৰক, প্ৰতিগৰাকী তিৰোতাই পবিত্ৰ প্ৰেম, সেৱা আৰু সুবুদ্ধিৰে জাতিটোক উদ্বুদ্ধ কৰক।

প্ৰজাসকল ঃ জয় বৈশালীৰ জয়, জয় লিচ্ছৱীৰ জয়।

সেনাপতি ঃ কিন্তু প্ৰজাসকল, এয়া আমাৰ বিপদৰ আৰম্ভণিহে। এই জাতি, এই ৰাজ্য ধ্বংস কৰিবলৈ, লুপ্ত কৰিবলৈ মগধৰ মহাশত্ৰু চিৰজাগ্ৰত। লোভ, হিংস্ৰতা, বাহুবল, সৈন্যবলৰ অহংকাৰত, ৰাজ্য বিস্তাৰৰ লালসাত আজি শত্ৰু উন্মত্ত। এনে অৱস্থাত আজি আমি নিশ্চিন্ত হ'ব পাৰোঁনে?

সঞ্জয় : নোৱাৰোঁ।

কেইবাজনো : নোৱাৰোঁ নোৱাৰোঁ। [কোলাহল]
শত্ৰুসৈন্য এতিয়াও দেশ এৰি আঁতৰি যোৱা নাই। সিহঁতে এতিয়াও আত্মগোপন কৰি আছে।

মহানন্দ : সিহঁতে আকৌ সংঘবদ্ধ হৈ যিকোনো মুহূৰ্তত আক্ৰমণ কৰিব পাৰে বুলি সংবাদ আহিছে। আমি দিনে-নিশাই সক্ষম হৈ থকাটো প্ৰয়োজনীয়।

সেনাপতি : সংবাদ অকল তোমালোকলৈহে আহে নে [নিজকে দেখুৱাই] বৈশালীৰ সেনাপতিলৈও আহে। সেনাই কি কৰিব লাগে সেইটো [সেনাজনে তলমূৰ কৰে] নিৰ্ণয় কোনে কৰিব? [ৰৈ] আমি উৰাবাতৰিকো প্ৰশ্ৰয় নিদিওঁ, নিশ্চিন্তে টোপনিও নাযাওঁ। [মহানামলৈ চায়, মহানামে মূৰ দুপিয়ায়] আৰু অযথা আতংকিত হৈ আমাৰ এই বিজয়ৰ আনন্দ ম্লান হ'বলৈও নিদিওঁ। বৈশালীৰ প্ৰজাই এই আনন্দ উপভোগ কৰিব লাগিব নে নালাগে?

সকলোৱে : লাগিব। লাগিব।

সেনাপতি : [মহানামক] মহানাম?

মহানাম : আনন্দ উৎসৱৰ আয়োজন কৰা হওক। [গুণগুণনি। আনন্দৰ ভাব।]

সেনাপতি : সঞ্জয়। শত্ৰুসৈন্যই আত্মগোপন কৰি থকা কথাটো যদি সত্য হয়, তেনেহ'লে তুমি তাৰ বিহিত ব্যৱস্থা হাতত লোৱা। চাবা যাতে বৈশালীৰ মাটিত সিহঁতৰ আৰু ভৰিৰ খোজ নপৰে। কোনোবা বিশ্বাসঘাতক দেশদ্ৰোহী লিচ্ছৱীয়ে যদি ধনৰ লোভত, মণি-মুকুতাৰ লোভত, একদণ্ড সময়ৰ বাবেও কোনোবা শত্ৰুক আশ্ৰয় দিয়ে, তেনেহ'লে সেই দেশদ্ৰোহীক এই মঞ্চলৈ চোঁচোৰাই আনিবা। আৰু মহানন্দ, তুমি সমগ্ৰ ৰাজ্যত বিজয় উৎসৱৰ আয়োজন কৰা। আনন্দ-উন্মত্ত লিচ্ছৱীৰ ভৰিৰ খোজত শত্ৰুসৈন্যৰ প্ৰতিটো খোজ নিশ্চিহ্ন হৈ যাওক। প্ৰতিগৰাকী নৃত্যপটীয়সী যুৱতীৰ নেপুৰৰ শব্দই বৈশালীবাসীক তৰোৱালৰ ঝনঝননিৰ শব্দ এদিনৰ কাৰণে হ'লেও পাহৰাই দিয়ক।

সকলোৱে : জয় বৈশালীৰ জয়, জয় লিচ্ছৱীগণৰ জয়।

সেনাপতি : আৰু খনিকৰ, জ্ঞানদত্তৰ গুপ্তচৰ বাহিনীয়ে সংবাদ আনিছে— বৈশালীৰ মহাশত্ৰু মগধৰাজ বিম্বিসাৰ এতিয়াও বোলে বৈশালীৰ সীমা পাৰ হৈ যোৱা নাই। তোমাৰ অনুচৰসকলৰ মাত্ৰ এটা কাম— সেই সংবাদ সঁচা নে মিছা সেইটো প্ৰমাণ কৰা। আৰু যদি সঁচা, তেনেহ'লে তাক আত্মগোপন কৰি ফুৰাৰ কষ্টৰ পৰা অব্যাহতি দিয়া, আৰু তাৰ মৃতদেহক বৈশালীৰ সীমাৰ বাহিৰত শত্ৰুৰ যথাযোগ্য মৰ্যাদা দিয়া।

খনিকৰ : মোৰ অনুচৰসকলে জীৱন্ত অৱস্থাত বিম্বিসাৰক দেখা নাই সেনাপতি।

সেনাপতি : তেনেহ'লে প্ৰত্যেকটো মৃতদেহ লুটিয়াই-বগৰাই পৰীক্ষা কৰা।

মহানাম : [থিয় হৈ] অৱশ্যে। বিম্বিসাৰৰ মৃতদেহ বৈশালীৰ মাটিত সাধাৰণ সেনাৰ লগত জাহ যাবলৈ দিব নোৱাৰি। অবিলম্বে তাৰ সন্ধান উলিওৱা হওক।

### মঞ্চ : ২ (ক)

[ৰাতি। দ্বিতীয় মঞ্চৰ সোঁফালে চুকত এখন সৰু অৰণ্য। ক'লা স্ক্ৰীণ। মূল মঞ্চৰ বাহিৰত। বন্ধুৱে থিয় হৈ দূৰলৈ চাইছে। বিম্বিসাৰ বহি আছে। ক্লান্ত। আহত।]

বন্ধু : বহু সময় হ'ল, কাকো দেখা নাই মহাৰাজ। বোধহয় বৈশালীৰ সৈন্য, পালি-পহৰীযা এই অঞ্চলৰ পৰা আঁতৰি গৈছে। আমি এতিয়া এই আন্ধাৰৰ আঁৰে আঁৰে মগধৰ সীমাৰ ফালে আগবঢ়াই ভাল হ'ব মহাৰাজ।

ৰজা বিম্বিসাৰ : মগধৰ সীমাৰ ফালে?

বন্ধু : হয় মহাৰাজ, আমি যিমান পাৰোঁ সোনকালে আমাৰ ৰাজ্যৰ সীমাৰ ভিতৰৰ নিৰাপদ ঠাইলৈ যোৱা উচিত।

ৰজা বিম্বিসাৰ : ইমান সোনকালে নিৰাপদ ঠাইলৈ উভতি যাবলৈ মগধৰ ৰজা বিম্বিসাৰে এই ৰণযাত্ৰা কৰা নাছিল বন্ধু। এই পৰাজয়ৰ গ্লানি মূৰত লৈ নিজ দেশলৈ উভতি যোৱাৰ নিচিনা কলংক মই আৰ্জিব নোখোজোঁ।

বন্ধু : যুদ্ধত জয়-পৰাজয় আছেই মহাৰাজ।

ৰজা বিম্বিসাৰ : [খং] কিন্তু সেই পৰাজয় মোৰ হ'ব কিয? পৰাজয় সদায় মোৰ শত্ৰুৰ, সেই বাণীয়েই মোৰ ৰণ- কৌশলৰ শিক্ষাৰ শেষ বাণী। [বৈ] নহয় বন্ধু, মই জানিব লাগিব— মোৰ এই পৰাজযৰ কাৰণ কি? মই জানিব লাগিব কি এই ক্ষুদ্ৰ ৰাজ্যৰ মানুহৰ মূলমন্ত্ৰ?

বন্ধু : তাৰ বাবে আমি উভতি গৈ সোনকালেই আমাৰ গুপ্তচৰ ইয়ালৈ পঠিয়াই দিব লাগে।

ৰজা বিম্বিসাৰ : এইটো গুপ্তচৰৰ কাম নহয বন্ধু।

বন্ধু : তেনেহ'লে!

ৰজা বিম্বিসাৰ : মই নিজে অনুসন্ধান কৰিম, কাৰ ওচৰত হাৰিলোঁ, কিহৰ ওচৰত হাৰিলোঁ।

বন্ধু : নিজে?

ৰজা বিম্বিসাৰ : নিজে। তুমি এতিয়াই উভতি যোৱা। মহামাত্যক সকলো সংবাদ দিবা আৰু ক'বা মই যথাসময়ত উভতি যাম। আইকো যেন চিন্তা কৰিবলৈ বাৰণ কৰা হয়।

বন্ধু : [বৈ] মহাৰাজ।

ৰজা বিম্বিসাৰ : কিবা ক'ব খুজিছা?

বন্ধু : এটা কথা কওঁ, আপুনি মোৰ দোষ নধৰিব।

ৰজা বিম্বিসাৰ : কোৱা।

বন্ধু : আম্ৰপালীৰ প্ৰতি আপোনাৰ আসক্তিৰ কথা মগধৰ ৰাজপ্ৰাসাদত সকলোৰে বিদিত। আনকি বহুতেই সন্দেহ কৰে, আম্ৰপালীক লাভ কৰাটোহে আপোনাৰ এই ৰণ-যাত্ৰাৰ মুখ্য উদ্দেশ্য। এতিযা যদি আপুনি নিজ ৰাজ্যলৈ উভতি নাযায়, তেনেহ'লে সকলোৱে ভুল ব্যাখ্যা কৰিবলৈ সুবিধা পাব। আম্ৰপালীৰ কাৰণে নিজ ৰাজ্য ত্যাগ কৰিলে বুলি ক'বলৈও মানুহ পৰাংমুখ নহ'ব।

ৰজা বিম্বিসাৰ : মানুহে সন্দেহ কৰিব লাগিছে কিয বন্ধু? মই মিছাৰ আশ্ৰযত থকা কাপুৰুষ নহওঁ। প্ৰযোজন হ'লে মুক্তকণ্ঠেৰে মগধবাসীক জনাই দিবা— আম্ৰপালীৰ ৰূপ-গুণৰ বৰ্ণনাত মই মুগ্ধ। আম্ৰপালীৰ দৰ্শনৰ বাবে মই ব্যাকুল। এই ৰণ-যাত্ৰাক মোৰ মিলনৰ যাত্ৰালৈ পৰিণত কৰাৰ অভিলাষ আছিল। সেই অভিলাষ মই পৰিত্যাগ নকৰোঁ। আহা। [আগবাঢ়ে]

বন্ধু : মহাৰাজ।

ৰজা বিম্বিসাৰ : আহা। তুমি মোৰ প্ৰিয়তম সহচৰ। তোমাৰ মনৰ কথা মই বুজিছোঁ, তুমিও মোৰ মনৰ কথা বুজিবলৈ চেষ্টা কৰা।

[ক্ষীণ পোহৰত দুয়ো প্ৰথম মঞ্চৰ ফালে খোজ কাঢ়ে। প্ৰথম মঞ্চত ক'লা স্ক্ৰীণৰ আগত মৃতদেহ কেইটামান। ৰজা আৰু বন্ধু সেইখিনিত ৰয়হি। ৰজাই এজন বৈশালীৰ সেনাৰ হাতৰ তৰোৱাল তুলি লৈ যায। নিজৰ তৰোৱাল বন্ধুক দিয়ে।]

এই সেনাইতৰ গাৰ সাজ পিন্ধি মই বৈশালীত মুকলিমূৰীয়াকৈ ঘূৰি ফুৰিম। তুমি মোৰ ৰাজ-সাজ লৈ আজিযেই নিজ ৰাজ্যলৈ উভতি যোৱা। [মুকুট খুলি দিয়ে। গাৰ কাপোৰ দিয়ে। মৃতদেহৰ ওচৰত বহি তাৰ কাপোৰত হাত দিয়ে।]

## মঞ্চ ঃ ২

[মন্দিৰ প্ৰাংগণ। গধূলিৰ আগে আগে ধূনাৰ ধোঁৱা। ৰঙীণ পোহৰ।]

মংগল ঃ মধুৰ। মন্দিৰৰ ভিতৰত আম্ৰপালী, বাহিৰত মই, এই ভাবটোৱেই মধুৰ। কৰি থাকা আম্ৰপালী, সুদীৰ্ঘ কাল ধৰি প্ৰাৰ্থনা কৰি থাকা। প্ৰাৰ্থনা শেষ হ'লে তুমি প্ৰাসাদতহে সোমাবাগৈ। তাতকৈ ইয়াতে প্ৰাৰ্থনা কৰি থাকা আম্ৰপালী, আৰু ময়ো অপেক্ষা কৰি থাকোঁ। [আম্ৰপালী মন্দিৰৰ পৰা ওলাই আহে। লগত বান্ধৱী। যুৱক মংগলময়ে হাতত তৰোৱাল লৈ পহৰা দিয়াৰ নিচিনা কৰি আছে। আম্ৰপালী যাব খোজোঁতে মংগল আগবাঢ়ে, এনেতে ইফালৰ পৰা খনিকৰ আহে।]

খনিকৰ ঃ প্ৰণাম দেৱী। সন্ধিয়াৰ পূজা সমাপ্ত হ'ল নে?

আম্ৰপালী ঃ হ'ল খনিকৰ। আপুনি আজি এই সময়ত ইয়াত?

খনিকৰ ঃ হয় দেৱী। মহাশত্ৰু বিম্বিসাৰক বিচাৰি উলিওৱাৰ গুৰু দায়িত্ব মোৰ ওপৰত পৰিছে। আনন্দ উৎসৱ পৰিহাৰ কৰি মই এতিয়া অৰণ্যই অৰণ্যই ঘূৰি ফুৰিব লাগিব। যোৱাৰ আগতে মন্দিৰত প্ৰণাম জনাবলৈ আহিছোঁ।

আম্ৰপালী ঃ আপোনাৰ দায়িত্ব যাতে আপুনি অচিৰেই পালন কৰিব পাৰে, তাৰবাবে আমিও শুভেচ্ছা জ্ঞাপন কৰিছোঁ। এই যুৱক কোন?

মংগল ঃ মই? [অপ্ৰস্তুত, আনন্দিত] মই এই বৈশালীৰ আটাইতকৈ ধনী ব্যৱসায়ী নৰোত্তমৰ পুত্ৰ মংগলময।

আম্ৰপালী ঃ আপুনি ইয়াত? হাতত অস্ত্ৰ?

মংগল ঃ যেতিয়াই শত্ৰুৱে আম্ৰপালীৰ ৰাজ্য আক্ৰমণ কৰিলে, তেতিয়াই মই ব্যৱসায়ৰ সমস্ত দায়িত্ব বৃদ্ধ পিতৃৰ হাতত গতাই দি এইখন বাখৰ খটোৱা তৰোৱাল কিনি ল'লোঁ। এতিয়া মোৰ একমাত্ৰ দায়িত্ব হ'ল দিনে-নিশাই, শয়নে-সপোনে, জাগৰণে আম্ৰপালীক ৰক্ষা কৰা।

আম্ৰপালী ঃ মোক ৰক্ষা কৰা?

মংগল ঃ হয় দেৱী। আপোনাক ৰক্ষা কৰা। নিজৰ প্ৰাণ বিসৰ্জন [বৈ যায়] নিদিয়াকৈ আপোনাক ৰক্ষা কৰা।

খনিকৰ ঃ কোনে আপোনাক এই দায়িত্ব দিলে?

মংগল ঃ আপুনি মাজতে কিয় কথা ক'লে ডাঙৰীয়া? আপুনি মন কৰিলেনে— আপুনি মাত মতাৰ

কাৰণে মই আম্ৰপালীৰ মুখৰ পৰা কেইটা শব্দ কম শুনিলোঁ? [খনিকৰে হাঁহে। মন্দিৰলৈ যায়]

আম্ৰপালী : [গম্ভীৰ] কোনে আপোনাক এই দায়িত্ব দিলে?

মংগল : কোনোবাই মোক এই দায়িত্ব দিব, তালৈ অপেক্ষা কৰাৰ কোনো প্ৰয়োজন নাই দেৱী। আপোনাৰ মহান দেউতাক, আমাৰ গণাধী মহানামে কৈছে— বৈশালীবাসী নিজৰ দায়িত্বৰ প্ৰতি নিজে সজাগ হ'ব লাগিব। মোৰ অন্তৰৰ মৰম-চেনেহ, প্ৰেম-প্ৰীতিয়ে প্ৰতিমুহূৰ্তে মোক সোঁৱৰাই দিছে— তোৰ একমাত্ৰ কৰ্তব্য— আম্ৰপালীক ৰক্ষা কৰা, তোৰ বাহিৰে যাতে কোনেও আম্ৰপালীৰ ছাঁটোও স্পৰ্শ কৰিবলৈ নাপায়।

সখী : আমি সদায় মন্দিৰলৈ আহিলে বাটৰ কাষত বৈ যে বাঁহী বজায়, এইজনেই সেইজন যুৱক দেৱী।

আম্ৰপালী : আপুনি বাঁহীও বজায় নেকি?

মংগল : [উৎফুল্ল] হয়, বজাইছিলোঁ দেৱী। আপোনাৰ কাৰণেই মই সুললিত সুৰত বাঁহী বজাবলৈকো শিকিছিলোঁ। সেই সুৰে আপোনাৰ এই নগৰীৰ মন আকৰ্ষণ কৰিছিলেই। তাৰ প্ৰমাণ আপুনি এইমাত্ৰ তেওঁৰ কথাৰ পৰাই পালে। কেইদিনমানৰ পিছতে সেই বাঁহীৰ সুৰে এই নগৰীক এৰি আপোনাক উতলা কৰাৰ কথা আছিল, কিন্তু ইতিমধ্যে যুদ্ধ লাগিল, ৰণভেৰী বাজিল, বাঁহীৰ শব্দ তল পৰিল, সেই কাৰণে তৎক্ষণাত বাঁহীটো থৈ তৰোৱালখন কিনি ল'লোঁ। এয়া— নালডালত বান্ধৰ খটোৱা আছে।

আম্ৰপালী : আপোনাৰ উদ্দেশ্য কি?

মংগল : দেৱী, মোৰ উদ্দেশ্য মহান। কিন্তু সেই উদ্দেশ্যৰ কথা তৃতীয় ব্যক্তিৰ আগত প্ৰকাশ কৰিব নোৱাৰোঁ। আনকি পশু-পক্ষীৰ আগতো নোৱাৰোঁ। পশু-পক্ষী শুব, জগত নিতাল, আকাশত পূৰ্ণিমাৰ জোন, তলৰ ফুলনিৰ দুবৰিৰ দলিচাত কেৱল আমি দুটি প্ৰাণী।

আম্ৰপালী : যুৱক। [মংগলে কাক কৈছে উভতি চায়। এনেতে সৈনিকৰ বেশত ৰজা সোমাই আহে। ক্লান্ত, আহত। গছত ভেজা দি ৰয়।] কোন আপুনি?

ৰজা বিম্বিসাৰ : মই বৈশালীৰ সেনা। শত্ৰুৰ মাজৰ পৰা প্ৰাণ লৈ পলাই আহিছোঁ। আমাৰ জয় হৈছে, একমাত্ৰ সেই আনন্দতেই বাচি আছোঁ। আপুনি কোন দেৱী?

মংগল : বৈশালীৰ সেনা হৈ ৰাজ্যপালৰ কন্যাক চিনি নোপোৱা? ৰাজ্যপালৰ কন্যাক চিনি নোপোৱা— সেইটো বাৰু বুজিলোঁ, কিন্তু তুমি আম্ৰপালীক চিনি নোপোৱা? এখন দেশৰ পৰা আন এখন দেশলৈ উৰি যোৱা চৰায়েও যাক আকাশৰ পৰাই চিনি পায়—

আম্ৰপালী : যুৱক। [ৰজাক] আপুনি আহত হৈছে। আপোনাৰ হাতৰ পৰা এতিয়াও তেজ ওলাই আছে।

ৰজা বিম্বিসাৰ : মই অক্ষত হৈ বাচি আহিব পাৰিলোঁহেঁতেন; কিন্তু মই স্বয়ং ৰজা বিম্বিসাৰৰ মুখামুখি হৈছিলোঁ। আৰু লগে লগে জ্বলি উঠিছিল প্ৰতিহিংসাৰ জুই। দুৰ্বাৰ বাসনা হৈছিল— তাক বধ কৰি মোৰ বৈশালীক চিৰদিনৰ বাবে নিষ্কণ্টক কৰিবলৈ, সেই কাৰণেই আগবাঢ়ি গৈছিলোঁ। কিন্তু— মোক আহত কৰি সিহঁত পলাল।

আম্ৰপালী : নপলাই কাপুৰুষে আৰু কি কৰিব? চিন্তা নকৰিব সৈনিক। দেশৰ কাৰণে নিগৰোৱা আপোনাৰ এটোপা তেজো অথলে নাযায়। আপোনাৰ নিচিনা সৈনিক আমাৰ সকলোৰে নমস্য। বৈশালীক আমি প্ৰাণভৰি ভাল পাওঁ। সেই দেশপ্ৰেমে আমাক উতলা কৰে, কিন্তু

আমাৰেই দুৰ্ভাগ্য— সন্মুখ সমৰলৈ গৈ শত্ৰুক নিধন কৰিবগৈ নোৱাৰোঁ। [খং] আস্, এবাৰ যদি সেই কাপুৰুষৰ মুখামুখি হ'বলৈ পালোঁহেঁতেন! [খনিকৰ আহে] খনিকৰ, আপুনি সেই মগধৰাজ বিম্বিসাৰৰ মূৰ্তি এটাকে গঢ়ি নিদিয়ে কিয়? সমগ্ৰ দেশবাসীৰ সমুখত তাৰেই শিৰচ্ছেদ কৰি মনৰ ক্ষোভ দূৰ কৰিলোঁহেঁতেন।

মংগল : আপোনাৰ আজ্ঞা পালে বাকীডোখৰ মই খণ্ড খণ্ড কৰি পেলাম দেৱী।

খনিকৰ : মূৰ্তি কিয়? মোৰ দায়িত্ব পালনত যদি মই কৃতকাৰ্য হওঁ, তেনেহ'লে তাক সশৰীৰে আপোনাৰ সম্মুখত উপস্থিত কৰাব পাৰিম দেৱী। কিন্তু দুৰ্ভাগ্যবশতঃ মই আজিলৈকে তাক দেখাই নাই। সেই কাৰণে এতিয়া মই প্ৰথমতে মগধৰ সীমাৰ ভিতৰ সোমাই তাৰ এটা মূৰ্তি চাই আহিব লাগিব।

আম্ৰপালী : আপুনি পলম নকৰিব খনিকৰ। [মূৰ দোঁৱাই গুচি যায়।] [সৈনিক বহে] কি হ'ল সৈনিক?

ৰজা বিম্বিসাৰ : মই বৰ দুৰ্বল অনুভৱ কৰিছোঁ দেৱী।

আম্ৰপালী : আপোনাৰ শুশ্ৰূষাৰ প্ৰয়োজন। আহক, আপুনি আমাৰ ঘৰলৈকে ব'লক। আশা কৰোঁ আপুনি সুস্থ হৈ বিজয় উৎসৱ উপভোগ কৰিব পাৰিব। আপোনাক মই নিজে পিতা আৰু সেনাপতিৰ সন্মুখলৈ লৈ যাম। যুৱক।

মংগল : দেৱী!

আম্ৰপালী : এই সৈনিকক আমাৰ প্ৰাসাদলৈ যোৱাত অলপ সহায় কৰি দিব পাৰিবানে?

মংগল : নিশ্চয় পাৰিম। [খাপত তৰোৱাল ভৰাই সৈনিকক ধৰে] আৰু আপুনি যদি ক্লান্ত, তেনেহ'লে আপোনাকো সহায় কৰিব পাৰিম দেৱী।

## মঞ্চ : ১

[মুকলি মঞ্চ। মহানাম, সেনাপতি আৰু অন্যান্যসকল। উৎসৱ। চাৰিগৰাকী যুৱতীয়ে নৃত্য কৰিছে। অলপ সময় নৃত্য চলাৰ পিছত একাষে ৰজাক লৈ আম্ৰপালী সোমায়।]

সেনাপতি : [হাত তুলি, নাচনীহঁত ৰৈ যোৱাৰ পিছত] আজিৰ এই বিজয় উৎসৱ বৈশালীৰ সৰ্বশ্ৰেষ্ঠা নৰ্তকী আম্ৰপালীৰ নৃত্য অবিহনে সম্পূৰ্ণ হ'বনে?

সকলো : নহয় নহয়।

সেনাপতি : [মহানামক] নিজৰ কন্যাক নৃত্যৰ পৰা বিৰত থাকিবলৈ মহানামে মন্ত্ৰণা দিয়া নাইতো?

মহানাম : নাই নাই, [উদাৰ হাঁহিৰে] দেশবাসীৰ আনন্দই মোৰো আনন্দ, মোৰ কন্যাৰো আনন্দ।

সকলোৱে : জয় আম্ৰপালীৰ জয়, জয় মহানামৰ জয়। [আম্ৰপালী আগুৱাই আহে। নৃত্য আৰম্ভ কৰে। নৃত্য কিছু সময় চলাৰ পিছত হঠাতে দূৰত কোলাহল। সকলো স্তব্ধ। এজন সৈন্য উধাতু খাই আহে।]

সৈন্য : এদল শত্ৰু সৈন্যই হঠাতে নিৰস্ত্ৰ দেশবাসীক আক্ৰমণ কৰিছে।

সেনাপতি : কি? সকলোৱে আত্মৰক্ষা কৰা। নিৰাপদ ঠাইলৈ যোৱা। সৈন্যসকল, যেয়ে যেনেকৈ পাৰা

অস্ত্র সংগ্রহ কৰা। [মহানামক] আপোনালোকে প্ৰাচীৰৰ সিফালে আত্মগোপন কৰক। [যায]

[সকলো দৌৰে। আম্রপালীয়ে পিতাকৰ ওচৰলৈ গৈ কিবা অনুৰোধ কৰে। মহানাম যায়। সৈনিকে গাৰ কাপোৰেৰে মুখ ঢাকি লয়।]

আম্রপালী : আহক সৈনিক। [ঘোঁৰাৰ শব্দ]

[হঠাতে তিনিজন শত্ৰসৈন্য সোমাই আহে। সৈনিক কাষলৈ যায। দুজন সৈন্যই আম্রপালীক ধৰে। সৈনিকে অতৰ্কিতে তৃতীয় সৈন্যক পৰাভূত কৰি তৰোৱাল কাঢ়ি লয়। যুদ্ধ। মঞ্চত আম্রপালী থাকে। সৈনিক আৰু বাকী তিনিজন যুদ্ধ কৰি কৰি আঁৰলৈ যায়। অলপ পিছত তৰোৱাল লৈ সৈনিক দৌৰি আহে। আম্রপালীক ধৰি ওলাই যায়। কেইমুহূৰ্তমানৰ পিছত কোলাহল শাম কাটে। সেনাপতি সোমাই আহি বহে। উঠি খোজ কাঢে। বহে। লাহে লাহে মহানাম আহে। বহে। মহানামৰ পুতেক আনন্দও আহে। দূৰত প্ৰহৰী। থিয় হৈ থাকে।]

মহানাম : এইটো কেনেকুৱা ঘটনা সেনাপতি? শত্ৰুসৈন্য আঁতৰিল নে?

সেনাপতি : আঁতৰিল। কিছুমানক আমাৰ মানুহে গচকিয়েই মাৰিলে। কিন্তু—

মহানাম : কিন্তু কি সেনাপতি?

সেনাপতি : কিয এনে হ'বলৈ পালে জানে?

মহানাম : কিয?

সেনাপতি : ভিতৰৰ শত্ৰু।

মহানাম : ভিতৰৰ শত্ৰু?

সেনাপতি : গচকি ধৰোঁতে এটা সৈন্যই স্বীকাৰ কৰিছে— ৰাতিৰ ভিতৰতে বোলে বাৰ্তা আহিছিল— দেশবাসী নিৰস্ত্ৰ হৈ থকাৰ সময়তে, আনন্দত মতলীয়া হৈ থকাৰ সময়তে আম্রপালীক মগধলৈ ধৰি নিয়াৰ ব্যৱস্থা কৰিব লাগে।

মহানাম : আম্রপালীক? মগধলৈ?

সেনাপতি : মগধৰাজৰ চকু আম্রপালীৰ ওপৰত। আম্রপালীয়ে মগধৰাজৰ প্ৰাসাদ শুৱনি কৰিলেহে হেনো মগধৰাজ শান্ত হ'ব।

মহানাম : কি স্পৰ্ধা! সিহঁতে অকল আমাৰ ৰাজ্য ধ্বংস কৰাই নহয়, আমাৰ সংসাৰো ধ্বংস কৰিবলৈ ওলাইছে। ইয়াৰ বিহিত ব্যৱস্থা হ'ব লাগে সেনাপতি। প্ৰত্যেকজন সৈন্যক আদেশ দিয়া হওক—

সেনাপতি : অকল সৈন্যক আদেশ দি আৰু এই সমস্যা সমাধান কৰিব নোৱাৰি। এই অশান্তিৰ মূল কাৰণ আঁতৰাব লাগিব।

মহানাম : অৰ্থাৎ— অৰ্থাৎ তোমাৰ বক্তব্য হ'ল— আম্রপালীক শত্ৰুৰ হাতত অৰ্পণ কৰা?

সেনাপতি : শত্ৰুৰ হাতত নহয়, মিত্ৰৰ হাতত।

মহানাম : তাৰ অৰ্থ?

সেনাপতি : শুনক মহানাম। অতি সুন্দৰী, গুণৱতী কন্যাৰ পিতৃ হিচাপে আপোনাৰ আনন্দ আছে, গৰ্ব আছে, সুখ আছে, কিন্তু লগে লগে আপোনাৰ দায়িত্বও আছে। আপুনি নিশ্চয় জানে— আম্রপালীৰ কাৰণে আজি বৈশালীৰ বাটে-পথে কি ঘটিছে।

মহানাম : কি ঘটিছে?

সেনাপতি : ই আপোনাৰ কৰ্তব্যৰ প্ৰতি উদাসীনতাৰ পৰিচয়। মগধৰাজ কিয়, বৈশালীৰ বাটে-পথে আম্ৰপালীৰ নামত যুবকসকল বিপথে গৈছে, দেশৰ শক্তিৰ অপচয় হৈছে, ফলত দেশ দুৰ্বল হৈছে।

মঞ্চ : ২

[ৰাজনৰ্তকীৰ ঘৰৰ সন্মুখত মংগল আৰু আন এজন যুবক।]

বন্ধু : [সুৰাপান কৰা অৱস্থাত] চন্দ্ৰৰ জন্ম আকাশৰ বুকু শোভা কৰিবলৈ, মোৰ জন্ম বৈশালীৰ বুকু শোভা কৰিবলৈ, তোমাৰ এই তৰোৱালৰ জন্ম এই খাপটো শোভা কৰিবলৈ আৰু আম্ৰপালীৰ জন্ম মোৰ বুকু শোভা কৰিবলৈ।

মংগল : মাজৰ এবাৰ কথা তুমি সুৰাৰ ৰাগীত এনেয়ে লগাই দিছা। আচলতে তুমি ক'ব লাগিছিল— এই তৰোৱালৰ জন্ম তোমাৰ বুকু শোভা কৰিবলৈ।

বন্ধু : স্তব্ধ হ মূৰ্খ।

মংগল : আম্ৰপালীয়ে মোক কোৱা হাজাৰ হাজাৰ কথাই মোৰ বুকুৰ ভিতৰত গুঞ্জন তুলি আছে। মই স্তব্ধ হ'লেওতো সেই গুঞ্জন স্তব্ধ নহয় বন্ধু!

বন্ধু : পাপীষ্ঠ! মিথ্যাবাদী! তই নিশ্চয় মোৰ মাতকে আম্ৰপালীৰ মাত বুলি ভুল কৰিছ। [ৰাজনৰ্তকী আহি দূৰত ৰয়] নাইবা আম্ৰপালীয়ে ভৃত্যবোৰক কোৱা কথাকে তোক কোৱা বুলি গাত পাতি লৈছ।

মংগল : হিংসাত জ্বলি-পুৰি ভস্ম হ'বলৈ ওলাইছা কিয় বন্ধু? মই যদি মিথ্যাবাদী, তেনেহ'লে তুমি মন্দিৰৰ চাৰিওকাষৰ গছ-লতাবোৰতে চোৱাগৈ, আম্ৰপালীয়ে মোক কোৱা কথাবোৰ তাতে ফুল হৈ ওলমি ওলমি আছে। হালি-জালি, হালি-জালি।

বন্ধু : মোৰ বাহুবল, মোৰ দেহাৰ সৌন্দৰ্য, মোৰ ধন-সোণৰ ভাণ্ডাৰ দেখিলে আম্ৰপালীৰ চকু থৰ হৈ যাব।

মংগল : মোৰ এই তৰোৱালৰ খাপৰ বাখৰৰ চিক্‌মিকনি দেখি আম্ৰপালীৰ চকু কেতিয়াবাই থৰ হ'ল বন্ধু, আৰু নতুনকৈ থৰ হ'বলৈ একো নাই।

বন্ধু : পাপীষ্ঠ! মিথ্যাবাদী! চাওঁ তোৰ বাখৰৰ চিক্‌মিকনি ভৰিৰে গচকি শেষ কৰি দিওঁ। [তৰোৱালখন খাপেৰে সৈতে থাপ মাৰি লয়। মংগলে খাপত ধৰে। তাৰ হাতত খাপ, বন্ধুৰ হাতত তৰোৱাল।]

মংগল : সাৱধান মূৰ্খ।

বন্ধু : সাৱধান মূৰ্খ।

[দুয়োৰে যুদ্ধ লাগে। বৰ আচৰিত ধৰণৰ যুদ্ধ। শেষত বন্ধু পৰি যায়। তাৰ বুকুত খাপটো লগাই মংগলে ভৰিৰে তাক হেঁচা মাৰি ধৰে। ৰাজনৰ্তকী আগবাঢ়ি আহে।]

ৰাজনৰ্তকী : শুনা, শুনা মোৰ প্ৰিয় বন্ধুসকল।

বন্ধু : কোন?

মংগল : আম্ৰপালী।

বন্ধু : আম্ৰপালী? [জাঁপ মাৰি থিয় হয়]

ৰাজনৰ্তকী : তোমালোকে কিয় কেৱল আম্ৰপালী আম্ৰপালী বুলি অযথা যুদ্ধ কৰি মৰিছা? আম্ৰপালীৰ বাহিৰে বৈশালীত আৰু যুৱতী নাই নে?

মংগল : নাইতো!

ৰাজনৰ্তকী : তেনেকৈ কিয় কোৱা?

বন্ধু : থাকিলেহে আছে বুলি ক'ম!

ৰাজনৰ্তকী : আছা। মোৰ লগত আহা।

মংগল : তোমাৰ লগত? ক'লৈ? তুমিনো কোন?

ৰাজনৰ্তকী : চিনি পোৱা নাই? মই বৈশালীৰ ৰাজনৰ্তকী।

বন্ধু : আম্ৰপালীৰ কেঞা আঙুলি দেখিছা? তুমি আম্ৰপালীৰ কেঞা আঙুলি। [যায়]

মংগল : হেৰা তুমি আগে-ভাগে ক'লৈ যোৱা? ৰ'বা। আগতে আম্ৰপালীৰ আগত গা দেখুৱাবলৈ বুদ্ধি কৰিছা? ৰ'বা ৰ'বা। [দৌৰে। ৰাজনৰ্তকী আহত। স্তব্ধ।]

মঞ্চ : ১

[মুকলি মঞ্চ। আগৰ দৃশ্য। সেনাপতি, মহানাম, আনন্দ। দূৰত প্ৰহৰী।]

সেনাপতি : এনেকৈয়ে শ শ যুৱকৰ স্খলনে দেশক কলংকিত কৰিছে।

মহানাম : ই মোৰ বা মোৰ কন্যাৰ অপৰাধ নহয়। কিন্তু ই শৃংখলাৰ কাৰণে চিন্তাৰ বিষয়।

সেনাপতি : সেই চিন্তাৰ বাবেও আমাৰ হাতত অধিক সময় নাই। গতিকে মোৰ কেৱল এটাই পৰামৰ্শ—

মহানাম : কি পৰামৰ্শ সেনাপতি?

সেনাপতি : অনতিবিলম্বে— যোগ্যজনৰ হাতত আম্ৰপালীক অৰ্পণ কৰক, যাতে আৰু তেওঁক লৈ কোনেও কল্পনাবিলাস, অশান্তি কৰিব নোৱাৰে।

মহানাম : [চিন্তা কৰি] এই চিন্তা ময়ো নকৰা নহয়। আনন্দ!

আনন্দ : পিতা।

মহানাম : সেনাপতিৰ পৰামৰ্শ যুক্তিযুক্ত। আম্ৰপালীৰ কাৰণে আমি উপযুক্ত পাত্ৰৰ সন্ধান কৰিব লাগে।

সেনাপতি : মই ভাবোঁ পাত্ৰৰ সন্ধান কৰি সমস্যা জটিল কৰাৰ, অশান্তি সৃষ্টি কৰাৰ কোনো প্ৰয়োজন নাই। বৈশালীৰ সেনাপতি হিচাপে মই নিজকে মহানামৰ কন্যাৰ উপযুক্ত পাত্ৰ বুলি গণ্য কৰোঁ।

আনন্দ : কি?

মহানাম : কি?

সেনাপতি : ইয়াততো আচৰিত হ'বলগীয়া একো নাই। অকল যোগ্যতাই নহয়, এই কামত মোৰ অধিকাৰো আছে। আশা কৰোঁ আপোনালোক পিতা-পুত্ৰ দুয়ো মোৰ এই প্ৰস্তাৱত আনন্দিতই হৈছে।

আনন্দ : আনন্দিত নিশ্চয় হৈছোঁ। কিন্তু আনন্দিত হৈছোঁ এটা কথা ভাবি যে উপযুক্ত বয়সত সংসাৰ পতা হ'লে আপোনাৰ পুত্ৰ-কন্যাৰ বয়স আম্ৰপালীৰ সমানেই হ'লহেঁতেন।

সেনাপতি : সাৱধান আনন্দ। ৰসিকতা কৰিবলৈ চেষ্টা নকৰিবা। কেইটা বছৰ মোৰ এই দেহাৰ ওপৰেদি পাৰ হৈ গৈছে, যি মোৰ শক্তি-সামৰ্থ্য নিৰ্ণয় নকৰে। এখন দেশৰ সেনাপতি হৈ কাৰ্যনিৰ্বাহ কৰাৰ শক্তি আৰু ক্ষমতা আছে যেতিয়া এগৰাকী যুৱতীৰ পাণি গ্ৰহণ কৰাৰ ক্ষমতাও আছে। সমগ্ৰ দেশ ৰক্ষাৰ দায়িত্ব মহানামে মোৰ হাতত এৰি দিব পাৰে যেতিয়া নিজ কন্যাৰ দায়িত্বও নিশ্চয় এৰি দিব পাৰিব।

মহানাম : ক্ষমতাৰ অপব্যৱহাৰ কৰি তুমি অন্যায় প্ৰস্তাৱ কৰিছা সেনাপতি। দ্বিতীয়বাৰ আৰু এই কথা মুখলৈ নানিবা।

সেনাপতি : নানো। কিন্তু প্ৰথমবাৰ যি আনিলোঁ সেইমতেই কাম হ'ব বুলি মই বিশ্বাস কৰোঁ।

আনন্দ : পিতা, আপুনি কি ভাবে ক'ব নোৱাৰোঁ, মই কিন্তু সেনাপতিৰ কথা ঘোৰ অপমানজনক বুলি গণ্য কৰোঁ আৰু এইটো তেওঁৰ সামাজিক অপৰাধ বুলিও গণ্য কৰোঁ।

মহানাম : দেশৰ এই সংকট মুহূৰ্তত আমাৰ নিজৰ ভিতৰত অমিল-অসূয়া বৰ বিপজ্জনক কথা সেনাপতি।

সেনাপতি : সেই কাৰণেই মই অনুৰোধ কৰিছোঁ— আপোনালোকে সংকট নবঢাব। মোৰ প্ৰস্তাৱ কেৱল মোৰ স্বাৰ্থসিদ্ধিৰ বাবেই নহয়, দেশৰ স্বাৰ্থৰ কাৰণেও।

মহানাম : দেশৰ স্বাৰ্থৰ কথা ময়ো বুজোঁ। কিন্তু তোমাৰ স্বাৰ্থৰ এই কদৰ্য ৰূপৰ কথা মই বুজা নাছিলোঁ। বহুপৰ ধৈৰ্য ধৰি তোমাৰ ঘৃণনীয় কথা শুনিলোঁ। আৰু নুশুনো।

সেনাপতি : কথাটো ঘৃণনীয় নাছিল, লোভনীয়হে আছিল।

মহানাম : শেষ কথা, মোৰ কন্যাৰ গৰাকী হোৱাৰ তোমাৰ কোনো আশা নাই।

সেনাপতি : মোৰো শেষ কথা, তাৰ বাহিৰে কাৰো আন একো উপায়ো নাই।
[উত্তেজিতভাৱে মহানাম ওলাই যায়। পাছে পাছে আনন্দও যায়। সেনাপতি কিছু সময় ৰৈ থাকে। সংগীত। লাহে লাহে কৰুণ সংগীতত পৰিণত হয়।]

## মঞ্চ : ২

[ৰাজনৰ্তকীৰ ঘৰৰ সন্মুখত, ফুলনিৰ ভাগটোত। ৰাজনৰ্তকীয়ে মন মাৰি দূৰলৈ চাই আছে। মংগল আহে।]

মংগল : সেইদিনা যে দেখি গৈছিলোঁ, তেতিয়াৰে পৰা তুমি এইখিনিতে এনেকৈয়ে আছাই নেকি?

ৰাজনৰ্তকী : আহক ডাঙৰীয়া, ভিতৰলৈ যাওঁ।

মংগল : নালাগে। শুনা সখী। তোমাক মই সখী বুলি মাতিলোঁ। অৰ্থাৎ তোমাক মই প্ৰিয়া, প্ৰিয়তমা, হৃদয়ৰ ৰাণী— এইবিলাক বুলি নামাতিলোঁ। কাৰণ সেইবিলাক নাম মই আম্ৰপালীক মাতিবলৈ থৈছোঁ।
[ৰাজনৰ্তকীয়ে অভিমানত মুখ ঘূৰায়]

ৰাজনৰ্তকী : আম্ৰপালী। আম্ৰপালী।। আম্ৰপালী।।।

মংগল : হয়। আম্ৰপালী। কিন্তু তুমি খং নকৰিবা। সেই কথাটোকে ক'বলৈ আজি মই আকৌ আহিছোঁ। সিদিনা মোৰ লগত কাজিয়া কৰা সেই মূৰ্খটোৱে তোমাক আম্ৰপালীৰ কেএগ

আঙুলি বুলি কৈছিল। তাৰ সেই অপৰাধৰ বাবে মই গোটেই পুৰুষ জাতিৰ হৈ তোমাৰ ওচৰত ক্ষমা খুজিবলৈ আহিছোঁ। মই একমাত্ৰ আম্ৰপালীক ভাল পাওঁ। সেইটো সত্য। আৰু তেৰোঁ নিশ্চয় মোক কিবা এটা পায়, নহ'লে ইমান দিনে তেওঁ সেনা লগাই মোৰ ডিঙিটো কটালেহেঁতেন। সেই যে কিবা এটা পায়, সেইটো লাহে লাহে বিকশিত হৈ এদিন মধুৰ প্ৰেমত পৰিণত হ'ব, তাৰে আশাত মই বাট চাই আছোঁ— মানে বাটে বাটে ঘূৰি ফুৰিছোঁ। [হঠাতে উত্তেজিত] কিন্তু সেইবুলি কেএৰা আঙুলি? হ'বই নোৱাৰে। এই পৃথিবীত সকলো যুৱতীৰে কেএৰা আঙুলি আছে আৰু প্ৰত্যেকজনী যুৱতীৰ মানত প্ৰত্যেকজনী যুৱতী কেএৰা আঙুলি। মোৰ প্ৰেমিকা হ'ল কি হ'ল, আম্ৰপালীও তোমাৰ মানত কেএৰা আঙুলি।

ৰাজনৰ্তকী : আহক ভিতৰলৈ যাওঁ।

মংগল : আকৌ! নাযাওঁ। মোৰ ভয় আছে। শুনা সখি, তুমি মোক নাপাবলৈ চেষ্টা কৰা মানেই আন সকলোকে পাবলৈ চেষ্টা কৰা। মই যেতিয়া আম্ৰপালীক নিজৰ কৰি বন্ধ কৰি ৰাখিম, তেতিয়া বাকী সকলো তোমাৰ কাৰণে মুক্ত হৈ যাব। তেতিয়া আৰু মোৰ লগত, এই সম্মুখৰ উদ্যানত এষাৰ কথা পাতিবলৈ তোমাৰ সময় হ'বনে? কিন্তু তুমি যদি মোক বন্দী কৰি ৰাখা, তেনেহ'লে আম্ৰপালীক বন্ধ কৰি ৰাখিবলৈ এই দেশত কোনটো মতা মানুহ আছে? সেই কাৰণে সখি, তুমি মোক এটা সহায় কৰিবা?

ৰাজনৰ্তকী : কি যুৱক?

মংগল : তুমিও ৰাজনৰ্তকী, আম্ৰপালীও বৈশালীৰ শ্ৰেষ্ঠ নৰ্তকী। তোমালোকতো সহজেই বান্ধৱী হ'ব পাৰা! এগৰাকী তৰুণীয়ে আন এগৰাকী তৰুণীক বুজাই-বঢ়াই সৈমান কৰাটো বৰ সহজ। তুমি মোৰ ফালে আম্ৰপালীৰ মনটো অলপ হেলনীয়া কৰি দিব পাৰিবা নে? [হঠাতে চক্ খায] সেনাপতি আহিছে। [আঁতৰি লুকায। ৰাজনৰ্তকী আগুৱাই যায়। সেনাপতি আহে]

ৰাজনৰ্তকী : প্ৰণাম মহামান্য সেনাপতি। আহক।

সেনাপতি : ৰাজনৰ্তকীৰ ঘৰৰ সম্মুখৰ বাট নিৰ্জন। সম্মুখৰ প্ৰাংগণ, উদ্যান নিৰ্জন। ই কি কথা? ৰাজ্যত ৰসিক লোকৰ অভাৱ হৈছে নেকি? [ৰাজনৰ্তকী নিমাত] কি হ'ল? তুমি বেজাৰ কৰিছা কিয়?

ৰাজনৰ্তকী : এই ৰাজ্য ত্যাগ কৰি ক'ৰবালৈ গুচি যোৱাই এতিয়া মোৰ কাৰণে একমাত্ৰ উপায়।

সেনাপতি : কিয়? জনগণৰ মনোৰঞ্জনৰ কাৰণে তুমি দেশবাসীৰ দ্বাৰা মনোনীত ৰাজনৰ্তকী। তোমাৰ কিহৰ দুখ?

ৰাজনৰ্তকী : মই এতিয়া জনগণৰ পৰা বহু দূৰত। কোনেও এতিয়া মোৰ সাহচৰ্য বাঞ্ছা নকৰে।

সেনাপতি : কিয়?

ৰাজনৰ্তকী : এতিয়া যেন এই দেশৰ প্ৰতিজন সক্ষম পুৰুষৰ একমাত্ৰ কাম্য হ'ল আম্ৰপালী।

সেনাপতি : আম্ৰপালী? হুঁ। বুজিছোঁ।

ৰাজনৰ্তকী : ইয়াৰ নিচিনা লাঞ্ছনা, অপমান এজনী যুৱতীৰ কাৰণে আৰু একো হ'ব নোৱাৰে মহামান্য। আপোনালোকে মোক আন এক পথৰ নিৰ্দেশ দিয়ক। মই আৰু এনেকৈ জীয়াই থাকিব নোৱাৰোঁ।

সেনাপতি : মই যি শুনিছিলোঁ, সেইবোৰ তেনেহ'লে সত্য। অধীৰ নহ'বা সুন্দৰী। হাজাৰজন তোমাৰ পৰা আঁতৰি যোৱা আৰু মই অকলে তোমাৰ কাষত থকাটো জানো একে কথা নহয়? আৰু সেই সহস্ৰ যুৱকক তোমাৰ কাষলৈ গুভোতাই অনাটো জানো কঠিন কাম? [হঠাতে উত্তেজিত] কোন এই আম্ৰপালী? অলেখ তৰুণীৰ মাজৰে এজনী সামান্য তৰুণীৰ বাহিৰে তাই আৰু কি হ'ব পাৰে? নিজৰ পোহৰেৰে উজ্জ্বল হৈ থকাৰ মূল্য আছে, কিন্তু এজাক মূৰ্খৰ ভুৱা প্ৰশংসাৰ পোহৰেৰে জিলিকি থকাৰ কোনো মূল্য নাই। তেনেকৈ জিলিকি থকাৰ কাৰো অধিকাৰ নাই। মই তোমাক কথা দিলোঁ, তোমাৰ দুৰ্দিনৰ অন্ত পেলাম।

ৰাজনৰ্তকী : সঁচা মহামান্য? কিন্তু কেনেকৈ?

সেনাপতি : তুমি মোৰ বহু দিনৰ আপোন। তুমি মোৰ বিশ্বাস ৰাখিব পাৰিবা?

ৰাজনৰ্তকী : নিশ্চয় পাৰিম মহামান্য।

সেনাপতি : অকল তোমাৰ কাৰণেই নহয়, ৰাজ্যৰ শান্তিৰ কাৰণেও আম্ৰপালীক লোক চক্ষুৰ পৰা আঁতৰাই পেলোৱাৰ গুৰুতৰ প্ৰয়োজনে দেখা দিছে। এই কামত তুমি মোক সহায় কৰিব লাগিব। তোমাৰ মুখত আকৌ হাঁহি ফুটিব।

ৰাজনৰ্তকী : নিশ্চয় কৰিম মহামান্য। মোৰ জীৱন-যৌৱনক এই লাঞ্ছনাৰ পৰা বচাবলৈ আপুনি যি কৰিবলৈ কয়, তাকে কৰিম।

সেনাপতি : সুন্দৰ' ব'লা, তোমাৰ সেই সুসজ্জিত, সুগন্ধময় কোঠালৈ যাওঁ। নে আজি মোক বাটৰ পৰাই বিদায় দিব খুজিছা?
[ৰাজনৰ্তকীৰ ফালে হাত মেলে]

## মঞ্চ : ১

[মন্দিৰৰ পৰা অলপ আঁতৰৰ এটা অংশ। দূৰত প্ৰাৰ্থনাৰ সংগীত। মঞ্চত ৰজা বিম্বিসাৰে অপেক্ষা কৰিছে। তেওঁৰ বন্ধুৰ প্ৰৱেশ। ৰজাই চক্ খায়।]

ৰজা বিম্বিসাৰ : বন্ধু? তুমি?

বন্ধু : মই আপোনাক বিচাৰি আকৌ আহিলোঁ মহাৰাজ।

ৰজা বিম্বিসাৰ : মই ইয়াত আছোঁ বুলি কেনেকৈ জানিলা?

বন্ধু : আপোনাৰ মন আৰু পৰিস্থিতি বিচাৰ কৰি মই সিদ্ধান্ত কৰিলোঁ— আপোনাক মই ইয়াতেই ক'ৰবাত পাম।

ৰজা বিম্বিসাৰ : [খং] কিন্তু কিয়? কিয় তোমালোকে মোৰ পাছে পাছে ঘূৰি ফুৰিছা? যদি মোৰ মৃত্যু হয়, তেনেহ'লে সেই সংবাদ তোমালোকে পাবাই। কিন্তু যেতিয়ালৈকে সেই সংবাদ নোপোৱা, তেতিয়ালৈকে মই ক'ৰবাত কিবা কামত ব্যস্ত আছোঁ বুলি তোমালোকে এৰি নিদিয়া কিয়? নে নিজ ৰাজ্যলৈ উভতি যাবলৈ মোৰ ভৰি নাই বুলি ভাবিছা?

বন্ধু : উত্তেজিত নহ'ব মহাৰাজ। শত্ৰুৰ মাজেদি লুকাই লুকাই, জীৱন বিপন্ন কৰি আপোনাৰ ওচৰলৈ অহাটো মোৰ বাবেও বৰ সুখ আৰু আনন্দৰ কথা নহয়।

ৰজা বিম্বিসাৰ : তেনেহ'লে তোমাৰ এই বিপদসংকুল অভিযানৰ কাৰণ কি?

বন্ধু : কাৰণ সকলোৰে ধাৰণা হৈছে আপুনি মহান ৰাজকাৰ্য পৰিহাৰ কৰি এক নাৰী-সংগৰ অভিলাষত দিন কটাইছে, আৰু নিজৰ জীৱন আৰু মগধ ৰাজ্যৰ অস্তিত্ব বিনাশ কৰিব খুজিছে।

ৰজা বিম্বিসাৰ : মনে মনে থাকা। কিহৰ বলত তুমি আজি মোৰ সন্মুখত এনেকৈ উচ্চবাচ্য কৰিব পাৰিলা?

বন্ধু : আপোনাৰ প্ৰতি থকা আমাৰ স্নেহৰ বলত। মগধৰ প্ৰতি থকা আমাৰ প্ৰেমৰ বলত মহাৰাজ।

ৰজা বিম্বিসাৰ : ভুল। তোমালোকৰ স্নেহৰ ধাৰণাই ভুল। দেশপ্ৰেমৰ ধাৰণাই ভুল। কোৱা বন্ধু, ওচৰৰ এখন ৰাজ্য জয় কৰি, সেই ৰাজ্যৰ প্ৰজাক বশ কৰি নিষ্কণ্টক হোৱাটোৱেই দেশপ্ৰেমৰ চিন নে? দেশপ্ৰেম অকল মগধবাসীৰেই আছেনে? বৈশালীবাসীৰ নাই? বন্ধু হে, স্নেহ-প্ৰীতিৰে ওচৰা-উচৰিকৈ জীয়াই থাকিব নোৱাৰি?

বন্ধু : তেনেহ'লে আমি মুক্তভাৱে, পোনে পোনে বৈশালীৰ মহানামৰ ওচৰলৈ গৈ আম্ৰপালীৰ লগত আপোনাৰ বিবাহৰ প্ৰস্তাৱ দিওঁ।

ৰজা বিম্বিসাৰ : সেই পথ তোমালোকে মুকলি কৰি ৰাখিছা? মোৰ অজ্ঞাতে, আনন্দ মত্তলীয়া বৈশালীবাসীক কোনে, কিয় আচম্বিতে আক্ৰমণ কৰিলে? যুগ যুগ ধৰি এনেকুৱা ঘৃণা, এনেকুৱা বিদ্বেষ, এনেকুৱা তিক্ততাৰ সৃষ্টি কৰিছা যে এই ৰাজ্যত মগধৰ নাম উচ্চাৰণ কৰি জিভাখন অক্ষুণ্ণ ৰখাৰো আজি উপায় নাই।

বন্ধু : কিন্তু আপোনাৰ এই অজ্ঞাতবাসো আমাৰ বাবে অসহ্য হৈছে মহাৰাজ। আচলতে এইবাৰ যিকোনো প্ৰকাৰে আপোনাক ৰাজপ্ৰাসাদলৈ ওভোতাই নিবলৈ মই ৰাজমাতাৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ হৈ আহিছোঁ।

ৰজা বিম্বিসাৰ : শুনা বন্ধু, যদি মোৰ মাতৃ আৰু মন্ত্ৰী-পাৰিষদবৰ্গৰ যুদ্ধই কাম্য, তেনেহ'লে তুমি ক'বাগৈ মই এই ৰাজ্যৰ গোপন বাট-পথ সকলো চিনি লোৱাত দিন কটাইছোঁ, গাঁৱে গাঁৱে দলে দলে বিশ্বাসঘাতক, গুপ্তচৰৰ সৃষ্টি কৰিছোঁ— যাতে এইবাৰ আমাৰ জয়লাভ অনায়াসে হয়। এই মোৰ শেষ কথা। যোৱা। আঁতৰি যোৱা। সন্ধিয়া ইয়াতে মোক লগ ধৰিবা। সৌৱা আম্ৰপালী আহিছে।

[বন্ধু আঁতৰি যায়। আম্ৰপালী আহে।]

আম্ৰপালী : সৈনিক!

ৰজা বিম্বিসাৰ : প্ৰণাম দেৱী। আপোনালৈকে বাট চাই আছোঁ।

আম্ৰপালী : মোলৈ?

ৰজা বিম্বিসাৰ : আহিবৰ সময়ত দেখিলোঁ— আপুনি লগত পৰিচাৰিকা অনা নাই। সেই কাৰণে ক'ৰবাত কিবা বিপদ হয় বুলি মই ৰখীয়া হৈ আছোঁ।

আম্ৰপালী : মোৰ বিপদৰ কাৰণে আপুনি ইমান চিন্তিত কিয়?

ৰজা বিম্বিসাৰ : সেই যে তিনি ৰাতি আপোনাৰ আশ্ৰয়ত থাকি, আপোনাৰ শুশ্ৰূষা লাভ কৰিলোঁ, তাৰ প্ৰতিদান ল'বলৈ আপুনি সুদীৰ্ঘ কাল নিৰাপদে থাকিব লাগিব। সেই কাৰণে।

আম্ৰপালী : হয় নেকি? তেনে বুলি জনা হ'লে আৰু তিনি ৰাতি বেছিকৈ শুশ্ৰূষা কৰিলোঁহেঁতেন।

ৰজা বিম্বিসাৰ : সঁচা? [কোলাহল]

: পিতা, আনন্দ, খনিকৰ— সকলো এইফালে আহিছে। কিযবা।

ৰজা বিম্বিসাৰ : আপুনি জগত পৰিচাৰিকা নহাৰ পৰা একো লাভ নহ'ল।

আম্রপালী : অর্থাৎ?

ৰজা বিম্বিসাৰ : একো অর্থ নাই। এনেয়ে কৈছোঁ।

[আগে আগে মংগল, পাছে পাছে মহানাম, আনন্দ, খনিকৰ আহে।]

আম্রপালী : পিতা? আপোনালোক?

মহানাম : আমি উদ্যানত খনিকৰৰ পৰা মগধৰ ৰজা আৰু সেই দেশৰ সংবাদ লৈ আলোচনা কৰিছিলোঁ। এনেতে এই যুৱকে সংবাদ দিলেহি যে যিকোনো মুহূর্ত্তত তোৰ কিবা বিপদ হ'ব পাৰে।

মংগল : ইমান পৰলৈ যে একো হোৱা নাই সেইটোৱেই এতিয়া বৰ আনন্দৰ কথা।

মহানাম : সৈনিক, তুমি এতিয়াও এই নগৰতে আছা?

ৰজা বিম্বিসাৰ : হয় মহামান্য। মই অকলশৰীয়া মানুহ, এতিযা মই এই নগৰতে বাস কৰিম বুলি ভাবিছোঁ।

[খনিকৰে একেথৰে ৰজালৈ চাই থাকে]

মহানাম : কি হ'ল খনিকৰ? সৈনিকৰ মুখৰ গঢ দেখি তেওঁৰ মূর্তি সাজিবলৈ মন গৈছে নেকি?

খনিকৰ : হঁ? নহয় মহানাম। হঠাতে মোৰ এনেকুৱা লাগিল যেন এই সৈনিকৰ নিচিনা কাৰোবাক মই ক'ৰবাত দেখিছোঁ।

[ৰজাই কিবা এটা বোটলাৰ চেলুৰে তলমূৰ কৰে।]

আম্রপালী : সেইদিনা মন্দিৰতে দেখিছিল। সেইদিনা তেওঁ আহত, ক্লান্ত আছিল।

খনিকৰ : হ'ব পাৰে, হ'ব পাৰে।

মহানাম : কিন্তু আই, তই এনেকৈ অকলে মন্দিৰলৈ অহাটো ভাল কাম হোৱা নাই।

মংগল : বৰ বেয়া কাম হৈছে।

আনন্দ : তই সোনকালে ঘৰলৈ উভতি যা।

আম্রপালী : কিন্তু কিয়? কি হৈছে পিতা?

মংগল : সেইবোৰ বহুত কথা।

আম্রপালী : আহক সৈনিক, মোক প্রাসাদৰ দুৱাৰলৈকে আগুৱাই নিদিয়ে জানো? মোক বিপদৰ পৰা ৰক্ষা কৰাৰ মনোবাঞ্ছা কিজানি পূৰণেই হয়।

মহানাম : যোৱা সৈনিক, তুমি আমাৰ উপকাৰী সুহৃদ। তোমাৰ ওপৰত মোৰ বিশ্বাস আছে।

[আম্রপালী যায়। ৰজাও যায়। খনিকৰে এখোজ আগবাঢি চাই থাকে। অলপ পিছত]

মংগল : সেই সৈনিকজনৰ হাতত তৰোৱাল নাই। অলপ দূৰে দূৰে হ'লেও মই গৈ থকাই ভাল। মোক আজ্ঞা দিয়ক মহামান্য।

[প্রণাম কৰি ওলাই যায়]

আনন্দ : এই যুৱকৰ কথা উলাই কৰিব নোৱাৰি পিতা। সেনাপতিয়ে তাৰ জঘন্য প্রবৃত্তি চৰিতার্থ কৰিবলৈ অতি নীচ কামো কৰিব পাৰে।

খনিকৰ : ঘটনাবোৰে বৰ জটিল ৰূপ লৈছে। মোৰ বোধেৰে আম্রপালীক কিছুদিনৰ কাৰণে নগৰৰ পৰা দূৰৰ এক গোপন ঠাইত ৰখাই ভাল হ'ব। একেবাৰে গোপনে।

আনন্দ : কিন্তু এক ব্যভিচাৰী কুলাংগাৰৰ ভয়ত আমি এনেকৈ পলৰীয়া মন লৈ কাম কৰা উচিত হ'ব জানো?

খনিকৰ : নহ'লে কি কৰিবা?

আনন্দ : সমগ্ৰ দেশবাসীৰ সন্মুখত তাৰ প্ৰকৃত চৰিত্ৰ উদ্‌ঘাটন কৰি, তাক কাৰাগাৰত ঠাই দিম।

মহানাম : এতিয়াই তই সেইটো কৰিব নোৱাৰ আনন্দ। তোৰ-মোৰ দুখনকৈ হাত, কিন্তু দুষ্কৃতিকাৰীৰ হাত অসংখ্য। তেওঁ এতিয়া মহা শক্তিমান। তেওঁৰ অনুগ্ৰহপ্ৰাৰ্থী ইমান বেছি যে হাজাৰ দোষত দোষী হ'লেও এতিয়া তেওঁক তই দেশবাসীৰ সন্মুখত দোষী বুলি প্ৰমাণ কৰিব নোৱাৰ।

খনিকৰ : মহানামে উচিত কথা কৈছে। কাইলৈ যদি প্ৰজাৰ সন্মুখত তেওঁৰ বিচাৰ কৰা, তেনেহ'লে মেয়ো তলমূৰ কৰি নিৰ্বাক হৈয়েই থাকিব লাগিব, নাইবা প্ৰাণটো আগবঢ়াব লাগিব। কিন্তু অযথা প্ৰাণবলি দিতো লাভ নাই।

আনন্দ : কোনো শুদ্ধ তেজৰ মানুহেই এনে নিষ্ঠুৰ অন্যায় সহ্য কৰি থকাটো উচিত নহয়।

খনিকৰ : ধীৰ-স্থিৰভাৱে সংকটৰ সন্মুখীন হ'ব লাগিব আনন্দ। সন্মুখত ইয়াতকৈও ঘোৰতৰ বিপদ আছে।

মহানাম : আজি ৰাতিয়েই আম্ৰপালীক লৈ তই গোপনে নৰগিৰিৰ দেৱশালালৈ যা। যেতিয়ালৈকে শান্তিৰ সংকেত নাপাব, তেতিয়ালৈকে তাতে থাকিবি। পলম কৰাৰ সকাম নাই।
[সকলো যায়। মন্দিৰৰ ফালৰ পৰা ৰাজনৰ্তকী ওলাই আহি খন্তেক চিন্তা কৰে, তাৰ পিছত বেগেৰে গুচি যায়। ছেটিংছৰ সুবিধা হ'লে ৰাজনৰ্তকীক আগৰে পৰা এঠাইত লুকাই থকা দেখুৱাব লাগিব।]

## মঞ্চ : ২

[অৰণ্য। ৰাতি। ভয়াবহ পৰিৱেশ। আনন্দ আৰু আম্ৰপালী সোমাই আহে।]

আম্ৰপালী : হঠাৎ তই ৰাজপথ এৰি অৰণ্যৰ ফালে ৰথ ঘূৰালি কিয়? আনন্দ?

আনন্দ : তই ভয় খাব বুলি তোক কোৱা নাছিলোঁ, কিন্তু মোৰ এনেকুৱা লাগিছিল যেন মই আৰু এখন ৰথৰ ঘোঁৰাৰ শব্দ শুনিছোঁ। কোনোবাই যেন আমাক অনুসৰণ কৰিছে।

আম্ৰপালী : কিন্তু এতিয়া এই অৰণ্যৰ মাজত?

আনন্দ : তই চিন্তা নকৰিবি। এইডোখৰ ঠাই মই অলপ চিনি পাওঁ। মোৰ বিশ্বাস কিছুদূৰ খোজকাঢ়ি গ'লে আমি এখন নৈৰ পাৰত ওলামগৈ। সেই নৈৰ পাৰে পাৰে আগুৱালেই দেৱশালা। তই অলপ খোজকাঢ়িব পাৰিবি নহয়?

আম্ৰপালী : পাৰিম।

আনন্দ : তই আগে আগে গৈ থাক, মই পাছে পাছে যাম। এইফালে।
[দুখোজমান যোৱাৰ পিছত হঠাতে পাছফালৰ পৰা তিনিটা সৈন্য সোমায়। এটাই আনন্দক ধৰি উলিয়াই লৈ যায়।]

আম্ৰপালী : কোন? কোন তোমালোক?

সৈন্য-১ : আমাৰ লগত আহক দেৱী।

আম্ৰপালী : ক'লৈ? কোন তোমালোক?

সৈন্য-১ : সেইবোৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ অধিকাৰ আমাৰ নাই। আপুনি বিলম্ব নকৰি আমাৰ লগত আহক দেৱী।

আম্ৰপালী : নাযাওঁ। আনন্দক ক'লৈ নিলা। তেওঁক ওভোতাই আনা, এই মুহূৰ্তে। জানি থ'বা, মই মহানামৰ কন্যা আম্ৰপালী। এই ৰাজ্যৰ ভিতৰত কু-অভিপ্ৰায়েৰে আমাৰ চুলি এডালৰ বিঘিনি ঘটালেও তোমালোকে ভীষণ শাস্তি পাবা।

সৈন্য-১ : আপুনি আমি কোৱামতে কাম কৰিলে আপোনাৰ পৰা সম্মানজনক দূৰত থাকিবলৈ আমাক আদেশ দিয়া আছে। কিন্তু তাকে নকৰিলে, আপোনাৰ অচেতন দেহটো হ'লেও লৈ যাবলৈ কোৱা হৈছে। আহক।

আম্ৰপালী : নাযাওঁ।

[দুজন সৈন্যাই— এই দুজন সৈন্যৰ পিঠিত তৰোৱালৰ আগ লগায়। দুয়ো উভতি চাই হতভম্ব।]

ৰজা বিম্বিসাৰ : [আঁৰৰ পৰা] ইহঁতৰ হাত-ভৰি বান্ধি ৰথত বহুৱাই দিয়া। ৰথৰ মুখ নগৰৰ ফালে ঘূৰাই দিয়া। ঘোঁৰাক চাবুক মাৰি যাবলৈ দিয়া। য'লৈ যায় লৈ যাওক। বৈশালীৰ বিশ্বাসী ঘোঁৰা হ'লে নিশ্চয় গিৰিহঁতৰ ওচৰলৈকে নিব।

[চাৰিওজন সৈন্য যায়। ৰজা ওলাই আহে।]

আম্ৰপালী : সৈনিক!

[ৰজা গছৰ মূঢ়াত বহে। আম্ৰপালী ওচৰত থিয় হয়হি।]

আম্ৰপালী : আনন্দ?

সৈনিক : তেওঁকো বিপদমুক্ত কৰা হৈছে। শত্ৰুহঁতৰ এটা উচিত ব্যৱস্থা কৰি তেৰোঁ ইয়ালৈকে আহিব।

আম্ৰপালী : এইবোৰ যেন সপোন। বিপদৰ পৰা হাত সাৰিবলৈ পিতাই মোক পলুৱাই পঠাইছে, কিন্তু বিপদে মোৰ পাছ এৰা নাই, আৰু শেষত আপুনি। কিয় হৈছে এইবোৰ? কেনেকৈ সম্ভৱ হৈছে এইবোৰ? কিয় বাৰে বাৰে আপুনি মোৰ ত্ৰাণকৰ্তা হৈছে?

ৰজা বিম্বিসাৰ : [হাঁহি] মই বৰ ক্লান্ত দেৱী। আৰু আহতও। অন্ততঃ আজি নিশালৈ আমাৰ কোনো বিপদ নাই। এতিয়া মোৰ অকণমান শুশ্ৰূষাৰ প্ৰয়োজন হৈছে। গোটেই জীৱন মোক কৃতজ্ঞ কৰি ৰাখিবলৈ আৰু তিনি দিনৰ শুশ্ৰূষা বাকী আছিল নহয়।

আম্ৰপালী : সৈনিক! [ওচৰ চাপি আহে]

ৰজা বিম্বিসাৰ : কওক [বৈ] কওক। কোন কোন মুহূৰ্তত ৰমণীৰ মুখৰ ভাষা হেৰায়, সেইটো মই নিজে বুজি ল'বলৈ হ'লে কিন্তু আপোনাৰ আৰু এটা বিপদ ঘটিব পাৰে।

আম্ৰপালী : ঘটক। তেনেকুৱা বিপদৰ কাৰণে মই চিন্তা নকৰোঁ। কিন্তু সৈনিক, ইমানৰ পিছতো আপুনি মোক আপোনাৰ পূৰ্ণ পৰিচয়ৰ পৰা বঞ্চিত কৰিব?

ৰজা বিম্বিসাৰ : [উঠি। ওচৰলৈ গৈ] ইমানৰ পিছতো আৰু পৰিচয় বাকী থাকিল? শুনা আম্ৰপালী, মই এজন পিতৃ-মাতৃ-আত্মীয়-স্বজনহীন অকলশৰীয়া মানুহ। যুদ্ধবিদ্যাত বহু শিক্ষা লাভ কৰিছোঁ, দেশৰ মংগলৰ কাৰণে তাক সৰ্বশক্তিৰে ব্যৱহাৰ কৰিছোঁ, কিছুদিনৰ পৰা প্ৰেমৰ শিক্ষা লাভ কৰিছোঁ, কিন্তু তাৰ ব্যৱহাৰ কেতিয়াবা কৰিবলৈ পাওঁ নে নাপাওঁ। [হাঁহে]

আম্ৰপালী : পাব সৈনিক!

ৰজা বিম্বিসাৰ : পাম?

আম্রপালী : এয়ে মোৰ শেষ কথা। তাৰ বাহিৰে মোৰ আৰু অন্য পথ নাই।

ৰজা বিম্বিসাৰ : [হাতখন আলফুলকৈ ধৰি] এই ৰাতিৰ অৰণ্য সাক্ষী। আজিৰ পৰা বৈশালীৰ আম্রপালীৰ মই প্ৰথম প্ৰেমৰ পাত্ৰ।

আম্রপালী : নহয়, দ্বিতীয়। মোৰ প্ৰথম প্ৰেমৰ পাত্ৰী বৈশালী।
[কিবা শব্দ শুনি দুয়ো আঁতৰ হয়। আনন্দ আহে।]

আনন্দ : এদিন সমগ্ৰ ৰাজ্যই আপোনাৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিব সৈনিক।

ৰজা বিম্বিসাৰ : সেই এদিনৰ কথা এদিন নিশ্চয় হ'ব। সদ্যহতে আপুনি আপোনাৰ ভগ্নীক লৈ দেৱশালাকৈ যাওক। আপোনালোকৰ বিশ্ৰামৰ প্ৰয়োজন।

আনন্দ : আপুনি?

ৰজা বিম্বিসাৰ : মই মোৰ বন্ধুসকলে কাম শেষ কৰি মুক্ত হোৱালৈকে ইয়াতে অপেক্ষা কৰিম। সময়ত আকৌ দেখা হ'ব।

আনন্দ : কিন্তু তেওঁলোক কোন?

ৰজা বিম্বিসাৰ : একেলগে যুদ্ধ কৰা মোৰ লগৰ সৈনিক। যাওক, আপোনালোকে পলম নকৰিব।
[আনন্দ আৰু আম্রপালী যায়।]

আম্রপালী : [উভতি] কাম শেষ হ'লে দেৱশালালৈকে আহিব।

ৰজা বিম্বিসাৰ : চাওঁচোন। দেখা হ'বই যেতিয়া। [দুয়ো যোৱাৰ পিছত ৰজাই চাই থাকে। অলপ পিছত বন্ধু আহে] আহিলা বন্ধু। আহাচোন, মোৰ ওচৰতে বহা। সিহঁতৰ ৰথ চলোৱা মানুহটোও যোদ্ধা আছিল। সি আচম্বিতে মোক আঘাত কৰিছিল। বিষটো লাহে লাহে বেছি হৈ আহিছে। তোমালোক থকাৰ কাৰণে বৰ ডাঙৰ উপকাৰ হ'ল। ক'লৈ আহিছিলা, ক'ৰ পৰা আহি ক'ত পৰিলাহি— বৰ বিচিত্ৰ নহয়নে? আ-স্! [বন্ধু কাষলৈ যায়। এজন সেনাক কিবা নিৰ্দেশ দিয়ে। আহে।]

বন্ধু : হিংস্ৰ জন্তু কিম্বা নীচ দস্যুৰ যেনেকুৱা লীলা-খেলা, আপুনি তেনেকুৱা লীলা-খেলাৰ মাজত সোমাইছে মহাৰাজ।
[ৰজাই আঙুলিৰে মনে মনে থাকিবলৈ নিৰ্দেশ দিয়ে। তেওঁ আঁউজি চকু মুদে। প্ৰেমৰ সংগীতৰ সুৰ। লাইট কমি যায়। আকৌ লাইট অহাত দেখা যায় সৈন্যই পানী আনিছে। পানী লৈ বন্ধু ৰজাৰ ওচৰলৈ যায়।]
মহাৰাজ! মহাৰাজ! [লৰাই দিয়ে। পৰীক্ষা কৰে।] মহাৰাজৰ চেতনা লোপ পাইছে। [উঠি চিন্তা কৰে। তাৰ পিছত সৈন্য দুজনক কয়] মই যি কওঁ তাকে কৰিবা। এই ৰাজ্যৰ ভিতৰত মহাৰাজৰ শুশ্ৰূষা-চিকিৎসা অসম্ভৱ। পদে পদে বিপদ। আহা। দাঙি লোৱা। ৰাতিৰ অন্ধকাৰ শেষ হোৱাৰ আগতেই মগধৰ সীমা পাৰ হ'ব লাগিব। তেওঁলোকৰ ৰথলৈকে লৈ ব'লা!
[সৈন্যসকলে ৰজাক দাঙিবলৈ চেষ্টা কৰে।]

মঞ্চ : ১

[সেনাপতিৰ কোঠালি। সেনাপতি, ৰাজনৰ্ত্তকী, সঞ্জয়, মহানন্দ]

সেনাপতি : [খং] কি যোগ্যতাৰ বলত তুমি বিবয়াৰ আসন অধিকাৰ কৰিছা? কোন সাহসেৰে তুমি এই মহান বিজয়ৰ সংবাদ মোক দিবলৈ আহিছা? এক বিশাল সৈন্যবাহিনী, গুপ্তচৰ বাহিনী পৰিচালনা কৰা শক্তিক এহাল যুৱক-যুৱতীয়ে ফুঁ মাৰি উৰুৱাই দিলে? [ৰাজনৰ্ত্তকীক] কোনে বিশ্বাসঘাতকতা কৰিলে? তুমি আৰু কাক এই গোপন সংবাদ দিছিলা?

ৰাজনৰ্ত্তকী : মোৰ মুখৰ পৰা কাৰো আগত এটা শব্দও ওলোৱা নাই মহামান্য।

সেনাপতি : [গৰ্জি] তেনেহ'লে আমাৰ কাম ব্যৰ্থ কৰিবলৈ সেইকেইটা মানুহ আকাশৰ পৰা খহি পৰিল? কোন মানুহ সেই কেইটা?

সঞ্জয : ৰাতিৰ অন্ধকাৰত— দেখাত সিহঁতক আমাৰ সৈন্য যেনেই লাগিল সেনাপতি।

সেনাপতি : [আচৰিত] আমাৰ সৈন্য? তেনেহ'লে আমাৰ সৈন্যৰ মাজত দুমুখীয়া সাপ সোমাইছে? কোনোবা যুৱতীৰ ৰূপৰ জুইত মগজ উতলা হোৱা বীৰ পুৰুষ সোমাইছে। [সুৰ সলাই। সুৰা পান কৰি] কিন্তু এনেকৈতো ৰাজ্যৰ শাসন নচলে। মোৰ সৈন্যই বাহিৰৰ শত্ৰুক নিধন কৰিলে, পৰাজিত কৰিলে। আৰু এই ৰাজ্যৰ এজনী গাভৰুৱে মোৰ সৈন্যৰ মাজত বিশৃংখলাৰ সৃষ্টি কৰিলে, যুৱকহঁতক বিচলিত কৰিলে, এতিয়া কোৱা তোমালোকে— দেশৰ ডাঙৰ শত্ৰু কোন? [সকলো নিস্তব্ধ] তোমালোকৰ উত্তৰ মোক নালাগে। সকলো প্ৰশ্নৰ উত্তৰ মই জানো, আৰু কেতিয়া কি কৰিব লাগে তাকো মই জানো। [মহানন্দক] বৈশালী ৰাজ্যৰ বিধানপত্ৰ পঢ়িছা?

মহানন্দ : পঢ়িছোঁ সেনাপতি।

সেনাপতি : যদি এজন পুৰুষৰ কাৰণে বহু মানুহ উচ্ছৃংখল হয় তেনেহ'লে সেই পুৰুষক কি কৰা হয?

মহানন্দ : হত্যা কৰা হয।

সেনাপতি : আৰু যদি এজনী সুন্দৰী যুৱতীৰ কাৰণে সহস্ৰ পুৰুষ উন্মাদ হয়, তেনেহ'লে? তেনেহ'লে কি কৰা হয?

মহানন্দ : সেই যুৱতীক সকলোৰে কাৰণে ভোগ্যা কৰা হয়।

সেনাপতি : অৰ্থাৎ তেওঁক ৰাজনৰ্ত্তকীৰ আসন শোভা কৰিবলৈ দিয়া হয়।

মহানন্দ : হয় সেনাপতি।

সেনাপতি : দেশৰ সমস্যা বিচাৰ কৰিবলৈ মই মহানামক সভা আহ্বান কৰিবলৈ অনুৰোধ কৰিছোঁ। মোৰ অনুৰোধ যে আদেশ, সেই কথা মহানামে মানিছে। সেই সভাত তুমি বিধানপত্ৰৰ উল্লেখ কৰি প্ৰস্তাৱ উত্থাপন কৰিবা— আম্ৰপালীক ৰাজনৰ্ত্তকীৰ মৰ্যাদাৰে ভূষিত কৰিব লাগে।

ৰাজনৰ্ত্তকী : মহামান্য!

সেনাপতি : আৰু সঞ্জয, তুমি সেই প্ৰস্তাৱ সমৰ্থন কৰিবা।

ৰাজনৰ্ত্তকী : মহামান্য!

সেনাপতি : তুমি সমৰ্থন কৰাৰ পিছতে প্ৰস্তাৱ গ্ৰহণ কৰিব লাগে বুলি চাৰিওফালৰ পৰা চিঞৰ-বাখৰ কৰিবলৈ সভাত বহু লোক থাকিব। তেওঁলোকক উপযুক্ত বানচ দিয়া হ'ব।

ৰাজনৰ্ত্তকী : কিন্তু মহামান্য।

সেনাপতি : সভা চলি থকা সময়তো বাহিৰত আম্ৰপালীৰ কাৰণে এদল যুৱকৰ মাজত খণ্ডযুদ্ধ চলি থাকিব। [এঢোক খায়]

ৰাজনৰ্তকী : আপুনি— আপুনি এয়া মোৰ মৃত্যুৰ ব্যৱস্থা কৰিছে।

সেনাপতি : সঞ্জয়, মহানন্দ, তোমালোক যোৱা। মোৰ কথা যেন আখৰে আখৰে পালন কৰা হয়। এইবাৰ যাতে আকাশৰ পৰা সৈন্য নামি নাহে।

[অভিবাদন জনাই সঞ্জয়, মহানন্দ যায়।]

[ৰাজনৰ্তকীক] তুমি কি কৈছিলা? মৃত্যু? কাৰ মৃত্যু?

ৰাজনৰ্তকী : আম্ৰপালী ৰাজনৰ্তকী হ'লে কাৰ মৃত্যু হ'ব আপুনি বুজা নাই? আপুনিয়েই কৈছিল— মোৰ মুখত হাঁহি ফুটাব বুলি। কিন্তু এতিয়া যে মই নিজৰ কাণকেই বিশ্বাস কৰিব পৰা নাই।

সেনাপতি : মৃত্যু কিয় হ'ব? বহুজনৰ কাৰণে কেইমুহূৰ্তমানৰ কাৰণে সৰ্বস্ব হৈয়োতো তুমি আচলতে কাৰো একো নোহোৱা। যি তোমাৰ ৰূপত মুগ্ধ, তোমাৰ গুণত মুগ্ধ, যি তোমাক সদায় একান্তভাৱে পাবলৈ বিচাৰে, তেওঁ হয়তো তোমাৰ এই বহুজনৰ লগত থকা সম্পৰ্কৰ বাবেই আঁতৰি আছে! কোনে জানে, কাইলৈ হয়তো তুমি বহুজনৰ পৰা আঁতৰি, কোনোবা সেনাপতিৰ প্ৰাসাদৰ নিভৃত শয়ন কক্ষত ৰাজৰাণীৰ দৰে শোভা কৰিবা!

ৰাজনৰ্তকী : এইবোৰ সকলো প্ৰৱঞ্চনা, প্ৰতাৰণা। মই তিলতিলকৈ যন্ত্ৰণাত ভুগিছিলোঁ। আপুনি এতিয়া মোক—

সেনাপতি : ৰাজৰাণী, ৰাজৰাণী—

ৰাজনৰ্তকী : [খং] তেনেহ'লে আপুনি মোক প্ৰতিশ্ৰুতি দিয়ক, ৰাজনৰ্তকীৰ প্ৰাসাদ ত্যাগ কৰাৰ পিছত আপুনি মোক গ্ৰহণ কৰিব—।

সেনাপতি : মই? প্ৰতিশ্ৰুতি? প্ৰতিশ্ৰুতিৰ বাহিৰে মই তোমাক কি দিয়া নাই? প্ৰতিশ্ৰুতি নোহোৱাকৈয়ে তুমি মোৰ পৰা যি পাই আছিলা, সেইবোৰ সদায় পাই থাকিবা— নিশ্চিন্তে।

ৰাজনৰ্তকী : বেচ। মোৰ আপোনাৰ নিচিনা কপট বুদ্ধি নাছিল। বৈশালীয়ে মোক ৰাজনৰ্তকী পাতিছিল, দেহ-মন জলাঞ্জলি দি মই দেশক সন্মান কৰিছিলোঁ। কিন্তু আজি মই বুজিছোঁ, যেতিয়ালৈকে স্বাৰ্থপৰ পাষণ্ডই দেশ চলায়, তেতিয়ালৈকে দেশক ভাল পাই লাভ নাই। এই শিক্ষা মই আপোনাৰ পৰা পালোঁ, আৰু তিল্‌তিলকৈ এই শিক্ষা মই আপোনাৰ ওপৰত প্ৰয়োগ কৰিম। আৰু ইয়াৰ পৰিণতি হ'ব ভীষণ।

সেনাপতি : বহু বিষাক্ত সাপৰ কামোৰ খালোঁ, বহু বিষ নোহোৱা সাপৰ ফোঁচফোঁচনি শুনিলোঁ। তুমি এতিয়া এই কোঠালি এৰি যাবা, নে এই কোঠালিটোৰেই তোমাৰ ভৰিয়ে স্পৰ্শ কৰা শেষ ঠাই হ'ব? [এঢোক খায়।] [ভীষণ উত্তেজিতভাৱে চাই ৰাজনৰ্তকী ওলাই যায়।]

মোৰ লগত চতুৰালি! যি বিচাৰিছোঁ, আজিলৈকে সকলো পাইছোঁ। মোক বঞ্চিত কৰাৰ ক্ষমতা কাৰো নাই। কোনোবাই যদি তেনেকুৱা চেষ্টা কৰে, তেনেহ'লে তাৰ হয় সৰ্বনাশ— যি সৰ্বনাশ এতিয়া আম্ৰপালীৰ হ'ব। আকাশৰ হাতীপটি হৈ জিলিকি জিলিকি অহংকাৰ কৰিছিলি, এতিয়া সকলোৰে ভৰিৰ তলৰ আলিবাট হৈ থাক। আৰু ৰাজনৰ্তকীৰ প্ৰাসাদত তোৰ প্ৰথম দিনাৰ প্ৰথম আলহী হ'ম মই। তাৰ পিছত তোক দাসী বুলিও গণ্য নকৰোঁ।

[বিৰতি]

**মঞ্চ ঃ ১**

[মুকলি মঞ্চ। সভা। বহু মানুহ। বিষয়াসকল আগৰ নিচিনাকৈ বহিছে। কিন্তু অইন মানুহ বেছি। কোলাহল। কোনো কোনো আহি আছে, বহিছে। কিছুমানে হাত-মুখ জোকাৰি কথা পাতিছে। সঞ্জয় আৰু মহানন্দই এটাক ধৰি কিবা বুজাইছে। সেনাপতি সোমায়। গণ্ডগোল কমে। শংখ, ঘণ্টা বাজে। মহানাম দুৱাৰত থিয় হয়। সকলো থিয় হয়।]

দৰ্শক-১ ঃ জয় বৈশালীৰ।

কিছু মানুহে ঃ জয় [শংখ-ঘণ্টাৰ শব্দ বন্ধ]

দৰ্শক-১ ঃ জয় মহানামৰ।

কম মানুহে ঃ জয়।

[প্ৰথম দৰ্শকক এজনে বাধা দিয়ে। টনা-আঁজোৰা লাগে। কোলাহল।]

সঞ্জয ঃ শান্তি! শান্তি!!

[মহানামে আসন গ্ৰহণ কৰে। সকলো বহে।]

মহানাম ঃ শুভাৰম্ভ হওক। মগধৰাজৰ বৈশালী আক্ৰমণ, বৈশালীৰ বিজয়, লিচ্ছবীসকলৰ আনন্দ-উৎসৱ, হঠাতে মগধ সৈন্যৰ পুনৰ আক্ৰমণ, এই সকলোৰে পিছত সেনাপতিৰ বিশেষ পৰামৰ্শৰ প্ৰতি সন্মান জনাই এই সভাৰ আহ্বান কৰা হৈছে। সেনাপতিযে নিজে প্ৰাৰম্ভিক বক্তব্য নিবেদন কৰিব লাগে।

সেনাপতি ঃ সভাপতিৰ আদেশ শিৰোধাৰ্য। কিন্তু মই মোৰ ব্যক্তিগত সমস্যাৰ কথা আলোচনা কৰিবলৈ এই সভা আহ্বানৰ অনুৰোধ কৰা নাছিলোঁ। বৈশালীবাসীযে জানে, বৈশালীবাসীৰ সমস্যাৰ বাহিৰে মোৰ নিজৰ সমস্যা বুলিবলৈ একো নাই।

কিছুমান দৰ্শক ঃ সজ সজ, সাধু সাধু। [কোলাহল]

সেনাপতি ঃ লিচ্ছবীসকলে জানে যে তেওঁলোকৰ মংগলৰ কাৰণেই মই মোৰ ব্যক্তিগত সুখ-শান্তি জলাঞ্জলি দি এই বয়সতো এক নিঠৰুৱা জীৱন যাপন কৰিছোঁ।

কিছুমান দৰ্শক ঃ [আগতকৈ জোৰে] সজ সজ সাধু সাধু।

সেনাপতি ঃ আজিৰ যি সমস্যা সিও দেশবাসীৰেই সমস্যা। গতিকে এই সভাত তেওঁলোকৰ যোগ্য প্ৰতিনিধিয়েই সমস্যাটো উত্থাপন কৰক।

দৰ্শক ঃ সজ সজ।

সঞ্জয ঃ কিন্তু পৰম শ্ৰদ্ধেয় সেনাপতি, আজি উত্থাপন কৰিবলগীয়া সমস্যাটোৰ লগত সভাৰ সভাপতি মহামান্য মহানামৰ কন্যা আম্ৰপালীৰ সম্পৰ্ক আছে। গতিকে সভাসদসকলে উচিত কথা ক'বলৈ শংকা আৰু ভয় অনুভৱ কৰিব পাৰে। যদি সেয়ে হয, তেনেহ'লে ইযাত সমস্যাৰ বিচাৰ কৰাটো নিৰৰ্থক।

[সকলো স্তব্ধ]

সেনাপতি ঃ তোমাৰ প্ৰশ্নৰ উত্তৰ স্বযং সভাপতিযেহে দিব পাৰিব। [স্তব্ধ]

মহানাম ঃ যুক্তিযুক্ত, মংগলজনক সকলো আলোচনা সভাসদসকলে নিৰ্ভযে কৰিব পাৰে। নিৰপেক্ষভাৱে সভাপতিৰ দায়িত্ব পালনৰ কথা মোক কোনেও সোঁৱৰাই দিব নালাগে।

মংগল ঃ কিন্তু আম্ৰপালীৰ বিষযে এই সভাত বিৰূপ অশোভনীয আলোচনা কৰা হ'ব নেকি?

সেনাপতি : সমস্যা যদি বিৰূপ আৰু অশোভনীয়, তেনেহ'লে আলোচনাও অশোভনীয় আৰু বিৰূপ হ'বলৈ বাধ্য।

খনিকৰ : কিন্তু আম্রপালী অশোভনীয় সমস্যাৰ লগত জড়িত হ'ব পাৰে কেনেকৈ?

সেনাপতি : খনিকৰ, তুমি মোৰ বিশ্বস্ত আৰু সুদক্ষ অনুচৰ আৰু এজন চতুৰ গুপ্তচৰ। আম্রপালী আজি কেনেকুৱা সমস্যাৰ লগত জড়িত হৈছে, সেই কথা তোমাক বুজাব লাগে? নে তুমিহে সভাসদসকলক বুজোৱা উচিত আছিল? তোমাৰ দক্ষতা আৰু চাতুৰ্য এই স্তৰলৈ নামিছে বুলিতো মোৰ ধাৰণা নাছিল। ঠিক আছে তেনেহ'লে, সভাপতিয়ে অভয় প্ৰদান কৰিছে যেতিয়া, তুমিও সমস্যাৰ স্বৰূপ সভাসদসকলৰ পৰাই জানি লোৱা।

বহুতো : সজ সজ।

মংগল : কথাৰ সুৰৰ পৰা যি বুজিছোঁ, ইয়াত আম্রপালীৰ বিৰুদ্ধে আলোচনা কৰিবলৈ ষড়যন্ত্ৰ কৰা হৈছে।

দৰ্শক : ধিক! ধিক! এই যুৱকে বাক্য সম্বৰণ কৰিব লাগে। [গণ্ডগোল]

খনিকৰ : আমাৰ এইখন পৃথিৱীৰ শ্ৰেষ্ঠ গণতন্ত্ৰৰ দেশ। ইয়াত সকলোৰে কথা কোৱাৰ সমান অধিকাৰ নাই নেকি মহামান্য সভাপতি?

মহানাম : নিশ্চয় আছে।

খনিকৰ : তেনেহ'লে এজনে কথা ক'লে, কিয় এদলে কোলাহলৰ সৃষ্টি কৰি তেওঁক বাধা দিয়ে?

মহানাম : সকলোকে শান্তিৰে নিজৰ বক্তব্য নিবেদন কৰিবলৈ দিয়া হওক। সভাসদসকলে পাহৰি যাওক যে এই সভাপতিৰ লগত কোনো এক কন্যাৰ পিতা-পুত্ৰীৰ সম্পৰ্ক আছে।

মংগল : কিন্তু দেশবাসীৰ সভাত এগৰাকী সম্ভ্ৰান্ত, নিৰপৰাধ যুৱতীৰ চৰ্চা আমাৰ দেশৰ বাবে, এই সভাৰ বাবে কলংকৰ কথা।

মহানন্দ : কোন নিৰপৰাধ, কোন অপৰাধী তাৰেই বিচাৰ হওক। আম্রপালীৰ অগ্নিৰ লগত তুলনীয় ৰূপ আৰু সৌন্দৰ্যই দেশৰ শ শ যুৱকক বিপথগামী কৰিছে, নিষ্কৰ্মা কৰিছে—

সঞ্জয : বৃদ্ধ পিতৃৰ হাতত ব্যৱসায়ৰ ভাৰ অৰ্পণ কৰি, হাতত তৰোৱাল লৈ আম্রপালীৰ পাছে পাছে ঘূৰি ফুৰিছে। [ইতিকিং] আৰু তেনে যুৱক ইয়াতেই উপস্থিত আছে নেকি?

দৰ্শক : ধিক! ধিক!! [কোলাহল]

মংগল : আছে, আম্রপালীক উপভোগ কৰিবলৈ নাপাই উন্মাদ হোৱা মহানেতাৰ যিসকলে পদলেহন কৰে, সেইসকলৰ লগে লগেই আছে।

সেনাপতি : মহামান্য সভাপতি, দেশবাসীৰ সভাত বচনৰ শালীনতা ৰক্ষা কৰাও আপোনাৰ কৰ্তব্য।

মহানাম : উত্তেজিত হোৱাৰ প্ৰয়োজন নাই যুৱক।

সঞ্জয : আজি দেশৰ যুৱকে দেশৰ কল্যাণৰ হকে কৰ্তব্য সমাপন নকৰি কেৱল আম্রপালীৰ কাৰণে হা-হুতাশ কৰে।

যুৱকৰ কণ্ঠ : [দূৰত] দেশৰ কল্যাণে মোৰ জীৱন ধন্য নকৰে, আম্রপালীয়ে মোৰ জীৱন ধন্য কৰে।

সেনাপতি : শুনিলে মহানাম? [সকলোৰে চাই থাকে]

যুৱক-২ : [দূৰত] তোমাৰ জীৱন নহয়, মোৰ জীৱন।

যুৱক-১ : মোৰ জীৱন।

যুৱক-২ : মোৰ জীৱন।

যুৱক-১ : শক্তিৰ পৰীক্ষা হওক।

যুৱক-২ : প্ৰস্তুত। [তৰোৱাল যুদ্ধৰ শব্দ]

সৈন্যৰ মাত : [আঁৰত] ক্ষান্ত হোৱা, ক্ষান্ত হোৱা [কোলাহল। 'ৰক্তপাত', 'মৃত্যু']

মহানাম : শান্তি! শান্তি!! শান্তি!!!

সেনাপতি : আজিয়েই উপযুক্ত ব্যৱস্থা নল'লে শান্তি আৰু ঘূৰি নাহে মহানাম। দিনে-নিশাই ঘটা অসংখ্য ঘটনাৰ এইটো এটা নমুনা মাত্ৰ।

মহানাম : সভাসদসকলে কি ব্যৱস্থাৰ পৰামৰ্শ দিয়ে?

মহানন্দ : বৈশালীৰ বিধানপত্ৰ মতে [কোলাহল শুনি বৈ যায়। কোলাহল বন্ধ হয়। তেতিয়া তেওঁ আকৌ আৰম্ভ কৰে] বৈশালীৰ বিধানপত্ৰ মতে কোনো যুৱতীৰ কাৰণে যদি যুৱকসকলৰ মাজত অশান্তি, সংঘৰ্ষ আদিৰ সৃষ্টি হয়, তেনেহ'লে সেই যুৱতীক সকলোৰে ভোগৰ কাৰণে মুক্ত কৰি ৰাজনৰ্তকীৰ সন্মানেৰে সন্মানিত কৰিব লাগে। [কোলাহল]

মংগল : [চিঞৰি] নোৱাৰে, আম্ৰপালীৰ ক্ষেত্ৰত এই বিধান কেতিয়াও প্ৰযোজ্য হ'ব নোৱাৰে।

দূৰৰ যুৱক : নিশ্চয় পাৰে। উত্তম ব্যৱস্থা। অতি উত্তম।

মংগল : অন্যায়, ঘোৰ অন্যায়। এনে ব্যৱস্থাৰ কথা মুখলৈ অনাটোৱেই পাপ।

সঞ্জয় : কিয়? তুমি কিয় ইমান আপত্তি কৰিছা? ইমান দিন পাছে পাছে ঘূৰি ফুৰাৰ পিছত, এতিয়া তুমিও সন্মুখৰ পৰা প্ৰেম নিবেদন কৰিব পাৰিবা।

মংগল : স্তব্ধ হোৱা।

খনিকৰ : মহামান্য সভাপতি, এগৰাকী যুৱতী সম্পৰ্কে— পিতৃৰ সন্মুখত এনেকুৱা অশালীন মন্তব্য? লিচ্ছৱীসকলৰ ইমানেই পতন ঘটিল নে?

মংগল : ৰাজনৰ্তকীৰ প্ৰাসাদত আম্ৰপালীৰ মুখামুখি হোৱাতকৈ মোৰ মৃত্যু হোৱাই ভাল। মোৰ প্ৰেম ইমান ঘৃণনীয় নাছিল।

সেনাপতি : বিধানপত্ৰৰ বিধান অনুসৰি কাম হোৱাটোৱেই বৈশালী গণতন্ত্ৰৰ সন্মান ৰক্ষাৰ একমাত্ৰ উপায়।

খনিকৰ : দেশৰ বিধানপত্ৰ কোনে কি উদ্দেশ্যৰে ৰচনা কৰিছিল সেইটো এটা কথা, কিন্তু সি কেতিবা কাৰ হাতত পৰে, কোনে তাক কেতিয়া কি উদ্দেশ্য লৈ ব্যৱহাৰ কৰে, সিও আন এটা কথা।

সেনাপতি : খনিকৰ, তুমি নিম্নখাপৰ বিষয়া হৈ উচ্চবাচ্য কৰিছা আৰু শাসনৰ মুখ্যস্থানত থকাসকলৰ প্ৰতি বক্ৰোক্তি কৰিছা। [কোলাহল]

খনিকৰ : আপুনি যি গণতন্ত্ৰৰ নাম লৈছে, সেই গণতন্ত্ৰৰ এয়ে বৈশিষ্ট্য সেনাপতি। মোৰ দুটা প্ৰশ্ন আছে। বিধানপত্ৰৰ চৰম ব্যৱস্থা গ্ৰহণ কৰাৰ আগতে আপুনি আম্ৰপালীক সহায় কৰাৰ কাৰণে কিবা চেষ্টা কৰিছিল নে? বিবাহৰ যোগে যোগ্যজনৰ হাতত অৰ্পণ কৰিওতো তেওঁক যুৱকসকলৰ পৰা আঁতৰ কৰিব পৰা গ'লহেঁতেন।

সেনাপতি : আম্ৰপালী সৌন্দৰ্যৰ বাবে গৰ্বিতা, অহংকাৰী। তেওঁ কোনো পাত্ৰকে যোগ্য বুলি গণ্য নকৰে।

খনিকৰ : তেনেহ'লে আপুনি তেওঁক ৰাজ্যৰ পৰা নিৰ্বাসন নিদিলে কিয়?

সেনাপতি : মই অকল বৈশালী কিয়, কোনো চুবুৰীয়া ৰাজ্য ধ্বংসৰ মুখলৈ ঠেলি দিয়াৰ পক্ষপাতী

নহওঁ। সেই উদাৰতাই হয়তো আজি মোৰ অপৰাধ। তদুপৰি দেশৰ সম্পত্তি দেশবাসীৰহে ভোগ্য, বৈশালীৰ ৰাজনৰ্তকী অনিন্দ্যসুন্দৰী,— সেই গৌৰবো আমাক লাগে। তদুপৰি, আম্রপালীয়ে বিধানমতে ৰাজনৰ্তকীৰ যোগ্যতাহে অৰ্জন কৰিছে।

দৰ্শক : ধন্য ধন্য সেনাপতি।

সেনাপতি : [হঠাতে উত্তেজিত] কিন্তু সভাপতি, এইবোৰ তুচ্ছ বাক-বিতণ্ডাত সময় অপব্যয় কৰিবলৈ দেশবাসীৰ থাকিলেও— মোৰ ইচ্ছা নাই।

দৰ্শক : আমাৰো নাই। আমাৰো নাই।

সেনাপতি : মহামান্য সভাপতিয়ে লিচ্ছবীসকলৰ সন্মান, বৈশালী গণতন্ত্ৰৰ সন্মানৰ প্ৰতি লক্ষ্য ৰাখি নিজৰ সিদ্ধান্ত ব্যক্ত কৰক। [কোলাহল]

মহানাম : [লাহে লাহে থিয় হয়। নিস্তব্ধ] দেশবাসী, দেশৰ সৌন্দৰ্য বিধানপত্ৰ। সেই বিধানপত্ৰ দেশৰ কাল হ'লেও তাৰ ৰক্ষক অবিচল হৈ থাকিব লাগে। সেয়ে যদি নীতি হয়, তেনেহ'লে মই অবিচল হৈ থকাই শ্ৰেয়। মোৰ কন্যাৰ আছে ঈশ্বৰপ্ৰদত্ত সৌন্দৰ্য, সেই সৌন্দৰ্যই যদি তাইৰ কাল হয়, তথাপি এই বৃদ্ধ পিতৃ অবিচল হৈ থাকিব লাগে। সেয়ে যদি ৰীতি হয়, তেনেহ'লে মই অবিচল হৈ থকাই শ্ৰেয। মোৰ এই জীৱন, মোৰ কন্যাৰ জীৱন খন্তেকীয়া, কিন্তু দেশৰ মুখ্য হিচাপে মোৰ সিদ্ধান্ত সুদীৰ্ঘ কালৰ বাবে আদৰ্শৰ বিষয়। মোৰ বিবেকে যেতিয়া অন্যায় কৰাৰ বাবে মোক দুষিব, তেতিয়া মই সৃষ্টিকৰ্তাৰ ওচৰত, মোৰ কন্যাৰ ওচৰত ক্ষমা ভিক্ষা কৰিম, কিন্তু দেশবাসীৰ ওচৰত নকৰোঁ। বিধানপত্ৰৰ প্ৰতি সন্মান জনাই, দুষ্ট শক্তিৰ প্ৰতি ঘৃণা প্ৰকাশ কৰি, বিবেকক পংগু কৰি, কিন্তু শিৰ উচ্চ কৰি ৰাখি মই ঘোষণা কৰিলোঁ— আম্রপালী ৰাজনৰ্তকী।

[কোলাহল। মহানাম উঠি লাহে লাহে গুচি যায়।]

মংগল : [ভীষণ উত্তেজিত] অন্যায় অন্যায়। আজি বৈশালী ভ্ৰষ্ট হ'ল। [মহানাম যোৱাৰ ফালে দৌৰি ওলাই যায়।]

খনিকৰ : আকাশৰ চন্দ্ৰ-সূৰ্যক লৈ আৱৰ্জনাৰ নিচিনা ক'লা মেঘে খেলা কৰিলে। এই মেঘৰ খেলাই বৈশালীলৈ ধ্বংসৰ প্লাৱন আনিব, কিন্তু চন্দ্ৰ-সূৰ্য চিৰদিন অম্লান হৈ থাকিব। কিন্তু আপুনি এক ফুলৰ দৰে পবিত্ৰ কুমাৰীক অংকশায়িনী কৰিব নোৱাৰিলে কাৰণেহে আজি যি পাপ অৰ্জন কৰিলে, সেই পাপে সহস্ৰ ফণা মেলি আপোনাক দংশন কৰিব। এই অগণন প্ৰজাক আপোনাৰ নীচ ষড়যন্ত্ৰে বশ কৰিব নোৱাৰিব।

[কোলাহল]

সেনাপতি : সঞ্জয়। [খনিকৰলৈ ইংগিতপূৰ্ণভাৱে চাই ওলাই যায়।]

সঞ্জয় : সৈন্যসকল।

[দুজন সৈন্যই আহি খনিকৰক বন্দী কৰে। সন্মুখলৈ লৈ আহে।]

মঞ্চ : ২

[ওপৰৰ এটা সৰু অংশ। মগধৰ ৰাজপ্ৰাসাদৰ এটা কোঠা। স্তম্ভ। খিৰিকী।]

ৰজা বিম্বিসাৰ : [অকলে। উত্তেজিত] প্ৰতাৰণা। ষড়যন্ত্ৰ। মোক তোমালোকে ভুৱা দি ৰাজপ্ৰাসাদলৈ আনিলা। মই অবিবেচক, স্বাৰ্থপৰ, নষ্ট চৰিত্ৰ, উন্মাদ নে কি? প্ৰতিজন প্ৰজাৰ মোৰ প্ৰতি যি স্নেহ, তাৰ মূল্য মই উপলব্ধি নকৰোঁ নে কি? এই দেশ, এই দেশবাসীৰ প্ৰতি মোৰ দায়িত্ব সম্পৰ্কে মই সজাগ নহওঁ নে কি? আপোনালোকে বুজিব লাগিছিল— সন্তানে সুস্থ শৰীৰে অজ্ঞাতবাস কৰাৰ, এই বিপদসংকুল অভিযান কৰাৰ মোৰ একাধিক উদ্দেশ্য আছিল। যদি মোৰ ওপৰত বিশ্বাস নাই, আস্থা নাই, তেনেহ'লে মোক আপোনালোকে, প্ৰজাসকলে পৰিত্যাগ কৰক, কিন্তু আপোনালোকে মোক মোৰ বিবেকৰ বিৰুদ্ধে এনেকৈ বন্দী কৰি ৰাখিব নোৱাৰিব। এইদৰে ৰাজ্য শাসন কৰিবলৈ যিকোনো এজন সাধাৰণ বুদ্ধিমান লোক হ'লেই হয়, মোৰ কোনো প্ৰয়োজন নাই। মোক আপোনালোকে বিদায় দিয়ক। অইন নহ'লেও অন্ততঃ অপদাৰ্থ, অকৰ্মণ্য বুলি বিদায় দিয়ক। [ভাগৰি পৰে। সুৰ সলায়] এক অৰণ্যৰ মাজত, লালসা-কামনাত উন্মত্ত এদল নিষ্ঠুৰ ঘাতকৰ মাজত এহাল অসহায় তৰুণ-তৰুণী— যিকোনো মুহূৰ্তত যিকোনো বিপদ ঘটিব পাৰে। নহয় নহয়। এই কথাই কথা নহয়। আপোনালোক যাওক। অতি সোনকালে সিদ্ধান্ত গ্ৰহণ কৰক— মোক বন্দী কৰি ৰাখিব নে বিসৰ্জন দিব। যাওক।

[অলপ পিছত] বন্ধু! [বন্ধু আহে] তুমি অন্ততঃ আৰু এটা কাম কৰা। মোক যি কৌশলেৰে মগধলৈ আনিলা, আম্ৰপালীকো তেনেকৈয়ে সেই অৰণ্যৰ মাজৰ দেৱশালাৰ পৰা মগধৰ সীমাৰ ভিতৰৰ নিৰাপদ ঠাইলৈ লৈ আহা। ভয় নাই, তেওঁক ৰাজপ্ৰাসাদৰ শয়ন কক্ষলৈ আনিবলৈ কোৱা নাই।

বন্ধু : মই আগতেই সেই চিন্তা কৰিছিলোঁ মহাৰাজ। কিন্তু আমাৰ গুপ্ত সৈন্যই আজি খবৰ দিলেহি, আভ্যন্তৰীণ দুৰ্ঘটনাৰ বাবে সমগ্ৰ বৈশালীৰ প্ৰজা উত্তেজিত, আম্ৰপালী নিজেও বিপদগ্ৰস্তা। তেওঁ অৰণ্যৰ পৰা প্ৰাসাদলৈ উভতি গৈছে।

ৰজা বিম্বিসাৰ : বিপদগ্ৰস্তা? কি বিপদ?

বন্ধু : সবিশেষ সংবাদ পোৱা নাই মহাৰাজ।

ৰজা বিম্বিসাৰ : কিয় পোৱা নাই? মনত ৰাখিবা, মোৰ যেন সমগ্ৰ শক্তিৰ অসংযত উদ্গীৰণ হ'বলৈ নাপায়। তেনে উদ্গীৰণ হ'বলৈ পালে এইখন-সেইখন দুয়োখন ৰাজ্যই নিশ্চিহ্ন হৈ যাব। [শান্ত] নহয় বন্ধু, মই যেন আম্ৰপালীৰ এক ভীষণ বিপদৰ আগজাননী পাইছোঁ। তুমি নিজে যোৱা। আম্ৰপালীক লগ ধৰি সকলো সংবাদ সংগ্ৰহ কৰা। আৰু এইবাৰ— এইবাৰ তুমি তেওঁক সৈনিকৰ প্ৰকৃত পৰিচয় দি আহিবা। সেই পৰিচয় পোৱাৰ পিছত তেওঁ কেনেকুৱা আচৰণ কৰে, সিও বিচাৰ্য। যোৱা। আৰু মুখ্য সেনাপতিক মোৰ ওচৰলৈ পঠিয়াই দিয়া। প্ৰয়োজন হ'লে আৰু এক ৰণ যাত্ৰাৰ আয়োজন—। যোৱা বন্ধু, তোমাৰ উপকাৰৰ কথা মই আজীৱন মনত ৰাখিম।

বন্ধু : প্ৰণাম, মহাৰাজ। [যায়। ৰজাই চাই থাকে।]

## মঞ্চ : ২

[ঘৰ আৰু উদ্যানৰ মিশ্ৰণ। মূল মঞ্চত। আম্ৰপালীৰ প্ৰাসাদৰ উদ্যানৰ অংশ। আম্ৰপালী মৰ্মাহত হৈ থিয় হৈ আছে— এটা স্তম্ভত ধৰি। বন্ধুক এক পৰিচাৰিকাই লৈ আহে।]

বন্ধু : প্ৰণাম দেৱী। [পৰিচাৰিকা যায়]

আম্ৰপালী : প্ৰণাম। কোন আপুনি?

বন্ধু : মই সংবাহক, আপোনাৰ পৰিচিত সৈনিকৰ বন্ধু দেৱী।

আম্ৰপালী : সৈনিকৰ বন্ধু? তেওঁ ক'ত আছে? তেওঁ কুশলে আছে নে?

বন্ধু : কুশলে আছে দেৱী।

আম্ৰপালী : মোৰ কাৰণে তেওঁ অশেষ যন্ত্ৰণা ভুগিলে। এই মুহূৰ্তত তেওঁৰ মোৰ বৰ প্ৰয়োজন আছিল সংবাহক। তেওঁ কিয় নিজে নাহিল?

বন্ধু : তেওঁ আপোনাৰ কুশল সংবাদৰ বাবে মোক আপোনাৰ ওচৰলৈ পঠিয়াইছে।

আম্ৰপালী : মোৰ কুশল সংবাদ।

বন্ধু : নগৰৰ মাজেদি আহোঁতে মই সকলো গম পালোঁ দেৱী। এতিয়া মোৰ চিন্তা হৈছে— এই সংবাদ লৈ মহাৰাজৰ ওচৰলৈ কেনেকৈ উভতি যাওঁ।

আম্ৰপালী : কোন মহাৰাজ? [বন্ধু নিমাত] কোন মহাৰাজৰ কথা কৈছে সংবাহক? [বৈ] আপুনি নিমাত কিয়?

বন্ধু : আপোনাৰ সৈনিকেই মোৰ মহাৰাজ দেৱী।

আম্ৰপালী : কোন তেওঁ?

বন্ধু : তেওঁ মগধৰ সম্ৰাট। [আম্ৰপালীয়ে হতভম্ব, নিৰ্বাক হৈ চাই থাকে]

আম্ৰপালী : মগধৰ সম্ৰাট?

বন্ধু : হয় দেৱী।

আম্ৰপালী : বৈশালীৰ চিৰশত্ৰু মগধৰ সম্ৰাট?

বন্ধু : তেওঁ মগধৰ সম্ৰাট হয়, কিন্তু বৈশালীৰ চিৰশত্ৰু নহয় দেৱী।

আম্ৰপালী : মোৰ এই দুৰ্দিনৰ সময়ত এই সংবাদ! উস্! [নিস্তব্ধ] এই সংবাদ দিবলৈ এজন পুৰুষ যিমান নিষ্ঠুৰ হ'ব লাগে, তেওঁ সিমানেই নিষ্ঠুৰনে? প্ৰথম দিনা সেই পৰিচয় গোপন কৰিবলৈ এজন পুৰুষ যিমান কাপুৰুষ হ'ব লাগে, তেওঁ সিমানেই কাপুৰুষ নে? নহয় নহয়, সংবাহক, আপুনি এতিয়াও কওক— এইবোৰ মিছা কথা। মই বহুত পৰীক্ষাৰ মাজত আছোঁ কাৰণে আপুনিও মোক পৰিক্ষা কৰিছে। [ধমক] কওক— আপুনি মিছা কথা কৈছে।

বন্ধু : মিছা কথা বুলি ক'ব পৰা হ'লে মই বৰ আনন্দিত হ'লোঁহেঁতেন। কিন্তু আপোনাক পৰীক্ষা কৰিবলৈ আমাৰ স্পৰ্ধা নাই দেৱী।

আম্ৰপালী : কিন্তু ছদ্মবেশ ধৰি কাপুৰুষৰ দৰে মোক প্ৰবঞ্চনা কৰিবলৈ তোমাৰ সেই মহাৰাজৰ স্পৰ্ধা হ'ল কেনেকৈ? ছিঃ ছিঃ ছিঃ। কি সৰ্বনাশ হ'ল। বৈশালীৰ প্ৰতি মোৰ প্ৰেম আৰু মোৰ হৃদয়ৰ প্ৰেম— এই দুয়োটাই আছিল মোৰ নিষ্কলুষ সম্পদ। ইয়াকে লৈ মই হাজাৰ হাজাৰ বিপদৰ মাজতো ধীৰ-স্থিৰ হৈ আছিলোঁ। কিন্তু আজি মই কোনখন মুখ লৈ বৈশালীবাসীৰ সন্মুখত থিয় হ'ম? কোনখন মুখেৰে মই দেশপ্ৰেমৰ কথা ক'ম? ছিঃ ছিঃ ছিঃ! বৈশালীৰ কন্যা হৈ, মহানামৰ কন্যা হৈ, মই মগধৰাজৰ লগত গুপ্ত প্ৰণয়ত আবদ্ধ হ'লোঁ। ইয়াৰ বাবে মোক বৈশালীৰ কোনজন প্ৰজাই ক্ষমা কৰিব? নহয় নহয়, ইয়াত ক্ষমাৰ প্ৰশ্নই নাই। মই ক্ষমাৰ অযোগ্য। ছিঃ ছিঃ ছিঃ! [অলপ বৈ] যাওক সংবাহক। আপোনাৰ কোনো দোষ নাই। আপুনি নিৰ্বিঘ্নে উভতি নিজ ৰাজ্যত সোমাওকগৈ।

[লুকাই থকা কটকী সোমাই আহে।]

কটকী : প্ৰণাম দেৱী।

আম্ৰপালী : তুমি আকৌ কি সংবাদ আনিলা?

কটকী : শুক্লা চতুৰ্দশীৰ দিনা বৈশালী প্ৰাসাদত ৰাজনৰ্তকীৰ অভিষেক উৎসৱ। দিনৰ পূজাৰ পিছতে নৃত্য নিবেদনৰ বাবে সু-সজ্জিতা দেৱীৰ আগমনৰ বাবে তাত সভাসদসকলে অপেক্ষা কৰিব। এয়ে সংবাদ দেৱী।

আম্ৰপালী : তুমি যাব পাৰা। [কটকী প্ৰণাম কৰি ওলাই যায়। আকৌ বাহিৰত লুকাই কথা শুনি থাকে।] আপুনিও যাওক সংবাহক। আপোনাৰ মহাৰাজক ক'বগৈ, বহু সুখ্যাত যুৱক, ৰাজকোঁৱৰৰ প্ৰেম নিবেদন প্ৰত্যাখ্যান কৰি শেষত মই এজন সৈনিকক হৃদযত স্থাপন কৰিছিলোঁ। কিন্তু তেওঁ এনে প্ৰতাৰক কাপুৰুষ বুলি জনা নাছিলোঁ।

বন্ধু : মহাৰাজ সম্পৰ্কে আপুনি এতিয়াই শেষ ধাৰণা নল'ব দেৱী।

আম্ৰপালী : জীৱনটো শেষ হৈ যোৱাৰ পিছত ধাৰণা ল'বলৈ বাকী ৰাখি কি লাভ সংবাহক। যাওক। মোৰ মনৰ সমগ্ৰ ঘৃণাৰে যেন সেইজনৰ প্ৰতি থকা স্নেহ ঢাকি পেলাব পাৰোঁ। [বন্ধু যায়। কটকীয়ে তেওঁৰ পাছ লয।]
কিন্তু পাৰিম জানো সৈনিক? আপুনি কিয় চিৰদিন সেই আহত, ক্লান্ত সৈন্যজন-হৈ নাথাকিল। মৃত্যু মোৰ কাৰণে মাত্ৰ কেইদিনমানৰ দূৰত, কিন্তু এই কেইদিন যে মই আপোনাৰ ভাৰসাতেই কটাব খুজিছিলোঁ সৈনিক! উস্! কি যন্ত্ৰণা!
হে বৈশালী মাতৃ, মোক ক্ষমা কৰা। মোক সকলোৱে প্ৰতাৰণা কৰিছে, কিন্তু মই জানি-শুনি কাকো প্ৰতাৰণা কৰা নাই। তোমাকো কৰা নাই। মোৰ জন্মভূমি আই, মোৰ নিজৰ তুচ্ছ প্ৰেমৰ কাৰণে তোমাৰ প্ৰতি থকা প্ৰেম কলুষিত নকৰোঁ, কেতিয়াও নকৰোঁ। [মহানাম আহে]

মহানাম : এতিয়ালৈকে যি ঘটিছে মই সকলো শুনিছোঁ আই।

আম্ৰপালী : পিতা।

মহানাম : এটা কথাত তই চিন্তা নকৰিবি। সেইটো হ'ল তোৰ পিতাৰৰ আশীৰ্বাদ। দেশৰ হৈ তোক মই শাস্তি বিহিছোঁ, কিন্তু পিতৃ হিচাপে মই তোৰ প্ৰেমৰ প্ৰতি শ্ৰদ্ধা জনাইছোঁ। এই মুহূৰ্ততে তোক আৰু সেই সৈনিকক মই হিয়া উবুৰিয়াই আশীৰ্বাদ কৰিছোঁ, তহঁতৰ স্নেহ-প্ৰীতি অক্ষুণ্ণ থাকক। মগধৰাজক চিনি পোৱাৰ মোৰ আৰু কোনো প্ৰযোজন নাই। মোৰ হৃদয়ৰ শক্তিৰে শক্তিমতী হৈ তই সৈনিকৰ ধ্যান কৰি যা।

আম্ৰপালী : পিতা!

মহানাম : আনন্দই জীৱন, দেশ, দেশবাসী, আত্মীয়-স্বজন সকলোৰে প্ৰতি বীতশ্ৰদ্ধ হৈ ৰাজ্য ত্যাগ কৰিছে।

আম্ৰপালী : আনন্দই—

মহানাম : সি তথাগত যুদ্ধৰ ওচৰত পথৰ সন্ধান বিচাৰি গৈছে। তোকো যদি মই এটা পথৰ সন্ধান দিব পাৰিলোঁহেঁতেন। মই বৰ ক্লান্ত আই। মোৰ সময়ো নাই। কিন্তু মই জানো, তোৰ স্খলন নহয়। হ'ব নোৱাৰে। এটা শক্তি নিশ্চয় আছে, এটা শক্তিয়ে তোক নিশ্চয় ৰক্ষা কৰিব। মই ৰক্ষা কৰিব নোৱৰাৰ কাৰণে তই মোক ক্ষমা কৰিবি।

**মঞ্চ ঃ ১**

[বৈশালী প্ৰাসাদৰ সভা আৰু নৃত্যৰ কোঠা। মূল আসন খালী। ওচৰৰ আসনত সেনাপতি। সঞ্জয়, মহানন্দ, অন্যান্য সভাসদ। এখন আসন ৰাজনৰ্তকীৰ। ওচৰৰ আসন খালী। চাৰিগৰাকী নৰ্তকীয়ে ৰাজনৰ্তকীৰ লগত নাচিছে। দৃশ্য আৰম্ভ হোৱাৰ লগে লগে ৰাজনৰ্তকী বহে। বাকী নৰ্তকীসকলে নাচে। কিছু সময় নৃত্য কৰাৰ পিছত তেওঁলোক ৰাজনৰ্তকীৰ পাছফালে যায়।]

সেনাপতি ঃ মহামান্য মহানাম আজি অসুস্থ। কিন্তু নবনিৰ্বাচিত ৰাজনৰ্তকী? তেৱোঁ অসুস্থ নে কি? কিন্তু আমি শুনিছিলোঁ ৰাজনৰ্তকীৰ সৌন্দৰ্যলৈ হেনো ৰোগ-ব্যাধিযেও ভয় কৰে। [সঞ্জয়ে কাণে কাণে কিবা কয। সেনাপতিয়ে মূৰ ঘূৰাই চায়। আম্ৰপালী আহে।]

সেনাপতি ঃ [থিয় হৈ] স্বাগতম। স্বাগতম। বৈশালীৰ শ্ৰেষ্ঠ নৰ্তকীৰ নৃত্য দৰ্শনৰ কাৰণে সভাসদসকলে অধীৰ আগ্ৰহেৰে অপেক্ষা কৰিছে। [সকলো থিয় হয়। চাৰিজনী নৰ্তকীয়ে আম্ৰপালীক আগুবাই আনে। তাৰ পিছত তেওঁলোকে নাচে। অলপ পিছত আম্ৰপালীয়ে নাচিবলৈ আৰম্ভ কৰে। অলপ পৰ নাচি শোকত অভিভূত হৈ স্তম্ভত ধৰি ৰৈ যায।]

মহানন্দ ঃ আম্ৰপালী প্ৰকৃতিস্থ নহয সেনাপতি।

সেনাপতি ঃ আচাৰ-অনুষ্ঠান পৰ্ব সমাপ্ত কৰা হওক। [নৰ্তকীসকলে আম্ৰপালীক ধৰি নি ৰাজনৰ্তকীৰ ওচৰৰ আসনত বহুৱায। ৰাজনৰ্তকীয়ে গাৰ চাদৰৰ ওপৰৰ সৰু কাপোৰখন আম্ৰপালীৰ গাত পিন্ধাই দিয়ে। নিজৰ আসনত আম্ৰপালীক বহুৱাই দিয়ে। শংখ-ঘণ্টাৰ শব্দ হয়। নাচনীসকলে ফুলৰ পাহি ছটিয়ায।]

আম্ৰপালী ঃ এতিয়া মই সভাকক্ষ ত্যাগ কৰিব পাৰোঁনে?

সেনাপতি ঃ এটা বিশেষ ঘটনাৰ সাক্ষী হিচাপে তোমাৰ প্ৰযোজন আছে আম্ৰপালী। কেৱল সাক্ষী হিচাপে। [সঞ্জয়লৈ চায। সঞ্জয়ে বাহিৰলৈ চায। লগে লগে বন্দী অৱস্থাত খনিকৰ আহে। এঠাইত থিয হয়হি।]

আমাৰ এসময়ৰ বিশ্বস্ত অনুচৰ আৰু বৰ্তমানে গণতন্ত্ৰৰ নামত উদ্বাউল হৈ পৰা এইগৰাকী বন্ধুৱে প্ৰকাশ্যে অভিযোগ তুলিছে যে আম্ৰপালী সম্পৰ্কীয় গোটেই ঘটনাটো মোৰ নীচ ষডযন্ত্ৰৰ ফল। এই কলংক মূৰত লৈ বৈশালী ৰাজ্যৰ এজন কৰ্ণধাৰ কিয়, সাধাৰণ প্ৰজা হৈ থকাৰো মোৰ ইচ্ছা নাই। গতিকে এই বিশেষ দিনতে ইয়াৰ এটা সুবিচাৰ হোৱাটো বাঞ্ছনীয়। সঞ্জয।

সঞ্জয ঃ বৈশালীৰ গুপ্তচৰ বাহিনীত নিযুক্ত হোৱাৰে পৰা এখেতে চৰম অকৰ্মণ্যতাৰ নিদৰ্শন দাঙি ধৰিছে। নহ'লে আমাৰ বিজয় উৎসৱৰ দিনাই শত্ৰু সৈন্যই ৰাজধানীৰ বুকুতে পুনৰ আক্ৰমণ চলোৱাৰ সুবিধা নাপালেহেঁতেন। এই অভিযোগ আপুনি অস্বীকাৰ কৰিব পাৰিবনে?

খনিকৰ ঃ অস্বীকাৰ কৰি কিবা লাভ আছেনে?

সঞ্জয ঃ লাভ আছে। কিন্তু আপোনাৰ অস্বীকাৰ কৰাৰ উপায় নাই।

মহানন্দ ঃ দেশবাসীৰ দ্বিতীয় সভাত এখেতে প্ৰকাশ্যে সেনাপতিৰ বিৰুদ্ধে ঔদ্ধত্য প্ৰদৰ্শন কৰি বিদ্ৰোহ আচৰিছিল। এই অপৰাধৰ বাবে আপুনি অনুতপ্ত নে?

খনিকৰ : মোৰ বিদ্ৰোহী আচৰণ নিতান্ত অসম্পূৰ্ণই হৈ গ'ল। তাৰ বাবে মই গভীৰভাৱে অনুতপ্ত।

সেনাপতি : তোমাক মগধৰ সীমাৰ ভিতৰলৈ গৈ হয় স্বয়ং মগধৰাজ, নহয় তেওঁৰ প্ৰতিমূৰ্তি চাই আহিবলৈ কোৱা হৈছিল। তুমি চাই আহিছিলাও। সমগ্ৰ বৈশালীবাসীয়ে যাতে চিনি পায়, তাৰ বাবে ৰাজপথৰ কাষত থ'বলৈ তোমাক সেই মহাশত্ৰুৰ এটা মূৰ্তি সাজিবলৈ কোৱা হৈছিল। তুমি সাজিছিলাও। ইয়াত কিবা অসত্য আছে? [বৈ] উত্তৰ নিদিয়া কিয়?

খনিকৰ : অযথা বাক্য ব্যয় কৰি কি লাভ?

সেনাপতি : মূৰ্তি গঢ়িব পাৰা, এবাৰ দেখিলেই মানুহ চিনিব পাৰা, সেই গুণৰ অধিকাৰী কাৰণেই তোমাক গুপ্তচৰ বিভাগত নিয়োগ কৰা হৈছিল। যেতিয়া তুমি মূৰ্তি গঢ়ি আছা তেতিয়াই মন্দিৰত এজন সৈনিকৰ লগত তোমাৰ সাক্ষাৎ হৈছিল। ইয়াত কিবা অসত্য আছে? [নিস্তব্ধ]
সেই সৈনিকৰ নতুন ৰাজনৰ্তকীৰ হৃদয়ৰ সম্পৰ্ক হৈছিল। ইয়াত কিবা অসত্য আছে? [নিস্তব্ধ] সকলোৰে বাকশক্তি হেৰাই গৈছে। কিন্তু বাকশক্তি উদ্ধাৰ কৰিবলৈ কোনেও যেন মোক বাধ্য নকৰে। আৰু তুমি গঢ়ি থকা মূৰ্তিৰ মানুহজনৰ লগত, সামান্য পাৰ্থক্যৰ বাদে— সেই সৈনিকজনৰ অৱয়ৱৰ সম্পূৰ্ণ মিল আছে, সেইটো তোমাৰ চকুত ধৰা নপৰিলনে? [গুণগুণনি]
নিশ্চয় পৰিল। কিন্তু কিহৰ লোভত তুমি সকলো গোপন কৰি বিশ্বাসঘাতকতা কৰিলা? আৰু বৈশালীৰ মহানামৰ কন্যা সৈনিকবেশী মগধৰাজৰ প্ৰণয়পাশত আবদ্ধ, ইয়াত কিবা অসত্য আছে? [গুণগুণনি]
অহৰ্নিশে শত্ৰু ৰাজ্যৰ পৰা প্ৰণয়িনীলৈ সংবাদ বহন কৰি গুপ্ত কটকী আহে, গভীৰ অৰণ্যত মহামিলনৰ আয়োজন চলে।

আম্ৰপালী : মিছা কথা। [চিঞৰি]

সেনাপতি : মিছা কথা ক'বলৈহে বাকশক্তি উভতি আহিল। সঞ্জয়। [ইংগিত। সঞ্জয় বাহিৰলৈ যায়। বন্দী অৱস্থাত বন্ধু আহে।]
মগধৰাজৰ পৰা প্ৰেমবাৰ্তা বহন কৰি অনা কটকী। এখেতক মগধৰ পৰা ধৰি আনিবলগীয়া হোৱা নাই, সৌভাগ্যক্ৰমে বা দুৰ্ভাগ্যক্ৰমে, আম্ৰপালীৰ বা মহানামৰ প্ৰাসাদৰ পৰাই এখেতক বন্দী কৰি অনা হৈছে। মোৰ আৰু কিবা বক্তব্য থকা উচিত নে সভাসদসকল? [গুণগুণনি]
[হঠাতে চিঞৰি] দেশদ্ৰোহী, বিশ্বাসঘাতকক ৰাজসভাৰ আসনত বহুৱাই আপোনালোকে আনন্দ কৰক, আৰু মোক বিদায় দিয়ক। এইটোতো একো সমস্যাৰ কথা নহয়। [গুণগুণনি]

সঞ্জয় : ৰাজদ্ৰোহৰ অপৰাধত খনিকৰ আৰু বিদেশৰ গুপ্তচৰ হিচাপে গোপনে এই ৰাজ্যত প্ৰৱেশ কৰি ষড়যন্ত্ৰ কৰাৰ অপৰাধত এই সংবাহকৰ শিৰচ্ছেদ কৰা হওক।

মহানন্দ : বিধানপত্ৰ মতে ইয়াৰ অন্যথা নাই।

সেনাপতি : এওঁলোকৰ আগতেই আৰু এক সুন্দৰ শিৰ মাটিত বাগৰি পৰিব লাগিছিল, কিন্তু তেওঁক মূল চিকাৰৰ বাবে টোপ হিচাপেই জীয়াই ৰখা হওক। [হঠাতে সুৰ সলাই] কিন্তু দেশদ্ৰোহীৰ কি পৰিণাম তাক আম্ৰপালীয়ে প্ৰত্যক্ষ কৰিব লাগিব। সদ্যহতে তাৰেই তেওঁ সংশোধন কিম্বা ধ্বংসৰ আখৰা আৰম্ভ কৰক।

সঞ্জয় : [বন্ধুক] কিবা বক্তব্য থাকিল? [বন্ধু নিমাত]
[খনিকৰক] কিবা বক্তব্য থাকিল?

খনিকৰ : কেৱল সুধিবলৈ থাকিল— এই সভাত ইমানবোৰ সভাসদ থাকোঁতে আপোনালোক তিনিজনেই দেখোন বিচাৰ আৰম্ভও কৰিলে, শেষো কৰিলে। আমাৰ বাকৰুদ্ধ হ'ল আমি অপৰাধী কাৰণে। কিন্তু এখেতসকলৰ? [বৈ] এখেতসকলৰ মৌনতাই মোৰ পৰম সাহস। এই মৌনতাৰ বিস্ফোৰণেই এদিন মোৰ আদৰ্শ আৰু আত্মাক শান্তি দিব। মৃত্যু মোৰ কেতিয়াবাই হ'ল। যিদিনা শাসকৰ কদৰ্য ৰূপ দেখিলোঁ, ভেৰোণীয়া সমৰ্থকৰ দেশপ্ৰেম দেখিলোঁ, আৰু দেখিও অকৰ্মণ্য হৈ থাকিলোঁ, সেইদিনাই মোৰ মৃত্যু হ'ল। আজি কেৱল আচাৰ-অনুষ্ঠানৰ দিন। [হাঁহি] আহা বন্ধু। একেখন খড়্গৰ তলতে দুই শত্ৰুৱে প্ৰাণ দিলে এদিন হয়তো দুখন খড়্গই একেলগে এটা ডিঙি বিচাৰিবলৈ সুবিধা পাব, মানুহৰ আচল শত্ৰুৰ ডিঙি। আহা। [দুয়ো যায়। দুয়ো আম্ৰপালীৰ ওচৰত ৰয়। আম্ৰপালীয়ে দুয়োকে প্ৰণাম কৰে।]

মঞ্চ : ২

[অন্ধকাৰ। ক'লা কাপোৰ। বন্দীশালত খনিকৰ আৰু বন্ধু। ডিঙি পাতে। প্ৰথম মঞ্চত ঘোৰ অন্ধকাৰৰ মাজত কেৱল আম্ৰপালীৰ মুখ। দ্বিতীয় মঞ্চত পোহৰ কেৱল খড়্গখনত। সেইখন নামি অহাৰ লগে লগে লাইট অফ। ইটো মঞ্চত আম্ৰপালীয়ে চকু ঢাকে।]

মঞ্চ : ২

[মূল মঞ্চ। ৰাজনৰ্তকীৰ ঘৰৰ কোঠালি। যেন ফুলশয্যাৰ পৰিৱেশ। ৰাজনৰ্তকীয়ে উদাস দৃষ্টিৰে এটা গান গুণগুণাই থাকে। কিছু সময় গায়।]

ৰাজনৰ্তকী : [গান বন্ধ কৰি] আম্ৰপালী। আহা সোনকালে আহা। মোৰ শেষ কৰ্তব্য সমাপন কৰি মই বিদায় লওঁ। [আকৌ গান গায়। তাৰ পিছত] আস্, ইমান পলম কিয় কৰিছা আম্ৰপালী? ফুলশয্যাৰ নিশাৰ কাৰণে কইনা সজালেও দেখোন ইমান সময় নালাগে। সমগ্ৰ পৃথিৱীৰ সকলো সুবাসত বিন্দু বিন্দুকৈ তোমাৰ সৌন্দৰ্য ডুবাই দিছা নেকি? [হাঁহে] দিয়া দিয়া। এবা মইহে পাহৰিছোঁ। প্ৰথম নিশা ময়ো তাকে কৰিছিলোঁ। তথাপি সোনকাল কৰা আম্ৰপালী। মোৰ বৰ কষ্ট হৈছে। মোক বিদায় দিবলৈকে তুমি সোনকাল কৰা। [গান গায়। শেষৰ ফালে উন্মনা হয়। চকু মুদি গাই থাকে। আম্ৰপালী আহে। ওচৰত থিয় হৈ থাকে।]

আম্ৰপালী : তোমাৰ টোপনি গ'ল?

ৰাজনৰ্তকী : [চক খাই] নাই, নাই যোৱা। [আম্ৰপালীৰ বস্ত্ৰ, সাধাৰণ সাজ দেখি বিস্মিত হয়।] এয়া কি আম্ৰপালী? এয়া তোমাৰ প্ৰথম নিশাৰ সাজসজ্জা?

আম্ৰপালী : ভাল হোৱা নাই নেকি? তোমাৰ প্ৰথম নিশাৰ সাজ কেনেকুৱা আছিল সুবালা?

ৰাজনৰ্তকী : মোৰ? [হাঁহে] মোৰ সাজৰ কথা মই নিজেতো ক'ব নোৱাৰোঁ। মোৰ ৰংবোৰহে মনত আছে। কিন্তু মানুহবোৰে কৈছিল— সুন্দৰ, পৃথিৱীৰ আটাইতকৈ ভাল ফুলবোৰৰ ৰং আৰু সুবাস— মোৰ অংগে অংগে হেনো আকাশৰ উজ্জ্বল তৰাবোৰ গুলমি আছিল, মোৰ কাপোৰবোৰ হেনো পূৰ্ণিমাৰ চন্দ্ৰৰ সন্মুখত থকা পাতল ডাৱৰ আৰু কুঁৱলীৰ তৰপৰ নিচিনা লাগিছিল।

আম্ৰপালী : তাৰ পিছত মানুহবোৰে তোমাৰ সেই অলংকাৰ আৰু বস্ত্ৰক মৰম কৰিবলৈ ধৰিলে?

ৰাজনৰ্তকী : অলংকাৰ আৰু বস্ত্ৰক? [হাঁহে] ক'ৰ অলংকাৰ ক'লৈ গ'ল, ক'ৰ বস্ত্ৰ ক'লৈ গ'ল। পিছদিনা

পৰিচাৰিকাই কৈছিল কিছুমান অলংকাৰ বোলে প্ৰথম ৰাতিয়েই হেৰাল। [হাঁহে]

আম্ৰপালী : হয় নেকি? তাৰ পিছত? যিবোৰ নেহেৰাল?

ৰাজনৰ্তকী : যিবোৰ নেহেৰাল? কি কি নেহেৰাল? [সংগীত। ৰাজনৰ্তকীয়ে চাই থাকে] মোৰ কি কি নেহেৰাল আম্ৰপালী? [হঠাতে উত্তেজিত] নহয় নহয়, মোৰ সকলো হেৰাল আম্ৰপালী। সকলো হেৰাল। উস্ কি যন্ত্ৰণা। এনে এটা দিন আহিল— বাট চাই থাকোঁ— বাট চাই থাকোঁ— কোনো নাহে, কোনো নাহে। এই কোঠা এৰি বাটৰ কাষলৈ নামি যাওঁ। চকুত প্ৰলোভন, মাতত মায়া, অংগে অংগে পৰ্বতীয়া জুৰিৰ উচ্ছলতা সানি মাতোঁ— আহা আহা। কোনো নাহে। বক্ৰোক্তি, ইতিকিং, ঠাট্টা। কি যন্ত্ৰণা। মোৰ একো নাথাকিল আম্ৰপালী। মই একেবাৰে নিঃস্ব। এতিয়া যে মই কি কৰিম? তোমাক হিংসা কৰি কিছুদিন কটালোঁ। এতিয়া কি পালোঁ, কি নাপালোঁ তাৰ হিচাব কৰি কিছুদিন কটাম, তাৰ পিছত? মই যে একেবাৰে শূন্য। ক'লৈ যাম, কি কৰিম—

আম্ৰপালী : ক'লৈকো যাব নালাগে। মোৰ সকলো বস্ত্ৰ, সকলো অলংকাৰ, এই প্ৰাসাদ— সকলো তুমিয়েই লোৱা। কেৱল কেইটামান দিন। মাত্ৰ কেইটামান দিন, মোক আঁৰ কৰি ৰাখিব পাৰিবা? [দুয়ো দুয়োলৈ চাই থাকোঁতে মংগল আহে।]

ৰাজনৰ্তকী : কোন? অ'।

আম্ৰপালী : যুৱক তুমি?

মংগল : চিন্তা নকৰিব দেৱী, মই প্ৰথম আলহী হ'বলৈ অহা নাই। মই একো নিবলৈও অহা নাই। মই আপোনাৰ নামত এইখন তৰোৱাল কিনিছিলোঁ। এইখন আপোনাক দি যাবলৈ আহিছোঁ। এতিয়া এইখন লৈ মই বৰ অসুবিধাত পৰিছোঁ। ইমান মৰমৰ তৰোৱাল [হাত ফুৰায়]। লওক। মোৰ সময় নাই। মই আপোনাৰ ভাতৃ আনন্দৰ লগত গুচি গৈছিলোঁ নহয়। কাইলৈ পুৱাই আকৌ তেওঁক লগ পাবগৈ লাগিব।

আম্ৰপালী : আনন্দ? আনন্দ এতিযা ক'ত আছে যুৱক?

মংগল : তেওঁ এতিয়া অৰণ্যৰ আশ্ৰমত ভিক্ষুৰ সন্মুখত বহি প্ৰশ্ন কৰিছে— ইয়াৰ পিছত আমাৰ কি হ'ব?

আম্ৰপালী : ইয়াৰ পিছত আমাৰ কি হ'ব?

মংগল : মই যাওঁ দেৱী। মোৰ পলম হৈ যাব। এইখন লওক। [আঁঠু কাঢি তৰোৱালখন দিয়ে। এনে সময়তে কোনোবা অহাৰ শব্দ। চক খায়।]

সেনাপতি : [আঁৰত] কি হ'ল? ৰাজনৰ্তকীৰ প্ৰাসাদত মধুৰ সংগীতৰ ঝংকাৰ নাই, মন উত্ৰাৱল কৰা সুগন্ধ নাই, কি হ'ল?

মংগল : সেনাপতি আহিছে। দেৱী, মই মৰিব নোখোজোঁ। 'মাৰ বহুত কাম আছে, মোক এঠাইত লুকাই থাকিবলৈ দিয়ক।

সেনাপতি : [আঁৰত] উত্তম। পূৰ্ণিমাৰ জোনাকেই আজিৰ বাবে উত্তম পোহৰ।

ৰাজনৰ্তকী : আপুনি এইফালে আহক। [ৰাজনৰ্তকীয়ে মংগলক আঁৰলৈ লৈ যায়। সেনাপতি আহে]

সেনাপতি : ঠিক। পূৰ্ণিমাৰ জোনাকেই আজিৰ বাবে উত্তম পোহৰ। ধূপ-ধুনা-চন্দন, ফুলৰ সৌৰভৰ কোনো প্ৰয়োজন নাই। আম্ৰপালীৰ দেহাৰ সৌৰভেই যথেষ্ট। [আম্ৰপালীলৈ চাই] এয়া কি? ৰাজনৰ্তকী? অ' হয় হয়। উত্তম। ইয়ো উত্তম। অলংকাৰ, বস্ত্ৰ এইবোৰ আবৰ্জনাত

পৰিণত হয়। বস্ত্ৰই বাধা আৰু অলংকাৰে কোমল দেহত আঘাতৰ সৃষ্টি কৰে। উত্তম। কিন্তু তুমি মোক অভ্যৰ্থনা জনোৱা নাই কিয় আম্ৰপালী? লজ্জা। বুজিছোঁ। লজ্জা। অভিমান। অভিমান মোৰো হৈছিল আম্ৰপালী। যেতিয়া তুমি কোনো এক সৈনিকৰ কবলত পৰি মোৰ প্ৰতি ৰুক্ষ ব্যৱহাৰ কৰিছিলা। কিন্তু আম্ৰপালী, কাকো ক্ষমা নকৰিলেও মই তোমাক ক্ষমা কৰিম। অকল ক্ষমা কিয়? মই তোমাক গ্ৰহণ কৰিম। [আম্ৰপালী আঁতৰি যায়। সেনাপতি ওচৰ চাপি ঘূৰি ফুৰে।] এই ৰাজনৰ্তকীৰ সমগ্ৰ ঘটনাটো এখন নাটক। মানুহক ভুৱা দিয়া নাটক। মই তোমাৰ প্ৰথম আলহী হোৱাৰ কাৰণ হ'ল— তোমাৰ আৰু দ্বিতীয় আলহী বুলিবলৈ কোনো নাথাকিব। [নিজকে দেখুৱাই] একমাত্ৰ। প্ৰয়োজন হ'লে আজিৰ পৰা এয়ে মোৰ প্ৰাসাদ। আহা, কাষলৈ আহা। [ধৰিব খোজে। ৰাজনৰ্তকী আহে।]

তুমি? তুমি এতিয়াও ইয়াতে অৱস্থান কৰিছা? কিয়? অ' হয়তো। মইতো তোমাক বিদায় উপহাৰ দিয়া নাই। তাৰে আশাত বাট চাই আছা? লোৱা [এধাৰ মণি উলিয়াই বা ডিঙিৰ পৰা খুলি] লোৱা, সমুদ্ৰ গৰ্ভৰ সৰ্বশ্ৰেষ্ঠ মুকুতাৰ মালা। লোৱা। লৈ সোনকালে যোৱা।

ৰাজনৰ্তকী : মই অলপপৰ থাকিব লাগিব মহাশয়।

সেনাপতি : থাকিব লাগিব কিয়?

ৰাজনৰ্তকী : আম্ৰপালীক চিৰদিনৰ কাৰণে আঁতৰাই আপুনি মোৰ মুখত আকৌ হাঁহি ফুটাব বুলি কৈছিল। তাৰ বিনিময়ত মই আপোনাক আম্ৰপালীৰ গোপন খবৰ আনি দিছিলোঁ। এতিয়া আপুনি আম্ৰপালীক কেনেকৈ আঁতৰাই তাকে চাওঁ। অকণমান হাঁহো।

সেনাপতি : হয় নেকি? এনেকুৱা বিকৃতি বহুতৰে হয়। আম্ৰপালী, এওঁ আমাৰ মিলনৰ দৃশ্য উপভোগ কৰিব খোঁজে। আমাৰ সাত সাগৰৰ পানীৰ পৰা এওঁৰ গাত একাজলি পানি ছটিয়াই দিয়ানো কি কথা।

আহা [আগবাঢ়ে। আম্ৰপালীক ধৰিব খোঁজে]।

ৰাজনৰ্তকী : ৰ'ব, ৰ'ব, আপুনি তৰোৱালেৰেহে আম্ৰপালীক স্পৰ্শ কৰাৰ কথা আছিল।

সেনাপতি : [হঠাতে চিঞৰি] আৰু কথা নক'বা। দুআষাৰ কথা কোৱাৰ সুবিধা দিছোঁ কাৰণে ডিঙিলৈকে জঁপিওৱাৰ চেষ্টা নকৰিবা। ওলাই যোৱা।

ৰাজনৰ্তকী : [ক্লান্ত সুৰত] আজি মোৰ ওলাই যোৱাত বহু অসুবিধা আছে মহাশয়। আম্ৰপালীৰ মৃত্যু, মোৰ মুখত পুনৰ হাঁহি, আপোনাৰ সেই মহান প্ৰতিশ্ৰুতি আজি পূৰ্ণ হ'বই লাগিব।

সেনাপতি : স-শৰীৰে ওলাই যোৱাত অসুবিধা আছে যদিও টুকুৰা টুকুৰকৈ ৰাজপথলৈ উলিয়াই দিম নেকি? [ৰাজনৰ্তকীয়ে আগত পেলাই থোৱা তৰোৱালখন খাপেৰে সৈতে তুলি, নালডাল সেনাপতিৰ ফালে দিয়ে। সেনাপতিয়ে খঙেৰে তৰোৱালখন টানি উলিয়াই লয়। ৰাজনৰ্তকীয়ে খাপটো দলিয়াই দি সেনাপতিৰ সন্মুখত হাত মেলি থিয় হয়।]

নহয় তোৰ উপস্থিতি অমান্য কৰাই ভাল। ইমানদিনে আম্ৰপালীৰ হিংসাত জ্বলি আছিলি, আজি পুৰি ছাৰখাৰ হৈ যা। আহা আম্ৰপালী [ধৰিব খোঁজে]।

ৰাজনৰ্তকী : জীৱ থকা আম্ৰপালীৰ গাত হাত নিদিবি।

সেনাপতি : নিদিম?

ৰাজনৰ্তকী : ওঁ! নিদিবি।

সেনাপতি : তেনেহ'লে তোৰ তেজেৰেই আম্ৰপালীৰ পূজা আৰম্ভ কৰোঁ।

[আঘাট কৰিব খোজে। মংগল তৰোৱাল লৈ ওলাই আহে।]

আহা হা! সুন্দৰীসকলে কুকুৰো পুহিছে।

[আচম্বিতে মংগলে কোব এটা মাৰে। সেনাপতিৰ তৰোৱাল উফৰি যায়। মংগলে তৰোৱালৰ আগটো পেটত লগায়।]

মংগল : কি ভাগ্য! কিমান হেঁপাহৰ তৰোৱাল। সি যে আজি এনেকৈ কামত লাগিব [ঠেলি ঠেলি নি থাকে] মই সপোনতো ভবা নাছিলোঁ। কি ভাগ্য! কি ভাগ্য!

[আঁৰ হৈ যায়। আঁৰৰ পৰা সেনাপতিৰ বিকট চিঞৰ আম্রপালী, ৰাজনৰ্তকী চঞ্চল। দূৰত যোঁৱাৰ শব্দ। কোলাহল।]

আম্রপালী : কিহৰ কোলাহল সুবালা?

সুবালা : ধৰিব পৰা নাই। [দূৰলৈ চাই] এখন ৰথ আৰু অশ্বাৰোহী সৈন্য।[ৰক্তাক্ত তৰোৱাল লৈ মংগল আহে।]

মংগল : এইখন ৰাখক দেৱী। মই গম লওঁ কিহৰ কোলাহল। [যায়]

আম্রপালী : দেখিলা সুবালা, আমি কিমান অসহায়?

আজি এক দুৰ্যোগৰ সময়ত আমি দুয়ো দুয়োকে চিনি পাইছোঁ। ইয়াৰ পিছত মই ক'লৈ যাওঁ ক'ব নোৱাৰোঁ। কিন্তু তোমাৰ কথা মই নাপাহৰোঁ।

ৰাজনৰ্তকী : যোৱা যিমান পাৰা সিমান সোনকালে, যিমান দূৰলৈ পাৰা আঁতৰি যোৱা।-এই প্ৰাসাদ বৰ ভয়াবহ, এই জীৱন অতি কষ্টকৰ। আজি এই ঘৃণনীয় মানুহটোক তোমাক চুবলৈ নিদিলোঁ— তাৰ বাহিৰে মোৰ জীৱনত মনত ৰাখিবলগীয়া কথা একোৱেই নাথাকিল আম্রপালী।

[বেগেৰে মংগল সোমাই আহে।]

মংগল : দেৱী, মগধৰ সৈন্যই ৰাজধানী আক্ৰমণ কৰিছে। মগধৰাজ সৈন্য-সামন্তৰে সৈতে এই প্ৰাসাদৰ সম্মুখত উপস্থিত হৈছে— আম্রপালীৰ সন্ধানত।

আম্রপালী : মগধৰাজ?

মংগল : হয় দেৱী।

আম্রপালী : [কঠোৰ, তৰোৱাল তুলি লৈ] আম্রপালীৰ সন্ধানত?

মংগল : হয় দেৱী। [দৌৰি চায়] সৌৱা প্ৰাসাদৰ সম্মুখত মগধৰাজৰ ৰথ। মগধৰাজে প্ৰাসাদত প্ৰবেশ কৰিছে।

আম্রপালী : কোনে দিলে তেওঁক মোৰ সংবাদ? কোনে তেওঁক এই প্ৰাসাদৰ পথ দেখুৱাই দিলে?

মংগল : আপোনাৰ সংবাদ এতিয়া কাৰো বাবে গোপন নহয় দেৱী।

আম্রপালী : আপুনি যাওক। যোৱা সুবালা, তোমালোকে আত্মগোপন কৰা।

ৰাজনৰ্তকী : তুমি?

আম্রপালী : সেই পাপীষ্ঠক তুমি মোৰ জীৱ থকা গাত হাত দিবলৈ নিদিছিলা। এইজনে মোক জীৱন্ত অৱস্থাত দেখিবলৈ নাপাব। যোৱা তোমালোক, যাওক যুৱক।

মংগল : নহয় নহয় দেৱী, মুহূৰ্তৰ উত্তেজনাত কোনো কাম নকৰিব। আপোনাৰ মৃত্যুয়ে কোনো সমস্যা সমাধান কৰিব নোৱাৰে, কিন্তু এইখন ৰাজ্যৰ অগনন প্ৰজাক কষ্ট দিব।

আম্রপালী : তেনেহ'লে মোক ক'ৰবালৈ লৈ ব'লক যুৱক। মই সেইজন মানুহৰ মুখ চাব নোখোজোঁ।

য'লৈকে নিযে নিয়ক, কেৱল ইযাৰ পৰা লৈ ব'লক। [শব্দ ওচৰত]

মংগল : [ভাবি] আহক।

ৰাজনৰ্তকী : এই ফালে ওলাই যাবা।

আম্ৰপালী : তুমি?

ৰাজনৰ্তকী : তুমি যোৱাচোন। [এক মুহূৰ্তৰ কাৰণে ৰাজনৰ্তকীক সাৱতি ধৰি আম্ৰপালী মংগলৰ পাছে পাছে ওলাই যায। ৰাজনৰ্তকী থিয় হৈ থাকে। তাৰ পিছত সাজু হয়। সন্মুখলৈ চাই। জোৰেৰে ৰজা সোমায।]

জা : আম্ৰপালী— আম্ৰপালী [ওচৰলৈ আহি ধৰি ঘূৰায] অঃ! কোন তুমি? আম্ৰপালী ক'ত আছে?

ৰাজনৰ্তকী : আপুনি বৰ ক্লান্ত আৰু উত্তেজিত। ক্ষন্তেক বিশ্ৰাম লওক। বহক।

ৰজা : মোৰ বিশ্ৰামৰ কোনো প্ৰযোজন নাই। মোৰ এই মুহূৰ্তত একমাত্ৰ প্ৰয়োজন আম্ৰপালীৰ।

ৰাজনৰ্তকী : আপোনাৰ পৰিচয?

ৰজা : মোৰ পৰিচয়ৰো কোনো প্ৰয়োজন নাই। সময়ৰ অপব্যয় নকৰিব দেৱী—

ৰাজনৰ্তকী : [খং] কিন্তু আম্ৰপালীৰ দৰে এগৰাকী যুৱতীক বিচাৰি আপুনি নিজৰ পৰিচয় নিদিয়ে, তাৰ অৰ্থ হ'ল আপুনি ধৰিয়েই লৈছে যে আম্ৰপালী ৰাজনৰ্তকী, বাৰাংগনা, তেওঁৰ ওচৰলৈ অহা কোনো পুৰুষে নিজৰ পৰিচয় দিব নালাগে। এয়েতো আপোনাৰ মনোবৃত্তি?

ৰজা : নহয নহয় দেৱী, মই মগধৰ ৰজা—

ৰাজনৰ্তকী : প্ৰণাম। তেনেহ'লে শুনক আপোনাৰ মুখামুখি হ'ব লাগে বুলি আম্ৰপালীয়ে এই প্ৰাসাদ এৰি গুচি গৈছে।

ৰজা : গুচি গৈছে? ক'লৈ?

ৰাজনৰ্তকী : যিফালে চকু যায় সেই ফালে। কেৱল আপোনাৰ পৰা দূৰলৈ—

ৰজা : তাৰ অৰ্থ— মোক দেখুৱাব পৰা মুখ ৰাজনৰ্তকীৰ আৰু নাই। কিন্তু কোৱা মতে তেওঁৰ সেই ঘৃণনীয জীৱন আৰম্ভ হোৱাৰ আজিয়েইতো প্ৰথম ৰাতি! মই কিমান পৰাক্ৰম কৰিলোঁ? নে এইকণ সময়তে তেওঁৰ দেহাৰ ধৈৰ্যৰ বান্ধ ভাগি গৈছিল।

ৰাজনৰ্তকী : [একেথৰে চাই মুৰ জোকাৰি] ছিঃ ছিঃ ছিঃ! [জিভা লগাই ছ ছ ছ] কি নিষ্ঠুৰ এই পুৰুষ জাতিটো! [চিএৰি] শুনক মহাৰাজ, আচলতে আম্ৰপালীক দেখুৱাব পৰা যোগ্য মুখ আপোনাৰহে নাই। কেতিযাবা যদি তেওঁক বিচাৰি পায, তেনেহ'লে তাৰ প্ৰমাণ তেওঁৰ পৰাই ল'ব।

ৰজা : বিচাৰিম। সমগ্ৰ বৈশালী মই চলাথ কৰিম। ইয়াৰ বাবে বহু অঘটন ঘটিব, গাঁও-ভূঁই-অৰণ্য নিশ্চিহ্ন হৈ যাব, তথাপি তথাপি—

[ওলাই যায়] [Shadow যুদ্ধ]

## মঞ্চ : ১

[চাউনি। গছ। দেৱাল। পাৰিলে এখন ৰথৰ অংশ। ৰজা, মহাবাহু [মগধৰ সেনাপতি] আৰু দুৰৈত এজন পহৰীয়া সৈন্য। ৰজা চিন্তিত]

মহাবাহু : সমগ্ৰ বৈশালী এতিয়া আমাৰ অধীনত। সত্ৰু সেনা সম্পূৰ্ণভাৱে পৰাভূত। প্ৰজাসকল আতংকগ্ৰস্ত। তেওঁলোক এতিয়া আমাৰ কৰুণাপ্ৰাৰ্থী।

ৰজা : এইবোৰ মোৰ কাৰণে নতুন সংবাদ সেনাপতি। আম্ৰপালীৰ সংবাদ কি?

মহাবাহু : [তলমূৰ কৰি] আমাৰ সৈন্যই গাঁৱে গাঁৱে, ঘৰে ঘৰে অম্বেষণ কৰিছে।

ৰজা : ইমান কম সময়ৰ ভিতৰতে তেজ-মঙহৰ এজনী মানুহ শূন্যত মিলি যাব পাৰে নে?

মহাবাহু : প্ৰতিগৰাকী নাৰীক পৰীক্ষা কৰা হৈছে। অৰণ্যৰ কোনো কোনো অংশত অগ্নি সংযোগ কৰা হৈছে। আম্ৰপালীকউলিয়াই নিদিয়ালৈকে, আম্ৰপালীক নোপোৱালৈকে ভয়াবহ অভিযান চলোৱা হ'ব বুলি আমাৰ সৈন্যই সমগ্ৰ ৰাজ্যত ঘোষণা কৰিছে।

ৰজা : অকল ঘোষণা কৰিয়েই ক্ষান্ত থাকিব নালাগিব। আম্ৰপালীক সুস্থ শৰীৰেৰে মোৰ সন্মুখলৈ আনিবলৈ — প্ৰয়োজন হ'লে অভিযান ভয়াবহ কৰি তুলিব লাগিব। মই ইমান নিষ্ঠুৰ কাহানিও নাছিলোঁ। কিন্তু মানুহ যেতিয়া ইমান নিষ্ঠুৰ হয়— তেতিয়া অন্যায়ৰ বিৰুদ্ধে যুঁজিবলগীয়া হয়। তেতিয়া হয়তো মোৰ নিচিনা মানুহো নিষ্ঠুৰেই হ'ব লাগে।

মহাবাহু : প্ৰজাসকলে ইতিমধ্যে আমাক অত্যাচাৰী বুলি অভিহিত কৰিছে।

ৰজা : অত্যাচাৰী কাক বোলে সেইটো তেওঁলোকে কিছু দিনৰ আগলৈকে নাজানিলে? নিজৰ শাসনকৰ্তাসকলক অত্যাচাৰী বুলিবলৈ তেওঁলোকৰ জ্ঞান আৰু সাহ নহ'ল। যোৱা, অভিযান আৰু তীব্ৰ কৰা। তেওঁলোকৰ ভৱিষ্যৎ মংগলৰ কাৰণে, অত্যাচাৰৰ বিৰুদ্ধে সংঘবদ্ধ হ'বৰ কাৰণেই তেওঁলোকক অত্যাচাৰৰ ভীষণ ৰূপটো দেখুৱাই দিয়া। ৰাজ্য ছাৰখাৰ কৰি হ'লেও আম্ৰপালীক মোৰ ওচৰলৈ আনা। আৰু— [হঠাৎ ৰৈ যায়। দুৱলৈ চাই। মহাবাহুৱেও সেইফালে চায়। অলপ পিছত অতি সাধাৰণ বগা কাপোৰ পিন্ধি আম্ৰপালী লাহে লাহে সোমাই আহে।]

ৰজা : কোন? আম্ৰপালী? তুমি?

[আগুৱাই যায়। আম্ৰপালীয়ে হাতখন দাঙি ৰজাক শান্ত হ'বলৈ কয়। আৰু এখোজ পিছুৱাই]

আম্ৰপালী : শুনিছোঁ, মোৰ সন্ধান উলিয়াবলৈ বৈশালী প্ৰজাৰ ওপৰত অত্যাচাৰ চলোৱা হৈছে। মই নিজে আহিছোঁ। নিৰপৰাধী লোকৰ ওপৰত অত্যাচাৰ, ধন-জনৰ বিনাশ বন্ধ হ'ব লাগে। যদি সেইটো কথা সম্ভৱ নহয় তেনেহ'লে প্ৰথমে মোক নিধন কৰিব লাগে।

ৰজা : সেনাপতি, এই মুহূৰ্তেই প্ৰতি সৈন্যই অস্ত্ৰ সম্বৰণ কৰিব লাগে। এই মুহূৰ্তেই — যোৱা—

মহাবাহু : ভাল মহাৰাজ। [অভিবাদন কৰি যায়] তোমালোকো ইয়াত কোনো প্ৰয়োজন নাই। [সৈন্যজনক] [সৈন্যজনো যায়। আঁতৰত ঘোঁৰা আঁতৰি যোৱাৰ শব্দ। কিছু সময় আম্ৰপালীলৈ চাই থকাৰ পিছত]

ৰজা : এই সংকটময় মুহূৰ্তত কিয় তুমি প্ৰাসাদ এৰি আঁতৰি গৈছিলা আম্ৰপালী?

আম্ৰপালী : কিয় এই ভয়ংকৰ অভিযান? কিয় এই হত্যাকাণ্ড, কিয় এই ধ্বংসলীলা!

ৰজা : মোৰ প্ৰিয়তম বন্ধুৰ অন্যায়ভাবে শিৰশ্চেদ কৰা হৈছে। ন্যায়ৰ প্ৰতিক তোমাৰ পিতৃক অৱজ্ঞা কৰা হৈছে। দুষ্ট লোকে চক্ৰান্ত কৰি ৰাজ্যৰ শাসনভাৰ নিজৰ হাতলৈ নিয়াৰ উপক্ৰম কৰিছে। আৰু তোমাৰ ওপৰত ঘৃণনীয় জীৱন জাপি দিয়া হৈছে। ন্যায়ৰ প্ৰতি শ্ৰদ্ধা থকা কোনো প্ৰতিবেশী সম্ৰাটেই এনে অৱস্থাত অচল-অটল হৈ থাকিব নোৱাৰে আম্ৰপালী—

আম্ৰপালী : বৈশালীৰ প্ৰতিবেশী সম্ৰাট আৰু আছিল, মগধৰ প্ৰতিবেশী ৰাজ্য আৰু আছিল, তেনেহ'লে অকল মগধৰ সম্ৰাটে বৈশালীৰ মংগলৰ কাৰণে ইমান চিন্তা কৰিবলগীয়া হ'ল কিয়?

ৰজা : তাৰ উত্তৰ তুমিও জানা আম্ৰপালী। সেই ৰাতিৰ অৰণ্যক সাক্ষী ৰাখি যে মই তোমাৰ হাত দুখন স্পৰ্শ কৰিছিলোঁ, সেয়া মোৰ মুহূৰ্তৰ উত্তেজনা নাছিল। সেয়া আছিল তোমাৰ প্ৰতি বহু দিন ধৰি থকা গভীৰ প্ৰেমৰ পৰিণতি।

আম্ৰপালী : [অইনফালে মুখ ঘূৰাই নিজকে সংযত কৰে] প্ৰেম?

ৰজা : [illegible] হৃদয়ৰ [illegible] আছে [illegible] প্ৰেম [illegible] যি তাৰ মাধুৰ্য আৰু [illegible]
গোটেই পৃথিৱীৰ বিপৰীতে সেই প্ৰেমে মোক নিয়ন্ত্ৰিত কৰে আম্ৰপালী। [আগবাঢ়ে। আম্ৰপালী ঘূৰে]

আম্ৰপালী : আহক। মোৰ লগত আহক। [আম্ৰপালী আগবাঢ়ে। পাছে পাছে ৰজা। পোহৰ কমি নাইকিয়া হৈ যায়।]

**মঞ্চ : ২**

[লাহে লাহে পোহৰ হয়। গছ-গছনি। বিভিন্ন ভংগীত মৃতদেহ চাৰিটা পৰি আছে। তাত পোহৰ পৰে। এজনী তিৰোতাই কান্দি কান্দি মৃতদেহবোৰ লুটিয়াই। নিজৰ গৰাকীক বিচাৰে। এজনীয়ে বহি কান্দে। হঠাতে দূৰলৈ চাই দুয়ো ভয় খাই পলাই যায়। লাহে লাহে আম্ৰপালী আৰু ৰজা সোমাই আহে।]

ৰজা : [উৎসাহেৰে] যি শক্তিয়ে তোমাৰ প্ৰতি অবিচাৰ কৰিছিল, সেই শক্তিৰ আজি পতন ঘটিল। যি শক্তিয়ে আমাৰ মিলনৰ বাটত বাধা'ৰ সৃষ্টি কৰিছিল, সি আজি নিশ্চিহ্ন হৈ গ'ল। এতিয়া আমি মুক্ত আম্ৰপালী। মোৰ সুদীৰ্ঘ কালৰ সংগ্ৰাম আৰু বিপদসংকুল অভিযানৰ মধুৰ সমাপ্তি ঘটিল।

আম্ৰপালী : সেই নিশা— আপোনাৰ হাতত হাত থৈ মই কৈছিলোঁ— আপুনি মোৰ প্ৰেমাস্পদ, কিন্তু দ্বিতীয়। মোৰ প্ৰথম প্ৰেমৰ পাত্ৰী আছিল বৈশালী। আজি এয়া বৈশালীৰ কি হ'ল মহাৰাজ? [এটা মৃতদেহ দেখুৱাই] এইজন সৈনিকৰ কোনো প্ৰেমৰ পাত্ৰী আছিল নে? যদি আছিল, তেওঁ তেওঁৰ প্ৰণয়িনীক, মগধৰ সম্ৰাটে প্ৰণয়িনীক যিমান স্নেহ কৰিছিল— তাতকৈ কম কৰিছিলনে? কি অপৰাধ আজি এই যুৱকৰ মৃতদেহ ইয়াত লুণ্ঠিত মহাৰাজ? কাইলৈতো আপোনাৰ মৃতদেহ এনেকৈ ভূলুণ্ঠিত হ'ব পাৰে?

ৰজা : আম্ৰপালী।

আম্ৰপালী : তেনেহ'লে আমাৰ প্ৰেমৰ মূল্য কি? [আন এটা মৃতদেহ দেখুৱায়] এই যুৱকৰ পৰিবাৰ-প্ৰণয়িনীৰ প্ৰেমৰ আজি ৰূপ কি? সেই অজ্ঞাত ৰমণীৰ বাবে আজি সান্ত্বনা কি?

ৰজা : বৃহত্তৰ স্বাৰ্থৰ কাৰণে কেতিয়াবা কিছু লোকৰ প্ৰাণ হানি হয়েই আম্ৰপালী।

আম্ৰপালী : বৃহত্তৰ স্বাৰ্থ? মোৰ প্ৰতি আপোনাৰ সুদীৰ্ঘ কালৰ প্ৰেম, মোক লাভ কৰাৰ বাসনা— এইবোৰ বৃহত্তৰ স্বাৰ্থ? নহয় নহয়, এই স্বাৰ্থক মই বৃহত্তৰ স্বাৰ্থ কবিব নোৱাৰিলোঁ মহাৰাজ। [গছৰ ফেৰেঙনিত লাগি থকা এটা মৃতদেহৰ কাষত থিয় হৈ] মই বৈশালীক, বৈশালীৰ মানুহক ভাল পাইছিলোঁ। আৰু আত্মপ্ৰবঞ্চনা কৰি লাভ নাই, মোৰ নিজৰ দেহ-মনৰ প্ৰেমৰ কাৰণেও মই ভিতৰি ভিতৰি আকুল হৈছিলোঁ। বহু দিন অপেক্ষা কৰিছিলোঁ— সেই বঞ্চিতজনৰ কাৰণে। আৰু এদিন আপোনাৰ ওচৰত সমগ্ৰ হৃদয় সমৰ্পণ কৰিছিলোঁ। মোৰ সেই প্ৰেম ইমান পবিত্ৰ আৰু তীব্ৰ আছিল যে আপোনাৰ পূৰ্ণ পৰিচয়ৰ কাৰণেও মই বাট চোৱা নাছিলোঁ। কিন্তু আপুনি মোক প্ৰতাৰণা কৰিলে।

ৰজা : নহয় নহয়, অৱস্থাই মোক বাধ্য কৰাইছিল, মই অন্ধ হৈ গৈছিলোঁ। মোক ক্ষমা কৰা।

আম্ৰপালী : নয়ো, নয়ো নিশ্চয় অন্ধ হৈ গৈছিলোঁ। যেতিয়া মোৰ চকু মেল খালে, তেতিয়া মই

প্ৰতাৰিত। মোৰ প্ৰেম ঘৃণা-বিতৃষ্ণা—

ৰজা : তেনেকৈ নক'বা আম্ৰপালী।

আম্ৰপালী : কিন্তু মোৰ হৃদয় আপোনাৰ প্ৰতি থকা প্ৰেমেৰে এনেকৈ আচ্ছন্ন হৈ আছিল যে আপোনাৰ সন্মুখত দৃঢ়তাৰে থিয় হ'বলৈ মোৰ ভয় লাগিছিল। মই দুৰ্বল হৈ পৰোঁ বুলি আঁতৰি আহিছিলোঁ।

ৰজা : তুমি আৰু আঁতৰি যাব নালাগে আম্ৰপালী।

আম্ৰপালী : নগে কি কৰিম?

ৰজা : আমাৰ মিলন হ'ব।

আম্ৰপালী : তাৰ পিছত?

ৰজা : দুয়োখন ৰাজ্যক আকৌ সমৃদ্ধিশালী কৰি তুলিম।

আম্ৰপালী : তাৰ পিছত?

ৰজা : আমি আনন্দেৰে জীৱন নিৰ্বাহ কৰিম।

আম্ৰপালী : তাৰ পিছত? [নিস্তব্ধ]

তাৰ পিছত কি হ'ব আমি নাজানো। মহাৰাজ, ধনে-জনে মোক বেৰি আছিল। চাৰিওকাষে ঐশ্চৰ্য বিভূতিৰ তিৰবিৰণিৰ মাজত এই জীৱন কটাইছিলোঁ। মই জীৱনৰ মাদকতা দেখিলোঁ, যৌৱনৰ উচ্ছৃংখলতা দেখিলোঁ,ৰাজনীতিৰ ঘৃণনীয় ৰীতি-নীতি দেখিলোঁ, অন্যায়-অধৰ্মৰ নিষ্ঠুৰ ৰূপ দেখিলোঁ, শেষত মোৰ মৰমৰ বৈশালীৰ প্ৰজাৰ এই ৰূপ দেখিলোঁ। এই দীঘলীয়া যাত্ৰাৰ অন্তত মোৰ নতুন উপলব্ধি হৈছে মহাৰাজ। মোৰ নিজৰ প্ৰেম আৰু সুখৰ মুখলৈ চালে [মৃতদেহ দেখুৱাই] এওঁলোকৰ প্ৰতিটো আত্মাৰ সন্মুখত মই আৰু নীচ আৰু ঘৃণনীয হ'ম। মই আজি বৰ অশান্ত। এই পথে মোক আজি শান্তি দিব পৰা নাই। এক নতুন, এক নতুন সত্যৰ সন্ধানত মই কিছুদুৰ আগবাঢ়ি যাম। মোক বিদায দিয়ক সৈনিক। মোৰ কাৰণে এজন যুৱক সৌ তাতে আত্মগোপন কৰি আছে।

ৰজা : আম্ৰপালী—

আম্ৰপালী : বিদায দিয়ক সৈনিক। [কিছুদুৰ আগবাঢ়ি যোৱাৰ পিছত পোহৰে বিচিত্ৰ ৰূপ ধৰে]

আম্ৰপালী : আহক নহ'লে সৈনিক, আপুনিও আহক। [ৰজা মন্ত্ৰমুগ্ধৰ দৰে আগুৱাই যায]

মঞ্চ : ১

দূৰৰ আসনত উপবিষ্ট বুদ্ধ। তেওঁৰ মূৰৰ ওপৰৰ পৰা মঞ্চৰ ইটো চুকলৈ ৰশ্মি। সংগীত আৰু ঘণ্টাধ্বনি। বুদ্ধং শৰণং গচ্ছামি। সঙ্ঘং শৰণং গচ্ছামি

আম্ৰপালী আৰু ৰজা বুদ্ধৰ ফালে আগুৱাই যায। লাহে লাহে পোহৰ কমি আহে। কেৱল বুদ্ধৰ ওপৰত পোহৰ থাকে।

---

# অৰণ্যত গধূলি

**চৰিত্ৰ পৰিচয়** ______________________

**পুৰুষ ঃ**

১। ডাঃ বিনন্দ ত্ৰিপাঠী
২। ভাগৱতী
৩। ভাস্কৰ দেৱান
৪। জগবন্ধু দাস
৫। বৰুণ দত্ত
৬। বেয়াৰা
৭। কাৰ্তিক
৮। কৰ্ণ ('বাৰ'ৰ ল'ৰা)
৯। চক্ৰবৰ্তী (বাতৰি কাকতৰ সম্পাদক)
১০। ৰামলাল
১১। লোকনাথ
১২। বাহাদুৰ (দিলু)

**নাৰী ঃ**

১। মন্দিৰা ত্ৰিপাঠী
২। ৰাগিনী
৩। কুন্তলা
৪। ৰিমঝিম দত্ত
৫। অৰুন্ধতী
৬। ইন্দু
৭। মালিনী

[Title Cards সাধাৰণতে যেনেকৈ দেখুওৱা হয়, তেনেকৈ দেখুৱাব। সকলো কাৰ্ড দেখুওৱা হোৱাৰ পিছত শেষ কাৰ্ডখনৰ বাবে বেকগ্ৰাউণ্ড সলনি হ'ব। শেষ কাৰ্ডখন— 'অকাল্যত গধূলি'। বেকগ্ৰাউণ্ড— (পৰ্দাত Shadow)— এখন অৰণ্য। দূৰত শিয়ালৰ মাত। আনফালে দূৰত কুকুৰৰ ভুকনি। এই মাতবোৰৰ কাৰণে Sound speaker দুভাগ কৰি ল'ব লাগিব। শিয়াল আৰু কুকুৰৰ ভুকনিৰ মাত সৰু হৈ যোৱাৰ লগে লগে ইখন মঞ্চৰ আঁৰ কাপোৰ (একেখন মঞ্চৰ হ'লেও হ'ব) উঠিব।]

# দৃশ্য ঃ ১

## মঞ্চ ঃ ১

[ৰাতি। ডাঃ বিনন্দ ত্ৰিপাঠীৰ সম্বৰ্ধনা পাৰ্টীৰ বাবে ক্লাবৰ এটা কোঠা ধুনীয়াকৈ সজোৱা হৈছে। কোঠাটোত ডাঃ ত্ৰিপাঠী, তেওঁৰ পৰিবাৰ মন্দিৰা ত্ৰিপাঠী, জীয়েক ৰাগিণী, ডাঃ ত্ৰিপাঠীৰ নাৰ্ছিংহোমৰ মেনেজিং ডাইৰেক্টৰ ভাগৱতী, ত্ৰিপাঠী পৰিয়ালৰ বন্ধু-বান্ধৱী কুন্তলা, ভাস্কৰ দেৱান, জগবন্ধু দাস, বৰুণ দত্ত আৰু বিমঝিম দত্ত আছে। আঁৰ কাপোৰ উঠাৰ লগে লগে মিছেছ দেৱানে (কুন্তলাই) ডাঃ ত্ৰিপাঠীক এডাল মালা পিন্ধাই দিয়ে। সকলোৱে হাত চাপৰি বজায়। মিষ্টাৰ দেৱানে এথোপা ফুল দিয়ে। ইয়াৰ আগতে বাকীবোৰ মানুহে দিয়া ফুলৰ থোপাবোৰ লৈ ত্ৰিপাঠীৰ ওচৰত ৰাগিণী থিয় হৈ আছে।]

বৰুণ ঃ এতিয়া আমাৰ সকলোৰে হৈ মিষ্টাৰ ভাগৱতীয়ে ডাঃ বিনন্দ কুমাৰ ত্ৰিপাঠীক অভিনন্দন জনাই এটা বক্তৃতা দিয়ক।

ভাগৱতী ঃ [বক্তৃতা য'ৰ পৰা দিব, সেইডোখৰ ঠাইলৈ যায়।] বন্ধুসকল। মই যেতিয়া প্ৰথম মোৰ নাৰ্ছিংহোমটো আৰম্ভ কৰিব খোজোঁ, তেতিয়া মই চিন্তা কৰিছিলোঁ, মই জানো এই প্ৰতিষ্ঠানটো গঢ়ি তুলিব পাৰিম? বহুতে মোক নিৰুৎসাহো কৰিছিল। কিন্তু সেই সময়তে মহাপ্ৰভুৰ কৃপাত মোৰ লগত দেখা হ'ল— ডাঃ ত্ৰিপাঠীৰ। সেই দিনটো যে মোৰ কাৰণে কিমান সৌভাগ্যৰ দিন আছিল, আজি মই ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ। আজিও মই সেই দিনটোৰ কাৰণে ঈশ্বৰক ধন্যবাদ জনাওঁ। নানা ধৰণৰ প্ৰতিদ্বন্দ্বী, পৰশ্ৰীকাতৰ, ঈৰ্ষাপৰায়ণ মানুহ, নানা ধৰণৰ দুৰভিসন্ধিৰ আভাস পাই মই হতাশ হৈ পৰিছিলোঁ। আনকি দুষ্টচক্ৰৰ প্ৰৰোচনাত চৰকাৰেও মোৰ সন্মুখত বাধাৰ সৃষ্টি কৰিব খুজিছিল। এদিন মই প্ৰজেক্টটো বন্ধ কৰাৰ কথাই ভাবিছিলোঁ, কিন্তু ডাঃ ত্ৰিপাঠীয়ে মোক সেই সকলো বাধা তুচ্ছ জ্ঞান কৰিবলৈ সাহস দিলে। সঁচাকৈয়ে তেখেতৰ বুদ্ধি, কৌশল, মেডিকেল ছায়েন্সৰ গভীৰ জ্ঞান, অসাধাৰণ ব্যক্তিত্ব— এই সকলোৱে মিলি এদিন আমাৰ সন্মুখৰ সকলো বাধা দুৰ্বল কৰি পেলালে, আৰু তাৰ ফলত আজি এই কে ভি মেডিকেল চেণ্টাৰ সমগ্ৰ দেশৰ ভিতৰতে এক উল্লেখযোগ্য প্ৰতিষ্ঠান হৈ উঠিল।
[ডাঃ ত্ৰিপাঠী আৰু ৰাগিণীৰ বাহিৰে সকলোৱে হাত চাপৰি বজায়।]
আজি সমগ্ৰ পৃথিৱীৰ ভিতৰতে বিখ্যাত এমেৰিকান ফাউণ্ডেচন অৱ মেডিকেল ছায়েন্সৰ তৰফৰ

পৰা ডাঃ ত্ৰিপাঠীলৈ যি বঁটা আগবঢোৱা হৈছে, সেই বঁটাটোৱেই সমগ্ৰ পৃথিৱীক ডাঃ ত্ৰিপাঠীৰ গুণৰ বিষয়ে ক'ব। ইয়াৰ সমুখত মই তেখেতৰ গুণ-কীৰ্তন কৰিবলৈ চেষ্টা কৰাটো মোৰ মূৰ্খামিহে হ'ব। আজি সমগ্ৰ দেশৰ লগতে আমাৰ এই প্ৰতিষ্ঠানটোকো গৌৰৱান্বিত কৰাৰ বাবে মই ডাঃ ত্ৰিপাঠীক অভিনন্দন জনাইছোঁ আৰু এই প্ৰতিষ্ঠানৰ মেনেজিং ডাইৰেক্টৰ হিচাপে তেখেতক আমাৰ কৃতজ্ঞতা জনাইছোঁ।

[হাত চাপৰি। ভাগৱতী আঁতৰি আহে। মিছেছ দেৱান সেইখিনিলৈ যায়।]

কুন্তলা : ডাঃ ত্ৰিপাঠীয়ে আজি যি আন্তৰ্জাতিক স্বীকৃতি লাভ কৰিলে, তাৰ বাবে আমি গৌৰৱ অনুভৱ কৰিছোঁ সঁচা, কিন্তু লগতে আমি মনত ৰাখিব লাগিব যে প্ৰতিজন Successful মানুহৰ Success-অৰ আঁৰত একোগৰাকী নাৰীৰ অৱদান থাকে। ডাঃ ত্ৰিপাঠীৰ সুযোগ্যা পৰিবাৰ শ্ৰীমতী মন্দিৰা ত্ৰিপাঠীৰ সহায়, সহানুভূতি, প্ৰেৰণাই ডাঃ ত্ৰিপাঠীৰ কৃতিত্বৰ প্ৰতি যি অৰিহণা যোগাইছে, তাৰবাবে আজি আমি তেখেতকো অভিনন্দন জনাওঁ। [হাত চাপৰি। ৰিমঝিম দত্তই কাষৰ মেজ এখনত থকা এথোপা ফুল কুন্তলাক দিয়ে। কুন্তলাই মন্দিৰাক ইংগিতেৰে ওচৰলৈ মাতে। মন্দিৰাই ফুলথিনি লয়। কুন্তলা আঁতৰি আহে। হাতত আৰু এথোপা ফুল লৈ ৰিমঝিম সেইখিনিলৈ আহে।]

ৰিমঝিম : কিন্তু বন্ধু-বান্ধৱীসকল, আমি জনাত ডাঃ ত্ৰিপাঠীয়ে যাক এক মুহূৰ্তৰ কাৰণেও চকুৰ আঁতৰ কৰিবলৈ টান পায়, যাৰ মৰমে সকলো সময়তে ডাঃ ত্ৰিপাঠীক আবৰি ৰাখে, তেৱোঁ আজি আমাৰ মৰম আৰু অভিনন্দন পোৱাৰ যোগ্য। মই সকলোৰে হৈ ডাঃ ত্ৰিপাঠীক আৰু মন্দিৰাৰ সুকন্যা ৰাগিণীক আমাৰ হিয়াভৰা মৰম আৰু অভিনন্দন যাচিছোঁ। আহা ৰাগিণী।

[হাত চাপৰি। ৰাগিণীয়ে হাতৰ ফুলখিনি ওচৰৰে এজনক দি আগুৱাই আহে আৰু ৰিমঝিম দত্তৰ পৰা ফুলৰ থোপাটো লৈ উপস্থিত সকলোৰে ফালে চাই মুৰ দোঁৱায়। আঁতৰি আহে। বৰুণ দত্ত সেইখিনিলৈ যায়।]

বৰুণ : ডাঃ ত্ৰিপাঠী, মিছেছ ত্ৰিপাঠী, মিছ ত্ৰিপাঠী এণ্ড ফ্ৰেণ্ডছ, এজন ফিজিছিয়ান হিচাপে, এজন মেডিকেল ছায়েণ্টিষ্ট হিচাপে, এজন ডাক্তৰ হিচাপে আজি ডাঃ ত্ৰিপাঠীয়ে দেশে-বিদেশে সন্মান লাভ কৰিছে, আজি এই ৰাজ্যখনৰ অলেখ ৰোগীয়ে, ৰোগীৰ পিতৃ-মাতৃয়ে, অভিভাৱকে ডাঃ ত্ৰিপাঠীক দেৱতা জ্ঞান কৰে। তেখেতৰ মুখামুখি হ'লেই ৰোগীয়ে জীৱনৰ আশা দেখা পায়, কিন্তু মই আজি গৌৰৱ অনুভৱ কৰিব খুজিছোঁ— এই ৰাজ্যখনত তেখেতৰ জ্ঞান, বুদ্ধি আৰু ব্যক্তিত্বৰ প্ৰভাৱৰ কথা স্মৰণ কৰি। তেখেত ডাক্তৰ যদিও, সমাজৰ অইন সকলো ক্ষেত্ৰতে আজি তেখেত সবাতোকৈ প্ৰভাৱশালী ব্যক্তি বুলি ক'লেও হয়তো বঢাই কোৱা নহ'ব। আনকি আজি চৰকাৰেও তেওঁৰ পৰামৰ্শ উলাই কৰিব নোৱাৰে। আজি যদি ডাঃ ত্ৰিপাঠীয়ে ডাক্তৰী বিদ্যা এৰি দিয়ে, তথাপি তেখেতৰ বুদ্ধি, জ্ঞান আৰু প্ৰতিভাৰ বাবেই তেখেত দেশবাসীৰ নমস্য হৈ থাকিব। [হাত চাপৰি। ডাঃ ত্ৰিপাঠীয়ে 'হ'ব হ'ব' বুজাবলৈ হাতেৰে ইংগিত কৰে।]

বৰুণ : এতিয়া ডাঃ ত্ৰিপাঠীয়ে দুআষাৰ কথাৰে আমাৰ অভিনন্দন গ্ৰহণ কৰক।

ডাঃ ত্ৰিপাঠী : আপোনালোকে কথাবোৰ একেবাৰে মিটিঙৰ নিচিনা ফৰ্মেল কৰি পেলালে। মই ভাবিছিলোঁ ডিনাৰ পাতিছে, এসাঁজ মাছে-মঙহে ভালকৈ খাম, পিছে এয়া হ'ল কি? নাই নাই নাই, আপোনালোক ইনফৰ্মেল হওকচোন।

জগবন্ধু : ঠিক। ডক্তৰে ঠিক কৈছে। ময়ো তাকে ক'ম বুলি ভাবি আছিলোঁ। ৰাতিপুৱা যেতিয়া মিষ্টাৰ

ভাগৱতীয়ে ফোন কৰি ক'লে— আজি আমাৰ ক্লাবত স্পেছিয়েল গে'ট টুগেদাৰ (Get together) হ'ব, তেতিয়া আমি ভাবিলোঁ, গে'ট টুগেদাৰ মানে— ফু ৰ্তি-ফাৰ্তা, খানা-পিনা এইবোৰেই হ'ব চাগৈ। কোনোবাই গাবলৈ জোৰ কৰে বুলি গান এটাও প্ৰেক্‌টিছ কৰি আহিছোঁ।

কুন্তলা : প্ৰেকটিছ কৰি আহিছে যেতিয়া গাব লাগে।

অৰুন্ধতী : নাই, এইজনে সেয়া মানুহক হঁহুৱাবলৈ হিউমাৰ কৰিছে। পাৰ্টী-ছাৰ্টিত মানুহ গোট খালে হিউমাৰ কৰিব লাগেতো, তেওঁ সেয়া হিউমাৰ কৰিছে। আপোনালোকে হাঁহক আকৌ। [সকলোৱে হাঁহে।]

ডাঃ ত্ৰিপাঠী : আপুনি বৰ ভাল বক্তৃতা দিয়ে বুলি শুনিছোঁ। গান নাগায় যদি চমু বক্তৃতা এটাকে দিয়ক।

ৰিমঝিম : বাইদেউ পিছে নাৰী জাগৰণ সমিতিৰ মানুহ।

অৰুন্ধতী : মই বক্তৃতা দিলে ওচৰে-পাঁজৰে মতা মানুহ থকাই টান হ'ব। [সকলোৱে হাঁহে]

ডাঃ ত্ৰিপাঠী : বাৰু হ'ব, [ঘড়ী চাই] সিফালে খোৱাৰ আয়োজন হৈছেই চাগৈ। কিমান দূৰ মন্দিৰা? খবৰ লোৱাচোন। খাই খাই হিউমাৰ কৰিব পৰা যাব।

মন্দিৰা : হৈছেই হ'বলা। [সোমাই যায]

ডাঃ ত্ৰিপাঠী : মই নীৰৱে, আনন্দেৰে আপোনালোকৰ অভিনন্দন, শুভেচ্ছা, মৰম-চেনেহ সকলো গ্ৰহণ কৰিব খুজিছিলোঁ, কিন্তু দুআষাৰ ক'বলৈ কৈছে কাৰণেহে কওঁ,— এমেৰিকান ফাউণ্ডেচন অব মেডিকেল ছায়ন্সৰ এই এৱাৰ্ড, এই স্বীকৃতিয়ে মোক আনন্দিত কৰিছে, কিন্তু বিস্মিত কৰা নাই। মই স্বীকৃতি খেদি নুফুৰোঁ, কিন্তু আশা কৰোঁ— স্বীকৃতিয়ে মোক খেদি ফুৰক। [হাত চাপৰি] এইবোৰ কথা অস্বীকাৰ কৰি মই অমায়িক হৈ দেখুৱাব নোখোজোঁ। আনহাতে, স্বীকৃতি বোলা বস্তুটোৱে যে যাকে-তাকে খেদি নুফুৰে, সেইটোও মই ভালকৈ জানো। মই মোৰ শক্তিৰ ওপৰত বিশ্বাস কৰোঁ, আৰু আপোনালোকৰ মৰম আৰু শুভেচ্ছাক যথোচিত মূল্য দিওঁ। আত্মবিশ্বাস আৰু আপোনালোকৰ মৰমক মই মোৰ পথৰ সম্বল বুলি ভাবোঁ। [জেপত ছেলুলাৰ ফোন বাজে। তেওঁ ফোনটো উলিয়াই চায, তাৰ পিছত কাণত লগায়।] ডাঃ ত্ৰিপাঠী।— ইয়েছ। জানো।— বুজিছোঁ।— হয় নেকি?— ডক্টৰ ৰহমান আছে নে নাই?— তুমি তেওঁকো খবৰ দিয়া আৰু ডক্টৰ গুপ্তাক সকলো সাজু কৰিবলৈ কোৱা।

ভাগৱতী : কথাটো কি ডক্টৰ? [ডাঃ ত্ৰিপাঠীয়ে ফোনটো ভাগৱতীক দিয়ে।]

ডাঃ ত্ৰিপাঠী : ইন্দু।

ভাগৱতী : [ফোনত] হেল্লো ইন্দু? কি হৈছে? ওঁ। — ওঁ। — হয় নেকি? কিন্তু এতিয়াতো ডাঃ ত্ৰিপাঠী যাব নোৱাৰিব। আমি সকলোৱে এতিয়া—

ডাঃ ত্ৰিপাঠী : [হাতেৰে বাধা দি] মই যাম।

ভাগৱতী : [ফোনত] বাৰু তুমি যোৱাচোন। মই ডক্টৰৰ লগত কথা পাতোঁ। [ফোনটো ত্ৰিপাঠীক দিয়ে। ত্ৰিপাঠীয়ে ফোনটো অফ কৰি জেপত ভৰাই থয়।]
আপুনি নগ'লে নহ'ব জানো?

ডাঃ ত্ৰিপাঠী : হ'ব, কিন্তু আপোনাৰ কে ডি মেডিকেল চেণ্টাৰৰ দক্ষতা কমিব। [সকলোকে সম্বোধন কৰি] ফ্ৰেণ্ডছ, মোলৈ ইয়াতকৈও ডাঙৰ ডিনাৰৰ নিমন্ত্ৰণ আহিল। আই এম ছ'ৰী। মই যোৱা এসপ্তাহে চাই থকা ৰোগী এজনৰ অৱস্থা ক্ৰিটিকেল হৈছে। আপোনালোকক আকৌ ধন্যবাদ জনাইছোঁ। আপোনালোকে মোৰ হৈও ডিনাৰটো এনজয় কৰক। মই আহোঁ।

ৰিমঝিম : [কুন্তলাক] কিমান দুখৰ কথা, নহয় জানো?

কুন্তলা : হয়তো।

ডাঃ ত্ৰিপাঠী : নহয় নহয়, একো নহয়। ৰাগিণী, মন্দিৰা মই গাড়ীখন পঠিয়াই দিমগৈ। গুড নাইট এ'ভৰিব'ডী।

সকলোৱে : গুড্ নাইট। [ত্ৰিপাঠী ওলাই যায়]

বৰুণ : So sad

দেৱান : কি কৰিব। এয়েই হ'ল ডাক্তৰৰ জীৱন।

কুন্তলা : তথাপি—

দেৱান : কি তথাপি? ইয়াকে বোলে ইমাৰজেন্সী।

জগবন্ধু : এইটোৱেই পাৰ্থক্য বুইছে মিছেছ দেৱান। আমি ডিনাৰ খাই, আবোল-তাবোল বকি, উগাৰি-হিকটিযাই থাকোঁতেই যায়, আৰু যিজনে যাওঁ বুলিয়েই এইবোৰৰ মাজৰ পৰা ওলাই গুচি যাব পাৰে, তেওঁ আমেৰিকান ফাউণ্ডেচন অব মেডিকেল ছায়ন্সৰ এৱাৰ্ড পায়।

[মন্দিৰা সোমাই আহে। পাছে পাছে ট্ৰে'ত ছুপৰ কাপ লৈ এজন বেয়াৰা সোমাই আহে। তেওঁ সকলোৰে আগে আগে ছুপ বিলাই ফুৰে।]

মন্দিৰা : ডিনাৰ ৰেডী হৈছে।

বৰুণ : ডিনাৰ ৰেডী হৈছে বুজিলোঁ। কিন্তু খাবলৈ আচল মানুহজনেই যে নাই!

মন্দিৰা : কি হ'ল? [চাই] দেউতাৰ ক'লৈ গ'ল ৰাগিণী?

ৰাগিণী : মেডিকেল চেণ্টাৰলৈ। ইমাৰজেন্সী।

মন্দিৰা : হয় নেকি? আহক তেনেহ'লে, আমি টেবুললৈ যাওঁ। আহক ভাগৱতী, দেৱান— আহা ৰিমঝিম।

দেৱান : ব'বচোন ৰ'ব, ইমান ডাঙৰ ঘটনা এটা ঘটি গ'ল, অথচ আপোনাৰ কোনো বিযেকচনেই নাই।

মন্দিৰা : কি ডাঙৰ ঘটনা?

দেৱান : এই যে আচল মানুহজন— ডাঃ ত্ৰিপাঠীয়েই গুচি গ'ল?

মন্দিৰা : অ' সেইটো কথা কৈছে? বহু বছৰৰ আগতে এনেকুৱা ঘটনাক ডাঙৰ ঘটনা বুলি ভাবিছিলোঁ, আজিকালি ইয়াতকৈ সৰু ঘটনা মোৰ কাৰণে একো নাই। একেলগে এসাঁজ খাবলৈ পোৱাটোহে মোৰ কাৰণে ডাঙৰ ঘটনা।

বৰুণ : [ডাঙৰকৈ] যি হ'ল হ'ল বাৰু। এতিয়া শ্ৰীমতী অৰুন্ধতী দাসে 'ঝনক্ ঝনক্ পায়েল বাজে'ৰ গানটোৰে আমাৰ ডিনাৰ পৰ্ব আৰম্ভ কৰক।

[সকলোৱে হাঁহে। হাঁহিৰ মাজতে পোহৰ কমি যায়। আঁৰ কাপোৰ পৰে।]

## দৃশ্য : ২

### মঞ্চ : ২

[কে ডি মেডিকেল চেণ্টাৰৰ ডাঃ ত্ৰিপাঠীৰ ব্যক্তিগত কোঠা। পৰিষ্কাৰ-পৰিচ্ছন্ন। কাপোৰ থোৱা মুকলি ৱাৰ্ডৰ'বৰ নিচিনা ফাৰ্ণিচাৰ আছে। তাত ডাক্তৰৰ কোট, বগা গাউন আদি ওলমি আছে। ডাঃ ত্ৰিপাঠীয়ে অপাৰেচন কোঠাত পিন্ধা দীঘল সেউজীয়া গাউন পিন্ধি আছে। মূৰত সেউজীয়া কাপোৰৰ টুপী। তেওঁ প্ৰথমে টুপীটো খোলে। ইন্দুৱে সেইটো হাত পাতি লয় আৰু

ওচৰৰ হেঙাৰত থয। তাৰ পিছত ত্ৰিপাঠীযে সেউজীয়া গাউনটো খুলি ইন্দুক দিযে। সেইটো ইন্দুৱে ৱাৰ্ডৰ'বত থয়। এইখিনি সময়ত কথা চলি থাকে।]

ডাঃ ত্ৰিপাঠীঃ বাঃ। বৰ ভাল গোন্ধ এটা পাইছোঁ। কিহৰ গোন্ধ?

ইন্দু ঃ চাৰিশ ছয় নম্বৰৰ ৰোগীজন আজি গ'লগৈ নহয়। তেওঁৰ লগৰ মানুহে আমাৰ নাৰ্ছ এজনীক ফৰেইন ছেন্ট এটা প্ৰেজেণ্ট দি গৈছে। তেওঁ আকৌ ফুৰ্তিতে মোৰ গাত অকণমান লগাই দিলে।

ডাঃ ত্ৰিপাঠীঃ [গম্ভীৰভাৱে] ওঁ। গোন্ধটো বৰ বঢ়িযা। [ভাগৰুৱা মানুহৰ নিচিনাকৈ বহে।]

ইন্দু ঃ ছাৰৰ বৰ ভাগৰ লাগিছে।

ডাঃ ত্ৰিপাঠীঃ হুঁ? ভাগৰ? ভাগৰনো কি? এনেকুৱাতো হৈযেই থাকে।

ইন্দু ঃ বিশেষকৈ আজিৰ দিনটোত, আপোনাৰ কাৰণে ইমান ভাল দিন, সকলোৱে মিলি আপোনাক লৈ কিমান আনন্দ কৰিব খুজিছিল, সেইবোৰ এৰি থৈ এনেকৈ অপাৰেচন থিয়েটাৰলৈ আহিবলগীয়া হ'ল। ৰাতিও ইমান হ'ল।

ডাঃ ত্ৰিপাঠীঃ ৰাতি তোমাৰ কাৰণেও নাই হোৱা জানো?

ইন্দু ঃ মোৰ আজি নাইট ডিউটী আছে।

ডাঃ ত্ৰিপাঠীঃ হয় নেকি? কিন্তু আনন্দ বোলা বস্তুটো কি জানা ইন্দু? এই বস্তুটো একে ঠাইতে থুপ খাই নাথাকে। ই বতাহৰ নিচিনা। যাৰ নাক আছে, তাৰ কাৰণে বতাহ সকলোতে আছে। যাৰ আনন্দ কৰাৰ, আনন্দখিনি পোৱাৰ মন আৰু শক্তি আছে, তেওঁৰ কাৰণে আনন্দ সকলোতে বিয়পি আছে। এই যে আজি আমাৰ ক্লাবত মানুহবিলাকে উজ্জ্বল পোহৰ, ফুলৰ গোন্ধ, সুন্দৰকৈ ৰন্ধা মাছ-মাংসৰ গোন্ধৰ মাজত ডুবি আনন্দ কৰিছে, আনন্দ অকল তাতেই আছে নে? আমাৰ অপাৰেচন থিয়েটাৰৰ লাইটৰ পোহৰ কম উজ্জ্বলনে?

ইন্দু ঃ আপুনি বৰ ভাল কথা কয।

ডাঃ ত্ৰিপাঠীঃ এই যে স্কেলপেল, নাইফ, টুইজাৰৰ খুটুং-খাটাং শব্দ, মিথিলেটেড স্পিৰিট, প্ৰপাইল এলকহলৰ গোন্ধ— এইবোৰৰ মাজত যে দুঘণ্টা সময় ডুবি থাকিলোঁ, তাত জানো আনন্দ নাই?

ইন্দু ঃ কিয নাই? বিচাৰিব জানিলে নিশ্চয আছে।

ডাঃ ত্ৰিপাঠীঃ এই কোঠালিটোতে জানো আনন্দ নাই? মই যদি কওঁ, আমাৰ কাৰণে এই পৃথিৱীৰ সকলো আনন্দ আজি কিছু সময়ৰ কাৰণে ইয়াতে থুপ খাই আছে? বিচাৰিব জানিলে নিশ্চয় আছে,— নহয জানো? মই সেইটোকে বিশ্বাস কৰোঁ। সেইটোৱেই মোৰ জীৱনৰ দৰ্শন। ফিলছ'ফী।

ইন্দু ঃ সেই কাৰণেই আপুনি ইমান ডাঙৰ হ'ব পাৰিছে। আমিও যদি আপোনাৰ নিচিনাকৈ সকলোতে আনন্দ বিচাৰি পালোঁহেঁতেন!

ডাঃ ত্ৰিপাঠীঃ নাপাবা কিয? বিচাৰিব জানিলেই হ'ল। মোৰ মনলৈ এই মুহূৰ্তত কি ভাব আহিছে জানা ইন্দু?

ইন্দু ঃ [চাই থাকে]

ডাঃ ত্ৰিপাঠীঃ তোমালোক সকলোৱে কৈছা, আজি মোৰ গৌৰৱৰ দিন, আনন্দৰ দিন। মোৰ মন গৈছে আজি আমি ইয়াতে এই দিনটো চে'লিব্ৰেইট কৰোঁ আহা।

ইন্দু ঃ চে'লিব্ৰেইট মানে?

ডাঃ ত্ৰিপাঠীঃ বাহিৰৰ দুৱাৰখন খোলা আছে নেকি?

ইন্দু : জানো ক'ব নোৱাৰোঁ।

ডাঃ ত্ৰিপাঠী : চাই আহাচোন। বন্ধ কৰি থৈ আহা।

ইন্দু : কিয়?

ডাঃ ত্ৰিপাঠী : তুমি বন্ধ কৰি থৈ আহাচোন। [ইন্দুৱে মন্ত্ৰমুগ্ধৰ দৰে দুৱাৰখন বন্ধ কৰি থৈ আহে।]

ইন্দু : এতিয়া কওকচোন— আপোনাৰ এই ভাল দিনটো চে'লিব্ৰেইট কৰাৰ লগত সৌ দুৱাৰখন বন্ধ কৰাৰ সম্পৰ্ক কি?

ডাঃ ত্ৰিপাঠী : [ইন্দুৰ সন্মুখতে থিয় হৈ] আগতে তুমিয়েই মোক এটা কথা কোৱাচোন। আজিহে বাৰু তোমাৰ গাত কোনোবা নাৰ্ছ এজনীয়ে ইমান সুন্দৰ গোন্ধোৱা বিদেশী পাৰফিউম লগাই দিব লাগে নে? এই গোন্ধ যাতে কিছু সময়ৰ কাৰণে কোঠালিটোৰ বাহিৰলৈ যাব নোৱাৰে, সেই কাৰণে দুৱাৰখন বন্ধ কৰি থৈ আহিবলৈ কৈছোঁ।

ইন্দু : ছাৰ, মই আগতে আপোনাৰ ক্ষমা খুজি লৈছোঁ। আপুনি বেয়া নাপাব। আপোনাৰ মনলৈ কিবা অশোভনীয় ভাব আহিছে নেকি?

ডাঃ ত্ৰিপাঠী : অশোভনীয় ভাব মানে?

ইন্দু : এই ধৰি লওক — অশালীন, যিকোনো এজনী তিৰোতা মানুহৰ আগত প্ৰকাশ কৰিব নলগীয়া ভাব?

ডাঃ ত্ৰিপাঠী : মোৰ মনত এনেকুৱা কোনো ভাব নাই— যিটো মই যিকোনো তিৰোতা মানুহৰ আগত প্ৰকাশ কৰিব নোৱাৰোঁ। মোৰ মনলৈ যি ভাব আহে, সেই ভাব মই যিজনী তিৰোতা মানুহৰ আগতে প্ৰকাশ কৰিবলৈ মন যায় তেওঁৰে আগত প্ৰকাশ কৰিব পাৰোঁ।

ইন্দু : মোৰ আগত কিবা প্ৰকাশ কৰিবলৈ মন গৈছে নেকি?

ডাঃ ত্ৰিপাঠী : গৈছে।

ইন্দু : কৰকচোন প্ৰকাশ।

ডাঃ ত্ৰিপাঠী : তুমি যেনেকৈ কথা কৈছা, তাৰ পৰাই মই বুজিছোঁ— মই কি প্ৰকাশ কৰিব খুজিছোঁ, তুমি বুজিছাই। [ইন্দুৰ বাহু দুটাত ধৰে। ইন্দুৱে হাত এৰুৱাই দিয়ে।]

ইন্দু : মই যিটো বুজিছোঁ, সেইটো যদি সঁচা হয়, তেনেহ'লে মই কওঁ, এইটো বৰ দুখৰ কথা ছাৰ। মই আহোঁ। মানুহে আনন্দ এনেকৈ চে'লিব্ৰেইট কৰিব নাপায়।

ডাঃ ত্ৰিপাঠী : শুনা ইন্দু, শুনা। আনন্দৰ গতি পানীৰ গতিৰ নিচিনা। পানী যিমানে ওপৰত থাকে, তাৰ হেঁচা সিমানে বেছি হৈ থাকে। সামান্য চাপৰ ঠাই পালেই ই বৈ যায়। ইয়াক বৈ যাবলৈ দিব লাগে। বাধা দিবলৈ চেষ্টা কৰিব নালাগে।

ইন্দু : মোক চাপৰ ঠাই বুলি নাভাবিব ছাৰ। মোৰ এজন গৃহস্থ আছে। তেওঁ সাধাৰণ, দুখীয়া মানুহ। মোৰ উপাৰ্জনেৰে চলা, চাকৰি বিচাৰি ফুৰা মানুহ। তথাপি আমি ওখ ঠাইত বাস কৰোঁ ছাৰ। যিকোনো আনন্দই আমাক টৌৱাই নিব নোৱাৰে।

ডাঃ ত্ৰিপাঠী : এইটো তোমালোকৰ ঘৰখন টৌৱাই নিয়াৰ কথা নহয় নহয়। এইটো এটা তৃপ্তিৰ কথা, এটা মধুৰ অভিজ্ঞতাৰ কথা। জ্ঞান বিলালে যেনেকৈ মানুহৰ ক্ষতি নহয়, বৰং জ্ঞান বাঢ়েহে, ঠিক তেনেকৈ আনন্দ বিলালেও তোমাৰ একো ক্ষতি নহয়। তোমাৰ তৃপ্তি বাঢ়িব, সাঁচি থ'বলৈ সম্পদ বাঢ়িব, ভিতৰি ভিতৰি তুমি ধনী হ'বা।

ইন্দু : শুনক ছাৰ। মই এতিয়া চাৰি নম্বৰ বাৰ্ডলৈ যাব লাগে। আপোনাক ক্লাবৰ পাৰ্টীৰ মাজৰ পৰা

এই ইমাৰ্জেন্সী কে'ছটোৰ কাৰণে মাতি অনা হৈছে— সেই কাৰণে, আপোনাৰ শুভ দিনত মোৰ আপোনাক অভিনন্দন জনাবলৈ মন গৈছিল— আৰু নিজে সেই কাৰণে, উপস্থিত থাকি এই অপাৰেচনটোত আপোনাক সহায় কৰিবলৈ মন গৈছিল— সেই কাৰণে, সেই কাৰণে মই আহিছিলোঁ। এতিযা মই যাওঁ। কিন্তু এটা কথা সুধি যাওঁ। এই মধুৰ অভিজ্ঞতা, তৃপ্তি, চাপৰ ঠাইৰ ফালে বৈ যোৱা পানীৰ— মানে আনন্দৰ গতি,— এইবোৰ কথা আপুনি বাইদেউক, মানে আপোনাৰ পৰিবাৰ মন্দিৰা বাইদেউক নকয় কিয়?

ডাঃ ত্ৰিপাঠী : [গম্ভীৰ] ইন্দু' তুমি মোক জেৰা কৰিব নালাগে। তুমি মোক জ্ঞান দিবও নালাগে। সিমান সাহসী হৈ নেদেখুৱাবা। মোৰ কথা হ'ল, মই যেতিযা বিচাৰোঁ,— মই যেতিয়া বিচাৰোঁ, তেতিযা মোৰ ওচৰত সমৰ্পণ নকৰাৰ সপক্ষে, সমৰ্পণ নকৰাৰ সাপেক্ষে, কোনোবা নাৰীৰ কিবা বক্তব্য, যুক্তি আৰু শক্তি থাকিব পাৰে বুলি মই বিশ্বাসেই নকৰোঁ। তেনেকুৱা কথা বিশ্বাস কৰিবলগীযা আজিলৈকে মোৰ হোৱা নাই।

ইন্দু : জানো। খুব ভালকৈ জানো।

ডাঃ ত্ৰিপাঠী : কি জানা?

ইন্দু : কিমান মানুহৰ আপোনাৰ ওচৰত আত্মসমৰ্পণ কৰাৰ শক্তি নাই, সেইটো জানো। এই যে সুবিধা পালেই আপোনাক বেৰি ধৰে— কুন্তলা দেৱান, ৰিমঝিম দত্ত, অৱন্তী—

ডাঃ ত্ৰিপাঠী : ইন্দু!

ইন্দু : আপোনাৰ জীৱনৰ মহান আদৰ্শ, আপোনাৰ মুখৰ শব্দ আৰু বাক্যৰ বাহাৰ, আপোনাৰ কথাৰ ৰস, এইবোৰৰ জোৰতে আপুনি কিমানক আপোনাৰ অনুৰক্ত কৰি ৰাখিছে, কিমানৰ জীৱন আপুনি ছেদেলি-ভেদেলি কৰি পেলাইছে, তাৰ খবৰ মোতকৈ বেছি আৰু কোনোবাই জানেনে? এইটো মেডিকেল চেণ্টাৰৰে অসংখ্য বেমাৰীয়ে আপোনাৰ এই হাত দুখনক স্বৰ্গৰ বস্তু বুলি ভাবে, কিন্তু কিমান বেমাৰীযে সেই দুখন হাতক নৰকৰ হাত বুলি মোৰ আগত কন্দা-কটা কৰে জানে? লাজত, বেমাৰ ভাল নোহোৱাৰ ভযত, নিজৰ সংসাৰত বিহ সোমোৱাৰ ভয়ত সেইবোৰ মানুহে কেনেকৈ আপোনাক সহ্য কৰি থাকে জানে? ইমানবোৰ মানুহ থাকোঁতে শেষত আপুনি মোক লৈ আনন্দ কৰিবলৈ ওলায? মোৰ গাত হাত দিয়ে?

ডাঃ ত্ৰিপাঠী : উইল ইউ ষ্টপ? মুখ বন্ধ কৰিবা?

ইন্দু : যদি মোক সসম্মানে, ভালে ভালে ইযাৰ পৰা যাবলৈ দিয়ে, তেনেহ'লে মই ভাবি চাব পাৰোঁ— মুখ বন্ধ কৰিম নে নকৰিম। নহ'লে—

ডাঃ ত্ৰিপাঠী : নহ'লে কি কৰিবা?

ইন্দু : মই প্ৰথমতে আপোনাৰ পৰিবাৰ মন্দিৰা বাইদেউৰ ওচৰলৈ যাম, তাৰ পিছত আপোনাৰ জীয়েক ৰাগিণীৰ ওচৰলৈ যাম, তাৰ পিছত যিবোৰ পেপাৰত আপোনাৰ গৌৰৱৰ কাহিনী ছপা হৈছে, সেইবোৰ কাকতৰ কাৰণে খবৰ যোগাৰ কৰা মানুহৰ ওচৰলৈ যাম। আজি পাঁচ বছৰে আপোনাৰ ওচৰে ওচৰে ছাঁৰ নিচিনাকৈ থাকি মই আপোনাৰ কিমান ভিতৰলৈকে চিনি পাইছিলোঁ, খবৰ কাগজত তাৰ হিচাপ আপুনি পাই যাব। [যাব খোজে]

ত্ৰিপাঠী : ইন্দু!

ইন্দু : আপুনি মোক বেযা মন লৈ চুব কিয়? মই আপোনাৰ কুন্তলা, ৰিমঝিমহঁতৰ নিচিনা মানুহ নহওঁ। মই এই অপমান নাপাহৰোঁ।

ত্ৰিপাঠী : শুনা ইন্দু, তুমি খবৰ কাগজত মোৰ খবৰ উলিওৱাৰ কথা কৈছা?

ইন্দু : কৈছোঁ নহয়, মই উলিয়াম।

ত্ৰিপাঠী : তুমি যদি ভাবিছা— মই ভয়তে কঁপি কঁপি সেইবোৰ খবৰ কাগজ পঢ়িবলৈ বাট চাই থাকিম, তেনেহ'লে তুমি বৰ ভুল কৰিছা। তুমি মোৰ যিমান ভিতৰলৈকে দেখিছা, তাৰ আৰু বেছি ভিতৰত কোনটো মানুহ আছে দেখিছা? [খোজ কাঢ়ে। ভাবে।]
[ওলমি থকা কোটৰ জেপত চেলুলাৰ ফোন বাজে। ত্ৰিপাঠীযে ফোনটো উলিযাই কাণত লগায়।] ত্ৰিপাঠী।— [আচৰিত হৈ] ৰাগিণী? তুমি ক'ৰ পৰা কৈছা? গে'টৰ পৰা? মানে এই মেডিকেল চেণ্টাৰৰ গে'টৰ পৰা? তুমি ইয়ালৈ কিয় আহিলা? মাৰাও আহিছে নেকি? কিয়? [অলপ বেছিকৈ বৈ] এঃ। কিনো কথা কোৱা? আমাৰ গাড়ীখন নহ'লে মই ঘৰলৈ যাব নোৱাৰিম নেকি? আগফালে আমাৰ মেডিকেল চেণ্টাৰৰ নাম লিখা কেইখন গাড়ী বৈ আছে দেখিছানে নাই? তুমি দিনে দিনে একো নজনা হৈ গৈ আছা দিয়া।— হুঁ— [চিন্তা কৰি] এটা কাম কৰা। তোমালোক ইযালৈকে আহা।— আহাচোন। তোমালোকক আজি স্পেছিয়েল ক'ল্ড ড্ৰিংক খুৱাম-আহা। —আঃ ড্ৰিংকৰ কিবা সময-অসময আছে নেকি? আহা। মই মোৰ ৰুমতে আছোঁ। [ফোন বন্ধ কৰি অলপ সময চিন্তা কৰে। দুৱাৰখন খুলি থৈ আহে।]

ইন্দু : মই আহোঁ।

ডাঃ ত্ৰিপাঠী : বহা। বিশ্বাস। ইমান তৰ্জন-গৰ্জন কৰি তৎক্ষণাত চাৰি নম্বৰ ৱাৰ্ডত ডিউটী কৰিবলৈ তোমাৰ অসুবিধা হ'ব নহয়? বহা। তুমি যি কৈছিলা, মই যি কৈছিলোঁ— চব পাহৰি যোৱা। [চুকত থকা ফোনটো তুলি তিনিটা সংখ্যা ডায়েল কৰে।] কেণ্টিন? ডাঃ ত্ৰিপাঠী। — গুড্ ইভিনিং। মোৰ কোঠালৈ চাৰি বটল ছাইডাৰ পঠাই দিয়া। গিলাচত পঠাবা। সোনকালে। [ফোন থয। অলপ সময় কিবা ভাবি থাকে।] এনেকুৱা হযেই বুইছা? কেতিযাবা অকণমান প্ৰাণী এটাযো— পোক এটায়ো— প্ৰকাণ্ড হাতী এটাক বিচলিত কৰিব পাৰে।

ইন্দু : তেনেকুৱা পোক-পৰুৱাক লাই দিব নালাগে।

ডাঃ ত্ৰিপাঠী : ঠিক! ঠিক কথা কৈছা। লাই দিব নালাগে নহয়, শেষ কৰি দিব লাগে।— শেষ কৰি দিব লাগে। তুমি মোৰ পৰিবাৰ মন্দিৰা আৰু ছোৱালী ৰাগিণীৰ ওচৰলৈ যাম বুলি কৈছিলা নহয়? ভাগ্যৰ চকৰী কেনেকৈ ঘূৰে দেখিলা? তেওঁলোক সৌশৰীৰে তোমাৰ সন্মুখত উপস্থিত! [দুৱাৰৰ ফালে চাই] আহা, আহা।
[ৰাগিণী আৰু মন্দিৰা সোমাই আহে।] পাৰ্টীনো ইমান সোনকালে শেষ হ'ল নে?

ৰাগিণী : তুমিয়েই গুচি আহিলা, তাৰ পিছত আৰু পাৰ্টী বেছি সময় থাকে নেকি? খাই-বৈ সকলো ঘৰাঘৰি গুচি গ'ল।

ডাঃ ত্ৰিপাঠী : তোমালোকে ভালকৈ খালা নে নাই? মন্দিৰা?

মন্দিৰা : খালোঁ।

ডাঃ ত্ৰিপাঠী : এওঁ ইন্দু। ইন্দুমতী দাস। আমাৰ মেট্ৰন। ইমাৰ্জেন্সী কে'ছৰ সময়ত এওঁ আমাক বৰ সহায় কৰে।

ইন্দু : নমস্কাৰ বাইদেউ।

মন্দিৰা : নমস্কাৰ।

ডাঃ ত্ৰিপাঠীঃ তোমালোকে কথা পাতা। মই আহিছোঁ। এক মিনিট। [ভিতৰলৈ যায়]

মন্দিৰা ঃ তুমি চাকৰি কৰা কিমান দিন হ'ল?

ইন্দু ঃ ইযাত পাঁচ বছৰ হ'ল। আগতে বিৰলা হস্পিতালত আছিলোঁ।

ৰাগিণী ঃ আজি যে দেউতাক ইমান জৰুৰীকৈ মাতি আনিলে, কাৰনো কি হৈছিল?

ইন্দু ঃ ভি আই পি এজন আছে, কালি তেওঁৰ অপাৰেচন হৈছিল, আজি হঠাতে ইণ্টাৰনেল ব্লিডিং হ'বলৈ ধৰিলে।

ৰাগিণী ঃ পিছত?

ইন্দু ঃ ছাৰে আৰু এটা অপাৰেচন কৰিলে।

ৰাগিণী ঃ এতিযা?

ইন্দু ঃ এতিযা ভালে আছে। [বাহিৰৰ পৰা বেয়াৰ সোমায়। তেওঁৰ হাতৰ ট্ৰে'ত চাৰি গিলাচ চৰবত লৈ সোমাই আহে। ঠিক একে সময়তে ভিতৰৰ পৰা ত্ৰিপাঠী সোমাই আহে।]

ডাঃ ত্ৰিপাঠীঃ আনিলা? থোৱা ইযাতে থোৱা। [বেযাৰাই ত্ৰিপাঠীযে দেখুৱাই দিয়া ঠাইত ট্ৰেখন থয়। ত্ৰিপাঠীয়ে এটা গিলাচ চুই চায়।]

ডাঃ ত্ৰিপাঠীঃ ক'ল্ড?

বেযাৰা ঃ ইয়েছ ছাৰ।

ডাঃ ত্ৰিপাঠীঃ গুড্। [এগিলাচ মন্দিৰাক আৰু এগিলাচ ৰাগিণীক দি কয়]

ইন্দুক দিয়া। [এগিলাচ নিজে লৈ খাবলৈ আৰম্ভ কৰে। ৰাগিণীয়ে গিলাচটো ইন্দুক দি বাকী গিলাচ নিজে লৈ খায়।]

ৰাগিণী ঃ খাওক। [তাৰ পিছত কথাৰ মাজে মাজে সকলোৱে খাই থাকে।]

ইন্দু ঃ যাওঁ। মই আচলতে যাব লাগিছিল। মোৰ ডিউটী আছে।

ৰাগিণী ঃ মোৰো কাইলৈ ৰাতিপুৱাই ক্লাছ আছে। দেউতাই যে কেতিযা কি কাণ্ডবোৰ কৰে।

ডাঃ ত্ৰিপাঠীঃ কি কাণ্ড?

ৰাগিণী ঃ এতিযা এইবোৰ খায় নেকি?

মন্দিৰা ঃ আচলতে পাৰ্টীটোত শেষলৈকে থাকিবলৈ নাপালেতো!

ডাঃ ত্ৰিপাঠীঃ তাৰমানে মই তাত শেষলৈকে থকা হ'লে হেঁপাহ পলুৱাই ড্ৰিংক কৰিলোঁহেঁতেন, সেই কথাটো বুজাইছা? কিন্তু শেষৰ কথা বাৰু নকওঁৱেই, মই আৰম্ভৰ বস্তুখিনিৰ কিবা খাইছিলোঁ নে? আজি ৰাতি মই কি খালোঁ, তাৰ খবৰ নোলোৱা কিয়?

মন্দিৰা ঃ তুমি একো খোৱা নাই নেকি?

ডাঃ ত্ৰিপাঠীঃ এতিয়া সুধিবলৈ আহিছা? অপাৰেচন থিয়েটাৰৰ ওচৰৰ ৰুমটোত বহি থাকোঁতে ইন্দুৱে চেণ্ডউইচ দুটা আৰু চাহ একাপ দিছিল তাকে খালোঁ।

মন্দিৰা ঃ তেনেহ'লে কাম শেষ হোৱাৰ লগে লগে ফোন নকৰিলা কিয়? আমি খোৱা বস্তু লৈ আহিলোঁহেঁতেন নহয়।

ডাঃ ত্ৰিপাঠীঃ হ'ব হ'ব। ইন্দুৱে দিয়া চেণ্ডউচবোৰেই মোৰ পেট ভৰি গৈছে। আৰু তুমি যে সেই পাৰ্টীৰ শেষৰ ড্ৰিংকৰ কথা কৈছা, আচলতে সেইটো মোৰ হেবিট নহয়। চখ। তুমিতো জানাই। ৰাগিণী, তুমি কেতিয়াবা তোমাৰ দেউতাৰাক এই ড্ৰিংকৰ কাৰণে সামান্য ইফাল-সিফাল হোৱা দেখিছানে? আৰু ইন্দু তুমিওতো মোক সদায় দেখিয়েই আছা, কেতিয়াবা মই ড্ৰিংকছৰ কাৰণে

অস্বাভাৱিক— এবনৰমেল হৈ যোৱা দেখিছানে?

ইন্দু : নাই দেখা।

ডাঃ ত্ৰিপাঠী : নৌ। নে'ভাৰ। নহয় নহয়, নে'ভাৰ নহয়, এবাৰ। এবাৰ এটা ঘটনা ঘটিছিল। ৰাগিণী তুমিও শুনিবা। তোমাৰ লগৰ ছোৱালীক ক'ব পাৰিবা। তেতিয়া আমি এম বি বি এছ পাছ কৰি ইনটাৰ্ণশ্বিপ কৰি আছোঁ। এবাৰ যাবলগীয়া হ'ল, কি আছিল গাঁওখনৰ নাম— ? বাৰু— ফৰগে'ট ইট। ট্ৰাইবেল মানুহৰ গাঁও বুইছা। মেলেৰিয়াই ধৰিছে বুলি খবৰ ওলাইছিল কাৰণে আমি তালৈ গৈছিলোঁ। পাঁচ দিন আছিলোঁ। শেষৰ দিনা ওচৰৰ মানুহখিনিয়ে বোলে আমাক ভোজ খুৱাব। ভোজৰ বিগিনিংটো কেনেকুৱা জানা? বাঁহৰ চুঙাত সাজপানী আৰু লগত বনৰীয়া কুকুৰাৰ পোৰা মাংস। [ফোন বাজে। ত্ৰিপাঠীয়ে ফোনটো দাঙি লয়।]

ডাঃ ত্ৰিপাঠী : ত্ৰিপাঠী। ওঁ। ওঁ। হয় নেকি?— তুমি প্ৰেছাৰটো চাইছা?— আই এম কামিং। [ফোনটো থৈ] মই এতিয়াই আহিছোঁ। তোমালোক অকণমান বহা।

ৰাগিণী : আকৌ?

ডাঃ ত্ৰিপাঠী : জাষ্ট ফাইভ মিনিটছ। [ওলাই যায়]

ৰাগিণী : এইবিলাক দেখিলে নিজেতো নহওঁৱেই, অইন কাকো ডাক্তৰ হ'ব দিবলৈ মন নাযায়।

ইন্দু : [হঠাতে] বাইদেউ।

মন্দিৰা : কি হ'ল ইন্দু?

ইন্দু : [জোৰে] বাইদেউ। বাইদেউ।

মন্দিৰা : কি হৈছে ইন্দু? কিয় তেনেকুৱা কৰিছা? [ইন্দুৱে মূৰ ঘূৰোৱা মানুহৰ নিচিনা কৰে। ভীষণ অস্থিৰ হয়।]

ইন্দু : বাইদেউ। মোৰ— মই— মোৰ কিবা হৈছে।

ৰাগিণী : কি হৈছে?

ইন্দু : মোৰ সন্দেহ হৈছে—

ৰাগিণী : কি সন্দেহ হৈছে?

ইন্দু : বাইদেউ, মই যদি মৰি যাওঁ—

মন্দিৰা : কিয় তেনেকৈ কৈছা? কি হৈছে?

ইন্দু : [যন্ত্ৰণাত অস্থিৰ হৈ] মোৰ সন্দেহ হৈছে— এই গিলাচটোত— কিবা আছিল, মোক— এই মানুহজনে মাৰিবলৈ।— বাইদেউ, ৰাগিণী— মই তোমালোকক কেইটামান সঁচা কথা কৈ থওঁ।— যদি মই মৰোঁ— মোৰ গিৰীহঁত— মোৰ গৃহস্থ— সেই দুখীয়া মানুহটোক কোনোবাই চাব লাগিব। [কষ্ট] বুজিছোঁ— মোক মাৰিলে—।

মন্দিৰা : কোনে মাৰিলে—।

ইন্দু : আপোনাৰ মানুহজনে?

ৰাগিণী : দেউতাই?

ইন্দু : দেউতাৰাই—।

মন্দিৰা : তেওঁ— তেওঁ তোমাক কিয় মাৰিব?

ইন্দু : কওঁ শুনক। মই আপোনাৰে নিচিনা এজনী তিৰোতা মানুহ। মই মৰিবৰ সময়ত মিছা কথা নকওঁ। এই মানুহজনে— এই মানুহজনে— [সংগীত তাণ্ডৱ হয়। লাহে লাহে মঞ্চ অন্ধকাৰ হয়। সংগীত সৰু হৈ যায়। লাহে লাহে ইখন মঞ্চৰ আঁৰ কাপোৰ উঠে।]

# দৃশ্য ঃ ৩

## মঞ্চ ঃ ১

[মন্দিৰাৰ দেউতাক, লোকনাথৰ ঘৰৰ আগফালৰ বাৰাণ্ডা আৰু ফুলনি। চৰাই-চিৰিকটিৰ মাত শুনা যায়। অতি শান্ত পৰিৱেশ। আবেলি। লোকনাথে ফুলগছৰ গুৰিত জিঞ্জিৰি এটাৰে পানী দিছে। অলপ পিছত এখন গাড়ী ৰোৱাৰ শব্দ হয়। লোকনাথে বাটলৈ চাই, জিঞ্জিৰি থয়। ত্ৰিপাঠী সোমাই আহে।]

লোকনাথ ঃ বিনন্দ আহিলা? খবৰ-খাতি নিদিয়াকৈ?

ডাঃ ত্ৰিপাঠী ঃ খবৰ দিবলৈ আপোনালোকৰ টেলিফোনটো বেয়া হৈ আছে হ'বলা?

লোকনাথ ঃ বেয়া মানে— বহাচোন বহা, ইযাতে বহিবানে ভিতৰলৈ যাবা?

ডাঃ ত্ৰিপাঠী ঃ ইযাতে বহোঁ দিযক।

লোকনাথ ঃ ফোনটো মানে— এই ভাল, এই বেয়া —ঠিকেই নাই। আৰু কেইদিনমানৰ আগতে ভাই মন্দিৰাই কৰিছে কি, কাৰোবাৰ হতুৱাই নতুন ৰিছিভাৰ এটা অনাই লৈছে। সেইটোত ৰিং হোৱাৰ লগে লগে যোনে টেলিফোন কৰিছে,— তেওঁৰ নম্বৰটো ওলাই যায়।

ডাঃ ত্ৰিপাঠী ঃ বুজিছোঁ।

লোকনাথ ঃ গতিকে টেলিফোনটো বাজিলে তাই প্ৰথমতে কোনে ফোন কৰিছে সেইটো চায়, তাৰ পিছত মন গ'লে ধৰে, মন নগ'লে নধৰে।

ডাঃ ত্ৰিপাঠী ঃ মই ফোন কৰিলেও নধৰে নেকি? বাৰু হ'ব। তেওঁ ঘৰলৈ— মানে আমাৰ ঘৰলৈ কেতিয়া যাব?

লোকনাথ ঃ জানো কেতিয়া যায়।

ডাঃ ত্ৰিপাঠী ঃ আপুনি সোধা নাই?

লোকনাথ ঃ এদিন সুধিছিলোঁ। তাই ওভোতাই সুধিলে— মই থকাৰ কাৰণে তহঁতৰ অসুবিধা হৈছে নেকি? সেইদিনাৰ পৰা নোসোধা হ'লোঁ।

ডাঃ ত্ৰিপাঠী ঃ কিন্তু ইমান দিন হ'ল, কিয ইয়াত এনেকৈ আছেহি— সেই খবৰটোতো আপুনি ল'ব লাগিছিল?

লোকনাথ ঃ অ! আহিয়েই তুমি মোৰ কৈফিযৎ বিচাৰিছা নেকি?

ডাঃ ত্ৰিপাঠী ঃ নহয, কৈফিয়ৎ বিচৰা নাই—

লোকনাথ ঃ শুনা বিনন্দ, আচলতে তোমাক দেখিযেই মইহে সুধিম বুলি ভাবিছিলোঁ, কিয় তাই ইমান দিন ইয়াত আছেহি? মোৰ কথা হ'ল— মই ছোৱালী উলিয়াই দিও আনন্দ পাওঁ, ছোৱালী ঘৰত থাকিলেও আনন্দ পাওঁ। কিন্তু আঁতৰা-আঁতৰি হৈ থাকি দুখ পাব লাগে তোমালোকেহে? কথাটো কি?

ডাঃ ত্ৰিপাঠী ঃ তেওঁ ঘৰত আছে নে নাই?

লোকনাথ ঃ আছে। মাতি দিওঁ ৰ'বা। নে তুমিয়েই ভিতৰলৈ আহিবা?

ডাঃ ত্ৰিপাঠী ঃ হ'ব, ইয়াতে ভাল লাগিছে। [মন্দিৰা ওলাই আহে।]

লোকনাথ ঃ অ', তাই আহিছেই।

মন্দিৰা ঃ মই আপোনালোকৰ কথা শুনি আছোঁ দেউতা। মই আপোনাক কথাবোৰ খোলাখুলিকৈ কোৱা

নাছিলোঁ। এতিয়া মই এওঁক কিছুমান কথা খোলাখুলিকৈ ক'ম। আপুনি যিমানখিনি শুনিবলৈ ভাল পায় শুনি ল'ব। প্ৰথমতেই কওঁ,— মই এওঁৰ লগত একেলগে থাকিবলৈ আৰু কেতিয়াও নাযাওঁ।

লোকনাথ : কি?

মন্দিৰা : কেতিযাও মানে মোৰ গাত জীৱ থকালৈকে।

লোকনাথ : কিয়? কিয় এনেকুৱা কথা কৈছ?

মন্দিৰা : আপুনি যদি মই ইয়াত থকাটো বেয়া পায়, তেনেহ'লে ক'ব, মই মোৰ কাৰণে বেলেগ ব্যৱস্থা কৰিব পাৰিম।

লোকনাথ : নহয় নহয়, তই আমাৰ লগত থাকিবি, আমি বেযা পাম— সেইটো প্ৰশ্ন উঠিবই নোৱাৰে। কিন্তু—

মন্দিৰা : মই এওঁৰ লগত থাকিবলৈ নাযাওঁ।

ডাঃ ত্ৰিপাঠী : কিয?

মন্দিৰা : কাৰণ তুমি অতি বেযা চৰিত্ৰৰ মানুহ। এনেকুৱা চৰিত্ৰৰ মানুহে ঘৰত এজনী ঘৈণীয়েক ৰাখিব নাপায।

ডাঃ ত্ৰিপাঠী : তুমি এনেকুৱা ভাষাৰে কথা কৈছা?

মন্দিৰা : আগতে কেতিযাবা এনেকুৱা ভাষাৰে কথা কৈছিলোঁ নে? ইমান বছৰৰ পিছত আজি যে এনেকুবা কথা মুখলৈ আনিছোঁ, মই বলিযা হৈছোঁ নেকি? [সুৰ সলাই] দেউতা, আপুনি ভিতৰলৈকে যাওক। ভিতৰৰ পৰাই যি পাৰে শুনক। আপুনি ইযাত থাকিলে এওঁক কিছুমান কথা ক'বলৈ মোৰ লাজ লাগিব।

লোকনাথ : হয নেকি?

মন্দিৰা : হয। আপুনি যাওক।

লোকনাথ : তইঁতে কিন্তু সীমা চেৰাই কাজিযা নকৰিবি। [যায]

ডাঃ ত্ৰিপাঠী : ইমান দিনৰ মূৰত তোমাক লগ পাবলৈ তোমালোকৰ ঘৰলৈ আহিছোঁ, আৰু তুমি পদুলিতে মোক এনেকুবা জঘন্য ব্যৱহাৰ কৰিছা?

মন্দিৰা : এযা যদি পদুলি হ'ল, তেনেহ'লে ব'লা ভিতৰলৈ।

ডাঃ ত্ৰিপাঠী : হ'ব। কিয তুমি এনেকুবা কথা কৈছা সেইটো কোৱা। তোমাৰ হৈছে কি?

মন্দিৰা : তুমি যে সেই ইন্দু বোলা সাধাৰণ ছোৱালীজনীক মাৰিলা, মোক নামাৰিলা কিয?

ডাঃ ত্ৰিপাঠী : মাৰিলোঁ মানে?

মন্দিৰা : কিয তাইক বিহ খুৱাই হত্যা কৰিলা?

ডাঃ ত্ৰিপাঠী : কি? তুমি এইবোৰ কি কৈছা? তোমালোকৰ চকুৰ আগতে মাজৰাতিলৈকে মই তাইক বচাবলৈ কিমান চেষ্টা কৰিছিলোঁ— তোমালোকে দেখা নাছিলা? মেডিকেল চেন্টাৰটোৰ ইমানবোৰ মানুহৰ লগ লাগি মযেই ইমান চেষ্টা কৰিলোঁ, অথচ তুমি কৈছা, মই তাইক হত্যা কৰিলোঁ? তাইক বচাব নোৱাৰিলোঁ কাৰণেই মই তাইক হত্যা কৰা হ'ল বুলি ভাবিছা নেকি?

মন্দিৰা : মই তোমাৰ সমান চালাক নহওঁ যদিও তেনেকৈ ভাবিবলৈ ইমান মূৰ্খও নহওঁ।

ডাঃ ত্ৰিপাঠী : বাহিৰৰ সকলো মানুহে এইটো এটা অত্যন্ত দুখৰ ঘটনা বুলি এৰি দিলে, কিন্তু তুমি ঘৰৰ মানুহজনী হৈ ইমান সাংঘাতিক কথা কৈছা?

মন্দিৰা : ঘৰৰ মানুহ কাৰণেই সেই তেতিয়াৰে পৰা এতিয়ালৈকে মনে মনে আছোঁ। নহ'লে সেই ৰাতিয়েই তুমি জে'ললৈ গ'লাহেঁতেন। ৰাগিণী আৰু মই তোমাক কেলেংকাৰীৰ পৰা বচাবলৈ যি কৰিছিলোঁ আৰু কৰিছোঁ—

ডাঃ ত্ৰিপাঠী : কি কৰিছিলা? কি কৰিছা তোমালোকে?

মন্দিৰা : ইন্দুয়ে যেতিয়া ক'লে— তুমি তাইক ড্ৰিংকছৰ লগত বিহ মিহলাই দিছা,—

ডাঃ ত্ৰিপাঠী : কি? কি কৈছিল তাই?

মন্দিৰা : তুমি তাইক ড্ৰিংকছৰ লগত বিহ মিহলাই দিছিলা। তাৰ পিছত তোমালোকে যেতিয়া তাইক শুশ্ৰূষা কৰাৰ ভাওনা কৰি আছিলা, তেতিয়া ৰাগিণীয়ে তাই ড্ৰিংকছ খোৱা গিলাচটো বাথৰুমত চাবোনেৰে ধুই তোমাৰ গিলাচত যিখিনি ড্ৰিংকছ আছিল, সেইখিনি তাত ঢালি, জোকাৰি থৈছিল, যাতে গিলাচটোত বিহৰ চিন পোৱা নাযায়। কিন্তু গিলাচকেইটা পৰীক্ষা কৰি চাব কি, কোনেও মানুহজনীৰ ডেড ব'ডীটো প'ষ্ট মৰ্টেম কৰাৰ কথাই নুলিযালে। তোমালোকৰ নিচিনা বিশ্ববিখ্যাত ডাক্তৰে যি ক'লা তাকে সকলোৱে মানি ল'লে। কোনেও ঘুণাক্ষৰেও সন্দেহ নকৰিলে, তুমি কিমান তললৈ নামিব পাৰা। তোমাৰ যে কিমান সুবিধা।

ডাঃ ত্ৰিপাঠী : তুমি সেই ছোৱালীজনীৰ কথা বিশ্বাস কৰি মোৰ কথা এনেকৈ ভাবিব পাৰিছা?

মন্দিৰ : তাইৰ কথা আমি বিশ্বাস কিয় নকৰিম? ত'াই কি স্বাৰ্থত মৰিবৰ আগেয়ে মিছা কথা কৈ যাব? যিজন মানুহক মেডিকেল চেণ্টাৰটোৰ ছুইপাৰৰ পৰা মেনেজিং ডাইৰেক্টৰলৈকে সকলোৱে মূৰত তুলি লৈ থাকে, সেইজন মানুহৰ গাত মিছা অপবাদ সানিবলৈ সেইজনী ছোৱালীৰ স্পৰ্ধা আছে? সেইবোৰ বাদ দিয়া।— কিন্তু চব জানিও, তোমাৰ সেইখন বুকুতে চব কথা সোমাই থকা সত্ত্বেও, তুমি অন্ততঃ মোৰ আৰু ৰাগিণীৰ আগত চাফা হ'বলৈ চেষ্টা নকৰিবা।

ডাঃ ত্ৰিপাঠী : কিন্তু তোমালোককতো ময়েই মোৰ ৰুমলৈ মাতি নিছিলোঁ। মোৰ যদি কিবা মতলব থাকিলহেঁতেন, তেনেহ'লে তোমাক আৰু ৰাগিণীক তেনেকৈ মাতি নিলোঁহেঁতেন নে? মইতো ফোনতেই ৰাগিণীক ড্ৰিংকছ খুওৱাৰ কথা কৈছিলোঁ!

মন্দিৰা : সেই কাৰণেইতো মোৰ বেছি দুখ লাগে। তুমি ভাবিছিলা— পত্নী-কন্যা ওচৰত থাকিলে তোমাক কোনেও সন্দেহ নকৰে। তুমি মুহূৰ্তৰ ভিতৰতে প্লেন কৰিছিলা। আমি উপস্থিত থাকিম, তুমি সকলোকে ড্ৰিংকছ খুৱাবা, ইয়াত আৰু অস্বাভাৱিক কিটো আছে? কিমান বুদ্ধি তোমাৰ! ডাক্তৰী বিদ্যাৰ কাৰণে তোমাৰ যিমান বুদ্ধি আছে, সেই সকলো বুদ্ধি তুমি জঘন্য পাপ কামতো খটুৱালা।

ডাঃ ত্ৰিপাঠী : ঠিক আছে তেনেহ'লে। ইমানবোৰ কথা তোমালোকে জানা বুলি ভাবিছাই যেতিয়া, যোৱা—, কাৰোবাৰ সহায় লৈ কে'ছ এটা আৰম্ভ কৰি দিয়া।

মন্দিৰা : তুমি এইষাৰ কথা কিহৰ জোৰত ক'ব পাৰিছা? ক'ব পাৰিছা— কাৰণ কে'ছত ব্যৱহাৰ কৰিবলৈ এক বিন্দু প্ৰমাণো তুমি ক'তো ৰখা নাই। জীৱন্ত সাক্ষী হ'লোঁ মই আৰু ৰাগিণী। ইন্দু বোলা ছোৱালীজনীয়ে যে ইমানবোৰ কথা কৈ গ'ল, সেইবোৰ এতিয়া আমি ক'লে কোনো বিশ্বাস কৰিব?

ডাঃ ত্ৰিপাঠী : কি কৈ গ'ল তাই?

মন্দিৰা : একো-একোজনী পেছেণ্টক তুমি কিমান মৰম কৰি চিকিৎসা কৰা, একো-একোজনী পেছেণ্টে তোমাক কিমান ঘিণ কৰে, যাক তুমি যেনেকৈ পাবলৈ বিচাৰা, তেওঁলোকৰ তোমাৰ ওচৰত

আত্মসমৰ্পণ কৰাৰ বাহিৰে উপায় নাই— [হঠাতে সুৰ সলনি কৰি] কিন্তু তুমি ঠিক বুজিবা— ৰাগিণী আৰু মই প্ৰতিজ্ঞা কৰিছোঁ— অন্ততঃ এই ইন্দুৰ ঘটনাটোত, তোমাৰ আমি অপকাৰ নকৰোঁ। ভিতৰৰ পৰা দেউতাই যদি শুনি আছে ক'ব নোৱাৰোঁ, যদি আছে, তেনেহ'লে মোৰ আৰু ৰাগিণীৰ মুখৰ পৰা পৃথিৱীৰ কোনেও এই বিষয়ে এটা শব্দও শুনিবলৈ নাপাব। দেউতাযো এই বয়সত কলংকত ডুব যোৱা মানুহ এজনৰ শহুৰেক হ'বলৈ ভাল নাপাব।

ডাঃ ত্ৰিপাঠী ঃ তেনেহ'লে তুমি ইয়াত এনেকৈ থাকিবা কিয়? ব'লা, ঘৰলৈ যাওঁ।

মন্দিৰা ঃ কিয়? মোকো ড্ৰিংকছ খুৱাবা নেকি? ওহোঁ। মই তোমাৰ লগত আৰু কেতিয়াও নাথাকোঁ। দূৰৰ পৰা তোমাৰ খবৰ ৰাখিবও নোখোজোঁ। ইন্দুৱে কোৱাৰ বহু দিনৰ আগৰ পৰাই মই এই ৰিমঝিম, কুন্তলাহঁত কেনেকুৱা মানুহ— অলপ অলপ জানিছিলোঁ, কিন্তু তুমি ইমান তললৈ যাবা বুলি জনা নাছিলোঁ। যোৱা, তোমাৰ লগত থাকিবলৈ মানুহৰ আকাল নাই। সিহঁতৰ লগতে থাকাগৈ। মই ঘৰ খালী কৰি দিছোঁ।

ডাঃ ত্ৰিপাঠী ঃ তুমি এফালৰ পৰা ইমান টান টান কথাবোৰ কেনেকৈ কৈ যাব পাৰিছা মন্দিৰা?

মন্দিৰা ঃ এইবিলাকক টান কথা বুলি ক'বলৈ তুমি ভাও ধৰিছা কিয়? 'জাষ্ট এ ম'মেণ্ট'— বুলি সিটো কোঠালিৰ পৰা হাতৰ টিপতে ভয়ংকৰ বিহ লৈ আহিব পৰা মানুহজনে এইবিলাক কথাকো টান কথা বুলি কয়নে যিবোৰ কথাৰ মাজত তুমি ডুবি আছা, সেইবোৰক তুমি নিৰ্জেই টান কথা বুলি কোৱা কিয়?

ডাঃ ত্ৰিপাঠী ঃ কিন্তু এইবোৰ মিছা কথা।

মন্দিৰা ঃ যদি মিছা কথা, তেনেহ'লে তুমি এটা কাম কৰা। ইন্দুৱে মোক যিবোৰ কথা কৈ গ'ল, সেইবোৰ মই লিখি দিও, তুমি কাগজখনৰ ফটোষ্টেট কপি কিছুমান কৰি পুলিচ, তোমালোকৰ মেনেজিং ডাইৰেক্টৰ, ৰিমঝিম দত্ত, কুন্তলা দেবান, ইন্দুৰ গিৰীয়েক— সকলোকে একোটাকৈ কপি দি দিয়াগৈ। পাৰিবা? [ৰৈ থাকে। অলপ পিছত] মই শেষত তোমাক এটা কথা কওঁ। হত্যা বহুত মানুহে কৰে। সকলো হত্যাকাৰীকে সকলোৱে বেযা নাপায। বহু ঘৈণীযেকে গিৰীযেকে কাৰোবাক হত্যা কৰিছে বুলি বিশ্বাসেই নকৰে। বহু ঘৈণীযেকে হাতৰ-কাণৰ অলংকাৰ বেচি গিৰীযেকক বচাবলৈ চেষ্টা কৰে। তুমি যদি কেৱল হত্যাকাৰী হ'লাহেঁতেন, তেনেহ'লে মযো কিজানি তেনেকুৱাই কৰিলোঁহেঁতেন। কিন্তু এই হত্যাকাণ্ডটোৰ আঁৰৰ যিটো মানুহ, সেই মানুহটোক সহ্য ৰিমঝিমহঁতেহে কৰিব পাৰে। মই নোৱাৰোঁ। ৰাগিণীয়েও নোৱাৰে।

ডাঃ ত্ৰিপাঠী ঃ মই কিন্তু ৰাগিণীক তেনেকৈ হোষ্টেলত থাকিবলৈ নিদিম। তাই মোৰ লগত থাকিব লাগিব।

মন্দিৰা ঃ যোৱা, তাইক লগ ধৰি নিজে এবাৰ চেষ্টা কৰি চোৱা।
[লোকনাথ ভিতৰৰ পৰা ওলাই আহি থিয় হয়। ত্ৰিপাঠী আৰু মন্দিৰাই তেওঁলৈ চায।]

লোকনাথ ঃ [অলপ পিছত] মই সকলো শুনিলোঁ।
[মঞ্চ লাহে লাহে অন্ধকাৰ হয।]

## দৃশ্য ঃ ৪

### মঞ্চ ঃ ২

[ৰাগিণীহঁতৰ হোষ্টেলৰ সন্মুখৰ বাগিচা। আবেলি। ৰাগিণী আৰু কুন্তলাই কথা পাতি আছে। ওচৰত এখন বেঞ্চ আছে।]

কুন্তলা ঃ তুমি মোক ইয়ালৈ মাতি আনিলা কিয়?

ৰাগিণী ঃ আমাৰ ভিজিটিং ৰুমটোত এই সময়ত ভিজিটৰৰ ভিৰ বৰ বেছি হয়। ছুপাৰে মোক ক'লে, পাঁচ বজাত দেউতা আহিব বুলি। দেউতাৰ লগত সেইটো ৰুমত কথা পতাত অসুবিধা হ'ব। সেই কাৰণে ইয়ালৈ আহিলোঁ। কিন্তু দেউতাহে অহাৰ কথা আছিল। আপুনি আহিল কিয়?

কুন্তলা ঃ দেউতাৰাই তোমাক লগ পাবলৈ তিনি দিন আহিছে, তিনিও দিন তুমি হোষ্টেলত নাই বুলি খবৰ পঠিয়াইছা। কিন্তু দেউতাৰাই গম লৈ জানিব পাৰিছে, তুমি আচলতে হোষ্টেলতে আছিলা। সেই কাৰণে আজি মই আগতে আহিছোঁ, দেউতাৰা সৌ তাত বৈ আছে। তুমি কিয় এনেকুৱা কৰিছা ৰাগিণী?

ৰাগিণী ঃ আপুনি কিয় দেউতাক এনেকৈ সহায় কৰিছে?

কুন্তলা ঃ মই দেউতাৰাৰ শুভাকাংক্ষী। ভাল বন্ধু।

ৰাগিণী ঃ মযো দেউতাৰ শুভাকাংক্ষী। তেখেতৰ পৰা আঁতৰি থাকি মই তেখেতক সহায় কৰিছোঁ। আপুনি বুদ্ধি কৰি মোক উলিয়াই আনিলেই যেতিয়া, যাওক— তেখেতক মোৰ ওচৰলৈ পঠিয়াই দিয়কগৈ।

[কুন্তলাই দূৰলৈ চাই হাত বাউল দিয়ে।]

কুন্তলা ঃ তেওঁ আহিছে। তুমি এনেকৈ হঠাতে হোষ্টেলত থাকিবলৈ আহি, তেওঁৰ পৰা আঁতৰি থাকি দেউতাৰাক সহায় কৰিছা— এইবোৰ কেনেকুৱা কথা? তোমাৰ মাৰা ঘৰলৈ গৈছে, তুমি ইয়ালৈ আহিছা,— হৈছে কি ৰাগিণী?

ৰাগিণী ঃ এইবিলাক প্ৰশ্নৰ উত্তৰ আপোনালোকেহে ভালকৈ জানে।

কুন্তলা ঃ আমি ভালকৈ জানো মানে?

ৰাগিণী ঃ নাজানে নেকি? নাজ্রানে যদি দেউতাক সুধিব। নাইবা নিজকে সুধিব।

কুন্তলা ঃ তুমি— খুলি কোৱাচোন, কি ক'ব খুজিছা।

ৰাগিণী ঃ সৌৱা, তেওঁ আহিছে। তেওঁৰ লগত মই কথা পতা সময়খিনি আপুনি দূৰত থাকিলে ভাল পাম। আমাৰ কথা আপুনি শুনিব নালাগে।

কুন্তলা ঃ মই কিন্তু তোমাৰ লগত আকৌ কথা পাতিবই লাগিব।

[কুন্তলা যায়। ৰাগিণী থিয় হৈ থাকে। অলপ পিছত ডাঃ ত্রিপাঠী সোমাই আহে। ৰাগিণীয়ে অলপ পিছত ত্রিপাঠীলৈ চায়।]

ডাঃ ত্রিপাঠী ঃ তোমালোকৰ কি হৈছে ৰাগিণী?

ৰাগিণী ঃ তুমি মাক লগ পাইছিলা?

ডাঃ ত্রিপাঠী ঃ পাইছিলোঁ।

ৰাগিণী ঃ এই প্ৰশ্নটো মাক সুধিছিলা?

ডাঃ ত্রিপাঠী ঃ সুধিছিলোঁ।

ৰাগিণী ঃ মাই কিবা উত্তৰ দিছিল?

ডাঃ ত্রিপাঠী ঃ দিছিল।

ৰাগিণী ঃ মাই কোৱা কথাবোৰ সঁচা?

ডাঃ ত্রিপাঠী ঃ ওহোঁ। মিছা।

ৰাগিণী ঃ তেনেহ'লে তোমাৰ লগত যিকণ কথা পাতিম বুলি ভাবিছিলোঁ, সেইকণ কথাও নাপাতোঁ।

সঁচা কথাক সঁচা কথা বুলি কোৱাৰ সাহসকণো তোমাৰ নাই। তুমি কোনখন মুখেৰে মোক দেখা কৰিবলৈ আহিছা দে—? [ৰৈ যায়] তোমাক দেউতা বুলি মাতিব খুজিলেও জিভা ৰৈ যায়।

ডাঃ ত্ৰিপাঠী : নহয় নহয় ৰাগিণী। অন্ততঃ তুমি, তুমি ইমান নিষ্ঠুৰ নহ'বা। তুমি ঘৰলৈ ব'লা। তুমি নাথাকিলে মোৰ বৰ কষ্ট হয়।

ৰাগিণী : মা নাথাকিলে তোমাৰ কষ্ট নহয়? সেইজনী মানুহক কিয় লগত লৈ ফুৰিছা? কিয় তুমি মাক লগত লৈ আহিব নোৱাৰিলা? সেইবোৰ মানুহক মাহী, বৰমা, আণ্টী বুলি মই কম মৰম কৰিছিলোঁ নে? মাই তেওঁলোকক কম ভাল পাইছিল নে?

ডাঃ ত্ৰিপাঠী : পাইছিল। খুব ভাল পাইছিল। কিন্তু এতিয়া ভাল নাপাবলৈ কি হ'ল? কোনোবা এজনী মানুহে কিবা কিছুমান কৈ গ'ল বুলিয়েই তোমালোকৰ মনত ইমান অবিশ্বাস, ইমান সন্দেহৰ ভাব সোমাল? মোৰ ওপৰত তোমালোকে বিশ্বাস ৰাখিব নোৱাৰিলা?

ৰাগিণী : নক'বা। আৰু একো নক'বা। যিমানে জোৰ দি, সাজি সাজি কথা ক'বলৈ চেষ্টা কৰিবা, সিমানে মোৰ আগত তোমাৰ নিজৰ ছোৱালীৰ আগত তুমি সৰু হৈ গৈ থাকিবা। সেই ইন্দু নামৰ মেট্ৰনজনীৰ বিষয়ে তুমি এটা বেয়া শব্দও উচ্চাৰণ নকৰিবা, তুমি পাপৰ খালত আৰু এচাপ নামি যাবা। সেইজনী মানুহক তোমালোকৰ মেডিকেল চেষ্টাৰৰ সৰু সৰু মানুহবোৰে যে ফ্লোৰেন্স নাইটিংগেল বুলি মাতিছিল, জানা? নাজানা। কাৰণ তোমালোকে তাইৰ চেহেৰাটো আৰু বয়সটোৰ বাহিৰে একো দেখা নাছিলা।

ডাঃ ত্ৰিপাঠী : ৰাগিণী। তুমি তোমাৰ দেউতাৰাক এই সুৰত, এনেকুৱা লেতেৰা কথা ক'ব পাৰিছা?

ৰাগিণী : তুমি মন কৰিছা— মই তোমাৰ লগত ইমান পৰে কথা পাতিছোঁ, কিন্তু দেউতা বোলা শব্দটো এবাৰো মোৰ মুখেদি ওলোৱা নাই। মই তোমাক বৰ ভাল পাইছিলোঁ। সকলো ছোৱালীয়ে বাপেকক ভাল পায় বোলা কথা এটা আছে, কিন্তু সেই কথাটোৰ কাৰণে নহয়, মই তোমাক সঁচাকৈয়ে ভাল পাইছিলোঁ। তুমি ঘৰলৈ আহিলেই, তোমাক দেখিলেই, তোমাৰ মাতটো শুনিলেই মোৰ বৰ আনন্দ লাগিছিল। কিন্তু— [ৰৈ যায।]

ডাঃ ত্ৰিপাঠী : কিন্তু? এতিয়া? [গম্ভীৰ সুৰেৰে]

ৰাগিণী : এতিয়া তুমি কিমান সোনকালে ইয়াৰ পৰা যোৱা তালৈকে বাট চাই আছোঁ।

ডাঃ ত্ৰিপাঠী : [দন্তৰে] তুমি বাট চাই থাকিব লাগিছে কিয়? তোমালোকে ভাবিছা কি? তোমালোক মাৰা-জীয়েৰাই লগ লাগি মোক কিবা ভিক্ষা বিচাৰি অহা মানুহ বুলি ভাবিছা নেকি? হয়, মোৰ জীৱনৰ এটা নিজা বাট আছে, মোৰ নিজৰ বিচাৰ-বুদ্ধি আছে, মোৰ নিজৰ ভালপোৱা-বেয়াপোৱা আছে, মোৰ সুখ-দুখৰ এটা নিজা ধৰণ আছে।

ৰাগিণী : নিশ্চয় আছে। কিন্তু সেইবোৰৰ মাজলৈ আমাক আনিলা কিয়?

ডাঃ ত্ৰিপাঠী : আনিলোঁ কাৰণে মই তোমালোকৰ দাস হ'লোঁ নে? ভৃত্য হ'লোঁ নেকি? নৌ। মই সদায় ময়েই হৈ থাকিম। [যাব খোজে]

ৰাগিণী : শুনা। যোৱাৰ আগতে তুমি এজন মানুহক লগ পাই যোৱা। তুমি আহিবা বুলি জানি মই তেওঁক তোমাক লগ পোৱাই দিবলৈ সৌ তাতে বহুৱাই থৈছোঁ। [হাত বাউল দি মাতে]

ডাঃ ত্ৰিপাঠী : ক'ৰ মানুহ?

ৰাগিণী : ইয়াৰে মানুহ। তেওঁক লগ পোৱাটো তোমাৰ কৰ্তব্য বুলি ভাবোঁ। একেবাৰে সাধাৰণ মানুহ।

ভয় কৰিবলগীয়া একো নাই। কিছুমান সাধাৰণ মানুহৰ লগত চিনাকি হৈ যোৱাটো ভাল। [ইন্দুৰ গিৰীয়েক কাৰ্তিক সোমাই আহে। সোমায়েই সি ত্ৰিপাঠীক নমস্কাৰ কৰে।]

কাৰ্তিক : নমস্কাৰ ছাৰ।

ডাঃ ত্ৰিপাঠী : [গম্ভীৰ সুৰেৰে] নমস্কাৰ।

কাৰ্তিক : মোৰ নাম কাৰ্তিক ছাৰ। কাৰ্তিক দাস। ইন্দুমতী যে— আপোনালোকৰ হস্পিতালত যে কাম কৰিছিল, মৰিল যে— তেওঁ মোৰ পৰিবাৰ আছিল।

ডাঃ ত্ৰিপাঠী : অ'। হয় নেকি?

কাৰ্তিক : হয় ছাৰ। আপুনিয়েই তেওঁক চিকিৎসা কৰিছিল— নহয় জানো ছাৰ? [মাতটো কন্দা কন্দা হৈ পৰে।]

ডাঃ ত্ৰিপাঠী : কৰিছিলোঁ।

কাৰ্তিক : আপুনি ইমান ডাঙৰ ডাক্তৰ, আপুনি চিকিৎসা কৰোঁতেও তেওঁ নাবাচিল, কিন্তু তেওঁৰ তেনেকুৱা অসুখ একো নাছিল ছাৰ। আমাৰ বিয়া হোৱা চৈধ্য মাহ হৈছিল, এই চৈধ্য মাহত অসুখৰ নামত তেওঁ হাঁচি এটা মৰাও শুনা নাছিলোঁ। এনেকুৱা মানুহৰো হঠাতে ইমান ডাঙৰ অসুখ হয় নে ছাৰ? [চকুপানী মচে]

ৰাগিণী : মানে— এওঁৰ ধাৰণা হৈছে— এওঁৰ ঘৈণীয়েকৰ মৃত্যুটো স্বাভাৱিক নহয়।

ডাঃ ত্ৰিপাঠী : সেই ধাৰণাটো এওঁৰ মগজুত সুমুৱাই দিবলৈ তুমি এওঁক ইয়ালৈ মাতি আনিছা নেকি?

ৰাগিণী : মই যদি এওঁক কিবা ধাৰণা দিব খুজিলোঁহেঁতেন, তেনেহ'লে কি ধাৰণা দিব পাৰিলোঁহেঁতেন, সেইটো তুমি মোৰ সমানেই ভালকৈ জানা। মই যদি এওঁক শুদ্ধ ধাৰণাটো দিলোঁহেঁতেন, তেনেহ'লে এওঁ তোমাক এনেকৈ নমস্কাৰ কৰিলেহেঁতেন নে?

ডাঃ ত্ৰিপাঠী : তেনেহ'লে এওঁৰ লগত তোমাৰ সম্পৰ্ক হ'ল কেনেকৈ?

ৰাগিণী : ইন্দুৱে আমাক কোৱা কথাবোৰ কিমান সঁচা, তেওঁ কিমান দুষ্ট মানুহ আছিল, মৰিবৰ সময়ত মিছা কথা কৈ লোকৰ অপকাৰ কৰিব পৰা মানুহ আছিল নে নাছিল, সেইটো জানি লোৱাটো মোৰ কাৰণে দৰকাৰী আছিল। তাকে কৰিবলৈ মই যিমানবোৰ মানুহক লগ ধৰিছিলোঁ, তেওঁলোকৰ ভিতৰত এৱোঁ এজন।

কাৰ্তিক : আৰু এওঁক মই আই-বোপাইৰ নামত শপত খাই কৈছোঁ— ইন্দু দুষ্ট ছোৱালী নাছিল। তেওঁ যদি দুষ্ট আছিল, তেনেহ'লে আমাৰ আই-বোপাই, দেৱতা-গোসাঁই, মই এওঁ সকলো দুষ্ট ছাৰ।

ডাঃ ত্ৰিপাঠী : [যাব খুজি উভতি আহি, দাম্ভিক সুৰেৰে] তেনেহ'লে তুমি এওঁক কৈ দিয়া— কোনোবাই এওঁৰ ঘৈণীয়েকক হত্যা কৰিলে। [যায়]

ৰাগিণী : কোনে হত্যা কৰিলে সেইটোও কৈ দিম নেকি?

ডাঃ ত্ৰিপাঠী : [উভতি] দিয়া। দুজনী তিৰোতা মানুহ, এজনী মাক, এজনী জীয়েক— তেওঁলোকহে সেই সময়ত ইন্দুৰ লগত আছিল। সেই মানুহ দুজনীয়েই কিবা দুৰ্ঘটনা ঘটালে বুলি ক'লে কাৰতো বিশ্বাস কৰিব। এৱোঁ বিশ্বাস কৰিব।

ৰাগিণী : [চিঞৰি] কি ক'লা তুমি?

ডাঃ ত্ৰিপাঠী : শুনিলা নহয় কি ক'লোঁ।

ৰাগিণী : আকৌ কোৱা।

ডাঃ ত্ৰিপাঠী : যদি ইন্দুমতীৰ মৃত্যু অস্বাভাৱিক হয়, তেনেহ'লে মৃত্যুৰ আগৰ সময়খিনিত তেওঁৰ লগত যি

দুজনী মানুহ আছিল, তেওঁলোকক সন্দেহৰ পাত্ৰ কৰিব পৰা নাযাব জানো?

ৰাগিণী : তুমি— [দাঁত-মুখ কৰচি] তুমি—

ডাঃ ত্ৰিপাঠী : কিছুমান তিৰোতাৰ অৰ্থহীন জে'লাছী (Jealousy), হিংসা, সন্দেহ, সুন্দৰী ইন্দুমতীৰ লগত ডাঃ ত্ৰিপাঠীৰ সান্নিধ্য, এই সান্নিধ্য অসহ্য। গতিকে মানুহ দুজনীয়ে—

ৰাগিণী : তুমি ইমান তললৈ যাব পাৰা?

ডাঃ ত্ৰিপাঠী : পাৰোঁ, কিন্তু নাযাওঁ। কথাটোহে কৈছোঁ। মানুহে এইটো গল্প সহজে বিশ্বাস কৰিব, কিন্তু ডাঃ ত্ৰিপাঠীৰ বিৰুদ্ধে কোনো গল্প সহজে বিশ্বাস নকৰিব। গতিকে কোনে কি কৈ গ'ল— তোমালোকেও বিশ্বাস নকৰিবা। ৰিলাক্স। সহজ হোৱা।

ৰাগিণী : [হঠাতে দূৰলৈ চাই, চিএৰি] আপুনি তাত লুকাই থাকি কি শুনিছে? আপোনাক মই কি কৈছিলোঁ? আমাৰ কথা শুনিব নালাগে বুলি কৈছিলোঁ নে নাই?

ডাঃ ত্ৰিপাঠী : তুমি মিছেহে দেখানকো এনেকুৱা সুৰত কথা কোৱা?

ৰাগিণী : আগতে নকৈছিলোঁ। এতিয়া ক'বলৈ বাধ্য হৈছোঁ। [কুন্তলা সোমাই আহে] আপোনাৰ তেনেকৈ লুকাই লুকাই কথা শুনিবলৈ বেয়া নালাগিল?

কুন্তলা : নহয় ৰাগিণী, শত্ৰুৱে তোমালোকৰ গোপন কথা শুনিলে তুমি হয়তো বেয়া পাব পাৰা, কিন্তু মিত্ৰই শুনিলে বেয়া পাব নালাগে। তোমালোকৰ ভিতৰুৱা কথা শুনাত মোৰ কোনো ইণ্টাৰেষ্ট নাছিল। মই গাড়ীতে বহি আছিলোঁ। কিন্তু তোমাৰ কথা আৰু ব্যৱহাৰত মই ক্ষুণ্ণ হৈছিলোঁ।

ৰাগিণী : তেনেহ'লে আপুনি এইখিনি পালেহি কেনেকৈ?

কুন্তলা : হঠাতে দেখিলোঁ [কাৰ্তিকক দেখুৱাই] এই মানুহজন তোমালোকৰ ওচৰ চাপি আহিছে। তাৰ পিছত দেখিলোঁ তোমালোক বৰ উত্তেজিত হৈছা, মৃত্যু, হত্যা— এইবোৰ শব্দ মোৰ কাণত পৰিছিলগৈ। তেতিয়া আৰু মই ৰ'ব নোৱাৰিলোঁ। তোমালোকৰ শত্ৰু হোৱা হ'লে মই গাড়ীতে বহি থাকিলোঁহেঁতেন। তুমি জানা— তোমালোকৰ লগত আমাৰ কিমান দিনৰ কিমান ঘনিষ্ঠ সম্পৰ্ক?

ৰাগিণী : আগতে নাজানিছিলোঁ, এতিয়া জানিছোঁ।

কুন্তলা : [ত্ৰিপাঠীক] ডক্তৰ।

ডাঃ ত্ৰিপাঠী : কোৱা।

কুন্তলা : তুমি মোক ৰাগিণীক লগ পাবলৈ বুলি মাতি আনিছিলা। কিন্তু ইয়াত আহি দেখিলোঁ— ছামথিং কোৱাইট ডিফাৰেণ্ট। ছামথিং মিষ্টিৰিয়াছ— কিবা যেন ৰহস্যময় ঘটনা। আৰু তোমাৰ ইমান মৰমিয়াল, হাঁহিমুখীয়া ছোৱালীজনীয়ে এনেকুৱা ৰুক্ষ, অস্বাভাৱিক ব্যৱহাৰ কৰিছে? আৰু এওঁক [কাৰ্তিকক দেখুৱাই] মই ক'ৰবাত এদিন দেখিছিলোঁ— ক'ত দেখিছিলোঁ।

কাৰ্তিক : আপোনালোকৰ ক্লাব ঘৰত দেখিছিল মাডাম।

কুন্তলা : অ' ইয়েছ। তুমি ডক্তৰক বিচাৰি গৈছিলা?

কাৰ্তিক : হয় মাডাম। ডাক্তৰ ছাৰ ক'ত আছে বুলি মই আপোনাকে সুধিছিলোঁ।

ডাঃ ত্ৰিপাঠী : কিছু দিনৰ আগতে আমাৰ যে মেট্ৰন এজনী ঢুকাইছিল?

কুন্তলা : শুনিছিলোঁ।

ডাঃ ত্ৰিপাঠী : এওঁৰ ৱাইফ আছিল।

কুন্তলা : হয় নেকি? বৰ দুখৰ কথা। কিন্তু এওঁ তোমাৰ ছোৱালীৰ হোষ্টেলত?

ৰাগিণী : তেওঁ মোৰ বন্ধু।

কুন্তলা : বন্ধু? তোমাৰ? এইটোওতো বৰ ইণ্টাৰেষ্টিং কথা।

ৰাগিণী : আপুনি কৈছিল নহয়—আমাৰ কোনো কথাত আপোনাৰ ইণ্টাৰেষ্ট নাছিল? সেইটোৱেই ভাল কথা। আপোনালোকে আচলতে নল'বলগীয়া কথাত বৰ বেছি ইণ্টাৰেষ্ট ল'লে। এতিয়াও, আপোনালোকৰ নিজৰ ৰাজ্যখনৰ ভিতৰত যাৰ যিমান ইণ্টাৰেষ্ট লয়, লৈ থাকক, কিন্তু আমাক ৰেহাই দিয়ক।

ডাঃ ত্ৰিপাঠী : তুমি হিতাহিত জ্ঞান হেৰুৱাই পেলাইছা। তোমাৰ সাধাৰণ ভদ্ৰতাজ্ঞানো নাইকিয়া হৈ গৈছে। ব'লা কুন্তলা, আমি ইয়াৰ পৰা যোৱাই ভাল। [কুন্তলা আৰু ত্ৰিপাঠী যাব খোজে। কুন্তলাই উভতি আহি কয়]

কুন্তলা : ৰাগিণী, এটা কথা তোমাক কৈ যাওঁ। সাধাৰণ অৱস্থাত তোমালোকৰ ভিতৰত কি হৈছে সেইবোৰত মোৰ ইণ্টাৰেষ্ট নাই, সঁচা কথা। কিন্তু অসাধাৰণ অৱস্থাত, যেতিয়া এটা সমস্যা, এটা বিপদৰ আভাস পাওঁ, তেতিয়া মই সমস্যাটোৰ, বিপদটোৰ ওচৰ চাপি যাওঁ। সেইটো মোৰ অভ্যাস। সেইটো মোৰ কৰ্তব্য।

ৰাগিণী : আপুনি ইতিমধ্যে বহুত অধিকাৰ গোটাই লৈছে বুলি শুনিছোঁ— কিন্তু আমাৰ সমস্যাৰ মাজত সোমোৱাৰ অধিকাৰো—

কুন্তলা : [দৃঢ়ভাৱে] এইটো অধিকাৰৰ কথা নহয়। বন্ধুত্ব, মানৱীয়তাৰ কথা। মই আজিৰ ঘটনাৰ কথা নাপাহৰোঁ। [যায়]

ডাঃ ত্ৰিপাঠী : শান্ত হৈ, অকলশৰে কথাবোৰ ভাবি চাবা। ভুল কৰিছা যদি মিছেছ দেৱানৰ ওচৰত ক্ষমা খুজিবা। আহোঁ।

ৰাগিণী : এই একেখিনি কথাকে মিছেছ দেৱানক ক'বা আৰু তেওঁক মোৰ মাৰ ওচৰত ক্ষমা খুজিবলৈ ক'বা। যোৱা।

[অলপ সময় চাই থাকি ত্ৰিপাঠী যায়গৈ। মঞ্চ অন্ধকাৰ।]

## দৃশ্য ঃ ৫

### মঞ্চ ঃ ১

[ক্লাবৰ কোঠালিটোৰ এটা অংশ। ৰাতি। দূৰৰ 'বাৰ'ৰ টুলত বহি বৰুণ দত্তই ড্ৰিংক কৰি আছে। সন্মুখৰ চকী এখনত বহি ৰিমঝিম দত্তই তাচ এযোৰ লৈ অকলে অকলে তিনিপতীয়া খেলিছে। (মৃদু) সংগীত বাজি আছে। ৰিমঝিমে অতি সাৱধানে কাল্পনিক প্ৰতিদ্বন্দ্বী দুজনৰ তাচখিনি চাই নিজৰ ভাগৰখিনি চায় আৰু আনন্দত 'গুড' বুলি চিঞৰি দিয়ে। হাতত গিলাচটো লৈ বৰুণ আগুৱাই আহে।]

বৰুণ : কি হ'ল?

ৰিমঝিম : লটাৰী কৰি চাইছিলোঁ। জিকিলোঁ।

বৰুণ : কিহৰ লটাৰী?

ৰিমঝিম : আমাৰ কামটোৰ। কামটো হ'ব।

বৰুণ : হ'লেতো ভালেই। কিন্তু আচল মানুহজনৰেই যে দেখা-দেখি নাই।

ৰিমঝিম : তেওঁ তোমাক ফোনত কি কৈছিল?

বৰুণ : কৈছিল— বৰ বেছি সাত বাজিব। কিন্তু এতিয়াতো আঠ বাজিবৰেই হ'ল। মই ভাবিছিলোঁ বাকীবোৰ মানুহ অহাৰ আগতে তেওঁক কথাটো বুজাই ক'ম। এতিয়া দেখিছোঁ অকলে কথা পতা নহ'বই।

ৰিমঝিম : অকলে নহ'লেও মানুহৰ মাজতে সুবিধা উলিযাই কথাটো আজি ক'বই লাগিব।

বৰুণ : মেনেজিং ডাইৰেক্টৰক মযে ক'ব পাৰিম, কিন্তু ডক্তৰ ত্ৰিপাঠীক তুমি কথাটো এনেকৈ বুজাব লাগিব যাতে তেওঁ মিটিঙত অন্য মেম্বাৰবিলাকক আমাৰ হৈ বুজোৱাৰ দায়িত্বটো লয়।

ৰিমঝিম : মোৰ কথাৰ ওপৰত ডক্তৰে ইমান গুৰুত্ব দিব বুলি তুমি কিন্তু ধৰি নল'বা।

বৰুণ : মই ধৰি লোৱা-নোলোৱাটো মিনিংলেছ কথা। আচল কথা হৈছে তুমি তেওঁক মেনেজ কৰাটো। [বাহিৰলৈ চাই] আহিছেই নেকি। [ডাঙৰকৈ] গুড্ ইভিনিং মিষ্টাৰ ভাগৱতী। আহক আহক।

ভাগৱতী : গুড ইভিনিং। গুড ইভিনিং মিছেছ দত্ত।

ৰিমঝিম : গুড ইভিনিং। ভালে আছে ছাৰ?

ভাগৱতী : আছোঁ আৰু। আৰু কোনো অহা নাই নেকি? [ঘড়ী চায]

ৰিমঝিম : নাই। আহিবৰ সময হৈছে। ফোনত সকলোৱে আহিব বুলিযেই কৈছে।

বৰুণ : আপুনি কি ল'ব ছাৰ?

ভাগৱতী : ছফট (Soft) কিবা এটা হ'লেই হ'ব।

বৰুণ : যোৱচোন ৰিমঝিম।

ভাগৱতী : এঃ! আপুনি কিয যাব লাগিছে। মই নিজে ল'ম নহয়।

ৰিমঝিম : আজি আমি হ'ষ্ট (host) নহয। ['বাৰ'লৈ গৈ তাত থকা মানুহজনক কিবা কয়।]

বৰুণ : সুবিধা পাইছোঁ কাৰণে আপোনাক কথা এটা কওঁ মিষ্টাৰ ভাগৱতী। এই যে আপোনালোকে নতুন স্কেনিং মেচিনটো অনাব খুজিছে, সেই বিষয়ে মই আগতে আপোনাৰ লগত এদিন কথা পাতিছিলোঁ।

ভাগৱতী : মোৰ মনত আছে।

বৰুণ : কাইলৈ নে পৰহিলৈ আপোনালোকৰ পাৰচে'জ কমিটীয়ে বিষয়টো আলোচনা কৰা।

ভাগৱতী : হয। কাইলৈ।

বৰুণ : অৰিজিনেল জাৰ্মান কোম্পানীটোৰ হৈ ইণ্ডিয়াত যিখন ফাৰ্মে এই মেচিনটো ছাপ্লাই কৰে, সেইখন ফাৰ্মৰ লগত আমি কাম কৰিছোঁ যোৱা আঠ বছৰে। তেওঁলোকে আমাক, অৰ্থাৎ আপোনালোকক যিমান সুবিধা দিব পাৰিব, অন্য কোনো কোম্পানীয়ে পাৰিব বুলি মই বিশ্বাস নকৰোঁ।

[ৰিমঝিমে এগিলাচ পানীয আনি ভাগৱতীক দিয়ে।]

ভাগৱতী : থেংক ইউ।

ৰিমঝিম : ইউ আৰ বেলকাম।

বৰুণ : আৰু আমাৰ ছাৰ্ভিচৰ কথাতো আপোনালোকে জানেই।

ভাগৱতী : [পাতল সুৰত] আমাৰ এই মেডিকেল চেণ্টাৰটোৰ আধাখিনি বস্তুৱেইতো আপোনালোকে দিয়া। [হাঁহে]

বৰুণ : সেইটো হয়। তাৰ কাৰণে এই চেন্টাৰটোৰ লগতে আমিও গৌৰববোধ কৰোঁ। কিন্তু অলপতে শুনিলোঁ— এই মেচিনটোৰ ক্ষেত্ৰত পাৰচে'জ কমিটীৰ দুজনমান মেম্বাৰে অইন এটা পাৰ্টীক বেক কৰিব।

ভাগবতী : কাণত পৰা আৰু কথাটো কিমান দূৰ সঁচা, তাৰ পাৰ্থক্য আছে নহয়। নাই জানো?

ৰিমঝিম : নিশ্চয়। মই তাকে এওঁক কৈছোঁ, আমি বাহিৰৰ মানুহ যদিও এই গোটেই চেন্টাৰটো এতিয়া আমাৰ জীৱনৰ এটা অংগৰ নিচিনাই হৈ পৰিছে।

ভাগবতী : আপুনি ডাঃ ত্ৰিপাঠীকো কথাটো ক'ব। কাৰণ আলটিমেটলী তেখেতৰ মতৰ ওপৰতে সকলো নিৰ্ভৰ কৰিব। অস্! [বাহিৰলৈ চাই ডাক্তৰকৈ] আপুনি বহুত দিন জীয়াই থাকিব ডক্তৰ। আপোনাৰ নাম লওঁতেই আপুনি ওলালহি। [ডাঃ ত্ৰিপাঠী আৰু কুন্তলা সোমাই আহে।]
[কুন্তলাই ৰিমঝিমৰ লগত সৰু সৰুকৈ কথা পাতে।]

ডাঃ ত্ৰিপাঠী: [ফুৰ্তিৰ সুৰেৰে] আপুনি যদি মোৰ নাম নল'লেহেঁতেন, তেনেহ'লে মই কম দিন জীয়াই থাকিলোঁহেঁতেন নেকি?

ভাগবতী : নাই নাই নাই—

ডাঃ ত্ৰিপাঠী: আপুনি মোৰ নাম লওক, নলওক, মই ঠিক সেই মুহূৰ্ততে আহি ওলাওঁহি বা নোলাওঁহি, মই বহু দিন বাচি থাকিমেই।

বৰুণ : [হাত চাপৰি বজাই] নিশ্চয়। নিশ্চয়!!

ভাগবতী : [হাত চাপৰি বজাই] অতি কমেও এশটা বছৰ আপোনাৰ হাতৰ মুঠিতে থাকিব।

ডাঃ ত্ৰিপাঠী: মই আহোঁতে বাটত কুন্তলাক ঠিক এনেকুৱা এটা কথাকে কৈ আহিছিলোঁ। এই পৃথিৱীখন কিমান ধুনীয়া, ইয়াত জীয়াই থাকিবলৈ কিমান ভাল,— এইবোৰ প্ৰশ্নৰ মই আচল উত্তৰ পাওঁ ক'ত জানে? মোৰ ৰোগীবিলাকৰ মুখত, চকুত, তেওঁলোকৰ কথাত। জীয়াই থাকিবলৈ মানুহৰ কিমান যে হেঁপাহ। এই পৃথিৱীখন উপভোগ কৰিবলৈ কিমান যে আশা। আচল কথা ক'বলৈ গ'লে তেওঁলোকেই মোক এই পৃথিৱীত আনন্দৰে জীয়াই থাকিবলৈ শিকাইছে। কি খবৰ শ্ৰীমতী ৰিমঝিম দত্ত, মিষ্টাৰ দত্ত— আজিৰ পাৰ্টিটোৰ বোলে আপোনালোক হ'ষ্ট?

বৰুণ : মই নহওঁ, এওঁহে হ'ষ্টেছ।

ডাঃ ত্ৰিপাঠী: হয় নেকি? উপলক্ষ্য বা কি?

ৰিমঝিম : উপলক্ষ্য একো নাই। সদায় সদায় ঘৰত অকলে অকলে খাই আমনি লাগিছে, সেই কাৰণে ভাবিলোঁ আজি সকলোৰে একেলগে খাওঁ।

ডাঃ ত্ৰিপাঠী: বটিয়া। তোমাৰ যেন সদায় অকলে অকলে খাই আমনি লাগে।

ৰিমঝিম : খাই উঠিয়েই কিন্তু দৌৰ নামাৰিব। মোৰ অলপ কথা আছে।

ডাঃ ত্ৰিপাঠী: Ok' Ok ভাগবতী, বহুত দিন বিলিয়াৰ্ড টেবুলখনৰ ওচৰলৈকে যোৱা নাই। আহক আজি সেইখনতে লাগোঁগে।

ভাগবতী : ব'লক। [দেৱান সোমাই আহে]

দেৱান : গুড ইভিনিং এভ'ৰিব'ডী।

ভাগবতী :
ডাঃ ত্ৰিপাঠী: } গুড্ ইভিনিং
বৰুণ :

দেৱান : [কুন্তলাক] হেৰা, তুমি কি মানুহহে? মই একেলগে আহিম বুলি ঘৰত বাট চাই আছোঁ, তুমি আগে-ভাগে এইখিনি পালাহি?

কুন্তলা : তুমিনো কিয় বাট চাই আছিলা? মই মোৰ দেৰি হ'ব বুলি কোৱা নাছিলোঁ?

দেৱান : মোৰ কথা বাৰু বাদ। তুমি বোলে এই কাৰ্তিক নামৰ মানুহজনক ঘৰলৈ মাতিছিলা?

কুন্তলা : কাৰ্তিক?

দেৱান : অঁ।

কুন্তলা : তেওঁ গৈছিল নেকি?

দেৱান : গৈছিলতো। এঘণ্টামান বহি আছিল।

কুন্তলা : মই মাতিছিলোঁ, কিন্তু তেওঁ আজি যাব বুলিতো কোৱা নাছিল।

দেৱান : তেওঁ মোৰ লগতে ইয়ালৈকে আহিছে!

কুন্তলা : ইযালৈকে? ইয়ালৈকে আহিল কিয়?

দেৱান : তেওঁৰ বোলে ডক্তৰ ত্ৰিপাঠীৰ লগতো কথা আছে। ডক্তৰ ইয়ালৈ আহিব বুলি শুনি তেৰোঁ মোৰ লগতে গুচি আহিল।

ভাগৱতী : সেই ইন্দুমতী নামৰ মানুহজনীৰ গিৰীয়েকটো?

দেৱান : হয।

ভাগৱতী : তেওঁতো আমাক দুবাৰমানো লগ ধৰি গৈছে। [আগুৱাই] হেৰা, চাওঁ, আহাচোন। [ডাক্তৰৰ ফালে চাই] আপোনাৰ তেওঁৰ লগত কিবা কথা আছে নেকি ডক্তৰ?

ডাঃ ত্ৰিপাঠী : নৌ। নাথিং। [কাৰ্তিক আহে]

ভাগৱতী : [কাৰ্তিকক] তুমি আকৌ কিয় আহিলা? কিবা কথা আছে নেকি?

কাৰ্তিক : হয, আছে।

ভাগৱতী : কি কথা? সিদিনাখনতো আমি কৈয়েই দিছিলোঁ, এটা কিস্তিত পঁচিছ হাজাৰকৈ চাৰিটা কিস্তিত তোমাক মুঠতে এক লাখ টকা দিম।

কাৰ্তিক : [ধমকি দি] ইমানবোৰ পইচাৰে মই কি কৰিম? সেইখিনি পইচাৰে মাছে-মঙহে যিমান দিনলৈ খাই থাকিব পাৰি, সিমান দিনলৈ মই জীয়াই থাকিবই নোখোজোঁ। এইখন জীযাই থকাৰ উপযোগী ঠাই নহয়। মোক পইচাৰ কথা নক'ব।

কুন্তলা : তুমি ইমান খং কৰিছা কিয়? [ভাগৱতী, বৰুণ সোমাই যায়।]

কাৰ্তিক : মই আপোনাক কি কৈছিলোঁ? মই কৈছিলোঁ— কিয় মানুহ এনেকৈ মৰি যায়, সেইটো কথা মই জানিব লাগে। আপুনি কৈছিল— ডাক্তৰক সুধিবা। যাকে কথাটো কওঁ, সেয়ে কয়— ডাক্তৰক সুধিবা। আৰু এই ডাক্তৰ ছাৰৰ হাততে ইন্দু মৰিছিল কাৰণে এখেতক মোৰ বৰ আপোন আপোন লাগে। মোৰ তেখেতৰ ওচৰতে থাকিবলৈ মন যায়। অনবৰত তেখেতৰ লগত ইন্দুৰ কথা পাতি থাকিবলৈ মন যায়। [ত্ৰিপাঠীৰ ওচৰলৈ গৈ] মোৰ কি হৈছে জানে ছাৰ? মই আজিকালি শুলেই সপোন দেখোঁ। দুটামান সপোনকে ঘূৰাই-পকাই দেখি থাকোঁ। ইন্দু আহে, আহি খিৰিকীখনৰ কাষত থিয় হৈ মোক সোধে— মই কেনেকৈ মৰিলোঁ জানা? মই কেনেকৈ মৰিলোঁ জানা?— এইবুলি কৈ তেওঁ গুচি যায়। ছাৰ, আপুনি কওকচোন—

ডাঃ ত্ৰিপাঠী : মইতো কৈছিলোঁৱেই—

কাৰ্তিক : হয, আপুনি কৈছিল, মই সেইবোৰ মেডিকেলৰ টান টান কথা নুবুজিম।

ডাঃ ত্ৰিপাঠীঃ মই ভুল কথা কৈছিলোঁ নেকি?

কাৰ্তিক ঃ নহয় ছাৰ, আপুনি আপোনাৰ ফালৰ পৰা শুদ্ধ কথাই কৈছিল। কিন্তু এতিয়া মোৰ এনেকুৱা লাগিছে— কথাবোৰ টান হ'লেও মই বুজিম। আপোনালোকৰ ছোৱালী— ৰাগিণী যে, তেৱোঁ মোক কৈছে— মই যেন আপোনাক ঘনাই ঘনাই লগ ধৰি থাকোঁ, আৰু ইন্দুৰ কথা সুধি থাকোঁ।

ডাঃ ত্ৰিপাঠীঃ ৰাগিণীয়ে কৈছে?

কাৰ্তিক ঃ হয় ছাৰ।

ডাঃ ত্ৰিপাঠীঃ এইফালে আহা। [একাষৰলৈ কাৰ্তিকক মাতি নিযে] মানুহৰ গাত থকা তেজত কেতিযাবা অক্সিজেন কমি যায়। বুজিলা? [কাৰ্তিকে চাই থাকে]
কাৰ্বন-ডাই-অক্সাইড বাঢ়ি যায়। কিবা বুজিলা?

কাৰ্তিক ঃ নাই বুজা?

ডাঃ ত্ৰিপাঠীঃ তেতিয়া ৰেছ্পিৰেট'ৰী (respiratory) ছিষ্টেম পেৰেলাইজড হৈ যায়। কিবা বুজিলা?

কাৰ্তিক ঃ নাই বুজা?

ডাঃ ত্ৰিপাঠীঃ যদি নুবুজাই, তেনেহ'লে মই কিয় কৈ থাকিম? তোমাক মই মেডিকেল শাস্ত্ৰৰ অ-আ-ই-ঈ, ক-খ-গ-ঘৰ পৰা শিকাই ল'ব লাগিব নেকি?
[হাতত এগিলাচ চৰবত লৈ ৰিমঝিমে অলপ আঁতৰৰ পৰা কথাবোৰ শুনিবলৈ যায়। দূৰৰ পৰা কুন্তলাই চাই থাকে।]
তুমি এটা কাম কৰা। তোমাক কি কি খবৰ লাগে, সকলো জনাই আদালতত এখন দৰ্খাস্ত কৰা। আদালতে আমাৰ পৰা উত্তৰ বিচাৰিব নহয়, তেতিয়া আমি চব কথা আদালতক জনাই দিম। হ'ব? এই যে তোমাক কোনোবাই কোনোবাই পৰামৰ্শ দিছে— মোক মাজে মাজে লগ পাই থাকিবলৈ, তেওঁলোকক ক'বা— তেওঁলোকে যেন তোমাক আদালতৰ কামবোৰত সহায় কৰে। আজিৰ পৰা মোক লগ পাবলৈ তুমি আৰু আহিব নালাগে। কথাবোৰ বুজিছা? [কাৰ্তিকে চাই থাকে] নাপাহৰিবা।
[বেগেৰে 'বাৰ'লৈ যায়। ল'ৰাজনক কিবা এটা কৈ ভিতৰলৈ যায়গৈ। কুন্তলা আগবাঢ়ি আহে।]

কুন্তলা ঃ [কাৰ্তিকক] কি হ'ল? কি ক'লে তেওঁ?

কাৰ্তিক ঃ ইন্দু কি হৈ মৰিল সেইটো জানিবৰ কাৰণে আদালতলৈ যাবলৈ ক'লে।

কুন্তলা ঃ [বৈ থাকি] তুমি এতিয়া ঘৰলৈ যোৱা। ইয়ালৈ আৰু কেতিয়াও নাহিবা। [কাৰ্তিকে চাই থাকে] যোৱা। [কাৰ্তিক যায়। ৰিমঝিম কুন্তলাৰ ওচৰলৈ আহে।]

ৰিমঝিম ঃ যিকোনো মানুহ ক্লাবৰ ভিতৰলৈ সোমাই অহাটো বন্ধ কৰি দিব লাগে।

কুন্তলা ঃ কেৱল দুটা মানুহৰ এখন সংসাৰ, আপোন বুলিবলৈ বিশেষ কোনো নাই, বৰ মৰমৰ সংসাৰ, হঠাতে মানুহজনী নোহোৱা হৈ গ'ল নহয়, সেই কাৰণে মানুহটো— ঠিক বলিয়া হোৱা নাই,— কিন্তু এব্‌নৰমেল (abnormal)— অস্বাভাৱিক হৈ গৈছে। কেতিয়া ক'লৈ আহিছে, কাক ক'ত কি সুধিছে— একো ঠিক নোহোৱা হৈছে।

ৰিমঝিম ঃ যি সুধিবলগীয়া আছে বাহিৰত লগ ধৰি সোধক। ক্লাবৰ ভিতৰলৈ সোমাই আহিব, সেইটোতো ভাল কথা নহয়।

কুন্তলা ঃ কথাবোৰ ভিতৰতে আবদ্ধ থকাটো কিন্তু— এফালৰ পৰা চাবলৈ গ'লে, ভালেই হৈছে। বাহিৰত

এইবোৰ কথাৰ আলোচনা যিমান কম হয় সিমানেই মংগল। এতিয়া বাহিৰত যিকণ আলোচনা হৈছে, সেইখিনিও আমাৰ ভিতৰখনৰ কাৰণে বৰ সুবিধাজনক নহয়।

ৰিমঝিম : বাহিৰত? বাহিৰত কি আলোচনা হৈছে?

কুন্তলা : [মনে মনে থাকে]

ৰিমঝিম : হুঁ? বাহিৰত কি আলোচনা হৈছে?

কুন্তলা : এইখন নগৰতে, ডাঃ ত্ৰিপাঠীৰ জীয়েক ৰাগিণীয়ে ঘৰত নাথাকি হোষ্টেলত থাকিবলৈ ল'লে কিয়? মন্দিৰা দেউতাকৰ ঘৰলৈ গৈ নহা হ'ল কিয়? এইবোৰ দেখি মানুহে কোৱা-কুই কৰিছে— মন্দিৰা আৰু ৰাগিণীয়ে ডাঃ ত্ৰিপাঠীৰ সংসাৰখনক নিজৰ সংসাৰ বুলি ভাবিবলৈ এৰিব খুজিছে। ['বাৰ'ৰ ল'ৰাজন খালী গিলাচ নিবলৈ সন্মুখলৈ আহে।]

ৰিমঝিম : কিয়?

কুন্তলা : ত্ৰিপাঠীৰ সংসাৰত বাহিৰা মানুহৰ ভিৰ বেছি হ'ল কাৰণে?

ৰিমঝিম : বাহিৰা মানুহ মানে?

কুন্তলা : এই ধৰি লোৱা — তুমি, মই

ৰিমঝিম : হোৱাট ডু ইউ মিন? [মালিনী নামৰ অবিবাহিতা গাভৰু এজনী সোমাই আহে। তেওঁ অচিনাকি, নতুন ঠাইলৈ অহাৰ নিচিনাকৈ কুন্তলালৈ চায়।]

কুন্তলা : কাক বিচাৰিছে?

মালিনী : ডাঃ ত্ৰিপাঠী আছেনে?

কুন্তলা : আছে।

মালিনী : তেখেতে মোক ইয়ালৈ আহিবলৈ কৈছিল।

কুন্তলা : ['বাৰ'ৰ ল'ৰাজনক] কৰ্ণ।

কৰ্ণ : বাইদেউ?

কুন্তলা : ডক্তৰ ত্ৰিপাঠীক এওঁ লগ পাব খুজিছে বুলি কোৱাগৈচোন। [মালিনীক] আপুনি বহক।

মালিনী : হ'ব। থেংক ইউ। [বাহিৰৰ পৰা জগবন্ধু দাস আহে।]

জগবন্ধু : [ডাঙৰকৈ] গুড় ইভিনিং লেডিজ।

কুন্তলা :
ৰিমঝিম : ]গুড় ইভিনিং। গুড় ইভিনিং।

জগবন্ধু : সকলো দেখোন লেডিজ। জেণ্টছ্‌সকল্ ক'ত আছে?

কুন্তলা : বিলিয়াৰ্ড ৰুমত আছে। সৌৱা ডক্তৰ আহিছে। [ত্ৰিপাঠী আহে]

জগবন্ধু : গুড় ইভিনিং ডক্তৰ।

ডাঃ ত্ৰিপাঠী : গুড় ইভিনিং। গুড় ইভিনিং।। [মালিনীক দেখি] হাই মালিনী।

মালিনী : হাই!

ডাঃ ত্ৰিপাঠী : এওঁলোকৰ লগত চিনাকি হৈছা নে নাই?

মালিনী : নাই, মই এইমাত্ৰ আহিছোঁহে।

ডাঃ ত্ৰিপাঠী : এয়া জগবন্ধু খুৰা, আমাৰ ক্লাবৰ আটাইতকৈ প্ৰবীণ সদস্য, জুবিলি অক্সিজেন কোম্পানীৰ মালিক, এয়া খুৰী— মিছেছ কুন্তলা দেৱান, মিছেছ ৰিমঝিম দত্ত আৰু এওঁ মালিনী, মাইক্ৰ'বায়'লজীৰ ছায়ণ্টিষ্ট। ব্ৰিলিয়েণ্ট কেৰিয়াৰৰ ছোৱালী। অলপতে ছুইডেন আৰু হলেণ্ডত

নাম কৰি আহিছে, এতিয়া এওঁ আমাৰ মেডিকেল চেণ্টাৰৰ লগতো কাম কৰিব। [ৰিমঝিমক] মই হ'ষ্টেছৰ আগতীয়া অনুমতি নোলোৱাকৈয়ে এওঁক আজি ইয়ালৈ নিমন্ত্ৰণ কৰিলোঁ। হ'ষ্টেছ মহোদয়াই বেয়া পালে নেকি?

ৰিমঝিম : নাই নাই, কিয় বেয়া পাম। এইটো আনন্দৰহে কথা।

ডাঃ ত্ৰিপাঠী : গুড্। আহা মালিনী, আমি ভিতৰলৈকে যাওঁ।

[ত্ৰিপাঠী আৰু মালিনী ভিতৰলৈ যায়। জগবন্ধুৱে 'বাৰ'লৈ গৈ ল'ৰাটোৰ লগত কথা পাতে।]

কুন্তলা : গতিকে এই মানুহজনৰ সংসাৰত বাহিৰা মানুহৰ ভিৰ হোৱাটো তেওঁৰ সংসাৰখনৰ কাৰণে অপকাৰী কথা হৈছে।

ৰিমঝিম : আৰু তোমাৰ মতে সেই ভিৰ মই কৰিছোঁ?

কুন্তলা : তুমিও কৰিছা, ময়ো কৰিছোঁ।

ৰিমঝিম : তুমি কি কৰিছা, তুমি জানা। কিন্তু মই এইবোৰ ভিৰৰ মাজত সোমোৱা মানুহ নহওঁ। মোৰ এখন নিজৰ সংসাৰ আছে।

কুন্তলা : মোৰোতো আছে। সেইটোৱেইতো আমাৰ আচল বিপদ হ'ল। 'মোৰ ল'ৰাই কলেজত পঢ়ে'— সেইখন চাৰ্টিফিকেট লৈ মই কম টিঘিলঘিলাই ফুৰিছোঁ নে?

ৰিমঝিম : কিন্তু তুমি তোমাৰ নিজৰ কথাবোৰ লোকৰ ওচৰতো জাপিবা কিয়?

কুন্তলা : মই সকলো নিচেই ওচৰৰ পৰা দেখি আছোঁ কাৰণে।

ৰিমঝিম : কি দেখি আছা? আজিৰ কথাটোকে ধৰা। মই ইয়াত বহি আছোঁ, ত্ৰিপাঠীৰ লগত তুমিহে আহিছা?

কুন্তলা : অস্ ৰিমঝিম, কালি তুমি আহিছিলা, আজি মই আহিছোঁ, তোমাৰ ডিনাৰ খাই উঠি তেওঁ এইমাত্ৰ অহা ছায়ন্টিষ্টজনীৰ লগত ওলাই যাব। এইবিলাক ডিউটী ভগাই লোৱাৰ নিচিনা সৰু কথা। কিন্তু আমি এইটো অৱস্থালৈ আহিলোঁ কিয়?

ৰিমঝিম : কিন্তু হঠাতে তুমি এই ধৰণৰ কথা ক'বলৈ আৰম্ভ কৰিছা কিয়?

কুন্তলা : মই পৰহি ত্ৰিপাঠীৰ কটকী হৈ মন্দিৰাক লগ পাই আহিছোঁ কাৰণে।

ৰিমঝিম : কি কয় তেওঁ?

কুন্তলা : সেইবোৰ এতিয়া নুসুধিবা। যি সুধিব লাগে নিজকে সোধা। তুমি বেয়া নাপাবা— মই আজি ডিনাৰলৈ নৰওঁ। মই যাওঁ।

ৰিমঝিম : নহয় নহয়, কিয়?

কুন্তলা : মোৰ বৰ বেয়া লাগিছে। হঠাতে মই বৰ আপছেট (upset )হৈছোঁ। প্লিজ। [যায়]

জগবন্ধু : কি হ'ল কুন্তলা? ক'লৈ যোৱা?

কুন্তলা : [উভতি] জহন্নামলৈ। Going to the dogs, খুৰা। [যায়]

জগবন্ধু : [ৰিমঝিমক] কথাটো কি?

ৰিমঝিম : [অলপ পৰ বৈ থাকি] বাৰু খুৰা, আমাৰ এই ক্লাবটোৰ কথা বাহিৰত মানুহে বেয়াকৈ কিবা কয় নেকি?

জগবন্ধু : কয়।

ৰিমঝিম : কয়? কাক কয়?

জগবন্ধু : আমাকে কয়। মোকে কয়।

ৰিমঝিম : কি কয়?

জগবন্ধু : এই যে এওঁ ক'লে— Going to the dogs' জহন্নামলৈ গৈছে বুলি।

ৰিমঝিম : আপোনালোকক যে কয়, আমাক নকয় কিয়? আমি নুশুনো কিয়?

জগবন্ধু : কাৰণ তোমালোক কথাবোৰৰ লগত সাঙোৰ খাই থকা পাৰ্টী। সকলোৱে জানে— আমি কোনো পাৰ্টিত নাই। বুৰ্বক। কাৰো অপকাৰ কৰিবলৈ নিশিকিলোঁ। কৰাৰ ভিতৰত মই মোৰ পৰিবাৰৰ অপকাৰ কৰোঁ আৰু তেৰোঁ পাৰেমানে মোৰ অপকাৰ কৰি থাকে। তেওঁ অপকাৰ নকৰা হ'লে আজি কিজানি এই ক্লাব, এই মেডিকেল চেণ্টাৰ— সকলোৰে মালিকেই হ'লোহেঁতেন। [বৰুশ আৰু ভাগৱতী ওলাই আহে।]

বৰুশ : গুড্ ইভিনিং খুৰা।

জগবন্ধু : গুড্ ইভিনিং।

ভাগৱতী : আজি খুৰাই কি গান প্ৰেকটিছ কৰি আহিছে? কি হ'ল ৰিমঝিম? বৰ গহীন হৈ আছা দেখোন? কুন্তলা ক'লৈ গ'ল খুৰা?

জগবন্ধু : Going to the dogs' জহন্নামলৈ। [সকলো স্তব্ধ। অন্ধকাৰ।]

# দৃশ্য : ৬

## মঞ্চ : ২

[ত্ৰিপাঠীৰ ঘৰৰ পাছফালৰ বাৰাণ্ডাৰ এটা সুদৃশ্য অংশ। ৰেলিং আছে, চকী আছে, ঝুলনি আছে, ফুল গছ আছে, বাগিচাত বিশেষ ধৰণৰ লাইট আছে। মৃদু-মধুৰ সংগীত বাজি আছে। সন্ধিযাৰ পিছৰ সময়। ত্ৰিপাঠীয়ে পাযজামা-পাঞ্জাবী পিন্ধি চকী-এখনত বহি এখন পাঁচ পৃষ্ঠাৰ চিঠি পঢ়ি আছে। এখন সৰু মেজত কিছুমান কিতাপ। অলপ পিছতে ভিতৰৰ পৰা ধুনীয়া সাজ-পাৰ পিন্ধা মালিনী ওলাই আহে।]

ডাঃ ত্ৰিপাঠী : বাঃ। গা ধুলা নেকি?

মালিনী : [লাজ লাজ ভাবেৰে] নাই ধোৱা। হাত-মুখ ধুলোঁ।

ডাঃ ত্ৰিপাঠী : বৰ ফ্ৰেছ লাগিছে। [উঠে] এনেকুৱা লাগিছে— তুমি যেন বেগত আৰু এযোৰ কাপোৰ ভৰাই আনিছিলা, এতিয়া গা ধুই নতুন কাপোৰযোৰ পিন্ধি আহিছা। বহা।

মালিনী : মই ভাবিছোঁ— এতিয়া আৰু নবহোঁ। লেবৰেটৰীৰ পৰা বাহিৰে বাহিৰে আহিছিলোঁ। এতিয়া, সময় বহুত হ'ল।

ডাঃ ত্ৰিপাঠী : এৰা। সময় বহুত হ'ল। কিন্তু সময়ৰ আটাইতকৈ ডাঙৰ বাহাদুৰিটো কি জানা? সময় যেতিয়া বহুত পাৰ হৈ যায়, তেতিয়াও অনন্ত সময় বাকী থাকে। তুমি বাৰু সময় কিহেৰে জোখা? আকাশৰ বেলিৰে? বেৰৰ কেলেণ্ডাৰেৰে? হাতৰ ঘড়ীৰে? মই সময় কিহেৰে জোখোঁ জানা? কামেৰে। কিংছ কলেজৰ লেবৰেটৰীত এদিন মই সন্ধিয়া ছয় বজাত এটা এক্সপেৰিমেণ্ট আৰম্ভ কৰিছিলোঁ, পিছদিনা পুৱা সাত বজাত কাম শেষ কৰি ঘড়ী চাই ভাবিছিলোঁ— মই এঘণ্টা কাম কৰিলোঁ।

মালিনী : আপোনাৰ নিচিনা মানুহৰ কথাই বেলেগ।

ত্রিপাঠী : নহয়। আচলতে চব মানুহৰে কথা একে হ'ব লাগে। মানুহৰ মনৰ আশা, ইচ্ছা, সংকল্প— এইবোৰেৰে সময়ক বশ কৰি ৰাখিব লাগে। ধৰি লোবা এটা গোলাপৰ কলি— কলিটো বিকশিত হৈ এপাহ ফুল হোৱা চাবলৈ মোৰ হেঁপাহ জন্মিছে। মই কলিটোলৈ চাই বহি থাকিম, মোৰ কাৰণে সময় ৰৈ যাব। তুমি অহা কিমান সময় হ'ল?

মালিনী : [ঘড়ী চাই] দুঘণ্টা বিছ মিনিট।

ডাঃ ত্রিপাঠী : মোৰতো তুমি এইমাত্র আহিছা যেনহে লাগিছে। বহা।

মালিনী : নহয় ছাৰ! হাজাৰ হওক ছোৱালী মানুহ। মাইঁতে চিন্তা কৰিব।

ডাঃ ত্রিপাঠী : তেখেতসকলক ক'বা— তুমি এতিয়া ছোৱালী নোহোৱা। তুমি ছায়ন্টিষ্ট। তুমি যে মোৰ লগত ৰিছাৰ্চৰ কাম কৰিবলৈ লৈছা, সেইটো কথা তেখেতসকলক কৈছা নে নাই?

মালিনী : কৈছোঁ।

ডাঃ ত্রিপাঠী : কি কয় তেখেতসকলে?

মালিনী : মই ভাগ্যৰ বলতহে এই সুবিধা পাইছোঁ বুলি কৈছে।

ডাঃ ত্রিপাঠী : তেনেকৈ কোৱাৰ কাৰণে মই তেখেতসকলক ধন্যবাদ জনাইছোঁ। আচলতে মই দেশখনৰ সকলোৰে প্ৰতি, গোটেই জাতিটোৰ প্ৰতি কৃতজ্ঞ বুইছা? মানুহৰ ইমান শ্ৰদ্ধা, ইমান ভক্তি, ইমান স্নেহ! সিদিনাখন কে বি মেডিকেল কলেজলৈ গৈছোঁ, পষ্ট গ্ৰেজুৱেট ডিপাৰ্টমেণ্টৰ ল'ৰা-ছোৱালীবোৰে শাৰী পাতি আহি মোক ভৰি চুই সেৱা কৰিছে বুইছা?

মালিনী : সেয়া তেওঁলোকে পুণ্য আৰ্জিছে।

ডাঃ ত্রিপাঠী : এইখন চিঠি চোৱা— লণ্ডনত হ'ব ইণ্টাৰনেচনেল কনফাৰেন্স। মই এখন পেপাৰ প্ৰেজেণ্ট কৰিব লাগে। ৰয়েল ছ'চাইটীৰ হেড কোৱাৰ্টাৰৰ পৰা বোলে মোৰ নাম ছাজেষ্ট কৰিছে।

মালিনী : যাব?

ডাঃ ত্রিপাঠী : তাকে ভাবিছোঁ। তুমিও ব'লা নহ'লে। [কলিং বে'ল বাজে।]

মালিনী : কোনোবা আহিছে।

ডাঃ ত্রিপাঠী : দিলুৱে চাব। তাক মই চব বুজাই থোৱা আছে।

মালিনী : চব বুজাই থোৱা আছে মানে?

ডাঃ ত্রিপাঠী : কাক বিদায় দিব লাগে, কাক ক'ত বহিবলৈ দিব লাগে— চব। [কিতাপ এখন তুলি লৈ] মই ভাবিছোঁ— তোমাৰ যিটো ছাবজেক্ট, সেইটো ছাবজেক্টকে লৈ এখন পেপাৰ লিখাৰ কথা ভাবিব পাৰি। এতিয়ালৈকেতো তুমি যথেষ্ট মেটেৰিয়েল গোটাইছা। [ফুৰ্তিৰে চিঞৰি চিঞৰি কুন্তলা সোমাই আহে]

কুন্তলা : হাই ডক্তৰ। হাই মালিনী। এতিয়াও তোমালোকৰ পঢ়া-শুনা চলি আছে? ব'ৰিং। ডিছগাষ্টিং। বিনন্দ, তুমি বাহাদুৰক কি কৈ থৈছিলা? কাকো ভিতৰলৈ আনিব নালাগে বুলি কৈ থৈছিলা বুজিছোঁ, মোকো আনিব নালাগে বুলি কৈ থৈছিলা নেকি?

ডাঃ ত্রিপাঠী : নাই নাই নাই।

কুন্তলা : হয়তো। তুমি কিয় তেনেকৈ ক'বা। মানে সি মোক দেখি মুখখন যেনেকুৱা কৰিছে আৰু বিং-বিং বাং-বাং যিসোপা কৈছে, মই বোলো ইয়াৰ আক' কি হ'ল? ই মোক চিনি নোপোৱা হ'ল নেকি? তুমি কেতিয়া আহিলা মালিনী?

মালিনী ঃ এই অলপ আগতে।

কুন্তলা ঃ কথাটো কি জানা মালিনী। এইখন ঘৰত— সেই কোন কাহানিৰে পৰা আমি আগফালৰ কোঠালিত নবহোঁৱেই। চিধা এইখিনি পাওঁহি। কেতিয়াবা সৌ ঝুলনিখনত ঝুলিও থাকোঁ। এদিনতো এওঁ মোক ঘৰটোৰ চাবিবোৰৰ ডুপ্লিকেট কেইটামানো দিবলৈ ওলাইছিল। মই বোলো নালাগে ভাই মোক ডুপ্লিকেট চাবি। কোনোবাই চুৰ কৰিব, পুলিচে মোক ধৰিব।

ডাঃ ত্ৰিপাঠী ঃ তুমি ইমানকৈ কথা কৈছা কিয়?

কুন্তলা ঃ [বাধা দি] ৰ'বা। আৰু এটা কথা মালিনী, মই বাহিৰত মানুহৰ আগত ডাঃ ত্ৰিপাঠী, আপুনি তেনেকৈ মাতোঁ। ইমান ডাঙৰ মানুহ এজনক যাৰে-তাৰে আগত নাম কাটি মাতিব পাৰি নেকি? কিন্তু এনেকৈ লগ পালে এওঁ সদায় বিনন্দ আৰু তুমি, আৰু মই সদায় কুন্তলা। আৰু মইতো আপুনি হোৱাৰ উপায়েই নাই। [ত্ৰিপাঠীক] অ', কোৱা, কি কৈছিলা? মই কথা বেছিকৈ কৈছোঁ? ক্লাবত সোমাই আহিছোঁ বুইছা। এটাইমখাই একেবাৰে মুখবিলাক এপাচি এপাচি কৰি বহি আছে। মই তেনেকুৱা এটমছফিযেৰ (atmosphere) ভাল নাপাওঁ। গুচি আহিলোঁ। মিষ্টাৰক ক'লোঁ— যাওঁতে মোক ডক্তৰৰ ঘৰৰ পৰা লৈ যাবা। দুঘণ্টাৰ আগতে নাযাবা। কি হ'ল? দুঘণ্টাৰ নাম শুনি চক্ খাই উঠিলা নেকি?

ডাঃ ত্ৰিপাঠী ঃ তুমি অলপ শান্ত হ'বা'নে?

কুন্তলা ঃ হ'ম। [বহে] হ'লোঁ।

মালিনী ঃ মই আহোঁ ছাৰ।

কুন্তলা ঃ এ' যোৱাই নেকি? মই আহি তোমালোকৰ কামত— ?

মালিনী ঃ নহয়, মই যাবলৈ ওলাইছিলোঁৱেই। আহোঁ ছাৰ।

ডাঃ ত্ৰিপাঠী ঃ যোৱা। কাইলৈ লাঞ্চৰ সময়ত ফোন কৰিবা।

মালিনী ঃ যাওঁ বাইদেউ।

কুন্তলা ঃ নাথাকা যদি যোৱা আৰু' [মালিনী যায়। কুন্তলা আৰু ত্ৰিপাঠী অলপ সময় মনে মনে থাকে।] কি হ'ল? তুমি নাৰ্ভাছ হৈছা নেকি?

ডাঃ ত্ৰিপাঠী ঃ নাৰ্ভাছ? কিয় নাৰ্ভাছ হ'ম?

কুন্তলা ঃ মই হঠাতে ওলালোঁহি কাৰণে?

ডাঃ ত্ৰিপাঠী ঃ নাই নাই নাই, তুমিতো কত দিন হঠাতে ওলাইছাহি।

কুন্তলা ঃ বেযা নাপাবা। মোৰ বৰ বেযা দিন চলিছে। কেতিয়া কি কৰোঁ, ক'লৈ যাওঁ মই নিজেই ক'ব নোৱাৰোঁ।

ডাঃ ত্ৰিপাঠী ঃ বেযা দিন মানে?

কুন্তলা ঃ মোৰ বৰ অস্থিৰ অস্থিৰ লাগে। এনেকুৱা লাগে যেন মোৰ হাতৰ ব'ঠাডাল হেৰাই গ'ল,— মোৰ নাওখনত পানী সোমাইছে, ইফালে পানীৰ সোঁত বাঢ়িছে,— ইমান সুন্দৰ জাৰ্ণি এটা, অথচ শেষভাগত—

ডাঃ ত্ৰিপাঠী ঃ হৈছে কি?

কুন্তলা ঃ তুমি মোক বেয়া নাপাবা।

ডাঃ ত্ৰিপাঠী ঃ কথাবোৰ খুলি কোৱাচোন।

কুন্তলা ঃ তোমাৰ লগত মোৰ বহু দিনৰ সম্পৰ্ক। এই সম্পৰ্ক শেষ কৰাটো মোৰ কাৰণে বৰ টান কাম। কিন্তু ইফালে মোৰ সৰ্বনাশ হোৱাৰ উপক্ৰম হৈছে। দেৱানে আমাক সন্দেহ কৰিবলৈ লৈছে।

ডাঃ ত্ৰিপাঠীঃ কি কৰিছে তেওঁ?

কুন্তলা ঃ কোনো কথাতে যেন ইন্টাৰেষ্ট নাই, আমাৰ কাৰো প্ৰতি যেন তেওঁৰ কোনো আগ্ৰহ নাই, তেওঁ তেনেকৈ থাকিবলৈ লৈছে। চব কথাতে যেন নিৰ্বিকাৰ, উদাসীন।

ডাঃ ত্ৰিপাঠীঃ সেইবোৰতো অন্য কাৰণেও হ'ব পাৰে?

কুন্তলা ঃ নহয়, কোনোবা এজনীয়ে মোলৈ ফোন কৰিছে, তেওঁ বোলে সমাজৰ আগত আমাক উলংগ কৰি দিব।

ডাঃ ত্ৰিপাঠীঃ আমাক মানে?

কুন্তলা ঃ তোমাক, মোক, আমাৰ গ্ৰুপটোৰ বহুতকে। কিন্তু বিনন্দ, মই তোমাক মৰম কৰোঁ, তোমাৰ লগত মই এটা সম্পৰ্ক ৰাখিছোঁ, কিন্তু মই দেৱানক কষ্ট পাবলৈ দিব নোৱাৰোঁ। স্বামী হিচাপে, নয়না, ৰঞ্জুহঁতৰ দেউতাক হিচাপে তেওঁ বৰ ভাল মানুহ। যদি মানুহজনীয়ে টেলিফোনত কোৱা মতে কাম কৰে, তেনেহ'লে মই জীয়াই থাকিব নোৱাৰিম।

ডাঃ ত্ৰিপাঠীঃ ফোন কৰা মানুহজনীৰ মাতটো ধৰিব নোৱাৰিলা?

কুন্তলা ঃ নোৱাৰিলোঁ। পৰহি আৰু কালি ৰাতি দুবাৰ ফোন কৰিছে, কিন্তু দুয়োবাৰৰ মাত দুটা একে যেন লগা নাছিল।

ডাঃ ত্ৰিপাঠীঃ দুজনী মানুহৰ মাত?

কুন্তলা ঃ [মুৰ দুপিয়ায]

ডাঃ ত্ৰিপাঠীঃ তোমাৰ চিনাকি মাত, কিন্তু মানুহজনীয়ে নিজৰ চিনাকি ঢাকিবলৈ জোৰ কৰি বেলেগ মাত উলিয়াইছে, তোমাৰ তেনেকুৱা সন্দেহ হোৱা নাছিল নে?

কুন্তলা ঃ সেইটো মন কৰাৰ মোৰ উপায় নাছিল। সিহঁতৰ কথাবোৰে মোৰ মগজটো গৰম কৰি পেলাইছিল।

ডাঃ ত্ৰিপাঠীঃ চিন্তা নকৰিবা। মোৰ ধাৰণা, আই থিংক, সিহঁত মোৰ হাতত ধৰা পৰিব।

কুন্তলা ঃ কিন্তু যদি সিহঁতে ফোনত যেনেকৈ কৈছে, তেনেকৈয়ে কাম কৰিবলৈ ওলায়, তেতিয়া?

ডাঃ ত্ৰিপাঠীঃ সিহঁতৰো ইন্দুমতীৰ দশাই হ'ব।

কুন্তলা ঃ কি?

ডাঃ ত্ৰিপাঠীঃ নাথিং। একো নহয।

কুন্তলা ঃ ইন্দুমতীৰ কথা ক'লা যে?

ডাঃ ত্ৰিপাঠীঃ সেইবোৰ বেলেগ কথা। বাদ দিয়া।

কুন্তলা ঃ শেষ পৰ্যন্ত তুমি মোকো কথা খুলি ক'বলৈ বাদ দিলা?

ডাঃ ত্ৰিপাঠীঃ কিছুমান কথা জনাৰ তোমাৰ কোনো প্ৰয়োজন নাই। অদৰকাৰী কথা।

কুন্তলা ঃ [ক্ষোভেৰে] মই জানো, সঁচাকৈয়ে এতিয়া মোৰ নিজকে ধিক্কাৰ দিয়াৰ সময় আহিছে। যেতিয়া মই প্ৰথম ভুল কৰিবলৈ লৈছিলোঁ, যেতিয়া তোমাৰ কাষ চাপিছিলোঁ, তেতিয়াই তুমি এনেকুৱা ব্যৱহাৰ নকৰিলা কিয়?

ডাঃ ত্ৰিপাঠীঃ তুমি অযথা উত্তেজিত হৈছা। তোমাক মই বহু কথা ক'ব পাৰোঁ, আৰু কৈছোঁও। মন্দিৰাক গোটেই জীৱনটো নোকোৱা কথাও তোমাক মই কৈছোঁ। বিশ্বাস কৰা।

কুন্তলা ঃ ইন্দুমতীৰ নাম কিয় লৈছিলা?

ডাঃ ত্ৰিপাঠীঃ তুমি জানা, মই ডাঙৰ মানুহ, শ্ৰদ্ধেয় মানুহ। মোক বহু মানুহে দেৱতা বুলি পূজা কৰে। কিন্তু

যেতিয়া মোৰ জীৱনৰ ৰাস্তাত কোনোবাই বাধাৰ সৃষ্টি কৰিব খোজে, অশান্তিৰ সৃষ্টি কৰিব খোজে, তেতিয়া মই ভয়ংকৰ অসুৰ হৈ উঠিব পাৰোঁ।

কুন্তলা : মই সুধিছিলোঁ তুমি ইন্দুমতীৰ কথা কিয় কৈছিলা।

ডাঃ ত্ৰিপাঠী : সেইটো অসুৰে তাইক তাইৰ শেষ ৰাস্তা দেখুৱাই দিছিল। মই তাইক দেখুৱাই দিছিলোঁ, মোৰ নিচিনা ডাক্তৰে কেনেকৈ তাইক এক মিনিটৰ ভিতৰতে চিকিৎসা কৰি তাইক চিৰদিনৰ বাবে শান্তি দিব পাৰে।

কুন্তলা : [হঠাতে দুৰৈলৈ চাই] কোন? কোন সেইজন?

ডাঃ ত্ৰিপাঠী : কোন? ক'ত?

কুন্তলা : সেইখিনিত। দেবালৰ ওপৰেদি কাৰোবাৰ মূৰ এটা দেখা পাইছিলোঁ। [ত্ৰিপাঠী কুন্তলাই দেখুৱাই দিয়াৰ ফালে আগুৱাই যায়।]
মই মাত দিয়াৰ লগে লগে আঁতৰি গৈছে। সেইখিনিতে।

ডাঃ ত্ৰিপাঠী : [উভতি আহি, চিএৰি] দিলু! অ'ই দিলু! বাহাদুৰ! বাহাদুৰ!!

[মঞ্চ অন্ধকাৰ হয়।]

## দৃশ্য : ৭

### মঞ্চ : ১

[ ক্লাব ঘৰ। ৰাতি। বাতৰি কাকতৰ সম্পাদক চক্ৰবৰ্তী, ভাগৱতী, দেৱান, জগবন্ধু, বৰুণ দত্ত, ৰিমঝিম— কোনোবা বহি, কোনোবা থিয় হৈ আছে। সকলোৰে মুখ গম্ভীৰ। 'বাৰ'ত ল'ৰাটো থিয় হৈ আছে। অলপ পিছত—]

ভাগৱতী : কৰ্ণ।

কৰ্ণ : ছাৰ।

ভাগৱতী : আজি তুমি যোৱাগৈ। কিবা লাগিলে আমি নিজে ল'ম।

কৰ্ণ : ভাল ছাৰ। [সি বটল দুটা ঠিক ঠাইত থৈ 'বাৰ'ৰ এটা লাইট নুমুৱাই দিয়ে।]

ভাগৱতী : আৰু এওঁক— ৰামলালক ক'বা, তেওঁ আগফালে গে'টত থাকিব। আমাৰ নিজৰ মানুহৰ বাহিৰে অইন কোনো মানুহক ভিতৰলৈ আহিবলৈ দিব নালাগে।

কৰ্ণ : ভাল ছাৰ। [ওলাই যায়। অলপ সময় নিস্তব্ধ।]

ভাগৱতী : চক্ৰবৰ্তী।

চক্ৰবৰ্তী : কওক।

ভাগৱতী : আপোনালোকে নিজেই, এইখন ৰাজ্যৰ প্ৰত্যেকখন বাতৰি কাকতে এসময়ত নহয় এসময়ত আমাৰ এই মেডিকেল চেণ্টাৰটোৰ গুণ কীৰ্তন কৰিছে।

চক্ৰবৰ্তী : হয়।

ভাগৱতী : সদ্‌নাম গাইছে।

চক্ৰবৰ্তী : আমাৰ কাকততে, এইটো বছৰতে, অন্ততঃ তিনিটা ডাঙৰ ডাঙৰ লেখা পাব্লিছ কৰিছোঁ। চেণ্ট্ৰেল হেলথ্ মিনিষ্টাৰ আহোঁতে আমি আপোনালোকৰ এই চেণ্টাৰটোৰ আৰু উন্নতি হওক বুলিয়েই দুই পৃষ্ঠাৰ ছাপ্লিমেণ্ট উলিয়াইছিলোঁ।

ভাগৱতী : মনত আছে। সেইখনে আমাৰ উপকাৰ কৰিছিল আৰু তাৰ বাবে আপোনাক আৰু আপোনালোকৰ মালিক মিষ্টাৰ জৈনক মই ধন্যবাদ জনাইছিলোঁ। এইখন ৰাজ্যত আপোনালোকৰ কাকতখনকে মই আটাইতকৈ সম্ভ্রান্ত, বিশ্বাসযোগ্য কাকত বুলি গণ্য কৰোঁ। সেই কাৰণে আজি আপোনাক বিশেষভাৱে ইয়ালৈ মাতি আনিছোঁ। আমাক অলপ খবৰ লাগে।

চক্রবর্তী : কওক। দিব পৰা খবৰ থাকিলে নিশ্চয় দিম।

ভাগৱতী : আমি কোনো ফালৰ পৰা ঘুণাক্ষৰেও কোনো কথা শুনা নাছিলোঁ। আমি একান্তমনে নিজৰ কামত ব্যস্ত আছিলোঁ। ইন্দুমতী নামৰ ছোৱালীজনীৰ মৃত্যুৰ কথা ডাঃ ত্রিপাঠীযে আমাক যি কৈছিল, আমি তাকে মানি লৈছিলোঁ আৰু সেইটো ছেপ্টাৰ ক্ল'জড বুলি ধৰি লৈছিলোঁ। কিন্তু হঠাতে এই সাদিন ধৰি বাতৰি কাকতত এই যে এটা প্রচণ্ড ধুমুহাৰ সৃষ্টি হৈছে, এইটো কেনেকৈ হ'বলৈ পালে?

চক্রবর্তী : কি ছপা হৈ ওলাইছে, সেইখিনিতো আপোনালোকে পঢ়িছেই?

ভাগৱতী : পঢ়িছোঁ। আৰু দিনে-নিশাই মানুহবোৰে আমাক লগ ধৰি, ফোন কৰি যিমান প্রশ্ন সুধিছে, তাৰ উত্তৰত কেবল এটা কথাকে কৈছোঁ— কাগজত যি ওলাইছে তাৰ বাহিৰে আমি একো নাজানো।

চক্রবর্তী : আচল কথা ক'বলৈ গ'লে— কথাটো আৰম্ভ হৈছিল আমাৰ অফিচৰ পৰাই।

ভাগৱতী : জানো।

চক্রবর্তী : সেইদিনা আবেলি ইন্দুমতীৰ গিৰীয়েক এই কার্তিক নামৰ ল'ৰাটোৱে আমাৰ অফিচলৈ গৈ এছিষ্টেণ্ট এডিটৰক লগ ধৰি ক'লে— তাৰ ঘৈণীয়েকক ডাঃ বিনন্দ কুমাৰ ত্রিপাঠীয়ে হত্যা কৰিছে।

বৰুণ : কার্তিকে ক'লৈগে?

চক্রবর্তী : হয়। কিন্তু আমিতো তৎক্ষণাত যিকোনো মানুহৰ কথা সঁচা বুলি ধৰিব নোৱাৰোঁ।

বৰুণ : নিশ্চয়।

চক্রবর্তী : সেইটো কথা কওঁতে তেওঁ এটা অডিঅ' কেছেট উলিয়াই দিলে। তেওঁ এটা টেপ ৰেকর্ডাৰো লৈ গৈছিল। সেইটোৱে তেতিয়াই তেওঁ টেপটো বজাই শুনালে।

বৰুণ : কি শুনা গ'ল?

চক্রবর্তী : ডাঃ ত্রিপাঠীয়ে নিজে উত্তেজিত কণ্ঠেৰে কৈছে— তেওঁ বোলে ইন্দুমতীক শেষ ৰাস্তা দেখুৱাই দিলে।

বৰুণ : তাৰ পিছত?

চক্রবর্তী : আমাৰ ষ্টাফে তৎক্ষণাত কেছেটেটোৰ দুটা কপি কৰিলে। তাৰে এটা লৈ তিনিজন মানুহে ত্রিপাঠীক লগ ধৰিলেগৈ। কেছেটটো বজাই শুনাই সেইটো মাত তেখেতৰ হয় নে নহয় সুধিলে, আৰু তেখেতে উন্মাদৰ নিচিনাকৈ চিঞৰ-বাখৰ কৰি আমাৰ মানুহ তিনিজনক অপমান কৰি খেদি দিলে। তেওঁলোকৰ এজন ফটোগ্রাফাৰ আছিল, তেওঁ দুখন ফটোও তুলিছিল, কিন্তু ত্রিপাঠীয়ে তেখেতৰ ঘৰৰ মানুহৰ হতুৱাই কেমেৰাটো কাঢ়ি নিয়াই জব্দ কৰি থৈ দিলে।

বৰুণ : তাৰ পিছত?

চক্রবর্তী : তাৰ পিছত আমিও যুদ্ধ কৰিবলৈ বাধ্য হ'লোঁ। প্রথমতে কেমেৰাটোৰ কাৰণে পুলিচত কে'ছ এটা দি সেইদিনা যি ঘটিছিল, সেইখিনি অকণো অতিৰঞ্জিত নকৰাকৈ প্রকাশ কৰিলোঁ। লগে লগে কি অৱস্থা হ'ল আপোনালোকে দেখিছেই।

ভাগৱতী : দেখিছোঁ।

চক্রবর্তী : কেছ্টোত যিগৰাকী মহিলাৰ মাত আছিল— কার্তিকে ক'লে, সেইগৰাকী মিছেছ দেৱান।
[সকলোৱে দেৱানৰ ফালে চায়।]

দেৱান : হয়। প্রেছৰ মানুহ যেতিয়া তেওঁৰ ওচৰলৈ গৈছিল, তেতিয়া তেওঁ সেই কথা স্বীকাৰ কৰিছিল।

জগবন্ধু : কুন্তলাই স্বীকাৰ কৰিছিল?

দেৱান : হয়।

ৰিমঝিম : তেওঁ প্রেছৰ মানুহৰ আগত স্বীকাৰ কৰিছিল ভাল কৰিছিল, কিন্তু তেওঁ আমাকোতো কথাবোৰ কোৱা উচিত আছিল। আজি চাৰি-পাঁচ দিন তেওঁ আমাৰ লগত সম্পর্ক ৰখা নাই। কথাটো কি? ইফালে প্রেছৰ মানুহে আমাকো আমনি কৰিবলৈ লৈছে।

দেৱান : তেওঁ কেইদিনমানৰ কাৰণে ক'ৰবালৈ গৈছে। ক'লৈ গৈছে কৈ যোৱা নাই। চিন্তা কৰিবলৈও মানা কৰি গৈছে , খবৰ ল'বলৈও মানা কৰি গৈছে।

ৰিমঝিম : আচৰিত কথা!

জগবন্ধু : কিন্তু ডাঃ ত্রিপাঠীৰ ঘটনাৰ পম খেদি প্রেছৰ মানুহ, পুলিচৰ মানুহে মোৰ পৰিবাৰ অৰুন্ধতীক, তোমাক কিয় আমনি কৰিব লগা হ'ল— সেইটো আৰু বেছি আচৰিত কথা নহয় জানো?

ৰিমঝিম : আমি সকলো ডাঃ ত্রিপাঠীৰ বন্ধু আছিলোঁ। সেইটোত আচৰিত হ'বলগীয়া কি আছে?

জগবন্ধু : *ময়োতো ডাঃ ত্রিপাঠীৰ কম বন্ধু নহওঁ। মোক কোনেও আমনি নকৰে কিয়?*

ৰিমঝিম : আপুনি কি বুজাব খুজিছে?

ভাগৱতী : আমাৰ কথাবোৰ পিছত পাতিব পাৰিম মিছেছ দত্ত। আগতে এখেতক বিদায় দি লওঁ। তাৰ পিছত চক্রবর্তী?

চক্রবর্তী : ডাঃ ত্রিপাঠীয়ে এগৰাকী মহিলাক হত্যা কৰিছে— তেখেতে তৎক্ষণাত আগতীয়া জামিন লৈছে— এই খবৰ ছপা হোৱাৰ লগে লগে আপোনালোকে বিশ্বাস কৰে নে নকৰে ক'ব নোৱাৰোঁ— আমি দিনে দহ-বাৰটাকৈ টেলিফোন কল পাওঁ।

ভাগৱতী : কাৰ পৰা?

চক্রবর্তী : ডাঃ ত্রিপাঠীয়ে চিকিৎসা কৰা বেমাৰীৰ পৰা, তেখেতৰ সংস্পর্শলৈ অহা মানুহৰ পৰা। মন কৰিবলগীয়া কথা— এওঁলোক সকলো তিৰোতা মানুহ আৰু এওঁলোকৰ কোনেও নিজৰ নাম ক'ব নোখোজে।

ভাগৱতী : তেওঁলোকৰ বক্তব্য কি?

চক্রবর্তী : তেওঁলোকে ডাঃ ত্রিপাঠীৰ আচল ৰূপটো নিজে দেখা পাইছে। তেওঁলোকৰ মতে প্রথমতে এই মানুহজনৰ মুখা খুলি দিব লাগে আৰু তাৰ পিছত মানুহজনক গোটেই জীৱনটো জে'লত ভৰাই থ'ব লাগে।
[দেৱান 'বাৰ'লৈ যায়। নিজে বাকি লৈ মদ খায়।]

ৰিমঝিম : এইবোৰ কথা আপোনালোকে—

চক্রবর্তী : আমাৰ কাকতখন আপুনি যদি নিয়মীয়াকৈ পঢ়ে, তেনেহ'লে মন কৰিব, মই আপোনালোকক যিখিনি কথা যি ভাষাত কৈছোঁ, কাকততো তেনেকৈয়ে প্রকাশ কৰিছোঁ। তাতকৈ বেছি কৰাৰ আমাৰ ইচ্ছা নাই, আৰু তাতকৈ কম কৰাৰ আমাৰ উপায় নাই। ডাঃ ত্রিপাঠীৰ কাণ্ড-কাৰখানা যিমান চাঞ্চল্যকৰ বুলি আমি গম পাইছোঁ, সিমান চাঞ্চল্য আমি এতিয়াই সৃষ্টি কৰিব খোজা

নাই।

ভাগৱতী : মই আপোনাৰ লগত সেইটো কথাকে আলোচনা কৰিব খুজিছোঁ চক্ৰৱৰ্তী। আপুনি ইয়াৰ সম্পাদকমণ্ডলীৰ সভাপতি। মোৰ এই মেডিকেল চেন্টাৰ বাইজৰ প্ৰতিষ্ঠান। এইজন ডাক্তৰৰ সুনাম আমাৰ এটা মূল্যবান সম্পদ আছিল,— এতিয়া এইজন ডাক্তৰৰ বদনামে যেন এই প্ৰতিষ্ঠানটোৰ অপকাৰ নকৰে।

[ৰামলাল সোমাই আহে।]

ৰামলাল : [ভাগৱতীক] ত্ৰিপাঠী চাহাব আহিছে ছাৰ।

ভাগৱতী : কোন?

ৰামলাল : ত্ৰিপাঠী চাহাব।

ভাগৱতী : আমাৰ ডাক্তৰ ত্ৰিপাঠী?

ৰামলাল : হয় ছাৰ।

ভাগৱতী : ভিতৰলৈ আহিবলৈ কোৱাগৈ।

[ৰামলাল ওলাই যায়।]

আচৰিত কথা! যোৱা চাৰিদিনে আমি ডেছ্‌পাৰেটলী তেখেতৰ লগত যোগাযোগ কৰিবলৈ চেষ্টা কৰি আছোঁ। সকলোকে খবৰ দিছোঁ— তেখেতে যেন তৎক্ষণাত অন্ততঃ মোৰ লগত এবাৰ দেখা কৰে। কিন্তু কোনো খবৰ পোৱা নাই। কিন্তু এতিয়া হঠাৎ—?

চক্ৰৱৰ্তী : তেখেতৰ লগত ময়ো অলপ কথা পাতিবলৈ পোৱা হ'লে ভাল পালোঁহেঁতেন।

[গম্ভীৰ খোজেৰে ত্ৰিপাঠী সোমাই আহে। তেওঁ সকলোলৈকে চায়।]

ডাঃ ত্ৰিপাঠী : [ভাগৱতীক সোধে] এখেত?

ভাগৱতী : এখেত কৰুণা চক্ৰৱৰ্তী। নেচনেল নিউজৰ সম্পাদক।

ডাঃ ত্ৰিপাঠী : আপুনি মোক লগ পাব খুজিছিল?

ভাগৱতী : হয়।

ডাঃ ত্ৰিপাঠী : গতিকে আপোনালোকে কথা শেষ কৰক। মই সেই তাতে আছোঁ। [যাব খোজে]

ভাগৱতী : নহয়, আমাৰ কথা শেষেই হ'ল।

চক্ৰৱৰ্তী : মই আহোঁ।

ভাগৱতী : ভাল। [অন্য সকলোৰে বিদায় লৈ চক্ৰৱৰ্তী ওলাই যায়। কিছু সময় নিস্তব্ধ। বৰুণ, ৰিমঝিম আৰু ভাগৱতীয়ে ঠাই সলনি কৰে।]

ডাঃ ত্ৰিপাঠী : মোক কিয় লগ পাব খুজিছিল?

ভাগৱতী : আচলতে মই অকলে নহয়,— আমি সকলোৱে আপোনাক লগ পাব খুজিছিলোঁ। আপুনি জানে মই এই মেডিকেল চেন্টাৰৰ মেনেজিং ডাইৰেক্টৰ যদিও আমি সকলোৱে এটা পৰিয়ালৰ নিচিনাকৈ কাম কৰিছিলোঁ।

ডাঃ ত্ৰিপাঠী : কথাবোৰ চমু কৰক। [নিস্তব্ধ]

জগবন্ধু : ইমান দীঘল অধ্যায় সৃষ্টি কৰা মানুহে হঠাতে কথা চমু কৰিবলৈ হুকুম নিদিব ডাক্তৰ। ঠিক আছে। একেবাৰে চমু কৰোঁ। চাৰিটা শব্দৰ প্ৰশ্ন এটা সুধিম, এটা শব্দৰে উত্তৰ দিব। [বৈ] আপুনি ইন্দুমতীক হত্যা কৰিছিল?

ডাঃ ত্ৰিপাঠী : [চাৰিওফালে চাই] ইয়াত আদালত বহুৱাইছে নেকি?

জগবন্ধু : আপুনি কাৰ্তিককো আদালতলৈ যাবলৈ বুদ্ধি দিছিল। কাৰণ আপুনি ভাবে— আদালতেই আপোনাৰ কাৰণে আটাইতকৈ নিৰাপদ ঠাই। সেই কাৰণে আমি আদালত বহুওবা নাই। পুলিচ-আদালতলৈ অন্ততঃ মই কেতিয়াও নাযাওঁ। আপুনি বিখ্যাত মানুহ বুলি নহয়, বন্ধু বুলি মই আপোনাৰ সান্নিধ্যলৈ আহিছিলোঁ। বন্ধুত্বৰ প্ৰতি সন্মান আপুনি দেখুৱাবই লাগিব। আমাক অনুতাপ কৰিবলৈ আপুনি সহায় কৰিব লাগিব। কওক, আপুনি কামটো কৰিছিল? [বৈ] কওক।

ডাঃ ত্ৰিপাঠী : মই যেতিয়া একো নকওঁ, তেতিয়া আপোনালোকে মোৰ যিটো উত্তৰ ভাল পায়, সেইটোকে দিছোঁ বুলি ধৰি ল'ব।

জগবন্ধু : নহ'ব। এতিয়া আৰু সেইবোৰ পাক লগোৱা কথা নক'ব। মনত আছে— মোৰ পৰিবাৰৰ লগত চিনাকি হোৱাৰ প্ৰথম এমাহৰ ভিতৰতে আপুনি কিমান পাক লগোৱা কথা কৈছিল? কিন্তু কিছুদিনৰ ভিতৰতে আপুনি গম পাইছিল— মোৰ পৰিবাৰ কুন্তলাও নহয়, ৰিমঝিমো নহয়, আপোনাৰ সংগ লাভৰ কাৰণে আতুৰ হৈ থকা বিলাকৰ এজনীও নহয়।

ৰিমঝিম : আপুনি মোৰ নাম তেনেকৈ কিয় লৈছে?

জগবন্ধু : কথা নবঢ়াবা ৰিমঝিম। মই বাহিৰত একো কোৱা নাই। নিজৰ ভিতৰতে কৈছোঁ। কথা বঢ়ালে তোমাৰ নিজৰে অপকাৰ হ'ব। আজিৰ এই দিনটোৰ কাৰণে কোন কিমান দায়ী, তুমি মোতকৈ বেছি জানা। কওক ডাঃ ত্ৰিপাঠী— ইয়েছ অৰ নৌ? [নিস্তব্ধ]

ডাঃ ত্ৰিপাঠী : [ভাগৱতীক] মোক কিয় বিচাৰিছিল?

ভাগৱতী : আপুনি একো নক'লে যেতিয়া আপোনাৰ পৰামৰ্শমতেই কাম কৰিম। আপুনি যিটো উত্তৰ দিয়া হ'লে মই বৰ কষ্ট পালোঁহেঁতেন, অথচ যিটো উত্তৰ শুনাৰ বাহিৰে মোৰ অইন উপায় নাই, সেইটো উত্তৰকে পালোঁ বুলি মই ধৰি ল'লোঁ।

ডাঃ ত্ৰিপাঠী : গুড্। আৰু কিবা কথা?

ভাগৱতী : ডাঃ ত্ৰিপাঠী, আপুনি জানে— মই ধন-সম্পত্তি, যশস্যা— এইবোৰৰ কাৰণে এই কে ডি মেডিকেল চেণ্টাৰ প্ৰতিষ্ঠা কৰা নাছিলোঁ। কে ডি— কৰুণা দেৱী— মোৰ মা আছিল। মোৰ চাৰি বছৰ বয়সতে বিধবা হোৱা মানুহজনীয়ে খেতিৰ মাটি, বাৰীৰ মাটি এটুকুৰা এটুকুৰাকৈ বেচি মোক পঢ়ুৱাইছিল, ডাঙৰ কৰিছিল। সেইজনী মানুহৰ চিকিৎসাৰ কাৰণে মই এদিন গাঁৱৰ ঘৰ-মাটি বেচিছিলোঁ। ইঠাইৰ পৰা সিঠাই— সিঠাইৰ পৰা ইঠাই— এনেকৈ এই গোটেই ৰাজ্যখন ঘূৰিছিলোঁ। মানুহজনীৰ বেমাৰটো কি আছিল, তাকে কোনেও ঠিক কৰিব পৰা নাছিল। আজিও মই ডেফিনিট্‌লী নাজানো, মানুহজনী কি হৈ মৰিল। যিমান কম মানুহ এনেকৈ মৰে সিমানেই ভাল,— এই কথাষাৰকে বুকুত লৈ মই এই প্ৰতিষ্ঠানটো গঢ়িছোঁ। এগৰাকী পবিত্ৰ নাৰীৰ স্মৃতিত গঢ়ি তোলা এই প্ৰতিষ্ঠানটোত, নাৰীৰ জীৱন আৰু মৰ্যাদাক সন্মান কৰিব নজনা মানুহ খাপ নাখায়। মই অত্যন্ত দুখেৰে কৈছোঁ, এনেকুৱা ঘটনাই মোৰ মাকো অপমান কৰে ডাঃ ত্ৰিপাঠী।

ডাঃ ত্ৰিপাঠী : মই আপোনাৰ মাক কৰুণা দেৱীৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিছোঁ। কিন্তু আপুনি আচল কথাটোৰ কাৰণে ইমান দীঘল বক্তৃতা দিয়াৰ প্ৰয়োজন নাছিল। আচল কথা— মোক আপুনি বিদায় দিছে?

ভাগৱতী : হয়।

ডাঃ ত্ৰিপাঠী : আজিয়েই?

ভাগৱতী : হয়।

ডাঃ ত্রিপাঠীঃ থেংক ইউ। আপোনালোকে মই বৰ বিপদত পৰিলোঁ বুলি ভাবিছে নেকি? নাভাবিব। আপোনালোকক ধন্যবাদ জনোৱা চিঠিখনৰ লগতে বাংগালোৰৰ হস্পিটেল, ফিলাডেলফিয়াৰ হস্পিতাল, চিকাগোৰ মেডিকেল কলেজ আদিৰ পৰা মোক চাকৰি কৰিবলৈ মতা চিঠিবোৰৰ ফটোষ্টেট কপি একোটা দি যাম।

জগবন্ধু ঃ কথাবোৰ এইবাৰ ইমান সহজ নহ'ব ত্রিপাঠী। অকণমান সময় শান্তিৰে কটাবলৈ বুলি মাজে-সময়ে ইয়াত মনে মনে বহি থাকোঁহি, সেইবুলি আপুনি মোক নিবোকা, বুৰ্বক বুলি নাভাবিব। আপুনি যাতে ক'তো আৰু এজনী ইন্দুমতী নাপায়, আপোনাৰ ওচৰত বশ মনা এজনী বেমাৰীও নাপায়, তাৰ বন্দবস্ত কিমান হৈছে— দুদিনতে খবৰ পাব। আপোনাৰ জামিন বেলচেল কৰা, আপোনাৰ পাছপ'ৰ্ট জব্দ কৰাৰ কাৰণে কোনে কি কৰিছে, কাইলৈ বাতৰি কাকতৰ পৰা জানি ল'ব।

ডাঃ ত্রিপাঠীঃ [ভাগৱতীক] মই যাব পাৰোঁনে? মোৰ আৰু ক'বলগীয়া একো নাই। আপোনাৰ যদি কিবা—?

ভাগৱতী ঃ নাই।

ডাঃ ত্রিপাঠীঃ গুড্ নাইট এ'ভৰিব'ডী। [গুচি যায়। অলপ পিছত]

জগবন্ধু ঃ আমিও যাওঁ ভাগৱতী। মোৰ কথাত বেয়া নাপাবা ৰিমঝিম। মই নিজৰ হৈ কোৱা নাই, এশজনী মানুহৰ হৈ কথা কৈছোঁ। মই ভুল কথা ক'লে অকল তুমি মোক শাস্তি দিব নালাগে। এশজনী মানুহে মোক শাস্তি দিব। মোৰ দুৰ্ভাগ্য কেনেকুৱা জানে ভাগৱতী? ঘৰত সোমাই থাকিনো কি শান্তি পোৱা বুলি এওঁ মোক উলিয়াই আনে। কিমান ক্লাবৰ যে মেম্বাৰ হ'লোঁ। কিন্তু এদিন এনেকৈয়ে ওলাই যাবলগীয়া হয বুইছা? সেই কাৰণে মই এওঁক কওঁ— তুমি আৰু মই ঘৰতে এটা ক্লাব খোলোঁ। আৰু কাকো মেম্বাৰ হ'বলৈ নিদিওঁ, তাতকৈ ভাল ক্লাব এই পৃথিবীত তুমি আৰু ক'ত পাবা?

ভাগৱতী ঃ আপুনি ঠিকেই কৈছে। বৰ ভাল কথা কৈছে।

জগবন্ধু ঃ কিন্তু মোৰ দুখটো কি জানা? মই শান্তিক খেদি ফুৰোঁ, আৰু মোক অশান্তিয়ে খেদি ফুৰে।

জগবন্ধু ঃ [ভাগৱতীক] আৰু মোৰ সুখটো কি জানা? মই আমাৰ তেওঁক খেদি ফুৰোঁ আৰু তেওঁ মোক খেদি ফুৰে। [হাঁহে] গুড নাইট। গুড নাইট দত্ত। মিছেছ দত্ত।

বৰুণ ঃ ] গুড্ নাইট
ৰিমঝিম ঃ

[জগবন্ধু ওলাই যায়। অলপ পিছত—]

ভাগৱতী ঃ দত্ত।

বৰুণ ঃ কওক।

ভাগৱতী ঃ মিছেছ দত্ত। [ৰিমঝিমে চায়]
জগবন্ধু দাদাই মোৰ মনৰ কথাকে কৈ গ'ল যেন লাগিছে। এই এসপ্তাহতে মোৰ এই পৃথিৱীখনৰ ওপৰত বিশ্বাস হেৰাই যোৱা যেন লাগিছে। একালত মই আৰু মা যে একেলগে আছিলোঁ, এইকেইদিন মোৰ সেই দিনবিলাকেই বৰ ভাল আছিল যেন লাগিছে।

বৰুণ ঃ এনেকুৱা ঘটনা একোটা ঘটিলে মন বেয়া লাগেই। আকৌ লাহে লাহে সকলো ঠিক হৈ যাব।

ভাগৱতী ঃ মিছেছ দত্ত, আপুনি এদিন হাঁহি হাঁহি এই মেডিকেল চেন্টাৰটোৰ অংশীদাৰ হোৱাৰ কথা কৈছিল নহয়?

ৰিমঝিম ঃ মই ধেমালি কৰিছিলোঁ।

ভাগৱতী : আপোনালোকে বহু যত্নৰে এই চেণ্টাৰটো গঢ়ি তুলিছে। ইয়াৰ তলা-নলা সকলো আপোনালোকে জানে। সেই কাৰণে মই ধেমালি কৰা নাই, ছিৰিয়াছলী কৈছোঁ, আপোনালোকৰ শক্তি আছে, বুদ্ধি আছে,সামৰ্থ্য আছে— আপোনালোকে এই প্ৰতিষ্ঠানটো নিজৰ কৰি লৈ নলয় কিয়?

ৰিমঝিম : আমি? [বৰুণৰ ফালে চায়]

বৰুণ : নিজৰ কৰি লৈ লোৱা মানে?

ভাগৱতী : এটা বন্দবস্ত কৰি গোটেই চেণ্টাৰটো আপোনালোকক গতাই দিওঁ। মোক কি দিব লাগে, মই হিচাপ কৰি ক'ম। মই চাম যাতে— আপোনালোকৰ ওপৰত কোনো হেঁচা নপৰে। আপোনালোকেই চেয়াৰমেন, আপোনালোকেই মেনেজিং ডাইৰেক্টৰ, আপোনালোকেই মালিক—

বৰুণ : আপুনি কি কৈছে ভাগৱতী?

ভাগৱতী : সঁচা কথা কৈছোঁ দত্ত। মই এইবিলাকৰ পৰা বহু আঁতৰলৈ যাব খুজিছোঁ। [ৰৈ] কেৱল এটা কাম আপোনালোকে কৰিবই লাগিব।

বৰুণ : কওকচোন।

ভাগৱতী : মেডিকেল চেণ্টাৰটোৰ নামটো আপোনালোকে সলাব লাগিব। মোৰ মাৰ নামটো যেন কোনোমতে ইয়াৰ লগত জড়িত নাথাকে।

[বৰুণ আৰু ৰিমঝিমে ভাগৱতীলৈ চাই থাকে। মঞ্চ লাহে লাহে অন্ধকাৰ হয়। সংগীত। অলপ পিছত মঞ্চ আকৌ পোহৰ হয়। 'বাৰ'ৰ ওচৰৰ টুল এখনত দেৱান বহি আছে। তেওঁক নিচাই ধৰিছে। কুন্তলা থিয় হৈ আছে। অলপ পিছত—]

কুন্তলা : ঘৰলৈ নোযোৱা? [দেৱানে চিনি নোপোৱাৰ নিচিনাকৈ চায়।]
সকলো গ'ল। দহ বাজি গ'ল। ঘৰটো বন্ধ কৰিবলৈ ৰামলালে তুমি যোৱালৈ বাট চাই আছে।

দেৱান : তুমি? তুমি ক'ৰ পৰা আহিলা? ক'ত আছিলাগৈ? ইয়ালৈ কিয় আহিছা?

কুন্তলা : মানুহে আমনি কৰে বুলি পলাই আছিলোঁগৈ। এতিয়া তোমাক নিবলৈ ইয়ালৈ আহিছোঁ। ব'লা। ঘৰত সকলো কথা ক'ম।

দেৱান : তুমি যোৱা। মই পিছত যাম।

কুন্তলা : মোৰ নিজৰে বৰ কষ্ট হৈছে। এতিয়া তুমিও মোৰ ওপৰত খং নকৰিবা।

দেৱান : [উত্তেজিত] এই সকলো ঘটনাৰ মূলতে আছা তুমি।

কুন্তলা : মই মানি লৈছোঁ। ব'লা ঘৰলৈ।

দেৱান : মোৰ কিমান বেইজ্জতি হৈছে তুমি জানা? কিয়? কিয় তুমি এনেকুৱা কৰিলা?

কুন্তলা : তোমাৰ কাৰণে কৰিলোঁ।

দেৱান : মোৰ কাৰণে? মোক প্ৰৱঞ্চনা কৰা তোমাৰ এতিয়াও শেষ হোৱা নাই?

কুন্তলা : ঘৰলৈ ব'লা, সকলো কম।

দেৱান : নাযাওঁ। ইয়াতে, এতিয়াই ক'ব লাগিব।

কুন্তলা : শুনিব পৰাকৈ তুমি সুস্থিৰ হৈ আছা?

দেৱান : আছোঁ।

কুন্তলা : শুনা তেনেহ'লে। তোমাক মই প্ৰৱঞ্চনা কৰাটো সঁচা কথা। ইয়াতকৈ ডাঙৰ কথা কোনোবা তিৰোতাই গিৰীয়েকক কয় নে? মই এইবাৰ কথাৰে আৰম্ভ কৰিছোঁ যেতিয়া, তুমি মোৰ এষাৰ কথাও অবিশ্বাস নকৰিবা। কেৱল শুনি যোৱা। এই মানুহটো— ত্ৰিপাঠীয়ে মোক আমনি

কৰিছিল। মই কিবা এক লোভত, মোহত অন্ধ হৈ গৈছিলোঁ। মই তোমাক বহু কষ্ট দিলোঁ, কিন্তু এতিয়া আৰু ফাঁকি নিদিওঁ। তুমি মোক কাটি পেলালেও মই সঁচা কথা ক'ম, মই বহু দুখ পাইছিলোঁগে। মই অনুমান কৰিব পাৰিছিলোঁ— তুমি মোক সন্দেহ কৰিবলৈ লৈছা, তুমি ভিতৰি ভিতৰি জ্বলি-পুৰি মৰিছা— কিন্তু মই সেই মানুহটোৰ যাদুৰ বলত চব দেখিও নেদেখা হৈ গৈছিলোঁ, বুজিও নুবুজা হৈ গৈছিলোঁ। কিন্তু পিছত মোৰ সন্দেহ হ'ল। ইন্দুমতীয়ে প্ৰথম মোক ভাবিবলৈ বাধ্য কৰালে— মই কাৰ গৰাহত সোমালোঁ। তাৰ পিছত মন্দিৰা আৰু ৰাগিণীৰ পৰা বুজিলোঁ— এই মানুহটো ইমান বেয়া— আৰু লগে লগে বুজিলোঁ— তুমি ইমান ভাল মানুহ, যে মোৰ এখন যুদ্ধ কৰিবলৈ মন গ'ল, নিজকে পৰাচিত কৰিবলৈ মন গ'ল। অকল ময়েই বুলি নকওঁ, আমি,— মন্দিৰাৰ জীৱনটো নষ্ট কৰাৰ কাৰণে আমি বহুতো দায়ী। সেই কথা বুজাৰ পিছত এদিন মই তাৰ লগত অভিনয়,— চয়তানি আৰম্ভ কৰিলোঁ। তাক উলংগ কৰি পেলাম বুলি প্ৰতিজ্ঞা কৰিলোঁ। মোৰ কথাৰ জালত পৰি এদিন সি নিজমুখে ইন্দুক হত্যা কৰাৰ কথা স্বীকাৰ কৰিলে। ইয়াৰ মাজত কাৰ্তিক নাছিল। তেওঁ একো নাজানিছিল। টেপ ৰেকৰ্ডাৰটো মোৰ বুকুত আছিল। দেৱালৰ সিপাৰবলৈ চাই মই এনেয়ে চিঞৰিছিলোঁ। আচলতে সেইফালে কোনো নাছিল। ত্ৰিপাঠীয়ে কিছুদিনলৈ যাতে মোক সন্দেহ নকৰে, সেই কাৰণে মই সেইটো বুদ্ধি কৰিছিলোঁ। তাৰ পিছত টেপ ৰেকৰ্ডাৰটো অলপ দূৰত থৈ কেছেটটোৰ কপি এটা কৰিছিলোঁ। সেইটো কাৰ্তিকক দি কৈছিলোঁ— প্ৰথমতে বাতৰি কাকতৰ অফিচলৈ যোৱা। পুলিচৰ কথা পিছত। [ক্লান্ত হৈ পৰে। অলপ পিছত] তাৰ পিছত— মই তোমাক ঘৰলৈ নিবলৈ আহিছোঁ। ব'লা।

[দুয়ো দুয়োলৈ চাই থাকে। মঞ্চ লাহে লাহে অন্ধকাৰ হয়।]

## দৃশ্য ঃ ৮

### মঞ্চ ঃ ২

[মেডিকেল চেন্টাৰৰ ডাঃ ত্ৰিপাঠীৰ নিজৰ কোঠা। ৰাতি। ইন্দুমতীৰ মৃত্যুৰ সময়ত কোঠাটো যেনেকৈ আছিল, তাতকৈ অলপ ভালকৈ সজোৱা হৈছে। পৰ্দাবোৰ পৰিষ্কাৰ-পৰিচ্ছন্ন। বৰুণ, বিমঝিম, ৰাগিণী আৰু কাৰ্তিক আছে।]

বৰুণ ঃ [কাৰ্তিকক] এই কোঠালিটোতো তুমি আগতে দেখাই নাই?

কাৰ্তিক ঃ নাই দেখা।

বৰুণ ঃ এওঁলোকৰ মুখত এই কোঠালিটোৰ বিষয়ে শুনিছা?

ৰাগিণী ঃ নাই, মই এই কোঠালিটোৰ বিষয়ে এওঁক একো কোৱা নাই।

বৰুণ ঃ মই তোমালোকক এটা ইম্পৰটেন্ট কথা ক'বলৈ ইয়ালৈ মাতি আনিছোঁ। মই পোনে পোনে কথাটো কওঁ। এইটো কোঠালিতে ইন্দুমতীক বিহ খুওৱা হৈছিল। সেইটো এতিয়া সকলোৰে জনা কথা। নহয় জানো ৰাগিণী?

ৰাগিণী ঃ হয়।

বৰুণ ঃ তাৰ পিছত বহু দিন পাৰ হৈ গ'ল। বহু ঘটনা ঘটিল। এই মেডিকেল চেন্টাৰটোৰ মালিক বিষ্ণু ভাগৱতীয়ে ইয়াৰ মালিকীস্বত্ব আমাৰ হাতত গতাই দিলে। আমি মিছা কথা নকওঁ— এনেকুৱা এটা প্ৰতিষ্ঠানৰ গৰাকী হোৱাৰ কথা আমি মাজে মাজে ভাবিয়েই আছিলোঁ। শেষত যেতিয়া

ভাগৱতীয়ে প্ৰস্তাৱটো দিলে, তেতিয়া আমি সাহ কৰি হস্পিতালখন নিজৰ কৰি ল'লোঁ। তোমালোকে ছুইনৰ্ডবোৰ মন কৰিছাই চাগে। আমি এইখনৰ নাম দিছোঁ— পাব্লিক হে'ল্থ চেন্টাৰ।

ৰাগিণী : দেখিছোঁ।

বৰুণ : আমাৰ প্ৰায়েই এনেকুৱা লাগে যেন ইন্দুৰ কাৰণেই এই পৰিবৰ্তনবোৰ হ'বলৈ পালে।

ৰিমঝিম : আমি স্বাৰ্থপৰৰ নিচিনাকৈ বহুত কাম কৰিলোঁ ৰাগিণী। তাৰ মাজত বেয়া কামো আছিল। সেই কথা স্বীকাৰ কৰোঁ আৰু সেইবোৰ কামৰ বাবে অনুতাপো কৰোঁ। সেইবোৰ পাহৰি তোমালোকে এটা কথাত আমাক সহায় কৰা।

ৰাগিণী : সেইবোৰ পাহৰাৰ কথাটো আমাৰ ওপৰত এৰি দিয়ক। কিছুমান কথা পাহৰিলে মই নিজকে ক্ষমা কৰিব নোৱাৰিম। সকলো কথা মানুহে পাহৰিব নাপায়। বাৰু সেইবোৰ কথা বাদ দিয়ক। কি সহায় কৰাৰ কথা কৈছিল?

বৰুণ : এইটো কোঠালি আৰু ইয়াৰ লগৰে সেইটো কোঠালি মিলাই আমি এটা ভি আই পি কেবিন কৰিব খুজিছোঁ। এইফালে আৰু চাৰিটা কোঠালিত মুঠতে ছখন বিছনা আছে, নাৰ্ছৰ ৰুম আছে, এটা ৰেষ্ট ৰুম আছে। এই গোটেইখিনিৰে আমি এটা বেলেগ ৱাৰ্ড আৰম্ভ কৰিব খুজিছোঁ— আৰু সেইটোৰ নাম ইন্দুমতীৰ নামেৰে দিব খুজিছোঁ— ইন্দুমতী ৱাৰ্ড।

ৰিমঝিম : আৰু সেইটো কাৰ্তিকক দিব খুজিছোঁ। সেইটো তেওঁ চলাব লাগে।

কাৰ্তিক : মই চলাব লাগে মানে?

ৰিমঝিম : মানে, এই গোটেই সম্পত্তিটো তোমাৰ।

বৰুণ : ডাক্তৰ নাৰ্ছ, ৱাৰ্ড বয, ছুইপাৰ— সকলো আমাৰ। তোমালোকে কেৱল তেওঁলোকক এটা ৱৰ্কচাৰ্জ দিবা। যিমান কাম কৰে, সেই অনুপাতে এটা ফিজ—

কাৰ্তিক : আপোনালোকে এইটো কিয় কৰিব খুজিছে— মই ঠিক ধৰিব পৰা নাই। মোৰ প্ৰতি কৰুণা দেখুৱাইছে নেকি?

বৰুণ : নহয নহয নহয় তেনেকৈ নক'বা। তোমাক কৰুণা দেখুওৱাৰ কথা নহয়, এইটো ইন্দুমতীৰ প্ৰতি আমাৰ শ্ৰদ্ধা দেখুওৱাৰ কথা। আমি তেওঁক এই প্ৰতিষ্ঠানটোত জীয়াই ৰাখিব খোজোঁ। তুমি যদি তোমাক পুতৌ কৰিছোঁ বুলি ধৰি লৈ আমাৰ কথাটো ৰাখিবলৈ টান পোৱা, তেনেহ'লে আমিযেই ৱাৰ্ডটো চলাম। কিন্তু ৱাৰ্ডটোৰ নাম ইন্দুমতী ৱাৰ্ড হ'বই।

ৰিমঝিম : আমাৰ কথা হ'ল— তুমি ৱাৰ্ডটো নিজৰ কৰি ল'লে আমাৰ আঁচনিখন সম্পূৰ্ণ হয়। উকীল, কাছাৰী পুলিচ, বাতৰি কাকত— এইবোৰৰ মাজত ঘূৰি ঘূৰি তুমি বৰ খঙাল, অস্থিৰ হৈছা বুলি শুনিছোঁ, কিন্তু এইটো কথাত খং কৰি তুমি ইন্দুক সৰু নকৰিবা। [কাৰ্তিকে তলমূৰ কৰি চিন্তা কৰি থাকে]

বৰুণ : ৰাগিণীয়ে কথাটো নিশ্চয় বুজিছা?

ৰাগিণী : বুজিছোঁ। ইন্দুমতীৰ নামটোৰ লগতে যে ডাঃ বিনন্দ ত্ৰিপাঠীও জীয়াই থাকিব— সিমানলৈকে বুজিছোঁ।

বৰুণ : হয নেকি? আমিতো কথাটো সিমানলৈকে ভবাই নাছিলোঁ। তুমি যদি তেনেকৈ ভাবা, তেনেহ'লে আমি এই গোটেই আঁচনিখনকে বাদ দিব লাগিব।

ৰাগিণী : নাই নাই নাই। নহয়। আপোনালোকে ভাল কামকে কৰিবলৈ ওলাইছে। কাৰ্তিক দাদাই আপোনালোকৰ প্ৰস্তাৱটো গ্ৰহণ কৰাই ভাল হ'ব।

কার্তিক : মই কিন্তু অকলে এইবোৰ চম্ভালিব নোৱাৰিম। তুমি মোৰ লগত থাকিব লাগিব।

ৰাগিণী : হ'ব, থাকিম বাৰু। [ৰিমঝিমক] কেতিয়াৰ পৰা আমি কাম আৰম্ভ কৰিব লাগিব?

ৰিমঝিম : ধৰি লোৱা কাইলৈকে। পলম কৰিতো লাভ নাই। কিন্তু ৰাগিণী, বেয়া নোপোৱা যদি এটা ব্যক্তিগত কথা সোধোঁ। এইটো কামত কার্তিকৰ লগত তুমি কিয় লাগিবা? কিমান দিনলৈ লাগি থাকিব পাৰিবা?

ৰাগিণী : ক'ব নোৱাৰোঁ। মই হয়তো সদায় এনেকৈয়ে থাকিব লাগিব, কিন্তু এওঁৰ ওচৰে ওচৰে থাকিব লাগিব।

ৰিমঝিম : সদায় এনেকৈয়ে?

ৰাগিণী : দেখিছেই নহয়, আজি আপোনালোকে এওঁকহে মাতি পঠাইছিল, কিন্তু লগতে ময়োতো আহিলোঁ।

ৰিমঝিম : কিন্তু কিয় ৰাগিণী?

ৰাগিণী : আপোনালোকে এই ৱাৰ্ডটো ইন্দুমতীৰ নামত দি এটা দায়িত্ব পালন কৰিছে। আপোনালোকে মনত এক ধৰণৰ শান্তি পাইছে। এওঁৰ কাৰণে মোৰ দায়িত্ব আৰু বহুত বেছি। শান্তি পাবলৈ মোৰ বহুত দিন বাকী। যিমান দিন জীয়াই থাকোঁ, শান্তি পাবলৈ মই সিমান দিন বাট চাব লাগিব যেন পাইছোঁ।

ৰিমঝিম : কিয তেনেকৈ কৈছা?

ৰাগিণী : মই কাৰ জীয়েক আপোনালোকেতো জানেই? সেই মানুহজনে মোৰ ওপৰত— এই বয়সতে— ইমান দায়িত্ব জাপি দিছে যে সেই দায়িত্বৰ হেঁচাত গোটেই জীৱনলৈ মই পংগু হৈ গৈছোঁ। মোৰ কি হ'ল জানো, মা আৰু এই কার্তিক দাদাৰ বাহিৰে চকু মেলিলে কাকো দেখা নোপোৱা হ'লোঁ। মাই মোক ওচৰত থকাটো একেবাৰে সহ্য কৰিব নোৱাৰে। সেই কাৰণে মই এওঁৰ ওচৰে ওচৰে থাকোঁ।

[চকীত বহি মুখ লুকুৱাই কান্দে। লাহে লাহে মঞ্চ অন্ধকাৰ হয়।]

## দৃশ্য : ৯

### মঞ্চ : ১

[লোকনাথ-মন্দিৰাহঁতৰ ঘৰ। দিনত। লোকনাথ বহি আছে, মন্দিৰা আৰু জগবন্ধু থিয় হৈ আছে।]

জগবন্ধু : বহু দিন পাৰ হৈ গ'ল নহয়?

মন্দিৰা : হয়।

জগবন্ধু : চুলি পকালা?

মন্দিৰা : আপোনাৰো পকিল। ভালে আছে?

জগবন্ধু : আছোঁ। ল'ৰাহঁতে পইচা পঠায়। মাছে-মঙহে দৰবনি পিটি খাওঁ। ঔষধো খাওঁ। ভালেই আছোঁ। কিন্তু কি হয় জানা মন্দিৰা? তোমালোকলৈ বৰ মনত পৰি থাকে। এসময়ত আমি কিমান লগ আছিলোঁ ভাবাচোন।

মন্দিৰা : এৰা!

জগবন্ধু : মই কিন্তু বিচাৰি বিচাৰি সকলোৰে খবৰ লৈ থাকোঁ। কাম নাই নহয়, তাকে কৰি থাকোঁ। সেইদিনা আহোঁতে সুধিছিলোঁ, আজি আকৌ সুধিছোঁ, ঘৰলৈ নাযাবাই নেকি?

মন্দিৰা : আজিকালি ঘৰ বুলিলে মই সেইখন ঘৰৰ কথা নুবুজোঁৱেই দাদা। সেইখন এতিয়া আমাৰ ঘৰ

হৈ আছেনে? সেইবোৰ চব পাহৰিয়েই গ'লোঁ।

জগবন্ধু : মই মাজে মাজে যাওঁ। চব আগৰ নিচিনা হৈয়েই আছে। চোওঁতা যে কোনো নাই,— সেই কাৰণে আগৰ নিচিনা হৈয়েই আছে। সেই যে বাহাদুৰ নামৰ চকীদাৰ এটা আছে, তাৰো চুলিবোৰ পকিল। সিয়েই দুৱাৰ খুলি দিয়ে। কেতিয়াবা ডাক্তৰ ওলাই আহে, কেতিয়াবা বাহাদুৰে শুই আছে বুলি কয়,— গুচি আহোঁ। তোমালোকে মানুহজনৰ খবৰ ৰাখানে? কিবা খবৰ পোৱানে? [মন্দিৰাই অইনফালে চায়।]

মন্দিৰা : দেউতাই পায়।

লোকনাথ : পাওঁ মানে,— সেই মোকৰ্দমা লগাৰ সময়ৰে খবৰ কেইটামান পাওঁ। চৰকাৰেতো নিজে কে'ছ দিয়াৰ একোৱেই নকৰিলে! চৰকাৰ, পুলিচ— সকলোৰে বৰমূৰীয়াসকল তেওঁৰ হাতৰ মানুহ। কোনোবা এজনে পাব্লিক ইণ্টাৰেষ্ট কে'ছ এটা দিলে, বাইছ নে তেইছজনী তিৰোতা মানুহে ডাক্তৰ ত্ৰিপাঠী বৰ মৰমিয়াল, চৰিত্ৰৱান মানুহ বুলি সাক্ষী দিলে। তাৰ পিছত কে'ছৰ কি হ'ল কোনেও নাজানে। আমি পোৱা খবৰ সিমানেই। আচলতে তাৰ পিছত আৰু খবৰ লোৱাই নাই। নিজৰ ঘৰেই আকৌ ভৰি পৰিল যেতিয়া লোকৰ খবৰ আৰু কি ৰাখিম?

মন্দিৰা : দেউতা, আপুনি সেইটো কথা আকৌ কৈছে?

লোকনাথ : [জগবন্ধুক] মই ভুল কথা কৈছোঁ নেকি ডাঙৰীয়া? মোৰ মানুহজনী ঢুকোৱাৰ পিছত এইক বিয়া দি উলিয়াই দিয়াৰ পিছত ঘৰখন খালী হৈ গৈছিল। মই অকলশৰীয়া হৈছিলোঁ। মনত দুখ পাইছিলোঁ। এতিয়া তাই আহিল, মোৰ নাতিনী আহিল, ঘৰ আকৌ ভৰি পৰিল। এইটো ভুল কথা নেকি?

মন্দিৰা : এতিয়া আপোনাৰ আকৌ সুখ হৈছে?

লোকনাথ : তহঁতৰ যদি সুখ হৈছে, মোৰো সুখ হৈছে। কি কয় ডাঙৰীয়া?

মন্দিৰা : [খঙেৰে] সুবিধা পালেই আপুনি এনেকুৱা কথা কিয় কয়? এনেকুৱা কথা ক'লে যে মই মনত কষ্ট পাওঁ, ৰাগিণীয়ে কষ্ট পায়— সেইটো কথা আপুনি বুজি পায় নে নাপায়?

লোকনাথ : পাওঁ।

মন্দিৰা : তেনেহ'লে? ছোৱালী বিয়া দিলে, জোঁৱায়েকৰ লগত ছোৱালীযে সুখে-সন্তোষে ঘৰ-সংসাৰ কৰিবলৈ ল'লে, দুবছৰৰ মূৰত কেইদিনমানৰ কাৰণে জী-জোঁৱাইহঁত টালিয়ে-টোপোলাই ঘৰলৈ আহিব, আপুনি নিজে গৈ বজাৰৰ পৰা মোনা ভৰাই মাছ-মাংস আনিব, নাতি-নাতিনীহঁতে আপোনাৰ আঙুলি ফুটাই দিব, দুদিন থাকি এটাইমখা গুচি যোৱাৰ পিছত আপোনাৰ দুখ লাগিব, সেই দুখহে আনন্দৰ দুখ, এইবোৰ কথা মই নাজানো নেকি? তেনেহ'লে কিয় আপুনি মোক শুনাই সেইবোৰ কথা কয়? থাকিবলৈ ঠাই উলিয়াব নোৱাৰিম কাৰণে আমি ইয়াত আছোঁ বুলি ভাবিছে নেকি? আপোনাৰ কষ্ট হয় বুলিহে আছো।

লোকনাথ : হ'ব দে। আৰু নকওঁ দে। আজিকালি এই এনেকুৱাই হৈছে বুজিছে? মই এবাৰ ক'লে, তাই দহবাৰ কথা কয়।

জগবন্ধু : হ'ব দিয়ক। হেৰি নহয়, ৰাগিণীও ইয়াতে আছে নেকি?

লোকনাথ : আছে। ভিতৰতে আছে। আগতে হস্পিতালৰ ওচৰৰে নাৰ্ছৰ হোষ্টেল এটাত থাকিবলৈ লৈছিল, আজিকালি ইয়াৰ পৰাই অহা-যোৱা কৰে।

মন্দিৰা : [ক্ষোভেৰে] সেইজনী এজনী— তাইৰ নিচিনা এজনী ছোৱালীৰ কিমান ভাল ঘৰৰ, ভাল

ল'ৰাৰ লগত বিয়া হৈ যাব লাগিছিল। তাইৰ কিহৰ অভাৱ আছিল? এই মানুহজনে মোক যেনেকৈ জোঁৱায়েকৰ ঘৰত দেখিবলৈ বিচাৰে, মযোতো তাইক তেনেকৈ দেখিবলৈ বিচাৰোঁ। বিচাৰোঁ নে নিবিচাৰোঁ?

[জগবন্ধুৱে অন্যফালে চায় মুখ দুপিয়ায়]

মন্দিৰা : মই বাৰু ঘৰতে সোমাই থাকোঁ, কিন্তু এই মানুহজনে টলৌ-টলৌকে ঘূৰি, চিঠি লিখি, ফোন কৰি আজি দুবছৰমানৰ আগলৈকে মাহে দুটা-তিনিটা ল'ৰাৰ খবৰ যোগাৰ কৰিছিল। কোনো আগবাঢ়ি নাহিল। তাইৰ এম এৰ ফাৰ্ষ্ট ক্লাছ, চেহেৰা, চেতাৰ, এখন ঘৰ অকলে চম্ভালে— এইবোৰ এনেয়ে গ'ল। কিয়? তাইৰ কি দোষ? কাৰণ, তাইৰ মাকৰ লগত বাপেকৰ সম্বন্ধ নাই, কিন্তু বাপেকৰ লগত গোটেই পৃথিৱীখনৰে সম্বন্ধ।

[কাপোৰেৰে মুখ ঢাকি কান্দে। ভিতৰৰ পৰা ৰাগিণী ওলাই আহি এঠাইত থিয় হয়হি।]

জগবন্ধু : ভালে আছা ৰাগিণী?

ৰাগিণী : আছোঁ। আপোনালোকৰ ভাল?

জগবন্ধু : ভাল।

ৰাগিণী : ফুৰিবলৈ আহিল?

জগবন্ধু : ফুৰিবলৈ বুলিয়েই ধৰাচোন।

মন্দিৰা : এতিয়া তাই কয়— মোক এৰি বোলে তাই ক'লৈকো নাযায়। তাইৰ বয়সৰ ছোৱালী এজনীক মই এনেকৈ ৰাখিব পাৰোঁনে?

জগবন্ধু : তুমি কি কৰাৰ কথা ভাবিছা ৰাগিণী?

ৰাগিণী : তেনেকৈ একো ঠিক কৰা নাই। চাওঁচোন।

মন্দিৰা : মই যেতিয়ালৈকে জীয়াই থাকোঁ, তেতিয়ালৈকে তাই নাৰ্ছ হৈ থাকিব। মেট্ৰন হ'ব। মই মৰাৰ পিছত কেৰালাৰ কেথ'লিক মিছনলৈ যাব। নান হ'ব। সন্ন্যাসীনী হ'ব।

ৰাগিণী : তুমি মনে মনে থাকাচোন।

মন্দিৰা : মোৰ জীৱনটো যদি স্বাভাৱিক হ'লহেঁতেন, তেনেহ'লে নক'লোহেঁতেন, কিন্তু এই অৱস্থাত পৰিছোঁ কাৰণেহে কৈছোঁ— কৰ যদি কাৰ্তিকক বিয়া কৰ, মোৰ অকণো আপত্তি নাই।

ৰাগিণী : সেইটো কথা তুমি আগতে আৰু এদিন উলিয়াইছিলা। আকৌ কেতিয়াও নুলিয়াবা। মই যদি কাৰ্তিকক কওঁ, তুমি মোক মা বুলি মাতিবা— তেওঁ মাতিব। তেওঁক মই বলিয়া হোৱাৰ পৰা বচাইছোঁ। কমলাবাবী স্কুলত তেওঁ যেতিয়া নাইনত পঢ়িছিল, তেতিয়াই ছিক্সত পঢ়া ইন্দুমতীৰ লগত বিয়া কৰাব বুলি ধেমালি কৰিছিল। এতিয়া তেওঁ দিনে দিনে কেঁচুৱা হৈ গৈ আছে। তেওঁক তুমি তোমাৰ কেঁচুৱা বুলি ভাবিবা। [অলপ ৰৈ] এতিয়া আৰু ইটো নাই, সিটো নাই— ইটো নহ'ল, সিটো নহ'ল বুলি ভাবিবৰ দিন নাই মা। বাদুলিবিলাক দেখিছা নহয়? গোটেই দিনটো আগত পৰি থাকে, অথচ সিহঁত দোকমোকালিতে হাবিলৈ ওভতে। গোটেই জীৱনটো আগত পৰি থাকিলেও মোৰ এতিয়া ভিতৰ সোমোৱাৰ সময় হ'ল মা। সন্মুখত পৰি থাকিলেও, এতিয়া শান্ত, ধীৰ গতিৰে— বাদুলিবিলাক যেনেকৈ দোকমোকালিতে ওভতে, তেনেকৈ হাবিলৈ ওভতাৰ সময়।

জগবন্ধু : আচৰিত কথা!

ৰাগিণী : কি বৰদেউতা?

জগবন্ধু : তোমাৰ দেউতাৰায়ো প্ৰায় এনেকুৱা কথাকে কয়, কিন্তু ওলোটাকৈ কয়। এতিয়া বোলে দিন

শেষ হ'ল। দীঘল ৰাতি এটা সন্মুখত লৈ হাবিত সোমাই থকাৰ সময় হ'ল আৰু থাকেও তেনেকৈ বুইছা?

লোকনাথ : কিয় থাকে তেনেকৈ?

জগবন্ধু : বৰ অকলশৰীয়া, কাৰো লগত যোগাযোগ নাই—

মন্দিৰা : সেই কে'ছৰ সময়ত যে বাইছ নে তেইছজনীয়ে যে সাক্ষী দিছিল, সেইবোৰ ক'লৈ গ'ল?

জগবন্ধু : সেইবোৰ সাক্ষী দিবলৈ অহা মানুহ মন্দিৰা। মাতিলে আহে, শিকাই দিলে মিছা কথাও কয়, শিকাই নিদিলে সঁচা কথাও কয়, তাৰ পিছত গুচি যায়। সিহঁতকে সাক্ষী বোলে। সেইবোৰ বাদ দিয়া। মানুহজনে তোমালোকক এবাৰ চোৱাৰ কথা কৈছিল। সেই কাৰণে মই তেওঁক গাড়ীতে লৈ আহিছিলোঁ।

লোকনাথ : কি? ক'ত আছে তেওঁ?

জগবন্ধু : গাড়ীতে বহি আছে। বাটৰ সিপাৰে আঁহত গছজোপাৰ ডাঠ ছাঁ পৰিছে। গাড়ীখন তাতে থৈ আহিছোঁ।

[মন্দিৰা, ৰাগিণী আৰু লোকনাথ অস্থিৰ হয়। তেওঁলোকে ইজনে সিজনৰ মুখলৈ হতবাক হৈ চায়। অলপ পিছত ৰাগিণী অস্থিৰভাৱে ৰাস্তাৰ ফালে ওলাই যায়।]

লোকনাথ : তাই ক'লৈ গৈছে? গাড়ীখনৰ ওচৰলৈ গৈছে নেকি?

জগবন্ধু : [বাটৰ ফালে চাই] সেইফালেই চাই চাই গৈছে। আৰু এটা খবৰ দিওঁ মন্দিৰা। মানুহজনৰ অসুখ হৈছে। ভাল চিকিৎসাৰ প্ৰয়োজন হৈছে। মই পাব্লিক হে'ল্থ চেণ্টাৰৰ মালিক— বৰুণ দত্ত আৰু মিছেছ ৰিমঝিম দত্তৰ লগত কথা পাতিছিলোঁ।

মন্দিৰা : কি কৈছে তেওঁলোকে?

জগবন্ধু : তেওঁলোকে সহায় কৰিব, কিন্তু মূল হস্পিতালখনত তেওঁক ৰাখিব খোজা নাই।

মন্দিৰা : কিয়?

জগবন্ধু : সঠিককৈ ক'ব নোৱাৰোঁ। হস্পিতালখনৰ বাকী মানুহবোৰে কিবা বু-বু বা-বা, হৈ-চৈ কৰে বুলি ভয় কৰিছে হ'বলা।

মন্দিৰা : হস্পিতালখনৰ মালিক যেতিয়া অন্ততঃ ৰিমঝিমে তেওঁক চিকিৎসা কৰাৰ সুবিধাটো ল'ব লাগিছিল।

জগবন্ধু : সেইজনী ৰিমঝিম এতিয়া আৰু নাই। তেওঁলোকে কাৰ্তিকৰ লগত কথা পাতি ত্ৰিপাঠীক ইন্দুমতী ৱাৰ্ডত ৰাখিব পৰা যায় নেকি— তাকে ভাবিছে।

মন্দিৰা : দেউতা!

লোকনাথ : ক'চোন।

মন্দিৰা : মই এবাৰ তেওঁক চাই আহোঁগে।

লোকনাথ : হয় নেকি? চাই আহগৈ যদি ইয়ালৈকে মাতি আনগৈ।

[মন্দিৰা আগবাঢ়ে। বাহিৰৰ পৰা ৰাগিণী আহে। দুয়োৰে মুখামুখি হয়।]

মন্দিৰা : কি হ'ল ৰাগিণী? [ৰাগিণীয়ে একো নকয়।]

জগবন্ধু : ৰাগিণী?

ৰাগিণী : মই নগ'লোঁ। উভতি আহিলোঁ।

জগবন্ধু : কিয়?

ৰাগিণী : মই— দেউতাক বৰ ভাল পাইছিলোঁ। এইজন মানুহক চিনি নাপাম বুলি মোৰ ভয় লাগিল। [ভিতৰলৈ যাযগৈ] [মন্দিৰাই ৰাগিণীলৈ চাই, বাটলৈ চাই লাহে লাহে উভতি আহি চকীত বহে।]

লোকনাথ : কি হ'ল? নাযাব?

মন্দিৰা : নাযাওঁ।

[লাহে লাহে মঞ্চ অন্ধকাৰ হয।]

# দৃশ্য : ১০

## মঞ্চ : ২

[এসময়ৰ ডাঃ ত্ৰিপাঠীৰ (মেডিকেল চেণ্টাৰৰ) কোঠাটো। বৰ্তমান সেইটো ৰোগীৰ VIP কেবিন। ধুনীয়াকৈ সজোৱা। ৰাতি। কাৰ্তিক চকী এখনত বহি আছে। ৰুগ্ন ত্ৰিপাঠীয়ে দূৰলৈ চাই থিয হৈ আছে। তেওঁ অলপ ইফাল-সিফাল কৰে। তাৰ পিছত।]

ডাঃ ত্ৰিপাঠী : তোমাৰ নাম কাৰ্তিক?

কাৰ্তিক : হয।

ডাঃ ত্ৰিপাঠী : নামটো মনত আছে। চেহেৰাটো মনত নাই। এদিন দেখিছিলোঁ ৰাগিণীৰ হোষ্টেলত আৰু এদিন আমাৰ ক্লাবত। হয়?

কাৰ্তিক : হয় হ'বলা। মোৰ ঠিক মনত নাই।

ডাঃ ত্ৰিপাঠী : তুমি ইন্দুমতী নামৰ ছোৱালী এজনীক বিযা কৰাইছিলা?

কাৰ্তিক : হয।

ডাঃ ত্ৰিপাঠী : [অলপ পৰ চাই থাকি] এতিয়াও তুমি তেওঁৰ কাৰণে বৰ কষ্ট পাই থাকা নেকি?

কাৰ্তিক : নাথাকোঁ। মই চব পাহৰিলোঁ।

ডাঃ ত্ৰিপাঠী : কেনেকৈ? কিয় পাহৰিলা?

কাৰ্তিক : ৰাগিণীয়ে মোক পাহৰিবলৈ ক'লে।

ডাঃ ত্ৰিপাঠী : ৰাগিণীয়ে?

কাৰ্তিক : হয়।

ডাঃ ত্ৰিপাঠী : তুমি এতিয়াও ৰাগিণীক লগ পাই থাকা?

কাৰ্তিক : হয়। তেওঁ ইয়ালৈ আহি থাকে।

ডাঃ ত্ৰিপাঠী : হয? আকৌ কেতিযা আহিব?

কাৰ্তিক : আপুনি যেতিয়ালৈকে ইয়াত থাকে তেতিয়ালৈকে নাহে।

ডাঃ ত্ৰিপাঠী : হয় নেকি? [অলপ সময় চিন্তা কৰি] ৰাগিণীয়ে তোমাক মৰম কৰে?

কাৰ্তিক : তেওঁ মোক কেঁচুৱা বুলি কয়।

ডাঃ ত্ৰিপাঠী : আৰু কি কয়?

কাৰ্তিক : [উত্তেজিত] মানুহৰ লগত বেছি কথা পাতিবলৈ মানা কৰে। কাৰণ বেছি কথা পাতিলে মানুহবিলাকে মোক পগলা বুলি কয়।

ডাঃ ত্রিপাঠী : মই কাকো পগলা বুলি নকওঁ। তুমি মোৰ লগত কথা পাতিব পাৰা। তুমি ইয়াত কিয় বহি আছা?

কাৰ্তিক : আপোনাৰ যাতে একো অসুবিধা নহয় তাকে চাবলৈ।

ডাঃ ত্রিপাঠী : সেইবিলাক চোৱা কামটো তোমাৰ নেকি? নাৰ্ছ, ডাক্তৰ, ৱাৰ্ড বয়, মেট্রন— এইবিলাক নাই নেকি?

কাৰ্তিক : আছে। তেওঁলোকৰ কোন কেই বজাত ইয়ালৈ আহিব, তাৰ লিষ্ট কৰা আছে। মাজৰ কোনো নোহোৱা সময়খিনিত মই থাকিম। এইখন লিষ্ট।

[টেবুলৰ পৰা ক্লিপ লগোৱা ব'ৰ্ড এখন ত্রিপাঠীক দিয়ে। ত্রিপাঠীযে অলপ পৰ চাই থাকি—]

ডাঃ ত্রিপাঠী : এইটোৰ নাম ইন্দুমতী ৱাৰ্ড?

কাৰ্তিক : হয়।

ডাঃ ত্রিপাঠী : তোমাৰ ইন্দুমতীৰ লগত এই ৱাৰ্ডটোৰ নামটোৰ কিবা সম্পৰ্ক?

কাৰ্তিক : হয। সেই ইন্দুমতীযেই এই ইন্দুমতী।

ডাঃ ত্রিপাঠী : কিন্তু এই ৱাৰ্ডটোৰ নাম তেওঁৰ নামেৰে হ'বলৈ পালে কেনেকৈ?

কাৰ্তিক : এই হস্পিতালৰ মালিকে এই ৱাৰ্ডটো মোক দিছে আৰু ইযাৰ নাম ইন্দুমতী দিছে।

[ত্রিপাঠীয়ে অলপ পৰ চিন্তা কৰে।]

ডাঃ ত্রিপাঠী : বুজিলোঁ। বুজিলোঁ। এতিযা মোৰ আগত চব কথা পৰিষ্কাৰ হৈ গ'ল। এইটো ৱাৰ্ডৰ মালিক কাৰণে তুমি ইযাত বহি আছা?

কাৰ্তিক : হয।

ডাঃ ত্রিপাঠী : এইখন হস্পিতালৰ প্রত্যেকটো কোঠালিৰ ছবি এতিযাও মোৰ মগজত পৰিষ্কাৰকৈ অঁকা আছে বুলি জানানে?

কাৰ্তিক : নাজানো।

ডাঃ ত্রিপাঠী : কাৰ নামত এই গোটেই হস্পিতালখনৰ নাম হ'ব পাৰিলেহেঁতেন তুমি জানানে?

কাৰ্তিক : নাজানো।

ডাঃ ত্রিপাঠী : ছেকেণ্ড ফ্ল'ৰত— তিনি নম্বৰ মহলাত— ২০১, ২০২, ২০৩, ২০৪, ২০৫ নম্বৰ, এইকেইটা নম্বৰত VVIP– ভেৰী ভেৰী ইম্পৰটেণ্ট পাৰ্ছনৰ কাৰণে— ডাঙৰ ডাঙৰ, ধুনীয়া ধুনীয়া,— ইযাতকৈও ধুনীয়া— কেবিন আছে। সেই তাহানি, তাৰ এটা কেবিনৰ বাহিৰে মোক অন্য কোনো কোঠালিত ৰাখিবলৈ এই হস্পিতালৰ মালিকে সাহ নকৰিলেহেঁতেন বুলি তুমি জানানে?

কাৰ্তিক : নাজানো।

ডাঃ ত্রিপাঠী : তুমি একো নাজানা। তুমি কেৱল জানা— ইন্দুমতী ৱাৰ্ডত মোক সুমুৱাই লৈ, তুমি— কাৰ্তিক,— ইন্দুমতীৰ গিৰীয়েক— মোৰ সন্মুখত বহি থাকিব লাগে। কাৰণ মই ইন্দুমতীক হত্যা কৰিছিলোঁ। তুমি বাতৰি কাকতৰ অফিচে অফিচে ঘূৰি ঘূৰি এটা টেপ বজাই শুনাই ফুৰিছিলা? কিয়? মোক শাস্তি দিযক, সেই কাৰণে?

কাৰ্তিক : হয।

ডাঃ ত্ৰিপাঠীঃ মোক কি শাস্তি দিলে তুমি ভাল পালাহেঁতেন? ফাঁচী? মই ইন্দুক মাৰিলোঁ যেতিয়া মোকো কোনোবাই মাৰি পেলাব লাগে— নহয় জানো? [ধমকি] কোৱা হয নে নহয়?

কাৰ্তিক ঃ হয়।

ডাঃ ত্ৰিপাঠীঃ তেনেহ'লে মোক মাৰি নেপেলোবা কিয়? ইমান সুবিধা পাইছা, যিটো কোঠালিত মই ইন্দুক বিহ খুৱাইছিলোঁ, সেইটো কোঠালিতে মোক পাইছা, তদুপৰি অকলে পাইছা, তেনেহ'লে মোক মাৰি নেপেলোবা কিয়? কেনেকৈ মাৰিব লাগে নাজানা? ৰ'বা। পে'ন, ডটপে'ন কিবা আছে? [মেজৰ পৰা ডটপে'ন এটা লয়] কাগজ?— এয়া পাইছোঁ। মই এটা ঔষধ লিখি দিম। আনি দিব পাৰিবা? ফাৰ্ষ্ট ফ্ল'ৰত ফাৰ্মাচী আছে নহয? তাতে পাবা। মোৰ নাম ক'বা। মোক লাগে বুলি ক'বা। পাৰিবা? পাৰিবা নে নোৱৰা?

কাৰ্তিক ঃ নোৱাৰোঁ।

ডাঃ ত্ৰিপাঠীঃ নোৱৰা। মই ঠিক জানো— তুমি নোৱৰা। তোমালোকে মোক ইয়াত মাৰিবলৈ অনা নাই, মোৰ চিকিৎসা কৰিবলৈও অনা নাই। ইন্দুমতী ৱাৰ্ডৰ এইটো কমত থাকিবলৈ দি, তোমাৰ মুখামুখি হৈ বহি থাকিবলৈ দি এওঁলোকে মোক অপমান কৰিবলৈ আনিছে। মোক শিক্ষা দিবলৈ আনিছে। বৰ ডাঙৰ, হাই ক্লাছ বুদ্ধিৰ খেল খেলি দেখুৱাইছে। নহ'ব। নহ'ব। মোৰ বুদ্ধি এতিয়াও ইমান নষ্ট হোৱা নাই। হয় মই ইযাত মৰিম, নহয় এই মুহূৰ্তে ইয়াৰ পৰা ওলাই যাম। ক'ত আছে মোৰ চোলা-কাপোৰ? [এটা আলমাৰিৰ ওচৰলৈ যায। খুলিবলৈ ধৰি উভতি] মই কোন জানা? ইন্দুমতীৰ গিৰীয়েক হ'লা কাৰণেই বৰ ডাঙৰ মানুহ হ'লা বুলি ভাবিছা নেকি? ক'ত আছে মোৰ চোলা-কাপোৰ? মই ইয়ালৈ কি পিন্ধি আহিছিলোঁ?

[বৰ অস্থিৰ হয়। ব্যগ্ৰভাবে মেট্ৰন এজনী সোমাই আহে। এওঁ সেই ইন্দুমতীয়েই।]

মেট্ৰন ঃ কি হৈছে কাৰ্তিক? কি হৈছে ছাৰ?

ডাঃ ত্ৰিপাঠীঃ ডক্তৰ ক'ত আছে? ডক্তৰ ৰহমান আছে নেকি?

মেট্ৰন ঃ কোন ৰহমান ছাৰ?

ডাঃ ত্ৰিপাঠীঃ ডক্টৰ ইনামুল ৰহমান। ছিনিয়ৰ ছাৰ্জন। কাৰ্ডিঅল'জীৰ।

মেট্ৰন ঃ অ'। আমি তেখেতৰ নাম শুনিছোঁ। কিন্তু তেখেত আমি অহাৰ আগতেই আবুধাবিলৈ গ'লগৈ ছাৰ।

[ত্ৰিপাঠীয়ে থৰ লাগি মেট্ৰনৰ মুখলৈ চাই থাকে। আগবাঢে। অলপ পৰ চাই থকাৰ পিছত—]

মেট্ৰন ঃ কি হ'ল ছাৰ?

ডাঃ ত্ৰিপাঠীঃ ইন্দুমতী?

মেট্ৰন ঃ মানে?

ডাঃ ত্ৰিপাঠীঃ ইন্দুমতী!

মেট্ৰন ঃ কাৰ কথা কৈছে ছাৰ?

ডাঃ ত্ৰিপাঠীঃ তুমি ইন্দুমতী।

মেট্ৰন ঃ নহয় ছাৰ, মোৰ নাম সুৰভি।

ডাঃ ত্ৰিপাঠীঃ নৌ। মই তোমাক চিনি পাইছোঁ। সেই চকু, সেই মুখ,— তুমি ইন্দুমতী।

মেট্ৰন ঃ নহয় ছাৰ, আপুনি ভুল কৰিছে।

ডাঃ ত্ৰিপাঠী : এতিয়া আৰু মোৰ ভুল-শুদ্ধ বিচাৰ কৰিবলৈ চেষ্টা নকৰিবা। সেইটো কাম কৰিবলৈ মই নিজেই বহুত সময়, বহুত সুবিধা পালোঁ। এইটো বৰ ভাল কথা হ'ল। যোৱাৰ আগতে যে তোমাক এবাৰ লগ পালোঁ— এইটো বৰ ভাল কথা হ'ল। [কাৰ্তিকক] তুমিতো ইন্দুক চিনি পাইছা?

কাৰ্তিক : নাই পোৱা।

ডাঃ ত্ৰিপাঠী : তোমাৰ পৰিবাৰ ইন্দু— এওঁক তুমি চিনি পোৱা নাই?

কাৰ্তিক : নাই।

ডাঃ ত্ৰিপাঠী : ইন্দুমতীৰ কথা তোমাৰ মনত নাই?

কাৰ্তিক : [বিৰক্তিৰে] নাই। মোৰ একো মনত নাই। মই চব পাহৰিলোঁ। [মেট্ৰনে ফোনটো তুলি ৰ্লে ডায়েল কৰে।]

ডাঃ ত্ৰিপাঠী : কাকো মাতিব নালাগে ইন্দু। থোৱা। কাকো একো খবৰ দিব নালাগে। মনে মনে মোৰ কথাখিনি শুনি থাকা। সেইদিনা ৰাতি— তুমি বহুত কথা কৈছিলা। মই কিন্তু বেছি কথা কোৱা নাছিলোঁ। [মেট্ৰনে ফোনটো থৈ দিয়ে]

মেট্ৰন : মই ছাৰ ইন্দুমতী নহওঁ। আপুনি—

ডাঃ ত্ৰিপাঠী : মনে মনে শুনি যোৱা। মই বেঁছি কথা কোৱা নাছিলোঁ। কিন্তু কি কৰিম, সেইটো মনে মনে— এক মিনিটমানৰ ভিতৰতে ঠিক কৰিছিলোঁ। সেই এক মিনিটমানৰ ভিতৰতে কি ভাবিছিলোঁ— আজি তোমাক কৈ যাম। তুমি প্ৰেছৰ মানুহক, মোক প্ৰশংসা কৰা মানুহক, মোৰ গুণমুগ্ধ মানুহক— বহুতকে মোৰ দোষৰ কথাবোৰ কৈ দিম বুলিছিলা,— মই সেইটো কথা শুনি মই বৰ অস্বস্তি অনুভৱ কৰিছিলোঁ, কিন্তু তুমি যেতিয়া মন্দিৰা আৰু ৰাগিণীৰ নাম লৈছিলা, তেতিয়া মই ভিতৰি ভিতৰি বলিয়া হৈ উঠিছিলোঁ। মোৰ এনেকুৱা লাগিছিল যেন বাহত শুই থকা এজনী পবিত্ৰ, নিৰপৰাধ, অসহায় চৰাই আৰু তাইৰ পোৱালিজনীৰ ফালে এডাল নিষ্ঠুৰ সাপহে আগবাঢ়ি গৈছে। মই তোমাক এডাল সাপ মৰাৰ নিচিনাকৈ মাৰি পেলাইছিলোঁ। গোটেই পৃথিৱীৰ আগত সৰু হ'লেও, মই মোৰ পৰিবাৰ আৰু মোৰ গাৰ মঙহেৰে গঢ়া ছোৱালী ৰাগিণীৰ আগত সৰু হ'ব নুখুজিছিলোঁ। কিন্তু তোমাক মাৰিও মই বাচিব নোৱাৰিলোঁ। মোক মাৰি থৈহে তুমি মৰিলা।

মেট্ৰন : কিন্তু আপুনি এইবোৰ কথা মোক এনেয়ে কৈছে ছাৰ। মই এইবোৰ একো নাজানো।

ডাঃ ত্ৰিপাঠী : তুমি বেয়া কাম কৰিলা। দোষী মানুহ দুই-এটা বাচি থকা ডাঙৰ কথা নহয়, কিন্তু নিৰ্দোষী মানুহে শাস্তি পোৱা বৰ ডাঙৰ কথা। মই অকল মোক বচাবলৈহে তোমাক হত্যা কৰিছিলোঁ নে? নাই কৰা। যিবিলাকে মোক হত্যাকাৰী, লম্পট বুলি আজি মোক এইটো কোঠালিত থৈ ৰং চাইছে, তেওঁলোকক মই যোৱাৰ আগতে কেইটামান কথা কৈ যাম। [বেলেগ সুৰত] যোৱাৰ আগতে বুলি কিয় কৈছোঁ জানা? মোৰ কি হৈছে মই জানো। কিন্তু মোক যে বচাব নোৱাৰি, বচোৱাৰ প্ৰয়োজন নাই, সেইটো এই ডাক্তৰসকলে নাজানে। মই এওঁলোকতকৈ বহুত ডাঙৰ ডাক্তৰ। এই যে আমাৰ এটা ক্লাব আছিল—

মেট্ৰন : জানো।

ডাঃ ত্ৰিপাঠী : তালৈ আজিকালি গধূলি মানুহবোৰ আহে নে? বৰুণ দত্ত, ৰিমঝিম দত্ত, কুন্তলা দেৱান, মিষ্টাৰ

দেৱান, মালিনী— আৰু আমাৰ জগবন্ধু দাদা,— আহেনে তেওঁলোক?

মেট্ৰন : বহুত মানুহ আহে। মই সকলোকে চিনি নাপাওঁ। আমাৰ দত্ত ছাৰ আৰু বাইদেউ আহে বুলি জানো।

ডাঃ ত্ৰিপাঠী : তোমালোক দুয়ো লগ লাগি মোক এটা কাম কৰি দিব লাগিব। মই এখন লিষ্ট দিম। সেই লিষ্টত থকা চব মানুহক কাইলৈ গধূলিলৈ ভাত গোট খুৱাবা। মই আহিবলৈ হুকুম দিছোঁ বুলি ক'বা। নহয়, হাতযোৰকৈ অনুৰোধ কৰিছোঁ বুলি ক'বা। তুমিও থাকিবা। বুজিলা?

কাৰ্তিক : বুজিলোঁ।

ডাঃ ত্ৰিপাঠী : ৰাগিণীক এটা শব্দও নক'বা।

কাৰ্তিক : নকওঁ।

ডাঃ ত্ৰিপাঠী : এতিয়া মোক মোৰ কাপোৰ দিয়া। মই ঘৰলৈ যাওঁ।

মেট্ৰন : আপুনি, নোৱাৰে যাব।

ডাঃ ত্ৰিপাঠী : কি?

মেট্ৰন : আমি ডাক্তৰৰ পৰা অৰ্ডাৰ নাপালে আপোনাক যাবলৈ দিব নোৱাৰোঁ।

ডাঃ ত্ৰিপাঠী : মোক নিয়ম শিকাবলৈ আহিছা? মই এইযোৰ কাপোৰ পিন্ধিয়েই ঘৰ পামগৈ। কোনে বাধে চাওঁ।

[ওলাই যায়। মেট্ৰন হতভম্ব হৈ বৈ থাকে। তাৰ পিছত তেৰোঁ ওলাই যায়। মঞ্চ আন্ধাৰ হয়।]

# দৃশ্য : ১১

## মঞ্চ : ১

[ক্লাব ঘৰ। কেইবাবছৰৰো পিছত। সাজ-সজ্জাৰ ধৰণটো সলনি হৈছে। বাতি। দেৱান, কুন্তলা, বৰুণ, ৰিমঝিম আৰু জগবন্ধুৱে কথা পাতি আছে।]

দেৱান : মানুহটোৰ মগজৰ গণ্ডগোল হৈছে নেকি?

বৰুণ : মেট্ৰনজনীয়ে যিখিনি কথা ক'লে, সেইখিনি শুনিতো আমাৰো তেনেকুৱা ভাবেই মনলৈ আহিছে।

ৰিমঝিম : আৰু গে'টৰ গাৰ্ডবিলাকৰ লগতো যেনেকৈ কাজিয়া কৰিছে বুলি শুনিলোঁ— নৰ্মেল মানুহেতো তেনেকুৱা নকৰে।

দেৱান : তাৰ পিছত তেওঁ গ'ল ক'লৈ?

বৰুণ : গে'টৰ ছিকিউৰিটীৰ মানুহে কোৱা মতে, অ'টৰিক্সা এখনত উঠি গুচি গ'ল। ঘৰলৈকে গ'ল চাগৈ।

দেৱান : হস্পিতালৰ কাপোৰযোৰেৰেই?

বৰুণ : হয়। আজিকালিৰ বহু মানুহে তেওঁক চিনি নাপায় কাৰণেহে। নহ'লেতো এইটো বৰ লাজৰ কথা।

কুন্তলা : পিছত কিবা গম পালে নে? ক'লৈ গ'ল,

ৰিমঝিম : মই হস্পিতালৰ মেনেজাৰৰ হতুৱাই ফোন কৰাইছিলোঁ। কোনোবা বাহাদুৰ নে কোনে ধৰিলে। ক'লে— ঘৰ পাইছেগৈ?

দেৱান : মোৰ হিচাপত পুলিচত খবৰ এটা দি থ'ব লাগে। একোতো ঠিক নাই।

ৰিমঝিম : মইতো কালি প্ৰথমতে তাকে ভাবিছিলোঁ।

বৰুণ : এতিয়াও মেনেজাৰৰ হতুৱাই পুলিচত ইন্টিমেচন এটা দি ৰাখিব লাগে।

[সকলোৱে বাহিৰলৈ যায়। বাহাদুৰে ধৰি ধৰি ডাঃ ত্ৰিপাঠীক লৈ আহে। তেওঁ পুৰণি ভাল সাজ এযোৰ পিন্ধি আহিছে। চুলি, মুখত কোনো যত্নৰ আভাস নাই। বাহাদুৰৰ ইখন হাতত কিছুমান ফুলৰ থোপা আৰু মালা।]

ডাঃ ত্ৰিপাঠী : গুড্ ইভিনিং লেডিজ এণ্ড জেণ্টলমেন।

জগবন্ধু : [ডাঙৰকৈ] গুড্ ইভিনিং, গুড্ ইভিনিং।

দেৱান : গুড্ ইভিনিং।

বৰুণ : [সৰু মাতেৰে] গুড্ ইভিনিং।

কুন্তলা :<br>ৰিমঝিম : ] [মুখৰ ভিতৰতে] গুড্ ইভিনিং।

ডাঃ ত্ৰিপাঠী : এওঁ মোৰ সাৰথি— বাহাদুৰ, আৰু এওঁ কাৰ্তিক। আশা কৰোঁ এওঁলোকক ইয়ালৈ লৈ অহাৰ কাৰণে বেয়া নাপাব।

দেৱান : নাই নাই, কিয় বেয়া পাম। বহক।

ডাঃ ত্ৰিপাঠী : নাই নবহোঁ। মোৰ হাতত সময় বৰ কম। মই এটা বক্তৃতা দিম। [বক্তৃতাৰ ঠাইলৈ যায়। বাহাদুৰে ফুল আৰু মালা মেজ এখনত থৈ ত্ৰিপাঠীৰ পাছফালে থিয় হৈ থাকেগৈ। কাৰ্তিক দূৰৰ টুল এখনত বহেগৈ।]

ডাঃ ত্ৰিপাঠী : মোক হস্পিতালত ভৰ্তি কৰোৱাৰ বাবে আপোনালোকক ধন্যবাদ জনাইছোঁ। মই জানো, মোৰ বেমাৰ ভাল কৰিব পৰা ডাক্তৰ তাত কোনো নাই। সেইটো কাম কৰিব পাৰিলে মযেই পাৰিম, নোৱাৰিলে কোনেও নোৱাৰে। তথাপি, মোৰ পুৰণি ঠাইখন, মোৰ কোঠালিটো চাবলৈ এটা হেঁপাহ হৈছিল। সেই কাৰণে গৈছিলোঁ। ভাল। বৰ ভাল দেখিলোঁ। কেৱল এটা কাম কৰিলে ভাল হ'ব। ইন্দুমতী কোন আছিল, তাইক কোনে হত্যা কৰিছিল, —সেই বিষয়ে এখন সৰু পিতলৰ ফলকত— এটা সৰু টোকা। [হঠাতে অলপ ডাঙৰকৈ] — আৰু এই যে কাৰ্তিক নামৰ মানুহটো— তেওঁক তাত ৰখীয়া হৈ থাকিবলৈ নিদিব। এইটো বৰ নিষ্ঠুৰ শাস্তি। মোক আপোনালোকে শাস্তি দিয়াৰ ব্যৱস্থা কৰিছিল, তাৰ বাবে ধন্যবাদ, কিন্তু সেই নিমাখিত মানুহটোক তাৰ পৰা আঁতৰাই ৰাখিব। মই এটা ঘৰ কাৰ্তিকক দি যাম। সেইটো ঘৰৰ একো নাম নাথাকিব, কিন্তু সেইটো তেওঁৰ নিজৰ ঘৰ হ'ব।

বৰুণ : কিন্তু আপোনাক আমি শাস্তি দিয়াৰ ব্যৱস্থা কৰিছিলোঁ বুলি ভাবি আপুনি ভুল কৰিছে। আপুনি তেনেকৈ গুচি যাব নালাগিছিল। আমি অনুৰোধ কৰিছোঁ, আপুনি আকৌ আহক। আমি আপোনাক সহায় কৰিব খোজোঁ।

ডাঃ ত্ৰিপাঠী : ধন্যবাদ ডাঙৰীয়া। সহায় ল'বলৈ মোৰ এতিয়া আৰু উপায় নাই। মানুহে মোক ইমান সহায় কৰিলে যে সহায়ৰ হেঁচাত মই পেপুৱা লাগিলোঁ। মোৰ নিজৰ ওপৰতে ঘৃণা জন্মিল। মানুহৰ

মুখলৈ চাবলৈ মোৰ ভয় লাগিল। মই লুকাই থাকিলোঁ। শেষত এবাৰ আপোনালোকক লগ পাবলৈ বৰ মন গৈছিল। সেই কাৰণে আজি ইয়ালৈ মাতিছিলোঁ। আপোনালোক অহাৰ কাৰণে বৰ ভাল পাইছোঁ। বুইছা কুন্তলা, বুইছা বিমঝিম, যেতিয়া মোৰ বন্ধু-বান্ধৱীৰ সীমা-সংখ্যা নাছিল, যেনিয়েই চাওঁ, তেনিয়েই ৰঙেই ৰং, ফুলেই ফুল, তেতিয়া মন্দিৰাই, মোৰ পৰিবাৰ যে— মন্দিৰা—? মনত আছে?

কুন্তলা : কিয় নাথাকিব?

ডাঃ ত্ৰিপাঠী : বিমঝিম? আছে মনত?

বিমঝিম : সেইটো সুধিবলগীয়া কথা নেকি?

ডাঃ ত্ৰিপাঠী : তেতিয়া মন্দিৰা আৰু মোৰ ছোৱালী ৰাগিণীয়ে মোৰ ওপৰত অভিমান কৰিলে, কিবা ওফোন্দ পাতিলে কোনো গুৰুত্বই নিদিছিলোঁ। দন্তালি মাৰিছিলোঁ। গোটেই পৃথিৱীখন মোৰ লগে লগে ঘূৰি আছে— তেনেস্থলত তোমালোক কোন? কিন্তু ভুল। ভুল— মোৰ বন্ধু-বান্ধৱীসকল। আচলতে মোৰ গোটেই পৃথিৱীখন মোৰ সেই হোমৰ কাৰৰ মানুহজনী আৰু মোৰ তেজ-মঙহৰ ছোৱালীজনীৰ চাৰিওফালে ঘূৰি আছে। সেই কথা যেতিয়া উপলব্ধি কৰিছিলোঁ, তেওঁলোকৰ বাহিৰে এই পৃথিৱীত মোৰ কোনো আপোন মানুহ নাই বুলি হাহাকাৰ কৰি তেওঁলোকৰ ঘৰৰ আগৰ আঁহত গছৰ তলত বৈ আছিলোঁগৈ, তেতিয়া বহুত পলম হৈ গৈছিল। তেওঁলোক বহু দূৰলৈ আঁতৰি গৈছিল। জগবন্ধু বাবু, আপুনি এদিন এখেতসকলক বহুবাই কথাবোৰ ক'ব। আপুনি বহুত কথা জানে।

জগবন্ধু : ক'বলগীয়া কথা হ'লে আৰু শুনাবলগীয়া মানুহ পালে নিশ্চয় ক'ম।

ডাঃ ত্ৰিপাঠী : তেওঁলোক, মোৰ মন্দিৰা আৰু ৰাগিণী, তেওঁলোকৰ ওচৰত মই অপৰাধী। মই ক্ষমাৰ অযোগ্য। গতিকে তেওঁলোকৰ পৰা মই ক্ষমা নিবিচাৰোঁ। তেওঁলোকে দিয়া শাস্তি মই ল'ম। [ডাক্তৰকৈ] কিন্তু জগবন্ধু বাবু, লেডিজ এণ্ড জেণ্টলমেন, যিবোৰ নিজে পাপী, সিহঁতে দিয়া শাস্তি মই নলওঁ। বুইছা কুন্তলা, তোমাক মই এজনী মানুহৰ কাহিনী কওঁ। মই মহামানৱ, মই দেৱতা, মোৰ সংগ-সুখে তেওঁৰ জীৱন ধন্য কৰিব, গতিকে কেৱল টকাৰ মোনাৰ ওপৰত বহি থকা, ভেড়াৰ নিচিনা স্বামী দেৱতাক ফাঁকি দি তেওঁ মোৰ লগত ৰাসলীলা আৰম্ভ কৰিলে। পিছত হঠাৎ এদিন তেওঁৰ মোহভংগ হ'ল, তেওঁৰ বুকুত থকা ন্যায়, বিবেক, ধৰ্ম সকলোবে চকু মেল খালে, মোক কলংকৰ নৰ্দমাত পেলাই থৈ, তেওঁ গা-পা ধুই পৰমগুৰু স্বামীদেৱতাৰ কাষলৈ উভতি গ'ল।

কুন্তলা : সেইটো বেয়া কথা হ'লে নেকি?

ডাঃ ত্ৰিপাঠী : নহয়, বৰ ভাল কথা। কিন্তু তেওঁ তাৰ পিছত মন্দিৰাৰ ওচৰলৈ নগ'ল কিয়, ৰাগিণীৰ ওচৰলৈ নগ'ল কিয়? তেওঁ কিয় নকলেগৈ— মন্দিৰা— আচল অপৰাধী মই, তুমি তেওঁকো ক্ষমা কৰা, মোকো ক্ষমা কৰা, আহা আমি সকলো পাহৰি নিজৰ বাটেৰে গৈ থাকোঁ? কিয় নক'লে?

জগবন্ধু : আপুনি বহি থাকক ডাক্তৰ। বক্তৃতা যিমানে দীঘল কৰিব, জীৱনীশক্তি সিমানে কমি আহিব।

ডাঃ ত্ৰিপাঠী : এতিয়া মোৰ আৰু জীৱনীশক্তি বঢোৱাৰ ইচ্ছা নাই জগবন্ধু বাবু। বিমঝিম— মিছেছ দত্ত।

বিমঝিম : কওক।

ডাঃ ত্ৰিপাঠী : আৰু এজনী মানুহ— ধন-দৌলতৰ পাহাৰ এটা কৰি লৈ তাৰ শিখৰত বহি থাকি তেওঁ

পৃথিৱীখন উপভোগ কৰিব। ধন-দৌলত উপাৰ্জন কৰাত মই হেনো তেওঁক সহায় কৰিব পাৰোঁ। সহায় মই কৰিছিলোঁ। কিন্তু তাৰ কাৰণে তেওঁ কিমান তললৈ নামিছিল? মোৰ ভৰিৰ তললৈ? গোটেই দৃশ্যটো দেখিও নেদেখাৰ ভাও ধৰি আছিল কোনে? তেওঁৰ পৰমপূজ্য স্বামীদেৱতাই। আৰু যেতিয়া তেওঁলোক ধন-দৌলতৰ পাহাৰৰ শিখৰত উঠিল, তেতিয়া মই কলংকৰ নৰ্দমাৰ তলিত। [হঠাতে গৰ্জি] কোনে মোক ইন্দুমতীহঁতৰ নিচিনা মানুহক চিনি নাপাবলৈ শিকালে? এওঁলোকেই।

জগবন্ধু : কোনে শিকালে সেইটো যিমান ডাঙৰ কথা, কোনে শিকিলে সেইটোও সিমান ডাঙৰ কথা।— মনত ৰাখিব।

ডাঃ ত্ৰিপাঠী : হ'ব পাৰে, হ'ব পাৰে। কিন্তু এতিয়া মনত ৰাখি লাভ নাই জগবন্ধু বাবু।
[কাহিল হৈ পৰে। বাহাদুৰে ধৰে। কাৰ্তিক ওচৰলৈ দৌৰি আহে। অলপ পিছত—]

বৰুণ : এওঁক হস্পিতাললৈ লৈ যাওঁ নেকি?

জগবন্ধু : নালাগে। তেওঁ ঘৰলৈকে যাওক।

ডাঃ ত্ৰিপাঠী : মই কনডেম্ড (condemned) হৈ, মানুহৰ ঘৃণা, নিন্দা বুকুত জাপি লৈযেই মৰিম, কিন্তু বহুত মানুহ ঘৃণিত, নিন্দিত হৈয়ো বুকু ফিন্দাই, হাঁহিমুখে জীযাই থাকিব। তেওঁলোকৰ কৃতকাৰ্যতাৰ প্ৰতি অভিনন্দন জনাবলৈ মই এয়া মালা, ফুল লৈ আহিছোঁ। ইযাতে থৈ গ'লোঁ। যাৰ যাৰ প্ৰাপ্য, নিজে লৈ যাব। ব'লা বাহাদুৰ। ব'লা কাৰ্তিক।
[বাহাদুৰ আৰু কাৰ্তিকে ত্ৰিপাঠীক ধৰি ধৰি বাহিৰলৈ লৈ যায়।]

ৰিমঝিম : মই এটা কথা ভাবিছোঁ।

বৰুণ : কি?

ৰিমঝিম : মানুহজনে আজি ইযাত যি মন যায় তাকে বকিছে, কাইলৈ ৰাস্তাই-ঘাটে বকি ফুৰিব, এইটোতো বৰ সাংঘাতিক কথা হ'ব।

বৰুণ : হয়তো।

ৰিমঝিম : মেডিকেল কলেজৰ ছাইক্ৰিয়াট্ৰিষ্ট ডাঃ নিজামৰ লগত কথাটো আলোচনা কৰিলে কেনে হয়?

দেৱান : ৰাইট। সেইটো এটা ভাল কাম কৰা হ'ব। হাজাৰ হওক, পুৰণি চিনাকি মানুহ হিচাপে মানুহজনৰ প্ৰতি আমাৰ দায়িত্বও আছে। আপুনি দেখোন মনে মনে আছে জগবন্ধু বাবু? আপুনি কি কয়?

জগবন্ধু : মইতো ভাবোঁ— প্ৰথমতে পুলিচকে দি দিব লাগে। পুলিচে উপযুক্ত যেন দেখিলে তেওঁক পগলা জে'লত ৰাখিব, আৰু পগলা জে'লততো সেই লাইনৰ ডাক্তৰ আছেই।

দেৱান : আপুনি সঁচাকৈ কৈছে নে ঠাট্টা কৰিছে?

জগবন্ধু : মই কিয় ঠাট্টা কৰিম? শুনক মিষ্টাৰ দেৱান, যোৱা পোন্ধৰ বছৰত ময়েই ডাক্তৰ ত্ৰিপাঠীক আটাইতকৈ বেছিকৈ লগ পাইছোঁ। মানুহজনে যেতিয়া ঘৰত থকা বাহাদুৰ নামৰ মানুহজনৰ বাহিৰে কাৰো লগত কথা নপতা হ'ল, তেতিয়াও ময়েই তেওঁৰ লগত কথা পাতিছিলোঁ। শেষত অৱস্থাটো দেখি ময়েই তেওঁক আপোনালোকৰ হস্পিতাললৈ আনিছিলোঁ। এতিয়া আপোনালোকৰ মতেতো তেওঁৰ বেমাৰ ধৰা পৰিছেই। গতিকে কথাবোৰ, কথাবোৰ একেবাৰে চমু হ'ব লাগে।

# দৃশ্য ঃ ১২

**মঞ্চ ঃ ২**

[ত্ৰিপাঠীৰ ঘৰৰ ঝুলনি থকা বাৰাণ্ডাখন। আবেলি। পাছফালে আকাশত ৰঙচুৱা হালধীয়া পোহৰ। সূৰ্যাস্তৰ সময়। সন্মুখত ত্ৰিপাঠীয়ে হাতত কৰ্ডলে'ছ ফোনটো লৈ বাহাদুৰৰ লগত কথা পাতিছে। এঠাইত কাৰ্তিক বহি আছে।]

ডাঃ ত্ৰিপাঠী ঃ বাহাদুৰ।

বাহাদুৰ ঃ ছাৰ।

ডাঃ ত্ৰিপাঠী ঃ মই যেতিয়া এই ফোনটোৰ পৰা তোমাৰ মন্দিৰা বাইদেৱেৰালৈ ফোন কৰোঁ, তেতিয়া তেওঁলোকৰ টেলিফোনৰ পৰ্দাত এই ফোনটোৰ নম্বৰটো ওলাই যায়। আৰু নম্বৰটো দেখিলে তেওঁ ফোনটো নোতোলে। ৰাগিণীয়েও নোতোলে। ক্ৰিং ক্ৰিংকৈ বাজিয়েই থাকে। জগবন্ধু বাবুয়ে কৈছিল - মোৰ লগত কথা পাতিব লাগে বুলিয়েই তেওঁ সেই নতুন টেলিফোনটো যোগাৰ কৰি লৈছে। কিন্তু মইতো সেৌ অইন এটা টেলিফোনৰ পৰাও তেওঁলৈ ফোন কৰিব পাৰোঁ। নোৱাৰোঁ জানো?

বাহাদুৰ ঃ পাৰে ছাৰ।

ডাঃ ত্ৰিপাঠী ঃ তেতিয়াতো মন্দিৰাইতে টেলিফোনৰ পৰ্দাত অইন এটা নম্বৰ দেখি ফোনটো তুলি 'হেল্লো' বুলি ক'ব। তেতিয়াতো মই কথা পাতিব পাৰিম। নহয় জানো?

বাহাদুৰ ঃ হয় ছাৰ।

ডাঃ ত্ৰিপাঠী ঃ কিন্তু কিয় কৰিম? এইটো আমাৰ টেলিফোন। এইটোৰ নম্বৰ মন্দিৰাযো জানে, ৰাগিণীয়েও জানে। কিন্তু মই ফাঁকি দি, বুদ্ধি কৰি, কৌশল কৰি কিয় কথা পাতিম? তেওঁ আমাৰ নম্বৰত, জানি-শুনি মোৰ লগত কথা পাতিব বুলি বাট চাই থাকিম। কি কোৱা? [ঝুলনিখনৰ ফালে গৈ উভতি আহি] আৰু মই কি কৰিছোঁ জানা? মন্দিৰাইঁতৰ ফোনৰ নম্বৰটো ডায়েল কৰি থৈ দিছোঁ। খালী এই ৰি-ডায়েল বুটামটো টিপিম আৰু শুনি থাকিম। মোৰ আৰু কোনো নম্বৰ ডায়েল কৰাৰ প্ৰয়োজন নাই। কেৱল ৰি-ডায়েল।

[ঝুলনিখনত বহেগৈ। ঝুলনিখন ঝুলাই দিয়ে। ফোনটোৰ ৰি-ডায়েল বুটামটো টিপি দিয়ে। কাণত ফোনটো লগাই চকু মুদে। দৰ্শকে শুনাকৈ ক'ৰবাত ৰিং হৈ থাকে। লাহে লাহে আকাশ আৰু মঞ্চ অন্ধকাৰ হয়। ৰিং বন্ধ হয়। অলপ পিছত বাহাদুৰে বাৰাণ্ডাৰ লাইট এটা জ্বলাই দিয়ে। তাৰ হাতত একাপ চাহ। এচুকত কাৰ্তিক বহি আছে। বাহাদুৰে চাহ কাপ দিবলৈ গৈ—]

বাহাদুৰ ঃ ছাৰ চাহ। [ৰৈ] ছাৰ।

[সি ত্ৰিপাঠীক জগুৱায়। চাহ কাপ ওচৰত থৈ ত্ৰিপাঠীক ভালকৈ জগুৱায়। ত্ৰিপাঠী ঢুকাল বুলি সি বুজে।]

[ভয়াৰ্ত মাতেৰে] কাৰ্তিক দাদা। [কাৰ্তিক ওচৰলৈ যায়। সি ত্ৰিপাঠী আৰু বাহাদুৰৰ মুখলৈ চায়। কাৰ্তিকে কৰ্ডলে'ছ ফোনটো লৈ, ৰি-ডায়েল বুটামটো টিপি, আগলৈ আহে। ক'ৰবাত ৰিং বাজি থাকে। অলপ পিছত মন্দিৰাই ফোন ধৰে।]

মন্দিৰা ঃ হেল্লো। মই— মন্দিৰাই কৈছোঁ।

বাহাদুৰ : বাইদেউ? মন্দিৰা বাইদেউ? আপুনি আজি ফোন ধৰিলে বাইদেউ?

মন্দিৰা : বাহাদুৰ নেকি?

বাহাদুৰ : হয়।— হয় বাইদেউ।

মন্দিৰা : ভালে আছা?

বাহাদুৰ : আপুনি— ইমান দিনৰ মূৰত আজি ফোন ধৰিলে বাইদেউ?

মন্দিৰা : এৰা বাহাদুৰ। মই আজি তোমাৰ ছাৰৰ লগত কথা পাতিব খুজিছোঁ।

বাহাদুৰ : বাইদেউ?

মন্দিৰা : ছাৰ আছে নে?

বাহাদুৰ : নাই বাইদেউ।— নাই।

[মঞ্চ অন্ধকাৰ হৈ আহে। কেৱল ঝুলনিত শুই থকা ত্ৰিপাঠীৰ ওপৰত পোহৰ পৰি থাকে। সংগীত।]

---

# মণিকূট

**চৰিত্ৰ পৰিচয়**

**পুৰুষ ঃ**

১। ৰত্ন
২। মিনাৰাম
৩। বিমল
৪। হেমকান্ত
৫। তালুকদাৰ
৬। লখীন্দ্ৰ
৭। মণিৰাম
৮। ৰজত
৯। কণবাপু
১০। যতীন
১১। পূৰ্ণ
১২। সুতধাৰী
১৩। অভাৰচিয়াৰ
১৪। বুঢ়া
১৫। নাপিত
১৬। দীন
১৭। এটা ল'ৰা
১৮। এজন মানুহ (প'লমেন)

**নাৰী ঃ**

১। তৰু
২। সুভদ্ৰা
৩। নিৰ্মালি
৪। মাধৱী

[ Shadow Casting অৰ মাজত
(১) খাৰুৱা তেলৰ অনুসন্ধানত ড্ৰিলিং চলিছে।
(২) থিয়'ড'লাইট লৈ এজনে ছাৰ্ভে কৰিছে।
(৩) হাবিৰ মাজেদি জীপ এখন গৈছে।
(৪) এটা মানুহে তম্বুৰ খুঁটা পুতিছে।
(৫) এখন মাল-ভৰ্তি ট্ৰাক গৈছে।
(৬) নাৰিকল গছ এজোপা বাগৰি গৈছে। (সংগীতৰ মাজত প্ৰয়োজনীয় শব্দবোৰ থাকিব)
(৭) ইলেকট্ৰিকৰ খুঁটা আৰু তাঁৰ— এটা চৰাই বহি আছে ]
[Casting প্ৰথম দৃশ্যৰ পিছত]

**মঞ্চ ঃ ১**

[গাঁৱৰ ৰাজহুৱা কুঁৱা। তৰুৱে বাল্টিৰে পানী তুলি কলহত ঢালিছে। এটা ল'ৰাই গা ধুবলৈ আয়োজন কৰিছে। দূৰত এজনী মানুহে (সুভদ্ৰাই) কাপোৰ এছাৰিছে। বজ্ৰই তাৰ বাল্টিত ৰছীৰ গাঁঠি দিছে। ল'ৰাটোৱে কুলকুলি কৰি মুখৰ পানী পেলায় (ওচৰতে)।]

বজ্ৰ ঃ পেলালি? বৰ দূৰলৈ পেলালি। নাদটোৰ ভিতৰতে নেপেলালি কিয়?

ল'ৰা ঃ অঁ। কিনো হ'ল আৰু'।

বজ্ৰ ঃ অকণমান দূৰলৈ পেলাব নোৱাৰ? পোকে খোৱা দাঁতসোপা আওখালি গেলা পানীসোপা মানুহৰ গাতে পেলাবি।

ল'ৰা ঃ ক'তনো গাতে পেলালোঁ? এইখিনিতহে পেলালোঁ।

বজ্ৰ ঃ সেইফালেদিয়েই এতিয়া মই খোজ কাঢ়ি যাম নে নাযাম? গ'লে মোৰ ভৰিখন সেইসোপা পানীৰ ওপৰতে পৰিব নে নপৰে? এই ভৰি দুখন মোৰ গাটোতে লাগি আছে নে নাই? তেনেহ'লে গাতে পেলোৱা হ'ল নে নহ'ল?

ল'ৰা ঃ এ তেনেকৈ হিচাব কৰিলে দেখোন পানী পেলাবলৈ তোৰো জেগা নোহোৱা হ'ব।

বজ্ৰ ঃ [প্ৰচণ্ড ডাবি] চুপ। মুখে মুখে কথা নক'বি। উঠ। সেইখিনিলৈ যা। নহ'লে একেবাৰে ঘৰলৈকে যাগৈ। পানী কটিয়াই নি ঘৰত গা ধুবলৈ নোৱাৰ? গোটেইখন গেলাই পেলালে। [ল'ৰাটো বাটি-ঘটি লৈ আঁতৰলৈ যায়]

ল'ৰা ঃ অকলময়ে পেলোৱা নাই নহয়। ক'লে চবকে ক'ব লাগে।

তৰু ঃ আঁতো। ঠিক কৈছে।

বজ্ৰ ঃ [নিৰ্মালিক] তই কিবা ক'লি নেকি?

তৰু ঃ ওঁ।

বজ্ৰ ঃ কি ক'লি?

তৰু ঃ সি যে কৈছে, ক'লে চবকে ক'ব লাগে, সেইটো ঠিক কথা বুলি কৈছোঁ। কোনোবাই নাদৰ

ভিতৰলৈকে এছাৰকণি পৰাকৈ কাপোৰ এছাৰিব, সেইটো হ'লে চকুত নপৰে।

সুভদ্ৰা : কাৰ কথা কৈছ অ' তৰু?

তৰু : আমি কাৰো নাম ধৰি কোৱা নাই।

সুভদ্ৰা : ক'বলৈ মন গৈছে যদি নাম ধৰি ক'বি আক'। তেনেকৈ আওফলীয়া মাৰি কথা কব কিয়?

তৰু : তইনো গাত পাতি লৈছ কিয়?

সুভদ্ৰা : মোকে শুনাইছ আক' গাত পাতি ল'বলৈ কিটো আছে? সেইফালে মুখ কৰি চাদৰখন এছাৰিছোঁ, ক'ৰনো ছিটিকণিসোপা নাদটোত পৰিল? আমি তিনিদিনীয়া বাহি কাপোৰ নাদৰ পাৰত ধুবলৈ অনা নাই নহয়।

তৰু : কোনেনো তিনিদিনীয়া বাহি কাপোৰ নাদৰ পাৰত ধুইছে?

সুভদ্ৰা : ক'ব লাগিছে কিয়? যিবোৰে ধুইছে আপুনিয়ে সিহঁতৰ গাত লাগিব নহয়।

ৰত্ন : তহঁতে মুখ মেলোঁ বুলিয়েই লাগিলি হ'বলা। মনে মনে থাক।

সুভদ্ৰা : কিয় মনে মনে থাকিম অ'? তয়ে যত কুটৰ ঘাই। লগাই ল'বি, লৈ আকৌ 'মনে মনে থাক!' [কাপোৰ আওখালি]

ৰত্ন : অ'ই মোক জোকাই নল'বি কিন্তু। খং উঠিব লাগিলে—

সুভদ্ৰা : দুদিনীয়া গাৰে ঘেদালি ঘেঁদালি নাদৰ মৰজাত মাৰিলে, কাপোৰসোপা বাল্টিতে জুবুৰিয়াই দিব, সেইটো বাল্টিকে আকৌ নাদত জুবুৰিয়াব, আমি দেখি থকা নাই হ'বলা?

তৰু : দেখি থাক যদি তেতিয়াই নধৰ কিয়?

সুভদ্ৰা : জ্ঞান থকা মানুহকহে কথা বুজাব পাৰি। দন্দুৰীহঁতক কথা কৈ আমিও দন্দুৰী হ'ব নোৱাৰোঁ নহয়।

তৰু : তেনেকৈ দন্দুৰী দন্দুৰী বুলি কথা নক'বি কিন্তু কৈ দিছোঁ।

ল'ৰা : [গা ধুই থকা ল'ৰাটোৱে চিঞৰি] অ' যশোৱা মাই, মই তোমাৰ লৰণু নাখাওঁ। [সি গেৰোৱা ঘঁহে]

ৰত্ন : [ধমকি] হেইট। পেংলাই কৰিবলৈ আহিছে! এনেয়ে মগজ গৰম হৈ আছে!

সুভদ্ৰা : [চৰিয়াত কাপোৰ ভৰাই ৰছী-বাল্টি লৈ নাদলৈ আহে। নাদত বাল্টি পেলায়] ঘাটলৈ ওলাবি কাজিয়া, নাদলৈ আহিবি কাজিয়া, দন্দুৰী বুলিলে আকৌ লাজ পায়।

তৰু : [কাষত কলহ লৈ গৈছিল, উভতি] অ' আমি বাৰু দন্দুৰীযেই! আমি চবেই দেখাকৈ মুখ ফালি কথা কওঁ কাৰণে দন্দুৰী। পিছে তহঁত কি?

সুভদ্ৰা : কি?

তৰু : সোধগৈ গোটেই গাঁওখনকে। গধূলি গধূলি বাঁহতলে-কলতলে চোপ লৈ ফুৰিব নোৱাৰোঁ কাৰণে আমি দন্দুৰী! নিজে ভাল সঁচৰ হ'লে সেইবোৰ কথা মুখলৈ নাহে নহয়।

সুভদ্ৰা : কোনে চোপ লৈ ফুৰে? প্ৰমাণ দিব পাৰিবি? [দূৰত খৰি এবোজা লৈ মিনাৰাম ৰয়। চাই থাকে।]

তৰু : পাৰিমতো?

সুভদ্ৰা : অ'ই ৰত্ন, তই সাক্ষী থাকিলি। এই কথাই কথা নহয়।

ৰত্ন : [চিঞৰি] তাতে থিয় হৈ কি চাইছ? ওচৰ চাপি নাহ কিয়?

মিনাৰাম : যাবৰ হৈছে জানো? হৈছে যদি ক', যাওঁ। [আহে]

সুভদ্রা : আমাৰ ঘৰৰ মানুহো আহক, তাইৰ ঘৰৰ মানুহো আহক, ওচৰ-চুবুৰীয়াও আহক, সকলোৰে আগত এই কথা ক'ব লাগিব— কোনে ক'ত চোপ লৈ থাকে। ক'ব নোৱাৰিলে পিছে তাতে মই এইৰ চুলি ফাহ ফাহ কৰিম।

তৰু : বাৰু, কোনে কাৰ চুলি ফাহ-ফাহ কৰে চাম।

[এইখিনি সময়তে ইখন মঞ্চৰ চুকত ক'লা কাপোৰৰ আগত তিনিজন ছাৰ্ভে পাৰ্টীৰ মানুহে থিয়ডলাইট, প'ল আদি লৈ কাম আৰম্ভ কৰে। প'ল লোৱা মানুহটোক এক নম্বৰ মঞ্চলৈ পঠিয়াই দিয়ে। সি এক নম্বৰ মঞ্চৰ এমূৰত প'লডাল ধৰি থিয় হয়। সিমূৰৰ পৰা এজনে থিয়ডলাইটেৰে চায়।]

মিনাৰাম : আচলতে তহঁত দুজনীকে চুলিয়ে চুলিয়ে বান্ধি গাঁওখনত এপাক ঘূৰায়, তাৰ পিছত টৌটুত ৰছী লগাই নাদৰ পানীত জুবুৰিয়াই ধুব লাগে বুইছ। তেহে যদি তহঁত চাফা হব।

তৰু : মোক সেইবিলাকৰ লগত সমানে সমানে নোযোৰাবি।

[সুভদ্ৰাই পানী এবাল্টি, পীৰা, চৰিয়া লৈ 'কাৰ মুখ চাই উঠিছিলোঁ জানো।' বুলি ভোৰ্‌ভোৰাই গুচি যায়।]

ৰত্ন : হয়তো, তই পঢ়া-শুনা থকা ঘৰৰ ছোৱালী, বায়েৰে মাষ্টৰণী কৰে, ককায়েৰে মিটিং কৰে, মাৰে কীৰ্ত্তন পঢ়ে, বাপেৰে গ্ৰহণী, পালজ্বৰৰ ঔষধ দিয়ে, এইহেন ঘৰৰ ছোৱালী হৈ তই এনেকৈ মুখ চলাব? [ধমক] যা, ঘৰলৈ যা।

তৰু : নাযাওঁ। তোৰ হুকুম মতে চলিম নেকি?

ৰত্ন : নাযাব থাক।

ল'ৰা : [গান গাই] দহ তোলা সোণেৰে বাঁহী বনাই নেদা, ৰাণী পটেশ্বৰী হয়া।

ৰত্ন : তই কিন্তু কিবা মস্কৰাখন কৰি আছ। চেপা মাৰি কলটো ছিঙি থ'ম।

ল'ৰা : অ'। মোক আক' এনেয়ে! তহঁতৰ চৰৰে ফাই উঠি থাকিব বুলি মোৰো ফাই উঠি থাকিব লাগে নেকি?

মণিৰাম : [তৰুক] চাওঁ পানী এবাল্টি দেচোন। পানীৰ লগত খং-ৰাগ কৰিব নাপায়। দে।

[দূৰৰ অভাবচিয়াৰজনে প'ল লোৱা মানুহটোক ইফালে আহিবলৈ কয়। সি ৰত্নৰ ওচৰ চাপে।]

ৰত্ন : এইবোৰ কি কৰিছা হে?

মানুহটো : ছাৰ্ভে।

ৰত্ন : কিহৰ ছাৰ্ভে?

মানুহটো : এইবোৰ কিবা কল-কাৰখানা হ'ব নহয়, মই ভালকৈ নাজানো।

ৰত্ন : নাজানো বুলিলে নহ'ব নহয়। এইখিনিলৈকে ছাৰ্ভে কৰিছা যেতিয়া—

মানুহটো : সৌৱা ছাৰ আহিছে। তেখেতেহে সেইবোৰ ভালকৈ ক'ব পাৰিব।

[ৰত্নই দূৰলৈ চায়। মণিৰামে মুখ ধুই, মুখ মচি মচি আগ বাঢ়ি আহে। বিমল আহে। বোকাত সোমাই আহিছে। তেওঁ সোমায়েই দূৰত থকা অভাবচিয়াৰজনক হাত বাউলি দি মাতে। সেইজনো আহে। প'লমেন থিয়ডলাইটৰ ফালে যায়।]

বিমল : বৰ বোকাহে। নাজানি সেইফালে গোনাই দিলোঁ। সেইখিনিতে হোৰোস্‌কে সোমালোঁ।

ৰত্ন : হয় যে নহয়। আপুনি সেই পিনে মথাউৰিলে উঠি গৈ শিলগুটিৰ ৰাস্তাইদি ঘূৰি অহা হ'লে এনেকুৱা হ'বলৈ নাপায়।

মণিৰাম : ধুই পেলাওক। অ'ই তৰু, পানী এবাল্টি দে।

বিমল : এৰা। যি হয় হ'ব, মোজাই-চোজাই পানী ঢালি দিওঁ। [মানুহটোক] তুমি সেইফালে ঘূৰি যোৱা, জীপখন তাতে দেখিবা,— ড্ৰাইভাৰটোক ক'বা ইয়ালৈকে লৈ আহিব। [তললৈ চাই] ছেঃ [তৰুৱে পানী এবাল্টি দিয়ে। বিমলে ভৰিত ঢালে। তৰুৰ বাপেক হেমকান্ত আহে।]

হেমকান্ত : [তৰুক] তই বোলে সুভদ্ৰাৰ লগত কিবা বকা-বকা কৰিছিলি?

ৰত্ন : [ইংগিতেৰে মনে মনে থাকিবলৈ কয]

হেমকান্ত : কি হ'ল আক'।

ৰত্ন : [ইংগিতেৰে— সেয়া ডাঙৰ মানুহ দেখা নাই?]

হেমকান্ত : [খং] এ থ অ'! সুভদ্ৰাই যাওঁতে গোটেই বাটটোৱে বকি গৈছে, মই আহিছোঁ খবৰ ল'বলৈ। ইযাত আকৌ লুক-ঢাক, ফিচ্-ফাচ্ কিহৰ? তইঁতৰ নাকবোৰ বৰ দীঘল হৈ আহিছে দে। [তৰুক] অ'ই তই নাদলৈ অহা কেইঘণ্টা হ'ল? ঘৰলৈ যা। [কলহ লৈ তৰু ঘপ ঘপকৈ যাযগৈ]

ল'ৰা : এ বাইটিযে বাল্টিটো এৰি থৈ গ'ল।

ৰত্ন : সেইটো নিয়াৰ চেলুতে আকৌ এবাৰ আহিব নহয। তই চিন্তা কৰিছ কিয? [বিমলক] গোটেইখন তিতি-বুৰি স্যাং হ'ল।

বিমল : হ'ব দিযক। অলপ পিছতে কেম্প পামগৈ।

মিনাৰাম : কিহৰ জোখ-মাখ এযা?

বিমল : আপোনালোকে ইমান দিনে গম পাবই লাগিছিল। এইখিনিৰ গোটেই অঞ্চলটোত কাৰখানা অফিচ, গুদাম, থকা ঘৰ এইবোৰ হ'ব। [সকলোৱে যায] এই যে তোল ওলাইছে।

মিনাৰাম : বুজিছোঁ।

বিমল : তাৰ লগৰ কিছুমান বস্তুৰ কেইটামান কাৰখানা হ'ব।

হেমকান্ত : ক'ত?

বিমল : ক'লোঁ নহয়, এই গোটেই অঞ্চলটো, মথাউৰিৰ পৰা সিফালে ট্ৰাংক ৰোডলৈকে এই মাজৰ পথাৰখিনি— তাৰ পৰা এইফালে এইখিনিলৈকে—

ৰত্ন : এইখিনিও আপোনালোকৰ হিচাবত পৰিছে নেকি? এই নাদটো?

বিমল : আমাৰ মেপমতেতো এইখিনিও পৰিছে, নহয তালুকদাৰ?

তালুকদাৰ : হয ছাৰ।

মিনাৰাম : এই ঘৰ-দুৱাৰবোৰ?

তালুকদাৰ : ঘৰ-দুৱাৰ সকলো পৰা নাই। এইটো লাইনেদি সেই এটা ঘৰ হয়তো আঁতৰাবলগীয়া হ'ব পাৰে।

ৰত্ন : সেইটো সেইটো, সেই যে তামোলকেইজোপাৰ মাজত সেইটো?

তালুকদাৰ : নাই, সিমানলৈকে নাযায়।

ৰত্ন : ৰক্ষা।

বিমল : সেইটো আপোনাৰ ঘৰ হ'বলা?

মিনাৰাম : নহ'লেনো তেওঁ ইমান ৰক্ষা পায়নে?

হেমকান্ত : কিন্তু এই ঘৰ-পথাৰৰ মাটিত এইবোৰ হ'লে আমাৰ মানুহমখাৰ কি হ'ব?

বিমল : মানে এই খেতি-বাতিৰ কথা কৈছে? নাই নাই, আপোনালোকৰ তেনেকুৱা অসুবিধা একো

হওক, কোম্পানীয়েই হওক, উচিত দাম দিব। এই ধৰি লওক সৌ ঘৰটো, সেই কঁঠালজোপাৰোতো এটা দাম আছে। মালিকে সেইটোও পাব। ভাল দাম পাব।

ৰত্ন : এতিয়া মোৰ সেই তামোল গছ। গছজোপাই প্ৰতি চাৰি পোন তামোল— মুঠতে একুৰি বাৰ পোন, গোট ইমান একোটা, ঘৰলৈকে বেপাৰী আহে— বছৰে ছকুৰি টকা, মই যদি কমেও চাৰিকুৰি বছৰ জীয়াই থাকোঁ, হিচাবটো তেনেকৈহে হ'ব? নহ'ব জানো?

হেমকান্ত : টকাসোপাহে পালোঁ! কিন্তু খেতি-বাতি, হাল-কোৰ?

বিমল : সাল-সলনি অৱশ্যে কিছু হ'ব। ধৰি লওক— খেতিৰ সলনি বেহা-বেপাৰ কৰিব। এইবোৰ ঠাইতে দোকান-পোহাৰ, চাকৰি-বাকৰিৰ ঢেৰ সুবিধা ওলাব নহয়। এইটো নাদ হয়তো নাথাকিব। কিন্তু তাৰ ঠাইত দহটা দমকল হ'ব।

ৰত্ন : নাদটো যে যাব লাগে, সেইটো পিছে মই জোৰ দি কওঁ। এই অলপ আগতেই তাৰ প্ৰমাণ পালোঁ। তিতা-কেহা লাগিছে বুইছে! [অভাৰচিয়াৰক] আপোনালোকে এই নাদটো মেপৰ মাজত পেলাই লওক, আৰু সেই যে তামোলকেইজোপাৰে ঘৰটো— সেইটোত লাইনৰ ভিতৰত পেলাই দিযক। [মিনাৰামে কাহে]

হেমকান্ত : পিছে ৰত্ন, কাজিয়া কৰিবলৈও ঠাই এডোখৰ লাগে দেছোন! মনত পৰাৰে পৰা এইটো নাদৰ পাৰতে ঢেৰ কাজিয়া কৰিলোঁ, সেইটোও একৰকম সুখ নহয় জানো?

ৰত্ন : জানো সেইটো আক' কেনেকুৱা সুখ!

হেমকান্ত : বাপেৰ মৰিবৰ সময়ত কোনখন গংগাৰ পানী আনি মুখত দিছিলি? [বিমলক] বুইছা বাপু, তোমাৰ কল-কাৰখানাসোপা এই নাদটোৰ ওপৰতে বহিব জানো? নবহে নহয়?

বিমল : নাই নাই নবহে।

হেমকান্ত : এখন গাঁৱৰ কথা-কাণ্ড— এইবোৰেৰেই এসময়ত নাদটো পোত যাব, এইটো তোমালোকে মাটিৰে পুতিব নালাগে।

**[Castıng]**

**দৃশ্য : ২**

[হেমকান্তৰ ঘৰ। হাতত কিবা এসোপা লৈ তৰুৱে দুপাক দৌৰে, জঁপিয়ায়।]

তৰু : টকা টকা টকা

মাক : হেই এইজনী! বলিয়া হ'লি নেকি? চাওঁ দে।

তৰু : ৰ'বি ৰহ। [বেঞ্চত বহি] মই এখন এখনকৈ গোটেইখিনি টকা গণ্তি কৰিম।

মাক : নালাগে দে। সি অফিচতে গণ্তি কৰি আনিছে বুলিছে নহয়।

তৰু : হওক, মই আৰু এবাৰ কৰিম।

মাক : নালাগে বুলিছোঁ নহয়। নোটবোৰ বেয়া হ'ব কেনেবাকৈ। দে [কঢা-আঁজোৰা]

তৰু-নিৰ্মালি : ৰ'বিচোন। ইমানবোৰ টকা চুয়েই পোৱা নাই। এবাৰ ভালকৈ চুই চাওঁ।

মাক : পিছত চাবি দে।

[কঢা-আঁজোৰাত কিছুমান নোট সিঁচৰতি হৈ পৰি যায়।]

[খং] কি হ'ল এতিয়া সেইসোপা? কথা ক'লে নুশুনে ছোৱালীজনীয়ে।

তৰু : ভালেই হৈছে। আৰু অলমান ছুটিয়াই দেচোন বোটলোঁ।

[নতুন পেণ্ট-চোলা এটা পিন্ধি বুটাম মাৰি মাৰি ৰজত ওলাই আহে।]

তৰু : বা! অ' বৌ, ককাইটিলৈ চা! লংপেন পিন্ধিছে।

ৰজত : কেনেকুৱা দেখিছ?

তৰু : চাওঁ খোজ কাঢ়চোন।

ৰজত : [খোজ কাঢ়ি দেখুৱায়। মাকক সোধে] কেনেকুৱা দেখিছ?

মাক : একেবাৰে জিলাৰ চাহাবটো হেন দেখিছোঁ?

ৰজত : হেঃ হেঃ! কি বুলি ভাবিছ!

তৰু : মোলৈ একো নানিলি?

ৰজত : তহঁতক কি লাগে মই কেনেকৈ জানিম? এদিন নিজে টাউনলৈ যাবি, কিনি আনিবি।

তৰু : এ মইহে টাউনলৈ যাম! চাৰিআলিলৈকে গৈ পোৱা নাই!

ৰজত : কিনো কথা! কোম্পানীৰ জীপ গৈয়েই থাকে, এদিন ঠিক কৰি দিম যাবি।

তৰু : হয়? জীপ গাড়ীত?

মাক : [তৰুক] দে সেইখিনি।

তৰু : এইখিনি মই থৈ দিওঁ দে।

মাক : নালাগে দে।

তৰু : ইমানবোৰ টকা মই এই এখন নেৰাখিম নেকি?

মাক : আৰু কোনে কিমান টকা পালে অ' ৰজত?

ৰজত : গহীনহঁতে সাত হাজাৰ পাইছে, জগন্নাথে এঘাৰ হাজাৰ, তিলক ছাৰে চাৰে সাত হাজাৰ, নৰামহঁতে দহ হাজাৰ নে কিমান।—

তৰু : আমিয়েই আটাইতকৈ বেছি পাইছোঁ নহয়?

ৰজত : নহয়, তিলকান্তহঁতে উনৈছ হাজাৰ পাইছে।

মাক : সিহঁতৰ বোলে মাটি আমাতকৈ কমহে! টকা আমাতকৈ বেছি পালে কেনেকৈ?

ৰজত : এতিয়া কেনেকৈ বুলি সুধিলে কিডাল হ'ব? মণ্ডলে ঘৰতে আহি পিতাইক কি কৈছিল? হাকিমৰ তালৈ যাবলৈ কৈছিল নে নাই? কেঁত-কুতেই নকৰিলে। যোনে যিমান বেছি দৌৰা-দৌৰি কৰিছে, সিমান বেছি টকা পাইছে। [স্কুলৰ পৰা নিৰ্মালি আহে]

মাক : আজি বেলি কৰিলি দেখোন?

তৰু : বৌৰ হাতত সেয়া কি দেখিছ নে নাই? [নিৰ্মালিয়ে ৰজতৰ গালৈ চায়।]

মাক : [তৰুক] এইবোৰ চাব বাৰু। তই যাচোন তাইক ভাতকিটা বাঢ়ি দেগৈ। সৰু কেৰাহীটোতে ৰঙালাও ভাজি আছে, অকণমান তাইক দিবি, বাকীখিনি ভালকৈ ঢাকি থ'বি। দুসন্ধীয়াকৈ ৰান্ধিছোঁ।

ৰজত : কি ক'লি, কি ক'লি?

মাক : এফাল ৰঙালাও আছিল, গোটেইফাল বহাই দিছিলোঁ। তাৰেই ৰাতিলৈও হ'ব লাগিব।

ৰজত : আজি ৰাতি তই দিনৰ ৰঙালাও ভাজিকে খাবি? চৈধ্য হাজাৰ টকা ঘৰ সোমাইছেহি, মই চাৰিআলিত পঠা-খাহী কিবা পাওঁ নেকি খবৰ ল'বলৈ ওলাইছোঁ। দেখিছ তৰু, বৌৱে ইফালে

কি সাঁচি থৈছে? দিনবে ৰঙালাও ভাজি। [তৰু আৰু ৰজতে হাঁহে। অস্বাভাৱিক হাঁহি। দীঘলীয়া]

ৰজত [হাঁহিত বাগৰি] দিনবে ৰঙালাও ভাজি। শুনিছ নিৰ্মালি? [তাইৰ গাত ধৰে। ছাতিটো লয়] আৰু তই, আজিৰ পৰা তই এইডাল ফটা ছাতি স্কুললৈ নিনিবি। [কাটি লয়]

নিৰ্মালি : দেচোন।

ৰজত : নোবাৰ নিব এইডাল।

নিৰ্মালি : যেতিয়া নতুন এটা আনিবি তেতিয়া নিনিওঁ বাৰু?

ৰজত : এতিয়াই পেলাই দে। [খুলি] উঃ— ছাতিৰ অৱস্থা চোৱা। পেলাই দে এইডাল। [পেলাই দিয়ে]

নিৰ্মালি : হেইট [বুটলি আনে]।

ৰজত : শুন, তই বাটত ইঞ্জিনীয়াৰ ছাৰক লগ পাইছিলি নেকি?

নিৰ্মালি : নাই পোৱা।

ৰজত : ছাৰ এতিয়াই আমাৰ ঘৰলৈ আহিব।

নিৰ্মালি : এতিয়াই?

ৰজত : মোক ছাৰে জীপত লৈ আহিছিল নহয়। এই পদূলিতে নমাই থৈ অফিচলৈ গৈছে। তাত বস্তু কেইটামান থৈয়েই আহিব।

নিৰ্মালি : কিয়?

ৰজত : তোৰ লগত বোলে কথা আছে।

নিৰ্মালি : মোৰ লগত? কি কথা?

ৰজত : জানো। মই ভালকৈ ক'ব নোৱাৰোঁ। বাৰু ছাৰে তোৰ লগত কেতিয়াবা চাকৰিৰ কথা পাতিছিল নেকি?

নিৰ্মালি : নাই পতা। মোৰ লগতনো তেখেতৰ ক'ত দীঘলীয়া কথা-বতৰা হৈছে? এদিন নে দুদিন বাটত দেখা-দেখি হৈছে— তেখেতে সুধিছে ভাল? ময়ো কৈছোঁ ভাল। সিমানেই।

ৰজত : শুন। আজি টাউনৰ পৰা আহোঁতে ছাৰে আমাক বহুত কথা ক'লে। আমি এতিয়া কি কৰিব লাগিব জান?

মাক : [উঠি] তাইক হাত-মুখ ধুই খাই-বৈ ল'বলৈ দেচোন [ভিতৰলৈ যায়]

তৰু : [নিৰ্মালিক] তই টকাখিনি নাচালি?

নিৰ্মালি : চাম দেচোন।

ৰজত : শুন। ছাৰে কৈছে— যাৰ যাৰ মাটি কোম্পানীয়ে লৈছে, সেইবোৰ মানুহক কোম্পানীয়ে বহুত সুবিধা দিব। সেই তাত যে অফিচৰ ঘৰবোৰ হৈছে তাৰ ওচৰতে ছাৰে আমাক এডোখৰ ঠাই দিব। তাতে আমি এটা ঘৰ সাজি এখন চাহৰ দোকান দিম।

নিৰ্মালি : আমি মানে?

ৰজত : পূৰ্ণ আৰু যতীনে বাপেকৰ পৰা দুহাজাৰকৈ টকা ল'ব। আমি তিনিওটা মিলি দোকানখন দিম।

নিৰ্মালি : চাহৰ দোকান? তহঁতৰ দোকানত কোনে চাহ খাব?

ৰজত : কোনে খাব মানে? মাটি কটা, ঘৰ সজা কাম কৰা লেবাৰ আছে দুশ, সিহঁতৰ কাৰণে ৰাতিপুৱাই পুৰী-তৰকাৰী, অফিচত কাম কৰা বাবু এশ— তেওঁলোকৰ কাৰণে মিঠাই-চিঙাৰা, আৰু চাবি

আমাৰ গাঁৱৰ মানুহেও বহুতে খাব। যাৰ পইচা আছে ভাল মিঠাই খাব, যাৰ নাই সিহঁতৰ কাৰণে বুন্দিয়া থাকিব, খুৰমা থাকিব।

তৰু : মই ৰাতিপুৱা এবাৰ যাম, দুপৰীয়া এবাৰ যাম, গধূলি এবাৰ যাম। [নিৰ্মালি যাব খোজে]

ৰজত : আৰু শুন। তই এই স্কুলৰ চাকৰি এৰি দে।

নিৰ্মালি : কিয়? তহঁতৰ হোটেলত মই চাহ বনাম?

ৰজত : কথাবোৰ উৰাই নিদিবিচোন। ছাৰে কৈছে— আমাৰ ইয়াত যিখিনি মেট্ৰিক পাছ ল'ৰা-ছোৱালী আছে, সেইখিনিক অফিচত চাকৰি দিব, অলপ পঢ়া-শুনা কৰাখিনিক পিয়ন-চিয়ন কিবাকিবি কৰি দিব।

তৰু : ভাল হ'ব। মযো অফিচতে পিয়নৰ চাকৰি কৰিম।

ৰজত : হেইট। তই কি চাকৰি কৰিবি। পূৰ্ণ আৰু যতীনে কৈছে, তই আমাৰ হোটেলতে কাম কৰিবি।

তৰু : হোটেলত? মই হোটেলত কাম কৰিম?

ৰজত : অঁতো। যতীন এবাৰ শ্বিলঙলৈ গৈছিল নহয়, সি দেখি আহিছে তাৰ অফিচবিলাকত চাহ-তাহ চব ছোৱালীয়ে দিয়ে। এটা হাতত চাহৰ কেটলি, ইটো হাতত মিঠাই, বচ— চবকে মেজে মেজে দি ফুৰ। ইয়াত আমাৰ কেনেকুৱা হ'ব— এইবোৰ অফিচ— এইখন হোটেল, তই ইয়াৰ পৰা নি তাত দি আহিবিগৈ।

নিৰ্মালি : তাই সেইবোৰ কাম কৰিব নালাগে।

ৰজত : কিয?

নিৰ্মালি : এনেযে।

ৰজত : তই নুবুজা-নুশুনাকৈ ওপৰতে কথাবোৰ নক'বিচোন। বাবুবিলাকৰ মেজত তাই চাহ দি অহা আৰু আমাৰ সৌ গেন্ধেলাই চাহ দি অহা একে কথা নেকি?
[বাল্টিত গাখীৰ লৈ গোহালিৰ পৰা হেমকান্ত আহে]

তৰু : পিতাইকে সোধোঁ ৰহ। বাৰু পিতাই তযে ক'চোন মই ককাইটিহঁতৰ হোটেলত কাম কৰিম নে অফিচত পিয়নৰ কাম কৰিম?

হেমকান্ত : গাখীৰ দেখোন আজি কম ওলাল? কোনোবাই খীৰাইছিল নেকি?

তৰু : জানো। মই ক'ব নোৱাৰোঁ।

হেমকান্ত : আজি ঘৰলৈ গাখীৰ নাথাকিবই। হ'ব যা। [ৰজতক] তই এইখিনি সুত্ৰধাৰীৰ ঘৰত দি আহগৈ। [আগবঢ়াই দিয়ে]

ৰজত : মই এফালে যাবলৈ ওলাইছোঁ।

হেমকান্ত : [গহীন] এতিযাই দি আহগৈ। [ৰজতে বাল্টিটো লয। অস্বস্তি অনুভব কৰে]

ৰজত : যতীন আৰু পূৰ্ণ বৈ থাকিব, আমি এফালে যাব লাগে।

হেমকান্ত : [গৰ্জি] কোনখন ৰসাতললৈ যাব গৈ থাকিবি, আগতে গাখীৰখিনি দি আহগৈ। [মাক আহে]

মাক : [নিৰ্মালিক] তই বাহিৰে বাহিৰে ইযাতে ব'লি দেখোন? ভাত নাখাবগৈ কিয়? [বাকীবোৰলৈ চাই নিৰ্মালি যায, ৰজতে বাল্টিটো লৈ অলপ আগবাঢ়ে। তাৰ পিছত গাৰ কাপোৰলৈ চাই, বাল্টিটোলৈ চাই উভতি আহে।]

ৰজত : মই এতিয়া গাখীৰ দিবলৈ যাব নোৱাৰোঁ।

হেমকান্ত : কিয?

মাক : তাকনো কিয় আমনি কৰিছে?

হেমকান্ত : সদায় সি সুতধাৰীৰ ঘৰত গাখীৰ দি আহেগৈ, আজিহে আকৌ আমনিটো হ'ল কেনেকৈ?

মাক : সি সেইসোপা কি পিন্ধিছে দেখা নাই?

হেমকান্ত : কিয় দেখা নাই? পিছে সেইসোপা পিন্ধোতে সি নাঙঠ হ'ল নেকি? নাঙঠ হ'ল যদি গামোচা-চামোচা কিবা এখন তাৰ ওপৰতে পিন্ধি ল'বলৈ ক'। হ'ব দে নালাগে। যেতিয়ালৈকে তোৰ এই সাজ নাফাটে, তেতিয়ালৈকে ময়েই গাখীৰ দি ফুৰিম। [বাল্টিটো লৈ যাওঁতে তৰুক] ইমান টকাৰ কাপোৰ পিন্ধিও মানুহ কেনেকৈ নাঙঠ হয় দেখিলি?

মাক : যায়েই নেকি? সি টকাখিনি আনিছিল, নেচালে?

হেমকান্ত : চাম দে। সেইবিলাকতো ঢুকাই যোৱা বস্তু নহয়। আগতে তইঁতে হেঁপাহ পলুৱাই চাই ল'চোন।

মাক : আপোনাৰনো হ'ল কি? এনেকুৱা আঁহফলা কথাবোৰ কৈ আছে কিয়? ঘৰলৈ লক্ষ্মী আহিছে, অকণমান ৰং-ৰহইচহে কৰিব লাগে।

হেমকান্ত : মোৰ সাতপুৰুষৰ ইমানবোৰ মাটি নোহোৱা হ'ল। আমি আৰু বোকা খচকিব নালাগে। আগতে সেই কাৰণে ৰং-ৰহইচ কৰি লওঁ ৰ'বি। সেই যে তেতেলিগুৰিৰ মাটিডোখৰ থাকিল, তাৰো গ্ৰাহক এটা বিচাৰোঁ। আৰু সবহকৈ লক্ষ্মী আহক। [জীপৰ শব্দ। হৰ্ণৰ শব্দ]

ৰজত : ছাৰ আহিছে। [সকলো বৈ যায়। হেমকান্ত বাল্টিটো লৈ ওলাই যায়।]

## মঞ্চ : ১

[পূৰ্ণ, যতীন, লখীন্দ্ৰ আৰু কণবাপুৱে দোকান উদ্বোধনীৰ আয়োজন কৰিছে। ফেষ্টুন আঁৰিছে। কাপোৰ তৰিছে। ৰঙা-নীলা কাগজ লগাইছে, ইত্যাদি। হাৰমণিয়াম, তবলা। কণবাপুৱে হাৰমণিয়ামত এটা গানৰ সুৰ মিলাবলৈ চেষ্টা কৰি আছে।]

লখীন্দ্ৰ : কি বজাইছ কওঁ?

কণবাপু : ধৰিব পাৰিছ?

লখীন্দ্ৰ : পাৰিছোঁতো।

কণবাপু : ক'চোন।

লখীন্দ্ৰ : [গায়। বিচিত্ৰ সুৰ] চৰাই হালধীয়া, পাখিও ধুনীয়া, মাতিলি—

কণবাপু : ধ্যেৎ!

লখীন্দ্ৰ : কি?

কণবাপু : কি গাইছোঁ শুনিবি। [বজায় আৰু গায়] আয়েগা, আয়েগা— আয়েগা আনেৱালা—

খনীন্দ্ৰ : মোৰটোও মিলিছে, তোৰটোও মিলিছে।

যতীন : অঁ দুইটা মিলিছে দে। অ'ই লখী এইফালে আহ। এইডাল ধৰি থাক। [লখী আহে। বাঁহডাল ধৰি থাকে। তৰু আৰু মাধৱী আহে।]

যতীন : তইঁত কি মানুহ অ'?

তৰু : কি হ'ল?

যতীন : কেই বজাত অহাৰ কথা আছিল? এতিয়া কেই বাজিল।

পূৰ্ণ : তহঁতৰ কথাৰ কোনো ঠিক নাই বুইছ। আহিব নোৱাৰ যদি নোৱাৰোঁ বুলি কৈ নিদিয় কিয়?
লখীন্দ্ৰ : আমিতো তহঁতৰ কাৰণে বাট চাই নাথাকোঁ।
তৰু : মইতো ঘৰৰ পৰা কেতিয়াবাই ওলালোঁ। এইৰ কাৰণে বৈ থাকোঁতেহে। তাইৰ নহয়েই নহযেই নহয়েই।
পূৰ্ণ : তই অকলে গুচি নাহিলি কিয়?
মাধৱী : তাই গুচি আহিলে মই কাৰ লগত আহিম?
যতীন : এ এইৰূপ বাট আহিবলৈ তাইক আক' লগ এটা লাগে।
মাধৱী : লাগেতো। আমাক তেনেকৈ দং দংকৈ ঘূৰি ফুৰিবলৈ নিদিয়ে নহয়।
পূৰ্ণ : নিদিয়ে যদি নাহিবি।
মাধৱী : মই যাওঁগে তেনেহ'লে।
লখীন্দ্ৰ : অ। তাইৰ জঁকেই উঠিল। [তবলা ঠিক কৰাত লাগে]
মাধৱী : উঠিবতো। মোক এৰি থৈ তাই গুচি আহিব লাগে, মই নাহিলেও তহঁতৰ একো নহয়। তহঁতৰ পেটৰ কথা মই নুবুজোঁ নেকি?
কণবাপু : তই এতিয়া দং দংকৈ কাৰ লগত উভতি যাবি? [সুতধাৰীয়ে এচুকত থিয় হৈ চাই থাকে]
পূৰ্ণ : যা কাম কৰগৈ।
মাধৱী : নকৰোঁ।
পূৰ্ণ : মিটিং আৰম্ভ হ'বলৈ আধা ঘণ্টা আছে, এতিয়া ডেমাকি দেখুৱাব নালাগে যা। অ'ই তৰু, তাতে ৰঙা-নীলা কাগজ আছে, ফটকৰে এনেকুৱা ফিটা অলপমান কাটি দে।
লখীন্দ্ৰ : গানটো এবাৰ প্ৰেকটিচ কৰিব লাগিছিল নহয়?
পূৰ্ণ : জানো। ই ৰজতেহে মাষ্টৰক লৈ অহাৰ কথা আছিল। [পাছফালে যায়]
সুতধাৰী : ভাল হৈছে। [বৈ] ভাল হৈছে। শুনিছা বাপু?
যতীন : কাক কৈছে?
সুতধাৰী : তোমালোকক কৈছোঁ। ভাল হৈছে। এই বাঁহডালৰ আগটো চুটিকৈ কাটি দিয়া। আৰু বৰষুণ চৰষুণ আহিব পাৰে, এইফালেদি পানীখিনি ওলাই যাব পৰাকৈ লোৰ এটা খান্দি দিয়া। ভাল হৈছে। [ভিতৰখন চায়গৈ]
যতীন : তৰু, অ'ই তৰু।
তৰু : [দূৰৰ পৰা] কি? [আহে]
যতীন : [কাগজৰ শিকলিডাল ধৰি] এইডাল লগাওঁ আহচোন। ধৰ। [তৰুৱে ধৰে। দুয়ো সেইডাল লগায়।]
পূৰ্ণ : অ'ই যতীন, এইডাল আমি দুটাই লগাম, তই কাগজখন লিখগৈ যা।
যতীন : এ সেইখন তই লিখগৈ।
পূৰ্ণ : মোৰ হাতৰ আখৰ বেয়া অ'।
যতীন : মোৰো বেয়া।
পূৰ্ণ : ভাল ভাল কামবোৰ বাছি বাছি ল'বি, টান টান কামবোৰ মোক দিবি! অ'ই তৰু আহচোন, তই কৈ যাবি, মই লিখি যাম।
যতীন : তাই কাম কৰি আছে দেখা নাই? লখীক লৈ যা। অ'ই লখী যাচোন।

পূৰ্ণ : অ'ই লখী, এইফালে আহ। [লখী আহে] এইডাল ধৰ। [তৰুক] তই তালৈ ব'ল। তই তাতহে কাম কৰি আছিলি? কামটো এৰি থৈ কিয় গুচি আহিলি?

তৰু : যতীন ককাইটিয়ে মাতিছে কাৰণে গুচি আহিছোঁ। [তৰু যায়]

যতীন : [খং] অ'ই কণবাপু, এইডাল লগাচোন।

সুতধাৰী : [পাছফালৰ পৰা আহে] ভাল হৈছে বুইছা? ভাল হৈছে। এই কাপোৰখন অলপ বেঁকা হৈছেহে, পোনকৈ লগোৱা। এই মূৰটো দু-আঙুলমান তুলি দিয়া। হেৰি নহয়, খালী মিটিঙেই নে খোৱাবোৱাও কিবা আছে?

যতীন : জানো! মিটিঙৰ পিছত চাহ-মিঠাই খুৱাব হ'বলা! [খণ্ডতে এমূৰে বহে]

সুতধাৰী : ভালেই। মিটিঙৰ আগতে খাই কিয়নো বস্তুবোৰ ঢুকুৱাব লাগিছে!
[কান্ধত মাইক্ৰফ'নৰ বস্তুবোৰ লৈ ৰত্ন আহে। লগত অভাৰচিয়াৰ। বস্তুবোৰ এমূৰে নমায়।]

অভাৰচিয়াৰ : লোৱা। তোমাক ৭৫ পইচাহে দিম বুলিছিলোঁ, এটকা দিলোঁ। [চাৰিওফালে চায়] তুমি যদি আৰু অলপ কাম কৰি দিয়া, তেনেহ'লে আৰু অলপ কিবা দিম।

ৰত্ন : কি কাম?

অভাৰচিযাৰ : এই হৰ্ণটো এই খুঁটাটোত— সেইখিনিত বান্ধি দিয়া। [নিজে তাঁৰবোৰ লৈ যায়। ৰত্নই হৰ্ণটো লৈ যাওঁতে বাটতে সুতধাৰীক]

ৰত্ন : অ সুতধাৰী দেদাই, আপুনি আহিল নে?

সুতধাৰী : অঁ আহিলোঁ অ'। অলপ কাম-বনবোৰ চাই দিছোঁ। চেঙেলীয়া ল'ৰাৰ কথা, কাম-বনবোৰৰ ভু নাপায় নহয়! অ'ই শুনচোন, তোক কিবা এটা দিয়া দেখিলোঁ। তই হ'বলা আজিকালি হাজিৰা কাম কৰিছ?

ৰত্ন : ক'ৰ হাজিৰা কাম কৰা দেখিলে?

সুতধাৰী : পইচা ল'লি নে?

ৰত্ন : ল'লোঁ ল'লোঁ। আমিতো দহ হাজাৰ, বিশ হাজাৰৰ টোপোলাসোপা পোৱা নাই। এনেকৈ টকাটো-আধলিটো নোগোটালে পেটটো কেনেকৈ চলিব?

সুতধাৰী : সেই জন্মিৰে পৰা ইমান দিনে হ'বলা পেটটো নাছিল?

ৰত্ন : ইমান দিনে দেখোন আপোনাৰ শালপতিয়েকৰ মাটিতে গেৰাবি খাটি পেট মোকোলোৱা নাছিলোঁ? জানেই আৰু' সুধিছে কেলেই?

সুতধাৰী : এটকা দিলে হ'বলা?

ৰত্ন : জানেই আৰু' সুধিছে কেলেই?

সুতধাৰী : এয়া জানো সৌ ইঞ্জিনীয়াৰ চাহাবৰ তম্বুৰ ঘৰটোৰ পৰা অনা নাই?

ৰত্ন : জানেই আৰু' সুধিছে কেলেই?

সুতধাৰী : সেইখিনিৰ পৰা এইখিনিলৈ, তাতে টকাটো। [যতীনক] বুইছা বাপু, আমাৰ দিনত সেই তেতেলিগুৰিৰ পৰা ডাঙৰী এভাৰ কটিয়াই দিওঁ, গৃহস্থই তামোল এখন দিলেও লাজহে পাওঁ। ভাল হৈছে, ভাল হৈছে। [দূৰলৈ] অ' বাপু, সেইডাল অলপ টানি দিয়া। ফিট কৰি দিয়া। [এমূৰত বহে] ভাল হৈছে।
[ৰত্ন হৰ্ণ বান্ধিবলৈ মেজৰ ওপৰত উঠে। অভাৰচিয়াৰে মেজৰ ওপৰত মাইক ফিট কৰে। তৰু আহে। তৰুৰে অভাৰচিয়াৰৰ ওচৰত বৈ কয়।]

তৰু : বাঃ, মাইক আহি গ'ল?

অভাৰচিয়াৰ : আহি গ'ল।

তৰু : এতিয়া গান বজাব নেকি?

অভাৰচিয়াৰ : গান বজাম কিয়? তুমি গাবা আক'।

তৰু : ই-স্!

অভাৰচিয়াৰ : কি আক' ইস্! মই ঠিক-ঠাক কৰোঁ, ফিট হ'লেই গান গাব লাগিব। তোমাৰ নাম— তৰু নহয় জানো।

তৰু : হয়।

অভাৰচিয়াৰ : বাইদেৱেৰা অহা নাই?

তৰু : নাই অহা। আহিব এতিয়া [যতীনলৈ চায়। ওচৰ চাপি যায।] তই দেখোন বহি আছ?

যতীন : বহি নাথাকি তহঁতৰ নিচিনাকৈ বিহু মাৰিম নেকি?

তৰু : আমাকনো ক'ত বিহু মৰা দেখিলি?

যতীন : সেইফালে চুকত সোমাইনো কি কৰিছ? তহঁতৰ কথা মই চব জানো।

তৰু : সি মাতিলে কাৰণেহে গ'লোঁ।

যতীন : সি মাতিলেই দৌৰ মাৰিবি? কালি কি কৈছিলোঁ?

পূৰ্ণ : [আঁৰত] অ'ই— তৰু, তৰু

যতীন : যা, দৌৰ মাৰ।

পূৰ্ণ : [আঁৰত] তৰু।

যতীন : নাযাৱ কিয়?

তৰু : নাযাওঁ। তহঁতে এনেকুৱা কৰিলে মই— মই ঘৰলৈ গুচি যাম।

পূৰ্ণ : [আহে] এতিয়া তহঁতৰ মেল মৰাৰ সময় নেকি অ'? তই যতকৰে এইখিনি পালিহি কিয়? তোক মই কি কৈছিলোঁ?

অভাৰচিযাৰ : তৰু, আহা, ৰেডী [মাইকত] হেলো— হেলো— হেলো।
[ৰত্নই ভীষণ উচপ্ খায়]

ৰত্ন : [জোৰে] হেইট! ভয় খাই গ'লোঁনে! [তৰু, লখী, কণবাপুৰে প্ৰাণখুলি হাঁহে]

অভাৰচিয়াৰ : এ হাঁহিব নালাগে আহা। [তৰু যায়] ওঁ, এইখিনিতে থিয় হোৱা। বাচ। এতিয়া গোৱা। গোৱা আক', লাজ কৰিছা কেলেই?

তৰু : [গায়। তৰুৱে বিহুগীত গায়, দুটামানে হাত চাপৰি বজায়।]

অভাৰচিয়াৰ : বঢ়িয়া, বঢ়িযা, বঢ়িযা।

মাধৱী : চাওঁ, মই এটা গাওঁ।

লখীন্দ্ৰ : ৰ'বি, মই এটা গাই লওঁ। [ৰজত আহে]

ৰজত : কি হ'ল? তহঁত চব দেখোন গানত লাগিলি? কামবোৰ হ'ল নে? যতীন, হ'ল নে চব কাম? কি হ'ল? তহঁতৰ মুখবোৰ ওফন্দি ওফন্দি আছে দেখোন?

পূৰ্ণ : তইনো ইমান পৰে ক'ত আছিলি?

ৰজত : মই একেবাৰে ছাৰক লৈ আহিছোঁ।

যতীন : ছাৰক আনিলি মানে জীপত উঠি আহিলি। জীপ গাড়ী নহ'লে তই আজিকালি লৰিবই নোৱাৰা হ'লি।

ৰজত : জীপ গাড়ীত মই অকলে অহা নাই বুইছ? কিমানসোপা বস্তু আনিছোঁ চা গৈ। [ৰত্নক] ককাইটি, তই আছ ভালেই হ'ল। সেই জীপতে খোৱাবস্তু, কাপ-প্লেট, বাল্টি— তেনেকুৱা বহুত বস্তু আছে, তই নমাই সেইফালেদি ভিতৰলৈ লৈ যাব পাৰিবিনে?

সুতধাৰী : পাৰিম। [ৰত্নক] ব'ল, হাতে হাতে ধৰা-ধৰিকৈ কঢ়িয়াই পেলাওঁ। সোনকালে হ'ব। ব'ল। [ৰত্নই ঘোপাকৈ চায়।]

ৰত্ন : যা। তোকহে কৈছিল। মোক কৈছিল হ'বলা? গৈ থাক। দিনে দিনে কিবা লুতুৰা হৈ গৈছে মানুহটো।
[যায়। পাছে পাছে সুতধাৰীও যায়। সেইফালৰ পৰাই বিমল আহে। সুতধাৰীযে চায়। ৰত্নই উভতি আহি সুতধাৰীক লৈ যায়।]

বিমল : কেনে? হ'লনে যোগাৰ?

পূৰ্ণ : হৈছে আৰু ছাৰ। এই গানটোৰ ৰিহাৰ্ছেলটো এবাৰ কৰি ল'লেই হ'ল।

বিমল : কৰা, কৰা, সেইটোত কৰি লোৱা। মিটিঙলৈ কিন্তু মানুহ আহিব। ঢেৰ মানুহ আহিব। মানুহে তোমালোকৰ এই কামটোৰ কথা শুনি ভাল পাইছে। ডেকা ল'ৰা, গাঁৱৰে ল'ৰা, নতুনকৈ ব্যৱসায় কৰিবলৈ ওলাইছা, বৰ ভাল কথা হৈছে।

পূৰ্ণ : আপুনি ছাৰ আমাৰ লগত থাকিব লাগিব।

লখীন্দ্ৰ :
কণবাপু : ] হয় ছাৰ, আপুনি থাকিব লাগিব ছাৰ।

বিমল : মইতো যিমান পাৰোঁ কৰিমেই, কিন্তু ব্যৱসায় হ'ল তোমালোকৰ, গতিকে কথাৰ দায়িত্বহে মোৰ, কামৰ দায়িত্ব কিন্তু তোমালোকৰ।

লখীন্দ্ৰ : হ'ব ছাৰ, সেইটো হ'লেও হ'ব।

ৰজত : ছাৰ আমি এতিয়া ৰিহাৰ্ছেলটো কৰি ল'ব খুজিছিলোঁ।

বিমল : কৰা কৰা। ক'ত কৰিবা?

পূৰ্ণ : ইয়াতে কৰোঁ। একেবাৰে মাইক লগাই লৈ কৰোঁ।

ৰজত : হেইট নালাগে। মানুহ-দুনুহ আহি থাকিব। সৌ অফিচৰ বাৰাণ্ডাত কৰোঁগৈ।

বিমল : ব'লা। ময়ো চাওঁগৈ ব'লাচোন। [সকলো পাছফাললৈ যায়]

অভাৱচিয়াৰ : তৰু, শুনাচোন [তৰু আগলৈ আহে] তোমাৰ গলাটো সঁচাকৈয়ে ভাল বুইছা। মই এদিন তোমাক টাউনলৈ লৈ যাম। টেপ ৰেকৰ্ডাৰ আছে নহয়, তাত তোমাৰ গলটো টেষ্ট কৰিম। যদি টেষ্টত ভাল হয়, তেন্তে ৰেডিঅ' চেণ্টাৰলৈ দৰ্খাস্ত কৰিব পাৰিবা। যাবা?

তৰু : ই মিছাকৈ কৈছে।

অভাৱচিয়াৰ : সঁচা, এই কাণত ধৰি কৈছোঁ। [বিমল আৰু নিৰ্মালি আগুৱাই আহে]
ৰিহাৰ্ছেল কৰোঁগৈ ব'লা। [সোমাই যায়]

বিমল : তুমি ইয়াতে আছাহি বুলিতো মোক ৰজতেও কোৱা নাই? কি কৰি আছিলা?

নিৰ্মালি : ইহঁতে মিটিঙত বোলে গোটেই কথাখিনি ক'ব— তাকে লিখি দিবলৈ কৈছিল।

বিমল : সভাৰ উদ্দেশ্য ব্যাখ্যা।

নিৰ্মালি : [হাঁহি] হয়। এইখন। আপুনিও এবাৰ চাই দিবচোন। আগে-পিছে কেতিয়াও লিখা নাই। [কাগজখন দিয়ে]

বিমল : চাম বাৰু, এতিয়া কোৱাচোন, কি ঠিক কৰিলা? চাকৰিটো কৰিবা? আজিলৈকে তিনিবাৰ লগ পালোঁ— ভাবিছোঁ ভাবিছোঁ কৰোঁতেই গ'ল। আজি আৰু ভাবিছোঁ বুলি নক'বা। হয় না— কিবা এটা কৈ দিয়া।

নিৰ্মালি : কৰিম।

বিমল : হয়? কৰিবা?

নিৰ্মালি : কৰিম।

বিমল : ইমান চাফা কথা শুনিম বুলি মই ভবাই নাছিলোঁ। মই বিশ্বাসেই কৰিব পৰা নাই।

নিৰ্মালি : সঁচাকৈ কৰিম। মাটি-বাৰীবোৰ গ'ল, ইহঁতে বা কি কৰে ঠিক নাই, ঘৰখনতো চলিব লাগিব।

বিমল : তুমি কিমান দিন ঘৰ চলাবা?

নিৰ্মালি : যিমান দিন পাৰোঁ।

বিমল : সেইবোৰ বাৰু বাদ, কিন্তু তুমি যে চাকৰিটো কৰিবলৈ ওলালা, সেই কাৰণে বৰ ভাল পালোঁ।

নিৰ্মালি : কিন্তু আপুনি ইমান ভাল পাইছে কিয়?

বিমল : শুনা নিৰ্মালি। মোৰ লুক-ঢাক নাই। পথাৰে পথাৰে বুট-জোতা পিন্ধি ঘূৰি ফুৰা, কেম্পৰ বিছনাত চিৎ হৈ পৰি থকা, অফিচৰ কাগজসোপাৰ মাজত সোমাই থকা— এইবোৰ অনবৰত ভাল নালাগে। ইয়ালৈ আহি প্ৰথমতে যিদিনা তোমাক স্কুলৰ পৰা যোৱা দেখিলোঁ— সেইদিনাই ভাবিলোঁ— ভাল লগ এটা পোৱাৰ আশা আছে।

লখীন্দ্ৰ : [পাছৰ পৰা] বাইটি তোক মাতিছে।

বিমল : যোৱা। [সুতধাৰী আহে, নিৰ্মালি যায়।]

সুতধাৰী : ভাল হৈছে বোপা, কথাবোৰ বৰ ভাল হৈছে। [ইফালে-সিফালে চাই লৈ] আপোনাক অকলে পাইছোঁ কাৰণে কথা এটা কওঁ।

বিমল : কওক।

সুতধাৰী : এইবোৰ কল-কাৰখানা যি হৈছে, এটাইবোৰৰে ওপৰৱালাতো আপুনিয়েই?

বিমল : নহয় নহয়, মই ওপৰৱালা নহওঁ। ওপৰত আৰু মানুহ আছে।

সুতধাৰী : তথাপি দিয়কচোন, আমি সকলোৱে জানো আপুনিয়েই ঘাই মানুহ। বুইছে বোপা, ঘৰখনত নটা খাবৰীয়া। যিডৰা মাটিত খেতি কৰি টানি-টুনি ছমাহৰ ভাত উলিয়াইছোঁ, এতিয়া চৰকাৰে মাটি লৈ টকা দিবৰ সময়ত দলিলত বৰপিতাইৰ পুতেকহঁতৰহে নাম ওলাল। মোৰ বোলে ক'তো নামেই নাই। নাই যদি নাই আৰু, কিটো কৰিব? ওচৰ-চুবুৰীয়াই বোলে কে'ছ কৰ। মই বোলোঁ— [হাত জোকাৰে] না। [হঠাতে সুৰ সলাই] অ' বোপা, আপুনি বোলে পিয়নৰ চাকৰি দিযে? মোৰো কিবা এটা দিহা লগাব পাৰিবনে?

বিমল : আপুনি এই বয়সত কি পিয়নৰ কাম কৰিব?

সুতধাৰী : পাৰিম বোপা, পাৰিম।

বিমল : নহয়, মানে চাকৰিত এটা বয়সৰ কথা আছে নহয়।

সুতধাৰী : সেযা, সিদিনা সেই সৰু বাবুটোৱে ক'লে মোৰ ল'ৰা-ছোৱালীকিটা সৰু, চাকৰিৰ বয়স হোৱা নাই ইফালে মোৰ চাকৰিৰ বযস গ'ল, মাজৰ সময়খিনি আমি ক'ত মৰোঁ বোপা?

বিমল : চাওঁচোন বাৰু।

সুতধাৰী : [হাতযোৰ কৰি] চাব বোপা। [বিমল যায়। ৰত্ন আহে]

ৰত্ন : অ'ই বৰপিতাই, তইনো এনেকুৱা লাজ-কাজ নোহোৱা কাম কৰিব পাৰ নে?

সুতধাৰী : কি কৰিলোঁ?

ৰত্ন : তই সেই ল'ৰাকিটাক খুজি কিয় মিঠাই খালি?

সুতধাৰী : ক'ৰ খুজি খালোঁ? সিহঁতৰ বস্তু-বাহানি কটিয়াই দিছোঁ, কাম কৰিছোঁ, সেই কাৰণে খাইছোঁ আক'।

ৰত্ন : দিলেহে খাব লাগে! তই খুজিছিলি কিয়? তাকে লৈ এতিয়া সিহঁতে ফিচিঙা-ফিচিং কৰিছে নহয়। বুঢ়া হৈছ মানে লাজ-মানৰ ভু নোপোৱা হৈছ। তোৰ লগতে আমাৰো নাক-কাণ কটা যাব।

সুতধাৰী : [মনে মনে থাকে। চকু মচে। তাৰ পিছত] মোৰ বৰ ভোক লাগিছিল অ' ৰত্ন। [চকু ঢাকে]
[দূৰত সমবেত সংগীত]
[নতুন সূৰ্য্যৰ ৰাঙলী পোহৰ খেদি
আমি যাওঁ আমি যাওঁ
যাওঁ আগুৱাই] [ৰত্নই সুতধাৰীক ধৰে]

ৰত্ন : ব'ল। ঘৰলৈ যাওঁ ব'ল।

## মঞ্চ : ২

[হেমকান্তৰ ঘৰৰ আগফাল। অন্ধকাৰ। তৰুৱে নঙলা খোলে।]

হেমকান্ত : [আঁৰত] কোন? [পোহৰ পৰে]

তৰু : [চক্ খাই] মই। মই পিতাই।

হেমকান্ত : [ওচৰলৈ আহি] কাৰ লগত আহিলি?

তৰু : পূৰ্ণ ককাইটিৰ লগত আহিলোঁ।

হেমকান্ত : [চাই লয়] হয় নেকি? [ডাঙৰকৈ] পূৰ্ণ, অ' পূৰ্ণ!

পূৰ্ণ : [ভিতৰৰ পৰা] কি হ'ল বৰপিতাই?

তৰু : অ' নহয় নহয়, ভুলতে মুখৰ পৰা পূৰ্ণ ককাইটি ওলাই গ'ল। যতীন ককাইটিৰ লগত আহিলোঁ। সেয়া, সেইখিনিতে মোক থৈ যতীন ককাইটি গৈ আছে। [চাকিটো লৈ মাক ওলাই আহে]

মাক : ইহঁত ৰজত আৰু পূৰ্ণ দেখোন কেতিয়াবাই আহিল। তই ক'ত আছিলি?

তৰু : হোটেলতে আছিলোঁ। ককাইটিহঁত আহিল নহয়, তাৰ পিছত কাপ-প্লেটপিনি ধুই ময়ো গুচি আহিলোঁ।
[পূৰ্ণ ওলাই আহে। হেম বহেগৈ।]

পূৰ্ণ : আমি আহোঁতেই দেখোন তই কাপ-প্লেট ধুই শেষ কৰি ওলাই আহিছিলি?

তৰু : অফিচৰ ফিল্ডত চিনেমা দেখুৱাইছিল নহয়, বাটতে থিয় হৈ অকণমান চাইছিলোঁ।

পূৰ্ণ : যতীনেও চিনেমা চাইছিল?

তৰু : ওঁ। চাইছিল।

পূৰ্ণ : বৰপিতাই, বৰমাই, তহঁতক চবকে কৈছোঁ, তহঁতে চকু দিবি। সেই কাৰণে মই আগতেই কৈছিলোঁ—

হোটেল দিলে আমি দুটাই দিয়াই ভাল। যাকে-তাকে লগত লৈ লেঠা বঢ়াব নালাগে।

মাক : তোমালোক তিনিওটা নলে-গলে লগা—

পূৰ্ণ : সেই কাৰণে আমি গুচি আহিলে সিও লগে লগে গুচি আহিব লাগে আকৌ! সিনো তাত কি কৰিছিল?

তৰু : তইনো ইয়াত কি কৰিছ?

পূৰ্ণ : মই ৰজতৰ লগত কাৰবাৰৰ কথা পাতিবলৈ আহিছোঁ।

তৰু : গোটেই দিনটো একেলগে থাক, তেতিয়া কাৰবাৰৰ কথা পাতিব নোৱাৰ? কিবা খং উঠিব চব উজাৰি দিম। এতিয়া ভকত হৈ দেখুৱাইছ?

মাক : তই ভিতৰলৈ যা।

হেমকান্ত : কিয়? কিবা উজাৰি দিয়ে বুলি তয়েই আগতে ভয় খালি নেকি?

মাক : মোৰ ভয় খাবলৈ আকৌ কিটো আছে?

পূৰ্ণ : লোকৰ বুধি শুনি তই ইমান ডাঙৰ ডাঙৰ কথা ক'ব নালাগিছিল বুইছ?

তৰু : লোকৰ বুধিৰ যে কথা কৈছ, তই হ'বলা বুধি নিদিয়? তোৰ বুধি শুনিলে একো নহয়, লোকৰ বুধি শুনিলেই দায় লাগে"

মাক : মনে মনে থাক। মুখত যি আহে তাকে কয় এইজনীয়ে!

হেমকান্ত : পেট আৰু মুখৰ মাজৰ এইছোৱাত পাক নাথাকিলে এনেকুৱাই হয় বুইছ? পাৰ যদি পেট এফাল মুখ এফাল কৰি মাজতে পাক দুটামান লগাই দে। নহ'লে তাই কেতিযাবা বিপদত পেলাব।

মাক : আপুনিও মনে মনে থাকক। [তৰু ভিতৰলৈ যায। ভিতৰৰ পৰা ৰজত আহে।]

ৰজত : কি হৈছে অ'? ইমান চিঞৰ-বাখৰ কৰিছ কিয়? [হেমকান্ত এচুকত বহেগৈ]

পূৰ্ণ : ৰজত মোৰ টকাখিনি ওভোতাই দিবি। কাইলৈৰ পৰা মই আৰু হোটেললৈ নাহোঁ।

ৰজত : ৰ'বিচোন। হৈছে কি?

পূৰ্ণ : একো হোৱা নাই। কাইলৈ পুৱাই মোৰ টকাখিনি ওভোতাই দিবি।

ৰজত : মোৰ টকা মোৰ টকা কৰি আছ কিয়? তোৰ টকাখিনি টোপোলা বান্ধি থৈ দিছোঁ নেকি? টকা বিজিনেছত সোমাইছে। যেতিয়া ওলায, হিচাব কৰিবি, লৈ ল'বি।

পূৰ্ণ : হিচাব তহঁতে কৰি থাকিবি। এতিয়া যি আছে, তাৰ পৰাই মোৰ ভাগটো দি দে।

ৰজত : এতিয়া কিডাল আছে? অহা সপ্তাহৰ মাল আনিবলৈকে পইচা নাই?

মাক : কি? তহঁতৰ পইচা ঢুকালেই হ'বলা।

ৰজত : ঢুকালতো!

মাক : ইমানসোপা টকা—!

ৰজত : কাম হৈছে কিমান? ঘৰ, আলমাৰি, চকী, মেজ সেইবোৰতো মোৰ টকাৰেই হ'ল। তাতে গ'ল আঠ হাজাৰ টকা। ইহঁত দুটাই চাৰি হাজাৰহে দিলে। এই পাঁচমাহে আহিছে যিমান, গৈছে তাৰ দুগুণ।

মাক : তই হোটেলৰ লোহাৰ বাকচত থওঁ বুলিহে গোটেইখিনি পইচা উলিয়াই নিছিলি।

ৰজত : দৰকাৰৰ সময়ত খৰচ নকৰি, হোটেল বন্ধ কৰি বহি থাকিবি নেকি?

[তৰু ওলাই আহে। হাতত কাপোৰ]

তৰু : এইসোপা তই দিয়া বস্তু লৈ যা। [পূৰ্ণৰ হাতত গুঁজি দিয়ে] কেতিয়াবা কেতিয়াবা এইসোপা পিন্ধো কাৰণেহে তই মোৰ ওপৰত ইমান দম্ভালি মাৰ! [জীপৰ শব্দ। হেড লাইটৰ পোহৰ সকলোৰে ওপৰেদি ঘূৰি যায়।]

পূৰ্ণ : মই এইসোপা নি কি কৰিম? [দলিয়াই দিয়ে। যাব খোজে। নিৰ্মালি আহে। নিৰ্মালিয়ে সকলোলৈকে চায়। মাটিলৈ চায়]

নিৰ্মালি : কি হৈছে?

মাক : এইখনে নিজৰ ভিতৰতে কাজিয়া কৰি মৰিব এতিয়া। সেই কাপোৰসোপা তাই দলিয়াইছে তালৈ, সি দলিয়াইছে তাইলৈ। [পূৰ্ণ যাব খোজে]

নিৰ্মালি : শুনচোন পূৰ্ণ। তই বোলে মঙলবাৰে অফিচ বন্ধ হোৱাৰ পিছত কোঠালি এটা খুলিছিলি? [ৰজত আঁতৰি বহে]

পূৰ্ণ : ক'ৰ?

নিৰ্মালি : অফিচৰ?

পূৰ্ণ : কোনে কৈছে?

নিৰ্মালি : কোনে কৈছে জানিব নালাগে বাৰু। খুলিছিলি নে নাই?

পূৰ্ণ : মঙলবাৰে?

নিৰ্মালি : অঁ মঙলবাৰে।

পূৰ্ণ : কিমান সময়ত?

নিৰ্মালি : তইহে জান কিমান সময়ত।

পূৰ্ণ : মই যেতিয়া গৈছোঁ তেতিয়াতো, অফিচ চলি আছে!

নিৰ্মালি : তাৰ পিছত? অফিচ বন্ধ হোৱাৰ পিছত?

পূৰ্ণ : অফিচ বন্ধ হোৱাৰ পিছত? [ভাবে]

নিৰ্মালি : [তৰুক] তই ক'চোন। তযো আছিলি নহয় লগত। [তৰু নিমাত] আজিৰ পৰা যেন কাৰো মুখত এনেকুৱা কথা নুশুনো। এন্ধাৰ হোৱাৰ আগতে ঘৰ সোমাবিহি।

তৰু : তই কেতিয়া ঘৰ সোমালিহি? মই তোতকৈ আগতেহে ঘৰ সোমাইছোঁহি।

নিৰ্মালি : চুপ্। মোৰ লগত জিদ নধৰিবি।

তৰু : কিয় নধৰিম? তই কি কৰি ফুৰিছ আমি দেখা নাই নেকি?

নিৰ্মালি : কি কৰি ফুৰিছোঁ?

তৰু : গোটেই কোম্পানীৰ মানুহে ক'ব পাৰে, তাইহে ক'ব নোৱাৰে। তাই নহ'লে ইঞ্জিনীয়াৰ চাহাবৰ কামেই নচলে, অফিচেই নচলে।

নিৰ্মালি : [খঙত] পূৰ্ণ, ছাৰ সেয়া জীপত এইমাত্ৰ অফিচলৈ গৈছে, তই যাচোন। মই মাতিছোঁ বুলি ক'বি। দৌৰি যা। [পূৰ্ণ যায়] তেখেতৰ মুখৰ আগতে আজি তহঁতে জানি ল' মই কি কৰি ফুৰোঁ।

মাক : থ অ'। মিছামিছিকৈ কথা নবঢাবি। যা, ভিতৰলৈ যা।

নিৰ্মালি : নালাগে। আজিয়েই, এতিয়াই এই কথা চাফা হ'ব লাগিব। [কান্দি] তাইক মই কেঁচুৱাৰ নিচিনাকৈ ডাঙৰ কৰিছোঁ, আজি তাই মোক ইমান ডাঙৰ ডাঙৰ কথা কয়! সিহঁতৰ কাৰণেই মই চকু-কাণ মুদি সোমাই আছোঁ, গেবাৰি খাটিছোঁ, সিহঁতেই মোক ঘৰতে এনেকুৱা কৰে! বাযেকজনী

হৈ মই সিহঁতক কথা এবাৰ ক'ব নোৱাৰোঁ।

হেমকান্ত : [উঠি আহি] যা, ভিতৰলৈ যা।

নিৰ্মালি : তইতো চব শুনি আছ, তই মুখেৰে নামাত কিয়?

হেমকান্ত : মাতিম আই। আচলতে মই সাক্ষী গোপাল। এতিয়া মই মাতিব পৰাৰ ভিতৰত্র কি আছেগৈ জানঃ? কাইলৈ মই তেতেলিগুৰিলৈ যাম। বাঁহু-খেৰ অলপ যোগাৰ কৰি থৈ আহিছোঁ, তাতে সৰুকৈ চালি এখন দি ল'ম, কাইলৈৰ পৰা তাতে থাকিম।

মাক : তাতে থাকিব?

হেমকান্ত : এৰা। সেইকণ মাটি আধি দি তহঁতক পুহিব নোৱাৰিম। কিন্তু জন্ম দিলোঁ যেতিয়া খুৱাবতো লাগিবই। সেই কাৰণে নিজেই লাগোঁগৈ।

নিৰ্মালি : পিতাই।

হেমকান্ত : আহি থাকিম। খবৰ লৈ থাকিম। কেৱল তহঁতে খবৰ লোৱাৰ বাটটো মুকলি কৰি ৰাখিবি।

মাক : কথা নাই, বতৰা নাই, যাওঁ বুলিয়েই—

হেমকান্ত : লক্ষণবোৰ ভাল দেখা হ'লে মই নগ'লোঁহেঁতেন। চিন্তা নকৰিবি। মই পলোৱা নাই নহয়। মৰাও নাই। কামলৈহে ওলাইছোঁ। মই বলে পৰা কাম মই কৰোঁ, তহঁতে বলে পৰা কাম তহঁতে কৰ।

ৰজত : তাত তই অকলে থাকিব পাৰিবি জানো?

হেমকান্ত : ইয়াতনো ক'ৰ লগে-ভাগে আছোঁ?

নিৰ্মালি : কিন্তু মইতো এটা চাকৰি কৰিছোঁ পিতাই! সেইখিনি পইচাওতো কম নহয!

হেমকান্ত : বিহ বিহ। নহয় আই, মোক আৰু আমনি নকৰিবি। তহঁতে মোক আৰু একো নক'বি। হঠাৎ মোৰ মুখখন খুলি গ'লে বন্ধ কৰিব নোৱাৰিম। তহঁতেও কষ্ট পাবি, ময়ো কষ্ট পাম। [তৰুৰ ওচৰলৈ আহি। মূৰত হাত ফুৰায়।] পেটমোচা বুলি তোক মৰম কৰি কৰি ভুলেই কৰিলোঁ নেকি অ' আই? [তৰুৱে মুখলৈ চাই থাকি বুকুত মূৰ থৈ কান্দে। ৰজত উঠি বাটৰফালে যাব খোজে।]

নিৰ্মালি : শুনচোন, যতীন টাউনলৈ গৈছে, কাইলৈ আবেলিলৈ আহিব। তোক ক'বলৈ কৈছে।

ৰজত : কেতিয়া গ'ল?

নিৰ্মালি : সেই তেতিয়াই। তহঁতে দোকান বন্ধ কৰাৰ পিছতে ট্ৰাক এখন পালে, তাতে গ'ল। [সকলোৱে মুখ চোৱা-চুই কৰে]

মাক : [তৰুক] তৰুৱে দেখোন কৈছিলি— যতীনে তোক ঘৰত থৈ গৈছেহি। [তৰুৱে ডাঙৰকৈ কান্দে। হেমকান্তই বেছিকৈ আদৰ কৰি নিজেও চকুপানী মচে। বাটৰ ফালে ওলাই যায়। ৰজত বিপৰীতফালে যায়। তৰু ভিতৰলৈ দৌৰ মাৰে। মাকো সোমাই যায়। নিৰ্মালি থিয় হৈ থাকে।]

বিমল : [আঁৰত] নিৰ্মালি। [বিমল আহে। নিৰ্মালি আগবাঢ়ে।]

বিমল : তুমি বোলে মোক মাতি পঠাইছিলা?

নিৰ্মালি : ওঁ।

বিমল : কিয়? [বৈ] কি হ'ল?

নিৰ্মালি : আপুনি মোৰ লগত কথা-বতৰা পাতিবলৈ এৰি দিয়ক। মোৰ পৰা আঁতৰি থাকক।

বিমল : হঠাৎ? হ'ল কি?

নির্মালি : এইবিলাক এতিয়া আমাৰ কাৰণে বদনামৰ কথা হৈছে।

বিমল : কোনে কৈছে?

নির্মালি : মোৰ নিজৰ ভনীয়ে কৈছে।

বিমল : তকৰে? কি কৈছে? নাই নাই, তাই পাগলী ছোৱালী, সৰু ছোৱালী, তাইৰ কথাত তুমি—

নির্মালি : নহয়। তাইক সৰু বুলি উৰাই নিদিব।

বিমল : কিন্তু আমি বদনাম হ'বলগীয়া কি কাম কৰিছোঁ? তুমি নিজেই কোৱা।

নির্মালি : মই ক'লেতো নহ'ব। গোটেই গাঁও, গোটেই কোম্পানীৰ মানুহে যিটো ক'ব, সেইটোহে ৰজিব।

বিমল : নহয়। মই সেইটো কথা নামানো। মই বদনামৰ কাম কৰা নাই। সেইটো সঁচা কথা। আৰু সেইটো যেতিয়া সঁচা কথা, তেতিয়া গোটেই জগতখনে ঢেঁটু ফালি চিঞৰিলেও সি মিছা হ'ব নোৱাৰে। ঠিক আছে, কাইলৈৰ পৰা ময়ো ক'ম, তুমিও গোটেই গাঁৱক, গোটেই অফিচক কৈ দিবা, তোমাক মোৰ ভাল লাগিছে। কিন্তু মই লম্পট নহওঁ, বদমাচ নহওঁ, লুচ্চ নহওঁ। মই ভুলতো তোমাৰ আঙুলি এটা ছোৱা নাই, বৰঞ্চ মই ঘৰলৈ চিঠি লিখিছোঁ যে অফিচৰ ছোৱালী এজনী মই বিয়া কৰাব খোজোঁ। এইটোৰেই যেতিয়া তোমাৰ লগত মোৰ সম্পৰ্ক, তেতিয়া মই কাকো পৰোৱাই নকৰোঁ। মাতা, দেউতাৰাক মাতা, মাৰাক মাতা, তকৰো মাতা।

নির্মালি : নালাগে থাকক। আপুনি যাওকগৈ যাওক।

বিমল : কিন্তু মই এইটোও জানো নির্মালি, মই নিজে আগবাঢ়ি ঘৰলৈ চিঠি লিখিলোঁ কাৰণে ঘৰৰ পৰাতো আপত্তি কৰিবই। সেইটোৰেইতো আজিৰ নিয়ম। গতিকে মই তোমাৰ পৰা যথেষ্ট দূৰত থাকিবলৈ চেষ্টা কৰিছোঁ— যাতে পিছত জানি কষ্ট নোপোৱা। আজি হঠাতে কথাবোৰ ওলাই গ'ল। ঠিক আছে; কাইলৈৰ পৰা মাত-বোল বন্ধ কৰিম নেকি?

নির্মালি : নকৰিব।

বিমল : এটা কথা অন্ততঃ আজি ঠিক কৰোঁ। ইমান ৰাতিলৈ অফিচৰ কাম কৰিলে, আজিৰ পৰা আমিয়েই কৰিম। তোমাক নাৰাখোঁ হ'ব?

[দুয়ো চাই থাকে। লাহে লাহে আন্ধাৰ হয়। চাকিটো জ্বলি থাকে।]

## মঞ্চ ঃ ১

[চাহৰ দোকানৰ সন্মুখভাগ। চকীদাৰে চাহ খাইছে। নাপিতে বুঢ়াৰ চুলি কাটিছে। দোকানত পুৰ্ণ।]

বুঢ়া : [ডাক্তৰকৈ] এইখিনিৰ পৰা সৌখিনিলৈ, সেই যে খুঁটাটো আছে, সেইখিনিলৈ— ইমান দীঘল আৰু [হাতেৰে দেখুৱায়] আৰু ইমান, ইমান মোটা বুইছ?

বন্ধু : বুইছোঁ। তাতকৈ আৰু অলপ মোটা আছিল হ'বলা। তুমি পাহৰিছা।

বুঢ়া : নহয়, ইমান মোটাই হ'ব। মইতো ভাবিলোঁ, এইডাল গছ হ'বলা। কুঠাৰখন লগতে আছিল, ভাবিলোঁ দুচটামান এবৰাই লৈ যাওঁ।

বন্ধু : পিছত?

বুঢ়া : ঘাপটো মাৰিছোঁ— সিতো এনেকৈ [দেখুৱাই] উঠিল। মই বোলোঁ হেঁ? কি হ'ল? তাৰ পিছতো সি লৰিবই ধৰিলে। তেতিয়াহে মোৰ গালে ষ্টচ আহিল বুইছা। কুঠাৰ-চুঠাৰ তাতে পেলাই সেইফালে পথাৰৰ মাজে মাজে দৌৰ— সাপ সাপ, অজগৰ অজগৰ অজগৰ—। তাৰ পিছত বুইছা, সাদিনলৈ মোৰ তীৰ কঁপে জ্বৰ। [নাপিতক] তহঁতৰ ফালে অজগৰ সাপ আছে নে নাই অ'?

নাপিত : যেঁটা সাপ হায়?

বুঢ়া : এইফালৰ ওপৰৰ চুলি নাকাটিবি। কিনাৰেদি ভালকৈ মিহিন কৰি দে। চকীদাৰ!

ৰত্ন : এ চকীদাৰ— চকীদাৰ কৰি থাকানো কিয়? তুমি দেখোন জন্মৰে পৰা মোক দেখিও আহিছা, ৰত্ন ৰত্নকৈ চিঞৰিও আহিছা।

বুঢ়া : হ'লে কি হ'ব। যাৰ যিটো সম্মান। তই যদি আজি ডাক্তৰ হ'ব, তেতিয়াতো মই তোক চকীদাৰ বুলি নামাতো। তোৰ পিছে কপালৰ জোৰ আছে বুইছ। ইমানবোৰ মাইনৰ পাছ, আণ্ডাৰ মেট্ৰিকে হাঁকে মুখ মেলি থাকিল, তই ফৰফৰকৈ মুখখন চলায়েই কামটো পালি।

ৰত্ন : তুমিও চলাই থাকা। তোমাৰো হ'ব। চকীদাৰ কিবা এই পুৰীতহে লাগে নে? সিপুৰীতো লাগে।

বুঢ়া : বাৰু সেইবোৰ বাদ। তই পিছে হুঁচিয়াৰ হৈ থাকিবি।

ৰত্ন : কিয়?

ৰত্ন : এই সাপ। তহঁতৰ যে এই পাইপসোপা দ'মাই থৈছে, সেইবিলাকত ফটকৰে হাত নিদিবি।

: নিদিওঁ বাৰু।

বুঢ়া : নহৰু থেঁতালি পানীত গুলি মাজে মাজে পাইপবিলাকত ছটিয়াই দিবি।

ৰত্ন : কোম্পানীয়ে সেইটো ঠিক কৰিছেই। এই নহৰু থেঁতালিবলৈ বুঢ়া মানুহ এটা বিচাৰি ফুৰিছে।

ৰত্ন : [পানী খাই] পানীবিলাকত বৰ গোন্ধ পাওঁহে।

বুঢ়া : এই টেংকিৰ পানীবিলাকত কিবা ঔষধ দিয়ে হ'বলা?

ৰত্ন : এৰা। নহৰু থেঁতালি দিয়ে নেকি?

পূৰ্ণ : এয়া দমকলৰ পানী।

ৰত্ন : সেই একেই দিয়া। কিবা কেচেমা-কেচেম গোন্ধায়।

বুঢ়া : তুমিনো ক'ৰ পানী খোবা?

ৰত্ন : নাদৰ পানী।

বুঢ়া : নাদৰ পানী? কোনটো নাদৰ পানী?

ৰত্ন : সেইটো।

বুঢ়া : সেইটো নাদৰ পানী কোনোবাই খায় জানো?

ৰত্ন : কোনেও নাখায়। মই অকলে খাওঁ। হেম বৰপিতায়ে নাদটো পুতিবলৈ মানা কৰি বৰ ভাল কাম কৰিলে।

বুঢ়া : এ, মই আকৌ আজিকালি সেইটোত জাবৰ পেলায় বুলিহে ভাবিছিলোঁ।

ৰত্ন : জাবৰ পেলাব? কোনোবাই কুটা এডাল পেলাই চাওকচোন। তাৰ ধাতু বাজ কৰি দিম।

বুঢ়া : এটা কাম কৰিবা। টিনপাত দি নাদটোৰ মুখখন ঢাকি থ'বা।

ৰত্ন : ভাল। থ'ম বাৰু। চাওঁ পইচা লোৱাচোন। [চায়] পইচা কোনে ল'ব? পোৱালিটো ক'লৈ

গ'ল? [পূৰ্ণ ওচৰলৈ আহে]

পূৰ্ণ : হ'ব বাৰু যোৱা।

ৰত্ন : হ'ব মানে? কিমান হ'ল?

পূৰ্ণ : হ'ব বাৰু, তুমি যোৱাচোন। পিছত দিবা।

ৰত্ন : পিছত আকৌ কিয়? এয়া পইচা আছে নহয়।

পূৰ্ণ : হ'ব দিয়া। তুমি আমাৰ নিজৰ মানুহ—।

ৰত্ন : নিজৰ মানুহ? বাৰু নিজৰ মানুহ যেনিবা হ'লোঁৱেই, কিন্তু সেইবুলি তুমি চাহৰ দাম নল'বা কিয়? বিজিনেছ কৰিছা, তুমি মালিক, মই গ্ৰাহক, মই চাহ খাইছোঁ, তুমি পইচা লোৱা আৰু'।

পূৰ্ণ : হ'ব দিয়া।

ৰত্ন : [ধমক] কি 'হ'ব দিয়া-হ'ব দিয়া' কৰি থাকাহে? এনেকৈ কৰিলে দেখোন বিজিনেছ ধোঁৱা চাঙত উঠিব। কি? মোক কিবা খাতিৰ লগাব খুজিছা নেকি?

পূৰ্ণ : খাতিৰ? নাই নাই, কিহৰ খাতিৰ?

ৰত্ন : মই পিছে বৰ একা-চেকা মানুহ। সেই যে এদিন গধূলি অফিচত সোমাব খুজিছিলা, মই যে ছাৰক কৈ দিলোঁ, সেই কাৰণে খাতিৰ লগাব খুজিছা নেকি?

পূৰ্ণ : এইবোৰ কি কথা কৈছা? কোন ক'ৰ অফিচত সোমাব খুজিছিল?

ৰত্ন : এতিয়া একো মনতেই নপৰা হ'ল? তোমালোক কি মানুহ হে? যি কৰা— সাহস কৰি কৰিব লাগে বুইছা? চোৰৰ নিচিনাকৈ কাম কৰিবা, ধৰা পৰিলে একো মনতেই নপৰাৰ ভাও ধৰিবা, এনেকৈ নহ'ব। এনেকুৱা মানুহে এইবোৰ কাৰবাৰ চলাব নোৱাৰে।

পূৰ্ণ : এ তুমি বৰ বেছি কথা কৈছা। [বুঢ়া উঠে। নাপিতক পইচা দিয়ে]

ৰত্ন : ক'ৰনো বেছি কথা ক'লে হে? এইকণ কথাতে আমনি পালে কেনেকৈ হ'ব? এই যে তুমি মোৰ চাহৰ দামটো নালাগে বুলি ক'লা, সেইখিনি কাৰ পইচা গ'লহেঁতেন? অকল তোমাৰে গ'লহেঁতেন নে? এইবোৰ কাৰণতে সেই মোহন সিং নামৰ ঠিকাদাৰটোৱে তোমালোকৰ দোকানখন কিনো কিনো কৰিছে বুইছা? [নাপিত যায়]

বুঢ়া : সি এই কেইদিন সেই মতলবতে ঘূৰি ফুৰিছে। মোকো সুধিছে। [ৰজত আৰু তৰু আহে]

ৰজত : কোন কি মতলবত ঘূৰিছে ককাই?

ৰত্ন : শুন, তয়ো শুন। [ৰজতক] সি মোহন সিঙে তহঁতে দোকানখন বেচিবি নেকি সুধি ফুৰিছে। সি সুধিবলৈ সাহ কৰিলে কিয়? [পূৰ্ণ যায়, বুঢ়া উঠে]

বুঢ়া : তুমিনো কি কথাবোৰ সুধি থাকাহে? মই সেই অজগৰটোৰ গাত ঘাপ মাৰিবলৈ সাহ কৰিলোঁ কেনেকৈ? সাপৰ চিনেই নাই। মৰা কাঠৰ নিচিনাকৈ পৰি থাকিলে তোমালৈ কোনে ভয় কৰিব। অভাৰচিয়াৰ আহে]

অভাৰচিয়াৰ : চাহ-তাহ হৈছে নে? [হামি মাৰে]

বুঢ়া : সৰু বাবু হ'বলা এতিয়াহে শোৱাৰ পৰা উঠিছে? [অভাৰচিয়াৰ বহেহি]

অভাৰচিয়াৰ : এৰা ককাই। ৰাতি টোপনিয়েই নগ'ল। ৰাতিপুৱাহে এঘণ্টামান শুলোঁ। তৰু, হৈছেনে চাহ?

ৰজত : ককাইটি শুনচোন। [ৰজত আৰু ৰত্ন আগলৈ আহে]
দোকানখন মোহন সিঙে সঁচাকৈ কিনিব নেকি?

ৰত্ন : বেচিবি নেকি?

ৰজত : এনেকৈ থকাতকৈ বেচি দিয়াই ভাল নহয় জানো?

বুঢ়া : ভাল, ভাল। খুব ভাল। বেচি দিয়া।

ৰত্ন : তুমি ফটকৰে ভাল বুলি কৈছা কিয়?

বুঢ়া : তুমিও যেনেকুৱা চাফা কথাৰ মানুহ, ময়ো তেনেকুৱা চাফা কথাৰ মানুহ। সেইয়া দেখিছা বাঁহ পেলাইছে? মোহন সিঙে চাহৰ দোকান দিবই। কিন্তু এইডোখৰ বেছি ভাল ঠাই। এইডোখৰ ঠাই যদি মই তাক দিযাব পাৰোঁ, তেন্তে—

ৰত্ন : তোমাক কিমান দিব?

বুঢ়া : দিব কিবা এটা। আগতে কামটো হওকচোন।

ৰত্ন : হ'ব বাৰু, তুমি যোৱা। [বুঢ়া যায়, ৰজতক] দোকানখন কিছুদিনলৈ মোকে ভাৰা দে। [বৈ] সঁচাকৈ কৈছোঁ। তইঁতো ওচৰে ওচৰে থাকি চাই থাক। মোহন সিঙে যদি চাকৰি কৰি দোকান চলাব পাৰে, তেনেহ'লে ময়ো পাৰিম।

অভাৰচিয়াৰ : কি কৈছা চকীদাৰ? [আহে] কি কৈছা?

ৰত্ন : মই দোকানখন ভাৰা ল'ব খুজিছোঁ।

অভাৰচিযাৰ : বাৰু যোৱাচোন তুমি। [ৰত্ন আৰু বুঢ়া যায়] হুঁ। দোকান ভাৰালৈ লয়। কিন্তু তোমালোকৰ যদি বিজিনেছত কিবা মস্কিল হৈছে, তেন্তে মোক নোকোৱা কিয়? শুনা [আগলৈ আহে] বিজিনেছ ভাল হোৱা নাই নেকি?

ৰজত : মানে—

অভাৰচিয়াৰ : প্ৰফিট নাই হোৱা। সেইটোৱেইটো কথা?

ৰজত : হয।

অভাৰচিযাৰ : চিন্তা কিহৰ? বুদ্ধি লাগে। বজাৰ বুজি বিজিনেছ কৰিব লাগে। চাহতহে লোকচান হৈছে। চাহৰ বাহিৰে আন বস্তু জানো নাই? সেইবোৰত কিমান লাভ, কিমান লোকচান সেইটো পৰীক্ষা কৰি চাইছা জানো? কথাটো বুজিছা?

ৰজত : ওহোঁ।

অভাৰচিযাৰ : এই ধৰি লোৱা— দিনটো কাম কৰি গধূলি পৰত মোক অকণমান [হাতেৰে দেখুৱাই] লাগে। তাৰ কাৰণে সদায় পাঁচ মাইল জীপ দৌৰাব লাগে। তোমালোকে ইয়াতেতো তাৰ বন্দৱস্ত কৰিব পাৰা। আৰু তেনেকুৱা মানুহ অকল মযেইতো নহওঁ। অতি কমেও হানড্ৰেড।

ৰজত : কিন্তু— [যতীন আহে]

অভাৰচিযাৰ : শুনা [মাতি লৈ গুচি যায]

যতীন : [তৰুক] ইহঁত দীনহঁত অহা নাই নেকি?

তৰু : আহিছে।

যতীন : এইবিলাক দেখোন চব লেতেৰা-পেতেৰা হৈ আছে। অ'ই দীন।

দীন : [ভিতৰত] গৈছোঁ।

যতীন : এইবোৰ চাফা কৰহি।

তৰু : ককাইটি।

যতীন : কি হ'ল?

তৰু : এইফালে আহচোন।

যতীন : [ওচৰলৈ গৈ] কি হ'ল?
তৰু : আহচোন [ভিতৰলৈ মাতি নিয়ে। দীনই মেজ চাফা কৰে। সুতধাৰী আহে।]
সুতধাৰী : মালিক বোপাইত ক'লৈ গ'ল?
দীন : আছে। [সুতধাৰী বহে]
সুতধাৰী : তইঁতৰ চাহ হ'লেই চাগে।
দীন : হ'ল।
সুতধাৰী : আনচোন একাপ। [অলপ কাম কৰি দীন যায়। সুতধাৰীয়ে উঠি চায়। অলপ পিছত দীনই চাহ আনে।]
সেইবোৰ মিঠাই কালি বনোৱা নে আজি বনোৱা? সেই তাৰে— কি বোলে সেইটো— সেই তলৰ চৰিযাটোত যে আছে— [ভিতৰৰ পৰা গম্ভীৰ মুখেৰে যতীন ওলাই আহে।]
চাহ অকণ খাইছোঁ বাপু। [যতীন বহে। সি কাণ নিদিয়ে] দেচোন সেই তাৰে এটা। [দীনই প্লেটত কিবা এটা দিয়ে। সুতধাৰীয়ে খায। অলপ পিছত ৰজত আৰু অভাৰচিয়াৰ আহে।]
ৰজত : দেদাই চাহ খাইছ?
সুতধাৰী : খাইছোঁ বাপু, তইঁতৰ বুলিহে খাইছোঁ। নহ'লে হোটেলত পইচা দি চাহ খাবলৈ মোৰ কি সাধ্য আছে। [হঠাতে] অ' সৰু বাবু, আপুনিও আছে? ভালেই হ'ল। [উঠি আহি] অ' বোপাই, ডাঙৰ বাবুৰে চাওঁচোন চাওঁচোন বুলি কোৱা আজি পাঁচ মাহ-ছমাহ হ'ল। আজিলৈকে একো এটা নহ'ল। আৰু নোৱাৰা হৈছোঁ বোপাই। ল'ৰা-ছোৱালীৰ মুখলৈ চাব নোৱাৰা হৈছোঁ। কিবা এটা বুধি দিয়া বোপাই।
অভাৰচিযাৰ : [ৰজতক ইংগিতেৰে] আমি যে কথা পাতিছিলোঁ? হাততে পালা দেখোন।
ৰজত : হয় নেকি?
অভাৰচিযাৰ : ভাল হ'ব।
ৰজত : চাওঁ দেদাই, এইফালে আহচোন, কথা এটা পাতোঁ। আপুনিও আহকচোন।
[ৰজত, সুতধাৰী, অভাৰচিয়াৰ যায়। তৰু যতীনৰ ওচৰলৈ আহে।]
তৰু : তই একো নকৰ কিয়?
যতীন : মই কি ক'ম? যি ক'ব পাৰে, তাৰ ওচৰলৈ যা। ছিঃ ছিঃ ছিঃ। [মুখ ঢাকে]
তৰু : তয়োতো ক'ব পাৰ?
যতীন : মই কি ক'ব পাৰোঁ?
তৰু : এতিয়া নজনাৰ ভাও ধৰিলে কেনেকৈ হ'ব?
যতীন : মোক তেনেকৈ কথা নক'বি আৰু সেইবিলাকৰ মাজলৈ নাটানিবি। মই ভাল কথা ক'লে উল্টাই মোক গেঙেৰি মাৰ। এতিয়া? ছিঃ ছিঃ ছিঃ।
তৰু : এতিয়া ছিঃ ছিঃ কৰি গা এৰা দিলে নহ'ব নহয়।
যতীন : চুপ।
তৰু : কি চুপ? ইমান দিন, ইমান বিলাক— এনেয়ে এনেয়ে যাব নেকি?
যতীন : [আৰু জোৰে] চুপ। [বৈ] আৰু এবাৰ যদি মোক এইটো কথা কব—
তৰু : মই আজিয়েই, আজিয়েই চবকে কৈ দিম।
যতীন : যা কৈ দেগৈ।

[তৰুৱে দূৰত বহি মেজত মূৰ থয়। যতীনে দুই হাতেৰে চুলিখিনি ধৰি বহি থাকে। সুতধাৰী আহে। অভাৰচিয়াৰ আহে।]

সুতধাৰী : [উৎফুল্ল]মোৰ চাহ অকণমান থাকি গ'ল। লৈ গ'ল নেকি? নাই নিয়া। আছে। ফটকৰে খাই যাওঁ। [খায়। ওলাই যায়।]

অভাৰচিযাৰ : [ সুতধাৰীক] পাৰিবা বুইছা? একো টান কাম নহয়। যোৱা। [যতীনক] তোমাক ৰজতে মাতিছে যোৱাচোন। এটা কথা আলোচনা কৰিব লাগে। [যতীন যায়]
কি হ'ল তৰু? [ওচৰলৈ যায়] কি হ'ল?

তৰু : বহকচোন। এটা কথা আছে।
[অভাৰচিয়াৰ বহে। তীক্ষ্ণ সংগীত। তৰুৱে কিবা কয়। অভাৰচিয়াৰ উত্তেজিত হৈ আহে। সংগীত কমি যায়।]

অভাৰচিযাৰ : কেনেকৈ? [উঠি আহে] কেনেকৈ? কোন? পূৰ্ণ? যতীন?

## মঞ্চ : ২

[হেমকান্তৰ ঘৰ কোঠালিৰ একাংশ। সুভদ্ৰা আৰু তৰু। গধূলি। তৰুৱে উচুপি আছে।]

সুভদ্ৰা : নহয বুইছ, বৰমাই আৰু বাইটিক কথাটো ক'ব লাগিব। নহ'লে তযে-ময়ে অকলে কি কৰিম?

তৰু : ওহোঁ। নালাগে। তযে যি পাৰ কৰ। কাকো ক'ব নালাগে।

সুভদ্ৰা : মইতো যি পাৰোঁ কৰিমেই। কাইলৈকে আইৰ ওচৰলৈ যাম, চাপৰিৰ বুঢ়ীকো লগ ধৰিম। কিন্তু বালে নোৱাৰোঁ যদি? এইবোৰ বৰমাইহঁতৰ পৰা লুকুওৱা কথা নহয় নহয়।

তৰু : যি ভাল দেখ কৰ। খালী মই যে তোক গালি পাৰোঁ, সেইবোৰ কথা মনত নাৰাখিবি। তোৰ সমান ভাল পোৱা ছোৱালী গাঁওখনত মোৰ আৰু কোনো নাই। মোৰ কি হয় ঠিক নাই। আজিযেই মই কৈ থ'লোঁ।

সুভদ্ৰা : মনে মনে থাক। মই হ'বলা তোক কম গালি পাৰোঁ। মুখখন আছে কাৰণে তয়ো চলাব ময়ো চলাওঁ। সেইবোৰ কথা থ। আৰু শুন, এইবোৰ কথা মোকে যি ক'লি ক'লি, আৰু যেন কাকো নক'ব। বাইটিও পাগঘৰতে আছে?

তৰু : ওঁ। [সুভদ্ৰা যায়। তৰু বহি থাকে। অলপ পিছতে]

পূৰ্ণ : [বাহিৰত] ৰজত ' ৰজত আছনে? [দুৱাৰ খুলি সোমাই আহে। দুয়ো দুয়োলৈ ভয়ে ভযে চায়।]
ৰজত নাই নেকি? বৰমাইহঁত?

তৰু : পাগঘৰত আছে।

পূৰ্ণ : যতীনে মোক এইবোৰ কি কৈছে?

তৰু : যি কৈছে ঠিক কৈছে।

পূৰ্ণ : মোৰ নামটো কিয় ওলাইছে?

তৰু : কিয ওলাইছে তই নাজান?

পূৰ্ণ : মই জানিবলৈ কিটো আছে?

তৰু : কি? [চাই থাকে] ওলাই যা। [চিঞৰে] ওলাই যা। এতিয়া ইহঁত কোনেও একো নাজানে।

[কান্দে। পূর্ণ থিয় হৈ থাকে। নির্মালি সোমাই আহে। চায়]

নির্মালি : [পূৰ্ণক] যা। [পূৰ্ণ যায়। নির্মালি বহে। তলমূৰকৈ মাক লাহে লাহে সোমাই আহে।]

মাক : এয়া তই মোক উপাৰ্জন কৰি খুৱালি? হঁ? উপাৰ্জন কৰি খুৱালি? বৌ বৌ কৈ ডিঙিত ধৰি জঁপিয়াই জঁপিয়াই তই ইমান ডাঙৰ হ'লি।

নির্মালি : এতিয়া মনে মনে থাক।

মাক : সৌ বায়েৰজনীৰ কথা তোৰ মনলৈ নাহিল? বাপেৰটোৰ কথা মনলৈ নাহিল?

সুভদ্রা : এতিয়া বকা-বকা কৰিলে একো লাভ নহয় বৰমাই।

মাক : তোৰনো এতিয়াই এনেকুৱা পাখি গজিল নে? ঘৰখন মূৰত তুলি লৈ আছে কাৰণে সৌজনী আজিলৈকে তেনেকৈয়ে আছে, সেইটো কষ্টয়েই মোক খুলি খুলি খাইছে। এনেকুৱা সময়তনো তই এইটো কাম কৰিব পাৰনে?

সুভদ্রা : তই বহচোন।

মাক : কি কৰোঁ এতিয়া সুভদ্ৰা? এটা উপায়তো লাগিল।

নির্মালি : তই ঘৰলৈ যা সুভদ্ৰা। ৰাতি হ'ল। যাব পাৰিবি?

সুভদ্রা : পাৰিম। লখীহঁতৰ ঘৰৰ পৰা কোনোবা এটাক লৈ যাম।

নির্মালি : যা [সুভদ্রা যায়, নিস্তব্ধ]

তৰু : বাইটি [নির্মালিয়ে চায়] মোৰ বৰ ভয় লাগিছে। বৌ। মই মৰি থাকিম নেকি? [মাকক সাবটি ধৰে। কান্দে।]

নির্মালি : [তৰুক আঁতৰাই আনি] তই শুই থাকগৈ।

তৰু : তইঁতে মোক আৰু গালি নাপাৰিবি।

নির্মালি : নাপাৰোঁ যা। [দুৱাৰত শব্দ। সকলোৱে চায়। ৰজত আহে। গম্ভীৰ। সি সোমাই সকলোলৈকে চায়।]

ৰজত : [অপ্রকৃতিস্থ] বিজিনেছৰ কায়দা আছে। বুইছ বৌ? মানুহ বুজি বিজিনেছ কৰিব লাগে। ইয়াত যদি চব মানুহে পঠা মাংস খায়, তেনেহ'লে তই মাটি দাইলৰ বিজিনেছ কৰিলে কি হ'ব? নহয় জানো? [বহে। চুলিত হাত ফুৰায়] এইখিনি টকা ল'। তোৰ পৰা যিমান টকা নিছিলোঁ, চব ওভোতাই দিম। ল। প্রথম কিস্তি [উঠি দিয়ে]।

মাক : নালাগে তোৰ টকা। [মাৰি দিয়ে। টকাবোৰ সিঁচৰতি হৈ পৰি যায়]

ৰজত : অ'! তৰু, বোটল বোটল বোটল। [সি অকলে টকাবোৰ বোটলে]
তই ঠিক কৈছিলি নির্মালি, তোৰ হোটেলত কোনে চাহ খাব? কিন্তু চাহেইতো অকল খোৱা বস্তু নহয়।

নির্মালি : তোৰ কি হৈছে? এনেকৈ কথা কৈছ কিয়?

ৰজত : কেনেকৈ? মই ঠিকেই কৈছোঁ। চব কথা মই ভাবি চাইছোঁ। তইঁতৰ ইঞ্জিনীয়াৰ ছাৰ— বিমল ছাৰ— বেপ্ৰা। এই যে সৰু বাবু— তালুকদাৰ? বুদ্ধি আছে। কামৰ মানুহ। [বৈ] তৰু, নির্মালিয়ে আৰু এটা ঠিক কথা কৈছিল। তই আৰু হোটেলৰ কাম কৰিব নালাগে। এতিয়া আমিয়েই চম্ভালিব পাৰিম। [ওচৰলৈ গৈ] তই বহুত সহায় কৰিলি। কিন্তু তোৰ বহুত কষ্ট হ'ল নহয়? [অলপ পৰ দুয়ো চাই থাকে। তাৰ পিছত তৰুৱে ডাঙৰকৈ কান্দে। মাক সোমাই যায়।]

ৰজত : অ'! কি হ'ল? এনেকৈ কান্দিছ কিয়? [নির্মালিয়ে তৰুক ভিতৰলৈ লৈ যায়।]

[ভংগীৰে— কি হ'ল?] সৰু ছোৱালীতো। বৰ কষ্ট পালে। [বহি থাকে। অলপ পিছত নিৰ্মালি আহে]

নিৰ্মালি : কি হৈছে তোৰ ক'। কিয় এনেকৈ কথা কৈছ? তই— তই—।

ৰজত : মনে মনে। খং কৰি কৰি কথা কব কিয়? এটা নতুন বিজিনেছ আৰম্ভ কৰিছোঁ। সেই কাৰণে মনটো অলপ নতুন নতুন লাগিছে। [টকাখিনি আগবঢ়াই] পইচাখিনি? বৌৱে কিয় ইমান খং কৰিলে? তয়ে থৈ দে।

নিৰ্মালি : [খঙেৰে মুখ ঘূৰাই]

ৰজত : ঠিক আছে। পিতাইকে দিম।

নিৰ্মালি : এইখন মুখেৰে তই পিতাইৰ নাম নল'বি। [বেগেৰে তৰু সোমাই আহে]

তৰু : তই পিতাইক মাতি আনগৈ যা ককাইটি। নহ'লে কাইলৈ মোক পিতাইৰ ওচৰলৈ লৈ ব'ল।

ৰজত : হয়তো। পিতাইৰ খবৰেই নাই। পিতায়ে বাৰু সেই জাবৰিখনত অকলে অকলে কি কৰিছেগৈ? [মাক সোমাই আহি ৰয়হি]

মঞ্চ : ১

[এটা ইকৰাৰ বেৰৰ সৰু কোঠালি। হেমকান্তই বেৰৰ খুঁটাত আঁউজি সন্মুখত পুথি এখন মেলি লৈ বৰগীত গাইছে। চৌকাত জুই জ্বলি আছে। মাজে মাজে তেওঁ খৰি বঢ়াই দিয়ে। হেতাৰে ভাত লৰায়।]

[মাজতে এবাৰ পৰিয়ালটোক নিশ্চল অৱস্থাত দেখা যায়।]

[বিৰতি]

মঞ্চ : ২

[অভাৰচিয়াৰ, যতীন, পূৰ্ণ। গুদামঘৰৰ পাছফাল। ৰাতি।]

অভাৰচিয়াৰ : তোমালোক মোৰ ভাইৰ নিচিনা। মোৰ নিজৰ ভাই নাই। দুজনী ভনী আছিল, সিহঁতক জমিদাৰৰ লগত বিয়া দিছোঁ। ৰজাৰ ঘৰৰ ৰাণীৰ সুখত আছে। নিজৰ ভাই নাই। কিন্তু তোমালোকেই মোৰ ভাই। হয় নে নহয়?

পূৰ্ণ : হয়। জৰুৰ হয়।

অভাৰচিয়াৰ : [যতীনক] তুমি নক'লা দেখোন? তুমি মোৰ ভাই নোহোৱা?

যতীন : হয়।

অভাৰচিয়াৰ : দিয়া। তোমাৰ গিলাচটো দিয়া। খালী কৰি থ'ব নাপায় নহয়। [বাকি দিয়ে] ওঁ। [ইংগিতেৰে খাবলৈ কয়]। যেতিয়ালৈকে পাৰ্টি চলি থাকে, তেতিয়ালৈকে কোনেও গিলাচ খালী কৰি বহি থাকিব নাপায়। বুইছা? এইবোৰ কায়দা, নিয়ম, কলচ্ শিকি থ'ব লাগে। নহ'লে কেতিয়াবা ক'ৰবাত, কোনোবাই ঠাট্টা কৰিব, লাজ পাই যাবা। [বৈ] এতিয়া। আমি ভাই-ককাইৰ নিচিনাকৈ আনন্দ কৰি আছোঁনে নাই?

পূৰ্ণ : আছোঁ।

অভাৱচিয়াৰ : কি আনন্দ কৰিছোঁ। গান গাইছোঁ। কি গান গাইছোঁ? ফুলনিৰে ফুল, মন বিযাকুল, নকৰা নকৰা সখি, জীৱনৰে ভুল।

পূৰ্ণ : ভুল।

যতীন : ভুল।

অভাৱচিয়াৰ : কিন্তু ভাইহঁত, আজি তোমালোকৰ বুকুত আনন্দ আছেনে? [নিস্তব্ধ] এইটো প্ৰশ্ন সোধাৰ লগে লগে কিয় তোমালোকৰ মুখবোৰ ক'লা পৰি যায়? কোৱা। তোমালোকে কিবা দোষ কৰিছা?

দুযোটা : নাই কৰা।

অভাৱচিয়াৰ : পাপ কৰিছা?

দুযোটা : নাই কৰা।

অভাৱচিয়াৰ : বেইমানি কৰিছা?

দুযোটা : নাই কৰা।

অভাৱচিয়াৰ : নাই কৰা। হ'লে মযেই তোমালোকক ভাই বুলি গ্ৰহণ নকৰিলোঁহেঁতেন। চাকৰি-বাকৰি লাঠ মাৰি ইয়াৰ পৰা গুচি গ'লোঁহেঁতেন। [বৈ] কিন্তু দোষ নকৰাকৈ, পাপ নকৰাকৈ, বেইমানি নকৰাকৈ তোমালোকৰ মুখ ক'লা হোৱাৰ কাৰণ কি? কাৰণ, তোমালোকৰ মনত কষ্ট আছে। কিহৰ কষ্ট? কিহে কষ্ট দিছে?

পূৰ্ণ : বিজিনেছ। বিজিনেছে।

অভাৱচিয়াৰ : জানো। মই চব জানো। মই চব খবৰ ৰাখোঁ। তোমালোকৰ বিজিনেছটো বেয়া হোৱাৰ কাৰণে মই বৰ দুখ পাইছোঁ। সেই কাৰণেই মোৰ আৰু ইয়াত থকাৰ ইচ্ছা নাই। মই ট্ৰেন্সফাৰৰ কাৰণে দৰ্খাস্ত কৰিছোঁৱেই।

পূৰ্ণ : নাই নাই আপুনি নাযাব।

অভাৱচিয়াৰ : কিন্তু কি কাৰণে তোমালোকৰ বিজিনেছ বেয়া হ'ল সেইটো তোমালোকে বিচাৰ কৰিব লাগিছিল। নকৰিলা যেতিয়া বাদ দিয়া।

পূৰ্ণ : কিয় নকৰিলোঁ। কৰিলোঁ। এই ৰজত। ৰজতৰ কাৰণে।

অভাৱচিয়াৰ : ওহোঁ।

যতীন : তেনেহ'লে— এই নিৰ্মালিৰ কাৰণে।

পূৰ্ণ : নিৰ্মালিৰ কাৰণে?

যতীন : ওঁ।

অভাৱচিয়াৰ : ওহোঁ।

পূৰ্ণ : তেনেহ'লে?

অভাৱচিয়াৰ : ভাবা। ভালকৈ ভাবা। [গায়]

পূৰ্ণ : [ভাবি] তৰু। এই তৰুৰ কাৰণে।

অভাৱচিয়াৰ : [মূৰ দুপিয়াই, আঙুলি থিয় কৰি] অলপ। অ-ল-প হৈছে। কিন্তু পূৰা হোৱা নাই।

যতীন : তেনেহ'লে?

অভাৱচিয়াৰ : ভাবা। [বৈ] এই বিজিনেছ কৰাৰ, হোটেল খোলাৰ বুদ্ধি কোনে দিছিল?

পূৰ্ণ : [বৈ] বিমল ছাৰে।

অভাৰচিয়াৰ : [ফটকৰে আঙুলিটো ওপৰলৈ কৰি দিয়ে] কট। ঠিক ধৰিছা।

যতীন : বিমল ছাৰে?

অভাৰচিয়াৰ : তোমাৰ সন্দেহ আছে? শুনা। ৰজতক জীপত ঘূৰাই ঘূৰাই হোটেল খোলাৰ বুদ্ধি ইঞ্জিনীয়াৰে দিলেতো?

যতীন : [মূৰ দুপিয়ায়]

অভাৰচিয়াৰ : মতলব কি? তেওঁৰ কিহৰ ইমান গৰজ? ধৰিব পাৰিছা?

পূৰ্ণ : পাৰিছোঁ।

অভাৰচিযাৰ : তাৰ পিছত তেওঁ কি কি কৰিলে? নিৰ্মালিক চাকৰি দিলে। কিয়? তোমাৰ এই কাণখন ধৰি টানিলোঁ। মূৰটো ওচৰ চাপি আহিল নে নাই? কাণ টানিলে মাথা ওচৰ চাপি আহে। গতিকেই নিৰ্মালিৰ চাকৰি। তাৰ পিছত ইঞ্জিনীয়াৰ চাহাবে ৰজতক জীপৰ পৰা নমালে, নিৰ্মালিক অফিচত বহুৱাই থ'লে, থৈ কাক জীপত তুলিলে? [আঙুলি দেখুৱাই] তৰুক। সেই তৰুৰ আজি কি অবস্থা জানা? [নিস্তব্ধ]

জানা?

যতীন : জানো।

অভাৰচিয়াৰ : [পূৰ্ণক] তুমি?

পূৰ্ণ : জানো।

অভাৰচিযাৰ : এতিয়া ইঞ্জিনীয়াৰ চাহাবৰ বুদ্ধি শুনি তৰুৱে কাক লেটিয়াইছে? [আঙুলিৰে দুইটাকে দেখুৱায] আৰু তোমালোকক লেটিওৱাৰ কাৰণ? কাৰণ— তোমালোক দুযোটাই তাইক নিজৰ ভনীৰ নিচিনাকৈ মৰম কৰিছিলা। এই হ'ল সংসাৰ। ব'লা যাওঁ। তোমাৰ শেষ হ'ল নে? আৰু অলপ? অলপ। বেছি নালাগে। [পূৰ্ণৰ গিলাচত বাকি দিয়ে] নতুনকৈ নামিছা। বেছি ভাল নহয়। ফুলনিৰে ফুল, মন বিযাকুল— আ হা হা। কোনে কি কৰিলে, এতিযা কাৰ জীৱন নষ্ট হ'ল। [হঠাতে] অসহ্য।

যতীন : অসহ্য।

পূৰ্ণ : অসহ্য।

অভাৰচিযাৰ : মই কিন্তু এই অন্যায় সহ্য কৰিব নোৱাৰোঁ। তেওঁ মোৰ ওপৰৱালা হ'ব পাৰে, বছ হ'ব পাৰে, কিন্তু অন্যায় মই সহ্য কৰি থাকিব নোৱাৰোঁ। বছ হওক, ঈশ্বৰ হওক, মই সহ্য কৰিব নোৱাৰোঁ। কাইলৈ গাঁৱত, কোম্পানীৰ মানুহৰ মাজত তোমালোকৰ অবস্থা কি হ'ব?

তোমালোকৰ দুটা উঠি অহা জীৱন, এনেকৈ নষ্ট হৈ যাব?

আৰু সেই ধুনীয়া অকণমান ছোৱালীজনী? তাইৰ জীৱনটো কি হ'ব? তাইৰ দায়িত্ব কোনে গ্ৰহণ কৰিব? সেইটো সন্তানৰ দায়িত্ব কোনে ল'ব?

গাঁৱৰ মানুহে তাইক, তোমালোকক লেই-লেই চেই-চেই কৰিব।

যতীন : হ'বই নোৱাৰে।

অভাৰচিয়াৰ : আৰু তেতিয়া আচলজনে ক'ৰবাত, আৰু কাৰোবাক জীপ গাড়ীত লৈ আনন্দমনে ঘূৰি ফুৰিব।

পূৰ্ণ : হ'বই নোৱাৰে। ইয়াৰ এটা ব্যৱস্থা কৰিব লাগিব।

অভাৰচিয়াৰ : কোনে কৰিব? তোমালোকৰ হৈ মাতোতা কোন আছে?

পূৰ্ণ : আমি নিজেই কৰিম।
অভাৰচিযাৰ : নিজেই? কি কৰিবা?
পূৰ্ণ : ইঞ্জিনীয়াৰক ধৰিমগৈ।
অভাৰচিযাৰ : ইঞ্জিনীয়াৰক? নালাগে নালাগে। সেইবোৰ কাম নকৰিবা।
পূৰ্ণ : কিয় নকৰিম?
অভাৰচিযাৰ : কি বুলি ধৰিবাগৈ?
পূৰ্ণ : তেওঁ দায়ী। তেওঁ স্বীকাৰ কৰিব লাগিব।
অভাৰচিযাৰ : নহয় হে। কথাটো বেয়া হ'ব।
পূৰ্ণ : কিহৰ বেয়া হ'ব? ধৰিমেই। [যতীনক] অ'ই, ব'ল।
অভাৰচিয়াৰ : এতিযাই?
পূৰ্ণ : এতিয়াই। ঘৰতে ধৰিমগৈ।
অভাৰচিযাৰ : ছেঃ। নালাগে দিয়া।
পূৰ্ণ : লাগিব।
অভাৰচিযাৰ : ঠিক আছে। যদি যোবা, তেনেহ'লে প্ৰথমতে ৰজতক লগ ধৰা। তাক সকলো কথা বুজাই ক'বা। তাৰ ইমান মৰমৰ ভনীয়েকজনীৰ আজি কোনে এই অৱস্থা কৰিলে বুজাই ক'বা। তাৰ পিছত তাকো লগত লৈ যাবা।
পূৰ্ণ : অ'ই, ব'ল।
যতীন : হুঁ? ব'ল।
অভাৰচিযাৰ : কথাবোৰ ৰজতক ক'বলৈ দিবা। আৰু শুনা। এইটো ঘটনাত তোমালোকতো একেবাৰে চাফা নোহোৱা।
পূৰ্ণ : আমি?
অভাৰচিয়াৰ : ভয় নকৰিবা। মই চব জানো। সেই কাৰণে তৰুকো বুজাই দিবা— তাই যেন হয় বুলি কয়। তাই ক'লেই কথা চাফা। চাফা মানে— তোমালোক চাফা। [চকীদাৰ আহে। পূৰ্ণ আৰু যতীনৰ মুখামুখি হয়। চায়]
ৰত্ন : তোমালোকে ইয়াত কি কৰিছা?
পূৰ্ণ : একো কৰা নাই।
যতীন : সৌ দাদাৰ ওচৰলৈ ফুৰিবলৈ আহিছিলোঁ। [অভাৰচিয়াৰে আঁৰতে থাকিব খুজিছিল, এতিয়া আগলৈ আহে]
অভাৰচিযাৰ : হয়। সিহঁত মোৰ ওচৰলৈ আহিছিল। যোৱা তোমালোক [যতীনহঁতক কয়] তুমি সৌ অফিচ বিল্ডিঙত ডিউটী কৰাগৈ যোৱা।
[সকলো যায়। ৰত্ন থাকে।]

মঞ্চ : ১

[বিমলৰ কোঠালি। ৰেডিঅ' বাজিছে। বিমলে ডাঙৰ মেপ [ব্লুপ্ৰিণ্ট] এখন চাইছে। পেঞ্চিলেৰে দাগ দিছে। স্কেলেৰে জুখিছে। দুৱাৰত শব্দ হয়।]

ৰজত : [আঁৰত] ছাৰ। [বিমলে শুনে। ৰেডিঅ' বন্ধ কৰে। দুৱাৰলৈ যায়।]

বিমল : অ'। তোমালোক? এতিয়া? আহা। আহা।
[ৰজত, পূৰ্ণ, যতীন সোমাই আহে]
বহা। বহা। [পূৰ্ণই বেলেঞ্চ হেৰুৱায়। পৰিব খোজে]
চাবা চাবা। কি হ'ল? উজুটি খালা নেকি? বহা। কোৱাচোন এই ৰাতিখন— [নিস্তব্ধ]
বহা। কি হ'ল? মনে মনে আছা? দোকানত কিবা গণ্ডগোল হৈছে নেকি?

ৰজত : আমি আপোনাক এটা কথা ক'বলৈ আহিছোঁ।

বিমল : কোৱা। কি কথা? [নিস্তব্ধ]
নোকোৱা কিয়?

ৰজত : আমি তৰুৰ কথাটো ক'বলৈ আহিছোঁ।

বিমল : তৰুৰ কথা? কি হ'ল তৰুৰ? হঁা? কি হ'ল তৰুৰ? নোকোৱা কিয?

ৰজত : আপুনিতো জানেই কি হৈছে।

বিমল : নাই, মই নাজানো।

যতীন : জানে।

বিমল : সঁচাকৈয়ে মই একো নাজানো। কি হ'ল কোৱাচোন।

পূৰ্ণ : তৰুৱে আপোনাক কোৱা নাই?

বিমল : নাই, তৰুক মই কেইদিনমান লগেই পোৱা নাই। নিৰ্মালিও দুদিন অফিচলৈ অহা নাই।

যতীন : আমাক চবকে কৈছে, আপোনাকহে কোৱা নাই। কৈছে। জৰুৰ কৈছে। আপুনি জানে।
[বিমলৰ সন্দেহ হয। যতীনৰ ওচৰলৈ যায। পূৰ্ণৰ ওচৰলৈ যায়। মদ খোৱা বুলি গম পায়। নিজৰ ঠাইলৈ আহে।]

বিমল : ৰজত। তোমালোকে কিয এইটো অভ্যাস আৰম্ভ কৰিলা? যোৱা। তোমালোক যোৱা। যি ক'ব লগা আছে, কাইলৈ পুৱাবেলা অফিচতে ক'বা। এতিয়া যোৱা।

পূৰ্ণ : নাযাওঁ। আমাৰ কথা আছে।

বিমল : [প্ৰচণ্ড ধমক] যোৱা। এই অৱস্থাত মই তোমালোকৰ লগত কথা নাপাতোঁ।

ৰজত : তৰুৰ এটা ব্যৱস্থা কৰিব লাগে।

বিমল : শুনা ৰজত, এই তৰুৰ নাম লৈছা কাৰণেই মই অসুবিধাত পৰিছোঁ। নহ'লে তোমালোকৰ লগত এষাৰ কথাও নাপাতিলোঁহেঁতেন। তোমালোকে যেনেকুৱা কৰিছা, তৰুৰ নিশ্চয় কিবা এটা হৈছে। কোৱা কি হৈছে?
[ৰজতে দৰ্শকৰ ফালে পিঠি দি সৰুকৈ কয়। ভালকৈ শুনা নাযায়। কেৱল 'তৰু' শব্দটোহে শুনা যায়।]

বিমল : কি? [নিস্তব্ধ]
ছিঃ ছিঃ ছিঃ। কেনেকৈ হ'বলৈ পালে এইবোৰ? আৰু এইটো কথাৰ কাৰণে তোমালোক এনেকৈ মোৰ ওচৰলৈ আহিছা? ছিঃ ছিঃ ছিঃ। [বৈ] এতিয়া তুমি কি কৰিব খুজিছা?

ৰজত : মই কি কৰিম? কি কৰে আপুনিহে কৰিব।

বিমল : মানে?

পূৰ্ণ : এইটো ঘটনাৰ কাৰণে আপুনি দায়ী।

বিমল : কি? কি ক'লা?
পূৰ্ণ : আপুনি দাযী।
[বিমল খণ্ডত নিৰ্বাক হৈ আগুৱাই যায়। পূৰ্ণৰ বাহুত ধৰি প্ৰচণ্ড জোকাৰ মাৰে]
বিমল : কি ক'লি? ওলাই যা। [ঠেলা মাৰি দিয়ে। পূৰ্ণ পৰি যায়।]
ৰজত : এইটো সঁচা কথা।
বিমল : ৰজত! মদৰ জালত মানুহে বহুত নকৰিবলগীয়া কাম কৰে। কিন্তু তোমালোকে যি কৰিছা, এইটোৰ নিচিনা নীচ কাম নাই। সম্পূৰ্ণ বলিয়া নহ'লে মানুহে এনেকুৱা কাম কৰিব নোৱাৰে। তোমালোকক মই ইমান মৰম কৰোঁ, তোমালোকে কালিলৈকে মোক ককাইৰ নিচিনাকৈ মৰম কৰিছা, শ্ৰদ্ধা কৰিছা আৰু আজি মোৰ সন্মুখত তোমালোকৰ মুখত এনেকুৱা কথা ওলাইছে।
ৰজত : সঁচা কথা কাৰণে ওলাইছে।
বিমল : [চিঞৰি] নহয়। [ধীৰ কণ্ঠে] নহয় নহয ৰজত, ইমান ভুল কাম নকৰিবা। ইমান নীচ কথা নক'বা। তৰু মোৰ অতি মৰমৰ, মোৰ নিজৰ ভনীৰ নিচিনা ছোৱালী। তাইৰ সৰ্বনাশ হৈছে, সেইটোৱেই মোৰ কাৰণে বলিয়া হৈ যাবলগীয়া খবৰ। তাৰ ওপৰতে তোমালোকে ইমান জঘন্য কথা মুখলৈ নানিবা। আহা, এতিয়া কি কৰিব লাগে, সেইবোৰ কথা পাতোঁ। কিন্তু তাৰ আগতে এইবোৰক বাটত থৈ আহাঁগৈ।
ৰজত : কি কৰিব লাগে সেইটো আমি আলোচনা কৰিয়েই আহিছোঁ।
বিমল : কি আলোচনা কৰিছা?
ৰজত : আপুনি তৰুৰ সম্পূৰ্ণ দায়িত্ব ল'ব লাগিব।
বিমল : সম্পূৰ্ণ দাযিত্ব?
পূৰ্ণ : হয়।
বিমল : তই মনে মনে থাক। ৰজত, এজনী ভনীৰ বিপদৰ সময়ত মই বহুত দায়িত্ব ল'ব পাৰোঁ, তোমালোকক মই মৰম কৰোঁ, মই যিমান পাৰোঁ সহায় কৰিব পাৰোঁ, কিন্তু—
ৰজত : সহায়ৰ কথা নহয়। ভনীৰ কথা নহয়, আপুনি যি দোষ কৰিছে, সেইমতে দায়িত্ব ল'ব লাগিব।
বিমল : তোমালোকে বলিয়াৰ নিচিনাকৈ দোষ দোষ কৰি আছা কিয়? তোমালোকে মোক জুলুম কৰিবলৈ যদি ষড়যন্ত্ৰ কৰি আহিছা, তেনেহ'লে বেলেগ কথা, কিন্তু এতিয়াও যদি হুঁচ আছা তেনেহ'লে তেনেকৈ কথা নক'বা। ছিঃ ছিঃ ছিঃ! আগ নাই গুৰি নাই, হঠাৎ এনেকৈ এটা কথা ক'লেই হ'ব নেকি? তোমালোক ইমান নীচ নে?
যতীন : নীচ আপুনি।
বিমল : খবৰদাৰ। নহয়, তোমালোকৰ লগত কথা নাপাতোঁ। ওলাই যোৱা। যোৱা। এই মুহূৰ্ততে ওলাই যোৱা।
যতীন : নাযাওঁ।
বিমল : নাযাবি? [ওচৰলৈ গৈ গতিয়াই দিয়ে] যা। ওলাই যা।
যতীন : দেখিলি ৰজত, তোৰ আগতে মোক কি কৰিছে?
ৰজত : সিহঁতৰ গাত হাত নিদিব।
বিমল : হাত নিদিব মানে? তোমালোক সকলোকে মই শেষ কৰি দিম। [আকৌ যতীনক ধৰে। পূৰ্ণই

চকী এখন তুলি বিমলৰ গাত পেলাই দিয়ে। নিস্তব্ধ।]

যোৱা ৰজত। মই হাতযোৰ কৰিছোঁ, ভাল সময়ত আহিবা। ভদ্ৰ ল'ৰাৰ নিচিনাকৈ আহিবা। এইবোৰ কেনেকৈ হ'বলৈ পালে, কি কৰা যায়।— অন্ততঃ মোৰ নামটো কোনে উলিয়াইছে— এই সকলো কথা পাতিম যোৱা। তোমালোকে যদি প্ৰমাণ দিব পাৰা—

ৰজত : প্ৰমাণৰ আৰু কি দৰকাৰ? তৰুৱে নিজে কৈছে। [নিস্তব্ধ]

বিমল : কোনে?

ৰজত : তৰুৱে?

বিমল : নিজে কৈছে?

ৰজত : নিজে কৈছে।

বিমল : উস্ ভগবান! নহয় নহয়, মই তোমালোকক বিশ্বাস নকৰোঁ। সেইজনী ছোৱালীয়ে এনেকুৱা কথা— নাই নাই নাই— নোৱাৰে তাই কেতিয়াও ক'ব নোৱাৰে—

ৰজত : তাই নক'লে আমি জানিম কেনেকৈ?

বিমল : ঠিক আছে তেনেহ'লে। তাইকে সুধিম। এতিয়াই যাম। [আলনাৰ পৰা ছাৰ্ট এটা সলায়] সাহ আছে যদি তুমিও ব'লা। [ছেণ্ডেল সলায়] ছিঃ ছিঃ ছিঃ ছিঃ [গাৰুৰ তলৰ পৰা চাবি লয়] ব'লা।

[ৰজত যায়। যতীন যায়। পূৰ্ণ বেঁকা হৈ যায়। বিমলে গতিয়াই উলিয়াই দিয়ে]

বিমল : ব'ল।

### মঞ্চ : ২

[আন্ধাৰ কোঠালি। কেৱল শব্দ। পাটী পৰা খাট। চকী। টুল।]

বিমল : [আঁৰত] নিৰ্মালি, নিৰ্মালি। নিৰ্মালি।

নিৰ্মালি : [আঁৰত] কোন? [ডাঙৰকৈ] কোন?

বিমল : [আঁৰত] নিৰ্মালি। মই। বিমল।

[সংগীত। জীপৰ শব্দৰ নিচিনা হৈ যায়। চাকি এটা লৈ নিৰ্মালি সোমাই আহে। গছাৰ ওপৰত থয়। কাপোৰ ভাল কৰে। চুলি ভাল কৰে।]

নিৰ্মালি : [সন্দেহ দূৰ কৰিবৰ কাৰণে] কোন?

বিমল : [আঁৰত] মই নিৰ্মালি। বিমল ছাৰ। [নিৰ্মালিযে দুৱাৰ খোলে। বিমল সোমাই আহে।]

বিমল : তৰু আছে নিৰ্মালি?

নিৰ্মালি : তৰু?

বিমল : ওঁ।

নিৰ্মালি : আছে। কিয?

বিমল : মাতাচোন।

নিৰ্মালি : তাই শুইছে।

বিমল : জগুৱাই দিয়া।

নিৰ্মালি : কিয কওকচোন, ইমান ৰাতিখন! [মাক আহে]

মাক : কি হ'ল নিৰ্মালি? কি হৈছে বোপা?
বিমল : মই তঞ্চক কথা এটা সুধিবলৈ আহিছোঁ।
মাক : এতিযাই?
বিমল : এতিয়াই আই।
নিৰ্মালি : যাচোন বৌ, তাইক মাতি আন।
মাক : ই ৰজত আহিল জানো।
নিৰ্মালি : নাই অহা হ'বলা।
মাক : ছেঃ [যায়]।
নিৰ্মালি : আপুনি বহকচোন। [চকী এখন ঠিক কৰি দিয়ে] বহক।
বিমল : হ'ব।
নিৰ্মালি : কিন্তু ছাৰ— কি হৈছে? তাইৰ মন বৰ বেয়া, গাও বেয়া।
বিমল : সেইটোৱেই কথা। তোমালোকে তাৰ আগৰখিনিও নাজানা, পিছৰখিনিও নাজানা। অলপ জনাজনি হ'ব লাগে। সেইটোৱেই কথা।
নিৰ্মালি : মোৰ বৰ ভয় লাগিছে ছাৰ।
বিমল : তোমাৰ কোনো ভয় নাই নিৰ্মালি। ভয় মোৰ। দুৰ্ভাগ্য মোৰ। ছিঃ ছিঃ ছিঃ ছিঃ।
[বিছনাৰ পৰা উঠি অহা সাধাৰণ সাজত তৰু সোমায়। সকলোৰে চোৱা-চুই কৰে। তাৰ পিছত মাক সোমায়।]
বহক আই। আপুনি বহক। তোমালোকো বহা। [ৰৈ] আই, আপুনি মোক ইয়াৰ আগতে মাত্ৰ দুদিন দেখিছে— এই চোতালতে।
মাক : হয় বোপা।
বিমল : মই ভিতৰলৈও অহা নাই। গতিকে আপুনি মোৰ বিষয়ে একো নাজানে।
মাক : ইহঁতৰ মুখতে যি শুনিছোঁ—
বিমল : মোৰ নিজৰ মুখৰ পৰা অলপমান শুনক। মোৰ মা আছে, দেউতা আছে, ভাই-ভনী আছে, সকলো আছে। ইযালৈ অহাৰ পিছত বৰ অকলশৰীযা হৈছিলোঁ। নিৰ্মালিৰ লগত চিনাকি হ'ল। তেওঁক মোৰ ভাল লাগিল, অফিচতে চাকৰি এটা দিলোঁ। কিন্তু অফিচৰ জীপখনত তুলি— কেতিয়াবা ঘৰত থৈ যোৱাৰ বাহিৰে তেওঁৰ লগত মই এদিনো এনেকুৱা ব্যৱহাৰ কৰা নাছিলোঁ— যিটোৰ পৰা তেওঁৰ অপকাৰ হয়, গাঁৱৰ মানুহে, কোম্পানীৰ মানুহে, আপোনালোকে তেওঁক বা মোক বেয়া পায়।
মাক : জানো বোপা।
বিমল : মোৰ যদি আৰু আগবাঢ়িবৰ উপায় ওলায়, তেনেহ'লে এদিন মই পোনে পোনে আপোনালোকৰ ওচৰলৈকে আহিম বুলি বাট চাই আছিলোঁ। আৰু এইজনী— এইজনী মোৰ ভনীৰো ভনীৰ নিচিনা সৰু ছোৱালী। নিৰ্মালিক মই অনাহকত জীপত তুলিবলৈ সংকোচ কৰিছিলোঁ, কিন্তু এওঁক মই ৰাতি দেখিলেই গাড়ীত তুলি লৈ গৈছিলোঁ, নাযাওঁ বুলিলে বেণীত ধৰি টানি গাড়ীত তুলিছিলোঁ। নহয় জানো তৰু? [নিস্তব্ধ]
কিন্তু এইজনী ছোৱালী আজি ভীষণ বিপদত পৰিছে।
মাক : তুমিও শুনিলা কথাবোৰ? সেইবোৰৰ কাৰণে আজি কেইদিন হ'ল— আমাৰ কাৰো পেটলৈ ভাত যোৱা নাই।

বিমল : কিন্তু আজি ৰজতহঁতে মোক বেৰি ধৰি কৈছে— এই ঘটনাৰ কাৰণে মই দায়ী।

নিৰ্মালি : কি?

বিমল : আৰু সেইযাৰ কথা এওঁ কৈছে।

মাক : তৰুৱে?

বিমল : তৰুৱে। [বৈ] কোৱা তৰু, তুমি কৈছিলা? কোৱা।

নিৰ্মালি : কৈছিলি তই?

মাক : নকৱ কিয়?

বিমল : গাঁৱৰ তিনিটা ডেকা ল'ৰাই চিঞৰি চিঞৰি কৈছে, কাইলৈ পুৱা গোটেই গাঁৱৰ মানুহে ক'ব, তুমি নোকোৱাকৈ থাকিলে কেনেকৈ হ'ব তৰু? কোৱা। [বৈ] কোৱা। [ডাঙৰকৈ] কোৱা। [বৈ] শুনক আই, তুমিও শুনা নিৰ্মালি, এওঁ নোকোৱা হ'লে ইমান পৰে চিঞৰি চিঞৰি বিছুৱাৰ ক'লেহেঁতেন— মই নাই কোৱা। কিন্তু একো কোৱা নাই যেতিয়া এওঁ ৰজতহঁতক কোৱাটো সঁচা।

মাক : কৈছিলি তই? মুখেৰে নামাত কিয?

বিমল : তৰু, তোমাৰ এই অৱস্থা হৈছে যেতিয়া তুমি জানা— কেনেকৈ এনেকুৱা অৱস্থা হয়। এতিয়া তুমি মোৰ মুখলৈ চাই, মাৰাৰ মুখলৈ চাই, বাইদেৱেৰাৰ মুখলৈ চাই, তোমাৰ দেউতাৰাৰ মুখখন মনত পেলাই কোৱা— কেতিয়াবা— কেতিযাবা— তোমাৰ লগত মোৰ তেনেকুৱা সম্পৰ্ক হৈছিল নে?— কোৱা তৰু। তুমি মনত ৰাখিবা, তেনেকুৱা সম্পৰ্ক হৈছিল বুলি ক'লে— নাই হোৱা বুলি ক'বলৈ মোৰ একো উপায় নাই। তোমাক মই তেনেকৈ লগ পোৱা নাই বুলি প্ৰমাণ কৰিবলৈ মোৰ একো উপায় নাই। তুমি যিটো ক'বা, সেইটোৱেই হ'ব। কোৱা। ৰজতহঁতে এশবাৰ কৈছে, কিন্তু মই তোমাৰ মুখৰ পৰা মাত্ৰ এবাৰ শুনিব খোজোঁ। কোৱা তৰু। এতিযাতো লাজ-ভয— এইবিলাকৰ কথাই নাই।

নিৰ্মালি : ক'। সঁচা কথা ক'।

বিমল : ঠিক তোমাৰ কাৰণেও সঁচা কথাটো বৰ দৰকাৰী।

নিৰ্মালি : [উগ্ৰ খং] ক', নহ'লে মই তোক নেলু চেপি মাৰি পেলাম।

তৰু : মিছা মিছা, চব মিছা। [কান্দে]

নিৰ্মালি : তেনেহ'লে কিয় কৈছিলি? এখেতৰ নাম কিয় কৈছিলি?

তৰু : মোক আৰু একো নুসুধিবি। [কান্দি কান্দি গুচি যায়]

বিমল : নালাগে নিৰ্মালি। মই ইয়াতকৈ বেছি একো জানিব নোখোজোঁ। তুমি শুনিলা, আযে শুনিলে— সেয়েই যথেষ্ট।

মাক : তুমি বেয়া নাপাবা বোপা। ঘৰখনত কলি লাগিছে; আমি ভিতৰত সোমাই থকা মানুহ। ক'ত কোনে কি কৰে, একো নেদেখোঁ, একো নুশুনো। ঘৰখন চলিব লাগে কাৰণে, তোমালোকে এটা বাট লগাই দিছা কাৰণে, সিহঁতক উলিযাই পঠিয়াইছোঁ। নহ'লেনো সেইজনী বাটলৈ ওলাই যোৱা ছোৱালী নে? কিন্তু তাই যে এনেকৈ ঘৰখনত জুই দিব, মই কেনেকৈ জানো?

বিমল : এৰা। মোৰেই দোষ। ময়েই তোমালোকক এই বাট দেখুৱাই দিছিলোঁ। তৰুৱে জাপি দিযা মিছা দোষ মোৰ গাৰ পৰা নামি যাব, কিন্তু এই দোষ— মই যে তোমালোকক এই বাট দেখুৱাই দিছিলোঁ— এই দোষতো মোৰ গাৰ পৰা নামি নাযায়! কিন্তু— কিন্তু, আচলতে

এইটো জানো দোষৰ কথা আছিল? নহয। মই সেইটো মানি নলওঁ। নির্মালি! অলপ আগলৈকে ভাবিছিলোঁ— এনেকুৱা ঘৃণনীয় ঠাইত— য'ত মোৰ ভাইহঁতে মোক ঘৰত গৈ মাৰি থৈ আহে, য'ত মই আটাইতকৈ মৰম কৰা ঘৰখনে মোৰ ওপৰত বদনাম জাপি দিয়ে, তাত আৰু মই এদিনো নাথাকোঁ।

নির্মালি : আপোনাক মাৰিছে? কোনে?

বিমল : সেইবোৰ কথা বাদ দিয়া। কিন্তু এতিয়া ভাবিছোঁ— মই বাট দেখুৱাই দিয়াৰ বদনামটোতো মোৰ মনৰ পৰা কেতিয়াও নামি নাযায়। এইমাত্র যে আয়ে ক'লে— ক'ৰবাত পলাই থাকিলেওতো সেইষাৰ কথাই মোৰ লগ নেৰে।

মাক : তুমি মোৰ কথাত নালাগিবা বোপা। মোৰ মুখেদি যদি কিবা বেয়া পোৱা কথা ওলাইছে, তেনেহ'লে ভুলতেহে ওলাইছে।

বিমল : নহয় নহয় আই। আপুনি ভুল কথা কোৱা নাই। আপোনালোকৰ মুখেদি হঠাতে যি ওলায়, আমাৰ কাৰণে সেইটোৱেই আচল কথা। আপুনি যাওক আই শোৱকগৈ। [মাক যায] নির্মালি, মই ইয়াতে থাকিম। থাকিবই লাগিব। কিন্তু তুমিও মোক সহায় কৰিব লাগিব। মই যে নীচ স্বাৰ্থত তোমালোকৰ ওচৰ চাপি অহা নাছিলোঁ সেইটো প্রমাণ কৰিবলৈ হ'লে—।

নির্মালি : কওক। সেইটো প্রমাণ কৰিবলৈ হ'লে মই আঁতৰি যাব লাগিব নহয় জানো?

বিমল : ঠিক আঁতৰি যাব লাগিব নহয়—

নির্মালি : আঁতৰি থাকিব লাগিব। আপুনি মোৰ কাৰণে চিন্তা নকৰিব। আপুনি ইয়ালৈ অহাৰ আগতেও মই আছিলোঁ, এতিয়াও আছোঁ, থাকিমো। আচলতে আমাৰ নিচিনা মানুহক এনেকুৱা মৰম-চেনেহ, ডাঙৰ ডাঙৰ কথাই নুশুৱায়। ছুটীৰ দৰ্খাস্তখন পাইছে নহয? কাইলৈ আৰু এখন দিম।

বিমল : কিয়?

নির্মালি : আপোনাৰ কাৰণে মই ভাল লগ আছিলোঁ। তাতকৈ আগলৈ যাব পাৰি নে নোৱাৰি, সেইটো সুধি আপুনি ঘৰলৈ চিঠি লিখিছিল। তাৰ উত্তৰ নাহিল। কিন্তু মই মনে মনে বহুত আগবাঢি গৈছিলোঁ। এতিয়া পিছুৱাব খোজোঁ। সেই চাকৰিটো আৰু নকৰোঁ।

বিমল : চাকৰিটো নকৰা?

নির্মালি : নকৰোঁ।

বিমল : কিয়? কি কৰিবা?

নির্মালি : সেইজনী— সেইটোতো এটা কাম ওলালেই। দৰকাৰ হ'লে পিতাইৰ ওচৰলৈ যামগৈ, নহ'লে আপোনাৰ পৰা দূৰে দূৰে থাকি সেই আগৰ স্কুলৰ কামটো কৰিম। মই কাৰো বোজা হৈ নাথাকোঁ।

ৰত্ন : [আঁৰত] তৰু, অই তৰু

নির্মালি : কোন?

ৰত্ন : মই ৰত্ন।

নির্মালি : সোমাই আহচোন। [ৰত্ন আৰু ৰজত (প্রায় বেঞ্চ) আহে।]

বিমল : এওঁক তুমি ক'ত লগ পালা ৰত্ন?

ৰত্ন : সেইবোৰ বহুত কথা ছাৰ। আপোনাক মোৰ বহুত কথা ক'বলৈ আছে।

[হোটেলৰ সম্মুখত। ৰাতি। হোটেল বন্ধ। সুতধাৰী ডাঙৰ বেগ এটা মাটিত থৈ বহি আছে। উঠি দূৰলৈ চায়।]

সুতধাৰী : ইমান পৰলৈকে নাহিল! এওঁলোক নাহিবই নেকি? যেই-সেই এজনতো আহিব লাগিছিল! [আকৌ আগবাঢ়ি যায়]
অ' বাপু! কোন সেইটো? লখী নে কি? চাওঁ অকণমান এইফালে আহচোন। [লখী আহে]

লখীন্দ্ৰ : কি হ'ল দেদাই। তই অকলে অকলে কি কৰিছ?

সুতধাৰী : এই ইহঁত কেইটালৈ বৈ আছোঁ। তই এটা কাম কৰিব পাৰিবিনে?

লখীন্দ্ৰ : কি?

সুতধাৰী : এই ৰত্নতেই হওক, পূৰ্ণই হওক, যতীনেই হওক, কোনোবা এটাক মাতি আনিব পাৰিবি নে?

লখীন্দ্ৰ : ক'ত বা আছে, সিহঁত?

সুতধাৰী : ঘৰততো পাবিয়েই। গৈ থাকিলে বাটতে পাবি হ'বলা। যাচোন লখী। মই এই বস্তুসোপা লৈও যাব নোৱাৰোঁ, থৈও যাব নোৱাৰোঁ, ইফালে মানুহটোৱে কৈছে— মই বৈ আছোঁ, এতিয়াই টকা লৈ আহগৈ। যাচোন বাপু।

লখীন্দ্ৰ : মই সিহঁতৰ ঘৰলৈ যাব নোৱাৰোঁ। বাটত পাওঁ যদি পঠিয়াই দিম।

সুতধাৰী : ফটকৰে আহিবলৈ ক'বি।

লখীন্দ্ৰ : তই মৰিবলৈ ওলাইছ বুলিয়েই ক'ম।

সুতধাৰী : এহ! সিমানকৈ নক'বি। [যায]

লখীন্দ্ৰ : [আঁৰত] ক'ম দে। তেনেকৈ ক'লেহে আহিব।

সুতধাৰী : অ' বাপু, আমাৰ এই সৰু বাবু তালুকদাৰক পালেও পঠিয়াই দিবি। তেওঁক পালেও কাম হয়। [চায়] ছেঃ! চাউল-পাতো কিনিব লাগিছিল। [বহে। ৰত্ন আহে]

ৰত্ন : বহিছ দেদাই?

সুতধাৰী : [উচপ খাই] অ' ৰত্ন! ক'ৰ পৰা আহিলি?

ৰত্ন : মোৰ ক'ৰ পৰা ক'লৈ বুলিবলৈ কিটো আছে। এইখনত টহলি ফুৰাই মোৰ ডিউটী। এইসোপা কি পালি?

সুতধাৰী : ক'তা? কোনসোপা?

ৰত্ন : এয়া টোপোলাত?

সুতধাৰী : নাই— এই ইয়াৰে অফিচৰ মানুহ এজনে ভলুকা বাঁহৰ গাজকেইটামানৰ কথা কৈ আছিল। তেওঁ বোলে ইয়ালৈ অহাৰ পৰা গাজটেঙা, খলিচা— এইবোৰ মুখতেই দি পোৱা নাই। মনত পৰিলেই বোলে জিভাৰ পানী পৰে। আজি সেইফালে গৈছিলোঁ— ভাবিলোঁ বোলো কেইটামান লৈ যাওঁ।

ৰত্ন : ভালেই কৰিলি। পিছে এনেকৈ যে টোপোলা বান্ধি ইয়াত থৈ বহি আছ, একেবাৰে দি নাহিলি কিয়?

সুতধাৰী : সেইটোৱেইতো কথা। মই গ'লোঁ তেওঁৰ ঘৰলৈ, ঘৰ বন্ধ, ইমানটোমান তলা এটা ওলমি আছে। আকৌ ভাব বৈ ঘৰলৈ লৈ যাম নে? ভাবিলোঁ— হোটেলতে থৈ যাওঁ। হোটেলো

বন্ধ। ইমান সোনকালে এইখন বন্ধ কৰি ইহঁতমখা ক'লৈ গ'ল জানো? সেয়াতো সেযাই। তাতোঁকে ডাঙৰ কথা কি জান? মানুহজনক গাজকেইটা দি টকা তিনিটামান পাম— তাৰে চাউল দুটামান কিনি ৰাতিৰ সাঁজটো চলাম। সেই ভাবিহে মই লৰালৰিকৈ আহিছিলোঁ। এতিয়া সেইটোও চিন্তা লাগিছে। কি কৰোঁ!— মহা বিপদখন হ'ল। ৰত্ন, তোৰ হাতত টকা তিনিটামান হ'ব নে? কাইলৈ দি দিম।

ৰত্ন : এটা কাম কৰোঁ দে। তোৰো হওক মোৰো হওক। মোৰো বহুত দিনৰ পৰা গাজটেঙা খাবলৈ বৰ মন গৈ আছে। মানুহজনক তই অইন এদিন দিবিহি, এইকেইটা মোকে দে। টকা তিনিটামান জেপতে আছে হ'বলা—।

সুতধাৰী : এ নালাগে নালাগে। মই আকৌ এদিন সেই বাঁহনিখনত সোমাবগৈ নোৱাৰোঁ।

ৰত্ন : এ কিনো কথা। পাৰিবি দে।

সুতধাৰী : নাই নাই নালাগে।

ৰত্ন : কিয়?

সুতধাৰী : এনেযে। নালাগে দে। মোক পইচাকে নালাগে।

ৰত্ন : ৰাতি লঘোণে থাকিবি?

সুতধাৰী : জানো। আগৰে চাউল আধেৰমান ওলাই নেকি। নাই যদি থাকিম লঘোণে।

ৰত্ন : দেদাই, আজি তই লঘোণেও থাকিব নোৱাৰ, ময়ো বাঁহৰ গাজ নিমেই।

সুতধাৰী : কি?

ৰত্ন : ওঁ। নিমেই। পইচাও দিমেই।

সুতধাৰী : তই ডকাইতি কৰিবি নেকি?

ৰত্ন : পইচা দিম যেতিয়া ডকাইতি হ'ল কেনেকৈ? চাওঁ খোলচোন টোপোলা এটা।

সুতধাৰী : নালাগে।

ৰত্ন : আৰু কথা নবঢাবি দেদাই। [ধমক] অকণমান আঁতৰি আহ। আঁতৰি আহ। আহ বুলিছোঁ নহয়। [সুতধাৰী অবাক হৈ আঁতৰি আহে ৰত্নই টোপোলা খুলিবলৈ লয়।]

সুতধাৰী : তই কিয় এনেকুৱা কৰিছ অ' ৰত্ন? নুখুলিবি।

ৰত্ন : একো নহয় দে।

সুতধাৰী : [বাধা দি] লোকৰ বস্তু।

ৰত্ন : মনে মনে থাক। [খোলে। থিয় হয়। হাতত বটল]
[সুতধাৰীলৈ চাই থাকি] এইবোৰ বাঁহ গাজ? হোঁ? বাঁহ গাজ?
[সুতধাৰী তলমূৰকৈ বৈ থাকে]
দেদাই, এই বয়সত তই মদ কটিয়াবলৈ ল'লি? আৰু কাম নাপালি? হোঁ? আৰু কাম নাপালি? শুন দেদাই, মই ডিউটী কৰি ভটংকৈ এইখিনি ওলোৱাহি নাই। তোলৈ মই বাটতে খাপ দি আছিলোঁ। সেই তিনিআলিৰ পৰাই তোৰ পিছ লৈছোঁ।

সুতধাৰী : তই এইবোৰ জান?

ৰত্ন : অকল এইবোৰ কিয়? আৰু বহুত কথা জানো। এইখিনিতে থাক। অলপ পিছতে তয়ো জানিবি। গাঁওখনৰ মানুহবোৰৰ কি অবস্থা হ'ল সেয়া চাবলৈ তইঁতে চকু মেলিবি ক'ত— তইঁতে নিজেই এইবোৰত যোগ দিলি। কিয় তইঁতে এনেকৈ জান পুৰি খালি? আৰু একো কাম

নাপালিনে?

সুতধাৰী : নাপালোঁতো। আজি অত মাহে কেনেকৈ যাকে পাওঁ তাৰে হাত-ভৰিয়ে ধৰি ফুৰিছোঁ দেখা নাই? কোনটো মানুহৰ ওচৰত হাত পাতিবলৈ বাকী আছে? চাওঁতে চাওঁতে মই মগনীয়াই হ'লোঁ। মানুহে মোক দেখিলে এতিয়া দূৰতে সিফালে মুখ ঘূৰায়। মই জানো মাগিবলৈ ওলাইছিলোঁ? কাম কৰিবলৈহে ওলাইছিলোঁ। তহঁতে দুটামান পইচাৰ মুখ দেখাকেইটাই, পেট ভৰাই খাবলৈ পোৱাকেইটাই— তহঁতেহে মোক মগনীয়া কৰিব খুজিছ। [ৰয়] মদেই কটিযাইছোঁ নে অমৃতেই কটিযাইছোঁ, সেইবোৰ চাবলৈ মোৰ উপায় ক'ত? কিবা এটা কটিয়াই দিছোঁ, তাৰে এসাঁজ খাইছোঁ। আগতে জীপ গাড়ীয়ে কটিয়াইছিল, এতিয়া মই কটিয়াওঁ। মই কটিয়াবলৈ এৰিলে আকৌ জীপ গাড়ীযে কটিযাব। মোক বাটতে পাব কাৰণে তহঁতে মোক দোষ নিদিবি বুইছ। [তালুকদাৰ (অভাৰচিযাৰ) যতীন আৰু পূৰ্ণ আহে]

অভাৰচিযাৰ : কি হ'ল ককাই? তোমাৰ বোলে কিবা হঁচ নোহোৱা হৈছে? ক'তা?

পূৰ্ণ : ই লখীয়েহে তেনেকৈ কৈছে। [সিহঁতে বটলৰ টোপোলাটো দেখে] এইবোৰ কি? [চোৱা-চুই কৰে]

অভাৰচিয়াৰ : [এটা বটল চাই] তাৰ্পিন তেল হ'বলা। [সুতধাৰীক] কোনোবা ঠিকাদাৰে আনিবলৈ দিছিল নেকি? যোৱা, ক'লৈ আনিছিলা— লৈ যোৱা। সোনকালে যোৱা।

ৰত্ন : এওঁ যাব নালাগে ছাৰ।

অভাৰচিযাৰ : কিয়?

ৰত্ন : এওঁ সদায় গধূলি গধূলি আমাৰ গুদামৰ পৰা তাৰ্পিন তেল চুৰ কৰে হ'বলা। ছাৰে আজি মোক খাপ পাতি থাকিবলৈ কৈছিল।

অভাৰচিযাৰ : কোন ছাৰে?

ৰত্ন : ইঞ্জিনীযাৰ ছাৰে। তেখেতো আহিবই এতিযা।

অভাৰচিযাৰ : [খং] ক'লৈ আহিব?

ৰত্ন : ইযালৈ। মোক হোটেলৰ ওচৰতে বৈ থাকিবলৈ কৈছে।

অভাৰচিযাৰ : কিয? এইবোৰ কথা মই নাজানো কিয়? মই তোমাৰ ওপৰবালা হওঁ নে নহওঁ?

ৰত্ন : হয ছাৰ। মই আকৌ আপুনি চব জানে বুলি ভাবিছিলোঁ।

অভাৰচিযাৰ : কি? মই মন কৰি আছোঁ, তোমাৰ কাৰবাৰবোৰ দিনে দিনে বেয়ালৈ গৈছে। এনেকুৱা কৰিলে চাকৰি নাথাকিব, কৈ দিছোঁ। [ৰজত আহে। চায়]

তুমি আহিলা ভালেই হ'ল। তোমাৰ হাতত দোকানৰ চাবি আছে নহয়? এইবিলাক ৰাতিটোৰ কাৰণে দোকানতে থৈ দিয়া। কাইলৈ দিনে-পোহৰে বিচাৰ হ'ব। যোৱা। [চেপা মাতেৰে] কি চাই আছা? বিপদ হ'ব কিন্তু, কৈ দিছোঁ। পিছত মোক দোষ নিদিবা। ফটকৰে বস্তুবিলাক ভিতৰত সুমুৱাই থোৱা। ই চকীদাৰে কৈছে— সেইজন— সেইজন মহাপুৰুষ এতিয়া ইয়ালৈকে আহিব বোলে।

[আচম্বিতে ৰজতে অভাৰচিযাৰক এটা প্ৰচণ্ড চৰ মাৰে। অভাৰচিয়াৰ পৰি যায়। ৰজতে তুলি ধৰি আৰু এটা চৰ মাৰে। অভাৰচিয়াৰ আকৌ পৰি যায়। ৰত্ন, পূৰ্ণ, যতীনে আঁতৰাই দিয়ে। মাটিত পৰি অভাৰচিয়াৰে উঠিবলৈ চেষ্টা কৰে। মুখৰ পৰা তেজ ওলায়।]

ৰজত : [পূৰ্ণহঁতক] এৰি দে। এৰি দে। তহঁতে নুচুবি মোক। [নিজকে এৰুৱাই আঁতৰি যায়]

[বিমল আহে। চায। অভাৰচিযাবৰ ওচৰত থিয হয়। তেওঁক তোলে। চায়।]

বিমল : কি হ'ল? কোনে? [ৰজতক দেখি বুজি পায। অভাৰচিযাৰক চায়।] কোনোবা এজনে এওঁক হাস্পতাললৈ লৈ যোৱা। হাস্পতাল যদি বন্ধ, ডাক্তৰক ঘৰৰ পৰা মাতি আনিবা।

সুতধাৰী : ব'লক ব'লক, মই যাওঁ ব'লক।

পূৰ্ণ : নালাগে। যতীন, ব'ল আমি যাওঁ।

ৰজত : তহঁত নোৱাৰ যাব।

পূৰ্ণ : কিয?

ৰজত : তহঁতৰ লগত কথা আছে। দেদাই তই যা।

[সুতধাৰীযে অভাৰচিয়াৰক ধৰি লৈ যায়। ৰজত, পূৰ্ণ আৰু যতীনৰ ওচৰলৈ যায।]

ৰজত : এতিয়া তহঁতক কি কৰিম ক'। ক'।

যতীন : আমি কি কৰিলোঁ?

ৰজত : [চিঞৰি] এতিযা সুধিবলৈ আহিছ— কি কৰিলোঁ। তহঁতক [বুকুত ধৰে]

বিমল : এৰি দিযা। পূৰ্ণ, যতীন, তোমালোকে কেৱল এটা কথা জানি লোৱা, তৰুক তোমালোকে যিমান সোনকালে বুদ্ধি শিকাইছিলা, সিমান সোনকালেই তাইৰ মগজৰ পৰা বুদ্ধিটো ওলাই গ'ল। তাইৰ বুকুৰ যন্ত্ৰণাৰ জুই ইমান কোবাল যে তোমালোকৰ বুদ্ধি তাত পৰিয়েই ভাপ হৈ গ'ল। কিন্তু বৰ দুখৰ কথা— তাইৰ এই যন্ত্ৰণাৰ কথা তোমালোকে ইমানকণো নুবুজিলা। বৰ দুখৰ কথা। এতিয়া মোৰ একমাত্ৰ আশা— তোমালোকৰ মনতো আচল অনুতাপৰ জুই জ্বলক আৰু কোনোবাই দিয়া দুষ্ট বুদ্ধিবোৰ সেই জুইত ভস্ম হৈ যাওক।

ৰজত : তহঁতে কিয় এনেকুৱা কৰিলি? তহঁতৰ মনত যদি কিবা আছিল, তেনেহ'লে তহঁতে মোক নক'লি কিয়? আজি তাইৰ যি অৱস্থা হয়, তাতকৈ বেয়াতো তাইৰ একোৱেই নহ'লহেঁতেন। এতিয়া মই অকলে অকলে কি কৰোঁ?

বিমল : নহয়। তুমি অকলশৰীয়া নোহোৱা। কোৱা পূৰ্ণ, কোৱা যতীন, ইমানদিনে নলে-গলে লাগি থকাৰ পিছত, একেলগে কেইবা হাজাৰো টকা ধ্বংস কৰাৰ পিছত এওঁ অকলশৰীয়া নে? এজনী অকণমান ছোৱালী— এই পৃথিবীৰ পাকচক্ৰৰ আও-ভাও নাপায়, জঁপিয়াই জঁপিয়াই পাগলীৰ নিচিনাকৈ ঘূৰি ফুৰে, তোমালোকে যি কোৱা তাকে শুনে, ৰছী বুলি বুজাই দিলে সাপডালকো মুঠি মাৰি ধৰে। সেইজনী ছোৱালীক তোমালোকে সকলোৱে মিলি এনেকুৱা কৰিলা, তাৰ পিছতো ৰজত অকলশৰীযা নে? এনেকৈয়ে যদি মানুহ অকলশৰীয়া হয, তেনেহ'লে কোন কেতিয়া কাৰ লগ লাগিব? মোক কোঠালিৰ ভিতৰত বেৰি ধৰি মাৰিবলৈ? এইখন ঘৰক সহায় কৰিবলৈ তোমালোকৰ সাহস নাই? নহয় ৰজত, মই আছোঁ। তোমাক মই অকলশৰীয়া হ'বলৈ নিদিওঁ। প্ৰয়োজন হ'লে— তোমাৰ নলে-গলে লগা বন্ধুহঁতৰ আগতে আজি কথা দিলোঁ, তেওঁলোকে লেতেৰা কৰা তৰুক পৃথিবীৰ আটাইতকৈ চাফা ছোৱালী বুলি মই গ্ৰহণ কৰিম।

[সকলো স্তব্ধ। অলপ পিছত যতীন বিমলৰ ওচৰলৈ আহে]

বিমল : কি হ'ল? কিবা ক'ব খুজিছা?

[যতীনে মূৰ দুপিয়ায়। বিমলে তাৰ বাহুত ধৰি মুখখন ওপৰলৈ তোলে।]

## মঞ্চ ঃ ২

[হেমকান্তৰ কোঠালি। নিৰ্মালি আৰু মাক বহি আছে। অলপ পিছত।]

নিৰ্মালি ঃ কোনোবা আহিছে হ'বলা। কোন আহিছে চাচোন। [মাকে উঠি চায়]

মাক ঃ যতীন আহিছে।

নিৰ্মালি ঃ যতীন? কিয় আহিছে সি? যা, চোতালৰ পৰাই তাক পঠিয়াই দেগে। ভিতৰলৈ আহিবলৈ নিদিবি।

মাক ঃ বাপেকো আহিছে। অ'। তইঁতৰ ছাৰো আহিছে।
[নিৰ্মালি উঠে। চকী ঠিক কৰে। গাৰ কাপোৰ ঠিক কৰে। বিমল আৰু মিনাৰাম আহে।]

মাক ঃ বহা বোপা।

বিমল ঃ [মিনাৰামক] বহক। এখেতকতো চিনি পাইছেই।

মাক ঃ পাইছোঁ। কিয় নাপাম?

বিমল ঃ এখেতে আপোনাক কথা এটা ক'বলৈ আহিছে।

মাক ঃ তেওঁ এতিযা আমাক কি কথাডাল ক'ব। তোমাৰ লগত আহিছে বুলিহে, নহ'লে—

বিমল ঃ নহয় আই। খং নকৰিব। আপোনালোকৰ এই দুখৰ দিনত তেখেত আহিছে যেতিয়া, কি কয় শুনকচোন। কওক ডাঙৰীয়া।

মিনাৰাম ঃ কিনো ক'ম। আচলতে আপোনালোকৰ ঘৰলৈ এনেকৈ আহিবলৈ পাই মই বৰ লাজেই পাইছোঁ নবৌ। এদিন যদি হাঁহিমুখে টালিযে-টোপোলাই আহিব পাৰিলোঁহেঁতেন, তেহে মুখৰ কথা হ'লহেঁতেন। কিন্তু কি কৰিব। [বৈ] ল'ৰা জন্ম দিলোঁ, তাৰ পৰা সুখ হ'ব, বাপেকী হিচাপে মইতো সেইটোকে আশা কৰোঁ। পিছে আশা কৰিলেই নহ'ব নহয়। কপালৰো কথা আছে।

নিৰ্মালি ঃ দেদাই, আমাৰ মন-চন ভাল নহয়। কি ক'ব খুজিছে সোনকালে কওক।

বিমল ঃ ক'ব ৰ'বাচোন। তোমালোকে ইমান খৰ-খেদা কৰিছা কেলেই? পেটত খং আছে বুজিলোঁ, কিন্তু তেখেত ঘৰলৈ আহিছে যেতিয়া—

মিনাৰাম ঃ কওক দিযক। মই বেযা নাপাওঁ। বুইছে নবৌ, মোৰ ল'ৰাই নকৰিবলগীয়া কাম কৰিছে। দোষ কৰিছে। অৱশ্যে এপাত তাল নাবাজে।

নিৰ্মালি ঃ সেইটো কথা নক'ব। এপাত তাল হাতৰ পৰা গোসাঁইঘৰৰ মজিযাত পৰিলেও বাজে। সি যদি মোৰ লগত কিবা কৰিলেহেঁতেন তেতিয়াহ'লে ক'বলৈ হ'লহেঁতেন— দুপাত তালে খুন্দা খাইছে, বাজিছে।

মিনাৰাম ঃ ঠিকেই কৈছ আই। তাৰ ওপৰতে সি মতা মানুহ। সেই কাৰণে মই তাকেই দোষ দিম। তাৰ হৈ মই আপোনালোকৰ ওচৰত ক্ষমা খুজিবলৈ আহিছোঁ নবৌ। হাতযোৰ কৰিছোঁ।
[মাকে মুখ ঢাকি নিঃশব্দে কান্দে]

বিমল ঃ আপুনি মনটোক ইমান টিলাই নিদিব আই। তেখেতে কি কয শুনকচোন।

মাক ঃ মোৰ কাকো দোষ দিবলৈও নাই, ক্ষমা কৰিবলৈও নাই। কাৰোবাক দোষ দিলোঁ বা নিদিলোঁ, সেইটোনো কি কথা। তাইৰ জীৱনটোহে আচল কথা। তেওঁ হাতযোৰ কৰিলে যদি তাইৰ

জীৱনটো উদ্ধাৰ হ'লহেঁতেন, তেনেহ'লেতো কথাই নাছিল।

মিনাৰাম : মই তাকে ক'বলৈ আহিছোঁ নবৌ। সেযে যি নকৰক, মই জানি-শুনি কাৰো অহিত নকৰাকৈ চলি আহিছোঁ। এতিয়া আৰু সেইটো বদনাম গাত পাতি ল'বলৈ মন নাই নবৌ। মই সকলো কথা শুনিলোঁ। আপোনালোকৰ কাৰণে, তৰুৰ কাৰণে, এই ইঞ্জিনীয়াৰ চাহাবে তৰুক বিয়া কৰাবলৈ ওলাইছে। মই গাঁওখনৰ মানুহ হৈ, মোৰ ল'ৰাই দোষ কৰিছে বুলি জানিও, চকু মুদি থাকিম নে? [নিস্তব্ধ]

মই তাক— যতীনক জোৰ কৰা নাই, তাৰ নিজৰে জ্ঞান হৈছে। সি নিজে তৰুক বিয়া কৰাবলৈ ওলাইছে। মই বাপেক হিচাপে ধৰিবলৈহে আহিছোঁ। তাৰ যদি এই জ্ঞান নহ'লহেঁতেন, তেনেহ'লে মই তাক ঘৰৰ চৌহদতে সোমাবলৈ নিদিলোঁহেঁতেন। [নিস্তব্ধ]

বিমল : কি কয় কওক আই।

মাক : কি হ'ব লাগিছিল, কি হয় এতিয়া! বাপেকটোও নাই। সৌজনী তেনেকৈয়ে ৰ'ল। তাই ফুকলীয়া ছোৱালী আৰু কেইবছৰমান তাই মোৰ বুকুতে সোমাই থকা হ'লেও একো কথা নাছিল। এতিয়া কপালে টানি নি ক'ত পেলালেগৈ চোৱা।

বিমল : সেইবোৰ কথা এতিয়া আৰু ভাবিব নালাগে আই। কেতিয়াবা হ'বলগীয়াটো নহয়, নহ'বলগীয়াটো হয়। কিন্তু হ'বলগীয়াটো কেতিয়াবা এনেকৈয়ো হয়। এই ঘটনাটো নোহোৱা হ'লে যতীনলৈ আপুনি তৰুক বিয়া দিলেহেঁতেন নে নিদিলেহেঁতেন? যদি দিলেহেঁতেন, তেনেহ'লে এতিয়া এই ঘটনাটোৰ কথা পাহৰি যাওক। সময়ত আন সকলোৱে পাহৰি যাব। নহয় জানো নিৰ্মালি?

নিৰ্মালি : পিতাইক এবাৰ—

বিমল : মই তেখেতৰ ওচৰলৈ নিজে যাম। এওঁ ক'লৈ গ'ল? যতীন, যতীন। সোমাই আহা। [যতীন আহে]

মিনাৰাম : যা, ভৰিত ধৰি সেৱা কৰ।

মাক : হ'ব নালাগে। [যতীন থিয় হৈ থাকে]

মিনাৰাম : তাইকো মাতকচোন। চাই যাওঁ।

মাক : তৰু, আ তৰু, তৰু [নিৰ্মালিক] তাইক মাতি আনচোন। [নিৰ্মালি ভিতৰলৈ যায়]

মিনাৰাম : মই ভাবিছোঁ, হেম ককাইটিৰ ওচৰলৈ মযেই এপাক মাৰিম। পাৰিলে আজিযেই যাম। ককাইটিযে মোক সদায় মৰম কৰিছে। এতিযাও কৰিব।

বিমল : ওলাব মোৰ লগতে। সেইখিনিলৈকে জীপ যাব নে চাগৈ?

মিনাৰাম : যাব। [নিৰ্মালি আহে]

নিৰ্মালি : তৰু ক'লৈ গ'ল বৌ?

মাক : আছিল নহয় ভিতৰতে!

নিৰ্মালি : নাই দেখোন।

মাক : পাছফালে গৈছে বা!

নিৰ্মালি : নহয, তাই অথনিয়ে গা-পা ধুই গোসাঁইঘৰৰ দুৱাৰডলিতে বহি আছিল নহয়?

মাক : ক'লৈ গ'ল তেনেহ'লে? এইফালেদিতো যোৱা নাই। আমি দুজনী দেখোন অথনিৰে পৰা ইযাতে বহিযেই আছোঁ।

মঞ্চ ঃ ১

[নাদৰ পাৰ। ৰাতিপুৱা ৰত্নই বাল্টিৰ ৰছীৰ গাঁঠিটো পৰীক্ষা কৰি পানীত পেলাই দিয়ে। বাল্টিটো পানীত জুবুৰিয়াবলৈ চেষ্টা কৰি হঠাতে ৰৈ যায়। লৰালৰিকৈ বাল্টিটো তুলি আনে। তাৰ পিছত নাদৰ পাৰত ঘূৰি ঘূৰি তললৈ চায়। তাৰ পিছত]

ৰত্ন ঃ কোন আছ? কোন আছ? শুনিছনে? ক'ত কোন আছ? বেগেই আহ। বেগেই আহ। কোন আছ বেগেই আহ। [চাৰিওফালে মাতে। তাৰ পিছত নাদলৈ আহি] তৰু, তৰু, তৰু! শুনিছ? মোৰ মাত শুনিছ তৰু? তৰু! [ৰছী পেলাই] এইডাল ৰছী পেলাই দিছোঁ। ধৰ তৰু, ধৰ! তৰু! ৰছীডালত ধৰ। তৰু। তৰু। ৰছীডালত ধৰ। মই টানি আনিম ধৰ। [চাৰিওফালে চাই] কোন আছ অ'ই, বেগাই আহ অ'ই!
[পাৰত মূৰ থৈ কান্দি পেলায়।]

[ঘোষণাৰ বিৰতি]

মঞ্চ ঃ ২

[হেমকান্তৰ পথাৰৰ ঘৰ। হেমকান্তই লেমৰ ওচৰত বহি বৰগীত গাইছে। অলপ পিছত]

লখীন্দ্ৰ ঃ [বাহিৰত] বৰপিতাই, বৰপিতাই।
হেমকান্ত ঃ কোন?
লখীন্দ্ৰ ঃ [বাহিৰত] মই বৰপিতাই, লখী।
হেমকান্ত ঃ লখী? আহ সোমাই আহ। এই ৰাতিখন [লখী আহে] এই ৰাতিখন ক'ৰ পৰা ওলালিহি?
লখীন্দ্ৰ ঃ তোৰ ওচৰলৈকে আহিছোঁ বৰপিতাই। তৰুতো ইয়ালৈ অহা নাই?
হেমকান্ত ঃ তৰু? ইয়ালৈ? তাই ইয়ালৈ কিয় আহিব? কি হৈছে?
লখীন্দ্ৰ ঃ তই এতিয়াই ঘৰলৈ ব'ল।
হেমকান্ত ঃ ঘৰলৈ? এতিয়াই?
লখীন্দ্ৰ ঃ অঁ, এতিয়াই ব'ল। তৰু ক'ৰবালৈ গ'ল। বিচাৰি পোৱা নাই।
হেমকান্ত ঃ ক'ৰবালৈ গ'ল? ক'লৈ গ'ল?
লখীন্দ্ৰ ঃ জানো। তই এতিয়া কথা সুধিব নালাগে, ব'ল।
হেমকান্ত ঃ যাম বাৰু, কিন্তু ক'চোন, তাই কেতিয়া গ'ল? ক'লৈ গ'ল?
লখীন্দ্ৰ ঃ আজি ৰাতিপুৱাৰে পৰা নাই। বৰমাইহঁতে— ক'বালৈ গৈছে বুলি গোটেই দিনটো বাট চালে। তাৰ পিছত এতিয়া গোটেই গাঁৱতে বিচাৰ-খোচাৰ কৰিছে। ক'তো পোৱা নাই।
হেমকান্ত ঃ হে হৰি, হে হৰি ব'ল ব'ল। [উঠি বস্তু সামৰে] হে হৰি, হে হৰি দয়াময়, হে হৰি—।

মঞ্চ ঃ ১

[ৰাতি। নাদৰ পাৰ। তক্তা, ৰছী, বাঁহ। কেইবাটাও লেম। এখন বেঞ্চৰ ওপৰত তৰু পৰি আছে। সকলো উপস্থিত।]

হেমকান্ত : কিয় তুলিলি ৰত্ন? কিয় তুলি আনিলি? তহঁতক কোনে তুলিবলৈ কৈছিল? তহঁতৰ অকণমান মায়া নহ'ল? এইক এনেকৈ নেদেখা হ'লে কাৰ কি লোকচান হ'লহেঁতেন?

ৰত্ন : এই কাৰণেই তই নাদটো ৰাখি থৈছিলি নহয়? [মাকে চিঞৰে]

হেমকান্ত : তাই চিঞৰি চিঞৰি কাজিয়া কৰিব, মই তাইক বিচাৰি আহি ইয়াতে ডবিয়াম, সেই আশাতহে নাদটো ৰাখিছিলোঁ। তাই যে এনেকৈ বকা-বকা বন্ধ কৰিব, মই কেনেকৈ জানো? [বিমলৰ ওচৰলৈ গৈ] তুমি এদিন বোকা ভৰিৰে এইটো নাদৰ পাৰতে উঠিছিলাহি। সেই বোকা কিমান দূৰ বিয়পিল দেখিলা বোপা? তাইৰ মূৰে-গায়ে তোমালোকৰ ভৰিৰ বোকা কেনেকৈ লেপ খালে দেখিলা? [মিনাৰামে ধৰে]
মিনাৰাম?

মিনাৰাম : ককাইটি।

হেমকান্ত : আমাৰ পথাৰৰ বোকা ইয়াতকৈ কি বেয়া আছিল? ইয়াৰে এবাল্টি পানী ঢালি দিছিলোঁ, উটি গৈছিল, উটি গৈ আকৌ আমাৰ পথাৰতে পৰিছিল। কিন্তু এই বোকা আমাৰ বুকুৰ ভিতৰলৈকে সোমাল। কাৰোবাৰ বুকু লেতেৰা কৰিলে, আৰু কাৰোবাৰ বুকুত সোপা মাৰি ধৰি উশাহেই নোহোৱা কৰিলে। এতিয়া ক'ৰ পানীৰে ধুই চাফা কৰিবি? এই উশাহ আৰু কেনেকৈ ওভোতাই আনিবি?
[তৰুৰ বুকুত মূৰ থৈ পৰি ৰয়। মিনাৰাম আঁতৰি যায়। ৰত্নই হেমক তোলে।]

ৰত্ন : আহ ৰৰপিতাই। ঘৰলৈ যাওঁ আহ।

হেমকান্ত : নাযাওঁ মই। তহঁত যা। এটাইমখা ইয়াৰ পৰা আঁতৰি যা। দহটা দমকল হৈছে নহয়, তাৰ পানীৰে গা-পা ধুই শোগে যা। [বিমলক] তোমালোকে নাদটো পুতিবলৈ ওলাইছিলা নহয়। আজি পুতি পেলোৱা। শিল, বালি, মাটি একো নালাগে, আমাৰেই পুতি পেলোৱা। এই হেন ছোৱালীজনীৰ বলি ল'বলৈ তোমালোকে এয়া কি গোসাঁনী আনিলা বোপাহঁত? [নির্মালিয়ে হু-হুকৈ কান্দে]
দিয়া, সেইজনীকো পেলাই দিয়া, সোনকালে পোত যাওক।

ৰত্ন : ব'লচোন ৰৰপিতাই, [সকলোকে] ব'ল, তহঁতো ব'ল। [সুতধাৰীক] অ'ই দেদাই আহ। বৈ থাকিব নালাগে। ধৰা-ধৰি কৰ।

সুতধাৰী : ধৰ। বহুত পাপ আৰ্জিলোঁ। নহ'লেনো আজি এইটো কামত হাত দিব লাগেনে? বলি খোৱা গোসাঁনীয়েই হয়। আচলতে ময়ো এই ভেলটো লৈহে জীয়াই আছোঁ বুইছ ককাইটি। জীৱটো কেতিয়াবাই পোত খালে।

ৰত্ন : এতিয়া, এইখিনি সময়ত কথা নবঢাবি দেদাই। তয়ে-ময়েতো সেই তেতিয়াৰে পৰা একেলগে আছিলোঁ। তোৰ লগৰতো আৰু বহুত আছিল। এটাইমখাৰে জীৱবোৰ পোত নাখালে কিয়?

বিমল : আহা যতীন। [তৰুৰ ওচৰলৈ আহে] আপোনালোক যাওক আই। যোৱা নির্মালি।
[নির্মালি উঠে। মাকে কান্দে। নির্মালিয়ে তোলে।]

সুভদ্রা : তই মোৰ কাজিয়া কৰিবলৈও লগ নোহোৱা কৰিলি। [কান্দে। মাধৱীয়ে টানি নিয়ে।] ৰজতে মানুহৰ মাজেদি আহি কাপোৰ এখন তৰুৰ গাত দিয়ে। যতীন, ৰত্ন, সুতধাৰী আৰু ৰজত খাটখন দাঙিবলৈ সাজু হয়।

হেমকান্ত : নে। লৈ যা। মোৰ বৌক, মোৰ পিতাইক বাঁহতলীয়া বাটেদি মৰিশালিলৈ নিছিলোঁ, এতিয়া মোৰ ছোৱালীক কোম্পানীৰ পকা বাটেদি এপাক ঘূৰাই নে বোপাইহঁত।

সুতধাৰী : ধৰ। এইবোৰেই আমাৰ সৰ্বনাশ কৰিলে।

বিমল : তেনেকৈ নক'বা ককাই। মই এটা কথা কওঁ। আপোনালোকেও শুনক। আপোনালোকে বহুত কথা কৈছে। এই ছোৱালীজনীৰ দেহাটো আগত লৈ মই কেৱল এযাৰ কথা কওঁ। আমাৰ পথাৰত পলস পেলাবলৈ ধল আহে। সেই ধল আমাক লাগে। সেই ধলে পলসো আনে, তাত সাপো উটি আহে, লেতেৰা বস্তুও আহে। এনেকুৱা আজলী হৰিণী, আজলী কাৰণেই উটি যায়। আমি সেই সাপকেইডালৰ পৰা বাচি চলিব জানিব লাগে। আমাৰ বহুতে সিহঁতক এইবাৰ চিনি নাপালোঁ, কিন্তু আমি সকলোৱে সদায় এনেকুৱা ভুল নকৰোঁ। ধৰা ককাই।
[মাকহঁতে কান্দে। খাটখন তেওঁলোকে লৈ যায়। লেমবোৰ লৈ যায়, দুটা থাকে। হেমকান্ত, নিৰ্মালি, মাক আৰু বিমল থাকে।]

বিমল : আপোনালোকো ব'লক আই।

মাক : সেইখন ঘৰলৈ এতিয়া মই কোন সতে যাওঁ? সেইখনত জুই লগাই দিযাগৈ।

বিমল : [হেমকান্তৰ ওচৰলৈ গৈ] আপোনালোকৰ এনে কষ্টৰ সময়ত মই এটা কথা কৈ থওঁ। যিবোৰ ভুল হৈ গ'ল, তেনেকুৱা ভুল আকৌ হ'বলৈ দিব নোৱাৰি। আমাৰ ওপৰত আপোনালোকে যি দোষ জাপি দিছে, সেই দোষ আমি আমাৰ গাৰ পৰা নমাবই লাগিব। আৰু সেই কামৰ বাবে মযেই ইয়াত থাকিব লাগিব। জীপত উঠি ফুৰা চাহাব হিচাপে নহয়, গাঁৱৰে মানুহ হিচাপে। আইক মই কৈছিলোঁ— নিৰ্মালিৰ কথা সুধি মই ঘৰলৈ চিঠি লিখিছিলোঁ। আচলতে মই উত্তৰ পাইছোঁ। বহুত চালে-বেৰে কোবোৱা কথা। এতিয়া মই আৰু সেইবোৰ গ্ৰাহ্য নকৰোঁ। যিটো সঁচা, সেইটো জিকিব লাগে। মই আৰু নিৰ্মালিয়ে মিলি যদি আপোনালোকৰ কষ্ট, গাঁওখনৰ কষ্ট অলপো আঁতৰাব পাৰোঁ। [বৈ। ধৰি] ব'লক। আহক আই। আহা নিৰ্মালি।
[যায়। এটা লেম থাকে। অলপ পিছতে লাহে লাহে পূৰ্ণ সোমাই আহে। সি নাদটোৰ পাৰত মূৰ থৈ নিঃশব্দে কান্দে।]

---

# গহ্বৰ

## চৰিত্ৰ পৰিচয়

**পুৰুষ ঃ**

১। লালু
২। হৰিশ
৩। চৌধুৰী
৪। পুলিচ বিষয়া
৫। ৰিপ'ৰ্টাৰ-১, ৰিপ'ৰ্টাৰ-২
৬। ইন্দ্ৰ
৭। শৰ্মা
৮। ডাঃ শ্ৰীবাস্তৱ
৯। ডাক্তৰ
১০। সঞ্জীৱ
১১। ১ম মানুহ, ২য় মানুহ, ৩য় মানুহ
১২। ১ম বিষয়া, ২য় বিষয়া

**নাৰী ঃ**

১। গায়ত্ৰী
২। চন্দ্ৰিকা
৩। ডাঃ শ্ৰীমতী ঠাকুৰ
৪। মইনা

# দৃশ্য ঃ ১

## মঞ্চ ঃ ১

[এডোখৰ চৰকাৰী পতিত মাটি। বহু দূৰলৈকে মুকলি। গছ-গছনি থাকিব পাৰে। দিগবলয়ত পাহাৰ থাকিব পাৰে। পুৱা বেলা। কিছুমান মানুহে জুপুৰি ঘৰ সাজিছে। মানুহবোৰ দেখিলেই দৰিদ্ৰ বুলি বুজিব পাৰি। সাজ-পাৰ দেখিলে অসমীয়া যেন নালাগে। বাঁহ কাটিছে, গাঁত খান্দিছে, কামীৰে চাল বৈছে ইত্যাদি। সিহঁতে কামৰ লগে লগে চিঞৰি-বাখৰি কথাও পাতি আছে। কথাত আনন্দ আৰু উৎসাহৰ সুৰ। Extempore কথাৰ মাজত এইখিনি কথা ডাঙৰকৈ কোৱা শুনা যায়। আঁৰত কোনোবাই অদ্ভুত সুৰত গান গাইছে।]

১ম মানুহ ঃ [দূৰলৈ চাই চিঞৰি] অ'ই লালু, তই অকলে অকলে কিটো কৰিবি অ'? এইফালে আহ। আমাৰ ঘৰটোতে লাগি দেহি। আমাৰটোৰ চাল দুখন তুলি ল'ব পাৰিলেই আমি এটাইখনে তোৰটো সাজি দিম, আহ।

লালু ঃ [আঁৰৰ পৰা] হ'ব বাৰু দে। মই গাঁতকেইটা খানি থৈ যাওঁ ৰ'বি।

২য় মানুহ ঃ [১ম মানুহক] আচলতে সি ভয় খাইছে বুইছ? গাঁতকেইটা খানি চিনটো দি নথ'লে কিজানি অইন কোনোবাই তাৰ মাটিডোখৰ লৈ লয়!

১ম মানুহ ঃ হয় নে অ' লালু?

লালু ঃ [আঁৰৰ পৰা] সি তাৰ পেটৰ কথাটো মোৰ গাত জাপি দিছে আকৌ। সি পৰহি ৰাতিয়েই আহি কিয় মাটিত চিন দি গৈছিল সোধচোন।

৩য় মানুহ ঃ [২য় মানুহক] অ' পৰহি ৰাতি লেম লৈ ইয়ালৈ তই আহিছিলি হ'বলা?

২য় মানুহ ঃ মই মাটিত চিন দিবলৈ অহা নাই অ'!

৩য় মানুহ ঃ দখিছা! ই যে ইমান আপোনপেটীয়া, সেইটোতো ইমান দিনে জনা নাছিলোঁ।

২য় মানুহ ঃ মইনো ক'ত চিনটো দিলোঁ নাচাব কিয়?

৩য় মানুহ ঃ তেনেহ'লে তইনো ৰাতিখন আহিছিলি ক'লৈ?

২য় মানুহ ঃ ক'লৈ আহিছিলোঁ চাবলৈ তই পাছে পাছে নাহিলি কিয়?

১ম মানুহ ঃ [ভেকাহি মাৰি] এ কাম কৰ অ'! মিছামিছিকৈ চুপতি মাৰি থাকে এইবোৰে। [দূৰত এখন স্কুটাৰৰ শব্দ। শব্দটো ওচৰ চাপি আহিছে। মানুহবোৰৰ কোনোবা কোনোবাই সেইফালে চাই আকৌ কামত ধৰে।]

৩য় মানুহ ঃ [কাম কৰি কৰি] অ'ই আমাৰ বিনোদে বোলে স্কুটাৰ এখন কিনিব।

২য় মানুহ ঃ সঁচাসঁচি স্কুটাৰনে?

৩য় মানুহ ঃ সঁচাসঁচি নহে আকৌ কেনেকুৱা স্কুটাৰ?

২য় মানুহ ঃ নহয় মানে, মই কৈছোঁ কিয়— সিদিনাখন বোলে সি বজাৰৰ পৰা ঘৈণীয়েকৰ কাৰণে ইমানটোমান মাটিৰ বলদ গৰু এটা কিনি আনিছিল। সেই কাৰণে ভাবিছিলোঁ— এইবাৰ

কিজানি সি খুলশালীয়েকৰ কাৰণে প্লাষ্টিকৰ স্কুটাৰ এখন কিনিব খুজিছে।
[কোনোবা দুটামানে সিস্-সি কৈ হাঁহে।]

১ম মানুহ : তহঁতে হিচাপ ৰাখি কথা ক'বি কিন্তু, কৈ দিছোঁ। এইবোৰ কথা যদি কেনেবাকৈ বিনোদৰ কাণত পৰেগৈ— সি তহঁতৰ মুখ থেঁতালি পেলাব। [কাম কৰি কৰি অলপ দূৰলৈ যায়।]
[স্কুটাৰখন ওচৰত আহি ৰোৱাৰ শব্দ।]

৩য় মানুহ : মই শুনা কথাহে কৈছোঁ। নিজে সাজি কোবা নাই নহয়।

২য় মানুহ : স্কুটাৰ কিনক নিকিনক, ই কিন্তু পইচা বেচ খৰচ কৰা দেখোঁ। ইমান পইচা ই পায় ক'ৰ পৰা?

১ম মানুহ : [দূৰৰ পৰা চিঞৰি]সেই উত্তৰপাৰত যে বেমাৰত পৰি তিনি শ নে কিমান গৰু একেলগে মৰিছিল, সেই এটাইসোপাৰ চামৰা বোলে তাৰ শহুৰেকে গোটালে। তাৰ পিছত বোলে ই বিনোদে সেইবোৰ কলিকতাৰ বেপাৰীক বেচিলে। [সংগীত। দুজন ডেকা আহে। এজনৰ নাম হৰিশ। তেওঁ গগলছ পিন্ধিছে। ইজন ইন্দ্ৰ। তেওঁ চিগাৰেট হুঁপিছে। দুয়োৰে সাজপাৰ দাদাৰ নিচিনা। সিহঁতে এঠাইত থিয় হৈ মানুহবোৰৰ কাম চায়— কেইমুহূৰ্তমান। তাৰ পিছত]

হৰিশ : অঁহ! এইবিলাক কি কৰিছ? [মানুহকেইটাই ইটোৱে সিটোলৈ চায়।]

হৰিশ : এই, কি কৰিছ? [আঙুলিৰে দেখুৱাই] তোমাকে সুধিছোঁ, কচোন কি কৰিছ?

২য় মানুহ : ঘৰ সাজিছোঁ।

হৰিশ : ঘৰ? কাৰ ঘৰ? কেনেকুৱা ঘৰ?

ইন্দ্ৰ : ইয়াত কিবা হাট-বজাৰ বহিব নেকি?

২য় মানুহ : নহয়, থকা ঘৰ।

হৰিশ : কোন থাকিব?

২য় মানুহ : আমি থাকিম।

ইন্দ্ৰ : কথাটো কি? চাওঁ এইফালে আহচোন। [২য় মানুহজন ওচৰ চাপি আহে।]

ইন্দ্ৰ : মানে তহঁতে ইয়াত নিজে থাকিবলৈ ঘৰ সাজিছ?

২য় : হয়।

ইন্দ্ৰ : [দুয়োকে চাই] বহুত মানুহ দেখিছোঁ। ঢেৰ ঘৰ হ'ব নেকি?

২য় মানুহ : হয়। এই গোটেইখিনি মাটি আমি আঠচল্লিছ ঘৰ মানুহে পাইছোঁ, কিন্তু এতিয়া ইয়াতে আমি— নিজৰ ভিতৰতে বুজাবুজি কৰি— আশী ঘৰমান মানুহ থাকিম।

হৰিশ : মাটিখিনি তহঁতে পাইছ মানে? [টান মাতেৰে] কোনে দিলে তহঁতক? [হৰিশৰ কথাৰ সুৰ শুনি ১ম আৰু ৩য় মানুহ চাপি আহে।]

২য় মানুহ : চৰকাৰে দিছে।

হৰিশ : এতিয়া? কোন চৰকাৰে দিছে?

১ম মানুহ : কোন চৰকাৰে দিব আৰু! আমাৰ চৰকাৰে দিছে। যোৱা দেওবাৰে মিনিষ্টাৰ, বৰ চাহাব সকলো আহি— সৌৰ দেখিছে— খুঁটা পোতা আছে যে— ৰঙা-নীলা কাগজ লগোৱা আছে যে— তাতে মিটিং পাতিছিল। এই গোটেইখিনি মাটিৰ চৰকাৰী কাগজ-পাতি আমাৰ আঠচল্লিছ ঘৰ মানুহক চমজাই দিছে।

৩য় মানুহ : চবৰে ভাগতে সমানে সমানে পৰাকৈ আমাকে সীমা ঠিক কৰি ল'বলৈ কৈছে। আৰু ঘৰ সাজিবলৈ গাই পতি দুশকৈ নগদ টকা দিছে। [ইন্দ্ৰই অলপ ইফাল-সিফাল কৰি চিগাৰেটটো দলি মাৰি দিয়ে।]

ইন্দ্ৰ : তহঁতে কাম বন্ধ কৰ।

২য় মানুহ : [অবাক হৈ চাই থাকি] কি ক'লে?

ইন্দ্ৰ : কাম বন্ধ কৰ। চবকে কাম বন্ধ কৰিবলৈ ক'।

২য় মানুহ : কিয়?

ইন্দ্ৰ : ইয়াত তহঁতৰ ঘৰ নহ'ব।

১ম মানুহ : আমাৰ ঘৰ নহ'ব মানে?

হৰিশ : মানে— এযা চৰকাৰে তহঁতক দিব পৰা মাটি নহয়। এযা বেলেগ কামৰ মাটি, ইয়াত বেলেগ ঘৰ হ'ব। তহঁতে কাম বন্ধ কৰ, আৰু খেৰ-বাঁহ যি আনিছ— আজিয়েই ইয়াৰ পৰা আঁতৰাই নে?

[মানুহ তিনিজনে মুখ চোৱা-চুই কৰে। বাকী মানুহবোৰো দূৰৰ পৰা ওচৰ চাপি আহে। বাকী মানুহখিনিৰ সংলাপ নাই।]

১ম মানুহ : এইটো আকৌ কি কথা?

২য় মানুহ : আপোনালোকনো কোন?

হৰিশ : আমি কোন সেইবোৰ খবৰ ল'ব নালাগে। যিটো কৈছোঁ সেইটো শুনিব লাগে।

৩য় মানুহ : [ডাঙৰকৈ] সেইটো কেনেকৈ হ'ব? গবৰমেণ্টে আমাক হাতে হাতে মাটি চমজাই দিছে আৰু কৰবাৰ পৰা দুজন মানুহ আহি হুকুম দিব, কাম বন্ধ কৰ— আমি তাকে মানিম নেকি?

[মানুহবোৰে অঁতো, হয়তো, কিয় মানিম— ক'ৰ মানুহ এওঁলোক— এইবোৰ কৈ গণ্ডগোল কৰে।]

ইন্দ্ৰ : [ধমকি] মনে মনে। [নিস্তব্ধ] ধৰি ল আমিও গবৰমেণ্টৰে মানুহ। সেইটোকে মানি লৈ, যি কৈছোঁ— ভালে ভালে তাকে কৰ। আমাৰ আচল চিনাকি দিবলৈ গ'লে কথা বেয়া হ'ব।

১ম মানুহ : কি? আপোনালোকে ভয় দেখুৱাইছে নেকি?

হৰিশ : চিঞৰিছ কিয়?

১ম মানুহ : আপোনালোকে ভয় দেখুৱাইছে নেকি— সেইটো কওক।

হৰিশ : তই ইহঁতৰ লিডাৰ নেকি? তোৰ নাম কি?

১ম মানুহ : নামটো শুনি কি কৰিব? আমাৰ কোনো লিডাৰ-ফিডাৰ নাই। আমি চব দুখীয়া মানুহ, ভাগ্যৰ বলত নিজা বুলিবলৈ একো ডোখৰ মাটি পাইছোঁ, মূৰটো সুমুৱাবলৈ যেনেকৈ পাৰোঁ চালি একোখনৰ ব্যৱস্থা কৰিছোঁ— মাজতে আকৌ আপোনালোক ক'ৰ বৰচাহাবৰো ওপৰৰ চাহাব ওলালহি?

হৰিশ : ই কুকুৰে দেখোন বৰ বেছি কথা কয়!

১ম মানুহ : [চিঞৰি] কি ক'লি?

২য় মানুহ : [১ম মানুহক ধৰি] ৰ'বিচোন। যদি চৰকাৰৰ কামত কিবা ভুল হৈছে, তেনেহ'লে আমি আকৌ বৰচাহাবৰ ওচৰলৈ যাওঁ, আপোনালোকো ব'লক, কিন্তু এনেকৈ ডাবি-ধমকি দি কাম

বন্ধ কৰাব নোৱাৰে নহয়।

ইন্দ্ৰ : বক-বকনি বন্ধ কৰ। কাম বন্ধ কৰিবিনে নকৰ সেইটো ক'।

১ম মানুহ : নকৰোঁ।

ইন্দ্ৰ : ঠিক?

প্ৰায় সকলো
মানুহ : ঠিক, নকৰোঁ।

হৰিশ : ইয়াৰ কিন্তু ফল বৰ বেয়া হ'ব।

৩য় মানুহ : কি বেয়া হ'ব? আমি কিবা বে-আইনী কাম কৰিছোঁনে কি? আপোনালোকহে ওপৰতে বৰচাহাব ওলাইছেহি!

ইন্দ্ৰ : মুখ চম্ভালি কথা ক'বি।

১ম মানুহ : আপোনালোকে মোক কুকুৰ বুলিছে, সি বৰচাহাব বুলিলেনো কি জগৰটো লাগিল? অ'ই [মানুহবোৰক] তহঁতৰ দুটামান যা— গাঁৱত সোমাই কাৰোবাৰ চাইকেল লৈ যা— থানাত খবৰ দেগৈ। যা, দৌৰি। [ইন্দ্ৰহঁতক] আমি কাম কৰি থাকোঁ, আপোনালোকো ইযাতে থাকক, পুলিচ আহক, তাৰ পিছত যি হয় হ'ব।

হৰিশ : পুলিচৰ ভয় দেখুৱাইছ নেকি?

১ম মানুহ : ভয় দেখুওৱা নাই। কিন্তু পুলিচ মতাৰ বাহিৰে আমাৰ উপায় কি? আমিতো-মাৰ-পিট কৰিব নোৱাৰোঁ!

লালু : [আঁৰৰ পৰা] কিয় নোৱাৰিম? কোনোবাই গুণ্ডামী কৰিলে আমিও কৰিম।

[হঠাতে মানুহবোৰে 'গুণ্ডামী নচলিব', 'কথা বেয়া হ'ব', 'খেলা দেখুৱাই দিম' 'ধেমালি পাইছে!'— আদি বাক্যবোৰ কৈ চিঞৰ-বাখৰ কৰে।]

২য় মানুহ : অ'ই ৰ'বি। চিঞৰ-বাখৰ নকৰিবি।

ইন্দ্ৰ : [অৱস্থাটো প্ৰতিকূল বুলি বুজি] বাৰু, ঠিক সময়ত ভাল কথা কওঁতে নুশুনিলি? কি হয় চাই থাক। [হৰিশক] ব'ল।

১ম মানুহ : আপোনালোক নালাগে যাব। পুলিচ নহালৈকে ইয়াতে থাকক। কথাটোৰ এটা ফয়চ্‌লা হওক।

২য় মানুহ : [১ম মানুক বুজায়] যাব খুজিছে যাওক দে। [ইন্দ্ৰহঁতক] যাওক, আপোনালোক যাওক।

ইন্দ্ৰ : নগ'লে ধৰি ৰখাবি নেকি?

২য় মানুহ : [ধমকি] কথানো কিয় বঢ়াইছে? যাওকচোন আপোনালোক।

১ম মানুহ : নালাগে যাব। আমি বিচাৰ কৰিম।

হৰিশ : ঠিক আছে। বনাই ল। চব ঘৰ বনাই ল। তাৰ পিছত বিচাৰ কৰি থাকিবি।

[সিহঁত দুটা যায়। মানুহবোৰ থুপ খায়।]

৩য় মানুহ : কোন অ' ইহঁত?

১ম মানুহ : ইহঁত বৰচাহাবৰ বাপেক। লাট চাহাব।

২য় মানুহ : ৰ'বি অ'। কথাবোৰ উৰাই নিদিবি। ইহঁত কিন্তু ডাঙৰ পাৰ্টিৰ মানুহ হ'ব পাৰে।

১ম মানুহ : হ'লে কি হ'ল? বাদ দে। কাম কৰ। অ'ই— চবেই কাম কৰ। মিছামিছি টাইম বৰবাদ।

[সকলোৱে কামত ধৰে। ১ম মানুহটোৱেও গাঁত খান্দিবলৈ লয়।]

১ম মানুহ : বেটাহঁতৰ পৰা শান্তিৰে গাঁত এটাও খান্দিব নোৱাৰি। কিবা খং উঠিব— গাঁতটো বাপেকে ডাঙৰকৈ— দ'কৈ খান্দিম, খান্দি— সিহঁত দুইটাকে পুতি থ'ম আৰু স্ফুটাৰথন— [চিঞৰি] অ'ই, বিনোদক ক'বি— মই এখন সঁচাসঁচি স্ফুটাৰ তাক এনেয়ে দিম। সি খালী মোক সদায় সদায় এটা [হাতেৰে বটল এটাৰ কথা বুজায়। সেই ভংগীতে সি বৈ যায়। মুখত হাঁহি।]

আঁৰ কাপোৰ।

# দৃশ্য : ২

## মঞ্চ : ২

[চৌধুৰীৰ ড্ৰইংৰুম। বিলাসবহুল। সুদৃশ্য। মূল ছোফাৰ বাহিৰেও দুখনমান সাধাৰণ চকী আছে। তাৰে এখনত ইন্দ্ৰ বহি আছে। হৰিশে টেলিফোন ডায়েল কৰিছে। চৌধুৰীয়ে পাইপ হুঁপি অহা-যোৱা কৰি আছে। তেওঁ উত্তেজিত। এই ড্ৰইংৰুমটো সুদৃশ্য বে'ডৰুমলৈ সললি কৰাৰ ব্যৱস্থা থাকিব লাগিব। চৌধুৰীৰ বয়স ৫৫ মান।]

হৰিশ : [ফোনত] ছিক্স ফ'ৰ এইট টু থ্ৰি ওৱান?— ডেপুটী কমিছনাৰৰ অফিচ নেকি?— তেখেত আছেনে?— ক'ত হৈছে মিটিং?— অকণমান ধৰিবচোন। [ফোন নমাই, কথা কোৱা মুৰটো হাতেৰে ঢাকি ধৰি চৌধুৰীক] তেখেতৰ চেম্বাৰতে কিবা মিটিং এখন হৈ আছে; তেখেত মিটিঙতে আছে।

চৌধুৰী : মোৰ কথা কোৱা। তেওঁ মিটিঙৰ পৰা অকণমান সময়ৰ কাৰণে উঠি আহিব লাগে। তেওঁৰ চেম্বাৰৰ মেজত যিটো ফোন আছে, সেইটোত লগাই দিব নালাগে। পি এৰ ৰুমলৈকে তেওঁ আহক— সেইটো টেলিফোনত মই কথা পাতিম।

হৰিশ : [ফোনত] হেল্লো, মই আলোক প্ৰসাদ চৌধুৰীৰ ঘৰৰ পৰা কৈছোঁ।— হয়। চৌধুৰী ছাৰে কৈছে— তেখেতৰ ডি চি চাহাবৰ লগত বৰ জৰুৰী কথা এটা আছে।— নহয় নহয়, শুনকচোন, সেইটো ফোনত কানেকচন দিব নালাগে। চৌধুৰী ছাৰৰ কথাখিনি অলপ প্ৰাইভেট ধৰণৰ— সেই কাৰণে ওচৰত মানুহ নথকা টেলিফোন যদি আছে— ভাল ভাল [চৌধুৰীক] কথা পাতি চাওঁ বুলি কৈছে। মিটিং বোলে শেষ হ'বৰে হৈছে।

চৌধুৰী : শেষ নহ'লেও মোৰ লগত তেওঁ দুই মিনিট কথা পাতিব পাৰিব। তেওঁলোকৰ মিটিং কি বস্তু মোৰ জনা আছে। চহী দিয়া আৰু চেনি নোহোৱা চাহ খোৱা। বাকীখিনি সময়—

হৰিশ : হেল্লো। ভাল। দিছোঁ। [ফোনটো চৌধুৰীক দিয়ে।]

চৌধুৰী : হেল্লো ত্ৰিপাঠী নেকি? গুড ইভিনিং। মই এটা কথা সুধিবলৈ ফোন কৰিলোঁ। এই যে আমবাগানৰ সিফালে দুশ বিঘা মুকলি মাটিৰ প্লট এটা আছে, সেইটোত আপোনালোকে কিবা কৰিবলৈ লৈছে নেকি? [বৈ] এইটো কোনে ঠিক কৰিলে?— কোন মিনিষ্টাৰে?— কেতিয়া?— কিন্তু আপোনাৰ বোধকৰোঁ মনত আছে— এবাৰ কৰপৰেচনৰ এখন মিটিঙত

যে আমি তাত এটা 'উইণ্টাৰ হলিডে' হাউছ কৰাৰ কথা কৈছিলোঁ— আৰু মেয়ৰে যে আইডিয়াটো বৰ ভাল বুলি কৈছিল?— তাৰ পিছত আমি আমাৰ অৰ্গেনাইজেচনৰ তৰফৰ পৰা ফৰ্মেল এপ্লিকেচন এখনো কৰি থৈছিলোঁ।— তাৰ পিছত হঠাৎ এইটো কেনেকৈ কি হ'ল?— হয়— হয়— বুজিছোঁ, কিন্তু হঠাৎ চৰকাৰৰ ইহঁতৰ প্ৰতি কিয় ইমান দয়া হ'ল মই সেইটোহে বুজা নাই।— মুঠৰ ওপৰত কথা হ'ল— আমি তাত ইণ্টাৰনেচনেল লেভেলৰ এটা বস্তু কৰিব খুজিছিলোঁ, এতিয়া তাত দিনে-ৰাতিয়ে গাহৰিয়ে নোক-নোকাই ফুৰিব, দহজনীমানে লাইন পাতি বহি ওকণী চাব, গধূলি গধূলি গেলা মদ খাই কেইটামানে চিঞঁৰিব, দুৰ্গন্ধৰ কোবত সেইফালে মানুহ যাব নোৱাৰা হ'ব, লাভৰ ভিতৰত সেইখিনিহে হ'ব।— ইউ আৰ ৰাইট। মিনিষ্টাৰে ডিচিছন ল'লে আপুনি কি কৰিব? মই এতিয়া মিনিষ্টাৰৰ লগতো কথা পাতিম। কিন্তু আপুনি চাওক, পাৰে যদি সিহঁতৰ ঘৰ সজা কাম বন্ধ ৰাখক। কামটো বন্ধ হ'বই যেতিয়া, সিহঁত বেছি আগবঢ়াৰ আগতে বন্ধ হোৱাই ভাল।— ভাল। [ফোন থৈ আঁতৰি আহে।]

চৌধুৰী : [ইন্দ্ৰৰ ওচৰত বৈ পাইপৰ ধপাত পৰীক্ষা কৰি] ৰেভিনিউ মিনিষ্টাৰ নৰেন্দ্ৰ সিঙক বিচাৰা। অফিচত, ঘৰত, য'তে আছে ত'তে কানেক্ট কৰা।

[ইন্দ্ৰই গৈ ডায়েল কৰে, সৰু মাতেৰে কাৰোবাৰ লগত কিবা কথা পাতে, তাৰ পিছত আৰু এটা নম্বৰ ডায়েল কৰে। এইখিনি সময়ত কথা চলি থাকে।]

চৌধুৰী : [হৰিশক] ই নৰেন্দ্ৰ সিং যে এতিয়া মিনিষ্টাৰ হৈছে, সাত বছৰৰ আগতে সি কি আছিল জানা? ছ'চিয়েলিষ্ট পাৰ্টীৰ অফিচত ইফালৰ পৰা সিফালে ফাইল, চাহৰ কাপ অনা-নিয়া কৰা মানুহ আছিল। বিলাতৰ পৰা অহাৰ পিছত এদিন তাক মই পুৰণি টুইডৰ কোট এটা পিন্ধিবলৈ দিছিলোঁ। মিটিং এখনত ষ্টেজৰ পাছফালে জাৰত ঠক্-ঠক্কৈ কঁপি আছিল।

ইন্দ্ৰ : পাইছোঁ ছাৰ।

চৌধুৰী : [আগবাঢ়ি যাওঁতে] ক'ত? ঘৰত নে অফিচত?

ইন্দ্ৰ : ঘৰত।

চৌধুৰী : ভালেই হৈছে। [ফোন ধৰি, আন এটা phoneত এটা চৰিত্ৰ (মন্ত্ৰীৰ চেহেৰাৰ) ফোন কৰাৰ action] হেল্লো! নৰেন্দ্ৰ? তোমাক মই কথা এটা সোধোঁ। তোমালোকে হঠাতে এইচব কি জনকল্যাণত ধৰিলা? আমবাগানৰ [ঠাট্টা কৰি] ওচৰৰ মাটিডোখৰৰ হঠাতে এইটো কি কৰিলা?— মাটিডোখৰত কি কৰাৰ কথা আছিল তুমি জানা নে নাজানা?— তুমি বাৰু নাজানা, তোমাৰ কমিছনাৰ, ছেক্ৰেটাৰী, জইণ্ট ছেক্ৰেটাৰী, ডেপুটী ছেক্ৰেটাৰী— সেইমখা ক'লৈ গ'ল? ফাইলবোৰ হাৰা হৈ গ'ল নেকি?— তোমালোক বাৰু নতুনকৈ আহিছা, কিন্তু ৰেকৰ্ড বোলা বস্তু এটাতো আছে।— কিয় এই কামটো কৰিলা?— [বৈ] থোৱাহে! কিহৰ পাব্লিক অপিনিযন? আমি পাব্লিক নহওঁ নেকি? তোমালোক ভোটৰ ওপৰত লটকি থকা মানুহ, সেইবোৰ পাব্লিকৰ অপিনিয়নকে মূৰত তুলি লৈ থাকা, কিন্তু আমিতো সেইবোৰৰ ধাৰ নাধাওঁ।— [বৈ, হঠাতে খং] নালাগে মোক অইন ঠাইত মাটি। মোক ঠিক সেইডোখৰ মাটিয়েই লাগে। [চেপা মৰা, বিৰক্তি] শুনা নৰেন্দ্ৰ, তোমালোকে কথাবোৰ নুবুজা কিয়? আমি সেইডোখৰ মাটি পোৱাটো কিমান দৰকাৰী কথা, তাতকৈ বেছি দৰকাৰী কথা হৈছে— সিহঁতে মাটিডোখৰ নোপোৱাটো।— আঃ প্লেনটোহে দিল্লীৰ! এইডোখৰ

মাটিতে প্লেনটো কামত লগাব লাগিব বুলি দিল্লীয়ে দেখুৱাই দিছে নেকি?

[বনকৰা ছোৱালী এজনীয়ে ট্ৰে' এখনত কাপ-প্লেট, টি-পট, মিল্ক-পট, ছুগাৰ-পট, চামুচ আদি লৈ আহে। এখন মেজত থয। তাই উভতি যাওঁতে গায়ত্ৰী (শ্ৰীমতী চৌধুৰী) সোমাই আহে। (গায়ত্ৰী ষ্টাইলিষ্ট,আধুনিকা মহিলা। বয়স পঞ্চলিছ মান।) তওঁ সকলোৰে কাৰণে চাহ বাকে আৰু কথা শুনি থাকে।]

চৌধুৰী : [খং] কেবিনেট ডিচিছ্ল হওক, তাৰো ওপৰৰ অইন কিবা ডিচিছ্ল হওক — change it নহ'লে face it হয তোমালোকৰ সিদ্ধান্ত সলনি কৰা, নহয ইয়াৰ ফল ভোগ কৰা।— তোমাৰ ছেটেলমেণ্ট অফিচাৰবোৰক লগাই দিয়া— নৰকবোৰ ক'ত আছে তেওঁলোকে বিচাৰি উলিযাওক, সেই নৰকত যিমান গাহৰি গঁৱাল পাতা, পাতি থাকা, কিন্তু ভদ্ৰলোকৰ মাজত সিহঁতক— [বৈ] বাদ দিয়াহে।— কিয নক'ম? গাহৰিৰ কথা গাহৰি বুলি নকৈ কি বুলি ক'ম? একছ বাৰ ক'ম। [হঠাতে সুৰ সলনি কৰি, বিৰক্তিৰে] হেৰা তোমালোকে এইবোৰ মানুহক এনেকৈ মূৰত তুলি এই দেশখনৰ আচল মানুহবোৰক নিচ্ছ ক'লৈহে? এনেকৈ নি থাকিলে দেখোন এইখন চণ্ডালৰ দেশ হৈ পৰিব।— মই চিফ মিনিষ্টাৰৰ লগত কথা পাতিব নোৱাৰোঁ। হোৱাই খুড আই? মোৰ কি দৰকাৰ পৰিছে? তুমি ৰেভিনিউ মিনিষ্টাৰ, তুমি মাটিডোখৰ চাফা কৰোৱা। তোমালোকে নকৰিলে কিন্তু আমি ক'িম। কৈ থ'লোঁ।

[ফোন থয। বকি বকি আহি থাকে। দিল্লীৰ আঁচনি। অৱহেলিত, পদদলিত শ্ৰেণীৰ কল্যাণ। My foot!][বহে।]

গায়ত্ৰী : [ইন্দ্ৰক চাহ দি] সিণ্ডে শেষত কি ক'লে? কাম বন্ধ কৰাবনে?

চৌধুৰী : [পাইপত আকৌ লাইটাৰ মাৰি] সিতো কাম বন্ধ কৰাব বুলি কথা দিব নোৱাৰে। সি হ'ল এটা spineless,—মেৰুদণ্ড নোহোৱা— ৰাজহাড় নোহোৱা— চিফ মিনিষ্টাৰৰ কেঁচুৱাক কোলাত লৈ চকলেট খুউৱা মানুহ। সি চিফ মিনিষ্টাৰৰ লগত কথা পাতিব, চিফ মিনিষ্টাৰে কেবিনেট মিটিঙত আকৌ কথাটো উলিযাব— তাৰ মানে একোডাল নহ'ব।

গায়ত্ৰী : ইমান দিনে তাত অকল মানুহ থকা ঘৰেই নহ'ব নহয়— দোকান-বজাৰ বহি— কলনি কমপ্লিট হৈ যাব। [চৌধুৰীক চাহ দিয়ে।]

ইন্দ্ৰ : নহয় বাইদেউ। ইমান হ'বলৈ দিব নোৱাৰি।

গায়ত্ৰী : তুমি নোৱাৰি বুলি কৈ কিটো কৰিবা? গৱৰ্ণমেণ্টেই যদি— [নিজৰ চাহ কাপ কৰে]

হৰিশ : গৱৰ্ণমেণ্টে নিজৰ কাম কৰি থাকক, আমি আমাৰ কাম কৰি থাকিম।

চৌধুৰী : ইন্দ্ৰ।

ইন্দ্ৰ : ছাৰ।

চৌধুৰী : ফোন কৰি, পাৰছনেলী লগ ধৰি আমাৰ একজিকিউটিভৰ সকলো মেম্বৰকে খবৰ দিয়া— আজি— আজি নালাগে, কাইলৈ আবেলি এখন ইমাৰজেণ্ট মিটিং হ'ব। বাতিয়েই চিঠি টাইপ কৰোৱা। যাক যাক পাৰা চিঠিও দিবা। সকলো যেন আহে।

ইন্দ্ৰ : মিটিং অফিচতে হ'ব?

চৌধুৰী : ওঁ।

গায়ত্ৰী : বুইছা হৰিশ, তোমালোক আমাৰ লগলৈ অহা বেছি দিন হোৱা নাই নহয়, সেই কাৰণে বহুত কথা নাজানা। ভিতৰি ভিতৰি আমাৰ অৱস্থা যে কি হৈ গৈছে, তোমালোকে কল্পনা কৰিব

নোৱাৰা। এদিন দেখিবা আমি ৰাস্তাত মৰা গৰু চোঁচোৰাই আছোঁ, আৰু সিহঁতে আমাক বৰ্কছিছ দিছে! কথাবোৰ ভাবিলে গা জ্বলি যায় বুইছ্ছ? [এঢোক চাহ খায়]

হৰিশ : আমিও লাহে লাহে কথাবোৰ বুজি পোৱা হৈছোঁ বাইদেউ। আমি কিন্তু কথাবোৰ ইমান সহজে সহ্য কৰি নাথাকিম।

গায়ত্ৰী : এইবাৰ কি হৈছে জানানে নাজানা? মই হোৱাইট এঞ্জেল নামৰ স্কুলখনৰ গভাৰ্নিং বডীৰ প্ৰেছিডেণ্ট নহয়। এদিন কিবা এটা ফাংচনত ফাইনেন্স ছেক্ৰেটাৰীৰ ঘৈণীয়েক অৰুন্ধতীক লগ পাইছিলোঁ। তেওঁ কথাই কথাই ক'লে— তোমালোকে স্কুলখনৰ কাৰণে গবৰ্ণমেণ্টৰ হেল্প নোলোৱা কিয়? পিছত মই এদিন এখন এপ্লিকেচন তেওঁৰ হাততে দিলোঁ— তেওঁৰ হাছবেণ্ডক দিবলৈ। তাৰ পিছততো নতুন গবৰ্ণমেণ্ট হ'ল। অৰুন্ধতীৰ গিৰীয়েক লেবাৰ কমিছনাৰ হ'ল! এতিয়া গবৰ্ণমেণ্টে কি কৈছে জানা? কৈছে বোলে গবৰ্ণমেণ্টে মাহে দুহাজাৰ টকা দিব, কিন্তু ওচৰতে যে ছুইপাৰ কলনিটো আছে, তাৰ ল'ৰা-ছোৱালীক আমাৰ স্কুলত ভৰ্তি কৰিব লাগিব।

ইন্দ্ৰ : কি স্পৰ্ধা!

গায়ত্ৰী : চোৱাচোন বাৰু!

হৰিশ : আপোনালোকে কি কৰিলে?

গায়ত্ৰী : কি কৰিম আৰু। এদিন অৰুন্ধতীক ফোন কৰি ক'লোঁ— গবৰ্ণমেণ্টৰ দুহাজাৰ টকাতো নালাগেই— বৰং মইহে গবৰ্ণমেণ্টক মাহে দুহাজাৰকৈ টকা দিম— যদি তেওঁলোকে ছুইপাৰ কলনিটো তাৰ পৰা উঠাই লৈ যায়।

হৰিশ : ঠিক ক'লে আপুনি।

চৌধুৰী : ইন্দ্ৰ!

ইন্দ্ৰ : ছাৰ!

চৌধুৰী : এই মিটিংখন অফিচত পাতিব নালাগে। আমাৰ ঘৰতে, ইয়াতে পাতিবা।

গায়ত্ৰী : কিয়?

চৌধুৰী : কথা আছে। আৰু মিটিংখন হোৱাৰ খবৰটো বাহিৰৰ মানুহে জানিবলৈ নোপোৱাটোৱেই ভাল কথা হ'ব। কাৰণ—

: [সংগীত। তেওঁ স্থিৰ দৃষ্টিৰে চাই ৰৈ যায। বাকী সকলোৱে তেওঁলৈ চাই থাকে। পোহৰ কমি আহে, কোলাহল এটা শুনা যায, আঁৰকাপোৰ লাহে লাহে নামি আহে। কোলাহল বাঢ়ি যায়।]

## দৃশ্য ঃ ৩

### মঞ্চ ঃ ১

[প্ৰথম দৃশ্যৰ ঠাইখন। মানুহবোৰে গটি তোলা জুপুৰি ঘৰৰ কলনিটোত জুই লাগে। কোলাহল। জুইৰ পোহৰত বিপৰীতে কিছুমান মানুহে দৌৰা-দৌৰি, চিঞৰ-বাখৰ কৰা দেখা যায। তিৰোতা আৰু ল'ৰা-ছোৱালীৰ তীক্ষ্ণ চিঞৰ। কেঁচুৱাৰ কান্দোন। কিছু সময় দৃশ্যটো

এনেকৈ থকাৰ পিছত সেই ঘৰবোৰৰ ফালৰ পৰা দুজন পুলিচ বিষয়া মঞ্চৰ সন্মুখৰ ফাললৈ আহে। এওঁলোকৰ মুখবোৰ চিনি পোৱাৰ প্ৰয়োজন নাই। কেৱল সাজপাৰৰ পৰা পুলিচ বিষয়া বুলি বুজিব পাৰি।]

১ম বিষয়া : [উত্তেজিত] ফায়াৰ ব্ৰিগেডে খবৰ পোৱা নাই নেকি?

২য় বিষয়া : [খং] এইবিলাক ঠাইত জুই লাগিলে এনেকুৱাই হয়। টেলিফোন নাই, যোগাযোগৰ ভাল ব্যৱস্থা নাই, জুই নুমুৱাৰ পিছতহে ফায়াৰ ব্ৰিগেডে খবৰ পায়।

১ম বিষয়া : এই ঘৰবোৰ সজাতো বেছি দিন হোৱা নাছিল।

২য় বিষয়া : নাই, দুমাহমানহে হৈছিল।

১ম বিষয়া : একেবাৰে শেষ হৈ গ'ল।

২য় বিষয়া : এৰা। [প্ৰথম দৃশ্যৰ ১ম, ২য় আৰু ৩য় মানুহ দৌৰি আহে।]

১ম মানুহ : চাহাব, আমি মৰিলোঁ চাহাব। আমাৰ চব শেষ হৈ গ'ল। [বহি যায়। কান্দে।]

২য় মানুহ : আপোনালোকে ইয়াৰ বিচাৰ কৰিব লাগিব ছাৰ। আমাৰ সৰ্বনাশ হ'ল। থাকিবলৈতো ঠাই নোহোৱা হ'লেই, কাইলৈ আমাৰ ল'ৰা-ছোৱালীক খুৱাবলৈও একো নাইকিয়া হ'ল।

৩য় মানুহ : আমি আগতে য'ত আছিলোঁ, তাত থকা হ'লেই ভাল আছিল। [কান্দে]

১ম বিষয়া : শুনাচোন। কেনেকৈ কি হ'ল তোমালোকে জানানে? জুই কেনেকৈ লাগিল?

২য় মানুহ : জানোতো।

১ম বিষয়া : জানা? কেনেকৈ?

২য় মানুহ : কিছুমান মানুহে আহি জুই লগাই দিছে?

২য় বিষয়া : কি? ক'ৰ মানুহ?

২য় মানুহ : আমি চিনি নাপাওঁ। মুখবোৰ ভালকৈ দেখা নাপালোঁ। সিহঁতে আহি প্ৰথমতে কিনাৰৰ ঘৰকেইটামানত বাহিৰৰ পৰা জুই লগাই দিছে। তাৰ পিছত ধুম-ধুমকৈ গুলী মাৰিছে। গুলীৰ আৱাজ শুনি আমাৰ মানুহবোৰ ঘৰৰ পৰা ওলাই সৌ পথাৰৰ ফালে পলাইছে।

১ম মানুহ : কিমান মানুহৰ জখম হৈছে, আপোনালোকে চাই আহকগৈ চাহাব। মই নিজে দেখি আহিছোঁ— জগদীশৰ ঘৈণীয়েকৰ মুখখন পুৰি গৈছে? [কান্দে]

১ম বিষয়া : হয় নেকি? সেই মানুহবোৰ কোন ফালে আছে? আমিতো এইফালে তেনেকুৱা জখম হোৱা মানুহ নাই দেখা।

৩য় মানুহ : চব সেইফালে, আমবাগানৰ ফালে পলাই গৈছে ছাৰ।

২য় বিষয়া : যিবোৰ মানুহে জুই লগাইছিল বুলি কৈছা, সেইবোৰ মানুহ ক'লৈ গ'ল?

৩য় মানুহ : সিহঁত দুখন নে তিনিখন মটৰত উঠি আহিছিল ছাৰ। গাড়ীকেইখন এইফালে গুচি গৈছে।

১ম বিষয়া : সাংঘাতিক কথা।

২য় বিষয়া : গাড়ীকেইখন যোৱা কিমান সময় হ'ল?

২য় মানুহ : আমাৰ সময়ৰ হিচাব নাই ছাৰ। যেতিয়া চব ঘৰত জুই লাগি গৈছে। তেতিয়া সিহঁত গুচি গৈছে।

১ম বিষয়া : তোমালোকে ইয়াৰ থানালৈ খবৰ দিছানে নাই? আমি অইন কামত আহিহে এইখিনি পাইছিলোঁহি।

২য় মানুহ : সেইবিলাক কৰিবলৈ আমাৰ গাত হঁচেই নাই ছাৰ।

১ম বিষয়া : চাওঁ তোমালোক আমাৰ লগত আহাচোন। জখম হোৱা মানুহবোৰ য'ত আছে, তালৈ যাওঁ ব'লাচোন।

২য় মানুহ : ব'লক ছাৰ।

[সকলো ওলাই যায়। কোলাহল চলি থাকে। লাহে লাহে কোলাহল কমি আহে, সেইমতে আঁৰকাপোৰো লাহে লাহে নামি আহে।]

## দৃশ্য : ৪

### মঞ্চ : ২

[নিস্তব্ধ। আঁৰকাপোৰ লাহে লাহে উঠে। চৌধুৰীৰ ড্ৰইংৰুম। সংঘৰ ছেক্ৰেটাৰী সঞ্জীবে ফোনত কথা শুনি আছে। চৌধুৰীয়ে অহা-যোৱা কৰি আছে। সঞ্জীৱ চৌধুৰীতকৈ বয়সত অলপ সৰু, স্মাৰ্ট, বুধিয়ক মানুহ। গায়ত্ৰী থিয় হৈ আছে।]

সঞ্জীৱ : তাৰ পিছত?— ওঁ —ওঁ বুজিছোঁ। ঠিক আছে, তুমি মিটিং শেষ হোৱাৰ লগে লগে ডিচিছনটো কি হ'ল মোক জনাবা। মই চৌধুৰীৰ ঘৰতে আছোঁ। [ফোন থয়। চিন্তা কৰে।]

চৌধুৰী : মই দৰকাৰ হ'লে এছ পি, ডি চিক নিজ মুখে ক'ম— জুই আমাৰ সংঘই লগাইছিল। কিন্তু তেওঁলোকে প্ৰমাণ কৰিব পাৰিবনে?

গায়ত্ৰী : তুমি আকৌ নিজে কিয় ক'বা?

চৌধুৰী : মোৰ যি ইচ্ছা মই ক'ব পাৰোঁ, কিন্তু কামটো আমি কৰিছোঁ বুলি তেওঁলোকৰ হাতত প্ৰমাণ কি আছে?

সঞ্জীৱ : বহুত প্ৰমাণ আছে।

চৌধুৰী : কোনে কৈছে?

সঞ্জীৱ : ডি চি, এছ পি দুয়োজনে কৈছে। মই কালি আৰু পৰহি দুয়োজনকে লগ ধৰিছোঁ। হোম মিনিষ্টাৰকো লগ ধৰিছোঁ।

চৌধুৰী : তুমি সকলোকে এনেকৈ লগ ধৰি ফুৰিছা কিয়?

সঞ্জীৱ : প্ৰয়োজন হৈছে কাৰণে। তোমাৰ ভালৰ কাৰণে, আমাৰ সংঘৰ ভালৰ কাৰণে।

গায়ত্ৰী : কথাবোৰ বৰ বেছিলৈ গৈছে নেকি শৰ্মা? [উচ্চাৰণ— ছৰ্মা]

: যিমান দূৰলৈ যোৱাটো যুক্তিযুক্ত, সিমান দূৰলৈকে গৈছে। এশটা পৰিয়ালৰ থাকিবলৈ ঘৰ নোহোৱা হৈ গ'ল, তিনিজনী মাইকী মানুহ মৰিল, দুটা কেঁচুৱা মৰিল— গোটেই দেশতে মিটিং হৈছে, প্ৰচেছন হৈছে— প্ৰত্যেকখন এছেম্বলীত চিএৰ-বাখৰ হৈছে, পাৰ্লিয়ামেণ্টত দুদিন অইন কাম-বন বন্ধ হৈ গৈছে— গতিকে বুজিছাই— কথা যিমান দূৰলৈ যোৱা উচিত, সিমান দূৰলৈ গৈছে।

চৌধুৰী : যিমান দূৰলৈ যায় গৈ থাকক, কিন্তু তুমি উচিত বুলি কৈছা কিয়?

সঞ্জীৱ : মই কোৱা নাই। মানুহবিলাকে যে উচিত বুলি ভাবিছে সেইটোহে কৈছোঁ।

চৌধুৰী : এই মানুহবিলাকে কি কয়? ডি চি, এছ পি, হোম মিনিষ্টাৰ— এইবোৰে?

সঞ্জীৱ : মুখেৰে তেওঁলোকে কি কয়, সেইবোৰতো ধৰিবলগীয়া কথা নহয়, ধৰিবলগীয়া কথা হ'ল কাগজে-কলমে কি কৈছে।

চৌধুৰী : তাকে সুধিছোঁ। কি কৈছে?

সঞ্জীৱ : কৈছে— দোষীক শাস্তি দিবলৈ চৰকাৰে প্ৰয়োজনীয় সকলো ব্যৱস্থা ল'ব— ক্ষতিপূৰণ, ভৱিষ্যতলৈ যাতে এনেকুৱা ঘটনা নঘটে—

গায়ত্ৰী : আপুনিতো ক'লে— আমাৰ সংঘ দোষী বুলি চৰকাৰে প্ৰমাণ পাইছেই?

সঞ্জীৱ : হয়।

গায়ত্ৰী : তেনেহ'লে তেওঁলোকে কিবা ব্যৱস্থাৰ কথা ভাবিছেই নেকি?

সঞ্জীৱ : তাৰে মিটিং হৈ আছে। অলপ পিছত খবৰ পাম।

চৌধুৰী : কিন্তু সঞ্জীৱ, হোম মিনিষ্টাৰকে আদি কৰি কেবিনেটৰ ওপৰৰ অফিচাৰৰ আধাখিনিয়েইতো এইবোৰৰ ভিতৰৰা কথাবোৰ জানেই। এনেকুৱা ঘটনা যে ঘটি থাকিব— সেইবোৰতো তেওঁলোকক প্ৰেকটিকেলী কৈয়েই থোৱা আছে। অন্ততঃ হোম মিনিষ্টাৰেতো সকলো জানে।

সঞ্জীৱ : জানে কাৰণেইতো আমি আজি এইটো কোঠালিত এনেকৈ কথা পাতি থাকিব পাৰিছোঁ। নহ'লেতো চেণ্ট্ৰেল জে'লত সোমাই থাকি মানুহৰ শিলগুটিৰ পৰা নিজকে বচাবলগীয়া হ'লহেঁতেন।

চৌধুৰী : মাই ফুট।

সঞ্জীৱ : হোম মিনিষ্টাৰে চব জানে। কৰা উচিত বুলি জানিও কি কি কৰিব নালাগে— সেইবোৰ তেওঁৱেই সকলোতকৈ বেছি জানে, কিন্তু পাব্লিকৰ যিটো প্ৰেছাৰ পৰিছে, সেইটোৰ প্ৰতিওতো তেওঁ লক্ষ্য ৰাখিব লাগিব। তেওঁতো অন্ততঃ দেখুৱাই হ'লেও, পাব্লিকক সন্তুষ্ট কৰিব লাগিব। তোমাক-মোক বচাবৰ কাৰণেই তেওঁতো চৰকাৰখন ভাগি যাবলৈ দিব নোৱাৰে।

গায়ত্ৰী : আমাৰ বিৰুদ্ধে তেওঁ যিবোৰ প্ৰমাণ পাইছে সেইবোৰ নাকচ কৰি নিদিয়ে কিয়? নাইকিয়া কৰি নিদিয়ে কিয়? নোহোৱা কৰি নেপেলায় কিয়?

সঞ্জীৱ : ইচ্ছা থাকিলেও তেওঁ নোৱাৰাত পৰিছে।

চৌধুৰী : কিয়?

সঞ্জীৱ : ডি চি-এ যিটো ৰিপ'ৰ্ট দিলে, ইতিমধ্যে সেইটো চেণ্টাৰৰ হাতলৈও গৈছে, বিৰোধী পক্ষৰ মানুহৰ হাতলৈও গৈছে আৰু বাতৰি কাকতৰ মানুহৰ হাততো পৰিছে। সেইটোৱেই আটাইতকৈ মাৰাত্মক ৰিপ'ৰ্ট।

চৌধুৰী : মই তেনেহ'লে ত্ৰিপাঠীৰ লগত কথা পাতোঁ? সিদিনাতো মই তাক সকলো কথা চাফাকৈ কৈছিলোঁৱেই। সি আকৌ তেনেকুৱা ৰিপ'ৰ্ট দিলে কিয়?

সঞ্জীৱ : সেইটোৱেইতো কাল হ'ল প্ৰসাদ। তুমি তেওঁক কথাবোৰ বৰ বেছি চাফাকৈ ক'লা।

চৌধুৰী : মানে?

সঞ্জীৱ : মানে তুমি তেওঁক বিশ্বাসত লৈ ভুল কৰিলা। তেওঁ আমাৰ লাইনৰ মানুহ নহয়। তেওঁতো তুমি কোৱা প্ৰত্যেকটো শব্দ মনত ৰাখিছেই, বৰং তুমি কোৱা শেষৰ কথাখিনি ৰেকৰ্ড কৰিও ৰাখিছে।

চৌধুৰী : হয় নেকি?

সঞ্জীৱ : আৰু এই নৰেন্দ্ৰ সিং মিনিষ্টাৰক তুমি কি কৈছিলা?

চৌধুৰী : কৈছিলোঁ কিবাকিবি। কিয়?

সঞ্জীৱ : কোন কাহানিবাই তেওঁক এটা পুৰণা গৰম কোট দিলা কাৰণেই যদি তেওঁ তোমাৰ তলতীয়া, বিশ্বাসী মানুহ হৈ থাকিব বুলি ভাবিছিলা, তেনেহ'লে ভুল কৰিছিলা। পলিটিকছত সেইবোৰ গৰম কোটৰ প্ৰেম-পীৰিতি নচলে। তোমাৰ কথা শুনি নৰেন্দ্ৰ সিং ফিউৰিয়াছ হৈছে, তুমি কোৱা প্ৰত্যেকটো কথা তেওঁ চিফ মিনিষ্টাৰক কৈছে— আৰু তুমিতো জানাই— আমাৰ লগত চিফ মিনিষ্টাৰৰ কি সম্পৰ্ক!

চৌধুৰী : [খং] সেইবুলি মই সিহঁতৰ ওচৰত মেও-মেও কৰি থাকিব লাগিব নেকি?

সঞ্জীৱ : নালাগে, কিন্তু কামৰতো এটা কৌশল আছে! টেক্‌ট্‌ফুলী (tactfully) কাম কৰা বুলিতো এটা কথা আছে।

গায়ত্ৰী : ময়ো এওঁক তাকে সদায় কওঁ বুইছে ছৰ্মা?

সঞ্জীৱ : আমি যিটো কথাৰ কাৰণে যুদ্ধ কৰিছোঁ, সেইটো কথাৰ ওপৰত মোৰ বিশ্বাসতো তোমাতকৈ কম নহয়! মইতো তোমাতকৈ কম যুদ্ধ নকৰিম! কিন্তু মইতো তোমাৰ নিচিনাকৈ— একেবাৰে হাঁ কৰি, গৰ্ডলৈকে দেখাকৈ কথা নকওঁ!

চৌধুৰী : মোৰ তেনেকুৱা অভ্যাস নাই। কথাও ক'ম, লাগামো ধৰিম, নৌ— সেইবোৰ মোৰ দ্বাৰা নহ'ব। [উত্তেজিত] হে'ৰা— ষ্ট্ৰেইট, ছিম্পল কথা হ'ল— এই দেশখন, এই জাতিটো আমি চাফা কৰি ৰাখিব লাগিব। [এফালে আঙুলিৰে দেখুৱাই] য'ত ম'ৰা চৰাই— তাত কেৱল ম'ৰা চৰাই। তাত শগুণ-বৰটোকোলাৰ মিকছাৰ নচলিব। হৰিণাৰ ঠাইত হৰিণা থাকিব— তাত জহামাল, শুঁই, মেচেকা— সেইবোৰৰ মিকছাৰ নচলিব। এইবোৰ কথা— নৰেন্দ্ৰ সিঙৰ কথা বাৰু বাদ— সি নিজে বিজতৰীয়া, নাইনত তিনিবাৰ ফে'ল কৰা মানুহ— কিন্তু ত্ৰিপাঠীহঁতৰ নিচিনা মানুহকো এইবোৰ কথা মই বুজাব লাগেনে? [বৈ] আৰু যেতিয়া বুজালোঁ— তেতিয়া সি উল্টা বুজিলে। বাৰে বাৰে, শুনি শুনি যাতে ভালকৈ উল্টাটো বুজিব পাৰে, তাৰ কাৰণে টেপ কৰি ৰাখিলে। এইবোৰ বিচাৰ-বুদ্ধিৰ মানুহেই আই এ এছ পাছ কৰি পাব্লিকৰ মূৰৰ ওপৰত বহি আছে আৰু যিবোৰক টোপোলা বান্ধি উটুৱাই দিব লাগে, সিহঁতক ঘৰ সাজি থাকিবলৈ মাটি দিছে। [একেটা ভংগীতে বৈ থাকে। অলপ পিছত] অহা মাহৰ এক তাৰিখে সি ক'ত জইন কৰেগৈ তুমি চাই থাকা। মোক কেৱল তুমি এটা কথা কাইলৈকে খবৰ কৰি জনাবা— আমাৰ মনৰ লগত মিল থকা— ছিনিয়ৰিটীৰ ফালৰ পৰা ত্ৰিপাঠীৰ প্ৰায় সমান সমান কোন অফিচাৰ এতিয়া ক'ত আছে। [ফোন বাজে। তিনিও সচকিত হয়। গায়ত্ৰীয়ে ধৰে।]

গায়ত্ৰী : হেল্লো। ইয়েছ।— অল ৰাইট। [বৈ থাকে। অলপ পিছত] গুপ্তাজী? কওকচোন কি হ'ল?— ইয়েছ।— ইয়েছ।— হয়। কিমান?— ৰবীন বাবুৱে কি ক'লে?— আই ছি!— বুজিছোঁ। এক মিনিট। [ফোন নমাই— চৌধুৰীক] গুপ্তাজী। এগাৰছন আৰু বাজাজৰ কথাটো কৈছে। তুমি কথা পাতিবা নেকি?

[চৌধুৰীয়ে ইংগিতেৰে বুজায়— নাপাতোঁ তুমিয়েই পাতা। তাৰ পিছত—]

চৌধুৰী : মই কালি ফাইলত ন'ট এটা দিয়া আছে। সেইটো চাবলৈ কোৱা।

গায়ত্ৰী : [ফোনত] গুপ্তাজী, কালি যে আলোচনা কৰিছিলোঁ, সেইমতেই কৰক। তিনি নম্বৰ উইনিটৰ পৰা এটাইখিনি বাজাজক দিয়ক আৰু এগাৰছনক এসপ্তাহ ৰ'বলৈ কওক। মিষ্টাৰ চৌধুৰীয়ে ফাইলতো ন'ট দি থৈছে।— ভাল।— অল ৰাইট। [হঠাতে] শুনকচোন গুপ্তাজী, বাজাজে

নাইনটী পাৰছেণ্ট পে'মেণ্ট কমপ্লিট কৰিছেনে?— ঠিক আছে।— ঠিক আছে।— গুড ডে'। [ফোন থয়।]

চৌধুৰী : আই টে'ল ইউ সঞ্জীৱ, কিবা খং উঠিব— আমাৰ এই ফেক্টৰীত মই কাগজ বনোৱা বন্ধ কৰি দিম— একদম আচল বস্তু বনাবলৈ ল'ম।— একদম ছাৰখাৰ কৰি দিম।

গায়ত্ৰী : হ'ব আৰু মনে মনে থাকা।

সঞ্জীৱ : কৰা। বনোৱা। কি বনোৱা বনাই থাকা, কি ছাৰখাৰ কৰা কৰি থাকা, হয়তো এদিন তেনে কাম কৰিবও লাগিব, কিন্তু তাকে মুখেৰে চিঞৰি চিঞৰি কোৱা কিয়?

চৌধুৰী : আমাৰ মাজতহে কৈছোঁ।

সঞ্জীৱ : আমাৰ মাজত হ'লেও ফটকৈ ইমান ডাঙৰ কথা কৈ নেপেলাবা। মইতো জানিলোঁ। কাইলৈ মোৰ লগত তোমাৰ সম্পৰ্ক কেনেকুৱা হয় কোনে জানে? [টেলিফোন বাজে। তিনিও সচকিত হয়। গায়ত্ৰীয়ে ধৰে।]

গায়ত্ৰী : হেল্লো?— হয়। হয় আছে। ধৰক। [সঞ্জীৱক] ছৰ্মা। [সঞ্জীৱে ফোন ধৰে।]

সঞ্জীৱ : হেল্লো, মই ছৰ্মাই কৈছোঁ। মিটিং শেষ হ'ল? গম পালানে কিবা?— কোৱা।— ওঁ। — ওঁ। —ওঁ।— কাক?— হয় নেকি?— কেতিয়া? — বুজিছোঁ। মেছেঞ্জাৰৰ তাৰ পৰা কেতিয়া ওলাই যাব? বায়াবলেছত?— বাৰু।— বাৰু হোম ছেক্ৰেটাৰী তাতে আছে নে, ওলাই গ'ল?— অ' তুমি অইন ঠাইৰ পৰা কৰিছা? ঠিক আছে। থেংক ইউ।— থেংক ইউ। আৰু কিবা ডেভেলপমেণ্ট হ'লে মোক তৎক্ষণাত খবৰ দিবা। থৈছোঁ। [সংগীত। ফোন থয়। গম্ভীৰ। লাহে লাহে কেইটামান খোজ দিয়ে।]

গাযত্ৰী : কি হ'ল ছৰ্মা?

সঞ্জীৱ : তেওঁলোকে যোগ্ৰজনক এৰেষ্ট কৰিবলৈ ঠিক কৰিছে। তাৰ মাজত ইন্দ্ৰ, হৰিশ, বেদীহঁতো আছে। আমাৰ এটাইকেইটা অফিচ ৰেইড কৰিব। এওঁক, মোক, আচাৰ্য, দেবযানী আৰু কাৰোবাক কাৰোবাক ইণ্টাৰ'গ্যেচনৰ কাৰণে পুলিচে লগ ধৰিব।

চৌধুৰী : কি? আমাক ইণ্টাৰ'গেচন কৰিব? মোক জেৰা কৰিব? [উত্তেজিত] কেতিয়া? কোনে জেৰা কৰিব?

সঞ্জীৱ : ঠাণ্ডা হোৱাচোন। বাকীখিনি শুনি নোলোৱা কিয়? আমাৰ অৰ্গেনাইজেচনটো বেন কৰাৰ কাৰণে যথেষ্ট কাৰণ আছেনে নাই, সেই সম্পৰ্কে এটা ন'ট প্ৰিপেয়াৰ কৰিবলৈ দিছে—

চৌধুৰী : কাক?

সঞ্জীৱ : সেইটোৱেই এটা ভাল খবৰ। হোম কমিছনাৰক। ভাৰ্গবক।

চৌধুৰী : [গায়ত্ৰীক] ভাৰ্গবক ফোনত বিচাৰাচোন।

সঞ্জীৱ : এতিয়াই কিয়? [গায়ত্ৰীয়ে টেলিফোন ডাইৰেক্টৰীত নম্বৰটো চাই ফোন ডায়েল কৰি থাকে।]

চৌধুৰী : কথা আছে। এতিয়াই তেওঁক কৈ থওঁ— আমাক জেৰা কৰা নচলিব। ইহঁতক যে গ্ৰেপ্তাৰ কৰিব— লগে লগে জামিনত খালাচ পোৱাকৈ গ্ৰেপ্তাৰ কৰিব লাগিব। অফিচবোৰ খানাতালাচ কৰি অবজেকচনেবল (objectionable) একো নাপাব লাগিব।

গায়ত্ৰী : হেল্লো ডাবল এইট ডাবল টু ছিক্স ওৱান? মিষ্টাৰ ভাৰ্গব আছে নেকি?— অ'। গুড আফটাৰনুন মিষ্টাৰ ভাৰ্গব। মই গায়ত্ৰীয়ে কৈছোঁ। চৌধুৰীয়ে আপোনাৰ লগত অলপ কথা পাতিব খুজিছে।— আছোঁ, ভালে আছোঁ। আপোনাৰ ভাল? মিছেছ ভালে আছে?— নিকুৰ

খবৰ পাই আছে?— যাম বাৰু এদিন। আপোনালোকো আহিবচোন।— চৌধুৰী আহিছে ধৰক। [ফোনটো চৌধুৰীক দিয়ে।]

চৌধুৰী : গুড আফটাৰনুন ভাৰ্গৱ।— ভাল-বেয়া আপুনি মোতকৈ ভালকৈ জানে। ভাৰ্গৱ, নিজৰ বুলি কৈছোঁ— মই অলপ টান কথা ক'ব পাৰোঁ, বেয়া নাপাব।— আজিৰ হাই-লেভেল মিটিঙত কি হ'ল আপুনিতো জানেই।— এওঁলোকে দেশ চলোৱাৰ প্ৰথম ফৰ্মুলাটো হ'ল নিজৰ পজিছনটো নিৰাপদ-নিৰংকুশ কৰি ৰখা। আৰু আমাৰ পলিটিকছৰ মূল নীতিটো হৈছে— যিটো জাতত জন্মগ্ৰহণ কৰিছোঁ, সেই জাতটোক নিৰাপদ আৰু নিৰংকুশ কৰি ৰখা।— নহয়, আপুনিয়েই বাৰু কওকচোন— এডোখৰ ঠাইত জন্মগ্ৰহণ কৰিলে কাৰণেই মানুহ সেই ঠাইডোখৰৰ অধিকাৰী হ'ব পাৰেনে কি? কিছুমান হাবিত হাজাৰ হাজাৰ বান্দৰে জন্মগ্ৰহণ কৰে, সেইবুলি সেই হাবিখন বান্দৰৰ হৈ যায় নেকি? [উত্তেজনা, খং বাঢি গৈ থাকে।] এইখন দেশত এবিধ লেতেৰা মানুহে জন্মগ্ৰহণ কৰিছিল আৰু জন্মগ্ৰহণ কৰিছিল কাৰণেই এসময়ত সিহঁত মৰিছিল। জন্মগ্ৰহণ কৰি এসময়ত মৰাৰ বাহিৰে সিহঁতে একো কৰা নাছিল, আৰু আজিও কৰা নাই। গতিকে যি সুসভ্য জাতিয়ে অক্লান্ত পৰিশ্ৰম আৰু ত্যাগেৰে দেশখন গঢ়ি তুলিছে, অন্ধকাৰৰ অতল গহ্বৰৰ পৰা তুলি আনি দেশখনক সভ্যতা-সমৃদ্ধিৰ উজ্জ্বল পোহৰত মেলি দিছে, সেই জাতিৰ বাহিৰে অইন কাৰো এই দেশৰ ওপৰত অধিকাৰ নাই। ভগবানে এই বুদ্ধি, এই চেহেৰাৰে এটা জাতৰ এনেয়ে সৃষ্টি কৰা নাই। এই লেতেৰা মূৰ্খহঁতে ভগবানৰ সেই উদ্দেশ্য বুজিব নোৱাৰি মূৰ তুলি উঠিব খোজে। আৰু এই স্বাৰ্থপৰ মন্ত্ৰীহঁতে বান্দৰৰ চিঞৰলৈ ভয় কৰি মানুহৰ বিৰুদ্ধে— আ—
[সংগীত। হঠাতে তেওঁৰ বুকুত বিষ হয। তেওঁ ইখন হাতেৰে বুকুত হেঁচা মাৰি ধৰে।]

গায়ত্ৰী : কি হ'ল? কি হ'ল?

সঞ্জীৱ : প্ৰসাদ! কি হৈছে? [চৌধুৰীয়ে কেঁকায়। ফোনটো এৰি দিয়ে। সেইটো ওলমি যায। দুযো চৌধুৰীক ধৰে। ছোফাৰ ফাললৈ আনে।]

গায়ত্ৰী : ডাক্তৰ! ছৰ্মা, ডাক্তৰ। ভাৰ্গৱকে কওক ডাক্তৰক খবৰ দিবলৈ— ড° শ্ৰীবাস্তৱ—
[সঞ্জীৱে ফোনটো তুলি লয়।]

সঞ্জীৱ : মিষ্টাৰ ভাৰ্গৱ।— আই থিংক— হাৰ্ট। আপুনি কাইণ্ডলী এটা কাম কৰক— নেচনেল নাৰ্ছিং হোমৰ ড' শ্ৰীবাস্তৱক খবৰ দিয়ক— তৎক্ষণাত—
[তেওঁ অইন এটা নম্বৰ ডায়েল কৰে। ইতিমধ্যে গায়ত্ৰীয়ে চৌধুৰীক ছোফাত শুৱাই বুকুৰ বুটাম খুলি দিয়ে। বুকুত হাত ফুৰায়।]

সঞ্জীৱ : হেল্লো! ইন্দ্ৰ? তুমি তৎক্ষণাত ইয়ালৈ প্ৰেছিডেন্টৰ ঘৰলৈ আহা। বাটত পালে আৰু কাৰোবাক কাৰোবাক লৈ আহিবা। চৌধুৰীৰ অসুখ। তৎক্ষণাত। [ফোনটো থয়।] অ'ই কোন আছ?
[কনকৰা ছোৱালীজনী দৌৰি আহে।]

সঞ্জীৱ : ড্ৰাইভাৰক ডাঙৰ গাড়ীখন উলিয়াবলৈ ক'। তৎক্ষণাত।
[তেওঁ আহি চৌধুৰীৰ ওচৰত আঁঠু কাঢ়ে।]

সঞ্জীৱ : প্ৰসাদ।

[আঁৰকাপোৰ]

# দৃশ্য ঃ ৫

## মঞ্চ ঃ ১

[হস্পিতালৰ ক'ৰিডৰ। বেৰৰ কাষত এটা টেলিফোন। টেলিফোনত ইন্দ্ৰই কথা কৈ আছে। ওচৰত হৰিশ বহি আছে। এজনী-দুজনী নাৰ্ছে অহা যোৱা কৰি আছে। হৰিশৰ ওচৰত আৰু দুজনমান (মতা আৰু তিৰোতা) জুম পাতি আছে। পৰিবেশটোত এটা উৎকণ্ঠা আছে।]

ইন্দ্ৰ ঃ আপুনি এতিয়া আহিব নালাগে বাইদেউ। দুজন ডাক্তৰ আৰু দুজনী নাৰ্ছৰ বাহিৰে ভিতৰলৈ কাকো যাবলৈ দিয়া নাই।— ড° শ্ৰীবাস্তৱৰ লগত আমি পোনে পোনে কথা পাতিব পৰা নাই, কিন্তু অইন এজন হাৰ্ট স্পেচিয়েলিষ্ট চন্দ্ৰা ঠাকুৰ— হয় — তেখেতৰ লগত কথা পাতিছিলোঁ— তেখেতসকলে বৰ কষ্ট কৰিছে।— অলপ আগতে ডাঙৰ ডাঙৰ ডাক্তৰ চাৰিজনে মিটিং এখনো পাতিছিল।— তেখেতসকলে আমাক খালী কৈছে— 'উই আৰ ডুইং আৱাৰ বেষ্ট।'— হয়। হয়।— সঞ্জীৱ শৰ্মা ছাৰে কিবা এটা ঔষধৰ কাৰণে ক'ৰবালৈ ট্ৰাংক কল কৰি আছে।— নাই নাই, তেখেত অনবৰত আছেই।— ক'লৈকো যোৱা নাই। আমিও সকলো ইয়াতে আছোঁ।— আপুনি চিন্তা নকৰিব, মই কিবা ক'বলগীয়া কথা ওলালেই আপোনালৈ ফোন কৰিম।— ভাল বাইদেউ। ভাল। [ফোন থয়।]

[অন্ধকাৰ।]

# দৃশ্য ঃ ৬

## মঞ্চ ঃ ২

[চৌধুৰীৰ ড্ৰইংৰুম। ফোনত সঞ্জীৱ। ওচৰৰ ছোফাত গায়ত্ৰী। তেওঁৰ চুলি শাৰী আদিত যত্ন লোৱাৰ চিন নাই। মুখত উদ্বিগ্নতা।]

সঞ্জীৱ ঃ [ফোনত] ড° ঠাকুৰে কিবা কৈছে নেকি?— Sense-অৰ কথা কি কৈছে?— হ'ব বাৰু। তুমি দেবযানীক ক'বা— তেওঁ যেন ড° ঠাকুৰৰ ওচৰে ওচৰে থাকে। বেদীহঁত আহিলেই তোমালোকে খাই-বৈ আহিবাগৈ।— [ঘড়ী চাই] মই আৰু দহ মিনিট ইয়াত থাকিম, তাৰ পিছত দুই বজালৈকে মোক ঘৰত পাবা। তাৰ পিছত মই তালৈ যাম।— ঠিক আছে। [ফোন থয়।]

গায়ত্ৰী ঃ Sense-অৰ কথা কি ক'লে?

সঞ্জীৱ ঃ অহা নাই। আৰু এইটো অৱস্থাত sense অহা-নহাটো ডাঙৰ কথা নহয়।

গায়ত্ৰী ঃ অতুল-নিতুলহঁতলৈ খবৰ দি দিওঁ। সিহঁত গুচি আহক।

সঞ্জীৱ ঃ মই ভাবোঁ, নালাগে।

গায়ত্ৰী ঃ কিয়? সিহঁত আহি পালে—

সঞ্জীৱ ঃ সিহঁতে পঢ়া-শুনা কৰি আছে, কৰি থাকক। মিছাকৈ এটা ব্ৰেক কৰাই কি লাভ।

গায়ত্ৰী : মোৰ কিন্তু বৰ ভয় লাগিছে। হঠাৎ যদি—

সঞ্জীৱ : তুমি যদি নিজেই ইমান হতাশ হোৱা, তেনেহ'লে অইনে বল পাব কেনেকৈ?

গায়ত্ৰী : সিহঁত দুটা আহিলে মই যে মনত বল পাম।

সঞ্জীৱ : তুমি মনত কিমান বল পাবা, বিপদ তাতকৈ বহুত বেছি বাঢ়িব।

গায়ত্ৰী : কিয়?

সঞ্জীৱ : সেইবোৰ তুমি এতিয়া শুনিব নালাগে।

গায়ত্ৰী : কি? [উত্তেজিত] কি হৈছে কওকচোন।

সঞ্জীৱ : ক'লোঁ নহয়, এতিয়া শুনিব নালাগে।

গায়ত্ৰী : কিয় নালাগে? আপুনি কথা লুকুৱাইছে। নিশ্চয় কিবা এটা হৈছে। কি হৈছে কওকচোন।

সঞ্জীৱ : কৈছোঁ নহয়, এতিয়া—

গায়ত্ৰী : মোৰ ইমান চিন্তাৰ ওপৰতে কিয় আৰু চিন্তা বঢ়াইছে? [জোৰেৰে] কি হৈছে কওকচোন। সিহঁত আহিলে কিয় বিপদ বাঢ়িব?

সঞ্জীৱ : ছিঃ! এইবিলাক কথা এতিয়া নোলোৱা হ'লেই ভাল আছিল। তুমিতো জানাই— পলিটিকছত নানা ধৰণৰ শক্তিয়ে কাম কৰে। আমাৰ বিৰুদ্ধে কাম কৰা কিছুমান আণ্ডাৰ গ্ৰাউণ্ড ফ'ৰ্ছ— মানে— গোপনে কাম কৰা মানুহো আছেতো! সিহঁতে মাজে মাজে বেনামী চিঠি দিয়ে— মানে ভাবুকি দিয়ে — সিহঁতে অতুল আৰু নিতুলৰ অপকাৰ কৰিব।

গায়ত্ৰী : এইবোৰ কথা মোক আগতে কোৱা নাই কিয়?

সঞ্জীৱ : তোমাক কৈ কোনো লাভ নাই কাৰণে। আচলতে এইবোৰ বাজে কথা লৈ আমিও মূৰ গৰম নকৰোঁ। বৃটিছ হোম ডিপাৰ্টমেণ্ট আৰু আমাৰ হোম ডিপাৰ্টমেণ্টক সকলো জনোৱা আছে — যি কৰিবলগীয়া হয়, তেওঁলোকে কৰিব। কিন্তু বৰ্তমান সময়ত, চৌধুৰীৰ অসুখৰ সময়ত— অযথা টেনছন [tension] বঢ়াই লাভ নাই।

গায়ত্ৰী : কি সাংঘাতিক কথা— অথচ মই একো নাজানো! হে ভগবান! [মুখ ঢাকে।]
[ফোন বাজে। সঞ্জীৱে বেগেৰে গৈ ফোন ধৰে।]

সঞ্জীৱ : হেল্লো! অঁ কৈছোঁ। ইন্দ্ৰ নেকি? কোৱাচোন।— কিয়?— হয় নেকি?— এতিয়াই? এক মিনিট [গায়ত্ৰীক] তোমাক হস্পিতাললৈ মাতিছে। এতিয়াই যাব লাগে। ওলোৱাগৈ—

গায়ত্ৰী : কিবা—

সঞ্জীৱ : একো ভয়ৰ কথা নহয়। ডাক্তৰে তোমাৰ লগত কিবা এটা আলোচনা কৰিব খুজিছে। তৎক্ষণাত ওলাই আহাগৈ।
[গায়ত্ৰী ভিতৰলৈ যায়।]

সঞ্জীৱ : [ফোনত] ইন্দ্ৰ, ডাক্তৰে কিয় তেনেকৈ ক'লে— তোমালোকে কিবা ধৰিব পাৰিছানে?— অইন তেনেকুৱা ছিৰিয়াছ একো নহয়তো?— ঠিক আছে। তোমালোক তাতে থাকা, আমি গৈ আছোঁ। ডাক্তৰক কথাটো কোৱাগৈ।
[ফোন থয়। ভাবে।]

[অন্ধকাৰ।]

# দৃশ্য ঃ ৭

## মঞ্চ ঃ ১

[হস্পিতালৰ কৰিডৰ। ইন্দ্ৰ, হৰিশ দেবযানী (সংলাপ নাই) আৰু কেইজনমান। ডাক্তৰ এজন। প্ৰেছ ৰিপ'টাৰ এজন বা দুজন। তেওঁৰ (তেওঁলোকৰ) কান্ধৰ পৰা কেমেৰাও ওলমি আছে। তেওঁলোকে ডাক্তৰৰ ইণ্টাৰভিউ লৈছে।]

ৰিপ'টাৰ ঃ এনেকুৱা অপাৰেচন আপোনালোকে আগতে কৰিছেনে?

ডাক্তৰ ঃ আমি ইয়াত— এটা ইউনিট হিচাপে কৰা নাই, কিন্তু ডাঃ শ্ৰীবাস্তৱে আমেৰিকাত, ডাঃ দুবেই ছাউথ আফ্ৰিকাত কৰিছে; আৰু মেয়ো ইংলেণ্ডত ছটামান কে'ছৰ লগত ইন্টিমেটলী কানেক্টেড (intimately connected) আছিলোঁ। [ৰিপ'টাৰে কথাবোৰ লিখি যায়।]

ৰিপ'টাৰ ঃ আপোনালোকে কিমান কৃতকাৰ্যতা লাভ কৰিব বুলি আশা কৰে?

ডাক্তৰ ঃ [অলপ হাঁহি] ছেণ্ট পাৰছেণ্ট। শতকৰা এশ ভাগ।

ৰিপ'টাৰ ঃ আপোনালোকৰ সকলো আয়োজন সম্পূৰ্ণ হৈছেনে?

ডাক্তৰ ঃ হৈছে। এতিয়া মিষ্টাৰ চৌধুৰীৰ পৰিবাৰৰ লগত ছিনিঅ'ৰ ডাক্তৰসকলে আলোচনা কৰি আছে। মিছেছ চৌধুৰীয়ে যদি কোনো আপত্তি নাই বুলি লিখি দিয়ে তেনেহ'লে আমি কাম আৰম্ভ কৰিব পাৰিম।

[হঠাতে সকলো সচকিত হয়। কৰিডৰেদি দূৰৰ পৰা গায়ত্ৰী আৰু সঞ্জীৱ আহে। ৰিপ'টাৰে তৎক্ষণাত এখন ফটো তোলে। তেওঁলোক ওচৰ পাওঁতে—]

ৰিপ'টাৰ ঃ আপুনি কি সিদ্ধান্ত কৰিলে মিছেছ চৌধুৰী?

গায়ত্ৰী ঃ মানুহজন ভাল হৈ উঠাৰ কাৰণে ডাক্তৰসকলে যি সিদ্ধান্ত লৈছে, সেয়েই মোৰো সিদ্ধান্ত।

ৰিপ'টাৰ ঃ এজন মানুহৰ বুকুৰ কলিজা আঁতৰাই আনি অইন এজন মানুহৰ বুকুত লগাই দিয়া— এনেকুৱা চিকিৎসা কিন্তু আমাৰ ইয়াত একেবাৰে নতুন। এই সম্পৰ্কে আপোনাৰ মনলৈ উৎকণ্ঠা অহা নাইনে?

গায়ত্ৰী ঃ কিয় নাহিব? আচলতে এই উৎকণ্ঠা সহ্য কৰাটোৱেই মোৰ কাৰণে টান হ'ব। কিন্তু মোৰ স্বামীয়ে যদি— বহুতৰ ভালৰ কাৰণে নতুন ঘটনা এটা আঁকোৱালি লয় — তেনেহ'লে সেইটো মোৰ কাৰণেও বৰ আনন্দৰ কথা।

সঞ্জীৱ ঃ হ'ব আহা।

গায়ত্ৰী ঃ [ডাক্তৰক] বেষ্ট অব লাক ডক্তৰ।

ডাক্তৰ ঃ ছে'ম টু ইউ।

[গায়ত্ৰী আৰু সঞ্জীৱ বাহিৰলৈ যায়। ডাক্তৰ ওভোতা ফালে যায়।]

ৰিপ'টাৰ ঃ [ইন্দ্ৰক] আপোনাক এটা কথা সোধোঁ। এই যে মিষ্টাৰ চৌধুৰী হঠাতে অসুস্থ হৈ পৰিল— ইয়াৰ লগত এটা পলিটিকেল টেনছন— মানে ৰাজনৈতিক উত্তেজনা জড়িত আছে বুলি এটা জনৰৱ শুনা গৈছে। সেই জনৰৱৰ সত্যতা আছে নেকি?

ইন্দ্ৰ ঃ ৰাবিছ। বাজে কথা। তেখেতৰ জীৱনততো তেনেকুৱা পলিটিকেল টেনছন হ'বলগীয়া একো ঘটনা ঘটা নাই। সকলোৱে জানে— ৰাজনীতিৰ লগত সম্পৰ্ক নথকা সমাজ কল্যাণমূলক

কামৰ লগতেই তেখেতৰ সম্পৰ্ক। [ডাক্তৰজন উভতি আহে।]

ডাক্তৰ : অনুগ্ৰহ কৰি আপোনালোক যদি—

ৰিপৰ্টাৰ : অল ৰাইট। থেংক ইউ। থেংক ইউ [যায়।]

ইন্দ্ৰ : আমাৰ কোনোবা এজন থাকিব পাৰিবনে ডক্তৰ?

ডাক্তৰ : [হাঁহি মুখ জোখাৰে] থাকি একো লাভ নাই। আমাৰ অসুবিধাহে হ'ব। আপোনালোকে খবৰ লোৱাৰো কোনো আৱশ্যক নাই। আধা ঘণ্টাৰ মূৰে মূৰে আমাৰ ইনফৰমেচন কাউণ্টাৰৰ পৰা একোখন বুলেটিন পাব্লিছ কৰি থকা হ'ব। যি খবৰ দিব পৰা যায়, সেই বুলেটিনতে পাব। তাৰ বাহিৰে অইন একো খবৰ— আনকি মিছেছ চৌধুৰীয়েও নাপায়। তেখেতকো কথাটো কোৱা হৈছে।

ইন্দ্ৰ : ভাল। নমস্কাৰ।

ডাক্তৰ : নমস্কাৰ। [ইন্দ্ৰহঁত বাহিৰলৈ, ডাক্তৰ ভিতৰলৈ যায। লাহে লাহে লাইট কমি আহে। আন্ধাৰ।]

# দৃশ্য ঃ ৮

## মঞ্চ ঃ ২

[লাহে লাহে পোহৰ হৈ আহে। ৰেডিঅ'ৰ বাতৰিৰ শব্দও বাঢ়ে। এখন ছোফাত গায়ত্ৰী বহি আছে। তেওঁ উদগ্ৰীৱ হৈ বাতৰি শুনিছে।]

বাৰ্তাৰ পঢ়োঁতাৰ কণ্ঠস্বৰ [ৰেডিঅ'ত]— ব্ৰুকলিন কলেজ অব ছাৰ্জাৰিৰ শল্য চিকিৎসক ডাঃ ডেনিয়েল হামফ্ৰে আজি পুৱা উপস্থিত হৈছেহি। আহিয়েই তেখেতে ডাঃ শ্ৰীবাস্তৱ আৰু জ্যেষ্ঠ চিকিৎসকসকলৰ লগত কিছু সময় আলোচনা কৰে। আমাৰ সংবাদদাতাই জানিব পৰা মতে ডাঃ হামফ্ৰেই শ্ৰী চৌধুৰীৰ অপাৰেচনৰ সকলো কাম সন্তোষজনক বুলি মন্তব্য প্ৰকাশ কৰিছে। কথা প্ৰসংগত তেখেতে উল্লেখ কৰে যে বৰ্তমানে পৃথিৱীত মুঠতে একৈছ গৰাকী লোক অন্য মানুহৰ হৃদযন্ত্ৰ নিজৰ বুকুত লৈ সম্পূৰ্ণ কৰ্মক্ষম হৈ আছে। শ্ৰীআলোক প্ৰসাদ চৌধুৰীৰ সাধাৰণ স্বাস্থ্য, বয়স আৰু অন্যান্য তথ্য-পাতিৰ ওপৰত ভিত্তি কৰি তেখেতে এই অপাৰেচনৰ ফল সম্পূৰ্ণ কৃতকাৰ্য হ'ব বুলি আশা কৰে। শেহতীয়া বাতৰি মতে যোৱা নিশা চাৰি বাজি চল্লিছ মিনিট যোৱাৰ পৰা শ্ৰী চৌধুৰীৰ দেহে [গায়ত্ৰী বেছি উৎসুক হয়] তেখেতৰ বক্ষস্থলত স্থাপন কৰা বাহিৰা হৃদযন্ত্ৰটো গ্ৰহণ কৰাৰ লক্ষণ পৰিস্ফুট হৈছে। চিকিৎসালয়ৰ তৰফৰ পৰা বুলেটিনত এই ঘটনাক প্ৰত্যাশিত আৰু আনন্দদায়ক বুলি বৰ্ণোৱা হৈছে। আপোনালোকে বাতৰি শুনিছে আকাশবাণীৰ পৰা। ফিলিপিনছত যোৱা সাদিন ধৰি হোৱা প্ৰবল বৰষুণৰ ফলত মেনিলা চহৰৰ এটা অংশ পানীত—

[গায়ত্ৰীয়ে ৰেডিঅ' বন্ধ কৰি দিয়ে। অৱশভাবে ছোফাত আঁউজি দিয়ে।]

[ সংগীত। আঁৰকাপোৰ পৰে।]

# দৃশ্য ঃ ৯

## মঞ্চ ঃ ১

[হস্পিতালৰ কৰিড'ৰৰ অইন এটা অংশ। ক্ষীণ পোহৰ। ভিতৰত লাইট থকা ৰঙা আখৰৰ দুখন ছাইন বৰ্ড।— ENTRY STRICTLY PROHIBITED আৰু SILENCE PLEASE লিখা আছে। দুঠাইত দুটা সেউজীয়া বাল্ব জ্বলি আছে। এটা ৰঙা বাল্ব এখন দুৱাৰৰ ওপৰত জ্বলি-নুমাই, জ্বলি-নুমাই আছে। দুজনী নাৰ্ছ বহি আছে। তেওঁলোকৰ সন্মুখত এটা TVৰ নিচিনা বাকচত কিছুমান indicator light (ৰঙা-নীলা)। তাৰ পৰ্দাত এডাল স্থিৰ গ্ৰাফ। [সংগীত চলি থাকে।]

[এজন ডাক্তৰ কোবাকুবিকৈ হাতৰ কাগজখন পঢ়িবলৈ চেষ্টা কৰি কৰি ওচি যায়। নাৰ্ছ দুজনীয়ে থিয় হৈ দিয়ে। অলপ পিছত জ্বলি-নুমাই, জ্বলি-নুমাই থকা ৰঙা বাল্বটো স্থিৰ হৈ জ্বলি থাকে।]

[আঁৰ কাপোৰ]

# দৃশ্য ঃ ১০

## মঞ্চ ঃ ২

[চৌধুৰীৰ ড্ৰইংৰুম। সুন্দৰকৈ সজোৱা। উজ্জ্বল পোহৰ। কিছুদিন পাৰ হৈ গৈছে। দুই-এটা বস্তুৰ ইফাল-সিফাল হৈছে। বনকৰা ছোৱালীজনীয়ে ফুলদানিত ফুল সজাইছে। গায়ত্ৰী হস্পিতাললৈ যাবলৈ সাজু। তেওঁ এখন পৰ্দাৰ কোঁচবোৰ ঠিক কৰি দিছে। তাৰ পিছত Deodorant এটা পৰ্দাত স্প্ৰে কৰি দিয়ে। তাৰ পিছত কি কৰিবলগীয়া আছে চায়। মাটিত ফুলৰ টাব এটা দেখুৱাই]

গায়ত্ৰী ঃ সেইটো এইখিনিলৈ আন অ'। [ছোৱালীজনীয়ে আনে]
নহয়, আৰু অকণমান সিফালে। ওঁ। হ'ব।
[তেওঁ এটা চুকলৈ গৈ আঁৰত থকা আয়না এখনত নিজৰ গাটো চায়। চুলি, কাপোৰ ঠিক কৰি লয়।]
মোৰ বেগটো? [ইফালে-সিফালে চায়] বে'ডৰুমত এৰিলোঁ নেকি চাচোন।
[ছোৱালীজনী সোমাই যায়। ফোন বাজে।]
[ফোনত] হেল্লো। ইয়েছ। [চিঞৰি] নিতুল, মই মাই কৈছোঁ।— তুমি ক'ৰ পৰা কৈছা? অতুল ক'ত আছে? হয়নে কি? কেতিয়া আহিল? ভালে আছা?— অঁ। তোমালোকে ক'ত খবৰ পালা?— অঁ, আজি— আৰু এঘণ্টামানৰ পিছত ইয়াৰ সময় মতে দহ বজাত হস্পিতালৰ পৰা ৰিলিজ কৰি দিব। মই যাবলৈ ওলাইছিলোঁৱেই। তোমালোকে এক মিনিটমান পলম কৰা হ'লেই মোক ঘৰত নাপালাহেঁতেন। নাই, ডাক্তৰ শ্ৰীবাস্তৱে চিন্তা কৰিব নালাগে বুলি কৈছে। অতুলক দিয়াচোন। [ৰৈ] অতুল, তাৰ কাগজতো খবৰটো ওলাইছে বোলে?

এতিয়া কথা হ'ল— আজি দেউতাৰা হস্পিতালৰ পৰা ঘৰলৈ আহিব নহয়, ঘৰত তিনিদিন থাকি টুৰেণ্টী ছেভেনথত আমি বাংগালোৰলৈ যাম। তাত কিছুদিন থাকিম। ডাঃ শ্ৰীবাস্তৱ তালৈকে যাব। যেতিয়া তেখেতে চাই-মেলি একেবাৰে ফিট-ফ্ৰিলী ঘূৰা-পকা কৰিব পাৰিব বুলি ক'ব, তেতিয়া ঘৰলৈ উভতি আহিম। নালাগে, এতিয়া আহিব নালাগে। আমি অহাৰ পিছত তোমালোকৰ উইন্টাৰ ছেমেষ্টাৰ শেষ হোৱাৰ পিছত আহিবা। একো চিন্তা নকৰিবা। মই আছোঁ, ছৰ্মা আংকল আছে, এছচিয়েচনৰ এ'ভৰি মেম্বাৰ আমাৰ লগতে আছে। বাৰু। বাৰু মই এতিয়া যাওঁ। তোমালোক শুই থাকা। বাই।
[ইতিমধ্যে ছোৱালীজনীয়ে বেগটো থৈ গৈছিল। বেগটো গায়ত্ৰীয়ে লয়]
বুঢা মালীক ক'বি, আগফালখন আকৌ এবাৰ সাৰি থ'ব। ইহঁতক চবকে ঘৰত থাকিবলৈ ক'বি।
[ঘড়ী চায় ওলাই যায়।]

# দৃশ্য ঃ ১১

## মঞ্চ ঃ ১

[হস্পিতালৰ বাৰাণ্ডা। (তলত) প্ৰেছ ৰিপ'ৰ্টাৰ, কেমেৰামেনৰ ভিৰ। বাৰাণ্ডা শূন্য। কেৱল দুজন গাৰ্ড। মানুহবিলাকে কথা পাতিছে, ঘড়ী চাইছে, কেমেৰা adjust কৰিছে। এবাৰ কোনোবা অহা যেন শুনি সকলো হুৰমুৰকৈ আগুৱাই যাব খোজে। গাৰ্ড দুজনে আগুৱাই আহি থিয় হয়। ডাঃ শ্ৰীমতী ঠাকুৰ ব্যস্তভাৱে আহে। Settings-টো অলপ সলনি কৰিব পাৰিলে ভাল হ'ব। সংগীত।]

ৰিপ'ৰ্টাৰ-১ ঃ মেডাম। [ডাঃ শ্ৰীমতী ঠাকুৰে হাঁহি অপেক্ষা কৰিবলৈ ইংগিত দিয়ে। ফোনটো লৈ ডায়েল কৰি সম্মুখৰ অৱস্থাটোৰ কথা কাৰোবাক কয়] দূৰত শ্ল'গান শুনা যায়।
আলোক চৌধুৰী জিন্দাবাদ
ডাঃ শ্ৰীবাস্তৱ জিন্দাবাদ।
Long live Alok Choudhury
Long live Dr Shrivastava
আলোক চৌধুৰী দীৰ্ঘজীৱী হওক।
ডাঃ শ্ৰীবাস্তৱ দীৰ্ঘজীৱী হওক।
ডাঃ সেইফালে চাই, ফোনটো থৈ, অহা ফালেই ওচি যায়। শ্ল'গান চলি থাকে। এজন ফটোগ্ৰাফাৰে এঠাইত থিয় হৈ শ্ল'গান দিয়া মানুহৰ ফটো তুলিবলৈ চেষ্টা কৰে। তেনে সময়তে বাকীসকলে আনফালে যাবলৈ ঠেলা-হেঁচা কৰে। অলপ পিছতে শৰ্মা, ডাঃ শ্ৰীবাস্তৱ আৰু এজন পুৰুষ ডাক্তৰ, ডাঃ শ্ৰীমতী ঠাকুৰ, এজনী মেট্ৰন, গায়ত্ৰী আৰু চৌধুৰী লাহে লাহে আগুৱাই আহে। প্ৰেছৰ মানুহৰ আগুৱাবলৈ ঠেলা-হেঁচা। গাৰ্ডৰ বাধা। কেমেৰামেনে ফটো তুলিছে। (TV camera? নকল এটা বনাব পাৰিবনে?) সম্মুখলৈ আহি সকলো

ৰয়। চৌধুৰীয়ে ডাক্তৰলৈ চাই, জনতাৰ ফালে চাই লাহে লাহে হাত জোকাৱে। শ্ল'গানৰ চিঞৰ বাঢি যায়। ডাঃ শ্ৰীবাস্তৱে সকলোকে শান্ত-নিস্তব্ধ হ'বলৈ হাঁহি হাঁহি অনুৰোধ কৰে। গণ্ডগোল লাহে লাহে কমি আহি নাইকিয়া হয়।

ৰিপ'ৰ্টাৰ-2 ঃ ডাঃ শ্ৰীবাস্তৱ, আজি আপোনাৰ কেনে লাগিছে?

ডাঃ শ্ৰীবাস্তৱঃ মই কি বুলি ক'ম? মোৰ একমাত্ৰ সন্তানে পৃথিৱীৰ ভিতৰত আটাইতকৈ বেছি নম্বৰ পাই পৰীক্ষা পাছ কৰা যেন লাগিছে।

ৰিপ'ৰ্টাৰ-১ ঃ আমি শ্ৰী চৌধুৰীক কথা সুধিব পাৰিমনে? [চৌধুৰী আৰু শ্ৰীবাস্তৱে চোৱাচুই কৰে।]

ডাঃ শ্ৰীবাস্তৱঃ মাত্ৰ এটা প্ৰশ্ন।

ৰিপ'ৰ্টাৰ-১ ঃ আপোনাৰ কেনে লাগিছে মিষ্টাৰ চৌধুৰী? [নিস্তব্ধ]

চৌধুৰী ঃ [সকলোলৈকে চায়। অভিভূত।] এটা নতুন জীৱন, এখন নতুন পৃথিৱী,— অভিনৱ, ৰঙাৰঘুলা!
[শ্ল'গান — অলোক চৌধুৰী— দীৰ্ঘজীৱী হওক
ডাঃ শ্ৰীবাস্তৱ— দীৰ্ঘজীৱী হওক।]
[এজন ৰিপ'ৰ্টাৰে বহী এখন চৌধুৰীক দি পেনচিলডাল আগুৱাই দিয়ে। চৌধুৰীয়ে এটা শব্দ লিখে। আৰু এজনে বহী আৰু পেনচিল আগুৱাই দিয়ে, ডাঃ শ্ৰীবাস্তৱে হাঁহি হাঁহি ৰিপ'ৰ্টাৰজনৰ হাতখন আঁতৰাই দিয়ে।]

ৰিপ'ৰ্টাৰ-২ ঃ আৰু এটা প্ৰশ্ন—

ডাঃ শ্ৰীবাস্তৱঃ আজিলৈ হ'ব। আমি সকলোৱে আশা কৰোঁ— চৌধুৰীক প্ৰশ্ন সুধিবলৈ আমি যেন আৰু এশ বছৰ সুবিধা পাওঁ। [হাঁহে]।

ৰিপ'ৰ্টাৰ-২ ঃ মিছেছ চৌধুৰী, আজি এইটো গোটেই পৃথিৱীৰ কাৰণেই এটা বিখ্যাত ঘটনা। আপোনাৰ নিজকে এই ঘটনাৰ নায়িকা যেন লাগিছেনে? [বহুতৰে হাঁহি]

গায়ত্ৰী ঃ মোক কেতিয়াও এনেকুৱা ঘটনাৰ নায়িকা হ'বলৈ নালাগে, মোক চিৰদিন মিষ্টাৰ চৌধুৰীৰ সাধাৰণ পত্নী হৈ থাকিবলৈ লাগে।
[হাত চাপৰিৰ শব্দ। শ্ল'গান। গায়ত্ৰীয়ে সকলোলৈকে চাই হাতযোৰ কৰে। শ্ৰীবাস্তৱে হাত জোকাৱে। এবাৰ চৌধুৰীয়ে লাহে লাহে হাত জোকাৱে। ডাঃ শ্ৰীমতী ঠাকুৰ, মেট্ৰন, এজন কেমেৰামেন আৰু ৰিপ'ৰ্টাৰ-১ অৰ বাহিৰে সকলো গুচি যায়। বাহিৰত হাত চাপৰি আৰু শ্ল'গানৰ শব্দ লাহে লাহে মাৰ যায়। কেমেৰামেনে সেই ফালৰ ফটো তোলে।]

ৰিপ'ৰ্টাৰ-১ ঃ বাৰু ডাক্তৰ, আপুনিতো প্ৰথম দিনৰ পৰাই এইজন ৰোগীৰ চিকিৎসাৰ লগত জড়িত?

ডাঃ শ্ৰীমতী ঠাকুৰ ঃ হয়।

ৰিপ'ৰ্টাৰ-১ ঃ আপোনাৰ কেনেকুৱা লাগিছে?

ডাঃ শ্ৰীমতী ঠাকুৰ ঃ আপোনালোকে জানেই— লাহে লাহে তেখেত বিশ্ববিখ্যাত ৰোগী হৈ উঠিছিল, সেই অনুপাতে আমাৰ দায়িত্বও বাঢ়িছিল। আমি এই চিকিৎসাটোক আমাৰ জীৱন-মৰণৰ সমস্যা হিচাপে গ্ৰহণ কৰিবলৈ শিকিছিলোঁ।

ৰিপ'ৰ্টাৰ-১ ঃ ইয়াত কিমান দিন আছিল তেখেত?

ডাঃ শ্ৰীমতী ঠাকুৰ ঃ এশ ওঠৰ দিন।

ৰিপ'ৰ্টাৰ-১ ঃ আজি আপোনাৰ কেনে লাগিছে?

ডাঃ শ্ৰীমতী ঠাকুৰ ঃ এই মুহূৰ্ত্তলৈকে এক্সাইটেড মানে বৰ উত্তেজিত হৈয়েই আছোঁ— কিন্তু মই জানো— অলপ পৰৰ পিছৰ পৰাই গোটেই হস্পিতালখন যেন বৰ শান্ত, বিষণ্ণ হৈ পৰিব। আমাৰ এই হস্পিতালৰ পৰিয়ালটোৰ এজনে বিদায় লোৱাৰ নিচিনা লাগিছে। তিনিমাহ ধৰি সমগ্ৰ পৃথিবীৰ আগ্ৰহ আৰু উত্তেজনাৰ কেন্দ্ৰ হৈ থাকিব পৰাটো কম গৌৰৱৰ কথানে?

ৰিপ'ৰ্টাৰ-১ ঃ নিশ্চয়। [তেওঁ লিখে। ফটোগ্ৰাফাৰে ডাক্তৰৰ ফটো তোলে।] আঁৰকাপোৰ।

# দৃশ্য ঃ ১২

## মঞ্চ ঃ ২

[চৌধুৰীৰ শোৱনি কোঠা। টুইন বে'ড। সুন্দৰকৈ সজোৱা। এখন আৰামী চকীত চৌধুৰী বহি আছে। সম্পূৰ্ণ সুস্থ। হাতত চাহৰ কাপ। শৰ্মাই থিয হৈ চাহ খাইছে। গায়ত্ৰীয়ে এখন পৰ্দা কোঁচাই দিয়ে। সেইফালেদি পোহৰ সোমাই আহে।]

চৌধুৰী ঃ মোৰ আটাইতকৈ ডাঙৰ মস্কিলটো কি হ'ল জানা?

শৰ্মা ঃ কি?

চৌধুৰী ঃ এই যে পাইপটো এৰিব লগা হৈছে— সেইটো। ধুৰ' ইমান চখৰ বস্তু এটা এৰি দি এনেকৈ জীযাই থকাৰ মানে হয নেকি?

গাযত্ৰী ঃ হ'ব আৰু। বাংগালোৰত এদিন এওঁ কি কৰিলে জানে নে নাজানে শৰ্মা? সন্ধিয়া খোজ কাঢ়োঁতে ওচৰৰে ডিপাৰ্টমেণ্টেল ষ্ট'ৰ এখনত সোমালোঁ— সৰু-সুৰা কিবা বস্তুকেইটামান কিনিম বুলি। এবাৰ উভতি চাওঁ— এওঁ ওচৰত নাই। পিছত সুধিলোঁ— কিবা কিনিলা নেকি?— বোলে নাই কিনা। হোটেলত আহি জেপৰ পৰা পাইপ, ধপাতৰ টেমা, দিযাচলাই— এইবিলাক উলিযাইছে বুইছে। তাৰ পিছত আৰু [হাতযোৰ কৰি] এহোঁপা, এহোঁপা— এনেকৈ কুটুৰি আছে। শেষত মই যেতিযা ক'লোঁ— পাইপত ধপাত ভৰাব নালাগে, মোৰ টেমাত থকা সেন্দুৰখিনিকে ভৰোৱা— তেতিয়াহে শান্ত হৈছে।

শৰ্মা ঃ খাবলৈ দিব লাগিছিল। হস্পিতালত একদম ৰজাৰ নিচিনাকৈ থাকিবলৈ পাইছিলতো!

গাযত্ৰী ঃ সেইবোৰ বাৰু বাদ। এইবাৰ কিন্তু মই ভাবিছোঁ ছৰ্মা, অতুল আৰু নিতুলক এবাৰ আহিবলৈ কওঁ। কালি বাংগালোৰৰ পৰা ফোন কৰোঁতে অতুলে বৰ দুখ কৰিছে। এতিযাতো তেনেকুৱা গণ্ডগোল নাই চাগৈ?

[ফোন বাজে। গায়ত্ৰীয়ে ধৰে]

গায়ত্ৰী ঃ হেল্লো?— হয়। আজি পালোঁহি। ভাল।— সম্পূৰ্ণ ভাল। নাই কোনো অসুবিধা নাই।— অলপ আগতে ডাঃ শ্ৰীবাস্তৱ আহিছিল। হয়।— আহিব, নিশ্চয় আহিব। থেংক ইউ। থেংক ইউ।— [চৌধুৰীক] ৰাজনে ফোন কৰিছিল।

চৌধুৰী ঃ অঁ কোৱাচোন, সংঘৰ কাম-বন কেনে চলিছে?

শৰ্মা ঃ ঠিকেই চলি আছে। আগতকৈ জোৰ চলিছে। মাজতে এওঁলোকৰ স্কুলত হৈছিল এটা গণ্ডগোল।

গায়ত্ৰী : আমাৰ স্কুলত? কি গণ্ডগোল?

শৰ্মা : নতুন ল'ৰা-ছোৱালী ভৰ্তি কৰোৱাৰ দিনা ওচৰৰ সেই কলনিটোৰ এজাক ল'ৰা-ছোৱালী, মাক-বাপেকহঁতৰ লগত আহি স্কুলৰ বাৰাণ্ডাত বহি আছিলহি।

গায়ত্ৰী : কিয়?

শৰ্মা : সিহঁতকো ভৰ্তি কৰিব লাগে।

গায়ত্ৰী : হয়? কি কাৰবাৰ? সিহঁতৰ এনেকুৱা সাহ হয় কেনেকৈ?

শৰ্মা : সিহঁতক সাহ দিয়া লিডাৰ আছে নহয়! এইডোখৰ মাটিত তহঁতৰ স্কুল হোৱাৰ কথা আছিল, গতিকে তহঁতেও এইটো স্কুলত পঢ়িবলৈ পাব লাগিব— এইবোৰ কথা মগজত সুমুৱাই দিলে সিহঁতৰ সাহ নাবাঢ়িব?

চৌধুৰী : এই লিডাৰকেইটা কোন? ভূমিপুত্ৰ কোম্পানীৰ নেকি?

শৰ্মা : ভূমিপুত্ৰ, দলিত, বজৰং— চব কম্বাইনড।

গায়ত্ৰী : পিছত কি হ'ল?

শৰ্মা : আমি পুলিচক খবৰ দিলোঁ। পুলিচ আহিল। পিছে পুলিচে একো কৰিবলৈ নাপালেই। আমাৰ ল'ৰা-ছোৱালী, টিচাৰ, অফিচৰ কৰ্মচাৰী সকলো স্কুলৰ পৰা ওলাই গুচি গ'ল।

গায়ত্ৰী : তাৰ পিছত?

শৰ্মা : তাৰ পিছত খালী স্কুল ঘৰৰ বাৰাণ্ডাত আবেলিলৈকে বহি থাকি এটাইবোৰ সুৰসুৰকৈ গুচি গ'ল। আমনিও লাগিল, ভোকো লাগিল চাগে। [শৰ্মা আৰু গায়ত্ৰীয়ে হাঁহে।]

চৌধুৰী : লিডাৰকেইটাক দুছাটমান দিয়াব নোৱাৰিলা?

শৰ্মা : দৰকাৰেই নহ'ল নহয়। [ফোন বাজে। শৰ্মাই ধৰে।]

হেল্লো?— হয়। ক'ৰ পৰা? বুজিছোঁ বুজিছোঁ। মই ছৰ্মাই কৈছোঁ। কওকচোন।— কেতিয়া?— অকণমান ধৰিবচোন। [চৌধুৰীক] ইউনাইটেড প্ৰেছৰ স্পেছিয়েল কৰেছপনডেণ্ট শেখৰে লগ পাব খুজিছে।

চৌধুৰী : [ইংগিতেৰে নালাগে বুলি কয়। তাৰ পিছত] প্ৰেছ কনফাৰেন্সৰ পিছত।

শৰ্মা : [ফোনত] হেল্লো মিষ্টাৰ শেখৰ, ডাঃ শ্ৰীবাস্তৱে এখন প্ৰেছ কনফাৰেন্স পাতিছে কাইলৈ। লগতে মিষ্টাৰ চৌধুৰীও থাকিব। মিষ্টাৰ চৌধুৰীয়ে কৈছে— সেইখন হৈ যোৱাৰ পিছত দৰকাৰ হ'লে—। ভাল ভাল। থেংক ইউ। [ফোন থয়]

চৌধুৰী : হেৰি নহয়, তুমি সকলোকে খবৰ দিয়া— মই পৰহিমানৰ পৰা সংঘৰ অফিচলৈ যাম।

শৰ্মা : পাৰিবা জানো? ডাক্তৰে কি কয়?

চৌধুৰী : ডাক্তৰে কোৱা মতেই কাম কৰিম। কথা কম ক'ম, সন্ধিয়া পাৰ্কৰ মাজৰ ৰাস্তাটোৰেদি অকলে এমাইল খোজ কাটিম, বিজিনেছ এণ্ড চাব— মই সংঘৰ অফিচত তোমালোকে কি কৰা তাকে চাম।

শৰ্মা : গুড। মই এতিয়া আহোঁ তেনেহ'লে।

গায়ত্ৰী : নিতুলহঁতক আহিবলৈ কওঁ?

শৰ্মা : ইমান অধৈৰ্য হৈছে যেতিয়া কোৱা। আহক এবাৰ। আমি তেওঁলোকৰ কাৰণে কেইজনমান হুঁচিয়াৰ বডী গাৰ্ড ঠিক কৰিব লাগিব। আহোঁ।

গায়ত্ৰী : ভাল। *[শৰ্মা যায়। গায়ত্ৰীয়ে দুৱাৰখন বন্ধ কৰি ভিতৰলৈ চায়]*

তাত কোন আছ? মইনা আছ নেকি? [বনকৰা ছোৱালীজনী আহে।]
যোন আহিলে ড্ৰইংৰুমত ধৰিবি। ৰজতক আগফালে থাকিবলৈ ক'। কোনোবাই বিচাৰিলে আমাক এক বজাৰ পিছত পাব বুলি ক'ব। যা। [ছোৱালীজনী যায়। গাযত্ৰীয়ে সেইখন দুৱাৰো বন্ধ কৰে।]

চৌধুৰী : বহুত দিনৰ মূৰত নিজৰ ঘৰটোলৈ উভতি আহিলে বৰ ভাল লাগে নহয়? [বিছনাত বহে]

গায়ত্ৰী : মই হ'লে ফাইভষ্টাৰ হওক, ছিক্সষ্টাৰ হওক— সেইবোৰ হোটেলত নিজৰ ঘৰটোৰ নিচিনা আৰাম কেতিয়াও নাপাওঁ।
[সংগীত। চৌধুৰীয়ে আঁউজি দিয়ে। গাযত্ৰীয়ে তেওঁৰ বুকুত হাত ফুৰায়।]
ইমান ডাঙৰ ঘটনা এটা ঘটি গ'ল, গোটেই পৃথিৱীত কিমানে কিমান ইণ্টাৰেষ্ট ল'লে, তাৰ পিছত আমি আকৌ আমাৰ নিজৰ, আপোন কোঠাটো পালোঁহি। মোৰ ইমান ভাল লাগিছে' তোমাৰ ভাল লগা নাই?

চৌধুৰী : লাগিছে। বৰ শান্তি লাগিছে। এই শান্তিৰেই এক নতুন জীৱন আৰম্ভ কৰিম।
[সংগীত। গাযত্ৰীয়ে চৌধুৰীৰ বুকুত কাণ পাতি যেন কিবা শুনে। কিছু সময়ৰ পিছত]

চৌধুৰী কি শুনিছা?

গায়ত্ৰী : কলিজাটোৰ শব্দ। এনেকুৱা লাগিছে যেন কোনোবা বীৰ সৈনিক যুদ্ধ জয় কৰি বিজয় সংগীতৰ তালে তালে খোজ কাটি আপোনজনৰ কাষলৈ উভতি আহিছে।
[সংগীত কিছু সময় বাজি সৰু হৈ যায। যেন march কৰি সৈন্যবোৰ বহু দূৰলৈ গ'লগৈ।]

চৌধুৰী : উঠা। মই কাপোৰ সলাই আহোঁ। অকণমান পৰ— আহে যদি— টোপনি যাওঁ।
[তেওঁ উঠি গুচি যায। গাযত্ৰী কিছু সময় তেনেকৈয়ে পৰি থাকে। তাৰ পিছত তেওঁ উঠি চক্ৰপাণী মচে। ফোনৰ ওচৰলৈ আহে।]

গাযত্ৰী : [ডাঙৰকৈ] মই অতুললৈ ফোন কৰোঁ বুইছা। [ঘড়ী চাই] এতিয়া চাগে সি উঠিল।
[ডায়েল কৰি থাকে। (বাৰটা নম্বৰলৈকে কৰিব পাৰে।) আঁৰকাপোৰ।]

## দৃশ্য ঃ ১৩

### মঞ্চ ঃ ১

[পাৰ্ক। সন্ধিয়া হওঁ হওঁ। এটা লাইটপ'ষ্ট। এটা লাইট জ্বলি আছে। দূৰত এখন বেঞ্চত বহি থকা ডেকা-গাভৰু এহাল উঠি গুচি যায়। ছোৱালীজনীয়ে বেঞ্চত এৰি যোৱা ৰুমালখন উৰ্ভতি আহি লৈ যাযহি। অলপ পিছত চৌধুৰী লাহে লাহে আহে।]

চন্দ্ৰিকা : [আঁৰৰ পৰা] ছাৰ'
[চৌধুৰীযে উভতি চায়। আকৌ আগবাঢে। চন্দ্ৰিকা সোমায়।]

চন্দ্ৰিকা : ছাৰ' [চৌধুৰীয়ে উভতি চায। চন্দ্ৰিকাই তেওঁক মাতিছে বুলি বিশ্বাস নকৰে। আগুৱায।]

চন্দ্ৰিকা : ছাৰ' [চৌধুৰী উভতি আহে। খুব ভালকৈ চন্দ্ৰিকাক চায।]

চৌধুৰী ঃ তুমি— মোক কিবা কৈছিলা নেকি? মোক মাতিছিলা নেকি?

চন্দ্ৰিকা ঃ হয ছাৰ, মই আপোনাকে মাতিছিলোঁ।

চৌধুৰী ঃ কিয়?

চন্দ্ৰিকা ঃ মই আপোনাৰ লগত কথা পাতিব খুজিছিলোঁ।

চৌধুৰী ঃ মোৰ লগত? মোৰ লগত তোমাৰ কিহৰ কথা? মইতো তোমাক চিনি নাপাওঁ। কোন তুমি? ক'ৰ মানুহ?

চন্দ্ৰিকা ঃ আপুনি মোক চিনি নাপাব ছাৰ। মোৰ নাম চন্দ্ৰিকা। মই কিন্তু আপোনাক চিনি পাওঁ ছাৰ। আমি আগতে ৰামমোহন কলেজৰ ওচৰৰ কলনিটোত আছিলোঁ। আজিকালি আমবাগানৰ সিফালে যে নতুন কলনিটো হৈছে— তাত থাকোঁ।

চৌধুৰী ঃ [বিৰক্তিৰে] মোৰ লগত তোমাৰ কি কথা? এই গধূলি সময়ত অকলে তুমি ইয়ালৈ কিয় আহিছা?

চন্দ্ৰিকা ঃ মই সদায় আহোঁ ছাৰ। আপুনি যেতিযাৰ পৰা গধূলি গধূলি এইটো বাটত ফুৰিবলৈ লৈছে, তেতিয়াৰে পৰা মই সদায় ইয়ালৈ আহি আছোঁ।

চৌধুৰী ঃ কিয?

চন্দ্ৰিকা ঃ মোক চিনি নাপালেও— মোৰ তেওঁক— মোৰ মানুহজনক আপুনি চিনি পাব পাৰে। চিনি নাপালেও তেওঁৰ নামটো আপুনি শুনিছে চাগৈ। তেওঁৰ নাম আছিল গোবিন্দ— গোবিন্দ পণ্ডিত।

চৌধুৰী ঃ [মনত পেলায] গোবিন্দ পণ্ডিত!

চন্দ্ৰিকা ঃ মনত পৰিছে ছাৰ?

চৌধুৰী ঃ ওহোঁ— কিন্তু নামটো ক'ৰবাত শুনিছোঁ শুনিছোঁ— কেতিযাবা ক'ৰবাত কোনোবাই কৈছিল— গোবিন্দ — গোবিন্দ পণ্ডিত।

চন্দ্ৰিকা ঃ [আকুল] হয় হয ছাৰ, গোবিন্দ পণ্ডিত। আমাৰ এক্সিডেণ্ট হৈছিল। আমি দুইটা বেহুঁচ হৈ গৈছিলোঁ। তেওঁৰ কলিজাটো কাটি নি ডাক্তৰে আপোনাৰ বুকুত লগাই দিছে।

চৌধুৰী ঃ কি?

চন্দ্ৰিকা ঃ হয় ছাৰ, তেওঁৰ কলিজাটো কাটি নি ডাক্তৰে আপোনাৰ বুকুত লগাই দিছে।

চৌধুৰী ঃ [চুটিকৈ] অ'।

চন্দ্ৰিকা ঃ হয ছাৰ! আমাৰ বিযা হোৱা মাত্ৰ দুমাহ হৈছিল। বিযাৰ পিছতে তেওঁ অফিচৰ পৰা দৰমহা বঢ়া কাৰণে দহ মাহৰ পইচা পাইছিল। তেওঁ মোক শিৱ পূজাৰ মেলা দেখুৱাবলৈ লৈ গৈছিল। আমি খুব ফুৰ্তি কৰিছিলোঁ। হোটেলত ভাত খাইছিলোঁ, মিঠাই খাইছিলোঁ। আমি তাত ফটোও তুলিছিলোঁ। এয়া চাওক ছাৰ, মানুহটোৱে এইখন ফটো তুলি আমাক লগে লগে দি দিছিল।

[হাতত থকা বেগ এটাৰ পৰা ফটোখন উলিয়াই চৌধুৰীৰ চকুৰ আগত ধৰে। চৌধুৰীয়ে চায। সংগীত।] তাৰ পিছত গধূলি পৰত আকৌ হোটেলত চাহ খাই আমি উভতি আহিছিলোঁ। কিন্তু টাউনত সোমোৱাৰ অলপ আগতে বাছখন ৰাস্তাৰ কিনাৰৰ খালত বাগৰি পৰি গ'ল। তাৰ পিছত কি হ'ল মই ক'ব নোৱাৰোঁ। তিনি দিনৰ পিছত হস্পিতালত মোৰ জ্ঞান আহিছিল। তাৰ আগতে ডাক্তৰে তেওঁৰ কলিজাটো কাটি নি আপোনাৰ বুকুত লগাই দিছিল।

[চকুপানী মচে। চৌধুৰীয়ে তাইলৈ চায়, অইনফালে চায়, বিভ্ৰান্ত হয়।]

চৌধুৰী : আজিকালি বহুত নতুন নতুন কথা ওলাইছে। ডাক্তৰে তেনেকুৱা বহুত নতুন নতুন কাম কৰে। কিন্তু তুমি— মোক কিয় লগ ধৰিছা?

চন্দ্ৰিকা : আপোনাক— আপোনাক মই দূৰৰ পৰা সদায় চাই থাকোঁ। ওচৰলৈ আহিবলৈ, মাতিবলৈ মোৰ সাহ নহয়। কিন্তু মোক আপোনাক ওচৰৰ পৰা চাবলৈ লাগে, আপোনাৰ লগত কথা পাতিবলৈ লাগে। মোক আপোনাৰ একেবাৰে ওচৰতে থাকিবলৈ লাগে। মোৰ আৰু কোনো নাই। মই একেবাৰে অকলশৰীয়া, নিঠৰুৱা হৈ গ'লোঁ ছাৰ! কিন্তু তেওঁৰ কলিজাটো আপোনাৰ বুকুতে আছে। আমি কলিজাৰ লগতে মানুহৰ অন্তৰখন— মানুহৰ মনটো থকা বুলি ভাবোঁ। তেওঁ বৰ ধুনীয়া আছিল, বৰ ভাল মানুহ আছিল, বৰ মৰমিয়াল মানুহ আছিল। ইমান মৰমনো ক'ত সোমাই আছে বুলি মই সদায় তেওঁৰ বুকুৰ কলিজা থকা ঠাইখিনিত হাত ফুৰাইছিলোঁ। [চকুপানী মচে] সেইখন কলিজাই এতিয়া আপোনাৰ বুকুত ধপ্‌ধপাই আছে, আপোনাক জীয়াই ৰাখিছে। কলিজাখনেই যদি জীয়াই থাকিল, তেনেহ'লে মোৰ গোবিন্দ কেনেকৈ মৰিল? [দুখো চাই থাকে।]

চৌধুৰী : [অসংলগ্ন] এতিয়া বহুত পলম হ'ল। তোমাক মই পিছত লগ পাম।

চন্দ্ৰিকা : [উৎফুল্ল] হয় ছাৰ? লগ পাব ছাৰ? [হাতযোৰ কৰে] বৰ ভাল পালোঁ ছাৰ। কিন্তু ছাৰ— ক'ত লগ পাম? মইতো আপোনালোকৰ ঘৰলৈ যাব নোৱাৰোঁ। মই আপোনাক চাবলৈ ইয়ালৈ আহিব পাৰিম— কিন্তু— কিন্তু— [হঠাতে] আপুনি আমাৰ ঘৰলৈ যাব নে ছাৰ? মই আপোনাক দিবলৈ এই কাগজটুকুৰা সদায় লৈ ফুৰোঁ। [উলিযাই দেখুৱায়] ইয়াতে গোবিন্দৰ নাম, মোৰ নাম, আমাৰ ঘৰৰ ঠিকনা চব লিখা আছে। এইখন আপুনি লৈ থওক ছাৰ।

[সংগীত। চৌধুৰীয়ে যন্ত্ৰচালিত মানুহৰ নিচিনাকৈ কাগজখন লৈ কোটৰ বুকুৰ ভিতৰ ফালৰ জেপত ভৰায়। তাৰ পিছত হঠাতে ঘূৰি তেওঁ গুচি যায়। চন্দ্ৰিকাই থিয় হৈ চাই থাকে। আঁৰকাপোৰ]।

## দৃশ্য : ১৪

### মঞ্চ : ২

[চৌধুৰীৰ শোৱনি কোঠা। সামান্য পোহৰ। চৌধুৰী সোমাই আহে। দুৱাৰৰ হুক মাৰে। ইফালৰ পৰা বনকৰা ছোৱালীজনীয়ে আহি লাইট জ্বলাই দিয়ে। উজ্জ্বল পোহৰ চৌধুৰীৰ অসহ্য লাগে।]

চৌধুৰী : অই, ডাঙৰ লাইটটো নুমুৱাই দে। অইন এটা জ্বলা।

[ছোৱালীজনীয়ে কম পোহৰৰ লাইট এটা জ্বলায়। ডাঙৰটো নুমুৱায়।]

চৌধুৰী : বাইদেৱেৰ নাই নেকি?

ছোৱালী : নাই। সংঘৰ অফিচলৈ গৈছে। [বৈ] আপোনাক কিবা দিম নেকি?

চৌধুৰী : নালাগে। দুৱাৰখন জপাই থৈ যা। এতিয়া ইয়ালৈ কোনো নাহিবি।
[ছোৱালীজনীয়ে দুৱাৰ জপাই থৈ যায়গৈ। চৌধুৰী ক্লান্তভাৱে বহে। সংগীত। লাইট সলনি হয়। আধা স্বপ্নৰ নিচিনা কথা। তাৰ পিছত উঠি আহি অস্থিৰভাৱে ইফাল-সিফাল কৰে।]

চৌধুৰী : মানুহজনীক মই ধন্যবাদ জনাব লাগিছিল নেকি?— 'মই যে এনেকৈ এয়া জীয়াই থাকিবলৈ পাইছোঁ, তাৰ কাৰণে মই তোমালোকৰ ওচৰত কৃতজ্ঞ'— এইবুলি বা তেনেকুৱা কিবা এষাৰ ক'ব লাগিছিল নেকি? মই যে একো নোকোৱাকৈ গুচি আহিলোঁ— অভদ্ৰামি হ'ল নেকি?— নাই নাই, কিহৰ অভদ্ৰামি? মোৰ লগত কথা পাতিবলৈ পায়েই তাই কিমান ভাল পাই গৈছে। তাইক আকৌ কিহৰ ধন্যবাদ! ক'ত থাকে বুলিলে তাই? [জেপৰ পৰা কাগজটুকুৰা উলিয়াই চকুৰ ওচৰলৈ নি পঢ়ে।] আমবাগানৰ সিফালৰ নতুন কলনিটোত— গোবিন্দ— শুনিছোঁ— ক'ৰবাত কোনোবাই এই নামটো কোৱা শুনিছোঁ।— নে ক'ৰবাত পঢ়িছোঁ? কিন্তু এইবিলাকৰ লগত মোৰ কি সম্পৰ্ক? মোৰ কথা হৈছে— মোৰ হৃদপিণ্ড সলনি হোৱাৰ ঘটনাটো এটা যুগান্তকাৰী, চাঞ্চল্যকৰ ঘটনা। এয়া ডাঃ শ্ৰীবাস্তৱহঁতৰ নিচিনা ঐশ্বৰিক শক্তিৰে শক্তিমান, বুদ্ধিমান বিজ্ঞানীৰ মহান কৃতিত্ব। তাৰ বাহিৰে অইন কথা ভবাৰতো মোৰ কোনো প্ৰযোজন নাই। কোনেওতো কেতিয়াও মোক সেইবিলাক ভাবিবলৈ কোৱা নাই। কাৰ হৃদপিণ্ড— সেই প্ৰশ্নটোতো কেতিয়াও কোনেও উত্থাপন কৰা নাই। তেনেহ'লে? নাই নাই। এইবোৰ বাজে কথা। [ঘূৰে। খোজ এটা দি হঠাৎ ৰৈ যায়।] কিন্তু— এই যে মানুহজনীয়ে ক'লে— এইটো কলিজাৰ নিশ্চিতভাৱে এটা গৰাকী আছিল। এই হৃদপিণ্ডৰ লগত এখন অন্তৰ জড়িত হৈ আছিল। হৃদপিণ্ড— হাৰ্ট— অন্তৰ। [চুলিত আঙুলি ফুৰায়। লাহে লাহে আহি ছোফাত বহে। আগৰ নিচিনা লাইটিং। অলপ পিছত দুৱাৰত টোকৰ। চৌধুৰীয়ে উঠি গৈ দুৱাৰ খোলে। গায়ত্ৰী আহে।]

গায়ত্ৰী : আন্ধাৰে-মুন্ধাৰে বহি কি কৰিছা? কেতিয়া আহিলা তুমি?

চৌধুৰী : কেতিয়াবাই আহিলোঁ। অ' নহয়— এই অলপ আগতে। দহ-পোন্ধৰ মিনিট।

গায়ত্ৰী : লাইট জ্বলোৱা নাই কিয়? [ডাঙৰ লাইটটো জ্বলাই দিয়ে।]

চৌধুৰী : এই লাইটটোৰ পাৱাৰটো বৰ বেছি হে'। চকুত ধৰি গৈছে একেবাৰে।

গায়ত্ৰী : সদায়তো সন্ধিয়া এইটোৱেই জ্বলি থাকে। আজি আকৌ পাৱাৰটো বেছি লাগিল কিয়? [হঠাতে চৌধুৰীৰ মুখখন লক্ষ্য কৰি] তোমাৰ কি হৈছে?

চৌধুৰী : ক'তা? ক'ত কি হৈছে?

গায়ত্ৰী : ইমান ঘামিছা কিয়?

চৌধুৰী : [স্বাভাৱিক হ'বলৈ চেষ্টা কৰি] ঘামিছোঁ নেকি? এ— মই মনেই কৰা নাই। আজি মই মানে অইন দিনাতকৈ অলপ বেগ দি খোজ কাঢ়িছিলোঁ বুইছা। মই পিছে তেনেকৈ একো ফিল [feel] কৰা নাই। [ৰুমালেৰে মুখ মচে। হঠাতে] আগফালে কোনোবাই কথা পতা যেন শুনিছোঁ!

গায়ত্ৰী : শৰ্মা আহিছে। দুটামান ফোন কৰিবলগীয়া আছে বোলে— তাকে কৰিছে। তুমি চাহ-তাহ কিবা খালা?

চৌধুৰী : নাই খোৱা। খাবলৈ মনো যোৱা নাই। সংঘত আজি কি হ'ল? নতুন কিবা?

গায়ত্ৰী : খুব ইম্পৰটেণ্ট ডিচিচন এটা লোৱা হৈছে।

চৌধুৰী : কেনেকুৱা?

গায়ত্ৰী : চিটিখনৰ ভিতৰত— কৰপৰেচন এৰিয়াৰ ভিতৰত আমি মেজৰ কাম একো কৰিব নালাগিব। সিহঁতৰ ষ্ট্ৰাইকৰ কোবটো বেছি হৈছেতো। সেই কাৰণে— গাঁৱৰ ফালে, নাইবা সৰু সৰু টাউনবোৰত সিহঁতক ষ্ট্ৰাইক কৰিব লাগিব।

চৌধুৰী : ষ্ট্ৰাইক কৰিবা মানে?

গায়ত্ৰী : ক'ম ৰ'বা। শৰ্মাও আহক। মই কাপোৰ সলাই লওঁ। [ভিতৰ দুৱাৰলৈ গৈ] মইনা, কফি আনিবিচোন। শৰ্মা চাহাবো আছে। চিপচ্ আছে যদি দিবিচোন। [ওভোতা ফালে আঁৰলৈ যাওঁতে কৈ যায়]

গায়ত্ৰী : বিলাসপুৰত পৰহি পাঁচটামানক বোলে আমাৰ মানুহে ঠিকছে শিক্ষা দিছে। [যায়।]

চৌধুৰী : ঠিক কৰিছে। দিব লাগে ছালাইঁতক। সিহঁতৰ চবকে হয় হিমালয় পৰ্বতৰ সিফাললৈ, নহয় বংগোপ সাগৰ, আৰব সাগৰৰ মাজলৈ দলিয়াই দিব লাগে।

[পোহৰ সলনি হয়। সংগীত। চৌধুৰী লাহে লাহে উঠি আহে।]

কি ক'লে তাই? তাইক মোৰ একেবাৰে ওচৰতে থাকিবলৈ লাগে? তাই মোৰ সান্নিধ্য বিচাৰিছে? কেনেকুৱা সান্নিধ্য? তাইক কি লাগে?

[আকৌ কাগজখন উলিয়াই চাই থাকে। মূৰ তুলি দূৰলৈ চায়।]

গোবিন্দৰ লগত তাইৰ যেনেকুৱা সান্নিধ্য আছিল তেনেকুৱা সান্নিধ্য।

[তেওঁ থৰ হৈ ৰৈ থাকে। অন্ধকাৰ।]

## দৃশ্য ঃ ১৫

### মঞ্চ ঃ ১

[গোবিন্দ আৰু চন্দ্ৰিকাই প্ৰাণ খুলি হাঁহিছে। সিহঁতৰ মুখত পাণ। চন্দ্ৰিকাই গোবিন্দৰ হাতত থকা পাণৰ পৰা চূণ অকণ নি জিভাৰ আগত লগায়। তাৰ পিছত গোবিন্দৰ মছলা লৈ খায়।

তাৰ পিছত সিহঁত বাছত উঠে।

বাছ চলি যায়।

বাছ চলি গৈ আছে।

এসময়ত বাছখন দুৰ্ঘটনাত পৰে। মানুহৰ চিঞৰ। অন্ধকাৰ]

## দৃশ্য ঃ ১৬

### মঞ্চ ঃ ২

[চৌধুৰী ছোফাত বহি আছে। শৰ্মা সোমাই আহে।]

শৰ্মা : আজি তুমি সংঘৰ মিটিংখনলৈ যাব লাগিছিল। খুব ভাল ডিছকাছন হৈছিল।

চৌধুৰী : [উঠে] হেৰি নহয় সঞ্জীৱ, এই যে আমবাগানৰ সিফালৰ কলনিটোত আমি জুই লগাইছিলোঁ—

শৰ্মা : [ধমকি] আকৌ!

চৌধুৰী : কি হ'ল?

শৰ্মা : 'আমি লগাইছিলোঁ'— তেনেকুৱা ভাষা কিয় কোৱা? তুমি ক'বা— কোনোবাই লগাইছিল। দুষ্কৃতিকাৰীয়ে লগাইছিল। অল ৰাইট? কি ক'ব খুজিছিলা কোৱা।

চৌধুৰী : মানে মই জানিব খুজিছিলোঁ— তাত এতিয়া কি আছে?

শৰ্মা : সেই কলনিয়েই আছে। কৰপৰেচনে বেৰেকৰ নিচিনাকৈ কিছুমান ঘৰ সজাই দিছে। [ঠাট্টা] একেবাৰে পকীঘৰ। সিহঁতৰ আগতকৈ ভালহে হ'ল। এইবোৰ তোমাৰ চিফ মিনিষ্টাৰ আৰু সেই তোমাৰ টুইডৰ কোট পিন্ধা মিনিষ্টাৰৰ জিদ। সেই কাৰণেই আমি টেক্‌টিক্‌ছটো সলাইছোঁ বুইছা। খেৰ জ্বলালে যদি টিনপাত আহে, জুপুৰি জ্বলালে যদি দালান আহে— তেনেহ'লে নজ্বলোৱাই ভাল। টিনপাতৰ তলত, দালানত যিবোৰে থাকিবলৈ লয়, একেবাৰে সিহঁতক ধৰিলেই হ'ল। কি কোৱা?

[চৌধুৰী নিমাত। গাযত্ৰী সোমায়।] হুঁ? কি কোৱা?

চৌধুৰী : হুঁ?

শৰ্মা : কি ভাবি আছা তুমি?

চৌধুৰী : নাই নাই একো ভবা নাই। তুমি ঠিকেই কৈছা। ধৰিব লাগে। সিহঁতক ধৰিব লাগে।

শৰ্মা : পিছে এইবাৰ ইযাত নহয়। ইয়াত সিহঁতৰ ডেমাকী বাঢিছে। দালালহঁতৰ পৰা বিনা পইচাই ফুলি খাবলৈ পাই সিহঁতৰ কলিজা বাঢিছে।

চৌধুৰী : কি ক'লা? তুমি কেনেকৈ জানিলা সিহঁতৰ কলিজা বাঢিছে বুলি?

শৰ্মা : সিহঁতৰ সাহস দেখি কৈছোঁ।

চৌধুৰী : অঁ— সাহস বাঢিছে বুলি কোৱা। কলিজা বাঢিছে বুলি ক'বা কিয়? মানুহৰ কলিজা বাঢে নেকি? সিহঁতৰ কলিজা আমাতকৈ ডাঙৰ নেকি?

গাযত্ৰী : তুমি ইমান জোৰে জোৰে কথা কৈছা কিয়?

চৌধুৰী : মোৰ খং উঠি গৈছে বুইছা? সিহঁতৰ ইমান সাহ হ'ব কিয়?

গাযত্ৰী : সিহঁতৰ সাহৰ ব্যৱস্থা হ'ব নহয়! তাৰ কাৰণে তুমি এনেকৈ চিঞৰিব নালাগে।

চৌধুৰী : [আৰু চিঞৰি] নহয। মোৰ কথা হৈছে— সিহঁতৰ ইমান সাহ হ'ব কিয? কাইলৈ যদি সিহঁত ইযাতে ওলায়হি!

শৰ্মা : ননছেন্স! তেনেকুৱা এটা উদ্ভট কাণ্ডৰ কথা তুমি ভাবিব পাৰিলা কেনেকৈ?

চৌধুৰী : নাভাবিম কিয়? যি দেখিছোঁ, যি শুনিছোঁ— এইবোৰ— এইবোৰ—

গাযত্ৰী : তোমাৰ হৈছে কি? বহাচোন তুমি? তুমি আকৌ ইমানকৈ ঘামিছা! শৰ্মা, অথনিও এওঁ ইমান ঘামিছিল। [গায়ত্ৰীয়ে চৌধুৰীক বহুৱাই দিয়ে।]

চৌধুৰী : নাই নাই, মোৰ একো হোৱা নাই।

গাযত্ৰী : মনে মনে থাকাচোন তুমি। [ওচৰতে থকা ৰুমালখনেৰে মুখ মচে।] শৰ্মা, এবাৰ ডাক্তৰক খবৰ দিয়া ভাল হ'ব নেকি?

চৌধুৰী : কিয?

গাযত্ৰী : তুমি মনে মনে থাকাচোন। চোৱা, তুমি এয়া কাপোৰ সলাই, পাতল কাপোৰ পিন্ধি আহাগৈ। [চৌধুৰী লাহে লাহে যায়।]

চৌধুৰী : [যাওঁতে কৈ যায] নাই নাই, মই ঠিকে আছোঁ। তুমি এনেয়ে চিন্তা কৰিছা।

গায়ত্ৰী : আপুনি কি ভাবে শৰ্মা? ডাক্তৰক কনটেক্ট কৰিব লাগিব নেকি?

শৰ্মা : মই ঠিক ধৰিব পৰা নাই। অলপ একছাইটেড হৈছে, তাৰ বাহিৰেতো একো হোৱা নাই।

গায়ত্ৰী : ইমান যে অস্থিৰ দেখা গৈছে! ইমান যে ঘামিছে!

শৰ্মা : মোৰ মতে— তুমি আৰু কিছু সময় অবজাৰ্ভ কৰা, যদি কিবা এবনৰ্মেল যেন দেখা, তেতিয়া ডাঃ শ্ৰীবাস্তৱক ফোন কৰিবা, নাইবা মোক খবৰ দিবা। ড'ন্ট ৱৰী। গুড নাইট।

গায়ত্ৰী : গুড নাইট। আপুনি ঘৰতে থাকিব নহয়?

শৰ্মা : [যাওঁতে] থাকিম। [যায়]
[গায়ত্ৰীয়ে ডাঙৰ লাইটটো নুমুৱায় সৰু এটা জ্বলায়। চৌধুৰী যি ফালে গৈছিল, সেই ফালে চাই ৰৈ থাকে।]

[আঁৰকাপোৰ]

# দৃশ্য : ১৭
## মঞ্চ : ১

[পাৰ্ক। সন্ধিয়া। কিছুদিন পাৰ হৈছে। আগৰ বাৰতকৈ অলপ বেছি সময় হৈছে। চৌধুৰী লাহে লাহে আহে। অলপ পিছতে গছৰ আঁৰৰ পৰা চন্দ্ৰিকা ওলাই আহে।]

চন্দ্ৰিকা : ছাৰ! [চৌধুৰীযে উভতি চাই গুচি যাব খোজে। আকৌ উভতি ৰৈ চাই থাকে। অলপ পিছত কোবেৰে চন্দ্ৰিকাৰ ওচৰলৈ আহে।]

চৌধুৰী : [খং] তুমি?—

চন্দ্ৰিকা : হয় ছাৰ, মই।

চৌধুৰী : তুমি যুগ যুগ ধৰি, প্ৰত্যেক দিনাই এই পাৰ্কখনতে থাকা নেকি?

চন্দ্ৰিকা : সদায় থাকোঁ। কিন্তু আপুনি বহু দিন অহা নাই ছাৰ।

চৌধুৰী : মই নাহোঁ বুলিযেই ঠিক কৰিছিলোঁ। কিন্তু তোমাক কি লাগে? তুমি কিয সদায এনেকৈ খাপ পাতি থাকা?

চন্দ্ৰিকা : আপোনাৰ কাৰণে ছাৰ।

চৌধুৰী : কিয়?

চন্দ্ৰিকা : [কাতৰ] মোৰ বৰ কষ্ট হৈছে ছাৰ। গোবিন্দৰ কলিজাটোৱে ধপ্ ধপ্ কৰি থাকিছিল। মই তেওঁৰ বুকুত কাণ থৈ শুনিছিলোঁ— ক'ৰবাত যেন কোনোবাই ঢোল বজাইছে— কোনোবাই যেন তাৰ লগে লগে নাচিছে— তেনেকুৱা লাগিছিল। বহুত দিন মই সেই ধপ্‌ধপনি শুনা নাই। সেই ধপ্‌ধপনি এই পৃথিৱীতে আছে, অথচ মই শুনিবলৈ নাপাওঁ— এইটো বৰ কষ্টৰ কথা ছাৰ!
[চকু ঢাকি অস্ফুট কণ্ঠেৰে কান্দে। সামান্য উচুপনি শুনা যায়।]

চৌধুৰী : কিন্তু মই কি কৰিব লাগে?

চন্দ্ৰিকা : মোক মাত্ৰ এবাৰ আপোনাৰ বুকুত মূৰ থৈ— মোৰ গোবিন্দৰ কলিজাটোৰ ধপ্‌ধপনি শুনিবলৈ লাগে ছাৰ।

চৌধুৰী : কি?

চন্দ্রিকা : মাত্র এবাৰ ছাৰ।— অকণমান সময়— মই খালী ধপ্‌ধপনিটো শুনিম—

চৌধুৰী : কি স্পৰ্ধা।

চন্দ্রিকা : ছাৰ— মাত্র এবাৰ।

চৌধুৰী : ইমান সাহস তোমাৰ? [গুচি যায়]

চন্দ্রিকা : [পাছে পাছে] ছাৰ! শুনকচোন ছাৰ। মই গোটেই জীৱনটো আপোনাৰ ভৰিত পৰি থাকিম ছাৰ— ছাৰ।—

[সংগীত। অলপ সময় চাই ৰৈ থাকে। লাহে লাহে উভতি আহি বেঞ্চখনত বহি নিঃশব্দে কান্দে।]

[আঁৰ কাপোৰ।]

# দৃশ্য : ১৮

## মঞ্চ : ২

[চৌধুৰীৰ শোৱনি কোঠা। গায়ত্রী বিছনাত। টোপনিত। নীলা পোহৰ। অলপ পিছত চৌধুৰী আহে। ৰাতি শোৱাৰ সাজ। তেওঁ আহি বিছনাত বহে। গায়ত্রীলৈ চাই থাকে। চিন্তা কৰে। অস্থিৰ হয়। লাইট সলনি হয়। চিন্তাত— সপোনত উঠাৰ নিচিনাকৈ চৌধুৰী বিছনাৰ পৰা উঠি আহে। অস্থিৰভাৱে ইফাল-সিফাল কৰে।]

চৌধুৰী : কেনেকুৱা যে লাগিছে—। সহ্য কৰিব পৰা নাই। এটা কলিজাই ইমান জোৰে ধপ্‌ধপায়। কিমান ডাঙৰ কলিজাটো? মানুহে কয়— কলিজাটো বোলে এই হাতৰ মুঠিটোৰ সমান! সিহঁতৰ হাতৰ মুঠি কিমান ডাঙৰ হ'ব পাৰে? আমাৰ এই মুঠিতকৈ ডাঙৰ? হ'ব পাৰে। হ'ব পাৰে।— এনেকুৱা লাগিছে যেন তীব্র শক্তিৰে কলিজাটোৱে গোটেই গাৰ তেজবোৰ একেবাৰ শুহি লৈছে— মই দুৰ্বল হৈ গৈছোঁ— আকৌ তীব্র শক্তিৰে সি তেজবোৰ গোটেই গালৈ পঠিয়াই দিছে। সেই হেঁচা মোৰ গাটোৱে সহিব পৰা নাই। মগজুৰ ভিতৰৰ শিৰবোৰ যেন ফাটি যাওঁ ফাটি যাওঁ হৈছে। উস্! ইমান ডাঙৰ নে সেই যন্ত্রটো! আমাৰ ডাঙৰ গাড়ীখনত ডিষ্ট্রিবিউটৰটোৰ সমান? হয়, সেইটো এটা প্ৰকাণ্ড ডিষ্ট্রিবিউটৰ। তীখাৰ নিচিনা টান। মই সহ্য কৰিব পৰা নাই। কিন্তু— কিন্তু সেইটোতো তীখাৰ বস্তু নহয়, সেইটোৰ লগত এখন অন্তৰ থাকে, মানুহৰ মন থাকে। তাৰ সান্নিধ্য বিচাৰি— তাৰ স্পন্দন শুনিবলৈ এজনী মানুহ— নহয় নহয়, এজনী নহয়, এটা কলনিৰ শ শ মানুহে মোক বেৰি ধৰিব! এটা নহয়, শ শ কলনিৰ হাজাৰ হাজাৰ মানুহে মোক বেৰি ধৰিব। [আয়নাখনৰ আগলৈ গৈ] সেইটো কলিজাই তেজ পাম্প কৰাৰ কাৰণে মোৰ চেহেৰা লাহে লাহে সিহঁতৰ নিচিনা হৈ আহিছে নেকি? এদিন মই হাতত ঝাড়ু লৈ [ভংগী কৰি] ৰাস্তা সাৰি ফুৰিম? [বিছনাৰ ওচৰলৈ যায়] মই মৰা গৰুৰ ছাল চেলাই [বিছনাত বহি খুব জোৰে চিঞৰে] — নৌ! হ'বই নোৱাৰে।

গায়ত্ৰী : [জাঁপ মাৰি উঠে] কি হ'ল? হাঁ? কি হ'ল তোমাৰ? কি কৰিছা?
[চৌধুৰীয়ে থৰ লাগি চাই থাকে। গায়ত্ৰীয়ে নামি আহি তেওঁৰ বাহুত ধৰে।]
কিয় এনেকৈ বহি আছা? কিয় চিঞৰিছা?

চৌধুৰী : [উঠি আহে] গায়ত্ৰী। [ৰৈ থাকে]

গায়ত্ৰী : কি হ'ল? নোকোৱা কিয়?

চৌধুৰী : মই আৰু সহ্য কৰিব পৰা নাই। মই আৰু তোমাৰ পৰা একো লুকুৱাব নোখোজোঁ।

গায়ত্ৰী : হৈছে কি?

চৌধুৰী : মোৰ বুকুত থকা এইটো কলিজা গোবিন্দ নামৰ এটা মানুহৰ।

গায়ত্ৰী : জানো।

চৌধুৰী : তোমালোকে জানা। মই মন কৰা নাছিলোঁ। সেইটো কথাত কোনো গুৰুত্বই দিয়া নাছিলোঁ।

গায়ত্ৰী : এতিয়া কি হ'লনো? হঠাৎ—?

চৌধুৰী : গোবিন্দৰ ঘৈণীযেক আছে। তাইৰ নাম চন্দ্ৰিকা। তাই মোৰ পাছে পাছে ঘূৰি ফুৰে।

গায়ত্ৰী : মানে? তুমি সপোন দেখা নেকি?

চৌধুৰী সপোনতো দেখোঁৱেই-- কিন্তু মই দিঠকৰ কথা কৈছোঁ।

গায়ত্ৰী : দিঠকত? মানে?

চৌধুৰী : মই পাৰ্কত ফুৰিবলৈ গ'লেই তাই মোক লগ ধৰে।

গায়ত্ৰী : কিয়?

চৌধুৰী : কাৰণ তাইৰ গিৰীযেকৰ কলিজাটো মোৰ বুকুত আছে। তাইৰ গিৰীয়েকৰ কলিজাটো জীয়াই আছে কাৰণে সি মৰা নাই। জীযাই আছে— মানে [নিজৰ বুকুত চপৰিযাই] জীযাই আছোঁ। এতিযা তাইক— চন্দ্ৰিকাক মোৰ সান্নিধ্য লাগে—

গায়ত্ৰী : কি?

চৌধুৰী : মোৰ বুকুত কাণ থৈ তাইক গোবিন্দৰ কলিজাটোৰ ধপ্‌ধপনি শুনিবলৈ লাগে।

গায়ত্ৰী : [চিঞৰি] কি? [নিস্তব্ধ]

গায়ত্ৰী : কেতিয়া লগ পাইছিলা তাইক?

চৌধুৰী : আগতে এদিন। যি দিনাৰ পৰা পাৰ্কত ফুৰিবলৈ যোৱা বন্ধ কৰিলোঁ, তাৰ আগদিনা গধূলি, আৰু আকৌ আজি।

গায়ত্ৰী : সেইদিনাই মোক নক'লা কিয়?

চৌধুৰী : ভাবিছিলোঁ— এইবিলাক তোমাক ক'বলগীয়া কথা নহয়। কথাটো সৰু হৈ যাব। কিন্তু আজি যি দেখিলোঁ— কথাটো ডাঙৰ হৈ যাব— সাংঘাতিক ডাঙৰ হৈ যাব।

গায়ত্ৰী : তুমি কি ক'লা তাইক?

চৌধুৰী : গালি পাৰি গুচি আহিছোঁ।

গায়ত্ৰী : [দাঁত কৰচি] কাইলৈকে সিহঁতক জ্বলাই, গুলীযাই শেষ কৰি দিম। থাকে ক'ত তাই?

চৌধুৰী : আমবাগানৰ সিফালৰ সেইটো কলনিতে।

গায়ত্ৰী : অ' গড!

চৌধুৰী : এওঁ সঞ্জীৱে কৈছিল— খেৰ জ্বলালে যদি টিনপাত আছে, জুপুৰি জ্বলালে যদি দালান আছে, তেনেহ'লে এজনী চন্দ্ৰিকাক গুলীযালে— এহাজাৰজনী চন্দ্ৰিকা ওলায বা। মোৰ বৰ ভাগৰ

লগাৰ নিচিনা লাগিছে। মই বিছনাত পৰোঁ। [বিছনালৈ যায।]

গায়ত্ৰী : [তীব্ৰ খং] মই এতিয়াই ফোন কৰোঁ।

চৌধুৰী : কালৈ?

গাযত্ৰী : মিষ্টাৰ শৰ্মালৈ।

চৌধুৰী : কিয ডাক্তৰৰ কাৰণে?

গাযত্ৰী : নহয। চন্দ্ৰিকাৰ কাৰণে।

চৌধুৰী : এই ৰাতিখন—

গাযত্ৰী : হওক ৰাতিখন।

চৌধুৰী : যি কৰা কৰা, আগতে মোক এগিলাচ পানী—

[গায়ত্ৰীযে উচাট মাৰি পানী বাকে, দিযে। চৌধুৰীযে পানী দোঢোকমান খাই বিছনাত দীঘল দিযে। গাযত্ৰী চকী এখনত বহে। লাইট সলনি হয। সপোনত— চিন্তাত অহাৰ নিচিনাকৈ গাযত্ৰী উঠি আহে।]

গাযত্ৰী : [ফোনত হাত থৈ] [ভযাৰ্ত চকুৰে চৌধুৰীলৈ চায। চৌধুৰী টোপনিত] আপুনি চাওকহি মিষ্টাৰ শৰ্মা, কেনেকৈ বুকুখনে উঠা-নমা কৰি আছে! কলিজাটোৰ সলনি যেন এটা প্ৰকাণ্ড পাম্পে বুকুখনৰ ভিতৰত কাম কৰিছে। সুদীৰ্ঘ বিবাহিত জীৱনত মই এওঁৰ বুকুৰ স্পন্দন অনুভৱ কৰিছোঁ— কিন্তু কি বিৰক্তিকৰ এই উঠা-নমা! কিমান অচিনাকি এই হৃদপিণ্ড! অতি প্ৰিযজনৰ, ইমান মৰমিয়াল, ইমান আপোন অন্তঃখনৰ কেন্দ্ৰত এইটো কাৰ হৃদপিণ্ড? এইটো কলিজাৰ লগত মোৰ কি সম্পৰ্ক? মোৰ ঘিণ লাগিছে। মোৰ ওচৰলৈ যাবলৈ মন যোৱা নাই।— মই যেন এটা গুম গুম শব্দ শুনিছোঁ। সৌ বুকুখনৰ পৰা ওলাইছে শব্দটো। শ্মশানলৈ মৃতদেহ লৈ যাওঁতে বজোৱা বাদ্যৰ শব্দ যেনেকুৱা তেনেকুৱা শুনা গৈছে। হয়, ঠিক তেনেকুৱা।

[বাদ্য-যন্ত্ৰ ডাঙৰ হৈ আহে। লাইট সলনি হয়। গায়ত্ৰীযে ডায়েল কৰে।]

হেল্লো, শৰ্মা? এই সময়ত এনেকৈ আপোনাক আমনি কৰিবলগীয়া হোৱা কাৰণে মই বৰ দুখ পাইছোঁ শৰ্মা। কিন্তু মোৰ উপায নাই। আপুনি এবাৰ আহিব পাৰিবনে?— আচল কথা হ'ল কি— মই ৰাতিপুৱালৈ বাট চাবলৈ শক্তি পোৱা নাই।— বাট হয়তো চাব পাৰিম, কিন্তু গোটেই ৰাতি যন্ত্ৰণাত মই ছটফটাই থাকিব লাগিব।— আহিলে সকলো ক'ম।— নহয় ফোনত কোৱা কথা নহয়।— নহয় নহয়, তেওঁ ঠিকে আছে,— কিন্তু মোৰ— আপুনি আগতে আহকচোন শৰ্মা।— থেংক ইউ শৰ্মা!

[ফোন থয়। চৌধুৰীলৈ চাই দেখে— চৌধুৰী বিছনাত বহি স্থিৰ দৃষ্টিৰে গাযত্ৰীলৈ চাই আছে। তেওঁ মূৰ ঘূৰায। আঁৰকাপোৰ।]

## দৃশ্য : ১৯

### মঞ্চ : ১

[সংগীত চলি আছে। আগৰ দৃশ্যৰ সংগীতেই চলি আছে।] [পাৰ্ক। ইন্দ্ৰ আৰু হৰিশ আহে। (গধূলি হৈ গৈছে।) ইন্দ্ৰই চিগাৰেট উলিয়ায়। এটা হৰিশক দিয়ে, এটা নিজে মুখত লয়। জেপত

দিয়াচলাই বিচাৰে। পায়। দিয়াচলাই কাঠী মাৰিবলৈ লৈছে। এনেতে দূৰত কাৰোবাক দেখি ৰৈ যায়। ভালকৈ চায়। হৰিশেও চায। দুয়ো মনে মনে কিবা আলোচনা কৰে। তাৰ পিছত দুয়ো বেঞ্চখনত বহেগৈ। ইন্দ্ৰৰ গাত থকা শ্বল (নগা?) খনেৰে সি হৰিশকো মেৰিয়াই লয়। মূৰে-গাযে শ্বল লৈ দুয়ো বহি থাকে। অলপ পিছত চৌধুৰী আহে, প্ৰায় লগে লগে চন্দ্ৰিকা।]

চন্দ্ৰিকা : আপোনাৰ কিবা অসুখ-বিসুখ হয় নেকি?

চৌধুৰী : ওহোঁ। নহয়। [গোজোৰা মাৰি]

চন্দ্ৰিকা : বুকুৰ বিষ-চিষ, তেনেকুৱা কিবা—?

চৌধুৰী : একো নাই।

চন্দ্ৰিকা : টোপনি— ভোক—?

চৌধুৰী : ঠিকে আছে। হ'লনে? আৰু কি সুধিবলৈ আছে?

চন্দ্ৰিকা : মইনো আপোনাক কথা সুধি শেষ কৰিব পাৰিমনে ছাৰ? আপুনি আজিকালি ফুৰিবলৈ নাহে— মোৰ অনবৰত চিন্তা লাগি থাকে— কিজানি আপোনাৰ কিবা অসুখ হৈছে! খবৰ ল'বলৈ লালু খুৰাহঁতক পঠাওঁ, সিহঁতে দূৰৰ পৰা খবৰ লৈ কয়হি— আছে, ভালে আছে। সেইটো খবৰ হ'ল নেকি?

চৌধুৰী : তাতকৈ বেছি আৰু কি খবৰ লাগে তোমাক?

চন্দ্ৰিকা : ঢেৰ খবৰ লাগে ছাৰ। আপোনাৰ দাঁতত কুটা এডাল লাগিলেও মোক জানিবলৈ লাগে। ৰাতিপুৱাৰ পৰা গধূলিলৈকে আপোনাৰ কি হৈছে, আপুনি কি কৰিছে, সকলো জানিবলৈ লাগে। ছাৰ। কথা এটা কওঁ?

চৌধুৰী : কি?

চন্দ্ৰিকা : মোকতো আপোনাৰ বাহিৰে আপোনালোকৰ ঘৰৰ কোনেও চিনি নাপায়। মোক আপোনালোকৰ ঘৰত কাম কৰিবলৈ নিদিয়ে কিয? ঠাই সাৰিম, মচিম, লেট্ৰিন-বাথৰুম চাফা কৰিম, নলা চাফা কৰিম।
[দুযো দুয়োলৈ চাই ৰয়।]

চন্দ্ৰিকা : মোক পইচা-চইচা একো নালাগে ছাৰ, খালী কাম কৰিবলৈ দিলেই হ'ব।
[চৌধুৰীযে চিন্তা কৰি খোজ কাঢে। চন্দ্ৰিকাই আশাৰে ৰৈ থাকে। চৌধুৰীয়ে কিবা ক'ব খোজোঁতেই তাই আগবাঢ়ি যায।]

চন্দ্ৰিকা : দিব ছাৰ?

চৌধুৰী : নালাগে।

চন্দ্ৰিকা : কিয ছাৰ? আপুনি কেতিয়া এইফালে ফুৰিবলৈ আহে, কেতিয়া মই লগ পাম! মোৰ আমনি লাগি যায ছাৰ! আৰু মই কৈছিলোঁ নহয— এনেকৈ লগ পালেনো—

চৌধুৰী : তুমি আমাৰ ঘৰলৈ যাব নালাগে। শুনা—

চন্দ্ৰিকা : [ওচৰলৈ আহে] কওক ছাৰ।

চৌধুৰী : [সৰু মাতেৰে। দৰ্শকে নুশুনিলেও ক্ষতি নাই।] চিনি নোপোৱা যদি মানুহক সুধি ল'বা— আমাৰ দুই নম্বৰ ফেক্টৰীৰ পাছফালে এটা পুৰণি ঘৰ আছে।

[ইতিমধ্যে ইন্দ্ৰ আৰু হৰিশ উঠি আহে। সিহঁতক দেখি চৌধুৰী হতভম্ব হয়।]

ইন্দ্ৰ : আমি সকলো শুনি আছোঁ ছাৰ। এই মানুহজনীয়ে আপোনাক বৰ আমনি কৰিছে। তাই যেনেকৈ কেঁকোৰা লগা দি লাগিছে, আপুনি বিপদতেই পৰিছে। চিন্তা নকৰিব ছাৰ। অ'ই, যা ইয়াৰ পৰা।

চন্দ্ৰিকা : তোমালোক আৰু' কোন?

হৰিশ : তই ওলোটাই প্ৰশ্ন সুধিব নালাগে। যা ইয়াৰ পৰা। [চৌধুৰীক] ছাৰ আপুনি যাওকচোন। সৌ মেইন ৰোডতে গাড়ী আছে, আপুনি গাড়ীতে বহকগৈ।

চৌধুৰী : নহয় মানে, এই মানুহজনীয়ে—

ইন্দ্ৰ : তাইৰ ব্যৱস্থা আমি কৰিম, আপুনি আগতে যাওকচোন।

চন্দ্ৰিকা : এওঁলোক আপোনাৰ চিনাকি মানুহ নেকি ছাৰ?

হৰিশ : [ডাবি দি] অঁ চিনাকি মানুহ। তোক যাবলৈ কৈছোঁ নে নাই?

চন্দ্ৰিকা : ছাৰ, এওঁলোকে কিয় এনেকুৱা কৰিছে? মই আপোনাৰ লগত কথা পাতিলোঁ, এওঁলোকৰ কি হ'ল?

চৌধুৰী : নহয মানে, তুমি যোৱাচোন। [হঠাতে দৃঢ় হ'বলৈ চেষ্টা কৰি] অঁ, তুমি যোৱা। এই ৰাতিখন— গাভৰু মানুহ এজনী এনেকৈ অকলে— এইবোৰ ভাল কথা নহয় নহয়।

চন্দ্ৰিকা : মই কেতিয়াও অকলে অহা নাই। আগতেও অহা নাই, এতিয়াও অহা নাই। সেইবোৰ কথা বাদ। মোৰ কথা হ'ল— আপুনি যদি কয়, মই এতিয়াই গুচি যাম, কিন্তু এইবোৰ মানুহে ক'লে নাযাওঁ। আৰু এইবোৰ মানুহৰ কথা শুনি আপুনি ক'লেও নাযাওঁ।

ইন্দ্ৰ : [খং] যাবি নে নাযাব তই? মই যাবলৈ কৈছোঁ।

চন্দ্ৰিকা : [চিঞৰি] নাযাওঁ।

হৰিশ : ইমানকৈ চিঞৰিছ কিয়?

চন্দ্ৰিকা : [আৰু জোৰে] আৰু চিঞৰিম। তইঁতে মোৰ লগত কিয় কথা পাতিবি? তইঁতক মই চিনি পাওঁ নেকি?

চৌধুৰী : তুমি মনে মন থাকাচোন।

চন্দ্ৰিকা : [খুব চিঞৰি] চিনি নোপোৱা মাইকী মানুহৰ লগত এনেকৈ কথা পাতে নেকি? তইঁত গুণ্ডা নেকি?

হৰিশ : [চিঞৰি] খবৰদাৰ।

চন্দ্ৰিকা : গুণ্ডা নহয় যদি এনেকৈ মোক বেইজ্জতি কৰিবি কিয়?

ইন্দ্ৰ : [অসহিষ্ণু] ছাৰ আপুনি গাড়ীলৈ যাওকচোন। তাৰ পিছত এইক—

চন্দ্ৰিকা : যাওক ছাৰ, আপুনি যাওক, ইহঁতে মোক কি কৰে চাই লওঁ।

[১ম আৰু দ্বিতীয় মানুহ উধাতু খাই সোমাই আহে।]

১ম মানুহ : কি হৈছে অ' চন্দ্ৰিকা? হঁা?

২য় মানুহ : কি হৈছে?

[সকলোৱে চোৱা-চুই কৰে। মানুহ দুটাই ইন্দ্ৰহঁতক আৰু ইন্দ্ৰহঁতে মানুহ দুটাক যেন চিনি পায়।]

১ম মানুহ : [২য় জনক] হে'ৰ— ইহঁতেই সেই সিহঁত নহয়নে?
চন্দ্ৰিকা : তইঁতে ইহঁতক চিনি পাৱ নেকি?
১ম মানুহ : পাওঁতো! ইহঁতক ইমান সহজে পাহৰিমনে?
চৌধুৰী : [চন্দ্ৰিকাক] এইবোৰ ক'ৰ মানুহ?
চন্দ্ৰিকা : এওঁলোক চব আমাৰ খুৰা ছাৰ! আমাৰ কলনিতে থাকে।
চৌধুৰী : ইয়ালৈ কিয় আহিল? কেনেকৈ আহিল?
চন্দ্ৰিকা : এওঁলোকৰ কোনোবা নহয় কোনোবা মোৰ লগত সদায় আহে ছাৰ। কেতিয়াবা এজন আহে, কেতিয়াবা তিনি-চাৰিজনো আহে, আহি সৌ দূৰত বহি থাকে। এওঁলোক চবেই আপোনাক বৰ ভাল পায় ছাৰ!
২য় মানুহ : হয় ছাৰ।
চৌধুৰী : হুঁ?
১ম মানুহ : হয় ছাৰ, আপুনি আমাৰ বৰ আপোন মানুহ। আমি আপোনাক বৰ ভাল পাওঁ।
চৌধুৰী : [আত্মবিস্মৃত] কি, কিয়? মোক ভাল পাবলৈ তইঁতৰ কি হৈছে?
১ম মানুহ : আমাৰ ল'ৰা এটাই যে আপোনাৰ কাৰণে ইমান ভাল কাম এটা কৰি থৈ মৰি গ'ল, সেই কাৰণে আপোনাকো আমাৰ ভাল লাগে।
২য় মানুহ : হয় ছাৰ। আমাৰ এমেলে বাবুৰেও কৈছে নহয়, নিজে মৰি লোকক বচোৱা—
ইন্দ্ৰ : [গম্ভীৰ] ছাৰ আপুনি আহক।
২য় মানুহ : কথাৰ মাজতে তোমালোকে কিয় কথা কোৱা হে? কথাটো শেষ কৰিবলৈ নিদিয়া কিয়?
ইন্দ্ৰ : তই মনে মনে থাক। মই তোৰ লগত কথা পতা নাই।
১ম মানুহ : বাপ ৰে বাপ! ইয়াৰ গৰমটো সেই তেতিয়াৰ নিচিনাই আছে।
২য় মানুহ : সেইটো গৰম পিছে এৰিবৰ হ'ল বাপু!
হৰিশ : ছাৰ, আপুনি যাবনে নাযায? শেষত আপোনাৰ আগতে এইবোৰ মানুহে আমাক ইনছাল্ট কৰিব নেকি?
চৌধুৰী : [হঠাতে উত্তেজিত হয] কিয় কৰিব ইনছাল্ট? তোমালোকক ইনছাল্ট কৰিবলৈ ইহঁতৰ কি শক্তি আছে? ইহঁত কিমানৰ মানুহ? তইঁতে এওঁলোকক ইনছাল্ট কৰিছ নেকি? অপমান কৰিছ নেকি?
১ম মানুহ : অপমান? আমি কিয় কৰিম অপমান? যাৰ গাত অপমান লাগিবলৈ ঠায়েই নাই, তাক আকৌ অপমান কৰে নেকি?
২য় মানুহ : অপমানখিনিও বৰবাদহে হ'ব।
[দুয়ো হাঁহিবলৈ আৰম্ভ কৰে। এনেতে হৰিশে ২ নম্বৰক প্ৰচণ্ড ঘোচা এটা মাৰে।]
চৌধুৰী : হৰিশ!
১ম মানুহ : তই— তই তাক মাৰিলি?
ইন্দ্ৰ : আৰু মুখ নেমেলিবি। তিনিওটাকে ইয়াতে কাটি টুকুৰা-টুকুৰ কৰি পেলাম।
চন্দ্ৰিকা : ছাৰ আপুনি একো নকয় কিয়? আপোনাৰ আগতে ইহঁতে খুৰাক এনেকৈ মাৰিলে! ইহঁতক আপুনি নকয় কিয় আপোনাৰ লগত মোৰ কি সম্পৰ্ক?
ইন্দ্ৰ : ছাৰে একো ক'ব নালাগে। আমি চব জানো। ইয়াত এনেয়ে খাপ পাতি আছোঁ বুলি ভাবিছ

নেকি? আজিৰ পৰা আকৌ ছাৰৰ ওচৰ চাপিবলৈ চেষ্টা কৰিবি— মানুহ-দুনুহ, ঘৰ-দুৱাৰ চব একেলগে জ্বলাই দিম। ব'লক ছাৰ। শৰ্মা ছাৰে, বাইদেৱে, আমাৰ বাকীবোৰ মেম্বাৰ সকলোৱে এইবোৰ কথা শুনি বৰ দুখ পাব।

চৌধুৰী : তোমালোক ইয়ালৈ আহিছিলা কিয়?

ইন্দ্ৰ : আমাক শৰ্মা ছাৰে চাবলৈ কৈছে— এইবোৰ মানুহে যাতে আপোনাৰ একো অপকাৰ কৰিব নোৱাৰে।

চৌধুৰী : এইবোৰ মানুহে—

হৰিশ : ইহঁতে আপোনাৰ অপকাৰ কৰিবলৈ সদায় আপোনাৰ পাছে পাছে ঘূৰি ফুৰিছে। আপুনি ইহঁতক এতিয়াও চিনি পোৱা নাইনে ছাৰ?

চৌধুৰী : [খং] কিয নাই পোৱা? ইহঁতক মই চিনি নাপাম? ব'লা। [যায়। উভতি আহে] আৰু শুন, তহঁতে আৰু কেতিয়াও মোক এনেকৈ লগ নধৰিবি। আজি এয়া মাৰ খালি নহয়? আৰু মাৰ খাবি।

চন্দ্ৰিকা : নহয় ছাৰ, এই গুণ্ডাবোৰৰ কথা শুনি আপুনি তেনেকৈ নক'ব। এইবোৰ মানুহে আপোনাৰ একো অপকাৰ নকৰে। ইহঁতে মিছাকৈ কৈছে। গোবিন্দক এওঁলোকে যিমান ভাল পাইছিল, আজিকালি আপোনাকো সিমান ভাল পায়।

২য় মানুহ : আমাৰ মানুহবিলাকে এখন মিটিং পাতি তালৈ আপোনাক মাতি নিয়াৰ কথা আছিল, তাত আপোনাক আমাৰ ছোৱালীবিলাকে ফুলৰ মালা পিন্ধোৱাৰ কথা আছিল—[১ নম্বৰক দেখুৱাই] ইয়েই সেইবোৰ কথা সদায় কৈ থাকে— আৰু ইহঁতে ইয়াকেই মাৰে।

হৰিশ : [অধৈৰ্য] ছাৰ আপুনি এতিয়া এইবোৰ কথাকে শুনি থাকিব নেকি? আপুনি শুনি আছে কাৰণেহে ইহঁতে আপোনাৰ লগত এনেকৈ কথা পাতিবলৈ সাহ কৰিছে!

চৌধুৰী : নাই নাই, সাহ কৰিছে মানে এওঁ মোৰ খবৰ ল'বলৈহে আহিছিল। তোমালোক নহা হ'লে একো গণ্ডগোলেই নহ'লহেঁতেন। খবৰ ল'বলৈ অহাটোনো কি ডাঙৰ কথা?

ইন্দ্ৰ : [খঙেৰে] ডাঙৰ কথা। খুব ডাঙৰ কথা। আজি আপুনি তেনেকুৱা কথা কিয় কৈছে?

চৌধুৰী : কি? তুমি মোক ধমকি দিছা?

ইন্দ্ৰ : ধমকি দিয়া নাই। আমি সংঘৰ দায়িত্ব পালন কৰিবলৈ আহিছোঁ আৰু ইয়াত আপোনাৰ— ইহঁতৰ কাৰবাৰবোৰ দেখি মই অবাক হৈছোঁ। মই কিন্তু আৰু সহ্য কৰিব নোৱাৰিম।

চৌধুৰী : কি কৰিবা তুমি? ঠিক আছে, ইহঁতে মোৰ খবৰ ল'বলৈ অহাটো যদি ডাঙৰ কথা হৈছে— তেনেহ'লে ভালেই হৈছে। তেনেকুৱা ডাঙৰ কথা হ'বই লাগে। মোৰ খবৰ এনেকৈ— একেবাৰে অন্তৰৰ ভিতৰৰ পৰা— কোনে সোধে? গুপ্তাজীয়ে সোধে? এগাৰছন কোম্পানীয়ে সোধে? প্ৰেছ ৰিপ'ৰ্টাৰে সোধে? তোমালোকে সোধা? লগুনত থকা মোৰ ল'ৰাহঁতে সোধে? তোমালোকৰ বাইদেৱেৰাই সোধে?— কোনেও নোসোধে। কি খবৰ ল'বলৈ তোমালোকক মোৰ পাছে পাছে ফুৰিবলৈ কৈছে? কোনে কৈছে?

হৰিশ : সেইবোৰ ইয়াত আলোচনা কৰিবলগীয়া কথা নহয় ছাৰ। আপুনি ঘৰলৈ ব'লক।

চৌধুৰী : যাম যোৱা। তোমালোক গৈ থাকা। মোৰ যেতিয়া খুচি— তেতিয়া যাম।

ইন্দ্ৰ : আপুনি নুবুজে কিয়? আপোনাৰ কিবা বিপদ হ'ব পাৰে।

চৌধুৰী : একো বিপদ নহয় যোৱা। কিবা বিপদ হ'লেও মই চম্ভালিব পাৰিম যোৱা। [হঠাতে] কিবা বিপদ হ'লে ইহঁতে চাব।

চন্দ্ৰিকা : হয় ছাৰ। আপুনি ঠিক কৈছে। আমি চাম ছাৰ।

ইন্দ্ৰ : আমি আমাৰ কাম কৰিবই লাগিব। [চৌধুৰীৰ হাত এখনত ধৰি] ব'লক ছাৰ। [হৰিশেও ইফালে ধৰে।]

চৌধুৰী : [খং] এৰি দিয়া। তোমালোকে মোক জোৰকৈ ধৰি নিবা নেকি?

চন্দ্ৰিকা : এৰি দিয়াচোন। এখেতক এনেকৈ খং উঠালে অসুখ হ'ব পাৰে নহয়।

ইন্দ্ৰ : [গৰ্জি] তই মনে মনে থাক।

শৰ্মা : [বাহিৰৰ পৰা] কি হৈছে?
[সকলো বৈ যায়। শৰ্মা আহে। সকলোৱে তেওঁলৈ চায়। শৰ্মায়ো অবস্থাটো নিৰীক্ষণ কৰে।]
হৈছে কি? [ইন্দ্ৰহঁতে চৌধুৰীক এৰি দিয়ে।]
[চৌধুৰীক] তুমি গাড়ীলৈ যোৱা।

চৌধুৰী : তুমি ক'ৰ পৰা ওলালাহি?

শৰ্মা : তুমি ইমান ৰাতিলৈকে পাৰ্কত ফুৰাৰ কথা নাছিলতো। সেই কাৰণে বিচাৰি আহিলোঁ। [গম্ভীৰ] যোৱা। [ইন্দ্ৰহঁতক] তোমালোকো যোৱা। [লাহে লাহে ইন্দ্ৰ, হৰিশ আৰু চৌধুৰী যায়। শৰ্মাই চন্দ্ৰিকালৈ চাই থাকে।]
[মানুহ দুটাক] তহঁত অকণমান আঁতৰলৈ যাচোন। মই এইৰ লগত এক মিনিট সময় কথা পাতোঁ।
[তিনিও সন্দেহৰ চকুৰে চোৱা-চুই কৰে।]
কোনো ভয় নাই যা। সে-ই তাৰ পৰা চাই থাকিবি। মই খালী কথাহে পাতিম। যা। [মানুহ দুটা যাওঁ-নাযাওঁকৈ যায়। শৰ্মাই চন্দ্ৰিকালৈ চাই থাকে।] তোৰ নামেই চন্দ্ৰিকা।

চন্দ্ৰিকা : হয়।

শৰ্মা : [কিছু সময় চাই থাকি, গম্ভীৰ মাতেৰে] তোক লাগে কি?

চন্দ্ৰিকা : আপুনিনো কোন?

শৰ্মা : [আৰু গম্ভীৰ মাতেৰে] তোক লাগে কি? [বৈ] তোৰ মতাটো মৰিল কাৰণে অইন এটা মতা লাগে নেকি?
[চন্দ্ৰিকাই নিৰ্বাক, নিস্পন্দ হৈ চাই থাকে] লাগে যদি তহঁতৰ মানুহবিলাকৰ মাজতে বিচাৰি নলব কিয়? তই যদি নিজে বিচাৰি ল'ব নোৱাৰ, তেনেহ'লে ক'— আমিয়েই মদগজ, পালোৱান চাই মানুহ এটা বিচাৰি দিওঁ। কিন্তু তই এই মানুহজনৰ পাছত লাগিছ কিয়? তোৰ এনেকুৱা মৰসাহ হ'ল কেনেকৈ? তই ভাবিছ নেকি? এই মানুহজনক কেতিয়াবা তই গোবিন্দক . পোৱাৰ নিচিনাকৈ পাবি?

চন্দ্ৰিকা : তাৰ মানে আপুনি চবকে চিনি পায়? চব জানে?

শৰ্মা : চবকে চিনি পাওঁ, চব জানো?

চন্দ্ৰিকা : কিন্তু আপুনি লাজ-চৰম কাক বোলে সেইটো নাজানে। নিজৰ মানুহটো মৰি যোৱা মাইকী এজনীৰ লগত কেনেকৈ কি কথা পাতিব লাগে, সেইটো নাজানে। [কান্দো কান্দো] আপুনি মোক কি বুলি ভাবিছে? মই মানুহৰ গাটোৰ কাৰণে, ভেলটোৰ কাৰণে বলিয়া হৈছোঁ বুলি

ভাবিছে নেকি? মতা এটাৰ কাৰণে বলিয়া হৈছোঁ বুলি ভাবিছে নেকি? তেনেকুৱা বহুত পালোৱানৰ, ভাল ভাল মানুহৰ ভেল আমাৰ মানুহে হস্পিতালৰ পৰা নি শ্মশানত পুতি থয়গৈ। কোনোবাই এলাহ কৰি ওপৰতে পুতি থৈ আহিলে সেইবোৰ শিয়াল, কুকুৰ, শগুণে খাই পেলায়। চৌধুৰী ছাৰৰ ভেলটোও কেতিয়াবাই ছাই হৈ গ'লহেঁতেন। মই সেই ভেলটোৰ পাছে পাছে ঘূৰি ফুৰিছোঁ বুলি ভাবিছে নেকি? [নাক মচি লয়] কিয় আজি সেই ভেলটোৱে ঘূৰি ফুৰিব পাৰিছে? কিয় কথা ক'ব পাৰিছে? আপোনালোকে কিহৰ বাহাদুৰিডাল কৰিছে? [মানুহ দুটা আহে।]

১ম মানুহ : অ'ই ব'ল। ৰাতি হ'ল। ঘৰলৈ ব'ল।

২য় মানুহ : এইবোৰ মানুহৰ লগত যিমানে কথা পাতিবি সিমানে মগজ গৰম হ'ব, ব'ল।

শৰ্মা : কি ক'লি তই?

চন্দ্ৰিকা : খুৱা তই মনে মনে থাক। ব'ল। [গৈ উভতি আহি] মই যাতে চৌধুৰী ছাৰৰ ওচৰ চাপিব নোৱাৰোঁ, তাৰ বন্দবস্ত কৰিবলৈ আপোনালোকৰ গোটেই বংশটো দৌৰি আহিছে। কিন্তু একো লাভ নাই। মই চৌধুৰী ছাৰৰ লগে লগে থাকিমেই, চৌধুৰী ছাৰ আমাৰ চব মানুহৰ লগ লাগিবই। কাৰণ আমিও চৌধুৰী ছাৰৰ বংশৰ মানুহ।

শৰ্মা : কি?

চন্দ্ৰিকা : আমি চৌধুৰী ছাৰৰ বংশৰ মানুহ।

১ম মানুহ : ঠিক।

২য় মানুহ : ঠিক কৈছ। [চন্দ্ৰিকা কোঁ-কোঁৱাই গুচি যায়। পাছে পাছে মানুহ দুটা। শৰ্মা উত্তেজিত হৈ ৰৈ থাকে।]

[আঁৰকাপোৰ]

# দৃশ্য ঃ ২০

## মঞ্চ ঃ ১

[চৌধুৰীহঁতৰ শোৱনি কোঠা। কিছু দিনৰ পিছৰ ঘটনা। কোঠাটোৰ কিছু পৰিবৰ্তন ঘটিছে। বিছনা দুখন হৈছে। ৰাতি। এখন বিছনাত গায়ত্ৰী শুই আছে। অলপ পিছত চৌধুৰী সোমাই আহে। তেওঁ অবাক হৈ চায়।]

চৌধুৰী : বাঃ! কোঠালিটো বঢ়িয়া হৈছে দেখিবলৈ। [চায়] কিন্তু বিছনা দুখন বেলেগ কৰিলা কিয়? [গায়ত্ৰীয়ে উঠি পানীৰ লগত বড়ি এটা খায়। উত্তৰ দিয়াত গুৰুত্ব নিদিয়ে।]

চৌধুৰী : তুমি এইখনত শুবা নেকি? কিয় বেলেগ কৰিলা?

গায়ত্ৰী : মোৰ গাটো ভাল নহয়। ৰাতি মোৰ কাৰণে তোমাৰ টোপনিৰ অসুবিধা হ'ব পাৰে।

চৌধুৰী : [উৎকণ্ঠা, কৃত্ৰিম] কি হৈছে তোমাৰ? হঁ্যা, কি হৈছে?

গায়ত্ৰী : এনেয়ে— গাটো ভাল লাগি নাথাকে।

চৌধুৰী : সেই কাৰণে বিছনা দুখন বেলেগ কৰি পেলালা?

গায়ত্ৰী : আচলতে তোমাৰ ভাল টোপনি হ'ব লাগে, সেই কাৰণে।

[চৌধুৰীয়ে কিছু সময় থৰ লাগি চাই থাকি, প্ৰথমে লাহেকৈ, পিছত ডাঙৰকৈ হাঁহে। অকণমান সময় অস্বাভাৱিকভাৱে হাঁহি থকাৰ পিছত]

গায়ত্ৰী : [বিৰক্তিৰে] কি হ'ল?

চৌধুৰী : [হাঁহি সামৰি] মোৰ যে টোপনিৰ অসুবিধাৰ কথা ভাবিছা, মই শুইছিলোঁ কেতিয়া? মোৰ কেতিয়া ভাল টোপনি হৈছিল তুমি মন কৰিছিলা? [হাঁহে]।

গাযত্ৰী : বলিয়া হ'ল নেকি?

চৌধুৰী : [হঠাৎ গম্ভীৰ] বিছনা দুখন কিয় বেলেগ কৰিলা মই বুজা নাই? নাই বুজা। কিন্তু মোৰ আত্মাই গম পাইছে— তুমি মোলৈ ভয় কৰিছা। তুমি মোক ঘিণ কৰিছা। [অস্থিৰভাৱে ঘূৰা-পকা কৰি] মোৰ চেহেৰাটো ভয় খাবলগীয়াকৈ সলনি হৈ গৈছে নেকি? ঘিণ কৰিবলগীযাকৈ সলনি হৈ গৈছে নেকি? মোৰ গাটো গোন্ধায় নেকি? [বাহুৰ ওচৰৰ ঠাইডোখৰ শুঙি চায়।]

গাযত্ৰী : তুমি কিবা ঘিণ কৰিবলগীয়া কাম কৰিছা নেকি?

চৌধুৰী : নাই কৰা।

গাযত্ৰী : তেনেহ'লে এইবোৰ কি কৰি ফুৰিছা?

চৌধুৰী : কোনবোৰ?

গাযত্ৰী : এই যে— আগতে বোলে চন্দ্ৰিকা নামৰ কোনোবা এজনীয়ে তোমাক বিচাৰি ফুৰিছিল, আজিকালি বোলে তুমি তাইক বিচাৰি ফুৰা?

চৌধুৰী : সেইটোৱেই সত্য কথা। সেইটোৱেই আমাৰ আচল বেমাৰ। অকল তোমাৰে নহয়, বহুতৰে বেমাৰ সেইটোৱেই। মই নুবুজোঁ নেকি? চব বুজোঁ। সংঘৰ অফিচত, কোম্পানীৰ অফিচত, বাটত— মানুহবোৰে মই নুশুনাকৈ গুণগুণকৈ মোৰ কথা পাতে— অদ্ভুত দৃষ্টিৰে মোৰ ফালে চায়।— অসহ্য। সেই দৃষ্টি সহ্য কৰিব নোৱাৰি। মানুহবোৰ মোৰ পৰা আঁতৰি গৈছে।— আৰু তুমিও। এইখন বিছনাৰ পৰা সৌখন বিছনা কিমান দূৰলৈ আঁতৰি গ'ল জানা? আঠ ফুট? দহ ফুট? নহয়। কোটি কোটি যোজন। কোনো দিনেই এই দূৰত্ব আৰু কমাব নোৱাৰি।

গাযত্ৰী : কিয় এনে হ'বলৈ পালে? কিমান ঘৃণনীয় কামত হাত দিছা তাৰ বিচাৰ-বুদ্ধি তোমাৰ নোহোৱা হৈ গ'ল? যাৰ দৃষ্টি সহ্য কৰিবলৈও কষ্ট হয়, তেনেকুৱা এজনী মানুহৰ হৈ তুমি ইন্দ্ৰ, হৰিশইতৰ লগত তৰ্ক কৰা? তেনেকুৱা এজনী মানুহ বিচাৰি তুমি পলাই পলাই ঘূৰি ফুৰা? সেইখন মুখ, সেইটো মন লৈ তুমি এতিয়াও মোৰ আগত থিয় হ'বলৈ সাজু কৰা?

চৌধুৰী : [বিভ্ৰান্ত] মই ক'লৈকো যাওঁ বুলি নাযাওঁ বুইছা? কাকো বিচাৰিম বুলি নিবিচাৰোঁ। কিন্তু বিশ্বাস কৰিবা— মই আপোনা আপুনি, যেন ক'ৰবাত উপস্থিত হওঁগে— কাৰোবাৰ আগত থিয় হওঁগে। মোৰ কিয় এনেকুৱা হৈছে?

গাযত্ৰী : প্ৰেমত পৰা স্কুল-কলেজীয়া ল'ৰা-ছোৱালীয়ে এনেকুৱা কথা ক'লে শুনিব পাৰি, কিন্তু তোমাৰ নিচিনা মানুহ এজনে ক'লে শুনিব পাৰিনে? তোমাক লাগে কি? কি বিচাৰি তুমি এই বয়সত এনেকৈ ঘূৰি ফুৰিছা? ছিঃ! ভাবিলেও নৰকত থকা যেন লাগে।

চৌধুৰী : তোমাক লাগে কি?'— এইটো কথাকে তুমিও সোধা, ময়ো সোধোঁ, ইন্দ্ৰয়ো সোধে, হৰিশেও সোধে— চবেই সোধে। সেই ছোৱালীজনীয়ে এইটো প্ৰশ্নৰ উত্তৰত কি কয়

জানা?— তাইৰ মোৰ এই ভেলটোৰ প্ৰতি কোনো আগ্ৰহ নাই।

গায়ত্ৰী : [টিঞৰি] আৰু মোৰ তোমাৰ সেই বুকুখনত থকা জীৱটোৰ প্ৰতি অকণো আগ্ৰহ নাই।

চৌধুৰী : হাঁ? কি ক'লা? [হঠাতে হাঁহিবলৈ ধৰে।]

[শৰ্মা সোমাই আহে।]

গায়ত্ৰী : মিষ্টাৰ শৰ্মা, মই আপোনাক মোৰ শেষ কথা— পৰিষ্কাৰকৈ কওঁ— এইজন— এইজন মোৰ মানুহ নহয়। [উচাট মাৰি ওলাই যাব খোজে।]

শৰ্মা : আগফালে মানুহ আছে। [গায়ত্ৰী উভতি বিপৰীত ফালে ওলাই যাব খোজে।]

চাওঁ, শুনাচোন। হৈছে কি? [গায়ত্ৰী গুচি যায়। শৰ্মাই অলপপৰ দুৱাৰখনৰ ওচৰলৈ গৈ চিন্তা কৰে। আৰু পিছত আহি] তোমাক লগ পাবলৈ মানুহ আহিছে।

চৌধুৰী : ক'ৰ মানুহ?

শৰ্মা : আমাৰ সংঘৰ মানুহ।

চৌধুৰী : কিয়? কিয় আহিছে?

শৰ্মা : তুমি প্ৰেছিডেণ্ট, তোমাৰ লগত কিবা জৰুৰী কথা আছে।

চৌধুৰী : কোন কোন আহিছে?

শৰ্মা : বেদী, দেবযানী, ৰাজন, ডাঃ পুৰী।

চৌধুৰী : নাযাওঁ।

শৰ্মা : কিয়?

চৌধুৰী : ইহঁত চবেই মোক ঘিণ কৰে।

শৰ্মা : চোৱা প্ৰসাদ, আমাৰ এইটো এটা অতি বিখ্যাত, অতি প্ৰয়োজনীয় সংগঠন। নিজৰ তেজৰ প্ৰতি গভীৰ বিশ্বাস থকা বহুত মানুহে বহুত ত্যাগ কৰি হ'লেও এই সংঘৰ হকে কাম কৰিছে। তোমাৰ অদ্ভুত আত্মবিশ্বাস, শক্তি আৰু এখন দেশ চাফাকৈ ৰখাৰ প্ৰতি যি তীব্ৰ আকাংক্ষা আছিল, সেইবোৰ দেখি আমি একমুখে স্বীকাৰ কৰিছিলোঁ— এই সংঘৰ সভাপতি হোৱাৰ যোগ্যতা তোমাতকৈ বেছি কাৰো নাই। কিন্তু এতিয়া তুমি এইবোৰ কি কৰিছা?

চৌধুৰী : কি কৰিছোঁ?

শৰ্মা : গোটেই অট্টালিকাটোৰ ভেটিটো তলে তলে খান্দি পেলাইছা। যিকোনো মুহূৰ্ততে অকল এই সংঘই নহয়, আমাৰ মূল প্ৰগ্ৰেমটোৱেই মাটিৰ লগত মিলি যাব।

চৌধুৰী : কিন্তু— যাৰ বিৰুদ্ধে ইমান দিন ইমান যুদ্ধ কৰিলোঁ— সিহঁতে মোক কিমান ভাল পায় মন কৰিছানে?

শৰ্মা : [খং] সিহঁতেতো ভাল পাবই। কিন্তু সিহঁতে তোমাক ভাল পোৱাৰ মূল্য কি?

চৌধুৰী : কিন্তু মই যে সিহঁতৰ কলিজা লৈয়েই জীয়াই আছোঁ!

শৰ্মা : So What? থাকিলা কি হ'ল? এই কথাটোক তুমি প্ৰশ্ৰয় নিদিবা প্ৰসাদ। সৰ্বনাশ হ'ব। তুমি নুবুজা কিয়— কলিজাটো মানুহৰ দেহৰ এটা যন্ত্ৰ। এই যন্ত্ৰটোৰ লগত মানুহৰ সভ্যতা আৰু আদৰ্শৰ বিনিময় নহয়। এই যন্ত্ৰটো তীখাৰো হ'ব পাৰিলেহেঁতেন। এই যন্ত্ৰটো তীখাৰে সাজিবলৈ ল'লেই তীখাৰ মান সোণৰ মানলৈ নুঠে। সিহঁতৰ কলিজা লৈ জীয়াই আছা

কাৰণে সিহঁত তোমাৰ শাৰীলৈ নুঠে, তুমিও সিহঁতৰ শাৰীলৈ নানামা। তুমি নুবুজা কিয়— ভুল চিন্তাধাৰাত উটি-বুৰি থকা এদল মানুহে এটা সুসভ্য জাতিৰ সাধনা কলংকিত কৰিব নোৱাৰে। আলোক প্ৰসাদ চৌধুৰীক এইবোৰ কথা আজি মই বুজাব লাগে? বৰ দুখৰ কথা। আহা। তুমি তেওঁলোকক বুজাবা— তেওঁলোকে যি শুনিছে— সেইবোৰ ভুল কথা, শত্ৰুৰ ৰটনা।

চৌধুৰী : কিন্তু যি দেখিছে?

শৰ্মা : ক'বা— সেইবোৰ তোমাৰ মতিভ্ৰম। তাৰ বাবে তুমি দুঃখিত।

চৌধুৰী : কিন্তু মোৰ বাবে বাবে মতিভ্ৰম হ'ব, বাৰে বাৰে মই দুঃখিত হৈ থাকিম— এইটো কেনেকুৱা ব্যৱস্থা হ'ব?

শৰ্মা : [খং] তোমাৰ আৰু মতিভ্ৰম হ'ব নোৱাৰে। সেই সুবিধা আৰু তুমি নাপাবা।

চৌধুৰী : মানে?

শৰ্মা : মানে— কথা চাফা। তুমি সিহঁতৰ কলনিলৈ গৈছিলা?

চৌধুৰী : গৈছিলোঁ।

শৰ্মা : সিহঁতে তোমাক মাজত লৈ জয়ধ্বনি দিছিল?

চৌধুৰী : দিছিল।

শৰ্মা : তোমাৰ বুকু ফুলি গৈছিল?

চৌধুৰী : নহয় নহয়। সিহঁতৰ বুকু ফুলিছিল। মোৰ বুকু ফুলিবলৈতো একো নায়েই।

শৰ্মা : [গৰ্জি] মনে মনে থাকা। ঘূৰাই-পকাই একেটা কথাকে কৈ নাথাকিবা। অইনৰ নাথাকিলেও মোৰ ধৈৰ্যৰ এটা সীমা আছে। মই আৰু বেছি সহ্য কৰিব নোৱাৰিম। তুমি জানা— এই সংঘৰ উদ্দেশ্যৰ সামান্য ইফাল-সিফাল নকৰাকৈ— জীৱনৰ শেষ দিনটোলৈকে সম্পূৰ্ণৰূপে পালন কৰিবলৈ মই প্ৰতিজ্ঞা কৰি থোৱা আছে। আৰু সেই হিচাপে মোৰ শক্তিও আছে।

চৌধুৰী : তেনেহ'লে তুমিয়েই প্ৰেছিডেণ্ট হোৱা, মোক মিছাকৈ—

শৰ্মা : এজন প্ৰেছিডেণ্ট সক্ষম হৈ জীয়াই থাকোঁতে অইন এজনক প্ৰেছিডেণ্ট পতাটো আমাৰ সংঘৰ ধৰ্মই নহয় বুলি মই বিশ্বাস কৰোঁ। মই কিন্তু তোমাকো ক্ষমা নকৰিম প্ৰসাদ। যেতিয়ালৈকে মই নকওঁ, তেতিয়ালৈকে তুমি সম্পূৰ্ণ বিশ্ৰাম লোৱা। ইয়াৰ যেন হেৰ-ফেৰ নহয়। নে আকৌ সিহঁতৰ মাজত সোমাই জয়ধ্বনি শুনিবলৈ যাবা?

চৌধুৰী : ক'বতো নোৱাৰোঁ ভাই। মইতো নাযাওঁ বুলি কথা দিব নোৱাৰোঁ।

শৰ্মা : [কঠোৰ] তেনেহ'লে মই মোৰ প্লেন মতে কাম কৰিবই লাগিব। চাকৰ-বাকৰৰ বাহিৰে তোমালোকৰ শোৱনি কোঠাত সোমাব পৰা বাহিৰা মানুহ একমাত্ৰ ময়েই আছিলোঁ, কিন্তু ময়েই যদি তোমাৰ আটাইতকৈ নিৰ্মম শত্ৰু হ'বলগীয়া হয়, তেনেহ'লে কিন্তু মোক দোষ নিদিবা। অৱশ্যে দোষ দিবলৈ তুমি সুবিধাও নাপাবা। সদ্যহতে মই বাহিৰত তেওঁলোকক ক'মগৈ, তুমি বাহিৰলৈ নোলোৱা,— কাৰণ তোমাৰ অনুতাপৰ অধ্যায় আৰম্ভ হৈছে।

[খঙেৰে ওলাই যায়। চৌধুৰীয়ে কিছু সময় চাই থাকে। উচাট মাৰি উঠে।]

চৌধুৰী : কিহৰ অনুতাপ? কিহৰ বিশ্ৰাম? মই কিয় সোমাই থাকিম? জয়ধ্বনি শুনি যদি ভাল লাগে, তেনেহ'লে কিয় নুশুনিম। নিশ্চয় শুনিম। এশবাৰ শুনিম। [জয়ধ্বনিৰ শব্দ ডাঙৰ হৈ আহে]

১। জয় চৌধুৰী চাহাবৰ জয়
জয় গোবিন্দৰ জয়
২। চৌধুৰী চাহাব দীৰ্ঘজীৱী হওক
গোবিন্দ অমৰ হওক
Repeat

# দৃশ্য ঃ ২১

## মঞ্চ ঃ ১

[কল্পনাৰ দৃশ্য। (White net?) এজাক মানুহে (কলনিৰ মানুহ। মতা-তিৰোতা মিহলি। সাজপাৰ নিম্ন মানৰ।) জয়ধ্বনি দিছে। মঞ্চৰ একাষলৈ আহি সিহঁতে চৌধুৰীক আগুৰাই নিয়ে। এখন বেদী/মঞ্চৰ ওপৰত তুলি দিয়ে। তাৰ পিছত আকৌ জয়ধ্বনি। চৌধুৰীয়ে হাত দাঙি সকলোৰে সম্বৰ্ধনা গ্ৰহণ কৰে। লাহে লাহে অন্ধকাৰ।]

# দৃশ্য ঃ ২২

## মঞ্চ ঃ ২

[চৌধুৰীহঁতৰ শোৱনি কোঠা। গধূলি। চৌধুৰী অকলে। তেওঁ গাৰ কাপোৰ এটা খুলি থৈছে, এটা পিন্ধিছে। টাই মাৰিছে। ফোন বাজে।]

চৌধুৰী ঃ [কৰ্ডলেছ ফোনত] হেল্লো। অ' ডাঃ শ্ৰীবাস্তৱ, কওক। ভাল। পাৰফেক্টলী অল ৰাইট।— কিন্তু সম্পূৰ্ণ বিশ্ৰাম কাক বোলে ডক্তৰ?— মই কি উপলব্ধি কৰিছোঁ জানে? সমগ্ৰ জাতিটোৱে মোৰ ঘৃণনীয় জীৱনটোক এয়া কাৰাগাৰত দিছে। মানুহৰ জ্ঞান আৰু কৰ্ম কুশলতাৰ বিখ্যাত সাধকসকলে এয়া মোক বন্ধ কৰি ৰাখিছে।— নহয় নহয় ডক্তৰ, মই আপোনাক কোৱা নাই, এই পৃথিৱীৰ হাজাৰ হাজাৰ মানুহক কৈছোঁ। চাওক ডক্তৰ— এই জীৱনটোক নিজৰ জীৱন বুলি গ্ৰহণ কৰা এজনী মানুহে এইখন বুকুৰ ধপ্‌ধপনি কাণত পৰাৰ ভয়ত একেটা ঘৰৰ ভিতৰতে পলাই ফুৰে। আৰু যিটো যন্ত্ৰই সেই ধপ্‌ধপনি তোলে, তাক একেবাৰে নিজৰ বুকুৰ ভিতৰত সুমুৱাই লৈয়ো মই ইয়াৰ স্বৰূপটো নাজানো। বৰ কষ্টকৰ ডক্তৰ। বৰ কষ্টকৰ। নিজৰ দেহৰ এটা অংগ যেতিয়া পৰ হৈ যায়, তেতিয়া তাক সহ্য কৰিবলৈ বৰ টান। বৰ সৰু। বৰ সৰু ডক্তৰ। যি হৃদপিণ্ডক এখন অন্তৰে আৱৰি ৰাখে, তেনেকুৱা হৃদপিণ্ড এটা বহুৱাবলৈ আমাৰ বুকুবোৰ বৰ সৰু। ঠাই বৰ কম। সেই কাৰণেই মই ইমান যন্ত্ৰণা পাইছোঁ ডক্তৰ। সঁচাকৈয়ে যদি এইটো এটা যন্ত্ৰই হ'লহেঁতেন, তেনেহ'লে হয়তো বৰ কম ঠাই লাগিলহেঁতেন।
[এঠাইত ক'ব নোৱাৰাকৈ ফোনটো লৈ দিয়ে। খোজ কাঢ়ে।]
[অস্থিৰ] পৃথিৱীৰ ভিতৰত শ্ৰেষ্ঠ পশু, সকলোতকৈ নিঃস্ব, একেবাৰে অকল্পনীয়া, কলিজা

নোহোৱা জীৱ। [চুলিৰ মাজত দুয়ো হাতৰ আঙুলি ভৰাই থিয় হৈ থাকে। তাৰ পিছত এটা কোটৰ জেপৰ পৰা চন্দ্ৰিকাই দিয়া কাগজটুকুৰা উলিয়াই চায। জেপত ভৰায়। ড্ৰয়াৰ বা অইন যুক্তিযুক্ত ঠাইৰ পৰা ৰিভলভাৰ এটা উলিযাই জেপত ভৰায়। এনেতে বনকৰা ছোৱালী মইনা ওচৰ চাপি আহে। তাই অলপ আগতে সোমাইছিল।]

মইনা : ক'ৰবালৈ যায় নেকি ছাৰ?

চৌধুৰী : [অপ্ৰস্তুত] ওঁ।

মইনা : গাড়ী উলিয়াবলৈ ক'ম নেকি?

চৌধুৰী : নালাগে।

মইনা : কিহত যাব?

চৌধুৰী : [বিৰক্তিৰে] যাম কিবা এটা কৰি। গাড়ী নথকা মানুহবোৰ কিহত যায়?
[অস্থিৰভাবে কাপোৰ-কানি ঠিক-ঠাক কৰি, চুলিত হাত ফুৰাই ওলাই যায। মইনাই চিন্তা কৰি থিয় হৈ থাকে।]

[আঁৰকাপোৰ।]

# দৃশ্য ঃ ২৩

## মঞ্চ ঃ ১

[এটা পুৰণি, পৰিত্যক্ত ঘৰ। গছ থাকিব পাৰে। ৰাতি। চন্দ্ৰিকা বেৰত আঁউজি বা ওখ ঠাইত বহি আছে। অলপ পিছত চৌধুৰী আহে। সংগীত।]

চন্দ্ৰিকা : আহিল ছাৰ?

চৌধুৰী : ওঁ আহিলোঁ। তুমি কেতিযা আহিলা?

চন্দ্ৰিকা : মই কেতিয়াবাই আহিলোঁ ছাৰ?

চৌধুৰী : অকলে?

চন্দ্ৰিকা : মতি খুৰাইত আহিছে। সৌ তাত— আপোনালোকৰ কাৰখানাৰ ওচৰৰ দোকানত বহি আছে।

চৌধুৰী : চন্দ্ৰিকা।

চন্দ্ৰিকা : ছাৰ?

চৌধুৰী : তুমি গোবিন্দৰ কলিজাটোৰ ধপ্‌ধপনি শুনিবলৈ বহু দিনৰ পৰা বাট চাই আছা নহয়?

চন্দ্ৰিকা : হয় ছাৰ। বহু দিনৰ পৰা। সেই তেতিযাৰে পৰা।

চৌধুৰী : [এঠাইত বহি] আহা।
[চন্দ্ৰিকা হতবাক] [বহাৰ বন্দবস্ত। ওখ ঠাই হ'ব লাগিব।]
আহা। মোৰ বুকুত মূৰ থোৱা। প্ৰাণভৰি কলিজাটোৰ শব্দ শুনি লোৱা। আহা। পলম নকৰিবা। সোনকালে— সোনকালে আহা।

চন্দ্ৰিকা : আপুনি কিয় এনেকুৱা কৰিছে ছাৰ? আপোনাৰ কি হৈছে?

চৌধুৰী : ইমানবোৰ কথাৰ উত্তৰ দিবলৈ মোৰ সময় নাই। মোৰ হাতত বৰ কম সময় আছে। [জোৰে] আহা।

[সংগীত। মন্ত্ৰমুগ্ধৰ নিচিনাকৈ চন্দ্ৰিকাই চৌধুৰীৰ বুকুত মূৰ থয়। ঢোল আৰু জুনুকাৰ শব্দ ওচৰ চাপি আহে— আৰু আঁতৰি যায়।]

উঠা। [ বৈ] উঠা চন্দ্ৰিকা। মোক যাবলৈ দিয়া।

[চন্দ্ৰিকাই উঠি কান্দে। মুখ মচে।]

এইবাৰ মোক বিদায় দিয়া চন্দ্ৰিকা। এই পৃথিবীখন কেইটামান দিন বেছিকৈ চাবলৈ দিয়াৰ কাৰণে মই তোমালোকৰ ওচৰত কৃতজ্ঞ। [অস্থিৰ,অসংযত]বেছি কৃতজ্ঞ হোৱাৰ কাৰণ হ'ল তোমালোকৰ কলিজা ধাৰলৈ লৈ মই যিকেইটা দিন বেছিকৈ জীয়াই থাকিলোঁ, সেই দিনকেইটাত যি দেখিলোঁ, যি বুজিলোঁ— গোটেই জীৱনটোত সেইবোৰ দেখাও নাছিলোঁ, বুজাও নাছিলোঁ। মোৰ নিজৰ কলিজাখনৰ লগত থকা মনটোৱে মোক কেৱল তোমালোকৰ ফালে নাচাবলৈ, তোমালোকক নুবুজিবলৈ শিকাইছিল, সেইটো অধ্যায় গোবিন্দই শেষ কৰি দিয়াৰ কাৰণে মই তেওঁৰ ওচৰত আটাইতকৈ বেছিকৈ কৃতজ্ঞ। সকলোকে ক'বা। মই যাওঁ চন্দ্ৰিকা। [জেপত হাত ভৰায়]

চন্দ্ৰিকা : আপুনি কিয় এনেকুৱা কৰিছে ছাৰ?

চৌধুৰী : এইকেইটা দিনৰ জ্ঞান ধৰি ৰাখিবলৈ মোৰ গাত ঠাই নোহোৱা হৈছে। মই বৰ কষ্ট পাইছোঁ। আৰু এক ছেকেণ্ড সহ্য কৰাৰ শক্তি নোহোৱা হৈছে।

চন্দ্ৰিকা : কি— কি হৈছে ছাৰ?

চৌধুৰী : আনকি মোৰ আঙুলিৰ জোৰো নাইকিয়া হৈ গৈছে। [বিভলভাৰটো উলিয়াই আনে] মই যেন এইটোও টিপিব নোৱাৰিম।

চন্দ্ৰিকা : [চিঞৰি] কি? আপুনি কি কৰিব খুজিছে ছাৰ? আপুনি আত্মহত্যা কৰিব খুজিছে? [ধৰি] কিয়? কিয় ছাৰ?

চৌধুৰী : কষ্ট। ভীষণ কষ্ট।

চন্দ্ৰিকা : কি কষ্ট? কিহৰ কষ্ট?

চৌধুৰী : সেইবোৰ এই জীৱনত মই তোমাক বুজাব নোৱাৰিলোঁ চন্দ্ৰিকা।

চন্দ্ৰিকা : [কাতৰ] নহয় নহয়। আপুনি এনে কাম নকৰিব। আপুনি জানে— আপুনি আৰু এতিয়া এনে কাম কৰিব নোৱাৰে। আপুনি এতিয়া আত্মহত্যা কৰিব নোৱাৰে। কৰিলে বৰ বেছি আপুনি মোৰ গোবিন্দক হত্যা কৰিব পাৰিব। সেইটো কলিজা আপুনি এনেকৈ ধ্বংস নকৰিব। য'তে থাকক, যেনেকৈয়ে থাকক— মোৰ গোবিন্দক আপুনি জীয়াই ৰাখক ছাৰ।

[বিভলভাৰটো লৈ লয়।]

[অবাক হৈ চৌধুৰীয়ে চন্দ্ৰিকালৈ চাই থাকে। যন্ত্ৰচালিতৰ দৰে বহে।]

চন্দ্ৰিকা : হয় ছাৰ। আপুনি মোৰ গোবিন্দক জীয়াই ৰাখক।

[বিভলভাৰটো অলপ দূৰলৈ দলিয়াই দিয়ে। চৌধুৰীৰ বুকুত মূৰ থৈ কান্দে।]

চন্দ্ৰিকা : জীয়াই ৰাখক ছাৰ।

[সংগীত। ক্ষীণ শব্দেৰে কান্দি থাকে। অলপ পিছত কান্দোন বন্ধ হয়। ইয়াৰ মাজতে দুৱেদি ইন্দ্ৰ আৰু হৰিশক চোৰৰ নিচিনাকৈ পাৰ হৈ যোৱা দেখা যায়। অলপ পিছত চৌধুৰীয়ে চন্দ্ৰিকাক তুলি দিয়ে। নিজেও থিয় হয়। তেওঁ তাইক চুলিত হাত ফুৰাই মৰম কৰে। তাৰ পিছত নিঃশব্দে ক্লান্ত খোজেৰে গুচি যায়। চন্দ্ৰিকা অৱশভাৱে বহি থাকে। অলপ পিছত দূৰত এটাৰ পিছত এটাকৈ তিনিটা গুলী মৰাৰ শব্দ হয়। চন্দ্ৰিকা জাঁপ মাৰি থিয় হয়। মাটিত পৰি থকা বিভলভাৰটোৰ ওচৰলৈ যায়। চায়। তাৰ পিছত বিপৰীত ফালে দৌৰি থিয় হৈ ৰয়। এটা কোলাহল তাণ্ডৱ হৈ আছে। সংগীত আৰু কোলাহল ওপৰলৈ উঠি নামি যায়। লাহে লাহে অন্ধকাৰ।]

[ঘোষণা]

[মঞ্চ-১। সেই একে দৃশ্য। প্ৰেছ বিপ'ৰ্টাৰ, ফটোগ্ৰাফাৰ, শৰ্মা, ইন্দ্ৰ, হৰিশ, ডাঃ শ্ৰীমতী ঠাকুৰ আৰু কিছু মানুহ। সেই ৰাতিৰে দৃশ্য। ফটোগ্ৰাফাৰে সুবিধা বুজি ফটো তুলি আছে। দুজন পুলিচ বিষয়াই দূৰত কিবা চাই ফুৰিছে। অলপ পিছতে তেওঁলোক গুচি যায়। বিপ'ৰ্টাৰে লিখি আছে। শৰ্মাই কৈ আছে।]

শৰ্মা : আলোক প্ৰসাদ চৌধুৰীৰ এই মৃত্যু— আমাৰ সংঘৰ কাৰণেই নহয়, এই দেশখনৰ এটা বিৰাট আন্দোলনৰ কাৰণেই এক অপূৰণীয় ক্ষতি। এই ঘটনা সঁচাকৈয়ে ঘটিছে বুলি— তেওঁৰ ঘনিষ্ঠ বন্ধু হিচাপে মই এতিয়াও বিশ্বাস কৰিবই পৰা নাই।

বিপ'ৰ্টাৰ-১ : আপুনিও এইটো আত্মহত্যাৰ ঘটনা বুলিয়েই ভাবে নেকি?

শৰ্মা : তাৰ বাহিৰে অন্য ধাৰণা কৰিবলৈ আমাৰ উপায় নাই।

বিপ'ৰ্টাৰ-২ : কিন্তু তেখেতে কি কাৰণে আত্মহত্যা কৰিলে বুলি ভাবে?

শৰ্মা : মই নিজে যি জানো, তেওঁৰ পৰিয়ালে যি জানে— তাৰ ভিত্তিত ক'ব পাৰো— কিছু দিনৰ পৰা তেখেতে বৰ কষ্ট পাইছিল।

বিপ'ৰ্টাৰ-১ : কেনেকুৱা কষ্ট?

শৰ্মা : মানসিকো— কিন্তু বিশেষকৈ শাৰীৰিক।

বিপ'ৰ্টাৰ-২ : অলপ বহলাই ক'বনে? [পুলিচ বিষয়া দুজন গুচি যায়।]

শৰ্মা : তেওঁ প্ৰায়েই বুকুত এক তীব্ৰ যন্ত্ৰণা অনুভব কৰিছিল— আৰু কৈছিল— তেওঁৰ বুকুত যিটো যন্ত্ৰ বহুৱাই দিয়া হ'ল— সেইটো ঠিককৈ ফিট কৰা নাই, তেওঁৰ বুকুত সেইটো খাপ খোৱা নাই। তেওঁ এটা কথা অতি সত্য বুলি হাতে হাতে প্ৰমাণ পাইছিল।

বিপ'ৰ্টাৰ-২ : কি কথা?

শৰ্মা : সকলো জাতৰ মানুহৰ কলিজা সকলো জাতৰ মানুহৰ দেহত খাপ নাখায়। এই ধৰি লওক নৰ্দমাৰ পানী পাম্প কৰিবলৈ সজা পাম্প এটা তেল পাম্প কৰিবলৈ ব্যৱহাৰ কৰিব নোৱাৰি। কোনোবাই যদি কৰে, তেনেহ'লে হয়তো কেইদিনমান পাম্পটো চলিব, তাৰ পিছত বন্ধ হৈ যাব। নাইবা গৰাকীয়ে পাম্পটো বন্ধ কৰিবলৈ বাধ্য হ'ব। আলোক প্ৰসাদ চৌধুৰীয়ে এই বন্ধ কৰা কামটোকে কৰিলে। তেওঁ কিছু দিনৰ পৰা প্ৰায়েই ক'বলৈ লৈছিল—

ৰিপ'ৰ্টাৰ-১ ঃ কি কৈছিল?

শৰ্মা ঃ আগলৈ যেন কেতিয়াও কোনেও এই জাতৰ বিচাৰ নকৰাকৈ এনেকুৱা কাম নকৰে।

ৰিপ'ৰ্টাৰ-২ ঃ [ডাঃ শ্ৰীমতী ঠাকুৰক] আপোনালোকে এই বিষয়ে কি কয় ডক্তৰ?

ডাক্তৰ ঠাকুৰ ঃ কথাবোৰ পৰীক্ষা কৰি চাব লাগিব। আমি এতিয়ালৈকে এই বিষয়ে কোনো সিদ্ধান্তলৈ আহিব পৰা নাই।

শৰ্মা ঃ কিন্তু বেছিভাগ ক্ষেত্ৰতে দেখা গৈছে— সাধাৰণ জ্ঞানে যি কয়, পৰীক্ষাৰ ফলাফল তাৰ লগত মিলি যায়।

ৰিপ'ৰ্টাৰ-১ ঃ ডাঃ শ্ৰীবাস্তৱে এই বিষয়ে কিবা কৈছে নেকি?

ডাঃ ঠাকুৰ ঃ তেখেতক মই এতিয়াও লগ পোৱা নাই।

শৰ্মা ঃ মই তেখেতৰ লগত যোগাযোগ কৰিবলৈ চেষ্টা কৰিছিলোঁ। তেখেতে বোলে এই ঘটনা সম্পৰ্কে কিছু দিনলৈ কাৰো লগত কথা নাপাতে, কিন্তু মই বিশ্বাস কৰোঁ— চৌধুৰীয়ে বেমাৰী হিচাপে যি বুজিছিল, শ্ৰীবাস্তৱে ডাক্তৰ হিচাপে সেই কথা উলাই কৰিব নোৱাৰিব।

জয়ধ্বনি ঃ গোবিন্দ অমৰ হওক।
চৌধুৰী চাহাব অমৰ হওক।
[দূৰত কোলাহল। কোলাহল ওচৰ চাপি আহে। সকলোৱে চায়। অলপ পিছতে প্ৰথম মানুহ, দ্বিতীয়, তৃতীয় মানুহ— (কলনিৰ যিমান মানুহ সম্ভৱ) সোমাই আহে। তেওঁলোকে জয়ধ্বনি দিয়ে। পুলিচ বিষয়া দুজনো আহে।]

১ম মানুহ ঃ গোবিন্দ অমৰ হওক।

কলনিৰ সকলো ঃ গোবিন্দ অমৰ হওক।

১ম মানুহ ঃ চৌধুৰী চাহাব অমৰ হওক।

কলনিৰ সকলো ঃ চৌধুৰী চাহাব অমৰ হওক।

১ম মানুহ ঃ এইকেইটা। এইকেইটাই চৌধুৰী চাহাবক গুলী কৰি মাৰিছে।

শৰ্মা, ইন্দ্ৰ, হৰিশ ঃ ] কি? তইঁত পগলা হৈছ নেকি? ইত্যাদি।

১ম মানুহ ঃ [গৰ্জি] চুপ থাক। আমি কোম্পানীৰ ঘৰৰ সিফালে জুপুকা মাৰি বহি আছিলোঁ। [ইন্দ্ৰ আৰু হৰিশক দেখুৱাই] ই চাহাবক মাতি নিছিল। ইয়াৰ [শৰ্মাক দেখুৱায়] ওচৰলৈ লৈ গৈছিল। ওচৰ পোৱাৰ লগে লগে ই দুটা নে তিনিটা কথা কৈছে, চাহাবে খঙেৰে চিঞৰ মাৰি দিছে, তেতিয়া ই গুলী মাৰি দিছে।
[চন্দ্ৰিকা আগুৱাই আহে। বিভলভাৰটো হাতৰ বেগটোৰ পৰা উলিয়াই কয়।]

চন্দ্ৰিকা ঃ ছাৰৰ পিষ্টল এইটো। ছাৰে ইয়াতে পেলাই থৈ গৈছিল।

পুলিচ বিষয়া ঃ [আগবাঢ়ি আহি] চাওঁ। ক'ত পাইছিলা?

চন্দ্ৰিকা ঃ সেইখিনিতে ছাৰে এৰি থৈ গৈছিল।
[বিষয়াই শৰ্মালৈ চায়।]

২য় মানুহ : চাহাবৰ লাছটোৰ ওচৰত পৰি থকা পিষ্টলটো ইয়াৰ [শৰ্মাক দেখুৱায়।] মই নিজ চকুৰে দেখিছোঁ ই চাহাবৰ হাতত পিষ্টলটো লগাই, এৰি থৈ গুচি গৈছে।
[সকলো নিৰ্বাক। এক মুহূৰ্তৰ পিছত]

১ম মানুহ : জয় চৌধুৰী চাহাবৰ জয়।

সকলো : জয় চৌধুৰী চাহাবৰ জয়।

১ম মানুহ : জয় গোবিন্দৰ জয়।

সকলো : জয় গোবিন্দৰ জয়।

২য় মানুহ : গোবিন্দ আৰু চৌধুৰী ছাৰ—

সকলো : অমৰ হওক, অমৰ হওক।

২য় মানুহ : গোবিন্দ আৰু চৌধুৰী ছাৰ—

সকলো : অমৰ হওক, অমৰ হওক।
[ লাহে লাহে পোহৰ কমি আহে।]
[ আঁৰকাপোৰ নামি আহে।]

---

# গধূলি

**চৰিত্ৰ পৰিচয়**

**পুৰুষ ঃ**

১। ভুবন
২। ঘন মাষ্টৰ
৩। পুলিচ বিষয়া
৪। চিপাহী (দুৰ্লভ)
৫। চিপাহী
৬। লক্ষীৰাম
৭। নবীন
৮। ৰফিক
৯। ভগীৰথ
১০। ফটোগ্ৰাফাৰ
১১। ডি এছ পি
১২। উকীল
১৩। এজন কয়দী (দুৰ্লভৰ লগৰ)

**নাৰী ঃ**

১। অমলা
২। কুসুম
৩। মহিলা সংগঠনৰ সভানেত্ৰী
৪। ৰিপ'ৰ্টাৰ

# দৃশ্য ঃ ১

## মঞ্চ ঃ ১

[ঘন মাষ্টৰৰ ঘৰৰ পাছ চোতাল, বাৰাণ্ডা আদি। লগালগিকৈ এটা সৰু ঘৰ দেখা যায়। (সকলো খেৰী ঘৰ) সেই ঘৰটোত কুসুম থাকে। মাষ্টৰৰ জীয়েক অমলাই পিতলৰ চৰিয়া এটাত পাগঘৰৰ পানী, জাবৰ আদি চুৰনিত পেলাই উভতি আহিছে। সেই সময়তে কুসুমৰ ঘৰৰ পৰা ভুবন ওলাই আহে। পাছে পাছে কুসুম ওলাই আহে। তাই বাৰাণ্ডাৰ খুঁটা এটাত ধৰি বৈ যায়। ওচৰে-পাঁজৰে চকী, মুঢ়া আদি আছে। দূৰৰ বাটত চাইকেলৰ লাইট, টৰ্চ লাইট আদি দেখা যাব পাৰে। কুসুমে অকলে সেই ঘৰটোত থাকি পাঠশালা স্কুল এখনত শিক্ষকতা কৰে। ঘন মাষ্টৰ তাইৰ গাৰ্জেনৰ নিচিনা। মাষ্টৰৰ জীয়েক অমলাই সমাজৰ কাম কৰে।]

অমলা ঃ পিতাই অহা গম পাই হ'বলা লৰালৰিকৈ পলাইছা?

ভুবন ঃ মোৰ আকৌ পলাবলৈ কিটো হ'ল? মোক তহঁতৰ নিচিনা পলৰীয়া পাইছ নেকি?

অমলা ঃ তহঁতৰ নিচিনা পলৰীয়া মানে? তুমি কিন্তু সদায় সেই একেটা সুৰতে কথা কৈ নাথাকিবা, কৈ দিছোঁ।

ভুবন ঃ সঁচা কথা ক'লে বেয়া পাব কিয়? বাৰ ক'চোন, বৰপিতাই ক'তা? বৰপিতাই আহিছে বুলিতো আমি গম পোৱা নাই! তই কেনেকৈ গম পালি?

অমলা ঃ সৌ অকণহঁতৰ পদূলিত কাৰোবাৰ লগত কথা পাতি থকা শুনিলোঁ।

ভুবন ঃ কেনেকৈ শুনিলি? ক'ৰ পৰা শুনিলি? চুৰনিত পানী পেলাবলৈ গৈ ডিঙি মেলি মেলি কাক চাইছিলি? কোন আহিবৰ হৈছে? ৰাতি ৰাতি কিহৰ মিটিং পাতিবি এতিয়া? পলৰীয়া বুলি ক'লে বেয়া পাব কিয়?

অমলা ঃ পুলিচে ৰাতিহে আচল ডিউটী কৰে বুইছা? গৰখীয়াইহে দিনত গৰু চৰায়। [ঠাট্টা] দিনত নচৰালে বেচেৰাহঁতৰতো উপায়ো নাই!

ভুবন ঃ ঠিক আছে, আমি বাৰু গৰখীয়া মানুহ, দিনতে গৰু চৰাই থাকোঁ। তহঁতে ৰাতি ৰাতি ডিউটী কৰি থাক। এদিন যেতিয়া ডিউটী কৰি কৰি বুজিবি— তহঁত আচলতে গৰু, পুলিচ নহ'ব, সেইদিনা আহিবি আমাৰ ওচৰলৈ— ছিট থাকিলে আমাৰ গৰুৰ দলত নাম লগাই দিম। [অমলাই চৰিয়াটো থৈ চুলিখিনি মেলি বেণী এডাল গুঁথিবলৈ লয়।]

অমলা ঃ বাৰু হৈছে। গাখীৰেৰে মুখখন ধুই, আশা পালি বহি থাকা।

কুসুম ঃ [মৰমৰ ভেকাহি] এ এইজনী! ইমান কাজিয়া কৰিব পাৰে!

অমলা ঃ তোৰ হ'বলা গাত লাগিছে? তোৰ মানুহটোৱে যে গৰু হ'বলৈ আশীৰ্বাদ দিছে শুনিছ নে নাই?

কুসুম ঃ [তোৰ মানুহটোৱে বুলি কোৱা কাৰণে] ছি কটা! এনে নিলাজ এইজনী!

অমলা ঃ অঁ! তোৰ মানুহ কাৰণে তোৰ মানুহটো বুলি কৈছোঁ! সেইটো কি নিলাজ কথা হ'ল? বেয়া পাইছ যদি ক— মোৰ মানুহটো বুলি কওঁ। [চকু টিপিয়ায়]

ভুবন ঃ মই তেতিয়া কেইনম্বৰ মানুহ হ'ম?

কুসুম ঃ কেনেকুৱা কথাবিলাক কয়!

অমলা : তেওঁ ঠিকেই কৈছে। ৰ'বা, হিচাব কৰোঁ। [আঙুলিৰ পাবত হিচাব কৰে আৰু গুণগুণকৈ] সি সি সি আৰু সি, চাৰি সি পাঁচ—। গতিকে তুমি ছয় নম্বৰ হ'বা। [হঠাতে] অ' নহয়, আৰু সেই— সেই এটা থাকিল নহয়। সাত। তুমি সাত নম্বৰ।

কুসুম : তোক আজি কিহে পাইছে অ'?

ভুবন : [বিৰক্তিৰে] এইপাত বোম্বাইত চিনেমা কৰিবলৈ নগে কিয় ইয়াত সোমাই আছে জানো।

অমলা : তইঁতৰ লগতে চিনেমা কৰি থাকিম দে।— মেৰে জিন্দেগি মে ক্যা হ্যায়?— মোহাব্বত হ্যায়। তৰুণ— তৰুণ— তৰুণ— ধাঁই— ধুঁই— ধাঁই— ধুঁই— [বুকুত হাত দি] আ - স।

- [তাই যেন পৰি যাব খোজে। বাস্তাৰ ফালৰ পৰা ঘন মাষ্টৰ আহে। (কান্ধত চাদৰ, হাতত ছাতি।]

ঘন মাষ্টৰ : কি হ'ল অ'?

[এটাইকেইটাই চোৱা-চুই কৰে]

কুসুম : নক'ব কিয় এতিয়া? অথনিৰে পৰা টেঁপটেঁপাই আছিলি নহয়?

[মাষ্টৰে ছাতিটো আৰু কান্ধত থকা চাদৰখন অমলাৰ হাতত দিয়ে।]

মাষ্টৰ : কিনো টেঁপটেঁপাই আছিলি?

অমলা : নাই এনেয়ে— ধেমালি কৰিছিলোঁ।

মাষ্টৰ : [নিজকে কোৱাৰ নিচিনাকৈ] ধেমালি কৰোঁতেই তোৰ জীৱনটো যাব। [পাঞ্জাবীৰ বুটাম-খোলে]

ভুবন : মই যাওঁ ৰবপিতাই।

মাষ্টৰ : যাওঁ যে বুলিলা, তুমি আহিছিলা কেতিয়া?

ভুবন : হ'ল আধা ঘণ্টামান।

মাষ্টৰ : বাৰু। যোৱা। [হঠাতে] হেৰি নহয়, শুনা। মই তোমাৰ লগত কথা এটা পাতোঁ পাতোঁ কৰি আছিলোঁ, আজি পাতিয়েই পেলাওঁ দিয়া।

ভুবন : কওক।

মাষ্টৰ : ভিতৰত বহিবা নে?

ভুবন : নালাগে দিয়ক। দীঘলীয়া কথা নহয় যদি ইয়াতে কওক।

মাষ্টৰ : [আগলৈ আহি] কথা চুটিয়েই। দীঘলীয়া নকৰিলেই চুটি, কি কোৱা? চুটিকৈয়ে কওঁ, তুমি কুসুমক যদি বিয়া কৰোৱাৰ কথা ভাবিছই, তেনেহ'লে কৰি নেপেলোৱা কিয়? কেতিয়া কৰাবা?

[অমলাই লোটা, গামোচা আৰু বিচনী এখন লৈ ওলাই আহিয়েই কয়]

অমলা : মই যে ধেমালি কৰিছিলোঁ বুলি কৈছিলোঁ, তাকে কৈছিলোঁ।

মাষ্টৰ : [ধমকি] মই ধেমালি কৰা নাই নহয়। তই মনে মনে থাক। চাওঁ, দে। [বিচনীখন লয়]

[ভুবনে তাইক ইংগিতেৰে ভিতৰলৈ যাবলৈ কয়। তাই মুখৰ ভংগী এটা কৰি গুচি যায়।

- লোটা, গামোচা থৈ যায়।]

মাষ্টৰ : হুঁ? কেতিয়া কৰাবা?

ভুবন : আপুনি হঠাতে কথাটো যেনেকৈ সুধিলে—

মাষ্টৰ : হঠাতে কেনেকৈ হ'ল? এইটো কেতিয়াবাই সুধিবলগীয়া কথা, মই আজিহে সুধিলোঁ। মোকতো স্কুলত এটাইমখা মাষ্টৰ-মাষ্টৰণীয়ে সুধিয়েই থাকে— ভুবন আৰু কুসুমৰ বিয়াখন কেতিয়া খাবলৈ পাম? মই কওঁ, খাবা, খাবা, বাট চোৱাচোন দুদিনমান। হে'ড মাষ্টৰে আকৌ কয়— হে'ৰা ঘনকান্ত, আমি বিয়াৰ জলপান খোৱাৰ লোভত কোৱা নাই, কথাটো দেখাত বেয়া হৈছে কাৰণেহে কৈছোঁ—

ভুবন : কি দেখাত বেয়া হৈছে?
মাষ্টৰ : বেয়া হৈছে মানে,— সেযা আৰু, তাই অকলশৰীয়া ছোৱালী, সমাজে দেখাকৈ বিয়া-বাৰুখন পাতি লওক, তাৰ পিছত যি কৰে কৰি থাকক—
ভুবন : আমি সমাজে নেদেখাকৈ কিবা নকৰিবলগীয়া কাম কৰিছোঁ নেকি?
মাষ্টৰ : নাই নাই—
ভুবন : মই এওঁলোকৰ কেইবাজনকো জানো নহয়। মাষ্টৰী কৰিলে কি হ'ব, মনবিলাক সেই একেই।
মাষ্টৰ : নহয় মানে—
ভুবন : কুসুমৰ গাৰ্জেন আপুনিহে। আপুনি আমাৰ কিবা বেয়া দেখিছে জানো?
মাষ্টৰ : মইতো তোমালোকৰ লগতে আছোঁ—
ভুবন : [বুজোৱাৰ সুৰত] তাকে কৈছোঁ ৰৰপিতাই, অনবৰত লগতে থকাজনৰ একো চিন্তা নাই, দূৰত থকাবোৰৰ ইমান চিন্তা কিয়?
মাষ্টৰ : আঃ। মই হ'লোঁ দুৰ্ভগীয়া মানুহ। মোৰ ঢেৰ চিন্তা। সেইবোৰ হ'ল সুখী মানুহ। তেওঁলোকৰ চিন্তা কৰিবলৈ একো নাই। কিন্তু মানুহৰ মগজে চিন্তা নকৰাকৈতো থাকিব নোৱাৰে। সেই কাৰণে লোকৰ কথাকে চিন্তা কৰে আৰু।
[অমলা ওলাই আহে]
অমলা : অ'ই পিতাই, তই নিজকে দুৰ্ভগীয়া মানুহ বুলি কিয় ক'লি?
মাষ্টৰ : [ধমকি] আহিলিনে তই আকৌ ওলাই? ভিতৰত তোৰ কাম নাই নেকি?
অমলা : আজিহে তোৰ পেটৰ কথাটো ওলাল। তই ক'ব লাগিব, কিয় তই নিজকে দুৰ্ভগীয়া বুলি ক'লি।
মাষ্টৰ : এ— হ্।
অমলা : এঃ নহয়। আমি চাগে তোক কিবা অশান্তি দিছোঁ, সেই কাৰণেহে তই তেনেকৈ ক'লি।
মাষ্টৰ : অশান্তি, মানে অশান্তি নহয়নো কি? তাই কুসুম যাবগৈ, তয়ো এদিন যাবিগৈ, সেই কাৰণে—
অমলা : মই ক'লৈ যামগৈ?
মাষ্টৰ : তই এনেকৈয়ে মোৰ ডিঙিতে ওলমি থাকিবি নেকি?
অমলা : হাবে। মই যামগৈ কাৰণে তোৰ অশান্তি, নে মই ডিঙিত ওলমি আছোঁ কাৰণে তোৰ অশান্তি?
মাষ্টৰ : [হাঁহি] সেইটোৱেইতো কথা। এই পৃথিৱীত মোৰ নিচিনা যিমান মানুহ আছে, সকলোকে সুধি আহগৈ, যেয়ে এই দুটাৰ এটাহে সঁচা বুলি উত্তৰ দিব পাৰিব, তেওঁক মই সেই কিবা বোলে নোবে'ল প্ৰাইজ দিম, আৰু লগতে লিখি দিম, তেওঁ মানুহ হ'ব পাৰে, কিন্তু বাপেক নহয়। [হাঁহে। হঠাতে হাঁহি সামৰি] নহয়, এই কথাই কথা নহয়।
[এই সময়তে কুসুম ওলাই আহে।]
মাষ্টৰ : বুইছা ভুবন, তোমালোকে তৎক্ষণাত বিয়া পতাৰ আয়োজন কৰা, আৰু [অমলাক দেখুৱাই] এইৰ কাৰণেও ল'ৰা এটা বন্দবস্ত কৰি দিয়া।
অমলা : তোৰ আজি কি হ'ল অ' পিতাই?
মাষ্টৰ : একো হোৱা নাই। মুখ খুলি কথা কৈছোঁ। কথাবোৰ চমু চাপিব লাগে। নেদেখা-নুশুনা ভাও ধৰি থাকিলে নচলিব নহয়।
কুসুম : হয় ৰৰপিতাই, আপুনি ঠিক কৈছে। আমিও আজি সেইটো কথাকে পাতি আছিলোঁ।
অমলা : [মাষ্টৰক] সেই কাৰণে এতিয়া ভুবনে মোৰ কাৰণে দৰা বিচাৰিব?
মাষ্টৰ : ওঁ। বিচাৰিব।
অমলা : [ভুবনক] কি? বিচাৰিবা নেকি?

ভুবন : বৰপিতায়ে কৈছে যেতিয়া কিবা এটা কৰিব লাগিব।

অমলা : [আঙুলি জোকাৰি] বিয়া পাতা, ভোজ দিয়া, যি কৰা সেইবোৰ পিছত ক'ত কি কৰা কৰি থাকিবা, এতিয়া এইক লৈ ইয়াৰ পৰা ওলাই যোৱা। [কুসুমক] অ'ই, ওলা, এতিয়াই ওলা। চুকত থাকি তই এনেকৈ বুকুত কামোৰ! নিবোকা চামোন! [হঠাতে ৰাস্তাৰ ফালে চাই] কোন? [বৈ] কোন তাত?

মাষ্টৰ : কোন ক'ত অ'?
[তিনিও ৰাস্তাৰ ফালে চায়। মাষ্টৰ আগবাঢ়ি যায়।]

মাষ্টৰ : কোন?
[এজন পুলিচ বিষয়া আৰু দুজন চিপাহী এজন এজনকৈ আগুৱাই আহে। এই দুজন চিপাহীৰ এজনৰ নাম দুৰ্লভ। বিষয়াজনে সকলোলৈকে চায়। চিপাহী দুজনে চাৰিওফালে চকু ৰাখে।]

মাষ্টৰ : আপোনালোক?

বিষয়া : আমি কিবা খবৰ এটা ল'বলৈ আহিছোঁ।

মাষ্টৰ : ক'ত? কি খবৰ? কাৰ খবৰ?

বিষয়া : ইয়াতে। আপুনিয়েই ঘন মাষ্টৰ, মানে, ঘন বৰা নহয় জানো?

মাষ্টৰ : হয়।

বিষয়া : ইয়াতে খবৰ এটা ক্ৰবিবলৈ আহিছোঁ।

মাষ্টৰ : সেইবুলি এনেকৈ— মাত নাই, বোল নাই, একেবাৰে পাছফালৰ লৈ? পুলিচৰ মানুহ হ'ল বুলিও—

বিষয়া : আপুনি বেয়া নাপাব বৰা। দেবানন্দ আপোনাৰে ল'ৰা?

মাষ্টৰ : হয়।

বিষয়া : [ভুবনক দেখুৱাই] এৱেঁই নেকি?

মাষ্টৰ : নহয়, এওঁ ভুবন, গাঁৱৰে ল'ৰা।

বিষয়া : কি কৰা?

ভুবন : দোকান এখন আছে, তামোলৰ ব্যৱসায়ো কৰোঁ।

বিষয়া : এখেতসকলৰ লগত কিবা সম্পৰ্ক—?

ভুবন : সম্পৰ্ক তেনেকৈ—

মাষ্টৰ : সম্পৰ্কৰ কথা এটা চলি আছে।

বিষয়া : হয় নেকি? বৰ ভাল কথা। আমি পিছে আপোনাৰ ল'ৰা দেবানন্দকহে কথা কেইটামান সুধিম বুলি আহিছিলোঁ। আছেনে তেওঁ ঘৰত?
[মাষ্টৰে অমলাৰ মুখলৈ চায়]

অমলা : নাই।

বিষয়া : ক'লৈ গ'ল?

অমলা : জানো। কৈ যোৱা নাই।

বিষয়া : কেতিয়া ওলাই গৈছে।

অমলা : ভাত খাই উঠিয়েই গৈছে।

বিষয়া : সেইটোৱেই মস্কিল। ডেকা ল'ৰাইতক ঘৰত পাবলৈকে টান। দিনতো নাই, ৰাতিও নাই, ৰাতিপুৱাও নাই, দোকমোকালিও নাই! আমাৰ কনিষ্টবল পঠিয়ালে সিহঁতে ধমকি খাইহে উভতি যাব লাগে! সেই কাৰণেই আমি কেতিয়াবা এনেকৈ, হঠাতে পাছফালে ওলাবহি

লাগে বুইছে? আপোনালোকে বেয়া নাপাব। আমি এবাৰ ভিতৰখন চাব খোজোঁ।

মাষ্টৰ : ভিতৰখন? কিয়?

বিষয়া : ল'ৰাজন আছে নেকি চাব লাগে।

মাষ্টৰ : [অবাক] আমি— আমি আপোনালোকক মিছা কথা কৈছোঁ নেকি?

বিষয়া : এইটো আমাৰ নিয়ম। আমি নিশ্চিন্ত হ'ব খোজোঁ। তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ আমাৰ হাতত হুকুমৰ কাগজ আছে। [বিষয়াজনে চিপাহী দুজনক ভিতৰলৈ যাবলৈ ইংগিত দিয়ে। সিহঁত প্ৰথমতে কুসুম থকা ঘৰটোলৈ যায়। অলপ পিছত তাৰ পৰা ওলাই অমলাহঁতৰ ঘৰলৈ যায়। এইখিনি সময়ত অমলা আৰু কুসুম এঠাইত লগ লাগি থিয় হৈ থাকে, আৰু কথা-বতৰা চলি থাকে।]

বিষয়া : [কুসুমক দেখুৱাই মাষ্টৰক সোধে] এওঁলোক আপোনাৰে ছোৱালী?

মাষ্টৰ : এইজনীহে মোৰ ছোৱালী।

বিষয়া : এওঁ?

মাষ্টৰ : এইৰ আচল ঘৰ ফুলগুৰিত আছিল। সৰুতে মাক-বাপেক ঢুকাল। মোমায়েক এজনে তুলি-তালি মেট্ৰিকলৈকে পঢ়ালে। তাৰ পিছত আগৰ সেই ইছমাইল মিনিষ্টাৰে অকণমান সহায় কৰি আমাৰ এম ই স্কুলখনতে মাষ্টৰণী কামত সুমুৱাই দিছে।

বিষয়া : [কুসুমক] কিমান দিন হ'ল চাকৰি কৰা?

কুসুম : তিনি বছৰ হৈ গ'ল।

বিষয়া : ইয়াত কিয় আছা? এখেত তোমাৰ কি হয়?

মাষ্টৰ : একো নহয়। তাইৰ চাকৰিটো হ'ল ইয়াত, ইফালে গাঁওখনত তাইৰ চা-চিনাকি বুলিবলৈ কোনো নাই, সেই কাৰণে হে'ড মাষ্টৰে ক'লে বোলে— তোমাৰ লগতে ৰাখা। সেই তেনেকৈয়ে আছে আৰু আমাৰ লগতে।

বিষয়া : [অমলাক] আৰু তোমাৰ নাম?

অমলা : অমলা। [চিপাহী দুজন ওলাই মাষ্টৰৰ ঘৰত সোমায়।]

বিষয়া : অমলা? [ভাবে] অমলা বৰা তেনেহ'লে তুমিয়েই? তুমিওতো খুব মিটিং কৰা?

অমলা : কিহৰ মিটিঙৰ কথা কৈছে?

বিষয়া : সেইটো তুমিহে ভালকৈ ক'ব পাৰিবা।

মাষ্টৰ : আপোনালোক পুলিচৰ মানুহ, চৰকাৰৰ মানুহ, যি ইচ্ছা তাকে কৰিব পাৰে। কিন্তু আমাৰ কথাবোৰ অন্ততঃ বুজাকৈ ক'বতো। ইয়াক, দেৱানন্দক কিয় গ্ৰেপ্তাৰ কৰিবলৈ বিচাৰি ফুৰিছে? কিহৰ মিটিঙৰ কথা কৈছে? অঁ হয়, সিহঁতে মিটিং কৰে, কিবাকিবি কৰে, ইয়াতে— এইখন চোতালতে মিটিং কৰে। কিন্তু সিহঁতে যি কৰে, মানুহৰ ভালৰ কাৰণেহে কৰে।

বিষয়া : কথাবোৰ যে ইমান চিধা নহয়, সেইটো আপোনাৰ ল'ৰাই জানে। তদুপৰি তেওঁলোকে যিটো ভাল বুলি ভাবে, সেইটো আনৰ কাৰণে ভাল নহয় নহয়।

মাষ্টৰ : সেইটো কেনেকৈ হ'ব? এই ধৰি লওক— আপোনালোকে চোৰ ধৰে কাৰণে চোৰবিলাকে আপোনালোকৰ কামটো বেয়া পায়— কথাটো তেনেকুৱা নেকি?

[চিপাহী দুজন ওলাই আহে]

দুৰ্লভ চিপাহী : নাই ছাৰ।

বিষয়া : পাছফালে বাৰীখন এবাৰ চাই আহা। [সিহঁত যায়। মাষ্টৰক] আপুনি বয়সীয়া মানুহ, শিক্ষক

মানুহ, আপুনি ল'ৰাহঁতৰ ফলীয়া হৈ তেনেকৈ কথা নোকোৱাই ভাল। যি দেখিছোঁ আপোনাৰ ল'ৰা-ছোৱালীহঁতে যি কৰিছে— আপোনাৰ চকুৰ আগতে, আপোনাৰ সমৰ্থন পায়েই কৰিছে।

মাষ্টৰ : মইতো তাকে কৈছোঁ। মোৰ চকুৰ আগততো সিহঁতে পুলিচে বিচাৰি ফুৰিবলগীয়া একো কৰা নাই।

[এইখিনিতে দুৰ্লভে কুসুমক ইংগিতেৰে আৰু সৰু মাতেৰে পানী এগিলাচ খোজে। কুসুম সোমাই যায়।]

বিষয়া : কৰিছে।

মাষ্টৰ : কি কৰিছে?

বিষয়া : সেইবোৰ এতিয়া ইয়াত কোৱা কথা নহয়। এদিন থানালৈ আহিব, বুজাই ক'ম। আপুনি ল'ৰাৰ বাপেক, গাঁওখনৰ লেখত ল'বলগীয়া মানুহ, আমাৰ কামত সহায় কৰাটো আপোনালোকৰো কৰ্তব্য। ল'ৰাটোক যদি আমাৰ লগ লগাই দিয়ে, তেনেহ'লে আমি ভাল পাম। এনেয়েও আমি তেওঁক উলিয়াই ল'মেই, কিন্তু আপোনালোকে সহায় কৰিলে আমাৰ সময় আৰু পৰিশ্ৰম বাচিব। আহোঁ।

[এইখিনিতে কুসুমে দুৰ্লভৰ হাতত পানী এগিলাচ দিয়েহি। দুৰ্লভে লগে লগে অলপ খাই কথা শুনে।]

[বিষয়াজন যায়গৈ। দুৰ্লভে পানী গিলাচৰ বাকীকণ খাই শেষ কৰি গিলাচটো কুসুমক দি হাঁহি এটা মাৰে। তাৰ পিছত দুযোটা চিপাহী ওলাই যায়। মাষ্টৰহঁত কিছু সময় থৰ লাগি থাকে।]

মাষ্টৰ : কথা ইমান দূৰ পালেগৈ নে?

ভুবন : সেই কাৰণে মই সদায় কৈ থাকোঁ—

অমলা : তুমি সদায় যিবোৰ কথা কৈ থাকা, এতিয়া আকৌ সেইবোৰকে ক'ব নালাগে। একো লাভ নাই।

ভুবন : অন্ততঃ মোৰ কথা শুনা হ'লে—

অমলা : আঃ! তোমাৰ কথা শুনাৰ উপায় থাকিলেহে! তোমাৰ কথাৰ লগত চৰৰে কথা নিমিলে নহয়! তুমি ব্যৱসায় কৰিছা, টকা-পইচা কৰিছা, ভাল ছোৱালী এজনী বিয়া কৰাবা, ঘৰ পাতিবা, কিন্তু সকলোৰে অৱস্থা তেনেকুৱা নহয় নহয়! সকলোৱে এতিয়াই সেইটো নিবিচাৰে নহয়।

মাষ্টৰ : এতিয়াই নিবিচাৰি কেতিয়া বিচাৰিব? তেওঁতো একো বেয়া লাইন লোৱা নাই! আৰু তহঁতেনো কি এনেকুৱা লাইন ল'লি যে পুলিচ আহি একেবাৰে ঘৰৰ ভিতৰ সোমাল? হৈছে কি এইবোৰ?

অমলা : একো হোৱা নাই। পুলিচ ভিতৰ সোমালেনো কি ডাঙৰ কথাটো হ'ল? আমিও কিমানৰ ঘৰৰ ভিতৰলৈ গপগপকৈ সোমাই যাওঁ! ভুবনৰ দোকানৰ ভিতৰলৈও কিমান মানুহ সোমাই যায়! নহয় জানো ভুবন? আমিও দৰকাৰ পৰিলে পুলিচৰ ঘৰৰ একেবাৰে ভিতৰলৈ সোমাই গ'লেই হ'ল। তেওঁলোকো আমাৰেহে মানুহ।

মাষ্টৰ : কি নক্সা লগোৱা কথা ক'বলৈ আহিছ অ'? তেওঁ দেবানন্দক গ্ৰেপ্তাৰ কৰাৰ কথা ক'লেনে নক'লে?

অমলা : ক'লে। পিছে ক'লে কি হ'ল?

মাষ্টৰ : কিয এনেকুৱা এটা অৱস্থা হৈছে, মই একো নাজানো কিয?

অমলা : জানিবলগীয়া কিবা হ'লেই জানিবি নহয়। শুন পিতাই, আমাৰ যিবোৰ মিটিং হয, তাৰ লগত ককাইটিৰ কোনো সম্পৰ্ক নাই। আমি যি কৰোঁ, ককাইটিযে তাৰ ওলোটাটো কৰে। পুলিচে যদি মোক ধৰি নিলেহেঁতেন, তেনেহ'লে বুজিলোঁহেঁতেন— তেওঁলোকে ঠিক লাইনতে কাম কৰিছে। কিন্তু এতিয়া দেখিলি নহয়— কোনটো লাইনত কাম কৰিছে! সেই কাৰণে কৈছোঁ, চিন্তা নকৰিবি। ধো, হাত-মুখ ধুই ল'।

মাষ্টৰ : ভুবন, এবাৰ থানাৰ পৰা আহোঁগৈ ব'লা।

অমলা : নালাগে।

মাষ্টৰ : তইঁতৰ গাত কথাই নপৰে নহয়। তইঁতে এইবোৰৰ কি বুজিবি?

অমলা : নালাগে। তই হাত-মুখ ধো। মই চাহ আনোগৈ।

লক্ষীৰাম : [বাহিৰৰ পৰা সৰু মাতেৰে] অমলা

অমলা : কোন? [লক্ষীৰাম আহে]
কি হ'ল অ' লক্ষী?

লক্ষীৰাম : পুলিচে তইঁতক কিবা দিগদাৰ কৰিছিল নেকি?

অমলা : নাই কৰা। কিয়?

লক্ষীৰাম : দেৱানন্দ ককাইটিয়ে চব খবৰ পাইছে।

অমলা : কি কৈছে সি?

অমলা : কৈছে— সি কেইদিনমান ঘৰলৈ নাহে। মিছামিছিকৈ জে'ললৈও নাযায়। আৰু শুনচোন। [আঁতৰলৈ মাতে]

অমলা : একো নহয, ক'চোন ইযাতে।

লক্ষীৰাম : তোক কাইলৈ বলীন দাদাই মাতিছে। দুই বজাত ওলাই থাকিবি। মই লৈ যামহি।

মাষ্টৰ : [জোৰেৰে] ক'লৈ? তাই কিয় ঘূৰি ফুৰিব লাগিছে? ই দেৱানন্দ ক'ত আছে?

অমলা : তই মনে মনে থাকচোন।

মাষ্টৰ : কি মনে মনে থকাৰ কথা ক'ব অ'? ই ক'ৰবাত পলাই আছে, পুলিচ যোৱাৰ লগে লগে ই লক্ষী ওলাইছেহি, বলীনে তোক মাতি পঠাইছে, এইবোৰ কি? মই জানিবলগীয়া কথা নহয নেকি? ভাল কাম কৰিলে মোৰ পৰা লুকুৱাই কৰিব লাগে নেকি? বুঢ়া হ'লোঁ কাৰণে মই ভাল কাম কৰিব নজনা হ'লোঁ নেকি? ভাল কাম-বেযা কাম চিনি নোপোৱা হ'লোঁ নেকি?

লক্ষীৰাম : মই যাওঁ অমলা।

মাষ্টৰ : মই লক্ষী, তই দেৱানন্দক ক'বিগৈ— সি মোৰ ওচৰলৈ আহক, আহি কি হৈছে খুলি কওক। হয় সি ঘৰত থাকক, নহয় জে'লত থাকক। মোৰ বোপাই জে'ল খোৱা মানুহ। বোপায়েই হওক, ল'ৰায়েই হওক, ভাল কামত জে'ল খালে বুকু ফুলি থাকে, কৈ দিবি। আৰু ইয়াক, বলীনক ক'বি— অমলাক কি ক'বলগীয়া আছে, ঘৰতে— মোৰ চকুৰ আগতে কৈ যাওকহি। সিহঁতক দুআষাৰ ভাল কথা মযো ক'ব পাৰিম। বাহুত নহ'লেও এই পকা চুলিকেইডালত কেইটামান ভাল কথা লাগি থাকে। ক'বিগৈ।
[সোমাই যায়। বাকী এটাইকেইটা থৰ হৈ থিয় হৈ থাকে। লাহে লাহে মঞ্চ আন্ধাৰ হৈ আহে।]

# দৃশ্য ঃ ২

## মঞ্চ ঃ ২

[ৰাতি। চহৰৰ একাষৰীয়া ঠাই। এটা চৰকাৰী ৰাস্তা। নৈৰ পাৰো হ'ব পাৰে। ষ্ট্ৰীট লাইট থাকিব পাৰে। নবীন আৰু লক্ষীৰাম থিয় হৈ আছে। এখন গাড়ীৰ হে'ড লাইট সিহঁতৰ গাত পৰে। সিহঁতে গাড়ীখনৰ ফালে চায়। হাত দাঙি গাড়ীখন ৰখায়। গাড়ীৰ পৰা পুলিচ বিষয়াজন নামি আহে। পাছে পাছে চিপাহী এটা।]

বিষয়া ঃ কোন? কোন আপোনালোক?

নবীন ঃ নমস্কাৰ। আমি ইয়াৰে মানুহ।

লক্ষীৰাম ঃ নমস্কাৰ ছাৰ।

বিষয়া ঃ এনেকৈ গাড়ীখন আগভেটা দি ৰখাইছে কিয়?

নবীন ঃ আমি পৰহি ৰাতিৰে পৰা আপোনাক লগ পাবলৈ বিচাৰি ফুৰিছোঁ। পৰহি দেৱানন্দহঁতৰ ঘৰৰ পৰা আহিযেই আপুনি চাপৰিলৈ গ'ল— ডকাইত ধৰিবলৈ। কালি আগবেলা খবৰ ল'লোঁ— আপুনি শুইছে। পাছবেলা—

বিষয়া ঃ কথাটো কি? এইখন গাড়ীত মই আছোঁ বুলি কেনেকৈ জানিলে?

লক্ষীৰাম ঃ আপুনি এইফালেদি আহিব বুলি জানো ছাৰ। আজি ৰাতি ডাক্তৰৰ ঘৰত আপোনালোকে ভাত খাবলৈ যোৱাৰ কথা আছে, সেই কাৰণে আপুনি বেছি পলম নকৰে বুলিও জানো। গধূলিৰ পিছত যিকেইখন গাড়ী এইফালেদি গৈছে, আমি এটাইকেইখন ৰখাই ৰখাই চাইছোঁ ছাৰ।

বিষয়া ঃ কিয়?

নবীন ঃ দেৱানন্দৰ কথা এটা সুধিবলৈ।

বিষয়া ঃ আচৰিত কথা! আপোনালোকে ভাবে নেকি— আপোনালোকে য'তে-ত'তে যি মন যায় সুধিব, আৰু মই ক'ম?

লক্ষীৰাম ঃ নাভাবোঁ ছাৰ। আমি আপোনাৰ অফিচলৈ আৰু ঘৰলৈ মুঠতে ছবাৰ গৈছোঁ। কিন্তু কথাটো বৰ জৰুৰী কাৰণেহে— এনেকৈ—

বিষয়া ঃ কি কথা?

নবীন ঃ দেৱানন্দৰ দোষটো কি? তাৰ নামত ৱাৰেণ্ট ওলাইছে কিয়?

বিষয়া ঃ সেইটো কথা জানিবলৈ আপোনালোকৰ ইণ্টাৰেষ্ট কিয় হ'ল?

নবীন ঃ সি আমাৰ লগৰ ল'ৰা। নলে-গলে লগা বন্ধু।

বিষয়া ঃ লগৰ ল'ৰা, বন্ধু— সেইবোৰ বাদ দিয়ক, আপোনালোক তেওঁৰ দলৰ মানুহ নেকি?

নবীন ঃ তেওঁৰ দলৰ মানে?

বিষয়া ঃ মানে এই গুণ্ডাগিৰি কৰি ফুৰা, বদমাচ দলৰ?

নবীন ঃ কি?

লক্ষীৰাম ঃ তাৰতো তেনেকুৱা দল-চল একো নাই! সি আমাৰ লগতে উঠা-বহা কৰে। আমাৰ এটা দল আছে, কিন্তু সমাজৰ কাম বুলিলে সি আমাৰ দললৈকো নাহে।

বিষয়া : [চিপাহীজনক] তুমি যোৱাচোন, সৌ তাতে এনেয়ে ঘূৰা-পকা কৰি থাকাগে।
[চিপাহীজন যায়গৈ]
আপোনালোকৰ সমাজৰ কাম কৰা দল আছে নেকি?

নবীন : এতিয়া সেইবোৰ কথাৰ কোনো প্ৰয়োজন নাই। আমাক খালী জানিবলৈ দিয়ক দেৱানন্দক কিয় আপোনালোকে গ্ৰেপ্তাৰ কৰিব খুজিছে?

বিষয়া : [সন্দেহ কৰি, চিন্তা কৰি] ব'লক তেনেহ'লে, থানালৈকে যাওঁ, তাতে বহি কথা পাতোঁগৈ।

নবীন : আপোনালোকে এইটোৱেই এটা বেয়া কাম কৰিব খোজে। অকণমান মনত সন্দেহ হ'লেই, অকণমান খোকোজা লাগিলেই, সকলোকে থানাত সুমুৱাই থ'ব খোজে। আমাৰ ওপৰতো আপোনাৰ সন্দেহ হ'লেই যেন পাওঁ। পিছে কথা বহলাই লাভ নাই। আমি বেয়া কাম নকৰোঁ। আপোনালোকে কৰিবলগীয়া ভাল কামখিনিকে আমি কৰোঁ, তথাপি আপোনালোকে আমাক বেয়া পায়। কিন্তু ই দেৱানন্দই আমি যেনেকুৱা কাম কৰোঁ, তেনেকুৱা কামো কৰা নাই।

বিষয়া : নাই কৰা। তেওঁ আপোনালোকে কৰা কামৰ নিচিনা কাম নাই কৰা। কিন্তু তেওঁ আপোনালোকৰ নাম লৈ আপোনালোকে নকৰা কাম কৰিছে।

লক্ষীৰাম : কি কৰিছে?

বিষয়া : আপোনালোকে বোলে এশজনী বিধবা মানুহক গাইপতি এখনকৈ তাঁতশাল আৰু অলপ অলপ সূতা দিব খুজিছে?

লক্ষীৰাম : হয়, তেনেকুৱা এটা কথা ভাবিছোঁ।

বিষয়া : তেনেকুৱা কথা ভাবে কাৰণেই, আমি আপোনালোকৰ দলৰ সকলো কথা জানি-শুনিও আপোনালোকক গ্ৰেপ্তাৰ কৰিবলৈ ৱাৰেণ্ট উলিওৱা নাই। কিন্তু এই যে তুলসী নদীৰ পকী দলংখনৰ কাম চলি আছে দেখিছে নহয়?

লক্ষীৰাম : হয়। দেখিছোঁ।

বিষয়া : তাত পঞ্চাছটামান লেবাৰে কাম কৰে নহয়?

লক্ষীৰাম : হয়।

বিষয়া : সিহঁতক ঠিকাদাৰজনে পোন্ধৰ দিনৰ মূৰে মূৰে পে'মেণ্ট কৰে নহয়?

লক্ষীৰাম : জানো। ক'ব নোৱাৰোঁ।

বিষয়া : এইবাৰ পে'মেণ্টৰ দিনা দুপৰীয়া আপোনালোকৰ বন্ধুজনে বিধৱাক তাঁতশাল দিবলৈ আপোনালোকক লাগে বুলি ঠিকাদাৰজনৰ পৰা পাঁচিছ হাজাৰ টকা জোৰকৈ লৈ আহিছে।

নবীন : কি? কোনে ক'লে?

বিষয়া : মই ক'লোঁ।

নবীন : আপুনি দেখিছিল?

বিষয়া : মই চব নিজ চকুৰে দেখি থাকিব লাগে নেকি?

নবীন : কিন্তু ঘটনাটো কি, কোনে দেখিছিল, প্ৰমাণ—

বিষয়া : [ধমকি] ৰ'ব। খালী প্ৰমাণ প্ৰমাণ প্ৰমাণ। আপুনি লগে লগে আপোনাৰ বন্ধুজনৰ ফলীয়া হৈ কথা ক'বলৈ আৰম্ভ কৰিলে কিয়? মই এজন বেছপনছিবল পুলিচ অফিচাৰ। মই অনাহকত লোকৰ গাত দোষ দি আবোল-তাবোল বকিব পাৰোঁ নেকি? আজি তেনেকুৱা কাম কৰি

কাইলৈ মই আপোনালোকৰ আগত থিয় হ'ব পাৰিম? খালী প্ৰমাণ প্ৰমাণ। প্ৰমাণ যেতিয়া য'ত দিব লাগে আমি দিম, কিন্তু মোৰ কথা হ'ল— মই যেতিয়া কথাবাৰ ক'লোঁ, তেতিয়া লগে লগে আপুনি বন্ধুজনৰ বিৰুদ্ধে গৰ্জি নুঠিল কিয়?

[নবীনে এঠাইত থিয় হৈ গভীৰভাৱে চিন্তা কৰে।]

লক্ষীৰাম : নহয়, মানে— কথাটো আমি প্ৰথম শুনিলোঁ, হঠাতে শুনিলোঁ, তাক— দেবানন্দকতো আমি পৰহিলৈকে লগ পাই আছিলোঁ—।

বিষয়া : তাৰ পিছত কালি লগ পোৱা নাই কিয়? আজি লগ পোৱা নাই কিয়? ক'লৈ গ'ল তেওঁ? প্ৰথম কেইদিনমান যেতিয়া আমাৰ হাতত প্ৰমাণৰ জোৰটো কম আছিল, তেতিয়া তেওঁ ঘৰতে আছিল, আপোনালোকৰ লগতে আছিল। দুটা-এটা কথা সুধি চাওঁ বুলি মাতি পঠিয়ালে আমাৰ চিপাহীক ধমকি দিছিল, আৰু যেতিয়া তেওঁ গম পালে— সকলো প্ৰমাণ আমাৰ হাতৰ মুঠিত, তেতিয়া তেওঁ অদৃশ্য হ'ল। কিন্তু লাভ নহ'ব। [ঘড়ীত সময় পঢ়িবলৈ চেষ্টা কৰি] মই যাওঁ। ডাক্তৰৰ ঘৰত ভাত খাবলৈ যাব লাগে বুলি আপোনালোকেতো জানেই— কিন্তু তাৰ আগতে মোৰ অফিচত কাম আছে। [যায়, উভতি আহে] তেওঁৰ নলে-গলে লগা বন্ধু কাৰণে আপোনালোকক কৈ যাওঁ— মই মোৰ দৰমহাৰ পইচাৰ পৰা এজনী হ'লেও বিধৱাক— এপোৱা হ'লেও সূতা দিম, কিন্তু তেওঁক তেনেকৈ এশজনী বিধৱাক তাঁতশাল দিবলৈ নিদিওঁ। [যায়]

নবীন : শুনকচোন। [বিষয়া উভতি আহে।]

[লক্ষীক] মই এখেতৰ লগত কথা এটা পাতোঁ। [লক্ষীয়ে ইংগিতটো বুজি ওলাই যায়। নবীনৰ পাছে পাছে বিষয়া আগলৈ আহে।]

নবীন : মই এটা ব্যক্তিগত কথা কওঁ। খোলাকৈ। আগতেই কৈছোঁ— দেবানন্দৰ লগত আমাৰ সামাজিক কামৰ ফালৰ পৰা কোনো সম্পৰ্ক নাই। আপোনাৰ মুখৰ পৰা কথাবোৰ শুনি মই অনুমান কৰিব পাৰিছোঁ— সি কি কৰিছে। কিন্তু— আপুনি সিহঁতৰ ঘৰলৈ যাওঁতে অমলা নামৰ ছোৱালীজনীক লগ পাইছিল?

বিষয়া : পাইছিলোঁ।

নবীন : মই দেবানন্দৰ কথাত ইমান ইণ্টাৰেষ্ট লোৱাৰ কাৰণটো হ'ল— অমলাৰ লগত মোৰ এটা সম্পৰ্ক—

[দুয়ো চকুৰে চকুৰে চায়]

নবীন : হোৱা নাই, কিন্তু হ'ব পাৰে। অন্ততঃ মোৰ ফালৰ পৰা তেনেকৈ ভাবিছোঁ। কিন্তু দেবানন্দৰ কিবা এটা হ'লে কথাবোৰ ওলট-পালট হৈ যাব। আপুনি কওকচোন— সঁচাকৈয়ে তাক এইবোৰ গণ্ডগোলৰ পৰা উলিয়াই অনাৰ কোনো উপায় নাইনে?

বিষয়া : তেওঁক ধৰি, আদালতত থিয় কৰোৱাৰ আগতে নাই। কিবা যদি অসৎ, অন্যায় উপায় আছে, মই সেই উপায় নিবিচাৰোঁ। আৰু আপোনালোকে যদি সঁচাকৈয়ে বিধৱাৰ মংগলৰ কাৰণে কাম কৰিব খুজিছে, তেনেহ'লে আপোনালোকেও নিবিচাৰিব। মই আহোঁ।

[বিষয়া জীপগাড়ীৰ ওচৰলৈ যায়। চিপাহীজনো আহে। বিষয়াই জীপ চলাই গুচি যায়। অলপ পিছত লক্ষী নবীনৰ ওচৰলৈ আহে।]

লক্ষীৰাম : কথাটো যদি সঁচা, তেনেহ'লে এইটোতো বৰ সাংঘাতিক কথা।

[নবীনে চিন্তা কৰি অলপ ইফাল-সিফাল কৰে।]

নবীন : পুলিচে পোৱাৰ আগতে আমি দেবানন্দক লগ পাবই লাগিব। দিনে-পোহৰে নহ'লেও—ৰাতি সি ঘৰলৈ আহিব পাৰে। দ্বিজেনহঁতৰ ঘৰৰ পৰা অনবৰত সিহঁতৰ ঘৰৰ ওপৰত চকু ৰাখিব লাগিব।

লক্ষীৰাম : আজিয়েইনে?

নবীন : আজিৰ পৰা সদায়।

[মঞ্চ আন্ধাৰ হয়।]

# দৃশ্য : ৩

## মঞ্চ : ১

[প্ৰথম দৃশ্যৰ ছেটিংছ। মাজনিশা পাৰ হৈ গৈছে। ওচৰত ঝিলিৰ মাত, দূৰৈত কুকুৰে মাজে মাজে ভুকিছে। জোনাক ৰাতি। মানুহ বুলি ধৰিব পাৰি, মুখ সহজে চিনিব নোৱাৰি। অলপ সময় পাৰ হৈ যোৱাৰ পিছত এটা চিপাহী আহে। মাষ্টৰৰ ঘৰৰ দুৱাৰত টৰ্চ লাইটৰ পোহৰ পেলায়।]

চিপাহী : [সৰু মাতেৰে] উঠকচোন। [বৈ] শুনিছে? উঠকচোন।

মাষ্টৰ : [ভিতৰৰ পৰা] কোন?

চিপাহী : চাওঁ, অকণমান ওলাই আহকচোন।

মাষ্টৰ : কোন?

চিপাহী : আমি পুলিচৰ মানুহ। ওলাই আহকচোন।

[অলপ সময় পাৰ হয়। মাষ্টৰৰ ঘৰৰ ভিতৰত লেমৰ পোহৰ বাঢ়ে। অলপ পিছত মাষ্টৰ ওলাই আহে। পাছে পাছে লেম লৈ অমলা।]

মাষ্টৰ : কোন? এই ৰাতিখন!

চিপাহী : আপোনাক এটা কথা কওঁ আহকচোন।

মাষ্টৰ : কি কথা?

চিপাহী : আপোনাৰ ল'ৰাটোৰ কথা। আহকচোন। কথাখিনি আপুনি শুনি থোৱা ভাল। সৌ বাটলৈ ব'লক। তাত আমাৰ লগৰ আৰু মানুহ আছে।

[মাষ্টৰে অমলাৰ হাতৰ পৰা লেমটো ল'ব খোজে]

চিপাহী : লেম নালাগে আহক, টৰ্চ লাইট আছে।

[দুয়ো ওলাই ৰাস্তাৰ ফালে যায়। কুসুমে নিজৰ ঘৰৰ দুৱাৰ খুলি ওলাই আহি ভয়ে ভয়ে অমলালৈ চায়। অমলা চোতাললৈ নামে। তাই কুসুমৰ ওচৰলৈ যাব খোজোঁতেই দুৰ্লভ আহে। সি ইফালে সিফালে চায়। অমলাৰ ওচৰলৈ আহে।]

দুৰ্লভ : তোমাৰ ককায়েৰা ঘৰতে আছে নেকি?

অমলা : নাই।

দুৰ্লভ : [কুসুমৰ ঘৰটোৰ ফালে দেখুৱাই] এইটো ঘৰত শুই আছে কিজানি।

কুসুম : ইয়াত আকৌ কিয় শুব?
দুৰ্লভ : ঠিকতো নাই। চাওঁ [অমলাৰ পৰা লেমটো লৈ] ভিতৰখন এবাৰ চাই আহোঁ।
অমলা : কি? [আগবাঢ়ে]
দুৰ্লভ : তুমি আহিব নালাগে। [কুসুমক] ব'লাচোন।
কুসুম : নাযাওঁ মই।
দুৰ্লভ : আমাৰ কামত আপত্তি কৰিব নাপায় নহয়। গণ্ডগোল বেছিহে হ'ব। ব'লা।
[দুৰ্লভে হাতেৰে কুসুমক ভিতৰলৈ ঠেলি দিয়ে]
অমলা : তই নোসোমাবি ভিতৰলৈ।
[দুৰ্লভে ইটো ঘৰৰ দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি দিয়ে। দেখিয়েই গম পোৱা যায়— ভিতৰত সি লেমটো নুমুৱাই দিলে।]
কুসুম : [ভিতৰত : চিঞৰৰ এটা মাৰে। মুখত সোপা দিয়াৰ কাৰণে চিঞৰটো বন্ধ হৈ যায়।]
[অমলাই কুসুমৰ ঘৰৰ দুৱাৰখনত ভুকুৱায়। দৌৰি আহি নিজৰ ঘৰৰ ভিতৰৰ পৰা দাখন উলিয়াই আনে। দাখনেৰে দুৱাৰৰ বান্ধত ঘপিয়ায়। দুৱাৰখনৰ ফাঁক এটা হয়। তাই সোমাই যায়। ভিতৰৰ পৰা শব্দবোৰ আহি থাকে।]
অমলা : এৰি দে। এৰি দে কুকুৰ। কুসুমে [ চিঞৰে]।
দুৰ্লভ : আঁতৰ হ। [সি অমলাক মাৰে। অমলাই ডাঙৰকৈ চিঞৰে। অলপ সময় নিস্তব্ধ। তাৰ পিছত কুসুমে এৰি দে, এৰি দে বুলি কয়।]
[আঁৰ কাপোৰ পৰে।]

## দৃশ্য : ৪

### মঞ্চ : ২

[ক'লা স্ক্ৰীনৰ আগত হ'ব পাৰে। এটা কাষত চিপাহী-২ আৰু মাষ্টৰ।]

মাষ্টৰ : তুমি এইখিনি পৰামৰ্শ দিয়াৰ কাৰণে মই বৰ ভাল পালোঁ। চাওঁচোন ভাবি।
চিপাহী-২ : আমিওতো একেবাৰে দয়া-মায়া নোহোৱা কাঠচিতীয়া মানুহ নহওঁ। বাধ্যত পৰি কিছুমান কাম কৰিবলগীয়া হয় যদিও আমি কেতিয়াবা মনে মনে কষ্ট পাওঁ বুইছে। সেই কাৰণে কৈছোঁ— ল'ৰাটো কিছুদিনলৈ পলাই আছে থাকক, কিন্তু তেওঁৰ লগৰীয়াবিলাকে পইচাখিনি ঠিকাদাৰটোক ওভোতাই দিয়ক, ঠিকাদাৰে কে'ছটো উঠাই লওক,— আমাৰ চাহাবহঁতকো ল'ৰাইতে ভোজ এটা দিয়ক, কথা চাফা হওক।
মাষ্টৰ : তোমাৰ বিবেচনাৰে তুমি ঠিকেই কৈছা। কিন্তু এই মাজৰাতি, বাটৰ কাষত থিয় হৈ, মই তোমাৰ পৰা মোৰ পুত্ৰক উদ্ধাৰ কৰাৰ উপায়ৰ কথা শুনিবলগীয়া হ'ল, এইটোহে মোৰ কাৰণে এই বয়সত বৰ সৌভাগ্যৰ কথা, কি কোৱা? হ'ব বাৰু, আহোঁ। তোমাৰ কথা মনত ৰাখিম। [ যাব খোজে]
চিপাহী-২ : [বাধা দি] আৰু এটা কথা কৈ থওঁ। চোৰ-ডকাইতৰ লগতে লাগি থাকি থাকি এটা কথাত মোৰ বিশ্বাস পাকা হৈ গৈছে। আপোনাৰ ঘৰতো সেয়ে হৈছে। আপোনাৰ ল'ৰা বেয়া নহয়। সি ঠিক আছে, কিন্তু সংগ দোষ, সংগ দোষেই ইহঁতক বৰবাদ কৰে।

মাষ্টৰ : এবা।

চিপাহী-২ : পিছে আপুনিনো কি কৰিব? আপুনিতো আৰু ডেকা ল'ৰাটোক চৰিবছ ঘণ্টাই লেকাম লগাই ধৰি থাকিব নোৱাৰে!

মাষ্টৰ : নিজৰে লেকাম ছিগো ছিগো হৈ যায, তুমি আকৌ ল'ৰাৰ লেকামৰ কথা কৈছা! [দূৰত এটা গণ্ডগোল]
কি হৈছে হে? সেযা শুনিছানে?
[লাইট নুমাই যায়। Wash এটা থাকে।]
[আতুৰ] চাওঁ, টৰ্চ লাইটটো মাৰি দিয়াচোন। হেৰা— তুমি কোনফালে গ'লা? চাওঁ, লাইটটো—

চিপাহী-২ : এইফালে আহক, এইফালে।
[সি উইংছৰ আঁৰৰ পৰা মাষ্টৰৰ মুখত লাইট মাৰে। মাষ্টৰ সেইফালে ওলাই যায। গণ্ডগোল বাঢ়ে।]

# দৃশ্য : ৫

## মঞ্চ : ১

[আগতে যেনেকৈ এৰি যোৱা হৈছিল প্ৰায় তেনেকৈয়ে আছে। কোলাহল। টৰ্চ লাইটৰ পোহৰ অমলাৰ ঘৰত পৰে। দুৰ্লভ ওলাই আহে। সি বাটৰ ফালে ওলাই লৰ মাৰিব খোজে। কিন্তু ৰাস্তাৰ ফালৰ পৰা তাৰ মুখত টৰ্চ লাইটৰ পোহৰ পৰে। তেতিয়া সি ঘূৰি ওভোতাফালে লৰি পলাই যায়। লক্ষ্মীৰাম আৰু নবীন দৌৰি মঞ্চত সোমায়। টৰ্চ লাইট মাৰি দুৰ্লভক চায়। যিফালে দুৰ্লভ গ'ল সেইফালে দুয়োটা দৌৰি ওলাই যায।]

# দৃশ্য : ৬

## মঞ্চ : ২

[হাবি। দুৰ্লভ দৌৰিছে। পাছে পাছে লক্ষীৰাম আৰু নবীন দৌৰিছে। কিছু সময় দৌৰাৰ পিছত দুৰ্লভ পৰি যায। লক্ষী আৰু নবীনে আহি তাক হেঁচো মাৰি ধৰে। নবীনে তাক গুৰিযায, লক্ষীয়ে ঘুচিযায। দুয়োটা যেন উন্মাদ। এবাৰ লক্ষীয়ে দুৰ্লভক থিয় কৰি ধৰে আৰু নবীনে লগে লগে এটা প্ৰচণ্ড ঘোচা মাৰি পেলাই দিয়ে। লক্ষীয়ে তাক আকৌ থিয় কৰি ধৰে।]

লক্ষীৰাম : [তীব্ৰ খং] কি কৰিছিলি? হঁ? [চৰ মাৰে] কি কৰিছিলি? ক'বি? [মাৰে] সঁচা কথা ক'বি? ক'বি নে নক'ৱ, ক'বি নে নক'ৱ, ক'বি নে নক'ৱ? [প্ৰতিটো 'কবিনে নক'ব'ৰ লগত একোটা প্ৰচণ্ড ঘোচা]

নবীন : নক'ৱ কিয়? ক'বি সঁচা কথা?

দুৰ্লভ : [অৱশভাৱে মূৰ দুপিয়ায়]

নবীন : মূৰ দুপিয়াব নালাগে, মুখেৰে ক'— সঁচা কথা কবি নে নক'ৱ? [মাৰে]

দুৰ্লভ : ক'ম। [বহিব খোজে]

লক্ষীৰাম : থিয় হৈ থাক। [থুঁতৰিত তলৰ পৰা ঘোচা এটা মাৰি] চিধা হ। কি কৰিছিলি? সিহঁতৰ কোনোবা এজনীৰ গাত হাত দিছিলি? দিছিলি নে নাই?

দুৰ্লভ : [মূৰ দুপিয়ায়] দিছিলোঁ।

নবীন : [ঠাচকৈ এক চৰ মাৰি] কাৰ গাত?

: [মূৰ জোকাৰি] নাম নাজানো।

নবীন : তাইৰ সৰ্বনাশ কৰিলি? তই— তই তাইৰ সৰ্বনাশ কৰিলি? [তিনিবাৰ মাৰে আৰু সোধে] নক'ব কিয়? নক'ব কিয? নক'ব কিয়?

দুৰ্লভ : [মূৰ দুপিযায়] ওঁ।

লক্ষীৰাম : ধৰ ইয়াক ছেঁছ কৰি দিওঁ।
উস্! কি কৰিলি তই? [মুৰে-কপালে হাত দি বহি পৰে।]

নবীন : ধৰ ইয়াক, চোঁচোৰাই নি সিহঁত দুজনীৰ ভৰিত পেলাই দিওঁগৈ।

লক্ষীৰাম : নালাগে। লেঠাহে বাঢ়িব। ইয়াক ইযাতে ছেঁছ কৰি দিওঁ ছালা।
[জাঁপ মাৰি উঠে। সি দুৰ্লভক তুলি ধৰি আকৌ মাৰি বগৰাই দিয়ে, নবীনে আকৌ তোলে, আকৌ বগৰাই দিযে।]

দুৰ্লভ : মোক মাৰি নেপেলাবা। [সি লক্ষীৰামৰ ভৰিত সাবটি ধৰে। লক্ষীৰামে ভৰি আঁতৰাই লৈ গোৰ মাৰে।]

লক্ষীৰাম : তোক মাৰি নেপেলাম? [মাৰে] তোক জীয়াই ৰাখিম? জানোৱাৰ! তোৰ মঙহ কাউৰী-শিযালেও যাতে খাবলৈ নাপায় তাৰ ব্যৱস্থা কৰিম আজি।

নবীন : ই কাপোৰ পিন্ধি থাকিবলৈ পোৱাৰ যোগ্য নহয়। খোল কুকুৰ, কাপোৰ খোল।
[বুকুত ধৰি চোলাটোত টান মাৰে। তেনে সময়তে দূৰত হুইছেলৰ শব্দ হয। সকলোৱে চায। হঠাতে দুৰ্লভ পলাব খোজে। দুযোটাই ধৰি তাক খুব মাৰে। সি পৰি যায। টৰ্চ লাইটৰ পোহৰ পাৰ হৈ যায।]

লক্ষীৰাম : পুলিচ আহিছে হ'বলা। ল, ইযাক দাঙি লৈ যাওঁ।

নবীন : [দুৰ্লভক চাই] ছেঁছেই হ'ল হ'বলা। ব'ল।
[নবীনে দুৰ্লভক গোৰ মাৰি গুচি যায। লক্ষীয়ে 'থুঃ' বুলি কৈ নবীনৰ পাছে পাছে যায়। অলপ পিছতে পুলিচ বিষযাজন চিপাহী দুজনৰ সৈতে সেইখিনি পায়হি। বিষয়াই দুৰ্লভৰ গালৈ টৰ্চ লাইট মাৰে। দুৰ্লভে ভয়াৰ্ত দৃষ্টিৰে চাই থাকে]
[আঁৰকাপোৰ পৰে।]

## দৃশ্য ঃ ৭

### মঞ্চ ঃ ১

[মাষ্টৰৰ ঘৰৰ পাছ চোতাল। কুসুমৰ ঘৰৰ পৰা হাতত লেম লৈ থৰক-বৰককৈ অমলা ওলাই আহে। ৰাস্তাৰ ফালে যাব খোজে। অত্যন্ত কাহিল অৱস্থাৰে কুসুমো ওলাই আহে।]

কুসুম : ক'লৈ যাব তই?

অমলা : পিতাই ক'লৈ গ'ল? [হঠাতে মূৰৰ কষ্ট হয়] উস্।
[উভতি আহি পিৰালিত বহে।]

কুসুম : কি হ'ল?

অমলা : এইডোখৰ খুব বিষাইছে। সি এইখিনিতে ইমান জোৰকৈ খুন্দা মাৰি দিছিল—। মই কিমান পৰ অচেতন হৈ আছিলোঁ? অকণমান পানী দিবিনে?
[কুসুমে পানী আনি দিয়ে। অমলাই পানী খায়। মূৰতো অলপ পানী দিয়ে।]

অমলা : ই চিপাহীটোৱে তাৰ পিছত কি কৰিলে? কোনফালে গ'ল সি?
[কুসুমে থৰ লাগি চাই থাকে।]
তই ভালে আছ? [কুসুমে থৰ লাগি অমলাৰ চকুলৈ চাই থাকে। লাহে লাহে তাইৰ ওঁঠ কঁপে। হঠাতে তাই অমলাক সাবট মাৰি ধৰি হুক্-হুক্কৈ কান্দে।]

অমলা : কি হ'ল? চাওঁ [কুসুমক পোন কৰি] কি হ'ল?

কুসুম : [আকৌ অমলাক সাবটি ধৰি কান্দে] মোৰ সৰ্বনাশ হ'ল। মই মৰিলোঁ। মোক মাৰি পেলা।
[অমলাই কুসুমক এৰি দি লাহে লাহে থিয় হয়। তাইলৈ ভযাৰ্ত দৃষ্টিৰে চাই থাকে। অলপ আঁতৰলৈ যায। থিয হৈ থাকে। অলপ পিছত—]

অমলা : তই নিজকে বচাব নোৱাৰিলি? [কুসুমে মূৰ জোকাৰে]
তই একো কৰিব নোৱাৰিলি? [কুসুমে মূৰ জোকাৰে। তাৰ পিছত তাই উঠি লাহে লাহে অমলাৰ ওচৰলৈ আহে।]

কুসুম : মইতো এতিয়া জীযাই থকাৰ পৰা একো লাভ নাই। মইতো আৰু ভুৱন ককাইটিৰ ওচৰ চাপিব নোৱাৰোঁ। মই যদি তেওঁৰেই ওচৰ চাপিব নোৱাৰোঁ, তেনেহ'লে— এইটো গা লৈ কিয় জীয়াই থাকিম? মোৰতো আৰু কোনো নাই। কোনোবাই দেখাৰ আগতেই মৰি যাবলৈ মোক কিবা এটা উপায় দে।
[অমলাৰ ভৰিত সাবট মাৰি ধৰি তাই বাউলী হৈ কান্দে। তাইৰ মুখৰ শব্দ নোলায়। সংগীত তীক্ষ্ণ। কেৱল তাইৰ অংগী-ভংগীত বুজিব পাৰি, তাই কান্দি কান্দি বাউলী হৈ গৈছে। লাহে লাহে অমলাৰ চকু-মুখ কঠোৰ হৈ আহে। (সেই অনুসৰি lighting)। অলপ পিছত তাই কুসুমৰ মূৰত হাত থয়।]

অমলা : [জোৰে] মনে মনে থাক। [সংগীত বন্ধ] [লাহেকৈ] মনে মনে থাক। উঠ। [কুসুম উঠে]

কুসুম : তই ওলাই যা। শুই থাকগৈ। মই ইযাতে ডিঙিত ফাঁচ লগাই মৰিম। বেছি সময় এনেকৈ থাকিবলৈও মোৰ বৰ কষ্ট হৈছে।

অমলা : মনে মনে থাক। আৰু একো নক'বি। [বৈ] তোৰ একো হোৱা নাই। মানুহে সুধিলে ক'বি— সি তোক ঠেলা মাৰি দিলে, কোব মাৰি দিলে, তই অচেতন হৈ পৰি থাকিলি।

কুসুম : কি?
[অমলাই গিলাচটোত চুকৰ কলহৰ পৰা বাকি এগিলাচ পানী আনে। পানীখিনি কুসুমৰ মূৰত ঢালি তাইৰ চুলিখিনি তিয়াই দিয়ে।]

অমলা : আৰু একো নক'বি। তই আৰু একো নাজান। [বৈ] সি যদি কিবা অপকাৰ কৰিলে, মোৰ অপকাৰ কৰিলে।

কুসুম : তই কিয় এনেকৈ কৈছ?

অমলা : সি যদি আমাৰ কোনোবাজনীৰ কিবা অপকাৰ কৰিলে বুলি কথা ওলায়, তেনেহ'লে তই ক'বি— তই একো নাজান। যি জানো— মই জানো।

কুসুম : নহয় নহয়, তই কিয় এনেকুৱা কাম কৰিবি?

অমলা : আৰু কথা নবঢাবি। যি ক'লোঁ ঠিক সেইমতে কাম কৰিবি। কিছুমান কথা তই বলে নোৱাৰ। মই পাৰোঁ আৰু পাৰিমো। তই ভুবনৰ লগত ঘৰ-সংসাৰ কৰিব লাগিব।

কুসুম : নহয় নহয় অমলা—

অমলা : দূৰত মানুহৰ মাত শুনা যেন লাগিছে। মনে মনে থাক।

[সংগীত। কুসুমে মাটিত বহি আঁঠুত মুৰ থৈ নিঃশব্দে কান্দে। অলপ পৰ তাইলৈ চাই থাকি অমলা তাইৰ ওচৰত বহেগৈ। কুসুমৰ মূৰত হাত ফুৰায। তাৰ পিছত তাই অইনফালে স্থিৰ দৃষ্টিৰে চাই থাকে। এটা শব্দ শুনি দুয়ো দুৱাৰখনৰ ফালে চায়। সংগীত বন্ধ। নিস্তব্ধ। দুৱাৰখন মেলি প্ৰথমতে নবীন আৰু তাৰ পিছত ভুবন সোমাই আহে। সিহঁতে নিৰ্বাক হৈ চাই থাকে। সংগীত। লাহে লাহে আঁৰকাপোৰ নামি আহে।]

## দৃশ্য ঃ ৮

### মঞ্চ ঃ ২

[দিনত। থানাৰ কোঠালি। তিনিখন মেজ, ছখন চকী, আলমাৰি, মেপ আদি। বেৰত কি কি থাকিব পাৰে— ওচৰৰ থানাখনত চাই ল'ব। বিষয়াজনে মুখ ঢাকি বহি আছে। গৰালৰ ভিতৰত দুৰ্লভ থিয় হৈ আছে। কাপোৰ-কানি, চকু-মুখৰ অৱস্থা শোচনীয়। ছেটিংছ আৰু বস্তু-বাহানিৰ ওপৰত জোৰ দিব। খালী খালী যেন দেখা যাব নালাগে। এজন সহকাৰী বিষযাই ইফাল-সিফাল কৰি চিন্তা কৰিছে। বাহিৰত মানুহৰ গণ্ডগোল। তাৰ মাজতে শুনা যায—]

১ম মানুহ : [বাহিৰত চিঞৰি] তাক আমাৰ মাজলৈ উলিযাই দিযক।

এজাক মানুহ : উলিযাই দিযক, উলিযাই দিযক।

১ম মানুহ : তাক আমাৰ মাজলৈ উলিযাই দিয়ক।

এজাক মানুহ : উলিযাই দিযক, উলিযাই দিযক।

২য় মানুহ : আমাক চৰকাৰী বিচাৰৰ ভেঁকো-ভাওনা নালাগে।

এজাক মানুহ : নালাগে, নালাগে।

২য় মানুহ : ইযাৰ বিচাৰ ৰাইজে কৰিব।

এজাক মানুহ : ৰাইজে কৰিব, ৰাইজে কৰিব।

এটা চিপাহী : আপোনালোক পিছুৱাই যাওক। সোঁ মুকলি ঠাইলৈ যাওক। আগুৱাই নাহিব।

১ম মানুহ : কিয নাহিম? কিয নাহিম? তই ক'লেই হ'ব নেকি?

২য় মানুহ : তাক উলিয়াই দে। কি কৰা যায় ছাৰ?

২য় বিষযা : কি কৰা যায ছাৰ?

বিষযা : [মূৰ তুলি, ভাবি, থিয হয] তুমি নিজে যোৱা। তেওঁলোকৰ দুজনক— মাত্ৰ দুজনক ভিতৰলৈ

আহিবলৈ কোৱা। ক'বা— আমি কেইটামান কথা আলোচনা কৰিম।

[2য় বিষয়া ওলাই যায়। বিষয়াই খোজ কাঢ়ে। এবাৰ দুৰ্লভৰ সন্মুখত থিয় হৈ তালৈ স্থিৰ দৃষ্টিৰে চাই থাকে। খোজ কাঢ়ে।]

চিপাহী : [বাহিৰত চিঞৰি] মনে মনে থাকক, ছাৰে কিবা ক'ব খুজিছে। শুনকচোন।

২য় বিষযা : [বাহিৰত] আপোনালোকৰ দুজন ভিতৰলৈ আহক। ছাৰে কথা পাতিব খুজিছে। [গণ্ডগোল হয়]

আহক, কোন আহে।

১ম মানুহ : আমি চব যাম।

২য় মানুহ : হেই! মনে মনে থাক। অ'ই লক্ষী তই যা।

৩য় মানুহ : আৰু যোগেন যা।

১ম মানুহ : নালাগে, নবীন যাওক।

২য় মানুহ : অঁ, যা, অ'ই নবীন যা। ধৰিবি ভালকৈ।

৩য় মানুহ : তাক উলিয়াই আনিবি।

[অলপ পিছত লক্ষী আৰু নবীন সোমাই আহে। সিহঁতে দুৰ্লভলৈ চায়। দুৰ্লভেও চাই তল মুৰ কৰে। ২য় বিষয়াও আহে।]

বিষযা : আপোনালোকো আহিছে? ভাল কৰিছে। এই ৰাইজে যে চিঞৰিছে— এই মানুহটোক তেওঁলোকৰ মাজলৈ উলিয়াই দিব লাগে, আপোনালোকেও তাকে বিচাৰিছে নেকি?

নবীন : হয়।

বিষয়া : তাক নি কি কৰিবগৈ?

নবীন : ৰাইজৰ হাতত তুলি দিম।

বিষযা : ৰাইজে কি কৰিব?

নবীন : [দুৰ্লভলৈ চাই, দাঁত কামুৰি] তাক ফাহ ফাহ কৰিব।

বিষয়া : সেইটো বিচাৰ হ'ল নেকি? ফাহ ফাহ কৰা মানে— তাৰ গাৰ মঙহ, হাড়— এইবোৰ চব সৰু সৰু, মিহি মিহি, কপাহ ধুনিলে যেনেকুৱা হয়, তেনেকুৱা কৰা। মানুহে তেনেকুৱা কাম নকৰে নহয়। আৰু কৰিলেও তাৰ কাৰণে এহেজাৰ মানুহ নালাগে নহয়। তিনিটা মানুহে হাত দিলে এক মিনিটতে তাৰ জীৱটো ওলাই যাব। তেতিয়া সি ৰক্ষাহে পাব। উদ্ধাৰহে পাব। ৰাইজ আৰু তাৰ খেলা সিমানতে শেষ। কিন্তু এনেকুৱা এহাজাৰ নালাগে দহ হাজাৰ মানুহে সেই ছোৱালীজনীক এক মিনিট নালাগে— দহ মিনিটত— দহ দিনত— দহ মাহত উদ্ধাৰ কৰিব পাৰিব? [বৈ। নবীনক] অৱশ্যে আপুনি সেইজনী ছোৱালীক বিয়া কৰিম বুলি ঠিক কৰি থৈছে কাৰণে তেওঁ হয়তো বাচি যাব, কিন্তু অইন এজনী ছোৱালী হোৱা হ'লে?

লক্ষীৰাম : আমি তাক তেনেকৈ ফাহ-ফাহ নকৰোঁ নহয়?

বিষয়া : পাৰিব? খণ্ডত জ্বলি-পকি থকা সৌ এহাজাৰ মানুহৰ হাতৰ পৰা ইয়াক ৰক্ষা কৰিব পাৰিব? কি শক্তি আছে আপোনালোকৰ? যদি কিবা শক্তি আছে, তেনেহ'লে প্ৰথমতে সেই শক্তি কামত খটুৱাই এই মানুহবোৰক ইয়াৰ পৰা যাবলৈ কওক। এইটো মানুহৰ ব্যৱস্থা মই কৰিম বুলি কৈছোঁ— কৰিম। কিন্তু কালিলৈকে এই মানুহটোক মই বিশ্বাসী মানুহ বুলি লগত লৈ ফুৰিছিলোঁ, পিছে সিয়েই এই কাম কৰিলে। আমাৰ ইমানবোৰ মানুহৰ ভিতৰত কোন কেনেকুৱা

আমিতো নাজানো। গতিকে কাইলৈ যাতে আকৌ কাৰোবাৰ ঘৰত এনেকুৱা ঘটনা নঘটে, ৰাইজক তাৰ ব্যৱস্থা কৰিবলৈ কওকগৈ। যাওক। পুলিচেও ভাল ৰাইজক ঘেৰি ধৰি একোডাল কৰিব নোৱাৰে, ৰাইজেও ভাল পুলিচক ঘেৰি ধৰি একো কৰিব নোৱাৰে। কওকগৈ। [ফোন বাজে] [ফোনত] হেল্লো। অ' চি মিলন দত্তই কৈছোঁ। গুড মৰ্ণিং ছাৰ। হয় ছাৰ।— আপুনি মেছেজটো পাইছে ছাৰ?— সেয়াই ছাৰ। ইয়াত মানুহবোৰ বৰ একচাইটেড হৈছে। এতিয়াও প্ৰায় এহাজাৰ মানুহ থানাৰ চাৰিওফালে গোট খাই আছে। হয় ছাৰ। একেবাৰে সঁচা কথা ছাৰ। [গহীন] নাই ছাৰ। ইয়াক প্ৰটেকচন দিয়াৰ আৰু কোনো উপায নাই। সি নিজে সকলো স্বীকাৰ কৰিছে।— হয় ছাৰ, সকলোৰে আগতে স্বীকাৰ কৰিছে। এতিয়া সকলোৱে কথাটো জানে।— এতিযা কৰাৰ ভিতৰত— আমি তাক সকলো কথা অস্বীকাৰ কৰিবলৈ বুদ্ধি শিকাব পাৰোঁ, কিন্তু ছাৰ, সেই কামটো উকীললৈ এৰাই ভাল।— সেইটো হয ছাৰ, কিন্তু মই ভাবোঁ— পুলিচৰ সন্মান এতিযালৈকে যিখিনি গ'ল, সেইখিনি উদ্ধাৰ কৰিবলৈ বেয়া উপায় ল'লে আৰু বেছি সন্মান যাবহে।— হয় ছাৰ। ভাল ছাৰ। কেতিয়াকৈ?— ভাল ছাৰ। ভাল। গুড ডে' ছাৰ। [ফোন থয়। অলপ পৰ বৈ নবীনহঁতক কয়] শুনিলে নহয? যাওক, চৰকাৰে যাতে বিচাৰৰ নামত ভেঁকো-ভাওনা কৰিব নোৱাৰে তাৰ বাবে সাজু হওকগৈ। ৰাইজকো সাজু কৰকগৈ।

লক্ষীৰাম : চৰকাৰে কথাবোৰ ওলট-পালট কৰিব নেকি আকৌ?

বিষয়া : ওলট-পালট মানে— নিজৰ গাত যাতে দোষ নপৰে তাৰ বাবে সকলোৱেতো চেষ্টা কৰিবই।

নবীন : ইয়াত আৰু চেষ্টা কৰাৰ সুৰুঙা আছে কোনফালে?

বিষয়া : দেখি থাকিব নহয় সুৰুঙা কোনফালে। বিচাৰিব জানিলে আপুনি পিন্ধি থকা কাপোৰবোৰতে ইমানবোৰ সুৰুঙা ওলাব যে আপুনি ভাবি অবাক হৈ যাব— এইবোৰ কাপোৰে আপোনাৰ গা ঢাকিছে কেনেকৈ? সেইবোৰ সুৰুঙা বিচাৰিবলৈ তদন্ত কমিটী বহিব, আদালত বহিব। যেতিয়া সেই তদন্ত কমিটী, আদালতে ৰায দিব, তেতিয়া সেইবোৰ শুনিবলৈ আজিৰ এই এহাজাৰ মানুহৰ বেছিভাগৰে সময়হে নাথাকিব। আপোনালোক যাওক। বেছি পলম হ'লে ৰাইজ অধৈৰ্য হ'ব।

নবীন : কিন্তু আমি ৰাইজক ক'ম কি?

বিষয়া : ক'ব— মই টেলিফোনত ওপৰৱালাক কি ক'লো শুনিলে নহয? তাকে ক'ব। লগতে ক'ব মই যদি এই ঘটনাৰ ন্যায় বিচাৰ কৰাই দোষীক শাস্তি দিব নোৱাৰোঁ, তেনেহ'লে আপোনালোকৰ এক লাখ মানুহে টেটু ফালি চিঞৰিলেও একো লাভ নহ'ব। ব'লক, মই নিজমুখে ৰাইজক কওঁগৈ। [ড্ৰয়াৰৰ পৰা ৰিভলভাৰটো উলিয়াই জেপত ভৰাই লয়।] কোনোবাই আকৌ শিলগুটি-ছিলগুটি দলিয়াব নেকি? মই পিছে গুণ্ডামি বেয়া পাওঁ। পাবলিকৰ গুণ্ডামিও, পুলিচৰ গুণ্ডামিও। ব'লক।

[নবীন, লক্ষী আৰু বিষয়া ওলাই যায়। দ্বিতীয় বিষয়াই চাই থাকে। পোহৰ দুৰ্লভৰ ওপৰত।]
[আঁৰকাপোৰ লাহে লাহে নামি আহে।]

## দৃশ্য : ৯

### মঞ্চ : ১

[মাষ্টৰৰ ঘৰৰ আগফাল। বাৰাণ্ডা থকা আছাম টাইপ, খেৰী ঘৰ। ওচৰতে কুসুমৰ ঘৰটোৰ অলপমান দেখা যায। বফিকে খবৰ কাগজ পঢ়িছে। ওচৰত কেইবাখনো খবৰ কাগজ আৰু

কিছুমান লেফাফা। ভগীৰথে থিয় হৈ চিঠি পঢ়িছে। ফটোগ্ৰাফাৰ এজনীয়ে মাষ্টৰৰ ফটো তুলিছে। ]

ভগীৰথ : [চিঠি পঢ়িছে] মই ব্যক্তিগতভাৱে এই ঘটনাত মৰ্মান্তিক দুখ পাইছোঁ। মোৰ নিজৰ তৰফৰ পৰা আৰু চৰকাৰৰ তৰফৰ পৰা মই আপোনালোকৰ ওচৰত দুখ প্ৰকাশ কৰিছোঁ। মুখ্যমন্ত্ৰীৰ পুঁজিৰ পৰা সামান্য মাননি হিচাপে আগবঢ়োৱা দহ হাজাৰ টকা ইয়াৰ লগতে বিশেষ কটকীযোগে প্ৰেৰণ কৰা হৈছে। আশা কৰোঁ গ্ৰহণ কৰিব।

ফটোগ্ৰাফাৰ : থুঁতৰিটো অকণমান ওপৰলৈ। হ'ব হ'ব। কেমেৰাৰ ফালে চাওক। বাহ্ ৰেডী— [ফটো তোলে] [আৰু এখন তোলাৰ আয়োজন। এইবাৰ তেওঁ কেমেৰাটো পথালিকৈ লয়।]

ভগীৰথ : মুখ্যমন্ত্ৰীয়ে আপোনালোক দুয়োকে অহা ১১ ছেপ্টেম্বৰ তাৰিখে আবেলি তিনি বজাত তেখেতৰ চৰকাৰী বাসভৱনত লগপাবলৈ বাঞ্ছা কৰিছে। আপোনালোকৰ অহা-যোৱাৰ সকলো ব্যৱস্থা চৰকাৰৰ ফালৰ পৰা কৰা হ'ব। আশা কৰোঁ আপোনালোকে এই অনুৰোধ ৰক্ষা কৰিব। এই ঘটনা সম্পৰ্কে চৰকাৰৰ যি কৰ্তব্য, সেই কৰ্তব্য পালন কৰাত চৰকাৰে গাফিলতি নিশ্চয় নকৰে। নমস্কাৰান্তে গোবিন্দ চন্দ্ৰ মজুমদাৰ গৃহমন্ত্ৰী।
পইচাখিনি অমলাৰ হাতত পৰিছে নহয়?

ৰফিক : পৰিছে?

ভগীৰথ : চৰকাৰৰ দায়িত্ব ইমানতে শেষ। বুজিলা?
[ভিতৰৰ পৰা মহিলা সংগঠনৰ সভানেত্ৰী আৰু ইংৰাজী মেগেজিনৰ ৰিপ'ৰ্টাৰ ছোৱালী ওলাই আহে। তেওঁৰ কান্ধত কেমেৰা। গগলছযোৰ কপালৰ ওপৰত তুলি থোৱা আছে। তেওঁৰ পিছতে অমলা ওলাই আহে। ছোৱালীজনীয়ে মাষ্টৰৰ দ্বিতীয়খন ফটো তোলাৰ পিছত লৰালৰিকৈ অমলাৰ আগলৈ আহি ফটো তুলিব খোজে। অমলাই চাদৰেৰে মুখ ঢাকে।]

অমলা : নুতুলিব বুলি কৈছোঁ নহয়। [মুখৰ কাপোৰ আঁতৰাই]

ৰিপ'ৰ্টাৰ : [লৰালৰিকৈ আগবাঢ়ি আহি] আপুনি বাৰু ফটো তুলিবলৈ কিয় নিদিয়ে?

অমলা : আপোনালোকেনো ফটোখন নি কি কৰিবগৈ?

ৰিপ'ৰ্টাৰ : এই ধৰি লওক— কাগজত ছপাম।

অমলা : কিবা ডাঙৰ কাম কৰা মানুহৰহে কাগজত ছবি ওলায়। মই কি ডাঙৰ কাম কৰিলোঁ? [ৰিপ'ৰ্টাৰজনে লৰালৰিকৈ কথাখিনি লিখি লয়।]

সভানেত্ৰী : [ৰিপ'ৰ্টাৰক] আমি কাইলৈ আবেলিলৈ মিটিং পাতিছোঁ। তাৰ পিছত আৰু চান্দা তুলিম। আজি ফাণ্ডত যি আছিল তাৰে ৫০১ টকা দি গ'লোঁ।

ৰিপ'ৰ্টাৰ : হাও মাচ? কিমান দিলে?

সভানেত্ৰী : ৫০১ টকা।

ৰিপ'ৰ্টাৰ : আপোনাৰ পৰিচয়টো?

সভানেত্ৰী : মোৰ নাম কৌশল্যা কুমাৰী ডেকা।

ৰিপ'ৰ্টাৰ : [লিখি] কৌশল্যা ডেকা।

সভানেত্ৰী : [শুধৰাই দিয়ে] কুমাৰী, কৌশল্যা কুমাৰী [চাই] আঁ ডেকা। মই সাৰ্বজনীন মহিলা উন্নয়ন সমিতিৰ প্ৰেছিডেণ্ট।

[ৰিপ'ৰ্টাৰে লিখে। সভানেত্ৰী, ফটোগ্ৰাফাৰৰ ওচৰলৈ যায়। তেওঁৰ লগত মনে মনে কথা পাতে। মাষ্টৰৰ লগত তেখেতৰ এখন ফটো তুলি দিব লাগে, সেই কথা পাতে। ইফালে কথা চলি থাকে।]

ৰফিক : [ডাঙৰকৈ] তোমাৰ কথাও ঢেৰ লিখিছে হে' মাষ্টৰ। শুনিবা।— অমলাৰ বয়স চৈধ্য বছৰ হওঁতেই হঠাতে তেওঁৰ মাতৃয়ে পৰলোক গমন কৰে। তেতিয়াৰ পৰা ঘনকান্ত বৰাই মাক-বাপেক দুয়োৰে ভূমিকা পালন কৰি অমলাক ডাঙৰ কৰে। এগৰাকী নিষ্ঠাবান, কৃতি শিক্ষক হিচাপে জনাজাত শ্ৰীবৰাৰ পৰা তেখেতৰ দুয়োটি সন্তানে সমাজকল্যাণমূলক কামত আত্মনিয়োগ কৰিবলৈ প্ৰেৰণা পায়। উল্লেখযোগ্য যে তেখেতৰ দুয়োটি সন্তানৰ প্ৰগতিবাদী সামাজিক কাৰ্যকলাপৰ বাবেই প্ৰতিক্ৰিয়াশীল দুষ্ট চক্ৰৰ দ্বাৰা আজি এই জঘন্য ধৰ্ষণ কাৰ্য সংঘটিত হ'বলৈ পালে। ঘটনাৰ দিনা ৰাতি প্ৰায় দুই বজাত দুৰ্বৃত্ত দুৰ্লভ দাসৰ সহযোগী থুলেশ্বৰ বৰদলৈয়ে চিপাহীৰ সাজ পিন্ধি ঘনকান্ত বৰাক ঘৰৰ পৰা দূৰলৈ মাতি লৈ যায়। ৬ পৃষ্ঠাত চাওক। [পাত লুটিয়াই] কথাবোৰ ঠিকেই লিখিছে। কি কোৱা?

মাষ্টৰ : ছোৱালীৰ যহতে মোৰো সদনাম হৈছে দিয়া। একেবাৰে বৈ-বৈ গৈছে। এনেয়ে কেতিয়ানো মোৰ কথা কাগজত ছপা হ'লহেঁতেন।

সভানেত্ৰী : [লৰালৰিকৈ মুঢ়া এটা টানি আনি মাষ্টৰৰ ওচৰত বহি কথা কয় আৰু মাজতে ফটোগ্ৰাফাৰক ফটো তুলিবলৈ ইংগিত দিয়ে।] এঃ, আপুনিনো তেনেকৈ কিয় কয় বৰা ডাঙৰীয়া? আজি আপোনাৰ ছোৱালীৰ জীৱনত যিটো ঘটনা ঘটিল, সেই ঘটনাটোৱেই আমাৰ সমগ্ৰ নাৰী জাতিৰ মাজত এটা জাগৰণ তুলিব। [ফটোগ্ৰাফাৰক দুটা আঙুলি দেখুৱায়। মানে দুখন ফটো তুলিব লাগে।] নাৰীৰ প্ৰতি কৰা এই অত্যাচাৰ-অনাচাৰৰ বিৰুদ্ধে আমি প্ৰতিবাদ কৰিম। আমাৰ আন্দোলন, আমাৰ প্ৰতিবাদে শ শ জনী অমলাক এনেকুৱা দুৰ্ভাগ্যৰ কবলৰ পৰা উদ্ধাৰ কৰিব।

ৰফিক : হেৰি নহয়, [কেইবাখনো চিঠিৰ মাজৰ পৰা এখন উলিযাই] এইখনতো ৰূপহী মহিলা সংঘই সেই কথাকে লিখিছে, গোটেই দেশৰ এনেকুৱা শ শ অবলা নাৰীৰ কাষত আমি থিয় দিম।

মাষ্টৰ : সেই শ শ জনীৰ কথা বাৰু বুজিলোঁ। এই এজনীৰ কি হ'ব?

অমলা : পিতাই, মই তোক মনে মনে থাকিবলৈ কওঁ নহয়।

সভানেত্ৰী : এওঁৰ কাৰণে আমি আছোঁ নহয়। আপুনি চিন্তা কৰিছে কিয়? কথাতে কয় নহয় বোলে ফৰিংটোৰ কাৰণেও কচুপাতটো আছে। আমি তাইৰ আলাই-আথানি হ'বলৈ নিদিওঁ নহয। [কুসুমে কাঁহৰ কাঁহী এখনত কেইবাটাও গিলাচ লৈ আহে। গিলাচত চৰবত। গিলাচ কাঁচৰো, পিতলৰো, ষ্টেইনলেছ ষ্টিলৰো— মিহলি। সকলোকে দিয়ে।]

ৰিপ'ৰ্টাৰ : মই এটা কথা সোধোঁ, আপুনি বেয়া নাপাব। বহু মানুহৰ মনলৈ এই প্ৰশ্নটো আহিছে কাৰণে সুধিছোঁ। আপুনি বোলে মেডিকেল এগ্‌জামিনেচন কৰাবলৈ আপত্তি কৰিলে? ডাক্তৰক বোলে পৰীক্ষা কৰিবলৈ নিদিলে?

অমলা : হয়। নিদিলোঁ।

ৰিপ'ৰ্টাৰ : কিয়?

অমলা : ডাক্তৰক লাগে কি? কি উলিযাবলৈ পৰীক্ষা কৰিব লাগে? কথাটো হয় বুলি প্ৰমাণ কৰিবলৈ লাগে? নে নহয় বুলি প্ৰমাণ কৰিবলৈ লাগে? ডাক্তৰে যি বুলি লিখিলে যাৰ যি সুবিধা হয় সেইমতে লিখাই ল'লেই হ'ল নহয়। মোক যিহকে হয় বুলি ক'বলৈ কয়, তাকে হয় বুলি ক'ম নহয়। মিছাকৈ আকৌ এবাৰ মোক সেইবোৰ নিলাজ কামৰ মাজত সুমুৱাই লটি-ঘটি কৰিব লাগে কিয?

[ৰিপৰ্টাৰে লৰালৰিকৈ লিখে। ফটোগ্ৰাফাৰে ফটো তুলিব খোজে।]

অমলা : [গৰ্জি] কৈছোঁ নহয় ফটো নুতুলিব বুলি। একেটা কথাকে বাৰে বাৰে কৈ থাকিব লাগিব নেকি?

ফটোগ্ৰাফাৰ : নাই নাই, মই তোলা নাই। এনেযে ফ'কাছটো চে'ক কৰিছোঁ।

ৰিপৰ্টাৰ : [অমলাক] আপোনাৰ কাৰো ওপৰত খং উঠা নাইনে? কাৰো প্ৰতি আপোনাৰ অভিযোগ নাই নে?

[কুসুমে চৰবত বিলোৱা শেষ কৰি কথা শুনি আছিল, গুচি গ'ল।]

অমলা : খং কৰিলে মই নিজকে খং কৰিব লাগিব। নিজৰ কপালকে দুষিব লাগিব।

ৰিপৰ্টাৰ : কিন্তু নিজৰ কপালক দুষিবলৈ, নিজৰ ওপৰতে খং কৰিবলৈ আপুনিতো একো দোষ কৰা নাই।

ভগীৰথ : [ওচৰ চাপি আহে] সেইটো কথাকে আমি এওঁলোকক বুজাব লাগিব। এওঁলোকে সদায় এনেকৈ নিজৰ কপালকে ধিযাই আজলী হৈ থাকিলে নচলিব নহয়! এওঁলোকক লগত লৈ আজি আমি প্ৰশ্ন কৰিম— এই ষডযন্ত্ৰৰ মূলত কোন? সেই ষডযন্ত্ৰকাৰীক চিনাক্ত কৰিবলৈ আজি চৰকাৰে কি কৰিছে? আজি আমি আমাৰ জাতীয় পৰিষদৰ তৰফৰ পৰা দুহাজাৰ টকা এওঁলৈ আগবঢাইছোঁ, কিন্তু সেযাতো প্ৰকৃত ক্ষতিপূৰণ নহয়! সেয়া হ'ল এটা প্ৰতীক। ছিম্বল।

ৰিপৰ্টাৰ : হাও মাচ? আপোনালোকে কিমান টকা দিছে?

ভগীৰথ : দুহাজাৰ। আৰু দুহাজাৰ দিয়াৰ কথা আছে। [ডাঙৰকৈ] কিন্তু প্ৰকৃত ক্ষতিপূৰণ আহিব লাগিব চৰকাৰৰ পৰা। গতিকে আমাৰ পৰিষদৰ তৰফৰ পৰা আমি সমগ্ৰ ৰাজ্যজুৰি দাবী তুলিম— চৰকাৰে এই সমস্যাৰ সন্তোষজনক সমাধান, এটা নিৰ্দিষ্ট তাৰিখৰ ভিতৰত নকৰিলে, চৰকাৰে পদত্যাগ কৰক আৰু নতুনকৈ গণতান্ত্ৰিক পদ্ধতিৰে, ৰাইজৰ সমৰ্থন বিচাৰক। আৰু, অমলা আমাৰ লগত আছে যেতিয়া, এই আন্দোলনত যুঁজি থাকিবলৈ আমি প্ৰেৰণা পাম, আৰু শেষত আমি জয়ী হ'মেই। [সুৰ সলাই] অমলা, আমি এখন পাবলিক মিটিং পাতিব খুজিছোঁ। তাত তুমি উপস্থিত থকাটো অত্যন্ত প্ৰযোজনীয়। তুমি কেতিয়া সময় দিব পাৰিবা?

সভানেত্ৰী : [আগলৈ আহি] ছয় তাৰিখে আবেলি চাৰি বজাত কিন্তু আমাৰ অফিচত মিটিং আছে। সেইখিনি সময় ঠিকে ৰাখিবা।

ৰফিক : এইটো শুনা। এইটো শুনা। শুনিবলগীয়া। ভূপতি খনিকৰ নামেৰে এজনে এইটো কবিতা লিখিছে।

ভগীৰথ : কি লিখিছে?

ৰফিক : লিখিছে— গভীৰ শান্তিময় নিশাৰ অন্ধকাৰ ভেদি, এয়া কাৰ পোহনীযা কুকুৰৰ অশ্লীল চিৎকাৰ? স্বপ্নময দুচকুৰ কোমল পতাত, এয়া কোন নিষ্ঠুৰ কমাৰৰ গৰম লোহাৰ স্পৰ্শ? সুকোমল শয্যাৰ ৰূপ লৈ অপেক্ষা কৰা দুবৰিৰ বুকুত, এযা কাৰ বুটজোতাৰ নিৰ্মম গচক? [ৰৈ] অমলা, তুমি অম্লান, তুমি মলিন নোহোৱা। তোমাক আমি আঁকোৱালি ল'লোঁ— জাগ্ৰত প্ৰহৰীৰ সংগী কৰি। — ভূপতি খনিকৰ, মাগুলিক বিষয়াৰ কাৰ্যালয়, বন বিভাগ, আমগুৰি, পিন ৭৮৪৫০৬। কেনে শুনিলে [মাষ্টৰক] খুৰা? [ৰৈ] খুৰা?

মাষ্টৰ : [টোপনিৰ পৰা সাৰ পোৱাৰ নিচিনাকৈ] হঁ?

ৰফিক : কবিতাটো কেনে শুনিলে?

মাষ্টৰ : কবিজনৰ নামটো কি ক'লা— ভূপতি খনিকৰ?

ৰফিক : হয়।

মাষ্টৰ : খনিকৰক আৰু মাটিৰে ইটো সিটো বনাবলৈ কিনো লাগিছে! বাঘ, গৰু, মানুহ, দেৱতা, লক্ষ্মী-সৰস্বতী, গণেশ-কাৰ্তিক যি মন যায় বনায়েতো থাকে। পিছে আমাৰ আকৌ জীৱ এটা আছে নহয়? সেই জীৱটোৱেহে গণ্ডগোল লগায়। তুমি এই এটাইবোৰ চিঠিৰে উত্তৰ দিবা নহয?

ৰফিক : মই নিজে নিদিওঁ। আমাৰ পাৰ্টীৰ অফিচৰ পৰা আপোনাৰ আৰু অমলাৰ নামত আমাৰ ছেক্ৰেটাৰীয়ে এই সকলো চিঠিৰ উত্তৰ দিয়াৰ ব্যৱস্থা কৰিছে।

মাষ্টৰ : লিখিবা। খনিকৰলৈকে নিলিখা,— তেওঁৰ কবিতাটোৱে আমাক জীয়াই থকাৰ প্ৰেৰণা দিছে। [ৰিপ'ৰ্টাৰে লৰালৰিকৈ লিখে।]

ৰিপ'ৰ্টাৰ : [ৰফিকক] এনেকুৱা চিঠি মুঠতে আপোনালোকে কিমান পাইছে?

ৰফিক : হিচাব কৰিবই পৰা নাই। কিন্তু যিটো গতিৰে আহি আছে— এতিয়ালৈকে হাজাৰৰ কাষাকাছি হ'ব! কমেও আঠশ- নশতো হ'বই।

ৰিপ'ৰ্টাৰ : [অমলাক] এটা কথা সোধোঁ। কথাটো শুনাত ব্যক্তিগত যেন লাগিলেও ইয়াৰ পৰা আমাৰ সমাজৰ কথা জানিব পাৰিম। আপুনি নগদ টকা কিমান পাইছে?

অমলা : মই হিচাব ৰখা নাই।

ৰিপ'ৰ্টাৰ : কোনে ৰাখিছে?

অমলা : কোনেও ৰখা নাই। মোৰ হাতত পৰিছে, বাকচত থৈ দিছোঁ।

ভগীৰথ : এ, তেনেকুৱা নকৰিবি। সাৱধানে হিচাব কৰি থ'বি। সময়ত তোক সেইখিনিযেহে তৰাব। পিছে তেওঁ হিচাব নকৰিলেও মই যি অনুমান কৰিছোঁ— এতিয়ালৈ ত্ৰিছ পাৰ গৈ গৈছে যেন পাওঁ।

ৰিপ'ৰ্টাৰ : হাও মাচ?

ৰফিক : ত্ৰিছ হাজাৰ। মুঠতে ৰাইজ থাকে মানে এই জীৱনত তাই টকা-পইচাৰ কাৰণে চিন্তা কৰিব নালাগে।

[অমলা সোমাই যায]

ভগীৰথ : হেৰি নহয়, এই যে মুখ্যমন্ত্ৰীযে মাতি পঠাইছিল, এঘাৰ তাৰিখলৈতো বেছি দিন নাই। যোৱাৰ আয়োজনটো মই একপ্ৰকাৰ ফাইনেলেই কৰিছোঁ।

সভানেত্ৰী : আমাৰ সমিতিৰ মহিলা কেইগৰাকীমানে এওঁক লৈ মুখ্যমন্ত্ৰী আৰু গৃহমন্ত্ৰীক লগ পাবলৈ যোৱাৰ কথা আমি পৰহিয়েই আলোচনা কৰিছিলোঁ। কাৰণ শেষত গৈ কৰিবলগীয়াখিনিতো আমিয়েই কৰিব লাগিব! দায়িত্বতো আমাৰ গাতেই পৰিব।

ভগীৰথ : দায়িত্ব সকলোৱে ভগাই ল'ব লাগিব। এয়া এখন গাঁৱৰ কথা, সমূহ ৰাইজৰ কথা।

সভানেত্ৰী : সেইটো বুজিলোঁ। কিন্তু মাইকী মানুহৰ কথা মাইকী মানুহৰ গাত বেছিকৈ পৰে।

ভগীৰথ : হ'ব বাৰু। সেইবোৰ আমি তৰ্ক কৰি ঠিক কৰা কথা নহয়। লগত কোন যাব, সেইটো মাষ্টৰে ঠিক কৰাই ভাল। কি কোৱা মাষ্টৰ, ৰাজধানীলৈ ময়ো ওলাওঁ নেকি?

মাষ্টৰ : যোৱা।

ভগীৰথ : নহয়, তোমাৰ লগত যোৱাৰ কথাহে কৈছোঁ।

মাষ্টৰ : মোৰ লগত? মই ক'লৈ যাম?

সভানেত্ৰী : কিয়, সেয়া গৃহমন্ত্ৰীয়ে যে নিমন্ত্ৰণ কৰিলে।

মাষ্টৰ : মন্ত্ৰীয়ে তেওঁৰ কৰ্তব্য কৰিলে, ময়োতো মোৰ কৰ্তব্য কৰিব লাগিব। বাৰু তোমালোকেই কোৱাচোন, মোৰ ঘৰ এইটো, মোৰ ছোৱালীৰ সৰ্বনাশ হ'ল এইটো ঘৰত, মই এতিয়া ৰাজধানীত কি কৰোঁগৈ কোৱাচোন? মোক এতিয়া এই ছোৱালীজনী লুকুৱাই থ'বলৈ ঠাই অকণ লাগে নে, তাইক দেখুৱাই ফুৰিবলৈ বজাৰ এখন লাগে? হুঁ? তাই এতিযা বাটৰ মানুহৰ আগত মুখ দেখুৱাব নোৱাৰা হ'ল, নে মুখ্যমন্ত্ৰীক মুখ দেখুৱাব পৰা হ'ল? এয়া মোৰ ঘৰ, এযা মোৰ সংসাৰ— এই ঘৰ-সংসাৰৰ মাজৰ পৰা আজি কিহৰ জোৰত তাই মুখ্যমন্ত্ৰীৰ মুখামুখি হ'ব পৰা হ'ল? [বৈ] তাই যদি যায় যাওক, লৈ যোৱা তোমালোকে। মোক নধৰিবা।

[ৰিপ'ৰ্টাৰে অতি মনোযোগেৰে শুনে আৰু লৰালৰিকৈ লিখে।]

সভানেত্ৰী : কিন্তু ইয়াৰতো এটা সুবিচাৰ হ'ব লাগিব। আপুনিতো প্ৰতিবাদ কৰিব লাগিব। আপুনিতো মুখ খুলিব লাগিব।

মাষ্টৰ : [খং] মোক মুখ খুলিবলৈ মুখ্যমন্ত্ৰীয়ে মাতি পঠিয়াইছে? নে মুখ বন্ধ কৰিবলৈ মাতি পঠিযাইছে? [মাষ্টৰৰ খং উঠা দেখি মুনিহ ফটোগ্ৰাফাৰজনে তৎক্ষণাত এখন ফটো তোলে।] তোমালোকে কি কথাবোৰ কোৱা হে'? যোৱা, তোমালোকে প্ৰতিবাদ কৰি গোটেই পৃথিবীখন জ্বলাই দিয়াগৈ, কিন্তু আচল জুইকুৰা ক'ত জ্বলি থাকিব সেইটো মইহে বুজিম। মই আজি কিয় ঘূৰি ফুৰিব লাগে? চিপাহীটোক সেইদিনা ৰাতি মুখ্যমন্ত্ৰীয়ে পঠিয়াইছিল নেকি?

সভানেত্ৰী : নাই পঠোৱা।

মাষ্টৰ : তেনেহ'লে মই তেওঁলোকৰ ওচৰলৈ যাব লাগে কিয়? [ভিতৰলৈ দেখুৱাই] তাই উপাৰ্জন কৰিছিল, এতিযা তাইৰ সেই উপাৰ্জনৰ বাট বন্ধ হ'ল, সেই কাৰণে তোমালোকে তাইক শই শই টকা দিছা নেকি? তোমালোক সকলোৱে কথাবোৰ প্ৰেছিডেণ্ট, ছেক্ৰেটাৰী, মন্ত্ৰীয়ে ভবাৰ নিচিনাকৈ নাভাবিবাচোন, এজনী মাক নোহোৱা গাভৰু ছোৱালীৰ বাপেক হিচাপেও ভাবিবা।

[বহে। এফালে একেথিৰে চাই থাকে। ফটোগ্ৰাফাৰ আৰু ৰিপ'ৰ্টাৰ দুয়ো এই বিশেষ ভংগীত বহি থকা মাষ্টৰৰ ফটো তুলিবলৈ আঁঠু কাঢে। পোহৰ কমি আহে। অন্ধকাৰ। লাহে লাহে আঁৰকাপোৰ পৰে।]

## দৃশ্য : ১০

### মঞ্চ : ২

[থানাৰ অইন এটা কোঠালি। (আগৰ কোঠালিটোৱে পাছফালৰ গোপন কোঠালি। আগৰ কোঠালিটোকে সলনি কৰি সজাব পাৰিব। পুলিচ বিষয়া, ডি এছ পি, উকীল আৰু এচুকত দুৰ্লভ। সকলো গম্ভীৰ হৈ আছে। অলপ পিছত—]

ডি এছ পি : আমি কথাটো কেইবাফালৰো পৰা চাব লাগিব নহয়। প্ৰথম কথা— জঘন্য অপৰাধ কৰা

মানুহটোকো আমি নিজৰ পক্ষ সমৰ্থন কৰাৰ সুবিধা, ডিফেন্সৰ সুবিধা দিওঁ নে নিদিওঁ? আইন মতেই সকলো হ'ব, কিন্তু আইনত থকা সুবিধা অপৰাধীযেও পাব লাগিব। লাগিব নে নালাগে?

উকীল : নিশ্চয় লাগিব।

ডি এছ পি : প্ৰাপ্য সুবিধাৰ পৰা ইয়াক [দুৰ্লভক দেখুৱাই] বঞ্চিত কৰিবলৈ আমি কোন? দুই নম্বৰ কথা— আমি এটা ডিপাৰ্টমেণ্ট হিচাপে, আমাৰ এজন এমপ্লয়িৰ হৈ, তেওঁ অফিচাৰেই হওক বা চিপাহীযেই হওক— আমাৰ দায়িত্ব পালনতো কৰিবই লাগিব। লাগিব নে নালাগে?

উকীল : নিশ্চয় লাগিব।

বিষয়া : [দুৰ্লভক দেখুৱাই] ইয়াক ভিতৰলৈ পঠিয়াই দিওঁ নেকি? ইয়াৰতো ইয়াত আৰু কাম নাই।

ডি এছ পি : নহয়, থাকক। তাৰ নিজৰ জীৱনৰ কথা, তাৰ মুখৰ কথাৰ ওপৰতে বহুত কথা নিৰ্ভৰ কৰিছে। সি সকলো কথা বুজি পোৱা দৰকাৰ। [ৰৈ] কি কৈছিলোঁ? অঁ। আমিতো নিৰ্বিবাদে, কোনো বিচাৰ নোহোৱাকৈ আমাৰ এজন এমপ্লয়িক লঘু হ'বলৈ দিব নোৱাৰোঁ। আমাৰ ডিপাৰ্টমেণ্টটোকো লঘু হ'বলৈ দিব নোৱাৰোঁ।

উকীল : ৰাইট।

ডি এছ পি : আৰু তিনি নম্বৰ কথা হৈছে— অপৰাধীৰ অপৰাধটো আচলতে কিমান গধুৰ, তাৰোতো অফিচিয়েলী এটা হিচাপ হ'ব লাগিব। সেইমতেহে শাস্তি হ'ব লাগিব। আমিতো একপক্ষীয়ভাৱে এটা সিদ্ধান্ত ল'ব নোৱাৰোঁ। [ৰৈ] আৰু আটাইতকৈ ডাঙৰ কথা হৈছে— ভিতৰি ভিতৰি ষ্টাফৰ বহুত মানুহে গণ্ডগোল আৰম্ভ কৰিছে। বিশেষকৈ কনষ্টেবল লেভেলত ডাঙৰ অশান্তি হৈছে।

বিষয়া : কিয় ছাৰ?

ডি এছ পি : তেওঁলোকৰ কথা হৈছে— পাবলিকে কিবা এটা ক'ব, চৰকাৰে তাকে মানি লৈ আমাক শাস্তি দিব, এনেকৈ চাকৰি কৰিব পাৰিনে? এনেযে পাবলিকৰ আগত আমাৰ ইমেজ বেয়া, তাতে যদি প্ৰতিটো কথাতে কোনো চেলেঞ্জ নকৰাকৈ ডিপাৰ্টমেণ্টে দোষ গাত পাতি লৈ গৈ থাকে, তেনেহ'লেতো আমাৰ ইমেজ বুলিবলৈ একো নাথাকিবই। পাবলিকে উঠ বুলি ক'ব উঠিম, বহ বুলি ক'ব বহিম। এইটো অৱস্থা সহ্য কৰিব পাৰি নেকি? [সুৰ সলাই] সেই কাৰণেই ডিজি অফিচে মোক পঠিয়াইছে, অন দ্য স্পট কথাবোৰ আকৌ এবাৰ ষ্টাডী কৰিবলৈ। লগতে এখেতকো আহিবলৈ ক'লে।

বিষয়া : কিন্তু ছাৰ, মইতো মোৰ ৰিপ'ৰ্টত লিখিছোঁৱেই— ই সকলো কথা স্বীকাৰ কৰিছে, মোৰ আগত, পাবলিকৰ আগত—

উকীল : আপোনাৰ ৰিপ'ৰ্ট মযো পঢ়িছোঁ, প্ৰত্যেকটো লাইন, প্ৰত্যেকটো শব্দ কেইবাবাৰো পঢ়িছোঁ। কিন্তু ওকালতি কৰা মানুহ হিচাপে, চৰকাৰৰ এডভোকেট হিচাপে মই দেখুৱাব পাৰোঁ,— সেই ৰিপ'ৰ্টৰ বহু কথা তল-ওপৰ কৰি পেলাব পাৰি। বহু কথা মানে— আচল কথা এটাই— গাঁৱৰ দুটা ডেকাই এওঁক ধৰিছে, মাৰিছে, এওঁ কিবা এটা কৰা বুলি স্বীকাৰ কৰিছে। কিন্তু মই যদি কওঁ— তেনেকৈ মাৰিলে, বহুতে নকৰা কাম এটাও কৰিছোঁ বুলি কৈ প্ৰাণটো বচাবলৈ চেষ্টা কৰিব, তেনেহ'লে সেইটো ভুল কথা হ'ব নেকি?

[নিস্তব্ধ]

এটা মানুহে ৰাতি হাবিৰ মাজত মিছা কথা এটা স্বীকাৰ কৰি প্ৰাণটো ৰক্ষা কৰি আহিল, এতিয়া আইনে তেওঁক ভালকৈ ৰক্ষা কৰিব লাগিব। কথাটোতো আমি তেনেকৈও বিচাৰ কৰিব পাৰোঁ?

বিষয়া : পাৰোঁ, কিন্তু আমাৰ অইনবোৰ এভিডেন্সে কি কয়? আটাইতকৈ ডাঙৰ কথা হ'ল— আমাৰ অন্তৰে কি কয়?

উকীল : আঃ! অন্তৰৰ কথা সকলো সময়তে ধৰি নাথাকিব দেও! অন্তৰ বৰ গোলমলীয়া বস্তু। আপুনি যেনেকুৱা অন্তৰৰ কথা কৈছে, তেনেকুৱা অন্তৰে পৃথিবীখন চলোৱা হ'লে পুলিচ ডিপাৰ্টমেণ্ট বোলা ডিপাৰ্টমেণ্ট এটাই নালাগিলহেঁতেন। ফ'ৰেষ্ট ডিপাৰ্টমেণ্টক বনৰীয়া বাঘ-সিংহ খেদাৰ দায়িত্ব দি দিয়া হ'লেই হ'লহেঁতেন।

বিষয়া : তাৰ মানে এতিয়া ই ওলোটা কথা ক'ব লাগিব।

উকীল : তেওঁ কি ক'ব লাগিব, সেইটো পিছৰ কথা।

বিষয়া : কিন্তু সিওতো এইবোৰ ক'ৰ্ট-কাছাৰী কৰিব নালাগে বুলি কৈছে।

উকীল : তেওঁ ক'লেই নহ'ব নহয়। [জোৰ দি] মই কৈছোঁ, ইয়াৰ মাজত অইন এটা অতি গভীৰ, সাংঘাতিক অপৰাধী আছে। তাক বচাব পাৰিলে এওঁৰ এসময়ত ইমান লাভ হ'ব যে, সেই লাভৰ কাৰণে এতিয়া কেইবছৰমান জে'লত থকাটোও এওঁৰ কাৰণে ডাঙৰ কথা নহয়। তাক বচাবলৈ এওঁ নিজৰ গাত দোষ জাপি লৈছে। হ'বতো পাৰে।

[নিস্তব্ধ]

ঠিক আছে, এইটো বাৰু সঁচা কথা নহয়। কিন্তু মই যদি কওঁ— সঁচা কথাটো হ'ল, অমলা নামৰ এই ছোৱালীজনীৰ লগত এওঁৰ আচলতে ভাল পোৱা-পুই আছিল। প্ৰেম আছিল। তেওঁ মাতিছিল কাৰণে এওঁ ৰাতি গৈছিল । কিন্তু দুৰ্ভাগ্যক্ৰমে গাঁৱৰ ডেকা তিনিজনে দেখিলে কাৰণে প্ৰেমৰ ঘটনাটো বলাৎকাৰৰ ঘটনা হৈ গ'ল। এওঁতো নিজেই ক'ব— [দুৰ্লভক] ছোৱালীজনীয়ে পানী দিয়ে, তুমি খোৱা, এইবোৰ ঘটনাটো ঘটিছিলেই!

বিষয়া : আচলতে তেনেহ'লে এইটো প্ৰেমৰ ঘটনা বুলিহে প্ৰমাণ কৰিব লাগিব।

উকীল : No! আমি প্ৰেমৰ ঘটনা বুলি প্ৰমাণ কৰিয়েই নেৰোঁ। আচলতে আমি প্ৰমাণ কৰিম, এইটো এটা ব্লেকমেইলৰ ঘটনা।

বিষয়া : ব্লেকমেইলৰ?

উকীল : হয়। ব্লেকমেইলৰ। ছোৱালীজনীয়ে এওঁক ৰাতি আহিবলৈ কৈছে, আৰু গাঁৱৰ ডেকাকেইটাকো খবৰ দি থৈছে। এওঁ ৰাতি যাব, তাই অভিনয় কৰিব, ডেকাহঁত আহিব, এওঁক হাতে হাতে ধৰা পেলাব— মুঠৰ ওপৰত এটা ষড়যন্ত্ৰ।

বিষয়া : কিহৰ ষড়যন্ত্ৰ? এনেকুৱা ষড়যন্ত্ৰৰ উদ্দেশ্য কি হ'ব পাৰে?

উকীল : উদ্দেশ্য পৰিষ্কাৰ। ইলেকচনৰ আগে আগে চৰকাৰক শ'লঠেকত পেলোৱা। চৰকাৰক মানুহৰ মাজত অপ্ৰিয় কৰা আৰু পুলিচক এটা ঘৃণনীয় বাহিনী হিচাপে ৰাইজৰ চকুত প্ৰতিষ্ঠা কৰা। আই টেল ইউ, মই আপোনালোকক কৈছোঁ— শেষ পৰ্যন্ত আদালতত সেইটোৱেই প্ৰমাণিত হ'ব। হ'বলৈ বাধ্য। আপোনালোকে কেৱল

প্ৰযোজনীয় সহায়খিনি কৰি যাব লাগে।

বিষয়া : এইবিলাক কৰিবলৈ এজনী গাভৰু ছোৱালীয়ে নিজৰ জীৱনটো—

উকীল : [অধৈৰ্য] আঃ কিহৰ জীৱন হে' দত্ত? তাইৰ জীৱন বুলিবলৈ আছিল কি? এতিয়া তাইৰ জীৱন আৰম্ভ হ'লহে! আজি তাই যিটো জীৱন পাইছে, সেইটো জীৱন তাই এনেয়ে পালেহেঁতেননে? আপুনি তাইৰ অতীতৰ বিষয়ে কেইটামান পইণ্ট মোক এনকোৱাৰী কৰি দিব, মই তাইৰ ভৱিষ্যৎ ঠিক কৰি দিম। [হঠাতে খং] আৰু আপুনি আপোনাৰ ইমান দিনৰ অভিজ্ঞতাৰে কওকচোন— ছোৱালীজনীয়ে এনেকুৱা এটা ঘটনাৰ পিছত ডাক্তৰক পৰীক্ষা কৰিবলৈ নিদিলে কিয়? আচল বস্তুটোৱেই নাই— অথচ ডিপাৰ্টমেণ্টটোৱে চিন্তা কৰি মগজ গৰম কৰিছে! তাকে মই ডি এছ পি চাহাবক কৈছোঁ— গুলী নোহোৱা পিষ্টল দেখি থৰহৰি কম্পমান! [হাঁহে]

ডি এছ পি : দত্ত!

বিষয়া : ছাৰ!

ডি এছ পি : আমি এইমতেই আগবাঢ়িব লাগিব। আপুনি আৰু এখেতে মিলি এটা ষ্ট্ৰেটেজি (বা প্লেন) ঠিক কৰক, আৰু আজিযেই ইয়াক— সি কি কৰিব লাগিব, সি ক'ব লাগিব— সকলো বুজাই দিয়ক।

দুৰ্লভ : মোক একো বুজাব নালাগে ছাৰ!

ডি এছ পি : কিয়? তই চব বুজিছ?

দুৰ্লভ : বুজিছোঁ ছাৰ।

ডি এছ পি : বুজিছ ঠিকেই কৰিছ। কিন্তু তই ক'ৰ্টত মানুহৰ আগত কি ক'ব লাগিব, সেইখিনিতো শিকি ল'ব লাগিব!

দুৰ্লভ : নালাগে ছাৰ।

ডি এছ পি : মানে?

দুৰ্লভ : মানে মই ক'ৰ্টলৈ নাযাওঁৱেই। জোৰকৈ ধৰি নিলেও তাত নতুন কথা একো নকওঁ।

ডি এছ পি : কি?

দুৰ্লভ : মই ক'ৰ্টত যি ক'ম, এতিয়াও তাকে ক'ম। সেই কাৰণে এইটো কে'ছ আৰু ক'ৰ্টলৈ নিব নালাগে ছাৰ।

ডি এছ পি : কিয়?

দুৰ্লভ : কে'ছটো ক'ৰ্টলৈ নগ'লে ছোৱালীজনী আৰু বেছি লাজ পোৱাৰ পৰা বাচি যাব। এতিয়া তাইৰ যি লটিঘটি হৈছে সেয়াই বহুত।

ডি এছ পি : তোৰ এতিয়া ছোৱালীজনীৰ লাজৰ চিন্তাটোহে বেছি হ'ল। আচৰিত কথা!

উকীল : তোমাৰ নিজৰ জীৱনৰ চিন্তা নাই?

দুৰ্লভ : মোৰ নিজৰ জীৱনৰ কথা মই নিজে চিন্তা কৰিম।

উকীল : কিন্তু তুমি কেইটামান কথা আমি ঠিক কৰি দিয়া মতে ক'লেই তোমাৰ নিজৰ জীৱন বাচে, ডিপাৰ্টমেণ্টৰ সন্মান বাচে!

দুৰ্লভ : মই যি জানো, সি সঁচা, সেইখিনিহে ক'ম।

ডি এছ পি : [খং] কি ক'বি তই?

দুৰ্লভ : ক'ম— ছোৱালীজনীৰ লগত মোৰ চিনাকিযেই নাছিল। ছাৰৰ লগত [বিষয়াক দেখুৱাই] এদিন গৈছিলোঁ তেওঁলোকৰ ঘৰলৈ। ছোৱালীজনীক দেখি মোৰ বৰ ভাল লাগিছিল। সদায় তাইৰ কথা মনত পৰিছিল। তাৰ পিছত সেইদিনা মোৰ কি হ'ল ক'ব নোৱাৰোঁ, সেইফালে ডিউটী কৰিবলৈ যাওঁতে মোৰ মগজটো কিবা গৰম হৈ গ'ল— তাই ইমান যুদ্ধ কৰা সত্বেও— এয়া— এনেকৈ কামোৰা সত্বেও— জোৰকৈ— জোৰকৈ—

ডি এছ পি : এইবোৰ কথাৰ ফল কি হ'ব জান?

দুৰ্লভ : ফাঁচি হ'ব পাৰে।

ডি এছ পি : আৰু ডিপাৰ্টমেণ্টটোৰ?

দুৰ্লভ : ডিপাৰ্টমেণ্টৰ সন্মান বঢাবলৈকে মই এনেকুৱা কাম কৰিব খুজিছোঁ ছাৰ। মানুহে জানক— চিপাহীৰ মাজতো এনেকুৱা মানুহ আছে— যি ভুল কৰে— আৰু ভুল কৰিছোঁ বুলি স্বীকাৰ কৰি শাস্তি মূৰ পাতি লয়। দেখ দেখ ভুলটো প্ৰমাণ কৰিবলৈ চৰকাৰ আৰু আদালতৰ সময় আৰু পইচাহে খৰচ হ'ব। মানুহে জানক— চিপাহীৰ মাজতো এনেকুৱা মানুহ আছে যি সেইবোৰ খৰচ নকৰায়। চাৰি বছৰ ধৰি বিচাৰ চলিব— চাৰি বছৰৰ মূৰত মোৰ শাস্তি হ'ব, আজিয়েই সেই শাস্তি আৰম্ভ কৰি নিদিযে কিয় ছাৰ?

উকীল : শাস্তি দিয়াও ইমান সহজ নহয় নহয়! মই দেখোন ক'লোঁৱেই—

দুৰ্লভ : [অধৈৰ্য] মই ক'লোঁ নহয়— মই কি কি কৰিলোঁ! জোৰ কৰিও, শিকাই শিকায়ো মোৰ মুখৰ পৰা অইন বাক্য এটাও উলিযাব নোৱাৰে! মোৰ হৈ দহজন উকীলে কাছাৰীত কথা কৈও লাভ নাই। তেওঁলোকে যিয়েই নকওক— মই এই একেখিনি কথাকেতো কৈয়েই থাকিম, কৈয়েই থাকিম, কৈয়েই থাকিম! [কাতৰ কণ্ঠে] ছাৰ, মোৰ দোষৰ কাৰণে মোক শাস্তি দিয়ক, কিন্তু আপোনালোকে যিবোৰ বুদ্ধি পাঙিছে, সেইবোৰ মোৰ কাৰণে বেছি শাস্তি হ'ব। মোক সেইবোৰ শাস্তি নিদিব ছাৰ!

ডি এছ পি : আমাৰ কথা নুশুনিলে তোৰ যে দুগুণ শাস্তি হ'ব সেইটো বুজিছ নে নাই?

দুৰ্লভ : [খং] মোৰ কথা নুশুনিলে আমাৰ ডিপাৰ্টমেণ্টটো লাজত পৰিব। মই চব ফাঁচ কৰি দিম। ডিপাৰ্টমেণ্টৰ বেইজ্জতি হ'ব।

ডি এছ পি : [প্ৰচণ্ড খং] চুপ!

[নিস্তব্ধ]

দুৰ্লভ : [অলপ পিছত] মই চুপ হৈ থাকিম। আপুনি কিন্তু মোৰ কথা শুনিব লাগিব।

[স্থিৰ দৃষ্টিৰে চাই থাকে। আঁৰকাপোৰ লাহে লাহে নামি আহে।]

## দৃশ্য : ১১

## মঞ্চ ঃ ১

[প্ৰথম দৃশ্যৰ নিচিনা। মাষ্টৰৰ ঘৰৰ পাছফাল। গধূলি হওঁ হওঁ। কিছুদিন পাৰ হৈ যোৱাৰ কাৰণে দৃশ্যটোৰ অলপ পৰিবৰ্তন ঘটিছে। গছ-লতা আগৰ নিচিনা নহয়। মূঢ়া, চকী বা বেঞ্চ এখনত ভুৱন অকলে বহি আছে। সি এবাৰ কুসুমৰ দুৱাৰখনলৈ চায়। অলপ পিছত দূৰৰ নামঘৰত দবা কোবোৱাৰ শব্দ। ভুৱনে থিয় হৈ কপালত হাত লগায়। দবা কোবোৱা বন্ধ হোৱাত সি দুখোজমান দি আকৌ কুসুমৰ দুৱাৰখনলৈ চায়, কিন্তু সেই সময়তে ইটো ঘৰৰ দুৱাৰ খুলি অমলাহে ওলাই আহে। তাই ভাল সাজ পিন্ধি আছে। শাড়ীও হ'ব পাৰে।]

অমলা ঃ কি হ'ল? তুমি এতিয়াও অকলে অকলে থিয় হৈ আছা? এই ওলাই অহা নাই নেকি? [ডাঙৰকৈ] কুসুম! অ'ই কুসুম!
[উত্তৰ নাপাই তাই কুসুমৰ দুৱাৰখনেদি ভিতৰলৈ চায়। উভতি আহে।]
[ভুৱনক] আহিব এতিয়া, ৰ'বা। শেষৰ দৃশ্যটো চলি আছে।

ভুৱন ঃ শেষৰ দৃশ্যটো মানে?

অমলা ঃ তাই যে আজি কিছুদিনৰ পৰা ৰাতিপুৱা-গধূলি এখন থিয়েটাৰ পাতে, জানা নে নাজানা?

ভুৱন ঃ জানো কিহৰ কথা কৈছা।

অমলা ঃ আগতে যে এটা চুকত পানীৰ কলহটো থৈছিল, দেখিছিলা নে নাই?

ভুৱন ঃ দেখিছিলোঁ।

অমলা ঃ এতিয়া তাত কলহটোৰ সলনি কি আছে দেখিছা নে নাই?

ভুৱন ঃ জানো।

অমলা ঃ জানো মানে? তুমি দেখা নাই?

ভুৱন ঃ মানে, মই আজিকালি, তেনেকৈ ভিতৰলৈ—

অমলা ঃ তাৰ মানে তুমি বুজাব খুজিছা, তুমি আজিকালি কুসুমৰ ঘৰৰ ভিতৰলৈ নোসোমোৱা নহয় জানো? ভালেই কৰিছা দিযা। যিমানে দিন গৈছে, সিমানে জ্ঞান বাঢ়ি গৈছে। নহয়? [ঠাট্টা] অকলশৰীয়া গাভৰু ছোৱালী থকা ঘৰ, ভিতৰলৈ সোমাব নাপায়।

ভুৱন ঃ কথাটো মিছা নেকি? হযোতো।

অমলা ঃ কিয় মিছা হ'ব? এক্কেবাৰে সঁচা। পিছে তোমালোকৰ জ্ঞান বাঢ়ি যোৱাৰ লগে লগে সময়ো যে বাঢ়ি গৈ আছে, সেই কথাটোলৈ মন কৰিবা। বাৰু বাদ দিয়া। তাইৰ থিয়েটাৰৰ কথা কৈছিলোঁ নহয়? শুনা। আগতে যে সেই চুকটোত পানী থোৱা মাটিৰ কলহটো আছিল, এতিয়া তাই তাত [অলপ চেপা মাতেৰে] গোসাঁই এজন থাপি লৈছে। ৰাতিপুৱা এবাৰ নমো, গধূলি এবাৰ নমো। প্ৰথম দৃশ্য— পানী ছটিওৱা, চাকিগছ লগোৱা আৰু ধূপকাঠী এডাল লগোৱা। দ্বিতীয় দৃশ্য— [চকু মুদি, হাতযোৰ কৰি, ধ্যান কৰাৰ ভংগী দেখুৱায়] তৃতীয় দৃশ্য— গোসাঁইৰ আগত একেবাৰে দীঘল দি, আধা মৰাৰ নিচিনা হৈ পৰি থকা। এতিয়া তাই সেই তৃতীয় দৃশ্যটোৰ একটিং কৰি আছে।

ভুৱন ঃ তাইৰতো আগতে এইবোৰ নাছিল। এতিয়ানো আকৌ তাই গোসাঁইত ধৰিলে কিয়?

অমলা ঃ আগতে তাই ভাবিছিল, তুমিয়েই অকলে চব চম্ভালিব পাৰিবা। আৰু কাৰো দৰকাৰ নাই। এতিযা চাগে ভাবিছে, ওহোঁ, নহয়— কিছুমান কামৰ কাৰণে বাহিৰা হে'লপাৰ এজন লাগে।

সেই কাৰণে গোসাঁইকে হে'লপাৰ বুলি ধৰিছে চাগে।

ভুবন : [লগে লগে] তই কথাবোৰ ইমান পাতলকৈ কৈছ কিয়?

অমলা : কি পাতলকৈ ক'লোঁ?

ভুবন : ঈশ্বৰৰ কথা তেনেকৈ ক'ব পায় জানো? তই ঈশ্বৰক বিশ্বাস নকৰ?

অমলা : [জোৰ দি] মই কৰোঁ, ঈশ্বৰেহে মোক বিশ্বাস নকৰে।

ভুবন : ওঁহ! তই কেনেকৈ জানিলি বিশ্বাস নকৰে বুলি?

অমলা : মই তেওঁক কিমানটা কথা ক'লোঁ, তেওঁ কিমানটা কথা ৰাখিলে, তাতে প্ৰমাণটো পাই গ'লোঁ নহয়, তেওঁ মোক কিমান বিশ্বাস কৰে। কিমান দিনৰ আগৰে পৰা ক'লোঁ— পিতাই বৰ ভাল মানুহ, কিন্তু এতিয়া পিতাইৰ অলপ কষ্ট হৈছে, সেই কাৰণে পিতাইক হে'ড মাষ্টৰ কৰি দিয়া। উঃ! হে'ড মাষ্টৰ কৰিব কি, এই মাহৰ পৰা পিতাইক বোলে ষষ্ঠমানত পঢ়াবলৈকে নিদিয়ে।

ভুবন : কিয়?

অমলা : পিতাইৰ বোলে কিবা ভ্ৰম হৈছে। ল'ৰা-ছোৱালীহঁতক ভালকৈ পঢ়াব নোৱাৰে। ক্লাছত চকু মুদি বহি থাকে। [এফালে চাই থাকি, হঠাতে ঈশ্বৰৰ ওপৰত খং উঠে] কিমান দিনৰ পৰা ঈশ্বৰক ক'লোঁ, ইয়াক —দেবানন্দক ঘৰলৈ আনি দিয়া, [অভিমান] ঘৰলৈ আনিতো নিদিলেই, সি ক'ত আছে খবৰটোও নিদিলে। [হঠাতে তাইৰ চকুপানী ওলাই যায়। তাই চকুপানী মচে। কুসুম ওলাই আহে। গধূলি ঘৰত থকাৰ সাজত।]

অমলা : [ শান্ত হৈ] সেই কাৰণে মই আজিকালি কাকো বিশ্বাস নকৰোঁ, খাতিৰ-বাতিৰো নকৰোঁ। অ'ই কুসুম, আমাৰ কোঠালিটোত তলা মাৰি থৈছোঁ। এই চাবিটো থৈ দে। পিতাই আহিলে দিবি।

কুসুম : তই ক'লৈ যাব?

অমলা : এনেয়ে এপাক ফুৰি আহোঁগৈ।

ভুবন : এই গধূলিখন— বৰপিতায়ে আহি ঘৰত নাপালে খং নকৰে?

অমলা : [অসংলগ্ন,অসংযত,পাতল সুৰত] তুমি যেনেকৈ কথাবোৰ কৈছা যেন তুমি আজিহে প্ৰথম আমাৰ ঘৰলৈ আহিছা। মই যিমানে চকুৰ আগত নাথাকোঁ, পিতায়ে সিমানে ভাল পায়, বুইছা? মই চকুৰ আগত থাকিলে পিতায়ে ধোঁৱা-কোঁৱা দেখে। কেঁচা খৰিৰ জুই পুৰালে যে ধোঁৱাই চকুত ধৰে, মই আগত থাকিলে পিতায়ে তেনেকুৱা কৰে [হাঁহে]।

ভুবন : [ধমকি দি] এ মনে মনে থাক এইজনী! মিছামিছি কথাবোৰ—

অমলা : মিছামিছি? সোধ তাইক। বাৰু তাইক সুধিব নালাগে। তাই দেখিও নেদেখে। তুমিয়েই কোৱাচোন, স্কুল সেই কোন কেতিয়াবাই ছুটী হ'ল নে নাই?

ভুবন : হ'ল।

অমলা : তেনেহ'লে? পিতাই ক'লৈ গ'ল? ঘৰত অকলশৰীয়া গাভৰু ছোৱালী আছে, পোনে পোনে ঘৰলৈ গুচিহে আহিব লাগে! ক'তা?

ভুবন : বাহিৰে বাহিৰে কিবা কামত গৈছে চাগে।

অমলা : [ঠাট্টা কৰি] অকল আজিয়েই নহয় বুইছা? কেতিয়াবাহে পোনে পোনে ঘৰলৈ আহে। বেছিভাগ দিনতে এনেকুৱা। যিমান পাৰে মোৰ পৰা আঁতৰত থাকিবলৈ পালেই ভাল পায়। [ৰহস্যৰ

চেপা মাতেৰে] আৰু মই অকলে থকাৰ চিন্তাতো কৰিবই নালাগে। যি হ'বৰতো হৈয়েই গ'ল। [হাঁহে। অস্বাভাবিক হাঁহি]

কুসুম : মনে মনে থাক অ'।

অমলা : [কোনোমতে হাঁহি সামৰি] মই এদিন পিতাইক কৈছিলোঁ বুইছ, পিতাই তই কিয় মন মাৰি থাক? ইমানবোৰ টকা আছে, যি মন যায় কিন, যি মন যায় খা, খাই হাঁহি-মাতি ফুৰ্তি কৰি থাক। পিতাযে কি ক'লে জান? [বৈ, দেউতাকক অনুকৰণ কৰি]— "সেইষাৰ কথা দ্বিতীয়বাৰ মুখলৈ নানিবি। সেই পইচাৰে কিনা শাক-পাত এটাও যেন মোৰ পেটলৈ নাযায়।" ঠিক আছে, নাখাব যদি নালাগে খাব। মোৰ পিছে সেইবোৰ নাই। মোৰ কি? সেই টকাবোৰ পোকে কুটিবলৈ এৰি দিম নেকি? যি মন যায় খাম, যি মন যায় পিন্ধিম, যি মন যায় কৰিম। তাইক সোধাচোন, পৰহি মই ৰন্ধা হাঁহৰ আঞ্জাৰ ভাগ পাইছিল নে নাই। সৌযোৰা দেখিছা? পাৰ এযোৰ আনি থৈছোঁ। কাইলৈ দুপৰীয়া— [ভংগী কৰি বুজায] টকালি টকালি খাম। [ তাৰ পিছত হঠাতে আঁচলটো দেখুৱাই] এনেকুৱা কাপোৰ আগতে মোৰ গাত দেখিছিলা? তুমি সেই তেতিয়াই বোম্বাইলৈ যোৱাৰ কথা কৈছিলা নহয়? মই বোম্বাইলৈ যাবই নালাগে। বোম্বাই আহি ঘৰতে— উ-প-স্থি-ত। এ যাওঁ ভাই। তোমাৰ লগত পেক-পেক কৰি থাকোঁতে ঘৰতে মাজৰাতি হ'ব।

[লৰালৰিকৈ গুচি যায। অলপ সময় নিস্তব্ধ। মৃদু, ক্ষীণ সংগীত]

কুসুম : তাই ক'লৈ যায জানা?

ভুবন : ক'লৈ?

কুসুম : এসময়ত যে সিহঁতৰ এটা দল আছিল? তাৰে কাৰোবাক কাৰোবাক লগ পাবলৈ যায— দেৱানন্দৰ খবৰ বিচাৰি। তাৰ কিবা খবৰ পায বুলি তাই ঘূৰিয়েই ফুৰে।

ভুবন : [অলপ পিছত] বৰ বেযা লাগে দিয়া। পিছে যি হ'ল হ'ল। সেইবোৰতো ভাবি-চিন্তি লাভ নাই। এতিয়া আমাৰ কথা ভাবিব লাগে।

কুসুম : কি কথা?

ভুবন : ভনীজনীৰ বিযাখনৰ কাৰণেই ইমান দিন ৰ'বলগীযা হ'ল। এতিয়া তাইৰ লেঠা মাৰিলোঁ যেতিযা, বৌৱে কৈছে, আমি আৰু পলম কৰিব নালাগে।

[নিস্তব্ধ। কুসুমে ক'ৰবালৈ চাই আছে।]

কি ভাবিছা?

কুসুম : আগতে তাইৰ কিবা এটা হৈ যাওক দিযা।

ভুবন : কাৰ?

কুসুম : অমলাৰ।

ভুবন : তাইৰ আৰু হ'বলৈ কিটো আছে?

কুসুম : [উচপ খাই উঠে] কি? কি ক'লা?

ভুবন : তাইতো অলপ আগতে নিজেই ক'লে, তাইৰ যি হ'বৰতো হৈয়ে গ'ল।

কুসুম : [উত্তেজিত] সেইবোৰ তাই আৰু ৰবপিতায়ে মনৰ দুখত কোৱা কথা, আমি তেনেকৈ ক'ব নাপায নহয়। তাইতো মোতকৈ বয়সত অলপ ডাঙৰহে। তাই তেনেকৈ থাকিব, আৰু মই তাইক এৰি থৈ গুচি যাম?

ভুবন : অ! তুমিনো আকৌ এইবোৰ কি কথা কৈছা? তোমাৰতো তাইৰ লগত সাঙোৰ খোৱাৰ কোনো দৰকাৰ নাই।

কুসুম : কিয নাই? তুমি তোমাৰ ভনীজনীৰ দিহা লগাবলৈ ইমান দিন বাট চালা, এতিযা মই মোৰ বাইদেউ এজনীৰ দিহা লগাবলৈ বাট নাচাম নেকি?

ভুবন : আচৰিত কথা! তুমি অকলশৰীয়া ছোৱালী আছিলা, এওঁলোকৰ আশ্ৰয়ত, মানে একেখন স্কুলতে কাম কৰা বৰপিতাইৰ আশ্ৰযত, এইটো ঘৰত থাকিবলৈ লৈছিলা। কথা সিমানেইহে! তাৰ বাহিৰেতো এওঁলোকৰ লগত তোমাৰ একো সম্পৰ্ক নাই।

কুসুম : তুমি কিয় এনেকৈ ওপৰে ওপৰে কথা কৈছা? তুমি মাজে মাজে মোক লগ পাবলৈ আহিছা, গুচি গৈছা, কিন্তু এইজনী ছোৱালীৰ লগত দিনে-ৰাতিয়ে মোৰ কি সম্পৰ্ক হৈছে, সেইটোতো তুমি নাজানা! এইজনী ছোৱালী নথকা হ'লে অকল বৰপিতাইৰ আশ্ৰযত থাকিবলৈ দিলাহেঁতেন তোমালোকে?

ভুবন : কিন্তু এতিযা তুমি সেইবোৰ চব এৰিব লাগিব। পাহৰিব লাগিব। সেই ঘটনাটো ঘটি যোৱাৰ পিছত ইমান দিনে নোৱাৰাতহে মই তোমাক ইযাত থাকিবলৈ দিছোঁ। কিন্তু আচলতে এতিয়া এইটো সম্পৰ্ক ভাল হোৱা নাই। এদিন তোমাৰো বদনাম ওলাব পাৰে।

[কুসুমে অবাক হৈ চাই থাকে। অলপ পিছত— আচৰিত হোৱাৰ সুখত]

কুসুম : তাইৰ কথা তুমি এনেকৈ ভাবা?

ভুবন : মই ভবা-নভবাৰ কথা নহয় নহয়! তেনেকুৱা এটা ঘটনাৰ পিছত এজনী ছোৱালী, [সুৰ সলাই] কথাবোৰতো তুমি নিজেই বুজিব লাগে। [আঁতৰি যায় ]

কুসুম : [ওচৰলৈ গৈ গম্ভীৰ সুৰত] শুনাচোন। মই এটা কথা সোধোঁ। তোমাৰ মনত যি আছে ঠিক সেইমতে উত্তৰ দিবা। দিবা?

ভুবন : সোধা।

কুসুম : অমলাৰ জীৱনটো এনেকৈয়ে থাকিব নেকি? থাকি থাকি এদিন এনেকৈয়ে শেষ হৈ যাব নেকি?

ভুবন : তুমিতো নিজেই ছোৱালী মানুহ। তুমিতো জানা—

কুসুম : ছোৱালী মানুহৰ কথা বাদ দিয়া। মতা মানুহৰ কথা কোৱা। তুমি কি ভাবা? [বৈ] হঁ? কোৱাচোন।

ভুবন : কোনোবা মহিলা সমিতি নে ক'ৰ মানুহ এজনীয়ে বোলে সেই তেতিয়াই কৈছিল, ফৰিং এটাৰ কাৰণেও কচুপাতটো আছে। তেনেকৈ যদি কেতিয়াবা কোনোবা ওলায়— বেলেগ কথা, কিন্তু এনেয়ে— মইতো অইন কোনো উপায় দেখা নাই।

কুসুম : বাৰু, তুমি মোক খোলাকৈ কোৱাচোন— অমলাৰ সলনি যদি সেই ঘটনাটো মোৰ জীৱনত ঘটিলহেঁতেন, তেনেহ'লে তুমি কি কৰিলাহেঁতেন?

ভুবন : হ'বই নোৱাৰে নহয় তেনেকুৱা ঘটনা!

কুসুম : কিয় নোৱাৰে?

ভুবন : তুমিয়েইতো জানা কিয় নোৱাৰে। তোমাৰ ঘৰৰ ভিতৰতহে ঘটনাটো ঘটিছিল! তুমিওতো ভিতৰতে আছিলা! তোমাৰ একো নহ'ল কিয়? তাইৰ পৰা মানুহটোৱে নিশ্চয় কিবা এটা প্ৰশ্ৰয পাইছিল! তাইৰো নিশ্চয় কিবা দোষ আছিল!

কুসুম : [বৰ জোৰে চিঞৰে] মনে মনে থাকা। হ'বই নোৱাৰে।

ভুবন : তুমি চিঞৰিলেই নহ'ব নহয়। সেইবোৰ কথা বাহিৰত ওলাইছে। আঁসে নাপালে এটা মানুহে ফটকৰে এনেকুৱা কাম এটা কৰিব পাৰেনে?

কুসুম : [সাংঘাতিক ধৰণে উত্তেজিত। ফোঁপনি উঠি যায়] তুমি মোক কোৱা— সেইদিনা— সেইটো ঘটনা, মোৰ জীৱনত ঘটা হ'লে তুমি মোক বিয়া কৰালাহেঁতেন নে নকৰালাহেঁতেন?

ভুবন : নকৰালোঁহেঁতেন।
[নিস্তব্ধ]

কুসুম : [অলপ পিছত। শান্ত অথচ দৃঢ় কণ্ঠেৰে] বাৰু, তুমি ক'ৰবালৈ গৈ এজনী অচিনাকি ছোৱালী বিয়া কৰালা। তাইৰ জীৱনতো এনেকুৱা এটা ঘটনা ঘটিছিল, কিন্তু তুমি সেইবোৰ একো নাজানা। তেতিয়া?

ভুবন : [দৃঢ় কণ্ঠেৰে] সেইটো তাইৰ পাপ হ'ব। তাইৰ নিজৰ অশান্তি বেছি হ'ব। তাই ফাঁকি দিয়া হ'ব। সেই ফাঁকি দিয়াৰ অপৰাধৰ পৰা তাই কেতিয়াও পৰিত্ৰাণ নাপাব।
[নিস্তব্ধ। কুসুমে ভুবনলৈ চাই থাকি লাহে লাহে গৈ পিৰালিত বহে। ক্লান্ত। অৱশ। ক্ষীণ সংগীত। অলপ পিছত—]

কুসুম : তুমি এতিয়া যোৱা।

ভুবন : [অলপ পৰ ভাবি] কেতিয়া আহিম?

কুসুম : কিয়? কিয় আহিব খুজিছা?

ভুবন : কথাবোৰ পাতি কিবা এটা ঠিক কৰিবলৈ?

কুসুম : মই খবৰ দিম।

ভুবন : কেইদিনমানৰ পিছত?

কুসুম : [ৰৈ] কেইবছৰমানৰ পিছতো হ'ব পাৰে।

ভুবন : মানে?

কুসুম : [দৃঢ়] যেতিয়া অমলাৰ এটা দিহা লাগিব, তেতিয়া খবৰ দিম। মন গ'লে আহিবা।

ভুবন : তুমি—

কুসুম : আৰু একো নক'বা। যোৱা।

ভুবন : মোৰ কথা—

কুসুম : [কাতৰ। হাতযোৰ কৰি] কৈছোঁ নহয় আৰু একো নক'বা।
[ভুবন ৰৈ থাকে। অমলা আহে। তাইৰ খং উঠি আহিছে। কাৰো ফালে নাচাই তাই নিজৰ ঘৰৰ বাৰাণ্ডাত ধপ্‌কৈ বহে। গোমোৰা হৈ থাকে। তাইলৈ চাই ভুবন গুচি যায। অলপ পিছত।]

কুসুম : কি হ'ল? সাউৎকৈ আহিলিগৈ দেখোন? [অমলা নিৰুত্তৰ]

কুসুম : হুঁ? কি হ'ল?

অমলা : [হঠাতে পাতল হৈ গা জোকাৰি দিয়াৰ নিচিনাকৈ] এ— একো নাই হোৱা দে। সেই চাৰিআলিটোতে কোনোবা কেইটামানে কথা পাতি আছিল, তাৰে এটাই সুহুৰি এটা মাৰি, চেপা মৰা মাতেৰে 'অ'ই চিপাহী আহিছে'— এই বুলি কৈছিল। মই ওচৰ চাপি গৈ এটাৰ চুলিকোছাত ধৰিছিলোঁ।

কুসুম : কি?

অমলা : হ'ব দে, থাকক সেইবোৰ। সেইবোৰতো হৈয়েই থাকিব। বাৰু তহঁতৰ কি হ'ল ক'চোন, ইয়াক— ভুবনক দেখোন ওফন্দি যোৱা দেখিলোঁ। তয়ো দেখোন কোঁচ খাই আছ? কি হ'ল? [কুসুমে চাদৰেৰে মুখ ঢাকে। অমলা ওচৰলৈ চায়।]

অমলা : হ'ল কি?

কুসুম : [চকু-মুখ মচি, স্বাভাৱিক হৈ, দৃঢ়ভাৱে কয়] তেওঁক আজি বিদায় দিলোঁ বুলিয়েই ধৰ।

অমলা : কি? বিদায় দিলি মানে?

কুসুম : মই খবৰ নিদিলে মোৰ ওচৰলৈ আহিবলৈ মানা কৰি দিলোঁ।

অমলা : সেইটো আকৌ কি কথা?

কুসুম : ময়ো আৰু কেতিযাও খবৰ নিদিওঁ, তেৰোঁ আৰু কেতিয়াও আহিব নালাগে।

অমলা : [ধমকি] কথাটো খুলি নক'ব কিয়? কিবা কাজিয়া লাগিল নেকি?

কুসুম : তেওঁ কেনেকুৱা মনৰ মানুহ মই আজি বৰ ভালকৈ গম পালোঁ। মই তেওঁৰ লগত ঘৰ-সংসাৰ কৰাটো পাপ কাম হ'ব। মই কোনোমতেই এই কাম কৰিব নোৱাৰোঁ। মই— মই কথাবোৰ পিছুৱাই নি থাকিম্। কিমান দিন পিছুৱাব লাগে, সেইটো আৰু চিন্তাই নকৰোঁ অমলা। গোটেই জীৱন—

অমলা : [গম্ভীৰ] আজি তোৰ পৰা এইবিলাক কথা শুনিবলৈকে মই সকলো গাত পাতি লৈছিলোঁ নেকি?

কুসুম : তাকে ভাবিতো এতিযা মোৰ মৰিবৰ মন গৈছে। কিয গাত পাতি লৈছিলি তই? তই তেনেকৈ গাত পাতি নোলোৱা হ'লে তেতিযাই, পিছদিনাই সকলো লেঠা ছিগি থাকিলহেঁতেন। ঠিক আছে। তই গাত পাতি ল'লি যেতিয়া, মযো কৈ দিলোঁ, মই ঘৰ পতাৰ আগতে সেই বোজা তোৰ গাৰ পৰা নামিব লাগিব।

অমলা : তেনেহ'লে তয়ো কিজানি ঘৰতে বুঢ়ী হ'বি।

কুসুম : হ'লে হ'ম। [হঠাতে অধৈৰ্য, উত্তেজিত] কিন্তু এওঁ, এইজন মানুহে, মই যি বুজিলোঁ— সেইদিনাই মোক এৰি দিলেহেঁতেন।

অমলা : তই কেনেকৈ বুজিলি?

কুসুম : আজি তেওঁ নিজমুখে ক'লে— যাৰ জীৱনত তেনেকুৱা ঘটনা ঘটিছে, সেই মানুহক তেওঁৰ নিচিনা মানুহে আপোন কৰি ল'ব নোৱাৰে।
[নিস্তব্ধ]

অমলা : হয় নেকি?

কুসুম : [উত্তেজিত] তই কিয কথাবোৰ দীঘল কৰিলি? মইতো ফাঁকি দি তেওঁৰ সংসাৰ চলাই থাকিব নোৱাৰোঁ। কিয় তই এইবোৰ পাক লগালি?

অমলা : মোৰ কি হৈছিল জান? মই ভাবিছিলোঁ— সেই ৰাতিয়েই ভাবিছিলোঁ— নবীন বেলেগ ধৰণৰ ল'ৰা। বহুত মিটিঙত তাৰ বহুত কথা শুনিছোঁ, এনেয়েও বহুবাৰ লগ পাইছোঁ, কথা পাতিছোঁ। তাৰ মনৰ কথা শুনিছোঁ। সি বেলেগ ধৰণৰ ল'ৰা। মই ভাবিছিলোঁ— মোৰ কোনো ভয় নাই। এইবোৰ কথা সি তুচ্ছ বুলি ভাবিব। সেই সাহসতে ভাবিলোঁ— তোৰ জীৱনটো যদি বচাব পাৰোঁ।—

কুসুম : পিছে এতিয়া? নবীনৰ কি হ'ল?

অমলা : বহুত দিন খবৰ পোৱা নাই। শুনিছোঁ— কিবা কামত ক'ৰবাত ঘূৰি ফুৰিছে। তেওঁ দেৱানন্দৰ খবৰো আনি দিয়াৰ কথা আছিল। বাট চাই চাই আমনিও লাগিছে। কিন্তু মোৰ যিযেই নহওক, তই—

[মাষ্টৰৰ ডিঙিৰ শব্দ শুনা যায়। অলপ পিছত মাষ্টৰ আহে।]

মাষ্টৰ : কি কৰিছ তহঁতে? বাহিৰৰ পৰা গোটেইখন দেখোন এন্ধাৰ-মুন্ধাৰ।

[অমলা ভিতৰলৈ যায়।]

কুসুম : আপুনিনো ইমান সময়লৈ ক'ত ঘূৰি ফুৰে বৰপিতাই?

মাষ্টৰ : ঘূৰিছোঁ ৰ'বি এটা কামত।

কুসুম : কৈতো যাব লাগে? আমাৰ চিন্তা নহয় নেকি?

মাষ্টৰ : এ! মই আকৌ ভাবোঁ— তহঁত দুজনী আছ যেতিযা, কথা-বতৰা পাতি ইটো-সিটো কৰি আছ আৰু।

কুসুম : হেৰি নহয় বৰপিতাই, মই কথা এটা সোধোঁ।

মাষ্টৰ : কি?

কুসুম : এদিন সেই নবীন নামৰ ল'ৰাটোৰ মাক আপোনাৰ ওচৰলৈ আহিছিল নহয়?

মাষ্টৰ : ওঁ আহিছিলতো।

কুসুম : তেখেতে অমলাৰ কথা কৈছিল নহয়?

মাষ্টৰ : ওঁ, কৈছিল।

কুসুম : তাৰ পিছত কি হ'ল?

মাষ্টৰ : [গম্ভীৰ] তাৰ পিছত আমাৰ কি হ'ল তইতো জানই। কিন্তু তাৰ— নবীনৰ কি হ'ল, সেইটোহে জানিব পৰা নাই। মাকক কেইবাদিনো লগ পাইছোঁ। তেওঁৰ সেই একেটা কথা— ল'ৰা বা ক'ত আছেগৈ! তাৰ কথাইহে কথা! মই যে ঘূৰি ফুৰোঁ, সেইবিলাক খবৰকে বিচাৰি ফুৰোঁ বুইছ। সি বোলে ভুটুংকৈ কেতিযাবা ওলাযহি, আকৌ যাযগৈ। সেই কেতিযাবাই এবাৰ লগ পাইছিলোঁ। তেতিযাই কৈছিল— সি দেৱানন্দৰ খবৰো আনি দিব। তাৰ পিছত আমো নাই ফমুটিও নাই। তই চিন্তা নকৰিবি। তাইকো চিন্তা কৰিবলৈ মানা কৰিবি। মই খবৰ কৰিযেই আছোঁ বুইছ? ঘূৰিযেই ফুৰিছোঁ।

[ক্লান্তভাৱে চকীখনত বহে।]

[লাহে লাহে আঁৰকাপোৰ নামি আহে।]

## দৃশ্য ঃ ১২

### মঞ্চ ঃ ২

[নবীনহঁতৰ ঘৰৰ এটা কোঠালি। বহিবলৈ চকী কেইখনমান, এখন চেণ্টাৰ টেবুল। একাষত এখন বিছনা ইত্যাদি। মাষ্টৰ অকলে বহি আছে। অলপ পিছত নবীন সোমাই আহে।]

মাষ্টৰ : আহা নবীন। আজি মোৰ ভাগ্যহে বুলিলোঁ দিয়া! [হাঁহি] কত দিন যে তোমাক বিচাৰি

আহিছোঁ। এবাৰ শুনিলোঁ তুমি বোলে আৰু ইয়ালৈ নাহাই। এবাৰ শুনিলোঁ বোলে— তুমি আহিছিলা, এই অলপ আগতে গ'লাগৈ। এনেকুৱাই হৈ আছে।

নবীন : আপুনি যি শুনিছে ঠিকেই শুনিছে। মই গুৱাহাটীতে থাকিবলৈ লৈছোঁ। সেইফালে কাম-বনৰো সুবিধা হৈছে।

মাষ্টৰ : হয় নেকি? তাৰ মানে ইয়াৰ পৰা উঠিযেই যাবাগৈ?

নবীন : তেনেকুৱাই।

মাষ্টৰ : তাত ঘৰ-দুৱাৰ সাজিলাই নেকি?

নবীন : ঘৰ-দুৱাৰ মানে— সৰুকৈ এটা আৰম্ভ কৰিছোঁ। কমপ্লিট হোৱা নাই। তলৰ মহলাতে কোনোমতে তিনিটা ৰুম থাকিব পৰাকৈ উলিয়াই লৈছোঁ। আজি তাকে মাক লৈ যাম বুলিহে আহিলোঁ।

মাষ্টৰ : অ' তেখেতকো লৈ যাবা?

নবীন : হয়, ইয়াত অকলে অকলে থাকে, চাওঁতা তেনেকৈ কোনো নাই, মযো আহি থাকিবলৈ সময় নাপাওঁ।

মাষ্টৰ : এয়া ঘৰ-মাটি?

নবীন : পুষ্প ককাই ইযাতে থাকিব। খুৰাইঁতেই এতিয়া চাব। পিছলৈ কি হয় দেখা যাওকচোন।

মাষ্টৰ : [বৈ] ভালেই। পিছে— কথাটো যে উলিযাইছিলা, কি কৰিলা?

নবীন : কিহৰ কথা?

মাষ্টৰ : বিয়াৰ কথা?

নবীন : কাৰ? মোৰ?

মাষ্টৰ : অ', সেই এবাৰ যে তোমাৰ মাৰাই মোক লগ ধৰিছিল— অমলাৰ কাৰণে।

নবীন : এ, সেইবিলাক বহুত দিনৰ আগৰ কথা—

মাষ্টৰ : হয়, বহুত দিনৰ আগৰ কথা হয়। পিছে বিযা-বাৰুৰ বেলিকা কথা যিমানে পুৰণি হয় সিমানে পকাও হয়। সেই কাৰণে কৈছিলোঁ—

নবীন : নাই নাই, সেইবিলাক তেনেকৈ ছিৰিয়াছলী কোৱা কথা নহয় নহয়। এনেয়ে কথাৰ মাজতে কথাটো ওলাইছিল, তাকে মাই গৈ আপোনালোকক ক'লেগৈ।

মাষ্টৰ : কিন্তু তাই, অমলাইতো তাকে ধৰি আছে!

নবীন : নাই। সেইটো ধৰি থাকিবলগীয়া কথা নেকি?

মাষ্টৰ : নহয়, তাইৰ কথাৰ পৰা মই যি বুজিছিলোঁ, মাৰাই মোৰ লগত কথা পতাতো বৰ ডাঙৰ কথা নহ'ব পাৰে, কিন্তু তোমাৰ লগত তাইৰ বোলে এটা সম্পৰ্ক হৈছিল, তোমালোকৰ মাজত বোলে এটা বুজা-পৰা হৈছিল?

নবীন : এইবোৰ কথা অমলাই কৈছে নেকি?

মাষ্টৰ : তাইতো মোৰ লগত সেইবোৰ কথা খোলাখুলিকৈ পাতিব নোৱাৰে! ক'লোঁ নহয়, মই যি বুজিছিলোঁ—

নবীন : আপুনি ভুল বুজিছিল।

মাষ্টৰ : ওহোঁ। সেইটো নক'বা। মই কিয় ভুল বুজিম? স্কুলত ল'ৰা-ছোৱালীহঁতক কথা বুজোৱা, ঘৰত নিজৰ ছোৱালীজনীৰ কথা বুজা,— মোৰ কামৰ ভিতৰত এয়াইহে! তাতোনো মই ভুল কৰিমনে?

নবীন : তেওঁ যদি কিবা কৈছে, তেনেহ'লে তেওঁ বিপদত পৰি, উপায় নাপাই কৈছে।

মাষ্টৰ : হাঁ? কি ক'লা? তাৰ মানে?

নবীন : তেওঁ এতিয়া কোনোফালে উপায় নাপাই মোৰ নাম লৈছে। এইটো ভাল কাম হোৱা নাই নহয়!

মাষ্টৰ : নহয় নহয। বুজিছোঁ— তুমি বুজাব খুজিছা— সেই ঘটনাটোৰ পিছত তাই অথাই সাগৰত পৰি বাচিবৰ কাৰণে তোমাৰ নাম লৈছে' পিছে নহয় বোপা, তাই এইটো কথা সেই ঘটনাৰ বহুত আগতে কৈছিল। দেৱানন্দয়ো বোলে মন কৰিছিল—

নবীন : ঠিক আছে। আছিল বাৰু কিবা এটা কথা। কিন্তু আপুনিয়েই কওকচোন, তেনেকুৱা এটা ঘটনাৰ পিছত কথাবোৰ একে হৈ থাকিল নে?

মাষ্টৰ : তাকে মই তোমাক সুধিবলৈ বিচাৰি ফুৰিছোঁ নবীন। আগতে দুৱাৰ খুলিলেই দেখা পোৱা মানুহটোক আজিকালি লগ ধৰিবলৈ মাহৰ পিছত মাহ খাপ পাতি থাকিব লাগে, তাৰ পৰাই জানো মই বহুত কথা বুজা নাই? বুজিছোঁ। তথাপি মই ইমান কষ্ট কৰিছোঁ কিয জানা? মই তোমাৰ নিজৰ মুখৰ পৰা শুনিব খুজিছোঁ— এসমযত তাইৰ লগত তোমাৰ এটা সম্পৰ্ক থকাটো সঁচা, কিন্তু এই যে এটা ঘটনা ঘটি গ'ল, সেই ঘটনাটোৱে তাইক নষ্ট কৰিলে, পেলনীয়া কৰিলে, বদনামী কৰিলে, সেই কাৰণে তুমি তাইৰ পৰা আঁতৰিলা, ইফালে তোমাৰ সাহো নাই, সেই কাৰণে তুমি পলাই ফুৰিছা— এই কথাখিনি সঁচা নে মিছা, সেইটো মই তোমাৰ মুখৰ পৰা শুনিব খুজিছোঁ। [বৈ] কোৱা।

নবীন : এইবোৰ ক্ষেত্ৰত মোৰ কথাতকৈ মাৰ কথাতহে গুৰুত্ব বেছি।

মাষ্টৰ : [খং] সেইবোৰ আবোল-তাবোল নবকিবা। মই তোমাক বিচাৰি আহি মাৰাক পঞ্চাছবাৰ লগ পাইছোঁ আৰু প্ৰত্যেকবাৰেই মাৰাই কৈছে— এইবোৰ ল'ৰাইহে জানে। আজিকালিৰ ল'ৰা— আমাৰ কথা মতে কাম নহয়। পঞ্চাছবাৰৰ মূৰত আজি তোমাক লগ পাইছোঁ, আৰু আজি মাৰা ঘৰত নাই। গতিকে মাৰাৰ ওপৰত কথাবোৰ পেলাই দিবলৈ চেষ্টা কৰি নিজকে সৰু নকৰিবা। কোৱা, মই কোৱা কথাবোৰ সঁচানে মিছা?

নবীন : আপুনি ভুল বুজিছে। মই কৈছোঁ মাইঁতে তেনেকুৱা এটা ঘটনা সহজভাবে ল'ব নোৱাৰে।

মাষ্টৰ : কিন্তু লেকচাৰ তুমিহে মাৰা, মাৰাই নামাৰে নহয়। তোমাৰ লেকচাৰ শুনিহে বোলে তাই তোমাৰ ওচৰ চাপি আহিছিল।

নবীন : এতিয়া সেইবোৰ বহুত কথা ক'ব।

মাষ্টৰ : কোনে? অমলাই? চোৱা নবীন, তাই মোৰ ছোৱালী। তাই মোৰ বুকুৰ পৰা আঁতৰি গ'লে যি কষ্ট পাম, তাৰ কাৰণে মই সাজু হৈ আছোঁ। তাই গোটেই জীৱন মোৰ ডিঙিত ওলমি থাকিলে যি কষ্ট পাম, তাৰ কাৰণেও মই সাজু হৈ আছোঁ। আৰু ইফালে, তোমাক মই পঢ়াইছিলোঁ। গতিকে তোমাক মই বহুত কথা খোলাকৈ ক'ব নোৱাৰোঁ, কিন্তু তুমিও মোক ফাঁকি নিদিবা। এটা মানুহে তাইক বলাৎকাৰ কৰি গ'ল কাৰণে— এসময়ত তাইক ভাল পোৱা মানুহটোৱে এতিয়া তাইৰ বদনাম নাগাবা। তাইক সৰু নকৰিবা। তুমি সাহ কৰি ক'ব পাৰিব লাগিব— তাই ভাল ছোৱালী। তাইক মই ভাল পাইছিলোঁ, কিন্তু তাইৰ গাটো অশুচি হ'ল, সেই কাৰণে মই তাইক বিয়া নকৰাওঁ। কোৱা। তোমাৰ মুখৰ পৰা— যিখন মুখৰ পৰা হাইস্কুল পথাৰত— আমাৰ সকলোৱে সুখৰ কাৰণে কোৱা বহুত কথা শুনিলোঁ— সেইখন মুখৰ পৰা এইকেইটা কথা শুনো। কোৱা।

নবীন : আপুনি বহুত টান টান কথা কৈছে। এসময়ৰ শিক্ষাগুৰু কাৰণে মই সেইবোৰৰ উত্তৰ সেইটো সুৰত নিদিওঁ। কিন্তু মই অমলাৰ কথা কি ভাবোঁ, সেইবোৰ কোৱাৰ কোনো প্ৰয়োজন মই দেখা নাই। মই কেৱল ইমানকে পৰিষ্কাৰকৈ ক'লোঁ,— তেওঁৰ লগত মোৰ কোনো সম্পৰ্ক ঘটাটো সম্ভৱ নহয়। তেওঁক মই অশুচি বুলি ভাবোঁ নে দেৱী বুলি ভাবোঁ— সেইবোৰ অবান্তৰ কথা।

মাষ্টৰ : ভাল বাৰু নবীন। 'মৰিলেও মৰকামোৰ নেৰা' বুলি কথা এষাৰ আছে নহয়? 'নুবুৰে মানে বাবা' বুলি কথা এষাৰ আছে নহয়? সেইবোৰকে ভাবি— আশাটো এৰি দিয়া নাছিলোঁ। তোমালৈ মই বৰ আশাৰে বাট চাই আছিলোঁ বুইছা? আহোঁ। পিছে এটা কথা মনত ৰাখিবা নবীন। সেই দুৰ্লভ নামৰ চিপাহীটোৱে যদি তাইক বলাৎকাৰ নকৰিলেহেঁতেন, মই যদি তাক তাইক বিয়া কৰিবলৈ ধৰিলোঁহেঁতেন, তেনেহ'লে সি তাইক বিয়া নকৰালেহেঁতেন। কাৰণ, সি অকণমান খবৰ লোৱা হ'লেই গম পালেহেঁতেন— তুমি তাইৰ মনটোক হাজাৰবাৰ বলাৎকাৰ কৰি থৈছা। [যায়। উভতি আহে] তুমি দুৰ্লভ চিপাহীতকৈ হাজাৰ গুণে সৰু মানুহ। [আকৌ যাব খোজে। খণ্ডত আকৌ উভতি আহে।] মই খালী জানিবলৈ বাট চাই থাকিম— তোমাৰ পৰিবাৰৰ জীৱনত যদি এনেকুৱা এটা দুৰ্ভাগ্য ঘটে, তেনেহ'লে তাৰ পিছদিনাৰ পৰা তেওঁৰ প্ৰতি তুমি কেনেকুৱা ব্যবহাৰ কৰা।

লক্ষীৰাম : [বাহিৰত] বৰপিতাই! বৰপিতাই আছ নেকি?

মাষ্টৰ : কোনে কাক মাতিছা? [লক্ষী আহে। উধাতু খাই]

লক্ষীৰাম : বৰপিতাই! আপুনি ঘৰলৈ ব'লকচোন।

মাষ্টৰ : হৈছে কি? বৰ উধাতু খাই আহিছ দেখোন,!

লক্ষীৰাম : আহকচোন। দুৰ্লভ— দুৰ্লভ চিপাহী আহিছে।

মাষ্টৰ : দুৰ্লভ চিপাহী?

লক্ষীৰাম : অ'। [সকলো থৰ হৈ ৰৈ যায়। আঁৰকাপোৰ পৰে।]

# দৃশ্য : ১৩

## মঞ্চ : ২

[কয়দী দুৰ্লভক বিভিন্ন অৱস্থাত দেখুৱাব পৰা দৃশ্য। সপোন বা Flash back অৰ নিচিনা দৃশ্য। সংগীত। এইবাৰ দেখা গৈছে— কেইটামান কয়দীৰ লগত দুৰ্লভে কোৰ মাৰিছে। অলপ পৰ কোৰ মৰাৰ পিছত সি ৰৈ যায়। হাতেৰে ঘাম মচে। তাৰ পিছত এফালে চাই কিবা ভাবি থাকে। কিবা এটা শব্দ শুনি সি ওভোতা ফালে চায়। পুলিচ বিষয়া (অ' চি) হাঁহি মুখেৰে সোমায়। দুৰ্লভে দৌৰি গৈ তেওঁৰ ভৰি চুই সেৱা কৰিব খোজে। বিষয়া পিছুৱাই যায়। তাক মূৰত হাত ফুৰাই দিয়ে। দুৰ্লভে হাতযোৰ কৰি বিষয়াক কিবা কয়। অন্ধকাৰ।]

## মঞ্চ : ১

[মাষ্টৰৰ ঘৰৰ পাছফাল। কুসুমে কাপোৰ মেলি দি আছে।]

বিষয়া : [বাহিৰত] অমলা! অমলা আছা নে ঘৰত? ছাৰ আছে নেকি?

[দুয়োটা ঘৰৰ মাজেদি সোমাই আহে। কুসুম সোমাই যাব খোজে।]
ৰ'বাচোন। অমলা আছে ঘৰত? ছাৰ আছেনে?
[গাৰ কাপোৰ আৰু চুলি ঠিক কৰি কৰি অমলা লৰালৰিকৈ ওলাই আহে।]

অমলা : আপুনি ক'লৈ আহিল? কিবা খবৰ পালে নেকি?

বিষয়া : কাৰ?

অমলা : দেৱানন্দ ককাইটিৰ?

বিষয়া : নাই পোৱা, কিন্তু মই তোমাক সেইদিনা লগ পাওঁতেও কৈছিলোঁ নহয়, তেওঁৰ খবৰ এদিন নহয় এদিন মই তোমাক দিমেই' সেইটো কাম মই মোৰ দায়িত্ব হিচাপে লৈছোঁ। আজি পিছে মই অইন এটা খবৰ দিবলৈহে আহিলোঁ।

অমলা : বহিব নে?

বিষয়া : নাই নবহোঁ। থিয়ৈ থিয়ৈ খবৰটো দি যাওঁ।

অমলা : কাৰ খবৰ?

বিষয়া : দুৰ্লভৰ খবৰ। দুৰ্লভ চিপাহীৰ খবৰ। [অমলা আৰু কুসুমে চক্ খাই উঠে।] [সংগীত]

বিষয়া : [কুসুমক] আহা। তুমিও আহাচোন ওচৰ চাপি। [কুসুমে অলপ আগুৱাই আহি খুঁটাত ধৰি ৰৈ যায়।]

বিষয়া : [অলপ সময় ইফাল-সিফাল কৰি] এই পৃথিৱীখনত মানুহ চিনি পোৱাটোৱেই আটাইতকৈ টান কাম যেন লাগে বুইছা? তাক— দুৰ্লভক মই অনবৰতে মোৰ লগত থকা দুজন চিপাহীৰ এজন কৰি লৈছিলোঁ। মোৰ ধাৰণা আছিল— মই ঠিক মানুহ বাছি লৈছোঁ। কিন্তু সি যেতিয়া এনেকুৱা কাম কৰিলে, তেতিয়া মোৰ মানুহৰ ওপৰত বিশ্বাস হেৰাই গৈছিল, নিজৰ বিচাৰ-বুদ্ধিকো ঘিণ কৰিবলৈ মন গৈছিল। কিন্তু সি যেতিয়া গোটেই চৰকাৰখনে সহায় কৰিবলৈ ওলাওঁতেও এষাৰ মিছা কথা ক'বলৈ মান্তি নহ'ল, তেতিয়া মোৰ আকৌ সন্দেহ হ'ল— মই ঠিক মানুহকে বাছি লৈছিলোঁ নেকি?[লাইট কমি আহে। ইটো মঞ্চত [মঞ্চ-২] নিজৰ কোঠাৰ ভিতৰত দুৰ্লভ। ওচৰত এটা শুই আছে। দুৰ্লভে খবৰ কাগজৰ নুৱা এটা খুলি পঢ়িবলৈ চেষ্টা কৰে। ভালকৈ মণিব নোৱাৰে কাৰণে উঠি লাইটৰ ফালে কাগজবোৰ দাঙি ধৰি পঢ়িবলৈ চেষ্টা কৰে। তাৰ পিছত শুই থকাটোক জগুৱায়। শুই থকাটোৱে ইকাটি হৈ ভালকৈ কাপোৰ লৈ শুই থাকে। দুৰ্লভে নিৰাশ হৈ তাৰ ওচৰতে বহি কাগজবোৰ লুটিয়ায। এই দৃশ্যৰ ওপৰত বিষয়াৰ কথাৰ শেষৰখিনি পৰে। কথা শেষ হয়। মৃদু সংগীত। অন্ধকাৰ।] তাৰ পিছত মই তাক তিনিবাৰ জে'লৰ ভিতৰত দেখিছোঁ, লগ পাইছোঁ, জে'লৰ ভিতৰত অইন মানুহৰ মুখত তাৰ কথা শুনিছোঁ,— আৰু এতিয়া বুইছা অমলা— এতিয়া মোৰ মনত অকণো সন্দেহ নাই— মই ভুল কৰা নাছিলোঁ।
[বিষয়াই অহা-যোৱা কৰি আছে।]

বিষয়া : দেৱতাৰ নিচিনা মানুহৰ ভিতৰতো একোটা অসুৰ শুই থাকে বুজিছা! কেতিয়া যে সেই অসুৰ সাৰ পায়, সাৰ পালে যে সি কি ভয়ংকৰ মূৰ্তি ধৰিব পাৰে,— কল্পনাই কৰিব নোৱাৰি। জে'লৰ ভিতৰত তাক মোৰ অবোধ কেঁচুৱাৰ নিচিনা লাগিছিল বুইছা ? মোৰ এনেকুৱা লাগিছিল— এইবোৰ মানুহক ভালকৈ নুবুজাকৈ বেয়া পাই থাকিব নাপায়। আৰু সি বাৰে বাৰে মোক তোমাৰ কথা সোধে বুইছা?
[নিস্তব্ধ। সংগীত। অমলা আৰু কুসুমে চোৱা-চুই কৰে।]

সেই ঘটনাটোৰ খবৰ ওলোৱা, তোমাৰ খবৰ ওলোৱা ইমান জাপমান খবৰ কাগজ সি লগতে লৈ গৈছে। অনবৰত লগতে ৰাখে। সেইবোৰ খবৰৰ প্ৰতিটো শব্দ তাৰ মুখস্থ হৈ গৈছে। এতিয়া তাক জানিবলৈ লাগে তুমি কেনে আছা? কি কৰিছা? তোমাৰ কিমান কষ্ট হৈছে!—
[অমলাই মুখ আঁৰ কৰি উচুপে। কুসুম তাইৰ ওচৰলৈ আহে। তাইৰ বাহুত ধৰি তাই তীক্ষ্ণ দৃষ্টিৰে বিষয়ালৈ চায়।]

কুসুম : সি এতিয়া এইবোৰ খবৰ কিয় ল'ব?

বিষয়া : বোধকৰোঁ এইবোৰ খবৰৰ বাহিৰে ল'বলগীয়া খবৰ তাৰ আৰু একো নাই কাৰণে। তোমালোকে বোধকৰো জানাই— সত্যৰ পৰা সামান্যও লৰচৰ নকৰা কাৰণে সি পাব লগাতকৈ বহুত কম শাস্তি পাইছিল। এতিয়া তাৰ একমাত্ৰ চেষ্টা, কিমান ভালকৈ থাকি আৰু কিমান সোনকালে সি জে'লৰ পৰা ওলাব পাৰে। সি বোলে তোমাক লগ পাবলৈ আহিব।

অমলা : কিয়? মোক সি কিয় লগ পাব লাগিছে?

বিষয়া : জানো! মানুহৰ মন যে বৰ বিচিত্ৰ, সেই কাৰণে হ'বলা। ক'ৰ্ট-কাছাৰী, এনকোৱাৰী, মোকৰ্দমা— এইবোৰে এনেকুৱা বহুত প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে নহয়! মোৰ পিছে সেইবোৰ উত্তৰ বিচাৰি ফুৰোঁতেই বহুত সময় যায় বুইছা? এই যে আজি তোমাক কথাখিনি ক'লোঁহি, এইবোৰ মোৰ আচল চাকৰি কৰা যেন লাগে। সি দুৰ্লভে তাৰ লগৰ এটাক কি কয় জানা?
[অন্ধকাৰ]

মঞ্চ ঃ ২

[কাৰাগাৰৰ কোঠা। বন্ধুজন বিছনাত বহি আছে। গায়ে-মূৰে কাপোৰ লৈ। হাতত কাগজৰ নুৰাটো লৈ দুৰ্লভে থিয় হৈ নিজকে কোৱাৰ দৰে কৈছে।]

দুৰ্লভ : তাই এতিয়া নিশ্চয় খুব ডাঙৰ মানুহ হ'ল বুইছা? কিমান ডাঙৰ ডাঙৰ মানুহে তেতিয়াই তাইক কিমান সহায় কৰিবলৈ ওলাইছিল। মই যদি তাইৰ ওচৰলৈ যাওঁ, তাই মোক চিনিয়েই নাপাব চাগৈ। [বৈ] আৰু চিনি পালে বা কেনেকুৱা কৰে! কিজানি চিঞৰে— গুচি যা, আঁতৰ হ! আঁতৰ হ! কিজানি আকৌ চিঞৰি চিঞৰি মানুহ গোটায়! কিজানি মানুহবোৰে মোক আকৌ মাৰে! [বৈ] কিন্তু বন্ধু, তুমিতো জানাই তাইৰ বাহিৰে চিন্তা কৰিবলৈ মোৰতো আৰু কোনো নাই। মই— মই বৰ কষ্ট পাইছোঁ বন্ধু। জে'লত থকাৰ কাৰণে কষ্ট পোৱা নাই, কিন্তু তাইৰ কাৰণে বৰ কষ্ট পাইছোঁ।
[সংগীত। অন্ধকাৰ।]

## দৃশ্য ঃ ১৪

### মঞ্চ ঃ ১

[ৰাতি। মাষ্টৰৰ ঘৰৰ পাছ চোতাল। কুসুম পিৰালিত, খুঁটা এটাত আঁউজি বহি আছে। কাঠৰ হেঙেল থকা চকী এখনত, চোতালত, অমলা বহি আছে। অমলাই হেঙেলত আঙুলিৰে তবলা বজোৱাৰ নিচিনা কৰি গুণ গুণকৈ গান এটা গাই আছে। অলপ পিছত হঠাতে তাই পাতল সুৰত চিঞৰি উঠে।]

অমলা : বৰ আমনি লাগিছে অ'! [কুসুমে লাহেকৈ তাইৰ ফালে চায়]

কুসুম : কি আমনি লাগিছে?

অমলা : জানো কি আমনি লাগিছে। চব আমনি লাগিছে। [হঠাতে অলপ ডাঙৰকৈ] হেৰি নহয়, মোক বাৰু অলপ বুঢ়ী বুঢ়ী লাগে নেকি আজিকালি?

কুসুম : মইতো বুঢ়ী হ'লোঁৱেই।

অমলা : তোৰ কথা কোৱা নাই। [নিজৰ গালত হাত ফুৰাই] এই কিছু দিনৰ ভিতৰতে খুব বেছি বুঢ়ী হৈ গ'লোঁ নেকি?

কুসুম : দেখাত তেনেকৈ একো হোৱা নাই। সেইটো তোৰ মনৰ ভাব।

অমলা : [অলপ পৰ মনে মনে থাকি] এৰা। তই ঠিকেই কৈছ। মনৰেই ভাব। [গভীৰ উপলব্ধিৰ সুৰত] আচলতে কি হৈছে জান কুসুম? মই বৰ কাহিল হৈ পৰিছোঁ। একটিং কৰিবও নোৱাৰা হৈ আহিছোঁ। ভাল নালাগে।

কুসুম : একটিংতো তই অকলেই কৰা নাই? তয়ো কৰিছ, মোকো কৰাইছ। এইবোৰ চব বাদ দিওঁ দে।

অমলা : বাদ দিবি মানে সঁচা কথা কৈ দিবি? হুঁঃ। এতিয়া তোৰ কথা আৰু তোৰ গোসাঁইযেও বিশ্বাস নকৰে।
[পদূলিৰ ফালে চায়] নঙলা খোলা যেন শুনা নাইনে?

কুসুম : বৰপিতাই আহিল নেকি?

অমলা : পিতাই ইমান সোনকালে আহিবনে? [উঠি যায়। দুয়োটা ঘৰৰ মাজেদি আগফালে গৈয়েই দৌৰি উভতি আহে।]

অমলা : [চেপা মাত, ফুৰ্তিৰ সুৰ] একটিং কৰিব নোৱাৰা হৈ আহিছোঁ বুলি কওঁতেই একটিং। তই ভিতৰ সোমা। সুধিলে তই ক'ৰবালৈ গ'লি বুলি ক'ম।

কুসুম : [উঠি] কোননো?

অমলা : আহিছে এজন। যা। তই ভিতৰৰ লেমটো নবঢাবি।

কুসুম : জানো তই কি কৰ।

অমলা : অলপ একটিং কৰোঁ যা। [কুসুম যায়। দুৱাৰ মাৰে। অমলা বহে। ভগীৰথৰ মাত শুনা যায়।]

ভগীৰথ : মাষ্টৰ আছেনে? [সোমাই আহে অমলা উঠে]

অমলা : কোন? অ' খুৰা?

ভগীৰথ : কি কৰিছ? মাষ্টৰ আছেনে?

অমলা : মই সেইদিনা দেখোন আপোনাক ক'লোঁৱেই, পিতাই আজিকালি এনেকুৱা সময়ত ঘৰত নাথাকে বুলি?

ভগীৰথ : কৈছিলি নেকি? জানো? মনেই কৰিবলৈ নহ'ল।

অমলা : আপুনি আজিকালি ঢেৰ কথা মন নকৰে। [হাঁহে] পিতাই নাই যেতিয়া— বহিবনে যাব?

ভগীৰথ : এওঁতো বেছি পলম নকৰে? [বহে] তোৰ লগতো কথা দুটামান আছিল। অকণমান সময় বহোঁ দে। [কুসুমহঁতৰ ঘৰৰ ফালে চাই] এওঁ মাষ্টৰণী আছে নে নাই?

অমলা : নাই।

ভগীৰথ : নাই? ক'লৈ গ'ল?

অমলা : পিতাইৰ লগতে স্কুলৰ পৰা বাহিৰে বাহিৰে কিবা কামত গৈছে।

ভগীৰথ : হয় নেকি? এই গধূলিখন অকলে অকলে তোৰ ভয় নালাগে?

অমলা : নালাগে। ভালহে লাগে। মই যিমান পাৰোঁ বুদ্ধি কৰি সিহঁতক পঠিয়াইহে দিওঁ।

ভগীৰথ : কিয়?

অমলা : [গোজোৰা মাৰি] এ— সিহঁত থাকিলে কাৰো লগত মুকলি মনেৰে কথা এষাৰ পাতিব নোৱাৰি! ভাল নালাগে।

ভগীৰথ : [ভালকৈ বহি লয] এৰা! ঠিকেই কৈছ। মই আকৌ কামৰ পৰা এই গধূলিহে অলপ আজৰি পাওঁ। কেতিয়াবা আহিম বুলি ভাবোঁ, পিছে তাৰ পিছতে আকৌ ভাবোঁ, তইঁতে কিজানিবা আমনিযেই পাব।

অমলা : নাই! কিহৰ আমনি! আজিকালি কোনোবা আহক বুলি বাটলৈ চাই ব-হি থাকোঁ। কোনো নাহে হে নাহে! ক'লৈনো গ'ল জানো ইমানবোৰ মানুহ!

ভগীৰথ : হয়নে? মানুহ আহিলেনো তই কি কৰিবি?

অমলা : অবস্থা চাইহে ব্যবস্থা কৰিম! কোন কিয় আহিছে জানি ল'ম আকৌ!

ভগীৰথ : এই ধৰি ল'— ময়েই আহিলোঁ নহয়। তোৰ কেনেকুৱা লাগিছে?

অমলা : কিয় বা আহিছে, কওক আকৌ!

ভগীৰথ : মই এটা প্ৰস্তাৱ লৈ আহিছোঁ বুইছ?

অমলা : হয়নে? [তাই কৃত্ৰিম উৎসাহ দেখুৱাই মূঢ়া এটা টানি আনি বহি লয়।]

ভগীৰথ : তই মোক অলপ সহায় কৰি দিব লাগে। আচলতে কথাটো হ'ল তয়ো মোক সহায় কৰ, ময়ো তোক সহায কৰোঁ।

অমলা : এইটোতো বৰ ভাল কথা! বহলাই কওকচোন!

ভগীৰথ : মোৰ কামৰ হেঁচা বৰ বাঢ়ি গৈছে বুইছ। জানইতো পৰিষদখন দিনে দিনে ডাঙৰ হৈ গৈ আছে, ইফালে আচল কামৰ মানুহ কমি গৈ আছে—

অমলা : এৰা। এইটো বৰ বেয়া কথা হৈছে। পিছে খুৰা, মই কি কৰিব লাগিব?

ভগীৰথ : [নিজৰ জেপৰ পৰা তামোল উলিয়াই খায়] আমাৰ টাউনৰ অফিচটোৰ কিছুমান কাম চম্ভালিবলৈ মানুহ এজনীৰ দৰকাৰ হৈছে। এই ধৰি ল' ছেক্ৰেটাৰীৰ নিচিনা।

অমলা : ছেক্ৰেটাৰী! বাঃ বঢ়িয়া।

ভগীৰথ : ৰ'বিচোন, এনেকৈ জাঁপ মাৰি নুঠিবি। কামৰ কথাখিনি শুনি ল'!

অমলা : হয়তো! কেনেকুৱা কাম কৰিব লাগিব?

ভগীৰথ : এই ধৰি ল' চিঠি-পত্ৰ সামৰা, মানুহ আহিলে সোধা-পোছা কৰা, দৰখাস্ত দিলে লৈ ভালকৈ ফাইলত থৈ দিয়া।

অমলা : মই তেনেহ'লে টাউনত থাকিবগৈ লাগিব?

ভগীৰথ : সেইটোকে মই ভাবিছোঁ। ভাবি ঠিক কৰিছোঁ, তই সদায় যাব নালাগে। সপ্তাহত দুদিনকৈ যাবি। শুকুৰবাৰে গ'লি, শুকুৰ-শনি কাম কৰিলি, দেওবাৰে গুচি আহিলি।

অমলা : তাৰ পিছত আকৌ শুকুৰবাৰে যাম?

ভগীৰথ : ওঁ।

অমলা : তাত মই ক'ত থাকিম?

ভগীৰথ : অফিচৰ লগতে কোঠালি এটা আছে নহয়, তাতে থাকিব পাৰিবি।

অমলা : খুৰীও তাতে থাকিব?

ভগীৰথ : কোন খুৰী?

অমলা : আপোনাৰ খুৰীৰ কথা কৈছোঁ।

ভগীৰথ : এঃ! তেওঁ আকৌ কিয় যাব? তেওঁ এইবোৰ কামৰ মানুহ নহয় নহয়।

অমলা : তাৰ মানে মই তাত অকলে থাকিব লাগিব?

ভগীৰথ : অকলে মানে, ওচৰে-পাঁজৰে মানুহ আছে নহয়!

অমলা : সেইটোহে ডাঙৰ কথা হ'ল খুৰা। অকলে থাকিলে মানুহ কিছুমানে মোক বৰ আমনি কৰিব।

ভগীৰথ : কোনে আমনি কৰিব? কেনেকুৱা আমনি কৰিব?

অমলা : সেইটোনো কেনেকৈ বুজাওঁ? [দীঘলকৈ] সে-ইবাৰ যে আপুনি টাউনলৈ লৈ গৈছিল, মনত আছে? কোনোবা অফিচৰ বৰমূৰীয়া এজনক লগ ধৰাই দিবলৈ? দুদিন যে আছিলোঁগৈ?

ভগীৰথ : অঁ অঁ।

অমলা : সেইবাৰ দেখোন যাকেই লগ পাওঁ, সিয়েই দিগদাৰী কৰিছিল।

ভগীৰথ : [আচৰিত] হয় নেকি?

অমলা : আপুনিও কেনেকুৱা কৰি আছিল! মোৰ ইমান দিগদাৰী লাগিছিল।

ভগীৰথ : এঃ! মনে মনে থাক। [উঠি গৈ পিক পেলাই আহে] আচলতে তই এক নম্বৰ বেঙী বুইছ! সেই কাৰণেই তোৰ আজিও এই অৱস্থা। এতিয়া আৰু তেনেকুৱা বুৰ্বকামি নকৰিবি। [ওচৰ চাপি, চেপা মাতেৰে] কোনোবাই অকণমান আমনি কৰিলেই যেনিবা, এতিয়া আৰু তই আমনি পাব নালাগে নহয়। বয়সচোন যাবই এতিয়া! জীৱনটো এনেকৈয়ে শেষ কৰি দিবিনে? এটা লাইন ল'। কিবাকিবি এটা কৰ।

অমলা : [শান্ত] হয় খুৰা, কিবাকিবি এটা কৰিব লাগিল। বৰ আমনি লাগিছে। কিন্তু কি কৰোঁ খুৰা? কি লাইন লওঁ? মই বেঙী কাৰণে নিজে লাইন এটা ঠিক কৰি ল'ব নোৱাৰিলোঁ। নবীন ককাইটিহঁতে এটা লাইন দেখুৱাব খুজিছিল, সেই লাইনেদি অকণমান যোৱাৰ পিছতে সিহঁতৰ খবৰেই নোহোৱা হ'ল। আপোনালোকে লাইন দেখুৱাম বুলি আহে, অলপ পিছতে সকলোকে দুৰ্লভ চিপাহী— দুৰ্লভ চিপাহী যেন লাগে। ইফালে চাব দুৰ্লভ চিপাহী, সিফালে চাব দুৰ্লভ চিপাহী—

ভগীৰথ : নাই নাই, তই তেনেকৈ কিয় ক'ব? আমি যি কৰিছোঁ, তোৰ ভালৰ কাৰণে—

অমলা : [বাধা দিয়ে] মনটো বেয়া লাগি আছিল কাৰণে মই আজি আপোনাৰ লগত ফুৰ্তি কৰিম বুলি ভাবিছিলোঁ। কিন্তু এতিয়া আকৌ ফুৰ্তি কৰিবলৈ মন নোযোৱা হ'ল। আপোনালোকে ভাবে এইজনীৰ আৰু কিডাল বাকী থাকিল? দুৰ্লভ চিপাহীযেতো সকলো শেষেই কৰিলে। সেই কাৰণে এইডালক যি ইচ্ছা তাকে কৰিব পাৰি। তাইৰ আকৌ আমনিডাল কিহৰ?

ভগীৰথ : এ নহয় অ'। তই কথাবোৰ—

অমলা : ইমানবোৰ দুৰ্লভ চিপাহীযে পিনপিনাই ফুৰে, এটাক জে'লত ভৰাই থ'লে কিডাল হ'ব? সি যদি জে'লত থাকিব লাগে, আপোনালোক কিয় বাহিৰত থাকিব লাগে? মই আৰু বেছি লাজ পাওঁ বুলি সি বোলে মোক কাষ্ঠৰীলৈ নিৰ্বিলেকে নিদিলে, কিন্তু মইতো আপোনালোকৰ পৰা লাজ পায়েই আছোঁ। মোৰ কথা, দুৰ্লভ চিপাহীৰ কথা যে খবৰ কাগজত ইমানবোৰ ওলাল, আপোনালোকৰ কথা নোলাল কিয়? [খুঁটাত মূৰ দি কান্দে। ভগীৰথে কি কৰোঁ, কি নকৰোঁ কৰে। আগুৱাই যায়।]

ভগীৰথ : কান্দিছ কিয়? অ'ই অমলা, নাকান্দিবিচোন। [এই সময়তে কুসুম ওলাই বাৰাণ্ডাত থিয় হয়হি]

অমলা : আপোনালোকে কিয় বাৰে বাৰে মোক এনেকৈ সহায় কৰিবলৈ আহে? [কান্দে]

ভগীৰথ : [চাই থাকে] নাহোঁ বাৰু। শুনিছ? নাকান্দিবি। অ'ই অমলা।

[চাই থাকি যাবলৈ বুলি ঘূৰে। তেওঁ কুসুমক দেখে। অকণমান সময় তাইলৈকো থৰ লাগি চাই ৰয়। তাৰ পিছত যাযগৈ। সংগীত। অলপ পৰৰ পিছত]

কুসুম ঃ হ'ব দে। [অলপ পিছত অমলাই চকু-মুখ মচি পিৰালিত (ভেটিত) বহে।]

কুসুম ঃ মই দেখুৱাই নাকান্দো কাৰণে তই এনেকৈ কান্দি দেখুৱাব? তোতকৈ যে মোৰ দুগুণ কষ্ট সেইটো তই বুজ নে নুবুজ? [বহে। অলপ পিছত] আৰু এদিন যদি তই এনেকুৱা কৰা দেখোঁ, তেনেহ'লে চাবি, মই আৰু এইখন ঘৰত নাথাকোঁ। [খং] আৰু এইবিলাক মানুহক তই এনেকৈ লাই দিয় কিয়? এইবিলাকৰ লগত চুপতি মাৰ কিয়?

দুৰ্লভ ঃ [বাহিৰৰ পৰা, দুৰ্বল মাতেৰে] ঘৰত কোন আছে? [কুসুমইঁতে মুখ চোৱা-চুই কৰে] [বাহিৰৰ পৰা] কোনোবা আছে নে ঘৰত? [কুসুম যাব খোজে। অমলাই তাইক বাধা দি দুয়োটা ঘৰৰ মাজেদি আগ চোতাললৈ যায। দুয়োটা ঘৰৰ মাজতে তাই থমক খাই বৈ যায়। আন্ধাৰতে মণিব নোৱাৰি ভালকৈ চাবলৈ চেষ্টা কৰে।]

অমলা ঃ কোন?

দুৰ্লভ ঃ [তাক এতিয়া আধা আন্ধাৰৰ মাজত অলপ দেখা গৈছে] মই।

অমলা ঃ কোন মই? [পিছুৱাই আহে। যেন ভয় খাইছে।]

দুৰ্লভ ঃ মই দুৰ্লভ। দুৰ্লভ চিপাহী।
[অমলা কোবেৰে পিছুৱাই আহে। কুসুম থিয হয। তাই দৌৰ মাৰি অমলাইঁতৰ ঘৰৰ দুৱাৰ এখনৰ আঁৰ হয। দুৰ্লভ আগুৱাই আহি চোতালত বৈ যায়। (তাৰ মুখত অলপ অলপ ডাটি-গোঁফ আছে)]

অমলা ঃ কোন দুৰ্লভ চিপাহী?— সে— ই [অমলাই ভিতৰলৈ লৰ মাৰে। অলপ পিছত তাই লেমটো লৈ ওলাই আহে। দুৰ্লভৰ ওচৰত থিয় হৈ লেমটো দাঙি ফিটা বঢাই দিয়ে। চাই থাকে। কুসুম আন্ধাৰত থাকে।]

অমলা ঃ সেই দুৰ্লভ?

দুৰ্লভ ঃ হয়?

অমলা ঃ আপুনি ক'ৰ পৰা আহিছে? ক'লৈ আহিছে?

দুৰ্লভ ঃ মই জে'লৰ পৰা আহিছোঁ। মোক পৰহি মুকলি কৰি দিছে। এতিয়া মই— [বৈ যায]

অমলা ঃ [বৈ] কওক কি ক'ব খুজিছে। [বৈ] ক'লৈ আহিছে? ইয়ালৈ কিয় আহিছে?

দুৰ্লভ ঃ মই অমলাৰ খবৰ ল'বলৈ আহিছোঁ।

অমলা ঃ অমলাৰ খবৰ? কি খবৰ?

দুৰ্লভ ঃ তেওঁ কেনে আছে? ক'ত আছে? কি কৰিছে—

অমলা ঃ আপুনি তেওঁ এতিয়াও জীয়াই আছে বুলি ভাবিছে নেকি? [নিস্তব্ধ] আপুনি তাইক যি ব্যৱহাৰ কৰিলে, তাৰ পিছতো কোনোবা ছোৱালী জীয়াই থাকে নেকি? [লেমটো থয়]

দুৰ্লভ ঃ নহয়, নহয়, তেনেকুৱা কথা নক'বা। মোক এবাৰ দত্ত ছাৰে কৈছিল— তেওঁ গাঁৱতে আছে, ঘৰতে আছে—[ঘৰটোলৈ চায়]।

অমলা ঃ থাকিলেই যেনিবা ঘৰতে, এতিয়া তেওঁৰ খবৰ লৈ কি লাভ হ'ব? গাত জীৱটো থাকিলেই মানুহক জীয়াই থকা বুলি নকয় নহয়। আপোনাৰ ইমান সাহ? আকৌ এইখন চোতালত ভৰি দিবলৈ আপোনাৰ ভয় লগা নাই? আপোনাৰ লাজ লগা নাই?

দুৰ্লভ : নাই লগা। লাজো লগা নাই, ভয়ো লগা নাই। আজি ইমানদিনে মই কেতিয়া জে'লৰ পৰা ওলাবলৈ পাওঁ, তাৰ কাৰণে বলিয়াৰ নিচিনা হৈ আছোঁ। মোৰ আই-বোপাই কোনো নাই, গোটেই জীৱনটো জে'লত থাকিলেও মোৰ দুখ নাই, কিন্তু তেওঁৰ কাৰণেই মই ইমান হেঁপাহেৰে বাহিৰলৈ ওলাই আহিছোঁ। পোনে পোনে ইয়ালৈকে আহিছোঁ। কাকো মুখ দেখুওৱাৰ মোৰ সাহ নাই, কিন্তু মই অমলাক লগ পাবই লাগিব।

অমলা : কিয়?

দুৰ্লভ : মই যি দোষ কৰিলোঁ— তাৰ কাৰণে তেওঁৰ আগত হাত যোৰ কৰি ক্ষমা খুজিব খোজোঁ। তেওঁৰ লগত তেনেকুৱা ব্যৱহাৰ কৰাৰ পিছত— মই আৰু কেতিয়াও অইন কোনো তিৰোতা মানুহৰ কাষ চাপিব নোৱাৰোঁ। তেওঁ অইন কাৰোবাৰ কাষ চাপিব— সেইটোও মই সহ্য কৰিব নোৱাৰোঁ। মই— মই জানোৱাৰৰ নিচিনা কাম কৰিলোঁ হয়, কিন্তু আচলতে তেওঁক মোৰ বৰ— মৰম লাগিছিল।

অমলা : মৰম লাগিছিল?

দুৰ্লভ : হয়। এই কেইবছৰে মই সেই একেটা কথাকে ভাবি আছোঁ, যিমানে দিন গৈছে সিমানে বেছিকৈ বুজিছোঁ, তেওঁ নোহোৱাকৈ, মই অকলে জীয়াই থাকি সুখ নাপাম।

অমলা : তাৰ মানে, আপুনি তাইৰ লগত ঘৰ-সংসাৰ কৰিব?

দুৰ্লভ : কৰিম।

অমলা : আপুনি অকলে তেনেকৈ ভাবি থাকিলে নহ'ব নহয়। ছোৱালীজনীয়ে নৰকৰ যাতনা ভুগিলে, মানুহে তাইক ঘিণ কৰিবলৈ ল'লে, তাইক বিয়া কৰাবলৈ ওলোৱা ল'ৰাটোৰ খবৰ নোহোৱা হ'ল, যিখিনি দিন হাঁহিব লাগে, সেইখিনি দিন তাইৰ কান্দোতেই গ'ল,— সেইটো মানুহক এতিয়া তাই—

দুৰ্লভ : তেওঁ যদি এতিয়াও তেনেকৈ আছে, তেনেহ'লে মোৰ ওচৰলৈ আহিলেহে ভাল হ'ব। আমি যেনিবা এদিন একেলগে আছিলোঁ, বহুত দিনৰ কাৰণে মই ক'ৰবালৈ গৈছিলোঁগৈ, আকৌ আহিলোঁ। মই বেয়া মানুহ হোৱা হ'লেতো আকৌ এনেকৈ দৌৰি নাহিলোঁহেঁতেন। তেওঁ অইনৰ ওচৰলৈ যোৱাটোহে বেযা কথা হ'ব। মই নিজে অমলাক এবাৰ সকলো কথা কৈ চাওঁ। মোৰ বৰ মন গৈছে তেওঁক লগ পাবলৈ।

অমলা : আপুনিতো তেওঁৰ লগতে কথা পাতি আছে। [ৰৈ] [দুৰ্লভে ভেবা লাগি চাই থাকে] মোৰ নামেইতো অমলা। [নিস্তব্ধ]

দুৰ্লভ : [আচৰিত হয়] তুমি তেনেকৈ কিয় কৈছা?

অমলা : সঁচা কথা কৈছোঁ। মোৰ নামেই অমলা।

দুৰ্লভ : কি?

অমলা : সোধক, গোটেই গাঁৱৰ মানুহ, গোটেই দেশৰ মানুহ মাতি আনি সোধক— মই অমলা হওঁ নে নহওঁ।

দুৰ্লভ : [চিঞৰি] নহয় নহয়, হ'বই নোৱাৰে। মই অমলাক ভালকৈ চিনি পাওঁ। তেওঁৰ চেহেৰাটোৱেই যদি মোৰ মনত নাই, তেনেহ'লে আৰু কি মনত থাকিল?

অমলা : অঁ। ময়েই অমলা, আপুনি মোৰেই অপকাৰ কৰিলে বুলি গোটেই পৃথিৱীয়ে জানে—

দুৰ্লভ : হ'বই নোৱাৰে। মোৰ ভালকৈ মনত আছে— মই তোমাক খুব জোৰে মাৰি পেলাই দিছিলোঁ, তুমি মনে মনে পৰি আছিলা।

অমলা : আপুনি অমলা নামটোনো ক'ত শুনিলে?

দুৰ্লভ : খবৰ কাগজত, সেই কেইদিন সকলোৰে মুখে মুখে। [জেপৰ পৰা খবৰ কাগজৰ পেকেটটো উলিয়াই দেখুৱায়] এইবোৰ খবৰ কাগজ।

অমলা : তেনেহ'লে? সেইবোৰততো মোৰ কথাকে লিখিছে। খবৰ কাগজত জানো মিছা কথা ওলায়? নোলায় নহয়।

দুৰ্লভ : যদি তোমাৰ নাম অমলা, তেনেহ'লে খবৰ কাগজত চব মিছা কথাহে ছপা হয়।

অমলা : তাৰ মানে আপুনি মোক চাবলৈ অহা নাই? [হাঁহে। দুৰ্লভে চাই থাকে।] মোৰ লগত ঘৰ-সংসাৰ নকৰে? [চাই থাকি জোৰেৰে হাঁহিবলৈ ধৰে। হাঁহি হাঁহি যেন ভাগৰি পৰে।] কুসুম, আহ, ওলাই আহ। [কুসুম লাহে লাহে ওলাই আহে। দুৰ্লভ থৰ লাগে।] এখেতৰ কথাবোৰ শুনিলি? এখেতৰ কাৰণেই ইমান কষ্ট কৰি, ইমান দিন কটালোঁ, শেষত এখেতেও মোক কেনচেল কৰি দিলে দেখিলি? উস্। কি কৰিবি। বাৰু বাদ দে। মই ভাবিছোঁ— এতিয়া তই প্ৰথমতে এখেতক হাত-ভৰি ধুবলৈ পানী দে, তাৰ পিছত চাহ আৰু লগত কিবাকিবি দে, তাৰ পিছত তোৰ চৌকাতে আমি আজি চবৰে কাৰণে ভাত ৰান্ধিম। হ'ব?

দুৰ্লভ : কিন্তু— কথাবোৰ মই বুজা নাই।

অমলা : সেইবোৰ ইমান সোনকালে বুজিব নালাগে। সঁচা কথা হ'ল মোৰ নাম অমলা, এইৰ নাম কুসুম। বাকী যিখিনি সঁচা, সেইখিনি অকল আপোনালোক দুজনে জানে। তাৰ বাহিৰে বাকী চব মিছা। বাৰু হ'ব। কুসুম, তই পানী-দুনি দে। মই অকণমান ভিতৰলৈ যাওঁ। বৰ ভাগৰ ভাগৰ লাগিছে। [যায়। কুসুম আৰু দুৰ্লভে দুয়ো দুয়োলৈ চাই থাকে।] [লাহে লাহে অন্ধকাৰ হয়।]

# দৃশ্য : ১৫

## মঞ্চ : ১

[মাষ্টৰৰ ঘৰৰ আগচোতাল। সভানেত্ৰী ৰফিক, ভগীৰথ, কেমেৰামেন, ৰিপ'ৰ্টাৰ, দুৰ্লভ, অমলা। কেমেৰামেনে সকলোৰে ফটো তুলি ফুৰিছে। দুৰ্লভৰ গাত ভাল সাজ-পাৰ, দেখিলে দৰা যেন ভাব এটা আহে। (কিন্তু পাটৰ পাঞ্জাবী ইত্যাদি পিন্ধা নাই।]

কেমেৰামেন : [দুৰ্লভ আৰু কুসুমক] আপোনালোক অকণমান এইখিনিলৈ আহকচোন। [তেওঁলোক আহে] এইখিনিতে থিয় হওক। আৰু অলপ ওচৰ চাপি দিয়কচোন। [কেমেৰাৰে চাই] আৰু অলপ। হ'ব। [নিজে অলপ লৰচৰ কৰি] এইফালে চাবচোন। হ'ব। ৰেডী? [ফটো তোলে] আৰু এখন। [আকৌ তোলে। এইখন তুলি থাকোঁতেই মাষ্টৰ আহে। যেন উধাতু খাইহে আহিছে।]

মাষ্টৰ : [চাই] আপোনালোক আহিছে? ভাল ভাল। বহিবলৈ কিবাকিবি পাইছেনে? [ৰিপ'ৰ্টাৰক] তুমি দেখোন থিয় হৈয়েই ৰ'লা। অ'ই অমলা, যাচোন মুঢ়া-চুঢ়া কিবা এটাকে—

ৰিপ'ৰ্টাৰ : নাই নাই নালাগে। মই ইচ্ছা কৰিয়েই বহা নাই।

মাষ্টৰ : মই আকৌ— আৰু কাক কাক পাওঁ বিচাৰি গৈছিলোঁ। ভুবন যে, মনত আছে নে আপোনালোকৰ? সেই যে আমাৰ কুসুমৰ লগত প্ৰেম-পীৰিতি কিবাকিবি কৰি বিয়া-বাৰুৰ কথা চলাই আছিল, তেওঁৰ খবৰ কৰিলোঁ, তেওঁ বোলে তেওঁৰ কেঁচুবাটোক বেজী দিয়াই আছে, আজি দুই নম্বৰ বেজীটো দিয়াবলৈ হস্পিতাললৈ গ'ল। নবীনহঁতৰ সংঘটোৰো কাৰোবাক

লণ্ডনে বিচাৰিলোঁ, নাই— সংঘটোতো ভাগিয়েই গ'ল,—মানুহাবোৰকো নেদেখো হ'লোঁ। মাকক গুৱাহাটীলৈ নিবলৈ আহি নবীন ইয়াতে আছেহি— কিন্তু তেওঁক লগ নাপালোঁ। তেওঁ অহা হ'লে বৰ ভাল আছিল। বাৰু হ'ব, আপোনালোক আছে যেতিয়া। কিনো হ'ব এতিয়া? মিটিংহে হ'ব হ'বলা? হওক তেনেহ'লে, মিটিং আৰম্ভ হওক।

অমলা : ক'ৰনো মিটিং? কিহৰ মিটিং উলিয়ালি আকৌ।

মাষ্টৰ : মিটিঙৰ বাহিৰেনো আৰু কিডাল হ'বলৈ আছে?

সভানেত্ৰী : ঠিক তেনেকুৱা মিটিং নহয়। অমলাই ঠিকেই কৈছে। আমাৰ কথাটো হ'ল— নিজৰ বান্ধৱীৰ কাৰণে, একেলগে থকা ছোৱালীজনীৰ জীৱনৰ সুখৰ কাৰণে, অমলাই যি ত্যাগ কৰিলে, নিজৰ জীৱনলৈ যি কষ্ট মাতি আনিলে, তাৰ তুলনা ইতিহাসত সহজে পোৱা নাযায়।

ভগীৰথ : [জোৰ দি] সহজে কিয়, বহুত কষ্ট কৰিলেও পোৱা নাযায। এনে ঘটনাৰ দৃষ্টান্ত অতি বিৰল।

সভানেত্ৰী : অমলাৰ এনেকুৱা কামৰ কাৰণে আমি গৌৰৱ অনুভৱ কৰিছোঁ। নাৰী সমাজৰ কাৰণে এইটো গৌৰৱৰ কাম, উজ্জ্বল আদৰ্শৰ কাম। তেওঁ যি ধীৰ-স্থিৰ ভাবেৰে আজি ইমান দিনে এই ঘটনাটো— হেৰি কৰিলে— মানে কি বুলি ক'ম— মানে চম্ভালিলে,— সি আমাক সকলোকে বিস্ময়ত অভিভূত কৰাইছে, আমি অবাক হৈছোঁ।

ভগীৰথ : মইতো প্ৰথমতে চৰগঁ পৰা মানুহৰ নিচিনাই হ'লোঁ। হাঁ? ই কি? অদ্ভুত কথা! কিন্তু ৰাইজ, মোৰ মনটো হ'লে প্ৰথমৰ পৰাই চেবাই আছিল। কিবা খুঁত-খুঁত কৰি আছিল। যোৱা চাৰি-পাঁচ বছৰে মইতো তাইক চকুৰ আগতে ৰাখিছোঁ। তাইৰ হাব-ভাব, কথা-বতৰা, স্বভাৱ-চৰিত্ৰ— এই সকলো দেখি মোৰ মনলৈ কি কথাটো আহে জানে? গংগা নদী বৈ আছে নহয়! কেনে পবিত্ৰ তাৰ পানী! কিন্তু কোনোবা এটা ঘাটত কোনোবাই লেতেৰা গা, লেতেৰা কাপোৰ ধুলে বুলিযেই গোটেই নদীখনৰে পানী লেতেৰা হ'ব নে? মই সদায় ভাবি আছিলোঁ— কিবা এটা লেতেৰা ঘটনা ঘটি গ'ল যদিও তাই চাফা,— গংগাৰ পানীৰ নিচিনা নিৰ্মল। কিন্তু যেতিযা শুনিলোঁ, তেনেকুৱা লেতেৰা ঘটনা একো ঘটাই নাই, তেতিযা কৈছোঁ নহয ৰাইজ— মোৰ মূৰটো দোঁ খাই পৰিল। কি চৰিত্ৰ! কি ত্যাগ!

মাষ্টৰ : তোমালোকে যে ত্যাগ ত্যাগ কৰি আছা, তাইৰ আৰু ভোগৰ দিন নাই বুলি তাইক বিসৰ্জনেই দিলা নেকি? [কুসুম ভিতৰলৈ যায়]

ভগীৰথ : নাই নাই, কিয বিসৰ্জন দিম? আমি তাইক চাম। তাইৰ নিচিনা এজনী ছোৱালীক চাবলৈ পোৱাটো আমাৰ পৰিষদৰ কাৰণে ভাগ্যৰ কথা। আমি কাইলৈকে মিটিং পাতি এই বিষয়ে এটা প্ৰস্তাৱ ল'ম। এইটোক আমি ৰাইজৰ সেৱাৰ এটা অংগ হিচাপে ল'ম। সেইখিনিকে যদি কৰিব নোৱাৰোঁ, তেনেহ'লে আমি আছোঁ কি কৰিবলৈ?

সভানেত্ৰী : আৰু এওঁ দুৰ্লভৰ মাজতো আমি যিটো পৰিচয় পালোঁ—

ভগীৰথ : [হাত তুলি] ময়ো তাকে ক'ব খুজিছিলোঁ।

সভানেত্ৰী : তাৰ মাজত তেওঁৰ এক বিৰাট মহত্ত্ব ফুটি উঠিছে। [ভগীৰথে হাতেৰে সমৰ্থন কৰে।] তেওঁ যে নাৰীৰ সম্মানৰ প্ৰতি এনেকুৱা ভাব ইমান দিনে মনত পুহি ৰাখিলে, তাৰ বাবে তেওঁক আমি ধন্যবাদ জনাবই লাগিব। ভুল মানুহে কৰেই, কিন্তু এনেকৈ ভুলৰ সংশোধন কৰাটোতহে বেছি বাহাদুৰি আছে।

ভগীৰথ : হযতো।

ৰিপ'ৰ্টাৰ : [দুৰ্লভক] আপুনি এই বিষয়ে কিবা ক'ব নেকি?

দুৰ্লভ : মইনো কি ক'ম? মই চিপাহী মানুহ, আটাইতকৈ ডাঙৰ চুৰি এটা মযেই কৰিলোঁ, আটাইতকৈ

ডাঙৰ চোৰটো ময়েই ধৰিলোঁ, সেই কাৰণে মনটো ভাল লাগিছে।

অমলা : সেই কাৰণে [কুসুমক দেখুৱাই] সেযা আটাইতকৈ ডাঙৰ পুৰস্কাৰো পালে।

সভানেত্ৰী :
ভগীৰথ : } ঠিক, ঠিক কৈছা

[সকলোৱে বাটলৈ চায়। নবীন আৰু পুলিচ বিষয়া আহে। বিষয়া Civil Dressঅত।]

ভগীৰথ : দস্তু চাহাব আকৌ ক'ৰ পৰা ওলালহি? [মাষ্টৰ উত্তেজিত হয়। আঁতৰি যায়।]

বিষয়া : নাই এনেযে এইফালে আহিছিলোঁ। এওঁক এঠাইত লগ পালোঁ। আপোনালোক ইয়াত থকাৰ কথাটো মই জানো। সেই কাৰণে এওঁক বোলো ব'লাচোন আমিও এপাক মাৰোঁ। সেইবুলি এওঁক এৰেষ্ট কৰি লৈ আহিছোঁ। [হাঁহে]

ভগীৰথ : এৰেষ্ট? ক'তা? হেণ্ডকাফ নায়েই দেখোন!

বিষযা : মই আকৌ এনেকৈ চিভিল ড্ৰেছত হেণ্ডকাফ নোহোৱাকৈ মানুহ এৰেষ্ট কৰিহে ভাল পাওঁ। [হাঁহে] [কুসুমে ট্ৰে'ত চৰবত লৈ থিয় হযহি। সকলোৱে চায়। তাইৰ সাজটোও ভাল। তাইৰ কইনা কইনা ভাব এটা আছে। তাই এফালৰ পৰা চৰবত দি আছে।]

ভগীৰথ : আন। দে। পিছে কথা কওঁতে কওঁতে ডিঙি শুকাই গৈছে কাৰণেহে আজি এই গিলাচ ল'লোঁ। আচলতে কিন্তু এনেকৈ নহ'ব।

সভানেত্ৰী : সেইটো হ'লে সঁচা। পিছে আমি ভাবিছোঁ, আমাৰ সমিতিৰ তৰফৰ পৰা বৰঙণি তুলি ডাঙৰকৈ— একেবাৰে এটা উছৱৰ নিচিনাকৈ এওঁলোকৰ বিয়াখন পাতোঁ। এটা আদৰ্শমূলক কাম হওক। দহে দেখক।

ভগীৰথ : ঠিক। ঠিক কৈছে, আমাৰ পৰিষদৰ ফালৰ পৰাও—

মাষ্টৰ : হ'ব হ'ব। [অমলাক খং] অ'ই, তহঁত ভিতৰলৈ যা। মই এখেতসকলক কথা দুটামান কওঁ। বুইছা ভগীৰথ, এনেকুৱা ঘটনা একোটা ঘটিলে কিবা উছৱ হৈছে বুলি ভাবিব নালাগে। শ্মশানত ভাং খাবলৈ পাব কাৰণে কিছুমান ভণ্ডুৱাই কাৰোবাৰ ঘৰত কোনোবা মৰিলেও উছৱ হোৱা যেন পায। সেইটো ভাল কথা নহয় নহয়। কিবা এটা চিএৰ-বাখৰ কৰাৰ সুবিধা বিচাৰি ফুৰিব নালাগে নহয়। এপইচা দান দিযাৰ নামত দহ পইচা উপাৰ্জন কৰাৰ বাট বিচাৰি ফুৰিব নালাগে নহয়।

ভগীৰথ : তুমি এইবোৰ কথা কাক কৈছা?

মাষ্টৰ : গোটেই দেশখনকে কৈছোঁ। মোৰ ছোৱালীজনীৰ কপালক জখলা বুলি ধৰি লৈ কোনেও ওপৰলৈ বগাবলৈ চেষ্টা কৰিব নালাগে নহয়!

অমলা : পিতাই তই মনে মনে থাক। এতিয়া সেইবোৰ কথা নুলিয়াবি।

মাষ্টৰ : এতিয়া নুলিয়াই আৰু কেতিয়া উলিয়াম? মোৰ চোতালত আৰু এখেতসকল কেতিয়া গোট খাবহি? মই মৰিলে? আজি মই ক'মেই।

ৰিপ'ৰ্টাৰ : কওকচোন আপুনি কি ক'ব খুজিছে?

মাষ্টৰ : [ৰিপ'ৰ্টাৰক] তুমিয়েইতো কিমান কথা লিখিলা। এইখন দেশত— কিমান ঘৰৰ আবিয়ৈ ছোৱালীয়ে গোপনে, চুৰকৈ, নিজে নিজে লেঠা লগাই নে নলগায়? কোৱা— লগায় নে নলগায়?

ৰিপ'ৰ্টাৰ : লগায়।

মাষ্টৰ : সেইবাৰ যেনেকৈ, ছোৱালীজনীৰ জীৱনটো বচাবলৈ, টিপি-টাপি ঢাকি থৈ দিয়া, [অমলাক দেখুৱাই] ইহঁতৰবোৰো তেনেকৈ থৈ দিবা। সেইবোৰ ছোৱালীয়ে যেনেকৈ পিছত ঘৰ-সংসাৰ পাতি কোলাত কেঁচুৱা লৈ হাঁহি-মাতি ঘূৰি ফুৰে, ইহঁতকো তেনেকৈ ফুৰাৰ সুবিধা

কৰি দিবা। চব ঘটনাক বাতৰি নকৰিবা। [হঠাতে খং, নবীনক দেখুৱাই] এইজনৰ কথা নিলিখা কিয়? এওঁ মোৰ ল'ৰাটোক মোক ওভোতাই দিব লাগিছিল, আৰু নিব লাগিছিল এইক [অমলাক দেখুৱাই]। এওঁ এইক কথা দিছিল। কিন্তু এওঁ কৰিলে কি? ল'ৰাটোক লৈ গ'ল— আৰু এতিয়া কয়,— এই মিছলীয়া। দুৰ্লভৰ যদি শাস্তি হয় এওঁৰ শাস্তি নহয় কিয়? [ফটো গ্ৰাফাৰক] এওঁৰ ফটো নোতোলা কিয়? [নিস্তব্ধ]

নবীন : [অলপ পিছত] আপুনি আৰু একো ক'ব নালাগে ছাৰ। ইন্সপেক্টৰ দত্তৱো মোক বহুত কথা কৈছে। মোৰ ভুলৰ কথা মই স্বীকাৰ কৰিছোঁ ছাৰ। মই পিছত আহিম।

অমলা : ক'লৈ?

নবীন : তোমালোকৰ ওচৰলৈ।

অমলা : কিয়?

বিষয়া : মাজৰ গোটেই কথাখিনি তেওঁ পাহৰি যাব খোজে। যিটো সম্পৰ্কৰ কাৰণে এদিন তেওঁ তোমাৰ ওচৰলৈ আহিছিল, সেই সম্পৰ্কটোকে তেওঁ পাতিব খোজে।

অমলা : হ'বই নোৱাৰে' মোৰ আৰু তেনেকুৱা কোনো সম্পৰ্কৰ— অন্ততঃ এইজন মানুহৰ লগত— দৰকাৰ নাই। [নবীনক] কিয় এতিয়া আকৌ মোৰ ওচৰলৈ আহিব খুজিছা? দুৰ্লভৰ মোৰ লগত একো সম্পৰ্ক হোৱা নাছিল বুলি জানিলা কাৰণে? কোনো লাভ নাই? আজি ইমান দিনে এটাৰ সলনি পঞ্চাছটা দুৰ্লভৰ লগত মোৰ সম্পৰ্ক হৈ গৈছে। যোৱা। তোমাৰ নিচিনা মানুহৰ লগত সম্পৰ্ক কৰাতকৈ মই ভগীৰথ খুৰাই ঠিক কৰি দিয়া সেই টাউনৰ ঘৰটোত থাকি ফূৰ্ত্তি কৰিম। সেয়া বহুত ভাল। এই কুসুমে যেনেকৈ ভুৱনৰ ভটো শুনিলেও নাক কোঁচায়, মযো তেনেকৈ তোমাৰ ছাঁটোৰ কথা মনত পৰিলেও গা ধুম। যোৱা। মোৰ চকুৰ আগৰ পৰা আঁতৰি যোৱা। গুৱাহাটীৰ ঘৰটোৰ ওপৰ মহলাটো সম্পূৰ্ণ কৰাগৈ। তাৰ পিছত ওপৰত মহলাত থকাৰ উপযোগী মানুহ যোগাৰ কৰি লোৱাগৈ। মই এই মাটিতে লেটি লৈ থাকিম। কিন্তু উঁযে যেনেকৈ ভেটিৰ তলে তলে ডাঙৰ ডাঙৰ ঘৰো খান্দে, মই তেনেকৈ তোমাৰ গোটেই জীৱনটো খান্দি পেলাম চাবা। মই কেঁচুৰ নিচিনাকৈ জীযাই নাথাকোঁ। সৌ পাছ চোতালত দিয়া তোমাৰ চব লেকচাৰ মই তোমাকে ওভোতাই দিম। তোমাৰ নিচিনা এশটা নেতা মোৰ চোতালৰ পৰা আঁতৰি যোৱাৰ তুলনাত, দুৰ্লভ চিপাহীৰ নিচিনা বদনামী মানুহ এটা ওচৰ চাপি অহাটো বহুত লাভৰ কথা।

নবীন : তুমি ইমান কথা—

অমলা : [গৰ্জি] যোৱা তুমি মোৰ চকুৰ আগৰ পৰা।

[নিস্তব্ধ। নবীন, পাছে পাছে বিষয়া গুচি যায। পোহৰ কমে। মানুহবিলাক যাবলৈ ওলায়।]

মাষ্টৰ : আপোনালোকো যাওক। আপোনালোকক মই হাতযোৰ কৰিছোঁ, আপোনালোকে উপযাচি আহি আমাৰ সেৱা নকৰিব। আপোনালোকৰ সেৱাত বিষ আছে। সৰুতে যে শুনিছিলোঁ— ভূত-পিশাচ-ডাইনী-যখিনীৰ চকু পৰিলে কেঁচুৱাৰ অমংগল হয়, তেনেকৈ আপোনালোকে সেৱা কৰিলেও ৰাইজৰ অমংগল হয। আপোনালোকৰ চকু নপৰিলেই আমি কিবা উপায়েৰে জীযাই থাকিম, ডাঙৰীযাসকল।

[হাতযোৰ কৰি ৰৈ থাকে।]

[দূৰত নামঘৰত দবা বাজে। দুৰ্লভে লেম এটা লৈ ওলাই আহে। সি লেমটো লৈ ৰৈ থাকে।]

# অমৃত

## চৰিত্ৰ পৰিচয়

**পুৰুষ ঃ**

১। তিলক
২। মহেন্দ্ৰ
৩। বিষ্ণু
৪। গগন
৫। মহোধৰ
৬। দ্বিতীয় অফিচাৰ
৭। বিজয
৮। হৰিব
৯। লক্ষেশ্বৰ
১০। কৈলাশ
১১। দৈমাৰী
১২। সোমেশ্বৰ
১৩। গোপাল
১৪। গিৰিধৰ (নেতা-১)
১৫। ৰজনী (নেতা-২)

**নাৰী ঃ**

১। প্ৰভা
২। জোনাকী
৩। সবলা
৪। ৰৰমাই (ৰাধিকা)
৫। মিনতি
৬। লাৱণ্য

# মঞ্চ ঃ ১

[মাজ নিশা। গাঁবৰ মাজেদি যোৱা চৰকাৰী ৰাস্তা। তিলক, বিষ্ণু, মহেন্দ্ৰ, গগন, দৈমাৰী, লক্ষেশ্বৰ, কৈলাশ, প্ৰভা, সৰলা, জোনাকী, মিনতিহঁতে (যিমান বেছি অভিনেতা-অভিনেত্ৰী পোৱা যায়) পহৰা দিছে। মেম্বুল লাইট। লেম জ্বলি আছে। ভেকুলি-ঝিলিৰ মাত (দূৰত শিয়ালৰ মাত, দূৰত কুকুৰৰ ভুকনি)। (Grouping– Direction)]

বিষ্ণু ঃ ইহঁত— গোপাল আৰু হৰিবৰ জানোচা টোপনিয়েই গ'ল!

দৈমাৰী ঃ ধুৰ টোপনি যাব। [নিজে মহ মাৰি] মহৰ কামোৰত মৰা নাই যদি ঠিক সাৰে আছে।

কৈলাশ ঃ মাৰচোন চিঞৰ এটা।

দৈমাৰী ঃ মাৰোঁ ৰহ। [মুখত হাত দি দীঘলীয়াকৈ, ডাঙৰকৈ] অই হৰিব! অই গোপাল!
[লগে লগে লক্ষেশ্বৰে দীঘলকৈ হুইছেল মাৰে। তাৰ হুইছেল শেষ হোৱাৰ লগে লগে দূৰৰ পৰা হুইছেলৰেই উত্তৰ আহে— দীঘলীয়াকৈ]

দৈমাৰী ঃ বেটা ঠিক আছে।

কৈশাল ঃ তিলকে এনেয়ে সিহঁতক তাত থৈছে নেকি?

বিষ্ণু ঃ [চিগাৰেট জ্বলাই] অই সিহঁত দুটাক ইয়ালৈকে মাতি আন অ'! মিছামিছিকৈ তাত অকলে অকলে—

কৈলাশ ঃ কি মিছামিছিকৈ? সেই আগৰ টাৰ্নিংটোত গাড়ীৰ লাইট দেখিলেই সিহঁতে যদি হুইছেল মাৰে, তেনেহ'লে আমি আগতে ৰেডী হ'ব পাৰিম নে নোৱাৰিম? ইমান মগজ নোহোৱা কাম কৰিছোঁ বুলি ভাবিছ নেকি?

বিষ্ণু ঃ মগজ থকা কামেই কৰিছ, পিছে অলপ কম মগজ থকা কাম কৰিছ। মই হোৱা হ'লে কি কৰিলোঁহেঁতেন জান? [কৈলাশে চায়।] সৌৱা দেখিছ?
[দ্বিতীয় মঞ্চৰ পৰ্দা উঠে। আন্ধাৰ]

বিষ্ণু ঃ আমি থকাৰ কাৰণে সিহঁতৰ কিমান দিগদাৰ হৈছে? সিহঁত দুটাকহে তালৈ পঠিয়াই দিব লাগিছিল।

গগন ঃ [সি-সি কৈ অদ্ভুত হাঁহি এটা মাৰে]
[দ্বিতীয় মঞ্চ লাহে লাহে পোহৰ— দেখা যায় তিলক আৰু প্ৰভাই বহি কথা পাতি আছে। প্ৰথম মঞ্চত]

জোনাকী ঃ কি হ'ল অ'? ফেঁচাৰ নিচিনাকৈ কুৰুলিয়াইছ কিয়?

গগন ঃ ইয়াক সোধ [বিষ্ণুক দেখুৱাই]

কৈলাশ ঃ তই বৰ বেয়া কথা কৈছ কিন্তু বিষ্ণু। তিলকে শুনিব লাগিলে তোৰ দুই পাৰি দাঁত সোলোকাই পেলাব।

জোনাকী : কি কৈছে এওঁ?

বিষ্ণু : মই কি বেয়া কথা ক'লোঁ? [উঠি আহি] শুন জোনাকী, মই কৈছোঁ— গাড়ীখন টাউনৰ পৰা এঘাৰ বজাত এৰিব, সেইখন এইখিনি পাওঁতে কেই বাজে ঠিক নাই। এক বাজক, দুই বাজক, ৰাতি পুৱাওক— আমিতো খাপ দি থাকিবই লাগিব। হয়নে নহয়?

জোনাকী : কৈ যোৱা।

বিষ্ণু : এই ৰাতিখন আমি এইবোৰ চখৰ কাম, মুখৰ কাম কৰিছোঁ নেকি? হঁ? নকৰ কিয়?

জোনাকী : [ধমকি] কৈ যোৱা বুলিছোঁ নহয়।

গগন : [বিষ্ণুক ধমকি] কৈ যাবলৈ কৈছে— তই ভৰভৰকৈ কৈ নাযাব কিয?

বিষ্ণু : দুখৰ কাম কৰিছোঁ, কষ্টৰ কাম কৰিছোঁ। আৰু [নাটকীয়-কৃত্ৰিম] এই দুখৰ ঘোৰ অন্ধকাৰৰ মাজত জোনাকী পৰুৱাৰ অকণমানি পোহৰেই আকাশখন ভৰি থকা পোহৰৰ নিচিনা হয নে নহয়?

গগন : [সি-সিকৈ অদ্ভুত হাঁহিটো। বাকীবোৰেও হাঁহে।]

বিষ্ণু : অই চুপ। গতিকে, কামৰ ক্ষতি নকৰাকৈ, কাৰো অনিষ্ট নকৰাকৈ সিহঁতে [তিলকহঁতক দেখুৱাই] যদি— সিহঁতে যদি— মানে কি ক'ম— ধৰি ল'— দুটামান জোনাকী পৰুৱা ধৰে, তেনেহ'লে লোকচান কি?

কৈলাশ : ক'ৰ লোকচান অ'? লাভেই লাভ।

বিষ্ণু : গতিকে মই কৈছিলোঁ— ইহঁতে হৰিব আৰু গোপালক গাড়ীখন অহাৰ এড্‌ভান্স ৱাৰ্নিং দিবলৈ সৌ তাত অকলে বহুৱাই থৈছে। কিন্তু সিহঁত দুটাৰ সলনি, ইহঁতহালক এইখিনি সময তাত ডিউটী কৰিবলৈ দিলে কাৰ কি লোকচান?

কৈলাশ : ক'ৰ লোকচান অ'? লাভেই লাভ।

জোনাকী : আমাৰ আগত যে ইমান লেকচাৰ মাৰিছা, তিলক ককাইদেউক পোনে পোনে কথাটো নোকোৱাগৈ কিয়? [ডাঙৰকৈ] ককাইদেউ! তিলক ককাইদেউ! শুনাচোন। প্ৰভা, তয়ো আহ। [বিষ্ণু আঁতৰে।] ক'লৈ গৈছা? ইয়াতে থিয় হৈ থাকা।
[হঠাতে বিষ্ণুৱে ওভোতাফালে কিবা এটা দেখে। তালৈ চাই, সকলোৱে সেইফালে চায়। তিলক, প্ৰভা আহে। সকলোৱে জুম বান্ধি সেইফালে চায।]

তিলক : [ডাঙৰকৈ] কোন? কোন সেয়া?

কৈলাশ : কোন?
[হাতত লেম আৰু খালৈ এটা লৈ সোমেশ্বৰ বুঢ়া আহে। ওচৰ পোৱাত তিলকে ওচৰলৈ গৈ]

তিলক : অ' সোমেশ্বৰ দেদাই? এই ৰাতিখন—

সোমেশ্বৰ : তইঁতেনো ইয়াত কি কৰিছ?

মহেন্দ্ৰ : আপুনি যায় ক'লৈ?

সোমেশ্বৰ : চেপা কেইটামান পাতি থৈ আহিছিলোঁ, মাছ-তাছ কিবা পৰিছেনে চাবলৈ আহিছোঁ।

গগন : গোটেইখনতে বন্ধ দিছে। ক'তো কোনো বাহিৰলৈ ওলোৱা নাই। আজিনো তোৰ চেপাৰ মাছকিটা নহ'লে নহয় নে?

সোমেশ্বৰ : নহয়তো আকৌ! কিবা পৰিছে যদি ৰাতিয়েই নি মণ্ডল বাপুক দিমগৈ, তেওঁ চাউল দিব, ৰাতিয়েই আনি সেই চাউল ঘৰ সুমুৱামহি, তেহে এসাঁজ হ'লেও খাবলৈ পাম। পোহৰ হ'লেইতো তইঁতে ওলাবলৈ নিদিয।

তিলক : ক'ত চেপা পাতিছে?

সোমেশ্বৰ : সৌখিনিতে।

বিষ্ণু : মণ্ডলৰ লগত চাউলৰ বন্দবস্ত কৰা আছে?

সোমেশ্বৰ : কথাটো থোৰতে কওঁ শুন। এফালে তহঁতৰ বন্ধ আৰু গবৰমেণ্টৰ কাৰ্ফু, সিফালে মণ্ডলে মাছৰ গোন্ধ নাপালে ভাত গিলিব নোৱাৰে— এই দুহটা মিলিছে কাৰণে মাজতে মোৰ এসাঁজৰ ভাত ওলাই আছে। ইমানকে ক'লোঁ, বুজিবি। [যায়, উভতি] এইটো লেমো মণ্ডলেই দিছে। [যায়। উভতি] পিছে তহঁতেনো কৰিছ কি? মতাই-মাইকীয়ে এটাইমখা—' তই মহোধৰ ককাইটিৰ জীযেক নহয?

প্ৰভা : ওঁ।

সোমেশ্বৰ : কি কৰিছ ইয়াত?

তিলক : সেইবোৰ বহুত কথা দেদাই। আপুনি নুবুজিব।

সোমেশ্বৰ : নুবুজিম? তহঁতে বুজা কথা মই নুবুজিম? ভাত-কাপোৰৰ টোকোনা হ'লোঁ বুলি তহঁতে মোক মগজৰো টোকোনা বুলি ভাব নহয? [সকলোলৈকে চাই] এই আন্দোলনৰে কিবা এটা কৰিছ। হয় নে নহয় ক'।

তিলক : হয়।

সোমেশ্বৰ : হেঁ' তেনেহ'লে আকৌ! নক'লে নক'ব পাৰ, কিন্তু ক'লে মই নুবুজিম, সেই কথা নক'বি।

মহেন্দ্ৰ : শুনক দেদাই। টাউনৰ পৰা এইফালেদি গাডীত কাগজ-পাতি কিছুমান যাব।

সোমেশ্বৰ : গ'ল যেনিবা—।

মহেন্দ্ৰ : কিন্তু সেইসোপা আমি যাবলৈ নিদিওঁ।

সোমেশ্বৰ : কিয?

মহেন্দ্ৰ : গ'লে ৰাইজৰ অপকাৰ হ'ব। সেইসোপা কাগজ অ'ৰ পৰা ত'লৈ যায বুলিযেই আমি বন্ধ দিছোঁ। আৰু সেই কাৰণেই চৰকাৰে ৰাতি ৰাতি কামটো কৰিব খুজিছে।

সোমেশ্বৰ : তাৰমানে তহঁতে ধৰিবি?

মহেন্দ্ৰ : ধৰিম।

সোমেশ্বৰ : মই থাকিলে কিবা লাভ হ'ব নেকি?

গগন : [সি-সিকৈ— অলপ কমকৈ, হাঁহে। বাকীবোৰেও হাঁহে।]

সোমেশ্বৰ : সেইটো গগন হ'বলা?

গগন : হয ককাইটি।

সোমেশ্বৰ : হাঁহিলি? শিযালে মানুহৰ নিচিনাকৈ হাঁহিবলৈ শিকিলি? [যায়। উভতি] অই তিলক, ভাল কাম কৰিব খুজিছ যদি সেই শিযালটোক দলৰ পৰা বাদ দি ল।

গগন : ককাইটি, তোৰ সঁচাসঁচিকৈ খং উঠিল নেকি?

সোমেশ্বৰ : [খং] উঠিবতো। মই ভালক বুলি কথা এটা ক'লোঁ, তোৰ সি-সি কৰিবলৈ কিটো হ'ল? এইখন বিহুতলী পাতিছ? নে তই মোক ঠেটা কৰিলি?

[তিলক সোমেশ্বৰৰ ফালে আগবাঢি যায়]

সোমেশ্বৰ : নালাগে, তই মোক— 'খং নকৰিব যাওক দেদাই , বুলি বুজাবলৈ ওচৰ চাপি আহিব নালাগে। মই যি বুজিব লাগে বুজিলোঁৱেই। [যায়] এসাঁজ খাই এসাঁজ লঘোণে থাকি, সিহঁতে যি কয তাকে শুনি আছোঁ,— যি কৰিবলৈ কয তাকে কৰি আছোঁ— তাৰ ওপৰত

আকৌ মাজৰাতিখন সি— সি—! [ইটো মঞ্চৰ আগেদি কৈ কৈ গুচি যায়।]
[কোনোবাই কোনোবাই হাঁহে।]

কৈলাশ : বাঃ! বুঢ়াৰ বৈদ্য ফাই!

বিষ্ণু : উঠিবতো ফাই।

গগন : মইনো কি ফাঁই উঠিবলগীয়া কামটো কৰিলোঁ?

মহেন্দ্ৰ : সময় নাই অসময় নাই— তোৰ সেই বজৰুৱা চিঞৰটো ভাল বস্তু নহয়। বুঢ়াটোৰ অইন নহ'লেও বয়সৰ কথা এটাতো আছে!

গগন : এ বাদ দে।

মহেন্দ্ৰ : কি বাদ দে? কিমান ডাঙৰ কাম এটা কৰিবলৈ ইয়াত ৰাতি খপি আছোঁ, তোৰ সেইটো চিঞৰ ডাঙৰ কাম কৰাৰ চিন নে কি? বুঢ়াটোৱে যি ভাবিলে, অইন দহটা মানুহেওতো তাকে ভাবিব! বুঢ়াটোৱে আমাৰ লগত থাকিলে কিবা লাভ হ'ব নেকি বুলি কম আগ্ৰহেৰে সুধিছিলনে?

গগন : ঠিক আছে তেনেহ'লে। তইঁতে ডাঙৰ কাম কৰ। [যাব খোজে]

তিলক : অ'ই গগন, বহি থাক।

বিষ্ণু : বাঃ, তইঁত সঁচাসঁচিকৈঁ ছিৰিয়াছ হৈ গ'লি নেকি? অ'ই গগন, বহি থাক।

গগন : অলপ আগতে তযেই জোনাকী পৰুৱা— জোনাকী পৰুৱা— সেইবোৰ গাই থকা নাছিলি? অকণমান ফুৰ্তি কৰিলেও জগৰ লাগেনে?

বিষ্ণু : [চিঞৰি। কৃত্ৰিম আনন্দ] ঠিক। আচল কথা পাহৰিয়েই গৈছিলোঁ। মনত পেলাই দিয়াৰ বাবে থেংক ইউ। এতিয়া বহচোন, [বহুৱাই দি] ঠাণ্ডা হৈ বহি থাক। [ডাঙৰকৈ] ওঁ, ক'চোন জোনাকী, তিলকক কিয মাতি আনিলি? ভাঙি-পাতি ক'।

জোনাকী : তুমি কোৱা আকৌ। কৈযেইতো আছিলা, আকৌ এবাৰ কোৱা। [তিলকক] বুইছা ককাইদেউ, ই কৈছে— তোমালোকে বোলে সৌ তাত ডিউটী কৰিব লাগে।

তিলক : ক'ত?

জোনাকী : সৌ তাত। হৰিব আৰু গোপালক যে এড্‌ভান্স বাৰ্নিং দিবলৈ বহুৱাই থৈছা— তাত।

তিলক : তোমালোকে মানে?

জোনাকী : [মনে মনে]

তিলক : তোমালোকে মানে কোনে?

জোনাকী : [হঠাতে চিঞৰি বিষ্ণুক] নোকোৱা কিয?

বিষ্ণু : মোৰ আৰু কিডাল ক'বলৈ আছে? যি ক'লোঁ— কেতিয়াবাই ক'লোঁ।

জোনাকী : তুমি আৰু প্ৰভাই বোলে সৌ তাত—

বিষ্ণু : [ওভোতা ফালে দেখুৱাই] আৰু তই আৰু মহেন্দ্ৰই সৌ তাত।

মহেন্দ্ৰ : বিষ্ণু!

বিষ্ণু : খালি, গাড়ীখন আহিলেই, মানে হুইছেলৰ শব্দ শুনিলেই দৌৰ মাৰি ওচৰ চাপি আহিবি। নোটোপনিয়াবি। যা। ভাগ।

প্ৰভা : যিহকে পাই তাকে কিয় কোৱা?

বিষ্ণু : কি যিহকে পাই তাকে? মই খাঁটি কথা কৈছোঁ। কামৰ কথা কৈছোঁ।

মহেন্দ্ৰ : চব কথা লৈ ধেমালি কৰিব নালাগে। ধেমালিয়েই গৈ শেষত ছিৰিয়াছ কথা হৈ পৰে।

বিষ্ণু : [কঙ্কালত হাত দি অলপ সময় থৰ লাগি চাই থাকে] তাৰ মানে তহঁত ছিৰিয়াছ নহৱ? এইবোৰ চব ধেমালি? জোনাকী! কি? ধেমালি নেকি?

জোনাকী : কিহৰ কথা সুধিছা?

সৰলা : [দূৰৰ পৰা] এ হ'লেই। তাই এতিয়াও একো বুজাই নাই। বিষ্ণুদা, তুমি ক-খৰ পৰা আৰম্ভ কৰা।

জোনাকী : তইনো আকৌ টেপটোকে মাতটো মাতিছ কিয়?

তিলক : বাদ দে এইবোৰ, এটাইখন মনে মনে থাক।

বিষ্ণু : শুন তিলক, আমি চাফা কথাৰ মানুহ। এটা ডাঙৰ— বৰ ডাঙৰ কাম কৰিবলৈ ওলাইছোঁ— হয়? হয়। আমাৰ বৰ কষ্ট হৈছে— আৰু কিমান দিনলৈ কিমান কষ্ট কৰিব লাগে তাৰ ঠিক নাই, হয়? হয়। গোটেই দেশখনৰ ল'ৰা-ছোৱালী উজাৰ খাই উঠিছে। আমাৰ নিচিনা গাঁৱতো এই মাজৰাতিখন গাভৰু ছোৱালীহঁত এনেকৈ ডেকা ল'ৰাৰ লগত বাটত বহি থকাটো নোহোৱা-নোপজা কথা,— হয? [জোনাকীক] নে নহয়? আগতেও মাজনিশা ওলোৱাৰ অভ্যাস আছে নেকি?

জোনাকী : [খং] মুখত সোপা দিম কিন্তু, কৈ দিছোঁ।

বিষ্ণু : নাই। সেইবোৰ অভ্যাস আমাৰ কাৰো নাই। কিন্তু এইখিনি দিন— দিনে-ৰাতিয়ে একেলগে কাম কৰি ঘূৰি ফুৰোঁতে, মেল-মিটিং কৰোঁতে আমাৰ মাজত বুজাবুজি হৈছে, ভুল বুজাবুজি হৈছে, বন্ধুত্ব হৈছে, শত্ৰুতা হৈছে, মৰম-চেনেহৰ আদান-প্ৰদান হৈছে, তাৰ মাজতে কাৰোবাৰ মৰম-চেনেহ, বুজাবুজি অলপ ওপৰলৈ উঠিছে, যেনে— [প্ৰভাৰ ফালে হাত তোলে।]

তিলক : মনে মনে থাক।

বিষ্ণু : ইয়াত লুক-ঢাক কৰিবলৈ কিটো আছে অ'? যিমানেই মুকলি হ'বি, সিমানেই তহঁতৰ বুজাবুজিয়ে বেছিকৈ বান্ধ খাব। তহঁত আমাৰ আগত মুকলি হৈছ, গতিকে আমি এটাইমখা সাক্ষী থাকিলোঁ, গতিকে তহঁতেও তুৰি-মুৰি কৰিব নোৱাৰিবি।

কৈলাশ : ধৰিম। কোনোবা এটাই ফালৰি কাটিবলৈ ওলাবি, আকৌ ধৰি আনি লাইনত খাৰা কৰি দিম। খবৰদাৰ।

বিষ্ণু : আৰু এই প্ৰেম-শ্ৰেমৰ এটা ডাঙৰ কথা কি জান? তহঁতে আনৰ পৰা এইবোৰ লুকুৱাবলৈ অভ্যাস কৰিলে ইটোৱে সিটোৰ পৰা কথা লুকুওৱাৰ অভ্যাসটোও হৈ যায়।

কৈলাশ : মূঠৰ ওপৰত চেঁচুকত গজা গছৰ স্বাস্থ্য ভাল নহয়। প্ৰেমো তেনেকুৱা। ৰ'দত গজা— একদম টনটনীয়া, তাগৰা, মজবুত প্ৰেম।

বিষ্ণু : হ'ব দে। দিনটো দেশৰ লেকচাৰ মাৰি মাৰি আমনি লাগিছিল নহয়, এতিয়া প্ৰেমৰ লেকচাৰ মাৰি মুখখন অলপ পাতল কৰিলোঁ। যা। বহগৈ। লাজ নকৰিবি যা। মহেন্দ্ৰ' ভালেই হ'ব দে। দেশখনৰ যেতিয়া শান্তি হ'ব, আমাৰ উদ্দেশ্য যেতিয়া সফল হ'ব, তেতিয়াতো ক'ব পাৰিম— আমাৰ আন্দোলনটোৱে চাৰি হাল মাক-দেউতাকৰ বোজা পাতলালে, দুখন ভাল সংসাৰ পাতিলে— এইটোওতো আমাৰ এটি ক্ষুদ্ৰ অৱদান।

দৈমাৰী : [দূৰৰ পৰা চিঞৰি] ভাষা ভাষা। সাহিত্য।

কৈলাশ : মহেন্দ্ৰ, তিলকদা, তোমালোকৰ ঘৰৰ আগত আমি একোটা স্তম্ভ সাজিম— নাম দিম 'প্ৰজাপতি বিজয় স্তম্ভ।'

জোনাকী : তহঁতৰ লাজ-কাজ নাইনে? [প্ৰভা যায়]

দৈমাৰী : মুঠেই নাই। হেৰি নহয় কৈলাশ, সৰুকৈ হ'লেও সৰলাৰ কাৰণেও কিবা ইস্তম্ভ-চিস্তম্ভ এটা সজাব লাগিছিল নহয়। বেচেৰী— [বৈ যায়]

সৰলা : ৰলি কিয অ'? কি কৰিলে বেচেৰীয়ে? সিদিনাখন যে থপৰিযাব খুজিছিলোঁ?

কৈলাশ : হাঁ? কি হৈছিল?

সৰলা : তাক সিহঁতৰ ঘৰৰ আগত স্তম্ভ এটা সজাবলৈ ক'। তাত লিখা থাকিব 'আন্দোলনৰ সময়ত সৰলাই মোক অলপতেহে নথপৰিয়ালে।'

কৈলাশ : কথাটো কি? এইবোৰতো আমি একো নাজানো। ভাঙি-পাতি কচোন।

সৰলা : নাজান?

কৈলাশ : ওহোঁ।

সৰলা : একো নাজান?

কৈলাশ : কিহৰ কথা কৈছ?

সৰলা : উলিযালি যেতিযা কওঁ সকলোৰে আগতে?

কৈলাশ : কি ক'বি আগতে মোক কৈ লচোন। ব'ল, সৌখিনিলৈ ব'ল।

সৰলা : গৰজ পৰিছে। তিলক ককাইটি, তোমাক, মহেন্দ্ৰ ককাইটিক— সকলোকে কৈ থৈছোঁ, আমাৰ কেইটামানৰ মতি-গতি কিন্তু ভাল নহয। আন্দোলন কৰিবলৈ আহিছোঁ, ভালে ভালে কাম কৰিম, এইবোৰ কাম শেষ হ'লে ঘৰলৈ উভতি যাম, তাৰ পিছত যি হয হ'ব।

কৈলাশ : ঘৰলৈ উভতি গৈযেই বিযা পাতিবি?

সৰলা : ওঁ পাতিম। [বিষ্ণুক] কিন্তু মোৰ ওচৰে ওচৰে কোনোবাই এনেকৈ ফুচফুচাই ফুৰিলে— হয কেতিযাবা ঘটনা কৰিম, নহয আন্দোলনকে এৰিম। মই এইবোৰ ভাল নাপাওঁ।

কৈলাশ : তইনো কি ভাল পাৱ?

সৰলা : নিজৰো বদনাম হ'বলৈ নিদিওঁ, আন্দোলনৰো বদনাম হ'বলৈ নিদিওঁ— সেইটোকে ভাল পাওঁ।

বিষ্ণু : হ'ব দে। বাদ দে এইবোৰ। [ঘড়ী চাই] গাড়ীৰ দেখোন খবৰেই নাই। অ'ই লক্ষেশ্বৰ, হুইছেলটো মাৰচোন। ইহঁত দুটাৰ টোপনিযেই গ'ল বা।

[লক্ষেশ্বৰে হুইছেল বজায, দূৰৰ পৰা হুইছেলৰ শব্দ আহে।]

বিষ্ণু : ঠিক আছে। দে সৰলা, তই বৰ ভাল ছোৱালী, গান এটাকে গা।

সৰলা : নাগাওঁ।

বিষ্ণু : [বহি] নাগাৱ যদি নালাগে গাব। তোক জোৰ কৰি মাৰিলেহে হ'ব। মযে গাওঁ দে। অ'ই গগন, এতিয়াও ওফন্দি আছ নেকি? মই গাম, তই ধৰিবি।

[বিষ্ণুৱে দুই লাইনমান গান গায়। সকলোৱে চাপৰি বজায়। তিলক ওলাই যায়।]

## মঞ্চ-২

[প্ৰভা বহি আছে। তিলক আহে। গান সৰু হৈ যায়।]

তিলক : তুমি আকৌ ইয়াত বহিলাহি?

[প্ৰভাই অইনফালে চাই থাকে।]

তিলক : কি হ'ল? হুঁ? কি হ'ল? [ওচৰতে বহে]

প্ৰভা : মানুহবিলাকে কথাবোৰ কেনেকৈ কয়। বেযাও লাগে, ভয়ো লাগে।

তিলক : কওক দিয়া। ভয লাগিবলৈ কিটো আছে? সিহঁতে আমাক ভাল পায। সেই কাৰণে কৰে আৰু ধেমালি।

প্ৰভা : ধেমালিৰ মাজতে কিন্তু সিহঁতে বৰ ডাঙৰ ডাঙৰ কথা কয়।

তিলক : সেইটো হ'লে ঠিক। ডাঙৰ ডাঙৰ কথা। কিন্তু কথাবোৰ সঁচাও। [বৈ] সেই কাৰণে মই কি ভাবিছোঁ জানা? এই ডাঙৰ ডাঙৰ কথাবোৰৰ লগত ফেৰ মাৰিবলৈ আমি ডাঙৰ ডাঙৰ কাৰ্য কৰিব লাগিব। মানুহে যাতে কেতিয়াও ক'ব নোৱাৰে— ধেমালিতো ক'ব নোৱাৰে যে আমি আন্দোলন কৰিবলৈ আহি বিহু পাতিছিলোঁ। [বৈ] আমাৰ মাজত এটা সম্পৰ্ক হৈছে— মৰমৰ সম্পৰ্ক। এই সম্পৰ্ক— আমাৰ এই ভালপোৱা বৰ সুন্দৰ বস্তু হ'ব— যদি আমি আমাৰ যুদ্ধখন জিকিব পাৰোঁ। কিন্তু—

প্ৰভা : কি? কি ক'ব খুজিছিল?

তিলক : কিন্তু কেনেবাকৈ যদি আমি এই যুদ্ধত হাৰোঁ তেনেহ'লে আমাৰ এই সম্পৰ্ক মানুহৰ কাৰণে ঘৃণাৰ বস্তু হ'ব। মানুহে আমাক ঘিণ কৰিব, আমাৰ সম্পৰ্কটোক ঘিণ কৰিব। ক'ব— আন্দোলন কৰিবলৈ ওলাই গৈ প্ৰেমত ধৰিলে! ক'ৰ আন্দোলন ক'লৈ গ'ল! অকল তোমাৰ আৰু মোৰ কাৰণেই নহয— মহেন্দ্ৰৰ কাৰণে, জোনাকীৰ কাৰণে, গোটেই দেশখনৰ ডেকা-গাভৰুৰ কাৰণে এইটো অপবাদৰ কথা হ'ব। কলংকৰ কথা হ'ব। সেই কাৰণে মই ভাবিছোঁ— [বৈ যায়]।

প্ৰভা : কি ভাবিছে?

তিলক : ভাবিছোঁ মানে ঠিকেই কৰিছোঁ— তুমিও তাকে কৰিব লাগিব।

প্ৰভা : কি?

তিলক : একেবাৰে চাফা কথা— আমি ইটোৱে সিটোক বিচাৰোঁ— আমাৰ মৰমত কোনো ফাঁকি-ফুকা নাই। নহয় জানো? নে আছে?

প্ৰভা : এতিয়া আৰু সেইবোৰ কথা সুধিবলগীয়া হৈ আছে নেকি? আছে যদি নিজকে সোধক।

তিলক : [ডাঙৰকৈ] নাই। গতিকে— যেতিয়ালৈকে এই আন্দোলন শেষ নহয়, তেতিয়ালৈকে আমি আমাৰ মন দুৰ্বল হ'বলৈ নিদিওঁ। আমি মৰম কৰিছোঁ, কিন্তু বিপথে যোৱা নাই। নাযাওঁ। ওচৰা-উচৰিকৈ থাকিম, কিন্তু এহাল ঘোঁৰাই যে গাড়ী কিছুমান টানে— সেই ঘোঁৰাহালৰ নিচিনাকৈ থাকিম— টানি থাকিম, আগুৱাই গৈ থাকিম— কিন্তু ইটোৱে সিটোৰ কাষ চপাৰ কোনো উপায নাই। য'লৈ গৈছোঁ— এদিন সেইখিনি পামগৈ, তেতিয়া আমাৰ মালিক— আমাৰ মালিক কোন জানা?

প্ৰভা : [মুখলৈ চাই] কোন?

তিলক : ৰাইজ। দেশৰ ৰাইজ আমাৰ মালিক। মালিকে তেতিয়া আমাক মুকলি কৰি দিব, খাবলৈ দিব, থাকিবলৈ দিব।— আনন্দ। তেতিয়ালৈকে আমি কষ্ট খাব লাগিব, ধৈৰ্য ধৰিব লাগিব। পাৰিবা?

প্ৰভা : পাৰিম চাগে।

তিলক : চাগে নহয়, পাৰিব লাগিব।

প্ৰভা : কিন্তু একো সময়ত—

তিলক : কি?

প্ৰভা : একো সময়ত মনটো বৰ দুৰ্বল হৈ পৰে।

তিলক : কিয়?

প্ৰভা : [হাঁহি] এই মৰমৰ কাৰণেই। এনেকুৱা লাগে যেন— যি হয় হৈ থাকক, গোটেই পৃথিৱী এফালে যাওক— মোৰ কিন্তু আপোনাক পালেই হ'ল। এই আন্দোলনতকৈও আপুনি মোৰ কাৰণে—

তিলক : নহয় নহয় প্ৰভা। মই আন্দোলনৰ ওচৰত কৃতজ্ঞ। এই আন্দোলনৰ আৰম্ভণিটোৱে মোক তোমাক উপহাৰ দিছে; আৰু আন্দোলনৰ বিজয়ৰ দিনা মই নিজকে তোমাক উপহাৰ দিম। এনেকৈ সাঁচি ৰাখিবলৈ কষ্ট হয়, কিন্তু লুকাই-চুৰকৈ খৰচ কৰি আনন্দ কৰিলে প্ৰেম ধ্বংস হয়।[দূৰত হুইছেল।]

তিলক : আহিছে গাড়ীখন। আহা।

[ওলাই যায়। প্ৰভাও পাছে পাছে যায়। ওচৰত কেইবাবাৰো হুইছেল বাজে।]

মঞ্চ-১

[মানুহবোৰৰ দৌৰা-দৌৰি। তিলক সোমায়।]

তিলক : চবেই এইখিনিত শাৰী পাত। কোনেও চিঞৰ-বাখৰ নকৰিবি। ছোৱালীকেইজনী আগলৈ আহ। মহেন্দ্ৰ ইহঁতৰ ওচৰত থাক।

[গাড়ীৰ হে'ড লাইটৰ পোহৰ এবাৰ, দুবাৰ, তিনিবাৰ পৰি ঘূৰি যায়। গাড়ীৰ শব্দ]

তিল॰ : তিনিখন গাড়ী।

মহেন্দ্ৰ : ওঁ। ইহঁত দুটা? গোপাল আৰু হৰিব?

তিলক : আহিব। সিহঁতক কৈ থৈছিলোঁ, হুইছেল বজায়েই সিহঁত লুকাব, তাৰ পিছত ইয়ালৈ দৌৰি আহিব।

[গাড়ী ওচৰ পায়হি। হৰ্ণ বজায়]

গগন : [জোৰে] জয়—

তিলক : মনে মনে। সকলো মনে মনে থাক।

[গাড়ীৰ হৰ্ণ জোৰে বাজে। সকলো দৃঢ়ভাৱে থিয় হয়।]

গাড়ী ৰোৱাৰ শব্দ। হে'ড লাইট নুমায়। সকলো স্থিৰ হৈ থাকে। কৈলাশে মেনথল লাইটটো দাণ্ডি ধৰে। দুজন অফিচাৰ আৰু দুটা চি আৰ পি সোমায়।

বিজয় : [এজন অফিচাৰ] কি হৈছে? গাড়ী যাব নোৱাৰাকৈ ৰাস্তা বন্ধ কৰিছে কিয়?

তিলক : গাড়ী ক'লৈ যাব?

বিজয় : ক'লৈ যাব কিয় লাগিছে? আমি ডিউটী কৰিবলৈ আহিছোঁ, ৰাস্তা এৰি দিয়া।

মহেন্দ্ৰ : ডিউটী কৰিবলৈ তিনিখন গাড়ী লৈ আহিছে? গাড়ীবোৰত কি আছে?

২য় অফিচাৰঃ এইবোৰ প্ৰশ্নৰ উত্তৰ আমিহে দিব লাগিব নে? পুলিচ কোন? আমি নে আপোনালোক?

তিলক : খং নাখাব ডাঙৰীয়া। আপোনালোকে জানে— পৰহিলৈ পুৱা পাঁচ বজালৈকে বন্ধ ঘোষণা কৰা আছে। আপোনালোকক ডিউটী কৰিবলৈ যিমান গাড়ী লাগে, সিমান গাড়ী লৈ গুচি যাওক, কিন্তু গাড়ীত যদি অইন কিবা বস্তু আছে, তেনেহ'লে সেইখন গাড়ী পৰহিলৈ

পুৱালৈকে ইয়াত থাকক।

গগন : আমি গাড়ীকেইখনত কি আছে চাই আহোঁগৈ।

মহেন্দ্র : দিবনে চাবলৈ?

বিজয় : আপোনালোকে ৰাস্তাটো এৰি দিয়ক।

[গোপাল আৰু হবিব দৌৰি আহে। সিহঁতে তিলকক কাষলৈ মাতি নি কিবা কয়।]

তিলক : আপোনালোক হয় উভতি যাওক, নহ'লে পৰহিলৈ পুৱালৈকে ইয়াতে থাকক। আমি গাঁৱতে আপোনালোকৰ থকা-মেলা, খোৱা-বোৱাৰ সকলো বন্দবস্ত কৰি দিম।

বিজয় : সেইবোৰ বাজে কথা কিয় কয়? আমি গাঁৱত ভোজ খাবলৈ অহা নাই নহয়, ডিউটী কৰিবলৈ আহিছোঁ।

হবিব : নাই অহা ডিউটী কৰিবলৈ। মাজৰ গাড়ীখনত মিনিষ্টাৰ আছে, তিৰোতা মানুহ আছে, পিছৰ গাড়ীখনত দ'ম দ'ম কাগজ আছে—

২য় অফিচাৰ: আপোনালোকে নিজে বাট এৰি নিদিলে কিন্তু আমি বেলেগ উপায় ল'ব লাগিব। তেতিয়া আমাক দোষ নিদিব।

বিজয় : চাওক, আমিও জানো আপোনালোকৰে মানুহ নহওঁ? এয়াতো আমাৰো আন্দোলন। কিন্তু পুলিচৰ ডিউটী বোলা এটা কথা আছে—

তিলক : আমি হাতযোৰ কৰি কৈছোঁ— আপোনালোকো আমাৰেই মানুহ, চৰকাৰী ডিউটী কৰি থাকক, কিন্তু এই গাড়ীকেইখন লৈ, সেইবোৰ মানুহ, সেইবোৰ বস্তু আপোনালোকে এতিয়া নগৰলৈ নিব নোৱাৰে। আপোনালোকে গাড়ীৰে কি কি বস্তু ক'ৰ পৰা ক'লৈ আনিছে, তাৰ খবৰ এয়া— [কাগজ এখন উলিয়াই] আমাৰ হাততো আছে। মিলাই চাব পাৰে। [বিজয়ে কাগজখন চায়। দ্বিতীয়জনক দেখুৱায়।]

২য় অফিচাৰ: [বাহিৰলৈ] এই, গাড়ী ষ্টাৰ্ট দিবলৈ ক'। [ল'ৰাহঁতক] আপোনালোক আঁতৰ হওক। আমি আৰু কথা কৈ বেছি সময় খৰচ কৰিব নোৱাৰিম।

[দূৰত গাড়ী ষ্টাৰ্ট হোৱাৰ শব্দ। ল'ৰা-ছোৱালীবোৰ মাটিত বহি যায়। তিলক, মহেন্দ্ৰ থিয় হৈ থাকে।]

বিজয় : শেষ বাৰলৈ কৈছোঁ—

সকলোৰে : আমি ইয়াৰ পৰা লৰচৰ নকৰোঁ। আমি নাযাওঁ। গাড়ী ওভোতাই নিয়ক। উভতি যাওক। [ইত্যাদি। গণ্ডগোল] [চি আৰু পি এটাক কিবা কৈ বিজয় ওলাই যায়।]

২য় অফিচাৰ: আঁতৰ হ তহঁত—

মহেন্দ্র : তহঁত?

তিলক : মহেন্দ্ৰ, মনে মনে।

গগন : [উঠি আহি] তই আমাক তই তই বুলিবি কিয়? [এটা ছি আৰু পি কাষ চাপি আহে।]

তিলক : গগন। বহি থাক।

গগন : ই মাফ খুজিব লাগিব।

কেইবাটাযো : খুজিবই লাগিব। মাফ খুজিব লাগিব। দূৰত কাৰোবাৰ মাত— এই, এইফালে। কুইক। জলদি।

[এটা চি আৰু পিয়ে কৈলাশৰ হাতৰ পৰা আঁজোৰ মাৰি মেনথলটো লৈ বাহিৰলৈ যায়।]

মহেন্দ্ৰ : জোনাকী, প্ৰভা, সৰলা— তোমালোক পিছলৈ যোৱা।

সৰলা : নাযাওঁ।

মহেন্দ্ৰ : যা বুলিছোঁ—

[বাহিৰত মেনথলটো ভঙাৰ ডাঙৰ শব্দ হয়। লগে লগে আন্ধাৰ। চিঞৰ-বাখৰ। গাড়ীৰ বিকট শব্দ। হঠাতে বাহিৰত হে'ড লাইট জ্বলে। তাৰ পোহৰত দেখা যায়— মানুহবোৰ দৌৰিছে। চি আৰ পিয়ে কৈলাশক পিটিছে।]

২য় অফিচাৰঃ [বাহিৰত] লাইট নুমুৱা [চিঞৰে] ।

[অন্ধকাৰ। চিঞৰ-বাখৰ। তাৰ মাজেদি দুখন গাড়ী চলি যায়। কোনোমতে ধৰিব পাৰি।]

মহেন্দ্ৰ : [চিঞৰি] নিদিবি যাবলৈ—

গগন : [চিঞৰি] জুই লগাই দে—

তিলক : [বহুত দূৰত] খবৰদাৰ। তহঁত চব এইফালে আহ। [চিঞৰে] আঃ।

মহেন্দ্ৰ : তিলক, তই ক'ত আছ? তিলক!

কৈলাশ : মহেন্দ্ৰ, মই— মই বৰ দুখ পাইছোঁ। আহচোন।

বিষ্ণু : মমবাতি— মমবাতি আছিল নহয়? কাৰ হাতত আছে? প্ৰভা।— সৰলা!

সৰলা : এযা। দিয়াচলাই?

দৈমাৰী : ৰ'বি। [কাঠী মাৰে। মম জ্বলায়। সকলো কৈলাশৰ ওচৰলৈ যায়। মহেন্দ্ৰই তাক দাঙে।]

মহেন্দ্ৰ : ইছ্! তেজ ওলাইছে। জোনাকী ৰুমাল-চুমাল কি আছে? বিষ্ণু, পানী পাবি নেকি?

বিষ্ণু : পানী, ইয়াত?

মহেন্দ্ৰ : দৌৰ মাৰ, সৌ খালৰ পৰাই লৈ আহ।

হৰিব : গামোচা এখন লৈ যা, সেইখনকে তিয়াই আনিবি।

[বিষ্ণু ইখন মঞ্চৰ ফালে দৌৰি ওলাই যায়]

কৈলাশ : সিহঁতক যাবলৈ দিব নালাগিছিল।

মহেন্দ্ৰ : তই মনে মনে থাক।

সৰলা : এইখনেৰে বান্ধি দিয়া।

মহেন্দ্ৰ : বাকীবোৰৰ খবৰ ল। চবকে ইয়ালৈ মাত। দৈমাৰী— মেনথল লাইটটো বিচাৰচোন। হৰিব— চবকে মাত। হুইছেল বজা।

[হৰিবে হুইছেল বজায়। তাৰ উত্তৰত]

বিষ্ণু : [বহু দূৰত] মহেন্দ্ৰ, প্ৰভা, গগন দৌৰি আহ। দৌৰি আহ—

মহেন্দ্ৰ : কোনে চিঞৰিছে? বিষ্ণুয়ে—

হৰিব : ওঁ।

মহেন্দ্ৰ : তাৰ আকৌ কি হ'ল? প্ৰভা, তোমালোকে ইয়াক ধৰাচোন।

[মহেন্দ্ৰ আৰু হৰিব ২য় মঞ্চৰ ফালে দৌৰে]

## মঞ্চ-২

[ক'লা স্ক্ৰীণৰ আগত]

[দৌৰি মহেন্দ্ৰ আৰু হৰিব আগবাঢ়ি বৈ যায়। দূৰলৈ চাই]

মহেন্দ্র : কি হ'ল? বিষ্ণু? কি হ'ল?

[বিষ্ণু আৰু সোমেশ্বৰ বুঢ়াই তিলকক আধা দাঙি, আধা চোঁচোৰাই লৈ আহে। বুঢ়াৰ হাতত লেম।]

মহেন্দ্র : কি হ'ল তিলকৰ?

বিষ্ণু : ধৰ। [মহেন্দ্রযো ধৰে। এইবাৰ দাঙি ১নম্বৰ মঞ্চলৈ আনে।]

মঞ্চ-১

[সকলো আছে। লেমৰ পোহৰ অহাৰ নিচিনাকৈ পোহৰ হয়। মহেন্দ্র আৰু বিষ্ণুৱে তিলকক দাঙি আনে। লগে লগে সোমেশ্বৰ বুঢ়া।]

প্রায় সকলোৱে : কি হ'ল? তিলকদাৰ কি হ'ল? [মঞ্চৰ মাজত তিলকক থয। বিজয আহে।]

বিজয : কি হ'ল? চাওঁ।

[তেওঁ তিলকক পৰীক্ষা কৰে। ভালকৈ।]

বিজয : এওঁক হস্পিতাললৈ লৈ যাওঁ। তৎক্ষণাত।

বিষ্ণু : বাচি আছেনে নাই?— তিলকদা, তিলকদা। [চিঞৰিৰ— বিজয়ক]— বাচি আছেনে নাই?

বিজয : তাকে কৈছোঁ— ডাক্তৰেহে ভালকৈ ক'ব পাৰিব। আমাৰ গাড়ীতে—

বিষ্ণু : বাচি আছে নে নাই?

সোমেশ্বৰ : চাওঁ, আঁতৰহচোন। [বুকু, নাকৰ ওচৰলৈ মুখ নি চায়। বহু পৰ ধৰি। তাৰ পিছত তেওঁ লাহে লাহে আঁতৰি আহে।]

মহেন্দ্র : [অলপ পিছত, হঠাতে প্রচণ্ড চিঞৰ] তিলক।

বিজয : কেনেকৈ কি হ'ল? পানীত জাঁপ মাৰি দিলে হ'বলা?

সোমেশ্বৰ : সি পানীত জাঁপ মাৰি দিযা নাই। মই নিজে শুনিছোঁ— সি চিঞৰিছে, মই খালে-চালে তাতে পেলাই লৰি আহিছোঁ। দুটা চিপাহী খালৰ পাৰৰ পৰা লৰি সেইফালে গৈছে। সিহঁত দুটায়ে তাক মাৰিলে? সিহঁত দুটাযে তাক মাৰি পেলাই দিলে। তাৰ পিছত মটৰখন মোৰ গাৰ কাষেদিযেই গৈছে। [কাতৰ] সিহঁতে তাক মাৰি থৈ গৈছে। তাক মাৰি থৈ গৈছে। [বহে]

[নিস্তব্ধ। মহেন্দ্র লাহে লাহে উঠে। বিজযৰ সন্মুখত থিয হয়।]

মহেন্দ্র : কাৰ চিপাহী? [চিঞৰি] কাৰ চিপাহীয়ে এই কাম কৰিলে?

বিজয : শুনক, এতিয়া উত্তেজিত হোৱাৰ সময নহয। এটা ডাঙৰ দুৰ্ঘটনা ঘটিছে। এতিয়া সকলোৱে ঠাণ্ডা মগজেৰে কাম কৰিব লাগে। মানুহজনক এতিয়াই ডাক্তৰে পৰীক্ষা কৰা দৰকাৰ। মোকো আপোনালোকে আপোনালোকৰ এজন বুলিযেই ধৰক।

মহেন্দ্র : আমাৰে এজন বুলি? [আগুৱাই আহে। বাকীকেইজনো থিয হয়। আগুৱাই আহে।]

মহেন্দ্র : ডাক্তৰে পৰীক্ষা কৰিবলৈ মানুহজনৰ গাত কি আছে? [ব্যাকুল হৈ] কিহেৰে মৰিয়াই তাৰ জীৱটো উলিয়াই দিলে, তাৰ চিনবোৰ? [প্রভাৰ চিঞৰ]

বিজয : আপোনালোকক মই কথা দিছোঁ— কোনে এই কাম কৰিলে তাৰ বিচাৰ হ'ব লাগিব, তাৰ শাস্তি হ'ব লাগিব।

গগন : আমি তহঁতৰ বিচাৰলৈ বাট চাম। [বিজয়ৰ ডিঙিত ধৰে।]

বিজয : চাওক, মোৰ লগত মানুহ আছে, সিহঁতক মই এইখিনিলৈ আহিবলৈ মানা কৰি থৈ আহিছোঁ। মোৰ লগত অস্ত্র আছে, মই সেই অস্ত্র চোৱা নাই। আপোনালোককো কৈছোঁ— উত্তেজিত হৈ আপোনালোকে একো নকৰিব।

হৰিব : উলিয়া তোৰ পিষ্টল, মাত তোৰ চিপাহীক। অকল তিলক কাইটক মাৰি থৈ গ'লেই নহ'ব। আমাকো মাৰি থৈ যাব লাগিব। উলিয়া, উলিয়া তোৰ পিষ্টল।
[সি কাপোৰ আঁজোৰে। কেইবাটায়ে যোগ দিয়ে। ধৰন্তা-ধৰন্তি।]

বিজয় : ইয়াৰ ফল কিন্তু বেয়া হ'ব। [চিঞৰে]

বিষ্ণু : এতিয়াও তোক ভাল ফল লাগে? [টানি- আঁজুৰি বিজয়ৰ গাৰ কাপোৰৰ অৱস্থা নোহোৱা কৰে। এবাৰ সি পৰি যায়। তেতিয়া বিষ্ণুৱে বিভলভাৰটো আঁজুৰি লয়। বিজয় উঠে।]

বিষ্ণু : ল। এইটো তোৰ পিষ্টল। [বিজয়ৰ হাতত দিয়ে।]
মাৰ, [প্ৰভাক দেখুৱাই] এইজনীকো মাৰি থৈ যা।
[তিলকৰ গাত পৰি কান্দি থকা প্ৰভাক টানি আনি বিজয়ৰ সন্মুখত থিয় কৰাই দিয়ে। প্ৰভা বিহ্বল হৈ বিষ্ণুৰ ভৰিৰ ওচৰত বাগৰি পৰে।]

মহেন্দ্ৰ : আমি এই খালী হাতেৰে তোমালোকক কি কৰিব পাৰিলোঁহেঁতেন? বাটৰ ওপৰত শুই দিলোঁহেঁতেন, তোমালোকে আমাক বলেৰে আঁতৰাই থৈ গুচি গ'লাহেঁতেন, আমাক ধৰি লৈ গ'লাহেঁতেন। আমি তাৰ কাৰণেহে সাজু হৈ আছিলোঁ। যিটো মানুহে আমাক চিঞৰ-বাখৰ কৰিবলৈও বাৰে বাৰে মানা কৰিছিল, সেইটো মানুহক তোমালোকে প্ৰাণে মাৰিলা? [বিজয় সন্মুখলৈ আহে।]

বিষ্ণু : হৰিব, দৈমাৰী, দৌৰ, গাঁৱলৈ যা— সকলোকে খবৰ দে গৈ। লক্ষেশ্বৰ তয়ো যা।

মহেন্দ্ৰ : [বিজয়, দেখুৱাই] আৰু এইটোক ৰাইজ অহাৰ আগতে ইয়াৰ পৰা যাবলৈ ক'। ৰাইজে তাক নেফানেফ কৰিব, আমি ৰাখিব নোৱাৰিম। কিন্তু তাক নেফানেফ কৰি কি হ'ব? আমাৰ মাজততো মানুহৰ মঙহ খোৱা শগুণ নাই। উস্ ভগৱান। [তিলকৰ ওচৰত বহে। এটাৰ কান্দোনৰ শব্দ।]

বিষ্ণু : তই যা ইয়াৰ পৰা। [বিজয়ক]

বিজয় : মই যেতিয়া যাব লাগে যাম। মোৰ দায়িত্ব আছে। সকলো সহ্য কৰিও মই দায়িত্ব পালন কৰিব লাগিব।

বিষ্ণু : তোৰ আকৌ কিহৰ দায়িত্ব বাকী থাকিল?

বিজয় : মানুহ এটা মাৰিলোঁ, লাছটো ইয়াতে পৰি আছে, আমাৰ একো দায়িত্ব নাইনে? [সন্মুখত বহে।]
[সোমেশ্বৰ উঠি আহি বিজয়ৰ ওচৰত বহে।]

সোমেশ্বৰ : তইঁতে কিয় এই কামটো কৰিলি বোপাই? বুঢ়াটোৰ সেই একেটাই ল'ৰা, আগলৈ-পিছলৈ কোনো নাই।
[লাহে লাহে আন্ধাৰ। কেৱল তিলকৰ দেহ আৰু প্ৰভাৰ গাত পোহৰ। আন্ধাৰ]

## মঞ্চ : ২

[(তিলকৰ বাপেক) মহোধৰ বুঢ়াৰ ঘৰ। বুঢ়া খুঁটাত আঁউজি বহি আছে। নাম-প্ৰসংগ চলি আছে— আঁৰত। বেদী। চাকি। ধূপ-ধূনা। কেইজনমান মানুহ। নেতাৰ নিচিনা।]

নেতা-১ : বাওঁ দিয়া মহোধৰ। মনটো জোৰ কৰি হ'লেও বান্ধিবলৈ চেষ্টা কৰিবা। তোমাৰ ল'ৰাই চুৰি-ডকাইতি কৰি পুলিচৰ গুলীত মৰা নাই, দেশৰ কাৰণে মৰিছে। এনেকুৱা ল'ৰাৰ বাপেক হ'বলৈ পোৱাটো বৰ ডাঙৰ ভাগ্যৰ কথা।

নেতা-২ : আজি পুৱাৱে পৰা এই ৰাতিলৈকে তোমাৰ ঘৰলৈ হাজাৰ হাজাৰ মানুহৰ সোঁত বৈছে। তোমাৰ ঘৰ আজি ৰাইজৰ বাবে তীৰ্থস্থান হৈছে। গয়া-কাশী-মথুৰা-বৃন্দাবনলৈহে এনেকৈ মানুহৰ সোঁত বয়।

[মহোধৰে চকু পানী মচে]

নেতা-১ : তুমি হয়তো চিন্তা কৰিব পাৰা— আগলৈ নাই, পিছলৈ নাই, তাৰ মুখলৈকে চাই, তাৰ ওপৰতে ভাৰসা কৰি তুমি দিনকেইটা কটাম বুলি ভাবিছিলা— এতিয়া কি হ'ব? কিন্তু সেইটো চিন্তা নকৰিবা।

[দুজনী মানুহে খৰাহীত কল, মাহ আদি লৈ পাৰ হৈ যায়।]

এতিয়া দেশখনৰ এটাইমখা ল'ৰা-ছোৱালীয়েই তোমাৰ ল'ৰা-ছোৱালী। এতিয়া গোটেই দেশৰ ৰাইজে তোমাক চাব। [বটাৰ পৰা তামোল এখন লয়।] যাওঁ দিয়া। [লগৰজনক] তুমি বহিবানে?

নেতা-২ : নবহোঁ, ময়ো যাওঁ। [উঠি] বুইছা মহোধৰ, এইকেইদিন কাগজত ছপা কৰা কথাবোৰতো শুনিছাই। গোটেই দেশখনতে হাজাৰ হাজাৰ ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী তিলকৰ নাম লৈ বাটলৈ ওলাইছে। এইবোৰ শুনি তোমাৰ কিয— আমাৰে বুকু ফুলি উঠে। এইবোৰ মানুহে তোমাক নাচাবনে?

নেতা-১ : চৰকাৰেও পাঁচ হাজাৰ টকা দিবলৈ ওলাইছে।

নেতা-২ : থু পেলাই দিয়া সেই টকাৰ ওপৰত। বুইছা মহোধৰ, তোমাৰ ঘৰত কিয়, এইখন গাঁৱতেই আমি সেই টকা সোমাবলৈ নিদিওঁ। সিহঁতে পাঁচ হাজাৰ দিবলৈ ওলাইছে, আমি গাঁৱৰ ৰাইজে দহ হাজাৰ দিম। ৰাইজে নিদিলে মই অকলে পাঁচ হাজাৰ এটকা দিম। আৰু টকা দিবলৈ চৰকাৰৰ ঘৰৰ যিকেইটা আহে, সিহঁতকো তামোল পাণত বান্ধি থ'ম।

নেতা-১ : বৰ ডাঙৰ লোকচান হ'ল দিয়া। কথাবোৰ যিমানে মনৰ পৰা আঁতৰাই ৰাখিব খোজোঁ, সিমানে ওচৰ চাপি চাপি আহে। সেই যে আগৰ আন্দোলনটো— তেতিয়া সি ইমানটো সৰু ল'ৰা। দৌৰ মাৰি ক'ব— খুৰা অমুকটো কৰিমনে? আকৌ দৌৰ মাৰি যাব— খুৰা তমুকটো কৰিমনে? আৰু সুধিব যেনেকৈ, আমি কোৱা কথা পালিব তেনেকৈ। বৰ ডাঙৰ লোকচান।— এই লোকচান পাঁচ হাজাৰ, দহ হাজাৰ টকাৰে কি পূৰাবা? [প্ৰভা, জোনাকী আৰু লাৱণ্য আহে।]

নেতা-২ : হেৰি নহয়, এওঁক ভিতৰলৈকে লৈ যা। ৰাতিও বহুত হ'ল। গাটো অকণমান পেলাই আৰাম কৰককগৈ। আহা।

নেতা-১ : ব'লা। [দুয়ো যায়]

লাৱণ্য : ব'ল বৰপিতাই, ভিতৰলৈ ব'ল। [ধৰি থিয় কৰায়।]

লাৱণ্য : তহঁত যাবিনে, অলপ ৰ'বি?

জোনাকী : ইহঁত বিজুহঁত অহাৰ কথা আছিল, ইয়াতে বোলে কিবা আলোচনা কৰিব অলপ ৰওঁ।

লাৱণ্য : বহ তেনেহ'লে। [বুঢাক লৈ ভিতৰলৈ যায়। প্ৰভা লাহে লাহে সন্মুখলৈ আহে। বেঞ্চ এখনত বহে।]

জোনাকী : তই নহ'লে ভিতৰতে— লাৱণ্যৰ বিছনাতে অকণমান শোগৈ যা।

[নাম প্ৰসংগ ডাঙৰ হৈ আহে। শেষ হয়। নিস্তব্ধ।]

প্ৰভা : মোৰ জীৱনটো শেষেই হৈ গ'ল হ'বলা জোনাকী। [কান্দে।]

জোনাকী : বাৰে বাৰে একেটা কথাকে কিয় ক'ব? তই কিয় বাটলৈ ওলাইছিলি? কি কৰিবলৈ আহি তিলক ককাইটিক লগ পাইছিলি? ককাইটিযে আমাক কি কৰিবলৈ শিকাইছিল? কি কৰিবলৈ গৈ ককাইটি মৰিল? সেইবোৰ আমাৰ মনৰ পৰা নাইকিয়া হৈ যাবনে? অকল মানুহটোহে নাইকিয়া হ'ল!

প্ৰভা : বুজোঁ, সকলো বুজোঁ। কিন্তু মই যদি সৰলাৰ নিচিনাকৈ থাকিব পাৰিলোঁহেঁতেন, তেতিয়া হ'লেতো মোৰ আজি এই কষ্ট নহ'লহেঁতেন। দেশখন, আন্দোলনটো, আৰু সেই মানুহটো— এটাইকেইটাকে মই জীৱনৰ পৰা আঁতৰাব নোৱাৰা বস্তু কৰি লৈছিলোঁ। এতিয়া সকলো পালেও— মানুহটো—

জোনাকী : সময়ৰ ওপৰতে সকলো এৰি দে। সময়েই যি কৰে—

প্ৰভা : মাজে মাজে ভাবিছিলোঁ— ভুল কৰিলোঁ হ'বলা। এতিয়া ভুল কৰাৰ বাটো বন্ধ হৈ গ'ল। সেই কাৰণে— এতিযা ভাবিছোঁ— এতিয়াতো মোৰ জীৱনৰ প্ৰতি মোহ বুলিবলৈ একো নাই— সেই কাৰণে এনেকুৱা কাম কৰিম— এনেকুৱা যুদ্ধ কৰিম— যাতে সিহঁতে আৰু এনেকুৱা শক্তি দেখুৱাবলৈ সুবিধা নাপায।

জোনাকী : সেইটোৱেই আচল কথা। তিলক ককাইটিৰ পিছত এতিয়া সকলো মানুহে তোৰ ওপৰত চকু ৰাখিব, তোৰ পৰা বহুত আশা কৰিব। বিষ্ণুহঁত আহিছে হ'বলা। [যায] [বিষ্ণু আৰু মহেন্দ্ৰ আহে।]

বিষ্ণু : তহঁত এতিযাও যোৱা নাই?

জোনাকী : তোমালোকেহে কিবা কথা আছে বুলি কৈছিলা।

মহেন্দ্ৰ : এনেকৈ কথা পাতিলে নহ'ব। কাইলৈ পুৱাই ইযাতে মিটিং এখন পাতিছোঁ। গোটেই ৰাজ্যৰ মানুহ আহিব। [প্ৰভালৈ চাই] প্ৰভা, তুমি এনেকৈ থাকিবলৈ আজিয়েই এৰি দিয়া। আমাৰ সময় কমিল, কাম বহুত বাঢ়িল। তিলকে তোমাক বৰ ডাঙৰ সন্মান দি গৈছে। গোটেই ৰাজ্যখনৰ মানুহে মহোধৰ বৰপিতাইক সহানুভূতি জনাব, কিন্তু তোমাৰ পৰা বিচাৰিব কাম। এইবোৰ সকলো পাহৰি তুমি সাজু হোৱা। এই অঞ্চলৰ তিৰোতা মানুহখিনিক, ছোৱালীহঁতক কাইলৈৰ পৰা তুমিযেই চলাব লাগিব।

প্ৰভা : মই আৰু কাম কৰিব পাৰিম জানো?

মহেন্দ্ৰ : কিয? কিয নোৱাৰিবা? তিলকৰ মৃত্যুৱে আমাক ভয়ংকৰ শক্তি দিছে, আমি এতিয়া প্ৰত্যেকে প্ৰত্যেকৰ আৰু ওচৰ চাপি আহিছোঁ। তিলক থাকোঁতে যদি তুমি কেতিযাবা অকলশৰীয়া অনুভৱ কৰিছিলা, নিজকে দুৰ্বল বুলি ভাবিছিলা, এতিযা আৰু তেনেকৈ ভাবিবলৈ সময়-সুবিধা নাপাবা। তোমালোকৰ মাজত এটা ব্যক্তিগত সম্পৰ্ক গঢ়ি উঠিছিল কাৰণে, তোমালোক দুয়ো হযতো লাজতে অলপ আঁতৰি আঁতৰি আছিলা— কিন্তু এতিয়া আমি তোমাৰ একেবাৰে ওচৰে ওচৰে থাকিম। তুমি কেবল মনটোলৈ জোৰ আনা।

[বাহিৰত গণ্ডগোল, সকলোৱে চায।]

বিষ্ণু : কি হৈছে?

[সোমেশ্বৰ বুঢ়া লেম লৈ আহে।]

বিষ্ণু : কি হৈছে ককাইটি?

সোমেশ্বৰ : সেই পুলিচৰ মানুহটো আহিছে। সিহঁতে ধৰি মাৰিব খুজিছে।

মহেন্দ্ৰ : পুলিচৰ মানুহটো? বিষ্ণু চাচোন— [বিষ্ণু ওলাই যাব খোজোঁতেই দৈমাৰী, কৈলাশ আৰু গগণে বিজয়ক মাজত লৈ আহে। সকলোৱে চাই অলপ সময় ৰৈ থাকে।]

মহেন্দ্ৰ : এই ৰাতিখন— আপুনি ইয়ালৈ কিয় আহিছে? কাৰ লগত আহিছে? লগত কোন আহিছে?

সোমেশ্বৰ : এওঁ প্ৰথমতে মোৰ ঘৰলৈ গৈছিল। ক'লে বোলে ইয়ালৈ আহিবলৈ তেওঁক লগ এটা লাগে।

বিষ্ণু : [ধমকি] কিয় আহিছে আপুনি? [ৰৈ] নকয় কিয়?

বিজয : মই তিলকৰ দেউতাকক এবাৰ চাই যাবলৈ, এষাৰ মাত লগাই যাবলৈ আহিছোঁ।

গগন : কিয়? তেওঁৰ আৰু এটা মাৰিব পৰা পুতেক আছে নে নাই সুধিবলৈ? ভালৰি লগাবলৈ?

কৈলাশ : বেয়া ঘটনা ঘটিব নালাগে যদি এতিয়াই আপুনি ইয়াৰ পৰা আঁতৰি যাওক। [মহেন্দ্ৰক] ইমানবোৰ মানুহ থাকোঁতে ই গাঁৱত সোমাল কেনেকৈ?

দৈমাৰী : কেনেকুৱা ভেশচন ধৰি আহিছে দেখা নাই? [বিষ্ণুক] ই কিন্তু আজি গাঁৱৰ পৰা জীযাই জীয়াই ওলাব নোৱাৰিব কৈ দিছোঁ।

মহেন্দ্ৰ : মনে মনে থাক। [বিজয়ক] কিয আহিছে আপুনি?

বিজয : মোৰ কথা আপোনালোকে শুনিবনে?

গগন : শুনো-নুশুনো সেইবোৰ সুধিব নালাগে, কৈ যা।

বিজয় : মই পশু নহওঁ, কুকুৰ-মেকুৰী নহওঁ। আপোনালোকৰে নিচিনা মানুহ। তিলকৰ নিচিনা ল'ৰা এজন মৰিল— আৰু আপোনালোকৰ মতে আমাৰ হাততে মৰিল— ইয়াৰ বাবে দুখ কেৱল আপোনালোকেহে পাইছে— মই পোৱা নাই— তেনেকৈ ভাবিলে ভুল কৰা হ'ব।

প্ৰভা : মাৰিলে, আপোনালোকৰ কৰিবলগীয়া কাম কৰিলে— তাৰ পিছত আপোনাৰ আকৌ দুখ কিহৰ? আপোনাৰ এতিয়া কাম হ'ল— প্ৰমোছন লোৱা, মেডেল লোৱা। যাওক, সেইবোৰ কাম কৰকগৈ।

মহেন্দ্ৰ : তোমালোক ভিতৰলৈ যোৱাচোন।

জোনাকী : আহ।

প্ৰভা : ৰ'বি।

বিজয : [মহেন্দ্ৰক] বেযা নাপায যদি কথা এটা সোধোঁ। এখেতেই প্ৰভা—?

বিষ্ণু : আপুনি কেনেকৈ জানিলে?

বিজয : তেনেহ'লে হয়। মই ঠিকেই আগুাজ কৰিছিলোঁ। নালাগে, তেখেত ভিতৰলৈ যাব নালাগে। অকণমান সময়। ময়ো সোনকালে যাম— যদি আপোনালোকে যাবলৈ দিয়ে।— 'যদি আপোনালোকে যাবলৈ দিয়ে' বুলি কৈছোঁ— কাৰণ মই ক'লৈ আহিছোঁ, কাৰ মাজলৈ আহিছোঁ— সকলো জানি-শুনিযেই আহিছোঁ। মই জীৱনৰ মায়া এৰিযেই আহিছোঁ।— গতিকে মোৰ কথাখিনি এখেতেও শুনা ভাল।

কৈলাশ : নুশুনো। কোনেও নুশুনো। আমাৰ এতিয়া কোনো কথা শুনাৰ দৰকাৰ নাই।

দৈমাৰী : সিদিনা ৰাতি আমাৰ কথা শুনিছিল? এতিয়া দালালী কৰিবলৈ আহিছে? অ'ই বিষ্ণু, যা, গাঁৱৰ মানুহক খবৰ দে গৈ। এতিয়াই চৰেই আহি এবাৰ চাই লওক— কোনে তিলক ককাইটিক আমাৰ মাজৰ পৰা কাটি লৈ গ'ল। যা। [নিস্তব্ধ। ভিতৰৰ পৰা মানুহে আহি

ভুমুকা-ভুমুকি কৰে। অ'ত-ত'ত থিয় হৈ ৰয়।]

বিজয় : আচলতে মই দালাল নহওঁ। মই বিশ্বাসঘাতক।

কৈলাশ : জৰুৰ। তই এক শ বাৰ বিশ্বাসঘাতক। দেশদ্ৰোহী, খুনী।

বিজয় : মই অকণমান বহিব পাৰিমনে? [মহেন্দ্ৰই চায়। বেঞ্চ এখন আনি দিয়ে।]

দৈমাৰী : [দূৰৰ পৰা] সেইখন কিয় দিছ? সিংহাসন এখন আনি দে।

মহেন্দ্ৰ : মনে মনে থাকচোন। [নিস্তব্ধ]

বিজয় : ৰাইজে কয় মই দেশদ্ৰোহী, খুনী— চৰকাৰে কয় মই বিশ্বাসঘাতক। আচৰিত। [হঠাতে ডাঙৰকৈ] জানে মই আপোনালোকক কি ক'বলৈ আহিছোঁ? সেইদিনা ৰাতি যে মই পিছ পৰি থাকি গ'লোঁ— মই হেনো চৰকাৰৰ শত্ৰু কাৰণেহে থাকি গ'লোঁ। মোৰ হেনো আন্দোলনকাৰীসকলৰ লগত গোপন যোগাযোগ আছে! তিলক দাস দৌৰি পলাওঁতে পানীত পৰি মৰিল— সেইটোৱেই হেনো সঁচা কথা। মই পিছ পৰি, আপোনালোকৰ লগত কথা পাতিহে বোলে ঠিক কৰিলোঁ— তিলক দাসক পুলিচে হত্যা কৰিলে। আজি যে সমগ্ৰ ৰাজ্যত তিলক দাসক লৈ তোলপাৰ লাগিছে, চৰকাৰ শ'লঠেকত পৰিছে— মই বিশ্বাসঘাতকতা নকৰা হ'লে হেনো সেইবোৰ নহ'লহেঁতেন। [নিস্তব্ধ]

মোক এতিয়া ছাছপেণ্ড কৰা হৈছে। নিলম্বিত কৰা হৈছে। [নিস্তব্ধ]

কিন্তু মই দুখ নকৰোঁ। ছাছপেণ্ড কিয়— মোক তোমালোকে চাকৰিৰ পৰা বৰ্খাস্ত কৰা— আজি আৰু মই চিন্তা নকৰোঁ। [ৰৈ, মহেন্দ্ৰক] আপোনাৰ নামটো?

মহেন্দ্ৰ : মহেন্দ্ৰ ডেকা।

বিজয় : মোৰ নাম বিজয় চৌধুৰী। শুনক ডেকা, এই আন্দোলন ৰাইজৰ আন্দোলন, ময়ো ৰাইজৰে এজন, গতিকে অইন দহজনৰ নিচিনাকৈ মোৰো অন্তৰত আন্দোলনটোৰ প্ৰতি এটা সহানুভূতিৰ ভাব আছিল, আছে। সেই কথা মই অস্বীকাৰ নকৰোঁ। কিন্তু মই চৰকাৰক বিশ্বাসঘাতকতা কৰা নাছিলোঁ। কিন্তু— [ৰৈ] কিন্তু সেই ৰাতিৰ ঘটনাই তিলক দাসে, [প্ৰভালৈ দেখুৱাই] এখেতে, আপোনালোকে— মোক পতিয়ন নিয়াইছে— আজি মোৰ বিশ্বাস জন্মিছে— এই চৰকাৰৰ মানত মই বিশ্বাসঘাতক হোৱাই ভাল। বিশ্বাস কৰক ডেকা, মই তিলক দাসৰ দেউতাকতকৈ, প্ৰভাতকৈ, আপোনালোকতকৈ কম দুঃখিত নহওঁ। এক— এক অমানুষিক হত্যাকাণ্ড— অমানুষিক। [মুখ ঢাকে। অলপ পিছত] মই তেখেতক— তিলক দাসৰ দেউতাকক— এবাৰ লগ পাব পাৰিমনে? [মহেন্দ্ৰই জোনাকীলৈ চায়। জোনাকী সোমাই যায়।]

মহেন্দ্ৰ : কিন্তু তেখেতক আপুনি আপোনাৰ চিনাকি নিদিয়াই ভাল হ'ব হ'বলা।

বিজয় : কিয়?

মহেন্দ্ৰ : মানে— জানেইতো— আপোনালোকৰ প্ৰতি কাৰো ভাল ভাব নাই। তেখেতৰ আৰু নাই। তেখেতে আপোনাক সহ্য কৰিব নোৱাৰিব পাৰে।

বিজয় : নালাগে সহ্য কৰিব। তেখেতে কি কৰিব? মোক মাৰিব? মোৰ মুখত থু পেলাব? পেলাওক। তেখেতে যিহকে কৰ্তব্য বুলি ভাবে তাকে কৰিব, কিন্তু মই যিটো মোৰ কৰ্তব্য বুলি ভাবিছোঁ— সেইটো কৰিবই লাগিব। নহ'লে মই শান্তি নাপাম।

[সকলোৱে চায়। মহোধৰ আহে। লগত জোনাকী, লাৱণ্য। বিজয় আগুৱাই যায়। বুঢ়াৰ

মুখলৈ চাই থাকে।]

বিজয় : মই নিজহাতে তিলকক মৰা নাই, কিন্তু ঘটনাটোৰ বাবে ময়েই দায়ী, গতিকে ময়েই হত্যাকাৰী। মই পুলিচৰ ছাব ইন্সপেক্টৰ, মোৰ নাম বিজয় চৌধুৰী।

[মহোধৰে একেথৰে বিজয়লৈ চায়। কঁপে। বহে। কান্দোন ওলায়।]

লাৱণ্য : ব'ল বৰপিতাই, ভিতৰলৈ ব'ল। [বিজয়ক] আপুনি এইবোৰ কথা কোৱাৰ কি দৰকাৰ?

বিজয় : [মহোধৰক] আপোনালোকৰ কাৰো ওচৰত মই ক্ষমা নিবিচাৰোঁ। [হাত এখন ধৰি] যদি মোক বাইজে বাচি থাকিবলৈ দিয়ে, তেনেহ'লে মই মোৰ কাম কৰি যাম— এনেকৈ কৰি যাম যাতে এদিন আপোনালোকে ভবাৰ সুবিধা পায়— মোক ক্ষমা কৰিব লাগে নে নালাগে। এনেকৈ কাম কৰিম যাতে চৰকাৰে মোক চাকৰিৰ পৰা খেদি দিবলৈ এক মুহূৰ্তও চিন্তা কৰিব নালাগে। [মহোধৰক] আপুনি ভিতৰলৈ যাওক দেউতা। উঠক। [তুলি দিয়ে। ভিতৰৰ ফালে আগবঢ়াই নিয়ে। বাকীখিনি লাৱণ্যই লৈ যায়। জোনাকীও যায়। বিজয় উভতি আহি বৈ থাকে।]

বিষ্ণু : তাৰ মানে আপুনি আৰু চাকৰি নকৰে?

বিজয : কোনটো চাকৰী? কাৰ চাকৰি? ইমানৰ পিছতো মই সেইটো চাকৰি কৰিম? মোৰ মনুষ্যত্ব বোলা বস্তু এটা নাই? [শান্ত] চৰকাৰে মোক ছাছপেণ্ড কৰিছে, মই ৰেজিগনেচন লেটাৰ দি আহিছোঁ। [উত্তেজিত] মোক আপোনালোকে অকণমান সহায় কৰিব? মোৰ ঘৰ-সংসাৰ নাই, আই-বোপাই নাই, নিজৰ বুলিবলৈ যিটো ঘৰ আছিল, সেইটোও চাগে এতিয়া কোনোবাই জ্বলাই দিলে। ভালেই কৰিলে। আজি ৰাজ্যখনত তিলক দাস যিমান পূজনীয় মানুহ, মই সিমান ঘৃণনীয় মানুহ। মোক আপোনালোকে অকণমান আশ্ৰয় দিব? এই তিলক দাসৰ গাঁৱতে থাকি মোক প্ৰায়শ্চিত্ত কৰাৰ সুবিধা দিব? তিলক দাসেতো এডোখৰ ঠাই খালী কৰি থৈ গৈছে। সেইডোখৰ ঠাইত?

[মহেন্দ্ৰ আৰু বিজয়ৰ মুখত পোহৰ। মঞ্চ লাহে লাহে আন্ধাৰ হয়।]

## মঞ্চ : ১

[জোনাকী অকলে বহি আছে। পাৰ্টিৰ অফিচ। কেইখনমান পুৰণি চকী-মেজ-বেঞ্চ, টুল আদি। মহেন্দ্ৰ আহে।]

মহেন্দ্ৰ : তুমি অকলে? কোনো অহা নাই?

জোনাকী : [নিৰুত্তাপ] আহিছে। তোমালোক অহা নাই কাৰণে সৌ দোকানলৈ গৈছে। [আকৌ চিন্তা]

মহেন্দ্ৰ : কি হ'ল তোমাৰ?

জোনাকী : একো হোৱা নাই। এই কথাবিলাককে ভাবিছোঁ।

মহেন্দ্ৰ : কি কথা?

জোনাকী : মানুহজন সঁচাকৈয়ে আচৰিত ধৰণৰ—

মহেন্দ্ৰ : কোন? বিজয় চৌধুৰী?

জোনাকী : [মূৰ জোকাৰে] ওঁ।

মহেন্দ্ৰ : কিমান ধৰণৰ মানুহ দেখিবা। সেইটোৱেই বৰ ডাঙৰ কথা বুইছা? পুলিচৰ সাজযোৰ পিন্ধা যিটো মানুহ আমি দেখোঁ, সেইটো সদায় আচল মানুহ নহয়, সেই সাজযোৰৰ তলত কেতিযাবা অইন এটা মানুহ থাকে। কিন্তু তাতোকৈ ডাঙৰ কথা— এই যে পুলিচৰ সাজ নিপিন্ধা অইন এটা মানুহ, সেইটোও সদায় আচল মানুহ নহয়, আমি সকলোৱে দেখি থকা সেই মানুহটোৰ ভিতৰতো কেতিয়াবা এটা বেলেগ মানুহ থাকে। বিজয় চৌধুৰীৰ প্ৰথম ৰূপটো দেখিলোঁ, দ্বিতীয় ৰূপটো দেখিলোঁ— এতিয়া তেওঁৰ তৃতীয় ৰূপটো ওলাই আহিছে।

জোনাকী : এৰা— কত যে ৰূপ।

মহেন্দ্ৰ : [পাতল সুৰত] ঢেৰ ৰূপ। বহুত ৰূপ। কাৰ যে কিমান ৰূপ দেখিম। তোমাৰেই বা কিমান ৰূপ দেখোঁ।

জোনাকী : মোৰ আকৌ কি ৰূপ?

মহেন্দ্ৰ : ঠিকতো নাই।

জোনাকী : ঠিক নাই বুলি সন্দেহ হৈছে যদি নিজকে এতিয়াই ঠিক কৰি লোৱা।

মহেন্দ্ৰ : [বহি] মই ঠিকেই আছোঁ। মোক ঠিক কৰিব লগা একো নাই।

জোনাকী : তেনেহ'লে মোক ঠিক কৰিব লগা আছে? [খং] মোক তেনেকুৱা কথা নক'বা।

মহেন্দ্ৰ : তোমাৰ সঁচাকৈ খং উঠিল নেকি?

জোনাকী : [নিমাত।]

মহেন্দ্ৰ : নাই, খং নকৰিবা। ধেমালি কৰিছোঁ।

জোনাকী : বহুত গঞ্জনা সহিছোঁ, বহুত বদনামৰ ভাগী হৈছোঁ, ইমানৰ পিছতো তেনেকুৱা ধেমালি ভাল নালাগে। কোনবিনি পালোঁহি— কেতিযা কি হয় ঠিক নাই। এইবোৰ নোহোৱা হ'লেই ভাল আছিল।

মহেন্দ্ৰ : এইবোৰ মানে? আন্দোলনটো?

জোনাকী : [জোৰে] নহয়। আন্দোলন নহ'ব কিয়?

মহেন্দ্ৰ : তেনেহ'লে?

জোনাকী : এইবোৰ।

মহেন্দ্ৰ : কোনবোৰ? আমাৰ এই সম্পৰ্কটোৰ কথা কৈছা? নোহোৱা হ'লেই ভাল আছিল? [ৰৈ] বৰ দেৰিকৈ বুজিলা।

জোনাকী : নহয় ককাইদেউ, মোৰ বৰ ভয় লাগিছে।

মহেন্দ্ৰ : কিয়?

জোনাকী : প্ৰভাইতোতো আমাৰ সমানেই আগুৱাইছিল? আজি তাইৰ কি অৱস্থা হ'ল?

মহেন্দ্ৰ : [ডাঙৰকৈ] অ'—। তাৰ মানে কাইলৈ যদি মযো মৰি যাওঁ— সেইটো চিন্তা কৰিছা? [ৰৈ] শুনা জোনাকী, হ'ব পাৰে, যিকোনো মুহূৰ্তত যিকোনো ঘটনা ঘটিব পাৰে। তাৰ প্ৰমাণ চকুৰ আগতে পালোঁ। কিন্তু সেইবুলি কামৰ পৰাও পিছুৱাই নাহোঁ, মৰমৰ পৰাও পিছুৱাই নাহোঁ। যদি মৰোঁ— মই পৰজন্ম নামৰ বস্তু এটা আছে বুলি বিশ্বাস কৰিয়েই মৰিম— তাৰ পিছৰখিনি তোমাৰ।

জোনাকী : মনে মনে থাকা। [ৰৈ] মই কিন্তু প্ৰভাৰ নিচিনাকৈ জীয়াই থাকিব নোৱাৰিম। [চায়। বিজয় আহে।]

বিজয় : ক'তা? মিটিং? কোনো নাযেই দেখোন।

মহেন্দ্ৰ : আছে। সৌখিনিতে আছে, আহিব এতিযাই। আপুনি বহক।

বিজয় : [ঘড়ী চাই] কামবোৰ সময়মতে আৰম্ভ কৰিব পাৰিলে ভাল, নহয় জানো?

মহেন্দ্ৰ : নিশ্চয়। [কাষলৈ গৈ চিএৰে] অ'ই কৈলাশ, বিষ্ণু— মাত চবকে। [উভতি আহি বিজয়ক] কালি বহু ৰাতি হ'ল নহয়। মানুহবোৰে চাৰি ঘণ্টামানহে শুবলৈ পালে।

বিজয় : চৰকাৰৰ ঘৰত আমি কেতিয়াবা এঘণ্টাও শুবলৈ নাপাইছিলোঁ। তথাপি পাঁচ বজা বুলিলে পাঁচ বজা, ছয় বজা বুলিলে ছয়—

[বিষ্ণু, কৈলাশ, দৈমাৰীহঁত আহে। সিহঁতে বিজয়ক আশা কৰা নাছিল। বহে। কোনোবা থিয় হৈ থাকে।]

মহেন্দ্ৰ : এখেত চৌধুৰীযে এটা ভাল কথা কৈছে। ৰাতি এঘণ্টা শুলেও পাঁচ বজাত কাম বুলিলে পাঁচ বজাত। গতিকে আমি আচল কথা আৰম্ভই কৰোঁ। আমাৰ আজিৰ কথা তেনেই চমু। প্ৰথম কথা তিলকৰ শ্ৰাদ্ধৰ দিনা গোটেই ৰাজ্যৰ লগতে আমাৰ ইযাতো যি মহাসভা হ'ল, সেই মহাসভাই আমাৰ ওপৰত বহু দায়িত্ব জাপি দিছে। গোটেই ৰাজ্যৰ দৃষ্টি এতিয়া আমাৰ ওপৰত। আমি সেই গুৰুত্ব অনুসৰি কাম কৰিব লাগিব। দ্বিতীয় কথা— তিলকৰ ঠাইত আমি আজি আমাৰ সমিতিৰ এগৰাকী সভাপতি পাতিব লাগিব। আমাৰ সকলোৰে ইচ্ছা— প্ৰভা আমাৰ সভাপতি হওক। [সুৰ সলাই] প্ৰভাৰ কি হ'ল বিষ্ণু?

বিষ্ণু : মহোধৰ বৰপিতাইৰ ওচৰলৈ গৈছে, আহিব এতিয়া।

মহেন্দ্ৰ : জোনাকী, তুমি আজিৰ তাৰিখৰ প্ৰস্তাব হিচাপে লিখি যোৱা— আজিৰ পৰা প্ৰভা এই সমিতিৰ সভানেত্ৰী।

কৈলাশ : কিন্তু ককাইটি, প্ৰভা বাইদেউতো থাকিবই, কিন্তু ইমান টান কাম— সভাপতি তুমি হোৱা হ'লেহে ভাল আছিল নেকি! কিমান ঘূৰা-ঘূৰি কৰিব লাগিব—

মহেন্দ্ৰ : ওহোঁ। সভাপতিযে নিজেই ঘূৰাঘূৰি কৰিব লাগিব বুলি কোনো কথা নাই। বৰং সভাপতি অলপ আঁৰত থকাই ভাল। আমাৰ কাৰ ক'ত কেতিয়া কি হয় ঠিক নাই। আৰু আটাইতকৈ ডাঙৰ কথা হ'ল— এই দায়িত্ব আৰু সন্মান প্ৰভাৰ প্ৰাপ্য। [জোনাকীক] লিখা।

দৈমাৰী : বাইদেউৰ সন্মতি আছে?

মহেন্দ্ৰ : আছে। অলপতো হেঁহো-নেহোঁ কৰিবই, কিন্তু তোমালোকে এটা কথা ভাবি চাবা। তিলকৰ মৃত্যুৰ পিছত প্ৰভাৰ কি অৱস্থা হৈছে, সেইটো সকলোৱে দেখিছা। এতিয়া আমি প্ৰভাক আমাৰ মাজত সুমুৱাই কামত ব্যস্ত ৰাখিব লাগিব। হ'ব, এইটো আলোচনা ইমানতে শেষ। এতিয়া আচল কথা। কামৰ কথা। এইকেইদিন তিলকৰ ঘটনাটোৰ কাৰণেই চৰকাৰ তাপ মাৰি আছিল, কিন্তু কালি খবৰ পাইছোঁ— চৰকাৰে আকৌ আমাৰ আঁচনি বিফল কৰিবলৈ সকলো প্ৰকাৰে চেষ্টা কৰিব। অন্ততঃ কাঠৰ গাড়ীবোৰ বোলে তেওঁলোকে পাৰ কৰাবই।

হৰিব : আমাৰ বুকুৰ ওপৰেদি পাৰ কৰাব লাগিব।

মহেন্দ্ৰ : ৰ'বি। তেনেকৈ কথা কৈ লাভ নাই। তিলকৰ ঘটনাটোৰ পৰা আমি বুজিলোঁ— এওঁলোকে দৰকাৰ হ'লে তোৰ বুকুৰ ওপৰেদি গাড়ী চলাই নিব। কিন্তু হাঁহ-ছাগলীৰ নিচিনাকৈ মৰিতো লাভ নাই, গতিকে আমি অন্য উপায় চিন্তা কৰিব লাগিব।

বিষ্ণু : আমি এটা কথা ঠিক কৰিছোঁ।

মহেন্দ্ৰ : কি?
বিষ্ণু : বৰভেটাৰ দলংখন ভাঙি থৈ দিওঁ। [নিস্তব্ধ]
কৈলাশ : কিন্তু, আমি আজি ভাঙিম, কাইলৈ সিহঁতে আকৌ ঠিক কৰি ল'ব।
হৰিব : কাইলৈ আকৌ ভাঙিম।
গগন : আৰু যিকেইটাই ভাল কৰিবলৈ আহে সিহঁতকো এটা শিক্ষা দিম। দ্বিতীয়বাৰ যেন সিহঁত এই কাম কৰিবলৈ নাহে।
মহেন্দ্ৰ : [অলপ ৰৈ] চৌধুৰী, আপুনি কিবা ক'ব নেকি?
বিজয় : নাই নাই, মই এতিয়াই কিবা ক'ব পৰা হোৱা নাই। মই মনে মনে শুনিহে থাকিম। মোৰ কেৱল এটা কথা মনলৈ আহিছে— [প্ৰভা আহে।]
মহেন্দ্ৰ : অ' প্ৰভা আহিলা? বহা। আমি আলোচনা আৰম্ভ কৰিছোঁ। তোমাৰ লগত পিছত কথা পাতিম। কওক চৌধুৰী কি কৈছিল?
: মোৰ কেৱল এটা কথাই মনলৈ আহিছে। সেইদিনা ৰাতি আপোনালোকৰ কোনোবাই গণ্ডগোল কৰিব খোজোঁতে তিলক দাসে সকলোকে শান্ত হ'বলৈ— মনে মনে থাকিবলৈ কৈ দিছিল। তেওঁৰ সেই কেইআষাৰ কথা এতিযাও মোৰ কাণত বাজি আছে। মোৰ ধাৰণা— তেওঁ যেন অশান্তি নিবিচাৰিছিল, হিংসা নিবিচাৰিছিল। [নিস্তব্ধ]
বিষ্ণু : আমিতো সিহঁতৰ নিচিনাকৈ জীয়া মানুহ মাৰিবলৈ ওলোৱা নাই। সিহঁতে ফেপেৰি পাতি আমাৰ মানুহ মাৰিছে, আমি মানুহ নমৰাকৈ যিমান যি কৰিব পাৰি কৰিবই লাগিব।
বিজয : নিশ্চয। মই আপোনালোকৰ কথাত আপত্তি কৰা নাই, কিন্তু আমি নিজক বচাই, আন্দোলনৰ সন্মান বচাই, তিলক দাসৰ আদৰ্শ বচাই কাম কৰিব লাগিব, লগতে আমাৰ উদ্দেশ্যো সফল কৰিব লাগিব। আপোনালোকে যিটো কৰিবলৈ ওলাইছে, ঠিক তাকে কৰিব লাগিব, কিন্তু এনে কৌশলেৰে কৰিব লাগিব যাতে— [ৰৈ যায।]
মহেন্দ্ৰ : কি ক'ব খুজিছিল?
বিজয : এনে কৌশলেৰে কৰিব লগিব, যাতে দলংখন ভঙাৰ দোষটো চৰকাৰৰ ওপৰতে পৰে। [নিস্তব্ধ]
মহেন্দ্ৰ : কেনেকৈ?
বিজয : [সকলোলৈকে চাই, ভাবি] সেইটো কথা এতিযাই ইযাতে আলোচনা কৰাটো জানো ভাল হ'ব? [ৰৈ] মোৰ এই কথাটো সোধাৰ এটা কাৰণ আছে। কিছুমান কথাত আমি অত্যন্ত গোপনীযতা ৰক্ষা কৰিব লাগিব। কিন্তু মই ইমান দিনে সিটো পক্ষত থাকি যিটো বুজিলোঁ— আপোনালোকৰ গোপনীয়তা ৰক্ষাৰ ব্যৱস্থাটো ভাল নহয়।
মহেন্দ্ৰ : মানে?
বিজয : মানে— ধৰি লওক— সেই নিশাৰ ঘটনাটো। আপোনালোকে কি আঁচনি লৈছে, ক'ত আপোনালোক ৰৈ থাকিব, সেই সকলো খবৰ আমি আবেলিতে, চহৰতে পালোঁ। আমাৰ অফিচে বন্দবস্ত কৰিছিল— সকলোকে মথিমূৰ কৰি পেলাবলৈ। মই দলটোৰ লগত অহাৰ কথা নাছিল, কিন্তু যেতিয়া অফিচৰ ভয়ংকৰ প্ৰগ্ৰেমটোৰ কথা জানিলোঁ— তেতিয়া মই নিজে দলটোৰ লগত আহিবলৈ সিদ্ধান্ত কৰিলোঁ। ভাবিছিলোঁ— কোনো ভয়ংকৰ কাণ্ড হ'বলৈ নিদিওঁ। কিন্তু মোৰ সামান্য পলম হৈ গ'ল। বাৰু, সেইবোৰ কথা বাদ। মোৰ প্ৰশ্ন

হ'ল— এইটো কেনেকৈ সম্ভৱ হয়? আপোনালোকৰ আঁচনিৰ কথা লগে লগে চৰকাৰে গম পায় কেনেকৈ? [নিস্তব্ধ]

গগন : আমাৰ মাজত কোনোবা চি আই ডি আছে। বিশ্বাসঘাতক আছে। [গাড়ীৰ শব্দ]

বিজয় : থাকিবই লাগিব।

গগন : সিহঁতক বিচাৰি উলিয়াবই লাগিব। সিহঁতৰ মুখেদি হোলোকা-হোলোকে তেজ উলিযাই দিম।

বিজয় : সেইবোৰ লাহে লাহে হৈ থাকিব। কিন্তু ডেকা— মই ভাবোঁ— দলংখনৰ কামটো হ'বই লাগিব। কিন্তু প্লেনটো যদি পিছত আলোচনা কৰোঁ—

মহেন্দ্ৰ : [হঠাতে] কোন?

সোমেশ্বৰ : [বাহিৰৰ পৰা] মইহে বাপুহঁত। [সোমায]

মহেন্দ্ৰ : অ' সোমেশ্বৰ কাইটি? তুমি ক'লৈ আহিলা?

সোমেশ্বৰ : তহঁতকে বিচাৰি আহিলোঁ। জিলাৰ পৰা পুলিচৰ গাড়ী এখন আহিছে। ইনিছ্‌পেক্টৰ নেকি? টুপী পিন্ধা মানুহজনে মোৰ লগত ঢেৰ কথা পাতিলে, তাৰ পিছত ক'লে বোলে তেওঁ তহঁতক লগ পায। মোক বাট দেখুৱাই দিবলৈ ক'লে। তহঁত ইয়াতে আছ বুলি জানি পুলিচৰ গাড়ীতে উঠি ইযালৈকে আহিলোঁ।

মহেন্দ্ৰ : পুলিচৰ মানুহ ক'ত আছে?

সোমেশ্বৰ : সৌৱা, বাহিৰতে আছে।

মহেন্দ্ৰ : [খং] কথাটো কি? তুমি দেখোন বাৰে বাৰে পুলিচৰ মানুহ আমাৰ ওচৰলৈ লৈ আহা। সকলোৱে তোমাৰ ঘৰটোহে প্ৰথমে বিচাৰি পায়গৈনে? কথাটো কি?

সোমেশ্বৰ : [বিৰক্তি] তহঁতেহে জান কথাটো কি? সেইদিনা ৰাতি চেপাৰ মাছ চাবলৈ গ'লোঁ— সেইটোৱেই মোৰ কাল হ'ল। কি দেখিলোঁ, কাক দেখিলোঁ, তিলকক ক'ত পালোঁ— সেই সোপাকে এটাইমখাই পেঘেনিয়াই থাকিব, পেঘেনিযাই থাকিব। আৰু দুদিনমান এনেকুৱা হ'লে কিন্তু মই গাঁৱেই এৰিম— কৈ দিছোঁ।

মহেন্দ্ৰ : [ৰৈ] তুমি বাহিৰতে অকণমান ৰৈ থাকাগৈ যোৱা। [বুঢা যায]

মহেন্দ্ৰ : পুলিচ ইযালৈ কিয আহিছে?

জোনাকী : আমাৰ কাৰোবাক ধৰিব নেকি?

বিষ্ণু : প্ৰভা, জোনাকী— তহঁত এইফালেদি মালতীহঁতৰ ঘৰলৈ যা। মহেন্দ্ৰ—

মহেন্দ্ৰ : হুঁ।

বিষ্ণু : তহঁতো যা। মই অকলে থাকোঁ।

মহেন্দ্ৰ : তই অকলে কিয থাকিবি? গ'লে তযো যাবি।

বিষ্ণু : এতিযা সময় নষ্ট নকৰিবিচোন? যা। কৈলাশ, হবিব পলা, চব পলা। তৎক্ষণাত।

হবিব : [মহেন্দ্ৰ] যাম জানো ককাইটি?

মহেন্দ্ৰ : যা। তহঁত সকলো যা।

বিজয় : নালাগে। ৰ'ব। সকলো থাকক। কোন আহিছে ইয়ালৈকে আহিবলৈ দিয়ক। কেৱল এজনে গৈ বাহিৰত কৈ আহকগৈ কোনোবা অফিচাৰ আহিছে যদি তেওঁ ভিতৰলৈ আহক, বাকী পালী-পহৰীয়া সকলো দুৱাৰমুখতে ৰৈ থাকক।

বিষ্ণু : আমাৰ যদি বিপদ হয়?

বিজয় : চাওঁচোন কি বিপদ হয়। আমি আমাৰ বিপদ হ'বলগীয়া কি কাম কৰিছোঁ? যাওক, আপুনিয়েই মাতি আনকগৈ।

[বিষ্ণুৱে সকলোলৈকে চাই ওলাই যায়।]

জোনাকী : পুলিচে আমাক এৰেষ্ট কৰিব পাৰে নেকি?

বিজয় : কি দোষত? তিলক দাসৰ অফিচৰ কৰ্মীসকলক এৰেষ্ট কৰিলে যে গোটেই ৰাজ্যত জুই জ্বলিব, সেইটো তেওঁলোকেও জানে। কিছু দিনৰ আগলৈকে তেওঁলোকৰ মাজৰ এজন হিচাপেই কৈছোঁ। [দুৱাৰমুখৰ ফালে গৈ উভতি আহে] কিন্তু তেওঁলোকে কিবা জোৰ কৰিলে আমিও ৰেজিষ্ট কৰিব লাগিব। সাৱধান।

[অলপ পিছত বিষ্ণু, পাছে পাছে ইন্সপেক্টৰ আহে। বিজয় এচুকত বহেগৈ। ইন্সপেক্টৰে সকলোলৈকে চায়।]

মহেন্দ্ৰ : আপুনি কাক বিচাৰি আহিছে? বহক। [গগনে চকী এখন আগবঢ়াই দিয়ে]

ইন্সপেক্টৰ : হ'ব। আচলতে মই সৌ তেখেতক [বিজয়লৈ দেখুৱাই] বিচাৰি আহিছোঁ। আপোনালোকৰ কাৰ্যালয়ত সোমাবলগীয়া হোৱাত বেযাই পাইছোঁ। চৌধুৰী, অলপ কথা আছিল, আমি নহ'লে অলপ বাহিৰলৈকে যাওঁ।

চৌধুৰী : কিবা গোপন কথা আছিল নেকি ছাৰ?

ইন্সপেক্টৰ : গোপন— মানে— কথাখিনি আপোনাৰ লগতহে পাতিবলগীয়া যেতিয়া গোপনেই—।

চৌধুৰী : মোৰ— আপোনাৰ ব্যক্তিগত কথা নে চৰকাৰী কথা?

ইন্সপেক্টৰ : চৰকাৰী কথা।

চৌধুৰী : চৰকাৰী কথা যদি ইয়াতেই কওক ছাৰ। আমি সকলোৱে শুনো।

ইন্সপেক্টৰ : নহয়, এযা আমাৰ অফিচৰ লগত, আপোনাৰ চাকৰিৰ লগত জড়িত কথা।

চৌধুৰী : মই চাকৰিৰ পৰা ইস্তফা দিছোঁ। চিঠি লিখি, পাঁচ কপি কৰি, চাৰি কপি অফিচে অফিচে দি আহিছোঁ। গতিকে মোৰ চাকৰিৰ লগতো সম্পৰ্ক নাই, অফিচৰ লগতো সম্পৰ্ক নাই। কিন্তু আপোনাৰ প্ৰতি মোৰ ভাল ভাব আছিল কাৰণে এতিয়াও মই আপোনাক ছাৰ বুলি মাতি আছোঁ।

ইন্সপেক্টৰ : আপুনি এবাৰ মোৰ লগত অফিচলৈ যাব নেকি? ওপৰৰ হুকুম আছে।

চৌধুৰী : নাযাওঁ।

ইন্সপেক্টৰ : আপুনিতো এনেকৈ ইস্তফা দিলোঁ বুলিয়েই আঁতৰি থাকিব নোৱাৰে। [বাহিৰত গণ্ডগোল]

চৌধুৰী : চৰকাৰে এখন চিঠি লিখিযেই মোক ছাছপেণ্ড কৰি আঁতৰাই ৰাখিব পাৰে, মই এখন ইস্তফা চিঠি লিখি আঁতৰি থাকিব নোৱাৰিম কিয়?

ইন্সপেক্টৰ : এইবোৰ আচলতে ইয়াত এনেকৈ পতা কথা নহয়। কিন্তু আপুনি চৰকাৰী বিষয়া হৈ এই সুৰত কথা কৈছে কাৰণেহে কওঁ— ধৰি লওক আপোনাৰ বিৰুদ্ধে গুৰুতৰ অভিযোগ আছে, আৰু আপুনি কেৱল ইস্তফা চিঠি এখন পেলাই থৈয়েই সেই অভিযোগৰ শাস্তিৰ পৰা হাত সাৰিব পাৰিবনে?

বিজয় : নোৱাৰোঁ। কিন্তু সেই বিচাৰ মই চৰকাৰক অকলে কৰিবলৈ নিদিওঁ। যদি চৰকাৰৰ সাহ আছে তেনেহ'লে তেওঁলোকে ৰাইজৰ মাজত সদৰী কৰি দিয়ক— কি মোৰ অপৰাধ, মোৰ

বিৰুদ্ধে কি কি অভিযোগ আছে। চৰকাৰৰ লগতে ৰাইজেও মোৰ বিচাৰ কৰক। ৰাইজৰ ৰায় মই মূৰ পাতি ল'ম।

ইন্সপেক্টৰ : কিন্তু আপুনিতো ৰাইজৰ চাকৰি কৰা নাছিল, কৰিছিল চৰকাৰৰ চাকৰি, পুলিচৰ চাকৰি।

চৌধুৰী : [বাকীসকলক] শুনিলে? শুনিলে আপোনালোকে? পুলিচৰ এজন সুদক্ষ বিষযাৰ মুখৰ পৰা ওলোৱা এই কথা আপোনালোকে নিজ কাণেৰে শুনিলে নহয়— নাপাহৰিব। [ইন্সপেক্টৰক] পুলিচৰ চাকৰি ৰাইজৰ চাকৰি নহয়, এফালে পুলিচ, এফালে ৰাইজ— এইবোৰ ধাৰণাৰ মাজত সোমাই থাকিযেই মোৰ নিজৰ ওপৰতে ঘৃণা জন্মিছে ছাৰ। বিবেকৰ লগত যুঁজি যুঁজি মই হায়ৰাণ হৈছোঁ। আৰু মই নোৱাৰোঁ ছাৰ। এইবাৰ মোক ৰাইজৰ চাকৰি কৰিবলৈ দিয়ক। আপোনালোকে হয় মোক এৰি দিয়ক নহয— একমাত্ৰ উপায় মোক এৰেষ্ট কৰি লৈ যাওক।

ইন্সপেক্টৰ : দৰকাৰ হ'লে তাকে কৰিব লাগিব।

চৌধুৰী : এতিযাইনে?

ইন্সপেক্টৰ : অৰ্ডাৰটো ঠিক তেনেকুৱা নহ'লেও— প্ৰায তেনেকুৱাই বুলি ধৰিব পাৰি। অন্ততঃ মই ইচ্ছা কৰিলে—

মহেন্দ্ৰ : আপুনি অনুগ্ৰহ কৰি ইয়াৰ পৰা যাওক। আমাৰ এই অফিচটোত কোনো ধৰণৰ গণ্ডগোল হোৱাটো নিবিচাৰোঁ। আপুনি এবাৰ বাহিৰলৈ গৈ চাওক— গোটেই গাঁৱৰ ৰাইজ গোট খাইছে। আপুনি জানেই— গাঁওখনত এটা বৰ দুখৰ ঘটনা ঘটি গৈছে।

ইন্সপেক্টৰ : সেইটো আমাৰ বাবেও দুখৰ ঘটনা। [চিঞৰ] অফিচৰ ভিতৰত গণ্ডগোল হোৱাটো মযো নিবিচাৰোঁ। গতিকে অকল মোক কিয আপোনালোকে তেখেতকো ইয়াৰ পৰা ওলাই যাবলৈ কওক। মইতো আগতেও কৈছোঁ— তেখেতৰ লগত মোৰ যি কথা আছিল, তাৰ বাবে এইডোখৰ উপযুক্ত ঠাই নহয়।

বিষ্ণু : তেখেতক আমি যাবলৈ ক'ব নোৱাৰোঁ। তেখেত আমাৰ আলহী।

[চিঞৰ— আপুনি ওলাই যাওক, ওলাই যাওক।]

ইন্সপেক্টৰ : [ধমক] যাম ৰ'বচোন। চিঞৰিছে কিয়? অনুগ্ৰহ কৰি আমাকো অকণমান সময়ৰ কাৰণে আপোনালোকৰ আলহী বুলি ধৰকচোন।

কৈলাশ : আপোনাৰ নিচিনা আলহী আমাক নালাগে।

ইন্সপেক্টৰ : কিয়? মই কি কৰিলোঁ?

কৈলাশ : আপোনালোকে কেৱল অত্যাচাৰী চৰকাৰৰ গোলামী কৰিছে। আপোনালোকৰ জাতিৰ প্ৰতি স্নেহ নাই, বিবেক নাই—

ইন্সপেক্টৰ : [হাত তুলি] হ'ব। একো নাই। কিন্তু মোৰ কৰ্তব্যবোধ আছে। সেই কৰ্তব্যবোধেৰে মই আজি এখন চৰকাৰৰ গোলামী কৰিছোঁ, কাইলৈ আপুনি চৰকাৰ পাতক, মই আপোনাৰো গোলামি কৰিম। মোৰ নিচিনা গোলাম আপোনাৰো প্ৰয়োজন হ'ব। কৰ্তব্যবোধৰ মূল্য সকলোৰে আছে। পুলিচৰো। আন্দোলনকাৰীৰো। কিন্তু এটা কথা ঠিক, [চৌধুৰীক দেখুৱাই] তেখেতৰ নিচিনা আলহী মই কেতিয়াও হ'ব নোৱাৰিম। বাহিৰত গোট খোৱা গাঁৱৰ মানুহখিনিয়ে মোক গচকি নেফানেফ কৰিলেও মই আপোনালোকৰ আলহী হৈ নমৰোঁ, চৰকাৰৰ গোলাম হৈয়েই মৰিম। আৰু কিবা ক'ব? [বাহিৰত গণ্ডগোল। ইন্সপেক্টৰ ওলাই যায়। দুৱাৰমুখৰ পৰা উভতি]

ইন্সপেক্টৰ : আপোনাৰ লগত তেনেহ'লে বেলেগে দেখা হোৱাৰেই বন্দৱস্ত কৰিব লাগিব।

বিজয় : মোক আৰু ভয় দেখুৱাই লাভ নাই। [ইন্সপেক্টৰ ওলাই যায়]

বিষ্ণু : মানুহবোৰে বৰ চিঞৰ-বাখৰ কৰিছে।

মহেন্দ্ৰ : তহঁত কেইটামান যাচোন। তেখেতক গাড়ীৰ ওচৰলৈকে পাৰ কৰাই থৈ আহগৈ। কোনেও যেন গণ্ডগোল নকৰে।
[কৈলাশহঁত ওলাই যায। বিষ্ণু, মহেন্দ্ৰ, জোনাকী থাকে।]

মহেন্দ্ৰ : [অলপ পিছত বিজয়ক] কি ভাবিছে?

বিজয় : মোৰ ধাৰণা, এওঁলোকে মোক মুকলি হৈ থাকিবলৈ নিদিব।

বিষ্ণু : তেনেহ'লে?

বিজয় : মুকলি হৈ থাকিব নোৱাৰিলে পলাই থাকিব লাগিব। ওচৰ চাপি আহিলোঁ যেতিয়া আঁতৰিবতো নোৱাৰোঁ। বাৰু, সেইবোৰ যেতিয়া যি হয় হ'ব। আমি এতিয়া কি কৰোঁ?

মহেন্দ্ৰ : দলংখনৰ প্লেনটো—

বিজয : ঠিক। দলংখনৰ প্লেনটো। কিন্তু আমাৰ কথাবোৰ আলোচনা কৰিবলৈ অইন এডোখৰ ঠাই নাইনে?

বিষ্ণু : কিয নাই? আমাৰ ঘৰলৈকে যাব পাৰোঁ।

বিজয : আপোনালোকৰ ঘৰলৈ? ঘৰত মিটিং?

মহেন্দ্ৰ : একো অসুবিধা নহয়। আজিকালি আমাৰ ঘৰবোৰো একোটা অফিচৰ নিচিনাই হৈছে।

বিজয : ভালেই। এতিয়াৰ পৰা আমি ঠাই সলাই থকাই ভাল। ব'লকচোন, এতিযাই এবাৰ চাই আহোঁগৈ। [মহেন্দ্ৰ] আপুনি প্ৰভাক মিটিঙৰ কথাবোৰ বুজাই কওক। আমি সোনকালে উভতি আহিম। ওলাই যাবলৈ অইন বাট আছেনে?

বিষ্ণু : এইফালে আহক।

বিজয : [মহেন্দ্ৰক] ইহঁতৰ একো ঠিক নাই। মই ক'ত আছোঁ, কাকো নোকোৱাই ভাল।
[বিষ্ণু, বিজয ওলাই যায। বাহিৰত গণ্ডগোল। অলপ পিছত]

মহেন্দ্ৰ : [প্ৰভাক] তোমাক সভাপতি পাতিলোঁ। শুনিছানে নাই?

প্ৰভা : মোক মিছাকৈ কিয ইমান ডাঙৰ দায়িত্ব দিছা?

মহেন্দ্ৰ : যিমান ডাঙৰ ঠাই খালী হ'ল, তোমাৰ দায়িত্বও সিমান ডাঙৰ হ'বই।

প্ৰভা : কিন্তু মোৰ জীৱনটোৰ যিখিনি খালী হৈ গ'ল, সেইখিনি কেনেকৈ পূৰ হ'ব? মোৰ মনৰ বল একেবাৰে নোহোৱা হৈ গৈছে।

মহেন্দ্ৰ : চোৱাচোন। দিন গৈ থাকক। পৃথিৱীৰ বোলে ক'তো একো খালী হৈ নাথাকে। কাৰো জীৱন খালী হৈ নাথাকে। সময়ত সকলো পূৰ হৈ যায়। [লাহে লাহে অন্ধকাৰ]

## মঞ্চ-২

[ৰাতি। গাঁৱৰ বাট। বিজয় আৰু বিষ্ণু]

বিজয : কথাটো হ'ল— দলংখন জুই লাগি শেষ হোৱাৰ সময়তে সিফালৰ পৰা পুলিচ আহি পাবহি লাগিব। টাউনৰ পৰা পুলিচ আহোঁতে লাগিব ডেৰ ঘণ্টা। গতিকে কৈলাশহঁতে যদি ঠিক

চাৰে দহ বজাত পুলিচক খবৰ দিযে, তেন্তে পুলিচ পাবহি বাৰ বজাত। গতিকে এঘাৰ বজাৰ লগে লগে দলংখনত জুই দিব লাগিব। আৰু বাৰ বজাৰ পাঁচ মিনিটমান পিছতে গাঁৱৰ মানুহ গোট খাব লাগিব।

বিষ্ণু : এইবোৰ সকলো বুজিছোঁ। কিন্তু আকৌ যদি পুলিচে অত্যাচাৰ কৰে। আকৌ যদি আমাৰ মানুহৰ হ্ৰণ-ভগন হয়?

বিজয : কেনেকৈ! পুলিচ থাকিব পোৰা দলংখনৰ সিফালে, ৰাইজ থাকিব ইফালে। হাতেৰে, লাঠীৰে পুলিচে আমাক ঢুকি নাপাব। বাকী থাকিব গুলী। আমাৰ মানুহে একো গণ্ডগোল কৰিব নালাগে— কেবল একমুখে ক'ব লাগে— পুলিচে আমাৰ গাঁৱৰ দলংখনৰ সৰ্বনাশ কৰিলে। তাৰ পিছত গোটেই ৰাজ্যতে মাহৰ পিছত মাহ কথা কটা-কটি চলি থাকিব। মুঠৰ ওপৰত গাঁৱৰ মানুহে তালৈ গৈ পুলিচক দেখিব লাগিব, আমাৰ কাকো দেখিব নালাগিব। [হঠাতে] কোনোবা আহিছে—

[দুযো আঁৰ হয। মহেন্দ্ৰ দৌৰি আহে। দুযোফালে চায। বিষ্ণু, বিজয় ওলাই আহে।]

মহেন্দ্ৰ : বিষ্ণু, কথাবোৰতো বেলেগ হৈ গ'ল।

বিষ্ণু : কি হ'ল?

মহেন্দ্ৰ : এতিযা চাৰে দহ বাজিছে। দলঙৰ ওচৰততো পুলিচ।

বিষ্ণু : কি? পুলিচ? ক'ত?

মহেন্দ্ৰ : দলংখনৰ ইমূৰে এগাড়ী, সিমূৰে এগাড়ী। দুগাড়ী পুলিচ।

বিষ্ণু : কেনেকৈ?

মহেন্দ্ৰ : কেনেকৈ কওঁ?

বিষ্ণু : চাৰে দহ বজাত খবৰ পালে পুলিচ বাৰ বজাতহে পাবহি লাগে।

বিজয : কিন্তু আবেলিতে খবৰ পালে? [চিঞৰি] মই বাৰে বাৰে কৈছোঁ নহয আমাৰ মাজত ঘৰ-বিভীষণ আছে, বিশ্বাসঘাতক আছে, চৰকাৰৰ দালাল আছে। ছি ছি ছি! এনেকুৱা সংগঠনেৰে আমি ইমান ডাঙৰ কাম কৰিবলৈ ওলাওঁ। কোনোবাই বহুত আগতে আমাৰ প্লেনৰ কথা পুলিচক জনালে। কোনে?

মহেন্দ্ৰ : বৰ আচৰিত কথা। আলোচনা কৰোঁতে আমিতো সেইকেইটা মানুহহে আছিলোঁ।

বিজয : মই আছিলোঁ, আপুনি আছিল, এওঁ আছিল, জোনাকী আছিল, কৈলাশ আছিল, গগন আছিল। মই কাকো বিশ্বাস নকৰোঁ। এনেকুৱাই যদি হয়, কাইলৈ মোক কোনে ধৰাই দিব তাৰ কি ঠিক? মই নিজকো বিশ্বাস নকৰোঁ। ভালকৈ ভাবি চাওক— কৈলাশক আপোনালোকে কিমান চিনি পায়?

বিষ্ণু : নাই নাই। তাৰ কথা তেনেকৈ ভাবিব নাপায। সি মৰিবলৈ ওলোৱা ল'ৰা।

বিজয় : গগন?

মহেন্দ্ৰ : সিও অনবৰতে আমাৰ লগত লাগি থকা ল'ৰা।

বিজয় : সিহঁত টাউনলৈ কেতিয়া গৈছিল?

মহেন্দ্ৰ : দুইটা বেলেগে বেলেগে গৈছিল। একেলগে যাবলৈ ময়েই মানা কৰিছিলোঁ। কৈলাশ দুপৰীয়া ভাত খাই উঠি গৈছিল—

বিজয় : আৰু গগন?

মহেন্দ্ৰ : সি ৰাতিপুৱাই গৈছিল।

বিজয় : ৰাতিপুৱাই? [ৰয়]

মহেন্দ্ৰ : ওঁ।

বিজয় : [চিন্তা কৰি] ডেকা, এটা কথা সোধোঁ— বেয়া নাপাব। অকল মোৰ আপোনাৰ বুলি নহয়, গোটেই ৰাজ্যখনৰ মানুহৰ জীৱন-মৰণৰ কথা। জোনাকীৰ লগত আপোনাৰ এটা ভাল সম্পৰ্ক আছে। সেই সম্পৰ্কৰ কাৰণে আমাৰ কৰ্মীসকল সকলো সুখী।[মহেন্দ্ৰই তলমূৰ কৰে] সকলোৱে— ময়ো— অধীৰ আগ্ৰহেৰে বাট চাই আছোঁ— এটা শান্তিৰ দিন অহাৰ লগে লগে আপোনালোক সুখী হওক। কিন্তু বৃহত্তৰ স্বাৰ্থৰ খাতিৰত আমি একো সময়ত কিছুমান বৰ নিষ্ঠুৰ কাম কৰিবলগীয়া হওঁ। জোনাকী সম্পৰ্কে, জোনাকীৰ ঘৰৰ মানুহখিনিৰ সম্পৰ্কে আপোনাৰ ধাৰণা কেনে? কথাটো পৰিষ্কাৰ হ'ব লাগে। আমাৰ ভিতৰতে। আমাৰ হাতত সময় নাই। গতিকে এতিয়াই, ইয়াতে আমি কথাটো আলোচনা কৰিছোঁ।

মহেন্দ্ৰ : মই— মই তেওঁৰ কথা কি ক'ম? ব্যক্তিগত স্বাৰ্থতকৈ যে দেশৰ স্বাৰ্থ ডাঙৰ, সেই কথাটো তেৰোঁ বিশ্বাস কৰে। মযো বিশ্বাস কৰোঁ— সিমানেই।

বিজয় : নহয়, ঠিক তেওঁৰ কথা কোৱা নাই। মই কৈলাশ, গগন সকলোৰে খবৰ ল'ম। মই কৈছোঁ— বাৰু, জোনাকীৰ ঘৰত কোন কোন আছে? ওলাই-সোমাই ফুৰিব পাৰা?

বিষ্ণু : থকাৰ ভিতৰত তেওঁৰ ককাযেক এজন আছে।

বিজয় : আমি দেখিছোঁনে?

বিষ্ণু : নাই, তেওঁ আমাৰ লগত নাই। তেওঁ এইবোৰ ভাল নাপায।

বিজয় : কি কৰে তেখেতে?

বিষ্ণু : সৰু-সুৰা ব্যৱসায কৰে।

বিজয় : কেনেকুৱা ব্যৱসায।

বিষ্ণু : এই ছাপ্লাই-তাপ্লাই।

বিজয় : ক'ত?

বিষ্ণু : এই টাউনৰে অফিচত।

বিজয় : কি নাম তেখেতৰ?

বিষ্ণু : গোপাল। গোপাল দাস।

বিজয় : গোপাল দাস—। বাৰু তেওঁ যে এইবোৰ ভাল নাপায বুলি ক'লে— মানে আন্দোলনটো ভাল নাপায? বেযা পায় নেকি?

মহেন্দ্ৰ : ভালপোৱা বেযাপোৱা বুলি কথা নহয, মুঠতে তেওঁ এইবোৰত নাই।

বিজয় : জোনাকীযে তেওঁৰ লগত সকলো কথা পাতে নেকি?

মহেন্দ্ৰ : একে ঘৰতে থাকে যেতিযা পাতে চাগৈ।

বিজয় : [ৰৈ] ঠিক আছে। পেঘেনিয়াই পেঘেনিয়াই সোধাৰ কাৰণে বেয়া নাপাব। বৰ ডাঙৰ ঘটনা ঘটিল, সেই কাৰণে কৈছোঁ। এতিযাতো আমি ইযাৰ পৰা আঁতৰি যোৱাৰ বাহিৰে উপায় নাই। বাকীসকলকো খবৰ দিব লাগে— আমি নোকোৱালৈকে কোনো যেন দলঙৰ ওচৰলৈ নাযায়। তাত পুলিচ থিয় হ'ল যেতিয়া হ'লেই। আমি নতুন প্লেন কৰিব লাগিব। আৰু লগে লগে খবৰ ল'ব লাগিব— গগনে ৰাতিপুৱাই গৈ ক'ত কি কৰিলেগৈ। আৰু

আপোনালোকেও মনত পেলাওক— আমাৰ প্লেনৰ কথা আপোনালোকে কাক কাক কৈছিল। জোনাকীকো সুধিব— তেওঁ ককায়েকক কথাবোৰ কৈছিল নেকি? বাকীখিনি খবৰ মই ল'ম। ফুটা থকা নাও লৈ পানীয়েদি যাত্ৰা আৰম্ভ কৰিব নোৱাৰি। চিন্তা নকৰিব। এতিয়া নিজৰ কাম কৰক। মই অলপ ঘূৰি চাই আহোঁ।

[বিজয় যায়। মহেন্দ্ৰ, বিষ্ণু চিন্তান্বিত। বিষ্ণু মহেন্দ্ৰৰ ওচৰলৈ আহে।]

বিষ্ণু : এইবোৰ কেনেকৈ হ'বলৈ পালে?

মহেন্দ্ৰ : শেষত গগন, কৈলাশইঁতক সন্দেহ কৰিবলগীয়া হ'ল?

বিষ্ণু : ছিঃ। বৰ লাজৰ কথা। মই এইবোৰ সহ্য কৰিবলৈ বৰ টান পাওঁ মহেন্দ্ৰ। তইঁতে অন্ততঃ এটা কাম কৰ। এই ভিতৰুৱা আলোচনা-বিলোচনাবিলাকৰ পৰা মোক বাদ দে।

মহেন্দ্ৰ : কিয়?

বিষ্ণু : তেতিয়াতো অন্ততঃ এটা সন্দেহ কম হৈ থাকিব।

মহেন্দ্ৰ : বলিযা হৈছে নেকি?

বিষ্ণু : নহয় মহেন্দ্ৰ। তই কথাটো ভাবি চা। মই কাম কৰি ভাল পাওঁ। আমাৰ মাজত দুটা ভাগ থাকিব লাগে, এটা কাম কৰা মানুহৰ ভাগ, এটা আলোচনা-বিলোচনা কৰি নীতি-নিয়ম ঠিক কৰা মানুহৰ ভাগ। মোৰ সিমান মগজো নাই, সেই কাৰণে এইটো ভাগৰ পৰা মোক বাদ দে।

মহেন্দ্ৰ : তাতকৈ মোক বাদ দে, জোনাকীক বাদ দে। তই মোৰ অৱস্থাটো ভাবি চা বিষ্ণু। শেষত গৈ মই জোনাকীক সন্দেহ কৰিব লাগিব?

বিষ্ণু : নহয়, চৌধুৰীয়েতো জোনাকীৰ কথা তেনেকৈ কোৱা নাই, গোপালদাৰ কথাহে কৈছে—

মহেন্দ্ৰ : গোপালদা মানেইতো জোনাকী। [নিস্তব্ধ]

বিষ্ণু : আমি বাৰু গোপালদাৰ ওপৰত অলপ চকু ৰখা ভাল হ'ব নেকি?

মহেন্দ্ৰ : ৰাখ। গোপালদাৰ ওপৰতো ৰাখ, মোৰ ওপৰতো ৰাখ। মোক কিয় বাদ দিবি?

বিষ্ণু : তই তেনেকৈ খং নাখাবিচোন। সাৱধান হোৱাত লোকচান কি?

মঞ্চ-১

[দুভাগ। (ক) আৰু (খ)। (ক) ভাগত লাইট পৰে। জোনাকী আৰু গোপাল।]

গোপাল : [চিএঞৰি] কি?

জোনাকী : [উত্তেজিত] মই তোক সকলো কথা কৈছিলোঁ?

গোপাল : কৈছিলি।

জোনাকী : তই সেইদিনা ৰাতিপুৱাই টাউনলৈ গৈছিলি?

গোপাল : গৈছিলোঁ।

জোনাকী : তোক এটা পুলিচ অফিচৰ পৰা ওলাই অহা মানুহে দেখিছে, কথা সিমানেই।

গোপাল : মই টাউনলৈ গ'লোঁ, এটা পুলিচ অফিচলৈ গ'লোঁ— গ'লোঁ কি হ'ল?

জোনাকী : সৰ্বনাশ হ'ল—

গোপাল : কি সৰ্বনাশ হ'ল? আৰু মই যিটো অফিচলৈ গৈছিলোঁ— সেইটো পুলিচৰ ঘৰ বনোৱা

ইঞ্জিনীয়াৰিং ডিপাৰ্টমেণ্টৰ অফিচ। তাত চি আই ডিগিৰি কৰা মানুহ নালাগে।

জোনাকী : চি আই ডিগিৰি কৰা মানুহে কপালত চি আই ডি বুলি লিখি লৈ কাম কৰে নেকি? তই দেখা ছাইনব'ৰ্ডখনেই আচল ছাইনব'ৰ্ড নহয় নহয়। বাৰু। তই মোৰ আগত শপত খাই ক'চোন, তই এইবোৰ কথা তাত কাৰোবাক কৈছিলি নে নাই?

গোপাল : এইবোৰ কথা মই কিয় ক'বলৈ যাম? মই বলিয়া হৈছোঁ নেকি?

জোনাকী : কিন্তু এতিয়াতো মই শুনিবলগীয়া হৈছে?

গোপাল : কি?

জোনাকী : তোৰ পৰাই পুলিচে কথাবোৰ আগতে গম পালে বুলি!

গোপাল : [চাই থাকি] এযাই তহঁতৰ আন্দোলন কৰাৰ নমুনা? ভালতেনো মই এইবিলাকৰ পৰা আঁতৰি থাকোঁনে?

জোনাকী : কিয় আঁতৰি থাক? ভনীয়েৰ এজনীয়ে দিনে-নিশাই ঘূৰি ফুৰে, তই আঁতৰি থাক কিয? সেইটোৱেইতো কাল হ'ল।

গোপাল : আঁতৰি থাকোঁ— ঘৰলৈ আহিয়েই যে ভাতকিটা খাবলৈ পাব, তাৰ যোগাৰ কৰিবলৈ। শুন, বেছি কথা নবঢাবি। আন্দোলনৰ কামত সকলো ঘূৰি ফুৰিব লাগিবই বুলি কোনো কথা নাই। কোনেও কাঁকো বাধ্য কৰাব নোৱাৰে। তিলকেও নোৱাৰিলে। কিন্তু সি মোৰ কথা বুজা মানুহ আছিল— সেই কাৰণেই সি মৰি মুক্তি পালে। আৰু যি সোপাক এৰি থৈ গ'ল— সিহঁতে মোক চি আই ডি পাতে।

জোনাকী : তই অফিচলৈ ব'ল। সকলোৰে আগত কি ক'বলগীয়া আছে নিজে কৈ আহগৈ। মই সেইবোৰ ভুন-ভুননি শুনি থাকিব নোৱাৰোঁ।

গোপাল : গৰজ পৰিছে মোৰ। মই আন্দোলন কৰা নাই, কাৰো অপকাৰ কৰা নাই, মোৰ নিজৰ বাছ-বিচাৰ আছে, ভালপোৱা-বেযাপোৱা আছে— আন্দোলনৰ বাহিৰেও প্ৰত্যেকখন ঘৰৰ অজস্ৰ কাম আছে, কোনোবাইতো সেইবোৰ কাম কৰিব লাগিব। আৰু মই মোৰ কাম কৰি আছোঁ কাৰণেই এতিযা তহঁতৰ অফিচলৈ গৈ কৈ আহিব লাগিব— মই চি আই ডি নহওঁ বুলি? আঁতৰি যা মোৰ আগৰ পৰা—

জোনাকী : তই—

গোপাল : যা বুলিছোঁ নহয। [জোনাকী যায]

গোপাল : [চিঞৰি] যিকেইটাই মোক চি আই ডি পাতিছে— সিহঁতক কৈ দিবি— কৰিলে সিহঁতৰ নাকৰ আগতে কৰাৰ শক্তি মোৰ আছে। আৰু নকৰাকৈ যদি বদনাম ল'বলগীয়া হয়, তেনেহ'লে কৰিমেই। কৰি বদনাম লোৱাই ভাল। [বহে। চিন্তা কৰে। হঠাতে চিঞৰে।]

গোপাল : দেশখনক অকল সিহঁতেহে ভাল পায় নেকি?

[লাহে লাহে অন্ধকাৰ। (খ) মঞ্চত পোহৰ পৰে। জোনাকী আৰু মহেন্দ্ৰ। চিন্তিত। কিছু সময়ৰ পিছত।]

জোনাকী : [চকু-মুখ মচি] মই তাৰ কথাৰ পৰা একো ধৰিব পৰা নাই ককাইদেউ। কিন্তু সি ইমান ডাঙৰ অপকাৰ কৰিব পৰা মানুহ যেন নালাগে।

মহেন্দ্ৰ : আমি সকলোৱে তাকে বিশ্বাস কৰোঁ। কিন্তু বিজয় চৌধুৰী নিজে পুলিচৰ মানুহ। সকলো তলা-নলা পোৱা মানুহ। মানুহৰ মতি-গতি বুজি পোৱা মানুহ।

জোনাকী ঃ কিন্তু আমিও জানো— সামান্য হ'লেও একেলগে মানুহৰ মতি-গতি বুজি নাপাওঁ? উঠা-বহা কৰা ককাইটোৰ মতি-গতিৰ অলপমানো মই বুজি নাপাওঁনে? ইমান দিন দেখি থাকি তোমালোকেও অলপমানো বুজি নাপালানে?

মহেন্দ্ৰ ঃ চৌধুৰীযে নিজে চাকৰি এৰি দি আমাৰ লগ লাগিছে যদিও তেওঁৰ এনেকুৱা বহুত মানুহ আছে— যিবোৰে চাকৰিও কৰি আছে, আমাৰ কামো কৰি আছে। সেইবোৰ মানুহৰ পৰা তেওঁ যি খবৰ পাইছে—

জোনাকী ঃ কি খবৰ পাইছে?

মহেন্দ্ৰ ঃ এই ধৰি লোৱা যোগাযোগ— টাউনৰ কিছুমান চৰকাৰী অফিচৰ লগত লেনদেন—

জোনাকী ঃ কিন্তু ছাপ্লাইৰ ব্যৱসায় কৰিলেতো এটা অফিচলৈ যাবই লাগিব। বস্তু দিয়া— বিল দিয়া, পইচাৰ খবৰ কৰা— তেনেকুৱা যোগাযোগ, তেনেকুৱা লেনদেনতো হ'বই।

মহেন্দ্ৰ ঃ সেই সুবিধাও হয়তো তেওঁক কোনোবাই কৰিযেই দিছে।

জোনাকী ঃ নহয় ককাইদেউ, সেইটো কেতিয়াও হ'ব নোৱাৰে। অন্ততঃ তুমি এইবোৰ বিশ্বাস নকৰিবা।

মহেন্দ্ৰ ঃ বিশ্বাস কৰি জানো মই আনন্দ পাইছোঁ জোনাকী? মই কিমান কষ্ট পাইছোঁ— বুজাব নোৱাৰোঁ। যি কণ সময় বিছনাত পৰোঁ, সেইকণো টোপনি নাযায়।

জোনাকী ঃ একোবাৰ ভাবোঁ— এইবোৰ চব বাদ দিওঁ—

মহেন্দ্ৰ ঃ এতিয়া কেনেকৈ বাদ দিওঁ?

জোনাকী ঃ তোমাৰ কথা কোৱা নাই। মোৰ কথা কৈছোঁ। এইকেইদিন মাজে মাজে অসহ্য লাগিছে। এইবোৰ দেখি- শুনি ভাবিছোঁ তুমি তোমাৰ কাম কৰি যোৱা। মই থাকোঁ সোমাই। যদি আমাৰ মৰমৰ জোৰ আছে, তেনেহ'লে এদিন তুমি সকলো কাম শেষ কৰি মোৰ ওচৰলৈ আহিবা। সেযে ভাল।

মহেন্দ্ৰ ঃ তেনেকুৱা কাম নকৰিবা। তেনেকুৱা কথা নাভাবিবাও। কথাবোৰ বৰ জটিল হৈ আহিছে। এতিয়া তেনেকুৱা কৰিলে মানুহে তোমাকো সন্দেহ কৰিব।

জোনাকী ঃ মোক?

মহেন্দ্ৰ ঃ ঠিকতো নাই। মানুহৰ মন, মানুহৰ মুখ—

জোনাকী ঃ উস্! কিহত সোমালোঁ! [মুখ ঢাকে। অলপ পিছত। সাহসেৰে।] নহয়। মানুহৰ ভয়ত মই কিয় পলাম? মন, মুখ অইন মানুহৰহে আছেনে? মোৰো আছে। মুখৰ জোৰ নাথাকিলেও অন্ততঃ মনৰ জোৰ আছে। যোৱা। তুমি তোমাৰ কাম কৰা। মই মোৰ কাম কৰোঁ। দেশৰ কামৰ কাৰণে ওলাই আহিছিলোঁ, পবিত্ৰ মনেৰে দেশৰ কামকে কৰোঁ। মাজতে এইবোৰ অদৰকাৰী খেলিমেলিযেই হ'লনেকি হ'ল— সময়ত দেখা যাব। এইবোৰ তুচ্ছ দুখ-যন্ত্ৰণাৰ কথা আমাৰ মাজত শোভা নাপায়।

মহেন্দ্ৰ ঃ তুমি কিয় তেনেকৈ কৈছা?

জোনাকী ঃ চি আই ডিৰ ভনীযেক, গতিকে তুমিও অলপ গা বচাই চলিবা। তুমিতো মোৰ নিচিনা সাধাৰণ কৰ্মী নোহোৱা! তুমি ছেক্ৰেটাৰী। মোৰ লগত সম্পৰ্ক ৰখাৰ কাৰণে তোমাৰ অপকাৰ হ'লে, তোমাৰ বদনাম হ'লে গাঁওখনৰ সহজ-সৰল মানুহবোৰৰ বৰ অপকাৰ হ'ব। গাঁওখন ধ্বংস হৈ যাব। যোৱা। তুমি তোমাৰ কাম কৰাগৈ।

মহেন্দ্ৰ ঃ এতিয়াই এনেকৈ কৈছা কিয়?

জোনাকী : কেতিয়া ক'ম? কাইলৈ? পৰহিলৈ? তোমাৰ কথাৰ সুৰ শুনিলে মই বুজি নাপাওঁ— তোমাৰ মনত কি হৈছে? বিজয় চৌধুৰীৰ সলনি কথাবোৰ ক'বলৈ তুমি আহিছা— সিমানেইহে।

মহেন্দ্ৰ : নহয়—

জোনাকী : এতিয়া যোৱাচোন। মোক অকলে কথাবোৰ ভাবিবলৈ দিয়া।

মহেন্দ্ৰ : তুমি গোপালক অলপ বুজালে—

জোনাকী : [চিঞৰি] তাক মই কিয় বুজাম? সি কেঁচুৱা নেকি?

[চাই থাকি মহেন্দ্ৰ ওলাই যায়। জোনাকীয়ে কপালত হাতৰ ভেজা দি ভাবে। কাগজ লয়। উত্তেজিতভাৱে লিখে। ভাবে। লিখে। আন্ধাৰ হয়।] off voice জোনাকী— প্ৰভা, লৰালৰিকৈ লিখিলোঁ। তই যে মোক অৱন্তীহঁতৰ সংঘৰ অফিচলৈ যাবলৈ লগ ধৰিছিলি, যাব নোৱাৰিম। হঠাতে মোৰ গাটোও বেয়া লাগিছে, মনটোও বেয়া লাগিছে। কিন্তু— বেয়া লগাৰ কথা বাদ, এনেয়েও তই কিছু দিনলৈ তহঁতৰ কামৰ পৰা মোক বাদ দে। মই কিছু দিন বেলেগ কাম কিছুমান কৰিব খুজিছোঁ। তই বেয়া নাপাবি। বহু দিন বহুত কাম কৰিলোঁ— সেইবিলাকৰ কি ফল হ'ল, সেইবোৰো ফঁহিয়াই চাব লাগিব। যদি সেইবোৰৰ ফল ভালেই হোৱা নাই, তেনেহ'লে কামৰ বাট বেলেগ কৰি ল'ব ল'ব লাগিব। আৰু এটা কথা নহয়, লাগ বুলিলেই গোটেই গাঁৱৰ মানুহ বাটলৈ ওলাই আহে। মোৰ নিচিনা এজনী ছোৱালী নাহিলে কাৰো একো ক্ষতি নহয়।

প্ৰভা : তাৰ মানে তোমালোকে এইবোৰ কথা কোৱাৰ কাৰণেই তাই ইমানবোৰ কথা লিখিলে? আগ-গুৰি নভবাকৈ তোমালোকে তাইক এইবোৰ কথা কিয় ক'লা?

মঞ্চ-২

[সভাপতিৰ (প্ৰভাৰ) অফিচ কোঠালি। প্ৰভা বহি চিঠি পঢ়ি আছে। চিন্তিত। মহেন্দ্ৰই অহা-যোৱা কৰি আছে।]

মহেন্দ্ৰ : কিন্তু চৌধুৰীয়ে শেষত কি কৈছে জানা?

প্ৰভা : কি কৈছে?

মহেন্দ্ৰ : [অহা-যোৱা কৰি, ৰৈ] তেওঁ মোক জোনাকীৰ পৰাও সাৱধান হ'বলৈ কৈছে।

প্ৰভা : কি? জোনাকীৰ পৰাও সাৱধান হ'বলৈ কৈছে? কিয়?

মহেন্দ্ৰ : মই একো ধৰিব পৰা নাই। তেওঁৰ মতে এই আন্দোলন শেষ নোহোৱালৈকে জোনাকীক আমি বিশ্বাসত ল'বই নালাগে।

প্ৰভা : নহয় নহয়। এইবিলাক কথা তুমি বিশ্বাস কৰা?

মহেন্দ্ৰ : বিশ্বাস— অবিশ্বাস— মোৰ মূৰত একো নোসোমোৱা হৈছে। শুনা প্ৰভা, আন্দোলনটোক মই ইমান ডাঙৰ বস্তু বুলি ভাবোঁ— তাৰ তুলনাত সকলো সৰু যেন লাগে। আন্দোলনটোৰ স্বাৰ্থত মই সকলো বিশ্বাস কৰিবলৈ সাজু হৈছোঁ। মই বিশ্বাস কৰিব পাৰিব লাগিব। উস্। [মূৰত হাত ফুৰায়।]

প্ৰভা : নহয় নহয়, এনেকৈ তৎক্ষণাত অবৈধ হ'লে নচলিব। জোনাকীৰ লগত মই উঠা-বহা কৰিছোঁ, একেলগে আছোঁ, তাইক মই চিনি নাপাওঁনে?

মহেন্দ্ৰ ঃ মোতকৈও বেছিকৈ চিনি পোৱানে? যাক মই অন্তৰখনৰ এফাল বুলি গ্ৰহণ কৰি আহিছোঁ, তাইক তুমি মোতকৈও বেছি ভালকৈ চিনি পোৱানে?

প্ৰভা ঃ তেনেহ'লে? তেনেহ'লে তুমি এইবিলাক কথা একে আষাৰে মিছা বুলি উৰুৱাই নিদিয়া কিয়?

মহেন্দ্ৰ ঃ [ৰৈ] জোনাকীয়ে মোক ভাল পায়, তাত সন্দেহ নাই, কিন্তু তাই আন্দোলনটোক ভাল পায় নে নাপায়, সেই বিষয়ে নিঃসন্দেহ হওঁ কেনেকৈ?

প্ৰভা ঃ তুমি তাইক ইমান আপোন কৰি লৈছা, তাইক তুমি পোনে পোনে কথাবোৰ নোসোধা কিয়? তোমালোকৰ মাজততো লুক-ঢাক থাকিব নালাগে।

মহেন্দ্ৰ ঃ মইতো নোসোধাকৈ থকা নাই।

প্ৰভা ঃ কি কয় তাই?

মহেন্দ্ৰ ঃ তাই খঙত জ্বলি-পকি উঠিছে।

প্ৰভা ঃ উঠিবইতো।

মহেন্দ্ৰ ঃ কিন্তু তাই এক কথাত— মিছা মিছা মিছা বুলি চিএঞৰি নুঠে কিয়? নিয়মমতেতো তাই বলিয়া হৈ যাব লাগিছিল। কিহে তাইক বাধা দিছে? আন্দোলন এৰিব, বেলেগ লাইন ল'ব— এইবোৰ কথা কয় কিয়? আন্দোলন এৰা মানে তাই মোক এৰা নহয়? নাই নাই নাই প্ৰভা। চৌধুৰী অভিজ্ঞ মানুহ। তেওঁ বাৰে বাৰে কয়— মানুহ চিনা বৰ টান। এই সত্য মোৰ কপালতে ফলিযাব নেকি?

প্ৰভা ঃ তুমি ইমান দূৰলৈ কিয় ভাবিছা? ৰ'বা মই আজিয়েই তাইক আমাৰ ঘৰত থাকিবলৈ লৈ আহিম। গোটেই ৰাতি তাইৰ লগত কথা পাতিম। ক'ত কি কেনা লাগিছে— চাফা কৰিব লাগিব।

মহেন্দ্ৰ ঃ নাই, নালাগে। তুমি এইবিলাক কথা জানিলা বুলি এতিয়াই গম পালে তাই কষ্ট পাব। কৰাবোৰ মোকেই অকলে চম্ভালিবলৈ দিয়া। আৰু যদি এদিন দেখোঁ যে কথাবোৰ সঁচা— [ৰৈ যায়। অস্থিৰ] নাই নাই, ভাবিবই নোৱাৰি। মোৰ জীৱনটো খালী হৈ যাব প্ৰভা। খালী হৈ যাব। [বহে। প্ৰভা লাহে লাহে ওচৰলৈ আহে।]

প্ৰভা ঃ কিয় এনেকুৱা কৰিছা? চোৱাচোন, মোৰ ফালে চোৱা। [মহেন্দ্ৰই চায়] তুমি মোক কোৱা কথাষাৰকে এতিয়া দেখোন মযেই ওলোটাই ক'বলগীয়া হ'ল? [মহেন্দ্ৰই চাই ৰয়। লাইট spot হৈ আহে।]

প্ৰভা ঃ তুমি কৈছিলা নহয়, এই পৃথিৱীত একো খালী হৈ নাথাকে, কাৰো জীৱন খালী হৈ নাথাকে। সময়ত সকলো পূৰ হৈ যায়।

[বিৰতি]

### মঞ্চ-১

[সম্ভ্ৰান্ত ব্যৱসায়ী গিৰিধৰৰ ছ কোঠা। তেওঁক কৈলাশ, দৈমাৰী, হৰিবহঁতে ঘেৰাও কৰিছে। হাতে হাতে প্লেকাৰ্ড। মাজত গিৰিধৰ বহি আছে।]

দৈমাৰী ঃ আমাৰ দাবী মানিব লাগিব।

সকলোৱে : মানিব লাগিব।
দৈমাৰী : আমাৰ দাবী—
সকলোৱে : মানিব লাগিব।
গিৰিধৰ : তোমালোকে মোক কিয় ধৰিছা? কথাবোৰ মোকো বুজাই কোৱা, তোমালোকেও বুজি চোৱা।
কৈলাশ : ৰাম প্ৰসাদে তিনি ট্ৰাক কাঠ আনিবলৈ পালে কেনেকৈ?
গিৰিধৰ : তাৰ ব্যৱসায় আছে, আইনমতে সি কাঠৰ পাৰমিট পাই আছে, কাঠ নি আছে, চৰকাৰক পাবলগীয়া টকা দি আছে— এতিয়াও তেনেকৈয়ে নি আছে। ইয়াৰ কাৰণে তোমালোকে মোক ঘেৰাও কৰিবলগীয়া হ'ল কিয়?
দৈমাৰী : আমি কাঠ নিয়া বন্ধ কৰি ৰাখিছোঁ। কিন্তু তাক কাঠৰ পাৰমিট দিয়াত আপুনি সহায় কৰিছে।
গিৰিধৰ : পাৰমিট দিয়াত সহায় কৰিবলৈ মই কোন? মই মন্ত্ৰী নে বিষয়া?
হৰিব : ইয়াত— আপোনাৰ একো হাত নাই বুলি ক'ব খোজে নেকি?
গিৰিধৰ : মোক সি— ৰাম প্ৰসাদে আহি কৈছে— তাৰ পাৰমিটখন ৰেডী হৈ আছে, কিন্তু অফিচাৰজনে হেনো তাক কৈছে— এতিয়া কাঠ নিনিবা, ৰাতি কি হয় ঠিক নাই। তেতিয়া সি আহি মোক ধৰিছে— মই যেন অফিচাঁৰজনক বুজাই দিওঁ— ৰাতি একো গণ্ডগোল নহয়। তাৰ মিল বন্ধ হৈ আছে, পাৰমিটখন যেন ইচ্ছু কৰি দিয়ে।
কৈলাশ : আপুনি ক'লে?
গিৰিধৰ : নিশ্চয় ক'লোঁ।
কৈলাশ : কিয় ক'লে?
গিৰিধৰ : এইটো কি দোষৰ কথা হ'ল?
কৈলাশ : আমি কাঠ নিয়া বন্ধ কৰি ৰাখিছোঁ বুলি নাজানে?
গিৰিধৰ : তোমালোকে কি কাঠ নিয়া বন্ধ কৰি ৰাখিছা মই নাজানো। কিন্তু মোৰ বিবেক মতে মই বুজোঁ— তোমালোকে বে-আইনী বস্তু অনা-নিয়া কৰা বন্ধ কৰিছা, কিন্তু আইন মতে অনা-নিয়া কৰা বস্তুৰ বিষয়ে তোমালোকৰ কাৰো আপত্তি থাকিব নালাগে।
কৈলাশ : তাৰ মানে আপুনি— ৰাম প্ৰসাদক আৰু সেই বিষয়াসকলক কথা দিছে যে কাঠ নি থাকা— কোনেও আপত্তি নকৰে?
গিৰিধৰ : আইন মতে। আইন মতে কাম কৰিলে সেইটোৱেইতো সঁচা কথা। ইয়াত মই কথা দিয়া-নিদিয়াৰ কি আছে?
হৰিব : আন্দোলন আপুনি চলাইছে নে আমি চলাইছোঁ?
গিৰিধৰ : তোমালোকেও চলোৱা নাই, মযো চলোৱা নাই। আমি চলাইছোঁ। (সকলোকে দেখুৱাই) আমি। আমি চলাইছোঁ।

### মঞ্চ-২

[ওচৰৰ অইন এটা কোঠালি, বা ঘৰটোৰ আগফাল, বা ক'লা স্ক্ৰীণ। বিষ্ণু, মহেন্দ্ৰ, বিজয়।]

বিজয় : ভদ্ৰলোকৰ মেজাজ আছে।
বিষ্ণু : মই এতিয়াও ভাবোঁ— এখেতক এনেকৈ ঘেৰাও কৰাটো ঠিক কাম হোৱা নাই।

বিজয় : কিয়? শুনক, ওপৰে ওপৰে দেখাত আমি কিছুমান অপ্ৰিয় কাম কৰিবলগীয়া হয়। এই কামত আমাৰ অগুহী-বগুহী আপোন মানুহ জড়িত থাকিলেও আমাৰ উপায় নাই। মই জানো— তেখেত আপোনাৰ খুৰায়েক হয়— কিন্তু ৰাইজৰ—

বিষ্ণু : [জোৰেৰে] নহয়। সেইটো চিন্তা মই কৰা নাই। এখেত মোৰ দূৰ সম্পৰ্কীয় খুৰা, কিন্তু এখেততকৈ বহুত বেছি ওচৰ সম্পৰ্কীয় মোৰ এজন খুৰা মন্ত্ৰী। বেইমানী কৰাৰ কাৰণে মই নিজে তেওঁক থেকেচি চেপেটা কৰি থৈছোঁ। সেইবোৰ তুচ্ছ কথা মোক নক'ব। কিন্তু এখেতক এনেকুৱা ব্যৱহাৰ কৰাৰ পৰা আমাৰ অপকাৰ হ'ব, আন্দোলনটোৰ অপকাৰ হ'ব, গাঁওখনৰ অপকাৰ হ'ব।

বিজয় : নহয়। হ'লে বৰ বেছি এটা অপাৰেচনৰ যন্ত্ৰণা হ'ব পাৰে, কিন্তু এটা টান বেমাৰ আঁতৰ হ'ব। অলপ সময়ৰ কাৰণে আমি কঠোৰ হ'ব লাগিব। সৰু-সুৰা মায়া-মমতাৰ কথা পাহৰি থাকিব লাগিব। আপোনালোকে মানুহো চিনি নাপায়, কৌশলো নুবুজে। আজি আমি কেৱল এই এজন মানুহক ঘেৰাও কৰিছোঁ বুলি ভাবিছেনে? নহয়। সমগ্ৰ ৰাজ্যৰ এটা শ্ৰেণীক ঘেৰাও কৰিছোঁ। তেওঁলোকক সকীয়াই দিছোঁ, সন্ত্ৰস্ত কৰি দিছোঁ। [চেপা মাত] এটা ভয়ৰ ভাব— পেনিক— এটা ভয়ৰ ভাবত তেওঁলোকক ডুবাই দিছোঁ। এইবিলাক মানুহৰ ওপৰত এই হেঁচাটো ৰাখিব পাৰিলে আমাৰ লাভ হ'ব।

বিষ্ণু : [ইতিমধ্যে আঁতৰি যোৱা মহেন্দ্ৰৰ ওচৰলৈ গৈ] কিন্তু মহেন্দ্ৰ, গিৰিধৰ খুৰা জানো সেই ধৰণৰ মানুহ?

[হৰিব আহে]

বিজয় : ডেকা, এওঁক আপুনি বুজাই দিয়ক, আমি কেনেকৈ, কিয়, কেনেকুৱা মানুহ ছিলেক্ট কৰিছোঁ।

[বিজয়ে হৰিবক দূৰলৈ নি মনে মনে কিবা সোধে। কিবা কয়]

বিষ্ণু : তই কথাবোৰ ভাবি চাইছনে? তোৰ মনটো চাফা হৈছেনে?

মহেন্দ্ৰ : আন্দোলনটো শক্তিশালী কৰি ৰাখিবলৈ কিছুমান কামৰ প্ৰয়োজন হৈছে।

বিষ্ণু : যিকোনো কামৰ? আমাৰ কামৰ অভাৱ হৈছে নেকি? [হৰিব ওলাই যায়]

বিষ্ণু : মই ঠিক নিজকে বুজাব পৰা নাই। অলপ খবৰ লৈ আহোঁ ৰ'বি। [যায়]

বিজয় : [ওচৰ চাপি মহেন্দ্ৰক] বিষ্ণু তালৈকে গৈছে নেকি?

মহেন্দ্ৰ : হ'বলা।

বিজয় : তেওঁ নোযোৱা হ'লেই ভাল আছিল নেকি? [ভাবি] এই ঘটনাটোৰ পৰা কি লাভ হ'ব— বিষ্ণুৱে ধৰিব পৰা নাই। কৰ্মী ৰাখিব খুজিলে কৰ্মীক কাম দিব লাগে, আৰু সিহঁতৰ বয়স বুজি কাম দিব লাগে। [চিগাৰেট মুখত দি দিয়াচলাই বিচাৰোঁতে যেন জেপত কিবা এটা পালে।] অ' ডেকা, মই পাহৰিছিলোঁ। বাতি টাউনলৈ যাওঁতে আমাৰে এটা ইউনিটে আপোনালৈ— আপোনালৈ মানে আমাৰ সংঘলৈ তিনি হাজাৰ টকা দিছে। এইখিনি। লওক। আৰু ব্যক্তিগতভাৱে প্ৰভালৈ এই এহাজাৰ টকা দিছে।

[টকা দিয়ে। মহেন্দ্ৰই লয়।]

মহেন্দ্ৰ : কোন ইউনিটে?

বিজয় : সেইটো তেওঁলোকেও জনাব নোখোজে, আপুনিও জানিব নালাগে। আমাৰ শুভাকাংক্ষী বহুত আছে; বহুত ধৰণৰ আছে ডেকা। [চিগাৰেট খাই] এদিন ওলাব নহ'লে। প্ৰভা আৰু

আপোনাক তেওঁলোকেও লগ পাব খোজে। মোক কেইবাদিনো কৈছে।

মহেন্দ্ৰ : যাম বাৰু এদিন।

বিজয় : আৰু এটা কথা। এতিয়া আমাৰ কাম দিনে দিনে বাঢ়ি যাব। এনেকৈ খোজ কাঢ়ি, চাইকেল মাৰি সময় নষ্ট কৰা, অনাহকত দেহাক কষ্ট দিয়াৰ কোনো অৰ্থ নহয়। তেওঁলোকে আপোনাৰ ব্যৱহাৰৰ কাৰণে ড্ৰাইভাৰেৰে সৈতে এখন গাড়ী দিব খুজিছে।

মহেন্দ্ৰ : গাড়ী?

বিজয় : এফিচিয়েন্সী বাঢ়িব। এঘণ্টাৰ কাম পাঁচ মিনিটত হ'ব। আমিও উঠিম মাজে মাজে—।
[আগৰ দৃশ্য। ঘেৰাও চলি আছে।]

গিৰিধৰ : তোমালোকৰ সন্মুখত ইমান কাম পৰি আছে, অথচ এই অমূল্য সময়খিনি তোমালোকে মোৰ লগত অযথা খৰচ কৰিছা।

কৈলাশ : আমালৈ ইমান কাম থাকিবলৈ পালে কেনেকৈ? যোৱা চল্লিছ বছৰে আপুনি কৰিলে কি?

গিৰিধৰ : [গৰ্জি] তাৰ হিচাপ ল'বলৈ তোমাৰ বয়স কমেও চল্লিছ বছৰ হ'ব লাগিব।

দৈমাৰী : এতিয়া আমি নাবালক?

গিৰিধৰ : তোমালোকৰ কামেহে ক'ব সাবালক নে নাবালক! মই বাৰু একোৱেই নকৰিলোঁ। কিন্তু একো নকৰাকৈ থকাটো বেয়া কাম কৰি থকাতকৈ ভাল। সেইটো মনত ৰাখিবা। এতিয়া যোৱা। একেখন গাঁৱতে ইমান দিন থাকিও, মোৰ ল'ৰাৰ নিচিনা হৈও যদি তোমালোকে মোক চিনি নাপালা— এতিয়া আৰু মোৰ নতুনকৈ চিনাকি দিয়াৰ কোনো দৰকাৰ নাই। যোৱা।

কৈলাশ : আপুনি কাঠ নিবলৈ দি ভুল কাম কৰিছিল বুলি লিখি দিব লাগিব।

গিৰিধৰ : লিখি দিব লাগিব!

কেইবাটাযো : হয়। লিখি দিব লাগিব।

গিৰিধৰ : তোমালোকৰ কথা মতে?

দৈমাৰী : আমাৰ কথা মতেই হওক, আপোনাৰ বিবেকৰ কথা মতেই হওক, মুঠতে আমাক লিখি দিব লাগিব।

গিৰিধৰ : মোৰ বিবেকৰ কথা মতে মই ভুল কাম কৰা নাই, গতিকে তোমালোকৰ কথা মতেও মই একো লিখি দিব নোৱাৰোঁ। [হৰিৱ সোমায়।]

দৈমাৰী : আপুনি দিব লাগিব।

গিৰিধৰ : [উঠি চিঞৰি] নিদিওঁ নিদিওঁ নিদিওঁ।

দৈমাৰী : ইয়াৰ ফল কিন্তু বেয়া হ'ব।

গিৰিধৰ : কি বেয়া হ'ব? পুলিচৰ হাতত মৰিবলৈ তিলকে ভয় নকৰিলে, ময়ো তোমালোকৰ হাতত মৰিবলৈ ভয় নকৰোঁ।

কৈলাশ : আপুনি তিলক ককাইটিৰ নাম নল'ব।

গিৰিধৰ : [গৰ্জি] মই কিয় নল'ম? এইখন চকীত বহি তিলকে ৰাজনীতিৰ ক-খ শিকিছিল। মোৰ পৰা শিকিছিল। তোমালোকে তাৰ নাম নল'বা। ল'লে তাৰ আত্মা নৰকলৈ যাব।

হৰিৱ : কি? [সি চকী এখন বগৰাই দিয়ে। হুলস্থূল লাগে। সকলোৱে চকী-বেঞ্চ লণ্ডভণ্ড কৰে। মেজৰ বস্তু দলিয়ায়। গিৰিধৰক টনা-আঁজোৰা কৰে। ভিতৰ ফালৰ পৰা দুৱাৰত ভুকু মৰাৰ শব্দ। লগতে চিঞৰ।]

গিৰিধৰৰ ঘৈণীয়েক ঃ [ভিতৰত] কি হৈছে? দুৱাৰ খোলক, দুৱাৰখন খুলি দিয়ক।

গিৰিধৰৰ জীয়েক ঃ [ভিতৰত]দেউতা। কি হৈছে দেউতা? দুৱাৰখন খুলি দিয়ক। দেউতা। [বিষ্ণু দৌৰি সোমায]

বিষ্ণু ঃ [গিৰিধৰক সাবটি ধৰি বাকীবোৰক] কি হৈছে? [গৰ্জি] কি হৈছে? [ভীষণ চিৎকাৰ? সকলো স্তব্ধ]

### মঞ্চ-২ (ক)

[ক'লা স্ক্ৰীণৰ আগত, একেবাৰে কাষত বিজযে টেলিফোন কৰিছে।]

বিজয ঃ ৰহমান? মই চৌধুৰীযে কৈছোঁ। ষ্টেচনৰ পৰা কৈছোঁ। এওঁলোক কাইলৈ যাব। মহেন্দ্ৰ আৰু প্ৰভা। তোমালোক সকলোৱে লগ ধৰিবা। ভাল হোটেলত ৰাখিবা। কাঞ্চন নাইবা এভাৰেষ্ট হোটেলত ৰাখিবা। —মই যাম, কিন্তু বেলেগে যাম। পিছত। মোৰ অইন ঠাইত অলপ কাম আছে।— চাবা যাতে এওঁলোকৰ কোনো অসুবিধা নহয। হ'ব? ঠিক আছে। [ফোন থয। আন্ধাৰ]

### মঞ্চ-২ (খ)

[নৈৰ পাৰ। বিষ্ণু, গোপাল, গগন। চিন্তান্বিত।]

বিষ্ণু ঃ মই জানো গোপালদা, তুমি এইবোৰ ভাল নোপোৱা, কিন্তু এনেকুৱা বিপদৰ সময়তো যদি তোমালোকে সহায নকৰা, তেনেহ'লে আমি ৰাস্তা বিচাৰি নাপাম গোপালদা।

গোপাল ঃ মইতো মাৰ্কা মৰা, বিশ্বাসঘাতক, চৰকাৰৰ এজেণ্ট।

বিষ্ণু ঃ সেইবোৰ কথা নধৰিবা গোপালদা। আমি সকলোৱে আন্দোলনটোৰ ভালৰ কাৰণে চেষ্টা কৰিছোঁ, কাম কৰিছোঁ, ইযাৰ মাজতে ক'ৰবাত কেনেবাকৈ ভুল বুজাবুজি হৈছে—

গগন ঃ [খং] ভুল বুজাবুজি হ'ব কিয? কোনোবাই ভুল নকৰিলে ভুল বুজাবুজি হয? কিন্তু মই কি ভুল কৰিলোঁ? পিতায়ে বজাৰত পাচলি বেচি ঘৰ চলাইছে, সেই প্ৰথম দিনাই ঘৰ এৰিছোঁ, বুদ্ধি নাই, জ্ঞান নাই, বিদ্যা নাই, ডাঙৰ ডাঙৰ পলিচীৰ কথা একো নুবুজোঁ, কিন্তু গাধৰ নিচিনাকৈ দেহা মাৰি কাম কৰিছোঁ। ৰাতি নাই দিন নাই, ভাত নাই, পানী নাই, বহ বুলি ক'লে বহিছোঁ, উঠ বুলি ক'লে উঠিছোঁ, [কান্দো কান্দো] আৰু তইঁতে মোক ঘৰ বিভীষণ বুলি বদনাম দিয? মেল-মিটিঙৰ পৰা মোক আঁতৰাই ৰাখ?

বিষ্ণু ঃ মই কৈছোঁ নহয গগন, এইবোৰ কথাৰ বিচাৰ পিছত এদিন হ'ব।

গগন ঃ [গোপালক] বুইছে গোপালদা, মোক এটা কাম দি টাউনলৈ পঠিয়াইছে। ইহঁতেই মোক ৰাতিপুৱাই যাবলৈ কৈছিল। মই আবেলি ঠিক সময় মতে কাম কৰি উভতি আহিছোঁ, আৰু ইহঁতে কয বোলে মই বেইমানি কৰি পুলিচক খবৰ দিলোঁ। তেনেকৈ ভবাৰ আগতে তইঁতে মোক কাটি নেপেলালি কিয? এনেকুৱা বদনাম লৈ আমাৰ নিচিনা মানুহ জীয়াই থাকিব পাৰে।

বিষ্ণু ঃ অন্ততঃ আজি তই মনে মনে থাকচোন—

গগন ঃ এতিয়া মই মনে মনে থকা-নথকাৰ পৰা কোনো লাভ-লোকচান নাই। কটা বাঁহ জোৰা

নালাগে।

বিষ্ণু : তেনেকৈ নক'বি গগন।

গগন : মই পিতাইৰ লগত পাচলি বেচি দিন কটাম সেয়ে ভাল। মই নেতা হ'বলৈও বিচৰা নাছিলোঁ, বৰমুৰীয়া হ'বলৈও বিচৰা নাছিলোঁ, কিন্তু আন্দোলনটোক বৰ ভাল পাইছিলোঁ—। কিবা এটা হ'ব বুলি বৰ আশা কৰিছিলোঁ। [কান্দে]।

বিষ্ণু : গগন।

গগন : মোক তইঁতে এৰি দে।

[বিজয় আহে। গগন আঁতৰি যায়।]

বিজয় : এইবোৰ কি হৈছে? তোমালোকে ইযাত কি কৰিছা? মই গোটেই গাঁওখনত বিচাৰি ফুৰিছোঁ। এইবোৰ কি হৈছে!

বিষ্ণু : কোনবোৰ?

বিজয় : এইবোৰ! এই যে দোকান-পোহাৰবোৰ বন্ধ হৈ আছে।

বিষ্ণু : মই ভাবিছিলোঁ আপুনি সকলো জানে। আমিও আপোনাকে বিচাৰি ফুৰিছিলোঁ।

বিজয় : মই এটা কামত গৈছিলোঁ। হৈছে কি?

বিষ্ণু : গিৰিধৰ খুৰাক অপমান কৰাৰ কাৰণে, মৰাৰ কাৰণে গাঁৱৰ ৰাইজে বন্ধৰ কল দিছে।

বিজয় : বন্ধৰ কল? গাঁৱৰ ৰাইজে?

বিষ্ণু : হয়?

বিজয় : গাঁৱৰ ৰাইজে মানে— সকলো ৰাইজ বাটলৈ ওলাই আহিছিল নেকি?

বিষ্ণু : সকলো অহা নাই, কিন্তু তেওঁলোকৰ হৈ কেইজনমানে বন্ধৰ আহ্বানটো দিছে।

বিজয় : তেওঁলোক ক'ৰ পৰা ওলাল? ক'ৰ পৰা আহিল?

বিষ্ণু : ক'ৰো পৰা অহা নাই। ইযাৰে মানুহ, ইযাৰে ল'ৰা।

বিজয় : ইযাৰে ল'ৰা? ইযাৰে ল'ৰাই বন্ধৰ আহ্বান দিছে আৰু সকলো ৰাইজে তাকে মানিছে?

বিষ্ণু : অকল ইযাৰে ল'ৰা নহয় চৌধুৰী, সিহঁত আমাৰে ল'ৰা।

বিজয় : আমাৰে ল'ৰা?

বিষ্ণু : আমাৰ সৰ্বনাশ হৈছে চৌধুৰী। গিৰিধৰ খুৰাৰ ঘটনাটোত ৰাইজে গভীৰ দুখ পাইছে, মানুহৰ মন ভাগি গৈছে, আমাৰ মাজত ফাট মেলিছে, মানুহ দুভাগ হৈছে।

বিজয় : ইমান সোনকালে ইমান সাংঘাতিক ঘটনা?

বিষ্ণু : বেয়া পাবলৈ মানুহক কেই ছেকেণ্ড লাগে? ভাল পাবলৈহে সময় লাগে। আন্দোলনটো সহজলভ্য সুন্দৰী গাভৰু, আৰু ৰাইজখন অসংযমী ডেকা,— কথাবোৰতো তেনেকুৱা নহয়।

বিজয় : আপোনালোকে কি কৰিলে?

বিষ্ণু : গোটেই ৰাতি ঘৰে ঘৰে গৈ মানুহক বুজালোঁ, কিন্তু বেছি ভাগেই আমাৰ কথা নুশুনিলে। তেওঁলোকে আজি হাট-বজাৰ নকৰে, দোকান-পোহাৰ নোখোলে, বন্ধ পালিব।

বিজয় : তেওঁলোকক লাগে কি?

বিষ্ণু : ৰাজহুৱা সভা পাতিব লাগিব, যি এই কাম কৰিলে তেওঁলোকে সেই সভাত গিৰিধৰ খুৰাৰ ওচৰত ক্ষমা খুজিব লাগিব, তেওঁলোকক আন্দোলনৰ সকলো কামৰ পৰা বাদ দিব লাগিব।

বিজয় : নহ'লে?

বিষ্ণু : নহ'লে আন্দোলন বৰ্জন কৰিব। [নিস্তব্ধ। বিজয়ে খোজ কাটি ভাবে]

বিজয় : শুনক পাটোৱাৰী, মই বাহিৰৰ মানুহ, ঘটনাচক্ৰই আৰু বিবেকে মোক ইয়ালৈ টানি আনিছিল। মই হয়তো আঁতৰি যাম, নিলে ঘটনাচক্ৰ আৰু বিবেকেই মোক আঁতৰাই নিব। বিবেকৰ বিৰুদ্ধে ক্ষমা খুজিবলৈ হ'লে মই গিৰিধৰ পাটোৱাৰীৰ ওচৰত ক্ষমা খুজি ইয়াত থাকিম নে, চৰকাৰৰ ওচৰত ক্ষমা খুজি আগৰ ঠাইলৈ উভতি যাম— সেইবোৰ প্ৰশ্নও আছে। কিন্তু যদি বিবেকৰ মতে কাম কৰোঁ, তেনেহ'লে— মই কাৰো ওচৰত ক্ষমা খুজিবলগীয়া হোৱা নাই। মই মানুহ চিনাত ভুল কৰা নাই। [উত্তেজিত] প্ৰথমৰ পৰাই মই কৈ আছোঁ— আমাৰ মাজত কিছুমান দুষ্ট বুদ্ধিৰ মানুহ আছে। মই নমৰোঁ মানে চাম, নুবুৰোঁ মানে চাম। মই সিহঁতক বিচাৰি উলিয়াম। উলিযাম, উলিযাম, উলিযাম। [শান্ত হয়। খোজ কাটি] মহেন্দ্ৰ আৰু প্ৰভা বৰ বেয়া সময়ত গ'ল।

বিষ্ণু : সিহঁত কালি নোযোৱা হ'লেই ভাল আছিল।

বিজয় : নহয়। যাওক। তেওঁলোক যোৱাটো ভাল হৈছে। এইবাৰ ৰাজধানীলৈ আলোচনাৰ কাৰণে যিটো দল যাব, সেইটোত মহেন্দ্ৰ আৰু প্ৰভাক— দুয়োকে নহ'লেও এজনক লোৱাৰ কথা। এইটো আমাৰ কাৰণে ডাঙৰ সন্মানৰ কথা। টাউনৰ সেইটো আলোচনাত তেওঁলোক উপস্থিত থকা দৰকাৰ। ঠিক আছে, কাইলৈ দুপৰীযাই তেওঁলোক পাবহি যেতিয়া, আবেলিকৈ এখন জেনেৰেল মিটিঙৰ আয়োজন কৰক। [গোপালক] আপোনাৰ লগত কথাই পাতিব পৰা নাই। আপোনাৰ ভাল?

গোপাল : ভাল।

বিজয় : গগন? কি খবৰ? কেইবাদিনো দেখোন দেখাই নাই?

বিষ্ণু : গোপালদাতো এইবোৰত তেনেকৈ নায়েই। কিন্তু গগণেও মনত দুখ পাইছে। সি এইবোৰ এৰিব খুজিছে।

বিজয় : আজি যিসকলে বন্ধৰ আহ্বান দিছে, সেইসকলক ধৰিব খুজিছে নেকি? [হাঁহে]

বিষ্ণু : [অলপ কঠোৰ] নহয, বিপদৰ সময় কাৰণে মইহে তেওঁলোকক বিচাৰি আনিছোঁ।

বিজয় : তাকে কওক। নহ'লে মই আকৌ ভাবিছিলোঁ, আপোনালোক তিনিজন এনেকুৱা ঠাইত গোট খালে কেনেকৈ? ভাল বাৰু, মই আহোঁ, নিজেও অৱস্থাটোৰ বুজ লওঁ। কোনো চিন্তা নকৰিব পাটোৱাৰী, এনেকুৱা আন্দোলনৰ মানুহৰ মনবোৰ আজি কঁঠালৰ এঠা, কাইলৈ কচুপাতৰ পানী,— এনেকৈয়ে সলনি হৈ থাকে। আমি সকলো ঠিক কৰিব লাগিব। আহোঁ। [যায়।]

গোপাল : কোনোবা দিনা কিন্তু মই এই মানুহটোক থপৰিয়াই দিম। কৈ দিছোঁ।

বিষ্ণু : [অবাক] কিয়? কিয় তেনেকৈ কৈছা গোপালদা?

*গোপাল : মোৰ সন্দেহ হৈছে— এই মানুহটোৱে— তহঁতৰ কি কৰিছে ক'ব নোৱাৰোঁ, কিন্তু আমাৰ ঘৰখনৰ অপকাৰ কৰিছে। মোক চি আই ডি পাতিছে। মই প্ৰতিজ্ঞা কৰিছোঁ— এই সন্দেহ সঁচানে মিছা মই উলিয়াইহে এৰিম। যদি সঁচা বুলি গম পাওঁ, তেনেহ'লে তাক মই থপৰিয়াম।*

[আন্ধাৰ]

মঞ্চ-১

[মঞ্চখন দুভাগ। (ক) আৰু (খ)। এখন হোটেলৰ দুটা কোঠালি। (ক) পোহৰ হয। মহেন্দ্ৰই

ছুইচ পৰীক্ষা কৰিছে। বেড ছুইচ জ্বলায়, নুমুৱায়। টেবুল লাইট জ্বলায়, নুমুৱায়। এটা ছুইচ অন কৰে— হিন্দী গান আহে। এটা নব পকায়, ইংৰাজী গান আহে। দুৱাৰত খট্ খট্ শব্দ।]

মহেন্দ্ৰ : কোন? [দুৱাৰ খুলি দিয়ে।] অ' আপুনি? আহক। বহক। [ৰজনী সোমাই আহে। বহে।]

মহেন্দ্ৰ : আপুনি কেতিয়া আহিল?

ৰজনী : মই আহিলোঁ কালিয়েই। ঘূৰি ঘূৰি, ঘূৰি ঘূৰি আজি কোনোমতে কামটো ছিজিল লগালোঁ। আবেলি গম পালোঁ তুমি বোলে ইয়াতে আছা।

মহেন্দ্ৰ : ক'ত গম পালে?

ৰজনী : এই নতুনকৈ যে একচন কমিটী এটা হৈছে, সেই কমিটীৰ অফিচত। গম পাই— বোলো দেখা কৰিযেই যাওঁ। হেৰি নহয়— মই মানে এই মনোহৰ বুঢ়াৰ কথা এটাৰ কাৰণে আহিছিলোঁ।

মহেন্দ্ৰ : কাৰ?

ৰজনী : এই তিলকৰ বাপেকৰ। তিলক মৰি গ'ল, ৰাইজেও লগে লগে হৈ-চৈ লগালে, তিলক গ'ল যদিও বুঢ়াৰ খোৱা-পিন্ধাৰ চিন্তা নাথাকিল। ৰাইজেই টকা-পইচা, চাউল-পাত যি লাগে দি থাকিল। পিছে কিমান দিনলৈ? এতিয়াতো এটাইমখা নিজ নিজ কামে-কাজে লাগিল। বুঢ়াৰ খবৰ ল'বলৈতো কাৰো সময় নোহোৱা হ'ল। তুমিয়েই কোৱাচোন— আজি-ইমান দিনে তুমিযেই জানো পাক এটা মাৰিবলৈ সময় পাইছা?

মহেন্দ্ৰ : আজি কিছুদিন অৱশ্যে সময়—

ৰজনী : সময় পাবানো কেনেকৈ? দিনে দিনে কাম বাঢ়িছে। মৰা মৰি গ'ল, এতিয়া জীয়াই থকাখনৰ কথাহে ভাবিব লাগে। আজি তিলক মৰিছে, কাইলৈ আৰু দহটা মৰিব— সেইবুলি তুমি মৃতকৰ ঘৰতে বছৰৰ পিছত বছৰ শ্ৰাদ্ধ-পিণ্ড কৰি নাগাৱা বজাই থাকিলে নহ'ব নহয়। বাকী কামহে ডাঙৰ কথা। সিদিনা এপাক গ'লোঁ— মই পিছে মাজে মাজে গৈ আছোঁ— সেই গোপালৰ ভনীয়েক জোনাকী যে—

মহেন্দ্ৰ : হয়।

ৰজনী : তাই বুঢ়াৰ কাৰণে কিবা লুথুৰী সিজাইছে। কথাই কথাই ক'লে বোলে টকা-পইচাৰ বৰ টনাটনি হৈছে। ৰাইজে দিয়া পইচা হেনো ঢুকাল। ঢুকাবতো। ৰাইজে দিবই বা কিমান আৰু ৰাইজে দিয়া পইচা থাকিব কেইদিন? বৰ বেযা লাগে বুইছা। ল'ৰা আছিল, ঘৰখন ভৰি আছিল, ল'ৰা গ'ল, ৰাইজে ঘৰ ভৰালে, এতিয়া ল'ৰাও নাই, ৰাইজো নাই, ঘৰ খালী। বৰ বেযা লাগে। সেই কাৰণে মই আহিছিলোঁ। সেই যে পাঁচ হাজাৰ টকা—

মহেন্দ্ৰ : [প্ৰশ্নসূচক দৃষ্টিৰে চায়।]

ৰজনী : সেই যে চৰকাৰে দিম বুলিছিল—। মই প্ৰথমতে কথাটো শুনিবই খোজা নাছিলোঁ। পিছে এই নতুন একচন কমিটীৰ মানুহ দুজনমানে— লগতে আমাৰ বিজয় চৌধুৰীও আছিল— তোমাক এটা কথা কৈ থওঁ মহেন্দ্ৰ— এই বিজয় চৌধুৰী— বৰ কামৰ মানুহ কিন্তু। এটা তিলকহে গ'ল, এওঁ একেলগে দুটা তিলক— বুজিবা। খংটো অলপ বেছি, কোনো কোনোৱে অলপ উগ্ৰ বুলিও কয়, কিন্তু কামৰ মানুহ। আৰু এইবোৰ কামত তুমি সময় বুজি অলপ উগ্ৰ হ'বও লাগিব। পোন আঙুলিৰে ঘিউ উলিয়াব নোৱাৰি নহয়। অ' কি কৈছিলোঁ? অ'।

নতুন একচন কমিটীৰ দুজনমানে মোক বুজালে— সেই পাঁচ হাজাৰ টকা মনোহৰে লোৱাই ভাল।

মহেন্দ্ৰ : কিন্তু চৰকাৰৰ নাইবা—

ৰজনী : ক'ৰ চৰকাৰৰ পইচা হে? চৰকাৰৰ বাপেকে পইচা পুতি থৈ গৈছে নেকি? চৰ ৰাইজৰ পইচা। তোমাৰ পইচা তাক দিছে, মোৰ পইচা তিলকৰ বাপেকক দিছে। কথা সিমানেই। হয়নে নহয় কোৱা?

মহেন্দ্ৰ : হওতে অৱশ্যে হয়—।

ৰজনী : 'অৱশ্যে হয়' নহয়, হয়েই। আমাৰ বস্তু আমাকে যাচিছে— কিয় এৰি দিম? সেই কাৰণে নতুন একচন কমিটীৰ এজনক লগত লৈ কালি আৰু আজি ঘুৰাঘুৰি কৰাৰ মূৰত যেনিবা কামটো হ'ল।

মহেন্দ্ৰ : পইচাখিনি পালে?

ৰজনী : পালোঁ মানে পোৱাৰ নিচিনাই হ'ল দিয়াচোন। তেওঁ বুঢ়াই লওঁ বুলিলে এতিয়া মোৰ পৰাই দি দিম, বুঢ়াৰ পৰা ৰছিদখন পালেই চৰকাৰৰ পৰা উলিয়াই লম, সেইটোনো কি কথা।

মহেন্দ্ৰ : পিছে ববপিতায়ে ল'ব জানো।

ৰজনী : সেইটোৱেইতো কথা। আমাৰ আকৌ চিধা কথা একোটা ভুলকৈ বুজাই দিয়া এমখা আছে নহয়। ইহঁতেই ৰাইজখন দুফাল ফাল কৰিলে বুইছ? কিন্তু আমি নেৰোঁ, তয়ো নেৰিবি। আমাৰ ফালে থকাখিনিকেই আমি আমাৰ কাম কৰি যাম বুইছ? তোৰ ওপৰত গোটেই ৰাজ্যখনৰে বিশ্বাস আছে। নহ'লেনো তোক ইমান আদৰ-সাদৰকৈ ইয়াত মন্ত্ৰী ৰখাদি ৰাখেনে? বুঢ়াক পইচা দিয়া কামটো তয়েই কৰিবি। তোৰ কথাত বুঢ়াই না কৰিব নোৱাৰিব। ল'চোন। [জেপৰ পৰা পইচা উলিয়াই] ইয়াত সাত হাজাৰ টকা আছে। দুহাজাৰ তোৰ হাত খৰচৰ কাৰণে ৰাখিবি। [পইচা দিয়ে।]

মহেন্দ্ৰ : মোৰ হাত খৰচৰ কাৰণে?

ৰজনী : অহা সপ্তাহত যদি ৰাজধানীলৈ যাব, হাতত নিজৰ ৰবীয়াকৈ অলপ নালাগিল?

মহেন্দ্ৰ : কিন্তু। [দুৱাৰত টক্ টক্।]

ৰজনী : পইচাখিনি সেইফালে থ। [মহেন্দ্ৰই পইচা আঁৰত থৈ দুৱাৰ খুলি দিয়ে। বিজয় আহে।]

মহেন্দ্ৰ : চৌধুৰী! কেতিয়া আহিল?

বিজয় : এইমাত্ৰ। ডাঙৰ ঘটনা হৈছে।

মহেন্দ্ৰ : কি?

বিজয় : গাঁৱত আজি এদলে বন্ধৰ কল দিছিল, আবেলি ইদলৰ লগত মাৰ-পিট লাগিল।

মহেন্দ্ৰ : মাৰ-পিট মানে?

বিজয় : মই শুনা মতে বাৰটামানৰ জখম হৈছে। হৰিব আৰু দৈমাৰীৰ বেয়াকৈ জখম হৈছে। সিহঁতক হস্পিতাললৈ নিছে।

মহেন্দ্ৰ : তাৰ পিছত?

বিজয় : পুলিচ গৈছে।

মহেন্দ্ৰ : তাৰ পিছত?

বিজয় : পুলিচে কেইটামানক বিচাৰি ফুৰিছে— বিশেষকৈ বিযুক্ক।

মহেন্দ্ৰ : বিমুক? সি কি কৰিলে?

বিজয় : আৰু জোনাকীক—।

মহেন্দ্ৰ : জোনাকীক? কিয়?

বিজয় : জানো! আমিয়েই মূৰ্খ নে পুলিচেই মূৰ্খ ধৰিব পৰা নাই। ক'ৰবাত কিবা এটা ভয়ংকৰ গণ্ডগোল আছে।

ৰজনী : মই অলপ আগতে কি কৈছিলোঁ? মিলিল নে নাই?

মহেন্দ্ৰ : মই এতিয়াই গাঁৱলৈ যাওঁ।

বিজয় : নালাগে।

মহেন্দ্ৰ : নহয় নহয়, মই যামেই।

বিজয় : কিন্তু এনেকৈ দৌৰি গৈ কি কৰিবগৈ?

মহেন্দ্ৰ : নহয় নহয়।

বিজয় : কওক কি কৰিবগৈ? অন্ততঃ কিবা এটা লাইনৰ কথা ভাবি লওক। একো নভবা-নিচিন্তাকৈ আপুনি মানুহটো ভমককৈ আগত ওলাই দিলেইতো লাভ নহয়। অকণমান ভাবকচোন। এই ৰাতিখন বাটতে কোনোবাই আপোনাকো কিবা এটা কৰিলেতো লেঠাই ছিগিল। তদুপৰি লগত প্ৰভাও আছে!

ৰজনী : বৰ বিপদৰ কথা। কিন্তু এই মৰিব নজনামখাই নিজৰ ভিতৰতে খোৱা-কামোৰা কৰিছে কিয়?

বিজয় : বৰ বিচিত্ৰ কাৰবাৰ! তিলক দাসৰ গাঁও! যিখন গাঁৱৰ নামত সমগ্ৰ ৰাজ্যৰ মূৰ দোঁ খায়, যিখন গাঁৱৰ নামত চৰকাৰ চক খাই উঠে, পুলিচৰ চকুলৈ টোপনি নাহে— সেইখন গাঁও বিচিত্ৰ। ঠিক আছে হ'ব। সকলো ঠিক হ'ব। মানে সকলো ঠিক কৰিব লাগিব। [ৰজনীক] হেৰি নহয়, আপোনাৰ কাম হ'ল যদি, আমাৰ দুটামান কথা আলোচনা কৰিবলগীয়া আছিল।

ৰজনী : হ'ল হ'ল। মোৰ তেনেকুৱা একো কথা নাই নহয়। এনেয়ে এওঁক দেখা কৰোঁ বুলিহে আহিছিলোঁ। যাওঁ। [মহেন্দ্ৰক] যাওঁ বাপু। [ৰজনী যায়। মহেন্দ্ৰ চিন্তিত হৈ বহি থাকে। বিজয় তাৰ ওচৰলৈ আহে।]

বিজয় : ডেকা, মই বুজোঁ। দিনে-নিশাই এই একে ধৰণৰ কথাই আপোনাক ক্লান্ত, বিৰক্ত কৰি পেলায়। আজিৰ এই নিশাটোৰ সময়খিনি মই নষ্ট কৰিব নোখোজোঁ। কিন্তু পলম হৈ যায় বুলি— এটা কথা আপোনাক এতিয়াই কৈ থওঁ। [বৈ] আপোনাৰ সহকৰ্মীসকলৰ কথা— যাক বিশ্বাসত লৈ আপুনি ইমান দায়িত্বপূৰ্ণ কাম চলাইছে, তেওঁলোকৰ দুজনমানৰ কথা— [একেথৰে চাই থাকে। লাইট কমি আন্ধাৰ হৈ যায়।]

## মঞ্চ-১ (খ)

[হোটেলৰ অইন এটা কোঠালি। প্ৰভাই এখন মেগাজিনৰ পাত লুটিয়াই আছে। বিছনাত আঁউজি। দুৱাৰত শব্দ। প্ৰভা উঠে। কাপোৰ-কানি ঠিক কৰে। দুৱাৰ খোলে। মহেন্দ্ৰ সোমাই আহে।]

প্ৰভা : অ' তুমি? মই ভাবিছিলোঁ—

মহেন্দ্ৰ : কোন বুলি ভাবিছিলা? ভয় কৰিছিলা নেকি?

প্ৰভা : নাই— মানে আগতে কেতিয়াও এনেকৈ থকা নাই নহয়। নতুন ঠাই—। তুমি শোৱা নাই?

মহেন্দ্ৰ : নাই শোৱা। মোৰ শোৱাৰ উপায়েই নোহোৱা হ'ল যেন পাইছোঁ।

প্ৰভা : কিয়? কি হ'ল?

মহেন্দ্ৰ : গাঁৱত ডাঙৰ গণ্ডগোল লাগিছে।

প্ৰভা : কি গণ্ডগোল?

মহেন্দ্ৰ : মানুহবোৰ দুভাগ হৈছে। দুয়ো দলৰ মাজত মাৰ-পিট হৈছে।

প্ৰভা : মাৰ-পিট হৈছে? কেতিয়া?

মহেন্দ্ৰ : আজি আবেলি।

প্ৰভা : কি আচৰিত কথা। কোনে ক'লে? বিষ্ণুহঁতে কি কৰিছে?

মহেন্দ্ৰ : সেইটোৱেইতো ডাঙৰ কথা। বিষ্ণুহঁতে কি কৰিছে। মাজে মাজে মই বহু কথা নুবুজা হৈ যাওঁ, মাজে মাজে বহু কথা মোৰ চকুৰ আগত পৰিষ্কাৰ হৈ আহে।

প্ৰভা : কথাবোৰ ভাঙি কোৱাচোন।

মহেন্দ্ৰ : ক'ম ৰ'বা।— কিন্তু প্ৰভা—

প্ৰভা : কোৱা। বৈ গ'লা কিয়?

মহেন্দ্ৰ : কথাবোৰ শুনি, ঘটনাবোৰ দেখি মোৰ মগজটো ভাগৰি পৰিছে। একো সময়ত এনেকুৱা লাগে যেন মগজটোৱে আৰু একো কথা সামৰিব নোৱাৰে। এটা কাম কৰোঁ দিয়া।

প্ৰভা : কি?

মহেন্দ্ৰ : দিনে-নিশাইতো এইবোৰকে লৈয়েই আছোঁ, এতিয়া অন্ততঃ কিছু সময়ৰ কাৰণে সেইবোৰ চব বাদ দি অইন কথা পাতোঁ আহা।

প্ৰভা : পাতা। মইতো ভালেই পাওঁ। মই বাৰু তোমালোকে যি কৰিবলৈ কৈছা তাকে কৰি আছোঁ— কিন্তু তোমাৰ অৱস্থা দেখি মোৰ বৰ বেয়া লাগে। ইমান কষ্ট। ইমান দায়িত্ব। পাতা, অইন কথা পাতা।

মহেন্দ্ৰ : কি কথা পাতিম বাৰু?

প্ৰভা : জানো, তুমিহে জানা।

মহেন্দ্ৰ : সেইটোও মইহে জানো? অইন কথা আৰম্ভ কৰাৰ দায়িত্বও মোৰেই নে? তেনেহ'লে তোমাৰ পৰা মই সহায় পালো ক'ত?

প্ৰভা : অ'। তুমি অইন কথা মানে কিহৰ কথা ভাবিছা মই কি জানো?

মহেন্দ্ৰ : অলপমান জানিলে ভাল আছিল। বাৰু, ধৰি লোৱা মই ক'লোঁ— তুমি কিবা এটা ক'বলৈ আৰম্ভ কৰা আৰু যেতিয়ালৈকে নকৰা, তেতিয়ালৈকে মই ইয়াতে বহিয়েই থাকিম, তেতিয়া?

প্ৰভা : ৰাতিপুৱাই যাব। তুমি বহিয়েই থাকিবা। [হাঁহে]

মহেন্দ্ৰ : তেনেহ'লে তাকে কৰোঁ দিয়া। [ভৰি মেলি বহে।]

প্ৰভা : লাভৰ ভিতৰত ৰাতিটো নষ্ট হ'ব।

মহেন্দ্ৰ : আৰু যদি মই কিবা ক'বলৈ আৰম্ভ কৰোঁ— তুমি শুনিবা?

প্ৰভা : শুনিমতো?

মহেন্দ্ৰ : যি কওঁ তাকে শুনিবা? [দুয়ো নিস্তব্ধ। লাহে লাহে অন্ধকাৰ।]

## মঞ্চ-২

[জোনাকীহঁতৰ ঘৰৰ আগ চোতাল। জোনাকী বহি আছে। লাহে লাহে পোহৰ। জোনাকী উঠিল। ৰছীত মেলা কাপোৰ সামৰে। দূৰত গাড়ী ৰোৱাৰ শব্দ। জোনাকীয়ে মূৰ তুলি চায়। আচৰিত হয়। ভিতৰলৈ সোমাই যায়। অলপ পিছত মহেন্দ্ৰ আহে। চাৰিওফালে চায়। অলপ পিছত অইন এখন চাদৰ পিন্ধি, চুলি ঠিক কৰি কৰি জোনাকী ওলাই আহে। তাই যেন বৰ উৎফুল্ল।]

জোনাকী : ক'ৰ পৰা আহিলা দাদা? বা—! বহুত দিনৰ মূৰত দেখিলোঁ। আহা। বহিবানে?

মহেন্দ্ৰ : কথা অলপ আছিল।

জোনাকী : কথা? তাৰ মানে বহিবা। ইয়াতে বহিবা নে ভিতৰলৈ যাবা? ঘৰত পিছে কোনো নাই। এঃ ইয়াত— মুকলিতে ভাল হ'ব দিয়া। ৰ'বা। [দূৰত থকা চকী এখন দাঙি আনি থয়] বঁহা।

মহেন্দ্ৰ : কেইবাদিনো আহিম আহিম বুলি আহিবই পৰা নাই। এই ভাবোঁ আহোঁ বুলি— আকৌ এফালে দৌৰ মাৰোঁ। ভালে আছা?

জোনাকী : তোমাক বোলে আজিকালি টাউনৰ হে'ড অফিচতে থাকিবলৈ কৈছে? ভালেই হৈছে দিয়া। প্ৰমোছন পালা। [হাঁহে]

মহেন্দ্ৰ : তেনেকৈ কিয় কৈছা?

জোনাকী : প্ৰমোছন পাইছা কাৰণে কৈছোঁ আকৌ। ইমানখন ডাঙৰ ৰাজ্য থাকোঁতে তুমি সদায এই খেচ গাঁওখনতে জিন্দাবাদ জিন্দাবাদকৈ টেঁটু ফালি মৰিবা নেকি?

মহেন্দ্ৰ : [গম্ভীৰ] তুমি ঠাট্টা কৰিছা নেকি?

জোনাকী : ঠাট্টা? মই তোমাক কিয় ঠাট্টা কৰিম বাৰু কোৱাচোন? মোৰ ইমান সাহসেই হৈছে নে গৰজেই পৰিছে? [সুৰ সলাই] কি কথা আছিল কোৱা।

মহেন্দ্ৰ : [ভাবি] তুমি আজিকালি নোলোৱা কিয়?

জোনাকী : নোলাওঁ? মই নোলাওঁ? মানুহে আক' কয়— মই বোলে ঘৰ নোসোমাৱেই। ঠিকেই পিছে। তুমি যোৱা উত্তৰলৈ, মই যাওঁ দক্ষিণলৈ। আমাৰ কেনেকৈ দেখাদেখি হ'ব? বাৰু তাৰ পিছত? আৰু কি কথা?

মহেন্দ্ৰ : তুমি কাৰ লগত যোৱা?

জোনাকী : কাৰ লগত নহয়, কাৰ কাৰ লগত বুলি সোধা। মই অকল এজন বা এজনীৰ লগত নাযাওঁ। দল পাতি যাওঁ।

মহেন্দ্ৰ : সেইটো তুমি সম্পূৰ্ণ সঁচা কথা কোৱা নাই। সদায দল পাতি নোযোৱা হ'বলা?

জোনাকী : [আচৰিত] কথাটো কি? সঁচা কথাটো কি?

মহেন্দ্ৰ : শুনা জোনাকী, মই বৰ কষ্টৰে, দুখেৰে কৈছোঁ— মানুহে তোমাক বিষ্ণুৰ লগত বেছিকৈ দেখিছে।

জোনাকী : [থৰ লাগি বৈ থাকে। যথেষ্ট সময়।] বেছিকৈ দেখিছে আক' কি?

মহেন্দ্ৰ : মানে—

জোনাকী : মানে মই যদি বিষ্ণুদাৰ লগত এঘণ্টা আছোঁ, তেনেহ'লে মানুহে দুঘণ্টা থকা দেখিছে?

নে এজনী জোনাকীক দুজনী-তিনিজনী দেখিছে? বেছিকৈ দেখিছে মানে কি?

মহেন্দ্ৰ : নহয়, তুমি যদি দুঘণ্টা আছা, তেনেহ'লে মানুহে এঘণ্টা দেখিছে, কিন্তু তিনি ঘণ্টা আছা বুলি সন্দেহ কৰিছে। আৰু— মানুহে হেনো এতিয়া অইন এজনী জোনাকী দেখিছে। সেইফালৰ পৰা দুজনী জোনাকী বুলি ক'বও পাৰা।

জোনাকী : হয় নেকি? ছেঃ। বেয়া কথা হৈছে নহয়। মই মানুহবোৰৰ মাজতে থাকোঁ, অথচ তেওঁলোকে মোক একো নক'লে— ক'লেগৈ আপোনাক। আপুনি মানুহবোৰৰ নেতা কাৰণেই বোধকৰো তেওঁলোকে কথাটো আপোনাক কৈছেগৈ। আপুনি তেওঁলোকৰো দুজনমানক লগতে লৈ অহা হ'লে বৰ ভাল আছিল। আনিছে নেকি? [ডিঙি মেলি চাই] গাড়ীত সেয়া কোন? প্ৰভা নেকি? তাইনো আৰু' তাতে কিয় বহি আছে? [ডাঙৰকৈ] প্ৰভা, অ'ই প্ৰভা, আহচোন, আহ। প্ৰভাওতো মানুহবোৰৰ প্ৰেছিডেণ্ট। তাইকো চাগৈ ঢেৰ মানুহে কথাটো কৈছে। তাইৰ মুখৰ পৰাও শুনো।

মহেন্দ্ৰ : প্ৰভাৰ গাটো ভাল নহয়।

জোনাকী : [কৃত্ৰিম আশ্চৰ্য] হয় নেকি? কি হৈছে? [প্ৰভা আহে] কি হৈছে অ' প্ৰভা? তোৰ বোলে গা ভাল নহয়?

প্ৰভা : নাই— এনেয়ে অলপ—

জোনাকী : নহয় নহয়, অসুখ-বিসুখ হ'লে সৰু বুলি পাতলাই নিদিবি। সাপৰ সৰু-বৰ নাই। সাৱধানে থাকিবি। বহিবিনে? ৰ'বি। [দৌৰি গৈ টুল এখন লৈ আহে।] বহ। এতিয়া শুন। তইতো জানই, এওঁৰ লগত মোৰ— সেই আন্দোলন আৰম্ভ হোৱাৰ দিনৰে পৰা, সেই যে পূৰ্ণহঁতৰ ঘৰত প্ৰথম মিটিং পাতিছিলোঁ— তেতিয়াৰ পৰা— কথা আছিল।— কথা আছিল মানে— গাঁৱলীয়া ভাষাত কৈছোঁ দেচোন— তহঁতৰ ভাষাত ভালপোৱা-পুই আছিল। আমি কি ঠিক কৰিছিলোঁ দাদা? আন্দোলনটো যদি ভালে-কুশলে জাৰৰ দিনত শেষ হয়, তেনেহ'লে পিছৰ ব'হাগতে আৰু যদি গৰমৰ দিনত শেষ হয় তেনেহ'লে পিছৰ মাঘতে আমি বিয়া পাতিম— নহয়নে দাদা? [প্ৰভাক] তোকো মই কথাবোৰ কৈছিলোঁ হ'বলা? [হঠাতে চিএঞৰি] মনে মনে আছ কিয়? কৈছিলোঁ নেকি? [মহেন্দ্ৰ আৰু প্ৰভাই উচপ খায়।]

প্ৰভা : কৈছিলি।

জোনাকী : অঁ। কথা সুধিলে ক'বি আৰু'। তেতিয়া তই কথাবোৰ কাপোৰৰ দৰা-কইনা পুতলাই কোৱা কথা বুলি ভাবিছিলি নেকি? নে গাটো বিক্ৰী কৰি ফুৰা মানুহে কোৱা বুলি ভাবিছিলি?

প্ৰভা : তোৰ মুখৰ লাগ-বান্ধ নোহোৱা হ'ল নে কি? ইমান টান টান কথা কৈছ কিয়?

জোনাকী : এওঁ দুটামান বৰ মধুৰ মধুৰ কথা কৈছে কাৰণে। মই মানুহে কি কৈছে— সেইবোৰ নকওঁ। কিন্তু এতিয়া তোৰ লগত এওঁৰ ভালতো।— সেই কাৰণে মই কিজানি এওঁক কেতিয়াবা ধৰোঁ— তুমি কিয় এনেকুৱা কৰিলা? সেই কাৰণে এওঁ আগে-ভাগে মোক ওলোটাই কৈছেহি— মই বোলে বিষ্ণুৰ লগত লেটিপেটি কৰিছোঁ।

মহেন্দ্ৰ : তুমি বলিয়া হ'লা নেকি?

জোনাকী : তুমি আলেঙে আলেঙে গম ল'ব লাগিছিল— মই কেতিয়াবা তোমাৰ ওচৰত আপত্তি কৰিম নেকি? কেতিয়াবা তোমাৰ ওচৰত ফেউ ফেউকৈ কান্দিম নেকি? তোমাৰ দুখত চিপজৰী ল'ম নেকি? বাইজৰ আগত বিচাৰ বিচাৰি আঁঠু ল'ম নেকি? মই তোমাৰ বদনাম

কৰি ফুৰিম নেকি? এইবোৰ একোৰে গম নোলোৱাকৈ কিয় তুমি ইমান লেতেৰা কথা ক'লা? কিয় ইমান তললৈ গ'লা?

মহেন্দ্ৰ : মই লেতেৰা কথা কোৱা নাই। যি কৈছোঁ নিজে বুজি, বিচাৰ কৰি কৈছোঁ। শুনা জোনাকী, তুমি খং নকৰিবা। কথাবোৰ ভালকৈ বুজিবলৈ চেষ্টা কৰা। আমাৰ ব্যক্তিগত মৰম-চেনেহ, ভালপোৱা— এতিয়া এইবিলাক লৈতো সময় কটোৱাৰ সময় নহয়। সেইবিলাকৰ হিচাপ এসময়ত কৰিব পৰা যাব। কিন্তু এতিয়া আমাৰ মূল কথা হৈছে আন্দোলনটো।

জোনাকী : হয় নেকি? অ'। বুজিছোঁ। মোৰ ভুলেই হৈছিল।

মহেন্দ্ৰ : আন্দোলনটোৱে আমাৰ মাজত বহুত জটিলতাৰ সৃষ্টি কৰিলে। আমি মানুহৰ বহুত নতুন নতুন ৰূপ দেখিলোঁ। বিষ্ণুৰ নতুন ৰূপটোৰ কথাও আমি ভাবিব লাগিব।

জোনাকী : কত যে ৰূপ! নহয় জানো?

মহেন্দ্ৰ : তুমি সহজ-সৰল ছোৱালী। তুমি নাজানিব পাৰা, কিন্তু বিষ্ণুৱে দুটা ভুল কথাৰ আশ্ৰয় লৈছে। প্ৰথম কথা— সি তোমাৰ সৰলতাৰ সুবিধা লৈছে, ভালপোৱাৰ খেল খেলিছে। দ্বিতীয় কথা— আৰু ডাঙৰ কথা— সৰ্বনাশৰ কথা— সি আন্দোলনটোৰ ক্ষেত্ৰত ভুল নীতি লৈছে— ফলত গাঁওখন ছেদেলি-ভেদেলি হৈ গৈছে, আন্দোলনটো দুৰ্বল হৈ গৈছে।

জোনাকী : আৰু কিবা আছেনে সিমানেই?

মহেন্দ্ৰ : এইখিনি কম হ'ল নেকি? আমাক ধ্বংস কৰিবলৈ আৰু কি লাগে?

জোনাকী : কথাবোৰ তুমি বিষ্ণুক পোনে পোনে নোকোৱা কিয়?

মহেন্দ্ৰ : লগ পালেহে ক'ম। সিতো পলাই ফুৰিছে।

জোনাকী : কিয় পলাই ফুৰিছে?

মহেন্দ্ৰ : সাহস নাই কাৰণে। লাজতে।

জোনাকী : [জোৰে] নহয়। পুলিচে তেওঁক এৰেষ্ট কৰিবলৈ বিচাৰি ফুৰিছে। আৰু গাঁৱৰ মানুহে তেওঁক লুকুৱাই ৰাখিছে।

মহেন্দ্ৰ : এৰেষ্ট? কিয়?

জোনাকী : তোমালোকেহে জানা। প্ৰেছিডেন্ট-ছেক্ৰেটাৰী— তোমালোকেহে জানা।

প্ৰভা : তই বহুত নক'বলগীয়া কথা কৈছ। বহুত ভুল কথা কৈছ—

জোনাকী : নাই কোৱা।

প্ৰভা : কৈছ। মই জানো তই চালাক ছোৱালী। অলপ আগতে তই কৈছিলি— নিজৰ দোষ ঢাকিবলৈ এখেতে তইঁতৰ ওপৰত দোষ জাপি দিছে, কিন্তু আচলতে তয়েই সেই কামটো কৰিছ।

জোনাকী : চাহ-তাহ কিবা খাবি নেকি?

প্ৰভা : নাখাওঁ।

জোনাকী : তেনেহ'লে যা। যিমানে বেছি সময় থাকিবি সিমানে নক'বলগীয়া কথা কৈ থাকিম—

প্ৰভা : আৰু কি ডাল কৰি?

জোনাকী : ক'ম— বাইজৰ কাম কৰিবলৈ ওলাই, দেশৰ কাম কৰিবলৈ ওলাই নিজৰ মনটো এসময়ত এনেকৈ ঢিলাই দি ভুল কৰিলোঁ, আন্দোলন কাক বোলে সেইটো নুবুজাকৈ বাটলৈ ওলাই ভুল কৰিলোঁ, আৰু সেইবোৰ ভুল ঢাকা কৰিবলৈ জুইৰ মাজত সোমাই কষ্ট পালোঁ, আৰু

জুইৰ মাজৰ পৰা ওলাই এতিয়া আচল বাটটো দেখা পাইছোঁ।— ক'ম ঈশ্বৰে তহঁত দুটাৰ এটাক ইটোৰ কাৰণে সৃষ্টি কৰিছিল— মই মূৰ্খৰ নিচিনাকৈ মাজত সোমাই এই মানুহজনক কষ্ট দিলোঁ, ক'ম— মই তোৰ বান্ধৱী আছিলোঁ, কিন্তু নিষ্ঠুৰভাৱে মই তোক বিশ্বাসঘাতকতা কৰিলোঁ। ক'ম— তিলক দাস নামৰ এজন মানুহক মই ভাল পাইছিলোঁ— আৰু চিৰদিন সেই মানুহজনক মই ভাল পাই থাকিম— আৰু ক'ম— বিষ্ণু নামে এজন মানুহ আছে— তহঁত, মই, আমি কোনো তেওঁৰ ভৰিৰ ধূলিৰ যোগ্যও নহওঁ। তহঁত দুটাৰ প্ৰতি কৰা মোৰ সকলো অপৰাধ, সকলো দোষৰ বাবে তহঁতৰ ওচৰত মই হাতযোৰ কৰি ক্ষমা বিচাৰিছোঁ— তহঁতক অনুৰোধ কৰিছোঁ— তহঁতৰ ছাঁটোও যেন কেতিয়াও মোৰ গাত নপৰে, মোৰ নামটোও যেন তহঁতৰ জিভাত কেতিয়াও নুফুটে। [আঁঠু কাঢ়ি হাতযোৰ কৰে।]
[লাহে লাহে আন্ধাৰ।]

### মঞ্চ-১

[সংঘৰ অফিচ। হবিব আৰু বিজয়।]

বিজয় : কিমান মানুহ হৈছে?
হবিব : বহুত মানুহ।
বিজয় : বহুত মানে কিমান? পাঁচ হাজাৰ, এক লাখ?
হবিব : নহয়, সত্তৰ-আশীমান হৈছে।
বিজয় : তাকে কোৱা। বহুত বহুত কৰা কিয়? বিষ্ণুক দেখিছিলা নেকি?
হবিব : নাই। বিষ্ণুদাই বোলে এখন চিঠি দিছে, সেইখন মিটিঙত পঢ়ি দিব।
বিজয় : ক'ৰ পৰা দিছে?
হবিব : ক'ব নোৱাৰোঁ।
বিজয় : তুমি ক'ব নোৱাৰা বুজিলোঁ, কিন্তু কোনেও ক'ব নোৱাৰে নেকি? চিঠিখন নিজে উৰি আহিল নেকি?
হবিব : মই যাক যাক লগ পাইছোঁ, সিহঁতৰ কোনেও ক'ব নোৱাৰে।
বিজয় : যোনে যোনে ক'ব প্পাৰে, তুমি সিহঁতকহে লগ পোৱা উচিত আছিল, নহয় জানো? মই তোমাক কৈছিলোঁ কি? মোৰ কথাবোৰৰ অৰ্থ তুমি বুজি পোৱা নে নোপোৱা? বাৰু, ঠিক আছে, লাহে লাহে সকলো ঠিক হৈ যাব। তুমি কেৱল এটা কথা মনত ৰাখিবা হবিব, তোমালোকৰ মানুহখিনিৰ যদি মংগল হ'ব লাগে, তোমালোকৰ মানুহখিনি যদি ইমান দিনে থকাৰ নিচিনাকৈ সুখে-শান্তিৰে থাকিব খোজে, তেনেহ'লে তাৰ বাবে তোমালোকৰ নিচিনা ল'ৰাযেই— ধৰি লোৱা তুমিযেই নেতৃত্ব দিব লাগিব। তাৰ বাবে তুমি অতি সোনকালে আচল বাটটো চিনি ল'ব লাগিব। অ' হেৰি নহয়, মাৰাক ডাক্তৰক দেখুৱালা?
হবিব : নাই দেখুওৱা। সময়েই পোৱা নাই।
বিজয় : কি সময়েই পোৱা নাই? আজি সেইখন মিটিঙৰ কামখিনি কৰা, কৰি কাইলৈ ডাক্তৰক দেখুওৱা। আৰু ডাক্তৰক সুধিবা— মেডিকেল কলেজলৈ নিব লাগিব নেকি? তাৰ পিছত

মোক লগ ধৰিবা। ঘৰত বেমাৰী মাৰাজনীক পেলাই থৈ কি দেশ-মাতৃৰ সেৱা কৰিবলৈ ওলাইছাহে? যোৱা। তাত মিটিং আৰম্ভ হ'বৰ হ'লেই নহয়। অ' শুনা, জোনাকী ক'ত আছে?

হৰিব : এতিয়া আমাৰ গাঁৱত নাই হ'বলা৷ কোনেও দেখা নাই।

বিজয : ক'লৈ গ'ল? আমেৰিকালৈ গ'ল নেকি? এই মানুহবিলাকক লুকুৱাই ৰখা পাৰ্টীত তুমিও আছা নেকি?

হৰিব : নাই, মই জোনাকীক কেইবাদিনো দেখাই নাই।

বিজয : নহয়, ভয় খাব নালাগে। বৰঞ্চ মই কৈছোঁ— কেতিয়াবা যদি প্ৰয়োজন হয়, তেনেহ'লে তোমালোকৰ ঘৰতো যে জোনাকী এৰাতি-দুৰাতি থাকিব পাৰে, সেই কথাটো তুমি লগৰবোৰক ক'বা। এইটোতো একো দোষৰ কথা নহয়। কেৱল মোৰ তেওঁৰ লগত অলপ জৰুৰী কথা আছিল। ক'ত কেতিয়া লগ পাম— জানিলে খবৰ দিবা। যোৱা। শুনা, জোনাকীক পালে ক'বা— মই কৈছোঁ বুলি ক'বা— তেওঁৰ ওপৰতে আন্দোলনটোৰ বহু কথা নিৰ্ভৰ কৰিছে। আৰু ক'বা— তেওঁক মই ব্যক্তিগতভাৱে মৰম কৰোঁ, সেই কাৰণে তেওঁৰ ভালৰ বাবে মই সদায় চেষ্টা কৰিম।

[হৰিব যায়। বিজয়ে খোজ কাঢ়ে। চিগাৰেট খায়। বহে। মহেন্দ্ৰ আৰু প্ৰভা আহে।]

মহেন্দ্ৰ : ক'তা? মিটিং? কোনো নাই দেখোন৷

বিজয : [হঠাতে হাঁহে] এদিন এইটো অফিচত এজন ডেকা আৰু এজনী গাভৰু বহি আছিল, মই আহি সুধিছিলোঁ— ক'তা? মিটিং? কোনো নাই দেখোন৷ আজি মই বহি আছোঁ, এজন ডেকা আৰু এজনী গাভৰুৱে আহি সুধিছে— ক'তা? মিটিং? কোনো নাই দেখোন৷ কি যে দিন যায, কি যে দিন আহে৷ বহক। মিটিং নহয।

প্ৰভা : কিয?

বিজয : মই বন্ধ কৰি দিছোঁ।

মহেন্দ্ৰ : কিয?

বিজয : তিলক দাসৰ ঘৰৰ চোতালত কোনোবাই এখন মিটিং পাতিছে। মানুহবোৰ হেনো তালৈ যাব। যেতিয়া মই মানুহবোৰৰ মতলব বুজি পালোঁ, তেতিয়া ঠিক কৰিলোঁ হওক, এখন মিটিঙেই ভালকৈ হওক, দুখনৰ কি দৰকাৰ?

প্ৰভা : কোনে পাতিছে মিটিংখন?

বিজয : আপোনালোকেই পাতিছে। আপোনালোকৰ বিশ্বস্ত কৰ্মীসকলৰে কোনোবাই পাতিছে।

প্ৰভা : কি হ'ব মিটিংখনত?

বিজয : একো নহয়। কিটো হ'ব? আপোনালোক দুজনেই থাকিল ইযাত আৰু তাত কোনোবাই মিটিং পাতিলে কিটো হ'ব? একো নহয়। আপোনালোকক বাদ দি এখন মিটিং পাতিব— একো নহয, দুখন মিটিং পাতিব— একো নহয, তিনিখন মিটিং পাতিব— দেখিব বোমা ফুটিব, গুলী চলিব।

মহেন্দ্ৰ : কি?

বিজয : বোমা। গুলী। ৰ'ব। মোক অকণমান সময কথাবোৰ ভাবিবলৈ দিযক। আপোনালোকেও ভাবক— হৈছে কি— ঘটিছে কি৷ এইবোৰতো অইন একো নহয়— চাল— ডবাখেলৰ চাল। [বহে। ভাবে। পোহৰ লাহে লাহে কমে। প্ৰভাৰ গাত পোহৰ।]

জোনাকী : [off ovice] ক'ম— ঈশ্বৰে তইঁত দুটাৰ এটাক আনটোৰ বাবে সৃষ্টি কৰিছে, মই মুৰ্খৰ নিচিনাকৈ মাজত সোমাই এই মানুহজনক কষ্ট দিলোঁ। ক'ম— তিলক দাস নামৰ এজন মানুহক মই ভাল পাইছিলোঁ— আৰু চিৰদিন ভাল পাই থাকিম— [প্ৰভাই মেজত ঢকা এটা মাৰে।]

বিজয় : কি হ'ল? ভাবিছে কথাবোৰ? ভাবক। এইটো আমাৰ এটা সংকটৰ সময়। আমাৰ চিন্তা, আমাৰ কামৰ লাইন শেষ বাৰৰ বাবে, চূড়ান্তভাবে ঠিক কৰি লোৱাৰ সময়। সোনকালে। আজিয়েই। আজিয়েই কিয়? এতিয়াই। মোক ভাবিবলৈ দিয়ক।
[এটা কাষলৈ গৈ চিন্তা কৰে। লাইট কমে। মহেন্দ্ৰৰ মুখত পোহৰ।]

জোনাকী : [off ovice] এৰা, কত যে ৰূপ। [বৈ] আমি কি ঠিক কৰিছিলোঁ ককাইদেউ? যদি আন্দোলনটো ভালে- কুশলে গৰমৰ দিনত শেষ হয়, তেনেহ'লে পিছৰ মাঘত, আৰু যদি জাৰৰ দিনত শেষ হয় তেনেহ'লে পিছৰ ব'হাগত— [থমকি] কৈছিলোঁ নে নাই?
[প্ৰভাৰ মুখত পোহৰ। মহেন্দ্ৰ আৰু প্ৰভাই ইটোৱে সিটোলৈ চাই থাকে। মঞ্চ পোহৰ হয়।]

বিজয় : ভাবিলে? কি পালে? মই তিনিটা কথা পালোঁ। প্ৰথম কথা— আমি বিছ বছৰৰ সময় ধৰি এই আন্দোলন আৰম্ভ কৰিছিলোঁ। আপুনি, মই, তিলক দাসেও। এতিয়া তেওঁলোকে তিলক দাসৰ চোতালত বহি দহ বছৰৰ কথা ক'ব। আমি সৰ্বশক্তিৰে সকলোকে বুজাব লাগিব— বিছৰ পৰা এবাৰ দহলৈ নামিলে— দহৰ পৰা শূন্যলৈ নামিবলৈ বেছি সময় নালাগে। আমি মুক্তকণ্ঠেৰে সকলোকে সুধিব লাগিব— তেনেহ'লে আমাৰ আন্দোলন থাকিল ক'ত? সুধিব লাগিব— বিছ বছৰ সময় ধৰি আন্দোলন আৰম্ভ কৰাৰ সময়ত আমি মূৰ্খ আছিলোঁ নেকি? কোনবোৰ শক্তিয়ে, কোনবোৰ মানুহে আমাক বাটলৈ উলিয়াই আনি আজি বিশ্বাসঘাতকতা কৰিবলৈ ওলাইছে? এইবোৰ প্ৰশ্নৰে আমি আকৌ এই অফিচলৈ তেওঁলোকক টানি আনিব লাগিব। এই গ'ল প্ৰথম কথা। দ্বিতীয় কথা, চিধা আঙুলিৰে ঘিউ আনিব নোৱাৰি। পিঠি ফটা ৰ'দত ৰাস্তাত খোজ কাঢ়ি, ঘণ্টাৰ পিছত ঘণ্টা একোটা অফিচৰ সন্মুখত বহি থাকি, টেঁটু ফালি চিঞৰি, ডাঙৰ ডাঙৰ আখৰ লিখি একো আদায় কৰিব নোৱাৰি। বন্ধৰ আহ্বান— বন্ধ কৃতকাৰ্য, শান্তিপূৰ্ণ— শেষ। কি ভাল হ'ল? একো নহ'ল। কত গাঁৱত বাটৰ ওপৰত বহি থকা ডেকা-গাভৰুক আঁতৰাই, কত চৰকাৰী গাড়ী চলি গ'ল, সেইবোৰ গাঁৱৰ নাম কিমানে জানে? কিন্তু আজি কিহৰ কাৰণে এই গাঁও বিখ্যাত? তিলক দাসৰ কাৰণে। এটা মৃত্যুৰ কাৰণে। মৃত্যু। মৃত্যু প্ৰয়োজনীয়, জুই, গুলী, বোমা— প্ৰয়োজনীয়। অপৰিহাৰ্য। এইবোৰে ডেকা তেজ টানে। আমিও টানিব লাগিব, এইবোৰৰ সহায়েৰেই টানিব লাগিব।

প্ৰভা : আপুনি সঁচাকৈয়ে কৈছে?

বিজয় : [জেপৰ পৰা পিষ্টল উলিয়াই] যুদ্ধ যেতিয়া যুদ্ধই। সেই বাকচটো খোলক। খোলক। [প্ৰভা ভয়ে ভয়ে উঠে।]

বিজয় : বাৰু নালাগে। ডেকা, তেখেতে ভয় খাব পাৰে। আপুনি খোলক। [মহেন্দ্ৰই বাকচ খোলে।]

বিজয় : উলিয়াওক বস্তুবোৰ— [মহেন্দ্ৰই কাগজ-পাতি কিছুমান উলিয়ায়। বিজয়লৈ চাই বৈ যায়।]

বিজয় : খালী হ'লনে? এতিয়া তলৰ কাঠচটা দাঙি দিয়ক। [মহেন্দ্ৰই কাঠচটা দাঙে। অবাক হয়।]

মহেন্দ্ৰ : এইবোৰ?
[বিজয়ে গৈ দুটা পিষ্টল উলিয়ায়।]

বিজয় : [প্ৰভাক] চুই চাওব। লওক, আপুনি চুই চাওক। [দুযোকে পিষ্টল দিয়ে। দুযো হতভম্ব। তাৰ পিছত বিজয়ে হাতবোমাকেইটামান উলিযায।]

বিজয় : চুই চাওক। ভয নকৰিব, লওক। এইবোৰৰ ধোঁৱা বেছি, গৰ্জন বেছি, কিন্তু শক্তি বৰ কম। আৰম্ভণিৰ বাবে, ট্ৰেইনিঙৰ বাবে ভাল বস্তু।

প্ৰভা : আপুনি এইবোৰ কিয় গোটাইছে?

বিজয় : আজি চুই পাইছে, ধৰি লওক এসপ্তাহৰ পিছত ব্যৱহাৰ কৰি পাব। তাৰ পিছত এদিন দেখিব ৰাইজে ভালপোৱা, চৰকাৰে কেযাৰ কৰা, সমীহ কৰা, আলোচনাৰ বাবে কাকুতি কৰা মানুহ আপোনালোকহে, কাপোৰত আখৰ এসোপা লিখি, তাৰ তলত টোপনিযাই বহি থকা সেই ভেৰাছাগলীবোৰ নহয। [ৰৈ] অৱস্থাই আমাক এই পথ ল'বলৈ বাধ্য কৰিছে। বুজিলে? এই মোৰ দ্বিতীয় কথা। আৰু তৃতীয় কথা— এই তিলক দাস। কোন এই তিলক দাস? একমাত্ৰ এই মানুহজনৰ নাম লৈযেই আজি এদল মানুহে অযথা গৰ্ব অনুভব কৰে, অযথা সন্মান লয়, তেওঁৰ নাম ব্যৱহাৰ কৰি তেওঁৰ চোতালত বেলেগে মানুহ গোটায়, তিলক দাসৰ গাৰ ছাঁৰ নিচিনাকৈ থাকি আন্দোলন আৰম্ভ কৰা আপোনালোকক অবজ্ঞা কৰে। কিন্তু আপোনালোকে জানে— আচলতে তিলক দাস কেনেকৈ মৰিছিল? চৰকাৰে যি কয, যি জানে— সেযেই সত্য। তিলক দাস পানীত পৰি মৰিছিল। সকলোকে বিপদৰ আগত মেলি দি নিজৰ প্ৰাণ বচাবলৈ দৌৰি যাওঁতে পানীত পৰি— সাঁতুৰিব নজনা এটা কাপুৰুষৰ মৃত্যু হৈছিল। তাৰ একমাত্ৰ আৰু সঁচা সাক্ষী মই। আৰু ভুল সাক্ষী হৈছে— সোমেশ্বৰ বুঢ়া।— কিন্তু আন্দোলনটোক ভাল পাওঁ কাৰণে, আন্দোলনটোক শক্তিশালী কৰিবলৈ— মই সোমেশ্বৰ বুঢ়াৰ কথাকে ওপৰলৈ তুলি ধৰি, সমগ্ৰ দেশৰ আগত তেওঁৰ কথাকে সঁচা বুলি প্ৰতিপন্ন কৰি আছোঁ। কিন্তু এইবাৰ— এইবাৰ সময় আহিছে।— সোমেশ্বৰ বুঢাই সঁচা কথা ক'ব, মই সঁচা কথা ক'ম। তিলক দাসৰ গৌৰৱময় কাহিনী শেষ হৈ যাব। শেষ কৰিব লাগিব। যদি এসময়ৰ ৰাইজৰ মৰমৰ নেতা— নেতা হৈ বাচি থাকিব খোজে, যদি সেই মূৰ্খহঁতৰ উচটনিত ৰাইজৰ মাজত লেই-লেই চেই-চেই হ'ব নোখোজে, তেন্তে মই কিয, এই কাম আপোনালোকেই কৰিব লাগিব। [ৰৈ] এই কামৰ প্ৰথম পৰ্যায হিচাপেই প্ৰযোজন আছিল— তিলক দাসৰ দেউতাকক চৰকাৰৰ টকা পাঁচ হাজাৰ ল'বলৈ বাধ্য কৰা। তেওঁ যদি টকাখিনি লয়, তেনেহ'লে লগে লগে এই গাঁৱৰ পৰা তিলক দাস বহু দূৰ আঁতৰি যাব। কি কৰিব পাৰিলে? দিলেনে টকাখিনি?

মহেন্দ্ৰ : নাই। নাই দিযা। তাৰে অলপমান পইছা অইন কামত খৰচ হৈছে।

বিজয় : কিহত? গহনা গঢালে নেকি? [হাঁহে] কোনো চিন্তা নকৰিব। কিমান কম পৰিল লৈ যাব। আপোনালোকে সেইটো কাম কৰক— মই সোমেশ্বৰ বুঢাক চাওঁ।

## মঞ্চ-২

[বিলৰ পাৰ। সন্ধিযাৰ আগে আগে। পুলিচ অফিচাৰ। দুটা সশস্ত্ৰ চিপাহী মানুহ, সোমেশ্বৰ।]

অফিচাৰ : [সোমেশ্বৰক] মনে মনে ৰ'লা কিয?

সোমেশ্বৰ : সেই তিলক মৰাৰ পিছতে আপুনিযেই জানো আমাৰ ঘৰলৈ অহা নাছিল? একেসোপা কথাকেনো কিমান বাৰ ক'ব লাগে?

অফিচাৰ : সেই এবাৰহে! কিমান বাৰ আকৌ কেনেকৈ হ'ল?

সোমেশ্বৰ : আপুনিহে এবাৰ। তাৰ পিছত এই এবছৰ-ডেৰ বছৰে কিমান সোপা মানুহ আহিল? এটাই আহি ক'বহি মই বৰ চাহাব, এটাই ক'বহি মই পুলিচ চাহাব, এটাই ক'বহি মই বৰ দাৰোগা, এটাই ক'বহি মই সৰু দাৰোগা। আমাৰ ইয়াতে যে থাকিবলৈ লৈছে— সেই বিজয় চৌধুৰী— আজিকালিতো মই তেওঁক দূৰতে দেখিলেই সাউতকৈ এঘৰত সোমাই দিওঁ। ওচৰে-পাঁজৰে কাৰো ঘৰ নাথাকিলে অইনফালে পোনাই দিওঁ।

অফিচাৰ : কিয়?

সোমেশ্বৰ : এহ্, কিবা বিকচিনা লাগি গৈছে! একেসোপা কথাকে এনেকৈ পাগুলি থাকিব পাৰিনে?

অফিচাৰ : আচল কথা হ'ল এটা, সেইটো নোকোৱাৰ কাৰণেহে ইমানবোৰ কথা ক'বলগীয়া হৈছে।

সোমেশ্বৰ : আচল কথা, নকল কথা কি আকৌ? মই যিটো জানো সেইটোহে ক'ব পাৰোঁ!

অফিচাৰ : ঠিকেই, পিছে ভালকৈ নজনাকৈযে তুমি এটা কথা কৈ আছা নহয়।

সোমেশ্বৰ : কি?

অফিচাৰ : শুনা ককাই। মানুহ এটা মৰি যোৱাটো বৰ দুখৰ কথা। মানুহটো কাৰ দোষত মৰিল সেইটো ঠিকমতে বিচাৰ কৰাটো আমাৰ কৰ্তব্য। আমাক এই কামত সহায় কৰাটো ৰাইজৰো কৰ্তব্য। তোমাৰো কৰ্তব্য। সেই মানুহটো মৰাটো যিমান বেয়া কথা, বিনা দোষত মানুহ এটাই শাস্তি পোৱাটোও সিমানে বেয়া কথা। নহয় জানো?

সোমেশ্বৰ : কিয় নহয়?

অফিচাৰ : বাৰু, তুমি কৈছা— তুমি সেইদিনা চেপা পাতিছিলা সৌখিনিত?

সোমেশ্বৰ : ওঁ।

অফিচাৰ : যেতিয়া গণ্ডগোলটো হয়, তুমি তেতিয়া কি কৰি আছিলা?

সোমেশ্বৰ : মই চেপাটো তুলিলোঁ।

অফিচাৰ : ওঁ।

সোমেশ্বৰ : মাছকেইটা খালৈত ভৰালোঁ।

অফিচাৰ : কি মাছ? কেইটা মাছ?

সোমেশ্বৰ : গৰৈ, মাগুৰ— হ'ব আঠ-দহটামান। ভালকৈ মনত নাই।

অফিচাৰ : বাৰু, তাৰ পিছত?

সোমেশ্বৰ : চেপাটো আকৌ ভালকৈ পাতিলোঁ। তাৰ পিছত পাৰলৈ উঠি দুখোজমান আহিছোঁ, এনেতে শুনিলোঁ গণ্ডগোল।

অফিচাৰ : কি শুনিলা?

সোমেশ্বৰ : তিলকে চিঞৰিছে?

অফিচাৰ : কি বুলি চিঞৰিছে।

সোমেশ্বৰ : কি বুলি চিঞৰিছে কেনেকৈ কওঁ? লগৰবোৰক মাতিছে— আৰু দুখ পালে যেনেকৈ চিঞৰে তেনেকৈ চিঞৰিছে।

অফিচাৰ : কোনফালৰ পৰা আহিছিল চিঞৰটো?

সোমেশ্বৰ : এই ফালৰ পৰা।

অফিচাৰ : তুমি কাবোবাক দেখিছিলানে?

সোমেশ্বৰ : এইখিনিৰ পৰা দেখা নাছিলোঁ। কেতিয়া দৌৰি গ'লোঁ— তেতিয়া দেখিলোঁ বিলৰ পাৰৰ পৰা দুটা চিপাহী মোৰ গাৰ কাষেদিয়েই দৌৰ মাৰিছে।

অফিচাৰ : তুমি চিপাহী দুটা দেখিছা, পুলিচৰ গাড়ীখন দেখিছা, আৰুতো একো দেখা নাই। শুনা ককাই, তোমাৰ মনত আছেনে— সেইখিনিতে ঠালে-ঠেঙুলিয়ে এজোপা শুকান গছ বহু দিনৰ পৰা পৰি আছিল।

সোমেশ্বৰ : কেতিয়া?

অফিচাৰ : সেই ঘটনাটো হোৱাৰ সময়ত?

সোমেশ্বৰ : ঠালে-ঠেঙুলিয়ে শুকান গছ? নাই— গাঁওখনত খৰি-খেৰৰ অভাব, ল'ৰা-ছোৱালীয়ে হাঁকুটি লগাই শুকান ডাল পাৰি ফুৰে, ইয়াত আকৌ ঠালে-ঠেঙুলিয়ে শুকান গছ এডাল পৰি থাকিব পাৰেনে? নাছিল। গছ -ছছ একো নাছিল।

অফিচাৰ : ইমান জোৰ দি নক'বা। তোমাৰ মনত নাথাকিবও পাৰে।

সোমেশ্বৰ : কিয় নাথাকিব?

অফিচাৰ : চেপাত মাছকেইটা পাইছিলা তাকে দেখোন পাহৰিলা। [অলপ বৈ ক'ব।] শুনা ককাই, তিলকে আমাৰ গাড়ী এখনত জুই লগাবলৈ গৈছিল। চিপাহীয়ে খেদা ধৰিলে। বিলৰ ফালে দৌৰি যাওঁতে তেওঁ সেই গছজোপাত হামখুৰি খাই পৰিল। তেওঁৰ গোটেই গাত ঘা লাগিল। ডাক্তৰে পৰীক্ষা কৰোঁতে সেইবোৰ দাগ পাইছে।

সোমেশ্বৰ : আপোনালোকৰ সেই ভাত ডাক্তৰে শবটো পৰীক্ষা কৰি ঠিক কৰিলে— ইয়াত ঠালে-ঠেঙুলিয়ে শুকান গছ এজোপা পৰি আছিল? হ'ব? তেওঁলোকেই যদি ইমান ডাঙৰ পৰীক্ষা কৰিব পাৰে, মোক কিয় জুলুম কৰিছে?

অফিচাৰ : কাৰণ কোনেও একো কোৱা নাই, একমাত্ৰ তুমিয়েই উল্টা-পাল্টা কথা কৈ গণ্ডগোল লগাই আছা।

সোমেশ্বৰ : নাই লগোৱা।

অফিচাৰ : লগাইছা। তুমি ওচৰৰ পৰা ঘটনাটো দেখা নাই। গছত খুন্দা-খুন্দলি খোৱাৰ পিছত তিলক দাসে পানীত জাঁপ মাৰি দিছে আৰু ডুবি মৰি গৈছে।

সোমেশ্বৰ : [খং, বিৰক্তি] মই তাক নিজে পানীৰ পৰা তুলিছোঁ। সি আঁঠুৰুনীয়া পানীত পৰি আছিল। তেনেকুৱা পানীত ছাগলী এটাও ডুবি নমৰে। [নিস্তব্ধ]

অফিচাৰ : বাৰু ব'লাচোন। সেইখিনিলৈ যাওঁ। [বিজয় আহে।]

বিজয় : অ' ছাৰ? সোমেশ্বৰ কাই? তুমিও? মই এইফালেদি যাওঁতে দেখিলোঁ— পুলিচৰ গাড়ী, বিলৰ পাৰত মানুহ, বোলো কথাটো কি? কি ককাই? সেই একেবোৰ কথাই নেকি?

সোমেশ্বৰ : আৰুনো কিডাল হ'ব?

বিজয় : হেৰি নহয় ছাৰ, এই মানুহবোৰ আৰু আপোনালোকৰ গাড়ীখন দূৰলৈ— সৌ একেবাৰে গাঁৱৰ মূৰলৈ পঠিয়াই দিয়ক। মিছামিছিকৈ মানুহ-দুনুহ গোটখাই হুলস্থূল এখন হ'ব।
[অফিচাৰে গৈ পুলিচৰ মানুহ দুটাক কিবা কয়। মানুহ দুটা যায়গৈ। ইতিমধ্যে বিজয়ে কথা আৰম্ভ কৰে।]

বিজয় : সোমেশ্বৰ ককাইকতো আজিকালি লগ পোৱাই মস্কিল। আজি এইখিনি কেনেকৈ ওলালাহি?

সোমেশ্বৰ : তাকে ময়ো ভাবিছোঁ। ইহঁতৰ সংঘৰে কোনোবা এটাই কিবা এটা দেখুৱাওঁ বুলি মাতি আনিলে, আহি এওঁৰ হাততহে পৰিলোঁহি।

বিজয় : [অফিচাৰক] যিমানে দিন গৈছে সিমানে আমাৰ সোমেশ্বৰকাই ডাঙৰ মানুহ হৈ গৈ আছে। আজিকালি এওঁক লগ পাবলৈ পাৰ্মিছন ল'ব লাগে, কথা পাতিবলৈও ওচৰত পাঁচ-ছজন উপস্থিত থাকিব লাগে।

সোমেশ্বৰ : অঁতো আকৌ। তোমালোকৰ বোলে কিবা ডাঙৰ কে'ছ লাগিছে। মোক বোলে পাৰিলে কোনোবাই পলুৱায়েই নিয়ে।

বিজয় : নাই নাই। পলুৱাই নিব কিয়? নিওঁ বুলিলে চৰকাৰে গাঁৱৰ মাজেদি তোমাক গাড়ীত তুলি, সকলোৰে দেখাকৈয়ে লৈ যাব পাৰে। নহয় নে ছাৰ?

অফিচাৰ : সেইটোনো কি কথা? পিছে আমি কথাবোৰ অযথা ডাঙৰ কৰিব খোজা নাই।

সোমেশ্বৰ : ডাঙৰ হ'বলৈ আৰু কিটো থাকিল? উস্‌। কিহত সোমালোঁ মহাপ্ৰভুৱেহে জানে।

বিজয় : তুমিনো সোমাই আছা কিয়? এই বয়সত তুমি এই পিনপিনিয়া ল'ৰা-ছোৱালীমখাৰ লগ লাগি হাবাথুৰি খাইছা কিয়? কাইলৈ কোনোবাই উলিয়াই দিয়ক— তুমিহে তিলকক পানীত হেঁচা মাৰি ধৰিলা। তেতিয়া লেঠাই লাগিল নহয়।

সোমেশ্বৰ : [চিঞৰি] কি ক'লা?

বিজয় : ঠিকতো নাই। সেই ৰাতি আচলতে কি হৈছিল কোনেওতো নিজ চকুৰে দেখা নাই। তুমিওতো দেখা নাই। নেদেখাকৈয়ে এনেকৈ ডালজোৰা দিয়া কথা কৈ থকাৰ ফলত বাকী দিনকেইটা যদি জে'লত কটাবলগীয়া হয়? [বৈ] শুনা ককাই, মোৰ চাফা কথা। তোমাৰ ইয়াৰ ঘৰ-মাটিৰ দাম কিমান?

সোমেশ্বৰ : সেইসোপাৰ আৰু কি দামটো? এনেয়ে দিলেহে যদি কোনোবা লওঁতা ওলায়।

বিজয় : মই দহ হাজাৰ টকা দি তোমাৰ ঘৰ-মাটি কিনি ল'ম। লাগে যদি টকা আজিয়েই দিওঁ, লিখা-পঢ়া পিছত হ'ল হ'ল, নহ'ল নাই। [নিস্তব্ধ]

টাউনৰ সিফালে এখন ডাঙৰ গৰু-ছাগলীৰ চৰকাৰী পাম আছে। তুমি তাতে চকীদাৰী কৰিবা। আৰামৰ কাম। পা-পইচা, খোৱাবোৱাৰ চিন্তা নাই। বুঢাকালটো সুখেৰে যাব। [বৈ] হ'বনে? [নিস্তব্ধ]

অফিচাৰ : কি হ'ল? এইটোতো তোমাৰ কাৰণে একেবাৰে স্বৰ্গৰ পৰা নামি অহা খবৰ।

সোমেশ্বৰ : [বিজয়ক] এইটো কথা ক'বলৈকে মোক তোমালোকে ইয়ালৈ বুদ্ধি কৰি মাতি আনিছা নেকি?

বিজয় : নাই নাই—

সোমেশ্বৰ : [খং] তুমিতো আগতেও এদিন মোক পইচা দিবলৈ ওলাইছিলা। মোৰ কিন্তু তেতিয়াৰে পৰা তোমাৰ ওপৰত চোভা হৈ আছে; কৈ দিছোঁ।

[এনে সময়তে পাচিত কিবা লৈ সৰু ছোৱালী এজনী কাবেদি কোনেও নেদেখাকৈ পাৰ হৈ যায়। তাই চাই যায়।]

কম মগজৰ মানুহ বুলি, মই কিজানি বুজাত ভুলেই কৰিছোঁ সেই বুলি, গাঁওখনত অশান্তি হয় বুলি, মই সেইবোৰ কথা— তুমি যে মোক কেইদিন জুলুম কৰিছা— সেইবোৰ কথা— কাকো কোৱা নাই। এতিয়া বুজিলোঁ— মই ভবাটোৱেই হয়। এতিয়া আৰু মই মনে মনে

নাথাকোঁ। আজিয়েই কথাবোৰ ইহঁতক কওঁগে। [যায়। বিজয়ে হাতত ধৰে।]

বিজয় : [টানি আনি এবাৰ মাৰি দিয়ে] কাক ক'বাগে? কি ক'বাগে?

সোমেশ্বৰ : ই যে— গোপালে কৈ থাকে— তুমি শিয়ালতকৈও ধূৰ্ত বুলি— সেইটো সঁচা কথা। হাতে হাতে প্ৰমাণ পালোঁ। তাকে ক'মগৈ।
[বিজয়ে ঠাচকৈ এক চৰ মাৰে।]

সোমেশ্বৰ : তুমি তুমি মোৰ গাত দিলা? এতিয়া— এতিয়া আৰু তুমি ক'ত সাৰিবা? তোমাৰ মণ্ডহতো শগুণেও বিচাৰি নাপাব।
[বিজয়ে আকৌ মাৰে।]

সোমেশ্বৰ : নৈত উটুৱাবলৈ তোৰতো অস্থি অকণো কোনেও বিচাৰি নাপাব। [বিজয়ে আকৌ মাৰে।]

অফিচাৰ : চৌধুৰী।

বিজয় : আপুনি চাওক ছাৰ। মই মোৰ কাম শেষ কৰি যাওঁ। বহুত দিন অযথা নষ্ট কৰিলোঁ। [সোমেশ্বৰক] তই গাঁও এৰিবিনে নেৰ?

সোমেশ্বৰ : নেৰোঁ।

বিজয় : বাপেৰহঁতৰ হৈ সাক্ষী দিবি?

সোমেশ্বৰ : দিম।

বিজয : কোনখন কাণেৰে তিলকে চিঞঁৰা শুনিছিলি? [কাণত ধৰি জোকাৰে]

সোমেশ্বৰ : [চিঞৰি] এই দুখন কাণেৰে।

বিজয় : [ঠেলা মাৰি পেলাই দি] কোন দুটা চকুৰে চিপাহী দেখিছিলি?

সোমেশ্বৰ : [চিঞৰি] এই দুটা চকুৰে।

বিজয : [পৰি থকা সোমেশ্বৰক টানি তুলি] আজিৰ পৰা মুখ বন্ধ কৰি থাকিবি?

সোমেশ্বৰ : নাথাকোঁ। [বিজয়ে চৰ মাৰে। সোমেশ্বৰ পৰি যায়]

অফিচাৰ : চৌধুৰী।

সোমেশ্বৰ : [পৰি থাকিয়েই] এই বয়সত মোৰ গা চুৰা হ'ল যেতিয়া মোক আৰু কোনেও ৰাখিব নোৱাৰে। মৰাৰ আগতে খালী কাৰোবাক কথাবোৰ কৈ যাব পৰা হ'লে— [উঠি দৌৰ মাৰিব খোজে। বিজয়ে ধৰে।]

বিজয : ইয়াক আজি শেষেই কৰি পেলাওঁ। [পিষ্টল উলিয়ায়]

অফিচাৰ : চৌধুৰী।

বিজয় : আপুনি মনে মনে থাকক ছাৰ। গাড়ীখন মাতক। ইয়াৰ লাছটো নি দলঙৰ ওপৰৰ পৰা নৈত পেলাই দিব লাগিব।
[সোমেশ্বৰক অলপ আগলৈ ঠেলি দি বিজয়ে পিষ্টল দাঙে।]

সোমেশ্বৰ : [বৰ জোৰে চিঞৰে] নোৱাৰ, নোৱাৰ, তোৰ নিচিনা কুকুৰে মোক মাৰিব নোৱাৰ। তোৰ নিচিনা কুকুৰৰ হাতত মই নমৰোঁ। বিষ্ণু, অ'ই বিষ্ণু

বিজয : বিষ্ণু বাপেৰ আহিব তোক বচাবলৈ— [পিষ্টলেৰে মূৰত মাৰি দিয়ে। বুঢ়া কৰ্ফাল খাই পৰে। কেঁকাই। অলপ পিছত কেঁকনি বন্ধ হয়।]

অফিচাৰ : [বুঢ়াক চাই] [সংগীত কমিবলৈ ৰ'ব। তাৰ পিছত ক'ব।] যদি কিবা বেয়া ঘটনা ঘটি যায়।

বিজয : ঘটক। [বুঢ়াক চায়]

[অফিচাৰে বুঢ়াক চাই, ইফালে-সিফালে চাই জেপৰ পৰা কমাল উলিয়াই দৌৰি যায়। কমাল তিয়াই পানী আনে। বুঢ়াৰ মূৰত দিয়ে।]

অফিচাৰ : এতিয়া মানুহটো এনেকৈয়ে থাকিবনে?

বিজয় : মৰক। মৰিবলৈ দিয়ক।

অফিচাৰ : নহয় চৌধুৰী, এইবোৰ ঠিক কাম নহয়।

বিজয় : মোক যি কৰিবলৈ দিয়া হৈছে, ঠিক তাকে কৰিছোঁ।

অফিচাৰ : [Slow, পৰিষ্কাৰকৈ] জানো। মযোতো এদিন ল'ৰাইতৰ সংঘত, চৰকাৰৰ হুকুম মতে— অভিনয় কৰি গ'লোঁ, আপোনাক আন্দোনৰ মহান হিতৈষী কৰি থৈ গ'লোঁ। কিন্তু চৌধুৰী, আপুনি ভুল লাইনত কাম কৰে।

বিজয় : যিকোনো উপায়েৰে উদ্দেশ্য সিদ্ধি কৰিবলৈ মোক কোৱা হৈছে, আৰু মই মোৰ কামৰ লাইন ঠিক কৰি লৈছোঁ। কোনটো লাইন ভুল, কোনটো লাইন শুদ্ধ, সেইটো মোক কোনে শিকাইছে?

অফিচাৰ : মোকো কোনেও শিকোৱা নাই। মই এনেকুৱা লাইন ন'ললোঁ কিয়?

বিজয় : আপুনি মহাপুৰুষ।

অফিচাৰ : [খং] নহয় মহাপুৰুষ। মই এটা সাধাৰণ মানুহ। কিবা এটা ভাগ্যৰ বলত এই মানুহটোৰ নিচিনাকৈ ইযাত বেহুঁচ হৈ পৰি থাকিবলগীয়া হোৱা নাই— সিমানেই। আচলতে মই এইটো মানুহৰ সমানেই সাধাৰণ মানুহ। আপোনাৰ লগত মোৰ মূল পাৰ্থক্য হ'ল— মই বিবেক বিক্ৰী কৰি, মনুষ্যত্ব বিক্ৰী কৰি মেডেল-প্ৰমোছনৰ চেষ্টা নকৰোঁ।

বিজয় : মই আপোনাৰ বিৰুদ্ধে ৰিপ'ৰ্ট কৰিম। আপুনি চৰকাৰৰ বিশ্বাসঘাতকতা কৰিছে।

অফিচাৰ : [সোমেশ্বৰক চাই] কৰকগৈ। চৰকাৰক মই তোষামোদ নকৰোঁ, কিন্তু চৰকাৰে মোক ভালকৈ জানে। আৰু সেই কাৰণেই আজিও ইয়ালৈ মোক চৰকাৰেই পঠিয়াইছে। সেইদিনা সংঘৰ অফিচত মই অভিনয় কৰিছিলোঁ যদিও উত্তেজনাত এষাৰ সঁচা কথা অন্তৰৰ পৰা ওলাই আহিছিল— মই মৰিলে চৰকাৰৰ গোলাম হৈয়েই মৰিম। সেই কথা চৰকাৰেও জানে। আৰু আপোনাক— চৰকাৰেও জানে, ৰাইজৰো কিছুৱে জানে। যিখিনিয়ে নাজানে তেওঁলোককো মই জনাম। মোক মহাপুৰুষ বোলা কথাষাৰ মই নাপাহৰোঁ। মনত ৰাখিব।

বিজয় : আজিয়েই জনাবনে?

অফিচাৰ : মই চাকৰিত থকা কালত ডিছিপ্লিন ভংগ নকৰোঁ। এমাহৰ পিছত মই পেনছন পাম। মুক্ত হ'ম। তাৰ পিছত

বিজয় : মযো কৈ গ'লোঁ— বিজয় চৌধুৰীৰ অপকাৰ কৰা মানুহ শান্তিৰে জীয়াই নাথাকে। [দুৰন্ত গণ্ডগোল। দুয়ো চায়। মহেন্দ্ৰকে ধৰি এদল মানুহ আহে]

কৈলাশ : কি হৈছে? সোমেশ্বৰ ককাইটি? [সকলো উবুৰি খাই পৰে]

অফিচাৰ : আপোনালোকে এওঁক আমাৰ গাড়ীলৈ লৈ ব'লক। দুখ পাইছে। অচেতন হৈ আছে। ব'লক।

গগন : কোনে? [বিজযে মহেন্দ্ৰক আঁৰলৈ মাতি নিয়ে।] কোনে কি কৰিলে?

অফিচাৰ : এতিযা সেইবোৰ নুসুধিব।

কৈলাশ : সুধিম। অ'ই তহঁতে ককাইটিক গাড়ীলৈ লৈ যা, আমি ইটো কথাৰ বিচাৰ কৰোঁ। [দূৰলৈ]

অ'ই— তহঁত বেগাই আহ। দৌৰি আহ। [তেতিয়া আৰু কেইটামান সোমাই আহিব।] [ওচৰত] ক'লৈ গ'ল বিজয় চৌধুৰী? তেওঁ বোলে ককাইটিক গালি পাৰিছিল। [কিছুমানে সোমেশ্বৰক দাঙি নিয়ে।]

সকলোৱে : সৌৱা— সৌটো— আপুনি এইফালে আহক, এইফালে আহক।

অফিচাৰ : আপোনালোকে গণ্ডগোল নকৰিব। কথাবোৰৰ বিচাৰ হ'ব।

কেইবাটাও : আমাক এতিয়াই বিচাৰ লাগে। এতিয়াই। এতিযাই। ধৰি আন বিজয় চৌধুৰীক। [ভীষণ গণ্ডগোল। হঠাতে পিষ্টলৰ শব্দ। কাষত এটা বোমা ফুটে।]

অফিচাৰ : আ-স্ [পৰি যায়।]

কৈলাশ : তহঁত আঁতৰি যা। মাটিত পৰি দে। [কিছুমান যায। কৈলাশ, গগন আৰু দুটামান থাকে। সিহঁতে অফিচাৰক ধৰে।]

কৈলাশ : কি হ'ল?

গগন : গুলী লাগিছে।

কৈলাশ : গাড়ীলৈ লৈ ব'ল। ধৰ। [দাঙে। সন্মুখলৈ আনে]

অফিচাৰ : [কেঁকাই] শুনকচোন— আপোনালোকক আকৌ এটা কথা কৈ যাওঁ— মই যদি মৰোঁ— চৰকাৰৰ গোলাম হৈযেই মৰিম। আপোনালোকে চৰকাৰ পাতক, মই আপোনালোকৰো গোলামী কৰিম।— কিন্তু তেনেকুৱা আলহী— তেনেকুৱা আলহী— মই কেতিযাও নহওঁ। ব'লক। মোক লৈ ব'লক। মই বাচিবলৈ চেষ্টা কৰিম। [কৈলাশহঁতে অফিচাৰক লৈ যায। বিজয আৰু মহেন্দ্ৰ আহে।]

বিজয : সেইযা— সেইযা— সেইযা পলাইছে দেখিছা?

মহেন্দ্ৰ : অ'ই— তহঁত সেইফালে যা—

বিজয : সেইটো পলাইছে—। বিষ্ণু। দেখিছা— সেইটো— বিষ্ণু। অ'ই নেতা— পলাইছ কিয? [গগন দৌৰি আহে।]

গগন : কি হৈছে?

বিজয : গুলী মাৰি, বোমা দলিযাই— বিষ্ণু পলাইছে।

গগন : বিষ্ণু?

বিজয : বিষ্ণু। সেইফালে হাবিত সোমাইছে। দৌৰি যোৱা। ধৰা তাক। [আন্ধাৰ]

## মঞ্চ-২

[তিলক দাসৰ ঘৰৰ আগফাল। সন্ধিয়া। লাৱণ্যই তুলসীতলত বন্তি জ্বলাই সেৱা কৰিছে। মহোধৰ বুঢা বহি আছে। লাৱণ্য ভিতৰলৈ যায। টোপোলা দুটা লৈ ওলাই আহে।]

লাৱণ্য : তই বহচোন বৰপিতাই। মই এতিযাই আহিম। [ইফালে-সিফালে ভযে ভযে চায। ইটো মঞ্চৰ ফালে যাব খোজে।]

মহোধৰ : শুনচোন। [হাতেৰে বেছি ওচৰলৈ মাতে। লাৱণ্য একেবাৰে ওচৰলৈ আহে।] ভাতনে জলপান?

লাৱণ্য : জলপান।

মহোধৰ : চাহ?

লাৱণ্য ঃ এইখিনি থৈ আকৌ নিমহি।
মহোধৰ ঃ পানী?
লাৱণ্য ঃ তাতে আছে।
মহোধৰ ঃ যা। [লাৱণ্য যায়। ইটো মঞ্চলৈ]

## মঞ্চ-১

[তিলক দাসৰ ঘৰৰ পাছফাল। কলগছ, অন্যান্য গছেৰে ঠাইখন ভৰা। গোপাল আৰু জোনাকী চিন্তিতভাৱে বহি আছে। এবাৰ দুযো মূৰ তুলি চায়। লাৱণ্য আহে। টোপোলা থয়। খোলে।]

লাৱণ্য ঃ বিষ্ণুহঁত ক'লৈ গ'ল?
জোনাকী ঃ দূৰলৈ যোৱা নাই। আহিব এতিয়া।
লাৱণ্য ঃ তহঁতে এইখিনি উলিযাই লৈ খাচোন। মই চাহ লৈ আহোঁগৈ। [যাব খোজে]
জোনাকী ঃ হেৰি নহয়, শুনচোন।
লাৱণ্য ঃ কি?
জোনাকী ঃ আজি আমি ইযাৰ পৰা যামগৈ। বৰপিতাইক এবাৰ চাই যাব খুজিছিলোঁ। আমি আগফালে নাযাওঁ। তযে বৰপিতাইক অকণমান সময়ৰ কাৰণে ইযালৈকে লৈ আহিব পাৰিবিনে?
লাৱণ্য ঃ মই চাহ কৰোঁগৈ। চাহ দিবলৈ আহোঁতে লৈ আহিম। [যায]
গোপাল ঃ মই আচলতে এইবোৰ কাম ভাল নাপাওঁ। কিন্তু মোক তহঁতে চি আই ডি পাতিছিলি নহয়, সেই কাৰণে এইখিনি কাম কৰিলোঁ। যাওঁ।
জোনাকী ঃ ৰ'বিচোন। তই ইমানবোৰ খবৰ পালি ক'ত?
গোপাল ঃ এতিযা সেইবোৰ শুনিব নালাগে দেচোন। সঁচা-সঁচি চি আই ডিগিৰি বুলিয়েই ধৰ। বহুত কথা। কেতিযাবা শুনিবি। মুঠতে প্ৰতিজ্ঞা কৰিছিলোঁ— তাৰ পিছত এইখিনি দিন পুলিচৰ অফিচে অফিচে ঘূৰিলোঁ, আচল কথাটো উলিযালোঁ। মই মোৰ কথা ৰাখিলোঁ। যাওঁ দে। তোৰ হাতত পইচা-পাতি আছে?
জোনাকী ঃ মোৰ হাততো পইচা-পাতি নাথাকে। ইহঁতেহে জানে।
গোপাল ঃ নহয, তোৰ নিজৰ খা-খৰচৰ কাৰণে?
জোনাকী ঃ মোৰনো নিজৰ খা-খৰচ কি? ক'ত খৰচ কৰিম? কিহত খৰচ কৰিম?
গোপাল ঃ [পইচা উলিয়াই] ইয়াতে টকা এশ আছে, ৰাখি থ।
জোনাকী ঃ নালাগে দে। সেইবোৰ লগত ৰাখিলে কামহে বাঢে। জঞ্জালহে বাঢে।
গোপাল ঃ ৰাখচোন।
জোনাকী ঃ ঘৰৰো বহুত কাম আছে নহয়। পাগঘৰটো পানী কৰে। বৌৰ কষ্ট হৈছে। সেইবোৰকে চাবি।
গোপাল ঃ [পইচা জেপত ভৰাই] তোক অইন কিবা লাগিছিল নেকি?
জোনাকী ঃ মেখেলা-চাদৰ দুযোৰমান লাগিছিল, মই ইহঁতৰ কাৰোবাৰ হতুৱাই যোগাৰ কৰিম দে। তই

মোক লগ পাবলৈ আহি বিপদত পৰিব নালাগে। পিতাইহঁতক চাবি। নিজে গা বচাই চলিবি।

গোপাল : [যায়। উভতি] সুবিধা পালে এবাৰ বৌ-পিতাইহঁতক দেখা দি আহিবি।

জোনাকী : চাওঁচোন। [গোপাল যায়] শুনচোন। [ৰৈ] তোক বহুত টান কথা ক'লোঁ। বেয়া নাপাবি। সেইবোৰ মনত নাৰাখিবি।

গোপাল : হ'ব দেচোন। বেযা পোৱা নাই বুলি কিয় ক'ম? মই মিছা কথা নকওঁ। হ'ব দে। কিন্তু বেযা পালোঁ কাৰণেহে ইমানখিনি কাম হ'ল। আৰু তইতো তোৰ নিজৰ ভাত-মাছৰ কাৰণে মোৰ লগত কাজিযা কৰা নাছিলি। সকলোৱে হৈ কৰিছিলি। এতিয়া সকলোৱে মিলি ভাল কাম কৰ। এনেকুৱা কাম কৰ— যাতে মোৰ আৰু বেয়া পাই থকাৰ উপায় নাথাকে। যাওঁ দে। বহুত কাম আছে। যাওঁ? হুঁ?

[জোনাকীয়ে মূৰ তুলি চায়। গোপালে তাইৰ মুখলৈ চাই গুচি যায়। বিষ্ণু আৰু কৈলাশ সোমাই আহে।]

বিষ্ণু : গোপালদা! কেতিয়া আহিছিলা?

গোপাল : অথনিয়েই আহিলোঁ। সোমেশ্বৰ ককাইটিৰ মুখৰ পৰা যি জানিলা জানিলা। তাৰ উপৰি মই যিখিনি জানিলোঁ— তাইক কৈ গ'লোঁ।

বিষ্ণু : যোৱাইনে?

গোপাল : যাওঁ দিয়া।

বিষ্ণু : ইমান দিনৰ মূৰত লগ পালোঁ।— অলপ কথা।

গোপাল : কাম নাথাকিলেহে মানুহে কথা পাতে। হেৰি নহয়, মোৰ কথাতো জানাই। মই ঘৰত থকা-নথকা সমান। তায়ো একেবাৰে ওলাই আহিল। ঘৰখন খালী হৈ গ'ল। তাইক এঘৰলৈ উলিযাই দিযা হ'লেও ঘৰখন খালী হ'লহেঁতেন। কিন্তু তেনেকৈ খালী হোৱা হ'লে পিতাইহঁতে ভাল পালেহেঁতেন। হ'ব দিযা। [যায। উভতি] ছোৱালী মানুহ। চাবা। পাৰিলে ভালে-কুশলে ওভোতাই দিবা। [যায।]

[নিস্তব্ধ।]

বিষ্ণু : [কান্দি থকা জোনাকীক] জোনাকী, তয়োনো এনেকুৱা কৰনে?

কৈলাশ : তই এনেকুৱা কৰিলে আমি বল পাওঁ ক'ৰ পৰা? কিমানে ঘৰ এৰিছে! যিমানে ঘৰ এৰিছে সকলোৱে যদি এনেকৈ দুখ কৰিবলৈ লয়—

জোনাকী : মই ঘৰ এৰাৰ কাৰণে দুখ কৰা নাই।

বিষ্ণু : তেনেহ'লে?

জোনাকী : আমাৰ এতিয়া যিমান কষ্ট হৈছে বিজয় চৌধুৰী আমাৰ মাজত নোসোমোৱা হ'লে তাৰ এশ ভাগৰ এভাগো নহ'লহেঁতেন। এইবোৰ লোকচান আমি কেনেকৈ পূৰাম?

বিষ্ণু : গোপালদাই আৰু কিবা কৈছে নেকি?

জোনাকী : সি যিবোৰ কথা কৈছে— ভাবিলেও ভয লাগে।

কৈলাশ : কি কৈছে?

জোনাকী : বিজয় চৌধুৰীযে কোনো দিনে চাকৰি এৰি দিযা নাই, এদিনৰ কাৰণেও চৰকাৰে তাক ছাছপেণ্ড কৰা নাই। সি আমাৰ পাগঘৰত বহি চাকৰি কৰি থাকিল।

কৈলাশ : কি?

জোনাকী : উস্। কি প্ৰতাৰণা! দলংখন ভঙাৰ প্লেন সিয়েই ঠিক কৰিলে, সিয়েই লগে লগে পুলিচক খবৰ দিলে—

বিষ্ণু : [বৈ] তেনেহ'লে তাৰ লাভ হ'ল কি?

জোনাকী : তাৰ কিমান লাভ হ'ল আমি কল্পনাই কৰিব নোৱাৰোঁ। আমাৰ মনৰ জোৰ নথকা হ'লে আমি কেতিয়াবাই ধ্বংসেই হৈ গ'লোঁহেঁতেন। সি নিজে পুলিচ মাতি আনিলে— তাৰ পিছত ধৰিলে গগনক, ধৰিলে কৈলাশক। সিদিনা বিলৰ পাৰত তুমিহে হেনো মানুহলৈ বোমা দলিয়ালা। পুলিচলৈ গুলীয়ালা। আৰু মোক— কেনেকৈ যে মোৰ পৰা মহেন্দ্ৰ ককাইটিক আঁতৰাই লৈ গ'ল। কি সন্দেহ!— [বৈ] বিষ্ণুদা, কৈলাশ— তোমালোকে মোৰ ওপৰত বিশ্বাস ৰাখিবা— মহেন্দ্ৰ ককাইটিক হেৰুওৱাৰ কাৰণে মই এসময়ত কষ্ট পালোঁ— কিন্তু তাৰ কাৰণে মই কাৰো অপকাৰ নকৰোঁ। কিন্তু প্ৰভা— তাইক যে মানুহটোৱে মহেন্দ্ৰ ককাইটিৰ ফালে আগুৱাই দি দি নষ্ট কৰি পেলালে। অসহ্য!

বিষ্ণু : জোনাকী।

জোনাকী : হুঁ?

বিষ্ণু : এটা কাম কৰোঁ, তই যদি সহ্য কৰিব পাৰ, তেনেহ'লে মহেন্দ্ৰ আৰু প্ৰভাক মতাই আনো, সিহঁতক লগলৈ আনো— কথাবোৰ বুজাওঁ—

জোনাকী : ওহোঁ। লাভ নাই। আমাৰ জপনা খুলি দিলেও সিহঁতৰ জপনা আৰু খোল নাখায়। সোমেশ্বৰ ককাইটিক মৰাৰ পিছদিনা সিহঁত দিল্লী নে ক'ৰবালৈ গৈছে। সিহঁতে বোলে কৰ্টত বিয়া পাতি গৈছে।

কৈলাশ : যাওক দিয়া। ভাল হৈছে। খালৰ ঘোলা পানীত জীয়াই থকাতকৈ বটলৰ চাফা পানীতে সুখেৰে থাকক।

জোনাকী : কিন্তু এটা কথা কৈলাশ। সিহঁতৰ ওপৰত বেয়া ভাব নাৰাখিবা। তোমালোকে জানা, সিহঁতে বহুত ভাল কাম কৰিলে। সিহঁত আচলতে এনেকুৱা মানুহ নাছিল। কিন্তু সিহঁতক কেনেকৈ, লাহে লাহে এটা জঘন্য শক্তিয়ে এনেকুৱা কৰি পেলালে— সিহঁতে নিজেই গম নাপালে। আমিও গম নাপালোঁ। আৰু যেতিয়া গম পালোঁ— তেতিয়া বহুত পলম হৈ গ'ল। সিহঁতেও কিজানি কষ্ট পাইছে!

বিষ্ণু : আৰু কি ক'লে গোপালদাই?

জোনাকী : থাকক দিয়া। মূল কথাটোতো বুজিলাই? বাকীবোৰ পিছত ক'ম দিয়া। এতিয়া সেইবোৰ কথা পাতি মনো বেয়া কৰিব নালাগে, সময়ো নষ্ট কৰিব নালাগে। কাইলৈ বাতিলৈ সকলোকে লগ পাম নহয়, তেতিয়া কথাবোৰ আলোচনা কৰিব লাগিব। আমাৰ কথা হ'ল— বাইজে আমাক ভুল বুজিব নালাগিব। বাইজ আমাৰ লগত থাকিব লাগিব। হৰেশ্বৰ আৰু গোলোকক দায়িত্ব দিব লাগিব— গোটেই ৰাজ্যতে যেন এসপ্তাহৰ ভিতৰতে সকলোৱে এই কথাবোৰ জানে। আৰু যেন ক'তো কোনো বিজয় চৌধুৰীয়ে কাৰো সৰ্বনাশ কৰিব নোৱাৰে। [বৈ] হেৰি নহয়, চেণ্ট্ৰেল অফিচৰ পৰা আৰু কাগজ-পাতি কিবা আহিছে নেকি?

বিষ্ণু : দৈমাৰী আহিলেহে গম পাম। [সকলোৱে চায়। কোনোবা আহিছে।

[লাৱণ্যৰ লগত মহোধৰ বুঢ়া আহে। জোনাকীয়ে উঠি গৈ বুঢ়াক ধৰি বহুৱাই দিয়ে।]

লাৱণ্য : [জোনাকীক] তহঁতে কথা পাত। মই অকণমান পিছতে আকৌ আহিম।

জোনাকী : যা। সোনকালে আহিবি। [লাৱণ্য যায়]

বিষ্ণু : ভালে আছ ববপিতাই?

মহোধৰ : কিয় নাথাকিম? তইঁত ভালে আছ, মই ভালে নাথাকিম কিয়?

জোনাকী : আমি আজি এফালে যাম ববপিতাই।

মহোধৰ : মোৰ তেনেহ'লে লুথুৰী খোৱাৰ মুদা মৰিল? [হাঁহে]

জোনাকী : নমৰে ববপিতাই। মই লাৱণ্যক সকলো বুজাই কৈ গৈছোঁ। খুৰীকো কৈ থৈছোঁ। তোৰ একো অসুবিধা নহয়। তই খালী কিবা লাগিলে ক'বি। নিজৰ দেহাৰ ফালে নিজে চকু ৰাখিবি।

মহোধৰ : এস্, মোৰ কাৰণে কিয় চিন্তা কৰ অ'? মই অমৃত খাই লৈছোঁ বুজিছ? অমৃত। মোৰ ভোকো নালাগে পিয়াহো নালাগে। তইঁত নমৰ মানে ময়ো নমৰোঁ। [চকু মচি] আৰু তইঁততো নমৰই।

জোনাকী : তই তাকে আশীৰ্বাদ কৰিবি ববপিতাই। আমাৰ বহুত ভুল হৈছে; কিন্তু অলপ নহয় অলপ শুদ্ধও হৈছে। আশীৰ্বাদ কৰিবি— আমাৰ যেন ভুল কমে, শুদ্ধ বাঢ়ে।[জোনাকীযে মহোধৰক খাবলৈ দিয়ে।]

মহোধৰ : খাচোন খা।

জোনাকী : মই, খাম বাৰু। তই এঢোক খাচোন।

মহোধৰ : এঢোক? [হাঁহে,খায়] মই কওঁ নহয়— অমৃত।
[লাৱণ্য উধাতু খাই আহে।]

লাৱণ্য : জোনাকী, বিষ্ণু, সৰ্বনাশ! পুলিচ!

বিষ্ণু : পুলিচ? ক'ত আছে?

লাৱণ্য : আগফালেদি সোমাই আহিছে।

বিষ্ণু : কৈলাশ, ব'ল। তৎক্ষণাত।
[সকলোৱে টালি-টোপোলা সামৰি লয়। ওলাই যায়। উভতি আহি বুঢাক সেৱা কৰে। যায়। সিফালৰ পৰা দুটা চিপাহী আহে। সকলো ওভতে। ইফালে দৌৰে। এইফালৰ পৰাও দুটা চিপাহী আহে। সকলো হতভম্ব। বিজয় চৌধুৰী আহে।]

বিজয় : পাটোৱাৰী, বৰ কষ্টৰে আপোনালোকক বিচাৰি উলিয়াবলগীয়া হ'ল। আপুনি অকণমান কষ্ট কৰি আমাৰ লগত যাব লাগে। অলপ কথা আছিল।

বিষ্ণু : কি কথা? মই মানুহ লগাই দি গিৰিধৰ খুৰাক মৰালোঁ। বিলৰ পাৰত সেইদিনা ইন্সপেক্টৰৰ গালে গুলীয়ালোঁ। মানুহৰ গালে বোমা দলিয়ালোঁ। সেইবোৰনো আৰু সুধিবলগীয়া কথানে? আপুনিতো নিজ চকুৰে মোৰ কাম দেখিয়েই আছিল। চিঞৰি চিঞৰি দেখোন কথাবোৰ কৈয়েই আছিলা। ঠিক আছে, মোৰ মুখৰ পৰা শুনিব খুজিছে যেতিয়া ব'লক। পিছে চৌধুৰী, আপুনি আজিও আচল সাজযোৰ পিন্ধি নাহিল?

বিজয় : আচল সাজযোৰ? এইযোৰনো কি নকল সাজ? বহুতে দেখাৰ সুবিধা মতে সাজ পিন্ধে, বহুতে পিন্ধে কামৰ সুবিধা মতে। মই কামৰ সুবিধা মতে পিন্ধো। সাজযোৰ নাই বুলি আপোনালোকে আপত্তি কৰিব নালাগে। কাগজ-পত্ৰ চব ঠিকে আছে। যাওঁ তেনেহ'লে? পলম কৰিতো লাভ নাই। জোনাকী, মোৰ ক'বলৈ বেয়াই লাগিছে। কিন্তু তুমিও অকণমান যাব লাগিব।

জোনাকী : বেয়া লাগিছে কিয? হবিবে সিদিনা কৈছিল— আপুনি বোলে মোক ব্যক্তিগতভাৱে ভাল পায়। সেই কাৰণে নেকি? সেই কাৰণেই আপুনি মহেন্দ্ৰ ককাইটিক মোৰ ওচৰৰ পৰা আঁতৰাই বাট মোকোলাই লৈছিল নেকি?

বিজয : ওহোঁ। নহয়। কিছুমানে কাম কৰাৰ অভিনয কৰে, কিন্তু আচলতে তুচ্ছ প্ৰেম-শ্ৰেম এইবোৰ কৰে। কিন্তু মোৰ লাইন ওভোতা। মই দৰকাৰ হ'লে প্ৰেম-শ্ৰেমৰ অভিনয কৰোঁ, কিন্তু আচলতে কাম কৰোঁ। পিছে তোমাৰ লগত মই তেনেকুৱা অভিনয়ো কৰা নাছিলোঁ। আনকি মোৰ নিচিনা মানুহৰ কাৰণেও তুমি ভাল ছোৱালী। তোমাৰ লগত অভিনয় কৰিবলৈ বহু তললৈ নামিব লাগে।

জোনাকী : তললৈ? আৰু তললৈ নামিবলৈ আপোনাৰ কাৰণে ঠাই আছিল নেকি?
মহেন্দ্ৰ ককাইটিযে কৈছিল— বিজয চৌধুৰীৰ প্ৰথম ৰূপটো দেখিলোঁ, দ্বিতীয ৰূপটো দেখিলোঁ, এতিযা তেওঁৰ তৃতীয ৰূপটো ওলাই আহিছে। তাৰ পিছত মহেন্দ্ৰ ককাইটিয়ে নেদেখিলে— আমি দেখিলোঁ, আপোনাৰ চতুৰ্থ ৰূপটো। ইয়াৰ তলতো আপোনাৰ কিবা ৰূপ আছিল নেকি? পঞ্চম? ষষ্ঠ? কিন্তু আপোনাৰ নিচিনা বহুৰূপী কিমান ওলাব? দহটা? বিছটা? এশটা? কিন্তু আমি অসংখ্য। ভালো অসংখ্য। বেযাও অসংখ্য। কিমানক এৰেষ্ট কৰিব? [সুৰ সলাই] ব'লক। আহা বিষ্ণুদা। [বিজযক] কোনফালে যাব লাগিব? হেৰি নহয? কৈলাশকতো নিনিযে হ'বলা? তেওঁৰ নামতো আপুনি কোৱা নাই?

বিজয : নিনিওঁ। তেওঁক সদ্যহতে নালাগে।

জোনাকী : ভালেই। শুনা তেনেহ'লে কৈলাশ, তোমাক কেইটামান কথা কৈ যাওঁ।
[এমূৰে বিষ্ণু, কৈলাশ আৰু জোনাকীযে আলোচনা কৰে। জোনাকীযে বেগৰ পৰা কাগজ উলিযাই কৈলাশক দিযে।]

বিজয : কাগজ-পত্ৰ য'ত যেনেকৈ আছে, তেনেকৈযে থাকক। সেইবোৰ দিযা-দিয়ি নকৰিবা।

জোনাকী : হয নেকি? ভাল। শুনা কৈলাশ। [আকৌ তিনিও কথা পাতে।]

জোনাকী : ব'লক। আহোঁ লাৱণ্য। আহোঁ বৰপিতাই।

মহোধৰ : [বিজযক] হেৰি নহয, এওঁলোকৰ লগতে মোকো লৈ ব'লা বোপা। মোকো ধৰা।

বিজয : আপোনাক? আপোনাক কিয ধৰি নিব দেউতা?

মহোধৰ : কিয়? মোক নধৰিবা কিয?

বিজয : দোষ নকৰিলে পুলিচে কাকো নধৰে নহয।

মহোধৰ : দোষ কৰিলে ধৰে?

বিজয : ধৰে। [বুঢাই অতৰ্কিতে বিজযক লাঠীৰে কোবাব খোজে। জোনাকীযে ধৰে।]

জোনাকী : বৰপিতাই! কি কৰিব খুজিছে?

মহোধৰ : দোষ এটা কৰিব খুজিছোঁ। দোষ কৰিলে মোকো ধৰি নিব বুলিছে নহয়।

জোনাকী : নহয় নহয বৰপিতাই, এওঁক মাৰিলে দোষ নহয নহয়। আপোনাৰ হাতহে লেতেৰা হ'ব। নহয় জানো চৌধুৰী? [আবেগ] উস্। কিয আপোনালোকে এনেকুৱা কৰিলে? এনেকুৱা কামৰ সময়ত আপোনালোকেও শুদ্ধ বাট ল'ব লাগে, আমিও শুদ্ধ বাট ল'ব লাগে। আমি ওচৰা-উচৰিকৈ গৈ থাকিব লাগে, বাটত আমাৰ ভেটা-ভেটি হ'ব নালাগে, কিন্তু এঠাইত দুয়োটা বাট লগ লাগেগৈ, তাত আমি আপোনা-আপুনি লগ লাগিব লাগে। সেইডোখৰ শান্তিৰ ঠাই। তাতহে আমাৰ দেখা-দেখি হ'ব লাগে। কিয়? কিয়? আপোনালোকে আমাৰ

বাটত ইমান খেলিমেলি লগালে? [চকু ঢাকে। গোপাল দৌৰি আহে।]

কৈলাশ : গোপালদা [সকলো স্তম্ভিত।]

জোনাকী : তই— তই আকৌ ক'লৈ আহিলি?

বিজয় : [চিপাহীক] এওঁ ইয়ালৈ কেনেকৈ আহিবলৈ পালে?

জোনাকী : কিয় আহিলি তই?

গোপাল : মই ইয়াৰ পৰা যাওঁতে বাটতে গম পালোঁ— ইয়ালৈ পুলিচ আহিছে। গম পালোঁ— লগতে এই মানুহজন আহিছে। এই মানুহজনক আকৌ লগ পোৱা টান হ'ব। কিন্তু মই প্ৰতিজ্ঞা কৰিছিলোঁ— এই মানুহজনক মই এদিন থপৰিয়াম। মোৰ প্ৰতিজ্ঞা— [মাৰিবলৈ যায়।] [জোনাকী মাজত সোমায। কিন্তু চৰটো চৌধুৰীৰ গাত পৰে।]

জোনাকী : দাদা! সেইদিন অহা নাই নহয।

গোপাল : ব'ল এতিয়া। যাব লাগে যদি মযো যাওঁ।

জোনাকী : [চাই থাকি] ব'লক চৌধুৰী। এইটো দুখ পাবলৈ মৰা চৰ নহয। এইটো এটা চিনহে। ব'লক। কি হ'ল? আপোনাৰ চিপাহীবোৰে হুকুম নাপালে লৰচৰেই নকৰে নেকি? নে আপোনাক সিহঁতেও বেযা পায?

বিজয় : [ইফাল-সিফালে চাই] বিষ্ণু? বিষ্ণু ক'ত?

জোনাকী : বিষ্ণু বোলে নাযায। তেওঁৰ বহুত কাম আছে। [দূৰত শ্ল'গান।]

শ্ল'গান : আমাৰ সংগ্ৰাম।

কণ্ঠ : দীৰ্ঘজীৱী হওক।

শ্ল'গান : আমাৰ সংগ্ৰাম।

কণ্ঠ : দীৰ্ঘজীৱী হওক।

জোনাকী : সেযা শুনিছে? বিষ্ণু— সেইখিনি অসংখ্য বিষ্ণু। ব'লক।

শ্ল'গান : অপশক্তি।

কণ্ঠ : ধ্বংস হওক।

শ্ল'গান : অপশক্তি।

কণ্ঠ : ধ্বংস হওক।

শ্ল'গান : শুভ শক্তিৰ।

কণ্ঠ : জয় হওক।

শ্ল'গান : শুভ শক্তিৰ।

কণ্ঠ, জোনাকী : জয় হওক।

[আন্ধাৰ]

---

# বৰ্ণমালা

## চৰিত্ৰ পৰিচয়

**পুৰুষ ঃ**

১। আনন্দ চৌধুৰী
২। জগত মজুমদাৰ
৩। ৰহমান বৰুৱা
৪। বাণী
৫। গগন
৬। ন্যাযাধীশ
৭। সচিব
৮। ৰাজ্যপাল
৯। দত্ত
১০। চক্ৰবৰ্ত্তী
১১। সাংবাদিক-১
১২। সাংবাদিক-২
১৩। দুলাল
১৪। মালাকাৰ
১৫। মৃদুল

**নাৰী ঃ**

১। সুবৰ্ণ
২। জযন্তী
৩। মীৰা

# দৃশ্য ঃ ১

## মঞ্চ ঃ ১

[আনন্দ চৌধুৰীৰ ঘৰৰ বহা কোঠালি। সময় দিনৰ ন মান বাজিছে। কোঠালিটোত ছজন মানুহ বহি আছে। তেওঁলোকৰ মাজত ৰহমান বৰুৱা আৰু জগত মজুমদাৰো আছে। আনন্দ চৌধুৰী ওপৰ মহলাৰ পৰা নামি আহে। তেওঁ কৰ্ডলেছ টেলিফোনত কথা পাতি পাতি আহি আছে। তেওঁৰ ইটো হাতত দহখিলামান কাগজ। তেওঁক দেখাৰ লগে লগে বহি থকা সকলো থিয় হয়। তেওঁলোকে চৌধুৰীক নমস্কাৰ জনায়। চৌধুৰীয়ে কথাৰ মাজতে নমস্কাৰ জনাই সকলোকে বহিবলৈ ইংগিত দিয়ে। সকলো বহে।]

চৌধুৰী ঃ হয়। হয়। মই আনন্দ চৌধুৰীয়েই কৈছোঁ। কওকচোন। এতিয়াই? নহয়, এতিয়া মই নোৱাৰিম। এতিয়া মই এটা ইন্টাৰভিউ ল'বলগীয়া আছে। কেণ্ডিডেটসকল এয়া আহিছেই। হয় ঘৰতে।— কিমান সময় লাগিব সেইটো মই আগতীয়াকৈ কেনেকৈ কওঁ? আঠজনক মাতিছোঁ, [মানুহকেইজনলৈ চাই] এতিয়া ছজন দেখিছোঁ। নহয় নহয়, এই বেলাতো নোৱাৰিমেই, পাছবেলাও নোৱাৰিম। দুই বজাৰ পৰা মিটিং এখন আছে, মিটিঙৰ পৰা বাহিৰে বাহিৰে মই ভাইচ-চেঞ্চেলাৰৰ ঘৰলৈ যাম। শুনক দাস ডাঙৰীয়া, আপোনাক মই বেয়া পাইছোঁ। আপুনি জয়পুৰৰ পৰা আহিছে, আজিয়েই নাইট বাছত উভতি যাবগৈ লাগে, তাৰ আগতে মোক দেখা কৰিবই খোজে, কথাবোৰ এনেকৈ মিলাব নালাগে নহয়। মোৰ পিয়ন নাই, চকীদাৰ নাই, প্ৰাইভেট ছেক্ৰেটেৰী নাই,— মই নিজে ফোন ধৰি কথা পাতিলোঁ বুলিয়েই আপুনি ইমান পেৰাপেৰি কৰিব নাপায় নহয়! আপুনি মিনিষ্টাৰ এজনলৈ ফোন কৰি চাওকচোন, কেইটা বাক্য ক'বলৈ সুবিধা পায়!— নাই নাই, খং উঠা নাই। মোৰ কথা হ'ল— মই যেতিয়া এবাৰ কিবা এটা কওঁ, আপোনালোকে সেইটো মানিব লাগে। ঠিক আছে বাৰু মই বেয়াও নাপাওঁ, কিন্তু জয়পুৰলৈ উভতি গৈ মই বৰ অহংকাৰী মানুহ বুলি কৈ নুফুৰিবগৈ। ভাল। ভাল। হাতত অলপ সময় লৈ আহিব। [ফোনটো বন্ধ কৰে। ঘড়ী চায়। কেণ্ডিডেটসকলক] মই আপোনালোকক এতিয়াহে ভালকৈ নমস্কাৰ জনাওঁ। [নমস্কাৰ কৰে, সকলোৱে থিয় হৈ আকৌ নমস্কাৰ জনায়।]

বহক। মই এতিয়া একেবাৰে কামৰ কথালৈ আহোঁ। বিজ্ঞাপনত মই কেৱল প্ৰাইভেট টিউটৰ লাগে বুলি কৈছিলোঁ, কি পাছ কৰা হ'ব লাগিব সেইটো কৈছিলোঁ, কিন্তু কাক পঢ়াব লাগিব সেইটো কোৱা নাছিলোঁ। নহয় জানো? [ৰহমানে অলপ ডাঙৰকৈ আৰু জগতে সৰুকৈ 'হয়' বুলি কয়।]

[ওপৰলৈ চাই ডাঙৰকৈ] বাণী! কিন্তু কাক পঢ়াব লাগে, সেইটো বৰ গুৰুত্বপূৰ্ণ কথা। [বৈ থাকে। অলপ পিছত ওপৰৰ বাৰাণ্ডালৈ বাণী ওলাই আহে।]

বাইদেৱেৰক মাতিছোঁ বুলি ক। [কেণ্ডিডেটসকলক] আপোনালোকক যদি একোখন স্কুলৰ মুৰব্বী পাতি দিওঁ, তেনেহ'লে স্কুলখনত কেনেকুৱা ছাত্ৰ-ছাত্ৰী ভৰ্তি কৰিব, তাৰতো এটা

বিচাৰ থাকিব? নে সকলোকে এফালৰ পৰা ভৰ্তি কৰি যাব?

জগত : বিচাৰ থাকিব ছাৰ।

চৌধুৰী : গতিকে আমি যেনেকৈ আপোনালোকক বিচাৰ কৰিম, আপোনালোকেও তেনেকৈ আপোনালোকৰ ছাত্ৰীক বিচাৰ কৰাৰ সুবিধা পাব লাগিব। আমি বাছি বাছি আটাইতকৈ চোকা, ভালকৈ পঢ়াব জনা মাষ্টৰজনক চাকৰি দিম, তাৰ পিছত গাধী ছাত্ৰী এজনী গতাই দিম,— সেইটো ভাল কাম হ'ব জানো?

[কোনেও উত্তৰ নিদিয়ে। ভিতৰৰ পৰা (ওপৰ মহলাৰ পৰা) সুৱৰ্ণলতা ওলাই আহে]

এইগৰাকী আপোনালোকৰ ছাত্ৰী। নাম সুৱৰ্ণলতা চৌধুৰী। মোৰ পৰিবাৰ। [সুৱৰ্ণলতাই সকলোকে নমস্কাৰ কৰে। কেণ্ডিডেটসকলেও থিয় হৈ নমস্কাৰ কৰে। কেৱল ৰহমানে উঠো-নুঠোঁকৈ আধা উঠি নমস্কাৰ দিয়ে। তাৰ পিছত সকলো বহে।]

আমাৰ পুৰণি আলমাৰি এটাত থকা কাগজ-পাতিৰ পৰা জনা যায়, ১৯৭২ চনত এওঁ এম এ পাছ কৰিছিল। এনে এটা বিষয় লৈ এম এ পাছ কৰিছিল,— যিটো বিষয় মই মোৰ সংসাৰৰ সাত ঢাপৰ বাহিৰত ৰাখিব খোজোঁ। পলিটিকেল ছায়ন্স। ৰাজনীতি বিজ্ঞান। মোৰ সংসাৰত ৰাজনীতিৰ কোনো প্ৰয়োজন নাই।

সুৱৰ্ণ : সেইবোৰ কথানো এতিয়া কিয় ক'ব লাগিছে?

চৌধুৰী : কিয় ক'ব নালাগিছে? ইণ্টাৰভিউ লোৱাৰ আগতে এখেতসকলক ভালকৈ সাজু কৰি ল'ব লাগিব নে নালাগে? ছাত্ৰী দেখিয়েই— কিম্বা, ছাত্ৰীৰ গুণাগুণৰ বিষয়ে শুনিযেই কিজানি এখেতসকলৰ কোনোবাই ইণ্টাৰভিউ নিদিওঁ বুলি ঠিক কৰে। সেইটো চাঞ্চ তুমি এখেতসকলক নিদিবা কিয়? তুমি বহা (কেণ্ডিডেটক) মই আপোনালোকক আৰু কেইটামান কথা কৈ থওঁ। কিয় এওঁৰ কাৰণে এতিয়া প্ৰাইভেট টিউটৰৰ প্ৰয়োজন হ'ল, সেই কথাটো আপোনালোকে জানি থোৱা ভাল। বহুত দিনৰ পৰা এওঁ আপত্তি কৰি আছে, ল'ৰা-ছোৱালী ডাঙৰ হ'ল, ঘৰতে বহি বহি এওঁৰ আমনি লাগি গৈছে; মানে এওঁ ব'ৰ (bore) হৈ গৈছে; গতিকে এওঁ চাকৰি কৰিব। ইতিমধ্যে এটা চাকৰিৰ খবৰ ওলাইছেই। এটা কোম্পানীৰ জনসম্পৰ্কৰক্ষী বিষয়া। পাব্লিক ৰিলেচনছ অফিচাৰ। লগতে তেওঁ নিজৰ বিভাগটোৰ টকা-পইচাৰ হিচাবো ৰাখিব লাগিব। কোম্পানীটোৰ ওপৰৱালা ভালেমান বিষয়া মোৰ ভক্ত। মই ভাবোঁ, এওঁৰ চাকৰি আৰম্ভ কৰাৰ বয়স কেতিয়াবাই পাৰ হৈ গৈছে; কিন্তু প্ৰাইভেট কোম্পানী কাৰণে এওঁ চাকৰিটো পাব, পিছে মোৰ যহতে পাব।

সুৱৰ্ণ : ইস্! কিয় হ'ব? নহয়।

চৌধুৰী : [একে সুৰতে কৈ যায়] আৰু এওঁ ভাবে চাকৰিটো এওঁ নিজৰ কোৱালিফিকচেনৰ যহতে পাব।

সুৱৰ্ণ : সেইটোৱেই সঁচা কথা।

চৌধুৰী : এই বিষয়ে মই তৰ্ক কৰিব নোখোজোঁ। কিন্তু এটা কথা মই নিবিচাৰোঁ। মই হাত দীঘল, ডাঙৰ মানুহ কাৰণে মোৰ পত্নীয়ে যোগ্যতা নথকা সত্বেও চাকৰি পালে, এওঁতকৈ বেছি যোগ্যতা থকা কেণ্ডিডেটেও নাপালে, চাকৰিত জইন কৰাৰ পিছতো এওঁ কামৰ একোটো নাজানে, কেৰাণী-পিয়নে যি কৰিবলৈ কয় তাকে কৰে, বাকীখিনি সময় উল গুঁথে, মাহৰ শেষত গণি-গণি দৰমহা লয়, অ'ভাৰ টাইমৰ পইচা লয়, আনন্দ চৌধুৰী ছাৰৰ বৈণীয়েক

কাৰণে কোনেও একো নকয়— এইবোৰ বদনাম মোৰ ভক্তইতে চিগাৰেট হোঁপা দি থুপি থাকিব, আৰু মোক দেখিলেই সাউৎকৈ পাছফালে লুকুৱাব— সেইটো মই নিবিচাৰোঁ। [ফোন বাজে। চৌধুৰীয়ে কৰ্ডলেছ ফোনটো তুলি লৈ অন কৰে।]
হেল্লো? হয়। মই এতিয়া এটা ইন্টাৰভিউ লৈ আছোঁ। আপুনি কাইলৈ পুৱা ফোন কৰিব।— হয়। গুড ডে'। [ফোন থয়।]
গতিকে, মই বিচাৰোঁ, চাকৰি পোৱাৰ আগতেই এওঁ দৰকাৰী গুণ আৰু যোগ্যতা অৰ্জন কৰক। টকা-পইচাৰ হিচাব ৰাখিব লাগিব কাৰণে এওঁক কোনোবাই একাউন্টেন্সী আৰু বুক কিপিং শিকাব লাগিব। ৰাজহুৱা টকা-পইচালৈ মই বৰ ভয় কৰোঁ। আৰু দুই নম্বৰ, জনসম্পৰ্কৰক্ষী বিষয়া হিচাপে এওঁ বোলে সকলো কাম মাতৃভাষাৰে চলাব লাগিব। কিন্তু এওঁৰ মাতৃভাষাৰ জ্ঞান [নিজে হাঁহে। সুবৰ্ণলৈ চাই] ক'ম জানো?

সুবৰ্ণ : কওক।

চৌধুৰী : [হাঁহি সামৰিবলৈ নোৱাৰে। অলপ পিছত] মুঠতে ইজন শিক্ষকে এওঁক মাতৃভাষাটো শুদ্ধকৈ লিখিবলৈ আৰু ক'বলৈ শিকাব লাগিব। এইখিনিয়েই মোৰ আগতীয়াকৈ ক'বলগীয়া কথা। এতিয়া আপোনালোক ইয়াতে বহক। আমি সেইটো কোঠালিত ইণ্টাৰভিউ ল'ম। ছিলেকচন যাইকৈ মযেই কৰিম, কিন্তু এওঁৰো পচন্দ-অপচন্দৰ কথা আছেতো, সেই কাৰণে এৰোঁ তাত উপস্থিত থাকিব, আৰু দৰকাৰ হ'লে দুই-এক প্ৰশ্নও সুধিব। আৰু আপোনালোকেও যদি দেখে যে ছাত্ৰী হিচাপে এওঁক আপোনালোকৰ পচন্দ হোৱা নাই, তেনেহ'লে যাবৰ সময়ত লিখিতভাৱে জনাই থৈ যাব।
[কলিং বে'ল বাজে। চৌধুৰীয়ে আগুৱাই গৈ চায়।] আহকচোন, সোমাই আহক।
[এগৰাকী প্ৰাৰ্থী জয়ন্তী সোমাই আহে। তেওঁ চৌধুৰীক নমস্কাৰ কৰে।] আপুনি?

জয়ন্তী : মোৰ নাম জয়ন্তী দেৱী ছাৰ। ইণ্টাৰভিউ দিবলৈ আহিছোঁ। [চৌধুৰীয়ে হাতৰ কাগজত নামবোৰ চায়।]

চৌধুৰী : আমি ইতিমধ্যে ভালেমান কথা-বতৰা পাতিলোৱেই। সেই কথাখিনি মই ৰিপিট কৰিব নোৱাৰিম। গতিকে মই আপোনাৰ ইণ্টাৰভিউ ল'ব নোৱাৰিম। যদি চাহ একাপ খায়, তেনেহ'লে বহক।

জয়ন্তী : [হাতযোৰ কৰি] নহয় ছাৰ, মানে—

চৌধুৰী : [গম্ভীৰ] নহয়। আপুনি কোনো কাৰণ নেদেখুৱাব। ট্ৰেইন লেইট আছিল, আপোনালোকৰ ফালে আজি বাছবোৰ নিয়মীয়াকৈ চলা নাই, আচম্বিতে আপোনালোকৰ ঘৰত এটা বিপদ হ'ল, এনেকুৱা কোনো ধৰণৰ ব্যাখ্যা মই শুনিব নোখোজোঁ। ইণ্টাৰভিউ মই এদিনেই ল'ম। আৰু আপুনি কেইবজাত ইণ্টাৰভিউ দিবলৈ আহিছে, সেইটো মোৰ এক নম্বৰ প্ৰশ্ন।

জয়ন্তী : নহয় ছাৰ, মই প্ৰেছ ৰিপ'ৰ্টাৰৰ কামত সোমাইছোঁ। আজি উত্তৰখণ্ড মুক্তি মৰ্চাৰ ভাইচ প্ৰেছিডেণ্ট হেমন্ত দেৱানে চাৰে সাত বজাৰ পৰা চাৰে আঠ বজালৈ প্ৰেছ কনফাৰেন্স পাতিছিল। কিন্তু তেখেতে আঠ বাজি দহ মিনিট যাওঁতে আহিছেহে। প্ৰেছ কনফাৰেন্স এতিয়াও চলি আছে। মই মাজৰ পৰা গুচি আহিছোঁ। ছাৰ। অনুগ্ৰহ কৰি মোক—

চৌধুৰী : চাহ একাপ খায় যদি বহক। [ভাঙৰকৈ] ৰাণী। [সুবৰ্ণক] ব'লা, আমি সেইটো কোঠালৈ যাওঁ। ৰাণীক চাহ দিবলৈ ক'বা। [চৌধুৰী যায়। ওপৰত ৰাণীক দেখা যায়।]

সুবৰ্ণ : [বাণীক] এখেতসকলক চাহ দেচোন। সৌটো কোঠালিত আমাকো দিবি। [বাণী যায়। সুবৰ্ণও সিটো কোঠালিলৈ যায়। তাৰ পিছত চৌধুৰী উভতি আহে।]

চৌধুৰী : আমাৰ চকীদাৰ-পিয়ন কোনো নাই। গতিকে আপোনালোকেই আমাক অলপ সহায় কৰিব লাগিব। ইণ্টাৰভিউ শেষ কৰি সৌটো কোঠালিৰ পৰা যিজন প্ৰাৰ্থী ওলাই আহিব, তেওঁৰ আগতে আমি ভিতৰলৈ কোন যাব লাগে সেইটো কৈ পঠাম। [কাগজ চাই] প্ৰথমতে, ৰহমান বৰুৱা কোন?

ৰহমান : [থিয় হৈ] মই ছাৰ।

চৌধুৰী : আহকচোন আপুনি। [সোমাই যায়। ৰহমানে নিজৰ চোলা-কাপোৰ ঠিক-ঠাক কৰি, কাগজ-পাতি সুমুৱাই অনা বেগটো লৈ ওলাই যাব খোজে।]

জগত : গুড লাক বৰুৱা।

ৰহমান : থেংক ইউ। [ওলাই যায়। জয়ন্তী থিয় হৈয়ে থাকে। আঁৰকাপোৰ পৰে।]

## দৃশ্য : ২

### মঞ্চ : ২

[আনন্দ চৌধুৰীৰ ঘৰৰে অইন এটা কোঠালি। ইণ্টাৰভিউৰ বাবে চকী তিনিখন আৰু মেজখন সজোৱা আছে। সুবৰ্ণ বহি আছে। চৌধুৰীয়ে মেজৰ ওপৰত হাতৰ কাগজখিনি থৈ দুখন কাগজ (প্ৰাৰ্থীৰ দৰ্খাস্ত) তুলি লৈ পঢ়ে আৰু বহাৰ আয়োজন কৰে। ৰহমান সোমাই আহে।]

চৌধুৰী : আহক। বহক। [নিজে থিয় হৈ থাকে] হেৰি নহয় বৰুৱা—

ৰহমান : ছাৰ? [থিয় হৈয়েই থাকে]

চৌধুৰী : দেউতাকৰ নাম ভগীৰথ বৰুৱা?

ৰহমান : হয় ছাৰ।

চৌধুৰী : ঘৰ তুলসীমুখত?

ৰহমান : হয় ছাৰ।

চৌধুৰী : কিন্তু আপোনাৰ নাম ৰহমান বৰুৱা—?

ৰহমান : হয় ছাৰ।

চৌধুৰী : অৱশ্যে মানুহৰ নাম যিকোনো এটা হ'ব পাৰে। সেইটো একো ডাঙৰ কথা নহয়, তথাপি, আপোনাৰ নামটো যে এনেকুৱা হ'ল, কিবা বিশেষ কাৰণ?

ৰহমান : কাৰণ মানে ছাৰ, আমাৰ মা-দেউতাৰ বোলে মই জন্ম হোৱাৰ আগতে বৰ দুখৰ দিন গৈছিল। ল'ৰা এটা জন্ম হ'ব, হৈয়েই মৰি থাকিব। ছোৱালী এজনী জন্ম হ'ব, হৈয়েই মৰি থাকিব। এনেকে এনেকে বোলে তিনিটা ল'ৰা-ছোৱালী মৰিল।

চৌধুৰী : তাৰ পিছত?

ৰহমান : তাৰ পিছত কোনোবাই আই-বোপাইক বুদ্ধি দিলে, বোলে কেঁচুৱা জীয়াই ৰাখিব খুজিছ যদি এটা কাম কৰিব লাগিব। জন্ম হোৱাৰ লগে লগে কেঁচুৱাটো মুছলমান মানুহক বেচি দিবি। আই-বোপায়ে বোলে—

ঠিক আছে। মই জন্ম হ'বৰ দিনা দেউতাই ৰাতিপুৱাই ওচৰৰে গাঁও এখনৰ ৰেজাক আলি নামৰ মানুহ এটাৰ মাকক নি মাৰ ওচৰত বহুৱাই থৈ দিলে। যেই মই জন্ম হ'লোঁ, সেই বোলে মানুহজনীয়ে তামৰ পইচা এটা মাৰ হাতত গুঁজি দি মোক থাপ মাৰি ধৰিলে। তাৰ পিছত যি য'ত কৰিবলগীয়া আছিল কৰি 'আঐ মোৰ বোপাই ৰহমান' বুলি কপালতে চুমা এটা খাই আকৌ মোক মাৰ ওচৰতে শুৱাই দিলে। তেতিয়াৰে পৰা মোৰ নাম ৰহমান হ'ল।

চৌধুৰী : অ'। কথা সেইটো?

ৰহমান : হয় ছাৰ। পিছত দেউতাহঁতে কনক পণ্ডিতৰ হতুৱাই মোৰ সোঁৱৰণী তৈয়াৰ কৰালে। সোঁৱৰণীত মোৰ নাম উঠিল কেশৱানন্দ। মই বোলোঁ হ'ব, নালাগে, যিটো নাম লৈ জীযাই থাকিলোঁ, সেইটো নাম লৈযেই মৰিম, সলনি-চলনি কৰাত নাই। আৰু নামটো সলালেই মৰি থাকোঁ বুলি মা-দেউতাহঁতেও বৰ জোৰ নকৰিলে।

সুবৰ্ণ : এইটো নামেৰে আপোনাৰ অসুবিধা নহয়?

ৰহমান : অসুবিধা মানে, মনত পৰাৰে পৰা আজিলৈকে যেযে সোধে তাকে যে এই গল্পটো ক'বলগীযা হৈ আছে, অসুবিধা সেইটোৱেই।

চৌধুৰী : হু। বেছ ইন্টাৰেষ্টিং। বাৰু বৰুৱা, আমি সেইটো কোঠালিত থাকোঁতে এওঁ [সুবৰ্ণক দেখুৱাই] যেতিয়া সোমাই আহিল আৰু মই এওঁক আপোনালোকৰ লগত চিনাকি কৰাই দিলোঁ, তেতিয়া সকলোৱে থিয় হৈ এওঁক নমস্কাৰ জনালে, কিন্তু আপুনি হাত দুখন লগ লগালে যদিও উঠো-নুঠো, উঠো-নুঠো— এনেকৈ থাকিল। কিয?

ৰহমান : [হাঁহি] আপুনি কথাটো মন কৰি আছিল ছাৰ?

চৌধুৰী : ওঁ। আছিলোঁ।

ৰহমান : কথাটো হ'ল ছাৰ,— আপুনি বৰ ডাঙৰ মানুহ, চাকৰিটো পালে মই আপোনাৰে দৰমহা খোৱা মানুহ হ'ম, এখেত আপোনাৰ পৰিবাৰ, গতিকে তেখেতৰ লগত আপুনি চিনাকি কৰি দিয়াৰ লগে লগে মই আধা-আধি থিয় হ'লোঁৱেই, কিন্তু তৎক্ষণাত বিজুলী বেগেৰে মোৰ মনলৈ আৰু এটা ভাব আহিল। মই যদি চাকৰিটো পাওঁ, তেনেহ'লে এখেততো মোৰ ছাত্ৰী হ'ব। মইতো এখেতৰ শিক্ষক হ'ম। সেই ভাবটো অহাৰ লগে লগে মই সেই ভাঁজেই ৰৈ গ'লোঁ। বাকীখিনি পোন হৈ নিদিলোঁ আৰু। [হাঁহে]

চৌধুৰী : বুজিলোঁ। আপুনি বহক।

ৰহমান : আপুনি থিয হৈ থাকিলে মই বহাটো বেয়া দেখি ছাৰ।

চৌধুৰী : মই কৈছোঁ যেতিয়া বহক। [ৰহমান বহে]
মই অথনি কৈছিলোঁ— আপোনালোকে দৰ্খাস্ত কৰোঁতে কাক পঠাব লাগে নাজানিছিল।

ৰহমান : নাজানিছিলোঁ।

চৌধুৰী : সেইটো জানো আগতে জানি ল'ব নালাগিছিল?

ৰহমান : মই অন্যান্য দৰ্খাস্তকাৰীৰ কথা নাজানো, কিন্তু মই দৰ্খাস্ত কৰাৰ আগতে ঠিক কৰি লৈছিলোঁ, যাকে পঠাবলৈ দিযে তাকে পঠাম।

চৌধুৰী : হয় নেকি?

ৰহমান : হয় ছাৰ।

চৌধুৰী : মই যদি কওঁ, মোক পঠাব লাগে?

ৰহমান : তেনেহ'লে ছাৰ, এতিয়া মোৰ ইণ্টাৰভিউ হৈ যোৱাৰ পিছতে যদি মই চাকৰিটো পালোঁ বুলি আপুনি কৈ দিয়ে, তেনেহ'লে লগে লগে মই আপোনাৰ ইণ্টাৰভিউ ল'ম। আপোনাক কি কি পঢ়াব লাগিব, সেইটো জানি ল'ম, সেইখিনি নিজে পঢ়িম, তাৰ পিছত চাকৰিত জইন কৰিম।

চৌধুৰী : আপুনি তেনেহ'লে এওঁৰ ইণ্টাৰভিউ ল'ব?

ৰহমান : [থিয় হৈ, নমস্কাৰ কৰি] আপুনি যে এওঁৰ ইণ্টাৰভিউ লোৱাৰ কথা ক'লে, তাৰমানে মই চাকৰিটো পালোঁৱেই নেকি ছাৰ?

চৌধুৰী : আপুনি বৰ বুদ্ধিমান মানুহ। কিন্তু আপুনি এই চাকৰিটো বিচাৰিছে কিয়? আপুনিতো [কাগজ চাই] ৰাষ্ট্ৰভাষা বিভাগত কাম কৰে?

ৰহমান : হয়। এছিষ্টেণ্ট এডিটৰ।

চৌধুৰী : দৰমহাতো ভালেই পায?

ৰহমান : হয়। ভালেই পাওঁ।

চৌধুৰী : তেনেহ'লে?

ৰহমান : হাউছ বিল্ডিং এডভান্স লৈছিলোঁ। মাহে ওঠৰশ টকাকৈ কটা যায। ছোৱালীহঁত ডাঙৰ হৈ আহিছে। খৰচ বাঢ়িছে। টান পৰিছে।

সুবৰ্ণ : আপোনাৰ ল'ৰা-ছোৱালী?

ৰহমান : দুজনী ছোৱালী। এজনীৰ চৈধ্য বছৰ, ইজনীৰ এঘাৰ বছৰ।

চৌধুৰী : ল'ৰাৰ কথা নাভাবিলে?

ৰহমান : আমাৰ এওঁ সেই তেতিযাই দুই-এদিন কৈ চাইছিল, ল'ৰা এটা হোৱা হ'লে বোলে ভাল আছিল। মই বোলো— নালাগে।

সুবৰ্ণ : কিয়?

ৰহমান : মোৰ প্ৰথমজনী ছোৱালী হোৱাৰ পিছতে মানুহ এজনে কথা এষাৰ কৈছিল। কৈছিল, তোমাৰ যদি এটা ল'ৰা থাকে, তেনেহ'লে তাৰ বিয়াৰ পিছত তুমি তাক হেৰুৱাব পাৰা। কিন্তু তোমাৰ যদি এজনী ছোৱালী থাকে, তেন্তে তাইৰ বিযাৰ পিছত তুমি এটা ল'ৰা পাব পাৰা। মই যি দেখিছোঁ, তেওঁ কোৱা কথাটো মিছা নহয। সেই কাৰণে মই তেনেকৈযে দুটা ল'ৰা পাম বুলি ভাবি আছোঁ। [হাঁহে]

[ৰাণীয়ে ট্ৰে' এখনত তিনি কাপ চাহ লৈ আহে আৰু চাহখিনি মেজত থয়]

সুবৰ্ণ : সেইটো কোঠালিত চাহ দিলি?

ৰাণী : নাই দিয়া। দিওগৈ। [গুচি যায]

চৌধুৰী : [ৰহমানক] চাহ খাওক। [ৰহমান বহে]

চৌধুৰী : [চাহ কাপ লৈ] বাক ৰহৰা, এই যে চাহ দি গ'ল ছোৱালীজনী, ৰাণী— তাই দোকমোকালিৰ পৰা ৰাতি দহ বজালৈকে খালী কাম কাম কাম— কামকে কৰি থাকে। আহৰি বুলিবলৈ তাইৰ সময় নাই। দুপৰীয়া খাই-বৈ উঠি এওঁ যেতিয়া অকণমান শোৱে, তেতিয়াও কোনোবাই কলিং বে'ল বজালে বা টেলিফোন কৰিলে 'বাইদেউ শুইছে' বুলি ক'বলৈকে তাই সাৰে থাকিব লাগে। কিন্তু সেই একেখন ঘৰতে কাম-বন একো নাই বুলি এওঁ ব'ৰ (bore) হৈ যায, কোম্পানীৰ অফিচৰ জনসম্পৰ্কৰক্ষী বিষয়াৰ চাকৰিলৈ হাত মেলে। এইটো কেনেকুৱা কথা? আপুনি ব্যাখ্যা কৰিব পাৰিবনে?

সুবৰ্ণ : তাইৰ লগত মোৰ—

চৌধুৰী : ৰ'বাচোন, তেখেতক ক'বলৈ দিয়া [ৰহমানক] কওকচোন আপুনি কি ভাবে?

ৰহমান : মই ভাবোঁ ছোৱালীজনী ব'ৰ হয় বুলি এখেতে বৰ চিন্তা কৰে আৰু সেই কাৰণে তাইক ব'ৰ হোৱাৰ চান্সেই নিদিয়ে। অনবৰত বিজি কৰি ৰাখে। [সুবৰ্ণক] মোৰ ব্যাখ্যাটো শুদ্ধ হৈছেনে বাৰু?
[সুবৰ্ণই মুখ গম্ভীৰ কৰে। একো নকয়। ৰহমানে তেওঁলৈ ভয়ে ভয়ে চাই থিয় হয়। চৌধুৰীৰ ওচৰলৈ যায়।]

ৰহমান : [চৌধুৰীক] ছাৰ, চাকৰিটো নাপালোঁ নেকি? [বৈ] নহয় মানে— মোৰ কথা হ'ল, একেখন ঘৰতে দুজনী মানুহৰ এজনী হাফ ব'ৰ ইজনীও হাফ ব'ৰ,— সেইটো হোৱাতকৈ এজনী ফুল ব'ৰ হৈ জনসম্পৰ্কৰক্ষী বিষয়া হ'বলৈ গুচি যোৱাই ভাল। আৰু সেই বাণী বোলা ছোৱালীজনীৰ কাৰণে জনসম্পৰ্কৰক্ষী বিষয়াৰ চাকৰিটো বৰ ব'ৰিং হ'ব। সেই কাৰণে এখেতেই সেইটো চাকৰি কৰক। মোৰ ব্যাখ্যা সেইটোহে'

চৌধুৰী : ভাল বাৰু। হ'ব। আপুনি চাহকাপ খাওক। যাওঁতে সেইটো কোঠালিৰ পৰা [কাগজখন চাই] যশোৱন্ত বৰ্মন নামৰ কেণ্ডিডেটজনক পঠাই দি যাবচোন। যশোৱন্ত বৰ্মন, আপুনি নাযাবগৈ। তাতে বহিব।

ৰহমান : তেনেহ'লে মই চাহ কাপ তালৈকে লৈযেই যাওঁ। ইয়াত বহি চাহ খাই আপোনালোকৰ সময় নষ্ট কৰোঁ কিয়? কিন্তু মোৰ ইণ্টাৰভিউৰ কি হ'ল?

চৌধুৰী : কি হ'ল মানে? আপোনাৰ ইণ্টাৰভিউ লোৱা নহ'ল নেকি?

ৰহমান : জানো! মই ভাবি আহিছিলোঁ—

চৌধুৰী : কি ভাবি আহিছিল? কিবা প্ৰিপেয়াৰেচন কৰি আহিছিল নেকি?

ৰহমান : আহিছিলোঁতো' ইণ্টাৰভিউলৈ মতা চিঠিখন পোৱাৰ দিনাৰে পৰা কালি ৰাতি ডেৰ বজালৈকে—

চৌধুৰী : কি প্ৰিপেয়াৰেচন কৰিছিল? আমি কি সুধিম বুলি ভাবিছিল?

ৰহমান : পাঁচনি ক্ৰিয়া কি, বিহগী কবি কোন, চিকৰপতি নিকৰপতি নাটক কোনে লিখিছিল, বিহু গীতত প্ৰেমৰ সৌন্দৰ্য, অসমীয়া সাহিত্যত স্বাধীনতা আন্দোলনৰ প্ৰভাৱ, জেনেৰেল নলেজৰ ভিতৰত ৰে'লমন্ত্ৰী কোন, ইউনেস্কো মানে কি, নেলছন মেণ্ডেলা, পথেৰ পাচালী, সুনীল গাভাস্কাৰ,—

চৌধুৰী : এই প্ৰশ্নবোৰৰ উত্তৰ আপুনি জানে?

ৰহমান : জানো।

চৌধুৰী : হ'ব তেনেহ'লে। যাওক। কাক পঠাই দিব লাগিব, মনত আছে নহয়?

ৰহমান : আছে ছাৰ। যশোৱন্ত বৰ্মন। আহোঁ। [চৌধুৰীক নমস্কাৰ কৰে] আহোঁ [সুবৰ্ণক নমস্কাৰ কৰে]

সুবৰ্ণ : ভাল। [এহাতে ফাইল আৰু ইখন হাতত চাহ কাপ লৈ ৰহমান দুৱাৰৰ ফালে যায়।]

চৌধুৰী : অ' শুনকচোন, কথা এটা সুধি ৰাখোঁ। এওঁক আপুনি কি বুলি মাতিব?

ৰহমান : চাকৰি পালে মই তেওঁক নাম কাটি মাতিম, তেওঁ মোক ছাৰ বুলি মাতিব। মই তেওঁক তুমি বুলি সম্বোধন কৰিম, তেওঁ মোক আপুনি বুলি সম্বোধন কৰিব। তেতিয়া পঢ়াবলৈ ভাল হ'ব।

চৌধুৰী : ভাল যাওক।

ৰহমান : আৰু ছাৰ আপুনি মোক তুমি বুলি সম্বোধন কৰিব লাগিব।

চৌধুৰী হ'ব বাৰু। [ৰহমান যায়। চৌধুৰীয়ে টেবুলৰ কাষলৈ গৈ কাগজত কিবা লিখে।]
এনেকুৱা মাষ্টৰ এজন মোকহে লাগিছিল বুজিছা। [দুৱাৰৰ ফালে চাই] আহক বৰ্মন, আহক। [বৰ্মন আহে]

চৌধুৰী ঃ বহক।
[অন্ধকাৰ]

## দৃশ্য ঃ ৩

### মঞ্চ ঃ ১

[আনন্দ চৌধুৰীৰ ঘৰৰ বহা কোঠালি। ৰহমান আৰু জগত মজুমদাৰ বহি আছে। অলপ পিছত জগত উঠে। তেওঁ ভুমুকি মাৰি ভিতৰলৈ চায়। তাৰ পিছত ৰহমানৰ ওচৰলৈ আহি ঘড়ী চায়।]

জগত ঃ [গোপনে কথা কোৱাৰ নিচিনাকৈ] ৰহমান, শুনকচোন [তেওঁ নিজে মঞ্চৰ আগলৈ আহে। ৰহমানো উঠি আহে।]
আমাক ৰ'বলৈ ক'লে, বাকী সকলোকে যাবলৈ ক'লে। তাৰ মানে আমাৰ দুজনকে চাকৰিত ৰাখে নে কি।

ৰহমান ঃ মইতো কথাটো তেনেকুৱা বুলিয়েই ধৰি লৈছোঁ।

জগত ঃ মই পিছে আৰু এটা কথা ভাবিছোঁ। এখেতৰ নাম-যশতো ঢেৰ শুনিছোঁ, পিছে আজিহে এনেকৈ মুখামুখিকৈ কথা পাতি পালোঁ। কেনেকুৱা যেন লাগিছে বাৰু মানুহজন? অলপ [ভিতৰলৈ চাই লৈ, আঙুলিৰে নিজৰ মূৰটো দেখুৱাই] একছেণ্ট্ৰিক,— মানে অলপ চেৰাবলিয়াৰ নিচিনা নেকি?

ৰহমান ঃ আপোনাৰ তেনেকুৱা সন্দেহ হৈছে নেকি?

জগত ঃ নহয় মানে, চাকৰি কৰিবলৈ ওলাইছে কাৰণেই এজনী এম এ পাছ মানুহক ইমান টকা খৰচ কৰি দুজনকৈ প্ৰাইভেট টিউটৰ ধৰি দিব, কথাটো নোহোৱা-নোপোজা যেন লগা নাইনে?

ৰহমান ঃ চাকৰিটো যদি পাওঁ, আৰু কিছুদিন যদি চাকৰিটো কৰোঁ, তেতিয়াহে মই কথাবোৰ ভালকৈ ধৰিব পাৰিম। মই নিজেই অলপ চেৰাবলিয়া মানুহ, সেই কাৰণে এতিয়াই মানুহজনৰ মতি-গতিত কিবা গণ্ডগোল আছে নেকি— ধৰিব পৰা নাই। চাওঁচোন কিছুদিন চাকৰি কৰি।

জগত ঃ কিবা বেঁকা-তেৰা যেন পালে পোন কৰিও ল'ব পৰা যাব,— কি কয়?
[দুৱাৰ খোলাৰ শব্দ হয়। জগত সাৱধান হয়। দুয়ো নিজ নিজ চকীৰ ফালে আগবাঢে। ভিতৰৰ পৰা চৌধুৰী ওলাই আহে।]

চৌধুৰী ঃ আপোনালোকক প্ৰযোজনতকৈ অলপ বেছি সময় বহুৱাই থ'লোঁ। বেয়া নাপাব। সকলোকে যাবলৈ দি আপোনালোক দুজনক ৰ'বলৈ কোৱাৰ পৰা আপোনালোকে বুজিবই লাগে যে আমি আপোনালোক দুজনকে ঘৰুৱা টিউটৰ হিচাপে ৰাখিব খুজিছোঁ। এই ৰাজ্যখনত আমাৰ কামটোৰ কাৰণে কিমান বেছি যোগ্য কেণ্ডিডেট আছে সেইটো বেলেগ কথা, কিন্তু আমি যি বাৰজন কেণ্ডিডেটৰ দৰ্খাস্ত পাইছিলোঁ তেওঁলোকৰ ভিতৰত আপোনালোক দুজনেই বেষ্ট। কথা সিমানেই।

জগত : থেংক ইউ ছাৰ।

ৰহমান : থেংক ইউ।

চৌধুৰী : সেই তাহানি, মোৰ বিয়াৰ কাৰণে ছোৱালীৰ খা-খবৰ কৰাৰ সময়ত মই মোৰ আত্মীয়-স্বজন, বন্ধু-বান্ধৱক কৈছিলোঁ, মই যিজনী ছোৱালীক বিয়া কৰাম, তেওঁৰতো এতিয়াও জন্ম হ'বলৈ বাকী থকা নাই। তেওঁ এইখন পৃথিৱীৰে ক'ৰবাত আছেই। আৰু দেখাই-শুনাই, আচাৰে-ব্যৱহাৰে, কথাই-বতৰাই, স্বভাৱে-চৰিত্ৰই, দোষে-গুণে মোৰ লগত হাণ্ড্ৰেড পাৰ্চেন্ট— শতকৰা এশভাগেই মিলি যোৱা ছোৱালী এজনীওতো আছে? নিশ্চয় আছে। কিন্তু আচল সমস্যাটো হ'ল তেওঁক বিচাৰি উলিওৱা। তোমাৰ যদি ভাগ্য ভাল থাকে— পদূলিলৈ ওলাযেই তেওঁকে লগ পাবা, আৰু যদি নাথাকে, তেনেহ'লে এই জনমত তেওঁৰ খবৰেই নাপাবা। হয় নে নহয় কোৱা?

ৰহমান : হয় ছাৰ।

চৌধুৰী : [সকলোকে] এতিয়াৰ পৰা মই তোমালোকক তুমি বুলি সম্বোধন কৰিম। [ডাঙৰকৈ] সেই কাৰণে মই মোৰ আত্মীয়-স্বজন, বন্ধু-বান্ধৱক কৈছিলোঁ, চব মিলাই ছোৱালীজনীৰ যেন অন্ততঃ শতকৰা একাৱন্ন ভাগ, এটলিষ্ট ফিফ্‌টী ওৱান পাৰচেন্ট— মোৰ লগত মিলি যায়। বাকীখিনিৰ যিমান পাৰোঁ এৰা-ধৰা কৰি এডজাষ্ট কৰি মিলাই ল'ম। আৰু কিছুমান কথাতো গোটেই জীৱনটোত অমিল হৈ থাকি যাবই। দুটা বেলেগ বেলেগ মানুহ, দুটামান চুটি চুটি ইণ্টাৰভিউৰ মাজেৰে লগ হ'লোঁ, তাৰ পিছত শতকৰা এশভাগ মিল বিচাৰিলে কেনেকৈ হ'ব? হয় নে নহয় কোৱা?

ৰহমান : হয় ছাৰ।

চৌধুৰী : সকলো ছিলেকচনৰ ক্ষেত্ৰতে কথাটো একেই। সেই বিচাৰেৰেই মই তোমালোকক ছিলেক্ট কৰিলোঁ। কিন্তু দৰ্খাস্ত দিলা, ইণ্টাৰভিউ দিলা, চাকৰিও পালা, কিন্তু পালা বুলিযেই যে চাকৰিটো কৰিবাই, সেইটোতো মই ধৰি ল'ব নোৱাৰোঁ। কাণ্ড-কাৰখানাবোৰ দেখি-শুনিতো এইটো চাকৰি নকৰোঁ বুলিও ঠিক কৰিব পাৰা। সেই কাৰণে তোমালোকক ৰ'বলৈ ক'লোঁ। ল'বানে চাকৰিটো?

ৰহমান : ল'ম ছাৰ।

চৌধুৰী : জগত?

জগত : ল'ম ছাৰ। মোৰো কথাবোৰ একেবাৰে ষ্ট্ৰেইট ছাৰ। কামটো কৰি যাওঁ, যদি কিবা অসুবিধা পাওঁ, আপোনালোককতো ক'মেই।

চৌধুৰী : নিশ্চয় নিশ্চয়। চাকৰি কৰা মানুহবোৰতো চাকৰ, নিকিনা গোলাম নহয়। সম্পূৰ্ণ আত্মমৰ্যাদা বজাই ৰাখি, নিজক ফাঁকি নিদিযাকৈ আজিলৈকে উপাৰ্জন কৰা বিদ্যা-বুদ্ধিক ৰসাতললৈ যাবলৈ নিদিযাকৈ চাকৰি কৰিবা। দৰমহাৰ পইচাকেইটাক বাটৰ কাষৰ, গৰাকী নোহোৱা বনৰীযা গছত লাগি থকা আঙুৰ-আপেল বুলি জেপত ভৰাই নথ'বা। এইকেইটা কথা মনত ৰাখি চাকৰি কৰা মানুহৰ সাধাৰণতে অসুবিধা নহয়। বাৰু। তুমি আজিলৈ যোৱা। মঙল আৰু শুকুৰবাৰে সন্ধিয়া ছয় বজাত আহিবা। চাকৰি কৰোঁ বুলি নহয়, আমাক সহায় কৰোঁ বুলি আহিবা। তোমালোকে কি ভাবিছা ক'ব নোৱাৰোঁ,— কিন্তু আমাৰ এওঁ সুবৰ্ণয়েই কয়, মই বোলে এইবিলাক কিবা চেৰাবলিযা, একছেণ্ট্ৰিক মানুহৰ নিচিনাকৈ কাম কৰিছোঁ। হাৰে!

এটা পৰীক্ষা পাছ কৰিবৰ কাৰণে তোমাৰ জীয়েৰাক তুমি তিনিটা প্ৰাইভেট টিউটৰ লগাই দিয়া, আৰু যেতিয়া তোমাৰ জীয়েৰাই জীৱনৰ আচল কাম, মানুহক ছাৰ্ভিচ দিয়াৰ কাম, মানুহক সেৱা কৰাৰ কাম কৰিবলৈ ওলাব, তেতিয়া টিউটৰ লগালে মোক চেৰাবলিয়া বুলি ক'বা— এইটো কেনেকুৱা কথা? আজি অত বছৰে পাগঘৰ-শোৱনি ঘৰত সোমাই থকা মানুহজনী কাইলৈ ফটকৰে জনসম্পৰ্কৰক্ষী বিষয়া হ'ব পাৰে নেকি? ঠিক আছে। এইটো যদি চেৰাবলিয়াৰ কাম, তেনেহ'লে মই ক'ম পৃথিৱীৰ চব মানুহ চেৰাবলিয়া হোৱাই ভাল। যোৱা, তুমি যোৱা জগত। ৰুৰুৱা, তুমি আৰু অলপ সময় ৰ'ব পাৰিবানে?

ৰহমান : পাৰিম ছাৰ।

জগত : মই আহোঁ ছাৰ। নমস্কাৰ।

চৌধুৰী : নমস্কাৰ। [জগতে নমস্কাৰ কৰি ওলাই যায। চৌধুৰীয়ে একাষৰৈ গৈ চিন্তা কৰে] ৰুৰুৱা।

ৰহমান : ছাৰ?

চৌধুৰী : আচলতে এইবোৰ কাম ময়েই কৰিব পাৰিলোঁহেঁতেন। কিনো কাম? পিছে কিছুমান ডাক্তৰে যে ঘৰৰ মানুহৰ চিকিৎসা কৰিবলৈ সাহ নকৰে, অন্য ডাক্তৰ মাতি আনে, মোৰো তেনেকুৱা হৈছে। দুই নম্বৰ কথা, মই সময় উলিয়াব নোৱাৰোঁ বুইছা। কামবোৰে মোক এনেকৈ বেৰি ধৰি থাকে, আৰু সিহঁতৰ লগতে মই এনেকৈ লাগি থাকোঁ যে— কেতিয়া দিন হয়, কেতিয়া ৰাতি হয়, কেতিয়া ভোক লাগে , কেতিয়া পিযাহ লাগে,— মোৰ হিচাপেই নাথাকে। আৰু তিনি নম্বৰ কথা, মোক ওচৰে-পাঁজৰে দুজনমান মানুহৰ প্ৰযোজন হৈছে। এই যে অনবৰত মানুহ আহিছে, গৈছে, যিবোৰ মানুহৰ মাজতে সোমাই আছোঁ, তেনেকুৱা মানুহৰ কথা কোৱা নাই। মোক ভিতৰত, একেবাৰে ওচৰত থাকিবলৈ, মোক সহায় কৰিবলৈ দুজনমান মানুহ লাগে। সেই কাৰণে আজি এই ইণ্টাৰভিউটো আৰম্ভ কৰিছোঁ। তুমি সোম আৰু বুধবাৰে আহিবা। পাৰিলে শনিবাৰেও আহিবা। সুৰ্ণই যদি কেতিয়াবা ক্লাছ নকৰোঁ বুলি কয, তেনেহ'লে মোৰ ওচৰলৈকে আহিবা। সঁচা কথা ক'বলৈ গ'লে সুৱৰ্ণকনো তোমালোকে কিমান দিন কথা শিকাব লাগিব? তেওঁ বুদ্ধিমতী মানুহ। দুমাহমানৰ পিছত তেওঁৰ কাৰণে তোমালোকৰ প্ৰয়োজন নোহোৱা হ'ব। কিন্তু মোৰ কাৰণে মানুহৰ প্ৰয়োজন দিনে দিনে বাঢি যাব। সেই কাৰণে কৈছোঁ— আজিৰ পৰা তোমালোকৰ আচল ইণ্টাৰভিউ আৰম্ভ হ'ব। আচলতে মই মোৰ কাৰণে মানুহ বাছিব খুজিছোঁ।

## দৃশ্য : ৪

### মঞ্চ : ২

[দ্বিতীয় দৃশ্যৰ কোঠালিটো। এইবাৰ কোঠালিটো ঘৰুৱাভাৱে সজোৱা আছে। এখন মেজ টিউচন কৰাৰ উপযোগীকৈ সজোৱা আছে। মেজৰ সন্মুখত সুৱৰ্ণ আৰু জগত মুখামুখিকৈ বহি আছে। জগতৰ ফালে এযোৰ খালী কাপ-প্লেট আৰু বহী-পেঞ্চিল আছে।]

জগত : [চকীত আঁউজি, চকীখন ঝুলাবলৈ চেষ্টা কৰি কৰি] এতিয়া আপুনি যিটো কাম সহজে

কৰিব পাৰে, সেইটো হ'ল বুক কিপিং, মানে এটা ছিষ্টেম ফ'ল' কৰি হিচাববোৰ লিখি যোৱা। আচলতে আপুনি বিশ্বাসী কেৰাণী এজনক লগত লৈ সেইটো কামৰহে দায়িত্ব লোৱাটো সম্ভৱ। কিন্তু একাউন্টিং বুলিলে আমি যিটো বুজোঁ, সেইটোতো আপুনি কৰিব পৰা কাম নহয়।

সুবৰ্ণ : কিয় ?

জগত : আপোনাৰ যে এই পাব্লিক ৰিলেচনছ অফিচটো, এইটো আপোনালোকৰ কোম্পানীটোৰ এটা সৰু ভাগহে, নহয় জানো ?

সুবৰ্ণ : হয়।

জগত : আপোনাৰ দৰমহা, আপোনাৰ অফিচটোৰ বাকী কৰ্মচাৰীসকলৰ দৰমহা, চকী, মেজ, আলমাৰি আদি কিনাৰ খৰচ, অফিচটোৰ উপাৰ্জন কিমান হ'ল, বছৰত লাভ কিমান হ'ল, লোকচান কিমান হ'ল, এইবোৰৰ হিচাব কৰাৰ দায়িত্ব জানো আপোনাৰ ?

সুবৰ্ণ : জানো! মইতো ক'ব নোৱাৰোঁ! নহয় হ'বলা।

জগত : নহয় হ'বলা নহয়, নহয়েই! মই অৱশ্যে শিকাব লাগে কাৰণে— একাউণ্টিং নো কি— সেইবোৰো শিকাই দিম, জানি থোৱা বেয়া নহয়, কিন্তু এতিয়াই সেইবোৰ আপোনাৰ কামত আহিব বুলি মোৰ বিশ্বাস নহয়। আপুনি বাৰু খবৰ লৈছিল নে— আপুনি কিমান পইচাৰ লেনদেন কৰিব পাৰিব ?

সুবৰ্ণ : মই বোলে হাতত বৰ বেছি দুহাজাৰ টকা ৰাখিব পাৰিম, সেয়া খৰচ হ'লে হিচাব দি আকৌ দুহাজাৰ পূৰাই ল'ব পাৰিম, তেনেকৈ বছৰটোত এক লাখ টকা খৰচ কৰিব পাৰিম।

জগত : এক লাখ ? ডাঙৰ কোম্পানীৰ ডাঙৰ কথা! বাৰু সেই টকা আপুনি কিহত, মানে কেনেকুৱা কামত খৰচ কৰিব পাৰিব ?

সুবৰ্ণ : কোনোবা ভিজিটৰ আহিলে তেওঁলোকক চাহ-তাহ খুৱাব পাৰিম, ভেলুৱেবল কাষ্টমাৰ আহিলে তেওঁলোকক সৰু-সুৰা পাৰ্টী দিব পাৰিম, ঠাই দেখুৱাবলৈ নিব পাৰিম, কোম্পানীৰ গাড়ী নাপালে প্ৰাইভেট গাড়ী হায়াৰ কৰিব পাৰিম, অফিচটোত লাগি থকা বস্তু কিনিব পাৰিম—

জগত : বুজিলোঁ। এই যে পইচাবিলাক আপুনি দিব, আপুনিতো ৰচিদ—মানে ভাউচাৰ ল'ব লাগিব ?

সুবৰ্ণ : লাগিব।

জগত : কেৰাণীজনক ক'ব, তেওঁ এখন খৰচৰ বহী ল'ব। তাত তেওঁ তাৰিখ, পাৰ্টিকুলাৰছ, খৰচৰ এমাউণ্টটো আৰু ভাউচাৰৰ নম্বৰটো লিখি গৈ থাকিব। মই শুকুৰবাৰলৈ বাৰু sample হিচাপে দেখুৱাবলৈ বহী এখন লৈ আহিম।

সুবৰ্ণ : ভাল। [বাণীয়ে কাপ-প্লেটবোৰ লৈ যায়হি]

জগত : কিন্তু, আপোনাৰ কথাৰ পৰা মোৰ যি ধাৰণা হৈছে— এই হিচাবৰ বহী লিখা, ভাউচাৰ গোটোৱা— এইবোৰ কামৰ এটাও আপোনাৰ গাত পৰাৰ সম্ভাৱনা নাই। বৰ হাই লেভেলৰ পাব্লিকৰ লগত ৰিলেচন ৰাখোঁতেই আপুনি ব্যস্ত হৈ থাকিব লাগিব যেন পাওঁ। [চৌধুৰী আহে]

চৌধুৰী : [বাহিৰৰ পৰা] সোমাব পাৰোঁনে ?

[সুবৰ্ণ আৰু জগতে দুৱাৰৰ ফালে চায়। চৌধুৰী সোমাই আহে। জগত থিয় হয়।]

উত্তৰলৈ বাট নাচালোঁ আৰু। সোমায়েই আহিলোঁ। বহা বহা। তাহানি আমাৰ ছিৰাজুদ্দিন

হেড মাষ্টৰৰ কোঠালিত কথাটো এনেকুৱা আছিল বুইছা। May I come in Sir?– Yes, no– কোনো উত্তৰ নাই। তাৰ মানে তুমি সোমাই যোৱা। কিন্তু সেই কথাষাৰ নোকোৱাকৈ যদি তুমি দুৱাৰডলি পাৰ হ'লা, Get out, get out – তুমি আকৌ back কৰি বাহিৰলৈ যাবা, সুধিবা May I come in Sir? তেখেতে একো উত্তৰ নিদিব, আৰু তুমি সোমাই যাবা। [হাঁহে]

সুবৰ্ণ : আপোনাৰ কাম শেষ হ'ল হ'বলা?

চৌধুৰী : কিয় শেষ হ'ব? এই যে তোমালোকৰ খবৰ ল'বলৈ আহিলোঁ, এইটো হ'বলা কাম নহয়? আচলতে মই জগতক অকণমান help কৰিবলৈ আহিলোঁ। কামৰ মাজতে হঠাৎ মোৰ তাহানিৰ ইঞ্জিনীয়াৰ বন্ধু এজনে কোৱা কথা এটা মনত পৰিল। তোমালোকে ডাঙৰ ডাঙৰ কিতাপহে পঢ়া। ডেবিট, ক্রেডিট, ছিংগল এণ্ট্রি, ডাবল এণ্ট্রি, লেজাৰ, প'ষ্টিং— এইবোৰতো তোমালোকৰ জিভাৰ আগত ওলমিয়েই থাকে। কিন্তু— প্রেক্টিকেল এক্সপেৰিয়েন্স? অভিজ্ঞতা? সেইটো সমানে দৰকাৰী বস্তু হয় নে নহয়?

জগত : হয় ছাৰ।

চৌধুৰী : মোৰ সেই ইঞ্জিনীয়াৰ বন্ধুৱে কোৱা কথা এটা কওঁ শুনা। তেওঁ কৈছিল— তুমি যেনিবা অফিচ এটাৰ মুৰব্বী বিষয়া। অফিচত বহি থাকোঁতে দেখিলা— বাটেদি মানুহ এটাই সোণ এচপৰা মূৰত লৈ গৈ আছে। তুমি মাতি আনি সুধিলা— হেৰা, সোণ বেচিবালে কি? মানুহটোৱে বোলে— 'বেচিম। এহাজাৰ টকা লাগিব।' ইমান চপৰা সোণ, এহাজাৰ টকা? তুমি তোমাৰ অফিচৰ আলমাৰি খুলি এহাজাৰ টকা দি সোণচপৰা কিনিলা, মানুহটোৰ পৰা ভাউচাৰ ল'লা, ষ্টক বুকত সোণচপৰাৰ কথা এণ্ট্রি কৰিলা, খৰচৰ বহীত খৰচ লিখিলা, বাচ, অফিচৰ কাৰণে এটা বৰ ডাঙৰ কাম কৰিলা। লাখ টকাৰ বস্তু এহাজাৰ টকাতে কিনি চৰকাৰক সহায় কৰিলা। হয় নে নহয়?

জগত : হয়।

চৌধুৰী : কিন্তু তুমি মৰিলা নহয়।

জগত : কিয় ছাৰ?

চৌধুৰী : কোনে তোমাক সোণ কিনিবলৈ কৈছিল? এপ্ৰভেল আছে? চেংচন আছে? টেণ্ডাৰ কল কৰিছিলা? এই বেআইনী কামৰ অপবাদৰ পৰা উদ্ধাৰ পাবলৈ তুমি দহ পৃষ্ঠাৰ 'নোট লিখিব লাগিব, এবছৰলৈ কৈফিয়ৎ দি থাকিব লাগিব। কিন্তু তুমি কাগজ-পাত্তি, ৰেভিনিউ ষ্টাম্প, তোমাৰ ঘৰৰ বনকৰা ল'ৰাৰ টিপচহী— এই সকলোবোৰ ঠিকে ৰাখি এহাজাৰ টকাৰ গোবৰ কিনা,— তোমাৰ দাইলৰ খবৰো কোনেও নাৰাখে, গোবৰৰ খবৰো কোনেও নাৰাখে। সেই কাৰণে এওঁক পঢ়াওঁতে তুমি চাবা, সোণ কেনেকৈ কিনিব লাগে, সেইটো শিকক নিশিকক, গোবৰ কেনেকৈ কিনিব নালাগে, সেইটো যেন ভালকৈ শিকে।

সুবৰ্ণ : আপুনিনো এতিয়াৰে পৰা ইমান ভয় কৰিছে কিয়?

চৌধুৰী : এতিয়াৰে পৰা নকৰি কেতিয়া কৰিবা? গোবৰ কিনাৰ পিছত? লোৱা, মই নিজৰ কাৰণে এই দুখন কিতাপ কিনি আনিছোঁ। Book keeping, Theory and Practice, আৰু Book keeping and Accounts, সময় পালে পঢ়িবা। [জগতক] মাজতে ডিষ্টাৰ্ব কৰিলোঁ, বেয়া নাপাবা জগত।

জগত : নাই নাই ছাৰ। মোৰতো সন্দেহ হৈছে, আপুনি ক্লাছ লৈ আছে, মইহে মাজতে সোমাই ডিষ্টাৰ্ব কৰিছোঁ নেকি।

চৌধুৰী : [হাঃ হাঃ হাঃকৈ] এইটো তুমি কিন্তু ভাল কথা ক'লা। ইণ্টাৰেষ্টিং। ভেৰী ইণ্টাৰেষ্টিং। [যাব খুজি উভতি] ক্লাছ তুমিযেই ল'ব লাগিব। মই বাৰীৰ ঘাঁহ। মোৰ লগত ৰাহি-জোৰা নাহে। [হাঁহি-হাঁহি গুচি যায]

[অন্ধকাৰ]

# দৃশ্য : ৫

## মঞ্চ : ১

[আনন্দ চৌধুৰীৰ ড্ৰয়িং ৰুম। সন্ধিয়া। বৰুৱা (ৰহমান) অকলে বহি আছে। অলপ পিছত চাহ আৰু বিস্কুট লৈ বাণী সোমাই আহে। সেইখিনি ৰহমানৰ সন্মুখত থৈ তাই যাব খোজে।]

ৰহমান : শুনচোন। [বাণী ওভতে] বাইদেৱেৰ কিমান সময়ত উভতিব— তোক কিবা কৈ গৈছিল নেকি?

বাণী : নাই যোৱা। [যাব খোজে]

ৰহমান : আজি যে বুধবাৰ, আজি যে মই পঢাবলৈ আহিম, সেইটো বাইদেৱেৰৰ মনত আছিল নে নাছিল?

বাণী : জানো। মই ক'ব নোৱাৰোঁ। [যাব খোজে]

ৰহমান : [ধমক দি] শুনচোন। যাওঁ যাওঁকৈ আছ কিয? চৌকাত গাখীৰ গৰম হ'বলৈ দি আহিছ নেকি?

বাণী : নাই অহা।

ৰহমান : তেনেহ'লে? ওচৰলৈ আহ। এইখিনিলৈ আহ। [বাণীযে আহোঁ-নাহোঁকৈ ওচৰলৈ আহে] ওঁ। মই কথা সুধিলে সদায ওচৰলৈ আহি উত্তৰ দিবি। দূৰৰ পৰা মুখৰ ভিতৰতে ভুনভুনাই নাথাকিবি। [সুৰ সলাই] বাইদেৱেৰ ক'লৈ গৈছে ক'ব পাৰনে?

বাণী : নোৱাৰোঁ।

ৰহমান : ছাৰ ক'লৈ গৈছে?

বাণী : জানো! ক'ব নোৱাৰোঁ।

ৰহমান : [বিৰক্তি] কি খালী নোৱাৰোঁ নোৱাৰোঁ কৰি থাক অ'!

বাণী : [অলপ টানকৈ] মোক নক'লে মই কেনেকৈ জানিম?

ৰহমান : [টানকৈ] তই সুধিব নোৱাৰ?

বাণী : [আৰু টানকৈ] সুধিলে যে 'তোক কেলেই' বুলি গেঙেৰি মাৰি দিয়ে। খুজি কিল খাবলৈ মোৰ কি গৰজ পৰিছে?

ৰহমান : [আচৰিত হয়] আও! এইৰ ডিঙিৰ দেখোন বৰ জোৰ। [বাণীৰ মুখলৈ চাই বৈ থাকে। তাৰ পিছত] হেৰি নহয, তই যে ক'লি— খুজি কিল খোৱাৰ কথা, এইষাৰ কথা তই কাৰ পৰা শিকিলি?

বাণী : ছাৰৰ পৰা।

ৰহমান : এৰা। নহ'লে তোৰ মুখত এইযাৰ কথা— [ভিতৰত ঘটংকৈ কিবা এটা পৰে] কি অ'? সেইটো কিহৰ শব্দ হ'ল? কোন আছে ভিতৰত?

বাণী : দাদা আছে।

ৰহমান : দাদা মানে? কোন দাদা?

বাণী : আমাৰ দাদা আক'। গগন দাদা।

ৰহমান : গগন দাদা? কিয় গগনে জানো ছাৰৰ গাড়ী নচলায়?

বাণী : চলায়।

ৰহমান : তেনেহ'লে? ছাৰক কোনে লৈ গ'ল?

বাণী : অইনৰ গাড়ীযে লৈ গ'ল। ছাৰে ফোনত ক'লে— আমাৰ গাড়ী চলোৱা ল'ৰাটো ঘৰত থাকিব লাগে, আপোনালোকে গাড়ী পঠাই দিয়ক।

ৰহমান : কিয় তেনেকৈ ক'লে? ককায়েৰৰ কিবা অসুখ হৈছে নেকি?

বাণী : নাই হোৱা। মই ঘৰত অকলে থাকিবলগীয়া হ'লে ছাৰে দাদাক ক'লৈকো নিনিয়ে। ঘৰতে থৈ যায়।

ৰহমান : কিয়? তই অকলে থাকিব নোৱাৰ?

বাণী : পাৰোঁ। কিন্তু ছাৰ— বাইদেৱে অকলে থাকিবলৈ নিদিয়ে।

ৰহমান : [বেঁকাকৈ বহি] বুজিলোঁ। চব বুজি গ'লোঁ।

বাণী : কি?

ৰহমান : [ধমকৰ সুৰ] ঘৰত অকলে থৈ গ'লে তই জৰুৰ কিবা গণ্ডগোল কৰ।

বাণী : ইস। নকৰোঁ।

ৰহমান : জৰুৰ কৰ। কি গণ্ডগোল কৰ ক'।

বাণী : [টান মাতেৰে] কি গণ্ডগোল কৰোঁ? একো গণ্ডগোল নকৰোঁ।

ৰহমান : হ'বই নোৱাৰে। ছাৰে বিনা কাৰণত তোৰ কাৰণে ৰখীয়া থৈ নাযায় নহয়।

বাণী : [খং] ইস্।

ৰহমান : কি আকৌ সিস্। সঁচা কথা ক'। অকলে থাকিলে কি কৰ? মিটছেফৰ পৰা কে'ক উলিয়াই খাৱ?

বাণী : [খং] হাৰে।

ৰহমান : ফ্ৰিজৰ পৰা আইছক্ৰীম উলিয়াই খাৱ? অৰেঞ্জ স্কোৱাছৰ যে বটল থাকে, তাৰে চৰ্বত কৰি খাৱ? পানী ঢালি বটলৰ স্কোৱাছখিনি আগৰ সমান কৰি থৈ দিয়?

বাণী : [কন্দাৰ নিচিনাকৈ] আ-য়ু!

ৰহমান : সেইফালে খিৰিকীয়েদি কাৰোবাৰ লগত মেল মাৰ?

[বাণী হাত-ভৰি জোকাৰি, আঁকৰী ছোৱালীৰ নিচিনাকৈ 'আয়ু-আয়ু'কৈ চিঞৰে। উধাতু খাই গগন সোমাই আহে। তাৰ হাতত এটা ডাঙৰ স্ক্ৰু-ড্ৰাইভাৰ।]

গগন : কি হ'ল?

ৰহমান : একো নাই হোৱা। তুমি যোৱাচোন। মই তাইৰ ইণ্টাৰভিউ লৈছোঁ।

বাণী : [চিঞৰি] ইণ্টাৰভিউ লৈছে। [কান্দি থাকে]

ৰহমান : [গগনক] তুমি কোৱাচোন।

গগন : [বাণীক] ইমানকৈ চিঞৰিছ কেলেই? [গুচি যায়। পাছে পাছে বাণীও যাব খোজে।]

ৰহমান : তই ক'লৈ গৈছ? উভতি আহ।

বাণী : নাযাওঁ। [চকুপানী মচে]

ৰহমান : [বৰ তৃপ্তিৰে খোৱাৰ নিচিনাকৈ চাহ এহোপা খাই] এইখিনিলৈ আহ। [বিস্কুট একামোৰ খাই, ধমক দি] মই কিন্তু ছাৰ-বাইদেউলৈ বাট নাচাম কৈ দিছোঁ। এইখিনিলৈ আহ। [বাণী আগুৱাই আহে] চকুৰ পৰা হাত আঁতৰ কৰ। [ৰৈ] কৰিলিনে? হোঁ, এইখনেৰে চকু-মুখ মচ। [ৰুমাল এখন দিয়ে।]

বাণী : নালাগে।

ৰহমান : নালাগে যদি নালাগে। মোৰ ৰুমাল ধোৱা চাবোনখিনি বাচি গ'ল। [বাণীৰ হাঁহি উঠি যায]

ৰহমান : ইস্! সাউৎকৈ চকুপানী, সাউৎকৈ হাঁহি! শুন। আজিৰ পৰা— মই টিউচন কৰিবলৈ অহাৰ দিনা— বুধবাৰ, শুকুৰবাৰ আৰু শনিবাৰে, এনেকুৱা সময়ত যদি বাইদেৱেৰ ক'ৰবালৈ যাবলৈ ওলায, তেনেহ'লে কেই বজাত আহিব, আহি পঢ়া-শুনা কৰিবহি নে নকৰে, মই আহিলে তই মোক কি কি ক'ব লাগিব, এইবোৰ চব কাগজত লিখি থৈ দিবি, আৰু মই আহিলেই কাগজখন মোক দি দিবি। মই তোক পেঘেনিযাই পেঘেনিযাই সুধি থাকিব নোৱাৰোঁ। শুনিলি নহয়?

বাণী : মই চব মনত ৰাখি মুখেৰে ক'ম। লিখিব নোৱাৰোঁ।

ৰহমান : কিয?

বাণী : লিখিব জানিলেহে লিখিম।

ৰহমান : [আচৰিত হৈ] কি? [চাই থাকি] তই লিখিব নাজান?

বাণী : নাজানো।

ৰহমান : পঢ়িব?

বাণী : নাজানো।

ৰহমান : [আৰু বেছি আচৰিত হৈ] তই লিখিব-পঢ়িব নাজান? [ৰৈ] হাঁ?

বাণী : ক'লোঁৱেই দেখোন নাজানো বুলি।

ৰহমান : হায হায হায় হায়। [অস্থিৰভাৱে খোজ চলায] তই লিখিব-পঢ়িব নাজান? হায় হায হায হায়। তই কেনেকৈ নজনাকৈ থাকিলি? ছি ছি ছি ছি। তই ক'ত ডাঙৰ হৈছিলি?

বাণী : গাঁৱত।

ৰহমান : ক'ৰ গাঁৱত? কি নাম গাঁৱৰ?

বাণী : চলচলি।

ৰহমান : চলচলি গাঁৱত স্কুল আছিল নে নাছিল?

বাণী : আছিল।

ৰহমান : তেনেহ'লে? স্কুল নপঢ়িলি কিয়?

বাণী : স্কুলত নাম লগাই নিদিলে মই নিজে নিজে স্কুললৈ যাব পাৰোঁ নেকি?

ৰহমান : দেউতাৰহঁতে কি কৰিছিল?

বাণী : দেউতা মই সৰু হৈ থাকোঁতেই মৰিল। মাও মৰিল। আগদিনা মা মৰিছিল, পিছদিনা দেউতা মৰিছিল।

ৰহমান : [সুৰ সলনি কৰি, লাহেকৈ] কেনেকৈ? কি হৈছিল?
বাণী : হাইজা বেমাৰত মৰিল। গাঁৱত বোলে হাইজা লাগিছিল।
ৰহমান : ককাযেৰক মাতচোন।
বাণী : [পাছফালে দুৱাৰৰ ওচৰলৈ গৈ] দাদা। অ' দাদা।
গগন : [বাহিৰত] কি হ'ল?
বাণী : তোক মাতিছে।
গগন : কোনে?
বাণী : [ৰহমানলৈ চাই আকৌ বাহিৰলৈ চায] আহচোন।
ৰহমান : খুৰা, খুৰাই মাতিছে বুলি ক'। মোক কি বুলি মাতিব লাগে, ইমানদিনে সেইটোও কোনেও শিকাই নিদিলে। [গগন আহে] তুমি কিবা কাম কৰি আছা?
গগন : এই পাগঘৰৰ লাইট এটা নজ্বলা হৈছে, তাকে চাইছোঁ।
ৰহমান : হেৰি নহয় গগন, তোমালোকৰ মাৰা-দেউতাৰা হ'বলা তোমালোক সৰু হৈ থাকোঁতেই ঢুকাল?
গগন : হয়।
ৰহমান : তাৰ পিছত?
গগন : কেইবছৰমান খুৰাহঁতৰ লগতে আছিলোঁ। পিছত বেযা লাগিল, গুচি আহিলোঁ।
ৰহমান : কিয় বেযা লাগিল?
গগন : এ সিহঁতে আমাক বৰ কষ্ট দিলে। মোৰ তলৰ ভাই এটা আছিল। এবাৰ তাৰ জ্বৰ হ'ল। সিহঁতে তাৰ ঔষধ-পাতি, ডাক্তৰ একোৰে নামেই নল'লে। সি মৰি থাকিল। পোন্ধৰ দিনমানৰ পিছত এইক লৈ গুচি আহিলোঁ।
ৰহমান : টাউনলৈ?
গগন : হয়। প্ৰথমতে তাইক মাদ্ৰাজী মানুহ এঘৰত থৈ মই গেৰেজ এটাত কাম কৰিছিলোঁ। এদিন আমাৰ ছাৰৰ লগত চিনাকি হ'ল। ছাৰে আমাৰ দুইটাকে ইযালৈ লৈ আহিল। ছাৰে মোক ড্ৰাইভিং স্কুললৈ পঠালে, লাইচেন্স কৰাই দিলে, তাৰ পিছত আছোঁ আৰু ইযাতে।
ৰহমান : ইযাত কেই বছৰ হ'ল?
গগন : পাঁচ— চাৰে পাঁচ বছৰ হ'ল।
ৰহমান : তুমি লিখা-পঢ়া জানানে?
গগন : নাই। নিজৰ নামটো লিখিব পাৰোঁ।
ৰহমান : আৰু তাই হ'বলা সেইটোও নোৱাৰে? বৰ বেযা কথা। এইটো কথাত মই বৰ দুখ পাইছোঁ গগন। চৌধুৰী ছাৰ ইমান ডাঙৰ, গুণী-জ্ঞানী মানুহ, গোটেই দেশখনকে ছাৰে পঢ়া-শুনাৰ কথা কৈ থাকে, অথচ ঘৰতে দুটাকৈ লিখিব-পঢ়িব নজনা মানুহ—।
গগন : ছাৰে আৰু কিটো কৰিব? সৰুতে স্কুললৈ যাবলৈ সুবিধা নাপালোঁ, সেইটো আমাৰ কপালৰহে দোষ।
ৰহমান : [ধমক] হেইট। কপালৰহে দোষ! এই চাৰে পাঁচ বছৰে, ছাৰে এটা, বাইদেৱে এটা, দুযো মিলি দিনে দুটাকৈ আখৰ শিকোৱা হ'লেও আজি তাই খবৰ কাগজখন পঢ়িব পৰা হ'লহেঁতেন বুইছা? ঠিক আছে। এই কথাই কথা নহয। আজিৰ পৰা মই এইক অ-আ ক-খ শিকাম।

আজিৰ পৰা মানে এতিয়াৰ পৰাই। [বাণীক] অ'ই, তই যাচোন, মই যে বাইদেৱেৰক পঠাওঁ, সেইখন মেজতে তিনিখন বহী আছে। তাৰে ৰঙা চামৰাৰ বহীখন লৈ আহগৈ যা। ওচৰতে পেঞ্চিল এডাল আছে, সেইডালো লৈ আহিবি। [বাণী যায়]

গগন : তাইনো ক'ত লিখা-পঢ়া কৰিবলৈ সময় পাব?

ৰহমান : কিয় নাপাব? পাচলি কুটি থাকোঁতে, ঘৰ সাৰি থাকোঁতে, কাপোৰ থুকুচি থাকোঁতে, চৌকাৰ ওপৰত কেৰাহীত আঞ্জা লৰাই থাকোঁতে মুখেৰে বাৰে-বিংকৰা গান গাই থকাৰ সলনি ক-খ গ-ঘ গাই থাকিব নোৱাৰিব? ভাতগৰাহ চোবাই থাকোঁতে কাঁহীখনতে আঙুলিৰে অ-আ লিখিব নোৱাৰিব? কামৰ চেপে চেপে ঢেৰ সময় সোমাই থাকে বুইছা? [বাণীয়ে বহী আৰু পেঞ্চিল লৈ আহে]

ৰহমান : দে। [বহী-পেঞ্চিল লয়। বহীখন মেলি চায়] এইখনৰ এই দুটা পাততহে কিবা আঁক-বাঁক কৰিছিলোঁ। [দুটা পাত ফালি পেলায়] বাচ। এইখন তোৰ বহী হ'ল বুইছ? এইখনত মই তোক লিখিবলৈ শিকাম, আৰু তই ৰাতি, ৰাতিপুৱা, যেতিয়াই সময় পাব, ককাযেৰক লিখিবলৈ শিকাবি।

গগন : এ— হ'ল আৰু!

ৰহমান : কি হ'ল আৰু? কোৱা, 'এ এতিয়া বুঢ়া শালিকাই কি মাতডাল ল'ব।'— সেইটোহে ক'বা? সেই আওপুৰণি গেলা কথাষাৰকে কওঁ কওঁ লাগি থাকে? [সুৰ সলাই] বাইদেৱেৰা তোমাতকৈ বয়সত ডাঙৰ হয় নে নহয়?

গগন : হয়।

ৰহমান : এই বয়সত তেওঁৰ কাৰণে ছাৰে দুটাকৈ মাষ্টৰ ৰাখিছে নে নাই?

গগন : এ সেইবোৰ হ'ল একেবাৰে ওপৰৰ— হাই ক্লাছ কথা।

ৰহমান : হওক দিয়া। সিফালে হাই ক্লাছটো চলি থাকক, আমি ইয়াত ল' ক্লাছটোকে আৰম্ভ কৰোঁ। যোৱা তুমি তোমাৰ কাম কৰাগৈ। [বাণীক] তই এইফালে আহ। এইখিনিত থিয় হ।
[গগন যায়। বাণী ৰহমানৰ পাছফালে থিয় হয়।]

ৰহমান : [বহীৰ পাত লুটিয়াই 'অ' আখৰটো লিখি] নামটো ল'লি বাণী! সৰস্বতী! ইফালে অ'টোও লিখিবলৈ নিশিকিলি! বাণী মানে কি জানিছিলি নে নাজানিছিলি?

বাণী : মোৰ লগৰ ছোৱালীবিলাকে কৈছিল, মই জন্ম হোৱাৰ আগতে মাই বোলে ঢেঁকীত খুব ধান বানিছিল, সেই কাৰণে মোৰ নাম বাণী হ'ল।

ৰহমান : মূৰ্খ। [চাই থাকে] যি হ'ল হ'ল বাৰু, এতিয়া এইফালে চা। এইটো হ'ল অ। অ। চাওঁ, সেই মেগেজিনখন দেচোন। [বাণীয়ে মেগেজিনখন আনি দিয়ে, ৰহমানে সেইখনৰ গাদীৰে (স্কেলৰ নিচিনাকৈ) বহীখনত আঁচ টানে। মুখেৰে কৈ থাকে—]
অলপমান বুলিয়ে কব, অপইতা বুলিয়ে কব, অ-অ— সেই অ বুজিছ। [সুৰ সলাই] পৰহিলৈ তোলৈ মই স্কেল, ৰবৰ, পেঞ্চিল চব লৈ আহিম ৰ'বি। এই দুদিন পাগঘৰত দীঘল নালৰ হেতা-খন্তি যি আছে তাৰে এনেকৈ আঁচ পাৰি ল'বি, তাৰ পিছত— [কলিং বে'ল বাজে।]

ৰহমান : কোনোবা আহিছে যা।
[বাণীয়ে দুৱাৰ খুলি দিয়ে। সুবৰ্ণ আৰু পাছে পাছে জগত সোমাই আহে।]

সুবৰ্ণ : আপুনি কেতিয়াবাই আহিল নেকি ছাৰ?

ৰহমান : মই কাঁটাই কাঁটাই চাৰে ছয় বজাতে আহিছিলোঁ।

সুবৰ্ণ : আই এম ছ'ৰী ছাৰ। [বাণী ভিতৰলৈ যাব খোজে]

ৰহমান : অ'ই শুন। এযা যে মই তিনিটা অ লিখি দিলোঁ, তই ঠিক এনেকৈ আঁচ পাৰি গোটেই পাতটোত, তাৰ পিছত এইটো পাততো যিমান ধৰে সিমান অ লিখিবি। পৰহিলৈ মই চামহি। যা [বাণীয়ে বহী, পেঞ্চিল লৈ সোমাই যায।]
অ'ই শুন শুন শুন। [বাণী উভতি আহে] চাওঁ বহীখন। [বহীখন লৈ পাত মেলি লিখে] দুটা পাতত 'অ'টো লিখি শেষ হ'লে এই পাতটোত এইটো লিখিবি— আ - আ -। আমাৰ। আলু। আ - আ। অ আখৰটোৰেই— খালী এইডাল লগাই দিবি। দুদিনত দুটা আখৰ। পাৰিবি যা। [বাণী যায]

সুবৰ্ণ : এইবোৰ আকৌ কি? [জগতক] আপুনি বহক মজুমদাৰ।

জগত : বহিম জানো? মই যাওঁৰেই নহ'লে। আপোনাৰ ক্লাছো আছে—।

সুবৰ্ণ : বহকচোন। চাহ একাপ খাই যাওক। [ৰহমানক] আজি ক্লাছ কৰিম জানো ছাৰ? মোৰ দেখোন ভাগৰেই লাগিছে।

ৰহমান : এতিয়া আৰু কি ক্লাছ আৰম্ভ কৰিবা? বে'ল পৰিবৰ হ'লেই। [হাঁহে]

সুবৰ্ণ : মানে ছাৰ এখেতক আজি আমাৰ অফিচলৈ মাতি পঠাইছিলোঁ। এছিষ্টেণ্ট দুজনৰ লগ্ লগাই দিলোঁ। কিছুমান কথা এখেতেও তেওঁলোকৰ পৰা বুজি ল'লে, কিছুমান কথা তেওঁলোকেও এখেতৰ পৰা জানি ল'লে, সেইবোৰ কৰোঁতেই দেৰি হৈ গ'ল। আৰু এখেতৰ এটা ভাল খবৰ আছে।

ৰহমান : কি ভাল খবৰ?

সুবৰ্ণ : আমাৰ কোম্পানীয়ে এখেতক আমাৰ অফিচতে চাকৰি এটা দিব খুজিছে।

ৰহমান : হয নেকি? এইটোতো সঁচাকৈয়ে বঢিয়া খবৰ। এখেতে সেইটো অফিচতে চাকৰি কৰিলে তোমাক ঘৰত টিউচন কৰিবই নালাগিব যেন পাইছোঁ।

সুবৰ্ণ : জানো। কিন্তু অফিচৰ কাৰবাৰবোৰ যেনেকুৱা দেখিছোঁ, মই ঘৰত টিউচনৰ ক্লাছ যিমান কৰিব পাৰিম, তাতকৈ বেছি ক্ষতিহে কৰিব লাগিব যেন পাইছোঁ। খালী মিটিঙেই মিটিং দেখোন। ইয়াত মিটিং, নামৰূপত মিটিং, কলিকতাত মিটিং— ঘূৰিযেই ফুৰিব লাগিব যেন পাইছোঁ। আপোনাৰ ক্লাছ—

ৰহমান : মোৰ ক্লাছৰ কাৰণে চিন্তা নকৰিবা। মই যি দেখিছোঁ, তোমাৰ কোম্পানীৰ কাম চলাবলৈ যিটো ভাষা দৰকাৰ, সেইটো ভাষা তুমি মোতকৈ ভালকৈহে জানা। সেই কাৰণে মোৰ ক্লাছটোৰ কাৰণে চিন্তা নকৰিবা। দেখিলাই নহয, মই মোৰ কাম উলিযাই লৈছিলোঁৰেই।

সুবৰ্ণ : তাকে সুধিব খুজিছিলোঁ। আপুনি কি কৰি আছিল তাইৰ লগত?

ৰহমান : তাইক আজিৰ পৰা অ-আ, ক-খ লিখিবলৈ শিকোৱা আৰম্ভ কৰিছোঁ।

সুবৰ্ণ : হঠাতে সেইটো কামত কিয় ধৰিলে?

ৰহমান : দেখাই-শুনাই চকুত লগা, ইমানজনী ছোৱালী, তাই লিখিব-পঢিব নাজানে বুলি জানি বৰ বেযা লাগিল বুইছা। কুলি চৰাই এটা বোবা বুলি শুনিলে যেনেকুৱা লাগে, তেনেকুৱা লাগিল।

সুবৰ্ণ : কিন্তু এইবোৰ কথা আমাৰ লগত আলোচনা কৰিহে কৰিব লাগে, নহয জানো?

ৰহমান : [আচৰিত] কিন্তু তোমাৰ লোকচান কৰিতো মই একো নকৰোঁ। তুমি যেতিয়া ক্লাছ খতি

কৰিবা, তেতিয়াহে মই তাইক পঢ়াম।

সুবৰ্ণ : কিন্তু তাইৰ কাম থাকে নহয়। সেইবোৰ কৰিবলৈ তাই সময় ক'ত পাব?

ৰহমান : মই তোমালোকৰ কোনো কাম পৰি থাকিবলৈ নিদিওঁ নহয়। ইমানদিনে জানো মই দেখি থকা নাই— তাইৰ কাম কিমান,— সময় কিমান?

সুবৰ্ণ : তথাপি সেইবোৰ কথা আপুনি আমাৰ লগত পাতি ল'ব লাগে।

ৰহমান : [অলপ টান মাতেৰে] তাইক অ-আ ক-খ কেইটা শিকাবলৈও মই তোমালোকৰ পাৰ্মিছন ল'ব লাগিব নেকি?

সুবৰ্ণ : কিন্তু মই যদি আপোনাৰ ক্লাছ নলওঁ বুলি ঠিক কৰোঁ, তেনেহ'লে অকল তাইক পঢ়াবলৈ এখেতেতো আপোনাক নাৰাখিবও পাৰে।

ৰহমান : ছাৰেতো কৈছেই, তোমাক পঢ়োৱা শেষ হ'লে মই তেখেতৰ ৰচনাৱলীৰ কাম কৰিব লাগিব।

সুবৰ্ণ : কি ৰচনাৱলী?

ৰহমান : তেখেতে যে তেখেতৰ এটাইবোৰ ৰচনা গোটাই দহটা খণ্ড কৰি কলম্বিয়া প্ৰেছক দিব খুজিছে, মোক সেইটো কামত সহায় কৰিবলৈ কৈছে। পাৰিলে সদায় আহিবলৈ কৈছে আৰু মই আহিম বুলিও কৈছোঁ।

সুবৰ্ণ : আহক, সদায় আহক, থাকে যদি ৰাতিও ইয়াতে থাকক, কিন্তু [ভিতৰলৈ দেখুৱাই] এইবোৰক লাই দি মূৰত তুলি লোৱাৰ নিচিনা কাম নকৰিব।

ৰহমান : হয় নেকি? ঠিক আছে বাৰু। এই বিষয়ে মই তোমাৰ লগত পিছত কথা পাতিম। এখেত মজুমদাৰো তোমাৰ শিক্ষক, এখেতৰ আগত কথাবোৰ শুনি তুমি ভাল নাপাবা। মই আহোঁ।

জগত : মই থকাৰ কাৰণে যদি কিবা অসুবিধা হৈছে—

সুবৰ্ণ : নাই হোৱা। একো অসুবিধা হোৱা নাই। আপুনি বহক। [ৰহমানক] আপুনি কি কয় এখেতৰ আগতে ক'ব পাৰে।

ৰহমান : হয় নেকি? তেনেহ'লে এটা কথা সোধোঁ। তুমি যে তাই অ-আ ক-খ কেইটা লিখিব-পঢ়িবলৈ শিকিলে লাই পাই মূৰত উঠাৰ কথা ক'লা, তুমি ইমান পঢ়া-শুনা কৰি কাৰ মূৰৰ ওপৰত উঠি আছা? যদি কাৰোবাৰ মূৰৰ ওপৰত উঠি আছা তেনেহ'লে পঢ়া-শুনা কাক কয়— নাজানা কাৰণেহে উঠি আছা। তুমি যে সেইষাৰ কথা ক'ব পাৰিলা, তাৰ পৰা বুজিলোঁ তুমি আজিও পঢ়া-শুনা কৰাৰ যোগ্যতাই অৰ্জন কৰা নাই।

সুবৰ্ণ : [খঙত] আপুনি, আপুনি ইমান টান টান কথা কৈছে? এইখন ঘৰত সোমাই, এইখন ঘৰত থিয় হৈ আপুনি মোক—

ৰহমান : যদি মোক এইখন ঘৰত সোমাবলৈ বন্ধ কৰি দিয়া হয়, তেনেহ'লে বেলেগ কথা। কিন্তু যদি আহি থাকিবলৈ পাওঁ, তেনেহ'লে সেই ছোৱালীজনীক মই পঢ়ামেই। তুমি মোক বাধা দিব নোৱাৰিবা। আৰু তোমাৰ যিটো মনৰ মই পৰিচয় পালোঁ, সেই মনৰ মানুহ এজনীক সন্মুখত ছাত্ৰী হিচাপে লৈ বহি থাকিবলৈ নাপালে মই ভাল পাম।

জগত : মই মাজতে মাত দিবলৈ বাধ্য হ'লোঁ ৰহমান। মানুহ কিবা কথাত উত্তেজিত হ'ব পাৰে, মানুহৰ খং উঠিব পাৰে, কিন্তু সেইবুলি এগৰাকী ভদ্ৰমহিলাক এজন শিক্ষকে এনেকুৱা ভাষাৰে কথা নকয় নেকি।

ৰহমান : আপুনি হিচাবৰ মানুহ, হিচাব-পাতিবোৰ ঠিককৈ কৰি, ভাষাৰ কথাবোৰ মোলৈ এৰি দিয়াই

ভাল হ'ব নেকি? [উচাট মাৰি গুচি যায]

জগত : শুনকচোন। [ৰহমান যোৱাৰ ফালে চাই ৰৈ থাকে। তললৈ চাই ভাবে। দুখোজমান ইফাল-সিফাল কৰে। ইতিমধ্যে সুৱৰ্ণ বহে। তেওঁ উত্তেজিত হৈ থাকে।]
এই মানুহজনে ইমান কম দিনৰ ভিতৰতে ইমান বেছি প্ৰশ্ৰয় পালে কেনেকৈ? মইতো আপোনাক তুমি বুলি মাতিবলৈ এতিয়াও সাহ কৰা নাই। আৰু আপুনি মোক সেই সাহস দিয়াও নাই। কিন্তু এই মানুহজনে—?

সুৱৰ্ণ : [টান মাতেৰে] তেওঁ নিজেই সেইখিনি লাইচেন্স লৈছে। খুজি লৈছে। আৰু প্ৰশ্ৰয় নিশ্চয় আমাৰ এখেতে দিছে! [অলপ ৰৈ] বন্ধ হ'ব লাগিব। এইবোৰ চব বন্ধ হ'ব লাগিব। বন্ধ কৰিব লাগিব।
[ডাঙৰকৈ] বাণী! অ'ই বাণী!

জগত : ছোৱালীজনীক পঢ়াবলৈ মানুহজনৰ ইমান আগ্ৰহ কিয, আপুনি জানেনে?

সুৱৰ্ণ : কিয?

জগত : মই ক'ম আপোনাক। [বাণী আহে]

সুৱৰ্ণ : দুকাপ চাহ আন। আৰু এতিয়া যে ইযাৰ পৰা বহী নে কিবা এখন লৈ গৈছিলি, সেইখনো লৈ আহ।
[অন্ধকাৰ]

# দৃশ্য : ৬

## মঞ্চ : ২

[এখন ডাঙৰ সভাৰ মঞ্চ। ধুনীয়াকৈ সজোৱা আছে। পাছফালে এখন বেনাৰত লিখা আছে— বিশ্ববন্ধু সন্মান প্ৰদান অনুষ্ঠান। (দ্বিতীয শাৰীত) ৰাষ্ট্ৰীয় বিশ্ববন্ধু পৰিষদ (অলপ সৰু আখৰেৰে)। মঞ্চত চৌধুৰী, গৱৰ্ণৰ আৰু সভাপতি বহি আছে। [সকলোৰে বুকুত ডাঙৰ ডাঙৰ বেজ।] পৰিষদৰ সচিবে মাইক্ৰ'ফোনৰ সন্মুখত কথা কৈ আছে। চৌধুৰীৰ সন্মুখত ফুলৰ থোপা আৰু মালা। (সেযা তেওঁক দিয়া হৈছিল।) আঁৰকাপোৰ উঠাৰ লগে লগে দৰ্শকৰ হাত চাপৰি। অলপ পিছত সচিবে এখন প্ৰশস্তিপত্ৰ (বন্ধোৱা) পাঠ কৰে]

সচিব : ডক্টৰ চৌধুৰী ডাঙৰীয়াৰ চিন্তা, কৰ্ম আৰু সাধনাৰ ফল অকল মানৱ সমাজৰেই নহয, সমগ্ৰ প্ৰাণী সমাজ আৰু প্ৰকৃতিৰ কল্যাণ সাধনৰ ক্ষেত্ৰলৈ এক প্ৰমূল্য বৰঙণি বুলি পৰিগণিত হৈছে। তেখেতৰ বিচাৰধাৰা আৰু দৰ্শনে সামাজিক আৰু বৌদ্ধিক জগতত দিগদৰ্শকৰ ভূমিকা পালন কৰিছে। তেখেতৰ সমগ্ৰ কৰ্মৰাজিৰ প্ৰতি শ্ৰদ্ধা হিচাপে ৰাষ্ট্ৰীয় বিশ্ববন্ধু পৰিষদে তেখেতলৈ চতুৰ্দশ বিশ্ববন্ধু সন্মান আগবঢ়াইছে। লগতে পৰিষদে তেখেতৰ সুদীৰ্ঘ কৰ্মময জীৱন কামনা কৰিছে। (পঢ়া শেষ হ'ল) এতিয়া বিশ্ববন্ধু পৰিষদৰ হৈ মুখ্য ন্যাযাধীশ শ্ৰীশিৱানন্দ ত্ৰিপাঠী ডাঙৰীয়াক এই প্ৰশস্তিপত্ৰখন শ্ৰীচৌধুৰী ডাঙৰীয়াক অৰ্পণ কৰিবলৈ অনুৰোধ জনালোঁ।
[মুখ্য ন্যাযাধীশ থিয হয। চৌধুৰীও উঠি আহে। মুখ্য ন্যায়াধীশে সচিবৰ হাতৰ পৰা প্ৰশস্তিপত্ৰখন লৈ চৌধুৰীক দিযে। দৰ্শকৰ হাত চাপৰি। মুখ্য ন্যায়াধীশে চৌধুৰীক নমস্কাৰ

কৰে। চৌধুৰীযে প্ৰশস্তিপত্ৰখন দাঙি নমস্কাৰ গ্ৰহণ কৰে আৰু দৰ্শকসকলৰ ফালে চাই মূৰ দোঁৱায। মুখ্য ন্যাযাধীশ নিজৰ আসনলৈ উভতি আহে।]

এতিয়া মই ৰাজ্যপাল শ্ৰীজগদীশ আচাৰ্য ডাঙৰীয়াক বিশ্ববন্ধু সন্মান হিচাপে আগবঢোৱা এখনি উত্তৰীয আৰু এক লাখ টকাৰ চেকখন শ্ৰীচৌধুৰী ডাঙৰীযাক অৰ্পণ কৰিবলৈ অনুৰোধ কৰিলোঁ।

[ৰাজ্যপাল উঠি আহে। তেখেতে সচিবে আগবঢ়াই দিয়া চাদৰখন চৌধুৰীৰ ডিঙিত পিন্ধাই দিযে। টিভি কেমেৰা চলে। দৰ্শক আৰু মঞ্চত থকাসকলৰ হাত চাপৰি। তাৰ পিছত সচিবৰ হাতৰ পৰা লৈ ৰাজ্যপালে লেফাফা এটা চৌধুৰীক দিযে। চৌধুৰীক ৰাজ্যপালে প্ৰণাম কৰে। চৌধুৰীযে ৰাজ্যপালক নমস্কাৰ কৰি দৰ্শকক নমস্কাৰ কৰে। তাৰ পিছত তেওঁ মাইক্ৰ'ফোনৰ ওচৰলৈ আহে। অলপ পিছত দৰ্শকৰ হাত চাপৰি বন্ধ হয।]

চৌধুৰী : শ্ৰদ্ধেয় আচাৰ্য, শ্ৰদ্ধেয ত্ৰিপাঠী, বিশ্ববন্ধু পৰিষদৰ সভাপতি, সচিব আৰু অন্যান্য বিষযববীয়াসকল আৰু সমবেত সুধীবৃন্দ [চকুপানী মচে]— এয়া মোৰ আনন্দৰ চকুপানী। জীৱনৰ শেষ মুহূৰ্তলৈকে যাতে এনেকুৱা চকুপানীৰে মোৰ চকু তিযাই ৰাখিব পাৰোঁ তাৰ বাবেই মই সৰ্বশক্তিৰে চেষ্টা কৰি থাকিম।

[হাত চাপৰি। হাত চাপৰি চলি থাকে। পোহৰ কমি আহে। আঁৰ কাপোৰ নামি আহে। হাত চাপৰিৰ শব্দ শেষ হোৱাৰ পিছত প্ৰথম মঞ্চৰ আঁৰকাপোৰ উঠে।]

# দৃশ্য : ৭

## মঞ্চ : ১

[চৌধুৰীৰ ঘৰৰ বহা কোঠালি। ৰাতি ছোফা এখনত বহি ৰহমানে কিতাপ এখনৰ পৃষ্ঠাৰ মাজত কাগজৰ টুকুৰা সুমুৱাই চিন দিছে। ওচৰত এজাপ কিতাপ। অলপ দূৰত থিয় হৈ বাণীযে কিবা লিখি আছে।]

ৰহমান : হ'ল?
বাণী : হ'ল।
ৰহমান : কি লিখিলি?
বাণী : ক'ম। ক-ম, ক'ম।
ৰহমান : তাৰ আগতে?
বাণী : গ-ৰ-ম— গৰম।
ৰহমান : এতিয়া এটাইকেইটা শব্দ পঢ়চোন।
বাণী : গছৰ তলত গৰম কম।
ৰহমান : এতিয়া লিখ, আমাৰ —। আমাৰ লিখিব পাৰিবি? মত আ-কাৰে মা? পাৰিবি?
বাণী : ম-ত আ-কাৰ?
ৰহমান : ওঁ? [বাণীয়ে লিখি চায]
বাণী : পাৰিম।
ৰহমান : লিখ তেনেহ'লে। আমাৰ—। [হঠাতে] অ' ৰ'বি। ভোক বাইদেৱেৰে যি যি কৰিবলৈ কৈ গৈছিল, চব কৰিলি?

বাণী : কৰিলোঁ।
ৰহমান : কি কি কৰিলি?
বাণী : চব কৰিলোঁ। দাইল, তৰকাৰী, শুকান ভাজি, মাছৰ জোল, ছাৰৰ কাৰণে ভাত— চব বনালোঁ। তিয়ঁহ আৰু গাজৰৰ চালাদ, নেমু— চব কাটি থৈছোঁ।
ৰহমান : ছাৰৰ কাৰণে ভাত বুলি ক'লি যে?
বাণী : বাইদেৱে ৰাতি ভাত নাখায।
ৰহমান : কি খায?
বাণী : ৰুটী খায়। খাবৰ সময়ত গৰমে গৰমে কৰি দিব লাগিব।
ৰহমান : তই যে এতিয়াই চব ৰান্ধি থ'লি, ঠাণ্ডা হৈ নাযাব?
বাণী : চব হট কে'ছত ভৰাই থৈছোঁ।
ৰহমান : [উঠে] চাওঁ, এইফালে আহ। [বাণী আগলৈ আহে] তই মোক এটা সঁচা কথা ক'। মই যে তোক পঢ়াম, সেই কাৰণে তই কামবোৰ লৰালৰিকৈ সোপা মাৰি থৈ আহৰি হৈ ল'লি নেকি?
বাণী : ইস! কিয হ'ব।
ৰহমান : মুঠৰ ওপৰত মোক এইটো ক', তই ঘৰৰ কাম ঠিকমতে নকৰি এইবোৰ কাম কৰিছ বুলি বাইদেৱেৰে মোৰ আগতে তোৰ ওপৰত— তাৰ মানে মোৰ ওপৰত দমদমাব নেকি?
বাণী : কিয দমদমাব? মইতো চব ঠিকমতে কৰিছোঁৱেই!
ৰহমান : ৰান্ধোঁতে যে কামত লগাইছিলি বাচনবোৰ, হেতা, চামুচ, কটাৰী,— চব ধুলি?
বাণী : ধুলোঁ।
ৰহমান : শুকানকৈ মচিলি?
বাণী : মচিলোঁ।
ৰহমান : যিটো বস্তু য'ত থ'ব লাগে থ'লি?
বাণী : থ'লোঁ। [দূৰত গাড়ীৰ শব্দ হয। হৰ্ণ বাজে।]
ৰহমান : গেছৰ চৌকাটো মচিলি?
বাণী : মচিলোঁ।
ৰহমান : ক'ৰবাত দাইলৰ ছিটিকনি পৰি আছে নেকি?
বাণী : নাই।
ৰহমান : পাগঘৰটো সাৰিলি?
বাণী : সাৰিলোঁ।
ৰহমান : চুক-কোণ, মিটছে'ফৰ তল— চব ভালকৈ সাৰিছ?
বাণী : [ডাঙৰকৈ] সাৰিছোঁ।
ৰহমান : ক'ৰবাত পিয়াঁজৰ বাকলি চেপেটা লাগি—?
বাণী : উ-স্! সাৰিছোঁ নহয ভালকৈ!
ৰহমান : ঠিক আছে সাৰিছ যদি। কিন্তু মোৰ কাণত পৰাকৈ বাইদেৱেৰে যদি তোৰ কিবা দোষ উলিযায, তেনেহ'লে চাবি। লিখ এতিয়া। কি কৈছিলোঁ? ওঁ লিখ। আমাৰ ঘৰত। আ মা ৰ ঘ ৰ ত।
[বে'ল বাজে। বাণীয়ে দুৱাৰ খুলি দিযে। চৌধুৰীয়ে হাতত ফুলৰ থোপা আৰু মালা লৈ হাঁহি হাঁহি সোমাই আহে। তেওঁৰ ডিঙিত পাটৰ চাদৰখন।]

চৌধুৰী : [উৎফুল্ল] কি কৰিছা বৰুৱা? তোমাৰ ইউনিভাৰছিটীৰ ক্লাছ চলি আছে নেকি? এওঁ ক'ত আছে? সুবৰ্ণ! আহিল নে এওঁ?

বাণী : নাই অহা।

চৌধুৰী : [অলপ হতাশ] হয নেকি? [বাণীক] ল'চোন, এইখিনি ল। সৌখিনিত ভালকৈ থৈ দে। সোমালেই যাতে এওঁৰ চকুত পৰে, তেনেকৈ থ। [ৰহমানক] বৰ ডাঙৰ মিটিং হৈছিল বুজিছা? মিটিঙলৈ মাতি নি মুখৰ আগত সকলোৱেতো প্ৰশংসাই কৰে! বহুতেইতো বহুত কথা কয! কিন্তু এওঁলোকৰ কথাবোৰ বেলেগ বুইছা। মোৰ কথা এনেকৈ বিচাৰ কৰা মানুহ আছে বুলি মই ভবাই নাছিলোঁ। তেওঁলোকে চাইটেচন (citation) খনত যিখিনি কথা লিখিছে, [বাহিৰলৈ দেখুৱাই] এওঁ গগনে লৈ আহিব ৰ'বা। তুমি পঢ়ি চাবা। মোৰ চকুপানী ওলাই গ'ল বুইছা। এবাৰ ভাবিলোঁ, তেওঁলোকে কথাবোৰ বঢ়াই বঢ়াই কৈছে নেকি!

ৰহমান : বঢ়াই নাই কোৱা। কমাযেই কৈছে।

চৌধুৰী : তুমি আকৌ সেইটো কি কথা ক'লা? তুমি কেনেকৈ জানিলা?

ৰহমান : মই টেলিভিছনত প্ৰগ্ৰেমটো চাইছিলোঁ।

চৌধুৰী : হয নেকি? তুমি শুনিলা কথাবোৰ?

ৰহমান : শুনিলোঁ।

চৌধুৰী : ঠিক সেই সময়তে মই বাৰে বাৰে ভাবিছিলোঁ, মিটিংখনত— একেবাৰে আগৰ শাৰীতে আমাৰ এওঁ থাকিব লাগিছিল। মই মোৰ দুখৰ চকুপানীৰ ভাগ কাকো দিব নোখোজোঁ, কিন্তু সেই আনন্দৰ চকুপানী এওঁৰ লগত— তেতিযাই তাতে শ্বেয়াৰ (share) কৰিবলৈ পোৱা হ'লে— বৰ ভাল লাগিলহেঁতেন। ল'ৰাটোও যদি এওঁৰ কাষতে বহি থাকিলহেঁতেন, তেনেহ'লে আৰু ভাল লাগিলহেঁতেন। [ডিঙিৰ পৰা চাদৰখন আঁতৰাই ছোফাত থয] সি বাৰু দূৰত আছে কাৰণে উপায় নাই, কিন্তু এওঁৰনো আজিহে ইমান ডাঙৰ কামটো ওলাব পাযনে? চোৱাচোন কেনেকুৱা ভাগ্য!

ৰহমান : আজি অন্ততঃ তেওঁ সেইটো প্ৰগ্ৰেম বাদ দিব লাগিছিল।

চৌধুৰী : [লগে লগে] নহয নহয নহয। প্ৰথমতে মযো কথাটো তেনেকৈযে ভাবিছিলোঁ। কিন্তু পিছত গম পালোঁ, তেওঁৰ আজিৰ মনটো সঁচাকৈযে ডাঙৰ। অষ্ট্ৰেলিয়াৰ এটা বিৰাট কোম্পানীযে এওঁলোকৰ কোম্পানীৰ লগত এটা ডাঙৰ লেনদেন কৰিব খুজিছে। বহু মিলিয়ন ডলাৰৰ কাৰবাৰ বুইছা। সেই কোম্পানীটোৰ দিল্লীৰ অফিচত যিগৰাকী মুৰব্বী বিষয়া থাকে, তেওঁ আহিছে। তেওঁ আকৌ তিৰোতা মানুহ, ইয়ালৈ এইবাৰেই প্ৰথম আহিছে। গতিকে আজিৰ ৰিচিপচনটোত সুবৰ্ণ উপস্থিত থকাটো বৰ জৰুৰী। উপস্থিত থকা মানে গোটেই আয়োজনটো এৱেঁই কৰিবলগীযা হৈছে। [গগন আহে। হাতত প্ৰশস্তিপত্ৰখন]
চাওঁ, সেইখন দেচোন। [প্ৰশস্তিপত্ৰখন লয়। ৰহমানক] এইখন চোৱা। ৰ'বা, গোটেইখন এতিযাই পঢ়িব নালাগে, — এতিযা — এইখিনি, — এইখিনি পঢ়া। [ৰহমানে পঢ়ে। চৌধুৰীযে গগনক কয়] হেৰি নহয় গগন, তই মিটিংখন চাবলৈ সুবিধা পালিনে?

গগন : পালোঁ ছাৰ। একেবাৰে শেষৰ পৰা এনেকৈ ডিঙি মেলি মেলি চাই আছিলোঁ। মোৰ লগতে আৰু তিনিটা ড্ৰাইভাৰ আছিল, আপুনি যে মোৰ ছাৰ, সেই কাৰণে সিহঁতে মোৰ পিঠিতে চপৰিযাই আছিল।

চৌধুৰী : হয় নেকি? এতিয়া তই সৌ তাইকো মিটিংখনৰ কথাবোৰ বুজাই ক'বি। [বাণীক] বুইছ বাণী, বৰ ডাঙৰ মিটিং হৈছিল। [বাহিৰৰ পৰা সুৰ্বণ আহে।]
অ' আহিলা তুমি? ৰ'বা ৰ'বা ৰ'বা। [লৰালৰিকৈ মালাডাল সুৰ্বণক পিন্ধাই দিয়ে] তাৰ পিছত— এয়া লোৱা। [ফুলৰ থোপাটো দিয়ে]

সুৰ্বণ : এঃ! কিনো কৰিছে।

চৌধুৰী : ৰ'বা ৰ'বা ৰ'বা। [চাদৰখন ডিঙিত পিন্ধাই দিয়ে] তাৰ পিছত এইখন পঢ়া। [ৰহমানৰ হাতৰ পৰা লৈ প্ৰশস্তিপত্ৰখন সুৰ্বণক দিয়ে।]

সুৰ্বণ : পঢ়িম বাৰু। থওকচোন এতিয়া। মোৰ বৰ ভাগৰ লাগিছে। [প্ৰশস্তিপত্ৰ আৰু ফুলৰ থোপাটো বাণীক ওভোতাই দিয়ে] সেই দুপৰীয়াৰে পৰা এক মিনিট সময় ৰে'ষ্ট পোৱা নাই। কিবা গেলেপা-গেলেপ লাগিছে। গাটো ধুই আহোঁ ৰ'ব।

চৌধুৰী : তোমালোকৰ ৰিচিপচন পাৰ্টী কেনেকুৱা হ'ল?

সুৰ্বণ : ভাল ভাল! খুব ভাল হ'ল। চীফ মিনিষ্টাৰ, কমাৰ্চ মিনিষ্টাৰ দুযোজন আহিছিল।

চৌধুৰী : হয নেকি? আমাৰ মিটিংখনো বৰ ভাল হৈছিল বুইছা? ক'ম যোৱা, তুমি গা ধুই আহাঁগৈ।
[সুৰ্বণ সোমাই যায। হঠাতে তেওঁ বাণীৰ বহী, পেঞ্চিল আদি দেখে। বৈ যায।]

সুৰ্বণ : এইবোৰ কি? এইবোৰ ইযাত আকৌ ওলাইছে কিয?

চৌধুৰী : কি?

সুৰ্বণ : [বহী, পেঞ্চিল দাঙি দেখুৱাই] এইবোৰ? [বাণীক] কোনে আনিছিল এইবোৰ ইযালৈ? [অলপ সময় নিস্তব্ধ। ইজনে-সিজনৰ মুখলৈ চায।]
[বাণীক] নক'ব কিয? কোনে আনিছিল?

ৰহমান : মই আনিবলৈ কৈছিলোঁ। মই তাইক পঢ়াইছিলোঁ।

সুৰ্বণ : মই এইবোৰ বন্ধ কৰিবলৈ কৈছিলোঁ নে নাই?

ৰহমান : সেইবোৰ কথা পিছত পাতিম বাৰু। এতিয়া তুমি গা-পা ধুই মুকলি হৈ আহি ছাৰৰ কথাখিনি শুনাহি।

সুৰ্বণ : সেইবোৰ যি কৰিব লাগে, মই কৰিম। কিন্তু মই যে এইবোৰ [বহীখন দেখুৱাই] বন্ধ কৰাৰ কথা কৈছিলোঁ, সেই কথাটোৰ কি হ'ল?

ৰহমান : মইতো তেতিযাই কৈছিলোঁ, যেতিযালৈকে মই এইখন ঘৰলৈ আহি থাকিম, তেতিযালৈকে তাইক মই পঢ়াযেই থাকিম! তাৰ পিছত মই ছাৰক সুধিলোঁ, মই এইখন ঘৰলৈ আহি থাকিম নে? ছাৰে ক'লে থাকিবা। গতিকে মই আহি আছোঁ, এযা [কিতাপবোৰ দেখুৱাই] ছাৰৰ ৰচনাবলীৰ কাম কৰি আছোঁ, আৰু তাইক পঢ়াই আছোঁ।

সুৰ্বণ : তাৰ মানে এইবোৰ চলিযেই আছে?

ৰহমান : সপ্তাহত তিনি দিনকৈ। সোম, বুধ আৰু শনিবাৰে।

সুৰ্বণ : মই এইবোৰৰ একো গম নাপাওঁ কিয?

ৰহমান : মই যেতিয়া চব সামৰি-সুতৰি ঘৰলৈ যাওঁ, তুমি তাৰ পিছত অফিচৰ পৰা আহা। সেই কাৰণেই হ'বলা।

সুৰ্বণ : তাতকৈ মই অহাৰ আগে-আগেই আপোনালোকে খেলখন সামৰে,— সেইবুলি কোৱাই ভাল! নহয় জানো? [বাণী আৰু গগনক] তহঁতে ইযাত কি কৰিছ? [বাণী ভিতৰলৈ আৰু

গগন ওচৰৰ কোঠালিটোলৈ সোমাই যায়।]

চৌধুৰী : তুমি এই সৰু কথাটোত এনেকৈ লাগি আছা কিয়?

সুৱৰ্ণ : মোৰ কাৰণে এইটো সৰু কথা নহয়।

ৰহমান : ছাৰ, আপুনি মোক এই মুহূৰ্তে খেদি দিয়ক, মই গুচি যাম। কিন্তু এওঁক এই কথাটো লৈ মোৰ লগত তৰ্ক কৰিবলৈ নিদিব। [সুৱৰ্ণক] মই খালী তোমাক এটা কথা সোধোঁ। মই এই ছোৱালীজনীক আখৰকেইটা লিখিবলৈ-পঢ়িবলৈ শিকোৱাটোক তুমি খেল বুলি কিয় ক'লা? [খং] টিউচন কৰাটোক খেল বুলি ধৰিবলৈ তোমাক কোনোবাই শিকাইছে নেকি? কোনে শিকাইছে?

সুৱৰ্ণ : [চৌধুৰীক] এই মানুহজনক এনেকৈ কথা কোৱাৰ সাহস কোনে দিছে?

চৌধুৰী : তুমি এতিয়া ভিতৰলৈ যোৱাচোন।

সুৱৰ্ণ : এই মানুহজনক ইয়ালৈ অহা বন্ধ কৰিবনে?

চৌধুৰী : এতিয়া তুমি মনে মনে—

সুৱৰ্ণ : [লগে লগে] বন্ধ কৰিবনে নকৰে সেইটো কওক।

চৌধুৰী : [আচৰিত] বাণীক পঢ়া-শুনা শিকাইছে, এইটো কথাত তুমি ইমান আপত্তি কৰিছা কিয়?

সুৱৰ্ণ : মোৰ ভাল লগা নাই, মই কথাটো ভাল পোৱা নাই, কাণ্ড-কাৰখানাবোৰ মই ভাল দেখা নাই, সেই কাৰণে আপত্তি কৰিছোঁ।

চৌধুৰী : তুমি কিবা জিদ ধৰাৰ নিচিনা কৰিছা।

সুৱৰ্ণ : অঁ, মই জিদ ধৰিছোঁ। আৰু এইখন ঘৰত মোৰ জিদ ৰক্ষা পৰিব লাগিব।

চৌধুৰী : বাৰু তুমি মোক এটা কথা কোৱা। তুমি এই মানুহজনক বেযা পাইছা নে, তেওঁ বাণীক পঢ়োৱা কথাটো বেযা পাইছা?

সুৱৰ্ণ : দুইটা।

চৌধুৰী : নহয় নহয়! তুমি কোনো যুক্তি নোহোৱা, অৰ্থ নোহোৱা জিদ ধৰিছা। তোমাৰ এই জিদৰ সন্মুখত সৈমান হোৱাটো মোৰ কাৰণে ভুল কাম হ'ব।

সুৱৰ্ণ : কি? তেনেহ'লে আপুনি মোৰ কথাৰ ওপৰত গুৰুত্ব নিদিযে?

চৌধুৰী : [উত্তেজিত] মই বাছি বাছি এই মানুহজনক মোৰ লগলৈ আনিছোঁ, কোনো কাৰণ নোহোৱাকৈ এওঁক মই আঁতৰাম কিয? আৰু তুমি যদি বাণীৰ পঢ়া-শুনা বন্ধ কৰিব খুজিছা, তেনেহ'লে এওঁক আঁতৰাই দিয়াৰ পিছতো মইতো সেই কাম বন্ধ হ'বলৈ নিদিম। তাইক মই পঢ়াম।

সুৱৰ্ণ : কি?

চৌধুৰী : তুমি যিদিনা প্ৰথম আপত্তি কৰিছিলা, তাৰ দুদিনৰ পিছতে এওঁ বৰুৱাই মোক সকলো কৈছিল। আৰু মই তেওঁক পৰিষ্কাৰকৈ কৈছিলোঁ, তুমি আহি থাকিবা, মোৰ ৰচনাৱলীৰ কাম কৰিবা আৰু বাণীক পঢ়াই থাকিবা। সেইটো মোৰ সিদ্ধান্ত আৰু সেই সিদ্ধান্তটো সলনি কৰাৰ মই কোনো কাৰণ বিচাৰি পোৱা নাই।

সুৱৰ্ণ : বাণীক আখৰ শিকাবলৈ এখেতৰ ইমান আগ্ৰহ কিয় সেইটো মই বুজিছিলোঁ, কিন্তু— এখেতে নপঢ়ালে আপুনি তাইক পঢ়াব, আপোনাৰ হঠাতে ইমান আগ্ৰহ হ'ল কিয়? আপোনাৰ কি ইণ্টাৰেষ্ট?

চৌধুৰী : মোৰ ইণ্টাৰেষ্ট হ'ল— এইখন ঘৰৰ মানুহ হিচাপে তোমাৰ যেনেকৈ ভৱিষ্যতটো ভাল হ'ব

লাগে, বাণীৰ ভৱিষ্যতটোও তেনেকৈ ভাল হ'ব লাগে। কিন্তু তাইৰ ভৱিষ্যৎ আৰু তোমাৰ ভৱিষ্যতটো সমানে ভাল হ'ব নোৱাৰে, গতিকে এইখন ঘৰে তাইৰ যিমানকণ ভাল কৰাটো সম্ভৱ অন্ততঃ সিমানকণ ভাল তাইৰ হ'ব লাগে।

সুবৰ্ণ : তাইৰ ভৱিষ্যৎ আৰু মোৰ ভৱিষ্যৎ সমানে ভাল হ'ব নোৱাৰে কিয? আপোনালোকে ইচ্ছা কৰিলে মোতকৈ তাইৰ ভৱিষ্যতটো বেছি ভালহে হ'ব পাৰে।

চৌধুৰী : তাৰ মানে?

ৰহমান : ইয়াৰ মানেটো আপুনি এতিযাই বুজিবলৈ চেষ্টা নকৰিব ছাৰ। কিন্তু এওঁ মোক এটা কথাৰ উত্তৰ এতিযাই দিব লাগিব। [সুবৰ্ণক] তুমি যে ক'লা— বাণীক পঢ়া-শুনা শিকাবলৈ মোৰ ইমান আগ্ৰহ কিয়, সেইটো তুমি জানা, কোৱাচোন কিয় মোৰ ইমান আগ্ৰহ?

সুবৰ্ণ : মোক সুধিব লাগিছে কিয়? নিজকে সুধি উত্তৰটো উলিযাব নোৱাৰে?

ৰহমান : পাৰোঁ। তোমাৰ সলনি তাইক পঢ়ালে মোৰ ধৰ্ম হ'ব। সেইকণ ধৰ্মৰ আগ্ৰহতে মই তাইক পঢ়াইছোঁ। সেইটো মোৰ উত্তৰ। কিন্তু মোক তোমাৰ উত্তৰটো লাগে।

সুবৰ্ণ : ধৰ্ম? গধূলি ঘৰত কোনো নথকা সময়ত মানুহে যে অকলশৰে গোসাঁই ঘৰত ধৰ্ম কৰিবলৈ সোমায়, তেনেকৈ ইয়ালৈ ধৰ্ম কৰিবলৈ আহে?

ৰহমান : [তীব্ৰ খং] তোমাৰ— তোমাৰ পেটত যে ইযাতকৈ চাফা কথা থাকিব নোৱাৰে সেইটো মই জানিছিলোঁৱেই। কিন্তু তুমি যে ইমান লেতেৰা কথা বমি কৰিব পাৰা, সেইটো মই ভাবিব পৰা নাছিলোঁ। [চৌধুৰীক] ছাৰ, মই গোটেই জীৱনটো দূৰৰ পৰা আপোনাক সেৱা কৰি থাকিম, কিন্তু এওঁৰ লগত একেখন চালিৰ তলতে মই আৰু কেতিয়াও এক মিনিতো নাথাকোঁ। মই আহোঁ ছাৰ। [নমস্কাৰ কৰি গুচি যায়]

চৌধুৰী : শুনাচোন। বৰুৱা! [অলপ পৰ বৈ থাকি] তুমি যে ইমান ডাঙৰ কথাষাৰ ক'লা, তুমি কিবা জানিছিলা নে কি? সন্দেহজনক কিবা দেখিছিলা নেকি?

সুবৰ্ণ : [চিঞৰি] মানুহটোৱে মুখৰ আগতে ইমান টান টান কথা কৈ গ'ল, এতিযা আপুনিও মোৰ পৰাহে কৈফিয়ৎ বিচাৰিব নেকি?

চৌধুৰী : তোমাক শাস্তি দিবলৈ মই তোমাৰ কৈফিয়ৎ বিচৰা নাই নহয। মানুহটোক শাস্তি দিবলৈ জানিব খুজিছোঁ, কিয় তুমি তেনেকৈ ক'বলগীয়া হ'ল। এইখন ঘৰত সোমাই এটা মানুহে দুষ্টালি কৰি সাৰি যাব, সেইটো হ'ব নোৱাৰিব। আজি চাৰে পাঁচ বছৰে তাই ৰন্ধা ভাত খাইছোঁ, আৰু সেই কাৰণেই তাই দুষ্টালি কৰি সাৰি যাব, সেইটো হ'ব নোৱাৰিব। কিন্তু বিনা দোষত মই তাইক টান শব্দ এটাও নকওঁ। সেই কাৰণে সুধিছোঁ, তুমি বৰুৱাক কিয় ইমান ডাঙৰ কথাষাৰ ক'লা? কিহৰ জোৰত ক'লা? কি জানিছিলা? কি দেখিছিলা?

সুবৰ্ণ : মনৰ জোৰত ক'লোঁ। কিছুমান কথা ক'বলৈ একো জানিবও নালাগে। দেখিবও নালাগে।

চৌধুৰী : কি অদ্ভুত কথা। মনৰ জোৰতে তুমি মানুহ এটাক অপমান কৰি ঘৰৰ পৰা উলিযাই দিবা?

সুবৰ্ণ : মই তেওঁক অপমান কৰিলোঁ নে তেওঁ মোক অপমান কৰিলে? তাৰ পিছত আপুনিও মোক অপমান কৰিব? আজি চাৰে পাঁচ বছৰে তাইক ক-খ শিকোৱাৰ কথা আপুনি ভবা নাছিল কিয়?

চৌধুৰী : সেইটো মোৰ ভুল হৈছিল।

সুবৰ্ণ : এতিয়া তাই ডাঙৰ হ'ল কাৰণে আপোনালোকৰ ভুল শুধৰাবলৈ মনত পৰিল?

চৌধুৰী : তুমি— তুমি এইবোৰ কি কথা কৈছা?

সুবৰ্ণ ঃ ঠিক কথা কৈছোঁ। [যাব খোজে। ওচৰৰ কোঠালিটোৰ পৰা গগন ওলাই আহে।]

গগন ঃ ছাৰ, মই এটা কথা কওঁ। [সুবৰ্ণ বৈ যায়]

চৌধুৰী ঃ কি?

গগন ঃ মই বাহিৰৰ পৰা সকলো কথা শুনি আছোঁ।

সুবৰ্ণ ঃ কিয় শুনি আছিলি? তোক কোনে শুনি থাকিবলৈ কৈছিল?

গগন ঃ কোনেও কোৱা নাই। কিন্তু মই কথাবোৰ শুনাৰ পৰা আপোনালোকৰো লাভ হ'ব, আমাৰো লাভ হ'ব। তাই— বাণীয়ে যদি কিবা গণ্ডগোল কৰিছে, তেনেহ'লে তাই ইয়াত থাকিব নালাগে। আৰু তাই যদি থাকিব নালাগে, তেনেহ'লে তাইৰ নিচিনা ছোৱালীৰ ককায়েকটোও ইয়াত থাকিব নালাগে। মই এতিয়াই, আপোনালোকৰ আগতে কথাটোৰ ফয়চলা কৰিম। [চিঞৰি] বাণী। অ'ই বাণী।

চৌধুৰী ঃ তুমি কি ফয়চলা কৰিবা?

গগন ঃ মই তাইক নেলুটোত চেপা মাৰি ধৰি সুধিম— [বাণী আহে]

চৌধুৰী ঃ নালাগে।

গগন ঃ নহয় ছাৰ, মই তাইক সুধিম। তাই সঁচা কথা ক'ব লাগিব।

চৌধুৰী ঃ [ধমক] তুমি মোৰ কথা শুনা। মই ইয়াৰ বিচাৰ কৰিম। তোমালোকে শুনি থোৱা। অপৰাধ কৰি তোমালোক ইয়াত থাকিব নোৱাৰিবা। কিন্তু বিনা দোষত যদি তোমালোকে এইখন ঘৰ এৰিবলগীয়া হয়, তেনেহ'লে তোমালোকৰ লগত মযো ওলাই যাম। এই মালা, এই প্ৰশস্তিপত্ৰ, এই চাদৰ, এই ফুল— এইবোৰৰ সন্মানৰ কাৰণে মই চাম, একেখন চালিৰ তলত থাকি কোনেও যাতে কাকো অপমান কৰিব নোৱাৰে। [সুবৰ্ণক] তুমি ভুল কথাত জিদ ধৰিছা, মই ভাল কথাত জিদ ধৰিম।

[অন্ধকাৰ]

## দৃশ্য ঃ ৮

### মঞ্চ ঃ ২

[সুবৰ্ণৰ অফিচ ৰুম। ভালকৈ সজোৱা আছে। জগতে থিয় হৈ ফাইল এটা চাই আছে। তেওঁৰ ইটো হাতত মেল খাই থকা ফাইল এটা। কেৰাণী দত্তই অলপ আঁতৰত থকা ৰেক এখনৰ ওচৰত থিয় হৈ কিছুমান কাগজৰ টুকুৰা পটি চাইছে আৰু ভাগ ভাগ কৰিছে। (সেইবোৰ ভাউচাৰ)।]

জগত ঃ দত্ত!

দত্ত ঃ ছাৰ?

জগত ঃ সেইদিনা হিলছাইড হোটেলৰ ফাংচনটোলৈ আপুনিও গৈছিল নহয়?

দত্ত ঃ গৈছিলোঁ, কিন্তু আচল ফাংচনৰ সময়ত ভিতৰলৈ যোৱা নাছিলোঁ। আমি তেতিয়া কাৰ পাৰ্কৰ ওচৰতে আছিলোঁ।

জগত ঃ পিছত ডিনাৰ খাইছিল?

দত্ত : খাইছিলোঁ। সকলো যোৱাৰ পিছত আমি ষ্টাফৰ ছজনমানে একেলগে খাইছিলোঁ।

জগত : পোলাও? প্লেইন ৰাইচ? তণ্ডুৰী চিকেন? ফিছ্ কাটলেট? ভিজিটেবল কাৰি?

দত্ত : হয়।

জগত : নান? ভিজিটেবল কোপ্তা? আইছ্ ক্ৰীম? পুডিং?

দত্ত : হয়।

জগত : আপুনি মুঠতে কিমান টকাৰ বস্তু খালে জানে?

দত্ত : কিমান?

জগত : চাৰিশ চৌৰান্নবৈ টকাৰ।

দত্ত : নাই নাই। আপুনি যিমানবোৰ বস্তুৰ নাম ক'লে— সেইবোৰ তাত সজোৱা আছিল যদিও আমি চব বস্তু খোৱা নাই নহয়।

জগত : নাখালে কিয়? আপোনাক কোনে খাবলৈ মানা কৰিছিল? মুঠতে আপুনি ফ'ৰ হাণ্ড্ৰেড নাইন্‌টী ফ'ৰ ৰুপিজৰ বস্তু খালে। দুৱাৰমুখত ৰূপোৱালী পাতেৰে মেৰিওৱা পাণ এখন খাইছিল নেকি?

দত্ত : খাইছিলোঁ।

জগত : আপুনি ছটকা দামৰ প্ৰাণ খালে। ডিনাৰ খোৱাৰ আগতে [হাতেৰে দেখুৱাই] গিলাচত অকণমান ধৰিছিল নেকি?

দত্ত : নাই নাই। সেইবোৰ বোলে আগতেই শেষ হ'ল।

জগত : মানুহবোৰে মুঠতে চৈধ্য হাজাৰ টকাৰ পানীয়ই খালে বুইছে। আপুনিও খালে।

দত্ত : এস্। সেইটো কেনেকৈ হ'ব?

জগত : কেনেকৈ নহ'ব? হোটেলত ভাত খাবলৈ গৈ আপুনি জলকীয়া, নেমু আৰু কেঁচা নিমখ নাখালে। আপোনাৰ পৰা হোটেলৰ মানুহে পইচা কমকৈ ল'ব নেকি? [সুবৰ্ণ আহে]

জগত : [ঘড়ী চাই] কি হ'ল? পলম হ'ল দেখোন!

সুবৰ্ণ : আমাৰ ড্ৰাইভাৰটোও ঘৰত নাই, অফিচৰ গাড়ীখন গৈ পাওঁতেও দেৰি হ'ল। সেই কাৰণে—

দত্ত : [আগবাঢ়ি আহি] গুড মৰ্ণিং মেডাম।

সুবৰ্ণ : গুড মৰ্ণিং।

দত্ত : [জগতক] মোৰ সেইখিনি ভাউচাৰ ছৰ্টিং কৰা হৈ গ'ল ছাৰ। আৰু কিবা—?

জগত : নাই, এতিয়া আৰু অইন কাম নাই। আপুনি যাওক। দৰকাৰ হ'লে মই মাতিম।

দত্ত : ভাল ছাৰ। আহোঁ মেডাম। [সুবৰ্ণই মূৰটো লৰায়। দত্ত ওলাই যায়।]

জগত : অলপ ৱ'ৰিড (worried) যেন দেখিছোঁ। এনী প্ৰবলেম?

সুবৰ্ণ : না—ই। প্ৰবলেমনো কি? আছে বুলিলে প্ৰবলেমেই প্ৰবলেম, নাই বুলিলে একো নাই।

জগত : তথাপি?

সুবৰ্ণ : ই মৃদুলে ডেৰাডুনৰ পৰা ফোন কৰিছিল। অহা সপ্তাহৰ পৰা কলেজ বন্ধ হ'ব। লগৰ ল'ৰা দুটামানে গোৱালৈ যাবলৈ লগ ধৰিছে। সি সুধিছে— গোৱালৈ যাব নে ঘৰলৈ আহিব?

জগত : তুমি কি ক'লা?

সুবৰ্ণ : গোৱালৈ যাবলৈ ক'লোঁ। চান্স এটা পাইছে যেতিয়া গোৱাখন চাই আহক।

জগত : ঠিকেই।

সুবৰ্ণ : আৰু ইযালৈ আহি সি কৰিব কি কওকচোন। [অস্থিৰ] মোৰ নিজৰেই ঘৰখনত এক মিনিট ভাল নলগা হৈছে। অফিচটো নথকা হ'লে মস্কিলেই আছিল। ইফালে মই বাহিৰে-বাহিৰে ঘূৰি ফুৰোঁ, সেই সুবিধাতে সিফালে কোনে কি কৰিছে— [গগন সোমাই আহে]

সুবৰ্ণ : কি হ'ল গগন? কমলৈ সোমাবলৈ হ'লে দুবাৰৰ ওচৰৰ পৰা মাত দি সোমালে ভাল হয়, নহয় জানো?

গগন : মোৰ কথাটো ভাবিবলৈকে নহ'ল বাইদেউ। [হাতযোৰ কৰি] ক্ষমা কৰিব।

সুবৰ্ণ : কি হ'ল কোৱাচোন। তুমি ক'লৈ গৈছিলা?

গগন : মই আচলতে এখেতক বিচাৰি ফুৰিছিলোঁ। বিচাৰি বিচাৰি এইখিনি পালোঁহি। আপুনিও আছে, ভালেই হ'ল।

জগত : মোৰ লগত কিবা কথা আছিল?

গগন : হয় ছাৰ।

জগত : কি কথা?

গগন : আমি ছাৰ বৰ দুৰ্ভগীযা মানুহ। হাতৰ বিদ্যা এটা শিকি কোনোমতে ভিক্ষা নকৰাকৈ চলি আছোঁ। মোৰ ভনীজনীযেও— এখেতসকলৰ আশ্ৰয়তে চাকৰণীৰ কাম কৰি হ'লেও ভাত-কাপোৰখিনি উলিযাই আছে।

জগত : ঠিকেইতো আছে। তোমালোকতো ভালকৈযে চলি আছা?

গগন : চলি আছিলোঁ, কিন্তু এনেকৈ আৰু বেছিদিন চলিব নোৱাৰিম ছাৰ। আমি নতুন ৰাস্তা এটা বিচাৰিব লাগিব।

সুবৰ্ণ : এইবোৰ কথা ইয়াত উলিযাবলগীযা হৈছে কিয়?

গগন : মানে বাইদেউ, আপুনিতো দেখিছেই, ইমান দিনে আমি হাঁহি-মাতিয়েই দিন কটালোঁ, যাবৰ সময়তো হাঁহি-মাতিযেই যাবলৈ পোৱা হ'লে ভাল আছিল। কিন্তু তাই, বাণীযে, আজিকালি ভিতৰত অকলে থাকিবলৈ পালেই কান্দি থাকে। তাই কন্দা দেখিলে মই বৰ কষ্ট পাওঁ বাইদেউ। ইমান দিনে তাইৰ ইমান কষ্টৰ মাজতো— মই তাইক হাঁহি থাকিবলৈকে শিকাইছোঁ। কিন্তু আজিকালি মই তাইক বুজাই শান্ত কৰিব নোৱাৰা হৈছোঁ। সেই কাৰণে মই এখেতক সুধিবলৈ আহিছোঁ, তাই এনেকৈ কিয কান্দিছে?

জগত : সেইটো কথা মোক সুধিবলৈ আহিছা কিয?

গগন : কাৰণ তাই কৈ থাকে, আপুনি তাইক কন্দুৱাইছে।

জগত : মই?

গগন : হয়। ইমানদিনে অন্য কথাত মনত দুখ পালেও তাই এনেকৈ কান্দিবলগীযা হোৱা নাছিল। আপুনি সেইখন ঘৰত সোমোৱাৰ পিছৰে পৰা—

সুবৰ্ণ : গগন। তুমি কাৰ কথা শুনি এইবোৰ কথা কৈছা?

জগত : আৰু ইযাত? যদি মোক কিবা ক'বলগীয়া আছেও, তুমি মোক অইন ঠাইত, ঘৰত—

গগন : মই এতিয়া আপোনালোকৰ ঘৰৰ পৰাই আহিছোঁ। আপোনাৰ এখেতক— বাইদেউক লগ ধৰি সকলো কথা কৈয়েই আহিছোঁ।

জগত : সকলো কথা মানে? কি কথা?

গগন : মই ৰাতি গ'লে আপোনাক লগ পাম নেকি বুলি সোধোঁতে বাইদেউৱে ক'লে, আপুনি

ৰাতিও বহুত দেৰিকৈ ঘৰলৈ যায। অফিচৰ ঢেৰ কাম। ৰাতি আঠ-ন বজালৈকে অফিচতে থাকে। তেতিয়া মই ক'লোঁ— নাথাকে, অফিচত ছয় বজাৰ পিছত কোনো নাথাকে।

জগত : সেইবোৰ কোৱাৰ কি দৰকাৰ আছিল?

গগন : তেতিয়া বাইদেৱে সুধিলে, তেনেহ'লে তেওঁ ইমান ৰাতিলৈকে ক'ত থাকে? তেতিয়া মই যি যি জানো ক'লোঁ।

জগত : কি ক'লা?

গগন : আগতে অফিচ ছুটীৰ পিছত আপোনালোক দুজনক মই ক'লৈ ক'লৈ লৈ গৈছিলোঁ— কেম্পানীৰ গেষ্ট হাউছ, হিলছাইড হোটেল—

জগত : [গৰ্জি] তুমি কিয় ক'লা সেইবোৰ?

গগন : [টান মাতেৰে] সঁচা কথা কাৰণে কৈ আহিছোঁ। আমি নাথাকিলেও যাতে চৌধুৰী ছাৰৰ জীৱনটো ঠিকে থাকে, পাৰে যদি তাৰ ব্যৱস্থা ন'বলৈ বাইদেউক কৈ আহিছোঁ। কিন্তু আপুনি মোৰ ভনীজনীৰ বিষযে কিয মিছা কথা ক'ব? আপুনি নিজে যেনেকুৱা, বৰুৱা ছাৰকো তেনেকুৱা বুলি ভাবে?

জগত : তোক মই— [দত্ত সোমাই আহে]

দত্ত : কি হৈছে ছাৰ? কি হৈছে বাইদেউ?

সুবৰ্ণ : একো নাই হোৱা। তুমি যোৱা। [গগনক] তুমি ব'লা, ঘৰলৈ ব'লা। দত্ত, গাড়ী এখন আছে নে চোৱাচোন। আমাক ঘৰত থৈ আহিবগৈ লাগে। [দত্ত ওলাই যায]

গগন : মই নাযাওঁ ঘৰলৈ। মই এতিযা ৰহমান বৰুৱা ছাৰৰ ঘৰলৈ যাম। তেখেতৰ ঘৈণীযেককো ইযালৈ মাতি আনিম। এখেতে তেখেতকো বুজাই কওক, ৰহমান বৰুৱা ছাৰ কিমান দুষ্ট মানুহ, মোৰ ভনীজনী কিমান দুষ্ট ছোৱালী। [হাতযোৰ কৰি] কথাবোৰ চাফা হৈ যাব লাগে বাইদেউ। [প্ৰায কন্দাৰ নিচিনাকৈ] কথাবোৰ চাফা হৈ গ'লে হয মই তাইক চাফা কৰি পেলাব পাৰিম, নহয এইজন মানুহক চাফা কৰি পেলাব পাৰিম। আমাৰ কাৰণে আপোনালোকৰ ইমান ডাঙৰ সংসাৰ এখনত কিয ইমান অশান্তি হ'ব লাগিছে? আৰু আপোনালোক সৰগলৈ যায, নৰকলৈ যায গৈ থাকক, কিন্তু আমাক কিয টনা-আঁজোৰা কৰে?

[দত্ত বেগেৰে সোমাই আহে।]

দত্ত : মেনেজাৰ চাহাব আহিছে বাইদেউ।

সুবৰ্ণ : ক'লৈ?

দত্ত : ইযালৈকে আহিছে হ'বলা।

সুবৰ্ণ : কিয়? তুমি কিবা ক'লাগৈ নেকি?

দত্ত : মই একো কোৱাগৈ নাই। কিন্তু ইযাত কিবা গণ্ডগোল লাগিছে বুলি বাহিৰত চবেই জানিছে। [বাহিৰলৈ চাই] ছাৰ আহিছে। [মেনেজাৰ চক্ৰৱৰ্তী আহে। তেওঁ সকলোলৈকে চায়। সকলো সন্ত্ৰস্ত হয।]

চক্ৰৱৰ্তী : [দত্তক] তুমি যোৱা। [দত্ত লগে লগে যাযগৈ] আপুনিও যাওক মজুমদাৰ। আপোনাৰ পৰিবাৰ শ্ৰীমতী মজুমদাৰ অলপ আগলৈকে মোৰ ৰুমতে আছিল।

জগত : কি? তেওঁ আপোনাৰ ৰুমলৈ আহিছিল?

চক্ৰৱৰ্তী : হয়।

জগত : কিয?

চক্ৰৱৰ্তী : সেইবোৰ আপুনি তেওঁৰ পৰা জনাই ভাল। তেওঁ বৰ বেছি উত্তেজিত হৈ আছিল। হিতাহিত জ্ঞান নোহোৱাৰ নিচিনাকৈ চিএৰ-বাখৰ কৰিব খুজিছিল। তেওঁ এতিযাই [সুবৰ্ণক] তোমাকো লগ ধৰিব খুজিছিল।

সুবৰ্ণ : মোক?

চক্ৰৱৰ্তী : মই মানা কৰিলোঁ। অফিচটোৰ এটা ডিগনিটী (dignity) আছে। আপুনি [জগতক] পাছবেলা মোক মোৰ চেম্বাৰত লগ ধৰিব। এতিযা যাওক। [জগত যাব খোজে। এনেতে জগতৰ ঘৈণীযেক মীৰা সোমাই আহে। তেওঁৰ পাছে পাছে দত্ত। সকলো হতভম্ব।]

চক্ৰৱৰ্তী : আপুনি এতিযাও যোৱা নাই? মই আপোনাক যাবলৈ কৈছিলোঁ নহয়। ইযালৈ কিয আহিছে?

মীৰা : এইটো বোলে সুবৰ্ণ চৌধুৰীৰ কোঠালি? মই তেখেতৰ চেহেৰাটো চাই যাবলৈ আহিছোঁ।

চক্ৰৱৰ্তী : আপুনি এতিযা যাওক ইয়াৰ পৰা।

মীৰা : এখেতেই নেকি সুবৰ্ণ চৌধুৰী?

চক্ৰৱৰ্তী : [টান মাতেৰে] আপোনাক যাবলৈ কৈছোঁ নহয। আৰু এক ছেকেণ্ড পলম কৰিলেও কিন্তু মই দাৰোৱান-চকীদাৰ মাতিবলৈ ক'ম। দত্ত।

দত্ত : ছাৰ?

চক্ৰৱৰ্তী : এওঁক লৈ যোৱা। আমাৰ গাড়ী এখনেৰে ঘৰত থোৱাই দিবা।

দত্ত : ভাল ছাৰ। আহক বাইদেউ।
[মীৰাই সুবৰ্ণলৈ চাই চাই অনিচ্ছাসত্ত্বেও যোৱাদি ওলাই যায।]

চক্ৰৱৰ্তী : [দত্তক] দুৱাৰখন জপাই থৈ যাব। [দত্ত যায, জগতক] আপুনি এইফালেদি যাওঁক। [জগত ওভোতা ফালৰ দুৱাৰ এখনেদি ওলাই যায। চক্ৰৱৰ্তীয়ে অলপ অহা-যোৱা কৰে]
এৱেঁই হ'বলা তোমালোকৰ ড্ৰাইভাৰ?

সুবৰ্ণ : হয ছাৰ।

চক্ৰৱৰ্তী : ডেৰ ঘণ্টামানৰ আগতে তুমি এই যে গ'ল মানুহগৰাকী— শ্ৰীমতী মজুমদাৰ, তেখেতক লগ ধৰিছিলা?

গগন : হয ছাৰ।

চক্ৰৱৰ্তী : তাৰ পৰা আকৌ অফিচলৈ আহিছা?

গগন : হয।

চক্ৰৱৰ্তী : ঘৰুৱা কথা লৈ অফিচত কাজিযা কৰিবলৈ আহিছা?

গগন : [হাতযোৰ কৰি] কথাবোৰ অকল ঘৰুৱা হৈ থকা হ'লে মই অফিচলৈ নাহিলোঁহেঁতেন ছাৰ। এইখন কাজিযা মই ঘৰত কৰা হ'লে চৌধুৰী ছাৰৰ অৱস্থা কেনেকুৱা হ'লহেঁতেন, তাকে ভাবিযেই মই ঘৰত মনে মনে থাকোঁ, কিন্তু ভিতৰি ভিতৰি গুজৰি-গুমৰি থাকোঁ। মই ছাৰ ধৈৰ্য ধৰিব নোৱাৰা হৈ পৰিছিলোঁ। মোৰ অসহ্য লাগিছিল। এখেতসকলক অফিচতে এনেকৈ ধৰাৰ বাহিৰে মই অইন উপায় পোৱা নাছিলোঁ ছাৰ।

চক্ৰৱৰ্তী : [অলপ সময চাই থাকি] তুমি এতিয়া যোৱা। মই খবৰ পঠালে আহিবা। তোমাৰ লগত মোৰ কথা আছে।

গগন : ভাল ছাৰ। [দুযোখন হাত কপালত লগাই গুচি যায। চক্ৰৱৰ্তীয়ে তলমূৰ কৰি অহা-যোৱা কৰে।]

সুবৰ্ণ : আপুনি বহিব নেকি ছাৰ?

চক্ৰৱৰ্তী : হ'ব [অলপ পিছত] তোমাৰ কাম-বন আমি ভালেই পাইছোঁ।

সুবৰ্ণ : থেংক ইউ ছাৰ।

চক্ৰৱৰ্তী : তোমাৰ ওপৰত মেনেজমেণ্টৰ ইমপ্ৰেচন ভাল। আৰু সেই কাৰণেই তুমি যেতিয়া মজুমদাৰৰ হৈ ক'লা, তেওঁক ৰিকমেণ্ড কৰিলা, তেতিয়া আমি তেওঁক চাকৰিটো দিলোঁ। কিন্তু, তুমি যে মনত এনেকুৱা ভাব ৰাখি তেওঁৰ হৈ ওকালতি কৰিছিলা, সেইটো আমি ধৰিব পৰা নাছিলোঁ।

সুবৰ্ণ : [জোৰ দি] আমাৰ বিশেষকৈ মোৰ মনত কোনো ধৰণৰ বেযা ভাব নাছিল আৰু এতিযাও নাই ছাৰ।

চক্ৰৱৰ্তী : [গম্ভীৰ] এতিযা আৰু তোমাৰ মিছা মতাৰ উপায নাই। এতিযা তুমি যদি এটা মিছা কথা কোৱা, তেনেহ'লে সেইটো এশটা মিছা কথাৰেও ঢাকিব নোৱাৰিবা। এই ড্ৰাইভাৰটোৱে আজি এটা explosion,— এটা উদ্‌গীৰণহে ঘটালে, সি কথাবোৰ উদঙাইহে দিলে, কিন্তু কথাবোৰ আছিলেই।

সুবৰ্ণ : [কাতৰ হৈ] একো কথা নাছিল ছাৰ।

চক্ৰৱৰ্তী : নথকা কথা উদঙাই দিব পাৰি নেকি? কাপোৰৰ মাজত যদি মানুহ এটা নাথাকেই, তেনেহ'লে তাক নঙঠা কৰিব পাৰি নেকি? যদি একো কথা নাছিল, তেনেহ'লে যোৱা, মজুমদাৰৰ ঘৈণীযেকৰ মুখামুখি হৈ, একো নাছিল বুলি জোৰ দি কোৱাগৈ। প্ৰবলেম শেষ হৈ যাব। পাৰিবা সেইটো কৰিব? [সুবৰ্ণ দুৰ্বল মানুহৰ নিচিনাকৈ বহে। চক্ৰৱৰ্তীযে অলপ ইফাল-সিফাল কৰে।] সেই মানুহগৰাকীৰ মূৰ্তিটো দেখিলা নহয়! একো কথা যদি নাছিলেই, তেনেহ'লেতো মিষ্টাৰ-মিছেছ দুযো আবেলিকৈ হাঁহি হাঁহি মোৰ চেম্বাৰলৈ আহিব পাৰে, মোৰ লগত একাপ চাহ খাব পাৰে। পাৰিব মজুমদাৰে সেইটো কৰিব? [নিস্তব্ধ। চক্ৰৱৰ্তীযে জগত ওলাই যোৱা দুৱাৰখন জপাই দিযে।]

সুবৰ্ণ : ক'ৰবাত কিবা এটা ভুল হৈ গ'ল।

চক্ৰৱৰ্তী : কাৰ ভুল?

সুবৰ্ণ : মোৰেই ভুল বুলিব লাগিব। [চকুপানী মচে। হাতৰ তলুৱাত মূৰ থয।]

চক্ৰৱৰ্তী : [নিজকে কোৱাৰ নিচিনাকৈ] ভুল। এই ভুল বোলাটো এটা বৰ ইণ্টাৰেষ্টিং বস্তু বুইছা? তুমি যিটো কৰিলা, বা কৰি আছা, সেইটোক ভুল বুলি ধৰিছা কিয? [সুবৰ্ণই চায] তোমাক কোনোবাই এই ভুল কৰিবলৈ বাধ্য কৰাইছিল নে? [সুবৰ্ণই তলমূৰ কৰে] যদি নাই কৰোৱা, তেনেহ'লে সেইটো তুমি নিজে কৰিছিলা। যদি নিজে কৰিছিলা, তেনেহ'লে সেইটো ভুল নাছিল বুলি accept, গ্ৰহণ নকৰা কিয? যি বিচাৰিছিলা, সেইটো বিচৰাটো তোমাৰ কাৰণে শুদ্ধ কাম আছিল, এই বুলি ভাবিবলৈ সাহ কৰিব নোৱাৰা কিয? [বৈ] নিজকে নঠগিবা। মনেৰে বিচাৰিবা এটা আৰু মানুহক ক'বা— নাই, মই সেইটো বিচৰা নাই। ওহোঁ। সেইটো নকৰিবা। [খোজ কাঢে] তোমাৰ যিটো ফিল'ছফী— জীৱন দৰ্শন, সেইটোক মই প্ৰশংসা কৰোঁ। কিন্তু তোমাৰ taste— ৰুচি— ওহোঁ, সেইটোক মই প্ৰশংসা কৰিব নোৱাৰিলোঁ।—

এই মানুহটো, জগত মজুমদাৰ— তাক ইমান ভাগ্যবান কৰাৰ তোমাৰ কি দৰকাৰ আছিল? ইফালে ড্ৰাইভাৰৰ লগত খুন্দা খোৱা, সিফালে মাষ্টৰৰ লগত খুন্দা খোৱা, মাজতে মানুহটোৰ ঘৈণীয়েকৰ লগত খুন্দা খোৱা, এনেকুৱা বাটেদি মানুহ যায় নেকি? তোমাৰ যিমান ওপৰেদি উৰাৰ যোগ্যতা আছে, তাতকৈ তলেদি উৰিলে এইবোৰ খুন্দা খাবাই। ফ্লাই হাই। ওপৰেদি উৰা। আটাইতকৈ যিটো ওখ বাধা, তাৰ ওপৰেদি উৰা। এই যে শগুণবোৰ, সিহঁত যিমান ওপৰেদি উৰে, তাতকৈ ওপৰেদি উৰা। খুন্দা খোৱাৰ প্ৰশ্নই নাথাকে। [সুবৰ্ণই মেজত কিলাকুটি থৈ কপাল মোহাৰে।]

চক্ৰৱৰ্তী : চিয়েৰ আপ। মই যি বুজিলোঁ— তোমাৰ এটা চেঞ্জৰ দৰকাৰ। কিছুদিনৰ কাৰণে এইবোৰ জঞ্জালৰ পৰা আঁতৰি ফ্ৰী হৈ থকা দৰকাৰ। আমাৰ বাংগালোৰৰ অফিচত মোৰ পোন্ধৰ দিনমানৰ কাম এটা আছে। তুমিও ওলাব পাৰা। যাবা নেকি? [বৈ] হুঁ? যাবা?

সুবৰ্ণ : যাব পাৰোঁ। কিন্তু—

চক্ৰৱৰ্তী : কিন্তু কি?

সুবৰ্ণ : এই চিএৰ-বাখৰবোৰ।

চক্ৰৱৰ্তী : আঃ। সেইবোৰৰ কথা চিন্তা নকৰিবা। ধৰি লোৱা— তুমি হেলিকপ্টাৰত গৈ আছা, তলৰ বিলখনৰ পাৰে পাৰে জাক জাক ভেকোলাই টোৰটোৰাই আছে।
[ফোন বাজে]

চক্ৰৱৰ্তী : ধৰা। মই আহোঁ। [যায]

[অন্ধকাৰ]

# দৃশ্য ঃ ৯

## মঞ্চ ঃ ১

[চৌধুৰীৰ ঘৰৰ বহা কোঠালি। ৰাতি। চৌধুৰীযে আপোনমনে কিতাপ এখন পঢ়ি আছে। মাজে মাজে পেঞ্চিলেৰে একোটা দাগ দিছে। অলপ দূৰৰ ছোফা এখনত মীৰা বহি আছে।]

মীৰা : [হাতযোৰ কৰি] আপোনাক দূৰৰ পৰা দেখিবলৈ পোৱাটোৱেই আমাৰ কাৰণে ভাগ্যৰ কথা ছাৰ। [থিয় হয়] আমাৰ এওঁ আপোনাৰ ইযাত কামটো পোৱাৰ পিছত তেওঁক মই সদায় কুটুৰি থাকোঁ, এদিন মোক তেখেতৰ ওচৰলৈ লৈ যাবনে? আমাৰ লগত তেখেতৰ নিচিনা মানুহে কথা পাতিবনে? কিন্তু আজি মই লাজ-মান কাটি কৰি থৈ সেইজন মানুহৰ ওচৰলৈ এনেকৈ আহিবলগীয়া হৈছে। মোৰ মৰি যোৱা যেন লাগিছে ছাৰ। মই ঈশ্বৰৰ ওচৰলৈ ভিক্ষা খুজিবলৈ অহাৰ নিচিনাকৈহে আহিছোঁ ছাৰ।
[নিস্তব্ধ। চৌধুৰীৰ চছ্‌মাযোৰ খুলি মচে। পিন্ধে। আকৌ কিতাপ পঢ়ে। অলপ পিছত মূৰ তুলি চায।]

চৌধুৰী : আপুনি বহক।

মীৰা : মোক আপুনি বুলি নক'ব ছাৰ।

চৌধুৰী : তুমি বহা। [আকৌ কিতাপ পঢ়ে। মীৰা বহে।]

চৌধুৰী : তোমাৰ সকলো কথা মই শুনিলোঁ। [পঢ়ে]

মীৰা : মই সুবৰ্ণ বাইদেউকো লগ ধৰি কথা পাতিব খুজিছিলোঁ, কিন্তু অফিচৰ মেনেজাৰে কথা পাতিবলৈ নিদিলে। তেখেতে ক'লে, আপুনি যদি নিজৰ ছাগলী ভালকৈ এৰাল দি থয়, তেনেহ'লে সি কেনেকৈ লোকৰ বাৰীৰ ঘাঁহ খাবগৈ? কিন্তু ছাৰ, সেইটো গৰু-ছাগলীৰহে কথা। মই মানুহ এটাক এৰাল দি থ'ব পাৰোঁনে? মানুহটোৰ পাছে পাছে ঘূৰি ফুৰিব পাৰোঁনে তেখেতে যেতিয়া ক'লে, 'মই ৰছীৰে বন্ধাৰ কথা কোৱা নাই, চকীদাৰী কৰাৰ কথা কোৱা নাই।' যদি নাই কোৱা, তেনেহ'লে কওক, কিহেৰে বন্ধাৰ কথা কৈছে? কি কৰাৰ কথা কৈছে? আজি বাৰ বছৰে ঘৰ-সংসাৰ কৰাৰ পিছত মই নতুনকৈ আৰু কি কৰিব লাগে কওক। সেইটো তেখেতে ক'ব নোৱাৰিলে। আপোনাকো সুধিছোঁ ছাৰ, মোৰ কি কৰিবলগীয়া আছে— বুজাই দিয়ক। [বাণীয়ে চাহ আনে। মীৰাৰ আগত চাহ থয়।]

চৌধুৰী : চাহ খোৱা। [বাণীক] শুদা চাহ দিলি?

মীৰা : নাই নাই, একো নালাগে। মোৰ শুদা চাহ খাবৰো মন যোৱা নাই।

চৌধুৰী : [বাণীক] তোৰ লিখা শেষ হ'ল?

বাণী : নাই হোৱা।

চৌধুৰী : লিখি শেষ কৰ। [ওচৰত থকা অইন এখন কিতাপ হাতলৈ লয়। বাণীয়ে থিয় হৈ লিখিবলৈ লয়।]

[অলপ পিছত, মীৰাক] তুমি আৰু কি ক'ব খুজিছা কৈ যোৱা। তাই শুনিলে একো অসুবিধা নহয়।

মীৰা : মইনো আৰু কি ক'ম? আপোনাৰ আগত ইয়াতকৈ বেছি কথা মূৰ্খইহে ক'ব। তিনিটা ল'ৰা-ছোৱালীৰে মোৰ সংসাৰখন যাতে থানবান নহয়, সেইটো কথাত আপুনি মোক সহায় কৰিব, [হাতযোৰ কৰি] মোৰ কথা সিমানেই ছাৰ।

চৌধুৰী : [বাণীক] তই কি শুনিছ? লিখ। [এবাৰ কিতাপলৈ চাই লৈ] ই গগন আহিল নে?

বাণী : আহিল।

চৌধুৰী : মই মাতিছোঁ বুলি ক'লি নে?

বাণী : ক'লোঁ। আহিব এতিয়া।

চৌধুৰী : [মীৰাক] চাহ খোৱা। তোমাৰ নাম কি বুলি কৈছিলা?

মীৰা : মীৰা।

চৌধুৰী : অঁ মীৰা। খোৱা, চাহ খোৱা।

[বাহিৰৰ পৰা সুবৰ্ণ আহে। তেওঁ মীৰালৈ চাই ৰৈ যায। তাৰ পিছত ভিতৰলৈ খোজ লয।]

চৌধুৰী : এওঁ মীৰাই তোমাৰ লগতো কথা পাতিম বুলি কৈছিল।

সুবৰ্ণ : মোৰ এতিয়া কাৰো লগত কথা পাতিবলৈ মন যোৱা নাই। [যাব খোজে]

চৌধুৰী : [প্ৰচণ্ড জোৰে] এওঁ তোমাৰ লগতো কথা পাতিম বুলি কৈছিল। [সকলোৱে উচপ খাই উঠে। সুবৰ্ণ ৰৈ যায। অলপ পিছত তেওঁ মীৰাৰ ফালে আগবাঢ়ি আহে।]

সুবৰ্ণ : আপুনি ইয়ালৈও আহিল?

মীৰা : হয়।

সুৱৰ্ণ : কিয? অফিচৰ কাম শেষ নহ'ল?

মীৰা : হ'ল। অফিচৰ মুৰব্বীজনে তেখেতৰ তলৰ চাকৰিয়ালৰ বেলিকা অফিচৰ ভিতৰত কি কৰিব লাগে, সেইবোৰ কোৱা হ'ল। কিন্তু ঘৰৰ কথাবোৰো বৰ দৰকাৰী কাৰণে ঘৰলৈও আহিলোঁ।

সুৱৰ্ণ : ঘৰৰ কথা আপোনাৰ ঘৰত নাপাতিলে কিয?

মীৰা : পাতিলোঁ। যিমান পাতিব লাগে সিমান পাতিলোঁ। কিন্তু ঘটনাটোত দুখন ঘৰৰ কথা সোমালতো, সেই কাৰণে ইয়ালৈও আহিলোঁ। ছাৰেও কথাবোৰ জানিব লাগে বুলি ভাবিলোঁ।

সুৱৰ্ণ : আপোনাক মই কেৱল এটা কথা কওঁ। আজিৰ পৰা মোৰ লগত কথা পাতিবলৈ বুলি আপুনি অকলে মোৰ ওচৰলৈ নাহিব। আপোনাৰ হাছবেণ্ডক লৈ আহিব। তেওঁৰ আগত কথা পাতিম।

মীৰা : ঠিক আছে। আৰু যেতিয়ালৈকে মই তেওঁক লগত লৈ আপোনাৰ ওচৰলৈ নাহোঁ, তেতিযালৈকে আপুনি তেওঁক অকলে লগ নধৰিব। ৰাইট? আৰু মযো ক'ব পাৰিলোঁহেঁতেন, আমি দুযো আহি আপোনাৰ লগত কথা পতাৰ সমযত ওচৰত ছাৰো থাকিব লাগিব, কিন্তু সেইটো কথা মই নকওঁ। ছাৰক মই ইমান তললৈ ননমাওঁ। সেইটো কাম আপুনিযেই যথেষ্ট কৰিছে। [চৌধুৰীক] ছাৰ, মই আহোঁ।

[গুচি যায। অইন ফালৰ পৰা গগন সোমায। ভিতৰলৈ যাব খোজা সুৱৰ্ণই গগনক দেখি ৰৈ যায।]

সুৱৰ্ণ : [গগনক] তোক মই এইখন ঘৰত নেদেখাৰ কথা আছিল। যিকণ সময নাথাকিলে নহয, সেইকণ সমযতো তোক মোৰ চকুৰ আগলৈ নাহিবলৈ কৈছিলোঁ।

গগন : আমাৰ যোৱাৰ চব বন্দবস্ত হৈ গ'ল। কাইলৈ আগবেলাই যামগৈ। মই মোৰ কোঠালিটোতে সোমাই আছিলোঁ। ছাৰে মাতি পঠিযালে কাৰণে ওলাই আহিছোঁ। আপুনি ইযাত থকা বুলি জনা হ'লে নাহিলোঁহেঁতেন।

চৌধুৰী : [চছ্মা খুলি] ক'লৈ যাবি?

গগন : আমি যে চাউল-দাইল আনো— হৰমোহন ষ্টৰ্ছ, কেইদিনমান সেই দোকানখনৰ মালিকৰ ঘৰতে থাকিম।

চৌধুৰী : 'আমাৰ' বুলি ক'লি যে?

গগন : বাণীও মোৰ লগত যাব।

চৌধুৰী : [উঠে। আগবাঢ়ি আহে] তহঁত এইটো ঘৰত থাকিব নালাগে। কিন্তু ক'লৈ যাবি, কেতিযা যাবি, সেইটো মই ঠিক কৰিম। আজিযেই, এতিযাই ঠিক কৰিম। [সুৱৰ্ণক] ইযাৰ পৰা যোৱাৰ বিষযে ইহঁতক তুমি যেন আৰু একো নোকোৱা।

সুৱৰ্ণ : এতিযা যে ইমান সৰু সৰুকৈ কথা কৈছে, সেই মানুহজনীৰ আগত ইমানকৈ চিঞৰিছিল কিয?

চৌধুৰী : ডিঙিটোত কিহবাই সোপা মাৰি ধৰিছিল। কথাবোৰ ভালকৈ নোলোৱা হৈছিল। হঠাতে ভিতৰৰ পৰা হেঁচা পাই সোপাটো দাং খাই গৈছিল। বুজিলা নে?

[ফোন বাজে। চৌধুৰীযে ফোন তুলি লয।]

হেল্লো। কৈছোঁ। হয। হয।— নহয নহয, মইতো মিনিষ্টাৰক কৈছিলোঁৱেই যে এপ্ৰিলত মই কনফাৰেঞ্চ এখনৰ কাৰণে কলম্বোলৈ যাম, গতিকে মে' বা জুন মাহত—। নহয নহয়

নহয়, তেখেতে বোধকৰোঁ শুনাত ভুল কৰিলে। তেখেতসকলে যদি এপ্ৰিলতে পাতিব খুজিছে, তেনেহ'লে মোক বাদ দি—। তেনেহ'লে মে' বা জুন মাহত।— ভাল। গুড্ নাইট। [ফোন থয়। অলপ সময় ভাবি] গগন।

গগন : ছাৰ!

চৌধুৰী : তুমি এতিয়াই আমাৰ ভাৰাঘৰটোলৈ যোৱা। সিঙক বুজাই ক'বা, হঠাৎ মোৰ এটা বিপদ হৈছে। ঘৰটো তেওঁ যিমান সোনকালে পাৰে এৰি দিব লাগে। এটা হাউছৰ তিনিটা কোঠালিত যে আমাৰ কিতাপ-পাতি, বস্তু-বাহানি আছে—

গগন : হয় ছাৰ।

চৌধুৰী : কাইলে পুৱাই মানুহ লগাই দি বস্তুবোৰ এটা কোঠালিত দ'মাই দিয়া। এটা কোঠালিত তোমালোক দুটাৰ কাৰণে বিছনা পাতা, এটা চুকত ৰন্ধা-বঢ়াৰ ব্যৱস্থা কৰা। তিনি নম্বৰ কোঠালিটোত মোৰ বিছনা, টেবুল-চকী পাতা। মোৰ দৰকাৰী কিতাপ-পাতিবোৰ ইযাৰ পৰা নি য'তে পাৰা ত'তে দ'ম কৰা। সিঙে ইটো হাফ এৰি নিদিযালৈকে এইটো টেম্পৰেৰী ব্যৱস্থা। পৰহিলৈ আমি ওলাই যাম।

গগন : আপুনি? ছাৰ?

চৌধুৰী : মযো যাম।

সুবৰ্ণ : আপুনি আকৌ কিয যাব?

চৌধুৰী : তিনিটা কাৰণ। এক নম্বৰ কাৰণ— বাণীযে ককাযেকক এৰি থাকিব নালাগে, আৰু মই বাণীক পঢ়াব লাগে। দুই নম্বৰ কাৰণ— ইমান ডাঙৰ ঘৰ এটা থাকোঁতে তুমি হোটেলে-হোটেলে ঘূৰি ফুৰিব নালাগে। এই ঘৰটো তোমাক লাগে। তিনি নম্বৰ কাৰণ— মই অন্ততঃ কিছুদিনলৈ তোমাৰ লগত একেখন চালিৰ তলতে থাকিব খোজা নাই।

সুবৰ্ণ : লোকৰ কথা শুনি, [গগনক দেখুৱাই] এইবোৰ মানুহৰ কথা শুনি আপুনি ইমান ডাঙৰ কাম কৰিবলৈ ওলাইছে? ইযাৰ ফলটো কিমান সাংঘাতিক হ'ব আপুনি ভাবি চাইছেনে?

চৌধুৰী : ডাঙৰ মানুহৰ কথা শুনিহে মানুহে ডাঙৰ কাম কৰে নে কি? মই নিজৰ মনৰ কথা শুনি কৰোঁ। এতিযা মোক আৰু বেছি কথা ক'বলৈ বাধ্য নকৰিবা। মইতো মৰিবলৈ ওলোৱা নাই। জাষ্ট এ চেঞ্জ। এটা চেঞ্জৰ দৰকাৰ হৈছে। গগন তুমি যোৱা আকৌ। [বাণীক] তই ভিতৰত লিখগৈ যা। ৰাতি সেইখিনি লিখি শেষ কৰি থ'বি। [গগন আৰু বাণী যায] তোমাৰ একো অসুবিধা নহয। গাড়ী থাকিব। পইচা দিলেই ঢেৰ ড্ৰাইভাৰ পাবা। [ডাঙৰকৈ] অ' গগন শুনচোন। [গগন আহে] তই ড্ৰাইভাৰ এটা যোগাৰ কৰি দিব পাৰিবিনে?

গগন : মোৰ চিনাকি দুলাল নামৰ ল'ৰা এটাই কাম বিচাৰি আছিল।

চৌধুৰী : ভাল ল'ৰাটো?

গগন : ভাল, বৰ ভাল ল'ৰা।

চৌধুৰী : চাবি। যাকে পাই তাকে ডিঙিত লগাই নিদিবি। আজিযেই খবৰ ল'বি যা। [গগন যায়] গাড়ী থাকিব, ড্ৰাইভাৰ থাকিব, চেক বুক থাকিব। তোমাৰ একাউণ্টত ঢেৰ পইচা জমা হৈ থাকিব। কোনো চিন্তা নাই। মোৰ নতুন টেলিফোন নম্বৰটো জনাজাত নোহোৱালৈকে এইটো ফোনত মানুহে মোক বিচাৰি তোমাক আমনি কৰিব। কাকো ৰেযাকৈ নক'বা।

সুবৰ্ণ : আপুনি সঁচাকৈ পৰহিলৈ যাবগৈ নেকি?

চৌধুৰী ঃ পাৰিলেতো এতিয়াই যাওঁ। কিন্তু সেইটো সম্ভৱ নহয়। কিন্তু পৰহিলৈ যোৱাটো সম্ভৱ কৰিবই লাগিব।

সুৱৰ্ণ ঃ কিন্তু মই চ'থাদিনালৈ অফিচৰ কামত পোন্ধৰ দিনমানৰ কাৰণে বাংগালোৰলৈ যাব লাগিব।

চৌধুৰী ঃ So What? যাব লাগে যদিঁ যাবা।

সুৱৰ্ণ ঃ ঘৰটো?

চৌধুৰী ঃ ঘৰটো মানে? ঘৰটো কোনে ৰখিব সেইটো সুধিছা? ডাঙৰ, দামী, ভাল তলা আছে নহয়? নাই যদি কাইলৈকে দোকানৰ পৰা দুটামান অনাই ল'বা। তলাতকৈ বিশ্বাসী, কিন্তু গণ্ডগোল নকৰা, চকু-কাণ, অন্তৰ নথকা ঘৰ ৰখীয়া তুমি ক'ত পাবা?
[দুয়ো দুযোৰে ফালে চাই থাকে। অলপ পিছত সুৱৰ্ণ গুচি যায। চৌধুৰীযে চকী এখনত বহি চকু মুদে। লাহে লাহে অন্ধকাৰ হয।]

# দৃশ্য ঃ ১০

## অংক ঃ ২

[চৌধুৰীৰ ভাৰাঘৰৰ এটা কোঠালি। অপৰিপাটি। চকী-মেজৰ ব্যৱস্থা সম্পূৰ্ণ হোৱাই নাই। কিতাপ, আলোচনী, ফাইল আদি খেলি-মেলি হৈ পৰি আছে। জযন্তী দেৱী, এজন প্ৰেছ ফটোগ্ৰাফাৰ, দুজন সাংবাদিক আৰু ৰহমান বৰুৱাই থিয় হৈ কথা পাতি আছে। প্ৰেছ ফটোগ্ৰাফাৰজনে ফ্ৰেছ-বাল্ব জ্বলাই জ্বলাই ফটো তুলিছে, দ'ম হৈ থকা কিতাপৰ, ফাইলৰ, অভিনন্দনপত্ৰ ইত্যাদিৰ।]

সাংবাদিক-১ ঃ আপুনি তেখেতক কথাটো বুজাই কৈছিল নে?

ৰহমান বৰুৱা ঃ ইযাত আৰু নুবুজোৱাকৈ ক'বলৈ কিটো আছে আপোনালোকেই কওকচোন।

জযন্তী দেৱী ঃ নহয বৰুৱা, মানে— আমি যে প্ৰেছৰ পৰা আহিছোঁ,— সাংবাদিক, তেখেতক বিশেষভাৱে লগ পাবলৈ আহিছোঁ, সেই কথাটো—

ৰহমান বৰুৱা ঃ সকলো কৈছোঁ। কিন্তু সকলো শুনাৰ পিছতো তেখেতে কৈছে, এতিযা তেখেতে সাংবাদিকৰ লগত কথা নাপাতে। [দ্বিতীয় সাংবাদিকে নিজৰ বহীত কিবা লিখে।]

জযন্তী দেৱী ঃ কিয? কিয নাপাতে কিবা কৈছেনে?

ৰহমান বৰুৱা ঃ কৈছে। এতিযা তেখেত অন্য ধৰণৰ চিন্তা এটাত ব্যস্ত আছে। দ্বিতীযতে, সাংবাদিকৰ লগত আলোচনা কৰিবলগীয়া কথা এই মুহূৰ্তত তেখেতৰ একো নাই।

সাংবাদিক-২ ঃ তেখেতৰ স্বাস্থ্য?

ৰহমান বৰুৱা ঃ স্বাস্থ্য ভালে আছে।

সাংবাদিক-২ ঃ এতিয়া তেখেতৰ লগত কোন কোন আছে?

ৰহমান বৰুৱা ঃ পুৰণি ড্ৰাইভাৰজন আৰু তেওঁৰ ভনীযেকজনী আছে।

সাংবাদিক-১ ঃ আপুনি?

ৰহমান বৰুৱা ঃ মই ইযাত নাথাকোঁ। চৌধুৰী ছাৰৰ কামত সহায় কৰিবলৈ আহোঁ।

সাংবাদিক-১ ঃ তেখেতে অলপ সময়ৰ কাৰণে আমাৰ লগত কথা পতা হ'লে ভাল আছিল। কাইলৈ যদি

বাতৰিকাকতত তেখেতে সাংবাদিকৰ লগত কথা পাতিবলৈ অমান্তি হ'ল বুলি বাতৰি এটা ছপা হৈ যায়, তেনেহ'লে সেইটোকে লৈ মানুহে নানা ধৰণৰ জল্পনা-কল্পনা কৰাৰ সুবিধা পাব।

ৰহমান বৰুৱা : তেনেকুৱা বাতৰি ছপা নহ'লেই হ'ল। ছপালে আপোনালোক চাৰিজনেহে ছপাব। আৰু তেখেতে আজিহে আপোনালোকৰ লগত কথা নাপাতোঁ বুলি কৈছে। দৰকাৰ হ'লে সকলো সাংবাদিককে খবৰ দি প্ৰেছ কনফাৰেঞ্চ পাতিম বুলি কৈছেই নহয়। [ফটোগ্ৰাফাৰে ৰহমান বৰুৱাৰ ফটো তোলে।]

সাংবাদিক : ভাল তেনেহ'লে। আমি আহোঁ।

ৰহমান বৰুৱা : ভাল। মানুহৰ মন সকলো সময়তে একে হৈ নাথাকে নহয়। তাকে ভাবি আপোনালোকে অসন্তোষ নকৰিব। [নমস্কাৰ কৰে] [সাংবাদিকসকল যায়। জয়ন্তী দুৱাৰমুখৰ পৰা উভতি আহে।]

জয়ন্তী : আপুনি বাৰু মোক চিনি পাইছেনে বৰুৱা? সেই যে ইণ্টাৰভিউ—

ৰহমান বৰুৱা : মইহে আপোনাক কথাটো সুধিম সুধিম বুলি ভাবি আছিলোঁ। আপুনি বাতৰিকাকতৰ কামতে আছে?

জয়ন্তী : হয়। সেইদিনা ছাৰেতো ইণ্টাৰভিউ নল'লেই। পিছত শুনিছিলোঁ, চাকৰিটো আপুনি পোৱা বুলি।

ৰহমান বৰুৱা : এৰা। ছাৰে সেইদিনা আপোনাৰ ইণ্টাৰভিউ নলৈ ভুলেই কৰিলে।

জয়ন্তী : কিয়?

ৰহমান বৰুৱা : মোৰ সলনি চাকৰিটো আপুনি পোৱা হ'লেই ভাল আছিল।

জয়ন্তী : [হাঁহি] হয় নেকি? তেনেহ'লে এতিয়াও এৰি দিয়ক, এইবাৰ ঠিক সময়মতে আহি ইণ্টাৰভিউ দি চাওঁ।

ৰহমান বৰুৱা : সেইটো চাকৰি মোৰ এতিয়াও এৰিবলৈ বাকী আছেনে?

জয়ন্তী : কি? আপুনি এতিয়া সেইটো চাকৰি নকৰে?

ৰহমান বৰুৱা : নকৰোঁ।

জয়ন্তী : তেনেহ'লে—

ৰহমান বৰুৱা : কি বুলিনো ক'ম? পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈকে ইয়ালৈ আহি আছোঁ, নে পুণ্য কৰিবলৈ আহি আছোঁ, ধৰিবই পৰা নাই।

জয়ন্তী : মানে?

ৰহমান বৰুৱা : সেইবোৰ এনেকৈ ক'ব পৰা কথা নহয়। থাকক দিয়ক।

জয়ন্তী : হয় নেকি? থাকক তেনেহ'লে। আচল কথা কি জানে বৰুৱা, মই বহুদিনৰে পৰা ছাৰৰ ভক্ত। তেখেতক মই বৰ শ্ৰদ্ধা কৰোঁ। চাকৰিটো লৈ মই তেখেতৰ ওচৰ চপাৰ সুবিধাহে বিচাৰিছিলোঁ। আজি মই এই সাংবাদিকসকলৰ লগত আহিছিলোঁ যদিও, তেখেতসকলে যিটো মন লৈ আহিছিল, মই সেইটো মন লৈ অহা নাছিলোঁ। আপুনিতো গমেই পাইছে, গোটেই চহৰখনত মানুহৰ মুখে মুখে কিছুমান কথা ঘূৰিবলৈ লৈছে।

ৰহমান বৰুৱা : শুনিছোঁ।

জয়ন্তী : কালি আমাৰ লগৰ এজনে এটা বাতৰি লিখি সম্পাদকৰ হাতত দিছেই। কথাবোৰ শুনি মই বৰ আচৰিত হৈছোঁ। [চৌধুৰী সোমাই আহে। তেওঁ এঠাইত বৈ জয়ন্তীৰ মুখলৈ চায়। তাৰ

পিছত লাহে লাহে আগবাঢ়ি আহে।] নমস্কাৰ ছাৰ।

চৌধুৰী : [বৰুৱাক] এওঁ সেই জয়ন্তী দেৱী?— ইণ্টাৰভিউ?

ৰহমান বৰুৱা : হয় ছাৰ।

চৌধুৰী : এওঁৰ শেষৰ বাক্যটো মই ভিতৰৰ পৰা শুনিছিলোঁ। [জয়ন্তীক] কোনে কি বাতৰি লিখিছে? [জয়ন্তীয়ে তলমূৰ কৰে] কি হ'ল? তলমূৰ কৰিলা দেখোন? কোনোবাই মোক ক'বলৈ বেয়া পোৱা কথা লিখিছে নেকি? [জয়ন্তীয়ে মূৰ তুলি চায়] নহয় নহয়, তুমি মই ভালপোৱা-বেয়াপোৱাৰ কথা নাভাবিবা। কোৱা কোনে কি লিখিছে?

জয়ন্তী : আপুনি যে হঠাতে আপোনাৰ সেই বিৰাট পৈতৃক ঘৰটো এৰি ইয়ালৈ গুচি আহিছে, এইটো বোলে কিবা বিবাদৰ কাৰণে কৰিছে?

চৌধুৰী : বিবাদ? কাৰ লগত?

জয়ন্তী : আপোনাৰ পৰিবাৰৰ লগত? বাইদেউৰ লগত?

চৌধুৰী : কিন্তু বিবাদ নাই ক'ত? কাৰ লগত কাৰ বিবাদ নলগাকৈ থাকে? মই এই হাত দুখন নহ'লে চলিব নোৱাৰোঁ, কিন্তু এইখন হাতৰ লগত এইখন হাতৰ কম বিবাদ নে?

জয়ন্তী : কিন্তু ছাৰ, বিবাদ হ'লেও আপোনাৰ দুয়োখন হাত আপোনাৰ লগে লগে থাকে। এতিয়া আপুনি এগৰাকী মানুহৰ পৰা আঁতৰি আহিছে। মানুহে জানিব খুজিব— আপুনি এখন হাত কাটি পেলাই দি আহিছে নেকি?

চৌধুৰী : [ডাঙৰকৈ] ন'। নাই অহা। মই এইখন হাতেৰে লিখি থাকোঁতে এইখন হাতে কি কৰি থাকে তাৰ খবৰ ৰাখিব নোৱাৰোঁ। সেই কাৰণে সেইখন হাতক যি ইচ্ছা কৰি থাকিবলৈ সুবিধা দিছোঁ। মই মোৰ মনটো মুকলি কৰিবলৈ বিচাৰিছোঁ। এনেকৈ মুকলি হ'ব পাৰিলে এগৰাকী মানুহৰ সলনি হাজাৰ গৰাকী মানুহৰ লগত, গোটেই পৃথিৱীৰ লগত বন্ধুত্ব কৰিব পাৰি। মোক তোমালোক সকলোৱে সেই হাজাৰজনৰ মৰমৰ সম্বন্ধ উপভোগ কৰিবলৈ দিয়া।

জয়ন্তী : এইখিনি কথাকে মই আপোনাৰ স্পষ্টীকৰণ হিচাপে প্ৰকাশ কৰিব পাৰিম নে?

চৌধুৰী : দৰকাৰ নাই। মোৰ ফালৰ পৰা কোনো স্পষ্টীকৰণৰ প্ৰয়োজন নাই। মই শান্তিত থাকিব খোজোঁ, মোক শান্তিত থাকিবলৈ দিয়া, বাচ, কথা সিমানেই।

জয়ন্তী : কিন্তু আপুনি মনে মনে থাকিলে মানুহে জল্পনা-কল্পনা, উৰা-বাতৰি সেইবোৰকে সঁচা বুলি ধৰি ল'ব।

ৰহমান বৰুৱা : সেইটো হয় ছাৰ। আৰু সেইবোৰতে ৰহণ সানি পাগুলিবলৈ ভাল লগা কাহিনী তৈয়াৰ কৰি ল'ব।

চৌধুৰী : লওক। মোৰ কি ক্ষতি হ'ব?

জয়ন্তী : বহুত ক্ষতি হ'ব ছাৰ। আপোনাৰ প্ৰতি কিছুমান মানুহৰ সন্দেহ জন্মিব, কিছুমান মানুহৰ আপোনাৰ প্ৰতি থকা বিশ্বাস হেৰাব, কিছুমান মানুহে আপোনাক বেয়া পাবলৈ ল'ব।

চৌধুৰী : কিছুমান। ঠিক। কিছুমান মানুহে। কিছুমান মানুহে কিছুমান কাম সদায় কৰিব। কিন্তু সেই কিছুমান মানুহৰ বাহিৰেও এই পৃথিৱীখনত বহুত মানুহ আছে। সেই মানুহবিলাকৰ লগত মোৰ কি সম্বন্ধ সেইটো মই জানো। সেই মানুহবিলাকৰ মোৰ প্ৰতি কি ধাৰণা সেইটো মই জানো। [উত্তেজিত] তেওঁলোকে মোক ভাল পায়, বিশ্বাস কৰে, শ্ৰদ্ধা কৰে। তেনেকুৱা মানুহেৰে এই ৰাজ্যখন ভৰি আছে। [আঁওজাই থোৱা ফটো,অভিনন্দনপত্ৰ আদিলৈ দেখুৱাই]

সেইবোৰ— সেইবোৰ অভিনন্দনপত্ৰই কি কয়? [এখন দাঙি লৈ] এইখনত এইবোৰ কি লিখা আছে? মহান— চিন্তা নায়ক— পথ প্ৰদৰ্শক— এইবোৰ [বৰুৱাক] কোনোবাই মাত্ৰ এদিনৰ কাৰণে লিখিছিলনে? [জয়ন্তীক] কল্পনা কৰি কৰি লিখিছিল নে? [গগন আৰু বাণীয়ে কাঠৰ ৰেক এখন আনি থয। তাত কিতাপ সজাই থোৱা আৰম্ভ কৰে।]

জয়ন্তী : নাই লিখা।

চৌধুৰী : মোক চিনি পাইছিল কাৰণে লিখিছিল, চিৰদিন সত্য হৈ থাকিবলগীয়া কথা লিখিছিল। ৰাজ্যখনৰ কিমান মানুহ ৰাতিপুৱা-গধূলি মোৰ ওচৰলৈ আহি থাকে। [বৰুৱাক] তুমি দেখিছিলা নহয়।

বৰুৱা : দেখিছিলোঁ।

চৌধুৰী : অসংখ্য মানুহে মোক আবৰি থাকিব। এনেকৈ আবৰি থাকিব যে তোমালোকৰ কিছুমানৰ সেই কাঁড়বোৰ, সেই বাক্যবাণবোৰে, সেই আবৰণ ভেদ কৰি মোৰ ওচৰ নাপাবহিয়েই। কেতিয়াবা কেনেবাকৈ দুডাল-এডাল সৰকি আহিলেও এইবোৰেই হ'ব মোৰ ঢাল। [অভিনন্দনপত্ৰখন দেখুৱায] বুইছা?

জয়ন্তী : বুজিছোঁ ছাৰ।

চৌধুৰী : আৰু কিবা জানিবলগীয়া আছিল?

জয়ন্তী : আছিল। মাজে মাজে আহি থাকিম বুলি ভাবিছোঁ। আহিমনে ছাৰ?

চৌধুৰী : আহিবা।

জয়ন্তী : আজিলৈ তেনেহ'লে আহোঁ ছাৰ। নমস্কাৰ।

চৌধুৰী : নমস্কাৰ। এইবোৰ যে ক'লোঁ, একো নছপাবা।

জয়ন্তী : নছপাওঁ। কিন্তু লিখি থ'ম। আহোঁ ছাৰ।

চৌধুৰী : যোৱা। [জয়ন্তী যায]

বৰুৱা : আজিলৈ মযো যাওঁ ছাৰ।

চৌধুৰী : যোৱা নেকি? যোৱা। কিন্তু তুমি নিয়মীয়াকৈ আহি থাকিবা। যিমান পাৰে সোনকালে ইয়াতে কোঠালিকেইটা সজাই, থান-থিত লগাই দিয়ক আৰু তুমি তোমাৰ কাম আৰম্ভ কৰা। এতিয়াতো গগনৰো বেছি কাম নাই, গতিকে সিও কামবোৰ চমু ছপাব পাৰিব। কি ক'ব গগন? [ৰৈ] গগন! কি হ'ল? নামাত কিয? চাওঁ, এইখিনিলৈ আহচোন। [গগন আগবাঢ়ি আহি ৰৈ থাকে]

চৌধুৰী : কি হ'ল? তই দেখোন মুখখন ওন্দোলাই আছ?

গগন : মই এটা কথা ভাবিছোঁ।

চৌধুৰী : কি?

গগন : মই আগতেও কৈছোঁ, আকৌ কওঁ,— আমাৰ দুটাৰ কাৰণেই এইটো এটা বৰ ডাঙৰ ঘটনা হৈছে। মই এইবোৰ একেবাৰে সহ্য কৰিব পৰা নাই। সেই কাৰণে ভাবিছোঁ—

চৌধুৰী : কি ভাবিছে?

গগন : আমি ক'ৰবাত বেলেগে থাকিবলৈ লওঁগে। আপুনি আগৰ নিচিনাকৈ সিটো ঘৰত থাককগে। তেতিয়া এইবোৰ সকলো কথা তল পৰিব।

চৌধুৰী : হয নেকি? শুনিছা বৰুৱা? ই মোক ঔষধ দিছে।

ৰহমান বৰুৱা : এৰা! ইমান সৰু কথা এটাৰ পৰা ইমান ডাঙৰ ঘটনা কিছুমান ঘটিল কাৰণে মযো বৰ দুখ পাইছোঁ।

চৌধুৰী : কিমান সৰু কথা? বিষ থকা সাপৰ সৰু-বৰ আছে? মোৰ বুকুত বিষ সোমাল। এতিয়া তুমি সাপডাল— ইমানকণ, তেনেই সৰু আছিল বুলি ক'লে মোৰ কিবা লাভ হ'ব? [গগনক] আৰু তই যে তল পৰাৰ কথা ক'লি, কোনবোৰ বস্তু তল পৰে, কোনবোৰ বস্তু ওপঙে— তই জাননে? আজি যিটো বস্তু তলিত পৰি আছে, কাইলৈ সেইটো ওপঙি উঠিব পাৰে, জাননে? নাজান। তই সেইবোৰ একো নাজান। [বাণীক] কি অ' বাণী? তয়ো ইয়াৰ লগত যাবলৈ টালি-টোপোলা বান্ধি ওলাই আছ নেকি?

বাণী : নাই থকা। সি মোক সদায় সেইবোৰ কথাকে কৈ থাকে। মই কৈছোঁ— মই ক'লৈকো নাযাওঁ।

গগন : আচলতে তইহে আগতে যাওঁ যাওঁ কৰিব লাগে। তোৰ কাৰণেই এইবোৰ ঘটনা আৰম্ভ হৈছিল নে নাই? এইবোৰ লাজ পাবলগীয়া কথা হয় নে নহয়?

বাণী : মই লাজ পাবলগীযা কাম একো কৰা নাই। ছাৰৰ কাৰণে মোৰ দুখ লাগিছে। বাইদেউৰ কাৰণে দুখ লাগিছে, কিন্তু নিজৰ কাৰণে লাজ লগা নাই। ইয়াৰ পৰা ক'ৰবালৈ গুচি গ'লে মোৰ দুখ নকমে। সেই কাৰণে মই নাযাওঁ।

চৌধুৰী : মই কিন্তু চাফা কথা কৈ দিছোঁ গগন। মই কাকো মকৰাজালৰ সূতাৰ নিচিনা সূতা এডালেৰেও বান্ধি নাৰাখোঁ। তহঁত সকলো মুক্ত। যেতিয়াই মন যায়, মোক একো নক'বি, খালী গুচি যাবি। কিন্তু যেতিয়া গৈ থাক, তেতিযা এটা কথা ভাবি ভাবি গৈ থাকিবি। সেই ঘৰটো মই অকলে এৰা নাছিলোঁ, তহঁতৰ লগে লগে এৰিছিলোঁ। বুজিলি? [সোমাই যায। উভতি] যি কৰ তৎক্ষণাত কৰি পেলাবি। কথাবোৰ মোৰ কাণত নেপেলাবি। কিছুমান কথা মই ভাল নাপাওঁ। [সোমাই যায]

[তিনিও সেইফালে চাই থাকে। লাহে লাহে অন্ধকাৰ।]

## দৃশ্য : ১১

### মঞ্চ : ১

[চৌধুৰীৰ আগৰ ঘৰৰ বহা কোঠালি। ৰাতি। চক্ৰৱৰ্তীযে ছোফা এখনত বহি কৰ্ডলেছ ফোনত নম্বৰ এটা ডাযেল কৰি আছে। তেওঁ কানেকচন পোৱা নাই। জেপৰ পৰা ইলেকট্ৰনিক অৰ্গেনাইজাৰ এটা উলিয়াই নম্বৰটো পৰীক্ষা কৰি চায। আকৌ ডাযেল কৰে। তেওঁ এইবোৰ কৰি থাকোঁতে সুবৰ্ণ আৰু জয়ন্তীযে থিযহৈ কথা পাতি থাকে।]

সুবৰ্ণ : [উত্তেজিত] মুঠতে মই কাৰো প্ৰতি অবিচাৰ কৰা নাই, কাৰো প্ৰতি অন্যায় কৰা নাই আৰু মই একো ভুল কাম কৰা নাই। কিন্তু মোৰ প্ৰতি অবিচাৰ কৰা হৈছে, অন্যায় কৰা হৈছে আৰু অইনে কৰা ভুলৰ কাৰণে মই দুৰ্ভোগ ভুগিছোঁ। সেয়াই হ'ল আচল কথা। অনুগ্ৰহ কৰি আপুনি আজিলৈ যাওক। মোৰ মন বৰ ভাল নহয। এনেকৈ বিদায দিযাৰ কাৰণে বেয়া নাপাব। নমস্কাৰ।

জযন্তী : নমস্কাৰ। [এইখিনি সময়ত চক্ৰৱৰ্তী উঠি পাছলৈ যায। তেওঁ পাছফালে থিয হৈ Telephone exchange-অৰ মানুহৰ লগত সৰু সৰুকৈ কথা পাতি থাকে।]

সুবৰ্ণ : আপোনাক অকণমান আগবঢাই— [ডাঙৰকৈ] দুলাল।

জয়ন্তী : নাই নাই নালাগে। সৌটোহে বাছষ্টপ। মই যাব পাৰিম। আহোঁ। [যায়। সুবৰ্ণ ভাগৰুৱা মানুহৰ নিচিনাকৈ হোফা এখনত বহে। চিন্তা কৰে। নতুন বনকৰা মানুহ দুলাল আহে।]

দুলাল : মোক মাতিছিল বাইদেউ? [বৈ] বাইদেউ?

সুবৰ্ণ : হুঁ?

দুলাল : মোক মাতিছিল?

সুবৰ্ণ : অঁ। তুমি ছেকেণ্ড শ্ব' চিনেমা চাবলৈ যোৱাৰ কথা কৈছিলা নহয়?

দুলাল : ভাবিছিলোঁ।

সুবৰ্ণ : মোৰ ভাত বাটি থোৱা, তুমি ভাত খোৱা, খাই যোৱাগৈ।

দুলাল : অসুবিধা হ্য যদি নাযাওঁ।

সুবৰ্ণ : একো অসুবিধা নহয। যোৱা। [দুলাল যায়। সুবৰ্ণই আঁউজি চকু মুদে। চক্ৰবৰ্তী আগুবাই আহে।]

চক্ৰবৰ্তী : কি হ'ল? বৰ ভাগৰ লাগিছে নেকি?

সুবৰ্ণ : নাই। নাই লগা।

চক্ৰবৰ্তী : বৰ টায়াৰ্ড যেন দেখা গৈছে। আচলতে এই কথাবোৰ ফেনেকি থকাৰ কাৰণে তোমাৰ এক ধৰণৰ ডিপ্ৰেচন হৈছে যেন পাওঁ। সুধিলে বুলিযেই তুমি কথা ক'ব লাগেনে?

সুবৰ্ণ : কথা ক'লে মোৰ ভাগৰো নালাগে, ডিপ্ৰেচনো নহয, কিন্তু মই ইমান মিছা কথা ক'বলগীযা হৈছে কিয?

চক্ৰবৰ্তী : কি মিছা কথা? তুমি কোনটো মিছা কথা ক'লা?

সুবৰ্ণ : কোনটো সঁচা কথা ক'লোঁ?

চক্ৰবৰ্তী : যথেষ্ট হৈছে। আৰু উত্তেজিত নহ'বা। তুমি মোক শান্তভাৱে বুজাই কোৱাচোন— তুমি কোনটো মিছা কথা ক'লা?

সুবৰ্ণ : মই যে ক'লোঁ, মই কাৰো প্ৰতি অবিচাৰ কৰা নাই— সেইটো সঁচা কথা ক'লোঁ নে? মই কাৰো প্ৰতি অবিচাৰ কৰা নাইনে? মই যে ক'লোঁ— মই কাৰো প্ৰতি অন্যায কৰা নাই, সেইটো সঁচা কথা ক'লোঁ নে? অইনে কৰা ভুলৰ কাৰণে মই এই দুৰ্ভোগ ভুগিছোঁ— সেইটো সঁচা কথা ক'লোঁনে? মই ভুল কৰা নাই বুলিয়ে ক'লোঁ, সেইটো সঁচা কথা ক'লোঁনে?

চক্ৰবৰ্তী : সেইবোৰ সঁচা কথা বুলি ধৰিব নোৱাৰি নেকি?

সুবৰ্ণ : নোৱাৰি। সেইবোৰ মিছা কথা, মিছা কথা, মিছা কথা। মই ভুল কৰিছোঁ, সেইটো সঁচা কথা।

চক্ৰবৰ্তী : তোমাৰ প্ৰতি কোনেও অবিচাৰ কৰা নাই?

সুবৰ্ণ : কৰিছে। আপুনি কৰিছে।

চক্ৰবৰ্তী : মই? [সুবৰ্ণই মুখ ঢাকি নিঃশব্দে কান্দে। চক্ৰবৰ্তীযে চাই থাকে। অলপ পিছত]

চক্ৰবৰ্তী : তুমি এতিযা অবুজ, সৰু ছোৱালীৰ নিচিনাকৈ আচৰণ কৰিছা। কোনোবা এটা স্তৱত, কোনোবা এদিন— মই তোমাৰ ইচ্ছাৰ বিৰুদ্ধে কিবা কৰিছোঁ।

সুবৰ্ণ : [মুখ মচি] ইচ্ছাৰ বিৰুদ্ধে একো নকৰিব পাৰে, কিন্তু যি সময়ত আপুনি মোৰ ইচ্ছাক বাধা দিব লাগিছিল, সেই সমযত আপুনি মোক একেবাৰে তললৈ নমাই নিলে। মোৰ সৰ্বনাশ কৰিলে।

চক্ৰৱৰ্তী : সেই সময়খিনি তুমি মোক দেখুৱাই নিদিলা কিয়?

সুবৰ্ণ : সেইবোৰেই মোৰ ভুল হ'ল। সেই কাৰণে লোকৰ আগত এতিয়া মিছা কথা ক'লে মোৰ নিজকে মাৰি পেলাবৰ মন যায়। মই এইখন ঘৰত একধৰণে বন্ধ আছিলোঁ, সেইটো সঁচা, হঠাতে বাহিৰলৈ ওলাই গৈ এখন মুকলি পৃথিৱী দেখিবলৈ পালোঁ, সেইটোও সঁচা, ক'ব নোৱাৰাকৈয়ে গৈ থকাৰ নিচিনাকৈ মজুমদাৰৰ লগত বহু দূৰ পালোঁগৈ, সেইটোও সঁচা। কিন্তু বহু দূৰ হ'লেও— সেযা উভতি আহিব পৰা দূৰ আছিল। অন্ততঃ গা-মন এবাৰ ভালকৈ ধুই-পখালি আকৌ এইখন ঘৰলৈ উভতি আহিব পৰা অৱস্থাতে আছিলোঁ। কিন্তু—

চক্ৰৱৰ্তী : কোৱা, কৈ যোৱা।

সুবৰ্ণ : কিন্তু এমুঠি ধানখেৰৰ জুই একুৰাৰ পৰা বচোৱাৰ চেলু লৈ আপুনি মোক চিতাৰ জুইত তুলি দিলে।

চক্ৰৱৰ্তী : তুমি যদি তেনেকৈ ভাবিছা, তেনেহ'লে সেইখন চিতাৰ পৰা নামি আহাঁ। মই এই মুহূৰ্ততেই তোমাৰ ছাঁটোও স্পৰ্শ নকৰোঁ বুলি শপত খাই আঁতৰি যাওঁ।

সুবৰ্ণ : এতিয়া মোৰ ছাঁটোও স্পৰ্শ নকৰিলে কিবা লাভ আছেনে? এতিয়া মই চিতাৰ পৰা কি লৈ নামি আহিম? নামি আহি কি কৰিম? মোৰ সংসাৰখনলৈ উভতি যাবলৈ মোৰ এতিয়া আছে কি?

চক্ৰৱৰ্তী : তোমাৰ সকলো থকা হ'লেও, তুমি সেই হোমৰ গুৰিৰ নতুন কইনাজনীৰ নিচিনা হৈ থকা হ'লেও যে তোমাৰ সংসাৰখনৰ সেই মিষ্টাৰ চৌধুৰী বোলা মানুহজন তোমাৰ ওচৰলৈ উভতি নাহিলহেঁতেন সেইটো তুমি জানানে? [ৰৈ যায। খোজ কাঢ়ে] খবৰ কাগজত তোমাৰ বদনাম ওলাইছে। কিন্তু খবৰ কাগজত ওলোৱা কথাবোৰেইতো শেষ কথা নহয়। খবৰ কাগজত নোলোৱা, কিন্তু আজি বহু মানুহৰ মুখত ওলমি থকা কথাটো কি জানা? [ৰৈ থাকি] সেই বাণী বোলা ছোৱালীজনী তেখেতৰ কাৰণে তোমাতকৈ বহুত বেছি প্ৰয়োজনীয় লগৰীযা। [খোজ কাঢ়ে] জগত মজুমদাৰ উপলক্ষ মাত্ৰ। কিন্তু এই অকল্পনীয়, ঘৃণনীয় কামটো কৰিছে একমাত্ৰ সেই ছোৱালীজনীৰ কাৰণে। অকল্পনীয়। সাধাৰণ মানুহে ভাবিব নোৱাৰা কথা। আৰু কৰিছে সেইজন মানুহে, যাৰ ওচৰলৈ উভতি যাবলৈ তুমি এটা চাফা মন, এটা চাফা দেহ বিচাৰি পোৱা নাই বুলি আক্ষেপ কৰিছা।

সুবৰ্ণ : এইটো কথাৰ ইংগিত আপুনি আগতেও দিছিল।

চক্ৰৱৰ্তী : আগতে ইংগিত দিছিলোঁ, এতিয়া কৈছোঁ। যিখন সংসাৰত এনেকুৱা অকল্পনীয়, ঘৃণনীয় ঘটনা ঘটে, সেইখন সংসাৰত তুমি কাৰো প্ৰতি একো অবিচাৰ কৰা নাই, ভুল কৰা নাই, আৰু ময়ো একো ভুল কৰা নাই। মই তোমাক সহায় কৰিছোঁ। আৰু মই যাতে তোমাক সহায় কৰিব পাৰোঁ তাৰ বাবে তুমি মোক সহায় কৰিছা। That's all– কথা সিমানেই। মই আজিলৈ আহোঁ। এইবোৰ tension বাদ দি অলপ relaxed হ'বলৈ চেষ্টা কৰা। স্লিপিং টেবলেট আছে নহয়? তাৰে এটা খাই সোনকালে শুই থাকা।

সুবৰ্ণ : স্লিপিং টেবলেটৰ বাহিৰে খাবলৈ আৰু থাকিল কি? আপুনি স্লিপিং টেবলেটৰ বাহিৰে মোক আৰু কি দিলে?

চক্ৰৱৰ্তী : ইমানকৈ চিঞৰিছা কিয়?

সুবৰ্ণ : মই ইমানকৈ টোপনি অহা বড়ি খাবলগীয়া হ'ল কিয়?

চক্ৰৱৰ্তী : টোপনি নাহে কাৰণে।

সুবৰ্ণ : তাকে সুধিছোঁ। মোৰ টোপনি নাইকিয়া হ'ল কিয়?

চক্ৰৱৰ্তী : বেছিকৈ সাৰে থকাৰ কাৰণে। এতিয়া মনে মনে থাকা।

সুবৰ্ণ : মই মনে মনে থাকিব পাৰোঁ, কিন্তু গোটেই পৃথিৱীখনেতো চিঞৰিয়েই থাকিব।

চক্ৰৱৰ্তী : মইতো সেই তেতিয়াই কৈছিলোঁ— হেলিকপ্টাৰ উৰিয়েই থাকিব, তলত ভেকুলীযে টোৰটোৰায়েই থাকিব। তুমি চাই থাকা,— মোৰ কথা সঁচা নে মিছা। আহোঁ।
[ওলাই যায়। সুবৰ্ণ উত্তেজিত হৈ থিয় হৈ থাকে। অলপ পিছত খোজ কাঢ়ে। বহে। কপাল মোহাৰি চিন্তা কৰে। উঠি গৈ ফোনটো দাঙি লয। ভাবে। ফোনটো থৈ দিয়ে। এটা লাইট নুমুৱাই দিয়ে। ছোফাৰ ওচৰলৈ আহে। অলপ পিছত ফোনটো তুলি লয। ডায়েল কৰে। অলপ পিছত।]

সুবৰ্ণ : জগত মজুমদাৰ? মই সুবৰ্ণই কৈছোঁ। মোৰ এটা কথা ক'বলগীয়া আছিল। কথাটো তুমি আৰু তোমাৰ মিছেছ শ্ৰীমতী মজুমদাৰ দুয়ো পোনে পোনে মোৰ মুখৰ পৰা শুনা হ'লে ভাল আছিল। তোমালোকৰ কৰ্ডলেছ ফোন— এক্সটেনচন— মুঠতে তোমালোক দুয়ো একেলগে মোৰ কথাখিনি শুনাৰ উপায় আছেনে? তেনেহ'লে তুমি ফোনটো তোমাৰ মিছেছক দিয়া। তুমি কথাখিনি তেওঁৰ পৰাই শুনি ল'বা। — নহয় জগত, তুমি ভয় কৰিছা নেকি? একো ভয় নাই জগত। কথাখিনি দুবাৰ ক'বলৈ মোৰ শক্তিযেই নাই। যি ক'ম তোমালোকৰ ভালৰ কাৰণেই ক'ম। দিয়াচোন তেওঁক। [বৈ] মিছেছ মজুমদাৰ নে কি? মই সুবৰ্ণ চৌধুৰীয়ে কৈছোঁ। হয় হয়। শুনক মিছেছ মজুমদাৰ, মই নিজ মুখেৰে আপোনাক কৈছোঁ— এজন মানুহে এজনী মানুহক যিমান যি কৰিব পাৰে বুলি মোৰ অভিজ্ঞতা হ'ল, তাৰ তুলনাত মজুমদাৰে একো কৰা নাছিল। আপুনি মনৰ পৰা আঁতৰ কৰিব নোৱাৰিব, তেনেকুৱা তেওঁ একো কৰা নাছিল। এজনী মানুহৰ কেনেকুৱা অৱস্থা হ'লে তাই আগৰ ঠাইলৈ উভতি যাব নোৱাৰে, সেই অৱস্থাৰ কথা এতিয়া মযেই সকলোতকৈ ভালকৈ জানো। সেই কাৰণেহে ক'ব পাৰিছোঁ, আপুনি আগৰ ঠাইৰ পৰা এখোজো আঁতৰিব নালাগে। ক'ব পাৰিছোঁ, মানে— মই আপোনাক, আপোনালোক দুয়োকে অনুৰোধ কৰিছোঁ—
[ৰৈ যায়। অলপ পিছত ফোনটো থৈ ছোফাত আঁউজি বহেহি। এখন হাতেৰে কপাল আৰু চুলি মোহাৰে। ফোন বাজে। সুবৰ্ণই ফোনটো লৈ চাই বৈ থাকে। অলপ পিছত উঠি যায়।]

সুবৰ্ণ : হেল্লো। জগত? আকৌ ফোন কৰিলা? নাই, একো হোৱা নাই। আধাখিনি হ'ল মানে, পূৰাকৈ ক'লে মই বহুত— বহুত কথা ক'ব লাগিব।
[লাহে লাহে অন্ধকাৰ হৈ আহে]

## দৃশ্য : ১২

### মঞ্চ : ২

[চৌধুৰীৰ বৰ্তমানৰ ঘৰটোৰ বহা কোঠালি। দিনত। চৌধুৰীৰ পুতেক মৃদুলে উত্তেজিত হৈ কথা কৈছে। চৌধুৰীযে তলমূৰ কৰি বহি আছে। পাছফালে গগন থিয় হৈ আছে।]

মৃদুল : মই কিন্তু কৈ দিছোঁ দেউতা, আচলতে মই আপোনাক দেউতা বুলি মাতিবলৈ লাজেই পাইছোঁ, তথাপি মাতিছোঁ, মই কৈ দিছোঁ— মই ডেৰাডুনলৈ যোৱাৰ আগতে এই বাণী ইযাৰ পৰা যাব লাগিব। নহ'লে মই তাইক চুলিত ধৰি ৰাস্তাত উলিয়াই থৈ যাম।

গগন : [চৌধুৰীৰ ফালে আগবাঢ়ি] ছাৰ, আমি বহুত সহ্য কৰিছোঁ, ইযাৰ পিছত কিন্তু—

চৌধুৰী : [হাতখন দাঙি] অলপ সময় ৰ'বি। তহঁতক মই মন খুলি কথা ক'বলৈ দিম। [উঠি] মৃদুল, তই মোক দেউতা বুলি মাতিবলৈ লাজ পাইছ যেতিয়া নামাতিবি। কেইদিনমানৰ আগতে তোৰ মোমাযেৰ এটাই মোক জ্ঞান দিবলৈ আহিছিল। তেওঁৰ কথা-বতৰাৰ পৰা বুজিলোঁ, মোক দেউতা বুলিবলৈ যে তই লাজ পাব লাগে, সেইটো কথা তেৱেঁই তোক শিকাইছে। কিন্তু এই ছোৱালীজনীক যে চুলিত ধৰি ৰাস্তালৈ উলিযাই দিব লাগে, এইটো কথা তোক কোনে শিকাইছে? ডেৰাডুনৰ প্ৰফেছাৰে শিকাইছে? কেতিযাবা যদি তোৰ যোৰৰ, তোৰ লগত ফেৰ মাৰিব পৰা বি এ, এম এ পাছ কৰা, কোনোবা ছোৱালীৰ চুলিত ধৰিবলৈ পাব, তেনেহ'লে ধৰিবি, কিন্তু এইবিলাক পাগঘৰৰ চুকত সোমাই থকা ছোৱালীৰ, ওকণিযে পিনপিনাই থকা চুলিত ধৰি তোৰ হাতখনৰ জাত মাৰ কিয?

চৌধুৰী : অ' বৰুৱা আহিলা? আহা আহা। বহা। এতিযাতো তুমি আমাৰ মুখবোৰ দেখি সুধিবাই কি হৈছে বুলি? গতিকে আগতেই কৈ দিওঁ শুনা। মোৰ পুত্ৰ মৃদুলৰ কথা যে কওঁ? ডেৰাডুনত যে পঢ়ে? মনত আছে নহয?

ৰহমান বৰুৱা : আছে।

চৌধুৰী : এইজন।

ৰহমান বৰুৱা : জানো। মই এওঁক লগ পাইছোঁ।

চৌধুৰী : মাতৃ বিযোগৰ খবৰ পাই ই আহিছে, শ্ৰাদ্ধ-পিণ্ড কৰিব, আকৌ ডেৰাডুনলৈ উভতি যাব, আৰু যোৱাৰ আগতে আমাৰ ঘৰ-সংসাৰৰ সকলো সমস্যা সমাধান কৰোঁ বুলি,— এয়া মোৰ মুখামুখি হৈছে। সুবৰ্ণ ঢুকোৱাৰ লগে লগে যে, হঠাতে, ইয়াৰ মোমাযেক আমাৰ সংসাৰখনৰ গাৰ্জেন হৈ গ'ল, তুমি মন কৰিছানে? সেই গাৰ্জেনজন আৰু ইযাৰ, এতিযা প্ৰধান দুশ্চিন্তা হৈছে, 'মই এই ঘৰ-দুৱাৰ, মাটি-সম্পত্তিবোৰ ইযাৰ বাহিৰেও আৰু কাৰোবাক, মানে এই গগন, বাণীহঁতক দি যাওঁ নে কি'। তেনেকুৱা ঘটনা যাতে ঘটিবলৈ নাপায, তাৰ প্ৰথম ব্যৱস্থা হিচাপে ই বাণীক চুলিত ধৰি ৰাস্তালৈ উলিয়াই দিব খোজে। তুমি কামটো কেনে দেখা? তুমিযেইতো তাইক তাইৰ বাপেকৰ নিচিনাকৈ ওচৰত বহুৱাই লিখিব-পঢ়িবলৈ শিকালা? ই তাইক চুলিত ধৰি ৰাস্তাত থৈ আহিবগৈ— কেনে লাগিব দৃশ্যটো তোমাৰ?

ৰহমান বৰুৱা : [মৃদুলক] তুমি কেনেকুৱা কথা কৈছা বাপু? মই ইমানদিনে যি বুজিলোঁ, তাযো আচলতে ডেৰাডুনত পঢ়িবলগীযা ছোৱালীযেই। তোমালোকৰ ইমানবোৰ মাটি-সম্পত্তি আছে, ইমানদিনে ছাৰৰ আলপৈচান ধৰা কাৰণে তাৰে ইমানকণ যেনিবা সিহঁতক দিলেই,—

চৌধুৰী : কিয় দিম? সিহঁত মগনীয়া নেকি? মাটি-সম্পত্তি দি সিহঁতক মই বদনামত পেলাই থৈ যাম কিয? কুটা এগছো নিদিওঁ। সিহঁত যদি মানুহ হয, তেনেহ'লে নিজৰ ভাত-কাপোৰ সিহঁতে নিজে উলিযাই ল'ব। [গগনক] ল'বি নে নল'ব?

গগন : ল'ম।

চৌধুৰী : কেতিযাবা— ভুলতো, সপোনতো এই মাটি-সম্পত্তিৰ লোভ কৰিছিলি নেকি?

গগন : নাই কৰা।

চৌধুৰী : দিনে-ৰাতিয়ে মই সিহঁতক সেইটো শিক্ষাকে দিছোঁ। এটা ভুল মই কৰিছিলোঁ, সেইটোও তুমি শুধৰাই দিলা। বাছ। সিহঁতৰ কাৰণে মোৰ আৰু কোনো চিন্তা নাই। গতিকে— বুইছ মৃদুল, এইবোৰ 'মাটি-সম্পত্তি, ঘৰ-দুৱাৰৰ এটা তিলমানো তোৰ বাহিৰে কোনেও নাপায। তই অকণো চিন্তা নকৰিবি। এসময়ত ভাবিছিলোঁ, এটা ঘৰত এই বাণীহঁতৰ নিচিনা ল'ৰা-ছোৱালীৰ কাৰণে এখন স্কুল পাতিম— কিন্তু ওহোঁ,— এইবোৰ ঘৰ তেনেকুৱা কামৰ কাৰণে উপযোগী নহয। এইবোৰ একমাত্ৰ তোৰ কাৰণে উপযোগী। সকলো তই চম্ভালিবি। এইবাৰ যাওঁতে ঘৰটোত তলা মাৰি চাবি তই লৈ যাবি। কিন্তু এটা চৰ্ত— মোৰ কিতাপ-কাগজ— য'ত মোৰ এই হাতৰ সামান্য চিন এটাও পৰিছে, সেইবোৰ একো তই নিবিচাৰিবি। খবৰদাৰ। নমৰালৈকে সেইবোৰ মই সাবটি লৈ থাকিম। আৰু মৰাৰ আগতে তোক এইটো ঘৰো খালী কৰি দিম। হ'ব? Satisfied? সন্তুষ্ট? [বে'ল বাজে] গগন, কোন আহিছে চাচোন। [গগন দুৱাৰৰ ফালে যায। লগে লগে পুলিচ বিষয়া মালাকাৰ সোমাই আহে। তেওঁ চৌধুৰীক চালাম দিয়ে।]

চৌধুৰী : [মূৰ দোঁৱাই] মালাকাৰ?

মালাকাৰ : হয ছাৰ।

চৌধুৰী : অলপ আগতে আপোনালোকৰ এছ পি কাশ্যপে আপুনি আহিব বুলি ফোন কৰিছিল। বহক।

মালাকাৰ : হ'ব ছাৰ।

চৌধুৰী : কওকচোন কথাটো কি? মোক বোলে কিবা সুধিবলগীয়া আছে?

মালাকাৰ : হয ছাৰ। মানে— ছাৰ— [ৰৈ যায]

চৌধুৰী : কওক। ৰ'ল কিয?

মালাকাৰ : মানে এনেকুৱা ধৰণৰ কথা আপোনাৰ লগত পাতিবলগীয়া হোৱাটোৱেই মোৰ কাৰণে বৰ দুৰ্ভাগ্যৰ কথা ছাৰ।

চৌধুৰী : মালাকাৰ, আপুনি দুৰ্ভাগ্য মোৰ বুলি ধৰি লওক, আৰু অকণো সংকোচ নকৰাকৈ, সময়ৰ অপব্যয নকৰাকৈ আপোনাৰ কাম কৰক। পোনে পোনে আচল কথালৈ আহক।

মালাকাৰ : ভাল ছাৰ। চৌধুৰী বাইদেউৰ মৃত্যুৰ কথাটোত পুলিচে স্পেচিয়েল কিবা কৰিবলগীয়া আছিল বুলি ভবা নাছিল। কিন্তু যিদিনা ৰাতি ঘটনাটো ঘটিল, তাৰ পিছদিনা এঘাৰমান বজাতে তেখেতৰ ককাযেক প্ৰাণকৃষ্ণ দত্তই আমাৰ ডি আই জি চাহাবক লগ ধৰিলে। তেখেতে থানাত এখন এজাহাৰো দিলে।

চৌধুৰী : জানো।

মালাকাৰ : বাইদেউৰ প'ষ্টমৰ্টেম কৰা হ'ল। বহুত বেছিকৈ স্লিপিং টেবলেট খোৱাৰ কাৰণে তেখেতৰ মৃত্যু হ'ল। বহুতো কথা বিবেচনা কৰি পুলিচ, ডাক্তৰ সকলোৱে ঠিক কৰিলে— তেখেতে ছুইচাইড কৰিলে। [ৰৈ] দত্তই এজাহাৰ দিয়া কাৰণে আমি ঘটনাটো ইনকোৱাৰী কৰিবলৈ ল'লোঁ। লৈ গম পালোঁ, বাইদেউৰ লগত সেইৰাতি কথা পতা শেষ মানুহজন আছিল জেকছন কোম্পানীৰ মেনেজাৰ জগদীশ চক্ৰৱৰ্তী। মানে বাইদেউৰ মুৰব্বী বিষয়া। আমি তেখেতক লগ ধৰিলোঁ। তেখেতে বাৰে বাৰে একেটা কথাৰ ওপৰতে জোৰ দিলে। [ৰৈ যায]

চৌধুৰী : কি কথা?

মালাকাৰ : [কওঁ নকওঁকৈ] বাইদেৱে বোলে তীব্ৰ মানসিক অশান্তিত ভুগিছিল। সেই অশান্তিৰ পৰা সকাহ পাবলৈ মেনেজাৰক ৰিকুৱেষ্ট কৰি বাংগালোৰ, দিল্লী, কলিকতা আদি ঠাইত কাম উলিযাই লৈছিল, আৰু সেইবোৰ ঠাইত ঘূৰি ফুৰিছিল। ইযালৈ উভতি আহিলেই তেখেতে মানসিক যন্ত্ৰণাত অস্থিৰ হৈছিল। শেষত সেই যন্ত্ৰণা সহ্য কৰিব নোৱাৰিযেই তেখেতে ছুইচাইড কৰিলে।

চৌধুৰী : মানসিক যন্ত্ৰণাবোৰ কি কাৰণে হৈছিল, সেই বিষয়ে চক্ৰৱৰ্তীযে কিবা কৈছে নে?

মালাকাৰ : কৈছে ছাৰ।

চৌধুৰী : কি কৈছে?

মালাকাৰ : আপুনি— আপোনালোকৰ ঘৰত থকা বাণী নামৰ ছোৱালীজনীৰ লগত এটা অশোভনীয সম্পৰ্ক পাতিছে, আৰু বাইদেৱে যেতিযা সেইটো কথাত আপত্তি কৰিলে, তেতিযা আপুনি ছোৱালীজনীক লগত লৈ সেইটো ঘৰৰ পৰা গুচি আহিল।
[নিস্তব্ধ। ৰহমান বৰুৱাই চক্ খাই উঠে।]

চৌধুৰী : [লাহেকৈ] হয নেকি?

মালাকাৰ : শেষত,— সেই অশান্তিৰ কাৰণেই বাইদেৱে এই কামটো কৰিলে। [নিস্তব্ধ]

চৌধুৰী : হয নেকি?

মৃদুল : এতিযা আপুনি ধৰিব পাৰিছেনে— কিয আপোনাক দেউতা বুলিবলৈ মোৰ লাজ লাগিছে? আপোনাৰ যদি মনটো এনেকুৱাই হয, তেনেহ'লে এই মাটি-সম্পত্তি কাৰোবাক দি দিযাটোতো আপোনাৰ কাৰণে একো ডাঙৰ কথা নহয। আমাক বা মোক দোষ দিযাৰ উপায আপোনাৰ আছে নে? আপুনি কেনেকুৱা কাম কৰিব পাৰে তাৰ নমুনা—

ৰহমান বৰুৱা : [খঙেৰে] মনে মনে থাকা তুমি। দেউতাৰাৰ সমান হ'বলৈ বহুত বছৰ জীযাই থাকিবা নহয? চিঞৰ-বাখৰ কৰিবলৈ বহুত সময পাবা। [শান্তভাৱে] কওক মালাকাৰ, আপোনাৰ আৰু কি ক'বলগীযা আছে?

মালাকাৰ : মই ছাৰক কেইটামান কথা সুধিব খুজিছিলোঁ।

চৌধুৰী : নাই নাই নাই, আপোনাৰ সুধিবলগীযা থাকিলেও মোৰ ক'বলগীযা একো নাই মালাকাৰ। আপোনালোকে যি শুনিছে, তাকে যদি বিশ্বাস কৰে, তথাপি মোৰ ক'বলগীযা একো নাই। মোৰ পৰিবাৰে কিবা এটা কৈ গ'ল— এতিযা মই আপত্তি কৰিম? জগদীশ চক্ৰৱৰ্তী নামৰ মানুহ এটাই কিবা কৈছে, মই আপত্তি কৰিম? মই ইমান তললৈ নামিম? (উত্তেজিত) অঁ, মই আপত্তি কৰিম? সুৱৰ্ণই মোক নিজ মুখে একো নক'লে কিয? ইমানবোৰ কথা পাতি লৈ তেওঁ মৰিল কিয? [শান্ত হৈ] মালাকাৰ, মোৰ বাহিৰে অইন কাৰোবাক যদি কিবা সুধিবলগীযা আছে, সোধক। আপোনালোকে, আদালতে, চৰকাৰে, ৰাইজে— যি সিদ্ধান্ত কৰে, তাকে মই মানি ল'ম। আপুনি কাম কৰক, মযো ভিতৰলৈ যাওঁ। অলপ কাম কৰোঁগে।
[চৌধুৰী ভিতৰলৈ যায।]

[ট্ৰে'ত চাহ তিনিকাপ আৰু বিস্কুট লৈ বাণী আহে। তাই মালাকাৰৰ ওচৰৰ টিপয় এখনত ট্ৰে'খন থয।]

মালাকাৰ : [বৰুৱালৈ চাই] এওঁ?

ৰহমান বৰুৱা : হয। এৱেঁই বাণী।

মালাকাৰ : মোৰ এওঁক দুটামান কথা সুধিবলগীয়া আছিল।

ৰহমান বৰুৱা : সোধক। [বাণীক] যি সোধে ক'ব পাৰিবি নহয়?

বাণী : পাৰিম।

মৃদুল : মই ভাবোঁ, মোৰ ইয়াত থকাৰ কোনো দৰকাৰ নাই।

মালাকাৰ : কিয়?

মৃদুল : আপুনি তাইৰ লগতহে কথা পাতিব? মই থাকি কি কৰিম? আৰু তাই সঁচা কথা ক'লেও মই সহ্য কৰিব নোৱাৰিম, মিছা কথা ক'লেও সহ্য কৰিব নোৱাৰিম।

বাণী : তেনেহ'লে আপুনি নালাগে যাব। থাকক। মই কি কি মিছা কথা কওঁ, এখেতৰ আগতে দেখুৱাই দিব পাৰিব।

মৃদুল : তোৰ সাহ বহুত বাঢ়ি গ'ল? ডাঙৰ ডাঙৰ কথা ক'বলৈ শিকিলি?

বাণী : কি ডাঙৰ ডাঙৰ কথা ক'লোঁ? আপুনি নাথাকিলে মই এখেতক মিছা কথা ক'ব পাৰোঁ, সেই কাৰণে আপোনাক ইয়াতে থাকিবলৈ কৈছোঁ। সেইটো ডাঙৰ কথা ক'লোঁ নে কি? আপুনি মোক চুলিত ধৰি ৰাস্তাত থৈ অহাৰ কথা ক'বলৈ সাহ কৰিব পাৰে, মই সেইষাৰ কথা ন'বলৈও সাহ কৰিব নোৱাৰোঁনে? মোৰ সাহ আচলতে কিমান বাঢ়িছে, সেইটো চাব খুজিছে যদি ইয়াতে বহি থাকক। [মালাকাৰক, নমস্কাৰ কৰি] সোধক ছাৰ, মোক কি সুধিব খুজিছে। [মৃদুল উচাট মাৰি ওলাই যায়। গগন আহে।]

মালাকাৰ : তোমালোকতো এটা বৰ ডাঙৰ, আহল-বহল ঘৰত, বৰ আৰামত আছিলা?

বাণী : হয়। আছিলোঁ।

মালাকাৰ : হঠাতে তোমালোক এইটো ঘৰলৈ কিয় গুচি আহিলা?

গগন : ছাৰ, আপুনি যদি অনুমতি দিয়ে, সেইটো প্ৰশ্নৰ উত্তৰ মইহে ভালকৈ দিব পাৰিম।

বাণী : কিন্তু ছাৰ, মই অইন এটা কথা ভাবিছোঁ। আপুনি অলপ আগতে বাইদেউৰ অফিচৰ ওপৰৱালা চক্ৰৱৰ্তী বোলা মানুহজনৰ মুখত মোৰ আৰু ছাৰৰ কথা কি কি শুনিছিল সেইবোৰ কৈ আছিল। আচল কথা সেইবোৰহে নহয় জানো? আপুনি ঘূৰাই-পকাই শেষত সেইবোৰ কথা সঁচা নে মিছা— সেইটোহে সুধিব? আচলতে সেইটো কথা কাণত পৰাৰ আগতেই মই মৰি থাকিব লাগিছিল। কিন্তু কাণত পৰিলেই যেতিয়া, ছাৰ জীয়াই থকালৈকে মই নমৰোঁ। মই মৰিলে ছাৰৰ আৰু বেছি কষ্ট হ'ব। কিন্তু মৰাৰ পিছত যদি আকৌ জনম ল'ব লাগে, তেনেহ'লে মই এনেকুৱা এজন মানুহৰ জীয়েক হৈয়েই জনম ল'ম। আৰু তেতিয়া যেন মই বাইদেউকে মা হিচাপে পাওঁ। জীয়েক নহওঁ কাৰণেহে বাইদেউ মোৰ পৰা ইমান আঁতৰে আঁতৰে থাকিল। তেওঁৰ আচল জীয়েক নহওঁ কাৰণেহে মই তেওঁৰ লগত কাজিয়া কৰিব নোৱাৰিলোঁ। মই তেওঁৰ আচল জীয়েক হোৱা হ'লেতো তেওঁ কেতিয়াও তেনেকৈ মৰিব নোৱাৰিলেহেঁতেন। মইতো তেওঁক কেতিয়াও ইমান দূৰলৈ যাবলৈ নিদিলোঁহেঁতেন। [কান্দে] তেওঁকতো মই এইজন মানুহৰ কথা তেনেকৈ ভাবিবলৈ কেতিয়াও নিদিলোঁহেঁতেন। [ছোফা এখনত পৰি যায়] জীয়েকৰ কথা কোনেও তেনেকৈ নাভাবে নহয়। [বাণীক ৰহমান বৰুৱাই তুলি ধৰে]

বৰুৱা : হ'ব ব'ল, ভিতৰলৈ ব'ল। [বৰুৱাই বাণীক ধৰি লৈ যায়]

বাণী : [উভতি] মই দেউতাৰ ভৰিৰ ওচৰত পৰি গোটেই জীৱনটো পূজা কৰিম। অহা জনমত

যেন মই বাইদেউৰ পেটত জনম ল'বলৈ পাওঁ। [বৰুৱাই বীণাক ধৰি ধৰি ভিতৰলৈ লৈ যায।]

[অলপ সময় নিস্তব্ধ। গগন আগুৱাই আহে।]

গগন : আচলতে মই আপোনাৰ দুটামান প্ৰশ্নৰ উত্তৰ দিলে একো লাভ নহ'ব। মোৰ যিমানখিনি কথা ক'বলগীয়া আছে, মই নিজে নক'লে সিমানখিনি কথা আপুনি মোৰ পৰা উলিয়াই ল'ব নোৱাৰিব। সেই কাৰণে আপুনি মোক, মোক মানে আমাক সকলোকে, অকণমান সহায় কৰিব পাৰিবনে?

মালাকাৰ : কি সহায়?

গগন : আমাৰ লগত আপোনাৰ এনকোৱাৰী চলি থকাৰ মাজতে এদিন জগদীশ চক্ৰবৰ্তীক লগ পোৱাৰ সুবিধা পামনে? তেখেতৰ মুখৰ পৰা কিছুমান কথা শুনিবলৈ আমাৰ বৰ মন গৈছে।

মালাকাৰ : হয় নেকি?

গগন : হয় ছাৰ।

মালাকাৰ : হ'ব বাৰু। ধৰিবা এদিন লগ। আমিও কৈ থ'ম। মই আজিলৈ আহোঁ।

[ৰহমান বৰুৱা আহে।]

ৰহমান বৰুৱা : যায় নেকি মালাকাৰ?

মালাকাৰ : আহোঁ দিযক। এওঁ বাণীয়ে মনত বৰ দুখ পালে। তেওঁ সুস্থিৰ হওক, আকৌ এদিন আহিম।

ৰহমান বৰুৱা : ভাল [মালাকাৰ ওলাই যায। চৌধুৰী আহে। গগন ভিতৰলৈ যায।]

চৌধুৰী : হ'ল নে শেষ কথা-বতৰাবোৰ?

ৰহমান বৰুৱা : মালাকাৰে আকৌ আহিম বুলি কৈ গৈছে।

চৌধুৰী : এইবোৰ চলি থাকক। তুমি কিন্তু মোৰ কামখিনি ঢিলাই নিদিবা। মোৰ গাটোও আজিকালি কিবা দুৰ্বল দুৰ্বল লাগে। সেই কাৰণে কৈছোঁ, মই চকু দি থাকিব পৰা অৱস্থাতে কামবোৰ আগবাঢ়িব লাগে।

ৰহমান বৰুৱা : ছাৰ!

চৌধুৰী : কি? কিবা ক'বা?

ৰহমান বৰুৱা : আচলতে আজি মই মোৰ কথা এটা ক'বলৈহে আপোনাৰ ওচৰলৈ আহিছিলোঁ।

চৌধুৰী : কি কথা?

ৰহমান বৰুৱা : যি সময়ত আপোনাৰ ওচৰত মই বেছিকৈ থাকিব লাগিছিল, সেই সময়তে মোৰ ট্ৰেন্সফাৰ হৈছে।

চৌধুৰী : ট্ৰেন্সফাৰ? ক'লৈ?

ৰহমান বৰুৱা : আগৰতলালৈ।

চৌধুৰী : [চিন্তিত] হয় নেকি?

ৰহমান বৰুৱা : মই ছাৰ ট্ৰেন্সফাৰটো ৰদ কৰিবলৈ দৰখাস্ত এখন দিম বুলি ভাবিছোঁ।

চৌধুৰী : নাই নাই নাই নাই। ওহোঁ। সেইটো নকৰিবা। ট্ৰেন্সফাৰ কৰিলে যাব লাগে। অভিজ্ঞতা বাঢ়ে, ওপৰৱালাই ভাল পায, জীৱনৰ উন্নতি হয়। য'লৈকে পঠায়, তলৈকে যাব লাগে।

**ৰহমান বৰুৱা** : কিন্তু আপোনাৰ কামখিনি?

**চৌধুৰী** : মোৰ কামৰ কাৰণে চিন্তা নকৰিবা। কিবা এটাতো হ'বই। যি হয় সকলো ভালৰ কাৰণেই হয় বুলি ধৰি লৈ গুচি যোৱা। কেতিয়া যাবা? মই তোমাৰ অভাৱ সদায় অনুভৱ কৰিম আৰু সদায় তোমাক আশীৰ্বাদ কৰিম। [সাবটি ধৰি] গুড মেন। ভেৰী গুড মেন। [পিঠিত থপৰিয়াই থাকে]

[লাহে লাহে অন্ধকাৰ হয়]

[ঘোষণা]

# দৃশ্য : ১৩

## মঞ্চ : ১

[চক্ৰৱৰ্তীৰ অফিচ কোঠালি। ধুনীয়াকৈ সজোৱা। চকুত পৰাকৈ ACটো লগোৱা আছে। বেৰত দুখন ডাঙৰ পেইণ্টিং আছে। মীৰা বহি আছে। জগত থিয় হৈ আছে। অলপ দূৰত গগন থিয় হৈ আছে। চক্ৰৱৰ্তী বহি আছে।]

চক্ৰৱৰ্তী : তুমিতো মিছেছ চৌধুৰীৰ বন্ধুৱেই আছিলা?

জগত : হয়। আছিলোঁ।

চক্ৰৱৰ্তী : বন্ধুত্ব অলপ বেছি হৈ যোৱাৰ কাৰণে এদিনতো [মীৰাক দেখুৱাই] এওঁ তোমাৰ পৰিবাৰ অফিচ ওলাইছিলহি?

জগত : হয়।

চক্ৰৱৰ্তী : তেনেহ'লে তেওঁৰ বিষয়েতো তুমিযেই ভালকৈ জানা। মই আৰু নতুন কথা কি ক'ম?

জগত : তেওঁ মোৰ অকল বন্ধুৱেই নাছিল, ছাত্ৰীও আছিল। এই কোম্পানীত চাকৰি কৰাৰ শিক্ষাও ময়েই তেওঁক দিছিলোঁ। কিন্তু মোৰেই সৌভাগ্য নেকি, পিছলৈ তেওঁ মই দিয়া শিক্ষাতকৈ বহুত ওপৰ খাপৰ শিক্ষা পালে বুলি শুনিছোঁ। সেই পিছৰ সময়খিনিৰ কথা আপুনি বৰ ভালকৈ জানে বুলিও শুনিছোঁ।

চক্ৰৱৰ্তী : কাৰ পৰা শুনিছা? কোনে কৈছে?

জগত : পুলিচৰ পৰা, এইটো কোম্পানীৰে মানুহৰ পৰা।

চক্ৰৱৰ্তী : তেনেহ'লে কি জানিব খুজিছা, পুলিচকে সুধিব লাগিছিল। সেই মানুহবোৰকে সুধিব লাগিছিল। এনেকৈ দলে-বলে মোৰ ওচৰলৈ অহাৰ কি দৰকাৰ আছিল?

জগত : ছাৰ, প্ৰথমতে মই এটা কথা চাফা কৰি লওঁ। মই আজি ইয়াত— আপোনাৰ লগত কথা পতা সময়খিনিত, আপোনাৰ তলতীয়া কৰ্মচাৰী হিচাপে আচৰণ কৰিব নোৱাৰিম। মই অলপ বেছি খোলা কথা ক'ব লাগিব। মোৰ খোলা প্ৰশ্ন আৰু আপোনাৰ উত্তৰ নিজ কাণে শুনা দৰকাৰ কাৰণে এওঁলোকো মোৰ লগত আহিছে। দলে-বলে আহিছোঁ বুলি আমাক তুচ্ছ-তাচ্ছিল্য নকৰিব। আৰু আপুনি জানেই, পুলিচে আপোনাৰ অনুমতি লৈহে আমাক ইয়ালৈ আহিবলৈ দিছে। এইটো কোঠালিৰ পৰা ওলাই যোৱাৰ পিছত মই এইটো কোম্পানীৰ চাকৰিত নাথাকিবও পাৰোঁ বা চাকৰি নকৰাও হ'ব পাৰে। কিন্তু যিকণ সময় আছোঁ আৰু,

অনুগ্ৰহ কৰি মোক তলতীয়া কৰ্মচাৰী হিচাপে ব্যৱহাৰ নকৰিব। [হাতযোৰ কৰে]
[চক্ৰবৰ্তীয়ে চাই থাকে। অলপ পিছত কাগজ এটুকুৰাত কিবা লিখে। কলিং বে'ল বজায়। পিযন এটা আহে।]

চক্ৰবৰ্তী : এইখন কাপুৰ চাহাবক দেগৈ। [চালাম কৰি পিয়নটো ওলাই যায়।]
[মীৰাক দেখুৱাই] তোমাৰ মিছেছো ইয়াত থকাটো প্ৰয়োজনীয় নেকি? মানে এইবিলাক কথাৰ মাজত?

মীৰা : হয় ছাৰ। আপুনিতো জানেই, এদিন মই কিমান আতুৰ হৈ আপোনাৰ ওচৰলৈ আহিছিলোঁ, এজনী মানুহৰ বিৰুদ্ধে কিমান কথা কৈছিলোঁ। এতিয়া সেইজনী মানুহেই মৰি থাকিল। কিয় মৰিল, সেইটো মই জানিব খুজিছোঁ। কিজানি ময়েই কিবা জগৰ লগালোঁ। কিজানি এৱেঁই অপৰাধী।

জগত : আৰু ই গগন আহিছে, তাৰ ভনীযেকৰ দোষৰ কথা জানিবলৈ। গোটেইখনতে ওলাই গৈছে, ইযাৰ ভনীয়েকৰ দোষতে বোলে সুবৰ্ণ চৌধুৰীয়ে ছুইচাইড কৰিলে। কথাটো সঁচানে কি ছাৰ?

চক্ৰবৰ্তী : মযো কথাটো শুনিছোঁ।

জগত : শুনিছে নহয়, কথাটো বোলে আপুনিযেই প্ৰথমে কৈছে?

চক্ৰবৰ্তী : হ'ব পাৰে। শুনিছিলোঁ কাৰণে কৈছিলোঁ।

জগত : ক'ত শুনিছিল? আপোনাক কোনে কৈছিল?

চক্ৰবৰ্তী : মৰি যোৱা মানুহ এজনীক টনা-আঁজোৰা কৰা ভাল জানো?

জগত : তাৰ মানে আপোনাক ইযাৰ ভনীয়েকৰ কথাটো সুবৰ্ণ চৌধুৰীয়ে কৈছিল?

চক্ৰবৰ্তী : ধৰি ল'ব পাৰা।

জগত : আঃ! ধৰি ল'ব পৰা আকৌ কি? তাৰ মানে সুবৰ্ণ চৌধুৰীয়ে কৈছিল?

চক্ৰবৰ্তী : কৈছিল।

জগত : তেনেহ'লে তেওঁক টনা-আঁজোৰা ভালকৈযে কৰিব লাগিব। কথা এটা কৈ তেওঁ মৰি যাব, তেওঁৰ কথাযাৰৰ কাৰণেই এখন ঘৰ থানবান হৈ যাব, আৰু তেওঁ ক'ৰবাত শান্তিৰে শুই থাকিব? সেইটো হ'ব নোৱাৰে। কি কৈছিল তেওঁ?

চক্ৰবৰ্তী : মিষ্টাৰ চৌধুৰীযে সেই ছোৱালীজনীৰ লগত এটা সম্পৰ্ক স্থাপন কৰাৰ কথা মিছেছ চৌধুৰীযে গম পাইছিল। তাৰ বাবে তেওঁ বৰ কষ্ট পাইছিল। বৰ অস্থিৰ হৈছিল।

জগত : এই কথাবোৰ তেওঁ আপোনাক ক'ত কৈছিল?

চক্ৰবৰ্তী : ক'ত মানে— মানে— এই অফিচতেই কৈছিল, সেইদিনা তেওঁৰ ঘৰলৈ যাওঁতে তেতিযাও কৈছিল। এই কথাটো লৈ তেওঁ বৰ উত্তেজিত হৈছিল। মৰি যোৱাৰ কথাও কৈছিল। কিন্তু সঁচাকৈয়ে যে তেওঁ মৰি যাব সেইটো মই কল্পনাই কৰিব পৰা নাছিলোঁ।

জগত : কিন্তু সেই ৰাতি, আপুনি অহাৰ পিছত— সুবৰ্ণই আমালৈ ফোন কৰিছিল। তেওঁৰ মাতৰ পৰা, আপুনি কোৱাৰ নিচিনাই তেওঁ বৰ অস্থিৰ আৰু উত্তেজিত হৈ থকা বুলি ধৰিব পাৰিছিলোঁ।

চক্ৰবৰ্তী : তেওঁ আপোনালোকলৈ ফোন কৰিছিল নেকি?

জগত : কৰিছিল। কিন্তু বাণীৰ কথাতো তেওঁ ঘুণাক্ষৰেও উল্লেখ কৰা নাছিল।

চক্ৰবৰ্তী : কি কৈছিল তেওঁ?

জগত : ফোনত প্ৰথমতে এওঁ কথা পাতিছিল। [মীৰাক] কি কৈছিল তেওঁ

মীৰা : কৈছিল, কোনোবা এজন মানুহে তেওঁৰ বোলে এনেকুৱা অৱস্থা কৰিলে যে তেওঁৰ আৰু নিজৰ মানুহজনৰ ওচৰলৈ উভতি যোৱাৰ উপায় নাথাকিল।

চক্ৰৱৰ্তী : কাৰ কথা কৈছিল? এওঁৰ [জগতক দেখুৱাই] কথা কৈছিল নেকি?

মীৰা : নহয়, সেই মানুহজনৰ তুলনাত এওঁৰ যে কোনো দোষেই নাই, সেই কথাটো জনাবলৈহে তেওঁ আমালৈ ফোন কৰিছিল।

চক্ৰৱৰ্তী : তেনেহ'লে কাৰ কথা কৈছিল?

জগত : আপোনাৰ কথাকে ক'ব পাৰে নেকি বাৰু?

চক্ৰৱৰ্তী : কি? তুমি বলিয়া হৈছা নেকি?

জগত : নাই, নাই হোৱা। মানে পিছলৈ আপোনাৰ জগত সুবৰ্ণৰ ঘনিষ্ঠ সম্পৰ্ক হৈছিল, বাংগালোৰ, দিল্লী, কলিকতা, ক'ৰবাত আপোনাৰ কাম থাকিলে— লগত তেওঁক নিনিযাকৈ নগৈছিল। ইযাৰ অফিচৰ একাউণ্টছ ছেক্সনৰ মানুহে আপোনাৰ হোটেলৰ বিলবোৰ দেখি আমোদ পায, একোখন হোটেলত দুটা দুটা ৰুম, আঠদিন, দহদিন —বাৰদিন।

চক্ৰৱৰ্তী : সেইদৰে অফিচৰ কামৰ কৈফিয়ৎ মই তোমাৰ আগত দিব লাগিব নে?

জগত : মানুহজনী নমৰা হ'লে আৰু মৰাৰ পিছত আপুনি ইযাৰ ভনীযেকৰ নামত গল্প প্ৰকাশ নকৰা হ'লে নালাগিলহেঁতেন। কিন্তু এতিয়া লাগিব।

চক্ৰৱৰ্তী : মই কোনো গল্প প্ৰকাশ কৰা নাই। তেওঁ মোক যি কৈছিল, মই তাকে পুলিচৰ আগত কৈছোঁ।

চক্ৰৱৰ্তী : তেনেকুৱা মানসিক অৱস্থাৰ মানুহ এজনীক সহায কৰিবলৈ মই যিমান যি পাৰোঁ কৰিছিলোঁ। মই সেইখিনি সহায় নকৰা হ'লে, তেওঁ ইমানদিনে জীযাই নাথাকিলহেঁতেন। বহুত আগতেই মৰিলহেঁতেন। নিজেতো মৰিলহেঁতেনেই আৰু কাৰোবাক কাৰোবাক মাৰি থৈ গ'লহেঁতেন।

গগন : মিছা কথা। এইবোৰ চব মিছা কথা।

চক্ৰৱৰ্তী : এবোঁ মোৰ লগত সমানে সমানে তৰ্ক কৰিব নেকি?

গগন : কৰিম। আপুনি ক'লে— আপুনি বাইদেউক ঢেৰ সহায কৰিছিল। যদি সেযে হয, তেনেহ'লে মৰাৰ আগতে কিয বাইদেৱে আপোনাক ইমান গালি পাৰিছিল?

চক্ৰৱৰ্তী : কোনে কৈছে? কোনেও মোক গালি পৰা নাই।

গগন : নাই পৰা? এক মিনিট ৰ'ব। [দুৱাৰৰ ওচৰলৈ গৈ] দুলাল! চাওঁ এইফালে আহ। [দুলাল আহে] এইটো দুলাল। মোৰ বন্ধু কাৰণে, ভাল ল'ৰা কাৰণে ইয়াক মই বাইদেউৰ ড্ৰাইভাৰ কৰি দিছিলোঁ। সেই ৰাতি ই ছেকেণ্ড শ্ব' চিনেমা চাবলৈ যোৱাৰ কথা আছিল। কিন্তু বাইদেউৰ অৱস্থা দেখি ই চিনেমা চোৱা বাদ দিলে। ড্ৰযিং ৰুমৰ ওচৰৰ ৰুমটোতে বহি সি আপোনালোকৰ আটাইবোৰ কথা শুনিলে। ই মোক কৈছে, আপুনি বাইদেউৰ সৰ্বনাশ কৰিলে বুলি সেই ৰাতি বাইদেৱে কান্দিছিল। [দুলালক] সঁচা কথা ক'। তোৰ মাৰ-দেউতাৰৰ নামত শপত খাই ক',— সঁচা নে মিছা।

দুলাল : সঁচা।

জগত : তেনেহ'লে ছাৰ?

চক্ৰৱৰ্তী : মই এতিযা এই মানুহটোৱে কোৱা কথাবোৰ সঁচা সঁচা বুলি কৈ যাব লাগিব নেকি?

গগন : সঁচা হ'লে সঁচা বুলি ক'বই লাগিব। বাইদেউৱে নিজৰ ফালৰ পৰা এবাৰো বাণীৰ কথা কোৱা নাছিল। তাইৰ কথা আপুনি উলিয়াইছিল। [দুলালক] সঁচা নে মিছা?

দুলাল : সঁচা।

গগন : টোপনি যোৱা বড়ি খাই শুই থাকিবলৈ বাইদেউক আপুনিয়েই কৈছিল নে নাই?

চক্ৰৱৰ্তী : নাই কোৱা।

দুলাল : কৈছিল।

গগন : বাইদেউ ঢুকোৱাৰ আগদিনা আপুনি ৰাতি দুই বজালৈকে বাইদেউৰ কোঠালিত আছিল। সপ্তাহত দুদিন-তিনি দিন আপুনি বাইদেউৰ ওচৰলৈ যায়, কেতিয়াবা বাইদেউক লৈ ওলাই যায় আৰু ৰাতি বহুত পলমকৈ ঘৰত থৈ যায়। [দুলালক দেখুৱাই] ইযাৰ আগত সেইবোৰ কথা নহয় বুলি ক'ব পাৰিব?

চক্ৰৱৰ্তী : কথাবোৰ যদি এনেকুৱাই, ইমানবোৰ সাক্ষী-বাদী যদি থাকেই, তেনেহ'লে তোমালোক কাছাৰীলৈ নোযোৱা কিয়? এইখন আদালত নহয় নহয়। যোৱা, থানালৈ যোৱা, পুলিচে মোক ধৰি নি আদালতত থিয় কৰাব, হাকিমৰ আগত যিমান যি ক'ব লাগে ক'বা, এতিয়া মোৰ অফিচৰ পৰা যোৱা।

জগত : যাওঁ বাৰু। কৰ্ট-কাছাৰীত কি হয়, সেইবোৰৰ প্ৰতি মোৰ আগ্ৰহ নাই ছাৰ। আদালতত আপুনিতো কথা নকয়, ক'ব আপোনাৰ পৰা লাখ টকা লোৱা উকীলে। এই ড্ৰাইভাৰটোৱে তাৰ ভনীয়েকৰ সন্মান ৰক্ষাৰ কাৰণে উকীলক এটা পইচাও নিদিয়ে। তাৰ ভনীয়েকে কাছাৰীৰ সীমাতো ভৰি নিদিয়ে। কিন্তু তাক আপোনাৰ মুখামুখি কৰাই দিলোঁ। আদালতৰ নাম নোলোৱাকৈ— আপুনি আপোনাৰ বুকুৰ পৰা জোৰ দি এবাৰো সঁচা কথা ক'ব নোৱাৰিলে, আৰু সঁচা কথাবোৰ মিছা বুলিও ক'ব নোৱাৰিলে, সেইখিনিয়েই আমাৰ লাভ। [মীৰাক] ব'লা। [চক্ৰৱৰ্তীক] এই কোম্পানীৰ অফিচত, আদালতত, বাংগালোৰ, কলিকতাত যিমানেই দপদপাই নুফুৰক, আপোনাৰ আত্মাটো সদায় ইযাৰ ভনীয়েকৰ ভৰিত পৰি থাকিব, দিনে-নিশাই আপোনাৰ বুকুত সুবৰ্ণৰ ভৰি দুখন উঠি থাকিব— আমাৰ কাৰণে সেইটোৱেই আদালতৰ ৰায়। [গগন আৰু দুলালক] ব'লা।

[মীৰা, জগত আৰু দুলাল ওলাই যায়। দুৱাৰমুখত গগন ৰৈ যায়।]

চক্ৰৱৰ্তী : কি হ'ল? তোমাৰ আৰু কিবা ক'বলগীয়া থাকিল নেকি?

গগন : ক'বলগীয়া নাই, কিন্তু—

চক্ৰৱৰ্তী : তোমাৰ লগৰ এই দুলাল বোলা ড্ৰাইভাৰটোক তুমি বুজাই ক'বা, সি চিঞৰ-বাখৰ কৰিলে একো লাভ নহ'ব। মোৰ কথা বিশ্বাস নকৰি কোনোবাই দুলালৰ কথা বিশ্বাস কৰিব, তেনেকুৱা এখন পৃথিৱীত মই বাসেই নকৰোঁ। বুজাই দিবা।

গগন : [চক্ৰৱৰ্তীৰ ওচৰলৈ আহি] মোৰ কিন্তু তোক এনেকৈ এৰি থৈ যাবলৈ মন যোৱা নাই।

চক্ৰৱৰ্তী : What? কি ক'লি তই?

গগন : এজনী মানুহৰ জীৱনটো শেষ কৰি, ঈশ্বৰৰ নিচিনা মানুহ এজনৰ জীৱন ধ্বংস কৰি, সংসাৰৰ আও-ভাও নোপোৱা এজনী ছোৱালীক চকুৰ পানীৰে বাট নেদেখা কৰি তই দপদপাই থাকিবি,— এইটো কথা মোৰ সহ্য হোৱা নাই।

চক্ৰৱৰ্তী : Get out I say get out

গগন : মই তোক অন্ততঃ এটা চিন দি যাব খুজিছোঁ, মানুহে যেন তোক সোধে— এইটো চিন

কেনেকৈ পালি। [আচম্বিতে জেপৰ পৰা ছুৰী এখন উলিয়াই চক্ৰৱৰ্তীক আক্ৰমণ কৰে। চক্ৰৱৰ্তীয়ে বাধা দিয়ে। বে'ল বজায। পিযন এটা সোমাই আহে। আৰু দুটা মানুহ সোমাই আহে। গগনক তিনিও ধৰি পিছুৱাই নিয়ে। জগত আৰু দুলালো উভতি আহে।]

# দৃশ্য ঃ ১৪

## মঞ্চ ঃ ২

[চৌধুৰীৰ এতিযাৰ ঘৰটোৰ বহা কোঠালি। মেজত এজাপ খবৰ কাগজ। সন্ধিযা। চৌধুৰী আৰু জযন্তী বহি আছে। অলপ পিছত চৌধুৰীয়ে ওচৰৰ মেজখনৰ পৰা হাতঘড়ী এটা তুলি সময চায। বাণীয়ে ধূপদানী এটাত জ্বলোৱা ধূপকাঠী কেইডালমান থৈ যায। দহখনমান চকী পাৰি থোৱা আছে। ]

চৌধুৰী ঃ [জযন্তীক] তোমাৰ ঘড়ীত সময কিমান হ'ল জযন্তী?

জযন্তী ঃ [ঘড়ী চাই] ছয বাজি চল্লিছ মিনিট গ'ল।

চৌধুৰী ঃ হয নেকি? মোৰটো পাঁচ মিনিট আগবাটি আছে। [ঘড়ীটোৰ সময় মিলাই দিযে] ছয বজাতে সময দিলোঁ, তোমাৰ বাহিৰে এতিযাও দেখোন কোনো নাহিল।

জযন্তী ঃ জানো কি হ'ল।

চৌধুৰী ঃ এসমযত সাংবাদিকসকলে মোৰ লগত কথা পাতিবলৈ বৰ আগ্ৰহ কৰিছিল। মই সকলোৰে বাবে সময-সুবিধা উলিযাব পৰা নাছিলোঁ। সেই কাৰণে ভাবিলোঁ— সকলোকে মাতি এখন প্ৰেছ কনফাৰেঞ্চ পতাই ভাল। বেযা কৰিছোঁ নে?

জযন্তী ঃ নহয, ভালেই কৰিছে।

চৌধুৰী ঃ অলপ সময বাট চাওঁ, কি কোৱা?

জযন্তী ঃ হয। [চৌধুৰীয়ে সন্মুখলৈ আহি কিবা ভাবে। তাৰ পিছত জযন্তীক গোপন কৰা ক'বলৈ মতাৰ নিচিনাকৈ ওচৰলৈ মাতে। জযন্তী আহে।]

চৌধুৰী ঃ [এবাৰ ভিতৰলৈ চাই লৈ] তোমাৰ মনত আছে নে নাই,— মই এই বাণীহঁতৰ কাৰণে চিন্তা নকৰোঁ বুলি কৈছিলোঁ?

জযন্তী ঃ আছে।

চৌধুৰী ঃ ভাবিছিলোঁ ককাযেকে তাইক চাব। কিন্তু এতিযাতো কথাটো বেলেগ হৈ গ'ল। সি গগন জে'লতে কিমান দিন থাকিবলগীযা হ'ব— তাৰতো ঠিক নাই। নহয় জানো? [জযন্তীয়ে মূৰ দুপিয়ায।]

চৌধুৰী ঃ মোৰ দাযিত্ব কিমান বাঢ়িল মন কৰিছানে? মই এতিযা তাইৰ ভাৰ ব'ব নোৱাৰোঁ কাৰণে তোমালোকে মোক তাইক দলিয়াই দিবলৈ ক'বা নেকি? যদি নোকোৱা তেনেহ'লে মোক শান্তিত থাকিবলৈ দিযা নে নিদিযা? তোমালোক দূৰে দূৰে আঁতৰি ফুৰিছা কিয? [খবৰ কাগজ এজাপ দাঙি] এইবোৰ কি কৰিছা? এইবোৰ কৰাৰ আগতে তোমালোক মোৰ ওচৰলৈ নাহা কিয়? কথাবোৰ মোক নোসোধা কিয়? মোৰ এই দুটা প্ৰাণীৰ ঘৰটোৰ কোঠালিয়ে কোঠালিয়ে তোমালোকে থাকিবলৈ নোলোৱা কিয়? তোমালোকৰ আনন্দৰ কাৰণে মই কিমান আনন্দ পাইছোঁ জানা? তোমালোকে মোৰ কিমান উপকাৰ কৰিছা জানা?

জয়ন্তী : এইখিনি কথা ক'বলৈকে আজি আপুনি প্ৰেছ কনফাৰেঞ্চ পাতিছিল নেকি?

চৌধুৰী : নাই পতা। মই তোমালোকক সুধিবলৈ মাতিছিলোঁ, কিয় তোমালোকে মোক বয়কট নকৰা? সকলো যদি মোৰ পৰা আঁতৰি থাকিব পাৰে, তেনেহ'লে তোমালোকে নোৱাৰিবা কিয়? তোমাৰ মনত আছে— কিমান লেকচাৰ— সভাপতি— বিশিষ্ট অতিথি, নিৰ্দিষ্ট বক্তা, উদ্বোধক— কিমান প্ৰবন্ধ— কিমান ভাষণ— মানুহক সময় দিব নোৱাৰোঁ— 'না-না' বুলি কৈ তৰণি নাপাওঁ।

জয়ন্তী : আছে।

চৌধুৰী : কিন্তু আজি? আচলতে কথাটো কি জানা? এই যে মোক লেকচাৰ দিবলৈ মাতি মাতি নিছিল, তেওঁলোকে মোৰ কথা শুনি জ্ঞানী হ'বলৈ মাতি নিছিল বুলি ভাবিছা নেকি? কিছুদিনৰ আগলৈকে মযো তাকে ভাবিছিলোঁ। কিন্তু ওহোঁ। নহয। তেওঁলোকে নিজৰ কাৰ্যসূচী সুন্দৰ কৰিবলৈ মোক বিশিষ্ট অতিথি পাতিছিল। নিজৰ সংগঠনৰ গৌৰৱ বঢ়াবলৈ সেযা অভিনন্দন জনাইছিল। "মোৰ গৌৰৱেৰে তেওঁলোকে গৌৰৱ কৰিছিল। [বহি চকু মুদে। অলপ পিছত] কিন্তু গৌৰৱ কিমান সোনকালে লুপ্ত হৈ যায দেখিলা? [মাত থোকাথুকি হ'ব খোজে] এই টেলিফোনটো— তাৰ মাত শুনি শুনি কিমান দিন আমনি লাগি গৈছিল, কিন্তু এতিযা গোটেই দিনটোত এবাৰলৈও তাৰ মাত নোলায়। এই যে মোৰ গ্ৰন্থাৱলী— মন্ত্ৰী মহোদযে নিজে— উপযাচি— সেই গ্ৰন্থাৱলী চৰকাৰে ছপাব বুলি কথা দিছিল। তোমালোকে কিমান ডাঙৰ ডাঙৰকৈ খবৰটো ছপাইছিলা— আৰু এতিযা? মই লাজ-মান কাতি কৰি থৈ মন্ত্ৰীলৈ ফোন কৰিলে তেওঁ গা এৰা দিয়ে। তেওঁ মোক Avoid কৰে! কিয়? সেই কাৰণে মই তোমালোকক সুধিবলৈ মাতিছিলোঁ, কিয তোমালোকে মোক বয়কট নকৰা? মোক বেযা মানুহ বুলি কিয বিসৰ্জন নিদিয়া? প্ৰেছৰ মানুহক কোনোবাই অশোভনীয ব্যৱহাৰ কৰিলে তেওঁলোকে তেওঁক বযকট কৰে। মোক তোমালোকে কোৱা— মই কেনেকুৱা ব্যৱহাৰ কৰিব লাগে, মই তাকে কৰোঁ, কিন্তু দয়া কৰি সেযা বয়কট কৰা। [হাতযোৰ কৰে। বৈ থাকে। অলপ পিছত হঠাতে উত্তেজিত সুৰেৰে] কিন্তু তোমালোকে বয়কট নকৰিলেও মই ভাগৰিম বুলি ভাবিছা? তাইক— বাণীক বিসৰ্জন দি তোমালোকৰ কলমৰ কাণ্ড বন্ধ কৰিবলৈ চেষ্টা কৰিম বুলি ভাবিছা? নকৰোঁ। তোমালোকৰে কোনোবা এজনে, তোমালোকৰে কাৰোবাৰ পুতেকে বা ভাযেকে তাইৰ হাতত ধৰিবলৈ পালে নিজকে ভাগ্যবান বুলি ভাবিব, সেই দিনটো নহালৈকে মই তাইক মাক নোহোৱা সন্তানৰ নিচিনাকৈ আৱৰি ধৰি থাকিম। এইটো টেলিফোন এদিন আকৌ ঘনে ঘনে বাজিব। কিন্তু মানুহে তাইৰ লগত— তাইৰ লগত কথা পাতিব লাগিব। আজিৰ পৰা এই টেলিফোন তাই তুলিব। [ঘড়ী চাই, শান্তভাৱে] বহুত পলম হ'ল। এতিযা আৰু মোৰ প্ৰেছ কনফাৰেঞ্চলৈ কোনো নাহে চাগৈ। নহয় নে?

জয়ন্তী : নাহে যেন পাইছোঁ।

চৌধুৰী : মই বাৰখন চকী ভাৰালৈ আনি থৈছিলোঁ। তাই বাণীয়ে পোন্ধৰজন মানুহৰ কাৰণে চাহ-জলপানৰ আয়োজন কৰিছিল।

কিন্তু কোনো যে নাহিল, সেইটো চাবলৈকো তুমিতো আহিলা! হ'ব। তুমি আহিলেই হ'ব। [খোজ কাঢ়ে] পলমকৈ অহাৰ বাবে এদিন মই তোমাৰ ইণ্টাৰভিউ লোৱা নাছিলোঁ, কিন্তু তুমি মোৰ গোটেই জীৱনটোৰ ইণ্টাৰভিউ লৈ থাকিলা। তুমি মোৰ গোটেই জীৱনটোৰ সাক্ষী হৈ থাকিলা। হ'ব। মোক দূৰৰ পৰা আধা দেখি, আধা নেদেখি, পঞ্চাছজন কেঁচা

আৰ্টিষ্টে আঁকা পঞ্চাছখন ছবিতকৈ ওচৰৰ পৰা এজনে তোলা এখন ফটোৰ জোৰ বহুত বেছি। যোৱা, তুমিও যোৱাগৈ।

জয়ন্তী : মাজে মাজে আহিম ছাৰ?

চৌধুৰী : হুঁ? নালাগে। মোৰ মহা মহা ভক্ত, মহা মহা বন্ধুসকলেই যেতিয়া মোক নেওচা দিলে, তুমিনো কিয় আহি থাকিব লাগিছে? [হঠাতে উত্তেজিত হৈ] এই যে জাপ জাপ অভিনন্দনপত্ৰ, প্ৰশস্তিপত্ৰ, পাটৰ চাদৰ, চব এদিন দ'ম কৰি জুই লগাই দিম, সেইদিনা পাৰিলে আহিবা।

জয়ন্তী : ছাৰ।

চৌধুৰী : [শান্ত কণ্ঠেৰে] যোৱাগৈ যোৱা। [জয়ন্তী যায়গৈ]

চৌধুৰী : [অলপ খোজ কঢ়াৰ পিছত] বাণী। [বাণী আহে]
পাগঘৰৰ কাম হ'ল?

বাণী : হ'ল।

চৌধুৰী : তেনেহ'লে আমি আমাৰ কাম আৰম্ভ কৰোঁ। উলিযা। বহীখন উলিয়া। পেঞ্চিল ল।
[বাণীয়ে ৰেকৰ পৰা এখন ৰঙা চামৰাৰ বহী আৰু পেঞ্চিল এডাল উলিযাই মেজ এখনৰ সন্মুখত বহে।]

চৌধুৰী : তই কথাবোৰ লিখিবলৈ টান পাইছ নেকি?

বাণী : নাই পোৱা।

চৌধুৰী : ওঁ। টান পাবলগীয়া কথা, শব্দ তোক মই একো কোৱা নাই। জীৱনটোত বহুত টান টান কথা ক'লোঁ, লিখিলোঁ। কিন্তু লাভটো কি হ'ল দেখিলি নহয? সেই কাৰণে তোক একেবাৰে সহজ কথাবোৰ কৈছোঁ। এইখন তই লিখা কিতাপ হ'ব। তই ক'ৰ পৰা আহিছিলি, ক'ত আছিলি, তোৰ কি হ'ল, ক'লৈ গ'লি, সকলো তই নিজে লিখিবি, আৰু মাজত মই কোৱা কথা বুলি এইখিনি সুমুৱাই দিবি। বুইছ?

বাণী : বুজিছোঁ।

চৌধুৰী : কালি শেষৰখিনি কি লিখিছিলি পঢ়চোন।

বাণী : [বহীখনৰ পৰা পঢ়ি দিযে] হাবিত বহুত গছ থাকে। কিছুমান গছৰ ফল খাবলৈ বৰ ভাল। কিছুমান গছৰ ফল খাব নোৱাৰি। কিছুমান গছৰ ফুলবোৰ দেখিবলৈ বৰ ধুনীয়া। [কিবা এটা শুদ্ধ কৰে]

চৌধুৰী : [চকু মুদি] তাৰ পিছত?

বাণী : গছৰ মাজে মাজে হৰিণা থাকে, বাঘ থাকে, সাপ থাকে, আৰু [শুদ্ধ কৰে]

চৌধুৰী : আৰু?

বাণী : আৰু ডালে ডালে চৰাযো থাকে।

চৌধুৰী : ওঁ চৰায়ো থাকে। তাৰ পিছত?

বাণী : এখন দেশৰ ভালৰ কাৰণে, এনেকুৱা হাবি বহুত থাকিব লাগে।

চৌধুৰী : ওঁ, তাৰ পিছত লিখ। কিন্তু, অকল হাবিৰেই এখন দেশ হ'ব নোৱাৰে। অকল হাবিৰেই— এখন দেশ হ'ব নোৱাৰে। দেশ হ'বলৈ— দেশ হ'বলৈ— মানুহো লাগে। দেশ হ'বলৈ মানুহো লাগে।
[চকু মুদে। বাণীয়ে লিখি থাকে। লাহে লাহে অন্ধকাৰ হয়।]

---

# বন্দীশাল

**চৰিত্ৰ পৰিচয়**

**পুৰুষ ঃ**

১। ইন্দ্ৰ ৰাজবংশী
২। খেমকা
৩। চৌধুৰী
৪। বৈকুণ্ঠ
৫। পুৰকাযস্থ
৬। চন্দ্ৰ উকীল
৭। তালুকদাৰ
৮। অনন্তবাপু
৯। তিনিজন মানুহ (ল'ৰা-১)
১০। চাহ দিয়া ল'ৰা, মিটিঙৰ সভ্যসকল
১১। এজন দোকানৰ গ্ৰাহক
১২। পাঁচজন ডেকা
১৩। গায়ক

**নাৰী ঃ**

১। সুৰবালা (ইন্দ্ৰ ৰাজবংশীৰ স্ত্ৰী)
২। উমা (ইন্দ্ৰ ৰাজবংশীৰ জীয়ৰী)
৩। কেইগৰাকীমান আই
৪। শ্ৰীমতী বুজৰবৰুৱা।

## দৃশ্য ঃ ১

[সময় ৰাতি। বাটৰ কাষৰ পাণ দোকান। ওচৰত নামঘৰ। ইন্দ্ৰই মদ খাই আছে। দেকানী বৈকুণ্ঠ।]

বৈকুণ্ঠ ঃ দাদা আহিল?
ইন্দ্ৰ ঃ সেইটো কি গান বাজিছে?
বৈকুণ্ঠ ঃ জানো মই শুনাই নাই।
ইন্দ্ৰ ঃ বজাই দিছ বাজি আছে?
বৈকুণ্ঠ ঃ বাজি আছে।
ইন্দ্ৰ ঃ [কাণ পাতি গান শুনি] কি কৈছে?
বৈকুণ্ঠ ঃ [কাণ পাতি গান শুনি] ডাৱৰে পিন্ধিলে বিজুলী।
ইন্দ্ৰ ঃ [ওপৰলৈ দেখুৱাই] ডাৱৰ?
বৈকুণ্ঠ ঃ ডাৱৰ!
ইন্দ্ৰ ঃ বিজুলী?
বৈকুণ্ঠ ঃ বিজুলী!
ইন্দ্ৰ ঃ [ডিঙিত] মালা?
বৈকুণ্ঠ ঃ মালা।
ইন্দ্ৰ ঃ ডাৱৰে বিজুলীৰ মালা পিন্ধিলে?
বৈকুণ্ঠ ঃ হয় দাদা।
ইন্দ্ৰ ঃ তাৰ মানে কি হ'ল?
বৈকুণ্ঠ ঃ জানো! মই ধৰিব পৰা নাই।
ইন্দ্ৰ ঃ বজাই দিছ, বাজি আছে?
বৈকুণ্ঠ ঃ বাজি আছে? [ইন্দ্ৰই ঘোপাকৈ চায়]
[ভয় খাই] দাদা, ৰাতি বহুত হ'ল, আপুনি ঘৰলৈ যাওকগৈ যাওক। বৌৱে বাট চাই আছে চাগে।
ইন্দ্ৰ ঃ হয় নেকি? বৌৱে বাট চাই আছে বুলি তোক কৈ গৈছেহি ?
বৈকুণ্ঠ ঃ কৈ যোৱা নাই। কিন্তু এবাৰ সৌখিনিলৈকে আহিছিল।
ইন্দ্ৰ ঃ আহিলে কি হ'ল?
বৈকুণ্ঠ ঃ মানে এবাৰ এনেকৈ ডিঙি মেলি আপুনি আহিছেনে নাই চাইছিল।
ইন্দ্ৰ ঃ কেইটা বাজিল?
বৈকুণ্ঠ ঃ [ঘড়ী চাই] আঠটা বাজি সাত মিনিট গৈছে। আপোনালোকৰ ভাত হ'লেই চাগে।
ইন্দ্ৰ ঃ [চাই বহে] এই মাহৰ ভাৰা দিলি?

বৈকুণ্ঠ : এই মাহৰ?

ইন্দ্ৰ : ওঁ—।

বৈকুণ্ঠ : মানে এই চলি থকা মাহৰ? নাই দিয়া। এই মাহৰ ভাৰা— মাহটো শেষ হ'লেহে দিম।

ইন্দ্ৰ : যিটো মাহ শেষ হৈ গ'ল? সেইটোৰ?

বৈকুণ্ঠ : মানে যোৱা মাহৰ?

ইন্দ্ৰ : ওঁ।

বৈকুণ্ঠ : নাই দিয়া, দিম। মাহটো শেষ হোৱা [কেলেণ্ডাৰ চাই] আজি এঘাৰ দিন হৈছেহে?

ইন্দ্ৰ : ভাত দিয়া নাই কাৰণেহে বৌৱে মোলৈ বাট চাই আছে। আমাৰ ভাত হ'লেই চাগে? চব খবৰ ৰাখ?

বৈকুণ্ঠ : নহয়, মানে—

ইন্দ্ৰ : নিচা খালে মোৰ হিচাপ নোহোৱা হৈ যায় বুলি ভাব? ঘড়ীটো কেতিয়া কিনিলি?

বৈকুণ্ঠ : এইটো? এইটো ছেকেণ্ড হেণ্ড ঘড়ী। মোৰ লগৰ ল'ৰা এটাৰ মাকৰ অসুখ, হস্পিতালত থৈছে, তাৰ পৰা ল'লোঁ।

ইন্দ্ৰ : ছেকেণ্ড হেণ্ড?

বৈকুণ্ঠ : হয।

ইন্দ্ৰ : পইচা নল'লে?

বৈকুণ্ঠ : ল'লে।

ইন্দ্ৰ : [ধমক দি] সেইটোহে সুধিছোঁ। কিমান ল'লে?

বৈকুণ্ঠ : নব্বৈ টকা ল'লে।

ইন্দ্ৰ : কেতিয়া কিনিলি?

বৈকুণ্ঠ : যোৱা মাহত।

ইন্দ্ৰ : এঘাৰ দিনৰ আগতে যিটো মাহ শেষ হৈ গ'ল সেইটো মাহতে? [চাইকেল লৈ অতুল আহে]

অতুল : দাদা বহিছে? অ'ই বৈকুণ্ঠ, চাওঁ তামোল এখন দেচোন।

ইন্দ্ৰ : এতিয়া তোৰ তামোল খোৱাৰ সময়? আচলতে চিগাৰেট খাবলৈ নামিছিলি। মোক দেখি তামোল খোৱাৰ ভাও ধৰিছ নহয়?

অতুল : নাই নাই দাদা, মই আজিলৈকে চিগাৰেট চোৱাই নাই। অহা মাহৰ পৰা তামোলো এৰি দিম বুলি ভাবিছোঁ।

ইন্দ্ৰ : ইয়াৰ দোকানত বাকী বহুত হ'ল হ'বলা?

অতুল : বাকী? নাই নাই, তাৰ বাকীৰ বহীত মোৰ নামেই উঠা নাই। কি অ' বৈকুণ্ঠ? উঠিছে নেকি? এতিয়া খালি এইখন— এইখন তামোলৰ দাম খুচুৰা পইচা নাই কাৰণে বাকী কৰিম। কাইলৈ পুৱাই এইফালে যাওঁতেই দি যাম। [উঠি] [বৈকুণ্ঠই দিব খোজোঁতে] থ থ তই তামোল খাব নালাগে। বাকীকৈ তামোল নাখালে তই নমৰ। [খং] এনেকৈ এনেকৈয়ে চব বৰবাদ হ'ল। সেইটোৱেই আজিলৈকে যোৱা মাহৰ গুমটি ভাৰা বিছটা দিব পৰা নাই। ইফালে সেইটো ট্ৰেনজিষ্টাৰ, হাতত সেইটো ঘড়ী দেখিছ? [হঠাতে] বন্ধ কৰ সেইডাল। খালি পেঁ পেঁ পেঁ পেঁ [বৈকুণ্ঠই ৰেডিঅ' বন্ধ কৰে]। চাচোন তই দোকানৰ অৱস্থা চা। সেইসোপা চিগাৰেটৰ পেকেট যে সজাই থৈছ, ভিতৰত চিগাৰেট আছেনে নাই। খালী।

বৈকুণ্ঠ : চব খালী নহয় দাদা—

ইন্দ্ৰ : দেখুবা। কোনকিটা খালী নহয় দেখুবা। ফাঁকি মাৰিবলৈ আহিছ? [বটল এটা দাঙি] এইটোত কি আছিল? [চাই] ডালমুট? কি হ'ল ডালমুট? এতিয়া বতাহ বেচিছ?

বৈকুণ্ঠ : এই আবেলি ঢুকাইছে দাদা। কাইলৈ মাল আনিবলৈ যাম নহয়। [গ্ৰাহক এজন আহে]

গ্ৰাহক : ফিল্টাৰ আছে?

বৈকুণ্ঠ : [নাৰ্ভাছ] কি?

গ্ৰাহক : ফিল্টাৰ?

ইন্দ্ৰ : মই আনফালে চাই আছোঁ। চকুৰ টিপতে নাই বুলি ক। ক দে, লাজ কৰিব নালাগে। [গ্ৰাহকে একো নুবুজি সকলোৰে মুখলৈ চাই যায]

ইন্দ্ৰ : [খুব হাঁহি, জেপৰ পৰা পইচা লৈ] হোঁ। এই তামোলৰ দাম ল। [অতুলক] খা খা।

অতুল : আপুনি আৰু দাদা, লাজহে দিলে।

ইন্দ্ৰ : [ধমকি] হৌট। তইঁতৰো লাজ আছে নেকি? পেটৰ ভাত মোকোলাব লাগে, দোকান দিছ। ভাল কৰিছ বিছ টকা বেচিবি, পাঁচ টকা লাভ হ'ব। সেই পাঁচ টকাৰ তিনি টকাৰে এসাঁজ খাবি, এসাঁজ লঘোণে থাকিবি। বাকী দুটকাৰে আৰু বস্তু কিনিবি। তেহে তোৰ দোকান হ'ব। উঃ সৌখন মাইকী মানুহৰ মস্ত কেলেগুাৰ লগাই খালী বেৰখন ঢাকিছে। তাৰ অনবৰত বাৰ বাজি থাকে বুলি জানেই, তথাপি হাতত পিন্ধিবলৈ ঘড়ী কিনিছে, সৌটো ট্ৰেনজিষ্টাৰ কিনিছে। [গাই] ডাবৰে পিন্ধিলে বিজুলীৰ মালা। কাইলৈ বৌৱেৰৰ হাতত ভাৰা দি আহিবিগে। [হিঁকটি] বুইছ অতুল।

অতুল : দাদা।

ইন্দ্ৰ : ই হেমেনে বিজনেছ কৰিছিল নহয? হেমেনে ক'ত বিজনেছ কৰিছিল? সি চাকৰিহে কৰে। [ঘোপাকৈ চাই থাকি] কাৰ কথা কৈছ? মই মোৰ পুত্ৰৰ কথা কৈছোঁ। মোৰ পুত্ৰ হেমেন। অ' মই আকৌ সেই জগদীশ উকীলৰ ভায়েকৰ কথা কৈছে বুলি ভাবিছিলোঁ। লোকৰ ভাযেকৰ কথা ক'বলৈ মোৰ দৰকাৰ পৰিছে? মোৰ পুত্ৰ হেমেনৰ কথা কৈছোঁ। সি বিজনেছ কৰিব। কিহৰ বিজনেছ? মুম্বাইৰ পৰা ফিলিম আনিব। ডিব্ৰুগড, যোৰহাট, তেজপুৰ, নগাঁও, গুৱাহাটী, সৰুপথাৰ, বৰপথাৰ গোটেইখনতে দেখুৱাব। ভাল। কৰ। মোক নক'লে, সি মাকক ক'লে বিজনেছ কৰিবলৈ টকা লাগে। কিমান? পোন্ধৰ হাজাৰ। [তলমূৰ কৰি ভাবি] বুইছ অতুল, মই টকা দিছিলোঁ। সৌটো তিনিআলিৰ পৰা ৰজনীৰ দোকানলৈকে এই গোটেইখিনি মাটি কাৰ আছিল জান?

অতুল : নাজানো দাদা।

ইন্দ্ৰ : মোৰ ফাদাৰৰ। মোৰ ফাদাৰ গ্ৰেটমেন আছিল। [সেৱা কৰে] গ্ৰেটমেন। কেঁকোৰা পোৱালিযে মাকৰ বুকুখন খাই ফোঁপোলা কৰা দেখিছ? আমি দেউতাৰ সম্পত্তি খাই [হাতেৰে দেখুৱাই] ছেহ। এইডোখৰ মাটি আছিল, হৰবিন্দ সিংক পোন্ধৰ হাজাৰ টকাত বেচি দিলে। নহ'লে মই ট্ৰেজৰ্পেটি কণ্ডাক্টৰে পোন্ধৰ হাজাৰ টকা ক'ত পাম? [দুখ কৰি মনে মনে থাকে]

অতুল : দাদা। আজিকালিতো আপুনি লাইনত যাব নালাগে।

ইন্দ্ৰ : নালাগে। মই অফিচতে বহি থাকিব লাগে। মোৰ বোলে হেল্‌থ বেয়া। [দূৰলৈ চাই থাকে]

অতুল : তাৰ পিছত দাদা?

ইন্দ্ৰ : হুঁ—? ওঁ । তাৰ পিছত মোৰ পুত্ৰক পোন্ধৰ হাজাৰ টকা দিলোঁ। বিজনেছ চুৰু। বিৰাট বিজনেছ । প্ৰথমতে সি কি কিনিলে জান? এখন স্কুটাৰ কিনিলে। ডাঙৰ কাৰবাৰতো। কিমান দৌৰা-দৌৰি কৰিব লাগিব। ৰিক্সা-বাছত উঠিতো ইমান ডাঙৰ কাৰবাৰ কৰিব নোৱাৰি। গতিকে কি লাগিল? স্কুটাৰ। স্কুটাৰ। তাৰ পিছত তোৰ অফিচ লাগিল। একদম চিকচিকিয়া সাৰ্ণিচ কৰা টেবুল, চকী। আৰু সেই চকীত বহি বিজনেছ পাৰ্টনাৰহঁতৰ— ৰাতি দহ-এঘাৰ-বাৰ বাজে, বিজনেছ শেষেই নহয়। [হাঁহে] শেষত তাৰ ইযাত বিজনেছ কৰি আমনি লাগিল। বুইছ? বিজনেছ [ডালমুটৰ বটল দেখুৱাই] মুম্বাইৰ পৰা ফিলিম আনি আৰু কি বিজিনেছ কৰিব, একেবাৰে মুম্বাইলৈকে গুচি গ'ল। মুম্বাই। তাৰ কিবা খবৰ পাইছে দাদা? অ' [হাঁহি] আহিছিল নহয। দুমাহমানৰ আগতে এখন চিঠি আহিছিল। সি বোলে এতিযা এখন হোটেলত চাকৰি কৰে। দৰমহাও পায, বকচিচো পাই বোলে। [খুব হাঁহে] আৰু তাৰ অফিচৰ ছাইনব'ৰ্ডখন— কি নাম আছিল অ' বৈকুণ্ঠ?

বৈকুণ্ঠ : প্ৰাগজ্যোতিষপুৰ নৱজ্যোতি চিত্ৰ প্ৰতিস্থান।

ইন্দ্ৰ : হঁা। প্ৰাগজ্যোতিষপুৰ নৱজ্যোতি চিত্ৰ প্ৰতিস্থান।
[হাঁহে। হাঁহি ৰাখিব নোৱাৰে। মাজতে হিকটি মাৰে।]
প্ৰকাণ্ড ছাইনব'ৰ্ড৷ এতিযা সেইখনেৰে বৌৱেৰে পাকঘৰৰ বেৰৰ ফুটা মাৰিছে।
[হাঁহি হাঁহি ভাগৰি পৰে। কন্দাৰ নিচিনা হয। চোলাৰে চকু মচে]

বৈকুণ্ঠ : হ'ব দিযক আৰু দাদা। আপুনি ঘৰলৈ যাওক।

অতুল : সৌৱা মানুহো আহিছে। ব'লক। আপোনাক থৈ আহোঁগৈ।

ইন্দ্ৰ : তই কিয থৈ আহিব লাগিছে। মানুহ আহিল কি হ'ল? মোলৈ মানুহেও পৰোৱাই নকৰে। মযো মানুহলৈ পৰোৱাই নকৰোঁ। মই নিজে যাম। [গৈ, উভতি] তোৰ চাইকেলৰ লাইট আছেনে নাই?

অতুল : আছে দাদা।

ইন্দ্ৰ : মিছাকে কৈছ। খবৰদাৰ, চাইকেলখন চলাই নিনিবি। ঠেলি ঠেলি নিবি। [যায]

অতুল : [অলপ পিছত] মানুহটো। এৰা কি কৰিবি। চাওঁ চিগাৰেট এটা দেচোন।

ইন্দ্ৰ : [আঁৰত] অ'ই বৈকুণ্ঠ, বৈকুণ্ঠ। [আহে] মোৰ এই খালী ঠাইডোখৰত ট্ৰাকখন কোনে থৈছে?

বৈকুণ্ঠ : সিঙৰ গেৰেজৰ মানুহে থৈছে হ'বলা।

ইন্দ্ৰ : মই লগ পালেতো ভালেই, নহ'লে তই সিঙক কৈ দিবি, আৰু কাৰখানাৰ গাড়ী তাৰ কাৰখানাৰ ভিতৰত সুমুৱাই থৈ যায। মোৰ মাটিত গাড়ী থ'লে একেবাৰে একেবাৰে দিযাচলাই বাকচ মোহাৰাদি মোহাৰি গুৰা কৰিম বাপেকে। কৈ দিবি। [গৈ গৈ] তেল পেলাব, মবিল পেলাব, ঠাইডোখৰ একদম বৰবাদ কৰিব। [Light Off]

## দৃশ্য ঃ ২

[ইন্দ্ৰৰ ঘৰৰ কোঠালি। সুৰবালা বহি থাকে। ইন্দ্ৰই কৈ কৈ আহে।]

ইন্দ্ৰ : যিমানখন মটৰ তোৰ গেৰেজৰ চালিৰ তলত সোমাই সিমানখন মটৰ ভাল কৰিবলৈ ল'বি। নহয জানো? বঢাই থাকিব, বঢাই থাকিব, শেষত ট্ৰাকখন আহি তোমাৰ চোতালত থ'বহি।

[চোলাৰ বুটাম খোলে] সেইটোৱেই কথা বুজিছা— বহিবলৈ দিলে ইহঁতক শুবলৈ লাগে। আমাৰবোৰক আকৌ শুবলৈ দিলেও পোকে কামোৰা গৰুৰ নিচিনাকৈ ছটফটাই ফুৰে।

সুৰবালা : হ'ল আৰু। ঘৰ সোমোৱাৰ পিছতো মুখখন জপাব। বাটত ৰকি থাকি হেঁপাহ পলোৱা নাই।

ইন্দ্ৰ : তুমি হ'বলা শুনি আছিলা। হিঃ হিঃ তোমাৰ কথা এতকো কোৱা নাই দিয়া।
[চোলা খোলে। ফটা গেঞ্জি ওলায। সুৰবালাক দিয়ে] আৰু মই যে কথা কওঁ, তুমি সেইটোকে বকা বুলি কিয কোৱাহে ? মই ডাঙৰ ডাঙৰকৈ কওঁ কাৰণে নোৱাৰোঁ। মই তোমালোকৰ নিচিনাকৈ মিউ মিউকৈ কথা ক'ব নোৱাৰোঁ। কোৱা তোমালোকেও ডাঙৰ ডাঙৰকৈ কোৱা।

সুৰবালা : ডাঙৰ ডাঙৰকৈ কথা ক'বলৈ মনত বল থাকিলেহে হৈছে। গাত বল থাকিলেহে হৈছে। আমিতো আপোনাৰ নিচিনাকৈ গধূলিতে এসোপা খাই বল বঢাব নোৱাৰোঁ নহয।

ইন্দ্ৰ : [দুখেৰে] তোমালোকৰ মনৰ বল নাইকিয়া হৈ গৈছে? কিয ?

সুৰবালা : এদিন-দুদিনৰ কথা নহয, সদায সদায, প্ৰত্যেক দিন এনেকৈযে চলি থাকিবনে? এনেকৈনো মানুহৰ ঘৰ চলেনে?

ইন্দ্ৰ : তোমালোকৰ খোৱা-বোৱা বৰ কষ্ট হৈছে নহয? মাজে মাজেতো তোমালোক লঘোণেও থাকা। [ভাবি] এৰা, মই গধূলি গধূলি খাই টকাটো খাই খৰচ নকৰা হ'লেও। মই নিজেও মনত বৰ কষ্ট পাওঁ বুইছা? এৰিবও নোৱাৰোঁ। আজিৰ পৰা মই এসাঁজ একেবাৰে নাখাওঁ দিয়া। লঘোণে থকাৰ কাৰণে মই আপত্তি কৰা নাই নহয। পাইছোঁ খাইছোঁ, নাই পোৱা পেট পেলাই পৰি আছোঁ। কিন্তু ঘৰখনৰ বাকীবোৰ কথা কি হৈছে?

ইন্দ্ৰ : বাকীবোৰ?

সুৰবালা : অইন কথা বাৰু বাদেই দিলোঁ। নিজৰ জীযেকজনীৰ কথা একেবাৰে আপোনাৰ মনলৈ নাহে নে? তাইৰ লগৰ ছোৱালী মাকৰ ঘৰলৈ আহিছে। আজি তাই মাকৰ ঘৰলৈ চাকি দিবলৈ আহিছিল। লগত দুটা ল'ৰা-ছোৱালী। সৰুটোৱেও টকটকাই ফুৰিছে। সেইবোৰ দেখি-শুনিতো চকু মুদি থাকিব পাৰি নে?

ইন্দ্ৰ : [ভাবি] ঠিক আছে। মই তোমাক কথা দিলোঁ— এইবাৰ মই তাইৰ বিযা পাতিম। ইন্দ্ৰ ৰাজবংশীৰ এক জবান। শুনা। বহা। এইখিনিতে বহা।

সুৰবালা : হ'ব বাৰু। কৈ থাকক।

ইন্দ্ৰ : বিযাখনৰ কাৰণে প্ৰথমে কি লাগিল? ল'ৰা এটা কাইলৈৰ পৰা মযো চাওঁ, তুমিও চোৱা। ল'ৰা যোগাৰ কৰা। আৰু কোনো কথা নাই— ফাইনেল।

সুৰবালা : এ ক'লেই হ'ল। ল'ৰা এটা ওলালেও, সুদা হাতেবে মানুহে বিযা এখন পাতিব পাৰেনে?

ইন্দ্ৰ : [হাতেৰে মানা কৰি] শুনা শুৰবালা, এই জনমত মই আৰু এখন বিয়াৰ খৰচ যোগাৰ কৰিব নোৱাৰোঁ। চাফা কথা। সেই কাৰণে এই মুহূৰ্তত, ইযাতে মই ফানেল কৰিলোঁ— [বৈ যায] টকা ওলাব। তুমি ল'ৰা যোগাৰ কৰা।

সুৰবালা : টকা ওলাব। নাই বুলিলে চাউল এসেৰ কিনিবলৈ পইচা নোলায, বিযা এখনৰ পইচা ওলাব। পইচা আকাশৰ পৰা পৰিব।

ইন্দ্ৰ : কৈছোঁ নহয ওলাব বুলি?

সুৰবালা : ক'ৰ পৰা ওলাব। [ধমক দি]

ইন্দ্ৰ : মাটিডোখৰ বেচি দিম।

সুৰবালা : ক'ৰ মাটিডোখৰ?

ইন্দ্ৰ : এই যে গেৰেজটো আৰু নামঘৰৰ মাজৰ মাটিডোখৰ।

সুৰবালা : সেইডোখৰো বেচিব?

ইন্দ্ৰ : বেচিম। আমাৰ ওলোৱা-সোমোৱা বাট এটা ৰাখি বাকীখিনি বেচি দিম।

সুৰবালা : কামৰ ভিতৰত সেইটোহে বাকী আছেগৈ।

ইন্দ্ৰ : কামৰ ভিতৰত মোৰ ছোৱালীজনী বিয়া দিবলৈ বাকী আছে, আৰু থকাৰ ভিতৰত সেই মাটিকণ বাকী আছে। বাচ মিলি আছে।

সুৰবালা : বিয়াখনহে নালাগে, সেইকণ মাটিৰ দামেৰে ৰভাখনৰ খৰচটোৱেই ওলাই নে নোলাই ? সেইবোৰ আলাসত চাং পতা কথা নক'ব।

ইন্দ্ৰ : কি আলাসত চাং পতা কথা কোৱা হে ? মই কথা কৈ ভাল পাওঁ কাৰণে তুমি মোৰ চব কথা উৰাই নিদিবাচোন। সেইকণ মাটি মানে? একঠাতকৈ অকণমানহে কম। এইখন চহৰত, এই মাজমজিযাত, সেই আধা কঠা, পোনে একঠা মাটিৰ দাম কিমান জানা? তুমি আছা ক'ত? সেইবোৰ বাদ দিয়া। তুমি ল'ৰাৰ যোগাৰ কৰা।

সুৰবালা : মাটিডোখৰ বেচিব নালাগে। বেচোঁতে বেচোঁতে ভেটিকণো যাব কেতিযাবা।

ইন্দ্ৰ : মোৰ কথাৰ ওপৰত্‌ আৰু কথা নক'বা। ড'ন টক। মোৰ ফাদাৰৰ ভেটি কিয যাব? তাইৰ বিয়াখনৰ বাহিৰে আৰু মোৰ কি কাম থাকিল? সেইডোখৰ মাটি গেৰেজৰ তেল-মবিল পৰি ক'লা হোৱাতকৈ, তাৰ পইচাৰে মোৰ ছোৱালীৰ কপালত সেন্দূৰ উঠাই ভাল। কাইলৈ মই মুখে মুখে এডভেটাইজ কৰিম। সাত দিন, ছেভেন ডেজ। তাৰ পিছত তোমাৰ হাতত নগদ বিয়াৰ খৰচ। তুমি ল'ৰাৰ যোগাৰ কৰা।

সুৰবালা : মাটিডোখৰ বেচিবলৈ আপোনাৰ বেযা নালাগিল?

ইন্দ্ৰ : বেযা? বেয়া লাগিবলৈ মোৰ দেহাত ঠাই আছে ক'ত? বেযা লাগিবলৈ উপায ক'ত? বাদ। সেইবোৰ-বেযা চেযা লগাৰ কথা বাদ। মৰিলে পুতি থ'বলৈ ক'ৰবাত ঠাই অকণ ওলালেই হ'ল।

সুৰবালা : সেইবোৰ কথা ক'বলৈ আকৌ কিটো হৈছে?

ইন্দ্ৰ : শুনা— এই যে মোৰ পুত্ৰ হেমেন, মুম্বাইত থাকে যে— খবৰদাৰ, মই মই মৰিলে কাকো মোৰ দেহটো চুবলৈ নিদিবা। অইন যদি কোনো নাহে তেনেহ'লে তুমি আৰু উমা, তোমালোক দুজনীযে চোঁচোৰাই নি পাছফালে পুতি থৈ দিবা।

সুৰবালা : মনে মনে থাকক।

ইন্দ্ৰ : মই জীযাই থাকোঁতেতো কথাই নাই, মই মৰাৰ পিছতো যদি সি এই ঘৰৰ মজিযাত ভৰি দিয়েহি, তেনেহ'লে চাই থাকিবা, মই পাছফালৰ গাঁতৰ পৰা উঠি আহি তাৰ নেলু চেপি ধৰিম। কৈ দিছোঁ।

[উমা আহে। চকু মচে। সুৰবালাই অইনলৈ চাই]

উমা, তই ভাত খালি? শোগৈ যা। মই আকৌ তই শুলি বুলিহে ভাবিছিলোঁ।

উমা : দেউতা।

ইন্দ্ৰ : ক।

উমা : মাটি বেচিব নালাগে।

ইন্দ্ৰ ঃ মই দেখোন ক'লোঁৱেই— তই শুই থাকগৈ বুলি।

উমা ঃ মই কৈছোঁ মাটি বেচিব নালাগে।

ইন্দ্ৰ ঃ কিয়? তই তাত দালান বনাবি? [হাঁহে] তাৰমানে তই কথাবোৰ শুনিলি? শুনি লাজ লাগিছে? ঠিক আছে, লাজ লাগিছে, লাজ কৰি শুই থাকগৈ আকৌ।

উমা ঃ মই ধেমালি কৰা নাই দেউতা। মোৰ কাৰণে মাটি বেচিব নালাগে।

ইন্দ্ৰ ঃ ঠিক আছে, তই যদি বেয়া পাব, পিছত আকৌ কিনি ল'ম। আৰু মই যদি কিনিব নোৱাৰোঁ, তেনেহ'লে তযেই এদিন মাটিডোখৰ কিনি বুঢ়া বাপেৰক ওভোতাই দিবি। তোৰতো বহুত টকা-পইচা হ'ব। তইতো মোৰ নিচিনা টোকোনা নহয়?

উমা ঃ [কান্দিব খোজে] দেউতা?

ইন্দ্ৰ ঃ তই মোৰ ডটাৰ। মই এতিয়া তোৰ প্ৰতি দায়িত্ব পালন কৰিছোঁ। মই কৰিমেই। তাৰ পিছত তই তোৰ বুঢ়া বাপেৰৰ প্ৰতি থকা দায়িত্ব পালন কৰিবি। নকৰিবি জানো? নে তযো মুম্বাইলৈ যাবিগৈ? [উমাই কান্দে। সুৰবালায়ো চকু মচে]

[হাতজোকাৰি] ড'ন ক্ৰাই ডটাৰ। ড'ন ক্ৰাই। [মুৰ আওজাই দিয়ে যেন নিজেও কান্দে]।

[Light Off]

# দৃশ্য ঃ ৩

[পাণ দোকান, নামঘৰ [Set 1] [তেৱাৰী, দোকানত বৈকুণ্ঠ। ইন্দ্ৰ আহে]

বৈকুণ্ঠ ঃ দাদা, আপুনি পুৰা আঠ বজাৰ পৰা ন বজাৰ ভিতৰত মানুহক আহিবলৈ কৈছে, আমিও সেইমতে সকলোকে খবৰ দিছোঁ। এতিযা এখেতসকল চাৰিজন গ্ৰাহক আহি বহি আছে; মালিকৰ খবৰেই নাই।

ইন্দ্ৰ ঃ [চাই] চাৰিজন?

বৈকুণ্ঠ ঃ এখেত তেৱাৰী বাবু। বাকী তিনিজন খেমকা বাবু, পুৰকায়স্থ বাবু আৰু আমাৰ কি চৌধুৰী বুলি ক'লে জানো, সৌৱা অথনিয়েই আহি বাৰাণ্ডাত বহি আছে। তেৱাৰী বাবুও তাতে বহি আছিল। আমনি লাগি এইমাত্ৰ ইয়াত বহিছেহি।

তেৱাৰী ঃ নমস্কাৰ ৰাজবন্‌ছী বাবু!

ইন্দ্ৰ ঃ নমস্কাৰ।

বৈকুণ্ঠ ঃ এখেতসকলে মাটি চাই, হিচাব-তিচাব কৰি শেষ কৰি থৈছে। এতিয়া দামটো ক'ব লাগে আৰু কোনজনৰ পৰা লয় টকা ল'ব লাগে। মাটি চবৰে পচন্দ হৈছে।

ইন্দ্ৰ ঃ হয় নেকি? দাম এটা তয়ে কৈ নিদিলি কিয়?

বৈকুণ্ঠ ঃ তাকে মযো ভাবি আছিলোঁ দাদা। আপোনাক কিমান লাগে মোক যদি ক'লেহেঁতেন, তেনেহ'লে এখেতসকলৰ পৰা কিমান ল'ব লাগে সেইটো একদম ঠিক কৰি পেলালোঁহেঁতেন। এতিয়াও নহ'লে দাদা এটা কাম কৰোঁ। আপুনি এইবিলাক দাম-দৰৰ জঞ্জালত কিয় সোমাব লাগিছে? সৌখিনিলৈকে গৈ মনে মনে মোক আপুনি এটা কৈ দিয়ক, সেইটো কথা আপোনাৰে-মোৰে মাজত পকা হৈ থাকিল। এখেতসকলৰ লগত মই কি কৰোঁ কৰিম বাৰু, বেয়া কৈছোঁনে?

ইন্দ্ৰ : হয় নেকি?

বৈকুণ্ঠ : মই যদি এহাজাৰ টকা কমো পাওঁ, আপোনাৰ পাবলগীয়াটো মই ঠিকেই দিম। নিজৰ জেপৰ পৰা হ'লেও দিম।

ইন্দ্ৰ : সিদিনা ৰাতি ল'ৰাটোৱে ফিল্টাৰ চিগাৰেট খুজিছিল মনত আছে? [ডালমুটৰ টেমা দেখুৱাই] এইটোত এহাজাৰ টকাৰ ডালমুট ধৰিব হ'বলা? বদমাছ! তেৱাৰী?

তেৱাৰী : কওক।

ইন্দ্ৰ : আপুনি মাটি চালে?

তেৱাৰী : চালোঁ ৰাজবন্‌ছী বাবু।

ইন্দ্ৰ : কিনিব বুলি ঠিক কৰিছে নেকি ?

তেৱাৰী : দৰ-দাম পতিলে কিনিম।

ইন্দ্ৰ : মাটিডোখৰ কিনি আপুনি ইয়াত কি কৰিব?

তেৱাৰী : পহিলা পহিলা মই এটা গুদাম বনাম।

ইন্দ্ৰ : গুদাম? কিহৰ গুদাম?

তেৱাৰী : মোৰ বিড়ীৰ কাৰবাৰ আছে। পাত্তা, তামাক এইচবৰ গুদাম বনাব লাগে।

ইন্দ্ৰ : মানুহ নাথাকে?

তেৱাৰী : থাকিব। চৌকীদাৰ থাকিব, দুই-চাৰিটা কাৰিকৰ থাকিব।

ইন্দ্ৰ : হুঁ, দাম কিমান দিব?

তেৱাৰী : আপুনি কওক। আপ্‌নি এটা কব, তবতো মই এটা কব পাৰিম।

ইন্দ্ৰ : শুনক তেৱাৰী বাবু, মই লেমলেমীয়া কথা বেয়া পাওঁ। এতিয়া এইখিনিত মাটিৰ দাম কঠাত বাৰ-পোন্ধৰ হাজাৰ হৈছে। এইখিনি মাটিত মোক দহ হাজাৰ টকা লাগিব।

তেৱাৰী : দছ হাজাৰ?

ইন্দ্ৰ : হয়। অ'ই বৈকুণ্ঠ।

বৈকুণ্ঠ : দাদা—

ইন্দ্ৰ : এইবিলাক বেচা-কিনাৰ কথা ঘৰত পাতিবলৈ ভাল নালাগে। বাকীকেইজনকো ইয়ালৈকে মাতি আন।

বৈকুণ্ঠ : আটাইকেইজনকে একেলগে থিয় কৰাই নীলাম ডাকিব নেকি?

ইন্দ্ৰ : হেইট। খালী পেক পেক কৰি থাকে।

বৈকুণ্ঠ : তেনেহ'লে এজন এজনকৈ মাতি আনো। তামোল কাটি থোৱা আছে— কোনোবা আহিলে— এ নালাগে বাৰু, অকণমান ৰ'বলৈ ক'ব। [যায়]

তেৱাৰী : দছ হাজাৰ বহুত বেছি হয় ৰাজবন্‌ছী বাবু।

ইন্দ্ৰ : আপোনাৰ কি ক'বলগীয়া আছে কওক, শুনো।

তেৱাৰী : মইতো ইমান টকাৰ মানুহ নাই। হৰু কাৰবাৰ। ইয়াত এখন চংচাৰ, দেছত এখন চংচাৰ চলাব লাগে। চংচাৰ চলোৱা আজিৰ দিনত বহুত কষ্ট আছে। বিড়ীৰ পাত্তাটো উৰিষ্যাৰ পৰা আনিব লাগে, তাতো বহুত দাম বাঢ়ি গৈছে। আমাকতো বেপাৰীচব গুজৰাটৰ পৰা আনি আছে। ৰেল ভাৰা বাঢ়ি গৈছে, তাতো বহুত দাম বাঢ়ি গৈছে। তো-তামাকৰ দামো বাঢ়ি গৈছে। লেবাৰ লোক— যো বিহাৰী-বাংগালী লোক কাম কৰিছে, তাৰ ভি হাজিৰা বাঢ়ি

গৈছে। আৰু এই কম দামৰ চিগ্ৰেট বজাৰত ওলাইছে, বিড়ী খাওঁৱা মানুভী কমতি হৈ গৈছে। [বৈকুণ্ঠ আহে]

বৈকুণ্ঠ : খেমকা বাবু আহিছে দাদা, সৌৱা আহি আছে।

ইন্দ্ৰ : [নমস্কাৰ কৰি] ভাল বাৰু, মই সৌ তেখেতৰ লগত কথা পাতোঁ, আপুনি—

তেৱাৰী : দামটো এটা ঠিক কৰিলে ভাল আছিল।

ইন্দ্ৰ : কি কয় কওক আকৌ। মাটিৰ দামৰ কথা এৰি আপুনি ক'ৰ উৰিষ্যা, গুজৰাট ওলালগৈ যেন মই আপোনাক বিড়ীৰৰ কাৰখানা এটাহে বেচিবলৈ ওলাইছোঁ। তিনি-চাৰিজন মানুহ বহুৱাই থৈ সেইসোপা কোনে শুনি থাকে?

বৈকুণ্ঠ : [দূৰৰ খেমকাক] বাবুজী অলপ ৰ'ব, ইয়াত শেষ হোৱা নাই। হেৰি নহয় দাদা, মই নথকাত এইফালে বিক্ৰী-বাট্ৰাও তেনেকৈ হোৱা নাই নহয় চাগে। [ইন্দ্ৰই টেল্‌টেলকৈ চাই] নাই হোৱা। এইকণ সময়ৰ ভিতৰত কিটো বিক্ৰী হ'ব। ফটকৰে পইচাটো লৈ থ'ব পৰা বস্তুও তেনেকৈ নাই নহয়।

ইন্দ্ৰ : তোৰ কথাৰ সুৰ বেযালৈ গৈছে কিন্তু। কওক তেৱাৰী বাবু। মানুহ বৈ আছে।

তেৱাৰী : মই চাৰে ছহাজাৰ দিম।

ইন্দ্ৰ : ভাল বাৰু, আপুনি যাওক।

তেৱাৰী : আপুনি কথাটো ভাবি চাব ৰাজবন্‌ছী বাবু। চাৰে ছহাজাৰ বহুত ভাল দাম আছে।

ইন্দ্ৰ : আপুনিও ভাবি চাব। আপোনাক বাৰু মই তিনি দিন সময় দিছোঁ। কিবা নতুন কথা থাকিলে ক'বহি। চাৰে ছহাজাৰ নহ'ব।

বৈকুণ্ঠ : [খেমকাক] বাবুজী আপুনি আহক। খালী হৈছে।

তেৱাৰী : আচ্ছা নমস্কাৰ। মই আকু আহিম।

ইন্দ্ৰ : নমস্কাৰ, আহিব। [তেৱাৰী যায, খেমকা আহে]

খেমকা : নমস্কাৰ ইন্দ্ৰৰ বাবু। এইটো নামঘৰ?

ইন্দ্ৰ : হয।

খেমকা : এইটো তাম্বুলৰ দোকান?

ইন্দ্ৰ : হয।

বৈকুণ্ঠ : অকল তামোলৰ নহয়।

খেমকা : ঠিক আছে, এইটো দোকান, হেইটো নামঘৰ?

ইন্দ্ৰ : হয।

খেমকা : ভিতৰত যোৱা ৰাস্তাটো বহুত সৰু হ'ল।

ইন্দ্ৰ : হয।

খেমকা : মাটিটো অলপ দহ আছে। বেছি বৰচন হ'লে পানী ভৰ্তি হৈ যাব পাৰে।

ইন্দ্ৰ : হয়, যাব পাৰে।

খেমকা : মাটি বিক্ৰী হৈ গ'লে এই দোকানটু ইয়াত থাকিব না উঠি যাব?

বৈকুণ্ঠ : থাকিব। [ইন্দ্ৰলৈ চাই] দোকান থাকিব। ভাৰা মই বৌক দি থাকিম।

ইন্দ্ৰ : দোকানখন থাকিব। এইকণ মাটি মই হিচাবত ধৰা নাই।

বৈকুণ্ঠ : বাবুজী আপুনি তামোল খায় নেকি?

খেমকা : নাই। নাখাওঁ। ইন্দৰ বাবু, আপনাৰ ঘৰৰ ফ্ৰন্ট ছাইডটো এই মাটিৰ বেক ছাইড হৈ যাব।

ইন্দ্ৰ : হয়।

খেমকা : বহুত মস্কিল আছে।

ইন্দ্ৰ : আপুনি যিমানবোৰ মস্কিলৰ কথা ক'লে সেই সকলো মস্কিলৰ কথা হিচাবত ধৰিহে মই মাটিডোখৰৰ দাম দহ হাজাৰ টকা বুলি কৈছোঁ। নহ'লে পোন্ধৰ হাজাৰ টকা বুলি ক'লোঁহেঁতেন।

খেমকা : [হাঁহি] আপনি ধেমালি কৰিছে ইন্দৰ বাবু। মাটিত' মই আজি কিনা নাই। আপনি কিমানবাৰ মাটি বেচিছে?

ইন্দ্ৰ : তিনিবাৰ।

খেমকা : মই আঠবাৰ কিনিছোঁ। চাফা কথা আঠ হাজাৰ টকা ল'ব। দলিল-চলিল, কাগজ-পত্ৰ কি আছে, মোৰ গোলাত যেতিয়াই খুচি লৈ যাব, আজি ভী যাব পাৰে, কালি ভী যাব পাৰে, যেতিয়া খুচি লৈ যাব। অলপ এডভান্স লাগে যদি

বৈকুণ্ঠ : দাদা মই ইজনক খবৰ দি আহোঁ। [যায]

ইন্দ্ৰ : নাই নাই, এডভান্স নালাগে। মই দহ হাজাৰ পূৰাই বিচাৰিম, যদি কমত দিবলগীয়া হয়, আপোনাক খবৰ দিম।

খেমকা : ঠিক আছে বিচাৰক। দৰকাৰ হ'লে দলিলৰ খৰচ-তৰচ দছ-পাঁচ টকা যি লাগে দিম। [য়াওঁতে] মই কিন্তু ভাল দাম দিছোঁ ইন্দৰ বাবু। [বৈকুণ্ঠ আহে]

বৈকুণ্ঠ : সৌজন পুৰকাযস্থ আহিছে দাদা। আমাৰ সেইজন কি চৌধুৰী লিখে জানো, সেইজনক মাতিলোঁ, ক'লে বোলে— তেখেত একেবাৰে শেষতহে আহিব। আগৰবাৰ গৈ দেখিছিলোঁ তেখেতে উমা বাইদেউক খুজি পানী খাই আছে, এইবাৰ গৈ দেখোঁ— মুখত চকলিওৱা তামোল ভৰাইছে। [পুৰকাযস্থ আহে]

পুৰকাযস্থ : দাদা, আমাৰ দ্বাৰা নহ'ব।

ইন্দ্ৰ : কি নহ'ব?

পুৰকাযস্থ : মাটি কিনা।

ইন্দ্ৰ : কিয?

পুৰকাযস্থ : এওঁৰ পৰা শুনিলোঁ— আঠ হাজাৰ উঠিলেই।

ইন্দ্ৰ : এৰা উঠিছে। মই পিছে দহ হাজাৰ বিচাৰিছোঁ।

পুৰকাযস্থ : সেই কাৰণে কৈছোঁ। মই এই তিনি-চাৰি হাজাৰ টকাৰ এটা খৰু প্লট বিচাৰি আছোঁ। [বৈকুণ্ঠ যায]

ঠিক আছে বাৰু দাদা, মই দছ হাজাৰেই দিম। কিন্তু এতিয়া তিনি হাজাৰ নগদ দিম আৰু প্ৰতি বৎছৰ এক হাজাৰকৈ দি থাকিম, হ'ব? মাটি কিন্তু মোৰ পছন্দ হৈছে। ওচৰতে ডেইলী কীৰ্তন হৈ থাকিব, বাচ্চা-তাচ্চাবিলাকৰ স্বভাব-চৰিত্ৰ ভাল হ'ব। জাগাটো মোৰ খুব পছন্দ হৈছে।

ইন্দ্ৰ : [হাঁহি] নাই নোৱাৰিম। টকাখিনি মোক একেলগে লাগে। [চৌধুৰী আহে] ভাল, নমস্কাৰ।

পুৰকায়স্থ : নমস্কাৰ দাদা। [যায়]

চৌধুৰী : চাধা আছে নেকি হে? চাধা? মই লৰালৰিত টেমাটো এৰি থৈ আহিলোঁ। [বৈকুণ্ঠ দোকানত উঠে]

[হাতত থকা তামোলখিনি খায] তোমাৰ ছোৱালীজনীয়ে বৰ মিহিকৈ তামোল কুটেহে ইন্দ্ৰ। খাযেই মজা লাগে। [বৈকুণ্ঠই চাধা দিযে। লয] সেই পাণৰ ঠাৰি এডালত অকণমান চুণ দিবাচোন। তুমি মাটিডোখৰ বেচিবাই নেকি ইন্দ্ৰ?

ইন্দ্ৰ : এৰা। বেচিমেই।

চৌধুৰী : খাটাং?

ইন্দ্ৰ : খাটাং।

চৌধুৰী : খাটাং যেতিয়া কথা পাতোৱেই আৰু, কি কোৱা? [চুণ খায]

ইন্দ্ৰ : তুমিতো আগতে গ্ৰাহক, দাম-দৰ ঠিক কৰি লৈহে মাটি কিনা। এইডোখৰো কিনা মানুহ ঠিক-ঠাক হ'ল নেকি?

চৌধুৰী : নাইহে, মই সেইবোৰ ব্যৱসায এৰিলোঁৱেই বুলিবা। এইডোখৰ সৰু মাটি, ভাবিছোঁ কেতিযাবা কামত লাগিব। ল'ৰা-ছোৱালীকেইটাও ডাঙৰ হৈ আহিছে। [দোকানৰ পাছফালে পিক পেলায] পিছে ইন্দ্ৰ।

ইন্দ্ৰ : কোৱা।

চৌধুৰী : গ্ৰাহক বহুত পাবা। সেইবিলাকৰ তুলনাত মই অৱশ্যে বেছি দাম দিব নোৱাৰিব পাৰোঁ। সেইবোৰ হৈছে ডকা-হকা দি, জাল-জুৱাচুৰি কৰি পইচা অৰ্জা মানুহ। সিহঁতৰ পইচাৰ কি আকাল লাগিছে?

ইন্দ্ৰ : মোৰ পিছে পইচাৰ বৰ আকাল। নহ'লে মই মাটি নেবেচিলোঁৱেইহেঁতেন। পাৰিলে কিনিলোঁহেহেঁতেন।

চৌধুৰী : [খং] সেই বুলি তুমি বাছ-বিচাৰ নকৰাকৈ যাকে-তাকে মাটি বেচিবানে? কেইটামান টকা বেছি পালা বুলিযেই, সেইবিলাক আও-ভাও নোপোৱা, আঁসে নোপোৱা মানুহক ঘৰ চপাই ল'বানে? মোৰ হিচাবত দুটকা কমকৈ পাবা, কিন্তু নিজৰ জ্ঞাতি-বন্ধু, দেশী ভাইৰ লগত লেনদেন কৰিবা।

ইন্দ্ৰ : [খুব খং] কিহৰ জ্ঞাতি-বন্ধুহে? কিহৰ জ্ঞাতি-বন্ধু?
হোঃ। মইহে এতিযা আও-ভাও নোপোৱা, আঁসে নোপোৱাকেইটাক নিজৰ টকা-পইচাৰ লোকচান ভৰি আগচি ধৰিব লাগে।

চৌধুৰী : মইতো তোমাক একেবাৰে লোকচান ভৰিবলৈ কোৱা নাই নহয়।

ইন্দ্ৰ : ঠিক আছে তেনেহ'লে। তুমিযেই মোৰ জ্ঞাতি-বন্ধু, বুকুৰ কুটুম। সেই খেমকা বোলাটোৱে আঠ হাজাৰ টকা যাচি গৈছে। এতিয়া কোৱা, তুমি মোৰ জ্ঞাতি-বন্ধুৱে কিমান দিবা।

বৈকুণ্ঠ : [বাহিৰলৈ চাই] কি হ'ল অ' তহঁতৰ? ৰ'লি কিয়? যোৱা মানুহ গৈ থাক। দাদা, মানুহ গোট খাই গৈছে।

ইন্দ্ৰ : কোৱা, বাটৰ মানুহে শুনাকৈ কোৱা।

চৌধুৰী : তুমি একেবাৰে জাণ্ডুল খাই উঠিলা?

ইন্দ্ৰ : জাণ্ডুল-ফাণ্ডুল বাদ দিয়া। তুমি মোৰ বুকুৰ কুটুম, মাটিডোখৰৰ দাম কিমান দিবা কোৱা। খেমকাই আঠ হাজাৰ দিছে।

চৌধুৰী : ব'লাচোন, ভিতৰলৈ ব'লা।

বৈকুণ্ঠ : হয দাদা, আপোনালোক ভিতৰলৈ যাওকগৈ।

ইন্দ্ৰ : ভিতৰলৈ কিয়? এইটোনো কি লুক-ঢাক কৰিবলগীয়া কথা।

চৌধুৰী : মানে মোৰ কথাটো হ'ল, দূৰৰ বৌ-বৰালিতকৈ ওচৰৰ পুঠি-খলিহনা ভাল। শাস্ত্ৰত এটা কথা আছে বোলে, মোৰ মুখত ভালকৈ নুফুটে— কিবা অজ্ঞাত-কুলশীল বন্ধু। মানে অচিনাকিক ওচৰ চপাই নল'বা। হাজাৰ হওক নিজৰ জ্ঞাতি-বন্ধু।

ইন্দ্ৰ : মোৰ কেৱল এখন তৰকাৰীৰে ভাত খাবলৈ মাহটোত বিছ-পঁচিছ টকা কম পৰে। কোনটো জ্ঞাতি-বন্ধু, দেশী ভাই, আও-ভাও পোৱা, আঁসে পোৱা মানুহে মোক মাহৰ শেষত বিছটা টকা দিয়ে? মোৰ সেইজনী গাভৰু ছোৱালীয়ে মাহৰ শেষত পাঁচ ৰাতি-ছৰাতি মিঠা আলু সিজোৱা খাই পৰি থাকে, কোনোবা জ্ঞাতি-বন্ধুৱে এটামান ফুটা কড়ি দিছেনে?

চৌধুৰী : নাই দিয়া। বুজিলোঁ। কিন্তু তোমাৰ পৰা জ্ঞাতি-বন্ধুৱে বিছ টকাতো নিয়াও নাই। নিছে জানো? কোনেও দিয়াও নাই নিয়াও নাই। কিন্তু আঁসে নোপোৱা মানুহে, তুমি চাই থাকিবা, নিদিয়েতো নিদিয়েই, পাৰিলে বিছ টকা নিবহে। পিছত এদিন ছেগ বুলি মুখৰ সেই মিঠা আলুটুকুৰাও নিব। চাই থাকিবা।

ইন্দ্ৰ : বাৰু চাই থাকিম। অতদিনে তোমালোকক দেখিলোঁ, এতিয়া সিহঁতকো চাওঁ। এস্! বৰ কথা বুজাবলৈ আহিছে। মই যদি সিহঁতক মাটি নেবেচোঁ, সিহঁতে মাটি ক'ৰবাত নহয় ক'ৰবাত কিনিবই। মই সিহঁতক ৰাস্তাৰ কানৰ মাটি বেচিবলৈ ওলাইছোঁ, কিন্তু চাবা, কোনোবাই সিহঁতক পাগঘৰৰ চেপৰ মাটি বেচিব। সেইবোৰ ফাল্টুমাৰ্কা উল্টা-পাল্টা কথা মোক নক'বা। আই ড'ন লাইক। [যায]

চৌধুৰী : নকওঁ বাৰু। পিছে যিখিনি ক'লোঁ সেইখিনিকে মনত ৰাখিবা। মযো পিছে তোমাৰ কথা মনত ৰাখিম। [বৈকুণ্ঠক] এইটোৱে এতিয়া এটুপি ধৰি আছে নেকি অ'?

বৈকুণ্ঠ : ডাঙৰকৈ কওকচোন। অ' দাদাই মদ-পানী খোৱাৰ কথা সুধিছে? জানো, মই দেখোন গম নাপালোঁ। [ইন্দ্ৰ উভতি আহে] আপুনিযেই ভালকৈ গমটো লৈ আহকগৈচোন। [ইন্দ্ৰক] আপুনি কিবা খাই আহিছে নেকি এখেতে তাকে সুধিছে।

চৌধুৰী : হেইট! মই সুধিলোঁ কি আৰু তই বুজিলি কি? [ইন্দ্ৰই টেলটেলকৈ চায। চৌধুৰীয়ে পিক পেলায।] [ইন্দ্ৰক] যোৱা, পিছত লগ পাম যোৱা।

# দৃশ্য : ৪

## মঞ্চ : ২

[ইন্দ্ৰৰ আগফালৰ কোঠালি]

চন্দ্ৰ উকীল : [বাহিৰত] ৰাজবংশী আছানে? অ' ৰাজবংশী? [উমা সোমাই দুৱাৰলৈ যায]

চন্দ্ৰ : [সোমাই আহে] আছেনে ৰাজবংশী?

উমা : আছে। বহক।

চন্দ্ৰ : বহক মানে, মই অকলে অহা নাই। দলে-বলে আহিছোঁ। [উভতি] আহাহে তালুকদাৰ, আছে বোলে। আহক চৌধুৰী [তালুকদাৰ আৰু চৌধুৰী আহে। উমা ওলাই যায়। চকী দুখন আছে।]

বহাচোন বহা।

তালুকদাৰ : আপুনি?

চন্দ্ৰ : হ'ব দিযাচোন। বহা। মোৰ হ'ব কিবা এটা। [উমাই চকী এখন আনে] সেযা, কৈছোঁ নহয হ'ব কিবা এটা। এইখিনিলৈ দে আই। অঁ। এইখিনিতে থ। [বহি] তোক দেখোন দেখাই নাপাওঁ উমা? আজিকালি বৰকৈ ওলাই-সোমাই নুফুৰ নেকি?

উমা : কাম নাথাকিলে তেনেকৈ ওলোৱাই নপৰে।

তালুকদাৰ : ভালেই। ছোৱালী মানুহ বিনা কামত টহলি নুফুৰাই ভাল।

চৌধুৰী : তুমিনো বিনা কামত কাক টহলি ফুৰা দেখিলা?

তালুকদাৰ : দেখা নাই, কথাৰ বাত এটাহে কৈছোঁ।

চৌধুৰী : এৰা। নেদেখা-নুশুনাকৈ তেনেকৈ ফটকৰে কথা একোটা কৈ নিদিবা।

তালুকদাৰ : তুমিনো আকৌ কথাটো গাত পাতি ল'লা কিয?

চন্দ্ৰ : হ'ল নে তোমালোকৰ? তোমালোক দুজন দেখোন লগ হ'বই নোৱাৰা হে? [উমা যায। চৌধুৰীযে থিয হৈ জেপত কিবা বিচাৰে।]
কি হ'ল?

চৌধুৰী : টেমাটো ক'ত এৰিলোঁ জানো! ঘৰতে এৰি থৈ আহিলোঁ নে বাটতে ক'ৰবাত পেলালোঁ। [ইন্দ্ৰ আহে। সকলোলৈকে চায।]

চন্দ্ৰ : কিবা কাম কৰি আছিলা হ'বলা ইন্দ্ৰ?

ইন্দ্ৰ : নাই, এনেযে সেই খৰি দুডালমান সৰুকৈ ফঁহিযাই দিছিলোঁ।

চন্দ্ৰ : বহা। তোমাৰ লগত কথা আছে। [ইন্দ্ৰ বহে]

তালুকদাৰ : হেৰি নহয, এইটো পহু শিং তোমাৰ দেউতাৰাৰ দিনৰে নহয জানো?

ইন্দ্ৰ : হয।

তালুকদাৰ : তাকে অথনিৰে পৰা মই চাই আছোঁ। মানুহজনে একোটা বস্তু গোটাইছিল দিযা।

চন্দ্ৰ : সেইসকলৰ কথাই বেলেগ আছিল। পৰিশ্ৰম কৰিছিল যেনেকৈ, ভোগো কৰিছিল তেনেকৈ বুইছা? আজিকালি হৈছে কি? বেৰখনৰ ইফালে ৰাজভোগ চলি থাকিলেও বেৰখনৰ সিফাললৈ খুদকণ এটা নসৰকে। এওঁৰ দেউতাকৰ দিনত কি হৈছিল জানা? এই গোটেই চুবুৰিটোৰ মানুহে পহুৰ মঙহ বিচাৰিবই নালাগে, মাহটোত তিনি দিন-চাৰি দিন পহুৰ মঙহ ঘৰতে। এওঁৰ দেউতাক যিদিনা জংঘলৰ পৰা ঘৰলৈ আহিব, সেইদিনা বুজিবা আৰু, ঘৰে ঘৰে পহুৰ মঙহ উতলিছে।

চৌধুৰী : আপোনালোকৰ চুবুৰিটো অলপ দুৰত হৈহে কথাটো বেযা হ'ল।

চন্দ্ৰ : কি বেযাটো হ'ল? মইনো ক'ব খুজিছোঁ কি? এদিন কি হ'ল জানা তালুকদাৰ?

তালুকদাৰ : জানো।

চন্দ্ৰ : আমি তেতিয়া সৰু। এদিন গধূলি দেউতাৰ লগত বহি আছোঁ। তেতিযা আকৌ এওঁলোকৰ ঘৰত বংক নামৰ টেলেঙা ল'ৰা এটা আছিল। তোমাৰ মনত আছে নে ইন্দ্ৰ?

ইন্দ্ৰ : হয, আছে।

চন্দ্ৰ : চাকি-বাতি জ্বলাৰ পিছত ওলালগৈ সি। হাতত ইমানটো টোপোলা। কিহৰ টোপোলা? ভিতৰত ইমান চপৰা পহুৰ মঙহ, পীৰা এখনৰ এফালেই বুলিবা। তোমালোকে বিশ্বাস নকৰিবা,

গোটেই ঘৰে-ঘৰোৱাহিয়ে চাৰি দিনলৈ খালোঁ। পিছলৈ আৰু আমনি লাগি গ'লগৈ।

চৌধুৰী : পঙ্কৰ মণ্ডহ আকৌ যিমানে পুৰণি হয় সিমানে বেছি সোৱাদ হৈ গৈ থাকে।

তালুকদাৰ : বৰ বহল মনৰ মানুহ আছিল দিয়া। এইখিনিতে আগফালে চকীখনত গধূলি গধূলি বহি থাকে। এতিয়াও মোৰ এইফালে আহিলে এনেকুৱা লাগে— মানুহজন যেন বহিয়েই আছে।

চৌধুৰী : এই যে নামঘৰটো। টকা-পইচাৰ খঁক থকা অইন মানুহে সেইডোখৰ ঠাইত কি কৰিলেহেঁতেন? দুমহলীয়া দালান বনাই, দোকান-চোকান খুলি সোপাসোপে টকা গোটালেহেঁতেন। কিন্তু তেখেতে কৰিলে কি?

তালুকদাৰ : এদিন মোক মাতি ক'লেই নহয়। মই টিউচনৰ পৰা উভতি আহিছোঁ। তেতিয়া নামঘৰটো সজা এই শেষ হৈছে আৰু। মাতিলে মোক। আহিলোঁ। ইটো-সিটো ঢেৰ কথা। আৰু কথাও তোমাৰ এনে ভাল ভাল কথাবোৰ কয়, শুনিলে তোমাৰ উঠিবৰ মন নাযায়। শেষত আৰু ক'লৈগে বোলে— সৰুকৈ হ'লেও নামঘৰটো হ'ল, এতিয়া মণিকূট অকণমান কৰাই দিলেই আৰু শান্তিৰে চকু মুদিব পাৰিম।

চৌধুৰী : কৰালেহেঁতেন। মই কৈ দিছোঁ— আৰু কেইদিনমান ভগৱানে দয়া কৰা হ'লেই দেখিলাহেঁতেন— মণিকূট, বাপুদেউ থকা ঘৰ, সকলো হৈ গ'লহেঁতেন।

চন্দ্ৰ : অ হয়তো। আমাৰ অনন্ত বাপু ক'লৈ গ'ল?

তালুকদাৰ : সেয়া, বাহিৰতে আছে।

চন্দ্ৰ : এ তেওঁ আক' বাহিৰতে ৰ'ল কিয়? [উঠি গৈ] হেৰা বাপু। তাতে ৰ'লা কিয়? আহা সোমাই আহা। [বহেহি] মই মনেই কৰা নাছিলোঁ। [অনন্ত আহে]

চৌধুৰী : তেওঁ আৰু ঘৰুৱা মানুহ কাৰণে বাহিৰতে বহি আছে।

তালুকদাৰ : এঃ। অকল তেওঁহে ঘৰুৱা নেকি? আমি হ'বলা ঘৰুৱা নহওঁ। নে কি কোৱা ইন্দ্ৰ?

ইন্দ্ৰ : [ম্লান হাঁহি] মোৰনো আপোন-পৰ কি?

চন্দ্ৰ : এতিয়া আচল কথালৈ আহোঁ। কি কোৱা তালুকদাৰ? চৌধুৰী?

তালুকদাৰ : এৰা।

চন্দ্ৰ : তুমি নিজেই মন কৰিছা ইন্দ্ৰ, চাৰিওফালে ব্যৱসায় ব্যৱসায় ব্যৱসায়, কেৱল টকা টকা টকা। মানুহে শান্তিৰে ঈশ্বৰক চিন্তা কৰিবলৈ ঠাই এডোখৰ নোপোৱা হ'ল।

তালুকদাৰ : চেপাত সোমাই তোমাৰ দেউতাৰাৰ কৃপাত এইকণ ঠাই আছেগৈ। সেইবুলিহে আমাৰ সকলোৰে ঘৰৰ আই, মাহী, পেহী, খুৰীহঁতে নামঘৰ বুলি কথাষাৰ উচ্চাৰণ কৰিব পাৰিছে।

চন্দ্ৰ : আমিও যিমান পাৰোঁ আঁৰত থাকিয়েই সহায় কৰিছোঁ। এই ধৰা বন্তিৰ তেলকণ, মাহ-প্ৰসাদৰ খৰচটো, বাপুৰ দক্ষিণাৰ পইচাকিটা। পিছে আজি কিছুদিনৰ পৰা এওঁলোকে কোৱা-কুই কৰি আছে যে ইতিমধ্যে মানুহো সৰহ হ'ল, নামঘৰটোৰ নাম-প্ৰসংগ ইত্যাদিয়ে এটা গঢ লৈছে।

চৌধুৰী : মুঠতে কথাবোৰ ছিজিল লাগি আহিছে। তোমাৰ দেউতাৰাই যি মনে বাঞ্ছা কৰিছিল সেই বাঞ্ছা পূৰ্ণ হওঁ হওঁ।

তালুকদাৰ : হয়। কেৱল এই অনন্ত বাপুৰ ভাল ব্যৱস্থা এটা কৰি দিব নোৱাৰাৰ কাৰণে বৰ অসুবিধা হৈছে। তেওঁ থাকে— ইয়াৰ পৰা তোমাৰ থকা ঠাইলৈ কেইমাইল হ'ব বাপু?

চৌধুৰী : সাত মাইলমান হ'ব হ'বলা?

অনন্ত : পাঁচ মাইলমান হ'ব।

তালুকদাৰ : চোৱাচোন। থাকে পাঁচ মাইল দূৰত, স্কুল কৰে ইয়াত। স্কুলৰ পিছত চাইকেল মাৰি ঘৰলৈ গৈ, গ-পা ধুই আকৌ পাঁচ মাইল চাইকেল মাৰি এইখিনি পায়হি মানে আইসকলৰ কাৰোবাৰ কাৰোবাৰ ঘৰলৈ উভতিবৰে হয়।

চন্দ্ৰ : হ'বও দিয়াচোন। ঘৰৰ লেঠানো কাৰ নাই? বুইছা ইন্দ্ৰ? এইবোৰ কথা শুনি আমিও ওচৰ চাপি আহিছিলোঁ। চান্দাও তুলিলোঁ দুশমান টকা।

চৌধুৰী : ক'ৰ দুশ? মই শুনিছিলোঁ তিনিশ নে চাৰে তিনিশ টকা উঠিছিল বোলে?

চন্দ্ৰ : ৰ'বাচোন তুমি। তিনিশ উঠিল নে চাৰিশ উঠিল তাৰ হিচাব আছে নহয়। শুনা ইন্দ্ৰ, আমি ভাবিছিলোঁ আৰু কিছু টকা তুলি একেবাৰে তোমাৰ ওচৰলৈ আহিম, মাটিডোখৰৰ পাৰ্মিছন ল'ম, তাৰ পিছত বাপুৰ কাৰণে সৰুকৈ ঘৰ এটা সজাম। আমি সিফালে কৰিছোঁ সেইবোৰ আযোজন, ইফালে বোলে তুমি মাটিডোখৰ বেচিবলৈ ওলাইছা। তাকে শুনি আমি লৰি আহিছোঁ।

তালুকদাৰ : আৰু কথাটো কি জানা ইন্দ্ৰ? এই বিজিনেছমেনবিলাক সাংঘাতিক টেঙৰ। সিহঁতে মাটি কিনিব আধা কঠা, পিছত দেখিবা বেৰখন উঠাব নামঘৰৰ গাতে। তোমাৰ ওলোৱা-সোমোৱা কৰা বাটটোৰ মাটিকণ এৰি দিওঁতেও দেখিবা এশটামান হুজ্জতি।

চৌধুৰী : আৰু সিহঁতে কিহৰবা বিজিনেছ কৰে, তাৰ কি ঠিক? এই ধৰি লোৱা সিহঁতে চামৰাৰ বিজিনেছ আৰম্ভ কৰিলে। তুমিযেই বাৰু কথাটো ভাল পাবানে? তাতকৈ দেউতাৰাৰ, তোমালোক সকলোৰে নামটো থাকক দিয়াচোন। নহয় জানো বাপু? [অনন্তই মূৰ লৰায]

চন্দ্ৰ : সেইফালে একাষৰীয়াকৈ বাপুৰ ঘৰটো সজালোঁ, তোমালোকৰো একো অসুবিধা নহ'ল, ইফালে ৰাইজৰো বহুত সুবিধা হ'ল। আৰু এইখিনিত বাপুদেউ থাকিলে তোমালোকৰ জানো কিবা অসুবিধা হ'ব? তেওঁকতো দেখিযেই আছা— কেনে সুন্দৰ ল'ৰা।

তালুকদাৰ : বাপুৰ কথা আৰু ক'ব নালাগে। তেওঁৰ কথা আমাৰ আইসকলৰ মুখে মুখে। সিদিনা আমাৰ মাধৱীৰ বুঢ়ীমাকে কৈছে— যিদিনা বাপু নামঘৰলৈ নাহে, সেইদিনা বোলে আইসকল নামঘৰলৈ অহাই মিছা।

ইন্দ্ৰ : নহয নহয়, বাপু থকাৰ কাৰণে আমাৰ একো অসুবিধা নহয়।

চন্দ্ৰ : তেনেহ'লে? তোমালোকে আগতে যিখিনি মাটি বেচিলা, দেখিলা নহয় তাত কি হ'ল? চকী-মেজৰ দোকান, কাঁহী-বাটিৰ দোকান, চাহৰ দোকান, ঔষধৰ দোকান, গেৰেজ, লোহা-লক্কৰ—

চৌধুৰী : মাজতে আক' সেইখন জোতাৰ দোকান।

তালুকদাৰ : গোটেইখন গিজ খাই পৰিছে। কৈছোঁ নহয় তোমাৰ, নামঘৰটো একেবাৰে চেপি আনিছে।

চন্দ্ৰ : সেই কাৰণে আইসকল, ৰাইজ, সকলোৰে কথা হ'ল— তুমি মাটিডোখৰ নেবেচিবা। দেউতাৰাৰ নামত তুমি এইটো এটা সজ কাম কৰা। বুইছা?

চৌধুৰী : মই পৰহি তেওঁক কথাবোৰ অলপ অলপ কৈছিলোঁৱেই।

চন্দ্ৰ : ইন্দ্ৰ। তুমি দেখোন একো নামাতাই!

তালুকদাৰ : এৰা, আমিহে এফালৰ পৰা গাই গৈ আছোঁ, গৃহস্থ ঘৰত আছেনে নাই গমেই পোৱা নাই।

ইন্দ্ৰ : মোৰ আচলতে একো ক'বৰ মন নাছিল ডাঙৰীয়াসকল। ক'বলৈ কৈছে কাৰণেহে কওঁ।

চন্দ্ৰ : কোৱা কোৱা।

ইন্দ্ৰ : মোৰো আচলতে এনেকুৱা লাগে যে— দেউতাই যি পাৰে কৰি গ'ল, মই এতিয়া নামঘৰটোৰ লগতে মণিকূটটো সজাই দিওঁ, চাৰিওফাল মুকলি কৰি এশাৰী কদম পুলি, বকুল পুলি ৰোৱাই দিওঁ, দোকানৰ গুমটিকেইটা উঠাই তাতে এটা বাটচ'ৰা সজাই দিওঁ। [ৰয়] কিন্তু ডাঙৰীয়াসকল, মই কদমপুলি ৰোৱাম কি, পাছফালৰ লিচু গছজোপাৰ ডাল কাটি ফালি নল'লে চাউলকেইটা সিজাবলৈ খৰি এপোলা যোগাৰ কৰিব নোৱাৰোঁ। মোৰ আপোনালোকৰ আগত লুকুৱাবলৈ একো নাই। সদায় আবেলি আইসকলে মোৰ ছোৱালীজনী দেখিছে। আপোনালোকেও চাওক। উমা, অ'ই উমা।

চন্দ্ৰ : দেখিছোঁ, আমি দেখিযেই আছোঁ। আজিও আহিয়েই দেখিছোঁ নহয়।

ইন্দ্ৰ : মাকে হিচাব দিছে তাইৰ বযস এতিয়া তেইছ বছৰ হ'ল। মই যদি যিকোনো উপাযেৰে তাইৰ গতি নলগাওঁ, তেনেহ'লে মোক পাপে নুচুব জানো? [সকলোৰে মুখলৈ চায] এইবোৰকে ভাবি-চিন্তি মই ঠিক কৰিছোঁ, মাটিডোখৰ বেচোঁ, বেচি যি পাওঁ, তাৰে মই ছোৱালীজনীক উলিযাই দিওঁ। যি পইচা বাকী থাকে, তাকো তাইৰ লগতে দিম, আমাৰ নিচিনাকৈ চকুৰ পানী, নাকৰ পানী মচি মচি যাতে তাই ভাত খাবলগীযা নহয। বিশ্বাস কৰক ডাঙৰীযাসকল, মই মাছ-ভাত খাবলৈ মাটিডোখৰ বেচিব খোজা নাই। [উমা আহি দুৱাৰমুখত থিয় হয]

উমা : মোক মাতিছিল দেউতা?
[সকলোৰে উমালৈ চায। উমাই সকলোলৈকে চায]

## দৃশ্য : ৫

### মঞ্চ : ১

[নামঘৰ। আইসকলে নাম লৈছে। সন্মুখত অনন্ত বাপু। নামৰ শেষৰ অংশ। খৰ খৰকৈ হাত চাপৰি। নাম শেষ হয। সকলোৰে সেৱা কৰে। অনন্তই প্ৰসাদ ঠিক-ঠাক কৰিবলৈ উঠে। আইসকলৰ কোনোবা কোনোবা উঠে। উমা আৰু দুগৰাকীমান বহি থাকে।]

আই - ১ : [বিচনী মাৰি] বৰ গৰম পৰিছে দিযা।

আই - ২ : এৰা। কালিতকৈ আজিহে মই গৰমটো বেছি পাইছোঁ।

আই - ১ : গাটো ধুযেই ওলাই আহিছিলোঁ, অকমান পৰলৈ শাঁত লাগি আছিল, এইকণ সমযতে আকৌ গৰমটো উঠি আহিল।

আই - ২ : গৈয়েই আকৌ এবাৰ গাটো ধুই পেলাবাগৈ।

আই - ৩ : আজি দেখোন দীপালিৰ মাকো নাই, মইনা খুৰীও নাই, উকীলনীও নাই। কি কথা, কি বতৰা?

আই - ১ : ভালহে, গাইপতি প্ৰসাদ সৰহ সৰহকৈ পৰিব।

আই - ৩ : তেওঁলোকৰ ভাগকিটা বাৰু তুমিযেই নিবা। অ' বাপু, আমাৰ এওঁক চাৰিখন পাত দিবাচোন। ৰাতিৰ সাঁজটোত সেইখিনিকে দাইল সিজাই খাব।

আই - ১ ঃ খামতোন। নাখাম কিয? তোমাৰ ভাগৰ পাতখনো দিবা আকৌ। তেহে আঁটিব।

আই - ৩ ঃ পাতখন নিবা বাৰু। পিছে এই কথাই কথা নহয়। নামঘৰটো ৰাখিছোঁ যেতিয়া আমি নিয়ম মতে আহিব লাগে। এনেকে' ছজনী-সাতজনীত পৰিলে কথাটো ভাল নেদেখি নহয়।

আই - ২ ঃ সুবিধা-অসুবিধা সকলোৰে আছে। তুমিনো কাক জোৰ কৰিবা? এই আমাৰ উকীলনীৰ কথাকে ধৰা। তেওঁ পুণ্য কৰি আছে, কৰি আছে, এতিয়া পুণ্য থ'বলৈ ঠাই নোহোৱা হ'ল। এতিয়া আৰু তেওঁ নামঘৰলৈ কিয় আহিব?

আই - ১ ঃ এৰা। ইফালে আহিলে সিফালে পুণ্যসোপা চোৰে নিব। [হাঁহে। এক নম্বৰ আয়ে বিচনীৰ আঁৰ দি কিবা কয]

আই - ৩ ঃ কিবা ক'লে সকলোৰে শুনাকৈ ক'বা মোৰ আই। তেনেকুৱা ফুচ্‌ফুচীয়া মেল মই ভাল নাপাওঁ।

আই - ১ ঃ নতুন কথা একো কোৱা নাই দিয়া। তুমি যে কালি সেই উকীলনীৰ জীয়েকহঁতৰ কথা কৈছিলা, তাকে কৈছোঁ।

আই - ৩ ঃ তাকে ডাঙৰকৈনো নোকোৱা কিয?

আই - ১ ঃ সেইবোৰ কথা মোৰ মুখত ডাঙৰকৈ নুফুটে কাৰণে আক'। হেৰি নহয, উকীলনীৰ ডাঙৰজনী এতিয়া ঘৰতে আছে নে, গ'ল?

আই - ৩ ঃ ক'ত থাকিব? ৰাতা-ৰাতিয়েই টেক্সি গাড়ী ভাৰা কৰি নাহৰকটীযা পোৱালেগৈ।

আই - ২ ঃ ইস্, কেনে ভাল বতাহছাটি আহিছে' পাইছানে?

আই - ১ ঃ পাইছোঁ দিয়া। এনেকুৱা একোছাটি বতাহ আহি থাকিলে বিচনী মাৰিবই নালাগে। হয দিয়া, গাটো জুৰ পৰি গৈছে।

আই - ৩ ঃ পিছে এনেকৈ মুকলি বতাহ খোৱাৰ মুদা মৰিব ৰ'বা।

আই - ১ ঃ কিয, উকীলনীয়ে নিজৰ লগতে বতাহকণো বন্ধ কৰিব নেকি?

আই - ৩ ঃ উকীলনীয়ে নকৰে, এই নামঘৰৰ গৰাকীয়ে কৰিব?

আই - ১ ঃ নামঘৰৰ গৰাকীযে?

আই - ৩ ঃ এই মুকলি ঠাইকণ আছে কাৰণেহে বতাহকণ আহি আছে?

আই - ১ ঃ পিছে?

আই - ৩ ঃ গৃহস্থই সেইডোখৰ মাটি বেচিব। বেপাৰীয়ে মাটিডোখৰ কিনি লৈ তাতে বিড়িৰ গুদাম নে চামৰাৰ গুদাম কিবা এটা সাজিব।

আই - ১ ঃ হয নে?

আই - ২ ঃ অঁ, মযো শুনিছোঁ। ৰাজবংশীযে বোলে জীয়েকক বিযা দিবলৈ টকা গোটাব খুজিছে। [উমা উঠে। ওলাই যাব খোজে।]

আই - ১ ঃ উমা, চাওঁ, শুনচোন। [উমা ৰয] তোৰ হ'বলা বিযা পাতিব খুজিছে? কথাটো আমাক কোৱা নাই কিয?

আই - ২ ঃ ল'ৰা-চ'ৰা ঠিক হ'লেই নেকি?

আই - ৩ ঃ ক আক', লাজ কৰিছ কিয়?

উমা ঃ মই একো নাজানো।

আই - ৩ ঃ তই নাজানো বুলি ক'লেই মানিম নে? দেউতাৰে সেয়া তোৰ বিযাৰ কাৰণে মাটি বেচিব

বুলি গোটেইখনতে খবৰ ওলাইছে। কিবা এটা যোগাৰ হৈছে চাগৈ।

উমা : জানো, মোক একো কোৱা নাই।

আই - ২ : হওক, শুভ কাম হ'ব লাগে। পিছে সেইবুলি নামঘৰটোৰ গাতে লাগি থকা এই মুকলি ঠাইকণত গুদামঘৰ হ'লে এইখিনিত কেনেকৈ' বহিবা?

আই - ৩ : এই কেইদিনতো ঘৰে ঘৰে সেইবিলাক কথাই ওলাই আছে। হেৰি নহয উমা, আমি তোক দুটামান কথা কওঁ শুন। তোৰ দেউতাৰাৰ যহতে গোপীনীসকলে দুটা শাস্ত্ৰৰ কথা শুনিবলৈ পাইছে। এতিয়া নামঘৰটোৰ ওচৰে-পাঁজৰে মুকলি ঠাই বুলিবলৈ সৌকণহে আছে।

আই - ২ : মূৰটো তুলি চকুহাল পোনাবলৈকে সেইকণ ঠাই লাগে।

আই - ৩ : অকণমান হাৱা-বতাহ আহিবলৈও সেইটোৱেই যি ৰাস্তা।

আই - ২ : সেইকণ ঠাযো দেউতাৰে বেচিবলৈ ওলাইছে বুলি শুনি আমাৰ গোপীনীসকলে বৰ দুখ পাইছে। বুইছ?

আই - ৩ : তইতো শাস্ত্ৰৰ কথাবোৰ শুনিছই। পৃথিবীলৈ আহিলি যেতিযা, মহাপ্ৰভুৱে তোৰ কপালত নিশ্চয কিবা লিখি থৈছে।

আই - ২ : থৈছেতো! ফৰিংটোলৈও কচুপাতটো থৈছে।

আই - ৩ : তই-আমি যিমানে চেষ্টা নকৰোঁ, সেই লিখন মতেহে কাম হ'ব! মাটি বেচা পইচাৰে দেউতাৰে তোৰ কপালৰ লিখন সলাব নোৱাৰে নহয।

আই - ১ : আৰু গোপীনীৰ আশীৰ্বাদনো অথলে যাবনে? আমি তোক সদায একো জোলোকা আশীৰ্বাদ দিম দে।

আই - ৩ : তযো দেউতাৰক বুজাবি বুইছ? বিযাৰ কাৰণে তই ইমান উত্ৰাৱল হ'ব নালাগে নহয। তোৰ নামটোও হ'ল উমা। উমাই কিমান তপস্যা কৰিবলগীযা হৈছিল তই নাজান হ'বলা? হেৰা বাপু, এইক সেই উমাই তপস্যা কৰা অধ্যাযটো এদিন ভালকৈ বুজাই দিবাচোন।

অনন্ত : দিম বাৰু। [উমালৈ চাই। উমাযো অনন্তলৈ চায। উমা গুচি যায।]

আই - ২ : তাইৰ বিযাৰ বযস তেনেকৈ পাৰ হৈ যোৱা নাই নহয।

আই - ৩ : পাৰ হওক নহওক, বযস পিছে হৈছে।

আই - ২ : একুৰি বছৰ মান হৈছে হ'বলা?

আই - ৩ : কি কোৱাহে? তাইৰ যদি একুৰি, তেনেহ'লে মোৰ ডেৰকুৰি যোৱা।

আই - ২ : হয়নে? শুনিছানে তোমালোকে? সৰলা জেঠাইৰ বযস বোলে ডেৰকুৰি বছৰ হৈছে।

আই - ৪ : হয়নে। তেনেহ'লে দৰা এটা পাবৰ হ'ল। [সকলোৱে হাঁহে]

# দৃশ্য ঃ ৬

## মঞ্চ ঃ ২

[ইন্দ্ৰৰ কোঠালি। অনন্ত বহি আছে। উমা দুৱাৰৰ ওচৰত বেৰত আঁউজি থিয় হৈ আছে। সুৰবালাই একাপ চাহ আনি অনন্তক দিয়ে।]

সুৰবালা : খোৱা বাপু। শুদা চাহহে হ'ল।

অনন্ত : হ'ব। চাহো নোহোৱা হ'লেও হ'লহেঁতেন। এইখিনি লৈ যাওক আই। [প্ৰসাদৰ টোপোলা এটা দিয়ে।]

সুৰবালা : এয়া তোমাৰ ভাগৰ প্ৰসাদহে?

অনন্ত : হ'ব দিয়ক। মোৰ আজি ঘৰলৈ নিবলৈ মন নাই।

সুৰবালা : তুমি সদায় তোমাৰ ভাগৰ প্ৰসাদখিনি দেখোন আমাকে দি যোৱা কৰিলা।

অনন্ত : ঘৰলৈ নিলেও দেখোন যেনে চিনে থওঁ, তেনে চিনেই থাকে। খোৱাই নপৰে। [অনন্তই কাপ তুলি লয়]

উমা : মা!

সুৰবালা : কি হ'ল?

উমা : আজিৰ পৰা মই নামঘৰলৈ নাযাওঁ। [অনন্ত ৰৈ যায]

সুৰবালা : কিয? নামঘৰলৈ আক নাযাবি কিয? লগ-ভাগ নাই, ফুৰা-চকা কৰাৰ উপায নাই, দিনটো ঘৰতে সোমাই থাক। আবেলি তাতে গৈ অকণমান বহিলেহে মনটো অকণমান পাতল লাগিব।

উমা : [খং] হৈছে' মনটো পাতল লাগিব'

সুৰবালা : কি হ'ল হে বাপু?

উমা : বাপুদেৱে কিটো ক'ব? কি হৈছে তইঁতেহে ক'বি' মই তইঁতক কিমানবাৰ কৈছোঁ, মোৰ কাৰণে চিন্তা নকৰিবি? এতিয়া তইঁতে চিন্তা কৰা যেন দেখুৱাইছ ভাল কৰিছ, কিন্তু মই কিয ইমান কথা শুনিব লাগে? মোৰ লাজ-কাজ নাই নেকি? মোৰ নামটো গোটেইখনতে ৰাষ্ট্ৰ কৰিছ কিয?

সুৰবালা : আগ নাই গুৰি নাই, কি হৈছে ভালকৈ নক'ৱ কিয? বাপু?

অনন্ত : আপুনি যাওকচোন আই। মই আপোনাক সকলো কথা পিছত ক'ম যাওক। [সুৰবালা যায] তুমি এইবোৰ কথাত নালাগিবা উমা। তেখেতসকলে ক'ব, তুমি শুনিবা, তাতে এৰিবা।

উমা : তেখেতসকলে যেনেকৈ কথাবোৰ কয, যেন মইহে বিয়াৰ কাৰণে পাগলী হৈছোঁ' মই মা-দেউতাক কিমানবাৰ কৈছোঁ— এইবোৰ কথা নুলিযাবি নুলিযাবি নুলিয়াবি' কিবা খং উঠিব ওলাই গুচি যাম ক'ৰবালৈ।

অনন্ত : নাপায উমা, নাপায। তোমাৰ নিচিনা ছোৱালীয়ে এনেকুৱা কথা ক'ব নাপায। আমি যে পুথিত ইমানবোৰ কাহিনী পঢ়োঁ, তোমালোকে যে শুনা, তাতনো সুখৰ কাহিনী কেইটা শুনা? শ্ৰীকৃষ্ণৰ ৰাসলীলাৰ পাতনো কেইটা? বাকী গোটেইখন দেখোন যুদ্ধই যুদ্ধ।
[বাপুৱে চাহ খায। নিস্তব্ধ।]

উমা : মাত নাই, কথা নাই, দিনৰ পিছত দিন ঠাই সাৰিছোঁ, মচিছোঁ, মকৰাজাল চাফা কৰিছোঁ। মজিযাখন যেন দিনে দিনে বহল হৈ গৈ আছে। ঘৰটো বেছি উকা হৈ গৈ আছে। শোটা, বাঢনী, চৰিয়া— আমনিনো কাৰ নালাগে' মিছা কথা কৈতো লাভ নাই। মোৰ কথা মা-দেউতাই কিবা পাতিছে বুলি শুনিলে ভালো লাগে, লাজো লাগে। কিন্তু সেইটো লাজ আৰু এইকেইদিন যিটো পাই আছোঁ— সেইটো লাজ একে নহয নহয়।

অনন্ত : হ'ব দিয়া। মই এদিন তোমাক কেইটামান অধ্যায় পঢ়ি শুনাম বুইছা। তাৰ পিছত কথাবোৰ ভাবি চাবা।

উমা : মই আজি খুলি কওঁ, কেৱল আপোনাৰ মুখৰ কথা শুনিবলৈ মই নামঘৰলৈ যাওঁ। আপুনি পুথি পঢ়ি থকা সময়খিনি মোৰ এনেকুৱা লাগি থাকে যেন মই ক'ৰবাত আছোঁ, মোৰ যেন একো দুখ নাই, একো চিন্তা নাই। কিন্তু আপুনিযেই কওকচোন, এই মানুহবিলাকে মোৰ আৰু নামঘৰলৈ যোৱাৰ উপায় ৰাখিছেনে?
[দূৰত ইন্দ্ৰৰ মাত]

ইন্দ্ৰ : [বাহিৰত] চব ঠাণ্ডা হৈ থাকিবি, কৈ দিছোঁ [সোমায] উমা, আজি মই দুপালি খাই আহিছোঁ। চব ঠাণ্ডা হৈ থাকিবি। মাৰক কৈ দিবি— ঠাণ্ডা। মোৰ বুদ্ধি কৰি নেমুটেঙাৰ ৰস খুৱাবলৈ মানা কৰি দিবি। [অনন্তক দেখি] অ' বাপু? তুমি আছা? মই দেখাই নাছিলোঁ। ঠিক। তোমাৰ লগত মোৰ কথা আছে। গ্ৰেট টক। কিন্তু আই টক। ইউ ড'ন টক। [বহে। লাহে লাহে হাঁহে। হাঁহি ডাঙৰ হৈ যায। হাঁহি যেন ৰাখিবই নোৱাৰে। চকুপানী ওলাই যায। অনন্ত, উমাৰো হাঁহি উঠে।]

ইন্দ্ৰ : হেৰা বাপু, তুমিযেই কোৱাচোন। শান্তিৰে ঈশ্বৰক চিন্তা কৰিবলৈ কেনেকুৱা ঠাই লাগেহে? এখেতসকলে দেখোন মোক ক'লে— শান্তিৰে ঈশ্বৰক চিন্তা কৰিবলৈ বোলে এডোখৰ ঠাযেই নোহোৱা হ'ল। [হাঁহে] মই আকৌ ওলোটাটোহে ভাবি আছিলোঁ বুইছা। মই ভাবিছিলোঁ— সকলো কাম তুমি দেখুৱাই কৰিব পাৰা, সকলো কামৰ কাৰণে তোমাক লগ লাগে, এডোখৰ ঠাই লাগে। কিন্তু ঈশ্বৰ-চিন্তা তুমি সেইবোৰ নোহোৱাকৈও কৰিব পাৰা। [হাতেৰে দেখুৱাই] তুমি মাছ-মাংস-ভাত খাবা মই নেদেখাকৈ, তুমি উপাৰ্জন কৰিবা মোক লগ নধৰাকৈ, তুমি বেংকত টকা থ'বা অকলে আৰু ঈশ্বৰক চিন্তা কৰিবলৈ তোমাক পঞ্চাছজন মানুহ লগত লাগে, হাৱা-বতাহ আহি থকা পথাৰ এখন লাগে। [হাঁহে, সুৰবালা আহে] আশীৰ্বাদ দিব। হোঃ। তেওঁলোকৰ আশীৰ্বাদটোলৈহে মোৰ ছোৱালীৰ কপালখনে বাট চাই আছে। [উমা যায] কাৰ ঘৰত কি হ'ল, কাৰ ঘৰৰ বোৱাৰী বাহী গাই পাগঘৰত সোমাল, কাৰ ঘৰৰ ছোৱালীযে কাৰ ঘৰৰ ল'ৰাৰ লগত মেল পাতিলে, কাৰ ঘৰত এমুঠি দাইলতে এচৰু পানী দি খালে— সেইসোপা চৰ্চা কৰিবলৈ লগ নাই কাৰণে নামঘৰলৈ আহিব, সেইসোপা মেল মাৰি থাকোঁতেই বন্তিৰ তেল পুৰি শেষ হ'ব, শলিতা এঙাৰ হ'ব আৰু তেওঁলোকে আশীৰ্বাদ দি মোৰ ছোৱালীক উদ্ধাৰ কৰিব।

সুৰবালা : মনে মনে থাকক। কোনোবাই শুনিব লাগিলে সৰ্বনাশ হ'ব।

ইন্দ্ৰ : কিডাল সৰ্বনাশ হ'বহে? তেওঁলোকে মোক সৰ্বনাশ হ'ব নোৱাৰাকৈ ঢোকা দি ৰাখিছে নেকি? নিজৰ নিজৰ ঘৰত, চৰকাৰী ৰাস্তাত, যেযে যি কৰে কৰি থাকক। কিন্তু এই নামঘৰৰ মজিযাখন এনেকৈ লেতেৰা কৰি মোৰ ঘৰৰ চৌহদটোকে তেওঁলোকে পাপত লেটিযালে বুইছা? মোৰ চৌহদৰ ভিতৰৰ এইবোৰ পাপৰ কাৰণেই আজি মোৰ উন্নতি নহ'ল আৰু দেউতাৰ আশীৰ্বাদকণ নথকা হ'লেতো ইমানদিনে মোৰ ভেটিযেই উচন হ'লহেঁতেন। মোৰ সৰ্বনাশ হ'লহেঁতেন। অ'ই উমা। উমা। এইফালে আহ। [উমা আহে]

ইন্দ্ৰ : তয়ো সেইবোৰ মেলত যোগ দিয় নেকি?

উমা : নিদিওঁ।

ইন্দ্ৰ : ওঁ। খবৰদাৰ। যাবি, যেতিয়ালৈকে ভাল কথা ওলাই থাকে, তেতিযালৈকে থাকিবি আৰু সেইবোৰ কথা ওলালেই চিধা ঘৰলৈ গুচি আহিবি। আৰু শুনিছা, তুমিও। শুনিছানে নাই?

সুৰবালা : শুনিছোঁ। এতিয়া মনে মনে থাকক।

ইন্দ্ৰ : মই তোমাক শুনিছানে নাই বুলি সুধিলোঁ। তুমি ক'লা— শুনিছোঁ। বাচ। কথা ছেছ। লগতে মনে মনে থাকক বুলি লগাই দিলা কিয? এইবোৰ কাৰণতে আজিকালি মোৰ তোমাক আগৰ সমান ভাল নালাগে বুইছা? নাথাকোঁ মনে মনে। উমা! কি কৈছিলোঁ? ওঁ। আধাফুটীয়া মাহ-চাউল আৰু তিনিডোখৰ কৰা কলটুকুৰা খাবলৈ পৰচৰ্চা কৰি বহি থাকিব নালাগে। শুনিছ?

উমা : শুনিছোঁ।

ইন্দ্ৰ : [সুৰবালাক] দেখিলা? তাইক সুধিলোঁ— শুনিছ? তাই ক'লে— শুনিছোঁ। তাইতো আৰু একো নক'লে! হে হে! দেখিলা বাপু? মোৰ ডটাৰৰ কথাই বেলেগ। ৰাইফ ৰাইফ, ডটাৰ ডটাৰ।

সুৰবালা : এ মুখখনেৰে ডটাৰ ডটাৰ কৰি থাকিলেই হ'ল! মাটি বেচে, ভেটি বেচে, যি কৰে মনে মনে কৰি থাকিব পায। বিয়া পাতিবনে ভোজ পাতিব, সেইবোৰ কথা চবৰে আগত বখানিব লাগিছে কেলেই?

ইন্দ্ৰ : মই ইচ্ছা কৰি বখানিছোঁ নেকি? ডাঙৰীয়াসকলে কেনেকৈ মোক হেঁচা মাৰি ধৰিছিল দেখিছিলা নে নাই? সঁচা কথা বখানি দিছোঁ। কিনো লোকচানটো হ'ল?

সুৰবালা : লাজত সেইজনীয়ে এতিয়া মুখ উলিযাব নোৱৰা হ'ল। যোৱাৰ ভিতৰত আবেলি নামঘৰতে গৈ বহিছিল, কাইলৈৰ পৰা তালৈকো নাযাওঁ বুলি কৈছে।

ইন্দ্ৰ : [উমালৈ চাই ৰৈ থাকে। তাৰ পিছত] কিয নাযাবি? একছ বাৰ যাবি। নামঘৰত তই তোৰ দেৱতাৰ চিন্তা কৰিবলৈহে যাব? দেৱতাই তোক কিবা কৈছে নেকি? বাপু, দেৱতাই তাইক লাজ দিছে নেকি? ঈশ্বৰে তাইক ইনছাল্ট কৰিছে নেকি? কোৱা। মোৰ কথাৰ জবাব দিয়া।

বাপু : নাই, ঈশ্বৰে কিয লাজ দিব?

ইন্দ্ৰ : তেনেহ'লে? বুইছ উমা, যেতিয়ালৈকে ঈশ্বৰে তোক ইনছাল্ট নকৰে, তেতিয়ালৈকে তই পৰোৱাই নকৰিবি। যেতিয়ালৈকে তই তোক নিজকে ইনছাল্ট নকৰ, তেতিয়ালৈকে পৰোৱাই নকৰিবি। সঁচা কথাত কিহৰ লাজ? যা। তই ভিতৰলৈ যা। [উমা যায, সুৰবালাক] তুমি নাযাবা। কথাবোৰ শুনা। বুইছা বাপু।

বাপু : কওক।

ইন্দ্ৰ : মই সকলোকে পৰিষ্কাৰকৈ বুজাই দিছোঁ, মোক মাছ-ভাত খাবলৈ টকা নালাগে, মই মাটিডোখৰ বেচিবলৈ ওলাইছোঁ মোৰ ছোৱালীজনী বিয়া দিবৰ কাৰণে। কিন্তু তেখেতসকলে ভুলতো এবাৰ মোৰ ছোৱালীজনীৰ জীৱনটোৰ কথা নুলিযালে। তেখেতসকলে মোক এটা উপায় নিদিলে।

সুৰবালা : আপুনি আপোনাৰ ছোৱালী বিয়া দিব, তেখেতসকলে আকৌ কিডাল উপায দিব?

ইন্দ্ৰ : [খং] উপায দিব নোৱাৰে যদি মনে মনে থাকিব লাগে। মোৰ ইয়াত পেক পেক কৰিবলৈ আহে কিয? [ৰৈ] শুনা বাপু, সেই কাৰণে মই তোমাক মাতিছোঁ। তুমি ধৰ্মত থকা মানুহ। ইউ আৰু গুড মেন। মই তোমাৰ লগত কথা পাতিম। তেখেতসকলৰ লগত মোৰ কোনো কথা নাই। ড'ন টক। তেখেতসকলৰ টকা আছে, মোৰ টকা নাই। কিন্তু তেখেতসকলৰ পোনে এক কঠা মাটি নাই, মোৰ পোনে এক কঠা মাটি আছে। তেখেতসকলক মাটি লাগে, মোক টকা লাগে। তেখেতসকলে মাটি কিনক, মই মাটি বেচিম। আৰু কোনো কথা নাই। ড'ন টক। [ওচৰলৈ গৈ] বুইছা মই কি কৈছোঁ? আণ্ডাৰষ্টেণ্ড?

বাপু : বুজিছোঁ।

সুৰবালা : হ'ব আৰু। বাপু ঘৰলৈ যাব লাগে, এতিয়া যাবলৈ দিয়ক। কি ক'বলগীয়া আছে, কাইলৈ আবেলি ক'ব।

[ইন্দ্ৰই ঘোপাকৈ ঘৈণীয়েকলৈ চায়। সুৰবালাই ভয় খায়।]

ইন্দ্ৰ : কিন্তু বাপু, এটা কথা। মোৰ দেউতাই ধৰ্ম কৰিছিল, মই ধৰ্ম কৰাৰ সুবিধা নাপালোঁ। মই কৰাৰ ভিতৰত এতিয়ালৈকে অধৰ্ম নকৰাকৈ আছোঁ। [সুৰবালাক] কোৱা, তুমিয়েই কোৱা, ইউ স্পিক মি, মই অধৰ্ম কৰিছোঁ? উমাক মাতা, তাইকো সোধোঁ। [চিঞৰি] উমা, অ'ই উমা, মই কেতিয়াবা অধৰ্ম কৰিছোঁ নেকি?

সুৰবালা : মনে মনে থাককচোন।

ইন্দ্ৰ : ইউ ষ্টপ। হোৱাই আই ষ্টপ? [ৰৈ] কিন্তু বাপু, এইবাৰ মই ধৰ্ম কৰিম। কেনেকৈ কৰিম জানা?

বাপু : জানো।

ইন্দ্ৰ : খেমকাই মোক মাটিডোখৰৰ কাৰণে আঠ হাজাৰ টকা দিব। সেযা আটাইতকৈ বেছি। তেৱাৰীয়ে দিব চাৰে ছহাজাৰ। সেযা আটাইতকৈ কম। হয নে নহয?

বাপু : হয।

ইন্দ্ৰ : কিন্তু তেখেতসকলে যদি মাটিডোখৰ কিনে, তেনেহ'লে মই, মোৰ দেউতাৰ নামত ছহাজাৰ টকাতে মাটিডোখৰ দি দিম। আটাইতকৈ কম দাম চাৰে ছহাজাৰ, তাতকৈ পাঁচশ টকা কমত ছহাজাৰত। দেউতাৰ নামত। এইটো মোৰ শেষ কথা। মই সিমানখিনিলৈকে কৰিব পাৰোঁ।

বাপু : এইটো আপুনি উচিত বিবেচনাৰ কথা কৈছে।

ইন্দ্ৰ : [উত্তেজিত] কিন্তু মোৰ ছোৱালীজনীৰ হাডত মঙহ শুকুৱাই, বিনা পইচাৰ হেৰা-বস্তাহ খাই, শান্তিৰে ঈশ্বৰ চিন্তা কৰাৰ নিচিনা পাপ মই মোৰ চৌহদত কাকো কৰিবলৈ নিদিওঁ। এইবোৰ কথা তুমি তেখেতসকলক কৈ দিবা। [উমা আহে]
উমা, মই চাফা কথা কৈ দিছোঁ। বেযা কৈছোঁনে?

উমা : দেউতা, আপুনি আৰু এইবোৰ কথা নক'ব। এইবোৰ চব বাদ দিযক।

ইন্দ্ৰ : শুনিলি নহয—মই মোৰ শেষ কথা কৈ দিলোঁ? মই আৰু একো নকওঁ।

উমা : নহয দেউতা, এইবোৰো ক'ব নালাগে। আজি তেওঁলোকে মোক আশীৰ্বাদ দিযাৰ কথা কৈছে, কিন্তু এইবিলাক কথা শুনাৰ পিছত তেওঁলোকে মোক শাও দিব দেউতা। আমাৰ অমংগল হ'ব।

ইন্দ্ৰ : শাও দিব? আমাৰ অমংগল হ'ব [হাঁহে]। শুনা বাপু, তাইৰ কথা শুনা। শুন উমা শুন। এওলোকৰ শাও কামত লগা হ'লে এই চহৰখনৰ আধাখিনি মানুহ কেতিয়াবাই উছন্ন হ'লহেঁতেন। আৰু— আৰু মই আছোঁ নহয মা। তই কিয় চিন্তা কৰিছ? গোটেই পৃথিৱীখনৰ এক লাখ শাও আৰু মোৰ এটা আশীৰ্বাদ মা। মোৰ আশীৰ্বাদ অথলে নাযায। [ৰৈ। চকু মচি] আৰু শুনা বাপু, তেখেতসকলক তুমি আৰু এটা কথা ক'বা। মোৰ লগত কথা পাতিলে তেখেতসকলে কোনেও যেন মোৰ দেউতাৰ নাম উল্লেখ নকৰে। কাৰণ তেখেতসকলৰ সকলোতকৈ মোৰ দেউতাক মই বেছি ভাল পাওঁ। হি ইজ মাই ফাদাৰ।

## দৃশ্য ঃ ৭

### মঞ্চ ঃ ১

[স্কুলঘৰৰ সাধাৰণ কোঠালি। বেঞ্চ-ডেস্ক, এখন চকী। ব'ৰ্ড। প্লেটফৰ্ম এখন থাকিলে ভাল। চৌধুৰী, তালুকদাৰ, চন্দ্ৰ উকীল আৰু তিনিজন মানুহ। শ্ৰীমতী বুজৰবৰুৱা আৰু তিনিগৰাকী আই। শ্ৰীমতীয়ে কিবা লিখিছে।]

চন্দ্ৰ : হ'লনে সেইখন?

শ্ৰীমতী : হ'ল আৰু এক লাইন আছে। এজেণ্ডা-তেজেণ্ডা এইবিলাক আগতে লিখি থ'ব লাগে।

তালুকদাৰ : কালিয়েই এখন লিখিছিলোঁ নহয়। সিজাপ কাগজৰ মাজতে এৰি থৈ আহিলোঁ হ'বলা।

চৌধুৰী : আজি কৰিবলগীয়া কাম তুমি কালিয়েই কৰা কাৰণে তোমাৰ সদায় এনেকুৱা হয়। সময়ৰ মূৰত কাগজো নাই, কলমো নাই, একো নাই।

তালুকদাৰ : সেই কাৰণে তোমাৰ নিয়মটোহে ল'ব লাগিল।

চৌধুৰী : কি নিযমৰ কথা ক'লা বা?

তালুকদাৰ : এই যে তুমি আজি কৰিবলগীয়া কামটো কাইলৈ কাইলৈ বুলি সাৰি থাকা। সেইটোৱেই ভাল নিযম।

চৌধুৰী : তুমি এটামান প্ৰমাণ দিব পাৰিবা নে?

তালুকদাৰ : এটা-দুটাৰ কথাত মোৰ ইণ্টাৰেষ্ট নাই। এহাজাৰমান লাগে যদি ভাবি চাব পাৰোঁ।

চৌধুৰী : বৰ কথা ক'বলৈ শিকিছা দিযা!

চন্দ্ৰ : হ'ল নে তোমালোকৰ? তোমালোক দুটা দেখোন একেলগ হ'বই নোৱাৰা হে?
[চৌধুৰী উঠে]

চন্দ্ৰ : কি হ'ল আকৌ?

চৌধুৰী : মোৰ টেমাটো?

আই-৩ : এইটো।

চৌধুৰী : সেইখিনি কেনেকৈ পালেগৈ। চাওঁ দিযা।

আই-৩ : আপুনিযেই এইখিনিতে থৈছিল।

চৌধুৰী : এঃ, মই আকৌ সেইখিনিত থ'মগৈ কিয? মই এইখিনিতহে আছোঁ। অঁ। এইটো দেখোন উদং। তামোলসোপা কি হ'ল?

আই-৩ : আমি কোনেও চোৰাই নাই।

চৌধুৰী : কি কোৱাহে? দহ-বাৰখন তামোল—

তালুকদাৰ : হ'ব আৰু, কথা নবঢাবা। উৰি যোৱা বস্তু উৰি গ'ল।

চৌধুৰী : ছেঃ—

চন্দ্ৰ : হ'ব হেৰি, বহি থাকক। হেৰি নহয় তালুকদাৰ, কি কৰা ? তিনি বজাত সময় দিছিলা, এতিযা দেখোন চাৰি বাজিবলৈ পাঁচ মিনিট আছে।

তালুকদাৰ : এৰা, বৃন্দাবন আৰু গজেনতো আহিব লাগিছিল। সিহঁত দুটাক কালি মই নিজে লগ পাইছোঁ।

চন্দ্ৰ : কি কৈছিল?

তালুকদাৰ : আহিম বুলি কৈছিল আৰু'।

শ্ৰীমতী : এইখন হ'ল। [এজেণ্ডা দিয়ে]

চন্দ্ৰ : আইসকলৰ কি খবৰ? তিনিগৰাকীহে দেখোন।

শ্ৰীমতী : জানো কি হ'ল? মইতো কালি ঘৰে ঘৰে খবৰ দিছোঁ। চবেইতো আহিম বুলি কৈছিল।

আই-৩ : দেওবাৰৰ কথা নহয়। চবৰে কিবা নহয় কিবা এটা লেঠা থাকেই।

আই-১ : লেঠানো কাৰ নাই হে?

শ্ৰীমতী : লেঠাতো আমাৰো আছে!

তালুকদাৰ : লেঠাতো থাকিবই। কিন্তু আহিব নোৱাৰিলে নোৱাৰোঁ বুলি ক'ব লাগে। তেওঁলোকে আহিম

বুলিও ক'ব, আমি ইয়াত বাট চাই থাকিম—

চন্দ্ৰ : কি কৰা কোৱা, ৰ'ম নে আৰম্ভ কৰি দিওঁ?

চৌধুৰী : আৰু পাঁচ মিনিটমান, চাৰি বজালৈকে বাট চাওঁ নহ'লে। [ল'ৰা দুটাই কথা পাতে]

চন্দ্ৰ : বাট চোৱাত আপত্তি নাই। কিন্তু আহিব জানো? নাহেই যদি বাট চাই কি লাভ? [ল'ৰা দুটাক] কি ক'লা?

ল'ৰা-১ : নাই ই কৈছে— দেওবাৰ, মেটিনী শ্ব'ৰ সময় পৰিল।

তালুকদাৰ : মেটিনিটো সদায় হৈ থাকিব। এটা দিন ক্ষতি কৰিব নোৱাৰিলে কেনেকৈ হয়? আমিনো কাৰ কাৰণে ইয়াত বহি আছোঁহি?

চন্দ্ৰ : তেনেহ'লে আৰম্ভই কৰি দিওঁ দিয়া। বতৰো ওন্দোলাই আনিছে।
[সকলোৰে গুণগুণনি]

শ্ৰীমতী : আৰম্ভ কৰি দিয়াই ভাল।

ল'ৰা-১ : হয়।

চৌধুৰী : দিয়া। আৰম্ভ কৰি দিয়া। আমাৰ চব কামতে এনেকুৱা। এনেকে এনেকৈয়ে জাতিটো ধ্বংস হ'ল।

চন্দ্ৰ : [শ্ৰীমতীক] দিয়া, আৰম্ভ কৰা। [কাগজ চাই] সভাপতি নিৰ্বাচন।

শ্ৰীমতী : [আগলৈ] শ্ৰদ্ধেয় সুধীমণ্ডলী, ভদ্ৰমহিলাসকল আৰু মোৰ মৰমৰ বন্ধু-বান্ধৱীসকল, আজি অনিবাৰ্য কাৰণবশতঃ আমাৰ সভাৰ কাম আৰম্ভ হোৱাত যি পলম হ'ল তাৰ বাবে আমি আপোনালোকৰ ওচৰত—

চন্দ্ৰ : [সৰুকৈ] ক্ষমা ভিক্ষা।

শ্ৰীমতী : ক্ষমা ভিক্ষা যাচিছোঁ। আজি আমাৰ এই সভাৰ সভাপতিৰ আসন গ্ৰহণ কৰি সুচাৰুৰূপে কাম চলাবলৈ মই শ্ৰীযুত মাননীয় শ্ৰীযুত চন্দ্ৰ দত্তৰ—

তালুকদাৰ : চন্দ্ৰধৰ।

শ্ৰীমতী : শ্ৰীযুত চন্দ্ৰধৰ দত্তৰ নাম প্ৰস্তাৱ কৰিছোঁ। [সকলোলৈ চায়। চৌধুৰী উঠি যায়।]

তালুকদাৰ : ইয়াৰ পৰাই কোৱা দিয়া, হ'ব।

চৌধুৰী : এটা নিয়মৰ কথা আছে নহয়। [আগত থিয় হৈ] শ্ৰদ্ধাস্পদ ৰাইজসকল, আজিৰ এই গুৰুত্বপূৰ্ণ সভাখনত আমি আশা কৰা মতে ৰাইজ গোট নাখালে যদিও এই সভাখন আজি বৰ গুৰুত্বপূৰ্ণ, আমি এক জটিল সমস্যাৰ আলোচনা কৰিবলৈ আজি ইয়াত গোট খাইছোঁ। কি সেই সমস্যা? আজি আমি কি অৱস্থাত পৰিছোঁ। [শ্ৰীমতীয়ে কাণে কাণে কিবা কয়] হয় নেকি? সভাৰ উদ্দেশ্য ব্যাখ্যা বুলি এটা আইটেম বোলে কাৰ্যসূচীত আছেই। গতিকে মই শ্ৰীমতী [ৰৈ যায়] গতিকে মই উপৰোক্ত বক্তাই কৰা প্ৰস্তাৱটি অতি সাদৰেৰে সমৰ্থন কৰিলোঁ।
[হাত চাপৰি। শ্ৰীমতীয়ে চকী ঠিক কৰি দিয়ে। চন্দ্ৰ বহেগৈ।]

চন্দ্ৰ : মোতকৈ যোগ্য লোক আছিল যদিও, আপোনালোকৰ অনুৰোধ ৰক্ষা কৰি মই সভাপতিৰ আসন গ্ৰহণ কৰিলোঁ। [বহে। এজেণ্ডা চাই] এতিয়া সভাৰ উদ্দেশ্য ব্যাখ্যা। উদ্দেশ্য ব্যাখ্যা কৰিব শ্ৰীযুত হলিৰাম তালুকদাৰে। [তালুকদাৰ উঠে] বহি বহিয়েই কোৱা নহ'লে।

তালুকদাৰ : হ'ব দিয়া। [আগলৈ যায়। থিয় হৈ] পৰম শ্ৰদ্ধেয় সভাপতি ডাঙৰীয়া, আইসকল, বন্ধুসকল আৰু মৰমৰ ছাত্ৰ-ছাত্ৰীসকল, মোৰ ৰাজহুৱা সভাত বক্তৃতা দিয়াৰ অভ্যাস নাই। সেই কাৰণে

মোৰ বক্তৃতাত যি ভুল-ভ্ৰান্তি হয় তাৰবাবে আপোনালোকে মোক ক্ষমা কৰিব। আজি আমি এক গুৰুতৰ সমস্যাৰ সন্মুখীন হৈছোঁ। আজি ভোগ-বিলাস, অপকৰ্ম, স্বাৰ্থপৰতা, নীচতা, কদৰ্যতা, ব্যাভিচাৰৰ ফলত মানৱ জাতি ধ্বংসৰ মুখলৈ আগবাঢ়ি গৈছে। দয়া-ধৰ্ম, স্নেহ-প্ৰীতি, মৰম-চেনেহ আমাৰ সমাজৰ পৰা লোপ পোৱাৰ উপক্ৰম হৈছে। আজি আমাৰ হৈছে কি? আমি লোকৰ উপকাৰ কৰিবলৈ পাহৰি গৈছোঁ, বিপদত পৰাজনক সহায় কৰিবলৈ পাহৰি গৈছোঁ, পাহৰি গৈছোঁ মানুহক মানুহ হিচাপে চিনি পাবলৈ। [হাত চাপৰি] এই অৱস্থাৰ পৰা আজি আমাক উদ্ধাৰ কৰিব কিহে? আমাক উদ্ধাৰ কৰিব সেই বিশ্বনিয়ন্তা, বিশ্বব্ৰহ্মাণ্ডৰ অধিকাৰী পৰমেশ্বৰে। আমাৰ আজি আন উপায় আছেনে?

কেইবাজনেও ঃ নাই নাই।

তালুকদাৰ ঃ গতিকে আজি আমাৰ প্ৰযোজন হৈছে ঈশ্বৰ চিন্তাৰ, ঈশ্বৰ ভক্তিৰ, ঈশ্বৰৰ আৰাধনাৰ। সেই উদ্দেশ্য লৈযেই আমাৰ এই অঞ্চলৰ আইসকলে, বোৱাৰীসকলে, জীযৰীহঁতে আজি ভালেমান দিনৰ পৰা স্থানীয নতুন বজাৰ অঞ্চলৰ ৰাজবংশীৰ নামঘৰত সমবেত হৈ আহিছে। এইদৰেই আজি অতদিনে আমাৰ আইসকলে, বোৱাৰী-জীযৰীহঁতে মহাপ্ৰভুৰ চৰণ চিন্তি এই মহা অশান্তিৰ মাজত এধানি শান্তি পাবলৈ চেষ্টা কৰিছে। কিন্তু ৰাইজ, আজি তাতো বিঘিনিৰ উপক্ৰম। কেনেকৈ? যাৰ মাটিত এই নামঘৰ, সেই ইন্দ্ৰ ৰাজবংশীয়ে নামঘৰৰ ওচৰৰ মাটিডোখৰ ব্যৱসাযীক বিক্ৰী কৰি দি ধৰ্মস্থানৰ পৱিত্ৰ পৰিৱেশ বিনষ্ট কৰিবলৈ ওলাইছে। ৰাইজৰ হাজাৰ অনুৰোধ-উপৰোধেও ৰাজবংশীক সেও মনাব নোৱাৰিলে। বৰঞ্চ, এতিয়া ৰাজবংশীযে প্ৰস্তাৱ পঠিযাইছে, যে ৰাইজে ছহাজাৰ টকা দি মাটিডোখৰ কিনিহে ল'ব লাগে। ৰাইজ, মই বেছি কথালৈ নাযাওঁ। আমাৰ আজিৰ সমস্যা ৰাইজৰ আগত দাঙি ধৰিলোঁ। এতিযা ৰাইজেই ঠিক কৰক, আমি মহাপ্ৰভুৰ জয বিচাৰোঁ, নে ইন্দ্ৰ ৰাজবংশীৰ [হাত চাপৰি, নিজৰ ঠাইত বহেহি]।

চন্দ্ৰ ঃ ইযাৰ পিছত আলোচনা আৰু সমজুৱাৰ বক্তব্য। [চায] চৌধুৰী?

চৌধুৰী ঃ কওকচোন ৰাইজে।

চন্দ্ৰ ঃ [শ্ৰীমতীক] কওক, আপোনালোকে কি কয শুনো।

শ্ৰীমতী ঃ [সন্মুখলৈ গৈ] মৰমৰ সভাপতি ডাঙৰীয়া, শ্ৰদ্ধেয সভাপতি ডাঙৰীযা, আৰু সুধীবৃন্দসকল, মোৰ আগৰ বক্তাই আপোনালোকক সকলো কথা বুজাই কৈছে। মোৰ আৰু বিশেষ ক'বলগীযা নাই। মই মাত্ৰ ইযাকে ক'বলৈ বিচাৰিছোঁ যে আজি যিটো কথা কৈছে, শ্ৰীযুত ইন্দ্ৰ ৰাজবংশীযে যিটো প্ৰস্তাৱ পাছ কৰিছে, সেইটো অকল আমাৰ আই, বাই, ভনী— নাৰী সমাজৰ কাৰণেই নহয, পুৰুষ সমাজৰ কাৰণেও এটা চেলেঞ্জ।

সকলো ঃ ঠিক ঠিক ঠিক।

শ্ৰীমতী ঃ [কাগজ চাই] এটা 'পত্যাহ্বান'। ই এজন মানুহৰ কেৱল সমাজৰ বিৰুদ্ধেই নহয়, মানুহৰ বিৰুদ্ধেই নহয়, ই ভগৱানৰ বিৰুদ্ধেও এটা 'পত্যাহ্বান'। আমি এই 'পত্যাহ্বান' গ্ৰহণ কৰিবই লাগিব। [কাগজ চাই] আজি নাৰী জাতি পিছ পৰি থকা নাই। আজি নাৰী জাতি পুৰুষৰ কান্ধত কান্ধ মিলাই, হাতত হাত মিলাই সমানে আগুৱাই গৈছে। আজি আমাৰ সন্মুখত যি সমস্যাই দেখা দিছে তাক সমাধান কৰিবলৈ আমি পুৰুষসকলৰ সমানে আগবাঢ়ি যাবই লাগিব। এই ষড়যন্ত্ৰ ধ্বংস কৰি আমি আমাৰ আই-বাই-ভনীসকলৰ অধিকাৰ [বৈ যায়।

কাগজ চায়] বাই-ভনীসকলৰ অধিকাৰ— স্থাপন কৰিবই লাগিব। ইয়াকে কৈ মই মোৰ চমু বক্তব্য সামৰণি কৰিলোঁ। [হাত চাপৰি]

চন্দ্ৰ : আইসকলৰ আৰু কোনোবাই কিবা ক'বনে? [আইসকলে নিজৰ ভিতৰতে ঠেলা-ঠেলি কৰে। আই-৩ উঠে।]

আই-৩ : সভাপতিদেউ আৰু ককাইদেউসকল, ৰত্না পেহীয়ে যিখিনি কথা ক'লে তাৰ লগত মযো এক মত। আমি ইমানদিনে যি ধৰ্ম কৰিছোঁ, তাৰ যদি জোৰ আছে, তেন্তে আমি জিকিবই লাগিব। আমি এৰি দিব নোৱাৰোঁ। আমি এৰি দিলে কোনে ধৰিব? আৰু অইনে ধৰিলে আমাৰ কি লাভ হ'ব? সেই কাৰণে আমাৰ কথা আমিযেই ধৰিব লাগিব। নধৰিলে নহ'ব। আৰু এবাৰ ধৰিলে তাক শেষ কৰিব লাগিব। [বৈ থাকে] মোৰ আৰু নাই। [গৈ বহি থাকে। হাত চাপৰি]

চন্দ্ৰ : আৰু? চৌধুৰী? [চৌধুৰী উঠে। এবাৰলৈ গৈ পিক পেলাই আহে।]

চৌধুৰী : সভাপতি মহোদয, তালুকদাৰ, আইসকল আৰু ৰাইজ, এফালৰ পৰা চাবলৈ গ'লে এইটো সমস্যা, আন ফালৰ পৰা চাবলৈ গ'লে এইটো কোনো সমস্যাই নহয। কিহৰ সমস্যা? এফালে এজন ধৰ্ম-কৰ্মত মতি নোহোৱা মানুহ, আনফালে মহাপ্ৰভুৰ নামত মাৰ বান্ধি থিয হোৱা ৰাইজ। মাজত মাত্ৰ ছহাজাৰ টকা। ইয়াকনো সমস্যা বুলিব পাৰিনে? ৰাইজে নখ জোকাৰিলে কিয হয?

এজন : নৈ বয।

চৌধুৰী : নৈ বয। মই কওঁ, ছহাজাৰ কিয, আমি দহ হাজাৰ টকা দহ দিনৰ ভিতৰত তুলি, এমাহৰ ভিতৰত বাপুদেউৰ ঘৰ তুলি— বাচ— হাত চাফা। [হাত চাপৰি] তাদুপৰি আজি আমি ইয়াতে এটা সিদ্ধান্ত ল'ব লাগে যে মূল নামঘৰটো, সেইটো ৰাজবংশীৰ হাতৰ পৰা ৰাইজৰ হাতলৈ আহিব লাগে। কাৰণ আমি দেখিলোঁ, কি দেখিলোঁ? এইবোৰ মানুহৰ কোনো সজাত নাই। আজি ওচৰৰ মাটিডোখৰ বেচিবলৈ ওলাইছে, কাইলৈ কি ঠিক, তেওঁ নামঘৰৰ মাটিডোখৰো বেচিবলৈ ওলাব।

সকলোৱে : হয হয।

চৌধুৰী : কিন্তু মহাপ্ৰভুৰ স্থানকতো এনেকৈ ডলাৰ বগৰী কৰিব নোৱাৰি? সেই কাৰণে মোৰ মত, আজিয়েই এটা সিদ্ধান্ত হওক। দৰকাৰ হ'লে দহ হাজাৰ কিয়, বিছ হাজাৰ টকা তোলাৰ ব্যবস্থা কৰা হওক। [হাত চাপৰি। চৌধুৰী বহে।]

চন্দ্ৰ : সমজুৱাসকল, চৌধুৰী ডাঙৰীযাই আচল কথাটো উলিযালেই। গতিকে আমি এতিযা আমাৰ কাৰ্যসূচীৰ পিছৰ কথাটোলৈ আহিব পাৰোঁ। [এজন উঠা দেখি] কিবা ক'বলগীযা আছিল নেকি?

তালুকদাৰ : হ'ব বাৰু, কথাখিনি ওলালেই যেতিযা—

এজন মানুহ : ভাল বাৰু। হ'ব দিয়ক।

চন্দ্ৰ : ইয়াৰ পিছত আছে প্ৰস্তাৱ গ্ৰহণ। মই ইতিমধ্যে দুটামান কথা জুকিয়াই লিখি উলিযাইছোঁ। মই নহ'লে পঢ়ি দিওঁ, ৰাইজে শুনক, শুনি কি কয কওক।

সকলোৱে : হয় হয়। পঢ়ক। সেইটোৱেই ভাল।

চন্দ্ৰ : আজিৰ সভাই লক্ষ্য কৰে যে নামঘৰৰ ওচৰতে থকা পৈতৃক মাটিকণৰ বাবে শ্ৰীইন্দ্ৰ ৰাজবংশীয়ে ধৰ্মপ্ৰাণ ৰাইজৰ পৰা ছহাজাৰ টকা বিচাৰিছে।

চৌধুৰী : অতি দুখেৰে— আজিৰ সভাই অতি দুখেৰে বুলি লগাই দিয়ক।

তালুকদাৰ : আগতে তেখেতক পটি শেষ কৰিবলৈ দিয়াচোন। যি ক'বলগীয়া আছে একেবাৰে শেষত ক'বা।

সকলোৱে : হয়। পটি শেষ কৰিবলৈ দিয়ক।

চন্দ্ৰ : ৰাইজে আনৰ ব্যক্তিগত সম্পত্তিৰ বিষয়ে মাত মাতিব নোৱাৰে, আনহাতে ধৰ্ম-কৰ্ম, ঈশ্বৰ সেৱাৰ কামো ৰাইজে ব্যাহত হ'বলৈ দিব নোৱাৰে। গতিকে, আজিৰ সভাই প্ৰস্তাৱ [কলমেৰে শুধৰাই] আজিৰ সভাই প্ৰস্তাৱ কৰে যে অহা দুমাহৰ ভিতৰতে ৰাইজে সকলো ধৰ্মপ্ৰাণ ব্যক্তিৰ দান-বৰঙণিৰ জৰিয়তে দহ হাজাৰ টকা সংগ্ৰহ কৰি মাটিডোখৰ কিনা আৰু শ্ৰীঅনন্ত মহন্ত বাপুৰ থকা ঘৰটো সাজি উলিওৱাৰ কাম সমাপ্ত কৰা হওক।

কেইবাজনো : ভাল হৈছে, ভাল হৈছে।

চন্দ্ৰ : দ্বিতীয় প্ৰস্তাৱ। যিহেতুকে নাম-প্ৰসংগৰ বাবে ৰাইজক এটা স্থায়ী বন্দবস্ত লাগে, সেইবাবে দীৰ্ঘম্যাদী ব্যৱস্থা হিচাপে ৰাইজে এটা পঞ্চাছ হাজাৰ টকাৰ পুঁজি সংগ্ৰহৰ বাবে যাৱতীয় ব্যৱস্থা ল'ব লাগে আৰু উক্ত নামঘৰটো জমিনে সৈতে অধিগ্ৰহণ কৰিবলৈ চৰকাৰৰ ওচৰত দাবী জনাব লাগে।

কেইবাজনো : ঠিক ঠিক, সেইটো ভাল হৈছে।

চন্দ্ৰ : এতিয়া কওকচোন, ৰাইজে কি কয়?

চৌধুৰী : সকলো ঠিক আছে। কিন্তু সেই দহ হাজাৰটো বিছ হাজাৰমান কৰিলে ভাল হয়। একে ছটতে সৰহকৈ পইচা তুলি ল'ব পাৰিলে—

তালুকদাৰ : এতিয়া বাৰু দহ হাজাৰেই থাককচোন। কাম এটা হাতত ল'লোঁ যেতিয়া আমিতো সপ্তাহে সপ্তাহে লগ পাই থাকিমেই। সেইটো পিছতো কৰিব পৰা যাব। [কেটলি, কাপ লৈ ল'ৰা আহে]

চন্দ্ৰ : অ'। তালুকদাৰে চাহৰো যোগাৰ ৰাখিছিলা নেকি? হওক দিয়া। ধৰ্ম হ'ব। তেনেহ'লে প্ৰস্তাৱ গৃহীত হ'ল বুলি লিখিব পাৰোঁ।

বহুতে : লেখক লেখক।

চন্দ্ৰ : তেনেহ'লে প্ৰস্তাৱ গৃহীত হ'ল। [সকলোৱে কথাত লাগে] এতিয়া কামৰ কথাখিনি পতা হওক। বৰঙণিৰ ৰচিদ বহীতো ছপাবই লাগিব।

এজন : লাগিব।

চন্দ্ৰ : পাঁচ হাজাৰ পাত, ৫০ পাতকৈ এশখন বহী ছপালেই হ'ব চাগে।

চৌধুৰী : কেইখনমান এশপতীয়া বহীও লাগিব। আমাৰ অফিচৰ মানুহবোৰক দিব লাগিব নহয়।

শ্ৰীমতী : মই এখন লিষ্ট কৰিছিলোঁ। [গণ্ডগোল]

চন্দ্ৰ : অলপ এইফালে মন দিব। এওঁ টকা তোলাৰ এখন লিষ্ট কৰিছে। সেইখনো আজিয়েই চাই অনুমোদন কৰি থওঁ। পঢ়া।

শ্ৰীমতী : কোনে কোন অঞ্চলত কিমান টকা তুলিব, আমি তাৰ এখন লিষ্ট কৰিছিলোঁ।

চন্দ্ৰ : যাৰ যাৰ নাম ইয়াত লিখিছা, তেওঁলোকৰ সন্মতি লৈছানে?

শ্ৰীমতী : লৈছোঁ। তিৰোতা মানুহখিনি আটাইখিনিৰে সন্মতি লৈছোঁ। মতা মানুহখিনিক [তালুকদাৰলৈ দেখুৱাই] দাদাই ক'ম বুলি কৈছিল।

তালুকদাৰ : হ'ব হ'ব, সেইটো মই কৰি দিম।

চন্দ্ৰ : পঢ়া।

শ্ৰীমতী : নৈৰ পাৰৰ গোটেইখিনি— মৃণালিনী দত্ত আৰু পূৰবী বৰা— ৮০০ টকা। দুই— আমোলাপট্টি (বৰবজাৰ বাদে) আইকণ দাস আৰু পদুমী মজুমদাৰ— এহেজাৰ টকা। বৰবজাৰৰ শ্ৰীগোলোক চৌধুৰী এহাজাৰ টকা।

চৌধুৰী : মোক বৰবজাৰতহে দিলা?

শ্ৰীমতী : সিদিনা আপুনি যে কৈছিল?

চৌধুৰী : হ'ব দিয়া। অ'ই ল'ৰা, তামোল আনিলে অলপ চাধা আনিবিচোন।

শ্ৰীমতী : নতুন বজাৰ— স্নিগ্ধা বৰা, জোনালী চৌধুৰী আৰু দীপা দাস— ৮০০ টকা, শিৱমন্দিৰৰ পৰা বৰগোলালৈ— চিত্ৰা কাকতী, ৰূপালিমা নেওগ আৰু ৰত্না দেৱী (হাঁহি)— মই— ৫০০ টকা।

চন্দ্ৰ : অ'। তিনিজনী লৈছা, তুমি নিজেও সেই দলতে সোমাইছা আৰু টকা তুলিবলৈ লৈছা ৫০০? কথাটো কি?

তালুকদাৰ : তেওঁ মূৰ পোলোকা দিব খুজিছে।

শ্ৰীমতী : নাই নাই

বহুতে : নাই নাই নহ'ব। এহাজাৰ লিখক— নহয দুহাজাৰ লিখক। দুহাজাৰ— দুহাজাৰ।

শ্ৰীমতী : হ'ব হ'ব বাৰু এহাজাৰ লিখিছোঁ।

চন্দ্ৰ : পলাব খুজি পালা মজাতো?
[সকলোৱে হাঁহে]

# দৃশ্য : ৮

## মঞ্চ : ২

[বৈকুণ্ঠৰ দোকান। ৰাতি আঠ বাজি গ'ল। বৈকুণ্ঠই বাঢনীৰে দোকানৰ চাৰিওফাল সাৰিছে। নামঘৰৰ ভিতৰত অনন্তই নামঘৰৰ বস্তু সামৰিছে। নামঘৰৰ (দোকানৰ ফালে) পিৰালিত বহি এজন মানুহে টোকাৰী গীত গাইছে। বৈকুণ্ঠই ঠাই সৰা শেষ কৰি বাল্টিৰ পানীৰে হাত ধোৱে। গান শেষ হয।]

বৈকুণ্ঠ : তুমি এতিয়া ৰাতিৰ ৰে'লত যাবাগৈ নে থাকিবা?

গাযক : তাকে ভাবিছোঁ ৰাতিটো ইয়াতে পৰি থাকি দিনে-পোহৰেই যোৱা ভাল হ'ব নেকি। এইখিনিতে পৰি থাকিলে কোনোবাই আপত্তি কৰিব নেকি বোপা?

বৈকুণ্ঠ : মানুহে আপত্তি নকৰে, পিছে মহেহে কি কৰে।

গাযক : এ হ'ব দিয়া। মূৰে-গায়ে কাপোৰ লৈ শুই থাকিম। এনেকৈয়ে জীৱনটো গ'লেই।
[অনন্ত আহে]

বৈকুণ্ঠ : বাপুদেউ সামৰিলেনে?

অনন্ত : সামৰিলোঁ দিয়া। তুমি?

বৈকুণ্ঠ : ময়ো সামৰিলোঁ। ঠাই সাৰিলোঁ যেতিয়া সামৰিলোঁ আৰু।

অনন্ত : এৰা বৈকুণ্ঠ, মই সদায মন কৰিছোঁ, অইনে ঠাই সাৰে দোকান খুলিবৰ সময়ত, তুমি দেখোন ঠাই সাৰা দোকান বন্ধ কৰিবৰ সময়ত।

বৈকুণ্ঠ : ৰাতিপুৱা গা-পা ধুই আহি আকৌ শোতা-বাঢনী চুবলৈ মোৰ একেবাৰে মন নাযায বাপুদেউ।

অনন্ত : মই আকৌ ভাবিছিলোঁ, তুমি দিনে-পোহৰে চৰকাৰী ৰাস্তা সাৰিবলৈ লাজ কৰা নেকি?

বৈকুণ্ঠ : লাজ মানে চৰকাৰী ৰাস্তা সাৰিবলৈ অলপ লাজ লাগিলহেঁতেন, পিছে নামঘৰৰ আগফালখন সাৰিবলৈ কিহৰ লাজ? মই আৰু এইডোখৰ সাৰিবৰ সময়ত নামঘৰ সাৰিছোঁ বুলিহে ভাবি লওঁ। মই যেনিবা আপোনাৰ লিগিৰা আৰু। বহক বাপুদেউ, এইখিনিতে বহক। পিছে বাপুদেউ, নামঘৰটোৰ নাম-প্ৰসংগ— এইবোৰে বা কি ৰূপ লয।

অনন্ত : কিয?

বৈকুণ্ঠ : মানে ৰাইজে যদি মাটিডোখৰ কিনিব নোৱাৰে, ক'ৰবাৰ বেপাৰী-চেপাৰীয়ে কিনে—

অনন্ত : ৰাইজে কিয় কিনিব নোৱাৰিব? সেযা মতা-তিৰোতা সকলোৱে মিলি আযোজন কৰিছে নহয।

বৈকুণ্ঠ : আযোজন? আপুনিও ভাল কৈছে দিযক বাপুদেউ। তেওঁলোকৰ আযোজন এতিযাও আযোজন হৈ আছেনে?

অনন্ত : কিয? কি হ'ল?

বৈকুণ্ঠ : তেওঁলোকে সেই স্কুলঘৰত মিটিং কৰাৰ পিছত টিকট বহী ছপা হ'ল, তাৰ পিছত, দহদিনমানতো নামঘৰত আইসকলৰ দেখা-দেখিযেই নাছিল। সকলোৱে চান্দা তুলিহে ফুৰিছিল। হযনে নহয।

অনন্ত : হযতো।

বৈকুণ্ঠ : কালিৰ পৰা আকৌ আইসকল গোট খালে কিয?

অনন্ত : কিয?

বৈকুণ্ঠ : মই কালি আৰু আজি এইখিনিতে বহি আইসকলে পতা কথাবোৰ শুনি আছোঁ নহয। কি হৈছে জানে? পদুমী বোলা এগৰাকীযে বোলে দহ টকা তুলি বহীখন ওভোতাই দি মাজু জীযেকৰ তালৈ গ'ল। মাজু জীযেকৰ বোলে প্ৰসৱৰ সময। চন্দ্ৰ উকীলৰ ঘৈণীযেক বোলে কিবা এটা দলৰ লগত ভাৰত ভ্ৰমণ কৰিবলৈ গ'ল আৰু জোনাকী নে কি এগৰাকীৰ বোলে গা বেযা, বিছনাৰ পৰা উঠিলেই মূৰ ঘূৰায।

অনন্ত : হয় নেকি?

বৈকুণ্ঠ : এগৰাকীৰ বোলে বহীখনেই হেৰাল।

অনন্ত : বহীযেই হেৰাল?

বৈকুণ্ঠ : তাতোকৈ ডাঙৰ কথা কি জানে নে নাজানে? ঠিকাদাৰৰ ঘৈণীয়েকক ফুল মাষ্টৰণীযে বোলে কিবা বেযাকৈ ক'লে। সেই কাৰণে তেওঁ এইবোৰ কামলৈ নোলাওঁ বুলিযেই ক'লে।

অনন্ত : ছেঃ, ইমান ডাঙৰ কাম এটা!

বৈকুণ্ঠ : আৰু সেই অফিচৰ মানুহবিলাকক যে এখন এখন বহী দিছিল, সেইবিলাক বোলে অফিচৰ কাগজৰ জাপতে সোমাই আছে, এখিলা পাতো হৰণ-ভগন হোৱা নাই। আৰু [হাঁহে]

অনন্ত : কি হ'ল?

বৈকুণ্ঠ : আমাৰ যে চৌধুৰী? এই যে চৌধুৰী—

অনন্ত : বুজিছোঁ।

বৈকুণ্ঠ : তেওঁ বোলে আঠাইছ টকা তুলিলে, তাৰে এঁকৈছ টকা খৰচ হ'ল। [হাঁহে] এজনৰ পৰা পাঁচ

টকা চান্দা আনিবলৈ তেওঁ বোলে তিনিবাৰ অহা-যোৱা কৰিব লগাত পৰিল, আৰু তিনিওবাৰেই বিফল। এদিন বোলে গৰমত ফাণ্টা এবটলো খালে। [হাঁহে] দহ হাজাৰ টকা তুলিবলৈ লৈছিল নহয়। গৈ লৈ মুঠতে পইচা উঠিল এশ আঠচল্লিছ টকা।

অনন্ত : তুমি হাঁহিছা, বৈকুণ্ঠ। কিন্তু এইটো হঁহাৰ কথা নহয়। এইটো বৰ ডাঙৰ চিন্তাৰ কথা। মই নামঘৰটো ভাল পাওঁ কাৰণেহে কৈছোঁ। [ইন্দ্ৰ বাটৰ পৰা আহে। গম্ভীৰ। নিস্তব্ধ।]

বৈকুণ্ঠ : দাদা, সেই খেমকা বাবু আহিছিল।

ইন্দ্ৰ : হয় নেকি? কিয়?

বৈকুণ্ঠ : খবৰ ল'বলৈ আহিছিল— মাটিডোখৰৰ কিবা হ'ল নেকি? আপোনাক এবাৰ লগ ধৰিবলৈ কৈছে। মই যি বুজিলোঁ দাদা, মানুহজনে আপুনি বিচৰা দামটোৱেই দিব হ'বলা। [বৈ] আৰু দুটা ল'ৰা গধূলিৰ পৰা আপোনাক বিচাৰি দুবাৰ আহিছে।

ইন্দ্ৰ : কেনেকুৱা ল'ৰা?

বৈকুণ্ঠ : এই ডেকা ল'ৰা। আকৌ আহিব বুলি কৈ গৈছে।

ইন্দ্ৰ : তুমি যোৱা নাই বাপু?

অনন্ত : এই যাবলৈ ওলাইছিলোঁ।

চন্দ্ৰ : মই আজি এটা কাম কৰি আহিলোঁ। ভালেই কৰিলোঁ নে বেয়াই কৰিলোঁ ধৰিব পৰা নাই।

অনন্ত : কি কাম বা?

ইন্দ্ৰ : আগতে কৈ লওঁ বাপু, মই আজি সেইবোৰ একো খোৱা নাই। এযা, জেপৰ পইচা জেপতে আছে। যি কৰিলোঁ, একেবাৰে সুস্থ মগজেৰে কৰিলোঁ।

বৈকুণ্ঠ : কি কৰিলে দাদা?

ইন্দ্ৰ : সেইফালে এজন মানুহ আছে, যেণীযেকৰ নাম ৰত্না দেৱী নে কি— সেই মানুহজনীক ঘৰতে হেঁপাহ পলুৱাই গালি পাৰি থৈ আহিলোঁ।

অনন্ত : গালি পাৰি থৈ আহিল? কিয়?

ইন্দ্ৰ : তেওঁ চান্দা তুলিবলৈ গৈ ঘৰে ঘৰে মোৰ ছোৱালীজনীৰ বদনাম গাই ফুৰিছিল। আজি মোক অফিচতে লগৰ মানুহ এজনে ক'লে। মই আৰু অফিচ ছুটীলৈ ৰ'ব নোৱাৰিলোঁ বাপু। [গ্ৰাহক আহে]

গ্ৰাহক : নম্বৰ টেন আছে? চাওঁ পাঁচটা দিয়াচোন।
[এটা চিগাৰেট জ্বলাই গ্ৰাহকে গুচি যায়]

ইন্দ্ৰ : তুমি মোৰ অৱস্থা দেখিছাই বাপু। ছোৱালীজনীৰ অপকাৰ নকৰাকৈ মই তেওঁলোকক যিমান পাৰোঁ সহায় কৰিছোঁ। তেওঁলোকে মোক সহায় কৰক নকৰক, অনন্তঃ মোৰ অপকাৰ নকৰাকৈ থাকক। তুমিতো তাইক দেখি আছা? স্বভাৱটোৰ বাহিৰে তাইৰ হৈ মাতিবলৈ আমাৰ আছে কিটো? তুমি এদিনলৈ কিবা এটা দেখাৰ কথা ক'ব পাৰিবানে?

অনন্ত : নাই নাই, সেইটো কথা ভাবিবই নাপায়।

ইন্দ্ৰ : এতিয়া সেই মানুহজনীয়ে চান্দা তুলিবলৈ গৈছে, চান্দা কিয় লাগে সেইটো বুজোৱাৰ লগতে মানুহক ঘৰে ঘৰে বুজাই ফুৰিছে উমাৰ হেনো স্বভাৱ বেয়া, চৰিত্ৰ বেয়া। সেইবিলাক কাৰণতে

বোলে আজিলৈকে তাইৰ এটা দিহা নালাগিল।

অনন্ত : ছি ছি ছি।

ইন্দ্ৰ : তুমিয়েই কোৱা বাপু, তেওঁলোকে এনেকৈ যদি এফালৰ পৰা বলীয়া নদীৰ নিচিনাকৈ খহাই নিয়ে, মই তাইৰ জীৱনটো গঢ়োঁ কেনেকৈ? গঢ়াৰ কথা বাৰু বাদেই দিলোঁ, মই তাইৰ জীৱনটো ৰাখোঁ কেনেকৈ কোৱা? [প্ৰায় কন্দা কন্দা অৱস্থা] মই অকলশৰীয়া মানুহটোৱে কেনেকৈ ইমানবোৰ কথা চম্ভালোঁ? মই মদকণ খাওঁ কাৰণেই মানুহে মোক এনেকৈ গচকিব লাগেনে? [নিস্তব্ধ]

বৈকুণ্ঠ : সৌৱা ল'ৰা দুজন আকৌ আহিছে দাদা।
[ল'ৰা দুজন আহে, সকলোৱে সকলোকে চায়।]

১ম ল'ৰা : ৰাজবংশী আপুনিয়েই?

ইন্দ্ৰ : ইন্দ্ৰ ৰাজবংশী।

১ম ল'ৰা : আজি আপুনি আমাৰ ঘৰলৈ গৈছিল?

ইন্দ্ৰ : আমাৰ ঘৰ মানে?

১ম ল'ৰা : কাৰ ঘৰলৈ গৈছিল মনত নাই? কাৰ ঘৰলৈ গৈ এগৰাকী ভদ্ৰমহিলাক অপমান কৰি থৈ আহিছিল, মনত নাই?

ইন্দ্ৰ : এতিয়া কিবা কথা আছে নেকি?

১ম ল'ৰা : কথাও আছে কামো আছে।

ইন্দ্ৰ : ব'লা, ঘৰলৈ যাওঁ, তাতে বহি—

১ম ল'ৰা : দৰকাৰ নাই ঘৰলৈ যোৱাৰ। আমি আলহী খাবলৈ অহা নাই। তেনেকৈ এগৰাকী ভদ্ৰমহিলাক অপমান কৰিবলৈ আপোনাৰ বেয়া নালাগিল? ভদ্ৰমহিলাৰ লগত কেতিয়াবা কথা পাতি পাইছেনে নাই?

ইন্দ্ৰ : [সাংঘাতিক খং] কি ভদ্ৰমহিলা ভদ্ৰমহিলা কৰি আছ অ'? সেইজনী তোৰ বায়েৰ নে মাৰ নে কি হয় চাফাকৈ নক'ব কিয়?

১ম ল'ৰা : কি? ভদ্ৰ মানুহৰ নিচিনাকৈ কথা ক'ব।

অনন্ত : শুনাচোন বোপা, তোমালোক সেইখিনিলৈ ব'লা, কি হৈছে— কথাবোৰ ঠাণ্ডা মগজেৰে আলোচনা কৰা। চৰকাৰী ৰাস্তাৰ কিনাৰত—

ইন্দ্ৰ : নালাগে। এই চবৰ লগত চৰকাৰী ৰাস্তাৰ নৰ্দমাত কথা পতাই ভাল। এইচব মোৰ চৌহদত সোমাব নালাগে।

২য় ল'ৰা : মুখ চম্ভালি কথা ক'ব।

ইন্দ্ৰ : চুপ!

১ম ল'ৰা : আপুনি মোৰ মাক কিয় অপমান কৰিব?

ইন্দ্ৰ : তাকে নক'ব কিয়? সেইজনী তোৰ মাৰ? [ইটোক] তোৰো মাৰ নেকি?

২য় ল'ৰা : মোৰ চিনাকিৰ কোনো দৰকাৰ নাই।

ইন্দ্ৰ : চিনাকি দিবলৈ লাজ লাগে নেকি? চিনাকিটো লেতেৰা নেকি?

২য় ল'ৰা : বেছি অসভ্যালি নকৰিব কৈ দিছোঁ।

ইন্দ্ৰ : মাৰহঁতক সভ্যতা শিকাগৈ যা। মাৰক ক'বি, আমি এই টাউনখনৰ কুকুৰধুলি মানুহ, এচুকত সোমাই থাকোঁ। ছোৱালী এজনী বিয়া দিয়াই আমাৰ নিচিনা মানুহৰ কাৰণে স্বৰ্গলৈ যোৱাৰ

নিচিনা কাম। আৰু সুধিবি তেওঁ যদি বজৰুৱা নহয়, তেনেহ'লে এই চুকত সোমাই থকা ছোৱালী এজনীৰ চৰিত্ৰ বেয়া বুলি তেওঁ কেনেকৈ জানিব? যা, সোধগৈ। আৰু ক'বি, তিৰোতা মানুহ কাৰণেহে কেৱল কথাকেইটা কৈয়েই এৰি থৈ আহিলোঁ।

১ম ল'ৰা : আৰু বেছি কথা নক'ব।

অনন্ত : হেৰা বোপা, শুনাচোন।

ইন্দ্ৰ : মাৰিবি নেকি?

২য় ল'ৰা : অসভ্য, মদাহী নহয়।

ইন্দ্ৰ : অঁ মদাহী, মই মদ খাওঁ। তোৰ মাৰহঁতৰ নিচিনাকৈ মানুহৰ তেজ নাখাওঁ আৰু মানুহৰ ঘৰে ঘৰে বিষ্ঠা, বমি কৰি নুফুৰোঁ। মাৰক ক'বি, তেওঁলোকৰ পাৰ হ'বলৈ বহুতো ৰকমৰ জখলা আছে কাৰণে, কিবা উপায়েৰে তেওঁলোক পাৰ হৈ গ'ল। কিন্তু আমাৰ ছোৱালীৰ পাৰ হ'বলৈ বিশেষ একো নাইতো, সেই কাৰণে স্বভাৱ-চৰিত্ৰত হাত দিলে তাই একেবাৰে লেঙেৰা হৈ যায়। এইটো কি কষ্ট, তহঁতৰ নিচিনা মানুহে নুবুজিবি। অকণমান বুজিবলৈ চেষ্টা কৰ। কাইলৈৰ পৰা মই যদি কৈ ফুৰিবলৈ আৰম্ভ কৰোঁ— তোৰ বায়েৰহঁত হোটেলে হোটেলে ঘূৰি ফুৰে, তেতিয়া কেনে লাগে বুজিবলৈ চেষ্টা কৰ। অৱশ্যে সঁচাসঁচিকৈ যদি ঘূৰি ফুৰেই, তেনেহ'লে আৰু কিঁডাল গাত লাগিব?

২য় ল'ৰা : চোটজাতৰ মুখতহে এনেকুৱা কথা ওলায়।

১ম ল'ৰা : চৈধ্য পুৰুষ অসভ্যালি কৰোঁতেই গ'ল।

ইন্দ্ৰ : কি? কি ক'লি?

১ম ল'ৰা : চৈধ্য পুৰুষৰ কথা ক'লোঁ।

[ইন্দ্ৰই ঠাচকৈ এক চৰ মাৰে]

১ম ল'ৰা : ছালা তোক আজি—

ইন্দ্ৰ : গুণ্ডামি কৰিবলৈ আহিছ?

[মাৰপিট লাগে। অনন্ত আৰু বৈকুণ্ঠই এৰুৱাবলৈ চেষ্টা কৰে। আৰু দুজন বাটৰুৱা আহে। দূৰত উমা আৰু সুৰবালা। ইন্দ্ৰই দোকানৰ জাপৰ ঢোকাডাল এৰুৱাই লয়। জাপখন বাপু আৰু বৈকুণ্ঠই ধৰে। ইন্দ্ৰই খেদা ধৰে। ল'ৰা দুটা পলায়।]

ইন্দ্ৰ : এই পুৰুষত ধৰি হেঁপাহ পলোৱা নাই? মোৰ চৈধ্য পুৰুষত ধৰিবলৈ আহিছ?

[এটা শিলগুটি ইন্দ্ৰৰ মূৰত পৰে। সি উভতি আহি মাটিত বহি যায়।]

অনন্ত : কি হ'ল চাওঁ। চাওঁ।

বৈকুণ্ঠ : চাওঁ, ফুটিল নেকি? অলপ তেজ ওলাইছে। দাদা, ব'লক ভিতৰলৈ ব'লক।

[ইন্দ্ৰ উঠে। অনন্ত আৰু বৈকুণ্ঠই ধৰি নিয়ে। উমা আৰু সুৰবালাই আগবাঢ়ি আহি ধৰে।]

ইন্দ্ৰ : [উঠি] মই পাৰিম। অ'ই বৈকুণ্ঠ, তই দোকানখন এৰি নাহিবি। জানোৱাৰহঁতৰ একো ঠিক নাই।

[সকলো যায়। বৈকুণ্ঠ থাকে]

১ম বাটৰুৱা : কিহে? ঘটনাটো কি? কিহৰ পৰা লাগিল?

বৈকুণ্ঠ : এতিয়া সেইবিলাক নুসুধিবা যোৱা। সেইবিলাক বহুত কথা।

[সি দোকানৰ সাৱধানতা লয়]

# দৃশ্য ঃ ৯

## মঞ্চ ঃ ১

[মঞ্চ ৩/দৃশ্য ১ ঃ উমা অকলে। তাই লিখিছে। লিখি উঠি কান্দে। অলপ সময়ৰ পিছত থিয হয। অইন এঠাইলৈ যায়।]

উমা ঃ মোৰ— মোৰ কাৰণেই [কান্দে] মা— মই আৰু সহ্য কৰিব নোৱাৰোঁ। তইঁতৰ ইমান কষ্ট—। দেউতা, আপুনি মোক বেযা নাপাব। [চাদৰ এখন লয়। ৰছীৰ নিচিনাকৈ পকাই পকাই]

মই আৰু একো উপায পোৱা নাই দেউতা।— আপোনালোকক উদ্ধাৰ কৰিবলৈ মই এই কাম কৰিলোঁ বুলি নাভাবিব,— মই লিখি থৈ গৈছোঁ,— সেইখিনি পটি যদি মানুহবিলাকে অকণমান বুজে— মোৰ নিচিনা আন এজনী ছোৱালী যদি বাচে— [কান্দে। তাৰ পিছত এখন চকী টানি আনে। তাৰ ওপৰত মূঢা এটা থয়। তাৰ ওপৰত উঠে। ওপৰলৈ চায। নামি আহে। পিতলৰ গিলাচ এটা চাদৰৰ আগত বান্ধে। চুকৰ পৰা লাঠি এডাল লৈ গিলাচটোত লগাই আকৌ মূঢাৰ ওপৰত উঠে। লাঠীডালেৰে গিলাচটো কেঁচীৰ কাঠ পাৰকৈ দিযে। লাঠীৰে গিলাচটো নমায়।]

## মঞ্চ ঃ ২

[ইন্দ্ৰৰ ঘৰৰ আগফালৰ কোঠালি। বিছনাত ইন্দ্ৰ বহি আছে। মূৰত বেগুেজ। সুৰবালাই বিচি আছে। ওচৰত অনন্ত।]

সুৰবালা ঃ আজি অত বছৰে কিমান ক'লোঁ, কিমান বুজালোঁ— মুখখন চণ্ডালক, মুখখনেই কাল হ'ব, মুখখনেই খাব। এদিন যদি মোৰ কথালৈ কাণ দিলেহেঁতেন।

ইন্দ্ৰ ঃ হ'ব আৰু দিয়া। মনে মনে থাকা।

সুৰবালা ঃ মনে মনে থাকোঁতেইতো আজি এই অৱস্থা। আমি সৰু মানুহ, টোকোনা মানুহ, সৰু হৈয়েই থাকিব লাগে। কিয সেইবিলাকৰ লগত যুঁজিবলৈ যায়। আজি ঘৰতে কপাল ফুটাই থৈ গৈছে। কাইলৈ ঘৰটোতে জুই লগাই থৈ যাবহি। ওলাবনে আপোনাৰ হে কোনোবা মাতোতা?

ইন্দ্ৰ ঃ বাপু

অনন্ত ঃ কওক।

ইন্দ্ৰ ঃ আমাৰ হৈ মাত মাতোঁতা কোনো নোলাবই নেকি? সদায সকলোৱে মাৰিবলৈকে খেদি আহিব নেকি?

অনন্ত ঃ নহয় নহয়, এতিযাও বহুত ভাল মানুহ আছে। সেইবোৰ মানুহৰ লগত আমাৰ মুখামুখি হোৱা নাই, সেইটোহে দুখৰ কথা। সেইবোৰ মানুহে ওলাই আহিবলৈ বাট বিচাৰি পোৱা নাই, মনত বল পোৱা নাই, সেইটোহে দুখৰ কথা।

ইন্দ্ৰ ঃ বৰ দিগদাৰ লাগিছে বুইছা? মই কিন্তু মনে মনে থাকিব নোৱাৰিম। মই মৰি যাম, মোক সিহঁতে মাৰি পেলাওক, তথাপি মই মনে মনে থাকিব নোৱাৰিম।

সুৰবালা ঃ অকলশৰীয়া হোৱা হ'লে যুঁজে, মাৰে, যি কৰে কৰি থাকক। কিন্তু আমাক ডিঙিত লগাই

ল'লে যেতিয়া আমাৰ কথাওতো ভাবিব লাগে। খাবলৈ পোৱা নাই, মনে মনে আছোঁ। চখ কৰি পিন্ধিবলৈ পোৱা নাই, মনে মনে আছোঁ। কিন্তু এই বয়সত, এনেকৈ নিজৰ মানুহটোৰ কপালৰ তেজ চাব পাৰি নেকি? [কান্দে] একেজনী মানুহৰ কপালত ইমান দুখ থাকে নে? [হুক হুককৈ কান্দে]

ইন্দ্ৰ : আঃ কান্দিছা কিয়? এইবিলাকেই তোমালোকৰ বেয়া কথা। কথাই কথাই খালী কন্দা কন্দা কন্দা। কন্দাৰ বাহিৰেনো তোমালোকে একো কৰিব নোৱাৰা নে? মোৰ আজি দুখ হৈছে, কষ্ট হৈছে, অথচ তোমালোকে মোকেই গালি পাৰিছা। ভিতৰতো যদি তোমালোকৰ পৰা অলপ জোৰ নাপাওঁ, তেনেহ'লে মই জোৰ পাওঁ ক'ৰ পৰা?

সুৰবালা : আমি কি কৰিব লাগে? বাটলৈ ওলাই গৈ সেইবোৰৰ লগত কাজিয়া কৰিব লাগে?

ইন্দ্ৰ : মই হোৱা হ'লে, কাজিয়া নকৰিলোঁহেঁতেন, কিন্তু ওলাই গ'লোঁহেঁতেন। তোমাৰ লগৰ এজনীয়ে যদি ঘৰে ঘৰে বিহ বিলাই ফুৰিছে, তুমিতো পানী বিলাব পাৰা। নাকান্দিবা। আমি কান্দিবলগীয়া একো কাম কৰা নাই। বুইছা বাপু, মই মদ খাওঁ, কিন্তু মানুহে গোন্ধ পাই বুলি তলমূৰ কৰি, আঁতৰি আঁতৰি ঘৰলৈ আহোঁ। মদ খাই মই আনন্দ কৰোঁ, কিন্তু মোৰ বুকুৰ মানুহকেইটাৰ বাহিৰে কাৰো আগৃত সেই আনন্দও নকৰোঁ। সেই মানুহজনীক ঘৰত গালি পাৰি থৈ আহিছোঁ শুদা পেটেৰে, সেই দুটাক চৰিযাইছোঁ শুদা পেটেৰে। শুদা পেটেৰেই মই বহুত সহ্য কৰিছোঁ। মই বহুত সহ্য কৰিছোঁ বাপু। মোৰ ল'ৰা হেমেনৰ দহ হাজাৰ টকা তিল তিলকৈ কোনে চুচিলে জানা? এই উকীলহঁতৰ পুতেকে। [কান্দে] কিন্তু— কিন্তু— মই মদাহীয়ে নিজৰ পেটৰ পোৱালিৰ যন্ত্ৰণাত নিজে জ্বলি-পুৰি মৰিছোঁ, মইতো সিহঁতৰ টেঁটু চেপি ধৰা নাই [কান্দে]।

অনন্ত : [ওচৰলৈ গৈ ধৰে] আপুনি মনে মনে থাকক। আমাৰ আগত কৈ দুখ কৰিলে কিটো হ'ব। আমিতো সকলো বুজোঁৱেই। মই— মই আপোনালোকক এটা কথা ক'ম।
[ঘৰত এটা দলি পৰে। সকলো উচপ্ খাই উঠে।]

ইন্দ্ৰ : কি হে?

অনন্ত : জানো। [আৰু এটা দলি পৰে]

সুৰবালা : কোনোবাই দলিয়াইছে হ'বলা। [ইন্দ্ৰ উঠে]
আপুনি নাযাব। বাপু?

ইন্দ্ৰ : ৰ'বাচোন, মই চাই আহোঁ।

সুৰবালা : নালাগে।

অনন্ত : আপুনি ৰ'বচোন, মই চাই আহোঁ।
[উধাতু খাই বৈকুণ্ঠ আহে। তৃতীয় দলি।]

বৈকুণ্ঠ : দাদা, বাপুদেউ, সেই ল'ৰা দুটা আৰু কেইটামান লগত লৈ আকৌ আহিছে।

অনন্ত : কি কৈছে সিহঁতে?

বৈকুণ্ঠ : সিহঁত ভিতৰলৈ সোমাই আহিব খুজিছিল। নামঘৰটোৰ ওচৰতে সেই ভিখাৰীটোৱে ময়ে আগ ভেটি ধৰিলোঁ।

ইন্দ্ৰ : কিয় আগ ভেটি ধৰিলি? যা সিহঁতক আহিবলৈ ক'গৈ।

বৈকুণ্ঠ : সিহঁতৰ গাত হুঁচেই নাই দাদা। দুটা মানেহে পোন হৈ থিয় হৈ থাকিব পাৰে।

[চতুৰ্থ দলিটো পৰে। ইন্দ্ৰ যাব খোজে।]

সুৰবালা : আপুনি বহি থাকক। কি হ'ব এতিয়া বাপু? উমা, অ'ই উমা।

ইন্দ্ৰ : উমা ক'ত আছে?

সুৰবালা : দুৱাৰ মাৰি সোমাই আছে। বাপু, আমি হ'লে পাছফালে বাৰীলৈ যাওঁগে। [ইন্দ্ৰক টানে] আহক। উমা। উমা।

[মঞ্চ ৩/দৃশ্য ২ : ওপৰৰ পৰা চাদৰৰ বছীডাল ওলমি আছে। আগত ফাঁচ। মূঢ়াৰ কাষতে উমাই বহি কান্দি আছে। তাই মূৰ তোলে। পঞ্চম দলিটো পৰে।]

### মঞ্চ : ২

ইন্দ্ৰ : মোক কিবা এডাল— দাখন দিয়া। আজি সিহঁতৰ ছেহ্ কৰি দিম।

সুৰবালা : আপুনি নাযাব। নোৱাৰে যাব। উমা, উমা, অ'ই উমা—

[মঞ্চ ৩ ত উমা উত্তেজিত]

[মঞ্চ ২ত]

অনন্ত : আপুনি আইৰ ওচৰত থাকক। আমি চাই আহোঁ। ব'লাচোন বৈকুণ্ঠ।

ইন্দ্ৰ : তোমালোকে গৈ কি কৰিবাহে? দাখন ক'ত?

সুৰবালা : আপুনি ভিতৰলৈ আহক। [টানে]

[মঞ্চ ৩। হাতত লাঠীডাল লৈ উমা ভীষণ উত্তেজিতভাৱে ওলাই যায। মঞ্চ ২ত ইন্দ্ৰৰ লগত সুৰবালাৰ টনা-আঁজোৰা লাগি থাকোঁতে উমা সোমাই আৰু ওলাই যাব খোজে। অনন্তই ধৰে।]

অনন্ত : উমা। তুমি—

উমা : চাওঁ এৰি দিয়ক বাপুদেউ।

অনন্ত : তুমি ক'লৈ যোৱা?

ইন্দ্ৰ : উমা।

উমা : আপোনালোক কোনো যাব নালাগে দেউতা। মই মহাবীৰকেইটাক চাই আহোঁ।

[জোৰেৰে হাত এৰুৱায়। সকলোৱে 'উমা' বুলি চিঞৰে।]

সুৰবালা : তই বলিয়া হ'লি নেকি? [আগ ভেটি ধৰে]

## দৃশ্য : ১০

### মঞ্চ : ১

[পাণৰ দোকান, নামঘৰ। তিনিটা ডেকা নামঘৰৰ ভিতৰত। ১ম ডেকা, ২য় ডেকা, ৩য় ডেকা। ডেকা ৪ আৰু ৫ দোকানৰ ওচৰত। ৪ৰ্থ ডেকাই এটা দলি মাৰে।]

গায়ক : অ' বোপাইহঁত, হ'ব দিয়া। মানুহঘৰকনো আৰু কিমান জুলুম কৰা? এইটো নামঘৰ, ধৰ্মৰ ঠাই।

১ম ডেকা : অঁ ধৰ্ম কৰিব লাগে। [গায়] জয় হৰি গোবিন্দ।

২য় ডেকা : নহয়, ভাওনা কৰিব লাগে।

১ম ডেকা : অঁ, ভাওনা কৰিব লাগে।

২য় ডেকা : অ' হে দুৰ্যোধন, তোহো কি নিমিত্তে হামাৰ লগে ফাইটিং কৰিবলৈ ওলাইলি? আজি হামো তোহোৰ লাইফ বৰবাদ কৰি দিবহ। [নাচে] ধেই খিতি খিতি তাও ধেই। ধেই খিতি খিতি তাও ধেই। [তিনিজনে নাচে। তলৰ দুটায়ো নাচে। উমাই হাতত লাঠী লৈ আহে।]

উমা : ওলাই আহ, নামঘৰৰ ভিতৰৰ পৰা ওলাই আহ। [পাছে পাছে ইন্দ্ৰ, অনন্ত, বৈকুণ্ঠ, সুৰবালা]

২য় ডেকা : কোন অ'? [১ম ডেকাই কাণে কাণে কিবা কয়।]

উমা : আহিলি নে নাই? [ইন্দ্ৰইঁত আগবাঢ়ি আহিব খোজে]
ৰ'ব দেউতা, আপোনালোক বৈ থাকক [ডেকাক] ওলাই আহ। ওলাই আহ বুলিছোঁ।

১ম ডেকা : নগ'লে কি কৰিবি?

২য় ডেকা : মূলাগাভৰু ওলাইছ? ভালে ভালে আঁতৰি যা। কথা বেয়া হ'ব। মাইকী-চাইকী নাচাম।

উমা : [দাঁত কামুৰি] কুকুৰইঁত [নামঘৰৰ ভেটিত সেৰা কৰি সোমাই যায়।]

সুৰবালা
অনন্ত : উমা [আগবাঢ়ি আহে। বৈকুণ্ঠই সেৰা কৰি নামঘৰলৈ যায়।]

উমা : ওলাই ব'ল [সুৰবালাক দূৰত ইন্দ্ৰই ধৰি ৰাখে। সুৰবালাই কান্দি থাকে।]

বৈকুণ্ঠ : ওলোৱাচোন, সৌখিনিলৈ ব'লা [ধৰিব খোজে]

২য় ডেকা : খবৰদাৰ। [ডেকাকেইটা ওলাই আহে। উমা, বৈকুণ্ঠও আহে।]

উমা : কি কৰিবলৈ আহিছিলি?

১ম ডেকা : তুমি আঁতৰি যোৱা।

উমা : তুমি তুমিকৈ কথা নক'বি। তই বুলি ক'। কি কৰিবলৈ আহিছিলি?

৩য় ডেকা : লগাই দিওঁ নেকি থাপৰ দুটামান?

উমা : [সেইফালে চাই] দে। কোনটোৱে কৈছিলি? দে। ভেবা লাগি কি চাই আছ? নিদিয় কিয় থাপৰ দুটামান?

অনন্ত : আহা উমা। গুচি আহা।

২য় ডেকা : অ' এওঁৰ নামেই উমা।

উমা : অঁ মোৰ নামেই উমা। দূৰৰ পৰা দলিয়াইছিলি নহয়, এতিয়া মনে মনে আছ কিয়? এতিয়া গুণ্ডামি নকৰ কিয?

১ম ডেকা : ছোৱালীজনীক আগবঢ়াই দি সৌটোৱে বীৰত্ব দেখুৱাইছে চোৱা। তই নাহ কিয় অ'ই?

ইন্দ্ৰ : মোৰ কাম অথনিযেই হ'ল বুলি ভাবিছিলোঁ। তেতিয়া নেগুৰ মোটোকাই পলালি কিয়? দল গোটাবলৈ গৈছিলি? ট্ৰেইনিং দিছোঁ বুইছ। আগত থাকি ট্ৰেইনিং দিছোঁ। তহঁতক বাপেৰহঁতে এনেকুৱা ট্ৰেইনিং দিছে কাৰণে মই মোৰ ছোৱালীক এনেকুৱা ট্ৰেইনিং দিছোঁ।

অনন্ত : তোমালোকক মই হাতযোৰ কৰি মাতিছোঁ, এই ৰাতিখন—

উমা : ৰ'ব বাপুদেউ, এই চবক হাতযোৰ কৰি হাত লেতেৰা নকৰিব। [ডেকাক] কিবা কৰিবলৈ আহিছিলি যদি কৰ, নহ'লে ভালে ভালে আঁতৰি যা।

২য় ডেকা : গাত গোসাঁনী লম্ভিছে?

উমা : অঁ।

২য় ডেকা : ঠিক আছে। চাই ল'ম গোসাঁনী কিমান দিন থাকে। অ'ই,ব'ল।

উমা : চাবি যা। ময়ো চকু মুদি নাথাকোঁ।

১ম ডেকা : মাৰ খাই মৰিবি পিছে কেতিয়াবা।
উমা : মাৰ খাই মৰিবলৈকে বাচি থাকিলোঁ বুইছ?
অনন্ত : ব'লা উমা, ভিতৰলৈ ব'লা।
উমা : [ডেকাহঁতক] আৰু তহঁতৰ কাৰণেই বাচিলোঁ বুইছ? আজিৰ পৰা আৰু ভয় কৰিবলৈ একো নাই। এনেয়েতো তহঁতৰ মানত আমাৰ মান-সন্মান নায়েই। সেই কাৰণে একেবাৰে বাটলৈ ওলাই আহিছোঁ।
[ডেকাহঁত যায়। ২য় ডেকা উভতি আহি]
২য় ডেকা : ঠিক আছে, বাটতে দেখা হ'ব।
উমা : হ'ব যা। এইবাৰ পিছে আমাক আৰু মুখেৰে মাৰিব নোৱাৰিবি। মাৰিলে হাতেৰেহে মাৰিব পাৰিবি। [দূৰৰ পৰা]
১ম ডেকা : [মিহি মাতেৰে] আই গোসাঁনী।
২য় ডেকা : আই মা কালী।
[উমাই চোঁচা ল'ব খোজে। অনন্তই ধৰে।]
অনন্ত : আহা। হ'ল আৰু আহা। [সুৰবালা আগলৈ আহে]
সুৰবালা : ব'ল। তোৰনো কি ভমক উঠিল হয়নে? ব'ল। ব'ল চোন।
[ইন্দ্ৰ, উমা, সুৰবালা, অনন্ত যায়]
বৈকুণ্ঠ : ইছ ইছ ইছ। নামঘৰটোৰ ভিতৰতনো এনে অতপালি কৰিব লাগে নে? হেৰা এইটো আৰু নামঘৰ হৈ থাকিব নে? হেৰা বোপা, এটা কাম কৰোঁ দিয়া।
গায়ক : কি?
বৈকুণ্ঠ : নামঘৰটো সাৰি-পুছি, পানী-দুনি ছটিয়াই থওঁ দিয়া। নে তুমি শুবা?
গায়ক : এ কিনো শুবা!
বৈকুণ্ঠ : তেনেহ'লে তুমি বহি গীত এটাকে গোৱা, মই ঠাইখন সাৰোঁ।
[নামঘৰৰ ভিতৰত এচুকৰ পৰা শোতা আনি ঠাই সাৰিবলৈ ধৰে। গায়কে বহি দোতাৰা উলিয়ায়।

# দৃশ্য : ১১

## মঞ্চ : ২

[ইন্দ্ৰৰ কোঠালি। অনন্ত, ইন্দ্ৰ, সুৰবালা, উমা। সুৰবালাই গালে-মুখে হাত দি দুখ কৰিছে।]

গায়ক : দুখ আৰু আনন্দ কেনেকৈ জোঁট লাগি থাকে দেখিলা বাপু? এওঁ বৰ কষ্ট পাইছে, কিন্তু মোৰ বুকুখন আগতকৈ পাতল পাতল লাগিছে।
সুৰবালা : এইবোৰ ভাল কথা হ'ল নে? সৰ্বনাশ হ'ল। গোটেইখন শত্ৰুৰে ভৰি পৰিব। বাটলৈ ওলাব নোৱাৰা হ'ম। আপোনাক যদি অফিচলৈ যাওঁতে বাটতে আগচি ধৰে?
ইন্দ্ৰ : ধৰিলে ধৰিব। আজি দিনটোৰ ভিতৰতে দেখোন সিহঁতে দুবাৰ আগচি ধৰিবলৈ আহিল। দল-বল লৈয়ো আহিল। কিটো হ'ল? মনৰ জোৰতে বাচি থাকিম বুইছা?
উমা : মা তই যা, শুই থাকগৈ।
সুৰবালা : তইনো কিয় তেনেকৈ ফটকৰে ওলাই গ'লি? ছোৱালী মানুহ এজনীনো এনেকৈ ওলাই যায় নে?

উমা : অকল আজিৰ কথাই নহয় মা, মই ওলাই গ'লোঁ বুলিয়েই ধৰিবি। অলপ আগতে মই মৰাৰ কথাই ভাবিছিলোঁ।

ইন্দ্ৰ : উমা, সেইবোৰ কথা মনলৈ নানিবি।

উমা : আৰু নানো। কিন্তু আপোনালোককো কৈছোঁ,— মা, তয়ো শুন, মই তহঁতক শপত দিছোঁ, মই নিজে কিবা এটা কৰিব নোৱাৰালৈকে, মোৰ ভাত-কাপোৰৰ কথা পাৰ যদি ভাবিবি, কিন্তু মোৰ বিয়া-চিয়াৰ কথা নাভাবিবি। তহঁত দুটাই যদি এইখন ঘৰত কেতিয়াবা মোৰ বিয়াৰ কথা উলিয়াৱ, তেন্তে মোক আৰু দেখা নাপাবি।

ইন্দ্ৰ : উমা।

সুৰবালা : তই কিয় তেনেকৈ ক'লি উমা?

উমা : মই সকলো কথা ভাবি-চিন্তি, যি কৈছোঁ, ঠিকেই কৈছোঁ।

ইন্দ্ৰ : নহয়, নহয়, সেইটো ঠিক কথা নহয় উমা, আমাৰ এটা দায়িত্ব আছে।

উমা : দায়িত্বটো হেমেন দাদাৰো আছিল। সি যেনেকৈ পাহৰি থাকিব পাৰিছে, আপোনালোকেও তেনেকৈ পাহৰি থাকক। শুনক দেউতা, এই বিয়াৰ কথাটো লৈয়েই আপোনাৰ অশান্তি হৈছে, মাৰ অশান্তি হৈছে, ৰাইজৰ অশান্তি হৈছে আৰু আটাইতকৈ বেছি অশান্তি মোৰ হৈছে। বদনাম মোৰ ওলাইছে। মোক আপোনালোকে অকণমান ৰেহাই দিয়ক দেউতা। মই আপোনালোকক কথা দিছোঁ, মোৰ কাৰণে আপোনালোকৰ যি কষ্ট হৈছে, যি চিন্তা হৈছে, সেইবিলাকৰ কথা মই পাহৰি নাযাওঁ। মোৰ প্ৰতি থকা আপোনালোকৰ দায়িত্বৰ কথা পাহৰি যাওক। মইহে আপোনালোকৰ প্ৰতি থকা দায়িত্ব পালন কৰিম।

ইন্দ্ৰ : উমা।

উমা : কিন্তু দেউতা, আপুনি কাৰো ওচৰত সেও মানিব নালাগে। মাটি আপুনি বেচক। কিন্তু মোৰ বিয়াৰ কাৰণে নালাগে। হেমেন দাদাক মাতি পঠাওক। মাটি বেচা পইচা তাক আকৌ ব্যৱসায় কৰিবলৈ দিয়ক। এইবাৰ তাৰ ব্যৱসায় মই চাম। তাক তেনেকৈ এৰি নিদিব দেউতা। এই মাজনিশাৰ কুকুৰবিলাকতকৈ সি বহুত ভাল ল'ৰা আছিল। তাক মাতি পঠিযাওক দেউতা। [ইন্দ্ৰৰ হাতত ধৰে] তাৰ লগৰ ল'ৰাই আপোনাক মাৰিছে বুলি শুনিলে সি নিশ্চয় আহিব দেউতা। [ইন্দ্ৰ ব্যাকুল হৈ সোমাই যায়।]

উমা : দেউতা। [সোমাই যায]

সুৰবালা : [আধা কন্দা মাতেৰে] এইবোৰ কি হৈছে বাপু? আমি কিবা পাপ কৰিছিলোঁ নেকি? জানি-শুনিতো আমি একো অধৰ্ম কৰা নাই। তেনেহ'লে কিয় আমাক ঈশ্বৰে ইমান শাস্তি দিছে।

অনন্ত : [অস্থিৰ হৈ অলপ সময় কটায। তাৰ পিছত] আই! মই আপোনাক এটা কথা ক'ব খুজিছোঁ আই।

সুৰবালা : কি কথা? [বৈ] কোৱা।

অনন্ত : আপোনালোকে যদি বেয়া নাপায়—

সুৰবালা : আমি তোমাৰ কথাত কিয় বেয়া পাম বাপু?

অনন্ত : আপোনালোকে যদি মত দিয়ে, তেনেহ'লে— মই উমাক বিয়া কৰাব খোজোঁ।

সুৰবালা : [অবাক। চাই থাকে। লাহে লাহে যেন গাৰ কঁপনি উঠে। অতি অস্থিৰ] বা-পু! শুনিছে? শুনিছে? উমা। উমা। উমা।
[ইন্দ্ৰ আৰু উমা দৌৰি আহে।]

সুৰবালা : শুনিছে? বাপুদেৱে কি কৈছে শুনিছে?
ইন্দ্ৰ : কি? কি কৈছে?
সুৰবালা : তেওঁ— তেওঁ [হাঁহি আৰু কান্দোন] তেওঁ উমাক বিয়া কৰাব।
[সকলো জঠৰ]
ইন্দ্ৰ : [লাহে লাহে আগবাঢ়ি] হয়? হয় বাপু?
অনন্ত : হয়, হয় দেউতা।
ইন্দ্ৰ : [অস্থিৰ। হতবাক। ৰুদ্ধ কণ্ঠ] বাপু, বাপু, বাপু— [কান্দি বিছনাত পৰে। সুৰবালাই ধৰে]
[উমাই বাপুলৈ চাই থাকে। অবাক]
অনন্ত : হয় উমা। কিন্তু তোমাক মই এটা কথা কওঁ। আজি তোমালোক বিপদত পৰিছা, সেই কাৰণে মই তোমালোকক সহায় কৰিছোঁ, এইটো কথা যেন তোমালোক কোনেও ভুলতো মনলৈ নানা। বহু দিনৰ পৰা মই এই কথাটো ভাবি আছিলোঁ। কিন্তু ক'বলৈ সাহ কৰা নাছিলোঁ। ইফালে— এইকণ পলম কৰোঁতেই হঠাতে ইমানবোৰ কাণ্ড ঘটি গ'ল— তাৰ বাবেহে মই দুখ পাইছোঁ।
[উমাই চাই চাই আগবাঢ়ি আহে। ওচৰ পাই চাই থাকে। হঠাতে অনন্তৰ ভৰিত পৰি যায়।]
অনন্ত : উঠা উমা। ৰাতি বহুত হ'ল। মই যাওঁ।
সুৰবালা : এতিয়া তুমি ঘৰলৈ যাবাগৈ বাপু?
অনন্ত : নাই, এতিযা আৰু ঘৰলৈ নাযাওঁ। এইকণ সময নামঘৰতে কটাই দিম। বৈকুণ্ঠও আছে।
সুৰবালা : ইযাতে থাকা নহ'লে। বিছনা এখন—
অনন্ত : নাই নালাগে আই। মই নামঘৰতে থাকোঁগৈ।
ইন্দ্ৰ : কাপোৰ-কানি অলমানকে লৈ যোৱা [নিজে উঠে। বিছনাখনৰ কাপোৰখিনি গোল কৰে।] লোৱা। নামঘৰতে কঠ দুটামান আছে নহয়?
অনন্ত : আছে।
ইন্দ্ৰ : যোৱা। শোৱাগৈ যোৱা। [অনন্ত যায়। উমাও সোমাই যায়।]
[অলপ সময় নিস্তব্ধ]
ইন্দ্ৰ : বাপুটো বৰ ধাৰ্মিক মানুহ নহয়নে?
সুৰবালা : আমাৰ কাৰণে তেওঁ মানুহ হৈয়েই থাকিলনে? তেওঁক ঈশ্বৰেহে পঠাইছে।
ইন্দ্ৰ : হেৰা, মই এটা কথা ভাবিছোঁ।
সুৰবালা : কি?
ইন্দ্ৰ : জহি-খহি গ'লেও, আমাৰ ইমান ডাঙৰ ঘৰটো আছে। ইমান ডাঙৰ ঘৰটো অকলে আমাকনো কেলৈ? বাপুটো ইয়াতে থাকিব বুইছা? ৰাইজে মাটিডোখৰ বাপুৰ ঘৰ এটা সজাবলৈহে বিচাৰিছিল? তেতিয়া সেইটো লেঠাও মৰিব। নহয় জানো? ৰাইজে ঠাইডোখৰ মুকলি কৰি ৰাখিব খুজিছিল। বেচিবলৈ মানা কৰিছিল। গতিকে মাটিডোখৰ নেৰেচোঁ দিয়া। ৰাইজৰ মনটোৱেই ভাল হৈ থাকক। কি কোৱা?
[সুৰবালাই চাই থাকে]
ইন্দ্ৰ : মানে মই কি ভাবিছোঁ জানা? ঈশ্বৰে আমাক ইমান আনন্দ দিলে। আমাকনো আৰু কি লাগিছে? যেয়েই আমাৰ ওপৰত যিমানে খং নকৰক, আমি আৰু কাৰো ওপৰত খং নকৰোঁ দিয়া। খংনো কাৰ নুঠে। তেওঁলোকৰো উঠে, আমাৰো উঠে। উঠিল উঠিল আৰু। এতিয়া

চব পাহৰিব লাগে। সেই কাৰণে কি ভাবিছোঁ জানা?

সুৰবালা : কি?

ইন্দ্ৰ : কাইলে দৰমহা পাম নহয়? পিছত যি হয় হ'ব, আধাখিনি পইচা খৰচ কৰি শৰাই এখন দিওঁ। মাহ-প্ৰসাদৰ লগতে তুমি পায়স অলমানো কৰিবা। বৈকুণ্ঠৰ হতুৱাই ঘৰে ঘৰে সকলোকে খবৰ দিয়াম। সকলোৰে আগত আঁঠু লৈ বাপুৰ কথাটো ক'ম আৰু মাটিডোখৰৰ কথাটোও তাতে সকলোকে কৈ দিম। ক'ম আৰু কিবা দায়-দোষ হৈছিল যদি সকলোৰে পাহৰিব লাগে। নে কি কোৱা।

সুৰবালা : ভাল হ'ব।

# দৃশ্য ঃ ১২

## মঞ্চ ঃ ১

[পাণৰ দোকান। বাপুৱে নামঘৰৰ ভিতৰত কাম কৰিছে। ইন্দ্ৰই ধূনাৰ মলাটো ঘূৰাই ধূনা দিছে। বৈকুণ্ঠই দোকানত বহি তামোল কাটিছে। গায়ক আহে।]

বৈকুণ্ঠ : অ'। তুমি আকৌ আহিলা? ক'ৰ পৰা আহিলা? ঘৰলৈ যামগৈ বুলি কৈছিলা নহয়?

গায়ক : এ নগ'লোঁ দিয়া। ৰে'লৰ ভাৰা কম পৰিল। থাক। গৈনো কি কৰিবা?

বৈকুণ্ঠ : অ' বাপুদেউ দেখিছে? এওঁ আকৌ ওলালহি। সেইদিনা থিয়েটাৰ-ভাওনা চাই এওঁৰ নতা লাগিল হ'বলা। হ'ব দিয়া। ভাল দিনতে আহিছা। এতিয়া পিছে বহি বহি খাব নোৱাৰিবা, গীতো গাব লাগিব, কামো কৰিব লাগিব, তেহে। যোৱা, সৌখিনিতে বহি তোমাৰ যন্ত্ৰটো পকাই-চকাই ঠিককৈ লোৱাগৈ। [গায়কবহেগৈ। দোতাৰা উলিয়াই]
[সুৰবালাই টৌত পায়স আনে।]

ইন্দ্ৰ : হ'লে নে তোমাৰ? [কলপাত দাঙি চায়] কম হ'ব নেকি?

সুৰবালা : নহ'ব হ'বলা।

ইন্দ্ৰ : চাবা আৰু'। হেৰি নহয় বৈকুণ্ঠ, মানুহ চল্লিছ-পঞ্চাছ গৰাকীমান নহ'বনে?

বৈকুণ্ঠ : চল্লিছমান হ'ব লাগে।

ইন্দ্ৰ : আমি পঞ্চাছৰ হিচাব কৰিছোঁ নহয় জানো?

সুৰবালা : হয়।

ইন্দ্ৰ : থোৱাগৈ যোৱা। [হঠাতে] চাওঁ, চাওঁ, বংটো অলপ বগুচুৰা দেখিলোঁ, তলত ধৰিছিল নেকি?

সুৰবালা : নাই, নাই ধৰা। [ভিতৰলৈ যায়]

ইন্দ্ৰ : [বৈকুণ্ঠক] পায়স বন্ধাৰ কিটিপ আছে বুইছ? জুইকুৰা কমাই দি, ঘন ঘনকৈ লৰাই থাকিব লাগে। অকণমান ইফাল-সিফাল কৰিলেই এবাৰ যদি তলত ধৰিলে— হ'ল আৰু। হেৰি নহয়, তোৰখিনি ঠিক আছে নে নাই?

বৈকুণ্ঠ : একদম। এয়া পঞ্চাছখন তামোল। আৰু ছাইজ দেখিছে? এটা এটা তামোল দুখন বৰ বেছি তিনিখন। তাৰ বাহিৰেও চাধা, জৰ্দা, একছ বিছ, দুইছ চল্লিছ, হীৰামতি, জাফৰাণি, চব ৰেডী। আজি খোৱাহে খোৱা আৰু!
[গায়কে টুং টাং কৰে। সুৰবালা যায়গৈ]

ইন্দ্ৰ : হেৰি নহয়, এতিয়াতো বেলি গ'লেই। আইসকল আহিবৰ সময়তো হ'লেই চাগে?
বৈকুণ্ঠ : হৈছে, সময় হৈও পাৰ হৈহে গৈছে।
ইন্দ্ৰ : মই কঠ-পাটীবোৰ পাৰি দিওঁগে?
বৈকুণ্ঠ : দিয়কগৈ।
ইন্দ্ৰ : হেৰি নহয়, কি হ'ল জান? মই উমাক মাতিলোঁ, বোলো তয়ো আহ, অকণমান লাগি-ভাগি দিবি। তাই আক' লাজ কৰিছে। [হাঁহি নামঘৰলৈ যায়। কঠ পাৰে। নাম গায়।]
ইন্দ্ৰ : বাপু, সকলো যোগাৰ ঠিক আছে নহয়?
অনন্ত : আছে। সকলো ঠিক আছে। [ইন্দ্ৰ আগলৈ আহে]
ইন্দ্ৰ : হেৰি নহয় বৈকুণ্ঠ।
বৈকুণ্ঠ : কওক দাদা।
ইন্দ্ৰ : সময়তো হ'লেই। এখেতসকল— ?
বৈকুণ্ঠ : এৰা।
ইন্দ্ৰ : তই নহ'লে এটা কাম কৰিবি নেকি?
বৈকুণ্ঠ : কি কওকচোন।
ইন্দ্ৰ : এই ওচৰৰ দুঘৰমানত আকৌ এবাৰ জান দি আহিবি নেকি?
বৈকুণ্ঠ : এৰা। তাকে কৰাই ভাল হ'ব। আপুনি এইফালে অকণমান মন কৰিব দাদা।
ইন্দ্ৰ : মই এইখিনিতে আছোঁ যা। [চিঞৰি] বেছি নালাগে— দুই-তিনি ঘৰত খবৰ দিলেই হ'ব। ক'বি এইফালে চব ৰেডী হৈ আছে। [মাটিত পৰি থকা পাত এটা আঁতৰকৈ পেলাই। গায়কক] হেৰি নহয় বোপা, গোৱাচোন তোমাৰ গীত এটাকে শুনো। ভাল গীত এটা গোৱা। [গায়কৰ ওচৰতে বহে। গায়কে গীত গায়। অলপ গোৱাৰ পিছতে বৈকুণ্ঠ আহে। মুখ মলিন।]
ইন্দ্ৰ : পালিনে কাৰোবাক? [ইন্দ্ৰ দোকানৰ ওচৰত মনে মনে থিয় হৈ থাকে। গান বন্ধ। ইন্দ্ৰ ওচৰ চাপি আহে।]
ইন্দ্ৰ : দিলি খবৰ? কি হ'ল? [বৈকুণ্ঠ নিমাত]
ইন্দ্ৰ : হয়নে বৈকুণ্ঠ? হ'ল কি?
বৈকুণ্ঠ : দাদা।
ইন্দ্ৰ : কি হ'ল নক'ব কিয়?
বৈকুণ্ঠ : ক'বলৈ মোৰ সাহেই হোৱা নাই দাদা। [অনন্ত আগবাঢ়ি আহে]
ইন্দ্ৰ : কি আক' সাহ হোৱা নাই? ক'চোন কি হ'ল?
বৈকুণ্ঠ : আইসকল কোনো নাহে বোলে।
[সকলো নিৰ্বাক]
ইন্দ্ৰ : কোনো নাহে?
বৈকুণ্ঠ : কোনো নাহে। মই পৰহি খবৰ দি আহিলোঁ নহয়? কালি বোলে স্কুলত মিটিং হৈছিল। মিটিঙত ঠিক কৰিছে, এইটো নামঘৰলৈ বোলে আৰু কোনো নাহে।
ইন্দ্ৰ : কিয়?
বৈকুণ্ঠ : অনন্ত বাপুদেৱে বোলে জাত-কুলৰ ঠিক নোহোৱা মদপী অসুৰ এটাৰ ছোৱালী বিয়া কৰাবলৈ

ওলাইছে, চপনীয়া হ'বলৈ ওলাইছে।

ইন্দ্ৰ : কি?

বৈকুণ্ঠ : বাপুদেৱে বোলে লেতেৰা কাম কৰিবলৈ ওলাইছে।

ইন্দ্ৰ : কি?

বৈকুণ্ঠ : তেওঁ থাকে মানে বোলে এই নামঘৰটোলৈ কোনো নাহে।

[ইন্দ্ৰ থিয় হৈ থাকে। লাহে লাহে গৈ নামঘৰৰ মুখত বহেগৈ। লাইট কমি যায়। কেৱল মাটি চাকিকেইটাৰ পোহৰ আৰু ইন্দ্ৰৰ মুখত সময় পাৰ হোৱাৰ লাইট। তাৰ পিছত]

ইন্দ্ৰ : [নামঘৰৰ পাছফাললৈ গৈ চিঞৰি] উমা, এই উমা। ওলাই আহ। মাৰকো মাত।

[সুৰবালা আৰু উমা উধাতু খাই ওলাই আহে]

ইন্দ্ৰ : কাম। কাম উইথ মি। মোৰ লগত নামঘৰলৈ আহা।

সুৰবালা : কি? হ'ল কি?

ইন্দ্ৰ : আজি আমি একেলগে নামঘৰত সোমাম।

উমা : দেউতা।

ইন্দ্ৰ : কাম উইথ মি [নামঘৰলৈ সোমায] যোৱা, সেৱা কৰি লোৱাগৈ। যা উমা দীঘল দি পৰি নামঘৰৰ মজিযাৰ লগত নিজকে এবাৰ মিলাই লোৱা। বুকুৰ ভিতৰত নামঘৰটো পাতি লোৱা।

সুৰবালা : বাপু?

ইন্দ্ৰ : [বুকুত মাৰি] ইনছাইড, ইনছাইড, আজি এই নামঘৰটো বুকুৰ ভিতৰত পাতি লোৱা এই নামঘৰ আৰু নাথাকে। খেমকাৰ পৰা মই দহ হাজাৰ টকা ল'ম। তাৰে এই মজিয়াত মই মানুহ থকা ঘৰ সাজিম। ভাল মানুহ থকা ঘৰ সাজিম। গুড মেন। ভেৰী গুড মেন।

সুৰবালা : হৈছে কি বাপু?

অনন্ত : আইসকলে নামঘৰলৈ নাহোঁ বুলিছে।

সুৰবালা : নাহোঁ বুলিছে?

ইন্দ্ৰ : গোটেই চহৰৰ চুবনিৰ চুৱাপাত মই আৰু ইয়াত গোট খাবলৈ নিদিওঁ। চোৱা চোৱা, বাপু, তুমিও চোৱা। চাহি বৈকুণ্ঠ, এযা পাপৰ ভৰত ভেটিটো কেনেকৈ বহি গৈছে দেখিছা? বাচ। ছেহ। আজিৰ পৰা আৰু এই পাপ নচলিব। কিমান দিন— কিমান দিন সিহঁতে মোৰ দেউতাক ডিষ্টাৰ্ব কৰিলে— [সুৰবালাক] কিমান আমনি কৰিলে দেখিলা? দেখিলা? [সুৰবালা, উমাই চকু মচে] আজিযেই শেষবাৰৰ কাৰণে কান্দি লোৱা। আজিৰ পৰা আৰু আমাক কোনেও কন্দুৱাব নোৱাৰে। দেউতা, আপোনাক আমনি কৰাৰ কাৰণে মই বৰ দুখ পাইছোঁ। বৰ দুখ পাইছোঁ দেউতা। আজিলৈকে একো কৰিব নোৱাৰাৰ কাৰণে মোক ক্ষমা কৰিব। এতিয়াৰ পৰা মই আপোনাক চাম। প্ৰমিজ দেউতা, প্ৰমিজ। আজিৰ পৰা আৰু আপোনাৰ অশান্তি নহয় দেউতা। আপুনি শান্তিৰে শুব পাৰিব। [থাপনাৰ আগত দীঘল দি পৰেগৈ]

কথা দিছোঁ দেউতা, কথা দিছোঁ।

[সুৰবালা আৰু উমায়ো দুয়ো কাষে সেৱা কৰে। লাইট কমি আহে। বাপুদেউ থিয় হৈ থাকে। গায়কে আধাখিনিতে শেষ কৰা গীতটো আকৌ আৰম্ভ কৰে।]

---

# পৰমানন্দ

**চৰিত্ৰ পৰিচয়** ————————————

**পুৰুষ ঃ**

১। দত্ত (এছ্ পি)
২। চৌধুৰী (ডি এছ্ পি)
৩। মদন (পৰিদৰ্শক)
৪। কমিছনাৰ
৫। চিপাহী
৬। নেতা
৭। সিং
৮। অধিকাৰী
৯। ৰাহুল
১০। বলীনাৰায়ণ
১১। ৰাতুল
১২। কেমেৰামেন
১৩। তালুকদাৰ
১৪। মৃদুল

**নাৰী ঃ**

১। শ্ৰীমতী অধিকাৰী
২। ৰেণু
৩। গীতা
৪। ৰেৱতী

# দৃশ্য ঃ ১

## মঞ্চ ঃ ১

[ৰাতি প্ৰায় এঘাৰ বাজিছে। অধিকাৰীৰ ঘৰৰ দেৱালৰ এটা অংশ দেখা যায়। এখন লোহাৰ গে'ট দেখা যায়। দূৰৰ ষ্ট্ৰীট লাইটৰ ক্ষীণ পোহৰ। ঝিলিয়ে মাতি আছে। অলপ পিছত জীপগাড়ীৰ হে'ড লাইটৰ পোহৰ। গাড়ীৰ শব্দ। গাড়ীখন ৰযহি। (আঁৰতো ৰ'ব পাৰে) এছ পি দত্ত আৰু ডি এছ পি চৌধুৰী গাড়ীৰ পৰা নামি আহে। আৰু এখন গাড়ী ৰোবাৰ শব্দ। দত্তই গে'টখনৰ ভিতৰলৈ আৰু ইফালে-সিফালে চায়। তেওঁ সন্মুখলৈ আহে। ইখন গাড়ীৰ পৰা মদন (ইন্সপেক্টৰ) নামি আহে। তেওঁ অলপ দূৰত থিয় হৈ থাকে।]

দত্ত ঃ [চৌধুৰীক। অলপ চেপা মাতেৰে] ঘৰটোৰ পাছফালৰ ৰাস্তাটোত আমাৰ মানুহে পজিছন ল'লে নে?

চৌধুৰী ঃ ল'লে ছাৰ। ইন্সপেক্টৰ ইছলামক চাৰ্জত থৈছোঁ। সিটো মূৰে এ এছ আই ৰঞ্জিৎ থাপা আছে।

দত্ত ঃ সকলো ঠিক আছে নে সুধি লওকচোন।

চৌধুৰী ঃ ভাল ছাৰ। মদন, ইছলামক কনট্ৰেক্ট কৰাচোন।

মদন ঃ ভাল ছাৰ [ তেওঁ হাতত থকা ৱাযাৰলেছ ছে'টটো অন কৰে] ইছলাম? ধৰিব। ডি এছ পি ছাৰে কথা পাতিব।

চৌধুৰী ঃ [ৱাযাৰলেছ ছে'টটো লৈ] ইছলাম?
— সকলো ঠিকে আছে?
— এলাৰ্ট হৈ থাকিবা।

দত্ত ঃ [ওচৰলৈ আহি] ৰাস্তাইদি অহা-যোৱা কৰা—

চৌধুৰী ঃ [ইছলামক] এক মিনিট। [দত্তক] ইয়েছ ছাৰ?

দত্ত ঃ তেওঁক কৈ থওক, ৰাস্তাইদি অহা-যোৱা কৰা মানুহে যেন এবনৰ্মেল, অস্বাভাৱিক ধৰণৰ কিবা এটা হৈছে বুলি সন্দেহ নকৰে।

চৌধুৰী ঃ সেইটো মই তেওঁক অফিচতে ভালকৈ বুজাই কৈছোঁ ছাৰ।

দত্ত ঃ গুড।

চৌধুৰী ঃ [ইছলামক] ইছলাম! মই যে কৈছিলোঁ দেৱালখনৰ— সেই পইন্টটোলৈ ভালকৈ মন কৰি থাকিবা আৰু কিবা দেখিলেই তৎক্ষণাত আমাক জনাবা। অ'ভাৰ।

দত্ত ঃ আহক তেনেহ'লে, আমি আৰম্ভ কৰোঁ?

চৌধুৰী ঃ ভাল ছাৰ। [বাহিৰলৈ চাই] সিং!

সিং ঃ [সোমাই আহি] ছাৰ।

চৌধুৰী ঃ তুমি গে'টখনৰ পৰা বেছি দূৰলৈ নাযাবা।

সিং ঃ ভাল ছাৰ।

চৌধুৰী ঃ মদন, তোমালোক পাছে পাছে— অলপ দূৰে দূৰে আহি থাকিবা। [তেওঁ গে'টখনৰ ওচৰলৈ

যায়। ভিতৰলৈ চায। তলাটোত ধৰি জোকাৰে।]

বলীনাৰায়ণ : [Off voice] কোন? [চৌধুৰীয়ে তলাটো আকৌ জোকাৰে]

বলীনাৰায়ণ : [Off voice] কোন? [গে'টৰ সিফালৰ পৰা সোমাই আহে।] কোন? [কুকুৰৰ ভুকনি]

চৌধুৰী : তুমি কোন? চকীদাৰ নেকি?

বলীনাৰায়ণ : নহয়, মই ইয়াতে থাকোঁ।

চৌধুৰী : ইয়াতে মানে?

বলীনাৰায়ণ : এই সৰু ঘৰটোতে থাকোঁ।

চৌধুৰী : দাৰোৱান নেকি?

বলীনাৰায়ণ : নহয়, ঠিক দাৰোৱানো নহয। গে'ট, বাগান, বাহিৰ, ভিতৰ চব চোৱা-চিতা কৰোঁ।

চৌধুৰী : পুৰণি মানুহ যেন পাইছোঁ?

বলীনাৰায়ণ : পুৰণিযেই। এঘাৰ বছৰ হ'ল।

চৌধুৰী : অকলে থাকা নে?

বলীনাৰায়ণ : নহয, মোৰ পৰিবাৰো ইয়াতে থাকে।

চৌধুৰী : তোমাৰ নামটো?

বলীনাৰায়ণ : আচল নাম বলীনাৰাযণ। পিছে এওঁলোকে বেছিভাগ সময়ত বলিয়া বুলিযেই মাতে।

চৌধুৰী : বলিযা? কিয?

বলীনাৰায়ণ : মই বোলে বৰ বেছিকৈ বকি থাকোঁ। সেই কাৰণে।

চৌধুৰী : হয নেকি? বাৰু বলী, পিছত আৰু কথা পাতিম। এতিয়া গে'টখনৰ তলাটো খুলি দিযাচোন।

বলীনাৰায়ণ : আপোনালোক?

চৌধুৰী : আমি ভিতৰলৈ যাওঁ। অধিকাৰী চাহাবক লগ পাব লাগে।

বলীনাৰায়ণ : আপোনালোকৰ চিনাকিটো দিলে মই ছাৰক সুধি আহিবগৈ পাৰোঁ।

চৌধুৰী : তুমি সুধি আহিবগৈ নালাগে। আমি পুলিচৰ মানুহ।

দত্ত : তোমাৰ ছাৰ মোৰ চিনাকি মানুহ। তলাটো খুলি দিয়া।

বলীনাৰায়ণ : [ৰৈ] মই সুধি আহোঁগৈ। [যাব খোজে]

চৌধুৰী : ৰ'বা বলী।

বলীনাৰায়ণ : মই এতিযাই আহিম—।

চৌধুৰী : [চেপা সুৰৰ ধমকি] শুনা। [বলীনাৰায়ণ ভয়ে ভয়ে ওচৰলৈ আহে।] তলাটো খুলি দিয়া। [বলীনাৰায়ণ ৰৈ থাকে] সিং। [সিং ওচৰ চাপি আহে। চৌধুৰীয়ে ইংগিত দিয়ে— গে'ট পাৰ হ'বলৈ] যোৱাচোন। [সিং গে'টত উঠিব খোজে।]

বলী : তেনেহ'লে ছাৰ, ইয়াতে মই থকা ঘৰটোতে টেলিফোন মাছে, আপোনালোকে টেলিফোনত ছাৰৰ লগত কথা পাতি লওক।

চৌধুৰী : নালাগে। তলা খোলা।

বলীনাৰায়ণ : মোক ছাৰ, ছাৰে গালি পাৰিব। ৰাতি ন বজাৰ পিছত খবৰ নিদিয়াকৈ কাকো—

দত্ত : তুমি চিন্তা নকৰিবা। তুমি যাতে গালি নোখোৱা তাৰ ব্যবস্থা আমি কৰিম। তুমি আমাৰ কথা মতে কাম নকৰিলেহে বিপদ হ'ব। তোমাৰো— তোমাৰ ছাৰৰো। [গম্ভীৰ মাতেৰে] খোলা। [বলীনাৰায়ণে তলা খোলে। সিং নামি আহে। বলীয়ে গে'টখনৰ এপাত টানি খুলি দিয়ে।]

চৌধুৰী : চাওঁ, চাবিটো দিয়া।
চৌধুৰী : [ধমকি] চাবিটো দিয়া। [বলীয়ে ভয়ে ভয়ে চাবিকোছা দি দিয়ে।] সিং।
সিং : ছাৰ।
চৌধুৰী : এইকোছা ৰাখা। আমাৰ কাম শেষ নোহোৱালৈকে এওঁ তোমাৰ লগতে থাকিব।
বলীনাৰায়ণ : ছাৰ—।
চৌধুৰী : [সিঙক] এওঁৰ ঘৰলৈকে যোৱা। এওঁৰ পৰিবাৰৰ ওপৰতো চকু ৰাখিবা। তোমাৰ ল'ৰা-ছোৱালীও আছে নেকি?
বলীনাৰাযণ : আছে। দুটা। সিহঁত এতিয়া মোমায়েকৰ ঘৰত আছে।
চৌধুৰী : ভাল কথা। এতিয়া তুমি এওঁৰ লগত যোৱা। কুকুৰটোক চম্ভালি ৰাখাগৈ। সি যেন আমাৰ কাৰো একো অপকাৰ কৰিব নোৱাৰে, আৰু অনবৰত যেন ভুকিও নাথাকে।
[বলীনাৰায়ণ আৰু সিং সোমাই যায়। কুকুৰৰ ভুকনি বেছি হয়।]
চৌধুৰী : [দত্তক] আহক ছাৰ।
দত্ত : ব'লক।
[দত্ত গে'টৰ মাজেদি ভিতৰলৈ সোমাই যায়। পাছে পাছে চৌধুৰী।]
চৌধুৰী : [উভতি] তোমালোকো আহা। তিৰাবীহঁতক কোৱা— তেওঁলোক বাৰাণ্ডাতে থাকিব, মাতিলে সোমাই যাব। [চৌধুৰী যাযগৈ। পাছে পাছে মদন আৰু দুজন পুলিচৰ মানুহ সোমাই যায়।]
[মঞ্চ লাহে লাহে অন্ধকাৰ হয। আঁৰকাপোৰ লাহে লাহে নামে। কুকুৰৰ ভুকনি আৰু ঝিলিৰ মাত লাহে লাহে নাইকিয়া হয।]

## মঞ্চ : ২

[অধিকাৰীৰ সুদৃশ্য ড্ৰয়িং ৰুম। ক্ষীণ পোহৰ। মিউজিকেল কলিং বে'ল বাজে। অলপ পিছত আৰু এবাৰ বাজে। অধিকাৰী সোমাই আহে। এটা ছুইচ টিপে। কোঠাটো অলপ পোহৰ হয়। তেওঁ দুৱাৰ খুলি দিয়ে। দত্ত আৰু চৌধুৰী আহে। অধিকাৰীয়ে ভালকৈ চায়।]

দত্ত : গুড ইভিনিং অধিকাৰী।
[অধিকাৰীয়ে আৰু এটা লাইটৰ ছুইচ টিপি দিয়ে। কোঠাটো উজ্জ্বল হৈ পৰে।]
অধিকাৰী : গুড ইভিনিং। কিন্তু এতিয়া বৰ বেছি ইভিনিং হৈ থকা নাইনে কি। আপুনি ইয়াৰ এছ পি দত্ত নহয় জানো?
দত্ত : হয়। আৰু এওঁ পংকজ চৌধুৰী— ডি এছ পি। বাহিৰত আমাৰ লগৰ আৰু কেইজনমান আছে।
অধিকাৰী : বহক। মই শুইছিলোঁ। সাধাৰণতে মই সোনকালে শোওঁ। কাৰণ— মই—
দত্ত : উই আৰ ছৰী অধিকাৰী।
অধিকাৰী : এটা খবৰ দি অহা হ'লে, অন্ততঃ টেলিফোন কল এটা—
দত্ত : আকৌ কৈছোঁ অধিকাৰী, ইউ আৰ ছৰী। খবৰ দিবলৈ আমাৰ উপায় নাছিল।
অধিকাৰী : কিবা জৰুৰী কথা আছিল নেকি?
দত্ত : হয়, জৰুৰী কথা। আপোনাৰ ল'ৰা মৃদুল অধিকাৰী—

অধিকাৰী : হয়—
দত্ত : প্ৰথমতে তেওঁক লগত পাব লাগিছিল।
অধিকাৰী : হয় নেকি? কিন্তু মৃদুল, মৃদুলতো ঘৰত নাই।
দত্ত : ক'লৈ গ'ল?
অধিকাৰী : কেইদিনমানৰ আগতে যি ৰঙামাটি বাগিচালৈ গ'ল।
দত্ত : কিন্তু আমি পোৱা খবৰ মতে তেওঁতো আজি উভতি আহিছে।
অধিকাৰী : উভতি আহিছে? কোনে ক'লে? মইতো গম পোৱা নাই। আজি ৰাতি ভাত খাবৰ সময়তো আমি তাৰ কথা পাতিছোঁ।
দত্ত : আপোনালোক শোৱাৰ পিছতো তেওঁ আহিব পাৰে।
অধিকাৰী : সেইটো অৱশ্যে হয়। সি কেতিয়াবা ৰাতি পলমকৈ ঘৰলৈ আহে। ৰ'বচোন, মই খবৰ কৰোঁ।
দত্ত : নাই নালাগে। আমি নিজেই তেওঁৰ খবৰ কৰিম। আপোনালোকৰ অলপ কষ্ট হ'ব, তথাপি— আপোনালোকে আমাক আজি ৰাতি অলপ সহায় কৰিব লাগে।
অধিকাৰী : মানে?
দত্ত : মানে — আমি এটা এনকোযাৰীৰ কামত আহিছোঁ। মৃদুল অধিকাৰীকো বিচাৰিব লাগে আৰু এই ঘৰটোত খানাতালাচ কৰিব লাগে।
অধিকাৰী : ঘৰটো খানাতালাচ?
দত্ত : হয়।
অধিকাৰী : কথাটো কি?
দত্ত : একেবাৰে চমুকৈ কথাটো হ'ল, আমি খবৰ পাইছোঁ— মৃদুল অধিকাৰীযে এইটো ঘৰত কিছুমান বিদেশী অস্ত্ৰ-শস্ত্ৰ— মানে পিষ্টল, ৰিভলভাৰ, গুলী আদি গোটাইছে আৰু এই ঘৰটোৰ পৰা এটা গোপন অফিচ চলাই আছে।
অধিকাৰী : আপোনালোকে এইবোৰ খবৰ ক'ত পালে?
দত্ত : আমাৰ বহুত source আছে। সেইবোৰৰ পৰা পাইছোঁ।
অধিকাৰী : সেইবোৰ বিশ্বাস কৰিব পৰা খবৰ হয়নে? বহুত খবৰ বহুত Source অৰ পৰা আহি থাকে, কিন্তু সেইবোৰৰ ওপৰত ভিত্তি কৰি— এই মাজ ৰাতি— আমাৰ ঘৰ খানাতালাচ কৰিব, এইটোতো বৰ অদ্ভুত কথা। এইবোৰ সিদ্ধান্ত কোনে লৈছে?
দত্ত : চৰকাৰেই লৈছে। চৌধুৰী।
চৌধুৰী : ছাৰ!
দত্ত : কাগজখিনি এখেতক দেখুৱাই দিয়ক।

[চৌধুৰীয়ে জেপৰ পৰা নটিছ এখন উলিয়াই অধিকাৰীক দিয়ে। অধিকাৰীয়ে এটা লাইটৰ ওচৰলৈ গৈ পঢ়ে। চছমাযোৰ ঠিক কৰি লয়। পটি থাকোঁতেই শ্ৰীমতী অধিকাৰী আহে।]

শ্ৰীমতী : কিনো হৈছে?— হয়নে?
অধিকাৰী : [অলপ পিছত] তুমি আকৌ কিয় আহিলা? তুমি শুই থাকাগৈ যোৱা।
শ্ৰীমতী : হৈছেনো কি? [বৈ। দত্তইতক] আপোনালোক ক'ৰ পৰা আহিছে?
চৌধুৰী : আমি ইয়াৰে। এটা কামত আহিছোঁ।
অধিকাৰী : [অসহিষ্ণু]— এইবোৰ কথা আপোনালোকৰ হোম মিনিষ্টাৰে জানে নে নাজানে? তেওঁ

এইবোৰ কাগজ দেখিছে নে নাই? [কাগজখন ওভোতাই দিয়ে।]

দত্ত : দেখিছো।

অধিকাৰী : দেখিছে? তেওঁ এইটো কাৰ ঘৰ, কেনেকুৱা ঘৰ, সেইবোৰ জানে নে নাজানে?

দত্ত : বোধকৰোঁ জানে। সেই কাৰণেই বোধকৰোঁ— তেখেতে এই কামটো আমাক কৰিবলৈ কৈছে। গোপনে। কথাবোৰ মিছা বুলি প্ৰমাণ কৰি এই অতি সম্ভ্ৰান্ত ঘৰখনক অযথা অপবাদ আৰু সন্দেহৰ পৰা মুক্তি দিয়াই বোধকৰোঁ তেখেতৰ— মানে চৰকাৰৰ, আৰু ব্যক্তিগতভাৱে আমাৰো একান্ত ইচ্ছা।

অধিকাৰী : সেইবোৰ পিছৰ কথা, কিন্তু আমাৰ ঘৰত পুলিচ সোমাল, পুলিচে আমাৰ ঘৰ খানাতালাচ কৰিলে— এই বদনামটোৰ কি হ'ব?

দত্ত : সেই বদনামটো, —এতিয়া যিমান বদনামৰ মাজত এই ঘৰখন ডুবি আছে বুলি মানুহে সন্দেহ কৰে, তাৰ তুলনাত অতি তুচ্ছ।

অধিকাৰী : [অধৈৰ্য] মানে?

দত্ত : মানে— আপোনাক ক'লোঁৱেই— আমি বহুত ছ'ৰ্চৰ পৰা বহুত খবৰ পাইছোঁ। সেইবোৰ আপোনালোকৰ কাৰণে বৰ সদনামৰ খবৰ নহয়। এতিয়া সেইবোৰ কথা আলোচনা কৰি— মোৰ বোধেৰে একো লাভ নাই। তাতকৈ আমি সোনকালে আমাৰ কাম আৰম্ভ কৰোঁ, আৰু খবৰবোৰ সোনকালে মিছা বুলি প্ৰমাণিত হওক। চৌধুৰী।

চৌধুৰী : ছাৰ।

দত্ত : এওঁলোকক আহিবলৈ কওক। আৰু আপুনি বাহিৰৰ কামখিনি অৰ্গেনাইজ কৰকগৈ।

চৌধুৰী : [কাষলৈ গৈ] মদন, আহা। তেৱাঁহঁতকো মাতা।

[চৌধুৰী ওলাই যায়। মদন আৰু দুজন এছ আই ৰেংকৰ মানুহ সোমাই আহে। এওঁলোক পুলিচৰ মাজত আছে।]

শ্ৰীমতী : [ভয়াৰ্ত] আপোনালোকে কি কৰিব খুজিছে?

অধিকাৰী : [খং] তুমি যোৱা, ইহঁত এটাইখনকে দেখুৱাই দিয়াগৈ। ক'বা— পুলিচে আমাৰ ঘৰ খানাতালাচ কৰিব।

শ্ৰীমতী : কি?

অধিকাৰী : [দত্তক] আমি কি কৰিব লাগিব দত্ত?

[শ্ৰীমতী অধিকাৰী বেগেৰে সোমাই যায়। ভিতৰত তেওঁ ডাঙৰকৈ মাতে— ৰাহুল। মই ৰাহুল।]

অধিকাৰী : কওক আমি কি কৰিব লাগিব?

দত্ত : কেৱল আমাক সহায় কৰিব লাগিব। কেনেকৈ সহায় কৰিব লাগিব, আমি কৈ থাকিম।

অধিকাৰী : তাতকৈ আমি এটাইখন ওলাই যাওঁ, ঘৰটো আপোনালোকক এৰি দিওঁ—

দত্ত : নহয় নহয়, আপোনালোক যেন কোনো ক'লৈকো নাযায়। সকলো যেন আমাৰ সন্মুখতে থাকে। সেইটোও অত্যন্ত প্ৰয়োজনীয়। ইয়াত কোন কোন থাকে?

অধিকাৰী : আমি হাল, ডাঙৰ ল'ৰা দুটা, বোৱাৰী দুজনী আৰু সৰুটো— মৃদুল— এতিয়া সি ঘৰত নাই বুলিয়েই মই জানো।

দত্ত : সেইটো বাৰু আমিও check কৰি চাম। যদি ঘৰত নাই, তেন্তেহ'লে তেওঁ এতিয়া আৰু

সোমাব নোৱাৰে, আৰু যদি আছে, তেনেহ'লে ওলাব নোৱাৰে। এতিয়া অলপ সময়ৰ কাৰণে আপোনালোকৰ সকলোকে এইটো কোঠালিলৈকে মাতকচোন। মদন। দুৱাৰ।

দত্ত : প্ৰথমে আপুনিয়ে যাওকচোন, সকলোকে মাতি আনকগৈ। যাওক অধিকাৰী। [বৈ] আশাকৰোঁ আপোনালোকে আপত্তি নকৰিব।

অধিকাৰী : [অস্বাভাৱিক সুৰত— ডাঙৰকৈ]— নাই নাই নাই। আপত্তি কিহৰ? আপোনালোকৰ যি ইচ্ছা। যি ইচ্ছা কৰি যাওক। ধৰি লওক এইটো আমাৰ ঘৰ নহয়, আপোনালোকৰে ঘৰ। যাওক, সেইখন দুৱাৰেদি সোমাই যাওক।

[মদন দুৱাৰৰ ফালে আগবাঢ়ে। এনেতে সেইফালৰ পৰা ৰাতুল সোমাই আহে।]

ৰাতুল : কি হৈছে দেউতা? [এওঁ নিজৰ কমত মদ খাবলৈ আৰম্ভ কৰিছিল]

দত্ত : এখেত?

অধিকাৰী : ই মোৰ মাজু ল'ৰা। ৰাতুল। [ৰাতুলক] ইহঁত ৰাহুলহঁত উঠিছে নে নাই? [ডাঙৰকৈ] ৰাহুল। ৰাহুল উঠিলিনে? [সকলৈ ৰাতুলক] গীতাই সাৰ পাইছেনে?

ৰাতুল : আমি শোৱাই নাই। কিন্তু হৈছে কি?

অধিকাৰী : মাত, গীতাহঁতক ইয়ালৈ মাত। গীতা। গীতা।

ৰাতুল : কিয়? কথাটো কি দেউতা।

অধিকাৰী : এখেতসকলে আমাৰ ঘৰৰ সকলোকে একেলগে চাব খুজিছে।

ৰাতুল : কিয়? [বৈ থাকে।] [লাহে লাহে অন্ধকাৰ]

ৰাতুল : কিয়?

অধিকাৰী : আমাক একেলগে চাব। কোন কোন আছে, সেইটো ৰেকৰ্ড কৰিব, আৰু কোনো যাতে পলাব নোৱাৰোঁ, তাৰ ব্যৱস্থা কৰিব। [দত্তক] কথা সেইটোৱেইটো?

দত্ত : ঠিক তেনেকুৱা নহয়, কিন্তু— [ওপৰত ৰাহুল, ৰেণু আৰু গীতাক দেখা যায়। ৰাহুল নামি আহে।]

অধিকাৰী : প্ৰায় তেনেকুৱাই। সৌৱা আহিছে। এইটো মোৰ ডাঙৰ ল'ৰা— ৰাহুল।

দত্ত : নমস্কাৰ।

ৰাহুল : নমস্কাৰ।

অধিকাৰী : সৌৱা ৰৰবোৱাৰী ৰেণু, আৰু সৌৱা মাজুবোৱাৰী গীতা। [ৰেণু আৰু গীতাই নিঃশব্দে হাতযোৰ কৰে।]

অধিকাৰী : ডাঙৰ ল'ৰাৰ ল'ৰা-ছোৱালীহাল বুলু আৰু বন্তি— সাত বছৰ, পাঁচ বছৰ— সিহঁতকো জগাই আনিমনে?

দত্ত : নালাগে।

অধিকাৰী : ৰান্ধনী, বনকৰা ল'ৰা, ড্ৰাইভাৰ— আগফালে গে'টৰ ওচৰত থকা বলীনাৰায়ণ, তাৰ ঘৈণীয়েক ৰেৱতী—

দত্ত : এতিয়া থাকক, দৰকাৰ হ'লে মাতিম।

অধিকাৰী : ঠিক আছে তেনেহ'লে, আমি চাই থাকোঁ, আপোনালোকে আৰম্ভ কৰক।

দত্ত : ধন্যবাদ।

[অন্ধকাৰ]

[Casting]

## মঞ্চ ঃ ১

[অধিকাৰীৰ শোৱনি কোঠা। অন্যান্য বস্তুৰ লগতে এটা বৰবাকচ আছে। মদন আৰু দুজন পুলিচৰ মানুহে কোঠাটোৰ বস্তুবোৰ টনা-টনি কৰিছে। বেৰত খুন্দিয়াই চাইছে। শেষত বৰবাকচটো বেৰৰ কাষৰ পৰা আঁতৰাই আনে। কোঠাটোত অধিকাৰী, শ্ৰীমতী অধিকাৰী, ৰাহুল, দত্ত আৰু চৌধুৰীও আছে। বৰবাকচটো টানি শেষ হোৱাৰ লগে লগে সংগীত সৰু হৈ যায়।]

শ্ৰীমতী ঃ বস্তুবোৰনো এনেকৈ থানবান কৰিব লাগে নে? বৰবাকচটো কিয় আঁতৰাইছে?

চৌধুৰী ঃ নাই এনেযে। আমাৰ কাম কৰা নিয়মটোৱেই এনেকুৱা। আলমাৰিৰ চেপ, বাকচৰ তলি— চুক-কোণ, বেৰ, চিলিং সকলো চাব লাগে। এই বৰবাকচৰ তলাটোৰ চাবি?

অধিকাৰী ঃ সেইটোও খুলিব লাগিব নেকি?

চৌধুৰী ঃ হয়।

শ্ৰীমতী ঃ সেইটো আকৌ কিয় খুলিব লাগিছে? আমি নিজেই সেইটো নোখোলোঁ। ছমাহ-বছেৰেকৰ মূৰতহে কেতিয়াবা—

চৌধুৰী ঃ আজি খোলকচোন বাৰু।

অধিকাৰী ঃ [অলপ পিছত] খুলিবলৈ কৈছে— খুলি নিদিয়া কিয়?

শ্ৰীমতী ঃ [খং] খোলক তেনেহ'লে আপুনিযেই'। মোক কৈছে কিয়?

অধিকাৰী ঃ চাবিকোছা ক'ত আছে?

শ্ৰীমতী ঃ আপুনিহে জানে ক'ত আছে?

অধিকাৰী ঃ ইযাৰ আগৰবাৰ বাকচটো খোলোঁতে তোমাক দিছিলোঁ নহয় হ'বলা।

শ্ৰীমতী ঃ [গোজোৰা মাৰি] নাই দিয়া মোক।

অধিকাৰী ঃ [নিজকে কোৱাৰ নিচিনাকৈ] হয় নেকি? কোটৰ জেপতে থাকিল হ'বলা। [চৌধুৰীহঁতক] আপোনালোক অকণমান ৰ'ব। [তেওঁ চাবি বিচাৰি ওলাই যায।]

দত্ত ঃ [বৰবাকচটোৰ ওচৰ চাপি আহি, একেবাৰে ঘৰুৱা সুৰত] আপোনালোকৰ এই বৰবাকচটো দেখি মোৰ আমাৰ ঘৰৰ কথা মনত পৰিছে। আমাৰ মাৰো এনেকুৱা, প্ৰায় ইমান ডাঙৰেই হ'ব, বৰবাকচ এটা আছিল। ৰংটো এনেকুৱাই— অলপ ক'লাৰ নিচিনা আছিল। আমি ঘৰতে সেইটোৰ ওপৰত উঠি ধেমালি কৰিছিলোঁ। তাৰ ওপৰত কেতিয়াবা শুইছিলোঁও। বাকচটোৰ ভিতৰত কি আছে চাবলৈ ডিঙি মেলিলেই মাই আমাক ডবিয়াই আঁতৰলৈ যাবলৈ কৈছিল। বাকচটোৰ চাবিটো মাই কাকো নিদিছিল। লুকুৱাই থৈছিল।

শ্ৰীমতী ঃ তেখেতসকল ভাগ্যৱতী আছিল।

দত্ত ঃ কিয়? কিয় তেনেকৈ ক'লে?

শ্ৰীমতী ঃ এইটোও মোৰ শাহুআয়ে মোক সজাই দিয়া বৰবাকচ আছিল। শাহুআযে নিজ হাতে এইটো বাকচৰ চাবি মোৰ হাতত গতাই দিছিল। আজি পালেনে আপোনালোকে চাবিটো মোৰ হাতত? কেতিযাবা পুলিচে আপোনালোকৰ বৰবাকচটো খুলিবলগীয়া হৈছিল নে? [অধিকাৰী আহে]

অধিকাৰী ঃ এঃ কথাহে'। পালোঁ নহয় চাবিটো'। এনেয়ে চিএৰ-বাখৰ কৰা কিয়?

শ্ৰীমতী : [আৰু বেছি খং] কিহৰ এনেযে? আজি মোৰ এই দুকুৰিবছৰীয়া শোৱনি কোঠাত পুলিচ সোমাবলগীয়া হ'ল কিয়? [নিস্তব্ধ। অলপ সময়।]

চৌধুৰী : খোলকচোন তলাটো। [চৌধুৰীয়ে নিঃশব্দে তলাটো খুলি দিয়ে।]

অধিকাৰী : [আঁতৰি আহি] পুলিচে পুলিচৰ কাম কৰিবই। কৰক দিয়া। মইতো তোমাৰ শোৱনি কোঠালৈ পুলিচ মাতি অনা নাই?

শ্ৰীমতী : মাতি অনা নাই বুলিলে নহ'ব নহয়। এখেতসকল চখত আহিছে নেকি? সুবিধা কৰি দিলে শগুণ পৰিবই।

ৰাহুল : মা তই মনে মনে থাকচোন। সেইবোৰ কথা কিয় কৈছ?

শ্ৰীমতী : কি কৈছোঁ?

ৰাহুল : সেইবোৰ, শগুণ-চগুণ—

শ্ৰীমতী : মই এখেতসকলক কোৱা নাই নহয়। আপোনালোকে বেযা নাপাব। মই আপোনালোকক শগুণ বোলা নাই। এই ঘৰখনকহে মৰিশালি বুলিছোঁ।

দত্ত : নাই নাই, আমি বেযা নাপাওঁ। বেযা-চেযা নেপোৱাকৈ গালি-শপনি, ঠাট্টা- মস্কৰা, ডাবি-ধমকি, এইবোৰ হজম কৰাও কেতিযাবা আমাৰ ডিউটীৰ ভিতৰতে পৰে। আহক, ডিউটীকে কৰোঁ।

ৰাহুল : মা তই আমাৰ ৰুমলৈকে ব'ল।

দত্ত : নালাগে। এইটো তেখেত থকা কোঠালি, তেখেতৰ বয-বস্তু, আলমাৰি, বৰবাকচ সকলো ইযাতে আছে, গতিকে আমি ইযাত থকালৈকে তেখেত ইযাতে থাকক। বাকচটো খোলক চৌধুৰী।

[ৰাহুল ওলাই যায।]

অকণমান সময—নিস্তব্ধ। তাৰ পিছত অতি মৃদু— কিবা মনত পৰাৰ নিচিনা সংগীত।

দত্ত : [বাকচৰ ভিতৰলৈ চাই আঁতৰি আহে]
আমাৰ মাৰ বৰবাকচটো খুলিলেই কি যে অদ্ভুত গোন্ধ এটা নাকত লাগিছিল।

চৌধুৰী : কিবা আতৰৰ গোন্ধ নেকি ছাৰ?

দত্ত : নহয় নহয়, আতৰ, ছেণ্ট, সেইবিলাকৰ লগত মাৰ সম্পৰ্কই নাছিল। বৰ বেছি নেপথেলিন বলকেইটামান। কিন্তু কাপোৰ, গহনা, ভাগৱত পুথি, ৰূপৰ বঁটা, মাটিৰ দলিল, এইবোৰৰ মাজৰ পৰাই নো কেনেকৈ সেই গোন্ধটো ওলায— ভাবিলে অবাক হ'ব লাগে বুইছে!

অধিকাৰী : [অলপ পিছত] এইটো বাকচত সেই গোন্ধটো পাইছে নে? [এইখিনিতে music fades out]

দত্ত : নাই— মানে, এটি গোন্ধ পাইছোঁ, কিন্তু ঠিক সেই গোন্ধটো পোৱা নাই। আৰু আচল কথা হ'ল কি—মোৰ বোধেৰে প্ৰত্যেকটো বৰবাকচৰে, প্ৰত্যেকজনী মাকৰে এটা নিজৰ গোন্ধ থাকে।

অধিকাৰী : এইটোৰ ঢাকনিখন খোলোঁতে কফিনৰ ঢাকোন খোলা যেন গোন্ধ পাইছে নেকি? নে হস্পিতালৰ মৰ্গৰ নিচিনা গোন্ধ পাইছে? [হঠাতে ডাঙৰকৈ হাঁহে]

দত্ত : নাই নাই, তেনেকৈ কিয কয?

অধিকাৰী : [আকৌ হাঁহে]

শ্ৰীমতী : [ধমক] আপুনি বলিয়া হৈছে নেকি? [নিস্তব্ধ]

চৌধুৰী : চাওঁ মদন, এই কাপোৰখিনি ইয়াৰ পৰা উলিয়াই সাৱধানে বিছনাখনত থৈ যোৱাচোন। জাপ নাভাঙিবা।

শ্ৰীমতী : বস্তুবোৰ বাকচটোৰ পৰা উলিযাই উলিযাই চাব নেকি?

চৌধুৰী : হয। এওঁলোকে কেৱল উলিয়াইহে দিব, কাপোৰৰ জাপৰ মাজত কিবা আছে নে, আমি নিজে চাম। খেলিমেলি নকৰোঁ। সোনকাল কৰা। [পুলিচৰ মানুহবিলাকে বৰবাকচৰ পৰা বস্তু উলিয়াই বিছনাত থয়। দূৰত কাম কৰি থকা এটা চিপাহীৰ হাতৰ পৰা এছট্ৰে' এটা পৰে।]

চৌধুৰী : এই ' কি পেলাইছা? সাৱধানে।

দত্ত : এইবিলাক একেবাৰে নতুন কাপোৰ।

শ্ৰীমতী : হয।

দত্ত : এইখনত জাপানী লেবেল লাগিযেই আছে। এটাইবিলাক বিদেশী কাপোৰ নেকি?

শ্ৰীমতী : এটাইবিলাক নহয়।

অধিকাৰী : দেশীও আছে। কাশ্মীৰী, বেনাৰছী, কাঞ্জিভৰাম, নগা, মণিপুৰী—

দত্ত : ইণ্টাৰেষ্টিং।

অধিকাৰী : কিয? ইণ্টাৰেষ্টিং কিয? মোৰ আইৰ দিনৰ বৰপেৰা কাৰণে আপুনি ইয়াত কেৱল মেজাংকৰী মুগা-পাট-গামখাৰু, দুগদুগী এইবোৰ আশা কৰিছিল নেকি?

দত্ত : নহয নহয। সেই কাৰণে নহয। আমাৰ এওঁ— মানে মোৰ শ্ৰীমতীয়ে পাঞ্জাবী মহিলা এগৰাকীৰ পৰা মাজে মাজে কাপোৰ কিনে। সেই মানুহগৰাকীযে নিজৰ শোৱাকোঠাতে দুটা ডাঙৰ-ডাঙৰ ট্ৰাংক নতুন কাপোৰেৰে ঠাহ খুৱাই থয। সেই ট্ৰাংক দুটাই তেওঁৰ দোকান। ইমানবোৰ নতুন কাপোৰ দ'ম হৈ থকা দেখি মোৰ তেওঁৰ কথা মনত পৰিছিল।

অধিকাৰী : নাই নাই, আমাৰ এওঁ তেনেকুৱা বিজিনেছত নাই। এওঁ নেবেচেও, নিকিনেও।

দত্ত : নিকিনে যদি এইবোৰ ক'ত পায?

অধিকাৰী : [হঠাতে ডাঙৰকৈ হাঁহি] আপুনি সাংঘাতিক মানুহ। শব্দ এটি পালেই ধৰি লয়। ঠিক পুলিচৰ মানুহ! নিকিনে মানে— [সুৰ মিলাই] হেৰি নহয়, আপোনালোকে অস্ত্ৰ-শস্ত্ৰ গোপনে চলোৱা অফিছ, এইবোৰৰ খবৰ কৰাৰ কথাহে কৈছিল। যদি প্ৰয়োজন নাই, তেনেহ'লে এইবোৰ জাপানী-বেনাৰছী শাৰী ক'ৰ পৰা আহিল, সেইবোৰ কথাত সময় খৰচ নকৰিলে নহ'ব জানো?

দত্ত : কিমাননো সময় খৰচ হ'ব? কিন্তু প্ৰয়োজন নাই বুলি মই নকওঁ। এই শিব মন্দিৰৰ বন্তি জ্বলাবলৈ কিনা মিঠাতেলৰ লগতো বন্দুকৰ সম্পৰ্ক দেখিছোঁ।

অধিকাৰী : তেনেহ'লে অকল কাপোৰসোপাৰ কথা কৈওে লাভ নাই। চাবই যেতিয়া চাই লওক। কাপোৰৰ বাহিৰেও তাত ডিঙি-হাত-কাণ ঢাকি দহজনীমান ছোৱালীক বিয়া দিব পৰাকৈ সোণৰ অলংকাৰ আছে, হীৰা আছে, মুকুতা আছে; এনেকুৱা আৰু এটা ঘৰ সাজিব পৰা নগদ টকা আছে, পাঁচ টুকুৰা মাটিৰ দলিল আছে, মানুহক দেখুৱাবলৈ কেইহাজাৰমান টকা বেংকত থোৱা পাছবুক এখন আছে।

শ্ৰীমতী : [খং] মানুহক দেখুৱাবলৈ বুলি কৈছে কিয়?

অধিকাৰী : নকৈ কি বুলি ক'ম? তুমি সাত লাখ টকা শোধনি কোঠাৰ বৰপেৰাত থকা সাত হাজাৰ টকা বেংকত থ'বা, আৰু মই, মানুহক দেখুৱাবলৈ নথৈ কিহলৈ থৈছা বুলি ক'ম? সাঁচলৈ থৈছা বুলি ক'ম? মানুহে হেঁদালিত যে প্ৰথমে লগা জিকাটো সাঁচলৈ বুলি থৈ দিয়ে, আৰু বাকীসোপা যে পেটত ভৰায়, তেনেকৈ থৈছা বুলি ক'ম?

শ্ৰীমতী : আপোনাৰ হৈছে কি? এনেকুৱা বিপদৰ সময়ত—

অধিকাৰী : এনেকুৱা বিপদৰ সময়ত নহয়, আমাৰ বিপদৰ শেষ হোৱাৰ সময়ত বুলি কোৱা। এখেতসকলে বৰপেৰা মেলি ল'লে যেতিয়া, এয়া আমাৰ ইমান দিনৰ বিপদ শেষ হোৱাৰ সময়। আৰু এনেকুৱা সময়ত মোৰ যি হ'ব লাগে ঠিক সেয়ে হৈছে। [ৰাতুলে দুৱাৰমুখত থিয় হৈ চায়। তাৰ অলপ নিচা হৈছে। দত্ত আৰু চৌধুৰীয়ে বস্তুবিলাক ভালকৈ চায়।]

ৰাতুল : দেউতা, শুনকচোন।

অধিকাৰী : কিয়? কি হ'ল?

শ্ৰীমতী : মাতিছে নাযায় কিয?

অধিকাৰী : কিয় মাতিছে জানি লওঁ ৰ'বাচোন। মোক যদি ইয়াৰ পৰা আঁতৰাবৰ কাৰণে মাতিছে, তেন্তে নাযাওঁ।

শ্ৰীমতী : কিয়?

অধিকাৰী : মই নাথাকিলে তোমালোকে মিছা কথা ক'বা।

দত্ত : [বিস্মিত] বৰ আচৰিত কথা।

অধিকাৰী : কি আচৰিত কথা দত্ত?

দত্ত : ইমানবোৰ বস্তু এনেকৈ ঘৰত ৰাখিছে কিয়? আপোনালোক জনা-বুজা মানুহ, এইবোৰ বেংকত, লকাৰত থোৱা নাই কিয়?

অধিকাৰী : এইবোৰৰ ওচৰত শুই-বহি যি আনন্দ পোৱা যায়, সেই আনন্দকণেই যদি নাথাকিল, তেনেহ'লে এই ঘৰখনৰ মানুহবোৰ কি লৈ থাকিব?

শ্ৰীমতী : মই কিন্তু বহুত সহ্য কৰি মনে মনে আছোঁ।

অধিকাৰী : সেই কাৰণে মোৰ বেছি কষ্ট হৈছে। অকলে বকবক কৰি থাকি মই কষ্ট পাইছোঁ। যোৱা বিছ বছৰে মুখখন যেনেকৈ চলালা— এতিয়া দয়া কৰি, আচল কামৰ সময়ত তেনেকৈ চলোৱা।

শ্ৰীমতী : মোক যে ইমানবোৰ কথা শুনাইছে, এই বাকচৰ চাবিটো কাৰ হাতত ওলাল?

অধিকাৰী : মোৰ হাতত। এদিন মই চাবি লুকুৱাই থ'বলৈ আৰম্ভ কৰিলোঁ, কাৰণ তুমি যাতে ইয়াত আৰু একো ভৰাব নোৱাৰা। বাকচটোৱে আৰু সহ্য কৰিব নোৱাৰিব। যিকণ ঠাই খালী হৈ আছে, সেইকণ মোক লাগে। টেটুলৈকে ভৰি যোৱাকৈ অখাদ্য গিলাৰ পিছত ঔষধ খাবলৈ অকণমান খালী ঠাই থ'ব লাগে।

শ্ৰীমতী : এইবোৰ বস্তু যেতিয়া এপদ-দুপদকৈ ঘৰ সোমাইছিলহি, তেতিয়া আপুনি ক'ত আছিল? তেতিয়া আপোনাৰ চকু মেল খাই আছিল নে নাছিল?

অধিকাৰী : [শান্ত] আছিল। চকু সাপৰো মেল খাই থাকে, ভেকুলীৰো মেল খাই থাকে। তাৰ পৰা ভেকুলীৰ কি লাভ হয়?

: [প্ৰচণ্ড ক্ষোভ] মনে মনে থাকক। বৰ কায়দা লগোৱা কথা ক'বলৈ শিকিছে! পুলিচ দেখি মুখৰ মাত ওলাইছে ? কিয় এনেকৈ ঘৰখনৰ শত্ৰুৰ নিচিনাকৈ ওলোটা-ওভোতা কথা কৈ

আছে? [চিঞৰি] এই ৰাহুল! ৰাতুল! ক'ত আছ তহঁত? [যাব খোজে।]

চৌধুৰী : আপুনি নাযাব। অকণমান ৰ'বচোন। [ওচৰলৈ গৈ] এইটো ফাইল আপোনাৰ নেকি?

শ্ৰীমতী : ক'ত পাইছে?

চৌধুৰী : বাকচটোতে পাইছোঁ। সেই ৰূপৰ ট্ৰে দুখনৰ মাজতে আছিল।

অধিকাৰী : সেইটো মই থৈছিলোঁ।

চৌধুৰী : হয় নেকি? [বৈ, দত্তক] আপুনি এইখিনি এবাৰ পঢ়ি চাওকচোন ছাৰ।

দত্ত : চাওঁ। [সংগীত]

দত্ত : [অলপ পিছত] এই যে চিঠিখন— ৰাজিন্দৰ সিঙে লিখিছে, ইয়াত হপ্‌কিনছ নামৰ মানুহ এজনৰ কথা আছে। হপ্‌নিনছ কোন?

আধিকাৰী : মই ক'ব নোৱাৰোঁ।

দত্ত : ৰাজিন্দৰ সিং?

অধিকাৰী : মই নাজানো।

দত্ত : আপোনাৰ ফাইল, অথচ আপুনি ইয়াত থকা কাগজৰ কথা নাজানে— !

অধিকাৰী : মোৰ মানে, সেইটো মৃদুলৰ ফাইল। সি মোক থ'বলৈ দিছিল।

দত্ত : কেতিযা?

অধিকাৰী : কেতিয়া বুলি একো কথা নাই। সি মাজে মাজে নিয়ে, মাজে মাজে আকৌ মোক থ'বলৈ দিযে।

দত্ত : হয় নেকি? সেই কাৰণে আজিকালি এই বাকচটোৰ চাবি আপোনাৰ হাতত থাকে?

অধিকাৰী : এগ্‌জেক্টলী।

দত্ত : ফাইলটো মোটামুটি কি বিষয়ৰ ফাইল— সেইটো আপুনি জানেনে?

অধিকাৰী : সি— মৃদুলে কোৱা মতে, ফাইলটো আমাৰ— মানে আমাৰ ঘৰখনৰ কথা আছে।

শ্ৰীমতী : আমাৰ ঘৰখনৰ কথা?

অধিকাৰী : আৰু তাৰ মতে ফাইলটো থোৱাৰ আটাইতকৈ উপযুক্ত ঠাই হ'ল এই বৰপেৰাটো।

দত্ত : কিন্তু এই যে ৰাজিন্দৰ সিং-হপ্‌কিন্‌ছ— ?

অধিকাৰী : সেইবোৰ আমাৰেই চাগে ছদ্মনাম। সি নামৰ ওপৰত কোনো গুৰুত্ব নিদিছিল। আমি কোন শ্ৰেণীৰ মানুহ, তাৰ ওপৰতহে গুৰুত্ব দিছিল। ময়েই কিজানি ৰাজিন্দৰ সিং! এওঁনো মিছেছ হপ্‌কিন্‌ছ হোৱাত আপত্তি কি?

দত্ত : আপোনাৰ কথাৰ অৰ্থ বুজিবলৈ আমাৰ অলপ সময় লাগিব। কিন্তু এই ফাইলটো আমাৰ কাৰণে অতি গুৰুত্বপূৰ্ণ।

অধিকাৰী : আৰু য'ত ফাইলটো পালে সেই ঠাইডোখৰৰ গুৰুত্বটো কেনে বুলি ভাবে? নে আপোনালোকে হাবিখনহে দেখিলে, গছবোৰ নেদেখিলে? [ডাঙৰকৈ হাঁহে]

চিপাহী : [উধাতু খাই আহে। দুৱৰ পৰা কৈ আহে] ছাৰ! [ওচৰত] ছাৰ! সেইটো কমত তেখেতে ছবিটোৰ তলত লুকুৱাই থোৱা আলমাৰি এটা খুলি বস্তু কিছুমান আঁতৰাব খুজিছে। আমি বাধা দিওঁতে আমাক গুলীয়াই দিব বুলি ধমকি দিছে।

দত্ত : কোনে? চাওঁ ব'লাচোন। আহকচোন চৌধুৰী।

চৌধুৰী : মদন, তোমালোক ইয়াতে থাকিবা। সাৱধান।

[দত্ত আৰু চৌধুৰী বেগেৰে ওলাই যায়। অধিকাৰী আৰু শ্ৰীমতী হতভম্ব হৈ থিয় হৈ থাকে। অলপ পিছত হঠাতে অন্ধকাৰ।]

মঞ্চ ঃ ২

[ড্ৰইং ৰুম। পোহৰ কম। ৰাহুল, ৰেণু (ৰাহুলৰ ঘৈণীযেক) আৰু এজন বা দুজন পুলিচৰ মানুহ (হাবিলদাৰ ৰেংকৰ)। ছিৰিটোৰ তলত এটা আলমাৰি আছে সকলোৱে তাৰ ওচৰতে জুম পাতি আছে।]

ৰেণু ঃ [পুলিচৰ মানুহক চিঞৰি] মোৰ ঘৰ, মোৰ আলমাৰি, মোৰ বস্তু, মই যি কৰোঁ কৰি থাকিম, আপত্তি কৰিবলৈ তোমালোক কোন? ওলাই যোৱা ইয়াৰ পৰা। [পুলিচ নিৰ্বিকাৰ] শুনিছানে নাই কি কৈছো? ওলাই যোৱা।

ৰাহুল ঃ তোমালোকৰ চাহাবসকলে সৌ তাত কিবা ডিউটী কৰি আছে নহয়, তালৈ নোযোৱা কিয়? [চৌধুৰী আৰু দত্ত সোমাই আহে। পাচে পাচে চিপাহীটো।

চৌধুৰী ঃ কি হৈছে? কোনটো আলমাৰিৰ কথা কৈছিলা?

চিপাহী ঃ সেইটো ছাৰ। [চিপাহীটোৱে আঁতৰি দিয়ে। দত্ত আৰু চৌধুৰীয়ে আলমাৰিটো চায়।]

দত্ত ঃ এইটো আলমাৰি নেকি? আলমাৰি বুলিতো ধৰিবই নোৱাৰি।

চৌধুৰী ঃ [ৰাহুলক] আপুনি এইটো আলমাৰিৰ পৰা কিবা উলিয়াব খুজিছিল নেকি? (নিস্তব্ধ) আলমাৰিটোৰ চাবিটো দিয়কচোন।

ৰাহুল ঃ [আচম্বিতে উত্তেজিত হৈ] আপোনালোকে যি ইচ্ছা তাকে কৰিব নেকি? চিটীজেন হিচাপে আমাৰ প্ৰতি আপোনালোকৰ কোনো শ্ৰদ্ধা নাই? চিটীজেন হিচাপে আমাৰ কোনো অধিকাৰ নাই? আমাৰ প্ৰাইভেছি বোলা বস্তু এটা নাই।

চৌধুৰী ঃ কিয় নাই? আপুনি খং নাখাব অধিকাৰী। আপোনালোকৰ প্ৰাইভেচীৰ কথা মনত ৰাখিয়েই, আপোনালোকক শ্ৰদ্ধা কৰোঁ কাৰণেই, আমি এই ৰাতি, যিমান পাৰোঁ গোপনে আমাৰ ডিউটী কৰিবলৈ আহিছোঁ। দেখিছেনে — আমি সকলোৱে চিভিল ড্ৰেছ পিন্ধি আহিছোঁ? এই ঘৰটোৰ চাৰিওফালে, বাহিৰৰ ৰাস্তাত, আমাৰ যিমানখিনি মানুহ আছে, প্ৰয় সকলোৱেই চিভিল ড্ৰেছ পিন্ধি আহিছে। কিয়? আপোনালোকৰ মান, সন্মান, মৰ্যাদাৰ কথা ভাবিয়েই। আমি যদি আপত্তিজনক একো নাপাওঁ তেনেহ'লে এই ৰেইডৰ কথা কোনেও গমেই নাপাব। কিন্তু এতিয়া— 'এই ৰাতিখন আমি শুই থাকি, দিনে-পোহৰে সকলোৱে দেখাকৈ ঘৰটো ঘেৰি ল'ব পাৰিলোঁহেঁতেন। তেতিয়া ৰাস্তাত শ শ মানুহ গোট খালেহেঁতেন।— গতিকে, আমিও জানো গোপনীয়তা, প্ৰাইভেচী ৰক্ষা কৰা নাই?

ৰেণু ঃ কিন্তু আপোনালোকে কি ডিউটী কৰিবলৈ আহিছে? আমি ক্ৰিমিনেল নেকি? চোৰ নেকি? ডকাইত নেকি?

দত্ত ঃ নহয় মিছেছ অধিকাৰী, আপুনি তেনেকৈ কিয় ভাবিছে? আমাৰ কথাখিনি আপুনি নুশুনিলে হ'বলা।

ৰেণু ঃ শুনিছোঁ। কিন্তু আমি এইটো কোঠালিত বন্দুক-বাৰুদ লুকুৱাই থৈছোঁ বুলি ভাবে নে কি? এইটো কোঠালিত ওগাপন অফিছ, আছে বুলি ভাবে নে কি?

দত্ত ঃ নাভাবোঁ। কিন্তু মই ভবা-নভবাটোৱেইতো ডাঙৰ কথা নহয়। সেই কাৰণে আচলতে যে

ইয়াত একো নাই, সেইটো দেখুৱাই দিয়ক, আমি আমাৰ কাম সোনকালে শেষ কৰি গুচি যাওঁ। [ৰৈ] আলমাৰিটো খুলি দিয়কচোন।

ৰেণু : আলমাৰিৰ চাবিটো হেৰাইছে।

চৌধুৰী : হেৰাইছে? কিন্তু এখেতে যে আলমাৰিটো খুলি কিবা উলিযাব খুজিছিল।

ৰাহুল : মই অন্য চাবিৰে চেষ্টা কৰিব খুজিছিলোঁ।

দত্ত : [গম্ভীৰ] তেন্তে এইটো আলমাৰিৰ চাবি নাই?

ৰেণু : নাই।

[নিস্তব্ধ। অধিকাৰী আহি এঠাইত থিয় হৈ থাকে।]

দত্ত : আমাৰ অৱশ্যে বিশেষ অসুবিধা নাই। কেৱল আলমাৰিটো নষ্ট হ'ব। চৌধুৰী, এওঁলোকক মাতি পঠিয়াওকচোন।

চৌধুৰী : ভাল ছাৰ। [তেওঁ চিপাহী এজনক কাণে কাণে কিবা কয। চিপাহীজন ওলাই যায।]

দত্ত : আমাৰ যিকোনো বাকচ, আলমাৰি, চন্দুক আদি খোলাৰ ব্যৱস্থা আছে। আলমাৰিটোৰ তলা থকা ঠাইডোখৰ— দৰকাৰ হ'লে গোটেই দুৱাৰখন জুইৰে গলাই দিব পৰা যাব। মানুহবোৰ যন্ত্ৰ-পাতি লৈ গে'টতে ৰৈ আছে। [নিস্তব্ধ]

অধিকাৰী : [গম্ভীৰ] ৰেণু।

ৰেণু : দেউতা।

অধিকাৰী : চাবিটো দি দিযা।

ৰেণু : কিন্তু—

অধিকাৰী : চাবিটো দি দিয়া। [ৰেণু আৰু ৰাহুলে মুখ চোৱা-চুই কৰে।]

অধিকাৰী : দি দিযা। পলম কৰি লাভ নাই। [ৰাহুলে লুকুৱাই থোৱা ঠাইৰ পৰা চাবিটো উলিয়াই হাত মেলে। চৌধুৰীয়ে চাবিটো লয়। আলমাৰিৰ দুৱাৰ খোলে]

অধিকাৰী : ৰেণু, তুমি ইয়াত নথকাই ভাল হ'ব নেকি?

ৰাহুল : [ৰেণুক] যোৱা। [ৰেণু ওলাই যায়।]

চৌধুৰী : ইয়াত আপোনালোকে ড্ৰিংকছ থয? [চিপাহীক ইংগিত দিয়ে উলিযাবলৈ। চিপাহীয়ে উলিয়ায। এইখিনি সময়ত কথা চলি থাকে। চিপাহীহঁতে মদৰ বটল, গিলাচ আদি ওচৰৰ মেজত থয়। বৰফ থোৱা বাচনো আছে।]

ৰাহুল : হয।

চৌধুৰী : তেনেহ'লে এতিয়া এইটো খুলিবলৈ ইমান জোৰ কৰিছিল কিয়?

ৰাহুল : [কওঁ নকওঁকৈ] মোৰ অলপ ড্ৰিংকৰ প্ৰয়োজন হৈছিল।

চৌধুৰী : সেইটোনো কি ডাঙৰ কথা? তাৰ কাৰণেনো কিয় হুলস্থূল কৰিব লাগিছে? কি লাগে লওক। [ৰাহুল আঁতৰি যায়। চিপাহীহঁতে আলমাৰিৰ বস্তু ওলোৱা শেষ কৰে।]

দত্ত : খালী হ'ল?

চিপাহী : হয় ছাৰ। [দত্তই নিজে ভিতৰখন চায়। জেপৰ পৰা সৰু যন্ত্ৰ এটা উলিয়ায়। সেইটো আলমাৰিটোৰ ভিতৰত সুমুৱাই টিপি দিয়ে। পিত-পিতকৈ শব্দ হয়। তেওঁ ভিতৰৰ বেৰখন টুকুৰিয়াই চায়। চিপাহীক ভিতৰখন ভাঙিবলৈ হুকুম দিয়ে।]

দত্ত : এই ভিতৰৰ বেৰখন ভাঙি দিয়াচোন।

বাহুল : অযথা আলমাৰিটো নষ্ট কৰে কিয়?

দত্ত : যদি অযথা হয়, তেনেহ'লে এইটো আগৰ নিচিনাকৈ ভাল কৰি দিয়াৰ দায়িত্ব মই ল'ম। [চিপাহী] ভাঙা। [চিপাহী দুজনে ভিতৰৰ বেৰখন ভাঙে। দত্তই ভিতৰলৈ চায়। চৌধুৰীও ওচৰ চাপি আহে। দত্তই এটা সৰু পেকেট উলিয়াই খোলে। সোণৰ বিস্কুট। দুয়ো চোৱা-চুই কৰে।]

চৌধুৰী : [চিপাহী দুজনক] তোমালোক বাহিৰত— আগফালে থাকাগৈ। [চিপাহী এজন ওলাই যায়। দত্তই নিজহাতে সোণৰ বিস্কুটবোৰ উলিয়ায়। লগতে কিছুমান কাগজ। তেওঁ কাগজবোৰ চায়। তাৰ পিছত তেওঁ অলপ সময় নিস্তব্ধ হৈ থিয় হৈ থাকে। তাৰ পিছত উত্তেজিত হৈ পৰে।]

দত্ত : ইয়াৰ পিছতো আপোনালোকে ক'ব নেকি আমি— আপোনালোকৰ প্ৰাইভেদি নট কৰিছোঁ বুলি? আপোনালোকক অপমান কৰিছোঁ বুলি? আপোনালোকৰ অধিকাৰত হাত দিছোঁ বুলি? এইসোপা সোণৰ বিস্কুট। এইসোপা লাখ লাখ টকা লেনদেনৰ কাগজ।— এইটো ঘৰত, এই আলমাৰিত এইসোপা বস্তু কেনেকৈ থাকিব পাৰে, সেইটো আপোনালোকে জাষ্টিফাই কৰিব পাৰিব? অ্যানবিলিভেবল কাণ্ড। [অস্থিৰ]— এইবোৰ— এইখন ঘৰত, এই হেন সম্ভ্ৰান্ত ঘৰত, কেনেকৈ সোমায়হি? হাও? [How?]
[নিস্তব্ধ। শ্ৰীমতী সোমাই আহে।]

অধিকাৰী : মই কওঁ শুনক দত্ত। এইবিলাক, বিদেশৰ মাৰ্কা মৰা সোণৰ বিস্কুট, শ্বেয়াৰৰ কাগজ-পত্ৰ— এইবিলাকৰতো পাখি নাই।। এইবিলাকতো উৰি নাহে। এইবোৰ কাৰোবাৰ হাতেৰেই আহে। আপোনালোকে সোনকালে কাম শেষ কৰাৰ কথা কৈছে কাৰণে মই কথাবোৰ চমুকৈ আৰু পৰিষ্কাৰকৈ কৈ পেলাওঁ।

শ্ৰীমতী : আপুনি আৰু একো ক'ব নালাগে।

অধিকাৰী : মানুহে কথা সুধিলে উত্তৰ দিয়াটো সভ্য, ভদ্ৰ মানুহৰ কাম। তেখেতে এটা কথা সুধিছে, মই উত্তৰ দিম। আৰু এইখন ঘৰ এতিয়াও মানুহে মোৰ— জগবন্ধু অধিকাৰীৰ ঘৰ বুলিযেই জানে, গতিকে মই উত্তৰ দিম। [বৈ] শুনক দত্ত, মোৰ প্ৰথম সন্তান এই বাহুল অধিকাৰীয়ে এনে এটা চাকৰি কৰে, যিটো চাকৰিৰ বহু কাম এইটো ড্ৰইং ৰুমতে সম্পন্ন হয়। এইটো চাকৰিয়ে এনে বহুত মানুহ এই ড্ৰইং ৰুমলৈ টানি আনে— যাৰ বেগত, জেপত সোণৰ লদা থাকে।

বাহুল : দেউতা আপুনি মনে মনে থাকক।

অধিকাৰী : (লাহেকৈ, শান্তভাৱে)— এতিয়া মনে মনে থাকিলে কিবা লাভ আছে জানো? [বৈ, দত্তক] তাৰ পিছত, বুজিছে দত্ত, ই চাকৰি যিমান কৰে, তাতকৈ পলিটিকছ বেছি কৰে। যেতিয়া যিটো পাৰ্টীয়ে দেশ শাসন কৰে, তেতিয়া সেইটো পাৰ্টিৰ হৈ ই পলিটিকছ কৰে। [চৌধুৰীয়ে বস্তুবিলাক হিচাব কৰিবলৈ আৰম্ভ কৰে।]

বাহুল : মিছা কথা।

দত্ত : আপুনি তেখেতক ক'বলৈ দিয়কচোন।

অধিকাৰী : [বাহুলৰ কথালৈ কাণেই নিদিলে] গতিকে এই ঘৰৰ ড্ৰইং ৰুমৰ লগত যদি আমেৰিকা, ইংলেণ্ড, ইটালী, ছুইজাৰলেণ্ডৰো সম্পৰ্ক আছে, তথাপি আপোনাৰ আচৰিত হ'বলগীয়া একো

নাই। ইয়াৰ এসোপামান সোণৰ বিস্কুট আচলতে যদি কোনোবা মন্ত্ৰীৰহে, কোনোবা কমিছনাৰৰহে, তেনেহ'লেও আপোনাৰ আপত্তি কৰিবলগীয়া একো নাই।

ৰাহুল : দেউতা!

অধিকাৰী : মনে মনে থাক। তোৰ দোষ কমাবৰ কাৰণেহে এইবোৰ কথা কৈছোঁ। লবি এই এটাইসোপাৰ দায়িত্ব তই অকলে কান্ধ পাতি? কিন্তু ইণ্টাৰেষ্টিং কথা কি জানে দত্ত? প্ৰথম প্ৰথম মানুহবোৰে যেতিয়া হাতত বেগ, এটাছি কে'ছ ইত্যাদি লৈ আমাৰ ড্ৰইং ৰুমত থিয় হযহি, তেতিয়া তেওঁলোকক সম্ভাষণ জনাবলৈ আগবাঢ়ি যায় আমাৰ এওঁ। মোৰ শ্ৰীমতী।

শ্ৰীমতী : ঘৰলৈ মানুহ আহিলে ওলাই গৈ ৰিচিভ কৰাটো দোষৰ কথা নেকি?

দত্ত : মই যি বুজোঁ— সেইটোতো দোষৰ কথা হ'ব নোৱাৰে।

অধিকাৰী : মই দোষৰ কথা বুলি কৈছোঁ নেকি? মোৰ দেউতাৰ গাঁৱৰ দদাই, ভাই, ককাই, ভনী, পেহীহঁত আহিলে যে তোমাৰ মুখটো ঘুৰোৱা ঘুৰোৱা লাগে, কামোৰে, সেয়াওতো তোমাৰ দোষৰ কথা বুলি মই কেতিযাও কোৱা নাই!

শ্ৰীমতী : আপুনি—

অধিকাৰী : মনেমনে।

দত্ত : আপোনালোকে যদি ঘৰুৱা কথাখিনি বাদ দি সদ্যহতে মোক সহায় কৰে—

অধিকাৰী : মইতো তাকেই কৰিব খুজিছোঁ। শুনক। ৰাহুলৰ ওচৰলৈ অহা বিখ্যাত অতিথিসকলক সম্ভাষণ জনাবলৈ, মানে ৰিচিভ কৰিবলৈ এওঁ আগবাঢ়ি যোৱাৰ দুটা কাৰণ আছিল, প্ৰথম কাৰণ— এওঁ আছিল এইখন ঘৰৰ সৰ্বময় কৰ্তী, একচ্ছত্ৰী সম্ৰাজ্ঞী। আৰু দ্বিতীয় কাৰণ, এওঁ আছিল চৰকাৰৰ ভালেমান কৰ্ণধাৰৰ অতি মৰমৰ সেৱিকা। ৰাহুলৰ চাকৰিৰ শক্তিয়ে যিটো কাম বলে নোৱাৰে, এওঁৰ শক্তিযে সেইটো হেলাৰঙে পাৰে। [হঠাতে আচৰিত হোৱাৰ সুৰেৰে]— কিন্তু আপোনালোকতো এইখন ৰাজ্যৰে মানুহ। নিয়ম মতেতো এওঁক— সুনন্দা অধিকাৰী নামৰ এই বিখ্যাত মানুহগৰাকীক আপোনালোকে চিনিযেই পাব লাগে।

দত্ত : আমি আগৰে পৰা কাক কিমান চিনি পাওঁ, সেইটো কিছুমান ডিউটীৰ সময়ত পাহৰি থাকিব লাগে। আশাকৰোঁ আপুনি সেইটো টপিক নুলিযাব। আপুনি কি ক'ব খুজিছিল?

অধিকাৰী : মই ক'ব খুজিছিলোঁ, অভ্যাগতসকলে ৰাহুলৰ বাবে অনা সকলো উপহাৰ হাত পাতি লৈছিল— সৰ্বময় গৃহকৰ্তী মোৰ শ্ৰীমতীযে আৰু সেইবোৰ মোৰ আইৰ বৰপেৰাত সুমুৱাবলৈ লৈছিল।

শ্ৰীমতী : ৰাহুল, তই এইবোৰ কথা মনেমনে শুনি আছ কিয? মানুহটোৰ কি হৈছে নোসোধ কিয?

দত্ত : [চাই থাকি] আপুনি কৈ যাওক অধিকাৰী।

অধিকাৰী : [বৈ, গম্ভীৰ, একে সুৰেৰে] এওঁৰ কাণ্ড দেখি ৰাহুল আৰু ৰেণু— বিশেষকৈ ৰেণু, প্ৰথমতে অবাক হৈছিল, কিন্তু পিছলৈ ৰেণু জ্বলি-পুৰি মৰিবলৈ ধৰিলে। [ৰেণু বেগেৰে সোমাই আহি খণ্ডেৰে চাই থাকে।] অধিকাৰীৰ কথা শেষ হোৱাৰ লগে লগে তাৰ পিছৰ দিনবোৰত, এওঁলোক দুজনীৰ প্ৰতাপত এইটো ঘৰৰ মুখত বাহ লোৱা শালিকাও পলাল।

ৰেণু : মোক এইবোৰৰ মাজলৈ নাটানিব।

অধিকাৰী : নাটানো। টানিবৰ কোনো দৰকাৰ নাই। কাৰণ তুমি অলৰেডী এইবোৰৰ মাজতে আছাই।

ৰেণু : নাই। মই কেতিয়াও এইবোৰৰ মাজত নাছিলোঁ, আৰু এতিয়াও নাই।

অধিকাৰী : হয নেকি? [খণ্ডত] এই মানুহজনীয়ে, তোমাৰ শাহুয়েৰাই, তেওঁৰ দেৱতাৰ নিচিনা পুতেকটোক

তেওঁৰ বুকুৰ পৰা আঁতৰাই নিব খোজা বুলি তোমাক ডাকিনী-শাখিনী বুলি কয় নে নকয়? [ৰেণুৱে অইন ফালে চায়।] মুখ ঘূৰাব নালাগে। মোৰ মুখলৈ চাই কোৱা, —কয় নে নকয়? তোমাৰ হাতত ৰাহুলৰ সম্পত্তিৰ দায়িত্ব পৰিলে এই ঘৰ ধ্বংস হৈ যাব বুলি কয় নে নকয়?

ৰেণু : কয়।

অধিকাৰী : চুলিত ধৰি তোমাক ঘৰৰ পৰা উলিয়াই দিব বুলি কৈছিল নে নাই?

শ্ৰীমতী : কৈছিলোঁ। মোৰ ঘৰৰ মান-সন্মান, আচাৰ-বিচাৰ মানি চলিব নুখুজিলে মই তেনেকৈ ক'মেই। আৰু দৰকাৰ হ'লে উলিয়াই দিমো।

ৰেণু : কৈ যে থাকে, এবাৰ চেষ্টা কৰি নাচায় কিয়? [তীব্ৰ খং] মোৰ ঘৰ মোৰ ঘৰ বুলি আপুনি যিখন ঘৰৰ কথা কয়, সেইখন ঘৰৰ মান-সন্মান, আচাৰ-বিচাৰ ৰক্ষা কৰি চলিবলৈ গ'লে মই জহন্নামে যাম।

শ্ৰীমতী : তোমাৰনো আৰু কোনখন জহন্নামলৈ যাবলৈ বাকী আছে?

ৰেণু : যিখন বজৰুৱা জহন্নামৰ মান-সন্মানৰ কথা কৈ আপুনি টেঁটু ফালি থাকে, সেইখনলৈ যাবলৈ বাকী আছে।

ৰাহুল : [বুজনিৰ সুৰত] তুমি মনে মনে থাকা ৰেণু!

ৰেণু : [গৰ্জি] ইউ শ্বাট আপ! তোমাক মই হাণ্ড্ৰেড টাইমছ কৈছোঁ, তুমি মাজত সোমাই মোক বুজাবলৈ চেষ্টা নকৰিবা।

দত্ত : হ'ব মিছেছ অধিকাৰী, এতিয়া সেইবোৰ থাকক। আমি আছোঁ, সৌৱা চিপাহী- চন্তৰী আছে। সেইবোৰ কথা আপোনালোকে পিছত পাতিব। ডাঃ অধিকাৰীয়ে বৰপেৰাত উপহাৰ সুমুওৱাৰ কথা কৈ আছিল।

অধিকাৰী : হয়। যেতিয়া মোৰ শ্ৰীমতীয়ে ৰাহুলহঁতৰ হাতৰ পৰা সকলো কাঢ়ি নি নিজৰ বৰপেৰাত ভৰালেগৈ, তেতিয়া ইহঁতৰ জিদ হ'ল।

দত্ত : কেনেকুৱা জিদ?

অধিকাৰী : মাকতকৈ আৰু দুগুণমান ওপৰলৈ উঠাৰ জিদ। তাৰ পিছত আৰম্ভ হ'ল দুৰ্ঘোৰ কম্পিটিচন। মাক যদি ডালে ডালে, পুতেক-বোৱাৰীয়েক পাতে পাতে। এওঁ যেতিয়া হাত মেলি দিল্লী ঢুকি পায়, ইহঁতৰ হাতে তেতিয়া লণ্ডন ঢুকি পায়। [ওচৰৰ কোঠাটোৰ পৰা ৰাতুলে মাতে। তাক এতিয়া বেচ নিচাই ধৰিছে।]

ৰাতুল : [Off] দেউতা! [সকলোৱে সেইফালে চায়। অলপ পিছত ৰাতুল সোমাই আহে।]

ৰাতুল : দেউতা, আপুনি বাহিৰৰ মানুহৰ আগত ইমান বেছি কথা কিয় কৈছে? মোৰ শুনি এনেকুৱা লাগিছে, এখেতসকল যেন বদমাচ মানুহ, দুষ্ট মানুহ কিনিবলৈ আহিছে; আপুনি যেন বদমাছ-দুষ্ট মানুহ বেচা দোকানী— এখেতসকলৰ আগত যেন আপুনি আইটেমবিলাকৰ বিষয়ে কেনভাছ কৰিছে— 'এইটো কিনক, এইটো মহা বদমাছ— যদি বেছি দামী কিনিব খুজিছে, তেনেহ'লে সৌটো কিনক, সৌটো মহা বদমাছৰো ওপৰত— ছুপাৰ বদমাছ— আপুনি তেনেকৈ কেনভাছ কৰিছে নেকি?

দত্ত : এখেত ভিতৰলৈ যোৱাই ভাল হ'ব নে কি?

অধিকাৰী : [ডাঙৰকৈ] গীতা! গীতা!

ৰাতুল : [ডাঙৰকৈ] গীতা। তোমাক দেউতাই মাতিছে। [অলপ পিছত গীতা আহে। চাদৰৰ আগেৰে চকু মচি আহে।]

গীতা : দেউতা।

অধিকাৰী : ইয়াক ভিতৰলৈ লৈ যোৱা।

ৰাতুল : মই ভিতৰতে আছিলোঁ দেউতা! মই যাতে আপোনালোকৰ আগলৈ ওলাই নাহোঁ, তাৰ কাৰণে গীতাই মোৰ ভৰি দুটা সাবট মাৰি ধৰি আছিল। এয়া চাওক, [চকীত ভৰি তুলি] ইয়াত চকুপানী লাগি আছে।
[পৰিব খোজে। গীতাই ধৰে]

গীতা : ভিতৰলৈ ব'লক।

ৰাতুল : ব'লা । সোমাই থাকোঁগৈ। নহ'লে দেউতাই মোকো বিক্ৰী কৰি দিব। [উভতি] কিন্তু ডাঙৰীয়াসকল— আপোনালোকৰ হাতত যদি পইচা কম আছে, আপোনালোকে যদি কম দামী, মানে সস্তীয়া বদমাছ বিচাৰিছে, তেতিয়াহে মোৰ খবৰ ল'ব। মই আমাৰ বেদকমতে থাকিম। [গীতাক] চাওঁ এৰি দিয়া। কিয় ধৰি আছা? তুমি ইয়াতে বহি থাকা। আ মা, এওঁক ইয়াতে ৰাখি থওক। খালী কান্দি থাকে। [যায়] ভাল নালাগে। [অলপ সময় সংগীত। তাৰ পিছত]

অধিকাৰী : আৰু— এওঁলোকৰ মাজত পৰি, এই ছোৱালীজনীৰ [গীতাক দেখুৱাই] জীৱনটো ধ্বংশ হৈ আহিছে। এওঁলোকে তাইৰ জীৱনটো ঘৃণীয়া কৰি পেলালে।

শ্ৰীমতী : এওঁলোকে বুলি নক'ব। মই তাইক নিজৰ ছোৱালীজনীৰ নিচিনাকৈ মৰম কৰিছিলোঁ।

অধিকাৰী : নিশ্চয। নিশ্চয কৰিছিলা। বুইছে, দত্ত, এওঁ গীতাকবৰ মৰম কৰিছিল। যেতিয়া এওঁ দেখিলে, বৰবোৱাৰী ৰেণু বৰ একাচেকা মানুহ , তেওঁ কথাই কথাই , সমানে সমানে ফেপেৰি পাতি লয, তেতিয়া তেওঁক একাষৰীয়া কৰিবলৈ ঘৰখনৰ ভিতৰত এটা পাৰ্টি ফৰ্ম কৰিবলগীয়া হ'লতো, সেই কাৰণে এওঁ গীতাক একেবাৰে নিজৰ ছোৱালীৰ নিচিনাকৈ মৰম কৰিবলৈ ধৰিলে।

শ্ৰীমতী : নিজৰ কপটীয়া মনটোৰে ইচ্ছা মতে কথাবোৰ সজাই সজাই কৈ আছে কিয়?

দত্ত : কিবা কাৰণত এখেতৰ প্ৰতি আপোনাৰ বিশেষ ধৰণৰ আক্ৰোশ আছে নেকি? কিছুমান কথা সজাই সজাই কোৱা, সেইটোতো পাপৰ কথা।

অধিকাৰী : মোৰ এতিয়া সজাই সজাই কথা কৈ কি লাভ কওক? আৰু পাপ গোটাবলৈ মোৰ জীৱনত ঠাই আছে বুলি ভাবিছে নেকি?

শ্ৰীমতী : সেই কাৰণে এযা পুণ্য গোটাইছে?

অধিকাৰী : এতিয়া মই পুণ্যৰ কাৰণেও কেয়াৰ নকৰোঁ। কিন্তু— অন্ততঃ আজি ৰাতি, শেষবাৰৰ কাৰণে হ'লেও, সত্যৰ কাৰণে কেযাৰ কৰোঁ। মই, তুমি, ইহঁত সকলোৱে সঁচা কথা কোৱাটো বিচাৰোঁ। [ক্ষোভেৰে] তুমি আজি স্বীকাৰ কৰিব লাগিব, কেঁচুৰ নিচিনা এই ছোৱালীজনীক— তাইৰ কাৰ্যত কনষ্টেণ্টলী বিহ ঢালি ঢালি তুলি তাইক সাপৰ নিচিনা কৰি পেলাইছিলা। মনত আছে ৰাহুল, এসময়ত যে তই ঘৈণীয়েৰে বাটি দিয়া ভাত নাখাইছিলি? ৰেণুৰ মনত আছে— এদিন যে ৰাতি তুমি মৰিম বুলি চিঞৰিছিলা?

ৰেণু : অকল মৰিম বুলি চিঞৰা নাছিলোঁ, মাৰিমো, মাৰিমো বুলি চিঞৰিছিলোঁ।

অধিকাৰী : ঠিক। তাৰ পিছত কি হ'ল জানে দত্ত? এওঁ নিজেও নমৰিল, গীতাকো নামাৰিলে। কিন্তু তেওঁ কি কৰিলে জানো? [বৈ] তেওঁ গীতাক আকৌ কেঁচুতকৈও অধম কৰি পেলালে।

দত্ত : কেনেকৈ?

অধিকাৰী : তেওঁ ঘোষণা কৰিলে, মোৰ সৰু ল'ৰা মৃদুল— আপোনালোকে যাক বিচাৰি আহিছে, সেই মৃদুলৰ লগত নবৌয়েক মানে— গীতাৰ, অবৈধ সম্পৰ্ক আছে। অবৈধ সম্পৰ্ক। কেন ইউ ইমাজিন? আপুনি কল্পনা কৰিব পাৰে?

ৰেণু : মই যি দেখিছিলোঁ, যি বুজিছিলোঁ তাকে কৈছিলোঁ।

গীতা : মিছা, মিছা, মিছা। [প্ৰায় কান্দি] কিবা দেখিছিলা যদি, তোমাৰ মনত পাপ আছিল কাৰণে দেখিছিলা। [বেগেৰে ওলাই যায়] [নিস্তব্ধ]

অধিকাৰী : [শান্ত, স্বাভাৱিক] এইটো কোঠালিত আপোনালোকৰ আৰু কিবা চাবলগীয়া আছে জানো দত্ত? নাই যদি সৌটো কোঠালিলৈকে যাওঁ ব'লক। ৰাতিও বহুত হ'ল।

দত্ত : [কোঠালিটোৰ চাৰিও চকুলৈ চাই] আৰু বিচাৰিলে আমাৰ হাতত পৰা বস্তুৰ কোৱাণ্টিটী হয়তো বাঢ়িব, কিন্তু কোৱালিটী সম্পৰ্কে মোৰ এটা মোটামুটি ধাৰণা হৈ গৈছে। তথাপি— এওঁলোকে নিজৰ ডিউটী সম্পূৰ্ণ কৰিব। ব'লক আমি যাওঁ। চৌধুৰী, আপুনি বস্তুবোৰ চম্ভালি লওক। এওঁলোক সকলোকে মাতি আনক।

চৌধুৰী : ভাল ছাৰ। [দত্ত আৰু অধিকাৰী ওলাই যায়। চৌধুৰীয়ে কিবা এটা চিন্তা কৰি দুৱাৰৰ ফালে যায়।]

চৌধুৰী : মদন।

শ্ৰীমতী : চৌধুৰী! [ওচৰলৈ আহি] অকণমান সময়ৰ কাৰণে আপুনি কাকো নামাতিবচোন। আপোনাৰ লগত মোৰ অলপ কথা আছে। [মদন আহে]

মদন : ছাৰ।

চৌধুৰী : তুমি সিং আৰু ইছলামক লৈ বাহিৰতে থাকিবা। অলপ পিছতে মই মাতিম। থাপালে খবৰ দিবা, এই বস্তুবিলাকৰ কাৰণে আৰু কেইটামান বেগ লাগিব।

মদন : ভাল ছাৰ। [যায়]

শ্ৰীমতী : আপুনি এক মিনিট বহক চৌধুৰী। মই এটা টেলিফোন কল কৰিব পাৰিমনে?

চৌধুৰী : কলৈ?

শ্ৰীমতী : মোৰ এজন বন্ধুলৈ। এইটোতো এটা সাংঘাতিক বিপদ হৈছে। আৰু আপুনিতো দেখিছেই— ঘৰৰ মানুহেই কেনেকৈ বলিয়াৰ নিচিনাকৈ আমাৰ শত্ৰুতা কৰিছে। এই মুহূৰ্তত অন্ততঃ এজন বন্ধুৱেতো আমাক সহায় কৰাৰ সুবিধা পাব লাগিব। মোৰতো তেনেকুৱা বন্ধু নোহোৱা নহয়। [আতুৰ] মই কৃষ্ণমূৰ্তি চাহাবলৈ ফোন কৰিব খুজিছোঁ।

চৌধুৰী : কৃষ্ণমূৰ্তি চাহাব— মানে ফাইনেন্স কমিছনাৰ চাহাবলৈ?

শ্ৰীমতী : [ফোনত] শুনকচোন। [ওপৰৰ পৰা লৰালৰিকৈ দত্ত আহে]

শ্ৰীমতী : মই আপোনালৈ অলপ পিছত আকৌ ফোন কৰিম। [থয়]

দত্ত : মোৰ ন'টবুকখন ইয়াতে এৰি থৈ গ'লোঁ হ'বলা। [বিচাৰে, চৌধুৰীয়েও বিচাৰে]

চৌধুৰী : এইখন ছাৰ। [দত্তই সেইখন লৈ আকৌ উঠি যায়। তেওঁ নেদেখা হোৱাৰ পিছত—]

বাহুল : এটা কাম কৰোঁ নহ'লে চৌধুৰী।

চৌধুৰী : কওকচোন।

ৰাহুল : আমি আমাৰ ৰুমলৈকে যাওঁ ব'লক। আপুনি ৰুমটো চে'ক কৰাও হ'ব। অকণমান সময় বহিবও পাৰিব।

চৌধুৰী : হয় নেকি?

ৰাহুল : হয়। ব'ল মা।

চৌধুৰী : তেখেতে ফোন কৰিব খুজিছিল নহয়।

ৰাহুল : ফোন আমাৰ ৰুমৰ পৰাও কৰিব পাৰিব। ব'লক।

চৌধুৰী : মদন? [মদন আহে]

মদন : ছাৰ।

চৌধুৰী : মই নহালৈকে তুমি ইয়াতে থাকা।

মদন : ভাল ছাৰ। [শ্ৰীমতী চৌধুৰী, চৌধুৰী আৰু ৰাহুল যায।]

শ্ৰীমতী : হয।

চৌধুৰী : [ঘড়ী চাই] ইমান ৰাতি?

শ্ৰীমতী : একো নহয। তেখেতৰ বিছনাতে টেলিফোন থাকে। মই ফোন কৰিলে— যেতিয়াই নকৰোঁ, তেখেতে বেযা নাপায়। প্লিজ—। আপুনি বহকচোন। [ফোনটো তুলি লৈ] ৰেণু , তুমি এখেতসকলৰ কাৰণে চাহ-কফি কিবা এটাৰ যোগাৰ কৰিব পাৰিবা নেকি? চোৱাচোন। [ৰেণু ওলাই যায়। শ্ৰীমতীয়ে ফোন ডায়েল কৰে।]

ৰাহুল : [চৌধুৰীক] আপুনি চাহ-কফিতকৈ কিবা ড্ৰিংক প্ৰিফাৰ কৰিব নেকি চৌধুৰী?

শ্ৰীমতী : হেল্লো' মূৰ্তি? অঁ মযেই কৈছোঁ। এনেকুৱা সময়ত ফোন কৰাৰ দুৰ্ভাগ্য মোৰ বাহিৰে আৰু কাৰ হ'ব? শুনকচোন— [এইখিনি সময়ত ৰাহুলে দুটা সৰু গিলাচৰ সন্মুখত থৈ এটা বটলৰ লেবেলখন পঢ়ে।]

[অন্ধকাৰ]

## মঞ্চ : ১

[ৰাতুল আৰু গীতাৰ কোঠালি। চকী এখনত ৰাতুল তলমূৰ কৰি বহি আছে। গীতাই বিছনাৰ এচুকত বহি কান্দি আছে। দত্তই বেৰবোৰ পৰীক্ষা কৰিছে। অধিকাৰীয়ে ওপৰৰ ফালে চাই ৰৈ থাকে। অলপ পিছত]

অধিকাৰী : কন্দা-কটা বন্ধ কৰা গীতা। এখেতসকলে কি চাব খুজিছে দেখুৱাই দিয়া। [দত্তক] মোৰ বিশ্বাস, এইটো কোঠালিত যি আছে ওপৰতে ওলাই আছে। ইয়াত বেৰত খুন্দিয়াবও নালাগে, মেটেল ডিটেকটৰো লগাব নালাগে। বৰ বেছি, দুষ্প্ৰাপ্য বিদেশী মদৰ বটল দুটামান পাব। দেখিলেই নহয়, সেইবোৰ নাই ক'ত?

ৰাতুল : [কাহিল] দেউতা, আপুনি মোৰ বদনাম কৰিছে নহয়?

অধিকাৰী : তোৰ আৰু কি বদনাম কৰিম ৰাতুল? আপুনিয়েই কওকচোন দত্ত, ইয়াৰ অৱস্থাটো দেখিলে ইয়াৰ অস্ত্ৰ-শস্ত্ৰ, গোপন অফিচ আদিৰ লগত কিবা সম্পৰ্ক আছে যেন লাগেনে?

দত্ত : ইমান বেছি ড্ৰিংক কৰা মানুহৰ ক্ষেত্ৰত তৎক্ষণাত ইয়েছ-নৌ, একো ক'ব নোৱাৰি।

অধিকাৰী : [বৈ] ইয়াক মই কেৱল এটা কথাত বেযা পালোঁ। ৰেণুৱে যেতিয়া গীতাক সেই অপবাদটো দিলে, তেতিয়া সি এবাৰলৈও ভাবি নাচালে, তাৰ ঘৈণীয়েকজনী কেনেকুৱা মানুহ, ভাবি নাচালে কান্ধত ধৰাধৰিকৈ ডাঙৰ হোৱা তাইৰ ভাযেকটো কেনেকুৱা মানুহ। মহাপাপীক মানুহে যেনেকৈ ব্যৱহাৰ কৰে ই এই ছোৱালীজনীক তেনেকৈ ব্যৱহাৰ কৰিবলৈ ল'লে।

ৰাতুল : [উঠে] আচল কথা কি জানে দেউতা? যেতিয়া বুকুত এটা সাংঘাতিক খুন্দা লাগে, তেতিয়া ব্ৰেইনটো লগে লগে অকামিলা হৈ যায। আৰু যাক যিমানে বেছি ভাল পাওঁ, তাৰ বিশ্বাসঘাতকতাই বুকুত সিমানে বেছি জোৰে খুন্দা মাৰে। অসহ্য! অসহ্য! নবৌৱে নিজ চকুৰে কি দেখিছে—

গীতা : [চিঞৰি]— মনে মনে থাকক। নবৌৱে কি দেখিছে সেইবিলাক কথা এখেতসকলৰ আগত দোহাৰিব নালাগে। এই মুহূৰ্তত যদি মৃদুল ইয়ালৈ আহে, তেনেহ'লে মই নিজেই আকৌ সকলোকে দেখুৱাম— বাইদেৱে কি দেখিছিল।

দত্ত : ৰ'ব, আমাৰ অনুসন্ধানটোৰ লগত কেনেবাকৈ সম্পৰ্ক ওলাই বুলিহে সুধিছোঁ— বাইদেৱেকে নো কি দেখিছিল?

গীতা : মই মৃদুলক সন্মুখত বহুৱাই লৈ মৰম কৰি কৰি ভাত খুউওৱা দেখিছিল।

দত্ত : সেইটোতো একো আপত্তিজনক কথা নহয!

গীতা : সেই কাৰণেই এইখন ঘৰৰ প্ৰত্যেকটো প্ৰাণীক মৃদুলে ঘৃণ কৰে। আনকি এইটো ঘৰৰ ভিতৰৰ বতাহত উশাহ ল'বলৈও তেওঁ ঘৃণ কৰে। আৰু সেই কাৰণেই এইখন ঘৰত প্ৰত্যেকটো প্ৰাণীযে তেওঁক শত্ৰু বুলি ভাবে। তেওঁক মৰমেৰে একাঁহী ভাত আগত দিওঁতা কোনো নাই। কিন্তু মই তেওঁক ঘৰখনৰ শত্ৰু হ'বলৈ এৰি দিব নোৱাৰোঁ। তেওঁ যিমানবাৰ ঘৰলৈ আহিব, মই তেওঁক সিমানবাৰ, তেওঁৰ মাকৰ নিচিনাকৈ ওচৰত বহি ভাত খুৱাম। এশজনী বাইদেৱে পৰ্দাৰ ফাঁকেদি চাই নাক কোঁচালেও মই আৰু কেযাৰ নকৰোঁ। একমাত্ৰ মোৰ বিবাহিতা স্বামী— এই মানুহজনৰ সন্মান আৰু মোৰ মা-দেউতাৰ দুখৰ কথা ভাবি মই এতিযাও ইযাত এনেকৈ পৰি আছোঁ, আৰু যিমান দিন সম্ভৱ থাকিমো। মোক একো নালাগে— একো নালাগে— একো নালাগে।

[নিস্তব্ধ]

অধিকাৰী : [শান্ত কণ্ঠেৰে] আচল কথা কি জানে দত্ত? তিৰোতা মানুহৰ ক্ষেত্ৰত ই চৰিত্ৰহীন, লম্পট মানুহ। ঘৰৰ বাহিৰত ইয়াৰ যিমানবোৰ তিৰোতাৰ লগত সম্পৰ্ক, আচলতে ইযাৰ এজনী ভাল মানুহৰ লগত সংসাৰ পতাৰ কোনো প্ৰযোজন নাছিল।

দত্ত : বৰ আচৰিত কথা! আপোনালোকে সকলো জানে, অথচ সময মতে কথাবোৰ নাভাবে—!

ৰাতুল : ঠিক কৈছে। সেইবোৰ কথা বহুত আগতেই ভাবিব লাগিছিল। মা আৰু দাদাই যেতিযা মোক ইণ্টাৰনেচনেল ট্ৰেভেল এজেন্সী খুলি মিছ ছোনিয়া, মিছেছ ভাৰ্গৱ, কল্পনা শ্ৰীবাস্তৱহঁতৰ লগ লগাই দিছিল, তেতিযাই ভাবিব লাগিছিল। মই— মই কি কৰিব লাগে? মই মা আৰু দাদাক সদায় সন্তুষ্ট কৰি ৰাখিব লাগে, আৰু সেই কাৰণে যে সিহঁতে মোক সন্তুষ্ট কৰি ৰখাৰ ব্যৱস্থা কৰিলে, সেইটো মই কেনেকৈ জানো? ইট ৱাজ এ ট্ৰেভেল এজেন্সী— এণ্ড আই ট্ৰেভেলড এ লট। ডেটছ অল। মাহঁতে মোক ট্ৰেভেল এজেন্সী খুলি দিলে, মই বহুত ট্ৰেভেল কৰিলোঁ। বাচ। কথা সিমানেই।

অধিকাৰী : আৰু গীতাক ইযাত এৰি থৈ সেইবিলাক মানুহৰ ওচৰলৈ দৌৰিবলৈ তই চেল্লু বিচাৰি আছিলি? আৰু যেতিয়া নবৌৱেৰে চেলুটো উলিযাই দিলে তেতিয়া তই হাতত স্বৰ্গ পোৱাদি পালি?

ৰাতুল : [অস্পষ্ট] মেই বি। হ'ব পাৰে। মেই বি। আই ডণ্ট নউ। মেই বি।
[তাৰ মাত অস্পষ্ট হৈ যায়। গীতাৰ উচুপনি, তাৰ পিছত কান্দোন শুনা যায়। অলপ পৰ চাই থাকি দত্তই অধিকাৰীক ইংগিতেৰে বাহিৰলৈ যাবলৈ লগ ধৰে। দুযো ওলাই যায়। ৰাতুলে অলপ পৰ গীতালৈ চাই থাকে। তাৰ পিছত—]

ৰাতুল : কান্দি থাকা। তুমি কান্দি কান্দিয়ে চব বৰবাদ কৰিলা। ফাইট কৰিব নাজানা? ফাইট? তুমি যদি ফাইট কৰিলাহেঁতেন তেনেহ'লেতো ইমান দিনে হাৰ-জিত কিবা এটা হৈ গ'লহেঁতেন! খালী কান্দি থাকিব। কান্দি থাকিলে গুড গাৰ্ল হয নেকি? গুড গাৰ্ল! মোৰ মূৰটো। মাথা। মুণ্ড।

গীতা : মনে মনে থাকক।

ৰাতুল : এই যে গুড মেনটো, অ'ল্ড গুড মেনটো— মানে মোৰ ফাদাৰ বুঢাটো, সেইটোতো এটা বটিয়া গুড মেন! কিন্তু ইমান গুড মেন হৈ আপুনি আজিযে পুলিচৰ পাছে পাছে ইমানবোৰ কথা কৈ ফুৰিছে, আগতে ফাইট নকৰিলে কিয? মই যেতিয়া ছোনিযাহঁতৰ লগত ট্ৰেভেল কৰিবলৈ যাওঁ, তেতিয়া আপুনি মোক ফায়াৰ নকৰিলে কিয? গুড মেনতো! সেই কাৰণে। এই কথাই কথা নহয। এইবাৰ আমি ফাইট কৰিম। তুমি আৰু মই, একেলগে ফাইট কৰিম। তামাম ফাইট। তামাম। [বহে]
[লাহে লাহে অন্ধকাৰ]

## দৃশ্য : ৬

### মঞ্চ : ২

[মৃদুলৰ ৰুমৰ সলনি ড্ৰয়িং ৰুমত দৃশ্যটো অভিনীত হ'ব।] [আৰম্ভণিতে মদন আৰু সিং থিয় হৈ আছে। মৃদুলৰ ৰুমৰ পৰা দত্ত আৰু পাছে পাছে অধিকাৰী ওলাই আহে]

দত্ত : মদন!

মদন : ছাৰ?

দত্ত : [ভিতৰলৈ দেখুৱাই] এই কৰিড'ৰৰ সিফালৰ ৰুমটো মৃদুল অধিকাৰীৰ ৰুম। মই চাই আহিছোঁ। তোমালোকে বস্তুবোৰৰ লিষ্ট এখন কৰাগৈ। একো ছিজ কৰিব নালাগে, খালী লিষ্টখন কৰিবা।

মদন : ভাল ছাৰ। [দুয়ো মৃদুলৰ ৰুমলৈ বুলি সোমাই যায়।]

### মঞ্চ : ২

এটা সৰু কোঠালি। এখন পাৰ্টিচন। এখন বিছনা। আলনা। চকী-মেজ। কিতাপ। বেৰত পৃথিৱীৰ মেপ। অধিকাৰী চকী এখনত বহি আছে। দত্তই চিন্তিতভাৱে খোজ কাটি আছে। আগৰ দৃশ্যৰ সংগীত ইয়ালৈও আহে। সংগীত শেষ হোৱাৰ পিছত পোহৰ বেছি হয়।

অধিকাৰী : গতিকে, দেখিলে দত্ত, আপোনালোক আহিছিল মৃদুলক বিচাৰি, তাৰ বস্তু-বাহানিবোৰ বিচাৰি, আৰু সেয়া, তাৰ কোঠালিটোৰেই আটাইতকৈ খালী। সেই বিছনা কাপোৰখনো সি আমাৰ পৰা নলয় জানে? তাক আমাৰ পৰা একো নালাগে। সৈন্য যে যুদ্ধক্ষেত্ৰতে থাকিব লাগে, সেই কাৰণেহে সি ইয়াত থাকে। এইখনেই তাৰ যুদ্ধক্ষেত্ৰ। আমিযেই তাৰ শত্ৰু। আচলতে সি আমাক বৰ ঘিণ কৰে বুইছে দত্ত?

দত্ত : আপোনাৰ মাজু বোৱাৰীয়েকে কৈছিল। কিন্তু কিয়— মই ঠিক ধৰিব পৰা নাই।
[পোহৰ কমি আহে। দত্ত অদৃশ্য হৈ পৰে।]

অধিকাৰী : এদিন গধূলি পৰত ঘৰত কোনো নাথাকোঁতে যি মোৰ ওচৰলৈ আহিছিল। কৈছিল—

মৃদুল : [আন্ধাৰৰ মাজৰ পৰা ওলাই আহে] মই আপোনাকো ঘিণ কৰোঁ দেউতা। আপুনি পংগু, ক্লীব, সেই কাৰণে। কিন্তু আপুনি চাফা মানুহ। সেই কাৰণে মই আপোনাক কৈ থলোঁ, মই এই ঘৰ, এই সংসাৰ— ইহঁত সকলোকে শেষ কৰি দিম। আপুনি মোক পিছত দোষ নিদিব।

অধিকাৰী : নিদিওঁ। বৰঞ্চ মই তোক কৈছোঁ— তই মোকো বাদ নিদিবি। মোক বাদ দিলেহে মই তোক দোষ দিম। কিন্তু তই এই কামবোৰ কৰিবি কেনেকৈ? তোকতো এটা উপায় লাগিল। শক্তি লাগিল।

মৃদুল : মই যিটো উপায় পাইছোঁ— মোৰ নিজৰেই গা শিয়ৰি উঠে দেউতা। কিন্তু এইখন নৰকত যিবোৰ বীভৎস কাণ্ড ঘটিছে— তালৈ চাই মোৰ যেন অন্য উপায় নাই দেউতা। মই কিমান দুৰ্বলৈ গৈছোঁ জানে? [জেপৰ পৰা ৰিভলভাৰ এটা উলিয়াই]— ইমান দুৰ্বলৈ। মই বৰ কষ্ট পাই এনেকুৱা চিন্তা কৰিবলৈও বাধ্য হৈছোঁ। বৰ কষ্ট পাইছোঁ। [কান্দে]

অধিকাৰী : অ'ই মূৰ্খ! কান্দিছ কিয? এইটো ৰিভলভাৰ নে মৰা শৱৰ ওপৰত দিবলৈ অনা ফুলৰ মালা? সেইটো বস্তু হাতত লৈ মানুহে কান্দে নেকি? কিন্তু সেই এটাৰে অকল আমাৰকেইটাক মাৰিলে কি লাভ হ'ব? আমাৰ পৰিয়ালটো বৰ ডাঙৰ। অকল এইটোৰে নহ'ব। [দুয়ো মুখামুখি হয] আৰু গোটা। আৰু গোটা। আৰু— মোক— মোকো এটি লাগে। তই এইটো মোক দি যা। পাৰিবি দিব? পাৰ যদি দে।
[হাত মেলে। মৃদুলে ৰিভলভাৰটো দেউতাকক দিয়ে। তাৰ পিছত সি লাহে লাহে গুচি যায। লাইট লাহে লাহে কমে, আকৌ বাঢ়ে। এইবাৰ দত্তক দেখা যায।]

অধিকাৰী : সেইটো মই তাৰ পৰা লৈ থৈ দিছোঁ। আপোনালোকে বিচাৰি নাপালে। মই দেখুৱাই নিদিলে নাপায়ো। কিন্তু দত্ত, সেইদিনা খঙত, ঘৃণাত, উত্তেজনাত মই তাক যিটো কথা ক'লোঁ— সি যদি সেইমতে কাম কৰে, তেনেহ'লে বৰ বিপদৰ কথা হ'ব। মই আচলতে সি তেনেকুৱা কৰাটো নিবিচাৰোঁ।

দত্ত : কিজানি তেওঁ আপোনাৰ কথা মতে কাম কৰিছেই!

অধিকাৰী : নহয় নহয়, সেই কাৰণেই এই খবৰবোৰ আপোনালোকে এতিয়াই পোৱাটো উচিত বুলি ভাবিলোঁ। কিন্তু দত্ত, তাক আপোনালোকে নধৰিব। তাক ধৰা আৰু আপোনালোকৰ আটাইতকৈ কীৰ্তিমান, সৎ বিষয়াজনক ধৰি বন্দী কৰি ৰখা— একে কথা। [ৰৈ] মই যাওঁ দত্ত। এই ঘৰ আপোনালোকক চমজাই দিলোঁ। আপোনালোকে যি কৰে কৰক। মই অকণমান বিছনাত পৰোঁগৈ।

দত্ত : ৰিভলভাৰটো আমাক দিয়ক।

অধিকাৰী ঃ [হুঁহি] ওহোঁ।
দত্ত ঃ কিয়?
অধিকাৰী ঃ কথা আছে। কামো আছে। সেইটো মোক লাগে। আহোঁ। ৰাতিপুৱালেই। গুড মৰ্ণিং।

# দৃশ্য ঃ ৬

## মঞ্চ ঃ ২

[ৰাতুলৰ বোঠালিৰ সলনি ড্ৰয়িং ৰুম]
অধিকাৰীযে গুড মৰ্ণিং বুলি কৈ গুচি যোৱাৰ পিছত দত্তই চিন্তা কৰি ৰৈ থাকে। ন'ট বুকত কিবা এটি লিখে। ফোন বাজে।

দত্ত ঃ হেল্লো। [গোটেই set টো দাঙি নম্বৰটো পঢ়ি দিযে] ছিক্স ফউৰ টু ফাইভ ছিক্স নাইন।
— এযা ড° জগবন্ধু অধিকাৰীৰ ঘৰ।
— ছাৰ মই দত্তযেই কৈছোঁ।
— হয ছাৰ, আমি এঘাৰমান বজাৰ পৰা আৰম্ভ কৰিছোঁ।
— এতিযাই নেকি ছাৰ?
— ভাল বাৰু, মই গৈ আছোঁ।
[ফোন থয। ভাবে। অন্ধকাৰ।]

## মঞ্চ ঃ ১

গেষ্ট হাউছৰ এটা সাধাৰণ কোঠালি। চকী-মেজ আছে। নেতা শ্ৰীভাগৱতী বহি আছে। কমিছনাৰ তালুকদাৰ ইফাল-সিফাল কৰি আছে। চৌধুৰী সোমাই আহে।

নেতা ঃ পালেনে দত্তক?
চৌধুৰী ঃ পালোঁ ছাৰ।
নেতা ঃ কি ক'লে?
চৌধুৰী ঃ এতিযাই আহিব বুলি ক'লে।
তালুকদাৰ ঃ তেওঁ এতিযা আছে ক'ত ?
চৌধুৰী ঃ অফিচত আছে। এই ৰাস্তাৰ সিপাৰৰ বিল্ডিংটোতে দুই মিনিটমানতে পাবহি।
নেতা ঃ [অলপ পিছত] খবৰ কাগজৰ মানুহে খবৰবোৰ পালে নেকি?
চৌধুৰী ঃ মই জনাত এতিযালৈকে নাই পোৱা। অন্ততঃ পুলিচৰ ফালৰ পৰা কোনো খবৰ প্ৰেছক দিযা হোৱা নাই।
তালুকদাৰ ঃ আপোনালোকৰ যিখিনি মানুহে কালিৰ অপাৰেচনটোত ভাগ ল'লে সেইখিনি মানুহৰ কোনোবাই ?
চৌধুৰী ঃ নহয ছাৰ, ভিতৰৰ আচল কাণ্ডবোৰ মাত্ৰ পাঁচ-ছজন মানুহেহে দেখিছিল। তেওঁলোক অত্যন্ত বিশ্বাসী মানুহ। তদুপৰি তেওঁলোকৰো এটাইকেইজন এটাইকেইটা ৰুমলৈ যোৱা নাছিল, কোনোবাই যদি এইটো ৰুম দেখিছে, সেইজনে হযতো অন্য এটা ৰুমত কি হৈছে ক'ব নোৱাৰে।

তালুকদাৰ : তেওঁলোকে মুখ খোলাৰ সম্ভাৱনা কিমান?

নেতা : মুখ খোলাৰ কথা নহয়, তেওঁলোকৰ মুখ বন্ধ কৰিব পৰা যাব নে নাযায়।

চৌধুৰী : মোৰ বিশ্বাস যাব ছাৰ।

নেতা : বিশ্বাস বুলিলে কেনেকৈ হ'ব? এইবোৰ কামত কথা স্পষ্ট হ'ব লাগে, মুখ বন্ধ কৰিব পৰা যাব ছাৰ।

চৌধুৰী : মই কৈছোঁ— মুখ বন্ধ কৰিব পৰা যাব ছাৰ।

নেতা : দায়িত্বটো তেনেহ'লে আপোনাৰ।

চৌধুৰী : ভাল ছাৰ।

তালুকদাৰ : কিন্তু মই এটা কথাত বৰ আচৰিত হৈছোঁ। অধিকাৰীৰ ঘৰত এই ৰেইড কৰাৰ সিদ্ধান্তটো কোনটো লেভেলত লোৱা হ'ল?

নেতা : কোনটো লেভেলত মানে?

তালুকদাৰ : মানে মিনিষ্টাৰৰ লেভেলত, নে কমিছনাৰ লেভেলত, নে ছেক্ৰেটাৰী লেভেলত?

নেতা : অন্ততঃ মিনিষ্টাৰৰ লেভেলত হোৱা নাই।

তালুকদাৰ : আৰু কমিছনাৰ লেভেলত হোৱা হ'লে মইতো অন্ততঃ এটি আভাস পালোঁহেঁতেন। তদুপৰি ইমান ডাঙৰ ঘটনা এটাৰ ডিছিছন ছেক্ৰেটেৰী লেভেলত? এইটো এটা কথা হ'ল নেকি? আমাৰ এডমিনিষ্ট্ৰেচনৰ আটাইতকৈ দুখ লগা কথাটো কি জানে ছাৰ? [বৈ] আমাৰ এটা ডিপাৰ্টমেণ্টৰ লগত অইন এটা ডিপাৰ্টমেণ্টৰ ক'অৰ্ডিনেচন নাই। ক'অপাৰেচনৰ কথাটো বাদেই— সাধাৰণ যোগাযোগ, দিহা-পৰামৰ্শৰ ওপৰতো কোনেও গুৰুত্বই নিদিয়ে।

নেতা : প্ৰত্যেকেই ভাবে মইহে মই। দেশ চলাইছোঁ যদি মইহে চলাইছোঁ।

কমিছনাৰ : ঠিক কৈছে ছাৰ। আজিযে এডমিনিষ্ট্ৰেচন ৰসাতলে গৈছে, পাব্লিকে যে শাসন বোলা বস্তু এটা নোহোৱাই হ'ল বুলি চিঞৰ-বাখৰ কৰে, এনেযে কৰেনে? এইবোৰ কাৰণতে কৰে। বাওঁহাতখনে কি কৰিছে, সোঁহাতখনে নাজানে। মই বাৰু বুৰ'ক্ৰেট— মোৰ কথা বেলেগ, কিন্তু আপুনিও এই ঘটনাটোৰ কথা একো নাজানে— হোৱাট ইজ দিছ ? মোৰ কিন্তু সন্দেহ হৈছে এই কাণ্ডটোত কাৰোবাৰ পলিটিকেল ইণ্টাৰেষ্ট আছে। আপোনালোকৰ ভিতৰৰে কোনোবাই কাৰোবাক লেং মাৰিবলৈ চেষ্টা কৰিছে।

নেতা : সেইবোৰ আৰু ক'ব লাগিছেনে? পিছে তালুকদাৰ, আপুনি এটা কথা মন কৰিব— যাক লেং মাৰে সদায় সিহে যে বাগৰি পৰে সেইটো নহয়, যিটোৱে লেং মাৰে কেতিয়াবা সিও কৰ্ফাল খাই ক'ৰবাত পৰেগৈ। [চৌধুৰীয়ে ডিঙি মেলি বাহিৰলৈ চায]

চৌধুৰী : দত্ত ছাৰ আহিছে ছাৰ। [সকলোৱে কথা বন্ধ কৰি গম্ভীৰ হৈ থাকে। দত্ত আহে।]

দত্ত : গুড মৰ্ণিং। গুড মৰ্ণিং।

নেতা : গুড মৰ্ণিং।

তালুকদাৰ : গুড মৰ্ণিং। বহক।

দত্ত : হ'ব ছাৰ।

নেতা : এটা জৰুৰী কথা আলোচনা কৰিবলৈ আপোনাক মতাই আনিলোঁ দত্ত।

দত্ত : কওক ছাৰ।

নেতা : কালি ৰাতি অধিকাৰীৰ ঘৰত ৰেইড কৰাৰ মূল উদ্দেশ্যটো কি আছিল?

দত্ত : তেখেত— জগবন্ধু অধিকাৰীৰ সৰু ল'ৰাজনৰ বিষয়ে আমি কিছুমান খবৰ পাইছিলোঁ।

নেতা : কেনেকুৱা খবৰ?

দত্ত : তেওঁ কিছুমান আৰ্মছ— অস্ত্ৰ-শস্ত্ৰ গোটাইছে, কিছুমান বে-আইনী কাম কৰিছে।

নেতা : বে-আইনী কাম মানে?

দত্ত : এতিয়াও ঠিককৈ ক'ব পৰা হোৱা নাই। স্মাগলিং, ডকাইতি, সমাজসেৱা— নানাধৰণৰ কথা হ'ব পাৰে।

তালুকদাৰ : কি? স্মাগলিং, ডকাইতি, সমাজসেৱা চব একে ধৰণৰ কথা নেকি?

দত্ত : একে ধৰণৰ হোৱা উচিত নহয়। কিন্তু আমি যিটোক সমাজসেৱা বুলি ভাবোঁ, আৰু তেওঁলোকে ডকাইতি বুলি ভাবে আৰু তেওঁলোকে যিটোক সমাজসেৱা বুলি ভাবে, আমি সেইটোক স্মাগলিং বুলি ভাবোঁ। কথাবোৰ এতিয়া এনেকুৱা খিচিৰিৰ নিচিনা হৈ আছে।

নেতা : সেইবোৰ বাৰু বাদ দিয়ক। পালেনে ল'ৰাটো?

দত্ত : নাই নাপালোঁ।

নেতা : কিবা অস্ত্ৰ-শস্ত্ৰ, নথি-পত্ৰ?

দত্ত : চৌধুৰীয়ে জানো সেইবোৰ কোৱা নাই? চৌধুৰী?

নেতা : মই এটা আলোচনাৰ কাৰণে কথাবোৰ আপোনাৰ পৰা শুনিব খুজিছোঁ। কিবা পালেনে?

দত্ত : সেইবিলাক ফুকলীয়া ল'ৰা-ছোৱালীয়ে গোটোৱা অস্ত্ৰ-শস্ত্ৰ, নথি-পত্ৰতকৈ বহু বেছি গুৰুত্বপূৰ্ণ বস্তু পালোঁ।

নেতা : কি কি পালে, সেই বিষয়ে মোৰ জনাৰ ইচ্ছা নাই, কিন্তু আপোনালোকে যি বিচাৰি গৈছিল, সেইবোৰ একো নাপালে। নহয় জানো?

দত্ত : হয়।

নেতা : তেনেহ'লে আপোনালোকৰ কাম সিমানতেই শেষ হ'ব লাগিছিল। নহয় জানো?

দত্ত : কিন্তু কেঁচু খান্দোতে যদি সাপ ওলায়, তেনেহ'লেতো আমি কাম শেষ কৰিব নোৱাৰোঁ?

নেতা : (অস্থিৰ) নহয় নহয় দত্ত। সেইবিলাক ফকৰা-যোজনা সকলো ঠাইতে নাখাটে। মই যদি কওঁ— আপোনাক কেঁচু ধৰিবলৈ লাইচেন্স দিয়া হৈছে, সেইখন লাইচেন্সৰ জোৰত আপুনি সাপ ধৰিব নেকি? কামৰ কিছুমান ভাগ আছে নে নাই?

দত্ত : [অলপ সময় চাই থাকি] আপুনি কি ক'ব খুজিছে খোলাকৈ কওক ছাৰ।

নেতা : খোলাকৈয়ে ক'ম, কিন্তু এইটো আমাৰকেইজনৰ মাজতে থাকিবলগীয়া ভিতৰুৱা কথা। আপোনালোকে যিটো কামৰ কাৰণে হুকুম পাইছিল, সেইটো কাম য'ত শেষ হ'ল— তাতে সকলো শেষ কৰা ভাল হ'ব।

দত্ত : [হতভম্ব] কিন্তু আমি যি পালোঁ, যি দেখিলোঁ?

নেতা : সেইবোৰ সদ্যহতে ইগ্‌ন'ৰ (ignore) কৰিব লাগিব। বাদ দিব লাগিব।

দত্ত : লাখ-লাখ নগদ টকা, কোটি টকাৰ অবৈধ বস্তু, কোটি টকা অবৈধ লেনদেনৰ কাগজ-পাতি— এইবোৰ আমাৰ হাতত পৰাৰ পিছতো ইগ্‌ন'ৰ কৰিম? একো দেখা নাই বুলি ভাও ধৰিম?

তালুকদাৰ : নহয় দত্ত। ভাও ধৰাৰ কথা নহয়। আমি সাধাৰণতে এডমিনিষ্ট্ৰেচনৰ ফালৰ পৰা সিদ্ধান্ত লৈ কাম কৰোঁ, কিন্তু আমালৈ অহা কিছুমান সিদ্ধান্ত হ'ল পলিটিকেল। আমি সেইবোৰো মানি

চলিব লাগে।

নেতা : সকলো সুন্দৰভাৱে চলি আছে; হঠাতে এইবোৰ কথা ওলাই যাওক, দেখিব— এটা পলিটিকেল ক্ৰাইচিছ হৈ গ'ল। সেইটো হ'বলৈ দিব পাৰি জানো? সদায় পোনে পোনে কাম কৰি গৈ থাকিলেই নহ'ব নহয়, মাজে মাজেতো কৌশলৰো প্ৰয়োজন হয়।

দত্ত : এয়া তেনেহ'লে আপোনালোকৰ অৰ্ডাৰ বুলি ধৰিব লাগিব নেকি?

নেতা : ঠিক অৰ্ডাৰ নহয়, কিন্তু কামবোৰ এনেকৈয়ে হোৱাটো বিচাৰোঁ।

দত্ত : নহয় ছাৰ, আপোনালোকে যেনেকৈ হোৱাটো বিচাৰে, ঠিক তেনেকৈ লিখি মোক এটা অৰ্ডাৰ দিয়ক।

[নেতাই তালুকদাৰলৈ চায়। অলপ পিছত]

তালুকদাৰ : সকলো অৰ্ডাৰ লিখি দিব নালাগে নহয় দত্ত। বহুত কাম মুখৰ অৰ্ডাৰতো হয়। আপুনি নিজে আজিলৈকে কোনোবাই মুখে মুখে দিয়া অৰ্ডাৰ মতে কাম কৰা নাইনে?

দত্ত : কৰিছোঁ ছাৰ।

তালুকদাৰ : আপুনি নিজেও মুখে মুখে বা টেলিফোনত কোনো কামৰ অৰ্ডাৰ দি পোৱা নাইনে?

দত্ত : পাইছোঁ।

তালুকদাৰ : তেনেহ'লে।

দত্ত : কিছুমান কামৰ কাৰণে লিখিত, মৌখিক কোনো অৰ্ডাৰ নহ'লেও হয়, কিন্তু এইটো তেনেকুৱা কাম নহয় ছাৰ।

নেতা : লিখিত অৰ্ডাৰ পালেহে আপুনি এইটো কাম কৰিব?

দত্ত : কৰিম বুলি কথা নিদিওঁ, কিন্তু লিখিত অৰ্ডাৰটো মোৰ হাতত পৰিলে মই ঠিক কৰিম— কি কৰিব লাগে।

নেতা : আপোনাৰ কথাৰ মোৰ এই সুৰৰ কাৰণে আপুনি এসময়ত প্ৰস্তাৱলগীয়া হ'ব পাৰে। কৈ থ'লোঁ। সদ্যহতে লিখিত, মৌখিক সেইবোৰ বাদ, আপুনি এই মুহূৰ্ত্তৰ পৰা মই যি ক'লোঁ সেইমতে কাম কৰক।

দত্ত : কিন্তু ছাৰ— আমি দলে-বলে গৈ যি কৰিলোঁ, যি দেখিলো সেইবোৰ ঢাকি অইন কিবা এটা কৰাৰ উপায় ক'ত?

নেতা : উপায় হ'ল, সম্পূৰ্ণ মনে মনে থকা। আৰু যদি কিবা প্ৰচাৰ কৰিবই লাগে, তেনেহ'লে প্ৰচাৰ কৰক—এতিয়াও ৰেইড চলি আছে। এতিয়ালৈকে কাকো গ্ৰেপ্তাৰ কৰা হোৱা নাই। এতিয়াও কোনো বস্তু জব্দ কৰা হোৱা নাই। আৰু সেই ল'ৰাটো— কি নাম আছিল?

দত্ত : মৃদুল অধিকাৰী।

নেতা : সেই মৃদুল অধিকাৰী পলাইছে। কিছুমান গণ্ডগোলীয়া কাগজ-পাতি পোৱা গৈছে। কৰক প্ৰচাৰ।

দত্ত : কিন্তু আমি কোটি কোটি টকাৰ বস্তু জব্দ কৰিছোঁ ছাৰ।

নেতা : কোনে কৈছে? নাই কৰা।

দত্ত : আপুনি চৌধুৰীক সোধক। আপুনি যদি ইচ্ছা কৰে, তেনেহ'লে নিজে বস্তুবোৰ এবাৰ চাই আহকগৈ ছাৰ।

নেতা : চৌধুৰীয়ে নিজেই কৈছে তেওঁ য'ৰ বস্তু ত'তে এৰি থৈ আহিছে। কোনো বস্তু তাৰ পৰা

অনা নাই।

দত্ত : [অবাক]— চৌধুৰী। [বৈ] বস্তুবোৰ ক'ত আছে?

চৌধুৰী : তাতে আছে।

দত্ত : তাতে মানে?

চৌধুৰী : য'ত পাইছিলোঁ তাতে।

দত্ত : [চিঞৰি] কিয়? বস্তুবোৰ ছিজ কৰা নাই?

চৌধুৰী : নাই কৰা। কৰিবলৈ নহ'ল।

দত্ত : হোৱাই?

চৌধুৰী : মোক ফোনত ডি আই জি চাহাবে অপাৰেচন বন্ধ কৰিবলৈ ক'লে।

দত্ত : কিন্তু মই আপোনাক কি কৈছিলোঁ?

চৌধুৰী : মই কাৰ কথা মানিম ছাৰ?

দত্ত : মোৰ লগত আপুনি ডিউটী কৰিবলৈ গৈছিল, মোৰ কথা মানিব।

চৌধুৰী : কিন্তু মোক ছাৰে ক'লে— মই অপাৰেচন বন্ধ কৰিব লাগে, একো ছিজ কৰিব নালাগে, কাকো এৰেষ্ট কৰিব নালাগে, যি কৰিব লাগে আপুনি কৰিব। তাৰ পিছতো ছাৰে ফোনত আপোনাৰ লগত কথা পাতিলে!

দত্ত : মোৰ লগত কি কথা পাতিলে? মোকতো তেখেতে ঘটনাটোৰ বুজ ল'বলৈ লগে লগে মাতি পঠালে!

চৌধুৰী : আপুনি যোৱাৰ পিছতেতো আমি তাৰ পৰা গুচি আহিলোঁ!

দত্ত : সকলো তেনেকৈয়ে এৰি থৈ?

চৌধুৰী : আৰু কি কৰিম ছাৰ?

দত্ত : নৌ! এইটো নিশ্চয় এটা সংঘাতিক ষড়যন্ত্ৰ। আপুনি ইয়াৰ বাবে শাস্তি পাব লাগিব।

নেতা : নহয় দত্ত। মই ক'বলৈ গ'লে— চৌধুৰীয়ে ডিছিপ্লিনড অফিচাৰৰ নিচিনাকৈ কাম কৰিছে। আমি সকলো অফিচাৰৰ পৰা তেনে ধৰণৰ ডিছিপ্লিন আশা কৰোঁ। মই কথা বঢ়াব খোজা নাই। চমুকৈ, আপোনাৰ পৰাও তেনেকুৱা ডিছিপ্লিন আশা কৰিব পাৰোঁনে?

দত্ত : এইটো কে'ছত যদি আপোনালোকৰ কথা মতে কাম কৰাটোকে আপুনি ডিছিপ্লিন বুলি ভাবে, তেনেহ'লে ছাৰ মোৰ চাকৰি জীৱনৰ এইটো শেষ সময়ত, মই আপোনাৰ লগত একমত হ'ব নোৱাৰিম। আই এম ছৰী ছাৰ।

নেতা : আপোনাৰ চাকৰি আৰু কিমান দিন আছে?

দত্ত : চৈধ্য মাহ।

নেতা : ঠিক আছে। আপুনি একো কৰিব নালাগে। দুমাহমান ছুটী লওক। আজিৰ পৰাই।

দত্ত : [বৈ] দুমাহৰ কিয়, মই চৈধ্য মাহৰেই ছুটী ল'ম। কিন্তু এই কে'ছটোৰ পৰা মই ছুটী ল'ব নোৱাৰিম ছাৰ।

তালুকদাৰ : এই কে'ছটো বৰ লোভনীয় নেকি? হাতৰ পৰা সৰকি যাবলৈ দিব নোৱাৰা বিধৰ নেকি?

দত্ত : যদি মই পুলিচৰ মানুহ হিচাপে ডিউটী কৰিব খোজোঁ, তেনেহ'লে এইটো অত্যন্ত লোভনীয় কে'ছ। কিন্তু আপুনি লেতেৰা ধৰণৰ ইংগিত দিও মোক কোঁচ খুৱাব নোৱাৰিব ছাৰ। মোৰ লোভৰ নমুনা চাবলৈ আপুনি মোৰ পিছত ভিজিলেন্সৰ এদল মানুহ আজিয়েই লগাই দিয়ক,

কিন্তু মই এই কে'ছটো নেৰিছোঁ।

নেতা : তেনেহ'লে আপুনি আজিৰ পৰা যাতে কোনো কে'ছৰ— এই চৰকাৰৰ এখিলা কাগজো চুবলৈ নাপায়, তাৰেই ব্যৱস্থা কৰিব লাগিব।

দত্ত : পাৰে যদি কৰক ছাৰ?

নেতা : নোৱাৰিবলৈ কিটো আছে। আপুনিনো ইমান চাফা হৈ থাকি চাকৰি কৰিছে নে যে আপোনাক বহুবাই থ'বলৈ একো কাৰণেই বিচাৰি নাপাম? কালি ৰাতি ৰেইড কৰাৰ সময়ত যে অধিকাৰীৰ ঘৰৰ পৰা তেখেতসকলৰ আইতাকৰ দিনৰ মূল্যবান গহনা কিছুমান নোহোৱা হৈছে, তাৰ কাৰণে আপোনাক জে'লত ভৰাই থ'ব পাৰি নে নোৱাৰি? [নিস্তব্ধ]
ভয় নাখাব। উদাহৰণ এটাহে দিছোঁ। ইচ্ছা কৰিলেই সেইটো কাম আমি কৰিব পাৰোঁ। [ৰৈ] আপুনি দীঘলীয়া ছুটী লওক, নহ'লে ছাছপেণ্ড হৈ থাকক। বেছি দিন নাই যেতিয়া ৰিটায়াৰ কৰাৰ কথাও ভাবিব পাৰে।

তালুকদাৰ : আপুনি ইমান অভিজ্ঞ মানুহ, তথাপি কিছুমান কথা নুবুজাৰ নিচিনা কৰে কিয়? এইটো এটা পলিটিকেল কে'ছ, আৰু ঠিকমতে কথাবোৰ চিঞ্জিল লাগি গ'লে— সেইটো আমাৰ সকলোৰে কাৰণে ভালৰ কথা হ'ব, আমি সকলো লাভৱান হ'ম, আমাৰ এই কেইজনমান মানুহৰ ভিতৰত এতিয়া এটা বুজাবুজিৰ প্ৰয়োজন হৈছে। এইটো একো নতুন কথা নহয়, একো ডাঙৰ কথা নহয়। এনেকুৱা ঘটনা ঘটিযেই আছে।
[দত্তই অলপ সময় ভাবে। সকলোৱে তেওঁলৈ চাই থাকে]

দত্ত : মোক চাকৰিৰ পৰা আগতীয়াকৈ ৰিটায়াৰ কৰাৰ ব্যৱস্থাকে কৰি দিয়ক। [ৰৈ] যাতে মই সম্পূৰ্ণ মুক্ত হৈ থাকি এই কে'ছটো চিঞ্জিল লগাব পাৰোঁ। আৰু মোৰ অবিহনে কে'ছটোৰ দায়িত্ব আপোনালোকৰ ফালৰ পৰা চৌধুৰীক দিলে মই বৰ ভাল পাম, কাৰণ মই এওঁৰ লগত এটা মকামিলা কৰিব খোজোঁ। আপোনালোক মোৰ ওপৰৱালা, আপোনালোকে মোৰ অন্যায় কৰিলে মই সহ্য কৰিবলৈ বাধ্য হ'ব পাৰোঁ, কিন্তু মোৰ লগত ডিউটী কৰিবলৈ গৈ, মোৰ তলতীয়া মানুহ এজনে, ডিউটীৰ প্ৰতি অন্যায় কৰিলে— মই সহ্য কৰাৰ প্ৰশ্নই নুঠে। মই আহোঁ।
[যায়। সকলোৱে সেইফালে চাই থাকে। লাহে লাহে অন্ধকাৰ।]

## মঞ্চ : ২

ড্ৰইং ৰুম। গধূলিৰ পিছত। ৰাতুল, ৰেণু আৰু শ্ৰীমতী বহি আছে, ৰাহুল থিয় হৈ আছে। কিছু সময়লৈ কোনেও কথা নকয়।

ৰাতুল : এই চৌধুৰী বোলা মানুহজন কিয় আহিব, আমি কিয় তেওঁলৈ বাট চাই আছোঁ, অলপ বুজাই কচোন। একো নজনা-নুশুনাকৈ এনেকৈ বহি থাকিব পাৰি নেকি?

ৰাহুল : নোৱাৰ যদি সোমাই থাকগৈ।

ৰাতুল : [উঠে] যাওঁ তেনেহ'লে। মাই মাতিছিল কাৰণেহে আহিছিলোঁ। তেনেকুৱা সুৰত কথা নকবি কৈ দিছোঁ।

শ্ৰীমতী : ইহঁত আটাইখনে অকণমান কথাতে জাণ্ডুৰ খাই উঠ কিয় অ'? হৈছে কি তহঁতৰ? এনেকুৱা

বিপদৰ সময়তো তইঁতে ঘৰখনৰ কথা ভাবি মগজটো ঠাণ্ডা কৰি ৰাখিব নোৱাৰনে?

ৰাতুল : যিবিলাকে বিপদ মাতি আনিছে সেইবোৰক ক। ঘৰখনত বিপদ হ'বলৈ পায় কিয়?

ৰাহুল : কিয় বিপদ হ'বলৈ পায তই নাজান? কালি তইঁতৰ কোঠালিত পুলিচ সোমাইছিল?

ৰাতুল : এইটো ঘৰত পুলিচ সোমাইছিল, আৰু আজি এইটো ঘৰৰ এটা কোঠালিত থাকোঁ কাৰণে আমাৰ কোঠালিতো সোমাইছিল। মই উল্টাই তইঁতক সুধিম— কিয আমাৰ শোৱনি কোঠালিত মাজনিশা পুলিচ সোমাবলৈ পালে? কিয় এই ঘৰত পুলিচ সোমাবলৈ পালে?

শ্ৰীমতী : নিচিএ্ৰবিবিচোন।

ৰেণু : এইটোতো ঘৰখনৰ কোনোবা এজনৰ কাৰণে ঘটা ঘটনা নহয, সকলো ইযাৰ মনত জড়িত আছে; ইযাত সকলোৰে ভাগ আছে, গতিকে—

ৰাহুল : তোৰ যিবিলাকহে বস্তু। সেইবিলাক জানো বুটলি আনিব পৰা বস্তু?

ৰাতুল : অঁ। আলমাৰি খুলিলেই বুটলিব পৰা বস্তু মোৰ নাই। তেনেকুৱা বস্তু গোটাবলৈ মই তোৰ নিচিনা মূধাফুটা অফিচাৰ নহওঁ। পুলিচে জানি গৈছে— মই লম্পট, নষ্ট চৰিত্ৰৰ মানুহ। মোৰ চৰিত্ৰ পুলিচে বুটলি নিব নোৱাৰে। কিন্তু মোৰ চৰিত্ৰৰ কাৰণে আজি এইখন ঘৰৰ বিপদ হৈছে নে? নে এইখন ঘৰৰ কাৰণে আজি মোৰ চৰিত্ৰৰ বিপদ হৈছে? নে মই গীতাক ঘৰত এৰি থৈ ছোনিযা-কল্পনাহঁতৰ লগত ঘূৰি ফুৰাৰ কাৰণে আজি ঘৰখনৰ এই বিপদ হৈছে?

শ্ৰীমতী : তই এতিযাও মদ খাই আছ নেকি?

ৰাতুল : [ধমকি]ৰহ! অকল মদৰ গাত দোষ নিদিবি। তই যে মহাৰাণীৰ নিচিনাকৈ অনবৰত চিএ্ৰবি-বাখৰি ঘৰখন মূৰত তুলি লৈ থাক— তই কিমান মদ খাব? অনবৰতে খাই থাক নেকি?

শ্ৰীমতী : তোৰ মুখৰ লাগ-বান্ধ নাই?

ৰাতুল : নাই। সেই কাৰণে কালি মই দত্ত চাহাবক চব কথা কৈ দিলোঁ।

শ্ৰীমতী : কি কৈ দিলি?

ৰাতুল : কৈ দিলোঁ,— আমাৰ ট্ৰেভেল এজেন্সীৰ আচল কাম কি?

ৰাহুল : কি কলি তই?

ৰাতুল : ক'লোঁ— আমাৰ ট্ৰেভেল এজেন্সীৰ আচল কাম হ'ল অৰিযেণ্টেল এয়াৰ লাইনছৰ দুটা পাইলট আৰু তিনিজনী এযাৰ হষ্টেছক পুহি ৰখা, সিহঁতৰ হতুৱাই গোটেই দুনিয়াত বিজিনেছ কৰোৱা, আৰু বিজিনেছৰ বস্তু অইখন ঘৰত লুকুৱাই ৰখা।

ৰাহুল : [গৰ্জি]তই কেতিযা কলি এইবোৰ কথা?

ৰাতুল : দেউতাই যেতিযা, কালি ৰাতি, আচল বাপেকৰ নিচিনাকৈ মোক লম্পট, চৰিত্ৰহীন বুলি প্ৰশংসা কৰিলে, মোৰ আগত প্ৰথমবাৰৰ কাৰণে এই নৰকখনৰ গুণ গালে, তাৰ পিছত। দত্ত চাহাব যে শেষ ৰাতি ইযাৰ পৰা টেলিফোনত কথা পাতি ওলাই গ'ল, তেতিয়া মই তেওঁক আগফালে আগভেটি ধৰিলোঁ।

ৰাহুল : তোৰ কি দৰকাৰ পৰিছিল সেইবোৰ ক'বলৈ?

ৰাতুল : মই বৰ কষ্ট পাইছিলোঁ। যন্ত্ৰণা সহ্য কৰিব নোৱাৰা হৈ গৈছিলোঁ। কথাবোৰ নোকোৱা হ'লে সেই যন্ত্ৰণাৰ শেষ নহ'লহেঁতেন। আৰু— মই ভাবিছিলোঁ, এইবোৰ চব ধ্বংস হৈ যাওক।

শ্ৰীমতী : তই নিজে যি কৰ কৰি থাক, ঘৰখন ধ্বংস কৰিবি কিয?

ৰাতুল : ঘৰখনে মোক ধ্বংস কৰিলে কাৰণে। তয়োতো দেউতাৰ নিচিনাকৈ মোক এদিন ক'ব পাৰিলিহেঁতেন— [ৰেণুক দেখুৱাই] এইজনী মানুহে, মোৰ নবৌ হৈ— যেতিয়া মোৰ মনত বিহ ঢালিলে, সেই সহজ-সৰল মানুহজনীৰ জীৱনটো নষ্ট কৰিবলৈ—

ৰেণু : ৰাতুল! তোমাৰ যি ইচ্ছা বকি থাকা, কিন্তু মোক কোনো কথাত লগত নাসাঙুৰিবা।

ৰাতুল : তোমাক নাসাঙুৰিম? এই ঘৰ, এই পৰিয়াল ধ্বংস হৈ যোৱাৰ আগতে তুমি শেষ কাম বুলি এটা কাম কৰিবই লাগিব— তুমি গীতাৰ ভৰিত পৰি ক্ষমা খুজিব লাগিব।

ৰেণু : হোঃ! খুজিম মই ক্ষমা! মোৰ গৰজ পৰিছে! [গীতা আহে] কি? তুমি ভৰি দুখন আগবঢ়াই দিবলৈ আহিলাই নেকি?

ৰাহুল : তুমি মনে মনে থাকা ৰেণু। গোটেই দিনটো ভিতৰত সোমাই সিহঁতে এইবোৰকে প্লেন কৰিছে।

ৰেণু : মই কিন্তু ক্ষমা খোজা কেনেকুৱা বস্তু দেখুৱাই দিম— কৈ থ'লোঁ।

গীতা : তুমি মোৰ ওচৰত ক্ষমা খুজিব নালাগে বাইদেউ। আৰু খুজিলে মই ক্ষমা নকৰোঁও। কিন্তু কেতিয়াবা যদি তোমাৰ ক্ষমা খুজিবলৈ মন যায়, তেনেহ'লে মোৰ সলনি তোমাৰ ল'ৰা-ছোৱালী দুটা— বুলু আৰু বন্তি— সিহঁতৰ ওচৰতে ক্ষমা খুজিবা।

ৰেণু : তুমি— তুমি সিহঁতৰ নাম কিয় ল'বা!

গীতা : কাৰণ আমি সকলো পাপীতো! আমি ইজনীযে সিজনীৰ ওচৰত ক্ষমা খুজি লাভ-নাই। বুলু-বন্তিহঁতক এতিয়াও পাপে চোৱা নাই। সিহঁতে ক্ষমা কৰিলে তোমাৰ শান্তি হ'ব।

ৰেণু : [ৰাহুলক] মই— মই এইবোৰ মানুহৰ লগত একেখন চালিৰ তলত আৰু থাকিব নোৱাৰোঁ। তুমি ইয়াৰ ব্যৱস্থা কৰিব লাগিব।

ৰাতুল : সি একো কৰিব নালাগে। যি কৰিব লাগে মযেই কৰিম। এইখন চালিৰ তলৰ পৰা ওলাই যাবলৈ আমাক আধা ঘণ্টা সমযো নালাগে। [হঠাতে অতিষ্ঠ হৈ] আচলতে তহঁতৰ মুখামুখি হৈ এক মিনিট সময় থাকিবলৈও মোৰ অসহ্য লাগে। সেই কাৰণে অথনিৰে পৰা কৈ আছোঁ— যাওঁ যাওঁ! তহঁতেহে চৌধুৰী আহিব চৌধুৰী আহি বুলি বহুৱাই ৰাখিছ! কিন্তু চৌধুৰীযে আহি কিটো কৰিব? কথা লুকুৱাব? বস্তু লুকুৱাব? মোৰ লুকুৱাবলৈ একো নাই। মই যাওঁ। আহা গীতা। আমি চেষ্টা কৰিম যাতে ৰাতিপুৱালৈ আৰু তহঁত কাৰো লগত আমাৰ দেখা-দেখি নহয।

[কলিং বে'ল বাজে। সকলোৱে চোৱা-চুই কৰে। শ্ৰীমতী দুৱাৰৰ ফালে যায]

শ্ৰীমতী : চৌধুৰী আহিল হ'বলা। [দুৱাৰ খোলে। পিছুৱাই আহে। মৃদুল সোমাই আহে। সি সকলোলৈকে চায়। অলপ আচৰিত হয।]

মৃদুল : কি হ'ল? তহঁত এটাইখন দেখোন লগ লাগি আছ? কথাটো কি?

ৰাহুল : তই কলৈ গৈছিলি?

মৃদুল : লগৰ ল'ৰা এটাৰ তালৈ গৈছিলোঁ।

ৰাহুল : কালিৰে পৰা লগৰ ল'ৰাটোৰ তাতে আছিলি?

মৃদুল : ক'ত কালিৰে পৰা? মইতো পৰহিযেই গৈছিলোঁ!

শ্ৰীমতী : কলৈ যায়, কেতিয়া যায়, কৈ যাব লাগে নে নালাগে?

ৰাহুল : আমাক বাৰু কৈ যাব নালাগে, কিন্তু তই পুলিচকতো কৈ যাব পাৰ।

মৃদুল : [অবাক হৈ চাই থাকি] তাৰ মানে? পুলিচক কৈ যোৱাৰ কথা কিয় কলি?
ৰাহুল : কাৰণ তোক বিচাৰি আহি কালি ৰাতি পুলিচে এই গোটেই ঘৰ লণ্ডভণ্ড কৰি থৈ গ'ল।
মৃদুল : পুলিচে? মোক বিচাৰি?
ৰাতুল : তই বোলে এইখন ঘৰ বন্দুক-বাৰুদৰ ঘাটি কৰিছ? তই বোলে এইটো ঘৰত কিবা গোপন অফিচ পাতিছ! ইয়াৰ পৰাই বোলে তই কিবাকিবি বহুত কাম চলাই থাক?
মৃদুল : [অবাক] কোনে কৈছে?
ৰাতুল : পুলিচৰ ছুপাৰিনটেনডেণ্ট ৰাজমোহন দত্তই কৈছে।
মৃদুল : কেতিয়া? কাক কৈছে?
ৰাতুল : কালি ৰাতি এঘাৰ বজাৰ পৰা দোকমোকালিলৈকে— এইটো ঘৰৰ এটাইবোৰ কোঠালিতে চাই ফুৰিছে।
মৃদুল : পুলিচক সেইবোৰ কথা কোনে ক'লে ?
ৰাতুল : সেইবোৰ কথা মই ক'ব নোৱাৰিম।
ৰাহুল : পুলিচক কোনে ক'লে, পুলিচে কেনেকৈ জানিলে সেইবোৰ আমাৰ কাৰণে ডাঙৰ কথা নহয় নহয়। আমাৰ কাৰণে ডাঙৰ কথা হ'ল— তোৰ কাৰণে আমাৰ এনেকুৱা বেইজ্জতি, এনেকুৱা অপমান হ'ল কিয়?
মৃদুল : অপমান?
ৰাহুল : দস্তুৰমত।
মৃদুল : কোনে কাক অপমান কৰিলে?
ৰাহুল : এছ পি দত্তই কৰিছে। মোক কৰিছে, এওঁক কৰিছে, মাক কৰিছে— আনকি দেউতাৰ নিচিনা মানুহকো অপমান কৰিছে।
মৃদুল : দেউতাকো?
ৰেণু : সেই বয়সীয়া মানুহজনক গোটেই ৰাতি তেওঁ এক মিনিট বহিবলৈ দিয়া নাই।
মৃদুল : [মাকক] কথাবোৰ মোক ভাঙি কচোন। হৈছিল কি?
শ্ৰীমতী : শুনিলিয়েই দেখোন। ৰাতি এঘাৰ বজাত পুলিচ আহিছে তোক বিচাৰি। তোক নাপাই কিবা কাগজ-পাতি, পিষ্টল-বন্দুক বিচাৰি বাকচ-আলমাৰি চব খুলি তল-ওপৰ কৰিলে।
মৃদুল : ঠিক আছে তেনেহ'লে। মই এতিয়াই এছ পি চাহাবৰ লগ ধৰি আহোঁগৈ।
শ্ৰীমতী : কিয়?
মৃদুল : সোধোঁগৈ মোক কিয় বিচাৰি আহিছিল, কি কাগজ বিচাৰি আহিছিল— মোক নোপোৱাৰ পিছত তেখেতে তহঁতক কিয় অপমান কৰিলে, সেইবোৰ সুধি আহোঁগৈ।
ৰাহুল : তোৰ সাহ আছে?
মৃদুল : হোৱাই নট? তেখেতে ৰাতি এঘাৰ বজাত মোক বিচাৰি আহিবলৈ সাহ কৰিব পাৰে, মই এই গধূলি পৰত তেখেতৰ ওচৰলৈ যাবলৈ সাহ কৰিব নোৱাৰিম নে?
শ্ৰীমতী : নালাগে।
মৃদুল : কিয়? মই যামেই। পুলিচৰ মানুহ হ'ল বুলি তেখেতসকলে যি ইচ্ছা তাকে কৰিব নোৱাৰে নহয়! মই কি দোষ কৰিছোঁ, মোক প্ৰমাণেৰে সৈতে বুজাই দিয়ক, তাৰ পিছত মোক ধৰি লৈ যাওক, কথা সিমানেইহে? দেউতা ক'ত আছে।

শ্ৰীমতী : আমাৰ ৰুমতে আছে হ'বলা।

মৃদুল : দেউতাই পুলিচক একো নক'লে?

শ্ৰীমতী : ক'বলৈ তেখেতৰ মগজ থিৰে থাকিলেহে!

মৃদুল : তহঁতে ইমান অপমান সহ্য কৰি থাকিলি কিয়?
[বে'ল বাজে। ৰাহুলে দুৱাৰ খুলি দিয়ে। চৌধুৰী আহে।]

ৰাহুল : আহক চৌধুৰী। [উভতি আহি] বহক। [চৌধুৰী বহাৰ পিছত] আপোনালোকে যে বিচাৰিছিল— আমাৰ সৰু ভাইটো মৃদুল, এইটো। [মৃদুলক] কালি ৰাতি এখেতো আহিছিল। চৌধুৰী। ডি এছ পি।

মৃদুল : আপুনিও নিশ্চয় সকলো কথা জানে। মোক বাৰু কিয় বিচাৰিছিল?

ৰাহুল : এতিয়া সেইবোৰ কথা বাদ দে। এখেতৰ লগত আমাৰ এটা—

মৃদুল : নহয়, ৰবি। [চৌধুৰীক] শুনক ডি এছ পি চাহাব, এইখন ঘৰলৈ পুলিচ আহিবলগীয়া কাৰণ আছে। বহুত কাৰণ আছে। তাক বেছিভাগ কাৰণৰ কথা মই জানো। আৰু পিষ্টল-ৰিভলভাৰতো বিচাৰিলে ওলাবই! [ৰাহুলক] তযেইতো তোৰ চাকৰিটোৰ লগতে দুটা ৰিভলভাৰ পাব! [চৌধুৰীক] সেই কাৰণে মোক কেৱল এটা কথা কওক, মোক কিয় বিচাৰি আহিছিল?

ৰেণু : শুনা মৃদুল। মোৰ কথা শুনা। এতিয়া অৱস্থাটো খুব ক্ৰিটিকেল হৈ আছে। যি হৈ গ'ল, সেইবোৰৰ কথাত লাগি থাকিলে এতিয়া আমাৰ একো লাভ নহ'ব। এগেত চৌধুৰীযে আমাৰ প্ৰবলেমবিলাকৰ কথা অলপ বুজিছে। এখেতৰ লগ লাগি আমি কথাবোৰ কোনোমতে মেনেজ কৰিব খুজিছোঁ, গতিকে এতিয়া আৰু তুমি কথা নবঢাবা।

মৃদুল : কিন্তু আচল মানুহজন যদি দন্ত, তেনেহ'লে তেওঁ নিজে কথাবোৰ মেনেজ কৰিব কিয়?

চৌধুৰী : মই ঠিক তাৰে চেষ্টা কৰিছিলোঁ। কিন্তু তেওঁ মানুহজন অলপ বেলেগ ধৰণৰ।

মৃদুল : বেলেগ ধৰণৰ মানে কেনেকুৱা?

চৌধুৰী : ঠিক কি বুলি ক'ম মানে

মৃদুল : মানে মই জনাত বেলেগ ধৰণৰ মানুহবিলাক সাধাৰণতে দুই ধৰণৰ হয়— এবিধ চিধা, এবিধ বেঁকা। এখেত কোন ধৰণৰ?

চৌধুৰী : [ইতস্ততঃ কৰি] কথাটো যদি কেৱল আমাৰ মাজতে থাকে— তেনেহ'লে কওঁ—

মৃদুল : কওক।

চৌধুৰী : বেঁকা।

মৃদুল : তেনেহ'লেতো ভালেই! চিধা কৰি পেলাব লাগিব।

চৌধুৰী : [উঠি আহে] নহয় মৃদুল, সৰু ল'ৰা কাৰণে নাম কাটিযেই মাতিছোঁ, বেয়া নাপাবা, তুমি সেই মানুহজনৰ মুখামুখি নোহোৱাই ভাল।

মৃদুল : কিয়?

চৌধুৰী : মানুহজনে তোমাৰ বিৰুদ্ধে কিছুমান কথাৰ প্ৰমাণ যোগাৰ কৰিছে। তাৰ ওপৰতে তোমাৰ দেউতাৰাই নভবা-নিচিন্তাকৈ— হঠাতে কিছুমান কথা কৈ তেওঁৰ জোৰ বঢাই দিলে। তদুপৰি পাৰছনেল লাইফত তেওঁৰ এম্বিচন বৰ বেছি। অলপতে তেওঁৰ প্ৰমোচন হোৱাৰ আশা আছে। গতিকে তোমাৰ কে'ছটো— তেওঁ ওপৰলৈ উঠা খটখটী হিচাপে লৈছে। তোমাৰ কে'ছটো যদি ভালকৈ সজাই-পৰাই—

মৃদুল ঃ আৰু যদি মই তেওঁক সুন্দৰকৈ সজাই-পৰাই চিৰদিনৰ কাৰণে— [ফোন বাজে।]
শ্ৰীমতী ঃ [ৰেণুক] ধৰাচোন।
ৰেণু ঃ হেল্লো— হয। দিছোঁ ধৰক।
[শ্ৰীমতীক] এছ্ পি দত্তই ফোন কৰিছে। [ফোনটো দিযে।]
শ্ৰীমতী ঃ মিছেছ্ অধিকাৰীয়ে কৈছোঁ।— কিবা কথা আছিল নেকি!— এতিযা? এতিযা পিছে এখেত মিষ্টাৰ অধিকাৰী আৰু ল'ৰাকেইটা কোনো ঘৰত নাই।— মই সৰু বোৱাৰীহঁতহে আছোঁ। আ-আমাৰ লগত কথা পাতিলেও হয যদি আহক। (ফোন থয) দত্ত আহিব এতিয়া।
ৰাহুল ঃ কিয?
শ্ৰীমতী ঃ কিবা জৰুৰী কথা আলোচনা কৰিবলগীযা আছে বোলে।
মৃদুল ঃ আমি কোনো ঘৰত নাই বুলি কলি কিয?
শ্ৰীমতী ঃ [খং] তোক বচাবলৈ ক'লোঁ মূৰ্খ!
মৃদুল ঃ নৌ। নালাগে মোক তেনেকৈ বচাব। ৰবি, আগতে মই দেউতাক লগ পাই লওঁ, তাৰ পিছত তেখেতৰ লগত আজি মই কথা পাতিবই লাগিব। [ওলাই যায]
ৰাতুল ঃ গতিকে, আমি ঘৰত নাই? দত্ত চাহাবে যদি মোৰ কথা সোধে, কবি— এইখন ঘৰত মোক আৰু কেতিযাও লগ নাপায।
শ্ৰীমতী ঃ বিপদৰ সময়ত তেনেকুৱা কথা নকবিচোন।
ৰাতুল ঃ আমি ইযাত থাকিলে তহঁতৰ বিপদ বাঢ়িব পাৰে। সেই কাৰণেহে কৈছোঁ মা।
শ্ৰীমতী ঃ এতিযা তহঁত যাব্ কলৈ?
ৰাতুল ঃ প্ৰথমতে হোটেলৰ ৰুম বিচাৰি যাওঁ। ৰুম পালেই ছুটকেছ দুটা লৈ যামহি। আহোঁ। [দুযো যায]
[অলপ সময নিস্তব্ধ]
চৌধুৰী ঃ [ৰাহুলক] মই পিছত দহমান বজাত এবাৰ ফোন কৰিম। দৰকাৰ হ'লে তাৰ পিছত আহিম। আপুনি এইটো কোঠালিত নাথাকিলেও— ঘৰৰ পৰা দূৰলৈ নাযাব। প্ৰযোজন হ'লে যেন এইমাত্ৰ কঁৰবাৰ পৰা উভতি অহাৰ নিচিনাকৈ আহিব পাৰে।
[ৰাহুলে মূৰ জোকাৰে। চৌধুৰীয়ে অলপ সময ভাবে।]
চৌধুৰী ঃ শুনকচোন কথা এটা কওঁ। [দুযো ওলাই যায। শ্ৰীমতী বহে।]
ৰেণু ঃ মই ৰুমলৈ যাওঁ।
শ্ৰীমতী ঃ নালাগে ৰ'বা। কথা আছে। ইযাৰ বস্তুবোৰ চব নিযা হ'ল?
ৰেণু ঃ হ'ল।
শ্ৰীমতী ঃ তোমালোকৰ ৰুমত কিবা থাকিল নেকি?
ৰেণু ঃ নাই। চব নিয়া হ'ল।
শ্ৰীমতী ঃ বহা। [ৰেণু বহে। লাহে লাহে অন্ধকাৰ।]

## মঞ্চ ঃ ১

প্ৰথম দৃশ্যৰ নিচিনা। ৰাতি। অধিকাৰীৰ ঘৰৰ গে'টৰ সন্মুখভাগ। অলপ পিছত ভিতৰৰ পৰা বলীনাৰাযণ আৰু দত্ত আহে। বলীনাৰাযণে গে'টখন খুলি দিযে। দত্ত বাটলৈ ওলাই আহে। পাছে পাছে বলী।

দত্ত : তোমাৰ ডিউটী কেনে চলিছে বলীনাৰায়ণ?

বলীনাৰায়ণ : কালিলৈকে বৰ ভাল চলিছিল ছাৰ, কিন্তু ৰাতি আপোনালোক অহাৰ পিছৰে পৰা বৰ বেয়া চলিছে।

দত্ত : কিয়?

বলীনাৰাযণ : মই আপোনালোকক কৈছিলোঁ নহয় ছাৰ, মোক অন্ততঃ ফোনটো কৰি ভিতৰৰ বাবুহঁতক খবৰ দিবলৈ দিযক, আপোনালোক সোমাই নাযাব, আপোনালোকে 'একো নহয় দিযা' বুলি কৈ সোমাই গ'ল। পিছত— এই এঘাৰ বছৰে মই এনে মনোকষ্ট পোৱা নাই ছাৰ।

দত্ত : কিয়, কি হ'ল?

বলীনাৰাযণ : সেই দোকমোকালিতে আপোনালোক ওলাই যোৱাৰ পিছতে মানি নি মোৰ চৈধ্যপুৰুষ উদ্ধাৰি যি সোপা গালি! কৈছোঁ নহয় ছাৰ— মোক চুইহে কিলোৱা নাই।

দত্ত : হয় নেকি? কোনে?

বলীনাৰাযণ : মালিকনী আই, ডাঙৰ পুতেক, ডাঙৰ বোৱাৰীযেক তিনিওজনে। মই তাৰ পিছতে ৰেৱতীক মানে মোৰ পৰিবাৰক কৈ ছোঁ, ভাতমুঠি আৰু এই কাপোৰসাজৰ কাৰণে কিয় ইমান গঞ্জনা সহিম অ'? তাতকৈ গাঁৱলৈ গৈ দুযোটাই কিবা কৰি ভাতমুঠি মোকোলাব পাৰিম ব'ল। পকা মজিযাখনত বহি ভাতকিটা খাওঁ বুলি লগত ইমানসোপা লাঞ্ছনাও গিলিব নোৱাৰি নহয়!

দত্ত : নহয় বলীনাৰাযণ। বাধ্যত পৰি লাঞ্ছনা গিলিবলগীয়া হ'লেও— সেইবোৰ পেটত হজম হ'বলৈ নিদিবা। যিমান সোনকালে পাৰা বমি কৰি উলিযাই দিবলৈ চেষ্টা কৰিবা। পলাই পলাই লাঞ্ছনাৰ হাত সাৰিবলৈ চেষ্টা কৰিলে কেনেকৈ হ'ব? তোমাৰ সলনি অইন এজনক লাঞ্ছনা খাবলৈ এৰি দিযাহে হ'ব। নহয জানো? এটা কথা জানা নে নাজানা? যিবিলাক মুখত লাঞ্ছনা, গালি-শপনি এইবিলাকৰ জন্ম বেছিকৈ হয়, সেইবিলাক মুখৰ বল বেছি দিন নাথাকে। তুমি চাই থাকিবা। যোৱা।

বলীনাৰাযণ : কিন্তু কালিৰে পৰা ঘৰখনত হৈছে কি ছাৰ?

দত্ত : তোমালোকে মন দি ডিউটী কৰি থাকাচোন। গম পাবা নহয। যোৱা।

বলীনাৰাযণ : [হাত তুলি নমস্কাৰ কৰি, অলপ পিছত]

যাওক ছাৰ। [দত্ত গাড়ীৰ ফালে যায। বলীযে উভতি গৈ গে'টৰ ভিতৰ সোমায। দত্তই জেপৰ পৰা গাড়ীৰ চাবি উলিযায়। এনেতে তিনিটা গুলীৰ শব্দ হয়। দত্তই চিঞৰ মাৰি প্ৰথমে গাড়ীত বাগৰি পৰে।]

বলীনাৰায়ণ : কি হ'ল। কি হ'ল? [দৌৰে। দত্তক ধৰে।]

বলীনাৰায়ণ : কি হ'ল ছাৰ? ছাৰ? কোন— কোন আছে? হযনে কোন আছে? [ইফালে সিফালে দৌৰে। ৰেৱতী উধাতু খাই গে'টৰ ভিতৰৰ পৰা ওলাই আহে।]

ৰেৱতী : মই সিফালৰ সৰু গে'টখনৰ ওচৰতে বৈ আপোনালোকক চাই আছিলোঁ। সেইফালে আন্ধাৰৰ পৰা কোনোবা এটাই গুলী মাৰি দৌৰি গুচি গৈছে।

বলীনাৰায়ণ : নহয়? মনে মনে থাক। এতিয়া সেইবোৰ একো নকবি। বিপদত পৰিবি। তই দৌৰ মাৰি ভিতৰত কোন আছে মাতি আনগৈ। দৌৰ মাৰ। [ৰেৱতী ভিতৰলৈ দৌৰে। বলী দত্তৰ ওচৰলৈ যায়। তেওঁ দত্তক ধৰে।]

বলীনাৰায়ণ : ছাৰ! ছাৰ!

দত্ত : বলী, মোক হস্পিতাললৈ লৈ ব'লা।
[বলীয়ে অসহায়ভাবে ইফালে সিফালে চায়। লাইট লাহে লাহে কমি আহে। দত্ত স্থিৰ হৈ যায়।]

বলীনাৰায়ণ : ছাৰ! ছাৰ! ছাৰ!
[বলীনাৰায়ণে আকৌ ইফালে সিফালে আতুৰভাবে চায়।]

বলীনাৰায়ণ : ছাৰ! ছাৰ!
[তেওঁৰ শব্দ শুনি গে'টৰ ভিতৰলৈ চায়। ভিতৰৰ পৰা অধিকাৰী আৰু মৃদুল দৌৰি আহে।]

অধিকাৰী : কি হ'ল।

বলীনাৰায়ণ : জানো ছাৰ।
[অধিকাৰীয়ে দত্তক পৰীক্ষা কৰে]

মৃদুল : কোনোবাই গুলী মাৰিলে বোলে?

বলীনাৰায়ণ : জানো। মই মানুহজন পৰি যোৱাহে দেখিছোঁ।
[মৃদুলেও দত্তক ওচৰৰ পৰা চায়। দেউতাকৰ মুখলৈ চায়। অধিকাৰীয়ে দূৰলৈ চায়।]

অধিকাৰী : এইটো জীপখনৰ চাবি। তই জীপ চলাব পাৰিবি?

মৃদুল : পাৰিম।

অধিকাৰী : লচোন। (চাবিটো দিয়ে) ধৰ।
[তিনিও দত্তক দাঙি জীপখনৰ ফালে লৈ যায়। তেওঁলোক মঞ্চৰ পৰা আঁতৰাৰ পিছতে বিপৰীত ফালৰ পৰা ৰাতুল আৰু গীতা আহে। দুয়ো অবাক হৈ চায়।]

অধিকাৰী : [off] অ'ই! এইফালে আহ। দৌৰ!
[ৰাতুল আৰু গীতা দৌৰি সেইফালে যায়]

[অন্ধকাৰ]

## মঞ্চ : ২

[অধিকাৰীহঁতৰ ড্ৰয়িং ৰুম। ৰাহুল গম্ভীৰ হৈ বহি আছে। ৰেৱতী থিয় হৈ আছে। তেওঁৰ সন্মুখত থিয় হৈ চৌধুৰীয়ে অলপ সময় তেওঁলৈ চাই থাকে। ৰেৱতীয়ে ভয় খাইছে।]

চৌধুৰী : শুনা। কথাবোৰ ভালকৈ মন কৰি যাবা। তুমি অথনি গে'টৰ ওচৰত কোৱা মতে— [হাতেৰে দেখুৱাই] এইখন হ'ল তোমালোক থকা ঘৰটোৰ দক্ষিণফালৰ বেৰখন, এই বেৰখনৰ ওচৰতে এইটো হ'ল দেৱালখনত থকা ফুটাটো। হয়?

ৰেৱতী : হয়।

চৌধুৰী : তুমি এই ফুটাটোৰেদি বাহিৰলৈ চাই আছিলা?

ৰেৱতী : হয়।

চৌধুৰী : কিয় চাই আছিলা?

ৰেৱতী : গে'টৰ মুখত মানুহৰ মাত শুনিলে আমি ফুটাটোৰেদি জুমি চাওঁয়েই।
[ফোন বাজে। ৰাহুলে ধৰে]

ৰাহুল : হেল্লো! মই একো ধৰিব পৰা নাই তালুকদাৰ। লেটেষ্ট খবৰ মানে— ছোৱালী হাইস্কুলৰ ওচৰৰ দলংখনত দত্তৰ ৰুমাল, ডটপেন, আইডেন্টিটি কাৰ্ড আৰু কিবাকিবি পৰি থকা পোৱা গৈছে। চৌধুৰীয়ে কোৱা মতে চৌধুৰী ইয়াতে আছে, তেখেতৰ লগত কথা পাতিব

নেকি?— ধৰক। [চৌধুৰীক ফোনটো দি] — কমিছনাৰ তালুকদাৰ।

চৌধুৰী : গুড মৰ্ণিং ছাৰ।— মোৰ ইমিডিয়েটলী যিটো ধাৰণা হৈছে, সেইটো এটা মানুহৰ কাম নহয়। কেইটামান মানুহে দত্ত ছাৰক হত্যা কৰি 'ডেডবডী'টো দলঙৰ ওপৰৰ পৰা পানীত পেলাই দিছে।— ছুইছাইডৰ কথাটো মোৰো মনলৈ আহিছিল, কিন্তু ইয়াত গে'টৰ ওচৰৰ মাটিত তেজ, বলীনাৰায়ণ আৰু তেওঁৰ ঘৈণীয়েকৰ কথা— দলঙৰ ওপৰত তেজ লগা ৰুমাল— এইবোৰ দেখি ডেফিনিটলী ক'ব পাৰি— এইটো ছুইচাইডৰ ঘটনা নহয়।— গৈছে ছাৰ, তিনিখন মটৰ লাঞ্চ গৈছে, জাল আৰু নাও লৈ এটা ডাঙৰ টিম গৈছে। আহক ছাৰ। ভাল। [ফোন থৈ] তেখেত আপোনাক লগ পাবলৈ আহিব এতিয়া। ভাগৱতী ছাৰো আহিব। [ৰাহুল মনে মনে বহে। চৌধুৰীয়ে ভাবে। কিবা মনত পৰাৰ দৰে হঠাতে ৰেৱতীক]

চৌধুৰী : কি কৈছিলা? অ'। তুমি কালি ফুটাটোৰেদি কিয় চাই আছিলা?

ৰেৱতী : আমাৰ এখেতে পুলিচ চাহাবৰ লগত কথা পাতি আছিল, তেখেতসকলকে চাই আছিলোঁ।

চৌধুৰী : মানে— [হাতেৰে দেখুৱাই]— এই ফুটাটোৰে তুমি এনেকৈ এইফালে চাই আছিলা?

ৰেৱতী : হয়।

চৌধুৰী : তেনেহ'লে তুমি এইফালে কোনোবা দৌৰ মৰা কেনেকৈ দেখিলা?

ৰেৱতী : ধুম ধুমকৈ গুলী দুটা ফুটা শুনি মই সেইফালে চালোঁ নহয়।

চৌধুৰী : চাই কি দেখিলা?

ৰেৱতী : অথনি ক'লোঁ নহয়।

চৌধুৰী : আকৌ ঠিককৈ কোৱাচোন। [ৰেৱতীয়ে তলমূৰ কৰে।]

চৌধুৰী : কোৱা কি দেখিলা। [বৈ] নোকোৱা কিয়?

ৰেৱতী : এখেত আহক, তেতিয়া ক'ম।

চৌধুৰী : এখেত মানে?

ৰেৱতী : আমাৰ এখেত।

চৌধুৰী : কিয়? তেওঁ নাথাকিলে হ'বলা ক'ব নোৱাৰা?

ৰেৱতী : ওহোঁ।

চৌধুৰী : কিয়?— শুনিছা? কিয়?

ৰাহুল : কি হ'ল? নোকোৱা কিয়?

ৰেৱতী : এখেত ওচৰত নাথাকিলে, এখেতক নোসোধাকৈ এইবিলাক কথা পাতিবলৈ মোক মানা কৰিছে।

ৰাহুল : কোনে? বলিযাই?

ৰেৱতী : ওঁ।

ৰাহুল : কিয়?

ৰেৱতী : বৰ ডাঙৰ বিপদ হ'ব বোলে। [ৰাহুল আৰু চৌধুৰীয়ে চোৱা-চুই কৰে।]

চৌধুৰী : এওঁ বলিয়া নেকি— ক'ত আছে ?

ৰাহুল : আছে চাগৈ ইয়াৰে ক'ৰবাত।

ৰেৱতী : বাহিৰতে আছে।

চৌধুৰী : [ৰাহুলক] মাতি দিয়কচোন তেওঁক।[ৰাহুল ওলাই যায়]

চৌধুৰী : [ৰেৱতীক] তাৰ মানে তোমাৰ মানুহটোৱে যি শিকাই দিয়ে তাকেহে কোৱা?
ৰেৱতী : হয়।
চৌধুৰী : তুমি নিজে যি দেখা সেইটো নোকোৱা? [বলী সোমাই আহে।]
চৌধুৰী : তুমিযেই—
বলীনাৰায়ণ : হয়।
চৌধুৰী : তুমি বোলে এওঁক সঁচা কথা— দেখা কথাও ক'বলৈ মানা কৰিছা?
বলীনাৰায়ণ : সঁচা কথা মানে— ছাৰ এইবোৰ মাৰ-পিট, খুন— এক্সিডেণ্ট, এইবোৰ মোৰ মুখ মেলিবলৈকে ভয় লাগে, আৰু তাইকো ভয় কৰিবলৈ কৈ থাকোঁ।
চৌধুৰী : কিয়?
বলীনাৰায়ণ : এবাৰ ছাৰ, আমাৰ গাঁৱৰ জগদীশ ঠিকাদাৰৰ জীপ গাড়ীখনে মাউৰা ল'ৰা এটা খুন্দিয়ালে। সৰু ল'ৰা। এই ইমানটোমান। [হাতেৰে দেখুৱাই]। মোৰ চকুৰ আগতে। খুন্দিয়াই থৈয়েই জীপ গাড়ী কোঁ কোঁকৈ ধূলি-চুলি উৰুৱাই, চাৰিআলিটোত সাউৎকৈ নেদেখা হ'ল। মই ল'ৰাটোক দাংকোলাকৈ হস্পিতাললৈ লৈ গ'লোঁ। ডাক্তৰে বোলে হাড ভাগিছে, কমেও এমাহ সি পৰি থাকিব লাগিব। গাঁৱৰ ডেকা এমখাই বোলে, ঠিকাদাৰৰ ওপৰত কে'ছ দিওঁ, তই সাক্ষী হ'ব লাগিব। মই বোলো হ'ম সাক্ষী। নিজ চকুৰে দেখা ঘটনা— সাক্ষী নহ'ম কিয়? দিলে কে'ছ, হ'লোঁ সাক্ষী। তাৰ পিছত— অ' মোৰ গোসাঁই— কে'ছ নিছিঙে হে নিছিঙে— নিছিঙে হে নিছিঙে,— কাছাৰীলৈ অহা-যোৱা কৰি কৰি মোৰ একেবাৰে তিতা লাগি গ'ল। এবাৰ ক'লোঁ— নাযাওঁ আৰু মই কাছাৰীলৈ। সিহঁতে বোলে নহ'ব, নগ'লে তোক পুলিচে ধৰি লৈ যাব।— ইফালে ঠিকাদাৰৰ পিতেকে বোলে— এইবাৰ যদি তই কাছাৰীলৈ যাব, তেনেহ'লে তোৰো ঠেং ভাঙিম। সিফালে আকৌ উকীল নাই বোলে— তই টকা খাই মিছা সাক্ষী দিছ, তোক জে'লত ভৰাইহে এৰিম। উস্— তিনি বছৰ মোৰ কি নগুৰ- নাগতি ছাৰ। তেতিয়াৰ পৰা আৰু মই এনেকুৱা কিবা ঘটনা দেখিলেও নেদেখাৰ ভাও ধৰি থাকোঁ। কোৰে কাটি গ্ৰহণী চপাবলৈ মোৰ কি দৰকাৰ পৰিছে? [চৌধুৰীয়ে বলীৰ চকুলৈ চাই থাকে] হয় ছাৰ।
চৌধুৰী : [ৰাহুল] যাওঁ অধিকাৰী, শুনকচোন।
[চৌধুৰী আৰু ৰাহুল বাহিৰলৈ যায়। ৰেৱতীয়ে সেইফালে অলপ সময় চাই থাকি বলীৰ ওচৰলৈ আহে।]
ৰেৱতী : মোৰ গাটো থকথককৈ কঁপি আছে। মই তেনেকৈ সাজি সাজি কথা ক'ব নোৱাৰোঁ।
বলীনাৰায়ণ : [মাৰিবলৈ হাত দাঙে] এক্কেপাত চৰতে! তোক সাজি সাজি ক'বলৈ কোনে কৈছে? গোটেই ৰাতি বহি বহি চব শিকাই দিলোঁ নে নাই?
ৰেৱতী : দিলে, পিছে ক'বৰ সময়ত মুখৰ পৰা সেইবোৰ ওলাবই নোখোজে দেখোন।
বলীনাৰায়ণ : এবাৰ কথা ইফাল-সিফাল কৰিবি, মই তোৰ জান খাই ল'ম। [বাহিৰলৈ চাই] মনে মনে থাক এতিয়া।
[চৌধুৰী আৰু ৰাহুল আহে।]
চৌধুৰী : বাৰু তুমি সঁচাকৈ কোৱাচোন, কালি ৰাতি তুমি কি দেখিছিলা? [ৰৈ] নুলুকুৱাবাও, সাজিও নক'বা।

বলীনাৰায়ণ : মই?

চৌধুৰী : অঁ।

বলীনাৰায়ণ : মই ছাৰ একো দেখা নাই। পুলিচ চাহাব ছাৰ ওলাই গৈছিল— মই গে'টখন খুলি এনেয়ে লগে লগে ওলাই গ'লোঁ। 'যাওক ছাৰ' বুলি নমস্কাৰ দিলোঁ, তেখেত গাড়ীখনৰ ফালে আগবাঢ়ি গ'ল। মই ঘূৰিছোঁহে—এনেতে শুনিলোঁ গুৰুম গুৰুমকৈ কিবা দুটা ফুটিছে। উভতি চাই দেখোঁ— পুলিচ চাহাব ছাৰ বাগৰি পৰি গৈছে।— এই [ৰেৱতীক দেখুৱাই] দৌৰি আহিল— মই বোলো দৌৰি যা— ভিতৰত কোন আছে মাতি আন। বহুত পৰলৈ তাই উভতি নহা দেখি মযো ভিতৰলৈ দৌৰ মাৰিলোঁ। তাৰ পিছত মই যেতিয়া আকৌ উভতি ৰাস্তালৈ গ'লোঁ, তেতিয়া মানুহজন তাত নাই। মানুহো নাই, জীপ গাড়ীও নাই, একো নাই।

চৌধুৰী : তুমি জীপখন গুচি যোৱাও দেখা নাই?

বলীনাৰায়ণ : নাই।

চৌধুৰী : [ভাবি] বাৰু, তুমি এটা কথা কোৱাচোন— তুমি যেতিয়া দত্ত ছাৰক এৰি থৈ ভিতৰলৈ গ'লা, তেতিয়া মানুহজনৰ অৱস্থা কেনেকুৱা আছিল?

বলীনাৰাযণ : অৱস্থা মানে?

চৌধুৰী : মানে— তেখেতৰ হুঁচ আছিল নে নাই—

বলীনাৰাযণ : হুঁচ মানে, জীৱই নাছিল ছাৰ।

চৌধুৰী : তুমি কেনেকৈ জানিলা?

বলীনাৰাযণ : চাই থাকোঁতেই মানুহৰ জীৱটো ওলাই যোৱা মই কেইবাবাৰো দেখিছোঁ ছাৰ। পুলিচ চাহাব ছাৰে ইছাট-বিছাট কৰি আছে, ডিঙিৰ পৰা গোঁ-গোঁকৈ আবাজ এটা ওলাইছে, মই ছাৰ ছাৰকৈ মুখখনলৈ চাই আছোঁ, হঠাতে ডিঙিৰ পৰা ঘঁককৈ আবাজ এটা হ'ল— তাৰ পিছতে ডিঙিটো বেঁকা হৈ মূৰটো ওলমি পৰিল। তাৰ পিছত আৰু সেইটো দেহাত জীৱ থাকেনে ছাৰ? সেই তাহানি আমাৰ গাঁৱৰ ৰজনী গোসাঁইক এনেকৈ যোৱা দেখিছিলোঁ।

চৌধুৰী : [খোজ কাঢ়ি] ৰাস্তাতনো এটা মানুহো নাছিলনে?

বলীনাৰাযণ : তেতিয়া ৰাতি হৈছিল নহয় ছাৰ। এইটো ৰাস্তাত মানুহৰ আহ-যাহ এনেযেও কম, ৰাতি ন বজাৰ পিছতো ৰাস্তা খালীযেই হৈ যায় বুলিব পাৰি।

[বে'ল বাজে। ৰাহুলে দুৱাৰ খুলি দিযে। নেতা আৰু তালুকদাৰ আহে।]

ৰাহুল : আহক। বহক।

চৌধুৰী : নমস্কাৰ ছাৰ। নমস্কাৰ। [দুয়োকে] [নেতা আৰু তালুকদাৰ বহে।]

নেতা : আপোনালোকে কিবা আলোচনা কৰি আছিল নেকি? এওঁলোক কোন?

ৰাহুল : ইহঁত আমাৰ ঘৰতে থাকে।

চৌধুৰী : ঘটনাটোৰ সময়ত সেইখিনিত থকা মানুহ এওঁলোক দুজনেই। গতিকে এওঁলোকেই এতিয়া আমাৰ কাৰণে ডাঙৰ সাক্ষী।

নেতা : হয়নে?

তালুকদাৰ : তেনেহ'লে এওঁলোকক ভালকৈ ৰাখিব লাগে।

চৌধুৰী : হয় ছাৰ। [বলী আৰু ৰেৱতীক] তোমালোক এতিয়া বাহিৰতে থাকাগৈচোন। মাতিলেই আহিবা। আৰু শুনা, মই নোকোৱালৈকে তোমালোকে এই ঘৰৰ বাহিৰলৈ ক'লৈকো নাযাবা। আৰু বাহিৰৰ মানুহৰ লগত কোনো কথা নাপাতিবা।

বলীনাৰায়ণ : কথা পাতিবলৈ আমিতো যিখিনি জানো ক'লোঁৱেই। [ৰাহুলক]হেৰি নহয় ডাঙৰ দাদা, আমাক নহ'লে গাঁৱৰ ঘৰলৈকে গুচি যাবলৈ দিয়ক।

চৌধুৰী : নালাগে। তোমালোক কেতিয়া কলৈ যাব লাগে আমি ক'ম।

বলীনাৰায়ণ : আকৌ কিবা জঞ্জালত পৰিব লাগিব নেকি ছাৰ? [তালুকদাৰ আৰু নেতালৈ চায]

নেতা : জঞ্জালত পেলালে তোমাক চৰকাৰেহে পেলাব। গতিকে চৰকাৰৰ— মানে এখেতসকলৰ পৰামৰ্শ মানি চলিবা, জঞ্জালৰ পৰা বাচি থাকিব পাৰিবা।

[বলী আৰু ৰেৱতীয়ে সকলোলৈকে চাই, হাতযোৰ কৰি, মুখৰ ভিতৰতে 'নমস্কাৰ' বুলি ওলাই যায়।]

তালুকদাৰ : এওঁলোকৰ পৰা নতুন খবৰ কিবা পালেনে?

চৌধুৰী : নাই, কামত অহা নতুন খবৰ একো পোৱা নাই।

তালুকদাৰ : কিন্তু ডেডবডীটো গ'ল কলৈ? যিবিলাক মানুহে বা যিটো মানুহে গুলী কৰিলে, সিহঁতে বা সি ডেডবডীটোও লৈ গ'ল কিয়? গুলীও কৰিলে, নদীতো পেলাই দিলে—

নেতা : হয়তো হত্যাকাৰীৰ পিষ্টলত গুলী মাত্ৰ দুটা আছিল, তাৰে সি মানুহজনক শেষ কৰিব নোৱাৰিলে, গতিকে বাকীখিনি কাম তেনেকৈয়ে শেষ কৰিলে।

চৌধুৰী : এইটো আপুনি খুব ইম্পৰটেণ্ট কথা কৈছে ছাৰ। আমি সেই লাইনতো কথাটো ভাবিব লাগিব।

নেতা : আৰু জীপখনৰ কি হৈছে জানে নে নাজানে?

চৌধুৰী : ফৰেনছিকৰ মানুহ খবৰ পায়েই তালৈ গৈছে ছাৰ।

নেতা : সেইটো জানো। তাৰ পিছত? [বৈ] তাৰ পিছত খবৰ হ'ল, জীপখনৰ য'ত য'ত মানুহৰ আঙুলি লগাৰ সম্ভাৱনা, সেই সকলো ঠাই পেট্ৰ'লেৰে মচি চাফা কৰি থোৱা আছে। ইয়ালৈ অহাৰ আগে আগে ডি আই জি মুখাৰ্জীৰ পৰা গম পালোঁ। [হঠাতে থিয় হয়] মুঠতে এটা সাংঘাতিক ঘটনা ঘটিল। গোটেই ৰাজ্যত চাঞ্চল্যৰ সৃষ্টিতো হৈছেই, দেশৰ ৰাজধানীতো বৰ ছিৰিয়াছ ধৰণৰ প্ৰতিক্ৰিয়া হৈছে। এজন এছ পি ৰেংকৰ বিষয়াক হত্যা কৰা হৈছে, ই ধেমালি কথা নহয়। কথা বহু দূৰলৈ যাবগৈ পাৰে। গতিকে কে'ছটো খুব সাৱধানে, কৌশলেৰে টেক্‌ল্ কৰাটো বৰ প্ৰয়োজনীয় হৈছে।

ৰাহুল : কিন্তু আমাৰতো দুশ্চিন্তাৰ কোনো প্ৰয়োজন নাই।

নেতা : কিয়?

ৰাহুল : এই ঘটনাৰ লগত আমাৰ কি সম্পৰ্ক?

নেতা : এক নম্বৰ সম্পৰ্ক— মানুহজন আপোনালোকৰ ঘৰৰ পৰা ওলাই যাওঁতে আপোনালোকৰ গে'টৰ ওচৰত তেওঁক হত্যা কৰা হৈছে। তদুপৰি তেওঁ পৰহি গোটেই নিশা এই ঘৰটোত কটাইছিল।

ৰাহুল : কটাইছিল। তেওঁ আহিছিল। কিবাকিবি বিচাৰি, কিন্তু একো নাপালে। আৰু এইটো ঘৰত একো পোৱাৰ সম্ভাৱনাও নাই।

তালুকদাৰ : সেইটো ভাল কথা। কিন্তু পৰহি ৰাতি ইয়াত অকল চৌধুৰী আৰু আপুনিয়েইতো নাছিল। আৰু মানুহ আছিল। গতিকে আমি মনত ৰাখিব লাগিব, কাৰো বিশ্বাস নাই, আৰু সাৱধানৰ মাৰ নাই।

নেতা : আৰু তেওঁ পৰহি ৰাতি আপোনালোকৰ ঘৰলৈ আহিছিল—আপোনাৰ ভায়েকক বিচাৰি।
ৰাহুল : হয়।
তালুকদাৰ : আৰু এতিয়া বাহিৰত ওলোৱা আটাইতকৈ শক্তিশালী জনৰৱটো হৈছে এইটো মৃদুলৰ কাম।
নেতা : পৰহি মৃদুল ঘৰত নাছিল, কিন্তু কালি দত্ত অহাৰ সময়ত আছিল। গতিকে দত্তৰ লগত মৃদুলৰ মুখামুখি হৈছিল নে নাই, যদি হৈছিল তেওঁলোকৰ মাজত কি কথা-বতৰা হৈছিল, বিশেষকৈ দত্তৰ প্ৰতি মৃদুলৰ এটিচিউডটো (attitude) মানে ভাবটো কেনেকুৱা আছিল, সেইবোৰ জনাটো প্ৰযোজন।
চৌধুৰী : এই সম্পৰ্কে মোৰ এটা মোটামুটি ধাৰণা হৈছে।
নেতা : কেনে?
চৌধুৰী : তেওঁৰ স্বভাৱটো এনেযেও উগ্ৰ, তাৰ ওপৰতে দত্ত চাহাবৰ এই এনকোযাৰীটোৰ ধৰণটোত তেওঁৰ বৰ খং উঠি আছে।
নেতা : কাৰ ওপৰত?
চৌধুৰী : দত্ত চাহাবৰ ওপৰত।
নেতা : কেনেকৈ জানিলে?
চৌধুৰী : মই তেওঁক বুজাইছিলোঁ যে দত্ত চাহাবে তোমাৰ বিৰুদ্ধে কিছুমান প্ৰমাণ গোটাইছে, সেইবোৰকে সজাই-পৰাই তোমাৰ অপকাৰ কৰিব পাৰে, গতিকে সাৱধানে থাকিবা। তেওঁ তৎক্ষণাত ক'লে— তেৰোঁ বোলে দত্ত চাহাবক সজাই-পৰাই চিৰদিনৰ কাৰণে বিদায দিব।
তালুকদাৰ : তেনেহ'লে? ইয়াতকৈ ডাঙৰ সুবিধা আৰু আপোনাক কি লাগিছে? এইটো দেখোন ষ্ট্ৰেইট কেছ হ'ব পাৰে!
ৰাহুল : কিন্তু—
তালুকদাৰ : মই এটা কথা কওঁ অধিকাৰী। আপুনি হযতো, ফৰ দি টাইম বিইং [for the time being], সদ্যহতে, মৃদুলক ছেক্ৰিফাইচ কৰিব লাগিব। [ৰাহুলে তালুকদাৰৰ চকুলৈ চাই থাকে।]— মাযা-মমতা সকলোৰে আছে, থকা উচিতো, কিন্তু কোনো কোনো সময়ত— কিছুমান বিপদৰ আশংকা আঁতৰাই ৰাখিবলৈ হ'লে এনেকুৱা মাযা-মমতা হেঁচি ৰাখিব লাগে।
ৰাহুল : মই কি কৰাটো বিচাৰে?
নেতা : তেওঁ ঘৰত আছেনে?
ৰাহুল : আজি পুৱাৰ পৰা দেখা নাই।
নেতা : যদি তেওঁ নিজে লুকাইছে, তেনেহ'লে ভালেই, যদি লগ পায, তেনেহ'লে ক'ব— তেওঁ যেন কিছুদিন ক'ৰবাত আত্মগোপন কৰি থাকে।
ৰাহুল : কিন্তু সি এম ডিৰ কাৰণে পঢি আছে, এইটো ফাইনেল ইযেৰ—
নেতা : বুজিছোঁ। কিন্তু এতিয়াই হত্যাকাৰী বুলি ধৰা পৰি লটিঘটি হোৱাতকৈ তেওঁ কিছুদিন পলমকৈ ডক্তৰ অব মেডিছিন হোৱাটো জানো বেয়া কথা? আৰু— তেওঁ যদি পলাতক হয়, তেন্তে এই ঘটনাটো সদায় তেওঁক কেন্দ্ৰ কৰিয়েই ঘূৰি থাকিব। বৰ্তমান দেশত যিটো বতাহ বলি আছে, সেই বতাহতে এইটো ঘটনাও উটি-খুৰি ফুৰিব। আৰু সময় গৈ থাকিলে— বেলুন যেনেকৈ নুফুটাকৈয়ো পোটোকা পাৰে, এইবোৰ ঘটনাও তেনেকৈ শুকাই-খীণাই চকুত নপৰা হৈ যাব।

ৰাহুল : কিন্তু সি যদি আপত্তি কৰে? সিটো বৰ একাচেকা ল'ৰা।

নেতা : তেনেহ'লে [চৌধুৰীক দেখুৱাই] এওঁলোকে হাতত থকা প্ৰমাণকে সাৰথি কৰি আগুৱাই গৈ থাকিব লাগিব। [সুৰ সলাই]— ঠিক আছে, আহিলোঁ যেতিয়া আপোনাৰ দেউতাককো এবাৰ লগ পাই যাওঁ। তেখেতো নিশ্চয় বৰ চিন্তিত হৈ আছে। [ৰাহুল ওলাই যায]

নেতা : মই ভাবোঁ এইটোৱেই সদ্যহতে আটাইতকৈ ভাল উপায় হ'ব।

তালুকদাৰ : মোৰো সেইটোৱেই ধাৰণা।

নেতা : আজিকালি পলিটিকছৰ এই ধৰণৰ হত্যাকাণ্ড, অৰ্থাৎ মৃদুলহঁতৰ নিচিনা ডেকাই কৰা হত্যাকাণ্ড মানুহে কোনো তৰ্ক-বিতৰ্ক নকৰাকৈ গ্ৰহণ কৰে। গতিকে, চৌধুৰীযে ঘটনাটো সেইফালেই টনা ভাল হ'ব।

চৌধুৰী : মই যিমান পাৰোঁ চেষ্টা কৰিম ছাৰ।

নেতা : কিন্তু— আমি এনেকুৱা এটা ঘটনা একেবাৰে আশা কৰা নাছিলোঁ। কেনেকৈ হ'বলৈ পালে? কোনে কৰিলে এই কাণ্ড? [অধিকাৰী আহে। অলপ পিছত ৰাহুল আহে।]

অধিকাৰী : নমস্কাৰ। গুড মৰ্ণিং।

নেতা : গুড মৰ্ণিং।

তালুকদাৰ : গুড মৰ্ণিং।

অধিকাৰী : আপোনালোক কোন ফালে আহিল? আজি এই অধমৰ ঘৰত?

নেতা : তেনেকৈ কিয কয? এই দুৰ্ঘটনাটোৰ লগত চৰকাৰৰ মানুহ হিচাপে আমাৰো সম্পৰ্ক আছে, তদুপৰি এখেত তালুকদাৰ আপোনাৰ ল'ৰাৰ কলিগ, ঘনিষ্ঠ বন্ধু, গতিকে ভাবিলোঁ এবাৰ নিজে খবৰ কৰি আহোঁগৈ।

অধিকাৰী : ভাল কৰিলে। বহক। থিয হৈ আছে যে?

তালুকদাৰ : নহয, আমি কথা এটা আলোচনা কৰি আছিলোঁ। আপোনাক মাত লগাই যাবলৈকে ওলাইছিলোঁ। মোৰ বোধেৰে আপোনালোক অযথা উদ্বিগ্ন হ'ব নালাগে।

অধিকাৰী : উদ্বিগ্ন— মানে—

নেতা : নাই নাই, উদ্বিগ্ন হ'ব কিয? কোনো সম্পৰ্ক নোহোৱা, সৌ তাত ঘটিবলগীয়া ঘটনা এটা যেনিবা ইয়াত ঘটিল। সেইবুলিয়েই আমি উদ্বিগ্ন হ'ম নে?
[ফোন বাজে। অধিকাৰীয়ে ধৰে।]

অধিকাৰী : হেল্লো। অধিকাৰীয়ে কৈছোঁ।— নহয় নহয়, মই জগবন্ধু অধিকাৰীয়ে কৈছোঁ। মই ৰাহুলৰ দেউতাক। — কওকচোন। [কিছু সময় শুনি থাকি] হয় নেকি? আপু—। [অলপ সময় ফোনটো ধৰি থাকি থৈ দিয়ে।]

ৰাহুল : কি হ'ল? কোনে ফোন কৰিছিল?

অধিকাৰী : চিনাকি নিদিলে। ক'লে— এছ্ পি দত্তক আপোনালোকৰ ঘৰৰ মানুহে হত্যা কৰিছে। ইয়াৰ পৰিণামৰ বাবে সাবধান হৈ থাকিব। [নিস্তব্ধ]

নেতা : বাৰু ডাঃ অধিকাৰী, আচলতে এইবিলাক বেনামী টেলিফোন কলৰ ওপৰত বৰ বেছি গুৰুত্ব দিব নালাগে, কিন্তু তথাপি, কওকচোন এই যে কথাষাৰ কোনোবাই ক'লে, কথাষাৰ শুনি আপোনাৰ মনত কেনে প্ৰতিক্ৰিয়া হ'ল?

অধিকাৰী : মোৰ প্ৰতিক্ৰিয়া হ'ল— হ'ব পাৰে।

নেতা : মানে?

অধিকাৰী : মানে মানুহটোৱে কোৱা কথাটো সঁচা হ'ব পাৰে।

নেতা : আপুনি তেনেকৈ ভাবিব পৰাটো সঁচাকৈয়ে বৰ উদাৰ, বিদ্বান মানুহৰ চিন। আমিও অলপ আগতে তেনেকুৱা এটা সম্ভাৱনাৰ কথাকে পাতি আছিলোঁ। বাহিৰতো এই কথাটো বৰকৈ ওলাইছে। আশাকৰোঁ এইবোৰ সহ্য কৰিবলৈ আপোনালোকে শক্তি পাব।

অধিকাৰী : অৰ্থাৎ আমাৰ ঘৰৰ মানুহ মৃদুলে দত্তক হত্যা কৰিছে, গতিকে মৃদুলৰ ফাঁচী হ'ব পাৰে— এই কথাটো সহ্য কৰিবলৈ শক্তি পোৱাৰ কথা কৈছেতো? নিশ্চয় নিশ্চয়। সেই শক্তি মই প্ৰচুৰ পৰিমাণে গোটাইছোঁ।
[ফোন বাজে। ৰাহুলে ধৰে।]

ৰাহুল : হেল্লো! ৰাহুল অধিকাৰীয়ে কৈছোঁ।— কওক। [কিছু সময় শুনে] বাজে কথা। কোন আপুনি?
[সিফালে মানুহজনে ফোন এৰি দিলে। ৰাহুলেও ফোন থয। ভাবে।]

তালুকদাৰ : কি হ'ল অধিকাৰী? কোনে কি ক'লে?

ৰাহুল : বেনামী কল।

তালুকদাৰ : কি ক'লে?

ৰাহুল : [ইতস্ততঃ কৰি] ক'লে— এছ পি দত্তক আমাৰ মৃদুলে হত্যা কৰিছে।

নেতা : সেইটোতো একো নতুন কথা নহয়। সেইটো এই ৰিউমাৰবোৰৰে এটা অংশ। মিছামিছি। মানুহবোৰৰ কাম নাই। মানে হৈছে কি— এইটো কিছুমান মানুহৰ কাৰণে ধেমালিৰ কাম হৈছে।

ৰেণু : [off] মিছা কথা। এইবোৰ চব মিছা কথা। [সোমাই আহে] এইবোৰ চব মিছা কথা।

ৰাহুল : কিহৰ কথা কৈছে?

ৰেণু : এই যে ফোনত কোনোবাই ক'লে— এছ পি দত্তক মই মাৰিছোঁ বুলি।

ৰাহুল : তুমি সিটো ফোনত শুনি আছিলা নেকি?

ৰেণু : আঁতো! মানুহটোৱে মিছা কথা কৈছে। মই এছ পি দত্তক হত্যা কৰিছোঁ— কথা হ'ল নেকি?

ৰাহুল : তুমিনো ফোনটো বাজিলে ফটকৈ কিয় তুলি লোৱা? তোমাক ফোনত কোনোবাই বিচাৰিলে ক'ম নহয়!

অধিকাৰী : আৰু তেওঁ ফোনটো তুলি ল'লে একেটা কথাকে বেলেগ শুনিব লাগে নেকি? আচলতে তেওঁ দত্তক হত্যা কৰাটো ডাঙৰ কথা নহয়, কিন্তু ফোনত কোনোবাই ক'লে তোৰ ঘৈণীয়েৰৰ কথা, আৰু ফোনটো থৈ তই এখেতসকলক কলি— কোনোবাই কৈছে মৃদুলৰ কথা। এইটোহে ডাঙৰ কথা ৰাহুল। [নেতা আৰু তালুকদাৰক] ভাল, আপোনালোকে মোক লগ ধৰি সহানুভূতি প্ৰকাশ কৰাৰ কাৰণে ধন্যবাদ জনাইছোঁ। আপোনালোক বহক, মই আহোঁ।
[যায়। ফোন বাজে। অধিকাৰীয়ে ফোন ধৰে]

অধিকাৰী : জগবন্ধু অধিকাৰীয়ে কৈছোঁ।— কওক। [অলপ শুনি] হেৰি ডাঙৰীয়া শুনক। আপুনি একেটা মাতেৰে ফোনটোৰ ওচৰত বহি অথনিৰে পৰা বৰ আমনি কৰি আছে। এটা এটাকৈ যে নামবোৰ কৈ আছে, একেলগে আটাইবোৰ নাম কৈ নিদিযে কিয়? আৰু এইখন ঘৰৰ মূল মানুহটো মই। এইবোৰ সন্তানক মই জন্ম দিছোঁ, পত্নী-পুত্ৰ-বোৱাৰীক কামত নহ'লেও নামত দায-দায়িত্ব মই বহন কৰিছোঁ, এছ পি দত্তক মই হত্যা কৰিলোঁ বুলি একেবাৰে কৈ আপুনি

কামটো শেষ কৰি নথয় কিয়? [ধমকি]ধুৰ মিছামিছি' কোনো কামৰ মানুহ নহয়। (ফোন থৈ দিয়ে। [ৰাহুলক কয়] দস্তক বোলে তোৰ মাৰে মাৰিলে।
[গুচি যায়। নিস্তব্ধ]

নেতা : চৌধুৰী!

: ছাৰ।

নেতা : আপুনি তৎক্ষণাত টেলিফোন ডিপাৰ্টমেণ্টৰ লগত যোগাযোগ কৰক। যি দেখা গৈছে, ইয়ালৈ এই ধৰণৰ টেলিফোন আহিয়েই থাকিব। কোনে ক'ৰ পৰা এনেকৈ ফোন কৰিছে, ডিপাৰ্টমেণ্টে সেইটো ধৰা পেলোৱাৰ ব্যৱস্থা কৰিব লাগে। যিটো বেটত খবৰবোৰ আহিবলৈ ধৰিলে, ইয়াৰ পিছত দেখিব— মোৰ খবৰ আহিছে। বেনামী খবৰ সঁচাও হ'ব পাৰে মিছাও হ'ব পাৰে, কিন্তু বাহিৰৰ মানুহৰ কাৰণে এনেকুৱা খবৰ সদায় মিঠা হয়। বৰ মিঠা। মই আহোঁ। তালুকদাৰে বাকী কথাখিনি পাতক।

তালুকদাৰ : ভাল। [নেতা যায়। অলপ সময় চিন্তা কৰি তালুকদাৰ বহে।]
[লাহে লাহে অন্ধকাৰ]

## মঞ্চ : ১

[অধিকাৰীৰ শোৱনি কোঠা। প্ৰায় মাজ ৰাতি। শ্ৰীমতী ৰাতি শোৱাৰ সাজেৰে সোমাই আহে। যেন ওচৰৰ গা ধোৱা ঘৰৰ পৰা আহিছে। অধিকাৰীয়ে চকীত বহি কিতাপ এখন পঢ়ি আছে। (ষ্টেণ্ড বা টেবল লেম্পৰ পোহৰত) বিছনাৰ ওচৰ পাই শ্ৰীমতীয়ে কথা আৰম্ভ কৰে।]

শ্ৰীমতী : নোশোৱে নেকি?

অধিকাৰী : আজি শোওঁতে অলপ পলম হ'ব।

শ্ৰীমতী : পলম হ'ব মানে? বাৰ বাজি দেখোন গ'লেই!

অধিকাৰী : ইহঁত ৰাতুল আৰু মৃদুল আহিব বুইছা। সেই কাৰণে সাৰে আছোঁ।

শ্ৰীমতী : ৰাতুল আৰু মৃদুল আহিব? কলৈ ? ইয়ালৈ?

অধিকাৰী : ওঁ। আৰু বেছি সময় নাই। পাবহি এতিয়া।

শ্ৰীমতী : সিহঁত ক'ত আছে? আপুনি সিহঁতক ক'ত লগ পালে?

অধিকাৰী : আহিলে সিহঁতকে সুধিবা।

শ্ৰীমতী : আপুনি জানিছিল নেকি সিহঁত ক'ত আছে?

অধিকাৰী : জানিছিলোঁ।

শ্ৰীমতী : জানিছিল? মই ইমান হাহাকাৰ কৰি আছোঁ সিহঁতৰ কাৰণে আৰু আপুনি জানিও কি আচৰিত কথা!

অধিকাৰী : তোমাৰ হাহাকাৰটো কেনেকুৱা ধৰণৰ সেইটো মই ঠিককৈ বুজি নাপাওঁ বুইছা? সেই কাৰণে মই কিছুমান কাম কৰিবও নোৱাৰোঁ। সিহঁত ক'ত আছে জানিলে তুমি পুলিচকে খবৰ দিবা, নে সিহঁতে ভাল পোৱা বস্তু ৰান্ধি আথে-বেথে টিফিন কেৰিয়াৰত ভৰাই কাৰোবাৰ হাতত লুকুৱাই লুকুৱাই পঠাই দিবা, আজি মই ক'ব নোৱাৰোঁ।

শ্ৰীমতী : কিয় ক'ব নোৱাৰে? মই সিহঁতৰ কথা পুলিচক কৈ দিম বুলি আপুনি কেনেকৈ ভাবিব পাৰিলে?

অধিকাৰী : হঠাতে মোৰ মতিভ্ৰম হোৱাৰ কাৰণে ভাবিব পাৰিছোঁনে? তুমিয়েই বাৰু কোৱাচোন— এই যে মই সিহঁতে ভাল পোৱা বস্তু ৰান্ধি টিফিন কেৰিযাৰত পঠিয়াই দিয়াৰ কথাটো ক'লোঁ, সঁচাকৈয়ে আজি তোমাৰ মনত পৰেনে ৰাতুল আৰু মৃদুলে কি খাই ভাল পায়? পাৰিবানে তুমি আজি সিহঁতে ভালপোৱা বস্তু ৰান্ধিব। তৰ্কত জিকিবলৈ গাৰ জোৰেৰে কথা নক'বা, অন্তৰৰ পৰা কোৱা।

[নিস্তব্ধ। শ্ৰীমতীয়ে তলমূৰ কৰে]

আঃ! সন্তানে কি খায় ভাল পায, সেইটো মনত ৰখা এজনী মাকৰ কাৰণে যে কি সুন্দৰ কাম। কিছুমান মন্ত্ৰ যে মানুহে গোটেই জীৱনৰ কাৰণে— কেতিয়াও নাপাহৰাকৈ মুখস্থ কৰে, এইবোৰ কথাও চাগে তেনেকুৱা মন্ত্ৰই। [বৈ] কি যে হৈ গ'ল সংসাৰখন। ল'ৰাহঁতে ঘৰ এৰি পলাই ফুৰে, হত্যাকাৰী বুলি মাকৰ বদনাম ওলায়—

শ্ৰীমতী : [কন্দা বন্ধ কৰি] মই সকলো বদনাম মূৰ পাতি ল'ম, কিন্তু এই হত্যাকাৰীৰ বদনাম কেতিযাও মূৰ পাতি নলওঁ।

অধিকাৰী : তুমি নিজ হাতে গুলী মাৰি দিলা, মানুহ এটিৰ জীৱটো ওলাই গ'ল, তুমি তেনেকুৱা হত্যাকাৰী বুলি মই নাভাবোঁ। কিন্তু এই সংসাৰখনক যদি এটা প্ৰাণী বুলি ধৰা, তেন্তে ভাবাচোন, আজি এই সংসাৰখনৰ জীৱটোৰ কি অৱস্থা হ'ল! তোমালোকে সংসাৰখনক পৰুৱা, জেঠী বুলিও গণ্য নকৰিলা। কিয়— কিয় এনেকুৱা কৰিলা? [বৈ] ইমান দিনে এনেকুৱা কথা সুধিলেই তুমি চিঞৰ-বাখৰ কৰি আহিছা। কিন্তু আজি— এতিযা ৰাতি বহুত হৈছে; এইখন ঘৰ আজি ভূতৰ ঘৰ, অভিশপ্ত, ছাৰখাৰ হৈ যোৱা ঘৰ। আজি তুমি চিঞৰ-বাখৰ নকৰাকৈ, শান্ত হৈ ক'বানে— কিহৰ লোভত তুমি এনেকুৱা কৰিলা?

শ্ৰীমতী : লোভৰ কাৰণে নহয।

অধিকাৰী : তেনেহ'লে কিহৰ কাৰণে?

শ্ৰীমতী : মোৰ আশা আৰু হেঁপাহৰ কাৰণে।

অধিকাৰী : কিহৰ আশা? কিহৰ হেঁপাহ? এজন ডাক্তৰ হিচাপে মোৰ আশা মোৰ হেঁপাহ হ'ল— কোনেও বলে নোৱাৰা বেমাৰ এটা মই জয কৰিম, এটা নোহোৱা-নোপজা অপাৰেচন কৰি অদ্ভুত কাণ্ড কৰিম, সেইবোৰ মই বুজোঁ, কিন্তু তোমাৰ? শাৰী? গহনা? অতি সুন্দৰ সুন্দৰ খোৱা বস্তু! হাত মেলিলেই যিমান লাগে টকা?

শ্ৰীমতী : মোৰতো আপোনাৰ নিচিনাকৈ বিখ্যাত হোৱাৰ উপায় নাই! সেই কাৰণে, সেইবিলাককে লৈ যিমান বেছি সুখ পাব পাৰোঁ, তাৰ চেষ্টা কৰিবই লাগিব।

অধিকাৰী : ঠিক। মানিলোঁ। কিন্তু তোমাক কিমান লাগে সুনন্দা? [টেবুলৰ পৰা কাগজৰ পেড আৰু ডটপেন দি] হিচাব কৰাচোন। এইখন দেশৰ— মনত ৰাখিবা— এইখন দেশৰ এজনী ধনী, আঢ্যৱন্ত মানুহ হিচাপে তোমাক কিমান লগা উচিত হিচাব কৰা। তুমি কিমান বছৰ জীয়াই থাকিবা? দিনে কিমান মুৰ্গী, ঘিউ, মৌ, বিয়েৰ, ব্ৰাণ্ডি খাব পাৰিবা, দিনে কেইখনকৈ শাৰী সলাব পাৰিবা, কিমান গহনা বলে পাৰিবা—সেইটো হিচাব কৰা, তাৰ পিছত কিমান দিন জীযাই থাকা, তাৰে পূৰণ কৰি চোৱা। কিন্তু— কিমান দিনৰ পিছত মুৰ্গী হজম কৰিব

নোৱাৰা হ'বা, কিমান দিনৰ পিছত পাঁচ তোলা সোণৰ নেকলেছ তোমাৰ শোটোৰা-শোটোৰ ছালৰ ডিঙিটোত কুৎসিৎ দেখা যাব, সেইটোও হিচাবত ধৰিবা। কৰাচোন হিচাব।

শ্ৰীমতী : মই কাগজ-কলম লৈ হিচাব কৰিব পাৰোঁ, কিন্তু প্ৰয়োজনতকৈ বেছি একো গোটোৱা নাই।

অধিকাৰী : ভুল। একদম ভুল হিচাব। অকল মোৰ নাৰ্ছিং হোমৰ উপাৰ্জনখিনিকে তুমি খাই-পিন্ধি এই জনমত ঢুকুৱাব নোৱাৰিবা। এই বৰপেৰাত যিবোৰ গোটাইছা, সেইবোৰত কেতিয়াবা তুমি— মোৰ পৰা কিবা নোপোৱাৰ কাৰণে— হাত দিবলগীয়া হৈছেনে? নাই হোৱা। তেনেহ'লে কিয় গোটাইছা? মোৰ নাৰ্ছিং হোমৰ আটাইতকৈ দামী স্পেচিয়েল কেবিনত, একোজনী সুন্দৰী মানুহ, এটোপা পানী গিলিব নোৱাৰে, গাত কাপোৰ আছেনে নাই তাৰ খবৰ ৰাখিব নোৱাৰে, বিছনাতে শৌচ কৰে, বিছনাতে পেচাব কৰে, নাৰ্ছে দুবাৰ কাপোৰ সলাই চাফা কৰি নিদিলে গোন্ধত ওচৰলৈ যাব নোৱাৰি, তেনেকুৱা সময়ত মোৰ এনেকুৱা লাগে— তোমাৰ এই বৰবাকচটোত থকা এটাইসোপা সম্পত্তি পিহি তাৰে বড়ি এটা কৰি খুৱালে যদি মানুহজনীৰ মুখত হাঁহি অকণমান দেখিলোঁহেঁতেন। [বৰ ক্লান্ত, শোকাতুৰ হৈ পৰে।] কি কৰিবলৈ গোটাইছা? মৰিলে লগততো একো লৈ যাব নোৱাৰা? কিন্তু তুমি এনেকৈ গোটোৱাৰ কাৰণে কাৰোবাৰ নহয় কাৰোবাৰ বৰ কষ্ট হৈছে নহয়! কোনোবা বঞ্চিত হৈছে নহয়। সেইটো নুবুজা কিয়? [দুৱাৰত শব্দ। অধিকাৰীয়ে দুৱাৰ খুলি দিয়ে। ৰাতুল আৰু মৃদুল সোমাই আহে। [ভিতৰত টুপী, কোট আদি খোলোঁতেহে সিহঁতক চিনিব পৰা যায়।]

অধিকাৰী : আহিলি?

ৰাতুল : ওঁ।

অধিকাৰী : আগফালেদি আহিলি নে পাছফালেদি?

ৰাতুল : আগফালেদি সোমাই বলীকাইৰ ঘৰত অলপ সময় বহিলোঁ। তাৰ পিছত পাছফালেদি সোমালোঁ। দাদা-বৌহঁত নাই বোলে?

অধিকাৰী : সিহঁত থাকিলে তহঁতক আহিবলৈ কওঁ নেকি?

মৃদুল : ভালে আছ মা?

শ্ৰীমতী : মোৰ ভাল-বেয়াৰ কথা পিছত, কিন্তু তহঁত ক'ৰ পৰা আহিলি, আছ ক'ত, কি কৰিছ, এইবোৰ খবৰ মই পাব নালাগে নেকি? তহঁতে সঁচাকৈয়ে মোক শত্ৰু বুলি ভাব নেকি?

ৰাতুল : বা। বহুত প্ৰশ্ন একেলগে সুধি পেলালি! শুন। চবৰে উত্তৰ দিম। এটা এটাকৈ। আছোঁ— দেউতাৰ নাৰ্ছিং হোমত। মই আছোঁ তিনি নম্বৰ স্পেচিয়েল কেবিনত আৰু ই আছে দুই নম্বৰ ইনটেনচিভ কেয়াৰ ইউনিটত।

শ্ৰীমতী : কি? [অধিকাৰীলৈ চায়]

ৰাতুল : হয়। এইখিনি দিনত দেউতাৰ উপাৰ্জন একেবাৰে মন্দা। ভিতৰত ৰং দিয়া কাম, আধুনিক যন্ত্ৰ-পাতি বহুওৱাৰ কাম চলিছে কাৰণে নাৰ্ছিং হোমৰ কেইবাটাও ইউনিট বন্ধ— এইবুলি আগফালে নটিছ, চাকৰি কৰা আধাখিনি মানুহ পূৰা দৰমহাত দীঘলীয়া ছুটীত, যিকেইজন আছে সিহঁতৰ কোনেও আমাক চিনি নাপায়। আৰাম। মানে ইমান আৰাম মা, গীতাই কয়— তাৰ পৰা যেন তেওঁ চিধা সিপুৰীলৈ গুচি যাব পাৰে। আকৌ যেন কোনো নাৰ্ছিং হোমত কেতিয়াও এডমিছন ল'বলগীয়া নহয়।

শ্ৰীমতী : তোৰ কথা বিশ্বাস কৰিবলৈ মোৰ মন নাযায়। [মৃদুলক] এইবোৰ সঁচা নেকি মৃদুল?

মৃদুল : সঁচা।

শ্ৰীমতী : কিয় তইঁতে এইবোৰ বলিয়ালি কৰিছ? মোৰ ওপৰত প্ৰতিশোধ ল'বলৈ কৰিছ নেকি?

ৰাতুল : ৰবিচোন! তোৰ আগৰ প্ৰশ্নবোৰৰ উত্তৰ দি শেষ হোৱা নাই, আকৌ দুটি বঢ়ালি। শুন— কি কৰিছ বুলি যে সুধিছিলি— এটাতো ক'লোঁৱেই, আৰাম কৰিছোঁ। লগতে চিকিৎসাও কৰাইছোঁ। এইখিনি দিনৰ আটাইতকৈ ইম্পৰটেণ্ট কথা কি জান মা? বাপেক হিচাপে মোৰ কাৰণে দেউতা আছিল ফেইলাৰ, নৌ গুড, কিন্তু ডাক্তৰ হিচাপে দেউতাৰ কি ছাকছেছ্। আজিকালি মই মদ নাখাওঁ, বিজিনেছ মেনেজমেণ্টৰ কিতাপ পঢ়োঁ, কমপিউটাৰৰ কিতাপ পঢ়োঁ— মুঠৰ ওপৰত মোৰ পুনৰসংস্থাপন কম্প্লিট।— আৰু ই ইনটেনচিভ কেয়াৰ ইউনিটত বহি এম ডিৰ থেছিছ লিখিছে।

শ্ৰীমতী : মনে মনে থাক। মই আৰু তইঁতৰ একো কথা শুনিব নোখোজোঁ। ৰাস্তাটোৰ সিপাৰতে থাক, অথচ মই মাকজনী হৈ একো নাজানো, এইজন মানুহ দিনটো নহ'লেও গোটেই ৰাতিটো এইটো কোঠালিতে— মোৰ লগতে থাকে, অথচ মোক ঘুণাক্ষৰেও একো জানিবলৈ নিদিযে— কি অদ্ভুদ কাণ্ড! কিয়? মোৰ পৰা লুকুৱাই লুকুৱাই এইবোৰ তইঁতে কি কৰিছ? মোক তইঁতে অবিশ্বাস কৰ? পৰ বুলি ভাব? শত্ৰু বুলি ভাব? [অধিকাৰী অন্যমনস্কভাৱে বিছনাত আঁউজি বহে]

মৃদুল : এইখন ঘৰৰ পৰা পুলিচৰ পহৰা আঁতৰোৱানো কেইদিন হৈছে? আৰু ৰাস্তাটোৰ সিপাৰেই থাকোঁ কাৰণে আমি তোৰ কাৰণে চিন্তাও কৰা নাই। তোৰ সকলো খবৰ আমি লৈ আছোঁ। কিন্তু অবিশ্বাস— তোক অবিশ্বাস আমি কৰোঁ। এই অবিশ্বাস কৰিবলগীয়া মানুহ। সেই কাৰণে তোক এনেকৈ এবাৰ লগ ধৰি জানি যাবলৈ আহিছোঁ, তই আমাৰ বিশ্বাসৰ মানুহ হ'ব পাৰিবিনে মা? মই চিধাকৈ সুধিছোঁ— তই চাফা মানুহ হ'ব পাৰিবিনে?

শ্ৰীমতী : মই লেতেৰা মানুহ নেকি?

মৃদুল : এইটো এতিয়াও সুধিবলগীয়া প্ৰশ্ন হৈয়েই আছেনে? যদি তোৰ মনত এতিয়াও সেইটোৱেই প্ৰশ্ন হৈ আছে, তেনেহ'লেতো তোৰ লগত কথা পাতি লাভেই নাই।

ৰাতুল : মা, আমি এটা পুৰণি ধৰণৰ কথা প্ৰায়েই শুনি থাকোঁ— লেতেৰা হ'ল বুলি সন্তানটোক পেলাই দিবানে? নিদিবা। ধুই চাফা কৰি ল'বা। কাৰণ সি তোমাৰেই সন্তান। আমি আজি উল্টা কথা ক'ব খুজিছোঁ মা। লেতেৰা হ'ল কাৰণেই আমি আমাক জন্ম দিয়া মাজনীক পেলাই দিম নে?

শ্ৰীমতী : যদি পেলাই দিবলগীয়াকৈ লেতেৰা বুলি ভাবিছ, তেনেহ'লে পেলাই দে, কিন্তু এতিয়া মনে মনে থাক।

মৃদুল : নহয় মা, আজি ৰাতি আমি জানিবা এখন যুদ্ধই কৰিছোঁ। কিন্তু কথাৰেহে যুদ্ধ কৰিছোঁ। তয়ো ক, আমি শুনো। আমিতো গুলী-বাৰুদ লৈ যুদ্ধ কৰা নাই। পিছে হয়, এবাৰ মই দেউতাৰ আগত বৰ গৰম গৰম কথা কৈছিলোঁ। লগৰ ল'ৰা এটাই থ'বলৈ দিয়া বে-আইনী পিস্তল এটা আনি তৰ্জন-গৰ্জন কৰিছিলোঁ। আচলতে গীতা নৰৌক কষ্ট দিয়াৰ কাৰণে মোৰ সেই সময়ত ইয়াৰ ওপৰত সাংঘাতিক খং উঠিছিল। কিন্তু মই সেই লাইনৰ মানুহেই নহওঁ মা। কথাৰ বাহিৰে মোৰ একো অস্ত্ৰ নাই।

অধিকাৰী : মাজতে মোৰ কথা দুটামান কৈ থওঁ। ইয়াৰ নামত যিমান কথা ওলাইছে, আচলতে সেইবোৰ

মোৰ মগজৰ পৰাই ওলাইছে। এইটো বৰপেৰাত যে কিবা ফাইল ওলাইছিল— ৰাজিন্দৰ সিং, পেকিনছ চাহাবৰ ফাইল, সেইবোৰ আমাৰ নাৰ্ছিং হোমলৈ নতুন ই ছি জি মেচিনটো ছাপ্লাই দিয়া মানুহৰ নাম। উল্টা-পাল্টা চিঠি কিছুমান টাইপ কৰোঁৱাই তাত থৈ দিছিলোঁ।

শ্ৰীমতী : কি? আপুনি কিয় তেনেকুৱা কাম কৰিছিল।

অধিকাৰী : ই— মৃদুলে এদিন মোটামুটি ঠিকেই কৈছিল। মই ক্লীব, মই গংগু। কিন্তু আচলতে মই তোমালোক সকলোকে বৰ মৰম কৰিছিলোঁ। তোমালোকে নকৰিবলগীয়া কাম এটা কৰা, মই এবাৰ আপত্তি কৰি চাওঁ, তোমালোকে নুশুনিলে জোৰ কৰিবলৈ বেয়া পাওঁ। এনেকৈ, এনেকৈ এৰি দি থাকোঁতে থাকোঁতে কথাবোৰ ইমান ডাঙৰ, ইমান লেতেৰা, ইমান জঘন্য হৈ পৰিল যে মই এসময়ত ভিতৰি ভিতৰি বলিযাৰ নিচিনা হৈ গ'লোঁ।— তাৰ পিছত এদিন ঘৰতে এটা উগ্ৰপন্থী তৈয়াৰ কৰিলোঁ, পুলিচলৈ বেনামী চিঠি দিলোঁ— কি ভাবি কি যে কৰিলোঁ, আৰু তাৰ ফল কি যে হ'ল। মোৰ মানে ঘৰৰ ভিতৰতে এটা প্ৰচণ্ড আন্দোলন— মানে বিদ্ৰোহ কৰিবলৈ মন গৈছিল। [সকলো স্তম্ভিত]

শ্ৰীমতী : আপুনি?

ৰাতুল : কাণ্ডটো বৰ অদ্ভুত। এক ধৰণৰ আন্দোলনেই হয। কিন্তু মা, কাণ্ডটো যেনেকৈযে কৰা নহওক, শেষ ফলটো এনেকুৱাই হ'লেহেঁতেন। জে'লৰ বাহিৰৰ যন্ত্ৰণা এনেকুৱাই হয। যি হ'ল হৈ গ'ল— এতিযা আমি সকলো চাফা হওঁ আহ।

শ্ৰীমতী : তহঁতে যি কৰ কৰি থাক। মোৰ আৰু একো ভবাৰ শক্তি নাই।

ৰাতুল : বস্তুবোৰ ক'ত আছে?

শ্ৰীমতী : কি বস্তু?

ৰাতুল : তোৰ হাতত, দাদাহঁতৰ হাতত যিবোৰ বস্তু আছিল?

শ্ৰীমতী : মই ক'ব নোৱাৰোঁ।

মৃদুল : তই ঘুৰি ঘুৰি আকৌ সেই লেতেৰা ঠাইতে উপস্থিত হ'বহি।

শ্ৰীমতী : কৈছোঁ নহয মই ক'ব নোৱাৰোঁ বুলি?

মৃদুল : 'এইসোপা কলংক দলিযাই দিলোঁ, আজিৰ পৰা চাফা হ'লোঁ'— মানুহৰ যে কেতিয়াবা এনেকুৱা এটা প্ৰায়শ্চিত্তৰ ভাব মনলৈ আহে, তোৰ সেই ভাবটো নাহে কিয়? এনেকৈ নিজৰ মনটোৰ লগত যুদ্ধ কৰি অগা-পিছা কৰি থাক কিয?

ৰাতুল : কি কাৰণে তোৰ সহযোগী চযতানবিলাকে এইখন ঘৰত বস্তুবোৰ লুকুৱাই থৈছিল? কাৰণ এইখন এখন অতি সম্ভ্ৰান্ত, নামজ্বলা মানুহৰ ঘৰ। এইখন ঘৰত তেনেকুৱা ঘৃণনীয় সম্পত্তি থাকিব পাৰে বুলি মানুহে সন্দেহেই নকৰে। বাহিৰৰ এই বিশ্বাস আৰু মৰ্যাদাৰ সুবিধা লৈ সিহঁতে ভিতৰখনৰ, আনকি আমাৰ মানুহকেইটাৰ ভিতৰখনৰ চৰিত্ৰও কদৰ্য কৰি পেলাইছে। এতিযা এইবোৰ কথা জনাৰ পিছতো তই শুদ্ধ হোৱাৰ চেষ্টা নকৰিবি? সেই সম্পত্তিবোৰৰ লগত সংশ্ৰৱ ত্যাগ নকৰিবি?

শ্ৰীমতী : সেইবোৰৰ লগত মই সম্বন্ধ নাইকিযা কৰিলোঁ।

ৰাতুল : ক'ত আছে বস্তুবোৰ?

শ্ৰীমতি : সেইটো নুসুধিবি।

ৰাতুল : সুধিবই যদি নোৱাৰোঁ, তেনেহ'লে এযা সম্বন্ধ নাইকিয়া কৰা হ'ল নেকি?

মৃদুল : শুন মা, ই এইখন ঘৰত নাথাকোঁ বুলি জিদ কৰি নাৰ্ছিং হোমত সোমাই আছেগৈ। কিন্তু মই কিয় পলাই আছোঁ? কাৰণ মই হত্যাকাৰীৰ অপবাদ লৈ পলাই থাকিলে, আচল হত্যাকাৰীক ধৰাত অসুবিধা হয়। কিন্তু গোটেই চক্ৰটোক মূল বস্তুবোৰৰে সৈতে ধৰিব নোৱাৰিলে অকল হত্যাকাৰীটোক ধৰি কি লাভ? তোৰ মনৰ কাৰোবাক বচাবৰ কাৰণে তই যদি কব— মই বিনা দোষত পলৰীয়া হৈ থাকি মোৰ জীৱনটোৰ ক্ষতি কৰোঁ— তেনেহ'লে উপায়টো নাই! তাকে কৰি থাকিব লাগিব।

শ্ৰীমতী : মই কৈছোঁ— সেইবিলাক বস্তুৰ কুটা এগছো মোৰ হাতত নাই, এইখন ঘৰতো নাই, সেইবিলাকৰ লগত মোৰ আৰু সম্পৰ্কও নাই— তাৰ বাহিৰে মই আৰু একো ক'ব নোৱাৰোঁ।

ৰাতুল : ঠিক?

শ্ৰীমতী : ঠিক।

ৰাতুল : আমি আহোঁ তেনেহ'লে। [মৃদুলক] ব'ল।
[যাবলৈ ওলাল।]

অধিকাৰী ° ব'ল মই তহঁতক আগুবাই দি আহোঁ।
[তিনিও ওলাই যায়।]

শ্ৰীমতী : [অলপ সময় চিন্তা কৰি]— ওহোঁ। যিয়েই নহওক লাগিলে— মই সেইবোৰ কথা কেতিয়াও ক'ব নোৱাৰিম। অসম্ভৱ। [দুৱাৰৰ ওচৰৰ আধা আন্ধাৰ ঠাইত দত্ত থিয় হয়হি। শ্ৰীমতীয়ে মন কৰা নাই]

দত্ত : কিয় অসম্ভৱ?

শ্ৰীমতী : [উচপ খাই]— কোন?

দত্ত : [আগবাঢ়ি] — কিয় অসম্ভৱ?

শ্ৰীমতী : [চিঞৰে]— আপুনি— আপুনি—

দত্ত : হয়। মই দত্ত। মৰিলেও এই কে'ছটোৰ মূল শিপা উঘালিব নোৱাৰালৈকে মই আঁতৰি নাযাওঁ। অনবৰত আপোনালোকৰ ওচৰে-পাঁজৰেই থাকিম। বস্তুবোৰ এইটো ঘৰৰ পৰা উলিয়াই কলৈ নিয়া হ'ল, সেইবোৰ এতিয়া ক'ত— কাৰ হাতত আছে, আপোনাৰ পৰা জানিবলৈ আহিছোঁ।

শ্ৰীমতী : মই— মই ক'ব নোৱাৰোঁ।

দত্ত : যিমানে মিছা কথা ক'ব সিমানে আপোনাৰ কষ্ট ভয়ানকভাৱে বাঢ়ি যাব। ভাতৰ সলনি নিজৰ স্বামী আৰু পুত্ৰৰ তেজত সিজোৱা সোণৰ বিস্কুট চোবাব লাগিব। ক'ত আছে বস্তুবোৰ?

শ্ৰীমতী : সকলো কথা ৰাহুল আৰু ৰেণুৱে জানে। যি কৰিছে সিহঁতেই কৰিছে।

দত্ত : সঁচা?

শ্ৰীমতী : সঁচা। মই এখেত, ৰাহুল, ৰাতুল, মৃদুল সকলোৰে শপত খাই কৈছোঁ।

দত্ত : আজি ৰাতি— আপোনাৰ ল'ৰাহঁতৰ অহাৰ পৰা এতিয়ালৈকে যি হ'ল, ইয়াৰ এটা শব্দও যেন আপোনাৰ মুখৰ পৰা কাৰো আগত নোলায়— যেতিয়ালৈকে আপোনাৰ স্বামীয়ে আপোনাক অনুমতি নিদিয়ে। নাৰ্ছিং হোমৰ কথা পাহৰি যাওক। আচলতে ৰাতুল আৰু মৃদুল মোৰ লগত আছে। আহোঁ।
[ওলাই যায়। পিছ মুহূৰ্ততে দুৱাৰখন বন্ধ কৰাৰ শব্দ। শ্ৰীমতী নিশ্চল হৈ থিয় হৈ থাকে। অন্ধকাৰ]

মঞ্চ ঃ ২

[ড্ৰয়িং ৰুম। বিদেশী সংগীত বাজি আছে। ৰেণুৱে থিয় হৈ কেছেট কেইটামানৰ মাজৰ পৰা এটা লৈ পঢ়ি চাইছে। ৰাহুলে গিলাচৰ পৰা এঢোক মদ খাইছে। ৰেণুৱে অইন এটা কেছেট হাতলৈ লৈ কথা কয়।]

ৰেণু ঃ যোৱাৰ আগতে মাৰ লগত তুমি কথা পাতিছিলা নেকি? [কেছেট প্লেয়াৰটো বন্ধ কৰে। এশোহা মদ খায়। হাতত থকা কেছেটটো সুমুৱাই দিয়ে। কথা চলি থাকে।]

ৰাহুল ঃ নাই তেনেকৈ দীঘলীয়া কথা পতা নাই। মাৰ মুখখন কিবা গোমোঠা হৈ আছিল।

ৰেণু ঃ তোমাক ক'লৈ যাব বুলি ক'লে?

ৰাহুল ঃ দাৰ্জিলিঙলৈ।

ৰেণু ঃ মোক তেনেহ'লে ছিমলালৈ যাব নে দাৰ্জিলিঙলৈ যাব একো ঠিক কৰা নাই বুলি ক'লে কিয়? মাৰ কথা-কাণ্ড কিন্তু মই ভাল দেখা নাই।

ৰাহুল ঃ তেতিয়া চাগৈ ঠিক কৰা নাছিল।

ৰেণু ঃ অকল সেইটো কথাই নহয় নহয়। কালি গোটেই দিনটো ৰুমতে সোমাই আছে। ভাত খাবলৈও ওলাই অহা নাই। ঠাকুৰে ৰুমতে ভাত দিছেগৈ, আবেলি দেখিছোঁ ভাত-তৰকাৰী যেনেকৈ সজাই নিছে, তেনেকৈয়ে ওভোতাই লৈ আহিছে। হৈছে কি মাৰ?

ৰাহুল ঃ প্ৰথম কথা— বয়স হৈছে। হয়নে নহয় কোৱা। দ্বিতীয় কথা— প্ৰেছাৰ। প্ৰেছাৰ মানে ব্লাড প্ৰেছাৰৰ কথা কোৱা নাই— হেঁচা— হেঁচাৰ কথা কৈছোঁ। তৃতীয় কথা— টেনছন [tension] দুশ্চিন্তা। বেতাঁৰৰ মোটা তাঁৰডাল খুব টানি বান্ধি দিয়াচোন। দেখিবা— একদম গহীন, ফিট, লৰচৰ নাই। কিন্তু টোকৰ মাৰি দিয়া, গা—ম। এই তাঁৰডাল টেনছনত থকা বুলি কয় বুইছা। উলামুলা তাঁৰ ছিগিযেই যায়। মা বুলিহে। [খায়] তুমি হোৱা হ'লে কেতিয়াবাই ফটাছ্।

ৰেণু ঃ ওঁঃ। বাদ দিয়া তোমাৰ ফটাছ্। মই নোহোৱা হ'লে এই কেইদিনত মাৰ অৱস্থা দেখিলাহেঁতেন। মাক পিছে মোৰ এটা কথাত ভাল লাগে।

ৰাহুল ঃ যেনে?

ৰেণু ঃ মাৰ জানিবা মোৰ ওপৰত খুব খং উঠিল, তেতিয়া এনেকুৱা লাগিব মোক যেন পিহিহে পেলাব। কিন্তু যেতিয়া বুজে মই কিমান দৰকাৰী মানুহ, তেতিয়া মাৰ খং পানী হৈ যায়। মই নহ'লে লৰচৰেই কৰিব নোৱাৰে। [খায়।]

ৰাহুল ঃ গুড লেডী। ভাল মানুহ।

ৰেণু ঃ বাৰু, তোমাক এটা কথা সোধোঁ। এই যে প্ৰকাণ্ড প্ৰকাণ্ড ভি আই পি ছুটকেছটো— দুটাত মা আৰু আমাৰ বস্তুবিলাক সানমিহলি হৈ গ'ল, সেইবিলাকতো আকৌ ছেপাৰেট কৰা সম্ভৱ নহ'বও পাৰে।

ৰাহুল ঃ মানে?

ৰেণু ঃ মানে কৈছোঁ আৰু কথা এটা।

ৰাহুল ঃ নৌ নৌ। মই বুজিছোঁ তুমি কি মিন কৰিছা। নৌ। মাক নঠগিবা। বেচেৰীয়ে শ্বক পাব। [ৰেণু যায়] তোমাৰ বেছি হৈছে কিন্তু। বন্ধ কৰা। চাওঁ গিলাচটো মোক দিয়া।

ৰেণু ঃ ৰ'বা। ভয় নকৰিবা। মোৰ মানে মাজে মাজে — অকাল, কোনো জঞ্জাল নোহোৱাকৈ,

বুলু-বন্তি, তুমি আৰু মই— আমাৰ চাৰিটাৰ বাহিৰে কোনো নোহোৱাকৈ থাকিবলৈ মন যায়। ধৰি লোৱা আজি যেনেকৈ আছোঁ— [জোতা— ভৰিৰ শব্দ শুনা যায়। ৰয়।]

ৰেণু : কিবা এটা শব্দ শুনিলা নেকি?

ৰাহুল : অঁ, ভৰিৰ খোজৰ নিচিনা? [আকৌ শব্দ। ওপৰ মহলাৰ পৰা ছিৰিয়েদি শব্দটো নামি আহে। শেষত অন্ধকাৰৰ মাজৰ পৰা দত্ত ওলাই আহে।]

দত্ত : আজি পিছে ঘৰটো সিমান খালী নহয। মযো আছোঁ।
[দত্তক দেখাৰ লগে লগে ৰেণুৱে চিঞৰ মাৰি ৰাহুলক সাবটি ধৰে। দত্ত সন্মুখত থিয় হয়হি।]

ৰাহুল : আপুনি?

দত্ত : এইবাৰ সিপুৰীৰ পৰা আহিছোঁ। খবৰ এটা বিচাৰি। সৰু খবৰ। এটা প্ৰশ্ন, এটা উত্তৰ। সময় নষ্ট নকৰিব। [ৰেণুৱে ৰাহুলক লাহে লাহে এৰি দিয়ে।] এইখন ঘৰত মই যিবোৰ বস্তু দেখিছিলোঁ, সেইবোৰ এতিয়া ক'ত আছে? চমুকৈ। শুদ্ধকৈ।

ৰাহুল : সীতাপুৰ গাঁৱত।

দত্ত : সীতাপুৰ গাঁও ক'ত?

ৰাহুল : যমুনা ষ্টেচনৰ পৰা চৈধ্য মাইল উত্তৰে, নিৰ্মলা নদীৰ পাৰত।

দত্ত : কাৰ ঘৰত।

ৰাহুল : কৈলাশ ভাগৱতীৰ ঘৰত।

দত্ত : কৈলাশ ভাগৱতী কোন?

ৰাহুল : আমাৰ শিৱশংকৰ ভাগৱতী ছাৰৰ ভায়েক।

দত্ত : প্ৰত্যেকটো কথা সঁচা?

ৰাহুল : সঁচা।

দত্ত : [কাগজ এখন জেপৰ পৰা উলিয়াই দি] এইখনত অলপ কথা লিখা আছে। কোনো ভয়-শংকা নকৰাকৈ, কথাখিনি টেলিফোনত শ্ৰীভাগৱতী ছাৰক পঢ়ি শুনাই দিযকচোন। [ৰাহুলে কাগজখনৰ কথাখিনি পঢ়ে]

দত্ত : কৰক, সোনকালে ফোনটো কৰক। তেখেতে এবাৰ পঢ়ি লয় মানে [ৰেণুক] আপুনিয়েই ডায়েল কৰকচোন। —এইট, থ্ৰি, ফউৰ, ডাবল ছেভেন, টু। ভাগৱতী ডাঙৰীয়াৰ পি এই ধৰিব। আপুনি ক'ব— বৰ জৰুৰী, ঘৰুৱা কথা। [ৰেণুৱে ডায়েল কৰে]

ৰেণু : হেল্লো! পি এ নাথে কৈছে নেকি? অ' শৰ্মা! শৰ্মা তেখেত ভাগৱতী ছাৰ আছে নে? মই ৰেণু অধিকাৰীয়ে কৈছোঁ বুলি ক'ব, বৰ জৰুৰী— ঘৰুৱা কথা। [দত্তই ইংগিত দিয়ে, ফোনটো ৰাহুলে লয।]

ৰাহুল : ছাৰ— মই ৰাহুলে কৈছোঁ। মোৰ ভাই মৃদুলে অহা সাত তাৰিখৰ পিছত যিকোনো দিনা, যিকোনো সময়ত আমাৰ ঘৰত আপোনাৰ আগত সকলো দোষ স্বীকাৰ কৰি ধৰা দিব খোজে।— হয ছাৰ। আপুনি ইযাৰ কাৰণে আধা ঘণ্টামান সময দিব লাগে। এতিয়াই ক'লে আমি সেইমতে আযোজন কৰিব পাৰোঁ।— ধৰিছোঁ ছাৰ। [দত্তলৈ চায। দত্তই ধৰি থাকিবলৈ ইংগিত দিযে।]— ছাৰ? বাৰ তাৰিখে সাত বজাত— সন্ধিযা নে? ভাল ছাৰ। আৰু মৃদুলে কৈছে, ঘটনাটো হৈ নোযোৱালৈকে যেন বাতৰি কাকতৰ মানুহে একো গম নাপায। খবৰটো

বাহিৰত ওলালে সি ধৰা দিবলৈ নাহে। ভাল ছাৰ। [ফোন থয়]

দত্ত : গুড। এতিয়া আপোনালোকে ইয়াতে, বাৰ তাৰিখে সাত বজাত এটা সৰু-সুৰা পাৰ্টীৰ নিচিনা অনুষ্ঠানৰ আযোজন কৰক। ডি এছ পি চৌধুৰী আৰু কমিছনাৰ তালুকদাৰ যেন আহেই। তেওঁলোক দুজনৰ এজন নাহিলেও মৃদুল উভতি যাব। আৰু তেওঁলোকৰ বাহিৰে আৰু যেন কোনেও এইবোৰ কথাৰ তিলমানো গম নাপায়। মান্তি?

ৰাহুল : মান্তি।

দত্ত : [ৰেণুক] শান্তি?

ৰেণু : মান্তি।

দত্ত : [অলপ দূৰ গৈ উভতি আহি] অ' এটা কথা। মই কোৱা মতে সম্পূৰ্ণ গোপনীয়তা ৰক্ষা কৰি— নিয়াৰিকৈ যাতে আপোনালোকে এই অনুষ্ঠানটোৰ আয়োজন কৰিব পাৰে, সেই উদ্দেশ্যে আপোনালোকৰ বুলু আৰু বন্তিক এইকেইদিন ৰাতুল আৰু মৃদুলে ৰাখিবলৈ নিছে।

ৰাহুল-ৰেণু : কি?

ৰেণু : ক'ত আছে সিহঁত?

দত্ত : তেওঁলোকৰ লগতে আছে। বৰ সুখত থাকিব। চিন্তা নকৰিব। ঠিক মতে কামখিনি কৰিলে বাৰ তাৰিখে সাত বজাত মৃদুল আৰু ৰাতুলৰ লগতে বুলু আৰু বন্তিকো দেখিবলৈ পাব। নহ'লে—

[লৰালৰিকৈ গুচি যায়। দুৱাৰ বন্ধ কৰাৰ শব্দ]

ৰেণু : কোন? কোন?

ৰাহুল : জানো! ধৰিব পৰা নাই।

ৰেণু : বন্তিহঁত?

ৰাহুল : আহাচোন সিহঁতৰ ৰুমলৈ যাওঁ।

[দুয়ো দৌৰি সোমাই যায়। অন্ধকাৰ]

### মঞ্চ : ১/২

[ড্ৰয়িং ৰুম। [দুযোটা মঞ্চ ব্যৱহাৰ কৰিলে ঠাই ওলাব] সোঁফালৰ মঞ্চত [মঞ্চ-১] [ডাইনিং টেবুল সজোৱা আছে। সেই অংশত যেনিবা খোৱা-বোৱা হ'ব। বেৰত ডাঙৰ পেইন্টিং। মূল ড্ৰয়িং ৰুম ধুনীয়াকৈ সজোৱা আছে। ৰেৱতীয়ে ধূপকাঠী খুঁচিছে। বলীনাৰায়ণে ফুলদানিৰ ফুল সজাইছে। [দুয়ো দুটা মঞ্চত]

বলীনাৰায়ণ : অ'ই, সেইবিলাক য'তে পায় ত'তে নুগুঁজিবি অ'। কেনেবাকৈ কাপোৰৰ ওপৰতে বাগৰি পৰিলে কিবা ঘটনাহে হ'ব।

ৰেৱতী : ক'তনো য'তে পায় ত'তে গুঁজিছোঁ? এইটো ধূপদানি নহয়?

বলীনাৰায়ণ : তোকনো সেইটো কাম কৰিবলৈ কোনে দিলে? শুন। [ওচৰলৈ যায়]। তই আগতে এনেকুৱা পাৰ্টী দেখা নাই নহয়? সেই কাৰণে ধূপকাঠী গুঁজি ফুৰিছ! অলপ পিছত যি গোন্ধ ওলাব, তোৰ ধূপৰ গোন্ধ কেনিবাদি উৰিব। [বে'ল বাজে] মানুহ আহিলেই হ'বলা! [বেৰৰ ঘড়ীলৈ চাই] এতিয়াতো সাত বজাই নাই!

ৰেৱতী : মই ভিতৰলৈ যাওঁগে। ইয়ালৈ আৰু নাহোঁ।

বলীনাৰায়ণ : এনেযে আহিব নালাগে, কিন্তু কিবা কথাত যদি কোনোবাই মাতে, তেতিয়া নহাঁকৈ কেনেকৈ থাকিবি? [আকৌ বে'ল বাজে] এতিয়া যা।
[ৰেৱতী যায়। বলীয়ে দুৱাৰ খুলি দিয়ে। video shootingৰ লাইট তিনিটা, লাইটৰ ষ্টেণ্ড আৰু কেমেৰা থোৱা বাকচ আদি লৈ চাৰিজন মানুহ আহে]

বলীনাৰায়ণ : আপোনালোক?

কেমেৰামেন : আমি ভিডিঅ' ফিল্ম তুলিবলৈ আহিছোঁ। ছাইট এণ্ড ছাউণ্ড ষ্টুডিঅ'ৰ পৰা। পাৰ্টী ইয়াতে হ'ব নহয়?

বলীনাৰায়ণ : ইয়াতে হ'ব হয়, কিন্তু এইটো বোলে বৰ সাংঘাতিক প্ৰাইভেট পাৰ্টী। ইয়ালৈতো সেই আমাৰ ডাঙৰ ডাঙৰ কেইজনমানৰ বাহিৰে আন কোনো অহাৰ কথা নাই?

কেমেৰামেন : আমি এযা কাৰ্ড পাইছোঁ নহয়। এয়া, ছাইট এণ্ড ছাউণ্ড। গে'টত পুলিচক দেখুৱাই আহিছোঁ। আমাক ইয়াত শ্যুটিং কৰিবলৈ কনট্ৰেক্ট কৰি আনিছে।

বলীনাৰায়ণ : [কাৰ্ডকেইখন চাই] কৰক তেনেহ'লে শ্যুটিং। আমাক আকৌ এইবোৰ কথা কোনেও কোৱা নাই নহয়।

কেমেৰামেন : ৰাতিপুৱা বোলে আমাৰ মালিকে নিজে লাইন, লাইট চব ফিট কৰি থৈ গৈছে।

বলীনাৰায়ণ : বুজিছোঁ, এতিয়া বুজিছোঁ। আপোনালোক সৌ তালৈ ব'লক। বস্তু-বাহানিবোৰ সেইখিনিত থওক। ইয়াত মানুহ বহিব নহয়, আপোনালোকে তাৰ পৰা শ্যুটিং কৰি থাকিব। এঃ! গোটেইখন কিবা খেলিমেলি হ'ব যেন পাইছোঁ।

কেমেৰামেন : একো খেলিমেলি নহয়। আমাক খালি মালিকে ক'ত প্লাগ-পইন্ট লগাই থৈ গৈছে দেখুৱাই দিয়ক।

বলীনাৰায়ণ : দিওঁ ব'লক। [সকলো এক নম্বৰ মঞ্চলৈ যায়। সেইখন মঞ্চৰ আঁৰকাপোৰ নামি আহে। দুই নম্বৰ মঞ্চৰ ছিৰিযেদি ৰেণু নামি আহে। ক্লান্ত, বিমৰ্ষ। তেওঁ আহি এঠাইত থিয় হৈ ৰয়। নিজৰ কোঠাৰ পৰা শ্ৰীমতী ওলাই আহে।]

শ্ৰীমতী : কোনোবা আহিছিল নেকি? কাৰোবাৰ মাত শুনা যেন লাগিছিল?

ৰেণু : [আকুল] অঁ মা, আপুনি কি জানে কওক মা। বন্তিহঁতক সঁচাকৈযে ৰাতুলহঁতে আনিবনে? সিহঁত সঁচাকৈযে ৰাতুল-মৃদুলহঁতৰ লগত আছে নে?

শ্ৰীমতী : মই একো নাজানো ৰেণু।

ৰেণু : মই জানো এইবোৰ চব গীতাৰ কাম। তাই সিদিনা বুলু আৰু বন্তিৰ নাম লৈছিল। সিহঁত দুটাৰ যদি কিবা হয়, তেনেহ'লে মই এই ঘৰ জ্বলাই দিম। মই কাকো জীযাই থাকিবলৈ নিদিওঁ। [কান্দে]।

শ্ৰীমতী : আচলতে এইখন ঘৰৰ কোনো মৰিবলৈ বাকী থকা নাই ৰেণু। আমি যদি নতুন জনম ল'ব নোৱাৰোঁ, তেনেহ'লে আমি এতিয়া চব ভূতহে।

ৰেণু : [চিঞৰে] ভূত! ভূ—ত।

শ্ৰীমতী : কিয় চিঞৰিছা?

ৰেণু : এইবিলাক চব ভূতে কৰাইছেনে সঁচা-সঁচি মানুহে কৰাইছে?

শ্ৰীমতী : কোনবিলাক?

ৰেণু : এইবিলাক? এই পাৰ্টী, বুলু-বন্তিহঁত—

শ্ৰীমতী : ভূতৰ কথা কিয় কৈছা?

বেণু : সেইটো— সেইটো যে আহিছিল— সেইটো দন্ত নে ভূত?
শ্ৰীমতী : দন্ত? ভূত? তোমাৰ ওচৰলৈও আহিছিল নেকি?
বেণু : হঁা? [ভয় খাই] নাই নাই, নাই অহা। কোনো অহা নাই। মোৰ কিবা ভ্ৰম হৈছিল?
শ্ৰীমতী : ভ্ৰম হৈছিল? তোমাৰো? [অধিকাৰী আহে]
অধিকাৰী : মই খিৰিকীযেদি দেখিলোঁ, এখেতসকল আহিছে।
বেণু : ৰাতুলহঁতো আহিছে নেকি?
অধিকাৰী : নাই, সিহঁতক মই নাই দেখা। ভাগৱতী, তালুকদাৰ আৰু ডি এছ পি চৌধুৰীক দেখিছোঁ।
বেণু : কেতিয়া আহিব সিহঁত?
অধিকাৰী : ইমান চিএৰ-বাখৰ কৰি মোক কিয় সুধিছা? মযো মোৰ ল'ৰাহঁতক আৰু নাতি দুটাক ঘূৰাই পাবলৈ অধীৰ আগ্ৰহেৰে বাট চাই আছোঁ নে নাই? [বাহিৰলৈ চাই হাঁহি] আহক, আহক। [নেতা, তালুকদাৰ আৰু চৌধুৰী সোমাই আহে। বিপৰীত ফালৰ পৰা উজ্জ্বল লাইট জ্বলে। কেমেৰামেনে কান্ধত চলন্ত কেমেৰা লৈ সোমাই আহে।]
অধিকাৰী : বহক।
নেতা : এইবোৰ কেমেৰা-চেমেৰা? শুনিছিলোঁ এইবোৰ বোলে আজি ইয়াৰ পৰা একেবাৰে আঁতৰি থাকিব লাগে? বাতৰি কাকত, ৰেডিঅ', টিভি কোনেও ঘুণাক্ষৰেও একো গম পাব নালাগে? [কেমেৰামেনক] বন্ধ কৰাচোন। [শুটিং বন্ধ। কেমেৰামেন আঁতৰলৈ যায়। ৰাহুল আহে।]
অধিকাৰী : এওঁলোক প্ৰেছৰ বা টিভিৰ মানুহ নহয়। প্ৰাইভেট কোম্পানীৰ মানুহ। এওঁলোক থকাটো দৰকাৰ। কাৰণ ই মৃদুলে বোলে আজি আপোনালোকক কিবা ক'ব? সি— আৰু লগতে বাকীবোৰেও পিছত আসে মাতিব পাৰে, ওলোটা কথা ক'ব পাৰে। গতিকে এইবোৰৰ ৰেকৰ্ড লাগে। ৰেকৰ্ড থকা ভাল। বহক, আপোনালোক বহক। [তালুকদাৰ বহে। চৌধুৰী থিয় হৈ থাকে।]
নেতা : এওঁ— মৃদুলৰ কথাটো মই মাজে মাজে প্ৰায়েই ভাবোঁ— দুখ লাগে। সিটো অকল আপোনালোকৰেই ল'ৰা নহয়, আমাৰ সকলোৰে ল'ৰা। সমাজৰ ল'ৰা। কিন্তু দুখ লাগে। কিয় যে এওঁলোক এনেকৈ আওবাটে যায়। কিয় যে হঠাতে এনেকুৱা এটা কাম কৰে।
অধিকাৰী : এৰা। এইবোৰ খেল খেলিবলৈ মানুহ চাবিছ-সাতাইছ বছৰীয়া, সংসাৰৰ আও-ভাও নোপোৱা মূৰ্খ হ'ব নালাগে, আমাৰ নিচিনা পকা হ'ব লাগে। গোটেই বুকুখন ঘৃণা, বিতৃষ্ণা, তিক্ততাই ছানি পেলোৱা মানুহ হ'ব লাগে।
নেতা : এৰা। এতিয়া আপুনি এই ঘটনাটোলৈকে চাওকচোন। উচ্চ পদত থকা, কৰ্তব্যৰত এজন পুলিচ বিষয়াক হত্যা কৰি তেওঁ মোৰ ওচৰত ধৰা দিব খুজিছে। এই কথাটোত মই কিমান ক্ৰেডিট ল'ব পাৰিলোঁহেঁতেন। একেবাৰে দিল্লী চৰকাৰৰ পৰাও বাঃ বাঃ ল'ব পাৰিলোঁহেঁতেন। গোটেই দেশ ফাটি-ফুটি গ'লহেঁতেন, নে কি কয়?
চৌধুৰী : নিশ্চয়।
নেতা : কিন্তু— বহুত কথা ভাবি— মই সেইটো কৰিব খোজা নাই। আজি এই কথাবোৰ কাকো নজনোৱাটো ভালেই হৈছে। আজি মই তেওঁক বুজাম। তেওঁৰ নিচিনা এজন ল'ৰা পথভ্ৰষ্ট হোৱা উচিত নহয়। তেওঁ যদি সন্মত হয়, তেনেহ'লে এই ঘটনাৰ লগত তেওঁৰ সম্পৰ্ক আজিয়েই শেষ। তেওঁ মুকলি মনেৰে এম ডি ক'ৰ্হৰ কাম কৰি থাকক। ফৰগিভ এণ্ড ফৰগেট।

অধিকাৰী : কিন্তু এছ পি দত্তৰ হত্যাকাণ্ডটোৰ কি হ'ব?

তালুকদাৰ : সেইটোৰ আৰু কি হ'ব? সেইটোতো হৈয়েই গ'ল।

নেতা : অৱশ্যে তেনেকুৱা এজন ছিনিয়ৰ, কাৰ্যদক্ষ অফিচাৰৰ অপঘাত মৃত্যু— এইটো আমাৰ কাৰণে, চৰকাৰৰ কাৰণে ক্ষতিৰ কথা। দুখৰ কথা। আমি তেওঁৰ পৰিয়ালকো উপযুক্ত ক্ষতিপূৰণ দিয়াৰ ব্যৱস্থা কৰিছোঁ।

অধিকাৰী : নহয়, মই সুধিছিলোঁ, হত্যাকাৰীৰ কি হ'ব?

নেতা : হত্যাকাৰীক বিচাৰি থাকিম। তদন্ত চলি থাকিব। ছুইডেন নে ডেনমাৰ্ক, নে হলেণ্ড নে ক'ৰ প্ৰধানমন্ত্ৰীৰ হত্যাকাৰী আজিতো দহ বছৰেও ওলোৱা নাই। দৰকাৰ হ'লে ইয়াতো নোলাব।

[দূৰত বালক্লকত সাত বজাৰ ঘণ্টা এইখিনিৰে পৰা বাজিবলৈ আৰম্ভ কৰে।]

নেতা : সাত বাজিল। এওঁতো সাতমান বজাতে অহাৰ কথা?

অধিকাৰী : (ইটো মঞ্চলৈ দেখুৱাই)— সৌৱা আহিছে।

[সকলোৱে সেইফালে চায। মঞ্চ- ১ৰ আঁৰকাপোৰ উঠে। তাত বলী, শ্ৰীমতী আৰু ৰেণু বহি আছে। মৃদুল আৰু ৰাতুল আহে। কেমেৰামেনে শুটিং কৰি আছে। ৰেণু-মৃদুলহঁতৰ ফালে দৌৰি।]

ৰেণু : বুলু-বন্তিহঁত?

ৰাতুল : গীতাই সিহঁতক ভাত খুৱাবলৈ নিছে।

ৰেণু : ক'ত ?

ৰাতুল : পাগঘৰত।

ৰেণু : পাগঘৰত?

[ৰেণু দৌৰি ওলাই যায়। ইটো মঞ্চৰ পৰা ৰাহুলো সেইফালেদিয়েই ওলাই যায। মৃদুলে আহি নেতা আৰু কমিছনাৰক নমস্কাৰ জনায়। ৰাতুল থিয় হৈ থাকে। কেমেৰামেন মৃদুলৰ লগে লগে আহে।]

মৃদুল : নমস্কাৰ।

নেতা : নমস্কাৰ। তোমাৰ সময়জ্ঞান দেখি মই বৰ আনন্দ পালোঁ। শিক্ষাই পালোঁ বুলিব লাগে। এইটো অভ্যাস ৰাখিবা। পাংচুয়েলিটী এটা মহৎ গুণ। বহা!

মৃদুল : হ'ব।

নেতা : তুমি কিবা অস্ত্ৰ-শস্ত্ৰ— মানে পিষ্টল-ৰিভলভাৰ অনাৰ কথা আছিল নেকি?

মৃদুল : নাই, মোৰ হাতত পিষ্টল-ৰিভলভাৰ একো নাই। এটা আছিল, সেইটো দেউতাক দিলোঁ।

অধিকাৰী : হয়, সেইটো মোৰ হাতত আছে।

নেতা : বাৰু ঠিক আছে। আপোনাৰ হাতত আছে যেতিয়া চিন্তাৰ কোনো কাৰণ নাই। [ৰৈ] আমি এতিয়া ঘৰুৱাভাৱেই কথা-বতৰা পাতোঁ? কি কয় তালুকদাৰ?

তালুকদাৰ : হয়। এইটোতো এটা ঘৰুৱা কাৰবাৰেই!

নেতা : কিবা চাহ-চৰবত? কলৈ গ'ল গৃহস্থ-গৃহিনী? দিয়ক, কিবা এটাৰে আৰম্ভ কৰোঁ। ঘৰুৱা যেতিয়া খুজিয়েই খাওঁ। [হাঁহে] [শ্ৰীমতী আৰু বলীয়ে ট্ৰে'ত লৈ চৰবত আৰু বাদামজাতীয় বস্তু বিলায়। সৰু সৰু বিস্কুট হ'লেও চলিব। তেনেতে গীতাও আহে। তেৰোঁ অইন এখন ট্ৰে' লৈ বিলাবলৈ লয়।]

নেতা : [খাই] বাৰু মৃদুল, তুমি দত্তৰ ডে'ডবডীটো নদীত কিয় পেলাই দিলা?

মৃদুল : মই নাই পেলোৱা। মই তেখেতৰ ডটপে'ন এটা, তেজলগা কমাল এখন, আইডেনটিটী কাৰ্ডখন আৰু পকেটবুক এখন গালৰ্ছ হাইস্কুলৰ ওচৰৰ দলঙৰ ওপৰত পেলাই থৈ আহিছিলোঁ। [নিস্তব্ধ। ৰাহুল উভতি আহে]

চৌধুৰী : ডে'ডবডীটো?

মৃদুল : [তেওঁৰ কথালৈ কাণ নিদি] আৰু জীপখন এখেতসকলে য'ত পাইছিল তালৈ নি, মচি-কাচি চাফা কৰি থৈ আহিছিলোঁ।

চৌধুৰী : ডে'ডবডীটো?

মৃদুল : দেউতাই কোৱামতে, বডীটো তেতিয়া ডে'ডবডী হোৱাই নাছিল।

চৌধুৰী : মানে?

ৰাতুল : মানে [ইংগিতেৰে ৰ'বলৈ দিয়ে। এঢোক খাই আগুৱাই আহে] দেউতাই পৰীক্ষা কৰি দেখিলে, দত্ত চাহাব জীয়াই আছে। আমি তেওঁক তৎক্ষণাত দেউতাৰ নাৰ্ছিং হোমলৈ লৈ গ'লোঁ। [যায়।] বাটতে দেউতাই কৈ গৈছিল— এই মানুহটোক বচাবই লাগিব। ঘটনা বৰ জটিল হ'ব। হত্যাকাৰীক উলিয়াবলৈ হ'লে মানুহটোক লুকুৱাই পেলাব লাগিব। মৰিল বুলি খবৰ এটা উলিয়াই দিব লাগিব।

নেতা : এইবোৰ কেনেকুৱা কথা? ডাঃ অধিকাৰী?

অধিকাৰী : মানুহজনৰ এইখিনিত গুলী লাগিছিল। বচাব পৰা আঘাত লাগিছিল। আচম্বিতে শ্বক পাইহে তেওঁ বেহুঁচ হৈ গৈছিল। কিন্তু এই ঘৰখনক পৰাচিত কৰিবলৈ সেই মানুহজনৰ বৰ প্ৰয়োজন আছিল। ইফালে ৰাতুল আৰু গীতাই হোটেলৰ কম বিচাৰি ফুৰিছিল, মৃদুলক পলৰীয়া কৰাটো আমাৰ কাৰণে আৰু আপোনালোকৰ কাৰণেও প্ৰয়োজনীয় আছিল। গতিকে নাৰ্ছিং হোমৰ দুটা কমত আমাৰ এখন নতুন ঘৰ হ'ল। এওঁ— গীতা হ'ল এক নম্বৰ নাৰ্ছ আৰু ৰাহুলনি বলী হ'ল পিয়ন, মৃদুল হ'ল হাউচ ছাৰ্জন, ৰাতুল হ'ল ছুপাৰিণ্টেণ্ডেণ্ট—

তালুকদাৰ : আপোনালোকে তৎক্ষণাত পুলিচক খবৰ দিব লাগিছিল।

অধিকাৰী : [ধমক] পুলিচে তেওঁক দ্বিতীয়বাৰ, নিৰ্ভুলভাৱে মাৰি পেলালেহেঁতেন।

তালুকদাৰ : কিন্তু আমি এই গোটেই ঘটনাটোত কিছুমান বেনামী টেলিফোন কলৰ ওপৰত নিৰ্ভৰ কৰি কাম কৰিছিলোঁ আৰু সেইবোৰ কলৰ বেছিভাগ কথা সঁচা আছিল। হত্যাকাৰী সম্বন্ধেও আমি ফোন কল পাইছিলোঁ।

ৰাতুল : সেইবোৰ ফোন মই কৰিছিলোঁ।

নেতা : বেবেৰিবাং কথা বাদ দি চিধা কথা কওক, মানুহজন মৰিল নে জীয়াই আছে?

অধিকাৰী : জীয়াই আছে। সম্পূৰ্ণ সুস্থ।

নেতা : ক'ত আছে?

অধিকাৰী : ইয়াতে ঘূৰা-পকা কৰি ফুৰিছে। এদিন আমাৰ শ্ৰীমতীক দৰ্শন দিছে, এদিন বৰপুত্ৰ-বৰবোৱাৰীক—

নেতা : এইবোৰ কি কথা মিছেছ অধিকাৰী? এইটো ফোনত আপোনাৰ লগত কথা পাতিয়েই আছোঁ। [অধিকাৰীলৈ] এতিয়া মানুহটো আছে ক'ত?

ৰাতুল : ৰ'বচোন দেউতা, [নেতাক] আপুনি দেউতাক ধমকি দি কথা কৈছে নেকি?

নেতা ঃ ধমকি মানে?— তেখেতে সাংঘাতিক বে-আইনী কাম কৰিছে।

ৰাতুল ঃ যেতিয়ালৈকে এইটো ঘৰত থাকি এখেতৰ লগত কথা পাতিছে, তেতিয়ালৈকে নম্ৰ সুৰত কথা কওক, স্কুলত পঢ়োঁতে অন্ততঃ মাষ্টৰৰ লগত নম্ৰ সুৰত কথা পাতি পাইছিল চাগৈ?

নেতা ঃ [চিঞৰি] চৌধুৰী। তালুকদাৰ। এইবোৰ কথা আপোনালোকে জনা নাছিল কিয়? এনেকৈয়ে আপোনালোকে এডমিনিষ্ট্ৰিচন চলাইছে? চি আই ডিয়ে কি কৰে?

চৌধুৰী ঃ আমি ছাৰ— [ৰৈ যায়। সিটো মুৰে দত্ত সোমাইছে। তেওঁৰ হাতত এটা ডাঙৰ VIP ছুটকেছ। পাছে পাছে বলী। তেওঁৰ হাততো তেনেকুৱা ছুটকেছ এটা। কেমেৰামেনে সেইপিনে কেমেৰা ঘূৰায়। সকলো স্তব্ধ। দত্ত আৰু বলী আগুৱাই আহি ড্ৰয়িং ৰুমত নেতাৰ সন্মুখতে ছুটকেছ দুটা থয়। এটা লাইটবয় চৌধুৰীৰ পাছফালে থিয় হয়গৈ।]

নেতা ঃ তালুকদাৰ, মই যাওঁ। আঠ বজাত মোৰ চেম্বাৰলৈ আহিব। আৰ্জেণ্ট। চৌধুৰীও আহিব। আৰু কাক কাক মাতিব লাগে, মই খবৰ দিম। এইবিলাক ঘটনাৰ বিচাৰ হ'ব আৰু তাৰ আগতে যেন মই এইবোৰ মানুহক গ্ৰেপ্তাৰ কৰাৰ খবৰ পাওঁ।

দত্ত ঃ একে ঠাইতে থিয় হৈ থাকক। ৰাহুল অধিকাৰী আৰু শ্ৰীমতী অধিকাৰী আপোনালোকে চিনি পাইছেনে এই বাকচ দুটা?

ৰাহুল ঃ আপুনি এই দুটা ক'ত পালে? কেনেকৈ পালে?

দত্ত ঃ যমুনা ষ্টেচনৰ পৰা চৈধ্য মাইল উত্তৰে নিৰ্মলা নদীৰ পাৰৰ সীতাপুৰ গাঁৱত। এখেতৰ ভাযেক কৈলাশ ভাগৱতীৰ ঘৰত। [নেতাক] এতিযাও মন্ত্ৰীৰ মেজাজত কথা ক'বনে? [হঠাতে ঘূৰি] তোমালোকে ঠিকমতে ফিল্ম তুলিছানে নাই?

কেমেৰামেন ঃ তুলি আছোঁ ছাৰ।

দত্ত ঃ মই যদি এই মানুহবোৰক এতিয়া চৰিযাও, প্ৰত্যেকটো শ্বট যেন পৰিষ্কাৰকৈ উঠে। যদি সন্দেহ হয় ক'বা, মই ৰিপিট কৰিব। যিমানবাৰ লাগে সিমানবাৰ ৰিপিট কৰিম। [নেতাক] এইবোৰ মোৰ মানুহ। এওঁলোকে অকল কেমেৰা, লাইট, ছাউণ্ড লৈয়েই ইয়ালৈ অহা নাই। সৌজন দেখিছে? তেওঁৰ হাতত সেযা কি দেখিছে? হে'ৰা, তেওঁক আগলৈ লৈ আহা। তেওঁ ইমান পিছত থাকিবলগীযা মানুহ নহয়।

[লাইটবযটোৱে বন্দুকটো পিঠিত লগাই চৌধুৰীক সন্মুখলৈ লৈ আহে।]

দত্ত ঃ এই গোটেই এপিছডটো ভিডিঅ' ফিল্মত ৰেকৰ্ড কৰা হ'ব, তাৰ হাজাৰ হাজাৰ কপী তৈয়াৰ কৰা হ'ব, গোটেই ৰাজ্যত বিনামূলীযাকৈ সেইবোৰ বিলাই দিয়া হ'ব, মানুহে চাওক, বুজক আৰু এইবোৰ মানুহৰ নামত থু পেলাওক। [ৰৈ] এই বাকচত থকা কেইটুকুৰামান সোণেৰেই এনেকুৱা বহুত কামৰ খবৰ ওলাব। বাকচকেইটা খুলি, ভিডিঅ' কেমেৰাৰ সন্মুখত বস্তুবোৰ ঠিকে আছেনে নাই চাই ল'ব নেকি?

তালুকদাৰ ঃ কোনো দৰকাৰ নাই। বুদ্ধি কৰি মাতি আনি, ঠেকত পেলাই লৈ কৰা এইবোৰ কিন্তু বে-আইনী কাম।

দত্ত ঃ নকৰোঁ বে-আইনী কাম। এই মানুহটোৱে পিষ্টল,বন্দুক উলিযাই বুলিহে আমি সাৱধান হৈছোঁ। আপোনালোকে ক'বলৈ মন যোৱা এটা কথাও নোকোৱাকৈ নাথাকিব, জোৰ কৰিছোঁ বুলি এবাৰো মিছা কথা নক'ব। এইটো কথাও মই কেমেৰাত ৰেকৰ্ড কৰি থ'লোঁ। অঁ, ৰাহুল অধিকাৰীযে আৰু কি সুধিছিল? বাকচ দুটা কেনেকৈ পালোঁ। মই নিজে গ'লোঁ ভাগৱতী

ডাণ্ডৰীযাৰ ভাযেকৰ ঘৰলৈ। ক'লোঁ— কোনোবা শত্ৰুৱে গম পাই গণ্ডগোল লগাইছে, আৰু অলপ পৰৰ পিছতে চেণ্ট্ৰেল গৱৰ্ণমেণ্টৰ স্পেচিযেল ব্ৰাঞ্চৰ মানুহ আহি আপোনালোকৰ ঘৰ ৰেইড কৰিব, আপোনাৰ ককাযেকে কৈ পঠাইছে— বাকচ দুটা তৎক্ষণাত দিযক। মানুহজনে এই পংকজ চৌধুৰীৰ হাতৰ পৰা বাকচ দুটা ৰাখিছিল যিমান সহজে দিলেও সিমান সহজে। [চৌধুৰীক] বাকচ দুটা দিবলৈ গৈ পঠাৰ মাংস, পুখুৰীৰ ভকুৱা মাছ আৰু ঘৰৰে এঠা লগা দৈৰে এসাঁজ খাই আহিছিল? হযনে? জোৰ কৰা নাই, ৰেকৰ্ডৰ কাৰণে সুধিছোঁ— হয়নে?

চৌধুৰী : হয।

দত্ত : [কেমেৰা মেনক] ok

কেমেৰামেন : ok ছাৰ।

দত্ত : শুনক ডাণ্ডৰীয়াসকল, মইতো মৰিছিলোঁৱেই। এইকেইটা মোৰ জীৱনৰ ওপৰঞ্চি দিনহে। গতিকে মই মৰিবলৈ ভয নকৰোঁ। মই আপোনালোকক— আচলতে মোৰ তইঁত বুলি ক'বলৈ মন যায, কিন্তু নকওঁ, কাৰণ মোৰ এটা কালচাৰ আছে, মই আপোনালোকক ইযাতে শেষ কৰি চিন-চাব নোহোৱা কৰিব পাৰোঁ। দোষী কেতিযাও ধৰা নপৰিব। ছুইডেন নে ডেনমাৰ্ক নে ক'ৰ প্ৰধানমন্ত্ৰীৰ হত্যাকাৰী আজিতো দহ বছৰেও ওলোৱা নাই। দৰকাৰ হ'লে ইয়াতো নোলাব। কিন্তু নকৰোঁ। এই মানুহজনে [অধিকাৰীক দেখুৱাই] যেনেকৈ নিজৰ পত্নী-পুত্ৰ, বোৱাৰীক ঘিণ কৰি পুলিচৰ হাতত গতাই দিবলৈ ওলাইছিল, আপোনালোকৰ পত্নী-পুত্ৰৰো আপোনালোকৰ ওপৰত সেই ঘৃণা জন্মিব লাগিব। দেশৰ মানুহে আপোনালোকৰ দুৰ্মতিক হত্যা কৰিব লাগিব। কি জঘন্য অৱস্থাত আমি বাস কৰিছোঁ। এজন সৎ মানুহে মাতি আনি দুৰ্নীতিৰ বজাৰখন দেখুৱাই দিলে, আৰু আপোনালোক বজাৰখনত নিজেই একো-একোজন বেপাৰী হৈ বহি গ'ল? আৰু তেনেকুৱা বেপাৰী হ'বলৈ মান্তি নহ'লোঁ কাৰণে এই মানুহটোৱে [চৌধুৰীক দেখুৱাই] মোলৈ গুলী চলায়।

শ্ৰীমতী : এখেতে?

দত্ত : সোধক। অস্বীকাৰ কৰিব নেকি? জোৰকৈ কথা আদায় কৰিছোঁ বুলি বদনাম নিদিব। গুলী আপুনি কৰিছিল?

চৌধুৰী : কৰিছিলোঁ।

দত্ত : [কেমেৰামেনক] ok

কেমেৰামেন : ok

দত্ত : আৰু হাত মোহাৰোঁতে মোহাৰোঁতে ডি এছ পি চাহাবৰ হাতৰ নিচানৰ অৱস্থা এনেকুৱাই হ'ল যে দুটা গুলী খৰচ কৰিও সৌ সিমান দূৰত থকা মানুহ এটাক মাৰিব নোৱাৰিলে। কিয় এনেকুৱা কৰিলে চৌধুৰী। হাত কঁপিল? কিন্তু আপোনাৰ বিবেক নকঁপিল? [তালুকদাৰ] এই দুৰ্ভগীয়া দেশখনৰ মূৰৰ ওপৰত উঠি লৈ কিয় আপোনালোকে ইমান অধৰ্ম কৰে? কিয় দেশখনক ৰসাতললৈ নিয়ে? কিয় আপুনি আপোনাৰ হাতত থকা সৰ্বশক্তি প্ৰয়োগ কৰি মোক এটা ভাল কাম কৰাত বাধা দিলে? কওক, অন্ততঃ ৰেকৰ্ডৰ কাৰণে কিবা এটা কওক।

তালুকদাৰ : মোৰ এই মুহূৰ্তত ক'বলগীয়া একো নাই।

নেতা : এই মুহূৰ্তত মোৰ ক'বলগীয়া কথা হ'ল— মই এইবোৰৰ একো স্বীকাৰো নকৰোঁ অস্বীকাৰো নকৰোঁ।

দত্ত : ইয়াৰ পিছতো স্বীকাৰ নকৰাৰ প্ৰশ্ন আছে? শুনিলে ডাঃ অধিকাৰী? এইবোৰ হ'ল ঘাগু পলিটিচিয়ানৰ কথাৰ পাক? ইয়াৰ পিছত উকীলে ক'বলৈ নিদিলে এখেতসকলে নিজৰ দেউতাকৰ নামটোও শুদ্ধকৈ নকয়। দেখা যাওক, সেই মুহূৰ্ত কেতিয়া আহে। মই শেষলৈকে যুঁজিম। মই আগতেও কৈছিলোঁ— চাকৰি এৰিম, কিন্তু এই কে'ছটো নেৰোঁ। কিন্তু ডাঃ অধিকাৰী, আমাৰ এই যুদ্ধত আচল শক্তি হ'ল আপোনালোক। কিন্তু আপোনালোকৰোতো গাৰ মঙহেই শত্ৰু। আপোনালোকৰোতো আধাখিনি শক্তি গাৰ মঙহেই খায়।

অধিকাৰী : মোৰ গাৰ মঙহৰ ব্যৱস্থা মই নিজেই কৰিম দত্ত। এই মুহূৰ্তলৈকে এই দীঘলীয়া জীৱনটোত যি অভিজ্ঞতা হ'ল— সেই অভিজ্ঞতাই মোক নতুন জ্ঞান দিছে। মোৰ এই সংসাৰৰ ম্যাদ শেষ হ'ল। যাৰ মন যায়— এখেতসকলৰ সংসাৰলৈ গুচি যাওক। যি লাগে— ইয়াৰ পৰা সকলো লৈ যাওক। কোনোবা যদি থাকিব খুজিছে, মোৰ নাৰ্ছিং হোমত থাকক।— বেমাৰী বা নাৰ্ছৰ নিচিনাকৈ। এইটো ঘৰ মোক খালী কৰি দিব লাগে। এইটোও নাৰ্ছিং হোম হ'ব। মোৰ সংসাৰৰ কোনোবা যদি কেতিয়াবা এই ঘৰলৈ, মোৰ কাষলৈ উভতি আহিব খোজে, তেনেহ'লে বেমাৰী বা নাৰ্ছ হৈযেই আহিব লাগিব। মই বৰ আনন্দেৰে অইন এখন সংসাৰ পাতিম। মোক ঘৰটো খালী কৰি দিব লাগে। একেবাৰে খালী।

দত্ত : তালুকদাৰ, এই বাকচ দুটা ছিল কৰি থোৱা আছে, আপুনি সেই তলা দুটাৰ কাগজ দুখনত চহী কৰি থওক। যেতিয়ালৈকে যুদ্ধ শেষ নহয়, তেতিয়ালৈকে ইয়াৰ এটা ফুটা-কড়িৰো হৰণ-ভগন হ'ব নোৱাৰিব। [কেমেৰামেনক] এনেতে চহী কৰাৰ শ্বটটো লৈযেই তোমালোকে কাম সামৰিব পাৰা। কাইলৈকে যিমান পাৰা কেছেট আমাক দিবা। প্ৰথমতে এখেতসকলকে তিনিটা দিব লাগিব। সেইদিনা আমি প্ৰথম এইটো ঘৰত সোমোৱাৰ পৰা আজি গধূলিৰ আগলৈকে কি হৈছিল, সেই সকলো কথাৰে এখন পুস্তিকাৰ হাজাৰ হাজাৰ কপী ছপা কৰা হৈছে, তাৰো কপী কাইলৈ আপোনালোকে কেছেটটোৰ লগতে পাব আৰু তাৰ লগে লগে আৰম্ভ হ'ব আমাৰ যুদ্ধ। [লাইট : নিৰ্দেশ মতে]

ঘোষক : প্ৰিয় দৰ্শকমণ্ডলী, এইবোৰ ঘটনা ঘটিছিল আজিৰ পৰা এবছৰ মানৰ আগতে। সেই নিশাই পুলিচ আৰু অৰ্ধসামৰিক বাহিনীয়ে ডাঃ অধিকাৰীৰ নাৰ্ছিং হোম, তেখেতৰ থকা ঘৰ আৰু হুইট এণ্ড ছাউণ্ড নামৰ ভিডিঅ' ষ্টুডিঅ'টোত তালাচী চলায়। নাৰ্ছিং হোমটোত বহুতো অস্ত্ৰ-শস্ত্ৰ আৰু অপৰাধমূলক নথি-পত্ৰ পোৱা গৈছে বুলি পিছদিনা ঘোষণা কৰা হয়। ডাঃ অধিকাৰীৰ থকা ঘৰতো দুটা বাকচত বিৰাট পৰিমাণৰ অস্ত্ৰ-শস্ত্ৰ, হেণ্ড গ্ৰেণেড আৰু অন্যান্য বিস্ফোৰক সামগ্ৰী পোৱা যায় বুলি প্ৰচাৰ কৰা হয়। হুইট এণ্ড ছাউণ্ড ভিডিঅ' ষ্টুডিঅ'ত গোপনে প্ৰস্তুত কৰা অশ্লীল ভিডিঅ' কেছেট এটাৰ লগতে ভালেমান আপত্তিজনক বস্তু পুলিচে জব্দ কৰে। সেই ৰাতিয়েই ডাঃ অধিকাৰীক গ্ৰেপ্তাৰ কৰা হৈছিল আৰু তাৰ পিছদিনাই এছ পি ৰাজমোহন দত্তক গুলীয়াই হত্যা কৰা হৈছিল। তিনি মাহমানৰ পিছত দ্বেৰালী স্কুলৰ ওচৰৰ দলংখনৰ দুমাইলমান পশ্চিমে কংকাল এটা পোৱা বুলি চৰকাৰে ঘোষণা কৰিছিল, আৰু সেইটোৱেই আগতে ডাঃ অধিকাৰীৰ ঘৰৰ সন্মুখত নিহত হোৱা দত্তৰ কংকাল বুলি কোৱা হৈছিল।

শ্ৰীভাগৱতী এতিয়া ৰাজ্যখনৰ গৃহমন্ত্ৰী আৰু শ্ৰীতালুকদাৰ উদ্যোগ আৰু গৃহ নিৰ্মাণ নিগমৰ চেয়াৰমেন। ডি এছ পি পংকজ চৌধুৰীয়ে যোৱা মাহত উল্লেখযোগ্য সেৱাৰ বাবে অভিমন্যু বঁটা লাভ কৰিছে।— এনেকৈয়ে জগবন্ধু অধিকাৰী আৰু ৰাজমোহন দত্তৰ যুদ্ধখনৰ সফল পৰিসমাপ্তি ঘটে। শুভৰাত্ৰি।

---

# শুভ সংবাদ

**চৰিত্ৰ পৰিচয়** ____________

**পুৰুষ ঃ**

১। দেবানন্দ চৌধুৰী (কাকতৰ মুখ্য সম্পাদক)
২। বিনয় খনিকৰ (কাকতৰ সম্পাদক)
৩। প্ৰথম সহ-সম্পাদক
৪। দ্বিতীয় সহ-সম্পাদক
৫। কিৰণময় দত্ত
৬। শুভংকৰ দত্ত (ঠিকাদাৰ )
৭। দীপংকৰ দত্ত (ব্যৱসায়ী)
৮। নিৰঞ্জন (কাকতৰ ফটোগ্ৰাফাৰ)
৯। পিয়ন
১০। অবিনাশ পাঠক
১১। সাংবাদিক-১
১২। সাংবাদিক-২
১৩। সাংবাদিক-৩
১৪। চৌহান (পৰিদৰ্শক)

**নাৰী ঃ**

১। ৰাজলক্ষী (শুভংকৰৰ পত্নী)
২। কাকলি (দীপংকৰৰ পত্নী)
৩। উপাসনা (জীয়ৰী)
৪। ৰঞ্জনা দত্ত (সমাজসেৱীকা)
৫। সুভদ্ৰা (দেবানন্দ চৌধুৰীৰ পত্নী)

## ওপৰঘিঙ দৃশ্য ঃ [প্ৰথম দৃশ্যৰ আগতে যদি সম্ভৱ হয]

## দৃশ্য- ক

### মঞ্চ ঃ ২

ছেটিংছৰ আগৰ খালী ঠাইত সুন্দৰকৈ সজোৱা সংগীতানুষ্ঠানৰ মঞ্চ। পাছফালে লিখা আছে (হিন্দী আখৰত) নিখিল ভাৰত সংগীত সম্মিলন নাগপুৰ। মঞ্চৰ ওপৰত তানপুৰা, হাৰমণিযাম, তবলা আদি বজোৱা মানুহ। মূল মাইক্ৰ'ফোনৰ আগত উপাসনা। তেওঁ এটা ভজন গাইছে। (পালুছকাৰৰ অতি জনপ্ৰিয ভজন এটা শুদ্ধকৈ, ভাল কণ্ঠস্বৰেৰে গোৱাব লাগে।) দুই মিনিটমানৰ পিছতে ভজন শেষ হয়। দৰ্শকৰ হাত-চাপৰি। আঁৰকাপোৰ পৰে। ইটো মঞ্চৰ আঁৰ-কাপোৰ উঠে। দূৰত ৰিণিকি-ৰিণিকি হাত চাপৰি শুনা যায়। দেখা যায় মুখ্য সম্পাদক চৌধুৰীযে সেই সংগীত অনুষ্ঠানৰ খবৰ থকা ফেক্স মেচিনৰ কাগজ এখন পঢ়ি আছে। হাত চাপৰিৰ শব্দ নাইকিয়া হৈ যায।

## দৃশ্য ঃ ১

### মঞ্চ ঃ ১

[শুভ সংবাদ কাকতৰ সম্পাদকৰ কোঠালি। মুখ্য সম্পাদক চৌধুৰীযে কাগজ এখন পঢ়ি আছে। পঢ়া শেষ কৰি তেওঁ গম্ভীৰ মুখেৰে অহা-যোৱা কৰে। সম্পাদক বিনয় খনিকৰ একাযে থিয হৈ আছে। দুজন সহকাৰী সম্পাদক বহি আছে। পিয়ন এজনে মেজত চাৰি কাপ চাহ থৈ ওলাই যায়। তাৰ পিছত চৌধুৰীয়ে অলপ টান মাতেৰে কথা কয়।]

চৌধুৰী ঃ এদিন এইটো কোঠালিতে চাকি-বন্তি, ধূপ-ধুনা জ্বলাই আমি কম কাণ্ডখন কৰিছিলোঁনে? মনত আছে তোমালোকৰ?

বিনয ঃ আছে। বাইদেউহঁতে উৰুলি দিছিল, আৰু—

চৌধুৰী ঃ কোন বাইদেউ?

বিনয ঃ আমাৰ বাইদেউ। মানে আপোনাৰ—

চৌধুৰী ঃ আমাৰ এওঁ?

বিনয় ঃ হয দাদা।

চৌধুৰী ঃ [জোৰেৰে] নাই দিযা তেওঁ উৰুলি। তেওঁ উৰুলি দিবই নাজানে। ভোজৰ ভাত-তৰকাৰী বিলাবলৈ মাতি অনা শাৰদী সংঘৰ মানুহকেইজনীয়ে উৰুলি দিছিল, আৰু আমাৰ এওঁ এনেয়ে মুখখন [দুয়ো হাতেৰে মুখখন ঢাকি দেখুৱাই] এনেকুৱা কৰি কুলু-কুলু-কুলু কুলু কৰিছিল। আচল কথা মই নাজানো নেকি? [খোজ কাঢ়ি] আৰু সেই ফুলফুলীয়া পাঞ্জাবী পিন্ধা ডেকাজনে কি গানটো গাইছিল?

বিনয ঃ পুৰণিৰ মায়াজাল ভেদি, এযা আমি নতুন পোহৰ—

চৌধুৰী : নতুন পোহৰ?
বিনয : নতুন পোহৰ।
চৌধুৰী : আৰু আমাৰ উদ্বোধক ডাঙৰীযানীযেওতো নতুনত্বৰ কথাকে কৈছিল? নকৈছিল জানো?
বিনয : কৈছিল। আমি সদায় নতুনৰ সন্ধানত—
চৌধুৰী : আৰু মযো, আমাৰ যে এই কাকতখনৰ নাম শুভ সংবাদ দিছোঁ— এই নামটো কিয় দিছোঁ— সেই কথা মই সেইদিনাই পৰিষ্কাৰকৈ ব্যাখ্যা কৰিছিলোঁ?
বিনয় : কৰিছিল।
চৌধুৰী : কি কৈছিলোঁ? —শুভ, —ভাল, —আমি ভাল সংবাদ পৰিৱেশন কৰিম। যি সংবাদে মানুহৰ মন মুকলি কৰে, যি সংবাদে মানুহৰ মন উজ্জ্বল কৰে, যি সংবাদে মানুহৰ মনলৈ শুভ-শক্তি আনে, যি সংবাদে মানুহৰ মনলৈ— মানুহৰ মনলৈ— [শব্দ বিচাৰে]
বিনয : আশা আনে—
চৌধুৰী : আশা আনে, যি সংবাদে এই পৃথিৱীখনৰ জীব-জন্তু, গছ-গছনি, আকাশ-বতাহ— সকলোৰে প্ৰতি মানুহৰ মৰম বঢায়, তেনেকুৱা সংবাদ— শুভ সংবাদ আমি পৰিৱেশন কৰিম। [এজন সহকাৰী সম্পাদকক] কৈছিলোঁ নে? প্ৰথম সহঃ সম্পাদক— কৈছিল।
চৌধুৰী : [ইজন সহকাৰীক]-কৈছিলোঁ?
দ্বিতীয সস : কৈছিল।
চৌধুৰী : কিন্তু কোৱাৰ পৰা লাভ হ'ল কি? মোৰ উদ্দেশ্য ব্যাখ্যা কৰি কিমান কথা ক'লোঁ, কিমান পৰিষ্কাৰকৈ ক'লোঁ, কিন্তু ফলটো হ'ল কি? আজি আমি কেনেকুৱা খবৰ ছপাইছোঁ? আমি একালত নিজে দলঙৰ ওপৰত থিয হৈ চাই আছোঁ— তলৰ পানীত মাছমৰীযাই ই-মা-ন ডাঙৰ বৰালি মাছ এটা ধৰিছে; দুটা মানুহে কান্ধমাৰিত ওলোমাই মাছটো লৈ গৈছে, তাৰ ফিছাডাল মাটিত চুঁচৰি গৈছে— তেনেকুৱা খবৰ আমি ছপাই পাইছোঁনে?
প্ৰথম সস : নাই পোৱা।
চৌধুৰী : আমি কিঁ ছপাইছোঁ? দলঙৰ তলত গাভৰুৰ মৃতদেহ! ছি ছি ছি! [অস্থিৰভাৱে খোজ কাঢে] ছি ছি ছি! লুইতৰ পাৰত কণ কণ ল'ৰা-ছোৱালীযে বালি খান্দি কাছ-কণী উলিযায, লৰি লৰি গৈ সিহঁতে সেই কাছ-কণী মাকক দিয়েগৈ, আৰু মাকে মচুৰ মাহৰ সৈতে সিজাই সেই কণী পিটিকা কৰি গোটেই ঘৰকে খাবলৈ দিয়ে।— আমি সেই আনন্দৰ কথা ছপাবলৈ পাইছোঁ?
দ্বিতীয় সস : নাই পোৱা।
চৌধুৰী : আমি কি ছপাবলৈ পাইছোঁ? চিপাহীযে লুইতৰ পাৰৰ বালি খান্দি কালি তিনিটা নৰকংকাল উদ্ধাৰ কৰিছে, আজি দুটা নৰকংকাল উদ্ধাৰ কৰিছে, ক'ৰ লুইতৰ বালি বগী ঢকে-ঢকী, আৰু আজি ক'ৰ—
বিনয : [বিৰক্তিৰে, অথচ সম্ভ্ৰম বজাই ৰাখি] এ— দাদা। আপুনি কিবা নাটকৰ বচন গোৱাত লাগিল। তৎক্ষণাত ইমান ইম'চনেল হ'ব নাপায় নহয়? দলঙৰ তলত বৰালি মাছ ওলালেহে আমি খবৰ দিম। ওলাব গাভৰুৰ মৃতদেহ, আৰু সেইটোকে তিনি হাত দীঘল প্ৰকাণ্ড বৰালি মাছ বুলি চলাই দিম নেকি?
চৌধুৰী : নালাগে চলাই দিব। কিন্তু একো নোকোৱাকৈ মনেমনে থাকিলে কি হয়?
বিনয : একো নহয়, কিন্তু ইমান ডাঙৰ চাঞ্চল্যকৰ ঘটনা এটা—

চৌধুৰী : ইয়াতকৈ কিমান বেছি চাঞ্চল্যকৰ ঘটনাত কিমান গাভৰুৰ মৃত্যু হৈছে তুমি জানা? মৃতদেহটো আনি দলঙৰ তলত পেলাই নথ'লে তোমালোকে একো নাজানা। আৰু যেতিয়া পেলাই থ'বা, তেতিয়া তোমালোক চব কথা জনাত ওস্তাদ হৈ উঠা। কোন এম এল এৰ ওচৰলৈ তাই চাকৰি বিচাৰি গৈছিল, কোন ছাব-ইন্সপেক্টৰে তাইৰ ঘৰত তামোল খাইছিল। হোঁঃ! [হঠাতে উত্তেজিত] কিন্তু কিমান হাজাৰ গাভৰুৱে কাপোৰত ফুল বাছিছে, সুললিত কণ্ঠেৰে গীত গাইছে, একোখন সংসাৰ উজলাই তুলিছে,— তোমালোকে তেওঁলোকৰ খবৰ নছপোৱা কিয়? তেওঁলোকৰ খবৰেৰে সকলোৰে মনলৈ বল অনাৰ চেষ্টা নকৰা কিয়? অনবৰত হাতত কোৰ, চিপৰাং, খন্তি লৈ মৰিশালিৰ মাটি খান্দি ফুৰিবা— হোৱাট ইজ দিছ?

বিনয় : দাদা। এটা কথা কওঁ?

চৌধুৰী : কোৱা। কৈযেতো আছা।

বিনয় : আপুনি যেনেকুৱা বাতৰিৰ কথা কৈছে, অকল তেনেকুৱা বাতৰি ছপাবলৈ গ'লে এমাহতে আপোনাৰ কাকত ফে'ল মাৰিব। বিনা পইচাই যে কমপ্লিমেণ্টেৰী কপীকেইটা বিলাই দিওঁ, সেইকেইটাহে ছপাব লাগিব।

চৌধুৰী : হওক। মাৰক ফে'ল। কেৱল কমপ্লিমেণ্টেৰী কপীকে ছপাম। চব কাগজ বিনা পইচাই বিলাম। কিন্তু ভাল খবৰ ছপাম। মই পইচা আৰ্জিবলৈ কাগজ উলিয়াইছোঁ নেকি? পইচা আৰ্জিবলৈ কাগজ উলিওৱা হ'লে মই কাগজখনৰ নাম কি দিলোঁহেঁতেন জানা? 'কেলেংকাৰি'। 'বিষনী মেল'। 'গুমটিৰ আড্ডা'। 'পৰচৰ্চা।' মোৰ পইচাৰ আকাল লাগিছে? কোনে মোৰ পইচা খায় ঢুকুৰাব? দাইল-ভাত-ভাজিৰে নিৰামিষ ভাতকেইটা খাই জীৱনটো পাৰ কৰি দিবলৈ আমাৰ দুটা মানুহক কিমান টকা লাগিছে? [বৈ] মোৰ লগত তৰ্ক নকৰিবা। এইখিনি দিন তোমালোকৰ ওপৰতে সকলো এৰি দি চালোঁ। আৰু নাচাওঁ। আজিৰ পৰা কথা বেলেগ হ'ব। (সহকাৰী দুজনক) কাইলৈ প্ৰথম পৃষ্ঠাৰ কাৰণে কি খবৰ পাইছা?

১ম সহকাৰী : এতিয়ালৈকে হাতত পৰাৰ ভিতৰত ৰাজস্থানৰ ভূমিকম্প আৰু এগ্ৰিকালচাৰেল কলেজৰ প্ৰফেছাৰসকলে ধৰ্মঘট কৰাৰ খবৰ—

চৌধুৰী : সেইবোৰ পাঁচ নম্বৰ পৃষ্ঠাৰ খবৰ। মই এক নম্বৰ পৃষ্ঠাৰ খবৰৰ কথা সুধিছোঁ। [হাতত কাগজখন দেখুৱাই] অলপ আগতে মই এইটো দীঘল ফেক্স মেছেজ পাইছোঁ। আমাৰ ইয়াৰে উপাসনা দত্ত নামৰ ছোৱালীজনীয়ে যে নাগপুৰত গীত পৰিবেশন কৰি সুনাম আৰ্জিছে, সেই খবৰটো পাইছা?

১ম সহকাৰী : নাই পোৱা।

চৌধুৰী : প্ৰথম পৃষ্ঠাৰ তিনি কলম খালী ৰাখিবা। মই গধূলিকৈ মেটাৰ দিম। ইউছুফক ক'বা— তেওঁ আজি অলপ বেছি ৰাতিলৈকে কাম কৰিব লগা হ'ব পাৰে। মেচিনৰ হালদাৰকো কৈ থ'বা। তোমালোক এতিয়া যোৱা। [দুয়োজন সহকাৰী যায়গৈ। চৌধুৰীয়ে অলপ সময় ইফাল সিফাল কৰে। তাৰ পিছত।]

চৌধুৰী : বিনয়?

বিনয় : দাদা?

চৌধুৰী : এতিয়ালৈকে যি হ'ল হ'ল। এতিয়াৰ পৰা মই নিজে কামবোৰলৈ চকু দিম। এই যে ক'লোঁ— উপাসনা দত্ত নামৰ ছোৱালীজনীৰ কথা, তুমিতো তেওঁলোকৰ ঘৰখনক ভালকৈ চিনি পোৱা?

বিনয় : চিনি পাওঁ মানে— এসময়ত সেইখন ঘৰ মোৰ ভাতঘৰৰ নিচিনাই আছিল। কিছু দিনৰ পৰা কামৰ হেঁচা বেছি হোৱাৰ কাৰণেহে—

চৌধুৰী : সম্পৰ্কটোতো এতিয়াও আছে?

বিনয় : নাথাকিব কিয়? দুমাহমানৰ আগতে মই তেওঁলোকৰ ঘৰত উপাসনাৰ ভতিজাক এটাৰ জন্মদিনৰ ভোজ খাই আহিছোঁ। সেই কাৰণে মই ভাবিছোঁ, উপাসনাৰ খবৰটো মোতকৈ আগতে আপুনি পালে কেনেকৈ?

চৌধুৰী : ভাল খবৰ বিচাৰি ফুৰা মানুহৰ ওচৰলৈ ভাল খবৰ আহে। খঁকুৱা মানুহৰ ওচৰলৈ ভোজৰ খবৰ আহে।

বিনয় : [অভিমান কৰাৰ নিচিনাকৈ] দাদা।

চৌধুৰী : বাৰু সেইবোৰ বাদ দিয়া। আমি এটা কাম কৰোঁ। এই যে উপাসনা দত্ত— তেওঁৰ দেউতাক কিৰণ্ময় দত্ত, এওঁলোকৰ ঘৰখনৰ ভাল খবৰ কেইবাটাও শুনিছোঁ। কিছু দিনৰ আগতে ডেনমাৰ্কত থকা তেওঁলোকৰ ল'ৰা এজনে এটা ডাঙৰ বঁটা পাইছিল নহয়?

বিনয় : হয়। পাইছিল।

চৌধুৰী : আমি এনেকুৱা ভাল ঘৰৰ ভাল খবৰবোৰ গোটাই, চকুত পৰাকৈ সজাই-পৰাই প্ৰচাৰ কৰাৰ অভিযান এটা আৰম্ভ কৰোঁ। কিৰণ্ময় দত্তৰ ঘৰলৈ আজিযেই যাওঁ। আচলতে সেইটো কথাৰ কাৰণেহে মই অফিচলৈ আহিছিলোঁ। তুমিও ব'লা।

বিনয় : ব'লক। মই ভালহে পাওঁ।

চৌধুৰী : তুমি ফোন কৰি তেখেতসকলক খবৰটো দিয়া।

বিনয় : আমি কাক লগ ধৰাৰ কথা ক'ম?

চৌধুৰী : গোটেই পৰিয়ালটোকে লগ পোৱাৰ কথা ক'বা। আমাৰ ফটোগ্ৰাফাৰজনক আগতে পঠাই দিবা। তেওঁ গৈ সকলোৰে ফটো তুলি আনক। আমি তিনি বজাত পামগৈ বুলি ভাবিছোঁ। [বহে]

[বিনয়ে মেজৰ ওচৰলৈ গৈ কলিং বে'ল টিপে। তাৰ পিছত ডাইৰেক্টৰীত টেলিফোন নম্বৰ এটা বিচাৰে। পিয়ন এজন সোমাই আহে।]

বিনয় : [ডায়েল কৰি থাকি, লৰালৰিকৈ] নিৰঞ্জনক মাত। [পিয়নটোৱে নুবুজি ৰৈ থাকে। বিনয়ে মূৰ তুলি ডাঙৰকৈ কয়]— নিৰঞ্জন, ফটোগ্ৰাফাৰ, মাতিছে বুলি কওঁগে।

[ডায়েল কৰে। পিয়নজন যায়গৈ।]

অন্ধকাৰ

# দৃশ্য ২

**মঞ্চ : ২**

[এই দৃশ্যটো ঘৰুৱা, পাতল সুৰত আৰম্ভ হ'ব। এটা পৰিয়ালৰ মানুহখিনিয়ে কিমান খোলাভাৱে ধেমালি কৰি কথা-বতৰা পাতি থাকে, সেই কথাটো ওলাব লাগিব। এনেকুৱা এটা ধাৰণা হ'ব লাগিব— সকলো যেন ফুৰ্তিবাজ, সুখী মানুহ। কিৰণময় দত্তৰ ঘৰৰ বহা কোঠালি। আঢ্যৱন্ত মানুহৰ ঘৰ বুলি ধৰিব পাৰি। কোঠালিটোত কিৰণময় দত্ত, তেওঁৰ মাজু পুতেক

শুভংকৰ দত্ত, সৰু পুতেক দীপংকৰ দত্ত, শুভংকৰৰ পৰিবাৰ ৰাজলক্ষী, দীপংকৰৰ পৰিবাৰ কাকলি, জীয়েক উপাসনা আৰু শুভ সংবাদ কাকতৰ ফটোগ্ৰাফাৰ নিৰঞ্জন আছে। নিৰঞ্জনে উপাসনাৰ ফটো তুলিছে। আঁৰকাপোৰ উঠাৰ পিছতে তেওঁ এখন ফটো তোলে। তাৰ পিছত—]

নিৰঞ্জন : আৰু এখন।

উপাসনা : এ হ'ব দিয়ক। সেই দুখনেই হ'ব। ইমানবোৰ ফটোনো কেলেই লাগিছে?

নিৰঞ্জন : কোনখন বা ভাল হয় ঠিক নাই নহয়।
[নিজৰ ঠাই সলাই, আঁঠু কাঢি, কেমেৰাটো এবাৰ থিয়কৈ, এবাৰ পথালিকৈ লৈ]

নিৰঞ্জন : মুখখন অকণমান ওপৰলৈ— বেছি হ'ল— অলপ তললৈ— হ'ব— ঠিক আছে— ৰেডী— [ক্লিক কৰে]— থেংক ইউ। [থিয় হৈ— কাকলিক] এতিয়া আপোনাৰ এখন তোলোঁ।

কাকলি : মোৰ?— ই নালাগে। মোৰ ফটো আকৌ কিয় লাগিছে? নালাগে।

নিৰঞ্জন : মোক সম্পাদকে যি কৰিবলৈ কৈছে মই তাকেহে কৰিছোঁ। বিনয় খনিকৰ ছাৰেও বোলে টেলিফোনত আপোনালোক সকলোকে কৈ থৈছে।

কাকলি : সকলোকে কৈছে যদিও মই জানো নহয়, মোৰ ফটোৰ কোনো দৰকাৰ নাই।

দীপংকৰ : এ উঠাহে উঠা। লাজ কৰি দেখুৱাইছা কিয়?

কাকলি : কি আকৌ লাজ কৰি দেখুৱাইছোঁ?

দীপংকৰ : দেখুৱাইছাতো। পিছত যেতিয়া পেপাৰত সকলোৰে ফটো ওলাব, কেৱল তোমাৰখন নোলাব, তেতিয়া তোমাৰ কেনেকুৱা লাগিব?

কাকলি : কেনেকুৱা লাগিব। একো নালাগে?

দীপংকৰ : সেইযে 'একো নাই লগাৰ' নিচিনা চেহেৰা এটা উলিযাবলৈ এক্টিং কৰিবা, সেইটো বৰ টান কাম বুইছা। গতিকে সহজ কামটো কৰি যোৱা। [নিৰঞ্জনক] তোলক, এওঁৰ ভাল ফটো দুখনমান তোলক।

কাকলি : কেনেকুৱা কথাবোৰ কয়।

ৰাজলক্ষী : মিছামিছিকৈ পলম কৰিছা কিয়? এওঁ শেষত গ্ৰুপ ফটো এখন তুলিব বুলি কৈছে নহয়? আমি সেইখনত উঠিবলৈ ৰৈ আছোঁ— দেখিছা নে নাই?

শুভংকৰ : বা। তোমাৰতো হেঁপাহ কম নহয়। নিজে কৈ কৈ দুখনৰ ঠাইত তিনিখনত উঠি ল'লা, এতিয়া গ্ৰুপ ফটোখনত উঠিবলৈও চাই চাই আছা? [নিৰঞ্জনে কাকলিৰ ফটো তোলা কাম কৰি থাকে।]

ৰাজলক্ষী : নাথাকিম কিয়? মই এই সম্পাদকসকলক হাড়ে-হিমজুৱে চিনি পাওঁ। [উপাসনাক] বুইছা ভণ্টি, যোৱাবাৰ মইতো কলেজৰ ছচিয়েল ছাৰ্ভিচ ছেকচনৰ প্ৰফেছাৰ ইনচাৰ্জ আছিলোঁ। ছেক্ৰেটেৰীযেতো মেগেজিনত ছপাবলৈ মোৰ চাৰিখন ফটো তুলিলে। মইতো সেই অকণমান সময়ৰ ভিতৰতে ভাবি উলিযাই পুৰুক পুৰুককৈ চাৰিটা বটিয়া পজ দিলোঁ। [নিৰঞ্জনে কাকলিৰ ফটো তুলিব খুজিছিল, কাকলিৰ হাঁহি উঠি গ'ল।] পিছত কি হ'ল জানা? মেগেজিনত সেই চাৰিখনৰ এখনো ফটো নাই। গোটেইমখাৰ যে এখন গ্ৰুপ ফটো তুলিছিল, সেইখনহে ছপা হৈছে। মই— বহি থকা প্ৰথম শাৰীত, বাওঁফালৰ পৰা দ্বিতীয়। সেইদিনা যদি মই গ্ৰুপ

ফটোখনত নুঠিলোঁহেঁতেন তেনেহ'লে মোৰ কি অৱস্থা হ'লহেঁতেন কোৱাচোন।
[নিৰঞ্জনে কাকলিৰ ফটো তুলিব খুজিছিল, কাকলিৰ আকৌ হাঁহি উঠি গ'ল।]

কাকলি : বাইদেউ আপুনি অকণমান মনে মনে থাককচোন।
[কলিং বে'ল বাজে। সকলোৱে বাহিৰৰ ফালে চায়। শুভংকৰ আগবাটি যায়।]

শুভংকৰ : আহক দাদা। [সম্ভ্ৰমেৰে] আহক। [বিনয আৰু চৌধুৰী সোমাই আহে। কিৰণময় দত্তৰ বাহিৰে সকলোৱে ঠাই সলনি কৰে। কাকলি একাষলৈ যায়। নিৰঞ্জন তেওঁৰ লগে লগে যায়।]

বিনয় : সকলো গোট খাই আছানে? মই যে কৈছিলোঁ, এখেত দেবানন্দ চৌধুৰী, আমাৰ শুভ সংবাদ কাকতৰ মালিক আৰু মুখ্য সম্পাদক।

চৌধুৰী : নমস্কাৰ।

শুভংকৰ
দীপংকৰ
ৰাজলক্ষী : [তিনিও]— নমস্কাৰ।

শুভংকৰ : বহক। মই এনেযে চিনি পাওঁ, মুখামুখিহে হোৱা নাই। বহক বিনয দাদা।

বিনয : মোৰ হ'ব বাৰু। [চৌধুৰীক] বহক দাদা। [চৌধুৰী বহে। ৰাজলক্ষী কাকলিৰ ওচৰলৈ গৈ ইংগিতেৰে নিৰঞ্জনক ফটো তুলিবলৈ কয। বিনযে কথা কৈ থাকোঁতে নিৰঞ্জনে কাকলিৰ ফটো তোলে, আৰু দুখনমান গ্ৰুপ ফটোও তোলে।]

বিনয় : [চৌধুৰীক] আপোনাৰ পৰিচয আৰু কিবা দিম নেকি দাদা?

চৌধুৰী : থাকিলেহে দিবা। [বাকীসকললৈ চাই] মই কিতাপৰ বেপাৰী ডাঙৰীয়াসকল। নেওতা কিতাপৰ পৰা মহাভাৰতলৈকে ঢেৰ কিতাপৰ বেপাৰ কৰোঁ। আপোনালোকৰ লগত চা-চিনাকি হৈ দুআষাৰ কথা পাতিব মন গ'ল— কথা সিমানেই।

বিনয : বাৰু, হ'ব। আমাৰ দাদা কেনেকুৱা বেপাৰী, সেই বিষযে মই তোমালোকক পিছতো ক'ব পাৰিম, এতিয়া এফালৰ পৰা তোমালোকৰ চিনাকি দি যাওঁ। [সুৰ সলাই] নিৰঞ্জন, তোমাৰ হ'ল যদি তুমি যোৱা। ৰিলটো এতিযাই চক্ৰবৰ্তীক দিবাগৈ। ['ভাল ছাৰ' বুলি নিৰঞ্জন ওলাই যায। বিনয আগৰ কথালৈ উভতি আহে।] ওঁ— এযা আমাৰ বৰদেউতা, কিৰণময় দত্ত। জন্ম নাৰাযণপুৰত, ডাঙৰ হ'ল চতিযাত, চাকৰি কৰিলে ছঠাইত, শেষত বদৰপুৰত, তাতে মেলেৰিয়াত বৰমা ঢুকাল। সেই দুখতে বৰদেউতাই বদৰপুৰো এৰিলে, চাকৰিও এৰিলে। চাহ পাতৰ বিজিনেছ কৰি ল'ৰা-ছোৱালী ডাঙৰ কৰিলে। এতিযা তিনিটা পুতেকে যোগান দিয়ে, দুজনী বোৱাৰী আৰু এজনী জীযেকে ৰান্ধি-বাঢ়ি দিযে আৰু সেয়া খাই বৰদেউতাই সেই তাহানি বৰমাই ৰন্ধা তিতাফুলৰ তৰকাৰী, ঔটেঙা দিযা মাটিমাহ— সেইবোৰৰ গুণ গাই থাকে। [নিৰঞ্জন ওলাই যায।]

কিৰণময : কোনোবা এদিন কোৱা শুনিলা, তাকে—

বিনয : কথাৰ মাজত কথা নক'ব বৰদেউতা। মই মোৰ পৰ্বটো শেষ কৰি লওঁ, তাৰ পিছত যি ক'ব লাগে দাদাক ক'ব।— এওঁ হ'ল দ্বিতীয় পুত্ৰ শুভংকৰ। ইকনমিকছত এম এ পাছ কৰাৰ পিছত এওঁ আৱিষ্কাৰ কৰিলে, চাকৰিৰ অৰ্থনীতিটো বৰ সুবিধাজনক নহয়। অৰ্থনীতিৰ কৃপাদৃষ্টি পৰে ঠিকাদাৰৰ ওপৰত।

শুভংকৰ : মই তেনেকৈ কেতিয়াও কোৱা নাই।

বিনয় : [ইংগিতেৰে মনে মনে থাকিবলৈ কৈ] গতিকে এওঁ এতিয়া অৰ্থনীতি জেপত ভৰাই থ'ব পৰা ঠিকাদাৰ। আৰু নামে-কামে নিজৰ সন্মান ৰাখি এওঁৰ জীৱনসংগিনী হৈছে— এওঁ— ৰাজলক্ষী।
[ৰাজলক্ষীয়ে নমস্কাৰ কৰে।]

বিনয় : কলেজত পলিটিকেল ছায়ন্স পঢ়ায়।

ৰাজলক্ষী : [চৌধুৰীক] আমাক মাজতে কথা ক'বলৈ মানা কৰিছে কাৰণে আমি কেৱল শুনি গৈছোঁ, আপুনিও অনুগ্ৰহ কৰি কেৱল যেন শুনিহে যায়। [হাঁহে]

চৌধুৰী : [হাঁহি] সেইটো কামৰ দায়িত্ব অনুগ্ৰহ কৰি মোৰ ওপৰত এৰি দিয়ক।

বিনয় : আৰু এওঁ হ'ল তৃতীয় পুত্ৰ দীপংকৰ দত্ত। কলেজত পঢ়োঁতে ফুটবল আৰু ভলিবল খেলিছিল, এতিয়া অলিম্পিক ষ্ট'ৰছ নাম দি খেলা-ধূলাৰ বস্তুৰ ডাঙৰ দোকান খুলিছে, আৰু কেৰাটে সংঘৰ প্ৰেছিডেণ্ট হৈছে।

দীপংকৰ : কেৰাটে নহয় দাদা, টাই-কোৱান-ডো।

বিনয় : হ'ব দিয়া, সেই একেই। ওচৰতে এটা পিচিঅ' খুলি লৈছে, কিন্তু তেওঁৰ বন্ধু-বান্ধৱৰ আড্ডাৰ কোবত কোনো ভদ্ৰলোক তালৈ টেলিফোন কৰিবলৈ নাযায়।

দীপংকৰ : দাদা—!

বিনয় : আৰু তেওঁৰ বন্ধু-বান্ধৱে সেইটো ফোনৰ পৰা যিমান ফোন কৰে, সেইবোৰ চব কেৰাটে সংঘৰ খৰচৰ বহীত লিখি থয়।

দীপংকৰ : দাদা— আপুনি যিদিনাৰ কথা কৈছে, সেইদিনা তাত সংঘৰ মিটিং বহিছিল।

বিনয় : আৰু মই যিদিনাই সেইফালেদি যাওঁ, সেইদিনাই তোমালোকৰ মিটিং বহে? [চৌধুৰীলৈ চাই] গোটেই দেশতে যে কেৰাটে, টাই-কোৱান-ডো— এইবোৰত আমাৰ ল'ৰাহঁতৰ নাম ফাটি-ফুটি গৈছে, এওঁলোকৰ মিটিঙৰ জোৰতে সেইটো হৈছে।

দীপংকৰ : দাদা—

বিনয় : হ'ব। এখেতে তোমাৰ ইন্টাৰভিউ ল'ব নহয়, তেতিয়া চব কথা ব্যাখ্যা কৰিবা। আৰু এওঁ হ'ল শ্ৰীমতী কাকলি— আগৰ কাকলি চলিহা। ক্লাছ এইটৰ পৰা বি এ পাছ কৰালৈকে নাইট-বাছত আহি আহি ৰেডিঅ'ত বিয়া নাম গাইছিল, বিয়াৰ পিছত ৰেডিঅ' চেণ্টাৰটো ওচৰতে হ'ল কাৰণে সেইটো কাম বাদ দিলে। এতিয়া এওঁ উপাসনাৰ পৰা মেঘমল্লাৰ ৰাগ শিকিবলৈ চেষ্টা কৰে আৰু অলিম্পিক ষ্ট'ৰৰ হিচাবৰ বহী লিখে।

কাকলি : সদায় নিলিখোঁ। এনেয়ে কৈছে। আৰু মই গান শুনোহে। গাবলৈ চেষ্টা কৰোঁ নেকি?

বিনয় : [হঠাতে মনত পৰাৰ নিচিনাকৈ] অ' হেৰি নহয়। খুৰী? খুৰী কলৈ গ'ল?

ৰাজলক্ষী : খুৰী অথবা আগতে ইম্ফলৰ পৰা আহি পাইছেহি। গা ধুইছে। আহিব এতিয়া। কাকলি, কোৱাচোন— হ'ল যদি মাতিছে বুলি কোৱাগৈ। [কাকলি সোমাই যায়]

বিনয় : [চৌধুৰীক, অলপ আৰু মাতেৰে] খুৰীৰ বিষয়ে দুটামান কথা এতিয়াই কৈ থওঁ। খুৰা বিয়াৰ কেইবছৰমানৰ পিছতে ঢুকাল। ল'ৰা-ছোৱালীও একো নাই। এইখনকে নিজৰ সংসাৰ বুলি ধৰি, এওঁলোক লগতে আছে। সমাজৰ কাম কৰে। নাম ৰঞ্জনা দত্ত—

চৌধুৰী : অ' ৰঞ্জনা দত্ত। নগৰ কল্যাণ সমিতিৰ—

বিনয় : অঁ, তেখেতেই।

চৌধুৰী : অলপতে যে শ্ৰীলংকাৰ পৰা আহিলগৈ?

বিনয় ঃ ঠিক, ঠিক ধৰিছে। আপুনি তেখেতক চিনি পায়েই তেনেহ'লে?

চৌধুৰী ঃ চিনি পাওঁ মানে, কাগজে-পত্ৰই জানো আৰু। দেখা-সাক্ষাৎ হোৱা নাই।

বিনয় ঃ হ'ব এতিয়া, ৰ'ব। আমাৰ আচলগৰাকীয়েই বাদ পৰি আছে নহয়। ঘৰে-বাহিৰে সুখ্যাতি অৰ্জন কৰি আমাৰ সকলোৰে মুখ উজ্জ্বল কৰা, এসময়ত পিলৌ পিলৌ ওকণি আৰু বৰ্তমান সুললিত কণ্ঠস্বৰৰ বাবে বিখ্যাত উপাসনা দত্ত— যাৰ উপাসনাৰ সুফল অহা ব'হাগতে পোৱা যাব বুলি গোটেই পৰিয়ালটোৱে আশা কৰি আছে, যাৰ উপাসনাৰ উত্তৰত স্বয়ং মহাদেৱ—

উপাসনা ঃ বন্ধ কৰকচোন দাদা। সৌৱা খুৰী আহিছে। [গা-পা ধুই, সাজি-কাচি ৰঞ্জনা আহে]

বিনয় ঃ [খুৰীক] আপুনি কেনেকুৱা মানুহ খুৰী? ইমান পলম কৰিছিলেই যেতিয়া মোৰ বাক্যটো শেষ হ'বলৈ ৰ'ব নোৱাৰিলে? বাৰু যি হ'ল হ'ল। এযা আমাৰ শুভ সংবাদ কাকতৰ মুখ্য সম্পাদক দেৱানন্দ চৌধুৰী—

[চৌধুৰী আৰু ৰঞ্জনাই নমস্কাৰ বিনিময় কৰে।]

ৰঞ্জনা ঃ নমস্কাৰ।

চৌধুৰী ঃ নমস্কাৰ। অলপ আগতে আমি আপোনাৰ কথা পাতিছিলোঁ। ইম্ফললৈ কিবা কামত গৈছিল?

ৰঞ্জনা ঃ হয়। আমি অল ইণ্ডিয়া উইমেন ছ'চাইটীৰ দানৰ পৰা কিছু খবৰ গোটাবলৈ তালৈ গৈছিলোঁ। মদ, ভাং, ড্ৰাগছ এইবিলাকৰ বিৰুদ্ধে তাৰ মহিলাসকলে কি কাম কৰিছে, তাৰ এটা ষ্টাডী কৰিবলৈ গৈছিলোঁ।

চৌধুৰী ঃ হ'ল নে কিছু কাম?

ৰঞ্জনা ঃ ওহোঁ, একো নহ'ল।

চৌধুৰী ঃ [আচৰিত] কিয়?

ৰঞ্জনা ঃ মই খাৰাংখাচ কথা কোৱা মানুহ চৌধুৰী ডাঙৰীয়া। তাৰ মহিলা সংগঠন দুটামানে ছপা কৰা পুস্তিকা আৰু হেণ্ডবিলকেইখনমান দিছে, সেইকেইখনৰে কথা কেইটামান গোটাই আমি তাত কিমান অধ্যয়ন কৰিলোঁ তাৰ ৰিপ'ৰ্ট এটা আপোনাৰ কাকতলৈ পঠাব পাৰোঁ, আচলতে আমি একোডাল অধ্যয়ন নকৰিলোঁ। ফুৰিবলৈ যোৱা যেনহে হ'ল।

ৰাজলক্ষ্মী ঃ আপুনি সিদিনা যেতিয়া ছুটকেছত কাপোৰ সামৰিছিল, মই দেখোন তেতিয়াই ফুৰিবলৈ ওলোৱা বুলি সন্দেহ কৰিছিলোঁ।

ৰঞ্জনা ঃ [ধমকি] এঃ তই মনে মনে থাক।

দীপংকৰ ঃ হ'ল নো কি?

ৰঞ্জনা ঃ প্ৰথম দিনটো বৰষুণ বুলিযেই গ'ল। চাৰিজনীযে তাচ খেলিলে, এজনীযে আগাথা ক্ৰিষ্টিৰ ডিটেকটিভ নভেল পঢ়িলে। পিছদিনা দুজনী পুৱাই ওলাই গ'ল সিহঁতৰে এজনীৰ জেঠাযেকৰ ঘৰলৈ। তাতে ভাত খাই, ক'ৰবাত প্ৰাকৃতিক দৃশ্য চাই গধূলি ওলালহি। আমি তিনিজনীয়ে পুস্তিকা আৰু হেণ্ডবিল গোটালোঁ। পিছদিনা দিনটো বজাৰ, ৰাতি লোকনৃত্য, অধ্যযন সিমানেই।

দীপংকৰ ঃ ৰন্ধা-বঢ়াবোৰ কেনে? কোপ্তা, কালিয়া, চিলি-চিকেন? এই চাৰি দিন—?

ৰঞ্জনা ঃ বাহিৰৰ মানুহৰ আগত তহঁতে মোক জোকাই নলবি কিন্তু কৈ দিছোঁ।

বিনয় ঃ নহয়, নহয়, আমাক বাহিৰৰ মানুহ বুলি নধৰিব খুৰী।

ৰঞ্জনা ঃ মই তোমাৰ কথা কোৱা নাই নহয়। তুমিতো পাগঘৰত সোমাই মাংস-তৰকাৰীত নিমখ

হৈছে নে নাই টেষ্ট কৰা মানুহ। [বিনয়ে হি-হিকৈ হাঁহে।]

চৌধুৰী : মোকো ঘৰৰ মানুহ বুলিযেই ধৰককচোন।

শুভংকৰ : আৰু এইবিলাকতো কাৰোবাৰ আগত কোৱা, কাৰোবাৰ আগত লুকুওৱা কথা নহয। আমি যি দেখিছোঁ, এই যে অধ্যয়ন— সদিচ্ছামূলক ভ্ৰমণ— এইবোৰ চব একে।

উপাসনা : ওহ! কিয হ'ব?

শুভংকৰ : কিয নহ'ব? যোবাবাৰ [ৰাজলক্ষীক দেখুৱাই] এওঁলোকৰ যে পলিটিকেল ছায়ন্সৰ ষ্টাডী গ্ৰুপটো আহিছিল, তেতিযা কি হৈছিল? বুইছে চৌধুৰী দাদা— দাদা বুলিযেই মাতিছোঁ—

চৌধুৰী : নিশ্চয নিশ্চয়।

শুভংকৰ : তেখেতসকল আহিছিল এইখন ৰাজ্যত পঞ্চাযতৰ বিষয়ে ষ্টাডী কৰিবলৈ, আহি মাটিত ভৰি দিযেই— কামাখ্যালৈ কিহত যাব পাৰি? কেই বজাত গ'লে ভাল হ্য? কাজিৰঙালৈ একেদিনাই গৈ ঘূৰি আহিব পাৰিনে? শ্বিলঙত এতিযা খুব ঠাণ্ডা হ'ব নেকি?— এইবোৰ ঠাণ্ডা। সিফালে পঞ্চাযতৰ আলোচনা চলি আছে, ইফালে এওঁক কাণে কাণে পাটৰ কাপোৰ, ভাল চাহপাত— সেইবোৰৰ কথা। এওঁ নিজে আধা কেজি আধা কেজিৰ ছটা পেকেট ছজনক পেজেণ্ট দিছে। যিজন প্ৰফেছাৰে এওঁৰ পি এইচ ডিৰ থিছিছখন পৰীক্ষা কৰাৰ সম্ভাৱনা আছে, তেওঁক এক কেজিৰ পেকেট এটা দিছে।

ৰাজলক্ষী : কি আচৰিত। এইবোৰ কথা সাজি সাজি কিয কৈছে? এখেতেতো সঁচা বুলি ভাবিব!

ৰঞ্জনা : [উপাসনা আৰু কাকলিক] তহঁত দুজনীযেও যে কথা শুনি আছ, এখেতসকলক চাহ-তাহ—

চৌধুৰী : নাই নাই নালাগে। আমি চাহ খাযেই আহিছোঁ।

ৰঞ্জনা : তথাপি— প্ৰথম দিনাই শুদামুখে—?

চৌধুৰী : অইন এদিন খামহি বাৰু। আজি কথাকে পাতোঁ।

কিৰণময : চৌধুৰী!

চৌধুৰী : কওক।

কিৰণময : ইহঁতে ধেমালি কৰিযেই কওক, ছিৰিযাছলীযেই কওক, কথাবোৰৰ মাজে মাজে কিছুমান ইণ্টাৰেষ্টিং কথা সোমাই আছে, মন কৰিছেনে? সততা— এই বস্তুটোৰ বৰ অভাৱ ঘটিছে। এইবিলাক দেখি-শুনি মই কি কৰিছোঁ জানে?

চৌধুৰী : কওকচোন।

কিৰণময : মোৰ ডাঙৰ ল'ৰাটোৱে ডাঙৰ এৱাৰ্ড এটা পাইছিল। এৱাৰ্ডটোৰ লগত আমাৰ ভাৰতীয় টকাৰ হিচাবত দহ লাখমান টকা পাইছিল।

চৌধুৰী : আমি শুনিছিলোঁ, কিন্তু এৱাৰ্ডটোৰ নাম কি আছিল, কি কাৰণে পাইছিল— সেই ডিটেইলছখিনি পোৱা নাছিলোঁ।

কিৰণময : এৱাৰ্ডটোৰ নাম গ্ৰিণউড এৱাৰ্ড। মই বাৰু আপোনাক কাগজখনৰ কপি এটা দিম। মই কৈছিলোঁ কি— সেই দহ লাখ টকাৰ তিনি লাখমান টকাৰে সি তাৰ ইউনিভাৰ্ছিটীত মাকৰ নামত কিতাপ কিছু কিনি দিলে। পাঁচ লাখ টকা মোলৈ পঠিযাই দি লিখিছে— মোৰ ইচ্ছা মতে কিবা ভাল কাম এটা কৰিব লাগে। কিন্তু চাৰিওফালে যি কাণ্ড দেখিছোঁ— মই একো কৰিবলৈ সাহ কৰিব পৰা নাই। পইচাখিনি জমা কৰি থৈ আলেখ-লেখ চাই আছোঁ।

দীপংকৰ : মই সদায কৈছোঁ, এতিয়াও কওঁ, এইটো আপুনি ভুল কাম কৰিছে। এই যে মই অলিম্পিক

ষ্টৰখন খুলি খেলা-ধূলাৰ বস্তু বিক্ৰী কৰোঁ, এইটো অকল ব্যৱসায়েই নহয়, এইখন ৰাজ্যৰ খেলা-ধূলাৰ জগতখনৰ প্ৰতি মোৰ দোকানখনে উল্লেখযোগ্য বৰঙণি আগবঢাই আছে। আপুনি যদি দোকানখনত খটুবাবলৈ সেই পাঁচ লাখ টকা দিলেহেঁতেন, তেনেহ'লে তিনি বছৰৰ ভিতৰতে মই আপোনাক চাৰে পাঁচ লাখ টকা ওভোতাই দিলোঁহেঁতেন, আৰু ৰাজ্যখনৰ খেল-জগতৰ প্ৰতি অৰিহণা যোগাই আপুনিও আনন্দৰ ভাগ পালেহেঁতেন।

শুভংকৰ : ই এখন বেলেগ জগতৰ লগত লাগি আছে যদিও, সাহিত্যৰ জগততো ইয়াৰ ব্যুৎপত্তি আছে। ই ভাষা ভাল কয়।

দীপংকৰ : মোৰ ভাষা ভাল হৈছে নে নাই, সেইটো ক'ব নোৱাৰোঁ, কিন্তু মোৰ কথাবোৰ পৰিষ্কাৰ হৈছে।

উপাসনা : তই যিমানেই পৰিষ্কাৰ ভাষাৰে নকব কিয়, দেউতাই যদি টকাখিনি কাৰোবাক দিয়ে, তেনেহ'লে আমাৰ মিউজিক স্কুলৰ কাৰণে দিবই লাগিব। মিউজিক স্কুল দুখনৰ অন্ততঃ এখনৰ ঘৰটো ভাল কৰিবই লাগিব। বৰষুণ আহিলে ল'ৰা-ছোৱালীবিলাক চুকে-কোণে সোমাব লাগে, যোৱা সপ্তাহত তিনিযোৰ তবলা তিতি ঢেপঢেপীয়া হৈ গৈছে। এনেকৈ মিউজিক স্কুল চলাব পাৰি নেকি? এটা ভাল পকীঘৰ হ'ব, সম্মুখত দেউতাৰ নামত ছাইনব'ৰ্ড থাকিব—

ৰাজলক্ষী : দিনত বাবলুহঁতে কেৰম খেলিব, ৰাতি বিপ্লৱহঁতে ধৰ্মসভা পাতিব, জীতেনহঁতে তাচ খেলিব—।

কাকলি : তুমিনো কিয় তাইক কথা ক'লেই হেঁচা মাৰি ধৰা?

ৰঞ্জনা : হেৰি নহয়, মই আহি পাওঁতেই তইঁতে কৈছিলি, এখেত চৌধুৰীযে আমাৰ কাৰোবাৰ ক্ৰমেবাৰ ইণ্টাৰভিউ ল'বলৈ, মানে আমাৰ লগত কথা পাতিবলৈ আহিব। কৈছিলি নে নাই?

ৰাজলক্ষী : কৈছিলোঁ।

ৰঞ্জনা : এতিয়া কি কৰিছ? তেখেতে কথা ক'বলৈ সুবিধাই পোৱা নাই, তইঁতেহে দেখোন বকবকাই আছ। কিয় এটাইমখা এনেকৈ গোট খাই আছ— সেইটো তইঁতে ভাবিব লাগেনে নালাগে?

বিনয : হ'ব, হ'ব বাৰু!

ৰঞ্জনা : কিয় হ'ব? এনেকৈ তেখেতৰ সময় নষ্ট কৰিব নাপায় নহয!

চৌধুৰী : ইণ্টাৰভিউ মানে— মই আপোনালোকৰ পৰা কিছু কথা জানিব খুজিছিলোঁ। পিছে ইণ্টাৰভিউ আৰম্ভ নকৰোঁতেই আধাখিনি কথা জানিলোঁৱেই। বাকীখিনিৰ কাৰণে— প্ৰথমতে এখেত দত্ত ডাঙৰীয়াৰ পৰাই আৰম্ভ কৰোঁ?

দীপংকৰ : আমি যাওঁ নেকি?

চৌধুৰী : নাই নাই, নালাগে যাব, আপোনালোকো বহক। মই বেছি সময় নলওঁ। বিনয।

বিনয় : দাদা?

চৌধুৰী : টেপ ৰেকৰ্ডাৰটো?

বিনয় : আছে। এইটো। [বিনয়ে সৰু টেপ ৰেকৰ্ডাৰটো অন কৰি কিৰণময় দত্তৰ সম্মুখৰ মেজখনত থয়। চৌধুৰীয়ে জেপৰ পৰা ন'টবুক এখন উলিয়াই কিবা পঢ়ে। লাহে লাহে অন্ধকাৰ।]

## দৃশ্য ৩

### মঞ্চ : ১

[শুভ সংবাদ কাকতৰ কাৰ্যালয়। পিয়ন এজনে সম্পাদকৰ মেজত কাগজ কিছুমান চিজিল লগাই থৈছে। অলপ পিছতে ফোনটো বাজে। পিয়নজনে ফোন তুলি লয়।]

পিয়ন : হেল্লো। শুভ সংবাদৰ অফিচৰ পৰা কৈছোঁ।— মই ৰজতে কৈছোঁ।— নাই, আহি পোৱাহি নাই।— অলপ আগতে আপুনি ফোন কৰিছিল নহয়?— থৈছোঁ— এইখন— তেখেতে আহিয়েই পোৱাকৈ থৈছোঁ।— মই অথনিয়েই আপোনাক কৈছিলোঁ নহয় আহিলেই দিম বুলি। মই খং কৰা নাই, আপুনিহে ধমকি দি কথা কৈছে।— মই পিয়নহে, সম্পাদক নহওঁ নহয়। মোক তেনেকৈ কথা নক'ব।— সেইটো মই কেনেকৈ কওঁ?— মই যিটো জানো সেইটোহে ক'ব পাৰোঁ।— [ফোনটো খঙেৰে থৈ দিয়ে। মেজত থকা কাগজ এজাপ দূৰৰ ৰেক এখনত থ'বলৈ নিয়ে। ফোনটো আকৌ বাজে।]

পিযন : হেল্লো।— আপুনি বাৰে বাৰে কিয় আমনি কৰি আছে?— কি?— আমাৰ নিচিনা সৰু মানুহকনো আপুনি তেনেকুৱা কথা ক'ব লাগেনে? [বিনয় আহে]

বিনয : কি হ'ল অ'? কাক কি কৈছ?

পিযন : শুনকচোন এই মানুহজনীয়ে কেনেকৈ দিগদাৰ কৰি আছে! [ফোনটো থয়। মেজত থকা লেফাফা এটা দাঙি লয়]— সৰু ল'ৰা এটাই এই চিঠিখন দি কৈ গৈছে— আহি পোৱাৰ লগে লগে সম্পাদকক দিব লাগে। খুব জৰুৰী। মই ক'লোঁ— দিম যোৱা। চিঠিখন লগে লগে আনি মই এইখিনিতে থৈ দিছোঁ। তাৰ পিছত মানুহ এজনীয়ে বাৰে বাৰে ফোন কৰি আছে— চিঠিখন পাইছোঁ নে নাই, ক'ত থৈছোঁ, সম্পাদক ক'ত আছে, আহিলেই তেওঁক মই চিঠিখন দিম নে নিদিম— এইবোৰ কথা সুধি আছে, মাজে মাজে ধমকিও দিছে, গালিও পাৰিছে।

বিনয : চাওঁ চিঠিখন। [সংগীত] [চিঠিখন লৈ খোলে। দুই পৃষ্ঠাৰ চিঠি। পঢ়িবলৈ আৰম্ভ কৰে। দহ ছেকেণ্ডমান পঢ়াৰ পিছতে তেওঁৰ মুখ গম্ভীৰ হয়। তেওঁ চিঠিখন পঢ়িয়েই কথা সুধি থাকে।]

বিনয : মানুহজনীৰ মাতটো চিনি পোৱা নাছিলি?

পিযন : নাই পোৱা। আগতে সেইটো মাত শুনা মনত নপৰে।

বিনয : [অলপ পঢ়ি] চিঠিখন দি যোৱা ল'ৰাটো কিমান ডাঙৰ আছিল?

পিযন : এই এঘাৰ-বাৰ বছৰীয়া হ'ব। বাটে বাটে ঘূৰি ফুৰা ল'ৰাৰ নিচিনা।

বিনয : [অলপ পঢ়ি]— তই তাক একো সোধা নাছিলি?— কোনে দিছে— ?

পিযন : সেইবোৰ সুধিবলৈ সময়েই নাপালোঁ। জৰুৰী বুলি কৈয়েই সি দৌৰ মাৰিলে।

বিনয় : [পঢ়ি পঢ়ি] বাৰু তই যা। [অলপ পিছত] দুৱাৰখন জপাই থৈ যা।

[সংগীত] [বিনয়ে আলপ সময় ভাবে। দুৱলৈ চায়, আকৌ চিঠিখনলৈ লৈ চায়। দুৱাৰখন হুক মাৰি বন্ধ কৰি দিয়ে। তাৰ পিছত ইণ্টাৰনেল টেলিফোন ডায়েল কৰে। এটা বুটাম টিপে।]

বিনয : মই কৈছোঁ দাদা। আপুনি কিমান সময়ত আহিব?— হয় নেকি? হ'ব তেনেহ'লে— আহিলেই কথা পাতিম। বৰ জৰুৰী কথা এটা আছে।— ফোনত ক'ম জানো?— কওঁ তেনেহ'লে।— কোনোবাই চিঠি এখন দি গৈছে। [চিঠিখনৰ শেষৰ পৃষ্ঠাটো চাই]— নাই নাম দিয়া নাই— শুভ সংবাদৰ পৃষ্ঠপোষক বুলি লিখিছে।— প্ৰথম বাক্যটো লিখিছে— 'সকলো শুভ সংবাদ আচলতে শুভ সংবাদ নহয়। তাতকৈ ডাঙৰ কথা— সকলো শুভ সংবাদ শুদ্ধ নহয়।' তাৰ পিছত লিখিছে— 'আপোনালোকে কিৰণময় দত্তৰ পৰিয়ালৰ বিষয়ে তিনিটা সংখ্যাত ছপা কৰা সুদীৰ্ঘ সাক্ষাৎকাৰভিত্তিক কথাখিনি পঢ়িলোঁ। প্ৰথমতে মই কৈ লওঁ— [আপোনালোকৰ

বৰ্ণনাৰ লগত খাপ খোৱা পৰিয়ালেৰে এই নগৰখনৰ মাত্ৰ দহ ভাগৰ এভাগ ভৰি পৰক— তেতিয়া আপোনালোকে শুভ সংবাদ প্ৰচাৰ কৰাৰ কোনো প্ৰয়োজনেই নাথাকিব। কিন্তু যিটো পৰিয়াল আপোনালোকে বাছি ল'লে— তেনেকুৱা পৰিয়ালেৰে এই নগৰখনৰ এশ ভাগৰ এভাগ ভৰি পৰক— তেনেহ'লে পঞ্চাছখন শুভ সংবাদে প্ৰত্যেক সংখ্যাতে তেওঁলোকৰ গুণ-গান কৰি থাকিলেও সমাজৰ একো লাভ নহ'ব।] মিছা কথাৰে মানুহক বিভ্ৰান্ত কৰা, প্ৰবঞ্চনা কৰাৰ দোষত আপোনালোকৰ শুভ সংবাদ দোষী হ'ব। কিছুমান প্ৰতিপত্তিশালী, ধনৱান লোকে যে একোখন বাতৰি কাকত কিনি ৰাখে বুলি শুনো, আপোনালোক সেই অপবাদৰ ভাগী হ'ব।' [বেলেগ সুৰত] ইয়াৰ পিছত মানুহজনে কিৰণময় দত্তৰ ঘৰৰ প্ৰত্যেকৰে কলংকময় কাহিনীৰ কিছুমান উদাহৰণ দিছে। মই সেইখিনি পঢ়ি শেষ কৰিবই পৰা নাই।— আহক তেনেহ'লে।

[চিঠিখনৰ বাকীখিনি পঢ়ে। দুৱাৰত শব্দ হয়। বিনয়ে দুৱাৰ খুলি দিয়ে। পিয়নজন সোমাই আহে।]

পিয়ন : ল'ৰা এজনে লগ পাব খুজিছে।

বিনয : কিমান ডাঙৰ ল'ৰা?

পিয়ন : ডেকা ল'ৰা।

বিনয : কাক লগ পাব খুজিছে?

পিয়ন : চৌধুৰী ছাৰ আৰু আপোনাক— দুয়োজনকে লগ পাব খুজিছে।

বিনয : [বিৰক্তিৰে] এই কওঁগে, এই অফিচটোৰ পাছফালেই চৌধুৰী ছাৰৰ ঘৰ। মই খবৰ দিছোঁ। তেখেত দুই মিনিটৰ ভিতৰতে পাবহি। তেতিয়া তেওঁ আহিব। এতিয়া বাহিৰতে বহক।
[অবিনাশ সোমাই আহে। কান্ধত এটা বেগ]

অবিনাশ : বাহিৰতে বহিম বুলি ভাবিছিলোঁ, কিন্তু ভাবিলোঁ, তাত মনে মনে বহি থকাতকৈ ইয়ালৈকে আহোঁ, আপোনাৰ লগতে অলপ কথা পাতোঁ।

বিনয : তুমি—?

পিয়ন : এখেতেই আপোনালোকক লগ পাবলৈ বিচাৰিছিল ছাৰ।

অবিনাশ : মোৰ নাম অবিনাশ পাঠক। ঘৰ শদিয়াত।

বিনয : এতিয়া শদিয়াৰ পৰা আহিছা?

অবিনাশ : নাই অহা। আচল ঘৰহে শদিয়াত। যোৱা দহ বছৰমান ইয়াতে আছোঁ। কলেজ আৰু ইউনিভাৰ্ছিটীত পঢ়িছিলোঁ। এতিয়া মাধৱ নগৰত সৰু কোঠালি দুটা ভাৰা লৈ থাকোঁ।

বিনয় : [পিয়নক] তুমি যোৱা। [পিয়ন যায়]
[অবিনাশক] পঢ়া-শুনা শেষ কৰিলা?

অবিনাশ : মানুহে আৰু জীৱনত পঢ়া-শুনা শেষ কৰিব পাৰেনে? তথাপি— নামত এম এ পাছ কৰি থৈছোঁ।

বিনয় : বহাচোন তুমি। [বহে]

অবিনাশ : আপুনি—?

বিনয় : বিনয় খনিকৰ।

অবিনাশ : সম্পাদক?

বিনয় : এক্টিং। এতিয়া সম্পাদকৰ কাম চলাই আছোঁ। আচলতে মই ছিনিয়ৰ নিউজ এডিটৰ। [চৌধুৰী সোমাই আহে। তেওঁ অলপ উত্তেজিত হৈ আহিছিল, অবিনাশক দেখি যেন থমক খাই ৰয়। বিনয় আৰু অবিনাশলৈ চায়।]

বিনয : [খৰ খৰকৈ] এওঁৰ নাম শ্ৰীঅবিনাশ পাঠক। ঘৰ শদিযাত। যোৱা দহ্ বছৰ ইযাতে আছে। মাধৱ নগৰত সৰু কোঠালি দুটা ভাৰা লৈ থাকে। নামত এম এ পাছ্ কৰি থৈছে। আপোনাক আৰু মোক লগ পাবলৈ আহিছে। এখেত আমাৰ মুখ্য সম্পাদক শ্ৰীদেবানন্দ চৌধুৰী।

অবিনাশ : মই চিনি পাওঁ। [চৌধুৰী বহে।]

চৌধুৰী : আমাক কিয লগ পাব খুজিছে?

অবিনাশ : মই পোনে পোনে আচল কথালৈ আহোঁ। আপোনালোকে কিছুমান কামত সমযৰ অপব্যয় কৰে বুলি প্ৰমাণ পাইছোঁ যদিও মই আপোনালোকৰ সময় নষ্ট নকৰোঁ।

চৌধুৰী : আমি কেনেকৈ সময অপব্যয কৰিলোঁ? আপুনি কি প্ৰমাণ পাইছে?

অবিনাশ : মোক 'আপুনি' বুলিব নালাগে, 'তুমি' বুলি ক'লেই হ'ব। এই যে পৰহি, কালি আৰু আজিৰ কাগজত কিৰণময দত্তৰ ঘৰৰ কাহিনী লিখিছে, সেইবোৰ তেখেতসকলে নিজে লিখি আপোনালোকক দি গৈছে জানো?

চৌধুৰী : নাই দিযা। আমি নিজে ইন্টাৰভিউ লৈ, নিজে লিখিছোঁ।

অবিনাশ : সেইটো কামতে আপোনালোকে কিছু সময অপব্যয কৰিছে।

বিনয : কেনেকৈ?

চৌধুৰী : এক মিনিট। [বিনযক] চিঠিখন ক'ত আছে?

বিনয : এইখন।

চৌধুৰী : [ চিঠিখন লৈ, দুযোখিলা কাগজ চাই] এইখন চিঠি তুমি লিখিছা নেকি?

অবিনাশ : চিঠি? [চিঠিখনলৈ চাই]— কি চিঠি? মই আপোনালোকলৈ চিঠি-পত্ৰ একো লিখা নাই। গুৰুত্বপূৰ্ণ কথাৰ বেলিকা মই এইখন দেশত চিঠিৰ ওপৰত বিশ্বাস নকৰোঁ। নাই বুলিলেই নাই। ডাকঘৰকো বিশ্বাস নকৰোঁ, আপোনালোককো বিশ্বাস নকৰোঁ। মোৰ এটা বিশেষ কথা ক'বলগীয়া আছে, সেইটো ক'বলৈ মই নিজে আহিছোঁ।

চৌধুৰী : কি কথা?

অবিনাশ : আপোনালোকৰ লেখাটোত যে উপাসনা দত্ত নামৰ ছোৱালীজনীৰ বিষযে কিছুমান কথা লিখিছে;

চৌধুৰী : হয়—

অবিনাশ : তাৰ আচল কথাখিনি ভুল।

চৌধুৰী : আচল কথা মানে?

অবিনাশ : তাইৰ সৰুৰে পৰা সংগীতৰ প্ৰতি আগ্ৰহ, বাপেকৰ পৰা সংগীত শিকিবলৈ প্ৰেৰণা পাইছিল, পালুছকাৰৰ গীতে তাইক মুগ্ধ কৰিছিল— সেইবিলাক উপৰুৱা, ফাল্টু কথা। সেইকেইটা বাক্য লিখিবলৈ আপুনি কাৰো ইন্টাৰভিউ ল'বলৈ যাব নালাগে, এই মেজতে বহি লিখি দিব পাৰে। কিন্তু তাই যে কৈছে— সংগীতৰ লগতে তাই জীৱন কটাব, সংগীতেই হ'ব তাইৰ জীৱন-দেৱতা— সেইটো হ'ল আচল কথা, আৰু সেই আচল কথাটো কওঁতেই তাই মিছা কথা কৈছে।

চৌধুৰী : কি মিছা কথা?

অবিনাশ : সংগীতৰ লগত নহয়, তাই মোৰ লগত জীৱন কটাব। জীৱন-দেৱতা ছীৱন-দেৱতা— সেইবোৰ ডাঙৰ ডাঙৰ শব্দৰ কোনো প্ৰয়োজন নাই, চাফা কথা— মই তাইৰ গিৰীয়েক হ'ম। তাই লক্ষ্ণৌ, ভাটখণ্ডে, শুভলক্ষ্মী, মহম্মদ ৰফি, লতা মংগেশকাৰ, আই-বোপাই চৈধ্য পুৰুষৰ নাম ল'ব পাৰিলে এবাৰ মোৰ নাম ল'ব নোৱাৰিলে? যোৱা পাঁচ বছৰে তাই যিমান গান গাইছে, মোলৈ তাতকৈ বেছি চিঠি লিখিছে। [বেগৰ পৰা এজাপ চিঠি উলিয়াই]— মই এটাইবোৰ অনা নাই, হাততে পোৱাখিনি লৈ আহিছোঁ। মই নিদিওঁ, আপুনি নিজে লটাৰি টিকট টনাৰ নিচিনাকৈ ইয়াৰ পৰা এখন টানি লওক [চিঠিখিনি তাচপাতৰ নিচিনাকৈ চৌধুৰীৰ সন্মুখত মেলি ধৰে।] লওক। যিকোনো এখন। আপোনাৰ কামত আহিব। লওক।
[চৌধুৰীয়ে মন্ত্ৰমুগ্ধ হোৱাৰ দৰে এখন চিঠি টানি লয়। চিঠিখন পঢ়ে।]

অবিনাশ : সেইখন পঢ়িলেই আপুনি গম পাব— কাৰ লগত জীৱন কটাবলৈ তাই সাজু হৈ আছিল।

বিনয় : এজনী অবিবাহিতা গাভৰু ছোৱালীয়ে ৰাজহুৱা সাক্ষাৎকাৰত সেইবোৰ কথা প্ৰকাশ কৰাটো সম্ভৱ হয় জানো?

অবিনাশ : সম্ভৱ নহয় যদি নালাগে কৰিব। তেওঁ বাতৰি কাকতত প্ৰকাশ কৰক— 'মই অবিনাশ পাঠকৰ লগত সংসাৰ পাতিম'— সেইটোতো মই বিচৰা নাই। কিন্তু তেওঁৰ ইমান দীঘলীয়া বক্তৃতাত মোৰ অস্তিত্বৰ কাৰণে ঠাযেই নাই, সেইটো মিথ্যাচাৰ। মোৰ কথা তেওঁ একো ক'ব নালাগে, কিন্তু তেওঁ কোৱা কথাৰ মাজত মোৰ কাৰণে ঠাই এৰিব লাগে। মই পূৰ কৰি ল'বলৈ খালী ঠাই থ'ব লাগে।

চৌধুৰী : কিন্তু তেওঁৰ কথাৰ পৰা যি বুজিছিলোঁ— তেওঁ এখন মিউজিক স্কুল পাতিব, আৰু সেইখনকে লৈ—

অবিনাশ : [লগে লগে, টান মাতেৰে] মিছা কথা। সেইটো আৰু ডাঙৰ মিছা কথা। দেউতাক তিনি লাখ টকাৰে মিউজিক স্কুল পাতিব বুলি তেওঁ ৰাইজৰ মাজত এটা প্ৰচাৰ চলাব খুজিছে। ৰাইজে যাতে টকাখিনি তেওঁক দিবলৈ দেউতাকক বাধা কৰে, তাৰ বাবে তেওঁ সাক্ষাৎকাৰৰ মাজত এটা ফন্দি কৰিছে। আচলতে সেই তিনি লাখ টকা মিউজিক স্কুলৰ কামত নালাগে— অইন কামত লাগিব। আৰু কি কামত লাগিব, সেইটো মই জানো।

বিনয : কিন্তু এইবোৰ কথা তুমি আমাক ক'বলৈ আহিছা কিয?

অবিনাশ : কাৰণ আপোনালোকে মিছা কথা প্ৰচাৰ কৰিছে, মানুহৰ মনত কষ্ট দিয়া কাম কৰিছে, আওপকীয়াকৈ হ'লেও কুচক্ৰান্তৰ অংশীদাৰ হৈছে।

চৌধুৰী : তুমি এই সকলো কথাৰে এখন চিঠি লিখি দিয়া, আমি তাৰ ব্যৱস্থা কৰিম।

অবিনাশ : সম্পাদকলৈ চিঠি? প্ৰতিবাদ টোকা? সেইবোৰ মই নিলিখোঁ। যি কৰিব লাগে মই হাতে-কামে কৰিম। আপোনালোকৰ কামৰ পদ্ধতিয়ে যে অশান্তি, গণ্ডগোল, বিশৃংখলতাৰ সৃষ্টি কৰে, সেই কথাটো নিজ মুখে কৈ যোৱাটো মোৰ বাবে প্ৰয়োজনীয় আছিল। আহোঁ।
[ওলাই যায। চৌধুৰী আৰু বিনয অলপ সময মনে মনে বহি থাকে। তাৰ পিছত—]

চৌধুৰী : বিনয়!

বিনয : দাদা?

চৌধুৰী : কিৰণময দত্তৰ ঘৰলৈ ফোন কৰি এই ছোৱালীজনী ঘৰত আছেনে খবৰ কৰাচোন। [চিঠিখন পঢ়ে]

বিনয় : উপাসনাৰ কথা কৈছে?

চৌধুৰী : ওঁ। [সংগীত]

[বিনয়ে মেজত থকা টেলিফোন ডাইৰেক্টৰীখনত নম্বৰটো চাই লৈ ডায়েল কৰে।]

বিনয় : [অলপ বৈ থাকি] এয়া কিৰণময় দত্তৰ ঘৰ হয়নে?— মই শুভ সংবাদৰ অফিচৰ পৰা বিনয় খনিকৰে কৈছোঁ।— [ম্লান হাঁহিৰে]— হয় নেকি?— নাই নাই নাই, ইয়াত আৰু ধন্যবাদৰ কি কথাটো আছে? আমাৰ দাদাৰ শুভ সংবাদ প্ৰচাৰ কৰিবলৈ বৰ আগ্ৰহ। সেই কাৰণে কামটো কৰিলে। এতিয়া শুভ সংবাদবোৰ সদায় শুভ সংবাদ হৈ থাকিলেই হয়।— হেৰি নহয়, উপাসনা আছে নেকি?— অকশমান তেওঁক ফোনলৈ মাতি দিয়কচোন। দাদাই তেওঁৰ লগত কথা পাতিব খুজিছে।— ধৰিছোঁ। [ধৰি থাকে। চৌধুৰীয়ে চিঠিখন পঢ়ি শেষ কৰে।]

বিনয় : [ফোনটো আঁতৰাই ধৰি]— উপাসনাক কি ক'ব দাদা?

[চৌধুৰীয়ে উত্তৰ নিদিয়ে। বহাৰ পৰা উঠি খোজ কাঢ়ে।]

চৌধুৰী : ল'ৰাজনৰ বাৰু সৎ সাহস আছে, সেই কাৰণে তেওঁ নিজে আহিল, কিন্তু এই চিঠিখন কোনে লিখিলে? ইণ্টাৰভিউটোৰ শেষ খণ্ডটো ওলোৱা চাৰি ঘণ্টা হৈছে— ইয়াৰ ভিতৰতে এনেকুৱা কাণ্ড!

বিনয় : এই ল'ৰাজনৰ কিন্তু চিঠিখনৰ লগত সম্বন্ধ নাই যেন লাগে।

চৌধুৰী : নাই যেন লাগে নহয়, বিন্দুমাত্ৰও সম্পৰ্ক নাই। ল'ৰাজনে ঘাইকৈ মাত্ৰ এটা খবৰ দিছে, কিন্তু এই চিঠিখনত কমেও বিছটা খবৰ আছে।

বিনয় : হেল্লো! উপাসনা?— কি হ'ল? টেলিফোনটো ধৰিবলৈ আহোঁতেও কাপোৰ-কানি সলাই আহিবলগীয়া হৈছিল নেকি?— নাই, ধেমালি কৰিছোঁ। চৌধুৰী দাদাই তোমাৰ লগত কথা পাতিব। ধৰিবা।

[চৌধুৰীয়ে মেজৰ পৰা কৰ্ডলেছ ফোনটো তুলি লয়। তাকে দেখি বিনয়ে মূল ফোনটো ছে'টটোৰ ওপৰত থৈ দিয়ে।]

চৌধুৰী : [ফোনত]— মই চৌধুৰীয়ে কৈছোঁ। মই তোমাৰ আৰু এটা ইণ্টাৰভিউ ল'ব খুজিছোঁ।— হয়, আৰু এটা। এইটো ইণ্টাৰভিউত তোমালোকৰ ঘৰৰ অন্য কোনো উপস্থিত নাথাকিলেও হ'ব, কেৱল তুমি থাকিবা, আমি থাকিম আৰু— অবিনাশ পাঠক থাকিব।— হয়, অবিনাশ পাঠক। আচল ঘৰ শদিয়াত, এতিয়া ইয়াৰে মাধব নগৰত থাকে।— এতিয়া চিনি পাইছা? কি কথা— সেইবোৰ লগ পালে ক'ম। ক'ত লগ পাম সেইটো কোৱা।— তোমালোকৰ ঘৰত, আমাৰ অফিচত য'ত তোমাৰ সুবিধা হয়।— মন নগ'লে নহ'ব। তুমি কথা পাতিব লাগিব।— [গম্ভীৰ] শুনা উপাসনা— তুমি আমাক কিছুমান কথা কৈছিলা মই বিশ্বাস কৰি সেইখিনি কথাকে সজাই-পৰাই ছপা কৰিছিলোঁ। কথাবোৰ শুদ্ধ নে ভুল, সেই বিষয়ে মই কাকো সোধা নাছিলোঁ। এতিয়া অবিনাশ পাঠকে কিছুমান কথা কৈ গৈছে— এইবাৰ মই তোমাক নোসোধাকৈ সেইবোৰ ছপাব খোজা নাই। [অবিনাশে দি যোৱা চিঠিখন চকুৰ আগলৈ লৈ]— ঠিক আছে তেনেহ'লে, তুমি নিজ হাতে লিখা, এইখন— শৰতৰ মেঘৰ বুকুত তোমাৰ প্ৰতিচ্ছবি— ১৪-৮-৯৪ তাৰিখৰ চিঠিখনকে হুবহু ছপাই দিওঁ?— গতিকে তুমি মোক লগ পাব লাগিব।— ক'ত?— কেতিয়া?— কেই বজাত? ঠিক আছে। মই কাঁটাই কাঁটাই সময় ৰাখিম। [ফোন থয়। খোজ কাঢ়ে।]

বিনয় : এই চিঠিখনৰ কথাটো অলপ ব্লেকমেইল কৰাৰ নিচিনা হ'ল নেকি দাদা?

চৌধুৰী : [উত্তেজিত] নৌ। নাই হোৱা। মই ব্লেকমেইল নকৰোঁ। মই মোৰ কৰ্তব্য কৰিম। কিন্তু মই এওঁলোকক এৰি নিদিওঁ। মই এখন কাকতৰ মুখ্য সম্পাদক। হয়?

বিনয় : হয়।

চৌধুৰী : মোৰ বয়স হৈছে। মই ধেমালি কৰিবলৈ তেওঁলোকৰ ঘৰলৈ যোৱা নাছিলোঁ। মই ভাল খবৰ বিচাৰি গৈছিলোঁ। তেওঁলোকে মোক একো নক'ব পাৰে, কিন্তু মিছা কথা ক'ব নোৱাৰে। মোৰ এই প্ৰফেচনটোক প্ৰবঞ্চনা কৰিব নোৱাৰে। বিনয়, মই সাংঘাতিক ধৰণে অপমানিত, লাঞ্ছিত অনুভৱ কৰিছোঁ। তুমি জানা, মই তেওঁলোকৰ ওপৰত মিথ্যাচাৰ, মানহানিৰ মোকৰ্দমা কৰিব পাৰোঁ? কিন্তু নকৰোঁ। মই শুভ সংবাদ সৃষ্টিৰ পক্ষপাতী। কিন্তু এওঁলোকক নেৰিছোঁ। এই এটা কথাতে লাগি মই জীৱন পণ কৰিম, কিন্তু সকলো ৰহস্য উদ্ধাৰ কৰিহে এৰিম। তুমি মনত ৰাখিবা— এওঁলোকৰ ঘৰখন কেৱল এখন ঘৰেই নহয়, এখন দেশ। প্ৰত্যেকখন ঘৰেই এখন দেশ। আৰু দেশ চলোৱাৰ কামত আমাক চাৰি নম্বৰৰ শক্তি— ফ'ৰ্থ ইষ্টেট, চতুৰ্থ স্তম্ভ বুলি কোৱা হয় নহয়?

বিনয : হয।

চৌধুৰী : মই এইঘৰ মানুহৰ লগত মোৰ শক্তি পৰীক্ষা কৰিম। এই চিঠি দুখনৰ দহটাকৈ ফটো কপী কৰি আনা। আগত থাকি কৰাবা। কাৰো হাতত কপী থাকি যাব নালাগে।
[চিঠি দুখন লৈ বিনয় ওলাই যায়। চৌধুৰীযে বহি চিন্তা কৰে।]
লাহে লাহে অন্ধকাৰ।

## দৃশ্য ঃ ৪

### মঞ্চ ঃ ২

[কিৰণময় দত্তৰ ঘৰ। ৰাতি। এখন চকীত অবিনাশ বহি আছে। টেলিভিচন চলি আছে। অলপ পৰৰ পিছত কিৰণময় দত্ত ওলাই আহে। তেওঁ অবিনাশক দেখি থমক খাই ৰৈ যায। অবিনাশে তেওঁক দেখা নাপায়। কিৰণময় উভতি যায়। ওলাই যোৱাৰ আগতে আকৌ ৰয়। চিন্তা কৰে। উভতি অবিনাশৰ ফালে আহে। অবিনাশৰ পাছফালে থিয় হৈ তেওঁ কথা কয়।]

কিৰণময় : [গম্ভীৰ মাতেৰে]— তুমি কিবা কামত আহিলা?

অবিনাশ : [উচপ খাই উভতি চায়, লগে লগে থিয় হয়]— অ' ৰবদেউতা, হয়, কাম এটাত— নহয়, কথা এটাৰ কাৰণে আহিলোঁ।

কিৰণময় : তুমি ইয়ালৈ নহাৰ কথা আছিল।

অবিনাশ : হয় ৰবদেউতা, ময়ো আহিব খোজা নাছিলোঁ, কিন্তু উপাসনাই জোৰ দি ইযালৈকে আহিবলৈ ক'লে কাৰণে—

কিৰণময় : তাই ক'ত আছে?

অবিনাশ : জানো! ভিতৰতে আছে চাগৈ। মোক বহিবলৈ কৈ, টিভিটো খুলি দি সোমাই গৈছে।
[উপাসনা ওলাই আহে]

উপাসনা : হয় দেউতা, মই এওঁক ইয়ালৈ আহিবলৈ কৈছিলোঁ।

কিৰণময় : কিয়?

উপাসনা : কথা আছে।

কিৰণময় : কি কথা?

উপাসনা : এইখিনি কথা তুমি শুনিব নালাগে। তুমি ভিতৰলৈ যোৱা। তোমাক ক'বলগীয়া কথা থাকিলে মই পিছত ক'ম। [কলিং বে'ল বাজে]। দেবানন্দ চৌধুৰী আৰু বিনয় খুৰা আহিবলগীয়া আছে। তুমি যোৱা। [দুৱাৰৰ ওচৰত বৈ] যোৱা দেউতা। [দেউতাক ভিতৰলৈ যায়। উপাসনাই দুৱাৰ খোলে। বিনয় আহে।]

বিনয : [দুযোলৈ চাই] ভালে আছা?

উপাসনা : আছোঁ। আপোনালোকৰ মুখ্য সম্পাদক— চৌধুৰী—?

বিনয : ছাৰ। ছাৰ বুলিয়েই ক'বা। তেখেত ছাৰ সম্বোধনৰ যোগ্য মানুহ। কেতিয়াবা কোনোবা এজনক হঠাতে ছাৰ বুলি মাতি পিছত যে— 'ছি কটা। এইডালকনো ছাৰ বুলি মাতি মুখখন অশুচি কৰিলোঁ কিয?'— বুলি নিজৰ ওপৰতে খং উঠে, এখেত তেনেকুৱা মানুহ নহয়। এখেতক ছাৰ বুলি মাতি সুখ পাবা। আহিছে, দাদাও আহিছে। সেইখিনিতে চিনাকি মানুহ এজন লগ পালে, তেওঁৰ লগতে কথা পাতিছে। এই পাবহি এতিযা। [ধেমেলীয়া সুৰত] ডাক্তৰ পাছে পাছে আহি আছে। মই যেনিবা আগে আগে নাৰ্ছ আহিছোঁ। মতা নাৰ্ছ থাকে নে নাথাকে?

উপাসনা : থাকে।

বিনয : সেই মতা নাৰ্ছ আহিছোঁ। ব্লাদ-প্ৰেছাৰ চাম, টেম্পাৰেচাৰ চাম। কিমান গৰম হৈ আছা— প্ৰেছাৰ কিমান উঠি আছে।—

উপাসনা : আপুনি বহক।

বিনয় : বহিম বাৰু। মই— মানে, কথাটো কি বুইছা— অনবৰত গৰম হৈ থকা, অনবৰত প্ৰেছাৰ হাই (high) হৈ থকা কাৰবাৰবোৰ ভাল নাপাওঁ। মাজে মাজে মানুহবোৰ নৰ্মেল প্ৰেছাৰ, নৰ্মেল টেম্পাৰেচাৰত, আনন্দত মচগুল হৈ থাকিব লাগে। আমাৰ কাগজখনতে চাবাচোন, [হাতেৰে কাগজৰ হে'ডলাইন দেখুৱাই] দৰা-কইনাৰে সৈতে সাতচল্লিছজন বিবাহ-যাত্ৰীৰ সলিল সমাধি! কিমান দুখৰ কথা! কিন্তু তাৰ ওচৰতে দেখিবা— সাতগাঁৱৰ গাঁওবুঢ়া পীতাম্বৰ নাথৰ বাৰীত তেত্ৰিছ কেজি ওজনৰ ওলকচু— সদ্যযৌৱনপ্ৰাপ্ত ছোৱালীৰ গাত গোসাঁনী লম্ভিছে— অলৌকিক ঘটনা!— এইবোৰ কিয় কৰোঁ? বেলেন্স। মানুহৰ মনবোৰ বেলেন্সত থাকিব লাগে। কি কোৱা অবিনাশ?

অবিনাশ : আপুনি ভাল কথা কৈছে।

বিনয় : ভাল কথা নহয়, ঠিক কথা। কালি আমাৰ অফিচত তোমাৰ যি উত্মা, মই কথা পাতিবলৈ সুৰুঙাই উলিয়াব নোৱাৰিলোঁ। [হাঁহি] সেই কাৰণে এতিয়া, দাদা অহাৰ আগতে, নৰ্মেল টেম্পাৰেচাৰত অলপ কথা জানি ল'ব খুজিছোঁ। তোমাৰ ঘৰৰ কথা বাৰু জানিলোঁ। তুমি কৰা কি?

অবিনাশ : ব্যৱসায় কৰোঁ।

বিনয় : কিহৰ?

অবিনাশ : শিল, কাঠ, চাহপাত আৰু নিমখৰ।

বিনয় : এওঁৰ লগত তোমাৰ কিমান দিনৰ চিনাকি?

অবিনাশ : পাঁচ বছৰ দুমাহৰ।

বিনয় : এইখন ঘৰলৈ মোৰ ইমান দিনৰ আহ-যাহ, কিন্তু তোমাকতো এদিনো ইয়াত দেখা নাই। আৰু ঘৰখনৰ কাৰো মুখত তোমাৰ নামো শুনা নাই? [হঠাতে বাহিৰলৈ চাই] অ'! দাদা আহিছে।

[অবিনাশ থিয় হয়। চৌধুৰী সোমাই আহে। তেওঁৰ হাতত তিনিখন খবৰ কাগজ।]

উপাসনা : নমস্কাৰ।

চৌধুৰী : নমস্কাৰ। মোৰ দুই মিনিটমান পলম হ'ল। মই সময় অপব্যয় কৰিব নোখোজোঁ। পোনে পোনে আচল কথা আৰম্ভ কৰোঁ।

উপাসনা : আপুনি বহক।

চৌধুৰী : থেংক ইউ। [বহে] তোমালোকো বহিব পাৰা। [বিনয় আৰু অবিনাশ বহে]

চৌধুৰী : [উপাসনাক খবৰ কাগজকেইখন দেখুৱাই]— ইয়াত ছপা হোৱা— তোমালোকৰ কথাবোৰ পঢ়িছা?

উপাসনা : পঢ়িছোঁ।

চৌধুৰী : তোমালোকে নোকোৱা কথা কিবা ছপা হৈছে?

উপাসনা : নাই হোৱা।

চৌধুৰী : তোমালোকে কোৱা ইম্পৰটেণ্ট কথা কিবা বাদ পৰিছে?

উপাসনা : নাই পৰা।

চৌধুৰী : কথাবোৰ শুদ্ধকৈ ছপা হৈছে?

উপাসনা : হৈছে।

চৌধুৰী : মোৰ কথাবোৰ শুনিবলৈ পুলিচৰ কথাৰ নিচিনা লাগিব পাৰে। কিন্তু মই পুলিচতকৈ বহুত বেছি ক্ষমতা আৰু শক্তিৰ অধিকাৰী হৈ ইয়ালৈ আহিছোঁ। মোৰ লগত জে'ল-ফাঁচীৰ কাৰবাৰ নাই, কিন্তু নৈতিক সততাৰ কাৰবাৰ আছে। মই প্ৰথমতেই কৈ থৈছোঁ— 'আপুনি এইবিলাকৰ মাজত সোমাবলৈ কোন?'— এই প্ৰশ্নৰে তোমালোকে মোক আঁতৰাব নোৱাৰিবা। তোমালোকে যদি মিছা কথাৰে মোৰ প্ৰফেছনটোক লেতেৰা কৰিছা, তেনেহ'লে তোমালোকক মই সাৰি যাবলৈ নিদিম। পুলিচক তোমালোকে এঠাইত ৰখাই দিব পাৰিব পাৰা, কিন্তু মোক নোৱাৰিবা। আই উইল ফাইট টু দি ফিনিছ। [উপাসনাক] মোৰ নিচিনা এজন মানুহে যেতিয়া হাজাৰ হাজাৰ পাঠক-পাঠিকাৰ হৈ তোমাক কথা সুধিছিল, তেতিয়া তুমি কিয় মিছা কথা কৈছিলা?

উপাসনা : মই মিছা কথা কোৱা নাই।

চৌধুৰী : মই তোমাক হৃদয়ৰ আদান-প্ৰদান, প্ৰেম-ভালপোৱাৰ কথা সুধিছিলোঁ। আঠাইছ বছৰীয়া ছোৱালী। গতিকে মোৰ কাৰণে সেইটো আমোদজনক প্ৰশ্ন নাছিল। অৱশ্যে মই তোমাৰ পৰা একেবাৰে মুকলি উত্তৰ আশা কৰা নাছিলোঁ। তুমি আওপকীয়াকৈ কিন্তু মিছা কথা নোকোৱাকৈ— প্ৰশ্নটোৰ উত্তৰ দিব পাৰিলাহেঁতেন। কিন্তু [কাগজখিনি দেখুৱাই] তুমি ক'লা— তোমাৰ জীৱনৰ সেই অধ্যায় আৰম্ভ হোৱাই নাই, আৰু হোৱাৰ আশাও নাই। সঁচা? [অবিনাশে আলোচনী এখন পঢ়িবলৈ লয়।]

উপাসনা : সঁচা।

চৌধুৰী : তেনেহ'লে এওঁ কিয মোৰ অফিচত সোমাই মোৰ আগত পাঁচবছৰীয়া অধ্যায এটাৰ কথা ক'বলৈ সাহ কৰিলে?

উপাসনা : সেইটো কোনো অধ্যায নহয। সেইটোক এটা অধ্যায় বুলি মই গণ্যই নকৰোঁ।

চৌধুৰী : কিয?

উপাসনা : এইজন মানুহে আপোনালোকক কি কৈছে মই নাজানো, কিন্তু এওঁ যিখিনি সময়ৰ কথা কৈছে, সেইখিনি সময়ৰ কথা মই পাহৰি থাকিব খোজোঁ, অকণো চিন নথকাকৈ মনৰ পৰা মচি পেলাব খোজোঁ। সেইখিনি সময মোৰ কাৰণে শূন্য।

চৌধুৰী : তুমি বুজিবই পাৰিছা, যেতিয়ালৈকে সম্পূৰ্ণ, মুকলি উত্তৰ নাপাওঁ, তেতিয়ালৈকে মই কিয়— কিয কৰিয়েই থাকিম। [তীক্ষ্ণ দৃষ্টিৰে চাই থাকে]

উপাসনা : আপুনি টেলিফোনত যিখন চিঠিৰ কথা কৈছিল, সেইখন চিঠি মই লিখিছিলোঁ। সঁচা কথা। এই মানুহজনে মোৰ গান ভাল পায বুলি মোৰ ওচৰলৈ আহিছিল। পিছত তেওঁ মোক ভাল পায বুলি কৈছিল। মই তেওঁক কোমল মনৰ, বুদ্ধিমান, মৰমিযাল মানুহ বুলি ভাবিছিলোঁ, আৰু বহুত দিন ভাবি-চিন্তি, অগা-পিছা কৰি, শেষত মযো তেওঁক ভালপাওঁ বুলি গ্ৰহণ কৰিছিলোঁ।
[উপাসনা ৰৈ যায। অলপ সময নিস্তব্ধ। তাৰ পিছত—]

চৌধুৰী : [বিনযক] বিনয।

বিনয : দাদা।

চৌধুৰী : এওঁ লিখাখন নহয, ইখন চিঠি— সৰু ল'ৰাটোৰে দি যোৱা বেনামী চিঠিখন—

বিনয : বুজিছোঁ।

চৌধুৰী : তাৰ ফটোকপী এখেতসকলৰ সকলোকে একোটাকৈ দি আহাগৈচোন। এওঁৰ [উপাসনাৰ] দেউতাকক এতিযা দিব নালাগে। [বিনয়ে হতভম্ব হোৱাৰ দৰে চাই থাকে, পিছত বেগটো লৈ সোমাই যায।]

চৌধুৰী : শেষত তুমিও তেওঁক ভাল পাওঁ বুলি গ্ৰহণ কৰিছিলা। তাৰ পিছত?

উপাসনা : তাৰ পিছত বহু দিনলৈ মই নিজকে সুখী আৰু ভাগ্যৱতী বুলি ভাবিছিলোঁ। কিন্তু লাহে লাহে—
[ৰৈ যায]

চৌধুৰী : লাহে লাহে?

উপাসনা : এওঁৰ ভিতৰৰ আচল মানুহটো ওলাই আহিবলৈ ধৰিলে। সেইটো মানুহৰ চেহেৰা, মন, চৰিত্ৰ দেখি মই নিজৰ মনকে বিশ্বাস কৰিব পৰা নাছিলোঁ, কিন্তু পিছত বিশ্বাস নকৰাৰ উপায় নাথাকিল। মই বলিযা হোৱাৰ নিচিনা হ'লোঁ। মই আত্মহত্যা কৰিবলৈ ওলালোঁ। কিন্তু এই মানুহটোৱে মোক মৰিবলৈও সুবিধা দিয়া নাই।
[উপাসনা বহে। তাই চকু ঢাকে। অবিনাশে আঁৰ চকুৰে এবাৰ তাইলৈ চাই আলোচনীৰ পাত লুটিয়ায়।]

চৌধুৰী : বৰ আচৰিত কথা। (অবিনাশক) তুমি কিবা ক'বা নেকি?

অবিনাশ : [সাধাৰণ সুৰত] তেওঁ কৈ আছে নহয়। তেওঁৰ কথা শেষ হোৱা নাই হ'বলা।

[বিনয় পাছফালৰ যিখন দুৱাৰেদি সোমাই গৈছিল, সেইখন দুৱাৰেদি ওলাই, এওঁলোকলৈ চাই চাই, অইন এটা কোঠালৈ সোমাই যায়। অৰ্থাৎ তেওঁ সকলোকে কাগজ দি ফুৰিছে। কিন্তু কিৰণময় দত্তৰ কোঠালৈ যোৱা নাই।]

চৌধুৰী : আচল চৰিত্ৰ! আচল ৰূপ! এইবোৰৰ অৰ্থ কি? তুমি আত্মহত্যা কৰিব খোজা? কথা ইমান দূৰলৈ আগবাঢ়ে? কিয়? কথাটো কি?

উপাসনা : আচলতে এওঁ এজন নিষ্ঠুৰ, দয়া-মায়া নোহোৱা ডকাইত। এই মুহূৰ্তত যদি মই এওঁৰ দহটা কামৰ এটাৰ কথাও কৈ দিওঁ, এক মিনিটৰ পিছতে এওঁক পুলিচে ধৰি লৈ যাব।

চৌধুৰী : তেনেহ'লে তুমি ইমান দিনে কৈ দিয়া নাই কিয়?

উপাসনা : ক'লে এওঁ মোক হত্যা কৰিব।

চৌধুৰী : তুমিতো আত্মহত্যা কৰাৰ কথা ভাবিয়েই আছা!

উপাসনা : [চিঞৰি] মই আত্মহত্যা কৰিম, কিন্তু এওঁৰ হাতত নমৰোঁ।

[বিনয় সেইখন দুৱাৰেদি ওলাই অইন এটা কোঠালৈ যায়। দুমহলীয়া ঘৰ হ'লে ওপৰ মহলালৈ উঠি যায়।]

চৌধুৰী : [অবিনাশক]— এইবিলাক কথাৰো তুমি উত্তৰ নিদিয়াকৈ থাকিবা?

অবিনাশ : মোৰ উত্তৰ চমু। মই এওঁক ভাল পাওঁ। এওঁ যিবোৰ কথা কৈছে, তাৰ পৰাই বুজা যায়, প্ৰথম লগ পোৱাৰ দিনৰ পৰা আজিলৈকে— মই এওঁৰ পৰা একো লুকুওৱা নাই। যিটো মানুহে এওঁক ভাল পায়, সেইটো মানুহ মই এওক দেখুৱাম, আৰু যিটো মানুহে খাই-বৈ সুখেৰে থাকিবলৈ উপাৰ্জন কৰে, সেইটো মানুহক এওঁৰ পৰা লুকুৱাম, সেইটো হ'ব নোৱাৰে। এওঁৰ আগত মোৰ সমগ্ৰ জীৱন উদঙাই দিছোঁ, এওঁৰ লগতেই মই ঘৰ-সংসাৰ পাতিম, সেইটো মোৰ ফাইনেল সিদ্ধান্ত।

চৌধুৰী : কিন্তু এওঁৰ মনত ইমান বিদ্বেষ থকা সত্ত্বেও— ?

উপাসনা : [খঙেৰে] তেওঁক মোৰ নামেৰে সমাজত নাম কিনিবলৈ লাগে। উপাসনা দত্তৰ গিৰীয়েক বুলি নাম যহাবলৈ লাগে।

অবিনাশ : কথাটো মিছা নহয়। বিখ্যাত গায়িকা উপাসনা দত্তৰ স্বামী বুলিলে মোক মানুহে খাতিৰ কৰিব। সেইটো কথা মযে তোমাক কৈছিলো আৰু এতিয়া তাকে তুমি এখেতক কৈছা। [হঠাতে ক্ষুব্ধ হৈ, চেপা মাতেৰে] কিন্তু নাম-গোন্ধ নোহোৱা এই অবিনাশ পাঠকৰ বাহিৰে তোমাক পত্নী বুলি ল'বলৈ এই পৃথিবীত দ্বিতীয় মানুহ এটাৰ ব্যৱস্থা যে মই ৰখা নাই, সেইটো কথা তুমি জানা? [খোলা মাতেৰে চৌধুৰীক]— আৰু শুনা— মই এওঁক ইমানেই ভাল পাওঁ যে অইন এজন মানুহক স্বামী হিচাপে এওঁৰ আঙুলি এটা চুবলৈও দিব নোৱাৰোঁ। [অস্থিৰ]— এইবিলাক— এইবিলাক পুৰণি কথা শুনক। লক্ষ্ণৌ নাগপুৰ, ছিমলা, হায়দৰাবাদ, কলিকতা সেইবোৰ ঠাইত আমি একেলগে আছো— পতি-পত্নীৰ নিচিনাকৈ দিন কটাইছোঁ— মানুহক দেখুৱাই বিয়া এখন পতাৰ বাহিৰে সেইবোৰ দিনত আমাৰ কৰিবলগীয়া বিশেষ একো নাছিল।

উপাসনা : [চিঞৰি] সেইবোৰ দিনত তুমি মোক ঠগিছিলা, ফাঁকি দিছিলা, প্ৰবঞ্চনা কৰিছিলা, মোৰ সৰ্বনাশ কৰিছিলা—

[নিজৰ কোঠাৰ পৰা কিৰণময় দত্ত ওলাই আহে। ওপৰৰ পৰা বিনয় নামি আহে। নিস্তব্ধ।]

চৌধুৰী ঃ [বিনয়ক] কাগজবোৰ দিলা?

বিনয ঃ দিলোঁ।

চৌধুৰী ঃ সকলোৰে?

বিনয ঃ দিলোঁ। হয গৃহস্থ, নহয গৃহিনী— কোনোবাই নহয কোনোবাই পাইছে। খুৰীয়েও পাইছে।

চৌধুৰী ঃ তুমি তেনেহ'লে অফিচলৈকে যোৱা। দুযো ইযাত থাকিলে তাত অসুবিধা হ'ব পাৰে।

বিনয ঃ [সকলোলৈকে চাই] ভাল বাৰু।
[ফটোকপীৰ দুটা কপী চৌধুৰীক দি ওলাই যায।]

চৌধুৰী ঃ মই আপোনাক অলপ পিছত লগ ধৰিম বুলি ভাবিছিলোঁ। আপুনি এতিযাই—?

কিৰণময ঃ মই আপোনাক লগ ধৰিবলৈ অহা নাই। ইযাক (অবিনাশক দেখুৱাই) ইযাৰ পৰা উলিযাই দিবলৈ আহিছোঁ। মোৰ অসহ্য লাগিছে।

চৌধুৰী ঃ আপুনি আমাৰ কথাবোৰ শুনি আছিল নেকি?

কিৰণময ঃ আছিলোঁ।

চৌধুৰী ঃ [আচৰিত] নাই নাই নাই নাই। এইবিলাকতো আপুনি শুনিবলগীযা কথা নাছিল। উপাসনা। তুমি কৈছিলা— এইটো এটা বিৰাট ঘৰ, ইযাত গোপন কথা পতাত সকলো অসুবিধা নাই, ইযাত দুৱাৰ বন্ধ কৰিলে কাৰো মাত কোনেও নুশুনে। কিন্তু—

কিৰণময ঃ হয, তাই ঠিকেই কৈছিল। এইটো ঘৰত নিজৰ কোঠালিৰ দুৱাৰ বন্ধ কৰিলে বাহিৰত কোনোবাই টেঁটুফালি চিঞৰিলেও গম নাপায। কিন্তু মই দুৱাৰ খুলি থৈছিলোঁ— আপোনালোকৰ কথা শেষ হ'লেই ইযাক উলিযাই দিব লাগিব, সেই কাৰণে।

চৌধুৰী ঃ আপুনি এওঁৰ কথাবোৰ শুনিলে?

কিৰণময ঃ এওঁৰ পৰা আমাৰ আৰু নতুন কথা শুনিবলৈ বাকী নাই। কথা যেতিযা শেষ হৈ গ'ল, তেতিযা এওঁ কি কৰিছিল জানে? এওঁৰে নিচিনা চাৰিজন ভদ্ৰলোক লগত লৈ আহি, সেইটো কোঠালিত মোক বন্ধ কৰি থৈছিল, মোৰ ডিঙিত ছুৰী এখন লগাই এজনে কৈছিল— উপাসনাৰ কথাত মই যদি কিবা গণ্ডগোল কৰোঁ, তেনেহ'লে তেওঁ মোৰ ডিঙিটো কাটি পেলাব।

চৌধুৰী ঃ কি? ঘটনা ইমান দূৰলৈকে গৈছিল? [অবিনাশলৈ চায]

অবিনাশ ঃ আৰু বহুত দূৰলৈ যাব পাৰিলেহেঁতেন, কিন্তু মই যাবলৈ নিদিলোঁ, আৰু আজিও দিযা নাই।

কিৰণময ঃ [কাতৰভাৱে] চৌধুৰী, আপোনাৰ যদি কথা শেষ হ'ল, তেনেহ'লে এওঁক বিদায দিযক, আৰু যদি শেষ হোৱা নাই, তেনেহ'লে এওঁক লৈ আপুনি অইন ঠাইলৈ যাওক। এনেকৈ কোৱাৰ কাৰণে আপুনি বেযা নাপাব, কিন্তু এওঁ সন্মুখত থাকিলে মোৰ বৰ কষ্ট হয, উশাহ বন্ধ হৈ যাব যেন লাগে।

উপাসনা ঃ তুমি কিয ওলাই আহিলা? ভিতৰলৈ যোৱা।

কিৰণময ঃ [চিঞৰি] মই নাযাওঁ। এওঁ যাওক।
[উপাসনাই কিৰণময়ক বুজাই দিযে।]

চৌধুৰী ঃ [অবিনাশ] তুমি এতিযা যোৱা। পিছত আকৌ লগ পাম।

অবিনাশ ঃ মই যাওঁ বাৰু। কিন্তু আপুনি এইবোৰ মেৰপাকৰ মাজত নোসোমোৱা হ'লেই ভাল আছিল নেকি ছাৰ। ক'ৰবালৈ গৈ আপুনি ক'ৰবাত সোমালহি।

চৌধুৰী ঃ তুমি মোকো আওপকীযাকৈ ৰাখি— মানে সাৱধান কৰি দিছা নেকি?

অবিনাশ : না না না না। ওহোঁ। নহয় ছাৰ। মই আপোনাক শ্ৰদ্ধা কৰোঁ। আহোঁ। [ওলাই যায়। চৌধুৰী অবিনাশ ওলাই যোৱাৰ ফালে দুখোজ আগুৱাই যায। সেইফালে চাই থাকে। তাৰ পিছত— ]

চৌধুৰী : [নিজকে কোৱাৰ দৰে] ক'ৰবালৈ গৈ ক'ৰবাত সোমালোঁহি। ল'ৰাজনে এইটো কিন্তু ঠিক কথাই কৈছে।

কিৰণময : চৌধুৰী, বাতৰি কাকতত ছপাবলৈ লোৱা ইণ্টাৰভিউ, যিমানেই ভিতৰলৈ সোমাই নলওক, ভাল-বেয়া, বগা-ক'লা যিমানেই ৰেকৰ্ড নকৰক, মানুহে গোটেই বস্তুটোক জোনটোৰ নিচিনা সুন্দৰ, উজ্জ্বল বুলিযেই ভাবে। আপুনি যদি দুটা বেযা কথাও লিখে, মানুহে তাক জোনটোৰ কলংক বুলিয়েই ধৰে, আৰু জোনটোক প্ৰশংসা কৰে। কিন্তু চৌধুৰী— জোনটোৰ আৰু এটা ফাল আছে। সেইটো সদায় আপোনাৰ চকুৰ আঁৰত থাকে। আপুনি ক'ৰবালৈ গৈ ক'ৰবাত ওলালহি কাৰণে মই বৰ ভাল পাইছোঁ চৌধুৰী।

চৌধুৰী : হয নেকি? কিয?

কিৰণময : কথা পাতিবলৈ এজন লগ পোৱা যেন পাইছোঁ। মই বৰ অকলশৰীযা চৌধুৰী। এই যে প্ৰকাণ্ড ঘৰটো— মোৰ দেউতাই সজোৱা ঘৰ, ইযাত বাৰটা কোঠালি আছে। [উপাসনাক] উপাসনা, তই— ? চৌধুৰী, এইৰ লগত আৰু কিবা কথা আছে নেকি? নাই যদি—

চৌধুৰী : এতিযা আৰু তেওঁৰ লগত কথা নাপাতোঁ। দৰকাৰ হ'লে পিছত পাতিম।

কিৰণময : তই যা। তোৰ ৰুমলৈ যাগৈ।
[উপাসনা যাযগৈ।]

কিৰণময : কি কৈছিলোঁ? অঁ। ইযাত বাৰটা কোঠালি আছে, কোঠালিযে কোঠালিয়ে মানুহ আছে, কিন্তু এই ছোৱালীজনীৰ বাহিৰে মোৰ লগ কোনো নাই। মই অবুজ মানুহৰ নিচিনাকৈ দুখ নকৰোঁ। মোৰ ল'ৰাহঁতে বোৱাৰীহঁতৰ লগত সংসাৰ কৰিছে। একেখন চালিৰ তলতে সিহঁত এতিয়া বহুত দূৰত থাকে। মই দুখ নকৰোঁ। মই সিহঁতৰ ঘৰ-সংসাৰৰ কাৰণে ভাবিছিলোঁ, কিন্তু এই ছোৱালীজনী— উপাসনা— এই মাক নোহোৱা ছোৱালীজনীৰ কাৰণে এতিযা মোৰ বাহিৰে কোনেও নাভাবে। কাৰো ভাবিবৰ সময নাই। সময থাকিলেও মন নাই। মই অকলে এই ছোৱালীজনীক বুকুত লৈ আছোঁ। তাইৰ জীৱনত সুখ কিমান হয, সেইটো মই ক'ব নোৱাৰোঁ, কিন্তু তাইৰ যেন দুখ নহয, তাৰ কাৰণে যিমান পাৰোঁ চেষ্টা— মানে যুদ্ধ কৰিছোঁ। পাঁচ বছৰৰ আগতে কোনোবা সুৰুঙাইদি তাই যিমান ভুল কৰিলে কৰিলে, কিন্তু এতিযা মই এই যুদ্ধ নেৰোঁ। এইটো ল'ৰাৰ হাতত তাইক এৰি দিব পাৰি? আপুনি পাইছে তাৰ সম্পূৰ্ণ পৰিচয়?
[হাতত বিনযে দিযা কাগজখন আৰু পেনচিল এডাল লৈ ৰঞ্জনা আহে।]

ৰঞ্জনা : [পাতল সুৰত, দূৰৰ পৰাই চিঞৰি আহে] চৌধুৰী গ'ল নেকি? অ' আছে। [ওচৰ পাই] হেৰি নহয চৌধুৰী, এইখন কাগজ আপুনি ক'ত পালে?
[মুখত হাঁহি]

চৌধুৰী : অফিচতে পালোঁ।

ৰঞ্জনা : কোনে লিখিছে এইবোৰ কথা?

চৌধুৰী : সেইটো কথা মইহে আপোনালোকৰ পৰা জানিব খুজিছোঁ। সেই কাৰণে আপোনাক চিঠিখনৰ ফটোকপী এটা দিছোঁ। কোনে লিখিব পাৰে চিঠিখন? তেওঁতো আপোনালোকৰ ভিতৰৰো

কথা বহুত জানে যেন দেখুৱাইছে।

ৰঞ্জনা : তাকেতো! বাৰু সেইবোৰ যি হয় হৈ থাকক। মই মোৰ কথাখিনি কৈ চাফা হৈ লওঁ বুলি লৰালৰিকৈ আহিছোঁ। এই যে লিখিছে— 'ৰঞ্জনা দত্ত— দেখাত উদাৰ সমাজকৰ্মী, আদৰ্শ মহিলা— কিন্তু আচলতে তেওঁ স্বাৰ্থপৰ, সম্পত্তিৰ লুভীয়া, নিষ্ঠুৰ মনৰ তিৰোতা। আজি দত্ত পৰিয়ালৰ বিৰাট ভৱনটোৰ ভিতৰখন যে লাহে লাহে এক উত্তপ্ত গহ্বৰত পৰিণত হৈছে, তাৰ মূলতে আছে এই তিৰোতাগৰাকীৰ লোভ আৰু নীচতা।'— বাচ। মোৰ কথা সিমানেই। কোনে লিখিছে, সেইটোৰ বিচাৰ মই নকৰোঁ, কিন্তু মোৰ বিচাৰ কৰিবলগীয়া কথা হ'ল— কথাবোৰ ঠিক নে বেঠিক। আৰু মই নিজ মুখে— এই দাদাক সাক্ষী কৰি কওঁ— কথাবোৰ ঠিক। প্ৰতিটো শব্দ ঠিক।

কিৰণময় : তুমি— তুমি কিয় এনেকৈ কৈছা ৰঞ্জনা?

ৰঞ্জনা : [চৌধুৰী] কিয় এনেকৈ কৈছোঁ, শুনিবলৈ আপোনাৰ সময় হ'ব নে চৌধুৰী? মই ভৰভৰকৈ কৈ যাম। পাঁচ মিনিটমান— নহয় আৰু চমুকৈ ক'ম। আজিয়েই আপুনি শুনি যাওক। অইন এদিনলৈ মই এই কামটো পেলাই থ'ব নোখোজোঁ। এনেকুৱা কামৰ কাৰণে মোৰ সময়ৰ বৰ অভাৱ। প্ৰথম কথা— [কাগজখনৰ এঠাইত পেনচিলেৰে দাগ দি]— মই স্বাৰ্থপৰ। হয়। মই স্বাৰ্থপৰ। মই নিজ ইচ্ছা মতে, নিজে যিটোক সুখ বুলি ভাবোঁ, তেনেকুৱা সুখত থাকিব খোজোঁ, আৰু থাকোঁ। মোৰ বিয়াৰ পাঁচ বছৰৰ পিছতে মোৰ স্বামী ঢুকাইছে। বেমাৰৰ নামটোহে, আচলতে ডাক্তৰে যে আমাৰ ল'ৰা-ছোৱালী নহয় বুলি ফাইনেল ৰিজাল্ট দি দিলে, সেই দুখতে তেওঁ নিজে মৰণক ওচৰ চপাই ল'লে।

চৌধুৰী : তাৰ পিছত?

ৰঞ্জনা : তাৰ পিছত পঁয়ত্ৰিছ বছৰ মই এই ঘৰটোত আছোঁ। নবৌও ঢুকাল। দেখাত ময়েই ঘৰখনৰ বয়সিয়াল তিৰোতা মানুহ হ'লোঁ, কিন্তু— 'সিহঁতৰ মাক নাই, খুৰীয়েকেই মাকৰ নিচিনাকৈ সিহঁতক চোৱা-চিতা কৰিলে'— ওহোঁ, তেনেকুৱা একো ঘটনা নঘটিল। মই নিজৰ জীৱনটোৰ চিন্তাত লাগিলোঁ। [মই সিহঁতক মাকৰ নিচিনাকৈ একো কৰা নাই, সিহঁতেও মোক খুৰায়েক নোহোৱা, নিঠৰুৱা খুৰীয়েকৰ বাহিৰে একো বুলি ভবা নাই। [বহু দিনলৈ একেলগে, একেটা পাগতে খাইছিলোঁ। কিন্তু পিছলৈ মোৰ বেয়া লাগিল। (অলপ ধেমেলীয়া সুৰত) মই আজি জিকা-ধনীয়া দি সৰু মাছৰ টেঙা জোল খাম, ডাঙৰজনীয়ে খাহী মাংস খাব, সৰুজনীয়ে নিৰামিষ খাব— মই সেইবোৰ খেলিমেলিৰ মাজত থাকিবলৈ বেয়া পোৱা হৈ আহিলোঁ।] মই সঁচাকৈয়ে আপোনপেটীয়া, স্বাৰ্থপৰ মানুহ। পাগঘৰ বেলেগ, ৰান্ধনী বেলেগ, হুকুম দিওঁ— কচু ৰান্ধ, কোমোৰা ৰান্ধ, মুৰ্গী ৰান্ধ— ৰান্ধে, আনন্দ মনেৰে খাওঁ।

কিৰণময় : এইবোৰ এখেতক ক'বলগীয়া কথা নে?

ৰঞ্জনা : এইবোৰ শুভ সংবাদ কাকতৰ মুখ্য সম্পাদকক ক'বলগীয়া কথা নহয়, কিন্তু পইণ্টটো ওলাইছেতো— সেই কাৰণে কৈছোঁ। Next, [কাগজ চাই]— Next point হৈছে সম্পত্তিৰ লুভীয়া। Yes এই ঘৰটো। এই ঘৰটো এই দাদাৰ দেউতাক— অৰ্থাৎ মোৰ শহুৰে সজাইছিল। এই ঘৰটোত মানুহজনৰ লগত মই পাঁচ বছৰ কটাইছিলোঁ। বাকীখিনি দিনো মই ইয়াতে কটাম। এই ঘৰটো আধা, সমানে আধা— মোক লাগে। কিন্তু এই দাদাকে ধৰি, ঘৰখনৰ প্ৰত্যেকটো মানুহ, প্ৰত্যেকজনী মানুহে, মোক নদীৰ সিপাৰৰ পাঁচ বিঘা মাটিৰ কথা কয়,

ডেনমাৰ্কত থকা ডাঙৰ ভতিজাটো— এই যে বাঁটাটো পালে— [চৌধুৰীয়ে মূৰ দুপিয়ায]— তাৰ ওচৰলৈ গৈ তাত সমাজসেৱা কৰিবলৈ ফুচুলায, মোক আঁতৰ কৰিবলৈ সকলোৱে ফন্দি কৰে, চাতুৰী কৰে।

কিৰণময় : নহয় ৰঞ্জনা ! তুমি এইবোৰ কি কথা কৈছা ?

ৰঞ্জনা : আটাইতকৈ বেছি চাতুৰী আপুনি কৰে।

কিৰণময : মিছা কথা।

ৰঞ্জনা : মিছা কথা সিদিনা মই হাঁহি হাঁহি এখেতক [চৌধুৰীক দেখুৱাই] ইণ্টাৰভিউ দিওঁতে কৈছিলোঁ। সিদিনা ঘৰখনৰ মানুহবোৰে [চৌধুৰীক] আপোনাৰ কথা কৈ মাতিছিল কাৰণে মই এইফালেদি নামি আহিছিলোঁ। এনেযে মই— পাছফালে এটা লোহাৰ ছিঁৰি সজাই লৈছোঁ, সেই ছিঁৰিযেদি পোনে পোনে ৰাস্তালৈ অহা-যোৱা কৰোঁ। [কাগজখন চাই] আৰু কি থাকিল ? নিষ্ঠুৰ। অঁ। মই নিষ্ঠুৰ। মই সকলোকে কৈ দিছোঁ— এই ঘৰটোৰ এখন হুবহু নক্সা আঁকি, তাৰ সোঁমাজেদি এডাল আঁচ টানিলে যেনেকৈ দুভাগ হ'ব, তেনেকৈ দুভাগ কৰি ঘৰটোৰ এভাগ মোক দিব লাগিব। এইখিনি দিযেই যদি আঁচডাল পাৰ হৈ যায, তেনেহ'লে এইখিনিতে এখন বেৰ হ'ব। নিষ্ঠুৰ। সাংঘাতিক নিষ্ঠুৰ চৌধুৰী। [মাত থোকাথুকি হয।] ইমান নিষ্ঠুৰ হ'বলৈ মোক পঁযত্ৰিছ বছৰ লাগিছে। মোৰ যদি মৰম-চেনেহ বুলিবলৈ কিবা আছে— সেযা দিবলৈ, ল'বলৈ, বাহিৰত ঢেৰ মানুহ আছে, কিন্তু এইখন ঘৰৰ ভিতৰত কোনো নাই। এওঁ পত্নীহীন বুলি দুখ কৰে, কিন্তু মই যে পতিহীন, মোৰ যে চাৰিটা সন্তান নাই, সেই দুখ কৰেনে ? কিন্তু সকলোৱে যেতিযা মোক ইযাৰ পৰা খেদিবলৈ চক্ৰান্ত কৰে, তেতিযা এওঁ মনে মনে ধৃতৰাষ্ট্ৰ হৈ বহি থাকে। এইবোৰ কথাও ছপা কৰি দিব।

[গুচি যায়। নিস্তব্ধ। অলপ পিছত চৌধুৰীয়ে ঘডী চায়।]

কিৰণময : আপুনি এওঁৰ এটাইবোৰ কথা বিশ্বাস নকৰিব।

চৌধুৰী : মই কি বিশ্বাস কৰিলোঁ বা নকৰিলোঁ, তাৰ পৰা কাৰো লাভ-লোকচান নহয। প্ৰকৃত সত্যক লৈ খেলা কৰিলে আমাৰ সকলোৰে লোকচান হয। মই বৰ বিভ্ৰান্ত হৈছোঁ।

কিৰণময : আপুনি বহকচোন।

চৌধুৰী : আজি আৰু নবহোঁ। আহোঁ। [যাব খোজে। ওভতে] অ', এই কাগজখনৰ কপী আপোনাক আৰু উপাসনাক দিব লাগিছিল। তেওঁক মাতকচোন।

কিৰণময : [ভিতৰৰ ফালে গৈ, ডাঙৰকৈ]— ভন্টি ! ভন্টি ! শুনিছনে ? [উভতি আহি] শুনিছে। আহি আছে। এইখনত আমাৰ কথাও কিবা লিখা আছে নে ?

চৌধুৰী : আছে। সকলোৰে কথা আছে। আপোনাৰ বিষযে [কাগজখন চাই] চাৰিটা পইণ্ট আছে। তাৰে আটাইতকৈ গুৰুত্বপূৰ্ণ পইণ্টটো হৈছে— পৈতৃক সম্পত্তি আৰু আপোনাৰ ছোৱালীজনী হাতৰ মুঠিত ৰাখি আপুনি বহুতো অসামাজিক, অনৈতিক কাম কৰিছে, আৰু আপোনাৰ ছোৱালীজনীৰ [উপাসনা লাহে লাহে আহি থাকে] বিষযে লিখা প্ৰধান কথাটো হ'ল— 'তেওঁৰ সংগীত শিল্পৰ গুণে শিল্পজগতৰ যিমান উপকাৰ কৰিছে, তেওঁৰ নৈতিক চৰিত্ৰৰ দোষে সেই জগতখনৰ আৰু সেই জগতখনৰ বাহিৰৰ জগতখনৰো বহুত বেছি ক্ষতি কৰিছে।'— তাৰ পিছত লিখিছে [illegible] গান লক্ষ্ণৌৰ বাইজী কিছুমানেও গায।' - তেওঁক। এইখন তেওঁক দিব।

[কাগজ দুখন দি চৌধুৰী ওলাই যায। কিৰণময দত্ত আৰু উপাসনা থৰ হৈ ৰৈ থাকে। মঞ্চ আন্ধাৰ হয।]

[সংগীত]

## দৃশ্য ৫

আঁৰকাপোৰৰ আগৰ অংশ। ৰাতি।

[আগৰ দৃশ্যত চৌধুৰী যিফালে ওলাই গৈছিল, সেইফালৰ পৰাই তেওঁ সোমাই আহে। তেওঁ দুই নম্বৰ মঞ্চ পাৰ হৈ এক নম্বৰ মঞ্চৰ মাজভাগ পোৱাৰ লগে লগে সেই একেফালৰ পৰাই উপাসনা সোমাই আহে।]

উপাসনা : ছাৰ।

[চৌধুৰীযে উভতি চায। ৰয। উপাসনা তেওঁৰ ওচৰ চাপে। উপাসনা উত্তেজিত হৈ আছে।]

চৌধুৰী : তুমি? ওলাই আহিলা? মোক কিবা ক'বলগীযা আছিল নেকি?

উপাসনা : হয। [তেওঁৰ মাতত অলপ ফোপনি আছে]

চৌধুৰী : ঘৰতে ক'ব পাৰিলাহেঁতেন।

উপাসনা : ঘৰত ক'বলৈ আপুনি সময নিদিলে। যি কণ সময পাইছিলোঁ, সেইকণ সময়ৰ ভিতৰত কি কৰিম, কি ক'ম— মই ঠিক কৰিব পৰা নাছিলোঁ। ছাৰ, কি ক'ব লাগে, এতিযাও মই ভালকৈ ঠিক কৰিব পৰা নাই। কিন্তু এটা কথা এতিযাই নক'লে মই শান্তি নাপাম। গান লক্ষ্ণৌৰ বাইজী কিছুমানেও গায, কিন্তু কিছুমান মানুহৰ গোটেই মন-প্ৰাণ গানে আৱৰি থাকে, কিন্তু তেওঁলোকৰ দেহাক গানে চুব নোৱাৰে। যোৱা ডেৰ বছৰত মই বহু মানুহৰ লগত ইমান হলি-গলি কৰিছোঁ যে আঁতৰৰ পৰা দেখিলে কোনো কোনো মানুহে ভাবিব, মই পিছল খাই খাই কোনোবাখিনি পালোঁগৈ— মই লেতেৰা হ'লোঁ। কিন্তু কি কষ্ট ঢাকিবলৈ মই সেইখিনি আনন্দ কৰিছোঁ, সেইটো একমাত্ৰ মই জানো। সেই মানুহজন— অবিনাশক মই ইমান ভাল পাইছিলোঁ— ইমান ভাল পাইছিলোঁ যে তেওঁক মনৰ পৰা আঁতৰ কৰাটো মোৰ কাৰণে বৰ কষ্টৰ কাম হৈছিল। অসম্ভৱ কাম যেন লাগিছিল। মই যাকে সন্মুখত পাওঁ, তাকে লগত হাঁহি-মাতি, আনন্দ কৰি মনৰ কষ্ট ঢাকিবলৈ চেষ্টা কৰিছোঁ। ৰং আঁতৰাবলৈ মই পানী ঢালিছিলোঁ। নতুন ৰঙেৰে পুৰণি ৰং ঢাকিবলৈ খোজা নাছিলোঁ। সেইবোৰকে দেখি মানুহে মোক ঘৃণনীয চৰিত্ৰৰ মানুহ বুলি ভাবে। ভাবক। মই ভয নকৰোঁ। কিন্তু আপুনি— শুভ সংবাদৰ নিচিনা এখন কাকতৰ মুখ্য সম্পাদকে আচল কথাটো জানিবলৈ চেষ্টা কৰিব— সেই আশাৰে মই চৰকাৰী ৰাস্তালৈ আহি আপোনাক এইকেইটা কথা কৈ গ'লোঁ।

চৌধুৰী : কিন্তু তুমি যদি অবিনাশক ইমানেই ভাল পোৱা, তেনেহ'লে তেওঁৰ প্ৰতি ইমান বিদ্বেষ, ইমান ক্ষোভ—?

উপাসনা : মই যিজন মানুহক ভাল পাই নিজৰ কৰি ল'ম, তেওঁ মোৰ গানৰ নিচিনাই সৎ, সৰল আৰু কোমল হ'ব লাগিব। মোৰ মনত ঠাই দিযাৰ পিছত তেওঁ পিছল খাইছে, অসৎ জীৱন যাপন কৰিছে। সেইজন মানুহক মই সহ্য কৰিব নোৱাৰোঁ। মই যেনেকৈ বজৰুৱা গান সহ্য কৰিব

নোৱাৰোঁ, তেনেকৈ তেওঁকো সহ্য কৰিব নোৱাৰোঁ। সেইটোৱেই মোৰ আটাইতকৈ ডাঙৰ কষ্ট। মই অকলশৰীয়া জীৱন-যাপন কৰিব খোজাটো সঁচা, কাৰণ মই তেওঁক ভাল পোৱাটো সঁচা। [উভতি যায়।]

চৌধুৰী : শুনা।— শুনাচোন।— তোমাৰ লগত মোৰ কথা আছে।
[উপাসনা যায়গৈ। চৌধুৰীয়ে অলপ সময় চিন্তা কৰে। তাৰ পিছত তেওঁ বিপৰীতফালে গুচি যায়।]
অন্ধকাৰ।

## দৃশ্য ঃ ৬

### মঞ্চ ঃ ১

[বিনয় খনিকৰৰ ঘৰৰ বহা কোঠালি। ৰাতি। দীপংকৰ, কাকলি, অবিনাশ আৰু বিনয় খনিকৰ আছে। কাকলি বহি আছে, অবিনাশ এফালে থিয় হৈ আছে, ইফালে দীপংকৰে বিনয়ৰ লগত কথা পাতিছে।]

দীপংকৰ : আপোনালোকৰ অফিচত কিছুমান কথা পতাত অসুবিধা।
বিনয় : হয়। কিছুমান কথা অফিচত আমি নাপাতোঁৱেই।
দীপংকৰ : আজি আপুনি সোনকালে ঘৰলৈ আহে বুলি খবৰ পালোঁ। সেই কাৰণে ঘৰলৈকে আহিলোঁ।
বিনয় : আগতে খবৰ এটা দি থোৱা হ'লে মই তোমালোকক অভ্যৰ্থনা জনোৱাৰ আয়োজন—
দীপংকৰ : নাই নালাগে। কোনো অভ্যৰ্থনাৰ প্ৰয়োজন নাই। কেৱল আপুনি আমাক অলপ সময় দিলেই হ'ব। কিন্তু আমাৰ কথাখিনি গোপনীয়। সেই কাৰণে আপুনি যদি অলপ সময়ৰ কাৰণে আমাৰ লগত এঠাইলৈ যায়—
বিনয় : এঠাইলৈ মানে ক'লৈ?
দীপংকৰ : এই ওচৰৰে—
বিনয় : নাই নালাগে দিয়া। কি কথা ইয়াতে কোৱা। মোৰ বাহিৰে ঘৰত কোনো নাই। এওঁলোক ফুৰিবলৈ ওলাই গৈছে। বহা। কি কথা কোৱা। কিন্তু প্ৰথমতে কৈ লোৱাচোন— এওঁ— অবিনাশ পাঠক, তুমি— তোমাৰ পৰিবাৰ— তোমালোক এক লগ হ'লা কেনেকৈ?
দীপংকৰ : কওঁ। আপোনালোকে আমাৰ কথা বহুত জানিলে। যিবিলাক কথা পুলিচেও কোনো মতে জনাৰ উপায় নাছিল, তেনেকুৱা কথাও জানিলে। এইবোৰ কথা আপোনালোকে কাগজত ছপাব নেকি?
বিনয় : সেইটো কথা তোমালোকক মই এতিয়াই খাটাংকৈ ক'ব নোৱাৰোঁ। কিন্তু এটা কথা তোমালোকক মই ক'ব পাৰোঁ, যিটো খবৰে কেৱল তোমালোক তিনিজনৰ অপকাৰ কৰে, কিন্তু অন্য কাৰো উপকাৰ নকৰে, সেইটো খবৰ আমি নছপাওঁ। [অবিনাশ বহে। তেওঁ এখন আলোচনী পঢ়িবলৈ লয়। ক'তো যেন একো হোৱা নাই, তেওঁ তেনেকুৱা নিৰুদ্বেগ ভাৱেৰে আলোচনী পঢ়ি থাকে, আৰু মাজে মাজে দীপংকৰহঁতলৈ চায়।]
দীপংকৰ : নকৰে। এইবোৰ কথাই অইন কাৰো উপকাৰ নকৰে, কিন্তু আমাৰ সাংঘাতিক অপকাৰ

কৰিব। এই যে বেনামী চিঠিখন, আপোনালোকে ধৰিব পাৰিছেনে?— কোনে এই চিঠিখন লিখিছে?

বিনয় : নাই পৰা। আৰু আমি সেইটো ধৰিবলৈ চেষ্টাও কৰা নাই।

দীপংকৰ : কিন্তু আমি কৰিব লাগিব। মানুহটোক বিচাৰি উলিয়াবই লাগিব। সি বহুত কথা জানে।

বিনয় : কথাবোৰ সঁচানে?

দীপংকৰ : সঁচা, কিন্তু অইনে জানিবলগীয়া কথা নহয়। আপোনালোকে সেইখন ফটোকপী কৰি বিলাব নালাগিছিল। নিজৰ মানুহ হিচাপে কাগজখন আপুনি আগতে মোক দেখুৱাব লাগিছিল।

বিনয় : নিজৰ মানুহ?

দীপংকৰ : হয়।

বিনয় : তোমাৰ দেউতাৰা, ভনীয়েৰা, খুৰীয়েৰা, শুভংকৰ, ৰাজলক্ষী— এওঁলোক মোৰ কাৰণে তোমাৰ সমানে নিজৰ হয়নে নহয়? যি কেইজন মোৰ আপোন, সেইকেইজনকহে মই ফটোকপী দিছোঁ। ইচ্ছা কৰা হ'লে আমি সেইখন কাগজেৰে এটা ডাঙৰ খবৰ তৈয়াৰ কৰি ছপাব পাৰিলোঁহেঁতেন। কিন্তু মই এটা কথা বুজা নাই। তুমি কথাবোৰ সঁচা বুলি কৈছাই যেতিয়া, আপত্তি কৰি লাভ কি? কাগজত লিখা মতে তুমি দেখুৱাই যিটো ব্যৱসায় কৰা, লুকুৱাই কৰা ব্যৱসায়টো তাতকৈ বহুত ডাঙৰ, আৰু সেইটোহে তোমাৰ আচল ব্যৱসায়। হয়নে? [দীপংকৰ নিৰুত্তৰ। সি অইনফালে চায়।]

বিনয় : নহয় বুলি ক'ব নোৱাৰা, আৰু হয় বুলি ক'বলৈ ভয় কৰিছা?

কাকলি : মই কওঁ শুনক দাদা। এওঁলোকে লুকুৱাই লুকুৱাই কাণে কাণে কথা পাতোঁতে পাতোঁতে আচল কথাবোৰ মুখ ফুটাই ক'বই নোৱাৰা হ'ল। [বিৰক্ত] মই আৰু এইবোৰ সহ্য কৰি থাকিব নোৱাৰোঁ। চিঠিখনৰ কথাবোৰ ঠিক। এওঁৰ খেলা-ধূলাৰ বস্তুৰ দোকান এখন আৰু পি চি অ' এটা আছে, কিন্তু এওঁ ডাঙৰ ব্যৱসায়টো কৰে অবিনাশৰ লগ লাগি।

বিনয় : অবিনাশৰ লগ লাগি?

কাকলি : হয়।

বিনয় : কিহৰ ব্যৱসায়?

দীপংকৰ : ব্যৱসায় মানে—

কাকলি : [জোৰেৰে] তুমি নালাগে ক'ব। মই ক'ম। এই যে পি চি অ'টো— তাৰ পৰা অইনে কলিকতা, কাঠমাণ্ডু, কৰাচী, ঢাকা, ছিংগাপুৰলৈ ফোন কৰিলে এওঁলোকে দুশ-তিনিশ টকা পায়, কিন্তু এওঁলোকৰ এনেকুৱা কিছুমান গ্ৰাহক আছে, যিবিলাকৰ পৰা তেনেকুৱা এটা ফোন কলৰ কাৰণে পায় তিনি হাজাৰ, চাৰি হাজাৰ, পাঁচ হাজাৰ টকা।

বিনয় : কিয়? সেইবোৰ কেনেকুৱা গ্ৰাহক?

কাকলি : এৰেকটা টেলিফোন কল কৰি লাখ টকাৰ ব্যৱসায় কৰা গ্ৰাহক।

দীপংকৰ : এওঁ কথাবোৰ বঢ়াই বঢ়াই কৈছে দাদা।

কাকলি : নাই কোৱা। মই কমাই কমাই কৈছোঁ।

[বিনয়ক] আৰু সেইবোৰ টেলিফোন কলৰ কথা যদি কেনেবাকৈ চৰকাৰে গম পায়, তেনেহ'লে এওঁলোকে গোটেই জীৱন জে'লৰ ভাত খাব লাগিব। মই বাৰে বাৰে এওঁলোকক কৈ আছোঁ— এইবোৰ এৰি দিয়া, এৰি দিয়া, সকলো কথা সদায় লুকাই নাথাকে, এদিন নহয়

এদিন বিপদ হ'বই, কিন্তু এওঁলোকে মোৰ কথা নুশুনে। আজিতো এয়া বিপদৰ আৰম্ভ হ'লেই! মই আৰু সহ্য কৰিব নোৱাৰা হৈছোঁ।

বিনয় : কিন্তু এইবোৰৰ লগত— এওঁৰ— অবিনাশৰ সম্পৰ্ক কি?

কাকলি : নামত তেওঁ এওঁৰ [দীপংকৰক দেখুৱাই] ব্যৱসায়ৰ পাৰ্টনাৰ, কিন্তু এই ঢাকা-ছিংগাপুৰ-কাঠমাণ্ডু-কৰাচীৰ ব্যৱসায়টোৰ তেৱেঁই আচল মানুহ।

বিনয : কিন্তু তেওঁতো তোমালোকৰ ঘৰখনৰ শত্ৰুৰ নিচিনা মানুহ! ৰদেউতাইঁতেতো তেওঁৰ ছাঁটোও সহ্য কৰিব নোখোঁজে।

কাকলি : দেউতাই এওঁৰ ছাঁটোকে সহ্য কৰিব নুখুজিব পাৰে, কিন্তু সেইটো ঘৰৰ বাহিৰত, বিজিনেছৰ সময়ত, এওঁলোক ইজন সিজনৰ ছাঁটোৰ নিচিনা হৈ থাকে। আৰু মোকো মাজত সুমুৱাই লৈ লটিঘটি কৰিছে।

দীপংকৰ : লটিঘটি বুলি কিয় কৈছা?

কাকলি : লটিঘটি নহয় কি?

দীপংকৰ : মই এটা ব্যৱসায় কৰিছোঁ। সেই ব্যৱসায়ৰ পইচাৰে ঘৰ চলাইছোঁ। তুমিও ঘৰখনৰ মূল মানুহ। গতিকে মোৰ কামত তুমি যিকণ সহায় কৰিব পাৰা, সেইকণ সহায় মই তোমাৰ পৰা বিচাৰিছোঁ।

কাকলি : এইবোৰ ভাল ভাল কথা, কেঁছ লাগিলে আদালতত তোমাৰ উকীলক ক'বলৈ দিবা। কিন্তু কি কৰিলে আদালতলৈ যাব নালাগে, এতিয়া তুমি দাদাৰ লগত সেইবোৰ কথা আলোচনা কৰিবলৈহে আহিছা। গতিকে দাদাক আচল কথাবোৰ চিধাচিধিকৈ, চাফাকৈ কৈ দিয়া।

দীপংকৰ : [খং আৰু বিৰক্তিৰে] যি ক'ব লাগে, মইতো ক'মেই। তুমিনো কিয় বৰ বেছি চাফা যেন দেখুৱাইছা?

কাকলি : [খঙেৰে] চাফা যেন দেখুৱাইছোঁ মানে? চাফা যেন দেখুৱাবলৈ আচলতে মই লেতেৰা নেকি?

[অবিনাশে মূৰ তুলি চায]

বিনয : ৰ'বা। তোমালোক কামৰ মানুহ। নিজৰ ভিতৰতে তৰ্কাতৰ্কি কৰি খৰচ কৰিবলৈ তোমালোকৰ হাতত সময নাই। মোক কি ক'বলৈ আহিছা, সেইটো কোৱা। এওঁ— [কাকলিক দেখুৱাই]— এওঁ কি লটিঘটিৰ কথা কৈছে?

দীপংকৰ : এওঁক মাজে মাজে আমাৰ ব্যৱসায়ৰ অলপ যোগাযোগৰ কামত লগাওঁ।

বিনয : যোগাযোগ মানে?

কাকলি : এওঁলোকে আচল কথা ক'বলৈ দহ ঘণ্টা লগাব। মই কওঁ শুনক দাদা। যোগাযোগ মানে, যেতিয়াই ডুবাই, ঢাকা, বেংককৰ কাৰোবাৰ লগত কোমল কোমল মাতেৰে লেনিয়াই-লেথিয়াই কথা পাতিব লাগে, তেতিয়া টেলিফোনটো মই ল'ব লাগে। এওঁলোক ডাঙৰ ব্যৱসায়ৰ কামত গ'লে, দোকানখন মই ৰাখিব লাগে। কিন্তু সেইবোৰ ডাঙৰ যোগাযোগ নহয। ডাঙৰ যোগাযোগ হ'ল— মই ভণ্টিক, মানে উপাসনাক এওঁৰ— অবিনাশৰ ওচৰলৈ উলিয়াই আনিব লাগে।

বিনয় : [আচৰিত হৈ] উপাসনাক উলিযাই আনিব লাগে?

কাকলি : হয।

বিনয় : অবিনাশৰ ওচৰলৈ?

কাকলি : হয়।

বিনয় : মানে— কথাটো কি?

কাকলি : কথাটো হ'ল— ভণ্টি আৰু অবিনাশে মুখামুখি হ'লেই কেৱল কাজিয়া কৰে, তথাপি এওঁ [অবিনাশক দেখুৱাই] ভণ্টিৰ মুখামুখি নোহোৱাকৈ বেছিদিন থাকিব নোৱাৰে। কিন্তু কোনোবাইতো ভণ্টিক এওঁৰ ওচৰলৈ আনিব লাগিব। সেই দায়িত্ব মোৰ। মই ঘৰত ভণ্টিৰ লগত ভাল সম্পৰ্ক ৰাখিব লাগিব, আৰু সেই সম্পৰ্কৰ জোৰত যিমান ঘনাই পাৰোঁ তেওঁক দোকানলৈ আনি পাছফালৰ কোঠালিটোত এওঁৰ লগ লগাই দিব লাগিব।

বিনয় : কিন্তু এইবোৰ কথা বৰদেউতাই, মানে তোমালোকৰ দেউতাৰাই জানিলেতো মনত বৰ কষ্ট পাব। ঘৰখনততো সাংঘাতিক অশান্তি হ'ব।

দীপংকৰ : মই মোৰ ব্যৱসায়ৰ কথা ভাবিবই লাগিব। অবিনাশ মোৰ ব্যৱসায়ৰ পাৰ্টনাৰ। এওঁৰ লগত মই ভাল সম্পৰ্ক ৰাখিবই লাগিব। দেউতাৰ কথা মতে চলিবলৈ গ'লে দেউতাৰ জিদ পূৰোৱাহে হ'ব, মোৰ ঘৰ-সংসাৰ, মোৰ জীৱন, মোৰ ভৱিষ্যৎ— এইবোৰৰ একো নহ'ব।

বিনয : তোমাৰ বিচাৰ মতে তুমি হয়তো ঠিকেই কৈছা। কিন্তু ময়ো মোৰ দেউতাৰ সন্তান, মোৰ নিজৰো সন্তান আছে। মইতো ভাবি আছিলোঁ, এই পৃথিৱীত কোনো দেউতাকে বিনা কাৰণত নিজৰ সন্তানৰ ঘৰ-সংসাৰ, জীৱন, ভৱিষ্যৎ— এইবোৰৰ অহিত নিচিন্তে, আৰু কোনো সন্তানে নিজৰ ভাল ভৱিষ্যৎ গঢ়াৰ কামটো মাক-দেউতাকৰ পৰা লুকুৱাই কৰাৰ প্ৰয়োজন নাই।

কাকলি : আপোনাৰ ভাবৰ লগত এওঁলোকৰ ভাব মিলা হ'লে আজি এওঁলোক আপোনাৰ ওচৰলৈ আহিবলগীয়া নহয়েই। এতিয়া আপোনাৰ ভাবৰ কথা বাদ দিয়ক, আৰু এওঁলোক কিয় আপোনাৰ ওচৰলৈ আহিছে সেইটো কথা ধৰক দাদা। এই বেনামী চিঠিখনত যে আমাৰ চক্ৰটোৰ কথা লিখিছে, আপুনি সেইটো কি বস্তু বুজিলে নহয়?

বিনয় : চিঠিখনত যে চক্ৰ এটাৰ কথা লিখা আছে, সেইটো দেখিছোঁ, কিন্তু চক্ৰ মানে কি চক্ৰৰ কথা কৈছে, মই ঠিক ধৰিব পৰা নাই।

কাকলি : মই যে ক'লোঁ— আমাৰ এওঁক ব্যৱসায়ৰ টকা লাগে, সেই কাৰণে এওঁ অবিনাশৰ লগ এৰিব নোৱাৰে, অবিনাশে ভণ্টিৰ কাৰণে এওঁৰ লগ এৰিব নোৱাৰে।

দীপংকৰ : তুমি—৷ কথাটো ঠিক তেনেকুৱা নহয়।

কাকলি : ঠিক তেনেকুৱাই। আৰু ব্যৱসায় সৰু ভণ্টিৰ কাৰণে এওঁলোক দুয়ো মোক এৰিব নোৱাৰে। এইটোৱেই চক্ৰ। অ' আৰু এটা কথা আছে। দেউতাই বহু টকা ভণ্টিক দিবলৈ থৈ দিছে। বহুত মানে কেইবা লাখো টকা। সেই টকাখিনিৰ ওপৰতো এওঁৰ চকু আছে। গতিকে ভণ্টি যাতে চক্ৰটোৰ ভিতৰতে থাকে, তাৰ বাবে এওঁ বাহিৰত দেখুৱাই হ'লেও দেউতাৰ লগত বৰ ভাল সম্পৰ্ক ৰক্ষা কৰে।

দীপংকৰ : হ'লনে তোমাৰ?

কাকলি : হ'ল। [কাকলি বহে। নিস্তব্ধ]

অবিনাশ : [অলপ পিছত] তুমি কিবা ক'বা নেকি দীপংকৰ?

দীপংকৰ : [খঙেৰে] নকওঁ।

অবিনাশ : তেনেহ'লে মই ছাৰক কেইটামান কথা কওঁ। আপুনি মন কৰিছেই ছাৰ, মই কথা কোৱা নাই,

আৰু ক'ম বুলি অহাও নাছিলোঁ। কিন্তু এওঁ কাকলিয়ে ইমানবোৰ কথা ক'লে কাৰণে মই দুটামান কথা ক'বই লাগিব। প্ৰথম কথা— এক ধৰণৰ ব্যৱসায় আমি কৰিছোঁ, সঁচা কথা। কাৰোবাৰ কাৰণে সেইটো অসৎ, বে-আইনী ব্যৱসায় হ'ব পাৰে, কিন্তু ব্যৱসায়টোৰ পৰা আমাৰ লাভ হৈছে, ব্যৱসায়টো কৰি আমি আনন্দ পাইছোঁ। আমি নকৰিলেও কোনোবাই নহয় কোনোবাই এই ব্যৱসায় কৰিবই। গতিকে অৱস্থাই বাধ্য নকৰালৈকে মই এই ব্যৱসায় নেৰোঁ। দ্বিতীয় কথা— উপাসনাক গোটেই জীৱনৰ কাৰণে মোৰ লগৰী হিচাপে মই পাব লাগিব। [এক মুহূৰ্ত নিস্তব্ধ] তেওঁ নোহোৱাকৈ জীৱন কটোৱাটো মোৰ কাৰণে সম্ভৱপৰ নহয়। আৰু যিহেতু মই আত্মহত্যা কৰা ধৰণৰ মানুহেই নহওঁ, গতিকে মোৰ কথা হ'ল, তেওঁক মই মোৰ নিজৰ মানুহ বিচাপে পাবই লাগিব। এওঁলোকে [দীপংকৰ আৰু কাকলিক দেখুৱাই] মোক এইটো কামত সহায় কৰিব পাৰে নে নোৱাৰে মই ক'ব নোৱাৰোঁ, কিন্তু নোৱাৰিলেও মই নিজকে নিজে সহায় কৰিম। কৰিমেই। মই জানো— কেতিয়া কেনেকৈ কি কৰিব লাগে। এতিযা কথা হ'ল, আপোনালোকৰ কাগজত এওঁলোকৰ বিষযে ইমান ভাল ভাল কথা ছপা হোৱালৈকে কথাবোৰ ঠিকেই আছিল, কিন্তু তাৰ পিছত এই বেনামী চিঠিখনে অশান্তি কৰিছে। অশান্তি কৰিছে মানে— আমাক বিপদতেই পেলাইছে। এইটো কথাত আপুনি আমাক দুটামান সহায় কৰিব লাগে।

বিনয় : যেনে?

অবিনাশ : আমাৰ কথাবোৰ কোনোবাই জানে, কিন্তু কোনে জানে সেইটো আমি নাজানো, সেইটো আমাৰ কাৰণে গ্ৰহণযোগ্য কথা নহয। আপুনি কৈছে— কোনে এই কাম কৰিছে, সেইটো আপুনি নাজানে।

বিনয় : নাজানো।

অবিনাশ : কিন্তু সেই মানুহটোৱে বা মানুহবিলাকে এবাৰ কৰিছে যেতিযা আকৌ এনেকুৱা কামৰ কাৰণে আপোনালোকৰ ওচৰলৈ অহাৰ সম্ভাৱনা আছে। আহিলে আমাক জনাবনে?

বিনয় : সেইটো কথা বাৰু শুনিলোঁ। তাৰ পিছত? আৰু কেনেকুৱা সহায়?

অবিনাশ : এই বেনামী চিঠিখনৰ কপী এতিযালৈকে দীপংকৰহঁতৰ পৰিযালৰ মানুহকেইজনৰ হাতলৈ গৈছে। আপুনি চাব লাগে যাতে ইযাৰ কপী আৰু কাৰো হাতলৈ নাযায়।

বিনয় : তাৰ পিছত?

অবিনাশ : এইবোৰৰ লগত সম্পৰ্ক থকা কোনো কথা আপোনালোকে কাগজত নছপাব। মই ছদ্মনামত লিখা চিঠি এখন দি যাম, কেৱল সেইখন ছপাব। এতিয়ালৈকে ঘটনাটো আমি আমাৰ কণ্ট্ৰলত ৰাখিছোঁ, কিন্তু কথাবোৰ যদি কণ্ট্ৰলৰ বাহিৰলৈ যায়, তেনেহ'লে সেইটো আপোনালোকৰ কাৰণেই হৈছে বুলি ধৰি ল'ম। মোৰ কথা ইমানেই।

বিনয় : শুনা অবিনাশ। [দীপ আৰু কাকলিক] তোমালোকেও শুনা। মই একত্ৰিছ বছৰৰ আগতে প্ৰুফ চোৱা মানুহ হিচাপে প্ৰেছত সোমাইছিলোঁ। পঁচিছ বছৰ খবৰ কাগজৰ কাম কৰিছোঁ। খবৰ কাগজৰ কাম কেনেকৈ কৰিব লাগে এতিয়াও শিকি আছোঁ। কিন্তু আজিলৈকে যিখিনি শিকিছোঁ, মই সেইমতেই কাম কৰিম। তোমালোকৰ কথাবোৰ শুনিলোঁ, এতিয়া কি কৰিব লাগে, সেইটো মোৰ ওপৰত এৰি দিয়া।

অবিনাশ : আপুনি দীপংকৰহঁতৰ চিনাকি মানুহ, আৰু আপোনালোকৰ কাগজখনক মই শ্ৰদ্ধা কৰোঁ।

সেই কাৰণেহে আপোনাক এনেকৈ অনুৰোধ কৰিছোঁ। অইন কাগজ হোৱা হ'লে মোৰ এইখিনি কাম কৰাই লোৱাৰ পদ্ধতিটো বেলেগ হ'লহেঁতেন। মোৰ বৰ বেছি অনুৰোধ-চনুৰোধ কৰাৰ অভ্যাস নাই।

বিনয় : [অলপ পৰ থৰ লাগি অবিনাশলৈ চাই থাকি, দীপংকৰক সোধে] এওঁ মোক ভাবুকি দিছে নেকি?

দীপংকৰ : [নাৰ্ভাছ হৈ] ন-ন নহয়, নহয়—

বিনয় : মোক ভয় দেখুৱাইছে নেকি?

দীপংকৰ : নহয় নহয় দাদা—

বিনয় : যেতিয়ালৈকে মই আনিবলৈ নকওঁ, তেতিয়ালৈকে এওঁক তোমালোকে মোৰ ওচৰলৈ নানিবা। অকলে আহিবলৈও মানা কৰি দিবা। তোমালোকে কেনেকুৱা ব্যবসায় কৰা, সেইটো কথাকে লৈ ময়ো তোমালোকক ভাবুকি দিব পাৰিলোঁহেঁতেন।

দীপ : নহয় দাদা, মই কওঁ শুনকচোন।

বিনয় : কিন্তু আমি ভাবুকিৰ লগত সম্পৰ্ক ৰাখি কাম নকৰোঁ। শুভ সংবাদ নামৰ কাকত এখনৰ বাবে কাম কৰোঁ। লেতেৰা কথা ঘিণ কৰোঁ। যোৱা এতিয়া তোমালোক।

দীপংকৰ : মোৰ কথাটো শুনকচোন দাদা।

বিনয় : নুশুনো। এতিয়া যোৱা। [সংগীত]
[নিস্তব্ধ। অলপ পিছত মুখ চোৱা-চুই কৰি কাকলি, দীপংকৰ আৰু অবিনাশ ওলাই যায়। ওলাই যোৱাৰ আগতে—]

কাকলি : আহোঁ দাদা।

বিনয় : যোৱা। [অলপ সময় চিন্তা কৰি বিনয়ে ফোন ডায়েল কৰে।]

বিনয় : [ফোনত] মই বিনয়ে কৈছোঁ দাদা। আপুনি এতিয়া অফিচলৈ আহিবনে? কিছুমান ইণ্টাৰেষ্টিং খবৰ গোট খাইছে।— প্ৰথমতে মই এটাইবোৰ বেয়া খবৰ বুলি ভাবিছিলোঁ— কিন্তু এতিয়া ভাবিছোঁ, তাৰ মাজত কিছুমান ভাল খবৰো আছে।— আপুনি অকণমান সোনকালে আহকচোন।
[অন্ধকাৰ]

# দৃশ্য ঃ ৭

## মঞ্চ ঃ ২

[কিৰণময় দত্তৰ ঘৰৰ বহা কোঠালি। ৰাতি। কিৰণময় দত্ত, শুভংকৰ, বঞ্জনা আৰু ৰাজলক্ষ্মী আছে। সকলো বিষণ্ণ আৰু চিন্তিত। [সংগীত] অলপ পিছত সংগীত বন্ধ হয়। নিস্তব্ধ]

কিৰণময় : পুলিচতে খবৰ দিবি নেকি? [নিস্তব্ধ]
হঁ? শুনিছ?

শুভংকৰ : কি?

কিৰণময় : পুলিচতে খবৰ দিবি নেকি?

শুভংকৰ : নালাগে।

কিৰণময় : কিয়?

শুভংকৰ : পুলিচে খবৰ পোৱা মানে গোটেই দেশখনে খবৰ পোৱা।

কিৰণময় : সেই বুলি এনেকৈ মনে মনে ভিতৰতে সোমাই থাকিবি নেকি? আজি তিনি দিন তিনি ৰাতি হ'ল তাই নোহোৱা হোৱা, তইঁতে কিবা এটাতো কৰিবি?

শুভংকৰ : প্ৰথমতে আৰু দুদিনমান বাট চাওঁকচোন। তাইতো সৰু ছোৱালী নহয়। তাই যদি নিজ ইচ্ছা মতে ক'ৰবালৈ গৈছে?

কিৰণময় : [খঙেৰে] কি কথা কৱ অ'? আজি ইমান বছৰে যিজনী ছোৱালীয়ে মোক নোকোৱাকৈ এঘণ্টাৰ কাৰণে লগৰ ছোৱালী এজনীৰ ঘৰলৈও নাযায়, সেইজনী ছোৱালীয়ে নিজ ইচ্ছা মতে ঘৰৰ পৰা ওলাই গৈ তিনি দিন মনে মনে থাকিব?

শুভংকৰ : তেনেহ'লে কি হ'ব পাৰে?

কিৰণময় : গাভৰু ছোৱালী এজনী নাইকিয়া হ'লে তাইৰ কি কি হ'ব পাৰে, সেইটো তইঁতক মই ক-খ শিকোৱাৰ নিচিনাকৈ শিকাব লাগিব নেকি? তাইক কোনোবাই ধৰি নিব পাৰে, কোনোবাই তাইক মাৰি পুতি থ'ব পাৰে, তাই নিজে নদীত জাপ দিব পাৰে—

শুভংকৰ : আৰু সেইবোৰ ঘটনাৰ কোনটো ঘটিছে তাকে উলিয়াবলৈ আমি পুলিচ লগাব লাগে? এই হাজাৰ হাজাৰ ছোৱালীৰ মাজত আমাৰ ঘৰৰ ছোৱালীজনীৰ বেলিকাহে এনে ঘটনা ঘটিবলৈ পালে? কম লাজৰ কথানে?

ৰঞ্জনা : তোমালোকে যি কৰা কৰি থাকা, তাৰ আগতে মোক এটা কথা কৈ বিদায় দি লোৱা। তোমালোকৰ কথাৰ মাজত মই এনেকৈ থিয় হৈ থাকিলে কাৰো একো লাভ নহ'ব। (কিৰণময় দত্তক) আপুনিও শুনক দাদা। বুধবাৰে ৰাতিৰ পৰা ভণ্টি নাই, মই খবৰ পালোঁ কালি, শুকুৰবাৰে ৰাতি। কিয় মই লগে লগে খবৰ নাপালোঁ, সেইবুলি মই ওফোন্দ নাপাতোঁ। এতিয়া আপোনালোকে মোক কওক— মই ভণ্টিৰ খবৰ কৰিম নেকি?

কিৰণময় : ক'ত কৰিবা? কেনেকৈ কৰিবা?

ৰঞ্জনা : গোটেই ৰাজ্যখনতে আমাৰ সমিতিৰ শাখা আছে। প্ৰত্যেক শাখাতে মোৰ বিশ্বাসী মানুহ আছে। ভণ্টিৰ নাম তেওঁলোকৰ সকলোৱে শুনিছে। তাইক মুখামুখিকৈ নেদেখিলেও পেপাৰত-মেগেজিনত তাইৰ ছবি বহুতে দেখিছে। সেই কাৰণে মই টেলিফোনত যোগাযোগ কৰি তেওঁলোকক খবৰ ল'বলৈ ক'ম— ভণ্টিক সেইফালে ক'ৰবাত দেখিছে নেকি?

কিৰণময় : তুমি ভণ্টি হেৰাইছে বুলিয়েই ক'বা নেকি?

ৰঞ্জনা : ঠিক হেৰাইছে বুলি নকওঁ; ক'ম কিবা এটা কায়দা লগাই।

কিৰণময় : কথাটো বদনামৰ নিচিনা হ'ব নেকি?

ৰঞ্জনা : কাৰ বদনাম?

কিৰণময় : তাইৰ— ভণ্টিৰ— ঘৰখনৰ?

ৰঞ্জনা : [হাঁহি মুখেৰে] এতিয়াও আপুনি বদনামলৈকে ভয় কৰি আছে দাদা? এতিয়া আপোনাক বদনামৰ পৰা হাত সাৰিবলৈ লাগে নে ভণ্টিক লাগে, সেইটো কওক। নাই নালাগে, সেইটোও নালাগে, মোক পৰিষ্কাৰকৈ কওক, মই যে আমাৰ সমিতিৰ মানুহৰ হতুৱাই খবৰ লোৱাৰ কথা কৈছোঁ, সেই কামটো কৰিম নে নকৰিম?

কিৰণময় : তিৰোতা মানুহৰ সমিতি— তেওঁলোকৰ মাজত পৰিলে কথাটোৱে বা কি ৰূপ লয়।
ৰঞ্জনা : মই আপোনাৰ অনুমতি— অনুমতি নহয়, হুকুম, আদেশ বিচাৰিছোঁ, কামটো কৰিম নে নকৰিম?
কিৰণময় : দুদিনমান চাওঁচোন। (শুভংকৰক) তইঁতে কি কৰ?
শুভংকৰ : আপুনি যি ভাল দেখে—
ৰঞ্জনা : ঠিক আছে। মই আহোঁ। কেতিয়াবা যদি মোৰ সহায় লাগে, ক'ব।
[ভিতৰলৈ যায়গৈ। অলপ পিছত—]
কিৰণময় : [খঙেৰে] ইহঁত দীপংকৰহঁত কলৈ গ'ল? সিহঁতহালক দেখোন দেখাই নোপোৱা হ'লোঁ। সিহঁতে ক'ত কি কৰি ফুৰিছে?
শুভংকৰ : মই কেনেকৈ কওঁ?
কিৰণময় : ইমান ডাঙৰ বিপদ এটাৰ সময়ত সিহঁতে গা-এৰা দি ফুৰিছে নেকি?
শুভংকৰ : সেইটো কথা সিহঁত আহিলে সিহঁতকে সুধিব।
কিৰণময় : আচৰিত কথা! ভনীয়েক, জীয়েক— এইবোৰতো একেই কথা! ভনীয়েৰ নহৈ তইঁতৰ জীয়েকৰ হোৱা হ'লে তইঁতে কি কৰিলিহেঁতেন?
ৰাজলক্ষী : [টান মাতেৰে] সেইটো কথা নক'ব দেউতা! অলপ আগতে আপুনি কৈছিল নহয়— আপোনাক নোকোৱাকৈ ভণ্টি এঘণ্টাৰ কাৰণে লগৰ ছোৱালী এজনীৰ ঘৰলৈকো নাযায়?
কিৰণময় : কৈছিলোঁ।
ৰাজলক্ষী : সেইটো কিয় হ'বলৈ পাব? তেওঁতো কেতিয়াবা ককায়েকহঁতক সুধি, নবৌয়েকহঁতক সুধিও ওলাই যাব পাৰিলেহেঁতেন। [বৈ] গতিকে আপোনাৰ মতেই, এইখন ঘৰত তেওঁ আপোনাৰ জীয়েক হিচাপেহে থাকে, কাৰো ভনীয়েক-ননদেক হিচাপে নাথাকে। সেইবোৰ কথা বাদ দিয়ক। বিপদৰ সময় কাৰণে, খুৰীৰ নিচিনাকৈ ময়ো কৈছোঁ, মই কি কৰিব লাগে সেইটো কওক, কৰিব পাৰোঁ নেকি চেষ্টা কৰি চাম।
কিৰণময় : তোমালোকে যেনেকৈ কথাবোৰ কোৱা, মগজটো যেন কেৱল মোৰহে আছে। এই বয়সত ইমান ডাঙৰ ঘটনা এটাৰ বোজা অকলে মোৰ মগজটোৱে ল'ব পাৰেনে?
শুভংকৰ : আপুনি ইফালেও কয়, সিফালেও কয়। এইমাত্র যে খুৰীয়ে সহায় কৰাৰ কথা কৈছিল, ঘৰখনৰ বদনামৰ ভয়ততো আপুনি সেই সহায় নালাগে বুলি ক'লে। আমাৰ অৱস্থাওতো সেই একেই! আপুনি কওকচোন আমি কি কৰিব পাৰোঁ? বাটে বাটে গৰু বিচাৰি ফুৰাৰ নিচিনাকৈ তাইক বিচাৰি ফুৰিব নোৱাৰোঁ নহয়। বৰ বেছি পুলিচক খবৰ দিব পাৰোঁ, খবৰ কাগজত বিজ্ঞাপন দিব পাৰোঁ— কিন্তু মইতো প্রথমতেই কৈছোঁ, সেইবিলাকতো ঘৰখনৰ বদনামৰ কথা আছে। সেই কাৰণে কৈছিলোঁ, আৰু দুদিনমান বাট চাওঁ, ক'ৰবাৰ পৰা কিবা খবৰ কিজানি আহেই।
কিৰণময় : তেনেকৈ বাট চাই থাকোঁতেই যদি ক'ৰবাৰ পৰা তাইৰ শবটো পোৱাৰ খবৰ আহে? তেনেহ'লে কি হ'ব?
শুভংকৰ : ঘৰখনৰ সদনাম বাঢ়িব।
ৰাজলক্ষী : [অতিষ্ঠ হৈ] তোমালোকে ইমানকৈ সদনাম-বদনামৰ কথাকে পাওতলি আছা কিয়? এইবিলাকৰ মূল্য কি, সদনাম আৰু বদনামৰ পাৰ্থক্য কি— এইবোৰ কথা তুমিলোকেইতো আটাইতকৈ ভালকৈ জানা!

শুভংকৰ : ময়ে জানো মানে? [খং] তুমি কি mean কৰিছা?

ৰাজলক্ষী : মোৰ কাৰণে তোমাৰ সমান বদনামী মানুহ এই পৃথিৱীত আৰু কোনো নাই। কিন্তু তুমি যাৰ লগত উঠা-বহা কৰা, যাৰ লগত তুমি তোমাৰ ল'ৰা-ছোৱালী আৰু সিহঁতৰ মাকতকৈও বেছি সময় কটোৱা, সেইবোৰ মানুহৰ কাৰণেতো তুমি মহাগুণী, দেৱতাৰ নিচিনা মানুহ।

শুভংকৰ : তুমি আকৌ সেইবোৰ কথা উলিয়াইছা? এয়া সেইবোৰ কথাৰ সময় নেকি?

ৰাজলক্ষী : [ক্ষোভেৰে] তোমালোকৰ সন্মুখত সদনাম-বদনামৰ কথা শুনি শুনি মোৰ বিৰক্তি লাগিছে। অইনৰ কথা নকওঁ, কেৱল তোমাৰ কথা কওঁ। তুমি যিখন ঘৰত থাকা, সেইখন ঘৰৰ সমাজত কিবা সদনাম থকা উচিত নে? তোমাকেই বিচাৰক পাতিছোঁ, কোৱা— তোমাৰ নিচিনা মানুহ থকা ঘৰখনৰ সদনাম বোলা বস্তু এটা থাকিব পাৰেনে?

শুভংকৰ : তুমি মনে মনে থাকা। মনে মনে থাকিব নোৱাৰা যদি ভিতৰলৈ যোৱা।

ৰাজলক্ষী : মনে মনেও নাথাকোঁ, ভিতৰলৈও নাযাওঁ। আগতে মোৰ প্ৰশ্নৰ উত্তৰ দিয়া। মই ৰিপিট কৰিছোঁ—। তুমি এইখন ঘৰৰ মুখিয়াল মানুহ। তেনে ক্ষেত্ৰতো এইখন ঘৰৰ সদনাম থাকিব পাৰেনে? [বৈ] ৰাতি তিনি বজাত ঘৰ সোমাই মোৰ আগত দম্ভালি মাৰিব পাৰা, এতিয়া দেউতাৰ আগত এই সামান্য প্ৰশ্নটোৰ উত্তৰ দিব নোৱাৰা?

শুভংকৰ : মই মোৰ ব্যৱসায়ৰ কামত, পলিটিকছৰ কামত, কিছুমান মানুহৰ লগত কিছুমান সম্পৰ্ক ৰাখিবই লাগিব। সেইবোৰ কামৰ কাৰণে ৰাতিৰ তিনি বজা, দিনৰ তিনি বজা বুলি কোনো কথা নাই।

ৰাজলক্ষী : আৰু সেইসকল ভদ্ৰলোক-ভদ্ৰমহিলাই ৰাতি তিনি বজাত বুদ্ধি-পৰামৰ্শ দি তোমাক প্ৰকাণ্ড বিজিনেছমেন কৰিব? মিনিষ্টাৰ কৰিব? কিন্তু ময়োতো তোমাৰ শুভাকাংক্ষী। ময়োতো শেষ নিশালৈকে সাৰে থাকিব পাৰিলোঁহেঁতেন। মোক লগত নিনিয়া কিয়?

শুভংকৰ : একেসোপা কথাকে তুমি সুবিধা পালেই সুধি আছা। এতিয়া সেইবোৰ—

ৰাজলক্ষী : [লগে লগে] সুবিধা পালেই সুধি আছোঁ, কিন্তু তুমি এদিনো উত্তৰ দিয়াৰ সুবিধা কৰিব পৰা নাই। মোৰ কথাৰ বাৰু উত্তৰ নিদিয়া, কিন্তু এই যে সকলোৰে হাতে হাতে চিঠি এখন পৰিছে, তাত যে তুমি এই নগৰখনৰ মাজনিশাৰ সম্পৰ্ক বুলি লিখা আছে, সেই কথাটোৰতো উত্তৰ দিবা?

শুভংকৰ : নিদিওঁ। মই সেইবোৰ কাপুৰুষৰ বেনামী চিঠিৰ কথাত গুৰুত্ব দিয়া মানুহেই নহওঁ।

ৰাজলক্ষী : ঠিক। তোমাৰ মাজনিশাৰ বন্ধু-বান্ধৱীসকলে তোমাক তেনেকুৱা হ'বলৈকে শিকাইছে। গতিকে মোৰ প্ৰশ্নৰ উত্তৰ মই নিজেই দিওঁ শুনা। তোমাৰ নিচিনা মানুহৰ ঘৰ হোৱা সত্ত্বেও এইখন ঘৰৰ সদনাম ৰৈ-ৰৈ আছে। ৰাতৰি কাকতৰ প্ৰথম পৃষ্ঠাতে তোমালোকৰ সদনাম জিলিকি আছে। গতিকে চিন্তা নকৰিবা, আপুনিও চিন্তা নকৰিব দেউতা, ক'ৰবাত ভণ্টিৰ শৱটো ওলালেও এইখন ঘৰৰ সদনাম নকমে।

কিৰণময় : তুমি এইবোৰ কি কথা কৈছা? এনেকুৱা কথা কিয় কৈছা?

ৰাজলক্ষী : ভণ্টি ঘৰৰ পৰা নাইকিয়া হোৱাৰ কাৰণে হঠাতে মোৰ নিজৰ ওপৰতে ধিক্কাৰ জন্মিছে। আচলতে মইহে কেতিয়াবাই এইখন ঘৰৰ পৰা নাইকিয়া হ'ব লাগিছিল। ইমানবোৰ কথাই মোক দিনে-নিশাই ঠেলি থকা সত্ত্বেও কিয় মই এতিয়াও ইয়াতে সোমাই আছোঁ— বুজিব পৰা নাই।

[ফোন বাজে। শুভংকৰে ফোন ধৰে।]

শুভংকৰ : হেল্লো! মই শুভংকৰ দত্তই কৈছোঁ।— কওকচোন— [শুনি থাকে। ৰিণিকি ৰিণিকি সংগীত শুনা যায়]— হয়। কথাটো হয়।— আপোনালোকে কথাটো কেনেকৈ জানিলে?— কোনে?— হয় নেকি?— এতিয়াই?— আহক আহক।— আছোঁ। আমি ঘৰতে আছোঁ।

[ফোন থয়। ৰৈ থাকে। অলপ পিছত।]

শুভংকৰ : সদৰ থানাৰ পৰা অ' চিয়ে ফোন কৰিছে।

কিৰণময় : কিয়? কি কৈছে তেওঁ?

শুভংকৰ : তেওঁলোকক কোনোবাই ভণ্টি নাইকিয়া হোৱাৰ খবৰটো দিছে।

কিৰণময় : কোনে দিছে? কি বুলি দিছে?

শুভংকৰ : কোনোবাই ফোন কৰি খবৰ দিছে।

কিৰণময় : তাই ক'ত আছে সেই বিষয়ে পুলিচে কিবা খবৰ পাইছে নেকি?

শুভংকৰ : নাই। পুলিচে আমাৰ পৰাহে কিছুমান কথা জানিব খোজে। অলপ পিছতে অ'চিজন ইয়ালৈ আহিব।

[সকলো ৰৈ থাকে। সংগীত।]

অন্ধকাৰ।

## দৃশ্য ঃ ৮

### মঞ্চ ঃ ১

[দেবানন্দ চৌধুৰীৰ ঘৰৰ বহা কোঠালি। চৌধুৰীৰ পৰিবাৰ সুভদ্ৰা আৰু চৌধুৰী আছে। চৌধুৰীয়ে ডাঙৰ কিতাপ এখন পঢ়ি আছে।]

সুভদ্ৰা : নকয় কিয়? মোৰ বুদ্ধিটো কেনে পালে?

চৌধুৰী : [গম্ভীৰ] সুভদ্ৰা! মই যে এই কিতাপখন পঢ়ি আছোঁ তুমি দেখিছানে নাই?

সুভদ্ৰা : তাৰ মানে মোৰ কথাবোৰ আপোনাৰ কাণেদি সোমোৱাই নাই?

চৌধুৰী : সোমাইছে। এই কিতাপখনৰ ইমান ভাল ভাল কথাৰ মাজে মাজে তোমাৰ কথাবোৰো কাণত পৰি থকাৰ কাৰণে মোৰ অসুবিধা হৈছে?

সুভদ্ৰা : মই বেয়া কথা কৈছোঁ নেকি? মই এটা ভাল বুদ্ধি দিছোঁ নে নাই?

চৌধুৰী : চোৱা সুভদ্ৰা, আমাৰ সংসাৰখনৰ দুটা ভাগ আছে। এটা তোমাৰ ভাগ। সেইটো ভাগত জাৰ্চি গাই, প্ৰেছাৰ কুকাৰ, ৰন্ধন গেছ, ইলেকট্ৰিচিটীৰ বিল, টেলিফোনৰ বিল, গাখীৰৰ হিচাব, বাপধনৰ দৰমহা— সেইবোৰ থাকে। মই সেইবোৰৰ মাজত মূৰ সুমুৱাওনে? দেশী গাই দুজনী বেচি জাৰ্চি গাই এজনী কিনিবৰ সময়ত মই এবাৰ কথা কৈছিলোঁ নে? এতিয়া দিনে ঊনৈছ লিটাৰ গাখীৰ লৈ তোমাৰ আৰু বাপধনৰ মূৰ দুটা গৰম হৈ থাকে নে নাথাকে? তোমাৰ বুদ্ধিৰে তুমি তোমাৰ ভাগৰ সংসাৰ চলাই থাকা। সেই বুদ্ধিৰে মোৰ ভাগটো চলাবলৈ গ'লে সৰ্বনাশ হ'ব। [চৌধুৰী মাজতে বহাৰ পৰা উঠে। কথা কৈ কৈ এসময়ত কোঠাটোৰ এটা চুকলৈ যায়। বাহিৰৰ পৰা মানুহ আহিলে সেই চুকটো প্ৰথমতে চকুত

নপৰে। কলিং বে'ল বজাৰ সময়ত চৌধুৰী সেই চুকটোত থিয় হৈ থাকে।]

সুভদ্ৰা : আজিলৈকে কিমান সৰ্বনাশ হৈছে, এটা উদাহৰণ দিয়কচোন।

চৌধুৰী : এটা দি লাভ নাই। যেতিয়া সময় পাম, তেতিয়া এহাজাৰ এটা দিম। এতিয়া— মই তোমাক যি কৰিবলৈ কৈছোঁ, সেইমতে কৰি যোৱা। আটাইতকৈ ডাঙৰ কথা, বাপধন বৰ বিশ্বাসী ল'ৰা বুলি জানো— তথাপি তাৰ ওপৰত চকু ৰাখিবা। এইখিনি কামৰ বাহিৰে এতিয়া তোমাৰ বুদ্ধিৰে মোৰ কথাবোৰত খেলিমেলি নলগাবা। [সুভদ্ৰাই 'ওহ' বুলি ভিতৰলৈ যাব খোজে।]

চৌধুৰী : কলৈ যোৱা?

সুভদ্ৰা : ভাত বাঢ়োঁগৈ। [কলিং বে'ল বাজে। চৌধুৰীয়ে ঘড়ী চায়। সুভদ্ৰা ৰৈ যায়।]

চৌধুৰী : কোন আহিছে চোৱা। [সুভদ্ৰাই দুৱাৰ খুলি দিয়ে। দুজন সাংবাদিক সোমাই আহে।]

সাংবাদিক-১ : নমস্কাৰ।

সাংবাদিক-২ : নমস্কাৰ।

সুভদ্ৰা : নমস্কাৰ।

সাংবাদিক-১ : আমি চৌধুৰী ছাৰক লগ ধৰিবলৈ আহিছিলোঁ। আছে নে ছাৰ?

চৌধুৰী : [তেওঁ থিয় হৈ থকা ফোনটোৰ পৰা] আছোঁ।

সাংবাদিক-১ : অঁ ছাৰ। নমস্কাৰ।

সাংবাদিক-২ : নমস্কাৰ ছাৰ।

চৌধুৰী : নমস্কাৰ। আপোনালোক? [শুভদ্ৰাই দুৱাৰ বন্ধ কৰি নিজৰ ঠাইলৈ উভতি আহে।]

সাংবাদিক-১ : মই কুমুদ অধিকাৰী। মাতৃভূমি কাকতৰ সংবাদ প্ৰতিনিধি।

সাংবাদিক-২ : মই মকবুল হুছেইন। ফ্ৰণ্টিয়াৰ নিউজৰ লোকেল কৰেছ্পনডেণ্ট।

চৌধুৰী : বহক। এওঁ মোৰ পৰিবাৰ। সুভদ্ৰা।

সাংবাদিক-২ : নমস্কাৰ।

সাংবাদিক-১ : নমস্কাৰ বাইদেউ।

সুভদ্ৰা : নমস্কাৰ। বহক।

সাংবাদিক-১ : আমাৰ অলপ লৰালৰি আছে ছাৰ। এতিয়া নবহোঁ। আমি আপোনাক কথা এটা সুধিবলৈ আহিছোঁ।

সুভদ্ৰা : মই চাহ অকণমান আনোগৈ। [যাব খোজে]

চৌধুৰী : শুনা। [শুভদ্ৰা ওভতে] চাহ কাৰ কাৰণে?

সুভদ্ৰা : এওঁলোকৰ কাৰণে।

চৌধুৰী : এওঁলোকে চাহ খাব নে নাখায় সুধিলা? এতিয়া এওঁলোকৰ চাহ খোৱাৰ সময় হয়নে নহয়— সুধিলা?

সাংবাদিক-১ : হয় বাইদেউ, মই এতিয়া চাহ নাখাওঁ। [দ্বিতীয় সাংবাদিকক]— আপুনি খাব নেকি?

সাংবাদিক-২ : নাই নাই, মযো নাখাওঁ।

চৌধুৰী : মানুহ ঘৰলৈ আহিলেই— সময় নাই, অসময় নাই— চাহৰ মেলখন নাপাতিবাচোন। নে কি কয় আপোনালোকে?

সাংবাদিক-১ : হয় ছাৰ। আপুনি ঠিকেই কৈছে। [সুভদ্ৰা যাব খোজে]

চৌধুৰী : তুমি কলৈ যোবা? বহা, তুমিও বহা। বহক আপোনালোকো। ঘৰলৈ অতিথি আহিলে থিয়ৈ থিয়ৈ কথা আৰম্ভ কৰিবলৈ মই বেয়া পাওঁ। [চৌধুৰী বহে। সাংবাদিক দুজনো বহে। সুভদ্ৰা থিয় হৈ থাকে।]

চৌধুৰী : কওকচোন কি কথা?

সাংবাদিক-১ : কিছুদিনৰ আগতে আপোনালোকে ইযাৰে কিৰণময় দত্তৰ ঘৰৰ বিষয়ে এটা লেখা প্ৰকাশ কৰিছিল?

চৌধুৰী : পঢ়িছিল নে?

সাংবাদিক-১ : পঢ়িবলৈ নহ'ল। ভালকৈ পঢ়িম বুলি থৈ দিছিলোঁ, পিছত পঢ়াই নহ'ল। প্ৰধানমন্ত্ৰীৰ ভ্ৰমণ আৰম্ভ হ'ল নহয়, বৰ ব্যস্ত হৈ পৰিলোঁ।

চৌধুৰী : প্ৰধানমন্ত্ৰীৰ ভ্ৰমণতো চলিযেই আছে?

সাংবাদিক-১ : হয, চলি আছে।

চৌধুৰী : তেনেহ'লে লৰালৰি কৰক। মোৰ লগত কি কথা আছিল?

সাংবাদিক-২ : সেই লেখাটোত আপোনালোকে উপাসনা দত্ত নামৰ ছোৱালীজনীৰ বিষয়ে ভালেমান কথা লিখিছিল।

চৌধুৰী : লিখিছিলোঁ। 'আপোনালোকে' নহয়, উপাসনা দত্তৰ বিষয়ে ছপা হোৱা কথাখিনি মই নিজে লিখিছিলোঁ। আপোনালোকেও ছোৱালীজনীক চিনি পায নিশ্চয়?

সাংবাদিক-১ : পাওঁ পাওঁ। উপাসনা দত্তৰ নিচিনা এগৰাকী গাযিকাক চিনি নাপালে কেনেকৈ হ'ব?

সাংবাদিক-২ : কিন্তু আজি চাৰিদিন হ'ল, ছোৱালীজনী নাইকিযা হৈছে।

চৌধুৰী : নাইকিযা হৈছে মানে?

সাংবাদিক-২ : বুধবাৰে আবেলি ছোৱালীজনী ঘৰৰ পৰা ওলাই গৈছে, আজিলৈকে উভতি অহা নাই। ক'ত আছে, কলৈ গৈছে, কোনেও খবৰ পোৱা নাই।

চৌধুৰী : আপোনালোকে খবৰটো ক'ত পালে?

সাংবাদিক-২ : সদৰ থানাত। আমি প্ৰায সদায ৰাতি ইম্পৰটেণ্ট খবৰ কিবা আছে নেকি জানিবলৈ সদৰ থানালৈ যাওঁ। আজিও গৈছিলোঁ। তাতে ইন্সপেক্টৰ চৌহানে ক'লে।

চৌধুৰী : পুলিচে খবৰটো ক'ৰ পৰা পালে?

সাংবাদিক-২ : কোনোবাই টেলিফোন কৰি খবৰটো দিছে বোলে। টেলিফোন কৰাজনে নিজৰ নামো কোৱা নাই।

চৌধুৰী : [উঠে] হয় নেকি? বৰ ইণ্টাৰেষ্টিং কথা। পুলিচে বিচাৰ-খোচাৰ আৰম্ভ কৰিছে নে নাই?

সাংবাদিক-২ : [উঠে] কৰিছে। ইন্সপেক্টৰ চৌহান প্ৰথমতে নিজেই দত্তহঁতৰ ঘৰলৈ গৈছিল।

চৌধুৰী : দত্তহঁতৰ ঘৰলৈ কিয? [প্ৰথম সাংবাদিকো উঠি আহে।]

সাংবাদিক-২ : দত্তহঁতে থানাত একো খবৰ দিযা নাছিলতো। সেই কাৰণে কথাটো কি জানিবলৈ চৌহান প্ৰথমতে তালৈ গৈছিল।

চৌধুৰী : বুজিলোঁ। তাৰ পিছত?

সাংবাদিক-২ : দত্তহঁতৰ ঘৰতে চৌহানৰ ধাৰণা হ'ল— আপোনালোকৰ কাগজত ওলোৱা লেখাটোৰ লগত উপাসনা দত্ত নাইকিয়া হোৱা ঘটনাটোৰ সম্পৰ্ক আছে।

চৌধুৰী : হয় নেকি?

সাংবাদিক-১ : হয় ছাৰ।

চৌধুৰী : এইটোতো আৰু বেছি ইন্টাৰেষ্টিং কথা। কিন্তু চৌহানৰ সেই ধাৰণা হ'বলৈ পালে কেনেকৈ?

সাংবাদিক-২ : দত্ত পৰিয়ালৰ মানুহখিনিৰ লগত কথা পতাৰ পিছত তেওঁৰ সেই ধাৰণা হৈছে।

সাংবাদিক-১ : দত্ত পৰিযালৰ মানুহখিনিযে নিজেও হেনো সেই কথাটো বিশ্বাস কৰে।

সাংবাদিক-২ : অলপ আগতে— আমি থানাত থাকোঁতেই ইন্সপেক্টৰ চৌহান আপোনাক লগ পাবলৈ আহিবলৈ ওলাইছেই। সেই কাৰণে আমি তেওঁতকৈ আগতে আপোনাক লগ ধৰিবলৈ লৰালৰিকৈ আহিছোঁ।

চৌধুৰী : মোক লগ ধৰিবলৈ কিয?

সাংবাদিক-২ : আপোনালোকৰ লেখাটোৰ লগত উপাসনা দত্ত নাইকিযা হোৱা ঘটনাটোৰ কিবা সম্পৰ্ক থাকিব পাৰেনে— এই বিষযে আপোনাৰ অভিমত কি?

চৌধুৰী : [এক মুহূৰ্ত সাংবাদিকজনৰ মুখলৈ চাই থাকি] কাইলৈৰ কাগজৰ প্ৰথম পৃষ্ঠাৰ কাৰণে? [ডাঙৰকৈ হাঁহি] কি নাম কৈছিল?

সাংবাদিক-২ : মকবুল হুছেইন।

চৌধুৰী : মকবুল হুছেইন। হুছেইন, আপুনি আগতে আমাৰ কাগজখনৰ সেই তিনিটা সংখ্যাৰ কথাখিনি মন দি পঢ়ি লওক। পাবনে সংখ্যা তিনিটা?

সাংবাদিক-২ : বিচাৰিলে পাম চাগৈ।

চৌধুৰী : ৰ'ব। [Internal ফোনত এটা বুটাম টিপি দি] কোনে কৈছা?— জগদীশ, তুমি এটা কাম কৰা। এই মাহৰ ১৪ ১৫ আৰু ১৬ তাৰিখৰ কাগজৰ দুটাকৈ কপি মোলৈ পঠাই দিয়া। এতিযাই। [ফোন থৈ] পঢ়ক, আৰু পিছত মোৰ ইণ্টাৰভিউ ল'ব।

সাংবাদিক-১ : নহয নহয ছাৰ, আমি আপোনাৰ ইণ্টাৰভিউ ল'ব খোজা নাই। থানাত আপোনাৰ নামটো ওলাইছে কাৰণে—

[কলিং বে'ল বাজে। চৌধুৰীযে নিজে আগবাঢ়ি গৈ দুৱাৰ খুলি দিযে। ইন্সপেক্টৰ চৌহান সোমাই আহে। সুভদ্ৰা সোমাই যায।]

চৌহান : গুড ইভিনিং ছাৰ।

চৌধুৰী : গুড ইভিনিং। ইন্সপেক্টৰ চৌহান নেকি?

চৌহান : হয ছাৰ। আপুনি মোক চিনি পায নেকি?

চৌধুৰী : চিনি নাপালেও আপুনি আহিব বুলি এইমাত্ৰ এওঁলোকৰ মুখত শুনিলোঁ।

চৌহান : বাতৰি কাকতৰ মানুহৰ খোজ পুলিচৰ খোজতকৈ বহুত বেছি খৰ। [ডাঙৰকৈ হাঁহে। হাঁহি সামৰি] ছাৰ, এখেতসকলে আপোনাক কি কৈছে ক'ব নোৱাৰোঁ। কিন্তু আমাৰ ফালৰ পৰা আপোনাক কিছু কথা ক'বলগীযা আছে, আৰু আপোনাৰ পৰাও কিছু কথা জানিবলগীযা আছে। আগতে এখেতসকলৰ কথা শেষ হওক।

চৌধুৰী : মই যি বুজিলোঁ— এওঁলোকৰ আজিলৈ মোৰ লগত আৰু কথা নাই যেন লাগে।

সাংবাদিক-১ : হয় হয, আজি আমি আৰু আপোনাক আমনি নকৰোঁ। আমি আহোঁ। পিছত আকৌ লগ ধৰিম। [পিযন এটাই ছখন কাগজ চৌধুৰীক দি যায। চৌধুৰীযে লৰালৰিকৈ কাগজখিনি চাই সাংবাদিক দুজনক তিনি কপীকৈ ভগাই দিযে।]

চৌধুৰী : ওঁ। এযা লওক। পঢ়িব।

সাংবাদিক-২ ঃ থেংক ইউ। আমি আজিলৈ আহোঁ ছাৰ।

চৌধুৰী ঃ যাওক।

সাংবাদিক-২ ঃ [চৌহানক] গুড নাইট।

চৌহান ঃ গুড নাইট। [সাংবাদিক দুজন যায়।]

চৌধুৰী ঃ বহক চৌহান।

চৌহান ঃ থেংক ইউ ছাৰ। এই কিৰণময় দত্তৰ ঘৰৰ ঘটনাটো অলপ পাক লগা যেন লাগিছে। আজি মই এছ পি চাহাবৰ লগত দীঘলীয়া আলোচনা কৰিলোঁ। তেখেতে আপোনাৰ লগত অলপ কথা পাতিব খুজিছে।

চৌধুৰী ঃ মোৰ লগত?

চৌহান ঃ হয় ছাৰ?

চৌধুৰী ঃ কেতিয়া?

চৌহান ঃ আজিযেই। এতিয়াই মোক আপোনাক নিবলৈ পঠাইছে।

চৌধুৰী ঃ কলৈ?

চৌহান ঃ থানালৈ। তেখেত তাতে আছে।

চৌধুৰী ঃ [অলপ ভাবি] মোক চাফা কথা কওক চৌহান, আপোনালোকে মোক গ্ৰেপ্তাৰ কৰিছে নেকি?

চৌহান ঃ নাই নাই নাই ছাৰ, গ্ৰেপ্তাৰ নহয়। তেখেতে আপোনাৰ লগত অফিচিয়েলী কিছু কথা পাতিব খোজে।

চৌধুৰী ঃ হয় নেকি? ব'লক তেনেহ'লে। [সুভদ্ৰা সোমাই আহে।]

সুভদ্ৰা ঃ মই চব শুনি আছোঁ। আপুনি কিয় থানালৈ যাব লাগিছে? কিবা কথা সুধিবলগীয়া আছে যদি এছ পি নিজে ইয়ালৈ আহক।

চৌধুৰী ঃ নহয় সুভদ্ৰা। চৰকাৰৰ কিছুমান নিয়ম আছে।

সুভদ্ৰা ঃ কি নিয়ম আছে?

চৌধুৰী ঃ কেতিয়া মই এছ পিৰ তালৈ যাব লাগে, কেতিয়া এছ পি মোৰ ইয়ালৈ আহিব লাগে, তাৰ নিয়ম আছে। মোক শ্বল এখন দিয়া।

সুভদ্ৰা ঃ ময়ো যাওঁ আপোনাৰ লগতে।

চৌধুৰী ঃ তুমি গৈ কিটো কৰিবা? আৰু ঘৰত তোমাৰ কাম নোহোৱা হৈছে নেকি? তুমি ঘৰতে থাকা। শ্বলখন দিয়া। [সুভদ্ৰা লৰালৰিকৈ সোমাই যায়।]— বাহিৰত অলপ জাৰ পৰিছে।

চৌহান ঃ হয় ছাৰ।

চৌধুৰী ঃ থানাত এছ পি মোৰ কাৰণেই বহি আছে নেকি?

চৌহান ঃ হয় ছাৰ।

চৌধুৰী ঃ এঃ! এইটো বৰ বেয়া কথা হৈছে। আমি কিহত যাম?

চৌহান ঃ আমাৰ জীপতে যাব লাগিব ছাৰ। কিবা অসুবিধা হ'ব নেকি?

চৌধুৰী ঃ নাই নাই, কিহৰ অসুবিধা। [সুভদ্ৰা আহে। শ্বলখন চৌধুৰীক দিয়ে]

সুভদ্ৰা ঃ বহুত ৰাতি হ'ব নেকি? আমি কিন্তু ভাত খোৱাই নাই। বাঢিবলৈ লৈছিলোঁহে।

চৌহান ঃ হয় নেকি? আপুনি তেনেহ'লে ভাতকেইটা খাই লওক ছাৰ। মই অকণমান বহোঁ। তাত বা কিমান ৰাতি হয়।

চৌধুৰী : আপোনালোকেও ভাত নাখাব জানো?

চৌহান : এ— আমাৰ ভাতৰ কথা নক'ব ছাৰ। কেতিয়াবা দিনৰ সাঁজ খাওঁতে গধূলি হয়, ৰাতিৰ সাঁজ খাওঁতে দোকমোকালি হয়, এনেকৈয়ে চলি থাকে।

চৌধুৰী : ময়ো আজি আপোনালোকৰ অভ্যাসটোকে পৰীক্ষা কৰি চালোঁহেঁতেন, কিন্তু কথা হ'ল মই ভাত নাখালে এবোঁ নাখায়। এওঁ মোলৈ বাট চাই নোখোৱাকৈ থাকিব, সেইটো মই ভাল নাপাওঁ। গতিকে—

চৌহান : যাওক ছাৰ, মই বহিছোঁ।

[সুভদ্ৰা আৰু চৌধুৰী সোমাই যায়। চৌহানে কাগজ এখন পঢ়িবলৈ লয়।]

অন্ধকাৰ

# দৃশ্য : ৯

মঞ্চ : ২

[কিৰণময় দত্তৰ ঘৰ।-সাংবাদিক দুজন, কিৰণময় দত্ত, দীপংকৰ, ৰাজলক্ষ্মী আৰু কাকলি আছে। সকলো চিন্তিত। কিৰণময় দত্তই এজাপ বাতৰি কাকত কোলাত লৈ এখন পঢ়ি আছে। দীপংকৰেও দুখনমান কাগজ লৈ আছে।]

কিৰণময় : [কাগজকেইখনমান দাঙি দেখুৱাই] এই দুযোখন কাগজত শুভ সংবাদ কাগজৰ মুখ্য সম্পাদক দেবানন্দ চৌধুৰীক ৰাতি দহ বজাত পুলিচে গ্ৰেপ্তাৰ কৰিছে বুলি লিখিছে।

দীপংকৰ : এইকেইখন কাগজত গ্ৰেপ্তাৰ কৰাৰ কথা লিখা নাই, সোধা-পোছা কৰিবলৈ থানালৈ মাতি নিছে বুলিহে লিখিছে।

ৰাজলক্ষ্মী : আপোনালোকতো প্ৰেছৰ মানুহ। আপোনালোকে কি জানে? [টেলিফোন ডায়েল কৰে।]

সাংবাদিক-১ : মই নিজ চকুৰে যি দেখিছোঁ— পুলিচ চৌধুৰীৰ ঘৰলৈ গৈছে, চৌধুৰীক ইন্সপেক্টৰ চৌহানে জীপত তুলি থানালৈ নিছে। থানাত তেখেতক গ্ৰেপ্তাৰ কৰিলে নে নাই, সেইটো খবৰ মই পোৱা নাই।

কাকলি : [দ্বিতীয় সাংবাদিকক] ছচ্ছেইন, আপুনিতো ফ্ৰণ্টিয়াৰ নিউজৰ সাংবাদিক। আপোনাৰ কাকতত কিন্তু চৌধুৰী ছাৰক গ্ৰেপ্তাৰ কৰা বুলি খবৰ ওলাইছে।

সাংবাদিক-২ : মই কিন্তু খবৰটো দিওঁতে গ্ৰেপ্তাৰ কৰাৰ সম্ভাৱনা আছে বুলিহে লিখিছিলোঁ।

ৰাজলক্ষ্মী : [ফোনত] হেল্লো। সম্পাদক বিনয় খনিকৰ আছেনে?— অ' দাদা। মই আপোনাৰ মাতটো ধৰিবই পৰা নাছিলোঁ। দাদা, আজি যে দুখনমান কাগজত চৌধুৰী ছাৰক গ্ৰেপ্তাৰ কৰা বুলি ওলাইছে, কথাটো কি?— হয় নেকি? দাদা, আপোনাক মই এবাৰ লগ পাব লাগিছিল।— ভাল। ভাল বাৰু। [ফোন থয়] চৌধুৰী ছাৰে এতিয়া অফিচতে বহি কাম কৰি আছে। [দ্বিতীয় সাংবাদিকক] আপুনি গ্ৰেপ্তাৰ কৰাৰ সম্ভাৱনা আছে বুলি কিয় খবৰ দিছিলা?

সাংবাদিক-২ : কাৰণ মই পুলিচৰ অনুসন্ধানৰ বিষয়ে কিছুমান ভিতৰুৱা কথা জানিব পাৰিছোঁ। পুলিচে এই ঘটনাটো বৰ ছিৰিয়াছলী লৈছে।

সাংবাদিক-১ : সেই কাৰণে আমিও ঘটনাটো বৰ ছিৰিয়াছলী লৈছোঁ। চৌধুৰীক থানালৈ কিবা সুধিবলৈ মাতি নিলে নে, মাতি নি গ্ৰেপ্তাৰ কৰিলে, তাৰ পাৰ্থক্যটো আমাৰ কাৰণে বৰ ডাঙৰ কথা

নহয়, এই যে ৰাতি ভাত খোৱাৰ সময়ত মানুহজনক ঘৰৰ পৰা থানালৈ লৈ গ'ল, সেইটোৱেই আমাৰ কাৰণে ডাঙৰ কথা।

সাংবাদিক-২ : আমাৰ সংবাদ জগতৰ এখন মুখ্য কাকতৰ মুখ্য সম্পাদক, বয়োজ্যেষ্ঠ মানুহ, তেখেতক ৰাতি থানালৈ ধৰি লৈ যোৱা কামটোক—

সাংবাদিক-১ : ধৰি লৈ যোৱা বুলি অৱশ্যে ক'ব নোৱাৰি!

সাংবাদিক-২ : ধৰি লৈ যোৱা নাইনো কি? হাতকেৰেয়া লগাই টানি টানি লৈ গ'লেহে ধৰি লৈ যোৱা হয় নেকি? এইটো আমাৰ কাৰণে বৰ ডাঙৰ কথা। সংবাদ জগতৰ সন্মানৰ কথা। পুলিচে পুলিচৰ কাম কৰক, আমিও কিন্তু আমাৰ কাম কৰিব লাগিব। সেই কাৰণে আমি আপোনালোকৰ পৰা কেইটামান কথা জানি ল'বলৈ আহিছোঁ?

দীপংকৰ : কি কথা?

সাংবাদিক-২ : আপোনালোকৰ বিষয়ে শুভ সংবাদত প্ৰকাশ পোৱা লেখাখিনি আজি পুৱা মই পঢ়িলোঁ। বেছি ভাগ কথা চৌধুৰীযে নিজেই লিখিছে বুলিও গম পালোঁ। তেখেতৰ লগত আপোনালোকৰ সম্পৰ্ক কিমান দিনৰ? কেনেকুৱা সম্পৰ্ক?

কিৰণময : এতিয়া যে এক্টিং এডিটৰ হৈ আছে— বিনয় খনিকৰ—

সাংবাদিক-২ : হয়।

কিৰণময় : তেওঁ আমাৰ ঘৰৰ মানুহৰ নিচিনা। কিন্তু যিদিনা দেবানন্দ চৌধুৰীয়ে ইণ্টাৰভিউ ল'বলৈ আহিছিল, তেখেতৰ লগত চিনাকি সেইদিনাৰ পৰাহে।

সাংবাদিক-২ : তাৰ পিছত তেখেত আপোনালোকৰ ঘৰলৈ আহিছে নে?

কিৰণময : মই জনাত এদিন আহিছিল।

সাংবাদিক-২ : কিয?

কিৰণময় : ভণ্টি — মানে উপাসনাৰ লগত কিবা কথা আছিল।

সাংবাদিক-২ : হয় নেকি? [দুয়ো সাংবাদিকে চোৱা-চুই কৰে] কি কথা আপুনি নাজানে?

কিৰণময : [থেৰো-গেঁৰো কৰি]— না— নাই— নাজানো।

সাংবাদিক-২ : তাৰ পিছত তেখেত ইয়ালৈ অহাৰ কথা আপোনালোকে কিবা জানে নেকি?

দীপংকৰ : নাজানো।

কাকলি : ময়ো দেখা নাই।

সাংবাদিক-২ : কিন্তু কথাবোৰ ৰহস্যজনক হৈ উঠিছে কিয় জানে? আপোনালোকৰ ঘৰ সোমোৱাৰ আগতে আমি সেইখিনিৰ দোকানখনত মানুহৰ জুম দেখি তামোল এখন খোৱাৰ চলেৰে ওচৰ চাপি গ'লোঁ। গৈ দেখোঁ— খবৰ কাগজ দুখন মাজত লৈ মানুহবোৰে উপাসনা দত্ত আৰু চৌধুৰী ছাৰৰ কথাটোকে আলোচনা কৰি আছে। তাৰ মাজতে দোকানীজনে ক'লে— তেওঁ বোলে কেইদিনমানৰ আগতে ৰাস্তাত চৌধুৰী আৰু উপাসনা দত্তক কথা পাতি থকা দেখিছিল।

কিৰণময় : ৰাস্তাত মানে ক'ত?

সাংবাদিক-২ : আপোনালোকৰ ঘৰৰ আগতে। সেইখিনিৰ ফুটপাথত।

কিৰণময় : কিমান সময়ত?

সাংবাদিক-২ : ৰাতি। তেতিয়া দোকানীজনৰ দোকান বন্ধ কৰিবৰ হৈছেই।

ৰাজলক্ষী : ৰাতি?

সাংবাদিক-২ : দোকানীজনে কোৱা মতে— সেইখিনিতে যে গছ এজোপা আছে, সেইজোপাৰ কাৰণে

ফুটপাথটোৰ অকণমান ঠাইত ষ্ট্ৰিট লাইটৰ পোহৰ ভালকৈ নপৰে। সেই আধা আন্ধাৰ ঠাইতে থিয় হৈ বোলে উপাসনা দত্তই টান টান সুৰেৰে চৌধুৰীক কিবা কৈছে, আৰু চৌধুৰীয়ে বোলে তেওঁক কিবা বুজাবলৈ চেষ্টা কৰিছে।

দীপংকৰ : আমিতো এইবোৰৰ একো নাজানো।

সাংবাদিক-২ : সেই কাৰণেইতো ঘটনাটো ৰহস্যময় হৈছে। মানুহবিলাকে দোকানীজনক বুজাইছে— তুমি যি দেখিছিলা, পুলিচক কৈ দিয়াগৈ। তেওঁতো মানুহৰ হেঁচাত পুলিচক কৈ দিবগৈ।

ৰাজলক্ষী : সেইবোৰ কথাও কাগজত ওলাব নেকি?

সাংবাদিক-১ : আমি সঁচা-মিছাৰ প্ৰমাণ নোপোৱাকৈ দোকানী এজনে কৈছে বুলি ফটকৰে কথা এটা ছপা কৰি নিদিওঁ।

সাংবাদিক-২ : তুমিহে নিদিবা। সকলোৱেতো তোমাৰ নিচিনাকৈ আদালতৰ ৰায় ওলাবলৈ বাট চাই নাথাকে। কি শুনিলোঁ, কি দেখিলোঁ— তাৰ ওপৰতেতো কাগজ চলি আছে। [ৰাজলক্ষীক] কিন্তু আপোনালোকে চিন্তা নকৰিব। আমি সদায় সত্যৰ ফালে থাকিম। ভুল কাম কৰিলে আমি পুলিচকো শুদাই নেৰিম, আমাৰ সন্মানীয় ব্যক্তিকো শুদাই নেৰিম। আমি সত্য প্ৰতিষ্ঠা কৰিমেই, আৰু দোষীৰ দোষ উদঙাই দিমেই। [প্ৰথম সাংবাদিকক] ব'লা যাওঁ। নে তোমাৰ আৰু কিবা কথা আছে?

সাংবাদিক-১ : [দীপংকৰক]উপাসনা দত্তৰ কি হ'ব পাৰে, সেই বিষযে আপোনালোকে কিবা অনুমান কৰিব পাৰিছেনে?

দীপংকৰ : নাই পৰা।

সাংবাদিক-১ : ভাল বাৰু, আজিলৈ আহোঁ।

দীপংকৰ : ভাল।

[সাংবাদিক দুজন যায। অলপ পিছত—]

ৰাজলক্ষী : কিন্তু দীপংকৰ— [ৰৈ যায]

দীপংকৰ : কোৱা বৌ—

ৰাজলক্ষী : কথাবোৰ বৰ জটিল হৈ গৈছে। এনে অৱস্থাত আমি অবিনাশৰ কথাটো ভাবিব নালাগিছিল নে?

কিৰণময : [চিঞৰি] তুমি ঠিক কৈছা। তাক বিচাৰি উলিযাব লাগে। পুলিচক একো ক'ব নালাগে, কিন্তু তাক বিচাৰি উলিযাব লাগে।

দীপংকৰ : আপুনি নিচিঞৰিবচোন। আমি অবিনাশৰ কথা নাই ভবা বুলি ভাবিছে নেকি?

কিৰণময : নক'লে মই কেনেকৈ জানিম তহঁতে ভাবিছ নে নাই? কি ভাবিছ মোকো কবিতো।

দীপংকৰ : যেতিযা যি ক'ব লাগে ক'ম নহয। কিবা ভাবিলেও চবেই শুনাকৈ চিঞৰি চিঞৰি ভাবিব লাগে নেকি? আপুনি অবিনাশৰ কথা পুলিচক ক'বলৈ নিদিযে কিয়?

কাকলি : মনে মনে থাকা। দেউতা, আপুনি ভিতৰলৈ যাওক। এওঁলোকৰ মনবোৰ বৰ অস্থিৰ হৈ আছে। এতিযা নিজৰ ভিতৰতে কাজিয়া কৰিব নালাগে। যাওক।

[কিৰণময দত্ত যায়। অলপ পিছত]

কাকলি : তুমি ঠিকেই কৈছা বৌ। অবিনাশৰ কথা আমি প্ৰথমেই ভাবিব লাগিছিল। নভবাও নহয়— ভাবিছিলোঁ। কিন্তু আজি কেইবাদিনো অবিনাশক আমি দেখাই নাই।

ৰাজলক্ষ্মী : [আচৰিত হৈ] কি? দেখাই নাই? তেওঁতো তোমালোকৰ দোকানলৈ সদায় আহে!

দীপংকৰ : সদায় আহে বুলি তুমি কেনেকৈ জানিলা?

ৰাজলক্ষ্মী : মই বহুত খবৰ ৰাখোঁ দীপ। এতিয়া সেইবোৰ কথা বাদ দিয়া। তেওঁক কেতিয়াৰ পৰা দেখা নাই?

দীপংকৰ : বৃহস্পতিবাৰৰ পৰা।

ৰাজলক্ষ্মী : বুধবাৰে শেষবাৰৰ কাৰণে কিমান সময়ত লগ পাইছিলা?

দীপ : [কাকলিক] সন্ধিয়া ছয়মান বজাত?

কাকলি : সাত— চাৰে সাতমানত হ'ব।

ৰাজলক্ষ্মী : সেইদিনাৰ পৰা ভণ্টি নোহোৱা হৈছে, আৰু সেইদিনাৰ পৰাই অবিনাশকো তোমালোকে দেখা নাই— এইটো চিন্তাৰ কথা হোৱা নাইনে?

দীপংকৰ : কিয় হোৱা নাই? কাকো নক'লেও আমি তাকে চিন্তা কৰি আছোঁ। অনবৰত অবিনাশৰ খবৰ কৰি আছোঁ।

[শুভংকৰ আহে]

শুভংকৰ : [গম্ভীৰ] এই প্ৰেছৰ মানুহবোৰ গ'ল নে নাই?

ৰাজলক্ষ্মী : গ'ল।

শুভংকৰ : এইবোৰ বন্ধ কৰা। এই আহিব পুলিচৰ মানুহ, এই আহিব কাগজৰ মানুহ। এনেকৈ ঘৰত মানুহ থাকিব পাৰে নেকি? কোনোবাই যদি লগ পাব খোজে, তোমালোক ওলাই যাবা, ক'ৰবাত কথা পাতিবাগৈ। এই ঘৰটোক কাছাৰী ঘৰ কৰিব নালাগে।

ৰাজলক্ষ্মী : এটাইমখাতো জে'ললৈ যাবলগীয়া হৈ আছোঁৱেই। জে'লতে সোমাই থাকিলেগৈ কেনে হয়?

শুভংকৰ : [গৰ্জি]— চুপ। [নিস্তব্ধ]

অন্ধকাৰ

# দৃশ্য : ১০

## মঞ্চ : ১

[দেবানন্দ চৌধুৰীৰ ঘৰৰ বহা-কোঠালি। দিনত। সুভদ্ৰাই খবৰ কাগজ পঢ়িছে। তেওঁৰ সন্মুখৰ চাপৰ মেজখনত এজাপ খবৰ কাগজ। সহকাৰী সম্পাদক এজন থিয় হৈ আছে। বিনয় চিন্তিত। তেওঁ অলপ সময় চিন্তা কৰি টেলিফোন কৰে।]

বিনয় : [ফোনত] কোনে কৈছা?— কি হ'ল বিৰাজ? হয় নেকি?— ওলাই আহিল? বাৰু থোৱা। [ফোন থয়]

দ্ৰা : কি হ'ল? কিবা নতুন খবৰ?

বিনয় : দাদাক মুকলি কৰি দিছে। আহি আছে। পাবহি এতিয়া।

সুভদ্ৰা : জামিনত দিছে নে একেবাৰে এৰিয়েই দিছে?

বিনয় : জামিনত দিছে।

সুভদ্ৰা : তেওঁলোকে মানুহজনক গ্ৰেপ্তাৰ কৰিছে এৰিলে।

বিনয় : নকৰিবনো কিয় কওকচোন নবৌ। দাদাই যেনেকুৱাহে কথাবোৰ কয়।

সুভদ্ৰা : কেনেকুৱা কথা কয়?

বিনয় : যিটো হয়, সেইটো দ্বিধাৰ্হিধ হয় বুলি কৈ দিলেই লেঠা মৰে। তাকে নকৈ— হয়, নহয়, আধা হয় আধা নহয়, ইমানকণ হয় ইমানকণ নহয়— এনেকুৱা কৰি থাকিলে পুলিচৰো উপায় নোহোৱা হয়। আজি ইমান দিনে একেলগে কাম কৰিলোঁ, তথাপি মানুহজনৰ মতি-গতি বুজিব নোৱাৰিলোঁ।

সুভদ্ৰা : মানুহজনৰ মতি-গতিৰ কথা বাৰু বাদ দিয়া। এই কাগজবোৰত যিসোপা লিখিছে, সেইসোপা পঢ়িলে পুলিচ নালাগে তুমিয়েই তেখেতক গ্ৰেপ্তাৰ নকৰাকৈ এৰি দিবানে? এয়া চোৱাচোন [কাগজ এখন মেলি]— লিখিছে— 'কোনো কোনো মহলৰ মতে ৰাতি বাটৰ আন্ধাৰ ঠাইত গোপনে লগ পোৱালে চাই অবৈধ সম্পৰ্কৰ কথাও নুই কৰিব নোৱাৰি।'— তাৰ মানে আমাৰ এখেতৰ লগত উপাসনা দত্তৰ অবৈধ সম্পৰ্ক?

সহঃ সম্পাদকঃ আপুনিনো সেইবোৰ কিয় পঢ়িছে বাইদেউ? সেইবোৰ পঢ়িবলগীয়া কথা নেকি?

সুভদ্ৰা : মই নপঢ়িলে কি হ'ব? ছপা হ'লেই যেতিয়া মানুহেতো পঢ়িবই।

সহঃ সম্পাদকঃ পঢ়িলে পঢ়ক। কিন্তু যি বুজে তেওঁলোকে বিশ্বাস নকৰে নহয়।

সুভদ্ৰা : কোনে বুজে হে'? কি বুজে? যিটো ছপা হৈছে, সেইটো নুবুজি, যিটো ছপা হোৱা নাই, সেইটো বুজিব নে?

বিনয় : সেই বুলি দাদাৰ নিচিনা এজন মানুহৰ কথা মানুহে এনেকৈ ভাবিব পাৰিবনে?

সুভদ্ৰা : কিয় নোৱাৰিব? হৃষ্ট-পুষ্ট মানুহ, এতিয়াও দ্বিতীয়, তৃতীয়, চতুৰ্থবাৰ বিয়া কৰোৱাৰ সময় আছে।

বিনয় : অকল সময় থাকিলেই নহ'ব নহয়। মনটোওতো থাকিব লাগিব।

সুভদ্ৰা : লাগিব। নিশ্চয় লাগিব। কিন্তু কাৰ মন আছে, কাৰ মন নাই, তুমি বাহিৰৰ পৰা কেনেকৈ জানিবা? যিসকলৰ সময় আছে, তেখেতসকলৰ বহুতৰে মনো থাকে বুইছা? কত ডাটি-পকা মুনিৰো মতিভ্ৰম হয়।

বিনয় : আপুনিও তেনেহ'লে এইবোৰ কথাকে বিশ্বাস কৰিব নেকি?

সুভদ্ৰা : [গম্ভীৰ] মই তেখেতৰ লগত আঠাইছ বছৰ একেলগে আছোঁ। গতিকে মই কি বিশ্বাস কৰিব লাগে, কি বিশ্বাস কৰিব নালাগে, সেইবোৰ কথা মোক এইবোৰ কাগজে শিকাব নালাগে। [হাতৰ কাগজখন দলি মাৰি দিয়ে। ফোন বাজে। সুভদ্ৰাই ধৰে।]

সুভদ্ৰা : হেল্লো।— মই শ্ৰীমতী চৌধুৰীয়ে কৈছোঁ।— হয়।— পঢ়িছোঁ।— সাতখনমান পঢ়িছোঁ।— বৰ ফুৰ্তি লাগিছে।— হয়।— এতিয়াই সেইটো কৰিব খোজা নাই। [ফোন থয়] মোক ডিঙিত ফাঁচ লগাই মৰিবলৈ কৈছে। এতিয়াও যে মই জীয়াই আছোঁ, সেই কাৰণে টেলিফোন কৰা মানুহজনৰ দুখ লাগিছে।

বিনয় : আপুনি ফোন বাজিলে ধৰে কিয়? এইবাৰৰ পৰা নধৰিব।

সুভদ্ৰা : বাৰু খনিকৰ, মোক এটা কথা কোৱাচোন। এই যে লিখিছে— কোনো কোনো মহলৰ মতে এইটো অবৈধ সম্পৰ্ক হ'ব পাৰে— এই মহল বোলাটো কি বস্তু হে'?

বিনয় : নিজৰ পেটৰ কথা নিজৰ নামত লিখিবলৈ ভয় কৰি যাৰ নামত জাপি দিয়া হয়, তাকে মহল বোলে।

[ফোন বাজে]

বিনয় : [লৰালৰিকৈ]আপুনি নধৰিব। [নিজে ফোন তুলি লয] হেল্লো।— হয়, মই তেখেতসকলৰ ঘৰৰ পৰাই কৈছোঁ।— তেখেতে খবৰ কাগজ পটি আছে।— তেখেতৰ গিৰীয়েক দেবানন্দ চৌধুৰী আৰু উপাসনা দত্ত নামৰ ছোৱালীজনীৰ বিষয়ে যিবোৰ কথা ছপা হৈছে, বাছি বাছি সেইবোৰ পটি আছে।— আপুনি কোনে কৈছে?— সান্ত্বনা দিবলৈ সাহ হয়, নিজৰ নামটো ক'বলৈ সাহ নহয়?—[ফোন থৈ দিয়ে। গাড়ীৰ শব্দ শুনি বাহিৰলৈ চায়।]

সুভদ্ৰা : আমাৰ গাড়ীখন আহিছে নেকি?
[সহকাৰী সম্পাদক আৰু বিনয ওলাই যায। সুভদ্ৰাই দুৱাৰৰ ফালে গৈ ডিঙি মেলি বাহিৰলৈ চায। ফোন বাজে। সুভদ্ৰাই ফোনটো নমাই থৈ দিয়ে। চৌধুৰী আহে। পাছে-পাছে বিনয় আৰু সহঃ সম্পাদক। চৌধুৰীৰ চোলাত পকা বিলাহীৰ দাগ। চুলি আউল-বাউল।]

সুভদ্ৰা : কি হ'ল? চোলাত এইবোৰ কি লাগিল? চুলিবোৰো দেখোন আউল-বাউল? বহকচোন।

চৌধুৰী : বহিম বাৰু। আগতে গাটো ধুই ল'ব লাগিব। [ফোনটো দেখি] ফোনটো নমাই থৈছা কিয? কাৰোবাৰ কল আহিছে নেকি? [ফোনটো তুলি লৈ] হেল্লো।— দেবানন্দ চৌধুৰীয়ে কৈছোঁ।— কওকচোন।— থানাৰ ওচৰত এতিযাও বহুত মানুহ গোট খাই আছে চাগৈ। আপুনি খবৰবোৰ তেওঁলোকৰ পৰা লওক। এতিযা মোৰ পৰা খবৰ লৈ লাভ নাই। [ফোন থৈ দিয়ে।]

সুভদ্ৰা : কি হৈছে কওকচোন।

চৌধুৰী : মোক যেতিয়া থানাৰ পৰা আহিবলৈ দিয়ে, তেতিয়া থানাৰ বাহিৰত ঢেৰ মানুহ বুইছা? চিঞৰ-বাখৰ, শ্ল'গান, হুলস্থূল কাৰবাৰ।

সুভদ্ৰা : কি শ্ল'গান?

চৌধুৰী : [নাটকীযভাৱে]— অপৰাধীক শাস্তি দিযক, চৰিত্ৰহীনক সমাজৰ পৰা আঁতৰ কৰক, অপহৰণকাৰীক জে'লত ভৰাওক, উপাসনা দত্তৰ ৰহস্য ভেদ কৰক, দুষ্কৃতিকাৰীৰ হাতৰ পৰা শিল্পীক ৰক্ষা কৰক, দেবানন্দ চৌধুৰী মুৰ্দাবাদ— সেইবিলাকেই আৰু [অলপ সময চিন্তা কৰি] পিছত মই যেতিয়া ওলাই আহিছোঁ, তেতিয়া কিছুমান মানুহে মোৰ গালৈ বিলাহী আৰু কণী দলিযাইছে বুইছা? [চোলাটো দাঙি দেখুৱায।]

চৌধুৰী : আৰু এজাক মানুহে— ওচৰৰ দোকানকেইখনৰ পৰাই আনিলে নেকি জানো, আমাৰ কাগজখনৰ এসোপা কপী দ'ম কৰি জ্বলাই দিছে। [খোজ কাঢ়ি] এওঁলোকক কালি ৰাতিৰ কথাটো কৈছা নে নাই?

সুভদ্ৰা : নাই কোৱা।

চৌধুৰী : বুইছা বিনয, এঘণ্টা-ডেৰ ঘণ্টাৰ মূৰে মূৰে কোনোবাই আমাৰ ঘৰটোলৈ দলিযাই আছে। শুব পৰা নাই। যিটো ৰুমৰ তিনিখন খিৰিকীৰ আযনা ভাগি গৈছে।

বিনয় : পুলিচক খবৰ নিদিলে?

চৌধুৰী : পুলিচেই ইমানকৈ মোৰ খবৰ লৈ আছে যেতিয়া মই আৰু পুলিচক কি খবৰ দিম?

সুভদ্ৰা : ছোৱালীজনী বিচাৰি উলিয়াবৰ কাৰণে পুলিচে কি কৰিছে?

চৌধুৰী : খাল-বিল-পুখুৰী-নদী— যি য'ত আছে সকলোতে জাল মৰাইছে। বিনয়!

বিনয় : দাদা।

চৌধুৰী : কাইলৈ বোলে আমাৰ অফিচৰ আগত কোনোবাই মোৰ প্ৰতিকৃতি দাহ কৰিব। তোমালোকে

কেৱল চাবা, কোনেও যাতে অফিচৰ ভিতৰ সোমাই কাগজ-পাতি, চকী-মেজ এইবোৰত হাত দিব নোৱাৰে। গুগুাই নষ্ট কৰিবলগীয়া বস্তু আমাৰ অফিচত একো নাই।

[কলিং বে'ল বাজে। বিনয় দুৱাৰৰ ফালে যায়। সাংবাদিক-১ আৰু সাংবাদিক-২ সোমাই আহে।]

সাংবাদিক-১ : নমস্কাৰ ছাৰ।

সাংবাদিক-২ : নমস্কাৰ।

চৌধুৰী : নমস্কাৰ।

সাংবাদিক-২ : চিনি পাইছে ছাৰ?

চৌধুৰী : মকবুল হুছেইন। ফ্রন্টিয়াৰ নিউজৰ লোকেল কৰেছপনডেন্ট।

সাংবাদিক-২ : হয় ছাৰ। আপোনাৰ ভাল মনত আছে। আমি পোনে পোনে আচল কথাটোলৈ আহোঁ। এই ঘটনাবিলাকৰ কাৰণে আমি বৰ চিন্তিত হৈছোঁ। আজি পুৱা সাংবাদিক সংস্থাৰ এখন ইমাৰ্জেন্ট মিটিঙো হৈছিল।

চৌধুৰী : কিয়?

সাংবাদিক-২ : এই কথাটো লৈযেই।

চৌধুৰী : তাৰ পিছত?

সাংবাদিক-২ : মিটিঙত সকলোৱে সিদ্ধান্ত কৰিলে— আপোনাক লৈ এখন প্ৰেছ কনফাৰেন্স পাতিব লাগে।

চৌধুৰী : কিয়?

সাংবাদিক-১ : যেযে যিহকে পাই তাকে লিখি আছে, কৈ আছে, কিন্তু আচল কথাবোৰ মানুহে জানিব লাগে। কথাবোৰ চাফা হ'ব লাগে। সেই কাৰণে।

চৌধুৰী : [অলপ সময় স্থিৰ দৃষ্টিৰে চাই থাকি] সংবাদমেলখন মোক মোৰ স্পষ্টীকৰণ দিবলৈ পতা হৈছে নে, মোক জেৰা কৰিবলৈ পতা হৈছে?

সাংবাদিক-১ : ঘাইকৈ আপোনাৰ স্পষ্টীকৰণৰ কাৰণেই পতা হৈছে—

সাংবাদিক-২ : [লগে লগে] দুযোটা, দুযোটাৰ কাৰণেই ছাৰ। আপুনিও আপোনাৰ স্পষ্টীকৰণ দাঙি ধৰিব, আৰু আমাৰ কাৰোবাৰ কিবা সুধিবলগীযা থাকিলেও তেওঁ নিশ্চয সুধিব। সেইটোক আপুনি জেৰা বুলি নধৰিব।

চৌধুৰী : [দুখোজমান অহা-যোৱা কৰি, অলপ ভাবি, টান মাতেৰে]

ঠিক আছে। প্ৰেছ কনফাৰেন্স হ'ব। কিন্তু সেইখন কনফাৰেন্স মই মাতিম। মই কলৈকো যাব নোৱাৰোঁ। ইযাত, মোৰ ঘৰত, মই ঠিক কৰা দিনত, মই ঠিক কৰা সমযত হ'ব। কোনোবাই যদি জোতাৰ মালাও আনিব খোজে, ইযালৈকে আনিব পাৰিব। মই আপোনালোকৰ সংস্থাৰ অফিচলৈ খবৰ পঠাম, আপোনালোকে কাক কাক মাতিব লাগে মাতিব। আৰু তাৰ বাহিৰে কাক কাক মাতিব লাগে, সেইটো মই ঠিক কৰিম। আপোনালোক এতিযা যাওক।

সাংবাদিক-২ : মিটিংখন কিমান দিনৰ ভিতৰত— ?

চৌধুৰী : [লগে লগে] যিমান সোনকালে পাতিব পাৰোঁ, মোৰ নিজৰ কাৰণেই ভাল। নমস্কাৰ।

সাংবাদিক-২ : নমস্কাৰ।

সাংবাদিক-১ : নমস্কাৰ। [দুযো যায।]

চৌধুৰী : বিনয়!

বিনয : দাদা?

চৌধুৰী : [দৃঢভাৱে] মই এই মিটিংখন পৰিহিলৈকে পাতিম। কিন্তু তাৰ আগতে মই দত্ত পৰিয়ালৰ মানুহখিনিক লগ পাব লাগিব। তুমি তেখেতসকলৰ লগত যোগাযোগ কৰিব পাৰিবানে?

বিনয : আপুনি কেতিয়া যাব খুজিছে?

চৌধুৰী : যেতিয়াই তেখেতসকলৰ সকলোকে লগ পাওঁ তেতিয়াই। ই সেইটো কামৰ কাৰণে মই মুকলি হৈ থাকিম। তুমি ক'বা, এই সংবাদমেলখনৰ আগতে, তেখেতসকলৰ পৰিয়ালৰ সকলোকে মই লগ পোৱাটো সেই গোটেই পৰিয়ালটোৰ কাৰণে অত্যন্ত প্ৰয়োজনীয়। [ যায। হঠাতে উভতি আহি] ক'বা— মই তেখেতসকলৰ মাত্ৰ পাঁচ মিনিট সময় ল'ম। [যায়।]

সুভদ্ৰা : [ চৌধুৰীৰ পাছে পাছে গৈ, হঠাতে উভতি আহি] খনিকৰ, কথাবোৰ বহুত আগবাঢি গৈছে। কাইলৈ অফিচৰ আগত সঁচাকৈয়ে—?

বিনয : আপুনি চিন্তা নকৰিব। মই পুলিচকো খবৰ দি ৰাখিম। লস্কৰ।

সহঃসম্পাদক : ছাৰ?

বিনয : অফিচলৈ যোৱা। হালদাৰহঁতক কথাবোৰ ক'বাগৈ।

সহঃ সম্পাদক : ভাল ছাৰ।

[সহঃ সম্পাদক ওলাই যায। লগে লগে সাংবাদিক-১ আৰু সাংবাদিক-২ সোমাই আহে।]

সাংবাদিক-১ : কথা এটাৰ কাৰণে উভতি আহিলোঁ। এক মিনিটৰ কাৰণে বাইদেউক অকণমান আমনি কৰোঁ। কৰোঁ নে বাইদেউ?

সুভদ্ৰা : কেনেকুৱা আমনি?

সাংবাদিক-১ : এই যে চৌধুৰী ছাৰ আৰু উপাসনা দত্তক লৈ ইমান হুলস্থূল লাগিছে, এইটো কথাত আপোনাৰ মনৰ ভাব কেনেকুৱা হৈছে? আপোনাৰ প্ৰতিক্ৰিয়া কেনেকুৱা?

সুভদ্ৰা : [দৃঢভাৱে] মোৰ স্বামী যে এতিয়াও ইমান শক্তিশালী, সক্ষম আৰু আকৰ্ষণীয় মানুহ হৈ আছে, তেখেত যে এতিযাও নাৰী সম্পৰ্কীয ঘটনাত আলোড়ন সৃষ্টি কৰিব পৰা মানুহ হৈ আছে, তাৰ বাবে মই গৰ্ব অনুভৱ কৰোঁ।

সাংবাদিক-২ : উপাসনা দত্ত—

সুভদ্ৰা : হ'ব যাওক। মই আৰু একো নকওঁ। কেবল এটা কথা মনত ৰাখিব। মই কোৱা এটা শব্দও যদি আপুনি সলনি কৰি ছপা কৰে, তেনেহ'লে মই আপোনাৰ ওপৰত মোকৰ্দমা কৰিম। ভাল দিন আমাৰো আহিব।

[সোমাই যায]

সাংবাদিক-১ : [বিনযক] মই এটা কথা সুধিবলৈ পাহৰি গ'লোঁ। আজি যে থানাৰ ওচৰত গণ্ডগোল হৈছিল, ছাৰে আঘাত পালে নেকি?

বিনয : পালে।

সাংবাদিক-১ : কিমান আঘাত পালে? ক'ত আঘাত পালে?

বিনয : মূৰটো ফাটি গৈছে। ৰাজহাড়ডাল দুঠাইত ভাগিছে।

সাংবাদিক-১ : আপুনি ধেমালি কৰিছে।

বিনয : ধেমালি কৰিছোঁ বুলি কেনেকৈ জানিলা? আচল কথাটো তোমালোকে জানা নেকি?

সাংবাদিক-২ : নাজানো।

বিনয : নাজানা যদি যি মন যায় লিখি দিবা।

সাংবাদিক-২ : তেনেকৈ কোনোবাই সাংবাদিকতা কৰে নেকি?

বিনয় : কোনোবাই কোনোবাই কৰে। 'কোনো কোনো মহলৰ মতে' বুলি লিখি দিবা যোৱা। মোৰ এতিয়া জৰুৰী কাম আছে।
[সাংবাদিক দুজন ওলাই যায়। বিনয়ে ফোন ডায়েল কৰে।]
অন্ধকাৰ

# দৃশ্য : ১১

## মঞ্চ : ২

[এই দৃশ্যটোৰ আৰম্ভণিতে মানুহবিলাকে চৌধুৰীৰ বিৰুদ্ধে তৰ্জন-গৰ্জন কৰি থাকে। কিন্তু চৌধুৰী অহাৰ লগে লগে— তেওঁৰ ব্যক্তিত্ব, আচৰণ, কথা-বতৰাৰ ধৰণ দেখি তেওঁলোক স্তব্ধ হৈ যায়। তেওঁলোক ভয়ত পেপুৱা লাগে। চৌধুৰীৰ সাজ-পাৰ, অভিনয় আদি তেনেকুৱা হ'ব লাগিব।]

[ৰাতি। কিৰণময় দত্তৰ ঘৰৰ বহা কোঠালি। কিৰণময় দত্ত, শুভংকৰ, দীপংকৰ, কাকলি, ৰাজলক্ষী আৰু ৰঞ্জনা আছে। সকলো গম্ভীৰ। অলপ পিছত—]

কিৰণময় : এই মানুহটো কিয় আকৌ আমাৰ ঘৰলৈ আহিব লাগিছে?

দীপংকৰ : কিয় আহিছে ক'ব নহয়। কি কয় শুনকচোন।

কিৰণময় : নুশুনো মই তাৰ কথা। যিদিনাই সি এইখন ঘৰত ভৰি দিলে, সেইদিনাৰে পৰা ঘৰখনত কলি লাগিল। সিতো এতিয়া জে'লত থাকিবলগীয়া মানুহ। আকৌ আমাৰ ঘৰলৈ আহিবলৈ সি সুবিধা পায় কেনেকৈ?

শুভংকৰ : মই তাক পোনে পোনে ভণ্টিৰ কথা সুধিম, কাগজত যিবোৰ কথা ওলাইছে, সেইবোৰ সঁচা নে মিছা সুধিম, আৰু ঠিক ঠিক উত্তৰ দিব নোৱাৰিলে তাক গতিয়াই ঘৰৰ পৰা উলিয়াই দিম।

ৰঞ্জনা : মোৰ হিচাপত আমি পুলিচতো খবৰ দি থোৱা ভাল। মানুহজনে আমাৰ লগত কথা পাতি থাকোঁতে পুলিচৰ মানুহ যদি সিটো কোঠালিত বহি থাকে, তেনেহ'লে দৰকাৰ হ'লে তৎক্ষণাত এইটো কোঠালিলৈ আহিব পাৰিব। কৰোঁ নেকি ফোন এটা?

শুভংকৰ : কৰক। [ৰঞ্জনাই ফোন ডায়েল কৰি থাকে। কিন্তু লাইন নাপায়।]

ৰাজলক্ষী : তোমালোকৰ টেপ-ৰেকৰ্ডাৰটো ভালে আছেনে কাকলি?

কাকলি : আছে।

ৰাজলক্ষী : আনাচোন। আনি ইয়াতে থৈ দিয়া। মানুহজনে কথা ক'বলৈ আৰম্ভ কৰিলেই সেইটো অন কৰি দিবা।
[কাকলি সোমাই যায়।]

কিৰণময় : ইমানৰ পিছতো সি আমাৰ ঘৰলৈ আহিবলৈ সাহ কৰে? তাৰতো স্পৰ্ধা কম নহয়।

শুভংকৰ : ইফালে কথা এটা সুধিবলৈ ফোন কৰিলে কোনোবাই উত্তৰ দিয়ে— সি ঘৰত নাই, অফিচত নাই, ফোনত কথা নাপাতে, কিমান ফন্দি।

কিৰণময় : তাৰ ফন্দি আজি বাজ কৰিম। তইঁতে খালী মোক বাধা নিদিবি।
[কাকলিযে টেপ ৰেকৰ্ডাৰ এটা আনি মাজৰ মেজখনত থয। কলিং বে'ল বাজে। সকলো সাৱধান হয। দীপংকৰে দুৱাৰ খুলি দিয়ে। ব্যক্তিত্বসূচক সাজ-পাৰ পিন্ধি গম্ভীৰ খোজেৰে চৌধুৰী সোমাই আহে। তেওঁ তীক্ষ্ণ দৃষ্টিৰে সকলোলৈকে চায। কাকলিযে টেপটো অন কৰি নিজৰ ঠাইলৈ যায়। ৰঞ্জনাই ফোন এৰি নিজৰ ঠাইলৈ যায়।]

চৌধুৰী : [এঠাইত থিয হৈ, সকলোলৈকে চাই লৈ, গম্ভীৰ মাতেৰে]— আপোনালোক সকলো আছে? ধন্যবাদ। আমাৰ কাকতৰ সম্পাদক বিনয় খনিকৰে আপোনালোকক পাঁচ মিনিটৰ কথা কৈছিল নে? মই পাঁচ মিনিটতকৈও কম সময় ল'বৰ চেষ্টা কৰিম। কেৱল এটা কথা— মোক আপোনালোকে কোনেও এটা সাধাৰণ প্ৰশ্নও নুসুধিব। সুধিলে মই ওলাই যাম। [জেপৰ পৰা বেনামী চিঠিখনৰ কপি এটা উলিযাই] মই আমাৰ কাগজখনত আপোনালোকৰ পৰিযালটোৰ সকলোৰে কথা লিখি তিনিটা প্ৰবন্ধ প্ৰকাশ কৰিছিলোঁ। আপোনালোকেই কৈছিল— প্ৰবন্ধকেইটা পঢি বহুতে আপোনালোকৰ অভিনন্দন জনাইছিল, দূৰ-দূৰণিৰ পৰাও বন্ধু-বান্ধৱে আপোনালোকলৈ ট্ৰাংক কল কৰিছিল। আপোনালোককো অন্ততঃ এদিনৰ কাৰণে বৰ সুখী দেখা গৈছিল। কিন্তু হঠাতে দৃশ্যটো সলনি হৈ গ'ল। আপোনালোকৰ আনন্দ বেছি সময নাথাকিল। এদিন অৱস্থা এনেকুৱা হ'ল যে ঘৰৰ পৰা উপাসনা নোহোৱা হ'ল। অৱস্থা এনেকৈ সলনি হোৱাৰ প্ৰধান কাৰণ হ'ল এই [দেখুৱাই] বেনামী চিঠিখন। চিঠিখনে আপোনালোকৰ সকলোৰে আচল ৰূপটো উদঙাই দিলে। কিন্তু সকলোতকৈ বেছি কষ্ট দিলে উপাসনাক। মোৰ লগত উপাসনাৰ সম্পৰ্কৰ বিষযে খবৰ কাগজত যিমানবোৰ কথা ওলাইছে, সেইবোৰ কথা আলোচনা কৰিবলৈ কাইলৈ মই এখন মেল পাতিছোঁ। তালৈ খবৰ কাগজৰ মানুহ, পুলিচ, পাবলিক— যাৰ মন যায়, সকলো আহিব পাৰিব। মই সকলোকে মাতিছোঁ। আপোনালোকো যাব পাৰে। আমাৰ কাগজৰ প্ৰবন্ধকেইটাৰ লগত উপাসনা আৰু মোৰ কি সম্পৰ্ক, সেই কথা মই মেলখনত ব্যাখ্যা কৰিম। আৰু— এই চিঠিখনৰ কপী তাত গোটা খোৱা মানুহবোৰৰ মাজত বিলাই দি নল'লে মই মোৰ ব্যাখ্যা আৰম্ভই কৰিব নোৱাৰিম।
[নিস্তব্ধ। সকলোৱে ভয খায়। দুটামান খোজ পেলাই চৌধুৰীযে আকৌ আৰম্ভ কৰে।]

চৌধুৰী : কিন্তু আচলতে এই চিঠিখনে আপোনালোকৰ প্ৰত্যেকৰে উপকাৰ কৰিছে।

শুভংকৰ : কি উপ—

চৌধুৰী : [ধমকি দি] মাজত কথা নক'ব। [ বৈ] এইখন চিঠিযে আপোনালোকৰ প্ৰত্যেকৰে উপকাৰ কৰিছে। কি উপকাৰ কৰিছে, সেইটো বুজিবলৈ আপোনালোকৰ সময় লাগিব পাৰে, কিন্তু সদ্যহতে আপোনালোকে এইটো কথা বুজিছে যে, আমাৰ কাগজত আপোনালোকৰ বিষয়ে যিমান ভাল ভাল, অভিনন্দনযোগ্য কথা ওলাইছে, তাৰ বিপৰীতে আপোনালোকৰ প্ৰত্যেকৰে জীৱনৰ একোটা ঘৃণনীয দিশ আছে। আৰু সেই ঘৃণনীয দিশৰ কাৰণেই উপাসনাই এই ঘৰ এৰিছে। [বৈ] এতিয়া এই পৰিয়ালটোক প্ৰেছ, পুলিচ, পাবলিকৰ মাজত অপমান-অপযশৰ পৰা কেনেকৈ বচাওঁ, তাৰ কাৰণেও মই সাজু হ'ব লাগিব, কাৰণ, এই পৰিয়ালটোৰ বিষয়ে ভাল ভাল কথা ময়েই লিখিছিলোঁ। এতিয়া মোৰ প্ৰধান প্ৰশ্ন হৈছে— এই চিঠিখন কোনে লিখিলে? কোনে? এই নগৰখনত এনেকুৱা কোন মানুহ আছে যি আপোনালোকৰ বিষয়ে

ইমানবোৰ কথা জানে? সেইটো মানুহ বাহিৰত থাকি গ'লে মোৰ, আপোনালোকৰ সকলোৰে মূৰৰ ওপৰত বিপদ ওলমি থাকিব। মই আপোনালোকক অপযশৰ পৰা বচাবলৈ চেষ্টা কৰিলে লাভ নহ'ব, কাৰণ আচল শত্ৰুজন বাহিৰত থাকি যাব। কিন্তু শেষৰ বাৰ লগ পাওঁতে উপাসনাই মোৰ আগত জোৰ দি কৈছিল— এই ঘৰখনৰ ভিতৰৰ মানুহৰ বাহিৰে এইখন চিঠি কোনেও লিখিব নোৱাৰে। [নিস্তব্ধ] ইয়াত এনেকুৱা কিছুমান পইণ্ট আছে, যিবিলাক জানিবলৈ চিঠিখন লিখা মানুহজন ঘৰখনৰ ভিতৰৰ মানুহ হ'বই লাগিব। উপাসনাই কৈছিল। মই ভালেমান সময় তৰ্ক কৰা সত্বেও তেওঁ তেওঁৰ বিশ্বাসৰ পৰা লৰচৰ কৰা নাছিল। [টান মাতেৰে] কোনে লিখিছিল এই চিঠিখন? [নিস্তব্ধ। চৌধুৰীয়ে সকলোলৈকে চায়। সকলো ভয়াৰ্ত।] আপোনালোকৰ কাৰো হাতৰ আখৰৰ লগত এই আখৰ নিমিলে। সেইটো সাধাৰণ কথা। আপোনালোকৰ কোনোবাই কাৰোবাৰ হতুৱাই কপী কৰাইছে। কিন্তু কোনে? [বৈ] সেইটো প্ৰশ্নৰ উত্তৰ যদি মই এতিয়া ইয়াতে পাওঁ, তেনেহ'লে আপোনালোকৰ মংগল হ'ব, কিন্তু কাইলৈ যদি প্ৰশ্নটো মেলখনত মেলি দিওঁ, তেনেহ'লে আপোনালোকৰ প্ৰত্যেকৰে সাংঘাতিক ক্ষতি হ'ব। সমাজত মুখ দেখুৱাবলৈ আপোনালোকৰ উপায় নাথাকিব। কোনে? [ধমকি দি] কোনে লিখিছিল চিঠিখন?

ৰাজলক্ষী : মই। মই লিখিছিলোঁ।

শুভংকৰ : তুমি?

ৰাজলক্ষী : মই লিখিছিলোঁ। কলেজৰ বিশ্বাসী ছোৱালী এজনীৰ হতুৱাই কপী কৰাইছিলোঁ।

শুভংকৰ : তুমি এই কাম কৰিছিলা? কিয়?

ৰাজলক্ষী : এখেতৰ কাগজত ওলোৱা কথাই মোৰ উশাহ-নিশাহ বন্ধ কৰি পেলাইছিল। কেৱল বাহিৰৰ পৰা দেখা চিকমিকীয়া কথাক প্ৰশ্ৰয় দিবলৈ মোৰ ঘিণ লাগিছিল। আজি যদি ভণ্টি মৰিও যায়, মই বেয়া নাপাওঁ। কিন্তু এইখন ঘৰত মই যে এতিযাও মৰিব পৰা নাই সেইটোৱেই মোৰ একমাত্ৰ দুখ। [মুখ লুকুৱাই কান্দে]

চৌধুৰী : [ঘড়ী চাই] মোৰ যাবৰ সময় হ'ল। মই কৈ গ'লোঁ— এখেতৰ এই চিঠিখনে আপোনালোকৰ কাৰণে এইবাৰ আচল শুভ সংবাদৰ সৃষ্টি কৰিব। মই সদায় আপোনালোকৰ লগত থাকিম। আৰু এটা কথা নহয়— আপোনালোকে সৃষ্টি নকৰিলে ভাল খবৰ আমি পাম ক'ত? নহয় জানো? আহোঁ। এই টেপ ৰেকৰ্ডাৰটো বন্ধ কৰি দিয়ক। কেছেটটো আপোনালোকেই ভালকৈ থৈ দিব। [যায়। সকলো স্তব্ধ হৈ থাকে।]
অন্ধকাৰ।

## দৃশ্য ঃ ১২

### মঞ্চ ঃ ১

[সংলাপ নথকা সাংবাদিক ল'ৰা-ছোৱালীইতে মাজে মাজে টোকাবহীত কিবা-কিবি লিখিব। তেওঁলোকৰ সাজ-পাৰ আধুনিক— তেওঁলোকে জেকেট, জীনছ, গগলছ ইত্যাদি পিন্ধিব। এওঁলোকৰ দুজনে মাজে মাজে ফটো তুলি থাকিব।]
[দেৱানন্দ চৌধুৰীৰ ঘৰৰ বহা কোঠা। সংবাদমেল বহিছে। চৌধুৰী, চৌহান, বিনয়, সাংবাদিক-

১ আৰু সাংবাদিক-২, আৰু তিনিজনমান সাংবাদিক, ফটোগ্ৰাফাৰ (ল'ৰা আৰু ছোৱালী), সহকাৰী সম্পাদক আদিৰে ঘৰ ভৰি আছে। এজনে ফটো তুলিছে। কিছু সময়লৈ কোনেও একো নকয়। অলপ পিছত—]

সাংবাদিক-২ : এতিয়া আৰম্ভ কৰিব লাগে।

সাংবাদিক-৩ : ময়েই আৰম্ভ কৰোঁ। চৌধুৰী ডাঙৰীয়া, আপুনি লিখা তিনিটা প্ৰবন্ধৰ পৰাই এই ঘটনাটো আৰম্ভ হ'ল বুলি জনা গৈছে। আপুনি প্ৰবন্ধকেইটা কিয় লিখিছিল?

চৌধুৰী : দলঙৰ তলত গাভৰুৰ মৃতদেহ— এই জাতীয় বাতৰিৰ বিপৰীতে ভাল খবৰ লিখাৰ চেষ্টা কৰিছিলোঁ।

সাংবাদিক-৩ : সেই প্ৰবন্ধকেইটাৰ পৰাই উপাসনা দত্তৰ লগত আপোনাৰ সম্পৰ্ক গঢ়ি উঠিল বুলি কোৱা হৈছে। হয়নে?

চৌধুৰী : হয়।

সাংবাদিক-৩ : কেনেকুৱা সম্পৰ্ক?

চৌধুৰী : গভীৰ বিশ্বাসৰ সম্পৰ্ক। ভাৰসা কৰিব পৰা এজন মানুহৰ লগত যেনেকুৱা সম্পৰ্ক হ'ব পাৰে, তেনেকুৱা সম্পৰ্ক।

সাংবাদিক-২ : সেই সম্পৰ্কৰ ফলতেই উপাসনা দত্ত নিৰুদ্দেশ হৈছে— হয়নে?

চৌধুৰী : হয়। [নিস্তব্ধ। মানুহবোৰে মুখ চোৱা-চুই কৰে।]

সাংবাদিক-২ : উপাসনা দত্ত নিৰুদ্দেশ হোৱাৰ বাবে আপুনিয়েই দায়ী বুলি জনৰব উঠিছে। জনৰবটো সঁচানে?

চৌধুৰী : সঁচা। [গুণগুননি]

সাংবাদিক-১ : আপুনি দায়ী?

চৌধুৰী : হয়। [নিস্তব্ধ]

সাংবাদিক-২ : আপুনি কি কৰিছিল?

চৌধুৰী : তেওঁক সুখী কৰিবলৈ চেষ্টা কৰিছিলোঁ। তেওঁক মৃত্যুৰ পৰা বচাবলৈ চেষ্টা কৰিছিলোঁ।

সাংবাদিক-১ : তেওঁ এতিয়া আছে ক'ত?

চৌধুৰী : এই বিষয়ে পুলিচে কিবা জানে নেকি? পুলিচে কি কয়, সেইটো শুনিবলৈও আমাৰ মন যায়।

চৌহান : [থিয় হৈ] আমি উপাসনা দত্ত ভালে আছে, জীয়াই আছে বুলিও ধৰিছোঁ, আমি আশা নকৰা ধৰণৰ দুৰ্ঘটনা এটা ঘটিছে বুলিও ধৰিছোঁ। সেই কাৰণে দুয়ো ধৰণে অনুসন্ধান চলাইছোঁ। ৰাজ্যৰ বাহিৰলৈও খবৰ পঠাইছোঁ। কিন্তু এতিয়ালৈকে আমি কোনো খবৰ পোৱা নাই।

সাংবাদিক-৩ : আপোনালোকে খবৰ পোৱাৰ আশা এৰি দিছে নেকি?

চৌহান : নাই দিয়া।

সাংবাদিক-২ : চৌধুৰী ডাঙৰীয়া, আপুনি যে উপাসনা দত্তক সুখী কৰা, তেওঁক মৃত্যুৰ পৰা বচোৱা— এইবোৰ কথা কৈছে, এইবোৰৰ অৰ্থ কি? উপাসনা দত্ত অসুখী আছিল নেকি?

চৌধুৰী : হয়। আছিল।

সাংবাদিক-২ : কিয়? তেওঁৰ দুখটো কি আছিল?

চৌধুৰী : বাইছ বছৰ বয়সত তেওঁৰ এজন মানুহৰ লগত মনৰ সম্পৰ্ক ঘটিছিল। চাৰে চাৰিছ বছৰ

বয়সত তেওঁলোকৰ সম্পৰ্কত এক ধৰণৰ জটিলতাই দেখা দিলে। চাৰে সাতাইছ বছৰ বয়সত উপাসনা দত্তই নিজে এনেকুৱা এটা পৰিৱেশ সৃষ্টি কৰিলে যে তাৰ ফলত সামাজিক গ্লানিয়ে তেওঁক চাৰিওফালৰ পৰা বেৰি ধৰিলে। এটা চাৰ্কো লৰ মাজত তেওঁ চৰিত্ৰহীন ছোৱালী বুলি জনাজাত হ'ল। [উত্তেজিত] এই দেবানন্দ চৌধুৰীয়ে হাঁচি এটা মাৰিলেও তাৰ বাতৰি লিখা মানুহ আপোনালোকৰ মাজত আছে বুলি মই গম পাইছোঁ। এই উপাসনা দত্ত অদৃশ্য হোৱাৰ আগতে আপোনালোকে তেওঁৰ বিষয়ে একো নাজানিছিল নে? [অলপ ৰৈ] নকয় কিয়? জানিছিলতো জানিছিলেই, বৰঞ্চ আপোনালোকৰ মাজৰে এজনে, এই মুহূৰ্তত ইযাত উপস্থিত থকা এজনে— ৰাতি সাংস্কৃতিক অনুষ্ঠানৰ পিছত— গায়িকাগৰাকীক ঘৰত থৈ আহিবলৈ বুলি গাড়ীত তুলি লৈছিল আৰু তেওঁক চৰিত্ৰহীন ছোৱালী বুলি ধৰি লৈ সেইমতে ব্যৱহাৰ কৰিব খুজিছিল। সঁচানে কথাটো?

সাংবাদিক-৩ : [জোৰেৰে] মিছা।

চৌধুৰী : আপুনি ইমান জোৰে মিছা বুলি কোৱা কথাটো এই সংবাদমেলৰ শেষলৈকে ৰাখিব পাৰিবনে?

সাংবাদিক-৩ : গোটেই জীৱনলৈ মনত ৰাখিব পাৰিম।

সাংবাদিক-২ : অভিযোগটো মিছা বুলি প্ৰমাণিত হ'লে চৌধুৰী ডাঙৰীযাই ইযাতে ক্ষমা খুজিব লাগিব। এই কথাটোত সাংবাদিকৰ মৰ্যাদাৰ প্ৰশ্ন আছে। [চিঞৰ-বাখৰ হয]

সাংবাদিক-১ : এইটো আমাৰ সকলোৰে কাৰণে অপমানৰ কথা।

সাংবাদিক-৪ : ইযাৰ বিচাৰ হ'ব লাগিব।

চৌধুৰী : [চিঞৰি] মনে মনে থাকক। [ৰৈ] মই সকলো শাস্তি মূৰ পাতি ল'বলৈ সাজু আছোঁ। [নিস্তব্ধ]

সাংবাদিক-২ : আমি আগৰ কথালৈ আহোঁ। আপুনি যে উপাসনা দত্তক মৃত্যুৰ পৰা বচোৱাৰ কথা কৈছিল, কিয় কৈছিল? তেওঁ মৃত্যুৰ মুখত পৰিছিল নেকি?

চৌধুৰী : হয। তেওঁ দুবাৰ তেওঁৰ প্ৰেমিকজনৰ আচৰণ সহিব নোৱাৰি আত্মহত্যা কৰিবলৈ ওলাইছিল, আৰু তৃতীযবাৰ—

সাংবাদিক-১ : [লগে লগে] তেওঁৰ প্ৰেমিক কোন?

চৌধুৰী : অবিনাশ। অবিনাশ পাঠক।

[গুণগুণনি। মানুহবোৰৰ ইজনে সিজনৰ লগত কথা পাতে।]

সাংবাদিক-১ : কোন অবিনাশ পাঠক?

সাংবাদিক-২ : এজন অবিনাশ পাঠক আছে— তেওঁ আণ্ডাৰবৰ্ল্ডৰ [underworld-অৰ] মানে দুই নম্বৰ বজাৰৰ বিজিনেছমেন। সেইজনেই নেকি?

চৌধুৰী : আপুনি ঠিক ধৰিছে। দুই নম্বৰ বজাৰৰ বিজিনেছমেন। তেওঁ দেশৰ আইনে গ্ৰহণ নকৰা ব্যৱসায কৰে। আৰু তেওঁ সেই কাম কৰে কাৰণেই উপাসনাই তেওঁক গ্ৰহণ কৰিব নুখুজিছিল। কিন্তু মানুহজনৰ প্ৰতি থকা গভীৰ মৰমে তেওঁক আঁতৰি যাবলৈও নিদিছিল। ফলত ছোৱালীজনী মানসিক সংকটত পৰিছিল আৰু আত্মহত্যা কৰিবলৈ ওলাইছিল।

সাংবাদিক-৩ : আপুনি শিল্পীগৰাকীয়ে তৃতীয়বাৰ আত্মহত্যা কৰাৰ কথা ক'ব খুজিছিল?

চৌধুৰী : হয। তেওঁৰ সকলো সংকটৰ লগত ৰাতি ঘৰত থ'বলৈ বুলি গাড়ীত তুলি লোৱা শুভাকাংক্ষীৰ অত্যাচাৰ লগ লাগিছিল। এদিন ৰাতি মই বিচাৰি বিচাৰি গৈ তেওঁক এখন দলঙৰ ওচৰত

পাইছিলোঁগে। মোৰ বিশ্বাস, মই সেইদিনা সেইখিনিত নোলোৱাগে হ'লে আমাৰ বহুতে দলঙৰ তলত গাভৰুৰ মৃতদেহ বুলি প্ৰথম পৃষ্ঠাৰ বাতৰি লিখাৰ সুবিধা পালেহেঁতেন।

সাংবাদিক-২ : আপুনি কিয় এই ছোৱালীজনীৰ কথাত ইমান ইণ্টাৰেষ্ট লৈছিল?

চৌধুৰী : কাৰণ তেতিয়া মোৰ মূৰত শুভ সংবাদ— ভাল খবৰৰ পোক সোমাইছিল। মই জীৱন পণ কৰি জিদ ধৰিছিলোঁ।

সাংবাদিক-১ : তাৰ পিছত আপুনি কি কৰিলে?

চৌধুৰী : মই তেওঁক দলঙৰ ওপৰৰ পৰা আঁতৰাই লৈ আহিলোঁ।

সাংবাদিক-১ : কলৈ?

চৌধুৰী : অবিনাশৰ ওচৰলৈ।

সাংবাদিক-১ : কিয়?

চৌধুৰী : কাৰণ মই বুজিছিলোঁ, অবিনাশৰ বাহিৰে তেওঁক জীয়াই ৰখা মানুহ কোনো নাছিল। এদিন অবিনাশে আমাক কৈছিল— তেওঁ সকলো এৰিব পাৰিব, কিন্তু উপাসনা নোহোৱাকৈ জীযাই থাকিব নোৱাৰিব। যদি সেয়ে হয়, তেনেহ'লে এই মানুহালে এক লগ হৈ এখন সংসাৰ পতাত বাধা ক'ত? মোৰ ধাৰণা হ'ল— তেওঁলোক মুখামুখি হ'ব লাগে। তোমালোকে মন খুলি কথা পাতা, কিছুমান বস্তু ত্যাগ কৰা, আৰু দুযো দুয়োকে গ্ৰহণ কৰা।— আৰু, তেওঁলোকে তাকে কৰিবলৈ ওলাইছে।

সাংবাদিক-২ : আপুনি এইবোৰ সকলো কথা জানে?

চৌধুৰী : জানো মানে? এই গোটেই আঁচনিখনৰ ময়েই ইঞ্জিনীয়াৰ।

সাংবাদিক-২ : আপুনি উপাসনা দত্তৰ পৰিয়ালৰ মানুহক, পুলিচক— এইবোৰ কথা নক'লে কিয়?

চৌধুৰী : কিছুমান স্বাৰ্থপৰ, লুভীয়া, ভেমত ওফন্দি থকা মানুহৰ কাৰবাৰ আৰু চৰকাৰী আইনৰ মেৰপাকে খেলিমেলি লগালেহেঁতেন, এটা হ'বলগীয়া ভাল কাম আধা বাটতে নষ্ট কৰিলেহেঁতেন।

চৌহান : উপাসনা দত্ত এতিয়া ক'ত আছে?

চৌধুৰী : এইটো ঘৰৰ ভিতৰতে আছে।

চৌহান : এইটো ঘৰৰ ভিতৰতে?

চৌধুৰী : হয়। যোৱা বুধবাৰৰ ৰাতিৰ পৰা উপাসনা আমাৰ ঘৰতে আছে; বৃহস্পতিবাৰৰ পৰা অবিনাশো আছেহি। মোৰ পৰিবাৰে দুয়োকে ৰান্ধি-বাঢ়ি খুৱায়, আৰু ৰাতি উপাসনা মোৰ পৰিবাৰৰ লগতে শুই থাকে। এতিয়া তেওঁলোক সুখী। অবিনাশে তেওঁৰ ক'লা ব্যৱসায় এৰিব, উপাসনাই তেওঁৰ জিদ এৰিব। বিনয়।

বিনয় : দাদা?

চৌধুৰী : তেওঁলোকক ইয়ালৈ মাতি অনা। [বিনয় সোমাই যায়]

চৌধুৰী : [মাত থোকাথুকি হয়] মাত্ৰ দুদিনৰ ভিতৰতে এওঁলোকৰ মুখত হাঁহি ফুটিছিল। আৰু— সেই হাঁহি দেখি মই আনন্দত উদ্বাউল হৈ উঠিছিলোঁ।

সাংবাদিক-২ : যদি দুদিনৰ ভিতৰতে তেনেকুৱা হৈছিল, তেনেহ'লে আজি সাতদিনে কিয় আপুনি কথাবোৰ লুকুৱাই ৰাখিছিল?

চৌধুৰী : আপোনালোক মোক সহকৰ্মী। আপোনালোক কিমান দূৰলৈ যাব পাৰে, সেইটো চাবলৈও

মোৰ বৰ মন গৈছিল। [উপাসনা আৰু অবিনাশ আহে। সকলোৱে চায়। নিস্তব্ধ। দুজনমানে ফটো তোলে। তৃতীয় সাংবাদিকে মুখ লুকুৱায়।]

সাংবাদিক-২ : শ্ৰীমতী দত্ত, আপোনাক মই এটা কথা সুধিব খুজিছোঁ।

উপাসনা : নুসুধিব। আপোনালোকৰ মাজৰ কাৰ লগত মোৰ কথা পতাৰ যোগ্যতা আছে, সেইটো বিচাৰ কৰি উলিযাবলৈ মোৰ কিছু সময় লাগিব।

সাংবাদিক-১ : অবিনাশ পাঠকে এটা প্ৰশ্নৰ উত্তৰ দিবনে?

অবিনাশ : আমি দুয়ো একেটা বাক্যকে ক'ম বুলি ভিতৰতে ঠিক কৰি আহিছোঁ।

চৌধুৰী : এতিয়া আমি মেলখন সামৰাই ভাল। বন্ধুসকল, মই কাগজৰ কাম এৰিম, কিন্তু শুভ সংবাদ ছপাই থকাৰ কাম নেৰোঁ। সেই কামৰ দাযিত্ব মই এওঁলোকক দিম। মানুহে মোৰ গালৈ গেলা বিলাহী, গেলা কণী দলিযাইছে। ৰাতি মোৰ ঘৰলৈ দলিযাইছে। চৰকাৰী ৰাস্তাত মোৰ নাম দি ফটাকানিৰে সজা কুৎসিত মূৰ্তি পুৰি আনন্দ কৰিছে, ৰাজ্যখনৰ তিনি ঠাইত আমাৰ কাগজখনৰ পেকেট জ্বলাই দিছে, মোৰ পত্নীক ফোন কৰি সুধিছে— চৰিত্ৰহীন স্বামীৰ লগত ঘৰ-সংসাৰ কৰাৰ আনন্দ কেনেকুৱা? [ৰৈ] এইবোৰ কথা প্ৰতি সপ্তাহে শুভ সংবাদৰ পাতত ছপা হৈ থাকিব। কাগজখন যেতিযালৈকে জীযাই থাকে— তেতিযালৈকে। কিন্তু যিবোৰ মানুহে ৰাস্তাই-ঘাটে এইবোৰ কাম কৰিছে, তেওঁলোকে এইবোৰ কৰিব বুলি ভবা নাছিল। তেওঁলোকক কৰিবলৈ কোৱা হৈছে, তেওঁলোকক উচটাই দিযা হৈছে। [টেবুলৰ পৰা পেপাৰ কাটিং কিছুমান লৈ সেইবোৰ এখন এখনকৈ পঢ়ি যায]— চৌধুৰীৰ ভূমিকা সন্দেহজনক, সংবাদ জগতত কলংকৰ ছাযা, বিশিষ্ট সংবাদসেৱীৰ জালত সংগীত শিল্পী উপাসনা দত্ত, দেবানন্দ চৌধুৰীৰ দুৰভিসন্ধি— এইবোৰ [কাগজবোৰ দাঙি] আমাৰ সংবাদ জগতৰ জনা-শুনা মানুহে লিখিছে। গাৰ মঙহেই আমাৰ ডাঙৰ শত্ৰু। বিশেষ প্ৰতিনিধি কোন, নিজস্ব সংবাদদাতা কোন, এইবোৰ আৱিষ্কাৰ কৰা ডাঙৰ কথা নহয, কিন্তু তাৰ কোনো প্ৰযোজন নাই। কোন কাগজত ছপা হৈছে, সেইটোৱেই যথেষ্ট। এইবোৰ খবৰ প্ৰতি সপ্তাহে শুভ সংবাদৰ পাতত ছপা হৈ থাকিব। কাগজখন যেতিযালৈকে জীযাই থাকে, তেতিযালৈকে। এইটো কথাৰ কাৰণে মই কাউন্সিল, মানহানি মোকৰ্দমা— এইবোৰৰ কাষ নাচাপোঁ। এবছৰ-ডেৰ বছৰৰ পিছত বাতৰি কাকতৰ চুকত ইমানকণকৈ, সহজে পাঠকৰ চকুত নপৰাকৈ কোনোবাই ক্ষমা খোজাৰ, কাৰোবাক নিন্দা কৰাৰ খবৰ এটা ছপা হ'ব, মই সেইটো সন্তুষ্ট নহওঁ। কোনোবাই মোৰ ভৰিত ধৰি ক্ষমা খুজিবহি, আমাৰ ফটোগ্ৰাফাৰে সেই দৃশ্যৰ ফটো তুলিব, সেই ফটো এই খবৰবিলাকৰ নিচিনাকৈ প্ৰথম পৃষ্ঠাত ছপা হ'ব, তেতিযা মই সন্তুষ্ট হ'ম। কাৰণ সেইবোৰ দৃশ্যই শুভ সংবাদৰ সৃষ্টি কৰিব। মই বৰ জেদী মানুহ। সেইবোৰ মানুহৰ কাৰণে মই সদায ভৰি দুখন আগুৱাই বহি থাকিম। নমস্কাৰ।

[সকলোৱে তলমূৰ কৰে। লাহে লাহে অন্ধকাৰ হৈ আহে। ৰিণিকি ৰিণিকি প্ৰথমৰ গীতটো শুনা যায়।]

---

# বিষকুম্ভ

**চৰিত্ৰ পৰিচয়**

**পুৰুষ ঃ**

১। চৌধুৰী
২। পৰিমল
৩। শংকৰ
৪। ভট্ট
৫। অফিচাৰ
৬। দপ্তিদাৰ
৭। মুকুন্দ
৮। শংকৰ
৯। বিনন্দ
১০। ৰস্ত
১১। কেমেৰামেন
১২। বিচাৰক
১৩। ডাক্তৰ
১৪। পুলিচ বিষয়া
১৫। শৰ্ম্মা (অফিচাৰ)

**নাৰী ঃ**

১। বনলতা (চৌধুৰীৰ পত্নী )
২। পূৰ্ণিমা (চৌধুৰীৰ জীয়েক)
৩। নিৰ্মলা (বনকৰা ছোৱালী)
৪। বীণা (বিনন্দৰ ভনীয়েক)

# দৃশ্য ঃ ১

## মঞ্চ ঃ ১

[চৌধুৰীৰ ঘৰৰ পাগঘৰৰ কাষৰ কোঠা। ডিজাইন থকা, ফুটা ফুটা এখন ফুলাম পাৰ্টিচন। ফ্রিজ। ডাইনিং টেবুলৰ একাংশ। ৱৰ্কিং টেবুল। মেজ। চৌধুৰীৰ ঘৈণীয়েক বনলতাই ৱৰ্কিং টেবুলত এগিলাচ চৰবত বনাইছে, জীয়েক পূৰ্ণিমাই এদ'ম কাপোৰ ধোবাক দিবলৈ হিচাব কৰিছে। চৌধুৰীয়ে ফোনৰ ডায়েল কৰিছে। তাৰ পিছত কাণত ফোন ধৰি]

চৌধুৰী ঃ [পূৰ্ণিমা] আহিযেই যে ইমানসোপা কাপোৰ ধোবাক দিবলৈ উলিয়ালি, তহঁতৰ তাত ধোবা-চোবা নাযেই নেকি? হাঁ?

বনলতা ঃ ধোবা এশটামান থাকিলেও কি হ'ব? কোনবোৰ কাপোৰ কেতিয়া ধোবাক দিব লাগে সেইবোৰ হিচাপ কৰি থাকিবলৈ তাইৰ লগত মাকজনীও যোৱা নাই নহয়, সেই কাৰণেই এই অৱস্থা।

চৌধুৰী ঃ [বনলতাক] এইবাৰ নহ'লে লগতে তুমিও যোৱা।

বনলতা ঃ কামৰ ভিতৰত সেইটোহে বাকী আছেগৈ। এইখন ঘৰততো তাইৰ চাকৰণী হৈ থাকোঁতেই গ'ল, এতিয়া জোঁৱাইৰ ঘৰতো চাকৰণী হওঁগৈ।

চৌধুৰী ঃ একো বেয়া কথা নহয় বুইছা? জোঁৱায়ে তোমাক মোতকৈ বহুত বেছি দৰমহা দিব। [হঠাতে] হেল্লো? কোনে কৈছা? ভণ্টি নেকি? মই চৌধুৰী আংকলে কৈছোঁ। দেউতাৰা আছে? দিযাচোন। শুই আছে নেকি? অঁ— ঠিকতো নাই। দিযাচোন। [বনলতাক] এই মানুহটো আচলতে কুম্ভকৰ্ণৰে বংশধৰ বুইছা? সময় নাই, অসময় নাই, খালী বিছনাখনতে লেটি লৈ থাকিব!

বনলতা ঃ ৰাতি যে আকৌ বিছনাৰ লগত দেখা-দেখিয়েই নাই।

চৌধুৰী ঃ ৰাতি বিছনাৰ লগত দেখা-দেখি নাই বুলি তুমি আকৌ কেনেকৈ জানিলা? [হঠাতে] হেল্লো, শংকৰ, কি খবৰ? এঘুমটি মাৰিলা নেকি?— হাঁ হাঁ হাঁ। হেৰি নহয়, মই ফোন কৰিছিলোঁ খবৰ এটা দিবলৈ। পূৰ্ণিমা আহিছে।— আজি একমান বজাত পালেহি।— [জীয়েকৰ ফালে চাই] দেখাততো ভালেই দেখিছোঁ। কি? শকত? দুমাহতে মানুহ শকত হয় নেকি? তোমাৰ নিচিনা পাইছে নেকি?— এমাহত কোমোৰাটোৰ নিচিনা হ'বা, পিছৰ মাহত জিকাটোৰ নিচিনা হ'বা। নাই নাই, অকলে আহিছে। বিনন্দ অহা নাই।— সাহিত্যিক-সাংবাদিক মানুহ ভাই, আজি কলিকতা, কাইলৈ মুম্বাই।— এইবাৰ বোলে প্ৰেছিডেণ্টৰ লগত ৰোমানিয়া নে বুলগেৰিয়া ক'ৰবালৈ যাব। শহুৰ-বুঢ়াৰ ঘৰলৈ আহিবলৈ সময় ক'ত? আঠমঙলাটো যে টিফিন কেৰিয়াৰত নি খুৱাই থৈ আহিবলগীয়া নহ'ল সেযে ৰক্ষা।— হাঁ হাঁ হাঁ। হেৰি নহয় তুমি খবৰ লৈ আছিলাতো, সেই কাৰণে খবৰটো দিলোঁ। এপাক মাৰিবা— মাৰিবা আজিয়েই মাৰিবা। নে তোমাৰ লগত মিনিট-ছেকেণ্ড ধৰি আগতে এংগেজমেণ্ট কৰিব লাগিব?— হাঁ হাঁ হাঁ হাঁ। বাৰু হৈছোঁ হাঁ? আহিবা।— ওঁ। হ'ব বাৰু, তুমি আহিবাচোন। থৈছোঁ। [ফোন

ধয়। বনলতাক] পূৰ্ণিমাৰ কাৰণে তুমি আজি কি স্পেচিয়েল ৰন্ধা-বঢা কৰা শংকৰে বোলে টেষ্ট কৰিবহি। [বনলতাই চৌধুৰীক চৰবত দিয়ে।]

বনলতা : এৰা, সেইজনে আকৌ নাখায় নহয়, টেপহে কৰে! বুইছে পূৰ্ণিমা, মাজতে এদিন ক'লোঁ, আজি একো ৰন্ধাই নাই, শুদা ভাত। তেওঁ বোলে— দিয়কচোন, আপুনি ৰন্ধা শুদা ভাত কেনেকুৱা— টেষ্ট কৰোঁ।

চৌধুৰী : হেৰা, তুমি বাৰু কিয় মানুহটোক দেখিব নোৱাৰাহে? ফুৰ্তিবালা মানুহ, কৰে আৰু ফুৰ্তি। মুঠতে যি বুজিলোঁ, তেৰোঁ আজি ইযাতে ভাত খাব পাৰে, তেওঁলৈকো ৰান্ধিবা। কিন্তু ৰান্ধিবানো কিডাল? মাছৰ অৱস্থা দেখিলাই নহয়। তিনিখন বজাৰ ঘূৰিলোঁ বুইছা? মই গাড়ীতে বহি থাকোঁ, ইযাক— ভোলাক পঠিয়াওঁ, সি আহি কয়হি বোলে ডাঙৰ লোকেল মাছ নাই। মই বোলোঁ ব'ল, সিখনলৈ ব'ল। বৰ বজাৰত সি ক'লেহি বোলে— এটা ডাঙৰ ৰৌ মাছ ওলাইছে, কাটিবলৈ ৰেডী, কেজি সত্তৰ টকা। মই পইচা উলিযাই দি ক'লোঁ বোলো— যা— মাজৰ পৰা দুই কেজি লৈ আহ। পিছৰ বাৰ আহি সি কি ক'লেহি জানা? [বনলতাই চায] ক'লেহি বোলে— কোনোবা যুব সংঘৰ ভলণ্টিযাৰে হাতত প্লেকাৰ্ড লৈ বেপাৰীটোৰ ওচৰত থিয় হৈ আছে— প্লেকাৰ্ডত লিখা আছে— পইচাৰ গৰম নেদেখুৱাব। কেজিত ত্ৰিছ টকাতকৈ বেছি দাম দি মাছ নাখাব।

বনলতা : ঔ আই!

চৌধুৰী : সেয়া বাৰু প্লেকাৰ্ডত লিখা আছে, ইফালে মুখেৰে ভলণ্টিযাৰসকলে কি কৈছে জানা নে নাজানা? কৈছে বোলে— সত্তৰ টকা কেজি দৰত যেযে মাছ কিনিব তাকে বোলে সুধিব— ইমান পইচা ক'ত পোৱা? [পূৰ্ণিমা] দেখিলি কাৰবাৰ?

বনলতা : [পূৰ্ণিমাক] তই খাবি নেকি চৰবত?

পূৰ্ণিমা : [নাখাওঁ— বুজাবলৈ মূৰ জোকাৰে]

চৌধুৰী : [এঢোক চৰবত খাই] হ'ব দিযা, আজিতো ইলিছ মাছেৰেই চলাই দিয়া। কাইলৈ দেখা যাব। [পূৰ্ণিমাক] আৰু তয়ো ভাল দেচোন। খবৰ এটাটো দিবি? চিঠি, টেলিগ্ৰাম নহ'লেও ট্ৰাংক কল এটাটো কৰিবি। ঠিক আছে বাৰু। [বনলতাক] হেৰি নহয কাইলৈ ভোলাক গডমূৰ ফিছাৰীলৈকে পঠিয়াই দিওঁ নেকি? নে মই নিজেই যাম?

বনলতা : ইমাননো লৰালৰি কৰিবৰ কিটো হৈছে?

চৌধুৰী : লৰালৰি কৰিছোঁ মানে— ঠিক নাই নহয, হঠাতে সাহিত্যিক মহাশয ওলাবহি— ক'ব বোলে ব'লা। হেঁপাহ পলুৱাই এসাঁজ খুৱাবলৈকে নাপাম।

বনলতা : ইস, তেনেকৈ ব'লা বুলিলেই হ'বনে?

চৌধুৰী : নহ'বতো। [পূৰ্ণিমাৰ ওচৰলৈ গৈ] সাত দিনৰ আগতে যোৱাৰ নাম নলবি কৈ দিছোঁ। খুৰীযেৰে ওফোন্দ পাতি আছে, মজুমদাৰইতে আপত্তি কৰি আছে, শংকৰৰ মুখখনতো চলিয়েই আছে— এই সকলোৰে ঘৰে ঘৰে এসাঁজকৈ হ'লেও দহ সাজমান গ'ল। [হঠাতে বনলতাক] হেৰা, দহ সাঁজ বাহিৰতে গ'লে দেখোন আমালৈ নাথাকিলেই। [পূৰ্ণিমা] নাই নাই, এসপ্তাহে নহ'ব। দহ দিন। কমেও দহ দিন। নহ'লে সাহিত্যিক ডাঙৰীয়া ৰোমানিযা-পোলেণ্ডৰ পৰা ঘূৰি অডঝ মাচহকগৈ, একেবাৰে তাৰ পিছত যাবি।

পূৰ্ণিমা : মই আৰু নাযাওঁ দেউতা।
চৌধুৰী : ঠিক। তেওঁ ঘূৰি-পকি আহকগৈ, তাৰ পিছত যাবি।
পূৰ্ণিমা : মই আৰু নাযাবৈই।
চৌধুৰী : মানে?
পূৰ্ণিমা : মই আৰু তালৈ কেতিয়াও নাযাওঁ।
[চৌধুৰী আৰু বনলতাই চোৱা-চুই কৰে।]
চৌধুৰী : [পাতল সুৰত] কি? এসপ্তাহ-দহ দিন ইয়াত থাকিবলৈ কোৱাৰ কাৰণে বেযা পালি নেকি?
পূৰ্ণিমা : নহয়, নাই পোৱা।
বনলতা : নাই পোৱা যদি কিয় তেনেকৈ কৈছা?
পূৰ্ণিমা : সঁচা কথাটো কৈছোঁ। মই একেবাৰে আহিছোঁ। সেইখন ঘৰলৈ আৰু নাযাওঁ।
বনলতা : কি?
পূৰ্ণিমা : ওঁ, যি কৈছোঁ সেয়েই।
চৌধুৰী : তই, তই ধেমালি কৰিছ?
পূৰ্ণিমা : নাই, ধেমালি কৰা নাই।
চৌধুৰী : মানে?
পূৰ্ণিমা : মানে মই আৰু নাযাওঁ।
বনলতা : কিয়?
পূৰ্ণিমা : সেইবোৰ নুসুধিবি [যাব খোজে]।
বনলতা : শুনচোন। তই কৈছ কি? হৈছে কি?
পূৰ্ণিমা : কৈছোঁ নহয় সেইবোৰ নুসুধিবি। [যায]
চৌধুৰী : পূৰ্ণিমা। [পূৰ্ণিমা ৰয]
পূৰ্ণিমা : মোৰ যি ক'বলগীযা আছে কৈছোঁ, মই আৰু তালৈ নাযাওঁ। মোক আৰু কিয-চিয, কাৰণ কি, সেইবোৰ একো নুসুধিব।
বনলতা : তই বলিয়া হৈছ নেকি?
চৌধুৰী : ইমান ডাঙৰ কথা এটা কৈছে, আৰু কিয় কৈছ সেইটো নোসোধাকৈ থাকিব পাৰি নেকি? [নিস্তব্ধ]
বনলতা : নকয় কিয়?
চৌধুৰী : কি হ'ল কি তোৰ?
বনলতা : কচোন কি হৈছে?
পূৰ্ণিমা : মই তালৈ নাযাওঁ বুলি ঠিক কৰি আহিছোঁ। কথা সিমানেই।
বনলতা : তই ঠিক কৰি আহিছোঁ বুলি ক'লেই হ'ব নেকি? দুমাহেই হোৱা নাই বিয়াখন হৈ যোৱা। তই এইবোৰ ধেমালি কথা বুলি ভাবিছ নেকি? আহচোন, সৌ তালৈ ব'ল। কি হৈছে খুলি ক।
পূৰ্ণিমা : খুলি ক'বলৈ একো নাই মা। কৈছোঁ নহয় কাৰণ-চাৰণ মোক একো নুসুধিবি। মই একো ক'ব নোৱাৰোঁ।
চৌধুৰী : কি কথা!
বনলতা : [খং] তই নকওঁ বুলিলেই হ'ব নেকি? শহুৰ নাই, শাহু নাই, অকলশৰীয়া ঘৰ! আৰু কচোন

তই যে নাযাওঁ বুলিছ, সেইখন ঘৰলৈ নাযাওঁ বুলিছ নে বিনন্দৰ ওচৰলৈ নাযাওঁ বুলিছ?

পূৰ্ণিমা : ঘৰখনৰ লগত কিটো আছে।

চৌধুৰী : তাৰ মানে বিনন্দৰ ওচৰলৈ নাযাওঁ বুলিছ?

বনলতা : কিয়? বিনন্দই কিবা বেয়া ব্যৱহাৰ কৰিছে নেকি? [নিস্তব্ধ]
সি বেপাৰী নেকি? [নিস্তব্ধ]
তাৰ কিবা ভিতৰুৱা গণ্ডগোল আছে নেকি? [নিস্তব্ধ]
তই মনে মনে থাকিলেই হ'ব নেকি? এইটো কিমান ডাঙৰ ঘটনা হ'ব তই বুজি পাইছ নে নাই? নালাগে, যদি কথাবোৰ তেনেকুৱাই হয়, তেনেহ'লে মই ইয়াত এৰাতিও থাকিব নালাগে। [চৌধুৰীক] ভোলাক মাতক, সি এতিয়াই তাইক থৈ আহকগৈ। আপুনিও ওলাওক, মযো যাম। [পূৰ্ণিমা] সি বিনন্দ এতিয়া ক'ত আছে?

পূৰ্ণিমা : ঘৰতে আছে।

চৌধুৰী : নহয় নহয় পূৰ্ণিমা, তই কিবা কেচুঁৱাৰ নিচিনা কাণ্ড কৰিছ। ইমান ধুমধামকৈ, ইমান ভাল ল'ৰা বুলি ভাবি তালৈ তোক বিয়া দিলোঁ, এই কেইদিনৰ পিছতে এনেকুৱা এটা ঘটনা হ'লে— তোৰ জীৱনটো কি হ'ব ভাবি চাইছনে নাই? তই তাক— বিনন্দক এনেকুৱা কথা একো কৈ অহা নাইত্তো?

পূৰ্ণিমা : কোৱা নাই, কিন্তু বুজাই থৈ আহিছোঁ।

চৌধুৰী : [গৰ্জি] কিয়? কি বুজাই থৈ আহিছ? তাক বুজাই থৈ আহিলেই হ'ল? আমাক একো বুজাব নালাগে? একো নুবুজাকৈ আমি এতিয়া এটা বোজা কঢ়িয়াই থাকিম?

পূৰ্ণিমা : মই আপোনালোকৰ খাই নুঢুকুৱাওঁ।

চৌধুৰী : খাই ঢুকুওৱাৰ কথা হোৱা নাই। এই এটা জেপত এই মুহূৰ্তত থকা টকাৰে তোক মই গোটেই জীৱন পুহিব পাৰিম। কিন্তু মোৰ ছোৱালীজনীক পোহা আৰু বিনন্দই বিয়া কৰি নিয়া ছোৱালীজনীক পোহা একে কথা নেকি? নহয় নহয়, এইবোৰ হ'ব নোৱাৰে। বিনন্দক বুজাই থৈ আমাৰ ওচৰলৈ অহাটো একো ভাল কাম হোৱা নাই। আমাক বুজাই থৈ বিনন্দৰ ওচৰলৈ যা, সেইটো ভাল কাম হ'ব। [ঘূৰি ফুৰে। শান্ত হয়। সুৰ সলনি কৰি] নহয় নহয় পূৰ্ণিমা, তই আহিছ, দেখিছই আমি কিমান আনন্দ পাইছোঁ। তয়ো আনন্দ কৰি কিমান দি থাক থাক, কিন্তু বিনন্দৰ ওচৰলৈ উভতি যাম বুলি থাক।

বনলতা : অন্ততঃ আমাক কথাবোৰ খুলি ক। [পূৰ্ণিমা গুচি যায়। মাক-বাপেক কিছু সময় জঠৰ হৈ থাকে। দুয়ো এবাৰ চোবা-চুই কৰে। চৌধুৰী বহে। বনলতা যাব খোজে।]

চৌধুৰী : শুনাচোন। [বনলতা ওচৰত থিয় হয়, কিন্তু কোনেও একো নকয়। চৌধুৰীয়ে তলমূৰ কৰে।]

বনলতা : কি হ'ল?

চৌধুৰী : [খপকৈ উঠি বনলতাক একাষলৈ মাতি নি] এইটোতো বৰ ডাঙৰ ঘটনা। মই ভাবিছোঁ— তাইৰ নিজৰ কাৰণেই এনেকুৱা কৰিছে নেকি? [বনলতাই চকুলৈ চায়]
মানে তাইৰ নিজৰ মনত কিবা, মানে এই পৰিমল, পৰিমলৰ কাৰণে—

বনলতা : তাইতো পৰিমলৰ কথা একো কোৱা নাছিল। বিনন্দৰ কথা ওলাওঁতেতো তাই একো আপত্তি কৰা নাছিল।

চৌধুৰী : নহয় নহয়, মুখেৰে কোনে কি ক'লে সেইটোৰ ওপৰতে ভৰষা কৰিলে নহ'ব। মোৰ বুদ্ধিৰে,

মতা মানুহ হিচাপে— মই যিকণ বুজোঁ— পৰিমলৰ কথাটো ইমান ওপৰে-ওপৰে চালে নহ'ব। তুমি তাইক আকৌ সোধা। মই পৰিমলক মাতি পঠিয়াওঁ।

বনলতা : এতিয়াই?

চৌধুৰী : দেৰি কৰিতো লাভ নাই। হয় তাই মুখ খুলি ক'ব লাগিব, নহয় আমি অইন উপায় ল'ব লাগিব। বিনন্দকো মাতি পঠিয়াওঁ। [ফোনৰ কিতাপখনত নম্বৰ এটা চাই ফোন তুলি লয়। ডায়েল কৰে।]

বনলতা : অলপ ৰ'বচোন।

চৌধুৰী : তুমি যোৱাচোন, তাইৰ লগত কথা পাতাগৈ। [বনলতা যায়]
হেল্লো। ফ'ৰ ফিল্ল টু এইট? মই দিবাকৰ চৌধুৰীয়ে কৈছোঁ। আপুনি কোনে কৈছে?— ভাল। মোক অকণমান সহায় কৰিব পাৰিবনে?— এই পৰিমল, পৰিমল দাস, তেওঁক এটা খবৰ দিব লাগে।— তেওঁ যেন যিমান সোনকালে পাৰে এবাৰ আমাৰ ঘৰলৈ আহে। খবৰটো সিমানেই। যদি অনুগ্ৰহ কৰি— ভাল। ধন্যবাদ। [ফোন থয়। চিন্তান্বিতভাৱে থিয় হৈ থাকে।]
[Fade out]

# দৃশ্য ঃ ২

## মঞ্চ ঃ ২

[সেইটো ঘৰৰে বহা কোঠালি। শূন্য। কলিং বে'ল বাজে। বনলতাই দুৱাৰ খুলি দিয়ে। পৰিমল সোমাই আহে]

বনলতা : আহা পৰিমল।

পৰিমল : ভাল খুৰীদেউ?

বনলতা : আছোঁ।

পৰিমল : কালি ৰাতি মোৰ ওভতোঁতে পলম হ'ল। আজিহে সৰু কাগজ এটুকুৰা পালোঁ— খুৰীয়েকে বোলে মোক মাতি পঠাইছে। তেতিয়া ৰাতি ন বাজি গ'ল, ভাবিলোঁ— কাইলেকে যাম।

বনলতা : ভালেই কৰিলা। বহা।

পৰিমল : মই আৰু সোনকালে আমি বুলি ভাবিছিলোঁ। ওলাই আহিব খোজোঁতেই লগৰ ল'ৰা এটা আহিল, তাৰ লগত কথা পাতোঁতেই দেৰি হৈ গ'ল। খুৰাদেউ ওলাই গ'লেই নেকি?

বনলতা : নাই বোৱা, আছে।

পৰিমল : কিয় বা মাতিলে খুৰাদেৱে?

বনলতা : তুমি বহা, মই তেখেতক পঠিয়াই দিওঁগৈ। [যায়। পৰিমল বহে। কোঠাটোলৈ চায়। চিন্তান্বিত। লাহে লাহে পোহৰ কমি আহে। তাৰ পিছত কম পোহৰত দেখা যায়— পূৰ্ণিমা থিয় হৈ আছে। বিয়াৰ আগৰ পূৰ্ণিমা। দুয়ো চোৱা-চুই কৰে। ECHO channel]

পৰিমল : তুমি যোৱাৰ পিছত এইখন ঘৰ মোৰ কাৰণে যে কিমান বেলেগ হৈ যাব, ভাবিবই নোৱাৰোঁ। এইবোৰ চকী-মেজ, ছবি, পৰ্দা সকলো থাকিব, কিন্তু চব খালী খালী লাগিব।

পূৰ্ণিমা : তুমি আহি থাকিবা। মা-দেউতাই ভাল পাব।

পৰিমল : সঁচা। তেখেতসকলে ভাল পাব। কিন্তু মই কি পাম? মোৰ কেনেকুৱা লাগিব? [ক্ষীণ হাঁহি] তুমি চিন্তা নকৰিবা। খুৱাদেউ-খুৰীদেৱে মোক— তুমি মোক যিমান মৰম কৰিছিলা, তাতকৈ বেছি মৰম কৰিছিল।।

পূৰ্ণিমা : নহয় নহয়।

পৰিমল : মই তেখেতসকলৰ মৰমৰ অনাদৰ নকৰোঁ। তেখেতসকলৰ মৰমততো কোনো স্বাৰ্থ নাছিল।

পূৰ্ণিমা : নহয় নহয় পৰিমল। সেইবোৰ কথা নক'বা। কি হৈছে, কিয় হৈছে, মই ঠিক বুজিব পৰা নাই।

পৰিমল : বুজাব নোৱাৰিবাও।

পূৰ্ণিমা : নোৱাৰিলোঁ।

[পৰিমল পূৰ্ণিমাৰ তেনেই কাষলৈ যায়। তাৰ পিছত মঞ্চৰ সন্মুখলৈ আহি দূৰলৈ চাই চিন্তা কৰে। সিফালে পূৰ্ণিমা নাইকিয়া হয়। লাইট বেছি হৈ অহাৰ লগে লগে ভিতৰ ফালৰ পৰা চৌধুৰী সোমাই আহে। পৰিমল আগৰ চিন্তাতে থাকে।]

চৌধুৰী : তুমি থিয় হৈযেই আছা পৰিমল। [পৰিমলে সকৌকে উচপ খায়।]

পৰিমল : নহয় মই বহি আছিলোঁ খুৱাদেউ, এনেয়ে—

চৌধুৰী : [ওচৰলৈ গৈ] শুনা পৰিমল। [ভিতৰলৈ চায়। আঁতৰি গৈ দুৱাৰখন বন্ধ কৰি থৈ আকৌ ওচৰলৈ আহে।] মই ঘূৰাই-পকাই কথা দীঘলীয়া কৰিব নোখোজোঁ। এইখন ঘৰৰ লগত তোমাৰ বহু দিনৰ সম্পৰ্ক। আমি তোমাক বৰ ভাল পাওঁ। কিন্তু— 'তোমাক আমি নিজৰ ল'ৰা বুলি ভাবোঁ— পূৰ্ণিমা তোমাৰ ভনীৰ নিচিনা'— এই চব বাজে কথা মই নকওঁ। পূৰ্ণিমাৰ লগত তোমাৰ এটা ভিতৰুৱা সম্পৰ্ক আছিল। [পৰিমলে চায] নহয় জানো? ভিতৰুৱা মানে এটা মৰমৰ সম্পৰ্ক।— তোমালোকৰ মাজত ভাল পোৱা-পুই আছিল। মইতো নুবুজা নহওঁ, মই সকলো বুজোঁ। ঘটনাটো সঁচা নে মিছা?

পৰিমল : সঁচা।

চৌধুৰী : কিন্তু বহুত কাৰণত, এৰাব নোৱাৰা কাৰণত, আগুৰ কমপেলিং ছিটুৱেচন, পূৰ্ণিমাক তোমালৈ বিয়া দিব নোৱাৰিলোঁ।

পৰিমল : এইবোৰ কথা আকৌ এতিয়া কিয় উলিযাইছে খুৱাদেউ? এইটো কথা আলোচনা কৰিবলৈ মই আগতেও ভাল পোৱা নাছিলোঁ, এতিয়া বেছি বেয়া পাওঁ।

চৌধুৰী : মই ভাল পাইছোঁ নেকি পৰিমল? তোমাৰ লগত এইবিলাক কথা আলোচনা কৰাটো লাজৰ কথা বুলি মই নুবুজোঁ নেকি? তথাপি কিয় কৰিছোঁ জানা? [পৰিমলে চায]
পূৰ্ণিমা অহাৰ কথা খুৰীয়েৰাই কৈছে নেকি?

পৰিমল : পূৰ্ণিমা? ক'লৈ অহাৰ কথা?

চৌধুৰী : ঘৰলৈ?

পৰিমল : পূৰ্ণিমা আহিছে নেকি?

চৌধুৰী : আহিছে। কিন্তু মাক-বাপেকৰ ঘৰলৈ জীয়েক অহাটোও যে ইমান কষ্টকৰ ঘটনা হ'ব পাৰে—

পৰিমল : মানে? [চৌধুৰী এপাক ঘূৰি আহে]

চৌধুৰী : [পৰিমলৰ বাহুত ধৰি] কোৱা পৰিমল, তোমাৰ লগত তাইৰ এনেকুৱা এটা বুজাপৰা হৈ গৈছিল নেকি যে তাই বিনন্দৰ লগত ঘৰ-সংসাৰ কৰিব নোৱাৰিব?

পৰিমল : আপুনি এইবোৰ কি কৈছে খুৱাদেউ?

চৌধুৰী : তাই আৰু কেতিয়াও বিনন্দৰ ওচৰলৈ নাযাওঁ বুলি গুচি আহিছে।

পৰিমল : কি?

চৌধুৰী : সেই কাৰণে মই তোমাক সুধিছোঁ— এনেকুৱা হ'ব পাৰে নেকি যে তাই তোমাৰ বাহিৰে—

পৰিমল : পূৰ্ণিমাই কিবা কৈছে নেকি?

চৌধুৰী : তাই কোৱা হ'লেতো ভালেই আছিল, কিন্তু তাই এনেকৈ মুখ বন্ধ কৰি ৰাখিছে, আৰু মই ইমান উদ্বাউল হৈছোঁ যে লাজ-মান কাতি কৰি থৈ মই নিজে উলিয়াবলৈ চেষ্টা কৰিছোঁ কিয়, কিয়, তাই এনেকুৱা কৰিছে! চোৱা পৰিমল, তোমালোকৰ ঘটনাটো মই পাতল বুলি লৈছিলোঁ, কিন্তু এতিয়া যদি সেইটোৰ ওজন বাঢ়িবলৈ লয়, তেনেহ'লে মই সেই ভাৰ কোনোমতে সহ্য কৰিব নোৱাৰিম। এইটো ফুলৰ ভৰত গছ মৰাৰ নিচিনা কথা হ'ব পৰিমল।

পৰিমল : [গম্ভীৰ] পূৰ্ণিমা ক'ত আছে?

চৌধুৰী : ভিতৰতে আছে। [লাহে লাহে অন্ধকাৰ। ইটো মঞ্চ লাহে লাহে পোহৰ হয়।]

# দৃশ্য ঃ ৩

## মঞ্চ ঃ ১

[আগৰ কোঠালিটো। পূৰ্ণিমা দূৰলৈ চাই বহি আছে। পৰিমল সোমাই আহে। পূৰ্ণিমাই লাহেকৈ উঠি কাপোৰ-চুলি ঠিক কৰে।]

পূৰ্ণিমা : বহা।

পৰিমল : শুনা পূৰ্ণিমা, তোমাৰ বিয়াৰ পিছত তোমাক কেতিয়া লগ পাম, লগ পালে মই কি কৰিম, কেনেকৈ কথা পাতিম, নে নাপাতিম, নে কেতিয়াও তোমাৰ মুখামুখি নহ'বলৈ চেষ্টা কৰিম, সেইবোৰ কথা কেতিয়াবা ভাবোঁ। কিন্তু এনেকৈ মুখামুখি হ'ব লাগিব বুলি মই ভবা নাছিলোঁ। খুৰাদেৱে কোৱা কথাবোৰ সঁচা নেকি?

পূৰ্ণিমা : কি কথা?

পৰিমল : এই যে তুমি একেবাৰে গুচি আহিছা?

পূৰ্ণিমা : সঁচা।

পৰিমল : কিয় সঁচা? [পূৰ্ণিমা ঘূৰে]। শুনিছোঁ, তুমি বোলে কিয় বুলি সুধিলে মুখ বন্ধ কৰা। কিন্তু তুমি মনে মনে থকাৰ কাৰণে মোৰ কিমান অপকাৰ হৈছে জানা? খুৰাদেউহঁতৰ প্ৰথম সন্দেহ হৈছে, মোৰ মৰমৰ কথা মনত পেলাই তুমি বিনন্দৰ লগত ঘৰ কৰিব নোৱাৰিলা। সেই একেটা সন্দেহকে কাইলৈ সকলোৱে কৰিব। কিয়? কিয় মোক অনাহকত এইবোৰ জুলুমত পেলাইছা? [নিস্তব্ধ] [গৰ্জি] কথা নোকোৱা কিয়? মনে মনে থাকি তুমি সকলোকে ভুল কৰাব পাৰিবা, কিন্তু মোক নোৱাৰিবা। তোমাৰ লগত মোৰ এটা গভীৰ আন্তৰিক সম্পৰ্ক আছিল— এদিন-দুদিনৰ নহয়, ৰাতি কমেও দুবছৰৰ। কিন্তু যেতিয়াই তুমি যাবলৈ ওলালা, তেতিয়াই মই নিঃশব্দে অকণো আপত্তি নকৰাকৈ তোমাক মই বিদায় দিছোঁ। মোৰ কোনো ক্ষোভ নাই, দুখ নাই, কাৰো প্ৰতি আক্ৰোশ নাই। এনেকুৱা অৱস্থাত তুমি মোৰ

অশান্তি কৰিবা কিয়? [হঠাতে কাতৰ] শুনা পূৰ্ণিমা, তোমাৰ কিবা এটা বিপদ হ'ব পাৰে, অন্ততঃ পুৰণি বন্ধু হিচাপে তুমি মোক সেই বিষয়ে কোৱা। কিজানি মই তোমাক এতিয়াও সহায় কৰিব পাৰোঁ।

পূৰ্ণিমা : তুমি এইবোৰৰ পৰা আঁতৰি থাকা পৰিমল। ধৰি লোৱা মই যোৱা দুমাহ থকাৰ নিচিনাকৈ ক'ৰবাত আছোঁ, তুমি তোমাৰ ঠাইত আছা, ক'তো একো হোৱা নাই।

পৰিমল : হোঁঃ। একো হোৱা নাই! মোক মতাই আনিলেই, মই তোমাৰ ঘৰ ভাঙিলোঁ নেকি সুধিলেই, মোৰ আঁতৰি থকাৰ উপায় থাকিল ক'ত? [ওচৰলৈ আহি] মোক তুমি এটা কথা কোৱা— বিনন্দই আমাৰ আগৰ কথা কিবা জানে নেকি?

পূৰ্ণিমা : জানে।

পৰিমল : জানে?

পূৰ্ণিমা : [প্ৰথমতে মুখ লৰায়, তাৰ পিছত] জানে। [পৰিমলে খোজ কাঢে। অলপ পিছত পূৰ্ণিমাৰ ওচৰলৈ আহি]

পৰিমল : সেই কাৰণে তেওঁ তোমাৰ লগত বেয়া ব্যৱহাৰ কৰে নেকি?

পূৰ্ণিমা : বেয়া ব্যৱহাৰ কৰে, কিন্তু সেই কাৰণে কৰে নে নকৰে ক'ব নোৱাৰোঁ।

পৰিমল : মাত্ৰ দুমাহমান সময়, নতুন কইনা— তোমাক তেওঁ বেয়া ব্যৱহাৰ কৰাৰ অইন কি কাৰণ থাকিব পাৰে? [অলপ পিছত] হঁ?

শংকৰ : [বাহিৰৰ পৰা পাতল সুৰত, ফুৰ্তিত চিঞৰে] ক'ত আছা? ক'ত আছা মানুহবোৰ। ক'লৈ গ'লা হে? [সোমাই] এয়া! আগফালৰ দুৱাৰ খোলা, মানুহ কোনো নাই, মই বোলোঁ ক'লৈ গ'ল? তুমি কেতিয়া আহিলা পৰিমল?

পৰিমল : এই অলপ আগতে।

শংকৰ : [অলপ পৰ চাই থাকে] হঁ। বুজিলোঁ। তোমাকো পালে তেনেহ'লে? এই অলপ সময়ৰ ভিতৰতে এই অৱস্থা? হেৰা, তোমালোকৰ কলিজাবোৰৰ ওপৰত ঢাকনি-চাকনি একো নাই নেকি? এইমাত্ৰ জগা নিগনি পোৱালিৰ নিচিনা নেকি? বতা বতা, অকণমান বতাহ, অকণমান পোহৰ লাগিলেই চক খাই খাই উঠা। মইতো কালি গধূলিৰ পৰা এওঁৰ [পূৰ্ণিমাক দেখুৱাই] লগত দুঘণ্টা থাকিলোঁ, ক'তা? মোৰতো নোম এডালো লৰচৰ হোৱা নাই। কিন্তু এই অলপ সময়ৰ ভিতৰতে তোমাৰ মুখখন ওলমি— কিবা একেবাৰে বুঢ়া গছৰ জাতিলাওটোৰ নিচিনা হৈছে কিয়? ভেৰী বেড [পাইপ জ্বলায়] ইট ইজ ভেৰী বেড। অ', পূৰ্ণিমা, মোৰ বেগটো, সৰু হেণ্ড বেগটো, কালি ইয়াতে এৰি থৈ গৈছোঁ।

পূৰ্ণিমা : পাইছোঁ, আছে।

শংকৰ : গুড। চুইছা পৰিমল, কালি এওঁৰ লগত কথা পাতি যি ফুৰ্তি লাগিল, ফুৰ্তিৰ কোবত ওলাই লৰ মাৰিলোঁ, ক'ৰ বেগ ক'ত পৰি থাকিল, খবৰেই নাই। ঘৰত গৈ যেতিয়া পাইপত ভৰাবলৈ ধপাত বিচাৰোঁ, তেতিয়াহে দেখোঁ— বেগ নাই। [দুৱাৰমান হঁপি থোৱা নোপোৱা দেখি আকৌ পাইপ জ্বলায়] এইবোৰ কাৰণতে মই একেবাৰতে কেইবাটিনো ধপাত অনাওঁ বুইছা। কিউবাৰ ফাষ্ট ক্লাছ টবেকো। আজিকালি এনেকুৱা ধপাতৰ টিন দেখিছা জানো? [এটা সুন্দৰ সৰু টেমা কোটৰ জেপৰ পৰা উলিয়াই দেখুৱায়]। বহা। [পৰিমল বৈ থাকে] বহাচোন ইয়ং মেন। [পৰিমল বহে] মোৰ কথা শুনা। পূৰ্ণিমা তোমাৰ ফ্ৰেণ্ড। ফ্ৰেণ্ড মানে

বেষ্ট ফ্রেণ্ড। এই ধৰা দুই-তিনি বছৰৰ। কিন্তু মই? মই দিয়া কাঁহীত তাই অন্নপ্ৰাসনৰ ভাত খাইছে। অন্নপ্ৰাসনৰ দিনা মই তাইৰ মোমায়েক, বিয়াৰ দিনা আচল কামৰ বাপেক। এওঁ দিবাকৰ হ'ল জন্ম দিয়া বাপেক। নামত, নামত। এইজনী ছোৱালীয়ে আজি যিটো পাগলামী কৰিছে, নিয়ম মতে মইতো বেহুঁচ হৈ যাব লাগিছিল। কিন্তু কিয় হ'ম? তাই পাগলী হ'ল বুলি ময়ো হ'ম নেকি? নে তুমিও হ'বা?

পৰিমল : আপোনাৰ কথাটো আৰু মোৰ কথাটো অলপ বেলেগ খুৰাদেউ।

শংকৰ : [হঠাৎ উত্তেজিত] কিহৰ বেলেগ? একো বেলেগ নহয়। [একালে চাই থৰ হৈ থাকে।]

পৰিমল : এনেকুৱা এটা দুৰ্ঘটনাৰ আভাস পাইছোঁ— যিটোৱে পূৰ্ণিমাৰ জীৱনটো গ্ৰাস কৰিব পেলাব, আৰু লগতে মোকো—

শংকৰ : হঁা? কি ক'লা? কথাবোৰ ইমান সোনকালে ইমান জটিল কৰি নেপেলাবাচোন। পূৰ্ণগ্ৰাস সূৰ্যগ্ৰহণ হয় নে নহয়? কিমান সময় থাকে? সূৰ্যৰো একো নহয়, চন্দ্ৰৰো একো নহয়, অলপ সময় দুইটা একে লাইনতে পৰি যায়, বাচ, কথা সিমানেইহে। [ডাক্তৰকৈ পূৰ্ণিমাক] ক'তা— চাহ? কফি? অমলেট? আলু ভাজি? হয় কথা ক, নহয় সেইবোৰৰে কিবা এটা কৰ। [পূৰ্ণিমা ওলায় যায়] পাগলী। [অলপ পাইপ খাই] কি হ'ল পৰিমল? তুমি সেইবোৰকে ভাবি আছা নেকি?

পৰিমল : মোৰ কাৰণে বিনন্দ আৰু পূৰ্ণিমাৰ এনেকুৱা হ'ব—

শংকৰ : হ'লেই যেনিবা।

পৰিমল : [স্তব্ধ] কিন্তু মই কিয় অনাহুকত—

শংকৰ : তুমি পূৰ্ণিমাক ভাল পাইছিলা। পাইছিলা নে নাই?

পৰিমল : পাইছিলোঁ।

শংকৰ : তেনেহ'লে? দুৰ্ঘটনা তাতে শেষ।

পৰিমল : মানে?

শংকৰ : টেক ইট ইজী। সহজভাবে লোৱা। ঘটনাটো বাগৰি বাগৰি আহি যদি তোমাৰ গাতে বৈ যায়, ৰ'বলৈ দিয়া। বেয়া হ'ব জানো?

পৰিমল : খুৰাদেউ।

শংকৰ : [গম্ভীৰ চতুৰালি] তোমাৰ দুখৰ কথা ময়েই বুজিছিলোঁ আটাইতকৈ বেছি। আনফৰচুনেটলী, দুখ লগা কথা, পূৰ্ণিমাতকৈও বেছিকৈ বুজিছিলোঁ।

পৰিমল : [চিঞৰি] নহয়। নহয়। মই আপোনাৰ কথাৰ সুৰ ভাল পোৱা নাই। মই এইবোৰৰ মাজত সোমাব নোখোজোঁ।

শংকৰ : কোনো মানুহ একোৰে মাজত 'সোমাব' নোখোজে, কিন্তু 'সোমাব লাগে'। এই ধৰি লোৱা পূৰ্ণিমাৰ লগত তোমাৰ বিয়া হ'ল, সেইটোও 'কিবা এটাৰ মাজত' সোমোৱা। তোমাৰ বিবাহিতা পত্নীৰ বিয়াৰ পিছতে দুমাহ ধৰি কিবা এটা টান বেমাৰ হ'ল, সেইটোও 'কিবা এটাৰ মাজত সোমোৱা।'—

পৰিমল : নৌ। মই এতিয়াই বিনন্দৰ ওচৰলৈ যাম। এখন টেক্সি ভাৰা কৰি হ'লেও এতিয়াই—

শংকৰ : তুমি যাব নালাগে। কালি গধূলিয়েই ট্ৰাংক কল কৰা হৈছে, এই বেলাই পাবহি। [ঘড়ী চাই] পাবৰ হ'লেই নেকি।

পৰিমল : মই তেওঁক প্ৰথমেই লগ পাব লাগিব। লগ পাবই লাগিব। [যাব খোজে]

শংকৰ : কি বাটতে আগচি ধৰিবলৈ ওলাইছা নেকি? ৰহা।

পৰিমল : নহয়, মই আকৌ আহিম। কথাবোৰ জুকিয়াই ল'ব লাগিব। মই প্ৰিপেয়াৰ্ড হ'ব লাগিব। মই আহোঁ খুৰাদেউ। [ফটকৰে গুচি যায়]

শংকৰ : [সেইফালে চাই পাইপ হুঁপি মুখ জোকাৰে, ভাবটো— 'বেচেৰা!' তাৰ পিছত ডাঙৰকৈ মাতে] পূৰ্ণিমা [খোজ কাঢ়ে] [পূৰ্ণিমা আহে। ইফালে-সিফালে পৰিমলক চায়।]

শংকৰ : একাপ। নালাগে ৰ'বা। একো নালাগে। বেগটো?
[পূৰ্ণিমা কাষলৈ গৈ এটা ছুটকেছ খোলে। এটা চামৰাৰ সৰু বেগ উলিয়াই আকৌ চাবি মাৰে। চাবি কঁকালত থয়। বেগটো দিয়ে।] [হঠাত পৰিমল সোমাই আহে]

পৰিমল : মোৰ গগলছযোৰ। [চকীৰ পৰা গগলছযোৰ লৈ ওলাই যায়। পূৰ্ণিমাই চাই থাকি অলপ পিছত কথা কয়]

পূৰ্ণিমা : এনেকৈনো বেগটোৰ চিন্তা কৰিব লাগেনে?

শংকৰ : নহয় মানে, মই ভাবিছিলোঁ— তোমালোকে বহু পৰ কথা পাতিবা, ইফালে মোৰ সোনকালে যাবলগীয়া আছে। সেইটো কোঠালিত কোন আছে?

পূৰ্ণিমা : [কোঠালিটোলৈ চাই] কোনো নাই।

শংকৰ : [সেইফালৈ গৈ, উভতি] আহাচোন। কথা আছে।
[Fade out]

# দৃশ্য : ৪

## মঞ্চ : ২ (ক)

[ক'লা স্ক্ৰীণৰ আগত। পাৰ্ক। ৰেলিং। বেঞ্চ। গছ। মাত্ৰ এটা সৰু zone অত পোহৰ।]

পৰিমল : আপুনি কিমান কি জানে মজুমদাৰ?

বিনন্দ : কিমান মানে— আপোনালোক দুজনৰ বাহিৰে বাহিৰৰ মানুহে যিমান জনাটো সম্ভৱ— সিমানেই জানো।

পৰিমল : বিয়াৰ পিছত জানিলে নে—

বিনন্দ : [লগে লগে] আগতে। আগতে।

পৰিমল : আগতে? তেনেহ'লে—

বিনন্দ : তেনেহ'লে কি?

পৰিমল : আপুনি আগবাঢ়িল কিয়?

বিনন্দ : আঃ আগনাবাঢ়িবলৈ আকৌ কিটো হ'ল? কাৰ ক'ত কি হৈছিল সেইবোৰ কথাত গুৰুত্ব দিয়াৰ কি দৰকাৰ? মই যেনিবা একো নাজানিলোঁৱেই, তথাপি এজনী তেইছ-চৌবিছ বছৰীয়া ছোৱালী, সেই চৈধ্য বছৰ বয়সৰ পৰা ৰামায়ণ-মহাভাৰত পঢ়ি, বাকীখিনি সময় চকু মুদি মাকৰ ওচৰতে বহি থাকি ডাঙৰ হৈছে বুলি বিশ্বাস কৰিব লাগিব নেকি?

পৰিমল : এতিয়া সেইবোৰ কথাত কিয় গুৰুত্ব দিছে?

বিনন্দ : কোনে ক'লে? সেইবোৰ কথাত গুৰুত্ব দিয়া হ'লে মই আপোনাৰ লগত ইয়াত এনেকৈ কথা পাতো নেকি?

পৰিমল : কিন্তু সেইবোৰ কথাৰ কাৰণেই আপুনি পূৰ্ণিমাৰ লগত বেয়া ব্যৱহাৰ কৰিছে।
বিনন্দ : [জোৰেৰে] নৌ।
পৰিমল : তেনেহ'লে তেওঁ কিয় শুচি আহিছে?
বিনন্দ : সেইবোৰ তেওঁক সোধাই ভাল নেকি।
পৰিমল : চাওক মজুমদাৰ, অন্ততঃ মই আপোনাক মিছা কথা নকওঁ। আপোনালোকৰ মাজত, পূৰ্ণিমাৰ সন্মুখত মই চুলি এডালৰ সমান হৈয়ো আমনি কৰিব নোখোজোঁ। মই নিজৰ কষ্ট সহ্য কৰিব পাৰোঁ, কিন্তু মোৰ কাৰণে লোকৰ যাতে কষ্ট নহয়, তেনেকৈ চলিবলৈ মোৰ শক্তিও আছে, সংযমো আছে। আপুনি ভুল নকৰিব। মই আপোনাক অনুৰোধ কৰিছোঁ। বিশেষকৈ— আপুনি আগতে সকলো জানিযেই পূৰ্ণিমাক গ্ৰহণ কৰিছে যেতিয়া, আপোনালোকৰ সুখ-শান্তিৰ দাযিত্বও এতিয়া আপোনালোকৰে।
বিনন্দ : অন্ততঃ মোৰ কাৰণে আপুনি চিন্তা নকৰিব দাস। বৰঞ্চ আপুনি যিমানে এইবোৰ ঘটনাৰ মাজত সোমাবলৈ চেষ্টা কৰিব, সিমানে মোৰ সন্দেহ হ'ব— আপুনি পূৰ্ণিমাৰ ওচৰৰ পৰা আঁতৰিব পৰা নাই। কাপুৰুষ কাৰণে ওচৰ চাপিবও পৰা নাই।
পৰিমল : [অধৈৰ্য] মই এইবোৰৰ ওচৰ চাপি অহা নাই মজুমদাৰ, মোক মাতি আনি জোৰকৈ— [ৰৈ যায। চুলিত হাত ফুৰায]। সেইবোৰ বাদ। আপুনি কওক, পূৰ্ণিমাৰ লগত এটা বুজাবুজি কৰি আপুনি তেওঁক লৈ যাব?
বিনন্দ : মই নিলেওতো তেওঁ নাযায।
পৰিমল : কিয নাযাব?
বিনন্দ : কাৰণ তেওঁৰ মোৰ ওচৰলৈ যাবলৈ আৰু সাহ নাই।
পৰিমল : কিয়?
বিনন্দ : [চিগাৰেট উলিযায। বেলেগ সুৰত] আপুনি তেওঁক মৰম কৰাটো অপৰাধৰ কথা নাছিল দাস, কিন্তু অপৰাধৰ কথা হ'ল— আপোনালোকে তেওঁৰ অধঃপতন ঘটোৱাটো। ক্ষমাৰ অযোগ্য অপৰাধ।
পৰিমল : মানে?
বিনন্দ : মানে আপুনি মোতকৈ ভালকৈ বুজে।
পৰিমল : মানে? কথাটো কি বুজাই কওকচোন।
বিনন্দ : এই যে নুবুজাৰ ভাও ধৰিছে, সেইটোৱেহে বেছি ঘৃণা জন্মায।
পৰিমল : [চিএঞৰি] আপুনি কৈছে কি?
বিনন্দ : [চিগাৰেট জ্বলায়] ৰাজহুৱা ঠাই, চিএঞৰ-বাখৰ নকৰিব। মই ক'লোঁৱেই নহয, কাৰ লগত কাৰ কি সম্বন্ধ আছিল, সেইবোৰ চিন্তা কৰাৰ মোৰ অভ্যাস নাই। পূৰ্ণিমা দেখাই-শুনাই ভাল ছোৱালী, ভালকৈ কথা-বতৰা কয়, স্মাৰ্ট, শিক্ষিত, তেনেকুৱা এজনী ছোৱালী বিয়া কৰোৱাৰ প্ৰস্তাৱ আহিলে আপত্তি কৰাৰতো প্ৰশ্নই নাই। আৰু আপোনাৰ বিষয়ে মোক কোৱা হ'ল, সেইবোৰ ল'ৰা-ধেমালি, তাতকৈ বেছি ওপৰলৈ যোৱাৰ কোনো যোগ্যতা আপোনাৰ নাই। কিন্তু মোক যে কিমান ডাঙৰ ধেমালি কৰিবলৈ জালত পেলোৱা হৈছিল সেইটোতো মই বুজা নাছিলোঁ। [চিগাৰেট হাঁপি, ঘড়ী চাই] হ'ব দাস, যাওক। মোৰ এটা কাম আছে, পলমেই হ'ল। মযো যাওঁ।

[পাৰ্কৰ লাইটটো নুমাই যায়। দূৰত কম বয়সীয়া ল'ৰা-ছোৱালীযে— 'হেই' বুলি চিএৰে— লাইট নুমুওৱাৰ কাৰণে।]

বিনন্দ : এঃ কাৰেণ্টেই গ'ল। মোৰ কাৰণে আপুনি চিন্তা নকৰিব। যি পাবে নিজৰ কাৰণেই কৰক। বুইছে দাস, পূৰ্ণিমা শুচি আহিছে, তাৰ পিছত ময়ো আহিছোঁ, কিন্তু আপোনাক লগ পোৱাৰ কথা মোৰ চিন্তাৰ ভিতৰতেই নাছিল। আপুনিহে সেই চিন্তাটোও সুমুৱাই দিলে। আহোঁ। [বিনন্দ যায়। ক্ষীণ পোহৰ। পৰিমল বৈ থাকে। বহে। চুলিত হাত ফুৰায়।]

পৰিমল : [নিজকে নিজে সোধে : ECHO channel ] মানে কি? এইবোৰৰ মানে কি? [পৰিমল মঞ্চৰ একাষলৈ যায়। চিন্তা কৰে। ইফালে যেতিয়া লাইট পৰে, তেতিয়া বেঞ্চত পূৰ্ণিমা বহি আছে। বিযাৰ আগৰ]

পৰিমল : কিমান দিন এইখিনিলৈ আহিছিলোঁ, নহয়? এই ঠাইডোখৰো তুমি লগতে লৈ যোৱা হ'লে বৰ ভাল আছিল। নহ'লে মই এইটো বাটেদি অহা-যোৱাই বন্ধ কৰিব লাগিব।

পূৰ্ণিমা : সোনকালে নতুন বাট এটা বিচাৰি লোৱা।

পৰিমল : [চাই থাকি, খণ্ডত] তেলৰ কাৰণেতো তেনেকুৱা কথা কোৱা এতিয়া বৰ সহজ, নহয় জানো?

পূৰ্ণিমা : নহয় পৰিমল, ধেমালি কৰিছোঁ।

পৰিমল : তুমিতো আগৰ পৰা গুৰিলৈকে ধেমালিয়েই কৰিলা।

পূৰ্ণিমা : নহয় নহয়। তোমালোকৰ নিচিনাকৈ কথাৰে একো বুজাব নোৱাৰোঁ, সেইটোৱেই মোৰ দোষ। কিন্তু মোৰ মনৰ কষ্টৰ কথা তুমি গোটেই জীৱনতো বুজিব নোৱাৰিবা। তুমি যদি বিচৰা, মই তোমাক লগ পাই থাকিম পৰিমল। [পৰিমল একাষলৈ যায়। লাইট তাৰ লগে লগে যায়। অলপ পিছত সি কয়।]

পৰিমল : মই বিচাৰিব লাগিব নেকি? হুঁ? বিচাৰিব লাগিব? [পাৰ্কৰ লাইটটো জ্বলে। দূৰত আকৌ ল'ৰা-ছোৱালীৰ চিএৰ— 'হেই, আহি গ'ল'। তেতিয়া মঞ্চত পূৰ্ণিমা নাই।]

পৰিমল : [চিন্তা] তেওঁ আশা কৰি আছে নেকি— মই বিচাৰিব লাগিব বুলি? সঁচাকৈয়ে তেওঁ বৰ কষ্ট পাইছে নেকি? মোৰ কাপুৰুষালিৰ কাৰণে তেওঁ কষ্ট পাইছে, অথচ মুখ খুলি একো ক'বও পৰা নাই তেনেকুৱাওতো হ'ব পাৰে। [Echo]
[Fade out]

## দৃশ্য : ৫

### মঞ্চ : ১

[আগৰ কোঠালিটো। পাৰ্টিচন আদিৰ পৰিজন বেলেগ হোৱাৰ কাৰণে কোঠালিটোৰ ডাইনিং টেবুলখন সম্মুখত পৰিছে। বিনন্দই থিয় হৈ চাহ খাইছে। বনলতাই পৰিবেশন কৰিছে]

বনলতা : এনেকুৱাওতো হ'ব পাৰে— তুমি যিটো শুদ্ধ বুলি ভাবিছা, তাই সেইটো ভুল বুলি ভাবিছে? যিয়েই নহওক, কেইদিনমান পাহৰি থাকিলেই সকলো আকৌ ঠিক হৈ যাব বিনন্দ। কি হৈছে তোমালোকে ভাঙিও নোকোৱা, কিন্তু আমিতো এনেকুৱা এটা বেয়া ঘটনা ঘটিবলৈ দিব নোৱাৰোঁ। তাতকৈ দেখোন তাইক কাটি পেলোৱাই ভাল।

বিনন্দ : আপোনালোকে মোৰ বিষয়ে আৰু অলপ খবৰ গোটাব লাগিছিল। আধাখিনি খবৰ লৈ কাম কৰাৰ কাৰণে আপোনালোকৰ এই বিপদটো হৈছে। মোৰ নাম আছে, যশ আছে, অসুখ-বিসুখ নাই, টকা-পইচাৰ চিন্তা নাই, ভনী এজনীৰ বাহিৰে আপোন বুলিবলৈ কোনো নাই, এইখিনি খবৰলৈকে আপোনালোকে গোটালে। কিন্তু— দুই-এজন মানুহ ওলায়— টকা-পইচাৰ প্ৰতি অকণো মোহ নাই, জানি-শুনি তিলমানো অন্যায় নকৰে, আৰু অন্যায় সহ্যও নকৰে— মই যে মনে-প্ৰাণে তেনেকুৱা এজন মানুহ হ'বলৈ চেষ্টা কৰি আছোঁ, এই কথাটোৰ খবৰ আপোনালোকে লোৱা হ'লে ভাল আছিল।

বনলতা : সেইবিলাক খবৰ নাই লোৱা বুলি তুমি কিয় কৈছা?

বিনন্দ : নাই লোৱাৰ প্ৰমাণ পাইছোঁ কাৰণে নাই লোৱা বুলি কৈছোঁ। পূৰ্ণিমা আকৌ নাযাওঁ বুলি ঘৰলৈ আহিল, কথা বহু দূৰ পালেগৈ। এইটো এটা সাংঘাতিক ঘটনা। গতিকে এতিয়া খাৰাংখাচ কথা কোৱাৰ সময়। আপুনি বেযা নাপাব।

বনলতা : নাপাওঁ। কথাবোৰ খোলাখুলিকৈ হৈ গ'লে ভালৰহে কথা। কোৱা, তাইতো একো নকয়েই, তুমিয়েই কোৱা।

বিনন্দ : আপুনি কওকচোন, আপোনালোকৰ উপৰিপুৰুষৰ সম্পত্তি, আপোনালোকৰ সমগ্ৰ উপাৰ্জন মিলাই, আপোনালোকে আপোনালোকৰ একমাত্ৰ ছোৱালীজনীক কিমান দামী নেকলেছ এডাল দিব পাৰে?

বনলতা : কিমান দামীনো দিব পাৰিম? যি দিছোঁ তুমিতো দেখিছাই চাগৈ। তাইতো দেখুৱাইছেই চাগৈ।

বিনন্দ : দেখিছোঁ, আৰু দেখিহে আচৰিত হৈছোঁ— ইমান দামী নেকলেছ এডাল আপোনালোকে দিলে কেনেকৈ?

বনলতা : কিমান দামীনো?

বিনন্দ : এক্সপাৰ্টৰ কথা বাৰু বাদ, মোৰ হিচাব মতেই— এই ধৰি লওক— ছয়-আঠ লাখ টকা।

বনলতা : ছয়-আঠ লাখ টকা? ছয়-আঠ লাখ টকা দামৰ নেকলেছ আমাৰ চৈধ্য পুৰুষেও দেখাই নাই বোপাই।

বিনন্দ : সেইটোৱেইতো আচৰিত কথা। তেনেকুৱা এডাল নেকলেছ আপোনাৰ ছোৱালীক দিব পাৰিলে কেনেকৈ?

বনলতা : ক'তনো আমি তেনেকুৱা এডাল নেকলেছ দিলোঁ? তুমিনো কি দেখিলা? ক'ত দেখিলা?

বিনন্দ : পূৰ্ণিমাই নেদেখুৱালে মই কেনেকৈ দেখিম?

বনলতা : কিনো নোহোৱা-নোপজা কথা। [ডাঙৰকৈ] পূৰ্ণিমা! ক'ত আছ তই? [চৌধুৰী সোমাই আহে।]

চৌধুৰী : কি হ'ল? কিয় মাতিছা তাইক? তাই মোৰ অফিচ ৰুমটোত সোমাই কিবা পঢ়ি আছে।

বনলতা : তাই বোলে এওঁক আমি দিয়া নেকলেছ এডাল দেখুৱাইছে— ছয় লাখ টকা দাম।

চৌধুৰী : কি? ক'ত দেখুৱাইছে? বিনন্দ?

বিনন্দ : ভাত, আমাৰ ঘৰত।

চৌধুৰী : নাই নাই, ক'ৰবাত কিবা ভুল হৈছে। ছয় লাখ টকা দামী নেকলেছ আমি তাইক কৰ পৰা দিম? আৰু দিমেই বা কিয়?

বিনন্দ : আচৰিত কথা। আপোনালোকেই যদি দিয়া নাই, তেনেহ'লে ঘটনাবোৰতো আৰু বেছি গণ্ডগোলীয়া।

চৌধুৰী : [ডাঙৰকৈ] পূৰ্ণিমা। পূৰ্ণিমা! ষ্ট্ৰেঞ্জ! তাৰ মানে তোমালোকৰ গণ্ডগোলবোৰ এইবোৰ কথা লৈ হৈছে?
[পূৰ্ণিমা আহে]

বনলতা : কি অ', তই বোলে এওঁক ছয় লাখ টকা দামৰ নেকলেছ এডাল দেখুৱাইছিলি?

পূৰ্ণিমা : নেকলেছ? কেতিয়া?

বনলতা : জানো তইঁতেহে জান কেতিয়া। এওঁ কৈছে।

পূৰ্ণিমা : [মনত পৰাৰ দৰে] অ' বুজিছোঁ। মই ধেমালি কৰিছিলোঁ।

বিনন্দ : ধেমালি? তুমি সদায় ধেমালিকেই কৰিবা নেকি?

পূৰ্ণিমা : [মাকক] সেই যে মোৰ ইমিটেচন পাৰ্লৰ নেকলেছডাল, সেইডাল দেখুৱাই কৈছিলোঁ— এইডাল খাঁটি পাৰ্লৰ নেকলেছ।

বিনন্দ : আৰু তুমি যে কৈছিলা – বোম্বাইত এজন ডিলাৰ আছে, পেৰিছত এজন ডিলাৰ আছে, ইমান দামী বস্তু তেওঁলোকেহে ডিল কৰে, আৰু যে সুধিছিলা— এইবাৰ পোলেণ্ডলৈ যাওঁতে মই পেৰিছত সোমাব পাৰিম নেকি?

পূৰ্ণিমা : সেইবিলাক ছিৰিয়াছলী ধৰিবলগীয়া কথা নেকি?

বিনন্দ : তুমিতো কথাবিলাক ছিৰিয়াছলী কোৱা যেনেই লাগিছিল।

বনলতা : আছে নহয় নেকলেছডাল? লৈ নাহঁগৈ কিয়? [পূৰ্ণিমা যাষ]

চৌধুৰী : হ'বও পাৰে বুইছা বিনন্দ, তাই ধেমালিও কৰিব পাৰে। তাইৰ নেচাৰটো মই জানো নহয়। এই ফিকচন, থ্ৰিলাৰ, এডভেনচাৰ, ডিটেকটিভ কিতাপবোৰ পঢ়ি পঢ়ি তাইৰ মগজটো যে কি হৈছে। এবাৰ ওলাল এয়াৰ হ'ষ্টেছ হ'বলৈ, এবাৰ ওলাল প্ৰাইভেট ডিটেকটিভ হ'বলৈ, এবাৰ ধান্দা হ'ল ক'ৰবাৰ ফাইভষ্টাৰ হোটেলৰ ৰিচেপচনিষ্ট হ'বলৈ। [পূৰ্ণিমা আহে। নেকলেছ এডাল মেজৰ ওপৰলৈ দলিয়াই দিয়ে।]

পূৰ্ণিমা : সেইডাল।

বনলতা : [নেকলেছডাল লৈ] এইডালতো মই নিজে কলিকতাৰ পৰা ছুশ টকা দি অনাইছোঁ।
[বিনন্দৰ সন্মুখতে ধৰে। সি চায আৰু এটা বিভ্ৰান্ত হোৱাৰ ভংগী কৰে।]

চৌধুৰী : So? That is the problem! বৰ চাইলডিছ কাৰবাৰ দিয়া। [পূৰ্ণিমাক] মই তোক কিমানবাৰ কৈছোঁ— এই কেঁচুৱালিবোৰ এৰ। এতিয়া দেখিলি নহয়— কি সামান্য কথা এটাৰ পৰা কিমান ডাঙৰ ঘটনা এটা ঘটিব খুজিছিল। তোৰ বয়স হৈছে, কিছুমান ধেমালি এতিয়া বাদ দিব লাগে। [বিনন্দৰ ওচৰলৈ আহি] মই জানো বিনন্দ, তুমি অত্যন্ত সৎ ল'ৰা। তোমাৰ দুশ্চিন্তাটো কিহৰ মই বুজিছোঁ। কিছুমান কথালৈ তুমি ভয কৰা। নেচাৰেল। এই ধৰি লোৱা আমাক ঘৰখনত বেজীও লাগে, সূতাও লাগে। বেজীটোত [হাতেৰে দেখুৱাই] ইমানকণ সূতা লাগি থাকিব লাগে। তাৰ সলনি যদি কোনোবাই এক মাইলমান দীঘল সূতা এডাল বেজীটোত লগাই দিযে, তুমি সেইটো ঘৰত ৰাখিব নোৱাৰা। জট লাগিব। তুমিও নেকলেছ ডালৰ লগত ছয় লাখ টকা লাগি থকা বুলি শুনি ভয খাই গ'লা। [হাঁহে]। বাদ দিয়া, বাদ দিয়া। [পূৰ্ণিমাক] এনেকুৱাবোৰ প্ৰেকটিকেল জ'ক বৰ ক্ষতিকৰ হ'ব পাৰে বুইছ

পূৰ্ণিমা?

শংকৰ : [আঁৰত] ক'ত? মানুহবোৰ ক'ত? [সোমাই আহে] আগফালৰ দুৱাৰ খোলা, মানুহবোৰ ক'ত? চব ইযাত সোমাই আছা?

চৌধুৰী : তুমিনো গপগপকৈ একেবাৰে ভিতৰলৈ সোমাই আহা কিয়?

শংকৰ : [কৃত্ৰিম খঙেৰে চাই থাকি] ওলাই যোৱা, তুমি এতিয়াই ইয়াৰ পৰা ওলাই যোৱা। [আঙুলিৰে বাহিৰখন দেখুৱাই ৰৈ থাকে। অলপ পিছত দুয়ো হোঁ হোঁ কৈ হাঁহি দিযে] আঁ, এওঁ কলৈ গ'ল?

চৌধুৰী : কোন?

শংকৰ : এওঁ পৰিমলো আহিছে নহয় মোৰ লগতে।

বনলতা : [পৰিমলক দেখি] আহা পৰিমল।
[পৰিমল আহে]

চৌধুৰী : আমি নহ'লে তাতে আৰাম কৰি বহোঁগৈ।

শংকৰ : তাৰ মানে ভাতৰ দেৰি আছে নেকি?

চৌধুৰী : হেঃ এই ফুন্ট গধুলিতে তোমাৰ ভাতৰ সময হ'ল নে?

শংকৰ : তেনেহ'লে চাহ-তাহকে দিযা আক'। আবেলি শোৱাৰ পৰা উঠি ব্ৰেকফাষ্টেই খোৱা নাই।

চৌধুৰী : হ'ব হ'ব, চব হ'ব। ব'লা। হেৰি নহয়, পৰিমল, তুমিও আজি ইযাতে খাবা। সকলো লগ লাগি এসাঁজ খোৱা যাওক।

শংকৰ : [মেজৰ পৰা নেকলেছডাল লৈ] আঁ! এইডাল কি আকৌ? এওঁলোক দুজনৰ যে কিবা এটা খকা-খুন্দা লগাৰ কথা শুনিছিলোঁ, মিটমাট হ'বৰ কাৰণে আকৌ এবাৰ বেণ্ডপাৰ্টী বাজিব নেকি?

বনলতা : [নেকলেছডাল লৈ] দিযক এইডাল। এইডালেই সৰ্বনাশ কৰিব খুজিছিল।

শংকৰ : হাঁ? ঘটনাটো কি?

চৌধুৰী : সেইবোৰ পিছত শুনিবা, বহাঁগৈ ব'লা।

শংকৰ : সৰ্বনাশ কৰিব খোজা বস্তুবোৰ মোক দি দিব লাগে আক'। মই তাক একেবাৰে ডেষ্ট্ৰয় কৰি দিম নহয়।

চৌধুৰী : এঃ যোৱাহে মিছামিছি।

শংকৰ : [পৰিমলক] ব'লা ব'লা।
[শংকৰ পৰিমল যায়। পূৰ্ণিমা ভিতৰলৈ যায়।]

চৌধুৰী : [বনলতাক] বন্ধা-বঢাবোৰ তুমি নিজে অলপ চাবা।
[বনলতা যায়। বিনন্দ এমূৰে চিন্তা কৰি থিয় হৈ থাকে।]

চৌধুৰী : আহা বিনন্দ। কি ভাবিছা? [ওচৰ চাপে]

বিনন্দ : [ৰৈ] কাগজ-পত্ৰৰ লগতে মোৰ সম্পৰ্ক। কথাবোৰ ঠিকমতে মনত ৰখাটো আমাৰ কাৰণে বৰ দৰকাৰী কথা। মোৰ যদি ভুল হোৱা নাই— এইডাল নেকলেছ পূৰ্ণিমাই আমাৰ ওচৰত দেখুওৱা নেকলেছডাল নহয়। মোৰ কাৰণে আটাইতকৈ চিন্তাৰ কথা হৈছে— সেইডাল— পূৰ্ণিমাই দেখুওৱা নেকলেছডালৰ ফটো মই কাগজত— আৰু মেগেজিনত দেখিছিলোঁ।
[চৌধুৰীয়ে অবাক হৈ চাই থাকে। Show fade out]

# দৃশ্য ঃ ৬

## মঞ্চ ঃ ২

[বহা কোঠালি। চকী-মেজৰ পজিচন বেলেগ। সম্মুখত খালী ঠাই বেছি। কোনোবা বহি আছে, কোনোবাই ওলোৱা-সোমোৱা কৰিছে, কোনোবা থিয় হৈ আছে। গম্ভীৰ পৰিৱেশ। সম্মুখত দস্তিদাৰ আৰু ভট্টই কথা পাতিছে। ওচৰত পৰিমল। শংকৰ অৱশভাৱে বহি আছে।]

ভট্ট ঃ মই আকৌ আজি অলপ সোনকালেই ওলাই গ'লোঁ। অলপ জৰুৰী কাম আছিল। এই অলপ আগতেহে খবৰটো পালোঁ। কথাটো কি? [বাহিৰৰ পৰা বীণা সোমাই আহে। হাতত এটা বেগ, কান্ধত এটা বেগ। চুলি-কাপোৰ অসংযত। তেওঁ ৰয়, মানুহবোৰলৈ চায়।]

পৰিমল ঃ [বীণাক] এইফালে যাওক। [বীণা সোমাই যায়]

দস্তিদাৰ ঃ কোন?

পৰিমল ঃ জানো! দেখা দেখা যেন লাগিছে, ঠিক ধৰিব পৰা নাই।

ভট্ট ঃ [দস্তিদাৰক] কওকচোন।

দস্তিদাৰ ঃ তেওঁ পাইছিলহি বোলে কালি দিনৰ এঘাৰমান বজাত। এখেতসকলে কোৱা মতে-তেওঁ দিনটো ঘৰতে আছিল, আবেলি পৰত এবাৰ ওলাই গৈছিল, গধূলি আঠমান বজাত উভতি আহিছিল। নহয় জানো?

পৰিমল ঃ হয়। মই আঠ বজাৰ পিছত আহিছিলোঁ, তেতিয়া তেখেত ইয়াতে আছিল।

দস্তিদাৰ ঃ তাৰ পিছত বোলে ইয়াতে বহি সকলোৱে ৰাতি চাৰে দহ-এঘাৰ বজা মানলৈ কথা-বতৰা পাতি আছিল, তাৰ পিছত সকলোৱে ভাত খালে। খাই-বৈ উঠোঁতে চাৰে এঘাৰমান?

পৰিমল ঃ হ'ব।

দস্তিদাৰ ঃ খাই-বৈ উঠি এওঁ [পৰিমলক দেখুৱাই] আৰু শংকৰ বাবু ঘৰাঘৰি গ'ল, তাৰ পিছত সকলো শুলে। ৰাতিপুৱা মিছেছ চৌধুৰীয়ে চাহ কাপ দিবলৈ গৈ দেখে কোঠালিৰ দুৱাৰ বন্ধ। চৌধুৰীয়ে নিজেই ক'লে— বোলে নজগাবা, ৰাতি শোওঁতে পলম হৈছে, শোৱক।

ভট্ট ঃ তেওঁ বেলেগ কোঠালিত অকলে শুইছিল?

দস্তিদাৰ ঃ হয়। তাৰ পিছত যেতিয়া আঠমান বাজিল, ইফালে চাহ-তাহ ৰেডী, তেতিয়া মিছেছ চৌধুৰীয়ে দুৱাৰত টকটক কৰে, ভিতৰৰ পৰা কোনো শব্দ নাই। তেতিয়াহে এখেতসকলৰ সন্দেহ হ'ল। কাম কৰা ল'ৰাটোৱে বাহিৰেদি জখলা লগাই উঠি গৈ স্কাইলেটেদি চাই দেখে— মানুহজন বিছনাতে আছে। তেতিয়া এখেতসকলে পুলিচক খবৰ দিছে, পুলিচ আহি দুৱাৰ জোৰকৈ খুলিছে— তাৰ পিছত সেয়া—।

ভট্ট ঃ তেতিয়া পাল্‌ছ-টাল্‌ছ নাই? [Pulse]

দস্তিদাৰ ঃ নাই, ডাক্তৰে কোৱা মতেতো চাৰি ঘণ্টামানৰ আগতে তেওঁৰ মৃত্যু হৈছে। নহয় জানো?

পৰিমল ঃ হয়। [শংকৰ ওচৰ চাপি আহে]

ভট্ট ঃ কি অদ্ভুদ কাণ্ড! ল'ৰাটোৰতো তেনেকুৱা কোনো অসুখ-বিসুখ নাছিল?

শংকৰ ঃ নাই নাই, অসুখ-বিসুখৰ নামেই নাই। সুন্দৰ স্বাস্থ্য। কালি ৰাতি তেওঁ কথাই কথাই কৈছিল-

— এসপ্তাহৰ আগতে বোলে অৰুণাচল প্ৰদেশৰ কিবা খবৰ গোটাবলৈ এদিনত ত্ৰিছ কিল'মিটাৰ খোজ কাঢ়িছে।

ভট্ট : অলপতে বোলে তেওঁৰ পোলেণ্ড নে ৰোমানিয়ালৈ যোৱাৰ কথা আছিল?

শংকৰ : হয়, আছিল। প্ৰেছিডেণ্টৰ লগত ৰোমানিয়া, বুলগেৰিয়া, কেইবাখনো দেশলৈ যোৱাৰ কথা আছিল।

ভট্ট : কিয় এনেকুৱা হ'ল? কি ভাবে দস্তিদাৰ? হঠাতে হাট-বাটৰ গণ্ডগোল নেকি? বৰ বেছিকৈ ড্ৰিংক-চ্ৰিংক?

শংকৰ : নাই নাই, কালিতো আমি আছোঁৱেই, ড্ৰিংকৰতো গোন্ধেই ওলোৱা নাই।

ভট্ট : নহয় পিছত— কোঠালিত? নহ'লে ড্ৰাগ-ছ্ৰাগ কিবা?— আন নেচাৰেল ডে'থটো হয়েই, কিন্তু ছুইচাইড-টুইচাইড—

দস্তিদাৰ : একো ক'ব নোৱাৰি। সেইবোৰ ডাক্তৰেহে ক'ব। [চৌধুৰী আহে]

ভট্ট : প'ষ্টমৰ্টেম হ'ব নেকি?

দস্তিদাৰ : জানো, এখেতসকলে কি ঠিক কৰে।

চৌধুৰী : [কিহৰ কথা কৈছে?]

ভট্ট : প'ষ্টমৰ্টেমৰ কথা ওলাইছে নেকি?

চৌধুৰী : [কাহিল] মই আৰু একো ক'ব নোৱাৰোঁ বুইছা। সেয়ে যি কৰে। হোৱাটেভাৰ দে' লাইক।

পৰিমল : আপুনি বহক। [চৌধুৰীক বহুৱাই দিয়ে]

শংকৰ : কালি কিন্তু মই ল'ৰাটোক যিখিনি সময় দেখিলোঁ— বৰ গহীন হৈ, কিবা চিন্তা কৰি থকা যেন দেখিলোঁ।

চৌধুৰী : কালি বুলি নহয়, পূৰ্ণিমাই কোৱা মতে তেওঁ সদায় গহীন, কম কথা কয়, অকল আমাৰ আগতেই নহয়, ভিতৰতো। কিন্তু কালি যদি তেওঁৰ মনত বিশেষ কিবা আছিল— [মূৰ জোকাৰে] গড নউজ।

দস্তিদাৰ : [এওঁ দূৰত চিন্তা কৰি আছিল, ওচৰ চাপি আহে। শংকৰক] ঘৰৰ কাৰোবাক খবৰ দিয়া হৈছে?

শংকৰ : হৈছিল। এই যে অলপ আগতে ছোৱালীজনী সোমাই গ'ল, তেওঁ বিনন্দৰ ভনীয়েক, বীণা। থকাৰ ভিতৰত একমাত্ৰ তেৱেঁই। পুলিচ অহাৰ অলপ পিছতে ট্ৰাংক কল কৰি খবৰ দিয়া হৈছিল।

[এজন পুলিচ অফিচাৰ আহে]

দস্তিদাৰ : [আগবাঢ়ি গৈ] কি ঠিক কৰিলে আপোনালোকে?

অফিচাৰ : আমাৰ সিদ্ধান্তটো ঠিকেই আছে, কিন্তু তেখেতৰ ৱাইফে মানে এখেতৰ ছোৱালীয়ে—

শংকৰ : পূৰ্ণিমাই?

অফিচাৰ : পূৰ্ণিমা নেকি নাম? হয়— তেখেতে প'ষ্টমৰ্টেম কৰাত আপত্তি কৰিছে। তেখেতৰতো কথা ক'ব পৰা অৱস্থা নাছিলেই, বাৰে বাৰে অজ্ঞান হৈ পৰে, এইবাৰ জ্ঞান পাওঁতে ডাক্তৰৰ মুখত প'ষ্টমৰ্টেমৰ নাম শুনি তেওঁ বৰ উত্তেজিত হৈ পৰিল, প'ষ্টমৰ্টেম কৰিব নালাগে বোলে।

দস্তিদাৰ : কিয়?

অফিচাৰ : সেযা, সাধাৰণতে মানুহে যি কয়, মৰা মানুহটোকো আকৌ কটা-ছিঙা কৰিব নালাগে। কটা-

ছিঙা কৰি জানো জীয়াই দিব পাৰিব?

দস্তিদাৰ : এতিয়া সিদ্ধান্তটো কাৰ হ'ব।

অফিচাৰ : এখেতসকলে যদি কয়, সেইবোৰৰ কোনো দৰকাৰ নাই, তেনেহ'লে আমাৰ ফালৰ পৰা—

শংকৰ : মোৰ বোধেৰে পষ্টমৰ্টেম কৰাই ভাল। পূৰ্ণিমাই এতিয়া মনৰ অৱস্থাৰ কাৰণে তেনেকৈ কৈছে, কিন্তু পিছত— ল'ৰাটো কিয় মৰিল, কি হৈ মৰিল, সেইবোৰ জানিবৰ কাৰণে তেওঁৰেই ইচ্ছা আটাইতকৈ বেছি হ'ব। [চৌধুৰীয়ে চাই] দিবাকৰ?

চৌধুৰী : মই কৈছোঁ নহয় ভাই মোক আৰু একো নুসুধিবা। পাৰা যদি মোকো— [ৰৈ যায়]। [দস্তিদাৰে শংকৰক ইংগিতেৰে বুজায়, চৌধুৰীক আমনি নকৰিব।]

শংকৰ : মই অলপ ভিতৰৰ পৰা আহোঁ।

দস্তিদাৰ : এৰা, এনেকৈতো সময় গৈ থাকিবলৈ দি লাভ নাই। কি কৰে—

শংকৰ : [পৰিমলক] আহাচোন পৰিমল।
[শংকৰ আৰু পৰিমল সোমাই যায়। ভিতৰৰ পৰা পূৰ্ণিমাৰ চিঞৰৰ শব্দ আহে। অলপ সময় নিস্তব্ধ]

চৌধুৰী : [লাহে লাহে উঠি আহি] বুইছা দস্তিদাৰ, ব্ৰিলিয়েণ্ট ল'ৰা। অনেষ্ট। অতি সাধু ল'ৰা। ছোৱালীজনী বিয়া দিয়া দুমাহো পুৰ হোৱা নাই, [হাতেৰে দেখুৱায়— চব শেষ]। এইটো কাৰ মৃত্যু হ'ল? তেওঁৰ নে মোৰ ছোৱালীৰ?

ভট্ট : আপুনি বুজা মানুহ, এই মুহূৰ্তত সেইবোৰ কথা বাদ দিয়ক। সময়ে বেমাৰো আনে, ঔষধো আনে।

দস্তিদাৰ : কালি ৰাতি খোৱা-বোৱাতোতো তেনেকৈ একো অনিয়ম হোৱা নাই?

চৌধুৰী : অনিয়মনো কি? আঠমঙলাৰ পিছত জী-জোঁৱাই প্ৰথম ঘৰলৈ আহিছে, অলপ আয়োজন নিশ্চয় হৈছিল, মাছ-মাংস-পোলাও, সাধাৰণতে যি হয় আৰু। কিন্তু সেইসোপা মাংস-পোলাও যে এনেকৈ মোৰ জীৱনটোৰ কাৰণে বিহ হ'ব কেনেকৈ জানিম?

ভট্ট : এৰা। কি যে একোটা কাণ্ড। কেতিয়া, কোন মুহূৰ্তত কাৰ কি হয় একো ক'ব নোৱাৰি।

দস্তিদাৰ : এওঁলোক দুজনকো ভাত খাবলৈ মাতিছিল?

চৌধুৰী : কাক?

দস্তিদাৰ : আমাৰ শংকৰ বাবু আৰু পৰিমল দাসক?

চৌধুৰী : নাই, তেনেকৈ নিমন্ত্ৰণ কৰা নাই, দুয়ো ঘৰুৱা মানুহ, গধূলি ওলালহি, আমিযেই ক'লোঁ— শুভ দিন, তোমালোকেও ইয়াতে খাই যোৱা। [শংকৰ আহে]

শংকৰ : পষ্টমৰ্টেম কৰাটোৱেই ঠিক হ'ল।

দস্তিদাৰ : হয় নেকি?

শংকৰ : হয়। বুইছা দিবাকৰ, মই তোমাৰ আপত্তি নাই বুলিয়েই ক'লোঁ। আৰু লৰালৰি কৰিবলৈ কৈছোঁ। পষ্টমৰ্টেম যদি আবেলিৰ ভিতৰতে হৈ যায়, তেনেহ'লে ৰাতি আঠ-ন বজাৰ ভিতৰতে বাকীখিনি কাম হৈ যাব।

চৌধুৰী : [কাতৰ] ডেডবডী হস্পিতালৰ পৰা বাহিৰে বাহিৰে শ্মশানলৈ নিবলৈ ক'বা। ইয়ালৈ আৰু আনিব নালাগে। [ভিতৰত দুজনী মানুহৰ কান্দোন। সকলোৱে চায় ৰৈ থাকে। লাহে লাহে অন্ধকাৰ। মানুহবোৰ থিয় হৈ থাকে। আঁৰকাপোৰ নপৰে। ইটো মঞ্চৰ আঁৰকাপোৰ উঠে। ক'লা স্ক্ৰীণৰ আগত। ভিতৰৰ পৰা চাৰিজনে বিনন্দৰ শবটো দাঙি আগেদি লৈ যায়। বনলতা,

পূৰ্ণিমা, বীণা আৰু দুজনীমান উইংছৰ কাষলৈ ওলাই আহে। বনলতাই বাউলী পূৰ্ণিমাক ধৰে। High music। মুখৰ শব্দ নাই। শবটো পাৰ হৈ যোৱাৰ পিছত দ্বিতীয় মঞ্চত লাইট লাহে লাহে জ্বলে। মানুহবোৰে থৰ লাগি চাই থাকে। লাইট লাহে লাহে নুমায। আঁৰকাপোৰ পৰে। দেহ বিচাৰৰ গীতৰ সুৰ MIX আধুনিক দুখৰ গীতৰ সুৰ, MIX তাল উঠা আধুনিক গীতৰ সুৰ MIX দ্ৰুত অতি আধুনিক গীতৰ সুৰ।]

[সময পাৰ হৈ গৈছে। মানুহবোৰ লাহে লাহে স্বাভাৱিক হৈ আহিছে।] দুযোটা মঞ্চৰ ক'লা স্ক্ৰীণৰ আগত বাওঁকাযে— চৌধুৰীয়ে টাই মাৰিছে। out। সোঁকাযে— পূৰ্ণিমাই চুলি আঁচুৰি খোপা বান্ধিছে। আযনাত খোপাটো চোৱাৰ নিচিনা কৰিছে। out। বাওঁকাযে বনলতাই কাৰোবাৰ লগত ফোনত কথা পাতিছে। অলপকৈ হাঁহিছে। সোঁমূৰে— আঁৰকাপোৰ দাং খালে— চৌধুৰী আৰু শংকৰে তাচ খেলিছে।

[out]

## দৃশ্য ঃ ৭

### মঞ্চ ঃ ১

[আঁৰকাপোৰ দাং খালে। পৰিমল বহি চাহ খাইছে। দূৰত পূৰ্ণিমা থিয হৈ আছে। শংকৰ সোমাই আহে। অলপ পিছত]

শংকৰ ঃ পৰিমল, মই তোমাক আজি এটা ডাঙৰ কথা ক'বলৈ ইযালৈ মাতি আনিছোঁ। [খোজ কাঢ়ি কাঢ়ি, ভাবি ভাবি]। ভট্ট উকীলে সেইদিনা হেনো দিবাকৰক কৈছিল— সময়ে বেমাৰো আনে ঔষধো আনে। ভাল কথা কৈছিল। এইখন ঘৰৰ ওপৰেদি এটা দুৰ্যোগ পাৰ হৈ গ'ল, তাৰ পিছতো ভালেমান দিন পাৰ হৈ গ'ল। দুৰ্যোগৰ হেঁচাত ঠেনুকা ডালৰ নিচিনাকৈ ভাগি যোৱাটো আমাৰ ধৰ্ম নহয, গচকত পৰা দূৱৰি বনে দিনটো চেপেটা লাগি থকা পিছত পিছদিনা আকৌ মূৰ দাঙি উঠিবলৈ চেষ্টা কৰে, দেখিছা? আমাৰো ধৰ্ম হ'ল তেনেকৈ মূৰ দাঙি উঠিবলৈ চেষ্টা কৰা। কত দুৰ্ঘটনা ঘটে, পৃথিৱীৰ কাণ্ড-কাৰখানা কিন্তু একে গতিৰে চলিযেই থাকে। মানুহে আজি কান্দে, কাইলৈ হাঁহে। এই মুহূৰ্তত আউলী-বাউলী হৈ কান্দি থকা মানুহ এজনীক দেখিলে তুমি কল্পনাই কৰিব নোৱাৰিবা যে সেইজনী মানুহে এদিন হাঁহিব। কিন্তু হাঁহে। তেনেকৈযে সংসাৰ চলি আছে। হয নে নহয?

পৰিমল ঃ [মূৰ জোকাৰে] [শংকৰে পাইপ ঠিক কৰে]

শংকৰ ঃ তুমি জানা, এইখন ঘৰৰ লগত মোৰ কি সম্পৰ্ক, পূৰ্ণিমাৰ লগত মোৰ কি সম্পৰ্ক। পূৰ্ণিমাৰ সুখ দেখিবলৈ তেওঁৰ দেউতাকে যিমান চেষ্টা কৰে, মই তাতকৈ কম নকৰোঁ। [দিযাচলাই কাঠী মাৰে, পাইপ জ্বলায] আৰু তোমাক মই যিমান ভালকৈ চিনি পাওঁ বুলি তুমি ভাবা, মই তাতকৈ বহু বেছি ভালকৈ চিনি পাওঁ। যি নিজে জীৱনত যুদ্ধ কৰিছে, তেওঁ অইন এজন যুদ্ধ কৰা মানুহক অতি সোনকালে, বৰ ভালকৈ চিনি পায। তিনি বছৰমান তোমাক দেখিছোঁ, তোমাৰ অন্তৰৰ তলিলৈকে দেখিবলৈ মোৰ কাৰণে এই তিনি বছৰেই যথেষ্ট। এওঁলোকে— দিবাকৰহঁতে তোমাক যিমান নিঃকিন বুলি ভৱিলে, আচলতে সিমান নিঃকিন বুলি ভাবিব নালাগিছিল। মই চেষ্টা কৰিছিলোঁ— কিন্তু তেতিযা এওঁলোকৰ ভুল ভাঙিব নোৱাৰিলোঁ।

কি কৰিবা? ভুলতো হয়েই। তোমাৰো হৈছে, মোৰো হৈছে। [পূৰ্ণিমা যাব খোজে] কলৈ যোৱা?

পূৰ্ণিমা : কলৈকো নাযাওঁ। এনেয়ে ভিতৰলৈ—

শংকৰ : এনেয়ে যদি কিয় যাব লাগিছে? থাকাচোন, কথাবোৰ মই পৰিমলক কৈ আছোঁ বুলি ভাবিছা নেকি? নে মোক নিজকে কৈছোঁ? [পাইপ হোঁপে।] মানুহৰ মৰম বোলা বস্তুটোৰ প্ৰতি শ্ৰদ্ধা থাকিব লাগে। নিজৰো, আনৰো। পূৰ্ণিমাক তুমি মৰম কৰিছিলা। তোমাৰ মনত থকা সেই মৰমৰ প্ৰতি যিটো সময়ত তুমি আটাইতকৈ বেছি শ্ৰদ্ধা দেখুৱাব লাগিছিল, সেই সময়তে তুমি মৰমৰ প্ৰতি অন্যায় কৰিলা। তুমি কিবা ব্যৱসায়ী, ধনিকৰ নিচিনা কাম কৰিলা। গোসাঁনী গঢ়ি-মেলি ৰং-চং দি পূজাৰ আগদিনা লোকৰ ট্ৰাকত তুলি পঠিয়াই দিলা। [পাইপ হোঁপে। খোজ কাঢ়ে] তোমালোক দুইটাই ভুল কৰিলা। নিজকে সাহ কৰি উলিযাই আনিব নোৱাৰিলা, এছাৰ্ট কৰিব নোৱাৰিলা। বাদ দিয়া। যি হ'ল হৈ গ'ল। এটা বা-মাৰলী আহিল, গ'ল। এটা ধুমকেতু আহিল, গ'ল। কিন্তু মই যি বুজোঁ— বোধকৰোঁ মই ঠিকেই বুজোঁ, তোমালোকৰ মৰম এইখিনি সময়ত চেপা খাই থাকিল, কিন্তু পিছদিনা পুৱা মূৰ দাঙি উঠিব পৰাকৈ জীযাই থাকিল। আৰু, তোমালোকক অন্তৰেৰে ভাল পোৱা এজন মানুহ হিচাপে মই বিচাৰোঁ— তোমালোকৰ মৰমে মূৰ তুলি উঠক।

[পৰিমলে অবাক হৈ যায়। পূৰ্ণিমাই তলমূৰ কৰে। শংকৰে খোজ কাঢ়ে। অলপ প্ৰস্থত]

শংকৰ : চিধা কথা ক'বলৈ হ'লে— মোৰ বহু দিনৰ এটা আকাংক্ষা পূৰ্ণ হয়, মোৰ এটা কৰ্তব্য শেষ হয়, যদি তোমালোক দুযো দুযোৰে কাষ চাপি আহা, যদি দুযো দুযোক গ্ৰহণ কৰা।

পৰিমল : কিন্তু খুৰাদেউ—

শংকৰ : [হাতেৰে বাধা দি] এটা কথা দুযো মনত ৰাখিবা। ধুমুহাৰ পিছত শান্তি বৰ মধুৰ শান্তি, কি ক'ত ক্ষতি হ'ল, সেইকণ মেৰামতি কৰি লোৱাটোত এটা মধুৰ আনন্দ আছে। শুনা পৰিমল— 'কিন্তু কিন্তু' কৰিবলৈ তোমাক অলপ সময় দিবই লাগিব, কাৰণ তুমি গোটেই মানুহটোৱেই এটা প্ৰকাণ্ড 'কিন্তু'ৰ নিচিনা। কিন্তু বেছি সময় তুমি নিজেই লোৱা উচিত নহয়। সেইজনে সেইটো কোঠাত বহি তাচসোপা লৈ চাগে অকলে পেছেন্স খেলি খেলি অধৈৰ্য হৈ পৰিছে। মই যাওঁ। তোমালোকে অলপ কিন্তু কিন্তু কৰা। [দুযোলৈকে চাই ওলাই যায।]

পৰিমল : [উঠি, অলপ ইফাল-সিফাল কৰি] তোমাক এইবোৰ কথা আগতে কোনোবাই কৈছিল নেকি?

পূৰ্ণিমা : কোনেও কোৱা নাই, কিন্তু নিজে উপলব্ধি কৰিছিলোঁ, বুজিছিলোঁ।

পৰিমল : নিজে?

পূৰ্ণিমা : [ওঁ বুলি মূৰ জোকাৰে]

পৰিমল : কিন্তু মানুহে কি ক'ব?

পূৰ্ণিমা : মানুহে কি ক'ব সেইটো পিছত বিচাৰ কৰিবা, কিন্তু তুমি নিজে কি কোৱা সেইটো আগতে ঠিক কৰা। তুমি নিজৰ আগত নিজে থিয় হ'বলৈ সাহ কৰিব পাৰিলে মানুহৰ আগত থিয় হ'বলৈও সাহ কৰিব পাৰিবা।

পৰিমল : মই কি কওঁ, কি ক'ব খোজোঁ, সেইবোৰতো তোমাক আকৌ ক'ব নালাগে।

পূৰ্ণিমা : নিয়মমতেতো ক'ব নালাগে। কিন্তু মোৰ এতিয়াৰ অৱস্থাটো ভাবি চোৱা। এতিযা মই ঘা লগা ছোৱালী। এজনৰ লগত সংসাৰ কৰি অহা ছোৱালী। কেনেকুৱা সংসাৰ কৰিলোঁ,

সেইটো মই বুজোঁ, কিন্তু মই যে এতিয়া বিধবা মানুহ, সেইটোতো ঠিক। সেই কাৰণে তুমি দুবছৰ ধৰি যি কৈ আহিছিলা, আজিও তাকে ক'বা নে নোকোৱা, সেইটো ভাবি চোৱা। তোমাক মইতো কষ্ট দিব নোখোজোঁৱেই, এইবোৰ কথাযো যাতে ভৱিষ্যতলৈ কোনো দিনেই তোমাক খুঁচি-বিন্ধি থাকিব নোৱাৰে, সেই বিষয়েও তুমি ডেফিনিট হৈ ল'ব। তুমি চাফা ল'ৰা, বিয়া নকৰোৱা ল'ৰা, আৰু মই— [বৈ যায়]

পৰিমল : আঃ। মই ভাবিবলগীয়া কথাবোৰ তুমি কিয় ভাবি আছা?

পূৰ্ণিমা : মই কেৱল এটা কথাহে তোমাক ক'ব পাৰোঁ পৰিমল, মই তোমাক বিচাৰিছিলোঁ, আৰু এই দুৰ্ঘটনাৰ দিনবিলাকৰ এটা দিনেও মোৰ সেই চিন্তা দুৰ্বল কৰিব পৰা নাই।

পৰিমল : [চুলিত হাত ফুৰাই অলপ ভাবি] ঠিক আছে পূৰ্ণিমা, এবাৰ এই ভয় কৰিলোঁ, কাপুৰুষ নাম পালোঁ, এইবাৰ বীৰৰ নিচিনাকৈয়ে কাম কৰোঁ, নহয় জানো?— আৰু, মোৰ বোধেৰে পলম কৰাৰো কোনো দৰকাৰ নাই। মই শংকৰ খুৰাদেউক কথাটো এতিয়াই কৈ যাওঁ। খুৰাদেউক অকণমান মাতিছোঁ বুলি ক'বানে?

[পূৰ্ণিমা যায়। পৰিমল খোজ কাঢ়ে। চিন্তা কৰে। অলপ পিছতে শংকৰ সোমাই আহে। পিছে পিছে পূৰ্ণিমা আহে]

শংকৰ : কি হ'ল পৰিমল? [পৰিমলে চাই থাকে। শংকৰে পূৰ্ণিমালৈ চায়, পূৰ্ণিমাই তলমূৰ কৰে। শংকৰে উৎফুল্ল হৈ কয়] হঁা? তেনেহ'লে? কিন্তু-চিন্তু শেষ? ৰ'বা ৰ'বা ৰ'বা [কাষলৈ গৈ] হেৰা মিষ্টাৰ। দিবাকৰ। তোমাৰ ডায়মণ্ডৰ টেক্কা-ৰজা যোৱা। এইফালে আহা। [সৰুকৈ দিবাকৰক] হাৰ্টৰ টেক্কাখন লৈ আহিবলৈ ক'ম নেকি? [পৰিমলৰ পিঠিত ঢকা মাৰে] গুড বয়। তোমাৰ কলিজাৰ জোৰে আমাকো জোৰ দিয়ে। হেৰা ছিষ্টাৰ। বনু। হেৰা বনলতা।

[চৌধুৰী আহে। শংকৰে পূৰ্ণিমা আৰু পৰিমলক দুয়োফালে ধৰি চৌধুৰীৰ সন্মুখলৈ নিয়ে।]

শংকৰ : জেপত কি আছে তাকে উলিওৱা। এওঁলোকক আশীৰ্বাদ দিয়া আৰু মোক দান-দক্ষিণা—।

[চৌধুৰীয়ে পৰিমলহঁতলৈ চাই থাকি হঠাতে শোকাকুল হৈ পৰে। পৰিমলক ধৰে।]

শংকৰ : বলিয়া নেকি হে তুমি? চাওঁ, আঁতৰ হোৱা। [বনলতা আহে]

শংকৰ : ছিষ্টাৰ, চাই লোৱা। মই মাজত অকণমান সময়ৰ কাৰণেহে আছোঁ, সদায় নাথাকোঁ।

[বনলতাৰ সন্মুখত দুয়োকে থিয় কৰাই শংকৰ পিছুৱাই যায়।]

শংকৰ : চাই লোৱা। [বনলতাই চাই থাকি, পৰিমলৰ মূৰত হাত ফুৰায়।]

শংকৰ : হ'ব হ'ব, এতিয়া ফোঁচ-ফোঁচনি বাদ। স্পেচিয়েল খানা কি আছে লৈ আহা। কুইক। জল্‌দি।

পৰিমল : কিন্তু, এটা কথা খুৰাদেউ।

শংকৰ : আকৌ কিন্তু?

পৰিমল : বিনন্দৰ ভনীয়েক বীণা, নিয়ম মতে তেওঁক কথাটো সুধিব লাগিছিল।— তেওঁৰ নবৌয়েক—।

[সকলোৱে চিন্তা কৰে]

শংকৰ : ৰাইট। তুমি ঠিক কথা ভাবিছা। চিন্তা নকৰিবা। তেওঁৰ অনুমতি মই লৈ আহিম। আৰু এটা কথা সোধোঁ পৰিমল। তুমি বিয়া-বাৰুৰ এই গোটেই নিয়ম-কানুন মানি কিবা কৰিব খোজা নে—।

পৰিমল : নাই নাই, মই সেইবোৰ বাহুল্যলৈ যাব নোখোজোঁ। আচলতে মই তেনেকুৱা একো কৰিবই নোখোজোঁ।

শংকৰ গুড। ভেৰী গুড। তেনেহ'লে আজিয়েই স্পেচিয়েল খানা। ছিষ্টাৰ?
[Fade out]

# দৃশ্য ঃ ৮

## মঞ্চ ঃ ২

[এটা ঘৰৰ আগফালৰ বাৰাণ্ডা। বাৰাণ্ডাৰ একাষৰ ৰেলিং দেখা যায়। গছ দেখা যায়। কেমেৰামেন এজনে গ্ৰুপ ফটো তোলাৰ আযোজন কৰিছে। দুখন চকী আছে। ওচৰত ঘৰৰ লগুৱা মুকুন্দ]

কেমেৰামেন ঃ মানুহ কেইজন?

মুকুন্দ ঃ মানুহ মানে?

কেমেৰামেন ঃ ফটো উঠা মানুহ?

মুকুন্দ ঃ অ'। [নিজকে প্ৰথমে ধৰি] এক, দাদা— দুই, নবৌ তিনি, নবৌৰ বাপেক— চাৰি, নবৌৰ মাক— পাঁচ আৰু পাইপ বাবু— ছয়।

কেমেৰামেন ঃ কি বাবু?

মুকুন্দ ঃ পাইপ।

কেমেৰামেন ঃ সেইটো আকৌ কেনেকুৱা নাম?

মুকুন্দ ঃ আপুনি পাইপ বাবুক দেখা নাই? দেখিব ৰ'ব।

কেমেৰামেন ঃ নহয়, মানে মই সুধিছোঁ, তেওঁ ফটোত থিয় হৈ থাকিব পৰা মানুহ নে, বহিবলগীয়া মানুহ—

মুকুন্দ ঃ বহিবলগীয়া, বহিবলগীয়া, একেবাৰে চেণ্টাৰত বহিবলগীয়া। আপুনি কাকো থিয় কৰি নাৰাখিব। মোৰ লগত কোনো থিয় নহ'ব নহয়, চবেই লাজ কৰিম। সেই কাৰণে মোক অকলে থিয় কৰাই ৰাখিব। আৰু চকী আনি দিওঁ?

কেমেৰামেন ঃ আনি থোৱাচোন বাৰু। তেখেতসকলৰ ওলাই আহোঁতে দেৰি হ'ব নেকি?

মুকুন্দ ঃ জানো। ভাততো অথনিযেই খাই হ'ল? মানে বুইছে যি খাৱন দিছে, জহা চাউলৰ পোলাও, বাচমতী চাউলৰ বগা ভাত, মুৰ্গী, পঠা, কচ মাছ, দৈ, ক্ৰিম, পুডিং, ফ্ৰুট্— অলপমান হজম নোহোৱালৈকে সেইকেইটা পেট লৈ কেমেৰাৰ আগলৈ আহিবলৈকে ভয় নহয়। সেইখন ফটো গোটেই পেটময় হ'ব। আপুনি পেটত ফোকাছ কৰিব, মুখ ফোকাছৰ বাহিৰ হৈ যাব, মুখত ফোকাছ কৰিব পেট আউট হৈ যাব।

কেমেৰামেন ঃ তুমি দেখোন বহুত কথা জানা।

মুকুন্দ ঃ এ আপুনিও সেই একেটা কথাকে নক'ব, চবেই সেই কথাটো কয়।— তুমি বৰ এক্সপাৰ্ট, তোমাক প্ৰমোচন দিব লাগিব— প্ৰমোচন এযা।

কেমেৰামেন ঃ তুমিনো ইয়াত কি কাম কৰা?

মুকুন্দ ঃ হাউছমেন।

কেমেৰামেন ঃ মানে।

কেমেৰামেন ঃ মানে?

মুকুন্দ ঃ মানে ঘৰটো চাব লাগে। দাদা-নবৌৰ নতুনকৈ বিয়া হৈছেতো, সেই কাৰণে তেওঁলোকৰ সময় নাই। ঘৰটোত নতুনকৈ ভাৰা লৈছে, ঘৰটোৰো সময় নাই, সেই কাৰণে মযেই আৰু

[হঠাতে] আহিছে। চকী আৰু তিনিখন আনি দিওঁ?

[মুকুন্দ চকী আনিবলৈ যায়। চৌধুৰী, শংকৰ, বনলতা আৰু পৰিমল আহে। পৰিমলৰ গাত পাঞ্জাবী, চুৰিয়া।]

চৌধুৰী : দিয়া। তোমাৰ চব ঠিক হৈ আছে নহয়? ফটফটকৈ তুলি দিয়া। [শংকৰক] তোমাৰো যে একো-একোটা চখ। দিয়া। দেৰি নকৰিবা। মোৰ কাম আছে।

শংকৰ : চখ মানে? দিছ ইজ এ নেচেচিটী। আজি তুমি জী-জোঁৱাইৰ নতুন ঘৰত ভৰি দিলা, আনন্দ কৰিলা, আজিৰ দিনটোৰ চিন এটা থাকি যোৱাটো বৰ দৰকাৰী বুইছা? [কেমেৰামেনক] কোৱা— কোন ক'ত থাকিব?

[মুকুন্দই আৰু দুখন চকী আনে। থৈ সোমাই যায়।] পূৰ্ণিমা ক'ত? ৰ'বা ৰ'বা, আমাৰ হিৰইন অহাই নাই। [চৌধুৰী-বনলতাক] তোমালোক বহাচোন। [চৌধুৰী, বনলতা বহে]

বনলতা : আপুনিও বহক, চকী আছে নহয়।

শংকৰ : মোৰ হ'ব দিয়াচোন, চকী নহ'লে তোমালোকৰ চৰণযুগলৰ ওচৰতে বহিম। জীৱনৰ বেছিভাগ ফটো এইখিনিত বহিযেই উঠিলোঁ বুইছা। [হঠাতে] বা! এযাহে হিৰইনৰ আচল চেহেৰা!

[কইনাৰ সাজেৰে পূৰ্ণিমা আহে]

এওঁৰ লগত কেনেকৈ ফটো উঠিবা হে?

[কেমেৰামেন] হেৰা, এওঁৰো বেলেগে তোলা আমাৰো বেলেগে তোলা।

চৌধুৰী : কিয়নো মিছামিছিকৈ সময় নষ্ট কৰিছা হে? [শংকৰক চৌধুৰীয়ে টানি নি ওচৰতে— সোঁ কাষে বহুৱাই দিয়ে।] সৌফালে চাই থাকা।

কেমেৰামেন : [পৰিমল-পূৰ্ণিমাক] আপোনালোকৰ এখন বেলেগে তুলিম, এইখনত আপোনালোক পাছফালে থিয় হওক। [দুয়ো থিয় হয়] আৰু অলপ চাপি যাওক, আৰু অলপ। হ'ব। [নিজে গৈ বনলতাৰ চকীখন অলপ চৌধুৰীৰ কাষ চপাই দিয়ে। কেমেৰাৰে গ্ৰুপটো চায়। তাৰ পিছত সাজু হৈছে, এনেতে সেমেনা-সেমেনিকৈ মুকুন্দ আহে। সকলোৰে সেইফালে চায়।]

চৌধুৰী : আহা, তুমিও আহা। বহা এইখিনিতে। [মুকুন্দ বহে। হাঁহে। গম্ভীৰ হয়। কেমেৰামেনে 'ৰেডী' বুলি কোৱাৰ লগে লগে মিচিকি হাঁহি এটা মাৰি বৈ থাকে। কেমেৰামেনে ক্লিক কৰি থেংক ইউ বুলি কোৱাৰ পিছতো তেওঁ তেনেকৈয়ে থাকে। শংকৰে দীঘলীয়াকৈ— 'থেংক ইউ' বুলি উঠোঁতেহে সি লৰচৰ কৰে। চৌধুৰী, বনলতা, শংকৰ উঠাৰ পিছত]

কেমেৰামেন : [পৰিমল-পূৰ্ণিমাক] আপোনালোক বহক। [কেমেৰামেনে পৰিমল-পূৰ্ণিমাৰ ফটো তোলাৰ কাম কৰি থাকে, মুকুন্দই খালী চকী ভিতৰলৈ নি থাকে। চৌধুৰী, শংকৰ আৰু বনলতাই সন্মুখলৈ আহি কথা পাতে।]

চৌধুৰী : ভাৰাটো অলপ বেছি যদিও ঘৰটো ভালেই।

বনলতা : ভালেই মানে, সুবিধাবোৰ আমাৰ ঘৰটোতকৈ ভালহে।

শংকৰ : এইটো এৰিয়া বুলিহে বাৰশ টকাত এনেকুৱা ঘৰ পাইছে, অলপ মাজলৈ হোৱা হ'লে এইটো ঘৰৰ ভাৰা দুহাজাৰৰ কম নহ'লহেঁতেন। ইয়াতো পোন্ধৰ শ তললৈ নামিবই নোখোজে।

বনলতা : আপোনাৰ কাৰণেই হ'ল দিযক।

শংকৰ : সেইবোৰ এতিয়া বাদ দিয়া। বাদ দিয়া মানে, মোক তোমালোকে কিছু দিনৰ কাৰণে বিদায়েই দিয়া। এপাক ফুৰি আহোঁগৈ। বৰ ভাগৰ লাগি গৈছে। টায়াৰড।

চৌধুৰী : এৰা। কেৱল বন্ধুত্বৰ খাতিৰতেই কোনেও কাৰো বাবে ইমান নকৰে হ'বলা। তোমাৰ বৰ

কষ্ট গ'ল। আমি তোমাৰ ওচৰত বৰ কৃতজ্ঞ।

শংকৰ : বা-বা-বা-বা-বাৰু। সেইবোৰ এতিয়া বন্ধ কৰা। সময় আছে নহয়! মই হ'বলা শুদাই এৰা মানুহ? সময় আহিলে সুদে-মূলে আদায় কৰিম নহয়। [ডাঙৰকৈ] হ'লনে তোমালোকৰ? অ' হ'ল। আমি যাওঁ তেনেহ'লে? পূৰ্ণিমাও যাব নেকি?

বনলতা : ওঁ, তাইৰ কিবা কাপোৰ-কানি অলপমান থাকি আহিল বোলে। এতিয়াই গুচি আহিব।

শংকৰ : আহাঁ তেনেহ'লে। তেনেহ'লে— পৰিমল, অল দি বেষ্ট। [হাঁহে]

পৰিমল : থেংক ইউ।

চৌধুৰী : আহোঁ পৰিমল। তোমালোকে মাজে মাজে এপাক মাৰিবা।

বনলতা : মাজে মাজে কিয় আকৌ? সদায় এপাক মাৰিব। মুকুন্দ।

মুকুন্দ : ডাঙৰ বাইদেউ।

বনলতা : তুমি ভালকৈ থাকিবা আক'।

মুকুন্দ : নাথাকিম হে হয়। অহাৰ লগে লগে যিটো খানা পেটত পৰিল, সেইটোৱেই এমাহ মানলৈ মোক ভালকৈ ৰাখিব। মাহটো শেষ হোৱাৰ আগেয়ে আৰু এটা পৰিলেই হয। হি হি হি। ভাল য়াব ডাঙৰ বাইদেউ। যাব ছাৰ। যাব ছাৰ। আহকঁগে নবৌ। [সকলো যায]

পৰিমল : মুকুন্দ—

মুকন্দ : দাদা—

পৰিমল : বাচন-বৰ্তন ঢেৰ গোট খালে হ'বলা। ছোৱালীজনীযে অকলে অকলে চম্ভালিব পাৰিছে বা নাই। তই অলপ লাগি-ভাগি দেগৈচোন।

মুকুন্দ : ভাল দাদা। [গৈ উভতি আহে] দাদা, এটা কথা কওঁ। মই বৰ খোলা কথা কোৱা মানুহ। আপোনাৰ কাৰণে মই নতুন, মোৰ কাৰণে আপুনিও নতুন। যিমান সোনকালে আমি খোলাখুলি পুৰণা-পুৰণি হৈ যাওঁ সিমানেই ভাল। হযনে নহয বাৰু?

পৰিমল : হয হয।

মুকুন্দ : আপুনি সাহস দিযে যদি কথা এটা কওঁ।

পৰিমল : কচোন।

মুকুন্দ : এই যে ছোৱালীজনী— আপুনি যাক অকণমান লাগি-ভাগি দিবলৈ ক'লে, তাইৰ বযসটো কেইবছৰমান কমাব নোৱাৰিনে?

পৰিমল : সেইটো আকৌ কি কথা? কিয?

মুকুন্দ : তাইৰ বযসটো মই বৰ ডেনজাৰাছ দেখিছোঁ ছাৰ। [ৰৈ থাকে] বেকছাইডত, মানে পাগঘৰৰ সিফালে হোৱা যিমান কাণ্ড আজিলৈকে চিনেমা-থিযেটাৰত দেখিলোঁ দাদা, সিমানে আঁটিছে, মোৰ আৰু নিজে একো কৰিবলৈ ইচ্ছা নাই।

পৰিমল : [অলপ পৰ মূৰ দুপিযাই থাকে] তোৰ যদি কিবা বিপদৰ ভয আছে, তেনেহ'লে অলপ আঁতৰি ফুৰিলেই হ'ল।

মুকুন্দ : ফুৰিছোঁৱেইতো। তাই এতিয়া পাছফালে আছে কাৰণে মই আগফালে আছোঁ, আপুনিহে অকণমান লাগি-ভাগি দিবলৈ মোক তালৈ পঠিযাই দিছে। যাওঁ বাৰু, পিছে দাদা, মই লাগিম নে ভাগিম— কথা দিব নোৱাৰিলোঁ হ'লে।

[গাড়ী ৰোৱাৰ শব্দ। হঠাতে দুৰলৈ চাই] কোনোবা আহিছে দাদা। চাহৰ ব্যৱস্থা কৰিম নেকি?

পৰিমল : লাগিছে ক'ম যা। [মুকুন্দ যায। ভট্ট আহে। হাতত আধাখোৱা চিগাৰেট।]

ভট্ট : নমস্কাৰ।
পৰিমল : নমস্কাৰ।
ভট্ট : চিনি পাইছেনে?
পৰিমল : পাইছোঁ, এওঁলোকৰ ঘৰতে লগ পাইছিলোঁ। আহক। [ভিতৰলৈ দেখুৱায]
ভট্ট : হ'ব দিয়ক, ইযাতে বহোঁ। মুকলিতে ভাল লাগিব।
পৰিমল : বহক। [চকী এখন ঠিক কৰি দিযে]
ভট্ট : [ইফালে সিফালে চাই] নতুন ঘৰ কেনে লাগিছে?
পৰিমল : বেয়া লগা নাই।
ভট্ট : তেখেত— মিছেছ—
পৰিমল : আছিল, এইমাত্ৰ ঘৰলৈ বুলি ওলাই গৈছে।।
ভট্ট : অ' হয নেকি? ভালেই হ'ল। মোৰ আপোনাৰ লগত এটা ভিতৰুৱা কথা আছিল।
পৰিমল : ভিতৰুৱা কথা?
ভট্ট : এক মিনিট। মই ড্ৰাইভাৰটোক কথা এটা কৈ আহোঁ। [যায। অলপ পিছতে মুকুন্দই এহাতে সৰু টিপয এখন, আৰু আনহাতে এছ্-ট্ৰে এটা লৈ আহে। টিপয়খন থৈ এছ্-ট্ৰেটো খোৱাৰ আগতে পৰিমলক দেখুৱাই কয]
মুকুন্দ : চিগাৰেট খাই আছে নহয [যায। ভট্ট আহে]
ভট্ট : আপুনি কিবা কামত লাগি থকা নাইতো?
পৰিমল : নাই, নাই, বহক।
ভট্ট : হ'ব বাৰু। কেইমিনিটমান। বেছি সময নলওঁ। মোৰ পৰিচযটো হৈছে— ওকালতি কৰোঁ, লগতে আন বহুত কথাত ইণ্টাৰেষ্ট, চৌধুৰী পৰিযালৰ লগত বহু দিনৰ জনা-শুনা, কিন্তু দেখা হয বহু দিনৰ মূৰত এদিন। আপোনালোকৰ এই গোটেই ঘটনাটো বৰ ইণ্টাৰেষ্টিং। অইন যি নহওক, আপুনি আপোনাৰ সৎসাহস আৰু সততাৰ বাবে ধন্যবাদৰ পাত্ৰ। কিন্তু ইতিমধ্যে আৰু এটা ঘটনা ঘটিছে। মই ভাঙি কওঁ, আপুনি বেযা নাপাব।
পৰিমল : নাপাওঁ, কওক।
ভট্ট : মোৰ বন্ধু— দস্তিদাৰ, সেইদিনা তেৱোঁ তাতে আছিল—
পৰিমল : জানো।
ভট্ট : আমি দুযো ব্যক্তিগত পৰ্যাযত বন্ধু, কিন্তু তেৱোঁ উকীল, প্ৰফেছনেল পৰ্যায়ত আমি ঘোৰ শত্ৰু।
পৰিমল : [হাঁহি] শুনিছোঁ।
ভট্ট : কেইদিনমানৰ আগতে দস্তিদাৰে বীণা যে— মনত আছে? বিনন্দৰ ভনীয়েক, আহিছিল যে—
পৰিমল : হয, বুজিছোঁ।
ভট্ট : বীণাক লগ পাইছিল। আচলতে ক'বলৈ গ'লে বীণাই তেওঁক মতাই নিছিল। [চিগাৰেট] বীণাই এটা কে'ছ দিয়াৰ আযোজন কৰিছে।
পৰিমল : কি কে'ছ?
ভট্ট : তেওঁ সন্দেহ কৰে, বিনন্দক হত্যা কৰা হৈছে।
পৰিমল : হত্যা? বিনন্দক?

ভট্ট : হয়। [নিস্তব্ধ]
পৰিমল : তেওঁ কাৰ ওপৰত কে'ছ দিব খোজে?
ভট্ট : আপোনালোকৰ দুয়োৰে ওপৰত।
পৰিমল : মানে?
ভট্ট : মানে আপোনাৰ আৰু আপোনাৰ পত্নী পূৰ্ণিমাৰ ওপৰত।
পৰিমল : কি? ছোৱালীজনী বলিয়া হ'ল নেকি?
ভট্ট : বলিয়া নহ'লেও বলিয়াৰ নিচিনাই হৈছে। একমাত্ৰ ককাযেক, পৃথিবীত আৰু আপোন বুলিবলৈ কোনো নাই। মাজে মাজে ছোৱালীজনীযে স্থিৰতা হেৰুৱাই পেলায। কিন্তু যেতিয়া অলপ সুস্থিৰভাৱে কথা কৈছিল, তেতিযা তেওঁৰ কথা-বতৰাৰ পৰা দস্তিদাৰৰ ধাৰণা হ'ল, কে'ছটো আপোনালোক দুযোৰে ওপৰত দিব যদিও তেওঁ বিশ্বাস কৰে— অপৰাধটো আপোনাৰ পৰিবাৰে কৰিছে।
[Fade out]

# দৃশ্য : ৯

## মঞ্চ : ১

[চৌধুৰীৰ ঘৰৰ এটা সৰু কোঠালি। পূৰ্ণিমা ভীষণ উত্তেজিত। সন্মুখত দস্তিদাৰ]

পূৰ্ণিমা : ন' ন' ন', হ'বই নোৱাৰে। মিছা কথা।
দস্তিদাৰ : শান্ত হোৱা পূৰ্ণিমা, এতিযা উত্তেজিত হোৱাৰ সময নহয। [চৌধুৰী সোমাই আহে]
চৌধুৰী : কি হৈছে দস্তিদাৰ?
দস্তিদাৰ : প্লিজ! আৰু অকণমান সময। দুই মিনিট। [চৌধুৰী ওলাই যায] কথাবোৰ ধৈৰ্য ধৰি শুনা। মই তোমালোকৰ ভালৰ কাৰণেই কথা কৈছোঁ, আৰু কাম কৰিছোঁ, যথেষ্ট আগতীয়াকৈ। কে'ছটো তোমালোকৰ দুযোৰে ওপৰত দিব যদিও, বীণাৰ কথা-বতৰাৰ পৰা মোৰ ধাৰণা হ'ল, তেওঁ বিশ্বাস কৰে, অপৰাধটো পৰিমলে কৰিছে।
পূৰ্ণিমা : কিয বিশ্বাস কৰে?
দস্তিদাৰ : কিয কৰে সেইবোৰ পিছৰ কথা। বিশ্বাস কৰিলেইতো নহ'ব, প্ৰমাণ লাগিব। সেই কাৰণে বহুত দিন আছে। মই কথাটোৰ আভাস পাযেই তোমালোকক, বিশেষকৈ তোমাক, সাৱধান কৰি দিবলৈ আহিছোঁ। তোমালোকৰ বিপদ নোহোৱাটোকে মই বাঞ্ছা কৰোঁ। তাৰ বাবে মই মোৰ প্ৰফেছনৰ নিযম, মোৰ ওকালতি বৃত্তিৰ পৱিত্ৰতাও কিছু পৰিমাণে নষ্ট কৰিব লগা হ'ব পাৰে। কাৰণ— মই যি বুজিছোঁ— বীণাই তেওঁৰ হৈ কে'ছটো চলাবলৈ মোকেই বা মোৰ এক ঘনিষ্ঠ বন্ধুক অনুৰোধ কৰিব। [ৰৈ] মোৰ দুই নাও দুই ভৰি হ'ব। তথাপি আশা কৰোঁ— তোমাৰ ভালৰ কাৰণেই তুমি মোক সহায কৰিবা। প্ৰযোজন হ'লে— গোপনে। এইবোৰ কথা অন্ততঃ তুমি— পৰিমলক নোকোৱাই ভাল।
[পূৰ্ণিমা সোমাই যায। চৌধুৰী আহে।]
চৌধুৰী : দস্তিদাৰ, এনেকুৱা নোহোৱা-নোপজা কথালৈও কে'ছ হ'ব পাৰে নে? এনেকুৱা হ'লে দেখোন

পৃথিৱীত মানুহ শান্তিৰে মৰিবও নোৱাৰিব। মই মৰিম, আপুনি এটা কেঁছ দিব, আপুনি মৰিব, মই এটা কেঁছ দিম—। এনেকৈতো মানুহ শান্তিৰে থাকিব নোৱাৰে।

দস্তিদাৰ : এৰা।

চৌধুৰী : আপুনি যিমান পাৰে চেষ্টা কৰি এইবোৰ কথা ইমানতে শেষ কৰক দস্তিদাৰ। মই আৰু সহ্য কৰিব নোৱাৰা হৈছোঁ। এবাৰ মূৰ তুলি উঠিবলৈ চেষ্টা কৰোঁ, আকৌ কিহবাই হেঁচা মাৰি ধৰে। আকৌ উঠোঁ, আকৌ ডুবিব খোজোঁ।

দস্তিদাৰ : এৰা। আপোনালোক দুজনক এইবোৰৰ মাজলৈ ননা হ'লেই ভাল আছিল।

চৌধুৰী : মানে?

দস্তিদাৰ : মানে মই যি শুনিছোঁ— বীণা নামৰ ছোৱালীজনীয়ে ভাবে— আপোনালোক— মানে আপুনি আৰু আপোনাৰ মিছেছেও এই ষড়যন্ত্ৰত যোগ দিছে।

চৌধুৰী : কি?
[Fade out]

# দৃশ্য : ১০

## মঞ্চ : ২

[সন্ধিয়াৰ পিছত। পৰিমলৰ ঘৰৰ আগ বাৰাণ্ডা। এঠাইত পৰিমল আৰু এঠাইত পূৰ্ণিমা চিন্তান্বিত। কিছু সময়ৰ পিছত]

পৰিমল : হুঁ? কি হ'ল?

পূৰ্ণিমা : একো নাই হোৱা।

পৰিমল : কিবা চিন্তা কৰি আছা যেন লাগিছে।

পূৰ্ণিমা : নাই, একো নাই। মই আকৌ ভাবিছিলোঁ— তুমি কিবা চিন্তা কৰি আছা, সেই কাৰণে মতাই নাই।

পৰিমল : ব'লা ভিতৰলৈ যাওঁ।

পূৰ্ণিমা : তুমি যোৱাচোন। মোৰ ইয়াতে ভাল লাগিছে।

পৰিমল : তুমি কেঁছটোৰ কথাকে চিন্তা কৰি আছা নেকি?

পূৰ্ণিমা : নাই নাই। কেঁছটোৰ কথা চিন্তা কৰিবলগীয়া কিবা আছে জানো?

পৰিমল : হুঁ?— নাই, মানে— নাই নাই, একো নাই। তুমি কি ভাবা? কিবা আছে জানো?

পূৰ্ণিমা : তোমাৰ যদি ভাবিবলগীয়া একো নাই, তেনেহ'লে মোৰ ভাবিবলগীয়া কিটো থাকিব? [দুয়ো দুয়োলৈ চায়]
[Fade out]

**Interval**

# দৃশ্য ঃ ১১

## মঞ্চ ঃ ২

[আদালত। বিচাৰক, বীণা চৌধুৰী, বনলতা, পূৰ্ণিমা, দস্তিদাৰ, ভট্ট, পৰিমল [কাঠগডাত], মুকুন্দ, দৰ্শক কেইজনমান। ফটোগ্ৰাফাৰো থাকিব পাৰে। ইটো কাঠগডাত পূৰ্ণিমা।]

ভট্ট ঃ শ্ৰীমতী পূৰ্ণিমা দাস, আপুনি জানেই— ঘটনাটো, থূলমূলকৈ— হৈছে, আপুনি আৰু শ্ৰীপৰিমল দাস গভীৰ প্ৰণয়পাশত আবদ্ধ আছিল, কিন্তু বিভিন্ন কাৰণত আপোনালোকৰ বিয়া নহ'ল, আপোনাৰ বিয়া হ'ল বিনন্দ মজুমদাৰৰ লগত। দুমাহৰ পিছত আপোনাৰ দেউতাকৰ ঘৰত বিনন্দ মজুমদাৰৰ মৃত্যু হ'ল আৰু তাৰ পিছত আপোনাৰ শ্ৰীপৰিমল দাসৰ লগত বিয়া হ'ল। এতিয়া প্ৰমাণিত হৈছে— শ্ৰীদাসে, হয়তো আপোনাৰ সহযোগিতাত মজুমদাৰক হত্যা কৰিছে।

দস্তিদাৰ ঃ অবজেকচন ইয়'ৰ অনাৰ। এতিযালৈকে কোনো কথা প্ৰমাণিত হোৱা নাই।

বিচাৰক ঃ অবজেকচন ছাষ্টেইনড।

ভট্ট ঃ বাৰু শ্ৰীমতী দাস, মই যে ক'লোঁ, আপোনালোক— মানে শ্ৰীদাস আৰু আপুনি আপোনাৰ প্ৰথম বিয়াৰ আগতে গভীৰ প্ৰণয়পাশত আবদ্ধ আছিল, আপোনাৰ প্ৰণয় কিমান গভীৰ আছিল?

পূৰ্ণিমা ঃ সেইটো কিবা জোখেৰে প্ৰকাশ কৰিব পৰা কথা নহয়।

ভট্ট ঃ তথাপি? যথেষ্ট? অতি গভীৰ? আপোনালোকে পৰস্পৰক নিবিড়ভাৱে ভাল পাইছিল?

পূৰ্ণিমা ঃ [নিস্তব্ধ। তলমূৰ]

ভট্ট ঃ পাইছিল। তাৰ পিছত মজুমদাৰ আৰু আপোনাৰ মাজত স্নেহ-প্ৰীতিৰ সম্পৰ্কটো নিবিড়, গভীৰ হৈছিল নে?

পূৰ্ণিমা ঃ হৈছিল।

ভট্ট ঃ আপোনাৰ পূৰ্বস্মৃতিয়ে আপোনাক আমনি কৰা নাছিল?

পূৰ্ণিমা ঃ মাজে মাজে আমনি কৰিলেও— [ৰৈ যায]

ভট্ট ঃ নেচাৰেল। স্বাভাবিক কথা। মাজে মাজে আমনি কৰিবই। কিন্তু কি কৈছিল— মাজে মাজে আমনি কৰিলেও—?

পূৰ্ণিমা ঃ মই তেখেতৰ প্ৰতি কোনো অন্যায় কৰা নাছিলোঁ।

ভট্ট ঃ আৰু পৰিমল দাসৰ প্ৰতি? অতীত মৰিল, গ'ল, তাৰ কথা অন্ত হ'ল, মনৰ পৰাই তাক দিয়া বিসৰ্জন—

দস্তিদাৰ ঃ অবজেকচন ইয়'ৰ অনাৰ। পাতল কথাৰে অযথা ৰসিকতা কৰি সাক্ষীৰ মনৰ ভাৰসাম্য নষ্ট কৰিবলৈ চেষ্টা কৰা হৈছে।

ভট্ট ঃ পাতল কথা নহয় ইয়'ৰ অনাৰ, মই যিবোৰ কথা ক'লোঁ, সেয়া বিখ্যাত কবিতাৰ বিখ্যাত শাৰী। কিন্তু মই বেছি সুখী হ'লোঁহেঁতেন— যদি কবিয়ে লিখিলেহেঁতেন— মাজে মাজে তুলি আনা, দুদিন ধেমালি কৰা, যেতিয়াই মন যায দিয়া বিসৰ্জন—

দস্তিদাৰ ঃ [চিঞৰি] অবজেকচন ইয়'ৰ অনাৰ।

বিচাৰক ঃ অবজেকচন ছাষ্টেইনড। [গণ্ডগোল] অৰ্ডাৰ অৰ্ডাৰ।

ভট্ট ঃ শ্ৰীমতী দাস, বিযাৰ দুমাহৰ পিছত আপুনি ঘৰলৈ কিয আহিছিল?

পূৰ্ণিমা ঃ এনেযে, ফুৰিবলৈ।

ভট্ট ঃ কিহত আহিছিল মনত আছেনে?

পূৰ্ণিমা ঃ টেক্সিত।

ভট্ট ঃ বিনন্দ মজুমদাৰ লগত কিয অহা নাছিল?

পূৰ্ণিমা ঃ তেখেতৰ কাম আছিল।

ভট্ট ঃ তেখেত কেতিযা আহিছিল?

পূৰ্ণিমা ঃ পিছদিনা।

ভট্ট ঃ বোধহয যিখিনি কাম আছিল, সেইখিনি ৰাতিৰ ভিতৰতে শেষ হ'ল?

পূৰ্ণিমা ঃ হ'ব পাৰে। সেই ৰাতি মই তাত নাছিলোঁ।

ভট্ট ঃ পিছদিনা তেখেত কিহত্ আহিল?

পূৰ্ণিমা ঃ নিজৰ গাড়ীত।

ভট্ট ঃ পিছদিনাই নিজৰ গাড়ীখন আহিব, আগদিনা আপুনি অকলে আহিবলৈ এখন টেক্সি ভাৰা নকৰাই ভাল আছিল নেকি?

দস্তিদাৰ ঃ অবজেকচন ইয'ৰ অনাৰ। মোৰ শ্ৰদ্ধেয সতীৰ্থগৰাকীযে সাক্ষীক অলাগতিযাল বিদ্ৰূপ কৰিছে।

বিচাৰক ঃ [ভট্টক] আপুনি ঠাট্টা-বিদ্ৰূপৰ সুৰ এৰি প্ৰযোজনীয কথা সোধক।

ভট্ট ঃ পিছদিনা পুৱাই তেখেত কিয আহিল?

পূৰ্ণিমা ঃ তেখেতে বেছি সময মোৰ ওচৰৰ পৰা আঁতৰি থাকিবলৈ বেযা পাইছিল। বোধকৰোঁ সেই কাৰণেই।

ভট্ট ঃ আপোনাৰ ওচৰৰ পৰা আঁতৰি থাকিবলৈ বেযা পাইছিল কাৰণে, অৰ্থাৎ আপোনাৰ সান্নিধ্য তেখেতৰ একান্ত কাম্য কাৰণে তেখেত পিছদিনা পুৱাই ঢপলিযাই আহিছিল, আৰু ৰাতি এটা বেলেগ কোঠাত ভিতৰৰ পৰা দুৱাৰৰ হুক মাৰি শুই আছিল। [নিস্তব্ধ]

ভট্ট ঃ কিয? কিয তেখেত সেই ৰাতি, এটা সুন্দৰ ভোজৰ পিছত, এটা কোঠাত অকলে শুইছিল?

পূৰ্ণিমা ঃ অকলে শোৱা নাছিল। একমান বজালৈকে মযো তাতে আছিলোঁ। তাৰ পিছত মাৰ গাটো হঠাতে বেযা লগাৰ কাৰণে দেউতাই মোক মাতি নিলে। মাৰ বুকু বিষাইছিল, কিছু সময মাৰ বুকুখন মালিচ কৰি দি মই বাকীখিনি সময় মাৰ ওচৰতে শুই থাকিলোঁ।

ভট্ট ঃ আৰু বাকীখিনি সময শুবলৈ মজুমদাৰে দুৱাৰ বন্ধ কৰি ভিতৰৰ পৰা হুক লগাই দিলে? আপোনাৰ কি ধাৰণা— এজন মৰমিযাল স্বামীযে, অত্যন্ত সুবিবেচক সাংবাদিক-লেখক হিচাপে সুনাম অৰ্জন কৰা এজন যুৱকে শাহুযেকৰ অসুখৰ খবৰ নোলোৱাকৈ, পত্নী উভতি অহালৈ বাট নোচোৱাকৈ দুৱাৰ মাৰি শুই থাকিব পাৰেনে?

পূৰ্ণিমা ঃ পাৰেনে নোৱাৰে ক'ব নোৱাৰোঁ, কিন্তু তেওঁতো পাৰিলে।

ভট্ট ঃ কিয পাৰিলে? [নিস্তব্ধ] নাজানে বোধকৰোঁ ইয়'ৰ অনাৰ, শ্ৰীমতী দাসৰ নিজৰ কথাৰ পৰাই পৰিষ্কাৰভাবে প্ৰমাণিত হৈছে যে স্বৰ্গীয মজুমদাৰৰ লগত বিবাহপাশত আবদ্ধ হ'লেও, শ্ৰীমতী দাসৰ লগত তেখেতৰ আন্তৰিক মৰম-চেনেহৰ সম্পৰ্ক স্থাপন হোৱা নাছিল। এদিন বাট চাই, একেখন গাড়ীতে স্বামীৰ লগত ঘৰলৈ নহাটোৱে আন্তৰিকতা নুবুজায়, স্বামীৰ প্ৰতি থকা প্ৰেম নুবুজায়। তেখেতৰ বক্তব্যই বুজায, বিবাহৰ বান্ধোনতকৈ পূৰ্বৰ প্ৰণযৰ

বান্ধোন এখেতৰ কাৰণে অধিক শক্তিশালী আছিল।— আৰু অকল এজনকে লৈতো প্ৰণয বান্ধ খাব নোৱাৰে। গতিকে শ্ৰীপৰিমল দাসৰ ক্ষেত্ৰতো সেই একেই কথা। আৰু তাৰে শোকাবহ পৰিণতি— বিনন্দ মজুমদাৰৰ মৃত্যু। সদ্যহতে এখেতক মোৰ আৰু সুধিবলগীয়া নাই। পিছত আকৌ এখেতৰ প্ৰযোজন হ'ব। এতিয়া মই শ্ৰীদিবাকৰ চৌধুৰীক দুটামান প্ৰশ্ন সুধিব খোজোঁ।

[পূৰ্ণিমা নামি যায।]

এটা মাত [আঁৰৰ পৰা] শ্ৰীদিবাকৰ চৌধুৰী।

[চৌধুৰী সাক্ষীৰ বাকচলৈ উঠে। এজন মানুহে চৌধুৰীৰ হাতৰ ওচৰত এখন সৰু কিতাপ দিযে]

মানুহজন : যি ক'ম সঁচা ক'ম।

চৌধুৰী : যি ক'ম সঁচা ক'ম। [মানুহজন পিছুৱাই গুচি যায]

ভট্ট : শ্ৰীচৌধুৰী, আপোনাৰ কন্যা শ্ৰীমতী পূৰ্ণিমা দাসে কৈছে— মজুমদাৰে বেছি সময তেখেতৰ ওচৰৰ পৰা আঁতৰি থাকিবলৈ বেযা পাইছিল, সেই কাৰণে শ্ৰীমতী দাস অহাৰ পিছদিনাই তেখেত আপোনালোকৰ ঘৰলৈ গুচি আহিল। কলিকতা, বোম্বে, দেশ-বিদেশলৈ সঘনে অহা-যোৱা কৰি থকা মানুহজনে এই স্বভাৱটো কেনেকৈ জীযাই ৰাখিলেহেঁতেন, সেইটো দেখুৱাবলৈ মানুহজন নিজেই জীযাই নাথাকিল। দুখৰ কথা। কিন্তু আপুনি পুৱা সেইদিনা তেখেত অহাৰ অইন কিবা কাৰণ আছিল বুলি ভাবে নেকি?

চৌধুৰী ॰ নাই, নাভাবোঁ।

ভট্ট : মজুমদাৰৰ ভনীযেক শ্ৰীবীণা মজুমদাৰৰ লগত, মৃতদেহ সৎকাৰৰ পিছত মই কথা পাতিছিলোঁ। তেখেতৰ মতে, আগদিনা ৰাতি মজুমদাৰে টেলিফোনত ডাঙৰ ডাঙৰকৈ কথা পাতিছিল। ইমান চিঞৰি চিঞৰি কাৰ লগত কথা পাতিছ বুলি সোধোঁতে মজুমদাৰে কৈছিল— আপুনি বোলে ট্ৰাংক কল কৰিছিল, আৰু তাৰ পিছতেই কৈছিল— পিছদিনা পুৱাই তেখেত আপোনালোকৰ ঘৰলৈ আহিব। শ্ৰীবীণা মজুমদাৰ আদালতত উপস্থিত আছে, কিন্তু তেখেতক আমনি নকৰাকৈযে যদি এই সৰু কথাটো আপোনাৰ মনত পৰে—।

দস্তিদাৰ : অবজেকচন ইয'ৰ অনাৰ। মৃত ব্যক্তিযে কৈছিল বুলি অভিযোগকাৰীযে এটা প্ৰসংগ উত্থাপন কৰিলে, সেইটো গ্ৰহণযোগ্য হ'ব নোৱাৰে।

ভট্ট : মই লগে লগে এই আপত্তি মানি লৈছোঁ ইয'ৰ অনাৰ। মই কেৱল সময বচাব খুজিছিলোঁ। শ্ৰীবীণা মজুমদাৰে কথাটো কোৱাৰ পিছতেই মই টেলিফোন অফিচত খবৰ কৰিছিলোঁ। যোৱা বছৰৰ মাৰ্চ মাহৰ চৈধ্য তাৰিখে শ্ৰীচৌধুৰীৰ ঘৰৰ টেলিফোনৰ পৰা মজুমদাৰৰ ঘৰৰ টেলিফোনলৈ ট্ৰাংক কল কৰা হৈছিল— অৰ্জেণ্ট কল, ছয মিনিট সময কথা পতা হৈছিল, বিল হৈছিল [ফাইলৰ পৰা কাগজ উলিযাই] আঠচল্লিছ টকাৰ। [কাগজখন বিচাৰকক দিযে] আপোনাৰ কিবা মনত পৰে শ্ৰীচৌধুৰী?

চৌধুৰী : মোৰ যিমান দূৰ মনত পৰে— মই পূৰ্ণিমা ভালে ভালে আহি পোৱাৰ খবৰটো দিছিলোঁ।

ভট্ট : ছয মিনিট ধৰি? [নিস্তব্ধ] ভাল।

ভট্ট : ছয মিনিট ধৰি? [নিস্তব্ধ] কিয আপুনি ছয় মিনিট কথা পাতিবলগীযা হ'ল মনত নাই? [নিস্তব্ধ] ইয়'ৰ অনাৰ, জীযেক ভালে-কুশলে আহি পোৱাৰ খবৰটো জোঁৱায়েকক দিওঁতে

ছয় মিনিট সময় লাগে, প্ৰায় অবিশ্বাস্য কথা। কিন্তু— যদি স্বৰ্গীয় মজুমদাৰে ট্ৰাংক কল বুক কৰি ছয় মিনিট কিয— আধা ঘণ্টাও কথা পাতিলেহেঁতেন, তেতিয়া হয়তো বুজা গ'লহেঁতেন— মজুমদাৰৰ ঘৈণীয়েকৰ প্ৰতি আকৰ্ষণ কিমান তীব্ৰ। কিন্তু ট্ৰাংক কল বুক কৰিলে শহুৰেকে, ছয় মিনিট ধৰি কথা পাতিলে শহুৰেকে, জীয়েকে কিন্তু নাপাতিলে।

দস্তিদাৰ : সেইটো সিদ্ধান্ত কেনেকৈ কৰা হ'ল?

ভট্ট : এইটো সিদ্ধান্ত কৰিবলগীয়া কথাই নহয়। এইটো শ্ৰীচৌধুৰীয়ে স্বীকাৰ কৰা কথা। গতিকে, ইয'ৰ অনাৰ, স্বৰ্গীয় মজুমদাৰ পিছদিনা শহুৰেকৰ ঘৰলৈ অহাৰ বিশেষ কাৰণ নাই বুলি কৈ শ্ৰীচৌধুৰীয়ে কথা লুকুৱাইছে। প্ৰকৃততে তেখেতৰ সেই টেলিফোন কল হত্যাকাণ্ডটোৰ আঁচনিখনৰ অংগ। এখেতক এতিয়া মোৰ ইমানেই সুধিবলগীয়া ইয'ৰ অনাৰ।

[বিচাৰকে দস্তিদাৰলৈ চায, দস্তিদাৰৰ একো সুধিবলগীয়া নাই। চৌধুৰী নামি আহে]

ভট্ট : মই এতিয়া শ্ৰীপৰিমল দাসক দুটামান কথা সুধিব খোজোঁ। শ্ৰীদাস, মজুমদাৰৰ লগত বিযাৰ পিছত আপুনি শ্ৰীমতী পূৰ্ণিমা দাসৰ লগত কিবা সম্পৰ্ক ৰাখিছিল নেকি?

পৰিমল : নাই ৰখা।

ভট্ট : আপোনাৰ মনৰ পৰা গোটেই ঘটনাটো— মানে এই মৰমৰ ঘটনাটো আঁতৰাই ৰাখিব পাৰিছিল নে?

পৰিমল : নোৱাৰিছিলোঁ।

ভট্ট : বিনন্দ মজুমদাৰৰ লগত, বিযাৰ পিছত আপোনাৰ কেতিয়াবা দেখা-সাক্ষাৎ হৈছিল নে?

পৰিমল : হৈছিল।

ভট্ট : কেতিয়া?

পৰিমল : যিদিনা দুৰ্ঘটনাটো ঘটে, সেই ৰাতি সন্ধিযাৰ পিছত— আঠমান বজাৰ পৰা খোৱা-বোৱাৰ পিছলৈকে।

ভট্ট : আৰু?

পৰিমল : আৰু নাই হোৱা।

ভট্ট : [বিচাৰকক] ইয'ৰ অনাৰ, মোৰ শ্ৰদ্ধেয সতীৰ্থই যেন মই অপ্ৰয়োজনীয়, সম্পৰ্কহীন কথা কৈছোঁ বুলি আপত্তি নকৰে, তাৰ বাবে মই তেখেতক আগতে অনুৰোধ কৰিছোঁ। কিন্তু আদালতৰ সম্মুখত দুটামান ব্যক্তিগত কথা মই ক'বই লাগিব। ওকালতি মোৰ বৃত্তি, কিন্তু মোৰ সমানে আগ্ৰহ, অনুসন্ধান কাৰ্যৰ প্ৰতি। প্ৰাইভেট ডিটেকটিভগিৰি আৰু ওকালতি— এই দুটাৰ ভিতৰত কোনটোৰ প্ৰতি বেছি আকৰ্ষণ অনুভৱ কৰোঁ, সেইটো মই আজিলৈকে নিৰ্ণয কৰিব পৰা নাই। কিন্তু মই জানো যে এই দুয়োটাৰে সহযোগতহে মই মোৰ কামৰ কৃতকাৰ্যতা বিচাৰি পাওঁ। এই গোটেই ঘটনাটোৰ প্ৰতি মোক আকৃষ্ট কৰে এটা সৰু খবৰে। জুবিলি পাৰ্কত সন্ধিয়া ফুৰিবলৈ যোৱা মোৰ এক বন্ধুৰ দেউতাকে— মজুমদাৰৰ মৃত্যুৰ দুদিনৰ পিছতে মোক খবৰ দিলে— তেখেতে হেনো পাৰ্কৰ এটা চুকত মজুমদাৰ আৰু শ্ৰীপৰিমল দাসক কথা পাতি থকা দেখিছিল। দেখিছিল দুয়োজনকে উত্তেজিত অৱস্থাত। [পৰিমলক] সঁচা?

পৰিমল : [অলপ সময় নিস্তব্ধ] সঁচা।

ভট্ট : এটা মুহূৰ্তত লাইট নুমাই গৈছিল?

পৰিমল : বোধহয়।

ভট্ট : তেতিয়াই কিজানি আপুনি তেওঁক হত্যা কৰিবলৈ প্ৰথম চেষ্টা কৰিছিল? কাৰণ লাইট জ্বলোঁতে মজুমদাৰ তাত নাছিল। বোধকৰোঁ ভয়তে পলাইছিল।

পৰিমল : [চিঞৰি] নহয়। মিছা কথা।

দন্তিদাৰ : অবজেকচন ইয়'ৰ অনাৰ। অভিযুক্ত ব্যক্তিৰ ওপৰত অযুক্তিকৰভাৱে মানসিক হেঁচা দিবলৈ চেষ্টা কৰা হৈছে।

বিচাৰক : [ভট্টক] আপুনি তথ্য-পাতিৰ লগত সম্পৰ্ক থকা প্ৰশ্ন সোধক।

ভট্ট : মই আৰু এখেতক এতিযা প্ৰশ্ন নোসোধোঁ। ইয'ৰ অনাৰ, এই খবৰটো মই নোপোৱা হ'লে হয়তো আজি মই ইয়াত উপস্থিত হ'বলগীয়া নহ'লহেঁতেন, আৰু অইন চকুত ধূলি মাৰি এজন হত্যাকাৰীয়ে সুখে-সন্তোষে ঘৰ-সংসাৰ কৰি থাকিলহেঁতেন। শ্ৰীমতী পূৰ্ণিমা দাস, শ্ৰীযুত চৌধুৰী, শ্ৰীযুত পৰিমল দাস— প্ৰত্যেকেই ইমান বেছিকৈ মিছাৰ আশ্ৰয় লোৱাটো এইকণ সময়ৰ ভিতৰতে, আদালতৰ সন্মুখতে, ইমান পৰিষ্কাৰকৈ প্ৰমাণিত হৈছে যে— মোৰ বিশ্বাস আদালতে কেৱল [পৰিমলক দেখুৱাই] এজনকে হত্যাকাৰী বুলি শাস্তি দি অব্যাহতি নাপাব।

দন্তিদাৰ : কিন্তু, ইয'ৰ অনাৰ, ডাক্তৰৰ ৰিপৰ্ট মতে বিনন্দ মজুমদাৰৰ মৃত্যু হৈছিল বেছিকৈ শ্লিপিং টেবলেট খোৱাৰ কাৰণে।

ভট্ট : ইয'ৰ অনাৰ, ডাক্তৰৰ প্ৰসংগটো আলোচনা কৰিবলৈ মই সুকীয়া সময়ৰ বাবে অনুৰোধ জনাওঁ।

[বিচাৰকে মূৰ জোকাৰে]

বিচাৰব : এতিযাৰ কামত আগবাঢক।

ভট্ট : আজিৰ বাবে মোৰ দুটামান প্ৰশ্ন সুধিবলগীয়া আছে শ্ৰীমতী বীণা মজুমদাৰক—

আঁৰৰ মাত : শ্ৰীমতী বীণা মজুমদাৰ।

[বীণা কাঠগড়াত উঠে]

এজন মানুহ : [কিতাপ দি] যি ক'ম সঁচা ক'ম।

বীণা : যি ক'ম সঁচা ক'ম।

ভট্ট : কুমাৰী মজুমদাৰ, আপুনি জীৱন-নিৰ্বাহৰ কাৰণে আপোনাৰ ককাইদেৱেকৰ ওপৰতে নিৰ্ভৰ কৰিছিল?

বীণা : মই কলেজত চাকৰি কৰোঁ। টকা-পইচাৰ কাৰণে মই দাদাৰ ওপৰত নিৰ্ভৰ কৰাৰ প্ৰয়োজন নাছিল কিন্তু তাৰ বাহিৰে— বাকীসকলোৰে বাবে— নিৰ্ভৰ কৰিবলৈ মোৰ কোনো নাছিল, [সৰু মাত] আজি কোনো নাই।

ভট্ট : কি কাৰণে আপুনি এই মোকৰ্দমাটো আৰম্ভ কৰাৰ যুক্তিযুক্ত বুলি ভাবিলে?

বীণা : প্ৰথম কথা দাদাৰ কোনো অসুখ নাছিল, তেওঁ জীৱনক ইমান ভাল পাইছিল যে তেওঁৰ নিচিনা মানুহে আত্মহত্যা কৰাৰ কথা সপোনতো ভাবিব নোৱাৰি। দ্বিতীয় কথা, নবৌ গুচি অহাৰ আগদিনা গধূলি দাদা আৰু নবৌৰ কিবা কথাত ভীষণ তৰ্ক লাগিছিল, আৰু পিছদিনা, নবৌ গুচি অহাৰ পিছত দাদাক খুব চিন্তা কৰি থকা দেখিছিলোঁ।

ভট্ট : কিহৰ বিষয়ে তৰ্ক হৈছিল আপুনি শুনিছিলনে?

বীণা : কোঠাটোৰ দুৱাৰ বন্ধ আছিল। ওচৰৰ কোঠাটোৰ পৰা ডাঙৰকৈ কোৱা দুই-এটা কথা শুনিছিলোঁ। এডাল নেকলেছৰ বিষয়ে দুয়ো তৰ্ক কৰিছিল, দাদাই নবৌক খুব জোৰে ধমক দিছিল।

ভট্ট : নেকলেছৰ বিষয়ে?

বীণা : হয়।

ভট্ট : আপুনি পিছত ককাইদেৰেকক একো সোধা নাছিল?

বীণা : সুধিছিলোঁ। দাদাই 'সেইবোৰ বাজে কথা, তই জনাৰ কোনো দৰকাৰ নাই' বুলি কৈছিল।

ভট্ট : ধন্যবাদ। মোৰ আজিলৈ ইমানেই ইয়'ৰ অনাৰ।

দস্তিদাৰ : [উঠে] মই শ্ৰীমতী মজুমদাৰক এটা কথা সুধিব খোজোঁ ইয়'ৰ অনাৰ। [বিচাৰকে মূৰ দুপিয়ায]

দস্তিদাৰ : আপুনি মোকৰ্দমাটো দিবলৈ ইমান দিন বাট চালে কিয়?

বীণা : শ্ৰীপৰিমল দাস আৰু 'নবৌ'— শ্ৰীমতী পূৰ্ণিমা দাসৰ কিছুমান কথা অলপ পলমকৈ বহুত দিনৰ পৰা মোৰ কাণত পৰি আছিল, শেষত দাদা মৰাৰ পিছত, এখেতসকলৰ বিয়াখনৰ ঘটনাই মোৰ সন্মুখত এটা নীচ ষডযন্ত্ৰৰ কথা পৰিষ্কাৰ কৰি দিলে। তেতিয়াই মই মোকৰ্দমা কৰিবলৈ সিদ্ধান্ত কৰিলোঁ।

[Fade out]

# দৃশ্য ঃ ১২

## মঞ্চ ঃ ১

[পৰিমলহঁতৰ বহা কোঠালি। মুঢ়া এটাত মুকুন্দ বহি আছে।]

মুকুন্দ : [বাহিৰলৈ চাই] হেৰা, শুনা। [বনকৰা ছোৱালী নিৰ্মলা আহে।]

নিৰ্মলা : [আহি আহি] কি হ'ল?

মুকুন্দ : হ'ব। সেইখিনিতে, সেইখিনিতে ৰ'বা। মাতিলোঁ বুলিয়েই কোঁকোঁকৈ একেবাৰে গাতে নুঠিবাহিচোন।

নিৰ্মলা : এঃ! মিছামিছিকৈ।

মুকুন্দ : কি আৰু' মিছামিছিকৈ? তোমাৰ ছাঁটো [মাটিলৈ দেখুৱাই] কিমানখিনি পালেহি দেখিছানে নাই? [মুঢ়াটো অকণমান পিছুৱাই নিযাৰ নিচিনা কৰে]

নিৰ্মলা : বৰ একেবাৰে!

মুকুন্দ : বৰ একেবাৰেতো! যি নদীৰ পানী নোখোৱা, তাৰ পাৰতো ভৰি নিদিবা। যাৰ লগত লটং-পটং নকৰা, তাইৰ ছাঁটোকো গাত পৰিবলৈ নিদিবা।

নিৰ্মলা : মোৰ ছাঁটো তুমি গচকিলে মইহে গা ধুব লাগিব বুইছা!

মুকুন্দ : হযনে? বাৰু তেনেহ'লে। আৰু অলপ জাৰ পৰক। ঠাণ্ডা পানী চুলেই গাটো সিৰিকৈকে উঠা হওক। তাৰ পিছত তোৰ গা-ধোৱা ঘৰৰ তিনিফালৰ চকোৱা খহাই থ'ম, থৈ দিনটোত পঞ্চাছবাৰ তোৰ ছাঁটো [দেখুৱাই] গচকি থাকিম। তই গা ধুই আহিবি, গচক। [নিৰ্মলা পিছুৱায়] আকৌ গা-ধুই আহিবি, গচক। সেইখিনিতে বহি ল'ম বাপেকে, চাবি। [নিৰ্মলাই হাঁহে]

মুকুন্দ : হাঁহিব নালাগে ৰবি। কথা আছে। আচলতে তই ভাল ছোৱালী। এইকেইদিনতে মন কৰিলোঁ, তোৰ পৰা মোৰ বিপদ নাই। যি বিপদ হয় মোৰ পৰাই হ'ব। শুন। এটা কথা মই ধৰিব পৰা নাই। এইটো বহা কোঠালি। সেইফালে সেইবোৰ শোৱা কোঠালি, খোৱা কোঠালি, ধোৱা কোঠালি হেন তেন ফেন ফেন। সেইবোৰত সেযা দাদাইঁতে তলা মাৰিযেই থৈ যায়। হয় নে নহয়?

নিৰ্মলা : হয়।

মুকুন্দ : এইটো কোঠালিৰ এই চকী-মেজসোপানো কোনটো চোৰে খাৰ খাবলৈ নিব? হযনে নহয়?

নিৰ্মলা : হয়।

মুকুন্দ : তেনেহ'লে মোক যে দাদাইঁতে ঘৰটো চাবলৈ পুহি ৰাখিছে, কিডাল চাবলৈ ৰাখিছে? এই মুহূৰ্তত যদি ভিতৰত ইলেকট্ৰিক লাইন ফাযাৰ হৈ জুই লাগি যায়, তেনেহ'লে মই কি কৰিম? বহি বহি ঘৰটো চাই থাকিম। হোঃ। এইটো কোঠালিতো দেখোন তলা এটা মাৰি গ'লেই হয়। হযনে নহয়?

নিৰ্মলা : হয়।

মুকুন্দ : সেই কাৰণে, আচল কথা, দাদাইঁতে মোক তোমাক গাৰ্ড দিবলৈ ৰাখিছে। তুমি জৰুল লটৰ-পটৰ মানুহ।

নিৰ্মলা : এৰা। মইহে লটৰ-পটৰ মানুহ। মই লটৰ-পটৰ হোৱা হ'লে বাইদেৱে মোক এনেকৈ লগে লগে লৈ নুফুৰায বুইছা।

মুকুন্দ : তুমি নবৌৰ বৰ বিশ্বাসী মানুহ?

নিৰ্মলা : অঁতো।

মুকুন্দ : তেনেহ'লে কিয় তুমি থাকোঁতেও নবৌৱে চব কোঠালিত তলা মাৰি থৈ যায়?

নিৰ্মলা : ইছৰে যদি নবৌজনীক দুফাল কৰি দুজনী কৰে, আৰু তাৰে এজনী যদি ঘৰত থাকে, তেতিযাও ইজনীয়ে চবতে তলা মাৰি থৈ যাব।

মুকুন্দ : [অধৈৰ্য হোৱা যেন দেখুৱাই] তাকেতো সুধিছোঁ, কিয় হে?

নিৰ্মলা : এ বাইদেউৰ কাণ্ড-কাৰখানা চব বেলেগ।

মুকুন্দ : যেনে? [বাহিৰত গাড়ী ৰোৱাৰ শব্দ]

নিৰ্মলা : বাইদেউহঁত আহিল হ'বলা।

মুকুন্দ : তই একেবাৰে সিফাললৈ যাগে। পাগঘৰৰ একেবাৰে সিফালৰ চুকত— ৰাতিপুৱা দাদাইঁত যোৱাৰ পৰা যেন লৰচৰ কৰাই নাই, তেনেকৈ বহি থাকগৈ। দৌৰি যা।

নিৰ্মলা : ভযৰ খুন্দাতো চোৱা। [যায]

[মুকুন্দই মুঢাটো ঠিক ঠাইত থৈ নিজৰ কাপোৰ-কানি ঠিক কৰে। পৰিমল আৰু দস্তিদাৰ আহে।]

পৰিমল : [গম্ভীৰ] কোনোবা আহিছিল নেকি?

মুকুন্দ : নাই অহা। [ডিঙি মেলি চাই] নবৌ।

পৰিমল : ঘৰলৈ গৈছে। অলপ পিছতে আহিব। আপুনি বহক দস্তিদাৰ। [মুকুন্দ] নিৰ্মলাক চাহৰ কথা কবি। [ভিতৰলৈ সোমাই যায]

দস্তিদাৰ : ভালে আছা মুকুন্দ?

মুকুন্দ : আছোঁ ছাৰ। আপোনাৰ ভাল ছাৰ?
দস্তিদাৰ : আমাৰনো ভাল-বেয়া কি হে? তোমালোকৰ ভালেই আমাৰো ভাল।
মুকুন্দ : প্ৰথমতে দেখাতকৈ অলপ খীণাইছে।
দস্তিদাৰ : ভালকৈ কিবাকিবি খুউৱা আকৌ। [পৰিমল আহে। মুকুন্দ যায়]
পৰিমল : মুকুন্দ।
মুকুন্দ : [আঁৰৰ পৰা] দাদা। [সোমাই আহে]
পৰিমল : তই পেটৰ ওচৰতে থাকিবি। মই নক'লে নবৌৰেৰৰ বাহিৰে কাকো আহিবলৈ নিদিবি।
মুকুন্দ : ভাল দাদা। [যায]
দস্তিদাৰ : এইবোৰ কথা আপুনি মোক আগতে ক'ব লাগিছিল দাস। আপোনালোকে যদি মোকেই বিশ্বাসত নলয, তেনেহ'লে মই আপোনালোকক ডিফেণ্ড কৰিম কেনেকৈ? মই বৰ দুখ পাইছোঁ দাস।
পৰিমল : মই মানে— কি ক'ব লাগে, কি কৰিব লাগে একো ভাবিবই নোৱাৰা হৈছোঁ।
দস্তিদাৰ : নহয নহয, আপুনি মন ডাঠ কৰিবই লাগিব। আপুনি যদি নিজ হাতে হত্যাও কৰিছে, তাকো মোক ক'ব লাগিব। আজি আপুনি আদালত শেষ হোৱাৰ পিছত যিখিনি কথা ক'লে, সেইখিনি অন্ততঃ কালি কোৱা হ'লেও কথাবোৰ বেলেগ হ'লহেঁতেন। মোক কওকচোন— এই নেকলেছৰ কাৰবাৰটো কি? কি নেকলেছ? ক'ৰ নেকলেছ? আপুনি কি জানে?
পৰিমল : নেকলেছ সম্পৰ্কীয় কথা— মই সঁচাকৈয়ে একো নাজানো।
দস্তিদাৰ : অন্ততঃ আজি আদালতত আপুনি জানিলে যে মিছেছ দাসে কিবা জানে।
পৰিমল : ৰ'ব। [মনত পৰে] এটা কথা মোৰ মনত পৰিছে। মই এডাল নেকলেছ দেখিছিলোঁ।
দস্তিদাৰ : ক'ত?
পৰিমল : পূৰ্ণিমাহঁতৰ ঘৰত।
দস্তিদাৰ : কেতিযা? [উঠে]
পৰিমল : সেই ৰাতিযেই। ভাত খোৱাৰ আগতে।
দস্তিদাৰ : কেনেকৈ দেখিছিল?
পৰিমল : মাজৰ মেজখনতে পাৰ্লৰ নেকলেছ এডাল পৰি আছিল আৰু—
দস্তিদাৰ : আৰু?
পৰিমল : তাকে লৈ তেওঁলোকে হাঁহি-ধেমালি কৰিছিল।
দস্তিদাৰ : তেওঁলোকে মানে?
পৰিমল : মজুমদাৰ আছিল, এওঁ পূৰ্ণিমা আছিল, দেউতাক আছিল, মাক আছিল, শংকৰ খুৰাদেউ আছিল।
দস্তিদাৰ : কি হাঁহি-ধেমালি কৰিছিল?
পৰিমল : মই আগৰ-পিছৰ একো নাজানো, মাত্ৰ সোমাই লৈ কোৱা শুনিছিলোঁ— সেই নেকলেছডালেই সৰ্বনাশ কৰিব খুজিছিল, নেকলেছডালৰ বাবেঁই মজুমদাৰ আৰু পূৰ্ণিমাৰ মাজত কিবা ভুল বুজাবুজি হৈছিল, সকলোবে কথাটো পাতলাই দিবলৈ চেষ্টা কৰিছিল। [দুৱাৰত শব্দ] কোন? [দুৱাৰ খুলি দিযেগৈ, পূৰ্ণিমা আহে] অ' তুমি আহিলাই?
পূৰ্ণিমা : [দস্তিদাৰক] আপুনি ঘৰলৈ যোৱাই নাই?
দস্তিদাৰ : নাই, অলপ কাম আছে, একেবাৰে শেষ কৰি যাওঁ বুলি ভাবিছোঁ [পূৰ্ণিমাক বহা দেখি] আপুনি অলপ জিৰণি লওকগৈ যাওক। বৰ ভাগৰ লাগিছে নিশ্চয়।

পূৰ্ণিমা : নাই ঠিক আছে। মই ঘৰত হাত-মুখ ধুই অলপ ফ্ৰে'ছ হৈ ল'লোঁ।
পৰিমল : আৰু পূৰ্ণিমা, তোমালোকৰ ঘৰত যে সেই নেকলেছডাল দেখিছিলোঁ।
পূৰ্ণিমা : কেতিয়া?
পৰিমল : সেইদিনা ৰাতি, ভাত খোৱাৰ আগতে?
পূৰ্ণিমা : সেইবোৰ কথা কিয় আকৌ?
পৰিমল : এখেতে সুধিছিল।
দস্তিদাৰ : মানে বীণা মজুমদাৰে আদালতত আপোনাৰ আৰু বিনন্দ মজুমদাৰৰ মাজত নেকলেছ শব্দ এটা উচ্চাৰণ কৰি তৰ্কাতৰ্কি হোৱা কথাটো এটা ইম্পৰটেণ্ট পইণ্ট হিচাপে উত্থাপন কৰিছে, আৰু এখেতে আপোনালোকৰ ঘৰত নেকলেছ এডাল দেখিছিল— সেই দুৰ্ঘটনাৰ ৰাতিয়েই, গতিকে—
পূৰ্ণিমা : শুনক দস্তিদাৰ, মই কথাটো চাফাকৈ কওঁ। তেওঁ— মানে—
দস্তিদাৰ : মজুমদাৰে?
পূৰ্ণিমা : হয়। তেওঁ বিয়াৰ পিছত এদিন এডাল নেকলেছ আনি দিলে। ক'লে— পাৰ্লৰ নেকলেছ। মই বৰ আনন্দ পালোঁ। কিন্তু পিছদিনা ভালকৈ চাওঁতে মোৰ সন্দেহ হ'ল— সেইডাল খাঁটি পাৰ্লৰ নেকলেছ, নহয়, নকল পাৰ্লৰ। কিন্তু তেওঁতো খাঁটি বুলি বহুত টকা দি কিনিছিল চাগৈ, গতিকে তেওঁৰ ভীষণ খং উঠিল, সঁচা কথা কোৱাৰ কাৰণে খঙটো মোৰ ওপৰত উঠিছিল, আৰু তাকে লৈয়ে তৰ্ক। আমাৰ ঘৰতো কথাটো ওলাইছিল, তেতিয়া মই মাইঙুকো নেকলেছডাল দেখুৱাইছিলোঁ। কথা সেইটোৱেই।
দস্তিদাৰ : [চিন্তা কৰি] নেকলেছডাল এবাৰ চাব পাৰোঁনে?
পূৰ্ণিমা : জানো, সেইডাল মোৰ লগতে আছে নে মাৰ হাতত আছে—
পৰিমল : মনত পেলোৱাচোন। তোমাৰ বস্তু— তোমাৰ হাততেতো থাকিব লাগে।
পূৰ্ণিমা : কিছুমান বস্তু মই ঘৰত থৈ আহিছোঁ।
দস্তিদাৰ : নেকলেছডাল এবাৰ চাবলৈ পোৱাটো বৰ দৰকাৰী আছিল।
পূৰ্ণিমা : কিয় দস্তিদাৰ, সেইডাল চাই কি লাভ? সেইডালৰ লগত এইবোৰ ঘটনাৰ কি সম্পৰ্ক?
দস্তিদাৰ : সম্পৰ্ক নাথাকিলেও— আমি এটা সম্পৰ্ক উলিযাবলৈ চেষ্টা কৰিব পাৰোঁ। আমি যদি প্ৰমাণ কৰিব পাৰোঁ যে বিনন্দ মজুমদাৰৰ মৃত্যুৰ লগত এডাল নেকলেছৰ সম্পৰ্ক আছে, আপোনালোকৰ প্ৰেমৰ সম্পৰ্ক নাই, তেনেহ'লে আপোনালোক দুজনৰ ওপৰত পৰা বোজা বহুত পাতল হৈ যায়।
পৰিমল : যোৱাচোন, যোৱাগৈ। তোমাৰ ভাগৰ লাগিছে যদি, চাবিটো দিয়া, ময়ে চাওঁগৈ।
পূৰ্ণিমা : [উঠি, উত্তেজিত] তুমি ইমান অধৈৰ্য হৈছা কিয়?

[উচাট মাৰি গুচি যায়। পাছে পাছে পৰিমলো যায়। দস্তিদাৰে ভিতৰলৈ চাই বৈ থাকে। তাৰ পিছত খোজ কাঢে। নিৰ্মলাই ট্ৰেত চাহ আনে। দস্তিদাৰে এপিয়লা চাহ লয়। ভিতৰত কিবা এটা পৰাৰ শব্দ হয়। মুকুন্দ দৌৰি আহে। সি 'কি হ'ল ছাৰ'— দৃষ্টিৰে চায়। দস্তিদাৰে মুখেৰে আৰু হাতেৰে 'জানো কি হ'ল!' বুজায়। নিৰ্মলা আহে।]

নিৰ্মলা : ছাৰ, ভিনদেৱে কৈছে, তেখেতে কাইলৈ পুৱাই আপোনাক লগ ধৰিবগৈ। এতিয়া আপোনাক যাবলৈ কৈছে। [সকলো স্থিৰ]

[Fade out]

# দৃশ্য ঃ ১৩

## মঞ্চ ঃ ২

[পৰিমলৰ শোৱা কোঠালি। কম পোহৰ।]

পৰিমল ঃ পূর্ণিমা শুই আছে। পৰিমল উঠে। পূর্ণিমালৈ চায। গাৰুৰ তলৰ পৰা চাবি লয। উঠি আহে। আলমাৰি খোলে। পূর্ণিমা বহে]

পূর্ণিমা ঃ কি কৈছে তোমাৰ?

পৰিমল ঃ একো নাই হোৱা।

পূর্ণিমা ঃ কি কৰিছা তাত?

পৰিমল ঃ তোমাৰ ভাব-ভংগীৰ পৰাই বুজিছোঁ, নেকলেছডাল তোমাৰ হাতত আছে, তুমি মিছা কথা কৈছা। সেই কাৰণে নেকলেছডাল বিচাৰিছোঁ। পালে প্ৰমাণ হ'ব তুমি মোকো মিছা কথা কোৱা, আৰু তাৰ পিছত মই খবৰ ল'ম— কিয তুমি মিছা কথা কোৱা।

পূর্ণিমা ঃ তোমাৰ ইমান কৰিও হেঁপাহ পলোৱা নাই?

পৰিমল ঃ কিমান কৰি?

পূর্ণিমা ঃ তোমাৰ স্বাৰ্থ পূৰণ কৰিবলৈ তুমি মোৰ জীৱনটো নষ্ট কৰি—। জঘন্য উপাযেৰে মোক এজনৰ বুকুৰ পৰা কাটি আনি—। [স্তব্ধ]

পৰিমল ঃ তুমি ইমান কথা ক'লা যেতিযা আৰু কোৱা। প্ৰথম কথা কোৱা— অকল মোৰ স্বাৰ্থ পূৰণ কৰিবলৈকে মই তোমাক গ্ৰহণ কৰিছিলোঁ নে? তোমাৰ স্বাৰ্থ নাছিল? ইয়াত আমাৰ মৰম-চেনেহৰ কথা নাছিল? লোকৰ লগত দুমাহ স্বামী-স্ত্ৰী হিচাপে ঘৰ-সংসাৰ কৰা এজনী তিৰোতাৰ বাহিৰে বিযা কৰিবলৈ মই অইন এজনী তিৰোতা নাপালোঁহেঁতেন নে? তুমি মোৰ কাষ চাপি— মই জোৰ কৰিলোঁ কাৰণে আহিছিলা, নে তুমি মোক মৰম কৰিছিলা বুলি আহিছিলা?

পূর্ণিমা ঃ মই বিশ্বাস কৰিছিলোঁ— তুমি মোক মৰম কৰিছিলা, আৰু মযো কৰিছিলোঁ, কিন্তু—

পৰিমল ঃ কিন্তু পিছত হ'ব। এদিন-দুদিন নহয, এমাহ-দুমাহ নহয়, তিনিটা বছৰ ধৰি তোমাৰ-মোৰ মৰম চাই থকা অলেখ সাক্ষী এইখন চহৰৰ বুকুত বিযপি আছে। তোমাৰ মৰম হঠাৎ জ্বলি উঠা পপীযা তৰাৰ নিচিনা আছিল, সেই কথা মই এতিযাও বিশ্বাস কৰা নাই, কাৰণ তেনেকৈ ভাবিবলৈ মোৰ বৰ কষ্ট হয। মই আশা কৰোঁ— তেনেকৈ বিশ্বাস কৰিবলৈ তুমি মোক বাধ্য নকৰিবা। এতিযা দ্বিতীয কথাটো কোৱা, জঘন্য উপাযেৰে যে মই তোমাক এজনৰ বুকুৰ পৰা কাটি আনিলোঁ, কি জঘন্য উপায? [নিস্তব্ধ]
কোৱা কি জঘন্য উপায়?

পূর্ণিমা ঃ তুমি আজি আচামী হৈ কাঠগডাত থিয হ'ব লগা হৈছে কিয?

পৰিমল ঃ তাৰ মানে তুমিও বিশ্বাস কৰা— মই বিনন্দ মজুমদাৰক হত্যা কৰিলোঁ?
[এইখিনি সময়ত ইটো মঞ্চত। বা ইটো মঞ্চৰ ক'লা স্ক্ৰীণৰ আগত দেখা যায— মুকুন্দই কাণ পাতি কথা শুনিবলৈ চেষ্টা কৰিছে। সি বাৰে বাৰে ওপৰৰ স্কাইলেটলৈ চাইছে।]

পূর্ণিমা ঃ ঘটনাই যেনেকুৱা ৰূপ লৈছে, যিমানবোৰ কথা তুমি মোৰ পৰা লুকুৱাই থৈছিলা বুলি ওলাই পৰিছে, তাৰ পৰা লাহে লাহে মই বিশ্বাস কৰিবলৈ বাধ্য হৈছোঁ।

পৰিমল ঃ নহয় নহয পূর্ণিমা, অন্ততঃ তুমি এনে কথা মনলৈ নানিবা। বহু দিনৰ আগৰ কথা, অযথা গণ্ডগোলৰ পৰা হাত সাৰিবলৈ তুমি, মই, দেউতাৰা— সকলোৱে কথা লুকুৱাইছোঁ। সেই বুলি আমি সকলোৱে মানুহ খুণ কৰা অপৰাধৰ পৰা সাৰিবলৈহে এইবোৰ কৰিছোঁনে?

অন্ততঃ মই সেইটো নাই কৰা। যদি মজুমদাৰক হত্যা কৰাটো সঁচা, তেনেহ'লে সেইটোও সঁচা যে মোৰ বাহিৰে— তোমালোকৰ যিকোনো এজনে এই ঘৃণনীয় কাম কৰিছা।

পূৰ্ণিমা : মানে?

পৰিমল : মানে— তুমিও শুনি থোৱা, মোৰ কাষ চাপিবলৈ তুমি মজুমদাৰক বাটৰ পৰা চিৰদিনৰ কাৰণে আঁতৰাই দিছা— সেই সন্দেহো মোৰ মনলৈ একেবাৰে নহাকৈ থকা নাই।

পূৰ্ণিমা : মাজনিশালৈকে মজুমদাৰৰ লগত মই থকা নাছিলোঁ, তেতিয়া মই তাৰ পৰা অতি কমেও দুমাইল দূৰত আছিলোঁ।

পূৰ্ণিমা : তুমি— তুমি— পাষণ্ড।

পৰিমল : কথাটো বুজিলাতো? চোৱা পূৰ্ণিমা, এটা মিছা অভিযোগত মোৰ জীৱনটো নষ্ট কৰিব খোজা হৈছে। তুমি মোৰ পত্নী। আজি মোৰ আটাইতকৈ ডাঙৰ সাৰথি হ'ব লাগিছিল তুমি। কিন্তু তুমি এনেকুৱা ব্যৱহাৰ কৰিছা যেন— তুমি বীণা মজুমদাৰৰ লগৰহে মানুহ, যেন— তুমিহে কে'ছটো দিছা। মোৰ কাৰণে আজি তুমি সা-সম্পত্তি, অলংকাৰ-পাতি সবলো দলিযাই দিব পাৰিব লাগিছিল, কিন্তু এডাল নেকলেছৰ কাৰণে আজি গধূলিৰে পৰা তুমি জিদ ধৰি আছা। [আলমাৰিৰ ফালে ঘূৰে। পূৰ্ণিমা সন্মুখত থিয় হয]

পূৰ্ণিমা : তুমি আন যিযেই নকৰা, এই নেকলেছৰ কথাটো আৰু নুলিযাবা।

পৰিমল : কিয?

পূৰ্ণিমা : প্লিজ, মই তোমাক অনুৰোধ কৰিছোঁ, তোমাৰ কাৰণে মই যি কৰিব লাগে কৰিম, কিন্তু তুমি নিজেতো এইবোৰ কথা নুলিযাবাই, আহা— আজিৰ পৰা আমি সকলোৱে চেষ্টা কৰোঁ— দস্তিদাৰহঁতেও যাতে সেইবোৰ কথাত লাগি থকাৰ সুবিধা নাপায।

পৰিমল : বৰ আচৰিত কথা। মজুমদাৰে তোমাক এডাল নেকলেছ খাঁটি বুলি ভাবি উপহাৰ দিলে, তুমি নকল বুলি ধৰা পেলালা, তাৰ লগত এই কে'ছটোৰ সম্পৰ্ক কি? তাৰ কাৰণে ভয খাবৰ কিটো হৈছে?

পূৰ্ণিমা : আচলতে একো সম্পৰ্ক নাই, কিন্তু তোমাক বচাবলৈ চেষ্টা কৰি এডভোকেট ভট্টাচাৰ্যই মজুমদাৰক সন্দেহযুক্ত চৰিত্ৰৰ, বেযা মানুহ বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিব যেন লাগে। মজুমদাৰে নেকলেছডাল মোক দিযাৰ কিছু দিনৰ আগতে কলিকতাৰ এখন হোটেলৰ পৰা এডাল দামী নেকলেছ চুৰি হৈছিল। এইডাল নেকলেছৰ লগত সেইডালৰ অযথা সম্পৰ্ক উলিযাই মানুহবোৰে মজুমদাৰৰ সদনামকণো নষ্ট কৰিব পাৰে। মই সেইটো সহ্য কৰিব নোৱাৰিম।

পৰিমল : কথাটো তেনেহ'লে তেনেকুৱা— স্বৰ্গীয মজুমদাৰৰ সদনাম বাচিলে মই মৰিম, আৰু সেই সদনাম মৰিলে মই বাচিম।

পূৰ্ণিমা : [কাতৰ] তেওঁ ভাল মানুহ আছিল পৰিমল। উস্, মই যে কিহত সোমালোঁ। [ওচৰৰ চকী এখনত বহে। পৰিমলে চিন্তা কৰে]

পৰিমল : কোনো ভাল মানুহৰ ক্ষতি হ'ব নালাগে। সেই কাৰণেই সঁচা কথা ওপৰলৈ উঠিব লাগে, সেই কাৰণেই কোনো লুক-ঢাকক প্ৰশ্ৰয দিব নালাগে। এতিযা তুমি মজুমদাৰৰ দাযিত্ব বেছিকৈ ল'লে মোৰ অলপ কষ্ট হয, সেই কাৰণে তেখেতৰ সদনাম ৰক্ষাৰ দাযিত্ব মযেই ল'ম। [আলমাৰিৰ বস্তু উলিযায। দলিযায।]

পূৰ্ণিমা : ইযাৰ ফল কিন্তু বেযা হ'ব।

[পৰিমলে বেগ এটাৰ জিপ খুলি নেকলেছ এডাল উলিযায]

পূৰ্ণিমা : তুমি নিজৰ সৰ্বনাশ নিজে মাতি আনিছা।

পৰিমল : [চিন্তা কৰি]— এই বেগটো— এই বেগটো মই ক'ত দেখিছিলোঁ?
[Fade out ক্ষীণ পোহৰত কাষৰ মঞ্চত দেখা যায়— মুকুন্দই ওপৰত উঠি স্কাইলেটেদি ভিতৰলৈ চাই আছে। সি নামে। নামিয়েই বেগাবেগিকৈ আঁতৰি যায়।]

# দৃশ্য : ১৪

## মঞ্চ : ১

## [Montage]

[ক'লা, শূন্য/গোল পোহৰত দেখা যায় দস্তিদাৰৰ লগত মুকুন্দই কথা পাতিছে।]

## মঞ্চ : ২

[সোঁফালে কিনাৰত ভট্টই মেগেজিন এদ'মৰ সন্মুখত বহি এখনৰ পাত লুটিযাইছে। অইন এখনৰ। অইন এখনৰ। শেষত এঠাইত ৰৈ যায়। মেগেজিনখন লৈ সন্মুখেদি **মঞ্চ-১** অলৈ আহে। তাত দস্তিদাৰৰ লগত আলোচনা। দস্তিদাৰে সন্মুখলৈ আহি ফোন কৰে।]

দস্তিদাৰ : ইষ্টাৰ্ণ ট্ৰেভেলছ? ছৰী ৰং নাম্বাৰ। [ডায়েল কৰে] ইষ্টাৰ্ণ ট্ৰেভেলছ? মই দস্তিদাৰে কৈছোঁ— পি কে দস্তিদাৰ। মৈত্ৰ নাই নেকি? তেখেতক দিযকচোন। [ৰৈ] মৈত্ৰ, দস্তিদাৰে কৈছোঁ। আপোনালোকৰ অফিচলৈ নতুন মানুহ আহিছে নেকি? শুনক, কাইলৈ ফাষ্ট ফ্লাইটখনত মোক কলিকতালৈ এখন টিকট দিব।— হয। ৰিটাৰ্ণ অ'পেন ৰাখিব। মোক আৰু এটা সহায কৰিব লাগে। মেট্ৰোপলিটান হোটেলত এটা ৰুম বুক কৰি দিব লাগে।
[মঞ্চ-২ৰ একাষে। ভট্ট আৰু বীণা]

বীণা : — মই নিজেও ডায়েৰীখন কেইবাবাৰো চাইছোঁ, পঢ়িছোঁ, কিন্তু ক'তো তেনেকুৱা একো পোৱা নাছিলোঁ। কেৱল তাৰ কামৰ কথা— কেতিয়া কলৈ গ'ল, কাক লগ পালে এইবোৰ। ঘৰুৱা কথা একো নাই।

ভট্ট : আপুনি নাজানে মিছ মজুমদাৰ, আপুনি য'ত একো নাপালে, য'ত কেৱল তেখেতৰ কামৰ কথাই আছে, সেইখিনেই আমাক কিছু সহায কৰিব পাৰে। আপোনাৰ পৰা ডায়েৰীখন পালোঁ বুলি মই এইখন ৰচিদ লিখি আনিছোঁ, লওক আৰু ডায়েৰীখন দিযক।

## মঞ্চ : ২

[এখন হাতত এখন ফটো আৰু ইখন হাতত মেগেজিন এখন লৈ গভীৰ দৃষ্টিৰে চাই চাই দস্তিদাৰ আগুৱাই আহে। সন্মুখত থিয হৈ দুযোখন ছবি তুলনা কৰে। আন্ধাৰৰ মাজৰ পৰা ভট্ট ওলাই আহি দস্তিদাৰৰ ওচৰত থিয হয।]

দস্তিদাৰ : ছৌদি আৰবৰ এক ভদ্ৰলোক এইডাল নেকলেছ বেছিবলৈ আহি হোটেলখনত আছিলহি। কেইবাটাও পাৰ্টীযে কিনা-মেলাৰ কথা চলাই থাকোঁতেই নেকলেছডাল চুৰি হয। ঘটনাটো পিছতেই বাতৰি কাকত, আলোচনীত এই ফটোখন প্ৰচাৰ কৰা হয। চোৱা। পৰিমল দাসে দিয়া নেকলেছডালৰ ফটোখনৰ লগত মিলাই চোৱা, ফটকৰে দেখিলে তুমি বেলেগ বুলি ধৰিবই নোৱাৰিবা। কিন্তু এইখিনিত চোৱা। এই বিড [bead] বিলাক দেখিছানে? এটা সৰু, এটা ডাঙৰ ইযাত দেখিছা— দুটা সৰু, এট ডাঙৰ—। বাৰু হ'ব। তুমি কি পালা?

ভট্ট : মাৰ্চ মাহৰ দুই তাৰিখৰ পৰা দহ তাৰিখলৈ এই নদিন মজুমদাৰ দৈযাং ৰিজাৰ্ভ আৰু নাগালেণ্ড ব'ৰ্ডাৰৰ গাঁও কিছুমানত ঘূৰি ফুৰিছিল। ৱৰ্ল্ড ৰিভিউ মেগেজিনখনৰ কাৰণে এটা ছিৰিজ

লিখিবলৈ বস্তু গোটাইছিল।

দস্তিদাৰ : আৰু কলিকতাৰ হোটেলত চুৰিৰ ঘটনাটো ঘটিছিল মাৰ্চৰ পাঁচ তাৰিখে। কি কথা? এইডাল— এই নকল নেকলেছডাল মজুমদাৰৰ হাতলৈ আহিল কেনেকৈ? আহাচোন।
[কেছেট। ভট্ট আৰু দস্তিদাৰ দুই নম্বৰ মঞ্চৰ আগেদি সোঁফাললৈ গুচি যায। এক নম্বৰ মঞ্চৰ ক'লা কাপোৰ আঁতৰ হয়। পৰিমলৰ ঘৰটোৰ পিছ বাৰাণ্ডা আৰু চোতাল। ৰাতি। দুৱাৰ-খিৰিকীয়েদি অহা পোহৰ। নিৰ্মলা আৰু পূৰ্ণিমা। পূৰ্ণিমাই বেগৰ পৰা কাগজ এসোপা পেলায়। নিৰ্মলাই দিয়াচলাই কাঠী মাৰি জুই লগাই দিয়ে। তাৰ ওপৰত পূৰ্ণিমাই আৰু কাগজ পেলায।]

পূৰ্ণিমা : চব ভালকৈ জ্বাপি দে। ছাই হৈ গ'লে মাটি দি গাঁতটো পুতি পেলাবি। তাৰ ওপৰত— সেই তাত যে গেন্দা ফুলৰ পুলি আছে, তাৰে কেইটামান ৰুই দিবি। মই আজি ৰাতি নাহোঁ বুইছ। মাৰ তাতে থাকিম।

নিৰ্মলা : ভাত?

পূৰ্ণিমা : তাতে খাম। [যায। অলপ পিছতে মুকুন্দ দৌৰি আহে। সি কোবাই কোবাই জুইকুৰা নুমুৱায]

নিৰ্মলা : কিয নুমুৱাইছা?

মুকুন্দ : বতাহ আহি আছে, দপদপকৈ জ্বলিব লাগিলে, সেইবিলাক ওচৰত লোকৰ খেৰৰ ঘৰ দেখা নাই? সৰ্বনাশ হ'ব। যা পানী এবাল্টি আন।

নিৰ্মলা : বাইদেৱে ঠাইডোখৰ সমান কৰি গেন্দা ফুলৰ পুলিকেইটামান ৰুই দিবলৈ কৈছে।

মুকুন্দ : হয নেকি? যা, সেই তাতে খন্তিখন আছে, পুলিকেইটামান লৈ আহগৈ। মই মাটিডোখৰ ঠিক কৰোঁ। যা। [নিৰ্মলা যায। মুকুন্দই আধাপোৰা কাগজ বাছি বাছি জেপত ভৰায।]
[Fade out]

## দৃশ্য : ১৫

### মঞ্চ : ২

[আদালত কাঠগড়াত পৰিমল। সাক্ষীৰ গড়ালত ডাক্তৰ। বেঞ্চত চৌধুৰী, পূৰ্ণিমা, শংকৰ, দৰ্শক।]

ভট্ট : ডাক্তৰ নিযোগী, আপোনাৰ ৰিপৰ্ট মতে বিনন্দ মজুমদাৰৰ মৃত্যু হৈছিল শ্লিপিং টেবলেটৰ পৰিমাণ বেছি হোৱাৰ কাৰণে।

ডাক্তৰ : হয।

ভট্ট : মজুমদাৰে শ্লিপিং টেবলেট খাইছিল বুলি অইন কিবা প্ৰমাণ আপুনি পাইছিল নে?

ডাক্তৰ : ডাইৰেক্ট প্ৰমাণ নাই পোৱা, কিন্তু তেখেতৰ কোঠালিত এটা বটলত আৰু কেইটামান শ্লিপিং টেবলেট পোৱা গৈছিল।

ভট্ট : সেইকেইটা তেখেতে নিজে তাত থৈছিল নে আন কোনোবাই থৈছিল, সেই বিষযে ক'বলৈ আপোনাৰ কিবা প্ৰমাণ আছেনে?

ডাক্তৰ : ডাইৰেক্ট প্ৰমাণ নাই।

ভট্ট : ডাইৰেক্ট প্ৰমাণ নাই। বাৰু ডাক্তৰ নিযোগী, আপুনি জনাত— এনেকুৱা অইন কিবা বিষজাতীয বস্তু আছেনে যিটো খালে কেইঘণ্টামানৰ পিছত মানুহৰ মৃত্যু হয, আৰু প'ষ্টমৰ্টেম কৰিলে শ্লিপিং টেবলেট খাই মৰিল বুলি ভুল কৰিব পৰা যায?

ডাক্তৰ : ৱেল! [বাহু জোকাৰে] সাধাৰণতে তেনেকুৱা নহয।

ভট্ট : অসাধাৰণতে?
ডাক্তৰ : অসংখ্য বস্তু আছে, হিউমেন এৰৰ [error]ৰ প্ৰশ্ন আছে, মানুহ মাত্ৰেই ভুল কৰে।
ভট্ট : আপোনাৰ চাগৈ তেনেকুৱা ভুল হোৱা নাছিল?
ডাক্তৰ : আশা কৰোঁ নাই হোৱা।
ভট্ট : আশা কৰে, কিন্তু জোৰ দি ক'ব নোৱাৰে।
ডাক্তৰ : নহয়, মই জোৰ দিয়েই ক'ব পাৰোঁ?
ভট্ট : কিয়? কিহৰ ভিত্তিত জোৰ দি ক'ব পাৰে?
ডাক্তৰ : কাৰণ মই মোৰ কাম অনেষ্টলী কৰিছিলোঁ, আৰু সেই কাম মই কৰিব জানো।
ভট্ট : কিন্তু এই যে ক'লে— মানুহ মাত্ৰেই ভুল কৰে?
ডাক্তৰ : সেইটোও ঠিক।
ভট্ট : গতিকে আপুনি আপোনাৰ ৰিপ'ৰ্ট সম্পূৰ্ণ শুদ্ধ বুলি জোৰ দি ক'ব নোৱাৰে। [নিস্তব্ধ] বাৰু ডাক্তৰ, সাধাৰণ মানুহে হস্পিতালত নিজৰ আপোনজনৰ মৃতদেহ প'ষ্টমৰ্টেম কৰাবলৈ ঘণ্টাৰ পিছত ঘণ্টা বাট চাব লাগে। কিন্তু বিনন্দ মজুমদাৰৰ বডীটোৰ প'ষ্টমৰ্টেম এঘণ্টাৰ ভিতৰতে শেষ হৈছিল, আশাকৰোঁ আপোনাৰ মনত আছে?
ডাক্তৰ : আছে।
ভট্ট : কামটোত কিয় ইমান লৰালৰি হ'ল?
ডাক্তৰ : বৰ বেছি— মানে আন ডিউ লৰালৰি একো হোৱা নাছিল, কিন্তু পৰিয়ালৰ মানুহে ব'ডীটো সোনকালে লাগে বুলি প্ৰেছাৰ দিযাত আমি অলপ ইণ্টাৰেষ্ট নিশ্চয় লৈছিলোঁ।
ভট্ট : প্ৰেছাৰ? কোনে হেঁচা দিছিল?
ডাক্তৰ : মোৰ এতিয়া ঠিক মনত নাই— এখেত পৰিমল দাসেও কৈছিল।
পৰিমল : [চিঞৰি] নৌ। আপোনাৰ লগত মই কোনো কথা পতা নাছিলোঁ। [গুণগুণনি]
বিচাৰক : অৰ্ডাৰ অৰ্ডাৰ।
ডাক্তৰ : আপুনি পাহৰিছে নেকি?
পৰিমল : মই নাই পাহৰা। মই হস্পিতাললৈও যোৱা নাছিলোঁ, তেখেতৰ লগত কথাও পতা নাছিলোঁ।
ডাক্তৰ : আপুনি যদি এতিযা এনেকৈ কয়, তেনেহ'লে মোৰ উপায় নাই।
ভট্ট : আপোনাৰ উপায নাথাকিলে নহ'ব ডাক্তৰ। যিসকলে বা যিজনে আপোনাক সোনকালে প'ষ্টমৰ্টেম শেষ কৰিবলৈ হেঁচা দিছিল, তেওঁলোকৰ বা তেওঁৰ উদ্দেশ্য এই কে'ছটোৰ কাৰণে বৰ গুৰুত্বপূৰ্ণ। পৰিযালৰ মানুহ বুলিবলৈ শ্ৰীচৌধুৰী, শ্ৰীমতী চৌধুৰী, শ্ৰীমতী দাস, তেখেতসকলৰ বিশিষ্ট বন্ধু শংকৰ বৰুৱা— এখেতসকল সকলো ইয়াত উপস্থিত আছে। আপোনাৰ মনত নপৰে— এখেতসকলৰ ভিতৰত কোনে আপোনাক হেঁচা দিছিল? যিজন মানুহে কথাটো মিছা বুলি দুৰ্ঘোৰ আপত্তি কৰিছে, তেওঁৰ কথাহে মনত পৰিল? [ঘূৰি] ইয়'ৰ অনাৰ, মই আৰু এখেতক এতিযা একো সুধিব নোখোজোঁ, কিন্তু এখেতৰ ক্ষেত্ৰত মই পুলিচৰ সহায প্ৰাৰ্থনা কৰিম। পৰিমল দাস অভিযুক্ত। ডাক্তৰ নিয়োগী আৰু পৰিমল দাসৰ যিকোনো এজনে মিছা কথা কৈছে। গতিকে সঁচা কথাটো উদ্ধাৰ নোহোৱালৈকে ডাক্তৰ নিয়োগীও অভিযুক্ত। [নিস্তব্ধ। বিচাৰকে কিবা লিখে। গুণগুণনি] মই এতিয়া শ্ৰীমতী বনলতা চৌধুৰীক কেইটামান কথা সুধিব খোজোঁ। [ডাক্তৰ নামে]
আঁৰৰ মাত : শ্ৰীমতী বনলতা চৌধুৰী। [বনলতা উঠে]
এজন মানুহ : যি ক'ম সঁচা ক'ম।

বনলতা : যি ক'ম সঁচা ক'ম।
ভট্ট : সেইদিনা ৰাতি ৰন্ধা-বঢ়াৰ তত্ত্বাৱধান কোনে কৰিছিল শ্ৰীমতী চৌধুৰী?
বনলতা : মযেই কৰিছিলোঁ।
ভট্ট : পৰিৱেশন কোনে কৰিছিল?
বনলতা : বস্তুবিলাক মাজৰ মেজখনত সজোৱা হৈছিল, সকলোৱে তাৰ পৰা লৈ লৈ খাই আছিল, কেৱল বিলাহীৰ চুপখিনি কাপত গাইপতি ভগাই দিয়া হৈছিল।
ভট্ট : বহুত দিনৰ কথা, আপোনাৰ হযতো মনত নাই, বিনন্দ মজুমদাৰক চুপৰ কাপটো কোনে দিছিল?
বনলতা : আছে।
ভট্ট : আছে? কোনে দিছিল?
বনলতা : পৰিমলে। [নিস্তব্ধ। অলপ পিছত]
পৰিমল : [গম্ভীৰ] নৌ। মিছা কথা। [গুণগুণনি]
ভট্ট : আকৌ? ঘটনাটো কি?
পৰিমল : মই কাকো চুপ-টুপ একো দিয়া নাছিলোঁ। মই সেইবোৰ খানা-পিনাত কোনো ইণ্টাৰেষ্ট লোৱা নাছিলোঁ।
ভট্ট : কিয?
পৰিমল : মোৰ মানসিক অৱস্থা ভাল নাছিল।
ভট্ট : কিয?
পৰিমল : [লাহে লাহে উত্তেজিত] কাৰণ পূৰ্ণিমা মজুমদাৰৰ ওচৰলৈ আৰু নাযাওঁ বুলি গুচি আহিছিল, তেখেত— শ্ৰীচৌধুৰীযে তাৰ কাৰণে মোক, আৰু মোৰ মৰমক দায়ী কৰিছিল।
দস্তিদাৰ : ইয'ৰ অনাৰ, এই বিষযে আবাসীৰ নতুন জবানবন্দী আদালতত দাখিল কৰা হৈছে।
ভট্ট : ইয'ৰ অনাৰ, ইমান পলমকৈ নতুন নতুন কথাৰ অৱতাৰণা কৰাৰ পৰা এইটোৱেই প্ৰমাণ হয যে আচামী কেৱল এটা দোষৰ অপৰাধীযেই নহয, তেওঁ এটা ষড়যন্ত্ৰৰ অংশীদাৰ। [বহে। দস্তিদাৰ উঠে। বনলতাৰ ওচৰলৈ যায।]
দস্তিদাৰ : শ্ৰীমতী চৌধুৰী, আপোনালোক সকলোৱে ইমানবোৰ মিছা কথা কোৱাৰ পিছতো এটা কথা প্ৰমাণ হৈছে যে আপোনাৰ ছোৱালীযে মজুমদাৰৰ লগত কাজিযা কৰি, তেওঁক এৰি থৈ ঘৰলৈ গুচি আহিছিল। এই কথাত আপোনাৰ কিবা আপত্তি আছে? [বনলতা নিৰুত্তৰ]
দস্তিদাৰ : নাই। ইয'ৰ অনাৰ, ডাক্তৰ নিযোগী আৰু শ্ৰীমতী চৌধুৰীযে আজি নিৰ্দিষ্টভাৱে, পৰিষ্কাৰকৈ শ্ৰীপৰিমল দাসৰ ওপৰত সন্দেহৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছে, এইটো উল্লেখযোগ্য কথা। কিন্তু শ্ৰীমতী চৌধুৰী, এখন ঘৰত খোৱা-বোৱাৰ আযোজন কৰিলে, ঘৰৰ জোঁৱাযেকজনৰ হাতত চুপৰ কাপ মহিলা দুগৰাকীৰ এগৰাকীযে তুলি দিযাটো বেছি বিশ্বাসযোগ্য নে বাহিৰা আলহী এজনে তুলি দিযাটো বেছি বিশ্বাসযোগ্য?
বনলতা : যেযে-সেযে যাৰে-তাৰে হাতত কাপ এটা তুলি দিযাটো একো ডাঙৰ কথা নহয। কেৱল তিৰোতা মানুহজনীযেহে চুপ বিলাব লাগে বুলি কোনো কথা নাই।
দস্তিদাৰ : বাৰু সেইদিনা খোৱা বস্তুৰ ভিতৰত পুডিং আছিলনে?
বনলতা : আছিল।
দস্তিদাৰ : মজুমদাৰৰ হাতলৈ পুডিঙৰ বাটি কোনে তুলি দিছিল?
বনলতা : মনত নাই।

দস্তিদাৰ : কেৱল চুপৰ কাপটো পৰিমল দাসে তুলি দিয়া বুলি মনত আছে? কিয? সেই কাপ চুপত কি মিহলোৱা আছিল বুলি ভাবে? কি মিহলোৱা আছিল বুলি আদালতক সন্দেহ কৰোৱাবলৈ চেষ্টা কৰিছে? [নিস্তব্ধ] সেইদিনা ৰাতি এক বজামানলৈকে আপোনাৰ ছোৱালী তেওঁৰ স্বামীৰ কোঠাত আছিল। কি অসুখৰ কাৰণে আপুনি মাজৰাতি তেওঁক মাতি আনিলে?

বনলতা : মোৰ বুকুখন বিষাইছিল।

দস্তিদাৰ : কোন ডাক্তৰক খবৰ দিছিল? ৰাতি বুকু বিষোৱাটোতো বেচ চিন্তাৰ কথা।

বনলতা : সিমান ৰাতি ডাক্তৰক খবৰ দিব খোজা নাছিলোঁ।

দস্তিদাৰ : পিছদিনা? [নিস্তব্ধ] আদালতে যদি প্ৰমাণ কৰে যে আপোনাৰ আৰু শ্ৰীমতী পূৰ্ণিমা দাসৰ ষড়যন্ত্ৰ শেষ হোৱাৰ পিছত আপুনি তেখেতক মাতি আনিছিল।

বনলতা : মিছা কথা। আমি কিহৰ ষড়যন্ত্ৰ কৰিম?

দস্তিদাৰ : পৰিমল দাসৰ লগত আপোনাৰ ছোৱালীক বিয়া দিয়াৰ ষড়যন্ত্ৰ।

বনলতা : মিছা। সেই সময়ত তেনেকুৱা কথা উঠাৰ কোনো উপায়েই নাছিল। পূৰ্ণিমাৰ বিয়াৰ পিছত পৰিমলৰ লগত আমাৰ কোনো সম্পৰ্ক নাছিল।

দস্তিদাৰ : শ্ৰীপৰিমল দাসে কিন্তু শ্ৰীমতী দাসলৈ জাপ জাপ চিঠি লিখি আছিল। কালি ৰাতি তেখেতে পুৰি পেলাব খোজা সেই চিঠিৰ টুকুৰা এইবোৰ। টুকুৰাবোৰতে যি দেখা যায়— বৰ মৰমৰ সম্পৰ্ক। চাব পাৰে। [চকুৰ আগত কাগজ এখন ধৰি] কিছুমান টুকুৰা এইখনত আঠা লগাই উদ্ধাৰ কৰা হৈছে।

বনলতা : [চাই] এইবোৰ পৰিমলৰ আগৰ নহয়।

দস্তিদাৰ : ভালকৈ চাওক।

বনলতা : ভালকৈ চাইছোঁ। নহয়।

দস্তিদাৰ : কাৰ?

বনলতা : [কওঁ-নকওঁ]

দস্তিদাৰ : [ধমক] কাৰ?

বনলতা : শংকৰ বৰুৱাৰ।

দস্তিদাৰ : শংকৰ বৰুৱাৰ ∕ আপুনি নিশ্চিত?

বনলতা : হয।

দস্তিদাৰ : চাব শ্ৰীমতী চৌধুৰী, আপোনাৰ ছোৱালীক হত্যাৰ অপৰাধৰ পৰা বচাবলৈ আপুনি হিতাহিত জ্ঞানশূন্য হৈ পৰে তাৰে নাম নল'ব।

বনলতা : মই কি জানো, তাকে কৈছোঁ।

দস্তিদাৰ : [ডেস্কৰ ফাইলৰ মাজৰ পৰা নেকলেছ এডাল উলিয়াই] বাৰু এই নেকলেছডালৰ বিষয়ে আপুনি কি জানে কওকচোন। চিনি পাইছেনে?

বনলতা : পাইছোঁ।

দস্তিদাৰ : কাৰ নেকলেছ? ক'ৰ নেকলেছ?

বনলতা : মই মোৰ ছোৱালীক দিছিলোঁ।

দস্তিদাৰ : ক'ত পাইছিল এইডাল?

বনলতা : কলিকতাৰ পৰা অনাইছিলোঁ।

দস্তিদাৰ : অনাইছিলোঁ মানে? কাৰ হতুৱাই? [বৈ] কাৰ হতুৱাই?

বনলতা : শংকৰ বৰুৱাই আনি দিছিল।

দস্তিদাৰ : শংকৰ বৰুৱাই? [ঘূৰি] ইয়'ৰ অনাৰ—।
[Fade out]

সংগীত। মটৰৰ শব্দ। ব্ৰে'ক মৰাৰ শব্দ। আৰু এখন গাড়ীৰ ব্ৰেক মৰাৰ শব্দ। তাৰ পিছত

# দৃশ্য ঃ ১৬
## মঞ্চ ঃ ১

[গছ-গছনিৰ মাজত। ৰাতি। এখন গাড়ী ৰৈ আছে। বাটটো ভেটি এখন জীপ গাড়ীৰ এটা অংশ। জীপৰ পৰা দুজন পুলিচ অফিচাৰ নামি সাৱধানে আগবাঢ়ে। সিখন গাড়ীৰ কাষলৈ যায়। উভতি আহি জীপত থকা মানুহক কিবা কয়। জীপৰ আঁৰৰ পৰা দস্তিদাৰ আৰু ভট্ট ওলাই আহে। [যেন জীপৰ পিছৰ ছিটৰ পৰা নামি আহিল। তেওঁলোক সিখন গাড়ীৰ ওচৰলৈ যায়, সিখন গাড়ীৰ পৰা শংকৰ নামি আহে।]

দস্তিদাৰ : অ' বৰুৱা! কোনফালে যায়?

শংকৰ : মই মোৰ বাগানৰ ঘৰৰ পৰা আহোঁ।

দস্তিদাৰ : এ! আমি আকৌ আপোনাক বিচাৰি আপোনাৰ বাগানৰ ঘৰলৈকে গৈছিলোঁ। টাউনৰ ঘৰত খবৰ কৰোঁতে ঘৰত থকা ল'ৰাটোৱে ক'লে— বাগানৰ ঘৰলৈ গ'ল। বাগানৰ ঘৰলৈ আহিলোঁ তাত চকীদাৰটোৱে ক'লে বোলে ইয়ালৈ নাই অহা। ৰাস্তাটো ঠেক কাৰণে বাটতে দেখাদেখি হৈ গ'ল। গাড়ীত আৰু কোন আছে?

শংকৰ : পূৰ্ণিমা আৰু ডাক্তৰ নিয়োগী আছে।

দস্তিদাৰ : এ হয় নেকি? আমি শ্ৰীমতী দাসক এতিয়া থকা নতুন ঘৰটোত বিচাৰিলোঁ— ক'লে বোলে— দেউতাকৰ ঘৰত আছে। দেউতাকৰ ঘৰত বিচাৰিলোঁ— বোলে নতুন ঘৰত আছে। তেখেতসকল নানামে নেকি? আহক মিছেছ দাস! ডাক্তৰ নিয়োগী [ডাক্তৰ আহে] আপুনি আকৌ কলৈ আহিল ডাক্তৰ?

শংকৰ : মই তেখেতক এটা আলোচনাৰ বাবে মাতি আনিছোঁ।

দস্তিদাৰ : কিহৰ আলোচনা? কিবা অসুখ-বিসুখ?

শংকৰ : নহয় নহয়, অসুখ-বিসুখ একো নাই। আচল কথা দস্তিদাৰ— এই কে'ছটোৰ আজি যিবোৰ ডেভেলপমেণ্ট হ'ল, আমি সেইবিষয়ে অলপ আলোচনা কৰিব খুজিছিলোঁ। কাইলৈ পুৱাই আপোনালোককো লগ ধৰাৰ কথা। চাওক দস্তিদাৰ, মোৰ নিজৰ ঘৰ-সংসাৰ বুলিবলৈ একো নাই, চৌধুৰীৰ ঘৰখনেই মোৰ নিজৰ ঘৰৰ নিচিনা। পূৰ্ণিমাক মই ইমানজনীৰ পৰা নিজৰ ছোৱালীৰ নিচিনাকৈ ডাঙৰ কৰিছোঁ। তাই দুৰ্ভগীয়া ছোৱালী, কিন্তু কোনোবা চয়তানে সাংঘাতিক চক্ৰান্ত কৰি তাইৰ জীৱনটো ধ্বংস কৰি পেলাব খুজিছে। আৰু মই তাইৰ দেউতাকতকৈও আপোন কাৰণে— আপুনি আজি নিজেই দেখিলে, মোকো ঘৃণনীয়ভাৱে ঘটনাটোত জড়িত কৰিবলৈ চেষ্টা কৰা হৈছে।

দস্তিদাৰ : কোনে এইবোৰ চেষ্টা কৰিছে?

শংকৰ : [অস্থিৰ-কৃত্ৰিম] আই ড'ণ্ট ন'। নিয়ম মতে মোতকৈ এইবোৰ কথা আপোনালোকে বেছিকৈ ধৰিব পাৰিব লাগিছিল, কাৰণ আপোনালোক ডিটেকটিভো, এডভোকেতো। মই নীৰৱে

গোটেই ঘটনাটো চাই আছোঁ, কিন্তু এতিয়া আৰু এনেকৈ চাই থাকিলে নহ'ব। আপোনালোকে নোৱাৰিলেও— মই— মই নিজে এই জঘন্য চক্ৰান্ত চাপা কৰি দিম। জীয়েকৰ সুখৰ কাৰণে কোনোবা মাকে, কোনোবা বাপেকে যদি এই চক্ৰান্ত কৰিছে তেওঁলোকো বাচি নাযায়, নিজৰ সুখৰ কাৰণে যদি কোনোবা জীয়েকে, কোনোবা প্ৰেমিকে এইবোৰ কৰিছে, তেনেহ'লে তেওঁলোকো বাচি নাযায়। আৰু এবছৰৰ পিছত হঠাৎ ককায়েকৰ মৰমত উথলি উঠা প্ৰফেছাৰণীৰ ব্ৰেকমেইলো বাচি নাযায়। [বৈ, শান্তভাৱে] ছৰী, দস্তিদাৰ। মই বৰ উত্তেজিত হৈ পৰিলোঁ। ভাল, কাইলৈ পুৰা দেখা হ'ব।

দস্তিদাৰ : ৰ'বচোন, এখেত শ্ৰীমতী দাস গাড়ীৰ পৰা নানামিলেই। ভট্ট, মাতাচোন তেখেতকো। [ভট্টই গাড়ীৰ ওচৰত চায়গৈ]

শংকৰ : তেওঁ বৰ ক্লান্ত, অৱশ হৈ পৰিছে।

ভট্ট : ক'তা? গাড়ীততো কোনো নাই।

দস্তিদাৰ : মানে?

ভট্ট : ইয়াততো কোনো নাই।

দস্তিদাৰ : [শংকৰক] তেখেত গাড়ীতে আছিল জানো?

শংকৰ : আছিলতো। [গাড়ীৰ ওচৰলৈ যায।] তেওঁতো ইযাতে বহি আছিল। কলৈ গ'ল। [বিচাৰি যাব খোজে]

দস্তিদাৰ : আপুনি নালাগে যাব। [এজন পুলিচ অফিচাৰক] আপুনি এখেতসকলৰ লগত থাকক। আপুনি মোৰ লগত আহক [এজন পুলিচ অফিচাৰ, দস্তিদাৰ দৌৰি ওলাই যায।]

শংকৰ : কিয? মই যাব নালাগে কিয? [অবাক]

শংকৰ : মই যাব নালাগে কিয? পূৰ্ণিমা মোৰ লগত আহিছে। তেওঁৰ কিবা বিপদ হ'ব পাৰে। মোক কিয যাবলৈ নিদিলে?

ভট্ট : নাই এনেযে। তেখেতসকল গৈছেই যেতিযা—

শংকৰ : নহয, মই দস্তিদাৰৰ ব্যবহাৰ, কথা-বতৰা ভাল পোৱা নাই। আদালতত তেখেতৰ তৰ্জন-গৰ্জন শুনিবলৈ ভাল, সেইবুলি ৰাস্তাই-ঘাটে, আদালতৰ মেজাজ লৈ নুফুৰিলেও হয নেকি?

ভট্ট : নহয বৰুৱা, দস্তিদাৰ এতিযা আদালতৰ দস্তিদাৰ হৈ ইযালৈ অহা নাই। আচলতে ইয়ালৈ পুলিচ আহিছে, দস্তিদাৰ পুলিচৰ লগতহে আহিছে।

শংকৰ : পুলিচৰেই নো ইযাত কি কাম? মই আপোনালোকৰ নিচিনা ক'ৰ্ট-কাছাৰী-পুলিচৰ মানুহ হোৱা হ'লে, এই মুহূৰ্ততো এটা ধৰ্ষণৰ কে'ছেই দিব পাৰিলোঁহেঁতেন। এতিযাও মই আশা কৰোঁ— পূৰ্ণিমা ভালে-কুশলে উভতি আহিব।

ভট্ট : আমাৰ ওপৰতনো আপোনাৰ ইমানেই বিশ্বাস নাইনে যে আপুনি এই মুহূৰ্তত ধৰ্ষণৰ চিন্তা কৰিব পাৰিলে। লাজৰ কথা, আমাৰ কাৰণে অপমানৰ কথা।

শংকৰ : কাৰ কি বিশ্বাস?

ভট্ট : চোৰেহে চোৰৰ ঠেং দেখে।

শংকৰ : হোৱাট ডু ইউ মিন? লগত পুলিচৰ মানুহ এজন আছে কাৰণে একেবাৰে আকাশ পাইছেগৈ। সেইবোৰ বাদ। পূৰ্ণিমা কলৈ গ'ল? মই তেওঁক বিচাৰি যাবই লাগিব। ছামথিং মাষ্ট বি ৰং। [যাব খোজে]

ভট্ট : [আগভেটি] আপুনি নালাগে যাব।

শংকৰ : [চিঞৰি] বাট হোৱাই? কিয়?

ভট্ট : কাৰণ পূৰ্ণিমা দাসতকৈ আপুনি বহুত বেছি শক্তিশালী, বহুত বেছি বুদ্ধিমান, আপুনি বহুত বেগেৰে দৌৰিব পাৰিব আৰু বহুত কৌশলেৰে পলাব পাৰিব। কিন্তু পূৰ্ণিমা দাস পলালেও আপোনাক আৰু পলাবলৈ দিব নোৱাৰি।

শংকৰ : কি? পলাবলৈ? আপোনাৰ সাধাৰণ শিষ্টাচাৰকণো নোহোৱা হ'ল নেকি? মই পলাম কিয়?

ভট্ট : আমাৰ ধাৰণা, আপোনালোক অলৰেডী পলাইছিলেই। নহ'লে আপোনালোকক ইয়াত এনেকৈ লগ নাপালোঁহেঁতেন।

শংকৰ : নৌ। আপোনালোকক কৈছোঁৱেই, আমি এটা পৰামৰ্শৰ কাৰণে আহিছোঁ।

ভট্ট : আমি খবৰ লৈ গম পালোঁ— আপুনি দুটা আৰু পূৰ্ণিমাই তিনিটা, মুঠতে পাঁচটা ছুটকেছ গাড়ীত ভৰাই আনিছে। পৰামৰ্শৰ কাৰণে পাঁচ বাকচ কাগজ-পত্ৰ লাগে নেকি? আৰু ডাক্তৰ নিয়োগীৰ কাপোৰ-কানি, বাকচ-চাকচ একো নাই কাৰণে আমাৰ সন্দেহ হৈছে— তেখেতক হয়তো এইযোৰ কাপোৰেৰেই আপোনালোকে জীৱনৰ শেষ যাত্ৰাটো কৰাইছে।

শংকৰ : হোৱাট?

ডাক্তৰ : কি?

ভট্ট : এৰা ডাক্তৰ নিয়োগী, আপোনাক যে এতিয়াও জীৱিত অৱস্থাত দেখিছোঁ, সেয়ে আমাৰ ভাগ্য আৰু আপোনাৰো ভাগ্য।

ডাক্তৰ : নহয় নহয়, আপুনি নভবা-নিচিন্তাকৈ কথা কৈছে।

শংকৰ : চখৰ ডিটেকটিভগিৰিয়ে ভট্ট ডাঙৰীয়াৰ মূৰত ধৰিছে যেন পাইছোঁ। এই ডিটেকটিভগিৰিৰে আপুনি বৰ বেছি এজন ভদ্ৰ লোকক, এজন সম্ভ্ৰান্ত লোকক বাটত ধৰি অপমান কৰাৰ পৰাক্ৰম দেখুৱাব পাৰিব, তাৰ বেছি একো কৰিব নোৱাৰে। [পাইপ উলিয়ায়। টেমা উলিয়ায়]

ভট্ট : হয় নেকি? ঠিক আছে। পিছে আপোনাৰ নিজৰ ভালৰ কাৰণেই অন্ততঃ এইকণ সময় আপুনি মনে মনে থকাই ভাল নেকি? কথা ক'বলৈ আপুনি বহুত সময় পাব।

শংকৰ : মোৰ ভাল বেয়াৰ দায়িত্ব আপোনাৰ হাতত নাই।

ভট্ট : মোৰ হাতত কিয়, আপোনাৰ ভালৰ দায়িত্ব এতিয়া কাৰো হাতত নাই। কিন্তু বেয়াৰ দায়িত্ব মোৰ হাতত প্ৰচুৰ পৰিমাণে আছে।

শংকৰ : মানে।

ভট্ট : মোৰ মুখৰ পৰা আপুনি জনা কথাবোৰকে আকৌ নুশুনাকৈ আপোনাৰ শান্তি নহ'ব যেন পাইছোঁ। শুনক তেনেহ'লে। প্ৰথম কথা, ধৰি লওক আপোনাক ইতিমধ্যে গ্ৰেপ্তাৰ কৰা হৈছে।

শংকৰ : [হাঁহে] কাৰণ?

ভট্ট : কাৰণ আজি, অলপ আগতে মিছেছ চৌধুৰীৰ পৰা জানিব পাৰিলোঁ— এই কে'ছটোত কোনে কি ক'ব লাগে সেইবোৰ প্ৰথম দিনাৰ পৰাই সকলোকে শিকাই শিকাই আপুনি পৰিমল দাসক জে'লত ভৰাব খুজিছিল। আপোনাৰ কুবুদ্ধিয়ে সেই পৰিয়ালটো নষ্ট কৰিলে।

শংকৰ : হয় নেকি? ভেৰী আনফৰ্চুনেট। আৰু সেই কাৰণেই এজন মানুহক গ্ৰেপ্তাৰ কৰিব পাৰে।

ভট্ট : নহয়, তাতকৈ অকণমান ডাঙৰ কাৰণ এটা আছে। পূৰ্ণিমাই জ্বলাই পেলাব খোজা চিঠিবোৰত এটা নাম পোৱা গৈছে— দেবানন্দ দত্ত। কলিকতাৰ মেট্ৰোপলিটান হোটেলত মানুহজন এবাৰ আছিলগৈ, আৰু সেই সময়তে হোটেলখনত এডাল দামী নেকলেছ চুৰি হৈছিল। সেই সময়ত হোটেলখনত থকা সকলো গেষ্টৰ খবৰ পুলিচে পাইচে, কিন্তু দেবানন্দ দত্তৰ পোৱা নাই। সেই কাৰণে পুলিচে এবাৰ বিচাৰ কৰিব খোজে— দেবানন্দ দত্ত আৰু আপুনি একেজন মানুহেই নেকি?

শংকৰ ঃ মূৰ্খামিৰো এটা সীমা আছে।

ভট্ট ঃ তাতোকৈ অকণমান ডাঙৰ কাৰণ এটা হ'ল বিনন্দ মজুমদাৰৰ মৃত্যুৰ ঘটনাটোৰ লগত খেলি-মেলি কৰা এই ডাক্তৰজনক আপুনি লগত লৈ ফুৰিছে, আৰু আটাইতকৈ ডাঙৰ কাৰণটো হ'ল— আপুনি পলাইছে।

শংকৰ ঃ [দিয়াচলাই উলিযাবলৈ জেপত হাত সুমুৱাই] তাতোকৈ ডাঙৰ কাৰণ এটা সৃষ্টি কৰিলে কেনে হয়? [ৰিভলভাৰ উলিয়াই] শক্তিশালী, নিৰ্ভুল, পৰিষ্কাৰ কাৰণ এটা? দুযোজন ওচৰা-উচৰিকৈ থিয় হওক। কুইক।

ভট্ট ঃ সেইদিনা যে দস্তিদাৰৰ বাহুৰ মাজেদি পাৰ হৈ গ'ল— এইটো ৰিভলভাৰৰেই গুলী নেকি। হ'ব পাৰে। বাটেদি যোৱা মানুহ এজনে কৈছিল— অলপ আগতে তেওঁ বোলে বৰ সুন্দৰ ধপাতৰ গোন্ধ পাইছিল। কিউবাৰ পৰা আমদানি কৰোৱা ধপাতৰ গোন্ধেই সিমান সুন্দৰ নেকি। [হাঁহি] আৰু এটা অকণমান কাৰণ বাটিল কি কয়? [হঠাতে] কিন্তু এই মুহূৰ্তত পূৰ্ণিমা দাসে কি কৰিছে জানে? আপোনাৰ লগত বিশ্বাসঘাতকতা কৰি দস্তিদাৰৰ আগত বাকীখিনি কথা কৈ আছে। যাওক, সেইটো জেপত সুমুৱাই থওক, দোহোঁপামান উৎকৃষ্ট ধপাতৰ ধোঁৱা হোঁপক আৰু যাওকগৈ। ডাক্তৰ নিযোগী, আপুনিও যাওক। [দূৰলৈ চায] অ' সৌৱা পূৰ্ণিমাহঁত আহিছেই।

[শংকৰে উভতি চায। ভট্টই বিজুলী বেগেৰে শংকৰৰ হাতত গোৰ মাৰে। ৰিভলভাৰ ছিটিকি পৰে। শংকৰো পৰি যায। পৰি থকা অৱস্থাতেই তেওঁ এটা পুৰিয়া খুলি কিবা খায]

ভট্ট ঃ শৰ্মা, ধৰক। [শৰ্মা আৰু ভট্টই শংকৰক থিয কৰায়।]

শংকৰ ঃ মহামূৰ্খৰ দল!

পুলিচ অফিচাৰ ঃ কাৰ কথা কৈছে?

শংকৰ ঃ আমাৰ সকলোৰে কথা কৈছোঁ। হুঃ! [লাহেকৈ হাঁহে]। কোন যে কাৰ পিছত দৌৰে! সাহসো নাই, বুদ্ধিও নাই, একো নাই। ঢাল নাই, তৰোৱাল নাই— চৰ্দাৰ।

ডাক্তৰ ঃ শংকৰ বাবু।

শংকৰ ঃ আপুনিওতো কম মূৰ্খ নহয। পইচাসোপাৰে মগজ হোৱা, সাহস হোৱা বস্তু খাব নোৱাৰিলে? টকা দিলেই বস্তু দিব, টকা দিলেই কাম কৰিব, আৰু উকীলে ধমকি দিলেই আবোল-তাবোল গাব। কাপুৰুষ, খঁকুৱা ক'ৰবাৰ!

ডাক্তৰ ঃ শংকৰ বাবু! আপুনি— [ধৰে]

শংকৰ ঃ এৰি দিযক। আপোনাৰ এক নম্বৰটো আছিল ফাষ্ট, দুই নম্বৰটো আছিল শ্ল'। শ্ল' মানে বৰ শ্ল'। [কাগজ টুকুৰা তুলি দেখুৱায] এইটো আছিল ফাষ্ট।

ডাক্তৰ ঃ শংকৰ বাবু! [অফিচাৰক] এখেতে এখেতে কিবা খালে—

শংকৰ ঃ [জীপত আঁউজি] কিমান ফাষ্ট? ফাঁকি মাছিছিল নেকি?

[ডাক্তৰ আৰু অফিচাৰে তুলি ধৰে। দূৰত মানুহৰ শব্দ]

আঁৰত ঃ [ভট্ট] দাঙি লওক।

দস্তিদাৰ ঃ কুইক। [পূৰ্ণিমাক তেওঁলোকে দাঙি আনে ওচৰলৈ।]

দস্তিদাৰ ঃ [শংকৰক দেখি] কি হ'ল?

ডাক্তৰ ঃ এখেতে কিবা খালে। [গাড়ীত তোলা কাম চলি থাকে]

দস্তিদাৰ ঃ অঃ! দুয়োটাই একে প্লেন কৰি আহিছিল। শৰ্মা, জীপখনত দুয়োকে লওক। হস্পিতাললৈ। তৎক্ষণাত। ডাক্তৰ নিয়োগী, আপুনি লগত যাওক। মনত ৰাখিব, আপুনি যদি বাচিব খোজে,

এওঁলোক দুয়ো বাচিব লাগিব। শৰ্মা, অইন ডাক্তৰৰ হাতত এওঁলোকক গতাই দিযাৰ পিছত— [ডাক্তৰক দেখুৱাই] হি উইল বি আগুাৰ এৰেষ্ট।

শৰ্মা [অফিচাৰ] : মই যি বুজিলোঁ— এখেতে জানে শংকৰ বৰুৱাই কি খালে।

দস্তিদাৰ : গুড। হস্পিতালত সকলো ক'ব। কুইক। এওঁলোক বাচিবই লাগিব। অইন এখন গাড়ী আৰু কিছু মানুহ পঠিয়াই দিব। [জীপ ষ্টাৰ্ট হয়।]

['Fade out]

## দৃশ্য : ১৭
### মঞ্চ : ২ (ক)

[থানা বা জে'লৰ ভিতৰৰ সৰু কোঠালি। শংকৰ বহি আছে। দস্তিদাৰ, ভট্ট, অফিচাৰ শৰ্মা]

দস্তিদাৰ : আপোনাক এতিয়া আমি কষ্ট দিব খোজা নাই বৰুৱা। যোৱা এমাহে আমিযেই যিমান পাৰোঁ কষ্ট কৰিলোঁ। আপুনি কেৱল অলপ সহায় কৰিলেই হয়।

শংকৰ : বি ব্রিফ। কথাবোৰ চমুৱাই ক'ব। এমাহে কষ্ট কৰি যি পালে? চমুৱাই।

দস্তিদাৰ : মেট্রোপলিটান হোটেলৰ ৰিচেপচনিষ্টজনীক এৰেষ্ট কৰা হৈছে।

শংকৰ : কি কয় তাই?

দস্তিদাৰ : আপোনাৰ ব্যৱসায় ছবছৰৰ পুৰণি। এই ছবছৰে তাই আপোনাক সহায় কৰি আহিছে।

শংকৰ : মই যেতিয়া ব্যৱসায় আৰম্ভ কৰোঁ, তেতিয়া তাইৰ জন্মই হোৱা নাই। নেক্সট?

দস্তিদাৰ : বোম্বে এযাৰপ'ৰ্টৰ নানাভাই কেলকাৰ নামৰ কাষ্টম অফিচাৰ এজনক গ্রেপ্তাৰ কৰা হৈছে।

শংকৰ : নেক্সট?

দস্তিদাৰ : পেৰিছৰ ৰেস্কো নামৰ ভদ্র মহিলা এগৰাকীক ইণ্টাৰপ'লৰ সহাযত জেৰা কৰি থকা হৈছে।

শংকৰ : কৰি থাক। [উঠে] অনাদি অনন্তকাল জেৰা কৰি থাকক।

দস্তিদাৰ : লাভ নহ'ব নেকি?

শংকৰ : ব্যৱসায় আপোনালোকে কৰিছে, আপোনালোকেহে জানে লাভ হ'ব নে নহয়।

দস্তিদাৰ : সোনকালে লাভ হ'বলৈ আপুনি অলপ সহায় কৰি দিব নেকি?

শংকৰ : হোৱাই শ্বুড আই? কিয় কৰিম? মই মূৰ্খ নেকি? মোৰ এই ব্যৱসায় মোৰ তেজত আছে বুইছে। ঝানু মানে কি ঝানে? ঝানু? মই ঝানু মানুহ আছিলোঁ। এটা চাল ভুল হৈ গ'ল বুলি মই মোৰ ব্যৱসায়ক বিট্রে কৰিম? সমগ্র পৃথিৱীজুৰি আমাৰ ব্যৱসায় জীযাই থাকিব। জিন্দাবাদ। কিন্তু মোক শেষ কৰিবলৈ আপোনালোকক কি কি খবৰ লাগে কওক, সেইখিনি মই ইমিডিয়েটলী দি দিম। কওক। চমুকৈ।

দস্তিদাৰ : ডাক্তৰ নিযোগীয়ে কৈছে, আপুনি তেওঁৰ পৰা কি যোগাৰ কৰিছিল, কেনেকৈ তেওঁৰ হতুৱাই প'ষ্টমৰ্টেম কৰাইছিল।

শংকৰ : সেইবিলাক বেচেৰা মূৰ্খটোক সুধি আমনি কৰিলে কিয়? ভয়ৰ চোটত আকৌ উল্টা-পাল্টাখন কৰে বা। ঠিক আছে, নেক্সট?

দস্তিদাৰ : কিন্তু আপুনি মজুমদাৰক বস্তুটো খুৱালে কেনেকৈ?

শংকৰ : ভাত খাই উঠি যে মানুহে মছলা খায়? বেনাৰচী? মিঠাও লাগে, জ্বলাও লাগে, তানচেন বডিৰ নিচিনাও লাগে?

দস্তিদাৰ : কিন্তু কিয়? কিয় আপুনি এই বেয়া কামটো কৰিলে?

শংকৰ : [খং] হোৱাট বেয়া কাম? লাইনৰ কাম। প্ৰফেছনৰ ভিতৰৰ কাম। আমাৰ ধৰ্মৰ কাম। আপোনাৰ সৰুজনী ভনীয়েক ল'ৰা এটাৰ লগত ঘূৰি ফুৰে— বেয়া কাম, আপোনাৰ ডাঙৰজনী ভনীয়েক গিৰীয়েকৰ লগত ঘূৰি ফুৰে— ভাল কাম। এইবোৰ এটা এটা লাইনৰ কথা। বেয়া কাম বুলি নক'ব।— নাও, ছেকেণ্ড পাৰ্ট অৱ ইয'ৰ কুৱেচন।— মানুহটো মাৰিলোঁ— কাৰণ, প্ৰথমবাৰৰ কাৰণে আমাৰ ব্যৱসায়ৰ কথা জাহিৰ কৰি দিব বুলি সি ছিৰিয়াছলী ঘোষণা কৰিছিল। হি ইজ এ কেপেবল মেন। তাৰ শক্তি আছে। সাহস আছে। হি মিনছ বিজিনেছ। কাম এটা কৰোঁ বুলিলে কৰি পেলোৱা মানুহ। তাক মই তুচ্ছ বুলি উৰুৱাই দিব নোৱাৰিলোঁ। বিশেষকৈ সি যেতিয়া পূৰ্ণিমাৰ গিৰীযেক।

দস্তিদাৰ : এইবিলাকৰ লগত পূৰ্ণিমা জড়িত হ'ল কেনেকৈ? [নিস্তব্ধ]

শংকৰ : তাই ভালে আছেনে? ইজ শ্বি অলৰাইট?

দস্তিদাৰ : ভালে আছে।

শংকৰ : তাই এজনী নষ্ট হৈ যোৱা ছোৱালী। নষ্ট— আপোনালোকৰ মতে। মযেই নষ্ট কৰিলোঁ। ইমানজনী হৈ থকাৰে পৰা। আই ট্ৰেইনড হাৰ। এটা সময়ত তাই মোৰ ফ্ৰেণ্ড, গাৰ্ল ফ্ৰেণ্ড, পাৰ্টনাৰ, ৱৰ্কাৰ— এভৰীথিং। মোৰ প্ৰতি, মোৰ কামৰ প্ৰতি তাইৰ প্ৰচণ্ড নিচা হৈ গৈছিল। মানুহক দেখুৱাবলৈ তাইৰ এখন বিযা হ'ব লাগে, তাইক এজন স্বামী লাগে— সিমানেই, বাকী সকলোৰে কাৰণে— মোৰ বাহিৰে তাইক কাকো নালাগে।

দস্তিদাৰ : বিনন্দৰ লগত তেওঁৰ বিযাখন আপুনিযেই ঠিক কৰি দিছিল?

শংকৰ : অফকৰ্ছ। জৰুৰ দিছিলোঁ। সি দেশ-বিদেশ ঘূৰি ফুৰা, অকলশৰীযা মানুহ, বুদ্ধিমান মানুহ, সাংবাদিক- সাহিত্যিক মানুহ। তাৰ কিছুমান সুবিধাও আছে। ভাবিছিলোঁ— পূৰ্ণিমাই তাক দললৈ ভিৰাব পাৰিব। এটা ভাল ৱৰ্কাৰ বাঢ়িব। পিছে ওহোঁ। [হাতেৰে দেখুৱাই] এটা চাল— ভুল হৈ গ'ল। দস্তিদাৰ, তাই নিজে একো দোষ কৰা নাই। তাইক আপোনালোকে এৰি দিবনে। হুঁ? [হঠাতে] অ' আচল কথাটো। শুনক। [অফিচাৰক] ছাৰ— আপোনাৰ টেপ-ৰেকৰ্ডাৰ চলি আছেনে? [অফিচাৰে মূৰ জোকাৰে]

চাব আকৌ। মই ক'ম এটা, পিছত উকীলে আহি শিকাই দিব, তেতিয়া ক'ম এটা, চব উল্টা-পাল্টা হৈ যাব। আপোনালোকে জানে চাগৈ, এটা দামী অলংকাৰৰ ব্যৱসায় আৰম্ভ কৰিলে, তৎক্ষণাত তাৰ এটা নকল বনাই হাতত ৰাখিব লাগে। এই দামী নেকলেছৰ নকলডাল মই মিছেছ চৌধুৰীক দিছিলোঁ জীয়েকক বিযাত দিবলৈ, পিছত পূৰ্ণিমাৰ পৰা মই সেইডাল আচলডাল দি সলাই লৈছিলোঁ। কাৰণ বিক্ৰী নোহোৱালৈকে আচলডাল তেওঁৰ হাতত থকাটোৱেই আটাইতকৈ নিৰাপদ আছিল। দুৰ্ঘটনাটোৰ আগদিনা আকৌ সলাই লৈছিলোঁ।

দস্তিদাৰ : আৰু এটা কথা—

শংকৰ : নমস্কাৰ। প্লিজ। আৰু একোৰে দৰকাৰ নাই। আপোনালোক যাওক। মই অকণমান অকলে বহোঁ। [বহে। লাইট spot] হেৰি নহয় দস্তিদাৰ, মোৰ পাইলটো আৰু ধপাতখিনি দিয়াৰ কথা আছিল!

['Fade out]

## দৃশ্য : ১৮

মঞ্চ : ২ (খ)

[ওচৰৰ অইন এটা সৰু কোঠালি। পূৰ্ণিমা বহি তলমূৰ কৰি আছে। উচুপিছে। ওচৰত ভট্ট বহি আছে। অলপ পিছত পূৰ্ণিমাই মূৰ তুলি মুখ মচে। চুলি ঠিক কৰে। লাহে লাহে দন্তিদাৰ আৰু অফিচাৰ সোমায়।]

ভট্ট : আচলতে ঘটনাটো কি হৈছিল কওকচোন।
[পূৰ্ণিমাই সকলোলৈকে চায়। তাৰ পিছত সন্মুখলৈ চায়। কেছেট। সংগীত]

**মঞ্চ : ১**

[বিনন্দ-পূৰ্ণিমাৰ শোৱনি কোঠা। বিনন্দই চিগাৰেট মুখত লৈ গুণ গুণ কৰিছে আৰু গ্ৰামোফোন ৰেকৰ্ড এখন চাইছে। সেইখন ৰেকৰ্ড প্লেয়াৰটোও লগাই দি সি বিছনাত দীঘল দি পৰে। হাতেৰে তাল দিযে। অংগী-ভংগী কৰে। পূৰ্ণিমা আহে।]

পূৰ্ণিমা : এইবোৰ আকৌ কি?
বিনন্দ : নৃত্য। [পূৰ্ণিমাই ভলিউম কমায দিযে]
পূৰ্ণিমা : [মুখৰ পৰা চিগাৰেটটো লৈ] এখন বিছনা চাদৰত ইমানটো ফুটা কৰিলা, এতিযা আকৌ মুখত চিগাৰেট লৈ বিছনাত উঠিছা? এইটো আজি কেইনম্বৰ?
বিনন্দ : [জোৰ দি] পযষষ্ঠি নম্বৰ। মাৰাচোন এহোঁপা।
পূৰ্ণিমা : ছি। পেলাই দিওঁ।
বিনন্দ : এ— এ নিদিবা, এতিযাও বিছ পইচামান আছে। চাওঁ দিয়া। [লয]
পূৰ্ণিমা : বিলাতৰ ফালে চব ছোৱালীযে চিগাৰেট খায বোলে?
বিনন্দ : ধুৰ। কিয খাব?
পূৰ্ণিমা : হেৰি নহয়, তুমিতো এবাৰ গ'লা, এতিযা আকৌ যাবা, মোকো এবাৰ নিযানা?
[ৰেকৰ্ড প্লেযাৰ বন্ধ কৰে]
বিনন্দ : কলৈ?
পূৰ্ণিমা : পেৰিছ, লণ্ডন, নিউইযৰ্ক— যলৈকে পাৰা।
বিনন্দ : মোৰ খৰচ বাৰু লোকে দিব, তোমাৰ খৰচ কোনে দিব?
পূৰ্ণিমা : তোমাৰ খৰচেৰেই দুটা যাম আকৌ।
বিনন্দ : এৰোপ্লেনৰ একেটা ছিটতে দুইটা বহিম, পেৰিছৰ হোটেলত একেখন কাঁহীতে দুইটাই খাম।
পূৰ্ণিমা : ধেমালি নহয কিন্তু। মই এবাৰ গহনা-চহনা বেচি হ'লেও যামেই যাম।
বিনন্দ : বেচিবলৈ গহনা ঢেৰ আছে নেকি?
পূৰ্ণিমা : আছেতো!
বিনন্দ : মোকে দিবাচোন, বেচি দিম। মাজতে দুপইচামান কমিছন মাৰিম।
পূৰ্ণিমা : [ওচৰলৈ আহি] সঁচাকৈযে কৈছোঁ, এটা কাম কৰোঁ আহা।
বিনন্দ : কি?
পূৰ্ণিমা : আমি এটা কমিছন পোৱা ছাইড বিজিনেছ কৰোঁ দিয়া। তোমাৰ উপাৰ্জনেৰেতো ঘৰ চলি যায, বাকীখিনি একষ্ট্ৰা হ'ব আৰু!
বিনন্দ : কি বিজিনেছ কৰা হে?

পূর্ণিমা : চব ক'ম, তুমি কিন্তু কথাটো গোপনে ৰাখিব লাগিব। একেবাৰে গোপনে। তোমাৰ আৰু মোৰ বাহিৰে বৰ বেছি এজনে জানিব।

বিনন্দ : [পোন হৈ বহি] বা! বৰ ছিৰিযাছ দেখোন?

পূর্ণিমা : ছিৰিযাছ, খুব ছিৰিযাছ। কৰিবা, কোৱা।

বিনন্দ : কথাটো কি কোৱাচোন!

বিনন্দ : মোক মাই এডাল খুব দামী নেকলেছ দিছে। মোৰতো আৰু গহনা ঢেৰ আছে, সেই কাৰণে ভাল দাম পালে সেইডাল বেচি দিবলৈ কৈছে। কিন্তু ইযাততো সিমান দামী নেকলেছ কিনা মানুহ নাই, সেই কাৰণে বেচিলে ফৰেইনত বেচিব লাগিব। তুমিতো এইবাৰ খাবাই গ'লে পেৰিছলৈ যাবা নেকি? পেৰিছত এইটো কথাত সহায কৰিব পৰা এজনী মানুহৰ ঠিকনাও মোৰ হাতত আছে।

বিনন্দ : বা! কথা দেখোন ডাঙৰেই! কিমান দামী নো নেকলেছডাল?

পূর্ণিমা : ছয লাখ টকামান হ'ব।

বিনন্দ : কি? ছয লাখ টকা?

পূর্ণিমা : হ'ব, সিমানেই হ'ব।

বিনন্দ : চাওঁ নেকলেছডাল!

[পূর্ণিমাই আলমাৰি খুলি বাকচ এটা আনে। পার্লৰ নেকলেছ এডাল উলিযায। বিনন্দই চায। থিয হৈ লাইটৰ ফালে ধৰি ভালকৈ চায। ভাবে]

বিনন্দ : [গম্ভীৰ] এইডাল তোমাৰ মাৰাই ক'ত পালে?

পূর্ণিমা : সেইটো মই ক'ব নোবাৰোঁ। কিয? কি হ'ল?

বিনন্দ : মই এইডাল নেকলেছৰ ছবি মেগেজিনত, বাতৰি কাকতত দেখিছোঁ। কলিকতাৰ এখন হোটেলৰ পৰা এইডাল চুৰি হৈছিল।

পূর্ণিমা : তুমি ভুল দেখিছা।

বিনন্দ : হ'বই নোবাৰে। মোৰ মগজু ইমান বেযা নহয়। টেল মি, কোৱা তোমাৰ মাৰাই এইডাল ক'ত পালে?

পূর্ণিমা : কৈছোঁতো— মই নাজানো বুলি।

বিনন্দ : পেৰিছত বিক্ৰী কৰা, পেৰিছৰ মানুহৰ ঠিকনা— এইবোৰ কথা তুমি কেনেকৈ জানিলা?

পূর্ণিমা : তুমি খং কৰিছা কিয? মনে মনে কথা কোৱাচোন।

বিনন্দ : খং নকৰাৰ কথাই নহয। এইটো এটা সাংঘাতিক চুৰি চযতানিৰ কাৰবাৰ। তাৰ মানে এইটো তোমালোকৰ ব্যৱসায়?

পূর্ণিমা : নহয নহয।

বিনন্দ : নহয কি? ছি ছি ছি! মোৰ ঘৰত এনেকুৱা এটা বস্তু! চোৱা পূর্ণিমা, মই অত্যন্ত কষ্ট কৰি, সৎ পথত থাকবলৈ চেষ্টা কৰা মানুহ, মই এইবোৰ সহ্য নকৰোঁ।

পূর্ণিমা : [নেকলেছডাল লৈ] বাদ দিযা, বাদ দিযা, ফৰগেট ইট।

বিনন্দ : কেনেকৈ বাদ দিম? কিয বাদ দিম? মই কাইলৈকে পুলিচক খবৰ দিম।

পূর্ণিমা : কি? নহয নহয, তেনেকুৱা কাম নকৰিবা।

বিনন্দ : হোৱাই নট। শেষত গৈ মই ইণ্টাৰনেচনেল স্মাগলাৰৰ ঘৰৰখীযা হ'ম? তুমি সকলো কথা পুলিচৰ আগত স্বীকাৰ কৰি চাফা হ'ব লাগিব। নহ'লে—

পূর্ণিমা : নহ'লে কি?

বিনন্দ : নহ'লে তুমি মোৰ লগত ঘৰ-সংসাৰ কৰিব নোৱাৰিবা।

পূৰ্ণিমা : ঠিক?

বিনন্দ : ঠিক।

পূৰ্ণিমা : তেনেহ'লে মই পিছৰটোকে কৰিম।

বিনন্দ : মোৰ কোনো আপত্তি নাই, কোনো দুখ নাই।
[বেগেৰে বিনন্দ ওলাই যায়। পূৰ্ণিমা থিয় হৈ ৰৈ থাকে। তাৰ পিছত]

পূৰ্ণিমা : ৰজনী! ৰজনী!
আঁৰত ৰজনীৰ মাত— বাইদেউ!

পূৰ্ণিমা : [দুৱাৰৰ কাষলৈ গৈ] কাইলৈ পুৱা সাত বজাত মোক ঘৰলৈ যাবলৈ এখন টেক্সি লাগিব। আজি ৰাতিয়েই ঠিক কৰি থবি।
[উভতি ইফালে ওলাই যায়। মঞ্চত কেছেট ঘূৰি থাকে। ইটো মঞ্চ ২ (খ)। আগৰ দৃশ্য। কেছেট। ভট্ট দস্তিদাৰ, অফিচাৰ গুচি যায়।
২ (ক) মঞ্চত শংকৰ, ২ (খ) মঞ্চত পূৰ্ণিমাক একেলগে দেখা যায়]
[Music up Light slow fade out]

---

# অন্ধকূপ

**চৰিত্ৰ পৰিচয়**

**পুৰুষ ঃ**

১। সুকুমাৰ মজুমদাৰ
২। দাস (ডি এছ পি)
৩। দত্ত (পৰিদৰ্শক)
৪। অভিৰাম (পিয়ন)
৫। জগন্নাথ (ড্ৰাযভাৰ)
৬। অৰবিন্দ লস্কৰ (কোঃ চাকৰিয়াল)
৭। শান্তনু (পৰিদৰ্শক)
৮। মৃণাল
৯। লস্কৰ
১০। চক্ৰবৰ্তী (কোঃ মেনেজাৰ)

**নাৰী ঃ**

১। ৰত্না (মজুমদাৰৰ পত্নী)
২। কুন্তলা (বনকৰা ছোৱালী)
৩। বিজুলী (জগন্নাথৰ পত্নী)
৪। মৃদুলা (ষ্টেনোগ্ৰাফাৰ)

**Light [3]**

[দাসে (DSP) ফোনৰ ডায়েল ঘূৰাই আছে। ডায়েল ঘূৰোৱা শেষ কৰি, কাণত ফোন লগাই আঁউজি বহে। ক্রিং ক্রিং শব্দ এঠাইত হৈ থাকে। শব্দ বন্ধ হয়।]

দাস : দত্ত নেকি? মই দাসে কৈছোঁ। [২] Lights on দত্ত [Inspector] ফোনত।

দত্ত : গুড মর্ণিং ছাৰ, আপুনি কেতিয়া আহিল ছাৰ?

দাস : এই এঘণ্টামান হৈছে। আহিয়েই খবৰ পালোঁ, তুমি বোলে— something very interesting– বৰ গহীন ঘটনাৰ মাজত সোমাই আছা?

দত্ত : আপুনি আহিয়েই খবৰ পালে ছাৰ? আচলতে ছাৰ— কালি এসময়ত মোৰ এনেকুৱা লাগিছিল— মই আপোনালৈ ট্রাংক কল কৰিবলৈকে ওলাইছিলোঁ। কিন্তু চৌধুৰী ছাৰে ক'লে— নালাগে, তেখেত কাইলৈ বা পৰহিলৈ আহিবই— বছৰটোৰ ভিতৰত সাতটা দিন ছুটী লৈ গৈছে— আমনি কৰিব নালাগে।

দাস : অঃ। চৌধুৰীৰ মোৰ প্রতি বৰ মৰম। [হাঁহে] বাৰু, ঘটনাটো মোটামুটি— কি কোৱাচোন।

দত্ত : ঘটনাটো হ'ল, আপুনি সুকুমাৰ মজুমদাৰক চিনি পায় ছাৰ—

দাস : সুকুমাৰ মজুমদাৰ— মানে এই যে কিবা এটা জাহাজ কোম্পানী—

দত্ত : হয় ছাৰ, ইনলেণ্ড শ্বিপিং কোম্পানী— সেই কোম্পানীৰ জেনেৰেল মেনেজাৰ— সুকুমাৰ মজুমদাৰ।

Light [1] [লাহে লাহে পোহৰ হয়। মজুমদাৰৰ বহা কোঠালি। প্রথমে মজুমদাৰৰ গাত পোহৰ। তাৰ পিছত বাকী সকলোকে দেখা যায। মজুমদাৰ, ঘৈণীয়েক ৰত্না, ৰত্নাৰ ভায়েক মৃণাল, লস্কৰ [P A], বনকৰা মানুহ অভিৰাম। সকলো বিভিন্ন বিভিন্ন ভংগীত স্থিৰ, চিন্তিত। মজুমদাৰৰ হাতত এখন টেলিগ্রাম। দত্তই কৈযেই থাকে।]

দত্ত : তেখেতসকলৰ ঘৰটোও চাগৈ আপুনি মন কৰিছে—

দাস : সেই যে নৈৰ পাৰত? [1] [মৃণাল, অভিৰাম, লস্কৰ ওলাই যায]

দত্ত : হয় ছাৰ।— এতিযা কথাটো হ'ল— তেখেতসকলৰ ঘৰত কুন্তলা নামৰ এজনী ছোৱালী আছিল।

Light [1] Fade out—

দাস : ছোৱালী— মানে—

দত্ত : ছোৱালী মানে— গাভৰু ছোৱালী— এগজেক্ট বয়সটো তেখেতসকলে কোনেও ক'ব নোৱাৰে— কিন্তু ১৯-২০— সিমানেই হ'ব।

[হাতত ট্রে, ট্রেত টি-পট ইত্যাদি লৈ কুন্তলা থিয় হৈ আছে।]

Light [1]— Fade in

দাস : ছোৱালীজনী তেখেতসকলৰ কি হয?

দত্ত : একো নহয ছাৰ। তেনেকুৱা সম্পৰ্ক একো নাই। সৰুতেই তাই তেখেতসকলৰ ঘৰলৈ বনকৰা

ছোৱালী হৈ আহিছিল। তেতিয়া তাইৰ বয়স বোলে ৯ বছৰমান আছিল। তাৰ পিছত যোৱা দহ বছৰ ছোৱালীজনী তেখেতসকলৰ ঘৰতে আছে।

Light [1] fade out

দাস : তাৰ পিছত?

দত্ত : যোৱা দেওবাৰে— চৈধ্য তাৰিখে দুপৰীয়াৰ পিছতে মজুমদাৰ চাহাবে এখন টেলিগ্ৰাম পায়— ছোৱালীজনীৰ মাকৰ Serious– তাই তৎক্ষণাত ঘৰলৈ যাব লাগে।

দাস : তাৰ পিছত? [এটা হাতেৰে চিগাৰেটৰ পেটেক খুলিছিল, এতিয়া চিগাৰেটটো মুখত লগায়]

[1] Light Up

[কুন্তলাই মেজত ট্ৰেখন থয়। মজুমদাৰ, ৰত্না থিয় হৈ আছে। মজুমদাৰৰ হাতত টেলিগ্ৰাম। কুন্তলাই চাহ কৰিবলৈ লয়।]

ৰত্না : চাহ মই বাকিম। তই যাচোন। [কুন্তলা যায়।]

ৰত্না : ছিৰিযাছ মানে—

মজুমদাৰ : লিখিছে— এক্সট্ৰিমলী ছিৰিযাছ।

ৰত্না : কিবা বেয়া ঘটনাই হ'ল নেকি?

মজুমদাৰ : নাই নাই। কিবা বেয়া ঘটনা হোৱা হ'লে— চিধা-চিধি লিখিলেহেঁতেন— মাদাৰ এক্সপায়াৰড। সেইবিলাক মানুহেতো— মানুহ মৰি গ'ল, শ্বক পাই বুলি টেলিগ্ৰাম কৰিলে— মাদাৰ ছিৰিযাছ— কাম শ্বাৰ্প, তেনেকুৱা পাকচক্ৰৰ ভু নাপায় নহয়। হেৰি নহয়, সিদিনা যে সিহঁতৰ গাঁৱৰ কোনোবা এটা আহিছিল বুলি কৈছিলা?

ৰত্না : সিটো তেনেকৈ ছিৰিযাছ বুলি একো কোৱা নাই। মানুহজনীৰ সৰু-সুৰা অসুখ হৈযেই থাকে, তেতিয়া তেনেকুৱাই কিবা অসুখ হৈ আছিল।

মজুমদাৰ : [ভাবি] কি কৰা যায় এতিয়া?

ৰত্না : মানে— মই ভাবিছোঁ, সেইবোৰ মানুহে উলা-মূলা কথাত টেলিগ্ৰাম নকৰে। কথাটো ডাঙৰ কিবা এটা নোহোৱা হ'লে কাৰোবাৰ মুখত খবৰ এটাহে দি পঠালেহেঁতেন। সেই কাৰণে কৈছোঁ— তাইক পঠিয়াই দিয়াই ভাল।

মজুমদাৰ : আজিযেই?

ৰত্না : পঠিয়ালে আজিয়েই পঠিযাব লাগিব। ৰাতিটোৰ পলম হ'লেও বা কিমান কি হয়।

মজুমদাৰ : [ঘড়ী চাই] এতিযাতো দুই বাজি গ'লেই। সেইফালৰ বাছ-তাছ এইবেলা আছে বা নাই।

ৰত্না : আছে চাগৈ। আজিকালিতো সেইফালে কেইবাখনো বাছ চলে বুলি ইহঁতে কৈ থাকে নহয়। ই অভিৰামে জানিব। [দুৱাৰৰ ফালে গৈ] অভি, শুই অভি, চাওঁ শুনচোন। [উভতি আহি] তাইকো মাতি আনি কথাটো কওঁ নেকি?

মজুমদাৰ : ক'বা ৰ'বাচোন। আগতে কি কৰা ঠিক কৰি লোৱা। [অভিৰাম আহে]

ৰত্না : অ'ই অভি, তইতো কুন্তলাহঁতৰ ঘৰ দেখিছ?

অভি : দেখিছোঁ, এবাৰ গৈছিলোঁ নহয়।

ৰত্না : এইবেলা সেইফালে বাছ আছেনে?

অভিৰাম : সেইবাৰ যাওঁতে আগবেলাহে গৈছিলোঁ। পিছে— আছে আছে, মোৰ লগৰ সেই ডম্বৰু যে— সিটো শনিবাৰে শনিবাৰে অফিচৰ হাফ লৈ ঘৰলৈ যায়। তিনি বজা মানত এখন বাছ আছে হ'বলা।

ৰত্না : তিনি বজাত গ'লে কেইবজাত পাযগৈ?

অভিৰাম : সেইবাৰ ন বজাত গৈ এক বজামানত পাইছিলোঁগৈ। তাৰ পৰা আকৌ সিহঁতৰ ঘৰলৈ সেই তিনি মাইলমান খোজ কাঢ়োঁতে— ছোৱালী মানুহৰ লগত খোজ কঢ়া কথা— আৰু এঘণ্টামান— মুঠতে কেতিয়া সিহঁতৰ ঘৰ পালোঁগৈ— তেতিয়া— জাৰৰ দিন নহয়— দিন চুটি— তাতে গোটেইখন বাঁহনি, জাহকনি— গধূলি হোৱা যেনেই পাইছিলোঁ।

মজুমদাৰ : হয়তো, সেইডোখৰ খোজ কাঢ়িবও লাগে নহয়। হেৰি নহয়, সেইডোখৰ ৰাস্তা কেনেকুৱা?

অভিৰাম : ভাল ভাল, ৰাস্তা ভাল। বাঁহতলিয়া ৰাস্তা হ'লেও আহল-বহল— প্লেইন—

ৰত্না : গাড়ীখনেৰে থৈ অহাৰ কথা ভাবিছে নেকি?

মজুমদাৰ : মানে কথা হ'ল— তাইৰতো থকাৰ ভিতৰত একমাত্ৰ মাকজনী। এনেকুৱা এটা বিপদৰ সময়ত যদি আমাৰ ফালৰ পৰা কিবা অৱহেলা কৰা যেন হয়, তেনেহ'লে তাইৰ মনত হয়তো এটা কথা থাকি যাব। এনেকুৱা বিপদতো সদায় নাহে। তাকে ভাবিছোঁ।

ৰত্না : গাড়ীখনেৰে থৈ আহিলেতো ভালেই হয়। সোনকালেও গৈ পাবগৈ, আৰু গাড়ীখন উভতি আহিলে আমি কি হৈছে খবৰ এটাও পাম। আৰু যদি তেনেকুৱা একো হোৱা নাই, তেনেহ'লে গাড়ীতে তাই ঘুচি আহিব। নহয় জানো?

মজুমদাৰ : তাকে ভাবিছোঁ।

ৰত্না : কিন্তু গাড়ী চলাব কোনে? আজিতো দেওবাৰ। ড্ৰাইভাৰ আহিব জানো?

অভিৰাম : ড্ৰাইভাৰ? আমাৰ জগন্নাথৰ কথা কৈছে? সি আছে।

মজুমদাৰ : ক'ত আছে ?

অভিৰাম : গেৰেজতে কিবা গাড়ীৰ কাম কৰি আছে।

ৰত্না : গাড়ীৰ কাম কৰি আছে? যাচোন মাতি আন।

অভিৰাম : কিন্তু— কথাটো কি হৈছে বাইদেউ?

ৰত্না : পিছত ক'ম যা। জগন্নাথক মাতিছে বুলি কগৈ। [অভি যায়, ৰত্নাই চাহ কৰে। মজুমদাৰে টেলিগ্ৰামখন আকৌ চায়। কুন্তলা সোমাই আহে।]

কুন্তলা : কি হৈছে বাইদেউ? [দুয়ো নিস্তব্ধ। দুয়োলৈ চাই] আমাৰ ঘৰৰ কথা পতা শুনিছিলোঁ।

মজুমদাৰ : ৰামনাথ কাৰ নাম অ'? তহঁতৰ গাঁৱৰ, ঘৰৰ কোনোবা ৰামনাথ আছে নেকি?

কুন্তলা : আছে। সিদিনাখন যে আহিছিল, আমাৰ ডাঙৰ জেঠাইৰ পুতেক। কি হ'লনো?

ৰত্না : তোৰ মাৰৰ অসুখ হৈ আছিল হ'বলা?

কুন্তলা : অঁ, কিয়?

ৰত্না : মাৰৰ অসুখটো অলপ বেছি হৈছে।

কুন্তলা : কোনে ক'লে? [মজুমদাৰৰ হাতলৈ চাই] টেলিগ্ৰাম আহিছে নেকি?

ৰত্না : ওঁ।

কুন্তলা : কি বুলি আহিছে? [জগন্নাথ ড্ৰাইভাৰ আহে]

মজুমদাৰ : তইনো আজি দেওবাৰে কি গাড়ীৰ কাম কৰিছ অ'?

জগন্নাথ : ব্ৰে'কডালৰ কাম অলপ আছিল। আজি গধূলি আপোনালোকৰ ক'ৰবালৈ যোৱাৰ কথা আছে নহয়। সেই কাৰণে চাই থৈছোঁ।

মজুমদাৰ : [মনত পৰি] থস্‌-স'। [ৰত্নাক] ৰজাবাৰীৰ ডিনাৰটো।

ৰত্না : হয়তো। তালৈতো যাবই লাগিব। মিছেছ ত্ৰিপাঠীয়ে কালি ৰাতিও ফোন কৰিছিল।

কুন্তলা : টেলিগ্ৰামখনত কি বুলি কৈছে?

মজুমদাৰ : মাৰৰ অসুখ খুব ছিৰিয়াছ বুলি কৈছে?

কুন্তলা : মই ঘৰলৈ যাম।

মজুমদাৰ : যাবতো লাগিবই। আমিও তাকে আলোচনা কৰি আছোঁ।

কুন্তলা : মই আজিযেই যাম।

মজুমদাৰ : আজিযেই যাব নে কাইলৈ পুৱাই যাব সেইটোহে ভাবিছোঁ। লগত কোনোবা এটা যাব লাগিব।

কুন্তলা : নালাগে, মই আজিযেই যাম। বাছত যাম। মই অকলে যাব পাৰিম।

ৰত্না : ওঁহু, অকলে আকৌ কেনেকৈ যাবি?

কুন্তলা : মই পাৰিম যাব। [কান্দিব খোজে]

মজুমদাৰ : ৰবিচোন, কন্দা-কট্ৰ নকৰিবি। হেৰি নহয জগন্নাথ, আমি বাৰু ৰাতিৰ প্ৰগ্ৰেমটোৰ কাৰণে কিবা এটা ব্যৱস্থা কৰিম। ফোন-চোন কৰি চাওঁ, কাৰোবাৰ গাড়ী-চাড়ী এখন যদি পাওঁ। তুমি এটা কাম কৰিব পাৰিবা?

জগন্নাথ : কি ছাৰ?

মজুমদাৰ : এইক ঘৰত থৈ আহিবলৈ পাৰিবা? থৈযেই গুচি আহিবা? ৰাতি নটা মানত আকৌ এইখিনি পাই যাবাহি।

জগন্নাথ : [চাদৰেৰে চকু মোহাৰি থকা কুন্তলালৈ চাই]— হ'ব। পাৰিম। এটা কাম কৰোঁ। মই গাড়ীখন লৈ গৈ ফটকৰে ঘৰৰ পৰা কাপোৰবোৰ সলাই আহোঁগৈ— শুনিছ কুন্তলা— তযো ওলাই থাক। গাড়ীখন নিমনে ছাৰ?

মজুমদাৰ : নে।

জগন্নাথ : মই পোন্ধৰ মিনিটমানৰ ভিতৰতে আহিম। শুনিছ কুন্তলা? [যায]

ৰত্না : [কুন্তলা] তই ওলাগৈ যা। [কুন্তলা যায]

মজুমদাৰ : হেৰি নহয, লগত আৰু কাৰোবাক পঠোৱা ভাল আছিল নেকি?

ৰত্না : কাক পঠাব?

মজুমদাৰ : মৃণাল— মৃণাল গ'লেতো ভালেই হয, তাৰ যদি অসুবিধা হয, তেন্তে অনন্তঃ— অভিৰামকে? [ৰত্নাই ভাবে, মজুমদাৰে চাই থাকে] [1] out

**Light [2] [3] on**

দত্ত : [ফোনত]— শেষত লগত আন কোনো নোযোৱাটোৱেই ঠিক হ'ল। তিনিমান বজাত জগন্নাথে গাড়ীত কুন্তলাক লৈ মজুমদাৰ চাহাবৰ ঘৰৰ পৰা start কৰিলে।

দাস : তাৰ পিছত?

দত্ত : ৰাতি মই সদৰ থানাত এনেযে অ' চি নাথৰ লগত কথা পাতি আছিলোঁ। ন মান বজাত মধুপুৰ আউটপ'ষ্টৰ অ' চিযে ফোন কৰিলে— ৰুক্মিণী নামৰ সৰু নদী এখনৰ পাৰত—

দাস : ৰুক্মিণী—

দত্ত : হয় ছাৰ, ৰুক্মিণী নামৰ সৰু নদী এখন আছে— তাৰ পাৰৰ একেবাৰে নির্জন ঠাই এডোখৰত— ঠাইডোখৰ ইয়াৰ পৰা আঠাইছ মাইলমান হ'ব— সেই ঠাইডোখৰত মজুমদাৰৰ গাড়ীখন বৈ আছে আৰু গাড়ীখনৰ ওচৰতে— নদীৰ পাৰৰ ফালে— ছোৱালীজনী আৰু ড্ৰাইভাৰটোৰ ডেডবডী দুটা পৰি আছে।

দাস : ডেডবডী?

দত্ত : হয় ছাৰ। জাল চাই উভতি অহা মানুহ এটাই সিহঁতক প্ৰথমতে দেখে।

দাস : তাৰ পিছত?

দত্ত : মধুপুৰৰ অ' চিক এৰিয়াটো কৰ্ডন কৰি ৰাখিবলৈ কৈ আমি চাৰে ন মান বজাত তালৈ বুলি ওলালোঁ।

দাস : দত্ত।

দত্ত : ছাৰ।

দাস : তুমি এতিয়া ফ্ৰি আছানে?

দত্ত : টেলিফোনত নহ'ব। তুমি এবাৰ অহা। এতিয়ালৈকে তোমালোকে কি কি কৰিলা— সকলো মই জানি ল'ব খুজিছোঁ।

দত্ত : ভাল ছাৰ। মই এতিয়াই গৈছোঁ। [দুয়ো ফোন থয়। off]

Light [1] on

[মজুমদাৰ ৰত্না, মৃণাল, লস্কৰ, অভিৰাম। সকলো গম্ভীৰ]

মজুমদাৰ : মই সেই কাৰণে লগত কোনোবা এটা যোৱাৰ কথা কৈছিলোঁ।

অভিৰাম : মইতো যাবলৈ ওলাইছিলোঁৱেই ছাৰ?

ৰত্না : তায়ো যাব, তয়ো যাবি, ঘৰৰ কামবোৰ কোনে কৰিব? সেই কাৰণেহে মই যাবলৈ নিদিলোঁ। এনেকুৱা বুলি জনা হ'লেতো মই নিজেই গ'লোঁহেঁতেন।

মজুমদাৰ : ছি ছি ছি ছি! কি কেলেংকাৰি! লস্কৰ!

লস্কৰ : ছাৰ!

মজুমদাৰ : তুমি অফিচলৈ খবৰ দিলা?

লস্কৰ : দিলোঁ ছাৰ।

মজুমদাৰ : মই আজি নাযাওঁ বুলি ক'লা?

লস্কৰ : ক'লোঁ ছাৰ।

মজুমদাৰ : তুমি নহ'লে অফিচলৈকে যোৱা। তোমাৰতো ইয়াত তেনেকৈ একো কাম নাই। কিবা দৰকাৰ হ'লে মই খবৰ দিম। চক্ৰৱৰ্তীক ক'বা— দৰকাৰী কিবা থাকিলে মোলৈ ফোন কৰিব, আৰু জৰুৰী কাগজ থাকিলে ঘৰলৈকে পঠিয়াই দিব।

লস্কৰ : ভাল ছাৰ [যাব খোজোঁতেই কলিং বে'ল বাজে। সকলোৱে চোৱা-চুই কৰে। অভিৰামে গৈ দুৱাৰ খুলি দিয়ে। দাস আৰু দত্ত সোমাই আহে।]

দাস : নমস্কাৰ মজুমদাৰ।

মজুমদাৰ : নমস্কাৰ, আহক, বহক।

দাস : মই ডি এছ পি দাস, এওঁ ইন্সপেক্টৰ দত্ত।

দত্ত : নমস্কাৰ।

মজুমদাৰ : নমস্কাৰ। বহক। এওঁ মোৰ—
ৰত্না : নমস্কাৰ। [দত্ত, দাস দুয়ো নমস্কাৰ কৰে। দাসে বাকী তিনিজনৰ মুখলৈ চায়।]
দাস : এওঁলোক?
মজুমদাৰ : এওঁ মৃণাল ৰায়চৌধুৰী, এওঁৰ ভাযেক, আমাৰ লগতে থাকে, মোৰে ব্যৱসায়ৰ কাম কৰে।
মৃণাল : নমস্কাৰ।
দাস : নমস্কাৰ।
মজুমদাৰ : এওঁ অৰবিন্দ লস্কৰ। মোৰ অফিচৰ পি এ।
লস্কৰ : নমস্কাৰ।
দাস : [নমস্কাৰৰ ভাবত মূৰ লৰায়।]
মজুমদাৰ : আৰু ই অভিৰাম, আমাৰ ঘৰতে থাকে, কাম-বন কৰে। [অভিৰামে সেৱা কৰে।]
দাস : বাৰু বাৰু— ভাল। আমি অলপ দৰকাৰী কথা প্যাতিবলৈ আহিলোঁ মজুমদাৰ। কথাখিনি মেইনলী আপোনাৰ আৰু মিছেছ মজুমদাৰৰ লগত। গতিকে— দৰকাৰ হ'লে পিছত বিচাৰিম— এতিয়া এওঁলোক— ইয়াত নথকাই ভাল হ'ব নেকি। [মুখ চোৱা-চুই কৰি মৃণাল, লস্কৰ আৰু অভিৰাম যায়।]
দাস : এইটো বৰ বেয়া ঘটনা হ'ল।
মজুমদাৰ : সেইটো আৰু আপুনি ক'ব লাগিছেনে? কি হ'ল— কিয় হ'ল— মই— আই জাষ্ট কাণ্ট ইমাজিন— [অস্থিৰ]
দাস : মই আপোনালোকৰ অৱস্থাটো বুজিছোঁ মজুমদাৰ।
ৰত্না : আপোনালোকে ইন দি মিন টাইম আৰু কিবা জানিব পাৰিছে নেকি? [নিস্তব্ধ। দাসে দত্তলৈ চায়।]
দত্ত : পষ্ট মৰ্টেমৰ ৰিপৰ্ট ওলাইছে।
ৰত্না : কি পাইছে?
দত্ত : প্ৰথম কথা— দুইটাই বিহ খাই মৰিছে। খুব ষ্ট্ৰং পইজন।
মজুমদাৰ : উস! আন বিলিভেবল।
দত্ত : আৰু— ছোৱালীজনী গৰ্ভৱতী আছিল— প্ৰেগনেণ্ট আছিল।
ৰত্না : কি? [চিঞৰি]
দত্ত : হয় মিছেছ মজুমদাৰ। ডাক্তৰৰ মতে তাইৰ তিনি মাহ গা বন্ধ আছিল।
মজুমদাৰ : [ৰত্নাক ধমকি দি] তুমি কেতিয়াও একো গম পোৱা নাছিলা?
ৰত্না : মই গম পোৱা হ'লেতো মনে মনে নাথাকোঁ। মই গম পালে নেক্সট্ আপুনিয়েইতো গম পালেহেঁতেন।
মজুমদাৰ : [অধৈৰ্য হৈ] হাও? হাও ইট হেপেণ্ড?
দাস : সেই কথাবোৰকে আমিও জানিব খোজোঁ। আপোনালোকে আমাক অলপ সহায় কৰিব লাগে।
মজুমদাৰ : এনিথিং। যি কৰিব লাগে দাস। এ-নি থিং।
দাস : আপোনাৰ গাড়ীখন কেইদিনমান আমি ৰাখিব লাগিব।
মজুমদাৰ : সেইটো কোনো কথা নহয়। ইন ফেক্ট— আচল কথা ক'বলৈ গ'লে— সেইখন গাড়ী মই

আৰু এই কম্পাউণ্ডত সুমুৱাবলৈ দিম নে নিদিম, সেইটোও ভাবিব লাগিব।

দাস : বাৰু কওকচোন, কুন্তলা— মানে এই ছোৱালীজনী আপোনালোকৰ ঘৰত কিমান দিনৰ পৰা আছিল?

মজুমদাৰ : কিমান দিনৰ পৰা মানে— মই তাইৰ গোটেই হিষ্টৰীটো আপোনালোকক কওঁ শুনক। যেতিয়া তাই প্ৰথম আমাৰ ঘৰলৈ আহে, তেতিয়া তাইৰ বয়স বোধকৰোঁ আঠ-ন বছৰমান হ'ব? [ৰত্নালৈ চায়]

ৰত্না : ন বছৰমান। [দত্তই লিখিবলৈ লয়।]

মজুমদাৰ : ফ্ৰক পিন্ধা ছোৱালী, বাপেকৰ লগত আহিছে সহায় বিচাৰি। টকা-পইচা একেবাৰে নাই, কিন্তু ছোৱালীজনীৰ পঢ়িবলৈ বৰ মন, তাই তৃতীয় শ্ৰেণীনে কোন শ্ৰেণীলৈ প্ৰমোচন পাইছে— গতিকে মাচুল, কিতাপ আদিৰ কাৰণে অলপ পইচা লাগে। মই তেতিয়া আমাৰ কোম্পানীৰ চিফ ফাইনেন্সিয়েল অফিচাৰ। তেতিয়া আমি গল্‌ফ ক্লাবৰ ওচৰত থাকোঁ।

দত্ত : সেইটো বাৰু কিমান দিনৰ আগৰ কথা?

মজুমদাৰ : হ'ল বোধকৰোঁ এঘাৰ-বাৰ বছৰ?

ৰত্না : তাই আমাৰ তালৈ অহা দহ বছৰ হৈছে।

দাস : ভাল বাৰু, তাৰ পিছত?

মজুমদাৰ : মই তাইৰ বাপেকক টকা এটা দিলোঁ। এওঁ আকৌ বাপেক-জীয়েক দুয়োকে কিবা খাবলৈও দিলে। মোৰ এতিয়াও মনত আছে, সেইদিনা সিহঁত খাই-বৈ যোৱাৰ পিছত এওঁ কৈছিল ছোৱালীজনী বৰ মৰম লগা।

দাস : তাৰ পিছত।

মজুমদাৰ : তাৰ পিছত— বোধকৰোঁ ছমাহমান পিছত এদিন বাপেক-জীয়েক আকৌ ওলালহি। এইবাৰ মানুহটো একেবাৰে খীণাই-শুকাই আহিছে— পেটৰ বেমাৰ। ছোৱালীৰ আৰু পঢ়া-শুনা কি হ'ব, তাইক দুবেলা খুৱাবলৈ মানুহটোৰ শক্তি নাই, সেই কাৰণে আমি ছোৱালীজনী ৰাখিব লাগে। এওঁৰতো আগতেই ছোৱালীজনী ভাল লাগি আছে— গতিকে মই একো হা-না ক'বলৈকে নাপালোঁ, এওঁ ছোৱালীজনী ৰাখি থ'লে।

ৰত্না : মানে তেতিয়া আমাৰ ইহঁত দুজনীও সৰু হৈ আছিল। যিমানেই চাকৰ-নাকৰে কাম নকৰক, মোৰ হেল্‌পাৰ হিচাপে ভাল ছোৱালী এজনীৰ বৰ দৰকাৰ হৈছিল।

দত্ত : আপোনালোকৰ নিজৰ—

ৰত্না : আমাৰ দুজনী ছোৱালী— ৰঞ্জু আৰু বিন্দু। ডাঙৰজনীয়ে এইবাৰ বি এ দিছে, সৰুজনীয়ে ছিনিয়'ৰ কেম্ব্ৰিজ পৰীক্ষা দিছে।

দাস : এতিয়া ঘৰতে আছে?

ৰত্না : নাই। পৰীক্ষা দি উঠিয়েই দুয়োজনী মোমায়েকৰ তাত— ধানবাদত আছেগৈ।

দাস : কিমান দিন হ'ল যোৱা?

ৰত্না : এমাহমান হ'ল।

দাস : ওঁ। তেতিয়াৰ পৰা ছোৱালীজনী আপোনালোকৰ বনকৰা ছোৱালী হৈয়েই থাকি গ'ল?

মজুমদাৰ : থাকি গ'ল ঠিকেই, কিন্তু দাস— বিশ্বাস কৰিব, পিছলৈ তাই আৰু বনকৰা ছোৱালী হৈ থকা নাছিল। কিছু দিনৰ আগতে তাইৰ দেউতাক ঢুকাল। মাকে এদিন আহি কৈ গ'ল— তেওঁ

ছোৱালীজনী আমাকে গতালে--- আমি তাইক যি কৰোঁ। আমিও তাইৰ সম্পূৰ্ণ দায়িত্ব লৈছিলোঁ। পিছলৈ এইখন তাইৰ নিজৰ ঘৰৰ নিচিনা হৈ গৈছিল, তাই আমাৰ পৰিয়ালৰ ছোৱালীৰ নিচিনা হৈ গৈছিল। আনকি যোৱা সপ্তাহত এওঁৰ লগত মই তাইৰ বিয়াৰ কথা পাতিছিলোঁ।

দাস : তাৰমানে তাইৰ বয়স— বিছ-এবৈছ মান হৈছিল?

ৰত্না : হয়, তেনেকুৱাই হ'ব।

দত্ত : ছোৱালীজনীৰ ফটো আছে নেকি?

ৰত্না : [মনত পেলাই] ফটো— ফটোতো তোলা হৈছিল। এলবামত থাকিব পাৰে, চাওঁ ৰ'বচোন।

দত্ত : চাওকচোন। [ৰত্না যায]

দাস : বাৰু মজুমদাৰ, আপোনাৰ এই জগন্নাথ নামৰ ড্ৰাইভাৰজনে কিমান দিনৰ পৰা আপোনাৰ ইয়াত চাকৰি কৰিছে?

মজুমদাৰ : সি আগতে আমাৰ কোম্পানীৰে ট্ৰাক চলাইছিল, আজি চাৰি বছৰমান হ'ল সি মোৰ গাড়ী চলাইছিল।

দাস : সি থাকে ক'ত?

মজুমদাৰ : তাৰ নিজৰ ঘৰ ইযাতে— এই— বিষ্ণু পাৰ্কৰ ওচৰতে। কেতিযাবা মই ৰাতি পলমকৈ উভতিলে বা পুৱা খুব সোনকালে ওলাই যাবলগীয়া থাকিলে সি অৱশ্যে ইযাতে থাকি যায।

দাস : ইযাতে মানে?

মজুমদাৰ : গেৰেজৰ ওচৰতে এটা ড্ৰাইভাৰৰ কোঠালি আছে, তাতে।

দাস : অ। মাহটোৰ ভিতৰত সি কেইদিনমান তাত থাকিবলগীয়া হয়?

মজুমদাৰ : এই ধৰি লওক চাৰি-পাঁচ দিন।

দাস : হুঁ। মজুমদাৰ, আপোনালোকে আমাক নিশ্চয আৰু অলপ সহায় কৰিব। মই আপোনালোকৰ ঘৰটো এবাৰ নিজে চাব খোজোঁ। কুন্তলাৰ কিছুমান বস্তু আমাৰ দত্তই বোলে নিচেই, কিন্তু মোৰ অলপ কাম বাকী আছে। আৰু— আমাৰ মানুহে গোটেই ঘৰটো এবাৰ চাৰ্চ কৰিব।

মজুমদাৰ : নিশ্চয নিশ্চয, চাই যদি এতিযাই চাব পাৰে। আহক [উঠে। দাস, দত্তও উঠে]

দাস : কিন্তু— এই ড্ৰাইভাৰটোৰতো ঘৈণীযেকো আছে।

মজুমদাৰ : আছেঁতো। সেইটোৰেইতো মোৰ কাৰণে আটাইতকৈ ডাঙৰ সাঁথৰ যেন লাগিছে। মোৰ গাড়ী চলাবলৈ লোৱাৰ পিছতহে সি বিযা কৰিছে। তাৰ এটা ল'ৰাও আছে। তথাপি— [ৰত্না আহে] পালা ফটো?

ৰত্না : ও এই দুখন পালো।

দাস : চাও। [এখন চাই দওক দিযে। ইখন চাই] বৰ চকুত লগা ছোৱালী আছিল।

ৰত্না : নজনা মানুহে প্ৰথমতে তাইক আমাৰ ছোৱালী বুলিযেই ভাবিছিল।

দাস : কোৱাইট লাইকলী।

দত্ত : মিছেছ মজুমদাৰ, ভিতৰৰ কথা আপুনি বেছি ভালকৈ ক'ব পাৰিব। জগন্নাথ আৰু কুন্তলাৰ কথা-বতৰা চাল-চলন ইত্যাদিত আপুনি এই ধৰণৰ— মানে যিটো ঘটনা ঘটিল— সেই ধৰণৰ কিবা লক্ষ্য কৰিছিল নেকি?

ৰত্না : সঁচা কথা ক'বলৈ গ'লে চকু দিবলগীযাকৈ আমি কেতিযাও একো দেখা নাই।

দত্ত ঃ মাজতে কথা এটা সোধোঁ— ছবী— এই ফটোকেইখন কোনে তুলিছিল?

ৰত্না ঃ আমাৰ মৃণালে।

দত্ত ঃ তেওঁৰ নিজৰ কেমেৰা আছে?

ৰত্না ঃ নাই, নিজৰ কেমেৰা নাই, এদিন কাৰোবাৰ পৰা কেমেৰা এটা আনিছিল, সেইটোৰেই তুলিছিল।

দত্ত ঃ ভাল বাৰু। কি কৈ আছিল আপুনি?

ৰত্না ঃ ইহঁত দুটাৰ কথা কৈছিলোঁ। একে ঘৰতে কাম কৰা মানুহ, গতিকে সিহঁতে কথা-বতৰা পাতে, ফুৰ্তি-ফাৰ্তা কৰে, জোকোৱা-জুকি কৰে, ইটোৱে সিটোক ডাবি-ধমকিও দিয়ে, আনকি কেতিযাবা ৰাতিও কুন্তলাই তাক গেৰেজৰ ওচৰৰ কোঠালিটোতে ভাত দি আহেগৈ, কিন্তু আপত্তিজনক কেতিয়াও আমি একো দেখা নাই।

মজুমদাৰ ঃ আৰু তদুপৰি ইন্সপেক্টৰ— জগন্নাথৰ ঘৈণীযেকজনীও— মই ইযালৈ আহোঁতে কেইবাদিনো দেখিছোঁ— দেখিবলৈ ধুনীযা, বৰ সাদৰী ছোৱালী। ল'ৰাটোও সুন্দৰ স্বাস্থ্যৰ, টুকটুককৈ দৌৰি ফুৰে। মই ভাবিছিলোঁ— সি ভাল মানুহ— তাৰ সুখৰ সংসাৰ—

ৰত্না ঃ অৱশ্যে।—

দত্ত ঃ কওকচোন।

ৰত্না ঃ এই ঘটনাৰ পিছত— যেতিযা মই কথাবোৰ চিন্তা কৰিছোঁ, তেতিযা কিছুমান ঘটনা মোৰ মনত কেনেবা কেনেবা লাগিছে। এতিযা মই বুজিছোঁ, সেইবোৰ ঘটনা আমি যিমান সহজ-সৰল বুলি ধৰিছিলোঁ, আচলতে সিমান সহজ-সৰল নাছিল। সিহঁত দুটাই হয়তো আমাৰ চকুত ধূলি মাৰিছিল।

দত্ত ঃ যেনে?

ৰত্না ঃ যেনে— ধৰি লওক এদিন হঠাতে খিৰিকীৰ ফাঁকেদি দেখিলোঁ— [Flash back light]

[২]

জগন্নাথ ঃ [দুটা মুঠি দেখুৱাই] কোনটো হাতত আছে ক, ক'ব পাৰিলে দি দিম।

কুন্তলা ঃ [মনে মনে, আঙুলিৰে হিচাব কৰি]— এইটোত।

জগন্নাথ ঃ হি হি হি হি।

কুন্তলা ঃ দিযা।

জগন্নাথ ঃ থাকক দে মোৰ হাততে। তই লৈনো কি কৰিবি?

কুন্তলা ঃ এ— ইমান বেইমানি কৰে' দিযা দিযা [মুঠিটো খুলিবলৈ চেষ্টা কৰে।]

জগন্নাথ ঃ খোল। খোলচোন। মাছ-মাংস খাই তোৰ কিমান জোৰ হৈছে চাওঁ। ওঁ— ওঁ— দে জোৰ-খোল— খোল— [কুন্তলাই খুব যুঁজি, খুলিব নোৱাৰি কামুৰি দিয়ে।]

জগন্নাথ ঃ আইয়ু! [চিএঞৰে]

**Light [2] Off**
**লগে লগে Light [3] on**

[সৰু খেৰৰ আছাম টাইপ ঘৰৰ বাৰাণ্ডা। জগন্নাথৰ ঘৈণীয়েক বিজুলী। দত্ত]

বিজুলী : [চিঞৰি] নহয় নহয় ছাৰ, সেইটো কেতিয়াও হ'ব নোৱাৰে। মই এইবোৰ কথা কেতিয়াও বিশ্বাস নকৰোঁ। তেওঁ এনেকুৱা কেতিয়াও নাছিল। তেওঁ তেনেকুৱা স্বভাৱৰ মানুহ হ'বই নোৱাৰে।

দত্ত : ৰ'বা। মনে মনে। শুনা, তোমাৰ নামটো কি আছিল? বিজুলী, নহয জানো?

বিজুলী : হয।

দত্ত : শুনা বিজুলী। তোমাৰ এনেকুৱা অৱস্থাত আমি কথা সুধি আমনি কৰিবলৈকে বেযা পাওঁ। কিন্তু আমি কিছুমান কাম লগে লগে কৰিবই লাগিব। তুমি কন্দা-কটা কৰি কথাবোৰ সঁচানে মিছা, সেইটো প্ৰমাণ কৰিব নোৱাৰিবা। তুমি মোৰ কথা কেইটামানৰ উত্তৰ দিযা। দেওবাৰে পুৱাৰ পৰা আবেলিলৈকে জগন্নাথ ঘৰত নাছিল। তেওঁ কৈছিল যে তোমাক— তেওঁ ক'লৈ গৈছিল?

বিজুলী : দেওবাৰে— দেওবাৰেতো তেওঁ কলৈকো যোৱা নাই। সেইদিনা তেওঁৰ ছুটীৰ দিন, পুৱাৰে পৰা ভাত খোৱাৰ পৰলৈকে তেওঁ ঘৰৰ কাম কৰিছিল।

দত্ত : কলৈকো যোৱা নাছিল? ঘৰৰ কাম কৰিছিল?

বিজুলী : হয।

দত্ত : তুমি মিছা কথা নক'বা। সঁচা কথা ক'লে তোমাৰেই ভাল হ'ব।

বিজুলী : [খং] মোৰ আৰু কিটো ভাল হ'বলৈ আছে? এমাহৰ পিছত চাহাবহঁতৰ ঘৰে ঘৰে পেটৰ ভাত বিচাৰি ঘূৰি ফুৰিব লাগিব, সৌটো পেটৰ পোৱালিক কাঁহীখন দাঙিব পৰা হ'লেই লোকৰ ঘৰত চাকৰ ৰাখিব লাগিব, মোৰ আৰু কিটো ভাল হ'বলৈ আছে? কিন্তু মিছা কথা মই কেতিয়াও নকওঁ। সেযা চাওক ছাৰ, দেওবাৰে পুৱাৰে পৰা তেওঁ এই বাতামবোৰত নিজে মাটিতেল দিছিল।

দত্ত : হুঁ? [আগবাঢি গৈ আঙুলিৰে চায। এটাইবোৰ বাতাম চায] বাতামত এযা তেল তেওঁ নিজে দিছিল?

বিজুলী : হয ছাৰ।

দত্ত : কাম কেতিয়া শেষ কৰিলে?

বিজুলী : জানো। তেতিযা এঘাৰমান বাজিছিল হ'বলা।

দত্ত : তাৰ পিছত।

বিজুলী : গা-পা ধুলে, ভাত খালে, খাই অকণমান বিছনাত পৰিল, তাৰ পিছত চাহাবৰ ঘৰলৈ গ'ল।

দত্ত : কিয?

বিজুলী : কিবা বোলে গাড়ীৰ কাম আছিল। দেওবাৰে গেৰেজ বন্ধ, সেই কাৰণে নিজে কৰিবলৈ গৈছিল।

দত্ত : তাৰ পিছত তেওঁ ঘৰলৈ আহিছিল নেকি?

বিজুলী : আহিছিল। দুটামান বজাত আহিল, আহি কাপোৰ সলালে। ক'লে বোলে হঠাতে কুন্তলাক ঘৰলৈ নিবলগীযা হ'ল। সেই কাৰণে ছুৰেটাৰটোও ল'লে আৰু বজাৰ কৰা বেগটোও ল'লে।

দত্ত : বজাৰ কৰা বেগটো? কিয?

বিজুলী : সেইফালে বোলে ৰাস্তাৰ কিনাৰৰ বজাৰত কিবাকিবি বস্তু সস্তাত পাব পাৰে, সেই কাৰণে। তেনেকৈ ক'ৰবালৈ যাবলগীযা হ'লে তেওঁ সদায় বেগটো লৈ যায়।

দত্ত : তেওঁ ঘৰত কিমান সময আছিল?

বিজুলী : বেছি সময় নাছিল। দহ মিনিট মান।

দত্ত : মাত্র দহ মিনিট?

বিজুলী : ওঁ, কাপোৰ সলাইছিল আৰু ওলাই গৈছিল।

দত্ত : [ভাবি, হঠাতে] বাৰু বিজুলী, কুন্তলা কেনেকুৱা ছোৱালী আছিল? তুমিতো দেখিলাই, কেনেকুৱা এটা কাণ্ড ঘটি গ'ল। গতিকে সঁচা কথা ক'বা। তাইৰ লগত জগন্নাথ আৰু তোমাৰ কেনেকুৱা সম্পৰ্ক আছিল?

বিজুলী : তাই বৰ ভাল ছোৱালী আছিল ছাৰ। তাই আমাক বৰ মৰম কৰিছিল। আমাৰ ল'ৰাটোক তাই এযোৰ গৰম কাপোৰ দিছিল, এটা পুতলা দিছিল আৰু ডাঙৰ হ'লে তাক স্কুলৰ কিতাপ-বহী দিম বুলি কৈছিল।

দত্ত : কিজানি জগন্নাথৰ লগত এটা বেয়া ধৰণৰ কাণ্ড কৰি আছিল কাৰণেই তোমাৰ লগত তাই বেছি ভাল ব্যৱহাৰ কৰিছিল?

বিজুলী : [চিঞৰি] নহয় নহয়, হ'বই নোৱাৰে।

দত্ত : [জোৰে] শুনা। ইতিমধ্যে বোধকৰোঁ তুমিও শুনিছা যে কুন্তলা গৰ্ভৱতী আছিল। জগন্নাথ আৰু কুন্তলাই একেলগে, একে বিহকে খাই আত্মহত্যা কৰিছে।

বিজুলী : [অধীৰ হৈ, প্ৰায় কান্দি] মানুহে আৰু আপোনালোকে যিহকে নকৰক ছাৰ, এইবোৰ কথা মই কেতিয়াও বিশ্বাস নকৰোঁ। চাৰিটা বছৰত মই তেওঁৰ মনৰ যিমান কথা জানিছিলোঁ, আপোনালোকে তাৰ এশ ভাগৰ এভাগো নাজানে ছাৰ। আনকি তেওঁ আজি দুমাহমানৰ পৰা নিজেই কৈ আছিল— ছোৱালীজনীৰ বিপদ হ'ব পাৰে।

দত্ত : [উত্তেজিত] কি? বিপদ? কি কৈছিল জগন্নাথে?

বিজুলী : সেইটোকে কৈছিল— ছোৱালীজনীৰ বিপদ হ'ব পাৰে।

দত্ত : কেনেকুৱা বিপদ?

বিজুলী : সেইবিলাক একো কোৱা নাই।

দত্ত : আৰু কি কৈছিল?

বিজুলী : নাই, আৰু একো কোৱা নাছিল।

দত্ত : তুমি তিৰোতা মানুহ, তোমালোক গিৰীয়েক-ঘৈণীয়েকে কিমান কথা পাতা, তোমালোকক মৰম কৰা ছোৱালী এজনী, তুমি ভাল পোৱা ছোৱালী এজনীৰ বিপদৰ কথা ওলায় আৰু তুমি কি বিপদ, কেনেকুৱা বিপদ এইবোৰ একো নোসোধাকৈ থাকানে?

বিজুলী : সোধোঁ, কিন্তু তেওঁ খালী— 'সেইবোৰ লোকৰ ঘৰৰ কথা বাদ দিয়া, নিজৰ চিন্তা কৰা' বুলি কয়।

দত্ত : আৰু কি কয়?

বিজুলী : এদিন জোৰ কৰোঁতে কৈছিল— ইমানবোৰ মতা মানুহৰ মাজত এজনী কেও-কিছু নোহোৱা গাভৰু ছোৱালী— সেইটোৱেই বিপদ।

দত্ত : কোন মতা মানুহ?

বিজুলী : নাম কোৱা নাছিল, কিন্তু মই যি বুজিছিলোঁ— সেই অভিৰাম বোলা পিয়নটো, চাহাবৰ খুলশালিয়েকটো— চাহাবৰ অফিচৰো কোনোবা কোনোবা আহি থাকে, সিহঁতৰ কথাকে কৈছিল হ'বলা।

[দত্তই চাই থাকে। লাহে লাহে Light out]

**Light [2] on**

শান্তনু : [ফোনত]— মই এছ আই শান্তনু শৰ্মাই কৈছোঁ। দাস ছাৰে কথা এটা ক'বলৈ কৈছে। গাড়ীখনত এটা বজাৰ কৰা বেগ আছিল বোলে। বজাৰ কৰা বেগ।— হয়। [বৈ] বেগটোৰ ফৰেনছিক ৰিপ'ৰ্টটো ছাৰক বোলে সোনকালে লাগে।— কাইলৈ আগবেলাই দিবলৈ কৈছে।— Lat-est। হয়।— আমি এজন মানুহ পঠাই দিম। ভাল। ভাল। [ফোন থয। চিন্তিত দত্ত সোমাই আহে।]

দত্ত : দীপংকৰৰ ফোন অহা নাই?

শান্তনু : নাই অহা ছাৰ।

দত্ত : [ঘড়ী চাই] তিনি বজাৰ আগতে কৰাৰ কথা আছিল। [সুৰ সলাই] শান্তনু।

শান্তনু : ছাৰ।

দত্ত : মজুমদাৰ চাহাবৰ গাড়ীত ব্ৰে'ক বেযা, অথচ ৰাতিলৈ ৰজাবাৰীত ডিনাৰ খাবলৈ যাব লাগে, ইফালে দেওবাৰ, সকলো গেৰেজ বন্ধ। ঠিক আছে। গাড়ী বেযা বুলি ক'লেই হ'ল।

শান্তনু : ছাৰ।

দত্ত : মজুমদাৰ চাহাবৰ গাড়ীত ব্ৰে'ক বেযা, অথচ ৰাতিলৈ ৰজাবাৰীত ডিনাৰ খাবলৈ যাব লাগে, ইফালে দেওবাৰ, সকলো গেৰেজ বন্ধ। ঠিক আছে। গাড়ী বেযা বুলি ক'লেই হ'ল। ইন্লেণ্ড শ্বিপিং কোম্পানীৰ জেনেৰেল মেনেজাৰৰ ডিনাৰ খাবলৈ যাবলৈতো গাড়ী এখনৰ অভাৱ নহ'লহেঁতেন। কিন্তু জগন্নাথৰ ইমান গৰজ পৰিছিল কিয? নম্বৰ এক। নম্বৰ দুই— জগন্নাথ কাপোৰ সলাবলৈ আহি ঘৰত দহ মিনিটমান আছিল। গতিকে সি বিছ মিনিটৰ পিছত আকৌ মজুমদাৰ চাহাবৰ ঘৰ পাবগৈ লাগিছিল। কিন্তু সি পাইছিলগৈ চল্লিছ মিনিটমানৰ পিছত। এই বিছ মিনিট সময় সি ক'ত কটালে? নম্বৰ তিনি— সি ছোৱালীজনীৰ বিপদৰ কথা জানিছিল। সি বিপদৰ কথা জানিছিল, নে নিজেই বিপদ সৃষ্টি কৰি চিন্তিত হৈছিল?— তুমি এতিযা গোটেই ঘটনাটো ফ্ৰে'ম-আপ কৰাচোন।

শান্তনু : মই ঘটনাটো এইবুলি লৈছোঁ ছাৰ। কুন্তলা আৰু জগন্নাথ অত্যন্ত চালাক। কাকো ঘুণাক্ষৰেও একো কথাৰ গম নিদিযাকৈ, বৰঞ্চ সন্দেহ আঁতৰত ৰাখিবলৈ কিছুমান একষ্ট্ৰা কাম কৰি সিহঁত দুটাই এই প্ৰেম-প্ৰীতিৰ কাৰবাৰটো চলাই আছিল।

দত্ত : অলৰাইট।

শান্তনু : শেষত যেতিযা কুন্তলা প্ৰেগনেণ্ট হ'ল, তেতিযা সিহঁত ভযানক বিপদত পৰিল। কুন্তলাই কি কৰিব একো ঠিক কৰা নাছিল, কিন্তু জগন্নাথে ঠিক কৰিলে।

দত্ত : মৃত্যুৰ বাহিৰে সিহঁতক একোৱে বচাব নোৱাৰে।

শান্তনু : হয ছাৰ। কুন্তলাই মজুমদাৰৰ পৰিযালে নিমম আনাত পোৱা কাম কৰিছিল আৰু জগন্নাথে ঘৈণীযেকক নিষ্ঠুৰভাৱে প্ৰবঞ্চনা কৰিছিল।

দত্ত : অল ৰাইট।

শান্তনু : গতিকে দেওবাৰে জগন্নাথে কুন্তলাহঁতৰ গাঁৱৰ ওচৰত টেলিগ্ৰাফ অফিচৰ পৰা নিজে এখন টেলিগ্ৰাম কৰিলে। টেলিগ্ৰামখনৰ গোটেই কাৰবাৰটোৱেই জাল, কাৰণ আমি খবৰ লৈ জানিছোঁ কুন্তলাৰ মাকৰ একো অসুখেই হোৱা নাই আৰু তেওঁলোকৰ কোনেও কোনো টেলিগ্ৰাম কৰা নাই।

দত্ত : সেইটো ইণ্টাৰেষ্টিং কথা।

শান্তনু : তাৰ পিছত জগন্নাথে দুবটল ক'ল্ড ড্ৰিংক যোগাৰ কৰিলে, তাত বিহ মিহলালে আৰু কুন্তলাক লৈ ৰুক্মিণী নদীৰ পাৰত গাড়ী ৰখালেগৈ।

দত্ত : পৰিষ্কাৰ ঘটনা, কি কোৱা?

শান্তনু : মই ভাবোঁ পৰিষ্কাৰ ঘটনা।

দত্ত : ঘটনাবোৰ ইমান পৰিষ্কাৰ হোৱা হ'লে আমি চাকৰি নকৰিলেও হ'লহেঁতেন শান্তনু। জগন্নাথে যদি কুন্তলাব মাৰিবই খুজিছিল, তেনেহ'লে সি তাইক ঘৰতে এবটল ক'ল্ড ড্ৰিংকত বিহ খুৱাই মাৰিব নোৱাৰিলেহেঁতেন জানো?

শান্তনু : মই ভাবিছিলো জগন্নাথে নিজেও আৰু বাচি থাকিব খোজা নাছিল আৰু শেষবাৰৰ কাৰণে নিৰ্জনত দুয়ো দুয়োকে এবাৰ লগ পাই ল'ব খুজিছিল।

দত্ত : কিন্তু শান্তনু, টেলিগ্ৰামখন পুৰা সাত বজাত কৰা হৈছিল আৰু সেই সময়ত জগন্নাথে ঘৰৰ বাতামত মাটিতেল দি আছিল।

শান্তনু : হয় নেকি?

দত্ত : আৰু মৰিবলৈ যোৱা মানুহে ৰাতি উভতি আহোঁতে পলম হ'ব কাৰণে ছুৰেটাৰ লৈ যায় নে? কোন আহিছে চোৱাচোন। [শান্তনুৱে আগবাঢ়ি চায়]

শান্তনু : অভিৰাম আহিছে।

দত্ত : গুড। মাতা তাক। আৰু চিপাহীকেইটাক কৈ অহা, ভিতৰলৈ যেন কোনো নাহে। [শান্তনু যায়। দত্তই চিগাৰেট জ্বলায়। অভিৰাম আৰু শান্তনু আহে]

দত্ত : শান্তনু।

শান্তনু : ছাৰ।

দত্ত : তুমি নহ লে এটা কাম কৰা। সিটো ৰুমতে অলপপৰ বহা, দৰকাৰ হ'লে মই মাতিম।

শান্তনু : ভাল ছাৰ [যায়]।

দত্ত : [অভিৰামক] বহা।

অভিৰাম : হ'ব ছাৰ। [থিয় হৈ থাকে]

দত্ত : মজুমদাৰ চাহাবৰ লগত তোমাৰ কিমান দিন হ'ল?

অভিৰাম : চাৰে ছবছৰ হ'ল ছাৰ।

দত্ত : এই চাৰে ছবছৰ তুমি মজুমদাৰ চাহাবৰ ঘৰতে আছা?

অভিৰাম : হয় ছাৰ।

দত্ত : তুমি তাত কি কি কাম কৰা?

অভিৰাম : মই ছাৰ বাংলো পিয়ন। ৰন্ধা-বঢ়া, ঠাই সৰা, আনফালে মানুহ আহিলে বহিবলৈ দিয়া, বজাৰ কৰা, ৰেডিঅ' বজোৱা, ফ্ৰিজ চাফা কৰা, ধোবাৰ তালৈ যোৱা— অলপ অলপ চব কাম কৰিব লাগে ছাৰ।

দত্ত : কিয়, কুন্তলাই কি কৰিছিল?

অভিৰাম : তায়ো কৰিছিল। তায়ো কৰিছিল, ময়ো কৰিছিলোঁ।

দত্ত : দুইটাই একেলগে একেবোৰ কামকে কৰিছিলা?

অভিৰাম : হয় ছাৰ।

দত্ত : তুমি কুন্তলাইঁতৰ ঘৰলৈও গৈছা।

অভিৰাম : গৈছোঁ ছাৰ।

দত্ত : কুন্তলাৰ মাকে তোমাৰ লগত বিয়া বাৰুৰ কথা পতা নাছিলনে?

অভিৰাম : কাৰ বিয়া ছাৰ?

দত্ত : ধৰি লোৱা তোমাৰ বিয়াৰ কথা, কুন্তলাৰ বিয়াৰ কথা?

অভিৰাম : কৈছিল। কুন্তলাৰ বিয়াৰ কথা কৈছিল?

দত্ত : কি কৈছিল?

অভিৰাম : কৈছিল— তাই আৰু সদায় তেনেকৈয়ে থাকিবনে? ক'ৰবাত বিয়া দি দিব পাৰিলেই ভাল হয়।

দত্ত : তেতিয়া তুমি নক'লা কিয়— কুন্তলাক তোমাৰে বিয়া কৰাবলৈ মন আছে বুলি? [অভিৰামে ভয় খায়]

শুনা অভিৰাম, তুমি কথা বৰ বেছি কোৱা, কামো বৰ বেছি কৰা, কিন্তু তোমাৰ বুদ্ধিও বৰ বেছি। আজি ইমান বছৰে তুমি সেই ছোৱালীজনীৰ লগত গাৰ ছাঁৰ নিচিনাকৈ আছিলা, সেইহেন গাভৰু ছোৱালীজনী মৰি থাকিল, অথচ তোমাৰ মনত লেশমাত্ৰ দুখ নাই? সিদিনা কথা পাতোঁতেও দেখিলোঁ— তোমাৰ খালী গা সাৰিবলৈ, বুদ্ধিৰ পাক লগোৱা কথা। যেন চোৰ এটাইহে বাচিবলৈ চেষ্টা কৰিছে। কিন্তু এইটো কাইলৈ [দেখুৱাই] তোমাক যেনেকৈ জঁপিয়াই ধৰিব, তাৰ পৰা অকল বুদ্ধিৰে বাচিব পাৰিবা?

অভিৰাম : ছাৰ— মই—

দত্ত : [ধমকি] কুন্তলাৰ ওচৰে ওচৰে থাকিবলৈ পালে তুমি স্বৰ্গ ঢুকি পোৱা যেন পোৱা, কিন্তু সিদিনা দেওবাৰে তুমি তাইক ঘৰত থৈ আহিবলৈ লগত নগ'লা কিয়?

অভিৰাম : বাইদেৱে মানা কৰিলে ছাৰ।

দত্ত : বাইদেৱে? কিয় মানা কৰিলে?

অভিৰাম : কুন্তলা আৰু মই দুইটা নাথাকিলে ঘৰৰ কামৰ অসুবিধা হ'ব বুলি ক'লে।

দত্ত : আগতে যেতিয়া তুমি কুন্তলাক ঘৰত থ'বলৈ নিয়া, তেতিয়াওতো দুয়োটা একেলগে ঘৰৰ পৰা নোহোৱা হোৱা। তেতিয়া অসুবিধা নহয়?

অভিৰাম : হয় চাগৈ, কিন্তু সিদিনা কিয় জানো বাইদেৱে মোক যাবলৈ মানা কৰিলে।

দত্ত : ঠিক আছে, বাইদেৱেৰাৰ কথা যেতিয়া দৰকাৰ হয় বাইদেৱেৰাৰ পৰাই শুনিম। কিন্তু তুমি কোৱাচোন— যোৱা দুই-তিনি মাহত তোমাৰ লগত কুন্তলাৰ হলি-গলিটো কমি গৈছিল কিয়? কেতিয়াবা বোলে ইটোৱে-সিটোক ভালকৈ নামাতিছিলাও? [অভিয়ে তলমূৰ কৰে] হয়নে নহয়?

অভিৰাম : কথাটো একেবাৰে মিছা নহয় ছাৰ।

দত্ত : [গম্ভীৰ] হৈছিল কি? [বৈ] হুঁ? কি? ক'ব পৰা কথা নহয় নেকি?

অভিৰাম : [অভিমান] আমাৰ আৰু ক'ব নোৱাৰা কথা কিডাল থাকিব ছাৰ? এতৰপ কাপোৰ দাঙিলেই আমি উদং হৈ যাওঁ। আমাৰতো তৰপে তৰপে কাপোৰ নাই। শুনক ছাৰ, এদিন আবেলি, ঘৰত ছাৰ-বাইদেউ নাই, মৃণাল দাদাও নাই। ছোৱালী দুজনী ওচৰৰ মানুহ ঘৰৰ বাগানত বহি আছেগৈ।

Light [2] off Flash back light
Light [1] on

[বাৰাণ্ডাৰ নিচিনা ঠাই। কুন্তলা মন মাৰি বহি আছে। অভিৰাম বুটাম মাৰি মাৰি ওলাই আহে।]

অভিৰাম ঃ অ'। মহাৰাণী দেখোন মাটিত বহি আছে। [ৰৈ] কি হ'ল অ'? শুনিছ? অ'ই কুন্তলা।

কুন্তলা ঃ মোক এতিয়া আমনি নকৰিবা যোৱা।

অভিৰাম ঃ কিয়?

কুন্তলা ঃ এনেযে যোবা। মোৰ মন-চন ভাল লগা নাই।

অভিৰাম ঃ মন ভাল নালাগিবলৈ আজি আকৌ কিটো হ'ল? আজিতো দিনটো ভালে ভালেই গৈ'ছে। কোনোবাই কিবা ক'লে নেকি?

কুন্তলা ঃ নাই কোৱা।

অভিৰাম ঃ তেনেহ'লে? [ৰৈ] তেনেহ'লে কিয় মন ভাল লগা নাই?

কুন্তলা ঃ যোবা বুলিছোঁ নহয়। তোমালোকে চবেই মোক অনবৰত কিয় আমনি কৰি থাকা?

অভিৰাম ঃ চবেই? [ৰৈ] শুন কুন্তলা, মোৰ লুক-ঢাক, ফাং-ফুং নাই। মোক তই চবৰে লগতে নেলেটিযাবি। আজি তই অকলে আছ, তোৰ লগত কথা পাতিম বুলি মযো কলৈকো ওলাই নগ'লোঁ।

কুন্তলা ঃ কি কথা?

অভিৰাম ঃ এই যে তই সুধিলি কি কথা— এইটোৱেই আচল লুক-ঢাক, আচল ফাং-ফুং। তই বুজা নাই কি কথা? নে এই আবেলি পৰত তোক অকলে পাই তোৰ পৰা মই খাবৰ আঞ্জা কেনেকৈ ৰান্ধে সেইটো শিকিবলৈ আহিছোঁ? [নিস্তব্ধ] কচোন, কি ঠিক কৰিলি?

কুন্তলা ঃ মই সেইবোৰ কথা এতিয়া একো ভবা নাই।

অভিৰাম ঃ কেতিয়া ভাবিবি?

কুন্তলা ঃ যেতিয়া সময় হ'ব, তেতিয়া ভাবিম।

অভিৰাম ঃ সময় হ'বলৈ আৰু কিটো বাকী আছে। তইতো লণ্ডন-আমেৰিকাৰ পৰা অহা নাই। উৰ্বশী-মেনকাৰ লগৰ পৰাও অহা নাই। সিদিনা তইঁতৰ গাঁৱৰ পৰা অহা ৰামনাথ নামৰ মানুহজনে তেওঁৰ জীয়েকৰ ল'ৰা এটা হ'ল বুলি কোৱা তযো শুনিছিলি। নেকি। ছোৱালীজনী তোতকৈ দুবছৰে সৰু বুলি তযে কৈছিলি হ'বলা!

কুন্তলা ঃ তোমাক সেইবোৰ খুঁচৰিবলৈ কোনে কৈছে? তেনেকৈ কথা ক'বলৈ তোমাৰ বেয়া নালাগে?

অভি ঃ সেইটো,— সেইটোৱেই আচল কথা। এই যে তোৰ কথাটো শুনি অসহ্য লাগিল, টিঙিচকৈ খংটো উঠিল, সেইটোৱেই আচল কথা। সেই কেঁচুৱা হোৱা ছোৱালীজনী যদি তোতকৈ দুবছৰে সৰু নহৈ দুবছৰে ডাঙৰ হ'লহেঁতেন, তেনেহ'লে আৰু দুবছৰলৈ তোৰ টিঙিচকৈ খং নুঠিলহেঁতেন।

কুন্তলা ঃ [ধমকি] মনে মনে থাকা তুমি [উঠে]।

অভিৰাম ঃ আচলতে ভাব, খুব ভাব, কিন্তু বৰ ডাঙৰকৈ ভাব। মই কদমতলি গাঁৱৰ পৰা আহিছোঁ। যিমানেই পৰীঘৰত সোমাই টেপৰ পানীৰে গা নোধোওঁ, মোৰ গাৰ পৰা গাঁৱৰ বোকাৰ গোন্ধ নাযায বুইছ? কিন্তু তোৰ তেল-চাবোন, ছেন্ট-পাউদাৰ— সেইবোৰ বৰ চোকাতো।

কুন্তলা ঃ [খং] অ', চোকা?

অভিৰাম : সেই কাৰণে এতিয়া আৰু তই তোৰ সেই বাঘমৰা গাঁৱৰ গেলা-গোন্ধ নাপাৱ।
কুন্তলা : নাপাওঁ।
অভিৰাম : সেই কাৰণে মই যে তোক চিধা-চিধি বিয়াৰ কথা কৈছোঁ— সেইটো কথা ভাবিবলৈ তোৰ মন নাযায়। ডাঙৰ ডাঙৰ কথা ভাবোঁতেই তোৰ সময় যায়।
কুন্তলা : ডাঙৰ কথা ভাবিবলৈ মোক শিকাইছে কাৰণে শিকিছোঁ।
অভিৰাম : ভাল কৰিছ। শিকিছ, ভাল কৰিছ। কিন্তু শিকাইছে কোনে? [নিস্তব্ধ]
অভিৰাম : তোৰ লগে লগে মযোতো আছোঁ, কিন্তু ক'তা? মোকতো আজিলৈকে কোনেও ডাঙৰ কথা ভাবিবলৈ শিকোৱা নাই? কিয়? মই ধুনীয়া, গাভৰু ছোৱালী নহওঁ কাৰণে? [ৰৈ] শুন কুন্তলা, মই শুনি বেয়া পোৱা, বৰ টান টান কথা কৈছোঁ, কিন্তু তই বেয়া নাপাবি। তই ঠিক বুজিবি, তোক মই সুন্দৰী কাৰণে, টাউনীয়া কাযদাত লচপচাই ফুৰিব পাৰ কাৰণে বিয়াৰ কথা কোৱা নাই।
কুন্তলা : আৰুনো কি কাৰণে কৈছা? [ব্যংগ]
অভিৰাম : কৈছোঁ— মোৰ বিয়াৰ বয়স হৈছে কাৰণে, বিয়া কৰাবলৈ মন গৈছে কাৰণে, মোৰ হৈ কইনা বিচাৰি ফুৰিবলৈ কোনো নাই কাৰণে, যোৱা চাৰি-পাঁচ বছৰে তোক দেখি আছোঁ কাৰণে আৰু দেখি বেয়া লগা নাই কাৰণে।
কুন্তলা : [ৰৈ] তেনেহ'লে সেইবোৰ কথা ছাৰক কবি।
অভিৰাম : ছাৰক কিয় ক'ম? মই ছাৰৰ চাকৰণী বিয়া নকৰাওঁ নহয়। মই তোৰ মাৰৰ জীযেকক বিয়া কৰাম। দৰকাৰ হ'লে তোৰ মাৰক ক'ম। কিন্তু প্ৰথমতে— তোক বিয়া কৰিম কাৰণে— প্ৰথমতে তোক কৈছোঁ।
কুন্তলা : মোক চাকৰণী বুলি নক'বা।
অভিৰাম : বেয়া নাপাবি। মই নিজে চাকৰ কাৰণেহে কৈছোঁ।
কুন্তলা : মই এতিয়া চাকৰণী হৈ থকা নাই। [বহে। সুৰ সলাই] অভি, তুমি মোক এতিয়া আমনি নকৰিবা। মই তোমাৰ সকলো কথা বুজিছোঁ। কিন্তু মোৰ ৰাস্তাটো বেলেগ হৈ গৈছে। সেই ৰাস্তাৰ কিমান দূৰত কি হয মই চাব লাগিব। মোক অলপদিন সময দিয়া। [আঁঠুৰ মাজত মূৰ সুমুৱাই দুখ কৰে।]
অভিৰাম : কি হ'ল? চাওঁ। কুন্তলা। আহ, ভিতৰলৈ আহ। [Flash back light। সেই লাইটত দেখা যায, অভিযে কুন্তলাক হাতত ধৰি তোলে]। মোৰ কোঠালিতে অকণমান বহোঁগৈ আহা।

Light — [1] out
Light — [2] on
[দত্ত আৰু অভিৰাম]

দত্ত : তাৰ পিছত?
অভিৰাম : তাৰ পিছত তাই আঁঠুৰ মাজত মূৰ সুমুৱাই বহি থাকিল। মযো আৰু আমনি নকৰিলোঁ।
দত্ত : [কিছু সময চাই থাকি] বাৰু অভিৰাম, কুন্তলাহঁতৰ গাঁৱৰ যে সেই ডম্বৰু নামৰ পিয়নটো— তোমাৰ বন্ধু—
অভিৰাম : হয় ছাৰ।
দত্ত : তাক তুমি শেষত কেতিয়া লগ পাইছিলা? [অভিয়ে ভাবে]

দত্ত : কি হ'ল? সেইটোতো ভাবিবলগীয়া কথা নহয়।

অভিৰাম : হ'ল আজি সাদিনমান।

দত্ত : আমি শুনা মতে— অফিচৰ চিঠি ডাকত দিয়া, ৰেজিষ্টাৰ কৰা, টেলিগ্ৰাম কৰা— এইবোৰেই ডম্বৰুৰ কাম। [দুযো চকুৱে চকুৱে চায়]
বাৰু ঠিক আছে। আৰু এই ৰামনাথ নামৰ কুন্তলাহঁতৰ গাঁৱৰ মানুহটোক কেতিয়া লগ পাইছিলা?

অভিৰাম : যোৱা শুকুৰবাৰে পাইছিলোঁ। [ফোন বাজে।]

দত্ত : হেল্লো, ইন্সপেক্টৰ দত্ত হিয়েৰ। অ' দীপংকৰ, কি হ'ল তোমাৰ? তিনি বজাৰ আগতে ফোন কৰাৰ কথা।— হাঁ?— হয় নেকি? জাষ্ট এ ম'মেণ্ট। অকণমান ধৰিবা। [ডাঙৰকৈ] এই কোন আছ?— [বাহিৰলৈ চাই] এওঁক সিফালৰ ৰুমটোত বহিবলৈ দে, শৰ্মাক আহিবলৈ ক, আৰু দুবাৰখন জপাই দে।— দীপংকৰ, কোৱা— ওঁ— ওঁ— হোৱাট?— সঁচা? শুনা দীপংকৰ, [শান্তনু আহে] তুমি তাতে থাকা, মই আধা ঘণ্টাৰ ভিতৰতে পামগৈ।— গুড। [ফোন থয়]
ভেৰী ভেৰী ইণ্টাৰেষ্টিং। শান্তনু।

শান্তনু : ছাৰ?

দত্ত : এতিয়া আমাৰ আচল চাকৰি আৰম্ভ হ'ব। দীপংকৰক মই এটা কামত পঠিয়াইছিলোঁ। ৰিজাল্ট— ৱাণ্ডাৰফুল। জগন্নাথ আৰু কুন্তলাৰ ডেডব'ডীৰ ওচৰত আমি দুটা খালী ক'ল্ড ড্ৰিংকৰ বটল পাইছিলোঁ— ৰাইট?

শান্তনু : ইয়েছ ছাৰ।

দত্ত : সিহঁত দুটাৰ পেটত পোৱা বিহ আৰু বটল দুটাত পোৱা বিহ একে— ৰাইট?

শান্তনু : হয় ছাৰ।

দত্ত : সেই স্পটটোৰ পৰা যাঠি ফুট আঁতৰত জোপোহাৰ মাজত আৰু এটা খালী বটল পোৱা গৈছে— একে ক'ল্ড ড্ৰিংক, কিন্তু— দীপংকৰে একছাইটমেণ্টত ৰ'ব নোৱাৰি একেবাৰে ফৰেনছিক লেবৰেটৰী পালেগৈ আৰু তাৰ পৰা ফোন কৰিছে— সেইটো বটলত বিহৰ চিন নাই।

শান্তনু : বিহৰ চিন নাই?

দত্ত : নাই।

শান্তনু : তাৰ মানে?

Light [2]– out
Light [3]– on

[দাসে থিয় হৈ চিন্তা কৰিছে। হাতত পাইপ। ওচৰত দত্ত আৰু শান্তনু]

দাস : তাৰ মানে তিনিটা মানুহে গাড়ীখনৰ ওচৰত বা ভিতৰত বহি ক'ল্ড ড্ৰিংক খাইছিল। তৃতীয় মানুহটোৰ বটলটোত বিহ মিহলোৱা নাছিল। গতিকে সি ক'ল্ড ড্ৰিংক খাই, বাকী দুটাৰ মৃত্যু নিজ চকুৰে চাই, শব দুটাক ইটোৱে সিটোক আলিংগন কৰি থকা পজত শুৱাই থৈ গুচি গ'ল। যাবৰ সময়ত সি নিজৰ বটলটো হাবিৰ মাজলৈ দলিয়াই দিলে, কাৰণ পানীত পেলাবলৈ

সেইখিনিত ৰুক্মিণী নদীত পানীৰ নামেই নাই, কেৱল বালি।

শান্তনু : বৰ আচৰিত কথা ছাৰ।

দাস : গতিকে তুমি বুজিলা শান্তনু, ইয়াত এটা তৃতীয় মানুহ আছে। যিয়েই হযতো টেলিগ্ৰাম কৰিছিল আৰু শেষ মুহূৰ্তত— জগন্নাথহঁতে যাতে সন্দেহ নকৰে, তাৰ বাবে সিহঁতৰ লগত বহি এবটল বিশুদ্ধ ক'ল্ড ড্ৰিংক খাইছিল। আমাক তাক লাগে, সেই তৃতীয় মানুহটোক।

দত্ত : আৰু মোৰ বিশ্বাস ছাৰ— সেই মানুহটো জগন্নাথহঁতৰ অচিনাকি মানুহ নহয।

দাস : এগজেক্টলী। সি সিহঁতৰ এনেকুৱা চিনাকি মানুহ— যাৰ কথা মতে জগন্নাথে মেইন ৰাস্তা এৰি ৰুক্মিণী নদীৰ পাৰলৈ গাড়ী ঘূৰাইছিল— আৰু কুন্তলাযো আপত্তি কৰা নাছিল।

দত্ত : তুমি ইমিডিয়েটলী এটা কাম কৰা শান্তনু।

শান্তনু : কওক ছাৰ।

দত্ত : সাধাৰণতে এই ক'ল্ড ড্ৰিংক দোকানীযে বটলেৰে সৈতে বিক্ৰী নকৰে। কিন্তু সেই তৃতীয মানুহটোৱে হয়তো বটলৰ দাম দি— হযতো প্ৰযোজনকৈ বেছি দাম দি— বটলেৰে সৈতে ক'ল্ড ড্ৰিংক কিনিছিল। সি তিনিটা বটল হাতত লৈ কোনোবা এঠাইত জগন্নাথহঁতৰ গাড়ীত উঠিছিল। গতিকে ৰুক্মিণী নদীৰ পাৰৰ সেই ঠাইডোখৰৰ পৰা ইফালেকে— প্ৰত্যেক দোকানত খবৰ কৰা— বটলেৰে সৈতে তিনি বটল 777 ক'ল্ড ড্ৰিংক কোনে কিনিছিল, কেতিযা কিনিছিল, মানুহটো দেখিবলৈ কেনেকুৱা, তাৰ গাত কি কাপোৰ আছিল— ইত্যাদি। যিমান পাৰা বেছি মানুহ লগাই দিযা।

শান্তনু : মই আজিযেই আৰম্ভ কৰিম ছাৰ।

দাস : আৰু শুনা, মজুমদাৰৰ গাড়ীযে তেল লয গোৱেংকা ছাৰ্ভিছ ষ্টেচনৰ সাত নম্বৰ ব্ৰাঞ্চৰ পৰা। তাত খবৰ ল'বা— দেওবাৰে মজুমদাৰৰ সেইখন গাড়ীযে তেল লৈছিল নে নাই— যদি লৈছিল, গাড়ীত কেইজন মানুহ আছিল আৰু মানুহকেইজনৰ কাৰোবাক সিহঁতৰ কোনোবাই চিনি পায় নেকি? যদি সিহঁতৰ কিবা মনত আছে— বা ৰেকৰ্ড আছে—

শান্তনু : ভাল ছাৰ।

দাস : তুমি এতিযা যোৱা। [শান্তনু যায]

দাস : [দত্তক] তুমি প্ৰেছৰ কামটো কৰা।

দত্ত : কৰোঁ ছাৰ। [ফোন কৰে] হেল্লো।— নেচনেল এক্সপ্ৰেছ? ভাৰ্গব তালুকদাৰ আছে নেকি?— তেখেতৰ লগত কথা পাতিব পাৰিমনে?— প্লিজ। [ৰৈ] ভাৰ্গব? মই বিজনে কৈছোঁ। মোক এটা সহায কৰি দিযা। এটা খবৰ— মানে সেই মজুমদাৰৰ ঘৰৰ খবৰটোৰ শেষ অংশটো— তোমালোকৰ কাগজতো পাব্লিছ কৰিব লাগে আৰু আন কাগজলৈও তুমিয়েই পঠোৱাৰ বন্দবস্ত কৰিব লাগে। কনফাৰমেচন কপী এটা মই দি পঠিযাম।— খবৰটো হ'ল— সন্দেহজনক চৰিত্ৰৰ জগন্নাথে গৰ্ভৱতী কুন্তলাক হত্যা কৰিছে আৰু নিজেও আত্মহত্যা কৰিছে। ঘটনাটো সিমানতে শেষ। তোমালোকে এনেকুৱা সুৰত লিখিবা— যাতে এই ঘটনা লৈ চিন্তা-ভাবনা কৰাৰ কাৰো কোনো দৰকাৰ নাই।— হঁ?— কৰিবা কৰিবা— নিৰ্ভৰযোগ্য পুলিচ সূত্ৰৰ পৰা জানিব পৰা গৈছে বুলি লিখিব পাৰা।— আগতে ওলাই যোৱা ঘটনাটোৰ পৰা বাকীখিনি মিলাই ল'বা।— গুড।— গুড। লগ পালে কথা হ'ম বাৰু। থৈছোঁ। [ফোন থয]

**Light [3] – out**
**Light [1] – on**

[মজুমদাৰ, ৰত্না, মৃণাল। মৃণালে কাণত ট্ৰেনজিষ্টৰ ৰেডিঅ' লৈ ক্ৰিকেট কমেণ্টেৰী শুনিছে। ৰত্নাই টেবুল ক্লথ সলাইছে।]

মৃণাল : বা— মদনলালে বৈদ্য কোবাইছে।

মজুমদাৰ : হুঁ?

মৃণাল : দুটা কনজিকিউটিভ বাউণ্ডেৰী [হঠাতে]— ছিক্স [কাণৰ পৰা ৰেডীঅ' আঁতৰাই] মাৰিলে। দুটা বাউণ্ডেৰী, তাৰ পিছৰটো ছিক্স। এ— ইণ্ডিয়াই খেলা হাৰণ দিব যেন পাইছোঁ।

মজুমদাৰ : বতৰ কেনেকুৱা? বৰষুণ আহিব বুলি কৈছে নে নাই? বিলাতত আমাক বৰষুণেহে বচায়। [ৰত্নাক] হেৰা বৰ গৰম পৰিছেহে! ইযাতো এজাক বৰষুণ নাহিলে মানুহ মৰিব দেখোন।

ৰত্না : এৰা। এইকেইদিন মানুহ একেবাৰে সিজাই পেলাইছে। কালি ৰাতি মোৰ টোপনিযেই নাহিল। ফেনৰ বতাহো গৰম হৈ গৈছে।

মজুমদাৰ : মই অফিচতে গৈ বহি থাকোঁগৈ বুলি ভাবিছোঁ।

ৰত্না : গৰম লাগিলেই যে অফিচৰ এযাৰ কণ্ডিচন ৰুমত বহি থাকিবলৈ ওলায়, ঘৰৰ এটা ৰুমত এযাৰ কুলাৰ এটা লগাব নোৱাৰে? কেইদিন কৈছোঁ।

মজুমদাৰ : তুমি আকৌ— অফিচ, কোম্পানী চব বন্ধ থকাৰ দিনাহে কথাটো কোৱা। ঠিক আছে, কাইলৈ তুমি অফিচলৈ ফোন কৰি মনত পেলাই দিবা, চাবা— আবেলিলৈ মিস্ত্ৰিয়ে জোখ-মাখ লৈ যাব। [চিগাৰেট জ্বলায] কিন্তু মই কি ভাবিছোঁ জানা?

ৰত্না : কি?

মজুমদাৰ : এযাৰকুলাৰটোতো তুমি লগে লগে লৈ ফুৰিব নোৱাৰা, আৰু অনবৰত সেইটোৰ ওচৰতে বহি থাকিবও নোৱাৰা। গৰম হ'ল বুলি মানুহ এনেকৈ থাকিব নোৱাৰে নহয়। সেই কাৰণে ভাবিছোঁ— কেইদিনমানৰ কাৰণে ওলাযেই যাওঁ। ইহঁত দুজনীকো ধানবাদৰ পৰা বাহিৰে বাহিৰে লৈ যাম।

মৃণাল : ভিনদেউ, কোম্পানীৰ কামৰ লগত মিলাই এবাৰ বিলাতলৈকে যাব নোৱাৰিলে? মই অভেলৰ টেষ্টখন চাব পাৰিলোঁহেঁতেন।

ৰত্না : লাজ নালাগে তোৰ?

মৃণাল : অ'। বিলাতলৈ যাবলৈ মানুহৰ লাজ লাগে নেকি? [লগে লগে হাত দেখুৱাই ৰত্নাক মনে মনে থাকিবলৈ কয়, কাণত লগায় শুনে] আউট। পিটাৰ আউট।

মজুমদাৰ : কেনেকৈ?

মৃণাল : [হাত দেখুৱাই ৰ'বলৈ কয] কট। স্লিপত— ছেকেণ্ড স্লিপত।
[এচুকলৈ গৈ ৰেডিঅ' শুনি থাকে। বে'ল বাজে]

মজুমদাৰ : কোন বা আহিল?

ৰত্না : অভি যাব নহয়।

মজুমদাৰ : মই ভাবিছোঁ— দহ দিনমানৰ কাৰণে দাৰ্জিলিঙলৈকে যাওঁ।

ৰত্না : এ নালাগে। যোৱা ঠাইলৈকে নো কিমান গৈ থাকে?

মজুমদাৰ : তেনেহ'লে ছিমলা-তিমলালৈকে যাব লাগিব।

ৰত্না : উটি নেকি? সেইখন কেনেকুৱা ঠাই?

মজুমদাৰ : বেয়া নহয়, কিন্তু দূৰ হয়।

ৰত্না : পুৰীত এতিয়া গৰম নেকি?
মজুমদাৰ : ক'ত?
ৰত্না : পুৰীত? [অভি আহে]
অভিৰাম : ইন্সপেক্টৰ দত্ত আহিছে ছাৰ।
মজুমদাৰ : [ডাঙৰকৈ] হঁা? দত্ত আহিছে? মাত মাত, ইয়ালৈকে আহিবলৈ ক। [অভি যায়] মই তেওঁলৈ ফোন কৰাৰ কথা ভাবিয়েই আছিলোঁ। [অলপ পিছতে দত্ত আহে]
মজুমদাৰ : আহক দত্ত আহক। মই কালি ৰাতি আপোনাৰ কথা ভাবিছিলোঁ। বহক।
দত্ত : কিয়?
মজুমদাৰ : নাই এনেয়ে। ইমান ডাঙৰ এটা ঘটনা হৈ গ'ল, আপোনালোকৰো ইমান কষ্ট হ'ল, সেই কাৰণে ভাবিছিলোঁ এবাৰ—
দত্ত : নাই নাই। আমাৰ আৰু কষ্ট কি? এইবিলাক হৈয়েই থাকে। আমাৰনো আৰু কাম কি? পিছে মই এটা সৰু কথাৰ কাৰণে আপোনাৰ ওচৰলৈ আহিলোঁ।
মজুমদাৰ : কি?
দত্ত : এই ছোৱালীজনী কুন্তলাৰ মাক কালি আমাৰ থানালৈ আহিছিল।
মজুমদাৰ : কিয়?
দত্ত : মানুহজনীৰ এতিয়া আৰু কোনো নাই, কেইদিনমানৰ পিছৰ পৰা খাবলৈও নোহোৱা হ'ব। সেই কাৰণে— কোনোবাই বুঢ়ীক পৰামৰ্শ দিলে— টাউনলৈ আহি আৰ-তাৰ লগত কথা পাতিবলৈ। চৰকাৰৰ পৰাই হওক, আপোনালোকৰ পৰাই হওক, নিয়মীয়া সহায় এটা পাই থকাৰ ব্যৱস্থা—
মুজমদাৰ : নিয়মীয়া মানে?
দত্ত : নিয়মীয়া মানে, এই ধৰক মনথলী এলাৱেন্স এটা—
মজুমদাৰ : মন্থলী এলাৱেন্স? [উত্তেজিত] চাওক দাস, চৰকাৰৰ যদি এই বিষয়ত কিবা দায়িত্ব আছে তেনেহ'লে বেলেগ কথা। ছোৱালীজনীৰ প্ৰতি মোৰ যি দায়িত্ব আছে সেইটো মই পালন কৰিছোঁ আৰু যিমান পাৰোঁ কৰিলোঁ। মই অকৃতজ্ঞ নহওঁ। কিন্তু সেইবুলি মাহে মাহে ইমান টকা দি থাকিব লাগিব বুলি দাবী কৰিব— সেইটো অসহ্য।
দত্ত : ঠিক দাবী নহয়—
মজুমদাৰ : নহয় দাস, আপুনি বুজা নাই। এইবোৰ এক ধৰণৰ দাবীযেই। সিদিনা জগন্নাথৰ ঘৈণীয়েক আহিছে— লগত ওকালতি জনা মানুহ লৈ আহিছে— তাইৰ ল'ৰাটো নাবালক নোহোৱালৈকে মানুহজনী আৰু ল'ৰাটোৰ ভৰণ-পোষণৰ কিবা এটা ব্যৱস্থা কৰিব লাগে। ব্যৱস্থা মানে— মই মাহে মাহে টকা দিব লাগে। এইবিলাক কথাৰ কথা নেকি?
দত্ত : মানে কথা হ'ল, আতুৰত পৰিলে, বিপদত পৰিলে, মানুহে য'তে কিবা এটাৰ আশা দেখে—
মজুমদাৰ : আছে, মই নাই বুলি নকওঁ, মোৰ সামৰ্থ্য আছে, দিম্ দিব পাৰোঁ। কিন্তু ইয়াৰ ৰিপাৰকেচনটো— ইয়াৰ ফলটো কি হ'ব? [উত্তেজিত] এই যে সিহঁতে এই ঘটনাটো কৰিলে— ইমান নিজৰ নিচিনাকৈ মৰম কৰি সিহঁতক ৰাখিলোঁ— সিহঁতে যে এনেকৈ চকুত থাকি বুকুত কামোৰ মাৰিলে— ইয়াৰ বাবে মোৰ অৱস্থা কি হৈছে, সেইটো কোনে ভাবিছে? মানসিক যন্ত্ৰণা, শাৰীৰিক যন্ত্ৰণা, গোটেই দেশত বৌজাল-বৌজাল, সামাজিক যন্ত্ৰণা, কেলেংকাৰি এইবোৰৰ ক্ষতিপূৰণ কোনে দিব।
ৰত্না : আটাইতকৈ দুখৰ কথা কি জানে দত্ত? দুখীয়াৰ দুখ আমিও বুজোঁ, কিন্তু দুখীয়া বুলিয়েই জঘন্য

অপৰাধী কৰিও সিহঁত বাচি যায়, আৰু কেইটামান পইচা আছে বুলিযেই আমি সকলো বোজা মূৰত তুলি ল'ব লাগে।

মজুমদাৰ : [খং] ভাগ্য ভাল, ঘটনাটোৰ সময়ত ছোৱালী দুজনী আঁতৰত আছিল, নহ'লে সিহঁতৰ চাইকল'জীটো কি হ'লহেঁতেন? সিহঁতৰ মেণ্টেল শ্বকটো কেনেকুৱা হ'লহেঁতেন? এইবিলাকৰ পৰা সিহঁতে কি শিকিলেহেঁতেন?

মৃণাল : আচলতে এইবোৰ ব্লেকমেইল। ব্লেকমেইল কৰি মানুহক চোঁচাৰ বুদ্ধি, জুলুম কৰাৰ বুদ্ধি।

দত্ত : কথাটো একেবাৰে মিছা নহয় ৰাযচৌধুৰী। কিন্তু আমি ভাবিছিলোঁ— ঘটনাটো তল পৰিছে, অযথা এটা অশোভনীয়, লেতেৰা ঘটনা ঘৰখনৰ ওপৰত ওলমি থাকিলে আপোনালোকৰো কষ্ট, আমাৰো কষ্ট। গতিকে অলপ বুজাপৰালৈ আহি, অলপ খৰচ কৰি হ'লেও, ঘটনাটো একেবাৰে তল পেলাই দিযাই ভাল নেকি?

মৃণাল : ঘটনাটোতো তল পৰিলেই। আপোনালোকে অযথা খুঁচৰি থাকিলে—

দত্ত : [মৃণাললৈ স্থিৰ দৃষ্টিৰে চায। ৰৈ থাকে। তাৰ পিছত উঠে।] আমি অযথা খুঁচৰি থকাৰ প্ৰশ্ন হোৱা নাই ৰাযচৌধুৰী। অযথা কিয, আমি ঠিক প্ৰযোজন বুজি খুঁচৰিলেও কথাবোৰ বৰ ভাল লগা ধৰণৰ নহ'লহেঁতেন।

মৃণাল : মানে?

দত্ত : ধৰি লওক, আপুনিয়ে লোকৰ কেমেৰা ধাৰলৈ আনি কুন্তলাৰ ফটো তুলিছিল, আমিতো সেইটোকে খুঁচৰিব পাৰিলোঁহেঁতেন।

মৃণাল : সেইটো কি অপৰাধৰ কথা হ'ল?

দত্ত : অপৰাধৰ কথা হোৱা নাই, কিন্তু খুঁচৰিবলগীযা কথা হৈছে। আপুনিতো আপোনাৰ বাইদেৰেকৰ ফটো তোলা নাই, আপুনিতো আজিলৈকে আপোনাৰ ভাগিনীযেক দুজনীৰ ফটো তোলা নাই, কি কাৰণে আপোনাৰ লোকৰ কেমেৰা ধাৰ কৰি আনি চাকৰণী এজনীৰ ফটো তোলাৰ চখ হ'ল?

ৰত্না : দাস, সেইটোতো একো ছিৰিযাছ কথা নহয।

দত্ত : আপোনালোকৰ কাৰণে একো ছিৰিযাছ কথা নহ'ব পাৰে মিছেছ মজুমদাৰ, কিন্তু চাকৰণী এজনীৰ কাৰণে, গাভৰু ছোৱালী এজনীৰ কাৰণে সেইটো ছিৰিযাছ কথা হ'বও পাৰে। ছৰী মিষ্টাৰ মজুমদাৰ, মই এটা কথাৰ কাৰণে আহি আন এটা কথাত সোমাই পৰিলোঁ। কিন্তু সোমালোঁ যেতিয়া— আৰু এখেতে আমি অযথা খোঁচৰাৰ কথা উলিযালেই যেতিযা, মই অলপ ডিউটী কৰোঁ। আপোনালোক দুযো যদি অসুবিধা পায— ইযাৰ পৰা যাব পাৰে। থাকিলেও মোৰ আপত্তি নাই। কিন্তু এখেত থাকক।

মৃণাল : [খং] আপুনিও ব্লেকমেইল আৰম্ভ কৰিছে।

ৰত্না : মৃণাল। তই মনে মনে থাক।

মজুমদাৰ : এইবোৰ সৰু ল'ৰাৰ কথাত নালাগিব দত্ত। আপুনি প্ৰথমতে কি কৈছিল? কুন্তলাৰ মাক এতিযা ক'ত আছেহি?

দত্ত : কথাবোৰতো চাগৈ সৰু ল'ৰা যেন লাগিলেও এখেতৰ কামবোৰতো সৰু ল'ৰাৰ নিচিনা নহয। আৰু সেইটো কথা এখেতৰ বাইদেৱেকেই আটাইতকৈ ভালকৈ জানে।

ৰত্না : মই?

দত্ত : আপোনাৰ লগত বাৰু সেইটো কথা অলপ পিছত পাতিম। আগতে এখেতে কেইটামান কথা কওক। ৰাযচৌধুৰী, আমাৰ মানুহে চাৰ্চ কৰোঁতে আপোনাৰ কোঠালিৰ পৰা এটা

ছেন্টৰ বটল লৈ গৈছিল। আপুনি কৈছিল, সেইটো আপুনি ব্যৱহাৰ কৰে, সেইটো আপোনাৰ প্ৰিয় ছেন্ট। মনত আছে?

মৃণাল : আছে।

দত্ত : কুন্তলাৰ যিখিনি কাপোৰ আমি ইযাৰ পৰা নিছিলোঁ— তাৰ এখন শাৰীত, এটা ব্লাউজত সেই ছেন্টৰ গোন্ধ পোৱা গৈছে। এই ঘটনাটো আপুনি কেনেকৈ ব্যাখ্যা কৰিব খোজে?

মৃণাল : ঠিক একে ছেন্ট তায়ো চাগৈ কিনিছিল।

দত্ত : কুন্তলা বজাৰলৈ গৈ ছেন্ট কিনিব পৰা, পইচা থকা ছোৱালী আছিল?

মৃণাল : নহ'লে তাই চুৰ কৰিছিল।

দত্ত : ঘৰৰ ভিতৰতে থকা মানুহ এজনীযে ছেন্ট চুৰ কৰে? চুৰ কৰা ছেন্ট কাপোৰত লগাই যে ধৰা নপৰাকৈ থাকিব নোৱাৰি, সেইটো কথাও তাই নুবুজিছিলনে? আৰু মই যদি কওঁ— আপুনি তাইৰ গাত ছেন্ট লগোৱাৰ পিছত, তাই ভযতে সেইযোৰা কাপোৰ নিপিন্ধাকৈ তাইৰ বাকচটোৰ তলিত সুমুৱাই থৈছিল? আৰু মই যদি প্ৰমাণ কৰোঁ যে তাইৰ কাপোৰৰ সেই গোন্ধ ছেন্ট ছটিযাই দিযাৰ কাৰণে নহয, ছেন্ট থকা কাপোৰৰ লগত ঘঁহনি খোৱাৰ কাৰণে। [বৈ, সুৰ সলাই, মজুমদাৰ আৰু ৰত্নাক] বেযা পাইছে যদি আপোনালোক যাব পাৰে। মই অলপ খোঁচৰোঁ। কোনেকাক ব্ৰেকমেইল কৰিছে এবাৰ চাব খোজোঁ। এজনী বুঢ়ী মানুহক অলপ টকা-পইচা দি সহায কৰি বাচি যোৱাই ভাল নে মানুহজনীৰ গোটেই জীৱনৰ ভৰণ-পোষণৰ দাযিত্ব লৈ লোৱাই ভাল— তাৰ এটা ফযচলা হৈ যাওক।

মৃণাল : মিছা কথা। এইবোৰ চব মনেসজা কথা।

দত্ত : মিছা কথাক মিছা বুলি প্ৰমাণ কৰিবলৈ ইমান চিঞৰ-বাখৰ কৰিব নালাগে নহয। আৰু এটা কথা ৰাযচৌধুৰী, মই চৰকাৰী চাকৰি কৰা মানুহ। মোৰো ল'ৰা-ছোৱালী, ঘৰ-সংসাৰ আছে। ভদ্ৰ মানুহৰ ঘৰলৈ আহি, মিছা কথা কৈ, ভুল কাম কৰি, মইতো বাচিব নোৱাৰিম। ক'ত সাৰিম?

ৰত্না : নহয নহয, সেইটো আমি কোনেও কোৱা নাই।

দত্ত : মই যি কৰিছোঁ, যি কৈছোঁ, সম্পূৰ্ণ দাযিত্ব লৈ কৰিছোঁ। ছুপ্ৰিম ক'ৰ্টতো ইযাৰ এটা শব্দৰ ইফাল-সিফাল নহয। অলপ সময ৰ'ব নহ'লে, মই এটা টেপ ৰেকৰ্ডাৰৰ যোগাৰ কৰোঁ?

মজুমদাৰ : নাই নাই নাই, ইমানলৈ কিয যাব লাগিছে?

দত্ত : নহয, মানে মই কিজানি আপোনালোকক অনাহকত অপমান কৰি পিছত মিছা মাতোঁ। সেই কাৰণে সাক্ষী-বাদী থকাই ভাল নেকি?

মজুমদাৰ : নাই নাই, সেইবোৰ বাদ দিযক দত্ত, আপুনি বহক। মোৰ কোনো ফালৰ পৰা শান্তি নোহোৱা হ'ল। কোনে ক'ত কি কৰিব—

মৃণাল : মই একো কৰা নাই ভিনদেউ। কাৰ গাত কেনেকৈ অকণমান ছেন্ট লাগিল— সেইটোকে লৈ গল্প বনালে নহ'ব নহয।

দত্ত : বাৰু ৰাযচৌধুৰী, মই আৰু এটা গল্প কওঁ। এদিন ৰাতি— বোধকৰোঁ দহমান বাজিছে, সকলো খাই-বৈ শুলে, পাগঘৰত থাকিল কেৱল কুন্তলা আৰু অভিৰাম। এসময়ত অভিৰামো শুবলৈ গ'ল। শেষত কুন্তলা পাগঘৰৰ দুৱাৰ মাৰি নিজৰ কোঠালিলৈ গ'ল।

[Flash back light]

Light – [1] out

Light – [3] on

[কুন্তলাৰ শোৱা কোঠালিৰ আভাস। তাই গামোচাৰে মুখ মচিছে। বিছনাত বহি ভৰি মচিছে। চুলি খুলিছে। অন্ধকাৰ চুক এটালৈ গৈ কাপোৰ সলাইছে। এখন ফুলাম শাৰী পিন্ধিছে। তেনেতে দুৱাৰত অতি ক্ষীণ শব্দ। তাই দুৱাৰ খোলোঁ নোখোলোঁ কৰে। শংকা। ভয়। দুৱাৰ খোলে। ড্ৰেছিং গাউন পিন্ধি মৃণাল সোমাই আহে। সি দুৱাৰ বন্ধ কৰে।]

মৃণাল : মোৰ কোঠালিলৈ যাওঁ আহ।

কুন্তলা : নালাগে।

মৃণাল : কিয়?

কুন্তলা : ভয় লাগে।

মৃণাল : একো ভয় নাই আহ।

কুন্তলা : ই নালাগে।

মৃণাল : [হাতত ধৰি] আহচোন।

[এনেতে দুৱাৰত এটা দলি পৰাৰ নিচিনা ডাঙৰ শব্দ হয়। দুয়ো ভয় খায়। মৃণাল দুৱাৰৰ ফালে যায়। কুন্তলাই ছুইচ অফ কৰে। অলপ সময় তাইৰ গাত পোহৰ পৰি থাকে।]

Light [3] out [Flash back]
Light [1] on [আগৰ নিচিনা]

দত্ত : এইটো যিমান দূৰ পুলিচৰ মগজে বনোৱা গল্প? দুৰ্ভাগ্যবশতঃ এনেকুৱা বহুত গল্পৰ কথা পুলিচে প্ৰমাণেৰে সৈতে ক'ব নোৱাৰে। কাৰণ গল্পৰ এটা পক্ষৰ মৃত্যু হ'ল আৰু ইটো পক্ষৰ মতে এইবোৰ সকলো মিছা, তেওঁ এইবোৰ স্বীকাৰ নকৰে। মাত্ৰ এইটো গল্প ক'ব পাৰিলোঁ— কাৰণ এইটো গল্পৰ অনন্তঃ বাহিৰৰ সেই শব্দটোৰ কথা ৰায়চৌধুৰীৰ মনত পৰিব।

মজুমদাৰ : [ৰত্নাক] এইবোৰ কি? তোমালোকে এইবোৰ মিছা কথা বুলি চিএঞৰি চিএঞৰি ক'ব নোৱাৰা কিয়? ছি ছি ছি— কি লাজৰ কথা!

দত্ত : তেখেতক এতিয়াই দোষ নিদিব। খং, লাজ, অপমানে তেখেতকো কম জৰ্জৰিত কৰা নাই। লাজত, ভয়ত একো কৰিব নোৱাৰি, অথচ খণ্ডত হিতাহিতজ্ঞান শূন্য হৈ সেই ৰাতি দুৱাৰখনলৈ পিতলৰ গিলাচ এটা হয়তো তেখেতেই দলিয়াইছিল।

ৰত্না : মই এইবিলাক কথা একো ক'ব নোখোজোঁ। মই যি কৰিছিলোঁ সকলোৰে ভালৰ কাৰণেই কৰিছিলোঁ।

মজুমদাৰ : কিন্তু মোক ঘুণাক্ষৰেও গম নিদিয়াকৈ তুমি সকলোৰে ভালৰ কাৰণে ইমান কাম কৰাৰ কি দৰকাৰ আছিল? মোক কথাবোৰৰ এটা আভাস দি মোৰো অকণমান ভাল নকৰিলা কিয়?

ৰত্না : এইবিলাক তুচ্ছ কথাৰ মাজলৈ আপোনাক টানি অনাৰ কোনো প্ৰয়োজন নাছিল?

মজুমদাৰ : সেইবোৰ তুচ্ছ কথা এতিয়া কাৰ মুখত মহাভাৰ হৈ উঠিছে? ছি ছি ছি মৃণাল।

মৃণাল : মই কোনো বেয়া উদ্দেশ্য লৈ কুন্তলাৰ কমলৈ যোৱা নাছিলোঁ।

মজুমদাৰ : কোৱা, এখেতক কোৱা— তোমাৰ উদ্দেশ্য কিমান মহান আছিল। মইতো নোকোৱাকৈয়ে সকলো বুজোঁৱেই। পাৰা যদি এতিয়া বাহিৰৰ মানুহক বুজোৱা।
ছি ছি ছি কোনখন মুখেৰে মই এতিয়া ড্ৰাইভাৰ-চাকৰণীক দোষ দিম!

ৰত্না : মই যেতিয়াই যি দেখিছোঁ, তেতিয়াই তাৰ সাৱধানতা লৈছোঁ।

দাস : ঠিক। তেখেতে যথেষ্ট সাৱধানতা লৈছিল।
তেখেতে সাৱধানতা নোলোৱা হ'লে, হয়তো এইখন ঘৰতে কুন্তলাৰ বিযাও হৈ গ'লহেঁতেন।

মজুমদাৰ : হ'ব মিষ্টাৰ দত্ত, আপুনি আৰু বেছিলৈ নাযাব।

দত্ত : নাযাওঁ, কেতিযাও নাযাওঁ। মই কেৱল ক'ব খুজিছিলোঁ— মিছেছ মজুমদাৰে যথেষ্ট সাৱধানতা ল'লে। এতিয়া কথা হ'ল— এই মানুহহালৰ মৃত্যুটোৰ কিমানখিনি আযোজন তেখেতে কৰিলে—

ৰত্না : কি?

দত্ত : ড'ণ্ট ব'ৰী। কথাত কথা ওলাই যায। কিন্তু সেইদিনা জগন্নাথ আৰু কুন্তলাৰ লগত ৰাযচৌধুৰীক যোৱাটো আপুনি বন্ধ কৰিব নালাগিছিল।

ৰত্না : তাইৰ লগত তাক মই কেতিযাও কলৈকো নপঠিযালোঁহেঁতেন।

দত্ত : আপুনি নপঠিযালেহে। তেওঁ কিজানি পিছে পিছে গ'লেই।

মৃণাল : কি?

দত্ত : ড'ণ্ট ব'ৰী। এতিযা মানে আপুনি অন্ততঃ এটা কথা বুজিছে যে মই ব্লেকমেইল কৰা নাই। ব্লেকমেইল কৰোঁ বুলিলে মই যিমান কৰিব পাৰিলোঁহেঁতেন, তাৰ— স্কাই ইজ দি লিমিট— আকাশেইহে সীমা। আচলতে তাৰ কোনো সীমা নাই। [মজুমদাৰক] মই ফোন এটা কৰিব পাৰোঁ?

মজুমদাৰ : নিশ্চয, কৰক, কৰক। [দত্তই ফোন কৰে।]

Light [1] off
Light [2] on

[ফোনত কোম্পানীৰ এছিষ্টেণ্ট জেনেৰেল মেনেজাৰ চক্ৰৱৰ্তী। অফিচ ৰুম। দুটা ফোন। ইণ্টাৰনেলটো চক্ৰৱৰ্তীযে তোলে]

চক্ৰৱৰ্তী : ইয়েছ? আহিছে নেকি? পঠিযাই দিযা। আৰু শুনা, কফি, ক'ল্ড ড্ৰিংক যি আছে পঠিয়াই দিবা। [ফোন থয। কাগজ লুটিযায। কাগজ জাপি আঁতৰাই থয। দত্ত আহে।]

চক্ৰৱৰ্তী : আহক দত্ত। আহক। বহক।

দত্ত : থেংক ইউ।

চক্ৰৱৰ্তী : আপোনালোক আহিলেই বুকুখন কিবা ধপধপাই থাকে। [হাঁহে]।

দত্ত : নাই নাই নাই। আচল কথা কি জানে চক্ৰৱৰ্তী? আমাৰো সেইটোৱেই দুখ। সাধাৰণ মানুহ হিচাপে, সমাজৰ মানুহ হিচাপে আত্মীয-স্বজন হিচাপে আমাৰ কোনো পৰিচযেই নোহোৱা হৈ গৈছে। যলৈকে যাব— ত'তে— মানুহে হয আমালৈ ভয কৰিব, নহয আমাক ঘিণ কৰিব!

চক্ৰৱৰ্তী : নাই, নাই—

দত্ত : এটা কথাকে বাৰু ভাবি চাওকচোন, মোৰ নাম দীপক দত্ত, ঘৰত মতা নাম আছিল দীপু। মা-দেউতা ঢুকুৱাৰ পিছত মোকতো দীপু বুলি কোনোবাই মতা মনতেই নপৰে, লাহে লাহে দীপক বুলি মতা মানুহো নোহোৱা হৈ আহিছে। দত্ত, মিঃ দত্ত, ইন্সপেক্টৰ দত্ত, কেতিয়াবা ইন্সপেক্টৰ চাহাব— ইন্সপেক্টৰ বাবু [দুয়ো ডাঙৰকৈ হাঁহে]

চক্ৰৱৰ্তী : আপোনালোকৰ চাইকল'জী, আচাৰ-ব্যবহাৰো ইয়াৰ কাৰণে কম দাযী নহয়। জেপত ইমানখন এখন বহী, তাত এশটামান কে'ছৰ ন'ট, মগজত একে সময়তে বিছটামান এনকোৱাৰীৰ টুকুৰা— যলৈকে যাব ত'তে সেই একে ধাণ্ডা— আপোনাক দীপু বুলি মাতিবলৈ মানুহে সুবিধা পায ক'ত? [হাঁহে]

দত্ত : ঠিক কৈছে, ঠিক কৈছে।

চক্ৰৱৰ্তী : এই ধৰি লওক, আজি যে আপুনি আমাৰ অফিচত শুভ পদাৰ্পণ কৰিছে, এয়াতো এনেয়ে কৰা নাই চাগে? [হাঁহে]

দত্ত : নহয় নহয়, আজি মই বিশেষ কাম লৈ অহা নাই। মোৰ আচলতে মজুমদাৰ চাহাবৰ লগত অলপ কথা আছিল। কিন্তু খবৰ লৈ জানিব পাৰিলোঁ— তেখেত ছিমলালৈ গ'ল।

চক্ৰৱৰ্তী : হয়, যোৱা শনিবাৰেই গ'ল।

দত্ত : হয়, মই গম পালোঁ। ঠিক আছে, একো দিগদাৰ নাই, তেখেতৰ পি এ লস্কৰ আছে নহয়?

চক্ৰৱৰ্তী : আছে।

দত্ত : তেখেতক অকণমান সময়ৰ কাৰণে লগ পালেই হ'ব।

চক্ৰৱৰ্তী : সেই কে'ছটোৰ নতুন কিবা খবৰ ওলাল নেকি?

দত্ত : কোনটো কে'ছৰ? অ' সেই ড্ৰাইভাৰটোৰ? সেযা চাওক— মই দীপক দত্ত আহিলে ইনলেণ্ড শ্বিপিং কোম্পানীৰ অফিচত ফুৰিবলৈ, আৰু আপুনি নিজেই উলিয়ালে সেই কে'ছটোৰ কথা। [দুয়ো হাঁহে, দীঘলীয়া হাঁহিৰ পিছত] নাই নাই, সেইটো সেই তেতিয়াই শেষ। আৰু নতুন খবৰ ওলাবলৈতো একো উপাযেই নাই। সেইটো আছিল এটা ষ্ট্ৰেইট কে'ছ।

চক্ৰৱৰ্তী : চিগাৰেট? [দত্তই চিগাৰেট লয]

দত্ত : থেংক ইউ। আমি অৱশ্যে ওপৰতে চাব মাৰি ধৰি ধৰি বহুতক বহুত দিনলৈ আমনি কৰিলোঁ। কিন্তু — ওহোঁ— কোনো ডিৰেক্টলী ইনভল্‌ভড নহয। কিন্তু চক্ৰৱৰ্তী, আমাৰ পুলিচৰ মানুহৰ লাভো হয বহুত কিন্তু।

চক্ৰৱৰ্তী : যেনে?

দত্ত : এই ধৰি লওক— এই কে'ছটোৰ লগতে মজুমদাৰ চাহাবৰ ঘৰ-বাৰী, বস্তু-বাহানি, আলমাৰি-বাকচ ইত্যাদি আনি চলাথ কৰিলোঁ, গৃহস্থ-গৃহিনী, অণ্ডহী-বণ্ডহী, চাকৰ-নাকৰ সকলোকে নাকনি-কাণনি কৰিলোঁ। তাৰ ফলত কে'ছৰ যি হ'ল হ'ল — সেইটো বেলেগ কথা— কিন্তু আনহাতে মই এতিয়া হ'লোঁ মজুমদাৰ চাহাবৰ ঘৰৰ পৰম সুহৃদ, বেষ্ট ফ্ৰেণ্ড। এই ঘটনাটো নোহোৱা হ'লেতো এই এটা পৰিযালৰ লগত ইমান ওচৰ সম্পৰ্ক মোৰ কেতিয়াও নহ'লহেঁতেন।

চক্ৰৱৰ্তী : ডেটছ ৰাইট।

দত্ত : এইটো জানো আমাৰ একষ্ট্ৰা লাভ নহয?

চক্ৰৱৰ্তী : নিশ্চয নিশ্চয। [ট্ৰেত দুবটল 777 লৈ বেয়াৰা আহে।]

দত্ত : আৰু এযা, ফুৰিবলৈ আহিলে এই পানীযৰ দ্বাৰা আপ্যাযিত হ'লে, এইটো জানো কম লাভ? [দুযো হাঁহে। দত্তই বটলটো লৈ হঠাৎ এক মুহূৰ্তৰ কাৰণে ৰৈ যায়। তাৰ পিছত] আঃ, বেচ ঠাণ্ডা।

চক্ৰৱৰ্তী : ফ্ৰিজৰ পৰা উলিয়াই আনিছে। [বেয়াৰা যায]

দত্ত : আপোনালোকৰে ভাল। কোম্পানীৰ কাৰবাৰ। লাগ বুলিলেই ঠাণ্ডা 777, লাগ বুলিলেই চাহ— কফি। আমাৰ আকৌ— এফালৰ পৰা যুদ্ধ কৰি আহি সোমাবহি, গৰম আৰু পিয়াহত জান যায়— সোমায়েই চিঞৰি থাকক— অ'ই কোন আছ? ই বলোৰাম কলৈ গ'ল? শুক্ৰেশ্বৰ ক'লৈ গ'ল? জেপৰ পৰা পইচা দি পঠিয়াওক কিবা এবটল আনিবলৈ— নাই নাই নাই— এঘণ্টাৰ মূৰত ওলাবহি— ক'ল্ড ড্ৰিংকৰ উতল আহোঁ আহোঁ অৱস্থা। চাহ হ'লে ক'ল্ড ড্ৰিংকৰ সমান ঠাণ্ডা, ক'ল্ড ড্ৰিংক চাহৰ সমান গৰম—' কি যে কাণ্ড। [চক্ৰৱৰ্তীয়ে

হাঁহে। দত্তই একে শোহাই খায়।] বৰ পিয়াহ লাগিছিল বুইছে' থেংক ইউ। একলহমান পানীৰ পিয়াহ লাগি আছিল।

চক্ৰবৰ্তী : আৰু এবটল দিব নেকি?

দত্ত : নাই নাই, আকৌ আনিবলৈ যাব লাগিব। [বে'ল বজায়] আমাৰ ফ্ৰিজতে যথেষ্ট ৰে'ডী ষ্টক থাকে।

[বেয়াৰা আহে।] চাহাবৰ কাৰণে আৰু এবটল [বেযাৰা যায়]

চক্ৰবৰ্তী : আমাৰ সাধাৰণতে, ভিজিটৰছ, মেল-মিটিং থাকেই, সেই কাৰণে ক'ল্ড ড্ৰিংকৰ নিচিনা কিছুমান বস্তু অনবৰত ষ্টকত ৰাখি থোৱা হয়।

দত্ত : ভাল, ভাল ব্যৱস্থা। বৰ সুন্দৰ ব্যৱস্থা। মজুমদাৰ চাহাব ছিমলাৰ পৰা কেতিয়া উভতিব?

চক্ৰবৰ্তী : এতিয়া সাত দিনৰ কথা কৈ গৈছে। যদি আৰু পলম হয়, মেছেজ পঠিয়াম বুলি কৈছে।

দত্ত : তেখেতক লগ পোৱা হ'লে বেছি ভাল আছিল। ঠিক আছে, লস্কৰকে সুধি যাম, তেৱোঁ নিশ্চয় ক'ব পাৰিব।

চক্ৰবৰ্তী : মই বাৰু লস্কৰক মতাই দিম।

দত্ত : লস্কৰোতো মজুমদাৰৰ ট্ৰাষ্টেড— মানে বিশ্বাসী মানুহ চাগৈ?

চক্ৰবৰ্তী : অ'— ভেৰী ভেৰী ট্ৰাষ্টেড। অত্যন্ত বিশ্বাসী মানুহ। ইন ফেক্ট— ক'বলৈ গ'লে— মজুমদাৰ চাহাবে আমাতকৈ কেতিযাবা লস্কৰৰ ওপৰত বেছি ডিপেণ্ড কৰে।

দত্ত : ৰিয়েলী?

চক্ৰবৰ্তী : হয। অৱশ্যে এইটোও সঁচা যে লস্কৰ মানুহজন ডিপেণ্ডেবল, এফিচিযেণ্ট, কেপেবল— খুব কামৰ মানুহ।

দত্ত : হয় নেকি?

চক্ৰবৰ্তী : আৰু সেই কাৰণে তেওঁ তাৰ পুৰস্কাৰো পাইছে।

দত্ত : মানে?

চক্ৰবৰ্তী : যোৱা মাহত তেওঁক জুনিযৰ অফিচাৰৰ চাকৰি দিযা হৈছে।

দত্ত : হয় নেকি?

চক্ৰবৰ্তী : কোম্পানীৰ তিনিজনক ছুপাৰছিড কৰিছে।

দত্ত : তিনিজনক?

চক্ৰবৰ্তী : [মুৰ জোকাৰি] সেই লৈ কোম্পানীৰ ভিতৰত এটা অসন্তুষ্টি হৈছে। কাৰণ যি তিনিজনক তলত পেলাই ৰাখি লস্কৰক প্ৰমোচন দিয়া হ'ল— তেওঁলোক যথেষ্ট ছিনিয়'ৰ, পুৰণি মানুহ। যোগ্য মানুহ। গতিকে ভিতৰি ভিতৰি এটা অসন্তুষ্টি হ'বই।

দত্ত : নেচাৰেলী। কিন্তু মজুমদাৰ চাহাবে হঠাতে এইটো কাম কৰিলে কিয? তিনিজন মানুহ অসন্তুষ্ট হোৱা মানে— তেওঁলোকৰ লগৰ বহুত অসন্তুষ্ট হোৱা। আমাৰ পুলিচত এনেকুৱা হোৱা হ'লেতো মেম'ৰাণ্ডাম' তেম'ৰাণ্ডাম, চিঠি-পত্ৰ, দৌৰা-দৌৰি—

চক্ৰবৰ্তী : কি কৰিব? চাহাবৰ মৰ্জি। অৱশ্যে তেখেতে কামটো আৰু অলপ বুদ্ধি খুটৱাই, টেক্টফুলী কৰিব পাৰিলেহেঁতেন।

[বেয়াৰা আহে। ক'ল্ড ড্ৰিংকৰ বটল থৈ যাব খোজোঁতে] শুনা, লস্কৰ আহিল নেকি? আহিছে যদি মোৰ ইয়ালৈ আহিবলৈ ক'বা। [বেয়াৰা মুৰ জোকাৰি ওলাই যায।]

দত্ত : এইবিলাকতো আজিকালি হৈয়েই থাকে। কিবা এটা কয নহয়— ৰজাই ভাল বোলে যাক, হাতী-ঘোঁৰাও নালাগে তাক। [দত্তই ড্ৰিংকৰ বটল পিয়ে]

চক্ৰৱৰ্তী : তথাপি। এইবিলাক কোম্পানীৰ কথা হ'ল ভিতৰখন যিমানে চাফা কৰি ৰাখিব, মানুহক যিমানে অন্যায় নকৰাকৈ, সন্তুষ্ট কৰি ৰাখিব, সিমানে কোম্পানী ঠিকে চলিব। কিন্তু এবাৰ যদি ক'ৰবাত ঘুণে ধৰিলে— বাচ।

দত্ত : [বিটলটো চাই, থৈ] কিন্তু কোম্পানীৰ ব'ৰ্ড বোলা বস্তু এটা নাই জানো? অইনে আপত্তি নকৰিলেনে?

চক্ৰৱৰ্তী : মজুমদাৰ চাহাবে নিজে ইমান লম্বা-চৌৰা ৰিকমেণ্ডেচন দি, জাষ্টিফাই কৰি ব'ৰ্ডত যদি কথাটো প্লেছ কৰে আপত্তি কোনে কৰিব? আৰু বাকীবোৰ মেম্বৰৰ ভিতৰৰ ইমান সৰু-সুৰা কথাত কিহৰ ইণ্টাৰেষ্ট। [দুৱাৰত নক] ইয়েছ। [লস্কৰ আহে] আহক লস্কৰ, এখেত ইন্সপেক্টৰ দত্ত।

দত্ত : পাওঁ পাওঁ চিনি পাওঁ। লগ পাইছোঁ নহয়।

লস্কৰ : হয় পাইছোঁ।

চক্ৰৱৰ্তী : এখেতে আপোনাক কিবা কথা এটাত লগ ধৰিব খুজিছে। বহক।

দত্ত : কংগ্ৰেচুলেচন লস্কৰ, আপোনাকতো প্ৰমোচনৰ পিছত লগ পোৱাই নাই।

লস্কৰ : থেংক ইউ।

দত্ত : মোৰ হঠাতে এটা কথা মনলৈ আহিছে চক্ৰৱৰ্তী।

চক্ৰৱৰ্তী : কি?

দত্ত : মইতো ইতিমধ্যে আপোনাৰ যথেষ্ট সময় নষ্ট কৰিলোঁ।

চক্ৰৱৰ্তী : নাই নাই, নহয়—

দত্ত : আপুনি নহয় বুলি ক'লেই হ'বনে? গতিকে লস্কৰৰ লগত মোৰ ব্যক্তিগত কথা আপোনাৰ কোঠালিত পাতি আৰু আধা ঘণ্টা সময় নষ্ট কৰাতকৈ, অইন এঠাইলৈ ওলাই যোৱাই ভাল।

চক্ৰৱৰ্তী : আপোনাৰ যদি অসুবিধা নহয়— মোৰ অসুবিধা কিন্তু একো নাই।

দত্ত : বাৰু ঠিক আছে তেনেহ'লে, মোৰেই অসুবিধা হ'ব। হ'লতো? [ তিনিও হাঁহে ] এটা কাম কৰোঁ লস্কৰ, [ঘড়ী চাই] ভাত খাবৰো সময় হ'ল। আজি মই এইখিনিৰে চাইনিজ ৰেস্তোঁৰাখনত দুপৰীয়াৰ সাঁজ খোৱাৰ কথা। ব'লক নহ'লে, তাতে বহি খোৱাও হ'ব, কথা পতাও হ'ব।

লস্কৰ : মোৰ—

দত্ত : কিবা অসুবিধা আছে নেকি?

চক্ৰৱৰ্তী : দুপৰীয়া খোৱাৰ সময়ত লস্কৰৰ মাজে মাজে অসুবিধা এটা হয়। [হাঁহে] [লস্কৰক] ফোনত কৈ দিয়ক নহ'লে।

দত্ত : জানো কি আপোনালোকৰ সাংকেতিক কথা। [লস্কৰে ইণ্টাৰনেল ফোন তোলে]

লস্কৰ : মৃদুলা? শুনা, মোৰ হঠাতে এফালে যাবলগীয়া হ'ল।— অলপ দেৰি হ'ব।— নাই নাই নালাগে, মোৰ দেৰি হ'ব, তুমি খাবা।— মই তাতে খাম। আহি ক'মহি।— ঠিক আছে।— ঠিক আছে। [ফোন থয়]

চক্ৰৱৰ্তী : এতিয়া দত্তৰ সংকেতটো অলপ বুজা বুজা যেন লাগিছেনে?

দত্ত : বেছি বুজা নাই, কিন্তু লস্কৰক মই এই দুপৰীয়াটো— ফুলনি এখনৰ পৰা দাঙি নি মৰুভূমি এখনত পেলাবলৈ ওলাইছোঁ যেন লাগিছে। [তিনিও হাঁহে]

চক্ৰৱৰ্তী : আপুনিতো বৰ ৰসিক পুলিচৰ মানুহ!

দত্ত : কিন্তু মই শুনিছিলোঁ লস্কৰ এতিয়াও বিয়াৰ বজাৰত বৰ দামী পাত্ৰ হৈ আছে।

চক্ৰৱৰ্তী : নহয় নহয়, আপোনাৰ ইনফৰমেচন ভুল।
দত্ত : লস্কৰৰ আপত্তি নাই যদি শুদ্ধ ইনফৰমেচনটো?
চক্ৰৱৰ্তী : আমাৰ অফিচৰে ষ্টেন'গ্ৰাফাৰ— মৃদুলা দেৱী— ক'বলৈ গ'লে এসময়ত আমাৰ কোম্পানী এছেট— এতিয়া—
দত্ত : লস্কৰৰ এছেট? [সকলোৱে হাঁহে] আকৌ কংগ্ৰেচুলেচন লস্কৰ। কিন্তু শুভ কামত পলম কিয়?
চক্ৰৱৰ্তী : নাই, এইবাৰ আৰু পলম নহ'ব যেন পাওঁ।
দত্ত : [লস্কৰক] দিন-বাৰ?
লস্কৰ : চাওঁচোন, অহা এপ্ৰিলত।
দত্ত : আঃ বিযাৰ কথাত এপ্ৰিল বুলি কয় কিয় হেৰি? ব'হাগ— ব'হাগ— [সকলোৱে হাঁহে]

Light [2] off
Light [1A] on

[নিৰ্জন ঠাই। পাৰ্কৰ একাষ। মৃদুলা আৰু দত্ত]

দত্ত : মৃদুলা দেৱী।
মৃদুলা : কওক।
দত্ত : আমি পুলিচৰ মানুহে কেতিযাবা এনেকুৱা কিছুমান কাম কৰিব লগাত পৰোঁ— নিজৰেই বেযা লাগে। অথচ নকৰিও উপায নাই। আচলতে আজি মই আপোনাক থানালৈ মতাই নিব লাগিছিল, নাইবা মই আপোনাৰ ঘৰলৈ যাব লাগিছিল। কিন্তু আপোনাৰ নিচিনা এজনী ছোৱালী থানাত— নাইবা পুলিচৰ মানুহ আপোনাৰ ঘৰত— এটাও মোৰ ভাল নালাগিল। সেই কাৰণে, বহুত ভাবি-চিন্তি সাধাৰণতে আমি নকৰা কাম এটা কৰিছোঁ, অকণমান সমযৰ কাৰণে আপোনাক ইযালৈ মাতি আনিছোঁ।
মৃদুলা : নাই নাই, একো কথা নাই। কিন্তু মই কাৰণটো একো বুজা নাই। ইফালে আপুনি কথাবোৰ ইমান গোপন গোপন কৰিছে, সেই কাৰণেহে মোৰ ভয লাগিছে।
দত্ত : গোপন। একেবাৰে গোপন। আশাকৰোঁ আপুনি আপোনাৰ নিজৰ ভৱিষ্যতৰ ভালৰ কাৰণেই, আজি ইযাত মোক লগ পোৱাৰ কথাটো— আনকি লস্কৰকো কেতিযাও নক'ব। আপুনি মোক নিজৰ ককাযেক বুলি ভাবক আৰু কথা দিযক। [দুযো দুযোলৈ চায।]
মৃদুলা : ঠিক আছে, মই কথা দিছোঁ।
দত্ত : লস্কৰৰ লগত আপোনাৰ কিমান দিনৰ সম্বন্ধ?
মৃদুলা : চিনাকি দুবছৰৰ। সম্বন্ধ ছমাহমানৰ।
দত্ত : সম্বন্ধ পকা?
মৃদুলা : পকা।
দত্ত : আপুনি মানুহজনক ভালকৈ বুজি লৈছে?
মৃদুলা : এজনী ছোৱালী বিযা কৰাবলৈ ওলোৱা মানুহজনক যিমানকৈ বুজি লোৱাটো সম্ভৱ, সিমানকৈ বুজি লৈছোঁ নিশ্চয়।
দত্ত : [দুখৰ সুৰেৰে] ভাল। ভাল কথা। [বৈ] কিন্তু এই মজুমদাৰৰ ঘৰখনৰ লগত মানুহজনৰ সম্পৰ্ক নথকা হ'ল।
মৃদুলা : অঁ বুজিছোঁ।

দত্ত : কি? কি বুজিছে?
মৃদুলা : আপুনি সেই কুন্তলা নামৰ ছোৱালীজনীৰ কথা ক'ব খুজিছে।
দত্ত : ঠিক, আপুনি ঠিক ধৰিছে।
মৃদুলা : ছোৱালীজনীৰ লগত এওঁৰ, মানে লস্কৰৰো বদনাম ওলাইছিল।
দত্ত : সঁচানে মিছা মই ক'ব নোৱাৰোঁ, কিন্তু—
মৃদুলা : ওলাইছিল। মই কওঁ শুনক। বদনাম ওলাইছিল আৰু কথাবোৰ সঁচা।
দত্ত : সঁচা?
মৃদুলা : সঁচা। আপুনি ছোৱালীজনী দেখিছিল?
দত্ত : ফটো আৰু ডেডবডী দেখিছোঁ।
মৃদুলা : ছোৱালীজনী বৰ ধুনীয়া আছিল। লস্কৰৰ সেইখন ঘৰৰ লগত বৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। সেই সময়ত এওঁ চঞ্চলো আছিল। এদিন তেওঁ ছোৱালীজনীক পোনে পোনে বিয়াৰ প্ৰস্তাৱ দিছিল। ছোৱালীজনী বোলে ৰাজীও হৈছিল।
দত্ত : তাৰ পিছত?
মৃদুলা : লস্কৰৰ দেউতাকে কথাটোত ঘোৰ আপত্তি কৰিলে। তেখেত মজুমদাৰ ছাৰৰ ঘৰলৈ গৈ পুতেকক চাকৰিৰ পৰা এৰুৱাই দিবলৈ জোৰ কৰিছিল। মজুমদাৰ ছাৰ লস্কৰক এৰি দিবলৈ সন্মত নহ'ল। কিন্তু তেখেতে কুন্তলাক মাতি আনি লস্কৰৰ দেউতাকৰ আগতে শপত খুৱালে— আৰু কোনো দিনেই যাতে তাই লস্কৰৰ লগত সম্পৰ্ক নাৰাখে। ঘটনাটো সিমানতে শেষ।
দত্ত : আপুনি নিশ্চিত যে ঘটনাটো সিমানতে শেষ?
মৃদুলা : ঘটনাটো সিমানতে শেষ বুলি নিশ্চিত হোৱাৰ প্ৰযোজন এই পৃথিৱীত মোতকৈ কাৰ বেছি?
দত্ত : নিশ্চয। আচল কথা কি জানে মৃদুলা দেৱী? এই কুন্তলাহঁতৰ ঘটনাটো এতিয়া পুৰণি হৈ গ'ল। কিন্তু পৰহি আপোনাক দেখি হঠাতে মোৰ গোটেই কথাবোৰ মনত পৰি গ'ল। আপোনাক দেখিযেই মোৰ কিয জানো— বৰ মৰম লাগিল, আপোনাক মোৰ বৰ আপোন আপোন লাগিল। সেই কাৰণে ভাবিলোঁ— আপোনাক কথাবোৰ কৈ অলপ সাৱধান কৰি দিয়া ভাল— যাতে পিছলৈ আপুনি মনোকষ্ট নাপায।
মৃদুলা : ধন্যবাদ। আপোনাৰ সহাযৰ কথা মনত থাকিব।
দত্ত : কিন্তু মৃদুলা দেৱী, এই যে কুন্তলা মৰিবৰ সময়ত গৰ্ভৱতী আছিল, সেই কথাটোৰ বিষযে লস্কৰে কি ভাবে?
মৃদুলা : তাৰ বাবে একমাত্ৰ দাযী সেই জগন্নাথ নামৰ ড্ৰাইভাৰটো।
দত্ত : লস্কৰে কিয তেনেকৈ ভাবে?
মৃদুলা : তেওঁ বহুত দিনৰ বহুত ঘটনা জুকিযাই সেইটো প্ৰমাণ কৰিব পাৰে।
দত্ত : হয নেকি?
মৃদুলা : তেওঁ এই বিষযে নিঃসন্দেহ।

Light [1A] off
Light [3] on

[পুলিচ অফিচৰ দত্তৰ কোঠালি। দত্ত বহি আছে। মৃণালে থিয় হৈ ব্ৰিফকে'ছ এটাৰ পৰা টকাৰ বাণ্ডিল উলিযাই ইন্সপেক্টৰৰ মেজত থয।]

মৃণাল : পুৰা ত্ৰিছ হাজাৰ আছে। [দত্তই থিয় হৈ লৰালৰিকৈ ফাইল এটাৰে টকাখিনি ঢাকে। তেওঁ চঞ্চল হয।]

দত্ত : অ'ই কোন আছ? [নিজে দুৱাৰৰ ফালে যায।]
দুৱাৰখন বন্ধ কৰি দে। ইযালৈ কাকো আহিবলৈ নিদিবি। [ভাবে। টকাখিনি ড্ৰয়াৰত থয।]
কিন্তু ৰাযচৌধুৰী, আশাকৰোঁ আপুনি টকাখিনি কোনো বেয়া ভাব মনত ৰাখি দিয়া নাই?

মৃণাল : নাই নাই, মোৰ মনত কোনো বেয়া ভাব নাই। আৰু— বেযা ভাব নথকাৰ কাৰণ হ'ল— মোৰ টকাৰ অভাব নাই। দেউতাই কিমান টকা মোক দি গৈছে— তাৰে মই এনেকুৱা বহুত কে'ছ মিটমাট কৰিব পাৰোঁ।

দত্ত : আশাকৰোঁ কথাটো আপুনি সম্পূৰ্ণ গোপনে ৰাখিব।

মৃণাল : আপুনি কোনো চিন্তা নকৰিব। কিন্তু এটা কথা ঠিক দত্ত, কুন্তলাৰ মাকৰ প্ৰযোজন হৈছে, আপোনাৰ ভনীযেকৰ বিযাৰ কাৰণে প্ৰযোজন হৈছে, টকা থওক, লাগিলে ক'ব আৰু দিম। কিন্তু আপুনি এক ছেকেণ্ডৰ কাৰণেও নাভাবিব যে মই কিবা অপৰাধ ঢাকিবলৈ আপোনাক টকা দিছোঁ।

দত্ত : মানে?

মৃণাল : অপৰাধ ঢাকিবলৈ মোৰ এটা ফুটাকডি খৰচ কৰাৰো প্ৰযোজন নাই।

দত্ত : নাই নেকি?

মৃণাল : নাই। কাৰণ এটা ফুটাকডিৰে ঢাকিবলগীযা অপৰাধো মই কৰা নাই— অন্ততঃ কুন্তলাৰ ক্ষেত্ৰত। টকাখিনি মই ঘাঁৰ পুঁজ উলিযাই দিযাৰ নিচিনাকৈ উলিযাই দিছোঁ— যাতে ঘাও শুকায মাখিও আঁতৰে।

দত্ত : মাখি? আপোনাৰ মনলৈ হঠাতে ইমান সাহস উভতি আহিল কেনেকৈ ৰাযচৌধুৰী? নে ত্ৰিছ হাজাৰ টকা ঘোচ দি মোক কিনি পেলালোঁ বুলি ভাবিলে?

মৃণাল : সাহস মোৰ কেতিযাও কমা নাছিল মিষ্টাৰ দত্ত। কিন্তু আপোনালোকে বৰ পুলিচী কাযদা কৰেতো। সেইদিনা হঠাতে আপুনি এনে এটা কাযদা লগোৱা কাণ্ড আৰম্ভ কৰিলে, যে মই হতভম্ব হৈ গ'লোঁ। ফলত আপুনি ভাবিলে— আঃ পাই গ'লোঁ হত্যাকাৰী। কিন্তু দত্ত, আপুনি মনত ৰাখিব, কুন্তলাক গৰ্ভৱতী কৰাৰ কাৰণে আৰু সিহঁত দুটাক হত্যা কৰাৰ কাৰণে মই যিমান দাযী আপুনিও সিমানেই দাযী।
[দত্তই জোৰেৰে হাঁহে।]

মৃণাল : শুনক দত্ত, আপুনি অইন সমযত কিমান হাহে হাঁহিব। মই— মই অতিষ্ঠ হৈ উঠিছোঁ দত্ত। এই ছোৱালীজনী মৰাৰ কাৰণে আপোনালোকে মোক শান্তিৰে দুখ কৰিবলৈ নিদিলে।

দত্ত : দুখ কৰিবলগীযা আছিল নেকি?

মৃণাল : আছিল। কাৰণ কুন্তলা ভাল ছোৱালী আছিল। মই তাইক— যাক ভাল পোৱা বোলে— তেনেকৈ ভাল পাইছিলোঁ।

দত্ত : আৰু তাই?

মৃণাল : ক'বলৈ আৰম্ভ কৰিছোঁ যেতিযা, মোকে কৈ যাবলৈ দিযক দত্ত। অযথা পুলিচী কাযদা কৰি মোক বিৰক্ত নকৰিব। তাই মোক মৰম কৰিছিল, কিন্তু কেনেকুৱা মৰম, আজিলৈকে মই বুজিব নোৱাৰিলোঁ। তাই ঘণ্টাৰ পিছত ঘণ্টা মোৰ লগত প্ৰাণখুলি আনন্দ কৰিছিল, কিন্তু এক ছেকেণ্ড তাইক মই বিচৰা ধৰণে মৰম কৰিবলৈ নিদিছিল। মই কেতিযাবা খুব অস্থিৰ হৈছিলোঁ, কিন্তু জোৰকৈ তাইৰ মনত কষ্ট পোৱা কোনো কাম কৰা নাছিলোঁ। তাই ইমান ভাল ছোৱালী আছিল যে বলাৎকাৰ নকৰিলে তাইক কোনেও গৰ্ভৱতী কৰিব নোৱাৰে। আৰু মই বলাৎকাৰ ঘিণ কৰোঁ। কিন্তু কোনোবাই— কোনোবা চয়তানে— জোৰ কৰি

তাইৰ সৰ্বনাশ কৰিছিল।

Lıght out

Lıght [stage 1] on

[ইটো মঞ্চত আউলী-বাউলী চুলিৰে কুন্তলা থিয় হৈ আছে। তাই কিছু সময় চিন্তা কৰাৰ পিছত বে'ল বাজে। তাই চায়। অনিচ্ছা। আকৌ বে'ল বাজে। ২য় মঞ্চৰ ফালে দুৱাৰ খুলি দিয়ে। মৃণাল আহে।]

মৃণাল : ঘৰত কোনো নাই নেকি? বাইদেউ-ভিনদেউ কলৈ গ'ল।

কুন্তলা : জানো। ক'ব নোৱাৰোঁ।

মৃণাল : কেতিয়া আহিব কৈ গৈছে নেকি?

কুন্তলা : দেৰি হ'ব বুলি কৈছে।

মৃণাল : তই যে দুৱাৰ খুলি দিলি, অভিৰাম নাই নেকি?

কুন্তলা : বজাৰলৈ গৈছে।

মৃণাল : বঢ়িয়া। আহ, এইখিনিতে থিয় হৈ প্ৰথম প্ৰথম মোৰ মূৰটো পিটিকি দে। তাৰ পিছত যি আছে আছে। আজি তই কলৈ সাৰিবি?

কুন্তলা : হোঃ।

মৃণাল : কি? হোঁঃ কৰিলি দেখোন?

কুন্তলা : মোৰ আৰু সাৰিবলৈ কিটো আছে? এতিয়া আৰু যাৰ ইচ্ছা, নেফানেফ কৰিবলৈহে বাকী আছে। [মৃণাল হতবাক]

মৃণাল : এইবোৰ কি কৈছ কুন্তলা? [কুন্তলাই কান্দে]

মৃণাল : কান্দিছ কিয়? হৈছে কি?

কুন্তলা : মই আপোনাক ভালকৈ চিনি পাইছোঁ। আপুনি মোক বৰ মৰম কৰে। কিন্তু আপোনালোক ডাঙৰ মানুহ। সেই কাৰণে বেছি মৰম কৰি মই কেতিয়াও আপোনাৰ অপকাৰ কৰিব খোজা নাছিলোঁ। আপুনি খং কৰিলেও মই পলাই ফুৰিছিলোঁ কিন্তু মইতো সদায় এনেকৈ থাকিব নোৱাৰোঁ।

মৃণাল : নিশ্চয় নোৱাৰ। মোৰ মনলৈও সেইটো কথাই বাৰে বাৰে আহে কুন্তলা।

কুন্তলা : সেই কাৰণে মই নিজেই ঠিক কৰিছিলোঁ।

মৃণাল : কি ঠিক কৰিছিলি?

কুন্তলা : মই অভিৰামকে বিয়া কৰাম। সি দুখীয়া মানুহ। কিন্তু বৰ ভাল মানুহ। [মৃণাল হতবাক। ৰৈ থাকে ওচৰলৈ যায়।]

মৃণাল : তই এইটো কথা মোক আগতে নকলি কিয় কুন্তলা? ঠিক আছে। তই চিন্তা নকৰিবি। মই তোক যিমান পাৰোঁ সহায় কৰিম।

কুন্তলা : এতিয়া আৰু আপুনি মোক কি সহায় কৰিব দাদা? [কান্দে]

মৃণাল : তই কিয় এনেকৈ কান্দি আছ? হৈছে কি? [কুন্তলাই আৰু বেছিকৈ কান্দে]

মৃণাল : কুন্তলা।

কুন্তলা : মোক জোৰকৈ নষ্ট কৰিছে।

মৃণাল : কি?

কুন্তলা : মোৰ সৰ্বনাশ হৈছে। এইটো গা লৈ আজি মই অভিৰামৰ ওচৰলৈও যাব নোৱাৰোঁ।

মৃণাল : কুন্তলা। ক কোনে—

কুন্তলা : আৰু একো নুসুধিব দাদা। দেখে যদি নিজ চকুৰে দেখিব— কি হয়, কিন্তু মই মৰিলেও আৰু একো নকওঁ। মই কিন্তু শেষলৈকে চাম। চাম বুলিছোঁ চামেই। মই এনেকৈ নমৰোঁ। মৰিমো, মাৰিমো। [ফোন বাজে। অলপ বহাৰ পিছত মৃণাল ফোন ধৰিবলৈ ওলাই যায।]

কুন্তলা : [বৈ। নিজকে] সেইটোৱেই ঠিক। মৰিমো, মাৰিমো।

Stage-1 – out
Stage 2 – on

[দ্বিতীয় মঞ্চত মৃণালে মূৰৰ চুলিত হাত বুলাই অস্থিৰ।]

দত্ত : মৰিমো, মাৰিমো। ইয়াৰ কি অৰ্থ হ'ব পাৰে ৰায়চৌধুৰী?

মৃণাল : মোৰ কোনো আইডিয়া নাই। সেইবোৰৰ অৰ্থ উলিওৱা আপোনালোকৰ কাম। আপুনি কেবল এটা কথা লক্ষ্য কৰাটো মই বিচাৰোঁ যে কুন্তলাই মোক মাৰি থৈ যোৱা নাই। আপুনি মোক দেখিছেই আছে।

দত্ত : এৰা। দেখা নাই জগন্নাথক। তাৰ মানে— ভেৰী ইণ্টাৰেষ্টিং। বাৰু ৰায়চৌধুৰী, কুন্তলাৰ বাৰু শেষলৈ এনে এটা অৱস্থা হৈছিলগৈ নেকি— যে তাই লগত বিহ লৈ ফুৰে?

মৃণাল : হোঃ। আপোনালোকৰ তদন্তৰ নমুনা দেখিলে বৰ বিৰক্তি লাগে দত্ত। এনেকুৱা লাগে যেন শ্মশানৰ পৰা উঠি আহি এদিন কুন্তলাই চব কথা আপোনাক কৈ যাব আৰু আপোনাৰ প্ৰমোচন হৈ যাব। ভাল, মই আহোঁ।

দত্ত : ৰ'ব মিঃ ৰায়চৌধুৰী। পুলিচ সম্পৰ্কে আপোনাৰ ধাৰণাৰ বাবে ধন্যবাদ। আমিতো অলৌকিক শক্তিৰে জন্মগ্ৰহণ নকৰোঁ। আপোনালোকেই আমাক শক্তি দিয়ে বা নিশকতীয়া কৰে। [টকাখিনি উলিয়াই ব্ৰিফকে'ছত ভৰাবলৈ ধৰে] কিন্তু ইমানবোৰ কথা আপুনি আগতে কোৱা হ'লে—

মৃণাল : মই কুন্তলা শান্তিৰে থকাটো বিচাৰোঁ। এতিয়াও বিচাৰোঁ।

দত্ত : [ব্ৰিফকে'ছ বন্ধ কৰি] শুনক ৰায়চৌধুৰী। বিয়া— বিয়া দিবলৈ মোৰ কোনো ভনী নাই। আৰু কুন্তলাৰ মাকে আচলতে যিমান চিএৰ-বাখৰ কৰিছে, কৰিলেহেঁতেন, তাতকৈ বেছি চিএৰ-বাখৰ আমিহে কৰাইছোঁ। বুটীজনীক কিবা দিয়ে যদি আপুনি নিজে দিবগৈ— অৱশ্যে আৰু কেইদিনমানৰ পিছত। লওক। [ব্ৰিফকে'ছটো দিয়ে]। থেংক ইউ। [মৃণাল যায। ইন্সপেক্টৰে গভীৰভাৱে চিন্তা কৰে।]

দত্ত : [হঠাতে] শান্তনু। অ'ই কোন আছ? [অলপ পিছতে শান্তনু আহে।]

শান্তনু : ছাৰ।

দত্ত : তুমি এটাইকেইটা নম্বৰ ফোন কৰি চোৱা— এই মুহূৰ্তত লস্কৰ ক'ত আছে। আৰু গাড়ীখন ৰেডী কৰিবলৈ কোৱা। [ওলাই যায] [শান্তনুৱে ফোনৰ ডায়েল ঘূৰায।]

শান্তনু : টু ফ'ৰ ছিক্স টু?— পাৰ্ডন, ছৰী। ৰং নাম্বাৰ। [আকৌ ডায়েল ঘূৰায়।]

Stage – 2 — out
Stage – 1 — on

[পুলিচ অফিচৰ দত্তৰ কোঠালি। শান্তনু থিয় হৈ আছে; লস্কৰ বহি আছে। বেৰত আন বস্তুৰ লগতে এটা জেকেট আঁৰি থোৱা আছে।]

শান্তনু : আপোনালোকৰ যে এই ইনলেণ্ড শ্বিপিং কোম্পানী— কোম্পানীটোৱে অকল মাল-বস্তুহে অনা-নিয়া কৰেনে, পেছেঞ্জাৰো অনা-নিয়া কৰে?

লস্কৰ : নাই নাই, পেছেঞ্জাৰৰ লগত আমাৰ কোনো কাৰবাৰ নাই। খালী গুড়্ছ। এখেতৰ পলম হ'ব নেকি?

শান্তনু : কাৰ? ইন্সপেক্টৰ ছাৰৰ? নাই নাই, ছাৰ সেইটো ৰুমতে ডি এছ পি চাহাবৰ লগত কথা পাতি আছে। সোঁৱা আহিলেই। [দত্ত আহে]

দত্ত : ছৰী লস্কৰ, মোৰ ছাৰৰ লগত কথা পাতোঁতে অলপ পলম হ'ল। শান্তনু!

শান্তনু : ছাৰ।

দত্ত : গাড়ীখনৰ তেল-তুল চব ঠিকঠাককৈ চাই ল'বলৈ কোৱা। পোন্ধৰ মিনিটৰ ভিতৰতে যেন চব ৰেডী হয়।

শান্তনু : ভাল ছাৰ। [যায]

দত্ত : আপুনি আমাক অলপ সহায় কৰিব লাগে লস্কৰ।

লস্কৰ : কেনেকুৱা?

দত্ত : এই পুৰণি কথা কিছুমান ঘুকটি বৰ বিৰক্তিযেই লাগিছে। আমি যিমানে পুতিবলৈ চেষ্টা কৰোঁ, সিমানে ঘটনাবোৰ বাঁহ-গাজ ওলোৱাদি ওলাই আহিব খোজে। সেই কুন্তলা-জগন্নাথৰ ঘটনাটো—

লস্কৰ : আকৌ কি হ'ল?

দত্ত : আমিতো সেইবিলাক কথা কেতিযাবাই এৰিলোঁ, কিন্তু এই বুঢ়ীজনী, মানে কুন্তলাৰ মাকে এটাৰ পিছত এটাকৈ কিবা নহয কিবা এটা উলিযাই আছে। সিদিনা এবাৰ আহিল— ক্ষতিপূৰণ লাগে, মানথ্লী এলাৱেন্স লাগে। আচলতে এইবোৰৰ পিছত কিছুমান বুদ্ধি দিযা মানুহ আছে বুইছে?

লস্কৰ : এতিযা আকৌ কি উলিযাইছে?

দত্ত : এতিয়া বুঢ়ীযে এটা বৰ ছিৰিযাছ কথাত হাত দিছে। বুঢ়ীৰ মতে জগন্নাথ ড্ৰাইভাৰ আচল জগৰীযা মানুহ নহয়।

লস্কৰ : তেনেহ'লে?

দত্ত : আচল জগৰীযা মানুহ বোলে মজুমদাৰ চাহাবৰ খুলশালীযেক মৃণাল ৰাযচৌধুৰী।

লস্কৰ : হোৱাট? মৃণাল ৰাযচৌধুৰী?

দত্ত : আজি পুৱা বুঢ়ীৰ গাঁৱৰ পৰা আমাৰ ইনফৰমাৰ এজন আহিছে। তেওঁ যি শুনি আহিছে, তাকে আমাক কৈছেহি। বুঢ়ীৰ কথা হ'ল— বহুত দিনৰ আগতে এবাৰ কুন্তলাই ঘৰলৈ যাওঁতে হেনো বুঢ়ীক কৈছিল— মৃণাল নামৰ ল'ৰাটোৱে তাইৰ লগত হলি-গলি কৰিব খোজে। সেই কথাটো এতিযা বুঢ়ীৰ মনত পৰিছে। [চিন্তা কৰে] আৰু মোৰ বিশ্বাস আপোনাক মই ভিতৰুৱা কথা কৈছোঁ, আশাকৰোঁ গোপনে ৰাখিব—

লস্কৰ : নিশ্চয, আপুনি কোনো চিন্তা নকৰিব।

দত্ত : মোৰ বিশ্বাস। এই অভিৰাম— মজুমদাৰ চাহাবৰ পিয়নটো— অভিৰাম, সেই অভিৰামে এই কথাবিলাকত খুব দূৰে দূৰে থাকি হাত-উজান দিছে। বুঢ়ীয়ে এনেকুৱা কিছুমান ভিতৰুৱা কথা কৈছে— যিবোৰ ভিতৰৰ কোনোবাই নক'লে জনাটো সম্ভৱ নহয়। আনকি কিছুমান কথা আমিও নতুনকৈ শুনিছোঁ।

লস্কৰ : কিন্তু অভিৰামে?

দত্ত : অভিৰামে এনেকুৱা কৰাৰ কাৰণ— তাৰ ডিঙিৰ ওপৰত দাখন মকৰাজালত ওলমাদিহে ওলমি আছিল। সেইটো সিও জানে। দিনে-নিশাই তাক দুশ্চিন্তাই খেদি ফুৰিছে। এতিয়াও।

গতিকে সি এযা দুশ্চিন্তা আঁতৰোৱাৰ উপায় কৰিছে।— মই আপোনাক অত্যন্ত বিশ্বাসত লৈ কথাবোৰ কৈছোঁ।

লস্কৰ : বুজিছোঁ।

দত্ত : মই আগতে এবাৰ মজুমদাৰ চাহাবক বুঢ়ীৰ মুখ বন্ধ কৰাৰ কথা কৈছিলোঁ, কিন্তু তেখেতে গৰ্জ্জন তুলিলে— চুকত থাকি বুকুত কামোৰ মৰা মানুহৰ ঘৰৰ মানুহৰ লগতো তেখেতে বোলে সম্পৰ্ক নাৰাখে। কিন্তু এতিয়া বুঢ়ীযে যদি নতুনকৈ মৃণাল ৰায়চৌধুৰীৰ নাম উলিয়ায়। তেনেহ'লে শেষ ফলটো যিযেই নহওক— লটি-ঘটি সকলোৰে হ'ব। এইটো জানো হ'বলৈ দিব পাৰি?

লস্কৰ : কোনোমতে নোৱাৰি।

দত্ত : আপুনি মজুমদাৰ পৰিয়ালৰ লগত অত্যন্ত ঘনিষ্ঠ হৈ আছে, আপুনি বিশ্বাস কৰেনে এই ঘটনাটোও মৃণাল ৰায়চৌধুৰী জড়িত?

লস্কৰ : ন', নে'ভাৰ। ইম্পছিবল।

দত্ত : একেবাৰে ইম্পছিবল অৱশ্যে নহয়। কিন্তু আপোনাৰ বিশ্বাস, এইটো ইম্পছিবল।

লস্কৰ : হয়।

দত্ত : সেইটোৱেই কথা। ঠিক্ সেই কাৰণেই আজি আপোনাৰ সহায় লাগে। আপুনি খুব ভালকৈ জানে এই ঘটনাবোৰৰ কাৰণে জগন্নাথৰ বাহিৰে কোনো দায়ী নহয়।

লস্কৰ : জানো।

দত্ত : আপোনাৰ হাতত তাৰ কিছুমান প্ৰমাণো আছে।

লস্কৰ : প্ৰমাণ মানে—

দত্ত : প্ৰমাণ মানে— আইনৰ গ্ৰহণযোগ্য প্ৰমাণ নহয়, কিন্তু কিছুমান বিশ্বাসযোগ্য ঘটনাৰ কথা আপুনি জানে।

লস্কৰ : তেনেকুৱা কিছু কথা হয়তো জানো।

দত্ত : সেইখিনিযেই যথেষ্ট। আজি গধূলি বুঢ়ীযে গাঁৱত এখন পঞ্চায়েত নে কিহৰ মিটিং পাতিছে। মানে মানুহ গোটাইছে। আমি যদি এই নেষ্টী, লেতেৰা ঘটনাটো ইমানতে শেষ কৰিব খোজোঁ, তেন্তে আজিযেই আমি সেই মিটিংখনলৈ যাব লাগিব, পৰাপক্ষত মিটিঙৰ আগতে বুঢ়ীক বুজাব লাগিব যে বুঢ়ীৰ ধাৰণা ভুল। দৰকাৰ হ'লে বুঢ়ীক আজি লাম-ছাম, ছাবষ্টেনচিয়েল, বেচ ভাল লাগি যোৱা পৰিমাণৰ কিবা এটা দি আহিব লাগিব। তাৰ যোগাৰো আমি কৰিছোঁ। মুঠতে লস্কৰ— মই কমপ্লিটলী ফে'ড আপ। আই ৱাণ্ট টু গে'ট আউট অফ ইট। চাফা হ'ব খোজোঁ।

লস্কৰ : কিন্তু মই?

দত্ত : আপুনিযেই আমাৰ আচল সম্বল। আপুনি বুঢ়ীক সকলো ঘটনা বৰ্ণাই বুজাব লাগিব।

লস্কৰ : কেতিয়া যাব লাগিব?

দত্ত : এই এতিয়াই। মই গাড়ী ৰেডী কৰিবলৈ দিছোঁৱেই। ৰাতি দহ-এঘাৰ বজাত ঘূৰি আহি ঘৰ পামহি।

লস্কৰ : কিন্তু এতিয়াই— মোৰ কাপোৰ-কানি—

দত্ত : আঃ হ'ব দিয়ক কাপোৰ-কানি। আমাকনো গাঁৱত কোনো বেৰি বেৰি চাব? ইয়ং মেন— কিহৰ চিন্তা? [বেৰৰ ফালে চাই, উঠি] অল ৰাইট, অলপ ঠাণ্ডা লাগিব পাৰে, আপুনি মোৰ এই জেকেটটোকে পিন্ধক [বেৰৰ পৰা জেকেটটো নমাই দিযে]। মোৰ এইটো নহ'লেও

হ'ব। আমিতো সমানে ওখ-পাখ। হ'ব চাগে আপোনাৰ গালৈও। নহ'বনে?

লস্কৰ : [জেকেটটো লৈ] এনেকুৱা এটা জেকেট মোৰো আছে।

দত্ত : তেনেহ'লেতো ভালেই হ'ল। এইটো একেবাৰে নতুন জেকেট। ৰাতি-বিযলি দৰকাৰ হয বুলি কৰাই লৈছোঁ। ইযাতে থাকে। শান্তনু। এই কোন আছ?

Light [3] off
Light [1B] on

[বাটৰ কাষত। লস্কৰ, দত্ত, শান্তনু]

দত্ত : এইকণ কামৰ কাৰণেই আপোনাক ইমান কষ্ট দিলোঁ লস্কৰ। আপুনি দেখিলে নহয বুঢ়ীজনীৰ অৱস্থাটো?

লস্কৰ : হয।

দত্ত : এতিযা অন্ততঃ বুঢ়ীজনীৰ অঁকৰা খংটো অলপ মাৰ যাব। ব'লক এতিয়া। কেই বাজিল? চাৰে সাত। উঠক। মই এতিযা ইযাৰ টেলিগ্ৰাফ অফিচত সোমাই ট্ৰাংক কল এটা কৰিম— বৰ বেছি পোন্ধৰ মিনিট— তাৰ পিছত চিধা ঘৰ। বাটতে কিবা অলপ খাই লোৱা যাব— যদি আপুনি কয। শান্তনু।

শান্তনু : ছাৰ?

দত্ত : তুমি খবৰ লৈছিলা নে— টেলিগ্ৰাফ অফিচ এতিযা খোলা আছেনে নাই?

শান্তনু : আছে ছাৰ।

দত্ত : কোনে কযহে দেশৰ এফিচিযেন্সী বঢ়া নাই বুলি? এই সৰু ঠাইৰো টেলিগ্ৰাফ অফিচ ইমান পৰলৈ খোলা থাকে— দেখিলা? ব'লা। আহক লস্কৰ। [স্ক্ৰীণৰ আগেদি সোঁফাললৈ ওলাই যায। জীপৰ শব্দ]

Light [1B] — off
[Announcement]
Light [1C] — on

[মজুমদাৰ, দত্ত]

মজুমদাৰ : আপুনি নিশ্চয কিবা ভুল কৰিছে দত্ত। মই লস্কৰক খুব ভালকৈ জানো। তেওঁ এই ঘটনাৰ লগত জড়িত হ'বই নোৱাৰে।

দাস : আমিও এতিয়া লস্কৰক ভালকৈ জানিব পাৰিছোঁ মিষ্টাৰ মজুমদাৰ। ঘটনাটো আপোনাৰ ঘৰত ঘটিছে, লস্কৰ আপোনাৰ এমপ্লযী, গতিকে ফাইনেল ষ্টেপ লোৱাৰ আগতে আমি কথাখিনি আপোনাক এবাৰ জনাবলৈ আহিলোঁ।

মজুমদাৰ : ভাল কৰিলে, কিন্তু—

দাস : মই কওঁ শুনক। আপুনি নিশ্চয বুজে, আমি এনেকুৱা পৰিস্থিতিত যথেষ্ট প্ৰমাণ নোহোৱাকৈ কথা নকওঁ। কুন্তলাহঁত মৰাৰ দিনা জগন্নাথে গাড়ীখনৰ ব্ৰে'কৰ কাম কৰিছিল আৰু কাম কৰি উঠি সি গাড়ীখন— এজ ইউজুৱেল— ভালকৈ মচি থৈছিল। গতিকে গাড়ীখনত আনৰ দাগ-চাগ বিশেষ নাছিল। ৰুক্মিণী নদীৰ পাৰত গাড়ীখনত যিমানবোৰ আঙুলিৰ দাগ পৰিছিল, তাৰ প্ৰত্যেকটো দাগ আমি পৰীক্ষা কৰিছিলোঁ। তাৰ প্ৰায়বোৰ দাগ কুন্তলা আৰু জগন্নাথৰ আঙুলিৰ দাগৰ লগত মিলি গৈছিল। কিন্তু এটা দাগ আমি কাৰো আঙুলিৰ লগত

মিলাব পৰা নাছিলোঁ। ইতিমধ্যে আমি সন্দেহজনক সকলো মানুহৰ আঙুলিৰ দাগ নানা কৌশলেৰে সংগ্ৰহ কৰিছিলোঁ, কিন্তু আমিতো লস্কৰক সপোনতো সন্দেহ কৰা নাছিলোঁ।

মজুমদাৰ : পিছত কিয় সন্দেহ কৰিলে?

দাস : কিছুদিনৰ আগতে আমি গম পালোঁ— লস্কৰে এবাৰ কুন্তলাক বিযা কৰাবলৈ ওলাইছিল। তেতিয়া এনেয়ে এবাৰ লস্কৰৰ আঙুলিৰ দাগৰ লগত মিলাই চাই দেখোঁ মিলি গৈছে।

মজুমদাৰ : আৰু ইউ ছিয়'ৰ?

দত্ত : এবছলিউটলী। এইবিলাকতো সন্দেহ ৰাখি কৰা কাম নহয়! ল'ৰা ধেমালিও নহয়।

মজুমদাৰ : ষ্ট্ৰেঞ্জ! এই পৃথিবীৰ কাকো বিশ্বাস কৰিব নোৱাৰি।

দত্ত : তাৰ পিছত— কুন্তলাহঁতৰ গাঁৱৰ ওচৰৰ সেই টেলিগ্ৰাফ অফিচটোৰ পৰা আমি খবৰ পাইছিলোঁ— এটা জেকেট পিন্ধা মানুহে সেই টেলিগ্ৰামখন কৰাটো সম্ভৱ। আমি এদিন লস্কৰৰ জেকেটটো চালোঁ। ঠিক তেনেকুৱা এটা জেকেট পিন্ধাই এদিন তেওঁক লৈ গ'লোঁ— সেই টেলিগ্ৰাফ অফিচলৈ। আমাৰ অনুৰোধ মতে সেই গধুলি টেলিগ্ৰাফ অফিচৰ প্ৰত্যেকজন কৰ্মী তাত উপস্থিত আছিল। তেওঁলোকৰ দুজনে পৰিষ্কাৰভাৱে চিনি পালে— এদিন লস্কৰ সেইটো অফিচলৈ টেলিগ্ৰাম কৰিবলৈ গৈছিল— দিনত— দহ-এঘাৰ মান বজাত। [নিস্তব্ধ] তাৰ পিছত কি হ'ল্ল জানে? টেলিগ্ৰাম কৰি আহি আধা বাটতে তেওঁ খাপ দি ৰ'ল— জগন্নাথহঁতৰ কাৰণে।

মজুমদাৰ : [উত্তেজিত] চাওক দত্ত, আপোনালোকৰ কথা যদি সঁচা হয়, তেনেহ'লে তাক— তাক— মই— মই— আপোনালোকলৈ বাট নাচাম, তাক মই গুলীযাই শেষ কৰি দিম।

দত্ত : আপুনি শান্ত হওক মিষ্টাৰ মজুমদাৰ। তেওঁৰ যথাযোগ্য ব্যৱস্থা আমি কৰিম। তেওঁক অৱশ্যে আমি এইবোৰ কথাৰ সবিশেষ জানিবলৈ দিয়া নাই। আমি তেওঁক কেৱল কৈছোঁ— এই হত্যাকাণ্ডৰ লগত তেওঁ জড়িত থকাৰ কিছু প্ৰমাণ আমি পাইছোঁ। গতিকে তেওঁৰ বক্তব্য কি আছে, কৈ দিলেই তেওঁ হয়তো মুক্ত হৈ যাব পাৰে।

মজুমদাৰ : সি কি কৈছে?

দত্ত : কাইলৈ পুৱা তেওঁ বহুত কথা ক'ম বুলি কৈছে।

মজুমদাৰ : তাৰ মানে সি বহুত কথা জানে?

দত্ত : নিশ্চয় জানে। মোৰ বিশ্বাস, তেওঁ কথাবোৰ সঁচাকৈ ক'ব। সেই কাৰণে আমি তেওঁক এতিয়া এৰেষ্টো কৰা নাই, বৰ উত্যক্তও কৰা নাই।

মজুমদাৰ : সি আছে ক'ত?

দত্ত : তেওঁক আমি আজি ৰাতিটো ৰিভাৰ ছাইডৰ ইম্পিৰিয়েল নামৰ হোটেলখনত ৰাখিছোঁ। দক্ষিণফাল খোলা সুন্দৰ কোঠালি— তাত তেওঁক আজি ৰাতিটো আৰামত থাকি, মন ঠাণ্ডা কৰি, কাইলৈৰ পুৱাৰ ষ্টেটমেণ্টটোৰ কাৰণে সাজু হ'বলৈ দিছোঁ। কলৈকো পলায়োতো সাৰিব নোৱাৰে, গতিকে তাত আমি পুলিচৰ ব্যৱস্থাও কৰা নাই। শেষ বাৰৰ কাৰণে আমি তেওঁক এটা সম্পূৰ্ণ মুক্ত নিশা কটাবলৈ সুবিধা দিছোঁ।

মজুমদাৰ : আৰু যি নিৰ্লজ্জৰ নিচিনাকৈ সেই সুবিধা ভোগ কৰিছে? ছি ছি ছি!

দত্ত : ভোগ কৰিছে নে নাই ঠিক ধৰিব নোৱাৰিলোঁ। মানুহটো বোধকৰোঁ বৰ বেছি ধৰণে অনুতপ্ত হৈছে। কাৰণ হোটেলৰ কোঠালিটোত সোমোৱাৰ পিছ মুহূৰ্তৰ পৰা তেওঁ বেৰৰ ফালে মুখ কৰি যি শুই আছে, আছেই— এবাৰো লৰচৰ কৰা নাই।

Light [1C] out

Light [3] on

[খিৰিকীৰ কাষৰ বিছনাত সিফালে মূৰ কৰি লস্কৰ শুই আছে। বেৰত এটা ছাঁ পৰে। ছাটো আগুৱায়। দুৱাৰৰ কাষত ৰয়। তাৰ পিছত এই মানুহটো বিছনাখনৰ ফালে আগুৱায়। ওচৰত বৈ চায়। চুৰি উলিয়ায়। দুবাৰ চুৰি মাৰে। ৰয়। বাওঁ হাতেৰে শুই থকা দেহাটো জোকাৰে। দুজন মানুহ দুৱাৰমুখত থিয় হয়। মানুহটোৰ গাত টৰ্চ্চ লাইটৰ পোহৰ পেলায়। সি হতভম্ব। লাইট জ্বলে। ৰিভলভাৰ লৈ দত্ত আৰু শান্তনু। মজুমদাৰ হতভম্ব।]

দত্ত : লস্কৰ মৰিলনে? নে তেওঁ আগৰে পৰা মৰি আছে? আগুৱাই আহক। [ধমকি] আগুৱাই আহক বুলিছোঁ। [মজুমদাৰ আহি টৰ্চ্চৰ পোহৰত, সোঁ মাজত থিয় হয়।]

Light [3] out
Light [2] in

[দাস, দত্ত, শান্তনু— অফিচত কিছু সময় নিস্তব্ধ।]

দাস : মোৰ ৰিটাযাৰ কৰিবৰ সময় হ'ল দত্ত। এই ত্ৰিছ বছৰৰ চাকৰি জীৱনত এনেকুৱা শ্বক মই পোৱা নাই। মই এতিয়াও কথাবিলাক যেন পৰিষ্কাৰকৈ বুজা নাই।

দত্ত : শুনক ছাৰ। জগন্নাথৰ ঘৈণীযেক, অভিৰাম, মৃণাল, মজুমদাৰৰ ঘৈণীযেক— কাকো মই চাফা বুলি ভবা নাছিলোঁ। মই সকলোৰে ওপৰত সাংঘাতিক প্ৰেছাৰ দিছিলোঁ। কিন্তু তেওঁলোকৰ আগত মই যিমানেই চিঞৰ-বাখৰ নকৰোঁ কিয়— মই ভিতৰি ভিতৰি বুজিছিলোঁ— আচল মানুহটো মই পোৱা নাই। শেষত যেতিয়া মজুমদাৰ ছিমলালৈ গ'ল, তেতিয়া এদিন এনেযে ভাবিলোঁ— তেখেতৰ অফিচৰ মানুহবোৰেনো এই বিষয়ে কি ভাবে— তাৰ খবৰ লোৱা যাওক। আৰু তাকে কৰিবলৈ যাওঁতে— এখন এখনকৈ আচল দুৱাৰবোৰ খোল খাবলৈ ধৰিলে।

দাস : কেনেকৈ?

দত্ত : আমাৰ মানুহে বটলেৰে সৈতে 777 ক'ল্ড ড্ৰিংক কিনা-বেচাৰ বিষয়ে একো ইনফৰমেচন আনিব পৰা নাছিল। কিন্তু চক্ৰবৰ্তীৰ মেজত যেতিয়া 777 ক'ল্ড ড্ৰিংক ওলাল আৰু যেতিয়া জানিলোঁ— তেওঁলোকৰ অফিচত সেই ক'ল্ড ড্ৰিংক মজুত থাকে, তেতিয়া হঠাৎ মোৰ সন্দেহ হ'ল। তাৰ পিছত মোৰ চিন্তা হ'ল— কি কাৰণে মজুমদাৰে তিনিজন পুৰণি মানুহক ছুপাৰছিড কৰাই লস্কৰক হঠাতে প্ৰমোচন দিলে। লস্কৰৰ বাগদত্তা মৃদুলাৰ ওপৰত প্ৰেছাৰ দি মোৰ ধাৰণা হ'ল কুন্তলাৰ প্ৰতি পিছলৈ লস্কৰৰ কোনো ইণ্টাৰেষ্ট নাছিল।

দাস : তাৰ পিছত?

দত্ত : টেলিগ্ৰাফ অফিচৰ ঘটনাটোৰ পিছত আমি নিঃসন্দেহে তৃতীয় মানুহটো পালোঁ। তেওঁ হ'ল লস্কৰ। কিন্তু তেওঁৰ সম্পূৰ্ণ ইতিবৃত্ত লৈ বুজিলোঁ, তেওঁ তৃতীয় মানুহ হ'ব পাৰে, কিন্তু শেষ মানুহ নহয়।

শান্তনু : কিন্তু মানুহটোৱে জগন্নাথ আৰু কুন্তলাক মাৰিলে কিয় ছাৰ?

দত্ত : সেইটোৱেই আচল কথা। মানুহহালক মৰাত লস্কৰৰ কোনো ইণ্টাৰেষ্ট নাছিল। গতিকে মই সিদ্ধান্ত কৰিলোঁ— লস্কৰে কামটো কৰিলে, কিন্তু কাৰোবাৰ হুকুম মতে কৰিলে। কিন্তু কাৰ হুকুম মতে?

দাস : মজুমদাৰে যে লস্কৰক তেনেকৈ প্ৰমোচন দিলে, সেইটোৱেই তেওঁৰ কাৰণে ডাঙৰ মূৰ্খামি হ'ল।

দত্ত : এগজেকটলী ছাৰ। আৰু এটা কথা মোৰ মনলৈ আহিল, মজুমদাৰে তেওঁলোকৰ ঘৰলৈ অহা-যোৱা কৰা মানুহবোৰৰ নাম কওঁতে এবাৰো লস্কৰৰ নামটো উচ্চাৰণ কৰা নাছিল। সেই প্ৰথম দিনাই মানুহজনক যে দেখিছিলোঁ— তাতেই শেষ।

দাস : হুঁ।

দত্ত : আৰু এটা কথা ছাৰ। আজিৰ পৰা প্ৰায় তিনি বছৰৰ আগতে— কুন্তলাৰ দেউতাক ঢুকাইছিল। খবৰটো পোৱাৰ পিছত, সন্ধিয়া ছয় বজাৰ বাছত, এটা চাকৰৰ লগত মজুমদাৰে তাইক ঘৰলৈ পঠিয়াই দিছিল। এইবাৰ ৰাতি দহ মাইল দূৰৰ ফৰেষ্টৰ ডাক বঙলাৰ এটা পাৰ্টীলৈ যোৱা কথা আছিল, গাঁৱলৈ যোৱা বাছো আছিল, তথাপি মজুমদাৰে তাইক গাড়ীখন দি পঠোৱাৰ বন্দবস্ত কৰিলে।

দাস : হুঁ। কিন্তু কালি ৰাতিৰ ঘটনাটো?

দত্ত : কথা হ'ল ছাৰ— আমাৰ ইমানবোৰ সন্দেহ হ'ল, লস্কৰো ধৰা পৰিল, কিন্তু লস্কৰ মানুহটো ইমান বিশ্বাসী যে তেওঁ মজুমদাৰৰ বিষয়ে কোনো কথা স্বীকাৰ নকৰিলে।

দাস : লস্কৰে স্বীকাৰ কৰিওতো লাভ নাই? মজুমদাৰেতো সকলো কথা অস্বীকাৰ কৰিব।

দত্ত : সেই কাৰণেই আমাৰ এটা ডাইৰেক্ট এভিডেন্স— এটা দেখ দেখ প্ৰমাণৰ আৱশ্যক হৈছিল। মজুমদাৰক ক'লোঁ যে ক্ৰাইলৈ পুৱা লস্কৰে বহুতো কথা স্বীকাৰ কৰি এটা ষ্টেটমেণ্ট দিব। লস্কৰক হে'ডকোৱাৰ্টাৰত লুকুৱাই থ'লোঁ। কাপোৰৰ নকল লস্কৰ এটা বনাই ইম্পিৰিয়েল হোটেলৰ কোঠালি এটাত বেৰৰ ফালে মুখ কৰি শুৱাই থ'লোঁ। তাৰ পিছত যি আশা কৰিছিলোঁ সেয়েই হ'ল। মজুমদাৰে তেওঁৰ কলংক ঢকাৰ শেষ চেষ্টা কৰি কাপোৰৰ ডামিটো হত্যা কৰিলে।

দাস : ছি ছি ছি। ষ্ট্ৰেঞ্জ।

দত্ত : এইবাৰ মিঃ মজুমদাৰ স্বীকাৰ কৰিবলৈ বাধ্য হ'ব ছাৰ— কুন্তলাৰ লগত তেওঁ কি ঘৃণনীয় সম্পৰ্ক ৰক্ষা কৰিছিল সেই সম্পৰ্কৰ বীভৎস ৰূপ ঢাকিবলৈ কেনেকৈ লস্কৰৰ হতুৱাই কুন্তলাক হত্যা কৰাইছিল আৰু জগন্নাথৰ গাত দোষ জাপি দিয়াৰ চেষ্টা কৰিছিল।

শান্তনু : কিন্তু ছাৰ, মানুহজনে জগন্নাথক কিয় বাচি ল'লে? অভিৰামকোতো ল'ব পাৰিলেহেঁতেন।

দত্ত : তোমাৰ বোধকৰোঁ মনত আছে শান্তনু, কুন্তলাৰ বিপদ হ'ব পাৰে বুলি জনা মানুহ আছিল একমাত্ৰ জগন্নাথ। আৰু হয়তো— সেইটো কথা জগন্নাথে জানে বুলি জানিছিল মজুমদাৰে। [পাইপ হুঁপি হুঁপি দাস দত্তৰ ওচৰলৈ আহে। দত্তৰ হাতখন ধৰে। গভীৰ শ্ৰদ্ধাৰে হাতখন জোকাৰে। শান্তনুৰ ওচৰলৈ যায়। তেওঁৰ পিঠিত চপৰিয়ায়।]

দাস : একচেলেণ্ট।

---

# দিগম্বৰ

**চৰিত্ৰ পৰিচয়** ______________________

**পুৰুষ ঃ**

১। হৰিনাৰায়ণ পাঠক
২। বিনন্দ
৩। প্ৰভাত
৪। ৰঞ্জিত
৫। দেৱতা-১
৬। দেৱতা-২
৭। দেৱতা-৩
৮। প্ৰম্পটাৰ (ময়ূৰা)
৯। মধু
১০। বাবুলাল
১১। গৌতম
১২। মথুৰা

**নাৰী ঃ**

১। কৰবী
২। পূৰবী
৩। সাবিত্ৰী
৪। পাৰুল

## মঞ্চ ঃ ১

[হৰিনাৰায়ণ পাঠকৰ আগফালৰ কোঠালি। পাঠকৰ আৰ্থিক অৱস্থা ভাল নহয়। এই কোঠালিটোতে এখন বিছনাও আছে, এচুকত তেওঁ লিখা-পঢ়া কৰা মেজো আছে। পাঠকৰ নাট্যকাৰ বুলি একালত সুনাম আছিল। ৰাতি। এটা কম পাৱাৰৰ লাইট জ্বলি আছে। কোঠালিটোত কোনো নাই। দুৱাৰত শব্দ।]

বিনন্দ ঃ [বাহিৰৰ পৰা] ছাৰ ঘৰত আছেনে? [দুৱাৰত শব্দ] ছাৰ!
[পাঠক সোমাই আহে। পাঞ্জাবীৰ বুটাম মাৰি মাৰি। তাৰ পিছত চছ্‌মাযোৰ পিন্ধে। ডাঙৰ লাইট এটা জ্বলায়।]

বিনন্দ ঃ [বাহিৰৰ পৰা] ছাৰ [কি কি] ।

পাঠক ঃ কোন? ৰ'বাচোন চাওঁ [দুৱাৰ খোলে]। কোন? চাওঁ, সোমাই আহাচোন। [বিনন্দ আৰু প্ৰভাত আহে। পাঠকে দুযোকে চায] বহা। [চকীত থকা কিতাপ এখন আঁতৰাই দিযে।] বহাচোন মই চিনিহে পোৱা নাই।

বিনন্দ ঃ আমাক আপুনি চিনি নাপাব ছাৰ। তেনেকৈ লগো পোৱা নাই নহয। মোৰ নাম বিনন্দ অলুকদাৰ। ৰাণীবাৰীত ঘৰ। আৰু ই মোৰ লগৰ, প্ৰভাত।

পাঠক ঃ বহাচোন। [দুযো বহে] ৰাণীবাৰীৰ কাৰ ঘৰৰ? দেউতাৰা— ?

বিনন্দ ঃ জানো আপুনি দেউতাক চিনি পায় নে নাপায। দেবানন্দ তালুকদাৰ—

পাঠক ঃ দেবান্দ তালুকদাৰ— মানে পুলিচত যে চাকৰি কৰিছিল— ডি এছ পি—

বিনন্দ ঃ হয, দেউতা ডি এছ পি আছিল।

পাঠক ঃ কিয চিনি নাপাম হে? এবাৰতো ইলেকচনৰ ডিউটী কৰিবলৈ গৈ আমি একেলগে আছিলোঁ নহয। সুধিবাচোন দেউতাৰাক— মনত আছে নে নাই। স-উ একেবাৰে ভিতৰ গাঁও, দিনতে ইমান একোটা মহ, তিনি দিন পেৰপেৰিযা বৰষুণ— গোটেইখন বোকা। তেখেতৰ বুট জোতা, মোৰতো চেণ্ডেল। তেখেত গপ্‌গপকৈ সৌখিনি পায়গৈ, মোৰ ছেণ্ডেল বোকাতে সোমাই ৰয— [হাঁহে] কি যে দুৰ্গতি। [প্ৰভাতক] আৰু তোমাৰ? তোমাৰ ঘৰ?

প্ৰভাত ঃ আমাৰ ঘৰ ইয়াত নহয়। সোণাৰীত।

পাঠক ঃ শিৱসাগৰৰ সোণাৰীত?

প্ৰভাত ঃ হয।

পাঠক ঃ ওঁ। মই অৱশ্যে সেইফালে যোৱা নাই। বাৰু কোৱাচোন, কাক বিচাৰি আহিলা, কি কামত আহিলা?

বিনন্দ ঃ আমি আপোনাকে লগ পাবলৈ আহিলোঁ। আমাক এখন নাটক লাগে।

পাঠক ঃ নাটক লাগে মানে?

বিনন্দ ঃ মানে আমি অভিনয কৰাব খোজোঁ। মানে নাটকখন ষ্টেজত কৰাব খোজোঁ।

প্ৰভাত ঃ কথাটো মই অলপ বহলাই কওঁ ছাৰ। আমি মানে ছাৰ এটা নতুন প্লেন কৰিছোঁ। আজি ৱেষ্টৰ, মানে পশ্চিমৰ ইংলেণ্ড, ফ্ৰান্স, জাৰ্মানি, ৰুছিয়া, আমেৰিকা, কানাডা, জাপান, ইটালী।

পাঠক : হেৰি নহয়, জাপান পূবৰ।

প্ৰভাত : অ' হয় পূবৰ। মানে পূবতো— [ জোৰ দি] পূবতো, জাপানতো, নাটকৰ যি উন্নতি ঘটিছে সেইটো চাবলগীয়া। একো একোখন নাটক মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ একেটা থিয়েটাৰ ঘৰতে হৈয়েই আছে, হৈযেই আছে, তথাপি দৰ্শকৰ অভাৱ হোৱা নাই। এইটো কিয হ'বলৈ পাইছে? [ বৈ] হ'বলৈ পাইছে এই কাৰণেই যে তাত দৰ্শকৰ লগত নাটকৰ এটা, মানে— কি বুলি ক'ম— এটা প্ৰাণৰ সম্পৰ্ক গঢ়ি উঠিছে। মঞ্চত, নাটকৰ মাজত তেওঁলোকে নিজকে বিচাৰি পাইছে।

পাঠক : হয। শুনিছোঁ। ই, আমাৰ ল'ৰাটোৱেও কেতিযাবা কয।

বিনন্দ : আপোনাৰ ল'ৰা মানে, ৰঞ্জিত পাঠক আপোনাৰে ল'ৰা নহয জানো?

পাঠক : হয।

বিনন্দ : তেখেতেওতো নাটক লিখে।

পাঠক : কথাটো জানো, পিছে তাৰ নাটক মই দেখাও নাই, পঢ়াও নাই।

বিনন্দ : আছে নেকি তেখেত ঘৰত? পাৰিলে তেখেতকো এবাৰ লগ ধৰি যাওঁ।

পাঠক : আছে হ'বলা। [ ভিতৰলৈ] ৰঞ্জিত। কৰবী। কোন আছ?

কৰবী : [ ভিতৰত] দেউতা।

পাঠক : ৰঞ্জিতক মাতিছে বুলি কচোন।

প্ৰভাত : মোৰ কথাখিনি শেষ কৰি লওঁ?

পাঠক : অঁ, কোৱা কোৱা।

প্ৰভাত : মানে সেইবোৰ দেশত দৰ্শকে নাটকৰ চৰিত্ৰৰ লগত নিজকে আইডেনটিফাই কৰিব পাৰিছে। [ হাতেৰে দেখুৱাই] এযা হ'ল দৰ্শক, এযা হ'ল অভিনেতা-অভিনেত্ৰী-নাট্যকাৰ। এই যে মাজৰ ব্যৱধান, এই যে মাজৰ দূৰত্ব— সেই ব্যৱধান, সেই দূৰত্ব কমি গৈছে। এতিযা আৰু নাটক দূৰৰ পৰা চাবলগীযা, কেবল বিলাস আৰু মনোৰঞ্জনৰ বস্তু হৈ থকা নাই যেনেকৈ চন্দ্ৰটো এতিযা আৰু কাব্য, সাধুকথা আৰু কল্পনাবিলাসৰ বস্তু হৈ থকা নাই, যেনেকৈ চন্দ্ৰ আৰু পৃথিৱীৰ মাজৰ দূৰত্ব শূন্য কৰি আজিৰ মানুহে চন্দ্ৰৰ কঠিন বাস্তৱ উপলব্ধি কৰিছে তেনেকৈ দৰ্শকেও নাটকক ওচৰ চপাই, মঞ্চক বাস্তৱৰ দাপোণ বুলি ল'বলৈ শিকিছে।

পাঠক : [ দূৰলৈ চাই কিবা বুজাৰ নিচিনাকৈ মূৰ দুপিযায]

প্ৰভাত : আৰু তাৰ ফলত হৈছে কি? তাৰ ফলত লাহে লাহে নাটক সমাজ গঢ়াৰ এক হাথিযাৰ হৈ উঠিছে। ছ'চাইটিখনক ঠিক মতে গঢ় দিযাৰ এটা ইনষ্ট্ৰুমেণ্ট হৈ উঠিছে। আচলতে আজি মঞ্চ আৰু ৰাস্তা, অভিনেতা আৰু জনতা একাকাৰ হৈ গৈছে।

বিনন্দ : সেই কাৰণে আমি নাটক মঞ্চস্থ কৰা কামটো ছিৰিযাছলী লৈছোঁ। এক নতুন ধৰণে নাটক পৰিৱেশন কৰাৰ কথা ভাবিছোঁ। আমি ঠিক কৰিছো — ইযাৰ শংকৰ ভৱনটো আমি ছমাহ-আঠ মাহৰ কাৰণে লৈ ল'ম। এখন চমৎকাৰ, হাই ক্লাছ নাটক ল'ম। বাছি বাছি ভালৰো ভাল অভিনেতা-অভিনেত্ৰী ল'ম, তাৰ পিছত অভিনয কৰি যাম। ছিনেমা যেনেকৈ সদায় হয, আমাৰ নাটকো সদায হ'ব। আমি, মানে— এইটো এটা চেলেঞ্জ হিচাপে ল'ব খুজিছোঁ। লণ্ডন-কলিকতাত হ'ব পাৰিছে যেতিযা আমাৰ ইযাত নহ'ব কি?

[ ৰঞ্জিত সোমাই আহে। শিল্পী শিল্পী চেহেৰা]

পাঠক : এইটো মোৰ ল'ৰা।

বিনন্দ : পাইছোঁ, চিনি পাওঁ নহয়। মুখামুখিকৈ কথা-বতৰাহে হোৱা নাই। নমস্কাৰ।

প্ৰভাত : নমস্কাৰ। এনেযে দেখিছোঁ। যোৱাবাৰ শিল্পমেলাত লগ পাইছোঁ হ'বলা।

ৰঞ্জিত : পাইছোঁ চাগৈ। ঠিক মনত পৰা নাই।

প্ৰভাত : মই প্ৰভাত দত্ত, আৰু ই নাট পৰিচালক বিনন্দ।

বিনন্দ : বিনন্দ তালুকদাৰ।

ৰঞ্জিত : অ' আপুনিযেই বিনন্দ তালুকদাৰ? মই আপোনাৰ নাম শুনি আছোঁ। এবাৰ আপোনাক লগ ধৰাৰ কথাও ভাবিছিলোঁ। আপোনালোকৰ কথাৰ পিছৰখিনি মই ভিতৰৰ পৰা শুনি আছিলোঁ। তাৰ মানে আপোনালোকে এটা ৰেগুলাৰ থিয়েটাৰৰ কথা ভাবিছে? মানে নিয়মীয়াকৈ— সদায়—?

বিনন্দ : হয়।

পাঠক : মই মাজতে এটা কথা সোধোঁ বেযা নাপাবা। তোমালোকে যে থিয়েটাৰ কৰিবা ব্যৱসায হিচাপে কৰিবা নে চখ হিচাপে কৰিবা?

প্ৰভাত : [হঠাতে] ব্যৱসায, ব্যবসায—।

বিনন্দ : [হেঁহো-নেহো] ব্যৱসায ঠিকেই, কিন্তু চখৰ কথাটোও নুই কৰিব নোৱাৰি। [হাত দুখন ঘূৰাই, বিশিষ্ট ভংগী কৰি] এটা চখ, এটা অনুৰাগ, এটা সামাজিক দাযবদ্ধতা— মানে—

পাঠক : নহয, মই কথাটো খোলাকৈ কওঁ শুনা। এই নাটক কৰোঁতে তোমালোকৰ যিটো খৰচ হ'ব, সেই খৰচটো তুলি কিছু লাভ কৰিবলৈ চেষ্টা কৰিবা, নে জেপৰ পৰা কেবল খবৰ কৰি গৈ থাকিবা?

বিনন্দ : নহয নহয, খৰচটো তুলিম, খৰচটো তুলিম।

পাঠক : তাকে সুধিছোঁ। মানে কৈছোঁ কিয—[ৰঞ্জিতক দেখুৱাই] ইযো নাটক লিখে নহয। সেই নাটকৰ ক'ত কি হয, ক'ব নোবাৰোঁ, কিন্তু ফুলস্কেপ কাগজ কিনিবলৈ পইচাটো মই দিওঁ। এক দিস্তা কাগজৰ দাম তিনি টকা পঁচিছ পইচা। [হাঁহে]। মই জনাততো আজিলৈকে কাগজ, চিয়াঁহী, আৰু সেই ইলেকট্ৰিক কাৰেণ্টৰ খৰচেই উঠা নাই। [হাঁহে]।

ৰঞ্জিত : সেইবোৰৰ খৰচ কেনেকৈ উঠিব? এই ইমান বছৰে আপুনি মোক কত কিতাপ-বহী কিনি দিলে, কিমান চিয়াঁহী, ডটপেনৰ ৰিফিল খৰচ কৰি পঢ়া-শুনা কৰিলোঁ, কিমান টকাৰ কাৰেণ্ট পুৰিলোঁ, ডিগ্ৰী ল'লোঁ, সেইবোৰৰ খৰচেই উঠা নাই, আকৌ নাটক লিখা কাগজৰ খৰচ উঠিব। [বিনন্দক] নাই নাই বুইছে, মই পইচা উপাৰ্জন কৰিবলৈ কেতিযাও নাটক লিখা নাই। এনেয়ে এটা চখ আৰু—

প্ৰভাত : সেইটোৱেই কথা বুইছে পাঠক। আমি মুখেৰেহে শিল্পী-শিল্পী কৰি থাকোঁ। কিন্তু আচলতে আজি শিল্পীৰ কি দুৰ্দশা, কত শিল্পী প্ৰতিষ্ঠাৰ অভাৱত হেৰাই গৈছে, কতই আজি পেটত গামোচা মাৰি শিল্পৰ সেৱা কৰিছে— তাৰ খবৰ কিমানে ৰাখে? সেই কাৰণেই আমি এই নতুন কামটোত হাত দিছোঁ, যাতে নাট্যকাৰেও সমাজত মূৰ তুলি ঘূৰি ফুৰিব পাৰে, অভিনেতা-অভিনেত্ৰীযে সুখী জীৱন যাপন কৰি হাঁহিব পাৰে। বেছি নহ'লেও আমিতো পঞ্চাছটা মানুহক সংস্থান দিব পাৰিম। আমাকে দেখি ৰাজ্যখনত আৰু দহটা দল ওলালেও অন্ততঃ পাঁচ শ

মানুহৰতো সংস্থান হ'ব। এনেকৈয়েতো এটা বিৰাট নাট্য আন্দোলনে গঢ লৈ উঠিব। [ৰঞ্জনক] নে কি কয়? [পাঠক] ছাৰ। আপুনি কি কয?

পাঠক : ৰ'বা। আজি তোমালোকে প্ৰথম প্ৰথম দুখীযাৰ ঘৰত ভৰি দিলাহি, কিবা এটাতো মুখত দিব লাগিছিল।
[ভিতৰলৈ]
কৰবী। কোন আছ চাওঁ।

বিনন্দ : নাই নাই, আমাৰ কাৰণে একো নালাগে।

পাঠক : আগতে দিবলৈ কিবা আছে নে নাই সোধোঁ ৰ'বা। যদি আছে, তেহে তুমি লাগে নে নালাগে সেইবোৰ ক'বা। [হাঁহে]
[দুৱাৰ মুখত পূৰবী]
হেৰি নহয়, এওঁলোকক চাহ-চৰবত কিবা দুগিলাচ দিব পাৰিবিনে?
[পূৰবীযে ওঁ বুলি কৈ সোমাই যায।]

বিনন্দ : এৱেঁই হ'বলা কৰবী?

পাঠক : নহয পূৰবী। এই সৰু। ডাঙৰজনীৰ নামহে কৰবী।

বিনন্দ : এওঁলোক দুযো অভিনয কৰে নহয?

পাঠক : জানো। কিবাকিবি কৰে। বাৰু এটা কথা কোৱাচোন— এই যে ছমাহ-আঠ মাহ ধৰি নাটক এখন কৰি থাকিবা, নাটক চাবলৈ ইমানবোৰ মানুহ পাবা ক'ত?

প্ৰভাত : সেইটোও আমি ভাবিছোঁ ছাৰ। এই প্ৰকাণ্ড চহৰখনৰ মানুহখিনিতো আছেই। তদুপৰি, আমি ওচৰৰ পঁচিছ-ত্ৰিছ মাইল দূৰলৈকে থকা গাঁৱৰ মানুহখিনিকো টানি অনাৰ বন্দবস্ত কৰিছোঁ। আমি যদি বাছ ইউনিযনৰ লগত যোগাযোগ কৰোঁ, তেনেহ'লে তেওঁলোকে সদায ৰাতি থিযেটাৰ নভগালৈকে থিযেটাৰ ঘৰৰ ওচৰতে বাছ ৰখাই থ'ব। দৰকাৰ হ'লে তেওঁলোকক এটা কমিছন দিম। হাজাৰ হওক এইটোওতো এটা দেশৰে কাম। সকলোৰে সহযোগিতাতহে একোটা মহৎ কাম সমাধা হয।

পাঠক : নিশ্চয নিশ্চয। বাৰু এতিযা সেই প্ৰথমৰ কথাটোলৈ আহোঁ। তোমালোকে যে কৈছিলা— এখন নাটক বিচাৰি আহিছা বুলি?

বিনন্দ : হয ছাৰ। আমি আপুনি লিখা নাটক এখন মঞ্চস্থ কৰাৰ কথা ভাবিছোঁ।

পাঠক : মোৰ নাটক মঞ্চস্থ কৰিবা। কথাটো বৰ আচহুৱা যেন লাগিছেহে?

বিনন্দ : একো আচহুৱা নহয ছাৰ। আপোনাৰ নাট্যকাৰ হিচাপে এটা নাম আছিল। আপোনাৰ সেই সুনাম ব্যৱহাৰ কৰি আমিও উপকৃত হ'ব খোজোঁ, আৰু আপোনাকো সন্মানৰ আসনত বহুৱাব খোজোঁ ছাৰ।

পাঠক : হেৰা, মই ক'ৰ নাট্যকাৰটো হে'? মানুহবিলাকে কয হে মই নাট্যকাৰ বুলি। আচলতে মোৰ নাটক কোনেও পঢ়াও নাই, দেখাও নাই। আৰু দেখিবনো কেনেকৈ? কোনোবাই ষ্টেজত অভিনয় কৰিলেহে দেখিব। সেই আৰ্য নাট্য মন্দিৰ থাকোঁতেই দুখনমান নাটক দুদিনমান কোনোবাই কৰিছিল। সেযা দেখা মানুহ আধাখিনি মৰিল, বাকীখিনিযে পাহৰিলেই চাগে। তোমালোকেনো এইবোৰ কথা কেনেকৈ খান্দি উলিযালা হে'?

বিনন্দ : এইটো খান্দি উলিযাব লগা কথা নহযেই ছাৰ। ওপৰতে ওলাই থকা কথা। আপোনাৰ প্ৰতি

পাঠক : খোৱা, চৰবত খোৱা। মোৰ নাটক তোমালোকে দেখা নাই কাৰণে এইবোৰ কথা কৈছো। দেখিলে নক'লাহেঁতেন হ'বলা। কাহিনীবোৰ কেনেকুৱা জানা? [ পূৰবী সোমাই যায়।] মহাপ্ৰতাপী ৰায়বাহাদুৰে ধন-সম্পত্তিৰ অহংকাৰত পাঠশালাৰ পণ্ডিতক অপমান কৰিলে— মোৰ ল'ৰাৰ গাত চেকনি উঠোৱা? তোমাৰ ইমান সাহ? তোমাৰ নিচিনা দহটা মাষ্টৰ মই কুকুৰ পোহাদি পুহিব পাৰোঁ— হেন তেন তেন। তাৰ পিছত এদিন, কৰ্মফল নিয়তিৰ পৰিহাস— ৰায়বাহাদুৰ লাওলোৱা টোকোনা হ'ল, দেহাৰ অৱস্থা নাই, হাত ভৰিৰ কঁপনি-- কঁপা কঁপা মাতেৰে কঁপা কঁপা মাতেৰে এদিন ৰায়বাহাদুৰে পাঠশালাৰ পণ্ডিতৰ হাতত তেওঁৰ নষ্ট চৰিত্ৰ মদাহী পুতেকক তুলি দি ক'লে— 'পণ্ডিত মোৰ বংশ ৰক্ষা কৰিবলৈ জীয়াই থকা একমাত্ৰ জানোৱাৰ— এই কুকুৰটোক তুমি পুহিবা।' এই বুলি কৈ ৰায়বাহাদুৰে চকু মুদিলে। সেযাহে মোৰ নাটক, সেযাহে মোৰ কাহিনী। মইতো চকু কাণ নোহোৱা মূৰ্খ নহওঁ। মইতো দেখি আছোঁ— ক'ৰ দিন কলৈ গৈছে। মোৰ নাটক এতিয়া নচলিব বোপাইঁত। [ৰঞ্জনক দেখুৱাই] সৌ তাৰ লগত কথা পাতা।

বিনন্দ : তেখেতৰ লগতো কথা পাতিম বাৰু, কিন্তু—

পাঠক : কিন্তু কি হে ? তোমালোকক আধুনিক নাটক নালাগে জানো? আজিৰ দিনৰ নাটক? [প্ৰভাতলৈ চাই]—এওঁ কি কৈছিল, বাস্তৱৰ দাপোণ, নাটকৰ মাজত দৰ্শকে নিজকে বিচাৰি পাব লাগে-— হয় নে নহয়?

প্ৰভাত : হয়।

পাঠক : তাক কোৱা। মই সঁচাকৈ কৈছোঁ মোক যদি এতিয়া তোমালোকে নাটক লিখিবলৈ জোৰ কৰা তেনেহ'লে আকৌ সেই এফালৰ পৰা ৰায়বাহাদুৰ সোমাব, ইফালৰ পৰা নল-দময়ন্তী সোমাব, গোটেইখন খেলি-মেলি হৈ যাব। তাক কোৱা। আজিৰ বাস্তৱৰ দাপোণৰ কথা সিহে লিখিব পাৰিব।
[ৰঞ্জিতক] তই অলপতে কিবা এখন লিখি শেষ কৰিছিলি নহয়?

প্ৰভাত : আপুনি নতুন নাটক লিখিছে নেকি?

ৰঞ্জিত : নাই, এনেয়ে।

বিনন্দ : বাৰু ছাৰ, আপুনি ইমানকৈ কৈছে যেতিয়া আমি বাৰু এখেতৰ লগতে কথা পাতিম। কিন্তু আপুনিও আমাৰ লগত থাকিব লাগিব। প্ৰবীণ নাট্যকাৰ হিচাপে আপোনাৰ যি অভিজ্ঞতা, সেইখিনিও আমাক লাগে।

প্ৰভাত : তেনেহ'লে কথাটো এনেকুৱা হ'ল : নাটকখন এখেতে [ৰঞ্জনক দেখুৱাই] লিখিব, আপুনি চাই-চিতি দিব, প্ৰযোজন হ'লে আমি নাট্যকাৰ হিচাপে দুয়োজনৰে নাম প্ৰচাৰ কৰিম, 'প্ৰবীণ অৰু নবীনৰ সহযোগত' এইটোও এটা নতুন কথা হ'ব।

বিনন্দ : [ৰঞ্জিতক] তেনেহ'লে তেনেকৈয়ে আৰম্ভ কৰোঁ পাঠক। আপুনি আমাক এখন ভাল নাটক দিয়াৰ দায়িত্ব লওক।

ৰঞ্জিত : চাওঁচোন।

বিনন্দ : আৰু অকল নাটকখন লিখি দিলেই নহ'ব, আপুনি পৰিচালনাৰো দায়িত্ব ল'ব লাগিব।

ৰঞ্জিত : হয় নেকি? চাওঁচোন।

বিনন্দ : শেষত ছাৰ— আৰু এটা কথা কওঁ।

পাঠক : কোৱা।
বিনন্দ : কৰবী আৰু পূৰবীয়ে বৰ ভাল অভিনয় কৰে ছাৰ।
পাঠক : তোমালোকে দেখিছা?
বিনন্দ : দেখিছোঁ। কিন্তু নিমাত দেখিছোঁ, তাতকৈ বহুত বেছি শুনিছোঁ ছাৰ।
পাঠক : মই পিছে এতিয়া সিহঁতৰ এক্টিং দেখা নাই। এবাৰ সেই তাহানিযেই, মোৰ নাটকত সিহঁতে লব আৰু কুশৰ পাৰ্ট কৰিছিল। [হাঁহে]। এতিয়াও কৰি আছে কিবাকিবি। এজনীযেতো এবাৰ ফিল্মত ওলাবলৈ পাওঁ বুলি সাজি-কাচি বৰ ঘূৰা-পকা কৰিছিল, সুবিধা নহ'ল বোলে। [হাঁহে]।
বিনন্দ : আমি ছাৰ তেওঁলোককো ল'ব খুজিছোঁ।
পাঠক : হাঁ? তোমালোকৰ থিয়েটাৰ কোম্পানী শেষত গৈ দেখোন পাঠকৰ কোম্পানী হ'বগৈ।
বিনন্দ : হ'লেও হওক ছাৰ। আমি পূৰবী আৰু কৰবীক নামী আৰু দামী আৰ্টিষ্ট হিচাপে প্ৰতিষ্ঠা কৰিব খোজোঁ। এনেকুৱা সম্ভ্ৰান্ত ঘৰৰ গুণী ছোৱালী থিয়েটাৰৰ কাৰণে পোৱাটো বৰ টান। সেই কাৰণে আপোনালোকে যদি তেওঁলোকক আমাৰ থিয়েটাৰ কৰিবলৈ দিয়ে— তেনেহ'লে তেওঁলোকৰ নামৰ দায়িত্বটো [ৰঞ্জনক দেখুৱাই] এখেতৰ আৰু তেওঁলোকৰ নিজৰ, আৰু দামৰ দায়িত্বটো আমাৰ। আপোনালোকে যদি বেয়া নাপায়, তেনেহ'লে এটা বন্দবস্ত কৰি এডভান্স হিচাপে কিছু টকা আজিযেই দি যাওঁ।
পাঠক : নাই নাই নাই। নালাগে। ইমান লৰালৰি কৰিবলৈ একো হোৱা নাই নহয়। কথাহে বহুত হৈছে? নাটকেইতো ঠিক হোৱা নাই।
প্ৰভাত : এয়া নহয় ছাৰ। এটা এটাকৈ সকলো হৈ আহিছে।
পাঠক : বাৰু, আজি কথাটো ওলাইছে ভালেই হৈছে, এতিয়া আমাক ভাবিবলৈ সময় দিয়া। এইটোতো আৰু এডাল কাঁড় লৈ একেবাৰতে লক্ষ্যভেদ কৰাৰ কথা নহয়।
বিনন্দ : ভাল বাৰু, আজিলৈ আহোঁ ছাৰ। [ৰঞ্জিতক] আমি কাইলৈ আপোনাক লগ ধৰিম পাঠক।
ৰঞ্জিত : ভাল।
বিনন্দ : [যাব খুজি] অ' এটা কথা। আহিলোঁ যেতিয়া— কৰবীহঁতক এবাৰ মাত লগাই যাওঁ।
ৰঞ্জিত : নিশ্চয়। কৰবী।
কৰবী : [ভিতৰত]— দাদা।
ৰঞ্জিত : চাওঁ এইফালে আহচোন। পূৰবীকো মাত।
প্ৰভাত : আমি জি এম ৰ'ডত আমাৰ অফিচ পাতিছোঁ।
ৰঞ্জিত : জানো।
বিনন্দ : কাইলৈ আমাৰ অফিচলৈকে আহিব নহ'লে এপাক।
[কৰবী আৰু পূৰবী আহে]
বিনন্দ : আমি তোমালোকব আগতীয়াকৈ অভিনন্দন জনাইছোঁ।
কৰবী : কিহৰ কাৰণে?
বিনন্দ : এখেতসকলে ক'ব। আমি আৰু আজি কথা নাপাতোঁ। পিছত লগ পাম। আহোঁ।
কৰবী : ভাল।
প্ৰভাত : [পূৰবীক] আহোঁ।
পূৰবী : ভাল।

প্ৰভাত
বিনন্দ ঃ আহোঁ ছাৰ।

পাঠক ঃ যোৱা।

[বিনন্দই শেষত ৰঞ্জনৰ ফালে চাই মূৰ দুপিযাই ওলাই যায। প্ৰভাতো যায। ৰঞ্জিত দুৱাৰৰ ফালে আগবাঢি যায। অলপ পিছত]

পাঠক ঃ [ৰঞ্জিতক] তই এওঁলোকৰ কথা কিবা জাননে?

ৰঞ্জিত ঃ শুনিছিলোঁ— ডাঙৰ থিযেটাৰ কোম্পানী এটা খুলিব খুজিছে বোলে।

পূৰবী ঃ বা!— এজনেতো অনবৰত ডাযলগেই কৈ থাকে! কথা নকযেই!

কৰবী ঃ আমি চব শুনি আছোঁ। তই নাটক লিখি দিবি নেকি দাদা?

ৰঞ্জিত ঃ চাওঁচোন কথা-বতৰা পাতি।

পাঠক ঃ মোৰ এটা কথা মনত পৰিছে বুইছ। বহুত দিনৰ আগৰ কথা। সেই সমযত মোৰ পইচাৰ বৰ টান দিন চলিছে। মই লিখা নাটক এখন আফিচাৰে টাইপিষ্ট ছোৱালী এজনীক কপী কৰিবলৈ দিলোঁ— পৃষ্ঠাত পঞ্চাছ পইচা হিচাবত মুঠতে চৌৱন্ন টকা দিলোঁ। পিছে নাটক লিখি আজিলৈকে মই চৌৱন্ন পইচাও পোৱা নাই। সেই কাৰণে মোৰ কথা হ'ল কি জান? নাটক লিখি যদি পইচা নাপায, কপী কৰি যদি পাব, তেনেহ'লে কপী কৰাই ভাল। [হাঁহে]। ধেমালি কৰিছোঁ অ'। মই পিছে নাটকৰ কলাতকৈ ইহঁত দুজনীযে অভিনয কৰাৰ কথাটোহে ভাবিছোঁ।

পূৰবী ঃ মোৰ হ'লে কৰিবলৈ মন আছে। [কৰবীক] তোৰ?

কৰবী ঃ মানুহবোৰ যদি ভাল হয, তেনেহ'লে কৰিম।

পূৰবী ঃ দাদাতো থাকিবই! দাদা ডাইৰেক্টৰ হওঁতেই যদি নাটক কৰিবলৈ চান্স নাপাওঁ, তেতিয়া হ'লে আৰু কেতিযা পাম? দাদা, তইতো আমাক লবিযেই!

ৰঞ্জিত ঃ চাওঁচোন। আগতে তহঁতে মোৰ নাটক ব পী কৰি দেচোন। [ভিতৰলৈ চায]

কৰবী ঃ দেউতাই কি ভাবিছে? কৰিম নে নকৰিম?

পাঠক ঃ ভাবোঁ ৰহ। তহঁত যাচোন। মাৰক মাতিছোঁ বুলি কঁগে।

[কৰবী-পূৰবী সোমাই যায। পাঠকে তললৈ চাই অহা-যোৱা কৰি ভাবে। অলপ পিছত সাবিত্ৰী আহে।]

সাবিত্ৰী ঃ কিয মাতিছিল?

পাঠক ঃ কথাবোৰ শুনিছানে?

সাবিত্ৰী ঃ এটাইবোৰ শুনা নাই, ইহঁতে ভিতৰৰ পৰা শুনি শুনি যিখিনি কৈ আছে, সেইখিনি শুনিছোঁ।

পাঠক ঃ [সম্মুখত ৰৈ] ইহঁত দুজনীক থিযেটাৰ কৰিবলৈ দিবা? [নিস্তব্ধ]

পাঠক ঃ হুঁ? কি ভাবিছা?

সাবিত্ৰী ঃ ইমান একোজনী হ'ল, এতিযানো সেইবোৰ কৰিবলৈ দিবলৈ কোনজনী মাকে ভাল পায? কিন্তু দিনে-নিশাই চকুৰ আগতে লৈ থাকিবলৈও বৰ আমনি লাগিছে। ঠাই সৰা, কাপোৰ জপা, খোৱা আৰু শোৱা— সেইসোপাকে কিমান চাই থাকিব? কিবা এটাত লাগি ওলাই যোৱাও বেয়া নহয়।

পাঠক ঃ মই ইটো কথাও ভাবিছোঁ।

সাবিত্ৰী ঃ [মুখলৈ চাই ৰৈ থাকি] কি?

পাঠক : ইয়াৰ ৰঞ্জিতৰো ইমান দিনে একোটো নহ'ল। মোৰোতো হাত একেবাৰে খালী হৈ আহিছে। সিহঁতৰ যদি তেল-চাবোন, গাৰ কাপোৰযোৰৰ খৰচখিনিও ওলায।— আৰু আমিতো নাটকৰেই মানুহ দিয়াচোন। কি কোৱা? [দুয়ো দুয়োলৈ চাই ৰয়।]
[অন্ধকাৰ।]

## Castıng

### মঞ্চ-২

[ৰিহাৰ্ছেল কৰা ঠাই। চকী, মেজ, বেঞ্চ ইত্যাদি। কৰবী, পূৰবী, প্ৰভাত, ৰঞ্জিত, প্ৰম্পটাৰ, নকুল, দেব, পাৰুল, ৰাখী আদি। তিনিজন দেৱতা বেঞ্চৰ ওপৰত থিয় হৈ আছে। ৰঞ্জিতে ডাইৰেকচন দিছে। এখন বহী তেওঁৰ হাতত, এখন প্ৰম্পটাৰৰ হাতত। মাটিত কিছুমান মানুহ বহি আছে। ৰঞ্জনে সিহঁতক বহাৰ ভংগীবোৰ দেখুৱাই দিছে। সিহঁত খাবলৈ নোপোৱা মানুহ।]

ৰঞ্জিত : [সন্মুখলৈ আহি দৃশ্যটো ভালকৈ চাই] নকুল। পাহৰিলা? কেনেকৈ থাকিবলৈ কৈছিলোঁ? [নকুলে ভংগী সলনি কৰি বহে]

ৰঞ্জিত : ঠিক আছে। আৰম্ভ কৰোঁ।— প্ৰথম দেৱতা।

১ম দেৱতা : [বেঞ্চৰ ওপৰত। গ'ল হেকাৰি মাৰি লৈ] বন্ধু, সৌৱা চোৱা তোমাৰ সৃষ্টি। এনেকৈয়ে যদি জীৱশ্ৰেষ্ঠ মানুহে হাহাকাৰ কৰিব লাগে, তেনেহ'লে তুমি সিহঁতক সৃষ্টি কৰিলা কিয়?

প্ৰম্পটাৰ : দ্বিতীয় দেৱতা— সিহঁতে হাহাকাৰ।

২য় দেৱতা : সিহঁতে হাহাকাৰ কৰিব পাৰে কাৰণেই সিহঁত জীৱশ্ৰেষ্ঠ, আৰু জীৱশ্ৰেষ্ঠ কাৰণেই সিহঁতে হাহাকাৰ কৰে। কেৰেলুৱাই হাহাকাৰ কৰা দেখিছা? ওকণীয়ে হাহাকাৰ কৰা দেখিছা?

প্ৰম্পটাৰ : নাই দেখা।

৩য় দেৱতা : নাই দেখা।

২য় দেৱতা : নাই দেখা। কাৰণ, সিহঁতৰ মগজু বোলা বস্তুটো— মন বোলা বস্তুটো জীৱশ্ৰেষ্ঠ মানুহৰ নিচিনা নহয়।

প্ৰম্পটাৰ : ৩য় দেৱতা— কিন্তু বন্ধু।

৩য় দেৱতা : কিন্তু বন্ধু— এইবোৰ মানুহেতো এতিয়া মন আৰু মগজুৰ কাৰণে কষ্ট পোৱা নাই। পাইছে পেটৰ কাৰণেহে।

প্ৰম্পটাৰ : ২য় দেৱতা—।

২য় দেবতা : [খঙেৰে] সিহঁতে মগজুক মামৰত, বোকাত, বিষ্ঠাত পোত খাবলৈ দিছে কাৰণেই সিহঁতৰ পেট খালী হৈ গৈছে। তোমাৰ ৰথৰ ঘোঁৰাবোৰ মাৰি পেলালে, চকাবোৰ খুলি পেলালে ৰথ চলিব?

প্ৰম্পটাৰ : প্ৰথম দেৱতা—

বিনন্দ : [বাহিৰত] অকণমান ৰ'বাচোন দেই। [সোমাই আহে] ছৰী পাঠক। মাজতে দিগদাৰি কৰিলোঁ। কিন্তু এটা ইম্পৰটেন্ট কথা হৈছে। মিষ্টাৰ মধু চৌধুৰীৰ নাম শুনিছেনে? বৰ ডাঙৰ বিজিনেছমেন যে? নক্ষত্ৰৰ জ্যোতি নামে ফিল্মখন যে প্ৰডিউছ কৰিছে?

ৰঞ্জিত : অ' বুইছোঁ। দেখা নাই, নামটো শুনিছোঁ।

বিনন্দ : তেখেত আহিছে। অফিচতে বহুৱাই থৈ আহিছোঁ। তেখেতক আমি কিছু টকা আমাৰ

কোম্পানীটোত ইনভেষ্ট কৰাৰ কথা কৈছোঁ। তেখেতেও ইণ্টাৰেষ্ট দেখুৱাইছে। কৈছে, নাটক কেনেকুৱা, ৰিহাৰ্ছেল কেনেকুৱা হৈছে, তেখেতে বোলে চাব। সেই কাৰণে মই আপোনাক আগতে ক'বলৈ আহিলোঁ— তেখেতক আপুনি নাটকখনৰ কথাখিনি থূলমূলকৈ, একদম মনত লাগি যোৱাকৈ, কৈ দিব আৰু ভাল ৰিহাৰ্ছেল অকণমান দেখুৱাই দিব। হ'ব নহয়?

ৰঞ্জিত : হ'ব।

বিনন্দ : মই তেখেতক লৈ আহোঁগৈ। [যায]

প্ৰভাত : মই ভাবিছোঁ— মোৰ আৰু পূৰবীৰ থাৰ্ড ছিনটো দেখুৱাই দিওঁ।

ৰঞ্জিত : প্ৰথমৰ পৰাই দেখুৱাই দিওঁ নহ'লে। প্ৰথমতে কাহিনীটো কৈ লওঁ, তাৰ পিছত—

প্ৰভাত : কাহিনীটো কওক, কিন্তু এইবোৰ মানুহৰ কথাটো কি জানে? ভিতৰৰ কথাবোৰতো ইহঁতে একো নুবুজে! খালী কিমান জমিছে সেইটোহে লাগে! সেই কাৰণে তামাম জমা ছিন এটা দেখুৱাই দিওঁ, তাৰ মাথা ঘূৰি যাওক। সৌৱা আহিছে।
[মধু, চৌধুৰী আৰু বিনন্দ আহে।]

বিনন্দ : এখেত মিষ্টাৰ মধু চৌধুৰী, বিজিনেছ মেগনেট, ফিল্ম প্ৰডিউচাৰ, মধু ইণ্ডাষ্ট্ৰিজৰ মালিক, আৰু এযা ৰঞ্জিত পাঠক, নাট্যকাৰ, পৰিচালক।

ৰঞ্জিত : নমস্কাৰ।

মধু : নমস্কাৰ।

বিনন্দ : আৰু এযা আমাৰ অভিনেতা-অভিনেত্ৰী, ট্ৰেকনিচিয়ানসকল। প্ৰভাত দত্ত, কৰবী পাঠক, পূৰবী পাঠক, নকুল শৰ্মা, দেব মেচ, পাৰুল নাথ, ৰাখী চৰকাৰ।
[সকলোৱে নমস্কাৰ কৰে।]

বিনন্দ : বহক। [সি চৰী এখন একাষে ঠিক কৰি দিয়ে। মধু বহে। দৰ্শকৰ ফালে প্ৰায পিঠি দি।]

বিনন্দ : পাঠক, কওকচোন এখেতক কথাবোৰ। চমুকৈ ক'লেও হ'ব। এখেতৰ হাতত সময বৰ বেছি নাই বোলে।

ৰঞ্জিত : আমাৰ এই গোটেই আযোজনটোৰ আৰম্ভণিতে আমি এটা কথা মনত সুমুৱাই লৈছোঁ। কথাটো হ'ল— আমাৰ ভৰি যদিও আমাৰ মাতৃভূমিৰ মাটিত আছে, তথাপি আমি পৃথিবীৰ নাটকৰ কথা পাহৰি যোৱা নাই। সেই কাৰণে এইখন নাটকৰ জৰিযতে আমি আমাৰ দৰ্শকক বিশ্বৰ নাটকৰ আভাস দিব খুজিছোঁ। বিশ্ববিশ্ৰুত নাট্যকাৰ ব্ৰেখটৰ নাটকৰ কাহিনীৰ এটা অংশক আমাৰ নাটকৰ আধাৰ কৰি লৈছোঁ। [মধুক] ব্ৰেখ্‌টৰ নাম শুনিছেনে? বাৰ্টল্‌ড্ ব্ৰেখ্‌ট্?
[মধুৱে মূৰ দুপিয়ায়]
ভাল। সেই কাৰণে মই আমাৰ শিল্পীসকলক কৈছোঁ— আমাৰ প্ৰত্যেকটো কামত, প্ৰতিটো চৰিত্ৰৰ অভিনয়ত, প্ৰতিটো খোজত, প্ৰতিটো ডায়লগত সেই মহান নাট্যকাৰজনৰ মৰ্যাদা ৰক্ষা পৰিব লাগিব, আমাৰ মাটিৰ গোন্ধ ৰক্ষা পৰিব লাগিব, আৰু দৰ্শকৰ প্ৰতি আমাৰ কৰ্তব্য-দাযিত্ব সম্পূৰ্ণৰূপে পালন কৰা হ'ব লাগিব। এযা হ'ল আমাৰ নীতি। এতিয়া কাহিনী। [দেৱতা তিনিজনক] তোমালোক উঠাচোন। দেৱতাকেইজন আকৌ বেঞ্চত উঠে। এওঁলোক হ'ল তিনিজন দেৱতা। মেঘৰ মাজেদি, আকাশী পথেৰে এওঁলোক ফুৰিবলৈ আহিছে। এইখিনি আমি টেকনিকেলী সুন্দৰকৈ দেখুৱাম। মেঘ পাৰ হৈ গৈ থাকিব— চেতাৰত এটা কোমল মিউজিক বাজিব— তিনিজন দেৱতা মেঘৰ মাজেদি আহি থাকিব। তেওঁলোক মঞ্চৰ মাজ

পাওঁতে হঠাতে এজন দেৱতাই তলত কিবা দেখিব। তেওঁলোকৰ ৰথ ৰৈ যায়। তিনিও তললৈ চাব। কি দেখিব? ঠিক সেই সময়তে ইয়াত, মঞ্চত, পোহৰ পৰিব। দেখা যাব— এজাক কংকালসাৰ, বুভুক্ষু মানুহ। সিহঁতে যন্ত্ৰণাত ছটফট কৰিছে। সিহঁতৰ যন্ত্ৰণা দেখি দেৱতাসকলৰ মাজত তৰ্ক হ'ব— জীৱশ্ৰেষ্ঠ মানুহৰ এই দুৰ্দশাৰ বাবে দায়ী কোন? সৃষ্টিকৰ্তানে মানুহ নিজে? তিনিওজনৰ মাজত ঘোৰ তৰ্কযুদ্ধ। তাৰ পিছত তেওঁলোকে মানুহৰ চৰিত্ৰ আৰু সৃষ্টিকৰ্তাৰ কৰ্তব্য বিচাৰ কৰাৰ এটা ব্যৱস্থা কৰিব। ওঁ— তোমালোকে এইখিনিৰ পৰা আৰম্ভ কৰা।

প্ৰম্পটাৰ : তৃতীয় দেৱতা— তেনেহ'লে সেয়ে হওক।

৩য় দেৱতা : তেনেহ'লে সেয়ে হওক। সিহঁতৰ মাজত কিছুমান টকাৰ টোপোলা পেলাই দিয়া। চোৱা যাওক— সেই টকাৰ সহায়ত সিহঁতে জীৱশ্ৰেষ্ঠ মানুহ হিচাপে মূৰ তুলি থিয় হ'ব পাৰে, নে আকৌ সেই ঘৃণনীয় কংকালতেই পৰিণত হয়।

প্ৰম্পটাৰ : দ্বি

২য় দেৱতা : কিন্তু ইহঁতৰ মাজত টকাৰ টোপোলা পেলালেই নহ'ব নহয়। ইহঁত দেখদেখকৈ অন্নহীন, বস্ত্ৰহীন হৈ আছে কাৰণে আমি ইহঁতৰ কথাকে ভাবিছোঁ। কিন্তু সুন্দৰ কাপোৰ-কানি, ছুট-টাইৰে ঢাক খাই থকা কিমান বস্ত্ৰহীন মানুহ আছে' কেৱল মাছ-মাংস-মদিৰা-আঙুৰ-আপেলেৰে পেট ভৰি থকা কিমান অন্নহীন মানুহ আছে' আমিতো সিহঁতৰ কথা পাহৰিলে নহ'ব' সেই কাৰণে আমি এই নগৰৰ সকলোৰে মাজত টকাৰ টোপোলা বিলাই দিম। প্ৰতিজন মানুহৰ বাবে যিমান টকাৰ দৰকাৰ, মুঠতে সিমান টকা ঢালি দিম। পাঁচ বছৰৰ পিছত আমি চামহি— ক'ৰ টকা ক'লৈ গ'ল, এই কংকালবোৰৰ কি হ'ল। হ'বনে বন্ধুসকল?

১ম, ৩য় দেৱতা : হ'ব হ'ব।

২য় দেৱতা : দিওঁ তেনেহ'লে টকাৰ টোপোলা দলিয়াই?

১ম, ৩য় দেৱতা : দিয়া দিয়া।

ৰঞ্জিত : তাৰ পিছত এই টকাৰ টোপোলা পেলাই দিয়া দৃশ্যটো আমি টেকনিকৰ সহায়ত খুব বঢ়িয়াকৈ দেখুৱাম। চাৰিওফালে টকাৰ টোপোলাৰ ঝনক ঝনক শব্দ, ওপৰৰ পৰা পুষ্পবৃষ্টি হোৱাৰ নিচিনাকৈ টকাৰ টোপোলাৰ বৃষ্টি হৈছে, তলত সেই দুৰ্ভগীয়া মানুহবোৰে থপিয়াথপি, দবৰা-দবৰি কৰি টকাৰ টোপোলা গোটাইছে, কোলাহল, মিউজিক চলি থাকিব, স্ক্ৰীণ পৰি যাব, তৎক্ষণাত, ভেৰী কুইকলী তিনিখন চকী আনি মঞ্চত থোৱা হ'ব, মঞ্চত থাকিব মিষ্টাৰ বিজয়, তেওঁৰ পৰিবাৰ চন্দ্ৰা আৰু খুলশালিয়েক মাধুৰী। তেওঁলোকে ঘৰৰ সন্মুখৰ ঘাঁহনিত বহি কথা পাতি আছিল, ওচৰতে পৰিল এটা টকাৰ টোপোলা। এশটকীয়া নোটৰ এক লাখ টকা। আমি প্ৰথমৰ ডোখৰ বাদ দিছোঁ— [পূৰবীৰ ওচৰলৈ গৈ]— এইখিনিৰ পৰা কৰা। আৰু মথুৰা, এওঁলোকৰ মুখস্থ হৈছেই। দৰকাৰ নহ লে তুমি প্ৰম্পট নকৰিবা। ষ্টাৰ্ট।

পূৰবী : হাও ফানী! [How funny!] টকাখিনি ইয়াত পৰা কিমান সময় হ'ল? অতি কমেও আধা ঘণ্টা? হ'ল নে নাই?

পূৰবী : হ'ল।

পূৰবী : ভিনদেৱে চাৰিওফালে চাই আহিলগৈ নে নাই?

প্ৰভাত : আহিলোঁগৈ।

পূৰবী : কাকোতো নেদেখিলে?
প্ৰভাত : নেদেখিলোঁ।
পূৰবী : তাৰ মানে ইমান পৰলৈকে এই টকাখিনিৰ মালিক কোনো নোলাল।
কৰবী : আস্ সা! দেখদেখ টকাৰ টোপোলা এটা, তাৰ মালিক নোহোৱা হ'ব পাৰে নেকি অ'? আধা ঘণ্টাৰ ভিতৰতে কোনো মালিক নোলাল বুলিযেই টোপোলাটোৰ মালিক নোহোৱাই হ'ব নেকি?
প্ৰভাত : ঠিক আছে, পূৰবীযে কৈছে যেতিযা— যেতিযালৈকে মালিক নোলায, তেতিযালৈকে তুমি টকাখিনি ভিতৰত থৈ দিযাগৈ।
কৰবী : নথওঁ। এইসোপা টকা মই দুৱাৰৰ সিফাল হ'বলৈকো নিদিওঁ। [খং] পেলাই দিযক সৌ দেৱালৰ সিফালে।
পূৰবী : ঠিক আছে, মই টকাখিনি সৌখিনিতে গাঁত এটা খান্দি পুতি থ'ম, আৰু যেতিযা লাগে উলিযাই লৈ খৰচ কৰি থাকিম।
কৰবী : তই মোৰ ভনী! সৰুৰে পৰা দুইজনী একেখন ঘৰতে ডাঙৰ হ'লোঁ, তোৰ ইমান টকাৰ খঁক কেনেকৈ হ'ল অ'?
পূৰবী : তোৰ টকাৰ খঁক নাই?
কৰবী : নাই।
পূৰবী : ওঁ ঃ!
প্ৰভাত : যেতিযাই যি বিচাৰিছে পাই আছেতো, সেই কাৰণে খঁক কাক বোলে তেওঁ ক'বই নোৱাৰে।
কৰবী : মই কিবা বিচাৰিলে যদি নাপালোঁহেঁতেন, তেতিযাও মোৰ খঁক নহ'লহেঁতেন।
প্ৰভাত : [হঠাতে উত্তেজিত হৈ] হে'ৰা, তুমি যে এতিযা ইমান ডাঙৰ ডাঙৰ কথা কৈছা, মই যেতিয়া টকাৰ বাণ্ডিলবোৰ আনি তোমাৰ হাতত দিওঁ, তেতিযা তুমি সেইবোৰ টকাৰ মালিক কোন নোসোধা কিয? তেতিযাতো হাঁহি হাঁহি হাত পাতি লৈ যোৱা!
কৰবী : সেয়া আপোনাৰ টকা। আপুনি সেই টকাৰ মালিক। মই আপোনাৰ পৰিবাৰ। আপুনি মোক দিযে, সেই কাৰণে মই লওঁ।
প্ৰভাত : কিন্তু তুমিতো জানা মই দৰমহা কিমান পাওঁ? জানা নে নাজানা?
কৰবী : জানো।
প্ৰভাত : কিন্তু তুমি পিন্ধি থকা সেই কাপোৰবোৰৰ দামেই যে মোৰ এমাহৰ দৰমহাতকৈ বেছি, সেইটো জানা নে নাজানা? [ৰৈ] কিন্তু তুমিতো দুমাহৰ মূৰে মূৰে তেনেকুৱা এযোৰ কাপোৰ লৈযেই আছা! কেতিযাবা সুধিছানে সেইবোৰ পইচা ক'ৰ পৰা আহিছে? সেই পইচাৰ মালিক কোন?
কৰবী : আপুনিয়েইতো এদিন কৈছিল— আপুনি বাহিৰা কাম কৰে কাৰণে বাহিৰা পইচা পায!
প্ৰভাত : বাহিৰা পইচা ঠিকেই পাওঁ, কিন্তু তাৰ কাৰণে বাহিৰা কাম নকৰোঁ, ভিতৰুৱা কাম কৰোঁ। তুমি ভুল বুজিছিলা।
কৰবী : তাৰ মানে? [শাৰীৰ/চাদৰৰ আঁচল দেখুৱাই] তাৰ মানে এইবোৰ অন্যায়ৰ পইচা?
প্ৰভাত : ন্যাযৰ পইচাৰে তুমি মাহেকত বৰ বেছি এখনকৈ গামোচা কিনিব পাৰিবা।
কৰবী : [খঙত বলিয়াৰ নিচিনা হৈ] আপুনি মোক ইমান দিনে ফাঁকি দিছে?
পূৰবী : হ'ব, মনে মনে থাক।

কৰবী : আপুনি মোক পাপত ডুবাইছে?

পূৰবী : মনে মনে থাক বুলি কৈছোঁ নহয়।

প্ৰভাত : পাপ বোলা বস্তুটোতো বাল্টিত পানী থকাৰ নিচিনাকৈ নাথাকে যে তোমাক দাঙি আনি তাতে ডুবাই দিম। পাপ বোলা বস্তুটো হ'ল মুকলি পথাৰৰ কুঁৱলীৰ নিচিনা। এইখিনিত থিয় হৈ চালে সৌখিনিত গোট খাই থকা যেন দেখি, আকৌ সৌখিনিত থিয় হৈ এইফালে চালে এইখিনিতহে কুঁৱলী থকা যেন দেখি। নিজে কুঁৱলীৰ মাজত আছোঁ বুলি বেছিভাগে গমেই নাপায়। [হাঁহে] আৰু কেতিয়া কুঁৱলীৰ সীমা পাৰ হৈ তাৰ মাজলৈ সোমালোঁ সেইটোও আমি গম নাপাওঁ।
[কৰবীয়ে চকু ঢাকি কান্দে।]

কৰবী : ব'ল, ভিতৰলৈ ব'ল।

প্ৰভাত : আৰু তুমি টকাক পাপৰ লগত কিয় সাঙুৰি দিছা? সেইটো তুমি ভুল কৰিছা নহয়। [খং] কোন মূৰ্খই আজি টকাক পাপৰ লগত সাঙোৰে? আঁহত-বৰগছৰ গুৰিয়ে গুৰিয়ে থকা প্ৰত্যেকটো শিললৈ পইচা দলিযালে পুণ্য হয় নে নহয়? কোনোবাই অফিচত মোলৈ পইচা দলিয়াই পুণ্য কৰিছে, কৰক। মই তোমাক সজাই-পৰাই সুন্দৰকৈ মাছে-মঙহে খুৱাই-বুৱাই সুখেৰে ৰাখিছোঁ। পুণ্য কৰিছোঁ। ইয়াত পাপৰ কথা ওলাল ক'ৰ পৰা? হৰে-কৃষ্ণ হৰে-ৰাম বুলি যে দুপৰীয়া-দুপৰীয়া তোমাৰ আৰাম নষ্ট কৰি গেৰুৱা -বাবাই পাঁচিছ পইচা-পঞ্চাছ পইচা লৈ যায়, তেওঁৰ গাত পুণ্যৰ কিটো লক্ষণ আছে?

ৰঞ্জিত : ৰ'ব। এনেকৈয়ে গিৰীয়েক-ঘৈণীয়েকৰ মাজত তুমুল যুদ্ধ। তাৰ পিছত এদিন মিষ্টাৰ বিজয় আৰু তেওঁৰ খুলশালিয়েক মাধুৰী দেৱী সেই টকাৰ টোপোলা লৈ উধাও। দূৰ-দূৰণিত কোনোবা ভূ-স্বৰ্গত জীৱনৰ মধু পান কৰি তেওঁলোক মছগুল। পাঁচ বছৰৰ পিছত দেৱতা তিনিজন যেতিয়া উভতি আহে, তেতিয়া তেওঁলোকে দেখিলে— হৰিদ্বাৰলৈ যোৱাৰ বাটত এটা জুপুৰী ঘৰত এখন চাহৰ দোকান— মাধুৰী দেৱীয়ে চাহ কৰিছে, মিষ্টাৰ বিজয়ে তীৰ্থযাত্ৰীৰ ফালে চাহৰ গিলাচ আগুৱাই দিছে, চাহৰ দাম লৈছে। এনেকৈয়ে আমি দেখুৱাইছোঁ— এই টকাৰ টোপোলাৰ কাৰণে কেহোৰাম পণ্ডিতৰ ঘৰত কি হৈছে, জলসিঞ্চন বিভাগৰ ডেপুটী মিনিষ্টাৰৰ ঘৰত কি হৈছে, সৌ বাটৰ ভিকহুবোৰৰ ঘৰত কি হৈছে, জয়কান্ত চিপাহীৰ ঘৰত কি হৈছে। আৰু শেষত? শেষত কি হ'লগৈ? দেৱতা তিনিজনে টকাবোৰ বিচাৰিলে। বিচাৰি বিচাৰি এটাইবোৰ টকা দ'ম হৈ থকা পালেগৈ ইন্দ্ৰপ্ৰস্থ নগৰৰ জাজদিয়া মন্দিৰৰ তলৰ এক গোপন কক্ষত। সমগ্ৰ জনতাক শোষণ কৰি জাজদিযা চাহাবে ধন-সম্পত্তিবোৰ শ্ৰীকৃষ্ণৰ বিছনা তলত থৈ দিছে। মানে কথাটো আমি ছিম্বলিক— মানে প্ৰতীকধৰ্মী কৰি দিছোঁ।
[মধুৱে ঘড়ী চাই উঠে।]

মধু : ভাল হৈছে। সুন্দৰ হৈছে। নতুন ধৰণৰ হৈছে; থেংক ইউ। [পূৰবীক] আপোনাৰ অভিনয় বৰ সুন্দৰ হৈছে। [কৰবীক] আপোনাৰো। আপোনালোক বোলে বাই-ভনী?

পূৰবী : হয়।

মধু : ভেৰী গুড। আকৌ লগ পাম বাৰু।

বিনন্দ : চাহ আহিব এতিয়া। চাহকাপ খাই যাওক।

মধু : নৌ, থেংক ইউ। অইন এদিন খাম। বাই বাই। বাই বাই। [কৰবী আৰু পূৰবীৰ ফালে চাই বিনন্দ আৰু মধু যায়] সকলোৱে নিজৰ নিজৰ ঠাইলৈ যায়। কোনোবা বহে। নিজৰ ভিতৰতে

কোনোবাই কথা পাতে। হাঁহে। পূৰবী, কৰবী আৰু প্ৰভাতে থিয় হৈ কথা পাতে। ৰঞ্জিত 'মই এতিয়াই আহিছোঁ' বুলি ওভোতা ফালে ওলাই যায়।]

পূৰবী : কেনেবা দেখিলে ফাইনেন্সচিয়াৰ চাহাবে।

প্ৰভাত : নিশ্চয় ভালেই দেখিছে। ক'লে নহয় সুন্দৰ হৈছে বুলি। [জেপৰ পৰা মছলাৰ টেমা এটা উলিয়াই দুয়োজনীকে মছলা দিয়ে, নিজেও খায়, কথাও কৈ থাকে।] পিছে তোমালোকৰ লগত একেলগে এক্টিং কৰিলে মোৰ লোকচান হ'ব যেন পাওঁ।

কৰবী : কিয়?

প্ৰভাত : কিয় দেখিলাই নহয়। তুমি, মই পূৰবী তিনিও এটা ছিন কৰিলো, চবেই সমান সমান ডায়লগ ক'লোঁ, কিন্তু প্ৰডিউচাৰ চাহাবে কাক প্ৰশংসা কৰি গ'ল?

পূৰবী : এ সেইটো নহয় দিয়ক। তেখেতে ক'ব লাগে কৈছে আৰু। পাৰুল [দূৰত বহি থকাৰ পৰা] কৰবী বাইদেউ শুনকচোন। [কৰবী যায়]

প্ৰভাত : নহয় নহয়, তেবোঁতো এজন দৰ্শক। তেওঁৰ নিচিনাকৈ সকলোৱে যদি আমাৰ ফালে পিঠি দিয়ে, তেনেহ'লেতো সৰ্বনাশ। নাই নাই ভাই, হুঁচিয়াৰ হ'ব লাগিব। তোমাৰ ককাইদেউৰাক ক'ব লাগিব— মোক যেন খুব জোৰদাৰ ডায়লগ কেইটামান লিখি দিয়ে। এইচা ডেলিভাৰী কৰিম— প্ৰডিউচাৰ চাহাব একদম থৰ হৈ যাব।

পূৰবী : পিছে অকল ডায়লগেৰে নহ'ব। [হাতৰ পৰা মছলা খাই হাঁহে]

প্ৰভাত : এৰা। সেইটোও জানো। চাওঁচোন এই জনমততো নহ'লেই, অহা জনমত যদি পূৰবী হৈ জনম ল'ব পাৰোঁ। [বিনন্দ আহে। গম্ভীৰ]

বিনন্দ : [কেউফালে চাই] পাঠক কলৈ গ'ল?

প্ৰভাত : আছে। এই ভিতৰলৈ গৈছে।

বিনন্দ : মাতচোন। [অহা-যোৱা কৰে]

প্ৰভাত : অই নকুল, পাঠকক মাতি আনচোন। অ' সৌৱা আহিছেই। [ৰঞ্জিত আহে]

প্ৰভাত : [বিনন্দক] কি ক'লে মধু চাহাবে?

বিনন্দ : বেয়া পোৱা নাই। ভালেই পাইছে। কিন্তু তেওঁ অৱশ্যে এটা কথা কৈছে। [অহা-যোৱা কৰি] কথাটো বৰ ভুল নহয়।

প্ৰভাত : কি হৈছে?

বিনন্দ : [সকলোকে] তোমালোকে চাহ খাই আহাগৈ। [ঘড়ী চাই] পোন্ধৰ মিনিট। [সকলো যায়]

প্ৰভাত : কি কৈছে কচোন।

বিনন্দ : যি কৈছে মই ঠিক তেনেকৈয়ে ক'ম, আপুনি বেয়া নাপাব পাঠক।

ৰঞ্জিত : নাই নাই নাপাওঁ, কওক।

বিনন্দ : তেওঁ কৈছে, নাটকখন ভাল হ'ব। কিন্তু বৰ উচ্চখাপৰ হ'ব। মানে এক শ্ৰেণী মানুহে বুজিব, বুজি খুব ভালো পাব, কিন্তু সেই শ্ৰেণীৰ মানুহ কিমান? তেওঁলোকে চাই ভাল পাব, খবৰ কাগজত, মেগেজিনত নাটকখনৰ কথা ভালকৈ লিখিব, আমাৰ সদনাম হ'ল, যশস্যা হ'ব, কিন্তু [হাতেৰে পইচা টচ কৰা দেখুৱাই]—? টকা? টকাটো ক'ৰ পৰা আহিব? এইটোতো এটা কমাৰ্চিয়েল কাৰবাৰ। যিসকলে আমাৰ এই নাটক চাই ভাল বুলি ক'ব, লিখিব, তেওঁলোক বেছিভাগেইতো কমপ্লিমেণ্টেৰী কাৰ্ডত থিয়েটাৰ চোৱা মানুহ। তেনেহ'লে পইচা? [খোজ কাঢ়ে] কথাটোতো ভুল নহয়। কি কয় পাঠক?

প্ৰভাত : কিন্তু অকল টকাইতো একমাত্ৰ বস্তু নহয়। শিল্প-কলা চৰ্চা বোলা কথা এটাওতো আছে।

বিনন্দ : নাই বুলি কোনে কৈছে? আছে। কিন্তু আমি যে এই হাজাৰ হাজাৰ টকা খৰচ কৰিম, সেইবোৰ টকাতো কোনোবা বেলেগ শিল্প-কলাৰ কাৰখানাত ছপা কৰা নহয়। বজাৰত চাউল কিনিবলৈ দিয়া নোটখন য'ত ছপা কৰা হয়, তাতে ছপা কৰা হয়।

ৰঞ্জিত : মই বুজিছোঁ। মিষ্টাৰ মধু চৌধুৰী বা আপুনি যি কৈছে— কথাবোৰ মিছা নহয়। কিন্তু আমি এতিয়া কি কৰিম? তেখেতে কি কৰা ভাল হ'ব বুলি ক'লে?

বিনন্দ : মানে তেখেতৰ কথাটো হ'ল— মূলভাবটো থাকক, কিন্তু তাৰ মাজতে অলপমান লাইট— মানুহে সহজে বুজা, এনজয় কৰা, মানে এণ্টাৰটেইনমেণ্ট আৰু অলপ ফুৰ্তি আৰু কি। দিনটোৰ পৰিশ্ৰমৰ পিছত জেপৰ পইচা ভাঙি মানুহে অলপ আনন্দ-ফুৰ্তি বিচাৰিবই দিয়কচোন।

ৰঞ্জিত : নিশ্চয়, নিশ্চয়।

বিনন্দ : সেই ধৰণে কথাটো ভাবিব পাৰি নেকি? মানে অলপ চেঞ্জ?

ৰঞ্জিত : [নিস্তব্ধ]

বিনন্দ : পাঠক?

ৰঞ্জিত : হঁ? চেঞ্জ? কিয় নোৱাৰি? পাৰি, পাৰি। নিশ্চয় পাৰি। বাৰু এটা কথা সোধোঁ। মিষ্টাৰ মধু চৌধুৰীৰ টকা নহ'লে আপুনি কোম্পানীটো চলাব পাৰিব জানো?

বিনন্দ : অলপ কষ্ট হ'ব। [বৈ] ওহোঁ, নোৱাৰিম।

ৰঞ্জিত : তেনেহ'লেতো কথাই নাই। চেঞ্জ কৰিবই লাগিব। ঠিক আছে, মোক এদিন সময় দিয়ক।

বিনন্দ : থেংক ইউ পাঠক। এদিন কিয় আপুনি দুদিন সময় লওক। প্ৰভাত আহ। [দুয়ো যায়] [বিনন্দ ওলাই যায়। ৰঞ্জিত অৱশভাৱে চকী এখনত বহে। লাহে লাহে অন্ধকাৰ]

## মঞ্চ-১

[পাঠকৰ ঘৰ। ৰাতি। পাঠক আৰু সাবিত্ৰী। পাঠকে মেজত কিবা লিখি আছে। সাবিত্ৰীয়ে চকী-মেজৰ কুছনবোৰ জোকাৰি ভালকৈ পাৰিছে। অলপ পিছত।]

সাবিত্ৰী : ইহঁতে ইমান পলম কৰিছে! আপোনাক ভাত দি দিওঁ নেকি?

পাঠক : [নাটকীয় সুৰত] নাই নালাগে হে'। সিহঁতো আহক। একেলগে খাম। বেছি দেৰি হোৱা নাই নহয়। কিমাননো বাজিল? [গাটো হেলনীয়া কৰি সিটো কোঠালিত থকা ঘড়ীটো চাই] এঘাৰ বাজি গৈছেহে।

সাবিত্ৰী : ইয়াৰ কথা বাৰু যেন তেন। কিন্তু ইহঁত দুজনীৰো সদায় ইমান পলম হ'ব নেকি? ইমান ৰাতি ৰাতি উভতিবনে হ'লে—

পাঠক : এয়ানো কি ৰাতি হে? কেতিয়াবা দেখিবা ৰাতি পুৱাই যাব। থিয়েটাৰ বস্তুটোৱেই এনেকুৱা। আমাৰ দিনততো থিয়েটাৰ-ভাওনা মানেই টোপনি খতি।

সাবিত্ৰী : জানো এইবিলাক ভাললৈকে হৈছে নে বেয়ালৈকে হৈছে ঈশ্বৰেহে জানে।

পাঠক : [চাই থাকি, চছ্‌মা খুলি, উঠি আহে] হেৰা, খুলি কোৱাচোন, তুমি দুখ কৰিছা নেকি?

সাবিত্ৰী : দুখ নাই কৰা। কিয় দুখ কৰিম?

পাঠক : এই যে ইহঁতক থিয়েটাৰলৈ উলিয়াই দিলা সেই কাৰণে? তুমি দেখোন সদায় কিবা হুমুনিয়াহ কাঢ়ি থকাৰ নিচিনাকৈ থাকা।

সাবিত্ৰী : দুখ নকৰোঁ। চিন্তাহে কৰোঁ। চিন্তাতো কৰিমেই। গাভৰু ছোৱালী, পোহৰে পোহৰে ঘৰ সোমাবহি লাগে।

পাঠক : [ধমকি] এ বাদ দিযাহে তোমাৰ পোহৰে পোহৰে। আন্ধাৰ হোৱাৰ পিছত অকল মতা মানুহবোৰ আৰু বুঢীবোৰহে বাহিৰত থাকিব নেকি? তোমাৰ ছোৱালী যদি আজি ডাক্তৰণী হ'লহেঁতেন, সিহঁতৰ যদি আজি নাইট ডিউটী পৰিলহেঁতেন, ৰাতি দুই বজাত যদি কোনোবাই সিহঁতক বেমাৰী চাবলৈ মাতি নিলেহেঁতেন, তেনেহ'লে কি কৰিলাহেঁতেন? চাওঁতে চাওঁতে তুমি একেবাৰে আওপুৰণি বুঢী হৈ গ'লা।

সাবিত্রী : নিজেই বৰ ডেকাটো হৈ আছে।

পাঠক : আছোঁতো। চুলি পকিল কি হ'ল? মোৰ মন এতিযাও পুৰা ডেকা হৈ আছে। নহ'লে মই এটা ডেকা ল'ৰাক, দুজনীকৈ গাভৰু ছোৱালীক ঘৰখন খালী কৰি থিযেটাৰ কৰিবলৈ পঠিয়াই দিওঁ নেকি? আৰু পঠিযাই দি নিশ্চিন্ত মনেৰে— সৌৱা পদ্য লিখি থাকোঁ নেকি? [বৈ] নহয় নহয়, এইটোতো বৰ বেযা কথা হৈছে।

সাবিত্রী : কি বেয়া কথা হৈছে?

পাঠক : ঘৰখনৰ চাৰিটা মানুহে আনন্দ মনেৰে এটা কামত হাত দিছোঁ, আৰু তুমি অকলে মন মাৰি, চিন্তা কৰি থাকিবা, এইটো ভাল কথা হৈছে নেকি?

সাবিত্রী : চাৰিটাই হওক, আঠটাই হওক, দহটাই হওক, মাক অকল মইহে। মোৰ কাম মই কৰিমেই। আৰু চিন্তা কৰিলেও মইতো একো হকা বধা কৰা নাই।

পাঠক : সেইটো তুমি ভাল কাম কৰিছা। নকৰিবা, হকা-বধা নকৰিবা। [সুৰ সলাই] আচলতে, মানে— ফাঁকি দিলে কিটো হ'ব? তুমি গাভৰু ছোৱালী পোহৰে পোহৰে ঘৰ সোমোৱাৰ কথাহে কৈছা। মইতো ভাবোঁ— সিহঁতে গধূলি হ'লেই গোটেই ঘৰটোতে ধূপ-ধূনা দি, কপালৰ আগলৈকে ওৰণিখন লৈ গোসাঁই ঘৰত সোমোৱাৰ কথা। মনে মনে বহি ভাবি থাকোঁ— ক'ত যে আছে সেই ঘৰ দুখন। তুমি তিৰোতা মানুহ, একোডাল কৰিব নোৱাৰা নহয়। সেই কাৰণে শোৱনি কোঠাত মোৰ আগত মুখখনকে চলাই থাকা। আৰু মই মতা মানুহটোৱে কি কৰোঁ? বহুত কিবাকিবি কৰিব পাৰিব লাগিছিল, কিন্তু একো কৰিব নোৱাৰিলোঁতো— সেই কাৰণে মনে মনে থাকোঁ। পদ্য লিখোঁ। সেই কাৰণে এইবাৰ সিহঁত এটাইখনকে উলিযাই পঠিযাই দিছোঁ— যা, মতা-মাইকী চব সমানে ওলাই যায। চবেই সমানে মুখ চলা, সমানে উপাৰ্জন কৰ।

সাবিত্রী : উপাৰ্জন কৰিবলৈ ওলাই যাওক। সেইটো ডাঙৰ কথা নহয, কিন্তু লাইনটো—

পাঠক : লাইনটো কি বেযা? এই পৃথিবীত লাখ লাখ ছোৱালীযে থিযেটাৰ কৰিছে। তোমাৰ ছোৱালীযে পাৰ্ট নকৰিলে পৃথিবীৰ এখন থিযেটাৰো বন্ধ হৈ নাযায, আৰু এখন থিযেটাৰততো কেতিয়াও মতা মানুহে মাইকী মানুহৰ পাৰ্ট নকৰে। ঠিক বুজিবা। আৰু আজিকালি তোমাৰ ল'ৰা-ছোৱালী কিমান ভাল হ'ল সেইটো হিচাপ কৰাৰ দিন নাই নহয। সিহঁত কিমান বেযা হোৱা নাই, সেইটোহে হিচাপ কৰিব লাগে। ৰঞ্জিতে উপাৰ্জন কৰিব নোৱাৰাৰ কাৰণে মই দুখ কৰা নাই নহয়, সি যে মদ খাই গুণ্ডামী কৰা নাই, সেইটো ভাবিহে আনন্দ পাইছোঁ। কথাবোৰ মোৰ নিচিনাকৈ ভাবি আনন্দ কৰা বুইছা? [সুৰ সলাই] সিহঁত দুজনীযে যে মাহে চাৰি হাজাৰকৈ টকা ঘৰলৈ আনিব, সি যে মুঠতে দহ হাজাৰ টকা আনিব— মইতো মনে মনে সেইবোৰ কথা ভাবিও হাঁহি থাকোঁ, খুব অংক কৰোঁ বুইছা? নিজৰ দৰমহাৰ টকাৰে অংক কৰিবলৈ নাপালোঁতো। [হাঁহে]

[দুৱাৰত শব্দ]

সাবিত্রী : আহিছে হ'বলা। [দুৱাৰ খুলি দিয়েগৈ]

পাঠক : কোন?
কৰবী : আমি। [কৰবী, পূৰবী আহে]
পাঠক : ই অহা নাই নেকি?
পূৰবী : আহিছে। সোঁৱা।
পাঠক : কি হ'ল? তহঁতৰ মুখবোৰ দেখোন ওলমি ওলমি আহিছে। [ৰঞ্জিত আহে] কি হ'ল অ'?
ৰঞ্জিত : এইখন নাটক ঠিক এনেকৈয়ে ৰাখিলে নচলিব।
পাঠক : নচলিব মানে?
ৰঞ্জিত : মানে পইচা উপাৰ্জন কৰিবলৈ হ'লে যেনেকুৱা নাটকৰ দৰকাৰ, এইখন তেনেকুৱা নাটক নহয়।
[কান্ধৰ বেগটো থৈ বহে।]
[সকলো মনে মনে থাকে।]
পাঠক : কোনে কৈছে?
পূৰবী : বিনন্দ দাই যিজন মানুহৰ পৰা টকা ল'ব, তেওঁ কৈছে।
কৰবী : [অলপ পিছত] ভাত হ'ল মা?
সাবিত্ৰী : দাইল-তৰকাৰী এটাইসোপা আকৌ এবাৰ গৰম কৰিব লাগিব।
কৰবী : [পূৰবীক] মাৰো যাই উঠি আছে যেন পাইছোঁ। যাচোন তই, অকণমান লাগি দেগৈ।
পূৰবী : মোৰ ভাত-চাত খাবৰে মন যোৱা নাই। শুই থাকিবলৈহে মন গৈছে। [যায]
পাঠক : তাৰ মানে এতিয়া কি হ'ব? কি কৰিব লাগিব?
ৰঞ্জিত : হয চব বাদ দিব লাগিব, নহয নাটক সলাব লাগিব।
পাঠক : সলাব লাগিব মানে?
ৰঞ্জিত : যেনেকুৱা নাটক হাজাৰ হাজাৰ মানুহে জেপৰ পইচা ভাঙি খেদি খেদি চাব, এই নাটকখন তেনেকুৱা কৰিব লাগিব।
পাঠক : তেনেহ'লে কৰ, তেনেকুৱা কৰি পেলা। বাদ দিবি কিয? মই ইমান দিনে তহঁতক কি কৈ আছোঁ? তেওঁলোকেও আজিতো তাকেই কৈছে। ইয়াত চিন্তা কৰিবলগীযা কিটো আছে?
কৰবী : সেই বুলি এজন নাটক লেখা মানুহৰ নিজৰ বুলিবলৈ একো নাথাকিবই নেকি?
পাঠক : [তাচ্ছিল্য] ধুৰ নিজৰ বুলিবলৈ। নিজৰ বুলিবলৈ লাগে যদি নাটক লিখ, লিখি কোঠালিৰ ভিতৰতে আইনা চাই এক্টিং কৰি থাক? চাবলৈ এহাজাৰ মানুহ বিচাৰ কিয? পেটটোক পুহিবলৈ দুহাজাৰ টকা বিচাৰ কিয? [কৰবী উচাট মাৰি গুচি যায]
ৰঞ্জিত : তেনেহ'লে মই এতিয়া হাজাৰ হাজাৰ মানুহে ভাল পোৱাকৈ নাচিম, গাম, হাঁহিম।
পাঠক : অলিবাৎ। আৰু মানুহে ভাল পালে কান্দিবিও।
ৰঞ্জিত : মোৰ মান-সন্মান, মোৰ কলমৰ মান সন্মান।
পাঠক : গুলী মাৰ। কোনেও সেইবোৰ খবৰ নলয। যদি লয, তেনেহ'লে কবি— আমাৰ দেউতা, ককা দেউতা, ককাদেউতাৰ ককাদেউতাকৰ দিনৰে পৰা— মেনকা, উৰ্বশী, দুষ্মন্ত, শকুন্তলাৰ দিনৰে পৰা নাট্যকাৰে নাচ-গান, বহুৱালি, যুদ্ধ, মাৰ-পিটেৰেই সন্মান আৰ্জি আছে, আমিও তেৰাসবৰ বাটেৰেই বাট বুলিছোঁ। [পূৰবী দুৱাৰমুখত থিয় হযহি। কোনেও মন নকৰে।] তেতিয়াও যদি তোক কোনেও সন্মান নিদিয়ে, তেনেহ'লে তই মোক মাহে পাঁচ হাজাৰকৈ টকা অনি দে, তোক কিমান সন্মান লাগে, মই কিনি আনি দি থাকিম। [অনুৰোধ] তই এতিয়া পিছ নোহোঁহকিবি ৰঞ্জিত। মোৰ হাত একেবাৰে খালী। তহঁত তিনিটাৰ লগতে মই

হাত খালী কৰি পেলালোঁ। মইতো তোক ডকাইতি কৰিবলৈ কোৱা নাই! হাজাৰ হাজাৰ মানুহে তোক মূৰত তুলি লৈ থাকিব, মাৰে, ভনীযেৰইতে হাঁহিব— ধেমালি কথা? [দুৱাৰত শব্দ]

বিনন্দ : [বাহিৰৰ পৰা] পাঠক। পাঠক আছেনে?

ৰঞ্জিত : কোন? [দুৱাৰ খুলিদিযেগৈ] আপুনি? আহক, বহক।
[পূৰবী ভিতৰলৈ গুচি যায।] বিনন্দ আহে। উধাতু খাই আহিছে।

ৰঞ্জিত : ইমান ৰাতিখন? আকৌ আহিল!

বিনন্দ : আপোনালোক অহাৰ পিছতে মধু চৌধুৰী আকৌ উভতি আহিল। আচলতে তেখেতে নাটকখন বেযা পাইছে। তেখেতে আগতে কৈছিল, নাটক-চাটক আপোনালোকে ঠিক কৰক, মোৰ সেইবোৰত ইণ্টাৰেষ্ট নাই। কিন্তু এতিযাতো তেওঁ উল্টা-পূল্টা কথা কৈছে। ইফালে আমি তেওঁৰ পৰা কমেও এক লাখ টকা পাম বুলি ধৰি লৈছিলোঁ।

ৰঞ্জিত : পাব। এতিযাও পাব।

বিনন্দ : মানে?

ৰঞ্জিত : এই নাটক আৰু মই সেইটো মানুহৰ আগত নুলিযাও। যেনেকুৱা নাটক হ'লে তেওঁ হাঁহি হাঁহি এক লাখৰ ঠাইত দৰকাৰ হ'লে ডেৰ লাখ টকা দিব, তেনেকুৱা নাটক লিখি দিম। কাইলৈ তেওঁৰ লগত মোক লগ লগাই দিব। নাটক কেনেকুৱা হ'ব লাগিব— মই তেওঁৰ পৰা জানি ল'ম। আপুনি চিন্তা নকৰিব তালুকদাৰ, মই নাটক লিখিমেই, আপুনি নাটক কৰাবই আৰু মধু চৌধুৰীয়ে টকা দিবই। আমি কোনো পিছুৱাই নাহোঁ।

বিনন্দ : আপোনাৰ খং উঠিছে।

ৰঞ্জিত : নাই নাই, এইটো খং-ৰাগৰ কথা নহয। এইটো আমাৰ শক্তিৰ কথা। আমি কিমানলৈ উঠিব পাৰোঁ, কিমানলৈ নামিব পাৰোঁ তাৰ পৰীক্ষাৰ কথা।

বিনন্দ : আচলতে কথাটো কি জানে পাঠক? এই যে আপুনি টকাই মানুহক কি কৰে, নাটকখনত সেইটোৰ ওপৰত জোৰ দিলে, কোনোবাই যে সকলোৰে টকাবোৰ চুহি কোনোবা মন্দিৰত গোট খুউৱাটো দেখুৱালে, সেইটো মিষ্টাৰ চৌধুৰীয়ে ভাল নাপালে।

ৰঞ্জিত : টকাই মানুহক কি কৰে, সেইটো দেখুৱাব নালাগে?

বিনন্দ : নালাগে।

ৰঞ্জিত : [ডাঙৰকৈ হাঁহি দিযে] ঠিক আছে নেদেখুৱাওঁ দিযক। কাইলৈ তেওঁৰ পৰা জানি ল'ম—

বিনন্দ : মানে তেখেতে এটা আভাস দিছেই— এই ধৰি লওক— প্ৰেম— এজনী সুন্দৰী ছোৱালী, আধুনিকা, ধৰি লওক মিছ মুনমুন বা ৰুশজুন, দুটা মানুহ— এটা কবি, এটা লাখপতি, কবিয়ে ছোৱালীজনীক অন্তৰেৰে ভাল পায়, কিন্তু ছোৱালীজনীযে আকৌ ভাল পায় লাখপতিক— লাখপতিটোৰ আকৌ এজনী আধা পাগলী ঘৈণীয়েক আছে— সেইজনী মানুহৰ দুখ বুজে মাত্ৰ ঘৰৰ পুৰণি চাকৰটোৱে—

ৰঞ্জিত : [খুব জোৰে হাঁহে] মানে হ'ব হ'ব। এজনী ছোৱালী, মিছ ৰুশজুন, এজন কবি, এজন লাখপতি, লাখপতিৰ ঘৈণীযেক পাগলী, এটা পুৰণি চাকৰ? বুজিলোঁ। বঢ়িয়া হ'ব। আপুনি চিন্তা নকৰিব।

বিনন্দ : আপুনি হাঁহিছে। কিন্তু কি কৰিব। কোনে যে কি ভাল পায় তাৰতো একো ঠিক নাই।

ৰঞ্জিত : হয় হয়। ঠিক কৈছে।

বিনন্দ : মই তেনেহ'লে আহোঁ। কাইলৈ লগ পাম।

ৰঞ্জিত : ভাল। [নন্দন যায]
[ৰঞ্জিতে বহি চিন্তা কৰে। হাঁহে। দুৱাৰমুখত পূৰবী।]
পূৰবী : আমি ভাত খাবলৈ বৈ আছোঁ।
ৰঞ্জিত : হয নেকি। ব'ল। [দুয়ো যায]
[অন্ধকাৰ]

## মঞ্চ : ২

[নাটকীয ছেটিংছ। ছিৰি আৰু ওপৰ মহলাৰ বাৰাণ্ডা থকা ড্ৰইং ৰুম। ধুনীযাকৈ সজোৱা। স্ক্ৰীণ উঠাৰ পিছত মধু আৰু বিনন্দক ৰিহাৰ্ছেল চাবলৈ সন্মুখত বহা দেখা যায। ৰঞ্জিত থিয হৈ আছে।]

ৰঞ্জিত : মথুৰা।
মথুৰা : [প্ৰম্পটাৰ। ভিতৰৰ পৰা] ছাৰ?
ৰঞ্জিত : ছয নম্বৰ ছিন ৰেডী?
মথুৰা : ৰেডী ছাৰ।
ৰঞ্জিত : লাইট, মিউজিক চব ৰেডী?
মথুৰা : ৰেডী ছাৰ।
ৰঞ্জিত : আৰম্ভ কৰি দিযা। আৰু শুনা মথুৰা, তুমি বেছি ডাঙৰ ডাঙৰকৈ প্ৰম্পট নকৰিবা।
মথুৰা : ভাল ছাৰ।
ৰঞ্জিত : ষ্টাৰ্ট। [মঞ্চ পোহৰ হয। কলিং বে'ল বাজে। বাবুলালে ভিতৰৰ পৰা আহি দুৱাৰ খুলি দিযে। পূৰবী মিছ ৰুণজুনৰ বেশত। অতি আধুনিকা। চঞ্চল। বাবুলাল পিছুৱাই যায।]
বাবুলাল : কোন আপুনি? কাক বিচাৰিছে?
পূৰবী : মোৰ নাম মিছ ৰুণজুন। গৌতম আছে?
বাবুলাল : অ'! তেনেহ'লে আপুনিয়েই মিছ ৰুণজুন?
পূৰবী : হোৱাই? কি হ'ল? তুমি মোৰ নাম শুনিছা?
বাবুলাল : আপোনাৰ নাম যিমান বাৰ শুনিছোঁ, সিমান বাৰ যদি ভগবানৰ নাম শুনিলোঁহেঁতেন, তেনেহ'লে মই ইমান দিনে স্বৰ্গত থাকিলোঁহেঁতেন।
পূৰবী : অঃ। হাও নাইছ। হু আৰ ইউ? তুমি কোন হয়?
বাবুলাল : আই এম দি বাবুলাল। দিছ হাউছ— টুযেণ্টী ওৱান ইযেৰ।
পূৰবী : [থিককৈ হাঁহে] হাও নাইছ। গৌতম আছে? মই তেওঁক লগ পাবলৈ আহিছোঁ।
বাবুলাল : আছে। আপুনি শেষত তেওঁক ঘৰতো দিগদাৰী কৰিবলৈ আহিল?
পূৰবী : দিগদাৰী? হোৱাট দিগদাৰী? তুমি কি কৈছা?
বাবুলাল : চাওক মিছ ৰুণজুন। গৌতম বাবুৰ কথা আপুনি মোৰ আগত গৌতম বুলি নক'ব।
পূৰবী : হোৱাই?
বাবুলাল : কাৰণ আইতা— মানে, তেওঁৰ মাকৰ বাহিৰে কোনেও তেওঁক গৌতম বুলি মতা মই শুনা নাই। ডেট ইজ দি হোৱাই।
পূৰবী : বাট তেওঁ মোৰ ফ্ৰেণ্ড। ভেৰী গুড ফ্ৰেণ্ড।
বাবুলাল : সেইটো কথা পিছত। আগতে মনত ৰাখিব— মোৰ আগত গৌতম বাবুৰ কথা চাহাব বুলি

ক'ব। বাৰু তাৰ পিছত কওক— গৌতম বাবুৰ বয়স চল্লিছ বছৰ হৈ গৈছে। তেওঁৰ ধুনীয়া মেম চাহাব আছে। মাজতে আপুনি ক'ৰ পৰা ফ্ৰেণ্ডজনী ওলালহি?

পূৰবী : হোৱাট? তুমি এইবোৰ কি কথা কৈছা? তুমি এইবোৰ কথা ক'বলৈ কোন? হু আৰ ইউ?

বাবুলাল : তুমি মোক ধমকি মাৰিছা নেকি?

পূৰবী : তুমি? মোক তুমি বুলি কৈছা?

বাবুলাল : তোমাক আপোনা-আপুনি কৰি লাভ নাই। ষ্টকত 'তই' এটাও আছে। চাওঁচোন, সেইটো কিমান পৰলৈ ৰিজাৰ্ভত ৰাখিব পাৰি।

পূৰবী : কি?

বাবুলাল : হু আৰ ইউ বুলি সুধিছিলা নহয়? তুমি এইখন ঘৰত যিকুৰা জুই জ্বলাইছা, মই হ'লে সেইকুৰা জুই নুমুৱাবলৈ অনবৰত যুদ্ধ কৰি থকা মানুহটো। ফাযাৰ মেন। ইমান দিনে বাহিৰৰ পৰাই যিমান পাৰা কৰিলা, এতিয়া তুমি এইখন ঘৰত ভৰি দিবলৈও সাহ কৰিলা? কিয় আহিছা ইয়ালৈ?

পূৰবী : গৌতমে—

বাবুলাল : চাহাবে। চাহাবে বুলি ক'বলৈ কৈছোঁ নহয়।

পূৰবী : [ৰুণজুন] তেওঁ মোক কেইবাদিনো লগ ধৰা নাই। সেই কাৰণে আহিছোঁ।

বাবুলাল : তেওঁ আৰু তোমাক লগ নধৰে।

পূৰবী : [ৰুণজুন] মোৰ জৰুৰী কথা আছে।

বাবুলাল : তেওঁৰ লগত তোমাৰ কোনো জৰুৰী কথা থাকিব নোৱাৰে। এইখিনিত মই সুস্থ শৰীৰেৰে থিয় হৈ থকালৈকে তুমি তেওঁক দেখা নোপোৱা। তেওঁ সৌ ভিতৰত শুই আছে। তুমি টেঁটু ফালি চিঞৰিলেও তেওঁ নুশুনেও, সাৰো নাপায। তুমি যদি কেৱল তেওঁক লগ পাবলৈকে আহিছিলা, তেনেহ'লে যোৱাগৈ।

পূৰবী : [ৰুণজুন] তোমাৰ ইমান সাহস!

বাবুলাল : মোৰ সাহসতেই এইখন ঘৰ এতিযাও ঘৰ হৈ আছে। মোৰ আগৰ সাহস তুমি নেদেখিলা। দেখা হ'লে সৌ গে'টৰ ইফালে ভৰিযেই নিদিলাহেঁতেন। এতিযা যোৱা।

পূৰবী : [ৰুণজুন] তুমি মোক আচলতে চিনি পোৱা নাই।

বাবুলাল : কিয় মেজাজ দেখুৱাইছা? কিয় কথা বঢ়াইছা? আচলতে তুমি নিজেই তোমাক চিনি নোপোৱা। মই তোমাৰ চিনাকিটো দিওঁ শুনা। তুমি এজনী খাবলৈ নোপোৱা, খঁকুৱা, কেৱল চেহেৰাটোৰে লোকৰ ঘৰ-সংসাৰ জ্বলাই ফুৰা বনৰীয়া ছোৱালী। [পূৰবী অবাক হয।]

বাবুলাল : [অলপ পিছত] মিলিছেনে? এতিযা যোৱা।

পূৰবী : [কাতৰ হৈ] এনেকৈ মোৰ চিনাকি আজিলৈকে কোনেও দিযা নাই বাবুলাল। কিন্তু— কিন্তু মই গৌতমক—

বাবুলাল : চাহাবক।

পূৰবী : মই তেওঁক লগ পাবই লাগিব বাবুলাল।

বাবুলাল : নালাগে।

পূৰবী : লাগিব।

পূৰবী : লাগিব বাবুলাল। মোৰ— মোৰ গাত তেওঁৰ সন্তান আছে।

বাবুলাল : কি?

[দৌৰি প্ৰভাত সোমাই আহে। বিৰহী কবিৰ চেহেৰা]

বাবুলাল : কোন?

পূৰবী-ৰুণজুন : শ্যামল?
প্ৰভাত : তুমি ইয়াত আছা ৰুণজুন? মই গোটেই চহৰখন তোমাক বিচাৰি ফুৰিছোঁ।
পূৰবী : তুমি ইয়ালৈ কিয় আহিলা? মই ইয়াত আছোঁ বুলি কেনেকৈ জানিলা?
প্ৰভাত : মই যেতিয়া বলিয়াৰ নিচিনাকৈ তোমাক বিচাৰি ঘূৰি ফুৰিছিলোঁ, তেতিয়া কোনোবা এজনে ক'লে— মিছাতে হাবাথুৰি খাইছে শ্যামল! তোৰ হৃদয-সজাৰ পখী উৰি যাবলৈ সাজু হৈছে। তই তেওঁক ধৰি ৰাখিব নোৱাৰ। মই ক'লোঁ— কেতিয়াও হ'ব নোৱাৰে, মই মোৰ সমগ্ৰ হৃদয়ৰ জালেৰে তেওঁক মেৰিয়াই ৰাখিছোঁ, সেই জালৰ পৰা তেওঁ কেতিযাও মুক্ত হ'ব নোৱাৰে। তাৰ পিছত শুনিলোঁ— তুমি বোলে ইয়ালৈ আহিছা। ইয়ালৈ অহা বুলি শুনিযেই মোৰ বৰ ভয় লাগিল। কিজানিবা এই লম্পট, মাতালটোৱে তোমাক আকৌ ফুচুলালে।
বাবুলাল : [পূৰবীক] এওঁ কাৰ কথা কৈছে? কোন এওঁ?
পূৰবী : এওঁৰ কথাত নালাগিবা বাবুলাল। এওঁ পযেট।
বাবুলাল : পযেট?
পূৰবী : কবি। এওঁ বেলেগ মানুহ এজনৰ কথা কৈছে। তুমি অলপ সময়ৰ কাৰণে ভিতৰলৈ যোৱাগৈ যোৱা বাবুলাল।
বাবুলাল : [এঠাইত বহি] নাযাওঁ। কথা পাতা।
প্ৰভাত : ব'লা ৰুণজুন, আমি ইয়াৰ পৰা ওলাই যাওঁ। ইযাৰ বতাহবোৰেই বিষাক্ত যেন লাগিছে। ইযাৰ পোহৰত তোমাৰ মুখখন মলিন যেন দেখা গৈছে। ব'লা ৰুণজুন, আমি মুক্ত আকাশৰ তললৈ ওলাই যাওঁ।
পূৰবী : তুমি এনেকৈ মোৰ পাছে পাছে ইযালৈকে অহাত মই বৰ লাজ পাইছোঁ শ্যামল।
প্ৰভাত : মইতো আগতেই কৈছিলোঁ— প্ৰযোজন হ'লে তোমাক বিচাৰি মই নৰকলৈও যাম।
পূৰবী : এটা মতা মানুহ হৈ তুমি এনেকৈ দুৰ্বল হৈ কেলেং-মেলেং কৰাটো ভাল নেদেখি শ্যামল।
প্ৰভাত : তোমাৰ মৰমেই মোক দুৰ্বল কৰিছে ৰুণজুন। তুমি কিয় এনেকৈ মোৰ পৰা আঁতৰি ফুৰিছা? এতিযাও জানো তোমাৰ মৰমক সন্দেহ কৰাটো উচিত হ'ব?
পূৰবী : সন্দেহ কৰা-নকৰাৰ কিটো আছে? মোৰ ইযাত কাম আছে, আহিছোঁ, বাচ, দেট্‌ছ্ অল [That's all]!
প্ৰভাত : কিন্তু তুমি মোৰ ভালপোৱাক অপমান কৰি নিশ্চয ইযালৈ অহা নাই?
পূৰবী : আঃ! কিনো ভালপোৱা-চালপোৱা বুলি পেনপেনাই থাকাহে! তোমাৰ ভালপোৱাসোপা মই মটৰ গাড়ীৰ নম্বৰ প্লেটৰ নিচিনাকৈ বুকুৱে-পিঠিযে আঁৰি লৈ ঘূৰি ফুৰিম নেকি?
প্ৰভাত : [ওচৰ চাপি, আবেগেৰে] ঠিক নম্বৰ প্লেট নহ'লেও তুমিতো আমাৰ ভালপোৱাৰ সাক্ষী অনবৰত লগত লৈ ফুৰিছাই! সেইদিনা যে কৈছিলা— তুমি আমাৰ সন্তানক গাত ঠাই দিছা?
বাবুলাল : কি?
প্ৰভাত : তুমিযেইতো কৈছিলা।
বাবুলাল : যি দেখিলোঁ, মই চাহাবক খবৰ দিযাই ভাল। [ভিতৰলৈ যাব খোজে]
পূৰবী : [কাতৰ] বাবুলাল! প্লিজ!
বাবুলাল : [খং] ছাইলেণ্ট প্লিজ! [অলপ পৰ খঙেৰে চাই থাকি সি যায।]
পূৰবী : এইবোৰ কথা ক'বলৈ আৰু ঠাই নাপালা?
প্ৰভাত : এইবোৰ কথা সূৰ্যৰ পোহৰৰ দৰে সৰ্বব্যাপী, উজ্বল আৰু সুন্দৰ ৰুণজুন। ইয়াক ক'তো

বেছিকৈ প্ৰকাশ কৰিবও নোৱাৰি, ক'তো লুকুৱাবও নোৱাৰি।

পূৰবী ঃ ছি ছি ছি। তুমি ইমান নিলাজ বুলি মই ভবা নাছিলোঁ।

প্ৰভাত ঃ আচৰিত! ইযাত লাজৰ কিটো আছে? অৱশ্যে মাতৃত্বৰ প্ৰতিশ্ৰুতিয়ে আবৰি ৰখা এগৰাকী ৰমণীৰ দেহত লাজে মণি-মুকুতাৰ দৰে তিৰবিৰাই থাকে। কি মনোৰম সেই তিৰবিৰণি। কিন্তু তোমাৰ আৰু মোৰ মাজত লাজৰ ঠাই ক'ত?

পূৰবী ঃ মনে মনে থাকা তুমি।

প্ৰভাত ঃ থাকিম বাৰু মনে মনে। কিন্তু ইযাৰ পৰা ব'লা ৰুণজুন। অইন ক'ৰবাত মই তোমাৰ সন্মুখত অনন্তকাল মনে মনে বহি থাকিম। নিস্তব্ধতাই হ'ব আমাৰ প্ৰেমৰ মৌন প্ৰকাশ। ব'লা।

পূৰবী ঃ নাখাওঁ মই।

প্ৰভাত ঃ তুমি যাবই লাগিব। তোমাক লৈ যোৱাটো মোৰ এটা পৱিত্ৰ কৰ্তব্য। ব'লা। [ধৰি টানে]

পূৰবী-ৰুণজুন ঃ এৰি দিয়া।

প্ৰভাত ঃ নিদিওঁ। এযা মোৰ অধিকাৰ।

গৌতম ঃ [ভিতৰৰ পৰা] কি হৈছে? কিহৰ গণ্ডগোল? [সি আহে। পাছে পাছে বাবুলাল।]

গৌতম ঃ কোন আপুনি? থিয় হৈ চিঞৰ-বাখৰ কৰিছে কিয? তেওঁক টনা-আঁজোৰা কৰিছে কিয? এৰি দিযক। আৰাম কৰি বহক। আপুনি জানেনে এইখন বৃন্দাবনো নহয, বজাৰো নহয, আপোনাৰ শোৱনি কোঠাও নহয? এইটো এজন ভদ্ৰলোকৰ ঘৰ, আৰু সেইজন ভদ্ৰলোক মযেই।

প্ৰভাত ঃ বহিবলৈ কোৱাৰ বাবে ধন্যবাদ। কিন্তু মই ইযাত বহিবলৈ অহা নাই। আহিছোঁ মোৰ বাগদত্তাক ইযাৰ পৰা লৈ যাবলৈ। আপোনাৰ হুকুমৰ কাৰণে নহয, শালীনতাৰ কাৰণে, ভদ্ৰতাৰ কাৰণে মই বাৰু এওঁৰ হাত এৰি দিলোঁ। লগতে মই এইটোও দেখুৱাব খোজোঁ যে— হাতেৰে নাটানিলেও— কেৱল মনৰ টানৰ জোৰতে তেওঁ মোৰ পাছে পাছে আহি থাকিব। আহা ৰুণজুন।

[অলপ দূৰ গৈ উভতি চাই]

প্ৰভাত ঃ আহা ৰুণজুন।

গৌতম ঃ [হাঃ হাঃ হাঃ কৈ হাঁহে। উচ্চহাস্য]

প্ৰভাত ঃ আহা ৰুণজুন।

গৌতম ঃ হাঃ হাঃ হাঃ।

গৌতম ঃ ৰুণজুন।

হাঃ হাঃ হাঃ। ৰুণজুন তেনেকৈ যোৱা ছোৱালীযেই নহয মিষ্টাৰ— মিষ্টাৰ— মিষ্টাৰ কি?

প্ৰভাত ঃ [খঙেৰে] দত্ত।

গৌতম ঃ ইয়েছ মিষ্টাৰ দত্ত। ৰুণজুন তেনেকৈ যোৱা ছোৱালীযেই নহয়। কিন্তু আপুনি এওঁক নিব খুজিছে কিহৰ জোৰত? আপোনাৰ পৰা তেওঁ কেইকাপমান চাহ, কেইখনমান মোগলাই পৰঠা খাইছিল? তাতকৈ বেছি খুৱাব পৰা আপোনাৰতো চেহেৰাও নাই। [প্ৰভাতৰ সাজ-পাৰ ভালকৈ চায]

[মূৰ জোকাৰি] মোগলাই পৰঠাযেই নহয। কিন্তু এওঁক মোৰ ওচৰৰ পৰা আঁতৰাই নিবলৈ লাখটকীয়া শিকলিৰে টানিলেও লাভ নহ'ব মিষ্টাৰ দত্ত। তেওঁৰ তেজৰ প্ৰতিটো বিন্দুত কোটি টকাৰ ইন্সিয়'ৰেন্স পলিচী সোমাই আছে। মোৰ নামৰ পলিচী। [বুকুত চপৰিযায]

প্ৰভাত ঃ মিছা কথা।

গৌতম : [চাহ জোকাৰি] well! প্ৰমাণ কৰক মিছা বুলি।

প্ৰভাত : আপোনাৰ টকা আছে কাৰণে আপুনি ইন্সিয'ৰেন্স পলিচীৰ কথা ক'ব পাৰিছে, কিন্তু মোৰ কবিতাৰ প্ৰতিটো আখৰ, প্ৰতিটো দাৰি, কমা, ছেমিকলনত ৰুণজুন ব্যাপ্ত হৈ আছে।

গৌতম : আপোনাৰ কবিতাত স্বৰ্গৰ এটাইবোৰ অপেশ্বৰী ব্যাপ্ত হৈ থাকক, কিন্তু ৰুণজুনৰ মাজত আপোনাৰ একোডাল নাই। কেইকাপমান চাহ আৰু মোগলাই পৰঠা— কেতিযাবাই হজম হৈ গ'ল।

প্ৰভাত : আপুনি প্ৰবঞ্চক। কোৱা ৰুণজুন, তুমিও এই মানুহটোক প্ৰবঞ্চক বুলি কোৱা। আপোনাৰ মই কাছাৰিলৈ টানি লৈ যাম। লোকৰ বাগদত্তাৰ প্ৰতি অশালীন ব্যৱহাৰ কৰাৰ অপৰাধত আপোনাক মই বগা ঘৰৰ ভাত খুৱাম। তুমি মোৰ কণ্ঠৰ লগত কণ্ঠ মিলাই কোৱা ৰুণজুন— এই মানুহটো দগাবাজ, দুশ্চৰিত্ৰ, পাষণ্ড, মাতাল—

গৌতম : বাবুলাল, ইযাৰ কণ্ঠটো ৰোধ কৰি থওঁ, বন্দুকটো লৈ আহ। কুইক।
[বাবুলাল যাব খোজে। ওপৰৰ পৰা হাতত বন্দুক লৈ কৰবী ওলায। মেলা চুলি।]

গৌতম : বিন্দু!

বাবুলাল : বাইদেউ! [দুযো আগবাঢ়িব খোজে। কিন্তু কৰবীযে বন্দুক টোৱায। দুযো পিছুৱাই আহে। সকলোৱে অবাক হৈ চায। কৰবীযে বন্দুকটো গৌতমক দিবলৈ আগবঢায, গৌতমে হাত মেলে। তাই হাত পিছুৱাই নিযে। তাৰ পিছত প্ৰভাতক দিবলৈ হাত আগবঢায, প্ৰভাতে হাত মেলে। তাই আকৌ হাত পিছুৱাই নিযে।]

গৌতম : বাবুলাল! এওঁ কেনেকৈ ওলাই আহিবলৈ পালে?

কৰবী : [উচ্চহাস্য] আজি মই মুক্ত। তহঁত চবেই জানি থ, গোটেই পৃথিৱীকে তহঁতে জনাই থবি— তহঁতে আজি মোক মুক্তি দিলি। যিকেইডাল সোণালী ৰছীৰে এই সুন্দৰ পৃথিৱীখনৰ লগত মই বান্ধ খাই আছিলোঁ, সেই কেইডাল তহঁতে এডাল এডালকৈ কাটি দিলি।
[নিজৰ থুঁতৰিত বন্দুকৰ নল লগায। গৌতমে বিন্দু বিন্দু বুলি, আৰু বাবুলালে বাইদেউ বাইদেউ বুলি ওচৰ চাপি যায। কঢা-আঁজোৰা লাগে। কৰবীযে 'আঁতৰি যা আঁতৰি যা' বুলি চিঞৰে। হুলস্থূলৰ মাজত গুলী ফুটি যায। আঃ বুলি প্ৰভাত বাগৰি পৰে। সকলো থৰ হৈ থাকে। লাইট নুমাই যায। ৰঞ্জন, মধু আৰু নন্দনে হাত চাপৰি বজায।]

ৰঞ্জিত : মথুৰা!

মথুৰা : [ভিতৰৰ পৰা] ছাৰ!

ৰঞ্জিত : বৰ্কিং লাইট এটা জ্বলাই দিবলৈ কোৱা।

মথুৰা : অ'ই বিকাশ, বৰ্কিং লাইট।
[লাইট জ্বলে। ৰঞ্জিত বিনন্দ আৰু মধু মঞ্চলৈ উঠি যায।]

বিনন্দ : [মধুক] কেনে দেখিলে?

মধু : বিউটিফুল। এযাহে নাটক! ইযাৰ পিছৰ ছিনকেইটা? এটা ডেন্স ছিকুৱেন্স আছিল যে?

বিনন্দ : দেখুৱাম। চাহখিনি খাই লওঁ।

মধু : [ৰঞ্জিতক] মই আধাখিনি চাযেই কৈ দিছোঁ— এই নাটক জমিব চাব।

ৰঞ্জিত : থেংক ইউ। [মধুৱে পাইপ জ্বলায]

মধু : খালী সেই টকা— ইন্সিঅ'ৰ নেকি সেই যে ডাযলগটো আছে, সেইটো নহ'লেও হ'ব হ'বলা। বহুতে অৰ্থটো নুবুজিবই। হাই! [দূৰত থকা পূৰবীৰ ওচৰলৈ যায়।]

বিনন্দ : মথুৰা! চাহ ক'ত? আহক পাঠক, সৌ তাতে বহি চাহ খাওঁগৈ।

[যায়। দূৰত ল'ৰা এটাই ট্ৰে এখনত লৈ কৰবী, পূৰবী আৰু মধুক চাহ দিয়ে। প্ৰভাত ওচৰ চাপি যায়। বাবুলাল আগতে গ'ল। প্ৰভাতে চাহ লৈ কৰবীৰ লগত কথা পাতে। মধু আৰু পূৰবী মঞ্চৰ সন্মুখলৈ আহে। মধুৱে চাহ কাপ ওচৰৰ এঠাইত লৈ পাইপ খাই খাই কথা পাতে।]

মধু : আজি, ইউ লুক ৱণ্ডাৰফুল। তোমাক আজি সেইদিনা দেখা ছোৱালীজনী যেন লগাই নাই। গুড। আৰু স্মাৰ্ট হ'ব লাগে।

পূৰবী : এ— এইবিলাক এক্টিং হে'

মধু : আঃ চবেইতো এক্টিং' মই যে এযা ইযাত থিয় হৈ আছোঁ, কথা কৈছোঁ— এইবোৰ এক্টিং নহয় হ'বলা? চব এক্টিং। হেৰি নহয়— এদিন আহানা আমাৰ অফিচলৈ।

পূৰবী : মই আকৌ অফিচত গৈ কি কৰিম?

মধু : একো কৰিব নালাগে। আমিনো তাত কেনেকুৱা এক্টিং কৰোঁ তাকে চাবা। হুঁ? ঠিক আছে, আজি মই আহোঁ।

পূৰবী : নাটকৰ বাকীখিনি নাচায?

মধু : নৌ। আজি নাচাওঁ। কাইলৈ চাম। আহোঁ।

পূৰবী : চাহ?

মধু : নাই নাখাওঁ। তেনেহ'লে বন্দবস্ত ৰ'ল'

পূৰবী : চাওঁচোন।

মধু : চাওঁচোন কিহৰ? বন্দবস্ত মানে বন্দবস্ত।

[কৰবী আৰু প্ৰভাত চাহ খাই খাই আহে। সিহঁতৰ পাছে পাছে ট্ৰেত মিঠাই লৈ ল'ৰা এটা আহে। মিঠাই প্লেটত সজোৱা আছে।]

প্ৰভাত : এৰাঃ! এতিয়াহে' মই আকৌ ভাবি আছিলোঁ ইমান চিএৰিলোঁ— তাৰ পিছত এক ছিংগেল খালী চাহ' লোৱা। [তিনিও এখন এখন প্লেট লয়। ল'ৰাটো যায়।]

প্ৰভাত : ফাইনেনচিয়েৰ চাহাবে নাটক ভাল হৈছে বুলি ক'লে নহয়, এতিয়া চাগৈ পাঠকৰ মনটো মুকলি মুকলি লাগিছে।

কৰবী : কাৰ? দাদাৰ?

প্ৰভাত : ওঁ।

কৰবী : ওঁ, লাগিছে চাগৈ। পিছে মুকলি মুকলি লগা বহুত ধৰণৰ আছেতো' এই ধৰি লওক এজনী তিৰোতাই কেঁচুৱা এটা জন্ম দিলে— তেওঁৰ মুকলি মুকলি লাগিল, এজন মিনিষ্টাৰ ভগা গ'ল, তেওঁৰ মুকলি মুকলি লাগিল, মোৰ দুই পৃষ্ঠা ডায়লগ কাটি দিলে, মোৰ মুকলি মুকলি লাগিল' দাদাৰ-বা কোন ধৰণৰ মুকলি মুকলি লাগিছে'

প্ৰভাত : বা—' তোমালোকক টৌৰাবই নোৱাৰিহে' একেবাৰে জিভাৰ আগতে ডায়লগ ওলমি থাকে! [দূৰত বিনন্দ ওলায়।]

বিনন্দ : কৰবী। যাওঁ শুনাচোন। [বিনন্দ আৰু কৰবী সোমাই যায়।]

প্ৰভাত : কোৱা, এইবাৰ তুমি কিবা এটা কোৱা।

পূৰবী : কিনো ক'ম? ক'বলৈ একো নায়েই দেখোন।

প্ৰভাত : মানে— আমাৰ গণ্ডগোলটো কি জানা? ডায়লগ কওঁতে কওঁতে কথা নোহোৱাই হ'ল। চব ডাইলগ হৈ গ'ল। সেই কাৰণে মই কি ভাবিছোঁ জানা?

পূৰবী : কি?

প্ৰভাত : [ৰহস্যময় সুৰেৰে] মঞ্চৰ ওপৰত যিবিলাক ডায়লগ হিচাপে কওঁ, তাৰে দুটামান মঞ্চৰ বাহিৰত কথা হিচাপে কওঁনে?
[দুয়ো দুযোৰে চকুলৈ চাই ৰৈ থাকে।]
[আন্ধাৰ]

## মঞ্চ : ১

[নৈৰ পাৰৰ দৃশ্য। গছ-গছনি, আকাশ। থিয়েটাৰৰ ছেটিংছ। ৰঞ্জিত অকলে এচুকত চকী এখনত বহি আছে। ল'ৰা এটাই গছ এজোপা আনি এঠাইত থয়। ৰঞ্জিতে চায়।]

ৰঞ্জিত : অলপ সিফালে। [হাতেৰে দেখুৱায়] আৰু অলপ। আৰু অলপ। বেছি গ'ল। ইফালে। বাচ। হ'ব।

ল'ৰাটো : অ'ই বান্ধি দে। [ওপৰলৈ চাই]
[ল'ৰাটোৱে ওচৰৰে ঘাঁহৰ নিচিনা বস্তু কিছুমান গছজোপাৰ গুৰিত দিয়ে।]

ল'ৰাটো : আৰু এজোপা দিম নেকি?

ৰঞ্জিত : নালাগে দে। আজি এনেকৈয়ে হ'ব। ইয়াৰ পিছৰ বাৰ ৰিহাৰ্ছেল কৰোঁতে কেইডালমান লতা— এইখিনিতে ওপৰৰ পৰা ওলোমাই দিবি।

ল'ৰাটো : [মূৰ জোকাৰে]
[ল'ৰাটো যায়। ৰঞ্জিতে আকৌ চিন্তা কৰে। দেৱতাৰ ভাও লোৱা ল'ৰা তিনিজন আহে।]

দেৱতা-১ : অকলে অকলে কি কৰিছে দাদা? কোনো অহা নাই নেকি?

ৰঞ্জিত : আহিছে। মই সকলোকে একেবাৰে চাহ খাই আহিবলৈ কৈছোঁ। এই ছিনটো কেইবাবাৰো কৰি এটা গতত পেলাব নোৱাৰোঁ মানে মাজত ব্ৰে'ক নিদিওঁ।

দেৱতা-১ : দাদা, এই ছিনটো আকৌ ক'ৰ পৰা ওলাল? এইটোতো নাছিল।

ৰঞ্জিত : নাছিল।

দেৱতা-৩ : তেনেহ'লে?

ৰঞ্জিত : সেইদিনা মিষ্টাৰ মধু চৌধুৰীয়ে বোলে তালুকদাৰক সুধিছিল— নাটকখনত ডেন্স-টেন্স নাই নেকি? তালুকদাৰে বোলে ফটকৈ কৈ পেলালে 'আছে আছে।' এতিয়াতো মধু চৌধুৰীয়ে ডেন্স থকা ছিনটোৰ ৰিহাৰ্ছেল চোৱাৰ কথা কৈ থাকে।

দেৱতা-২ : সেই কাৰণে আপুনি ডেন্স থকা ছিন এটা লিখি দিলে?

ৰঞ্জিত : লিখি দিলোঁ।

দেৱতা-১ : এইটো ছিনত এতিয়া ডেন্স হ'ব নেকি?

ৰঞ্জিত : ডেন্স আৰু কি। আমাৰ যিকেইজনী ছোৱালী, তেওঁলোকৰ ভিতৰত কাকনো নচুৱাবা? ইহঁত দুজনীকতো মই জানোৱেই। নাচৰ নটোৰ লগতো সিহঁতৰ সম্পৰ্ক নাই। সেই কাৰণে— আচলতে গান এটা থাকিব— আৰু গানৰ লগে লগে অলপ লম্ফজম্ফ চলিব আৰু।

দেৱতা-১ : তাৰ মানে গানো আছে?

ৰঞ্জিত : [বিষণ্ণ] গানো আছে।

দেৱতা-১ : তেনেহ'লে আমাক মাতিলে কিয়? এইটো ছিনত আমাৰ যে পাৰ্ট আছে বুলি কৈছিল?

ৰঞ্জিত : আছে ৰজনী। তোমালোকক মই কথাটো একেবাৰতে কৈ দিওঁ। মিষ্টাৰ চৌধুৰীয়ে সিদিনা

নাচৰ কথা ক'লে, আজিতো গানৰ কথা ক'ব পাৰে। তেওঁতো মোক নোসোধে— নাটকখনত গানৰ দৰকাৰ আছে নে নাই! ক'ৰবাত গান এটা খাপ খাব নে নাখায়! [ৰৈ] তাৰ পিছত কাইলৈতো তেওঁ কৈ দিব পাৰে— বিউটিফুল— কেৱল অলপ যদি ধিচুম-ধিচুম ভৰাই দিয়া হয়। ক'বতো পাৰে!

দেৱতা-২ ঃ পাৰে।

ৰঞ্জিত ঃ আমিতো নাটক কৰিম বুলি ওলাই আহিলোঁৱেই?

দেৱতা-৩ ঃ আহিলোঁ।

ৰঞ্জিত ঃ নাটকটো কৰিবই লাগিব?

দেৱতা-১ ঃ লাগিব।

ৰঞ্জিত ঃ সেই কাৰণে কাইলৈ যিটো কৰিব লাগিব পাৰে, সেইটো আজিয়েই কৰি লেঠা মাৰি নথওঁ কিয়? এই ছিনটোত মিছ ৰুশজুনে নাচি নাচি গান গাব। তেওঁৰ দেহৰ লযলাস ভংগী চাই চাই সেই গছজোপাত আঁউজি বহি কবিযে কবিতা লিখি থাকিব। গানৰ শেষত কবিযে আত্মহাৰা হৈ তেওঁৰ প্ৰেযসীক আলিংগন কৰিব খুজিব, এনেতে গৌতমে পঠোৱা তিনিটা গুণ্ডাই কবিক আক্ৰমণ কৰিব। কবিযে অকলে যিমান পাৰে ফাইট কৰিব, কিন্তু শেষত গুণ্ডাইঁতে তেওঁক পানীত পেলাই দিব।

দেৱতা-৩ ঃ কৰি মৰি যাব?

ৰঞ্জিত ঃ নাযায়। তেওঁক নৈৰ পাৰত গোমধানৰ খেতি কৰা দিলাৰাম নামৰ নেপালী বুঢ়া এটাই পাব। কিন্তু ইতিমধ্যে কবিৰ মগজ খাৰাপ হৈ যাব।

দেৱতা-১ ঃ মানে পগলা হৈ যাব?

ৰঞ্জিত ঃ পগলাই ধৰাচোন। তেওঁ আগৰ কথা চব পাহৰি যাব, খালী পদ্যসোপা মনত থাকিব। তাকে গাব, গাই গাই নাচিব।

দেৱতা-১ ঃ মানুহটোৰ তেনেকৈযে ট্ৰেজেডী হৈ যাব নেকি?

ৰঞ্জিত ঃ নাযায। আমাৰ যে গৌতমৰ ঘৈণীযেক— বিন্দু পাগলী, বন্দুক লৈ যে ওপৰৰ পৰা নামি আহিছিল—

দেৱতা-১ ঃ অঁ।

ৰঞ্জিত ঃ এই ইহঁত দুইটা লগ হ'ব।

দেৱতা-১ ঃ পগলা-পাগলী?

ৰঞ্জিত ঃ ওঁ।

দেৱতা-১ ঃ তাৰ পিছত।

ৰঞ্জিত ঃ দেখিবা নহয, তাৰ পিছত কি হয। এতিযা তোমালোকক ছাছপেন্সত ৰাখি থ'লোঁ। সদ্যহতে তোমালোকে মোক গুণ্ডাৰ পাৰ্টকেইটা কৰি দিযা।

দেৱতা-২ ঃ গুণ্ডাৰ পাৰ্টকেইটা?

ৰঞ্জিত ঃ ডাযলগ নাই। খালী ধিচুম ধিচুম, ধাই ধাই, আৰু মুখেৰে চাইট-চুইট কৰি থাকিব লাগে। খালী একচন।

দেৱতা-২ ঃ [অলপ পৰ ৰৈ থাকি] দাদা।

ৰঞ্জিত ঃ কোৱা।

দেৱতা-২ ঃ কথা এটা সোধোঁ— বেযা নাপাব।

ৰঞ্জিত ঃ নাপাওঁ কোৱা।

দেৱতা-২ : আপুনি আৰু কিমান তললৈ নামিব?
ৰঞ্জিত : কি?
দেৱতা-২ : আপুনি আৰু কিমান তললৈ নামিব? [ৰঞ্জিতে খোজ কাঢে। ভাবে।]
ৰঞ্জিত : [ভাবি] তোমালোক তিনিজনে আৰম্ভণিতে দেৱতাৰ পাৰ্ট কৰিছিলা নহয়?
দেৱতা-২ : কৰিছিলোঁ। [দেৱতাইহে মূৰ দুপিয়ায়]।
ৰঞ্জিত : আজি মই তোমালোকক গুণ্ডাৰ পাৰ্ট কৰিবলৈ কৈছোঁ। সেয়াই হ'ল তললৈ নমাৰ জোখ। কথা হ'ল— তোমালোকৰ ভাওবোৰৰ অধঃপতন ঘটিছে, কিন্তু মোৰ এই কলমৰ অধঃপতন ঘটিছে। দেৱতাৰ পৰা গুণ্ডালৈ। ইযাৰ পিছত বাকী আছে মোৰ— এই মানুহটোৰ অধঃপতন ঘটিবলৈ। সেইবোৰ এতিয়া বাদ দিয়া মৃণাল। মোক যে তুমি কথাটো সুধিলা, সেই কাৰণে মই তোমাক ধন্যবাদ দিছোঁ। এতিয়া তোমালোকে মোক ছিনটো কৰি দিয়া। ইযাততো মই শিকাই দিবলৈ একোৱেই নাই। সময় মতে সোমাবা, যিমান পাৰা মাস্তানী কাযদা দেখুৱাবা— । কৰি যোৱাচোন নিজৰ মতে। দৰকাৰ হ'লে মই পিছত ক'ম।
দেৱতা-২ : কিন্তু মই যে গৌতমৰ পাৰ্টো কৰিছিলোঁ।
ৰঞ্জিত : হ'ব দিয়া। এতিয়া প্ৰক্সি দিয়াচোন। পিছত কিবা এটা হ'ব। দৰকাৰ হ'লে মুখত কাপোৰ এখন বান্ধি ল'বা। [দূৰলৈ চাই বৈ যায]
[পাঠক আৰু সাবিত্ৰী আহে।]
ৰঞ্জিত : আপোনালোক ক'লৈ আহিল?
পাঠক : তহঁতৰ ৰিহাৰ্ছেল চাবলৈ আহিলোঁ। এওঁ বিনন্দই কেইবাদিনো কৈ আছে। তাকে বোলো চাওঁচোন— তহঁতেনো কি কৰিছ?
সাবিত্ৰী : মইনো অকলে অকলে কিমান ঘৰতে সোমাই থাকিম। মযো গুচি আহিলোঁ।
দেৱতা-১ : খুৰাদেউ নমস্কাৰ, খুৰী নমস্কাৰ।
পাঠক : নমস্কাৰ। [সাবিত্ৰীযেও নমস্কাৰ কৰি হাঁহে]
দেৱতা-২, দেৱতা-৩ : নমস্কাৰ।
পাঠক : নমস্কাৰ।
দেৱতা-৩ : আমি দাদাৰ নাটকতে অভিনয কৰোঁ।
পাঠক : ভাল বোপাহঁত। তাকে চাবলৈ আহিলোঁ—
দেৱতা-২ : পিছে খুৰাদেউ, আপোনালোক বৰ বেযা দিনত আহিল—
দেৱতা-১ : এৰাঃ।
পাঠক : বেযা দিন মানে?
দেৱতা-২ : মানে আজি আমাৰ ভাল ছিনৰ ৰিহাৰ্ছেল নাযেই।
পাঠক : এ হয নেকি? সেইখিনিতে আকৌ তোমালোকৰ পাৰ্টীৰে এজনে ক'লে— বোলে এতিযা এটা সাংঘাতিক ছিনৰ ৰিহাৰ্ছেল হ'ব। তেতিযা মই ক'লোঁ, শুওক দিয়া, আমাৰে কপাল ভাল।
মথুৰা : [ভিতৰত]— ছাৰ, আৰ্টিষ্ট ৰেডী। আৰম্ভ কৰিব পাৰে।
ৰঞ্জিত : আপোনালোকে মোক ঘৰতে নক'লে কিয? মই আপোনালোকক ক'লোঁহেঁতেন নহয— কেতিযা আহিব লাগে।
পাঠক : [দেৱতাসকলৰ ফালে চাই] শুনিলা ইযাৰ কথা? সেই তাহানি যে ইন্সপেক্টৰে অমুক দিনা স্কুল চাবলৈ যাম বুলি আগতে খবৰ দিযে, সেইদিনা যে মাষ্টৰসকলে স্কুলখন ঠিক-ঠাক কৰি ৰাখে, ইয়াক মই তেনেকৈ খবৰ দিব লাগিছিল। [ৰঞ্জিতক] কিয? কেইদিনমানৰ পিছতে

যিটো বস্তু হাজাৰ হাজাৰ মানুহক দেখুৱাবি, সেইটো আজি আমাৰ দুটাক দেখুৱাবলৈ শংকা কৰিছ কিয়? [দেৱতাসকলক] আচলতে তোমালোকে মই লিখা নাটক অভিনয় কৰাৰ কথা আছিল বুইছ? আৰু সেইহেন মানুহটোক ই ৰিহাৰ্ছেল চাবলৈ নিদিযে। [সাবিত্ৰীক] আহা আহা, আমি সৌ তাতে একাষৰীযাকৈ বহোঁগৈ। [ৰঞ্জিতক] বহোঁগৈনে তাতে?

ৰঞ্জিত : বহকগৈ।

পাঠক : আহা। [সাবিত্ৰীক লগত লৈ যায, আৰু বহেগৈ।]

ৰঞ্জিত : মথুৰা, টেপৰেকৰ্ডাৰ, গান ৰেডী?

মথুৰা : [ভিতৰত] ৰেডী। [টেপৰেকৰ্ডাৰৰ কিউ কিউ, ঘেৰ ঘেৰ শব্দ]

ৰঞ্জিত : এক মিনিট। [দেৱতা তিনিজনক একাষলৈ মাতি নি কিবা কয, তাৰ পিছত তেওঁলোকক ভিতৰলৈ পঠাই দিযে আৰু নিজে মঞ্চৰ সম্মুখৰ এঠাইত বহেহি।]

ৰঞ্জিত : আৰম্ভ কৰা।
[প্ৰথমতে সংগীত। হাতত এপাহ ফুল, এখন বহী আৰু এটা পে'ন লৈ হালি-জালি, সংগীতৰ তালে তালে কবি (প্ৰভাত) সোমাই আহে। গোটেই পৰিৱেশটো নিৰীক্ষণ কৰি গছত আঁউজি বহে, আৰু কলম খুলি লয। কণ্ঠ সংগীত আৰম্ভ। লং পেণ্ট, টপ, কাৰ্যত ডাঙৰ ডাঙৰ ৰিং, অদ্ভুত হেযাৰ ষ্টাইল কৰা পূৰবী গান গাই গাই সোমাই আহে। নাচি নাচি গান গায়। মাজে মাজে কবিৰ ওচৰত বহে। ধৰা দিব খুজি আঁতৰি যায। এসমযত গান শেষ। আলিংগন কৰিব খোজে— এনেতে তিনিজন দেৱতা গুণ্ডাৰ বেশত সোমাই আহে। পূৰবী গছৰ আঁৰত লুকায।]

প্ৰভাত : কোন তোমালোক? কি লাগে?

দেৱতা-১ : কলিজা।

প্ৰভাত : পিছুৱাই যোৱা। [দেৱতা আগুৱায]

প্ৰভাত : মই কৈছোঁ— আগ নাবাঢ়িবা। এইটো দেখিছা কলম? তৰোৱালতকৈও যে শক্তিশালী কলম— এইটো সেই কলম। পিছুৱাই যোৱা। [নিজে পিছুৱাই গৈ থাকে।]

দেৱতা-২ : চোপ ৰও কলমকে বাচ্চা!
[মাৰ-পিট। কবিযে বৰ হাস্যকৰ কাযদাৰে যুদ্ধ কৰে। জঁপিযায়। ঘোচা খালেই 'ৰুণজুন' বুলি চিঞৰে। কিছু সময়ৰ যুদ্ধৰ পিছত তেওঁক ধৰি দেৱতাসকলে পানীত পেলাই দিয়ে। তাৰ পিছত দেৱতাসকল ৰুণজুনৰ ওচৰলৈ আহে।]

দেৱতা-১ : ব'লা।

ৰুণজুন : কলৈ।

দেৱতা-১ : যিফালে যাবলৈ ক'ম সেইফালে।

দেৱতা-২ : গৌতম চাহাবৰ ঘৰলৈ।

ৰুণজুন : অ' হাও নাইছ! আপোনালোকক গৌতমে পঠিযাইছিল?

দেৱতা-৩ : ইযেছ।

ৰুণজুন : ব'লক। [হঠাতে] কিন্তু— সেই বন্দুক লোৱা পাগলীজনী এতিয়াও তাতে আছে নেকি?

দেৱতা-১ : আমি ক'ব নোৱাৰোঁ।

পূৰবী : [পেনপেনীযা সুৰত] তাই যে সিদিনা গুলী মাৰি দিছিল— শ্যামলৰ বাহুতে লাগিছিল। বুকুত লগা হ'লে কি যে হ'লহেঁতেন!

দেৱতা-১ : আমি সেইবোৰ নাজানো। ব'লক।
[সকলো আগবাঢে। সকলো ২ নম্বৰ মঞ্চলৈ সোমাই যায়। ৰঞ্জিত অলপ সময বহি থাকে।]

## মঞ্চ ঃ ২

[ক'লা স্ক্ৰীণ। থিয়েটাৰৰ ছেটিংছৰ বস্তু কিছুমান অ'ত ত'ত আঁউজাই থোৱা আছে। দেৱতা তিনিজন, প্ৰভাত, পূৰবী, কৰবী, পাঠক, সাবিত্ৰী, মথুৰা। সাবিত্ৰীয়ে চকু মচি স্বাভাৱিক হ'বলৈ চেষ্টা কৰিছে। ৰঞ্জিত সোমাই আহে। সকলোলৈকে চায।]

ৰঞ্জিত ঃ [দেৱতাসকলক] তোমালোকে সৌ তাতে বহি স্ক্ৰিপ্টখন পঢ়াগৈচোন। ইয়াৰ পিছত দুটা নতুন ছিন আছে। মথুৰা।

মথুৰা ঃ ছাৰ।

ৰঞ্জিত ঃ এওঁলোকক নতুন ছিন দুটা ভালকৈ পঢ়াই দিয়াচোন।

দেৱতা-৩ ঃ আৰু মাৰ-পিট আছে নেকি দাদা?

ৰঞ্জিত ঃ প্ৰথমবাৰ লিখোঁতেতো নাই। দৰকাৰ হ'লে সুমুৱাই দিব লাগিব। জানাই নহয়।
[দেৱতাসকল, মথুৰা, প্ৰভাত যায। এক নম্বৰ মঞ্চৰ ফালে।]

ৰঞ্জিত ঃ মাৰ কি হ'ল? [সাবিত্ৰীযে আকৌ চকু মচে]

পাঠক ঃ [সাবিত্ৰীক] এঃ! মিছামিছিকৈ কেঁচুৱা ল'ৰা-ছোৱালীৰ নিচিনা কৰি থাকে। [ৰঞ্জিতক] মানে— এওঁ আমাৰ পূৰবীৰ ড্ৰেছটো আৰু কাণ্ড-কাৰখানাবোৰ দেখি বেজাৰ কৰিছে। মানে ঘৰতে আবুৰ হৈ সোমাই থকা মানুহটো। জীযেকহঁতকো সদায তেনেকৈয়ে দেখিবলৈ মন কৰে।

কৰবী ঃ আপোনালোকনো আহিছিল কিয? আপোনালোকক দেখাৰ পিছত তাইৰো বোলে ৰিহাৰ্ছেল কৰি ভাল নালাগিল।

পূৰবী ঃ আঁতো।

সাবিত্ৰী ঃ [খং] তহঁত এনেকুৱা ভেশত থাকিবি বুলি জনা হ'লে আহোঁ নেকি?

[illegible] ঃ আঃ তুমি নুবুজা কেলেই? এযা থিযেটাৰ হে। অভিনয হে। [জীযেকহঁতক] এওঁ মাজতে যাবলৈ বুলি উঠিছিলেই। মই বোলো হে'ৰা, এইযোৰা ড্ৰেছ তাই ভাবি ভাবি ঘৰত চিলাই লোৱা নাই নহয়। তুমি তাইক চিলাই দিযা নাই নহয। পৃথিৱীত এনেকুৱা ড্ৰেছ কিবা এই এযোৰেইহে নে? লাখ লাখ যোৰ। তাৰে এযোৰ তাযো পিন্ধিছে। তুমি দেখা নাই কাৰণেহে।

সাবিত্ৰী ঃ কিয দেখা নাই? দেখিছোঁ। কিন্তু তাই পিন্ধিব কিয?

পাঠক ঃ আঃ। এযা নাটক হে।

সাবিত্ৰী ঃ বুজিছোঁ নাটক। কিন্তু আপুনি মোক নাটক কেনেকুৱা বুলি বুজাই থাকে? এইসোপা কি নাটক?

পাঠক ঃ তুমি শকুন্তলা নাটকত বিশ্বামিত্ৰৰ আগত মেনকাই নচা দেখিছা?

ৰঞ্জিত ঃ ইয়াত সেইবোৰ বকলা মেলিব নালাগে। আপোনালোক ঘৰলৈ যাওক।
[নিস্তব্ধ। পাঠকে ৰঞ্জিতৰ ফালে চাই]

পাঠক ঃ [সাবিত্ৰীক] ব'লা। [ৰঞ্জিতক] এইফালে যাওঁনে?

ৰঞ্জিত ঃ নালাগে, এইফালেদিযেই ওলাই যাওক। [সাবিত্ৰী আৰু পাঠক বাহিৰলৈ যায]

কৰবী ঃ [ৰঞ্জিতক] মোৰ কাম নাই যদি মযো ঘৰলৈ যাওঁগৈ নহ'লে?

ৰঞ্জিত ঃ [অন্যমনস্ক] হুঁ?

কৰবী ঃ ময়ো যাওঁগৈ নেকি?

ৰঞ্জিত ঃ [দুৰলৈ চাই মধুক দেখে] নাই নালাগে। তই থাক। পগলা-পাগলীৰ নতুন ছিন এটা আছে, প্ৰভাত লগ-লাগি তাকে পটি থাকচোন। [যায। ইখন মঞ্চলৈ]

করবী : ৰিহাৰ্ছেলতনো তই এইবোৰ কাপোৰ কিয় পিন্ধিলি?

পূৰবী : মই সেই ফালেদি আহোঁতে বিনন্দ দাদাই ক'লে, মোৰ বোলে আঠ নম্বৰ ছিনৰ ড্ৰে'ছযোৰ আহিছে— পিন্ধি চাব লাগে। পিন্ধি উঠিছোঁ— তেতিয়া মথুৰাই ক'লেগৈ বোলে ৰিহাৰ্ছেল আৰম্ভ হ'ব এতিয়া, মাতিছে। সেই কাৰণে গুচি আহিলোঁ। আৰু এই মোৰনো কি বেয়া ড্ৰেছ?

[কৰবীয়ে চাই থাকে। কাৰোবাৰ ভৰিৰ শব্দ শুনি দুযো বাহিৰলৈ যায়। মধু আহে।]

মধু : হেল্লো! তোমালোক ইযাত আছা? মই আকৌ সৌফালে বিচাৰি ফুৰিছোঁ। কেনে? ভালনে?

করবী : ভাল।

মধু : আৰু তোমাৰ? আজি কেনে আছা?

পূৰবী : ভাল, ভালে আছোঁ।

মধু : ৰিহাৰ্ছেল?

পূৰবী : চলি আছে।

মধু : চলি আছে? আৰু কিমান পৰলৈ চলিব? তুমি কৈছিলা— পাঁচবজাৰ আগতে তোমাৰ কাম শেষ হ'ব, তাৰ পিছত তুমি ফ্ৰি—

পূৰবী : [বাযেকলৈ চাই] দাদাই দেখোন আৰু কাম আছে বুলি ক'লে।

মধু : কিন্তু মইতো ফাইভ থার্টীত প্ৰগ্ৰেম এটা ফিক্স কৰি পেলালোঁ।

পূৰবী : কি প্ৰগ্ৰেম?

মধু : এই যে জাহাজ ঘাটৰ পৰা অলপ দূৰত ৰাজহংস নামৰ পুৰণি জাহাজ এখন ওপণ্ডি আছে, আমি সেইখনত এটা ক্লাব আৰম্ভ কৰিছোঁ। আজি সেইটোৰ অ'পেনিং হ'ব। মই ঠিক কৰি আহিলোঁ— মিনিষ্টাৰে যে চাকিকেইটা জ্বলাই দিব, তেওঁক সেইখিনি সময়ত তুমি সহায় কৰিবা। এই ধৰি লোৱা শলিতাডাল ঠিক কৰি দিয়া, দিয়াচলাইটো আগবঢ়াই দিয়া। তাৰ পিছত দহ মিনিট লেকচাৰ, তাৰ পিছত পেট ভৰাই খোৱা আৰু ফুৰ্তি কৰা। সেইটোৱেই প্ৰগ্ৰেম।

ঠিক আছে, মই বাৰু মিষ্টাৰ ৰঞ্জিতক কৈ দিম— তোমাক ফ্ৰি কৰি দিবলৈ। ক'ত আছে তেওঁ?

করবী : মই আপোনাক এটা কথা কওঁ।

মধু : ইয়েছ? অব্ ক'ৰ্ছ। কোৱা।

করবী : আপুনি এইক সদায় কিয় ৰিহাৰ্ছেলৰ পৰা লৈ যায়।

মধু : ছ' হোৱাট? তোমালোকৰ নাটকৰতো একো লোকচান হোৱা নাই। ছি ইজ এ টেলেন্টেড গাৰ্ল— তেওঁ এবাৰতে পিক-আপ কৰি ল'ব।

করবী : নাটকৰ লোকচান নহ'ব পাৰে, কিন্তু তাইৰ লোকচান হ'ব, আমাৰ ঘৰখনৰ লোকচান হ'ব।

মধু : তোমালোকৰ ঘৰখনৰ লোকচান? হাও ইজ দেট? মইতো ভাবিছিলোঁ— মই সদায় সকলোৰে উপকাৰ কৰি আছোঁ, মোৰ কাৰণে সকলোৰে লাভ হৈ আছে।

করবী : আপুনি কৰক সকলোৰে উপকাৰ, কিন্তু আমাৰ উপকাৰ কৰিব নালাগে।

মধু : ষ্ট্ৰেঞ্জ! পূৰবী, এইবিলাক তোমাৰ মনৰ কথাও নেকি?

করবী : তাইৰ মনৰ কথা সুধিব নালাগে। মই তাইৰ বাযেক—

পূৰবী : মোৰ মনৰ কথা কিয় সুধিব নালাগে?

করবী : অইন চব সময়ত মই তোৰ মনৰ কথা সুধি থাকিম, কিন্তু এইটো সময়ত, এখেতে তোক

আজি অ'লৈ, কাইলৈ তলৈ লৈ যোৱাৰ সময়ত, মোৰ কথাৰ জোৰ বেছি হ'ব লাগিব। ৰবি মই দাদাকো মাতি আনো।

[যায।]

মধু : [কৰবীক] শুনাচোন। [কৰবী উভতি নাহে। মধুৱে অলপ সময় ভাবি ইফাল-সিফাল কৰে।]

মধু : তোমাৰ আচল গাৰ্জেন কোন? [পূৰবীয়ে একো নকয়। অলপ পিছত] আচল গাৰ্জেন কোন— ঠিক কৰি ল'বা। গাৰ্জেন বহুত বেছি হ'লে তোমাৰ সুখ নহ'ব। [অহা-যোৱা কৰে। হঠাতে] ফৰ দি টাইম বিইং— সদ্যহতে এইজনী গাৰ্জেনক ক'বা— এই গোটেই থিয়েটাৰ কোম্পানীটো মোৰ হাতৰ তলুৱাত এটা কণীৰ নিচিনাকৈ ৰৈ আছে। হাতখন এনেকৈ বেঁকাকৈ দিলেই ছেছ।

[শেষ] [খোজ কাঢি] আৰু তুমি জানিবলগীয়া আচল কথাটো হ'ল— এই এক লাখ টকা মই খৰচ কৰিবলৈ ওলাইছোঁ। একমাত্ৰ তোমাৰ কাৰণে।— তোমাৰ কাৰণে। তুমি নথকা হ'লে এইখিনি পইচা মৰাপাটত লাগিলহেঁতেন, লোহা-লক্কৰত লাগিলহেঁতেন, টকাৰ ফালৰ পৰা মোৰ বহুত বেছি লাভ হ'লহেঁতেন।

[তেওঁলোকে মঞ্চত সোমাই দুয়োলৈকে চায। সময লয। তাৰ পিছত কথা কয।]

[দেৱতা তিনিজন আহে।]

দেৱতা-২ : মিছ পাঠক, আপোনাৰি লগত কথা পাতিবলৈ আপোনাৰ ককাইদেৱেক আৰু সৌৱা মিছ কৰবী পাঠক অহাৰ কথা আছিল, কিন্তু আমি ক'লোঁ, নালাগে, আমিযেই যাওঁ, মিষ্টাৰ মধু চৌধুৰীৰ লগত আমাৰো অলপ কথা আছে। আপুনি যাওকচোন, আমি এখেতৰ লগত অলপ কথা পাতোঁ।

[পূৰবীযে সকলোলৈকে চাই ভযে ভযে গুচি যায।]

দেৱতা-১ : বহক চৌধুৰী, ইযাতে বহক। [চকী এখন ঠিক কৰি দিযে]

দেৱতা-২ : নালাগে। অলপমান কথা, থিযৈ থিযৈ পাতি তেখেতক বিদায কৰি দিওঁ। চৌধুৰী, আপোনাৰ টকাৰ কথা মতে এই কোম্পানী চলিছে, নাট্যকাৰ ৰঞ্জিত পাঠকে প্ৰত্যেক দিনাই নাটকৰ নতুন নতুন দৃশ্য লিখি আছে। আপোনাৰ টকাৰ কথা মতে। কিন্তু আপুনি মানুহটো নিজে এইবোৰত নোসোমাব। আজিলৈকে যি কাৰণে কৰিলে, এতিযা আপুনি ক্ষান্ত হওক।

মধু : তোমালোক কোন?

দেৱতা-১ : আমাৰতো চিনাকি বুলিবলৈ বিশেষ একো নাথাকিলেই' প্ৰথম দিনা যে আপুনি ৰিহাৰ্ছেল চাইছিল, তেতিযা আমি দেবতা আছিলোঁ। সেইটো বৰ ফাল্টু চিনাকি আছিল। আপুনি পাহৰিলেই চাগৈ।

দেৱতা-৩ : পিছে অলপ আগতে অহা হ'লে আপুনি অইন এটা ছিনৰ ৰিহাৰ্ছেল দেখিবলৈ পালেহেঁতেন আৰু আমাৰো আচল চিনাকিটোৰ থূলমূল আভাস এটা পালেহেঁতেন।

মধু : তোমালোকে চব সময়তে থিযেটাৰৰ চিনাকি ফাজলামি কৰি কথা কোৱানে কি? চিধা কথা নোকোবা কিয? কোন তোমালোক? মোৰ লগত তোমালোকৰ কি কথা আছে?

দেৱতা-২ : থিযেটাৰৰ নিচিনা ফাজলামি মানে কি? হুঁ? [গৰ্জি] ফাজলামি মানে কি?

[বিনন্দ আৰু কৰবী সোমায। সিহঁতে অবাক হৈ চাই থাকে।]

থিযেটাৰত খুব ফাজলামি হয নহয? আমি চবেই ইযাত ফাজলামি কৰিবলৈ আহিছোঁ? আপোনাক আজি প্ৰথমতে হাতযোৰ কৰি সাবধান কৰি দিছোঁ, আপুনি ফাইনেন্স কৰিছে, আহিব ৰিহাৰ্ছেল চাব, নাটকৰ কথা ক'ব, বাচ, তাৰ বাহিৰে যেন একোতে আপুনি হাত নিদিযে। অন্য কোনো উপায নাপাই আমি আপোনালোকৰ বহুত ফাজলামি সহ্য কৰোঁ,

অভিনযৰ নামত বহুবালি কৰোঁ, কিন্তু সহ্যৰ সীমা পাৰ হৈ যাবলৈ যেন আপোনালোকে আমাক বাধ্য নকৰে। [লগৰকেইটাক] ব'ল। [তিনিও যায।]

[মধুৱে পাইপৰ ধপাতখিনি খুঁচৰি আকৌ জ্বলায]

মধু : এওঁলোকৰ বক্তব্যটো কি তালুকদাৰ?

বিনন্দ : মই ঠিক ধৰিব পৰা নাই। ঘটনাটোনো কি? কিহৰ পৰা কি হ'ল?

মধু : আপুনি খবৰ লওক। লৈ, কি কৰিলে আপোনাৰ থিযেটাৰ কোম্পানী জীযাই থাকে, তাৰ ব্যৱস্থা কৰক। মনত ৰাখিব, থিযেটাৰ কোম্পানীযেই হওক, জাহাজ কোম্পানীযেই হওক, বেযা এলিমেণ্ট, মানে বেযা মানুহ সোমালে তাৰ উদ্গতি নহয। আপুনি যদি সোনকালে ব্যৱস্থা নলয, তেনেহ'লে মই কথাবোৰ বেলেগ ধৰণে চিন্তা কৰিব লাগিব। [যায।]

বিনন্দ : শুনকচোন মিষ্টাৰ চৌধুৰী। চৌধুৰী। [উভতি আহি ভাবে]
ঘটনাটো কেনেকৈ আৰম্ভ হ'ল জানানে কৰবী?

কৰবী : জানো। তেখেতে আজিও পূৰবীক ক'ৰবালৈ নিবলৈ আহিছিল, মই মানা কৰিলোঁ, কথাটো দাদাকো ক'লোঁ, মৃণালহঁতেও শুনিলে, তাৰ পিছত তেওঁলোকে মধু চৌধুৰীক কি কৈছে, আপুনি নিজে শুনিলে। ঘটনাটো সিমানেই।

বিনন্দ : [ভাবি] তাত মানে থিযেটাৰ ভাগি গ'ল। ঠিক আছে। দৰকাৰ নাই। আজিযেই সকলোকে কৈ দিযা— কাইলৈৰ পৰা আৰু কোনো ইযালৈ আহিব নালাগে। এতিযা তোমালোক হেপীতো?

কৰবী : মোক খং কৰিছে কিয? আপুনি থিযেটাৰ কোম্পানী খুলিছে আমি অভিনয কৰিম, পইচা পাম, তাৰ বাহিৰে আমাৰ অন্য ভৰণি হ'ব কিয? তাই পূৰবী মোৰ চকুৰ আগতে ডাঙৰ হৈছে। বযসত ডাঙৰ হৈছে যদিও তাইৰ গাত এতিযাও কথা পৰা নাই। তাইক মধু চৌধুৰীয়ে তেনেকৈ লৈ ফুৰাটো ভাল কথা হৈছেনে? আপোনাৰ নাট্যকলা শিল্পৰ খাতিৰত মই সেইবোৰো সহ্য কৰি থাকিব লাগিব নে? বাযেক হিচাপে মই মোৰ কৰ্তব্য নকৰিম নেকি?

বিনন্দ : কৰি থাকা তোমাৰ কৰ্তব্য। কিন্তু মধু চৌধুৰীযে তোমাৰ ভনীযেৰাক কু-অভিপ্ৰাযেৰে ক'ৰবালৈ লৈ যায বুলি তোমালোকে ধৰি ল'লা কিয? তেনেকুৱা কিবা প্ৰমাণ পাইছা? [নিস্তব্ধ] কোৱা পাইছা?

কৰবী : নাই পোৱা, কিন্তু—

বিনন্দ : কিন্তু কি? কিন্তু সন্দেহ কৰা? তেনেকুৱা মানুহ এজনে পূৰবীক লগত লৈ ফুৰাটো চাফা কথা হ'বই নোৱাৰে, সেইটো এটা লেতেৰা কথা হ'বই লাগিব, তোমালোকৰ মতে কথা সিমানেইতো। আৰু এই লেতেৰা সন্দেহৰ ফলটো কি হ'ল? আমাৰ ইমান ডাঙৰ এটা আযোজন, ইমান ডাঙৰ এটা উদ্যম থানবান হৈ হ'ল। তোমালোকে মনটো ইযাতকৈ অলপ বহল কৰিব নোৱাৰিলা নে?

কৰবী : [কিছু সময চাই থাকি] ঠিক আছে। মই এবাৰ মধু চৌধুৰীক লগ পাম। আপুনি আজিয়েই খবৰটো পঠিযাই দিযক।

বিনন্দ : ক'ত লগ পাবা?

কৰবী : তেওঁ য'তে বিচাৰে ত'তে।

## মঞ্চ ঃ ১

[পাঠকৰ ঘৰ। এইবাৰ ভিতৰৰ কোঠালি এটা। বিছনা, আলনা, চকী, মেজ ইত্যাদি আছে। সাবিত্ৰী, পূৰবী, পাঠক আৰু ৰঞ্জিত। পাঠক এখন চকীত মনে মনে বহি আছে।]

সাবিত্ৰী ঃ [সকলোলৈকে চাই] এতিয়া এটাইখন মনে মনে আছ কিয? মোৰ কথাৰ উত্তৰ নিদিয কিয?

পূৰবী ঃ নিচিএৰিবিচোন।

সাবিত্ৰী ঃ কিয় নিচিএৰিম? মইতো তহঁতৰ নিচিনা ডাঙৰ ডাঙৰ কিতাপ পঢ়া, ডাঙৰ ডাঙৰ কথা চিন্তা কৰা মানুহ নহওঁ। মই ল'ৰা-ছোৱালী জন্ম দিছোঁ, অইন দহজনী মাকে যিটো বিচাৰে মই সেইটোহে বিচাৰিম।

ৰঞ্জিত ঃ তোকনো কোনে বিচাৰিবলৈ মানা কৰিছে? যি বিচাৰিছ পাবি নহয।

সাবিত্ৰী ঃ তই পাবি বুলি ক'লৈই হ'ল নেকি? ইহঁতে সেইটো ভেশেৰে মানুহৰ লগত গা ঘঁহাই নাটক কৰি ফুৰিলে কোনটো মতা মানুহে ইহঁতক বিয়া কৰাব?

পূৰবী ঃ নকৰায যদি নালাগে কৰাব।

সাবিত্ৰী ঃ নাটক কৰি ঘূৰি ফুৰিবি?

পূৰবী ঃ অঁ।

সাবিত্ৰী ঃ কেইদিন তহঁতক এনেকৈ ৰাখিব? কোনে ৰাখিব? দেউতাৰক সোধচোন, তেখেতে বহুত থিয়েটাৰ দেখিলে নহয, কোনখন থিয়েটাৰত কেইজনী বুঢ়ীক দৰমহা দি ৰাখিছে? [পাঠকক] নকব কিয? মোক ফুচুলাই ফুচুলাই, বুজাই বুজাই সিহঁতক উলিযাই পঠিযাইছিল নহয, এতিয়া মোৰ কথাৰ উত্তৰ নিদিযে কিয?

ৰঞ্জিত ঃ তইনো এতিযাই ইমান দূৰলৈ কিয ভাবিছ?

পূৰবী ঃ মাৰ যোল বছৰ বযসতে বিয়া হৈছিল নহয, সেই কাৰণে মাই ভাবে— আমি বুঢ়ী হ'লোঁৱেই।

সাবিত্ৰী ঃ ছোৱালী মানুহৰ বুঢ়ী হ'বলৈ কেইদিন লাগিছে? আজি গাত এটা দাগ পৰক, একেদিনাই বুঢ়ী হৈ থাকিবি।

ৰঞ্জিত ঃ শুনক মা আমিতো চিৰদিন এনেকৈ থিয়েটাৰ কৰিযেই নাথাকোঁ। তই যিবিলাক কথা কৈছ, সেইবিলাক কথা আমি ভবা নাই জানো?

সাবিত্ৰী ঃ নাই ভবা। মোৰ কথা হ'ল— তোক কষ্ট কৰি পঢ়াইছোঁ তই এতিয়া কষ্ট কৰি উপাৰ্জনৰ এটা ভাল লাইন উলিযাই ল'ব লাগে, মাৰ-বাপেৰক পোহ পাল দিব লাগে। ইহঁত দুজনীক বাপেৰে যিমান দূৰলৈ পাৰে আগুৱাই দিলে, মই মাকজনীযে যিমান যি পাৰোঁ শিকালোঁ— এতিয়া ইহঁতক দুখী দুখী অৱস্থাৰে, মান সন্মান বজাই ৰাখি এঘৰলৈ উলিযাই দিব লাগে। মোক আৰু একো নালাগে। তহঁতে এইবোৰ কথা ভবা নাই। ভবা হ'লে তহঁতে সেই লাইনত ভৰিযেই নিদিলিহেতেন। এতিয়া মোৰ এক মিনিট সময এইখন ঘৰত থাকিবৰ ইচ্ছা নাই। মোক তহঁতে কিবা উপাযেৰে বিদায কৰি ল, লৈ যি কৰ কৰি থাক। মই মূৰ্খ মানুহ মূৰ্খ হৈযেই থাকিম। মোক আৰু তহঁতে জ্ঞান দি আমনি নকৰিবি। এনেকৈ এইখন ঘৰত থকাতকৈ টেঁটুত ফাঁচ লগাই মৰাই ভাল।

[খঙেৰে ওলাই যায। সকলো মনে মনে থাকে।]

ৰঞ্জিত ঃ [কিছু সময়ৰ পিছত] দেউতা। [ৰৈ] দেউতাৰ টোপনি গ'ল নেকি?

পাঠক ঃ নাই যোবা। ক।

ৰঞ্জিত ঃ মাই কথাবোৰ নুবুজিলে। মই ভাবিছিলোঁ— আপুনি বুজাইছে।

পাঠক ঃ [উঠে] বুজাই আছিলো কিন্তু লাহে লাহে কথাবোৰ মই নিজেই নুবুজা হৈ আহিছোঁ নহয

সেই কাৰণে মস্কিল হৈছে।

পূৰবী : আমিতো এতিয়া সৰু ছোৱালী হৈ থকা নাই। আমাৰোতো এটা চখ আছে৷ মা ভিতৰতে সোমাই থাকে। চব কথা মায়ে নিজৰ মতে চলাব নোৱাৰে নহয়।

পাঠক : চব কথা নহয় অ'। কেইটামান কথা। কেইটামান কথাত মাৰৰ মতে চলিলে তহঁতৰ লাভ হ'ব। তহঁতৰ চখক অকল তহঁতৰ বয়সৰ হাততে এৰি দিব নালাগে। মাৰৰ বয়সকো অলপ চোৱা-চিতা কৰিবলৈ দিবি। [গৈ উভতি আহে] আৰু তহঁতক লৈ মাৰৰোতো এটা চখ আছে! তহঁত দুজনীক বিয়া দি মাৰে কি পাব? এসোপা টকা-পইচা পাব? মাটি-বাৰী পাব? নাপায়। অকণমান আনন্দ পাব। তহঁতেও চখ কৰ, মাৰকো সেইকণ আনন্দ দে, কথা সিমানেইহে৷ [কিবা শব্দ এটা শুনি] কোন? [ওলাই যায]

ৰঞ্জিত : [অলপ পিছত] দুদিনমানৰ পিছত যেতিয়া থিয়েটাৰেই বন্ধ হৈ যাব, তেতিয়াতো চব চিএৰ-বাখৰ নাইকিয়া হ'ব?

[কৰবী সোমায। উগ্ৰ সাজ-পাৰ। তাই দুযোলৈকে চায।]

কৰবী : কি হ'ল? কি চিএৰ-বাখৰৰ কথা কৈছিলি?

পূৰবী : দাদাই কৈছে— কেইদিনমানৰ পিছতে থিয়েটাৰ বন্ধ হৈ যাব, তেতিয়া মাৰ চিএৰ-বাখৰো বন্ধ হ'ব।

কৰবী : তাৰ মানে মাই আকৌ চিএৰ-বাখৰ কৰিছে? কৰক দে। সহ্য কৰি থাকিবই লাগিব।

ৰঞ্জিত : তইনো ইমান পৰলৈ কলৈ গৈছিলি? আমিতো ৰিহাৰ্ছেল শেষ কৰি কেতিয়াবাই আহিলোঁ। আজি তোৰ কাৰণেহে গণ্ডগোলটো আৰম্ভ হ'ল।

কৰবী : হওক দে। ক'লোঁ নহয়— সহ্য কৰি থাকিব লাগিব৷ পিছে তোক এটা কথা কৈ থওঁ। থিয়েটাৰ বন্ধ নহয়। কোম্পানী চলি থাকিব।

ৰঞ্জিত : কেনেকৈ ? ক'ত কি হ'ল কচোন।

কৰবী : পিছত ক'ম যা। এতিয়া বৰ ভাগৰ লাগিছে। [ৰঞ্জিতে চায। ওলাই যায।]

পূৰবী : মোক কচোন, তই ক'ত কি শুনিলি? কোম্পানী সঁচাকৈযে বন্ধ নহয়?

কৰবী : নহয়। মই ক'ৰবাত কিবা শুনি আহি কোৱা নাই, নিজে ঠিক কৰি আহিছোঁ।

পূৰবী : ঠিক কৰি আহিছ মানে?

কৰবী : মানে কোম্পানী চলি থকাৰ ব্যৱস্থা কৰি আহিছোঁ।

পূৰবী : কেনেকৈ?

কৰবী : মই তোক চব ক'ম। এতিয়াই ক'ম। তই কিন্তু মোৰ এটা কথা ৰাখিব লাগিব। এতিয়াই মোৰ আগতে প্ৰতিজ্ঞা কৰিব লাগিব—

পূৰবী : কি কথা? ভযেই লাগিছে।

কৰবী : প্ৰতিজ্ঞা কৰিবি বুলি ক।

পূৰবী : কৰিম দে।

কৰবী : মোৰ গা চুই শপত খা— তই মোৰ কথা ৰাখিবি।

পূৰবী : এনেকুৱা কিয কৰিছ?

কৰবী : তোৰ ভালৰ কাৰণে কৰিছোঁ। চোঁ।

পূৰবী : চুইছোঁ দে [বাহুত চোৱে]।

কৰবী : ক— তই আৰু কেতিয়াও মধু চৌধুৰীৰ লগত অকলে কলৈকো নাযাৱ।

[পূৰবীযে চাই থাকে]

কৰবী : ক। [কিছু সময দুযো দুযোলৈ চাই থাকে]

পূৰবী : কৈছোঁ— মই আৰু কেতিয়াও মধু চৌধুৰীৰ লগত অকলে কলৈকো নাযাওঁ।
[কৰবীয়ে পূৰবীৰ গালে-মুখে হাত ফুৰাই মৰম কৰে।]

কৰবী : তই ভাল ছোৱালী, সদায় ভাল হৈ থাকিবি।

পূৰবী : তই কিয় এনেকুৱা কৰিছ? ক'ত কি হ'ল কচোন।

কৰবী : থিয়েটাৰখন বন্ধ হৈ গ'লে বৰ বেযা কথা হ'ব। দাদাই পইচাৰ কাৰণেই হওক, নাটক লিখা মানুহৰ জেদৰ কাৰণেই হওক— বৰ কষ্ট কৰিছে। তইতো শুই থাক, কিন্তু মই সাৰে থাকি দেখোঁ— কেতিযাবা দাদাই গোটেই ৰাতিটো লিখিযেই থাকে। দেউতাই মাক কোৱা শুনিছোঁ— আমাৰ দৰমহাৰ পইচাৰে বোলে মাহে মাহে এযোৰ-দুযোৰকৈ কাপোৰ কিনি থৈ যাব। আমাৰ বিযাৰ কাৰণে। দেউতাৰ হাত খালী হৈ আহিছে। আৰু বিনন্দ দাদা সৰল মানুহ, কিন্তু মূৰ্খ মানুহ। ইমান কষ্ট কৰি নাটক কোম্পানীটোৰ কিবা এটা কৰিব নোৱাৰিলে মানুহটোৱে বৰ কষ্ট পাব।— সেই কাৰণে মই— মধু চৌধুৰীক লগ ধৰি কথা পকা কৰি আহিলোঁ— তেওঁ কোম্পানীৰ কাৰণে টকা দি থাকিব।

পূৰবী : তই তেওঁক কেতিযা ক'ত লগ পালি।

কৰবী : কেইবাদিনো। যিকেইদিন সোনকালে ৰিহাৰ্ছেলৰ পৰা ওলাই আহিছোঁ— সেই এটাইকেইদিন। ফাইনেল কথাবোৰ আজি পাতিলোঁ।

পূৰবী : [উত্তেজিত] ক'ত?

কৰবী : ফৰেষ্ট গে'ষ্ট হাউছত।

পূৰবী : [চিঞৰি] ক'ৰ ফৰেষ্ট গেষ্ট হাউছত? চেগুনবাৰীৰ?
[কৰবীযে ম্লান হাঁহিৰে মূৰ জোকাৰে।]

কৰবী : ওঁ।

পূৰবী : তই—

কৰবী : তযোতো তালৈ গৈছ?

পূৰবী : গৈছোঁ। তেওঁ মোক ভিতৰলৈ নিবলৈ বহুত বুদ্ধি কৰিছিল— কিন্তু মই নগ'লোঁ। বাৰাণ্ডাতে বহি থাকিলোঁ।

কৰবী : মই গ'লোঁ।

পূৰবী : [চিঞৰি] বাইদেউ। তই কিয গলি? [জোকাৰি] তই কি কৰিলি?

কৰবী : ইমানদূৰ গৈ বাৰাণ্ডাৰ পৰা উভতি আহিলে লাভ নহয কাৰণে।

পূৰবী : তই কিয এনেকুৱা কৰিলি?

কৰবী : মই মানুহটোক কৈছোঁ— সি যেন ভুলতো আৰু কেতিযাও তোৰ ওপৰত চকু নিদিযে। সিও নিদিওঁ বুলি কৈছে। কিন্তু ঠিকতো নাই। সেই কাৰণে তোক শপত খুৱাই লৈছোঁ।

পূৰবী : [চিঞৰে। ভযাৰ্ত] তই— তই— দাদা—
[দৌৰি ওলাই যায।]

কৰবী : এঃ এই ৰাতিখন কিয চিঞৰ-বাখৰ কৰিছ অ'? [বিছনাত দীঘল দিযে]
[লাহে লাহে অন্ধকাৰ।]

**মঞ্চ : ২**

[দুমহলীযা ছেটিংছটো। গধূলিৰ আগে আগে। ওপৰলৈ উঠি যোৱা ছিৰিত আবেলিৰ হালধীযা পোহৰ পৰিছে। ছিৰিত বহি [প্ৰায শোৱাৰ নিচিনাকৈ] প্ৰভাতে আপোন মনে এটা গান

গাইছে। অকণমান সময গোৱাৰ পিছত পূৰবী আহে। সাধাৰণ সাজ পাৰ। অলপ বিমৰ্ষ। তাইক দেখি প্ৰভাতে গান বন্ধ কৰে। [পোন হৈ বহে।]

প্ৰভাত : আহিলা পূৰবী? কৰবী অহা নাই?

পূৰবী : নাই অহা। আহিব অলপ পিছতে। আৰু কোনো অহা নাই?

প্ৰভাত : নাই অহা।

পূৰবী : অকলে অকলে আনন্দ মনেৰে গান গাই আছে?

প্ৰভাত : মই মানে কি কৰিছোঁ জানা? এই থিযেটাৰৰ ছেটিংছটোকে মোৰ ঘৰ বুলি ধৰি লৈছোঁ। আচলতেতো মই কেতিযাও এনেকুৱা দুমহলীয়া সুন্দৰ ঘৰ এটা সজাব নোৱাৰোঁ। সেই কাৰণে ভাবি লৈছোঁ— এইটো যেনিবা মোৰ ঘৰ, প্ৰকাণ্ড ঘৰ, মোৰ একোৰে অভাব নাই, কিন্তু মই অকলশৰীযা। এদিন আবেলি যেন এনেকৈ বহি মই বাট চাই আছোঁ কোনোবা আহিব, কোনোবা আহিব। মোৰ জীৱনটো পূৰ্ণ হ'ব। তেনেকৈ বাট চাই থাকোঁতে মুখেদি গান ওলাই গ'ল। [বেঙাৰ নিচিনাকৈ হাঁহে]।

পূৰবী : এনেকৈ বাট চাই থাকিলেই হ'ব নেকি? বিচাৰি যাওক আকৌ।

প্ৰভাত : এঃ। এই থিযেটাৰৰ ছেটিংছত বহি কল্পনাতহে বাট চাই আছোঁ। আচলতে, মানে বাস্তৱত, কিমান বিচাৰিলোঁ। কিমান দৌৰিলোঁ।

পূৰবী : [হাঁহি] নাপালে?

প্ৰভাত : [গম্ভীৰ। অলপ ৰৈ— হঠাতে আৰম্ভ কৰে] বুইছা পূৰবী, কেতিযাবা মনটো খুলি কাৰোবাক কথাবোৰ ক'বলৈ বৰ মন যায। এনেকুৱা লাগে যেন কাৰোবাক কথাবোৰ ক'লেই মনটো পাতল পাতল লাগি যাব।

পূৰবী : কওক আকৌ কাৰোবাক।

প্ৰভাত : শুনিলেহে ক'বা। মোৰতো কথা কোনেও নুশুনে। ডাযলগহে শুনে। মই যদি নাটকৰ ভিতৰত তোমাক কওঁ— 'মোৰ এতিযা দৃঢ বিশ্বাস জন্মিছে পূৰবী, মোৰ মনে তোমাক আন্তৰিকতাৰে গ্ৰহণ কৰিছে, মোৰ মনে তোমাক আপোন হিচাপে পাবলৈ বিচাৰিছে, তেতিযা তুমি মোৰ কথা শুনিবা। ডাইৰেক্টৰে যেনেকৈ থিয হৈ, যেনেকৈ শুনিবলৈ দিযে, তেনেকৈযে শুনিবা। কিন্তু নাটকৰ বাহিৰত?

পূৰবী : নাটকৰ বাহিৰত কেতিযাবা কৈ চাইছে জানো?

প্ৰভাত : কিয নাই কোৱা? তোমাকেইতো কৈছিলোঁ— ডাযলগৰ কোবত আমাৰ মুখৰ কথা হেৰাই গৈছে, সেই কাৰণে মঞ্চৰ ওপৰত কোৱা ডাযলগকেইটামানকে মঞ্চৰ বাহিৰত মনৰ কথা হিচাপে কওঁনে? ক'তা? তুমিতো কোৱাৰ সুবিধাই নিদিলা।

পূৰবী : সুবিধা নিদিলোঁ বুলিনো কেনেকৈ জানিলে?

প্ৰভাত : সুবিধা নাপালোঁ কাৰণে জানিলোঁ আকৌ। মঞ্চৰ বাহিৰত তুমি মধু চৌধুৰীহঁতৰ বাহিৰে কাকো চিনিয়েই নোপোৱা যেন লাগিল।

পূৰবী : [আচৰিত হয] আপুনি— আপুনি কিয তেনেকৈ কৈছে?

প্ৰভাত : প্ৰথম কথা— সঁচা কাৰণে কৈছোঁ, দ্বিতীয় কথা— সকলোৰে কৈছে কাৰণে কৈছোঁ।

পূৰবী : মিষ্টাৰ চৌধুৰীৰ লগত মই ইফালে-সিফালে যাব পাৰোঁ, কিন্তু আপুনি যিটো সুৰত কথা কৈছে, তেনেকুৱা সুৰৰ একো হোৱা নাই দাদা।

প্ৰভাত : নাই হোৱা যদি তোমাৰ নিজৰ কাৰণেই ভাল পূৰবী। কিন্তু মই, মই বোধকৰোঁ বৰ ঠেক মনৰ মানুহ। মই ছাঁটোতে বাঘটো দেখোঁ। [উত্তেজিত] কোনে ক'ত কি কৰিছে মোৰ সেইবিলাক

লৈ মুখ গৰম কৰাৰ কি দৰকাৰ? কিন্তু মই এদিন হ'লেওতো তোমাক এযাৰ মৰমৰ কথা কৈছিলোঁ। এক মুহূৰ্তৰ কাৰণে হ'লেওতো অকণমান দুৰ্বলতা প্ৰকাশ কৰিছিলোঁ। নে তুমি ধৰিবই পৰা নাছিলা?

পূৰবী : পাৰিছিলোঁ।

প্ৰভাত : সেই কাৰণে তোমাক কিছু কথা কোৱাৰ যুক্তিও আছে। কোনোবাই যেতিয়া চেগুনবাৰী ফৰেষ্ট ডাক বঙলাৰ পৰা তোমাক মধু চৌধুৰীৰ লগত ওলাই অহা দেখে, তাৰ পিছত আৰু মানুহৰ কথাৰ সুৰৰ ওপৰত তোমাৰ কি হাত থাকিল? সেইটো ডাক-বঙলাৰ কিমান সুখ্যাতি আছে জানা?

পূৰবী : [আতুৰ] নহয় নহয় দাদা। ছি ছি! কথাবোৰ ইমান দূৰলৈকে গৈছে? কিন্তু দাদা, আপুনি বিশ্বাস কৰক, ইয়াত মোক দোষ দিব পৰা একো কথা নাই। মই তেনেকুৱা একো কাম কৰা নাই। মোক বিশ্বাস কৰক দাদা।

প্ৰভাত : মই বিশ্বাস কৰা-নকৰাৰ লগত কিটো আছে পূৰবী? আৰু এইবিলাক কথাত মই তোমাক ভাল পাবলৈ, বেযা পাবলৈ, মোৰতো তোমাৰ লগত তেনেকুৱা কোনো ঘনিষ্ঠ সম্পৰ্ক হোৱা নাছিল। প্ৰেম হোৱা নাছিল। [হঠাতে বেলেগ সুৰত]— কিন্তু মোৰ দুখটো কি জানা পূৰবী? [পূৰবীয়ে তলমূৰ কৰি আছে]

মই আজি ন বছৰে কেৱল থিয়েটাৰ কৰিযেই ফুৰিছোঁ। আৰু যোৱা সাত বছৰে মাই মোক বিয়া কৰাবলৈ জোৰ কৰি আছে। মাৰ তিনিটা ভাৰা ঘৰ আছে। থাকিবলৈ নিজৰ মানুহ নাই কাৰণে এতিযা থকা ঘৰটোৰো দুটা কোঠালি ভাৰা দি দিছে। মাক মোৰ উপাৰ্জন নালাগে, কেৱল ঘৰত থাকিবলৈ মানুহ এজনী যোগাৰ কৰি দিব লাগে। মইতো— 'মহান শিল্পী হ'ম— বিয়া-বাৰু নকৰোঁ'— তেনেকুৱা ধান্দাৰ মানুহ নহওঁ। মাৰ কাৰণে— আৰু বিশেষকৈ নিজৰ কাৰণে— মই বিয়া পাতিব খোজোঁ। আজি সাত বছৰে এজনী ছোৱালী বিচাৰি ফুৰিছোঁ। এই থিয়েটাৰ লাইনতে। কিন্তু এই যদু-মধু চৌধুৰীহঁতৰ প্ৰতাপৰ কাকো ওচৰ চপাই নোৱাৰিলোঁ। তোমালোকে আমাক পাত্তাই নিদিযা।

পূৰবী : [প্ৰায় কান্দি] নহয নহয় দাদা, মোৰ কথা আপুনি তেনেকৈ নক'ব। মই—

প্ৰভাত : তুমি ভাল ঘৰৰ ছোৱালী। মই নিজ চকুৰে তোমালোকৰ ঘৰৰ পৰিৱেশ দেখি আহিছোঁ। মোক ঠিক তেনেকুৱাই লাগে। সেই কাৰণে এবাৰ ভাবিছিলোঁ— এইবাৰ পাই গ'লোঁ নেকি? পিছে—

পূৰবী : শুনক দাদা, আমিতো বৰ বেছি আগবঢ়া নাছিলোঁ। আমাৰ মাজততো একো বন্দবস্ত হোৱা নাছিল। সেই কাৰণে আপুনি মোক দোষ দি কথা নক'ব।

প্ৰভাত : নাই নাই, মোৰ নিজৰ ওপৰতে খং উঠিছে কাৰণেহে এইবোৰ কথা কৈছোঁ। ক'বলৈ মানুহ নাপাওঁতো। সেই কাৰণে সুবিধা পাই তোমাকে ধৰিছোঁ। কিন্তু মোৰ অভিজ্ঞতাৰ কথা, মনৰ কথা তুমি শুনি থোৱা পূৰবী। তোমাৰ লাভ হ'ব। তোমাক মোৰ ভাল লগা সত্বেও কিয মই তোমাৰ ওচৰ চাপিব নোৱাৰিলোঁ? এই লাইনৰ মানুহ বুলিলে বাহিৰৰ মানুহৰ বিশ্বাস কিমান ঠুনুকা জানা? এইবোৰ মানুহৰ মাজত তোমাৰ যি অপকাৰ হ'ব লগা আছিল, সেয়া যে হৈযেই গ'ল, সেইটো কথা তুমি জানা?

পূৰবী : দাদা!

প্ৰভাত : এতিয়া তোমাক মোৰ আপোন মানুহজনী বুলি ভাবিবলৈ চেষ্টা কৰিলেই মোৰ চকুৰ আগত সৌ চেগুনবাৰীৰ ফৰেষ্ট ডাক বঙলাটোৰ চেহেৰাটো ভাঙি উঠে কিয জানা?

পূৰবী : দাদা!

প্ৰভাত : কাৰণ— মই আগতেই কৈছোঁ— মই হয়তো ঠেক মনৰ মানুহ। কিন্তু মোৰ নিচিনা মানুহৰেই পৃথিৱীখন ভৰি আছে। [ৰৈ] মই তোমাক কিয় ইমান টান টান কথা কৈছোঁ জানা? মই নিজে থিয়েটাৰত আছোঁতো। আৰু থাকিম বুলি ঠিক কৰি লৈছোঁতো। সেই কাৰণে এনেকুৱা লাগে যেন এই থিয়েটাৰৰ মানুহবোৰেই আটাইতকৈ শক্তিশালী চৰিত্ৰৰ মানুহ হওক। যদু-মধু চৌধুৰীহঁতে জীৱনৰ প্ৰথম ধাক্কাটো যেন থিয়েটাৰৰ ছোৱালীৰ পৰাই পাওক। [দুখ] আমাৰ এই অপবাদ দূৰ হওক। প্ৰফেছাৰণীজনীয়ে ৰাতিৰ ক্লাছ কৰি ন বজাত ঘৰলৈ উভতিলে যদি একো নহয়, তোমালোক থিয়েটাৰ কৰি উভতিলে কিয় কিবা-কিবি হয়? কিয় আমি এই সুবিধা দিওঁ? [নিস্তব্ধ]
তোমাৰ সংস্পৰ্শলৈ আহি মই বৰ দুখ পালোঁ পূৰবী। সেই দুখতে ইমানখিনি কথা ক'লোঁ। আচলতে মই তোমাক ভাল পাবলৈ আৰম্ভ কৰিছিলোঁ।

পূৰবী : আপুনি ইমানবোৰ কথা ক'লে। মোৰ কথা একো নুশুনিবই নেকি?

প্ৰভাত : কিয় নুশুনিম কোৱা। [দূৰলৈ চাই] ওহোঁ, নহ'ল। আজি আৰু তোমাৰ কথা শুনা নহ'ল। সৌৱা— আমাৰ পল্টনসকল আহিছে। এটাইখন ক'ৰবাৰ চাহৰ দোকানত গোট খাই আছিল যেন পাইছোঁ। [ফুৰ্তি] দেখিলা কপালৰ জোৰ? মোৰ কথা মই ক'লোঁ, কিন্তু তোমাৰ কথা ক'বলৈ তুমি মুখ মেলিবলৈকে নাপালা।

পূৰবী : [খং] মোৰ কথা আপোনাক মই শুনামেই। মুখ ফুটাই নক'লেও আপুনি এদিন বুজিবই লাগিব। মোক আপুনি প্ৰথমতে ভাল পাই, পিছত চেগুনবাৰী ফৰেষ্ট ডাক বঙলাৰ ছোৱালী বুলি ভাবি থাকিব, সেইটো মই হ'বলৈ নিদিওঁ।
[তিনিজন দেৱতা আৰু মথুৰা আহে।]

প্ৰভাত : কি হ'ল মথুৰা? আজি দেখোন কাৰো খবৰেই নাই?

মথুৰা : আহি আছে। পাঠক দাদাই সৌখিনিতে কাৰোবাৰ লগত কথা পাতি আছে। বিনন্দ দাদা আৰু কৰবী বাইদেউ গৈছে মধু চৌধুৰীক লৈ আহিবলৈ।

প্ৰভাত : মধু চৌধুৰীক লৈ আহিবলৈ দুজনকৈ মানুহ? [দেৱতাসকললৈ চায়। তেওঁলোক বেলকণিত উঠেগৈ।] তোমালোক দেখোন পোনে পোনে ওচৰ পালাগৈ?

দেৱতা-১ : দাদাই বোলে এটা নতুন ছিন লিখিছে।

প্ৰভাত : আকৌ নতুন ছিন?

দেৱতা-২ : সেইটো ছিনত বোলে আমাৰ পাৰ্ট নাই।

দেৱতা-৩ : আমি বোলে মেঘৰ মাজৰ পৰা কেৱল চাইহে থাকিব লাগে। সেই কাৰণে আগে-ভাগে পজিছন লৈছোঁহি। [বাহিৰলৈ চাই] হৈছেনে দাদা? [ৰঞ্জিত আহে।]

ৰঞ্জিত : হৈছে।

দেৱতা-১ : দাদা, এয়া আমাৰ পাৰ্ট নে, আমি ৰিহাৰ্ছেল চাই থকা মানুহ?

ৰঞ্জিত : আজি আমি সকলো পাৰ্ট থকা মানুহ।

প্ৰভাত : এইটো কেনেকুৱা ছিন পাঠক? মোৰো পাৰ্ট আছে নেকি এইটোত?

ৰঞ্জিত : ছিনটো কেনেকুৱা হয় ঠিক ক'ব নোৱাৰোঁ। মই তেনেকৈ লিখি উলিওৱাই নাই। মুখে মুখে প্ৰম্পট কৰি যাব লাগিব। আৰু আপোনাৰ পাৰ্টটো থাকিবই। আপুনি এই নাটকৰ আৰম্ভণিৰে পৰা আছে।

প্ৰভাত : তাৰ মানে সেই যে কৈছিল— মই আগৰ কথা চব পাহৰি গ'লোঁ— পগলাৰ নিচিনা হৈ গ'লোঁ— কেৱল পদ্যবোৰহে মনত আছে, এইটো ঘৰৰ ওপৰৰ পৰা বিন্দু পাগলী নামি আহিছে—

ৰঞ্জিত : হয় হয। ঠিক কৈছে। মই নিজেই পাহৰি যাওঁ বুইছে? [বিনন্দ, কৰবী আৰু মধু চৌধুৰী আহে।]
ৰঞ্জিত : আহক। আহক তালুকদাৰ।
মধু : [পুৰবীক] হাই। [পুৰবীয়ে অইন ফালে চায]
ৰঞ্জিত : আমি নতুন ছিনটোৰ কথা পাতি আছিলোঁ। এখেত দত্ত পগলাৰ নিচিনা হৈ ঘূৰি ফুৰিছিল। তেওঁৰ জেপত আছিল গৌতম বাবুৰ ঠিকনা লিখা কাগজ এটুকুৰা।
প্ৰভাত : সেই যে মিছ্ ৰুণজুনক বিচাৰিবলৈ গৌতম বাবুৰ ঠিকনা গোটাইছিলোঁ?
ৰঞ্জিত : হয হয। সেই টুকুৰা পাই কোনোবাই আপোনাক এইটো ঘৰত সুমুৱাই দিলেহি। বাবুলাল! বাবুলাল কলৈ গ'ল?
বাবুলাল : [বাহিৰৰ পৰা] আছোঁ দাদা। [আহে] দাদা।
ৰঞ্জিত : আহি গ'ল নহয। কি কৰা এতিয়া?
বাবুলাল : কোন আহিল? [ইতিমধ্যে প্ৰভাতে চুলি আউল-বাউল কৰি, চোলাৰ আস্তিন দীঘল কৰি পগলাৰ ভাও ধৰে।]
বাবুলাল : কোনজন আহিল? [সকলোলৈকে চায]
ৰঞ্জিত : [ইংগিতেৰে প্ৰভাতক দেখুৱাই দিয়ে]
বাবুলাল : [ভালকৈ চাই] অ'। পযেট? কবি? আপুনি আহিল? কিন্তু এই চেহেৰা।
ৰঞ্জিত : এওঁ আগৰ কথা চব পাহৰিলে। ব্ৰেইনত আঘাত পাইছিল।
বাবুলাল : হয নেকি? মই কি ক'ম এতিযা? ডাযলগ?
ৰঞ্জিত : নাটক-ফাটক নাই। নিজে নিজে কৰি যোৱা। খালী শেষত এটা কথা হ'ব লাগিব। পাগলীৰ মূৰতো এটা জোৰ ধাক্কা লাগিব লাগিব, পগলাৰ মূৰতো এটা জোৰ ধাক্কা লাগিব লাগিব, আৰু এই ছেকেণ্ড টাইম ধাক্কা খোৱাৰ পিছত কবিৰ আগৰ কথা চব মনত পৰি যাব, আৰু বিন্দু ভাল হৈ যাব।
বাবুলাল : একে খুন্দাই?
ৰঞ্জিত : এক বা দুই খুন্দাতো হ'ব পাৰে। টাইম পিছে বেছি নাই।
বাবুলাল : কেইমিনিটমানত ভাল কৰি দিব লাগিব?
ৰঞ্জিত : এই ধৰি লোৱা দুই-তিনি মিনিট।
বাবুলাল : ঠিক আছে। খুন্দা লগাই দুটাকৈ ভাল কৰিহে দিব লাগে?
ৰঞ্জিত : ওঁ।
বাবুলাল : আপুনি বেফিকিৰ বহি থাকক।
[প্ৰভাতক] দাদা আমি পাৰিম নহয?
প্ৰভাত : পাৰিম।
বাবুলাল : বাইদেউ?
কৰবী : হ'ব দিযা।
বাবুলাল : মই মানে ইংগিতটো দিলেই আপোনালোকে বুজি যাব আৰু।
প্ৰভাত : হ'ব দিযা।
বাবুলাল : [ৰঞ্জিতক] বস্তুটো অলপ কিন্তু হিউমাৰাছ কৰিম দাদা। আপোনালোকে নাহাঁহিব।
ৰঞ্জিত : নাহাহোঁ দিযা।
বাবুলাল : [নিজকে] এইবাৰ চাঞ্চ পাই গৈছোঁ। নতুন নাট্যকাৰ মযদানত নামি গ'লোঁ।
[হাতেৰে সকলোকে কাষলৈ যাবলৈ দিযে। সকলো কাষলৈ যায। প্ৰভাতো যায।]

বাবুলাল : অ'ই। [প্রভাতক আগলৈ মাতে। প্ৰভাত আহে।] কোন তুমি?
প্রভাত : [তীক্ষ্ণ দৃষ্টিৰে চাই থাকি]— তেজীঘোঁৰাটোৱে সপোনতে আমলখি ছিঙিলে।
বাবুলাল : কি?
প্রভাত : আৰু মনালিছাৰ হাঁহি দেখি টেলিভিছনৰ এণ্টিনাত বহি থকা কাউৰীটোৱে সুধিলে—
বাবুলাল : কলৈ আহিছা তুমি?
প্রভাত : আঙুৰৰ তেজবোৰ টেঙা নেকি?
বাবুলাল : তুমি বলিয়া নেকি?
[বাবুলালে কৰবীক ছিৰিৰে ওপৰলৈ যাবলৈ ইংগিত দিযে।]
প্রভাত : মা, তুমি যে দেউতাৰ ফটা চুৰিযাৰে এখন কঁথা চিলাই দিছিলা, সেইখন আঠ বছৰে মই গাত লৈ আছোঁ।
বাবুলাল : [হাতেৰে কৰবীক আহিবলৈ ইংগিত দিযে] সৌৱা দেখিছা কোন?
[কৰবীয়ে পাগলীৰ ৰূপ লয]
কৰবী : কোন? কোন আহিছে বাবুলাল?
বাবুলাল : বাইদেউ, এইটো ধৰণী মৌজাদাৰৰ ম'হ। বাফেল্ল'।
কৰবী : বাফেল্ল'?
বাবুলাল : হয বাইদেউ, গৰলীযা ম'হ।
প্রভাত : কোন? কোন?
বাবুলাল : [কৰবীক দেখুৱাই] সেযা সিখন গাঁৱৰ ৰূপছিং মগুলৰ ম'হ। বাফেল্ল'।
প্রভাত : ম'হ?
বাবুলাল : ওঁ। এতিযা মাঘৰ বিহুৰ সময নহয। এইখন কিমান বহল পথাৰ দেখিছা? সৌৱা দেখিছা কিমান মানুহ গোট খাইছে— ম'হযুঁজ চাবলৈ?
প্রভাত : [উৎফুল্ল] ম'হ যুঁজ?
বাবুলাল : ওঁ। যুঁজিব লাগিব এতিযা।
[কৰবীযে হাতেৰে দুটা শিং দেখুৱাই হি হিঁকৈ নামি আহে।]
কৰবী : যুঁজিম। যুঁজিম।
প্রভাত : [অলপ পিছলৈ গৈ সাজু হয] যুঁজিম। যুঁজিম।
বাবুলাল : যুঁজা। [মুখেৰে যুঁজিম যুঁজিম বুলি কৰবী আৰু প্ৰভাত ঘূৰি ফুৰে]
বাবুলাল : [ধমকি] যুঁজা। মূৰে মূৰে খুন্দা মাৰা। [দুযো মাৰে।]
বাবুলাল : আৰু জোৰে খুন্দা মাৰি দুযোফালে দুইটা লাং খাই পৰি যোৱা।
[দুযো তেনেকুৱা কৰে।]
বাবুলাল : [কৰবীক] তুমি ভাল হৈ দিযা।
[প্রভাতক] আৰু তুমি আগৰ চব কথা মনত পৰা হৈ যোৱা।
[দুযো তেনেকুৱা কৰে।]
বাবুলাল : [ৰঞ্জিতক] হ'বনে দাদা এনেকৈযে?
ৰঞ্জিত : হ'ব দিযা। এতিয়া এওঁলোক দুয়ো ভাল হৈ গ'ল। কবিৰ মনত পৰিল— তেওঁক মিছ ৰুণজুনে কেনেকৈ বিশ্বাসঘাতকতা কৰিলে। আৰু বিন্দুৱে বুজি পালে— তেওঁক গৌতমে কিমান কষ্ট দিছিল। এইখিনিতে আমি দেখুৱাম— এওঁলোকৰ মাজত প্রেম হ'ল। দুযো এদিন ৰাতি পলাই গ'ল। [মধুক] মিষ্টাৰ চৌধুৰী— কোন? জমিবনে?
[এইখিনি সময়ত প্রভাত আৰু কৰবীযে চুলি, কাপোৰ-কানি আদি ঠিক কৰি আকৌ

normal হৈ পৰে। কৰবীয়ে বেগৰ পৰা ফণি উলিয়াই মূৰ আঁচোৰে। প্ৰভাতে জেপৰ পৰা ফণি উলিযায।]

মধু : বিউটিফুল। এই যে হিউমাৰাছ ছিনটো— এইটো বৰ বঢ়িয়া হৈছে। হিৰ'-হিৰ'ইনৰ ম'হ যুঁজ আজিলৈকে বোধকৰোঁ— কোনেও দেখা নাই।

ৰঞ্জিত : থেংক ইউ। তাৰ পিছত— কি কৈছিলোঁ? অঁ। কবি আৰু বিন্দু পলাই গ'ল। এখন চহৰৰ ফুটপাথত দুইটা বহি আছে। ৰাতি। দুযোটাৰে পেটত ভোক। জেপ খালী। কবি গ'ল ওচৰৰ হোটেল এখনত কিবা বিচাৰি। অলপ পিছতে বিন্দুৰ মুখত গাড়ীৰ হে'ড লাইটৰ পোহৰ। ইঞ্জিন বন্ধ হোৱাৰ শব্দ। গাড়ীৰ পৰা নামি আহিল— নামটো— নামটো— এ নামনো কি। ধৰি লওক মিষ্টাৰ চৌধুৰী। আহকচোন চৌধুৰী, এইটো পাৰ্ট আপুনিযেই কৰক।

মধু : মই? পাৰ্ট কৰিম?

ৰঞ্জিত : ঠিক পাৰ্ট নহয়। আপুনি আপোনাৰ মতে কৰি যাব।

মধু : নাই নাই, মই কি থিয়েটাৰ কৰিম।

ৰঞ্জিত : থিযেটাৰ বুলিনো কি ধৰিছে? এই আজিৰ কাৰণেহে। ধৰি লওক প্ৰক্সি। আহক।

দেৱতা-১ : কৰিব লাগে, কৰিব লাগে।

দেৱতা-২ : অঁ। কৰিব লাগে। কৰিব লাগে।

দেৱতা-৩ [সকলোৱে হাত-চাপৰি বজায]

মধু : অল ৰাইট [উঠি আহে]। কি কৰিব লাগে কৈ যাব কিন্তু।

ৰঞ্জিত : আপুনি বিন্দুৰ ওচৰলৈ— মানে কৰবীৰ ওচৰলৈ আহিল। তাইৰ মুখলৈ টৰ্চ লাইট মাৰি চালে। ধুনীযা, গাভৰু ছোৱালী। আপুনি সুধিব— কোন তুমি ভণ্টি?

মধু : কোন তুমি ভণ্টি?

ৰঞ্জিত : বঢ়িয়া হৈছে। [কৰবীক] তই কৈ যা— তহঁত ইযাত নতুন, তহঁতৰ ভোক লাগিছে । ষ্টাৰ্ট। আকৌ।

মধু : কোন তুমি ভণ্টি?

কৰবী : আমি আজি ইযালৈ নতুনকৈ আহিছোঁ। আমাৰ ভোক লাগিছে। কিন্তু আমাৰ হাতত পইচা-তইচা নাই। মোৰ গিৰিহঁতে সৌ হোটেলখনৰ পৰা কিবা খুজি আনিবলৈ গৈছে।

ৰঞ্জিত : [মধুক] আপুনি ক'ব— ছি ছি। খুজি আনিবলৈ? ব'লা, তেওঁকো লৈ আমি আমাৰ ঘৰলৈ যাওঁ। তাতে তোমালোকে খাই-বৈ আজি ৰাতিটো শুই থাকিবা।— এই বুলি আপুনি এওঁক ফুচুলাই গাড়ীত তুলি লৈ যাব। লৈ গৈ একেবাৰে চেগুনবাৰীৰ ফৰেষ্ট ডাক বঙলাত হাজিৰ হ'বগৈ।

মধু : ক'ত?

ৰঞ্জিত : চেগুনবাৰীৰ ফৰেষ্ট ডাক বঙলাত। ধৰি লওক এইটো ডাক বঙলা। এইখন আগফালৰ বাৰাণ্ডা। সেইটো ড্ৰয়িং ৰুম। সৌফালে এটা বে'ডৰুম, আৰু এইফালে এটা বে'ডৰুম আছে। কৰবী আৰু আপুনি এইফালৰ পৰা সোমাই আহিছে। তাৰ পিছৰখিনি কৰি যাওক।

মধু : পিছৰখিনি মানে?

ৰঞ্জিত : [ধমকি] আপুনি জানে পিছৰখিনি কি?

মধু : হোৱাট ডু ইউ মিন? এইবোৰ কি হৈছে?

ৰঞ্জিত : [দাঁত কামুৰি] যি কৰিছিল, আকৌ সকলোৰে আগত কৰি যাওক।

পূৰবী : [সন্মুখলৈ আহি] চাওঁ বাইদেউ, তই আঁতৰ হচোন। আগতে মই। এখেতে আগতে ইযালৈ মোক আনিছিল, মোৰ কথাখিনি আগতে কৈ লওক।

মধু : তালুকদাৰ! এইবোৰ কি হৈছে?
পূৰবী : আপোনাৰ মুখৰ পৰা নুশুনিলে— মোৰ মুখৰ কথা সৌ প্ৰভাত দাদাই বিশ্বাস নকৰিব। কোনেও বিশ্বাস নকৰিব। কওক। আপুনি কি কৈছিল আৰু মই কি কৰিছিলোঁ? কওক।
ৰঞ্জিত : কওক।
দেৱতা-১ : ক'ব লাগে।
দেৱতা-২ : ক'ব লাগে। ক'ব লাগে।
দেৱতা-৩ [সকলোৱে চিএঞৰ-বাখৰ কৰে। কওক ক'ব লাগে ইত্যাদি বুলি।]
ৰঞ্জিত : নকয় কিয়?
পূৰবী : মই এনেকৈ চকী এখনত বহি আছিলোঁ। আপুনি ওচৰৰ চকীখনত বহি আছিল। তাৰ পিছত? তাৰ পিছত? [লাইট কেৱল সেইডোখৰ ঠাইত পৰি থাকে।]
[Flashback]
মধু : ঠাইডোখৰ বৰ সুন্দৰ। নিজঞ্জাল। কি কোৱা?
পূৰবী : হয়।
মধু : এনেকুৱা ঠাই তোমাৰ ভাল লাগে নে?
পূৰবী : লাগে।
মধু : এনেকুৱা ঠাইলৈ আহিলে মোৰ মনটো কেনেকুৱা লাগে জানা?
পূৰবী : জানো! ক'ব নোৱাৰোঁ।
মধু : আহোঁ, সৌ ভিতৰত ক'ম।
পূৰবী : নালাগে, ইয়াতে কওক। ইয়াত বহি ভাল লাগিছে।
মধু : ওহোঁ। সেইবোৰ কথা ইয়াত ক'ব নোৱাৰি। ভিতৰত আৰু ভাল লাগিব, ব'লা।
পূৰবী : নালাগে।
মধু : কিয় একো নুবুজা সৰু ছোৱালীৰ নিচিনা কৰিছা? আহাচোন।
পূৰবী : নালাগে।
মধু : এনেকৈ অবাধ্য হ'লে কিন্তু মই বেয়া পাম। তুমি জানা— তোমাক মই কিমান মৰম কৰোঁ? আহা।
[হাতত ধৰে]
পূৰবী : আজি নালাগে। প্লিজ। মই সৌ তাত ফুল চাওঁগে। [হাত এৰুৱাই, দূৰলৈ চাই] হে'ৰা ককাই, চাওঁ শুনাচোন। [ওলাই যায়]
মধু : [খং] পূৰবী। [সম্পূৰ্ণ লাইট জ্বলে। পূৰবী উভতি আহে।]
পূৰবী : তাৰ পিছত আৰু কেতিয়াবা মই আপোনাৰ লগত এই গেষ্ট হাউছলৈ আহিছিলোঁ নে?
মধু : নাই অহা।
পূৰবী : মোক লৈ আপোনাৰ যি মনোবাঞ্ছা আছিল, সেয়া কেতিয়াবা ক'ৰবাত পূৰণ কৰিব পাৰিছিল নে?
মধু : [মূৰ জোকাৰে] নাই পৰা।
পূৰবী : [প্ৰভাতক] প্ৰভাত দা— অইন কাৰো কাৰণে নহয়, একমাত্ৰ আপোনাৰ কাৰণে এখেতৰ মুখেদি কথাবোৰ শুনাই থ'লোঁ। মোক আৰু একো নালাগে। [আঁতৰি যায়।]
ৰঞ্জিত : তই যদি এইবোৰ কথা আগতে মোক কলিহেঁতেন, তেনেহ'লে আমি বহুতো বাচি গ'লোঁহেঁতেন। অন্ততঃ [কৰবীক দেখুৱাই] তাইক বচাব পাৰিলোঁহেঁতেন। কৰবী। [নিৰ্বিকাৰভাৱে মাজত থিয় হয়হি।]
ৰঞ্জিত : [মধুক] কওক কি হৈছিল। [ৰৈ] এতিয়া এক মুহূৰ্ত সময় নষ্ট কৰিও আপোনাৰ লাভ নাই।

মধু : আপোনালোক সকলোৱে মোৰ ওপৰত গুণ্ডামী কৰিছে। ইয়াৰ ফল— ইয়াৰ ফল—

ৰঞ্জিত : আগতে কি কৰিছিল কৈ লওক।

[দেৱতা আদি সকলোৱে 'কওক কওক' কৈ চিঞৰে। পোহৰ কেৱল মাজৰ ঠাইডোখৰত। Flashback]

কৰবী : [হাঁহি] ইয়ালে পূৰবীও আহিছিল নেকি? [মধু নিমাত। কৰবী গম্ভীৰ] কওকচোন, আহিছিল নেকি?

মধু : বাদ দিয়াচোন সেইবোৰ কথা। অলপ ৰেষ্ট লওঁগে ব'লা। ভিতৰলৈ ব'লা। বৰ ভাগৰ লাগিছে।

কৰবী : তাৰ মানে তাইক আপুনি ইয়ালৈ আনিছিল?

মধু : আনিছিলোঁ মানে— তেওঁ সৰু ছোৱালী, তুমি যেনেকুৱা জনা-বুজা, মেচিঅ'ৰ্ড [matured]ছোৱালী, তেওঁতো তেনেকুৱা নহয়। আৰু তোমাক লগ পোৱাৰ পিছত তোমাক মোৰ যেনেকুৱা কথা ক'বলৈ মন গৈছে, তেওঁকতো সেইবোৰ ক'ব নোৱাৰি।

কৰবী : সঁচাতো?

মধু : অব কৰ্ছ। এই ধৰি লোৱা সেইদিনা মোৰ এইফালে কাম আছিল, লগতে তেৱোঁ আহিল। মই বোলো ব'লা— সৌ ভিতৰতে বহি চাহ একাপ খাওঁগৈ। কথাটো শুনিয়েই তেওঁৰ যি ভয়! মই যেন তেওঁক গিলি পেলাবলৈহে মাতিছোঁ। [হাঁহে] তুমি তেনেকুৱা নকৰাতো?

কৰবী : মোৰ দেউতাই এটা প্লেন কৰিছে, মোৰ দাদাই এটা সপোন দেখিছে, মোৰ ভনীজনীৰ মনত বহু আশা আছে, বিনন্দ দাদাই ডাঙৰ কিবা এটা কথাৰ কাৰণে কষ্ট কৰিছে, সকলোৱে আপোনাৰ ওপৰত ভৰষা কৰিছে। এই আটাইবোৰ মানুহ, আটাইবোৰ প্লেন, আটাইবোৰ সপোন— আপোনাৰ হাতৰ তলুৱাত বোলে কণী এটাৰ নিচিনাকৈ ৰৈ আছে। এইবোৰৰ তুলনাত মোৰ জীৱনটো, মোৰ আশা-আকাংক্ষা একেবাৰে তুচ্ছ। অন্ততঃ মই তুচ্ছ বুলি ভাবিব লাগিব। কিন্তু আপুনি শপত খাই কওক, মোৰ ভনীজনীক আপুনি আপোনাৰ সহোদৰা ভনী বুলি গণ্য কৰিব।

মধু : আৰে সেইটো গণ্য কৰা কথা নেকি? সেইটোতো হয়েই। তাইক মই ভনী বুলি ভাবোঁৱেই।

কৰবী : নহয় আপুনি শপত খাওক।

মধু : আঃ কি পাগলী ছোৱালীৰ নিচিনাকৈ কথা কোৱা হে? বাৰু শপত খাইছোঁ— পূৰবী মোৰ সহোদৰা ভনী। হ'লতো? ব'লা। কি হ'ল? কান্দিছা নেকি? হুঁ? ব'লা, ভিতৰত মুখখন ধুই অলপ আৰাম কৰিবা। [হাতত ধৰে]

[মুহূৰ্তৰ বাবে লাইট নুমাই যায়। সংগীত। লাইট জ্বলে। Flashback শেষ। চকীত বহি কৰবীয়ে ব্যাকুল হৈ কান্দে। সংগীত উচ্চ। অলপ পিছত সংগীত সৰু হয়। নাইকিয়া হয়।]

ৰঞ্জিত : [বিনন্দক] তালুকদাৰ, আপুনি মোক এটা কথা কওক। এইজন মানুহৰ হাতৰ তলুৱাত থিয় হৈ আপুনি আপোনাৰ এই মহান উদ্দেশ্য পূৰণ কৰিব?[প্ৰভাতক]। আপোনাৰ বাস্তৱৰ দাপোণৰ লেকচাৰ শুনি মই সৌ মেঘৰ মাজৰ দেৱতাত্ব আৰম্ভ কৰি কলৈ নামিছিলোঁ মনত আছে? [সকলোকে] আৰু কিমানলৈ নামিব লাগে, তাকো ভাবি আছিলোঁ, কিন্তু [কান্দি থকা কৰবীক দেখুৱাই] এয়া কি হ'ল?

[কৰবীয়ে কান্দে। সংগীত উচ্চ। ৰঞ্জিত মধুৰ ফালে আগুৱাই যায়।]

মধু : কি হৈছে? মোৰ ফালে তেনেকৈ আহিছে কিয়?

[ৰঞ্জিতে ডিঙিত ধৰে। মধুৱে জোৰেৰে হাতৰ এৰুৱাই দিয়ে। সি কথা কৈ কৈ পিছুৱাই ছিৰিত উঠে।]

মধু ঃ হেই তালুকদাৰ, মোক গুণ্ডাৰ হাতত এৰি দি মনে মনে আছ? এই যে ই মোৰ গাটো চুলে, তাৰ কাৰণেই তহঁতৰ কি অৱস্থা হ'ব জান? এতিয়াও সময় আছে— এইবোৰ মোৰ আগৰ পৰা আঁতৰাই নে। নহ'লে সৰ্বনাশ হ'ব। [ৰঞ্জিতে খেদি যায়।]

ৰঞ্জিত ঃ সৰ্বনাশ হ'বই হ'ব। কিন্তু কাৰ?

[ওপৰৰ পৰা দেৱতা তিনিজন আগবাঢ়ি আহে। ৰঞ্জিতে ছিৰিৰ ওপৰতে মধুক ধৰে। তললৈ আনি ঠেলা মাৰি দিয়ে। মধু মজিয়াত পৰি যায়। ৰঞ্জিতে তাৰ বুকুত বহি ডিঙিত টেপা মাৰি ধৰে। উচ্চ সংগীত। এসময়ত সংগীত শেষ। নিস্তব্ধ। ৰঞ্জিতে মধুৰ শৰীৰটোলৈ থিয় হৈ চাই ৰয়। লাহে লাহে অন্ধকাৰ।]

[ঘোষণা]

## মঞ্চ ঃ ১

[পাঠকৰ ঘৰ। এটা জৰাজীৰ্ণ, প্ৰায় শূন্য কোঠালি। বিছনাত পূৰবী শুই আছে। বুঢ়া পাঠক মেজত কিলাকুটি থৈ বহি আছে। কিছু সময়ৰ পিছত]

পাঠক ঃ মোৰ ল'ৰাই সি লিখিব খোজা নাটকখন কেতিয়াও লিখিব নোৱাৰিলে। এইখন মেজতে বহি, কত দিন কত ৰাতি সি কিমান লিখিলে, কিমান কাটিলে। তাৰ নাটকৰ দৃশ্য সলনি হৈ গৈয়েই থাকিল, গৈযেই থাকিল, আৰু শেষত সি বিচৰা একোৱেই নৰ'লগে। তাৰ পিছত, আকৌ সেই ৰায়বাহাদুৰ নল-দময়ন্তীৰ নাটক লিখা নাট্যকাৰেই কলম হাতত ল'লোঁ। এই যে দেখিলে— এইখন নাটক শেষত ময়েই লিখিলোঁ। মই হাতযোৰ কৰিছোঁ— এইখনৰ একো দৃশ্য আপোনালোকে সলনি কৰিবলৈ নক'ব। সলনি কৰিবলগীয়া একো নাযো। দাপোণখনহে সলনি কৰিব পাৰি! বাস্তৱ জানো সলনি কৰিব পাৰি? মোৰ ইয়াত দাপোণেই নাই ডাঙৰীয়াসকল।

মোৰ ল'ৰাটোৱে যাৱজ্জীৱন কাৰাদণ্ড পালে। কোনোবাই কোনোবাই কয়— সি বোলে দুবছৰমানৰ পিছত আহিবও পাৰে। মই কৈছোঁ— কিযনো আহিব লাগিছে? য'তে আছে ত'তে থাকক। সি কি চাবলৈ আহিব? কাক চাবলৈ আহিব? কৰবীক চাবলৈ? কৰবীয়ে ভাবিলে— এই গোটেই দুৰ্যোগটো তাইৰ কাৰণেই হ'বলৈ পালে। তাইৰ ককায়েকটোতো গ'লেই, ঘৰখনো কলংকত ডুবিল, তাই নিজেও বোলে অপবিত্ৰ হ'ল, লেতেৰা হ'ল। লেতেৰা হ'ল নে নাই মই বুজাই ক'বলৈ নাপালোঁৱেই। এদিন তাই— [মেজত বিচাৰে। কাগজৰ তলৰ পৰা এখন কাগজ উলিয়ায়] এইখন লিখি থৈ গৈছে।— [দাঙি দেখুৱায়]

[ইটো মঞ্চত কৰবী ওলমি আছে। আত্মহত্যা। ক'লা স্ক্ৰীণ। আৰু একো নাই। আকৌ ১ নম্বৰ মঞ্চ। বুঢ়াই চিঠিখন জাপি ভালকৈ থয়।]

পাঠক ঃ জোঁৱাই আদৰিবলৈ বাট চাই থকা, ছোৱালীহঁতৰ বিয়াৰ আয়োজন নকৰাৰ কাৰণে সদায় মোৰ লগত কাজিয়া কৰা সিহঁতৰ মাকজনীয়ে, ডাঙৰ জীয়েকৰ সেইটো চেহেৰা দেখাৰ পিছত আৰু জীয়াই থাকিব পাৰেনে? ৰাখিবলৈ মযো চেষ্টা নকৰিলোঁ। তেওঁক ৰাখি থ'বলৈ মোৰ কি অধিকাৰ আছে? কেৱল চিন্তা কৰিছিলোঁ, তেওঁকে যাবলৈ দিওঁনে— মই নিজে যাওঁ? মোৰো থাকিবলৈ একেবাৰে ইচ্ছা নাছিল। দিনে-নিশাই যন্ত্ৰণাত ছটফটাই আছিলোঁ। পিছত ভাবিলোঁ— এইজনীৰ কাৰণেই মই থাকিব লাগিব। মোৰ বাহিৰে অইনে তাইক চম্ভালিব নোৱাৰিব। তাইৰ মগজটো কিবা গৰম হৈ গ'ল। ইমান দিন হ'ল, এতিয়াও ঠাণ্ডা নহ'ল। সেই যে প্ৰভাত— সি তাইক সঁচাকৈয়ে মৰম কৰিছিল হ'বলা। এদিন সি আহিছিল।

[আন্ধাৰ। ইটো মঞ্চত প্ৰভাত অকলে চকী এখনত বহি আছে। ক'লা স্ক্ৰীণ। পূৰবী আহে। হাতত এসোপা খবৰ কাগজ]

পূৰবী : দেউতাই ক'লে— আপুনি অথনিয়েই আহিল বুলি। মই আকৌ এই কাগজবোৰ বিচাৰি-খোঁচাৰি গোটাই আনোতে পলম হ'ল। কওকচোন বাৰু কিয় আহিল?

প্ৰভাত : মই তোমাক পাহৰিব পৰা নাই পূৰবী। তোমাৰ প্ৰতি মোৰ বেয়া ভাবো নাই। মই বুজিছোঁ— তুমি যি কৰিছিলা— বাধ্যত পৰিহে কৰিছিলা।

পূৰবী : তাৰ মানে মই কিবা কৰিছিলোঁ? সেইটোৱেই কথা। দাদাৰ কে'ছটো চলি থকাৰ সময়ত খবৰ কাগজত এইবোৰ বাতৰি ওলাইছিল— এযা মোৰ ফটো ওলাইছিল, মযো বোলে চাফা ছোৱালী নাছিলোঁ, ঘটনাটো বোলে মোৰ পৰাই আৰম্ভ হৈছিল, এখন তাল বোলে কেতিয়াও নাবাজে, গতিকে মোৰ চৰিত্ৰও নিশ্চয় সন্দেহজনক। সেই কাৰণে আপুনি যে কৈছিল— মোৰ কথা ভাবিলেই আপোনাৰ চকুত সেই ফৰেষ্টৰ ডাক বঙলাটো ভাহি উঠিব— ঠিকেই কৈছিল।

প্ৰভাত : নহয় নহয় পূৰবী—

পূৰবী : আপুনি যে এদিন আহি কাও-বাও কৰিবহি মই জানো। সেই কাৰণে মই এই কাগজ-পাতিবোৰ লৈয়েই অহিছিলোঁ। এই বিলাকত যেতিযা মযো চাফা মানুহ নহওঁ বুলি ছপা হৈছেই আপোনালোকে মোৰ কথা মনলৈ আহিলে এইবিলাককে পঢ়ি থাকিব।

প্ৰভাত : কিন্তু এইবিলাকতো মই লিখা নাই। সকলো মানুহতো একে নহয।

পূৰবী : মোৰ কাৰণে হয। আপোনাৰ মোৰ কথা ভাবিলে যেনেকৈ চকুৰ আগত ডাক বঙলাটো ভাহি উঠিছিল, আজিকালি দেউতাৰ বাহিৰে অইন মতা মানুহ দেখিলেই মোৰ চকুতো সেই ডাক বঙলাটো ভাহি উঠে, ৰছীত ওলমি থকা কৰবী বাইদেউৰ গাটো ভাহি উঠে, মধু চৌধুৰীৰ নিচিনা এটা উলংগ মানুহ ভাহি উঠে। যাওক— যাওক আপুনি। আপোনাক মই ভাল পাইছিলোঁ। আপোনাক মই ভাল পাইছিলোঁ। আপুনি কাৰণেহে মোৰ ইমান পৰলৈ খং উঠা নাই। যাওক— যাওক [পিছুৱাই আহে]

[আন্ধাৰ। মঞ্চ-১। লাহে লাহে পোহৰ। বুঢ়াই পূৰবীৰ বিছনাৰ আঁঠুৱাখন পেলাই খুঁচি দিছে।]

পাঠক : এতিযা তাইক মই মতা মানুহ নেদেখাকৈ ৰাখিব লাগে। ভাত ৰান্ধি ইযাতে আনি দিব লাগে। ভাতবিলাক লাৰু কৰি কৰি তাই খিৰিকীৰে বাহিৰলৈ দলিযায। চোবোৱা ভাতবিলাক দুযো ফালৰ কোবাৰিয়েদি ওলাই আহে। মই ধুৱাই দিব লাগে। [কান্দে। অলপ পিছত চকু মচি] এইখিনিলৈকে নাটকখন লিখিছোঁ।

সেই যে বিনন্দ তালুকদাৰ— মোৰ ছোৱালীহঁতক নামি আৰু দামী শিল্পী হিচাপে প্ৰতিষ্ঠা কৰিব খুজিছিল, মোক যে নাট্যকাৰৰ সন্মান দিবলৈ ওলাইছিল— তেওঁলৈ মই বাট চাই আছিলোঁ। তেওঁ নাহিল। তেওঁৰ অহাৰ উপায নাছিল। সেই যে ৰঞ্জিতৰ দেৱতা তিনিজন, তেওঁলোকেই আমাৰ খবৰ লৈ থাকে। তেওঁলোক আছে কাৰণেই আমিও জীযাই আছোঁ। তেওঁলোকেই এটা পাৰ্টী খুলি এই নাটকখন মঞ্চস্থ কৰিছে। তেওঁলোকক মই ধন্যবাদ জনাইছোঁ। এই নাটক নসলাবা বোপাহঁত।

[ইটো মঞ্চত দেৱতা তিনিজন।]

দেৱতা তিনিজন : নসলাওঁ খুৰা।

[দুয়ো মঞ্চতে সকলোৱে দৰ্শকক প্ৰণাম কৰি ৰৈ থাকে।]

---

# সমুদ্ৰমন্থন

**চৰিত্ৰ পৰিচয়**

**পুৰুষ ঃ**

| | |
|---|---|
| **গৌৰীশংকৰ ঃ** | ঘৰখনৰ মূল গৃহস্থ। বয়স প্ৰায় ষাঠি বছৰ। |
| **পূৰ্ণ** | ঃ নীলিমাৰ গিৰীয়েক । |
| **ৰমাকান্ত** | ঃ গৌৰীশংকৰৰ ঘৰৰ বনকৰা ল'ৰা। |
| **বিমান** | ঃ নিভাৰ প্ৰেমিক, পিছলৈ তাইৰ গিৰীয়েক। |
| **মুকুল** | ঃ গৌৰীশংকৰৰ পুতেক। |
| **প্ৰসন্ন ত্ৰিপাঠী** | ঃ মৰমিয়াল, সহজ-সৰল মানুহ। |
| **নিয়োগী** | ঃ গৌৰীশংকৰৰ ঘৰৰ চিনাকি উকিল। |
| **প্ৰথম বিষয়া** | ঃ এটা কাৰ্যালয়ৰ শীৰ্ষস্থানীয় বিষয়া। |
| **দ্বিতীয় বিষয়া** | ঃ সেইটো কাৰ্যালয়ৰে অইন এজন বিষয়া। |

**নাৰী ঃ**

| | |
|---|---|
| **প্ৰতিভা** | ঃ গৌৰীশংকৰৰ ঘৈণীয়েক। |
| **কল্যাণী** | ঃ প্ৰসন্ন ত্ৰিপাঠীৰ ঘৈণীয়েক। মৰমিয়াল, সহজ-সৰল তিৰোতা। |
| **নীলিমা** | ঃ গৌৰীশংকৰ-প্ৰতিভাৰ ডাঙৰ জীয়েক। বিবাহিতা। |
| **নিভা** | ঃ গৌৰীশংকৰ-প্ৰতিভাৰ সৰু জীয়েক। অবিবাহিতা। |
| **অন্যান্য চৰিত্ৰ** | ঃ বনকৰা ছোৱালী এজনী, কাৰ্যালয়ৰ কৰ্মচাৰী কেইজনমান, হোটেলৰ বেয়াৰা এজন আৰু মৃতদেহ উলিয়াই নিয়া মানুহ কেইগৰাকীমান (মতা আৰু তিৰোতা)। |

# দৃশ্য ঃ ১

## মঞ্চ ঃ ১

[আঁৰ-কাপোৰ উঠাৰ পিছত অলপ সময় সম্পূৰ্ণ নিস্তব্ধতা। মঞ্চ অন্ধকাৰ। ৰাতি। লাহে লাহে মঞ্চৰ এটা কোণত পোহৰ পৰে। পুৰণি ডিজাইনৰ। [আগৰ দিনৰ আঢ্যৱন্ত মানুহৰ] মেজ এখনত বহি বৃদ্ধ গৌৰীশংকৰে কিবা লিখিছে। জাৰৰ দিন। তেওঁ গাত এৰী চাদৰ বা শ্বল এখন লৈ আছে। তেওঁৰ মুখখন ভালকৈ, চিনিব পৰাকৈ দেখা নাযায। আচলতে এইটো দৃশ্যত আচল গৌৰীশংকৰ নিজে বহি থাকিব নালাগে। গৌৰীশংকৰৰ শৰীৰৰ লগত মিল থকা অইন এজন মানুহে গৌৰীশংকৰৰ নকল মূৰ্তি হিচাপে অভিনয কৰিব লাগে। অলপ পিছত দূৰত কলিং বে'লৰ শব্দ হয। শব্দটো ভাল, সংগীতৰ নিচিনা। গৌৰীশংকৰে লিখি থাকে। অলপ পিছত আকৌ কলিং বে'ল বাজে। গৌৰীশংকৰে অলপ লৰচৰ কৰে। লিখা বন্ধ কৰে। আঁৰৰ পৰা আচল গৌৰীশংকৰৰ শান্ত কণ্ঠস্বৰ ভাহি আহে।]

গৌৰীশংকৰৰ কণ্ঠস্বৰ ঃ ঘৰত কোনো নাই। এই সময়ত ই ৰমাকান্ত, বজাৰ কৰাৰ নামত ওলাই যায। সি থকা হ'লে বাৰাণ্ডাৰ মূৰৰ সৰু কোঠালিটোৰ দুৱাৰখন খুলি কোন আহিছে চালেহেঁতেন। মাজৰ কোঠালিটোৰ মূল দুৱাৰখন খুলিবলৈ তাক মই মানা কৰিছোঁ। যেযেই নাহক, সি কিবা এটা কৈ তেওঁলোকক পঠাই দিলেহেঁতেন। মই গোসাঁইঘৰত আছোঁ, গাধোৱা ঘৰত আছোঁ, গা বেযা কাৰণে শুই আছোঁ, এনেকুৱা কিবা এটা, সি যি বুলি ভাবে— ক'লেহেঁতেন। এতিযা সিও নাই। যি বে'ল বজাইছে, তেওঁ অলপ পৰ বৈ— ঘৰত কোনো নাই বুলি ধৰি লৈ গুচি যাবগৈ। [বৈ] আচলতেতো ঘৰত কোনো নাই বুলি ধৰিবই পাৰি। মইনো আৰু কিমান সময? কেইদিন? মই থকা আৰু নথকাৰ পাৰ্থক্য কিমান? তথাপি— তথাপি দুই-এজন মানুহ আহিযেই থাকে। কিয বা আহে? এই ঘৰ-মাটি বিক্ৰী কৰা হ'ব বুলি খবৰ এটা ওলাইছিল নহয— সেই কাৰণেই আহে নেকি। [বৈ] অথচ এনে এটা সময আছিল, এইটো ঘৰত আগফালৰ মূল দুৱাৰখনে তৰণিযেই নাপাইছিল। এই বন্ধ কৰ, আকৌ খোল। আকৌ বন্ধ কৰ আকৌ খোল। দুৱাৰখন খোলা লৈযেই যে কিমান খকাখুন্দা! [খৰখৰকৈ অইন এটা বে'ল বাজে। এইটো বে'লৰ শব্দ সাধাৰণ। লাহে লাহে মঞ্চ আন্ধাৰ হয। দ্বিতীয মঞ্চৰ আঁৰ-কাপোৰ উঠে।]

# দৃশ্য ঃ ২

## মঞ্চ ঃ ২

[আঢ্যৱন্ত পৰিযালৰ ড্ৰইং ৰুম। ধুনীযাকৈ সজোৱা। উজ্জ্বল পোহৰত কোঠাটো জিলিকি আছে। দ্বিতীয় বে'লটো বাজি থাকে। বনকৰা ছোৱালী এজনীযে দুৱাৰ খুলি দিযে। ইউনিভাৰ্ছিটীৰ পৰা ক্লাছ কৰি উভতি আহিছে নিভা। তাই সোমাযেই কথা কয।]

নিভা : ক'ত থাক অ' তহঁত? ইমান পৰ বে'ল বজাই থাকিব লাগে কিয়?

বনকৰা ছোৱালীঃমই কলৰ পাৰত কাঁহী-বাটি ধুই আছিলোঁ।

নিভা : কলৰ পাৰৰ পৰা বে'লৰ মাত নুশুনি নেকি?

বনকৰা ছোৱালী : শুনি।

নিভা : তেনেহ'লে? দৌৰি আহিব নোবাৰ?

[নিভা ছিৰিযেদি ওপৰ-মহলালৈ উঠি যায। বনকৰা ছোৱালীজনী ভিতৰলৈ যায। এইখিনি সময়ত—]

গৌৰীশংকৰৰঃ এইজনী মোৰ তৃতীয় ছোৱালী— নিভা, ইউনিভাৰ্ছিটীত পঢ়ে।

কণ্ঠস্বৰ [পোহৰ কমি যায। ৰঙীণ পোহৰৰ বৰ্ণালী এটা ঘূৰি থাকে। বে'ল বাজে। মঞ্চ পোহৰ হয। উজ্জ্বল পোহৰ। বনকৰা ল'ৰা ৰমাকান্তই দুৱাৰ খুলি দিয়ে। নীলিমা সোমাই আহে।]

নীলিমা : ভালে আছ ৰমা?

ৰমা : আছোঁ বাইদেউ। অকলেনে?

নীলিমা : এৰোঁ আহিছে।

ৰমা : বাবলুহঁতক নানিলে?

নীলিমা : নাই নানিলোঁ। সিহঁতৰ পৰীক্ষা আহিছে নহয। মাহঁত আছেনে নাই?

ৰমা : আইদেউ নাই। বজাৰলৈ গৈছে।

নীলিমা : দেউতা?

ৰমা : আছে। ওপৰত নিভা বাইদেৱো আছে।

নীলিমা : [ওপৰ মহলালৈ উঠি যায।] দেউতাইনো ইমান জৰুৰীকৈ কিয় মাতি পঠালে অ'?

ৰমা : [বাহিৰলৈ চাই, হঠাতে) ভিনদেউ আপুনি থওক, মই আনিম।

[ওলাই যায়। পোহৰ কমি যায। ৰঙীণ পোহৰৰ বৰ্ণালী।]

গৌৰীশংকৰৰঃ এইজনী মোৰ প্ৰথম ছোৱালী। নীলিমা। ওচৰৰে নিৰ্মালি গাঁৱৰ পূৰ্ণ নামৰ ল'ৰা

কণ্ঠস্বৰ এটালৈ বিয়া দিছোঁ।

[বৰ্ণালী অদৃশ্য হয। উজ্জ্বল পোহৰ। এটা ছুটকেছ আৰু এটা বেগ লৈ ৰমাকান্ত সোমাই আহে। পাছে পাছে পূৰ্ণ। ৰমা ভিতৰলৈ যাব খোজে।]

পূৰ্ণ : হেৰি নহয, ৰমাকান্ত৷ তোৰ নাম ৰমাকান্ত নহয জানো?

ৰমা : ইস্! ভিনদেৱে পাহৰিলেই৷

পূৰ্ণ : ক'ত পাহৰিলোঁ অ'? ক'লোঁৱেই দেখোন ৰমাকান্ত বুলি।

ৰমা : ৰমাকান্ত হওঁনে নহওঁ সুধিলেহে৷

পূৰ্ণ : নহয়, মানে কথা হ'ল কি জান? তহঁতৰ জাকটো ইমান ডাঙৰ, ইবাৰ আহি দেখিবি এইটোক, সিবাৰ আহি দেখিবি সেইটো নাই, নতুন দুটা, পিছৰবাৰ আহি দেখিবি সিহঁত দুটা নাই, সিহঁতৰ ঠাইত আহিল দুজনী৷ সেই কাৰণে অলপ খেলিমেলি লাগি যায়। পিছে বেছিদিন থকাৰ ভিতৰত তয়েই আছ হ'বলা?

ৰমা : আঢৈ বছৰ হ'ল।

পূৰ্ণ : আগতে মোক পানী এগিলাচ দি লচোন। [ৰমা যাব খোজে] একেবাৰে ফ্ৰীজৰ পৰা নিদিবি। আধা ফ্ৰীজৰ আধা ফিল্টাৰৰ মিলাই দিবি। [বহে।]

গৌৰীশংকৰৰ কণ্ঠস্বৰঃ এৱেঁই পূৰ্ণ। ব্যৱসায় কৰে। মূল ব্যৱসায় বুলিবলৈ পেট্ৰ'ল পাম্প এটা আছে। তাৰ বাহিৰেও মটৰৰ পাৰ্টছ, ইউৰিয়া সাৰ আদিৰ ছাইড বিজিনেছ আছে।

[ৰমাই পানী আনে। পূৰ্ণই খায়।]

নিভা ঃ [ভিতৰৰ পৰা] ৰমা।

ৰমা ঃ বাইদেউ!

নিভা ঃ এইফালে আহ।

[ৰমা লৰালৰিকৈ ওপৰলৈ যায়। বে'ল বাজে। বনকৰা ছোৱালী এজনী দৌৰি আহে। ৰমাই উভতিব খুজি তাইক দেখি উঠি যায়। ছোৱালীজনীয়ে দুৱাৰ খুলি দিয়ে। প্ৰতিভা আহে। তেওঁ বজাৰ কৰি আহিছে। হাতত বেগ, পেকেট আদি।]

প্ৰতিভা ঃ অ' তুমি কেতিয়া আহিলা?

পূৰ্ণ ঃ এই অলপ আগতে।

প্ৰতিভা ঃ নীলিমাহঁত?

পূৰ্ণ ঃ আহিছে। ওপৰলৈ গৈছে।

প্ৰতিভা ঃ ইয়াতে বহি আছা কিয়ঃ ব'লা ভিতৰলৈ ব'লা। তোমাৰ লগত এটা কথাও আছে। আগে-ভাগে পাতি লওঁগৈ ব'লা।

[দুয়ো ছিৰিৰ ওচৰত থকা দুৱাৰখনৰ ফালে আগবাঢ়ে। পূৰ্ণ সোমাই যায়। প্ৰতিভাৰ হাতৰ পৰা পেকেট এটা পৰি যায। তেওঁ উভতি আহি সেইটো বোটলে।]

গৌৰীশংকৰৰ কণ্ঠস্বৰঃ এওঁ মোৰ পৰিবাৰ। প্ৰতিভা। [পোহৰ কমি যায। ৰঙীণ পোহৰৰ বৰ্ণালী] এইযে লিখি আছোঁ, তেওঁৰ কথাকে লিখিছোঁ।]

[বে'ল বাজে। ঘন ঘনকৈ কেইবাবাৰো। ওপৰৰ পৰা ৰমা নামি আহে। তলৰ দুৱাৰখনেদি ছোৱালী এজনীও আহে। ৰমাই দুৱাৰ খুলি দিয়ে। ছোৱালীজনী যাযগৈ। মুকুল সোমাই আহে।]

মুকুল ঃ তহঁতেনো আগফালৰ দুৱাৰখন কিয বন্ধ কৰি থৱ অ'? মিছামিছিকৈ কাম বঢাব।

ৰমা ঃ আইদেৱে যে অনবৰত দুইটা হুক মাৰি থ'বলৈ কয, আমি কি কৰিম?

মুকুল ঃ মোক বিচাৰি কোনোবা আহিছিল নেকি?

ৰমা ঃ নাই অহা।

[ওপৰ মহলাত হাঁহিৰ শব্দ]

মুকুল ঃ [ওপৰৰ ফালে চাই] কোন অ'?

ৰমা ঃ বাইদেউ-ভিনদেউহঁত আহিছে।

[মুকুলে ৰমাৰ মুখলৈ চাই থাকি ভাগৰুৱা যেন ভংগী কৰি বহে। ৰমা সোমাই যায। পোহৰ কমি যায়। ৰঙীণ বৰ্ণালী ঘূৰিবলৈ ধৰে।]

গৌৰীশংকৰৰ কণ্ঠস্বৰঃ এইটোৱেই মোৰ একমাত্ৰ ল'ৰা সন্তান মুকুল। দিনটোৰ বেছিভাগ সময় সি ইউনিভাৰ্ছিটীৰ লাইব্ৰেৰীতে থাকিবলৈ ভাল পায়। মই আজি তাক সোনকালে ঘৰলৈ আহিবলৈ কৈছিলোঁ। আহিছে। সাধাৰণতে সি মোৰ কথা নেপেলায়।

[অলপ পিছত বৰ্ণালী অদৃশ্য হয। সংগীত। লাহে লাহে মঞ্চ পোহৰ হৈ আহে। লগে লগে ওপৰৰ পৰা নীলিমা আৰু নিভা নামি আহে। তলৰ কোঠালিৰ পৰা পূৰ্ণ আহে। অলপ

পিছতে প্ৰতিভা আহে। বে'ল বাজে। ভিতৰৰ পৰা প্ৰায় ষাঠিবছৰীয়া গৌৰীশংকৰ ওলাই আহে। এওঁ আচল গৌৰীশংকৰ। তেওঁ দুৱাৰ খুলি দিয়ে। বিমান সোমাই আহে। সংগীত বন্ধ হয়।]

গৌৰীশংকৰ : আহা বিমান। মই তোমালেকে বাট চাই আছিলোঁ। বহা।

[সকলোৱে ইতিমধ্যে নিজ নিজ ঠাই লৈছে। মুকুলে উঠি গৈ এচুকত থিয় হৈ ৰয়। সি পিছত বহিব। পূৰ্ণ আৰু প্ৰতিভা বহে। নিভা আৰু নীলিমা থিয় হৈ থাকে। বিমান বহে।]

গৌৰীশংকৰ : মই এটা কথাৰ মীমাংসা কৰিবলৈ আজি তোমালোক সকলোকে মাতি আনিছোঁ। [বিমানক] তুমি নিভাক বিয়া কৰোৱাৰ কথা ভাবিছা?

[বিমান হতভম্ব হয়। এবাৰ আঁৰ চকুৰে দুই-এজনলৈ চাই সি তলমুৰ কৰে।]

গৌৰীশংকৰ : কথাবোৰ অ'ত-ত'ত অহকাণে-পহকাণে বহু দিন ঘূৰি ফুৰিছে। এনেকৈ আৰু বহু দিন ঘূৰি ফুৰিলেও একো লাভ নহয়। একেবাৰে মুখামুখিকৈ, পৰিষ্কাৰকৈ পাতিলে, এইবোৰ আধাঘণ্টাৰো কথা নহয়। সিদ্ধান্ত কৰোঁ বুলিলে আধাঘণ্টাও নালাগে। ইয়াত লাজৰ কথা নাই। আৰু— কথা লেমলেমীয়া কৰাৰ প্ৰয়োজনো নাই।

প্ৰতিভা : সেইবুলি ইমান ডাঙৰ কথা এটা এনেকৈ আধাঘণ্টাৰ ভিতৰতে?

গৌৰীশংকৰ : তুমি এটা কথা মন কৰা। একদম তোমাৰ পচন্দ মতে তুমি এই পৰ্দাৰ কাপোৰবোৰ কিনিছিলা নহয়?

প্ৰতিভা : কিনিছিলোঁ।

গৌৰীশংকৰ : এতিয়া যদি আমি এটাইমখাই তৰ্ক কৰোঁ বুলি লাগোঁ, তেনেহ'লে পাঁচ বছৰ তৰ্ক কৰিও সিদ্ধান্ত কৰিব নোৱাৰিম— এই পৰ্দাখিনি আচলতে সকলোৱে পচন কৰিবলগীয়া হয়নে নহয়।

পূৰ্ণ : সেইবুলি পৰ্দা-কাপোৰৰ লগত—

[ৰৈ যায়]

গৌৰীশংকৰ : কৰা বাক্যটো শেষ কৰা। সেইবুলি পৰ্দা-কাপোৰৰ লগত—?

পূৰ্ণ : মানে, পৰ্দা-কাপোৰৰ লগত ল'ৰা-ছোৱালী এহালৰ পচন্দ-অপচন্দৰ তুলনা কৰিব পাৰি জানো?

গৌৰীশংকৰ : তেনেহ'লে বেচ ডাঙৰ ল'ৰা-ছোৱালী এহালৰ লগতে তুলনা কৰোঁ? পঁয়ত্ৰিছ বছৰৰ আগতে মই এইজনী মানুহক বিয়া কৰাইছিলোঁ, আৰু এইজনী মানুহে মোক বিয়া কৰিছিল? হয়? [ৰৈ] এতিয়া যদি আমি দুয়ো মুখামুখিকৈ বহি তৰ্ক কৰোঁ— আমি ইজনে সিজনক বিয়া কৰোৱা উচিত আছিল নে নাছিল, তেনেহ'লে তাৰ ৰিজাল্ট ওলাবলৈ আৰু পঁয়ত্ৰিছ বছৰ লাগিব। [ৰৈ] সেই কাৰণে আটাইতকৈ ভাল কথা হ'ল— এক মিনিটৰ ভিতৰতে মুক্তকণ্ঠে 'উচিত আছিল' বুলি কৈ তৰ্ক শেষ কৰা। সেই কাৰণে মই এওঁলোক দুজনৰ কথাও আধাঘণ্টাৰ ভিতৰতে শেষ কৰিম। কথাবোৰ শুনি শুনি মই বিৰক্ত হৈছোঁ। অতিষ্ঠ হৈছোঁ। অনাহকত মোৰ টেনছন বাঢ়িছে। মোক এটা সিদ্ধান্ত লাগে। কোৱা বিমান, তুমি নিভাক বিয়া কৰাব খোজা? যি ক'ব খোজা নিৰ্ভীকভাৱে, স্পষ্ট ভাষাৰে, খোলা মাতেৰে ক'বা। কোৱা।

বিমান : হয়, খোজোঁ।

গৌৰীশংকৰ : কিয়?

[বিমানে অইনফালে চায়।]

গৌৰীশংকৰ : লাজ নকৰিবা, কোৱা। তোমাৰ দেউতাৰা থকা হ'লে এইবোৰ কথা মই দেউতাৰাৰ লগতে পাতিলোঁহেঁতেন। আৰু তোমাৰ মাৰা বোলে ক্লাছ ছিক্সলৈকে পঢ়া সহজ-সৰল মানুহ?

নীলিমা : দেউতা!

গৌৰীশংকৰ : কি হ'ল?

নীলিমা : কিছুমান কথা এতিয়া নক'লেও হয় নহয়।

গৌৰীশংকৰ : কেতিয়া ক'ম? গোটেই জীৱনটো মাৰক কাণে কাণে কৈ থাকিম? [বিমানক] তুমি খোলা কথা বেয়া পোৱা নেকি?

বিমান : নাপাওঁ।

গৌৰীশংকৰ : তোমাৰ যি ইচ্ছা, তুমি যি ভালপোৱা— সেইবিলাকত তোমাৰ মাৰাই বোলে একো আপত্তি নকৰে। হয়নে?

বিমান : হয়।

গৌৰীশংকৰ : সেই কাৰণে কথাবোৰ তোমাকে সুধিছোঁ। তদুপৰি তুমিহে তাইক বিয়া কৰাবা, নহয় জানো?

বিমান : হয়।

গৌৰীশংকৰ : কিয় কৰাবা?

বিমান : তেওঁৰ লগত মোৰ এটা আণ্ডাৰষ্টেণ্ডিং হৈছে।

গৌৰীশংকৰ : আণ্ডাৰষ্টেণ্ডিং মানে? বেপাৰী, পলিটিচিয়ান, একে দলত ফুটবল খেলা প্লেয়াৰ, বাছ এখনৰ ড্ৰাইভাৰ আৰু হেণ্ডিমেন, এওঁলোকে কাম চলাবলৈ আণ্ডাৰষ্টেণ্ডিঙেই যথেষ্ট, কিন্তু গৃহস্থ-গৃহিনী হৈ এখন সংসাৰ পাতিবলৈ কেৱল আণ্ডাৰষ্টেণ্ডিং—?

বিমান : আণ্ডাৰষ্টেণ্ডিং— মানে আমাৰ মনৰ মিল হৈছে।

[নিস্তব্ধ]

গৌৰীশংকৰ : [নিভাৰ ওচৰলৈ আহি] হয় নেকি? [বৌ] ক, সকলোৰে আগত মুখ খুলি ক। তোৰ ভালৰ কাৰণেহে মই এইবোৰ কথা এনেকৈ মুকলিকৈ পাতিছোঁ। তহঁতৰ মনৰ মিল হৈছে?

নিভা : হৈছে।

গৌৰীশংকৰ : তই ভাব, এওঁৰ বাহিৰে অইনৰ লগত তোৰ মনৰ মিল নহ'লহেঁতেন। এৱেঁই তোৰ মনৰ লগত মিলা একমাত্ৰ মানুহ।

[নিভাই তলমুৰ কৰে। গৌৰীশংকৰ বিমানৰ ওচৰলৈ যায়।]

গৌৰীশংকৰ : তুমিও নিশ্চয় তেনেকৈয়ে ভাবা?

বিমান : হয়।

গৌৰীশংকৰ : তেনেহ'লে মোৰ বক্তব্য তেনেই চমু। মোক তোমালোকে তোমালোকৰ বাটৰ বাধা বুলি নাভাবিবা। কিন্তু এটা কথা তোমালোক দুয়ো মনত ৰাখিবা, এই মন মিলা, আণ্ডাৰষ্টেণ্ডিং, ভালপোৱা, প্ৰেম, এইবিলাকৰ কাৰণেই মই মোৰ এজনী ছোৱালীক, [নিভাক দেখুৱাই] এইৰ বায়েকক হেৰুৱাইছোঁ। মই তাইক মৰম কৰিছিলোঁ, কিন্তু তাইৰ নিজৰ যি মৰম, সেই

মৰমৰ মৰ্যাদা মই দিব নোৱাৰিলোঁ। সেই কাৰণে মোৰ নিজকে অপৰাধী যেন লাগে, প্ৰায়শ্চিত্ত কৰিবলৈ সুৰুঙা বিচাৰি থকা পাপী যেন লাগে। মই এইকো মৰম কৰোঁ, আৰু এইবাৰ, এইৰ মৰমক মই সন্মান কৰিম। এইটোৱেই মোৰ শেষ কথা।

প্ৰতিভা : আপোনাৰহে শেষ কথা। আপোনাৰ শেষ কথাই সকলোৰে শেষ কথা নহয় নহয়।

গৌৰীশংকৰ : [শান্ত, ম্লান হাঁহিৰে] সেইটো তুমি আজি মোক ক'ব লাগিছেনে কি? কোৱা, তোমালোকৰ শেষ কথা কি?— কোৱা, সকলোকে ইযাত এনেযে গোট খুৱাইছোঁ বুলি ভাবিছা নেকি?

প্ৰতিভা : মোৰ এইবিলাক কথাত সন্মতি নাই।

নিভা : কিয?

প্ৰতিভা : কিয— সেইবোৰ পঞ্চাছটা কাৰণ দেখুউৱাৰ মোৰ কোনো দৰকাৰ নাই। মুঠৰ ওপৰত মোৰ সন্মতি নাই, এইটো কথা মই ভাল পোৱা নাই।

নিভা : তই খালী সন্মতি নাই বুলি কৈ থ'লেই হ'ব নেকি? পঞ্চাছটা কাৰণ ক'ব নালাগে— এটা কাৰণ ক।

[নিস্তব্ধ]

গৌৰীশংকৰ : কোৱা। নোকোৱা কিয? নিজৰ কোঠাত দেখোন কথাৰ কোবত কাণৰ কণামাকৰি লৰাই থাকা, এতিযা নোকোৱা কিয? তাই এটা কাৰণহে ক'বলৈ কৈছে।

প্ৰতিভা : এওঁ ক'ৰ ল'ৰা, কাৰ ল'ৰা, কোন পৰিযালৰ ল'ৰা, মই নাজানো। সেইটোৱেই এটা কাৰণ। [বিমানে নিভালৈ চায।]

নিভা : মিছা কথা কিয কৈছ? এওঁ ক'ৰ ল'ৰা, কাৰ ল'ৰা তোক মই কোৱা নাছিলোঁ? অলপ আগতে দেউতাই কি কৈছিল? তাৰ মানে এওঁলোকৰ পৰিযালটো, বংশটো মানুহে জানিবলগীযাকৈ বিখ্যাত হযনে নহয, তই সেইটো নাজান?

প্ৰতিভা : ওঁ, নাজানো।

নিভা : দেউতাৰ বংশটো কিমান বিখ্যাত তই জানিছিলি?

নীলিমা : নিভা। তেনেকৈ কথা কৈছ কিয?

গৌৰীশংকৰ : কওক, ক'বলৈ দে।

নিভা : দেউতাৰ দেউতাক ককাদেউতা জগদানন্দ হাজৰিকা ডাঙৰ মানুহ আছিল। কিন্তু তেখেতৰ দেউতাক কণ্ঠিৰাম হাজৰিকা কি আছিল? নামটোৰ বাহিৰে তেখেতৰ বিষয়ে দেউতাযো একো ক'ব নোৱাৰে। ন-পুৰুষৰ শ্ৰাদ্ধৰ সময়তহে দেউতাই সেই নামটো মনত পেলায়।

পূৰ্ণ : তেনেকৈ চাবলৈ গ'লে তুমি সেই ৰজাৰ দিনৰ পৰা এতিযালৈকে ডাঙৰ হৈ থকা বংশ ক'ত পাবা?

নিভা : তেনেহ'লে? আপোনালোকৰ বংশ কিমান ডাঙৰ? কেতিযাৰ পৰা আপোনাৰ বংশ ডাঙৰ হৈছে?

পূৰ্ণ : যেতিযাৰ পৰা আমাৰ পেট্ৰ'ল পাম্পটো হৈছে তেতিযাৰ পৰা। মেইন ৰাস্তাৰ ওপৰত সেইহেন পেট্ৰ'ল পাম্পটো থাকোঁতে মোক আৰু কিহৰ বংশটো লাগিছে?

নিভা : সেইবোৰেই কথা। হঠাতে কেতিয়াবা কোনোবা এজন কিবা কাৰণত ডাঙৰ হৈ যায, নামজ্বলা হৈ যায, আৰু সেইজনৰ পৰা তেওঁৰ বংশটো ডাঙৰ হৈ যায়। সেইজনৰ আগতে সেইটো বংশৰ কথা হযতো কোনেও একো নাজানিছিলেই।

প্ৰতিভা : হ'লেই যেনিবা। এসময়তো বংশটো ডাঙৰ হ'ল।

নিভা : এওঁৰ বংশও ডাঙৰ হ'ব। এওঁৰ দেউতাকক কোনেও চিনি নাপাইছিল, এওঁৰ মাকে ক্লাছ ছিক্সলৈ পটিছিল, কিন্তু এওঁ ডাঙৰ হৈয়েই এটা ডাঙৰ বংশ আৰম্ভ কৰিব।

প্ৰতিভা : তই ক'লেই হ'বনে?

নিভা : হ'ব।

প্ৰতিভা : নহয়।

নিভা : কিয় নহ'ব?

প্ৰতিভা : [কওঁ-নকওঁকৈ খঙেৰে] এওঁৰ ডাঙৰ বংশ আৰম্ভ কৰাৰ কোনো লক্ষণ নাই।

বিমান : মই আহোঁ।

গৌৰীশংকৰ : ৰ'বা। কলৈ যোৱা?

বিমান : এইবোৰ মোৰ কাৰণে অপমানজনক কথা।

গৌৰীশংকৰ : তাৰ মানে এই যে যাবলৈ ওলালা, নিভাৰ কথাটো বিসৰ্জনেই দিলা নেকি? মনে মিলা ছোৱালী, দুবছৰ আঢৈবছৰৰ সম্পৰ্ক, সাহসেৰে কথাবোৰৰ মুখামুখি হোৱা, কিবা এটা কটা-ছিঙা কৰা। এনেকৈ ওফোন্দ পাতি গুচি গৈ পিছত কথাবোৰ আকৌ ক'ত জুকিযাবা? চাহৰ দোকানত? [গম্ভীৰ সুৰেৰে] মই কৈ দিছোঁ, আজিযেই হেস্ত-নেস্ত কৰাৰ শেষ দিন।

বিমান : মোৰ প্ৰতি এখেতৰ এনেকুৱা ধাৰণা থাকিলে মই এইখন ঘৰৰ লগত সম্পৰ্ক পাতি সুখী হ'মনে?

গৌৰীশংকৰ : নিভাক সোধা। [ৰৈ] আৰু নিভা নহ'লে যদি তোমাৰ জীৱন নচলে তেনেহ'লে এইখন ঘৰৰ লগত সম্পৰ্ক পাতিব লাগিব বুলি তোমাক কোনে কৈছে? বাদ দিয়া ঘৰ। লৈ যোৱা তাইক।

প্ৰতিভা : [খঙেৰে] আপুনি কি কথা কৈছে এইবোৰ?

গৌৰীশংকৰ : মই চাফা কথা কৈছোঁ। তুমি ভালে-কুশলে ছোৱালী উলিযাই নিদিলেতো তাই তেনেকৈয়ে যাব লাগিব।

প্ৰতিভা : তাইক নি তেওঁ কি খুৱাবগৈ? ক'ৰ পৰা খুৱাব?

নীলিমা : [ঠাট্টাৰ সুৰেৰে] দুটা মানুহৰ খোৱাৰ কথাটো চিন্তা কৰিব নালাগে দে। দেউতাৰ পইচা কোনে খাই টুকুৱাব? তাই ওলাই যোৱাৰ পিছত অকল মুকুলহে থাকিল? তাকনো কিমান লাগিছে? ল'ৰা মানুহ, কেইদিনমানৰ পিছত সি দেউতাক দিবহে! নহয় মুকুল?

[মুকুলে মূৰ তুলি চায়।]

নিভা : তই ধেমালি কৰিছ, নে ঠাট্টা কৰিছ, নে সঁচাকৈ কৈছ?

প্ৰতিভা : মই খুউৱা-বুউৱা— মানে চাউল-দাইল কিনাৰ পইচাৰ কথা কোৱা নাই। অকল পইচাৰ কথা কোৱা হ'লে চিন্তাই নাছিল। লৈ যাওক সিহঁতে কিমান লাগে।

নীলিমা : অঁতো! ময়োতো তাকে কৈছোঁ!

নিভা : [খঙেৰে] তযোতো তাকে ক'ব পাৰিবিযেই। কাৰণ তইতো তেনেকৈয়ে দপদপাই আছ।

নীলিমা : মানে? কেনেকৈ দপদপাই আছোঁ?

[নিভা গোমোঠা হৈ বহি থাকে।]

নীলিমা : নকৰ কিয়?
নিভা : তই নিজে নাজান— তই কেনেকৈ দপদপাই আছ? মই ক'ব লাগিব নেকি?
নীলিমা : অঁ, তই ক'ব লাগিব।
নিভা : চবৰে আগতে?
নীলিমা : অঁ চবৰে আগতে।
প্ৰতিভা : হ'ব তহঁত মনে মনে থাক।
নীলিমা : নহয়, তাই ক'ব লাগিব।
পূৰ্ণ : এঃ। এনেকৈ ক'ৰবাৰ কথাৰ পৰা ক'ৰবাৰ কথালৈ যাব নাপায় নহয়। আমাৰ আজিৰ আচল কথাটো কি আছিল?
নিভা : মই আচল কথাকে কৈছোঁ। ক'লৈকো আঁতৰি যোৱা নাই।
নীলিমা : তেনেহ'লে কি ক'ব খুজিছিলি খুলি ক। মই কেনেকৈ দপদপাই আছোঁ?
প্ৰতিভা : আঃ!
নিভা : তই যে কলি মই ওলাই যোৱাৰ পিছত অকল মুকুলহে থাকিব, তাকনো কিমান টকা-পইচা লাগিব। তাৰমানে মই নি থাকিবলৈ ঢেৰ টকা-পইচা থাকিব, তাকে বুজালিতো? কিয়? তোক আৰু নালাগিব? এই আঠ দহ বছৰে যিটো কাৰবাৰ কৰি চলি আছ, মই যোৱাৰ পিছত তই সেইটো এৰিব পাৰিবি? আমালৈ কিমান এৰিলি তাৰ হিচাপ কেতিয়াবা কৰিছ? লাজ নালাগে তহঁতৰ? মোক তই তহঁতৰ নিচিনা নিলাজ বুলি ভাবিছ নেকি?
নীলিমা : তই— তই— এনেকুৱা কথা পেটত লৈ আছ?
নিভা : এইবোৰ কথা পেটত লৈ থকাৰ মোৰ কোনো দৰকাৰ নাই। তই ক'বলৈ বাধ্য কৰিছ কাৰণে যিটো কথা সঁচা— সেইটো কৈছোঁ।
পূৰ্ণ : এইটো তুমি বেয়া কথা কৈছা। অপমান পোৱা কথা কৈছা। মানে তুমি আমাক অপমান কৰিছা।
নিভা : নাই কৰা। আপুনি নিয়মীয়াকৈ, ৰেগুলাৰলী দেউতাৰ পৰা টকা নি ব্যৱসায় কৰি আছে। আছে নে নাই? এই সঁচা কথাটোত অপমানৰ কি আছে?
পূৰ্ণ : আমি ব্যৱসায়ৰ কাৰণে দেউতাৰ পৰা টকা লৈছোঁ, ব্যৱসায় কৰিছোঁ, আৰু সেই ব্যৱসায়ৰ দেউতা পাৰ্টনাৰ।
নিভা : [দেউতাকক] হয় নেকি দেউতা? আপুনি ভিনদেউহঁতৰ ব্যৱসায়ৰ পাৰ্টনাৰ নেকি? মইতো ইমান দিনে এইটো কথা শুনা নাছিলোঁ।
পূৰ্ণ : কেতিয়া কি নিছোঁ, তাৰ হিচাপ আছে।
নিভা : কেতিয়া কি ওভোতাই দিছে তাৰ হিচাপ আছে?
প্ৰতিভা : মনে মনে থাক তই।
পূৰ্ণ : তোমাৰ মান-সন্মান ৰাখি কথা কোৱাৰ শিক্ষাকণো নাইকিয়া হ'ল নেকি?
নীলিমা : মই কৈ দিছোঁ মা, আপোনাকো কৈছোঁ দেউতা, এই অপমান কিন্তু মই সহ্য কৰি নাথাকিম। [ভিতৰলৈ যাব খোজে।]
প্ৰতিভা : ৰ'বিচোন।
নীলিমা : মই ইয়াত আৰু এক ছেকেণ্ডো নাথাকোঁ। তাইৰ কথাৰ মাজলৈ মোক আৰু নাটানিবি।

এইখন ঘৰৰ মান-সন্মান, দেউতাৰ মান-সন্মান চব নষ্ট কৰি তাই কোনখন জহন্নামলৈ যায় গৈ থাকক।

নিভা : মই কোনখন জহন্নামলৈ যাওঁ তই তাৰ খবৰ ৰাখিব নালাগে। বিমান, তুমি যোৱা। তুমি আৰু মোক বিচাৰি ইয়ালৈ আহিব নালাগে। মই নিজে যাম। [নীলিমাক] কিন্তু মইতো মান-সন্মানৰ একো নুবুজোঁ, গতিকে এইখন ঘৰৰ মান-সন্মান— দেউতাৰ মান-সন্মান, তই এইবোৰৰ খবৰকে ৰাখিবি। [বিমানক] যোৱা তুমি।

[বিমান যায়।]

পূৰ্ণ : মই কিন্তু তোমাৰ খবৰ নৰখাকৈ থাকিব নোৱাৰিম। আমাৰ এই দহ বছৰৰ সম্পৰ্কটোক নেওচা দি তুমি বাহিৰৰ মানুহৰ আগত আমাক আজি যি উপহাৰ দিলা, সেই উপহাৰ জহি-খহি শেষ হৈ নাযায় মানে মই তোমালোক দুটাৰ খবৰ ৰাখিবই লাগিব।

নিভা : ৰাখিব। [গুচি যাব খোজে। উভতি আহে।] উপহাৰ শেষ হৈ যোৱাৰ চিন্তা নকৰিব। মই আৰু বহুত উপহাৰ দিব পৰাত আছোঁ।

[গুচি যায।]

পূৰ্ণ : [সেইফালে চাই থাকি] আপোনালোকে এইবোৰ কথা মনত ৰাখিব। পিছত মোক দোষ নিদিব।

[গুচি যায। অলপ সময চিন্তা কৰি প্ৰতিভাও ভিতৰলৈ যায। গৌৰীশংকৰ লাহে লাহে মুকুলৰ ওচৰলৈ আহে।]

গৌৰীশংকৰ : তই মনে মনে বহিযেই থাকিলি। একো নক'লি?

মুকুল : আপুনি এযা চাবলৈ মোক সোনকালে ঘৰলৈ আহিবলৈ কৈছিল? [ৰৈ] নাটক চাবলৈ মাতিছিল? [ৰৈ] এটা দৃশ্য শেষ নহয় মানে কথা পাতিব নোৱাৰি নহয। সেই কাৰণে মনে মনে বহি চাই থাকিলোঁ।

গৌৰীশংকৰ : শেষলৈকে চাবি?

মুকুল : চাওঁচোন। ভাল লাগিলে চাই থাকিম।

[দুযো দুযোলৈ চাই থাকে। লাহে লাহে মঞ্চ অন্ধকাৰ হয। আঁৰ-কাপোৰ নামি আহে।]

## দৃশ্য ঃ ৩

### মঞ্চ ঃ ১

[প্ৰসন্ন ত্ৰিপাঠীৰ ভাৰাঘৰৰ এটা কোঠালি। আৰ চি চি ঘৰ। কোঠালিটো সাধাৰণভাৱে চকী-মেজেৰে সজোৱা আছে। আগতে মানুহ থকাৰ চিন নাই। ত্ৰিপাঠী আগৰে পৰা থিয় হৈ আছে। মঞ্চ পোহৰ হোৱাৰ লগে লগে নিভা সোমাই আহে। তেওঁৰ কান্ধত লেডিজ বেগ, এহাতে এটা ছুটকেছ, ইটো হাতত এটা ডাঙৰ ট্ৰেভেল বেগ। তেওঁ বস্তুবোৰ নমাই থয। অলপ পিছতে বিমান সোমাই আহে। তেওঁৰ হাতত এটা ছুটকেছ, এটা বেগ। বস্তুবোৰ নমাই থৈ তেওঁ ত্ৰিপাঠীৰ ফালে চায।]

ত্ৰিপাঠী : [বস্তুবোৰলৈ চায়, দুৱাৰেদি বাহিৰলৈ চায] আৰু?

বিমান : আৰু মানে— কিহৰ কথা কৈছে?

ত্ৰিপাঠী : বস্তু-বাহানি?

বিমান : এয়া। ইমানেই।

[নিভা বহে।]

ত্ৰিপাঠী : ইমানেই?

বিমান : হয়, ইমানেই। কিয়? কি হ'ল খুৰা?

ত্ৰিপাঠী : নাই, একো হোৱা নাই। খালী ভাবিছিলোঁ, নতুনকৈ ঘৰ-সংসাৰ পাতিবলৈ ওলাইছা, নিশ্চয় ট্ৰাক-ছাক— অন্ততঃ মিনি ট্ৰাক এখনত বস্তু-বাহানি বোজাই কৰি লৈ আহিবা চাগৈ।

বিমান : [সামান্য হাঁহিৰে] তেনেকৈয়ে আহিলোঁহেঁতেন, কিন্তু আগৰবাৰ লগ পাওঁতে আপুনি যেতিয়া ক'লে ঘৰটোত ফাৰ্নিচাৰ-তাৰ্নিচাৰ চব আছে,— একদম fully furnished, তাৰ পিছত ঠিক কৰিলোঁ, এনেকৈ অহাই ভাল, মিছামিছিকৈ বস্তু-বাহানি এসোপা কঢ়িয়াই কি লাভ?

নিভা : মিছা কথাবোৰ কিয় কৈছা? নহয় খুৰা, আমাৰ ট্ৰাক-মিনিট্ৰাকত তুলিবলগীয়া বস্তু নাযেই।

ত্ৰিপাঠী : [অবাক হৈ] কথাটো কি?

বিমান : [পাতল সুৰেৰে] কথা একো নাই খুৰা। আমি দুখীয়া মানুহ। বস্তু-বাহানি তেনেকৈ একো গোটাব পৰা নাই। এতিয়া কোনোমতে সোমাই লওঁ, লাহে লাহে গোটাম আৰু। আপোনাক ঘৰ-ভাৰা কিন্তু ঠিকমতে দি থাকিম। আপুনি একদম চিন্তা নকৰিব।

ত্ৰিপাঠী : [গম্ভীৰ সুৰেৰে] ভাৰাৰ কাৰণে মই চিন্তা কৰা নাই। ভাৰাৰ পইচাৰ কাৰণে মই ঘৰ ভাৰা দিয়াও নাই। মোক লগ লাগে। ভাল, মনে মিলা লগ লাগে। সেই কাৰণে ভাৰা দিছোঁ। ভাল ভাৰাতীয়া পালে মই উল্টাই তেওঁলোককহে ভাৰা দিব পাৰোঁ। কিন্তু— [ৰৈ যায়।]

বিমান : কিন্তু কি খুৰা?

ত্ৰিপাঠী : সিদিনাখন তোমালোকৰ লগত কথা পাতিতো ভালেই লাগিছিল। কিন্তু আজিতো কথাবোৰ বেলেগ বেলেগ লাগিছে। আচলতে তোমালোক কোন?

[বিমান আৰু নিভাই চোৱা-চুই কৰে। একো নকয।]

ত্ৰিপাঠী : কি? ক'ব পৰা অৱস্থাত নাই নেকি? এই যে খবৰ কাগজত পঢ়িবলৈ পাওঁ, নিজৰ নাম-ঠিকনা চব লুকুৱাই এহাল ল'ৰা-ছোৱালীয়ে হোটেলৰ ৰুম এটা ভাৰা কৰি—

নিভা : [হঠাতে চিঞৰি] নৌ।

[নিস্তব্ধ]

ত্ৰিপাঠী : ঠিক আছে, তেনেকুৱা একো নহয বুজিলোঁ। কিন্তু কেনেকুৱা? একো নাই বুলিতো মোৰ ধাৰণা হোৱা নাই। কিবা এটা ৰহস্যতো নিশ্চয় আছে?

[নিভা আৰু বিমানে দুযো দুফালে চায]

ত্ৰিপাঠী : [সামান্য খং উঠে] নিশ্চয় আছে। তোমালোকে ক'ব খোজা নাই। কিন্তু এইটো মোৰ কাৰণে গ্ৰহণযোগ্য কথা নহয়। যিবিলাক বিপদত মোৰ নিজৰ দোষ নাই, তেনেকুৱা বিপদলৈ মই ভয় নকৰোঁ। কিন্তু সেইবুলিতো মই চকু মুদি থাকি বিপদ চপাই ল'ব নোৱাৰোঁ। আজি তোমালোকক ৰুম দুটা ভাৰালৈ দিলোঁ, কাইলৈ পুলিচ আহি হাজিৰ। তোমালোক ক'ৰ মানুহ, নতুনকৈ সংসাৰ পতাৰ পিছতো কিয় তোমালোকৰ হাত এনেকৈ খালী— সেইবিলাক নজনাটোওতো মোৰ দোষৰ কথা হ'ব।

বিমান : আপুনি খং নাখাব খুৰা। আমি—

ত্ৰিপাঠী : [লগে লগে] কিয় নাখাম খং? সিদিনা তোমালোকক এক কথাত কৈ দিলোঁ কম দুটা ভাৰালৈ দিম বুলি, আজি তোমালোকে এক কথাত কৈ নিদিয়া কিয়— তোমালোকৰ সমস্যাটো কি? তাৰমানে তোমালোকে মোক বিশ্বাসত ল'ব পৰা নাই। [বিমানে কিবা এটা ক'ব খোজে— ত্ৰিপাঠীযে ইংগিতেৰে বাধা দি ভৰভৰকৈ কৈ যায়]— বিশ্বাসত ল'ব নোৱাৰিলে— মানে আপোন বুলি ভাবিব নোৱাৰিলে, তোমালোক ভাৰাঘৰৰ মালিকৰ লগত কিয়— নিজৰ ঘৰৰ মালিকৰ লগতো সুখেৰে থাকিব নোৱাৰিবা। ভাৰাঘৰতে মোৰ জন্ম, জীৱনত এবেছটা নে বাইছটা ভাৰাঘৰত থাকি পাইছোঁ, এতিয়া নিজে ভাৰাঘৰৰ মালিক। মই সেই অভিজ্ঞতাৰে কথা কৈছোঁ। যেতিযাই বিশ্বাসৰ অভাৱ হয়, তেতিযাই ঠিক বুজিবা— মালিক আৰু ভাৰাতীয়া— এই দুই পক্ষৰ এক পক্ষৰ গণ্ডগোল আছে। যদি তোমালোকৰ নাই, তেনেহ'লে মোৰ গণ্ডগোল আছে।

[বিমান আৰু নিভাই চোৱা-চুই কৰে।]

ত্ৰিপাঠী : কি? ভাবিছা— কাৰ পাল্লাত পৰিলোঁ। বস্তু-বাহানি লৈ উচাট মাৰি গুচি যোৱাৰ কথাই ভাবিছা নেকি?

নিভা : নাই। নাই ভবা। কিন্তু কিছুমান কথা ফটকৰে— প্ৰথম চিনাকিতে কৈ দিব নোৱাৰিতো। সেই কাৰণে অলপ খেৰো-গেঁৰো কৰিছিলোঁ। কিন্তু আপুনি তেনেকৈ ক'লে যেতিয়া— সঁচা কথাটো খুলি কওঁ। এওঁৰ লগত ঘৰ-সংসাৰ পাতিম বুলি মই ঘৰৰ লগত কাজিযা কৰি শুদাহাতে ওলাই আহিছোঁ। এওঁ এটা সৰু কম ভাৰালৈ লৈ নিজে ৰান্ধি-বাঢ়ি খাই দিন কটাইছিল। বাচন-বৰ্তন, ষ্ট'ভ যি আছে এওঁ আবেলিলৈ আনিবগৈ। এতিয়া দুপৰীযাৰ সাঁজ আমি হোটেলতে খামগৈ।

[ত্ৰিপাঠীয়ে থৰ লাগি চাই থাকে। বিমানে অইনফালে চায।]

ত্ৰিপাঠী : [অলপ পিছত] তোমালোক ক'ৰ পৰা আহিছা?

নিভা : মই ইযাৰে। মোৰ দেউতাৰ নাম গৌৰীশংকৰ ৰাযচৌধুৰী।

ত্ৰিপাঠী : গৌৰীশংকৰ ৰাযচৌধুৰী? তুমিতো বৰ ডাঙৰ মানুহৰ ছোৱালী।

নিভা : টকা-পইচা থকা মানুহৰ ছোৱালী। ডাঙৰ মানুহ হযনে নহয ক'ব নোৱাৰোঁ, কিন্তু দেউতা [বৈ] বহল মনৰ মানুহ।

ত্ৰিপাঠী : তেনেহ'লে?

বিমান : মই কওঁ শুনক খুৰা।

ত্ৰিপাঠী : ৰোৱা। [হঠাতে] এক মিনিট। [ভিতৰলৈ চাই— চিঞৰি]— ভোলা! অ'ই ভোলা! ভোলা ক'ৰবালৈ গ'লি নেকি অ'? শুনিছা? কল্যাণী! তুমি আছা নেকি এইখিনিতে?

কল্যাণী : [ভিতৰৰ পৰা] আছোঁ।

ত্ৰিপাঠী : আহাঁ তুমিযেই আহাঁ। [বিমানহঁতক] যি বুজিছোঁ, তোমালোকৰ কাহিনী দীঘলীয়া হ'ব হ'বলা। পিছে যিমানেই দীঘলীযা নহওক, শুনিবলৈ আৰম্ভ কৰিলোঁ যেতিযা শেষলৈকে শুনিবই লাগিব।

[কল্যাণী আহে।]

ত্ৰিপাঠী : এওঁ মোৰ পৰিবাৰ। [কল্যাণীক] আৰু এওঁলোক হ'ল তোমাৰ নতুন ভাৰাতীযা।

[বিমানহঁতক] 'এওঁৰ ভাৰতীয়া' বুলি কোৱাৰ কাৰণ হ'ল— তোমালোকৰ ভাৰাৰ পইচাৰ খবৰ এৱেঁই ৰাখিব। এক তাৰিখে গধূলিৰ ভিতৰতে ভাৰাৰ পইচা নাপালে এওঁ যদি দুই তাৰিখে আবেলি তোমালোকক চাহ খাবলৈ মাতে, তেনেহ'লে বুজিবা এওঁ তোমালোকক বেয়া পাইছে।

কল্যাণী : মিছা কথাবোৰ কিয় কয়?

ত্ৰিপাঠী : সঁচা-মিছাৰ বিচাৰ বাৰু এওঁলোকেই কৰিব। এতিয়া তুমি এটা কাম কৰা। ই ভোলা আছে নে নাই?

কল্যাণী : আছে, চাইকেলখন চাফা কৰিছে।

ত্ৰিপাঠী : এতিয়া সি চাইকেল চাফা কৰিব নালাগে। তাক লগত লোৱা। তৎক্ষণাত দুকাপ চাহৰ ব্যৱস্থা কৰা। বিস্কুট-চিস্কুট কিবা আছে যদি দিবা। তাৰ পিছত এওঁলোক দুজনৰ কাৰণে ভাতৰ ব্যৱস্থা কৰা।

বিমান : নহয় নহয়, আমি—

ত্ৰিপাঠী : [হাতেৰে বাধা দি] তোমালোকে আপত্তি কৰি শেষ কৰিবলৈকে নাপাবা— চাহ আহি হাজিৰ হ'বহি, সিফালে প্ৰেছাৰ কুকাৰে ফচ মাৰিবই। [কল্যাণীক] তুমি যোৱা। এতিয়া আমাৰ কথা শুনিব নালাগে। ৰাতিলৈ যেতিয়া ভোলাই-মযে ভাত ৰান্ধিম, তেতিয়া তুমি এওঁলোকৰ লগত কথা পাতিবা। যোৱা।

[কল্যাণী যায়। ত্ৰিপাঠী বিমানৰ ওচৰ চাপি বহে।]

ত্ৰিপাঠী : কোৱাচোন তুমি কি ক'ব খুজিছিলা?

[মঞ্চ আন্ধাৰ হয। আঁৰ-কাপোৰ নামি আহে।]

## দৃশ্য ঃ ৪

### মঞ্চ ঃ ২

[গৌৰীশংকৰৰ ঘৰৰ ড্ৰইং ৰুম। ৰাতি। নীলিমা আৰু প্ৰতিভা থিয় হৈ আছে। এডভোকেট নিযোগী বহি আছে।]

প্ৰতিভা : [উত্তেজিত সুৰেৰে] তাৰ ঘৰ হ'ল আপাৰ আছামৰ কোনোবা এখন টি গাৰ্ডেনৰ ওচৰত। বাপেকে বোলে বাগানৰ অফিচত কেৰাণী কাম কৰিছিল। সি স্কুলত পঢ়ি থাকোঁতেই বাপেক ঢুকাল। ইযালৈ আহি ৰাতিপুৱা-গধূলি চাৰিটা নে পাঁচটাকৈ টিউচন কৰি কৰি সি কলেজত পঢ়িলে, বি এ পাছ কৰিলে, এম এতো নাম লিখাইছিল বোলে।

নিযোগী : এতিয়া তেওঁ কি কৰে?

প্ৰতিভা : কিবা ছাপ্লাই বিজিনেছ কৰে।

নিযোগী : নিভাৰ লগত তেওঁৰ সম্পৰ্কটো হ'বলৈ পালে কেনেকৈ?

প্ৰতিভা : জানো! কলেজ-ইউনিভাৰ্ছিটীত ঘূৰি ফুৰোঁতেই সেইফালে ক'ৰবাত হ'ল চাগে চিনাকি। দুদিন নে তিনি দিন তাক তাই ঘৰলৈ লৈ আহিছে— কৈছে বন্ধু। আমি আৰু একো ভবা নাই— বন্ধু যদি বন্ধু!

নীলিমা : নহয়, সেই যে মাজতে দীঘলীয়াকৈ স্কুল-কলেজ বন্ধ আছিল, তেতিয়া নিভাই শ্বৰ্টহেণ্ডৰ

স্কুলত নাম লগাই লৈছিল নহয়— সিও তেতিয়া তাতে শৰ্টহেণ্ড শিকি আছিল। তাতে আৰম্ভ হ'ল।

প্ৰতিভা : এইবোৰ কথা তহঁতে লগে লগে আমাক নকৈছিলি কিয়?

নীলিমা : তেতিয়া কথাবোৰ এনেকুৱা হ'বহি বুলি জানিছিলোঁ নেকি? বাৰু আংকল, এতিয়াও কে'ছটো পুলিচক দি দিব নোৱাৰি নেকি?

নিয়োগী : কি বুলি?

নীলিমা : সি নিভাক জোৰকৈ লৈ গৈছে বুলি।

নিযোগী : আমি দিব পাৰোঁ তেনেকৈ এজাহাৰ এখন, কিন্তু নিভাইতো প্ৰথম মুখ খুলিয়েই কৈ দিব— তেওঁ নিজ ইচ্ছাই তেওঁৰ লগত গৈছে বুলি। এম এ পটি আছে যেতিযা তেওঁৰ বয়স তেইছ—?

প্ৰতিভা : বাইছ।

নিয়োগী : তেনেহ'লে?

প্ৰতিভা : [নীলিমাক] দেউতাৰে কি কৰিছে চাচোন। ওলাই নাহে কিয? এওঁ আহিছে বুলি গম পাইছেনে নাই সোধুগৈচোন।

[নীলিমা দেউতাকৰ ৰুম থকা ফালে ওলাই যায।]

প্ৰতিভা : তাইক যদি এমাহমান তাৰ পৰা আঁতৰাই ৰখাৰ সুবিধা পালোহেঁতেন, তেনেহ'লে মই তাইৰ মগজটো চাফা কৰি পেলাব পাৰিলোহেঁতেন। কিন্তু এই মানুহটোৱে হঠাতে কি কামটো কৰিলে— আমি তম্ভিবই নোৱাৰিলোঁ। তাকে তোমাক সুধিছোঁ— এতিযাও কিবা উপায়েৰে তাইক আঁতৰাই আনিব নোৱাৰিনে? তেনেকুৱা কোনো আইন নাইনে?

[নিজৰ কোঠালিৰ পৰা গৌৰীশংকৰ ওলাই আহে।]

গৌৰীশংকৰ : [ডাঙৰকৈ] কি হে' উকিল চাহাব? কি খবৰ? মক্কেল বিচাৰি ঘৰ ওলালহি নেকি? তোমাৰ হাতত কে'ছ-তে'ছ নোহোৱাই হ'ল হ'বলা?

নিযোগী : তেনেকুৱাই দাদা। দিন-কাল বৰ ভাল নহয়।

গৌৰীশংকৰ : হয নেকি? সেইটোতো বেচ ভালৰ কথাই। উকিল-ডাক্তৰৰ দিন-কাল বেযা মানে ৰাইজৰ দিন-কাল ভাল। দেশত মামলা-মোকৰ্দমা নোহোৱা হৈছে, বেমাৰ-আজাৰ নোহোৱা হৈছে, কিমান ভালৰ কথা। তোমালোকে অইন কিবা ব্যৱসায়-চ্যৱসায়তে ধৰা। অইন একো নোপোৱা যদি পলিটিক্‌ছতে ধৰা।

প্ৰতিভা : মই এওঁক জৰুৰী খবৰ দি মতাই আনিছোঁ। কোনোমতে অকণমান সময উলিযাই ক'ৰ্টৰ পৰা বাহিৰে বাহিৰে আহিছে।

গৌৰীশংকৰ : হয় নেকি? তেনেহ'লেতো আমি সময় নষ্ট কৰা উচিত নহ'ব। কোৱাচোন উকিল চাহাব, তুমি কি উপদেশ দিব খুজিছা?

নিযোগী : এতিয়াও একো উপদেশ দিব পৰা নাই। কে'ছটোৰ কথা শুনিলোহে।

গৌৰীশংকৰ : কিবা উপদেশ দিয়াৰ উপায আছেনে? তোমালোকৰ আইনৰ কিবা ধাৰা এওঁলোকৰ মতলবৰ লগত ফিট কৰিবনে?

নিয়োগী : নবৌৱে বিচাৰিছে— প্ৰথমতে ইমিডিয়েটলী নিভাক ল'ৰাটোৰ ওচৰৰ পৰা আঁতৰাই আনিব লাগে। এনেকুৱা এটা কে'ছ দিব লাগে যাতে কে'ছটো ছিগোঁতে সময় লাগে, আৰু

সেইখিনি সময় নিভা ল'ৰাটোৰ পৰা আঁতৰত থাকে। তাকে ভাবিছোঁ।

গৌৰীশংকৰ : এই লাইনত যি ভাবা তোমাৰ ঘৰৰ চেম্বাৰত, ডাঙৰ ডাঙৰ আইনৰ ভলিউমবোৰ থকা আলমাৰিৰ মাজত, বা উকিলখানাত বহি ভাবিবা। কিন্তু এইখন এখন ঘৰ, ইয়ালৈ আহিছা যেতিয়া, আইন-আদালতৰ মেৰপাকৰ বাহিৰত থাকি, এখন ঘৰৰ মানুহক আপোন বুলি ভাবি যেনেকৈ উপদেশ দিব লাগে— তেনেকৈ দিব নোৱাৰানে? ক'ব নোৱাৰানে— 'এতিয়া আটাইতকৈ ভাল কাম হ'ব— সেই ল'ৰা-ছোৱালীহালক শান্তিত থাকিবলৈ এৰি দিয়া'। নোৱাৰানে তেনেকৈ ক'ব? নে আইনৰ মানুহ হ'লেই শান্তিত থাকিবলৈ নিদিয়াৰ ব্যৱস্থা কৰিবই লাগিব?

প্ৰতিভা : সিহঁত যদি এনেকৈ শান্তিত থাকে, তেনেহ'লে এৰি নিদিম কিয়? কিন্তু তাইক মই কেনেকৈ ডাঙৰ কৰিছিলোঁ? এই বাইছ বছৰে কোনো কথাতে কেতিয়াও যাতে তাই কষ্ট নাপায়, তাৰ কাৰণে কম কষ্ট কৰিছিলোনে? কামে-বনে, পঢ়াই-শুনাই চব ফালৰ পৰা লায়েকৰ কৰি তাইক ডাঙৰ কৰিলোঁ। ইমান সুখত উঠা ছোৱালীজনী আগলৈও সুখত থকাটো মই বিচাৰিম নে নিবিচাৰিম?

গৌৰীশংকৰ : কিয় নিবিচাৰিবা।

প্ৰতিভা : সমানে সমানে উঠা-বহা কৰিব পৰা এখন ঘৰত তাই শান্তিৰে থকাটো বিচাৰিমনে নিবিচাৰিম?

গৌৰীশংকৰ : যোৱা দুদিন ধৰি তুমিতো সেই একেবোৰ কথাকে কৈ আছা। তুমি যে তাইক তেনেকৈ ডাঙৰ কৰিছিলা, আগলৈ তাইৰ পৰা কিবা পাবৰ আশাৰে ডাঙৰ কৰিছিলা নেকি? তাইৰ পইচাৰে খাবা, তাইৰ সম্পত্তিৰ ভাগ পাবা—

প্ৰতিভা : নালাগে মোক সেইবোৰ। মই টকা-পইচা-সম্পত্তিৰ কথা কোৱা নাই। মই তাইৰ সুখৰ কথা কৈছোঁ।

গৌৰীশংকৰ : তাইৰ সুখ নহ'ব বুলি তুমি ধৰি লৈছা কিয়? তাইৰ সুখৰ বাটত তোমালোকেহে বিধি-পথালি দিছা। তোমালোকেহে তাইৰ দুখৰ ব্যৱস্থা কৰিছা।

প্ৰতিভা : আমি কেনেকৈ দুখৰ ব্যৱস্থা কৰিছোঁ?

গৌৰীশংকৰ : ঘৰলৈ উকিল মাতি আনি কিহৰ ব্যৱস্থা কৰিব খুজিছা? সিহঁত দুটাৰ ইটোৰ পৰা সিটোক আঁতৰাবলৈ। কিন্তু এটা কথা তুমি নুবুজা কিয়? তুমি ছোৱালীজনীৰ গাটোকহে খুৱাই-বুৱাই মহাসুখৰ মাজত ডাঙৰ কৰিছিলা? কিন্তু গাটোৰ মাজতে তাইৰ মন এটাও ডাঙৰ হৈ আহিছিল নহয়! আজি বাইছ বছৰ বয়সত তুমি যদি তাইৰ মনটোক এনেকৈ ঘপিযাবলৈ ওলাইছা, তেনেহ'লে তাইৰ গাটোক ইমান সুখত তোলাৰ লাভ হ'ল কি?

প্ৰতিভা : সেই বুলি দুবেলা ভালকৈ খুউৱাৰ অৱস্থা নোহোৱা মানুহ এটাৰ হাতত—

গৌৰীশংকৰ : আঃ! হওক দিয়াচোন। তাইতো মাছ-মাংস-ঘিউ-মৌ-বহু বছৰ খালে। এতিয়া কেইবছৰমান হাঁহিমুখে দাইল-আলুভাজি-ভাতকে খাওকচোন!

প্ৰতিভা : দাইল-আলুভাজি-ভাত খুৱাব পৰা হ'লেতো ভালেই আছিল। কিন্তু যি শুনিছোঁ, সি তাইক দুয়োবেলা নিমখ-ভাতকে খুৱাব পাৰেনে নোৱাৰে সন্দেহ।

[নীলিমা সোমাই আহি এঠাইত বযহি।]

গৌৰীশংকৰ : হ'ব পাৰে। অকণমান ইফাল-সিফাল হোৱা হ'লে ময়ো কিজানি তোমাক নিমখ ভাতো খুৱাব নোৱাৰিলোহেঁতেন। [হঠাতে নিয়োগীক] সুকুমাৰ, তুমি এতিয়া যোৱা। তুমি ভাবি-চিন্তি কিতাপ-পাতি লুটিয়াই চোৱাগৈ। পাৰা যদি এওঁলোকক সহায় কৰিবা। কিন্তু মোৰ মনৰ কথাটো বুজিলাই। গতিকে ভালকৈ জানি থ'বা, আদালতত সাক্ষী দিবলগীয়া হ'লে মই কি ক'ম। তুমি এতিয়া যোৱা। এতিয়া মই আমাৰ ঘৰৰ আদালতখনৰ এটা ইম্পৰটেণ্ট বৈঠক বহুৱাব খুজিছোঁ।

[নিয়োগীযে সকলোলৈকে চাই যাব খোজে।]

প্ৰতিভা : মই তোমালৈ ফোন কৰিম।

নিয়োগী : ভাল বাইদেউ। মই আহোঁ। [যায]

গৌৰীশংকৰ : [অলপ তভক মাৰি চাই থাকি, ডাঙৰকৈ], মুকুল!

মুকুল : [ভিতৰৰ পৰা] দেউতা।

গৌৰীশংকৰ : ভিতৰত সোমাই কি কৰিছ?

মুকুল : চব শুনি আছোঁ।

গৌৰীশংকৰ : তাৰ পৰা যে চব শুনি আছ, ওলাই নাহ কিয?

[গৌৰীশংকৰে চাই থাকে। হাতত কিতাপ-পেনচিল লৈ মুকুল নামি আহে।]

মুকুল : কিয় মাতিছে দেউতা? মই ওলাই আহি কি কৰিব লাগে?

গৌৰীশংকৰ : ইযাত বহ। বহি কি কথা হৈছে শুন।

মুকুল : মোক এইবিলাক কথাৰ মাজলৈ কিয় টানে?

গৌৰীশংকৰ : এইবিলাক কথাৰ মাজত সোমালেও তোৰ জ্ঞান হ'ব। অকল কিতাপৰ জ্ঞানেই জ্ঞান নহয। এইখন ঘৰকো কেইখনমান প্ৰকাণ্ড প্ৰকাণ্ড কিতাপ বুলি ধৰিবি। [কেইটামান খোজ দিযাৰ পিছত প্ৰতিভাক] নিমখ-ভাতৰ কথা কৈছিলোঁ। অকণমান ইফাল-সিফাল হোৱা হ'লেই মই তোমাক নিমখ-ভাতো খুৱাব নোৱাৰিলোঁহেঁতেন। তোমালোক আদালতলৈ যাবলৈ ওলাইছা যেতিয়া, চব কথা জানি থোৱা ভাল। এইবোৰ কথা আৰু লুকুৱাই ৰাখি লাভ নাই। মোৰ দেউতা ছাপ্লাই ডিপাৰ্টমেণ্টৰ কেৰাণী আছিল। সাহসী মানুহ আছিল। মহাযুদ্ধৰ সময়ত ডিমাপুৰৰ ফালে ভয়তে কোনো নাযায়, কিন্তু দেউতা অকলে গৈছিল— মিলিটেৰী কেম্পলৈ ৰচদ-পাতি যোগান দিযাৰ কাম কৰিবলৈ। এদিন ৰাতি কোহিমালৈ যোৱা এক মিলিটেৰী অফিচাৰে দেউতা থকা জুপুৰিটোৰ আগত গাড়ী ৰখাইছিল। গাড়ীৰ পৰা দুটা ট্ৰাংক নমাই দেউতাক তেওঁ কৈছিল— এই দুটা ৰাখা, মই কেইদিনমানৰ পিছত লৈ যামহি। মানুহটো কিবা বিপদত পৰিছিল। তেওঁ আৰু উভতি নাহিল। ট্ৰাংক দুটাত মুঠতে তিনি লাখ টকা আছিল। সেই কথা কোনেও নাজানিছিল। ডিমাপুৰৰ কাম শেষ কৰি দেউতা ঘৰলৈ উভতি আহিছিল। তেতিয়া মই দুবাৰ মেট্ৰিক ফেইল কৰিছোঁ। চিগাৰেট খাওঁ, বিড়ি খাওঁ, চিনেমাহলৰ ওচৰৰ চাৰিআলিৰ পুলত বহি থাকোঁ, বিনা টিকটে চিনেমা হলত সোমাবলৈ নিদিযাৰ কাৰণে গে'টকিপাৰৰ লগত মাৰ-পিট কৰোঁ। কেতিযাবা নিজে উপাৰ্জন কৰি যে কাৰোবাক দুবেলা নিমখ-ভাত খুৱাম তাৰ কোনো লক্ষণ মোৰ গাত নাছিল। [অলপ ৰৈ] দেউতা মোটামুটিভাৱে সৎ মানুহেই আছিল। কিন্তু টকাৰে ভৰি থকা ট্ৰাংক দুটা সম্মুখত লৈ মাহৰ পিছত মাহ কাৰোবালৈ বাট চাই মানুহ সৎ হৈ থকা টান।

ঘৰৰ আগত গাড়ী এখন ৰ'লেই যেন দেউতা উচপ খাই উঠে— এই যেন ট্ৰাংক দুটা নিবলৈ মানুহজন ওলালহি। তাৰ পিছত এদিন দেউতাৰ বুদ্ধিৰ গাঁঠি খোল খাই গ'ল। তেখেতে চাকৰি এৰি দিলে। ইযালৈ উঠি আহি বিজিনেছত ধৰিলে। দেউতাই চব মিলাই মাহে এশ পাঁচ টকা দৰমহা পোৱাৰ দিনত মূলধন তিনি লাখ টকা। বাঢ়ি বাঢ়ি সেই টকা ইমানখিনি হ'লহি যে তোমালোক কোনেও খাই ঢুকুৱাব নোৱাৰিলা আৰু নোৱাৰিবাও। মইতো প্ৰেক্টিকেলী একো কৰিবলগীয়া নহ'লেই। খালী টেলিফোন কৰিলোঁ, অ'ত ত'ত দান-বৰঙণি দিলোঁ, আৰু ডাঙৰ মানুহ হ'লোঁ। [বহে] নিভাৰ ল'ৰাটো মোৰ নিচিনা ডাঙৰ মানুহৰে ল'ৰা হ'ব লাগিছিল— নহয় জানো? মোৰ নিজৰ ওপৰতে ধিক্কাৰ জন্মে।

নীলিমা : ইযাত ধিক্কাৰ জন্মিবলৈ কিটো আছে? ককাদেউতাইতো চুৰ কৰা নাছিল। ডকাইতি কৰা নাছিল। মানুহেতো মাটি খান্দোতেও কলহত সোণৰ মোহৰ পায। লটাৰিত এক লাখ টকা পোৱাৰ কাৰণেওতো কাৰোবাৰ জীৱন সলনি হৈ যাব পাৰে।

গৌৰীশংকৰ : পুৰা-গধূলি চাৰি-পাঁচটাকৈ টিউছন কৰি, দিনটো টলৌ টলৌকৈ ঘূৰি ছাপ্পাই বিজিনেছ কৰিওতো এদিন মানুহে জীৱনটো সলনি কৰি পেলাব পাৰে। মই তাকে চাব খুজিছোঁ বুইছ? মযো জানো নিভা ৰাজৰাণীৰ সুখত থকাটো নিবিচাৰোঁ। মই জানো কাইলৈকে বিমান আৰু তাইৰ হাতত দুই লাখ টকা তুলি দিব নোৱাৰোঁ?

নীলিমা : আপুনি ভাল দেখে যদি দিযক।

গৌৰীশংকৰ : নিদিওঁ। কাৰণ তাইক মই ইমান ভাল পাওঁ যে তাইৰ ইচ্ছাৰ বিৰুদ্ধে মই একো কৰিব নোখোজো। ইচ্ছাৰ বিৰুদ্ধে কাম কৰি তাইৰ বাযেকক আমি মাৰিলোঁ, এইৰ ইচ্ছাৰ বিৰুদ্ধে মই কুটা এডাল ইফাল-সিফাল নকৰোঁ।

মুকুল : দীপা বাইদেউৰ কথা উলিযাবলৈ মই আপোনাক মানা কৰোঁ নহয়।

গৌৰীশংকৰ : মযো বৰ চেষ্টা কৰোঁ। বৰ চেষ্টা কৰোঁ কাৰণেহে বহু সময, বহু দিন নোকোৱাকৈ থাকোঁ। চেষ্টা নকৰা হ'লে কিজানি তাইৰ কথাৰ বাহিৰে মোৰ মুখেদি আৰু অইন কথা নোলালেইহেঁতেন।

মুকুল : সেই কাৰণেই কওঁ, মোক আপোনালোকে এইবোৰ কথাৰ মাজলৈ নাটানিব। মোৰ এইবিলাকত একেবাৰে ইন্টাৰেষ্ট নাই। এইবিলাক কথাৰ মাজত মই কষ্ট পাওঁ। মহ-উৰহৰ নিচিনা তুচ্ছ বস্তুৰ কাৰণেও মানুহে যেনেকৈ কষ্ট পায, তেনেকৈ কষ্ট পাওঁ। ক'ৰ নিমখ-ভাত, ক'ৰ মা স-ভাত, ক'ৰ উকিল, ক'ৰ লাখ টকা— বৰ তুচ্ছ, চব একেবাৰে তুচ্ছ বস্তু। মৰাৰ আগতে দীপাবাই মোক কি কৈছিল জানে?

গৌৰীশংকৰ : তযেই দেখোন আকৌ তাইৰ নাম উলিযাইছ।

মুকুল : তাই কৈছিল— ক'ৰবাত অকলে অৱলে বহি নিচা খাই থাকিলে যেতিয়া নিচাই ধৰে, তেতিযা কিবা এখন সাগৰত ডুবি গৈ থকা যেন লাগে। আৰু শেষত আধা-চেতন অৱস্থাত ওপঙি থকা যেন লাগে। তেতিযা পৃথিৱীখনৰ লগত আপোনাৰ যি সম্পৰ্ক, আচলতে সেইটোৱেই মানুহৰ লগত পৃথিৱীৰ আচল সম্পৰ্ক, সকলো অস্পষ্ট, সকলো সমান, সকলো আছে, কিন্তু একো নাই— [উঠি যায়, অলপ দূৰলৈ গৈ উভতি আহি] দেউতা মোক হোষ্টেলত থাকিবলৈ দিব?

গৌৰীশংকৰ : [বৈ] মই কাৰ লগত থাকিম?
[দুয়ো নিজৰ নিজৰ কোঠাৰ ফালে গুচি যায়। গৌৰীশংকৰ নীলিমাৰ কাষেদি যাওঁতে তাই মাতে।]

নীলিমা : দেউতা!

গৌৰীশংকৰ : হুঁ?

নীলিমা : আপুনি নিভাইঁতক টকা-পইচা দি সহায় কৰিব নোখোঁজে, কিন্তু আমাক ইমানকৈ দিযে— আপুনি ক'লে, তাৰ কাৰণ হ'ল আপুনি তাইক খুব ভাল পায়। তাৰ মানে—

গৌৰীশংকৰ : মই কি কৈছিলোঁ ভালকৈ মনত ৰাখিবি। মই কৈছিলোঁ, তাইক মই ইমান ভাল পাওঁ যে তাইৰ ইচ্ছাৰ বিৰুদ্ধে মই একো নকৰোঁ। আৰু তোকো মই ইমান ভাল পাওঁ যে তোৰ ইচ্ছাৰ বিৰুদ্ধেও মই একো কৰা নাই। তই লৈছ, মই দিছোঁ। তাই নলয, তাইক নিদিওঁ। [যায, উভতি আহি] মনটো সৰু নকৰিবি। [সোমাই যায।]

নীলিমা : [অলপ বৈ] দেউতাৰ এনেকুৱা কথাই কিন্তু মানুহৰ মন ভাঙিব, কৈ দিছোঁ মা।
[ফোন বাজে। প্ৰতিভাই ধৰে।]

প্ৰতিভা : হেল্লো!— অ' পূৰ্ণ? — কিবা খবৰ পালা নেকি? ক'ত?— তুমি ঘৰটো দেখিছানে কি?— তুমি আহাচোন। [ফোন থৈ] সিহঁতে বোলে মিলন নগৰৰ দুটা কোঠালিৰ পাৰ্ট-হাউছ এটা ভাৰা লৈ তাতে সোমাইছেগৈ।

নীলিমা : মই যি ক'লোঁ, তই দেউতাক কবি। মই কথা সহজে নাপাহৰোঁ।
[মঞ্চ আন্ধাৰ হয। আঁৰ-কাপোৰ নামি আহে।]

# দৃশ্য : ৫

## মঞ্চ : ২

[ত্ৰিপাঠীৰ বহা কোঠালি। ৰাতি ত্ৰিপাঠী আৰু ঘৈণীযেক কল্যাণীযে টি ভি চাই আছে। টি ভিৰ স্ক্ৰীণখন দৰ্শকে নেদেখে, পাছফালটোহে দেখে। ধৰি ল'ব লাগে— টি ভিত জনপ্ৰিয নাচ-গানৰ অনুষ্ঠান এটা চলি আছে। অলপ পিছত কল্যাণী থিয হয়।]

কল্যাণী : এ, সেইডাল বন্ধ কৰি দিযক।

ত্ৰিপাঠী : কিয?

কল্যাণী : সেইসোপানো চাব নে মানুহে! লাজৰ বাজ!

ত্ৰিপাঠী : ইয়াত লাজৰ কি কথাটো আছে? সেইটো নাচহে!

কল্যাণী : নাচ বুলি জানো মই বুজা নাই? নাচ হ'ল বুলি তেনেকুৱা হ'ব লাগে নেকি?

ত্ৰিপাঠী : তুমি কথাটো বুজা নাই। নৃত্য হ'ল দেহ-ভংগিমাৰ আৰ্ট। এই যে মানুহৰ শৰীৰটো— ইয়াৰ বিভিন্ন অংগ-প্ৰত্যংগ— চক্ষু, গ্ৰীবা, বক্ষ, জংঘা, কঁকাল, চৰণযুগল, হস্ত— এইবোৰৰ বিভিন্ন ধৰণৰ সঞ্চালনত বিভিন্ন ধৰণৰ নৃত্যৰ সৃষ্টি হয। [কল্যাণী যাব খোজে] শুনা! সেই বিভিন্ন ধৰণৰ নৃত্যৰ বিভিন্নধৰণৰ সংমিশ্ৰণৰ ক্ষেত্ৰত আজি নানা ধৰণৰ পৰীক্ষা-নিৰীক্ষা চলি আছে। এই নাচনীজনীৰ গাত কি দেখিছা, আপাৰ প'ৰ্চনত ভৰত নাট্যমৰ ড্ৰেছ, ল'ৱাৰ প'ৰ্চনত মহাদেৱৰ তাণ্ডৱ নৃত্যৰ ড্ৰেছ। হয নে নহয? সেই ড্ৰেছৰ লগত সংগতি ৰাখি

ডেল্টাটোৰ পৰিকল্পনা কৰা হৈছে, মানে ভৰত নাট্যমৰ লগত অলপ বেছিকৈ তাণ্ডৱটো পাঞ্চ, মানে মিক্স কৰি দিয়া হৈছে।

কল্যাণী : হ'ব দিয়ক। বন্ধ কৰি দিয়ক।

ত্ৰিপাঠী : তুমি পাৰিবানে এনেকুৱা নৃত্য কৰিব?

কল্যাণী : মোৰ গৰজ পৰিছে।

ত্ৰিপাঠী : তুমি নিজেও নানাচিবা, অইনে নাচিলেও চাবলৈ নিদিবা— হোৱাট ইজ দিছ?
[কলিং বে'ল বাজে।]

ত্ৰিপাঠী : [হাতৰ ঘড়ী চাই] কোন আহিল ইমান ৰাতি? চোৱাচোন। [কল্যাণীয়ে দুৱাৰ খুলি দিয়ে। পূৰ্ণ সোমাই আহে।]

পূৰ্ণ : নমস্কাৰ।

কল্যাণী : নমস্কাৰ।

পূৰ্ণ : [ত্ৰিপাঠীক] আপুনিয়েই মিষ্টাৰ ত্ৰিপাঠী?

ত্ৰিপাঠী : হয়। আপোনাক— আগতে— ক'ৰবাত— ?

পূৰ্ণ : নাই নাই। আমি আগতে কোনেও কাকো লগ পোৱা নাই। মোৰ নাম পূৰ্ণ দত্ত। ব্যৱসায় কৰোঁ। ইয়াৰ পৰা বিছ কিল'মিটাৰ দূৰৰ মিশন নগৰত ঘৰ এটা সাজি থাকিবলৈ লৈছোঁ।

ত্ৰিপাঠী : বহক।

পূৰ্ণ : থেংক ইউ। মই আপোনালোকৰ লগত চিনাকি হ'বলৈও আহিলোঁ, এটা কথা আলোচনা কৰিবলৈও আহিলোঁ।

ত্ৰিপাঠী : আপুনি বহকচোন। চাহ তাহ কিবা?

পূৰ্ণ : নো, থেংকছ্। এনেকুৱা সময়ত মই চাহ নাখাওঁ। [বহে] এখেত?

ত্ৰিপাঠী : মোৰ শ্ৰীমতী।

পূৰ্ণ : আপোনালোকৰ ঘৰ-সংসাৰ?

কল্যাণী : আমাৰ ল'ৰা দুটা, দুয়োটা ইঞ্জিনিয়াৰ। ডাঙৰটো বাংগালোৰত থাকে, আৰু সৰুটো ধানবাদত থাকে।

পূৰ্ণ : লগত কোনো নাথাকে? আপোনালোক দুয়ো অকলে?

ত্ৰিপাঠী : নহয়, ভোলা নামে ল'ৰা এটা থাকে। ঘৰুৱা হে'লপাৰ।

পূৰ্ণ : ভাল। বেচ সুন্দৰ সংসাৰ। মই যিটো কথা আলোচনা কৰিবলৈ আহিছোঁ, কথাটো অলপ গোপনীয়। আপোনালোকে যদি মোৰ বিশ্বাস ৰাখে—

ত্ৰিপাঠী : কওকচোন, আপুনি যদি গোপনীয় বুলিছে তেনেহ'লে বাৰু গোপনীয়। এওঁ আঁতৰি যাব লাগিব নেকি?

পূৰ্ণ : নাই নালাগে।

ত্ৰিপাঠী : নহয় মানে— তিৰোতা মানুহ, গোপনীয় কথা— অলপ ভয়েই লাগে। (কল্যাণীলৈ চাই নিজেই হাঁহে) বাৰু কওকচোন কি কথা।

পূৰ্ণ : মই গৌৰীশংকৰ ৰায়চৌধুৰীৰ ডাঙৰজনী ছোৱালী বিয়া কৰিছোঁ।

ত্ৰিপাঠী : অ' হয় নেকি?

পূৰ্ণ : বিমান নামৰ ল'ৰাজন আৰু নিভাই আপোনালোকৰ ঘৰৰ দুটা কোঠালি ভাৰালৈ লৈছে?

ত্ৰিপাঠী : হয় লৈছে।

পূৰ্ণ : [কল্যাণীক] আপুনি নিশ্চয তেওঁলোকক লগ পাইছে?

কল্যাণী : হয পাইছোঁ।

পূৰ্ণ : কেনে লাগিছে?

কল্যাণী : আমি যিকণ সময়ৰ কাৰণে লগ পাইছোঁ, ভাল লাগিছে। বৰ ভাল লাগিছে।

পূৰ্ণ : লাগিব, আৰু ভাল লাগিব। আপোনালোকে চাগে গমেই পাইছে— নিভাই ঘৰৰ অমতে, কাজিযা কৰি ঘৰৰ পৰা ওলাই আহিছে।

ত্ৰিপাঠী : হয।

পূৰ্ণ : ছোৱালীজনী যে বৰ ইম'চনেল— অলপ জেদী টাইপৰ, সেইটো ধৰিব পাৰিছেনে?

ত্ৰিপাঠী : পাৰিছোঁ।

পূৰ্ণ : ইমান সুখত উঠা ছোৱালীজনী এতিযা কষ্টত পৰিলে— তাইৰ মাক, দেউতাক, আমি— কোনেও সহ্য কৰিব নোৱাৰিম। তাই ওলাই আহিছে— ল'ৰাটোৰ লগ লাগি [তাচ্ছিল্যৰ সুৰত] সংগ্ৰাম কৰিব, নিজকে প্ৰতিষ্ঠা কৰিব। কিন্তু আপুনিতো জানেই, আজিকালিৰ সংগ্ৰাম মানে কি? ল'ৰাটোৱে বোলে ছাপ্লাই বিজিনেছ কৰিব! কি ছাপ্লাই বিজিনেছ কৰিব? বাকীকৈ কাগজ-পেনচিল এসোপা আনি কোনোবা অফিচত দিব, তাৰ পিছত কেৰাণীৰ টেবুলে-টেবুলে পইচাৰ কাৰণে ঘূৰি ফুৰিব। গৌৰীশংকৰ ৰায়চৌধুৰীৰ জীযেক-জোঁৱায়েকৰ এই অৱস্থা, আপোনালোক বাহিৰৰ মানুহ হ'লেও কল্পনা কৰিব পাৰেনে?

ত্ৰিপাঠী : প্ৰথমতে আমিও কথাটো চিন্তা কৰিছিলোঁ, কিন্তু তাৰ পিছত তেওঁলোকৰ মনৰ জোৰ দেখি ভাবিলোঁ— কিবা এটা কৰিব পাৰিব হ'বলা।

পূৰ্ণ : নোৱাৰে। মনৰ জোৰ আৰু প্ৰেমৰ জোৰৰ আয়ুস কেতিয়াবা বৰ কম হয। বাহিৰত এতিযা যিখন সংসাৰ চলি আছে, সেইখনে কেতিযাবা মনৰ জোৰ কণীৰ খোলা ভঙাদি ভাঙি গুৰি কৰি পেলায। ছমাহৰ পিছত সুৰ-সুৰকৈ পাছ দুৱাৰেদি মাকৰ ওচৰ চপা বিপ্লৱী প্ৰেমিকৰ সংখ্যাটো বৰ সৰু নহয। বাহিৰৰ পৃথিৱীখনৰ মেৰপাকৰ মোৰ যি অভিজ্ঞতা তাৰ ওপৰত নিৰ্ভৰ কৰিহে কৈছোঁ।

ত্ৰিপাঠী : আপোনাৰ কথাবোৰ একেবাৰে মিছা নহয।

পূৰ্ণ : একেবাৰে সঁচা। সেই কাৰণে আমি তেওঁলোকক ৰিস্ক ল'বলৈ দিব খোজা নাই। আমি তেওঁলোকক সহায কৰিব খুজিছোঁ। কিন্তু তেওঁলোকেতে পোনে পোনে আমাৰ সহায নল'ব, গতিকে আমি আপোনালোকৰ সহায বিচাৰিছোঁ।

ত্ৰিপাঠী : কেনে সহায়?

পূৰ্ণ : তেওঁ বিমানে ছাপ্লাই বিজিনেছ কৰিব খুজিছে যেতিয়া তাকে কৰক। কিন্তু তেওঁতো সহজে কাম নাপাব। গতিকে তেওঁ ক'ত কি কামৰ চেষ্টা কৰে, আপোনালোকে যদি সেইটো জানি লৈ আমাক কয, তেনেহ'লে আমি তেওঁ গম নোপোৱাকৈ, কামটো পোৱাত, পিছত বিলৰ

টকা পোৱাত তেওঁক সহায় কৰিব পাৰোঁ।

ত্ৰিপাঠী : এইকণ সহায কৰিব পাৰিলে আমিতো ভালেই পাম।

পূৰ্ণ : আমিও আপোনালোকৰ প্ৰতি কৃতজ্ঞ হ'ম। সেয়ে অত্যন্ত গোপনে। মোৰ লগত যে আপোনালোকৰ যোগাযোগ হৈছে, সেই কথা যেন তেওঁলোকে ক্ষুণাক্ষৰেও গম নাপায়। নহ'লে তেওঁলোকে আপোনালোককো বৰ বেয়া পাব। আমাকতো শত্ৰুজ্ঞান কৰেই, এইবোৰ কথা জানিলে আপোনালোককো কৰিব। কথাবোৰ আপুনি বুজিছেনে মিছেছ ত্ৰিপাঠী?

কল্যাণী : বুজিছোঁ।

পূৰ্ণ : মুঠতে আপোনালোক তেওঁলোকৰ অতি আপোন, বিশ্বাসী, সহায়কাৰী বন্ধু হ'ব লাগে। তেওঁলোকে যেন আপোনালোকৰ ওপৰত ভাৰসা কৰে, সকলো কথা মুকলিকৈ আপোনালোকৰ লগত আলোচনা কৰে, আপোনালোকে এনেকুৱা এটা সম্পৰ্ক গঢ়ি তুলিব লাগে। মোৰ শহুৰৰ হাত দীঘল। তেখেতৰ এটা টেলিফোন-কলতে বহুত কাম হৈ যায়। আৰু সাধাৰণ ব্যৱসায়ী হিচাপে মোৰ হাতো বৰ চুটি নহয়। কিন্তু আপোনালোকৰ সহায় নাপালে এওঁলোকক আমি ঢুকি নোপোৱা হৈছোঁ। মই আপোনালোকৰ ওপৰত ভাৰসা কৰিব পাৰোঁনে?

কল্যাণী : পাৰে। নিশ্চয় পাৰে।

পূৰ্ণ : মই আহোঁ তেনেহ'লে। এইখন ৰাখক। মোৰ নাম, ঠিকনা, টেলিফোন নাম্বাৰ ইয়াতে আছে [কাৰ্ড এখন দিয়ে]। আপোনালোকৰ টেলিফোন?

ত্ৰিপাঠী : আছে।

পূৰ্ণ : নম্বৰটো?

ত্ৰিপাঠী : [কল্যাণীক] লিখি দিয়াচোন।

[কল্যাণীয়ে চুকলৈ লৈ কাগজ এটুকুৰাত ফোন নম্বৰটো লিখে।]

পূৰ্ণ : আৰু এটা কথা ত্ৰিপাঠী। বিমানক ক'ব, তেওঁ যাতে সৰু-সুৰা ঠিকাৰ সলনি মজলীয়া বা অলপ ডাঙৰ ঠিকাৰ বাবে চেষ্টা কৰে। তেওঁ ৰেজিষ্ট্ৰেচনৰ কাৰণে দৰখাস্ত দিয়ক, এসপ্তাহৰ ভিতৰতে কামটো হৈ যাব। আৰু আপুনি যদি বেয়া নাপায়— তেওঁলোকে কাম আৰম্ভ কৰিব পৰাকৈ মই আপোনালোকৰ হাতত অলপ টকা থৈ যাব খোজোঁ। আপোনালোকৰ বুলিয়েই ক'ব— ধাৰলৈ দিছোঁ বুলি ক'ব।

ত্ৰিপাঠী : নাই নাই, এতিয়া নালাগে। টকাৰ কাৰণে আমাৰ অসুবিধা নহয়। তেওঁলোকে বিচাৰিলেই দিব পাৰিম।

পূৰ্ণ : নহয় নহয়, নিবিচাৰিলেও উপযাচি দিব। এনেকৈ দিব— তেওঁলোকে লৈ যেন বেয়া নাপায়। জেদী মানুহ। [কল্যাণীৰ হাতৰ পৰা কাগজটুকুৰা লৈ পঢ়ি চায়, জেপত ভৰায়। তাৰ পিছত] আশাকৰোঁ আপোনালোকে গোটেই অৱস্থাটো ভালকৈ বুজিছে?

কল্যাণী : বুজিছোঁ।

পূৰ্ণ : [ত্ৰিপাঠীৰ হাতত ধৰি] আহোঁ। আপোনালোকৰ উপকাৰৰ কথা মনত ৰাখিম।

[তিনিও বৈ থাকে। মঞ্চ লাহে লাহে অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

# দৃশ্য ঃ ৬

## মঞ্চ ঃ ২

[গৌৰীশংকৰৰ ঘৰৰ ড্ৰইং ৰুম। গৌৰীশংকৰে চকু মুদি বহি আছে। ৰমাকান্তই তেওঁৰ পকা চুলি ছিঙিছে। অলপ সময় যোৱাৰ পিছত ৰমাই কথা আৰম্ভ কৰে।]

ৰমা ঃ ছাৰ!

গৌৰীশংকৰ ঃ হুঁ?

ৰমা ঃ মই বহু দিনৰে পৰা আপোনাক কথা কেইটামান ক'ম ক'মকৈ আছোঁ।

গৌৰীশংকৰ ঃ বহুদিনৰে পৰা?

ৰমা ঃ হয়।

গৌৰীশংকৰ ঃ কোৱা নাই কিয়?

ৰমা ঃ কেতিযাবা সময় পাওঁ, সুবিধা নাপাওঁ। কেতিযাবা সুবিধা পাওঁ, সময় নাপাওঁ। এটাৰ পিছত এটাকৈ ঘৰখনত কিবা এটা লাগিয়েই আছে। এইবিলাক কাৰণতে ক'ব পৰা নাই।

গৌৰীশংকৰ ঃ ওঁ, কচোন বাৰু এতিয়া।

ৰমা ঃ মইতো আপোনাল্যোকৰ লগত বহুত দিন থাকিলোঁ।

গৌৰীশংকৰ ঃ পিছে?

ৰমা ঃ মই প্ৰথমতে কিবা চাকৰি-বাকৰি পাম বুলি গাঁৱৰ পৰা ওলাই আহিছিলোঁ। নিভা বাইদেৱে কৈছিল— থাক ইয়াতে, চাকৰি বিচাৰি টলৌ-টলৌকৈ ঘূৰি ফুৰিব নালাগে। মযে তোৰ কিবা এটা বন্দবস্ত কৰি দিম। এতিয়া বাইদেৱো গ'লগৈ।

গৌৰীশংকৰ ঃ তোৰ এতিয়া কি অসুবিধা হৈছে?

ৰমা ঃ মোৰ নিজে চলি থাকিবলৈ একো অসুবিধা হোৱা নাই, কিন্তু মই ইয়াত এনেকৈ মাছে-মঙহে খাই থাকিলেই হ'ব জানো ছাৰ? ঘৰত আই-বোপাই আছে, ভনী দুজনী আছে, ভাই এটাই পঢ়ি আছে—

গৌৰীশংকৰ ঃ তই এতিয়া সিহঁতক সহায় কৰিব পৰা নাই?

ৰমা ঃ মাহে ডেৰশ-দুশ যি পাৰোঁ পঠাই আছোঁ। কিন্তু সেইকেইটা পইচাৰে ঘৰখনত একোটো নহয়। সেই কাৰণে ছাৰ, মোক বিদায়েই দিয়ক। গাঁৱতে গৈ দিন-হাজিৰাকে কৰোঁগৈ। [ফোন বাজে।]

গৌৰীশংকৰ ঃ [ফোনত] হেল্লো!— তই ক'ৰ পৰা কৈছ?— নাই, মইতো দেখা নাই। ধৰচোন। [ৰমাক] মই ওলাই যাওঁতে পূৰ্ণ আহিছিল নেকি?

ৰমা ঃ নাই অহা।

গৌৰীশংকৰ ঃ [ফোনত] নাই অহা। ক'ৰবাত সোমাইছে চাগৈ, অ হিব নিশ্চয। তোমাৰ কিমান পলম হ'ব?— তই ভাত ইয়াতে খাবি নহয?— আহ, একেলগে খাম।
[ওপৰ মহলাত প্ৰতিভাক দেখা যায।]

প্ৰতিভা ঃ কোন? নীলিমা নেকি?

গৌৰীশংকৰ ঃ ওঁ। আহি আছে।

প্ৰতিভা ঃ ইমান দেৰি কৰিছে কিয়?

গৌৰীশংকৰ : কোনোবা দোকান এখনত সোমাইছে।
[প্ৰতিভা আঁৰলৈ যাযগৈ।]

গৌৰীশংকৰ : [অলপ চিন্তা কৰি] তই চাকৰি কৰি ঘৰখন পোহ-পাল দিম বুলি ওলাই আহিছিলি?

ৰমা : হয় ছাৰ।

গৌৰীশংকৰ : কি চাকৰি পাম বুলি ভাবিছিলি?

ৰমা : এই পিয়ন, চকীদাৰ—।

গৌৰীশংকৰ : পিয়ন-চকীদাৰৰ কাম পোৱা হ'লে কিমান দৰমহা পালিহেঁতেন?

ৰমা : জানো। মই ভালকৈ নাজানো। হাজাৰ-বাৰশ—।

গৌৰীশংকৰ : হাজাৰ-বাৰশ?

ৰমা : তেনেকুৱাই হ'ব চাগৈ। মই আণ্ডাজমতেহে কৈছোঁ।

গৌৰীশংকৰ : মই তোক মাহে বাৰশ এটকাকৈ দিম, হ'ব?

ৰমা : ছাৰ?

গৌৰীশংকৰ : বাৰশ এটকাকৈ। বাৰশ টকা দৰমহা পোৱা পিয়ন-চকীদাৰৰতো নিজৰ থকা-খোৱাৰ খৰচো আছে। তোৰতো থকা-খোৱাও ফ্ৰী? এতিযা আমি যি খাওঁ, তয়োতো, অলপ ইফাল-সিফাল হ'লেও, তাকে খাব? খাব নে নাখাব?

ৰমা : খাওঁ।

গৌৰীশংকৰ : তই নিজে বেলেগে থাকি ৰান্ধি-বাঢ়ি খাবলৈ হ'লেতো তেনেকৈ নাখালিহেঁতেন।

ৰমা : নাখালোঁহেঁতেন।

গৌৰীশংকৰ : তেনেহ'লে হ'লতো?

ৰমা : ছাৰ, আপোনাৰ খং উঠিল নেকি?

গৌৰীশংকৰ : [খঙেৰে] নাই উঠা। তইতো দেখিছই ঘৰখনত কি হৈ আছে! তইতো দেখিছই মই কিমান কথাত তোৰ ওপৰত ভাৰসা কৰোঁ। দেখি-শুনিও তেনেকুৱা কথা ক'বলৈ তোৰ বেয়া নালাগিল? ভাত-কাপোৰ-বিছনা এইবিলাকৰ বাহিৰে তইঁতৰ মৰম-চেনেহ বোলা বস্তু এটা নাই? হলা গছ দেখিলে পোনাবলৈ চেষ্টা কৰিব লাগে নে বাগীকুঠাৰ মাৰিব লাগে?

ৰমা : নহয় ছাৰ, আচলতে আপোনাক এৰি থৈ যাবলৈ মোৰ বৰ বেয়া লাগিব, কিন্তু—

গৌৰীশংকৰ : মই বুজোঁ, তোৰ বহুত অসুবিধা থাকিব পাৰে। কিন্তু তইতো ক'ব পাৰিলিহেঁতেন— ছাৰ এইখিনি পইচাৰে মোৰ নুকুলায, মোক মাহে বাৰশ টকা লাগে। তাকে নকৈ তই আগে-ভাগে বিদায দিযাৰ কথা ক'লি কিয? সেইটো কথা কওঁতেইতো তোৰ মনৰ চিনাকিটো মই পাই গ'লোঁ। তোৰ পেটত কি আছে সেইটোতো ওলাই পৰিল।

ৰমা : নহয় ছাৰ, আপুনি তেনেকৈ নক'ব। মই কথাবোৰ খুলি ক'ব খোজা নাছিলোঁ কাৰণেহে তেনেকৈ আৰম্ভ কৰিছিলো। আচলতে ছাৰ— নিভা বাইদেউ যোৱাৰ পাছত,— বহুত কথা মোৰ ভাল নলগা হৈছে।

গৌৰীশংকৰ : [ৰমাৰ মুখলৈ অলপ সময চাই থাকি] বুজিছো। মই চব বুজোঁ। মোক আৰু একো ক'ব নালাগে। ঘৰখনত তিনি-চাৰিটা বনকৰা মানুহ আছে নহয়? বাকীবোৰে যি কৰে কৰি থাকক, তই আজিৰ পৰা মোৰ লগে লগে থাকিবি, মোৰ কথা শুনিবি—
[প্ৰতিভা নামি আহে।]

প্ৰতিভা : কি হৈছে?
[ফোন বাজে]
গৌৰীশংকৰ : হেল্লো!— হয কৈছোঁ।— হয়।
[লাহে লাহে গৌৰীশংকৰৰ মুখখন গম্ভীৰ হৈ আহে। অলপ পিছত—]
গৌৰীশংকৰ : আপুনি কোনে কৈছে?
[অলপ পিছত ফোন থয। ৰৈ থাকে।]
প্ৰতিভা : কি হ'ল? কোনে ফোন কৰিছে?
গৌৰীশংকৰ : হুঁ।
প্ৰতিভা : কোনে ফোন কৰিছে? তেনেকৈ ৰৈ আছে কিয? কি হ'ল?
গৌৰীশংকৰ : [গম্ভীৰ, শান্ত] ইয়াক, ৰমাকান্তক এই মাহৰ পৰা মই, মোৰ হাতেৰে দৰমহা দিম। ইয়াক তোমালোকে অইন কামত নলগাবা। তোমালোকক লাগিলে আৰু এটা মানুহ ৰাখা।
প্ৰতিভা : কিয? কিনো হ'ল?
গৌৰীশংকৰ : মোক অনবৰত এটা মানুহ ওচৰত লাগে। আৰু সেই মানুহটো সন্তুষ্ট মনেৰে থাকিব লাগে।
প্ৰতিভা : [টান মাতেৰে] ইয়াৰনো অসন্তুষ্ট মনেৰে থাকিবৰ কিটো হ'ল? তই কিবা লগাইছুহি নেকি?
গৌৰীশংকৰ : [ৰমাক] তই যা। [ৰমা যায। তাৰ পিছত] অনবৰত মানুহক এইটো সুৰেৰে কথা নক'বা। তোমাৰ এতিয়া ঈশ্বৰ-চিন্তা কৰাৰ বয়স হৈছে।
প্ৰতিভা : [খং] হৈছে কি আপোনাৰ? তেনেকৈ কথা কৈছে কিয?
[কলিং বে'ল বাজে। প্ৰতিভাই দুৱাৰ খুলি দিযে। নীলিমা সোমাই আহে।]
প্ৰতিভা : বাবুলহঁত স্কুললৈ আহিছে?
নীলিমা : আহিছে। আজি স্কুল সোনকালে ছুটী হোৱাৰ কথা আছে। ভাত খাযেই সিহঁতক আনিবলৈ যাব লাগিব।
প্ৰতিভা : পূৰ্ণ যেতিয়া আহে খাবহি। আমাক ভাত দিবলৈ কওঁগৈ। [যাব খোজে।]
নীলিমা : শুনচোন মা, কথা এটা আছে। [দেউতাকলৈ চাই] দেউতাৰ কি হ'ল?
প্ৰতিভা : জানো কি হ'ল। অথনিৰে পৰা এনেকৈ জলকা লাগি আছে।
নীলিমা : কি হৈছে দেউতা?
গৌৰীশংকৰ : নাই, কচোন কি কথা?
নীলিমা : আমি এইকেইদিন আলোচনা কৰি ঠিক কৰিছোঁ, নিভাইঁতৰ ওপৰত খং কৰি একো লাভ নাই। যি হ'ল হ'ল বুলি ধৰি লৈ আমি যিমান পাৰোঁ সিহঁতক সহায কৰাই ভাল হ'ব।
প্ৰতিভা : সহাযতো কৰোঁৱেই। সিহঁতে সহায ল'লেহে।
নীলিমা : সিহঁতে যিমান দিন জিদ ধৰি থাকে থাকক, আমি আমাৰ কাম কৰি যোৱাই ভাল হ'ব। এওঁ এজন মাজৰ মানুহ ঠিক কৰিছে। তেওঁ নিভাইঁতক সহায কৰিব, আৰু মানুহজনক আমি সহায় কৰিম। মানুহজনক এতিয়া নিভাইঁতে বৰ আপোন বুলি লৈছে।
প্ৰতিভা : ক'ৰ মানুহ? কি নাম?
নীলিমা : তইঁতে চিনি নাপাবি। মযো নতুনকৈ চিনাকি হৈছোঁহে। অলপ দিন যাওক, তাৰপিছত এদিন এওঁ মানুহজনক তইঁতৰ ওচৰলৈ লৈ আহিব।
প্ৰতিভা : সহায মানে কেনেকুৱা সহায়?
নীলিমা : বিমানে ব্যৱসায কৰিম বুলি কৈছে কাৰণে মানুহজনে তেওঁক কিবা এটা ব্যৱসাযত

লাগিবলৈ সহায় কৰি দিছে। বিছ হাজাৰ টকাও দিছে।

প্ৰতিভা : সিহঁতে লৈছে?

নীলিমা : লৈছে। কিন্তু আমি ভাবিছোঁ— মানুহজনক টকাখিনি সোনকালে দি দিয়াই ভাল হ'ব। আমিযেই দিমনে তহঁতে দিবি? দেউতা?

গৌৰীশংকৰ : হুঁ? কিমান?

নীলিমা : বিছ হাজাৰ।

গৌৰীশংকৰ : বৰ ভাল কথা। বৰ আনন্দৰ কথা। ৰমা! এই ৰমাকান্ত! ইয়াক সদায় ওচৰতে থাকিবলৈ কওঁ—!

[ৰমা আহে।]

ৰমা : ছাৰ?

গৌৰীশংকৰ : মোৰ ডাঙৰ টেবুলখনৰ সোঁফালৰ ওপৰৰ ড্ৰয়াৰটোত চেকবুক এখন আছে। লৈ আহ। কলম এটাও আনিবি।

[ৰমা যায।]

নীলিমা : চেক কাৰ নামত দিব?

গৌৰীশংকৰ : তোৰ নামত! বিযেৰাৰ চেক!

নীলিমা : মোৰ নামত? হাতত কেছ নাই নেকি?

গৌৰীশংকৰ : কেছ! ওহোঁ, ইমান নহ'ব হ'বলা। ঠিক আছে, চেকখন মোৰ নিজৰ নামত লিখি ভঙাই আনি দিওঁ।

[ৰমাই চেকবুকখন আৰু ডটপেন আনি দিযে।]

গৌৰীশংকৰ : তহঁতে ভাত খাই উঠ মানে টকা আহি যাব।

[চেক লিখিবলৈ লয। বে'ল বাজে। নীলিমাই দুৱাৰ খুলি দিযে। মুকুল সোমাই আহে।]

গৌৰীশংকৰ : [উৎসাহিত হৈ] অ' মুকুল আহিলি? তই কেতিয়া আহিবি মই তাকে ভাবি আছিলোঁ। এক মিনিট। [চেক লিখি, পিছফালে চহী কৰি— ৰমাকান্তক দি] দৌৰ মাৰি যা, এইখন ভঙাই আনগৈ। ৰিক্সাত যাবি, ৰিক্সাত আহিবি।

প্ৰতিভা : সি যাব চেক ভঙাবলৈ?

গৌৰীশংকৰ : [ৰমাক] শুনিলি নহয? দৌৰ মাৰ। টকাখিনি লৈ বে'লত নুঠিবিগৈ। ইয়ালৈ উভতি আহিবি। [ৰমা যায] মুকুল, বৰ ইণ্টাৰেষ্টিং কথা এটা হৈছে অ'!

মুকুল : কি? [বহে।]

গৌৰীশংকৰ : দেউতাক যে ট্ৰাংক দুটা দিছিল মিলিটেৰী অফিচাৰজন, তেওঁৰ পুতেকে বোলে পিছত কথাটো জানিছিল। তেওঁ বোলে বহু বছৰ দেউতাক বিচাৰি ফুৰিছিল। নাপাই আশা এৰি দিছিল। ইমান বছৰৰ পিছত এতিয়া তেওঁ জানিছে— ময়েই তেওঁৰ পুতেক বুলি।

[মুকুল উঠে।]

তেওঁ অলপ আগতে ক'ৰবাৰ পৰা ফোন কৰি সুধিছে— মই তেওঁৰ লগত কেতিয়া হিচাব-নিকাচ কৰিম।

মুকুল : মানে?

গৌৰীশংকৰ : মানে তেওঁক ভাগ লাগে। ভাগ মানে আচলতেতো এই গোটেইবোৰেই তেওঁৰ! তেওঁ আমাক যদি দযা কৰি কিবা দিযে!

মুকুল : মানুহজন কোন?

গৌৰীশংকৰ : সেইবোৰ একো কোৱা নাই। খালী কৈছে, আমি উত্তৰটো ঠিক কৰিব লাগে, তেওঁ ফোন কৰিব। দৰকাৰ হ'লে মনত পেলাই দি থাকিব।

প্ৰতিভা : কি আচৰিত কথা।

নীলিমা : ইমান বছৰৰ মূৰত— হঠাতে?

মুকুল : [অলপ সময় গম্ভীৰভাৱে ইফাল-সিফাল কৰি] ইমান বছৰৰ মূৰত হঠাতে সিদিনা দেউতাই কাহিনীটো ক'লে, আৰু তাৰ পিছতে অফিচাৰজনৰ পুতেকে দেউতাক বিচাৰি পালে?

নীলিমা : তাকেতো।

[বে'ল বাজে। নীলিমাই দুৱাৰ খুলি দিয়ে। পূৰ্ণ সোমাই আহে।]

মুকুল : দেউতাই কাহিনীটো নোকোৱা হ'লে কিজানি মানুহজনে এইবোৰ কথা কেতিয়াও নাজানিলেহেঁতেন।

নীলিমা : এনেকুৱাওতো হ'ব পাৰে, দেউতাই কথাবোৰ কোৱা আৰু মানুহজনে দেউতাৰ খবৰ পোৱা ঘটনা দুটা ভাগ্যক্ৰমে মিলি গ'ল। কেতিযাবা এনেকুৱা অদ্ভুত যোগাযোগ হয়।

মুকুল : [চিঞৰি] নো। মই সেইবোৰ ভাগ্যক্ৰমে হোৱা যোগাযোগৰ কথা বিশ্বাস নকৰোঁ।

পূৰ্ণ : কি? কথাটো কি?

মুকুল : দেউতাই যে দুটা ট্ৰাংকৰ কাহিনী কৈছিল, আপুনি শুনিছে?

পূৰ্ণ : সেই ডিমাপুৰৰ? শুনিছোঁ।

মুকুল : কোনে ক'লে? বাইদেৱে?

নীলিমা : অঁ, মযেই এওঁক কৈছিলোঁ। ঘৰৰ কথা। এওঁক কোৱাততো আপত্তি নাই।

মুকুল : দেউতাই যেতিয়া কথাবোৰ কৈছিল, তেতিয়া ইয়াত আমি চাৰিটা মানুহ আছিলোঁ। তাৰ পিছত তই ভিনদেউক ক'লি। পাঁচটা মানুহে কথাখিনি জানিলে। এই পাঁচটাৰ ভিতৰৰে কোনোবাই কাৰোবাক কথাবোৰ ক'বই লাগিব। তাৰ বাহিৰে মই অইন একো কথাই বিশ্বাস নকৰোঁ।

প্ৰতিভা : আমাৰ মাজৰ কোনে কাক ক'বলৈ যাব?

মুকুল : অকল কোৱাই নহয়। কোনো মিলিটেৰী অফিচাৰৰ পুতেকে দেউতাক বিচাৰি উলিওৱা নাই, বৰঞ্চ আমাৰ মাজৰ কোনোবাই মিলিটেৰী অফিচাৰৰ পুতেকক বিচাৰি উলিযাইছে।

নীলিমা : তই আমাৰ কাক সন্দেহ কৰ?

মুকুল : এই মুহূৰ্তত মোৰ বাহিৰে সকলোকে।

পূৰ্ণ : মোকো?

মুকুল : মোৰ বাহিৰে সকলোকে। দেউতা, গোটেই জীৱনটো ধন-সম্পত্তি উপভোগ কৰাৰ পিছত, এসময়ত মানুহৰ ধন-সম্পত্তি-সংসাৰ সকলোৰে ওপৰত বিৰক্তি জন্মে। একোৰে প্ৰতি আসক্তি নোহোৱা হয। সকলো জলাঞ্জলি দিবলৈ মন যায। সঁচাকৈ কওক দেউতা, আপোনাৰ তেনেকুৱা হোৱা নাইতো? আপুনিয়েই অফিচাৰৰ পুতেকজনক বিচাৰি উলিওৱা নাইতো? নাইবা কল্পনাৰ মানুহ এজন সৃষ্টি কৰি আমাক শাস্তি দিয়াৰ ব্যৱস্থা কৰা নাইতো?

গৌৰীশংকৰ : [অলপ পৰ চাই থাকি] নাই। তোৰ আৰু নিভাৰ প্ৰতি মোৰ দাযিত্ব আৰু কৰ্তব্য এতিয়াও শেষ হোৱা নাই।

মুকুল : মই আপোনাৰ প্ৰত্যেকটো শব্দ বিশ্বাস কৰিলোঁ।
নীলিমা : তেনেহ'লে বাকী থাকিলোঁ আমি তিনিটা?
মুকুল : তিনিটা।
প্ৰতিভা : নাপায় মুকুল। এটা বিপদ হৈছে, আমি সকলোৱে লগ লাগি সেইটো কেনেকৈ কি হ'ল, কি কৰিব লাগিব, সেইবোৰহে আলোচনা কৰিব লাগে।
মুকুল : কেনেকৈ কি হ'ল মই তাকো আলোচনা কৰিছোঁ। আৰু মই ঠিক লাইনত আলোচনা কৰিছোঁ।
ſ : তুমি মোকো এইবোৰৰ মাজত লেটিয়াব খুজিছা নেকি?
মুকুল : আপোনাক বাদ দিলে আৰু মানুহ থাকিল কিমান? মাৰ মুখখন চোকা, কিন্তু মগজটো ইমান চোকা বুলি মই বিশ্বাস নকৰোঁ।
নীলিমা : [খঙেৰে] তোৰ হৈছে কি?
মুকুল : মোক ফিল'ছফাৰ, দাৰ্শনিক বুলি একাষৰীয়াকৈ থৈ তহঁত বহুত দূৰ আগুৱাই গৈছ। কিন্তু মই এটা বেলেগ লেভেলতো ফিলছফীৰ চৰ্চা কৰিব পাৰোঁ। তাৰ প্ৰমাণ এইবাৰ মই দেখুৱাই দিম। মই দীপৰ নিচিনাকৈ নমৰোঁ। মোক কোনেও সহজ-সৰল আধা-বলিয়া বুলি নধৰিবি।
নীলিমা : তাৰ মানে তই মোক আৰু এওঁক সন্দেহ কৰিছ?
মুকুল : একদম চাফা কথা। সেই সন্দেহ লৈয়েই এই মুহূৰ্তৰ পৰা মই কাম আৰম্ভ কৰিম।
নীলিমা : এনেকুৱা কথা ক'বলৈ তোৰ ঘিণ লগা নাই?
মুকুল : নাই লগা। তহঁতে ঘৃণনীয় কাম কৰিছ বুলি যদি মই প্ৰমাণ কৰিব নোৱাৰোঁ, তেনেহ'লে মই মোক ঘিণ কৰিম। ঘিণ কিয়, তহঁতৰ চকুৰ আগতে আৱৰ্জনা পোৰাদি নিজকে পুৰি পেলাম। দেউতা, ইহঁতক এতিয়া ইয়াৰ পৰা যাবলৈ কওক। যা তহঁত।
নীলিমা : তই আমাক ইয়াৰ পৰা যাবলৈ ক'বলৈ কোন?
মুকুল : দেউতাৰ একমাত্ৰ পুত্ৰ। দেউতা যেনেকৈ ককাদেউতাৰ একমাত্ৰ পুত্ৰ আছিল। মোক ট্ৰাংক দুটা নালাগে, কিন্তু তাৰ হিচাব মই ৰাখিব লাগিব।
গৌৰীশংকৰ : মুকুল, মই কৈছোঁ, তই এতিয়া ইয়াৰ পৰা যা।
[মুকুলে অলপ পৰ চাই থাকি ভিতৰলৈ যায়। আধা বাটৰ পৰা ঘূৰি আহি—]
মুকুল : আপোনাৰ কথা মতে মই আহিলোঁ। মই ভিতৰলৈ আহিলোঁ, কিন্তু ইহঁত যেন বাহিৰলৈ যায়।
[মুকুল সোমাই যায়। সকলো স্তব্ধ হৈ থাকে। লাহে লাহে মঞ্চ আন্ধাৰ হয়। আঁৰ-কাপোৰ পৰে।]

## দৃশ্য ঃ ৭

### মঞ্চ ঃ ১

[নিভা আৰু বিমানহঁতৰ বহা কোঠালি। বিমান এঠাইত চিন্তিত হৈ বহি আছে। নিভাই কাম কৰিছে। অলপ পিছত—]

নিভা : মোৰ বোধেৰে আমি প্ৰথমতে ইমান ডাঙৰ কামলৈ আগ বাঢ়িবই নালাগিছিল। সৰু-সুৰা, টুক-টাক, চলি থাকিব পৰা কামৰ কাৰণেহে চেষ্টা কৰিব লাগিছিল। কাম যিমানেই ডাঙৰ

হয় তাৰ পলিটিকছো সিমানে বেছি হয়। সেইবোৰ পলিটিকছত নতুন মানুহে পাত্তাই নাপায়।

বিমান : ইয়াত সৰু-ডাঙৰ লৈ কথাটো হোৱা নাই নহয়। যিটো কাম মই বলে পাৰিম সেইটো কামৰ কাৰণে মই টেণ্ডাৰ দিছোঁ। আৰু আচলতেতো মই অকলে একো কৰা নাই, সকলো কাম ত্ৰিপাঠী খুৰাৰ লগ লাগিয়েই কৰিছোঁ। টকা-পইচাৰ ফালৰ পৰা খুৰাই যিমান দূৰলৈ আগুৱাবলৈ কৈছে, সিমান দূৰলৈ আগুৱাইছোঁ। মই এটা কাম কৰিয়েই ধনী ঠিকাদাৰ হৈ যাবলৈ চেষ্টা কৰা নাই নহয়। সামান্য লাভ ৰাখি যিমান কমত পাৰোঁ, টেণ্ডাৰ দিছোঁ। কিমান ঠাইত মোৰ টেণ্ডাৰেই ল'বেষ্ট টেণ্ডাৰ হৈছে।

নিভা : তেনেহ'লে কিয় এনেকুৱা হৈছে?

বিমান : খোলাকৈতো কাৰণবোৰ কোনেও নকয়। কোনোবাই কয়— এক্সপেৰিয়েন্স।— অভিজ্ঞতা। মোৰতো তেনেকুৱা কাম কৰাৰ অভিজ্ঞতা নাই। হাৰে। কাম কৰিবলৈ নিদিলে মোৰ অভিজ্ঞতা হয় ক'ৰ পৰা? [সুৰ সলাই] আজিলৈকে দহ ঠাইমানত শুনিলোঁ— কাম পোৱা ফাৰ্মবোৰৰ ৰেপুটেচন আছে, আগৰ ভাল কাম কৰাৰ সদনাম আছে। সেই একেই কথা। মই যে মোৰ কামত বদনাম হ'বলৈ নিদিওঁ, সেইটোতো তোমালোকে এবাৰ পৰীক্ষা কৰি চোৱা। [সুৰ সলাই] চব বাজে কথা। [বৈ] ঘোচ দিলে কাম হ'ব বুলি কওঁতে মই ঘোচো দিছোঁ জানা?

নিভা : ঘোচো দিছা?

বিমান : দিছোঁতো।

নিভা : কিমান?

বিমান : পাঁচ হাজাৰ।

নিভা : [বৈ] সেযা টকাও খুৰাই দিছে?

বিমান : আৰু কোনে দিব?

নিভা : খুৰাই ঘোচ দিবলৈ দিলে?

বিমান : দিলে। খুৰাই ঠিকেই কৈছে— ঘোচৰ বিৰুদ্ধে যুদ্ধ পিছত কৰিবা। আগতে যুদ্ধ কৰিব পৰাকৈ গাত বল গোটাই লোৱা। [বৈ] পইচাখিনি ল'বৰ সময়ততো মানুহটোৱে কৈছিল— হৈ যাব, চিন্তা কৰিব নালাগে। কামটো দিয়াৰ মালিক ডাইৰেক্টৰহে, মই আজিয়েই পইচাখিনি ডাইৰেক্টৰক দি দিম। কিন্তু পিছত যেতিয়া কামটো মই নাপালোঁ, তেতিয়া তেওঁ কয়— তেওঁ কামটো মোক দিবলৈ সকলো ঠিক-ঠাক কৰিছিলেই, কিন্তু লাষ্ট ম'মেণ্টত ওপৰৰ পৰা ডাইৰেক্টৰলৈ হুকুম আহিল,— কামটো অমুকক দিব লাগে।

নিভা : পইচাখিনি?

বিমান : পইচাখিনিৰ আৰু কি হ'ব? পইচা ডাইৰেক্টৰেহে লৈছিল। মইতো তেওঁক দেখাই নাই।
[বাহিৰত দুৱাৰৰ শব্দ হয়।]

নিভা : [বাহিৰলৈ চাই] কোন?
[ত্ৰিপাঠী আহে। তেওঁৰ মুখ গম্ভীৰ। বিমৰ্ষ।]

নিভা : আহক খুৰা। বহক।

বিমান : আপুনি কষ্ট কৰাৰ কথা কৈছিল। আপুনিয়েই কওক মই কষ্ট কৰিছোঁ নে নাই? আৰু কষ্ট কৰিম, আৰু কষ্ট সহ্য কৰিম, কিন্তু লগতে বেইমানিও সহ্য কৰি যাব লাগিব? ইমানদিনে

এটা পইচা উপাৰ্জনৰ বাট উলিয়াব নোৱাৰিলোঁ। কোনো চিনাকি মানুহ নথকা ঠাইলৈ গৈ ৰেল ষ্টেচনত মুটিয়াৰ কাম কৰাৰ বাহিৰে দেখোন একো উপায়েই নাথাকিব।

[কল্যাণীয়ে ট্ৰে' এখনত দুটা বাটি প্লেটেৰে ঢাকি লৈ আহে।]

নিভা : আপুনি আকৌ কি আনিলে খুৰী?

কল্যাণী : বাটেদি যোৱা মানুহ এটাৰ পৰা সৰু মাছকেইটামান লৈছিলোঁ। তাৰে জোল অকণমান। বেঙেনাভাজি দুটুকুৰামানো আছে।

নিভা : এঃ। কিযনো আনিলে? বহুত খুৰী।

[ট্ৰে'খন লৈ নিভা ভিতৰলৈ যায।]

বিমান : আপোনালোকে আমাৰ বাবে আৰু কিমান কি কৰিব? আপোনালোকেতো আমাক চাহে-ভাতে পোহপাল দিযাৰ নিচিনাহে হৈছে। ইতিমধ্যে আপুনি কমসোপা টকা আমাৰ কাৰণে খৰচ কৰিছেনে?

কল্যাণী : এইবিলাক সৰু সৰু কথালৈ মন নিদিবা। আমাৰ যদি কেতিযাবা দিব নোৱাৰা অৱস্থা হয়, ক'ম নহয।

[নিভা সোমাই আহে।]

নিভা : নহয খুৰী, দিব পৰা অৱস্থাতো মোৰ মা-দেউতাৰো আছিল। এতিযাতো কথাটো একেই হৈছে। আমি যদি চেষ্টা নকৰিলোঁহেঁতেন তেওঁ এক কথা।

(ত্ৰিপাঠী উঠি একাষলৈ যায। দূৰলৈ চাই থাকে।)

বিমান : আপুনিযেই কওকচোন খুৰী, আমাৰ নিজৰ কিমান দোষ আছে। ধৰি লওক আমি বিযা কৰোৱাই নাই। দুযো একেলগে আছোঁ— আৰু প্ৰত্যেকেই বেলেগে বেলেগে উপাৰ্জনৰ বাট বিচাৰিছোঁ। কিন্তু এওঁৰ শিক্ষা-দীক্ষাৰে ইমান দিনে সাধাৰণ চাকৰি এটাৰো যোগাৰ নহ'ল। খালী টিউছন-টিউছন-টিউছন। টিউচনৰ বাহিৰে যেন পৃথিৱীখনত আৰু কোনো কামেই নাই। আপোনালোক নথকা হ'লেতো মাছ-মাংসৰ গোন্ধেই পাহৰি গ'লোঁহেঁতেন। ইযাতকৈ বৰং কম কষ্টতে দেখোন গুণ্ডামি কৰি মাছ-মাংসৰে পেট ভৰাই থাকিব পাৰি।

[নিস্তব্ধ]

ত্ৰিপাঠী : নিভা।

নিভা : খুৰা? [ওচৰলৈ আহে।]

ত্ৰিপাঠী : মই দুটামান কথা সোধোঁ। মোক সঠিক উত্তৰ দিবা। [ৰৈ] পূৰ্ণ দত্ত তোমাৰ ভিনিহিযেৰা হয?

নিভা : [আচৰিত হৈ] হয।

ত্ৰিপাঠী : বাইদেউৰা আৰু ল'ৰা-ছোৱালী লৈ তেওঁ অলপ দূৰত থাকে যদিও তোমালোকৰ ঘৰৰ লগত তেওঁৰ সম্পৰ্ক অতি ঘনিষ্ঠ।

নিভা : হয়। আপুনি কেনেকৈ জানিলে?

ত্ৰিপাঠী : তোমালোকক, মানে তোমাক আৰু বিমানক তেওঁ বৰ মৰম কৰে। তোমালোকৰ যাতে দুখ নহয়, তাৰ বাবে তেওঁ বৰ চিন্তা কৰে। নহয জানো?

[নিভাই বিমানৰ চকুলৈ চায।]

ত্ৰিপাঠী : তেওঁ তোমালোকৰ হিতাকাংক্ষী?

নিভা : হয়— ওঁ— হয়— হিতাকাংক্ষীয়েই বুলিব পাৰি। ভিনদেউ যেতিয়া—
ত্রিপাঠী : সঁচা কথা কোৱা। এতিয়া মিছা কথা কৈ সময় নষ্ট নকৰিবা।
নিভা : কিন্তু হঠাতে আপুনি ভিনদেউৰ কথা—
ত্রিপাঠী : মোৰ কথাৰ উত্তৰ দি যোৱা। পূৰ্ণ দত্ত তোমালোকৰ হিতাকাংক্ষী?
নিভা : [অলপ বৈ থাকি] নহয়।
ত্রিপাঠী : কি হয়? শত্রু?
নিভা : হ'ব পাৰে। কিন্তু হিতাকাংক্ষী নহয়। সেইবোৰ বহুত দিনৰ— বহু দীঘলীয়া— বহুত কথা। চমুকৈ— তেওঁ ভাবে মই তেওঁক অপমান কৰিছোঁ, আৰু তেওঁ সেই অপমানৰ কোব এই জীৱনত নাপাহৰে।
কল্যাণী : কিন্তু তোমালোকৰ যাতে কষ্ট নহয়, তাৰ কাৰণে তেওঁ কিমান কি কৰাৰ কথা কৈছিল। [বিমান আৰু নিভাই উচপ খাই উঠে।]
বিমান/নিভা : [প্রায় একেলগে] কি?
নিভা : আপোনালোকে তেওঁক ক'ত লগ পাইছিল?
ত্রিপাঠী : তেওঁ আমাক লগ ধৰিছিলহি।
নিভা : ক'ত?
ত্রিপাঠী : আমাৰ ঘৰত। ডিটেইলছ বাদ দিয়া। তোমালোকে এতিয়ালৈকে উপাৰ্জনৰ বাট বিচাৰি যিমান যি কৰিছা, মোৰ সহযোগতে কৰিছা, আৰু মই যিমান যি কৰিছোঁ, তেওঁৰ সহযোগতে কৰিছোঁ।
নিভা : মানে?
ত্রিপাঠী : তোমালোকক সহায় কৰাৰ প্রত্যেকটো কামৰ কাৰণে মই তেওঁৰ ওপৰতে ভাৰসা কৰিছিলোঁ। কিন্তু— মোৰ বৰ ডাঙৰ ভুল হ'ল। মই কিবা উপায়েৰে, তেওঁৰ লগত হোৱা গোপনীয়তাৰ চুক্তি ভংগ নকৰাকৈ তেওঁৰ লগত তোমালোকৰ সম্পৰ্কটোৰ কথা জানি ল'ব লাগিছিল।
কল্যাণী : এতিয়ানো কি হ'ল?
ত্রিপাঠী : যোৱা সপ্তাহত প্রথম মোৰ মনত এটা সন্দেহ সোমাইছিল। কালি আৰু আজি সন্দেহ আঁতৰোৱাৰ কাৰণেই বহুত ঘুৰিলোঁ, আৰু মোৰ অদ্ভুত অভিজ্ঞতা হ'ল। এনে অভিজ্ঞতাৰ কথা মই কল্পনাই কৰিব নোৱাৰোঁ।
কল্যাণী : কি হ'ল?
[সকলো বৈ থাকে। লাহে লাহে মঞ্চ আন্ধাৰ হয়।]

## দৃশ্য ঃ ৮

### মঞ্চ ঃ ২

[দুটা সৰু-সৰু অফিচ-কোঠালি। কোঠালি 'ক' আৰু 'খ'। কোঠালি 'ক'ত লাহে লাহে পোহৰ পৰে। শেঁতা, ৰঙীণ পোহৰ। পাতল নীলা ৰঙো হ'ব পাৰে। প্রথম বিষয়া বহি আছে। পূৰ্ণই ফোনত কথা পাতিছে।]
পূৰ্ণ : ঠিক কৈছে। ময়ো এখেতক সেইটোকে কৈছোঁ। আমাৰ যিখিনি ছাপৰ্টাৰ আছে,

তেওঁলোকৰ মাজতোতো কেইবাজনো এডুকেটেড আনএমপ্লয়ড আছে। সিহঁতক হাতত ৰাখিব পাৰিলে আমাৰ কিমান সহায় হয়! এইবিলাকেতো পাণ্ডৱৰ চাউল খাই কৌৰৱৰ গুণ গাব!— ঠিক। —ঠিক। কওঁ বাৰু এখেতক। থৈছোঁ। [ফোন থয়] কথাটো বোলে মিনিষ্টাৰৰো কাণত পৰিছে। এই বিমান বোলাটোৱে লাষ্ট ইলেকচনত অপজিচন পাৰ্টিৰ অফিচ এটা চলাইছিল। এতিয়া চেযাৰমেনে আকৌ তাকে কৈছে, সি যেন এইটো কাম নাপায। তাৰ টেণ্ডাৰেই ল'ৱেষ্ট টেণ্ডাৰ হ'ব পাৰে, কিন্তু ল'ৱেষ্ট টেণ্ডাৰেই একমাত্ৰ যোগ্যতা নহয়। আহোঁ।

[ওলাই যায়। বিষযাগৰাকীয়ে চিন্তা কৰে। অলপ পিছত ত্ৰিপাঠী সোমায়।]

প্ৰথম বিষয়া : আহক ত্ৰিপাঠী।

ত্ৰিপাঠী : আপোনাক আমনি নকৰোঁ। কেবল কথাটো মনত পেলাই দি যাওঁ বুলিহে দেখা দিলোঁ। কামটো হ'ব চাগৈ, নহয জানো?

প্ৰথম বিষয়া : এইমাত্ৰ মোৰ ৰুমৰ পৰা পূৰ্ণ দত্ত নামৰ মানুহ এজন ওলাই গ'ল। মন কৰিছিলনে?

ত্ৰিপাঠী : পূৰ্ণ দত্ত? মানে এই যে—

প্ৰথম বিষযা : ছ'চিযেল— পলিটিকেল— ভি আই পি।

ত্ৰিপাঠী : এ—! মই হেঁড্ক্লাৰ্কৰ ৰুমৰ পৰাহে ইয়ালৈ আহিছোঁ। নেদেখিলোঁ। মই তেওঁক চিনি পাওঁ।

প্ৰথম বিষযা : হয় নেকি? তেৰোঁ ঠিক আপোনাৰ সেই বিমান নামৰ ল'ৰাটোৰ কথাকে ক'বলৈ আহিছিল। ল'ৰাটোক যাতে কামটো দিয়া নহয়। ল'ৱেষ্ট টেণ্ডাৰ হ'লেও।— এইটো মিনিষ্টাৰ আৰু চেয়াৰমেনৰ ডিচিছন। পূৰ্ণ দত্তই মোক ৱাৰ্নিং দি থৈ গ'ল।

[ত্ৰিপাঠী হতভম্ব। নিৰ্বাক।পোহৰ লাহে-লাহে নাইকিযা হয।]

[অফিচ-কোঠালি 'খ'ত পোহৰ পৰে। অইন ৰঙৰ। হালধীয়া হ'ব পাৰে। দ্বিতীয় বিষয়াই থিয় হৈ ফাইল এটা চাই আছে। ত্ৰিপাঠী সোমাই আহে।]

দ্বিতীয বিষযা: আহা প্ৰসন্ন। [ঘড়ী চাই] তুমি বৰ পাংচুযেল। একেবাৰে কাঁটাই কাঁটাই! ভালেই কৰিলা। ময়ো এখন মিটিঙলৈ যাব লাগে। কিন্তু তুমি মোক আগতে এটা কথা কোৱা। সেইদিনা— প্ৰথম দিনা আহোঁতে তোমাৰ লগত পূৰ্ণ দত্ত নামৰ মানুহজনো আহিছিল, মনত আছেনে?

ত্ৰিপাঠী : আছে।

দ্বিতীয় বিষয়া: তুমি তেওঁক মোৰ লগত চিনাকি কৰাই দিলা— তাৰ পিছত দুয়োজনেই বিমানৰ কামটোৰ কথা ক'লা?

ত্ৰিপাঠী : হয।

দ্বিতীয় বিষযা: তাৰপিছত এই পূৰ্ণ দত্ত মানুহজনেই ওপৰত লাগিছেগৈ, বিমানে যেন কামটো নাপায়। চি চি এফে পাছত মোক ফোন কৰি কৈছে— কামটো পূৰ্ণ দত্তৰ পেট্ৰ'ল পাম্পৰ মেনেজাৰজনে পাব লাগে। মানে পূৰ্ণ দত্তই পাব লাগে। কথাটো কি? তোমালোক দুজন কেনেকুৱা বন্ধু?

ত্ৰিপাঠী : [কিছুসময় তলমূৰ কৰি বৈ থাকি।] মই আকৌ এদিন আহিম। ক'মহি। আজি আহোঁ। তথাপি কিন্তু চেষ্টা কৰিবা। বিমানে কামটো পালে তেওঁক বৰ উপকাৰ কৰা হয়।

[ত্ৰিপাঠী ওলাই যায়। বিষয়াই তেওঁৰ এটাছি কে'ছটোত ফাইলটো ভৰাই ঘড়ী চায়। টেবুলৰ বে'লটো বজায়। মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

# দৃশ্য ঃ ৯

**মঞ্চ ১**

*(সপ্তম দৃশ্যৰ অৱশিষ্ট অংশ)*

[নিভা, বিমান আৰু কল্যাণী হতভম্ব হৈ থিয় হৈ আছে। ত্রিপাঠীও থিয় হৈ আছে। অলপ পিছত।]

কল্যাণী ঃ কি আচৰিত। এইটোতো বৰ সাংঘাতিক কথা।

ত্রিপাঠী ঃ মই কল্পনাও কৰিব নোৱাৰোঁ। আমি ক'ত কি কামৰ চেষ্টা কৰোঁ, তেওঁ সহায় কৰিব বুলি সকলো তেওঁক কওঁ, আৰু সেইবোৰ জানি তেওঁ চেষ্টা কৰে— আমি যেন ক'তো একো সুবিধা কৰিব নোৱাৰোঁ। মই বৰ কষ্ট পাইছোঁ। ইমান ঠগ খালোঁ। তোমালোকৰ ইমান অপকাৰ কৰিলোঁ।

নিভা ঃ [গম্ভীৰ সুৰেৰে] আমাৰ অপকাৰৰ কাৰণে চিন্তা নকৰিব খুৰা। আপোনালোকে যি কষ্ট কৰিলে তাৰ কাৰণে আমি বৰ দুখ পাইছোঁ। ফলটো যদি ভাল হ'লহেঁতেন তেনেহ'লে এইবোৰ কষ্টৰ কথা পাহৰি গ'লোহেঁতেন। পিছে এতিযাও পাহৰিব পাৰিব লাগিব। এইবাৰ আপোনালোকে অলপ জিৰণি লওক। মই চেষ্টা কৰি চাওঁ।

বিমান ঃ তুমি কি চেষ্টা কৰিবা?

নিভা ঃ মই তোমাক আজি অনুৰোধ কৰিছোঁ, তুমি মোক কিছুদিনলৈ একেবাৰে মুক্ত কৰি দিয়া।

বিমান ঃ মই মুক্ত কৰি দিয়া-নিদিয়াৰ কথা নহয়। কিন্তু এইখন পৃথিৱীত তুমি কৰিবা কি? আমিযেই—

নিভা ঃ নহয়, সেইটো নক'বা। তোমালোকেই নোৱাৰিলা, গতিকে মই কিডাল কৰিম— সেইটো নক'বা। তোমাক খালী মই এটা অনুৰোধ কৰিম— তুমি মোৰ ওপৰত বিশ্বাস নেহেৰুৱাবা। মই যি কৰোঁ তাৰ কাৰণে তুমি যদি কষ্ট পোৱা, তেনেহ'লে মোক ক্ষমা কৰিবা। তোমাক যে এদিনলৈও সুখ দিব নোৱাৰিলোঁ, সেই কথাটো মই এক মুহূর্তৰ কাৰণেও নাপাহৰোঁ।

কল্যাণী ঃ কিন্তু তুমি কৰিবা কি?

নিভা ঃ [কল্যাণীক] আপুনি আমাক নিজৰ সন্তানৰ নিচিনাকৈ আবৰি ৰাখিছে। আৰু কিছুদিন এওঁক চাব খুৰী।

কল্যাণী ঃ মই সুধিছোঁ, তুমি কৰিবা কি?

নিভা ঃ নিজেও জ্বলিম, যাক যাক জ্বলাব লাগে চবকে জ্বলাম। চাৰখাৰ কৰি দিম। ভালকৈ খাই-বৈ থাকি ডাঙৰ, বিখ্যাত হৈ থাকিবহে লাগে। বিখ্যাত হোৱাৰতো বহুত উপায় আছে! এইটো উপায়েৰে নহ'ল যেতিয়া অইন এটা উপায়েৰে হ'লেও বিখ্যাত হ'বই লাগিব।

[মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

# দৃশ্য ঃ ১০

**মঞ্চ ২**

[অফিচ-কোঠালি 'খ'। দ্বিতীয় বিষয়াই কাগজত চহী কৰি আছে। ওচৰতে থিয় হৈ কেৰাণী এজনে তেওঁক সহায় কৰি আছে।]

দ্বিতীয় বিষয়া : নিৰঞ্জন বাবু আহিছেনে?
কেৰাণী : আহিছে ছাৰ।
দ্বিতীয় বিষয়া : বাহিৰত বহুত মানুহ গোট খাই আছে নেকি?
কেৰাণী : আছে দহ-বাৰজনমান।
দ্বিতীয় বিষয়া : নিৰঞ্জন বাবুক ক'বা, বাহিৰত মানুহ বেছি থাকিলে এইবোৰ ইছ্যু কৰিব নালাগে। কিছুমান মানুহে এনেয়ে গণ্ডগোল কৰে।
[চহী কৰা শেষ কৰে। পিয়ন এজনে কাগজ এটুকুৰা দিযেহি। বিষয়াজনে কাগজ টুকুৰা চাই 'আহিবলৈ দিয়া' বুলি কয়। পিয়নজন গুচি যায়। ফাইলটো বান্ধি লৈ কেৰাণীজনো ওলাই যায়। বিষয়াজনে পানী এঢোক খাই চিগাৰেট এটা জ্বলায। বিমান সোমাই আহে।]
বিমান : নমস্কাৰ ছাৰ।
দ্বিতীয় বিষয়া : নমস্কাৰ। বহা।
বিমান : হ'ব ছাৰ।
দ্বিতীয় বিষয়া : তোমাক ত্ৰিপাঠীয়ে কিবা কৈছে নেকি?
বিমান : কৈছে। মই তাৰে কথা এটা সুধিবলৈ আহিলোঁ।
দ্বিতীয় বিষয়া : কোৱাচোন?
বিমান : আপোনালোকে বহু কষ্টৰে পঢ়া-শুনা কৰি, বহু জ্ঞান অৰ্জন কৰি, টান টান কম্পিটিটিভ পৰীক্ষা পাছ কৰি, বহু বছৰৰ মূৰত এইখন চকীত বহাৰ যোগ্যতা লাভ কৰিছে।
দ্বিতীয় বিষয়া : তুমি দেখোন বৰ আচৰিত ধৰণে কথা আৰম্ভ কৰিলা?
[দ্বিতীয় বিষয়া বহাৰ পৰা উঠি আহে।]
বিমান : মোক কষ্ট দি থকা কথা এটাই আপোনালোককো কষ্ট দিয়ে নে নিদিযে মই জানি যাবলৈ আহিছোঁ ছাৰ। এই যে ভোটৰ বলত কিছুমান মানুহ আপোনালোকৰ মূৰৰ ওপৰত বহেহি, সেইবিলাকৰ জ্ঞান-বুদ্ধিকতো এনেয়ে আপুনি গণ্যই নকৰিলেহেঁতেন।
দ্বিতীয় বিষয়া : এনেয়ে মানে?
বিমান : মানে আপোনালোকৰ মূৰৰ ওপৰত বহিবলৈ পোৱাৰ আগতে, বাটত, সমাজত, আপোনাৰ এই অফিচত তেওঁলোকৰ জ্ঞান-বুদ্ধিৰ ওজন কিমান সেইটো জনাৰ পিছতো তেওঁলোকক মূৰত লৈ থাকিলহেঁতেন নে?
দ্বিতীয় বিষয়া : মূৰত কোনেও একো লৈ থাকিবলৈ ভাল নাপায়, বুইছা বিমান? ভিক্ষাৰীয়ে চাউলৰ টোপোলা এটাও যিমান পাৰে সোনকালে মূৰৰ পৰা নমাবলৈহে ভাল পায়। শিলগুটিৰ টোপোলা হ'লেতো কথাই নাই।
বিমান : মই মানুহক অৱজ্ঞা কৰাৰ কথা কোৱা নাই। প্ৰত্যেকটো মানুহ কিবা নহয় কিবা এটা গুণৰ কাৰণে আপোনাতকৈ ডাঙৰ। আপুনি বাহিৰলৈ গৈ প্ৰত্যেকটো মানুহৰ ওচৰত মূৰ দোঁৱাই তেওঁৰ পৰা জানিবলগীয়া কথা জানি লওক। শিকিবলগীয়া কথা শিকি লওক। কিন্তু এইখন চকীত বহি, আমাক শাসন কৰাৰ সময়ত, আপুনি কাৰ জ্ঞান-বুদ্ধিক গ্ৰাহ্য কৰিব, কাৰ জ্ঞান-বুদ্ধিক নকৰিব, তাৰ এটা হিচাপ থাকিব নালাগেনে? আপোনালোকৰ মূৰৰ ওপৰত বহাসকলৰ মাজত এনেকুৱা মানুহ বহুত আছে, যাৰ আপোনাৰ লগত সমানে সমানে কথা পতাৰ যোগ্যতাও নাই। কওক হয়নে নহয়?

দ্বিতীয় বিষয়াঃ মইনো কি ক'ম। [হাঁহে]।

বিমান ঃ কথাটো সঁচা নে মিছা সেইটো কওক।

দ্বিতীয় বিষয়াঃ এইখন চকীত বহি কিছুমান কথা ক'ব নোৱাৰি।

বিমান ঃ তেনেহ'লে ময়েই কৈ যাম। যেতিয়া ভুল কথা ক'ম তেতিয়াহে আপুনি আপত্তি কৰিব। এইবিলাক মানুহৰে কিছুমান কেনেকৈ মন্ত্ৰী হয়, আৰু মন্ত্ৰী হ'ব নোৱৰা কিছুমান কেনেকৈ চেয়াৰমেন হয়, সেইটোও আপুনি জানে। কিন্তু এই মানুহবিলাকৰ হুকুম নীৰৱে মানি আপোনালোকে ইমান অন্যায় কৰে কিয়?

দ্বিতীয় বিষয়াঃ দেশখনৰ মানুহে যে তেওঁলোকক ভোট দি জিকাই দিছে, সেইটো মনত নাৰাখা কিয়?

বিমান ঃ মানুহে ভোটহে দিয়ে, তেওঁলোকৰ মগজুত জ্ঞান-বুদ্ধি সুমুৱাই নিদিয়ে নহয়। কাইলৈ ছমাহৰ কাৰণে তেওঁলোক নোহোৱা হ'লে আপোনালোকেই দেশ চলাই থাকিব। কিন্তু আপোনালোক নোহোৱা হ'লে তেওঁলোকে লৰচৰেই কৰিব নোৱাৰে। তেনেহ'লে কিয় আপোনালোকে তেওঁলোকৰ বেইমানিবোৰ বন্ধ নকৰে? কিয় আপোনালোকে তেওঁলোকক বেয়াটো বেয়া বুলি বুজাই নিদিয়ে? আপোনালোকৰ হতুৱাই জঘন্য অন্যায কামবোৰ কৰাই ল'বলৈ দিয়ে কিয়?

দ্বিতীয় বিষয়াঃ জঘন্য অন্যায কাম আমাৰ হতুৱাই ভাল মানুহে কৰাই নলয। দুষ্ট মানুহেহে কৰাই লয়।

বিমান ঃ তাকে সুধিছোঁ, কৰাই ল'ব পাৰে কিয?

দ্বিতীয় বিষয়াঃ এইখন চকীৰ পৰা উঠি আহি কৈছোঁ যদিও, এইটো কোঠালিৰ ভিতৰতে কৈছোঁ, সেই কাৰণে সাৱধানে কথা কৈছোঁ— কিছুমান— আকৌ কৈছোঁ— কিছুমান মূৰ্খ মানুহৰ ভোটেৰে যেতিযালৈকে এই দুষ্ট মানুহবোৰ জিকি থাকিব, তেতিযালৈকে মই দুষ্ট মানুহৰ হুকুম মানি থাকিব লাগিব। ডিছিপ্লিন। প্ৰশাসনৰ শৃংখলা। আৰু সেইবোৰ মানুহ মোৰ পৰা ভাল বুদ্ধি ল'বলৈ মোৰ মূৰৰ ওপৰত উঠা নাই, মোক দুষ্ট বুদ্ধি দিবলৈ উঠিছে।

বিমান ঃ তেনেহ'লে আমি চলো কেনেকৈ? সৎভাৱে কিবা এটা কৰি খোৱাৰ উপায পাওঁ কেনেকৈ? আপোনালোকে মুখ ফুটাই যুদ্ধ নকৰে কিয? 'এইটো কাম পূৰ্ণ দত্তই পাব নোৱাৰে, তেওঁ পালে ৰাইজৰ পইচা বেছি খৰচ হ'ব, এইটো কাম বিমান দাসে পাব লাগে'— এনেকৈ জোৰেৰে কৈ আমাক সহায নকৰে কিয?

দ্বিতীয় বিষয়াঃ মই তোমাক অন্তৰ উবুৰিযাই আশীৰ্বাদ দিছোঁ বিমান— হাজাৰ হাজাৰ মানুহে এতিযাও সৎভাৱে কিবা এটা কৰি খাই আছে, তুমিও এটা নহয এটা বাট পাবাই। আশীৰ্বাদ কৰিছোঁ— তুমি যিমান পাৰা সোনকালে এইখন চকীত বহাহি। তাৰ পিছত তুমি মোক তোমাৰ প্ৰশ্নবোৰৰ উত্তৰ দিবা। তুমি এই বয়সত তোমাৰ পৰিবাৰৰে সৈতে লঘোণে থাকিবলগীয়া অৱস্থাত পৰিছা। মই চব জানো। কিন্তু মোৰ বযসত ল'ৰা-তিৰোতাৰে সৈতে তুমি লঘোণে থাকিব পাৰিবা? ৰাইজৰ মহান প্ৰতিনিধিৰ মহান পৰামৰ্শৰ বিৰুদ্ধে গৈ, দুৰ্নীতিক প্ৰশ্ৰয় দি, টকা খাই, মই বিমান দাসক ঠিকা এটা দিলোঁ, দেশসেৱক পূৰ্ণ দত্তক নিদিলোঁ, এই অপবাদ মূৰত লৈ ছাছপেণ্ডেড হৈ থাকিব পাৰিবা? তুমি পাৰিবা, তোমাৰ লগৰ এহাজাৰজনে নোৱাৰে। এইখন চকীত বহিবলৈ পূৰ্ণ দত্তৰ এহাজাৰজন বন্ধু আছে। মই অকলে তোমাৰ বন্ধু হৈ কি লাভ কোৱাচোন!

বিমান ঃ তেনেহ'লে ময়োনো অকলে এনেকৈ থাকি কি লাভ? নহয জানো? উস। বৰ পলম হৈ

গ'ল। উপাৰ্জন কৰিম বুলি যিদিনা প্ৰথম বাটলৈ ওলাই আহিছিলোঁ, সেইদিনাই যদি আপোনালোকক লগ পালোহেঁতেন, সেইদিনাই যদি এইবোৰ কথা জানি ল'লোহেঁতেন, তেনেহ'লে ইমানদিনে কিজানি অলপ-অচৰপ ধনী মানুহেই হৈ গ'লোহেঁতেন। তথাপি এবাৰ চেষ্টা কৰি চাম। আপুনি নিজেই কৈছে— আপোনালোকৰ বয়স গ'ল, সংসাৰৰ হেঁচাত মূৰ তলমুৱা হৈ গ'ল। কিন্তু মোৰতো এতিয়াও তেনেকুৱা হোৱা নাই। গতিকে চেষ্টা কৰিম। তথাপি যদি হাৰি যাওঁ, মোক কিন্তু দোষ নিদিব।

[বিমান উচাট মাৰি ওলাই যায়। কোঠালিটো আন্ধাৰ হৈ যায়।]

[অফিচ 'ক'ত পোহৰ পৰে। প্ৰথম বিষয়া উত্তেজিত হৈ আছে।]

প্ৰথম বিষয়া : তুমি জানা— তুমি কাৰ লগত কথা পাতিছা?

বিমান : জানো।

প্ৰথম বিষয়া : তুমি জানা— তুমি ক'ত কথা পাতিছা?

বিমান : জানো।

প্ৰথম বিষয়া : তেনেহ'লে তুমি কিয়, কিহৰ জোৰত ইমান ডাঙৰ কথা কৈছা?

বিমান : মোৰ একোৰে জোৰ নাই। [হাত মেলি] চাওক। খানাতালাচ কৰক। টকাৰ বাণ্ডিলো নাই, পিষ্টলো নাই। মই আপোনাৰ টেবুলতো বহি লোৱা নাই। খালী হাতেৰে কিছুমান কাম কৰিব নোৱাৰি বুলি জানো, তথাপি, এতিযাও খালী হাতেৰে কিমান কি কৰিব পাৰোঁ তাৰে চেষ্টা কৰি আছোঁ। তথাপি আপুনি তৰ্জন-গৰ্জন কৰিছে। কিন্তু পিষ্টল এটা লৈ অহা হ'লে আপুনি মেকুৰীৰ নিচিনাকৈ মেও মেও কৰিলেহেঁতেন। খুলশালীযেকক সোধাৰ দৰে চাহ খামনে, কফি খামনে, কোকাকোলা খাম সুধিলেহেঁতেন। হুইস্কি খাম বোলা হ'লেও কিজানি বৰ চিন্তাত নপৰিলহেঁতেন।

প্ৰথম বিষয়া : এতিয়া তুমি সেইবোৰৰ ট্ৰেইনিং লৈছা?

বিমান : লোৱাৰ ইচ্ছা নাই, কিন্তু আপোনালোকে তেনেকুৱা ট্ৰেইনিং ল'বলৈ বাধ্য কৰাব যেন পাইছোঁ। আপোনালোকেই আচল ট্ৰেইনাৰ বুলি মোৰ ধাৰণা হৈছে।

প্ৰথম বিষয়া : যোগ্য হৈ আহিবা, ট্ৰেইনিং দি দিম। এতিযা তুমি ওলাই যাবানে?

বিমান : এই প্ৰকাণ্ড ডিপাৰ্টমেণ্টটোৰ মুৰব্বী বিষয়া হৈ, আপুনি কেৱল এই টেলিফোনটোৰে ওপৰৰ হুকুম ল'বলৈকে বহি থাকে কিয়? নিজৰ বিবেক-বুদ্ধি খটুৱাই অকণমান ভাল কাম কৰিব নোৱাৰে? কিয় চাকৰিৰ নামত আপুনি গোলামি কৰে? কিয় আপুনি মানুহৰ তেজ খায়?

প্ৰথম বিষয়া : কি কথা কোৱা তুমি? মই কাৰ তেজ খাইছোঁ?

বিমান : মোৰ তেজ খাইছে। মাহৰ পিছত মাহ মই লোকৰ অনুগ্ৰহৰ ওপৰত জীয়াই আছোঁ। মই নিজৰ ভৰিত থিয় দিবলৈ আপোনাৰ পৰা কাম বিচাৰিছোঁ। ন্যায় বিচাৰিছোঁ। আপুনি কিয় পূৰ্ণ দত্তৰ নিচিনা দালালৰ কথা শুনি মোক বঞ্চিত কৰিব? কিয়? আপুনিও ভাগ পালে?

প্ৰথম বিষয়া : অঁ পালোঁ। কি কৰিবা তুমি? গে'ট আউট।

বিমান : কি কৰিম? মুখেৰে কোৱাৰ আৰু প্ৰয়োজন নাই। মই এয়া কৰিম।

[আচম্বিতে বিমানে টেবুলৰ ফাইল থোৱা বাকচটো তুলি বিষয়াৰ গালে মাৰি পঠায়। তাৰ পিছত বহী এখনো দলিয়ায়। তাৰ পিছত জাঁপ মাৰি বিষয়াজনৰ বুকুত খামোচ মাৰি ধৰে। তেওঁক ঘুচিয়ায়। বিষয়াজন পৰি যায়। বিমানে তেওঁক গুৰিয়ায়। কেইবাজনো মানুহ

সোমাই আহে। হুলস্থূল লাগে। মানুহকেইজনে বিমানক ধৰে। আঁৰ-কাপোৰ পৰে। তাৰ পিছতো চিঞৰ-বাখৰ চলি থাকে। এটা তীক্ষ্ণ চিঞৰ শুনা যায। লাহে লাহে ইখন আঁৰ কাপোৰ উঠে।]

# দৃশ্য ঃ ১১

## মঞ্চ ১

[আঁৰ-কাপোৰ লাহে লাহে উঠে। আগৰ দৃশ্যৰ হুলস্থূলীয়া সংগীতৰ মাজৰ পৰা কোমল সংগীত ওলাই আহে। ৰাতি। এখন ডাঙৰ হোটেলৰ ঘাঁহনিত দুটা ডাঙৰ-ডাঙৰ ৰঙীণ ছাতি। ছাতিৰ তলত চকী-মেজ। সন্মুখৰ মেজখনৰ দুখন চকীত মুখামুখিকৈ বহি আছে নিভা আৰু পূৰ্ণ। এটা বেযাৰাই ট্ৰে'ত দুগিলাচ পানীয় আৰু প্লেটত কিছু (কাজু-বাদামৰ নিচিনা) খোৱা বস্তু লৈ আহে। তেওঁলোকৰ আগত বস্তুখিনি থৈ বেয়াৰাটো সিটো ছাতিৰ ওচৰলৈ যায। তাত এহাল ডেকা-গাভৰু বহি আছিল। বেযাৰাটোৱে প্লেটত থকা বকচিছৰ পইচাখিনি লৈ চালাম কৰে। ডেকা-গাভৰুহাল উঠি গুচি যায। বেযাৰাটোও যাযগৈ।]

পূৰ্ণ ঃ খোৱা।

[নিভা উঠি ৰেলিঙৰ কাষলৈ আহে। অলপ পিছত পূৰ্ণও তাইৰ কাষলৈ আহে।]

পূৰ্ণ ঃ মোৰ যিমানদূৰ বিশ্বাস, আৰু তাত থকা অইন মানুহৰো বিশ্বাস, বিমানে অফিচাৰজনক জীৱন শেষ কৰি দিম বুলি মৰা নাছিল। শুনিছোঁ মানুহজনৰ ব্লাড প্ৰেছাৰ আছিল। তেওঁ বোধকৰোঁ শ্বক পালে আৰু হাৰ্টফেইল কৰিলে। তদুপৰি মানুহজনৰ গাত যিমানবোৰ আঘাতৰ চিন পোৱা গৈছে, অকল বিমানে সিমানবোৰ আঘাত কৰিব নোৱাৰে। হঠাতে বোলে কোঠাটোলৈ বহুত বাহিৰা মানুহ সোমাই গৈছিল। গতিকে কে'ছটো ইমান সহজ নহ'ব।

নিভা ঃ বৰ ডাঙৰ ঘটনা ঘটি গ'ল!

পূৰ্ণ ঃ এনেযে ঘটনাটো ইমান ডাঙৰ নহ'লহেঁতেন। কিন্তু মানুহজন বৰ ডাঙৰ অফিচাৰ আছিল। তেওঁ চৰকাৰৰো বৰ প্ৰিয়পাত্ৰ আছিল। গতিকে আমি— দেউতা, মুকুল সকলোৱে ইমান চেষ্টা কৰিও বিমানৰ জামিনৰ ব্যৱস্থাটো কৰিব পৰা নাই।

নিভা ঃ নহয, নহয়, তেওঁৰ জামিনৰ ব্যৱস্থা কোনেও কৰিব নালাগে। আপুনি দেউতাকহঁতকো ক'ব, কোনেও তেওঁৰ কাৰণে কষ্ট কৰিব নালাগে। তেওঁ যিমান বেছিদিন সম্ভৱ জে'লতে থকা ভাল। শান্তি হ'ব।

পূৰ্ণ ঃ কিয় তেনেকৈ কৈছা?

নিভা ঃ [বৈ] মোৰ আৰু এইবোৰ ভাল লগা নাই ভিনদেউ। মই আচল কথা কৈছোঁ। মই হাৰিলোঁ, বৰ বেযাকৈ হাৰিলোঁ। যুদ্ধ কৰিবলৈ ওলোৱাটোৱেই মোৰ ভুল হৈছিল।

পূৰ্ণ ঃ [বৈ, চাই থাকি] মই তেতিয়াই কৈছিলোঁ।

নিভা ঃ মোৰ কিবা এটা মৰসাহ হৈছিল। কিবা নিচায়েই ধৰিছিল, নে কথাবোৰ বুজাত ভুলেই কৰিছিলোঁ— মুঠৰ ওপৰত বৰ ডাঙৰ ভুল হৈ গ'ল। আপোনাকো মনত বৰ দুখ দিলোঁ।

পূৰ্ণ ঃ নাই নাই, মোৰ কথাটো বাদ দিয়া।

নিভা : মই এইখিনি কথাকে ক'বলৈ আপোনাক লগ পাব খুজিছিলোঁ। আপোনাৰ ওচৰ চপাৰ বাহিৰে এতিয়া মই একো উপায় পোৱা নাই।

পূৰ্ণ : বৰ ভাল কাম কৰিলা। মই মনত অলপ দুখ নোপোৱা নহয়, পাইছিলোঁ। কাৰণ মই তোমাক মৰম কৰিছিলোঁ। কিন্তু দুখ পালেও তোমাৰ কথাবোৰ মই বৰ ছিৰিয়াছলী লোৱা নাছিলোঁ। ভাবিছিলোঁ, সৰু ছোৱালী, প্ৰেমত পৰিছা, পৃথিৱীখন বেলেগ চকুৰে চাবলৈ আৰম্ভ কৰিছা, প্ৰেকটিকেল কথাবোৰ তোমাৰ চকুত পৰা নাই। কিন্তু এদিন যে পৰিব, মোৰ সেই বিশ্বাস আছিল।

নিভা : আজি ঠিক সেইটোৱেই হৈছে। এইবোৰ চব মিছা। কেতিয়াবা এদিন সুখ পাম বুলি যদি দিনৰ পিছত দিন ইমান যন্ত্ৰণাই ভুগিব লাগে, তেনেহ'লে সুখৰ থাকিল কিটো? দুখ-কষ্ট-যন্ত্ৰণাই যদি এনেকৈ চেপি চেপি দেহ-মন জুৰুলা কৰি পেলায়, তেনেহ'লে এদিন ৰাজসুখ আহিলেও তাক ভোগ কৰিব কোনটো দেহাই? কোনটো মনে ভোগ কৰিব? উস! বৰ বেযাঁকৈ হাৰিলোঁ ভিনদেউ! বৰ ভুল কৰিলোঁ। পৃথিৱীখনকে চিনি নাপালোঁ।
[পূৰ্ণই মেজৰ পৰা গিলাচ দুটা আনি এটা নিভাৰ হাতত দিয়ে।]

পূৰ্ণ : কথাবোৰ তেনেকৈ ভবাৰ কোনো প্ৰযোজন নাই নিভা। হতাশ হোৱাৰো কোনো প্ৰযোজন নাই। তোমাৰ জীৱন আৰম্ভ হৈছেহে। এইটো জানিবা তোমাৰ ফাইনেল পৰীক্ষা হ'ল। যিটো ৰিজাল্ট পালা, সেইটোক ফাৰ্ষ্টক্লাছ বুলি ধৰিলেই হ'ল। খোৱা।
[পূৰ্ণই নিজে খায।]

নিভা : ঠিক কৈছে। কিবা এটা কৰি মোৰ চব পাহৰি যাবৰ মন গৈছে। নতুনকৈ কিবা এটা আৰম্ভ কৰিবলৈ মন গৈছে। পাৰ হৈ যোৱা দিনখিনিৰ কাৰণে নিজৰ ওপৰতে প্ৰতিশোধ ল'বৰ মন গৈছে।

পূৰ্ণ : নতুনকৈ কিবা এটা আৰম্ভ কৰা। কোনো আপত্তি নাই। সেইটো ভালৰেই কথা। কিন্তু প্ৰতিশোধৰ কথা কিয ভাবিবা?

নিভা : মোৰ আজিকালি কেনেকুৱা লাগে জানে ভিনদেউ? মই যেন বহু দিন দুৱাৰ-খিৰিকী নোহোৱা মালগাড়ীৰ ডবা এটাত সোমাই আছোঁ, এতিয়া যেন তাৰ পৰা ওলাই সাগৰৰ পাৰৰ মুকলি ঠাইত বহি থাকিম।

পূৰ্ণ : তোমাৰ মনৰ অৱস্থাৰ কথা মই বুজিছোঁ।

নিভা : এনেকুৱা লাগিছে যেন [গিলাচটো দেখুৱাই] এইবোৰ নিৰামিষ চৰবতৰ সলনি এনেকুৱা এগিলাচ ৰস খাম যাতে মোৰ দেহ-মন আধা চেতন, আধা অচেতন অৱস্থাৰ মাজত ওপঙি থাকে।

পূৰ্ণ : হয় নেকি? তেনেহ'লে সলাই দিবলৈ কওঁ।

নিভা : হুঁ? আজি— আজি নালাগে দিয়ক। কাইলৈ। কাইলৈ আপুনি এবাৰ আহিব পাৰিবনে? মোৰ গোটেই দিনটো অকলে থকাৰ কথা ভাবিলেই ভয় লাগে। মনৰ কথা কিছুমান কৈ থাকিবলৈ মোৰ ওচৰতে যেন কোনোবা থাকিব, তেনেকুৱা লাগি থাকে।

পূৰ্ণ : ঘৰলৈ এবাৰ যাবা নেকি?

নিভা : নৌ— নৌ— নৌ! ওহোঁ। ঘৰলৈ মই এতিয়া নাযাওঁ। কোনখন মুখেৰে যাম?

পূৰ্ণ : তেখেতসকলে তোমাৰ প্ৰতি বেয়া ভাব নাৰাখিবও পাৰে।

নিভা : জানো। দেউতাহঁতে চাগৈ সদায় মোক ক্ষমা কৰিয়েই আছে। কিন্তু সেই ক্ষমা গ্ৰহণ কৰাৰ যোগ্যতা মোৰ নাই। তেখেতসকলৰ মুখামুখি হোৱাৰ আগতে মোক নিজকে পৰাচিত কৰি ল'বলৈ দিয়ক। আপুনি আহিব কাইলৈ?

পূৰ্ণ : আহিম, নিশ্চয় আহিম।

নিভা : বাৰু ভিনদেউ, কেইদিনমান— ক'ৰবাত— কোনেও বিচাৰি উলিয়াব নোৱৰা এক নিৰ্জন ঠাইত লুকাই থাকিবগৈ নোৱাৰিনে? মোৰ বৰ ভাগৰ লাগিছে।

পূৰ্ণ : [চাই থাকি] কিয় নোৱাৰি? পাৰি।

নিভা : [একে সোহাঁই প্ৰায় আধাগিলাচ চৰবত খাই] এতিয়া মোৰ মনটো অলপ পাতল পাতল লাগিছে। মোক তেনেকুৱা এডোখৰ ঠাইলৈ লৈ যাব?
[দুয়ো দুয়োলৈ চাই থাকে। লাহে লাহে মঞ্চ অন্ধকাৰ হয়।]

## দৃশ্য : ১২

### মঞ্চ : ২

[গৌৰীশংকৰৰ ড্ৰইং ৰুম। হাতত মেগাজিন এখন লৈ মুকুল বহি আছে। গৌৰীশংকৰ এঠাইত থিয় হৈ আছে। তেওঁ এবাৰ ওচৰতে অহা-যোৱা কৰে। তাৰ পিছত—]

গৌৰীশংকৰ : তই নিভাক এইবিলাক, মানে এই ট্ৰাংক দুটা, টেলিফোন কল, এই কথাবিলাকো কলি নেকি?

মুকুল : ক'লোঁ।

গৌৰীশংকৰ : [খোজ কাঢে। ৰয়।] আচলতে এইবোৰ কথাৰ ওপৰত একো গুৰুত্বই দিব নালাগে বুইছ। তই এইখিনিৰ পৰা আৰম্ভ কৰিছ, স্বৰ্গ-মৰ্ত্য-পাতাল ঘূৰি-পকি আহি আকৌ এইখিনিতে ওলালিহি। য'ৰ মানুহ ত'ত। মাজৰ কথাবোৰ পাহৰি গ'লেই হ'ল। মই দুবাৰ মেট্ৰিক ফেইল কৰি চিনেমাহলৰ আগত বিড়ি খাই বহি থকা ল'ৰা আছিলোঁ। সেইটো চৰিত্ৰৰে মই কি হ'ব পাৰিলোহেঁতেন? ধৰি ল এটা অতি সাধাৰণ মানুহ হ'ব পাৰিলোহেঁতেন। আজি মই জানিবা সেই সাধাৰণ মানুহটো হৈ গ'লোঁ। এইটো কি ডাঙৰ কথা? ক্ষতি কি? কোনোবাই এইবোৰ বিচাৰিছে, মাতি আনি দি দে। নিভাৰ নিচিনাকে বাটলৈ ওলাই যা। ক'তা, নিভা নাহিল দেখোন?

মুকুল : আহিব ৰ'বচোন! তাই কৈছে নহয়, আন্ধাৰ হোৱাৰ পিছত আহিব বুলি।

গৌৰীশংকৰ : আন্ধাৰ হোৱাৰ পাছত কিয়?

মুকুল : তাই দিনত ওলাবলৈ ভয় কৰে।

গৌৰীশংকৰ : এঃ! তায়োনো ভয় কৰিব লাগেনে? আচলতে তায়ো চাগৈ ভয়াতুৰেই আছিল। মাজতে এছোৱা সময় আহিল, তাই সাংঘাতিক সাহসী হৈ গ'ল। তাৰ পিছত আকৌ সেই ভয়াতুৰ। ঘূৰি-ঘূৰি আকৌ সেই আগৰ ঠাইত। আমি বেছিকেলী একেবাৰে সাধাৰণ, বোকা-পানীত লেটি লৈ থকা মানুহ বুজিছ? হঠাৎ এদিন ৰাতি কোনোবাই আকাশৰ পৰা তিনি লাখ টকা থকা দুটা ট্ৰাংক পেলাই দিলে, আৰু তই গোটেই জীৱনটো সোণ-ৰূপৰ চামুচেৰে ঘিউ-মৌ খোৱা মানুহ হৈ গলি! এইটো হোৱা উচিত নেকি?

মুকুল : হ'ব দিয়কচোন! আপুনি কিয় ইমান বকি থাকে?

গৌৰীশংকৰ : বকি থাকোঁ? সেইটোও এটা ডাঙৰ প্ৰশ্ন। মোৰ নিচিনা ইমান ভব্য-গব্য মানুহ এজনে, এই সুন্দৰ অট্টালিকাৰ ভিতৰত ধন-সোণেৰে মেটমৰা বাকচৰ ওপৰত বহিতো বকিব নালাগিছিল। মোৰ মুখৰ কথাবোৰ দোকমোকালিৰ মন্ত্ৰৰ নিচিনাকৈ গম্ভীৰ, সুললিত সুৰত ওলাব লাগিছিল। কিন্তু বকাৰ নিচিনাকৈ ওলায় কিয় জান? কাৰণ আচলতে মই ভব্য-গব্য মানুহ নহওঁৱেই! সামান্য সুবিধা পালেই মোৰ ভিতৰৰ চাবেক মানুহটো— বিড়ি খোৱা মানুহটোৱে কথা ক'বলৈ আৰম্ভ কৰে। মাৰ আৰু বাযেৰে যে সিদিনা টেলিফোনত কাজিয়া কৰিছিল— সৌ ভিতৰ গাঁৱৰ চোতালত দুজনী মানুহে ঢপলা পিটি, চুলিয়া-চুলি কৰিবলৈ ওলোৱা কাজিযাৰ লগত এইখন কাজিয়াৰ কি পাৰ্থক্য? বেছিকৈলী একো পাৰ্থক্য নাই। মাৰ-বাযেৰহঁতে বি এ, এম এ পাছ কৰি এইটো ঘৰত থাকে কাৰণে তেওঁলোকৰ কাজিয়াই চুলিযা-চুলিৰ পৰা টেলিফোনলৈ প্ৰমোছন পায়। বাহিৰৰ পৰা মানুহে সৌৱা গৌৰীশংকৰ ৰাযচৌধুৰীৰ ঘৰ বুলি মূৰ দোঁৱাই থাকিলে কি হ'ব?

[কলিং বে'ল বাজে। ৰমাকান্ত দৌৰি আহে। সি দুৱাৰ খুলি দিযে। ওৰণি লৈ নিভা সোমাই আহে। সোমায়েই তাই ওৰণিখন আঁতৰায়। ৰমাকান্তই অবাক হৈ চাই থাকি ধপকৈ আঁঠুকাটি নিভাক সেৱা কৰিব খোজে।]

নিভা : অ'ই! কি কৰিছ? উঠ। [ৰমা উঠে।] ভালে আছ?

[ৰমাৰ মুখেদি কথা নোলায়। সি হাতযোৰ কৰি বৈ থাকে।]

নিভা : যা, ভিতৰলৈ যা। তোৰ লগত পিছত কথা পাতিম।

[ৰমা যায়।]

গৌৰীশংকৰ : [কিছু সময় নিভালৈ চাই থাকি] কেনে আছ? সহ্য কৰিব পাৰিছ? চম্ভালিব পাৰিছ?

নিভা : আপুনি, আপুনি পাৰিছে?

গৌৰীশংকৰ : পাৰিছোঁ। পাৰিছোঁ। [কণ্ঠৰুদ্ধ হ'ব খোজে] মই কোনো অসুবিধা নোহোৱাকৈ চলি আছোঁ। মোৰ আজিকালি প্ৰয়োজন বৰ কম নহয। সেই কাৰণে অসুবিধাও বৰ কম। প্ৰায নাযেই! ইমানকণ চাহ, ইমানকিটা ভাত, ৰমাকান্ত আছে নহয়— চলি যায়।

[প্ৰতিভা দৌৰি আহে। তাই নিভাক সাবটমাৰি ধৰি নিঃশব্দে কান্দে।]

নিভা : [নিজৰ কান্দোন চেপি ৰাখি] নাকান্দিবি।

[প্ৰতিভাৰ কান্দোনৰ শব্দ ওলাই আহে।]

নিভা : নাকান্দিবি বুলি কৈছোঁ নহয। তই যদি কন্দা বন্ধ নকৰ, মই কিন্তু এতিয়াই গুচি যাম। মই কেইমিনিটমানৰ কাৰণে আহিছোঁ। এইকণ সময কান্দি-কাটি নষ্ট নকৰিবি।

[প্ৰতিভাই কান্দোন বন্ধ কৰি চকু-মুখ মচে।]

প্ৰতিভা : আজি ৰাতিটো ইয়াত নাথাক?

নিভা : নাথাকোঁ দে মা। আমি দুয়ো এদিন লগে-ভাগে আহি বৰ ফূৰ্তি কৰাৰ কথা আছিল। আজি এনেকৈ ইয়াত থাকি গ'লে মোৰ ভাল নালাগিব।

প্ৰতিভা : ভাত খাই যাবি?

নিভা : ভাত? সময় হ'ব জানো?

প্ৰতিভা : হ'ব। কিমান পৰনো লাগিছে? তইঁতে কথা পাত মানে ভাত হ'বই।

নিভা : খাম বাৰু দে। বেছি একো নকৰিবি। খালী ভাত, দাইল, আলুভাজি হ'লেই হ'ব।

প্ৰতিভা : বাৰু। বাৰু।

[প্ৰতিভাৰ হঠাতে আকৌ কান্দোন আহে। মুখ ঢাকি তাই লৰালৰিকৈ সোমাই যায়।]

নিভা : মাই কথাই-কথাই কান্দিয়েই থাকে নেকি?

গৌৰীশংকৰ : নাই নাই, নাকান্দে। বহুত দিনৰ মূৰত আজিহে এনেকুৱা কৰা দেখিলোঁ। আৰু ইণ্টাৰেষ্টিং কথা কি জান? নাকান্দেতো নাকান্দেই, মাৰে আজিকালি তেনেকৈ কথাও নকয়।

নিভা : কিয়?

গৌৰীশংকৰ : জানো। কথা শেষেই হ'ল নেকি? মাৰৰ কথা শেষ হৈ গ'ল— ভাবিলে আচৰিত হ'ব লাগে নহয়? এতিয়াহে মই উপলব্ধি কৰিছোঁ। ধানকল এটা চলি থকাৰ শব্দটো বৰ বিৰক্তিকৰ যেন লাগিব পাৰে, কিন্তু মালিকৰ কাৰণে সেইটো শব্দ বৰ প্ৰয়োজনীয়। ধানকলটোৰ শব্দ বন্ধ হৈ যোৱাটো মালিকৰ কাৰণে যেনেকুৱা লোকচানৰ কথা, মোৰো তেনেকুৱা লোকচান হোৱা যেন লাগিছে। মোৰ বৰ দুখ লাগিছে।

নিভা : দেউতা, আপুনিও এনেকুৱা কৰিছে?

মুকুল : মই তোক বহুত কথা ক'বলৈ মাতি আনিছিলোঁ। কিন্তু বাকী কথাবোৰ থাকক। এইবাৰ তই অন্ততঃ দেউতাক বুজাই থৈ যা।

গৌৰীশংকৰ : মোক? মোক কি বুজাব লাগিছে?

মুকুল : দেউতাই অনবৰতে বকি থাকে। একেবোৰ কথাকে কৈ থাকে। এনেকৈ থাকিলে মানুহ সঁচাকৈয়ে বলিয়া হৈ যাব। মই অকলে সহ্য কৰিব নোৱৰা হৈছোঁ।

গৌৰীশংকৰ : একেবোৰ কথাকে নকৈ কি কবি? নতুন কথা ক'বলৈ নতুন কি হৈছে? আৰু অনবৰতে বকি থাকোঁ— মানে— মাৰৰ ভাগৰ কথাখিনিও মই ক'বলগীয়া হৈছে নহয়, সেই কাৰণে কাম অলপ বাঢ়িছে। [ডাঙৰকৈ হাঁহে, হাঁহি সামৰি] নহয় নহয় নিভা, ই এনেযে ভয় কৰিছে। মই ইয়াৰ কথা আলোচনা কৰিবলৈহে তোক ওচৰত বিচাৰিছিলোঁ। ইয়াৰ পঢ়া-শুনাত ৰাপ দেখি— এইবিলাক মাটি-ঘৰ-সম্পত্তিৰ প্ৰতি কোনো আগ্ৰহ নথকা দেখি, মোৰ বৰ ভাল লাগিছিল। কিন্তু হঠাতে এতিয়া সি এই ঘৰ-সম্পত্তিৰ কাৰণে, পঢ়া-শুনালৈ পিঠি দি, মিলিটেৰী অফিচাৰৰ পুতেক— মানে পূৰ্ণ দত্তৰ লগত যুদ্ধ কৰিবলৈ ওলাইছে। তয়ো তাক সেইবোৰৰ পৰা আঁতৰি থাকিবলৈ বুজাচোন।

নিভা : হয় নেকি মুকুল?

মুকুল : ভিনদেৱে ভিক্ষা খোজক, মই মা-দেউতাক ক'ম— এইবোৰ চব তেওঁক দি দে। কিন্তু তেওঁ চয়তানি কৰিব— মই যুদ্ধ কৰিম।

নিভা : নালাগে। ভিক্ষা কৰিবলৈওতো মানুহক এটা ফুটা নথকা বাচন বা জোলোঙা লাগে। ভিনদেউক সেইবোৰ যোগাৰ কৰিবলৈ অলপ সময় দে। তই তোৰ লাইনত থাক। তোৰ লাইনটো বৰ সুন্দৰ লাইন মুকুল। আঁতৰিলেহে গম পাবি কিহৰ পৰা আঁতৰি আহিলি।

গৌৰীশংকৰ : তহঁত দুটাৰ প্ৰতি থকা মোৰ দায়িত্ব আৰু কৰ্তব্য পালন কৰাৰ দুটা উপায় মই ভাবি পাইছোঁ। পাঁচ বছৰ, ছবছৰ, কেইবছৰৰ কাৰণে লাগে মই সকলো ব্যৱস্থা কৰি দিওঁ, মুকুল জাৰ্মানীলৈ যাওক। তাত সি তাৰ মনৰ লগত মিলা এখন নতুন জগত পাব। আৰু [নিভাক] তোকতো এখন নতুন সংসাৰলৈ উলিয়াই দিবলৈ মই এক পইচাও খৰচ কৰিবলৈ

নাপালোঁ। সেই কাৰণে বিমানৰ মোকৰ্দমাটো চলাবলৈ যিমান পইচা লাগে সেইখিনি তই মোৰ পৰা ল।

নিভা : লাগিলে ল'ম বাৰু দেউতা। কিন্তু পইচা খৰচ কৰিলেই বিমান জিকিব, নকৰিলেই হাৰিব, সেইটোৱেই যদি আদালতৰো নিয়ম হয়, তেনেহ'লে সেই কামত পইচা খৰচ কৰাৰো মোৰ ইচ্ছা নাই। ধৰি লওক মাকৰ বাহিৰে বিমানৰ আৰু কোনো নাই। তেতিয়া? মই কোৱা কথা যে খবৰ কাগজত ওলাইছিল— পঢ়িছিল?

গৌৰীশংকৰ : পঢ়িছিলোঁ।

নিভা : সেইটোৱেই কথা। কিয় বিমানে মানুহজনক মাৰিবলগীয়া হ'ল, তাৰ বিচাৰহে ডাঙৰ কথা। সেই কাৰণটো যদি আঁতৰ নহয়, তেনেহ'লে বিমানক উলিযাই আনি লাভ নাই। তেওঁ ওলায়েই আকৌ কোনোবা এজনক মাৰিব। সেইবোৰ বাৰু বাদ। মুকুল, তোৰ কাৰণে দেউতাই বৰ ভাল কথা ভাবিছে। এইবোৰ তুচ্ছতাৰ মাজৰ পৰা যিমান সোনকালে পাৰ, যিমান দূৰলৈ পাৰ— ওলাই যা।

মুকুল : কিন্তু তইঁতক এই অৱস্থাত এৰি থৈ—

গৌৰীশংকৰ : আঃ। আমাৰ অৱস্থা আৰু কি? আজি ৰ'দ, কাইলৈ বৰষুণ— চলিযেই থাকিব। মানুহে ৰ'দতো ছাতি মেলে, বৰষুণতো ছাতি মেলে। তই ছাতি মেল। বুজিলি? [হাঁহে। হাঁহি সামৰি ছিৰিযাছ হৈ]— তই মোৰ কথা নেপেলাবি। তোৰ মনত আছেনে নাই ক'ব নোৱাৰোঁ— দীপাই প্ৰায়েই জাৰ্মানীত পঢ়া-শুনাৰ কথা কৈছিল। তই যদি জাৰ্মানীত থাক, তেতিযা মোৰ দীপাও জাৰ্মানীত থকা যেন লাগিব। [ভাগি পৰে।]

নিভা : দেউতা। আকৌ ৮ অন্ততঃ মোৰ আগত আপুনি এনেকুৱা কৰিব নালাগে। [তেওঁৰ নিজৰ মাতটো কান্দো কান্দো হৈ পৰে।] আপুনি এনেকুৱা কৰিলে মই কাৰ আগত কান্দিম? [অলপ সময নিস্তব্ধ।]

মুকুল : তইঁতে এনেকুৱা কৰি থাকিলে মই কি সুখেৰে জাৰ্মানীলৈ যাম? দুষ্ট মানুহৰ মাজত তইঁতক এৰি থৈ—

নিভা : হ'ল আৰু। বাদ দে। তই ইয়াত থাকিও একো কৰিব নোৱাৰিবি। কিবা কৰিবলৈ হ'লে মানুহ মোৰ নিচিনা নিষ্ঠুৰ, নিজৰ ভিতৰতে দপ্‌দপ্‌কৈ প্ৰতিহিংসাৰ জুই জ্বলাব পৰা মানুহ হ'ব লাগে। মই এখন ভযানক যুদ্ধৰ বাবে বেহু পাতি আনিছোঁ। বেহুখনৰ আইডিয়া এটা লাগে নেকি? লাগে যদি ক?

মুকুল : কেনেকুৱা?

নিভা : ভয নাখাবি কিন্তু।

মুকুল : নাখাওঁ।

নিভা : পূৰ্ণ ভিনদেউৰ ঘৰলৈ টেলিফোন কৰচোন।

মুকুল : [আচৰিত হৈ] পূৰ্ণ ভিনদেউৰ ঘৰলৈ? কিয?

নিভা : কৰচোন।

[মুকুলে ডায়েল কৰে।]

গৌৰীশংকৰ : পূৰ্ণ ঘৰত নাই হ'বলা। সেইটোও এটা চিন্তাৰ কথা হৈছে। এৰাতিৰ কাৰণে কলিকতালৈ যাওঁ বুলি সি সোমবাৰেই গ'ল, আজিলৈকে নাই। নীলিমাই বৰ অশান্তি কৰি আছে।

মুকুল : [ফোনটো] বাইদেউ নেকি? ধৰচোন।

[ফোনত নিভাক দিয়ে।]

নিভা : মই নিভাই কৈছোঁ।— এই অলপ আগতে আহিছিলোঁ, এতিয়াই যামগৈ। হেৰি নহয়, ভিনদেউ আজিয়েই ঘৰলৈ ওভতাৰ কথা আছিল। কিন্তু আজি নাহে, কাইলৈ আহিব।— কেনেকৈ জানিলোঁ মানে, এইকেইদিন মই ভিনদেউৰ লগতে আছিলোঁ।— শ্বিলঙত পাইনভিউ হোটেলত।— নহয়, কলিকতাৰ নামটো ভিনদেৱে এনেয়ে কৈছে।— কিয় মানে, ব্যৱসায়ৰ কামতে বুলি ধৰিব পাৰ। তোক ভিনদেৱে কিছুমান কথা কোৱা নাই। ভিনদেউৰ বিছিনেছৰ অৱস্থা বৰ বেয়া হৈছে। আনকি পেট্ৰ'ল পাম্পটোও লোকৰ হাতলৈ যাওঁ যাওঁ হৈছে। সেইবিলাক বহুত কথা। কিন্তু সদায় দেউতাক পোনে পোনে ইমানবোৰ পইচা খুজিবলৈ বেয়া পায়তো, সেই কাৰণে ভিনদেৱে মানুহ এটা লগত লৈ ট্ৰাংক দুটাৰ ভাগ ল'বলৈ ওলাইছিল। মানুহটোৰ হতুৱাই দেউতালৈ ফোন কৰাইছিল। তাকে শ্বিলঙত মই কথাবোৰ অলপ গত লগাই দি আহিছোঁ।— [খঙেৰে] সেইবোৰ ভিনদেউক সুধিবি। তই কেৱল এটা কথালৈ মন কৰিবি, ভিনদেৱে মদ খালে বৰ বেছিকৈ খায়। এৰিবই নোখোজে। তই অলপ-চকু দিবি।

[ফোনটো মুকুলক দিয়ে। মুকুল হতভম্ব হয়।]

মুকুল : এইবোৰ—?

নিভা : মই পতা বেহুটোৰ এটা আইডিয়া। ভয় নাখাওঁ বুলিছিলি নহয়। এতিয়া কিয় এনেকুৱা কৰিছ?

[প্ৰতিভা আহে।]

প্ৰতিভা : আহ নিভা। ভাত দিছোঁ। তই যি কৈছিলি তাকে কৰিছোঁ। [কথাৰ লগত কান্দোন মিহলি হৈ আহে।] ভাত, দাইল আৰু আলুভাজি। আৰু একো কৰা নাই।

নিভা : মা! [সাবটি ধৰে।]

[মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

## দৃশ্য ঃ ১৩

### মঞ্চ ঃ ১

[এখন ভাল হোটেলৰ এটা দুজনীয়া কোঠালি। ৰাতি। মেজত মদৰ বটল, ছ'ডাৰ বটল, গিলাচ আদি আছে। প্লেটত বাদামৰ নিচিনা খোৱাবস্তু আছে। পূৰ্ণই আগৰে পৰা মদ খাই আছে। ওচৰত বিয়েৰাৰ এটা থিয় হৈ আছে। পূৰ্ণই মেনুখনৰ পৃষ্ঠা লুটিয়াই চায়। এঢোক খায়। এটা বাদাম খায়।]

পূৰ্ণ : ইছ্‌পেঘেটি ইন্ মিনছ পৰ্ক্— এইটো কি?

বেয়াৰা : গাহৰি মাংসৰ কিমা আৰু—

পূৰ্ণ : [ইংগিতেৰে মনে মনে থাকিবলৈ কৈ] হ'ব। আৰু এইটো, গ্ৰিল্‌ড চিকেন, ছাউটে পটেট' এণ্ড মাছৰুম—?

বেয়াৰা : এইটো ছাৰ—

পূৰ্ণ : ৰেইট। এই চব বাদ দিয়া। [মেনুখন থয়] মই যি ক'ম, সেয়া আছেনে নাই কৈ যাবা। ভাত আছে? ৰাইছ?

বেয়াৰা : আছে ছাৰ।

পূৰ্ণ : দুই প্লেট। দাইল?

বেয়াৰা : আছে।

পূৰ্ণ : দুবাটি। মুৰগী মাংস। চিকেন কাৰি?

বেয়াৰা : আছে ছাৰ।

পূৰ্ণ : দুবাটি। মাছ আছে? ভজা মাছ?

বেযাৰা : আছে ছাৰ।

পূৰ্ণ : চাৰি টুকুৰা। ফ'উৰ। তৰকাৰী? ভিজিটেবল কাৰি দুবাটি। বেঙেনা ভাজি? বেঙেনা ইন বেচন?

বেযাৰা : হ'ব ছাৰ।

পূৰ্ণ : ছিক্স। তাৰ বাহিৰে চালাদ, আচাৰ, চাটনি— এইবোৰ হ'ব নহয়?

বেয়াৰা : হ'ব।

পূৰ্ণ : এতিযা এইখিনিকে লৈ আহা। মেমচাহাবে যদি আৰু কিবা লাগে বুলি কয তেতিযা দিবা।

বেযাৰা : ভাল ছাৰ। [যাব খোজে।]

পূৰ্ণ : শুনা। মই ওচৰৰ ৰুমটোত— ওবান জিৰ' ছেভেন— আমাৰ মেমচাহাব আছে নহয়? যাওঁতে কৈ যাবা, তেওঁৰ যদি গাধোৱা হ'ল তেন্তে ইযালৈ আহিব।

বেযাৰা : ভাল ছাৰ। [যাব খোজে।]

পূৰ্ণ : হেৰি নহয। শুনাচোন। ধৰি লোৱা মেমচাহাবে কোঠালিৰ পৰা ওলাই দুৱাৰখন বন্ধ কৰি দিলে। তাৰপিছত যদি মই চাবিটো লুকুৱাই থৈ দিওঁ, তেতিয়া তেওঁ কেনেকৈ ৰুমত সোমাব?

বেযাৰা : মেনেজাৰৰ হাতত ডুপ্লিকেট চাবি থাকে ছাৰ।

পূৰ্ণ : মই আজি মেনেজাৰক ফোন কৰি কৈ দিম— তেওঁ ডুপ্লিকেট চাবি নাই বুলি ক'ব। তোমাৰ মেমচাহাবে কি কৰিছে জানা? তেওঁ যে প্ৰবাসলৈ আহি কোনোবা হোটেলত থাকিলে এটা ৰুমত অকলে থাকিবলৈ ভয় নকৰে, এইবাৰ সেই কথাটো বোলে প্ৰমাণ কৰি দেখুৱাব। সেই কাৰণে বেলেগ ৰুমত অকলে আছে। প্ৰমাণ কৰিবলৈ আৰু কথা নাপালে! যোৱা, তুমিও মেনেজাৰক কৈ দিবা। নৌ ডুপ্লিকেট।
[দুৱাৰত শব্দ হয়।]

পূৰ্ণ : কাম ইন।
[নিভা আহে। ৰাতিৰ ড্ৰেছ। বেযাৰা ওলাই যায়।]

পূৰ্ণ : আহা আহা। বাঃ একদম ফ্ৰে'ছ?

নিভা : ফ্ৰে'ছ।

পূৰ্ণ : এ—! বেয়াৰাটো গ'লেই। খোৱা অৰ্ডাৰ ময়েই দি দিলোঁ। ৰুমলৈকে আনিবলৈ ক'লোঁ। মই চিকেন কাৰি, মাছ ভাজি, দাইল, তৰকাৰী, বেঙেনা ভাজি এইবোৰ আনিবলৈ ক'লোঁ। তোমাৰ ভালপোৱা কিবা আছিল নেকি?

নিভা : নাই। বেঙেনা ভাজিৰ কথা কৈছে নহয়? মোৰ তাৰেই হৈ যাব।

পূৰ্ণ : কি কোৱাহে তুমি? এই সুন্দৰ ঠাইখনলৈ তুমি বেঙেনা ভাজি খাবলৈ আহিছা নেকি? [মেনুখন দি] এইখন চোৱা। পঢ়া। ইংলিছ, ইটালীয়ান, চাইনিজ—। ঢেৰ কিবাকিবি আছে। [নিভাই মেনুখন চায। পূৰ্ণই নতুন গিলাচ এটাত মদ ঢালে। ছ'ডা ঢালে।]

পূৰ্ণ : লোৱা, তোমাক পাতলকৈ দিছোঁ।

নিভা : [গিলাচটো লৈ] এতিয়া পাতলকৈ দিলে কি হ'ব? মই মোৰ কমতে কাঢ়াকৈ মাৰি আহিছোঁ। ডবল। আজি আৰু নচলিব।

পূৰ্ণ : তুমি কিন্তু এইটো বেয়া কাম কৰিছা? প্ৰথম অৱস্থাত অকলে অকলে নিজে লৈ খাব নালাগে। আগুাজ নাথাকে নহয। ঠিক আছে বাৰু, বাকিলোঁ যেতিয়া এইকণ খাই পেলোৱা।

নিভা : খাম বাৰু। মোৰ এতিয়াই মূৰটো ৰিম-ঝিম, ৰিম-ঝিম কৰিছে। কেনেবাকৈ আউট হৈ যাব লাগিলে আচল বিজিনেছৰ কথা পতাই নহ'ব।

পূৰ্ণ : বাদ দিয়া বিজিনেছৰ কথা। সেইবোৰ কথা উলিয়াই ইমান সুন্দৰ সময়খিনি নষ্ট নকৰিবা। শ্বিলঙতো তুমি ফাল্টু কথাবোৰ পাতি সময়বোৰ বৰবাদ কৰিলা। বিজিনেছৰ আৰু কিটো হ'ব? বিজিনেছ চলি থাকিব। বিজিনেছত আপ-ডাউন আছেই। আজি ডাউন কাইলৈ আপ। [এঢোক খায। এচুকলৈ গৈ অলপ পৰ বৈ থাকে। তাৰ পিছত] এই যে মোৰ ডাউনটো হৈছে, এইটো অকল মোৰ দোষতে হোৱা নাই বুইছা? দুটামান মানুহে মোক বিট্ৰে কৰিলে। সিহঁতে মোক ভুল বুদ্ধিও দিলে। পিছত বিট্ৰেও কৰিলে। মই প্ৰথমতে কথাবোৰ ধৰিবই নোৱাৰিলোঁ।

নিভা : কোননো তেওঁলোক?

পূৰ্ণ : তুমি চিনি নাপাবা। এদিন দূৰৰ পৰা দেখুৱাই দিম। [এঢোক খায। চিন্তা কৰে] দুটা কাৰবাৰ। দুটা কাৰবাৰে মোক শেষ কৰি দিলে। ইযাৰ— এই ভুবনেশ্বৰ শৰ্মাৰ ইলেক্‌চনটোত আঠ লাখ টকা খৰচ কৰিলোঁ। সি জিকা হ'লে আঠ লাখৰ কাৰণে মই চিন্তা কৰিব লাগেনে?— হাৰি থাকিল। [খং] ছালা মিটিং এখনত কথা এষাৰ ভালকৈ ক'ব নোৱাৰে, অকল টকাৰ জোৰতে জিকিব পাৰিম বুলি ভাবি থাকিলে কেনেকৈ হ'ব। এতিয়া মৰিলোঁ মইহে। [খায।] সেইটো বাৰু যেন-তেন, কিন্তু মই ডাঙৰ মাৰটো খালোঁ কিহত জানা?

নিভা : কিহত?

পূৰ্ণ : হংকঙৰ পৰা বাৰ্মাৰ মাজেদি আমেৰিকান পিষ্টল আহিব, মই যদি পোন্ধৰ লাখ দিওঁ, কমেও ত্ৰিছ লাখ পাম। চাৰি মাহৰ ভিতৰত। [ৰৈ] প্ৰথম পেকেটটো লৈ যি দুটা মানুহ আহিল, দুয়োটা মণিপুৰ ব'ৰ্ডাৰত বস্তুৰে-বাহানিযে এৰেষ্টেড। চাফা। দ্বিতীয, তৃতীয, চতুৰ্থ পেকেট অহাৰ কোনো বাতৰি নাথাকিল। আঠে পোন্ধৰই তেইছ। তেইছ লাখ। [খায] এনেকুৱা বেয়া দিন আহে। বহুতৰে জীৱনলৈ আহে। কিন্তু কোনোবা ফালৰ পৰা অলপ হেল্প পালেই আকৌ ঠন ধৰি উঠিব পাৰি। মানে বিপদৰ সময়ত বেমাৰীক কিছু সময়ৰ কাৰণে অক্সিজেন দিয়াৰ নিচিনা কথা। [ৰৈ থাকে।] মই এবাৰ এওঁক, নীলিমাক কৈছিলোঁ, এনেয়ে থকাতকৈ তোমালোকৰ কম্পাউণ্ডত যে সৰু ঘৰটো আছে, তাতে এমব্ৰয়ডাৰী, বুটিক— এনেকুৱা কিবা দোকান এখন খোলা। তেৰোঁ কথাটোত ইন্টাৰেষ্ট লৈছিল।

নিভা : বটিযা। বৰ ভাল আইডিয়া আছিল। বিজিনেছৰ কাৰণে আমাৰ ঘৰৰ কম্পাউণ্ডটো বৰ ভাল ঠাই।

পূৰ্ণ : কিন্তু ইতিমধ্যে সেই ঘৰটো হেনো আধাকঠা মাটিৰে সৈতে দেউতাৰাই ৰমাকান্ত বোলা চাকৰটোক দি দিলে। লেঠা মৰি থাকিল। [বৈ]। দেউতাৰাই কিছুমান কাম হুজুগতে কৰে যেন পাওঁ। ভবিষ্যতৰ কথা চিন্তা নকৰে।

নিভা : আমাৰ দেউতা এই শতিকাৰ সৰ্বশ্ৰেষ্ঠ বেস্তা।
[ফোন বাজে।]

পূৰ্ণ : হেল্লো।— ইয়েছ।— ভিজিটৰ? মোৰ ভিজিটৰ? কোন?— নাম কৈছে নেকি?— মিছেছ? মানে মোৰ ৱাইফ? [নাৰ্ভাছ হৈ] না, না, সেইটো কেনেকৈ হ'ব? মোৰ মিছেছে মই ইযাত আছোঁ বুলিতো নাজানে।— দি দিয়কচোন বাৰু?— নীলিমা? তুমি কেতিয়া আহিলা?— আ-আহা, আহাচোন।
[ফোন থৈ ভযাৰ্তদৃষ্টিৰে নিভালৈ চায।]

পূৰ্ণ : নীলিমা আহিছে।

নিভা : আহক দিয়ক। আপুনি নাৰ্ভাছ হৈছে কিয়?

পূৰ্ণ : কিন্তু— তেওঁ মই ইয়াত থকা বুলি জানিলে কেনেকৈ?

নিভা : মই ফোন কৰি খবৰ দিছিলোঁ।

পূৰ্ণ : তুমি? কিয়?

নিভা : খা-খবৰ নাপালে তাই বোলে বৰ চিন্তা কৰি থাকে?

পূৰ্ণ : হোৱাট ডু ইউ মিন? যোৱা, তুমি এতিযা তোমাৰ ৰুমলৈ যোৱা।

নিভা : ইযাত থাকিলেনো কি হয়?

পূৰ্ণ : তুমি মুৰ্খ নেকি?

নিভা : আঃ। আমি একেলগে আছোঁনে নাইবাইদেৰে সেইটো চাবলৈহে আহিছে। [দুৱাৰত শব্দ] মই গুচি গ'লে তাই কিডাল দেখিব?
[দুৱাৰত শব্দ] কাম ইন প্লিজ।
[নীলিমা সোমাই আহে। তাই দুযোলৈকে চায়। ৰুমটোলৈ চায়। চকী এখনত বহে। কিছু সময তাই তললৈ চাই থাকে। তাৰপিছত—।]

নীলিমা : [নিভাক] এইবোৰ কি হৈছে?

নিভা : [ইংগিতেৰে পূৰ্ণক দেখুৱাই দিযে] সোধ।

নীলিমা : [চিঞৰি— পূৰ্ণক] কি হৈছে এইবোৰ?

পূৰ্ণ : তুমি— তুমি কিয় আহিলা?

নীলিমা : এইবোৰ কি হৈছে, সেইটো কোৱা?

পূৰ্ণ : কি হোৱা দেখিছা? একো হোৱা নাই।

নীলিমা : ইয়াত কি কৰিছাহি?

পূৰ্ণ : ব্যৱসাযৰ কামত আহিছোঁ। ব্যৱসায়ৰ কাম কৰিছোঁহি।

নীলিমা : কি ব্যৱসায়ৰ কাম? [নিভাক দেখুৱাই] এই ইয়াত কি কৰিছে?

পূৰ্ণ : এওঁ নিজৰ কামত ইয়ালৈ আহিছিল। ইয়াতহে মোৰ লগত দেখা হৈছে।

নীলিমা : কিছুদিনৰ আগতে শ্বিলঙত যে পাইনভিউ হোটেলত একেলগে আছিলা, সেইবাৰো এনেকৈয়ে দেখা হৈছিল নেকি? কি হৈছে আচল কথা নোকোৱা কিয়? [নিভাক] তই কিয় এনেকৈ এওঁৰ লগে-লগে ফুৰিছ?

নিভা : ভিনদেউক অলপ সহায় কৰিছোঁ।

নীলিমা : কি সহায় কৰিছ?

নিভা : ভিনদেউৰ মন-চন ভাল নহয়। মই লগত থাকিলে তেখেতৰ অলপ ভাল লাগি থাকে। তেনেকৈয়ে সহায় কৰিছোঁ।

নীলিমা : কোনে তোক এনেকৈ সহায় কৰিবলৈ কৈছে?

নিভা : মই নিজেই কৰিছোঁ।

নীলিমা : কি দৰকাৰ পৰিছে তোৰ এনেকুৱা সহায় কৰিবলৈ?

নিভা : ভিনদেৱে বিপদৰ সময়ত আমাক বহুত সহায় কৰি থৈছে। সেই কাৰণে।

নীলিমা : [পূৰ্ণক] হয় নেকি? কিমান সহায় কৰিলা?

পূৰ্ণ : মই তোমালোকক কেতিয়া সহায় কৰিলোঁ?

নিভা : কিয় নাই কৰা? আমাৰ ভাৰাঘৰৰ মালিক প্ৰসন্ন ত্ৰিপাঠীৰ লগলাগি আপুনি আমাক কম সহায় কৰিলেনে? আঁপুনি সেইখিনি সহায় নকৰা হ'লে আমি কেতিযাবাই খাবলৈ নাপাই মৰিলোহেঁতেন। আপোনাৰ কথা বেযাকৈ কৈছিল কাৰণেই বিমানে সেই অফিচাৰটোক মাৰিলেও। আপোনাৰ সহায়ৰ কথা আমি পাহৰিব নোৱাৰোঁ। মই আপোনাক সহায কৰিমেই।

নীলিমা : [অলপ সময চাই থাকি, পূৰ্ণক] কিমান দিনৰ পৰা এইবোৰ চলি আছে? [ৰৈ] মই সুধিছোঁ কিমান দিনৰ পৰা এইবোৰ চলি আছে? মই দুটা ল'ৰা-ছোৱালীৰ মাক। মই কি দোষ কৰিলোঁ। কোৱা। মই কি দোষ কৰিলোঁ?

পূৰ্ণ : নাই। তোমাৰ একো দোষ নাই।

নীলিমা : তেনেহ'লে কিয় মোৰ পৰা লুকুৱাই এইক লৈ এনেকৈ ঘূৰি ফুৰিছা?

পূৰ্ণ : বাদ দিযা এতিযা সেইবিলাক কথা। মই তোমাক পিছত সকলো কথা বুজাই ক'ম।

নীলিমা : নহ'ব। এতিয়াই, এইৰ সন্মুখতে ক'ব লাগিব।

পূৰ্ণ : কিছুমান কথা মৰিবলৈ ওলোৱা বেমাৰীযেও ডাক্তৰৰ আগত খুলি ক'ব নোৱাৰে। তথাপি, মই তোমাক ইমানকে কওঁ— কেতিয়াবা কিছুমান চিন্তাই মনটোক হেঁচা মাৰি ধৰে, বৰ কষ্ট দিয়ে। তেতিযা কেইদিনমান— ক'ৰবাত— শান্তিৰে সোমাই থাকিবলৈ মন যায।

নীলিমা : মই লগত থাকিলে তোমাৰ শান্তি নহয়?

পূৰ্ণ : তুমিতো সদায় লগত থাকাই! মোৰ বিপদৰ সময়ততো তোমাৰ সেই একেবোৰ দুষ্ট বুদ্ধি! ঘূৰি ঘূৰি আকৌ সেই তোমাৰ মাৰালৈ টেলিফোন!

নীলিমা : এতিযা এই তোমাক শান্তি দিছে? নতুন বুদ্ধি দিছে?

নিভা : নহয় মানে— এটা চেঞ্জ আৰু! আমনি লগা বিৰক্তিকৰ অৱস্থাৰ মাজত নতুন কিবা এটা!

নীলিমা : মনে মনে থাক। তোৰ লাজ নালাগে? মোৰ বুকুৰ পৰা তই এই মানুহটোক আঁতৰাই আনিলি? তই ইমান তললৈ নামিলি?

নিভা : মই আঁতৰাই অনাৰ পিছতো তই কাইলৈ মানুহটোক আকৌ ওচৰতে পাবি, কিন্তু মোৰ

মানুহটোক? মোৰ মানুহটোক ভিনদেৱে কিমান দূৰলৈ পঠাই দিলে, তই জান?

পূৰ্ণ : মই তোমাৰ মানুহটোক কেনেকৈ দূৰলৈ পঠালোঁ?

নীলিমা : আৰু তোৰ মানুহটো নাই কাৰণে তই লোকৰ মানুহৰ লগত পলাই পলাই গা ঘঁহাই ফুৰিছ?

নিভা : এৰা, এতিয়ালৈকে কথাটো তেনেকুৱাই হৈছে।

নীলিমা : তইঁতৰ মতলব কি মোক খুলি ক। তইঁতৰ মুখৰ পৰা এবাৰ শুনি লওঁ, তাৰ পিছত মই মোৰ ৰাস্তা ঠিক কৰি ল'ম। খুলি ক।

নিভা : ভিনদেৱে মোক সুধিছে— তেওঁ যদি তোক ডাইভোৰ্ছ কৰে, মানে এৰি দিয়ে, তেনেহ'লে মই তেওঁক বিয়া কৰাবলৈ ৰাজী আছোঁনে নাই? ভিনদেউৰ মতলব সেইটো।

পূৰ্ণ : নিভা!

নিভা : আৰু মোৰ মতলব হ'ল— সিমানকৈ কটা-ছিঙা কৰাৰ কোনো দৰকাৰ নাই। তই ওচৰে-পাঁজৰে থাক, মই দূৰে দূৰে থাকোঁ। আমাৰ তাহানিৰ কলেজৰ ভাষাত, তই যেনিবা হাতকা পাছ, মই যেনিবা দিলকা পাছ।

পূৰ্ণ : তুমি এইবোৰ কি কথা কৈছা? মই কেতিয়া তোমাক তেনেকৈ সুধিছিলোঁ?

নিভা : আপুনি যেতিয়া মদ নোখোৱাকৈ নৰ্মেল অৱস্থাত আছিল, তেতিয়া।

পূৰ্ণ : মিছা কথা।

নীলিমা : মই ঠিক বুজিছোঁ। নিজৰ জীৱন নিজে ধ্বংস কৰি এতিয়া তই কাৰো সুখ সহ্য কৰিব নোৱৰা হৈছ। তোৰ জীৱনৰ যিকণ আছে, মই সেইকণো শেষ কৰি দিম।

নিভা : তই একো কৰিব নালাগে। আমাৰ দুটাৰ পাছে পাছে দৌৰি দৌৰি তই যেতিয়া লেবেজান হৈ যাবি, ভিনদেৱে যেতিয়া আকৌ এটা চেঞ্জ বিচাৰিব, তেতিয়া মই নিজে আঁতৰি দিম। তোলৈ খবৰ পঠাম— লৈ যাহি, তোৰ মানুহটোক লৈ যাহি। টেক হিম বেক।

পূৰ্ণ : নিভা! তুমি এনেকুৱা কথা কিয় কৈছা?

নিভা : আপুনি ইয়াত মোৰ লগত কিয়? হোৱাই?

নীলিমা : তই মোক এদিন দয়া কৰিবি— তালৈ মই ৰৈ থাকিম বুলি ভাবিছ? তোক— তোক— মই আজিযেই নেলুচেপি মাৰি পেলাম।

[নীলিমাই উগ্ৰ খঙত নিভাৰ নেলুত চেপা মাৰি ধৰে।]

নীলিমা : তোক আজিযেই মই—

পূৰ্ণ : নীলিমা!

[দুৱাৰ খুলি হাতত ট্ৰে' লৈ বেয়াৰা সোমায়। সি হতভম্ব হৈ ৰৈ যায়। ট্ৰে'খনত বহু বাচন বৰ্তন ঢকা আছে। সকলো স্তব্ধ হৈ ৰৈ যায়।]

পূৰ্ণ : [বেয়াৰাক] তুমি পিছত আহিবা যোৱা।

[হতভম্ব হৈ বেয়াৰা ওলাই যায।]

নিভা : [নীলিমাক] আকৌ ধৰিবি নেকি? ধৰ যদি ধৰ।

[তাই ওলাই গুচি যায। অলপ পৰৰ পিছত নীলিমাই হঠাতে হাতত যিহকে পায় তাকে দলিয়াবলৈ ধৰে। তাই বলিয়াৰ নিচিনা হৈ যায।]

পূৰ্ণ : নীলিমা! কি কৰিছা তুমি? শুনাচোন! বলিয়া হৈছা নেকি? নীলিমা!

[পূৰ্ণই নীলিমাক ধৰে।]

নীলিমা : এইবোৰৰ এটা শেষ হ'ব লাগিব।
পূৰ্ণ : হ'ব। নিশ্চয় হ'ব।
নীলিমা : আজিয়েই।
পূৰ্ণ : হ'ব, আজিয়েই হ'ব।
নীলিমা : ইযাতে।
পূৰ্ণ : ঠিক আছে, ইযাতে।
[মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

## দৃশ্য ঃ ১৪

### মঞ্চ ঃ ২

[গৌৰীশংকৰৰ ড্ৰয়িং ৰুম। উকিল বহি আছে। গৌৰীশংকৰো বহি আছে। দূৰত মুকুল থিয হৈ আছে। অলপ পিছত গৌৰীশংকৰ উঠি আগলৈ আহে।]

গৌৰীশংকৰ : পুলিছে তাইৰ ডে'ডবডীটো ভালদৰে বিচাৰিছিলনে?
উকিল : মই পোৱা ৰিপ'ৰ্ট মতে— বিচাৰিছিল। মটৰ লাঞ্চ, আমাৰ সাধাৰণ নাও, মাছমৰীযাৰ জাল, ডুব মাৰি পানীৰ তলত বস্তু বিচাৰিব পৰা মানুহ— মানে ড্ৰাইভাৰ— সকলো কামত লগাইছিল।
গৌৰীশংকৰ : নাপালে?
উকিল : এতিয়ালৈকে পোৱা নাই। মানে কথা হ'ল— হোটেলখন পাহাৰৰ ঢালটোৰ ওপৰত আছে। বাগিচাখনৰ কাষত থিয গৰা। বহুত তলত নৈখন। নৈখনৰ সোঁতো বৰ বেছি। কিছুদূৰ গৈযেই নৈখন দুটা পাহাৰৰ জংঘলৰ মাজত সোমাইছেগৈ। তাৰ পিছত নৈখন এটা জলপ্ৰপাতৰ নিচিনা হৈছে।
গৌৰীশংকৰ : তাত ছোৱালী এজনীৰ ডে'ডবডী এটা বিচাৰি উলিওৱা বৰ টান কাম।
উকিল : হয। পুলিচে তাকে কৈছে।
গৌৰীশংকৰ : নাই, মোৰ অইন একো নাই— মাজে মাজে মনলৈ আহে— তাইৰ মুখখন এবাৰ চাবলৈ পোৱা হ'লে ভাল আছিল। আকৌ এবাৰ ভাবোঁ— নাই নালাগে, চকুৰ আঁৰত— আঁতৰে আঁতৰে সকলো শেষ হৈছে,— ভালেই হৈছে। এৰা, ভালেই হৈছে।— হেৰি নহয, তাইৰ মৰাশটো পানীত পেলাই দিয়া কথাটো সঁচাতো?
উকিল : সেই গৰাটোত নিভাৰ ছেণ্ডেল এপাত, কাণফুল এপাত পোৱা গৈছে। কাঁইটীযা জোপোহা এটাত চুলিকেইডালমানো লাগি থকা পোৱা গৈছে। ইপাত ছেণ্ডেল তেওঁ থকা কোঠালিটোত পোৱা গৈছে।
গৌৰীশংকৰ : হয নেকি? তেনেহ'লে ঠিকেই আছে। [বৈ]— কিন্তু তাই ছুইছাইড কৰা নাইতো? নাই নাই নাই, সেইটো কথা মই ভবাই ভুল হৈছে। তাই ছুইছাইড নকৰে। তাইৰ বাযেকে ছুইছাইড কৰাৰ পিছত তাই বহুবাৰ বাযেকক গালি পাৰিছিল— কাৱাৰ্ড, কাপুৰুষ, পলৰীযা, মনৰ জোৰ নাই, ভযাতুৰ, স্বাৰ্থপৰ! ঢেৰ গালি পাৰিছিল। গতিকে তাই নিজে তেনেকুৱা কাম কৰিব নোৱাৰে— নহয় জানো?
উকিল : তাতোকৈ ডাঙৰ কথা— পূৰ্ণ দত্তৰ বিৰুদ্ধে পুলিছে অইন বহুত প্ৰমাণ পাইছে দাদা।

গৌৰীশংকৰ : হয় নেকি?

উকিল : নীলিমাই নিভাৰ টেটুত চেপা মাৰি ধৰা বেয়াৰা এটাই নিজে দেখিছিল। সেই কাৰণে পুলিচে প্ৰথমতে নীলিমাকে ধৰকৈ জেৰা কৰিছিল। কিন্তু পিছত পুলিচে বুজিলে, নীলিমাৰ তেনেকুৱা আচৰণৰ যুক্তি আছে, কিন্তু তেওঁ নিভাক হত্যা কৰা নাই। ৰাতি পূৰ্ণ দত্তই নীলিমাক কমটোত এৰি থৈ ওলাই গৈছিল আৰু বহু সময়ৰ পিছত উভতি আহিছিল। সেইখিনি সময়ৰ ভিতৰতে ঘটনাটো ঘটিল। ৰাতিপুৱা হোটেলৰ মানুহে নিভাৰ কমটোৰ অৱস্থা দেখিয়েই পুলিচক খবৰ দিলে।

গৌৰীশংকৰ : [ৰৈ] বাৰু সুকুমাৰ, তাই যদি আত্মহত্যা কৰিছে বুলি প্ৰমাণ কৰিব পৰা যায় তেনেহ'লে পূৰ্ণতো বাচি যাব? মানে কৈছিলোঁ কিয়, তাযো গ'ল, সিও যাব, পৰাপক্ষত কাৰোবাক বচাব লাগে, নহয় জানো?

উকিল : কিন্তু নিভাৰ যিখন ডায়েৰী পুলিচৰ হাতত পৰিছে, সেইখনৰ মতেতো কথাবোৰ পূৰ্ণ দত্তৰ বিৰুদ্ধেই যায়।

গৌৰীশংকৰ : কি লিখিছিল তাই?

উকিল : বহুত কথা লিখিছে। কিন্তু আটাইতকৈ ইম্পৰটেণ্ট কথাটো হ'ল— পূৰ্ণ দত্ত নিভাৰ প্ৰতি খুব ডিপলী (deeply), গভীৰভাৱে আসক্ত হৈছিল। তেওঁ হেনো প্ৰায়েই কৈছিল, হয় তুমি থাকিবা, নহয় নীলিমা থাকিব। দৰকাৰ হ'লে এজনীক মই নিজ হাতেৰে আঁতৰাব লাগিব। মাজে মাজে বোলে মানুহটোৱে অনুতাপো কৰে, আৰু নিভাই বোলে প্ৰায়েই সন্দেহ কৰি থাকে, মানুহটোৱে সুবিধা পালে এদিন তাইক মাৰি পেলাব। এই সকলো কথা নিভাই ডায়েৰীখনত লিখি থৈ গৈছে।

[ৰমাকান্তই প্ৰতিভাক ধৰি ধৰি ভিতৰৰ পৰা লৈ আহে। প্ৰতিভা অসুস্থ। তেওঁৰ চেহেৰা, সাজ-পাৰ সকলো অপৰিপাটি। তেওঁৰ আজিকালি ভ্ৰম হয়।]

গৌৰীশংকৰ : তেওঁক আকৌ কিয় আনিলি?

ৰমা : আইদেৱে ইয়ালৈ আহোঁ বুলি আমনি কৰিছে।

[প্ৰতিভাই দুয়ো হাতেৰে উকিল আৰু গৌৰীশংকৰক প্ৰণাম জনায়।]

প্ৰতিভা : আপুনি কিয় গুচি আহিল? মই ৰৈ আছোঁ, ৰৈ আছোঁ, ভাবিলোঁ মানুহটো কলৈ গ'ল? মোৰ ভয়েই লাগি গ'ল নহয়। আপুনি পুথি পঢ়িম বুলিহে কৈছিল? [দুখোজমান আগবাঢ়ি আহি] কোন? উকিলবোপা নেকি?

উকিল : হয় নবৌ।

প্ৰতিভা : [নমস্কাৰ কৰি] আমাৰ বিমানৰ কে'ছটোৰ কি হ'ল হে? তাৰ জে'লৰ পৰা ওলাবৰ হৈছেনে?

উকিল : হৈছে নবৌ।

প্ৰতিভা : ওলালেই ইয়ালৈ আহিবলৈ ক'বা। ভাৰাঘৰত থাকিব নালাগে। [ৰমাকান্তক] ভিতৰলৈ যাওঁ ব'ল। আহক, আপুনিও আহক। অকলে অকলে মোৰ বৰ ভয় লাগে।

[ৰমাকান্তই তেওঁক ধৰি-ধৰি লৈ যায়।]

গৌৰীশংকৰ : [উকিলক] তুমি আজিলৈ যোৱা সুকুমাৰ। শুনিবলগীয়াতো বিশেষ আৰু নায়েই। মই তেওঁৰ ওচৰতে বহোঁগৈ।

[উকিল যায। মুকুল উঠি যায। গৌৰীশংকৰো সোমাই যায। মঞ্চ লাহে-লাহে অন্ধকাৰ হয়। ৰঙীণ বৰ্ণালী দেখা যায। সংগীত। কলিং বে'ল বাজে। বৰ্ণালী অদৃশ্য হয। মঞ্চ পোহৰ হয়। কলিং বে'ল আকৌ বাজে। ৰমাকান্তই দুৱাৰ খুলি দিয়ে। ৰাতিৰ দৃশ্য। ত্ৰিপাঠী সোমাই আহে।]

ত্ৰিপাঠী : তেখেত আছেনে?

ৰমাকান্ত : কোন? ছাৰ?

ত্ৰিপাঠী : ওঁ?

ৰমাকান্ত : আছে।

ত্ৰিপাঠী : মই লগ পাব খুজিছোঁ বুলি ক'বাগৈনে?
[ৰমাকান্ত সোমাই যায। অলপ পিছত গৌৰীশংকৰ ওলাই আহে। তেওঁ ত্ৰিপাঠীক ওচৰৰ পৰা চায়।]

ত্ৰিপাঠী : মই প্ৰসন্ন ত্ৰিপাঠী।

গৌৰীশংকৰ : প্ৰসন্ন ত্ৰিপাঠী? সেই যে —

ত্ৰিপাঠী : হয়, নিভা আৰু বিমান আমাৰ ঘৰতে আছিল।

গৌৰীশংকৰ : আছিল?

ত্ৰিপাঠী : হয।

গৌৰীশংকৰ : ৰাখিব নোৱাৰিলে?

ত্ৰিপাঠী : [তলমূৰ কৰে। তাৰ পিছত মূৰ তুলি] নোৱাৰিলোঁ। বৰ চেষ্টা কৰিছিলোঁ।

গৌৰীশংকৰ : কিবা কথা আছিল নেকি? বহক বুলি ক'বলৈও মন যোৱা নাই। মোৰ মানুহজনীৰ বৰ অসুখ। মোক ওচৰৰ পৰা উঠিবলৈকে নিদিয়ে।

ত্ৰিপাঠী : তেনেহ'লে যিমান পাৰোঁ চমুকৈ কথা এটা কৈ যাওঁ। কালি ৰাতি হঠাতে নিভা ওলাইছিলহি।
[গৌৰীশংকৰে স্থিৰ দৃষ্টিৰে ত্ৰিপাঠীৰ চকুলৈ চাই থাকে।]

গৌৰীশংকৰ : নিভা?

ত্ৰিপাঠী : হয। বাকী থকা ভাৰাৰ পইচাখিনি দি যাবলৈ আহিছিল।

গৌৰীশংকৰ : মোৰ ছোৱালী নিভাৰ কথা কৈছে?

ত্ৰিপাঠী : হয়। তেওঁ মোক আপোনাক লগ ধৰি গোপনে কথা এটা ক'বলৈ কৈ গৈছে। এই পৃথিবীত মোৰ আৰু আপোনাৰ বাহিৰে কথাটো যেন কোনেও নাজানে। মাককো তেওঁৰ কথাবোৰ কোৱাৰ ইচ্ছা আছিল, কিন্তু তেখেতক কৈ বোলে লাভ নাই, কষ্ট দিযাহে হ'ব। নিভা মৰা নাই। পূৰ্ণ দত্তই যে তেওঁক হত্যা কৰিলে, সেইটো কথা প্ৰমাণ হ'ব পৰাকৈ সকলো আযোজন কৰি থৈ তেওঁ পলাইছে। তেওঁ আপোনাক ক'বলৈ কৈছে— তেওঁ সেই পৰিযালৰ কাকো বিমানতকৈ বেছি সুখেৰে থাকিবলৈ নিদিযে। যিমান দিনলৈ বিমান মুকলি হৈ ওলাই নাহে, সিমান দিনলৈ পূৰ্ণ দত্তও যাতে মুক্ত হ'ব নোৱাৰে, তেওঁ তাৰ ব্যৱস্থা কৰি থৈ গৈছে। সিমান দিনলৈ তেওঁ বোলে পলাই থাকি যুদ্ধ কৰি থাকিব। যাৰ কাৰণে তেওঁলোক ডাঙৰ আৰু বিখ্যাত হ'ব পৰা নাই, তেওঁলোক সকলোকে ধ্বংস কৰিবলৈ তেওঁ বোলে ভযানক যুদ্ধ কৰিব, আৰু তেনেকৈযে বিখ্যাত হ'ব। তেওঁ যদি কিবা

দোষ কৰিছে তেনেহ'লে একমাত্ৰ আপুনি তেওঁক ক্ষমা কৰিলেই হ'ব। আৰু কাৰো পৰা তেওঁ ক্ষমা নিবিচাৰে।

গৌৰীশংকৰ : মোৰ পৰাও বিচাৰিব নালাগে।

ত্ৰিপাঠী : তেওঁ জীয়াই থকা কথাটো আমি দুজনৰ বাহিৰে কোনেও নাজানে, তেওঁৰ সেই অনুৰোধটো যেন ৰক্ষা কৰে।

গৌৰীশংকৰ : আজিৰ এই অৱস্থাত মোৰ কাৰণে সেইবোৰ অবান্তৰ কথা। তাই মৰাও অবান্তৰ, জীয়াই থকাও অবান্তৰ। তাই মৰিল বুলি ভাবিলে মোৰ বেছি শান্তি হয়। আপুনি চিন্তা নকৰিব।

ত্ৰিপাঠী : মই আহোঁ।

গৌৰীশংকৰ : যাওক।

[ত্ৰিপাঠী ওলাই যায। গৌৰীশংকৰ একাষে থিয় হৈ থাকে। মঞ্চত ৰঙীণ বৰ্ণালী। অলপ পিছত বৰ্ণালী অদৃশ্য হয আৰু মঞ্চ পোহৰ হয। মুকুল ওলাই আহে। পাছে পাছে দুটা ডাঙৰ ছুটকেছ লৈ ৰমাকান্ত। ৰমাকান্ত ওলাই যায। মুকুল দেউতাকৰ ওচৰত ৰয়। দুয়ো দুয়োলৈকে কিছু সময চাই থাকে। তাৰ পিছত মুকুলে দেউতাকৰ ভৰি চুই সেৱা কৰে। গৌৰীশংকৰে তাৰ মূৰটোত হাত থয। মুকুল পোন হোৱাৰ পিছত—]

গৌৰীশংকৰ : যা।

[মুকুলে অলপ সময চাই থাকি ওলাই যায। গৌৰীশংকৰে দুটামান খোজ দি এঠাইত ৰৈ থাকে। মঞ্চৰ পোহৰ নাইকিযা হয। ৰঙীণ বৰ্ণালী দেখা যায। অলপ পিছত বৰ্ণালী অদৃশ্য হয। মঞ্চত পোহৰ পৰে। মাকৰ কোঠালিৰ পৰা ৰমাকান্ত দুটা ছুটকেছ লৈ ওলাই আহে। সি এঠাইত ছুটকেছ দুটা মাটিত থৈ ৰৈ থাকে। নীলিমা ওলাই আহে।]

গৌৰীশংকৰ : [নীলিমাক] যাব?

নীলিমা : ওঁ।

গৌৰীশংকৰ : ছুটকেছ দুটাৰ চাবি লৈছ?

নীলিমা : লৈছোঁ।

গৌৰীশংকৰ : সেই ট্ৰাংক দুটা, সেই দুটা আমি ভযতে নষ্ট কৰি পেলালোঁ। কিজানি কেতিয়াবা ট্ৰাংক দুটাৰ কাৰণেই ধৰা পৰি যাওঁ! কিন্তু সেই ট্ৰাংক দুটাত যি আছিল, এই ছুটকেছ দুটাতো সেযেই আছে। যা।

[ৰমা আগে আগে ছুটকেছ দুটা লৈ ওলাই যায। পাছে পাছে নীলিমা ওলাই যায়। গৌৰীশংকৰে অলপ খোজ কাঢ়ি এঠাইত ৰয়। পোহৰ নাইকিয়া হয়। তাৰ ঠাইত ৰঙীণ বৰ্ণালী। অলপ পিছত বৰ্ণালীৰ ঠাইত আকৌ পোহৰ। কেইজনমান মানুহে এখন খাটত প্ৰতিভাৰ মৃতদেহটো ভিতৰৰ পৰা উলিয়াই আনে। তেওঁলোকে মৃতদেহটো অলপ সময় মাজতে ৰখায়। গৌৰীশংকৰে ওচৰলৈ আহি কাপোৰখন আঁতৰাই প্ৰতিভাৰ মুখখন চায়।]

গৌৰীশংকৰ : যোৱা।

[মানুহবোৰে মৃতদেহটো লৈ গুচি যায়। গৌৰীশংকৰো পাছে পাছে ওলাই যায়। কোঠালিটোৰ উজ্জ্বল পোহৰ গৌৰীশংকৰৰ লগে লগে নাইকিয়া হয়। ক্ষীণ পোহৰত

কোঠালিটো চিনিব পৰা হৈ থাকে। প্ৰথম মঞ্চৰ [মঞ্চ ১] আঁৰ-কাপোৰ উঠে। গাত চাদৰ লৈ বৃদ্ধ গৌৰীশংকৰে [প্ৰথম দৃশ্যত দেখাৰ নিচিনাকৈ] বহি লিখি আছে। অলপ পিছত গৌৰীশংকৰৰ কণ্ঠস্বৰ ভাহি আহে।]

গৌৰীশংকৰৰ কণ্ঠস্বৰ ঃ এই যে মানুহবিলাকে প্ৰতিভাক লৈ গ'ল, এতিয়া মই তেওঁৰ কথাকে লিখি আছোঁ। [কলিং বে'ল বাজে। প্ৰথম দৃশ্যৰ সেই সংগীতৰ নিচিনা, ভাল শব্দৰ কলিং বে'লটো। গৌৰীশংকৰে লিখি থাকে। অলপ পিছত বে'লটো আকৌ বাজে। গৌৰীশংকৰে মূৰ তুলি চায়, তাৰ পিছত আকৌ লিখিবলৈ লয়।]

গৌৰীশংকৰৰ ঃ ঘৰত কোনো নাই। ৰমাকান্ত থকা হ'লে সি বাৰাণ্ডাৰ মূৰৰ সৰু কোঠালিটোৰ দুৱাৰখন খুলি কোন আহিছে চালেহেঁতেন। এতিয়া সিও নাই।

[লাহে লাহে দুয়োটা মঞ্চৰ পোহৰ নাইকিয়া হয় আৰু আঁৰ-কাপোৰ নামি আহে।]

---

# স্বৰ্ণজয়ন্তী

## চৰিত্ৰ পৰিচয়

**পুৰুষঃ**

ঘন্দা : মেজাজী, ফূৰ্তিবাজ, ব্যক্তিত্বসম্পন্ন, আদহীয়া মানুহ।
আলহী ১ : বযসীযা মানুহ।
আলহী ২ : বযসীযা মানুহ।
বিমল : ঘৰখনৰ পুত্ৰ-কন্যাসকলৰ জ্যেষ্ঠজন।
অমল : বিমলৰ ভায়েক।
পৰিমল : অমলৰ ভাযেক।
নিৰ্মল : পৰিমলৰ ভায়েক।
দিগেন : অসৎ চৰিত্ৰৰ, প্ৰবঞ্চক ডেকা।
মেকানিক ১ : টেলিফোন বিভাগৰ চাকৰিয়াল।
মেকানিক ২ : টেলিফোন বিভাগৰ চাকৰিয়াল।
হিমাদ্ৰী : শিক্ষিত ডেকা।
বিজয : পৰিমলৰ বন্ধু।

**নাৰীঃ**

প্ৰভা : বিমলহঁতৰ মাক।
মিত্ৰা : বিমলহঁতৰ ভনীয়েক।
চিত্ৰা : মিত্ৰাৰ ভনীয়েক।
কাকলি : ইঞ্জিনিয়াৰ।
দীপ্তি : বিমলৰ পত্নী।

# দৃশ্য ঃ ১

## মঞ্চ ১

[ৰাতি। অন্ধকাৰ। শূন্য মঞ্চ। পোহৰ পৰাৰ লগে লগে দেখা যায়, ঘন্দাই দ্বিতীয় মঞ্চৰ ফালে চাই কিবা ভাবিছে। অলপ পিছত তেওঁ সেইফালে যাব খোজে। উভতি আহে। তাৰ পিছত তেওঁ দৰ্শকক কথা কয়।]

ঘন্দা ঃ মোৰ কথাখিনি এতিযাই চমুকৈ থওঁ। এওঁলোকৰ মাজত সোমালে মই আৰু সেইবোৰ ক'বলৈ সুবিধাও নাপাম, সময়ো নাপাম। মোৰ নাম ঘন্দা। ঘন্দা। ৰেছন কাৰ্ড, গাড়ী চলোৱা লাইচেন্স— এইবোৰত— মানে যিবোৰত নাথাকিলে নহয়— সেইবোৰত মোৰ উপাধিটো তালুকদাৰ বুলি লিখা থাকে। এওঁলোকৰ উপাধি তালুকদাৰ নহয— সেই কাৰণে মোৰ উপাধিও তালুকদাৰ। আচলতে সেইটো মোৰ উপাধি হ'ব লাগে নে নালাগে মই নাজানো। গাড়ী চলোৱা লাইচেন্সত লিখি দিছোঁ— father's name– late হৰকান্ত তালুকদাৰ। Late মানে স্বৰ্গীয। মৰিল। কিন্তু এই হৰকান্ত তালুকদাৰনো কোন, কেতিযা কেনেকৈ late হ'ল— সেইবোৰ মই একো নাজানো। এওঁলোকক সুধিলে কয— হৰকান্ত তালুকদাৰক হেনো মোৰ মাইহে চিনি পাইছিল। আৰু মই যেতিযা কথাটো সুধিব পৰাকৈ ডাঙৰ হ'লোঁ, তেতিযা মা নায়েই। Late হৈ গ'ল। কিন্তু কেতিযাবা হঠাতে খং উঠিলে মই যেতিযা এওঁলোকৰ আগত তৰ্জন-গৰ্জন কৰোঁ— মই মোৰ ফাদাৰৰ খবৰ উলিয়ামেই, তেতিযা এওঁলোকে ভয় খাই যায। এইটো কথাৰ কাৰণেই এওঁলোকৰ গোটেই ঘৰখন মোৰ,— কি বুলি ক'ম— মানে— মোৰ বশ হৈ থাকে। কি কথা কি বতৰা কেতিযাবা মই নিজেই তলা-নলা নাপাওঁ। বাৰু, সেইবোৰ থাকক। মোৰ নাম ঘনকান্ত যদিও ঘৰখনৰ সকলোৱে মোক ঘন্দা বুলি মাতে। সৰুৰে পৰা ডাঙৰলৈকে সকলোৱে যাতে মাতিব পাৰে, তেনেকুৱা এটা নাম দি লৈছে। একেবাৰে চাফাকৈ দাদা বুলি মাতিবলৈও অসুবিধা, নাম কাঢ়ি মাতিবলৈও বেযা লাগে— গতিকে মাজতে— ঘন্দা। হওক। নামনো কি? কিবা এটা হ'লেই হ'ল। মোৰ আচল চিনাকিটো হ'ল, মই এইখন ঘৰত পঞ্চাছ বছৰ গোলামী কৰিলোঁ। পিছে মোৰ এতিয়া বয়স বিয়াল্লিছ বছৰহে। তেনেহ'লে? বিয়াল্লিছ বছৰীয়া মানুহে পঞ্চাছ বছৰ গোলামী? মই— মোৰ মাকো হিচাপত ধৰিছোঁ। মোৰ মায়ো এইখন ঘৰত গোলামী কৰিছিল। [অলপ ৰয়] বাৰু, সেইবোৰো বাদ দিলোঁ। মোৰ নিজৰ কথাখিনি কওঁ। এইখন ঘৰৰ বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী এটাইমখাৰ কাৰণে ঔষধ আনোতে আনোতে— সকলোকে ঔষধ খুৱাওঁতে খুৱাওঁতে ইমানবোৰ ঔষধ চিনি পালোঁ, ইমানবোৰ ঔষধৰ নাম মুখস্থ হ'ল, ফাৰ্মাচীৰ মালিকৰ লগত ইমান বেছি চিনাকি হ'ল যে— এদিন মালিকে মোক তেওঁৰ ফাৰ্মাচীত ছে'লছমেনৰ চাকৰিকে দি দিলে। পিছলৈ মানুহে মোক কম্পাউণ্ডাৰ বুলিছিল। সেইটো কামকে কৰি আছিলোঁ। পিছত এওঁলোকৰ তিনি নম্বৰজন, পৰিমল— আমেৰিকাৰ পৰা উভতি আহিল। মই তেওঁক চাহাব বুলি মাতোঁ। এদিন তেওঁ ক'লে— বোলে— ঘন্দা, তোমাক মই গাড়ী চলাবলৈ শিকাম। মই বোলোঁ শিকোৱা। তাৰ

পিছত তেওঁ শিকালেও, লাইচেন্সো কৰাই দিলে। এতিয়া নভেলজিন, বেৰেলগান, বেটাডিন, ফেছিজিন— সেইবোৰ আৰু তল পৰিল। এতিয়া কাৰবুৰেটৰ, ডাইনামো, গিয়েৰ বক্স, হুইলেল্লাৰ পাইপ— [হঠাতে ইটো মঞ্চলৈ চাই বৈ যায।]— মানুহ যাবৰ হৈছে হ'বলা। কোনোবা এটা বছাৰ পৰা উঠা যেন দেখিছোঁ। আজি এওঁলোকৰ ঘৰলৈ মানুহ এঘৰ আহিছে। ছোৱালীঘৰৰ মানুহ। ল'ৰাও চাব, ঘৰো চাব। কি বা হ'ল, খবৰ লওঁগেচোন।

[ঘন্দা দ্বিতীয় মঞ্চৰ ফালে যায়। প্ৰথম মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

# দৃশ্য ঃ ২

## মঞ্চ ঃ ২

[ৰাতি। তালুকদাৰৰ ঘৰৰ বহা কোঠালি। কোঠালিটো ভালকৈ সজোৱা আছে। বিমল আৰু আলহী দুজনে থিয় হৈ কথা পাতিছে। বিমলৰ মাক প্ৰভাও আছে। চিত্ৰাই ট্ৰে' এখনত চাহৰ কাপ-প্লেট সামৰিছে। অলপ দূৰত নিৰ্মল থিয হৈ আছে। পৰিমল বহি আছে।]

বিমল ঃ গছজোপাৰ নামটো কি?

আলহী ১ ঃ তাকে মনত পেলাবলৈ চেষ্টা কৰি আছোঁ। সদায় জিভাতে লাগি থকা নামটো— কেনেকৈ পাহৰিলোঁ চাওকচোন। ছেঃ। বৈজ্ঞানিক নামটো মনত আছে— ভাইটেক্স নেগুণ্ডি।

বিমল ঃ ভাইটেক্স নেগুণ্ডি?

আলহী ১ ঃ হয়, ভাইটেক্স নেগুণ্ডি। কিন্তু অসমীয়াত— কি আছিল নামটো—? এঃ! বৰ পাহৰিলোঁ দিয়ক।

আলহী ২ ঃ পিছত মনত পৰিব।

আলহী ১ ঃ পৰিবতো। এখেতসকলক এৰি থৈ গৈ সৌখিনি পাওঁতেই মনত পৰিব। ঠিক আছে, নামটো বাৰু পিছতো ক'ব পাৰিম। কিন্তু মই যে ক'লোঁ— গছজোপাৰ গুণটোৰ কথা, সেইটো হ'লে দেখদেখ প্ৰমাণ হোৱা গুণ। ছটা পাত ভালকৈ ধুই, খেতালি ৰসকণ উলিয়াই, মৌৰ লগত মিহলাই, দিনে দুবাৰকৈ খালে পোন্ধৰ দিনতে আপুনি প্ৰমাণ পাব। স্মৃতিশক্তি— মানে এই যে মনত ৰখা শক্তি— এই শক্তি বঢ়াবলৈ এইটোক আপুনি মহৌষধেই বুলিব পাৰি।

আলহী ২ ঃ হেৰা, তুমি যদি এইটো ঔষধ নিযমীয়াকৈ খালাহেঁতেন তেনেহ'লে আজি গছজোপাৰ নামটো নাপাহৰা।

[সকলোৱে হাঁহে। চিত্ৰাই কিছু বাচন লৈ ভিতৰলৈ যায়।]

আলহী ১ ঃ হয় দিয়া। তুমি ঠিকেই কৈছা। ব'লা, যাওঁ ব'লা। [বিমলক] আহোঁ দিয়ক।

বিমল ঃ ভাল। আপোনালোকৰ কি ক'বলগীয়া থাকিল—

আলহী ১ ঃ আমি খবৰ দিম। ঘৰ পাই এওঁলোকৰ লগতো কথা-বতৰা পাতোঁ। অহা সপ্তাহত ডেৰাডুনত থকা ভাইটোও অহাৰ কথা আছে— তাৰ লগতো আলোচনা কৰোঁ। চিঠিৰেই হওক, মানুহ পঠিয়ায়েই হওক— আমি সোনকালেই খবৰ পঠিয়াম। আহোঁ বাৰু। [প্ৰভাক]— আহোঁ।

প্ৰভা ঃ ভাল।

[দুযোজন আলহীয়ে মাত লগায়। শেষত আলহী দুজন দুৱাৰমুখৰ ফালে আগবাঢ়ে। হঠাতে আলহী ১ ওভতে।]

আলহী ১ : পৰিল মনত। পচতীয়া। পচতীয়া।

বিমল : অ' পচতীয়া? নামটো শুনিছোঁ।

আলহী ১ : এতিয়াহে ভাল লাগিল বুইছে৷ নামটো মনত নপৰা কাৰণে বৰ অশান্তি লাগি আছিল। ভাল, আহোঁ বাৰু।

বিমল : ভাল।

[আলহী ওলাই যায়। বিমল পাছে পাছে যায়। পৰিমল বহে। চিত্ৰাই আৰু সোমাই আহি বাকী থকা বাচনবোৰ ট্ৰে' এখনত তুলি লয়।]

প্ৰভা : তেওঁলোকৰ কথা-বতৰা কেনেকুৱা লাগিল?

পৰিমল : কথা-বতৰাতো ভালেই লাগিল।

প্ৰভা : নহয়, মনটো কেনেকুৱা দেখিলি?

পৰিমল : মনটো বাৰু কেনেকৈ দেখিবি? মনটো দেখিবলৈ পোৱা বস্তু হ'লেতো কথাই নাছিল!

নিৰ্মল : মই কিন্তু যি বুজিলোঁ, তেওঁলোকে তেওঁলোকৰ ছোৱালীজনী ৰূপে-গুণে, পঢ়াই-শুনাই, কামে-কাজে বৰ ওপৰ লেভেলৰ বুলি ভাবে। গতিকে ল'ৰাও তাতকৈ ওপৰ লেভেলৰ নহ'লেও অন্ততঃ সেই লেভেলৰ হ'ব লাগিব।

প্ৰভা : তইনো কেনেকৈ জানিলি? তেখেতসকলেতো সেইবোৰ একো কোৱা নাই!

নিৰ্মল : সেইবোৰ কোনোবাই চিধাচিধিকৈ কয় নেকি? কিন্তু কথাৰ পাকতে বুজি নহয়— তেওঁলোকে কি বুজাব খুজিছে।

পৰিমল : কি বুজাব খুজিছে?

নিৰ্মল : এই যে ক'লে— এবাৰ চিনেমা এখনত মেইন পাৰ্টটো কৰিবলৈ ডাইৰেক্টৰ এজনে বৰ জোৰ কৰিছিল— কিন্তু সেই সময়ত ছোৱালীজনীয়ে আই এ এছ পৰীক্ষা দিবলৈ প্ৰিপেয়াৰেচন কৰি আছে কাৰণে অ'ফাৰটো একচেপ্ট কৰিব নোৱাৰিলে— তাৰে কেইটা কথা বুজালে? হিৰ'ইন হ'ব পৰা চেহেৰা, আই এ এছ হ'ব পৰা মগজ—

প্ৰভা : এতিয়াই এনেকৈ বেঁকা বেঁকা কথা ক'বলৈ কিটো হৈছে কচোন। কথাবিলাক যদি খাপ খায়, তেনেহ'লে সেইজনী ছোৱালীকে তই নবৌ বুলি মাতিব লাগিব নে নালাগে?

[ঘন্দা বাহিৰৰ পৰা সোমাই আহে। চিত্ৰা ভিতৰলৈ আগবাঢ়ে।]

ঘন্দা : অ'ই চিত্ৰা, আলহীক খাবলৈ দিয়া লগৰ কিবা বস্তু থাকিল নেকি?

চিত্ৰা : থাকিলেও মই ইয়াত দিহবি নোৱাৰোঁ। পাগঘৰলৈ আহা।

[গুচি যায়। বিমল আহে।]

প্ৰভা : আৰু কিবা ক'লে নেকি তেওঁলোকে?

ঘন্দা : নতুন কথা আৰু একো কোৱা নাই। খবৰ পঠিয়াব বুলি কৈছে।

ঘন্দা : মই এটা কথা কওঁ শুনিবানে তোমালোকে?

বিমল : কি?

বিমল : শেষৰ কথাখিনি মই বাৰাণ্ডাৰ পৰা শুনি আছিলোঁ। বিয়া-বাৰুৰ কাৰণে ল'ৰাৰ ঘৰ বা ছোৱালীৰ ঘৰ চাবলৈ অহা মানুহে যেতিয়া যাবৰ সময়ত কৈ যায়— পিছত খবৰ পঠিয়াম— তেতিয়া বুজিবা— মন খোলা নহয়। নিজেতো পোনে পোনে খবৰ

নপঠিয়াযেই, তাৰ মুখে তাৰ মুখে পাঁচিছটামান ডাল-জোৰা দি যিটো খবৰ পঠাব, সেইটো ভাল খবৰ নহয়।

প্ৰভা : তোমাক আজি ইয়াতে বিয়াৰ দিন-বাৰ-লগ্ন চব জনাই যাব লাগিছিল নেকি?

ঘন্দা : নালাগিছিল।

প্ৰভা : তেনেহ'লে?

ঘন্দা : তেওঁলোকে ঘৰ চালে, ল'ৰা চালে, তেওঁলোকৰ যদি পচনেই হৈছে, তেনেহ'লে যাবৰ সময়ত তোমালোকক এবাৰ তেওঁলোকৰ ঘৰলৈ মাতি নগ'ল কিয? সেইটো ডাঙৰ কথা নে পচতীযা পাতৰ ৰস খাই মগজৰ জোৰ বঢোৱাটো ডাঙৰ কথা?

[চিত্ৰাৰ বাযেক মিত্ৰা আহে]

ঘন্দা : কোৱা, তোমাক ক'বলৈ মানা কৰা নাই নহয়, পচতীযা পাতৰ কথাও কোৱা, কিন্তু আচল কথাটো আগতে কোৱা।

মিত্ৰা : মই কিন্তু তেওঁলোকৰ কথা-বতৰাৰ পৰা আচল কথাটো কি ধৰিব পাৰিছোঁ।

প্ৰভা : কি?

মিত্ৰা : এই মানুহঘৰে পেটে পেটে সৰু দাদাৰ কথা ভাবি আহিছিল।

পৰিমল : মোৰ কথা?

মিত্ৰা : ওঁ।

পৰিমল : মোৰ কথা কিয ভাবিব? মোৰ বিযাৰ কথাতো উলিওৱাই নাই।

মিত্ৰা : আমিহে উলিওৱা নাই! তেওঁলোকে কিন্তু তোৰ কথাকে ভাবি আহিছিল।

পৰিমল : তই কেনেকৈ বুজিলি?

মিত্ৰা : যেতিয়ালৈকে তোৰ চাকৰিৰ কথা, আমেৰিকাৰ কথা, তই যে আকৌ আমেৰিকালৈ যাবি— সেইবোৰ কথা ওলাই আছিল, তেতিযালৈকে মানুহজনৰ মাত-কথা একেবাৰে মুকলি, মুখৰ পৰা হাঁহি গুচিবই নোখোজে। কিন্তু ডাঙৰ দাদাই যেতিযা মাজু দাদাৰ কথা উলিযালে, তেতিযাই মানুহটো যেন সেমেকিহে গ'ল।

ঘন্দা : তেতিযা তেখেতৰ পচতীযা পাতৰ ৰস আৰু মৌজোলৰ কথা মনত পৰিল।

প্ৰভা : তুমি মনে মনে থাকাচোন। এতিযাই মানুহঘৰক সৰু কৰিছা কিয?

বিমল : নহয বুইছা। মিত্ৰাই ঠিকেই কৈছে যেন পাওঁ। মানুহজনৰ লগত কথা পাতি থাকোঁতে মোৰ মনলৈও তেনেকুৱা কথা কিছুমানেই আহি আছিল। এওঁলোকতো গণ্যমান্য, আঢ্যৱন্ত, নামজ্বলা লোক। এওঁলোকে কেতিয়াবা আমাৰ ঘৰত ভৰি দিবহি, সেই কথাতো ভাবিবই পৰা নাছিলো। এতিযা— ই পৰিমলে সাত বছৰ আমেৰিকাত পঢা-শুনা কৰি, চাকৰি কৰি ঘৰলৈ উভতি আহিছে, প্ৰকাণ্ড কোম্পানীত লাখটকীয়া চাকৰি পাইছে— এতিযা আমাক চবেই চিনি পোৱা হ'ল।

[অমল যায। কিছুসময নিস্তব্ধ। বিমলে ইফাল-সিফাল কৰে।]

বিমল : গোলোক মজুমদাৰ, কমলেশ্বৰ দাস, ৰাজেন চৌধুৰীহঁতৰ নিচিনা মানুহে আমাকতো চিনিযেই নাপাইছিল। মানুহ বুলি গণ্যই নকৰিছিল। এতিয়া তেওঁলোকে মোক খাতিৰ কৰি কথা কয়, ইয়ালৈ তেওঁলোকৰ ছোৱালী বিয়া দিবলৈ মানুহৰ মুখত খবৰ পঠিয়ায়। আচলতে এইবোৰ এক নম্বৰৰ বদজাত মানুহ।

অমল : কোন বদজাত কোন ভাল, মোৰ লগত সেইবোৰ কথাৰ কোনো সম্পৰ্ক নাই। কিন্তু তহঁতে এইবোৰ কথাত মোক লেটিযালি কিয? মোক মিছামিছিকৈ লঘু কৰিলি কিয?

বিমল : তোক কেনেকৈ লঘু কৰা হ'ল?

অমল : কেনেকৈ নহ'ল? মোৰ নাম কৈ ছোৱালীৰ বাপেকক ঘৰ চাবলৈ, ল'ৰা চাবলৈ মাতি আনিছ, ঘৰ চাই, ল'ৰা চাই মানুহে পচতীয়া গছৰ গুণ গাই গুচি গ'ল— এইটো মোক লঘু কৰা নহ'ল?

প্ৰভা : মানুহঘৰে মুখ খুলি হা-না একো এটা নকওঁতেই তহঁতে আন্দাজতে বেযাটো ধৰি লৈ কিয় এনেকৈ জাণ্ডুৰ খাই উঠিছ? আৰু যেনিবা এইঘৰ মানুহে খোলাখুলিকৈ না কৰিলেই, সেইটোনো কি ডাঙৰ কথা? এঘৰ মানুহৰ লগত কথা হ'ল বুলিযেই সেইখন ঘৰতে বিয়াখন হ'ব বুলি কিবা কথা আছে নেকি? এঘৰত নহ'ল, দুঘৰত চাম, দুঘৰত নহ'ল, দহ ঘৰত চাম—

অমল : দহ ঘৰত নহ'ল এশ ঘৰত চা। কিন্তু মোৰ কাৰণে এইবোৰ কৰিবলৈ তহঁতক কোনে কৈছে?

প্ৰভা : আমিযেই কৈছোঁ।

অমল : কিয কৈছ? কোনে তহঁতক মোৰ বিযা পাতিবলৈ কৈছে?

বিমল : সেইটো তই নিজে ক'বলগীযা কথা নেকি?

অমল : আৰে! মোৰ বিযাৰ কথা মই নকৈ কোনে ক'ব?

প্ৰভা : আমিমখা কি কৰিবলৈ আছোঁ? তই আলেঙে আলেঙে গা বচাই ঘূৰি ফুৰিবি আৰু আমি বহি থাকিম? তোৰ কথাতো ক'বই নালাগে, ইযাৰোতো বিযাখন পাতিব লাগে।
[বিমলৰ ঘৈণীযেক দীপ্তি আহে।]

অমল : পাতি দে তাৰ বিযা। কোনে মানা কৰিছে? তাৰো পাত সৌ নিৰ্মলৰো পাত।

প্ৰভা : ইস্! কোনে মানা কৰিছে! সি ক'লেই হ'ব।

অমল : হ'বতো। মই আজিযেই— চবৰে আগতে কৈ দিছোঁ,— তহঁতে [পৰিমলক দেখুৱাই] ইযাৰ বিযা পাতি দে। মোলৈ বৈ থাকিব নালাগে। চাফা কথা। পিছত কিন্তু মোক দোষ নিদিবি।

পৰিমল : এঃ! সেইটো কেনেকৈ হ'ব?

অমল : কিয় নহ'ব?

দীপ্তি : একোটা পৰিযালৰ একোটা নিযম থাকে নহয।

অমল : কিহৰ নিযম থাকে? যি বিযা কৰোৱাৰ যোগ্যতা অৰ্জন কৰে, সিযেই বিযা কৰিব লাগে। মোৰ আগতে জন্ম হৈছিল কাৰণে মযেই আগতে বিযা কৰাব লাগিব বুলি কোনো কথা নাই। সেইবোৰ নিয়ম উঠি গ'ল?

দীপ্তি : য'ত উঠি গ'ল গ'ল, কিন্তু এইখন ঘৰত সেইবোৰ নিযম উঠি যাব নোৱাৰে। তুমি থাকি যাবা, পৰিমলে বিযা কৰাব, সেইটো হ'ব নোৱাৰিব।

পৰিমল : নাই নাই, তেনেকুৱা হোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। সি ক'লে বুলিযেই মই সেইটো হ'বলৈ নিদিওঁ নহয়।

অমল : কিন্তু মই আজি ছোৱালী এজনী বিয়া কৰাই আনি থ'ম ক'ত? এইটো ঘৰলৈ এজনী আলহী আহিলেও চিত্ৰা, মিত্ৰা, মা, কোনোবা দুজনীমান মাটিত শুবলগীয়া হৈ আছে নে নাই?

দীপ্তি : সেইবোৰৰ বন্দৱস্ত হ'ব নহয়। সেইবোৰ বন্দৱস্ত নকৰাকৈতো কোনেও হঠাতে বিয়া এখন নাপাতে।

অমল : কৰা। আগতে সেইবোৰ বন্দবস্ত কৰা। কিন্তু সেইবোৰ একো নৌহওঁতেই ছোৱালীৰ বাপেক এইখন ঘৰ ওলালহি কিয়? আৰু শুনা নবৌ, মই পেটত কথা ৰাখি কথা কোৱা মানুহ নহওঁ। এই যে মানুহজনে বিয়াৰ কথা এৰি পচতীয়া গছৰ কথাত ধৰিলে— ইহঁতে কোৱা কথা মিছা নহয়। [পৰিমলক দেখুৱাই] ই এতিয়া ডাঙৰ মানুহ। বিয়া কৰাই ই যে চাকৰি কৰা ঠাইত প্ৰকাণ্ড বঙলা ঘৰত থাকি সংসাৰ পাতিবগৈ, সেইটো ছোৱালী যাচিবলৈ অহা চব মানুহে জানে। গতিকে তাৰ ওচৰলৈ মানুহ আহিযেই থাকিব, তোমালোকে মোৰ কথা ভাবিযেই থাকিবা— আজি ঘটাৰ নিচিনা ঘটনা ঘটিযেই থাকিব— মই সদায় লাজ পাই থাকিবই লাগিব। গতিকে তোমালোকে ইযাৰ বিয়াখন পাতি দিযা, মোক লাজ পাই থকা অৱস্থাৰ পৰা মুক্তি দিযা।

পৰিমল : নহয নহয সৰুদা, তই কথাবোৰ বহুত দূৰলৈ নিলিগৈ। তই তেনেকৈ ক'লে মই এইটোহে বুজিব লাগিব যে— মই পঢ়া-শুনা কৰি, আজি এইটো অৱস্থালৈ আহি দোষহে কৰিলোঁ।

অমল : না না নাই। ওহোঁ। নহয। সেইটো নহয। তোৰ গুণৰ যহত তই আজি এই অৱস্থালৈ আহিছ। কিন্তু তোৰ গুণৰ আগত মোৰ দোষবোৰ ওলাই পৰিছে নহয।— মই সেইটোহে কৈছোঁ।

বিমল : হ'ব। এতিয়া মনে মনে থাক। তোৰ ক'ৰবালৈ যাবলগীয়া আছিল বুলিছিলি নহয?

অমল : যাবলৈ বুলি ওলাযেই আহিছোঁ।

বিমল : যা। আহগৈ যা। এইবোৰ কথা পিছত পাতিম যা।
[অমল যায়। কিছুসময নিস্তব্ধ। বিমলে ইফাল সিফাল কৰে।]

বিমল : [পৰিমলৰ ওচৰত থিয হৈ অলপ ভাবে। তাৰ পিছত।] পৰিমল।

পৰিমল : দাদা।

বিমল : তই জানই, ই অমল অলপ মেজাজী মানুহ। তাৰ কথাত নালাগিবি।

পৰিমল : কিন্তু তাৰ কথাবোৰ একেবাৰে মিছা নহয় দাদা।

বিমল : জানো। সেইটো তযেই ভালকৈ বুজিবি। জীৱনত বিশেষ একো কৰিব নোৱাৰিলে বুলি তাৰ নিজৰ ওপৰতে খং উঠি থাকে। কিন্তু সুবিধা পোৱা হ'লে সিও যে— তোৰ সমান নহ'লেও— কিবা এটা হ'ব পাৰিলেহেঁতেন, সেইটো কথাই তাক প্ৰাযেই খুন্দিযাই থাকে। আৰু তইতো জানই— আৰু সিও জানে— ঘৰখনৰ এটাতকৈ বেছি ল'ৰাক সুবিধা দিযাৰ উপায মোৰ নাছিল। সেই কাৰণে সিহঁতে কেতিযাবা মোৰ ওপৰতো খং কৰে। আৰু এটা কথা মন কৰিবি।— এই দিনখিনিত যে ইমান কষ্ট গ'ল, সেই কষ্ট অকল যে মই, নবৌৱেৰ বা মাইহে ভোগ কৰিছিলোঁ সেইটো নহয, সেই কষ্ট অমল, নিৰ্মল, মিত্ৰা, চিত্ৰা সকলোৱে ভাগত পৰিছিল।

পৰিমল : এইবোৰ কথা মোক তহঁতে মুখেৰে ক'ব লাগিছে নে? এইবোৰ কথা যদি মই নিজেই নুবুজোঁ, তেনেহ'লেতো মই মহামূৰ্খ, অজীণ-পাতকী হ'ব লাগিব। নহয জানো? [ডাঙৰকৈ] ঘন্দা। তুমি ক'ত আছা ঘন্দা?

ঘন্দা : [ভিতৰৰ পৰা] গৈছোঁ।
[ঘন্দা আহে।]

পৰিমল : মোৰ ব্ৰিফকে'ছটোৰ ওপৰৰ খাপটোত এটা ফাইল আছে। লৈ আহাচোন।
[ঘন্দা যায়।]

পৰিমল : তোমালোক সকলোৰে কাৰণে ভাল ঘৰ এটা সজাৰ কথা মই তাত থাকোঁতেই ভাবিছিলোঁ। এই যে সৰু দাদাৰ বিযাৰ কথা ওলাইছিল— মই আহোঁতে আজি কি ভাবি আহিছিলোঁ জানা?— ভাবি আহিছিলোঁ— যদি বিযাখন ইমিডিয়েটলি পাতিব লগা হয়, তেনেহ'লে সৰু দাদাৰ কাৰণে মই ওচৰতে এটা ঘৰ ভাৰালৈ লৈ দিম। নতুন ঘৰটো নোহোৱালৈকে সিহঁত তাতে থাকিব। কিন্তু সিতো মোক একো ক'বলৈকে সুবিধা নিদিলে।
[ঘন্দাই ফাইল এটা লৈ আহে। পৰিমলে ফাইলটোৰ পৰা এখন নক্সা (blue print) উলিয়ায়। কাগজখন মেলি ঘন্দাক ধৰিবলৈ দিয়ে।]

পৰিমল : ধৰাচোন। ধৰি থাকা। [ঘন্দাই ধৰি থাকে।] চোৱা। মা, ওচৰ চাপি আহ। তহঁতো আহ। এইটো তোমালোকৰ ঘৰটোৰ নক্সা। এইখন নক্সা মই এইমাত্ৰ যাদুৰ বলত আঁকিলোঁ নেকি? নহয়। বহুত দিনৰ আগতে আৰ্কিটেক্টৰ হতুৱাই অঁকাই থৈছিলোঁ। তোমালোক সকলোৰে কাৰণে দুটা দুটা কোঠালি। বেলেগ-বেলেগ পাগঘৰ, বেলেগ-বেলেগ বাথৰুম,— মিত্ৰা-চিত্ৰাহঁততো এইটো ঘৰত নাথাকিবিযেই, তথাপি তহঁতৰ কাৰণেও এই দুটা কোঠালি, ঘন্দাৰ কাৰণে এইটো কোঠালি।

ঘন্দা : কোনটো?

পৰিমল : [আঙুলিৰে কাগজখনত খোঁচ মাৰি] এইটো, এইটো।

ঘন্দা : মই কিন্তু এইফালৰ পৰা চব উন্টা দেখিছোঁ।

পৰিমল : তুমিতো চব ফালৰ পৰা চব উন্টা দেখা। হ'ব জাপি থোৱা। আগৰ ঠাইত থৈ আহাঁগৈ।

বিমল : চাওঁ, মই অকণমান চাওঁ।
[লয। চায। ঘন্দা যাযগৈ।]

দীপ্তি : ঘৰটো দুমহীলযা হ'ব নেকি?

পৰিমল : দুমহলীয়াতো হ'বই, আঢ়ৈ মহলীযাও বুলিব পাৰা। চাদৰ ওপৰত দুটা কোঠালি থাকিব।

মিত্ৰা : তাত কোন থাকিব?

পৰিমল : জানো সেই দুটা কাৰ ভাগত পৰে ঠিক কৰা নাই।

দীপ্তি : ঠিক কৰিবলৈ আকৌ কিটো আছে? সেই দুটা মোৰ ভাগত পৰিবই।

মিত্ৰা : হৈছে।

দীপ্তি : কি আকৌ হৈছে?

দীপ্তি : তোমালোকে লাগে গোটেই ঘৰটোকে লোৱা, কিন্তু চাদত থকা ৰুম দুটা মোক লাগিবই।

মিত্ৰা : বাৰু চাই থাকিম।

নিৰ্মল : মনে মনে থাকচোন তহঁত। ঘৰটো কমপ্লিট হওঁতে কেইবছৰ লাগে ঠিক নাই, এওঁলোকৰ ৰুম লৈ কাজিয়া কৰিবৰ হ'লেই!

পৰিমল : নহয নিৰ্মল, বৰ বেছি ডেৰ বছৰ। মই হিচাপ কৰি, ভাবি-চিন্তি কথা কওঁ, আৰু তেনেকৈ কামো কৰোঁ।
[লাহে লাহে পোহৰ কমি আহে। বিমলে নক্সাখন চাই থাকে। তেওঁৰ ওপৰত পোহৰ ৰৈ যায। আঁৰ-কাপোৰ নামি আহে।]

# দৃশ্য ঃ ৩

## মঞ্চ ঃ ১

[সন্ধিয়া। এটা দুমহলীয়া পকীঘৰ সজাৰ কাম চলি আছে। মতা আৰু তিৰোতা বনুৱাই কাম কৰিছে। অলপ পিছত ঘন্দা আহে। তেওঁ কাম চায়। তাৰ পিছত তেওঁ সন্মুখলৈ আহে।]

ঘন্দা ঃ [দৰ্শকলৈ চাই] খুব জোৰে কাম চলিছে। এতিয়া কেইমাহ হ'ল? [আঙুলিত মনে মনে গণ্তি কৰি] পাঁচ মাহ— আৰু— পোন্ধৰ দিন। কাম ইমানখিনি আগবাঢ়িলেই। আমাৰ চাহাবে কৈছিলহে ডেৰ বছৰ বুলি— আচলতে এবছৰতে ঘৰ ওলাই যাব। কাৰণ তেওঁ যিটো কোম্পানীক কামটো কৰিবলৈ কনট্ৰেক্ট দিছে, সেইটোৰ লগত বন্দবস্তই হ'ল এবছৰৰ। এবছৰ পূৰ হোৱাৰ দিনা যদি ঘৰটো মানুহ থাকিব পৰা নহয়, তেনেহ'লে প্ৰতিটো দিনৰ কাৰণে কোম্পানীয়ে ফাইন ভৰিব লাগিব। আৰু কোম্পানীওতো উলা-মূলা কোম্পানী নহয়! জেফাৰছন-ছাভাৰৱাল কনষ্ট্ৰাকচন কোম্পানী। আধাখিনি আমেৰিকাৰ, আধাখিনি ভাৰতৰ। কাম কৰোৱাৰ কায়দাই বেলেগ। চাহাবে মোক যেতিয়া ক'লে— তুমি ঘৰ সজা কামটোকে চোৱা-চিতা কৰা মই এইখনি দিনৰ কাৰণে কোম্পানীৰ ড্ৰাইভাৰ ল'ম, তেতিয়া মই ভাবিলোঁ— ঠিক আছে, কৰিম চোৱা-চিতা। আমাৰনো চোৱা-চিতা কি?— সেইটো মানুহে ইটাৰে বেৰখন গাঁথিছে নহয়, ছাতিটো মেলি ওচৰতে বহি লোৱা, খন্তিখনেৰে মছলাখিনি থেপকৈ দিলে, ফেট-ফেটকৈ অলপ বহলালে, ইটাচপৰা এনেকৈ বহুৱালে, টং-টংকৈ খন্তিখনেৰে ইটাটোক দুকোবমান দিলে— আকৌ খন্তি চলালে— তাকে বহি বহি চাই থাকা। আমাৰ চোৱা-চিতা আৰু সেযাহে। এওঁলোকৰ পিছে কায়দা একেবাৰে বেলেগ। তলৰ মানুহবিলাকৰ কথা বাৰু নকওঁৱেই, এই যে ইঞ্জিনিয়াৰ ছোৱালীজনী, বা! কি অদ্ভুত মানুহ! বেগৰ পৰা মেচিন উলিয়াইছে— টপ্-টপ্-টপ্-টপ্ হিচাব কৰিছে, এই লিখিছে, এই টাইপ মাৰিছে, এই ফোন কৰিছে, এই জঁপিয়াই-জঁপিয়াই একদম চাদৰ ওপৰ পাইছেগৈ, এই জীপ চলাই ক'ৰবালৈ উৰি গৈছে, দেখিলে অবাক হ'ব লাগে বুইছে! তেওঁ মোক কি কৈছে জানে?— কৈছে— চাবা ঘন্দা, এবছৰ পূৰা হ'বলৈ এক মিনিট থাকোঁতে মই এই ঘৰটো তোমাক চমজাই দিম। কোনে শিকাই দিলে ক'ব নোৱাৰোঁ— তেৱোঁ মোক ঘন্দা বুলি মাতে। [হাঁহে।]

[পাছফালে কাকলি সোমায়। তাই খং আৰু অভিমানত উত্তেজিত হৈ আছে। তাই দূৰলৈ চাই চিঞৰে।]

কাকলি ঃ অ'ই বিনোদ! অ'ই বিনোদ! কি হৈছে তাত? কিহৰ মিটিং বহিছে? এতিয়া মিটিং কৰাৰ সময় নেকি?

ঘন্দা ঃ মাদাম! আপুনি বোলে ইলেকট্ৰিচিটি ব'ৰ্ডলৈ গৈছিল? কেতিয়া আহিল? মই আপোনাৰ কথাকে কৈ আছিলোঁ।

কাকলি ঃ মোৰ কথা কৈ আছিলা? কাক?

ঘন্দা ঃ নিজকে।

কাকলি ঃ নিজকে?

ঘন্দা : ওঁ।

কাকলি : এনেকুৱা কাম নকৰিবা। পগলা হ'বা। আজি মোৰ এনেকুৱা অৱস্থা কিয় হ'ল জানা? কথা পাতিবলৈ কোনো নাই কাৰণে নিজৰ লগতে বৰ বেছিকৈ কথা পাতি থাকোঁ। সেই কাৰণে।

ঘন্দা : আপোনাৰনো কি অৱস্থা—?

কাকলি : বাদ দিয়া সেইবোৰ। বুইছা ঘন্দা, কিছুমান মানুহে যে এই ইলেকট্ৰিছিটি ব'ৰ্ডখন বেয়া বেয়া বেয়া— খালী বেয়া-বুলি কৈ থাকে, মই এতিয়াই কথাটো বিশ্বাস নকৰোঁ। মই আজি আমাৰ ফালৰ পৰা কৰিবলগীয়া চব কাম— everything— কমপ্লিট কৰি থৈ আহিলোঁ। যিদিনা আমি ঘৰটো হেণ্ড অ'ভাৰ কৰিম, তাৰ এমাহৰ আগতে সেইখিনিত এটা নতুন ট্ৰেন্সফৰ্মাৰ বহিব, বিছ দিনৰ আগতে চব ৰুমত লাইট জ্বলিব, ফেন ঘূৰিব— চব হ'ব। যদি সেইমতে কাম নহয়, তেতিয়াহে মই মানুহৰ কথা বিশ্বাস কৰিম আৰু ব'ৰ্ডৰ লগত ফাইট কৰিম। ফাইট কৰিবলৈ উনৈছ দিন সময় হাতত ৰাখিছোঁ। তুমি তোমাৰ চাহাবক কথাটো কৈ দিবা।

ঘন্দা : এ ইমান টান টান কথা মই ক'ব নোৱাৰিম মাডাম। আজি চাহাব আহিব নহয়, আপুনি নিজে ক'ব।

কাকলি : [গম্ভীৰ সুৰত] ঘন্দা, আজিলৈকে মই তোমাক কমেও ত্ৰিছবাৰ কৈছোঁ— মোক তুমি মাডাম বুলি নামাতিবা। আজি আকৌ ক'লোঁ। দ্বিতীয় কথা— তোমাৰ চাহাব আজি ইয়ালৈ আহিলেও মই তেওঁৰ লগত কথা নাপাতোঁ। কথা নাপাতোঁ মানে সেই সময়ত মই ইয়াত নাথাকোঁৱেই।

ঘন্দা : কিয়? কিয় মাডাম।

কাকলি : আকৌ।

[কাকলিয়ে ঘোপাকৈ চায়।]

ঘন্দা : বাৰু বাৰু! কিয় চাহাবৰ লগত আপুনি কথা নাপাতে? বৰ আচৰিত কথা।

কাকলি : একো আচৰিত কথা নহয়।

ঘন্দা : ৰে'লত বা বাছত গৈ থাকিলে যে আমি ওচৰত বহা মানুহৰ লগত কথা পাতি থাকোঁ, পাতি থাকোঁ, পাতি থাকোঁ— তাৰ পিছত যে কথা শেষ হৈ গ'লে মনে মনে বহি থাকোঁ, তেনেকুৱা হ'ল নেকি? কথা শেষ হ'ল নেকি?

কাকলি : শেষ নহ'লেও এইবোৰ মানুহক একো ক'ব নোৱাৰি। গোঁৱাৰ, অবিবেচক, obstinate, heartless। [বৈ]— মোৰ এতিয়া কথা শেষ হ'বৰ বয়স হৈছে নেকি?

ঘন্দা : সেই কাৰণেতো মই আচৰিত হৈছোঁ। আপোনাৰ এতিয়া কথা আৰম্ভ কৰাৰ বয়সহে হৈছে। চাহাবৰ ওপৰত আপোনাৰ ইমান খং—? এইটোতো বৰ ডাঙৰ কথা।

কাকলি : তুমি তেওঁৰ লগত গাৰ ছাঁটোৰ নিচিনাকৈ থাকা। তুমি জানানে— মই তেওঁৰ লগত আমেৰিকাৰ পৰা একেখন প্লেনতে আহিছিলোঁ?

ঘন্দা : আমেৰিকাৰ পৰা? আপুনি?

কাকলি : তেওঁ অৱশ্যে আমেৰিকাত থাকি থাকি বৰ ডাঙৰ মানুহ হৈ আহিছিল, আৰু মই সৰু মানুহ— সৰু মানুহ হিচাপেই উভতি আহিছিলোঁ। কিন্তু তেওঁ বোলে মোক সৰু মানুহ বুলি

নাভাবিছিল। সমান সমান বুলি ভাবিছিল। সেই তেতিয়াৰে পৰা এতিয়ালৈকে আমাৰ মাজত কিমান কথা-বতৰা হৈছে জানা?

ঘন্দা : নাজানো।

কাকলি : মই জেফাৰছন-ছাভাৰবাল কোম্পানীত চাকৰি কৰোঁ। সেই কাৰণেই যে তেওঁ জেফাৰছন-ছাভাৰবাল কোম্পানীক এই কামটো কৰিবলৈ দিছে সেইটো জানা?

ঘন্দা : নাজানো।

কাকলি : এইটো ঘৰত ইমানবোৰ মানুহৰ কাৰণে ইমানবোৰ কম আছে, কিন্তু মোৰ নামত বাথৰুম এটাৰ সমান ৰুম এটা আছেনে?

ঘন্দা : নাই।

কাকলি : কিন্তু কোম্পানীৰ বিল পে' কৰাৰ সময়ত যে কম পৰিলে মোৰ এটাইখিনি সাঁচতীয়া পইচা তেওঁক দি দিম বুলি কথা দিছোঁ— জানানে? মোৰ মাৰ বাহিৰে আপোন বুলিবলৈ কোনা নাই। মনৰ কথা এবাৰ খুলি ক'বলৈ এই পৃথিৱীখনত পৰিমলৰ বাহিৰে আৰু কোনো নাই। সেই কাৰণে মই তোমাক এইবোৰ কথা কৈছোঁ— বুজি পাইছানে?

ঘন্দা : কিন্তু আপুনি এইবোৰ কথা কিয় কৈছে মাডাম?

কাকলি : কাৰণ তেওঁ মোক কৈছে,— মই বোলে কিছুদিনলৈ তেওঁক পাহৰি থাকিব লাগিব। [খং] আৰু তাকো মুখেৰে কোৱা নাই, চিঠি লিখি জনাইছে। [বৈ, হঠাতে খঙেৰে] তোমাৰ কিবা প্ৰব্লেম হৈছে, তুমি মোক আঁতৰি থাকিবলৈ ক'ব পাৰা, কিন্তু পাহৰি থাকিবলৈ ক'বা কিয়? গোঁৱাৰ। Heartless। ধেমালি পাইছে!
[ঘন্দাই দূৰত কাৰোবাক দেখে]

ঘন্দা : মনে মনে মাডাম। মানুহ আহিছে।
[মিত্ৰা আৰু দিগেন আহে।]

মিত্ৰা : কি কৰিছা ঘন্দা? কাম চাইছা?

ঘন্দা : নাই চোৱা। মই চাব পৰা কামেই নাই কাৰণে এনেয়ে বহি আছোঁ।

মিত্ৰা : [কাকলিক] ভাল মিছ দত্ত?

কাকলি : ভাল। আপোনাৰ ভালনে?

মিত্ৰা : আছোঁ। চিনাকি কৰি দিওঁ। এওঁ দিগেন। মোৰ বন্ধু। আমি একেলগে শ্বৰ্টহেণ্ড মানে ষ্টেনোগ্ৰাফি শিকি আছোঁ।

কাকলি : নমস্কাৰ।

দিগেন : নমস্কাৰ।

কাকলি : মই পিছে ইয়াতে আপোনাক কেইবাদিনো দেখিছোঁ।

মিত্ৰা : দেখিব পাৰে। এওঁ কেইবাদিনো মোৰ লগত আহিছে, কিন্তু আপোনাৰ লগত চিনাকি কৰি দিবলৈ চান্স পোৱা নাই। বাৰু মিছ দত্ত মই কথা এটা সোধোঁ। ওপৰ মহলাৰ বে'ডৰুম এটাৰ দেৱালত পকাকৈ আলমাৰি এটা সাজিব নোৱাৰিনে? ধৰি লওক পাঁচফুট বহল— ছফুট ওখ—

কাকলি : কিয় নোৱাৰি? পাৰি। কিন্তু আজি মই আপোনাক দুটামান কথা কওঁ। মোৰ আজি মনটো— মানে মেজাজটো অলপ বেয়া। আপুনি বেয়া নাপাব। প্ৰথম কথা, ঘৰটো

কমপ্লিট হ'বলৈ দিয়ক। তাৰ পিছত আপুনি দেখিব— আপুনি বিচৰা বস্তুবোৰতকৈ কিজানি বেছি সুবিধাজনক বস্তু-বাহানিহে আছে। যদি কিবা নায়ো, তেনেহ'লে এতিয়া উপায় নাই। প্ৰতিটো কোঠালিৰ একোটা ডিজাইন থাকেতো। প্ৰত্যেকে যদি এতিয়া নিজৰ নিজৰ কোঠালিটোত ইটো লাগে সিটো লাগে বুলি কয়, তেনেহ'লে ঘৰৰ ডিজাইন আৰু ডিজাইন হৈ নাথাকিব।

মিত্ৰা : নহয় মানে, মই সুধিছিলোঁ—

কাকলি : বুজিছোঁ। আপুনি কি সুধিছে মই লগে লগে বুজিছোঁ। এতিয়া সেইবোৰ কথা আপোনাৰ ককাইদেৰেক মিষ্টাৰ পৰিমল তালুকদাৰক সুধিব। তেওঁ যদি আমাক সেই বিষয়ে কিবা সোধে তেতিয়া আমি বুজাই দিম— কি কাৰণে কোনটো বস্তু ক'ত ফিট কৰিব নোৱাৰি। দ্বিতীয় কথা— আপুনি আপোনালোকৰ ঘৰটো যিমান ইচ্ছা চাবলৈ আহিব, তাত কাৰো ফূৰ্তি কৰিবলগীয়া একো নাই। কিন্তু এখেতক লগত লৈ আপুনি যেনেকৈ ঘৰ চাবলৈ আহে, সেইটোত আমাৰ মিস্ত্ৰি, লেবাৰ, মহৰী আদিয়ে বৰ ফূৰ্তি পায়।

মিত্ৰা : ফূৰ্তি পায় মানে?

কাকলি : একেবাৰে বৰ ডাঙৰ মানুহৰ পৰা আৰম্ভ কৰি সৌ লেবাৰবোৰলৈকে— লেবাৰবোৰলৈকে কিয়— ৰাস্তাৰ, কুকুৰ-ঘোঁৰালৈকে, এটা প্ৰবৃত্তি সকলোৰে একে নহয় জানো?

দিগেন : [নাৰ্ভাছ] মানে? কি প্ৰবৃত্তিৰ কথা কৈছে?

কাকলি : এনেকুৱা আধা সজা বিল্ডিংবোৰৰ চুক-কোণ কেনেকৈ ব্যৱহাৰ কৰিব লাগে, সেইটো কথা সৌ লেবাৰবোৰে বহুত বেছি ভালকৈ জানে। যিটো প্ৰবৃত্তিৰ কাৰণে সিহঁতে এই চুক-কোণবোৰ ব্যৱহাৰ কৰে, মই সেই প্ৰবৃত্তিটোৰ কথা কৈছোঁ। সিহঁতে নিজে ফূৰ্তি কৰক, কিন্তু আপোনালোকে ফূৰ্তি কৰা চাই সিহঁতে ফূৰ্তি কৰিলে মই লাজ পাওঁ। আপুনি এই ইমান ডাঙৰ ঘৰটোৰ মালিক মিষ্টাৰ পৰিমল তালুকদাৰৰ ভনীয়েক—

মিত্ৰা : ঘন্দা, তুমি ইয়াৰ পৰা যোৱাচোন।

কাকলি : কিয়? আপোনাৰ কিবা ক'বলগীয়া আছে নেকি? কি ক'বলগীয়া আছে কওক, এওঁৰ আগতে কওক। এওঁ মিষ্টাৰ পৰিমল তালুকদাৰৰ লগে লগে থকা মানুহ। মই আপোনালোকক কি কি ক'লোঁ তাৰ এজন বিশ্বাসী সাক্ষী লাগে।

দিগেন : আপুনি সাধাৰণ লেবাৰৰ কথা শুনি আমাৰ চৰিত্ৰৰ বিষয়ে জঘন্য ইংগিত কৰিছে।

কাকলি : সাধাৰণ লেবাৰে ডাঙৰ মানুহৰ চৰিত্ৰৰ বিষয়ে সাজি সাজি বেয়া কথা ক'বলৈ বৰ ভয় কৰে। সেইটো ঠিক বুজিব। আপোনালোকে যদি এইটো কথা লৈ তৰ্ক কৰে, মই কিন্তু এটাইজাক লেবাৰকে ইয়ালৈ মাতি আনিম। তেতিয়া দৃশ্যটো দেখিবলৈ বৰ বেয়া হ'ব।

দিগেন : আপুনি আমাক থ্ৰিটনিং দিছে নেকি?

কাকলি : কি আচৰিত! মই আমাৰ সকলোৰে ভালৰ কাৰণে এটা সাধাৰণ ভাল কথা কৈছোঁ, আপোনালোকে কথাটো মানি নলয় কিয়? এইটো ফেপেৰি পাতি ল'বলগীয়া কথা নেকি? নে লাজত তলমূৰ কৰিবলগীয়া কথা?

মিত্ৰা : মিছ দত্ত—

কাকলি : মই ক'ব কোজা তৃতীয় কথাটো হ'ল— আপুনি মোক মিছ দত্ত বুলি নামাতিব। নাম কাটি মাতিব। আপুনি মোতকৈ বয়সত বহুত ডাঙৰ। মই আপোনাক বাইদেউ বুলি মাতিম।

মিত্ৰা : কেনেকৈ জানিলে মই আপোনাতকৈ ডাঙৰ বুলি?

কাকলি : আপুনি মোতকৈ তিনি বছৰৰ আগতে মেট্ৰিক পাছ কৰিছে।
মিত্ৰা : কোনে ক'লে?
কাকলি : আপোনাৰ ককাযেকে।
মিত্ৰা : পৰিমল দাদাই?
কাকলি : হয়।
মিত্ৰা : দাদাই আপোনাৰ লগত এইবোৰ কথাও পাতে?
কাকলি : পাতে।
মিত্ৰা : কিয় পাতে? এইবোৰ কথা ওলাবলৈ পায় কেনেকৈ?
কাকলি : আপুনি মোৰ কথা একো নাজানে?
মিত্ৰা : আমি এইটো ঘৰ সজাইছোঁ, আপুনি ঘৰ সজোৱা কোম্পানীটোৰ ইঞ্জিনিয়াৰ— সিমানেই জানো।
কাকলি : আৰু একো নাজানে?
মিত্ৰা : নাজানো।
কাকলি : আপোনাৰ ককাযেকে মোৰ কথা আৰু একো কোৱা নাই? যোৱা তিনি বছৰে এদিনো একো কোৱা নাই?

[দূৰত গাড়ীৰ শব্দ। কাকলিয়ে সেইফালে চায়।]

কাকলি : বহুত টান টান কথা ক'লোঁ। মই নিজে বহুত ঠেকা খোৱা মানুহ। কেতিয়াবা হঠাতে হিতাহিত জ্ঞান হেৰুৱাই পেলাওঁ। বেয়া নাপাব।

[লৰালিৰকৈ গুচি যায়।]

মিত্ৰা : ঘন্দা, এই যে ছোৱালীজনীয়ে কৈ গ'ল তিনি বছৰৰ কথা— তুমি কিবা জানা নেকি?
ঘন্দা : মোতকৈ সৌ তেওঁ বেছিকৈ জানে। তেওঁক সুধিবা।

[পৰিমল আহে। সি দূৰলৈ চাই মাতে।]

পৰিমল : কাকলি।

[জিপগাড়ী ষ্টাৰ্ট হৈ চলি যোৱাৰ শব্দ শুনা যায়।]

পৰিমল : [অলপ পৰ দূৰলৈ চাই থাকি ঘূৰে]— তইঁত কেতিয়া আহিলি? কাম ঠিকে চলি আছেনে ঘন্দা?

[ঘন্দাই থৰ লাগি তললৈ চাই থাকে।]

পৰিমল : ঘন্দা।
ঘন্দা : কামৰ কথা পিছত। মই বহুত সময় মনে মনে থাকিলোঁ। এতিয়া আগতে এটা কথা চাফা কৰি কওঁ। [দিগেনক দেখুৱাই মিত্ৰাক সোধে] এওঁ কোন?
মিত্ৰা : ক'লোঁ নহয় মোৰ বন্ধু।
ঘন্দা : কেনেকুৱা বন্ধু?
মিত্ৰা : কি আকৌ কেনেকুৱা বন্ধু।
ঘন্দা : [খঙেৰে] উল্টাই প্ৰশ্ন নুসুধিবি। যি সুধিছোঁ তাৰ উত্তৰ দে।
পৰিমল : হৈছে কি ঘন্দা?
ঘন্দা : এই ল'ৰাটোক তুমি চিনি পোৱানে?

পৰিমল : নাই, নাপাওঁ।

ঘন্দা : তেনেহ'লে মনে মনে শুনি থাকা। যদি দিগদাৰি পোৱা তেনেহ'লে সৌ তাত থকা লেবাৰবিলাকক সুধি আহাগৈ— এওঁ ইয়ালৈ কি কৰিবলৈ আহে। ইতিমধ্যে মই জানি লওঁ এওঁ কোন। [মিত্ৰাক] কিমান দিনৰ বন্ধু?

মিত্ৰা : বহুত দিনৰ।

ঘন্দা : বহুত দিনৰ মানে কেই মাহৰ। কেই বছৰৰ?

মিত্ৰা : হ'ব দুবছৰমানৰ।

ঘন্দা : হ'বই নোৱাৰে। যোৱা আঢৈ বছৰত— আজিৰ পৰা ছমাহৰ আগলৈকে মই তোৰ চাৰিটা বন্ধু দেখিছোঁ— আৰু তেওঁলোকৰ মাজত এওঁক দেখা নাই। এওঁ নতুন।

মিত্ৰা : ঠিক আছে, নতুন। তোমাৰ কি হ'ল?

ঘন্দা : তেনেকৈ কথা নকবি। মই কিন্তু মানুহ-দুনুহ নাচাম— চৰিয়াই দিম।

পৰিমল : হৈছে কি ঘন্দা? ব'লাচোন, ঘৰলৈ ব'লা, কি হৈছে ঘৰত বিচাৰ কৰিম।

ঘন্দা : নালাগে। ঘৰলৈ গ'লে কথা ডাঙৰ হ'ব। বাকীবোৰ মানুহৰ মগজক কষ্ট দিয়াৰ কোনো দৰকাৰ নাই। বৰলৰ বাহ আটোমটোকাৰিকৈ দাণ্ডি নি ঘৰৰ ভিতৰত নাভাঙে নহয়, য'তে আছে ত'তে জুই লগাই দি ভাঙে। এটা কথা আজি ইয়াতে ঠিক কৰিব লাগিব। [মিত্ৰাক] জীৱনটো আনাৰছৰ গছ বুলি ভাবিছ? গুটি লাগিব— পকিব— আকৌ গছ— আকৌ গুটি— আকৌ গছ—? এনেকৈয়ে চলি থাকিব বুলি ভাবিছ? খাল পাৰ হ'বলৈ যে বুঢা তামোল গছৰ টুকুৰা পাৰি দিয়ে— দেখা নাই? সকলোৱে যে গচকি-গচকি পাৰ হৈ যায়। তেনেকুৱা গছৰ টুকুৰা হ'ব খুজিছা? [পৰিমলক] হেৰি নহয, তুমি কৈছিলা,— এই ঘৰটো ওলালেই অমলৰ বিয়া পাতিবা?

পৰিমল : ওঁ পাতিম।

ঘন্দা : আগতে ভাবিছিলা, অমলৰ বিয়া যদি সোনকালে পাতিব লগা হয়, তেনেহ'লে তাক তুমি ঘৰ এটা ভাৰালৈ লৈ দিবা?

পৰিমল : ওঁ ভাবিছিলোঁ।

ঘন্দা : ঘৰটো ভাৰালৈ লোৱা, আৰু এওঁলোকৰ বিয়া পাতি দিয়া। এই ঘৰ কমপ্লিট হোৱা, অমলৰ বিয়া— এইবোৰলৈ বাট চাব নালাগে। [দিগেনক] হ'ব? ৰেডী?

দিগেন : এইবোৰ আপুনি কি কৈছে?

ঘন্দা : চাফা কথা কৈছোঁ? তোমালোক ইজন সিজনৰ বৰ আপোন, সেই কাৰণে তোমালোক ইয়ালৈ আহি সৌ কোঠালিবোৰৰ চুকে চুকে সোমাই থাকা। এনেকুৱা আপোন মানুহৰ বিয়াখন পাতি দিয়াটো আমাৰ কৰ্তব্য।

দিগেন : মই এতিয়া বিয়াৰ কথা ভবা নাই।

ঘন্দা : কিয়? কিবা অসুবিধা আছে? [বৈ] কোৱা।

দিগেন : আছে। বহুত অসুবিধা আছে।

ঘন্দা : অসুবিধাবোৰ কেতিয়া আঁতৰিব?

দিগেন : [চিঞৰি] মই সেইবোৰ ভবাই নাই।

ঘন্দা : নভবাকৈয়েতো গোটেই জীৱনটো এনেকৈ যোৰ পাতি ঘূৰি ফুৰিব নোৱাৰি। এদিনতো ভাবিবই লাগিব। ধৰি ল'লোঁ তোমাৰ বহুত অসুবিধা আছে। কোৱা, তুমি কেতিয়া সাজু

হ'ব পাৰিবা? যিমান দিন ৰ'বলৈ কোৱা আমি ৰ'ম, কিন্তু কথা দিয়া। কেতিয়া তুমি এওঁক বিয়া কৰাবা?

দিগেন : মই সেই লাইনত কথাটো ভবাই নাই।

ঘন্দা : এওঁক যে এদিন বিয়া কৰাব লাগিব সেই কথাটো ভাবিছাতো?
[বৈ] নোকোৱা কিয়?

দিগেন : নাই ভবা।

মিত্ৰা : কি? এনেকৈ কিয় কৈছা?

দিগেন : মই এতিয়া যাওঁ। এইবোৰ এনেকৈ পাতিবলগীয়া কথা নহয়।

মিত্ৰা : শুনা। তুমি মিছা কথা কিয় কৈছা?

দিগেন : নাই কোৱা মিছা কথা। আমি বন্ধু, সাধাৰণ বন্ধুৰ নিচিনাকৈ লগ পাইছোঁ, কথা পাতিছোঁ, কেতিয়াবা অকণমান একেলগে ফুৰিছোঁ, বাচ, সিমানেইহে।

মিত্ৰা : সিমানেইহে?

দিগেন : মোৰ মনলৈ অন্ততঃ তাতকৈ বেছি আৰু একো অহা নাই।

ঘন্দা : [মিত্ৰাক] এওঁ তোক্র বিয়াৰ কথা কিবা কৈছিল?

মিত্ৰা : কৈছিল। সদায় কৈছিল।

দিগেন : নাই কোৱা।

মিত্ৰা : [চিঞৰি] কৈছিলা।

দিগেন : মিছা কথা।

ঘন্দা : তুমি মনে মনে থাকা। কচোন কি কৈছিল এওঁ?

মিত্ৰা : কৈছিল— বিয়াৰ পিছত আমি দাৰ্জিলিঙলৈ যাম, এওঁ দিল্লীত চাহপাতৰ বিজিনেছ আৰম্ভ কৰিব, আমি দিল্লীতে থাকিবলৈ ল'ম, ৰাজিন্দৰ বেদী নামৰ মানুহ এজন আমাৰ বিজিনেছৰ পাৰ্টনাৰ হ'ব—

দিগেন : সেইবোৰ মোৰ নিজৰ কথা। তুমি আমাৰ আমাৰ বুলি নিজকে লেটিযাই লৈছা কিয়?

মিত্ৰা : তুমি— তুমি ইমান মিছলীয়া?

ঘন্দা : তই এতিয়া মনে মনে থাক। [দিগেনক] মই এতিয়াই সৌ তাৰ পাৰ লেবাৰ এজাক মাতি আনি, সিহঁতৰ হতুৱাই তোক বন্ধাই, তোৰ মুখেদি সঁচা কথা উলিয়াব পাৰিলোঁহেঁতেন। কিন্তু লাভ নাই। যা। চকুৰ আগৰ পৰা আঁতৰ হ। এয়ো তোৰ সমানে সমানে খেলোৱাৰ কাৰণে তই কাইলৈ দিল্লী-বোম্বাই পালেগৈও তাই আগৰ নিচিনাকৈয়ে দপদপাই থাকিব। কিন্তু তাই যদি তোৰ কথা বিশ্বাস কৰা সহজ-সৰল ছোৱালী হ'লহেঁতেন— ভাবি চাচোন— তাইৰ অবস্থাটো কি হ'লহেঁতেন। যা।
[দিগেন যাব খোজে।]

পৰিমল : শুনা। আজিৰ পৰা তুমি এইৰ লগত কিবা সম্পৰ্ক ৰাখিবা নেকি? এইক আকৌ লগ পাবলৈ আহিবা নেকি?

ঘন্দা : তুমি ভাল কথা সুধিছা! এওঁলোক লগ পাবলৈ অহা মানুহ নেকি? লগ পাবলৈ বৈ থকা মানুহ! লগ পাবলৈ ঘৰৰ পৰা ওলাই যোৱাৰ মালিক এওঁলোকহে! [মিত্ৰাক দেখুৱাই] এওঁক সোধা!

[দিগেন যায। কিছুসময় সকলো মনে মনে থাকে। মিত্ৰাই চকুপানী মচে।]

ঘন্দা : বহুত দিনৰ পৰা ভাবি আছিলোঁ— তোৰ বন্ধুবিলাকৰ কোনোবা এটাৰ নিজৰ মুখেদিয়েই তোক চিনাকি দিয়াওঁ— সিহঁত কেনেকুৱা মানুহ। আজি সুবিধা এটা পাই বহুত চিএৰ-বাখৰ কৰিলোঁ। বেয়া নাপাবি।

[ঘন্দা গুচি যায। মিত্ৰাই নিঃশব্দে কান্দে।]

পৰিমল : মই বহুত দিনৰ মূৰে-মূৰে ঘৰলৈ আহোঁ। তহঁতৰ কাৰণেই আহোঁ। কিন্তু এইবোৰ কাণ্ড দেখিলে চিন্তা হয়— মই তহঁতৰ ভালৰ কাৰণে কিমান কি কৰিব পাৰিম!

মিত্ৰা : [চাদৰেৰে নাক মচি] নালাগে তই মোৰ ভালৰ কাৰণে একো কৰিব। মই মৰি যোৱাই ভাল।

পৰিমল : মৰিলে তোৰ কি লাভ হ'ব? ব'ল। অন্ততঃ মই যেতিয়ালৈকে আছোঁ, তেতিয়ালৈকে তই চিন্তা কৰিব নালাগে। মই কাৰ কাৰণে ইমানবোৰ কৰিছোঁ? মই মোৰ কাম মাজতে নেৰোঁ নহয়!

[মিত্ৰাই পৰিমলৰ চকুলৈ চায। লাহে লাহে মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

## দৃশ্য : ৪

### মঞ্চ : ২

[দিন। বিমল তালুকদাৰ বহা কোঠালি। টেলিফোন ডিপাৰ্টমেণ্টৰ মানুহ দুজনে তালুকদাৰৰ ঘৰত নতুন ফোন লগোৱা কাম কৰিছে। বিমল, অমল আৰু চিত্ৰাই চাই আছে। এজন মেকানিকে টেবুল এখনৰ ওপৰত উঠি তাঁৰডালত ক্লিপ মাৰিছে। ইজনে মাটিত থিয় হৈ ফোনটোৰ তাঁৰ জোৰা দিছে। অলপ পিছত—]

মেকানিক ১ : আৰু অলপ ওপৰলৈ উঠিব লাগিছিল। কিবা এটা হ'ব নে?

বিমল : [বৰ আগ্ৰহেৰে] কিবা এটা? কিমান ওখ? সৰু টেবুল এখন হ'লে হ'ব নে?

মেকানিক ১ : হ'ব। চকী বা মূঢ়া হ'লেও হ'ব?

বিমল : অ'ই চিত্ৰা যাচোন, পাছফালৰ বাৰাণ্ডাত থকা সৰু টেবুলখন লৈ আহগৈ। দৌৰ মাৰ।

[চিত্ৰা যায]

বিমল : এইটো টেলিফোন কেতিয়াবাই লাগিব লাগিছিল বুইছা। মই এবাৰ তোমালোকৰ কমাৰ্চিয়েল অফিচাৰৰ ওচৰো পাইছিলোঁগৈ। তেওঁ হ'ব বুলিও কৈছিল। তাৰ পিছত এদিন ফৰ্ম-ছৰ্ম ফিল আপ কৰি পইচা জমা দিয়াৰো কথা আছিল। পিছে ঠিক সেই সময়তে আমাৰ ঘৰত বিপদ এটা হ'ল। সেই যে থাকিল, থাকিলেই।

অমল : তই কেতিয়াৰ কথা কৈছ?

বিমল : মাৰ যে অপাৰেচন হৈছিল।

অমল : তেতিয়া তই টেলিফোনৰ কাৰণে দৰখাস্ত কৰিব খুজিছিল নেকি? আমি দেখোন গমেই নাপাওঁ!

[টেবুল এখন লৈ চিত্ৰা আহে।]

বিমল : দে। [টেবুলখন মেকানিকক দি] হ'বনে? মূঢা এটাও লাগিব নেকি?

মেকানিক ১ : নাই নালাগে। হ'ব।

বিমল : [অমলক] মই তেতিয়া তহঁতৰ লগত এটা ফূৰ্তি কৰিব খুজিছিলোঁ। কোনেও নজনাকৈ চব কাম কৰিম, এদিন হঠাতে এওঁলোকে আহি ফোনটো লগাই দিব,— তহঁতৰ চব অবাক হৈ যাবি— সেইটো ফূৰ্তি কৰিম বুলি ভাবিছিলোঁ। পিছত— কি কৰিবি আৰু। টেলিফোনটোৰ কাৰণে থোৰা পইচাখিনি মাৰ অপাৰেচনত খৰচ হৈ গ'ল, টেলিফোনৰ কথা তল পৰিল।

অমল : মাৰ অপাৰেচনৰ কাৰণে দেখোন পৰিমলে আমেৰিকাৰ পৰা এহাজাৰ ডলাৰ পঠাইছিল।

বিমল : সেইটো অপাৰেচন এহাজাৰ ডলাৰেৰে হয় নেকি? ভট্টাচাৰ্য ডাক্তৰেই দেখোন অকল অপাৰেচনটোৰ কাৰণেই দুহাজাৰ টকা ল'লে। দিনে তিনিটাকৈ যে ত্ৰিছটা কেপচুল খাইছিল, তাৰ এটা এটা কেপচুলৰ দাম কিমান আছিল জান? আঠ টকা। সেইবোৰ দিনৰ কথা তহঁতে নাজান। তহঁতৰ গাত ইমানকণো বতাহ লাগিবলৈ নিদিয়াকৈ কিমান ধুমুহা চম্ভালিলোঁ মইহে জানো। নবৌৱেৰে ক'ব। কেতিয়াবা সুধিবি।

মেকানিক ২ : [ফোনটো কাণত লগাই] হেলো-হেল্লো। হেল্লো-হেল্লো।— গণেশ নেকি? পাইছ? কালুবাবুক পাইছ? লাইন দিছে?— দে। অই শুন। তই ৰিং দিবি। [কাগজ এখন চাই]— 4-6-5-3 [ডাঙৰকৈ] 4-6-5-3। [ফোনটো থৈ— বিমলক] আপোনালোকৰ ভাগ্য ভাল। এতিয়াই লাইন পাই যাব।

বিমল : হয় নেকি? ফোন বাজিব?

মেকানিক ২ : বাজিব।

বিমল : অই চিত্ৰা, মাক মাতচোন। বৌৱেৰকো মাত। ই নিৰ্মল ঘৰত আছেনে নাই? [মেকানিকক] এনেয়ে লাইন পাওঁতে দেৰি লাগে নেকি?

মোকনিক ২ : লাগেতো।

মেকানি ১ : [নামি আহি]— কেতিয়াবা বিছ-পঁচিছ দিন লাগি যায়। মই আজি নিজে একচেঞ্জত চব ঠিক-ঠাক কৰি থৈ আহিছোঁ। সেই কাৰণেহে। নহ'লে কম চে কম সাত দিনতো লাগিলেইহেঁতেন।

বিমল : বৰ ভাল কৰিলা দিয়া। এতিয়া কথা হ'ল নহয়। ফোনটো হ'লে তোমালোক থাকোঁতেইতো কাৰোবাৰ লগত কথা পাতিব লাগিল। কাৰ লগত পাতোঁ? কাৰ লগত পাতোঁ অ' অমল? [ঘন্দা আহে]

অমল : কথা পাতিবলৈতো মানুহ বহুত আছে, কিন্তু সিহঁতৰ টেলিফোন আছে বা নাই। আৰু আছে যদিও নম্বৰবোৰ নাজানো নহয়।
[ভিতৰৰ পৰা প্ৰভা আৰু চিত্ৰা আহে।]

ঘন্দা : কিয়? টেলিফোন লাগিল নেকি?

বিমল : লগালোঁ দে।

ঘন্দা : তুমি লগালা?

বিমল : লগালোঁ দেচোন আমি চবেই লাগি-ভাগি। হেৰি নহয়, এতিয়া প্ৰথম প্ৰথম কালৈ টেলিফোন কৰোঁ?

ঘন্দা : যি টেলিফোনটোৰ ব্যৱস্থা কৰি দিছে তাকে খবৰটো দিয়াটো ভাল হ'ব।

বিমল : কাৰ কথা কৈছ? পৰিমলৰ? কিন্তু সিতো এতিয়া কলিকতাতহে আছে।

ঘন্দা : ভালহে হৈছে। নতুন টেলিফোন— পহিলা পহিলা একেবাৰে কলিকতাৰ লগত কথা পাতিবা। [মেকানিকক] কিহে ভাইহঁত, পৰা যাবনে গৰমে গৰমে কলিকতাৰ লগত কথা পাতিব?

[ফোনটো বাজে। এটাইখনে যেন উচপ খাই উঠে। ইজনে সিজনৰ মুখলৈ চাই হাঁহে।]

মেকানিক ২ : হেল্লো। কালুবাবু নেকি?— পাইছোঁ। পাইছোঁ।— ঠিক আছে। দিম বাৰু। এৰিছোঁ। [ফোন থৈ]— আপোনালোকে কলিকতাৰ কালৈ ফোন কৰিব খুজিছিল?— নম্বৰটো—?

[সকলোৱে মুখ চোৱা-চুই কৰে।]

বিমল : মই ক'ৰবাত লিখি ৰাখিছিলোঁ— ক'ত ৰাখিছিলোঁ পাহৰিলোঁ নহয়। তোৰ তাত আছে নেকি?

অমল : নাই। তাৰ টেলিফোন নম্বৰ মোক দিয়াই নাই।

চিত্রা : এইবাৰ যাবৰ সময়ত দিছিল নহয়!

[এওঁলোকে কথা পাতি থকাৰ মাজতে ঘন্দাই জেপৰ পৰা ন'টবুক এখন উলিয়াই মেকানিকৰ ওচৰলৈ গৈ সৰু সৰুকৈ কথা পাতে। মেকানিকে ফোন দাণ্ডি ট্ৰাংক-একচেঞ্জলৈ ফোন কৰে।]

অমল : ক'ত দিছিল?

চিত্রা : এইখিনিতে যে কাগজ এটুকুৰাত লিখি দিছিল। তই যে জেপত ভৰাই থৈছিলি?

অমল : জানো। মই পাহৰিলো।

বিমল : কি হ'ব এতিয়া? মিত্ৰাৰ হাতত আছে নে কি? [ডাঙৰকৈ] মিত্ৰা। অই মিত্ৰা!

মেকানিক ১ : অনিলদা নেকি?— দাদা, মোক অকণমান সহায় কৰিব লাগে। বৰ জৰুৰী। কলকাতাৰ নম্বৰ এটা লগাই দিব লাগে।

[কথা পাতি থাকে। মিত্ৰা আহে।]

বিমল : তোৰ হাতত পৰিমলৰ ফোন নম্বৰটো আছে নেকি?

মিত্ৰা : নাই।

বিমল : ই নিৰ্মল ক'লৈ গ'ল? [চিঞৰি] নিৰ্মল।

মেকানিক ১ : 43888— হয়।— ইয়াত সকলো ফোনৰ ওচৰত বৈ আছে। [ফোন থয়]

বিমল : [ঘন্দাক] তোৰ হাতত আছিল হ'বলা নম্বৰটো? অই চিত্ৰা, মোৰ টেবুলৰ পৰা কাগজ এটুকুৰা আৰু ডডপে'নটো লৈ আহচোন, নম্বৰটো লিখি লওঁ।

ঘন্দা : কিয়? হেৰুৱাবলৈ?

বিমল : এইবাৰ নেহেৰুৱাওঁ। [মেকানিকক] পাৰিমনে কথা পাতিব কলিকতাৰ লগত?

মেকানিক ২ : চাওঁচোন। মই ভিতৰুৱাকৈ চেষ্টা কৰিছোঁ।

অমল : পিছে এটা কথা নহয়, আমি যেতিয়া ইয়াত নাথাকিম তেতিয়া টেলিফোনটোৰ কি হ'ব?

মেকানিক ২ : নাথাকিম মানে?

বিমল : মানে মই এটা নতুন ঘৰ সজাইছোঁ। ঘৰটো কমপ্লিট হ'লেই আমি তালৈ যামগৈ।

মেকানিক ২ : কিমান দূৰত ঘৰটো?

বিমল : এই ওচৰতে। এই যে পুখুৰীটোৰ সিপাৰে ধোবাটো আছিল, সেইখিনি মোৰ মাটিহে। তাতে সজাইছোঁ।

মেকানিক ২ : অ' সেইটো আপুনি সজাইছোঁ নেকি? বৰ ডাঙৰ ঘৰ সজাইছে!

বিমল : নাই, কিনো ডাঙৰ! আমাৰ পৰিয়ালো ডাঙৰ নহয়। ইহঁতে আকৌ আৰু অলপ ডাঙৰ কৰিবলৈ কৈছিলহে! মই বোলো— ওহোঁ, আৰু বলে নোৱাৰিম। পিছত তহঁতে নিজে যিমান বঢ়াব পাৰ বঢ়াই লবি।

[ফোন বাজে। মেকানিক ২-এ ফোন তোলে।]

মেকানিক ২ : হেল্লো!— ইয়েছ!— [বৈ] হেল্লো। ধৰকচোন অকণমান।— আপোনাৰ লগত কথা পাতিব।— [বিমলক]— তেখেতে ধৰি আছে। কথা পাতক।

অমল : চাওঁ দিয়া।

বিমল : ৰবি, মই আগতে পাতি লওঁ। [ফোনটো লয়] হেল্লো! পৰিমল নেকি? মোৰ মাত শুনিছনে?— বিমল দাদায়েৰে কৈছোঁ।— আজি ফোনটো লগালোঁ।— এইমাত্ৰ। আছোঁ, ভালে আছোঁ।— তই কেতিয়া আহিবি?— তই আহিলে কামবোৰ অলপ খৰধৰকৈ আগবাঢ়িব। মেইন ড্ৰইংৰুমটোত যে মাৰ্বলৰ কথা কৈছিলি— কি ঠিক কৰিলি?— বাৰু। এবাৰ সোনকালে আহিবি।— ধৰ, অমলৰ লগত কথা পাত। [অমলক] ল।

অমল : [ফোন লৈ] অ' মই সৰু দাদাই কৈছোঁ।— আছোঁ আৰু। আমাৰনো আৰু ভাল-বেয়া কি।— তেওঁলোকৰ ঘৰৰ পৰা খবৰ লৈয়ে আছে। তেওঁলোকে কৈছে— আগতে বিয়াৰ তাৰিখটো ঠিক কৰিলেহে বোলে কণ্ট্ৰেক্টৰে ঘৰটো সময়মতে উলিয়াই দিব।— এওঁলোক বোলে সোণাৰিৰ নিচিনা। জোৰোণৰ তাৰিখ জানি লৈ সেইমতে গহনাৰ কাম কৰে।— অ' কথাটো ওলাল কাৰণেহে কৈছোঁ— মই যে কৈছিলোঁ— খবৰটো কৰিবি। বৌবাজাৰ ষ্ট্ৰিটত বোলে কেইবাখনো ডাঙৰ গহনাৰ দোকান আছে। এম পি জুয়েলাৰী, সেন জুয়েলাৰী— সেইবোৰ বোলে বৰ ভাল দোকান। এদিন ফোন কৰি খবৰটো দিবিচোন।— কৈছোঁ ধৰ। [মেকানিকক] আমাৰ ফোনৰ নম্বৰটো কিমান?

মেকানিক ১ : 4-6-5-3

অমল : 4-6-5-3 বাৰু— মিত্ৰাৰ লগত কথা পাত।

[ফোনটো মিত্ৰাক দিয়ে]

মিত্ৰা : হেল্লো। দাদা!— আছোঁ আৰু ভিতৰতে সোমাই!— মোকো তোৰ তালৈকে লৈ যা!— এনেয়ে হ'লে কৈ থাক— তাজমহল দেখুৱাবি, লালকিল্লা দেখুৱাবি— আঁতৰি গ'লেই চব পাহৰি যাব?— এইবাৰ আহিলে লগতে লাগি যাম।— নাই নাই চব বাদ।— তই কৈছিলি নহয়— তই আছ যেতিয়া মই চিন্তা কৰিব নালাগে। মই চব তোৰ ওপৰতে এৰি দিছোঁ।— চিত্ৰাৰ লগত কথা পাতিবি নেকি?—

[চিত্ৰাই ফোন ধৰে।]

চিত্ৰা : হেল্লো। দাদা। আছোঁ।— ঠিকনা পাহৰিলা নেকি?— তোমাৰ খালী সময়েই নাই!— কেতিয়া আহিবা?— মই যে কৈছিলোঁ— মনত আছে?— এইবাৰ কিন্তু নাপাহৰিবা।— আছে, এয়া ওচৰতে আছে।— মা— তোক মাতিছে।

প্ৰভা : মই শুনি আছোঁ নহয়, হ'ব দে। তহঁতে কথা পাতচোন।

মিত্ৰা : তোক মাতিছে নহয়, নাযাব কিয়?

[প্ৰভাই ফোনটো লৈ বৈ থাকে।]—

মিত্ৰা : ক আকৌ কিবা এটা। হেল্লো বুলি ক।

প্ৰভা : হেল্লো।— ওঁ?— তই ভালে আছ?— খোৱা-বোৱা ভালকৈ কৰিছ?— মানুহবিলাকে ভালকৈ ৰান্ধিব পাৰেনে? [চকু পানী মচে]— ভালকৈ থাকিবি। ঈশ্বৰে তোৰ [কান্দোন ওলাই আহে।]

ঘন্দা : কান্দিছা কিয় আকৌ। চাওঁ মোক দিয়া। [ফোন লয়]— হেল্লো— চাহাব, মোক দেখোন আগতে কৈছিলা— টেলিফোনত কথা পাতিবলৈও সময় নোপোৱা।— এতিয়া জানো তুমি অফিচত কাম কৰি থকা নাই? তেনেহ'লে?— ইমান দীঘলীয়া কথা পাতিবলৈ সময় কেনেকৈ পাইছা? এনেকুৱা কৰিলে প্ৰমোছন কেনচেল হ'ব। থৈ দিয়া। মই থৈ দিলোঁ। [ঘন্দাই ফোন থৈ দিয়ে। ভিতৰৰ পৰা নিৰ্মল আহে।]

বিমল : তই এতিয়া আহিছ? আমি চবেই ফোনত কথা পাতিলোঁ। কিয় ভিতৰতে সোমাই আছিলি?

নিৰ্মল : মই ঘন্দাই ফোনটো থোৱালৈ বাট চাই আছিলোঁ। মই ফোনত কথা পাতি পাইছোঁ।

অমল : ফোনত কথা পাতি আমিও পাইছোঁ। এতিয়া আমি পৰিমলৰ লগত কথা পাতিছিলোঁ। সেই কাৰণেহে তোৰ খবৰ লৈছোঁ।

নিৰ্মল : মই তাৰ লগতো বহুত কথা পাতি পাইছোঁ।

অমল : হোঁঃ।

মেকানিক ২ : আমি যাওঁ এতিয়া।

বিমল : যোৱা। তোমালোকক বৰ ভাল পালোঁ। ভাল কাম এটা কৰি দিলা।

মেকানিক ২ : নতুন যোগ লগালে আমি গৃহস্থৰ পৰা কিবা এটা পাওঁ। তাতে এটা ট্ৰাংককলটো লগে লগে পোৱাই দিলোঁ নতুন ডাইৰেক্টৰী এখনো দি গ'লোঁ।--
[অমল সোমাই যায়।]

বিমল : কিবা এটা মানে কিমান?

মেকানিক ২ : দিয়ক আৰু যি দিয়ে। আমিনো কি ক'ম? ইয়াত আমি দুজন আছোঁ, ৰাস্তাত গণেশ আছে, অফিচত কালু বাবু আছে, সকলোৰে কথা ভাবি যি দিয়ে দিয়ক।

বিমল : তোৰ হাতত পইচা আছেনে নিৰ্মল? মই বেংকলৈ যাবলৈ ওলাওঁতেই এওঁলোক আহিল। বেংকৰ পৰা উভতি আহিলেহে মোৰ হাতত পইচা হ'ব।
[মিত্ৰা সোমাই যায়।]

নিৰ্মল : এওঁলোকক তই বেংকৰ পৰা অহাৰ পিছত আহিবলৈ ক। [মেকানিকক] যোৱা, দাদাই বেংকৰ পৰা টকা উলিয়াই আনি থ'ব। তোমালোক পিছবেলা আহিবা।

প্ৰভা : মোৰ হাতত আছে এশমান টকা। হ'বনে তাৰে?

ঘন্দা : [মেকানিকক] তোমালোক মোৰ লগত আহাচোন।
[তিনিও ওলাই যায়।]

বিমল : [ফোনটো ঠিককৈ থৈ] ফোনটো থ'বলৈ ভাল টেবুল এখন কৰাব লাগিব। অ'ই নিৰ্মল, এই ইঞ্জিনিয়াৰ ছোৱালীজনীকে কবিচোন— নতুন ঘৰটোততো কাঠৰ কাম চলিয়েই আছে— ফটকৰে এখন বনাই দিয়ক। হেৰি নহয়, আমাৰ জনা-শুনাৰ ভিতৰত কাৰোবাৰ টেলিফোন নম্বৰ জাননে? ফোন কৰি চালোহেঁতেন। আমাৰ নম্বৰটোও দিলোহেঁতেন। তেহে আকৌ আমালৈ ফোন আহিব।
[চিত্ৰাই চকীখন লৈ সোমাই যায়।]

নিৰ্মল : ইমান যদি ফোন কৰাৰ চখ হৈছে, তেনেহ'লে সেই টেলিফোন ডাইৰেক্টৰিখন চাই এফালৰ

পৰা পকাই যা— যেযে হেল্লো বুলি ক'ব তাকে ক'বি— "আমাৰ টেলিফোন হ'ল, আমাৰ টেলিফোন হ'ল।"

বিমল : তইনো তেনেকৈ কিয় কথা কৱ অ'? ঘৰখনত এটা টেলিফোন হৈছে— তোৰ ফূৰ্তি লগা নাই?

নিৰ্মল : যেতিয়া নিজে অৰ্জা পইচাৰে টেলিফোন ল'ম, তেতিয়া ফূৰ্তি লাগিব। আৰু তেতিয়া মই কালৈ টেলিফোন কৰোঁ বুলি ভাবি থাকিব নালাগিব। টেলিফোনেৰে কৰিবলগীয়া দ'ম দ'ম কাম গোট খাই থাকিব, তাৰ পিছতহে ঘৰলৈ টেলিফোন আহিব।

বিমল : এইখিনি কথা তই মোৰ গালৈকে টোৱালি নেকি?

নিৰ্মল : কাৰো গালৈ টোঁওৱা নাই। তই ফূৰ্তি লগাৰ কথা সুধিছ, মই মোৰ পেটৰ কথা খুলি কৈছোঁ। সৰু দাদাই তহঁতৰ খবৰ ৰাখিবলৈ, মাৰ অসুখৰ খবৰ লৈ থাকিবলৈ টেলিফোন লগাই লৈছে, ইফালে টেলিফোনৰ মানুহকেইটাক বকচিচ দিবলৈ মোৰ হাতত টকা এটা নাই, মই ফূৰ্তি কৰোঁ কেনেকৈ?

বিমল : মোৰ হাতত এই মুহূৰ্তত নগদ পইচা নাই কাৰণেহে! বেংকৰ পৰা আনি দিলোঁহেঁতেন নহয়। আৰু তই যে কৈছু সি পৰিমলে ফোনটো লগাই দিলে বুলি,— সি আজি ফোন লগাই দিব পৰা হ'ল কাৰ যহত? তহঁতক— এই গোটেই ঘৰখনক দহ বছৰ মূৰত তুলি লৈ থাকি তাক ইমান ডাঙৰ হ'বলৈ সুবিধা কৰি দিলে কোনে?

[ঘন্দা আহে]

বিমল : মানুহকেইটাক কিবা দিলি নেকি?

ঘন্দা : দিলোঁ।

বিমল : কিমান দিলি?

ঘন্দা : চল্লিছ টকা।

বিমল : চল্লিছ টকা? কিয় দিলি ইমানবোৰ পইচা? পাঁচ টকা পাঁচ টকাকৈ দহ টকা দিয়া হ'লেই হয়।

ঘন্দা : অ। মই আকৌ বহুত কমকৈ দিলোঁ বুলিহে ভাবিছিলোঁ।

বিমল : ইঃ। চল্লিছ টকা কমহে হ'ল?

ঘন্দা : নহয় মানে— বকচিচৰ কথা ওলাওঁতে তুমি যেতিয়া বেংকৰ নাম ল'লা, তেতিয়া মই বুজিলোঁ— বকচিচ জৰুৰ হাজাৰৰ ঘৰত নহ'লেও শৰ ঘৰত হ'ব। কিন্তু মোৰ হাততেতো শৰ ঘৰৰ টকা নাই। সেই কাৰণে সিহঁতৰ মূৰে-পিঠিয়ে হাত ফুৰাই— 'কেতিয়াবা এইফালে আহিলে চাহ-তাহ খাই যাবা'— এই বুলি চল্লিছ টকা দি পঠাই দিছোঁ।

বিমল : ইমানকৈ বিলাবলৈ তই পইচা পাব ক'ত?

ঘন্দা : মই আৰু ক'ত পাম? পৰিমল চাহাবে খৰচ কৰিবলৈ দি যায়, মই খৰচ কৰোঁ আৰু [জেপৰ পৰা ন'টবুক উলিযাই] এইখনত হিচাব লিখি যাওঁ। এয়া— এইমাত্ৰ লিখিলোঁ নহয়— টেলিফোন লাইন মেন— বকচিচ— ফৰটি ৰুপিজ।

বিমল : সি পৰিমলেনো এনেকৈ চাৰিওফালে পইচা ছটিযাই কিয়?

ঘনা : সুধিবা তাক। আহিলেই সুধিবা। অ' নহয়, মই পাহৰিছিলোঁৱেই। সোধা, এতিয়াই ফোন কৰি সোধা। [খঙেৰে] মোক খৰচ কৰিবলৈ দিলে পইচা ছটিওৱা হয়? দ্বিতীয়বাৰ যেন তোমাৰ মুখত এনেকুৱা কথা নুশুনো।

প্ৰভা : ঘন, তই মনে মনে থাক।
[অমল আহে]

অমল : এ-ই, হেৰি নকয ঘন্দা— টেলিফোনটো নতুন ঘৰলৈ নিবলৈ হ'লে কি কৰিব লাগিব— মানুহকেইটাই কিবা ক'লেনে?

ঘন্দা : সেইটো একো ডাঙৰ কাম নহয় বুলি ক'লে। দৰখাস্ত এখন কৰিব লাগিব, দুদিনমান অফিচলৈ গৈ খবৰ কৰিব লাগিব, লাইনমেনক বকচিচ দিবলৈ বেংকৰ পৰা টকা উলিযাই থ'ব লাগিব— সিমানেই।

বিমল : তই তেনেকৈ খোঁচ মাৰি মাৰি কথা নকবি কিন্তু কৈ দিছোঁ।

প্ৰভা : মনে মনে থাকচোন তহঁত।

অমল : অঁ। মনে মনে। এতিয়া ঠাণ্ডা মগজেৰে কিছুমান কথা আলোচনা কৰিবলগীযা আছে। [নিৰ্মলক] তই ক'ৰবালৈ যাবলৈ ওলাইছ নেকি?

নিৰ্মল : ওঁ।

অমল : যাবি বাৰু। অলপ সময বহচোন। সি— পৰিমলে ফোনতো ক'লে— আমি যিমান পাৰোঁ সোনকালে নতুন ঘৰটোলৈ যোৱাৰ চেষ্টা কৰিব লাগে।
[নিৰ্মল এ পাযে বহে।]

বিমল : লাগেতো!

অমল : মাই বি ন য়'

প্ৰভা : তহঁতে যি ভাল দেখ কৰ আৰু।

অমল : আমি যদি নতুন ঘৰটোলৈ যাওঁ এই পুৰণা ঘৰটোৰ কি হ'ব?

বিমল : মই নিজে কথাটো বৰকৈ ভবা নাই। কিন্তু এদিন নবৌৱেৰে কথা এটা উনুকিযাইছিল। আইডিযাটো এই বেযা পোৱা নাই। মাতোঁ ৰহ তেওঁকো। ক'ত আছা তুমি? শুনিছা?

দীপ্তি : [ভিতৰৰ পৰা]— গৈছোঁ।

বিমল : তই কিবা ভাবিছ নেকি?

অমল : ভাবিছোঁ। আগতে নবৌৰ আইডিযাটো শুনি লওঁচোন।
[দীপ্তি আহে]

বিমল : কোৱাচোন— তুমিযেই কোৱা।

দীপ্তি : কি?

বিমল : আমি নতুন ঘৰটোলৈ গ'লে এই ঘৰ-মাটিৰ কি হ'ব— সিদিনা যে কথাটো ওলাইছিল।

দীপ্তি : অ'। মই ভাবি-চিন্তি সেইটোৱেই ভাল হ'ব বুলি ভাবিছিলোঁ।

অমল : কোনটো?

দীপ্তি : ভাবিছিলোঁ, ঘৰে-মাটিয়ে বেচি দি পইচাখিনি ভাই-ককাই তিনিজনে ভাগ কৰি ল'ব লাগে। আৰু ভাগ কৰিবৰ সময়ত চাব লাগে— পৰিয়ালটোৰ কাৰণে আজিলৈকে কোনে কিমান কি কৰিলে।

বিমল : সেইটো বাৰু পিছৰ কথা। সেই বিষয়ে আমি একো নকওঁ। সিহঁতৰ মনে যি কয় ক'ব। প্ৰথমতে ঘৰ-মাটি বেচা আৰু পইচাখিনি তিনিভাগ কৰা— সেইটোৱেই ঠিক হওকচোন।

নিৰ্মল : মই পৰিয়ালটোৰ কাৰণে একো কৰাই নাই কাৰণে একেবাৰে বাদেই পৰিলোঁ?

দীপ্তি : তুমি কেনেকৈ বাদ পৰিলা? তিনিজন বুলি নক'লোঁ জানো?
নিৰ্মল : কোন তিনিজন?
দীপ্তি : তোমালোক তিনিজন।
নিৰ্মল : কিয়— পৰিমল দাদা?
দীপ্তি : এ তেওঁ আৰু এই পুৰণা ঘৰ-মাটিৰ ভাগ নিবিচাৰে দিয়া। তেওঁ মন গ'লে এনেকুৱা ঘৰ-মাটি বছৰে বছৰে গোটাই থাকিব পাৰিব।
প্ৰভা : মই থকালৈকে এই ঘৰ-মাটি বেচিব নালাগে। মই ইয়াতে থাকিম।
অমল : ইয়াতে থাকিবি? তই ইয়াত অকলে কেনেকৈ থাকিবি?
নিৰ্মল : ময়ো ইয়াতে থাকিম।
অমল : কি? নতুন ঘৰলৈ নাযাৱ?
নিৰ্মল : নাযাওঁ।
অমল : নাযাৱ যদি নতুন ঘৰটো সজাৰ আগতে নকলি কিয়? তেতিয়া প্লেনটো বেলেগ কৰিব পৰা গ'লহেঁতেন নহয়। [সুৰ সলাই] তইঁতে মোৰ কথাটোও বিচাৰ কৰি চাব লাগিব। মই এতিয়াই এই ঘৰ-মাটি বেচাৰ কথা ভবা নাই। বেচিলে টকাৰ ভাগ মিত্ৰায়ো পাব লাগিব, চিত্ৰায়ো পাব লাগিব, মায়ো পাব লাগিব।
[মিত্ৰা আহি এঠাইত থিয় হয়হি।]
দীপ্তি : মিত্ৰা-চিত্ৰাৰ দায়িত্বতো পৰিমলে লৈছেই। এদিন নহয় এদিন তেওঁলোকতো এঘৰলৈ ওলাই যাবই। যিবেইদিন থাকিব, সেইকেইদিনৰ কাৰণেও নতুন ঘৰটোত তেওঁলোকৰ কাৰণে কি সুন্দৰ ৰুম সজাইছে। আৰাম কৰি থাকক, আৰু এদিন নিজ নিজ ঘৰলৈ ওলাই যাওক। নহয় জানো মিত্ৰা?
প্ৰভা : তইঁতে ঘনক হিচাবত নধৰ কিয়?
ঘন্দা : নাই নাই নাই, নালাগে। মোক হিচাবত ধৰিব নালাগে। মোক এইবোৰ হিচাবত ধৰিলে বহুত গণ্ডগোল আছে।
অমল : মই ঠিক কৰিছোঁ— এই ঘৰটো ভাৰাত দিওঁ।
বিমল : ভাৰাত?
অমল : তইঁতে কথাবোৰ ভালকৈ ভাবি চাবি। পৰিমলৰ নিচিনা ডাঙৰ মানুহৰ ককায়েক কাৰণে তইঁতে ডাঙৰ মানুহৰ লগত মোৰ সম্বন্ধ ঠিক কৰিলি। কিন্তু বিয়াৰ পিছত মানুহজনীকতো সেই হিচাপে ৰাখিব লাগিব। ময়োতো সেই হিচাপে থাকিব লাগিব। লাগিবনে নালাগে?
বিমল : লাগিব।
অমল : তেনেহ'লে? নতুন দালানটোৰ বেৰকেইখনেতো আমাক নুখুৱায়। তইঁতেতো আমাক নুখুৱাব। মই যিটো বিজিনেছ কৰোঁ, সেইটোৰ উপাৰ্জনেৰে এইখন ঘৰ চলাবলৈ ইমান দিনে কি দিব পাৰিছোঁ, তইঁতে দেখিছই। কেতিয়াবা আধা কেজি মাছ, কেতিয়াবা টকা পঞ্চাছটা, কেতিয়াবা ফুলকবি এটা। এনেকৈ লোকৰ সংসাৰত ওলমি থাকিব পাৰি, নিজৰ সংসাৰ পাতিব নোৱাৰি। পৰিমলে কোনোবা এটা কোম্পানীত ভাল সুবিধা এটা কৰি দিয়াৰ কথা কৈছে, কিন্তু যেতিয়ালৈকে কথাটো পকা নহয়, তেতিয়ালৈকে এই ঘৰটো ভাৰাত দি পইচাখিনি মই ৰাখিম বুলি ভাবিছোঁ।
দীপ্তি : তুমি অকলে ৰাখিবা?

অমল ঃ যেতিয়ালৈকে কোম্পানীৰ কামটো নহয়, তেতিয়ালৈকে— অকলে।
প্ৰভা ঃ মই এই ঘৰ এৰিব নোৱাৰোঁ।
অমল ঃ আৰে! এটাইখন গুচি যাব, তই নাযাওঁ বুলি ক'লেই হ'ব নেকি? কোনে ৰান্ধি-বাঢ়ি খুৱাব? মাহটোত যে দুবাৰকৈ বেমাৰত পৰ, কোনে আলপৈচান ধৰিব?
নিৰ্মল ঃ মই ধৰিম।
অমল ঃ হোঁঃ! সি ধৰিব! কথা কৈছে! [খঙেৰে] নিজৰে আলপৈচান ধৰিব পাৰিছ?
নিৰ্মল ঃ সেইবোৰ তই ভাবিব নালাগে নহয়! তোৰ ওচৰত হাত নাপাতিলেইতো হ'ল।
অমল ঃ তইঁতে যে নিজৰ জিদ ৰাখি-ৰাখি কথাবোৰ কৈছ, মোৰ প্ৰব্লেমটোৰ কথা ছিৰিযাছ্লী নাভাব কিয়? এতিয়া যদি ভাবিব নোখোজ তেনেহ'লে মোৰ ঘৰখন পতাৰ কথাটো লৈ ইমান চিন্তা কৰি দেখুৱাইছিলি কিয়? তইঁতৰ বাট বন্ধ কৰি ৰাখিছোঁ কাৰণে?
নিৰ্মল ঃ সেইবোৰ বাৰে-বিংকৰা কথা মোৰ আগত নকবি। মোৰ কোনো বাট বন্ধ কৰি ৰখাৰো তোৰ ক্ষমতা নাই, খুলি দিয়াৰো ক্ষমতা নাই। যা, নতুন ঘৰটোত মোৰ যি দুটা কোঠালি, সেই দুটা ভাৰা দি দিবি। যি পাব চব তই লবি।
প্ৰভা ঃ মোৰ কোঠালি দুটাও ভাৰা দি দিবি। তাৰে মোৰে এটাইকেইটা কোঠালি ভাৰা দিলেতো ভাল পইচাই পাবি!
অমল ঃ ওপৰৰ মহলাত তোৰ ৰুম, তলৰ মহলাত তাৰ ৰুম— তেনেকুৱা ৰুম ভাৰা দিব পাৰি নেকি?
নিৰ্মল ঃ মিত্ৰা আৰু চিত্ৰা মোৰ ৰুমটোলৈ গুচি আহক, তেতিয়া গোটেই ওপৰ তলাটো ভাৰা দি দিব পাৰিবি।
মিত্ৰা ঃ মই কিয় আহিম তললৈ? মই সৰু দাদাক লৈ ওপৰৰ কিনাৰৰ ৰুমটো লৈছোঁ। আৰু চিত্ৰাও মোৰ ওচৰে ওচৰে থাকিব।
নিৰ্মল ঃ তেনেহ'লে ডাঙৰ দাদাহঁতেই মাৰ ৰুমলৈ যা। ই তলৰ মহলাৰ এফাল ভাৰা দিয়ক।
দীপ্তি ঃ আমি আমাৰ বে'ডৰুম আৰু বাথৰুমত কি কি লাগিব সেইবোৰ কাকলিক কৈ কৈ কৰাই লৈছোঁ। এতিয়া কেনেকৈ সলনি কৰোঁ? আৰু মই এই ঘৰ ভাৰা দিয়াৰ কথাটোৰেই ভাল পোৱা নাই।
বিমল ঃ হয়তো! নতুন ঘৰ-মাটি নতুন হিচাপে আমাৰ নিজৰ হৈ থাকিব লাগে আৰু এই পুৰণা ঘৰ-মাটি বিক্ৰী কৰি একেবাৰে লেঠা মাৰি পেলাব লাগে।
ঘন্দা ঃ এই ঘৰ-মাটি বেচিব নালাগে।
বিমল ঃ সেইটো হুকুম দিবলৈ তই কোন?
ঘন্দা ঃ [চাই থাকি] তোমাক মাজে মাজে মনত পেলাই দি থাকিব লাগে নেকি মই কোন? [নিস্তব্ধ]
এইটো ঘৰতে তোমালোকৰ দেউতাৰা মৰিছে, মোৰ মা মৰিছে— আৰু যেতিয়ালৈকে এই মানুহজনী নমৰে, তেতিয়ালৈকে এই ঘৰ-মাটি বেচিব নোৱাৰা।
অমল ঃ ভাৰা দিয়াতো কিবা আপত্তি আছে নেকি?
প্ৰভা ঃ ভাৰা দিলে মাহে কিমান টকা পাবি?
অমল ঃ এইটো অঞ্চলত এতিয়া যি ৰেট চলিছে— তালৈ চাই পাব লাগে কমেও এহাজাৰ টকা।

প্ৰভা : তোক মাহে মাহে এহাজাৰ টকা মই দি থাকিম। ধৰি ল ঘৰটো তইঁতৰ পৰা মযেই ভাৰা ল'লোঁ।

অমল : তই—? কিন্তু—।

প্ৰভা : আৰু কথা নবঢাবি। যি বিচাৰিছ পালেই হ'লতো? যিদিনা তইঁতে ঘৰ খালী কৰি দিবি, সেইদিনাৰ পৰা মই ভাৰাৰ হিচাব কৰিম।
[সোমাই যায়। অলপ পৰ চাই থাকি নিৰ্মল বাহিৰলৈ ওলাই যায়। দীপ্তি, মিত্ৰা আৰু বিমল সোমাই যায। অমল ওলাই যায়। অন্ধকাৰ। অলপ পিছত ঘন্দাৰ গাত পোহৰ পৰে। তেওঁ এতিয়া সন্মুখত থিয় হৈছে আছে।]

ঘন্দা : [দৰ্শকক]— সেয়ে হ'ল। নতুন ঘৰটো কমপ্লিট হওঁতে এওঁলোক গুচি গ'ল। বৰমা, নিৰ্মল আৰু মই ইযাত থাকিলোঁ। তেওঁলোক তালৈ যোৱাৰ দুমাহৰ পিছতে অমলৰ বিয়াখন খুব ধুমধামেৰে হৈ গ'ল। পৰিমল চাহাবে বিয়াখনত দুযো হাত খুলি খৰচ কৰিলে। এতিযা তাত তিনিটা পাগঘৰ চলিছে। বিমল দাদাইঁতৰ এটা, অমলইঁতৰ এটা আৰু ছোৱালী দুজনীৰ এটা। ইযাৰ পাগঘৰটো মযেই চম্ভালোঁ বুলিব লাগে। বৰমাই মনৰ জোৰতে কেতিযাবা কিবা এখন ৰান্ধিব খোজে, পিছে অলপ পিছতে বিছনাত পৰেগৈ।— আৰু ই— নিৰ্মল— সি কেতিযাবা কঁকালত গামোচা এখন মেৰিযাই, একেবাৰে আস্তিন-তাস্তিন কোঁচাই এনেকুৱা এটা মূৰ্তি ধৰি পাগঘৰত সোমাব যেন সি সাতখন গাঁৱৰ ৰাইজৰ কাৰণে বৰভোজটোহে ৰাখিব। কিন্তু সি সোমোৱাতকৈ পাগঘৰত ঢোঁৰা-কাউৰী এটা সোমোৱাই ভাল। ইফালৰ পৰা সিফাল, সিফালৰ পৰা ইফাল— ধুপ-ধাপ, চিঞৰ-বাখৰ— মই বোলো— ওলা, এতিযাই ওলা— নিমখ ভাত খাম, লঘোণে থাকিম, তেও তই ৰান্ধিব নালাগে।— ওলা। ইমানজনীমান ছোৱালী এজনী যোগাৰ কৰিছোঁ। তাইক কৈছোঁ— তই বৰমাৰ লগে লগে থাকিবি। এইখন ঘৰ চাব লাগে কাৰণেই পৰিমল চাহাবে মোক আৰু তেওঁৰ গাডী চলাবলৈ নিনিলে।— আৰু এই ঘৰ ভাৰাৰ কথাটো— কথাটো চাহাবৰ কাণত পৰিল। তেওঁ পোনে পোনে অমললৈ মাহে পোন্ধৰশকৈ টকা পঠাই আছে। তেওঁ সেইটো ঘৰত অইন এটা টেলিফোন লগাই দিছে। এইটো তালৈ নিবলৈ নিদিলে। তেওঁ মোক কৈ গৈছে— কিবা কথা ক'বলগীযা হ'লেই তৎক্ষণাত মোলৈ আৰ্জেণ্ট ট্ৰাংককল কৰিবি। মই পিছে দেওবাৰে দেওবাৰে নিযমীযাকৈ ফোন কৰি বৰমাৰ খবৰ দি থাকোঁ। আজি দেওবাৰ নহয়, অলপ পিছতে ট্ৰাংককল বুক কৰিমেই আৰু।
[মঞ্চ অন্ধকাৰ হয। আঁৰ-কাপোৰ নামি আহে।]

## দৃশ্য : ৫

### মঞ্চ : ১

[দিন। কলিকতাত পৰিমলৰ ঘৰৰ ড্ৰইংৰুম। ছোফা এখনত কাকলি বহি আছে। তাই আঙুলিৰে কপালখন পিহি আছে। অলপ পিছত পৰিমল সোমাই আহে। সি কাকলিক দেখি অবাক হয়।]

পৰিমল : আৰে! কাকলি?

কাকলি : [থিয় হৈ] গুডমৰ্নিং!

পৰিমল : কি আকৌ গুডমৰ্নিং কৰিবলৈ আহিছা? তুমি ক'ৰ পৰা আহিলা? কেতিয়া আহিলা? পিয়ন ল'ৰাটোক তোমাৰ নামটো নক'লা কিয়? সি গৈ মোক কৈছে— ছোৱালী এজনী আহিছে, নামটো নক'লে। বহাচোন বহা। কি আচৰিত। কেতিয়া পালাহি?

কাকলি : ডেৰ ঘণ্টা হ'ল।

পৰিমল : আগতে খবৰ নিদিলা কিয়?

কাকলি : অহাৰ কথা নাছিল। হঠাতে মন গ'ল, এয়াৰ লাইনছৰ অফিচলৈ ফোন কৰি সুধিলোঁ— টিকেট আছেনে? আছে বুলি ক'লে— গুচি আহিলোঁ।

পৰিমল : এক মিনিট। বহাচোন তুমি। থিয় হৈ আছা কিয়?
[ওলাই যায়। কাকলি বহে। তেওঁ চিন্তা কৰে। অলপ পিছত পৰিমল আহে।]

পৰিমল : মই এতিয়াও বিশ্বাসেই কৰিব পৰা নাই। অফিচৰ কামত আহিলা নেকি?

কাকলি : অফিচৰ কামতো থাকেই। কিন্তু এইবাৰ মই— স্পেছিয়েল— বিশেষকৈ আপোনাক লগ ধৰিবলৈ আহিছোঁ।

পৰিমল : হয় নে কি? তেনেহ'লে ফোন নকৰিলা কিয়? আজি যদি মই দিল্লীত থাকিলোহেঁতেন।

কাকলি : মোৰ সিমানবোৰ ভাবিবলৈকে নহ'ল। আপোনাক যে লগ নাপাবও পাৰোঁ, সেইটো কথা মনলৈকে নাহিল। আপুনিতো জানেই— দৰকাৰী সময়ত বহুত কথা মোৰ মনলৈ নাহে।

পৰিমল : কোৱাচোন— কি কথা?

কাকলি : মাৰ অৱস্থা ভাল নহয়।

পৰিমল : ভাল নহয় মানে?

কাকলি : মানে মৰিব হ'বলা।

পৰিমল : হেই! তেনেকৈ কিয় কোৱা?

কাকলি : এজনী মানুহ যেতিয়া চকু মুদি অচেতন হৈ থাকে, তেতিয়া মানুহজনী মৰিবও পাৰে, নমৰিবও পাৰে— আপুনি একো ক'ব নোৱাৰে। কিন্তু মাই যেতিয়া চকু মেলি থৰ লাগি চকুলৈ চাই থাকে— তেতিয়া মোৰ এনেকুৱা লাগে যেন— মই কিবা এটা দিব লাগে, সেইটো পালেই মা গুচি যাবগৈ— মই সেইটো নিদিয়াৰ কাৰণে মাই বৰ কষ্ট পাইছে— ডিঙিত কিহবাই সোপা মাৰি ধৰিছে— চকুহাল ঢেলা পৰি গৈছে— দেখিবলৈ বৰ বেয়া হৈছে। চাই থাকিলে বৰ দুখ লাগে। কেতিয়াবা এনেকুৱা লাগে— যেন মা থাকি যাব, মইহে গুচি যাম— ইমান কষ্ট লাগে।

পৰিমল : ছিঃ! তুমি বৰ বেছি emotional— মানে— sensitive মানে— কি বুলি ক'ম—

কাকলি : নহয় নহয়, এইবোৰ ইম'ছন-ছিম'ছনৰ কথা নহয়। মই কৈ যাওঁ শুনক। আপুনি মন দি শুনি যাব। আচলতে মাৰ এজাক ল'ৰা-ছোৱালী থাকিব লাগিছিল। মই যে একমাত্ৰ ছোৱালী— সেইটোৱেই বৰ অসুবিধাৰ কথা হ'ল। দেউতা যে ঢুকাল— তাৰ পিছৰে পৰা মাৰ এনেকুৱা এটা ভাব হ'ল— মোৰো যেন কিবা এটা হ'ব! আৰু খুট-খাট কিবা একোটাতো হৈয়ে থাকে! সেই মেট্ৰিক পৰীক্ষাৰ আগতে অংকৰ টিউচন মাষ্টৰটোৱে টনা-আঁজোৰা কৰোঁতে মই বুৰ্বকৰ নিচিনাকৈ চিএৰ মাৰি দিলোঁ— মা দৌৰ মাৰি আহিল— আহি এনেকুৱাখন কৰিলে— নাজানি কি ডাঙৰ কথাটো হ'ল।
[পৰিমলে ডাঙৰকৈ হাঁহে।]

কাকলি : *তাৰ পিছত কলেজত পঢ়োঁতে মাই এনেকুৱা কৰে— যেন কলেজতো মোৰ পাছে পিছে ঘূৰিহে ফুৰিব। মই ইঞ্জিনিয়াৰিং পঢ়িবলৈ ওলাওঁ, মা মোৰ দৰা বিচাৰি ওলায। এদিন মাক ক'লোঁ— চিভিল ইঞ্জিনিযাৰিঙৰ প্ৰফেছাৰ এজনে মোক বিয়া কৰাব বুলি কৈছে। মাই খুব ফূৰ্তি পালে।*

*[ পৰিমলে হাঁহে।]*

কাকলি : হয়। মানুহজনে মোক সঁচাকৈয়ে বহুত কথা কৈছিল। ময়ো কৈছিলোঁ। চব কথা পকা হৈ গৈছিল। পিছত কি হ'ল জানো— মানুহজনে মূৰ-পোলোকা দিলে। মই— নহয— মাই বৰ কষ্ট পালে। তাৰ পিছত সেই অহীন্দ্ৰ নামৰ চিভিল ছাৰ্ভিচৰ অফিচাৰ এটা— সিতো আহি এদিন মাক ভৰি চুই সেৱাও কৰিলে বুইছে? মাক মিহি গুণাৰ পাৰিৰ কপাহী চাদৰ এখন দিলে। তাৰ পিছত বদলি হ'লোঁ বুলি কৈ যে গুচি গ'ল— লাহে লাহে লাহে লাহে তেওঁৰ খবৰেই নোহোৱা হৈ আহিল। তাৰ পিছত আৰু এটা, আৰু এটা, আৰু এটা, মুঠতে তিনিটা বুইছে। মই তিনিওটাৰে কথা মাক কৈছিলোঁ। মাই একোটা একোটা খবৰ শুনে আৰু কয— 'এইবাৰ কিন্তু— এইবাৰ কিন্তু—'। কিন্তু প্ৰতিবাৰেই একেই হয বুইছে। এটাই মোক ৰেস্তোৰাঁ এখনত চাহ খাই থাকোঁতে আঙঠি এটাও পিন্ধাই দিছিল। বৰ funny কাৰবাৰ। শেষত মানুহে মোৰ লগত অলপ বেছি কথা পাতিলেই মোৰ ভয লাগে। মতা মানুহৰ লগত কথা-বতৰা পাতোঁ বুলি মই মাক নোকোৱাই হ'লোঁ।

[বেযাৰা এজনে ট্ৰে'ত চাহ আৰু বিস্কুট আনি মাজৰ টেবুলত থৈ ওলাই যায।]

পৰিমল : ভাত খাবলৈ বেছি সময নাই নহয। এতিয়া শুদা চাহকে একাপ খাই লোৱা। ভাত ইযাতে খাবা।

কাকলি : মই গেষ্ট হাউছত ভাতৰ কথা কৈ থৈ আহিছিলোঁ।

পৰিমল : হ'ব বাৰু। ফোন কৰি দিবা।

[কাকলিযে চাহ একাপ লৈ চাই থাকে]

পৰিমল : তাৰ পিছত?

কাকলি : তাৰ পিছত মাক বনকৰা ছোৱালী এজনী যোগাৰ কৰি দি, মাহীহঁতক মাৰ খবৰ ৰাখিবলৈ দি, লগৰ ডাক্তৰণী ছোৱালী এজনীক পাঁচ হাজাৰ এটা এডভান্স ফিজ হিচাপে দি মই পলাইছিলোঁ।

পৰিমল : পলাইছিলা?

কাকলি : মোৰ কাৰো মুখলৈ চাবলৈ মন নোযোৱা হৈছিল। কিন্তু মনটো ইমান বেযা লাগিল যে এদিন উভতি গুচি আহিলোঁ। আহোঁতে এয়াৰপ'ৰ্টত আপোনাক লগ পাইছিলোঁ।

[চাহকাপ থৈ দিযে।]

পৰিমল : চাহ নোখোৱা?

কাকলি : মন যোৱা নাই। মাই মোক যিমানে বেছি ওচৰতে বিচাৰে, মই দিনে দিনে সিমানে বেছি আঁতৰলৈ গৈ আছোঁ। মাই আজিকালি মোক বিশ্বাসঘাতকতা কৰা— লোকৰ ছোৱালী বুলি ভাবে আৰু চিনি নোপোৱাৰ নিচিনাকৈ মুখলৈ চাই থাকে।

[তলমূৰ কৰি ভাবে। তাৰ পিছত—]

[যোৱা মাহত মই চিনাকি সোণাৰি এজনৰ পৰা লোকৰ বিযাৰ কাৰণে গঢ়া গহনা এক ছেট

এদিনৰ কাৰণে ধাৰলৈ নি মাক দেখুৱাইছোঁ— 'এয়া চা, মোৰ বিয়াৰ কাৰণে গহনা গঢ়াইছোঁ।' মাই অকণমানকৈ হাঁহিছে বুইছে। [অলপ ৰৈ] আপুনি ছিৰিযাছনে?

পৰিমল : ছিৰিযাছ মানে?

কাকলি : মোক বিয়া কৰোৱাৰ কথা কৈছোঁ।

পৰিমল : ছিৰিয়াছ। খুব ছিৰিয়াছ।

কাকলি : আমি লগ পোৱা কিন্তু বহু দিন হ'ল। আপুনি মোক বিয়া কৰিবই— এই কথাটো মাক কোৱাও বহু দিন হ'ল।

পৰিমল : বুজিছোঁ।

কাকলি : মোৰ নিজৰ কাৰণেও বিয়া কৰোৱাটো প্ৰয়োজনীয়, কিন্তু— মোৰ কি হৈছে ক'ব নোৱাৰোঁ— মাক মোৰ বিয়াখন দেখুৱাবৰ কাৰণে মই বৰ অস্থিৰ হৈছোঁ। আপুনি মোক সহায় কৰিবনে? এই কথাটোকে সুধিবৰ কাৰণে মই আজি এইখিনি পাইছোঁহি। মাজে মাজে আপুনি মোক আঁতৰি থাকিবলৈ কয়, আপুনি নিজেও মোৰ পৰা আঁতৰি থাকে— মোৰ ভয় লাগে। আপুনিও সেই পাঁচটা মানুহৰ নিচিনাকৈ—

পৰিমল : কাকলি—

কাকলি : মই জানো – আপুনি বেলেগ মানুহ। তথাপি—

পৰিমল : কাকলি— মই তোমাক এটা কথা— খুব চমুকৈ কৈ থওঁ। মই তোমাৰ বাহিৰে আৰু কাকো বিয়া নকৰাওঁ।

[কাকলিযে পৰিমলৰ মুখলৈ চাই থাকে।]

কাকলি : Thank you Thank you (কান্দে)

পৰিমল : কিন্তু তোমাৰ মাৰাৰ সৈতে সমযতো কেনেকৈ মিলাওঁ— তাকে ভাবিছোঁ। মোৰ সমস্যাটো কি জানানে? মই যে আজি এইটো অৱস্থা পাইছোঁ, তাৰ কাৰণে আমাৰ ঘৰৰ মানুহখিনিযে কষ্ট স্বীকাৰ কৰিছে, ত্যাগ কৰিছে। মই জানো— মোৰ অৱস্থা আৰু বহুত ভাল হ'ব। এদিন তোমাক লগত লৈ মই এটা বেলেগ কক্ষত সোমাই যাম। সেইটো কক্ষ আমাৰ সাধাৰণ মানুহখিনিৰ কক্ষৰ পৰা বহুত আঁতৰত হ'ব পাৰে। সেই কাৰণে— তাৰ আগতে মই ঘৰখনৰ সকলোকে সন্তুষ্ট কৰিব খুজিছোঁ, সকলোকে পাতিব খুজিছোঁ— যাতে কোনেও ক'ব নোৱাৰে— ডাঙৰ মানুহ হৈ মই সিহঁতক অৱহেলা কৰিলোঁ বুলি। এফালৰ পৰা ছিজিল কৰি আনিছোঁ। দুজনী ভনী আছে, এটা ভাই আছে— মা আছে—

কাকলি : মিত্ৰা বাইদেউক মই মাজে মাজে লগ পাওঁ। তেওঁ মোক বৰ বেযা পায।

পৰিমল : কিয?

কাকলি : মই আপোনাক তেওঁৰ ওচৰৰ পৰা আঁতৰাই লৈ যাওঁ বুলি ভয় কৰে।

পৰিমল : তাইৰ কাৰণে ভাবোঁতা মাৰ বাহিৰে কোনো নাই বুলি তাই জানে। আৰু মাই যে ভাবিও একো কৰিব নোৱাৰে, সেইটোও তাই জানে। সেই কাৰণে তাইৰ কিবা এটা ব্যৱস্থা নকৰাকৈ মই আঁতৰি যাওঁ বুলি তাই ভয় কৰি থাকে। মই সদায় চেষ্টা কৰি আছোঁ। চাৰিওফালে খবৰ কৰিছোঁ। শেষত হিমাদ্ৰি নামৰ ল'ৰা এটাক আমাৰ কোম্পানীত সুবিধা এটা দি আপোন কৰিবলৈ চেষ্টা কৰিছোঁ। সি মোৰ কথা ৰাখিব যেন লাগিছে। সেই কাৰণে মই তোমাক সুধিছোঁ— দৰকাৰ হ'লে মই তোমাৰ মাৰাৰ ওচৰলৈও যাম— মোক অলপ সময দিবানে?

কাকলি : মই গোটেই জীৱনটো বাট চাব পাৰিম। কিন্তু মাই যিমান সময় দিব পাৰে— তাৰ ভিতৰতে হ'লে ভাল হয়। মই মাক বৰ ভাল পাওঁ।

[দুয়ো দুয়োলৈ চাই থাকে। লাহে লাহে মঞ্চ আন্ধাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

# দৃশ্য : ৬

## মঞ্চ : ২

[দিন। বিমলাইঁতৰ পুৰণি ঘৰৰ বহা কোঠালি। ভালকৈ সজোৱা আছে। চিত্ৰাই চকীৰ কুছন, টেবুল-ক্লথ আদি ঠিক কৰিছে। বিমলে টেলিফোনত কথা পাতিছে। ঘন্দাই বাহিৰত থকা বনুৱা দুজনক কামৰ পৰামৰ্শ দি আছে।]

বিমল : [ফোনত]— মই তালুকদাৰে কৈছোঁ। চন্দ্ৰমোহন আহিছেনে ?— তেওঁক অকণমান মাতি দিয়কচোন।

ঘন্দা : আনা, সুমুৱাই আনা। তেনেকৈ পোনে পোনে নাহিব। বেঁকাকৈ দিয়া। [ধমকি দি] তুমি অলপ এইফালে যোৱাচোন।

বনুৱা : [বাহিৰত] নোসোমাব হ'বলা।

ঘন্দা : কিয় নোসোমাবহে? সেইখন দুৱাৰেদিয়েই উলিয়াই নিয়া বস্তু, এতিয়া সুমুৱাবৰ সময়ত নোসোমাব কিয়? দিয়া, আৰু অলপ বেঁকাকৈ দিয়া। তুমি আৰু অলপ সিফালে যোৱা। আহা— আহি থাকা— আহি থাকা—

[দুজন বনুৱাই তিনিজন বহিব পৰা ছোফা এখন সুমুৱাই আনে।]

ঘন্দা : বা— চ। এইখিনিতে থোৱা। কেনেকৈ সোমাল এতিয়া? এলেহুৱা, অকৰ্মণ্য, অলগৰ্ধ মানুহৰ মুখত 'না'টো সাউৎকৈ ওলায় বুইছা। যোৱা, আৰু কি কি আছে, ফটকৈ লৈ আহাঁগৈ।

[বনুৱা দুজন যায়। ঘন্দাই ছোফাখন ঠিককৈ থ'বলৈ টনা-টনি কৰে।]

বিমল : [ফোনত]– চন্দ্ৰ নেকি ?— মই আজি যাব নোৱাৰিম বুইছা। গোলোকৰ হাতত চিঠি এখন পঠাইছোঁ। ঘৰত কাম এটা আছে। কাম মানে— মোৰ ডাঙৰ ভনীজনী, মিত্ৰা যে— তাইৰ আঙঠি পিন্ধোৱা আছে।— নাই তেনেকৈ একো পতা নাই।— খুৱাম দিয়া। বিয়াখন হ'লে তোমালোকেইতো লাগি-ভাগি দিব লাগিব।—

ঘন্দা : [চিত্ৰাক]— অ'ই ধৰচোন।

[চিত্ৰাই ছোফাখনৰ এটা মূৰ ধৰে। দুয়ো সেইখন অলপ কাষলৈ নিয়ে।]

বিমল : হেৰি— মই ফোন কৰিলোঁ কথা এটা ক'বলৈ। তুমি যে কালি ৰঞ্জন দাসৰ ফাইলটো পঠাইছিলা, সেইটো মোৰ টেবুলতে আছে। কামখিনি কৰি থৈছোঁ। লাগে যদি লৈ যাবা।— থৈছোঁ।

[ফোন থয়। চিত্ৰা ওলাই যায়।]

ঘন্দা : মিছামিছি কাম বঢ়ায়!

বিমল : কিহৰ কথা কৈছ?

ঘন্দা : তাত— নতুন ঘৰটোত চকী-মেজ, ঘৰ-বেৰ— চব চিকচিকাই আছে। তোমালোক

এটাইখন থাকাও তাতে। যিজনীয়ে আঙঠি পিন্ধিব তায়ো থাকে তাতে। তাতেহে কামটো কৰিব লাগিছিল। ল'ৰাৰ ঘৰৰ মানুহেও তোমালোকৰ ঘৰৰ হাই ষ্টেণ্ডাৰ্ড দেখি বাঃ বাঃ কৰি গ'লহেঁতেন। এতিয়া এইডাল পেলনীয়া, নেওচা খোৱা ঘৰক তুমি কিমান সজাবা? থুৰ্থুৰীয়া বুঢীৰ মুখত সোপা-সোপে স্ন'-পাউডাৰ লেপিলে কিভাল হ'ব?

বিমল : তইনো কথাটো নুবুজাকৈ কিয় পেকপেকাই আছ? তাই ঘৰখনৰ ডাঙৰ ছোৱালী। ঘৰখনত প্ৰথম ইমান ডাঙৰ শুভ কাম এটা হ'ব। সেইটো কাম তাইৰ মাকজনীৰ ওচৰত হ'ব লাগেনে নালাগে?

ঘন্দা : হয়তো। গাড়ী এখনত বহুৱাই বৰমাক এইটো ঘৰৰ পৰা সেইটো ঘৰলৈ লৈ যোৱাটোতো বৰ টাম কাম হ'লহেঁতেন!

বিমল : সেইটো কথা নহয় নহয়। মাক লৈ যোৱাটোনো কি ডাঙৰ কথা! কিন্তু আচল কথা এই ঘৰখনৰ ভেটিটোহে। পৈতৃক ভেটি। পৈতৃক ভেটি কাক বোলে?

ঘন্দা : যিটো ভেটি তোমালোকে এৰি থৈ গুচি যোৱা, সেইটোকে পৈতৃক ভেটি বোলে। [বৈ] অমলৰ বিয়া পাতিবলৈ নতুন ঘৰ লাগে, মিত্ৰাক আঙঠি পিন্ধাবলৈ পৈতৃক ভেটি লাগে— এইবোৰ কথাৰ অৰ্থ বুজিবলৈ যদি মোৰ মগজ থাকিলহেঁতেন, তেনেহ'লে মযো পৰিমল চাহাবৰ নিচিনা পঞ্চাছ হাজাৰ টকা দৰমহা পোৱা মেনেজিং ডাইৰেক্টৰ হ'লোঁহেঁতেন। তোমালোকে এই সামান্য কামটোও লোকলৈ ঠেলিব নালাগিছিল বুইছা! অ'ই এইফালে আহচোন।

[নিৰ্মল আহে। বিমলে খবৰ কাগজ পঢ়ে।]

ঘন্দা : [নিৰ্মলক] মই কিন্তু মুখখনহে চলাই আছোঁ। তই চব চম্ভালিবি।

নিৰ্মল : হ'ব দিয়াচোন। তুমিনো অনবৰত ইমান excited হৈ থাকা কিয়?

[চিত্ৰাই মালা এডাল লৈ আহি দেউতাকৰ ফটোখনত পিন্ধায়।]

ঘন্দা : হেৰি নহয়, দুৱাৰত আমপাতৰ মালা লগাম নেকি?

নিৰ্মল : আঙঠি পিন্ধোৱাত সেইবোৰ লাগে জানো? সৌৱা নবৌ আহিছে। তেওঁকে সোধা।

[সোমাই যায়। বাহিৰৰ পৰা দীপ্তি আহে।]

ঘন্দা : তুমি একেবাৰে ওলাই আহিলানে মাজতে এবাৰ ঘৰলৈ যাবা?

দীপ্তি : একেবাৰে আহিলোঁ।

ঘন্দা : হাত খালী দেখোন!

দীপ্তি : হাততনো কি আনিব লাগে?

ঘন্দা : ল'ৰাৰ ঘৰৰ মানুহ অহাৰ আগে আগে পিন্ধিবলৈ আৰু এযোৰ কাপোৰ? তেতিয়ালৈকে জানো এইযোৰ ফিট হৈ থাকিব?

দীপ্তি : এ— এ! এওঁৰ যে কথা!

[ঘন্দাই হি হি কৈ হাঁহে। ফোন বাজে।]

বিমল : [ফোনত] হেল্লো!— হয়।— হয়, আছে।— আপুনি ধৰি থাকক, মই মাতি দিওঁ। [ফোনটো নমাই] পৰিমলক বিচাৰিছে। [চিত্ৰাক] যাচোন মাতিছে বুলি কগৈ। [চিত্ৰা যায়।]

মন্দা : কোনে বিচাৰিছে?

বিমল : জানো! মাতটো ধৰিব পৰা নাই। পৰিমলৰ চিনাকি কোনোবা হ'ব হ'বলা।

[পৰিমল আহে।]

পৰিমল : [ফোনত] হেল্লো। পৰিমল তালুকদাৰে কৈছোঁ।— অ'। কওক। আপুনি ক'ৰ পৰা কৈছে?— আপুনিও আহিব নহয়?— কওকচোন।— [আচৰিত] কি?— কিয়?— আপুনি কথাটো খুলি কওকচোন।— [দীঘলীয়া সময় পাৰ হয়]— কোনে? কোনে কৈছে?— কিন্তু— এইটোতো বৰ ডাঙৰ ঘটনা হ'ব। কথা ইমান আগবঢ়াৰ পিছত—। এওঁ হিমাদ্রি ক'ত আছে?— তেওঁ কি কয়?— মই এবাৰ তেওঁক লগ পাব খোজোঁ।— আজিযেই।— নাই নাই, মই জানো— মই আপোনালোকৰ ঘৰলৈ নাযাওঁ— অইন ঠাইত— বাহিৰত ক'ৰবাত লগ পাম।— হয় দৰকাৰী। Essential— মই তেওঁৰ লগত এবাৰ মুখামুখিকৈ কথা পাতি ল'ব খোজোঁ।— ক'ব— মই পোনে পোনে ফৰেষ্ট বাংলোটোলৈ যাম।— এতিয়াই যাম।— এই ওলালোঁৱেই। [ফোন থয়। বৈ থাকে।]

বিমল : কি হ'ল?— পৰিমল?

পৰিমল : [ঘন্দাক] ঘন্দা, গাড়ীখনৰ ড্রাইভাৰজনে অলপ সময়ৰ কাৰণে ক'ৰবালৈ যাওঁ বুলি কৈছিল— আহিলনে?

ঘন্দা : নাই অহা।

পৰিমল : তুমিয়েই ব'লাচোন।

বিমল : হৈছে কি?

পৰিমল : তেওঁলোকে নাহোঁ বুলিছে।

বিমল : নাহোঁ বুলিছে মানে?

পৰিমল : তেওঁলোকে এই সম্বন্ধ পাতিব খোজা নাই।

বিমল : কিয়?

পৰিমল : মই আহোঁগৈ ৰ'বা।

[দীপ্তি আৰু চিত্রা ওলাই আহি এঠাইত ৰযহি।]

বিমল : কথাটো কি কৈ যাচোন। তেওঁলোক নাহে কিয়?

পৰিমল : কোনোবাই বেনামী চিঠিৰে জনাইছে— মিত্রাৰ বহুত গণ্ডগোল আছে। মই আহি ক'মহি। এতিযা তোমালোকে মাক একো নক'বা।

[পৰিমল ওলাই যায। ঘন্দাও যায। বাকী সকলো থিয হৈ থাকে। নির্মলে সোমাই আহি সকলোলৈকে চায। অলপ পিছত বাহিৰৰ পৰা কাকলি সোমাই আহে। তাই সকলোলৈকে চায।]

কাকলি : [বিমলক] নমস্কাৰ দাদা।

[বিমল থৰ হৈ বৈ থাকে। মঞ্চ অন্ধকাৰ হয। আঁৰ-কাপোৰ নামি আহে।]

## দৃশ্য : ৭

### মঞ্চ : ১

[আবেলি। ফৰেষ্ট বাংলো এটাৰ কাষৰ গছ-গছনি থকা মুকলি ঠাই। বাগিচাৰ নিচিনা। দূৰত এখন এম্বেছেডৰ গাড়ী আৰু বাংলোটোৰ গাড়ী— বাৰাণ্ডা দেখা যাব পাৰে। আবেলিৰ পোহৰ। পৰিমল আৰু হিমাদ্রিযে কথা পাতিছে।]

পৰিমল : যিবিলাক মানুহে বেনামী চিঠিৰে ইমান ডাঙৰ ঘটনা একোটা ঘটাব পাৰে, সিহঁত কেনেকুৱা চৰিত্ৰৰ মানুহ হ'ব পাৰে— তুমি নিশ্চয় বুজা। কিমান উদ্দেশ্যৰে সিহঁতে এনেকুৱা কাম কৰে তুমি ক'ব নোৱাৰা। কেৱল এখন বেনামী চিঠিৰ ওপৰত নিৰ্ভৰ কৰিয়েই তুমি ইমান ডাঙৰ সিদ্ধান্ত এটা সলনি কৰি এটা নতুন সিদ্ধান্ত ল'বা?

হিমাদ্রি : বেনামী চিঠি কি বস্তু, সেইটো মই নজনা নহওঁ ছাৰ। মানুহৰ ধেমালি চাবৰ কাৰণে, নিৰপৰাধী মানুহৰ অপকাৰ কৰিবৰ কাৰণে, কিছুমান নীচ মনৰ মানুহে এইবোৰ কাম কৰে। মই বুজোঁ। সিহঁত কাপুৰুষ, হিংসুক, পৰশ্ৰীকাতৰ— মই বুজোঁ। কিন্তু কিছুমান বেনামী চিঠি আন বহুত বেনামী চিঠিতকৈ বেলেগ ছাৰ। তথ্য-পাতি, বৰ্ণনা— এইবোৰৰ কাৰণে কিছুমান বেনামী চিঠি দলিলৰ নিচিনা হৈ পৰে। পঢ়িলেই গম পায়— এইবোৰ কথা মিছা হ'ব নোৱাৰে। কিছুমান কথা ধৰিব পাৰি নহয় ছাৰ। মোৰ নাম অমুক, মোৰ মাৰ নাম অমুক, মোৰ দেউতাৰ নাম অমুক, মোৰ পিঠিত এনেকুৱা এটা দাগ আছে, মই অমুক কাৰণত বাইছ দিন হস্পিতালত আছিলোঁ— এনেকুৱা কিছুমান কথাৰ তলত কাৰো নাম নাথাকে কাৰণেই সেইখন বেনামী চিঠি বুলি উৰাই দিব নোৱাৰি ছাৰ।

পৰিমল : চিঠিখনত এনেকুৱা কি কথা আছে তুমি সেইখনক দলিল বুলি ভাবিছা? ইমান ডাঙৰ কাম এটা কৰিবলৈ ওলাইছা?

হিমাদ্রি : সেইবোৰ কথা মই মুখেৰে আপোনাক ক'ব নোৱাৰিম ছাৰ। মই চিঠিখনৰ এটা কপি লৈ আহিছোঁ। [জেপৰ পৰা কাগজ এখন উলিয়াই] আপুনি নিজে পঢ়ি চাওক। সেইটো কপি আপুনি লৈ যাব পাৰে। [পৰিমলে পঢ়ে।]

হিমাদ্রি : চিঠিখন পায়েই যে মই এটা সিদ্ধান্ত লৈছোঁ সেইটো নহয়। কালি আবেলি চিঠিখন মোৰ হাতত পৰিছে, তাৰ পিছত ৰাতি বাৰ বজালৈকে মই টেক্সি ভাৰা কৰি দুশ কিল'মিটাৰতকৈ বেছি ঘূৰিছোঁ। চিঠিখনত নাম থকা ছজন মানুহৰ অন্ততঃ দুজনৰ খবৰ কৰি চালোঁ। চিঠিখনৰ কথাবোৰ বিশ্বাস কৰাৰ আগতে অন্ততঃ দুটা কথাৰ অনুসন্ধান কৰি চালোঁ।

পৰিমল : চাই কি পালা?

হিমাদ্রি : বুজিলোঁ— এইখন চিঠি বেনামী চিঠি বুলি উৰাই দিয়াৰ উপায় নাই।

পৰিমল : ঠিক আছে। এই চিঠিখনৰ প্ৰত্যেকটো কথা সঁচা। কিন্তু হিমাদ্রি— মই তোমাক জোৰ কৰা নাই, মই তোমাক সৈমান কৰিবলৈ চেষ্টা কৰা নাই— কিন্তু ধৰি লোৱা তৰ্কৰ খাতিৰতে তোমাক সুধিছোঁ— মিত্ৰাৰ বয়স এতিয়া পঁচিছ বছৰ হৈ গৈছে। তুমি কোৱা মতে তোমাৰ বয়স একত্ৰিছ বছৰ হৈছে। ষোল বছৰ বয়সত এজনী ছোৱালীয়ে সংসাৰৰ সকলো কথা বুজা হ'ল বুলি ধৰি ল'লোঁ। পঁচিছ বছৰ বয়সলৈকে— এই দীঘলীয়া সময়ছোৱা— সেই তেজ-মঙহৰ ছোৱালীজনীয়ে কেৱল সীতা-সাবিত্ৰীৰ ধৰ্মশাস্ত্ৰ পঢ়ি, দেহ-মন একোতে কাৰো স্পৰ্শ নপৰাকৈ বাচি থকাটো সম্ভৱনে? এদিন তুমি আঙঠি এটা লৈ আহিবা— সেই দিনটোলৈ একেবাৰে চাফা হৈ বাট চাই থকা সম্ভৱনে? এইখন পৃথিৱীত— যিখন পৃথিৱীত তুমি দুশ কিল'মিটাৰ টেক্সি দৌৰায়েই মিত্ৰাৰ গা আৰু মনত হাত দিয়া অন্ততঃ দুটা মানুহৰ খবৰ পালা— এইখন পৃথিৱীত তেনেকৈ চাফা হৈ থকা সম্ভৱনে? এটা একত্ৰিছ বছৰীয়া মানুহৰ কাৰণে সম্ভৱনে? তুমি বুকুত হাত দি, নিজক প্ৰবঞ্চনা নকৰাকৈ, মিছাৰ আশ্ৰয় নোলোৱাকৈ ক'ব পাৰিবা— সম্ভৱ বুলি? যদি পাৰা, তেনেহ'লে তুমি দহ হাজাৰজনৰ

মাজৰ এজন। ব্যতিক্ৰম। এক্‌চেপ্‌চেন (exception)। হয় তুমি অসাধাৰণ, নহয় তোমাৰ কিবা গণ্ডগোল আছে, খুঁত আছে, দোষ আছে। তুমি কালি ৰাতি যি দুজন মানুহৰ খবৰ লৈ আহিলা, তেওঁলোকে বিয়া কৰালেনে?

হিমাদ্ৰি : এজনে কৰালে, এজনে অলপতে কৰাব।

পৰিমল : যিজনে কৰালে তেওঁ কিন্তু মিত্ৰাক বিয়া কৰোৱা নাই— ৰাইট?

হিমাদ্ৰি : হয়।

পৰিমল : যিজনে অলপতে কৰাব, তেওঁ মিত্ৰাক বিয়া নকৰায়— ৰাইট? [হিমাদ্ৰিয়ে মূৰ জোকাৰে।] তেওঁলোকৰ ঘৈণীয়েক দুজনীয়ে এইখন চিঠিত যে তেওঁলোকৰ গিৰিযেকহঁতৰ নাম আছে সেইটো নাজানে, আৰু নাজানিবও। ৰাইট? তেওঁলোকৰ কাৰণে তেওঁলোকৰ গিৰিযেকহঁত চাফা মানুহ। হয়নে?

হিমাদ্ৰি : যেতিয়ালৈকে নাজানে, তেতিয়ালৈকে—

পৰিমল : ঠিক। যেতিয়ালৈকে নাজানে তেতিয়ালৈকে চাফা মানুহ। কেনেবাকৈ যদি এই চিঠিখন তোমাৰ হাতত নপৰিলহেঁতেন, ইমানপৰে মিত্ৰাই তোমাৰ আঙঠি পিন্ধিলেহেঁতেন, আৰু যদি কেতিয়াও এই চিঠিখন তুমি পঢ়িবলৈ নাপালাহেঁতেন, তেনেহ'লে তুমি এইখন পৃথিৱীৰ লক্ষ লক্ষ সুখী দম্পতীৰ নিচিনাকৈ ঘৰ-সংসাৰ কৰি থাকিলাহেঁতেন— মিত্ৰাৰ গাটোত এইখন চিঠিৰ ইমানবোৰ আখৰৰ এটা আখৰো— এটা দাৰি— এটা কমাও বিঁচাৰি নাপালাহেঁতেন।

হিমাদ্ৰি : কিন্তু ছাৰ, মই ইমানবোৰ কথা জনাৰ পিছতো একো নজনাৰ নিচিনাকৈ ঘৰ-সংসাৰ কৰিব নোৱাৰিম। সেইটো অসম্ভৱ।

পৰিমল : মই তাকে কৈছোঁ হিমাদ্ৰি। এইজনী ছোৱালীৰ ছটা মানুহৰ লগত সম্পৰ্ক আছিল বুলি তোমাক কোনোবাই ক'লে। কিন্তু তুমি যিজনী ছোৱালী বিয়া কৰাবা, তেওঁৰ হয়তো এঘাৰটা মানুহৰ লগত সম্পৰ্ক আছিল। কিন্তু তুমি তেওঁক নিশ্চিন্তে আঙঠি পিন্ধাবা, জোৰোণ পিন্ধাবা, ঘৰলৈ আনিবা, সংসাৰ কৰিবা— কাৰণ তুমি এনেকুৱা এখন বেনামী চিঠি নাপালা। [অলপ ৰৈ] হিমাদ্ৰি, তুমি ইনটেলিজেণ্ট ল'ৰা। তুমি বুজা— আজিৰ এই ঘটনাটো মিত্ৰাৰ কাৰণে কিমান ডাঙৰ ঘটনা। তাই এটা প্ৰচণ্ড শ্বক পাব। [চিঠিখন জোকাৰি] এই ছটা মানুহে তাইৰ জীৱনত যিটো খুঁত লগাব নোৱাৰিলে— আজিৰ ঘটনাটোৱে সেইটো খুঁত লগাব। আচলতে আজিহে তাই প্ৰথম ঘৃণীযা হ'ল।

হিমাদ্ৰি : মই নিৰুপায় ছাৰ।

পৰিমল : তোমাৰো অপকাৰ হ'ব। তাইৰ অপৰাধ যদি অক্ষমনীয় নহয়, তেনেহ'লে এই কামৰ কাৰণে তুমিও গোটেই জীৱন অনুতপ্ত হ'বা।

হিমাদ্ৰি : আপুনি মোক ক্ষমা কৰিব ছাৰ। এইটো মই অকলে চম্ভালিবলগীয়া কথা কৈ থকা নাই। এই চিঠিখন প্ৰথমে আমাৰ ঘৰৰ সকলোৱে পঢ়িলে, শেষতহে মই পঢ়িছোঁ। মই কিবাকৈ মোক নিজকে বুজাব পাৰিলেও তেওঁলোকক বুজাব নোৱাৰিম ছাৰ।

পৰিমল : আগতেই ক'লোঁ নহয়, ময়ো তোমাক বুজাই সৈমান কৰিবলৈ চেষ্টা কৰা নাই। ধৰি লোৱা মই বন্ধুৰ নিচিনাকৈ তোমাৰ লগত তৰ্ক কৰিলোঁ। কিছুমান কথা কৈ থ'লোঁ— কেতিযাবা যদি আকৌ এনেকুৱা এখন চিঠি পোৱা, সেইখনক তুচ্ছজ্ঞান কৰিবলৈ যাতে তুমি বল

পোৱা। নে আকৌ ক'ৰবাত এটা সম্পৰ্ক ঠিক হ'লে পেপাৰত বিজ্ঞাপন দিবা— 'মই অমুকক বিয়া কৰোৱাৰ সিদ্ধান্ত কৰিছোঁ। কাৰোবাৰ কিবা বক্তব্য থাকিলে বেনামী চিঠিৰে এই ঠিকনাত জনাব পাৰে।'— এবাৰ দি চাবা। তোমাৰ গোটেই জীৱন বেনামী চিঠি পটোঁতেই যাব।

হিমাদ্রি : আপুনি মোৰ ওপৰত বেয়া ভাব নাৰাখিব ছাৰ। আপুনি জানে— আমাৰ ঘৰখনৰ অৱস্থা কেনেকুৱা। আপোনাৰ সহায়তেই ঘৰখন চলি আছে। আপুনি যদি—

পৰিমল : সেইবোৰ বেলেগ কথা। চাকৰি চাকৰি, তুমি তুমি, মই মই। এইবোৰৰ লগত তোমাৰ চাকৰিৰ সম্পৰ্ক নাই। তুমি ভাল ৱৰ্কাৰ, ভালকৈ কাম কৰি যোৱা, তোমাৰ উন্নতি হ'ব। মই তোমাৰ খুৱাযেৱাৰ টেলিফোন পায়েই আঙঠি পিন্ধোৱাৰ চব কাৰবাৰ বন্ধ কৰি দি কাইলৈ কলকাতালৈ গুচি যাব পাৰিলোঁহেঁতেন। কিন্তু তোমাৰ লগত মোৰ এবাৰ কথা পাতি চাবৰ মন গ'ল কি কাৰণে জানা—?

হিমাদ্রি : ছাৰ?

পৰিমল : মই এজনী ছোৱালী বিয়া কৰিম বুলি ঠিক কৰি থৈছোঁ। সেইজনী ছোৱালীৰ জীৱনত মই ষষ্ঠ মানুহ। ছয় নম্বৰ। সেই কথা জনাই বেনামী চিঠিখন সেই ছোৱালীজনীয়ে নিজ মুখেৰে— মোৰ সন্মুখত বহি লিখি দিছিল। নিজ মুখেৰে যোল্ল বছৰ বয়সত তেওঁ যেনেকুৱা আছিল, এতিয়া তেওঁ মোৰ মানত তাতকৈ পাঁচগুণ উজ্জ্বল।

হিমাদ্রি : ছাৰ।

পৰিমল : [নিঃশব্দে মুৰ জোকাৰি।] ইয়েছ।
[লাহে লাহে মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

## দৃশ্য : ৮

### মঞ্চ : ২

[ৰাতি। তালুকদাৰহঁতৰ পুৰণি ঘৰৰ বহা কোঠালি। নিৰ্মল বহি আছে। কাকলি থিয় হৈ আছে। মিত্ৰাই বলিযাৰ নিচিনাকৈ চিঞৰিছে।]

মিত্ৰা : এইবাৰ মই চাই ল'ম। চবকে চাই ল'ম। মই কাকো সাৰি যাবলৈ নিদিওঁ। কাকো শান্তিৰে থাকিবলৈ নিদিওঁ। [কাকলিক] তোমালোকো শান্তিত থাকিব নোৱাৰিবা। মই চবকে জ্বলাম।

কাকলি : [চাই থাকে। অলপ পিছত নিৰ্মলক] নিৰ্মলদা, এওঁ মোক কিয় ইমানকৈ গৰ্জিছে, ক'ব পাৰানে?

নিৰ্মল : কাৰণ তাই এজনী বৰ ভাল ছোৱালী। গণেশ বাবাৰ ওচৰত যে ৰঙা পাৰিৰ শাৰী পিন্ধোৱা কলগছ এজোপা থাকে, তাই সেইজোপা গছৰ নিচিনা ঠাণ্ডা, মুখেৰে মাতিব নজনা, দাঙি নিনিলে লৰচৰ কৰিব নোৱাৰা, বৰ পবিত্ৰ মাইকী মানুহ। আমি চবেই মিলি তাইৰ জীৱনটো বৰবাদ কৰি দিলোঁ। চবেই মিলি এইখন বেনামী চিঠি লিখিলোঁ। এইখিনি মই লিখিলোঁ, এইখিনি বিমল দাদাই লিখিলে, আটাইতকৈ সৰহখিনি পৰিমল দাদাই লিখিলে, দুশাৰীমান মাই লিখিলে, এইখিনি সিপুৰীৰ পৰা দেউতাই লিখিলে, এইখিনি তুমি লিখিলা আৰু

আমাৰ এই অপকৰ্মৰ কাৰণেই তাই আজি আঙঠিটো পিন্ধিবলৈ নাপালে,— সেই কাৰণে গৰ্জিছে।

মিত্ৰা : তই চুপ থাক।

কাকলি : [মিত্ৰাক]— মই মোৰ কথাকেইটা গোট গোটকৈ— চাফাকৈ ক'ম, শুনি ল'বানে? মাজত চিএৰ-বাখৰ নকৰাকৈ শুনি ল'বানে?

মিত্ৰা : মোৰ এতিয়া কাৰো কথা শুনিবলৈ মন নাই।

কাকলি : [ধমকি দি] মোৰ কথা তুমি শুনিব লাগিব।
[মিত্ৰাই কাকলিৰ চকুলৈ চায়।]

কাকলি : মোক গৰ্জিলা যেতিয়া তুমি মোৰ কথাকেইটা শুনিবই লাগিব। প্ৰথম কথাটো তোমালোক সকলোৱে জানাই— তোমালোকৰ পৰিমল ককায়েৰাৰ লগত মোৰ বিয়া হ'ব। দ্বিতীয় কথা— তোমাৰ বিয়াখন হৈ নোযোৱালৈকে তোমাৰ ককাযেৰাই বিয়া নকৰায। সেই কাৰণে ককায়েৰাৰ লগতে মযো চেষ্টা কৰি আছোঁ— তোমাৰ বিয়াখন যাতে সোনকালে হয। আজি তোমাক এঘৰ মানুহে আঙঠি পিন্ধাব কাৰণে মই বৰ আনন্দ পাইছিলোঁ আৰু অফিছ ছুটী লৈ আঙঠি পিন্ধোৱা চাবলৈ আহিছিলোঁ। তেনেহ'লে তুমি মোক টান কথা কিয কৈছা? Why?

নিৰ্মল : তুমি আজি তাইৰ কথাত নালাগিবা।

কাকলি : নালাগো বাৰু। কিন্তু আকৌ বা কিমান দিন বাট চাব লাগে। এইটোতো মোৰ কাৰণে বৰ ডাঙৰ কথা হ'ল।

মিত্ৰা : মোৰ কাৰণে সৰু কথা হ'ল নেকি? মই যিমান দিনলৈ বাট চাব লাগিব, চবেই সিমান দিনলৈ বাট চাব লাগিব।

প্ৰভা : [ভিতৰৰ পৰা আহে] কি ক'লি তই? তোলৈ চবেই বাট চাই থাকিব লাগিব? তোৰ মুখেদি সেইযাৰ কথা ওলাব লাগেনে? নিজৰ কপাল নিজে খাবি, আৰু তোলৈ চবেই বাট চাই থাকিব? লাজ নালাগে তোৰ?

মিত্ৰা : আজি ইমান সাংঘাতিক ঘটনা এটা ঘটিল, আৰু তই মাকজনী হৈ এনেকুৱা কথা কৈছ?

প্ৰভা : মই অকল তোৰে মাৰ নেকি? মই সৌটোৰ কথা ভাবিব লাগিব নে নালাগে? পৰিমলৰ বযস কিমান হ'ল জান? তাৰ বযসত তোৰ বাপেৰ তিনিটা ল'ৰাৰ বাপেক হৈছিল।— 'তোমালোক মোৰ কাৰণে ৰৈ নাথাকিবা।'— এই ছোৱালীজনীক তই সেইযাৰ কথাহে ক'ব লাগিছিল। আই-গোসাঁই নামান, মাৰক মানুহ বুলি গণ্য নকৰ, ককাযেৰহঁতক ফাঁকি দি দি বনৰীয়া হলি, সেইসোপা সদনাম আৰ্জিলি, ভনীযেৰজনীকো তোৰ ৰাস্তাটোকে দেখুৱাবলৈ লৈছ, আৰু তই এতিয়া ওলোটাই দন্ত.লি মাৰ? দেউতাৰাৰ লাইন লৈছ?

নিৰ্মল : দেউতাক আকৌ কিয আঁজুৰিছ?

প্ৰভা : নাজুৰিলে মানুহটো শান্তিত থাকিব। সেই কাৰণে আঁজুৰিছোঁ।

নিৰ্মল : নাই, নাপায়। মৰি যোৱা মানুহটোক—

প্ৰভা : মানুহটোহে মৰি গ'ল। মই মৰা নাই নহয। নমৰালৈকে মই তেওঁক আঁজুৰিয়েই থাকিম। মৰিল বুলিয়েই মই মানুহ এটাক মূৰত তুলি লৈ থাকিব নোৱাৰোঁ।

নিৰ্মল : তই মাজে মাজে কিয—

প্ৰভা : সেইবোৰ এতিয়া আৰু নুলিযাবি। তইঁতে জানিও নজনাৰ ভাও ধৰ। এতিয়া এইৰ কথা ভাব। তাই যে কাকো সুখত থাকিবলৈ নিদিযে, তাই যে চবকে জ্বলাব— সেইবোৰ কথা তাইৰ মুখত শুৱায়নে? [কাকলিক দেখুৱাই] এইজনী ছোৱালীৰ মুখৰ আগত তাই সেইবোৰ কথা ক'ব পায়নে?

মিত্ৰা : ঠিক আছে তেনেহ'লে— মুখৰ আগত নকওঁ। তেওঁক পঠিয়াই দে, তাৰ পিছত ক'ম— তেৰোঁ মোৰ অপকাৰ কৰিছেনে নাই।

কাকলি : অপকাৰ? তোমাব? মই?

মিত্ৰা : তুমি যোৱা, তাৰ পিছত মই চবকে বুজাই দিম— কিয় আজিৰ এই ঘটনাটোৰ কাৰণে তোমাক মই ক্ষমা কৰিব নোৱাৰোঁ।

কাকলি : নহয নহয, মই নাযাওঁ। তুমি মোক ক'ব লাগিব— মই তোমাৰ কি অপকাৰ কৰিলোঁ, কেনেকৈ অপকাৰ কৰিলোঁ। তুমি নোকোৱালৈকে মই ইযাৰ পৰা এখোজো নলৰোঁ। [অধৈৰ্য হৈ] কওক বৰমা— এওঁক ক'বলৈ কওক। নিৰ্মল দাদা— তুমিও কোৱা— মই শুনিবই লাগিব— এওঁৰ মনত কি আছে।

[মিত্ৰাই নিৰ্মলৰ হাতৰ পৰা থাপ মাৰি কাগজখন লয়।]

মিত্ৰা : কোনেও নাজানিলেও— মই জানো— এইখন চিঠি কোনে লিখিছে। মই চিঠিখনৰ কথা আৰু ভাষাৰ পৰাই গম পাইছোঁ—

নিৰ্মল : কোনে লিখিছে?

মিত্ৰা : সেই দিগেন বোলা ল'ৰাটোৱে।

নিৰ্মল : Sure?

মিত্ৰা : Sure, ইয়াত এনেকুৱা কেইটামান কথা আছে— যিকেইটা সি আৰু মোৰ বাহিৰে কোনেও নাজানে। কিন্তু সিতো মোৰ বন্ধুৱেই আছিল? তাক মোৰ শত্ৰু কৰিলে কোনে? সোধ এওঁক।

কাকলি : মই? মই দিগেনক তোমাৰ শত্ৰু কৰিলোঁ? নহয নহয় বাইদেউ, মই বুজিছিলোঁ— সি দুষ্ট ল'ৰা। সি তোমাৰ অপকাৰ কৰিব। মই তোমাক কেৱল সাৱধান কৰি দিছিলোঁ।

মিত্ৰা : তাক মই চম্ভালিলোঁহেঁতেন। মই নিজকে চম্ভালিলোঁহেঁতেন। কিন্তু তোমাৰ কথাৰ পৰাই আৰম্ভ। তোমাৰ কথা শুনি ওস্তাদি কৰিলে ঘন্দাই। আৰু তাৰ ফলটো হ'ল এয়া [কাগজখন দেখুৱায়।]

কাকলি : নহয। হ'বই নোৱাৰে। মই সেইদিনা যি কৈছিলোঁ— সেইবোৰ কথা দৰকাৰ হ'লে আজিও ক'ম, কাইলৈও ক'ম, সদায় ক'ম। ঠিক আছে— মই তোমাক কথা দিলোঁ— মই দিগেনক বিচাৰি উলিযাম। তোমাক লগত লৈ মই তাৰ ওচৰলৈ যাম। তোমাক সম্মুখত ৰাখি তাক মই সুধিম— সি যদি এইখন চিঠি লিখিছে, তেনেহ'লে তাৰ প্ৰথম কাৰণ মই নেকি? সি এইখন চিঠি লিখিবলগীয়া হোৱাৰ কাৰণে মই কিমান দায়ী— মই তাক সুধিম। সি যদি কয় মোৰ গাত ইমানকণো দোষ আছে বুলি— তেনেহ'লে— গোটেই জীৱনলৈ— মই তোমালোকৰ পৰিয়ালৰ সকলোৰে পৰা আঁতৰি থাকিম। [যায়। উভতি আহে।] যিদিনা দিগেনৰ ওচৰলৈ যাম— ওলাই থাকিবা।

[কাকলি গুচি যায়। অলপ পৰ সেইফালে চাই থাকি মিত্ৰা ভিতৰলৈ সোমাই যায়।]

নিৰ্মল : [ভিতৰৰ ফালে চাই চিঞৰি]— তই ঘৰলৈ যাবিনে আজি ইয়াতে থাকিবি?
মিত্ৰা : [ভিতৰৰ পৰা]— যাম।
নিৰ্মল : অঁ যোৱাই ভাল। ঘন্দাও আহি পোৱাহি নাই। আজি আমাৰ চৌকাত জুই জ্বলাৰ আশাও নাই। মিঠাই কেইটামান খাম, খাই শুই থাকিম। মাৰ ভাত নহ'লে ৰাতিটো চলিবনে?
প্ৰভা : ই ঘননো ক'লৈ গ'ল?
নিৰ্মল : পৰিমল দাদাক কোম্পানীৰ গেষ্ট হাউছত থ'বলৈ গৈছে।
প্ৰভা : সি আৰু ঘৰলৈ নাহে?
নিৰ্মল : নাহে। পুৱাই কলিকতালৈ যাবগৈ।
প্ৰভা : সি মোক মাত এষাৰো নলগালে।
নিৰ্মল : তাৰ কথা বাৰু বাদ। তোৰ তাৰ চকুলৈ চাবলৈ আজি সাহ হ'লহেঁতেন নে? [বৌ] তেনেহ'লে? যাওক দে। ভালেই হৈছে। অ'ই মিত্ৰা, আমালৈ দুটামান থৈ মিঠাইসোপা লৈ যাবি। মই ৰিক্সা এখন মাতি দিম।
প্ৰভা : মিঠাই দীপ্তিহঁতে নিলে।
নিৰ্মল : অ' নিলেই? আমালৈ থৈ গৈছেনে নাই?
প্ৰভা : এঃ ৰবি, পেংলাই কৰি নাথাকিবি। হেৰি নহয়, এই দিগেনৰ কথা যে কলি— দিগেন কোন?
নিৰ্মল : তোক কি বুলি বুজাওঁ? সৌৰজগত কাক বোলে জান? এই যে গ্ৰহবিলাক ঘূৰি থাকে? মঙল, বুধ, বৃহস্পতি, শুকুৰ, শনি— সেইবিলাকৰ লগৰে এটা গ্ৰহৰ নাম দিগেন। বুজিলি?
[মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

## দৃশ্য ঃ ৯

### মঞ্চ ঃ ১

[দিনত। কাকলিৰ অফিছ কোঠালি। দিগেন থিয় হৈ আছে। মিত্ৰাই গম্ভীৰ হৈ তলমূৰ কৰি আছে। কাকলিয়ে দুৱাৰখন বন্ধ কৰি থৈ আহে।]

দিগেন : তাৰ মানে আপোনালোকে মোক জোৰকৈ বন্দী কৰি ৰাখিবলৈ আনিছে নে কি?
কাকলি : নহয়। যেতিয়াই মন যায় আপুনি ওলাই যাব। দুৱাৰখন জপাই থৈছোঁ। আমাৰ কথাবোৰ যাতে বাহিৰৰ কোনেও নুশুনে— সেই কাৰণে।
দিগেন : কওক কি কথা।
কাকলি : আপুনি অলপ-অলপ অনুমান কৰিব পাৰিছেনে— আমি কি বিষয়ে কথা পাতিবলৈ আপোনাক ইয়ালৈ মাতি আনিছোঁ?
দিগেন : পাৰিছোঁ।
কাকলি : কি অনুমান কৰিব পাৰিছে?
দিগেন : এই যে হিমাদ্ৰি নামৰ ল'ৰাটোলৈ চিঠি এখন গ'ল— ল'ৰাটোৰ ঘৰৰ মানুহবিলাক এওঁক আঙঠি পিন্ধাবলৈ নাহিল— সেইটোৰেই বিষয় চাগৈ।
কাকলি : তাৰ মানে এই চিঠিখন আপুনি লিখা হয়?

দিগেন ঃ হয়।

কাকলি ঃ চিঠিখন আপুনি লিখা বুলি আমি সন্দেহ কৰিব পাৰোঁ— সেইটো আপুনি জানিছিল?

দিগেন ঃ ইয়াত সন্দেহৰ কথাই নাই। চিঠিখন দেখিলেই এওঁ ধৰিবই পাৰিব— সেইখন মই লিখা বুলি। সেইটো ধৰিব পাৰিবৰ কাৰণে চিঠিখনত মই ইচ্ছা কৰি উপায় দুটামান ভৰাই দিছোঁ— অন্ততঃ এওঁ চিনি পোৱা উপায়।

কাকলি ঃ হয়?

দিগেন ঃ হয়। ইচ্ছা কৰি।

কাকলি ঃ ইমান ডাঙৰ কাম এটা কৰোঁতে আপোনাৰ ভয় লগা নাছিল?

দিগেন ঃ কিহৰ ভয়?

কাকলি ঃ কোনোবাই আপোনাক ধৰি অপদস্থ কৰিব পাৰে, পুলিচত দিব পাৰে—

দিগেন ঃ সেইবোৰ কৰিলে এওঁলোকেহে কৰিব পাৰে। কাৰণ এওঁলোকেহে চিঠিখন মই লিখা বুলি ধৰিব পাৰিব। কিন্তু এওঁলোকে সেইবোৰ একো কৰিব নোৱাৰে।

কাকলি ঃ কিয়?

দিগেন ঃ কি মস্কিল। সেইখন চিঠি এওঁলোকে কাৰোবাক দেখুৱাব পাৰে নেকি? এওঁলোকে বৰ বেছি মোক মাৰ-পিট কৰিব পাৰে বা মনে মনে হত্যা কৰিব পাৰে। কিন্তু তাৰ কাৰণে ময়ো উপযুক্ত ব্যৱস্থা কৰি ৰাখিছোঁ। [জেপৰ পৰা কাগজ এখন উলিয়াই] মোক যদি কোনোবাই মাৰ-পিট কৰে, বা হত্যা কৰে, তেনেহ'লে দোষী হিচাপে বিমল তালুকদাৰ, অমল তালুকদাৰ, পৰিমল তালুকদাৰ, নিৰ্মল তালুকদাৰ আৰু মিত্ৰা তালুকদাৰক গ্ৰেপ্তাৰ কৰিব। কাৰণ তেওঁলোকে মিত্ৰা তালুকদাৰক মোলৈ বিয়া দিম বুলি মোৰ পৰা ঘৰ সজাবলৈ ত্ৰিছ হাজাৰ টকা লৈছিল, কিন্তু পিছত তেওঁলোকে অইন এজনৰ পৰা আকৌ টকা লৈ সেইজন মানুহৰ লগত মিত্ৰাক বিয়া দিবলৈ ওলাইছিল, তেতিয়া মই এইখন বেনামী চিঠিৰে বিয়াখন ভাঙিবলৈ বাধ্য হৈছিলোঁ।— এই গোটেই কথাখিনি লিখি তাৰে এটা কপি বেনামী চিঠিখনৰ কপি এটাৰে সৈতে মই জেপত লৈ ফুৰোঁ, আৰু এটা কপি থানাৰ দাৰোগা এজনৰ হাতত জমা দি থৈছোঁ।

কাকলি ঃ আপুনি কিয় ইমান মিছা কথাৰে, ইমান সাংঘাতিক কাম কৰিছে?

দিগেন ঃ এইখন চিঠিৰ কথাবিলাক মিছা, কিন্তু এইখন [বেনামী চিঠিখন দেখুৱাই] চিঠিৰ কথাবিলাক সঁচা। সোধক তেওঁক।

কাকলি ঃ ঠিক আছে, সঁচা। চব কথা সঁচা। কিন্তু আপুনিতো এওঁৰ বন্ধু আছিল, এওঁক ভাল পাইছিল। মই জনামতে এওঁলোকৰ ঘৰৰ মানুহে আপোনাক এওঁক বিয়া কৰাবলৈও কৈছিল—

দিগেন ঃ কৈছিল।

কাকলি ঃ তেনেহ'লে?

দিগেন ঃ বিয়াটো এটা বেলেগ বস্তু, ফূৰ্তিও বেলেগ বস্তু। মই যদি বিয়া কৰাবই লাগে তেনেহ'লে এনেকুৱা ছোৱালী বিয়া কৰোৱাটো সম্ভৱ নহয়।

কাকলি ঃ কিয়?

দিগেন ঃ কাৰণ মই যেনেকুৱাই নহওঁ— আমাৰ ঘৰখনতো ক্লাব নহয়। মা আছে, দেউতা আছে, ভাই-ভনী আছে, আইতাৰ গোসাঁইঘৰ আছে, মাৰ তাঁতশাল আছে, দেউতাৰ জলকীয়া-

বেঙেনাৰ বাৰী আছে। মই মাহঁতৰ পচন্দৰ ওপৰত গুৰুত্ব দিব লাগিব— ঠাণ্ডা, সহজ-সৰল— ঘৰধৰা ছোৱালী—।

কাকলি : তাৰ মানে বিয়া এটা বেলেগ বস্তু?

দিগেন : বেলেগ বস্তু।

কাকলি : ফূৰ্তি— এই যে আপুনি এওঁৰ লগত কৰিছিল— সেই ফূৰ্তি বেলেগ বস্তু?

দিগেন : বেলেগ বস্তু।

কাকলি : আপোনাৰ মাকে তাঁতশাল এৰি থৈ তেনেকুৱা ফূৰ্তি কৰে নেকি?

দিগেন : চুপ!

কাকলি : দেউতাকে আধাসজা ঘৰৰ চুকে-কোণে তেনেকুৱা ফূৰ্তি কৰি ফুৰে নেকি?

দিগেন : আপোনাৰ জিভা ছিঙি পেলাম মই।

কাকলি : নিচিঞৰিবি। বাহিৰৰ মানুহ সোমাই আহিবলৈ পালে আপোনাক নেফানেফ কৰি পেলাব। আপোনাৰ মাক-বাপেক যদি তেনেকুৱা নহয়, তেনেহ'লে এই ফূৰ্তি কৰিবলৈ আপুনি তেজ ব'ৰ পৰা পালে? তাঁতশাল, গোসাঁইঘৰ, জলকীয়া বাৰীৰ কাৰণে ঘৰধৰা ঘৈণীযেক এজনীৰ ধান্দা কৰা মানুহে এনেকুৱা ফূৰ্তি কিয় কৰে?

দিগেন : মোক কিয় মাতিছিল কওক। নহ'লে মই যাওঁ।

কাকলি : বহক। [অলপ সময় মনে মনে থাকি] মোক আপুনি পৰিষ্কাৰকৈ এটা কথা কওক— আপুনি যে এই বেনামী চিঠিখন লিখিলে— এই কামটোত মোৰ কিবা ভাগ আছে নেকি?

দিগেন : মানে?

কাকলি : মোৰ কিবা কাম বা কথাৰ কাৰণে আপুনি এই কামটো কৰিবলগীয়া হ'ল নেকি? মানে আপোনাৰ মানত মোৰ কিবা দোষ আছে নেকি?

দিগেন : আপোনাৰ কি দোষ থাকিব পাৰে?

কাকলি : মই যে এদিন আবেলি সেই ঘৰটোৰ ওচৰত টান টানকৈ কিছুমান কথা কৈছিলোঁ?

দিগেন : সেইবোৰ কথা মোৰ গাতেই নালাগে। এইখন কাণেদি সোমাই এইখন কাণেদি ওলাই গুচি গ'ল।

কাকলি : তেনেহ'লে আপুনি কিয় এই কামটো কৰিলে?

দিগেন : সঁচা কথা ক'ম?

কাকলি : কওক।

দিগেন : মোৰ পইচাৰ দৰকাৰ হৈছে। অলপ সৰহীয়াকৈ। এওঁৰ ককায়েকক মই টেলিফোনেৰে পইচাখিনিৰ কথা কৈছিলোঁ। তেখেতে মোৰ কথাবোৰ কোনোবা চেঙেলীয়া ল'ৰাৰ ফূৰ্তি বুলি ভাবি মোক ফোনত ধমকি দিলে। কথাটো মই ভাল নাপালোঁ। [অলপ সময় নিস্তব্ধ] পইচা মোক এতিয়াও লাগে, আগলৈকো লাগিব। কথাটো ওলাল ভালেই হ'ল। আপুনিও শুনিলে, এৱোঁ শুনিলে। তেখেতক ক'ব। এইবাৰ যি হ'ল হ'ল। তেখেত হাত-দীঘল মানুহ। অতি সোনকালে তেখেতে এওঁৰ কাৰণে নিশ্চয় আৰু এজন ল'ৰা যোগাৰ কৰিব। এইবাৰ যেন তেখেতে বিয়াৰ আগে আগে মোক ত্ৰিছ হাজাৰ টকা দিয়ে। বিয়াৰ পিছত— এওঁলোকৰ সুখৰ সংসাৰ আৰম্ভ হ'লে হয়তো মই বৰ বেছি আমনি নকৰিম। হঠাৎ দৰকাৰ

হ'লে কেতিয়াবা বিছ— কেতিয়াবা পোন্ধৰ—

[আচম্বিতে মিত্ৰাই টেবুলখনত থকা বস্তুবোৰ জোৰেৰে দিগেনৰ গালে দলিয়াবলৈ ধৰে। কাকলিয়ে দৌৰি গৈ মিত্ৰাক ধৰে। তেওঁ সহজে মিত্ৰাক ক্ষান্ত কৰিব নোৱাৰে। কিছু সময়ৰ টনা-আঁজোৰাৰ পিছত কাকলিয়ে মিত্ৰাক জোৰকৈ সাবটি ধৰে। অলপ পিছত।—]

দিগেন : এইবোৰে মোক একো কৰিব নোৱাৰে। দেখিলাই নহয়, গাত লাগিল আৰু উফৰি গ'ল। এইবোৰ মই চব পাহৰি যাম। তুমিও পাহৰি যোৱা। কেৱল সেই কথাটো ককায়েৰাক ক'বা—। ত্ৰিছ। আৰু বিয়াৰ পিছত— কেতিয়াবা বিছ— কেতিয়াবা পোন্ধৰ। অ'কে?

[লাহে লাহে মঞ্চ আন্ধাৰ হয। আঁৰ-কাপোৰ নামি আহে।]

# দৃশ্য ঃ ১০

### মঞ্চ ঃ ২

[দিনত। তালুকদাৰৰ ঘৰৰ বহা কোঠালি। লাহে লাহে পোহৰ হয়। পোহৰ ঘন্দাৰ গাত পৰে। ঘন্দা অলপ সময় বৈ থাকে। তাৰ পিছত তেওঁ কথা কয়।]

ঘন্দা : [দৰ্শকক] তাৰ পিছত তাই— মিত্ৰাই— এদিন ছুইছাইড কৰিবলৈ বুলি মহ মৰা ঔষধ এসোপা খাই দিছিল। তিনিজন ডাক্তৰে দুঘণ্টামান যুদ্ধ কৰিহে কোনোমতে তাইক বচাইছিল। পৰিমল চাহাবে ঘটনাটোত বৰ দুখ পালে। তেওঁ ভাবিলে— তেওঁৰ ভুলৰ কাৰণেই এইবোৰ হ'বলৈ পালে। তেওঁ মিত্ৰাক কলিকতালৈ লৈ গ'ল। নিজৰ লগতে ৰাখিছে। শুনিছোঁ— এই দিগেন বোলা ল'ৰাটোক সৰহকৈ টকা এসোপা দি পৰিমল চাহাবে বোলে হাতযোৰকৈ কৈছে— 'তুমি আৰু ছোৱালীজনীৰ অপকাৰ নকৰিবা। মই তোমাক সুখী কৰি ৰাখিম, তুমিও তাইক সুখী হ'বলৈ দিয়া।'— আমি ইয়াতে আছোঁ আৰু। বৰমাৰ অসুখটো বাঢ়িছে। মই তেওঁকে চোৱা-চিতা কৰি সময় কটাওঁ।

[টেলিফোন বাজে। তিনিবাৰমান বজাৰ পিছত ঘন্দাই ফোন ধৰে।]

ঘন্দা : হেল্লো।— অঁ।— অকল তোমাকে মতা নাই। অমলকো মাতিছে। পাৰিলে বোৱাৰীহঁতকো আহিবলৈ কৈছে।— অসুখ বেছি হোৱা কম হোৱানো কি? তেনেকৈয়ে আছে।— যাবৰ সময়ত সকলোকে মাত লগাব খুজিছে বুলি ভায় খাইছা নেকি?— তুমি মোক এইটো কথা কোৱাচোন— তোমালোকক আহিবলৈ ক'ব লাগে কিয? নিজে আহি খবৰ লৈ থাকিব নোৱাৰা?— ব্যস্ততো চবেই ব্যস্ত। [দুৱাৰৰ বে'ল বাজে।]

ঘন্দা কোনোবা আহিছে। থৈছোঁ।

[ঘন্দাই ফোন থৈ দুৱাৰ খুলি দিয়ে। কাকলি সোমাই আহে। তেওঁৰ চেহেৰা মলিন। চুলি, কাপোৰ-কানি আদি পৰিপাটি নহয়। তেওঁৰ কথাৰ সুৰ অস্বাভাবিক। তেওঁৰ মানসিক অসুখ আৰম্ভ হৈছে।]

কাকলি : গুডমৰ্নিং ঘন্দা।

ঘন্দা : [আচৰিত হয়। মুখৰ ভিতৰত—] গুডমৰ্নিং। [ফুটাই] বহা। তোমাক বহুত দিনৰ মূৰত দেখিলোঁ।

কাকলি : ওলোৱাই নাই নহয়। ঘৰতে সোমাই আছিলোঁ। আগতে এবাৰ প্ৰয়াগলৈ গৈছিলোঁ নহয়। তাৰ পৰা কাশীলৈ গ'লোঁ। তাতে বহুত দিন থাকিলোঁ। তাৰ পৰা আহি ঘৰতে সোমাই আছিলোঁ।

ঘন্দা : চাকৰিৰ পৰা ছুটী লৈছিলা?

কাকলি : ছুটী? হয়, মোক ছুটী দিছিল। কালি জইন কৰিবলৈ গৈছিলোঁ— মেনেজাৰে ক'লে— ডাক্তৰৰ চাৰ্টিফিকেট এখন লাগে। সেইখন দিলেহে জইন কৰিবলৈ দিব। আজি ডাক্তৰৰ তালৈ গৈছিলোঁ, ডাক্তৰে চেম্বাৰ বন্ধ কৰিলেই। ঠিক আছে। মোৰ একো দিগদাৰ নহয়। এতিয়াও ঢেৰ পইচা আছে। চাকৰি নকৰাকৈযে বহুত দিন খাব পাৰিম। বৰমা আছে? মই বৰমাক চাবলৈ আহিছোঁ। নিৰ্মল দাদা? নিৰ্মল দাদাকো চাবলৈ আহিছোঁ।

ঘন্দা : নিৰ্মল নাই নহয়।

কাকলি : কলৈ গ'ল?

ঘন্দা : কৃষ্ণৰ নাম গাই যে ফুৰে— টকলামূৰীয়া চাহাব পোৱালিকেইটা— সিহঁতৰ লগতে নেপাললৈ বুলি ওলাই গৈছিল। প্ৰথম ভাগত তিনিখন চিঠি পাইছিলোঁ, তাৰ পিছত বহুত দিন খবৰেই নাই।

কাকলি : ইয়াত বৰমাৰ লগত তুমি অকলে থাকা?

ঘন্দা : এৰা। অকলেই থাকোঁ।

কাকলি : ইমানজনীমান বনকৰা ছোৱালী এজনী আছিল যে—?

ঘন্দা : তাই ডাঙৰ হ'ল নহয়। মাক-বাপেকে লৈ গ'ল।

কাকলি : অকলে থাকি বৰ ভাল লাগে নহয়? [ফূৰ্তিৰ সুৰত] মই অকলে থাকি বৰ ভাল পাওঁ। কাৰো মাত শুনিব নালাগে, কোনেও গা ধুবলৈ চিঞৰি নাথাকে, ভাত খাবলৈ চিঞৰি নাথাকে, ঔষধ খাবলৈ চিঞৰি নাথাকে, মোৰ ভাল লাগক বুলি মৰম কৰি কৰি পেনপেনাই নাথাকে—। বৰ ভাল পাওঁ [হাঁহে]।

ঘন্দা : মই বৰমাক মাতি দিওঁ ৰ'বা।

[ঘন্দা যায়। কাকলিয়ে ইটো-সিটো চাই বহি থাকে। টেলিফোনটোলৈ চাই থাকি উঠি যায়।]

কাকলি : [ফোনটো তুলি চায়, কাণত লগায়] হেল্লো' ইযেছ? অ' ডেভিড?— মই তোমাক বিচাৰিছিলোঁ— সেই প্ৰজেক্টটোৰ কথা ডিছকাছ কৰিবলৈ। আমি যদি ফিল্মখন ইংৰাজীত কৰোঁ, তেনেহ'লেতো আমি এখন ডাঙৰ মাৰ্কেট পাম। নাপাম জানো?— আমি যদি ইণ্টাৰনেচনেল মাৰ্কেটত ফিল্মখন পুছ কৰোঁ, তেনেহ'লেতো নে'ম, ফে'ম, মানি— মানে মান, সন্মান, গৌৰব, খ্যাতি, যশস্যা, টকা-পইচা—

[ৰৈ থাকে। ফোনটো চায়। ঘূৰি চায়। প্ৰভাক দেখে। ফোনটো থৈ দিয়ে।]

কাকলি : গুডমৰ্নিং বৰমা! আহক, বহক! আপুনি ভালে আছে বৰমা?

প্ৰভা : নাই আই। গাটো বৰ ভাল নহয়। তুমি আহিছা বুলি শুনিহে উঠি আহিছোঁ।

কাকলি : আপুনি একেবাৰে চিন্তা নকৰিব। ভাল হৈ যাব। আমাৰ মা মৰিল নহয়।

[প্ৰভাই জানো বুলি বুজাবলৈ মূৰ দুপিয়ায়।]

কাকলি : মই ভবাই নাছিলোঁ জানে বৰমা। মই ভাবিছোঁ— শুই আছে হ'বলা, শুই থাকক। তিনি বজাত বডি এটা খুৱাব লাগে নহয়, তেতিয়া জগুৱাই খুৱাই দিম। মই আকৌ পাহৰি যাওঁ

নহয়। সেই কাৰণে ঘড়িটোত এলাৰ্ম দি থ'লোঁ। তাৰ পিছত— এলাৰ্ম বাজিল নে নাই ক'বই নোৱাৰোঁ। মই নিজেই টোপনি গ'লোঁ। যেতিয়া সাৰ পালোঁ, তেতিয়া একেবাৰে আন্ধাৰ! মা শুয়েই আছে। মই ভাবিলোঁ— শোৱক, শুই থাকক। ৰাতি ভাত-চাত একো নাখালোঁ। মাৰ ওচৰতে শুই থাকিলোঁ। ৰাতিপুৱা কোনোবা কোনোবা আহিল, আহি ক'লে— মা বোলে মৰিল। মই বোলো— ধেৎ! তেনেকুৱা কথা ক'ব নাপায় নহয়! [হঠাতে] ফোন বাজিছে বৰমা।

প্ৰভা : ক'তা?

কাকলি : সেয়া। ঘন্দা। ফোন। ময়েই ধৰোঁ ৰ'ব। [দৌৰি গৈ ফোনটো তোলে]— হেল্লো! ডেভিড? কিবা খবৰ পালা? তুমি জাপানৰ [ঘন্দা আহে।] আকিহিটো কোম্পানীৰ লগত যোগাযোগ কৰা। তাৰ পিছত নিউজাৰ্ছিৰ জনছন কোম্পানীৰ লগত যোগাযোগ কৰিবা। [ঘন্দা ইতিমধ্যে ওচৰত থিয় হৈছিলহি। তেওঁ ফোনটো লাহেকৈ লৈ লয়।]

ঘন্দা : হ'ব দিয়া।

কাকলি : লওক। থৈ দিয়ক। কাম নকৰে, খালী ফোন কৰি থাকে।

প্ৰভা : শুনাচোন। বহাচোন মোৰ ওচৰতে। [কাকলি বহে।] তুমি বোলে ডাক্তৰক খং কৰা? ঔষধ নোখোৱা বোলে?

কাকলি : ঠিকেই। ভাল নালাগে। সিহঁতৰ কথাবোৰো ভাল নালাগে, ঔষধো ভাল নালাগে।

প্ৰভা : ভাল নালাগিলে নহ'ব নহয়। তুমি বিয়া কৰাব লাগিব, ঘৰ ধৰিব লাগিব।

কাকলি : এ এতিয়া আৰু সেইবিলাক নকৰাওঁ।

প্ৰভা : নকৰিলে কেনেকৈ হ'ব? পৰিমলে তোমাৰ বাহিৰে আন কাকো বিয়া নকৰাওঁ বুলি কৈছে নহয়!

কাকলি : জানো। মোৰ মনত আছে। কিন্তু এতিয়া বিয়া কৰিলে মাই বেয়া পাব নহয়। আচলতে কি জানে বৰমা? মাক লৈ যাবলৈ দিবলৈ মোৰ একেবাৰে ইচ্ছা নাছিল। ৰাখি থ'বৰ মন আছিল। কিবাকিবি মছলা সানি যে— কিহবাৰে মেৰিযাই মেৰিযাই মানুহক বহু বছৰলৈ একে চিনেই থৈ দিব পাৰি, মাক তেনেকৈ থৈ মই ওচৰতে শুই থাকিম বুলি ভাবিছিলোঁ। [প্ৰভাৰ কোলাত শোৱে। প্ৰভাই আঁচলেৰে চকু ঢাকে।]

প্ৰভা : হ'ব। মনে মনে থাকা। মনে মনে থাকা।

কাকলি : [সৰু মাতেৰে] শুযেই থাকিম— শুযেই থাকিম।
[প্ৰভাৰ কান্দোন ওলাই আহে। তেওঁ জোৰে ধমক দিয়ে।]

প্ৰভা : মনে মনে থাকা।
[হঠাতে প্ৰভাৰ গা বেয়া লাগে। ঢলি পৰে। ঘন্দা ওচৰ চাপি আহে।]

ঘন্দা : কি হ'ল বৰমা। [কাকলিক] চাওঁ তুমি আঁতৰ হোবাচোন। [কাকলি অবাক হৈ আঁতৰি যায।] বৰমা, তুমি শুই দিযাচোন, শুই দিযা। [ধৰি শুৱাই দিয়ে।]

ঘন্দা : [কাকলিক] তুমি এইখনেৰে বিছি দিয়াচোন। মই পানী অকণমান আনোগৈ।
[কাকলিক মেগেজিন এখন দি ভিতৰলৈ যায। কাকলিয়ে প্ৰভাক বিছে। অমল সোমাই আহে।]

অমল : কি হ'ল? হাঁ? কি হৈছে? মা। [কাকলিক] কি হৈছে?

কাকলি : মই ক'ব নোৱাৰোঁ।

অমল : ঘন্দা ক'ত? [ডাঙৰকৈ] ঘন্দা।

[ঘন্দাই পানী এগিলাচ লৈ আহে। অলপ পানী প্ৰভাৰ চকুৰে-মুখে ছটিয়াই দিয়ে। বিমল আহে। তেৰোঁ ওচৰ চাপে।]

বিমল : কি হৈছে?

ঘন্দা : জানো। এনেয়ে ঢলি পৰিছে। বৰমা।

প্ৰভা : [লাহে লাহে চকু মেলে।] হুঁ?

ঘন্দা : কি হৈছে?

প্ৰভা : নাই, একো হোৱা নাই। চাওঁ— [বহে]

অমল : কি হৈছে? গা বেয়া লাগিছে নেকি?

প্ৰভা : নাই। হঠাতে মূৰটো ঘূৰাই গ'ল। এন্ধাৰ এন্ধাৰ লাগি গৈছিল।

ঘন্দা : পানী অকণমান খোৱা।

[প্ৰভাই চাদৰেৰে মুখ মচে। পানী খায়।]

অমল : এনেকুৱা আগতেও হৈছিল নেকি?

ঘন্দা : হৈছিল কেইবাৰমান। কিন্তু এনেকৈ পৰি যোৱা নাছিল।

বিমল : মই বুজিছোঁ। এইটো গেছৰ কাৰণে হয়। আজি বাৰু মাই কি খাইছিল?

ঘন্দা : ৰুটী সেকি মাখন অকণ লগাই দিছিলোঁ আৰু কণী এটা ভাজি দিছিলোঁ।

বিমল : সেইয়া। কণী। মই ঠিক ধৰিছোঁ। কিবা এটা বেয়া বস্তু পেটত পৰিবই লাগিব। [ঘন্দাক] কণী-চনী এতিয়া আৰু মাই বাদ দিব লাগে। কণী, ৰহৰ দাইল, বিলাহী, শাক, দৈ, ভিজিটেবল ঘিঁউ, এইবোৰৰ পৰা কি হয় জানা? ইযাত [পেটটো দেখুৱাই] গেছ হয়। হৈ, ওপৰলৈ উঠি আহে। উঠি আহি, এইখিনিত— বুকুত খুন্দা মাৰি দিয়ে। সেই খুন্দাটোৱে এইফালেদি গৈ একদম মগজত ধৰেগৈ। আমাৰ অফিচৰ তাৰিণীৰ কি হয়? ঘৰততো নাখাযেই, বিয়াই-সবাহে যদি কেনেবাকৈ ইমানকণ ৰহৰ দাইল খালে, বাচ, হৈ গ'ল। কোনোমতে গৈ ঘৰ পালে কি নাপালে— ধৰিলে এইখিনিতে খুন্দা মাৰি। তাৰ পিছত মূৰ ঘূৰাব, চকুৰে এন্ধাৰ-মুন্ধাৰ দেখিব। ঠিক মাৰ নিচিনা। হেৰি নহয় ঘন, আনি থোৱা ডাইজিন আছে নেকি? ডাইজিন?

অমল : নহয় দাদা। অকল গেছ বুলি ধৰাটো ঠিক নহ'ব। থাকিব পাৰে, গেছৰ গণ্ডগোলো থাকিব পাৰে— কিন্তু সেইটোৱেই আচল কাৰণ বুলি ক'ব নোৱাৰি। মাই জানো কণী আজিহে খাইছে? ঘন্দা?

ঘন্দা : কালিও খাইছিল।

অমল : কালি এনেকুৱা হৈছিল জানো?

ঘন্দা : নাই হোৱা।

অমল : তেনেহ'লে? মোৰ মনেৰে ইউচুফ ডাক্তৰে যে এক্স-ৰে' কৰোৱাৰ পিছত ছ'ন'গ্ৰাফি কৰোৱাৰ কথা কৈছিল , এনেয়ে কোৱা নাছিল। নিশ্চয় কিবা কথা আছে। পিছততো তেওঁ এদিন ব্ৰেইনটো স্কেন কৰোৱাৰ কথাও কৈছিল। এতিয়া বুজিছোঁ তেওঁ কিয় কৈছিল।

বিমল : কিয় কৈছিল?

অমল : এই যে মানুহৰ হঠাতে মূৰ ঘূৰায়, এইটো টিউমাৰৰ কাৰণে হ'ব পাৰে। ব্ৰেইন টিউমাৰ।

বিমল : ব্ৰেইন টিউমাৰ? এইটোতো সৰু-সুৰা অসুখ নহয়।

অমল : আগতে এইটোক মানুহে ডাঙৰ অসুখ বুলিয়েই ভাবিছিল, কিন্তু আজিকালি ছায়ন্সৰ যি কাৰবাৰ, ঠিক মতে চিকিৎসা কৰিব পাৰিলে ব্ৰেইন টিউমাৰো একো অসুখেই নহয়।

ঘন্দা : বৰমা, আপুনি ভিতৰলৈ ব'লক। বিছনাতে পৰকগৈ। উঠক। [প্ৰভা উঠে।]

প্ৰভা : [কাকলি] তুমিও আহা কাকলি।

[প্ৰভা আৰু কাকলি সোমাই যোৱাৰ পিছত—]

অমল : ঘন্দা, শুনাচোন। [ঘন্দা ওচৰলৈ আহে] এই ছোৱালীজনী এতিয়াও কিয় আহি থাকে? [কাকলি উভতি আহে।]

কাকলি : মোৰ কথা কিবা বেযাকৈ কৈছে নেকি?

ঘন্দা : নাই কোৱা। তুমি যোৱা।

কাকলি : মোৰ কথা বেয়াকৈ ক'লে মই বেযা পাওঁ কিন্তু, কৈ দিছোঁ। [যায়।]

ঘন্দা : শুনিলা নহয়? লোকৰ কথা বাদ দিয়া। ব্ৰেইন টিউমাৰটোৰ কি ব্যৱস্থা কৰা যায়, সেইটো আলোচনা কৰা।

[ঘন্দা ভিতৰলৈ যায়। অমল আৰু বিমলে অলপ সময় মনে মনে থাকে।]

বিমল : তেনেহ'লে ইউচুফ ডাক্তৰৰ কথামতে কামবোৰ কৰাই ভাল আছিল নেকি।

অমল : মইতো সেইটোকে কওঁ।

বিমল : তেনেহ'লে সোনকালে আৰম্ভ কৰি দে।

অমল : কৰচোন তইঁতে আৰম্ভ। যেতিযা যি কৰিব লাগে মোক কবি, মই যিমান পাৰোঁ চাম।

বিমল : মোক আৰম্ভ কৰিবলৈ কৰ কিয়? এইবোৰ মই কৰিব পৰা কাম নেকি?

অমল : তেনেহ'লে কোনে কৰিব?

বিমল : মই কেনেকুৱা লেঠাৰ মাজত সোমাই আছোঁ খবৰ ৰাখিছনে? ইহঁত তিনিটাৰ একেলগে পৰীক্ষা গৈছে, দুমাহ ঘূৰি ঘূৰি এটাক কোনোমতে হোষ্টেলত ছিট এটা যোগাৰ কৰি দি আহিছোঁ, বৌবেৰৰ—

অমল : তেনেকৈ চাবলৈ গ'লে মোৰ লেঠা কম নেকি? সেই যে ৰাতিপুৱাই ওলাওঁ— ৰাতি দহ বাজিব, এঘাৰ বাজিব— ল'ৰা-ছোৱালীক সাৰে থকা অৱস্থাত দেখাই নোপোৱা হ'লোঁ।

বিমল : কাম বঢ়াই ল'লে তেনেকুৱা হ'বই!

অমল : সেইবিলাক হ'ল দায়িত্বৰ কাম। অলপ হেৰফেৰ হ'লে অকলতো মোৰে বদনাম নহয়, পৰিমলৰ কোম্পানীৰ কাম যেতিযা, তাৰো বদনাম হ'ব।

বিমল : তেনেহ'লে তালৈকে খবৰ দে। সি কি ভাল দেখে—

অমল : মানে মোৰ কথা হ'ল— মোৰ যিমানেই কামৰ ভিৰ নহওক, তাৰ মাজতে হযতো যি কৰিব লাগে কৰিলোঁহেঁতেন, কিন্তু স্কেনিং, ছ'ন'গ্ৰাফি এইবোৰ কাম ইয়াত কৰাবই নালাগে। ইয়াত মানুহবোৰে দামী দামী মেচিনবোৰ বহুৱাইছে, ফটো তুলিছে, হাজাৰ হাজাৰ টকা লৈছে— বেমাৰীৰ কিন্তু একো লাভ হোৱা নাই।

বিমল : হয় নেকি?

অমল : হয়তো!

বিমল : সেইটোও পিছে এটা ইম্‌পৰটেন্ট পইন্ট।

অমল : আৰু কলিকতা-বোম্বাইত যিবোৰ মেচিন আওপুৰণি বুলি ৰিজেক্ট কৰে, আমাৰ এখেতসকলে সেইবোৰকে আনিহে ইযাত বহুৱায়। তদুপৰি ইযাত এওঁলোকে বিছ হাজাৰ টকা লৈ যিটো কাম কৰিব, কলিকতাত তাতকৈ বহুত বেছি ভাল কাম বহুত কম টকাতে হ'ব।

বিমল : এৰা, বিছ হাজাৰ টকাওতো ধেমালিৰ বস্তু নহয।

অমল : টকাতো বাৰু বৰ ডাঙৰ কথা নহয দেচোন। কিবা কৰি টকাৰ যোগাৰ কৰিব পাৰিম। কিন্তু পৰীক্ষাবোৰৰ পিছত যদি হঠাতে ডাক্তৰে কয়— ব্ৰেইনৰ অপাৰেচন কৰিব লাগিব— তেতিয়া?

বিমল : ইযাততো তেনেকুৱা অপাৰেচনৰ সুবিধা নাই।

অমল : ভাল কথা কৈছে? ইযাত টনছিল, গ'লব্লাডাৰ, ছিজাৰিযান। সিমানেই। সেইখিনি যে কোনোমতে চলি আছে সেযেই বহুত।

বিমল : তেনেহ'লে কি কৰা যায়?

অমল : কৰিবলৈ আৰু কিটো আছে? পৰিমলক কথাটো ক। যিমান পাৰে সোনকালে সি মাক লৈ গৈ কলিকতাতে চিকিৎসা কৰাওক। মাৰ এটা চেঞ্জো হ'ব— ভাল হ'ব।

বিমল : কৰচোন তেনেহ'লে, ফোনকে কৰ। দেৰি কৰিতো লাভ নাই।

অমল : কৰোঁ নেকি?

বিমল : কৰ।

[অমলে ট্ৰাংককল বুক কৰে।]

অমল : হেল্লো ট্ৰাংক বুকিং? কলিকতালৈ কল এটা বুক কৰককচোন।— কলিকতা— 4-3-8-8-8 হয— ত্ৰিপল এইট।— 4-6-5-3- হয। কলটো kındly urgent কৰিব— বৰ জৰুৰী কথা। লাইনটো সোনকালে পালে বৰ ভাল পাম।— থেংক ইউ। [ফোন থয়।] আৰজেণ্ট কৰিলোঁ। লাইনটো আহিলেই তই পৰিমলক কথাবোৰ কবি। মোৰ কাম এটা আছে। যাওঁ।

বিমল : ৰবিচোন। তই যেনেকৈ কথাবোৰ বুজাই ক'ব পাৰিবি, মই নোৱাৰিম নহয।

অমল : ইযাত আৰু বুজাই ক'বলগীযা কিটো আছে?

বিমল : আছে কথা। তই নাযাবি। তাৰ লগত কথাখিনি পাতি ল, তাৰ পিছত যাবি।

অমল : [বিৰক্ত হৈ]— এঃ। মুখৰ কথাকেইটা ক'বলৈও তহঁতৰ ইমান হোঁহকা-পিছলা কিয়?

বিমল : তইনো এই সামান্য কামটোৰ সময়ত মূৰ পোলোকা দিব খুজিছ কিয়?

[প্ৰভা আহে]

প্ৰভা : হ'ব দে। কথাখিনি মই পাতিম। তহঁত যা।

বিমল : হয় নেকি?

প্ৰভা : মোক পৰিমলে কলিকতালৈ লৈ যাব লাগে। কথা সেইটোহে? মই ক'ব পাৰিম যা।

অমল : ঠিক আছে বাৰু, তই লগতে কবি— তোক লৈ কলিকতালৈ ময়ে যাব পাৰিম। তাৰ লগত মোৰো অলপ কাম আছে। হেৰি নহয়, তই আমাক মাতি পঠাইছিলি কিয়?

প্ৰভা : চিত্ৰাৰ খোৱা-বোৱা, থকা-মেলা লৈ তহঁত দুটা বোলে বৰ চিন্তিত পৰিছ? [বৈ] সোমবাৰৰ পৰা বোলে তাই ঘৰত নাই?

অমল : ঘৰত নাই মানে— আমি ইয়াত আছে বুলি ভাবি আছোঁ।

প্ৰভা : [গম্ভীৰ সুৰেৰে] আছে নে নাই এবাৰ খবৰ নললিহি কিয? কাইলৈ আগবেলাতে খবৰ দি যাবি— তাই ক'ত আছে।
[সকলো বৈ থাকে। মঞ্চ অন্ধকাৰ হয। আঁৰ-কাপোৰ নামি আহে।]

# দৃশ্য : ১১

## মঞ্চ : ১

[ৰাতি। কলিকতাত পৰিমল থকা ঘৰটোৰ ড্ৰইংৰুম। পৰিমলে ফোনত কথা পাতিছে। মিত্ৰা বহি আছে।)

পৰিমল : তুমি নিজে গাড়ীখন চলাই চাইছানে?— বডীটোৰ কিবা sound আছে নেকি?— দুবাৰৰ? তেনেহ'লে তুমি এটা কাম কৰা চন্দন। ইঞ্জিনটোৰ যিখিনি কাম কৰাব লাগে অহা দুদিনৰ ভিতৰতে সিহঁতক কৰি পেলাবলৈ কোৱা। কাৰণ সৰু দাদা চ'থা দিনালৈ যাবগৈও পাৰে।— আৰু ড্ৰাইভাৰটোৰ কথাটো ফাইনেল হ'লনে?— তাক ক'বা, গাড়ীখন সৰু দাদাৰ ঘৰ পহুঁচাই দি সি ৰে'লত গুচি আহিব। পইচাৰ কাৰণে চিন্তা কৰিব নালাগে বুলি ক'বা।— ঠিক আছে। মই কিন্তু আৰু চিন্তা নকৰোঁ।— থ'লোঁ।
[ফোন থয।]

মিত্ৰা : সৰু দাদাই দেখোন ছেকেণ্ডহেণ্ড গাড়ী এখন তাতে কিনিব পাৰিলেহেঁতেন।

পৰিমল : পাৰিলেহেঁতেন, কিন্তু সি কোৱা কথাটোও মিছা নহয়। ইযাৰ কিছুমান ছেকেণ্ডহেণ্ড গাড়ী আমাৰ তাৰ ফাৰ্ষ্টহেণ্ড গাড়ীৰ নিচিনাই। ই চন্দনে ক'লে নহয়, বহুত মানুহে ইয়াত ছেকেণ্ডহেণ্ড গাড়ী কিনি আমাৰ তালৈ লৈ যায়। সেইবোৰ হ'ব বাৰু। মই অইন এটা কথা আলোচনা কৰিবলৈহে তোক মাতি পঠাইছিলোঁ।

মিত্ৰা : কি কথা?

পৰিমল : মাৰ যিটো অৱস্থা দেখিছোঁ— এতিযা তোৰ বিযাৰ কথাবোৰ মাক নকওঁ। তইতো জানই— মোৰ সেইবিলাক বাছ-বিচাৰ নাই, সেই কাৰণে তই যি কলি মই তাতে মত দিলোঁ। কিন্তু মাৰ মনটোতো তেনেকুৱা নহ'বও পাৰে। 'গৈ গৈ তইঁতে এইটোহে কৰিলি'— বুলি দুখ কৰিব পাৰে। আপত্তিও কৰিব পাৰে, আমাক বেযাও পাব পাৰে। গতিকে অসুখ ভাল হওক, তেতিযা সুবিধা বুজি কথাটো উলিয়াব লাগিব। কিন্তু সৰু দাদাক কথাটো ভাঙি ক'বই লাগিব। কাৰণ—
[ইণ্টাৰনেল ফোন দাণ্ডি লয়।]

পৰিমল : [অলপ পিছত]— সৰু দাদা কিবা কৰিছা নে এনেয়ে আছা?— অকণমান ইয়ালৈ আহাচোন। কথা এটা পাতোঁ।— ড্ৰইংৰুমতে আছোঁ। [ফোন থয়।]

মিত্ৰা : তাক এতিয়াই নক'লে নহয় নে?

পৰিমল : নহয়। কাৰণ এই যে পাইপ লাইনৰ কামটো— মই যে যোগিন্দৰক দিয়াৰ কাৰণে চেষ্টা কৰি আছোঁ— এই কামটোৰ খবৰ সৰু দাদায়ো পাইছে। আৰু সি ভাবে— মই ইচ্ছা কৰিলেই কামটো তাক দিয়াব পাৰোঁ।

মিত্ৰা : সিনো ইমান ওপৰলৈ হাত মেলিব পৰা হ'লনে?

পৰিমল : সি ভাবিছে— মই আছোঁ যেতিয়া সি যিকোনো কামেই বলে পাৰিব। মোক কোৱা মতে সি মাক থ'বলৈ আহিছে যদিও আচলতে এইটো কামৰ কথা পাতিবলৈহে আহিছে।

মিত্ৰা : তাক কামটো দিলে যোগিন্দৰৰ কি হ'ব? তাকতো তই কথা দিছ।

পৰিমল : সেই কাৰণেই ইয়াক সকলো কথা খুলি ক'ব লাগিব। মা সাৰে আছে নে টোপনি গ'ল?

মিত্ৰা : টোপনি গৈছে।

[অমল আহে। হাতত গিলাচ এটা। তাত আধা গিলাচ ৰঙীণ পানীয়।]

অমল : মই আকৌ তই ঘৰত নাই বুলিহে ভাবিছিলোঁ। সেই কাৰণে ৰুমতে সোমাই আছিলোঁ। এইটো হাততে লৈ আহিলোঁ। তইঁতে বেয়া পাবি নেকি?

[মিত্ৰা ওলাই যায়।]

পৰিমল : নাই নাপাওঁ।

অমল : কচোন কিয় মাতিছিলি?

পৰিমল : এই মিত্ৰাৰ কথা এটা ক'বলৈ মাতিছিলোঁ। তাই যি কৰিলে কৰিলে, যি হ'ল হৈ গ'ল— কিন্তু তাইতো এনেকৈ থাকিব নোৱাৰে, কিবা এটা দিহা লগাবই লাগিব।

অমল : ঠিকেই কৈছ। মযো সদায় তাকে ভাবি থাকোঁ। কিন্তু আমাৰ তাততো জানই— কথাবিলাক কেনেকৈ বিযপি যায়। এতিয়া তাইৰ কথাবোৰ নজনা আৰু কোনো নাই। মই আগ্ৰিলৈকে যিমান চেষ্টা কৰিছোঁ— শেষত গৈ চবতে থমক খাই ৰ'বলগীয়া হৈছোঁ— সেই কথাবিলাকৰ কাৰণে। তথাপি কিন্তু মই চেষ্টা এৰা নাই।

পৰিমল : সেই কাৰণেই— আমাৰ সেইফালে সোনকালে আৰু সহজে একো হোৱাৰ আশা নাই কাৰণেই— মই এইফালে এটা ব্যৱস্থা কৰিছোঁ।

অমল : হয় নেকি? কি ব্যৱস্থা?

পৰিমল : ইয়াতে থকা ল'ৰা এটাৰ লগত সম্বন্ধটো ঠিক কৰিছোঁ।

অমল : হয়নে? বৰ ভাল কথা। ক'ৰ লৰা? কি নাম? কি কৰে?

পৰিমল : সিহঁতৰ অৰিজিনেল ঘৰ জলন্ধৰত।

অমল : জলন্ধৰত?

পৰিমল : মাক-বাপেকে ইয়াতে ছেটেল্ কৰিছে। ল'ৰাটোৱে দিল্লীৰ পৰা বি কম পাছ কৰিছিল। এতিয়া ইয়াতে দেউতাকৰ লগত বিজিনেছত নামিছে। তাৰ নাম যোগিন্দৰ সিং।

অমল : যোগিন্দৰ সিং? তাৰ মানে পাঞ্জাবী ল'ৰা?

পৰিমল : ওঁ।

অমল : তাকে। মই বোলোঁ জলন্ধৰত আকৌ আমাৰ মানুহ ক'ৰ পৰা ওলাব। ল'ৰাটো কেনে?

পৰিমল : কেনে মানে — আজিকালিৰ ল'ৰা— ভাল বুলিলেই ভাল, বেয়া বুলিলেই বেয়া। আমাৰ ঘোৱালীৰ কথা কোনোবাই সুধিলে তুমি কি বুলি ক'বা? নহয় জানো?

অমল : ঠিক। ঠিক কৈছ। ল'ৰা যদি ভাল তেনেহ'লে মোৰ সেইবোৰ — পাঞ্জাবী, মাৰাঠী, বিহাৰী, কাশ্মীৰী, তামিল, তেলেগু— সেইবোৰ বিচাৰ কৰিবলৈ নাই। আমাক মানুহ লাগে। মানুহহে আচল বস্তু। জলন্ধৰত আমাৰ এঘৰ মিতিৰ হ'ল— ভালহে হ'ল। আমাৰ ঘোকোটটোতে সোমাই থাকিলেই নহ'ব নহয়। ভাল হৈছে। খুৱাব-পিন্ধাব পৰা ভাল ল'ৰা হ'লেই হ'ল।

পৰিমল : এৰা। পিছে এই খুৱাব-পিন্ধাব পৰা কথাটো লৈয়েই অলপ আমি আলোচনা কৰিব লাগে।
অমল : কেনে?
পৰিমল : ল'ৰাটোৱে বাপেকৰ লগ লাগি বিজিনেছ কৰিছে যদিও হঠাতে এই কাঠৰ ছাপ্লাইবোৰ বন্ধ হৈ যোৱাত তেওঁলোকৰ ব্যৱসায়টো পৰি গৈছে। গতিকে ল'ৰাটোক আমি অলপ সহায় কৰিব লাগিব।
অমল : তেওঁলোকে যৌতুকৰ কথা কৈছে নেকি?
পৰিমল : নহয়, যৌতুকৰ কথা কোৱা নাই। ল'ৰাটোক এটা কাম লাগে। ঠিকাৰ কাম। তাক এটা কাম দিয়াৰ ব্যৱস্থা মই কৰিছিলোঁৱেই, কিন্তু কালি তুমিও সেইটো কামৰ কথাকে ক'লা।
অমল : পাইপ লাইনৰ কামটো?
পৰিমল : হয়।
অমল : সেইটো কাম তাক কেনেকৈ দিবি? ওহোঁ। নহ'ব। সেইটো কাম মোক লাগিবই।
পৰিমল : নহয়, মানে— তোমাৰ হাততো মই দিয়া কাম এটা আছেই, কিন্তু ল'ৰাটোৰ হাত একেবাৰে খালী হৈ আছে।
[মিত্ৰা আহে]
অমল : খালী হৈ আছে— অইন কেনেকৈ পাৰ সহায় কৰ। মোৰ ভাগৰ কামটো নি তাক দিলেহে সহায় কৰা হয় নেকি?
পৰিমল : সহায় কৰিব পৰাকৈ মোৰ হাতত কাম ভৰি নাথাকে নহয়।
মিত্ৰা : আৰু সেই কামটোনো তোৰ ভাগত সোমালেই বুলি তই কিয় ধৰি ল'লি?—
অমল : মোৰ ভাগত নোসোমাই যোগিন্দৰ সিঙৰ ভাগত সোমাল বুলি ধৰি ল'ব লাগিব নেকি?
পৰিমল : মানে, ল'ৰাটোক এটা আণ্ডাৰষ্টেণ্ডিং— মানে— কথা দিয়াৰ নিচিনাই হৈছে।
অমল : তইঁতে কথা দিলেই নহ'ব নহয়। এইবিলাক বিয়া-বাৰুৰ কথাত পৰিয়াল বোলা এটা কথা আছে নহয়। তাইৰ গাৰ্জেন কোন?
মিত্ৰা : তই নেকি?
অমল : দস্তুৰমত।
মিত্ৰা : হোঁঃ। সি মোৰ গাৰ্জেন।
অমল : ঠিক আছে মই নহ'ব পাৰোঁ, কিন্তু তোৰ মাৰ আছে নে নাই? মাৰে দিছে পাৰ্মিছন? তোৰ এটা বৰ ককায়েৰ আছে নে নাই? জ্যেষ্ঠ ভাতৃ আৰু পিতৃ— বৰাবৰ হয় নে নহয়? দাদাই যোগিন্দৰ সিঙক দেখিছে? কথা নাই বতৰা নাই, আঁতি নাই গুৰি নাই, বাছ নাই বিচাৰ নাই— ক'ৰ যোগিন্দৰ সিং এটাৰ লগত তই মনে মনে সম্পৰ্ক ঠিক কৰিবি— আৰু আমি ইয়েছ বুলি কৈ দিম? নোৱাৰে হ'ব এই সম্পৰ্ক।
মিত্ৰা : সম্পৰ্ক সি ঠিক কৰা নাই। মই কৰিছোঁ।
অমল : কি? তই কৰিছ?
মিত্ৰা : অঁ। মই কৰিছোঁ।
অমল : ফাইনেল?
মিত্ৰা : ফাইনেল। আৰু সেই পাইপ লাইনৰ কামটো মোক লাগে।
অমল : তই হয়তো কামটো পাবি, কিন্তু আমাক হেৰুৱাবি। পৰিয়ালৰ লগত তোৰ কোনো সম্পৰ্ক

নাথাকিব। তই পৰিয়ালৰ জাত মাৰিবি, আৰু আমি তোৰ লগত সম্পৰ্ক ৰাখিম, সেইটো হ'ব নোৱাৰে।

মিত্ৰা : তহঁতে ইমান দিনে মোৰ কাৰণে বৰ কষ্ট কৰিলি। এতিয়াৰ পৰা আৰু কষ্ট কৰিব নালাগে। যিমানে খবৰ নোলোৱাকৈ থাকিবি, সিমানে মযো শান্তি পাম।

অমল : [পৰিমলক] এই কিন্তু তোক ডুবাব।
[ফোন বাজে।]

পৰিমল : [ফোন তুলি লৈ] হেল্লো।— দাদা নেকি?— মই পৰিমলে কৈছোঁ। [সৰুকৈ অমলক] ঘৰৰ পৰা ডাঙৰ দাদাই ফোন কৰিছে। [ডাঙৰকৈ] ভালে আছা?— মাৰ ইনভেষ্টিগেচনবোৰ আৰম্ভ হৈছে। ইয়াৰ দুজন ভাল ডাক্তৰ— ড° মাথুৰ আৰু ড° বানাৰ্জীয়ে চাইছে। কাইলৈ আকৌ চাব। তাৰ পিছত তেখেতসকলে ডিচিছন ল'ব— কি কৰিব লাগে।— নাই নাই, সেইবোৰ একো কোৱা নাই।— তোমালোকে সেইবোৰ চিন্তা কৰিব নালাগে। মই যিমান পাৰোঁ কৰিম।— মা এতিয়া শুইছে।— সন্ধিয়াতে কিবা টোপনি যোৱা ঔষধ এটা খাবলৈ দিছে নহয়, সেই কাৰণে টোপনি গৈছে।— কি?— কি?— কেতিয়া?— ক'ত? কিয়?— এতিয়া তাই ক'ত আছে?— জামিনত দিয়া নাই?— চাৰি দিন?— চাওঁচোন— চাওঁচোন কি কৰিব পাৰোঁ।
[ফোন থয।]

মিত্ৰা : কি হৈছে?

পৰিমল : চিত্ৰাক পুলিচে এৰেষ্ট কৰিছে।

মিত্ৰা : কিয?

পৰিমল : সিহঁতে বোলে কিবা থিযেটাৰ এখন কৰিছিল—

অমল : হয়, সিহঁতে ৰিহাৰ্ছেল কৰি আছিল।

পৰিমল : গ্ৰুপটোৰ ল'ৰা এটাক কোনোবাই মাৰ্ডাৰ কৰিলে। পুলিচে চিত্ৰা আৰু অইন এটা ল'ৰাক গ্ৰেপ্তাৰ কৰিছে।

মিত্ৰা : কি হ'ব এতিয়া?

পৰিমল : তহঁত এতিযা যাচোন। মই অকলে অলপ ভাবোঁ— কেনেকৈ কি কৰিব পাৰোঁ।

অমল : এনেকুৱা কিবা এটা হ'ব বুলি মই আগতেই জানিছিলোঁ।
[অমল যায়। মিত্ৰাও লাহে লাহে গুচি যায। পৰিমলে চকী এখনত বহি আউজি দিয়ে। অলপ পিছত ওচৰতে থকা ফোনটো তুলি লৈ ডায়েল কৰে। লাহে লাহে পোহৰ কমি আহে। কেৱল পৰিমলৰ গাত পোহৰ পৰি থাকে।)

পৰিমল : Hellow, could I speak to Kakolı please?
[বৈ থাকে। লাহে লাহে ইটো মঞ্চৰ (মঞ্চ ২) আঁৰ কাপোৰ উঠে। এখন হস্পিতালৰ এটা Receptıon counter ত্ৰগৰাকী নাৰ্ছে ফাইল চাই কিবা লিখি আছে। কাকলিয়ে ফোনত কথা পাতিছে। তাইৰ গাত ৰাতি শোৱাৰ সাজ। তাই এতিয়া সম্পূৰ্ণৰূপে মানসিক বিকাৰগ্ৰস্ত ছোৱালী।]

কাকলি : হেল্লো।

পৰিমল : মই কৈছোঁ কাকলি।

কাকলি : মই অলপ আগতে আপোনাৰ কথা ভাবিছিলোঁ জানে?

পৰিমল ঃ হয় নেকি? কি ভাবিছিলা?

কাকলি ঃ ঘন্দাই যে আপোনাক চাহাব বুলি মাতে— মোৰ বৰ ভাল লাগে। মযো আপোনাক চাহাব বুলি মাতিম। আৰু— ইমান দিন হৈ গ'ল— এতিয়াও মই আপোনাক কিয় আপুনি বুলি মাতোঁ? এইটো জানো ভাল কথা?

পৰিমল ঃ নহয়। ভাল কথা নহয়। তুমি বুলি মাতিবা। তুমি ভালে আছা?

কাকলি ঃ ইয়ালৈ নতুন ছোৱালী এজনী আহিছে।

[পৰিমলৰ মঞ্চ আন্ধাৰ হয়। আঁৰ-কাপোৰ পৰে]

কাকলি ঃ তাইৰ নাম উমাশ্ৰী। মই কওঁ মোৰ নাম কাকলি, তাই কয় মোৰ নাম গৌৰী। মোৰ তাইলৈ বৰ মৰম লাগে। তুমি যদি তাইক দেখা, তেনেহ'লে তোমাৰো মৰম লাগিব। তুমি আহিবানে তাইক চাবলৈ? সোনকালে আহিবা। মই দুটা নতুন গান লিখিছোঁ। এটা গানত দুটা হাঁহ-পোৱালিৰ কথা লিখিছোঁ। সিহঁতে মাকৰ বাহিৰে কাকো চিনি নাপায়। ইটো গানত তোমাৰ কথা লিখিছোঁ। ফুল-চন্দনৰ ভাল গোন্ধটোকে যে পৰিমল বোলে মই আগতে নাজানিছিলোঁ নহয়! পৰিমল? তুমি শুনা নেকি? পৰিমল?

[মঞ্চ ২ আন্ধাৰ হয়। মঞ্চ' ১ পোহৰ হয়।]

পৰিমল ঃ [গাত চুৰিয়া, চাদৰ। তেওঁ ফোনত কথা পাতিছে।]— শুনা বিজয়, এতিয়া তুমি কাকলিক খবৰটো নিদিবা। এতিয়া মানে, কেতিযাও দিবই নালাগে। মাই তাইৰ কথা সদায় সুধি আছিল।

[মঞ্চ ২ পোহৰ হয়]

পৰিমল ঃ সেই কথাটো তাইক ক'বলৈ মোৰ মন যায়, কিন্তু নালাগে। নক'বা। তোমাক খালী মই এটা অনুৰোধ কৰোঁ বিজয়—

বিজয ঃ কোৱা।

পৰিমল ঃ তুমি তাইক নিজৰ ভনীৰ নিচিনাকৈ— যিমান যি কৰিব লাগে কৰিবা। মই ধৈৰ্য হেৰুৱালেও তুমি ধৈৰ্য নেহেৰুৱাবা বিজয়। মই তাইক তোমাকে গতালোঁ। তোমালৈ মই চেক এখন পঠাম।

[মঞ্চ ২ আন্ধাৰ হয়।]

পৰিমল ঃ যিমান যি খৰচ কৰিব লাগে কৰি থাকিবা। পইচাৰ কাৰণে নাভাবিবা। দৰকাৰ হ'লে তাইৰ কাৰণে এজনী বেলেগ নাৰ্ছ এপইণ্ট কৰিবা। দৰমহা মোৰ পইচাৰ পৰা দিবা।— তুমি মোক এবাৰ চিন্তা নকৰিবা বুলি কোৱাচোন বিজয়।

বিজয় ঃ কৈছোঁ পৰিমল।

[মঞ্চ ১ আন্ধাৰ হয়। মঞ্চ ২ পোহৰ হয়।]

ঘন্দা ঃ বৰমা ঢুকুৱাৰ সময়ত ওচৰত চাহাব আৰু মোৰ বাহিৰে কোনো নাছিল। আজি শ্ৰাদ্ধ-পিণ্ড তাতে, গংগাৰ পাৰতে কৰিলোঁ। তাৰ কেইমাহমানৰ পিছতে চাহাবক কোম্পানীয়ে আমেৰিকাৰ অফিচলৈ বদলি কৰি লৈ গ'ল। সি কিমান বছৰ তাত থাকিল— মোৰ হিচাপেই নোহোৱা হ'ল। মই পুৰণি ঘৰটো অকলে ৰখি থাকোঁ। অলপতে— কিয় জানো— চাহাবে সৰহকৈ টকা এসোপা পঠাই দি ক'লে— ঘৰটো মেৰামতি কৰাই একেবাৰে নতুন যেন কৰাই ৰাখিবা। কৰালোঁ। মাজে মাজে কাকলিক চাবলৈ আহি ইয়াত থাকোহি। অহা সপ্তাহত পৰিমল চাহাব কলিকতালৈ উভতি আহিব। তেওঁ ডাঙৰ দাদা, অমল এটাইখনকে কলিকতালৈ মাতি পঠাইছে। এৰোপ্লেনৰ টিকটবো বন্দবস্ত কৰি দিছে।

মই কাকলিক নিবলৈ আহিছোঁ। এওঁক লৈ ময়ো কলিকতালৈ যামগৈ।
[মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে। অলপ সময়ৰ বিৰতি।]

## দৃশ্য ঃ ১২

### মঞ্চ ঃ ১

[দিনত। কলিকতাত পৰিমলৰ নতুন ঘৰৰ ড্ৰইংৰুম। বিমল, অমল, মিত্ৰা আৰু পৰিমল আছে। বিমলইঁতে ঘৰটো চাইছে।]

অমল ঃ এইটো ঘৰ আগৰটোতকৈ ভালহে। ডাঙৰো হ'বলা?

মিত্ৰা ঃ বহুত ডাঙৰ।

বিমল ঃ আগফালে বাগানখনত দেখোন এজাক মানুহে কাম কৰি আছে। সেই আটাইসোপা তোৰেই মানুহ নেকি পৰিমল?

পৰিমল ঃ ঠিক মোৰ নহয়। কোম্পানীৰ মানুহ।

বিমল ঃ আমাৰ তাত ডিপাৰ্টমেণ্টৰ মাষ্টাৰৰোলৰ মানুহবোৰক কোনে যে ক'ত কামত লগায় হিচাপেই নাই। মই যে সেই পেনছন পোৱাৰ পিছত খেতিৰ মাটিখিনি কিনিলোঁ, এইবাৰৰ পৰা সেইখিনিত নিজে মানুহ লগাই খেতি কৰাম বুলি ভাবিছোঁ। আধি দিলে বৰ লোকচান অ'। মানুহবিলাকে বৰ ফাংফুং কৰে। এবাৰ পানীযে মাৰিলে, এবাৰ আকৌ পানী নহ'লেই, এবাৰ বোলে গুটিবোৰহে বেয়া, এবাৰ আকৌ পোকে ধৰিলে— কিমান শুনিবি। ইহঁতৰে দুটামান মানুহক পাৰিলে পঠিয়াই দিবিচোন। এবাৰ নিজে কৰাই চাওঁ।

পৰিমল ঃ হয় নেকি? কেইটামান লাগিব?

বিমল ঃ দুটামান হ'লেই হ'ব। বেছিকৈ নিলে আকৌ খুওৱাৰ খৰচো আছে নহয়।

মিত্ৰা ঃ আমি দেখোন ইয়াতে থাকিব পাৰিলোঁহেঁতেন। মিছাকৈ হোটেলত ৰুমবোৰ বুক কৰিলি কিয়?

অমল ঃ হয় দে। মই সেইবোৰ হোটেলত থাকি ভালো নাপাওঁ।

বিমল ঃ মোৰ আকৌ কি হৈছে জান নে নাজান? থকা ৰুমটোৰেই হওক, বাথৰুমটোৰেই হওক, কোনটো টিপিলে ক'ত কি হয় ধৰিবই পৰা নাই। সেই কাৰণে মই ভয়তে একো টিপাই নাই।

অমল ঃ মোৰো প্ৰথমতে তেনেকুৱাই হৈছিল।

মিত্ৰা ঃ আমাৰ ননদ এজনীয়ে এদিন ভিডিঅ' কেছেটত হোটেল এখনৰ পিকচাৰ দেখুৱাইছিল। তাৰ বাথৰুমটো ঠিক মই থকা হোটেলখনৰ বাথৰুমৰ নিচিনা আছিল। অ' হেৰি নহয় দাদা। তই ভিডিঅ' কেমেৰা আনিছ নেকি?

পৰিমল ঃ নাই অনা। কিয়? তোক লাগিছিল নেকি?

মিত্ৰা ঃ তই অহাৰ আগে আগে মনত পৰা হ'লে এটা আনিবলৈ ক'লোঁহেঁতেন। আমাৰ ননদজনীৰ কেমেৰাটো ইমান যে ধুনীয়া। তই ছবি তুলিলি নহয়— তুলি লগে লগে চাব পাৰিবি। ইয়াৰ চাইনা মাৰ্কেটতো আজিকালি ভাল কেমেৰা পোৱা যায় বোলে।

অমল ঃ নাই, নাই, সেইখন বজাৰৰ বস্তুৰ কোনো বিশ্বাস নাই। মই যোৱা বছৰ টিভিটো কিনি নি বৰ ঠগ খালোঁ।

[বেয়াৰা এটাই ট্ৰে'ত বটল আৰু গিলাচ লৈ আহে। তেওঁ বিমলৰ আগত ৰয়।]

বিমল : কি এয়া?

পৰিমল : [বটলটো দাঙি চায়] ব্লেক লেবেল। ভাল হুইস্কি। খা।

বিমল : কি কথা কৰ অ'?

পৰিমল : তুমি নোখোৱা? তুমিয়ে খোৱা সৰু দাদা। [অমলে ইতস্ততঃ কৰে।] কি হ'ল? তুমি ডাঙৰ দাদাৰ আগত এইবোৰ নোখোৱা নেকি? [বেযাৰাক] ইধৰ ৰাখ দো।
[বেযাৰাটোৱে টেবুলখনত ট্ৰে'খন থৈ গুচি যায়। পৰিমলে এটা গিলাচত অলপ হুইস্কি ঢালে। ছ'ডা ঢালে।]

পৰিমল : মিত্ৰা, তই খাবিনে?

মিত্ৰা : [আচৰিত হৈ] তই এইবাৰ বহুত সলনি হৈ আহিলি দাদা।

পৰিমল : হয় নেকি? কেনেকুৱা সলনি? চুলি পকিছে? মোৰ বযস কিমান হ'ল জান? তোমালোকৰ কাৰোবাৰ হিচাব আছেনে মোৰ বযস কিমান হ'ল? আছে ডাঙৰ দাদা? সৰু দাদা? নাই। মোৰ মনত আছে। আজি মোৰ জন্মদিন। আজি মোৰ বয়স পূৰা পঞ্চাছ বছৰ হ'ল। অৱশ্যে পঞ্চাছ বছৰ বযসত বহুতৰে চুলি নপকে। মোৰ কিন্তু পকিল। বযসতকৈ মই বেছি বুঢ়া হ'লোঁ। তাৰ বাহিৰে মোৰ আৰু কি সলনি হ'ল?
[এঢোক মদ খায। তাৰ পিছত মিত্ৰাক কয।]
তইঁতৰো জানো কম পৰিৱৰ্তন হৈছে? মনত আছে সৰু দাদা, এবাৰ যে তুমি মোৰ লগত আছিলাহি— সাদিনত এনেকুৱা সাতটা বটল তোমাক কিনি দিছিলোঁ। মই কিন্তু নুচুইছিলোঁৱেই। আজি তুমি গিলাচটোৰ ফালে হাতেই মেলা নাই। এইটো কম ডাঙৰ পৰিৱৰ্তননে?

অমল : মইতো সেইবোৰ নিজে খাবলৈ লোৱা নাছিলোঁ। এজন ইঞ্জিনিযাৰক দিবলৈ লৈ গৈছিলোঁ।

পৰিমল : হয় নেকি? মোৰ দেখাত ভুল হ'ল হ'বলা। কিন্তু অ' মিত্ৰা, তই যে যোগিন্দৰৰ লগত একেলগে বহি এইবিলাক খোৱা-মেলা কৰিছিলি, সেইবোৰো মোৰ দেখাৰে ভুল আছিল নেকি?

মিত্ৰা : তই এইবোৰ কি কথা কৈছ? কিয কৈছ?

পৰিমল : [টান মাতেৰে] মই কৈছোঁ— খালে খাব লাগে। অমুকৰ আগত নাখাওঁ, তমুকৰ আগত নাখাওঁ— এইবোৰ আকৌ কি?

বিমল : মই অকণমান সময় আগফালেই বহোঁগৈ। [উঠে]

পৰিমল : কিয়?

বিমল : এইবোৰ তইঁতে কি কথা উলিযাইছ? আচৰিত কথা। ইমান দিনৰ মূৰত লগ পাইছোঁ, আৰু তইঁতে এইবোৰ কথা উলিযাইছ?

পৰিমল : ঠিক আছে বাৰু, এইবোৰ বাদ। বহা। অইন কথা উলিয়াম, বহঁা। মই কিন্তু মন গ'লে ইয়াৰ পৰা অকণ অকণ খাই থাকিম। আজি মোৰ জন্মদিন। এই পঞ্চাছ বছৰীয়া জন্মদিন কেনেকৈ পাতিব লাগে সেইটো মই নিজে ঠিক কৰিছোঁ। কি খাম, কি কৰিম, মই নিজে ঠিক কৰিছোঁ। তোমালোক আজি মোৰ একমাত্ৰ আলহী। Special guest মোক কোনো কথাত, কোনো কামত বাধা নিদিবা।— ঠিক আছে, এতিয়া অইন কথা উলিয়াম। কি কথা উলিযাম? অঁ, তুমি যে তোমাৰ দহ বিঘা মাটিত খেতি কৰিবলৈ সৌ সিহঁতৰ মাজৰ পৰা

মানুহ দুটা খুজিছিলোঁ— সিহঁত মোৰ মানুহ নহয়। এইটো ঘৰত যোন থাকিব, তেওঁ নিজৰ মতে ঘৰটো ঠিক-ঠাক কৰাবলৈ সেয়া মানুহ লগাই দিছে।

মিত্ৰা : এইটো ঘৰত তই নাথাক?

পৰিমল : নাথাকোঁ। থাকিব নোৱাৰোঁ।

মিত্ৰা : কিয়?

পৰিমল : কালি মোৰ চাকৰিৰ শেষ দিন আছিল।

অমল : কিন্তু তোৰতো এতিয়া চাকৰি শেষ হ'বৰ হোৱা নাই।

পৰিমল : নিজ ইচ্ছাৰে চাকৰি এৰিছোঁ। ভলাণ্টেৰি ৰিটায়াৰমেণ্ট। এমাহৰ আগতে কোম্পানীয়ে মোক দেশলৈ উভতি আহিবলৈ দিলে, আৰু এইটো ঘৰত থাকিবলৈ দিলে। কালিৰ পৰা সকলো শেষ হ'ল।

অমল : এতিয়া তই ক'ত থাকিবিগৈ?

বিমল : কিন্তু তই ভলাণ্টেৰি ৰিয়াটাৰমেণ্ট ললি কিয়?

পৰিমল : কাকলিক চোৱা-চিতা কৰিবলৈ কোনো নোহোৱা হ'ল কাৰণে। বিজয় ডাক্তৰ মৰাৰ পিছত তাইক নিজৰ বুলি চাওঁতা কোনো নাছিল।

বিমল : কিন্তু সেইবুলি—

পৰিমল : তোৰ মনত আছেনে মিত্ৰা— মই তোক এদিন কাকুতি কৰিছিলোঁ— দুমাহমান কাকলিৰ লগত থাকিবলৈ?

মিত্ৰা : তেতিয়া মই ঘৰ এৰি যাব পৰাত আছিলোঁ নেকি?

পৰিমল : ধৰি ল'লোঁ নাছিলি। কিন্তু তই কি কৈছিলি?— পাগলীজনীনো মৰি নাযায় কিয়? আৰু কি কৈছিলি?— তই তাইৰ লগত থাকিলে কেতিয়াবা তাইক বিহ খুৱাই মাৰি পেলাবি। কৈছিলি নহয়? [চিঞৰি] কিন্তু তই যেতিয়া মোৰ লগত আছিলিহি, তেতিয়া মই তোক বিহ খুৱাই মাৰি পেলাব লাগিছিল নে নালাগিছিল?— সেই দিগেন— দিগেনক এতিয়াও মই বছৰে এহাজাৰ ডলাৰ— পঁয়ত্ৰিছ হাজাৰ টকা দি থাকিব লাগে। মই দিগেনক টকা নিদিলে আজিয়েই যোগিন্দৰ সিঙে তোক গুৰিযাই-গতিয়াই ৰাস্তালৈ উলিয়াই দিব। কৰিম তাৰ ব্যৱস্থা? নহয়, তোৰ অনুমতি ল'বলৈ মই আৰু বৈ নাথাকোঁ। মই তাৰ ব্যৱস্থা কৰিম। বিহ খাই মৰিলে কেনেকুৱা লাগে পাৰ যদি নিজে এবাৰ বুজিবলৈ চেষ্টা কৰি চাবি।

[মদ খায়। বৈ থাকে।]

পৰিমল : যি সময়ত মই কাকলিৰ ওচৰত থকাৰ প্ৰযোজন আটাইতকৈ বেছি হৈছিল, ঠিক সেই সময়তে কোম্পানীয়ে মোক ইয়াৰ পৰা আমেৰিকালৈ লৈ গৈছিল। মই— মই নিজেই বলিয়া হৈ যাব খুজিছিলোঁ। কিন্তু কোম্পানীয়ে কিয় সেই কাম কৰিছিল জান? জানা তোমালোকে? কাৰণ, অমল কুমাৰ তালুকদাৰে চয়তানি কৰি কোম্পানীক সত্তৰ হাজাৰ ডলাৰ লোকচান ভৰাইছিল, যোগিন্দৰ সিঙে কোম্পানীক প্ৰবঞ্চনা কৰিছিল, ঠগিছিল। এই দুয়োজন ঠিকাদাৰক কাম দিবলৈ মই ৰিকমেণ্ড কৰিছিলোঁ, আৰু এই দুজনৰ এজন আছিল মোৰ ককাই আৰু ইজন আছিল ভনী-জোঁৱাই।

অমল : মোৰ কাৰণে কোম্পানীৰ লোকচান—?

পৰিমল : এতিয়া তৰ্ক নকৰিবা। তুমি কি কৰিছিলা, কি নকৰিছিলা সেইবোৰ ভাবিবলৈ তোমাক মই তোমাৰ গোটেই জীৱনটোৰ সময় উলিয়াই দিম। আজি মোক ক'বলৈ দিয়া। [মদ খায়।]— কোম্পানীয়ে মোক ৰাস্তালৈ দলিয়াই দিব পাৰিলেহেঁতেন, জে'লত ভৰাই থ'বলৈ চেষ্টা কৰিব

পাৰিলেহেঁতেন, কিন্তু মই ইমান দক্ষতাসম্পন্ন আৰু সৎ বিষয়া আছিলোঁ যে কোম্পানীয়ে তেনেকুৱা কৰিবলৈ বেয়া পালে। তোমালোকে জানা— এই পৃথিবীবিখ্যাত কোম্পানীটোৰ এইখন দেশত ময়েই আটাইতকৈ ডাঙৰ বিষয়া আছিলোঁ। এইখন দেশত ময়েই কোম্পানীটোৰ গুৰি ধৰিছিলোঁ। মোক দয়া কৰি তেওঁলোকে— যিখিনি শাস্তি নিদিলে নহয়, সেইখিনি শাস্তি দিলে। মোক আমেৰিকাৰ অফিচলৈ লৈ গ'ল। কেতিয়া নিলে?— যি সময়ত মই কাকলিৰ ওচৰত থাকিব লাগিছিল।— কাৰ কাৰণে মই এই শাস্তি খালোঁ? [মদ খায়।] তইঁত হেপ্পি? সুখী? আৰু কিবা লাগে? ভিডিঅ' কেমেৰা? [অমলক] আৰু তুমি কি সুধিছিলা?— এই ঘৰটোৰ পৰা ওলাই মই ক'ত থাকিমগৈ? মই তোমালোকক ওভোতাই সুধিছোঁ— কোৱাচোন— ক'ত থাকিমগৈ? ডাঙৰ দাদা? সৰু দাদাই কইনা আনি কোনটো ঘৰত সুমুৱাবহি বুলি আক্ষেপ কৰিছিল— এবছৰৰ ভিতৰতে কাকলিয়ে তোমালোকক এটা প্ৰকাণ্ড ঘৰ সাজি দিছিল। তোমালোকৰ কথাবোৰ কেনেকুৱা আছিল? মই আমেৰিকাত থাকি বৰ ডাঙৰ মানুহ হ'লোঁ— মোক ডাঙৰ হোৱাৰ সুবিধা দিওঁতে তোমালোকে বহু দিন বৰ কষ্ট খালা, মই ঘৰত থাকি সেইখিনি কষ্ট খোৱা হ'লে কিজানি তোমালোকো মোৰ নিচিনা ডাঙৰ মানুহ হ'লাহেঁতেন।— এই কেইষাৰ কথা তোমালোকৰ কাৰণে মন্ত্ৰ আছিল। সুবিধা পালেই তোমালোকে মোক সেই মন্ত্ৰ মাতি শুনাইছিলা। দিছিলোঁনে নাই? যি বিচাৰিছিলা তাকে দিছিলোঁনে নাই? [বিমলক] সেই প্ৰকাণ্ড ঘৰটোৰ পৰা খেতিৰ মাতি দহ বিঘালৈকে?

বিমল : আমিতো নাই দিয়া বুলি কোৱা নাই!

পৰিমল : এবাৰলৈও তোমালোকৰ কোনোবাই সুধিছিলানে— সেই ঘৰটোত মোৰ ৰুম কোনটো? মই জানিছিলোঁ— তোমালোকৰ চিন্তা আছিল ঘৰটোৰ কাৰণে, মোৰ ৰুমটোৰ কাৰণে তোমালোকৰ চিন্তা নাছিল। কিন্তু তেতিয়াৰ পৰা আজিলৈকে— মোৰ এই পঞ্চাছ বছৰ বয়সলৈকে— তোমালোকে মোৰ ৰুমটোৰ কাৰণে কেতিয়াও নাভাবিবা— মই কল্পনাই কৰা নাছিলোঁ। [মদ খায়। হঠাতে উত্তেজিত হৈ] পাৰিলাহেঁতেন? মই দহ বছৰ ঘৰ ধৰা হ'লে তোমালোকৰ কোনটো মোৰ নিচিনা হ'ব পাৰিলাহেঁতেন? কিহৰ জোৰত পাৰিলাহেঁতেন? থাৰ্ড ডিভিজনত মেট্ৰিক পাছ কৰা চাৰ্টিফিকেটৰ জোৰত? আই এ ফেল কৰা চাৰ্টিফিকেটৰ জোৰত? মিছা কথা। নোৱাৰিলাহেঁতেন। কিন্তু সেই এষাৰ মন্ত্ৰ মাতি মাতিয়েই তোমালোকে মোক শুহিলা। ঠিক আছে। তেজৰ গ্ৰুপ মিলিছিল কাৰণেই মই ইমান দিন তেজ দি আছিলোঁ বুলি ধৰি লোৱা। এতিয়া আৰু নহ'ব। এতিয়া থকাখিনি তেজ মোক নিজকে লাগে। সেইখিনিও কম নহয়। বহুত। এতিয়াও মোৰ বহুত আছে। এতিয়া তোমালোকে মোৰ খেল চাই থাকিবা। মানুহৰ জীৱন বোলে চল্লিছ বছৰত আৰম্ভ হয়। মোৰ জীৱন পঞ্চাছ বছৰত আৰম্ভ হ'ব।— সেই যে প্ৰকাণ্ড ঘৰটো— তাৰ কাগজ-পত্ৰ-দলিল কিবা তোমালোকৰ হাতত আছেনে? নাই। একো নাই। ইমান বছৰে টেক্স দিছা?

বিমল : নাই দিয়া। দিবলগীয়া হোৱাই নাই।

পৰিমল : খাজনা দিছা?

বিমল : নাই দিয়া।

পৰিমল : কিবা বিলৰ পইছা দিছা? নাই দিয়া। একো দিয়া নাই। তোমালোকৰ নাম ক'তো নায়েই। মোৰ দেউতা শিৱনাথ তালুকদাৰৰ যে ঘনকান্ত— ঘন্দা নামৰ পুতেক এটা আছে— সকলোতে তেওঁৰ নাম আছে। ঘন্দা। ঘন্দাৰ নাম আছে। মা মৰিবৰ সময়ত ঘন্দাই যেতিয়া মুখত এচামোচ পানী দিছিল, তেতিয়া মাই মোক কৈছিল— দেউতাক ক্ষমা কৰিব লাগে নে নালাগে, সেইবোৰ

মাই সিপুৰীত দেউতাক লগ পালে ঠিক কৰিব, কিন্তু ঘন্দাক যেন আমি আৰু গোলাম কৰি নাৰাখোঁ। তাক যেন আমি আৰু ফাঁকি নিদিওঁ। সেইটো কাম মাই কোৱাৰ বহু দিনৰ আগৰ পৰাই মই কৰিবলৈ লৈছিলোঁ। দেউতাক, ঘৰখনক বচাবৰ কাৰণে সেই মানুহটো গোটেই জীৱনটো মনে মনে থাকিল। এতিয়াৰ পৰা আৰু মনে মনে থাকিব নালাগে। সেই ঘৰটোৰ দুটা কোঠালিত ঘন্দা থাকিব। বাকী গোটেই ঘৰটোত কাকলিহঁতৰ নিচিনা ছোৱালী থাকিব। মই ওচৰতে আৰু এটা ঘৰ সজাম। তাত নিৰ্মলৰ কাৰণে মন্দিৰ এটা থাকিব। তোমালোক ইয়াৰ পৰা গৈয়েই পুৰণি ঘৰটোলৈ গুচি যাবা। চাবা যাতে কৰ্ট-কাছাৰিলৈ গৈ ঘন্দা গোলামৰ হাতত তোমালোকৰ বেইজ্জতি হ'বলগীয়া নহয়।

বিমল : তই এইবোৰ কি কৈছ?

পৰিমল : এবাৰতে যি কৈছোঁ— শেষ কথা— পৰিষ্কাৰকৈ কৈছোঁ। ঘন্দাই চাবিটো এতিয়াই দি দিব। ঘন্দা। [মদ খায়] আৰু এই চিত্ৰা—। জে'লৰ পৰা ওলাই আহিলে তাই ঘন্দাৰ লগত থাকিব। তোমালোকে জানা নে— চিত্ৰা জে'ললৈ যোৱা কথাটো কেলিফৰ্নিয়াত থকা আমাৰ কোম্পানীৰ জেনেৰেল মেনেজাৰেও জানিছিল? জানানে গৰ্বত মোৰ বুকু কেনেকৈ ফুলি উঠিছিল?

[ঘন্দা আহে]

পৰিমল : ঘৰৰ চাবিটো। [ঘন্দাই চাবিটো দিয়ে। পৰিমলে চাবিটো বিমলৰ হাতত দিয়ে।] যোৱা। হোটেলৰ মানুহে প্লেনৰ টিকেট দিব। কাইলৈ পুৱা চাৰে আঠ বজাত ফ্লাইট। হোটেলত যি খোৱা খাবা। বিলখন মোলৈ আহিব। ৰ'বা— এওঁক মাত দি যোৱা। কাকলি। ঘন্দা— যোৱাচোন— তেওঁ ব'ত আছে মাতি আনাগৈ।

[পৰিমল বহে। আঁউজি দিয়ে। ঘন্দা যায়।]

পৰিমল : এখন যেন ধন-ধানেৰে ভৰা ধুনীয়া দেশ-- নিজৰ মানুহবোৰেই লুটি-পুতি খাই শেষ কৰি দিলে—' বৰ কষ্ট। বৰ কষ্ট।—

[কাকলি আহে। সন্মুখলৈ আহি—।]

কাকলি : গুডমৰ্নিং।

পৰিমল : [অলপ পিছত] তোমালোক যোৱাগৈ যোৱা। মোক আৰু একো নক'বা। যোৱাগৈ যোৱা।

[প্ৰণাম কৰে। বিমল, অমল আৰু মিত্ৰা যাযগৈ। ঘন্দা এঠাইত বহে। পৰিমল কাকলিৰ ওচৰলৈ যায়।]

পৰিমল : [হাত জোকাৰি] গুড ইভিনিং। হেপি বাৰ্থ ডে'।

[কাকলিযে হাত জোকাৰি থাকে। মঞ্চ লাহে লাহে অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে।]

---

# স্বৰ্গৰ দুৱাৰ

## চৰিত্ৰ পৰিচয়

**পুৰুষ ঃ**

| | |
|---|---|
| প্ৰবাল চৌধুৰী | ঃ প্ৰায় ৫৫ বছৰীয়া বিখ্যাত সংবাদসেৱী। |
| মৃন্ময় | ঃ অবিবাহিত ডেকা। বুদ্ধিমান। |
| পবিত্ৰ | ঃ উগ্ৰপন্থী সংগঠনৰ নেতৃস্থানীয় কৰ্মী। |
| বিমান | ঃ উগ্ৰপন্থী সংগঠনৰ ডেকা কৰ্মী। |
| দুলাল | ঃ উগ্ৰপন্থী সংগঠনৰ ডেকা কৰ্মী। |
| নৃপতি | ঃ প্ৰবাল চৌধুৰীৰ বন্ধু। ৰসিক, হৃদয়ৱান লোক। |
| নিয়োগী | ঃ মধ্যবয়সী পুলিচ-বিষয়া। সৎ লোক। |
| গৃহমন্ত্ৰী | ঃ প্ৰায় ষাঠিবছৰীয়া ৰাজনৈতিক নেতা। |
| জ্যোতিৰ্ময় | ঃ উগ্ৰপন্থী আৰু চৰকাৰৰ মাজৰ মানুহ। |

**সৰু ভূমিকাত ঃ**

| | |
|---|---|
| অৰবিন্দ | ঃ মৃন্ময়ৰ দেউতাক। |

আলহী দুজনমান (এজনৰ নাম বিনয়), হাবিৰ দৃশ্যত দুজন মানুহ, দুজন বন্দুকধাৰী গাৰ্ড।

**নাৰী ঃ**

| | |
|---|---|
| বিন্দু | ঃ সাহসী, বুদ্ধিমতী, নিৰ্ভীক গাভৰু। |
| অৰুন্ধতী | ঃ বিন্দুৰ মাক। মৰমিয়াল তিৰোতা। |
| নন্দিতা | ঃ সাহসী, বুদ্ধিমতী গাভৰু। |
| নিভা | ঃ মৰমিয়াল, সহজ-সৰল ছোৱালী। |
| ৰূপা | ঃ অসৎ স্বভাৱৰ গাভৰু। উগ্ৰপন্থী দলৰ সদস্যা। |
| নিভাৰ মাক | ঃ সহজ-সৰল, খঙাল তিৰোতা। |
| কানন | ঃ উগ্ৰপন্থী দলৰ সদস্যা। |

**সৰু ভূমিকাত ঃ**

| | |
|---|---|
| নমিতা | ঃ মৃন্ময়ৰ মাক, দুগৰাকী আলহী। |

# দৃশ্য ঃ ১

## মঞ্চ ঃ ১

[সন্ধিয়া। নৈৰ পাৰৰ ৰাস্তা। বিন্দু আৰু দুজন ডেকাই (বিমান আৰু দুলাল) কথা পাতি পাতি সন্মুখলৈ আহে। বিন্দুৱে বাতৰি কাকতৰ বিশেষ নিবন্ধকাৰ আৰু সহকাৰী সম্পাদিকা হিচাপে কাম কৰে। তেওঁ অফিচৰ পৰা আহিছে। কান্ধত বেগ। ডেকা দুজনৰ সাজপাৰ সাধাৰণ। এজনে গগলছ পিন্ধিছে। দুয়ো ছদ্মবেশী।]

বিমান ঃ এটা কথা কওঁ, মিছ চৌধুৰী। আপোনাৰ লিখাবোৰ পঢ়ি আমাৰ ফালৰ মানুহে আপোনাক যেন পালেই মূৰত তুলি ল'ব— এনেকুৱা কৰি থাকে। আপুনিহে যেন তেওঁলোকৰ দুখ-দুৰ্দশাৰ কথাবোৰ আচল ৰূপত তুলি ধৰিব পাৰে— তেওঁলোকৰ ধাৰণাটো তেনেকুৱা।

দুলাল ঃ আনকি বহুতে আপোনাক চাবলৈও বৰ হেঁপাহ কৰি থাকে।

বিন্দু ঃ [হাঁহি] হয় নেকি? দূৰৰ পৰা হেঁপাহ কৰি থকাই ভাল। এবাৰ দেখিলেই তেখেতসকল বৰ নিৰাশ হ'ব।

দুলাল ঃ নাই নাই, তেনেকৈ কিয় কয়?

বিমান ঃ মোৰ কথাটোৰ বাকীখিনি

বিন্দু ঃ কওক।

বিমান ঃ মযো প্ৰায় ই কোৱা কথাটোকে ক'ব খুজিছিলোঁ। আপুনি যদি আমাৰ সেই অঞ্চলবোৰ সঁচাকৈ দেখিলেহেঁতেন, তাৰ মানুহৰ মাজত সোমাই যদি তেওঁলোকক চালেহেঁতেন, তেনেহ'লে আপোনাৰ লেখাত আৰু উত্তাপ পোৱা গ'লহেঁতেন— যাক বোলে প্ৰাণৰ উত্তাপ, জনসাধাৰণৰ তেজৰ উত্তাপ—।

বিন্দু ঃ [ডেকাৰ মুখলৈ চাই বৈ থাকি]— মই সেইবোৰ ঠাই দেখা নাই, বা তেওঁলোকৰ মাজলৈ যোৱা নাই বুলি আপোনালোকে কেনেকৈ জানিলে?

বিমান ঃ গৈছে নেকি?

দুলাল ঃ মানে— আমিতো আপোনাক তাত দেখা নাই। আৰু আপুনি যোৱা বুলি গমো পোৱা নাই।

বিন্দু ঃ গম পোৱা নাই মানে— আমিতো তেনেকৈ ঢোলে-দগৰে, ছাইৰেণ বজাই বজাই নাযাওঁ। আৰু এনেকুৱাওতো হ'ব পাৰে— আপোনালোক নিজেই সেইবোৰ ঠাইত বৰ বেছিকৈ নাথাকে।

দুলাল ঃ হ'ব পাৰে। আমি কামত ঘূৰি ফুৰোঁ। আপুনি যেতিয়া গৈছে, আমি হয়তো তেতিয়া কিবা কামত ক'ৰবালৈ ওলাই গৈছোঁ— আৰু আমি যেতিয়া—

বিমান ঃ কিন্তু আমি ঘূৰি ফুৰিলেও সেই গোটেই অঞ্চলটোৰ মানুহৰ লগত আমাৰ কেনেকুৱা সম্পৰ্ক সেই কথা— আমি যে আপোনাক প্ৰবন্ধটো দি আহিছোঁ— সেই প্ৰবন্ধটোৰ পৰাই বুজিব পাৰিব। প্ৰবন্ধটোৰ প্ৰত্যেকটো কথাই আমাৰ জীৱন্ত অভিজ্ঞতাৰ কথা।

দুলাল : আমি হয়তো আপোনাৰ নিচিনাকৈ কথাবোৰ যুকিযাই, উপযুক্ত ভাষাৰে প্ৰকাশ কৰিব পৰা নাই, কিন্তু কথাবোৰ— যাক বোলে খাঁটি মেটেৰিয়েল (raw material)— নিভাঁজ সত্য।

বিন্দু : বুজিছোঁ। মই যিমান পাৰোঁ সোনকালে পঢ়ি চাম।

বিমান : আৰু— আমি জোৰ কৰিব নোৱাৰোঁ— কিন্তু অনুৰোধ কৰিছোঁ— লেখাখিনি যেন আপোনালোকে সোনকালে প্ৰকাশ কৰে।

বিন্দু : চাওঁচোন।

[বিমানে দুৰলৈ চায়।]

বিমান : ভাল বাৰু, আমি আহোঁ। আমাৰ গাড়ীখন আহিছে।

বিন্দু : ভাল।

[গাড়ীখন আহি ৰয়হি। ইঞ্জিন চলি থাকে।]

দুলাল : আমি প্ৰবন্ধটোৰ বিষয়ে আকৌ খবৰ ল'ব লাগিব নেকি?

বিন্দু : নাই, নালাগে।

বিমান : হেৰি কৰোঁ নহ'লে, আমিওতো সেইফালেই যাম— আপোনাক ঘৰত নমাই থৈ যাওঁ ব'লক।

বিন্দু : নাই নালাগে। মোৰ সেইখিনিতে কিবা এটা কিনিবলগীয়া আছে, কিনি ৰিক্সা এখন লৈ গুচি যাম।

বিমান : কি কিনে কিনিব বাৰু। আমি অকণমান সময ৰ'ব পাৰিম। আহক।

[দুয়োজন ডেকা এনেকৈ থিয হয যে বিন্দু গাড়ীখনৰ ফালে যোৱাৰ বাহিৰে ৰাস্তা নাথাকে।]

বিন্দু : নালাগে, আপোনালোকে কিয মিছাকৈ কষ্ট কৰিব লাগিছে?

দুলাল : একো কষ্ট নহয, ব'লক। আন্ধাৰো কৈ আহিছে—

বিন্দু : এ আমাৰ আন্ধাৰ-পোহৰ দিন-ৰাতি একো নাই। অফিচতে কেতিয়াবা মাজৰাতি হয।

বিমান : অফিচতহে হয? ৰাস্তাত নহয় নহয়। আহক উঠকহি। পলম নকৰিব।

বিন্দু : এই সামান্য কথাটোতে আপোনালোকে ইমানকৈ লাগি আছে কিয?

বিমান : [গম্ভীৰ সুৰেৰে] কথাটো একেবাৰে সামান্য নহয। আপুনি গাড়ীত উঠকচোন।

বিন্দু : মানে?

বিমান : [ৰিভলভাৰ এটাৰ নলীটো সামান্য দেখুৱাই] মানে— আমাৰ লগত নগ'লে আপোনাৰ বিপদ আছে।

বিন্দু : কিহৰ বিপদ? কোন আপোনালোক?

বিমান : মনে মনে। গাড়ীত উঠক।

(চকুৰ পচাৰতে দুলালে গাড়ীৰ দুৱাৰ খুলি নিজে সোমাই যায। বিমানে বিন্দুক ঠেলি গাড়ীত সুমুৱাই দিয়ে, নিজেও গাড়ীত উঠে। পিছ মুহূৰ্ততে গাড়ী চলি যায়। আঁৰ-কাপোৰ পৰে।)

টোকা : এই দৃশ্যটোত গাড়ীখন দৰ্শকে দেখাকৈ মঞ্চলৈ আনিব লাগিবই বুলি কথা নাই। শব্দ আৰু অভিনয়েৰেও গাড়ীৰ উপস্থিতি সাব্যস্ত কৰিব পৰা যায়।

# দৃশ্য ঃ ২

## মঞ্চ ঃ ২

[ৰাতি। বিন্দুৰ দেউতাক প্ৰবাল চৌধুৰীৰ ঘৰৰ বহা কোঠালি। এজন পুৰুষ, এগৰাকী মহিলা বহি আছে। বিন্দুৰ মাক অৰুন্ধতীও আছে। প্ৰবাল চৌধুৰীয়ে হাতত চাহ একাপ লৈ থিয় হৈ আছে। এজনী ছোৱালীয়ে ট্ৰে' এখনত লৈ অহা চাহ বাকীসকলক দিছে। পৰিবেশটো উজ্জ্বল। কোঠালিটো ধুনীয়াকৈ সজোৱা। ষ্টেণ্ড লেম্প জ্বলি আছে।]

চৌধুৰী ঃ মই পিছে কথাবোৰ অলপ বেলেগ ধৰণে ভাবিছোঁ বুইছে দাস। ছোৱালী এজনী জন্ম দি, তুলি-তালি ডাঙৰ-দীঘল কৰি— এদিন এঘৰলৈ উলিযাই দিযা— মাক-বাপেকৰ কাৰণে সঁচাকৈয়ে কষ্টৰ কথা। মই কিন্তু ভাবোঁ— এফালৰ পৰা চাবলৈ গ'লে— জন্ম দি তুলি-তালি ডাঙৰ-দীঘল কৰা ল'ৰা এটালৈ ছোৱালী এজনী অনাওতো কষ্টৰ কথা হ'ব পাৰে। ছোৱালীজনী শাৰীৰিকভাৱে ঘৰখনৰ পৰা ওলাই গুচি যায— কিন্তু আপোনাৰ ল'ৰাটোতো একেখন ঘৰতে থাকিও মনটোৰে আপোনাৰ পৰা হাজাৰ মাইল দূৰলৈ গুচি যাব পাৰে? কোনটো বেছি কষ্টকৰ? মোৰ কথা হ'ল— এই ছোৱালীজনী আমাৰ একমাত্ৰ সন্তান। তাইক ডাঙৰ কৰোঁতে আমি ল'ৰা ডাঙৰ কৰিছোঁ নে ছোৱালী ডাঙৰ কৰিছোঁ তাৰ বাছ-বিচাৰ কৰা নাই। এওঁ কয— তাই ওলাই গ'লে আৰু আমাৰ হৈ থাকিবনে?

অৰুন্ধতী ঃ অঁতো। যিটো সঁচা, সেইটো ক'মেই।

চৌধুৰী ঃ নৌ। এই যে মতা তিৰোতা সমান, ল'ৰা-ছোৱালী সমান বুলি চবেই চিএঞৰ-বাখৰ কৰে, মই [illegible]কৈ চিএৰ বাখৰ নকৰোঁ, কিন্তু এজনী ছোৱালীৰ বাপেক হিচাপে সেই কথাটো প্ৰত্যেক মুহূৰ্তে বিশ্বাস কৰোঁ। বিযাৰ পিছত এটা ল'ৰা যদি মাক-বাপেকৰ আঁতৰ হৈ নাযায, ছোৱালীও নাযায। বিযাৰ পিছত মোৰ ছোৱালীৰ পৰা মই কি বিচাৰিম? কি আশা কৰিম? তাই ল'ৰা হোৱা হ'লে তাইৰ পৰা আমি যি আশা কৰিলোঁহেঁতেন, এতিযাও ঠিক তাকে আশা কৰিম। তেনেকৈ আশা কৰিব পৰাকৈ মই তাইক গঢিছোঁ।

আলহী মহিলাঃ আপোনাৰ কথা শুনি আমিও সাহ পাইছোঁ।

চৌধুৰী ঃ মই তাইক পৰিষ্কাৰকৈ কৈ দিছোঁ— আৰু মৃন্ময— মানে মোৰ হ'বলগীয়া জোঁৱাইকো ক'বলৈ কৈছোঁ— যমে নিলেও নিযা, জোঁৱায়ে নিলেও নিযা— মই সেই প্ৰিন্সিপলৰ মানুহ নহওঁ। আৰু এৱোঁ [অৰুন্ধতীক দেখুৱাই] নহয়। যেতিয়ালৈকে আমি জীয়াই আছোঁ, তেতিয়ালৈকে তাই আমাৰ ছোৱালী, এঘৰৰ বোৱাৰী, এজনৰ পত্নী। কোনেও কাকো হেৰুৱাব নালাগিব। কিন্তু— কেনেবাকৈ যদি শুনো— বাহিৰত বদনাম ওলাইছে— বিয়াৰ পিছতো তাই নিজৰ মাক-বাপেকৰ ঘৰখনহে ঘৰ বুলি ভাবে, ল'ৰাটোকো একেবাৰে বান্ধি-কুন্ধি তাৰ মাক-বাপেকৰ বুকুৰ পৰা আঁতৰাই আনিলে, তেনেহ'লে তাইক আমি আমাৰ ছোৱালী নহয় বুলি বিদায়েই দিম।

আলহী পুৰুষজন ঃ নাই নাই, ইমান দূৰলৈনো কিয ভাবিব লাগিছে?

চৌধুৰী ঃ একমাত্ৰ সন্তানতো, সেই কাৰণে বহুত দূৰলৈকে ভাবি থাকোঁ। চাৰিওফালে যিবোৰ— [কলিং বে'লৰ শব্দ শুনা যায়।]

অৰুন্ধতী ঃ এখেতসকল আহিল হ'বলা।

[অৰুন্ধতীয়ে দুৱাৰ খুলি দিয়ে। মৃন্ময়, তেওঁৰ মাক নমিতা, দেউতাক অৰবিন্দ, এগৰাকী মহিলা আৰু এজনী ছোৱালী সোমাই আহে।]

চৌধুৰী : [হাতযোৰ কৰি] আহক।

অৰবিন্দ : আমাৰ অলপ পলমেই হ'ল। সেই অ'ভাৰব্ৰিজৰ ওচৰত ট্ৰাক এখনৰ কিবা এক্সিডেণ্ট হৈছে— বৰ ডাঙৰ জাম লাগিছে। আমি সেই সিফালেদি ঘূৰিহে আহিছোঁ।

অৰুন্ধতী : বহক। [তিৰোতাসকলক] আপোনালোক ইয়ালৈকে আহক।

চৌধুৰী : চিনাকি কৰি দিওঁ। এখেত বিনয় দাস। আমাৰ আত্মীয়ও, বন্ধুও, আৰু এওঁ— শ্ৰীমতী দাস। [সকলোৱে নমস্কাৰ কৰে।]

চৌধুৰী : [বিনযক] আৰু এখেতসকলৰ কথাতো মই কৈছোঁৱেই। (মৃন্ময়ৰ দেউতাকক) আমি আপোনালোকৰ কথাকে পাতি আছিলোঁ। [বিনয়ক] এওঁ মৃন্ময়।

মৃন্ময় : নমস্কাৰ।

বিনয় : নমস্কাৰ।

অৰুন্ধতী : [মৃন্ময়ক] বহা।

[সকলো বহে। মাজতে ফোন বাজে। অৰুন্ধতীয়ে ফোন ধৰে।]

অৰুন্ধতী : হেল্লো।— হয়।— মই মিছেছ চৌধুৰীয়ে কৈছোঁ।— আছে।— দিছোঁ, আপুনি অকণমান ধৰক। [চৌধুৰীক]— আপোনাক বিচাৰিছে।

[চৌধুৰীয়ে চাহৰ কাপ হাতত লৈয়েই উঠি আহে। ফোন লয।]

চৌধুৰী : চৌধুৰীয়ে কৈছোঁ।— [হঠাতে ডাঙৰকৈ] অ' কওক কওক দত্ত, কি খবৰ? আপোনাৰ দেখোন খা-খবৰেই নাই?— মইতো আপুনি আকৌ বিদেশলৈ গুচি গ'ল বুলিযেই ভাবিছিলোঁ।— আমি ভাবি আছোঁ— আপুনি লেখাখিনি দিব, আমি আমাৰ এনিভাৰছেৰি স্পেছিয়েল ইছুত উলিযাম— ইফালে আপোনাৰ খবৰেই নাই।— অ' হয় নেকি? মই আজি অফিচৰ পৰা সোনকালে গুচি আহিবলগীয়া হ'ল।— নাই, আকৌ নাযাওঁ। মানে কথাটো হ'ল— আজি আমাৰ ঘৰত সৰু অনুষ্ঠান এটা পাতিছোঁ।— নাই নাই, তেনেকুৱা নহয়। আপুনি মোৰ ছোৱালী বিন্দুক লগ পাইছিল নহয়?— তাইৰ বিযা-বাৰুৰ কথা এটা চলি আছিল। ল'ৰাজন ডেৰ বছৰমানৰ কাৰণে কিউবালৈ যাব— হয কিউবালৈ। তাকে তেওঁৰ মাক-দেউতাকে বোলে— বিযা-বাৰু ল'ৰা উভতি অহাৰ পিছত হ'ব, এতিযা আঙঠি এটাকে পিন্ধাই নাম কৰি থওঁ। সেইবুলি— এযা তেখেতসকল আহিছে। নাই নাই, একেবাৰে ইনফৰমেল। তেখেতসকল ফুৰিবলৈ অহাৰ নিচিনাকৈহে আহিছে।— থেংক ইউ। থেংক ইউ। [ফূৰ্তিৰে] নাই, তাই অহাই নাই। আমি এটাইখন তাইলৈকে বাট চাই আছোঁ।— নহয় মানে, দেওবাৰৰ মেগেজিন ছেকচনৰ দুটা পৃষ্ঠা তাইৰ দায়িত্বত থাকে নহয়— সেই দুটা ঠিক-ঠাককৈ দি আহোঁগৈ বুলি অফিচলৈ গৈছে— অহাই নাই।— এই নক'ব দিয়ক। বৰ আঁকৰী নহয তাই। কাৰো ওপৰত ভাৰসা কৰিব নোখোজে।— একেবাৰে শেষলৈকে খুটিয়াই খুটিয়াই নিজে চালেহে তাই সন্তুষ্ট।— এৰা।— ভাল বাৰু।— মই চাৰে ন বজাত পামগৈ। ভাল— তাতে কথা পাতিম।— থেং ইউ।

(ফোন থয। চাহ এঢোক খাই মৃন্ময়ৰ মাকক কয।)

চৌধুৰী : অঞ্জন দত্তই ফোন কৰিছিল।

নমিতা : অ' হয় নেকি? তেখেত অলপতে ইটালীলৈ গৈছিল নহয়?

চৌধুৰী : যাওঁতে ইটালীলৈ বুলিয়েই গৈছিল, কিন্তু স্পেইন, পৰ্টুগাল— কেইবাখনো দেশ ঘূৰি আহিল।

অৰবিন্দ : এইজন এজন বৰ গুণী মানুহ।

চৌধুৰী : গুণী মানুহ মানে— মোক যদি আপুনি এই ৰাজ্যখনৰ মাত্ৰ পাঁচজন গুণী মানুহ বাছিবলৈ কয়— মই হয়তো অঞ্জন দত্তৰ নামটো লিখাৰ পিছত বৈ থাকিব লাগিব— আৰু কাৰ নাম লিখোঁ। [ঘড়ী চাই] এঃ। এই বিন্দুৱে কি কামটো কৰিলে। আজিৰ দিনটোত—। হেৰি নহয় মৃন্ময়, তুমি অফিচলৈ ফোন এটা কৰাচোন।
[মৃন্ময়ে ফোন ডায়েল কৰে। কলিং বে'ল বাজে। মৃন্ময়ে ফোনত কথা পাতি থাকে।]

অৰুন্ধতী : বিন্দু আহিলেই হ'বলা।
[দুৱাৰ খোলে। নৃপতি সোমাই আহে। তেওঁ ছুট-টাই পিন্ধি ফিট-ফাট হৈ আহিছে।]

চৌধুৰী : অ', নৃপতি আহিলা?

নৃপতি : [বৰ ফূৰ্তিৰে, খোলা মাতেৰে]— চব ঠিক আছেনে? [চাৰিওফালে চাই] ক'তা? আঙঠি পিন্ধা আঙুলিকেইটা ক'ত? [আচৰিত হয়।] অ'। এটাইখনে দেখোন খালী চাহ চেলেকি চেলেকি বহি আছে। কি হ'ল? পোলাও, মুৰ্গী কালাকান্দ, ৰছমলাই— সেইবোৰ ক'ত?

চৌধুৰী : [ধমকি দি] এঃ ৰ'বাহে। সোমায়েই খালী পোলাও-মুৰ্গীৰ খবৰ। ইমান খঁকত থাকা যদি বাটতে হোটেলত সোমাই এপেট সুমুৱাই নাহা কিয়?

নৃপতি : হোটেলত? এইখন নগৰত যদি কোনোবা এখন হোটেলৰ ৰান্ধনি ঘৰত, আমাৰ এই মামীৰ নিচিনা ইন-চাৰ্জ থাকিলেহঁতেন, তেনেহ'লে মই তোমালোকৰ ঘৰত পোলাও মুৰ্গী খাবলৈ আহোঁ নেকি? কি কোৱা মামী?

অৰুন্ধতী : [কৃত্ৰিম বিৰক্তিৰে]— তুমিনো কেনেকুৱা মানুহ কোৱাচোন। এখেতসকল আছে— তোমাৰতো স্থান-কাল-পাত্ৰ বোলা বস্তুটোৰ এটা হিচাপ থাকিব লাগে।
[মৃন্ময়ে ফোন থয।]

চৌধুৰী : পালানে তাইক?

মৃন্ময : তেওঁ বোলে অফিচৰ পৰা ওলাই আহিছেই।

চৌধুৰী : কিমান সময় আগতে— কিবা ক'লেনে?

মৃন্ময : আধা ঘণ্টামান হ'ল বোলে?

চৌধুৰী : [ঘড়ী চাই] আধা ঘণ্টা? পাবহি তেনেহ'লে।

নৃপতি : কোন? কাৰ কথা ক'লা?

চৌধুৰী : এই বিন্দুৰ কথা।

নৃপতি : [আচৰিত] কি হ'ল বিন্দুৰ? তাই ঘৰত নাই নেকি?

চৌধুৰী : নাই।

নৃপতি : কলৈ গৈছে।

চৌধুৰী : শুনিলা নহয। অফিচৰ পৰা ওলাই অহা বুলি কোৱা শুনা নাই?

নৃপতি : আজিও? আজিও অফিচলৈ? [চাই থাকে।]

চৌধুৰী : [চাই থাকি] আজিও অফিচলৈ গ'ল কি হ'ল?

নৃপতি : [থোপাকৈ চাই থাকি, হঠাতে মৃন্ময়ৰ ফালে ঘূৰি।] সেই কাৰণে কৈছোঁ মৃন্ময়— এই বিয়া-

বাৰুৰ বিষয়ে কথা পাতিবলৈ মই তোমাক আগতে এবাৰ দীঘলীয়াকৈ লগ পোৱা হ'লে ক'লোঁহেঁতেন— এনেকুৱা ছোৱালীক আঙঠি পিন্ধোৱাৰ কোনো প্ৰয়োজন নাই, তাই আঙঠি পিন্ধাৰ যোগ্যই নহয়।

অৰুন্ধতী : কি কথা কোৱাহে?

নৃপতি : তাই বিয়াৰ যোগ্য। একেবাৰে বিয়া পাতিব লাগে। বিয়াৰ দিনা অন্ততঃ তাই সময় মতে ঘৰত থাকিব। তাই আহক, মোৰ কথা সঁচা, মিছা— আজিযেই— চবৰে আগতে ফয়ছলা হৈ যাব। [হঠাতে অৰুন্ধতীৰ ফালে ঘূৰি]— ওঁ, তুমি কি কৈছিলা— স্থান, কাল, পাত্ৰ নে কিবা এটা কৈছিলা নহয়?

অৰুন্ধতী : কৈছিলোঁতো। এখেতসকল নতুনকৈ আহিছে, ভালকৈ চা-চিনাকি হোৱাই নাই, তুমিনো সোমাযেই একেবাৰে ভৰভৰ ভৰভৰ কৰিবলৈ লাগিলা কিয়?

নৃপতি : [বিচিত্ৰ ধৰণৰ হাঁহি এটা মাৰে।] ভালকৈ চা-চিনাকি হোৱাই নাই? ভালকৈ চা-চিনাকি নোহোৱাকৈয়ে তোমালোকৰ একমাত্ৰ সন্তান ছোৱালীজনীক এওঁলোকৰ হাতত গতাই দিবলৈ ওলাইছা? মজুমদাৰ ডাঙৰীয়া, আপুনিযেই কওকচোন, নিজৰ একমাত্ৰ ছোৱালীজনীক যি ঘৰ মানুহৰ হাতত গতাই দিব, সেইঘৰ মানুহৰ পৰিচয়তকৈ অইন কাৰোবাৰ পৰিচয় এওঁলোকে বেছিকৈ ল'বনে?

[অৰবিন্দ আৰু নমিতাই হাঁহে।]

নৃপতি : [মাকক] আপুনিযেই কওকচোন শ্ৰীমতী মজুমদাৰ, এওঁলোকৰ ঢেৰ চিনাকি মানুহ আছে। কোনোবা এজন চিনাকি মানুহৰ সোঁৱৰণী, কোষ্ঠী, চাৰ্টিফিকেট, চাকৰি, দৰমহা, স্বভাৱ, চৰিত্ৰ, ওখ-চাপৰ, বগা-ক'লা, বেমাৰ-আজাৰ— এইবোৰৰ চবৰে খবৰ এওঁলোকে খুঁচৰি-খুঁচৰি লৈছেনে? [চাই বৈ থাকে।]

অৰুন্ধতী : হ'ব দিয়া। বহা। চাহ খোৱা।

নৃপতি : [আগৰ সুৰতে] এওঁলোকে মানুহৰ আগত কৈ বাহাদুৰি কৰে— মই বোলে এওঁলোকৰ বৰ আপোন চিনাকি মানুহ—

চৌধুৰী : এ বাহাদুৰি নকৰোঁ দিয়াহে।

নৃপতি : দস্তুৰমত কৰা। মোৰ হাতত প্ৰমাণ আছে। সেইবোৰ বাৰু পিছৰ কথা। [অৰবিন্দক]— মোৰ কথাটো হ'ল, 'মই এওঁলোকৰ নলে-গলে লগা বন্ধু, দেখাতহে দুটা ঘৰত বেলেগে বেলেগে থাকোঁ, আচলতে আমি যেন একেখন ঘৰৰহে মানুহ'— এইবিলাক হ'ল এওঁলোকৰ কথা।— কিন্তু সোধকচোন, মোৰ ৰাশিটো কি— কুম্ভ নে কৰ্কট, এওঁলোকে জানেনে?

অৰুন্ধতী : আমাৰ গৰজ পৰিছে।

নৃপতি : কিন্তু আপোনালোকৰ ল'ৰাটোৰ ৰাশিটো যে সিংহ, সেই কথাটো এওঁলোকেই মোক অতি কমেও তিনিবাৰ কৈছে। কওকচোন এতিয়া, এওঁলোকৰ কোন বেছি চিনাকি? ভালকৈ চা-চিনাকি হোৱাই নাই বুলি এওঁলোকে কিয় কয়?

অৰুন্ধতী : মই আমাৰ কথা কোৱা নাই নহয়।

নৃপতি : কাৰ কথা কৈছা?

অৰুন্ধতী : তোমাৰ কথা কৈছোঁ।

নৃপতি ঃ মোৰ কথা কি কৈছা?

অৰুন্ধতী ঃ তোমাৰতো এখেতসকলৰ লগত তেনেকৈ চিনাকি নাই। তুমি সোমায়েই এখেতসকলক দেখিতো অলপ ঠাণ্ডা, নম্ৰ হৈ কথা ক'ব লাগে।

নৃপতি ঃ হাৰে! এখেতসকলৰ লগত তুমি নিজেই দেখোন মোক এদিন চিনাকি কৰাই দিছা!

অৰুন্ধতী ঃ এদিন হে।

নৃপতি ঃ [ধমকি দি] মানুহ চিনি পাবলৈ কেইদিন লাগে হে? তোমালোকৰ নিচিনা পাইছানে কি? [নমিতাক]— সাতাইছ নে ত্ৰিছ বছৰ হ'ল ঘৰ-সংসাৰ কৰা— এতিয়াও ইজনে- সিজনক ভালকৈ চিনি পায়নে নাপায় সন্দেহ বুজিছে।

চৌধুৰী ঃ তুমি এদিনতে চিনি পাই যোৱা?

নৃপতি ঃ পাওঁতো।

চৌধুৰী ঃ কোৱাচোন এখেতসকল কেনেকুৱা মানুহ বুলি চিনি পালা?

নৃপতি ঃ কওঁ?

চৌধুৰী ঃ কোৱা।

নৃপতি ঃ মোৰ যদি বিয়া দিবলগীয়া ছোৱালী থাকিলহেঁতেন, তেনেহ'লে আজি এই আঙঠি পিন্ধোৱা কাৰবাৰ ইযাত নহ'লহেঁতেন। তোমালোকে মোৰ ঘৰত বহি পোলাও-মুৰ্গী চোবাই থাকিলাহেঁতেন। ইমানকে ক'লোঁ।

চৌধুৰী ঃ আমাৰ ভাগ্য তেনেহ'লে বৰ ভাল দিয়া।

নৃপতি ঃ ভালতো! [ৰৈ] পিছে এটা কথা ডাঙৰীয়া, [অৰবিন্দক] মই অকল মোৰ স্বাৰ্থৰ কথা ভাবিলেই নহ'ব নহয়। মোৰ ছোৱালীৰ লগত এওঁৰ বিয়া হোৱা হ'লে তাইৰ কপাল ফুলিলহেঁতেন, কিন্তু এওঁৰ [মৃন্ময়ক দেখুৱাই] কপালৰ অবস্থা বৰ ভাল নহ'লহেঁতেন।

অৰবিন্দ ঃ কিয়? আপোনাৰ নিজৰ ছোৱালী—

নৃপতি ঃ মোৰ ছোৱালী নাই। কিন্তু থকা হ'লে কেনেকুৱা হ'লহেঁতেন মই জানো। বিন্দুৰ ওচৰ চাপিব পৰা ছোৱালী তাই কেতিয়াও নহ'লহেঁতেন। অকল মোৰ ছোৱালী কিয, বিন্দুৰ ওচৰ চাপিব পৰা ছোৱালী সহজে পোৱাই নাযাব। তাই আপোনালোকৰ ঘৰৰ বাবে সম্পূৰ্ণ উপযুক্ত ছোৱালী।

অৰবিন্দ ঃ সেইটো আমাৰ সকলোৰে কাৰণে আনন্দৰ কথা।

নৃপতি ঃ উপযুক্ত মানে— তাইক এওঁলোকে উপযুক্ত কৰি গঢি তুলিছে।
[চৌধুৰীয়ে হাঃ হাঃ কৈ প্ৰাণ খুলি হাঁহে।]

নৃপতি ঃ তোমাৰ আকৌ হঠাতে কি হ'ল?
[চৌধুৰীয়ে হাঁহি ৰখাবই নোৱৰা হয়। সকলো আচৰিত হয়।]

নৃপতি ঃ [নিজকে কোৱাৰ দৰে] কি হ'ল হে? বলিয়া হ'ল নেকি এইজন?

চৌধুৰী ঃ [কোনোমতে হাঁহি সামৰি] তুমি বৰ সাংঘাতিক মানুহ দিয়া। [অৰবিন্দক] চবফালে সমানে তাল ৰাখি কেনেকৈ কথা ক'লে শুনিলে? এক নম্বৰ তালিয়া এওঁ।

নৃপতি ঃ কি তাল ৰাখিলোঁ মই?

চৌধুৰী ঃ এই যে— তেখেতসকলক ক'লা মৃন্ময়ৰ নিচিনা ভাল ল'ৰা নাই— তাৰ পিছতে আমি বেয়া পাওঁ বুলি যে বিন্দুৰ গুণ গাবলৈ ধৰিলা।

নৃপতি : কি গুণ গাবলৈ ধৰিলোঁ? বিন্দুৰ গুণ মই গাওঁ নে তোমালোকে গোৱা? দিওঁ চব ফাঁক কৰি?

চৌধুৰী : দিয়া।

নৃপতি : ঠিক আছে তেনেহ'লে? পিছত মোক দায় নিদিবা কিন্তু। [মৃন্ময়ৰ মাক-বাপেকক] এওঁলোকে বুইছে—

[ফোন বাজে]

নৃপতি : এক মিনিট। [ফোন ধৰে] হেল্লো।— হয় মই নৃপতি তালুকদাৰে কৈছোঁ।— মই এওঁলোকৰ ঘৰুৱা মানুহ।— আছে। প্লিজ হ'ল্ড অন।

[ফোনটো চৌধুৰীক দিয়ে।]

চৌধুৰী : [ফোনত] চৌধুৰীয়ে কৈছোঁ।— হয়, প্ৰবাল চৌধুৰীয়ে কৈছোঁ।— হয়।— আপুনি কোনে কৈছে? [গম্ভীৰ হয়] নাই— তাই ঘৰত নাই। এই পায়হিহে লাগে। কিয় কওকচোন?— [অলপ পিছত। গম্ভীৰ সুৰেৰে]— মই কথাটো বুজা নাই।— ক'ত? —কেতিয়া আহিব? এতিয়াই কওকচোন।— নহয় মানে— আজি— মানে এতিয়াই আমাৰ ঘৰত এটা শুভকামৰ আয়োজন কৰিছোঁ— বিন্দু এতিযাই ঘৰলৈ অহাটো বৰ প্ৰয়োজনীয।— তাৰ মানে?— নহয় নহয— আপুনি কি ক'ব খুজিছে এতিয়াই ক'ব লাগিব।— [খং]— আপুনি— শুনকচোন— হেল্লো— হেল্লো—

[বৈ যায়] অলপ পৰ বৈ থাকে। তাৰ পিছত ফোনটো লাহেকৈ থয়।)

নৃপতি : কি হ'ল?

চৌধুৰী : মই ঠিক বুজা নাই।

অৰুন্ধতী : কোনে ফোন কৰিছিল?

চৌধুৰী : নাম নক'লে।

নৃপতি : মানে?

চৌধুৰী : মতা মানুহ। ডেকা মানুহেই হ'ব। বেচ গম্ভীৰ মাত। ক'লে— বিন্দু বোলে তেওঁলোকৰ লগত আছে। সোনকালে ঘৰলৈ আহিব নোৱাৰিব।

অৰুন্ধতী : তেওঁলোক মানে?

চৌধুৰী : সেইবোৰ কোৱা নাই। কেৱল আমি বুলি কৈছে।

অৰুন্ধতী : তাই কেতিয়া আহিব বুলি কৈছে?

চৌধুৰী : সেইটো কোৱা নাই। মই সোধোঁতে কৈছে— তাই কেতিয়া আহিব পাৰে সেইটো আমাৰ ওপৰতহে নিৰ্ভৰ কৰিছে।

অৰুন্ধতী : মানে?

চৌধুৰী : মানে— তেওঁলোকৰ বোলে কেইটামান চৰ্ত আছে— সেইকেইটা পুৰণ হ'লেহে—

নৃপতি : চৰ্ত?

অৰবিন্দ : কি চৰ্ত?

চৌধুৰী : মোক সেইবোৰ কোৱা নাই। কৈছে— সেইবোৰ অলপ সময়ৰ ভিতৰতে আমাৰ অফিচে বিতংকৈ জানিব পাৰিব। তেওঁলোকে কেৱল আমাক আগতীয়াকৈ খবৰটোহে দিছে— আমি যাতে তাইৰ কাৰণে অযথা চিন্তা আৰু দৌৰা-দৌৰি নকৰোঁ।

অৰুন্ধতী : [চিঞৰি] তাৰ মানে—

চৌধুৰী : তাইক ধৰি নিছে।

অৰুন্ধতী : [চিঞৰি] কিয়? কলৈ?

চৌধুৰী : ধৈৰ্য ধৰা। খুব কষ্ট কৰি ধৈৰ্য ধৰা। মৃন্ময়! [মৃন্ময় ওচৰ চাপি আহে] প্ৰথমতে এছ পিৰ নম্বৰকেইটা ডায়েল কৰাচোন।
[মৃন্ময়ে ডাইৰেক্টৰি চায়। ফোন ডায়েল কৰে।]

অৰুন্ধতী : সিহঁত কোন— কিবা কৈছেনে?

চৌধুৰী : পোনে পোনে কোৱা নাই, কিন্তু যি ইংগিত দিছে, তাৰ পৰা মই ধৰিব পাৰিছোঁ।

অৰুন্ধতী : কোন?

চৌধুৰী : এতিয়া ধৈৰ্য ধৰা।

অৰুন্ধতী : কেনেকৈ ধৈৰ্য ধৰিম? সিহঁতে আৰু কি কৈছে? তাই এতিয়া ক'ত আছে?
[মৃন্ময়ে ইতিমধ্যে ফোনত সৰু সৰুকৈ কথা পাতিছিল। তেওঁ ফোনটো হাতত লৈ চৌধুৰীলৈ চায়।]

মৃন্ময় : মিষ্টাৰ ভাৰ্গৱে ফোন ধৰি আছে।

চৌধুৰী : [ফোনটো লৈ।] ভাৰ্গৱ নেকি? মই প্ৰবাল চৌধুৰীয়েকৈছোঁ।— হয় নেকি?— কেতিয়া?— ভাল। আহক। [ফোন থৈ] ইতিমধ্যে পুলিচেও খবৰটো পাইছে।

অৰবিন্দ : কেনেকৈ?

চৌধুৰী : [ইংগিতেৰে]— জানো কেনেকৈ! ভাৰ্গব ইয়ালৈকে আহিব এতিয়া।
[অৰুন্ধতী বহি পৰে। মহিলা দুগৰাকীয়ে দুযোফালে বহি তেওঁক ধৰে। ফোন বাজে। চৌধুৰীয়ে ধৰোঁ-নধৰোঁকৈ ধৰে।]

চৌধুৰী : ইয়েছ?— ইযেছ।— শুনিছোঁ। এইমাত্ৰ। আহক।— ভাল। [ফোন থৈ] আমাৰ অফিচেও খবৰ পাইছে। মেনেজিং ডাইৰেক্টৰে ফোন কৰিছিল। আহিব এতিয়া।
[সকলো স্তব্ধ। লাহে লাহে অন্ধকাৰ। আঁৰ-কাপোৰ পৰে।]

# দৃশ্য ৩

## মঞ্চ : ১

[কোনোবা এঘৰ মানুহৰ কোঠালি। মজলীয়া ধৰণে সজোৱা। টেলিফোন আছে। দুলালে এখন চকী আনি টেলিফোনৰ ওচৰত থয়। লগে লগে বিন্দু সোমাই আহে। তেওঁক এজনী ছোৱালীয়ে ধৰি আনে। তেওঁলোকৰ পাছে পাছে বিমান আহে। দৰ্শকৰ ফালে পিঠি দি এখন চকীত পবিত্ৰ বহি আছিল। সি উঠে। সন্মুখলৈ আহি ফোনৰ ওচৰত চকীখন অলপ ঘূৰাই দি ছোৱালীজনীক ইংগিতেৰে কয়— 'ইয়াতে বহুৱাই দিয়া।' বিন্দুৰ চকু কাপোৰেৰে বন্ধা আছে। তেওঁৰ হাত দুখন হেণ্ডকাফৰ নিচিনা আহিলাৰে পাছফালে বন্ধা আছে।]

পবিত্ৰ : [ছোৱালীজনীক] সলাবলৈ কাপোৰ নিদিলা?

ছোৱালীজনী : দিছিলোঁ। নসলাও বুলি ক'লে।

পবিত্ৰ : চাহ?

ছোৱালীজনী : আনো। ৰেডী হৈ আছে। [সোমাই যায়।]

পবিত্ৰ : [বিন্দুৰ ওচৰলৈ আহি]— কাপোৰ সলাই ল'ব পাৰিলেহেঁতেন। সেইবোৰ অসুবিধা

আপোনাৰ অকণো নহয়। আপোনালোক কেনেকৈ থাকে— সেই বিষয়ে আমাৰ অন্ততঃ এটা ধাৰণা আছে। কাপোৰ-কানি, খোৱা বস্তু— সকলোৰে— মোটামুটি এটা ভাল আযোজন কৰা আছে। কি লাগে ক'ব। মাত দিলেই মানুহ পাব। অৱশ্যে ধোৱা-পখলা ইত্যাদি কামত আপুনি সম্পূৰ্ণ সুবিধা নাপাব। টয়লেট-বাথৰুমৰ দুৱাৰ খোলা থাকিব, দুৱাৰত পৰ্দা থাকিব আৰু পৰ্দাৰ বাহিৰত অনবৰত আমাৰ ছোৱালী এজনী থাকিব। ছোৱালীজনীৰ হাতত গুলী ভৰোৱা পিষ্টলো থাকিব। সেই ছোৱালীজনীৰ বাহিৰে আপুনি কাৰো বাবে শংকা কৰিব নালাগে। সেইখিনি সময়ত এই কোঠালিটোত কোনো মতা মানুহ নাথাকিব।

বিন্দু : মোৰ চকু-হাত এনেকৈ বন্ধাই থাকিবনে?

পবিত্ৰ : সেইকণ কষ্ট সহ্য কৰিব বুলি আশা কৰিলোঁ। নিতান্ত প্ৰযোজনৰ সময়ত নিজৰ মুখ কাপোৰেৰে ঢাকি লোৱা ছোৱালী এজনীয়ে আপোনাৰ হাত আৰু চকুৰ বান্ধ খুলি দিব।

বিন্দু : মোৰ চকু বন্ধা থাকিব, আৰু তেতিয়াও মোৰ প্ৰাইভেট সময়কণত এইটো কোঠালিত কোনো মতা মানুহ নাথাকে বুলি মই বিশ্বাস কৰিব লাগিব?

[ছোৱালী এজনীযে চাহ আৰু খোৱাবস্তু ওচৰৰ সৰু মেজ এখনত থৈ পবিত্ৰলৈ চায়। পবিত্ৰই তাইক ইংগিতেৰে ৰ'বলৈ কয়। তাই একাষে থিয় হৈ থাকে।]

পবিত্ৰ : [বৈ] মোৰ প্ৰত্যেকটো শব্দ আপুনি তিলমানো সন্দেহ নকৰাকৈ বিশ্বাস কৰিব পাৰে। আমাৰ লগত থকা সময়খিনিত আমি আপোনাক বেছি কথা কোৱাৰ কোনো প্ৰযোজন নাই, আপোনাৰো কোনো কথা জনাৰ প্ৰযোজন নাই— কিন্তু যিকেইটা কথা মই ক'ম, তাৰ প্ৰত্যেকটো কথা সঁচা। সেই বিষযত আমি নীচ নহওঁ। আপোনাৰ ক্ষেত্ৰত আমি বেছি সাৱধান হ'ম— কাৰণ সম্ভ্ৰান্ত ঘৰৰ এগৰাকী অবিবাহিতা গাভৰু ছোৱালীক এনেকৈ আমাৰ লগলৈ অনাৰ অভিজ্ঞতা আমাৰ এযেই প্ৰথম। আপুনি নিজে যদি শাৰীৰিকভাৱে বল প্ৰযোগ কৰিবলগীযা অৱস্থাৰ সৃষ্টি নকৰে, তেনেহ'লে কোনো মতা মানুহে আপোনাৰ আঙুলি এটাও স্পৰ্শ নকৰে। কিন্তু আপোনাৰ ফালৰ পৰাও আমাৰ বিশেষ অসুবিধা হ'ব বুলি আমি নাভাবোঁ— কাৰণ এনেকুৱা ভালেমান ঘটনাৰ বিষযে আপুনি বহুত কথা জানে, বহুত ৰিপ'ৰ্ট আপুনি লিখিছে, আৰু বহুত পৰ্যালোচনাও আপুনি কৰিছে। পণবন্দী কাক বোলে আপুনি ভালকৈ জানে। [সুৰ সলাই] চাহখিনি খাই লওক।

[পবিত্ৰই ছোৱালীজনীক ইংগিতেৰে চাহ পৰিবেশন কৰিবলৈ কয়। ছোৱালীজনীযে বিন্দুৰ হাতৰ বান্ধ খোলে। বাটি এটাৰ পানীত হাত ধুবলৈ দিযে। হাত মচবিলৈ টাৱেল দিযে। এইবিলাক কৰোঁতে কথা চলি থাকে।]

বিন্দু : আপোনালোকৰ পণটো কি?

পবিত্ৰ : [অন্যমনস্ক হৈ আছিল] কি?

বিন্দু : আপোনালোকৰ পণটো কি?

পবিত্ৰ : ক'ম। ক'ম মানে— আপোনাক মুখস্থ কৰাই দিম। শ্ৰুতলিপিও দিম। চাহখিনি খাই লওক। [ছোৱালীজনীয়ে বিন্দুৰ হাতত চাহৰ কাপটো দিয়ে। প্লেটৰ খোৱাবস্তুত ইটো হাত লগাই দিয়ে। বিন্দুৱে চাহ খায়।]

বিন্দু : এই খোৱা-বোৱাবিলাকৰ লগত স্বাস্থ্যৰ সম্পৰ্ক আছে। আমি বহুত ঠাইত ঘূৰি ফুৰোঁ। ঠাই বুজি খোৱাবস্তু লগত লৈ যাওঁ, ঠাই বুজি একো নোখোৱাকৈ থাকোঁ। আশাকৰোঁ সেইবোৰ

কথাৰে আপোনালোকে লক্ষ্য ৰাখিব।

পবিত্ৰ : মানে এই খোৱাবস্তুবোৰ আপোনাৰ স্বাস্থ্যৰ কাৰণে উপযোগী হয়নে নহয়, সেইটো চিন্তা কৰিছে?

বিন্দু : হয়। মই অসুখ-বিসুখ ভাল নাপাওঁ।

পবিত্ৰ : চিন্তা নকৰিব। আপুনি ক'লে— ঠাই বুজি আপুনি খোৱাবস্তু লগত লৈ যায়, ঠাই বুজি একো নোখোৱাকৈও থাকে— কিন্তু ঠাই বুজিতো বৰ আনন্দেৰে, পেট পূৰাই খায়? পেটত আৰু ঠাই নাই— তেনেকৈয়োতো খায? নাখায জানো?

বিন্দু : খাওঁ।

পবিত্ৰ : আমাৰ লগত থকাকেইদিন আপুনি তেনেকৈ খাব পাৰে। নিশ্চিন্তে। নিঃসন্দেহে। বি কি বস্তু আপুনি নাখায, সেইটো কৈ দিব আৰু কি খাব খোজে— সেইটোও অলপ আগতীয়াকৈ ওচৰতে থকা ছোৱালীজনীক কৈ দিলেই হ'ল। আৰু— যেতিয়া চাফা খোৱাপানী এটোপাও দিব নোৱৰা অৱস্থাত পৰিম, নাইবা লঘোণে থাকিবলগীয়া অৱস্থাত পৰিম, তেতিয়া আমিও আপোনাক আগতীযাকৈ খবৰ দিম। যি কাৰণে আপোনাক আমাৰ লগত ৰাখিছোঁ, তাৰ তুলনাত এইবোৰ তুচ্ছ কথা বুলি ভাবিব।

বিন্দু : তাকে সুধিছোঁ— কিকাৰণে মোক আপোনালোকৰ লগত ৰাখিছে? আপোনালোকৰ পণ কি? [খায়। পবিত্ৰই ইফালে-সিফালে অহা-যোৱা কৰে।]

পবিত্ৰ : আমাৰ দুজন নায়কক চৰকাৰে ধৰি থৈছে। তেওঁলোকক মুকলি কৰি দিব লাগে। আৰু— এক কোটি টকা লাগে।

বিন্দু : নাযক?

পবিত্ৰ : মানে আমাৰ সেনা নায়ক।

বিন্দু : দুজন যে বুলিলে— কাক? কাক?

পবিত্ৰ : হিমাদ্ৰি শৰ্মা আৰু ইফতিকাৰ খানক।

বিন্দু : [খাই খাই] গতিকে মই বুজিলোঁ— আপোনালোক কোন দলৰ মানুহ। কিন্তু আপোনালোকৰতো বহুতো সেনানাযক জে'লত আছে? ধৰি লওক— ৰাজীৱ কুমাৰ, ভানু দত্ত, গোবিন্দ দস্তিদাৰ— তেওঁলোকহে বৰ শক্তিশালী, দুৰ্ধৰ্ষ নাযক বুলি জানো।

পবিত্ৰ : সেইটো বাহিৰৰ পৰা জনা কথা। ভিতৰৰ কথা আমি বেছ ভালকৈ জানো। [সুৰ সলাই] আপুনি কয় যদি তালিকাখনত তেওঁলোকৰ নামো যোগ দি দিওঁ নহ'লে?

বিন্দু : দিব পাৰে। মোক বন্দী কৰি ৰখাৰ বাবে— অৰ্থাৎ মোৰ বিনিময়ত— কাৰো মুক্তি নহয় যেতিয়া আপোনালোকে আপোনালোকৰ যিমান মানুহ জে'লত আছে সকলোৰে মুক্তি বিচাৰিব পাৰে। একো লোকচান নাই।

পবিত্ৰ : মানে?

বিন্দু : এই যে ইমানবোৰৰ মাজৰ পৰা আপোনালোকে মাত্ৰ দুজনৰ মুক্তি বিচাৰিব, এই কথাটোৱে আপোনালোকৰ দলৰ বহুতকে ক্ষুণ্ণ কৰিব। এনেকৈযে পাৰ্টী দুৰ্বল হয। আপুনি আপোনাৰ দুজন বন্ধুৰ মুক্তি বিচাৰিব, সৌ তেখেতে তেখেতৰ দুজন বন্ধুৰ মুক্তি বিচাৰিব, এনেকৈ পাৰ্টি চলে নেকি?

বিমান : [চিঞৰি] আপুনি—

পবিত্ৰ : [ইংগিতেৰে বিমানক মনে মনে থাকিবলৈ দি অলপ পৰ চাই থাকে।] আপুনি আমাৰ

পাৰ্টীৰ মংগল চিন্তা কৰি ভালৰি বোলাব খুজিছে নেকি? [কঠোৰভাৱে] নে আমাৰ মাজত ভেদভাব সুমুৱাব খুজিছে? [বৈ] আৰম্ভণিতেই তেনেকুৱা কৌশল নখটুৱাব।

বিন্দু : [খায] আৰু— এই এক কোটি টকা আপোনালোকক দিব কোনে? মোৰ দেউতা—

পবিত্ৰ : আপোনাৰ দেউতাক— আপোনাৰ বংশৰ কোনেও দিব নালাগে। আপোনালোকৰ নিউজ পেপাৰৰ মালিক এভাৰেষ্ট মাল্টি নেচনেলে দিব। আৰু মানসিক কষ্টৰ ক্ষতিপূৰণ হিচাপে তাৰে এক লাখ টকা আমি আপোনাৰ দেউতাকক দিম। এই হ'ল আমাৰ পণ সম্পৰ্কীয় কথা। তাৰ পিছত— আপোনাৰ মুখস্থ মাতিবলগীয়া কথাকেইটা হ'ল— 'দেউতা, এই মুহূৰ্তত মই ভালে আছোঁ। মোৰ একো অসুবিধা হোৱা নাই। কিন্তু আৰু কিমান সময় এনেকৈ থাকিম, সেইটো নিৰ্ভৰ কৰিছে আপোনালোকৰ ওপৰত। এওঁলোকৰ দাবী যুক্তিযুক্ত। এওঁলোকৰ দাবী পূৰণ কৰিলে যে অকল মোৰ বা আপোনালোকৰহে মংগল হ'ব এনে নহয, এই গোটেই দেশখনৰে মংগল হ'ব। মোৰ নিচিনা ছোৱালী এজনীৰ জীৱন এওঁলোকৰ কাৰণে তুচ্ছ বস্তু।'— সেইখিনিযেই কথা। মনত ৰ'লনে?— নে আৰু এবাৰ ক'ম?

বিন্দু : নালাগে। আপুনি শ্ৰুতলিপি নিদিযা হ'লেও এইখিনি কথাকে ক'ব লাগে বুলি মই জানো।

পবিত্ৰ : গুড। তেনেহ'লে এই ফোনটোত কথাখিনি এবাৰ আপোনাৰ দেউতাকক কওক। [ফোনটো দাঙি বিন্দুৰ সন্মুখলৈ আনে। ডায়েল কৰে।]

পবিত্ৰ : [ৰিং হোৱাৰ লগে লগে মই আপোনাক ফোনটো দিম, আৰু আপুনি কথা আৰম্ভ কৰিব। [ডায়েল কৰি ৰিংটো শুনে। শুনিযেই ৰিচিভাৰটো বিন্দুৰ হাতত তুলি দিয়ে।]

বিন্দু : ছিক্স এইট ফ'ৰ ৱান জিৰ' টু? কোনে কৈছে? মৃন্ময? দেউতা ক'ত আছে?— দিযাচোন। [বৈ] দেউতা! চিন্তা কৰিছা নেকি?— আছোঁ, ভালে আছোঁ। শুনা দেউতা, [খৰকৈ] মই এওঁলোকৰ হাতৰ পৰা ওলাই গৈও আত্মহত্যা কৰিম— যদি তোমালোকৰ কোনোবাই এওঁলোকৰ দাবীৰ সামান্য অংশ এটাও মানি লোৱা।
[কোঠালিটোত থকা সকলো হতভম্ব। বিমান আৰু দুলাল ওচৰ চাপি আহে। পবিত্ৰই ফোনৰ ৰিচিভাৰটো ধৰে। বিন্দুবে লৰালৰিকৈ'কৈ শেষ কৰাৰ চেষ্টা কৰে।]

বিন্দু : এইখিনি মোৰ আচল কথা। ইযাৰ পিছত যি ক'ম— বুজিবা সেইবোৰ এওঁলোকে শিকাই দিযা কথা।
[পবিত্ৰই জোৰকৈ ফোনটো কাঢ়ি লয। থৈ দিযে। টনা-আঁজোৰাত কাপ-প্লেট উফৰি পৰে। বিমানে ৰিভলভাৰ উলিযাই লয।]

পবিত্ৰ : [তীব্ৰ খং]— হোৱাট ডু ইউ মিন? আপুনি এইটো কেনেকুৱা ঘটনা বুলি ভাবিছে? আপোনাৰ লগত ভাল ব্যবহাৰ কৰিছোঁ কাৰণে আপোনাৰ সাহস বাঢ়ি গৈছে নেকি?

বিন্দু : মোৰ সাহস সদায একেটা লেভেলতে থাকে। মোৰ সাহস কম-বেছি কৰাৰ কোনো সামৰ্থ্য আপোনালোকৰ নাই।

পবিত্ৰ : আপোনাৰ মালিকক, চৰকাৰক— আমি যে সাত দিনৰ সময দিছোঁ— সেইটো কথা আপুনি জানে নে নাজানে? সাত দিনৰ পিছত— আমাৰ দাবী মতে কাম নহ'লে যে আপোনাৰ ডে'ডবডীটো— আপোনাৰ লাছটো ৰাস্তাত পৰি থাকিব সেইটো জানেনে নাজানে?

বিন্দু : মই ক'লোঁ নহয়, আপোনালোকৰ দাবী মানি লৈ মোক কোনোবাই আপোনালোকৰ হাতৰ পৰা উদ্ধাৰ কৰি নিলে মই আত্মহত্যা কৰিম বুলি? আপোনালোকে এতিয়ালৈকে ৰাস্তাত পেলাই থোৱা লাছবোৰৰ এঘাৰটাৰ ফটো যে মই নিজে তুলিছিলোঁ, সেইটো আপোনালোকে জানেনে নাজানে? আপোনালোকে তৈয়াৰ কৰা মানুহৰ লাছ কেনেকুৱা সেইটো জানিবলৈ মোৰবাকী আছেনে? [হাত মেলি] দিয়ক ফোনটো। কওক— কাক কি ক'ব লাগে।

পবিত্র : এতিয়া আৰু একো লাভ নাই। কিন্তু আপোনাৰ এই আচৰণৰ বাবে অত্যন্ত জটিল অৱস্থাৰ সৃষ্টি হ'ব।

বিন্দু : জটিলতো হৈছেই। আপোনালোকৰ দাবী পূৰণ নহ'লে আপোনালোকে মোক মাৰি পেলাব, সেইটোৱেই সহজ-সৰল কথা হ'লহেঁতেন। কিন্তু আপোনালোকৰ দাবী পূৰণ হ'লেও মই যে মোক মাৰি পেলাম, সেইটোৱে কথাটো নিশ্চয় জটিল কৰিব। গতিকে চৰকাৰে কাৰ কথা মানে চাওঁ। মোৰ মালিক কোম্পানীয়ে কাৰ কথা মানে চাওঁ। কোনে মোক মাৰে চাওঁ। কিন্তু মোৰ জীৱটোৱে যে আপোনালোকৰ দাবী পূৰণ নহ'ব, সেইটো আপোনালোকে ইতিমধ্যে নিশ্চয় বুজিছে।

পবিত্র : [তীব্ৰ ক্ষোভেৰে] জীৱ অকল আপোনাৰহে আছে নেকি? আপোনাৰ দেউতাকৰ জীৱ নাই? মাকৰ জীৱ নাই? যিজনৰ হৈ আঙঠি পিন্ধাৰ কথা আছিল, তেওঁৰ জীৱ নাই? আপোনাৰ মালিকৰ কোম্পানীৰ বিৰাট পৰিয়ালটোৰ মানুহবোৰৰ জীৱ নাই?
[নিস্তব্ধ]

বিন্দু : [অলপ পিছত] এইখিনি কথাৰ মানে কি?

পবিত্র : মানে হ'ল— আমাৰ দাবী পূৰণ নহ'ল— এনেকুৱা কথা মানি লোৱাৰ ট্ৰেইনিং আমি লোৱাই নাই। দাবী পূৰণ হ'ব লাগিব। আপোনাৰ জীৱটোৱে নহ'লে— এই যে ইমানবিলাক জীৱৰ কথা ক'লোঁ, সেইবিলাক জীৱৱে হ'বতো? আমি তাৰে ব্যৱস্থা কৰিম। মাজে মাজে আপোনাৰ চকুৰ বান্ধ খুলি দিম, আপোনাৰ দেউতাকৰ অৱস্থাটো চাই ল'ব, মাজে মাজে মাকৰ অৱস্থাটো চাই ল'ব— ভাবী স্বামীৰ অৱস্থাটো চাই ল'ব, কেনেকৈ তেখেতসকলৰ জীৱটো ওলাই যায়, সেইটো নিজ চকুৰে চাই ল'ব। জটিল হ'লেই যেতিয়া— ঘটনাবোৰ কিমান জটিল হ'ব পাৰে চাই লওঁ। [বিমানক] এতিয়াই খবৰ দিয়া। এক নম্বৰ ইউনিটৰ মিটিং। [ঘড়ী চাই] এঘণ্টাৰ পিছত। সকলো উপস্থিত থাকিব লাগিব। মিটিং ক'ত হ'ব, মোক পোন্ধৰ মিনিটৰ ভিতৰতে জনাবলৈ ক'বা।

বিমান : ভাল ছাৰ। [লৰালৰিকৈ ওলাই যায়।]

পবিত্র : [খোজ কাঢ়ি] সাত দিনৰ পিছত মৃত্যু, আৰু সুদীৰ্ঘকাল এনেকৈ জীয়াই থকা— এই দুটাৰ ভিতৰত— কাৰ কাৰণে কোনটো ভাল ব্যৱস্থা— আমাৰ কামৰ কাৰণে কোনটো ভাল ব্যৱস্থা— সেইবোৰ বিচাৰ কৰিব আমি জানো। [দুলালক] তুমি বাহিৰলৈ যোৱা। [দুলাল যায়। পবিত্ৰই ছোৱালীজনীক কয়—]

পবিত্র : তোমাৰ কাম শেষ কৰি বাহিৰলৈ যোৱা। মাতিলেই আহিবা।
[ছোৱালীজনীয়ে বিন্দুৰ হাত দুখন পিছফালে বান্ধে। তাৰ পিছত কাপ-প্লেটবোৰ লৈ গুচি যায়। অলপ সময় পায়চাৰি কৰি পবিত্ৰ বিন্দুৰ ওচৰলৈ আহে।]

পবিত্ৰ : আপুনি উচ্চশিক্ষিতা মানুহ, সমাজৰ ভালৰ কাৰণে চিন্তা কৰা মানুহ বুলিযেই আমাৰ ধাৰণা আছিল। আপুনি লিখা বহু কথাৰ লগত আমাৰ কথাৰ মিল আছিল। সেই কাৰণে আমি আশা কৰিছিলোঁ— আপুনি আমাৰ কাৰণে অলপ হে'ল্পফুল [Helpful] হ'ব। কিন্তু আপুনি এনেকুৱা আচৰণ কৰিছে কিয়? আপুনিতো জানে আমি কি উদ্দেশ্য লৈ এই কাম কৰিছোঁ। আমাৰ দাবী পূৰণ হ'লে আপোনাৰতো একো ক্ষতি নহয়। তেনেহ'লে কিয়—

বিন্দু : কাৰণ মই এই ৰাজ্যখনক, ইয়াৰ মানুহবোৰক ভাল পাওঁ। মই ৰাজ্যখনৰ উন্নতি আৰু মানুহৰ মংগল কামনা কৰোঁ।

পবিত্ৰ : আমি নকৰোঁ।

বিন্দু : আপোনালোকে যিটো পদ্ধতিৰে কাম কৰে, সেইটো মই বেয়া পাওঁ।

[পবিত্ৰই একেথৰে চাই থাকে। মঞ্চ লাহে লাহে অন্ধকাৰ হয়। আঁৰ-কাপোৰ পৰে।]

## দৃশ্য ৪

**মঞ্চ : ২**

[প্ৰবাল চৌধুৰীৰ বহা কোঠা। দিনত। গৃহমন্ত্ৰী, অসামৰিক পোছাকত ডি আই জি নিযোগী, চৌধুৰী, অৰুন্ধতী, মৃন্ময আৰু নৃপতি আছে। চৌধুৰী আৰু অৰুন্ধতীৰ চেহেৰা পাতি শোচনীয।]

গৃহমন্ত্ৰী : চেণ্টাৰৰ হোম মিনিষ্টাৰে মোক নিজে কোৱা মতে— আমি তিনিটা দিশৰ পৰা ঘটনাটো এটেক কৰিব লাগিব— প্ৰথম— তেওঁলোকৰ লগত যোগাযোগ, আলোচনা। দ্বিতীয়— পাব্লিক প্ৰেছাৰ।— আমি জনমত গঠন কৰিব লাগিব। ট্ৰিমেণ্ডাছ [tremendous] প্ৰেছাৰৰ সৃষ্টি কৰিব লাগিব। এনেকুৱা সন্ত্ৰাসবাদ যে দেশৰ, জনসাধাৰণৰ প্ৰগতিৰ পথত অন্তৰায, সেই কথা বুজাই দি জনসাধাৰণক এনেকৈ উদ্বুদ্ধ কৰিব লাগিব— যাতে এই অপশক্তিবোৰে ভয খায, সিহঁত যেন জনমতৰ সন্মুখত সেও হয। হোম মিনিষ্টাৰে এইটো ঠিক কথাই কৈছে, [ডি আই জিক] কি কয?

নিযোগী : হয ছাৰ।

চৌধুৰী : আপুনি তেখেতৰ লগত কেতিয়া কথা পাতিছিল?

গৃহমন্ত্ৰী : জাষ্ট নাও [just now] ইযালৈ অহাৰ ঠিক আগে আগে। তেখেতে নিজে ফোন কৰিছিল। তেখেতৰ মতে তৃতীয কথাটো হৈছে— আমি খুব কৌশলেৰে কাম কৰিব লাগিব। টেক্টফুলী। এই যে সংবাদ মাধ্যমৰ লব্ধপ্ৰতিষ্ঠা মানুহ এগৰাকীক সিহঁতে ধৰি নিছে— তাতে আকৌ ছোৱালী মানুহ— এই পইণ্ট দুটা আমি এক্সপ্লইট কৰিব লাগিব। বাতৰি কাকত আৰু তিৰোতা মানুহক জোকাই লোৱাটোতো ধেমালি কথা নহয। গোটেই দেশখনৰে বাতৰি কাকতে যেতিয়া একগোট হৈ, এক সুৰে লিখালিখি কৰিব— মহিলাসকলে যেতিয়া একমুখে ধ্বনি তুলিব, তেতিয়া তাৰ পৰিণাম আমাৰ অনুকূলে যাবলৈ বাধ্য। সিহঁতে এইবাৰ নিজৰ ভৰিত নিজে কুঠাৰ মাৰিলে। নিজৰ কবৰৰ গাঁত নিজে খান্দিলে।

[ফোন বাজে। মৃন্ময়ে কথা পাতে]

নৃপতি : কিন্তু— বাতৰি কাকত আৰু তিৰোতা মানুহক জোকাই লোৱাটো যে ধেমালি কথা নহয়, সেই কথাটোতো সিহঁতেও বুজে। সিহঁততো মূৰ্খ নহয়।

গৃহমন্ত্ৰী : মূৰ্খ নহয় বুলি কেনেকৈ ক'ব? বেজৰ নাকতো খৰে খায় বুইছে? সিহঁতৰ মতলবটো হ'ল— পাব্লিচিটি— প্ৰচাৰ। নেচনেল— ইন্টাৰনেচনেল পাব্লিচিটি। সিহঁতৰ নাম ফাটি-ফুটি যাওক, সিহঁত যে এটা লেখত ল'বলগীয়া ফ'ৰ্ছ, সেইটো পাব্লিকৰ মনত গজগজীয়া হওক। সেই কাৰণে আমি চৰকাৰৰ ফালৰ পৰা প্ৰেছ কনফাৰেন্সত কৈছোঁ— সিহঁতৰ সেইটো মনোবাঞ্ছা পূৰণ হ'বলৈও দিব নালাগিব। প্ৰেছ সংযত হ'ব লাগিব। অযথা কথাবোৰ ডাঙৰ কৰা মানে সিহঁতক ডাঙৰ কৰা।

নৃপতি : ঠিক। এইবোৰ বৰ ডাঙৰ কৌশলৰ কথা।

গৃহমন্ত্ৰী : নিশ্চয়।

নৃপতি : ৰাজনীতিৰ কৌশল?

গৃহমন্ত্ৰী : নিশ্চয়।

চৌধুৰী : এইবোৰ কৌশল চলি থাকিব। নানা ধৰণৰ ৰাজনীতি চলি থাকিব, কিন্তু যিটো মূল কথা, আমাৰ ছোৱালীজনী কেতিয়া এই ঘৰ পাবহি? [নিস্তব্ধ] আৰু এতিয়া তাই ক'ত আছে, কেনে অৱস্থাত আছে? আপোনালোকেই কওকচোন— ইয়াৰ বাহিৰে আজি আমাৰ কাৰণে অন্য কিবা কথাৰ গুৰুত্ব আছেনে? অন্য কিবা কথাৰ মূল্য আছেনে?

গৃহমন্ত্ৰী : আপোনালোকৰ কাৰণে অৱশ্যে নাই। কিন্তু দেশখনৰ ফালৰ পৰা ভাবিবলৈ গ'লে বহুত কথা আহি পৰে। এইটো কেবল এজনী ছোৱালীক কোনোবাই ধৰি নিলে— তাৰ পিছত আকৌ এদিন মোকলাই দিলে— সিমান সহজ-সৰল ঘটনা নহয়—

চৌধুৰী : নহয়। সিমান সহজ-সৰল ঘটনা নহয়। এই অঞ্চলৰ সৰ্বশ্ৰেষ্ঠ বাতৰি কাকতখনৰ মুখ্য সম্পাদক হৈ মই সেইকণ পলিটিকছ নাজানো বুলি নাভাবিব। চৰকাৰে এতিয়া মোক ক'ব নেকি— 'আপোনাৰ ছোৱালীজনীৰ ঘটনাটোৰ আলম লৈয়েই আমি বহুত সমস্যা সমাধান কৰিব লাগে, সেই কাৰণে আপোনালোকে ধৈৰ্য ধৰি মনে মনে থাকক?' ক'ব নেকি এনেকৈ?

নিযোগী : নাই, নাই, ছাৰে সেইটো কোৱা নাই।

চৌধুৰী : আপুনি ডেপুটী ইন্সপেক্টৰ জেনেৰেল অব পুলিচ। ৰাজ্যখনৰ বহু দায়িত্ব কান্ধত লৈ থকা উচ্চপদস্থ বিষয়া। এই ঘটনাটোৰ মুখ্য দায়িত্ব আপোনাক দিয়া হৈছে।

নিযোগী : হয়।

চৌধুৰী : বিন্দু এতিয়া ক'ত আছে? [নিস্তব্ধ]

নিযোগী : আমি ঠিক— এগজেক্টলী— কোন ঠাইত আছে ক'ব নোৱাৰিম—

চৌধুৰী : এগজেক্টলী নালাগে— মোটামুটি— কোন এৰিযাটোত আছে?

নিযোগী : আমাৰ ধাৰণা—

চৌধুৰী : ধাৰণা নহয়। ধাৰণা আমাৰ নিচিনা অকলশৰীয়া, অস্ত্ৰ-শস্ত্ৰ নোহোৱা, ধনৰ জোৰ নোহোৱা, সৈন্য-সামন্ত-জনবল নোহোৱা মানুহে কৰিম— হযতো তাইক পাকিস্তান ব'ৰ্ডাৰ পাৰ কৰি লৈ গ'ল, হযতো নেপালৰ জংঘললৈ লৈ গ'ল, হযতো এইখন নগৰৰে এঠাইত তাইক লুকুৱাই থৈছে— এইবোৰ ধাৰণা কৰাৰ জোখাৰে বুদ্ধি আমাৰো আছে। কিন্তু আপুনি ধাৰণা কৰাটো শোভা নাপায। আপোনালোকৰ বিশাল ফৌজ, আপোনালোকৰ প্ৰখৰ

বুদ্ধি— এইবোৰৰ সহায়ত কি জানিব পাৰিছে?

নিয়োগী : আপুনি উত্তেজিত হৈছে।

নৃপতি : নহয়, উত্তেজিত হৈছে নে নাই হোৱা তেখেতে সেইটো জানিব খোজা নাই, ছোৱালীজনী এতিয়া কোনটো এৰিয়াত আছে সেইটো জানিব খুজিছে।

নিয়োগী : সেইটো আমি সঠিকভাৱে জানিব পৰা নাই।

চৌধুৰী : [গৰ্জি] তেনেহ'লে আপুনি এখেতৰ পিছে পিছে 'হয় ছাৰ ইয়েছ ছাৰ' কৰি ঘূৰি ফুৰিছে কিয়? [সকলো অবাক। অৰুন্ধতী উচপ খাই উঠে। থিয় হয়।]

গৃহমন্ত্ৰী : আমি এতিয়া আহোঁ। আপোনালোকে ধৈৰ্য ধৰি আমাক সহায় কৰিলে আমাৰ কাম কৰাত সুবিধা হয়।

চৌধুৰী : এই চাৰিবেৰৰ মাজত আমাৰ ধৈৰ্য হেৰালে আপোনালোকৰ কামত বাধা জন্মে কেনেকৈ? মোৰ একমাত্ৰ ছোৱালী। তাইৰ জীৱনৰ প্ৰত্যেকটো মুহূৰ্তৰ লগত মই জড়িত। মোৰ মনৰ প্ৰত্যেকটো বিন্দু তাই অধিকাৰ কৰি আছে। আৰু আজি মই ঘুণাক্ষৰেও নজানো— তাই কোনটো অঞ্চলত আছে— কেনে অৱস্থাত আছে— এজনী গাভৰু ছোৱালী— হাবিয়ে-জংঘলে তাইৰ কি বিপদ হৈছে— এইবোৰ চিন্তাত মোৰ মতিভ্ৰম নহ'ব? মোৰ এতিয়া কালৈকো পৰোৱাই কৰাৰ ইচ্ছা নাই। যিবোৰ আচৰণক ভদ্ৰ আচৰণ বুলি কোৱা হয়, সেই আচৰণ দেখুওৱাৰ মোৰ আৰু ইচ্ছা নাই। এইখন দেশ সেই আচৰণৰ যোগ্য হৈ থকা নাই। মোক আপোনালোকে উন্মাদ বুলি ধৰিলেও এতিয়া মই আপত্তি নকৰোঁ। [অৰুন্ধতীয়ে চৌধুৰীক ধৰেহি।]

নৃপতি : তুমি বহাচোন।

গৃহমন্ত্ৰী : নহয় নহয় চৌধুৰী, আমিতো প্ৰয়োজনীয় সকলো ব্যৱস্থা গ্ৰহণ কৰিছোঁ।

চৌধুৰী : সিহঁতে সাত দিনৰ সময় দিছেনে নাই?

গৃহমন্ত্ৰী : দিছে।

চৌধুৰী : আজি পাঁচ দিন হৈ গ'লনে নাই?

গৃহমন্ত্ৰী : গ'ল। কিন্তু আমাৰ যি অভিজ্ঞতা, এই সময়সীমাতে সিহঁতে ধৰি নাথাকে।

চৌধুৰী : সিহঁতে সময়সীমা বঢ়াই দিব বুলি ধৰি লৈ আমি সেই হিচাপে কাম কৰিম? [ৰৈ] কিন্তু মোৰ অভিজ্ঞতা কি জানে? সাত দিনৰ সময় দি সিহঁতে আঠ দিনৰ দিনা একোজন মানুহক চকু-হাত বান্ধি, গুলীয়াই ৰাতি বাটত পেলাই থৈ যোৱা ঘটনা লৈ পাঁচটা সম্পাদকীয় এইখন হাতেৰেই লিখিছোঁ।

অৰুন্ধতী : এতিয়া সেইবোৰ কথা মুখলৈ নানিব বুলিছোঁ নহয়।

চৌধুৰী : কিন্তু আমাকতো পাঁচ দিন দহ দিন অতিৰিক্ত সময় নালাগে। তাইৰ নিচিনা এজনী ছোৱালীক ধৰি ৰাখি এদল নিষ্ঠুৰ মানুহেতো এমাহ, দুমাহ, এবছৰ সময়ো বঢ়াই দিব পাৰে। তেনেকৈ সময় বঢ়াই দিয়াটো এজনী গাভৰু ছোৱালীৰ মাক-বাপেকে সহ্য কৰিব পাৰে? লাগে আপোনালোকক তেনেকৈ বঢ়াই দিয়া সময়? What we want— আমাক লাগে— সিহঁতে সিহঁতৰ কথা ৰাখিব, সময়সীমা ৰাখিব— তেনে অৱস্থাত আপোনালোকে কি কৰিব? আৰু দুটা দিন আছে— এনে অৱস্থাত আপোনালোকে ইয়াত কি কৰিছে?— হয়, বোলে— তাইৰ ডেডবডীটো আহিছে, পাছে পাছে আপোনালোক সহানুভূতি জনোৱা ডিউটী কৰিবলৈ আহিছে, তেও এক কথা।

[ফোন বাজে। মৃন্ময়ে কথা পাতে]

গৃহমন্ত্ৰী : এনেকুৱা সময়ত আপোনালোকৰ লগত প্ৰত্যক্ষ যোগাযোগ ৰখাটো আমাৰ কৰ্তব্য। আপোনালোকৰ মনোভাব, আপোনালোকৰ পৰামৰ্শ আমাৰ কাৰণে সহায়ক হ'ব পাৰে।

চৌধুৰী : এনেকুৱা সময়ত আপোনালোক কেৱল এটা কথা সুধিবলৈ আমাৰ ওচৰলৈ আহিব পাৰে।— তাই ক'ত আছে আপোনালোকে জানিলে, আনহাতে আপোনালোকে সিহঁতৰ দাবী মানি নলয়— গতিকে আপোনালোকে স্পেচিয়েল ফ'ৰ্ছ লৈ, কমাণ্ডো বাহিনী লৈ সিহঁতৰ সেই ঘাটিটো আক্ৰমণ কৰি তাইক উদ্ধাৰ কৰিব খোজে। সেই অপাৰেচনত ছোৱালীজনীৰ মৃত্যুও হ'ব পাৰে— গতিকে আপোনালোকে আমাক সুধিব পাৰে— সৈন্য-সামন্ত লৈ আপোনালোকে সেই উদ্ধাৰ অভিযান চলাবনে নচলায়। আপোনালোক আহোঁতে মই সেইটো কথা সুধিবলৈ আহিছে বুলিহে ভাবিছিলোঁ।

গৃহমন্ত্ৰী : তেনেকুৱা সিদ্ধান্ত ল'ব পৰা অৱস্থালৈ আমি আহিব পৰা নাই। [ডি আই জিক] নহয় জানো?

নিযোগী : হয় ছাৰ।

চৌধুৰী : যদি তেনেকুৱা অৱস্থালৈ কেতিযাবা আহে, তেনেহ'লে আমাৰ পৰামৰ্শ বা পাৰ্মিছন ল'বলৈ আপোনালোক আকৌ আমাৰ ওচৰলৈ আহিব নালাগে। সময় বৰ কম। টেলিফোন কৰিও সময় নষ্ট কৰিব নালাগে। আমাৰ ক'বলগীয়া কথা এতিযাও কৈ থওঁ।— Go ahead চলাওক অভিযান। ইমিডিয়েটলী। সেইটো হ'ব এটা একচন। একচন লাগে। নৌ পলিটিকছ। ৰাজনীতি নালাগে। তেনেকুৱা একচনত মোৰ ছোৱালী মৰিলেও— ক'বলৈ হ'ব— তাই এটা ভাল বৰঙণি দি গ'ল।

অৰুন্ধতী : আপুনি অকল 'মোৰ' ছোৱালী বুলি তেনেকৈ নক'ব।

মৃন্ময : কিন্তু মই ইটো কথা জানিব খুজিছিলোঁ। তেওঁলোকৰ ডিমাণ্ডকেইটাৰ বিষয়ে আপোনালোকে কি ঠিক কৰিলে?

গৃহমন্ত্ৰী : আমি সিহঁতৰ দাবীবোৰ মানি ল'ম বুলি পোনে পোনেতো ক'ব নোৱাৰোঁ। কিন্তু সেই বিষয়ে নিগ'ছিয়েছন— আলোচনা চলাবলৈ আমি সাজু আছোঁ। সেই কথা আমি— বাতৰি কাকত, ৰেডিঅ', টেলিভিছন— এটাইকেইটা মাধ্যমৰ জৰিয়তে প্ৰচাৰ কৰি আছোঁ।

মৃন্ময় : কিবা উত্তৰ পাইছে?

গৃহমন্ত্ৰী : নাই পোৱা। যিকোনো মুহূৰ্ততে আমি এটা উত্তৰ আশা কৰি আছোঁ।

মৃন্ময : আপোনালোকৰতো তেওঁলোকৰ লগত যোগাযোগ কৰিব পৰা মানুহ আছে? এক ধৰণৰ মিডলমেন?— আপোনালোকৰ লগতো সম্পৰ্ক আছে, তেওঁলোকৰ লগতো সম্পৰ্ক আছে— তেনেকুৱা মানুহ?

গৃহমন্ত্ৰী : তেনেকুৱা মানুহ নোহোৱাকৈ চৰকাৰৰ কিছুমান বিভাগতো চলিবই নোৱাৰে। [ডি আই জিক] নহয় জানো?

নিযোগী : হয় ছাৰ।

মৃন্ময : তেওঁলোকক এতিয়া কামত লগাইছেনে নাই?

গৃহমন্ত্ৰী : এইবোৰ এনেকৈ কোৱা কথা নহয়। তথাপি— আপোনালোক ঘটনাটোৰ কেন্দ্ৰৰ মানুহ কাৰণে কওঁ— লগাইছোঁ।

মৃন্ময : তেওঁলোকে কি খবৰ দিছে?

গৃহমন্ত্ৰী : দাবী লবচৰ হ'ব পৰা কোনো আলোচনা কৰিবলৈ সিটো পাৰ্টী ৰাজী নহয়।

অৰুন্ধতী : বিন্দুক ক'ত ৰাখিছে সেই বিষয়ে তেওঁলোকে কি কৈছে?

গৃহমন্ত্ৰী : একো কোৱা নাই। সেই বিষয়ে স্পষ্টাক্ষৰে জনাটোও এওঁলোকৰ কাৰণে সম্ভৱ নহয়। সিটো পাৰ্টীৰ পৰা এওঁলোকৰ লগত কথা পাতিবলৈ যিকেইটা আহে, সিহঁতেও সেই বিষযে একো নাজানে।

অৰুন্ধতী : হে ঈশ্বৰ। [আধাফুটা মাতেৰে শব্দকেইটা কৈ বহি যায়।]

মৃন্ময় : এতিয়া সময় মাত্ৰ দুদিন আছে। আপোনালোকে আপোনালোকৰ মিডলমেনৰ মুখত আজিয়েই খবৰ নপঠিয়ায় কিয়— যে সিহঁতৰ দাবী আপোনালোকে মানি ল'ব, সেই বিষয়ে কোনো আলোচনাৰ প্ৰয়োজন নাই?

গৃহমন্ত্ৰী : তেনে কৰাটো এখন শান্তিপ্ৰিয়, গণতান্ত্ৰিক ৰাষ্ট্ৰৰ কাৰণে মংগলজনক হ'বনে?

মৃন্ময় : অমংগলজনক নিশ্চয নহয়। বাহিৰত চাৰি হাজাৰ মানুহ ঘূৰি ফুৰিছে— তেওঁলোকৰ চাৰিজনক ভিতৰত থৈ কি লাভ? সেই চাৰিজন ভিতৰত থকাৰ কাৰণে বাহিৰত তেনেকুৱা আৰু চাৰিজনৰ জন্ম হ'ব, আৰু এনেকুৱা একোখন ঘৰৰ চাৰিটা প্ৰাণীৰ জীৱন ধ্বংস হ'ব। কিয় এইবোৰ হ'বলৈ পাইছে তাৰ কাৰণটো নাইকিযা নকৰে কিয?

গৃহমন্ত্ৰী : কাৰণটো কি?

মৃন্ময : মাতক তেওঁলোকক। আলোচনা কৰক। সেই মূল কথাটোৰ কাৰণেহে আলোচনা লাগে। ছোৱালী এজনীৰ জীৱনৰ দাম-দৰ কৰিবলৈ আলোচনা-চক্ৰ পাতিব নালাগে নহয়। আৰু— কোম্পানীযে এক কোটি টকাৰ কথা কি কয?

নৃপতি : অলপ আগতে কোম্পানীৰ মেনেজিং ডাইৰেক্টৰে প্ৰেছৰ মানুহৰ লগত কথা পাতিছিল। সেই সময়ত মযো তাতে আছিলোঁ।

গৃহমন্ত্ৰী : কি কয় তেখেতে?

নৃপতি : তেখেতৰ কথা হ'ল— বিন্দুৰ জীৱনটোৰ কাৰণে এক কোটি টকা দিবলৈ তেখেতসকল সাজু। তেখেতসকলে এক কোটি নগদ টকা চাৰিটা বাকচত ভৰাই সাজু কৰি থৈ দিছে। এই মুহূৰ্তত চৰকাৰে দিবলৈ হুকুম দিযক, পিছমুহূৰ্ততে তেখেতসকলে ক'ত দিব লাগে বাকচ চাৰিটা দি আহিবগৈ। কিন্তু চৰকাৰে হুকুম দিব লাগিব। কাৰণ তেখেতসকল এই চৰকাৰৰ অধীনত নীতি-নিয়ম পালন কৰি ব্যৱসায কৰা সৎ নাগৰিক। চৰকাৰৰ হুকুম নাপালে তেওঁলোকে টকা নিদিযে। কিন্তু তেতিয়া যদি বিন্দুৰ কিবা অপকাৰ হয, তেনেহ'লে তাৰ বাবে সম্পূৰ্ণৰূপে দাযী হ'ব চৰকাৰ।

মৃন্ময : They are right– তেখেতসকলে ঠিক কথা কৈছে। [গৃহমন্ত্ৰীক] আপোনালোকে হুকুম দিযক, মানুহ দুজনক এৰি দিযক— আৰু বিন্দু আহি ঘৰ সোমাওক— এইটো পৰিষ্কাৰ কথা।

চৌধুৰী : নহয় মৃন্মষ। মই সাত বছৰে এইখন হাতেৰে যি লিখি আহিছোঁ, এইখন মুখেৰে যি কৈ আহিছোঁ— সেই মতেই কাম হ'বলৈ দিয়া। মোৰ ছোৱালীৰ কাৰণে এইবোৰ দাবী মানি এই শক্তিটোক প্ৰশ্ৰয় দিবলৈ অন্ততঃ মই ক'ব নোৱাৰোঁ।

অৰুন্ধতী : আপুনি প্ৰশ্ৰয় নিদিলে কি হ'ব? যাৰ হাতত গোটেই দেশখনৰ শাসনৰ ভাৰ থাকে, তেনেকুৱা ডাঙৰ মানুহেই দেখোন নিজৰ জীয়েকক এনেকুৱা দাবী মানি লৈয়েই মুকলি কৰি আনিছে।

চৌধুৰী : সেই কাৰণেই ধৰি লোৱা— তেওঁ আচলতে ডাঙৰ মানুহ নহয়। অন্ততঃ মই তেওঁতকৈ ডাঙৰ।

মৃন্ময : কিন্তু খুৰাদেউ— তাৰ কাৰণে যে আপুনি বিন্দুক sacrifice কৰিব লাগিব। বিন্দুৰ কি দোষ?

চৌধুৰী : নাই। [প্ৰায় ভাগি পৰে]। তাইৰ কোনো দোষ নাই। তাইৰ বহুত গুণ আছে। তাই যে কৈছে— এই মানুহবোৰৰ দাবী মানি যদি তাইক উদ্ধাৰ কৰি অনা হয়, তেনেহ'লে তাই ওলাই আহি আত্মহত্যা কৰিব— কেনেকুৱা গুণ থাকিলে এজনী পঁচিছ বছৰীয়া ছোৱালীয়ে সেই কথা ক'ব পাৰে তোমালোকে জানানে? আৰু মই আঠাৱন্ন বছৰীয়া মানুহটোৱে সেই গুণ হেৰুৱাম?

অৰুন্ধতী : তেনেহ'লে আমি এতিয়া কি কৰিম? কাৰ মুখলৈ চাম?

চৌধুৰী : এখেতসকলৰ মুখলৈ। আমি এখেতসকলে চলোৱা ৰাজ্যৰ নাগৰিক। কিন্তু মই যদি নিৰাশ হৈ এখেতসকলৰ মুখৰ পৰা চকু নমাবলগীয়া হয়, তেনেহ'লে এখেতসকলক শান্তিৰে থাকিবলৈ নিদিম। ইমান ডাঙৰ ত্যাগ কৰিবলৈ সাজু হৈছোঁ যেতিয়া— মোৰ একমাত্ৰ ছোৱালীজনীক হেৰুৱাবলৈ সাজু হৈছোঁ যেতিযা— মোৰ আৰু হেৰুৱাবলৈ একো নাথাকিব। অন্ততঃ উগ্ৰ বলিয়াই যেনেকৈ পগলা-জে'লৰ কাকো শান্তিৰে থাকিবলৈ নিদিয়ে মই তেনেকৈতো থাকিব পাৰিম।

মৃন্ময : নৌ। এই কথাই কথা নহয়। মই এনেকৈ অসহায় হৈ চাই থাকিব নোৱাৰোঁ। বিন্দুৰ লগত মোৰ জীৱন-মৰণৰ সম্পৰ্ক আছে। এইটো অকল খুৰাদেউ, খুৰীদেউ, বিন্দুৰে জীৱনৰ প্ৰশ্ন নহয়, মোৰ জীৱনৰো প্ৰশ্ন। [গৃহমন্ত্ৰীক] মই আপোনালোকৰ আলোচনাৰ মাজত সোমাব খোজোঁ। যিটো পৰিযালে দুৰ্ভোগ ভুগিছে, সেইটো পৰিয়ালক আলোচনাত ভাগ ল'বলৈ দিব লাগিব। মোক অন্ততঃ আপোনালোকৰ মিডলমেন— সেই মাজৰ মানুহখিনিৰ লগ লগাই দিযক। তেওঁলোকৰ সহায লৈ মই আচল মানুহখিনিৰ লগত কথা পাতিব খোজোঁ।

গৃহমন্ত্ৰী : হয নেকি? [ৰৈ] আপুনি এতিযাই আমাৰ লগত এঠাইলৈ যাব পাৰিবনে?

মৃন্ময : নিশ্চয।

গৃহমন্ত্ৰী : আহক তেনেহ'লে। [চৌধুৰীক] আমি আহোঁ। [অৰুন্ধতীক] আহোঁ।

[গৃহমন্ত্ৰী আৰু মৃন্ময ওলাই যায়। নিয়োগী শেষত দুৱাৰৰ ফালে যায। চৌধুৰীৰ সন্মুখত ৰয। ভাবে। তাৰ পিছত—]

নিযোগী : আপুনি বিদ্বান মানুহ। লিখা-পঢ়া কৰা মানুহ। বহুত কথা আপুনি বুজে। কিন্তু ইয়েছ ছাৰ, ভাল ছাৰ, হয় ছাৰ— এইকেইটা শব্দ উচ্চাৰণ কৰিবলৈ মোৰ যে কিমান কষ্ট হয়— হযতো সেই কথা আপুনি নুবুজে। মোৰ ল'ৰা-ছোৱালী, পৰিবাৰ— মানে মোৰ সংসাৰখনৰ দাযিত্ব আজি কোনোবাই লওক— কাইলৈ মোৰ মুখৰ পৰা ইয়েছ ছাৰ, ভাল ছাৰ, হয় ছাৰ নাইকিয়া হৈ যাব, আৰু পৰহিলৈ আপোনাৰ ছোৱালী ইয়াত উপস্থিত হ'বহি। ইমানকে ক'লোঁ। আহোঁ।

[যায। নৃপতি আগলৈ আহি বহে। ফোন বাজে। নৃপতিয়ে ফোন ধৰে।]

নৃপতি : হেল্লো?— হয়। আছে।— কোনে কৈছে? [লিখে]। এটা কথা শৰ্মা, এই সময়ত তেখেতসকলক ফোনলৈ নমতাই ভাল নেকি। যদি আপুনি বেয়া নাপায়—। মই নৃপতি তালুকদাৰে কৈছোঁ।— নহয়, তেখেতৰো গা ভাল নহয়। [হঠাতে ভাব-ভংগী সলনি

হয়।]— কি ক'লে?— [অৰুন্ধতীক] যোৱা মাহত বোলে বিন্দুৱে ডাক্তৰৰ পৰা প্ৰেছক্ৰিপচন এখন আনিছিল?

অৰুন্ধতী : [জাঁপ মাৰি উঠি] হয় আনিছিল। কোনে সুধিছে?

নৃপতি : তাত বোলে পেটৰ বিষৰ টেবলেট এটাৰ নাম লিখা আছিল?

অৰুন্ধতী : [চিঞৰি] আছিল। কোনে সুধিছে।

নৃপতি : টেবলেটটোৰ নামটো সুধিছে। প্ৰেছক্ৰিপচন বোলে তাইৰ টেবুলৰ সোঁফালৰ ড্ৰয়াৰতে আছে।

[অৰুন্ধতীয়ে ধৈৰ্য ধৰিব নোৱাৰি ওচৰৰ চকীখনত কান্দি কান্দি বহি পৰে।]

চৌধুৰী : মই আনোঁগে ৰ'বা।

নৃপতি : আপুনি অলপমান ধৰিব। প্ৰেছক্ৰিপচনখন আনিবলৈ গৈছে।— হয় নেকি?

[ফোন থয।]

অৰুন্ধতী : কি হ'ল?

নৃপতি : অলপ পিছত আকৌ ফোন কৰিব। টেবলেটটোৰ নামটো ফোনৰ ওচৰতে থৈ দিবলৈ কৈছে। তেওঁলোকে বোলে বেছি সময় ফোন ধৰি নাথাকে।

[অৰুন্ধতীয়ে ছোফাৰ হেণ্ডেলত মূৰ থৈ নিঃশব্দে কান্দে। মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ পৰে।]

## দৃশ্য : ৫

### মঞ্চ : ১

[ভিতৰুৱা অঞ্চলৰ ডাক বঙলাৰ কোঠা। ৰাতি। দূৰত শিয়ালৰ হোৱা। টেবুল লেমৰ পোহৰ। গৃহমন্ত্ৰী আৰু এজন যুবক— নাম জ্যোতিৰ্ময। মেজত খোৱাবস্তুৰ প্লেট আৰু ক'ল্ড ড্ৰিংকৰ বটল।]

গৃহমন্ত্ৰী : কিন্তু পাবলিকৰ আগত, অপ'জিচনৰ আগত, চেণ্ট্ৰেল গৱৰ্ণমেণ্টৰ আগত আমি আমাৰ পজিছনটো ঠিক ৰাখিব লাগিবনে নালাগে? তোমালোকে সোণৰ কণীকেইটাৰ কথাহে ভাবিবা, নে হাঁহজনীৰ কথাও ভাবিবা।

জ্যোতি : তেওঁলোকৰ কথা হ'ল— তেওঁলোকৰ কথা মানে আমাৰো কথা— আপোনালোকে স্পেচিয়েল ফ'ৰ্ছ নমোৱাৰ কথা ভাবিছে নেকি? কাশ্মীৰৰ পৰা যে কমাণ্ডো বাহিনী অনোৱাৰ কথা শুনিছোঁ, সেইটো সঁচানে মিছা?

গৃহমন্ত্ৰী : সঁচা। [ৰৈ থাকে।] কিন্তু সঁচা হ'লে তোমাৰ ক্ষতি কি? কমাণ্ডো বাহিনী আমাক লাগে, বিচাৰিছোঁ, পালে আনিম, সিহঁতৰ থকা-খোৱাৰ বন্দবস্ত কৰি দিম, থাকিব। তোমালোকৰ ক্ষতি কি?

জ্যোতি : সিহঁতক অপাৰেচনত নলগায?

গৃহমন্ত্ৰী : লগাম। সিহঁতে ৰেইড কৰি ফুৰিব। সিহঁতে কাক ধৰিব নোৱাৰিলে, সেইটোতো সিহঁতৰ দৰমহা কটা যোৱা কথা নহয। [প্লেটৰ পৰা কিবা খাই] আৰু সিহঁতে কাক ধৰিব নোৱাৰে, সেইটো তোমালোকৰহে কথা।

জ্যোতি : মুঠতে আপোনালোকে যেন অযথা ইন্টাৰফিয়েৰ নকৰে। যদি পাব্‌লিক, অ'পজিচন পাৰ্টী, চেণ্টাৰ আদিৰ হেঁচাত বা তেওঁলোকক দেখুৱাবলৈ কিবা কৰিবলৈ বাধ্য হয়, তেনেহ'লে আমি যেন আগতীয়াকৈ খবৰ পাওঁ। আৰু তেওঁলোকক দেখুৱাবলৈতো আপোনালোকৰ বহুত কাম কৰিবলগীয়া আছে? যমুনাৰ বানপানীয়ে কি অৱস্থাৰ সৃষ্টি কৰিছে পাব্‌লিকে জানে নাজানে? তাত কিমান মানুহৰ দুৰ্গতি হৈছে আপোনালোকে নিজেও চাবগৈ লাগে। অকল এজনী ছোৱালীৰ লগতে লাগি থাকিলে নহ'ব নহয়।

গৃহমন্ত্ৰী : সেইটো আমি বুজিম। [ঘড়ী চাই] শেষত— দুটা কথা। এক— তোমালোকে এনেকুৱা একো কাম নকৰিবা— যাৰ কাৰণে আমাৰ বিপদ হয়। আমি যেন সকলো গম পাই থাকোঁ। [বেলেগ সুৰত] এতিয়া ক'ত আছে?

জ্যোতি : নাজানো।

গৃহমন্ত্ৰী : সঁচাকৈয়ে নাজানা?

জ্যোতি : নাজানো। সিহঁতে সকলো কথা ক'লেও ছোৱালীজনীক ক'ত ৰাখিছে সেইটো কথা আমাক নকয়।

গৃহমন্ত্ৰী : ঠিক আছে। তুমি নাজানা যেতিয়া আমিও নজনাকৈ থকাই ভাল। মোৰ দুই নম্বৰ কথাটো ব্যক্তিগত— তুমি জানানে নাজানা ক'ব নোৱাৰোঁ— তোমাৰ লগৰ ৰঞ্জিতে জানে— দেউতাৰ নামত যে নাৰ্ছিং হোম এখন খুলিব খুজিছোঁ— তাৰ ফাউণ্ডেচনটো অহা ছেপ্টেম্বৰৰ পৰা আৰম্ভ কৰিব খুজিছোঁ। এষ্টিমেট মতে প্ৰায় এঘাৰ লাখ টকা লাগিব। কথাটো মনত ৰাখিবা। ভৱিষ্যতে তোমালোকৰে কামত আহিব। আগষ্টৰ ভিতৰতে টকাখিনি মোৰ হাতত পৰিলে ভাল হয়। [হঠাতে সুৰ সলাই] মই যাওঁ। তুমি এতিয়া তেওঁৰ লগত কথা পাতা। তেওঁক ইয়ালৈ আহিবলৈ খবৰ দিয়াচোন।

[জ্যোতি ওলাই যায়। গৃহমন্ত্ৰীয়ে প্লেটৰ পৰা কিবা খায়। ঘড়ী চায়। চকীৰ হেণ্ডেলত পৰি থকা চাদৰখন ডিঙিত ভালকৈ লয়। জ্যোতি আহে।]

গৃহমন্ত্ৰী : মই তেওঁৰ লগত বহুত কথা পাতিলোঁ। আচৰিত ধৰণৰ ল'ৰা। অতি বুদ্ধিমান। কামত আহিব। সাৱধানে কথা পাতিবা।

[জ্যোতিয়ে প্লেট, soft drink-ৰ বটল আদি আঁতৰাই থয়। মৃন্ময় আহে।]

গৃহমন্ত্ৰী : আহক। আপোনালোকে নিজে চিনাকি হৈ লওক। [জ্যোতিক দেখুৱাই] এওঁক মই জ্যোতিৰ্ময় শৰ্মা বুলি জানো। কিন্তু আপোনাক বা কি নামেৰে চিনাকি দিয়ে সেইটোতো মই ক'ব নোৱাৰোঁ। পিছে এওঁ যি নামেৰেই চিনাকি নিদিয়ক— মই আশা কৰোঁ আপোনালোকৰ পৰিচয় বন্ধুত্বত পৰিণত হ'ব, আৰু সেই বন্ধুত্ব— আমাৰ কাৰণে লাভজনক হ'ব। আহোঁ।— [যায়।]

জ্যোতি : বহক।

মৃন্ময : দুৱাৰখন বন্ধ কৰি ল'লে ভাল আছিল।

[জ্যোতি দুৱাৰৰ ফালে যায়। মৃন্ময়ে মাজতে কথা কয়। জ্যোতি উভতি আহে।]

মৃন্ময : আৰু এটা কথা।— এখেত যোৱাৰ লগে লগে বাহিৰত থকা পালি-পহৰীয়া সকলো গুচি গ'ল নেকি?

জ্যোতি : তেখেতৰ লগত অহাখিনি গ'ল।

মৃন্ময : আপোনালোকৰ নিজৰ কোনোবা আছেনে নাই?

জ্যোতি : আছে।
মৃন্ময় : বিশ্বাসী?
জ্যোতি : হয়।
মৃন্ময় : বিশেষ কাৰণত, মই লগত কাকো ননাকৈয়ে ইয়ালৈ আহিছোঁ। চাব, যাতে মোৰ একো অপকাৰ নহয়। দুৱাৰখন—
[জ্যোতিয়ে দুৱাৰখন বন্ধ কৰি আহে]
মৃন্ময় : মই মাত্ৰ কেইমিনিটমানৰ কাৰণে আহিছোঁ। সময় নষ্ট নকৰোঁ। আপোনাৰ আচল নামৰ কথা এতিয়া নোসোধোঁ। তেখেতে জ্যোতির্ময শৰ্মা বুলি কৈছে— মোৰ কাৰণে সেইটো নামেই যথেষ্ট। মই জনা মতে আপুনি মাজৰ মানুহ। আপুনি এখেতসকলক [বাহিৰলৈ দেখুৱাই]— মানে চৰকাৰক— আলোচনা, কম্প্ৰমাইজ, বুজাপৰা, এৰা-ধৰা— এনেকুৱা কিবা ইংগিত দিযাটো সঁচা নেকি?
জ্যোতি : পৰিষ্কাৰকৈ কোনো ইংগিত দিযা নাই। কিন্তু পাব্লিকৰ পৰা প্ৰেছাৰ বৰ বেছিকৈ পৰিছে, গোটেই দেশতে হুলস্থূল লাগিছে, গতিকে— পাৰ্টীৰ ফালৰ পৰা কিবা এটাতো ক'ব লাগিব। পাৰ্টীটোতো মনে মনে থাকিব নোৱাৰে।
মৃন্ময় : পাৰ্টী মানে?
জ্যোতি : এওঁলোকৰ কথা কৈছোঁ। যিবোৰে বিন্দু চৌধুৰীক ধৰি ৰাখিছে, তেওঁলোকৰ কৰ্থা কৈছোঁ। তেওঁলোকক আমি সুধিছিলোঁ— তোমালোকৰ দাবী মতে কাম হ'লেতো ভালেই, কিন্তু যদি নহয, তেনেহ'লে কেনেকুৱা বুজা-পৰা কৰিবলৈ তোমালোক ৰাজী আছা?
মৃন্ময় : কি কয তেওঁলোকে?
জ্যোতি : তেওঁলোকে অন্য কোনো ধৰণৰ বুজা-পৰা নকৰে।
মৃন্ময় : যিটো সমযসীমা বান্ধি দিছে, সেইমতে কাম কৰিব?
জ্যোতি : কৰিব।
মৃন্ময় : গুড।
জ্যোতি : [ৰৈ] হযতো কেইদিনমানৰ সময বঢাই দিব পাৰে। কিন্তু দাবী পূৰণ নহ'লে ছোৱালীজনীক শেষ কৰি দিযাটো খাটাং।
মৃন্ময় : গুড। কিন্তু সময বঢাই দিযাৰ কি দৰকাৰ?
জ্যোতি : ছোৱালী মানুহ কাৰণে—
মৃন্ময় : ছোৱালী মানুহ বুলি কি কথাটো আছে? আজিকালি ল'ৰা আৰু ছোৱালীৰ কিবা পাৰ্থক্য আছে নেকি? চব সমান। তদুপৰি এই সময বঢাই দিয়াৰ কথাটোৱে কি কৰে জানেনে নাজানে? [ৰৈ] আমাৰ মনৰ জোৰ কমাই দিয়ে। সময় যোৱাৰ লগে লগে বস্তুবোৰ পনীয়া হৈ গৈ থাকে। আৰু আটাইতকৈ ডাঙৰ কথা— এই যে আমি এটা ঘোষণা কৰি সেইমতে কাম নকৰোঁ— তাৰ ফলত মানুহৰ মনত ধাৰণা জন্মে— এইবোৰ আমাৰ ফাল্টু হুংকাৰ— ভয় দেখুৱাবলৈ কৰা চিএৎৰ-বাখৰ। আচলতে আমি একোডাল কৰিব নোৱাৰোঁ। ধৰি অনা মানুহবোৰক এদিন ৰাতি এৰি থৈ সুৰসুৰকৈ পলাওঁ— মানবীযতাৰ কথা কৈ খবৰ-কাগজত বিবৃতি দিওঁ। এনেকৈয়ে আমি ভেৰা হৈ গৈ আছোঁ।
[উত্তেজিতভাৱে খোজ কাঢে।]

জ্যোতি : কিন্তু এইবাৰ এওঁলোকে সেইটো হ'বলৈ নিদিব।

মৃন্ময় : গুড। আৰু যদি অনিবাৰ্য কাৰণত তাইক হত্যা কৰাৰ দিনটো পিছুৱাবলগীয়া হয়, তেন্তে প্ৰতি দিনৰ কাৰণে দহ লাখকৈ বেছি টকা দাবী কৰিব লাগিব। অকল দাবীযেই নহয়— বঢ়াই দিয়া প্ৰতিটো দিনৰ কাৰণে দহ লাখকৈ অতিৰিক্ত টকা আদায় কৰিব লাগিব। [অলপ পৰ মৃন্ময়ৰ মুখলৈ চাই থাকি]

জ্যোতি : মিনিষ্টাৰৰ পৰা মই আপোনাৰ মোটামুটি চিনাকি এটা পাইছিলোঁ। কিন্তু— আচলতে আপুনি কোন?

মৃন্ময় : মিনিষ্টাৰে কি কি ক'লে? মই ইঞ্জিনিয়াৰ, চেনিকল বিশেষজ্ঞ, অলপতে কিউবালৈ যাম, তাৰ পৰা আহি প্ৰবাল চৌধুৰীৰ জীয়েক বিন্দু চৌধুৰীক বিয়া কৰাম— সিমানেই নে আৰু কিবা?

জ্যোতি : সাধাৰণ মানুহে জনা পৰিচয় বোলে সিমানেই। কিন্তু তেখেতৰ মতে সেইটো বোলে আপোনাৰ ৰেছন কাৰ্ডৰ পৰিচয়, আপুনি আচলতে বোলে বৰ ইণ্টাৰেষ্টিং মানুহ।

মৃন্ময় : [ডাঙৰকৈ হাঁহি] ভাল কথা কৈছে। সেইটো মোৰ ৰেছন কাৰ্ডৰ পৰিচয়েই হয়। নাম, পিতাৰ নাম, ৱাৰ্ড নম্বৰ—। ঠিকেই কৈছে। কিন্তু মই বৰ ইণ্টাৰেষ্টিং চৰিত্ৰৰ মানুহ নহওঁ। বহুতৰে মতে বেয়া চৰিত্ৰৰ মানুহ, কিন্তু মোৰ মতে মই ভাল চৰিত্ৰৰ মানুহ।

জ্যোতি : আপুনি যে বিন্দু চৌধুৰীক বিয়া কৰাব— সেই কথাটো সঁচানে মিছা?

মৃন্ময় : মিছাতো হ'বই নোৱাৰে। সেইদিনাতো মই তেওঁক আঙঠি পিন্ধাবলগীয়া আছিল।

জ্যোতি : তেনেহ'লে?

মৃন্ময : তেনেহ'লে সেইদিনাই, আঙঠি পিন্ধোৱাৰ মাত্ৰ আধা ঘণ্টাৰ আগতে এই ঘটনাটো ঘটিল কিয়? কেনেকৈ হ'বলৈ পালে এই অদ্ভুত যোগাযোগটো? [দুযো দুয়োলৈ চাই থাকে।] ৰ'ব। মই কথা কোৱাৰ আগতে আপোনাক দুটামান কথা সুধি লওঁ। আপুনি এই পাৰ্টীটোৰ ওপৰৱালাকেইজনক চিনি পায়নে?

জ্যোতি : প্ৰায়বোৰকে পাওঁ।

মৃন্ময : দুলালক?

জ্যোতি : পাওঁ।

মৃন্ময : পবিত্ৰক?

জ্যোতি : পাওঁ।

মৃন্ময : তেওঁৰ আচল নাম কি জানে?

জ্যোতি : জানো।

মৃন্ময় : তেওঁৰ ককায়েকে কি কৰে?

জ্যোতি : একো নকৰে। তেওঁ এম এল এ।

মৃন্ময় : গুড। আপোনাক কিছু কথা ক'ব পাৰি। অৱশ্যে আপুনি খাটি মানুহ নহ'লেও মোৰ কোনো ভয় নাই। শুনক। মাজৰ মানুহ কাৰণে আপোনাক কৈ থওঁ— বিন্দু চৌধুৰীক মই বিয়া কৰাম— কিন্তু তেওঁ যেতিয়া আমাৰ লাইনলৈ আহিব, তেতিয়া কৰাম।

জ্যোতি : আমাৰ লাইনলৈ মানে?

মৃন্ময় : মানে আমাৰ লাইনলৈ। প্ৰথমতে তেওঁ— তেওঁ কিয়— তেওঁৰ গোটেই পৰিয়াল আমাৰ

লাইনলৈ আহক, তাৰ পিছত কি হয় দেখা যাব। এভাৰেষ্ট মাল্টিনেচনেলৰ কোটিপতি মালিকৰ শিষ্যক পোনে পোনে মোৰ শোৱনি কোঠাতে ঠাই দিব নোৱাৰোঁ। তাৰ আগতে তেওঁলোক শিক্ষিত হ'ব লাগিব। মই যিটো পৰ্যায়ৰ সমাজ এখন বিচাৰোঁ, তেওঁলোক সেই পৰ্যায়লৈ আহিব লাগিব।

জ্যোতি : কিন্তু আমি জানো— প্ৰবাল চৌধুৰীৰ ঘৰৰ লগত আপোনাৰ বহু দিনৰ সম্পৰ্ক, আৰু— বিন্দু চৌধুৰীৰ লগত আপোনাৰ প্ৰণয়ৰ সম্পৰ্ক আছে।

মৃন্ময় : সম্পৰ্ক আছে নহয়— সম্পৰ্ক মই কৰিছোঁ। কাণখনত ধৰি টানিলে মূৰটো ওচৰ চাপি অহে। সেই কাৰণে মই বিন্দু চৌধুৰীৰ লগত সম্পৰ্ক স্থাপন কৰিছিলোঁ। প্ৰথমতে ভাবিছিলোঁ— কথা আৰু ভালপোৱাৰেই তেওঁক জয় কৰিম— তাৰ পিছত তেওঁলোকৰ গোটেই দলটোক। কিন্তু [অস্থিৰ হৈ উঠে।]

জ্যোতি : কি হ'ল?

মৃন্ময : ইহঁত গভীৰ পানীৰ মাছ। সাংঘাতিক মানুহ। যিমানে ওচৰ চাপিলোঁ সিমানে দেখিলোঁ আৰু বুজিলোঁ— ইহঁতক প্ৰেম-ভালপোৱা— এইবোৰেৰে জয় কৰিব নোৱাৰি। বহু দিন ধৰি একেবাৰে ওচৰৰ পৰা চাই মই বুজিলোঁ— সেই কোম্পানীৰ মালিকবোৰ যদি শোষণৰ ইঞ্জিন, তেনেহ'লে এই বিন্দু চৌধুৰীহঁত সেই ইঞ্জিন তেল-পানী দি চলাই থকা তেজ-মঙহৰ মানুহ। ইহঁত বেছি সাংঘাতিক। আৰু যেতিয়া মই নিশ্চিত হ'লোঁ— ডেফিনিট-হ'লোঁ— যে চিধা আঙুলিৰে ঘিঁউ আনিব নোৱাৰি, তেতিয়া মই এই ঘটনা ঘটাবলৈ বাধ্য হ'লোঁ।

জ্যোতি : [চাই থাকি] কি ঘটনা?

মৃন্ময : যিটো ঘটনা ঘটিছে, সেইটো ঘটনা।

জ্যোতি : মানে?

মৃন্ময : মানে— যিসকলে বিন্দুক লৈ গৈছে, তেওঁলোকেও নাজানে— কিন্তু এই গোটেই ঘটনাটোৰ প্লেনটো তেওঁলোকক মই কৰি দিছোঁ। [নিস্তব্ধ] আৰু তেওঁলোকে মোৰ প্লেনমতে কাম কৰিছে।

জ্যোতি : আপুনি প্লেন কৰি দিছে, সেইমতে তেওঁলোকে কাম কৰিছে— অথচ তেওঁলোকে নাজানে—!

মৃন্ময : তেওঁলোকক মই ছমাহৰ আগৰে পৰা— আঁৰৰ পৰা— এযাৰ-এযাৰকৈ কথা কৈ কৈ প্ৰস্তুত কৰিছোঁ। কথাবোৰ তেওঁলোকৰ মগজত সোমাইছে, কিন্তু কোনে সুমুৱাইছে তেওঁলোকে নাজানে। মই তেওঁলোকৰ সন্মুখলৈ কেতিয়াও যোৱা নাই, আৰু বোধকৰোঁ নাযামো।

জ্যোতি : কিয?

মৃন্ময : তেওঁলোক বৰ কেঁচা মানুহ। আনকি তেওঁলোকৰ নেতাকেইজনো মাজে মাজে বুৰ্বক হৈ যায। কেতিযাবা তেওঁলোকে বৰ কেঁচা কাম কৰে। তেওঁলোকৰ লগ লাগিলে মোৰ কাম নহ'ব, কিন্তু বিপদ হ'ব।

জ্যোতি : আপোনাৰ কথাবোৰ বুজিবলৈ টান পাইছোঁ।

মৃন্ময : একো টান নহয। মই তেওঁলোকৰ পাৰ্টীৰ মানুহ নহওঁ, কিন্তু বহু কাম মই চলাওঁ। বাহিৰৰ পৰা। ইমানদিনে মোক মানুহে প্ৰবাল চৌধুৰীৰ ভাবী জোঁৱায়েক বুলি ভাবি আছিল,

এতিয়া আৰু প্ৰবাল চৌধুৰীহঁতেও মোক দেখা নাপায়। নিতান্ত প্ৰযোজন নহ'লে আপোনালোকেও দেখা নাপায়। বিন্দু চৌধুৰীক লৈ যিটো অভিযান মই আৰম্ভ কৰিছোঁ, সেইটো শেষ কৰাই এতিয়া মোৰ প্ৰথম কাম।

জ্যোতি : কিন্তু আপুনি বোলে কিউবালৈ যাব? চেনিৰ বিষয়ে পঢ়া-শুনা কৰিবলৈ?

মৃন্ময : নৌ। কিউবাত চেনিতকৈ অইন বহুত পঢ়িবলগীয়া বিষয় আছে। মই সেইবোৰ কথা জানিবলৈ যাম বুলি ভাবিছিলোঁ। ফিডেল কেষ্ট্ৰোৰ নাম আপোনালোকে প্ৰায়েই লয়। মই তেখেতৰ কাষ চাপিব খোজোঁ। কিন্তু মানুহকতো এইবোৰ কথা খোলাকৈ ক'ব নোৱাৰি। সেই কাৰণে চেনিৰ কথা কওঁ। পিছে এতিয়া নাযাওঁ। বিন্দু চৌধুৰীৰ ঘটনাটো আগতে শেষ কৰোঁ।

জ্যোতি : কিন্তু বিন্দু চৌধুৰীযেতো কোনো দাবী মানি নলয় বুলি কৈ দিছে।

মৃন্ময : তাৰ ফল কি হ'ব— তেওঁ বুজা নাই। মই তেওঁক বুজাম। ৱান থিং— আপুনি নিজে চিধা বিন্দুৰ ওচৰলৈ যাব পাৰিবনে? মোৰ ফালৰ পৰা শেষ কথাখিনি কৈ আহিবলৈ?

জ্যোতি : ওহোঁ। তেওঁলোকে মোক সিমানলৈ যাবলৈ নিদিয়ে। তেওঁলোকৰ নেতাই এজনক কয়, সেইজনে আন এজনক কয়, সেইজনে মোক কয়— আমাৰ যোগাযোগটো এনেকুৱাহে।

মৃন্ময : এনেকুৱা কোনোবা আছানে— যি মৰি গ'লেও মোৰ বিশ্বাস ৰাখিব পাৰিব আৰু মোৰ কথা এটা শব্দৰো ইফাল সিফাল নোহোৱাকৈ বিন্দুৰ কাণত পেলাব পাৰিব?

জ্যোতি : [কেইমুহূৰ্তমান ভাবি] আজি আমাৰ ওচৰলৈ যিজনী ছোৱালী আহিছে, তেওঁৰ লগত কথা পাতি চাব পাৰে।

মৃন্ময : ক'ত আছে তেওঁ?

জ্যোতি : ইয়াতে আছে।

মৃন্ময : হয় নেকি? তেওঁক লগ ধৰিলে মোৰ অসুবিধা নহয়তো?

জ্যোতি : নহয়। তেওঁ পাৰ্টীৰ বহুত ভিতৰৰ ছোৱালী।

মৃন্ময : লগ পাওঁ তেনেহ'লে?

[জ্যোতি ওলাই যায। মৃন্ময়ে চিন্তা কৰে। খোজ কাঢ়ে। অলপ পিছত জ্যোতি আহে। পাছে পাছে এজনী ছোৱালী (নন্দিতা)। মৃন্ময়ে তাইৰ মুখলৈ থৰ লাগি চায। তায়ো মৃন্ময়ক চায়।]

মৃন্ময : মুখখন লুকুৱাবৰ চেষ্টা নকৰাকৈ আহিছে যেতিযা— এওঁতো মোৰ লগ এৰিব নোৱাৰিব। [হাঁহে]। ভাল পালোঁ। এইটো বিশ্বাসৰ প্ৰথম চিন। আৰু দেখিছেই— ময়ো ছদ্মবেশ ধৰাৰ চেষ্টা কৰা নাই। মই তেনেহ'লে এওঁৰ লগত কথা পাতোঁ?

জ্যোতি : পাতক।

মৃন্ময : আপুনি নাথাকিলে মোৰ সুবিধা হ'ব।

[জ্যোতি যাব খোজে।]

মৃন্ময : শুনক। আপোনাৰ লগত মোৰ আজি আৰু দেখা নহ'ব। মোৰ শেষ কথা— চৰকাৰক বা আন কাকো— আলোচনাৰ জৰিয়তে কিবা এৰা-ধৰা হ'ব পাৰে বুলি কোনেও যেন আশ্বাস নিদিয়ে। যাওক। [জ্যোতি যায]। আপোনাৰ দহ মিনিটমান সময হ'বনে?

নন্দিতা : হ'ব।

মৃন্ময : আহক অলপ কথা পাতোঁ। বহক। চিন্তা নকৰিব। মই কেৱল জানিব খোজোঁ— আচলতে

আপুনি কিমানৰ মানুহ। বহক। অ' নহয়, আগতে দুৱাৰখন মাৰি থৈ আহকগৈ।
[নন্দিতাই দুৱাৰখন বন্ধ কৰি উভতি আহি মৃন্ময়লৈ চাই থাকে]

মৃন্ময় : আপোনাৰ নামটো?

নন্দিতা : ধৰি লওক— নন্দিতা।
[দুয়ো দুয়োৰে মুখলৈ চাই থাকে। লাহে লাহে মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ পৰে।]

# দৃশ্য : ৬

## মঞ্চ ২

[প্ৰবাল চৌধুৰীৰ ড্ৰইং ৰুম। মুমূৰ্ষু অৱস্থাৰে চৌধুৰী বহি আছে। তেওঁৰ গাৰ কাপোৰ, চুলি আদিৰ লাগ-বান্ধ নাই। প্ৰথমে তেওঁৰ ওপৰত পোহৰ পৰে। তাৰ পিছত গোটেই মঞ্চ পোহৰ হয়। তেতিয়া দেখা যায়— নৃপতিয়ে ফোনত কথা পাতি আছে।]

নৃপতি : নাই, কোনো খবৰ পোৱা নাই। আজি পুনৰ খবৰ কাগজত যি ওলাইছে সেযেই। সিহঁতে এসপ্তাহ সময় বঢ়াই দিছে আৰু সত্তৰ লাখ টকা বেছিকৈ বিচাৰিছে। তাৰ বাহিৰে আমি বেলেগ একো খবৰ পোৱা নাই।— আছে।— নাই, মই জনাত কৰলৈকো নাযায়।— আপুনি আহিব খুজিছে নেকি?— আহক বাৰু।

চৌধুৰী : শুনাচোন। ৰ'বা।

নৃপতি : [ফোনত] অকণমান ধৰিবচোন। [ফোন মুখৰ পৰা আঁতৰাই]— কি হ'ল?

চৌধুৰী : কাৰ কথা কৈছা? কোনে কাক বিচাৰিছে?

নৃপতি : এক্সপ্ৰেছ কাগজৰ নন্দিতা ৰায নামৰ ৰিপ'ৰ্টাৰ এজনীয়ে ফোন কৰিছে। মামীক লগ পাব খোজে।

চৌধুৰী : মোক লগ পাবলৈ যেন কোনো নাহে।

নৃপতি : [ফোনত] কওকচোন।— ভাল মই কৈ থ'ম। কিমান সময়ত আহিব?— ভাল। [ফোন থয়। ভিতৰলৈ চাই] মামী! মামী ক'ত আছা?
[সোমাই যায। জুপুকা মাৰি বহি থকা চৌধুৰীয়ে অলপ পিছত—]

চৌধুৰী : নৃপতি!
[নৃপতি আহে।]

নৃপতি : কোৱা।

চৌধুৰী : ডি আই জি অহাৰ কথা আছিল নহয়?

নৃপতি : পাবহি এতিয়া। [ঘড়ী চায]

চৌধুৰী : তোমালোকৰ কি কথা আছে— মই নাজানো। যি কথা পাতা পাতি থাকিবা। মোক কিন্তু কোনো কথাৰ মাজলৈ নাটানিবা। মোক মনে মনে শান্তিৰে থাকিবলৈ দিয়া।
[সংগীত]

চৌধুৰী : [অলপ পিছত] নৃপতি!

নৃপতি : কোৱা।

চৌধুৰী : এনেকৈ মনে মনে থকাৰ সলনি এটা কাম কৰো নেকি?

নৃপতি : কি কাম?

চৌধুৰী : এফালৰ পৰা শেষ কৰি দিওঁ নেকি?

নৃপতি : কি? কাক?

চৌধুৰী : ইমান দিনে যাক এইবোৰৰ কাৰণে দাযী বুলি জানি আহিছোঁ— সিহঁত সকলোকে— সিহঁতৰ মাক, বাপেক, বাযেক, ভনীযেক, পুতেক, জীযেক— সকলোকে?

নৃপতি : শেষ কৰিবা মানে?

চৌধুৰী : [দাঁত-মুৰ কৰচি]— আঁঠু দুটা ভাঙি দি, হাতৰ আঙুলিবোৰ থেঁতেলা কৰি দি, তাৰ পিছত কোবাই কোবাই— কোবাই কোবাই— জীৱটো ওলাই নোযোৱালৈকে কোবাই কোবাই— [ক্লান্ত হৈ পৰে। অলপ পিছত]

চৌধুৰী : মই এইবিলাক কথা কোৱা বেয়া শুনি নহয়?

নৃপতি : মই বেযা নুশুনো। তুমিতো জানাই— এসময়ত মই গুণ্ডা বুলিয়েই জনাজাত আছিলোঁ। কিন্তু অইনে শুনিলে— [ৰৈ যায]

চৌধুৰী : ভদ্র হোৱাৰ কিমান বিপদ দেখিলা? আজি যদি মই অশিক্ষিত, অসভ্য, অভদ্র হ'লোঁহেঁতেন, তেনেহ'লে যাকে সন্দেহ কৰোঁ তাকে হেঁপাহ পলুৱাই চেপা মাৰি ধৰিব পাৰিলোঁহেঁতেন। এই পুলিচ— এই পলিটিচিয়ান— দৰকাৰ হ'লে ইহঁতকো মৰিয়াব পাৰিলোঁহেঁতেন, মাৰ খাবও পাৰিলোঁহেঁতেন। পেটৰ পোৱালি হেৰোৱা ভযানক জন্তুৰ নিচিনাকৈ উগ্র হ'ব পাৰিলোঁহেঁতেন। তেনেকৈয়ে সমযবোৰো পাৰ হ'লহেঁতেন, মনৰ যন্ত্রণাও পাতলিলহেঁতেন। কিন্তু এতিযা—
[ৰৈ যায]

চৌধুৰী : কিন্তু নৃপতি, চাই থাকিবা— এদিন নহয এদিন— অন্ততঃ এটাক—[আঙুলি জোকাৰে]। তাই যদি ভালে ভালে উভতি আহে, তাই যদি সুকলমে নিজৰ জীৱনলৈ উভতি আহিব পাৰে, তেনেহ'লে ভালেই। কিন্তু— যদি তাইৰ কিবা বিঘিনি ঘটে, তেনেহ'লে সিহঁতৰ এটাক নহয এটাক মই ধৰিমেই ধৰিম। তাক— তাক মই বুজাম— কি শিক্ষা আৰু নীতিৰে মই মোৰ ছোৱালীজনীক ডাঙৰ কৰিছিলোঁ। তাক মই সুধিম— কি দোষত তাইৰ জীৱনটো এনেকুৱা হ'ল। উত্তৰ দিবলৈ তাৰতো একো নাথাকিবই— তাৰ পিছত তাক— [দাঁত কামুৰি] তাক— মই—

নৃপতি : তুমি তাক তাক বুলি কৈছাহে! কিন্তু সি কোন? যাক তুমি পাব লাগে, তাকতো নাপাবও পাৰা।

চৌধুৰী : এই যে নামবোৰ শুনি আছোঁ— সিহঁতৰ মুধাফুটা নেতাবোৰ—

নৃপতি : আজি যাক তুমি এইবোৰ কামৰ একেবাৰে ওপৰৰ নেতা বুলি ভাবা, তেওঁ হয়তো বিন্দুৰ এই ঘটনাবোৰৰ কথা নাজানিছিলেই! কোনোবাই কৰিলে—

চৌধুৰী : [খঙেৰে] কোনোবাই কৰিলে।— কিন্তু নেতাহঁতে এতিয়া এইবোৰত বাধা নিদিয়ে কিয়? এতিযাও সিহঁতে একো নাজানে নে? এসপ্তাহ সময বটাই দিয়া কথাটোও সিহঁতে নাজানে নে? [কলিং বে'ল বাজে। নৃপতিয়ে দুৱাৰ খুলি দিয়ে। ডি আই জি নিয়োগী আহে। চৌধুৰী দুৰলৈ গৈ নিৰ্বিকাৰ হৈ বহি থাকেগৈ]

নৃপতি : আহক। বহক।
[নিয়োগী বহে।]

নৃপতি : আচলতে মইহে আপোনাক এবাৰ নিৰলে লগ পাব খুজিছিলোঁ। এওঁৰ [চৌধুৰীক দেখুৱাই] আৰু কাৰো লগত এই বিষয়ে কথা পতাৰ ইচ্ছা নাই। আচলতে বোধকৰোঁ এওঁৰ শক্তিও নাই। কিন্তু আপোনালোকে যি কৰিছে— তাকেতো পৰিয়ালটোৱে মনে মনে চাই থাকিব নোৱাৰে। এসময়ত আপোনালোকে কিবাকিবি কৰিবলৈ বাদেই দিব, কথাটো একেবাৰে তলেই পৰি যাব— তেনেকুৱা হ'বলৈতো দিব নোৱাৰি।

নিযোগী : নাই নাই, তেনেকৈ তল পৰাৰ প্ৰশ্নই নাই।

নৃপতি : নহয়, আপোনালোকৰতো বহুত কাম। এইটো কথাতে— এজনী ছোৱালীৰ কথাতে কিমান লাগি থাকিব? এওঁলোকে বিচাৰে— দেশখনৰ সকলো কাম বাদ দি পুলিচ, মিলিটেৰী, মন্ত্ৰী, ছেক্ৰেটেৰী সকলোৱে এওঁলোকৰ ছোৱালীজনীকে বিচাৰি ফুৰক। কিন্তু সেইটোতো হ'ব নোৱাৰে। দেশখনত তেনেকুৱা ছোৱালী ঘণ্টাত কেইজনীকৈ মৰি আছে— নহয় জানো?

নিযোগী : নহয় নহয় কথাটো—

নৃপতি : [বাধা দি] সেই কাৰণে মই আপোনাক এটা কথা সুধিব খুজিছোঁ। আপুনি সিদিনা এষাৰ কথা কৈছিল— কথাষাৰৰ চমু অৰ্থ আছিল— কোনোবাই যদি আপোনাৰ পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব লয়, তেনেহ'লে আপুনি পৰহিলৈকে বিন্দুক আনি ইয়াত উপস্থিত কৰি দিবহি। কথাটো বৰ গুৰুত্বপূৰ্ণ। নহয় জানো?
[নিস্তব্ধ]

নৃপতি : তাৰ মানে চাকৰি বচাই ৰাখিবলৈ হ'লে আপোনালোকে ইচ্ছা থাকিলেও কিছুমান কাম কৰিব নোৱাৰে।
[নিস্তব্ধ]

নিযোগী : চাকৰি বচোৱাৰ প্ৰশ্ন আছেই যেতিয়া— এই বিষযে একো নোকোৱাই ভাল।

নৃপতি : আপুনি নক'লেও— দেশৰ অৱস্থা দেখিলেই আমি বহুত কথা বুজিব পাৰোঁ। এইখন ঘৰত, এইকেইজন মানুহৰ আগত কথা কৈ আপুনি চাকৰি হেৰুওৱাৰ ভয় কৰিব নালাগে। কিন্তু মোক এটা প্ৰশ্নৰ উত্তৰ দিয়ক। দৰমহাৰ কাৰণেই আপুনি কিছুমান কাম কৰে, আৰু দৰমহাৰ কাৰণেই কিছুমান কাম নকৰে। কিন্তু এজন সৎ মানুহ হিচাপে, এজন দেউতাক হিচাপে— কিছুমান উচিত কাম কৰিবলৈ আপোনাৰ মন নাযায়নে?

নিযোগী : কিয নাযায?

নৃপতি : সিদিনা আপোনাৰ কথাৰ পৰা যি বুজিলোঁ— ছোৱালীজনী ক'ত আছে, আপোনালোকে উলিযাব পাৰে, কিন্তু আপোনালোকক উলিয়াবলৈ দিয়া নহয।

নিযোগী : বৰ দুখেৰে কৈছোঁ— আমাৰ সাধাৰণ নিয়ম হ'ল— আমি এটা নিৰ্দিষ্ট পইণ্টলৈকে যাব লাগে, আৰু সেই পইণ্টটোত উপস্থিত হোৱাৰ পিছত ইচ্ছা কৰি বাট হেৰুৱাব লাগে।

নৃপতি : [কাতৰ স্বৰে] চৰকাৰৰ চাকৰিয়াল হিচাপে আপুনি যি কৰে কৰক, কিন্তু এজন সৎ মানুহ হিচাপে, এজন বাপেক হিচাপে অন্ততঃ আমাক গোপনে খবৰ দিয়ক— ছোৱালীজনী ক'ত আছে। তাৰ পিছত আমি চেষ্টা কৰোঁ— কি কৰিব পাৰোঁ। [বৈ] চাওক নিয়োগী, মই

জীৱনত বহুত ধৰণৰ কাম কৰি পাইছোঁ। তাৰ কিছুমানক আপোনালোকে মৰসাহ কৰা অভিযানো বুলিব পাৰে। এতিয়া মোৰ আগলে-পিছলে বুলিবলৈ কোনো নাই। মোৰ এতিয়া একো কামো নাই। সেই কাৰণে এবাৰ মই চেষ্টা কৰি চাব খোজোঁ। আৰু সাতটা দিন আছে। তাই আছে ক'ত সেই খবৰটো মোক দিব পাৰিবনে? [ৰৈ] আপোনাক মই কথা দিছোঁ— এই ছোৱালীজনীৰ জীৱনৰ কাৰণে মই যেনেকৈ চিন্তা কৰিছোঁ, আপোনাৰ জীৱনৰ কাৰণেও তেনেকৈয়ে চিন্তা কৰিম। আপুনি বিবেকৱান মানুহ বুলি আভাস পাইছোঁ কাৰণেহে কৈছোঁ— এই এটা কামৰ বেলিকা আপুনি আপোনাৰ বিবেকৰ হুকুম মানি কাম কৰিবনে?

[কলিং বে'ল বাজে। ভিতৰৰ পৰা অৰুন্ধতী ওলাই আহে। নৃপতি দুৱাৰৰ ফালে আগবাঢ়ি ৰৈ যায়।]

ৰুন্ধতী : মই খিৰীকিযেদি দেখিছোঁ। ছোৱালীজনী আহিছে।

[দুৱাৰ খোলে। নন্দিতা আহে।]

নন্দিতা : নমস্কাৰ।

অৰুন্ধতী : নমস্কাৰ। আহা। বহা।

[নন্দিতাই সকলোলৈকে চায়।]

নন্দিতা : [ডি আই জিক] আপুনি মিষ্টাৰ নিয়োগী?

নিযোগী : হয়।

নৃপতি : এওঁৰ নাম নন্দিতা ৰায়। এক্সপ্ৰেছ কাগজত কাম কৰে।

নন্দিতা : নমস্কাৰ।

নিযোগী : নমস্কাৰ।

নন্দিতা : আপোনাক ইয়াত লগ পাই বৰ ভাল পালোঁ। মই আপোনাক লগ ধৰিব লগা আছিলেই।

নিয়োগী : কিয়?

নন্দিতা : সেয়া বাৰু পিছত হ'ব। মই আগতে মাহীদেউৰ লগত দুটামান কথা পাতি লওঁ। মাহীদেউ, বিন্দুক মই ভালকৈ চিনি পাইছিলোঁ। বহুত ছেমিনাৰ, বহু মিটিঙলৈ আমি একেলগে গৈছিলোঁ। তেওঁক মই ভাল পাইছিলোঁ। এই দুৰ্ঘটনাটোৰ কাৰণে আমাৰ কেনেকুৱা লাগিছে— সেইবোৰ কথা এতিয়া কোৱাৰ কোনো অৰ্থই নাই। আপুনি মোক নিজৰ জীয়েক বুলি ভাববি নোৱাৰিলেও শুভাকাংক্ষী বুলি ভাবক। মই এটা কথা সোধোঁ। আপুনি বহক।

অৰুন্ধতী : হ'ব বাৰু, কোৱাচোন।

নন্দিতা : তিৰোতা মানুহ হিচাপে— তিৰোতা মানুহৰ দৃষ্টিভংগীৰে— মৃন্ময় বোলা মানুহজনক আপুনি কেনে পাইছিল?

অৰুন্ধতী : ভালেই পাইছিলোঁ।

নন্দিতা : নহয় মাহীদেউ, ভালেই পাইছিলোঁ বোলা কথাষাৰ বৰ গোলমলীয়া। আমি ভাল পোৱা বুজাবলৈ ভাল পাওঁ বুলি কওঁ, আৰু বেছি ভাল নোপোৱা বুজাবলৈ ভালেই পাওঁ বুলি কওঁ।

অৰুন্ধতী : মোৰ ছোৱালীজনীক দিবলৈ ওলাইছিলোঁ যেতিয়া তেওঁক মই নিশ্চয় ভাল পাওঁ।

নন্দিতা : ছোৱালীজনীক দিবলৈ ওলাই পিছত তেওঁক ভাল পাবলৈ ধৰিলে, নে তেওঁক ভাল পাইছিল কাৰণেহে ছোৱালীজনী দিবলৈ ওলাল?

নৃপতি : এতিয়া এইবিলাক কথা—। এইবিলাক কথাৰ লগত এই ঘটনাৰ কিবা সম্পৰ্ক আছেনে?

নন্দিতা : ভালকৈ চাবলৈ গ'লে— এইবিলাক কথাৰ লগতেই বিন্দুক অপহৰণ কৰি নিয়া ঘটনাটোৰ সম্পৰ্ক আটাইতকৈ বেছি।

অৰুন্ধতী : কেনেকৈ?

নন্দিতা : আপুনি বাৰু মৃন্ময়ৰ কথা-বতৰা, চাল-চলন, আচাৰ-ব্যৱহাৰত কেতিয়াও সন্দেহজনক একো দেখা নাছিলনে?

অৰুন্ধতী : সন্দেহজনক? কেনেকুৱা সন্দেহজনক?

নন্দিতা : মই কেনেকৈ বুজাওঁ?— ধৰি লওক স্বাৰ্থপৰ, আপোনপেটীয়া, উগ্ৰ, খঙাল, মিছাকথীয়া, কৌশল কৰি কিবা এটা আদায় কৰা স্বভাৱৰ—?

অৰুন্ধতী : ওহোঁ। তেওঁ তেনেকুৱা স্বভাৱৰ নাছিল। কেতিয়াও নাছিল।

নন্দিতা : আপুনি আপোনাৰ ছোৱালীৰ মৰমতে তেনেকৈ কোৱা নাইনে?

অৰুন্ধতী : নাই কোৱা।

নন্দিতা : তেনেহ'লে কথাবোৰ দেখোন নিমিলে।

নৃপতি : কি কথা?

নন্দিতা : আকৌ কওঁ— বিন্দুৰ বন্ধু আৰু আপোনালোকৰ শুভাকাংক্ষী কাৰণেহে মই আপোনালোকৰ লগত এই আচহুৱা ধৰণৰ কথাবোৰ পাতিছোঁ। আপোনালোকে মন কৰিছেনে নাই ক'ব নোৱাৰোঁ— আমাৰ কাগজৰ হৈ মই এই ঘটনাটোৰ যিমান পাৰোঁ ভিতৰলৈ সোমাবলৈ চেষ্টা কৰিছোঁ। আৰু বিভিন্ন সূত্ৰৰ পৰা যিবোৰ কথা মোৰ কাণত পৰিছে— এই ঘটনাটো আপোনালোকৰ কাৰণে বৰ সহজ-সৰল নহয়।

নৃপতি : আপুনি কথাবোৰ খুলি ক'ব পাৰেনে?

নন্দিতা : পাৰোঁ। বিশেষকৈ পুলিচ বিষয়া মিষ্টাৰ নিয়োগী উপস্থিত আছে কাৰণে কোৱাই উচিত। মই পোৱা খবৰ মতে যিদিনা মৃন্ময়ে এই ঘৰত ভৰি দিলে, সেইদিনাই বিন্দুৰ অপহৰণৰ কাম আৰম্ভ হ'ল।

অৰুন্ধতী : মানে?

নন্দিতা : মানে এই অপহৰণৰ কামটো পৰিচালনাৰ কেন্দ্ৰত থকা মানুহজন হৈছে মৃন্ময়। [চৌধুৰী ঘপকৈ থিয় হৈ ৰৈ থাকে।]

অৰুন্ধতী : তুমি এইবোৰ কি কৈছা?

নন্দিতা : বোধকৰোঁ মই সঁচা কথাই কৈছোঁ।

নিয়োগী : কিহৰ ভিত্তিত কৈছে?

নন্দিতা : আণ্ডাৰগ্ৰাউণ্ডৰ পৰা অহা খবৰৰ ভিত্তিত।

নিয়োগী : কি খবৰ?

নন্দিতা : খবৰবোৰৰ সাৰাংশ হ'ল— মৃন্ময় নিজে সেই পাৰ্টীৰ শক্তিশালী মানুহ। এভাৰেষ্ট মাল্টিনেচনেল নামৰ কোম্পানীটোৰ ভিতৰখনৰ সকলো কথা জনাৰ কাৰণে তেওঁ বিন্দুৰ কাষ চাপিছিল। আৰু যেতিয়া তলা-নলা জনা হৈ গ'ল, তেতিয়া তেওঁ অভিযানটোৰ নিৰ্দেশ দিলে।

চৌধুৰী : [খেদি আহে] এইবোৰ কথা যদি মিছা হয় তেনেহ'লে মই তোক টেঁটু চেপি মাৰি পেলাম। [নৃপতিয়ে চৌধুৰীক ধৰে।] নহয়, সঁচা হ'লেও— এইবোৰ কথা কোৱাৰ কাৰণেই তোক মাৰি পেলাম।

নন্দিতা : আপুনি উত্তেজিত হোৱাৰ কাৰণে মই বেয়া নাপাওঁ। আপুনি উত্তেজিত হোৱাটো স্বাভাবিক। কিন্তু আপোনালোকে যদি মৃন্ময় নামৰ মানুহজনৰ সপক্ষে ক'বলৈ চেষ্টা কৰে, তেনেহ'লে— আপোনালোকৰ আৰু এটা অপকাৰ হ'ব। মৃন্ময়ৰ লগতে আপুনিও জড়িত বুলি যে এটা জনৰব ওলাইছে—

চৌধুৰী : [চিঞৰি] কি?

নন্দিতা : সেই জনৰবটো সত্য বুলি প্ৰমাণ কৰিবলৈ এদল মানুহে চেষ্টা কৰিব।

অৰুন্ধতী : ইমান বিপদৰ সময়ত তুমি এইবোৰ কি কথা কৈছা?

নন্দিতা : বিপদ অকলে নাহে মাহীদেউ।

অৰুন্ধতী : এইবোৰ চব মিছা কথা।

নন্দিতা : বাৰু মাহীদেউ, আপুনিয়েই কওকচোন, মৃন্ময় এতিয়া ক'ত আছে?

অৰুন্ধতী : দিল্লীত আছে। হোম মিনিষ্টাৰক লগ ধৰিবলৈ তেওঁ দিল্লীলৈ গৈছে।

নন্দিতা : দিল্লীৰ পৰা তেওঁ আপোনালোকৰ লগত যোগাযোগ কৰিছেনে?

অৰুন্ধতী : কৰিছে। কালি ৰাতি ফোন কৰিছিল।

নন্দিতা : তেনেহ'লে তেওঁ ক'ত আছেগৈ আপোনালোকে জানে?

অৰুন্ধতী : জানো। তেওঁ এম পি সমাতন মিশ্ৰৰ ঘৰত আছেগৈ।

নন্দিতা : ভাল কথা। এতিয়াই সনাতন মিশ্ৰৰ ঘৰলৈ ফোন কৰি সোধকচোন মৃন্ময় ক'ত আছে।

নৃপতি : কিয়? সেইটোও সন্দেহৰ কথা নেকি?

নন্দিতা : আপুনি ফোন কলটো কৰকচোন।

[নৃপতিয়ে ফোনত এটা নম্বৰ ডায়েল কৰে। সংগীত।]

নৃপতি : এয়া এম পি মিশ্ৰৰ ঘৰ নেকি?— মৃন্ময় আছে নেকি?— আমাৰ মৃন্ময়? মৃন্ময় দাস?— মই নৃপতি তালুকদাৰে প্ৰবাল চৌধুৰীৰ ঘৰৰ পৰা কৈছোঁ।— হয় নেকি?— অইন ক'ৰবাত আছেগৈ বুলি আপোনালোকে গম পাইছে নেকি?— হয় নেকি? আপুনি কোনে ক'লে?— ভাল বাৰু।— ভাল।— নাই, নতুন খবৰ একো নাই। কাগজত যি ওলাইছে সেয়েই।— ভাল বাৰু। [ফোন থয়।] মৃন্ময় তেওঁলোকৰ ঘৰলৈ নাই যোৱা বোলে।

নন্দিতা : তেওঁলোকৰ ঘৰলৈতো যোৱা নায়েই, তেওঁ দিল্লীলৈকে যোৱা নাই।

নিযোগী : আপুনি কেনেকৈ জানিলে?

নন্দিতা : কেনেকৈ জানিলোঁ সেইবোৰ খবৰ কাগজৰ মানুহক নুসুধিব। মুঠৰ ওপৰত মই খবৰ পাইছোঁ— মৃন্ময় এতিয়া সেই পাৰ্টীটোৰ হে'ড কোৱাৰ্টাৰত আছে। তেওঁ আৰু সহজে আপোনালোকৰ আগলৈ নাহে।

নিয়োগী : ক'ৰ পৰা খবৰ পাইছে— সেই কথা জনাই পুলিচক সহায় কৰাটো আপোনাৰ কৰ্তব্য মিছ ৰায়।

নন্দিতা : [চাই থাকি]— এতিয়া আপুনি এই ড্ৰইংৰুমত মোক কৰ্তব্যৰ লেছন দিব? চাওক মিষ্টাৰ নিয়োগী, আপোনালোকেও এখন ৰাজ্য চলায়, আমিও এখন ৰাজ্য চলাওঁ। দুয়োখন ৰাজ্যৰে নিজা নীতি, কৌশল আৰু শক্তি আছে। অযথা আমাকো জোকাই নল'ব। আমাৰ

ৰাজ্যখনৰ এজনী সাধাৰণ ছোৱালী হৈ এই সাত দিনে মই যি কৰিছোঁ, আপোনালোকৰ বিৰাট ফৌজটোৱে তাৰ সাত ভাগৰ এভাগমানতো কৰিব? [বেগ খুলি]— লওক, এইখন মৃন্ময়ে সেই পাৰ্টীটোৰ কমাণ্ডাৰ আলতাফলৈ লিখা চিঠিৰ কপি। কাইলৈ এইখন আমাৰ কাগজৰ প্ৰথম পৃষ্ঠাত ছপা হ'ব। [ঘূৰি, অৰুন্ধতীহঁতক] আৰু বিন্দুৰ বন্ধু হিচাপে আপোনালোকক মই এটা অনুৰোধ কৰোঁ— মৃন্ময় কেনেকুৱা মানুহ আছিল— মনত পেলাই পেলাই নতুনকৈ বিচাৰ কৰিবলৈ লওক। আপোনালোকে নিজমুখে সত্য প্ৰকাশ কৰিবলৈ লওক। নহ'লে এক কোটি সত্তৰ লাখ টকাৰ অংশ বিচৰাৰ অপবাদে আপোনালোকক ভয়ানক শাস্তি দিব।

চৌধুৰী : [চিঞৰি] কি? আমি টকাৰ অংশ বিচাৰিছোঁ।

নন্দিতা : অপবাদ। অপবাদ ওলাইছে। এভাৰেষ্ট মাল্টিনেচনেল নামৰ কোম্পানীটোৱে ছোৱালীজনীক উদ্ধাৰ কৰিবলৈ যি টকা দিব, সেই টকাৰ ভাগ আপোনালোকেও পাব।

চৌধুৰী : [চিঞৰি] কি? আমি টকাৰ অংশ বিচাৰিছোঁ?

নন্দিতা : অপবাদ। অপবাদ ওলাইছে। এভাৰেষ্ট মাল্টিনেচনেল নামৰ কোম্পানীটোৱে ছোৱালীজনীক উদ্ধাৰ কৰিবলৈ যি টকা দিব, সেই টকাৰ ভাগ আপোনালোকেও পাব।

চৌধুৰী : ছিঃ ছিঃ ছিঃ ছিঃ—

[অস্থিৰ হৈ একাষলৈ গৈ চকীত বহি দুয়োহাতেৰে মুখ ঢাকি ধৰে।]

নন্দিতা : মই আহোঁ।

অৰুন্ধতী : শুনাচোন। তুমি ক'ত থাকা?

নন্দিতা : [বেগ খুলি]— এইখন মোৰ কাৰ্ড। ইয়াতে নাম, ঠিকনা, টেলিফোন নম্বৰ সকলো লিখা আছে।

[যায়। সকলো কিছু সময় থিয় হৈ থাকে।]

চৌধুৰী : এইবোৰ— এইবোৰ— তিলমানো সঁচা নেকি নৃপতি?

[নিয়োগীক] আপোনালোকে ঘূণাক্ষৰেও গম পোৱা নাছিলনে মৃন্ময় এনেকুৱা পাৰ্টীৰ মানুহ হ'ব পাৰে বুলি?

অৰুন্ধতী : ছোৱালীজনীয়ে যে কৈ গ'ল— কাইলৈ কাগজত এইবোৰ সকলো কথা ওলাবনে কি? কি লিখা আছে সেই চিঠিখনত? সঁচাকৈয়ে সেইখন মৃন্ময়ে লিখা নেকি?

[নিয়োগীয়ে চিঠিখন আগবঢ়াই দিয়ে। নৃপতিয়ে পঢ়ে। অৰুন্ধতীয়েও পঢ়ে। সংগীত।]

চৌধুৰী : কথাবোৰ অপৰাধমূলক নেকি?

[নৃপতিয়ে তলমূৰ কৰে। অৰুন্ধতীয়ে বহি মুখ ঢাকে।]

অৰুন্ধতী : মোক এইবোৰ সহ্য কৰিবলৈ এটা উপায় দিয়া। মই আৰু নোৱাৰোঁ—।

নৃপতি : [নিয়োগীক] মিষ্টাৰ নিয়োগী, মই আকৌ সেই আগৰ কথালৈকে উভতি আহিছোঁ। এতিয়া মোৰ মনৰ জোৰ আৰু বাঢ়িল। মই কিবা এটা কৰিব পাৰিমেই। কৰিব লাগিবই। আপুনি কেৱল ছোৱালীজনী ক'ত আছে সেই খবৰটো যোগাৰ কৰি দিয়ক। এটা কথা আছে নহয়— যেতিয়া দুষ্ট মানুহ লগ লাগে, তেতিয়া ভাল মানুহখিনি একগোট হ'ব লাগে। আপুনি চাকৰিয়াল হিচাপেই হওক, এজন মানুহ হিচাপেই হওক মোৰ লগ লাগক নিয়োগী। মোক সহায় কৰক।

নিয়োগী : চাওঁচোন।

নৃপতি : চাওঁচোন নহয়, আপুনি মোক কথা দিয়ক— এই পলিটিচিয়ানসকলৰ বিৰুদ্ধে গৈ হ'লেও আপুনি মোক সহায় কৰিব।

নিয়োগী : [বৈ থাকি[— মই কথা দিছোঁ।

নৃপতি : ধন্যবাদ নিয়োগী। এদিন দেখিলেই মানুহ চিনি পাওঁ বুলি মোৰ এটা বিশ্বাস আছিল। বিশ্বাস মানে অহংকাৰেই আছিল। কিন্তু এইবাৰ মই হাৰিলোঁ। কিয় হাৰিলোঁ তাৰো বিচাৰ মই কৰিব লাগিব।

[মঞ্চ লাহে লাহে অন্ধকাৰ হয। আঁৰ-কাপোৰ পৰে।]

# দৃশ্য ঃ ৭

## মঞ্চ ঃ ২

[আছাম টাইপ ঘৰৰ কোঠালি। বিছনা, চকী, মেজ আদি আছে। ৰাতি। বিন্দু চকু বন্ধা অৱস্থাত। তাইৰ হাতো বন্ধা। কিন্তু তাই ইফাল সিফাল কৰি আছে। নিভা-নামৰ ছোৱালী এজনী চকীখনৰ ওচৰত থিয় হৈ আছে।]

বিন্দু : তোমাৰ নামটো কি বুলি কৈছিলা?

নিভা : নিভা।

বিন্দু : অঁ নিভা। হেৰি নহয নিভা, তোমাৰ মোৰ লগত ডিউটী পৰিছে নেকি?

নিভা : ওঁ।

বিন্দু : সেই সিজনী কলৈ গ'ল?

নিভা : গা ধুবলৈ গৈছে।

বিন্দু : ভালেই হৈছে দিযা। তেওঁ যেন গা ধুয়েই থাকে, ধুয়েই থাকে, ধুয়েই থাকে।

নিভা : কিয়?

বিন্দু : এস্ বৰ ভয় লাগে। একদম মিলিটেৰীৰ নিচিনা। গেৰেপ গেৰেপ। অকণমান ইফাল-সিফাল কৰিলেই ধমকি। ভাল নালাগে। তুমিয়েই মোৰ লগত বেছিকৈ ডিউটী কৰিবা বুইছা। তোমাৰ ঘৰ ক'ত?

নিভা : এইটোৱেই আমাৰ ঘৰ।

বিন্দু : অ' হয় নেকি? মই তেনেহ'লে তোমালোকৰ ঘৰৰ আলহী? বটিয়া। বাৰু নিভা, তোমাৰ মাতটো মোৰ বৰ ভাল লাগিছে। তুমি দেখিবলৈও বৰ ধুনীয়া চাগৈ।

নিভা : নাই নহওঁ।

বিন্দু : তুমি নহওঁ বুলি ক'লে হ'ব নেকি? মই আওাজতে ধৰিছোঁ— তুমি ধুনীয়া হ'বই লাগিব। [হঠাতে সুৰ সলাই] বাৰু নিভা, এই যে মই তোমাৰ লগত কথা পাতিছোঁ— তাৰ কাৰণে কোনোবাই তোমাক বা মোক খং নকৰিব জানো?

নিভা : সিবিলাক কথা পাতিব নালাগে, তেনেকুৱা কথা পাতিলে নিশ্চয় খং কৰিব।

বিন্দু : ধৰি লোৱা মই তোমাক সুধিলোঁ— তোমাৰ বিয়া কেতিয়া হ'ব? তেতিয়াও খং কৰিব নেকি?

নিভা : তেতিয়া আইনে নকৰিলেও মই নিজেই খং কৰিম।
বিন্দু : হয় নেকি? তেনেহ'লে কোৱাচোন, তোমাৰ বিয়া কেতিয়া হ'ব?
নিভা : কেতিয়াও নহয়।
বিন্দু : অঁ! সেইটো আকৌ কেনেকুৱা কথা? কোৱাচোন কিয়?
নিভা : মই দেশৰ কাৰণে কাম কৰিম আৰু গোটেই জীৱনটো দেশৰ নামত উছৰ্গা কৰিম।
বিন্দু : ঐ আই! হয় নেকি? বৰ ডাঙৰ কথা দেখোন! কোৱাচোন তোমাৰ প্লেন— মানে আঁচনি— মানে কেনেকৈ কি কৰিবা?
নিভা : বহুত দিনৰ পৰা উজ্জ্বল দাদাইঁতৰ মুখে পাৰ্টীৰ কথা শুনি আছিলোঁ— পাৰ্টীৰ বহুত কামো কৰিছিলোঁ। এতিয়া উজ্জ্বল দাদাইঁতে মোক পাৰ্টীৰ মেম্বাৰ কৰি লৈছে।
বিন্দু : হয় নেকি? তেনেহ'লেতো তোমাৰ আচল নাম নিভা নহয়?
নিভা : নহয়।
বিন্দু : ঠিক আছে বাৰু, আচল নাম নোসোধোঁ। এতিয়াৰ পৰা তেনেহ'লে তুমি পাৰ্টীৰ কামকে কৰিবা?
নিভা : ওঁ।
বিন্দু : কি কাম কৰিবা?
নিভা : আপোনাৰ লগত ডিউটী কৰাটোৱেই মোৰ প্ৰথম কাম। এজনী ছোৱালীৰ অকলে অসুবিধা হয়তো, সেই কাৰণে তাইৰ লগতে মোকো দিছে।
বিন্দু : মোৰ লগত ডিউটী শেষ হ'লে কি কৰিবা?
নিভা : জনতাৰ মুক্তিৰ কাৰণে সংগ্ৰাম কৰিম।
বিন্দু : হয় নেকি? বঢ়িযা। বাৰু জনতা মানেনো কি নিভা?
নিভা : মানুহ, এই যে মানুহবোৰ।
বিন্দু : মানুহবোৰৰ মুক্তিৰ কথা যে ক'লা— তেওঁলোকক কোনোবাই বান্ধি ৰাখিছে নেকি? কাক কোনে বান্ধি ৰাখিছে মোক বুজাই দিয়াচোন।
নিভা : মই সেইবিলাক বুজাই ক'ব নাজানো।
বিন্দু : হয় নেকি? ঠিক আছে বাৰু। মই যেতিয়ালৈকে নমৰোঁ, তেতিযালৈকে মই তোমাক চব কথা— জনতা, মুক্তি— চব কথা বুজাই ক'বলৈ শিকাই দিম হঁা?
নিভা : আপুনি সঁচাকৈযে মৰিব নেকি?
বিন্দু : মাৰিলেতো মৰিব লাগিবই।
নিভা : আপোনাৰ দুখ নালাগিব?
বিন্দু : কিয় নালাগিব নিভা? কিয মোৰ আটাইতকৈ বেছি বেয়া লাগে জানা?
নিভা : কিয়?
বিন্দু : মোক ধৰি আনিবৰ দিনা মোক আঙঠি পিন্ধোৱাৰ কথা আছিল।
নিভা : শুনিছোঁ।
বিন্দু : যিজনৰ লগত মোৰ বিয়া হোৱাৰ কথা আছিল, তেওঁৰ কাৰণে বৰ বেয়া লাগে। এজন ভাল মানুহৰ কাৰণে মই বহুদিন বাট চাইছিলোঁ। শেষত তেওঁক পাইছিলোঁ। তেৱোঁ বোলে বহুত দিন বাট চোৱাৰ পিছত মোক লগ পাইছিল। তেওঁ মোক বৰ মৰম কৰিছিল। মই

নাথাকিলে তেওঁ বৰ কষ্ট পাব। [বৈ থাকি] মই বহিম নিভা।

[নিভাই হাতত ধৰি বিন্দুক চকীত বহুৱাই দিয়ে।]

বিন্দু : মোৰ— মোৰ চকুপানী ওলাইছে নিভা। কাপোৰখন সলাই দিয়াৰ নিয়ম আছে নেকি? তিতি যোৱাৰ কাৰণে কিবা গেলেপা-গেলেপ লাগিছে।

নিভা : এই গামোচাখনেৰেই সলাই দিওঁ ৰ'ব।

[তাই চকুৰ বান্ধটো খুলিব খোজে, এনেতে আগৰ ছোৱালীজনী— (কানন) সোমাই আহে।]

কানন : [ধমকি দি] কি কৰিছা? কি কৰিছা? [নিভাৰ হাতৰ পৰা গামোচাখন কাঢ়ি লৈ] এনেকুৱা কাম নকৰিবা। [বিন্দুক] কি? হৈছে কি?

বিন্দু : একো নাই হোৱা। চকুপানী ওলাইছে।

নিভা : কাপোৰখন বদলাই দিব লাগে।

কানন : সেইবিলাক কথা মোক ক'বা। তুমি সৌ পাছফালে যোৱা।

[নিভা বিন্দুৰ পাছফাললৈ যায। কাননে জেপৰ পৰা ফুটা থকা ক'লা মুখা কাপোৰ এখন উলিযাই তাৰে নিজৰ মুখ ঢাকে। তাৰ পিছত বিন্দুৰ চকুৰ কাপোৰখন সাউৎকৈ খুলি গামোচাখনেৰে চকু বান্ধি দিযে।]

কানন : [বিন্দুক ধমকি দি] আৰু নাকান্দিব। [নিভাক] এইখন ধুই টানকৈ চেপি মেলি দিবা।

[ক'লা কাপোৰখন নিভাক দিযে। এনেতে নিভাৰ মাক গাখীৰ এগিলাচ লৈ সোমাই আহে।]

নিভাৰ মাক : এই গাখীৰকণ খোৱা আই।

বিন্দু : কোন? কাক কৈছে?

নিভা : আমাৰ মা। আপোনাকে কৈছে।

বিন্দু : এঃ। মোলৈ গাখীৰ কিয আনিলে?

নিভাৰ মাক : খোৱা আই। ঘৰৰে গাখীৰ। [কাননক] হাতখন খুলি দিযা।

কানন : মোক দিয়ক, মই খুৱাই দিওঁ।

নিভাৰ মাক : [ধমকি দি] তুমি কিয খুৱাই দিব লাগিছে? এওঁ কেঁচুৱা নেকি? এইহেন ছোৱালীজনীক এনেকৈ ৰাখিবলৈ তোমালোকৰ বেয়া নালাগে?

[কাননে বান্ধ খোলে। নিভাৰ মাকে গাখীৰ গিলাচ বিন্দুৰ হাতত দিযে।]

নিভাৰ মাক : খোৱা। আমি এইবোৰৰ একো নাজানো বুইছা আই। সিদিনাখন ই উজ্জ্বলে আহি ক'লে— বোলে আপোনালোকে দুদিনমান আলহী এজনী ৰাখিব লাগিব।

কানন : ৰ'বচোন খুৰী—।

নিভাৰ মাক : [খঙেৰে] কথাৰ মাজত কথা নক'বা। [বিন্দুক] মই বোলোঁ— কিনো কথাটো? ৰাখিম দে। তাৰ পিছত বোলে— কথাটো গোপন। মই বোলোঁ— আলহী এজনী থাকিব— তাকেনো মই ঢোল পিটি লৈ ফুৰিবলৈ যামনে? গোপন যদি গোপন। পিছে কালিহে মই আচল কথাটো গম পালোঁ। এইকেইদিন ৰেডিঅ'ততো কথাবোৰ শুনিযেই আছোঁ। তুমিযেই যে সেইজনী ছোৱালী—

কানন : হ'ব খুৰী, আপুনি শোৱকগৈ।

নিভাৰ মাক : ৰ'বাহে। শুব লাগেনে খাব লাগে মই জানো নহয়। [বিন্দুক] অ' আই, তুমি আমাক বেয়া নাপাবা। আমাৰ ঘৰখন এই লাইনৰ নাছিল বুইছা? এইজনীয়ে মেল-মিটিং কৰিবলৈ লোৱাৰ পৰা কথাবোৰ বেলেগ হ'ল। এতিয়া এইজনীযেও ঘৰ এৰি পাৰ্টী কৰিবলৈ যাবলৈ ওলাইছে।

কানন : খুৰী, আপুনি যদি মনে মনে নাথাকে তেনেহ'লে মই কিন্তু ছাৰহঁতক খবৰ দিবলৈ বাধ্য হ'ম।

নিভাৰ মাক : [খঙেৰে] দি থাকা কাক কি খবৰ দিযা। ময়ো মনে মনে থাকিম বুলি ভাবিছা হ'বলা? কিবা খং উঠিব একে কোবে থানা ওলামগৈ। তোমাক যদি মাৰা-বাপেৰাৰ বুকুৰ পৰা আঁজুৰি আনি এনেকৈ হাত-ভৰি বান্ধি পেলাই থ'লেহেঁতেন, তেনেহ'লে কেনে পালাহেঁতেন। মই কিন্তু কৈ দিছোঁ এই পাপৰ ভাগী আমি হ'ব নোৱাৰোঁ।
[পবিত্ৰ, দুলাল আৰু বিমান সোমাই আহে।]

পবিত্ৰ : কি হৈছে?

নিভাৰ মাক : [বিন্দুক] খোৱা আট্টু, সেইকণো শেষলৈ খোৱা। [পবিত্ৰহঁতক] মই এইবিলাক কাণ্ড চাই থাকিব নোৱাৰোঁ।

নিভা : তই মনে মনে থাকচোন।

নিভাৰ মাক : নাথাকোঁ মনে মনে। [পবিত্ৰহঁতক] হয এওঁৰ বান্ধ খুলি দিয়া, এওঁ আন দহজন আলহী থকাৰ নিচিনাকৈ থাকক, নহ'লে ইযাৰ পৰা লৈ যোৱা।

পবিত্ৰ : হ'ব বাৰু খুৰী।

নিভাৰ মাক : আৰু তোমালোকৰ কাণ্ড-কাৰখানা যদি এনেকুৱাই, তেনেহ'লে এই [নিভাক দেখুৱাই] তোমালোকৰ লগত যাব নোৱাৰে।

নিভা : ওঁঃ। কিয হ'ব? মই যামেই।

নিভাৰ মাক : তেনেকৈ যদি গাৰ বলেৰে যাব, তেনেহ'লে একেবাৰে ওলাই যাবি। আকৌ এইখন ঘৰলৈ উভতি নাহিবি।
[উচাট মাৰি গুচি যায।]

পবিত্ৰ : তুমিও যোৱা।

নিভা : মোক যদি মাইহঁতে যাবলৈ নিদিযে?

পবিত্ৰ : এতিযা যোৱা বুলিছোঁ নহয।

নিভা : [বিন্দুক] মই যাওঁ বাইদেউ।

বিন্দু : যোৱা। এতিয়া মোৰ ব্ৰেইন ৱাছৰ ছেছন আৰম্ভ হ'ব। তুমি থকা হ'লে ভাল আছিল। বহুত কথা শুনিবলৈ পালাহেঁতেন।

নিভা : ব্ৰেইন ৱাছ মানে?

বিন্দু : মানে— যিটো কথা মই বেযা পাওঁ, এখেতসকলে সেইটো কথা মোক ভাল পোৱাবলৈ চেষ্টা কৰিব, যিটো কথা মই বিশ্বাস নকৰোঁ, সেইটো কথা বিশ্বাস কৰাবলৈ চেষ্টা কৰিব—

দুলাল : তুমি ভিতৰলৈ যোৱা। শুই থাকাগৈ।

[নিভা যায়। বিমানে দুৱাৰখন বন্ধ কৰে।]

দুলাল : আপুনি ছোৱালীজনীক সেইবোৰ কথা কিয় কৈছিল?

বিন্দু : কিয়? ভালহে! তায়ো বোলে আপোনালোকৰ পাৰ্টীত সোমাইছে। গতিকে তায়ো জনা উচিত ব্ৰেইন ৱাছ মানে কি। তাই কি বিশ্বাস কৰে, কি নকৰে— সেইবোৰ তাইক ভাবিবলৈ শিকাব লাগে। তাইৰ ব্ৰেইন ৱাছ কৰাৰ কাৰণেই কিজানি তাই আপোনালোকৰ পাৰ্টীলৈ আহিব খুজিছে। উঠি অহা কোমল ছোৱালী—

বিমান : তাইৰ কথা আমি বুজিম। আপুনি নিজৰ কথা কওক।

বিন্দু : মই নিজৰ কথা আৰু কি ক'ম? মইতো কৈছোঁৱেই— মোক এনেকৈ বেৰি ধৰি মগজ ধোলাই কৰাৰ চেষ্টা কৰি লাভ নাই।

পবিত্ৰ : কিন্তু আমাৰ এই কামৰ কাৰণে গোটেই দেশত এটা আলোড়নৰ সৃষ্টি হৈছে। এইটো ট্ৰেনজিষ্টৰ ৰেডিঅ' আপোনাক দিলোঁ— এই ছোৱালীজনীয়ে সময় ক'ব, সেইমতে আপুনি এইটো অন কৰি বাতৰি শুনিব।— শুনিব— দেশখনত আমাৰ কামৰ কাৰণে কেনেকুৱা জাগৰণৰ সৃষ্টি হৈছে।

[সৰু ৰেডিঅ' এটা কাননক দিয়ে। কাননে বিন্দুৰ হাতত দিয়ে।]

দুলাল : [কাননক]— হাত দুখন?

পবিত্ৰ : [ইংগিতেৰে]— থাকক দে।

বিন্দু : এইটো দিয়াৰ কাৰণে অশেষ ধন্যবাদ। গানো শুনিব পাৰিম। কিন্তু এটা প্ৰকাণ্ড ডকাইতিয়েও এনেকুৱা জাগৰণৰ সৃষ্টি কৰেনে নকৰে?

বিমান : [ধমক দি] ডকাইতি বুলি নক'ব।

বিন্দু : [খঙেৰে] ৰ'ব। মই আপোনালোকে ডকাইতি কৰিছে বুলি কোৱা নাই। কেৱল প্ৰচ্ছন্ন কৰিব জনা অবুজ ভলণ্টিয়াৰৰ নিচিনাকৈ খং নাখাব। প্ৰকাণ্ড ডকাইতি এটায়ো আলোড়নৰ সৃষ্টি কৰে। জাগৰণৰ সৃষ্টি কৰে। কিন্তু সেই আলোড়নত মানুহৰ মনৰ ভাববোৰ কেনেকুৱা হয়? ভয়ৰ? ঘৃণাৰ? প্ৰশংসাৰ? এই ৰেডিঅ' নুশুনাকৈয়ে মই ক'ব পাৰোঁ— আজি এই ঘটনাটোৰ কাৰণে দেশখনত কি হৈছে, কিমান মানুহ আপোনালোকৰ কামত উদ্বুদ্ধ হৈছে, কিমান মানুহে আপোনালোকক ঘিণ কৰিবলৈ লৈছে।

পবিত্ৰ : কিন্তু আমাৰ কামৰ সুফল যেতিয়া মানুহে পাবলৈ আৰম্ভ কৰিব, তেতিয়া কিছুমানৰ ঘৃণাও প্ৰশংসালৈ পৰিণত হ'ব। কিন্তু এইটো পদ্ধতিৰ বাহিৰে অইন পদ্ধতিৰে চৰকাৰে বা এই শোষক শ্ৰেণীটোৱে কেয়াৰ কৰেনে? চান্দা তুলি, মিটিং পাতি, আমি এই জাগৰণৰ সৃষ্টি কৰিব পাৰিম? কেই বছৰ চান্দা তুলিলে আমি এক কোটি টকা পাম? চান্দা বিচাৰি গ'লে আপোনাৰ মালিকে কেই টকা দিব? এশ এটকা? এহাজাৰ এটকা?

বিন্দু : এক কোটি টকা আপোনালোকক লাগে কিয়?

দুলাল : আপুনি এই বিৰাট সংগঠনটোৰ কথা বৰ ভালকৈ জানে। তাৰ পিছতো সেইটো প্ৰশ্নই আপোনাৰ মুখত শোভা নাপায়।

বিন্দু : কিন্তু মই যদি কওঁ— আপোনালোক সেই সংগঠনৰ মানুহেই নহয়? সেই সংগঠনৰ নামত আপোনালোকে নিজৰ স্বাৰ্থ পূৰণৰ কাৰণে এইবোৰ কাম কৰিছে? [নিস্তব্ধ] বাটে-ঘাটে

ঘটা সৰু- ডাঙৰ বহুত ঘটনাৰ ওপৰত ভিত্তি কৰি মই এই প্ৰশ্ন কৰিছোঁ।

পবিত্ৰ : আপোনালোকৰ গণতন্ত্ৰত, আপোনালোকৰ মালিকৰ নিচিনা মানুহেই কিছুমান দুৰ্নীতিপৰায়ণ, অৰ্থলোভী, বিলাসী, গুণ্ডাৰ সৃষ্টি কৰে। নিজৰ স্বাৰ্থ অক্ষুণ্ণ ৰাখিবলৈকে সিহঁতে এই শ্ৰেণীটোৰ সৃষ্টি কৰি লয়। সিহঁতৰে এচামে আহি আমাৰ পাৰ্টীৰ নামতো কালিমা সানিবলৈ চেষ্টা কৰে। কিছুমানক আকৌ এনে কাম কৰিবলৈ আপোনাৰ মালিকহঁতেই পঠিয়ায়। এইবোৰ চাউলৰ শিলগুটিৰ নিচিনা— কিছুমান স্বাভাৱিক কাৰণতে মিহলি হয, কিছুমান চাউলৰ মহাজনে ইচ্ছা কৰি মিহলি কৰে। কিন্তু আমাৰ সংগ্ৰামে সেইবোৰ আঁতৰাব, জনতাই চাউল আৰু শিলগুটিৰ পাৰ্থক্য চিনি পাব। শিলগুটিৰ মালিককো চিনি পাব। আনহাতে আমিও মালিকক দুৰ্বল কৰি অনাটো প্ৰয়োজন।

বিন্দু : এনেকৈ আপোনালোকে কোনো মালিককে দুৰ্বল কৰিব নোৱাৰে। আমাৰ মালিকৰ কথাকে ধৰক। তেওঁ কেৱল এখন পেপাৰৰহে মালিকনে? নহয়। দহটা কাৰখানাৰো মালিক। এক কোটি টকা আপোনালোকক দি, আৰু এক কোটি টকা খৰচ কৰি তেওঁ আপোনালোকৰ বিৰুদ্ধে এক লাখ মানুহ থিয় কৰাব। কিন্তু আপোনালোকে এক পইচাও খৰচ নকৰাকৈ এক লাখ মানুহ তেওঁৰ বিৰুদ্ধে থিয় কৰাব নোৱাৰে কিয়? এই যে বিনা পইচাই মানুহৰ অন্তৰ জয় কৰা— সেই কামটো আপোনালোকে কৰিব পৰা নাই কিয়?

পবিত্ৰ : ইতিমধ্যে এখন নৰকৰ সৃষ্টি কৰি থোৱা হৈছে কাৰণে।

বিন্দু : এনেকৈ আপোনালোকে স্বৰ্গৰ দুৱাৰ মুকলি কৰিব? নোৱাৰে? আপোনালোকে আৰু এখন নৰকৰ সৃষ্টি কৰিব।

বিমান : আপোনালোকে এটা শ্ৰেণীৰ দালালৰ নিচিনাকৈ ডাঙৰ হৈছে কাৰণে এনেকুৱা কথা ক'ব পাৰিছে।

বিন্দু : সেইটোৰেই আপোনালোকৰ ভুল। [খঙেৰে] এইবোৰ কথা মোতকৈ আপোনালোকে বেছি বুজে বুলি ধৰি লৈছে কিয়? মোক মোৰ মালিকৰ পুতলা বুলি ধৰি লৈছে কিয? আপোনালোকে মোৰ ব্ৰেইন ৱাছ কৰাৰ কামটো ঘামত তিতা ৰুমাল ধোৱাৰ নিচিনা বুলি ভাবিছে! ধোৱক। সেইটো কাম কৰিলে লগতে আপোনালোকৰ হাত দুখনো চাফা হ'ব। সেই আশাতে মই কথাবোৰ কৈ আছোঁ। কিজানি মইহে আপোনালোকৰ ব্ৰেইন ৱাছ কৰি আছোঁ।

[নিস্তব্ধ। অলপ পিছত পবিত্ৰই দুযোকে যাবলৈ দিযে।]

বিন্দু : কি হ'ল? সকলো গ'লগৈ নেকি?

পবিত্ৰ : মই আছোঁ।

বিন্দু : আজি দেখোন আপোনাৰ কথাৰ সুৰটো বৰ নম্ৰ? আগবেলা লগ পাওঁতেও কথা কম কৈছে। কি হ'ল? ব্ৰেইন ৱাছ হৈছে নেকি?

পবিত্ৰ : ওহোঁ। নাই হোৱা। মযো ঘামত তিতা ৰুমাল নহওঁ। মই আজি অইন কথা কিছুমান ভাবি আছোঁ। আপুনি পৰ্যালোচক, বুদ্ধিজীৱী কাৰণেই আপোনাৰ লগত আমাৰ পৰিচয়টো নিবিড আৰু শুদ্ধ হোৱাটো দৰকাৰ। মোৰ লগৰকেইজনৰ টান টান কথাবোৰত নধৰিব। (দুলাল সোমাই আহে। সি পবিত্ৰৰ কথা শুনি বৈ যায়। পবিত্ৰয়ো কথাৰ সুৰ সলনি কৰে। দুলালে এৰি থৈ যোৱা সৰু বহী এখন বিচাৰে।)

পবিত্ৰ : আপুনি ওলাই গৈ নিশ্চয় অইনৰ নিচিনাকৈ নিমাত হৈ থাকি, চাকৰিৰ পৰা দীঘলীয়া ছুটী লৈ অন্তৰ্ধান নহয়। নিশ্চয় আমাক প্ৰশংসা কৰি ভালৰি বোলাবলৈ চেষ্টা নকৰে। আপুনি মন কৰিছেনে— সকলোৱেই আমাৰ হাতৰ পৰা ওলাই গৈ তেনেকুৱা কৰে? আপুনি নকৰিব। [দুলাল ওলাই যায়। পবিত্ৰই কথা কৈ থাকে।] আত্মজীৱনী লিখিব। আপোনাৰ আত্মজীৱনী যাতে আমাৰো আত্মজীৱনী হয়— মই তাৰে চেষ্টা কৰিছোঁ।

বিন্দু : তাৰ মানে মই আপোনালোকৰ হাতৰ পৰা জীয়াই জীয়াই যাব পাৰিম?

পবিত্ৰ : যদি যাব পাৰে। মোৰ ভুল হৈছিল । মই 'যদি' বুলি ক'ব লাগিছিল। কিন্তু—

বিন্দু : কি?

পবিত্ৰ : ওলাই গৈ এই মৃন্ময় বোলা মানুহজন— আপোনাৰ ভাবী স্বামীজনক আপুনি গ্ৰহণ কৰিব পাৰিব জানো?

বিন্দু : কিয়? হঠাতে সেইটো প্ৰশ্ন—

পবিত্ৰ : তেওঁ আমাৰ একেবাৰে কাষ চাপি আহিছে।

বিন্দু : কি?

পবিত্ৰ : আচলতে তেওঁ আমাৰ মানুহ। আমি নাজানিছিলোঁ।

বিন্দু : কি?

পবিত্ৰ : এই ঘটনাৰ কেন্দ্ৰৰ পৰিচালক আচলতে তেওঁহে। আমি নহওঁ।

বিন্দু : নৌ। হ'বই নোৱাৰে।

পবিত্ৰ : হয় মিছ চৌধুৰী। সেই কাৰণেই মোৰ দুখ লাগিছে, আৰু আজিৰ দিনটোত মই কম কথা কৈছোঁ।

[মঞ্চ অন্ধকাৰ হয। আঁৰ-কাপোৰ পৰে।]

# দৃশ্য : ৮

## মঞ্চ : ২

[মঞ্চ লাহে লাহে পোহৰ হয়। সময় পাৰ হোৱা বুজাবলৈ আঁৰ- কাপোৰো লাহে লাহে উঠিব। হাবিৰ মাজত। ৰাতি। জোনাকৰ পোহৰ। জিলিৰ মাত শুনা যায়। মৃন্ময় আৰু নন্দিতা সোমাই আহে।]

মৃন্ময় : আমি এতিয়া ইযাত কিমান সময ৰ'ব লাগিব?

নন্দিতা : বেছি সময় ৰ'ব নালাগে। সময় হৈছেই। তেওঁলোকে সময ৰাখি কাম কৰে।

মৃন্ময় : কিন্তু তেওঁলোক ঠিক এইখিনিলৈকে আহিবতো?

নন্দিতা : আহিব।

মৃন্ময় : নহয়— মানে এইডোখৰ ঠাইলৈকে আহিব লাগিব বুলি তেওঁলোকে কেনেকৈ জানিব?

নন্দিতা : এইডোখৰ আমাৰ চিনাকি ঠাই।

মৃন্ময় : গুড।

[মৃন্ময়ে অলপ ইফাল-সিফাল কৰে। নন্দিতা সন্মুখৰ কাঠ এডালত বহে।]

মৃন্ময় : হঠাতে ঠাই সলাই ইয়ালৈ আহিবলগীয়া হ'ল কিয়? আগতেতো তুমি মোক গাঁওবুঢ়াৰ ঘৰত লগ পোৱাৰ কথাহে কৈছিলা?

নন্দিতা : এঘণ্টাৰ আগলৈকে সেইটোৱেই ঠিক আছিল। কিন্তু হঠাতে খবৰ আহিল— আবেলি সময়ত গাঁওখনত এখন নতুন গাড়ী আৰু কেইজনমান মানুহ দেখা গৈছে। তেওঁলোকে সেইকেইজন পুলিচৰ মানুহ বুলি সন্দেহ কৰিছে। সেই কাৰণে তৎক্ষণাত সকলো সাল-সলনি কৰিবলগীয়া হ'ল।

মৃন্ময় : বিন্দুও ইয়াতে আছিল নেকি?

নন্দিতা : সেইটো ক'ব নোৱাৰোঁ।

মৃন্ময় : সেইটোতো বৰ ভয়ৰ কথা। কেনেবাকৈ যদি পুলিচে—

নন্দিতা : সেই বিষয়ে নিশ্চয় চিন্তা কৰিব নালাগে। কাৰণ ছোৱালীজনী কোন দিনা ক'ত আছে সেই বিষয়ে একো নাজানিলেও— এটা কথা মই ভালকৈ জানো। যিকোনো মুহূৰ্তত তাইক থ'বৰ কাৰণে অতি কমেও দহডোখৰ ঠাই ঠিক কৰা থাকে। সামান্য অসুবিধাৰ ইংগিত পালেও তাইক বেলেগ ঠাইলৈ লৈ যোৱা হয়।

মৃন্ময় : ভাল কথা। মুঠৰ ওপৰত তাই পুলিচৰ হাতত নপৰিলেই হয়। এই পাৰ্টীটোৰ ওপৰৱালাকেইটামান বুৰ্বক কাৰণে মোৰ মাজে মাজে চিন্তা হয়।

[হঠাতে নন্দিতাই হাত তুলি কাণ পাতি কিবা শুনে। উঠে।]

নন্দিতা : আহিছে হ'বলাগ লুকাওক।

মৃন্ময় : লুকাম কিয়?

নন্দিতা : নিয়ম। প্ৰথমতে লুকাওক। তাৰ পিছত কোন আহিছে চাই ওলাই আহিম।

[গছৰ আঁৰত দুয়ো লুকায। অলপ পিছতে দুলাল আৰু বিমান আহে। বিমানে জুপি জুপি ঘড়ীত সময চায।]

বিমান : সময হৈছেনে?

দুলাল : [ঘড়ী চাই]— হৈছে।

[গছৰ আঁৰৰ পৰা মৃন্ময আৰু নন্দিতা ওলাই আহে।]

বিমান : বিমান।

দুলাল : দুলাল।

[অৰ্থাৎ দুয়ো নিজৰ পৰিচয় দিয়ে।]

মৃন্ময : গাঁৱত যে কাৰোবাক পুলিচৰ মানুহ বুলি সন্দেহ কৰা হৈছিল— পিছত একো গণ্ডগোল হোৱা নাইতো?

বিমান : নাই হোৱা।

মৃন্ময : বিন্দু আগৰ ঠাইতে আছেনে?

দুলাল : নাই। আজি দুপৰীয়া তেওঁক অইন ঠাইলৈ নিয়া হৈছে।

মৃন্ময : কলৈ?

দুলাল : আমি নাজানো। আমি অইন কামত ওলাই আহিলোঁ। ৰাতি দহ বজাত খবৰ পাম।

বিমান : খবৰ পাম মানে— যদি আমাৰ দৰকাৰ হয় তেনেহ'লে আমালৈ খবৰ পঠাব, নহ'লে নপঠায়।

মৃন্ময় : তোমালোকে মোক লগ পাইছা বুলি বিন্দুৱে যেন ঘুণাক্ষৰেও গম নাপায়। তেওঁ তোমালোকক মোৰ কথা সুধি আমনি কৰিব পাৰে। এতিয়া আচল কথালৈ আহোঁ। আজি

একত্ৰিছ দিন হ'ল। অনিচ্ছা সত্ত্বেও আমি চাৰি বাৰ সময় বঢ়াই দিছোঁ। মোৰ ব্যক্তিগত নীতিৰ বিৰুদ্ধে হ'লেও এই কাম কৰিবলগীয়া হৈছে— বৃহত্তৰ স্বাৰ্থৰ খাতিৰত। বিশেষকৈ ইন্টাৰনেচনেল প্ৰেছ, ইন্টাৰনেচনেল মহিলা সংগঠন, ফ্ৰান্স আৰু ইংলেণ্ডৰ মহিলাকেইগৰাকী— এইবোৰ মাজত সোমোৱাৰ কাৰণে আমি কথাটো কেইবাটাও দিশৰ পৰা ভাববিলৈ বাধ্য হৈছোঁ। কিন্তু এইটো বৰ ক্ৰিটিকেল সময়। সেই কাৰণেই মই তোমালোকক ব্যক্তিগতভাৱে লগ পোৱাটো জৰুৰী বুলি ভাবিলোঁ। এনেকুৱা সময়তেই মানুহৰ মনোবল ভাগি যায়।

বিমান : ঠিক। টেনচনটো সহ্য কৰি থকা টান হৈ পৰে।

মৃন্ময : কিন্তু মন কৰিবলগীয়া কথা হ'ল— সিটো পক্ষৰো সেই একেই অৱস্থা। বিন্দুৰ মাকে বিছনা লৈছে। বাপেকক উন্মাদেই বুলিব পাৰা। সেই কাৰণে কোম্পানীৰ মালিকৰ ওপৰত কেইবাফালৰো পৰা প্ৰচণ্ড হেঁচা পৰিছে। আমি এতিয়া দাবী বঢ়াই বঢ়াই নি আছোঁ যদিও, আমাৰ অৰিজিনেল দাবী মতে এক কোটি টকা আৰু কমৰেড দুজন পালেই হৈ যায়, কিন্তু যোৱা সপ্তাহত কোম্পানীয়ে সিহঁতৰ মিটিঙত ডেৰ কোটি টকা দিয়াৰ কথাও উলিয়াইছিল।

দুলাল : পিছত?

মৃন্ময : কিছুমান দেশদ্ৰোহী দালাল আছে নহয়?— 'নিদিব— দাবী নামানিব— আগলৈ বেয়া আদৰ্শ থাকি যাব'— সিহঁতৰ এইবোৰ চিএৰ-বাখৰৰ কাৰণেই কোম্পানীৰ মানুহবোৰ আৰু চৰকাৰ আকৌ থমকি ৰৈছে।

দুলাল : কিন্তু মই ভাবোঁ— আমাৰ এইবাৰৰ লাষ্ট-ডেটটোৱে লাষ্ট লাষ্ট-ডে'ট হ'ব লাগে। হয় ইছ পাৰ, নহয় উছ পাৰ— কিবা এটা হেস্তনেস্ত হৈ যাব লাগে।

মৃন্ময : এগজেক্টলী।

নন্দিতা : লাষ্ট ডে'ট মানে— ছোৱালীজনীক এৰি দিয়াৰ লাষ্ট ডে'ট নে হত্যা কৰাৰ লাষ্ট ডে'ট?

বিমান : দাবী মানিলে এৰি দিয়াৰ, নামানিলে হত্যা কৰাৰ। পৰিষ্কাৰ কথা।

নন্দিতা : কিন্তু একেবাৰে ভিতৰ মহলৰ পৰা এটা গুণগুণনি ওলাইছে— এই পৰিষ্কাৰ কথাটো বোলে সিমান পৰিষ্কাৰ হৈ থকা নাই? অৰ্থাৎ এটা চূড়ান্ত ব্যৱস্থা লোৱাৰ সময়ত বোলে কোনোবাই হেহোঁ-নেহোঁ কৰে?

মৃন্ময : ছোৱালীজনীৰ প্ৰতি কাৰোবাৰ বোলে মায়া হয়। [নিস্তব্ধ]

মৃন্ময : কি হ'ল? মনে মনে ৰ'লা কিয়? মই ঠিক এই প্ৰশ্নটোৰ উত্তৰ শুনিবলৈকে এই প্ৰথমবাৰৰ কাৰণে নিজে তোমালোকৰ ওচৰলৈ আহিছোঁ। আচলতে মই পবিত্ৰকহে লগ পাব লাগিছিল, কিন্তু তেওঁ বোলে এৰাব নোৱৰা কামত আছে।

বিমান : এৰাব নোৱৰা কামটো কি, তাতে বহুত কথা সোমাই আছে।

মৃন্ময় : মানে?

বিমান : মানে— ছোৱালীজনীৰ দায়িত্ব আমাৰ ওপৰত দি পবিত্ৰ এই ইম্পৰটেন্ট আলোচনাটোৰ কাৰণে আহিব নোৱাৰিলেহেঁতেননে?

মৃন্ময় : [গম্ভীৰ হৈ] হোৱাট ডু ইউ মিন? তুমি কি ক'ব খুজিছা?

দুলাল : যিবিলাক কোমলতাই আমাৰ মাজত শোভা নাপায়— তেনেকুৱা কোমলতাই আমাৰ অপকাৰ কৰিব বুলি সন্দেহ হৈছে।

বিমান : কৰিব বুলি নহয়— কৰিছে বুলি।

দুলাল : বিশেষকৈ— আমাৰ হাতৰ পৰা মুক্তি পোৱাৰ পিছত ছোৱালীজনীয়ে কি কৰা উচিত, সেইবোৰ কথা পবিত্ৰই তাইৰ লগত আলোচনা কৰিলে— আমাৰ নীতি, আমাৰ মনোবল দুৰ্বল হয় নে নহয়?

মৃন্ময় : আই ছি। মোৰো এদিন এনেকুৱা এটা সন্দেহকে কৰিবলৈ মন গৈছিল— কিন্তু তোমালোকৰ ওপৰত বিশ্বাস ৰাখি সেই সন্দেহক উধাবলৈ নিদিছিলোঁ।— বহুত কথা ভাবি মই সময়সীমা বঢাবলৈ পৰামৰ্শ পঠাওঁ— আৰু প্ৰত্যেকবাৰেই ভাবোঁ— এওঁলোকৰ ফালৰ পৰা নিশ্চয় দুৰ্ঘোৰ প্ৰতিবাদ আহিব— কিন্তু নাহে। কিয়? এতিয়া সকলো কথা পৰিষ্কাৰ হ'ল। তোমালোকে যিমানেই কথাটো ঢাকি ঢাকি ক'বলৈ চেষ্টা নকৰা— আচল কথা— লোভ। এক ধৰণৰ প্ৰেম। আটাইতকৈ আপদীয়া বস্তু। কোটি টকাৰ লোভতকৈও মাৰাত্মক বস্তু। [অস্থিৰ হৈ] হোৱাট টু ডু? কি কৰা যায়? [খোজ কাঢ়ে] তাক— পবিত্ৰক তাৰ পৰা আঁতৰাই দিব নোৱাৰিনে?

দুলাল : কিয় নোৱাৰি?

মৃন্ময : নহয, নোৱাৰি। এই ক্ৰিটিকেল সময়ত সেইটো কৰিলে পাৰ্টীৰ ভিতৰত ভাঙোন ধৰিব। নন্দিতা— তুমি কেইদিনমান ছোৱালীজনীৰ লগত থাকিব পাৰিবানে?

নন্দিতা : অইন সমযত হোৱাহেঁতেন— আৰু হাইকমাণ্ডৰ অনুমতি পোৱাহেঁতেন পাৰিলোঁহেঁতেন, কিন্তু এতিয়া মোৰ ওপৰত পুলিচৰ কাঢা নজৰ আছে। এতিয়া মই অন্তৰ্ধান হোৱা মানে পুলিচৰ সন্দেহ বেছি হোৱা।

মৃন্ময : তেনেহ'লে— তেনেহ'লে— মই যাব খোজা নাছিলোঁ— কিন্তু এইবাৰ যাবই লাগিব। এইটো সমস্যাৰ কাৰণেই মই এবাৰ সিহঁত দুযোটাৰে মুখামুখি হ'ব লাগিব। তাই মোক ভাল পাইছিলতো। এইবাৰ চাব লাগিব তাইৰ ভালপোৱাৰ আচল চেহেৰা। তোমালোকে এটা সময় ঠিক কৰি মোক লৈ যাবা। যিমান পাৰা সোনকালে। পাৰিবা নহয়?

বিমান : আমি হাইকমাণ্ডলৈ খবৰ পঠাম।

মৃন্ময : ঠিক আছে। মোক তোমালোকে লগ নাপাবা। এওঁৰ আগত খবৰ দিবা। [হঠাতে টৰ্চ লাইট জ্বলে। মৃন্ময়ে 'কি?' বুলি চিঞৰে। দুলাল আৰু বিমান পলাই যায। আঁৰত এটা গুলীৰ শব্দ হয। নিযোগী, নৃপতি আৰু দুজন মানুহ সোমাই আহে। সকলোৰে হাতত অস্ত্ৰ।]

নিযোগী : হাত ওপৰলৈ তোলক।

[মৃন্ময আৰু নন্দিতাই হাত ওপৰলৈ তোলে।]

নিযোগী : [নন্দিতাক]— মই আপোনাক কেইবা ঠাইতো— কেতিয়াবাই ধৰিব পাৰিলোঁহেঁতেন মিছ ৰায। কিন্তু আপোনাক ধৰাটো মোৰ কাৰণে ডাঙৰ কথা নাছিল, আপোনাৰ পাছে পাছে গৈ এটা ভাল ঘাটি আৱিষ্কাৰ কৰিব পাৰিম বুলি ভাবিছিলোঁ— কিন্তু আজি এখেতক পালোঁ— সেয়েই যথা লাভ। ব'লক। ব'লক মিষ্টাৰ দাস।

মৃন্ময : এওঁলোকক সকলোকে যাবলৈ কওক। খুৰাদেউৰ লগত মোৰ অলপ কথা আছে।

নৃপতি : মোৰ লগত তোমাৰ কোনো কথা নাই। মই ঘূৰি ফুৰিছোঁ ক'ৰবাত বিন্দুক দেখিম বুলি, কিন্তু কোনোবা জনমৰ কিবা পাপৰ ফলত তোমাৰ মুখামুখি হ'বলগীয়া হ'ল।

মৃন্ময : [নিয়োগীক] আপোনালোক দুজন থাকক, এওঁলোকক যাবলৈ কওকচোন। মাত্ৰ দহ মিনিটমান।

[নিযোগীযে মৃন্ময়ৰ গা খানাতালাচ কৰে। একো নাপায়। লগৰ মানুহ দুজনক নন্দিতাক লৈ আঁতৰি যাবলৈ ইংগিত দিযে। তেওঁলোক যায়। নিয়োগী মৃন্ময়ৰ ওচৰলৈ আহে। মৃন্ময মাটিত বহে।]

মৃন্ময় : ইযাতে বহক খুৰা। মোৰ কথাখিনি শুনক। দুই-এদিনতে মই নিজেই আপোনালোকক লগ ধৰাৰ কথা আছিল।

[মৃন্ময়ে মুখ ঢাকি কান্দিবলৈ ধৰে। নিয়োগী আৰু নৃপতিযে চাই থাকে।]

মৃন্ময : [সুস্থিৰ হ'বলৈ চেষ্টা কৰি, আন্তিনত চকু মচি] কি যন্ত্ৰণাত মই দিন কটাইছোঁ— আপোনালোকক কথাৰে বুজাব নোৱাৰোঁ।

[আকৌ কান্দে। মঞ্চ আন্ধাৰ হয। আঁৰ-কাপোৰ পৰে।]

# দৃশ্য : ৯

## মঞ্চ : ১

[এটা নতুন কোঠালি। সাধাৰণ। হাৰিকেন লেম জ্বলি আছে। সন্মুখত এখন সাধাৰণ বিছনা। নিভাই বিন্দুক ধৰি লৈ আহে। বিছনাত বহুৱাই দিযে। বিছনাৰ তলত থকা এডাল শিকলি উলিযায। বিন্দুৰ এখন হাতত শিকলি মেৰিযাই তলা মাৰে। শিকলিৰ ইটো মূৰ বিছনাখনৰ পাযাত মেৰিযাই তাতো তলা মাৰে। ভৰি দুখন কাপোৰেৰে বান্ধে। এইখিনি সময়ত কথা চলি থাকে।]

বিন্দু : এইখন ঠাইত মহ নাই নহয নিভা? মোক এতিযালৈকে এটা মহেও কামোৰা নাই। আঁঠুৱা তৰিবা জানো?

নিভা : নতৰোঁ।

বিন্দু : কি নাম এই ঠাইখনৰ? অ' নালাগে। মাজে মাজে মই সুধিব নালাগে বুলি পাহৰি যাওঁ। তাতে তুমি নতুন ছোৱালী, ফটকৰে মুখেদি নামটো ওলাই যাব, পিছত পাবা মজাটো।

নিভা : জানিলেহে মুখেদি ওলাই যাব। নতুন ছোৱালী কাৰণে মোক ঠাইৰ নাম, মানুহৰ নাম একো নকয।

বিন্দু : হয নেকি? অ' হেৰি নহয়, তোমাক যে লং-পেণ্ট-ছাৰ্ট পিন্ধিবলৈ দিয়াৰ কথা আছিল দিলেনে নাই?

নিভা : নাই দিযা।

বিন্দু : ভালেই হৈছে। তোমাৰ মাত, কথা-বতৰা— এইবোৰৰ লগত সেইবোৰ ড্ৰে'ছ একেবাৰে নিমিলিব। তোমাৰ হাতখনো ইমান মিহি আৰু কোমল! [বৈ] বন্ধা-কুন্ধা হ'লনে তোমাৰ?

নিভা : হ'ল।

বিন্দু : আচলতে কি জানা নিভা? মোৰ যদি হাত, ভৰি, চকু— এটাইবোৰ একেবাৰে মুকলি কৰিও দিয়া, তথাপি তোমালোকৰ অকণো ভয নাই। মই আৰু অইন কলৈকো নাযাওঁ। খালী সেই এঠাইলৈ যাম।

নিভা : কলৈ?

বিন্দু : তোমাৰ দাদায়েৰাইঁতে যলৈ পঠিয়াবলৈ মোক বান্ধি থৈছে। এইবাৰৰ হিচাপ মতে আৰু কেইদিমান আছে?

নিভা : পাঁচ দিন।

বিন্দু : এঃ বহুত দিন আছে। কিয় যে দিনবোৰ বঢাই গৈ আছে ক'ব নোৱাৰোঁ।
[ৰূপা আহে।]

ৰূপা : ইমান ৰাতিলৈকে কথা পাতি আছে কিয়? শুই থাকক। [নিভাক] তোমাক ডিউটী কৰাৰ সময়ত বাজে কথা পাতিবলৈ মানা কৰিছিলোঁনে নাই?

নিভা : কিনো বাজে কথা পাতিলোঁ? মই দেখোন কথা কোৱাই নাই। বাইদেৱে সুধিছে— মৰিবলৈ কেইদিন আছে— মই ক'লোঁ পাঁচ দিন। সেইটো বাজে কথা হ'ল নেকি?

ৰূপা : পাঁচ দিন আছে নে দহ দিন আছে— সেইবোৰ তুমি কোৱাৰ কি দৰকাৰ? কোৱা মানুহ আছে নহয়। যোৱা ইযাৰ পৰা।

নিভা : মোৰ দেখোন আজি ৰাতি ইয়াত ডিউটী আছে।

ৰূপা : নালাগে যোৱা। আজি মই ইযাত ডিউটী কৰিম।

নিভা : ভালেই। কৰা। কিন্তু মই তোমাক আগতেও এদিন কৈছোঁ— মোৰ লগত কথা পাতিলে তুমি তোমাৰ কথাৰ সুৰটো, মাতটো অলপ চম্ভালিবা।

ৰূপা : কি?

নিভা : মোৰ ওপৰৰ চৰ্দাৰৰ নিচিনাকৈ কথা নক'বা। মই বৰ একাচেকা মানুহ। কৈ দিলোঁ।

ৰূপা : মই কাইলৈ ৰাতিপুৱাই তোমাৰ কথা ৰিপ'ৰ্ট কৰিম।

নিভা : ৰাতিপুৱালৈ কিয়? এতিযাই কৰাগৈ। দাদাইঁতৰো সৌটো কোঠালিতে আছে। এতিযাই নকৰাগৈ কিয়? [খঙেৰে] কি ৰিপ'ৰ্ট কৰিবা? বাইদেউৰ লগত কথা পাতিছিলোঁ বুলি? মানুহ এনেকুৱা কাঠচিতীযা হ'ব নাপায বুইছা? বলি দিবলৈ থোৱা ছাগলীটোকো মানুহে মাহ এমুঠি খাবলৈ দিযে, ফোঁট এটা দিযে। তুমিও ৰিপ'ৰ্ট দিবা, মযো দাদাইঁতক সুধিম— মোক পাৰ্টীলৈ আনিছেনে তোমাৰ ডেমাকি দেখুৱাবলৈ আনিছে। এই কেইদিনতে মোৰ অসহ্য লাগি গৈছে।
[গুচি যায। ৰূপা অকণমান সময থিয হৈ থাকে। তাৰ পিছত টুলখনত বহে। বিন্দু শোৱে। দুৱাৰমুখত দুলালক দেখা যায। অলপ সময থিয় হৈ থাকি সি আঁতৰি যায। ৰূপাই লেমটো কমাই দিয়ে। কোঠাটো প্ৰায আন্ধাৰ হৈ পৰে। ৰূপা ওলাই যায। সংগীত। সময পাৰ হয। হঠাতে বিন্দুৱে চিঞৰে।]

বিন্দু : কোন?
[তাইৰ মাত বন্ধ হৈ যায। অলপ কেঁকনিৰ নিচিনা শব্দৰ পিছত তাই আকৌ জোৰেৰে চিঞৰে।]

পবিত্ৰ : [আঁৰত] কি হৈছে? ৰূপা। নিভা।
[আন্ধাৰত লৰা-ঢপৰাৰ শব্দ। অলপ পিছত ৰূপাই লেমটো বঢাই দিয়ে। বিন্দু বিছনাত ভীষণ উত্তেজিত অৱস্থাত বহি আছে। অলপ পিছতে পবিত্ৰ আহে।]

পবিত্ৰ : কি হৈছে? ওঁ? কি হৈছে?

বিন্দু : [অলপ সময ফোঁপাই থাকি] কোনে? কোনে মোৰ গাত হাত দিছিল? [চিঞৰি] কোনে? কোনে মোৰ গাত হাত দিছিল?

পবিত্ৰ : ৰূপা?
ৰূপা : মই— মই
বিন্দু : কোনো মতা মানুহে মোৰ আঙুলি এটাও নোচোৱে বুলি আপুনি কথা দিছিলনে নাই? মোক আগতে মাৰি নল'লে কিয়? এইটো— এইটোৱেই তহঁতৰ পাৰ্টী? এয়া তহঁতৰ ট্ৰেইনিং। এয়া তহঁতৰ সভ্যতা?
[ইতিমধ্যে দুলাল আৰু বিমান আহে। দুৱাৰত এটা বন্দুকধাৰী গাৰ্ড দেখা যায়। নিভাও আহে।]
পবিত্ৰ : আপুনি মোক দহ মিনিট সময় দিয়ক মিছ চৌধুৰী।
বিন্দু : দহ মিনিটত আপুনি কি কৰিব? দহ বছৰেও আপুনি একো কৰিব নোৱাৰে। নোৱাৰে নোৱাৰে নোৱাৰে।
পবিত্ৰ : নিভা।
[নিভা দৌৰি ওচৰলৈ আহে।]
পবিত্ৰ : এই মানুহঘৰৰ সকলোৰে নিশ্চয সাৰ পাইছে। তুমি সকলোকে কোৱাগৈ— তেখেতসকলে যেন দুৱাৰ মাৰি শুই থাকে।
[নিভা যায।]
পবিত্ৰ : [ওপৰলৈ চাই, গম্ভীৰ সুৰেৰে] কোন? কোন আহিছিল? এইখন ঘৰত এহাল বুঢ়া-বুঢ়ী, তেওঁলোকৰ বোৱাৰীযেক আৰু সৰু সৰু ল'ৰা-ছোৱালী এহাল আছে। আৰু আমাৰ আমি তিনিটা আছোঁ। কোন আহিছিল?
বিমান : আমি আমাৰ কোঠালিটোলৈ গৈ কথা পাতোঁ?
পবিত্ৰ : এইটো কোঠালিতে, এওঁৰ সন্মুখতে সকলো কথা পাতিম, আৰু যি কৰিবলগীযা আছে ইযাতে, দহ মিনিটৰ ভিতৰতে কৰিম। কোন আহিছিল?
[নিভা উভতি আহে।]
পবিত্ৰ : [নিভাক] কোন আহিছিল ইযালৈ?
নিভা : মই ক'ব নোৱাৰোঁ।
পবিত্ৰ : তোমাৰ টোপনি গৈছিল?
নিভা : মই ইয়াত নাছিলোঁ।
পবিত্ৰ : কিয়? তোমাৰতো ইয়াত ডিউটী আছিল?
নিভা : ৰূপাই আহি কৈছিল— তেওঁ ডিউটী কৰিব, আৰু সেই বুলি কৈ মোক পঠিয়াই দিছিল।
পবিত্ৰ : [ৰূপাক] কিয? কাৰ কথা মতে?
[নিস্তব্ধ]
পবিত্ৰ : কোন আহিছিল?
ৰূপা : মই ক'ব নোৱাৰোঁ।
পবিত্ৰ : শুইছিলা?
ৰূপা : এখেতৰ টোপনি যোৱা বুলি ভাবি মই বাহিৰলৈ গৈছিলোঁ।
পবিত্ৰ : ডিউটী সলনি কৰি লৈছিলা আৰু বাহিৰলৈ গৈছিলা?
ৰূপা : এওঁ নিভাই যেনেকৈ ডিউটী কৰে— কেতিয়াবা ডাঙৰ গণ্ডগোল হ'ব। সেই কাৰণে মই—
নিভা : মিছা কথা।

পবিত্ৰ : চুপ। ইয়াৰ বিচাৰ বেলেগ হ'ব। দুযোজনী সৌখিনিলৈ যোৱা।
[নিভা আৰু ৰূপা বিছনাখনৰ এমূৰে থিয় হয়গৈ।]

পবিত্ৰ : [দুলাল আৰু বিমানৰ সন্মুখলৈ গৈ]— তোমালোক দুজনৰ ভিতৰত এজন। কোন?

বিমান : মোৰ টোপনি গৈছিল। চিএৰ শুনি সাৰ পাইছিলোঁ।

দুলাল : দুজনৰ ভিতৰত এজন বুলি কোৱা কিয়? তিনিজনৰ ভিতৰত এজন বুলি নোকোৱা কিয়?

পবিত্ৰ : কি?

দুলাল : তুমিওতো ইয়াতে আছা। তোমাৰ সলনিময়োতো এই ঘটনাটোৰ বিচাৰ কৰিবলৈ ল'ব পাৰিলোঁহেঁতেন।
(পবিত্ৰই আচম্বিতে দুলালক প্ৰচণ্ড চৰ এটা মাৰে।)

পবিত্ৰ : মই যে এইটো কোঠালিলৈ আহি বিন্দু চৌধুৰীৰ গাত হাত দিয়া নাছিলোঁ, তাৰ প্ৰমাণ দিলোঁ। তই যে অহা নাছিলি, তাৰ প্ৰমাণ এনেকৈয়ে দে। মই গালখন পাতি ৰৈ আছোঁ। [ৰৈ থাকে।] নোৱাৰ দিব?
[উন্মাদৰ দৰে সি দুলালক চৰিযাবলৈ ধৰে। এবাৰ দুলাল পৰি যায়। পবিত্ৰই তাক এক গোৰ মাৰে। দুৱাৰমুখলৈ গৈ কাৰোবাক মাতে। গাৰ্ড দুটা আহে।]

পবিত্ৰ : বান্ধ। বান্ধি লৈ যা। শংকৰক খবৰ দে। ৰাতিপুৱালৈ যেন ইয়াক ইয়াত নেদেখোঁ।
[গাৰ্ড দুটাই দুলালক ধৰে। এটা গাৰ্ডে জেপৰ পৰা ৰছী উলিযাই দুলালৰ হাত-দুখন পাছফালে বান্ধে, তাৰ পিছত দুযো তাক বাহিৰলৈ লৈ যায।]

বিমান : পবিত্ৰ।

পবিত্ৰ : [হাত দাঙি মনে মনে থাকিবলৈ কয। অলপ পিছত]— এই দুজনী ছোৱালীক কি প্ৰতিশ্ৰুতি দি ঘৰৰ পৰা উলিয়াই আনিছা? গোটেই দেশে যিজনী ছোৱালীৰ খবৰ প্ৰতি দিনে লৈ আছে, সেইজনী ছোৱালীকেই যদি সি এনেকুৱা ব্যৱহাৰ কৰে— তেনেহ'লে এইবিলাক ছোৱালীৰ নিৰাপত্তা ক'ত? [অস্থিৰভাৱে মূৰ জোকাৰি] মই আৰু নোৱাৰোঁ। তোমালোকে সকলো দাযিত্ব লৈ লোৱা— মোক বিদায দিয়া। [বহে। চুলিৰ মাজত হাত বুলায। অলপ পিছত ৰূপা আৰু নিভাক] তোমালোক সিটো কোঠালিলৈ যোৱা। মাতিলেই আহিবা। ৰূপাই ভাবি-চিন্তি ঠিক কৰা— আমাৰ লগত থাকি কিবা অসুবিধা পাইছা নেকি? মই মাত্ৰ এবাৰ তোমাক ক্ষমা কৰিম।
[ৰূপাহঁত যায়।]

পবিত্ৰ : বহা বিমান। [অলপ ৰৈ, বিন্দুক] আপোনাকতো 'শোষক মিছ চৌধুৰী' বুলি কোৱাৰ সকাহ নাই। অতি মৰমৰ মানুহ এজনৰ মৃত্যু হ'লে মৰিশালিত যেনেকৈ উজাগৰে ৰাতি কটাই দিওঁ, তেনেকৈ আজিৰ ৰাতিটো কটাই দিওঁ দিয়ক। আমাৰ বিশ্বাসৰ মৃত্যু হ'ল যেতিয়া।

বিন্দু : শিকলিবোৰৰ কাৰণে এই যুদ্ধখনৰ সময়ত হাত আৰু ভৰিত কষ্ট পালোঁ। পাৰে যদি খুলি দিবলৈ কওক।

পবিত্ৰ : নিভা।
[নিভা আহে। পবিত্ৰই ইংগিত দিয়ে। নিভাই শিকলি খুলি দিয়ে। নিভা যায়।]

বিন্দু : মানুহৰ দুঃসাহস আৰু স্পৰ্ধাৰো এটা সীমা থাকিব লাগে। নালাগে জানো? ইমান দুৰ্বল আৰু লেতেৰা আয়োজনেৰে আপোনালোকে ইমান ডাঙৰ অভিযান হাতত লয়? নে আমাৰ নিচিনা মানুহক তুচ্ছ, পোক-পৰুৱাৰ লগৰ প্ৰাণী বুলি গণ্য কৰে? নে শিক্ষা,

সভ্যতা-সংস্কৃতি আপোনালোকৰ ৰাজ্যৰ চাৰিসীমাৰ বাহিৰৰ বস্তু? যদি কথাবোৰ তেনেকুৱাই হয়, তেনেহ'লে দেখোন এক কোটি দুই কোটি টকা আপোনালোকৰ মুখলৈ দলিয়ায়ো দিব পাৰি। মই ভাবিছিলোঁ— মই এক আদৰ্শৰ সংগ্ৰামত বন্দী হৈ আছোঁ, আৰু সেযাই মোৰ কাৰণে এক আনন্দৰ কথা, কিন্তু এয়াতো তেনেকুৱা একো উচ্চ পৰ্যায়ৰ সংগ্ৰাম নহয়।

পবিত্ৰ : হ'ব মিছ চৌধুৰী, ইমানকৈ নক'লেও মই কথাবোৰ ঠিকেই বুজিম। মই আপোনাৰ ওচৰত ক্ষমা খুজিছোঁ— আৰু অনুৰোধ কৰিছোঁ— মানুহৰ বিচিত্ৰ চৰিত্ৰ, ভুল-শুদ্ধৰ কথাবোৰো আপুনি সঠিকভাৱে বিচাৰ কৰিবলৈ চেষ্টা কৰিব। আপোনালোকৰ ইমান সাৱধানে সম্পাদনা কৰা ইমান বিখ্যাত বাতৰি-কাকত— তাতো জানো একোটা নিকৃষ্ট লেখা ছপা নহয়? তাৰ একোটা বাতৰিয়ে জানো কেতিয়াবা মানুহৰ অপকাৰ নকৰে? আমাৰ মাজত এজন দোষী ধৰা পৰিছে, তাৰ শাস্তি হ'ব— যদি চাব খোজে কাইলৈ হয়তো তাৰ শৰটো আপোনাৰ সম্মুখলৈ অনা হ'ব, তেতিয়াতো আপোনাৰ বিশ্বাস হ'ব যে আমি এক কঠোৰ শৃংখলা আৰু আদৰ্শৰ মাজত বাস কৰোঁ?

বিন্দু : নহয়। আপুনি যে ক'লে— মানুহৰ বিচিত্ৰ চৰিত্ৰ, ভুল-শুদ্ধৰ কথা— সেইটোৱেই আচল কথা। এই মানুহজনক হত্যা কৰি কি লাভ? কাইলৈ তেওঁ, পৰহিলৈ আপুনিয়েই বাৰু এনে আচৰণ নকৰিব কিয়? আৰু দহ দিনৰ পিছত মই নিজেই কেনেকুৱা আচৰণ কৰোঁ তাৰ কি ঠিক? আৰু নকৰিমেই বা কিয়? আপুনি, তেওঁ, মই— এইবোৰ মহামানৱ নেকি? [বৈ] গতিকে মূল কথা— মোক এনেকৈ আপোনালোকৰ মাজলৈ অনাটোৱেই ভুল কাম। যদি সুখে-দুখে মিহলি এটা স্বাভাৱিক জীৱনৰ প্ৰতিশ্ৰুতি দিব নোৱাৰে, তেনেহ'লে এই নিভা-ৰূপাইতক উলিয়াই অনাটোও ভুল কাম। [বৈ] ভালেই হ'ল। এওঁলোকে মোক প্ৰথম দিনা লগ পাওঁতে— সেই ৰাস্তাত— গাড়ীত তোলাৰ আগতে কৈছিল— আপুনি সেইবিলাক ঠাইলৈ গৈ নিজ চকুৰে মানুহবোৰ চাই আহিলে আপোনাৰ লেখাত আৰু উত্তাপ— জনসাধাৰণৰ তেজৰে উত্তাপ— ইত্যাদি, হেন-তেন-তেন। ঠিকেই। লিখাৰ সুবিধা পাওঁ বা নাপাওঁ— বন্ধ চকুৰে যি দেখিলোঁ, সেয়েই যথেষ্ট। কিন্তু মোৰ নিজৰ কপালখনৰ কাৰণেহে বৰ দুখ লাগিছে। দুৰ্ভাগ্যৰো এটা সীমা থাকিব নালাগে জানো? আঙঠি পিন্ধোৱাৰ সলনি মোৰ ভাবী স্বামীয়ে মোৰ হাতে-ভৰিয়ে শিকলি পিন্ধালে। কিমান দিন তেওঁৰ লগত কিমান ঘনিষ্ঠ হৈ কটালোঁ— এদিনলৈও যদি তেওঁ মোক ঘুণাক্ষৰেও এই লাইনৰ কথা জানিবলৈ দিলেহেঁতেন— তেনেহ'লে মই তেওঁক হয়তো জয় কৰিব পাৰিলোঁহেঁতেন।— শেষত তেওঁ মোৰ ৰাতিৰ লগৰীয়া এজনৰো বন্দৱস্ত কৰি দিলে। [হাঁহে]। অৱশ্যে ঠিকো নাই। এইবোৰ আপোনালোকৰ চক্ৰান্তও হ'ব পাৰে।

পবিত্ৰ : নহয়। সঁচা কথা।

বিন্দু : কি বিশ্বাস। যি বুজিলোঁ— আপোনালোক যি কোনো স্তৰলৈ উঠিব পাৰে, নামিবও পাৰে।

পবিত্ৰ : আকৌ কৈছোঁ— এটা মানুহে দোষৰ কাম কৰিলে কাৰণে আপুনি আপোনালোক আপোনালোক বুলি নক'ব। আপোনাৰো মানসিক অৱস্থা মই বুজিছোঁ। সেই কাৰণে কেইটামান সঁচা কথা কওঁ শুনক। মৃন্ময় দাসক মই চিনি নাপাওঁ, কিন্তু হাইকমাণ্ডৰ পৰা

খবৰ পাইছোঁ তেওঁ পাৰ্টীৰ মানুহ হয়। আঁৰত থাকি কাম কৰে। কেইদিনমানৰ আগতে তেওঁ আৰু নন্দিতা ৰায় নামৰ এক্সপ্ৰেছ কাগজৰ ৰিপৰ্টাৰ এগৰাকী পুলিচৰ হাতত পৰিল।

বিন্দু : নন্দিতা? নন্দিতা কিয়?

পবিত্ৰ : তেওঁ আমাৰ মানুহ।

বিন্দু : আচৰিত কথা।

পবিত্ৰ : ধৰা পৰাৰ সময়ত এওঁ— [বিমানক দেখুৱাই] লগত আছিল। পিছে এওঁ পলাই সাৰিল। পিছত গম পালোঁ— মৃন্ময় দাসেও অদ্ভুদ কৌশলেৰে, সেই হাবিৰ মাজৰ পৰাই, পুলিচৰ হাতৰ পৰা পলাইছে। তাৰ পিছত তেওঁৰ লগত আমাৰ আকৌ যোগাযোগ হৈছে। মই আপোনাক কথা দিছোঁ— আৰু এইটো মই মোৰ কৰ্তব্য বুলি ভাবিছোঁ— মৃন্ময় দাসৰ লগত মই আপোনাক মুখামুখি কৰাই দিম।

[নিস্তব্ধ]

বিন্দু : [চাই থাকি]— হয় নেকি? ভালেই হ'ব। এসপ্তাহ এসপ্তাহকৈ যাতে মোৰ জীৱন দীঘলীযা কৰি গৈ থকা নহয়, তেওঁৰ লগত সেইটো নিশ্চিত কৰি ল'ব পাৰিম। কেতিয়া লগ পাম তেওঁক?

পবিত্ৰ : দুদিনমান সময় লাগিব পাৰে। নন্দিতা ৰায় পুলিচৰ হাতলৈ যোৱাৰ পিছত আমাৰ গোটেই আয়োজনবিলাক সাংঘাতিক ধৰণে সালসলনি কৰিব লগা হৈছে।

বিন্দু : মনটো ভাল লাগি গ'ল। শোওঁ দিয়ক। মাতক নিভাইতক। শিকলিৰ তলা দুটা মাৰি থৈ যাওঁকহি।

পবিত্ৰ : শোৱকচোন আপুনি।

বিন্দু : আপোনালোক নোশোৱে?

পবিত্ৰ : আজি আমিয়েই আপোনাক পহৰা দিওঁ দিয়ক।

বিন্দু : [গাত কাপোৰ লৈ] হয নেকি? চাওঁচোন চেষ্টা কৰি। মোৰ পিছে ৰক্ষকলৈ বেছি ভয লাগে।

[মূৰে-গাযে কাপোৰ লৈ শোৱে। সংগীত।]

পবিত্ৰ : [অলপ পিছত] বিমান।

[বিমানে মূৰ তোলে।]

পবিত্ৰ : ই বাৰু কিয় এই কামটো কৰিলে? [নিস্তব্ধ]। ইযাৰ মতিভ্ৰম হ'ল বুইছা। কিছুদিনৰ পৰা তোমালোক দুয়োজনৰে মনত মোৰ বিষয়ে এটা ভুল ধাৰণা সোমাইছিল, শেষত এওঁৰ মতিভ্ৰম হ'ল।

বিমান : মই—?

পবিত্ৰ : হাইকমাণ্ডে মোক সকলো কথা সুধিছিল। মই সকলো কথাৰ উত্তৰ দিছোঁ। কথাবোৰ পোনে পোনে, আজিয়েই ক'ম বুলি তোমাক বহুৰাই খৈছোঁ। মিছ চৌধুৰীৰ যদি টোপনি যোৱা নাই তেৰোঁ শুনক। লাভ হ'ব। [ৰৈ] মিছ চৌধুৰীৰ কাৰণে মোৰ মনটো কোমল হৈ গৈছে বুলি তোমালোকে সন্দেহ কৰিছিলা। অভিমানো কৰিছা। আনকি মই তেওঁৰ প্ৰেমত পৰিলোঁ নেকি— সেই কথাও বোলে তোমালোকে আলোচনা কৰিছা। ই দুলালে যে কৈছিল— আমাৰ তিনিটাৰ যি কোনো এটাই আজি ৰাতিৰ এই কামটো কৰিব পাৰোঁ— সি সেইবিলাক আলোচনাৰে সুবিধা ল'ব খুজিছিল। তাৰ মতিভ্ৰম হ'ল। বাদ দিয়া। তোমাৰো বোলে মাজে মাজে মোলৈ হিংসা হয়।

বিমান : নাই নাই—

পবিত্ৰ : হোৱাটো স্বাভাবিক। তোমালোকৰ প্ৰশ্ন হ'ল— আমাৰ লাইনত প্ৰেমৰ ঠাই আছে জানো? সি দুলালে দিনত সেইটো প্ৰশ্ন সোধে, ৰাতি এইটো কাম কৰে। বেয়া কথা। মই— প্ৰেম কৰা নাই— কিন্তু যদি কৰিলোঁহেঁতেন, তেনেহ'লে ক'লোঁহেঁতেন— প্ৰেম, মানৱীয়তা, সততা, পৰিশ্ৰম কৰাৰ শক্তি আৰু মন— এইবোৰ লৈয়েই জীৱন আৰু বিপ্লৱ। যন্ত্ৰমানৱৰ নিচিনাকৈ আমি কাম নকৰোঁ। তোমাৰ স্বৰ্গৰাজ্যত বাস কৰিবলৈ তুমি যিটো সন্তান এৰি থৈ যাবা, তাৰ জন্ম বন্দুকৰ যুদ্ধৰেই হ'বনে? যন্ত্ৰৰ নিচিনা দুটা মানুহৰ যান্ত্ৰিক মিলনৰ ফলত হ'বনে? নহয়। প্ৰেমেৰে হ'ব। প্ৰকৃতিৰ বিৰুদ্ধে নাযাবা। [বৈ] মই যদি বিন্দু চৌধুৰীৰ প্ৰতি আসক্ত হওঁ, তেনেহ'লে তুমি ব্ৰহ্মচাৰী হৈ হিংসা নকৰিবা। অৱশ্যে হয়, তুমি তেওঁৰ প্ৰতি আসক্ত হোৱাহেঁতেন মযো কিজানি মহা ব্ৰহ্মচাৰী, বিপ্লৱী হ'লোঁহেঁতেন। [হাঁহে। হাঁহি সামৰি]— আৰু বিমান, মোৰ আসক্তিৰ কাৰণে যদি আমাৰ এজনী সদস্যা বাঢে?

[দুয়ো দুয়োলৈ চাই থাকে। মঞ্চ অন্ধকাৰ হৈ আহে। আঁৰ-কাপোৰ পৰে।]

## দৃশ্য : ১০

### মঞ্চ : ২

[কোনোবা সৰু ডাক-বঙলাৰ মন্ত্ৰীৰ কোঠালি। মন্ত্ৰীয়ে অহা-যোৱা কৰি আছে। নিয়োগী সোমাই আহে। তেওঁ মন্ত্ৰীক চেলিউট দিয়ে।]

মন্ত্ৰী : আহক। মই ইয়াত আছোঁ বুলি আপুনি কেনেকৈ জানিলে?— মানে মই ইয়ালৈ অহাৰ কথা নাছিল, হাতত অলপ সময় আছে কাৰণে অকণমান জিৰণি লওঁ বুলি সোমালোঁ। সেই কাৰণে সুধিছোঁ—

নিযোগী : আচলতে মই আপোনাৰ পাছে পাছে আহি আছোঁ ছাৰ। বৰ নগৰত অলপতে মিছ কৰিলোঁ। নহ'লে তাতে কথা পাতিব পাৰিলোঁহেঁতেন।

মন্ত্ৰী : কিবা জৰুৰীৰ কথা আছে নেকি?

নিযোগী : হয় ছাৰ। বৰ জৰুৰী।

মন্ত্ৰী : কওকচোন।

নিযোগী : আমি দুই-এদিনৰ ভিতৰতে বিন্দু চৌধুৰী ক'ত আছে, সেই বিষয়ে খবৰ পাম ছাৰ।

মন্ত্ৰী : হয় নেকি? বৰ ভাল খবৰ। এৰা! আপুনি পাৰিবই লাগিব নহয়। এই ঘোকোট গাঁৱত মোক উলিয়াইছেহি যেতিয়া—। [হাঁহে]। পিছে এনেকুৱা সম্ভাৱনাৰ কথা আপুনিতো আগতেও দুবাৰমান কৈছিল।

নিয়োগী : মোৰ বিশ্বাস— এইবাৰ খবৰ পামেই ছাৰ।

মন্ত্ৰী : বৰ ভাল কথা। কিন্তু এই যে ক'লে— 'বিশ্বাস' বুলি? বিশ্বাস কৰেনে খবৰ পাবই?

নিযোগী : বিশ্বাস মানে ছাৰ মই ডেফিনিটলী ক'ব পাৰোঁ— হঠাতে যদি কিবা বিঘিনি নঘটে— তেনেহ'লে এইবাৰ খবৰ পামেই।

মন্ত্ৰী : বৰ ভাল খবৰ। পিছে সেইটোৱেই কথা। হঠাতে যদি কিবা বিঘিনি নঘটে—। বাৰু কওকচোন, তাৰ পিছত?

নিয়োগী : যদি খবৰ পাওঁ, তেনেহ'লে কি কৰিম তাৰে পৰামৰ্শ বিচাৰিছোঁ ছাৰ।
মন্ত্ৰী : [খোজ কাঢ়ি] আপুনি কি কৰা উচিত বুলি ভাবে?
নিয়োগী : মই ভাবোঁ— আমি ঠাইডোখৰ ৰে'ইড কৰা ভাল হ'ব।
মন্ত্ৰী : ৰে'ইড কৰি?—
নিয়োগী : বিন্দু চৌধুৰীক উদ্ধাৰ কৰি আনিম।
মন্ত্ৰী : বৰ ভাল কথা হ'ব। এইটো আমাৰ এটা বৰ ডাঙৰ এচিভমেণ্ট (achievement) হ'ব।
নিযোগী : হয় ছাৰ।
মন্ত্ৰী : কিন্তু কামটো ইমান সহজ হ'বনে?
নিযোগী : এইবিলাক কাম সাধাৰণতেতো সহজ নহয়েই!
মন্ত্ৰী : মানুহ মৰিব পাৰে নেকি?
নিয়োগী : যদি কনফ্ৰনটেচন হয়, তেনেহ'লে হযতো দুই-এজন মৰিব পাৰে।
মন্ত্ৰী : ওঁ—। সেইটো ভাল কথা হ'ব জানো? তাৰ বা আকৌ কি প্ৰতিক্ৰিযা হয।— মানে আপুনি কথাটো বুজিছেনে নাই? লাইফ— মানে— জীৱন— বিন্দু চৌধুৰীৰ জীৱনো জীৱন— আৰু আপুনি যেঁ ক'লে— দুই-এজন মৰিব পাৰে— সিহঁতৰ জীৱনো জীৱন। নহয জানো? অৱশ্যে আমি জানো— বিন্দু চৌধুৰীৰ জীৱনৰ মূল্য অইন দুই-এটা মানুহৰ জীৱনৰ মূল্যতকৈ বহুত বেছি। কিন্তু সেইটো আমিহে বুজোঁ— বাহিৰৰ মানুহে নুবুজিব নহয়! কি কয়?
নিযোগী : সেইটো এটা পইণ্ট অৱশ্যে হয, কিন্তু এটা স্পেছিফিক পাৰপাছ লৈ আমি যেতিযা এটা অপাৰেচন চলাওঁ, তেতিযা—
মন্ত্ৰী : এইটোতো কেৱল গুলী-বাৰুদ-অপাৰেচনৰ কথা নহয়, এইটো মেইনলী হ'ল পলিটিকছৰ কথা। ধৰি লওক যি ঠাইত ছোৱালীজনী আছে বুলি আপুনি জানিলে, সেই ঠাইৰ আটাইবোৰ মানুহ সিহঁতৰ ছাপ'ৰ্টাৰ। আপোনালোকক দেখি আহিল শ শ মানুহে যাঠি-জোং লৈ খেদি। তেতিযা? আপোনালোকে অৱশ্যে ছে'লফ্ ডিফেন্সৰ কাৰণেই গুলী চলাব, কিন্তু মৰিব কিমান? পাব্লিকক তাৰ কাৰণে হাজাৰটা কৈফিয়ৎ দিব কোনে? নেকি কয়?
নিযোগী : ছিচুৱেচন চাই যি কৰিব লাগে কৰিলোঁহেঁতেন।
মন্ত্ৰী : ছিচুৱেচন কণ্ট্ৰলৰ বাহিৰ হৈ গ'লে? সেই কাৰণে— আমি যিটো লাইন লৈ আছোঁ, সেইটোৱেই— মই ভাবোঁ— বৰ্তমান ছিচুৱেচনত— বেষ্ট। আলোচনা। বহুত কৌশল কৰি তেওঁলোকৰ এটা ছেকচনক আলোচনাৰ মেজলৈ অনাৰ ব্যৱস্থা কৰা হৈছে। ইতিমধ্যে চেণ্টাৰৰ ফিছাৰী এণ্ড ক'অপাৰেটিভ মিনিষ্টাৰো পাবহি, ইফালে আমাৰ মহিলাসকলে এটা মৌন সমদলৰ আয়োজন কৰিছে— এনে সময়ত যদি আপুনি এটা অপাৰেচন আৰম্ভ কৰি দিয়ে তেনেহ'লেতো চব তল-ওপৰ হৈ যাব পাৰে। ধৰি লওক, আপুনি অকল বিন্দু চৌধুৰীক পাৰত হাজিৰ কৰি দিলে, সিফালে গোটেই জাহাজখন ডুবি গ'ল। সেইটোতো ঠিক কথা নহ'ব। নে কি কয়? [বৈ, নতুন সুৰত] ঠিক আছে, আপুনি বাৰু ট্ৰেকটো ৰাখক— ছোৱালীজনীক কেতিয়া ক'লৈ নিয়ে— তাৰ খবৰ ৰাখক— দুই-এদিনতে এই ঠাইত নহ'লে কেইদিনমানৰ পিছত অইন ঠাইত ৰে'ইড কৰিম। ইতিমধ্যে আমি চেণ্টাৰৰ হোম মিনিষ্টাৰৰ লগতো কথাটো আলোচনা কৰোঁ।

নিয়োগী : মানে কথা হ'ল ছাৰ— ইহঁতে এনেকৈ ঠাই সলনি কৰে যে ট্ৰেক ৰখাই টান। এইবাৰ বৰ বুদ্ধি কৰি ঠাইডোখৰ উলিওৱাৰ ব্যৱস্থা কৰিছিলোঁ।

মন্ত্ৰী : বেল নিয়োগী, আপোনাৰ নিচিনা মানুহৰ বুদ্ধি শেষ হৈ নাযায় দিয়ক। আপুনি যি কষ্ট কৰি এই কে'ছটো ফল' কৰি আছে— ইউ ডিজাৰ্ভ ৰিৱাৰ্ড। আপুনি পুৰস্কাৰ পোৱা উচিত। আপোনাৰ অন্যান্য ইম্পৰটেন্ট ৰেকৰ্ডো আছে নহয়? সেইবোৰৰ ওপৰত বেছ কৰিয়েই মই আপোনাৰ নাম এইবাৰ প্ৰেছিডেণ্টৰ মেডেলৰ কাৰণে ৰিকমেণ্ড কৰিম। কিন্তু এইটো কে'ছত এতিয়া ইমান হাৰি (hurry)— মানে খৰধৰ কৰাৰ প্ৰয়োজন নাই বুলি ভাবোঁ। হেছেন শ্ল'লী (hasten slowly)। মানে লাহে-ধীৰে লৰালৰি কৰক। অল ৰাইট? মই অলপ জিৰণি লওঁগৈ।

[সোমাই যায। দুৱাৰ জপোৱাৰ শব্দ। অলপ পিছতে নৃপতি সোমায।]

নৃপতি : কি ক'লে?

নিয়োগী : কি ক'ম তালুকদাৰ। চাকৰিটোৰ ওপৰতে ঘৃণা জন্মিছে।

নৃপতি : কি হ'ল? কি ক'লে তেখেতে?

নিয়োগী : তেখেতৰ মতে ঘটনাটো পলিটিকেল, এতিয়া খৰধৰ কৰিব নালাগে।

নৃপতি : আচৰিত কথা। ইমান কষ্ট কৰি ছোৱালীজনীৰ খবৰটো পাইছোঁ— তেওঁ আনন্দহে পাব লাগিছিল। ইযাত আকৌ কি পলিটিকছতো আছে?

নিয়োগী : আপোনাৰ মোৰ নিচিনা মানুহে সেইবোৰ কি বুজিম? ৰে'ইড কৰিলে যদি মানুহ মৰে— তেখেতৰ সেইটো চিন্তা হৈছে। কিন্তু তেখেতৰ পৰামৰ্শ মতেই আমি কেৰাচিন তেল বিচাৰি অহা মানুহ গুলীয়ালোঁ, ৰিজাৰ্ভত খেতি কৰি পেটে-ভাতে খাই থকা মানুহ গুলীযালোঁ— আৰু এতিয়া মই এইটো কামত খৰধৰ কৰিব নালাগে— আগতে যি কৰিলোঁ, তাৰ বাবেই মোক প্ৰেছিডেণ্ট মেডেল দিযাৰ ব্যৱস্থা কৰিব। উস। অসহ্য। ধিক্কাৰ জন্মিছে।

নৃপতি : [কেই মুহূৰ্তমান চিন্তা কৰি] নিযোগী, মই কেতিযাও এওঁলোকৰ ৰাজনীতিৰ এৰিযাত ভৰি দিয়া নাই। এইবাৰ প্ৰথম এইখিনিলৈকে আহি যি দেখিলোঁ— সঁচাকৈয়ে ঘৃণা জন্মিবলগীয়া কথা। কিন্তু ঘৃণা আপোনাৰ চাকৰিটোৰ ওপৰতহে, আপোনাৰ জীৱনৰ ওপৰততো নহয়। সেই কাৰণে নিযোগী, মই শেষবাৰৰ কাৰণে আপোনাক অনুৰোধ কৰিলোঁ— আপুনি আপোনাৰ সেই প্ৰথম দিনৰ কথাযাৰ ৰাখক। মই মোৰ কথা ৰাখিলোঁ— আপোনাৰ হাতত ধৰি— এই মুহূৰ্ততে— ইয়াতে প্ৰতিজ্ঞা কৰিলোঁ— মোৰ ঘৰ-বাৰী, ব্যৱসায়ৰ বাহিৰেও বিছ-পঁচিছ লাখ টকা আছে। মই আপোনাক দান দিব খোজা নাই— আপুনি এই গোটেইখিনি টকা আৰু ব্যৱসায়টো লৈ মোৰ পাৰ্টনাৰ হিচাপে ব্যৱসায় চলাওক— মই দলিল কৰি লিখি দিম— আপুনি মোক মাহে মাত্ৰ পাঁচ হাজাৰ টকা দিব লাগিব। সকলো আপোনাৰ।

নিযোগী : ৰ'বচোন ভাবি চাওঁ।

নৃপতি : ভাবক, কিন্তু আমাৰ হাতত সময বৰ কম আছে নিয়োগী। আপুনি যদি ৰাষ্ট্ৰপতিৰ মেডেলৰ হাত সাৰিব খুজিছে, তেনেহ'লে সোনকালে সিদ্ধান্ত লওক।

নিয়োগী : মই বাৰু চাকৰিৰ মোহ এৰিলোঁ, কিন্তু কামটোৰ কাৰণে মোৰ যিখিনি মানুহৰ প্ৰয়োজন হ'ব— যিখিনি অস্ত্ৰ-শস্ত্ৰৰ প্ৰযোজন হ'ব—

নৃপতি : সেইটো আমি অতি সাৱধানে চিন্তা কৰি ঠিক কৰিব পাৰিম। যদি এটা মানুহো নমৰাকৈ— কোনেও নজনাকৈ বিন্দুক আনি ঘৰত সুমুৱাব পৰা যায়, আৰু তাৰ পিছত যদি গোটেই দেশে জানে— পলিটিচিয়ানে বাধা দিছিল— কিন্তু আপুনি এই মহৎ কামটো কৰিলে— তেতিয়া? তেতিয়াতো আমি চাব পাৰিম— কাৰ চাকৰি থাকে, কাৰ চাকৰি যায়? নহয় জানো? এতিয়া ব'লচোন।

[দুয়ো ওলাই যায়। মঞ্চ আন্ধাৰ হয়। আঁৰ-কাপোৰ পৰে।]

# দৃশ্য : ১১

## মঞ্চ : ১

[বিন্দুক থোৱা কোঠালিটো। ৰাতি। নিভাই উল গুঁথি আছে। বিন্দু চকী এখনত বহি আছে। অলপ পিছত পবিত্ৰ আহে। নিভা উঠি কোঠালিটোৰ একাষলৈ যায়।]

বিন্দু : আহিল?

নিভা : কোন?

বিন্দু : তোমালোকৰ পবিত্ৰ দাদা।

পবিত্ৰ : কেনেকৈ জানিলে?

বিন্দু : মই আপোনাৰ ভৰিৰ শব্দও চিনি পাওঁ। যিহকে পিন্ধে। আনকি খালী ভৰিৰে আহিলেও।

পবিত্ৰ : কেনেকৈ?

বিন্দু : কিবা অস্বাভাৱিক, অলৌকিক, ঐশ্বৰিক শক্তিৰ কাৰণে নহয়, অইনবোৰ এনেকৈ নাহে কাৰণে।

পবিত্ৰ : হয় নেকি? আজি আপোনাৰ মনটো বৰ ভাল লাগি আছে যেন পাইছোঁ। অথনি দুইজনীয়ে হঁহাও শুনিছিলোঁ।

বিন্দু : অ' হয়। মই নিভাক কৈছিলোঁ— ইমান দিনে এনেকৈ চকু বান্ধি থাকিলোঁ— মাজে মাজে কোঠালিটোৰ ভিতৰতে টেকেলিভঙা খেলকে খেলিব পাৰিলোঁহেঁতেন।

[পবিত্ৰই নিভালৈ চায়।]

নিভা : মইতো সঁচা কথাকে কৈছোঁ।

বিন্দু : কি কৈছা সেইটো কোৱা।

নিভা : মই কৈছোঁ— আপোনাৰ হাতৰ বান্ধটো খুলি, হাতত টেকেলি ভাঙিবলৈ লাঠী এডাল দি দিওঁ, দাদাহঁতে আহি টেকেলিৰ সলনি মোৰ মূৰটো পাতি দিব।

পবিত্ৰ : এৰা। ঠিকেই কৈছে তাই।

বিন্দু : আজি দেখোন অসময়ত আহিল?

পবিত্ৰ : আজিৰ গধূলিটো বৰ স্পেছিয়েল গধূলি। বৰ আনন্দৰ গধূলি।

বিন্দু : আনন্দৰ গধূলি? কিহৰ আনন্দ। কাৰ কাৰণে আনন্দৰ?

পবিত্ৰ : ঠিক ধৰিব পৰা নাই কাৰ কাৰণে আনন্দৰ। মোৰ কাৰণেও হ'ব পাৰে, আপোনাৰ কাৰণেও হ'ব পাৰে।

বিন্দু : মোৰ কাৰণেও? কথাটো ভাঙি কওকচোন।

পবিত্ৰ : অকণমান সময় ধৈৰ্য ধৰকচোন। আগতে কৈনো উত্তেজনাটো কমাই দিওঁ কিয?

বিন্দু : তেনেহ'লে উল্লেখেই কৰিব নালাগিছিল। আপোনালোকৰ নিষ্ঠুৰতাবো যে কিমান ৰূপ। আনন্দৰ খবৰটো দি দিওঁতেও নিষ্ঠুৰতা।

পবিত্ৰ : সেই নিষ্ঠুৰতাৰ পৰা ৰক্ষা পোৱাৰ আনন্দটোৱে খবৰ। মই আপোনাৰ দাযিত্ব, আপোনাৰ লগে লগে যে এই এটা কেম্প ঘূৰি ফুৰে, এই কেম্পটোৰ দায়িত্ব আজিৰ পৰা এৰি দিম। [নিস্তব্ধ। নিভায়ো চক খায।]

বিন্দু : হয নেকি? আপোনাৰ কাৰণে সেইটো নিশ্চয আনন্দৰ কথা। কিন্তু মোৰ কাৰণে ইয়াত আনন্দ কি আছে?

পবিত্ৰ : মই আপোনাক এটা কথা দিছিলোঁ— সেই কথাটোও আজি ৰাখিম। অলপ পিছতে মৃন্ময আহিব।

বিন্দু : [থিয হয] কি?

পবিত্ৰ : হয। অলপ আগতে বিমানে ৱাযাৰলেছ মেছেজ দিছে। সিহঁত আহি আছে। পাযহিহে লাগে।

বিন্দু : [খঙেৰে] মৃন্ময়ক মোৰ ওচৰলৈ আহিবলৈ নিদিব। মোৰ চকু যে বন্ধা আছে, মই যে তেওঁক নেদেখোঁ, সেইটো মোৰ কাৰণে আশীৰ্বাদ, কিন্তু মই তেওঁৰ মাতটোও শুনিব নোখোজোঁ।

পবিত্ৰ : নহয বিন্দু। নহয মিছ চৌধুৰী। শেষবাৰৰ কাৰণে মানুহজনৰ আচল ৰূপটো বিচাৰ কৰি চোৱাত ক্ষতি কি?

বিন্দু : নহয নহয, অসহ্য।

পবিত্ৰ : আজি বহু দিন বহুত চিঞৰ-বাখৰ কৰিলোঁ। এইকণ সময, চিঞৰ-বাখৰ নকৰাকৈ মনে মনে কটাওঁ দিযক। থাকিবনে মনে মনে?

বিন্দু : হ'ব বাৰু।
[নিস্তব্ধ। মৃদু সংগীত।]

পবিত্ৰ : মোৰ মাজে মাজে কি আক্ষেপ হয় জানে?

বিন্দু : কি?

পবিত্ৰ : ইমান দিন আপোনাক দেখিলোঁ— কিন্তু আপোনাৰ চকুযোৰ যে এবাৰলৈও নেদেখিলোঁ।

বিন্দু : মই যে আপোনালোকৰ কাকো নেদেখিলোঁ।

পবিত্ৰ : এটা কাম কৰোঁ দিযক। মোক বোধকৰোঁ আৰু কোনো শাস্তিযে ঢুকি নাপায। আপোনাৰ চকুযোৰ চাই লওঁ দিয়ক।

বিন্দু : মযো আপোনাক দেখিমনে? নে আপুনি ক'লা মুখা পিন্ধি ল'ব?

পবিত্ৰ : নলওঁ। [বৈ] নিভা, তুমি চকুৰ কাপোৰখন খুলি সিটো কোঠালৈ যাবাগৈ।

বিন্দু : নহয, নহয়, মই নিভাক চাম। মই তাইক চিনি পালেও কেতিয়াও তাইৰ অপকাৰ নকৰোঁ।
[নিভাই বিন্দুৰ চকুৰ কাপোৰ খুলি দিয়ে। বিন্দুৱে সন্মুখলৈ— পবিত্ৰৰ মুখলৈ থৰ হৈ চাই থাকে।]

বিন্দু : মই যেনেকুৱা বুলি ভাবিছিলোঁ, ঠিক তেনেকুৱা। আপুনি— আপুনি ধুনীয়া মানুহ।
[অলপ সময় চাই থাকি তাই নিভালৈ চায। 'নিভা!' বুলি তাই নিভাৰ বুকুত মূৰ থয। পবিত্ৰই বিন্দুৰ পাছফালৰ হাতৰ বান্ধটো খুলি দিয়ে। বিন্দুৱে নিভাক সাৱট মাৰি ধৰে। দুযো

কান্দে। দুৱাৰত বিমানক দেখা যায়। সি সোমাই আহে। পাছে পাছে মৃন্ময়। তাৰ পাছে পাছে দুজন বন্দুকধাৰী গাৰ্ড। সকলো স্তব্ধ। বিন্দুৱে নিভাক এৰি দি মৃন্ময়ৰ মুখলৈ চায়। অন্যফালে মুখ ঘুৰায। অভিমানত যেন তাই কঁপি উঠে। মৃন্ময়ে একেথৰে চাই থাকে। হঠাতে সপোন ভগাৰ নিচিনাকৈ সি পবিত্ৰলৈ চায়। তাৰ পিছত বিমানলৈ চায়। নিভাই লৰালৰিকৈ বিন্দুৰ চকু বান্ধে।]

বিমান ঃ মৃন্ময় দাস। [চিনাকি কৰি দিয়াৰ সুৰত।]

পবিত্ৰ ঃ পবিত্ৰ।

মৃন্ময ঃ অইন কথা পিছত হ'ব। প্ৰথম কথা— এই কেম্প আধা ঘণ্টাৰ ভিতৰতে এৰিব লাগিব। মই ইযাৈল অহাৰ আগে আগে এটা ছিগনেল পাইছোঁ। এই কেম্প নিৰাপদ নহয়।

পবিত্ৰ ঃ আধা ঘণ্টাৰ ভিতৰতে?

মৃন্ময ঃ পাৰিলে তাতকৈ সোনকালে। গোটেই ফ'ৰ্ছ আৰু অন্যান্য মানুহবোৰ লৈ এওঁ, বিমান, এতিযাই নেক্সট কেম্পলৈ গুচি যাওক, মোৰ গাড়ীত মিছ চৌধুৰী, আপুনি আৰু মই পাছে পাছে গৈ থাকিম। আপুনি নেক্সট কেম্পৰ ল'কেচন জানে নহয?

পবিত্ৰ ঃ জানো।

মৃন্ময ঃ গুড। বিমান, হাৰি আপ। খুব সোনকালে আৰু সাৱধানে। এইটো কেম্পত ইমান বেছি দিন থকাটোৱেই ভুল হৈছে। কুইক।

বিমান ঃ নিভা, মোৰ লগত আহা।
[দুযো ওলাই যায।]

মৃন্ময় ঃ [চিন্তিতভাৱে অলপ সময খোজ কাঢ়ি] এওঁৰ চকু খোলা আছিল কিয়?

পবিত্ৰ ঃ ভুল হৈছিল।

মৃন্ময ঃ কাৰ?

পবিত্ৰ ঃ মোৰ।

মৃন্ময ঃ এতিযাতো আৰু বান্ধি ৰাখি লাভ নাই। খুলি দিযাৰ ব্যৱস্থা কৰক।

পবিত্ৰ ঃ নিভা! [অলপ পিছত] নিভা!
[নিভা আহে]

নিভা ঃ মই যাবলৈ বস্তু সামৰিছিলোঁ।

পবিত্ৰ ঃ খুলি দিযা। [নিভাই বিন্দুৰ বান্ধ খুলি দিয়ে।]

বিন্দু ঃ [নিভাক] যদি কেতিযাবা পাৰা, মোৰ ওচৰলৈ যাবা। মোক বিচাৰি উলিয়াবলৈ তোমাৰ অসুবিধা নহ'ব।

মৃন্ময ঃ ছোৱালীজনীক যাবলৈ কওক।
[পবিত্ৰই ইংগিত দিয়ে। নিভা যায।]

মৃন্ময় ঃ মিছ চৌধুৰীৰ লগত ছোৱালীজনীৰ যে এই সম্পৰ্কটো দেখিলোঁ, কেম্পত এনেকুৱা সম্পৰ্কই চলে নেকি? নে এইটোও ভুলবিলাকৰে এটা?
[নিস্তব্ধ]
এনেকুৱা অসংখ্য ভুলৰ খবৰ পায়েই হাইকমাণ্ডে মোক ইয়ালৈ পঠালে নেকি?

পবিত্ৰ ঃ ভুলবোৰৰ খবৰ কোনে পঠালে ক'ব নোৱাৰোঁ, কিন্তু আপোনাক ইয়ালৈ পঠাব লাগে বুলি মই ক'লোঁ।

মৃন্ময় : কিয়?

পবিত্ৰ : মই উপলব্ধি কৰিছোঁ— মই আচলতে এটা কনফিউজড মানুহ। বিভ্ৰান্ত মানুহ। মই নিজে মোৰ দুৰ্বলতা আৱিষ্কাৰ কৰিলোঁ। সেই দুৰ্বলতাই পাৰ্টীটোৰ ক্ষতি কৰিব বুলি মোৰ সন্দেহ হ'ল। সেই দুৰ্বলতা আঁতৰাব পৰাৰ শক্তিৰো মই অভাৱ অনুভৱ কৰিলোঁ। সেই কাৰণে— মোতকৈ যোগ্যজনৰ হাতত এই অভিযানটোৰ দায়িত্ব এৰি দিয়া উচিত বুলি ভাবিলোঁ। আৰু ভাবিলোঁ— সেই যোগ্য মানুহজন— আপুনিয়েই।

বিন্দু : এইজন মানুহৰ সংস্পৰ্শত মোক থৈ গ'লে কিন্তু আপোনালোকৰ লোকচান হ'ব। দাবী পূৰণ নহ'ল, অথচ মোৰ জীৱনটো শেষ হৈ গ'ল, সেইটো নিশ্চয় আপোনালোকে নিবিচাৰে। এইজন মানুহৰ সংস্পৰ্শত মই এক চামোচ পানীও মুখত নিদিওঁ। বিহৰ বাহিৰে একো মুখত নিদিওঁ।

মৃন্ময় : [পবিত্ৰক] এইবিলাক মানুহেও আপোনালোকৰ পাৰ্টীৰ আলোচনাত ভাগ লয় নেকি? [অলপ সময়ৰ নিস্তব্ধতা। তাৰ পিছত, এজন গাৰ্ডক।] তোমালোকৰ এজনে চোৱাঁগে— মানুহবোৰে যোৱাৰ আয়োজন লৰালৰিকৈ কৰিছেনে নাই।
[ঘড়ী চায়। এজন গাৰ্ড ওলাই যায়।]

মৃন্ময় : [পবিত্ৰক] এই মানুহজনীয়ে যাৰ সংস্পৰ্শও সহ্য নকৰে, বাছি বাছি তেনেকুৱা মানুহ এজনক আপুনি এই দায়িত্বলৈ আনিলে কিয়?

পবিত্ৰ : কাৰণ আপুনি এওঁক বহু দিন ধৰি ভাল পাইছিল, আৰু বিয়া কৰাবলৈ ওলাইছিল। আপোনাৰ পেটত কি আছিল— সেইটো এওঁ নাজানিছিল— আৰু বিশ্বাস কৰিছিল— আপোনাৰ মৰম-চেনেহ সহজ-সৰল নিভাঁজ-নিষ্পাপ আছিল।— মই যে কৈছিলোঁ— কিছুমান কথাত মই কনফিউজডজ বিভ্ৰান্ত বুলি— এইটো তেনেকুৱা এটা কথা? মানুহৰ হৃদয় লৈ প্ৰবঞ্চনা কৰা আমাৰ পাৰ্টীৰ নিয়ম-কানুন আৰু কৌশলৰ ভিতৰুৱানে?

মৃন্ময় : এইবোৰ প্ৰশ্নৰ উত্তৰ হাইকমাণ্ডৰ পৰা নিবিচাৰে কিয়? আৰু আপোনাৰ মানত মই যদি প্ৰবঞ্চক, তেনেহ'লে আপুনি মোক যোগ্যজন বুলি এই দায়িত্বলৈ মাতি আনে কিয়?

পবিত্ৰ : কিছুমান কথাত মই দুৰ্বল, কিন্তু কিছুমান কথাত মোৰ ওপৰত কোনো হাইকমাণ্ড নাই। ময়েই মোৰ হাইকমাণ্ড। আপোনাক মাতি অনাৰ একমাত্ৰ উদ্দেশ্য হৈছে— এই মানুহজনীৰ লগত আপুনি মোকাবিলা কৰিব লাগিব। দিনে-নিশাই মুখামুখি হৈ থাকি আপোনালোক দুয়ো চেষ্টা কৰিব লাগিব— কোনে কাক জয় কৰিব পাৰে। আপুনি কেৱল এক কোটি টকাৰ যোগাৰ কৰি দিয়েই হাইকমাণ্ডৰ বাঃ বাঃ ল'ব নোৱাৰিব। যেতিয়ালৈকে এইজনী মানুহৰ মনৰ ঘা শুকুৱাব নোৱাৰিব তেতিয়ালৈকে— অইনে নহ'লেও মই— আপোনাক পাৰ্টীৰ কলংক বুলি ভাবি থাকিম।

মৃন্ময় : আপোনাৰ এই উদ্ধতালিৰ বিচাৰ হ'ব।

পবিত্ৰ : আৰু মই যে পাৰ্টীৰ কামত সন্মুখৰ পৰা পিছুৱাই যাবলৈ ওলাইছোঁ— একমাত্ৰ আপোনাৰ নিচিনা কলংকময় মানুহৰ পৰা আঁতৰি থাকিবৰ কাৰণে। আৰু এই পাৰ্টীৰ কাৰণে আটাইতকৈ দুৰ্ভাগ্যজনক কথাটো হ'ব— যদি ইয়াত মোৰ উদ্ধতালিৰ বিচাৰ হয় আৰু আপোনাৰ কলংকৰ বিচাৰ নহয়।

মৃন্ময় : আপুনি অন্ততঃ এই কেম্পটো এৰালৈকে, এই মানুহজনীৰ সন্মুখৰ পৰা আঁতৰ নোহোৱালৈকে— মনে মনে থাকিবনে?

পবিত্ৰ : মানুহজনীৰ আগৰ পৰা মই আঁতৰ হ'লে আপোনালোক দুজনৰ কথা আৰম্ভ হোৱা উচিত। মই এওঁৰ আগতে মোৰ কথা শেষ কৰি লওঁ। মিছ চৌধুৰী, মই মোৰ প্ৰতিজ্ঞা ৰাখিলোঁ। এতিয়া আপুনি এখেতক আপোনাৰ নিজৰ আদালতত তুলি লওক। আপোনালোকে আকৌ সুখী হ'লে ময়ো বৰ সুখী হ'ম, কিন্তু অনাহকত এই মানুহজনক ক্ষমা নকৰিব, কৰিলে আমাৰ পাৰ্টীকো অৱমাননা কৰা হ'ব, নাৰীত্বকো অৱমাননা কৰা হ'ব, আৰু মানৱীয়তাকো অৱমাননা কৰা হ'ব।

বিন্দু : আপোনাৰ বিচাৰ-বুদ্ধিৰ ওপৰত মোৰ শ্ৰদ্ধা জন্মি আহিছিল। সেই কাৰণেই লাহে লাহে এই অন্ধকাৰকো সহ্য কৰিবলৈ শিকিছিলোঁ। কিন্তু শেষত আপোনাৰ বিচাৰ-বুদ্ধি হঠাতে এনেকৈ ভ্ৰষ্ট হ'ল? আপুনি মোক এই মানুহটোৰ বিচাৰ কৰাৰ নিচিনা লেতেৰা কাম কৰিবলৈ কয়? ফটা বাঁহ জোৰা লগোৱাৰ নিচিনা কাম কৰিবলৈও কেতিয়াবা দুঃসাহস কৰিব পাৰি, কিন্তু তাৰ কাৰণে অন্ততঃ বাঁহ দুফাল থাকিব লাগিব। এই মানুহটোৱে বাঁহডালৰ কিবা অস্তিত্ব ৰাখিলেনে? কিমান নৃশংস, অমানুহ হ'লে, মানুহে এনেকৈ এটা মন ছিৰাছিৰ কৰি পেলাব পাৰে— আপোনাৰ ধাৰণা আছে?

মৃন্ময : এতিয়া এইবোৰ চিঞৰ-বাখৰ বন্ধ হ'ব লাগে। আপুনি খবৰ লওক— এওঁলোকৰ যাবৰ হৈছেনে নাই।

বিন্দু : মোৰ দেউতাই এদিনৰ কাৰণে মোক চকুৰ আগৰ পৰা আঁতৰ কৰিব নুখুজিছিল, যাৰ কাৰণে মই এতিয়াও কেঁচুৱা আছিলোঁ। মই মোৰ নিজৰ কথা বাৰু নকওঁৱেই— সেইহাল মানুহৰ আজি ইমান দিনে যি কষ্ট হৈছে, তাৰ দাগ এই জীৱনত আঁতৰ হ'ব? প্ৰথম দিনা লগ পাওঁতে— মোক ধৰি অনাৰ উত্তেজনাত আপুনি বহুতো নক'বলগীয়া কথা কৈছিল। মানসিক কষ্টৰ ক্ষতিপূৰণ হিচাপে দেউতাক এক লাখ টকা দান দিয়াৰ কথা কৈছিল। আজি আপুনি নিশ্চয় বুজে সেইবোৰ ল'ৰা-ধেমালিৰ কথা। এনেকুৱা নিষ্ঠুৰ ল'ৰা-ধেমালিৰ আযোজন কৰা এই মানুহজনৰ ছাঁটো— মই কিয— পৃথিৱীৰ আটাইতকৈ নিঠৰুৱা, আটাইতকৈ দুৰ্বল চৰিত্ৰৰ মানুহজনীযেও স্পৰ্শ কৰা উচিত নহয।

মৃন্ময : [চিঞৰে] বিমান। [গাৰ্ডজন উভতি আহে।]

গাৰ্ড : ৰেডি হৈছে।

মৃন্ময : কিমান সময লাগে ৰেডি হওঁতে? কইনা উলিযাইছে নেকি?
[গাৰ্ডজন আকৌ ওলাই যায।]

বিন্দু : দুলালে সেইদিনা ৰাতি মোৰ গাত হাত দিয়াৰ কাৰণে তেওঁক আপোনালোকে যি শাস্তি দিলে—

মৃন্ময : কি? [পবিত্ৰক] কি হৈছিল?

বিন্দু : [চিঞৰি] মনে মনে থাকক। ইস্। যেন সতী-সাধ্বী ঘৈণীয়েকৰ বিপদৰ চিন্তাত আকুল হৈ উঠিছে। অঁ, দুলাল নামৰ ডেকা এটাই ৰাতি মোৰ গাত হাত দিছিল। যোৱা তিনি বছৰে তই কি কৰিছিলি? মোৰ গাটোৰ কিবা আবুৰ, কিবা মান-মৰ্যাদা তই ৰাখিছিলি। কি গভীৰ বিশ্বাসত মই নিজকে এৰি দিছিলোঁ। [পবিত্ৰক] সেই দোষৰ কাৰণে যদি দুলালৰ সেই শাস্তি হয়, তেনেহ'লে— ইয়াৰ কি শাস্তি হ'ব লাগে? দহটা জনমত দহবাৰ হত্যা কৰি পুতি থ'লেও সেয়া ইয়াৰ উপযুক্ত শাস্তি হ'বনে?

মৃন্ময়ে : [চিঞৰৰে]— মনে মনে, মনে মনে, মনে মনে।
[দুৱাৰ মুখত বিমান থিয় হৈয়হি]

বিমান : আমি আহিলোঁ।

মৃন্ময় : Go' Quick।
[ভাগৰুৱা মানুহৰ নিচিনাকৈ বহে। ইটো গাৰ্ড আহে। মৃন্ময়ে গাৰ্ড দুজনৰ ফালে চায়। তেওঁলোক পবিত্ৰৰ পাছফালে থিয় হয়হি। পবিত্ৰই মন নকৰে।]

মৃন্ময় : নহয় বিন্দু। নহয় পবিত্ৰ। বিন্দুক ধৰি অনাৰ পিছত মোৰ যে কি যন্ত্ৰণা হৈছিল মই বুজাব নোৱাৰোঁ।

বিন্দু : এতিয়াও—?

মৃন্ময় : আৰু একো নক'বা। হাতযোৰ কৰি কৈছোঁ— মোৰ কথাখিনি শুনি লোৱা। মানুহবোৰ— বাহিৰৰ পালী-পহৰীয়া সকলো গ'ল কাৰণে এতিয়া মোৰ কথাখিনি কৈ লওঁ। বিশেষকৈ পবিত্ৰই শুনাকৈ। [ৰৈ] পৃথিৱীখন মোৰ কাৰণে শূন্য হৈ গৈছিল। লগে লগে মোৰ বদ্ধমূল ধাৰণা হৈছিল— আমাক কোনেও সহায় নকৰে। যিকেইটা পলিটিচিয়ানে কৰোঁ বুলিলে সহায় কৰিব পাৰে, সিহঁতৰ বক্তৃতা শুনি মই বুজিলোঁ— সিহঁতেও একো নকৰে। তেনেহ'লে? একো একোবাৰ মই আতংকত শিয়ৰি উঠিলোঁ। তোমাৰ দেউতাৰাই দাবী পূৰণৰ নামত কোম্পানীয়ে যাতে এটা পইচাও নিদিয়ে, সেই কথা দঢ়াই দঢ়াই ক'লে। তেখেতৰ কথাৰ বিৰুদ্ধে যাবলৈ অন্ততঃ মোৰ স্পৰ্ধা নহ'ল। মই বৰ অকলশৰীয়া হৈ পৰিলোঁ। বলিয়াৰ নিচিনা হ'লোঁ। এটা ৰাতি— গোটেই ৰাতি চিন্তা কৰি পালোঁ— মই অকল— মৰসাহ দি কিবা এটা নকৰোঁ কিয়? [পবিত্ৰক] আপোনালোকৰ যন্ত্ৰটোৰ একেবাৰে ভিতৰ নোসোমাওঁ কিয়? [ৰয।]
তাৰ পিছত কি যে অভিযান। কি যে অভিনয। নন্দিতা নামৰ ছোৱালী এজনীয়ে— তুমি চিনি পোৱা— মোক বহুত সহায় কৰিলে। তাইৰ হতুৱাই আনকি খুৰাদেউ- খুৰীদেউহঁতকো কোৱালোঁ— মই পাৰ্টীৰ মানুহ— ময়েই বিন্দুক অপহৰণ কৰাৰ কামটো পৰিচালনা কৰাইছোঁ। তেখেতসকলে আচল কথাটো জানিলে অভিনয় কৰিব নোৱাৰিলেহেঁতেন— কিন্তু মই যে পাৰ্টীৰ মানুহ সেইটো গোটেই দেশে বিশ্বাস কৰাটো বৰ প্ৰয়োজনীয় আছিল। এই পাৰ্টীটোৰ যিবোৰ দুৰ্বলতা আছে, সেইবোৰৰ সুবিধা লৈ মই আগবাঢ়িলোঁ। ক'ত আছা— ঠিক সেই ঠাইডোখৰ বিচাৰি মই অমানুষিক কষ্ট কৰিলোঁ। অমানুষিক কষ্ট। এদিন আচৰিত ধৰণে হাবিৰ মাজত নৃপতি খুৰা আৰু নিযোগী চাহাবক লগ পালোঁ। সেইদিনা বুজিলোঁ— একমাত্ৰ সেই দুটা মানুহেহে তোমাৰ মুক্তিৰ কাৰণে ব্যাকুল হৈ ঘূৰি ফুৰিছে। সেইদিনা শেষৰাতিলৈকে বহি তেখেতসকলক মই সকলো কথা ক'লোঁ। মোৰ বাকীখিনি কামত তেখেতসকলে সহায় কৰিবলৈ গাত ল'লে। আমি তিনিজন হ'লোঁ, তেখেতসকল দুজন এতিয়া— মানুহ-দুনুহ অস্ত্ৰ-শস্ত্ৰ লৈ— অলপ দূৰতে বহি আছে। নৃপতি খুৰাই অধীৰ আগ্ৰহেৰে বাট চাই আছে— তেখেতে যে মানুহ চিনি পোৱাত ভুল নকৰে— তাকে প্ৰমাণ কৰিবলৈ।
[তন্ময় হৈ থকা পবিত্ৰই ঘূৰি চায়। ৰিভলভাৰ তুলি ধৈ থকা গাৰ্ডজনক চাই লৈ সি স্থিৰ দৃষ্টিৰে মৃন্ময়লৈ চায়।]

মৃন্ময : কিন্তু আচল কামটো— বিন্দু ক'ত আছে— সেই ঠাইডোখৰ উলিওৱা কামটো মই

কোনোমতেই কৰিব পৰা নাছিলোঁ। শেষত— আচম্বিতে— সেইটো সম্ভৱ হ'ল— আপোনাৰ কাৰণে। আপুনি মোক বিচাৰি মানুহ পঠালে। আপুনি মোক ইয়ালৈ মতাই অনালে। মই আপোনাক কথা দিছোঁ— বিন্দুৰ পিছতে আপোনাক মোৰ জীৱনৰ পৰম আত্মীয় মানুহজন কৰি ৰাখিম।

[নিস্তব্ধ]

মৃন্ময় : এই যে আহিযেই মানুহবিলাকক বিপদৰ কথা কৈ নেক্সট কেম্পলৈ পঠালোঁ— আচলতে বিপদৰ কথাটো মিছা। তেওঁলোকক আঁতৰাইহে পঠালোঁ। [অলপ ৰৈ] আমি এতিয়া যাওঁ ব'লা বিন্দু। [পবিত্ৰক] আপুনিও যাবনে আমাৰ লগতে?

পবিত্ৰ : মইতো যাবলৈকে ওলাইছিলোঁ। আপোনাৰ হাতত সকলো গতাই দি আঁতৰি যাম, দূৰৰ পৰা চাই থাকিম, মোৰ প্ৰশ্নবোৰৰ উত্তৰ পালে— মোৰ দুৰ্বলতা— বিভ্ৰান্তি আঁতৰিলে উভতি আহিম— নহ'লে একেবাৰেই যামগৈ— সেযাই আছিল মোৰ প্লেন। কিন্তু এতিযাতো মই যাব নোৱাৰোঁ। মইতো বিশ্বাসঘাতক, অপৰাধী, পলৰীয়া হ'ব নোৱাৰোঁ। মোৰ কাৰণেই আজি এই ঘটনাটো ঘটিল। ইযাৰ বিচাৰৰ বাবে মই ইয়াতে থাকিব লাগিব। সেই বিচাৰ হ'ব মোৰ মানৱীয়তাৰ বিচাৰ, দুৰ্বলতাৰ বিচাৰ— আৰু পাৰ্টীৰো দুৰ্বলতাৰ বিচাৰ। তাৰ ৰায় পাবলৈ মই ইযাতে থাকিব লাগিব।

আপোনালোক যাওক। সোনকালে যাওক। হঠাতে একেবাৰে নিৰাপদ বুলি নিশ্চিন্ত নহ'ব। যাওক। যোৱা বিন্দু। ছুৰী। যাওক মিছ চৌধুৰী।

[গাৰ্ড দুজনে পবিত্ৰক বিছনাখনলৈ নিযে। বহিবলৈ কয। হাত দুখন পাছফালে বান্ধে। ভৰি দুখন বান্ধে। বিন্দুক বন্ধা কাপোৰেৰে। তাৰ পিছত তেওঁলোক ওলাই যায়।]

মৃন্ময : অলপ পিছতে খবৰ দিমগৈ, কোনোবা আপোনাৰ ওচৰলৈ আহিব। [যায]

বিন্দু : সময-সুবিধা পালেই আমাৰ ওচৰলৈ আহিব। আপুনি ধুনীযা, সুন্দৰ মানুহ।

[চকু পানী মচে। গুচি যায। পবিত্ৰই চাই থাকে। লাহে লাহে মঞ্চ অন্ধকাৰ হৈ আহে। আঁৰ-কাপোৰ পৰে।]

---

# শতাব্দী

## চৰিত্ৰ পৰিচয়

**পুৰুষঃ**

| | | |
|---|---|---|
| সনাতন অধিকাৰী | ঃ | প্ৰায ষাঠি বছৰীযা বৃদ্ধ। |
| জগত | ঃ | অধিকাৰীৰ প্ৰথম পুত্ৰ। |
| শৰত | ঃ | অধিকাৰীৰ দ্বিতীয পুত্ৰ। |
| প্ৰভাত | ঃ | অধিকাৰীৰ তৃতীয পুত্ৰ। |
| নিৰঞ্জন ঠাকুৰ | ঃ | প্ৰায ষাঠি বছৰীযা আইনজীৱী। |
| ত্ৰিদিব চৌধুৰী | ঃ | পুলিছ ইন্সপেক্টৰ। |
| ভূপতি | ঃ | চুবুৰিৰ সহাযকাৰী ডেকা। |
| বিজন | ঃ | মালাৰ গিৰীযেক। উকীল। |
| ড° জগদীশ দত্ত | ঃ | বযসীযা, নামজ্বলা ডাক্তৰ। |
| মনোজ দাস | ঃ | ড° দত্তৰ সহাযক ডেকা ডাক্তৰ। |
| সদানন্দ ডাক্তৰ | ঃ | পুৰণি ধৰণৰ বুঢ়া ডাক্তৰ। |

**নাৰী ঃ**

| | | |
|---|---|---|
| শীতলা | ঃ | অধিকাৰীৰ পৰিবাৰ। |
| শাৰদী | ঃ | শিক্ষিতা গাভৰু। |
| মালা | ঃ | অধিকাৰীৰ কনিষ্ঠ সন্তান। |
| গিৰিবালা | ঃ | মালাৰ শাহুৱেক। |
| নাৰ্ছ | ঃ | কৰ্মপটু, তজবজীযা গাভৰু। |

| | | |
|---|---|---|
| অন্যান্য চৰিত্ৰ | ঃ | ছাব ইন্সপেক্টৰ, ৰবিলাল চিপাহী, দৰখাস্তকাৰী, ব'ডীগাৰ্ড, বাটৰুৱা আৰু চুবুৰীয়া [এওঁলোকেই শৰতে নিৰ্বাচনত জয়লাভ কৰাৰ দৃশ্যত অংশগ্ৰহণ কৰিব পাৰিব।] |

# দৃশ্য ঃ ১

### মঞ্চ ঃ ১

[সনাতন অধিকাৰীৰ শোৱনি কোঠা। দুখন বিছনা। এখন বিছনাত অধিকাৰীৰ পৰিবাৰ শুই আছে। তেওঁক ড° জগদীশ দত্তই পৰীক্ষা কৰিছে। ওচৰত সনাতন উদগ্ৰীৱ হৈ থিযহৈ আছে। অলপ দূৰত ডাক্তৰৰ সহকাৰী, সনাতনৰ বৰপুতেক জগত আৰু নিৰঞ্জন ঠাকুৰ থিয় হৈ আছে। চাৰিজন ওচৰ-চুবুৰীযাই (দুজন পুৰুষ, দুজনী তিৰোতা) পাছফালে থিয হৈ চাই আছে। অলপ সময যোৱাৰ পিছত ডাক্তৰে মূৰ তোলে। তেওঁ জগতৰ ফালে চায। জগতেও ডাক্তৰৰ চকুলৈ চায়। ডাক্তৰে আকৌ ৰোগীৰ মুখলৈ চায়। জগত লাহে লাহে ২ নম্বৰ মঞ্চৰ ফালে যায। দুৱাৰমুখৰপৰা তেওঁ ওভতে।

জগত ঃ [নিৰঞ্জনক] খুৰা, শুনকচোন।

[জগত ওলাই যায। পাছে পাছে নিৰঞ্জনো যায। ডাক্তৰে ৰোগীৰ বুকুৰ কাপোৰখন ভালকৈ দি থিয় হয। সনাতন তেওঁৰ ওচৰ চাপি আহে। দূৰত থকা মতা মানুহ এজনো ডাক্তৰৰ ওচৰলৈ আহে। ডাক্তৰৰ কথা শুনিবলৈ সকলো উদগ্ৰীৱ। মঞ্চ লাহে লাহে অন্ধকাৰ হয়।]

# দৃশ্য ঃ ২

### মঞ্চ ঃ ২

[সনাতন অধিকাৰীৰ ঘৰৰ বহা কোঠালি। সনাতনৰ দ্বিতীয পুতেক শৰতে ছোফাত বহি এখন কাগজ চাইছে। তেওঁৰ ওচৰত এজন মানুহ (দৰখাস্তকাৰী) থিয হৈ আছে। পাছফালে ব'ডি-গাৰ্ডৰ নিচিনা মানুহ এজন হাতত বন্দুক লৈ থিয হৈ আছে। ভূপতি আৰু অইন দুজন ওচৰ-চুবুৰীযা অ'ত-ত'ত বহি থিয হৈ আছে। অলপ পিছত ওচৰৰ কোঠালিৰপৰা জগত চিন্তিত মুখেৰে সোমাই আহে। পাছে-পাছে নিৰঞ্জন। সকলোৱে জগতৰ ফালে চায়। শৰতে কাগজখন দৰখাস্তকাৰীক ওভোতাই দিযে।]

দৰখাস্তকাৰী ঃ [সৰু মাতেৰে] আপোনাক কাইলৈ পুৱাই লগ ধৰিম?

[শৰতে মানুহজনক ইংগিতেৰে 'ধৰিব' বুলি বুজায়। মানুহজন ওলাই যায। শৰতে বডীগাৰ্ডজনকো যাবলৈ ইংগিত দিযে। ব'ডিগাৰ্ডজন যায। তাৰ পিছত সি জগতক সোধে—]

শৰত ঃ কি কয় ডাক্তৰে?

জগত ঃ মুখেৰে একো কোৱা নাই, কিন্তু—

শৰত ঃ কি?

জগত ঃ তেওঁৰ চকু-মুখৰ ভাব-ভংগীৰ পৰা যি বুজিলো— অৱস্থা বৰ ভাল নহয়।

শৰত ঃ হয় নেকি? ডাক্তৰে এতিয়া কি কৰিব খুজিছে?

জগত ঃ তেখেতেতো যিমান পাৰে কৰিছেই।

[ফোন বাজে। সকলোৱে চোৱা-চুই কৰে। নিৰঞ্জনে ফোন তুলি লয়।]

নিৰঞ্জন : [সৰুকৈ] হেল্লো! মই নিৰঞ্জন ঠাকুৰে কৈছোঁ। [চিএগৰি]
হেল্লো! হেল্লো! মই নিৰঞ্জন ঠাকুৰে কৈছোঁ। মালা নেকি?— শুনিছোঁ, ক।— আছে — [জগতহঁতলৈ মিছা কথা কোৱাৰ নিচিনাকৈ] ভালেই আছে।— নহয়, আগৰ নিচিনা হৈয়েই আছে।— আহিছে। জগত ককাযেৰো আহিছে, শৰত ককাযেৰো আহিছে।— পৰহি।— নাই, নবৌৱেৰহঁত নাই অহা।— তই নাহ? হঁা?— মালা?— অ'ই মালা! [অলপ সময় ৰৈ থাকি, ফোনটো জগতক দিয়ে।] মালা। তাই কান্দিছে।

জগত : [ফোনত] মালা! তই কান্দিছ কিয়?— শুন।— আমি আছোঁ নহয়।— তই নাহ নেকি?— কিয়?— হয় নেকি?— এদিনৰ কাৰণেও আহিব পৰা হ'লে ভাল আছিল।— মযো মাত্ৰ এসপ্তাহৰহে ছুটী পালো। চাৰি দিন আহোঁতে-যাওঁতেই যাব। তাৰে আকৌ এৰাতি পেৰিছতে গ'ল। ফ্লাইট কেনচেল হ'ল কাৰণে এৰাতি তাতে থাকিবলগীয়া হ'ল।— নাই নাই নাই, কাইলৈ যাবই লাগে।— এঃ! আকৌ! কান্দিছ কিয়? শুন, ইয়াৰ— শৰতৰ লগত কথা পাত।
[ফোনটো শৰতক দিয়ে।]

শৰত : [ফোনত] মালা।— সৰু ককাইদেৱেৰে কৈছোঁ।— তই ভালে আছ?— হয় নেকি? — তই এতিয়া ক'ৰপৰা টেলিফোন কৰিছ? পি চি অ'ৰপৰা?— তেনেহ'লে কন্দা-কটা কৰিছ কিয়? পি চি অ'ৰ মানুহে দেখিলে কি ভাবিব?— শুন, এতিয়া নোৱাৰ যদিও, পিছত এবাৰ আহিবি।— মই পৰহিলৈ যামগৈ।— নাই, নোৱাৰিম হ'বলা। সাত তাৰিখে মই মৰিছাছলৈ যাব লাগে। তিনি বছৰৰ কাৰণে মোক তাৰ হাই কমিছনাৰৰ অফিচলৈ পঠাইছে।— চাকৰি মানে, চাকৰিয়েই বুলিব পাৰ।— নবৌৱেৰহঁত গ'লেই। মই মাৰ অসুখৰ খবৰটো পাই সিফালে নগৈ এইফালে আহিছোঁ। সময়টো বৰ বেয়া হ'ল। মই নিজেই বৰ দুখ পাইলোঁ।— কাৰ? অ' প্ৰভাতৰ? নাই, তাৰ কোনো খবৰ পোৱা নাই। তইতো জানই,— মই এসময়ত তাৰ খবৰ উলিযাবলৈ চি বি আইকো লগাইছিলো। তেওঁলোকেও একো খবৰ দিব নোৱাৰিলে। এতিয়া ভাবিছোঁ,— খবৰ কাগজত মাৰ অৱস্থাৰ কথাটো কৈ বিজ্ঞাপনকে দিম। তাৰ অন্তৰ বোলা বস্তু এটা যদি আছে, এবাৰ চাই যাওকহি।

নিৰঞ্জন : [শৰতক] এতিয়া সেইবোৰ কথা বহলাব নালাগে। প্ৰভাতৰ কথা তাইক বেয়াকৈ একো নক'বি।

শৰত : কি ক'লি?— দেউতা? আছে। ডাক্তৰে মাক চাই আছে; দেউতা মাৰ ওচৰতে আছে।— এতিয়া নালাগে দে। তোৰ মাত শুনিলে দেউতা বৰ অস্থিৰ হ'ব। তইতো জানই দেউতা অলপতে বৰ অস্থিৰ হয়।— পাবি, চব খবৰ পাই থাকিবি।— বাৰু। থ।
[শৰতে শেষৰ বাক্যটো কৈ থাকোঁতেই ড° দত্ত আৰু তেওঁৰ সহকাৰী মনোজ সোমাই আহে। শৰতে ফোন থয়। সকলোৱে ডাক্তৰলৈ চায়।]

জগত : কেনে দেখিলে ডক্তৰ?

ডাঃ দত্ত : মই কৰিব পৰাৰ ভিতৰত সকলো কৰিছোঁ। কিন্তু কিছু কথা আমি ঈশ্বৰৰ হাতলৈ এৰি দিবই লাগিব।

শৰত : মানুহজনীয়ে বৰ কষ্ট পাইছে।

ডাঃ দত্ত : পাইছে।

শৰত : নিজৰ মাৰ এইটো অৱস্থা সহ্য কৰিবলৈ বৰ টান লাগে ডক্তৰ। আপোনাৰ কৰিবলগীয়া একো নাই বুলিয়েই ভাবে— নহয় জানো?

ডাঃ দত্ত : [মূৰ জোকাৰি] হয়।

জগত : কথাটো ক'বলৈও টান, শুনিবলৈও বেয়া লাগে, কিন্তু মানুহজনীযে এনেকৈ কষ্ট খাই থকাতকৈ —শান্তিৰে কিবা এটা হৈ যোৱাই ভাল নহয় জানো?

ডাঃ দত্ত : আমি যদি মনলৈ জোৰ আনিব পাৰোঁ, মায়া এৰিব পাৰোঁ,— তেনেহ'লে কোনো কোনো সময়ত কথাটো তেনেকৈয়ে ভবা ভাল।

[উত্তেজিত হৈ সনাতন সোমাই আহে। তেওঁ পিছফালে থিয় হৈ থকা ওচৰ-চুবুৰীয়া ভূপতিক মাতে।]

সনাতন : হেৰা, ভূপতি!

ভূপতি : বৰদেউতা?

সনাতন : তুমি এটা কাম কৰি দিব লাগে। এতিয়াই।

ভূপতি : কি কাম বৰদেউতা?

সনাতন : দৌৰ মাৰি সদানন্দ ডাক্তৰৰ ঘৰলৈ যোৱা। টেক্সি,— অট'ৰিক্সা যি পোৱা— তাকে লৈ যোৱা। ডাক্তৰক ঘৰত নাপালে চেম্বাৰলৈ যাবা। মোৰ কথা ক'বা। যেনে অৱস্থাতে আছে, তেনে অৱস্থাতে তুলি লৈ আহিবা। ক'বা,— বৰমাৰাৰ অৱস্থা বেয়া।

জগত : দেউতা!

সনাতন : [ভূপতিক] যোৱা। দৌৰি যোৱা। এয়া টেক্সি-ভাৰাৰ পইচা লৈ যোৱা। [জেপৰপৰা পইচা উলিয়ায়।]

জগত : দেউতা!

সনাতন : [ভূপতিক পইচা দি] যোৱা। বেগাই যোৱা।

[ভূপতি যায়। সনাতনে জগতক সোধে।]

সনাতন : কি? কিবা ক'ব খুজিছিলি?

জগত : এখেত ড° দত্তইতো যিমান যি কৰিব লাগে কৰিছেই। এতিয়া আকৌ সদানন্দ ডাক্তৰক—?

সনাতন : আহক দেচোন, তেখেতো আহক, তেখেতেও চাওক, কি পাৰে কৰক।

জগত : নহয়, মানে,— কথাটো হ'ল, ড° দত্তই—

ডাঃ দত্ত : নহয় নহয়, তেখেতে ঠিকেই কৈছে। আহক, তেখেতে যিজন ডাক্তৰৰ কথা কৈছে— তেখেতেও চাওকহি। মই আহোঁ।

[দুৱাৰমুখলৈ আগবাঢ়ে। দুৱাৰমুখত শৰতে ড° দত্তক আগচি ধৰে।]

শৰত : আপুনি বেয়া নাপাব।

ডাঃ দত্ত : নাই নাই নাই, মই বেয়া নাপাওঁ। [ম্লান হাঁহিৰে] কিন্তু তেখেতে মই এই কোঠালিটোৰপৰা ওলাই যাবলৈ বাট চাব লাগিছিল। মই ওলাই যোৱাৰ পিছত তেখেতে যি কৰে কৰি থাকিব পাৰে। তেতিয়া কামটো অন্ততঃ দেখিবলৈ ভাল হ'লহেঁতেন। মই আহোঁ।

[ওলাই যায়। পিছে-পিছে মনোজো যায়। শৰত দুৱাৰমুখৰ ফালে অলপ আগবাঢ়ি উভতি আহে।]

শৰত : তেখেতে বেয়া পাই গ'ল।

সনাতন : কাক বেয়া পাই গ'ল? মোক?

শৰত : অকল আপোনাকে নহয়। আমাৰ সকলোকে। তেওঁ বৰ ডাঙৰ ডাক্তৰ।

সনাতন : জানো।

শৰত : হাজাৰ টকা দিলেও তেখেতে কাৰো ঘৰত বেমাৰী চাবলৈ নাহে।

জগত : তেখেতৰ চেম্বাৰত বেমাৰী দেখুৱাবলৈ হ'লেও এমাহৰ আগতে নাম লিখাব লাগে। আমাৰ কথা পেলাব নোৱাৰিহে ঘৰলৈ আহিছে।

সনাতন : তেনেকুৱা এজন ডাক্তৰৰ সন্মুখত অইন এজন ডাক্তৰ মাতি আনিবলৈ ক'লোঁ কাৰণে তেখেতে মোক বেয়া পালে?

শৰত : নহয়,— মানে,— পৰহিৰপৰা তেখেতেই ইমান সময় খৰচ কৰি, ইমান কষ্ট কৰি মাক চাই আছে, তেনে ক্ষেত্ৰত—

সনাতন : বেয়া কাম কৰিলো যদি তইঁতে মোক ক্ষমা কৰিবি। কোনটো কাম কেতিয়া কৰিব লাগে, মোৰ সেইবোৰৰ হিচাপেই নোহোৱা হৈছে বুজিছ? তেওঁ যিমানেই ডাঙৰ ডাক্তৰ নহওক, তেওঁতো মানুহজনী মৰিব বুলিয়েই ক'লে। নক'লে জানো?

শৰত : ঠিক তেনেকৈ কোৱা নাই—

সনাতন : [লগে লগে] ঠিক তেনেকৈ কোৱা নাই, কিন্তু যেনেকৈ ক'ব লাগে ক'লেতো? আৰু তযে কচোন, মানুহজনী মৰাৰ কথা ইমান ডাঙৰ ডাক্তৰে ক'লে কাৰণে মোৰ চিন্তাটো কম হ'ব নেকি? আচল কথা কি জান শৰত,— ডাক্তৰৰ কথাৰ সুৰ শুনিযেই মোৰ বৰ অস্থিৰ অস্থিৰ লাগিল। অলপ পলম কৰিলেই জানোচা মানুহজনী যায়েই, তেনেকুৱা লাগিল। সেই কাৰণে তইঁতৰ ডাঙৰ ডাক্তৰজন ওলাই গ'ল নে আছে,— সেইবোৰলৈ চাবলৈকে নহ'ল বুইছ?

জগত : এতিয়া সদানন্দ ডাক্তৰে আহিনো কি কৰিব?

সনাতন : কিটোনো কৰিব। কিন্তু এই মানুহজনীযে মোৰ লগ লোৱাৰে পৰা সেইজন ডাক্তৰৰ ঔষধ খাযেই দিনবোৰ কটালে নহয, সেই কাৰণে শেষৰ দিনটোতো তেওঁৰ গাত সেইজন ডাক্তৰৰ হাতখন লাগক দে। নহয় জানো? এতিযা তইঁতে কোন ডাক্তৰৰ ঔষধ খাব নাজানো, কিন্তু এইখন ঘৰত থাকোঁতে সদানন্দ ডাক্তৰৰ বাহিৰে অইন কোনোবা ডাক্তৰৰ ঔষধ খোৱা তইঁতৰ মনত পৰেনে? [ভিতৰলৈ যাব খোজে। উভতি আহি]— আৰু মাৰৰ টান বুলি খবৰটো পাই তইঁতনো ইমান দূৰৈৰপৰা, ইমান ডাঙৰ ডাঙৰ কাম এৰি, ওচৰ চাপিলিহি কিয়? মৰিবৰ সময়ত মানুহজনীক এবাৰ চাবলৈ, মুখত এচলু পানী দিবলৈ নহয জানো? সদানন্দ ডাক্তৰো আমাৰ ঘৰৰে মানুহ। গতিকে তেৱোঁ এচলু পানী দিয়কহি দে।

[সোমাই যায। অলপ পৰ সকলো মনে মনে থাকে। তাৰ পাছত—]

জগত : [শৰতক] তই কেইদিনমান থাকিব নোৱাৰিবিনে?

শৰত : কোনোমতেই সম্ভৱ নহয়। বাইছ তাৰিখে মই জইন কৰিব লাগে, জইন কৰাৰ কাৰণে মিটিং হ'ব, মিটিঙলৈ প্ৰধানমন্ত্ৰী আহিব, মিটিঙৰ পিছতে প্ৰেছ কনফাৰেন্স, এইবোৰ প্ৰগ্ৰেম মোক সুধিয়েই ঠিক কৰা হৈছে,— এতিয়া প্ৰগ্ৰেমবোৰ সলনি কৰাটো মোৰ কথা হৈ থকা নাই। এইটো দুখন দেশৰ মাজৰ কথা।

জগত : খুৱা!

নিৰঞ্জন : কোৱা।

জগত : দেউতাক আমি যিমান ভালকৈ জানো, আপুনি বোধকৰোঁ তাতকৈ বেছি ভালকৈহে জানে। ই শৰততো থাকিব নোৱাৰেই— ময়ো মোৰ কম্পেনিৰ বছলৈ ফোন কৰি চাওঁ,— ছুটী

কেইদিনমান বঢ়াব পাৰোঁ নেকি। কিন্তু যদি নোৱাৰোঁ, তেনেহ'লে আপুনিযেই সকলো চোৱা-চিতা কৰিব লাগিব।

নিৰঞ্জন : চোৱা-চিতা মানে?

জগত : মানে, ড° দত্তই যিটো আভাস দিলে,— এতিয়া কেৱল সময়ৰ কথা,— আজি, কাইলৈ, পৰহিলৈ—যিকোনো দিন, যিকোনো মুহূৰ্তত মাৰ কিবা এটা হ'ব পাৰে। আৰু মইতো কৈছোঁৱেই,— শৰতেও মোৰ কথাতে হয়ভৰ দিছে,— মাই যাতে আৰু কষ্ট নোভোগে,— আমি সেইটোকে আশা কৰোঁ।

নিৰঞ্জন : সেইটো বুজিলো। কিন্তু এই যে চোৱা-চিতাৰ কথা ক'লা—?

জগত : আমি যোৱাৰ পিছত যদি মাৰ কিবা এটা হয়, তেনেহ'লে তাৰ পিছৰ কামখিনি আমি য'তে থাকোঁ, ত'তে কৰিব পাৰিম, কিন্তু ইযালৈতো ইমান সোনকালে আকৌ আহিব নোৱাৰিম। নহয় জানো শৰত? তই আহিব পাৰিবিনে?

শৰত : জানো! সেইখিনি পোৱাৰ পিছতহে গম পাম— অৱস্থাটো কেনেকুৱা।

জগত : [নিৰঞ্জনক] গতিকে আপুনিযেই সকলো চম্ভালিব লাগিব। মালা হয়তো কেইদিনমানৰ কাৰণে আহিব পাৰিব, কিন্তু তাই ছোৱালী মানুহে কিমান কি কৰিব? গতিকে আপুনিযেই—

নিৰঞ্জন : বুজিছোঁ। তোমালোকে নবৌৰ শ্ৰাদ্ধ-পিণ্ডৰ কথা কৈছা?

শৰত : কৈছোঁ মানে,— আমি সকলো পৰিস্থিতিৰ বাবে সাজু হৈ থাকিব লাগিব। মায়া-মমতা, ইম'শ্যন (emotion), ছেণ্টিমেণ্ট (sentiment) আমাৰো আছে, কিন্তু লগতে আমি প্ৰেক্টিকেলো হ'ব লাগিব। দাদাই সেই কাৰণে কথাখিনি কৈছে।

[সিটো কোঠাৰপৰা সুৰ লগাই ঘোষাপাঠ কৰাৰ শব্দ ভাহি আহে।]

নিৰঞ্জন : শুনা শৰত। তুমিও শুনা জগত। শ্ৰাদ্ধ-পিণ্ডৰ কাৰণে অকণো চিন্তা নকৰিবা। এইটোৰ সমান সহজ কাম আমাৰ কাৰণে একো নাই। মই এতিয়া নবৌৰ মূৰ-শিতানত আধা ঘণ্টা সময় বহি থাকিলে যিমান কষ্ট পাম, দহখন শ্ৰাদ্ধ পাতিলেও সিমান কষ্ট নাপাওঁ। কিয় জানা? নবৌৱে সেইবোৰ শ্ৰাদ্ধ-পিণ্ড খাবলৈ নাহে নহয়,— সেই কাৰণে।

[সকলোৱে নিৰঞ্জনৰ মুখলৈ চাই ৰৈ থাকে। ঘোষাৰ শব্দ লাহে-লাহে ডাঙৰ হয়। পোহৰ লাহে লাহে নাইকিয়া হয়। লাহে লাহে এইটো মঞ্চৰ আঁৰ-কাপোৰ নামি আহে, ১ নম্বৰ মঞ্চৰ আঁৰ-কাপোৰ উঠে।]

## দৃশ্য : ৩

### মঞ্চ : ১

[সনাতনৰ শোৱা কোঠালি। বিছনাত শীতলা। ওচৰে-পাঁজৰে চুবুৰিৰ মানুহ। ভূপতিও আছে। বিছনাখনৰ মূৰ-শিতানৰ ফালে এগছ মাটি-চাকি জ্বলি আছে। ওচৰতে মাটিত বহি পাঠকে ঘোষা পাঠ কৰিছে।]

পাঠক : ঘোষা :

হে প্ৰাণ-প্ৰভু ৰঘুপতি ৰাম ৰাম ৰাম ৰাম ৰাম

তোমাত কৰিয়া তযু গুণ-নাম চাৰ।

বিনা সেতু-বন্ধ কৰি নৰে ৰাম ৰাম ৰাম ৰাম ৰাম
অপাৰ সংসাৰ-সমুদ্ৰৰ হোৱে পাৰ।।

অলপ পিছতে ইটো কোঠালিৰপৰা সদানন্দ ডাক্তৰ আৰু সনাতন সোমাই আহে। পাঠকে ঘোষা পাঠ বন্ধ কৰি, পুথিখনক সেৱা কৰি উঠে। ডাক্তৰে শীতলাক পৰীক্ষা কৰে। সনাতনে মঞ্চৰ একাষে থিয় হৈ পাঠকক কাষলৈ মাতে।]

সনাতন : চাওঁ পাঠক, শুনাচোন।
[পাঠক সনাতনৰ ওচৰলৈ যায়।]

সনাতন : মানুহে ধৰ্ম কৰিবলৈ নাম-গুণ গায়, নহয় জানো?

পাঠক : হয়।

সনাতন : এনেকুৱা বেমাৰীৰ কাষত যে মানুহে পুথি পঢ়ে, বহুতে কয়— ধৰ্মৰ জোৰত বেমাৰীক বচাবলৈ পঢ়ে। বহুতে আকৌ কয়,— যাবৰ সময়ত বেমাৰীৰ কাণত দুআষাৰ ভাল কথা সোমাওক, দুআষাৰ ধৰ্মকথা শুনি শুনি বেমাৰী সিপুৰীলৈ যাওকগৈ, তেওঁৰ আত্মাটোৱে শান্তি পাই-পাই গৈ থাকক,— সেই মতলবত পঢ়ে। তুমি কোনটো মতলবত পঢ়িছা?
[ডাক্তৰে কেঁৰাকৈ সনাতনলৈ চায়]

পাঠক : মই সেইবোৰ মতলবৰ কথা নুবুজোঁ ঈশ্বৰ। আমাৰ মনটো শুদ্ধ হ'ব লাগে, গৃহস্থৰ মংগল হ'ব লাগে,— মই সিমানহে বুজোঁ।

সনাতন : ঠিক। তুমি ঠিক কথা কৈছা। গৃহস্থৰ মংগল হ'ব লাগে। এইঘৰ গৃহস্থৰ মংগল কেনেকৈ হ'ব জানা? এই মানুহজনী ভাল হৈ আকৌ মোৰ মুখামুখি হৈ বহিলে। হয়নে নহয়?

পাঠক : হয়।

সনাতন : মানুহজনী অসুখত পৰাতো ভালেমান দিন হ'ল। কেইদিন হ'ল হে' ভূপতি? সাতাইছ- আঠাইছ?

ভূপতি : হ'ব, সিমানেই হ'ব।

সনাতন : আজি আঠাইছ দিন হ'ল। [পাঠকক] ইমান দিনেতো তোমাক কোনেও পুথি পঢ়িবলৈ মতা নাছিল?

পাঠক : নাই মতা।

সনাতন : যেই ডাঙৰ ডাক্তৰজনে ক'লে— এওঁৰ যাবৰ হ'ল, সেই তোমাৰ পুথি পঢ়া আৰম্ভ হ'ল। সেই কাৰণে কালিৰেপৰা মোৰ সন্দেহ হৈ আছে,— ধৰ্মকথা শুনি শুনিযেই মানুহজনীযে বিদায় লওক,— তোমালোকে কিজানি তাৰে ব্যৱস্থা কৰিছা!

পাঠক : নহয় নহয়, আপুনি মোৰ ওপৰত খং নকৰিব।

সনাতন : [অস্থিৰভাৱে] নাই নাই নাই [বাহুত ধৰি] মই তোমাৰ ওপৰত কিয় খং কৰিম পাঠক?

সদানন্দ : অধিকাৰী।

সনাতন : কওক।

সদানন্দ : মোক অলপ গৰম পানী দিব পাৰিবনে?

সনাতন : পাৰিম। কিমান?

সদানন্দ : [হাতেৰে দেখুৱাই] সৰু চৰিয়া এটাৰ এচৰিয়ামান।

সনাতন : [ভিতৰলৈ যাব খুজি, উভতি] কিমান গৰম ডাক্তৰ?

সদানন্দ : কুহুমীযাও নহয, উতলাও নহয, মধ্যমীয়া।

সনাতন : [যাব খুজি, উভতি আহি, পাঠকক]— মোৰ মতলবটো কি জানা পাঠেক? এওঁ যদি যাবেই, তেনেহ'লে যাবৰ সময়ত মোৰ কথা শুনি শুনিযেই যাওক। আৰু কাৰো কথা শুনিব নালাগে। [হাঁহি এটা মাৰি গুচি যায়।]

সদানন্দ : [অলপ পিছত] ভূপতি!

ভূপতি : [ওচৰ চাপি আহি] ছাৰ?

সদানন্দ : ৰোগীৰ ওচৰত থাকিবলৈ মানুহ আছেনে?

ভূপতি : আছে ছাৰ।

সদানন্দ : ৰাতি?

ভূপতি : ৰাতি থাকিবলৈও মানুহ আছে। এইকেইদিনতো আমি পাল পাতি ৰাতিও আছোঁ।

সদানন্দ : ভাল কথা। মই এওঁক— অধিকাৰীক কিছুমান কথা নকওঁ। তেওঁ এনেযে বেছি চিন্তা কৰিব পাৰে। তোমাক কেইটামান কথা কৈ থওঁ। ওচৰ-চুবুৰীয়া হিচাপে এইকণ সহায় তোমালোকে কৰিবা। প্ৰথমতে— এটা সৰু কথা কওঁ। পাঠেক।

পাঠক : ছাৰ?

সদানন্দ : আপুনিও বেযা নাপাবা। এই পুথি-পাঁজি পঢ়িলে বেমাৰী থকা ঘৰখন বৰ বেছি গহীন হৈ পৰে। মনলৈ কিবা দুখ-দুখ, ভয়-ভয় ভাব এটা আহে। এখেত অধিকাৰীযে বেযা পায় যেতিয়া, তোমালোকে এইটো কাম বন্ধ কৰা। বৰঞ্চ কথা-বতৰা পাতি, হাঁহি-ধেমালি কৰি থাকা, চিঞৰ-বাখৰ নকৰাকৈ তাচ-পাশা খেলা,—
[হঠাতে ৰোগীয়ে এটা শব্দ কৰে। ডাক্তৰ তেওঁৰ ওচৰ চাপি আহে। বাকীবোৰেও বিছনাখন বেৰি ধৰে। ডাক্তৰে ৰোগীক পৰীক্ষা কৰি থাকোঁতেই লাহে লাহে মঞ্চ অন্ধকাৰ হয। আঁৰ-কাপোৰ পৰে।]

## দৃশ্য : ৪

### মঞ্চ : ২

[সনাতনৰ বহা কোঠালি। সনাতনে ফোনত কথা পাতিছে। এইটো কিছুদিনৰ পিছৰ ঘটনা।]

সনাতন : [ডাঙৰ মাতেৰে] ভালে আছে। ভালে আছে। নাই নাই, এইকেইদিন আৰু একো হোৱা নাই। তহঁতো মাৰ বেহুঁচ হৈ থাকোঁতেই আহিলি, বেহুঁচ হৈ থাকোঁতেই গুচি গলি, মাৰেও তহঁতক নেদেখিলে, তহঁতেও মাৰৰ মাত এষাৰ নাপালি,
[গিলাচ এটাত থকা চৰবতত চামুচ এখন ঘূৰাই ঘূৰাই শীতলা আহে।]
এতিয়া সৌৱা মাৰে মোৰ কাৰণে নেমু-চৰবত কৰি আনিছে। নহয় নহয, সদানন্দ ডাক্তৰৰ ঔষধৰ কাৰণে নহয়। সদানন্দ ডাক্তৰে নিজেই কৈছে,— তেওঁ নতুন ঔষধ একো দিয়াই নাছিল। পৃথিৱীৰ আটাইতকৈ ডাঙৰ ডাক্তৰেও উৱাদিহ নোপোৱা কিছুমান ঘটনা ঘটে নহয়,— এইটো বোলে তেনেকুৱা ঘটনা ঘটিল। [বেলেগ সুৰত শীতলাক] জগতে ফোন কৰিছে। [আকৌ ডাঙৰ মাতেৰে] কথা পাতিবি নেকি?— ধৰ। [শীতলাক] লোৱা, তোমাৰ লগত কথা পাতিব। [ফোনটো শীতলাই লয়।]

শীতলা : হেলো? জগত?— ভালে আছোঁ।— নাই, এতিয়া তেনেকৈ বিষ-কোপ একো নাই।— চলিছোঁ।

ডাক্তৰে যেনেকৈ চলিবলৈ কৈছে, তেনেকৈ হিচাপ কৰিয়েই চলিছোঁ। তইঁতকহে দেখা নাপালো। আকৌ কেতিয়া আহিবি?— এবছৰ? দুদিনমানৰ কাৰণে এবাৰ আহি যাব নোৱাৰ? —সিদিনা শৰতে ফোন কৰিছিল,— সিও বোলে অহা অক্টোবৰ মাহৰ আগতে আহিবই নোৱোৰে। বোৱাৰী ভালে আছে? মণিকা আৰু ছান্তা?— এইবাৰ আহিলে সিহঁতকো লৈ আহিবি। বাৰু। থ। [ফোন থয।]

সনাতন ঃ কি কয় সি?

শীতলা ঃ তেনেকৈ একো কোৱা নাই। খোৱা-বোৱা, শোৱা— সকলোতে হিচাপ কৰি চলিবলৈ কৈছে।

সনাতন ঃ হুঁ। তাৰ ছোৱালী দুজনী চাগে ডাঙৰেই হ'ল নহয?

শীতলা ঃ হ'লতো। মণিকাৰতো যোৱা মাহত নবছৰেই পূৰা হ'ল। ছান্তাও ছবছৰত সোমালেই।

সনাতন ঃ [পাতল সুৰত] সিহঁত চাগে একেবাৰে মেমৰ নিচিনা হৈ যাব। সেই তেতিযাই যে দেখিছিলো— গাল-মুখ একেবাৰে ৰঙা-চিঙা, গাখীৰত সেন্দূৰ পৰাৰ নিচিনা। [হাঁহে] এৰা। ক'ৰ মানুহ যে কলৈ যাব। মোৰ তেজ মোৰ ল'ৰাৰ গাত, মোৰ ল'ৰাৰ তেজ মেক্সিকোৰ বোৱাৰীযে জন্ম দিয়া ছোৱালীৰ গাত,— সেই ছোৱালী বা আকৌ কোন ধুবুৰী পায়গৈ। সেই কাৰণেই মই কৈ থাকোঁ, বুইছা,— যোন য'লৈ যায গৈ থাকক, কেৱল তুমি আৰু মই ওচৰা-উচৰিকৈ থাকিলেই হয। এই জগত, শৰত, মালা, প্ৰভাত— [ৰৈ যায়। অলপ পিছত] প্ৰভাতৰ নামটো মুখলৈ নানো বুলি ভাবি থাকিলেও আহি যায, নহয? বাদ দিয়া। এই জগত-শৰত-মালাহঁত আমাৰ লগ লগাৰ আগতে আমি দুটাহে লগ লাগিছিলো। আমিহে সিহঁতক জন্ম দিলো। জন্ম লৈ সিহঁত দিহিঙে-দিপাঙে গ'ল গ'ল,— কিন্তু আমিতো এনেকৈযে থাকিলো। [চৰবত খায] সেই কাৰণে মোৰ কি হৈছে জানা? যিমানে দিন গৈছে, সিমানে অনুভব কৰিছোঁ,— আমি দুটা বেছি আপোন হৈ আহিছোঁ। এতিয়াহে আমাৰ মাজত আচল মৰম সোমাইছে। এতিযা এই বিশ্বব্ৰহ্মাণ্ডত মই তোমাৰ সাৰথি, তুমি মোৰ সাৰথি। আমাৰ ইমান আপোন আৰু কোনো নাই। আজিকালি তুমি সিটো কোঠালিত থাকিলেও এইটো কোঠালিত মোৰ অকলশৰীযা-অকলশৰীযা লাগে। [চৰবত খায।] অলপ জাৰ জাৰ লাগিছে হে'। তোমাৰ জাৰ লগা নাই?

শীতলা ঃ নাই লগা দেখোন।

সনাতন ঃ কাপোৰ এখন লৈ আহোঁ ৰ'বা। [বাকীখিনি চৰবত খায়। পাতল সুৰত] মই যে এই ইমানবোৰ কথা ক'লো, তুমি দেখোন হুঁ-হাঁ একো এটা নক'লা? কথাবোৰ মগজত সোমাল নে নোসোমাল?

শীতলা ঃ মইনো কি ক'ম?

সনাতন ঃ 'মইনো কি ক'ম, মইনো কি ক'ম'কৈ গোটেই জীৱনটো কটালা। সেই যে বেঙী, বেঙী হৈযেই থাকিলা। হোৱাই-নোহোৱাই খিক্-খিক্কৈ হাঁহিবা, ডাবি এটা দিলেই ফেউ-ফেউকৈ কান্দিবা। —ভালতেনো তোমাক তোমাৰ পেটৰ পোৱালিয়েই বেঙী বুলি মাতেনে? [বেলেগ সুৰত] কাপোৰ এখন লৈ আহোঁগৈ ৰ'বা। [যায়। উভতি আহি] এনেকুৱা বেঙী কাৰণেই তোমাৰ কাৰণে মোৰ বৰ চিন্তা হয় বুইছা।

[ওলাই যায। শীতলা বহি থাকে। ফোন বাজে। শীতলাই উঠি গৈ ফোন ধৰে।]

শীতলা ঃ হেলো।

[টেলিফোন কৰোঁতাৰ কণ্ঠস্বৰো শুনা যায়। সেই কণ্ঠস্বৰ অলপ metallic শুনা যাব।]

টেলিফোন

কৰোঁতা : এয়া সনাতন অধিকাৰীৰ ঘৰ হয়নে?

শীতলা : হয়।

টেঃ কঃ : আপুনি কোনে কৈছে?

শীতলা : মই তেখেতৰ পৰিবাৰে কৈছোঁ।

টেঃ কঃ : আপুনি ভালে আছেনে?

শীতলা : আছোঁ। আপুনি কোনে কৈছে?

টেঃ কঃ : মোক আপুনি চিনি নাপাব। আপোনাৰ টান অসুখ হোৱা বুলি শুনিছিলো, এতিয়া সম্পূৰ্ণ ভাল পাইছেনে?

শীতলা : কওকচোন আপুনি কোন?

টেঃ কঃ : ক'ম বাৰু। মই আপোনাৰ অসুখৰ খবৰ ল'বলৈ ফোন কৰিছোঁ। কওকচোন,— এতিয়া সম্পূৰ্ণ ভালনে?

শীতলা : ভাল।

টেঃ কঃ : খোৱা-বোৱা, ঘৰুৱা কাম-বন সকলো ভালে চলিছে?

শীতলা : চলিছে।

টেঃ কঃ : অধিকাৰীও ভালে আছেনে?

শীতলা : আছে। এতিয়া কওকচোন আপুনি কোনে কৈছে? [বৈ]— হেলো।— হেলো—।
[সিফালৰ মানুহজনে ফোন থৈ দিলে। শীতলাই ফোন থৈ চিন্তা কৰে। অলপ ইফাল-সিফাল কৰে। তাৰ পিছত বহে। লাহে লাহে মঞ্চ অন্ধকাৰ হয়।]

## দৃশ্য : ৫

### মঞ্চ : ১

[সনাতনৰ শোৱনি-কোঠা। কম্বল এখন লৈ সনাতন শুই আছে। মঞ্চ পোহৰ হোৱাৰ অলপ পিছত সনাতনে কাহে আৰু ওচৰতে পাতি থোৱা চৰিয়া এটাত খেকাৰ পেলায়। তাৰপিছত শুবলৈ চেষ্টা কৰে, আকৌ কাহ আহে। বহি লৈ কাহি থাকে। ভিতৰৰপৰা শীতলাই কাঁহীত খোৱাবস্তু আৰু পানী এগিলাছ লৈ আহে। বস্তুখিনি মেজত থৈ তেওঁ সনাতনৰ ওচৰত বহি তেওঁৰ বুকু-পিঠি মোহাৰি দিয়ে। সনাতনৰ কাহ বন্ধ হয়।]

সনাতন : সেই ঔষধৰ টেমাটো চাওঁ।

শীতলা : আগতে ভাত দুটামান খাই লওক। ডাক্তৰে শুদা পেটত ঔষধ খাবলৈ মানা কৰিছে নহয়।

সনাতন : হয় নেকি? দিয়া তেনেহ'লে। [উঠিব খোজে।]

শীতলা : উঠিব নালাগে। বিছনাতে খাওক।
[শীতলাই বিছনাৰ ওচৰলৈ ভাত আনি, দাইল-ভাত সানি সাজু কৰি দিয়ে।]

সনাতন : তুমি যে গাটো বেয়া লাগিছে বুলি কৈছিলা,— এতিয়া কেনে পাইছা?

শীতলা : অইন একো নাই। হাত-ভৰিবোৰ জিন্‌জিনাই থাকে। এই তালুখন বিষাই থাকে।

সনাতন : দুইটা একেলগে পৰিব লাগিলে সৰ্বনাশ হ'ব।
[সনাতনে চামোচেৰে ভাত খায়। ফোন বাজে। শীতলাই উচপ খায়।]
শীতলা : সেই মানুহটোৱে চ'থাদিনা আকৌ ফোন কৰিছিল।
সনাতন : হয় নেকি? মই ক'ত আছিলো?
শীতলা : গা ধোৱা ঘৰত।
সনাতন : কি সুধিছিল?
শীতলা : আপোনাৰ গা কেনে আছে সুধিছিল।
সনাতন : মোক কোৱা নাছিলা কিয়?
শীতলা : সেই মানুহটোৰ কথা ক'বলৈ মোৰ ভযেই লাগে। ক'ৰ মানুহ—!
[ওলাই যায। আঁৰ-কাপোৰ নামি আহে।]

# দৃশ্য : ৬

## মঞ্চ : ২

[সনাতনৰ বহা কোঠালি। ফোন বাজি থাকে। শীতলা আহে। তেওঁ ফোন ধৰে।]
শীতলা : হেলো! — [ডাঙৰকৈ]— অ' শৰত? তই ক'ৰপৰা কৈছ?— ক'ৰপৰা?— সেইখন ঠাইনো ক'ত আছে? কিমান দূৰত? মাধুৰী লগত গৈছে নেকি?
[গাত কম্বল লৈ লৰালৰিকৈ সনাতন সোমাই আহে।]
শীতলা : আছোঁ আৰু। দেউতাৰৰ— [শীতলাৰ হাতৰপৰা ফোনটো সনাতনে কাঢ়ি লয।]
সনাতন : শৰত নেকি? ভালে আছ।— আমি ভালে আছোঁ। মাৰো ভালে আছে।— ওঁ,— চবেই খবৰ কৰি আছে।— নাই নাই, একো অসুবিধা হোৱা নাই।—
[শীতলা গুচি যায।]
কাৰ? মোৰ মাতটো?— নাই নাই, একো হোৱা নাই। শোৱাৰ পৰা উঠি আহিছোঁ নহয, সেই কাৰণে।— তইঁতে টেলিফোনত ইমান পইচা কিয খৰচ কৰ?— থ এতিয়া। বোৱাৰী, নাতি, —সকলো ভালে আছে নহয? থ। মই থ'লোঁ।
[ফোন থৈ দিযে। লাহে লাহে মঞ্চ অন্ধকাৰ হয। আঁৰ-কাপোৰ পৰে।]

# দৃশ্য : ৭

## মঞ্চ : ১

[সনাতনৰ শোৱা-কোঠালি। গাত কাপোৰ লৈ শীতলা শুই আছে। সনাতনে খালী চৰিযা এটা আনি শীতলাৰ বিছনাৰ তলত থয। শীতলাৰ কপালত হাত দি চায। গাৰ কাপোৰ ভালকৈ দিযে।]

সনাতন : টোপনি আহিছেনে?
শীতলা : নাই অহা। আপুনি শোৱক।
[সনাতন নিজৰ বিছনাত শোৱে। মঞ্চৰ পোহৰ কমি আহে। ৰঙীণ পোহৰৰ বৰ্ণালী আৰু সংগীতে সময পাৰ হৈ যোৱা বুজাব। অলপ পিছত মঞ্চ আগৰ দৰে পোহৰ হয।]

সনাতন : [বিছনাত বহি, অসুখীয়া মাতেৰে] শুনিছা?

শীতলা : কিয়?

সনাতন : সেই টেমাটোতে কপালত ঘঁহা মলমটো আছে। দিয়াচোন। মূৰটো বিষত ফাটি যাওঁ ফাটি যাওঁ লাগিছে। উঠি যাবলৈ গাত শক্তিয়েই নোহোৱা হৈছে।

[শীতলা বৰ অসুস্থ। তেওঁ কোনোমতে উঠি যায়।]

সনাতন : এবাৰ ভাবিছিলো, ভূপতিহঁতকে আকৌ কওঁ, কোনোবা এটা ৰাতি ইয়াতে থাকক। কিন্তু সিহঁতেনো কিমান কৰিব? এসময়তো সকলোৰে আমনি লাগে। নকৰোঁ দিয়া কাকো আমনি। কি কোৱা?

[শীতলাই কোনোমতে মলমৰ টেমাটো দিয়েই বিছনাত পৰে। সনাতনে টেমাটো খুলি আঙুলিৰ আগত মলম লগাই শোৱে, তাৰপিছত কপালত মলম ঘঁহে। লাহে লাহে মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ নামি আহে। লগে-লগে ইটো মঞ্চৰ টেলিফোন বাজে।]

## দৃশ্য : ৮

### মঞ্চ : ২

[টেলিফোনটো বাজি আছে। সনাতন অস্থিৰ খোজেৰে সোমাই আহে। তেওঁ ফোনটো খঙেৰে তুলি লয। ফোনটোৰ তাঁৰডাল আঁজুৰি ছিঙি পেলায়, ফোনটো দলি মাৰি দিয়ে, তাৰপিছত চকী এখনত ধৰি বৰ ভাগৰুৱা মানুহৰ নিচিনাকৈ ৰৈ থাকে। তাৰ পিছত তেওঁ লাহে লাহে খোজ কাঢে। এঠাইত ৰৈ কিবা ভাবে। তাৰ পিছত সন্মুখৰ চকী এখনত বহি তেওঁ চিন্তাত নিমগ্ন হয। লাহে লাহে মঞ্চ অন্ধকাৰ হৈ আহে। আঁৰ-কাপোৰ পৰে।]

## দৃশ্য : ৯

### মঞ্চ : ১

[শীতলা নিজৰ বিছনাত চিন্তিতভাৱে বহি আছে। সনাতন সোমাই আহে। তেওঁ কেইমুহূৰ্তমান শীতলালৈ চাই থাকি কথা আৰম্ভ কৰে।]

সনাতন : শীতলা। [শীতলাই উত্তৰ নিদিয়ে।]

সনাতন : মই তোমাক এটা কথা ক'ব খুজিছোঁ।

শীতলা : কওক।

সনাতন : বৰ ডাঙৰ কথা।

[শীতলাই মূৰ তুলি চায।]

সনাতন : ইমান ডাঙৰ কথা আজিলৈকে তুমি শুনাই নাই। কেইবাদিনো ভাবি থাকোঁতে এই কথাটো মোৰ মনলৈ আহিছে। কওঁ?

শীতলা : কওক। [ৰৈ থাকি] কওক কি ক'ব খুজিছিল।

সনাতন : তুমি আৰু মই একুৰি ওঠৰ বছৰ একেলগে কটালো। ঘৰ-দুৱাৰ, ল'ৰা-ছোৱালী, নাতি-পুতি— যি লাগে সকলো পালো। যি কৰিম বুলি ভাবিছিলো সকলো কৰিলো। জানি-শুনি কষ্ট পাবলগীয়া কাম আমি একো কৰা নাই, সেই কাৰণে কষ্ট পোৱাও নাছিলো। তুমি কিবা কষ্ট পাইছিলানে?

শীতলা : নাই পোৱা।

সনাতন : গোটেই জীৱনটো নিজৰ দোষৰ কাৰণে অকণো কষ্ট নাপালো, এতিয়া দুটামান বেমাৰৰ কাৰণে কিয় কষ্ট খাম? দুটামান বেমাৰৰ ওচৰত কিয় সেও মানিম? নামানো। [ৰৈ] আমাৰ আৰু এইখন সংসাৰত কি কৰিবলৈ বাকী থাকিল কোৱাচোন। থাকিলনে কিবা? [শীতলাই চাই থাকে।] যদি কৰিবলৈ একোৱেই নাই, পাবলৈ একোৱেই নাই, তেনেহ'লে আমি এনেকৈ থাকোঁ কিয়? এই বেমাৰবোৰৰ কাৰণে আমি কম কষ্ট পাইছোঁনে? দিনৰ পিছত দিন, ৰাতিৰ পিছত ৰাতি— ইমান কষ্ট, ইমান যন্ত্ৰণা! তুমি ইমান কষ্ট পাই থকাটো মই আৰু সহ্য কৰিব নোৱৰা হৈছোঁ।

শীতলা : আপুনিওতো কষ্ট পাইছে।

সনাতন : পাইছোঁ। ময়ো বৰ কষ্ট পাইছোঁ। সেই কাৰণে ভাবিছোঁ,— আমি এই কষ্টৰ মাজৰপৰা ওলাই গুচি নাযাওঁ কিয়?

শীতলা : ক'লৈ?

সনাতন : য'ত বেমাৰ-আজাৰ, এনেকুৱা দুখ-কষ্ট একো নাই, তেনেকুৱা এখন ঠাইলৈ?
[শীতলাই নুবুজাৰ নিচিনাকৈ চাই থাকে।]

সনাতন : এবাৰ ভাবিছিলো— মই অকলেই যাওঁগে নেকি? [অধৈৰ্য হোৱাৰ সুৰত] নাই নাই-নাই নাই। সেইটো কাম মই কিয় কৰিম? সেইটো কাম কৰিলে, তোমাক আৰু বেছি কষ্টৰ মাজত পেলাই থৈ মই নিজৰ সুখৰ কাৰণে পলাই যোৱাৰ নিচিনা হ'ব। তেনেকুৱা অন্যায মই কেতিয়াও কৰিব নোৱাৰোঁ। মই গ'লে তুমি থাকিব নোৱাৰিবা। আৰু,— কেনেবাকৈ যদি তুমি আগতে যোৱাগৈ, তেনেহ'লে মযো অকলে থাকিব নোৱাৰিম। য'তে থাকোঁ আমি দুযো একেলগে থাকিম। কিন্তু এনেকুৱা কষ্টৰ মাজত কিয় থাকোঁ শীতলা?
[শীতলাই নিৰ্বাক হৈ চাই থাকে।]

সনাতন : আৰু,— আমাৰ কাৰণে ইহঁতজাকৰো কিমান অসুবিধা হৈছে চোৱাচোন। সিহঁতৰ হাতত ইমান ডাঙৰ ডাঙৰ কাম, সেইবোৰ নকৰি সিহঁত আমাৰ ওচৰলৈ দৌৰি আহিব লাগে। সময় খৰচ কৰিব লাগে, টকা-পইচা খৰচ কৰিব লাগে, অযথা চিন্তা কৰিব লাগে,— এইবোৰতো ভাল কথা নহয়। এতিযা সিহঁতে নিজৰ উন্নতিৰ কথাহে ভাবিব লাগে। আমিতো এতিয়া সিহঁতক একো সহায় কৰিব পৰা নাই। এনেকৈ জীযাই থাকি আমি সিহঁতক কষ্টহে দিছোঁ। সেই কাৰণে কৈছোঁ,— সিহঁতকো মুকলি কৰি দিওঁ, আমিও মুকলি হৈ যাওঁ। —যাবা? ইয়াত আমি কিমান অকলশৰীয়া দেখিছা নহয়? কোনো নাই, কেৱল তুমি আৰু মই। আমি দুটাই যদি থাকিব লাগে, তেনেহ'লে ইয়াত থাকিনো কি লাভ হৈছে? শীতলা? যাওঁগৈ ব'লা।

শীতলা : [কান্দো কান্দো হৈ, মন্ত্ৰমুগ্ধৰ দৰে]— ব'লক।
[সনাতন আৰু শীতলাই দুয়ো দুয়োৰে মুখলৈ চাই থাকে। কেইমুহূৰ্তমানৰ পিছত সনাতনে নিজৰ বিছনাৰ তুলীৰ তলৰপৰা সৰু টেমা এটা উলিয়ায়। তাত তিনিটা বিহৰ কেপচুল আছে। সনাতনে টেমাটোৰ ঢাকোন খুলি কেপচুল তিনিটা চায়। তাৰপিছত তেওঁ শীতলাৰ ওচৰলৈ আহে।]

সনাতন : [কেপচুল তিনিটা দেখুৱায়।] এয়া চোৱা। এটা তোমাৰ কাৰণে, দুটা মোৰ কাৰণে।
[শীতলাই ভয়াৰ্ত দৃষ্টিৰে কেপচুলকেইটা আৰু সনাতনৰ চকুলৈ চায়।]

সনাতন : ভয় খাইছা নেকি? নাই নাই শীতলা, ভয় নাখাবা। অলপ পিছতে আমাৰ টোপনি যাব,— তেতিয়া আৰু আমাৰ ভয়, দুখ, কষ্ট একো নাথাকিব। মাত্র অকণমান সময়। [এক মুহূৰ্ত ভাবি] এটা কাম কৰোঁ বুইছা।

শীতলা : কি?

সনাতন : আমিতো ইয়াতে শুই থাকিম। বাহিৰৰ মানুহে ভাবিব আমি ভিতৰতে কিবা কৰি আছোঁ আৰু। মানুহে যদি কেইবাদিনলৈকে তেনেকৈ ভাবি থাকে? আমি এনেকৈয়ে পৰি থাকিম, কোনেও খবৰ নাপাব,— আমাৰ গাবোৰ উখহি যাব, গোন্ধাব, পিছত ইয়াতে গেলিবলৈ আৰম্ভ কৰিব— [শীতলাই ভয়তে উচুপে।]

সনাতন : শুনা। সেই কাৰণে মই ভাবিছো,— আগফালৰ দুৱাৰ-খিৰিকী চব খুলি থৈ দিওঁ। লাইট জ্বলাই থৈ দিওঁ। খোলা দুৱাৰ দেখিলে কোনোবাতো সোমাই আহিব। মাত্র দহ-পোন্ধৰ মিনিট সময়, —তাৰ পিছত যেযে আহে আহি থাকক। বাহিৰৰপৰা আমাৰ গাৰ গোন্ধ পাই কোনেও ঘৰটোৰ দুৱাৰ-খিৰিকী ভাঙি সোমাব নালাগে,— কি কোৱা? ৰ'বা। [সনাতন ওলাই যায়। শীতলাই ভয়াৰ্ত দৃষ্টিৰে কেপচুলকেইটালৈ চায়। অলপ পিছতে সনাতন সোমাই আহে।]

সনাতন : তেনেহ'লে— শীতলা— আমি শোওঁ আহাঁ। কিবা খাবা নেকি? [মেজখনৰ ওচৰলৈ গৈ] ইযাতে কল, বিস্কুট— কিবাকিবি আছে। খাবা নেকি?

শীতলা : নাখাওঁ।

সনাতন : নালাগে দিয়া। কিমান বস্তু খালোঁ। ঘিউ-মৌ-মাছ-মঙহ, ভালৰো ভাল লাহি চাউলৰ ভাত—। মই যে বাবৰি শাক আৰু হাঁহকণী ভজা খাই বৰ ভাল পাইছিলোঁ।— আহাঁ, শোওঁ আহাঁ। এতিয়া চব এৰি এযা,— আমাৰ শেষৰ সাঁজ খাওঁ। আগতে তুমি খোৱা। দুইটাই একেলগে খালে,— ঔষধটোৱে যদি তোমাৰ গাত পলমকৈ কাম কৰে, মোৰ গাত যদি সোনকালে কৰে,— মই যোৱাৰ পিছত যদি তুমি কষ্ট পাই থাকা,— সেই কাৰণে আগতে তুমি এইটো খোৱা, তোমাৰ যেতিযা চকু মুদ খাই যাব,— মই যেতিযা জানিম,— তুমি আৰু কষ্টৰ মাজলৈ ঘূৰি নাহা, তেতিযা মই এই দুটা— দুটা— খাই দিম। [ওপৰলৈ দেখুৱাই] সৌখিনিতে তোমাক লগ ধৰিমগৈ। লোৱা। [অস্থিৰ হয়।] লাগে, বেযাও লাগে।— সেই মনত পৰাৰে পৰা— [হাতেৰে দেখুৱাই]— ইমানটো হোৱাৰেপৰা আজিলৈকে,— এই পৃথিৱীখনৰ কিমান কি যে দেখিলো—। বৰ ধুনীযা। কেতিয়াবা পৃথিৱীখনলৈ বৰ মৰম লাগে।— এৰি থৈ যাবলৈ মন নাযায়।— তোমাক যিদিনা প্ৰথম লগ পাইছিলো, মনত আছে নে?— তেতিয়াৰ পৰা আজিলৈকে— কিমান আনন্দ, কিমান মৰম— মাজে মাজেতো ভাবিছিলো— এই আনন্দৰ শেষ নাই,— এই মৰম কেতিয়াও নুটুকায়—। [উত্তেজিত হৈ] নুটুকায়। কেতিয়াও নুটুকায়। ইয়াত থাকিলেহে টুকাব। আহাঁ। আহাঁ শীতলা। আমাৰ মৰম-চেনেহ-আনন্দ যাতে কেতিযাও নুটুকায়, তাৰ ব্যৱস্থা কৰোঁ। পলম কৰিলে মনটো অস্থিৰ হ'ব পাৰে। শোৱা, শোৱা শীতলা। [শীতলাক বিছনাত শুৱাই দিযে। গাৰুত মূৰ থোৱাৰ পিছতে শীতলাই জোৰকৈ বহে।]

শীতলা : ইয়াৰ খবৰটো পাই যোৱা হ'লে—!

সনাতন : কাৰ?

শীতলা : ইযাৰ— প্ৰভাতৰ।

সনাতন : [অস্থিৰ]— নাই নাই নাই। তাৰ কাৰণে চিন্তা নকৰিবা। তাৰ খবৰ ভাল। যি য'তে আছে ভালে আছে। ইহঁত সকলোতকৈ ভালে আছে। সেইটো কথা জানো কাৰণেই মই তাৰ খবৰ নলওঁ। সি কিন্তু তোমাৰ খবৰ— মোৰ খবৰ লৈ থাকে। সেই যে এটা অচিনাকি মানুহে ফোন কৰি তোমাৰ খবৰ লয়, মোৰ খবৰ লয? [অস্থিৰ হৈ] নহয় নহয়, তাৰ কথা এতিয়া নুলিয়াবা। মই তাক আশীৰ্বাদ দিছোঁ, তুমিও তাক হিয়া উবুৰিয়াই আশীৰ্বাদ দিয়া। দিছা?

শীতলা : দিছোঁ।

সনাতন : এতিয়া এইটো খোৱা।

[শীতলাৰ মূৰত হাত ফুৰাই, কপালত চুমা খাই, কেপচুলটো খুৱাই দিয়ে। গিলাছৰপৰা পানী অকণমান খুৱাই দিয়ে। শীতলাই সনাতনৰ হাত দুখন নিজৰ দুয়োখন হাতেৰে ধৰে। সনাতনে অলপ পিছত হাত দুখন আঁতৰাই আনি শীতলাক শুৱাই দিয়ে। শীতলাই হাত দুখন দাঙি কিবা বিচৰাৰ নিচিনা কৰে। কিবা ক'ব খোজে। তেওঁ যন্ত্ৰণাত ইচাট-বিচাট কৰে। হাত-ভৰি জোকাৰে। সনাতনে তেওঁক শান্ত কৰিবলৈ চেষ্টা কৰে। সাত ছেকেণ্ডমানৰ কাৰণে মঞ্চ আন্ধাৰ হয়। তাৰপিছত আকৌ মঞ্চ পোহৰ হয়। শীতলা শান্ত হৈ শুই থাকে। সনাতনে তেওঁৰ গালে-মুখে হাত ফুৰাই মৰম কৰে। হাত দুখন বুকুৰ ওপৰলৈ আনি কাপোৰ এখনেৰে তেওঁক ঢাকি দিয়ে। তাৰ পিছত ওঁচৰতে বহি কেপচুল দুটা খাবলৈ লয। এনেতে বাহিৰত এটা শব্দ হয। সনাতনে উচপ খায।]

সনাতন : [ভয়াৰ্ত] কোন? [মনোজ সোমাই আহে।] কোন?

মনোজ : মই মনোজ, মনোজ দাস। মোক ড° দত্তই পঠিযাইছে। [সনাতনৰ অৱস্থা আৰু শুই থকা শীতলালৈ চাই] কি হৈছে?

সনাতন : [ভীষণ নাৰ্ভাছ হৈ] নাই, নাই, একো হোৱা নাই। [বড়ি থকা হাতখন লুকুৱাবৰ চেষ্টা কৰি] একো হোৱা নাই। তুমি কিয আহিছা? যোৱা, তুমি যোৱা।

মনোজ : [শীতলাক দেখুৱাই] এখেত, এখেতৰ কি হৈছে?

সনাতন : একো হোৱা নাই। এওঁ শুইছে। হয। শুইছে। যোৱা, তুমি যোৱা।

[মনোজে লৰালৰিকৈ শীতলাৰ ওচৰলৈ গৈ তেওঁৰ কপালত হাত দিয়ে।]

সনাতন : [মনোজক বাধা দি, চিঞৰি] তুমি তেওঁক নুচুবা। ওলাই যোৱা তুমি। তেওঁ শুইছে। অলপ পিছত— তেওঁৰ টোপনি ভাগিলে আহিবা। যোৱা। [মনোজক ঠেলি আঁতৰাই দিয়ে।]

মনোজ : নাযাওঁ। এখেতৰ কিবা এটা হৈছে।

[জোৰকৈ শীতলাৰ ওচৰলৈ যায। সনাতনে গিলাছটো লৈ বড়ি খাব খোজে। মনোজে উভতি সনাতনৰ হাতখনত থাপ মাৰি ধৰে।]

সনাতন : এৰি দিয়া। মোৰ হাতত কিয় ধৰিছা?

মনোজ : আপুনি কি খাব খুজিছে? চাওঁ।

সনাতন : নালাগে চাব।

[দুয়োৰে টনা-আঁজোৰা লাগে।]

মনোজ : [বাহিৰলৈ চাই চিঞৰি] দিবাকৰ!

[টনা-আঁজোৰা চলি থাকোঁতে দিবাকৰ দৌৰি সোমাই আহে।]

সনাতন : এৰি দিয়া মোক। এৰি দিয়া।

মনোজ : [দিবাকৰক] ধৰা এখেতক।

সনাতন : [চিঞৰি] খবৰদাৰ। এৰি দিয়া মোক।

[দিবাকৰ আৰু মনোজে সনাতনক ধৰে। মনোজে জোৰকৈ সনাতনৰ হাতৰ মুঠিৰপৰা বড়ি দুটা উলিযাবলৈ চেষ্টা কৰে।]

সনাতন : খবৰদাৰ। খবৰদাৰ। [উন্মাদৰ নিচিনাকৈ] শীতলা! দেখিছা শীতলা,— এই মানুহবোৰে কি কৰিছে! [ইতিমধ্যে মনোজে বড়ি দুটা উলিয়াই চায। সনাতনক দিবাকৰে ধৰি থাকে।]

সনাতন : [জোৰকৈ আগবাঢ়িব খোজে] দিযা, মোৰ বড়ি দুটা দিয়া। মই তোমাৰ ভৰিত ধৰিছোঁ—

মনোজ : দিবাকৰ তুমি এখেতক ধৰি থাকা। সাংঘাতিক ঘটনা এটা ঘটিছে বুলি মোৰ সন্দেহ হৈছে। মই মানুহ মাতি আনো। [বেগেৰে ওলাই যায।]

সনাতন : এৰি দিয়া মোক। শীতলা। ৰ'বা শীতলা। অলপ ৰ'বা।

মনোজ : [বাহিৰত, চিঞৰি] হেৰি, শুনকচোন, এইফালে আহকচোন, এইফালে আহক।

সনাতন : [উন্মাদপ্ৰায়] মই কৈ দিছোঁ, মই যদি শীতলাৰ ওচৰলৈ যাব নোৱাৰোঁ, তেনেহ'লে তহঁতৰ কলিজা খাই পেলাম। তহঁতৰ কাকো শান্তিত থাকিবলৈ নিদিম। এৰি দে, এৰি দে মোক। [মনোজৰ পাছে পাছে তিনিজন বাটৰুৱা সোমাই আহে।]

মনোজ : এখেতক ধৰক। সেইটো কোঠালিলৈ লৈ যাওক। হাত দুখন কিবা এডালেৰে পাছফালে বান্ধি থ'ব। এইখন— এই গামোচাখন লওক। এইখনেৰেই বান্ধিব। দিবাকৰ, তুমি মোৰ লগত থাকা। [বাটৰুৱাকেইজনে সনাতনক জোৰকৈ লৈ যায। সনাতনে চিঞৰে।]

সনাতন : নিনিবি—। মোক ইযাৰপৰা নিনিবি। শীতলা, শীতলা—।

[বাটৰুৱাকেইজনে সনাতনক লৈ যায। মনোজে শীতলাক পৰীক্ষা কৰে। সনাতনে বাহিৰত চিঞৰি থাকে।]

সনাতন : মোৰ বড়িকেইটা। মোৰ বড়িকেইটা দে। এৰি দে মোক। শীতলা! তুমি চিন্তা নকৰিবা। মই গৈ আছোঁ, এৰি দে। এৰি দে মোক।

মনোজ : বৰ আচৰিত ধৰণৰ কাণ্ড!

দিবাকৰ : ঘটনাটো কি?

মনোজ : মযো ধৰিব পৰা নাই।

[দিবাকৰে মাটিত পৰি থকা গিলাচ এটা তুলিব খোজে। মনোজে বাধা দিয়ে।]

মনোজ : নুচুবা নুচুবা। এই কোঠালিটোৰ একো বস্তু নুচুবা। [অলপ চিন্তা কৰি] তুমি এটা কাম কৰা। দুৱাৰখন বন্ধ কৰি তুমি ইযাতে থাকা। কাকো ইযালৈ আহিবলৈ নিদিবা। মই পুলিছক খবৰ দি আহোঁ। গাড়ীৰ চাবিটো দিয়া।

[দিবাকৰৰপৰা চাবিটো লৈ মনোজ লৰালৰিকৈ ওলাই যায। দিবাকৰে শীতলালৈ চাই থাকে। লাহে-লাহে পোহৰ শীতলাৰ ওপৰত কেন্দ্ৰীভূত হয়। আঁৰ-কাপোৰ নামি আহে।]

## দৃশ্য ঃ ১০

### মঞ্চ ঃ ২

[থানাৰ কোঠালি। লক-আপৰ ভিতৰত সনাতন বহি আছে। তেওঁৰ চেহেৰা বিপৰ্যয়গ্ৰস্ত। ছুৱ

ইন্সপেক্টৰ থিয হৈ আছে। একাষে এজন চিপাহী। ইন্সপেক্টৰে চকীত বহি ফাইল এটাৰ কাগজ পঢ়ি আছে। ওচৰৰে চকী এখনত নিৰঞ্জন ঠাকুৰ বহি আছে। ইন্সপেক্টৰে পঢ়া শেষ কৰি—]

ইন্সপেক্টৰ : [ছাব ইন্সপেক্টৰক]— এওঁক মাতব চোন।

ছাব ইন্সপেক্টৰ : [চিপাহীক]— তেওঁক মাতি আনা। তুমি বাহিৰতে থাকিবা।

[চিপাহী ওলাই যায। মনোজ সোমাই আহে। ইন্সপেক্টৰ উঠি আহে। লক-আপৰ ভিতৰত সনাতন থিয হয। তেওঁ খঙেৰে মনোজলৈ চায়।]

ইন্সপেক্টৰ : আপোনাৰ নাম মনোজ দাস?

মনোজ : হয।

ইন্সপেক্টৰ : আপুনি ডাক্তৰ?

মনোজ : হয।

ইন্সপেক্টৰ : ডাক্তৰী পাছ কৰা কিমান দিন হ'ল?

মনোজ : ইন্টাৰ্ণশ্বিপ শেষ কৰি ওলাই প্ৰায় দুবছৰ হ'ল।

ইন্সপেক্টৰ : চাকৰি?

মনোজ : অন্য চাকৰি কৰা নাই। দত্ত ছাৰৰ লগতে কাম কৰি আছোঁ।

ইন্সপেক্টৰ : ড' জগদীশ দত্তৰ লগত।

মনোজ : হয।

ইন্সপেক্টৰ : কালি ৰাতি মই ওপৰৰপৰা নিৰ্দেশ পাইছোঁ,— এই ঘটনাটোৰ তদন্ত মই কৰিব লাগে। মই ফাইলত কিছু কথা পঢ়িছোঁ, কিন্তু আৰম্ভণিৰেপৰা কথাবোৰ মই খৰচি মাৰি জানি ল'ব খোজোঁ। আপুনি ঘটনাটোৰ কথা প্ৰথমে থানাক জনালে।

মনোজ : হয।

ইন্সপেক্টৰ : [হঠাতে] আপুনি বহিব নেকি?

মনোজ : নাই নালাগে, হ'ব। থেংক ইউ।

ইন্সপেক্টৰ : আপুনি ঘটনাটোৰ লগত জড়িত হ'ল কেনেকৈ?

মনোজ : আমেৰিকাৰপৰা দত্ত ছাৰৰ বন্ধু, এখেতৰ ডাঙৰ ল'ৰা জগত অধিকাৰীযে ফোন কৰিছিল। তেখেতে বোলে দেউতাকলৈ ফোন কৰি থাকে, কিন্তু ফোনৰ কানেকছন নহয। বহু দিন তেনেকৈ যোৱাৰ পিছত তেখেতে দত্ত ছাৰলৈ ফোন কৰি ক'লে,— মাক-দেউতাকৰ খবৰ ল'ব লাগে, আৰু খবৰটো ফোন কৰি তেখেতক জনাব লাগে।

ইন্সপেক্টৰ : তাৰ পিছত?

মনোজ : এখেতৰ আৰু এজন পুতেক, মৰিছাছত যে থাকে,— শৰত অধিকাৰী—?

ইন্সপেক্টৰ : হয, জানো।

মনোজ : তেখেতেও দত্ত ছাৰলৈ ফোন কৰিছিল। সেই একে কথা। মাক-দেউতাকৰ খবৰ ল'ব লাগে, লৈ তেখেতক জনাব লাগে। সেই কাৰণে চ'থাদিনা গধূলি দত্ত ছাৰে ক'লে,— তুমিয়েই যোৱা, খবৰটো লৈ আহাঁগৈ। মই আমাৰ ক্লিনিকৰে গাড়ী এখন আৰু ড্ৰাইভাৰ দিবাকৰক লৈ গ'লোঁ এখেতসকলৰ ঘৰলৈ। গৈ দেখোঁ,— ঘৰটোৰ আগফালৰ দুৱাৰ খোলা। সোমাই গ'লো। কাৰো মাত-বোল নাই। নিমাওমাও। মোৰ কিবা অস্বাভাৱিক যেন লাগিল। ভিতৰৰ কোঠালিলৈ যোৱা দুৱাৰখনো খোলা। সোমাই গৈ যি দেখিলো, তাৰপিছত কি হ'ল,— মই এখেতক [ছাব

ইন্সপেক্টৰক দেখুৱাই] কৈছোঁৱেই। আপোনাকো যদি ক'ব লাগে—

ইন্সপেক্টৰ : মই যিখিনি জানিব খোজোঁ,— সেইখিনি সুধি যাওঁ, আপুনি কৈ যাওক। আপোনাৰ মতে,— আপুনি যেতিয়া মিছেছ অধিকাৰীক পৰীক্ষা কৰে, তেতিয়া তেখেতৰ মৃত্যু হৈছে?

মনোজ : হয়।

ইন্সপেক্টৰ : আপুনি ৰিপ'ৰ্টত লিখিছে,— সনাতন অধিকাৰীযে তেখেতৰ পৰিবাৰক বিহ খুৱালে বুলি আপুনি সন্দেহ কৰে।

মনোজ : হয়।

ইন্সপেক্টৰ : কিয়?

মনোজ : কাৰণ সনাতন অধিকাৰীৰ হাতত মই দুটা কেপচুল পাইছিলো। কিন্তু অকল সেইটো কথাৰ ওপৰতে ভেটি কৰি মই সন্দেহ কৰা নাছিলো,— মোৰ সন্দেহ হৈছিল মানুহজনৰ আচৰণ দেখি। কিবা এটা অস্বাভাৱিক ঘটনা ঘটিছে বুলি প্ৰথমে মানুহজনৰ আচৰণে মোক ভাবিবলৈ বাধ্য কৰাইছিলো। গোটেই ঘৰটোৰ পৰিবেশ, মিছেছ অধিকাৰীৰ মুখৰ ৰং, আৰু সনাতন অধিকাৰীৰ চিঞৰ-বাখৰ,— এই সকলোৰে মিলি মোৰ মনত সন্দেহ জন্মাইছিল।

ইন্সপেক্টৰ : কেপচুলকেইটা বিহৰ কেপচুল বুলি আপুনি কেনেকৈ জানিছিল?

মনোজ : মই জনা নাছিলো, তেখেতে কেপচুলবেইটা খাবলৈ জোৰ কৰা কাৰণে সন্দেহ কৰিছিলো।

সনাতন : বাপুহঁত, তোমালোকে কথাবোৰ কিয় অনাহকত দীঘলীয়া কৰিছা? তোমালোকে মোৰ কথা নামানা কিয়? কি সুধিবলগীয়া আছে মোক নোসোধা কিয়?

ইন্সপেক্টৰ : [অলপ সময় চাই থাকি, ছাব ইন্সপেক্টৰক] তেখেতক ইয়ালৈ উলিয়াই আনকচোন।

ছাব ইন্সপেক্টৰ : [ডাঙৰকৈ] ৰবিলাল!

[কাষৰপৰা চিপাহী ৰবিলাল সোমাই আহে। ছাব ইন্সপেক্টৰে তেওঁক লক-আপৰ দুৱাৰ খুলি সনাতনক উলিয়াই আনিবলৈ ইংগিত দিয়ে। ৰবিলালে দুৱাৰৰ তলা খুলি দিয়ে, সনাতন ওলাই আহি এঠাইত থিয় হৈ থাকে। অলপ সময় নিস্তব্ধ]

ইন্সপেক্টৰ : বহক।

[নিৰঞ্জনে সনাতনক বহুৱাই দিয়ে।]

ইন্সপেক্টৰ : আপুনি বোলে কালি কৈছিল,— আপুনি উকিল নধৰে, চৰকাৰেও আপোনাৰ হৈ উকিল ধৰি দিব নালাগে?

সনাতন : হয়। নালাগে। মোৰ ক'বলগীয়া কথা তেনেই ক'ম। সেইকেইটা কথা মই নিজেই কৈছোঁ, আৰু সুধিলে এশবাৰ ক'ম। উকিলৰ কৰিবলগীয়া একো নাই।

ইন্সপেক্টৰ : কিন্তু আপোনাৰ ল'ৰাইতে আমেৰিকাৰপৰা— মৰিছাছৰপৰা ফোন কৰিছে, যিমান ডাঙৰ উকিল পোৱা যায়— ধৰিব লাগে।

সনাতন : সিহঁতক— লাভ নাই বুলি বুজাই দিব। সিহঁতে বাপেকৰ কাৰণে যিমান যি কৰিব লাগে— কৰিবইতো! নহয় জানো?

ইন্সপেক্টৰ : আৰু এখেত,— আপোনাৰ বন্ধু নিৰঞ্জন ঠাকুৰে কৈছে,— আপুনি নিবিচাৰিলেও তেখেত হোনো আপোনাৰ লগে লগে থাকিবই, আপোনাৰ হৈ তেখেতে ওকালতি কৰিবই। [নিৰঞ্জনক] নহয় জানো?

নিৰঞ্জন : হয়।

ইন্সপেক্টৰ : কিন্তু আপুনিতো ঘটনাটোৰ সময়ত তাত নাছিল।

নিৰঞ্জন : ঘটনাটোৰ সময়ত নাছিলো, কিন্তু এইজন মানুহ তাত যিমান দিনৰপৰা আছে, সিমান দিনৰ পৰা মই এওঁৰ ওচৰে-পাঁজৰেই আছোঁ। এওঁৰ ল'ৰা-ছোৱালীহঁততকৈ এওঁক মই বেছি ভালকৈ চিনি পাওঁ।

ইন্সপেক্টৰ : ভাল কথা। আপোনাৰ সহায় আমাকো লাগিব। এতিয়া মই আপোনালোকক,— এতিয়ালৈকে আম যি জানিছোঁ,— সেই বিষয়ে দুটামান কথা কৈ যাওঁ। শ্ৰীমতী শীতলা অধিকাৰীৰ ডে'ড ব'ডিটো প'ষ্টমৰ্টেম কৰি জনা গৈছে,— বিহ খোৱাৰ কাৰণে তেখেতৰ মৃত্যু হৈছে। যি দুটা কেপচুল এখেত অধিকাৰীৰ হাতত পোৱা গৈছে, সেই দুটাও সেই একে বিহৰে কেপচুল। এওঁ মনোজ দাসৰ কথাৰপৰা যি বুজা গৈছে,— [সুৰ সলনি কৰি],— মাজতে আপোনাক [সনাতনক] কথা এটা সুধি লওঁ।— এওঁ মনোজ দাসে যিবোৰ কথা কৈছে, আপুনি সকলো শুনি আছে। এওঁ মিছা কথা কৈছে নে, সঁচা কথা—

সনাতন : [লগে লগে] সঁচা কথা। সঁচা কথা। এওঁ অলপো মিছা কথা কোৱা নাই।

ইন্সপেক্টৰ : গতিকে সকলো মিলাই আমি এতিয়ালৈকে যি দেখিছোঁ,— শ্ৰীমতী অধিকাৰীয়ে হয় আত্মহত্যা কৰিছে—

সনাতন : আত্মহত্যা মানে নিজে নিজকে মাৰি পেলোৱা, নহয় জানো?

ইন্সপেক্টৰ : হয়।

সনাতন : বিহ খাই আত্মহত্যা কৰিবলৈ হ'লে, মানুহজনীয়ে নিজে বিহখিনি মুখত দি গিলি দিব লাগিব, নহয় জানো?

ইন্সপেক্টৰ : হয়।

সনাতন : তেনেহ'লে তেওঁ আত্মহত্যা কৰা নাই বাপুহঁত। মই তেওঁক বডিটো খুৱাই দিছোঁ, পানী খুৱাই দিছোঁ, তাৰপিছত তেওঁ শুইছে।

[নিস্তব্ধ।]

ইন্সপেক্টৰ : [অলপ পিছত] তাৰ মানে আপুনি তেখেতক হত্যা কৰিলে?

সনাতন : মই আচল, সত্য কথাটো বাৰে বাৰে কৈ আছোঁ, আকৌ কওঁ,— আমি দুয়ো একেলগে মৰি একেলগে গুচি যাম বুলি ঠিক কৰিছিলো। সেই মতে তেওঁক মই বডিটো খুৱাই দিলো। তেওঁ চকু মুদিলেই মই মোৰ বডিটো খোৱাৰ কথা, — কিন্তু সেই সময়তে [মনোজক দেখুৱাই] এওঁ ওলালগৈ। মই বডিটো খাবলৈ নাপালো। সেই কাৰণে,— মই যে এতিয়াও শীতলাৰ ওচৰ পাবগৈ পৰা নাই, মই যে এতিয়াও জীয়াই আছোঁ, তাৰ কাৰণে এওঁ দায়ী। মই নোযোৱাৰ কাৰণে শীতলাই যে কষ্ট পাই আছে, তাৰ কাৰণে এওঁ দায়ী। [উত্তেজিত] এওঁ আচল হত্যাকাৰী। এওঁ দুজন মানুহক হত্যা কৰিছে। এজনী মৰা মানুহৰ আত্মাটোক হত্যা কৰিছে, আৰু এই মানুহটোক জীয়াই জীয়াই হত্যা কৰিছে।

ইন্সপেক্টৰ : [মনোজক] আপুনি এতিয়া যাওক দাস। [মনোজ যায়। ছাব ইন্সপেক্টৰক] আপুনি এটা কাম কৰক লস্কৰ। মই ফোন কৰি ফৰেনছিক লেবৰেটৰীৰপৰা খবৰ কিছুমান গোটাইছোঁ, কিন্তু মোক অফিচিয়েল ৰিপ'ৰ্টখন লাগে। আপুনি এতিয়াই সেইখন অনোৱাৰ বন্দবস্ত কৰক।

ছাব ইন্সপেক্টৰ : ভাল ছাৰ। [ওলাই যায়।]

ইন্সপেক্টৰ : ঠাকুৰ।

নিৰঞ্জন : কওক।

ইন্সপেক্টৰ ঃ আপুনি আইনৰ মানুহ হিচাপে বুজি পাইছেই,— এইটো এটা হত্যা কৰাৰ ঘটনা। নিয়ম মতে, আমি এখেতক কেইদিনমান আমাৰ জিম্মাত ৰাখি,— আমাৰ জেৰা শেষ কৰি, তাৰপিছত জে'ল-হাজোতলৈ পঠাব লাগে। কিন্তু আপুনি এখেতসকলৰ পৰম বন্ধু মানুহ, সেই কাৰণে আপোনাক খুলি কওঁ,— এখেতৰ পুতেকসকল হাতদীঘল মানুহ, বিশেষকৈ দ্বিতীয় পুতেক শৰত অধিকাৰী আমাৰ পলিটিকেল ছাৰ্কলটোত বৰ প্ৰতিপত্তি থকা মানুহ। গতিকে কামবোৰ যেনেকৈ হ'ব লাগে, তেনেকৈ নহ'ব। এখেতৰ কাৰণে স্পেছিয়েল ব্যৱস্থা হ'ব।

নিৰঞ্জন ঃ এওঁ ক'ত থাকিব?

ইন্সপেক্টৰ ঃ হস্পিটেলত থাকিব। কালি এখেতে ছুইচাইড কৰিবলৈ চেষ্টা কৰিছিল। গতিকে এখেতৰ ওচৰত চৌব্বিছ ঘণ্টাই আমাৰ চিপাহী থাকিব। এখেতৰ পুতেকে টেলিফোন কৰি জালান মেম'ৰিয়েল হস্পিটেলত, এখেতৰ কাৰণে এটা পেয়িং কেবিনৰ ব্যৱস্থা কৰিছে। পিছত যদি জামিনৰ ব্যৱস্থা হয়, তেনেহ'লে কথা বেলেগ হ'ব।

সনাতন ঃ [অধৈৰ্য হৈ] এইবোৰ ইমান দীঘলীয়া কাণ্ড-কাৰখানাৰ কি দৰকাৰ বাপুহঁত? মই নিজমুখে বাৰম্বাৰ কৈছোঁ,— মই মানুহজনীক বিহ খুৱাই দিছিলো, সেই কাৰণে মানুহজনী মৰিল।

ইন্সপেক্টৰ ঃ সেইটো আপোনাৰ অপৰাধ হয়নে নহয়?

সনাতন ঃ হয়।

ইন্সপেক্টৰ ঃ অপৰাধৰ বিচাৰ হ'ব লাগে নে নালাগে? অপৰাধ বিচাৰ কৰা আইন আছে নে নাই?

সনাতন ঃ আছে আছে, চব আছে। কিন্তু তোমালোকে আইন মতে বিচাৰ কৰি শেষত কি পাবাগৈ? পাবাগৈ,—মই মোৰ মানুহজনীক হত্যা কৰিছোঁ, সেই কাৰণে মোৰ ফাঁচি হ'ব লাগে। ইমান দীঘলীয়া কাণ্ড কৰি শেষত তোমালোকে যিটো প্ৰমাণ কৰিবা, সেইটোতো মই এতিয়াই কৈ দিছোঁ। এতিয়াই মোক ফাঁচি দি নিদিয়া কিয়? মই জীয়াই থাকি কিমান কষ্ট পাইছোঁ, সেইটো তোমালোকে নুবুজা কিয়?

নিৰঞ্জন ঃ তেনেকৈ,— তোমাৰ মুখৰ কথাতে,— তোমাক ফাঁচি দিব নোৱাৰি নহয়।

সনাতন ঃ কিয়? কিয় নোৱাৰি?

নিৰঞ্জন ঃ তুমি কিজানি শীতলাবৌক বিহ খুউৱাই নাই। তেওঁ কিজানি নিজে খাইছিল। তুমি কিজানি মনৰ দুখতহে দোষটো গাত পাতি লৈ মৰিব খুজিছা।

সনাতন ঃ নিৰঞ্জন। তুমি মোক বচাবলৈ চেষ্টা কৰিছা। খবৰদাৰ। খবৰদাৰ বুলি কৈছোঁ। মোক বচাবলৈ চেষ্টা কৰি তুমি মোৰ উপকাৰ কৰিছা বুলি নাভাবিবা। তোমাৰ পাপ হ'ব। মোক বচাবলৈ চেষ্টা কৰিলে তোমাৰ মহাপাপ হ'ব।

নিৰঞ্জন ঃ কিন্তু তুমি শীতলাবৌক বিহ খুৱাবা কিয়? সেই মানুহজনী তোমাৰ কিমান মৰমৰ আছিল, — মইতো দিনে-নিশাই দেখি আছিলো। তুমি কেতিয়াও সেই কাম কৰিব নোৱাৰা।

সনাতন ঃ [কাতৰ হৈ] মই কৈছোঁ নহয় নিৰঞ্জন,— আমি দুয়ো একেলগে যাম বুলি ঠিক কৰিছিলো।

নিৰঞ্জন ঃ [গম্ভীৰ]—কিয়? কিয় সেইটো ঠিক কৰিছিলা? তুমিও যদি সেইদিনাই মৰি থাকিলাহেঁতেন, তেনেহ'লে বহুত মানুহে সুধিলেহেঁতেন,— কিয় মৰিল মানুহহাল? অইন কিছুমানে সুধিলেহেঁতেন,—কোনে মাৰিলে মানুহহালক? এইবোৰ প্ৰশ্নৰ উত্তৰ তুমি দিব লাগিব। কি আনন্দত তোমালোক মৰিবলৈ ওলাইছিলা, সেই কথা নাজানিলেও মোৰ মহাপাপ হ'ব।

সনাতন ঃ নহয়, নহয় নিৰঞ্জন, তুমি মোৰ ইমান মৰমৰ বন্ধু হৈ মোক এনেকুৱা কষ্ট নিদিবা। মোক জীয়াই থাকিবলৈ ক'লে মই বৰ কষ্ট পাম। তুমিয়েই কোৱাচোন,— এইখন হাতেৰে নিজৰ

মানুহজনীক মাৰি মই জীয়াই থাকিব পাৰোঁনে? মই নিজে মৰিব নোৱাৰিলো,— কিন্তু মোক আইনে মাৰক, আদালতে মাৰক—।

ইন্সপেক্টৰ : আইন-আদালতে মানুহ তেনেকৈ নামাৰে নহয়। আপোনাৰ মুখৰ কথাক আইনে লগে লগে বিশ্বাস নকৰে। তদুপৰি হত্যা কৰা যেনেকুৱা অপৰাধ, আত্মহত্যা কৰাও প্ৰায় তেনেকুৱাই অপৰাধ। গতিকে হত্যা কৰাৰ কাৰণেও আপোনাৰ বিচাৰ হ'ব, আৰু আত্মহত্যাৰ চেষ্টা কৰা কাৰণেও বিচাৰ হ'ব। আপুনি দুটা অপৰাধ কৰিছে। বৰ ডাঙৰ ডাঙৰ অপৰাধ কৰিছে।

সনাতন : মোৰ মুখৰ কথাৰ বাহিৰে বিচাৰ কৰিবলৈ তোমালোকে আৰু কিবা প্ৰমাণ পাবা? যদি নোপোৱা, তেনেহ'লে আজিয়েই কিয় মোক—। [মুৰ জোকাৰি] কি আচৰিত কাণ্ড।

নিৰঞ্জন : তুমি বাৰে বাৰে একেটা কথাকে কৈ আছা কিয়? আইন-আদালত-পুলিচ-হাকিম বাদ দিয়া,— তুমি সঁচা কথা কৈছা বুলি তোমাৰ ল'ৰা-ছোৱালীহঁতে বিশ্বাস কৰিব লাগিব নে নালাগে? জগতে? শৰতে? প্ৰভাতে? মালাই? সিহঁতে জানিব লাগিব নে নালাগে— কিয় সিহঁতৰ বাপেকে সিহঁতৰ মাকক বিহ খুৱাই মাৰিলে? সিহঁতে জানিব লাগিব নে নালাগে— কিয় সিহঁতৰ বাপেক মৰিবলৈ ওলাইছিল?

সনাতন : [অস্থিৰ] নহয় নহয় নহয়, নিৰঞ্জন। সিহঁতক এইবোৰৰ মাজলৈ নানিবা। মই তোমাক হাতযোৰ কৰিছোঁ। সিহঁতক শান্তিত থাকিবলৈ দিয়া।

নিৰঞ্জন : মই? মই সিহঁতক শান্তিত থাকিবলৈ দিব লাগে? সিহঁতক শান্তিত থাকিবলৈ দিয়াৰ মালিক মই নে তুমি? এই যে মালাই হিয়া ঢাকুৰি কান্দিছেহি, তাই মোৰ দুখত কান্দিছে নেকি? তাই জানিব নালাগিব— কিয় তাইৰ মাক তেনেকৈ মৰিল? [ইন্সপেক্টৰক] ইন্সপেক্টৰ ডাঙৰীয়া, মই পূৰাপূৰি উকীল নহওঁ, মোক্তাৰ। বৰ ডাঙৰ উকিলৰ লগত বহু দিন গেবাৰি খটা মোক্তাৰ। এইটো কে'চত আদালতৰ ভিতৰত কি কৰিব পাৰোঁ মই ক'ব নোৱাৰোঁ,— কিন্তু আদালতৰ বাহিৰত হ'লেও মই বিচৰা সাক্ষীক আপোনালোকে মাতি আনি মোৰ আগত হাজিৰ কৰিবই লাগিব। আমেৰিকাত কোম্পানিৰ কামত মূৰ তুলিব নোৱৰা হৈ থাকক, মৰিছাছত কামৰ হেঁচাত উশাহ নোপোৱা হৈ থাকক,— তেওঁলোক,— জগত, শৰত,— আহিব লাগিব। মাকৰ শ্ৰাদ্ধলৈ আহক নাহক মোৰ বিচাৰৰ সাক্ষী হ'বলৈ আহিবই লাগিব।

সনাতন : নালাগে, নালাগে নিৰঞ্জন, সিহঁতে আহিব নালাগে। সিহঁতৰ বৰ অসুবিধা হ'ব।

নিৰঞ্জন : [ইন্সপেক্টৰক] আপুনি ঠিক জানিব ইন্সপেক্টৰ ডাঙৰীয়া, এওঁৰ পুত্ৰ-কন্যাই সাক্ষী নিদিলে এই কে'চৰ বিচাৰ সম্ভৱ নহয়। এই মানুহহালৰ পৰিচয় অকল সনাতন অধিকাৰী আৰু শীতলা অধিকাৰী বুলি দিলে নহ'ব, এওঁলোক কাৰোবাৰ মাক আৰু বাপেক,— সেইটো এটা দৰকাৰী পৰিচয়। আপোনালোকে তেওঁলোকক চমন দিয়াৰ ব্যৱস্থা কৰক।

[সকলো স্তব্ধ হৈ থাকে। মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ পৰে।]

## দৃশ্য : ১১

### মঞ্চ : ১

[জালান মেম'ৰিয়েল হস্পিটেলৰ পেয়িং কেবিন। ৰোগীৰ বিছনা, বিছনাৰ ওচৰৰ প্ৰয়োজনীয় ফাৰ্ণিচাৰ, আৰু কেইখনমান চকী আছে। এখন চকীত বহি শৰতে চিন্তিত মনে নিজৰ কপালখন পিহি আছে। বিছনাৰ চুকৰ আঁঠুৱাৰ ৰডত ধৰি মালা থিয় হৈ আছে। সন্মুখত জগতে লাহে

লাহে পায়চাৰি কৰি আছে। বগা কাপোৰ পিন্ধা ৱাৰ্ড-গাৰ্ল এজনীয়ে এটা টিফিন কেৰিয়াৰ থযহি। তাই ড্ৰয়াৰৰপৰা এখন ষ্টেইনলে'ছ ষ্টিলৰ কাঁহী উলিয়াই মেজত থয়। ষ্টেইনলে'ছ ষ্টিলৰ জগটোত পানী আছে নে নাই পৰীক্ষা কৰি গুচি যায়।]

জগত : এই পয়জনৰ [poison-অৰ] কেপচুলকেইটা দেউতাই ক'ত পালে, সেই বিষয়ে পুলিচে কিবা কৈছে নেকি?

শৰত : মই ডি আই জি দস্তিদাৰৰ লগত কথা পাতিছিলো। তেওঁৰ মতে এইবোৰ আমাৰ মুকলি বজাৰত পোৱা বস্তু নহয়। আণ্ডাৰ গ্ৰাউণ্ডৰ বস্তু। চোৰাং মাল। যিবিলাকে ড্ৰাগছ, পিষ্টল, ৰিভলভাৰ— এইবোৰৰ চোৰাং ব্যৱসায় কৰে, সিহঁতে এইবোৰ পযজনৰ ব্যৱসায় কৰে।

মালা : কিন্তু দেউতা সেইবোৰ মানুহৰ ওচৰলৈ যাবনে? কিয় যাব?

জগত : কিয় বুলি সুধিতো লাভ নাই। সেইবোৰ মানুহৰ ওচৰলৈ কিয় গ'ল, সেইটোতো সৰু কথা, কিন্তু ইমান ডাঙৰ কাম এটা দেউতাৰ নিচিনা মানুহে কিয় কৰিলে, মই— [মূৰৰ চুলিত আঙুলি বুলাই অস্থিৰভাৱে মূৰ জোকাৰে] ধাৰণাই কৰিব পৰা নাই।

শৰত : [চেপা মৰা খঙেৰে] গোটেই পৰিযালটোৰ সদনাম, মান, সন্মান— মাটিৰ লগত মিলি গ'ল। তহঁতে যিহকে নকৰ,— মই কিন্তু ভাই বুলি ইযাক,— প্ৰভাতক আৰু ৰেহাই নিদিম।

মালা : তাৰ কাৰণেই দেউতাই এইবোৰ কাম কৰিছে নেকি?

শৰত : আৰু কাৰ কাৰণে? তোৰ কাৰণে? মোৰ কাৰণে? দাদাৰ কাৰণে?— আজি ইমান দিনে পলাই থাকি থাকি সি মাক-বাপেকহালক জ্বলাই খালে। [উত্তেজিত] আজি ইমান ডাঙৰ ঘটনা এটা ঘটি গ'ল, প্ৰত্যেকখন কাগজত ডাঙৰ-ডাঙৰকৈ খবৰবোৰ ছপা হৈছে, দেৰিকৈ হ'লেও আমি ইমান দূৰৈৰপৰা দ'ম দ'ম কাম এৰি থৈ আহিছোঁ,— সি আহিব নোৱাৰিলে?

মালা : এনেকুৱা হ'ব পাৰে নেকি দাদা, সি কিজানি নাযেই। থকা হ'লে—

শৰত : [খঙেৰে] সি নাথাকিলেও এতিয়া একো লোকচান নাই।

[টাৱেল এখনেৰে মুখ মচি মচি সনাতন সোমাই আহে। তেওঁৰ পাছে পাছে এজন চিপাহী।]

সনাতন : কাৰ কথা কৈছ শৰত?

শৰত : নাই, মোৰ লগত অহা ল'ৰা এটাৰ কথা কৈছোঁ।

সনাতন : [টাৱেলেৰে হাত মচি মচি] মই ছুইচাইড কৰোঁ বুলি হাত-মুখ ধুবলৈ বাথৰুমলৈ গ'লেও এওঁলোক লগে লগে যায়। [চিপাহীয়ে টাৱেলখনলৈ হাত মেলে। সনাতনে টাৱেলখন দিয়ে।] এওঁ টাৱেলখন ল'বলৈ কিয় ওচৰতে থিয় হৈ আছে জান? মই কিজানি টাৱেলখন ডিঙিত মেৰিযাই ছুইচাইড কৰোঁ। গোটেই ৰাতি এওঁলোক বিছনাখনৰ ওচৰতে বহি থাকে। মোৰ টোপনি আহিলেও এওঁলোকৰ নাহে। [চিপাহীক] বৰ মৰম কৰা মোক? [চিপাহী ওলাই যায়। সনাতনে জগতক সোধে] তহঁতৰ যাবৰ সময় হোৱা নাই? মালা, তই কেতিয়া যাবিগৈ? [ মালাই মুখ ঘূৰায়।]

সনাতন : ইমান দিন আছহি, তহঁতৰ কামৰ খতি হোৱা নাই?

জগত : কামৰ খতি হোৱা-নোহোৱাটো এতিয়া আমাৰ হাতত নাই দেউতা। আমাক গৱৰ্নমেণ্টে মাতি আনিছে। এই এনকোৱাৰিটোত বোলে আমাৰ বৰ দৰকাৰ।

সনাতন : জানো। সৌৱা ইন্সপেক্টৰ আৰু আমাৰ নিৰঞ্জন বাৰাণ্ডাতে বৈ আছে। মই হাত-মুখ ধুই আহিবলৈ বাট চাই আছে হ'বলা। মই বাৰে বাৰে চবকে কৈছোঁ,— তহঁতৰ কোনো দৰকাৰ নাই। তহঁতৰতো দৰকাৰ নাযেই, এই এনকোৱাৰিটোৰেই কোনো দৰকাৰ নাই। কিন্তু মোৰ কথা কোনেও গণ্যই নকৰে।

জগত : কিন্তু দেউতা, মই আকৌ সুধিছোঁ, আপুনি অন্ততঃ আমাকতো ক'ব,— কিয় আপুনি এই কামটো কৰিলে ?

সনাতন : [অধৈৰ্য হৈ, হাতযোৰ কৰি] যেয়েই মোৰ ওচৰলৈ আহিছে,— সকলোৱে সেই একেটা কথাকে সুধি সুধি মোক জলা-কলা কৰিছে। তহঁতে মোক ৰেহাই দে বোপাইহঁত।

শৰত : আমাৰ মাক অইন কোনোবাই যদি বিহ খুৱাই মাৰিলেহেঁতেন, আপুনি সিহঁতক ৰেহাই দিলেহেঁতেন নে ? আপুনি আমাক সিহঁতক ৰেহাই দিবলৈ ক'লেহেঁতেন নে ? আমি একো জানিবলৈ নাপাম নে ?

সনাতন : জানিবলৈ কিবা থাকিলেহে জানিবি। আৰু যদি কিবা আছেও, তহঁতে জানি কি কৰিবি ?

শৰত : কি আছে? আমাৰ কিবা দোষ আছে নেকি?

সনাতন : [অধৈৰ্য হৈ] নাই নাই নাই। তেনেকুৱা কথা তহঁতে মুখলৈকে নানিবি। তহঁতৰ একো দোষ নাই।

শৰত : তেনেহ'লে আজি আমি ইয়াত এনেকৈ বহি থাকিবলগীয়া হৈছে কিয় ?

সনাতন : তাকেহে কৈছোঁ। মই সকলোকে কিমান ক'লো,— সিহঁতক মাতিব নালাগে, সিহঁতৰ অসুবিধা হ'ব আৰু সঁচাকৈয়ে কৈছোঁ,— তহঁতক মোৰ মুখ দেখুৱাবৰ ইচ্ছা একেবাৰেই নাছিল। এতিয়া তহঁতৰ আগত এনেকৈ থাকিবলৈ মই বৰ কষ্ট পাইছোঁ।

[দুৱাৰত টোকৰ পৰে।]

ইন্সপেক্টৰ : [বাহিৰৰপৰা] সোমাব পাৰোঁনে ?

জগত : ইয়েছ, কাম ইন।

[ইন্সপেক্টৰ আৰু নিৰঞ্জন সোমাই আহে।]

ইন্সপেক্টৰ : গুড ইভিনিং।

জগত : গুড ইভিনিং।

ইন্সপেক্টৰ : [শৰতক] গুড ইভিনিং ছাৰ।

শৰত : গুড ইভিনিং। বহঁা।

ইন্সপেক্টৰ : থেংক ইউ ছাৰ। [বহে।]

জগত : খুৰা, আপুনি বিছনাতে বহক।

নিৰঞ্জন : হ'ব হ'ব। মোৰ কাৰণে চিন্তা নকৰিবা।

সনাতন : [নিৰঞ্জনলৈ আঙুলিয়াই]— এওঁ,— তহঁতক এনেকৈ অসুবিধাত পেলোৱাৰ গুৰিতে এওঁ। গোটেই জীৱনটো মোৰ নগে-গলে লগা বন্ধু হৈ থাকি শেষ সময়ত কিয় এওঁ মোৰ এনেকৈ শত্ৰুতা কৰিছে, মই ধৰিব পৰা নাই।

নিৰঞ্জন : সেই তেতিয়াৰেপৰা তোমাৰ শত্ৰুতা কৰি থকা হ'লে, আজি তোমাৰ এনেকুৱা অৱস্থা নহয়। সেই কাৰণে এতিয়া যিকণ পাৰোঁ শত্ৰুতা কৰি ভুল শুধৰাব খুজিছোঁ। এইখিনি শত্ৰুতা মই কৰিমেই।

শৰত : কথাটো কি খুৰা ?

ইন্সপেক্টৰ : নহয়, মানে কথাটো হ'ল, আপোনালোকক মাতি আনিবলৈ এখেতে পৰামৰ্শ দিয়াটো সঁচা, কিন্তু আমাৰ নিজৰ দায়িত্ব আৰু কৰ্তব্য পালনৰ বাবেও আপোনালোকক লগ পোৱাটো প্ৰয়োজনীয় হৈছিল। আচলতে এখেতে আপোনালোকৰ দেউতাকৰ হৈ উকীল হিচাপে আমাক সহায় কৰিছে।

শৰত : অ'। হয় নেকি?

ইন্সপেক্টৰ : হয় ছাৰ। এতিয়া আমি আচল কথালৈ আহোঁ। আপোনালোকৰ লগত আমি বেলেগে বেলেগে, ভিতৰুৱাকৈ কিবা কথা পাতিব লাগে যদি পিছত পাতিম, এতিয়া এখেতৰ সন্মুখতে যিখিনি কথা পাতিলে আমাৰ সুবিধা হয়, সেইখিনি কথা পাতি ল'ব খুজিছোঁ।

জগত : কেনেকুৱা কথা?

ইন্সপেক্টৰ : সৰুৰেপৰা, তেনেই ওচৰৰপৰা দেখি দেখি, প্ৰায় সকলো মানুহেই লক্ষ্য কৰে,— বুজে,— তেওঁলোকৰ মাক আৰু দেউতাকৰ সম্পৰ্কটো কেনেকুৱা। আপোনালোকে কি লক্ষ্য কৰিছিল? কি বুজিছিল?

জগত : মা সহজ-সৰল মানুহ আছিল। দেউতা মৰমিয়াল, বিবেচক মানুহ। ইমান দীঘলীয়া দিন ঘৰ-সংসাৰ কৰোঁতে নানা ধৰণৰ খুট-খাট, ঠেহ-পেঁচ,— সেইবোৰতো থাকিবই—।

ইন্সপেক্টৰ : কিন্তু এনেকুৱা কিবা,— যাৰ কাৰণে আপোনালোকে সন্দেহ কৰিব পাৰে যে এদিন আপোনাৰ দেউতাকে মাকক সহ্য কৰিব নোৱৰা হৈ যাব, আপোনাৰ মাকৰ লগত একেলগে থাকিবলৈও বেযা পাব?

জগত : যেতিয়ালৈকে মই ঘৰত আছিলো, তেতিয়ালৈকে তেনেকুৱা একো মোৰ চকুত পৰা নাছিল।

ইন্সপেক্টৰ : আপুনি ঘৰ এৰা বহুত দিন হ'ল নেকি

জগত : হয়। প্ৰায় চৈধ্য বছৰ।

ইন্সপেক্টৰ : এই চৈধ্য বছৰ আপুনি বিদেশতে আছে?

জগত : হয।

ইন্সপেক্টৰ : [শৰতক] আপুনিওতো বহু দিন বাহিৰে বাহিৰেই আছে ছাৰ?

শৰত : হয। দহ বছৰ।

ইন্সপেক্টৰ : আপোনালোকৰ সৰু ভাযেকজন নিৰুদ্দেশ হোৱা আঠ বছৰ, আৰু এওঁৰ,— [মালাক] আপোনাৰ বিযা হোৱা কেইবছৰ হ'ল?

মালা : বাৰ বছৰ।

ইন্সপেক্টৰ : তাৰমানে যোৱা আঠ বছৰ ঘৰখনত আপোনালোকৰ মাক-দেউতাক অকলে আছে?

মালা : হয।

ইন্সপেক্টৰ : ঘৰুৱা কামত সহায কৰা মানুহ?

[জগতহঁতে ইজনে-সিজনৰ মুখলৈ চায। কোনেও একো নকয।]

ইন্সপেক্টৰ : তেনেকুৱা মানুহো কোনো নাছিল নেকি?

নিৰঞ্জন : আগতে আছিল।

ইন্সপেক্টৰ : কোন আছিল?

নিৰঞ্জন : প্ৰথমতে ডেৰ বছৰমান এজনী ছোৱালী আছিল, তাই যোৱাৰ পিছত ল'ৰা এটা আছিল। এবছৰমান থকাৰ পিছত তাকো পঠিয়াই দিয়া হ'ল।

ইন্সপেক্টৰ : কিয়?

নিৰঞ্জন : ছোৱালীজনীযে খবৰ কাগজ দিয়া ল'ৰা এটাৰ লগত খেলি-মেলি কৰিবলৈ ল'লে। এদিন ৰাতি ঘৰৰপৰা ওলাই যাওঁতে ধৰাও পৰিল। তাইক যে পঠিয়াই দিলে, তাৰপিছত আৰু এওঁলোকে বনকৰা ছোৱালী নাৰাখিলে।

ইন্সপেক্টৰ : তাৰপাছত? ল'ৰাটোৰ কি হ'ল?

নিৰঞ্জন : সি চোৰ আছিল। ইটো-সিটো সৰু-সুৰা বস্তু নাইকিয়া হয়, মেজৰপৰা পইচা নাইকিয়া হয়, এওঁলোকে নিজৰেই হিচাবৰ ভুল বুলি বহু দিন মনে মনে আছিল। এদিন সি লোহাৰ আলমাৰিৰ পইচা থোৱা বাকচটোতে হাত দিছিল। পইচা উলিযাই থাকোঁতেই শীতলা বৌ সোমালহি। সিতো বৌক ডিঙিতে টেপা মাৰি ধৰিলে। ভাগ্যে বৌৰ হাতত উলৰ শলা দুডাল আছিল। সেই দুডাল গাৰ বলেৰে তাৰ পেটত সুমুৱাই দিওঁতেহে সি আঁতৰি গ'ল। নহ'লে সেইদিনা সি বৌক মাৰিযেই পেলালেহেঁতেন।

ইন্সপেক্টৰ : বৰ বিপদৰ কথা!

নিৰঞ্জন : তেতিযাৰপৰা বৌহঁতে ঘৰৰ কাম-বনত সহায় কৰিবলৈ কাকো ৰখা নাই।

ইন্সপেক্টৰ : আৰু তেতিয়াৰপৰা ঘৰখনৰ ভিতৰত মানুহ দুজনৰ কি হৈছে, আপোনালোক কোনেও নাজানে?

শৰত : নাজানো মানে,— আমি দূৰত থাকিলেও খবৰ লৈ থাকোঁ। সময়-সুবিধা পালে আহোঁও।

জগত : মযো টেলিফোন কৰি খবৰ লৈ থাকোঁ।

সনাতন : হয হয। সিহঁতে খবৰ কৰি থাকে। আমি বৰ আনন্দ পাওঁ। আমাক আৰু একো নালাগে। সিহঁত য'তে থাকে, ভালে থাকক,— সেইটোহে লাগে। এতিযাও কওঁ,— তহঁত উভতি যা। ইযাত এক মিনিটো থাকিব নালাগে। মোৰ একো হোৱা নাই। মোৰ লগত থাকোঁতে তহঁতে কেতিযাবা মোৰ কিবা হোৱা দেখিছিলি? তহঁতৰ ভালৰ বাহিৰে মোক অইন কিবা কৰা দেখিছিলি? এতিযাও নেদেখ। সেই কাৰণে কৈছোঁ,— কামলৈ উভতি যা। মযো এতিযা আৰু তহঁতৰ ওচৰত নাথাকোঁ। মোৰ বৰ কষ্ট হয। [ইন্সপেক্টৰক] তোমাৰ চিপাহীজনক মাতা। সেইফালে থকা বাৰাণ্ডাখনত বহোঁগে। কি নাম আছিল তেওঁৰ? [মনত পৰে] হৰিদাস। [ডাঙৰকৈ] হৰিদাস! [দুৱাৰৰ ফালে আগুৱায়।]

মালা : শুনকচোন দেউতা! [দেউতাকৰ ওচৰলৈ যায।]

সনাতন : [মালাক] তোৰ মনত আছেনে,— তোৰ কাৰণে মই কি কৰিম বুলি কৈছিলো— আৰু কি কৰিছিলো?

মালা : আছে।

[দুবাৰৰ ওচৰত চিপাহী থিয হযহি।]

সনাতন : গান মাষ্টৰ ধৰি দিছিলো? চেতাৰ কিনি দিছিলো? আর্ট স্কুলত নাম লগাই দিছিলো? প্ৰথম-প্ৰথম তই আমাৰ ভুটীযা কুকুৰটোৰ ছবি আঁকিছিলি? ভিক্টোৰিযা কলেজত বি এ পঢ়িম বুলিছিলি? হোম ছাযন্সত এম এ পঢ়িম বুলি কৈছিলি? মনত আছে?

মালা : আছে।

সনাতন : তোৰ যি ইচ্ছা, সকলো কৰিবলৈ সুবিধা কৰি দিছিলো? ছবি অঁকা স্কুলৰপৰা ইউনিভাৰ্ছিটিৰ হোষ্টেললৈকে— মই তোৰ লগে লগে ঘুৰি ফুৰিছিলো। তাৰপিছত তই যেতিয়া নিজে সেই ল'ৰাটো পছন্দ কৰি ইযেছ বুলি কৈছিলি, তেতিযা হেঁপাহ পলুৱাই, দুযোহাতে খৰচ কৰি, সকলোৰে মনত থাকি যোৱাকৈ তোৰ বিযা পাতিছিলো। মনত আছে? ইমানকণ দুখ পোৱা কাম কৰিছিলো?

মালা : নাই কৰা।

সনাতন : নাই কৰা। গতিকে আজি যি হৈছে, তাৰ মাজত সোমাই দুখ পোৱাৰ কোনো দৰকাৰ নাই। তই যে ইযাত সোমাই আছহি, সিফালে তোৰ এখন সংসাৰ নাই? সোনকালে ইয়াৰপৰা ওলাই যা। [চিপাহীক] ব'লা হৰিদাস, অলপ সময় বাৰাণ্ডাত বহোঁগে। [ইন্সপেক্টৰক] যাওঁনে?

ইন্সপেক্টৰ : যাওক।

[সনাতন আৰু চিপাহী ওলাই যায।]

মালা : [ইন্সপেক্টৰক]— এতিযা মই ইযাত থকাটো দৰকাৰী নেকি? নহয় যদি মই অকণমান সময় দেউতাৰ লগত থাকিব খোজোঁ।

ইন্সপেক্টৰ : যাওক।

[মালা যায।]

শৰত : দেউতা ইম'শ্যনেল হৈ আছে। এই ধৰণৰ কথা কোৱাৰ সুবিধা পালে তেওঁ কৈযেই থাকিব। সেইবোৰ কথা আপোনালোকে পিছত শুনি থাকিব পাৰিব। কিন্তু এতিয়া আমাক ইযালৈ কিয় মাতি আনিছে। আমাৰপৰা আপোনালোকে কি শুনিব খোজে?

নিৰঞ্জন : শুনা শৰত, তুমিও শুনা জগত। তোমাৰ প্ৰশ্নটোৰ উত্তৰ ইন্সপেক্টৰে যি দিয়ে দিব, তাৰ আগতে তোমালোকে মোৰ কথাকেইটামান শুনি লোৱা। এযা তোমালোকে সৰুৰেপৰা দেখি অহা নিৰঞ্জন খুৰাযেৰাৰ কথা বুলি নধৰিবা, ফাঁচিকাঠত উঠিবলৈ ওলোৱা তোমালোকৰ দেউতাৰাৰ উকীলৰ কথা বুলি ধৰিবা। তোমালোকক মই পোনে পোনে আদালতলৈও মতাব পাৰিলোহেঁতেন, কিন্তু হাকিম-জজ-চাহাব বহি থকা আদালতখনেইতো একমাত্ৰ আদালত নহয়। সেইবোৰ আদালতৰ বাহিৰতো বহুত বিচাৰ হ'ব পাৰে। মই ইন্সপেক্টৰ ডাঙৰীযাক কৈছোঁ, — [বাহিৰলৈ দেখুৱাই] —এই হত্যাকাৰীজনৰ অপৰাধৰ পৰিমাণ তেওঁ তোমালোকক কেইটামান প্ৰশ্ন সুধি ঠিক কৰিব নোৱাৰিব। অফিচিযেলি তেওঁ যি কৰে কৰি থাকক, কিন্তু আন-অফিচিয়েলি এই মানুহজনৰ কথা কিছুমান জানি নল'লে তেওঁ এই কে'ছটোৰ তলিৰ বস্তু দেখা নাপাব। এই যে অকণমান সুবিধা পাযেই মানুহজনে মালাৰ কাৰণে জীৱনটোত কি কি কৰিছিল— সেইবোৰ এফালৰ পৰা ক'বলৈ আৰম্ভ কৰিলে,— মন কৰিলানে? মালাৰ কাৰণে, আৰু তোমালোকৰ কাৰণেও, মানুহজনে জীৱনত কি কৰিলে,— সেইবোৰ কাহিনী নজনাকৈযে [ইন্সপেক্টৰক দেখুৱাই] এখেতসকলে তেওঁৰ বিচাৰ কৰিব পাৰিবনে? তোমালোকৰ সুখৰ কাৰণেই মানুহজনে ইমান কষ্ট কৰিলে, এতিযাও কিজানি তোমালোকৰ সুখৰ কাৰণেই তেওঁ এই কাণ্ডটো কৰিলে? মই, তোমালোকে, সকলোৱে,— নিজ মুখেৰে আজি সেই কাহিনীবোৰ কোৱা ভাল নহ'ব জানো? আৰম্ভ কৰোঁ দিযা। কৰোঁনে?

[লাহে লাহে মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ পৰে।]

# দৃশ্য : ১২

## মঞ্চ : ২

[সনাতনৰ ঘৰৰ বহা-কোঠালি। পোন্ধৰ বছৰৰ আগৰ অৱস্থা। দিন। শীতলাই দুৱাৰ বা খিৰিকীয়েদি বাটলৈ চাই—]

শীতলা : প্ৰভাত! অ'ই প্ৰভাত।

প্ৰভাত : [আঁৰৰ পৰা]— কি হ'ল?

শীতলা : চাওঁ, এইফালে আহচোন। বেগাই আহ।

[ছাৰ্টৰ বুতাম মাৰি-মাৰি প্ৰভাত আহে।]

শীতলা : এইফালে অলপ আগতে বাছ এখন গ'ল। খিৰকী এখনৰ মুখত দেউতাৰ বহি যোৱা যেন পালো। তেওঁ এইফালে চোৱা যেনো পালো।

প্ৰভাত : দেউতাক নো তই চিনি নাপালি নে?

শীতলা : বাছখন বৰ জোৰে গুচি গ'ল নহয়। আৰু মই চছ্মাযোৰো পিন্ধা নাই।

প্ৰভাত : হ'ল বাৰু। মোক কিয় মাতিছিলি?

শীতলা : তই বাছ-ষ্টেছনৰ ফালে আগবাঢি যাচোন।

প্ৰভাত : কিয়?

শীতলা : সঁচাকৈয়ে সেইজন দেউতাৰ নে কি চাঁগেচোন।

প্ৰভাত : দৰকাৰ নাই।

শীতলা : কিয় তেনেকৈ কৈছ? কেতিযাবা এই চাৰিআলিটোতো বাছবোৰ ৰয় নহয়। যাচোন আগবাঢি।

প্ৰভাত : [আস্তিন কোঁচাই] দেউতা আহিছে যদি ঘৰলৈ আহিবই নহয়। মই আগবাঢি যাব লাগিছে কিয়?

শীতলা : নহয় মানে, বাছখন যোৱা যিমান সময় হ'ল, —এইখিনিতে নমা হ'লে ইমান পৰে পাবহিযেই লাগিছিল।

প্ৰভাত : নাপালেহি যেতিয়া নাই অহা। তই অইন কাৰোবাক দেখিলি।

শীতলা : তই অকণমান আগবাঢি গৈ চাই আহিলেনো কি হয়।

প্ৰভাত : মই অদৰকাৰী কামত সময় খৰচ কৰিব নোৱাৰোঁ।

শীতলা : এইটো অদৰকাৰী কাম হ'ল নে কি? আজি তিনিদিন হ'ল মানুহটো ওলাই যোৱা, — তইঁতৰ মানুহটোৰ প্ৰতি দয়া-মায়া নাই?

প্ৰভাত : নাই।

শীতলা : ওঁহ!

প্ৰভাত : মানুহটোৰ আমাৰ প্ৰতি দয়া-মায়া আছে নে নাই?

[বাহিৰত সনাতনৰ গলহেকাৰিৰ শব্দ।]

শীতলা : মনে-মনে থাক। আহিছে হ'বলা।

[শীতলা দুৱাৰৰ ফালে আগবাঢিব খোজে। সনাতন সোমাই আহে। তেওঁৰ হাতত এটা এটাচি কে'ছ। মানুহজনৰ চকুবে-মুখে পৰিশ্ৰমৰ চিন পৰিস্ফুট। কিন্তু তেওঁ বৰ উৎসাহ আৰু আনন্দেৰে কথা কয়।]

সনাতন : কি কৰিছা তোমালোকে? ভালে আছা?

শীতলা : আছোঁ। আপুনিনো ইমান দিন ক'ত আছিল?

সনাতন : ক'তনো ইমান দিন? [প্ৰভাতক সোমাই যোৱা দেখি, হঠাতে] সি দেখোন সোমাইহে গ'ল! অ'ই—! শুনচোন।

[প্ৰভাত ওভতে।]

সনাতন : কি হ'ল তোৰ? তিনিদিনৰ মূৰত আহিছোঁ মাত এষাৰ লগাব নোৱাৰ?

শীতলা : সি সুধিছে— আমালৈ আপোনাৰ দয়া-মায়া আছে নে নাই?

সনাতন : হা? কেতিয়া সুধিছে?

শীতলা : এইমাত্ৰ। আপুনি অহাৰ আগে-আগে। আপুনি এইফালেদিযেই বাছত যোৱা নাছিল জানো?

সনাতন : গৈছিলো।

শীতলা : মই দেখিছিলো। দেখি আপোনাৰ কথাকে পাতি আছিলো।

সনাতন : আৰু সি সুধিছে— তোমালোকলৈ মোৰ দয়া-মাযা আছে নে নাই? [প্ৰভাতক] এইফালে আহ।

প্ৰভাত : আপুনি কাইলৈ আহিম বুলি কৈ গৈছিল, পৰহিও নাহিল, কালিও নাহিল। কিবা কাৰণত আহিব নোৱাৰিব পাৰে, কিন্তু খবৰ এটাতো পঠাব লাগে। নিৰঞ্জন খুৰাৰ ঘৰলৈ ক'ৰবাৰপৰা ফোন এটাতো কৰিব পাৰে।

সনাতন : সেই কাৰণে তোৰ চিন্তা হৈছিল?

প্ৰভাত : নাই হোৱা। মোৰ কিহৰ চিন্তা? কিন্তু মাইতে অনবৰতে মোৰ কাণৰ ওচৰত পেন-পেন কৰি থাকিব লগা হয় কিয়?

সনাতন : ওচৰলৈ আহ। বহ।

শীতলা : আগতে ভিতৰলৈ আহক, হাত-মুখ ধুই—

সনাতন : নালাগে। মই অলপ আৰামকৈ বহি লওঁ। মালা ক'লৈ গ'ল? [ডাঙৰকৈ] মালা! [শীতলাক] তাইক কোৱা, —মোক একাপ ফিকা চাহ দিয়ক। [শিতলা ভিতৰলৈ যায়। সনাতনে প্ৰভাতক কয়] তই ওচৰলৈ নাহ? তোৰ খং, জিদ,—এইবোৰেই তোক খাব। শুন। মই এদিনৰ ঠাইত তিনিদিন খৰচ কৰি কি কি কৰি আহিলো শুন। [হাতত খবৰ কাগজ লৈ শৰত আহে] অ' শৰত? তই আছ? বহ তযো বহ। [শীতলা আহে। সনাতনে শীতলাক সোধে] ই জগতো আছে নে?

শীতলা : নাই। ওলাই গৈছে।

সনাতন : শুনা। তুমিও শুনা। মই সিদিনা মোক আৰু কিমান টকা লাগে বুলি হিচাব দিছিলো? পঁইত্ৰিছ হাজাৰ? হয় নে নহয়?

শীতলা : হয়।

সনাতন : মই তোমালোকক কৈ যোৱা মতেই গ'লো যাদৱ মজুমদাৰৰ ওচৰলৈ। বাছৰপৰা নামিয়েই পোনে-পোনে তেওঁৰ অফিছলৈকে গ'লো। তেওঁক ক'লো,—এঘাৰ হাজাৰ টকাৰ বিল এখনৰ পে'মেণ্ট পাবলৈ আছে, মোৰ পইচাৰ বৰ দৰকাৰ হৈছে, পইচাখিনি পালে বৰ উপকাৰ হয়। তেওঁ বোলে— এঃ, এইটো কথাৰ কাৰণেই আপুনি কিয় ইমান দূৰলৈ আহিল? আপুনি চিন্তা নকৰিব, মই ফোন কৰি দিম, আপুনি পে'মেণ্ট পাই যাব। সেইযে এবছৰ টিউছন কৰিছিলো, মোক যে মাষ্টৰ বুলি ভাবিছিল, সেই ভাবটো তেওঁৰ এতিয়াও আছে। [হাঁহে।]

শৰত : তেনেহ'লেতো আপুনি পিছদিনাই ঘৰ পাবহি লাগিছিল?

সনাতন : লাগিছিলতো! মইতো ৰে'লতে উভতিম বুলি ভাবিছিলো। কিন্তু আচল ঘটনাটো তাৰপাছতহে আৰম্ভ হ'ল।

শৰত : কি ঘটনা?

সনাতন : তেওঁ মোৰ কাৰণে চাহ একাপ অনালে। চাহ খাই থাকোঁতে মই কথাই-কথাই মোৰ সমস্যাটোৰ কথা উলিয়ালো। ক'লো— ডাঙৰ ল'ৰাটোৱে আমেৰিকালৈ যাবলৈ বৃত্তি পাইছে, পিছলৈ ইউনিভাৰ্ছিটিযে পূৰা খৰচ দিব, কিন্তু প্ৰথম বছৰত আধা খৰচ, যোৱাৰ খৰচ, প্ৰথম যা-যোগাৰৰ খৰচ, এইখিনি আমি দিব লাগে। তাৰ পিছত মই মোৰ মনৰ কথা খুলি কৈ দিলো।

শীতলা : কি ক'লে?

সনাতন : ক'লো,—ইমান কষ্ট কৰি তাক পঢ়ালো, সি মোৰ কষ্টৰ মান ৰাখি পাছ কৰিছে, এতিয়া আমেৰিকাত পঢ়িবলৈ বৃত্তি পাইছে,— যিকোনো উপায়েৰে মই তাক পঠামেই। মই কাৰো

ওচৰত হাত নাপাতোঁ, কিন্তু দেহা মাৰি খাটি হ'লেও মই পইত্ৰিছ হাজাৰ টকা উলিয়ামেই, তাৰ পিছত মাহে-মাহে যি লাগে সেইখিনিও উলিয়াম।

শৰত : তাৰ পিছত কি হ'ল?

সনাতন : তেওঁ ক'লে,— তেওঁৰ হাতত কাম থকা হ'লেতো কথাই নাছিল, কিন্তু হাঁহচৰা চাহ-বাগিচাৰ মেনেজাৰ মোহন গুপ্তা বোলে তেওঁৰ বৰ ভাল বন্ধু, তেওঁ যদি কিবা সহায় কৰিব পাৰে— সুধি চাওঁ।— এইবুলি তেওঁ ফোন দাঙিলেই। [কাম হৈ যোৱাৰ ভংগিত] ফোনত দুই মিনিট কথা,— বাচ্।
[মালাই চাহ আনে।]

প্ৰভাত : বাচ্ মানে?

সনাতন : মানে এই যে ক'লো,— দেহে-কেহে খটাৰ কথা,— খাটনি আৰম্ভ। মেনেজাৰে ক'লে,— যিমান পাৰে সোনকালে— তেওঁক মোৰ ওচৰলৈ পঠাই দিয়ক। মই বোলোঁ— যিমান পাৰে সোনকালে মানে— আজিয়েই। এতিয়াই। সেইবুলি উঠিলোৱেই আৰু। [মালাক] তই ভালে আছ্?

মালা : আছোঁ।

সনাতন : বাটতে তোৰো খবৰ এটা কৰি আহিলো।

মালা : এ—হ্। [আঁতৰি যায।]

সনাতন : এঃ নহয। কম, শুনিবি। [চাহ এঢোক খায।] এতিয়া প্ৰথম কথাটো শেষ কৰি লওঁ। সেইদিনা এছোৱা বাছত, এছোৱা ট্ৰাক এখনত উঠি চাৰে-পাঁচমান বজাত বাগান পালোগৈ। মেনেজাৰ চাহাব তেতিয়া অফিছৰপৰা বঙলালৈ গ'ল। মযো গ'লো বঙলালৈকে। ইমানবোৰ গোঁফেৰে, হাফপেণ্ট পিন্ধা, ওখ-পাখ, একেবাৰে গজলং মেনেজাৰ। অন্য কথা নাই আৰু। চিধা কামৰ কথা। পোন্ধৰটা পানী তোলা পাম্প লাগে। [চাহ খায।] পোন্ধৰটা। কিন্তু মইতো সেইটো কামৰ আও-ভাও নাপাওঁ। আৰু মই চাহ-বাগিচাৰ ৰেজিষ্টাৰ কৰা ঠিকাদাৰো নহওঁ। গতিকে তেওঁ ক'লে,— ডিব্ৰুগড়ৰ ৰাধাশ্যাম পোদ্দাৰ নামৰ এজন ঠিকাদাৰক লগ ধৰক। যি কৰিব লাগে চব তেওঁ কৰি দিব। ৰাতিটো বাছ ষ্টেচনৰ ওচৰৰ হোটেল এখনত পৰি থাকি ৰাতিপুৱাই ডিব্ৰুগড়লৈ। [মালাক] ৰাতিটো দুহেজাৰমান মহে দগৰি-দগৰি খালে বুইছ? [চাহ খায।] ডিব্ৰুগড়ত খবৰ কৰি গ'ম পালো,— ৰাধাশ্যাম পোদ্দাৰ গ'ল তিনিচুকীয়ালৈ। দহ মিনিটো ৰ'বৰ নাই। চিধা তিনিচুকীয়ালৈ। তাত পোদ্দাৰক কথাটো ক'বলৈহে পালো, তেওঁ তৎক্ষণাৎ চব বুজি পালে। দুঘণ্টাৰ ভিতৰতে ইমান জাপ কাগজ লিখি-মেলি, মোৰ হাতত দি ক'লে,— এইখিনিত, এইখিনিত, এইখিনিত আপুনি চহী কৰি কাগজখিনি বাগিচাৰ অফিছত জমা দিয়কগৈ। আকৌ বাগিচালৈ। বাগিচাত কাগজ জমা দি তাৰ পাছত এয়া,— আজি ঘৰ পালোহি। ছদিনৰ কাম তিনি দিনতে কৰিলো। [চাহ খায।]

শৰত : আপোনাৰ কি লাভ হ'ল?

সনাতন : পোদ্দাৰে পাম্পবোৰ বাগিচাৰ অফিছত দিব, মোৰ নামত বিল হ'ব, টকাখিনি মই পোদ্দাৰক দিম, পোদ্দাৰে মোক এটা পাম্পত দুহেজাৰকৈ ত্ৰিছ হাজাৰ টকা দিব।

শীতলা : আকৌ বাগিচালৈ যাব লাগিব?

সনাতন : লাগিবতো। ত্ৰিছ হাজাৰকৈ টকা ঘৰতে বহি পাবানে কি?

প্ৰভাত : আপুনি ইমান কষ্ট কিয় কৰিছে?

সনাতন : কিমান কষ্ট? মই আজিহে নতুন কিবা কৰিলো নে কি? মই একো কষ্ট কৰা নাই। কৰ্তব্য কৰিছোঁ। আৰু যদি কষ্টও কৰিছোঁ,— কাইলৈ ই জগত যেতিয়া এৰোপ্লেনত উঠি আমেৰিকালৈ যাবগৈ, পিয়নে যেতিয়া আমেৰিকাৰপৰা সি লিখা চিঠি দিবহি,— দেউতা, মই অমুকটো কৰিলো, মা— মই তমুকটো কৰিলো, খবৰ-কাগজত তেতিয়া ওলাব,— হেন-তেন-তেন-তেন,— অমুক আৰু অমুকীৰ প্ৰথম পুত্ৰ, তেতিয়া এই কষ্টৰ চিন-মোকাম বিচাৰি পাবি? এইবোৰ কষ্ট তেতিয়া কষ্ট হৈ থাকিব?

শৰত : দাদাৰ খৰচৰ কাৰণে দেখোন আপুনি আমোলাপটিৰ মাটিডোখৰ বেচি দিয়াৰ কথা কৈছিল?

সনাতন : কৈছিলো। যদি দৰকাৰ হয়। যদি অন্য উপায় নাপাওঁ। এতিয়া অন্য উপায় উলিয়ালো যেতিয়া এইবাৰলৈ মাটি থাকি গ'ল। দৰকাৰ হ'লে,— তই ইলেকশ্যনত উঠিবি বুলি কৈছিলি নহয়,— তোৰ ইলেকশ্যন কেম্পেইনৰ খৰচৰ কাৰণে বেচিম। [শীতলাক] কি কোৱা?

শীতলা : মালাৰ কথা কি ভাবিছে?

সনাতন : এতিয়া আৰু একো ভবা নাই। যি ভাবিব লাগে কেতিয়াবাই ভাবিলো। এতিয়া কাম কৰিছোঁ। তাই ক'লৈ গ'ল? মালা।

মালা : [ভিতৰৰপৰা] ইয়াতে আছোঁ।

সনাতন : ওলাই আহ।

[মালা আহে।]

সনাতন : মোৰ কথা চাফা। এতিয়ালৈকে অহা সাতঘৰ মানুহৰ ভিতৰত তিনিঘৰ আমি নাকচ কৰিছোঁ, দুঘৰে আমাক নাকচ কৰিছে, আৰু দুঘৰক তই নাকচ কৰিছ। এইবাৰ মই এটা খবৰ লৈ আহিছোঁ। ল'ৰা উকীল। দেউতাকো নামজ্বলা উকীল আছিল। ডিব্ৰুগড়ত ঘৰ। ল'ৰাই ওকালতিৰ বাহিৰেও ইটোৰ ছেক্ৰেটেৰি, সিটোৰ প্ৰেছিডেণ্ট,— ঢেৰ কিবাকিবি কৰে। আমি যদি খবৰ পঠাওঁ, তেনেহ'লে ল'ৰা নিজে আমাৰ ঘৰলৈ আহিব। মাতি পঠাব লাগে নে নালাগে মাৰক কবি। যদি মাতি পঠাব, তেন্তে ল'ৰা আহিলে চাই-চিতি, কথা-বতৰা পাতি, ইয়েছ-নৌ যি কব আমাক কবি। বাচ্। যদি ইয়েছ বুলি কব, যদি তেওঁলোকেও ইয়েছ বুলি কয়, তেনেহ'লে লগে-লগে ধুমধাম। পাৰিলে জগত এৰোপ্লেনত উঠাৰ আগেয়েই তোক বিদায়।

শীতলা : তাইৰ ইচ্ছাৰ ওপৰতে চব কথা এৰি দিব নে কি? তাই ইটো-সিটো চেলু উলিয়াই কথাবোৰ পিছুৱাই থাকিব, আৰু আমি বৈ থাকিম?

মালা : মই কি চেলু উলিয়াই আছোঁ? যিটো আচল কথা, মই সেইটোহে কৈ আছোঁ।

সনাতন : কি আচল কথা কৈছে তাই?

শীতলা : তাই বোলে আমাক এৰি থাকিব নোৱাৰিব।

সনাতন : [ডাঙৰকৈ হাঁহি] নোৱাৰ যদি মাজে-মাজে আহিবি আৰু'। আচল কথা কি জান? যিমানে আঁতৰত থাক, সিমানে মৰম-চেনেহ বঢ়াই থাকিব লাগে। আমি জানো তোক এৰি থাকিব পাৰিম? বাদ দে, বাদ দে, সেইবোৰ বাদ দে। মই ত্ৰিভুবন ঘূৰি ল'ৰা যোগাৰ কৰি থাকিম, তই কেনে পাব কবি। মোৰ কথা হ'ল,— তই যেনেকৈ ভাল পাব, তেনেকৈয়ে তোক মই পাতিম।— অকল তোক বুলিয়েই নহয় নহয়, ইহঁত চবকে। [শৰতক দেখুৱাই] ইয়াক, চাবিচোন— ইয়াক মই ইলেকছনত জিকাইহে এৰিম। আৰু,— অ'ই প্ৰভাত,— তইতো আজিলৈকে একো

কোৱাই নাই। তোৰ কাৰণে আমি কি কৰিব লাগে ক?

প্ৰভাত : মোৰ কাৰণে আপোনালোকে একো কৰিব নালাগে।

সনাতন : [আচৰিত হৈ] কি? একো কৰিব নালাগে?
[কিবা শব্দ এটা শুনি সনাতনে বাহিৰলৈ চায়। জগত সোমাই আহে।]

জগত : কি হৈছে দেউতা?

সনাতন : [ডিঙি মেলি বাহিৰলৈ চায়।] আৰু কোন আহিছে? অ' শাৰদী? আহাঁ আহাঁ। ছেণ্ডেল খুলিব নালাগে আহাঁ। আমাৰ ভৰিবোৰ দেখিছানে নাই? অকল তুমি ছেণ্ডেল খুলিলে কি হ'ব? আহাঁ আহাঁ আহাঁ।
[শাৰদী সোমাই আহি। হাতত ছাতি আৰু বেগ]

সনাতন : [জগতক] শুন। ই কৈছে, তাৰ কাৰণে বোলে আমি একো কৰিব নালাগে। বুইছা শাৰদী, এই যে ই আমেৰিকালৈ যাব,— যোৱাৰ খৰচটো,— আমাৰ বিবেচনা মতে— চৰকাৰে দিব লাগে। মই কেতিয়াবাই দৰখাস্তখন নিজে অফিছত দি আহিছোঁগৈ। পিছত [প্ৰভাতক দেখুৱাই]— ইয়াক ক'লো— মই সময় পোৱা নাই, যাজোন তয়ে খবৰ কৰি আহগৈ। সি এদিন গ'ল, দুদিন গ'ল, তিনিদিনৰ দিনা অফিছৰ মানুহজনক গালি-শপনি পাৰি, টেবুলৰ কাগজ-পাতি দলিযাই সৰ্বনাশ কাণ্ড। মাৰিবলৈহে বাকী। লাভটো কি হ'ল? পিছত মই যেতিয়া খবৰ ল'বলৈ যাওঁ, তেতিয়া বোলে ফাণ্ডত টকাই নাই। আৰু যেতিয়া মই তাক সুধিছোঁ,— তোৰ ভৱিষ্যতৰ কাৰণে মই কি কৰিব লাগে ক,— সি বোলে একো কৰিব নালাগে। এই বয়সত এনেকুৱা খং, এনেকুৱা জিদ, ইয়াৰ কাৰণে ভাল বস্তু নে?

প্ৰভাত : ভাল বস্তু হয় নে নহয়, ক'ব নোৱাৰোঁ, কিন্তু মোৰ কাৰণে দৰকাৰী বস্তু বুলি ভাবোঁ দেউতা। মই যদি সেই প্ৰথম দিনাই এনভেলপ এটাত টকা পাঁচশমান ভৰাই মানুহজনক দিলোহেঁতেন, তেনেহ'লে আপুনি আজি হাঁহচৰা বাগিচা, ডিব্ৰুগড-তিনিচুকীয়া— সেইবোৰ ঠাইত ঘূৰি-ফুৰি ইমান কষ্ট কৰিবলগীয়া নহ'লহেঁতেন। তাৰ কাৰণে মই বৰ দুখ পাইছোঁ।

শৰত : হ'ব দে। মনে মনে থাক এতিয়া।
[সোমাই যায়। শীতলাও সোমাই যায।]

প্ৰভাত : মই একো কৰিব পৰা নাই যেতিয়া দুখ পাবই লাগিব। কিবা কৰিব পৰা হ'লে মই আপোনাক হাঁহচৰা বাগিচাৰ পানীৰ পাম্পৰ কামটোও ল'বলৈ নিদিলোহেঁতেন।

সনাতন : কিয়?

প্ৰভাত : সেইটো কামতো বেইমানীৰ পইচা আছে।

সনাতন : বেইমানীৰ পইচা? কেনেকৈ?

প্ৰভাত : আপুনি কেইটামান চহী কৰিযেই ত্ৰিছ হাজাৰ টকা পাব, ইমান ডাঙৰ সহায়তো কেতিয়াও চিনি-জানি নোপোৱা ৰাধাশ্যাম পোদ্দাৰে এনেয়ে কৰিলে নে?

সনাতন : কিয় কৰিলে বুলি ভাবিছ?

প্ৰভাত : সেইবোৰ মই আপোনাক পিছত বুজাই ক'ম।
[ওলাই যাব খোজে।]

সনাতন : শুনচোন।

প্ৰভাত : মোৰ জৰুৰী কাম এটা আছে। আহোঁগৈ।

[যায। অলপ সময নিস্তব্ধ। সনাতন চিন্তিত। অলপ পাছত]

মালা : [শাৰদীক]— আহাঁ, আমি ভিতৰলৈ যাওঁ।

সনাতন : শুনাচোন শাৰদী। [মালাক] তইঁত যাচোন, শাৰদীৰ লগত মোৰ অলপ কথা আছে।
[সকলো ভিতৰলৈ যায। শাৰদী সনাতনৰ ওচৰলৈ আহে।]

সনাতন : [নিজকে কোৱাৰ নিচিনাকৈ]— ই মাজে-মাজে মোক বৰ চিন্তাত পেলায। বাৰু, সেইবোৰ এতিয়া বাদ। মই তোমাক মোৰ মনৰ কথাকেইটামান ক'ম-ক'ম বুলি ভাবি আছিলো।

শাৰদী : তোমাক প্ৰথম যিদিনা জগতে আমাৰ ঘৰলৈ আনি মোৰ লগত চিনাকি কৰি দিছিল, সেইদিনাই মই বুজিছিলো — সি কোৱা কথাবোৰ,— মানে তুমি তাৰ অফিছতে কাম কৰা চিনাকী ছোৱালী, তুমি আমাৰ লগত চিনাকি হ'ব খুজিছা,—এইবোৰ চব উপৰুৱা কথা। আচল [illegible] তোমালোকৰ মনৰ ভিতৰত আছে। তাতকৈ ডাঙৰ কথা —মই সেইদিনাই ঠিব কৰিছিলো,— মোৰ আপত্তি একো নাই। তোমালোক সুখী হ'লে মই আপত্তি কৰিম কিয? সেই কাৰণে, তোমালোকে একেলগে ঘুৰিছা অ'লৈ গৈছা ত'লৈ গৈছা,— এতিযাই এনেকৈ ফুৰিলে মানুহে কি ক'ব — এইবোৰ লৈ আমি একো চিন্তা কৰা নাই। মোৰ একমাত্ৰ কথা হ'ল — মই মুকলি মনৰ মানুহ, কিন্তু তোমালোকো এটা সীমাৰ ভিতৰত থাকিবা।

শাৰদী : আমি মানুহৰ চকুত পাৰবলগীয়া কাম একো কৰা নাই বৰদেউতা। তেওঁৰ লগত আহিছোঁ যদি আপোনালোকৰ ঘৰলৈহে আহিছোঁ।

সনাতন : কিন্তু ই যে বিদেশলৈ যাবলৈ ওলাইছে, তাৰ কাৰণে তুমি দুখ পাইছা নে কি?

শাৰদী : নাই নাই নাই, মই কিয দুখ পাম?

সনাতন : এৰা, তিনিটা বছৰ [illegible]ত চাওঁতেই গুচি যাব নহয জানো?

শাৰদী : হয।

সনাতন : তিনি বছৰৰ পাছত সি আৰু ডাঙৰ, আৰু ভাল হৈ উভতি আহিব তোমালোক আৰু বেছি সুখী হ'বা,— নহয জানো?
[শাৰদীয়ে তলমূৰ কৰি নখ চিকুটে।]

সনাতন : তাই— মালা ওলাই যাব। তাৰ আগতে তুমি সোমোৱা হ'লে ভাল আছিল, কিন্তু কথাবোৰ নিমিলিল। তথাপি— তুমি নিজৰ ঘৰ বুলি আহি-গৈ থাকিবা। মাৰাকো ক'বা, কেতিযাবা মালাৰ বিছনাখনতে তোমাকো ৰাখি থ'লে তেখেতে যেন আপত্তি নকৰে। ক'বা?

শাৰদী : ক'ম।

সনাতন : যোৱা, ভিতৰলৈ যোৱা।
[শাৰদী ভিতৰলৈ যায। সনাতনে চকী এখনত বহি চকু মুদি চিন্তা কৰে। মঞ্চ আন্ধাৰ হয়। আঁৰ-কাপোৰ পৰে।]

## দৃশ্য ঃ ১৩

### মঞ্চ ঃ ১

[হস্পিটেলৰ কোঠালিটো। ৰাতি। তিনিটা লাইটৰপৰা পোহৰ পৰিছে। নিৰঞ্জন, ইন্সপেক্টৰ আৰু জগত চিন্তিত হৈ বহি আছে। অলপ পিছত নিৰঞ্জন থিয় হয়।]

নৰঞ্জন : তাৰ দুমাহ মানৰ পিছতে তুমি আমেৰিকালৈ গুচি গ'লা।

জগত : [মুৰ দুপিয়ায়।] হয়।

নিৰঞ্জন : শীতলা বৌ, মালা, শাৰদী, —এওঁলোক বাৰু তিৰোতা মানুহ,— এওঁলোক সকলোৱে শোকটো আমাৰ নিচিনাকৈ দমাই ৰাখিব নোৱাৰে। তেওঁলোকে কন্দা-কটা কৰাটো স্বভাৱিক কথা। কিন্তু তোমাৰ দেউতাৰা,— সেই আদহীয়া মানুহটোৱে তুমি যাবৰ সময়ত কেনেকৈ হুকহুকাই কান্দিছিল— মনত পৰেনে? [নিস্তব্ধ] তাৰ পিছত তুমি ঘনাই-ঘনাই ঘৰলৈ চিঠি লিখিছিলা। মিচিগান হ্রদৰ পাৰত থিয় হৈ থকা ছিয়েৰা নেভাডা পৰ্বতৰ আগত থিয় হৈ থকা, তোমালোকৰ কলেজৰ ছিৰিত বহি থকা, ছান ফ্রান্সিস্কোৰ ৰাস্তাত থিয় হৈ থকা,— নানান দৃশ্যৰ জাপ-জাপ ফটো পঠাইছিলা। শাৰদীলৈ লিখা একো-একোখন চিঠি চৈধ্য-পোন্ধৰ পৃষ্ঠা দীঘল আছিল।

জগত : সেইবিলাক কথাৰ লগত এইটো ঘটনাৰ কি সম্পৰ্ক?

নিৰঞ্জন : চাবলৈ গ'লে একো সম্পৰ্ক নাই। মই কথাখিনি কৈহে গৈছোঁ। তুমি শাৰদীলৈ লিখিছিলা,— তাইকো তুমি আমেৰিকালৈ লৈ যাবা। নহয় জানো? কিন্তু এসময়ত তুমি চিঠি লিখিবলৈ এৰিলা। ঘৰলৈও, শাৰদীলৈও। এওঁলোকে দহখন চিঠি দিলে তুমি এখন চিঠি দিয়া। চাৰি-পাঁচ লাইনৰ চিঠি। ভালে আছু। ব্যস্ত। সময নাই। সেৱা ল'ব। মাক সেৱা জনাব। [ইন্সপেক্টৰক]— তাৰ পিছত এদিন এওঁ আঁকোৱা-পকোৱা, নানাধৰণৰ ৰহণ লগোৱা কথাৰে চিঠি এখন লিখি বাপেকক কি খবৰটো দিলে জানে?

ইন্সপেক্টৰ : কি?

নিৰঞ্জন : মেক্সিকোৰ ছুজান নামৰ ছোৱালী এজনীক এওঁ বিয়া কৰালে।

ইন্সপেক্টৰ : [আচৰিত হৈ] কি? বিয়া কৰালে।

নিৰঞ্জন : মেক্সিকোৰ ছুজান নামৰ ছোৱালী এজনীক।

ইন্সপেক্টৰ : এই বিষযে আগতে ঘৰৰ মানুহে একো নাজানিছিল?

নিৰঞ্জন : সেইবোৰ কথা এওঁকে সোধক।
[নিৰঞ্জন এঠাইত তলমূৰ কৰি বহে।]

ইন্সপেক্টৰ : [জগতক] আপুনি বিয়াখনৰ কথা আগতে ঘৰৰ মানুহক একো জনোৱা নাছিল?

জগত : এইবোৰ লাহে-লাহে, অলপ-অলপকৈ জনোৱা কথা নহয় নহয়। যেতিয়া যিটো কথা জনাব লাগে— জনালো।

ইন্সপেক্টৰ : কিন্তু সেই ছুজান নামৰ ছোৱালীজনীৰ লগত কথাবোৰ লাহে-লাহে, অলপ-অলপকৈ আৰম্ভ হৈছিল, নে হঠাতে এদিন আৰম্ভ হ'ল, আৰু সেইদিনাই বিয়াখন পাতি পেলালে?

জগত : মই আগতেই কৈছোঁ— এইবোৰ অপ্রাসংগিক কথা। নিতান্ত ব্যক্তিগত কথা।

নিৰঞ্জন : অপ্রাসংগিকো নহয, ব্যক্তিগতও নহয জগত।

ইন্সপেক্টৰ : [আচৰিত হৈ] এজনী ছোৱালীক আপুনি আপোনাৰ দেউতাকৰ হাতত, মাকৰ হাতত গতাই দি গৈছে, সপ্তাহে-সপ্তাহে চৈধ্য পৃষ্ঠাৰ চিঠি লিখিছে,— ইযাৰ মাজত ছুজান নামৰ ছোৱালী এজনী সোমায় কেনেকৈ? আপোনাৰ অকণো দুশ্চিন্তা নহ'ল? অনুতাপ নহ'ল? আপোনাৰ মনলৈ অপৰাধৰ ভাব নাহিল? [সুৰ সলাই] অপ্রাসংগিকতো নহযেই, বৰঞ্চ এই হত্যাৰ ঘটনাটোৰ কাৰণে আপুনিয়েই দায়ী বুলি প্রমাণ কৰিবলৈও আমি চেষ্টা কৰিব পাৰোঁ।

জগত : মোক? এইটোতো বৰ সাংঘাতিক কথা! মই ছুজানক বিয়া কৰালো, আৰু তাৰ কাৰণে দেউতাই

মাক বিহ খুৱাই মাৰিলে? আপোনালোকৰ হাতত চৰকাৰী ক্ষমতা আছে কাৰণেই আপোনালোকে গাৰ বলেৰে একোটা কথা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিব নে কি? মোৰ নিজৰ জীৱন বোলা বস্তু এটা, মন বোলা বস্তু এটা আছে নে নাই? মোৰ মনৰ স্বাধীনতা বোলা বস্তু এটা আছে নে নাই?

ইন্সপেক্টৰ : আপোনাৰ মনৰ হিচাপ আপুনি ইমানকৈ ৰাখে, কিন্তু সেই শাৰদী বোলা ছোৱালীজনীৰ মনৰ হিচাপ আপুনি ইমানকণো নাৰাখিলে?

জগত : মইতো তেওঁৰ মনক বান্ধি ৰখা নাছিলো। মই যেনেকৈ স্বাধীন, তেৱোঁ তেনেকৈ স্বাধীন।

ইন্সপেক্টৰ : আপুনি এনেকৈ মানুহক স্বাধীনতা দিয়ে? স্বাধীনতা মানে আপুনি বুজে কি? আপুনি স্বাধীন কাৰণে মেক্সিকোৰ ছুজানক এৰি কাইলৈ অষ্ট্ৰেলিযাৰ কোনোবা মাৰ্গাৰেট এজনীক বিযা কৰাব, আৰু তাইক বিয়া কৰোৱাৰ লগে-লগে ছুজান স্বাধীন হৈ যাব? ছি ছি ছি ছি ! [বহে। তলমূৰ কৰে। হঠাতে উত্তেজিত হৈ]— আপোনাৰ স্বাধীনতাৰ খবৰটো পাই শাৰদীৰ কি হৈছিল, আপুনি খবৰ পাইছিল নে?

নিৰঞ্জন : ইন্সপেক্টৰ, আকাশেদি তৰ্জন-গৰ্জন কৰি মস্ত এৰোপ্লেন এখন উৰি গ'লে যে মাটিযেদি ছাঁ এটা পাৰ হৈ যায, আচল খবৰবোৰৰ ছাঁটো এওঁৰ ওপৰেদি তেনেকৈ পাৰ হৈ গৈছিল। আচল খবৰবোৰ পাবলৈ আপুনি আকৌ উভতি যাব লাগিব ইন্সপেক্টৰ।

ইন্সপেক্টৰ : ক'লৈ?

নিৰঞ্জন : আৰু কিছুদিনৰ আগলৈ।

[মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ পৰে।]

## দৃশ্য : ১৪

### মঞ্চ : ২

[ৰাতি। সনাতনৰ ঘৰৰ বহা কোঠা। কোঠাটো বিশৃংখল অৱস্থাত আছে। বেৰত নিৰ্বাচনৰ প'ষ্টাৰ। কোঠালিটো নিৰ্বাচনৰ অফিছ্-ৰুম হিচাপে ব্যৱহাৰ কৰা হৈছিল। ছোফাবোৰ একাষলৈ নিয়া হৈছে। ইটো কাষত অফিছৰ চকী-মেজ। সনাতন, শীতলা, শাৰদী,প্ৰভাত, ভূপতি আৰু কেইজনমান নিৰ্বাচন-কৰ্মী আছে। নিৰ্বাচনী কৰ্মীসকলৰ হাতত শকত-শকত মালা। সকলো আনন্দত উত্তেজিত। আঁৰ-কাপোৰ উঠাৰ লগে-লগে—]

ভূপতি : জয় শৰত দাদাৰ—

কৰ্মীসকল : জয়।

[এজন কৰ্মীয়ে শৰতক মালা পিন্ধাই দিয়ে।]

ভূপতি : জয় শৰত দাদাৰ—

কৰ্মীসকল : জয়।

[বাকীকেইজন কৰ্মীয়ে শৰতক মালা পিন্ধায়। বাহিৰতো জয়ধ্বনি : জয় শৰত অধিকাৰীৰ, জয়।]

ভূপতি : ব'লক এতিয়া

শৰত : ক'লৈ?

ভূপতি : এতিয়া আপোনাক আগত লৈ আমি গোটেই নগৰখন ঘূৰিম। আহক।

[ভূপতিয়ে প্ৰথমে শৰতক ধৰে। তাৰ পিছত বাকী কৰ্মীসকলে দাঙি শৰতক কান্ধত লয়।]

ভূপতি : জয় শৰত দাদাৰ—

কৰ্মীসকল : জয়।

ভূপতি : বৰদেউতা, বৰমা,— আপোনালোকো বলক।

সনাতন : মই? মই এতিয়া এঘুমটি শুম। যোৱাচোন তোমালাকেই।

[শৰতক কান্ধত লৈ কৰ্মীসকল আৰু ভূপতি ওলাই যায়। অলপ পিছতে ভূপতি ঘূৰি আহে। বাহিৰত জয়ধ্বনি চলি থাকে।]

ভূপতি : অ' বৰদেউতা, আমি হে'ড অফিছত ভোজ পাতিছোঁ। আপোনালোক সকলো তালৈকে আহিব। বৰমা, বাইদেউ,— আহিব। প্ৰভাত— আহিবা।

[ভূপতি লৰালৰিকৈ যায়গৈ। বাহিৰৰ জয়ধ্বনি আৰু কোলাহল কমি নাইকিয়া হৈ যায়।]

সনাতন : মালা পিন্ধাব লাগে কাক, আৰু পিন্ধালে কাক, দেখিলা?

শীতলা : কাকনো পিন্ধাব লাগিছিল?

সনাতন : [বুকুত চাপৰ মাৰি গৰ্বৰে—] মোক মোক।

শীতলা : এ—স্!

সনাতন : কিহৰ এ—স্? মই নোহোৱা হ'লে সি আজি জিকিব পাৰিলেহেঁতেন নে?

শাৰদী : বৰদেউতাই ঠিক কৈছে।

শীতলা : ইমানবোৰ ডাঙৰ-ডাঙৰ মানুহ, ইমানবোৰ ভলণ্টিয়াৰে দিনে-নিশাই ইমান খাটিলে, সেইবোৰ এনেয়ে গ'ল?

সনাতন : সিহঁতে খাটিছেহে! কিন্তু ব্ৰে'ইনটো কাৰ? কোনকেইটা মানুহ কোনখন গাঁৱলৈ যাব লাগে, সোমবাৰে যাব লাগে নে বুধবাৰে যাব লাগে, দিনত যাব লাগে নে ৰাতি যাব লাগে, গৈ কাক লগ ধৰিব লাগে, কাক লগ ধৰিব নালাগে,— এইবোৰ প্লেনিং কোনে কৰিছিল? সিহঁতৰ লিডাৰবিলাকৰ কোনোবাই পাৰিলেহেঁতেন এইবোৰ কৰিব? আমি যিবোৰ ঠাইলৈ গৈছোঁ, সেইবোৰ ঠাই তেওঁলোকে দেখাই নাই। [শীতলাক] গৰুগাড়ী নিব পৰা বাট এটাও নাই বুইছা? মানুহৰ বাৰীৰ মাজে-মাজে, চোতালে-চোতালে ঘূৰি ফুৰিব লাগে। আৰু তোমাৰ লিডাৰসকলে গাড়ীত উঠি গৈ যিবিলাকৰ আগত লেকচাৰ দিয়ে, সিহঁতৰ কোনেও আমাক ভোট দিয়াই নাই। যিবিলাকে সিটো পাৰ্টিৰ কেণ্ডিডেটক ভোট দিলে, সেইবিলাকেহে আমাৰ লিডাৰসকলৰ বক্তৃতা শুনিবলৈ আহিছিল।

শাৰদী : এদিন যে দেউতা বেহুঁচ হৈ গৈছিল?

প্ৰভাত : কি? বেহুঁচ হৈ গৈছিল? ক'ত? কেতিয়া?

শাৰদী : সেইফালৰ গাঁও এখনত। কি নাম আছিল গাঁওখনৰ বৰদেউতা?

সনাতন : এ সেইবোৰ আকৌ তুমি কিয় উলিয়াইছা। তুমি প্ৰছেছন কৰিবলৈ নোযোৱা?

শাৰদী : নাযাওঁ বৰদেউতা।

সনাতন : কিয়? আজি তিনিমাহে ইমান কাম কৰিলা,— তুমিহে আগে-ভাগে যাব লাগে।

শাৰদী : নহয় বৰদেউতা। মা অকলে আছে। বনকৰা ল'ৰাটোও নাই। মই ঘৰলৈ যাওঁ।

সনাতন : তেনেহ'লে তুমিয়েই এটা কাম কৰি যাবা। টেলিগ্ৰাফ অফিছত সোমাই জগতলৈ এখন টেলিগ্ৰাম

কৰি যাবা। বেছি একো লিখিব নালাগে,— কেৱল লিখিবা— শৰত জিকিল।

প্ৰভাত : আপুনি কথা ঘূৰাব নালাগে দেউতা।

সনাতন : মই কি কথা ঘূৰালো?

প্ৰভাত : [শাৰদীক] কোৱাচোন তুমি, দেউতা যে বেহুঁচ হৈ গৈছিল বুলি ক'লা, কি হৈছিল?

শাৰদী : সেইদিনা বৰদেউতাৰ লগত মই, মিনিত, ভূপতি আৰু দুজন ল'ৰা গৈছিলো। দিনৰ ডেৰমান বাজিল। ভাগৰত আমি খোজকাঢিব নোৱৰা হৈছোঁ। ভোকো লাগিছে। বৰদেউতাক ক'লো,— এইখন গাঁৱতে ক'ৰবাত কিবা এটা খোৱাৰ ব্যৱস্থা কৰি অলপ জিৰণি লওঁ,— বৰদেউতাই বোলে,— নালাগে, পথাৰৰ সিপাৰৰ সৌ গাঁওখনত কিবা এটা কৰিম। এতিয়া ব'লা। বৰদেউতাই সৌখন বুলি ক'লেহে— গাঁওখন যে ইমান দূৰত,— গৈ নাপাওঁ হে নাপাওঁ। মাজতেতো বৰদেউতাই বহি দিলে। কি হ'ল? বৰদেউতাই একো নকয়। অলপ পিছতে তেখেতৰ চকু দুটা থৰ হৈ গ'ল, আৰু মানুহজন পথাৰৰ মাটিতে বাগৰি পৰিল।

শীতলা : হে' প্ৰভু!

শাৰদী : মোৰ বেগৰ বটলটোত অলপ পানী আছিল, তাকে মুখত ছটিয়াই দিলো, হাতত থকা ইলেকশ্যনৰ গোহাৰি কাগজবোৰেৰেই এটাইখনে যিমান পাৰোঁ বিচিলো,— দহ মিনিটমানৰ মূৰত বৰদেউতাই চকু মেলিলে।

প্ৰভাত : এইবোৰ কথা তুমি আগতে আমাক কোৱা নাছিলা কিয়?

শাৰদী : বৰদেউতাই মানা কৰিছিল। কৈছিল,— ইলেকশ্যন নোযোৱালৈকে কাকো একো নক'বা।

সনাতন : আৰু এইটোনো কি ক'বলগীয়া কথা! কষ্ট কৰিম বুলি ওলাইছিলো, কৰিলো। সেইদিনা শাৰদী লগত আছিল কাৰণে তইঁতে এটা কাহিনী শুনিলি, কিন্তু তেওঁ লগত নথকা দিনবোৰত কি হৈছিল, সেইবোৰতো শুনা নাই। বাদ দে। মুঠৰ ওপৰত,— মই ইয়াক,— শৰতক জিকামেই বুলি কৈছিলো নে নাই? কৈছিলো, আৰু জিকালো। বাচ্। মই মোৰ কাম এফালৰপৰা শেষ কৰি আনিছোঁ। আৰু ইতো [প্ৰভাতক দেখুৱাই] তাৰ কাৰণে মই একো কৰিব নালাগে বুলিয়েই কয়। যদি নালাগে, তেনেহ'লেতো মোৰ কাম শেষেই। [শীতলাক]— চোৱাচোন, আমাৰ কেম্পৰ চাহৰ চৌকা জ্বলি আছে নে? নে এটাইখন প্ৰছেছন কৰিবলৈ গ'ল? চোৱাগেচোন' চাহ-মিঠাই কি ক'ত আছে আনা খাওঁ।

শাৰদী : মই যাওঁ বৰমা।

শীতলা : কাহকণ খাই যোৱা আৰু'।

শাৰদী : নালাগে বৰমা, মই কাইলৈ পুৱাই আহিম, তেতিয়া খামহি।

শীতলা : যোৱা তেনেহ'লে।

শাৰদী : আহোঁ বৰদেউতা, আহোঁ প্ৰভাত।

সনাতন : যোৱা।

[শাৰদী যায়। শীতলা ভিতৰলৈ যায়।]

সনাতন : শুন প্ৰভাত, মই ভাবিছিলো মালাৰ বিয়াৰ কাৰণেই মই আমোলাপটিৰ মাটিডোখৰ বেচিব লাগিব। কিন্তু নালাগিল। মোৰ উপাৰ্জনৰ পইচাৰেই তাইৰ বিয়া পাতিলো। ধুমধামকৈয়েতো পাতিলো! কি কৰ? কিন্তু শৰতৰ ইলেকছনটোৰ কাৰণে মই মাটিডোখৰ নেবেচাকৈ থাকিব নোৱাৰিলো। উপায় নাপালো। কিন্তু শৰতে মোক কথা দিছে, সি তাতকৈ ডাঙৰ মাটি এডোখৰ

এবছৰৰ ভিতৰতে মোক কিনি দিব। আৰু সেইডোখৰ মাটি মই তোক দিম। তাত তই তোৰ কিতাপৰ দোকানখন ডাঙৰকৈ পাতিবি। চিন্তা নকৰিবি।

প্ৰভাত : মই চিন্তা কৰাৰ কথাটো আকৌ ওলাল ক'ৰ পৰা? মই সেইবোৰ মাটি-বাৰীৰ কথা ভবাই নাই। কিন্তু আপোনাৰ এটা কথা শুনি মই অইন এটা কথা ভাবিছোঁ। শৰত দাদাই যে আপোনাক এবছৰৰ ভিতৰতে ডাঙৰ মাটি এডোখৰ কিনি দিম বুলি কৈছে, পইচা ক'ত পাব। তাৰ নিজৰ বুলিবলৈতো এপইচাও নাই।

সনাতন : হুঁ! এতিয়া তাৰ পইচাৰ কিহৰ চিন্তা?

প্ৰভাত : চিন্তা নহ'ব কিয়? ক'ৰ পৰা আহিব পইচা। দৰমহা যিখিনি পাব বুলি শুনিছোঁ, সেইখিনি সি নিজে চলিবলৈকে লাগিব। তেনেহ'লে?

সনাতন : মানে,— দৰমহাৰ পইচাৰ বাহিৰেও—

প্ৰভাত : আপোনাৰ সেই ৰাধাশ্যাম পোদ্দাৰইঁতে দিব?

সনাতন : মানে— [কিবা ক'ব খোজে]

প্ৰভাত : [দেউতাকক বাধা দি] শুনক দেউতা, শৰত দাদাই ইলেকশ্যন খেলিছে, আপোনালোকে দেহা মাৰি খাটি গাঁৱৰ পথাৰত বেহঁচ হৈ পৰি গৈছে, মই একো নকৰিলে বেয়া দেখি কাৰণে যিমান পাৰোঁ প'ষ্টাৰ লিখিছোঁ, গোহাৰি লিখিছোঁ, প্ৰুফ চাইছোঁ। কিন্তু অন্তৰৰপৰা এইবোৰৰ কোনো কাম মই ভাল পোৱা নাই।

সনাতন : কিয়?

প্ৰভাত : কওঁ?

সনাতন : ক।

প্ৰভাত : বেয়া নাপায় তো?

সনাতন : না— নাপাওঁ, ক।

প্ৰভাত : আপোনাৰ মাটি-বেচা পইচাখিনি দাদাৰ এই যুদ্ধখনৰ কাৰণে কুচ-কাৱাজ কৰোঁতেই শেষ হ'ল। তাৰ পাছত আচল বন্দুক-বাৰুদৰ লগত তাতোকৈ বহুত বেছি পইচা খৰচ হ'ল। সেইবোৰ পইচা কোনে দিলে জানে? আপোনাক মোক কিনি ল'ব পৰা মানুহে। আপোনাৰ মাটিডোখৰৰ নিচিনাকৈ সেইবোৰ পইচাও দাদাই এবছৰৰ ভিতৰতে ঘূৰাই দিব। আপোনাৰ তিনিকঠা মাটিৰ সলনি যেনেকৈ পাঁচকঠা মাটি দিব, তেনেকৈ দাদাই সকলোকে তিনিটকাৰ ঠাইত পাঁচটকা দিব।

সনাতন : এইবিলাক তোৰ মুখত নতুন-নতুন কথা শুনিছোঁ প্ৰভাত।

প্ৰভাত : নহয় দেউতা, এইবিলাক পুৰণি লেতেৰা কথা। পুৰণি লেতেৰা জাবৰ। কিন্তু পুৰণি হওঁতে-হওঁতে সেই জাবৰবোৰেই এতিয়া সাৰ হৈছে। বৰ দামী সাৰ। এনেকুৱা সাৰ পালেই আমি লহপহকৈ বাঢ়ি যাওঁ। কিন্তু মোৰ আপত্তিৰ আটাইতকৈ ডাঙৰ কথাটো কি জানে দেউতা?

সনাতন : কি?

প্ৰভাত : আটাইতকৈ ডাঙৰ কথাটো হ'ল,— শৰত দাদাৰ এম পি হৈ দেশসেৱা কৰা, মানবসেৱা কৰা, ৰাজনীতি কৰাৰ কোনো যোগ্যতাই নাই।

সনাতন : কিয় তেনেকৈ কৈছ?

প্ৰভাত : বহু বছৰৰপৰা একেটা ঘৰতে থাকি তাক দেখি আহিছোঁ কাৰণে কৈছোঁ।

সনাতন : ময়োতো তোতকৈ আগৰেপৰা তাক দেখি আছোঁ। সি চোকা ল'ৰা, তাৰ বুদ্ধি আছে, সি কথা

ক'ব জানে, ইমানদিনে মেল-মিটিং কৰি আছে—

প্ৰভাত : বহুত বুদ্ধি আছে খুব ভালকৈ কথা ক'ব জানে। সেই কাৰণে সি লহপহকৈ বাঢ়ি যাব। কিন্তু দেউতা, দেশ আৰু মানুহৰ সেৱা কৰা মানুহে নিজৰ জীৱন আৰম্ভ কৰিবলৈ বাপেকক তিনি কঠা মাটি বেচিবলৈ নিদিয়ে। আনকি মালায়ো মাটি বেচাৰ কথাত কিমান আপত্তি কৰিছিল, মনত আছে। মাটি বেচা পইচাৰে বিয়া পাতিলে তাই বিয়াই নহওঁ বুলি কৈছিল। কৈছিল নে নাই?

[চাহ-মিঠাই লৈ শীতলা সোমাই আহে। প্ৰভাত একাষে চিন্তিত হৈ বহে।]

শীতলা : কি হ'ল? কিহৰ কথা কৈছ? তোৰ আকৌ খং উঠিছে নে কি? আজি এনেকুৱা এটা দিনতো—

প্ৰভাত : নাই উঠা।

শীতলা : কাৰ কথা কৈছিলি?

সনাতন : নাই— আমি এনেয়ে মালাৰ কথা পাতি আছিলো। এই সময়খিনিত তাই ইয়াত থকা হ'লে বৰ ভাল লাগিলহেঁতেন।

শীতলা : জানো কি হ'ল তাইৰ। প্ৰথমতে ক'লে— কেঁচুবাটোৰ ছমাহ নহ'লে শাহুৱেকে ক'লৈকো যাবলৈ নিদিয়ে। কিন্তু এতিয়া কেঁচুবাটোৰ ছমাহ হোৱাওতো এমাহ হৈ গ'ল। ঘৰখনত ইমান ডাঙৰ কাম এটা হৈছে, গোটেই দেশখনৰ কেতিয়াও নহা মানুহো গোট খালেহি, তাই নিজৰ ছোৱালীজনী—

সনাতন : আঃ। তাই অসুবিধা নহ'লে নহাকৈ থাকে নে? চিঠিত কি লিখিছে? দেওৰেকৰ পৰীক্ষা আছে বুলি লিখিছে নে নাই?

শীতলা : অসুবিধাতো এটাৰ পিছত এটাকৈ ওলায়েই থাকিব, সেইবুলি তাই ইমান ডাঙৰ কাম এটাৰ সময়ত এদিনৰ কাৰণেও আহিব নোৱাৰিলেনে?

সনাতন : তাই আহোঁ বুলিয়েই আহিব পাৰেনে কি?

শীতলা : তাকেতো কৈছোঁ। যিমানে দিন গৈছে সিমানে এই মানুহঘৰৰ মতি-গতি মোৰ ভাল নলগা হৈ আহিছে। [সুৰ সলাই] চাহ খাওক। প্ৰভাত, চাহ খা।

[শীতলা সোমাই যায়।]

সনাতন : প্ৰভাত। তই তেনেহ'লে শৰত জিকা কাৰণে বেয়াই পাইছ?

প্ৰভাত : মোৰ ভাল পোৱা বেয়া পোৱাৰ লগত কাৰ কি সম্পৰ্ক? কিন্তু এটা কথা ঠিক— দেউতা। শৰত দাদা বহুত ওপৰলৈ যোৱাৰ লক্ষণ আছে, কিন্তু মই তাৰ ভায়েক বুলি কেতিয়াও কাৰো আগত উপযাচি চিনাকি নিদিম।

সনাতন : তই তাক ইমান বেয়া পাইছ?

প্ৰভাত : ইলেকশ্যনৰ নামত আপুনি গাঁও কিছুমান দেখিলে, গাঁৱৰ মানুহ কিছুমান দেখিলে, ইলেকশ্যনৰ আচল খেলটো নেদেখিলে। মই কিন্তু দেখিলো। সেই কাৰণে মোৰ নিজৰ ওপৰতে ঘৃণা জন্মিছে।

সনাতন : [চিন্তা কৰি] মই একো ধৰিবই পৰা নাই। বাৰু, অন্ততঃ আজিৰ দিনটোত তাৰ কথা বাদ দে। কিন্তু মালাৰ কথাটোও অলপ চিন্তা কৰিবলগীয়া হোৱা নাই জানো? তই এবাৰ তাইৰ খবৰ লৈ আহিবগৈ পাৰিবিনে?

[দুয়ো দুয়োলৈ চায়। মঞ্চ অন্ধকাৰ হয়। আঁৰ-কাপোৰ পৰে।]

## দৃশ্য ঃ ১৫

### মঞ্চ ঃ ১

[হস্পিটেলৰ কোঠালিটো। দিন। ইন্সপেক্টৰ, নিৰঞ্জন আৰু মালা আহি আছে।]

নিৰঞ্জন ঃ [মালাক] —তুমি এনেয়েও বৰ কমকৈ আহিছিলা, কিন্তু পিছলৈ মাৰা-দেউতাৰাৰ ঘৰলৈ আহিবলৈ একেবাৰে বাদেই দিলা।

মালা ঃ আপুনিতো সকলো জানেই খুৰা।

নিৰঞ্জন ঃ মই জানো। কিন্তু এতিয়া কথাবোৰ এখেত, ইন্সপেক্টৰেও জনাটো প্ৰয়োজনীয় হৈছে।

মালা ঃ মা-দেউতাৰ এই ঘটনাটোৰ লগত মই ঘৰলৈ অহা-নহাৰ কিবা সম্পৰ্ক আছে নে কি?

ইন্সপেক্টৰ ঃ আপোনাৰ মাক-দেউতাক বৰ অকলশৰীয়া হৈ পৰিছিল। ককায়েকসকল দূৰে-দূৰে থাকে, আপোনাৰ ভায়েকজন নিৰুদ্দেশ হৈছে। আপুনিও ঘৰলৈ নাহে। এনেকুৱা অৱস্থাত আমাৰ সন্দেহ হৈছে,— আপোনালোকৰ মাক-দেউতাকৰে হয়তো কিবা দোষ আছিল। কি দোষ আছিল,— আপোনালোকৰ লগত কথা পাতি আমি তাকে উলিয়াব খুজিছোঁ।

মালা ঃ নাই নাই, মা-দেউতাৰ একো দোষৰ কথা আমি নাজানো।

নিৰঞ্জন ঃ নাজানো, নাজানো বুলি ক'লা, কিন্তু 'মা-দেউতাৰ একো দোষ নাই' বুলি জোৰ দি ক'ব নোৱাৰিলা?

মালা ঃ নহয়, মানে,—

নিৰঞ্জন ঃ বুজিছোঁ, তুমিতো কেতিয়াবাই ঘৰ এৰিলা। তাৰপিছত কিজানি মাৰা-দেউতাৰাৰ কিবা দোষ হৈছিলেই — সেইটোতো তুমি নাজানা? গতিকে তুমি 'নাজানো' বুলিয়েই ক'ব লাগিব। 'নাই' বুলি কোৱাৰ তোমাৰ উপায় নাই। এটা কাম কৰিলে ভাল হয় ইন্সপেক্টৰ।

ইন্সপেক্টৰ ঃ কওক।

নিৰঞ্জন ঃ কথাবোৰ প্ৰথমৰপৰাই আৰম্ভ কৰা যাওক, আৰু প্ৰথমৰপৰাই এওঁৰ গিৰিয়েক আৰু শাহুৱেকো উপস্থিত থাকক। তেতিয়া কিছুমান কথা লগে-লগে চাফা হৈ যাব পাৰে। তেখেতসকল বাহিৰতে আছে। মাতি আনো?

ইন্সপেক্টৰ ঃ আনক।

[নিৰঞ্জন ওলাই যায়।]

ইন্সপেক্টৰ ঃ আপোনালোকৰ ল'ৰা-ছোৱালী?

মালা ঃ তিনিটা। দুটা ল'ৰা, এজনী ছোৱালী।

[নিৰঞ্জন, আৰু পিছে-পিছে মালাৰ গিৰিয়েক বিজন সূত্ৰধৰ আৰু শাহুৱেক গিৰিবালা সূত্ৰধৰ আহে।]

নিৰঞ্জন ঃ [বিজনক] বহক। [গিৰিবালাক] আপুনি ইয়াতে বহক বাইদেউ। আমি আপোনাক বাইদেউ বুলিয়েই মাতোঁ। বেয়া পাব নে কি?

গিৰিবালা ঃ নাই, নাপাওঁ।

[গিৰিবালা বহে। বিজনে ইফালে-সিফালে চায়।]

বিজন ঃ আমাক ইয়ালৈ কিয় মতাই আনিলে আমি ধৰিব পৰা নাই। মোৰ বৰ জৰুৰী কাম আছিল, চৰকাৰী চমন পাইহে আহিছোঁ।

নিৰঞ্জন : এখেত ইন্সপেক্টৰ ত্ৰিদিব চৌধুৰী।

বিজন : নমস্কাৰ।

ইন্সপেক্টৰ : নমস্কাৰ।

নিৰঞ্জন : আৰু এখেত এখেতৰ মাক।

[ইন্সপেক্টৰ আৰু গিৰিবালাই নিঃশব্দে নমস্কাৰ বিনিময় কৰে।]

নিৰঞ্জন : আপোনালোকক বেছি সময় ধৰি নাৰাখোঁ। মই আগতেই ইন্সপেক্টৰক কৈছোঁ,— কাকো বাৰে-বাৰে মাতি আমনি কৰিব নালাগে, কাকো প্ৰযোজনতকৈ এক মিনিটো বেছি সময় ধৰি ৰাখিব নালাগে। সকলো বৰ ব্যস্ত হৈ থকা মানুহ। গতিকে আমি আৰম্ভণিৰেপৰা শেষলৈকে সুধিবলগীয়া কথাখিনি এতিযাই সুধি আপোনালোকক বিদায় দিম। মই [মালাক দেখুৱাই] এওঁলোকৰ একেবাৰে ওচৰৰ, ঘৰুৱা মানুহ হিচাপে জানো,— বিযাৰ পিছত সাধাৰণতে ছোৱালীয়ে মাকৰ ঘৰলৈ যেনেকৈ অহা-যোৱা কৰে, মালাই তেনেকৈ অহা-যোৱা কৰিব পৰা নাছিল।

বিজন : সাধাৰণতে ছোৱালীযে মাকৰ ঘৰলৈ কেনেকৈ অহা-যোৱা কৰে, আমি নাজানো। আমি আমাৰ সুবিধা-অসুবিধা মতে কাম কৰোঁ।

নিৰঞ্জন : সেই যে মালাৰ ককাযেক শৰত ইলেকশ্যনত জিকিছিল, তেতিযাৰেপৰা মালাৰ মাক-দেউতাকৰ ঘৰখনত কেইবাটাও ডাঙৰ-ডাঙৰ ঘটনা ঘটি গ'ল। কিন্তু মালাই মাত্ৰ এবাৰহে আহিবলৈ সুবিধা কৰিব পাৰিছিল।

বিজন : হয।

নিৰঞ্জন : তেওঁ চাৰিদিনমান থাকিম বুলি আহিছিল, কিন্তু দুদিনৰ পিছতে তেওঁক লৈ যাবলৈ আপুনি নিজে ওলাইছিলহি।

বিজন : হয।

নিৰঞ্জন : আপুনি তেনেকৈ হঠাতে তেওঁক লৈ যাবলৈ ওলোৱা কাৰণে প্ৰভাতৰ লগত আপোনাৰ তৰ্কাতৰ্কিও লাগিছিল।

বিজন : হয়। অকল তৰ্কাতৰ্কি লগাই নহয, তেওঁ মোক অপমানেই কৰিছিল।

নিৰঞ্জন : অপমান কৰিছিল? হয়নে কি মালা?

মালা : মইতো নিজে দেখাও নাছিলো, শুনাও নাছিলো, কিন্তু এওঁ মোক গৈ যিখিনি কথা কৈছিল, মই ভাবিছিলো,— প্ৰভাতে এওঁক তেনেকৈ ক'ব নালাগিছিল।

নিৰঞ্জন : আচলতে প্ৰভাতে কি কি কৈছিল, তাৰ খবৰ তুমি পিছত নল'লা?

মালা : তাৰ পিছত মই প্ৰভাতক লগ পোৱা নাছিলো।

নিৰঞ্জন : প্ৰভাত যেতিযা ঘৰৰ পৰা নাইকিয়া হ'ল, তেতিয়াও তুমি এবাৰ ঘৰলৈ আহিবলৈ সুবিধা কৰিব নোৱাৰিলা।

গিৰিবালা : মাজতে মই কথা এটা কওঁ নে?

নিৰঞ্জন : কওক।

গিৰিবালা : ল'ৰা-ছোৱালী, নাতি-পুতি সকলো মিলাই আমাৰ পোন্ধৰজন মানুহৰ সংসাৰ। এই সংসাৰখনতো সদায় চলি থাকিব লাগে। নালাগে জানো?

নিৰঞ্জন : লাগে।

গিৰিবালা : সেইখনতো দেওবাৰে দোকান বন্ধ ৰখাদি বন্ধ কৰি ৰাখিব নোৱাৰি!

নিৰঞ্জন নোৱাৰি।

গিৰিবালা আৰু অকল চলি থকাই নহয় নহয় অসুখ বিসুখ সকাম নিকাম পৰীক্ষা-চৰীক্ষা— কিবা নহয় কিবা এটা লাগিযেই আছে। তাই হ'ল ঘৰখনৰ ডাঙৰ বোৱাৰী। ওলাওঁ বুলিয়েই আই সেইখন সংসাৰৰপৰা ওলাই আহিব নোৱাৰে নহয়।

ইন্সপেক্টৰ আপুনিয়েই ক'লে— ঘৰখনত পোন্ধৰজন মানুহৰ কথা। দুদিনমানৰ কাৰণে বোৱাৰীজনীক যাবলৈ দি — ধৰি লওক আপুনিয়েই ঘৰখন চলাইছিলে—।

গিৰিবালা যেতিয়া মোৰ দিন আছিল, তেতিয়া মই অকলেই চলাইছিলো। কুটা এগছৰ কাৰণেও কাৰো ওপৰত ভাৰসা কৰা নাছিলো। এতিয়া বোৱাৰীয়ে ঘৰ ধৰিছে, আমি যেনেকৈ ধৰিছিলো তেনেকৈ ধৰিব লাগিব।

ইন্সপেক্টৰ আপুনি বোৱাৰীকালত মাজে মাজে মাকৰ ঘৰলৈ নগৈছিল জানো?

গিৰিবালা ঘৰ এৰিব নোৱাৰিলে নগৈছিলো। ঘৰ মানে মোৰ গৃহস্থৰ ঘৰৰ কথা কৈছোঁ।

নিৰঞ্জন মই বাৰু অহিন সকলো ঘটনাৰ কথা এৰিলো। কেইমাহমানৰ আগতে মালাৰ মাকৰ যোৱা থোৱা অৱস্থা হৈছিল। আমেৰিকা দিল্লীৰপৰা আহি মাকক বিদায় দিবলৈ ল'ৰাহঁত গোট খাইছিলহি। তেতিয়াও মালা আহিব নোৱাৰিলে। [মালাক] তেতিয়া এদিন তুমি টেলিফোনত কান্দিছিলা কিন্তু আহিব পৰা নাছিলা।

বিজন হয়নে কি? তেও যে অহা নাছিল সেইটো মই জানিছিলো কিন্তু তেও যে টেলিফোনত কান্দিছিল সেইটো জনা নাছিলো। মাই জানিছিলি নে কি?

গিৰিবালা ওহোঁ। নাজানিছিলো।

নিৰঞ্জন [মালাক] তুমি ফোনো পি চি অ'ৰ পৰা লুকৱাই-লুকুৱাই কৰিবলগীয়া হৈছিল নে কি?

মালা কিবা এটা অৱস্থাত পৰি কিবা এটা কৰিছিলো। সেইটো ডাঙৰ কথা নহয়।

ইন্সপেক্টৰ কিয় নহয়? বৰ ডাঙৰ কথা। আপোনাৰ মাকৰ যোৱা থোৱা অৱস্থা আপুনি আহিবতো নোৱাৰিলেই টেলিফোনো ঘৰৰ কোনেও নজনাকৈ কৰিলে — এইটো আমাৰ কাৰণে বৰ দৰকাৰী কথা। এইটো কথাৰপৰাই আমি আপোনালোকৰ ঘৰখন সম্পৰ্কে এটা ধাৰণা—।

বিজন [খঙেৰে] আপোনালোকে আমাৰ ঘৰৰ কথা এনকোৱাৰি কৰিবলৈ লৈছে নে মোৰ শহুৰৰ ঘৰৰ কথা এনকোৱাৰি কৰিবলৈ লৈছে?

ইন্সপেক্টৰ এইখন ঘৰৰ এজনী ছোৱালী সেইখন ঘৰত পৰিলে দুয়োখন ঘৰৰ মাজত এটা সম্পৰ্ক ঘটে নহয়। সেই কাৰণে আমি দুয়োখন ঘৰৰে কথা এনকোৱাৰি কৰিছোঁ। ধৰি লওক, এই ঘৰখনত যি ঘটিছে, তাৰ বাবে আপোনালোকৰ ঘৰখনো দায়ী বুলি আমি ধৰি লৈছোঁ। আৰু কিমান দায়ী, সেইটো উলিয়াব খুজিছোঁ।

বিজন কিন্তু আমাৰ ঘৰখনে—

গিৰিবালা ৰবিচোন বিজন মোক ক'বলৈ দে। আপোনালোকে যিটো সময়ৰ কথা কৈছে, সেই সময়ত কিজানি আমাৰ ঘৰতো ইয়াৰ দেউতাকৰ যোৱা থোৱা। সেই কথাটোৰ খবৰ কোনে ৰাখিছিল?

ইন্সপেক্টৰ সেই কথাটোকে [মালাক] এখেতে টেলিফোনত কান্দি-কান্দি কৈ নিদিলে কিয়? এইখন ঘৰৰ মানুহে কথাটো নুবুজিলেহেঁতেন নে?

নিৰঞ্জন শুনক শ্ৰীমতী সূত্ৰধৰ এইবোৰ যুক্তি তৰ্কৰ কথা নহয়। কথা হ'ল —

[ভিতৰৰপৰা সনাতন আৰু চিপাহীজন সোমাই আহে। সনাতন বিছনাৰ এচুকত ৰহে। গিৰিবালা

আৰু বিজনে তেওঁক নিঃশব্দে সম্ভাষণ জনায়।]

ইন্সপেক্টৰ : তুমি বাহিৰত থাকাগৈ। [চিপাহীজন যায়।]

নিৰঞ্জন : কথা হ'ল,— এইজনী এওঁলোকৰ একমাত্ৰ ছোৱালী। তিনিটা ল'ৰাৰ মাজৰ একমাত্ৰ ছোৱালীজনীৰ প্ৰতি এওঁলোকৰ মৰম কেনেকুৱা আছিল,— আপোনালোকে নিশ্চয় ধাৰণা কৰিব পাৰে।

বিজন : পাৰোঁ। কিন্তু বৰ মৰম কৰে কাৰণেই এখেতসকলে ছোৱালীজনীকতো সদায় বুকুতে সাবটি লৈ থাকিব নোৱাৰিলে। আৰু,— এঘৰলৈ উলিয়াই দিয়াৰ পিছতো নিজৰ মৰমকে আগৰ নিচিনাকৈ ধৰি থাকিব লাগে জানো? অইন এখন ঘৰতো নিজৰ ছোৱালী বুলি তাইক মৰমেৰে আমনি কৰি থাকিলে ছোৱালীজনীৰ ঘৰ-সংসাৰ চলিব নে?

গিৰিবালা : আমাকতো যমে নিলেও নিযা, জোঁৱায়ে নিলেও নিযা— এই বুলিয়েই দেউতাইতে ঘৰৰপৰা উলিয়াই দিছিল!

বিজন : প্ৰত্যেকখন ঘৰৰ এটা নিজা কায়দা, নিজা চেহেৰা আছে নে নাই? আপোনাৰ অতি মৰমৰ একমাত্ৰ ছোৱালীজনী ৰাখিবৰ কাৰণে আমাৰ ঘৰখনে নিজৰ কায়দা, নিজৰ চেহেৰা এৰি আপোনালোকৰ ঘৰখনৰ নিচিনা হৈ যাব লাগিব নে কি? আপোনালোকৰ কাৰণে বাৰু মালা আলাসৰ লাৰুবেই আছিল। সেইবুলি আমাৰ ঘৰখনেও তেওঁক আলাসৰ লাৰু কৰি ৰখা সম্ভৱ নে? ছোৱালী বিয়া দিযাটো তাইক এপাক ফুৰি আহিবলৈ পঠিয়াই দিয়াৰ নিচিনা নহয নহয়!

সনাতন : এওঁ ঠিক কথা কৈছে। শুদ্ধ কথা কৈছে।

নিৰঞ্জন : তুমি কি কোৱা মালা?

মালা : মই ঘৰলৈ একেবাৰে নহাকৈ থকা নাই, আহিছোঁ। কিন্তু দৰকাৰৰ সময়ত আহিব পৰা নাই। মা-দেউতাইতে যেতিযা মোক ইয়াত বিচাৰিছে, তেতিযা হয়তো তাৰ মা-দেউতাইতৰ ওচৰত থকাটো মোৰ কাৰণে প্ৰযোজনীয হৈছে।

সনাতন : ঠিক। ঠিক কথা কৈছে। নিৰঞ্জন।

নিৰঞ্জন : দাদা।

সনাতন : এই যে তাই ক'লে— ইয়াৰ মা-দেউতা আৰু তাৰ মা-দেউতা, এইকেইটা শব্দৰ মাজতে এটাইখিনি কথা সোমাই আছে। আমি তাইক জন্ম দিছোঁ; তাই আমাক কত বছৰ মা-দেউতা বুলি মাতিলে, আমিতো কল্পনাই কৰিব পৰা নাছিলো— তাই এদিন অইন কাৰোবাক মা-দেউতা বুলি মাতিব। তাই অইন কাৰোবাক মা-দেউতা বুলি মাতিলে আমি পেটে-পেটে বেযা পাওঁ। কিন্তু সেইটোতো ঠিক কথা নহয়। এই যে তাই আন কাৰোবাক মা-দেউতা বুলি মাতে— সেইটোৱেই সত্য কথা নিৰঞ্জন। সেইটোৱেই ঠিক কথা। তাইৰ মুখত চাগে আজি-কালি দিনে-নিশাই মা-দেউতা শব্দ দুটা শুনায়েই থাকে, কিন্তু আমি শুনা নাপাওঁ। সেই দুটা শব্দ আমাৰ কাৰণে নহয়। বৰ ডাঙৰ কথা। সত্য কথা। এইবিলাক বেয়া পাবলগীয়া কথা নহয়। নিৰঞ্জন!

নিৰঞ্জন : দাদা!

সনাতন : ইন্সপেক্টৰ!

ইন্সপেক্টৰ : কওক।

সনাতন : এওঁলোকক তোমালোকে ধৰিবলৈ নিয়া। তোমালোকৰ প্ৰশ্নৰ উত্তৰ তেওঁলোকৰ হৈ মযেই দিব পাৰিম।

মালা : কিন্তু দেউতা, আপুনি মোক বেয়া নাপাব।

সনাতন : নাই নাই নাই, তোক মই কিয় বেযা পাম? আৰু তোক বেয়া পাবলৈ মোৰ সময় ক'ত?

মালা : ৰাতিপুৱাৰেপৰা ৰাতিলৈকে— কেনেকৈ দিন যায়, কেনেকৈ মাহ যায়, মই গমেই নাপাওঁ। ৰাতুল এইবাৰ হাইস্কুললৈ গৈছে,

সনাতন : ৰাতুল?

মালা : আমাৰ ডাঙৰ ল'ৰাটো।

সনাতন : অঁ অঁ, ৰাতুল। সি হাইস্কুল পালেগৈ?

মালা : মাজুটোৱে সদায়-সদায় ইমান জাপ হোমৱৰ্ক লৈ আহে। সৰুজনীয়ে অনবৰত গাৰ কাপোৰত ধৰি পেনপেনাই ফুৰে। এওঁৰতো ল'ৰা-ছোৱালী চাবলৈ সময়েই নাই। ইফালে দেউতাৰ এজমা, এটা দেওৰৰ মৰ্নিং কলেজ,— মই যে কেনেকৈ—

সনাতন : বৰ কষ্ট। মই বুজোঁ মালা। বৰ পৰিশ্ৰম কৰি সংসাৰ চলাব লাগে। সংসাৰ চলাবলৈ হ'লে সংসাৰৰ মাজত সোমাই ল'ব লাগে। তোৰ মাৰ— কাৰ ঘৰৰ জীয়াৰী আছিল আমিতো পাহৰিয়েই যোৱাৰ নিচনি। তোৰ মাৰেতো পিছলৈ মোৰ বাহিৰে কাৰো কথা নাভাবিছিল। তেওঁ তেওঁৰ মাক-বাপেকৰ কথা কৈ দুখ কৰাটো মনতেই নপৰে। অথচ, একালত তেৰোঁ চাগৈ তেওঁৰ মাক-বাপেকৰ কিমান মৰমৰ আছিল! এনেকৈয়েতো সংসাৰ চলে। মই তোক কিয় বেযা পাম? নিৰঞ্জন, ইন্সপেক্টৰ, এওঁলোকক বিদায় দিযক। মালা, তয়ো আজি এওঁলোকৰ লগতে যাগৈ যা।

বিজন : আমি আহোঁ।

ইন্সপেক্টৰ : ভাল যাওক।

বিজন : [মালাক] যোৱা যদি আহাঁ।

[গিৰিবালা ওলাই যায়। মালাই সনাতনৰ ভৰি চুই সেৱা কৰে। সনাতনে তাইৰ মূৰত হাত ফুৰায। তাৰ পিছত চকু-পানী মচি মালা ওলাই যায।]

বিজন : আহোঁ দেউতা।

সনাতন : যোৱা বোপা। এওঁলোকে তোমালোকক এনেযে লটি-ঘটি কৰিছে। মোৰ কাৰণেই এইবোৰ হৈছে। বেয়া নাপাবা।

বিজন : নাই নাপাওঁ। [যাব খোজে।]

নিৰঞ্জন : হেৰি নহয় সূত্ৰধৰ, মোক এটা সৰু কথা কৈ যাওক। আপোনালোকে কোৱা মতে আপোনালোকৰ সংসাৰৰ কাযদা, চেহেৰা, ল'ৰা-ছোৱালীৰ লেঠা, বেমাৰ-আজাৰ হেন-তেন,— এইবোৰৰ কাৰণেই মালাই মাক-দেউতাকৰ ঘৰখনৰ লগত সম্পৰ্ক ৰাখিব নোৱাৰিলে। কিন্তু— এই যে মালাৰ ককায়েক শৰত,— এম পি, —প্লেনিং ব'ৰ্ডৰ ছেক্ৰেটেৰিৰ প'ষ্টটো আপোনাক দিয়াত তেওঁ সহায় কৰাৰ কথা আছিল, অন্ততঃ আপুনি তেওঁ সহায় কৰিব বুলি ভাবি আছিল।

বিজন : অ'! আপুনি এইবাৰ সেইটো কথা উলিযালে? হয় ভাবিছিলো। চাকৰিটোৰ কাৰণে মই আটাইতকৈ যোগ্য প্ৰাৰ্থী আছিলো বুলি মই বিশ্বাস কৰিছিলো, আৰু— তেখেত হাত-দীঘল, ক্ষমতাশালী মানুহ,— তেখেতে সহায় কৰিলে চাকৰিটো পামেই বুলি ভাবিছিলো, আৰু তেখেতে সহায় কৰিবই বুলি ভাবিছিলো।

নিৰঞ্জন : কিন্তু নিজৰ ভনী-জোঁৱাইক সহায় কৰিলে বদনাম হয় বুলি তেওঁ আপোনাক সহায় নকৰিলে, আৰু চাকৰিটো অইনে পালে।

বিজন আপুনি ঢেৰ খবৰ গোটাইছে। কিন্তু আচল খবৰটো শুনিব? আপুনি-মই ভবাতকৈ শৰত অধিকাৰী বহুত বেছি বুদ্ধিমান মানুহ। বাহিৰত তেও নিজৰ ভনী জোঁৱাইকো খাতিৰ নকৰে বুলি সদনাম প্ৰচাৰৰ ব্যৱস্থা কৰিছিল সেই সদনামে তেওঁক আৰু ডাঙৰ কৰিছিল কিন্তু আচলতে তেওঁ নগদ তিনিলাখ টকা লৈ নিজামুদ্দিন লস্কৰক চাকৰিটো দিছিল। ইন্সপেক্টৰ চৌধুৰী আপুনিতো চৰকাৰৰ বিষয়া আপোনাৰ আগতে কথাটো কৈ গ'লো মোৰ কথা মিছা বুলি প্ৰমাণ কৰিব পাৰিলে মোক চমন দিব মই আকৌ দৌৰি আহিম।

নিৰঞ্জন আৰু তাৰপিছৰ পৰাই মাক-দেউতাকৰ খবৰ ল'বলৈ মালাৰ সময় একেবাৰে নোহোৱাই হ'ল?

বিজন [খঙেৰে] হয়।

নিৰঞ্জন আচল কথা সেইটো?

বিজন হয়। মোৰ সুখ-দুখ মোৰ ভৱিষ্যৎ, মোৰ ভাল পোৱা বেয়া-পোৱাৰ লগত সাঙোৰ খাই থাকিবলৈ মোৰ পৰিবাৰ বাধ্য। হ'বনে? নে আৰু কিবা আছে?

নিৰঞ্জন নাই। হ'ব। যাওক।

[বিজন ওলাই যায়। সকলো অলপ সময় নিস্তব্ধ হৈ থাকে। তাৰ পাছত—]

সনাতন ইন্সপেক্টৰ নিৰঞ্জন তোমালোকে এইবিলাক নতুন কথা যেন পাইছা নে কি? মই কিন্তু এইবিলাক পুৰণি কথা বুলি কেতিয়াবাই বাদ দিলো। এই যে মোৰ ছোৱালীজনী —তাই আমাৰ ঘৰলৈ কেইদিন আহিল কেইবছৰ নহাকৈ থাকিল — সেইবোৰ মোৰ কাৰণে তুচ্ছ কথা কিন্তু তাইৰ মনটো যে আমাৰপৰা আঁতৰি গ'ল — আমি যে এতিয়া তাইৰ মনটোৰপৰা দূৰৰ মানুহ হৈ গ'লো সেই কথাটো মোৰ এসময়ত বৰ অসহ্য লাগিছিল — কিন্তু সেইটোও এদিন মোৰ কাৰণে পুৰণি কথা হৈ গ'ল। সিহঁতৰ কাৰো দোষ নাই। সিহঁত সকলো এটা নিয়মত চলি আছে। মইহে নিয়মৰ বাহিৰৰ কাম কৰিলো। তোমালোকে মোক সোনকালে শাস্তি নিদিয়া কিয়?

[সনাতনে মূৰে-গায়ে কাপোৰ লৈ শোৱে।]

নিৰঞ্জন [ইন্সপেক্টৰক] কি ভাবিছে চৌধুৰী?

ইন্সপেক্টৰ শৰত অধিকাৰী ছাৰৰ বিষয়ে ভালে-বেয়াই বহুত কথা আমাৰ কাণত পৰি থাকে কিন্তু এই বিজন সূত্ৰধৰ বোলা মানুহজনে মোক মুখামুখিকৈ চেলেঞ্জ কৰি গ । কিন্তু শৰত অধিকাৰী ছাৰৰ বিৰুদ্ধে কৰ্তব্য কৰাও আমাৰ কাৰণে বৰ টান কাম।

নিৰঞ্জন কৰ্তব্য কি কৰে কি নকৰে সেইবোৰৰ লগত এতিয়া মোৰ সম্পৰ্ক কম চৌধুৰী। কিন্তু আপুনি ঘটনাবোৰৰ তলিলৈকে দেখা পাওঁক —মই তাৰহে চেষ্টা কৰিছোঁ। শৰতৰ কথা আৰু অলপ কৈ থওঁ শুনক। সেই যে আমেৰিকাত জগতে মেক্সিকোৰ ছোৱালী বিয়া কৰালে তাৰ খবৰটো যিদিনা ইয়ালৈ আহিল সেইদিনা— শাৰদী আৰু তেওঁৰ মাক দাদাহঁতৰ ঘৰতে আছিল।

[হঠাতে সনাতন বিছনাৰ পৰা উঠে।]

সনাতন শুনা ইন্সপেক্টৰ সি মেক্সিকোৰ ছোৱালী বিয়া কৰালে নে অষ্ট্ৰেলিয়াৰ ছোৱালী বিয়া কৰালে সেইবোৰ লৈ মই মূৰ ঘোলা নকৰোঁ — কিন্তু এই ছোৱালীজনী — শাৰদী —তাইক সি ঘৈণীয়েক কৰি লওক নলওক— আমি বোৱাৰী কৰি লৈছিলোৱেই। বোৱাৰীয়ে ৰন্ধা ভাত বুলি একমাত্ৰ সেইজনী ছোৱালীয়ে ৰন্ধা ভাত খাইছিলো। তাইক লৈ মই কি কৰোঁ — চিন্তাত বলিয়া হৈ গৈছিলো। তাইক মই সেইদিনাই কথা দিছিলো — তাইৰ গোটেই জীৱনৰ দায়িত্ব আমি ল'ম। তাৰপিছত এদিন শৰত আহিল তাৰপিছত—

লগতে দিল্লীৰপৰা আহিছে। সেইজনী ছোৱালীৰ লগত তাৰ বিয়াৰ বন্দবস্ত হৈছে।

প্ৰভাত : ভাবী!

শাৰদী : মই তালৈ অইন এটা বেগ লৈ গৈছিলো। এই কেপচুলকেইটা সেইটো বেগত নাছিল। নহ'লে সিহঁতৰ চকুৰ আগতে মই এইকেইটা গিলি দিলোহেঁতেন। পিছত ঘৰলৈ গৈ ভাবিলো,— অন্ততঃ তোমালোকক মই কথাবোৰ কৈ যাম। তাক তোমালোকে ক্ষমা নকৰিবা। অন্ততঃ তুমি,— তুমি তাক ক্ষমা নকৰিবা। এই কষ্ট মই আৰু এক মুহূৰ্তও সহ্য কৰিব নোৱাৰোঁ।
[মুখত কেপচুল ভৰাব খোজে।]

প্ৰভাত : ভাবী!
[প্ৰভাতে দৌৰি গৈ শাৰদীৰ হাতত ধৰোঁতে কেপচুলকেইটা ছিটিকি পৰে। শাৰদীৰ লগত প্ৰভাতৰ টনা-আঁজোৰা লাগে। শাৰদীয়ে জোৰকৈ প্ৰভাতৰ হাতৰপৰা নিজকে এৰুৱাই লৈ মাটিৰপৰা এটা কেপচুল বুটলি খাই দিয়ে। প্ৰভাতে চেষ্টা কৰিও বাধা দিব নোৱাৰিলে।]

প্ৰভাত : ভাবী!
[সি শাৰদীক ধৰি ছোফাত বহুৱাই দিয়ে। শাৰদীয়ে হাতখন তুলি বিদায় লোৱাৰ নিচিনা কৰে। সাত ছেকেণ্ডমানৰ কাৰণে মঞ্চ অন্ধকাৰ হয়। সংগীত চলি থাকে। মঞ্চ আকৌ পোহৰ হয়। শাৰদী নিথৰ হৈ পৰি থাকে।]

প্ৰভাত : ভাবী! তুমি সঁচাকৈয়ে এইটো কাম কৰিলা? ভাবী!
[বাহিৰৰপৰা সনাতন আৰু শীতলা আহে। তেওঁলোক ক'ৰবালৈ গৈছিল।]

সনাতন : কি হ'ল? হাঁ? প্ৰভাত? কি হ'ল?

শীতলা : কি হৈছে প্ৰভাত?

প্ৰভাত : ভাবীয়ে বিহ খাইছে।

সনাতন : বিহ খাইছে?

শীতলা : কি?

প্ৰভাত : [মাটিৰপৰা দুটা কেপচুল তুলি]— এযা খাইছে! [আঁতৰালৈ দেখুৱাই]— সেযা— সেইবোৰ
[সনাতনে কেপচুল তিনিটা তুলি লয়।]

সনাতন : কিয়? কিয তাই এই কাম কৰিলে? [ওচৰলৈ আহি] শাৰদী! শাৰদী! [প্ৰভাতক] গাড়ী-গুডা কি পাব মাতি আন। এওঁক হস্পিটেললৈ নিওঁ।

শীতলা : দাক্তি বিছনালৈ লৈ আহাচোন।

সনাতন : শাৰদী! শাৰদী!
[প্ৰভাতলৈ চায। প্ৰভাত হতবাক]

সনাতন : তেনেহ'লে? নহয় নহয় নহয় নহয়। শাৰদী!
[শৰত আহে।]

শৰত : কি হৈছে?

সনাতন : চাচোন এওঁ কি কাণ্ড কৰিলে।

শৰত : কি কৰিলে?

প্ৰভাত : ছুইছাইড কৰিলে।

শৰত : কেতিয়া?

প্ৰভাত : অলপ আগতে।

শৰত : কেনেকৈ?

প্ৰভাত : এইবোৰ খাই। [হাতৰ কেপচুল দুটা দেখুৱায়।]

শৰত : [চাই] কি এইবোৰ?

প্ৰভাত : বিহ। বৰ চোকা বিহ। তেওঁৰ জীৱটো ওলাই যাবলৈ এক মিনিটমানহে লাগিছিল।

শৰত : কেনেকৈ খাবলৈ পালে? তইঁত ক'ত আছিলি?

প্ৰভাত : মই ইয়াতে আছিলো। মা-দেউতাইঁত ঘৰত নাছিল। এইমাত্ৰ আহিছে।

শৰত : হস্পিটেললৈ—?

প্ৰভাত : ক'লো নহয়, এক মিনিটমানৰ ভিতৰতে জীৱটো ওলাই গ'ল।
[শীতলাই শাৰদীৰ গাত মূৰ থৈ নিঃশব্দে কান্দে।]

শৰত : তেওঁ ইয়ালৈ কেতিয়া আহিছিল?

প্ৰভাত : পোন্ধৰ মিনিটমানৰ আগতে।

শৰত : ছুইছাইড কৰাৰ আগতে যেনেকুৱা হ'ব পাৰে, তেনেকুৱা আছিল।

শৰত : তেওঁ পোন্ধৰ মিনিট ইয়াত কি কৰিছিল?

প্ৰভাত : মোক তেওঁৰ জীৱনৰ গল্প কৈছিল?

শৰত : কিন্তু তেওঁ এই কামটো কৰিলে কিয?

প্ৰভাত : তই নাজান কিয কৰিলে?

শৰত : মই? মই কেনেকৈ জানিম। মইতো বহুদিন তেওঁক লগেই পোৱা নাই।

প্ৰভাত : [গৰ্জি] তই জান। কি কি জান, মই ক'ব লাগে? কমনে?

শৰত : তই চিঞৰিছ কিয়? তই মোক এনেকৈ চিঞৰি কথা কৈছ?

প্ৰভাত : অ' কৈছোঁ।

সনাতন : ৰবিচোন। এনেকুৱা এটা বিপদৰ সময়ত তইঁতে নিজৰ ভিতৰতে চিঞৰ-বাখৰ কৰিছ কিয?

প্ৰভাত : নহয় দেউতা, আপুনি অলপ সময় মনে-মনে থাকক। মই ইয়াৰ কথা দুটামান শুনো। কিয় এওঁ এনেকৈ মৰিবলৈ পালে?

শৰত : তইঁতৰ কাৰণে মৰিবলৈ পালে।

প্ৰভাত : আমাৰ কাৰণে?

শৰত : তোৰ কাৰণে? [আঙুলি দেখুৱাই] তোৰ,— তোৰ কাৰণে।

প্ৰভাত : [চিঞৰি]— কি?

শৰত : মই চব জানো। শাৰদীযে মোক চব কৈ গৈছে।

প্ৰভাত : [আগবাঢি আহে।] কি কৈ গৈছে?

সনাতন : তইঁত মনে-মনে থাকচোন।

প্ৰভাত : কি কৈ গৈছে?

শৰত : তোৰ কথা কৈ গৈছে। দেউতা, এইটো এটা ডাঙৰ পুলিছ কে'ছ হ'ব পাৰে। যদি হয়, মই কিন্তু ইয়াক বচাব নোৱাৰিম। এতিয়া লাহে-লাহে চব কথা মোৰ আগত চাফা হৈ আহিছে।

সনাতন : হৈছে কি?

শৰত : মোৰ সন্দেহ হৈছে,— ই এই ছোৱালীজনীৰ সৰ্বনাশ কৰিলে।

প্ৰভাত : [চিঞৰি]— চয়তান! জানোৱাৰ! তোক মই—

[শৰতক ডিঙিত টেপা মাৰি ধৰে। চিএ্ৰৰ-বাখৰ লাগে।]

সনাতন : প্ৰভাত! কি কৰিছ তই?

শীতলা : [ধৰেহি] অ'ই প্ৰভাত এৰিদে। কি কৰ?

প্ৰভাত : মই তাক আজিযেই—

সনাতন : আঁতৰ হ বুলিছো নহয়।

[জোৰে টানি আনি প্ৰভাতক প্ৰচণ্ড চৰ এটা মাৰে।]

সনাতন : তোৰ ইমান সাহ? [আৰু এক চৰ মাৰে।] তোৰ এনেকুৱা জ্ঞান হৈছে? ইমান ডাঙৰ-ডাঙৰ কথা কৈ ভিতৰি-ভিতৰি এনেকুৱা কাণ্ডৰ কাৰণে শিক্ষা গোটাইছ? মোৰ চকুৰ আগতে তাক তই টেঁটুচেপি মাৰিবলৈ ওলাইছ? [আকৌ মাৰিব খোজে, শীতলাই বাধা দিযে।] ওলাই যা।

প্ৰভাত : কিন্তু দেউতা!— মোৰ কথা—

সনাতন : ওলাই যা মোৰ মুখৰ আগৰপৰা। তই আৰু মোৰ আগলৈ নাহিবি। মৰিলেও নাহিবি। [প্ৰভাতে অবাক হৈ বাপেকৰ মুখলৈ চায। মাকৰ মুখলৈ চায। হঠাতে দুযোৰে ভৰি চুই সেৱা কৰে। তাৰপিছত যাব খোজে। উভতি আহে।]

প্ৰভাত : আপুনি যাবলৈ নক'লেও মই গ'লোহেঁতেন দেউতা। কাৰণ ই মোৰ পাছত পুলিছ লগাই দিব। পুলিছে মোক জেইলত ভৰাই থ'ব। কিন্তু মই তেনেকৈ বন্ধ হৈ থাকিব নোখোজোঁ। [দেউতাকক দেখুৱাই শৰতক কয] কিন্তু এইজন মানুহ মৰাৰ আগতে তই এওঁৰ ভৰিত পৰি সঁচাকথা ক'ব লাগিব। তাৰ ব্যৱস্থা নকৰালৈকে মই নমৰোঁও, জেইললৈও নাযাওঁ।

[ওচি যায। সকলো থৰ হৈ থাকে। আঁৰ-কাপোৰ পৰে।]

**(পাঁচ মিনিটমানৰ বিৰতি)**

## দৃশ্য : ১৫

### মঞ্চ : ১

[হস্পিটেলৰ কোঠালিটো। জগদীশ ডাক্তৰ আৰু সদানন্দ ডাক্তৰ বহি আছে। ইন্সপেক্টৰ আৰু নিৰঞ্জন থিয হৈ আছে। সনাতন বিছনাত বহি আছে।]

সনাতন : [তলমূৰ কৰি] ডাক্তৰ!

[সদানন্দ আৰু জগদীশ ডাক্তৰে মুখ চোৱাচুই কৰে।]

নিৰঞ্জন : কাক মাতিছা?

সনাতন : দুযোজনকে মাতিছোঁ। দত্ত চাহাব!

ড° দত্ত : কওক।

সনাতন : তুমিও শুনিবা সদানন্দ। এওঁলোকে কোৱা শুনিছোঁ, এইবাৰলৈ বোলে সাক্ষী-বাদী লোৱা শেষ হ'ল। এওঁলোকে বোলে মোক জামিনত ইযাৰপৰা উলিযাই নিবলৈ চেষ্টা কৰিব। সেই ভযতে মই শেষত আপোনালোকক মতাই অনাইছোঁ। আপোনালোক মোৰ সাক্ষী। দত্ত চাহাব!

ড° দত্ত : কওক।

সনাতন : মোৰ পৰিবাৰক শেষৰবাৰ পৰীক্ষা কৰি আপুনি আশা এৰি দিছিল। আপোনাৰ আৰু কৰিবলগীযা নাই বুলি ভাবিছিল। নহয জানো।

ড° দত্ত : হয।

সনাতন : সদানন্দ, তুমি গৰম পানী খুজি, সেক-পোটক দি কিবা কৰা যেন দেখুৱাইছিলা যদিও, তুমিও মনে-মনে আশা এৰি দিছিলা।

সদানন্দ : মইতো সকলো কৈছিলোৱেই।

সনাতন : কি কাৰণে, কেনেকৈ তেনেকুৱা মানুহজনী বাচি উঠিল ক'ব পাৰেনে দত্ত চাহাব?

ড° দত্ত : নানাধৰণৰ ঘটনা ঘটে, কিন্তু তেখেতৰ ক্ষেত্ৰত কি ঘটিল মই সঠিককৈ ক'ব নোৱাৰোঁ।

সনাতন : ঘটক নানাধৰণৰ ঘটনা, কিন্তু আপোনালোকে মৰিব বুলি এৰি দিয়া মানুহজনীৰ কথা এওঁলোক সকলোৱে এতিয়া এৰি নিদিয়ে কিয়? আপোনালোকৰ মেডিকেল শাস্ত্ৰৰ পৰা বিদায় লৈ মানুহজনী মোৰ ওচৰতহে আছিল। মানুহজনীৰ মুখত পানী এটোপা দিবলৈ মোৰ শক্তি নাই, কষ্টত মানুহজনীয়ে ছটফটাই থাকে, সেইজনী মানুহক মাৰি মই অপৰাধ কৰিলো নে ভাল কাম কৰিলো,— আপোনালোকে এওঁলোকক কৈ যাওক।

ড° দত্ত : আপুনি তেখেতক মৰাটো কেনেকুৱা কাম হ'ল, সেইটো আইনে বিচাৰ কৰিব। কিন্তু আমাৰ কথা হৈছে,— আমি মানুহক বচাবলৈ আপ্ৰাণ চেষ্টা কৰিব পাৰোঁ, আমি সকলোকে বচাব নোৱাৰোঁও, কিন্তু আমি ইচ্ছা কৰি কাকো মাৰিব নোৱাৰোঁ। আমাৰ সেই অধিকাৰ নাই। আমাৰ ওপৰত বচোৱাৰ দায়িত্বহে আছে, মৰাৰ দায়িত্ব নাই।

সনাতন : কি আচৰিত কথা! বচাব নোৱাৰিলে মানেই তো মৰিবলৈ দিলে! তাৰ মানে কেতিয়া মৰে মৰক বুলি বেমাৰীটোক এৰি থৈ গুচি যায়?

ড° দত্ত : কিন্তু আপুনিতো নিজেই দেখিলে, —আমি এৰি থৈ অহাৰ পিছত আপোনাৰ পৰিবাৰ ভাল হৈ উঠিল। তেখেতে এই সংসাৰখনৰ অন্ততঃ কেইদিনমানতো ভালকৈ দেখিলে! আপুনি নিজেই আজি আগতকৈ কিমান ভালে আছে! ইয়াৰ ডাক্তৰসকলৰ বলতে নহয় জানো? আজি মই এজন ৰোগীক ভাল হোৱাৰ কোনো আশা নাই বুলি মাৰি থৈ আহিলো, কিন্তু কাইলৈকেতো এটা নতুন ঔষধ ওলাব পাৰে! মই যদি আজি ৰোগীজনক মাতি থৈ নাহোঁ, তেনেহ'লে তেওঁতো সেইটো ঔষধ খাই আৰু পাঁচবছৰ জীযাই থাকিব পাৰে!

সনাতন : কিন্তু মই যেতিয়া বুজোঁ— এইজনী মানুহে আৰু কোনো ঔষধ আৱিষ্কাৰ হোৱালৈ বাট চোৱাৰ উপায় নাই,— যমৰ যন্ত্ৰণাৰ বাহিৰে এই পৃথিৱীত মানুহজনীৰ কাৰণে আৰু একো নাই, তেতিযা? সদানন্দ, তেতিয়া তুমি কিমান দিন মানুহজনীক যমৰ যন্ত্ৰণা খোৱা চাই থাকিবা? তুমি ডাক্তৰ, নে সেই মানুহজনীক গোটেই জীৱনটো মৰম কৰা গিৰিযেক, নে যমৰ চাওদাং? দিনৰ পিছত দিন তুমি মানুহজনীক সেই যন্ত্ৰণা খাই থাকিবলৈ দিব পাৰিবা?

সদানন্দ : নোৱাৰোঁ।

সনাতন : ঠিক। নোৱাৰা। শুনিলে ডাক্তৰ চাহাব? [সদানন্দক] তুমি কি কৰিলাহেঁতেন?

সদানন্দ : মই তেওঁক শান্তিৰে, চিৰদিনলৈ টোপনি যোৱাৰ ব্যৱস্থা কৰি দিলোঁহেতেন।

সনাতন : [আৰু জোৰে] ঠিক। ঠিক। তুমি হত্যা কৰিলাহেঁতেন।

সদানন্দ : সেইটোক যদি হত্যা বোলে,— তেনেহ'লে হত্যাকে কৰিলোহেঁতেন।

সনাতন : তোমাৰ ফাঁচি হ'লহেঁতেন।

সদানন্দ : হ'লহেঁতেন যদি হ'লহেঁতেন।

সনাতন : ঠিক। ইন্সপেক্টৰ, নিৰঞ্জন,— এখেতসকলক যাবলৈ দিয়া। মোৰ আৰু এখেতসকলক একো সুধিবলগীয়া নাই। কেৱল তোমালোকে মনত ৰাখিবা,— আমাক চিকিৎসা কৰা দুজন ডাক্তৰৰ

ভিতৰত এজন মোৰ ফলীয়া। আমি যিটো ভাল বুলি ভাবিছোঁ সেইটো কৰিছোঁ, কিন্তু আমাৰ দুযোজনৰে ফাঁচি হ'ব। হ'বই লাগিব।

ড° দত্ত : মই আহোঁ।

নিৰঞ্জন : যাওক। [ড° দত্ত যায।]

সদানন্দ : মযো আহোঁ।

নিৰঞ্জন : ভাল।

সনাতন : তুমি কিন্তু আদালতত মই ফাঁচিৰপৰা সাৰি যাব পৰা একো কথা নক'বা। [সদানন্দ যায।]

সনাতন : কি অদ্ভুত কাণ্ড! কেনেকৈ মৰ মৰ বুলি এৰি থৈ গুচি যোৱা! কেতিয়া মৰে চাই থাকিবলৈ দিয়া? মোৰ এশবছৰীয়া ককাক মোৰ আই-বোপাইহঁতে, মোৰ বোপাইক মই, মোৰ পৰিবাৰ, ভাই-ককাই, নবৌ, ভাই-বোৱাৰীহঁতে,— এটাইখনে পৰ দি দি বেৰি চাই আছিলো,— সকলোৰে মুখত এটোপা-এটোপা গংগাজল দিছিলো। এতিয়া সেই দিন আছে নে কি?

নিৰঞ্জন : [মূৰ জোকাৰে] নাই।

সনাতন : কোনে আমাক বেৰি ধৰি চাই থাকিব? কোনে মোৰ মুখলৈ চাই থাকিব? কোনে মোৰ মানুহজনীৰ মুখলৈ চাই থাকিব? [মাত ভাগি যাব খোজে] তেওঁ মোৰ মুখলৈ চাব নোৱাৰে, মই উঠি গৈ তেওঁৰ মুখলৈ চাবলৈ গাত শক্তি নাপাওঁ।

নিৰঞ্জন : আমি সেইটোকে বিচাৰ কৰি আছোঁ। চাৰিটা সন্তান জন্ম দিছিলা, সিহঁতক মানুহ কৰিবলৈ, সিহঁতক সুখী কৰিবলৈ ওৰে জীৱন দেহা মাৰি কষ্ট কৰিছিলা। তেনেহ'লে মৰিবৰ সময়ত তোমালোকৰ মুখলৈ চাবলৈ কোনো নোহোৱা হ'ল কিয়?

সনাতন : সিহঁত আহিছিল নহয়! মাকৰ টান হোৱাৰ সময়ত,— মালাৰ বাৰু অসুবিধা হ'ল কাৰণে নাহিল, কিন্তু বাকী দুটা আহিছিল নহয়! ইমান কামৰ মাজৰপৰা, ইমান দূৰৰপৰা কেইদিনমানৰ পিছতে আকৌ এবাৰ আহিব পাৰে নে কি? ওঁহো, সিহঁতক তুমি নুদুষিবা।

ইন্সপেক্টৰ : চৰকাৰৰ নটিচখন পাই কিন্তু দৌৰি আহিল! আপোনালোকৰ জোৰতকৈ চৰকাৰী নটিচৰ জোৰ বহুত বেছি!

সনাতন : তোমালোকে এইটো বেয়া কাম কৰিছা। আইন-আদালত মামলা-মোকৰ্দমা এইবোৰলৈ সকলোৱে ভয় কৰে। তোমালোকে সিহঁতক আমনি কৰিব নালাগিছিল।

নিৰঞ্জন : সিহঁতৰ কাৰণে তুমি ইমান কষ্ট কৰিলা, এতিয়া সিহঁতে সেইকণ কষ্ট কৰক দিয়া!

সনাতন : তুমি বাৰে-বাৰে মোৰ কষ্টৰ কথা কৈ আছা। হয, কৰিছিলো কষ্ট, কিন্তু সেয়া সিহঁতক মই ধাৰ দিছিলো নে কি? মই মোৰ কৰ্তব্য কৰিছিলো।

ইন্সপেক্টৰ : সেইটো আমি বুজিছোঁ। কিন্তু তেওঁলোকৰো কিবা কৰ্তব্য আছিল নে কি—?

সনাতন : আছিলতো! সিহঁতৰ কৰ্তব্য সিহঁতে কৰি আছে। এই জগত,— জগতৰ কথাকে কওঁ। এতিয়া সি উপাৰ্জন কৰিব লাগে, ঘৰ-সংসাৰ চলাব লাগে, সিহঁতৰ ল'ৰা-ছোৱালীৰ ভৱিষ্যতৰ বাবে চিন্তা কৰিব লাগে। সেইবোৰ এতিয়া তাৰ কৰ্তব্য, সি কৰি আছে। আমি তাক জন্ম দিলো, ডাঙৰ হ'বলৈ সহায কৰিলো, সেই কাৰণে এতিয়া সি আমাকে সাবট মাৰি ধৰি থাকিব নে কি?

ইন্সপেক্টৰ : তেওঁ যে শাৰদীক ফাঁকি দি মেক্সিকোৰ ছোৱালী বিয়া কৰাই এই ফাললৈ পিঠি দিলে—?

সনাতন : দুখৰ কথা। বৰ দুখৰ কথা। আমাৰ কাৰণে দুখৰ কথা নহয়, কিন্তু শাৰদীৰ কাৰণে বৰ দুখৰ কথা। কিন্তু এনেকুৱা ঘটনা এই পৃথিৱীখনত কোনেও ঘটোৱা নাইনে? ঘটি যায়। বৰ অদ্ভুত ধৰণৰ ঘটনা ঘটি যায়। কিন্তু আমি ঘটি যোৱা ঘটনাক নঘটা কৰিব পাৰিমনে? মেক্সিকোৰ ছোৱালী বিয়া কৰালে কাৰণে সি মোৰ ভৰিত পৰি থাকিব লাগিব নে কি? শাৰদীক ঠগিলে কাৰণে সি মাকৰ ভৰিত পৰি থাকিব নে কি? সিহঁতৰ স্বাধীনতা বোলা বস্তু এটা নাই? ঘটি থাকে। এনেকুৱা ঘটনা ঘটি থাকে।

ইন্সপেক্টৰ : তেনেকৈ চাবলৈ গ'লেতো আপোনাৰ ইজন ল'ৰা শৰত অধিকাৰীৰো কোনো দোষ নাই।

সনাতন : নাইতো! সি ডাঙৰ মানুহ হৈছে, ক্ষমতা থকা মানুহ হৈছে, দোপত-দোপে তাৰ উন্নতি হৈছে; নিজৰ বলেৰে সৌ মৰিছহু পাইছেগৈ, ইমান ডাঙৰ সংসাৰখনৰপৰা আঁতৰাই আনি মই তাক তাৰ বেমাৰী মাকৰ বিছনাত বহুৱাই থ'ম? মই বাৰে-বাৰে কৈছোঁ ইন্সপেক্টৰ, আমাৰ ওচৰত সিহঁতে একো দোষ কৰা নাই, কিন্তু মই তোমালোকৰ ওচৰত বহুত দোষ কৰিছোঁ, মোক ফাঁচি দিয়া। যিমান সোনকালে পাৰা সেইটো কৰাৰ ব্যৱস্থা নকৰা কিয়? [গৰ্জি] কিয় মোক এনেকৈ শাস্তি দিছা?

ইন্সপেক্টৰ : আপোনাৰ সৰু পুতেকে ক'ৰবাৰপৰা পঠোৱা এই একত্ৰিছ পৃষ্ঠাৰ চিঠিখনত শৰত অধিকাৰী যি কাহিনী লিখিছে, আজি ইমান দিনে আপুনি সেই কাহিনী লুকুৱাই ৰাখিছে।

সনাতন : হয়, সেইটোও মোৰ অপৰাধ। তাৰ কাৰণেও মোৰ সোনকালে ফাঁচি হ'ব লাগে।

ইন্সপেক্টৰ : কিন্তু আমি শৰত অধিকাৰী আৰু শাৰদীৰ ঘটনাটোৰো তদন্ত কৰিব লাগিব।

সনাতন : [খঙেৰে] কৰা। এশবাৰ কৰা।

ইন্সপেক্টৰ : সেই তদন্তৰ বাবে আপোনাকো আমাৰ প্ৰয়োজন হ'ব?

সনাতন : [চিঞৰি] কি? [কাতৰ হৈ] নিৰঞ্জন, তোমালোকে কিয় এনেকুৱা কৰিছা? মোৰ আৰু কি ক'বলৈ বাকী আছে, তুমিযেই কোৱাচোন।

নিৰঞ্জন : দাদা, তুমি বহুত কথা ক'লা। ক'বলৈ হয়তো আৰু বেছি একো নাই। কিন্তু তুমি বহুত মিছা কথা ক'লা।

সনাতন : মিছা কথা?

নিৰঞ্জন : হয়।

সনাতন : মই?

নিৰঞ্জন : হয়। তুমি বেমাৰত কষ্ট পোৱাৰ কথা বহুত ক'লা। কিন্তু বৌক বিহ খুৱাই দিবলৈ, নিজে বিহ খাবলৈ তোমাক অকল সেই কষ্টবোৰেই উদগালে নে?

সনাতন : আৰু,— আৰু কিহে উদগাব? আমাৰ কাম শেষ হ'ল, কোনেও আমাৰ বাবে আৰু কষ্ট খাব নালাগে—

নিৰঞ্জন : আগতে বেমাৰত কষ্ট পালে তুমি মোলৈ খবৰ পঠোৱা। এইবাৰ যদি সিমান কষ্ট হৈছিলেই, মোলৈ খবৰ নপঠালা কিয়?

সনাতন : তোমাকনো আৰু কিমান আমনি কৰিম? গোটেই জীৱনটো—

নিৰঞ্জন : গোটেই জীৱনটো ইমান আমনি কৰিলাই যেতিয়া এই কামটো কৰাৰ আগতে এবাৰ আমনি নকৰিলা কিয়? যোৱা তিনি-চাৰি বছৰে তোমাক মই যিমান বেমাৰী দেখিছিলো, তাতকৈতো এতিয়া তুমি বহুত কম বেমাৰী। এইবাৰ তুমি আমনি নকৰিলা, —কাৰণ তুমি কাকো ওচৰত বিচৰা নাছিলা। তুমি অকলে-অকলে নিজকে সাজু কৰিছিলা। বেমাৰৰ কষ্টত নহয়, মনৰ কষ্টত

তুমি এই কাম কৰিছিলা।

সনাতন : মনৰ কষ্ট? মোৰ কিহৰ মনৰ কষ্ট? নাই নাই নাই নাই, মোৰ মনৰ কষ্ট একো নাই? মোৰ একো দুখ নাই।

নিৰঞ্জন : একো দুখ নাই? কাৰপৰা তুমি সুখ পালা? এই যে তোমাৰ পুত্ৰ-কন্যাসকলে সাক্ষী দি গ'ল, কোনে তোমাক সুখ দিয়াৰ কাহিনী কৈ গ'ল? আমি সঁচা কথা উলিয়াবলৈ ইমান কষ্ট কৰিছোঁ, আৰু তুমি ইমান কষ্ট কৰি মিছাকথা কৈছা কিয়?

সনাতন : নাই নাই নিৰঞ্জন, মই মিছাকথা কোৱা নাই।

নিৰঞ্জন : মই যদি তোমাৰ সমান মনোকষ্ট পালোহেঁতেন, তেনেহ'লে আত্মহত্যা কৰিলোহেঁতেন, কিন্তু কাকো মই ৰেহাই নিদিলোহেঁতেন। এতিয়াও মই কাকো ৰেহাই নিদিওঁ। আমৰিকাৰপৰা, মৰিছাছৰপৰা আদালতৰ কাঠগড়াত থিয় হ'বলৈ সিহঁতে অফুৰন্ত সময় কেনেকৈ উলিয়ায় চাই থাকা।

সনাতন : [অস্থিৰ] —নহয় নহয় নিৰঞ্জন—

নিৰঞ্জন : মাকৰ মুখত পানী দিবলৈ সময়-সুবিধা নোপোৱা মালাই, কাঠগড়াত থিয় হৈ বুজিবলৈ সুবিধা পাব,— কাৰ জহত তাই এই পৃথিৱী দেখিবলৈ পাইছিল। তাইৰ গিৰিয়েকে, তাইৰ শাহুৱেকে বুজি যাব, —এজনী ছোৱালীৰ মাক-বাপেক কি বস্তু। চাই থাকা।

সনাতন : [কাতৰ হৈ] মই— মই এইবোৰ চাই থাকিব লাগিব? নোৱাৰিম, নোৱাৰিম নিৰঞ্জন। তুমি আদালতৰ জোৰত পৃথিৱী ওলোটা ফালে ঘূৰাব নোৱাৰিবা। সকলোকে স্বাধীন হ'বলৈ দিয়া। স্বাৰ্থপৰ নহ'বা। সকলোকে মুক্ত কৰি দিয়া। মোকো মুক্তি দিয়া নিৰঞ্জন।— ইন্সপেক্টৰ [হাতযোৰ কৰে।]
[লাহে-লাহে মঞ্চ আন্ধাৰ হয়। সংগীত। আঁৰ-কাপোৰ পৰে।]
অন্ধকাৰ হয়। সংগীত। আঁৰ-কাপোৰ পৰে।]

# দৃশ্য ঃ ১৬

## মঞ্চ ঃ ২

[হস্পিটেলৰ বাৰাণ্ডা। ৰাতি। সংগীতৰ মাজত মঞ্চৰ আঁৰ-কাপোৰ দাং খায। এজনী নাৰ্ছ, চিপাহীজন আৰু প্ৰভাতে কথা পাতিছে।]

চিপাহী : আমাৰ ওপৰত কাৰা হুকুম আছে— এছ পিৰ পাৰ্মিছন নোহোৱাকৈ আমি কাকো সেইটো কোঠালৈ যাবলৈ দিব নোৱাৰোঁ।

প্ৰভাত : চাওক, মই তেওঁৰ পুতেক। এয়া [জেপৰপৰা ফটো উলিয়াই] —এইখন চাওক, এয়া মই, এয়া মোৰ দেউতা।

নাৰ্ছ : বুজিছোঁ, কিন্তু,— আমাৰ যে উপায় নাই—

প্ৰভাত : মই বৰ কষ্ট কৰি আহিছোঁ ছিষ্টাৰ। আজিযেই যাবগৈ লাগে। দেউতাক এবাৰ লগ ধৰি যাবলৈ নাপালে মই বৰ কষ্ট পাম।

নাৰ্ছ : আপোনালোকে ইচ্ছা কৰিলেই মোক যাবলৈ দিব পাৰে। মাত্ৰ দহ মিনিট—। মই আপোনালোকক হাতযোৰ কৰি অনুৰোধ কৰিছোঁ—
[এনেকৈ কথা পাতি থাকোঁতেই মঞ্চ আন্ধাৰ হয়। সংগীত। আঁৰ-কাপোৰ পৰে।]

# দৃশ্য ঃ ১৭

## মঞ্চ ঃ ১

[হস্পিটেলৰ কোঠালিটো। সংগীত। ৰাতি সনাতনে মূৰে-গায়ে কাপোৰ লৈ শুই আছে। নার্ছ, তেওঁৰ পিছে-পিছে প্রভাত আৰু চিপাহীজন সোমাই আহে। পোহৰ কম। প্রভাতে বিছনাৰ ওচৰ চাপি বাপেকৰ ফালে চাই থাকে। লাহেকৈ ভৰিখন চোৱে।]

প্রভাত ঃ [লাহেকৈ] দেউতা!
[সনাতন উচপ খাই উঠে।]

সনাতন ঃ কোন?

প্রভাত ঃ মই প্রভাত, দেউতা।

সনাতন ঃ প্রভাত?
[নার্ছে এটা ছুইচ অন কৰি দিয়ে। এটা লাইট জ্বলে।]

প্রভাত ঃ হয় দেউতা।
[সনাতন থিয় হয়।]

সনাতন ঃ প্রভাত?
[চাই থাকি সাবট মাৰি ধৰে। অলপ পৰ তেনেকৈয়ে থাকে। তাৰপিছত—]

সনাতন ঃ তই ক'ৰপৰা আহিলি? ক'ত আছিলি? ইয়ালৈ কেনেকৈ আহিলি? তোক সোমাবলৈ দিলে?

প্রভাত ঃ এওঁলোকে দয়া কৰি মোক সোমাবলৈ দিছে।

সনাতন ঃ [পুলিছ আৰু নার্ছক]— বৰ ভাল কাম কৰিছা। তোমালোকক মই আশীর্বাদ দিছোঁ। এওঁ মোৰ ল'ৰা। সৰু ল'ৰা। মই এওঁৰ লগত অকণমান কথা পাতোঁ। তোমালোক বাহিৰতে থাকাগৈ যোৱা।

প্রভাত ঃ দহ মিনিটমান।— আৰু এইকণ সময়ত কাকো ভিতৰলৈ আহিবলৈ নিদিব। আপোনালোকৰ এই উপকাৰৰ কথা মই সদায় মনত ৰাখিম।
[নার্ছ আৰু চিপাহী যায়।]

সনাতন ঃ তই ভালে আছ?

প্রভাত ঃ আছোঁ।

সনাতন ঃ তোৰ কষ্ট হৈছে?

প্রভাত ঃ মোৰ কথা নাভাবিব।

সনাতন ঃ তই মোৰ ওপৰত খং কৰি আছ? মোক বেয়া পাই আছ?

প্রভাত ঃ নাই নাই, সেইবোৰ কথা নাভাবিবই দেউতা? মই সকলো বুজোঁ।

সনাতন ঃ তই আমাৰ কিবা অসুখ-বিসুখ হ'লেই খবৰ লৈ থাক নহয়?

প্রভাত ঃ আপুনি কেনেকৈ জানিলে?

সনাতন ঃ যেতিয়াই কোনোবা এটা মানুহে নিজৰ চিনাকি নিদিয়াকৈ আমাৰ খবৰ লয়, তেতিয়াই মই গম পাওঁ,— তই কাৰোবাৰ হতুৱাই আমাৰ খবৰ লৈছ। তই— এই পাছৰ কথাবোৰ শুনিছ?

প্রভাত ঃ শুনিছোঁ। চব শুনিছোঁ।

সনাতন ঃ মই তোৰ মাৰক মাৰিলো।

প্রভাত ঃ শুনিছোঁ। সকলো শুনাৰ পাছত আজি মই আপোনাৰ ওচৰলৈ আহিছোঁ। মই প্রতিজ্ঞা কৰিছিলো,— ইহঁতৰ গোটেই জাতটোক ধ্বংস নকৰালৈকে মই আপোনাৰ মুখ নাচাওঁ। কিন্তু নোৱাৰিলো।

ইহঁতৰ জোৰ বৰ বেছি? নোবাৰিমো হ'বলা।

সনাতন : বৰ কষ্ট প্ৰভাত। এওঁ নিৰঞ্জন— নিৰঞ্জনে কথাবোৰ ঠিক ধৰে। মই সকলোৰে আগত চিঞৰি-চিঞৰি কৈ আছোঁ,— মই কাৰো পৰা কষ্ট পোৱা নাই। মোৰ মনৰ কষ্ট একো নাই। কিন্তু তেওঁ ঠিক ধৰিছে? দেহাৰ কষ্ট তুচ্ছ, কিন্তু মনৰ কষ্টই আমাক জীয়াই থাকিব নোৱৰা কৰিছিল। তোক আজি মনৰ কথা খুলি কৈছোঁ। ক'ত মোৰ ল'ৰা-ছোৱালী, ক'ত মোৰ নাতিহঁত বুলি মাৰে সদায় হুমুনিয়াহ কাঢ়ে। মানুহজনীৰ মুখৰ মাত, চকুৰ পোহৰ,— সকলো নাইকিয়া হৈ গৈছিল। শাৰদী এতিয়াও? আও অনবৰত মোৰ পিছে-পিছে ঘূৰি ফুৰে। তোক যে চৰিযাইছিলো,— এইখন হাত এতিয়াও ৰম-ৰমকৈ পুৰি থাকে।

প্ৰভাত : কৈছোঁ নহয়, মোৰ কথা নাভাবিব। মই সকলো বুজোঁ। মই আপোনাক বেয়া নাপাওঁ দেউতা। [দেউতাকৰ হাতখন ধৰে।]

সনাতন : এতিয়া মই মৰিব খোজোঁ,— আৰু এতিয়া সিহঁতে মোৰ কাৰণে ভালৰো ভাল ডাক্তৰ, ভালৰো ভাল ঔষধ, খাবলৈ ভালৰো ভাল বস্তু—! আৰু এইখন হাতেৰে মাৰক বড়িটো খুৱালো কাৰণে আজিকালি মই [বাঁও হাতখন দেখুৱাই] এইখন হাতেৰে ভাত খাওঁ। মই বৰ কষ্ট পাইছোঁ প্ৰভাত। মাৰেও বৰ কষ্ট পাইছে। মই মাৰৰ ওচৰলৈ যাবলৈ যিমানে যত্ন কৰিছোঁ, এওঁলোকে মোক জীয়াই ৰাখিবলৈ সিমানে যত্ন কৰিছে। আমি যে একেলগে যাবলৈ ওলাইছিলো,— কথাটো তই শুনিছনে?

প্ৰভাত : শুনিছোঁ।

সনাতন : মাৰক তেনেকৈ মৰাৰ কাৰণে তই মোক শাও দি থাক নে কি?

প্ৰভাত : ওহোঁ। নিদিওঁ। [অইনফালে চায়। আঁতৰি যায়।]

সনাতন : [ওচৰলৈ গৈ] তযে কচোন প্ৰভাত,— একেলগে যাম বুলি, তেওঁক পঠিয়াই দি, মই এনেকৈ থাকি যোৱাটো নিষ্ঠুৰ কাম নহয? বিশ্বাসঘাতকতা নহয? ইমান কষ্ট, ইমান কষ্ট, তাৰ ওপৰতে এইটো কষ্ট সহ্য কৰিবলৈ মই শক্তিয়েই বিচাৰি পোৱা নাই। চকু মুদিলেই মইতোৰ মাৰক সৌখিনিতে মোলৈ বৈ থকা দেখোঁ। [কান্দে।]

[প্ৰভাতে অলপ অহা-যোৱা কৰে।]

প্ৰভাত : মই এটা কথা কওঁ, শুনিব দেউতা?

সনাতন : শুনিম। তোৰ কথা মই চব শুনিম। ক।

প্ৰভাত : বৰ ডাঙৰ পাপৰ কথা।

সনাতন : বৰ ডাঙৰ পাপ বুলিবলৈ মোৰ কাৰণে এই পৃথিবীত আৰু একো নাই। আটাইতকৈ ডাঙৰ পাপটো ময়েই কৰি আঁটালো। [বৈ] ক, কি ক'ব খুজিছিলি?

প্ৰভাত : আপুনি এই পৃথিবীৰপৰা গ'লে শান্তি পাব?

সনাতন : [উত্তেজিত] পাম পাম প্ৰভাত, বৰ শান্তি পাম।

প্ৰভাত : ভাবী,— শাৰদীৰ হাতৰপৰা পৰি যোৱা কেপচুল তিনিটা আপুনি বুটলি লৈছিল?

সনাতন : লৈছিলো। তাৰে এটা মাৰক—

প্ৰভাত : মই জানো। মাটিৰপৰা বাকী দুটা কেপচুল মই তুলি লৈছিলো। থৈ দিছোঁ। তাৰে এটা মোক লাগিব পাৰে। কিন্তু সেইটো কামত নলগাবলৈ মই খুব যুদ্ধ কৰিম।

সনাতন : নহয় নহয প্ৰভাত, তই সেইটো কাম নকৰিবি। কেতিযাও নকৰিবি।

প্ৰভাত : কৈছোঁ নহয় খুব যুদ্ধ কৰিম নকৰিবলৈ। আৰু,— [ৰৈ যায]

সনাতন : ক।

প্ৰভাত : আপোনাৰ কাৰণে মই বৰ কষ্ট পাইছোঁ। এই কষ্ট সহ্য কৰিব পৰা নাই।— আৰু— আৰু মোৰ যুদ্ধখনৰ কাৰণে মোক যি দুৰ্দান্ত শক্তি লাগে— আপুনি পাই থকা কষ্টৰ কাৰণে মই সেই শক্তি গোটাব পৰা নাই। মই মুক্ত হ'ব পৰা নাই। সেইকাৰণে— আপুনিও বিচাৰি থকা মুক্তি পাওক, মাযো শান্তি পাওক, সেই কাৰণে—

সনাতন : কচোন।

প্ৰভাত : সেই কাৰণে ইটো কেপচুল মই আপোনাক দি যাবলৈ আহিছোঁ।

সনাতন : হয? হয প্ৰভাত? দে। দে। উস্। মই বৰ আনন্দ পাইছোঁ প্ৰভাত। দে।
[হাত মেলি ৰৈ থাকে। প্ৰভাতে জেপৰপৰা পেকেট এটা উলিযাই, সেইটো খুলি, কেপচুল এটা সনাতনৰ হাতত দিযে।]

সনাতন : মই বৰ আনন্দ পাইছোঁ প্ৰভাত। গোটেই জীৱনটোত সন্তানৰপৰা মই এনেকুৱা আনন্দ কেতিযাও পোৱা নাই। ইমান কষ্টৰ মূৰত শেষত মোৰ সন্তানৰপৰা কি শান্তি—।
[প্ৰভাতে সনাতনৰ ভৰি চুই সেৱা কৰে। থিয হৈ]

প্ৰভাত : পাপ কৰিলো যদি মোক ক্ষমা কৰিব দেউতা।

সনাতন : পাপ? ওহোঁ। পুণ্য পুণ্য, মহাপুণ্য প্ৰভাত। মহাপুণ্য।
[প্ৰভাতক সাবটি ধৰে। কিছুসময দুযো তেনেকৈযে থাকে। অলপ পাছত প্ৰভাতে নিজকে মুক্ত কৰি চকুপানী মচে।]

প্ৰভাত : আহোঁ।

সনাতন : যা। মই কিন্তু তোক থৈ গ'লো। মনত ৰাখিবি।

প্ৰভাত : ৰাখিম।
[প্ৰভাত যায।]

সনাতন : শুনচোন।
[প্ৰভাত উভতি আহে। সনাতনে তাৰ কপালত চুমা খায।]

সনাতন : যা।
[প্ৰভাত যাযগৈ। সনাতন ৰৈ থাকে। অলপ পাছত তেওঁ খিৰিকীৰ কাষলৈ গৈ বাহিৰলৈ চাই থাকে। নাৰ্ছ আহে।]

নাৰ্ছ : কি কৰিছে?

সনাতন : বাহিৰখন চাই লৈছোঁ আইটি।
[বিছনালৈ আহে।]

নাৰ্ছ : আপোনাৰ ঔষধ খাবৰ সময হৈছে।
[বিছনাৰ ফালে আগবাঢে।]

সনাতন : খাম খাম। ইয়াতে থৈছা নহয়? মই নিজে খাম।
[বিছনাত উঠে। গাত কাপোৰ লয।]

নাৰ্ছ : আৰু কিবা লাগিব নে কি?

সনাতন : নালাগে আইটি। মোক আৰু একো নালাগে। [পানী গিলাছ হাতলৈ লয়।] সেই লাইটো নুমুৱাই দি তুমি যোৱাগৈ।

নাৰ্ছ : গুড নাইট।

সনাতন : গুড নাইট, গুড নাইট।

[লাইট নুমুৱাই দি নাৰ্ছ যাযগৈ। সনাতনে ওপৰলৈ চাই চিন্তা কৰি থাকে। তাৰপিছত চাৰিওফালে চায। কেপচুলটো কপালত লগায। সেইটোলৈ চাই থাকে। তাৰ পাছত খায়। পানী খায। গিলাছটো থৈ শোৱে। ডিঙিলৈকে কাপোৰ টানি লয়। বে'ড ছুইছটো টিপি ওচৰৰ টেবুল-লেম্পটো নুমুৱাই দিয়ে। কোঠালিটোত কেৱল বাহিৰৰপৰা খিৰিকীযেদি সোমোৱা ক্ষীণ পোহৰ পৰি থাকে। তৃতীয দৃশ্যত পাঠকে পঢ়া ঘোষাৰ শব্দ ভাহি আহে।

ঘোষা :

হে' প্ৰাণ-প্ৰভু ৰঘুপতি ৰাম ৰাম ৰাম ৰাম ৰাম

তোমাত কৰিযা তযু গুণ-নাম চাৰ

বিনা সেতু-বন্ধ কৰি-নৰে ৰাম ৰাম ৰাম ৰাম ৰাম

অপাৰ সংসাৰ-সমুদ্ৰৰ হোৱে পাৰ।।

[ঘোষা চলি থাকোঁতেই মঞ্চ লাহে-লাহে আন্ধাৰ হয। লাহে লাহে আঁৰ-কাপোৰ পৰে। আঁৰ-কাপোৰ পৰাৰ পাছতো ঘোষাৰ শব্দ আহি থাকে।]

---

# ৰামধেনু

## চৰিত্ৰ পৰিচয়

**পুৰুষ ঃ**

| | |
|---|---|
| **ৰমানন্দ** | ঃ ষ্টেট ডিপাৰ্টমেণ্টৰ অফিচাৰ |
| **শংকৰ** | ঃ ৰমানন্দৰ পুত্ৰ |
| **আচাৰ্য** | ঃ অনাথ আশ্ৰমৰ গুৰু |
| **ঠিকাদাৰ** | ঃ ঠিকাদাৰ |
| **নন্দন** | ঃ নমিতাৰ হ'ব খোজা স্বামী |
| **নন্দনৰ দেউতাক** | ঃ নন্দন আৰু ৰুণিৰ দেউতাক |
| **ছেক্ৰেটেৰী** | ঃ ছেক্ৰেটেৰী |
| **১ নং সভ্য** | ঃ ছেক্ৰেটেৰী |
| **২ নং সভ্য** | ঃ ছেক্ৰেটেৰী |
| **২ নং সভ্য** | ঃ ছেক্ৰেটেৰী |

**নাৰীঃ**

| | |
|---|---|
| **অৰুণা** | ঃ ৰমানন্দৰ ঘৈণীয়েক |
| **নমিতা** | ঃ ৰমানন্দৰ ছোৱালী |
| **ৰুণি** | ঃ নন্দনৰ ভনীযেক |
| **নন্দনৰ মাক** | ঃ নন্দন আৰু ৰুণিৰ মাক |
| **ৰমা** | ঃ এজনী অস্বাভাৱিক ছোৱালী |

অন্যান্য চৰিত্ৰ ঃ কেইটামান লেবাৰ আৰু কেইজনীমান নৃত্যৰতা ছোৱালী।

## মঞ্চ ঃ ১

[দৰ্শকৰ পৰা বাওঁফালৰ মঞ্চ। সংযুক্ত বহা আৰু খোৱা কোঠালি। নমিতা আৰু মাক অৰুণাই মেজত বহি চাহ খাইছে। অৰুণা অন্যমনস্ক, গম্ভীৰ। সম্পূৰ্ণ নিস্তব্ধতা। নমিতাই চাহত চেনি মিহলাই চামুচখন মেজত থয। পানী খোৱা জগটোৰ পৰা গিলাচত পানী বাকে। অৰুণা অলপ পিছত চকীৰ পৰা উঠি যায়।

নমিতা ঃ কি হ'ল?

অৰুণা ঃ একো নাই হোৱা।

নমিতা ঃ চাহ নাখালি কিয়?

অৰুণা ঃ [আঁতৰৰ পৰা] খাবৰ মন যোৱা নাই।

নমিতা ঃ কিয? শুনচোন।

অৰুণা ঃ [ৰৈ] কি হ'ল?

নমিতা ঃ কিয় খাবৰ মন যোৱা নাই?

অৰুণা ঃ [মাটিৰ পৰা টেলিফোনৰ কিতাপখন তুলি থয। টেবুলক্লথখন টানে।]

অৰুণা ঃ এনেযে?

নমিতা ঃ কি আকৌ এনেযে। এনেযে খাবৰ মন নোযোৱা হয নে কি? দেউতাই চাহ নাখায়, তোৰ খাবৰ মন যোৱা নাই, কি হৈছে কচোন। তহঁতৰ আজি আকৌ যুদ্ধৰ পাল পৰিছিল নেকি?

অৰুণা ঃ কিনো যুদ্ধ যুদ্ধ কৰি থাক অ'? যুদ্ধ হোৱা হ'লে ভালেই আছিল বুইছ? মই যুদ্ধ কৰি থাকোঁ কাৰণেহে ঘৰ চলি আছিল। এই আবেলি পাঁচটা বজাত ঘৰ সোমাযেই চাহৰ টেবুলত বহিবলৈ পাইছ। এতিযা যুদ্ধৰো মুদা মৰিল। [যাব খোজে]

নমিতা ঃ শুনচোন মা। হৈছে কি কচোন।

অৰুণা ঃ [দুৱাৰৰ ওচৰৰ পৰা] দেউতাৰক সোধগৈ। [গুচি যায]

নমিতা ঃ [চিঞৰি] মা— (ৰৈ যায। চিন্তা কৰে। এজনী কাউৰী কা কাঁকে ওপৰেদি উৰি যায। দুৰেদি এখন মটৰ যায়। নমিতা উঠিব খুজি ভিতৰলৈ যাব খোজে। বিপৰীত ফালৰ পৰা দেউতাক ৰমানন্দ চৌধুৰী সোমাই আহে। গম্ভীৰ। সম্মুখৰ ছ'ফাত বহে।] কি হৈছে দেউতা?

ৰমানন্দ ঃ হুঁ।

নমিতা ঃ কি হৈছে?

ৰমানন্দ ঃ [উঠি আহি] নাই। একো হোৱা নাই।

নমিতা ঃ কিয় একো হোৱা নাই। নিশ্চয কিবা এটা হৈছে। মাই মুখ ওফোন্দাই আছে। একো নহ'লে মানুহে এনেকৈ থাকে নে কি?

ৰমানন্দ ঃ একো নোহোৱা নহয়। হৈছে কিবা এটা।

নমিতা ঃ কি হৈছে?

ৰমানন্দ ঃ হুঁ? থাকক দে।

নমিতা ঃ কিয়? মোক ক'ব পৰা নহয় নে কি?

ৰমানন্দ : হুঁ?

নমিতা : কি হৈছে মই জানিব নালাগে নে কি?

ৰমানন্দ : [ছিগাৰেট উলিয়াই] কিয় নালাগিব? তইঁতে নাজানিলে কেনেকৈ হ'ব? আৰু এইবোৰতো লুকাই ৰাখিব পৰা কথাও নহয়। কিন্তু এতিয়াই, এতিয়াই শুনিবলৈ ভাল পাবি জানো?

নমিতা : উস! কিয় আপোনালোকে মিছা-মিছিকৈ সময়বোৰ দীঘলীয়া কৰিছে?

ৰমানন্দ : নাই, দীঘলীয়া কৰা নাই। কিন্তু এইবোৰ কথা তোক [দিয়াচলাই কাঠী জ্বলাই ধোঁৱা এৰে] শুন। একেবাৰে চমুকৈ চাফা কথাটো কওঁ। আমাৰ অফিচত এটা গণ্ডগোল হৈছে। কিছুমান টকা লোকচান হৈছে।

নমিতা : টকা লোকচান হৈছে মানে?

ৰমানন্দ : মানে টকাৰ হিচাপ নোহোৱা হৈছে। টকা নাইকিয়া হৈছে। আৰু তাৰ দায়িত্বটো মোৰ ওপৰত পৰিছে।

নমিতা : আপোনাৰ ওপৰত পৰিছে মানে?

ৰমানন্দ : মানে গণ্ডগোলটো মই কৰিছোঁ। [দূৰত ৰে'লৰ শব্দ]

নমিতা : আপুনি কৰিছে? -

ৰমানন্দ : [মুৰ জোকাৰে] এই কামটো মই কৰিছোঁ।

নমিতা : আপুনি কৰিছে?

নমিতা : আপুনি কৰিছে বুলি মানুহবিলাকে ভাবিছে নে সঁচাকৈয়ে আপুনি কৰিছে?

ৰমানন্দ : নাই নাই, মানুহবিলাকে ভবাৰ কথা নহয়, মই সঁচাকৈয়ে কৰিছোঁ। বৰঞ্চ মানুহবিলাকে এতিযাও ভাবিব পৰা নাই যে এই কামটো মই কৰিলোঁ। [ৰে'লখন পাৰ হৈ যায়]

নমিতা : কথাবোৰ কেনেকৈ ওলাল? কিবা এনকোয়াৰী হৈছিল নেকি?

ৰমানন্দ : এনকোয়াৰী বহুত দিনৰ পৰা চলি আছিল, এতিয়া প্ৰায় শেষ হৈছে।

নমিতা : এতিয়া কি হ'ব?

ৰমানন্দ : [অলপ ৰৈ] হুঁ?

নমিতা : এতিয়া কি হ'ব?

ৰমানন্দ : কি হ'ব ঠিক ক'ব নোৱাৰোঁ। মই যিমানদূৰ বুজোঁ এতিয়া তেওঁলোকে মোক ইমিডিটিয়েটলী ছাছপেণ্ড কৰিব। তাৰ পিছত কেছটো ডিপাৰ্টমেণ্টলী লয় নে পুলিচক হেণ্ডঅ'ভাৰ কৰে—

নমিতা : কিমান টকাৰ গণ্ডগোল?

ৰমানন্দ : পঁয়সত্তৰ হেজাৰ টকাৰ। [নমিতাই থৰ হৈ চাই থাকে, ৰমাই তাইৰ মুখলৈ চাই] নহয় তেওঁলোকে গণ্ডগোলটো পায় পঁয়সত্তৰ হাজাৰমান টকাৰ। কিন্তু তোকতো মিছা কথা কৈ লাভ নাই, মই জানো গণ্ডগোলটো প্ৰায় নব্বৈ হাজাৰ ট'কাৰ হোৱা উচিত। [দূৰত গুলীৰ শব্দ। এজাক কাউৰীৰ কোলাহল।] কি অ'?

নমিতা : [অলপ পিছত] তেওঁলোকৰ গছজোপাত কোনোবাই চৰাই গুলীয়াইছে। [নমিতাই চিন্তা কৰি ৰৈ থাকে, কাউৰীৰ কোলাহল লাহে লাহে মাৰ যায়। অৰুণা আহে।]

অৰুণা : এইবোৰ কথা খবৰ কাগজত ওলাব নেকি?

নমিতা : জানো ক'ব নোৱাৰোঁ।

ৰমানন্দ : ওলোৱাটো উচিত। ওলাব চাগৈ।

অৰুণা : ছিঃ ছিঃ। এনেকুৱা কেলেংকাৰী, লাজত কাৰো আগত মুখ উলিয়াব নোৱৰা হ'ব। কেনেকৈনো এইবোৰ হ'বলৈ পালে? কেতিয়াৰ পৰানো এইবোৰ ঘটনা আৰম্ভ হৈছিল?

ৰমানন্দ : হুঁ? কেনেকৈ কেতিয়া। দিন-তাৰিখ ঠিক তেনেকৈ মনত ৰখা নাই। আৰু এইবিলাক কাম কেতিয়া কোন নিয়া আৰম্ভ হয় প্ৰথমতে ধৰিবই নোৱাৰি। বুইছ নমি, কেইদিনমানৰ আগতে ঠিক এই কথাটোকে মই ভাবি আছিলোঁ আৰু ভাবোঁতে ভাবোঁতে মোৰ মনলৈ আহিছিল এইটো কেনেকুৱা কথা জান? এইটো ধোৱাই ধোৱা চোলা এটা লেতেৰা হোৱাৰ নিচিনা কথা। ঠিক কোন মুহূৰ্তৰ পৰা চোলাটো লেতেৰা হ'বলৈ আৰম্ভ কৰে, কোনেও গম নাপায়, কেৱল এদিন দেখে চোলাটো লেতেৰা হ'ল। চৰেই কয় চোলাটো লেতেৰা। [অলপ বৈ] আৰু এটা কথা নহয়— চাৰিওফালে যিমান ধোঁৱা, ধূলি, লেতেৰা বস্তু, তাৰ ওপৰতহে নিৰ্ভৰ কৰে চোলাটো কিমান সোনকালে, কিমান লেতেৰা হয়। নহয় জানো? [দূৰত এটা বাচন পৰাৰ শব্দ] কি পৰিল হে?

অৰুণা : ভাঙিলে চাগৈ সি কিবা এটা। যি কৰে কৰি থাকক। কিন্তু আমাক এইবোৰ কথা আপুনি আগৰে পৰা কোৱা নাই কিয? পইচাবোৰ আনি কি কৰিলে?

ৰমানন্দ : এইবোৰ আৰু বেলেগে ক'বলগীযা কথা নেকি? পইচা আনি খৰচ কৰিছোঁ। আৰু কিমান খৰচ কৰিছোঁ সেইটোলৈ মন কৰিলেইতো বুজা যায় যে কিবা এটা ঘটি আছে। নাযায় জানো?

অৰুণা : তেনেকুৱা আওপকীয়া কথাৰে কাম নহয়। কথাবোৰ পোনে পোনে আমাক ক'ব লাগিছিল। আমি জনাহ'লেতো প্ৰথমৰ পৰাই বাধা দিব পাৰিলোহেঁতেন। তেতিয়াহ'লেতো আজি এনেকুৱা অৱস্থা কেতিযাও হ'বলৈ নাপায়। সেইসোপা টকা নোহোৱাকৈওতো আমি চলি যাব পাৰিলোহেঁতেন। এতিযা বিনা দোষত গোটেই ঘৰখন কলংকত পোত যাব।

ৰমানন্দ : কি? তাৰমানে মই দোষ কৰিছোঁ— মই পোত যাব লাগিছিল, তোমালোকে মিছাতে ইয়াৰ ভাগী হ'ব লাগে কিয়? কথা সেইটোৱেই, নহয জানো? ঠিক আছে, যিদিনা কাগজত মোৰ বাতৰিটো ওলাব, তাৰ পিছদিনাই মই এটা বিজ্ঞাপন দিম— মোৰ এই কামৰ বাবে মোৰ স্ত্ৰী দায়ী নহয— হ'বতো।

অৰুণা : মই সেইটো কথা কোৱা নাই।

ৰমানন্দ : [হঠাতে গৰ্জি] মই দৰমহা পাই ঘৰলৈ আনিছিলোঁ সাত শ টকা, আৰু তোমাৰ হিচাব মতে ঘৰখনত খাবলৈকে লাগিছিল এহাজাৰ টকা, কিয় কৰিছিলা সেইটো হিচাব? কিহৰ জোৰত কৰিছিলা সেইটো হিচাব? মোৰ দৰমহাৰ বিলৰ প্ৰত্যেকটো সংখ্যা তোমাৰ জনা আছিল, মোৰ দেউতা, ককাদেউতা, জমিদাৰ আছিল নে লাটচাহাব আছিল সেইটোও তোমাৰ জনা আছিল। এইবোৰ জানিও তুমি কি কৈ আছিলা মনত পৰে? [কেঁচুৱাৰ কান্দোন। ফ্ৰেছবেক পদ্ধতি আৰম্ভ হয়] পৰে মনত তোমাৰ? হুঁ? পৰে?

মঞ্চ : ২

[পাৰ্টিচন, পৰ্দা, ফ্লেট আদিৰে সজোৱা কোঠালি। ফ্ৰেছ বেক। কম পোহৰ। অৰুণাই কেঁচুৱাক মনে মনে ৰাখিবলৈ চেষ্টা কৰিছে।]

অৰুণা : আমাৰ এনেকৈয়ে জীৱনটো যাব। কেঁচুৱা আমাৰ ঘৰতহে আছে। সৌবোৰ জাক জাক ল'ৰা-ছোৱালী থকা মানুহে ইচ্ছামতে, ঘূৰিছে, ফুৰিছে, স্ফূৰ্তি কৰিছে, আমাৰহে এখোজ ইফাল-

সিফাল কৰাৰ উপায় নাই। আমাৰ যেনিবা কেঁচুৱা নহে গৰু এৰাল দিয়া খুঁটিহে হ'ল। ইযাতকৈ লোকৰ ঘৰত আয়া হৈ থকাও ভাল, দৰমহা লোৱা আয়ায়ো সপ্তাহত এদিন ছুটী পায। [কেঁচুৱাক] মনে মনে থাক। কিবা খং উঠিব মুখত সোপা [এটা অন্ধকাৰ চুকৰ পৰা অপৰাধীৰ দৰে ৰমানন্দ আগুৱাই আহে।]

ৰমানন্দ : আয়া এজনীৰ খবৰ পাইছোঁ। কিন্তু খাই-বৈ তাইক পঞ্চাশ টকাকৈ লাগে। ইমানখিনি খৰচ—

অৰুণা : নালাগে কৰিব ইমানখিনি খৰচ। টকাসোপা টোপোলা বান্ধি থৈ দিয়ক। বিনা পইচাৰ বান্দী ঘৰতেই আছোঁৱেই যেতিযা কিয চিন্তা কৰিব লাগিছে। [ওলাই যায়। পোহৰ কমি যায়। কেৱল ৰমানন্দৰ গাত পোহৰ। তেওঁ অসহাযভাৱে চাই থাকে। অন্ধকাৰ হয়। এজনী আযাই কেঁচুৱা কোলাত লৈ জোকাৰি আছে।]

আঁৰত কৰুণা : কং।

কং : মেম চাহাব?

আঁৰত অৰুণা : দুই বাজিলেই তাক গাখীৰ খুৱাই দিবি— বুইছ—?

আঁৰত : ঠিক আছে।

আঁৰত অৰুণা : বটলটো গৰম পানীৰে ভালকৈ ধুই ল'বি। মোৰ আহোঁতে অলপ দেৰি হ'ব পাৰে। [ফ্লেছবেকৰ লাইট ঘূৰি থাকে। তাৰ মাজতে ৰমানন্দৰ মাত।]

ৰমানন্দ : মনত পৰিছে?

[সামান্য পোহৰ হয। ফ্লেছবেকৰ আভাস। অৰুণাই গিলাচৰ চৰবতত বৰফৰ টুকুৰা দি দি কথা কয। সন্মুখত শংকৰে চুলি আঁচুৰি আছে। এচুকত ৰমানন্দই কাগজ পঢ়িছে।]

শংকৰ : বৰফ পালি?

অৰুণা : পালোঁ।

শংকৰ : বাহ। বঢিযা। চাওঁ এটুকুৰা। বাহ— কি ঠাণ্ডা। চাচোন কি বঢিযা লাগে। [মাকৰ ডিঙিত বৰফৰ টুকুৰা লগাই দিযে।]

অৰুণা : [ধমকি] চাওঁ আঁতৰ হ। [চৰবতৰ গিলাচত চেনি মিহলায।]

শংকৰ : বঢিযা লাগেনে নালাগে সেইটো ক। [নিজৰ ডিঙিত বৰফ ঘঁহি] বাহ, মই কি ভাবিছোঁ জান? ইমান সোপামান বৰফ দি প্ৰকাণ্ড চৌবাচ্চা এটাত পানী দি তাত ডুবি থাকিব পাৰিলোহেঁতেন। কিযে বঢিযা নালাগিলহেঁতেন।

অৰুণা : এহ, গাত নাই ছাল-বাকলি মদ খায তিন টেকেলী, মই এনেকৈ লোকৰ ঘৰৰ পৰা বৰফ খুজি আনি তোক চৰবত খুৱাব নোৱাৰোঁ। হয দেউতাৰে ঘৰত বৰফ বনোৱাৰ ব্যৱস্থা কৰি দিযক, নহয় তই বৰফ দিয়া চৰবত খোৱা মুখ বন্ধ কৰ।

ৰমানন্দ : [আঁৰ চকুৰে চাই লৈ] ঘৰতে বৰফ বনোৱাৰ ব্যৱস্থাটো কৰি দিব পৰা হ'লে ভালেই আছিল। অন্ততঃ মগজবোৰ ঠাণ্ডা কৰি ৰাখিব পৰা গ'লহেঁতেন।

অৰুণা : ইমান বেঁকা-বেঁকিকৈ কথা কৈ থকাতকৈ দেখোন পোনে পোনে কামটো কৰাই ভাল। [শংকৰক চৰবত দিয়ে। সি এহোপা খাই ওলাই যায।]

ৰমানন্দ : টকাৰ গছ এজোপা থাকিলেহে পোনে পোনে কামটো কৰিবা।

অৰুণা : এস সৌবিলাকৰ যে ঘৰে ঘৰে ফ্ৰীজ, কাৰ ঘৰত কেইজোপা টকাৰ গছ আছে? দৰকাৰী বস্তু এটা লওঁ বুলিলে টকাৰ গছ নালাগে নহয। বুদ্ধি আৰু শক্তিহে লাগে। [ৰমানন্দই অৰুণালে

চাই থাকে। লাহে লাহে অন্ধকাৰ। এক নম্বৰ মঞ্চৰ ফ্ৰীজটোত স্পট লাইট। তাৰ পিছত পোহৰটো বহল হয়। শংকৰে ফ্ৰীজৰ দুৱাৰ খুলি ঠাণ্ডা পানীৰ বটল উলিযায। গিলাচত পানী ঢালি খায়। ফ্লেছ বেকৰ লাইট ঘূৰে। মাজতে ৰমানন্দৰ মাত।]

ৰমানন্দ ঃ মনত পৰিছে?

[২নং মঞ্চত ৰমানন্দ, অৰুণা। অৰুণাৰ হাতত ঘৰৰ প্লেন আঁকা ব্লু প্ৰিন্ট, ৰান্দা মৰা, হাতুৰীৰ শব্দ।]

অৰুণা ঃ এইকেইটা ৰুমৰ ফ্ল'ৰবোৰ যেনেকুৱাই নহওক, এই বাথৰুমটোৰ ফ্ল'ৰ কিন্তু মোৰ পচন মতে কৰিব লাগিব। নীলামাহীহঁতৰ বাথৰুমটো যে কি ধুনীয়া হৈছে? ঠিকাদাৰটোক এই ৰুমটোৰ কথা বুজাই দিম। হেৰা ঠিকাদাৰ— চাওঁ আহাচোন। [ঠিকাদাৰ আহে।]

ঠিকাদাৰ ঃ কওক বাইদেউ?

অৰুণা ঃ এইফালৰ ডাঙৰ বাথৰুমটোৰ মজিযাখন মজেইক কৰিব লাগিব। আৰু ইমান ওখলৈকে, মূৰতকৈ অলপ ওপৰলৈকে— শ্লেপ নেকি বুলি কয?

ঠিকাদাৰ ঃ টাইল্‌ছ।

অৰুণা ঃ অ' টাইল্‌ছ। ইমান ওখলৈকে টাইল্‌ছ লগাব লাগিব— বুজিছা।

ঠিকাদাৰ ঃ বুজিছোঁ।

অৰুণা ঃ পানীৰ টেপতো থাকিবই— তাৰ বাহিৰেও এটা ছাৱাৰ লগাব লাগিব।

ঠিকাদাৰ ঃ ভাল।

অৰুণা ঃ বাৰু ঠিকাদাৰ, এই গৰম পানীৰ মেচিন— বেৰত যে লগায। ছুইচ অন কৰি টেপ খুলি দিলেই যে গৰম পানী ওলায, সেই মেচিনটো লগালে বহুত খৰচ পৰিব নেকি?

ঠিকাদাৰ ঃ জানো— মই দামটো ঠিক নাজানো।

অৰুণা ঃ বেছি খৰচ নপৰিব হ'বলা— চাওঁচোন বাৰু।

[ৰান্দা মাৰা, হাতুৰীৰ শব্দ। ফ্লেচবেকৰ লাইট ঘূৰে]

ৰমানন্দৰ মাত ঃ মনত পৰিছে?

[একেটা নিযমতে তলৰ ফ্লেছবেকবেইটা হ'ব। সুবিধামতে মঞ্চ সলাই ল'ব পাৰিব। এইকেইটা কুইক ফ্লেছবেক।]

[অৰুণাই এখন ৰেকৰ ওপৰত সজোৱা বস্তুবোৰ চাফা কৰিছে।]

অৰুণা ঃ জৰুৰী কথা নাপাতিলেও নহয, অথচ সদায সদায় লোকৰ ঘৰলৈ ফোন কৰিবলৈ যাবলৈও ভাল নালাগে। এদিন-দুদিন হ'লেও যেনতেন।

ৰমানন্দ ঃ তেওঁলোকে কিবা কৈছে নেকি?

অৰুণা ঃ মুখেৰে তেওঁলোকে একো নক'ব পাৰে, কিন্তু মানুহৰ মুখখন দেখিলেই বুজি পায নহয়।

ৰমানন্দ ঃ তুমি ফোন কৰাৰ পইচা দি দিবা।

অৰুণা ঃ পইচাটো মই যাচোঁৱেই— মুখেৰেতো পইচা নালাগে বুলি কয়। সেই কাৰণে ভাবিছোঁ, নিজৰ ঘৰত ফোন নহয মানে ফোনত কথা পতা বাদেই দিব লাগিব।

ৰমানন্দ ঃ হ'ব ৰ'বা, দৰ্খাস্ত দিছোঁ— নামটো ওৱেটিং লিষ্টত আছে।

অৰুণা ঃ ওৱেটিং লিষ্টৰ নাম কিমান দিনৰ পৰা শুনি আছোঁ— অইনে দেখোন এই মাহত দৰ্খাস্ত কৰি অহা মাহত ফোন পায়। আমাৰ নামটো ওৱেটিং লিষ্টত ওলাইহে গৈ থাকে নেকি?

[অন্ধকাৰ। ফ্লেছবেকৰ লাইট ঘূৰে]

ৰমানন্দৰ মাত : মনত পৰিছে? [ৰমাই চাই থাকে। অৰুণা ওলাই যায়।] [টেলিফোনৰ ৰিং। অলপ বেছি সময় বাজে।]

অৰুণা : হেল্লো। অ' কেনে? ভাল? নহয়, পাকঘৰত আকৌ। সেইটো ঘৰত নাথাকি কোনটো ঘৰত থাকিবা আৰু! কোৱা।— খবৰ কৰিছিলা? হয় নেকি? কনডিচন কেনেকুৱা। অ' আমাকো টাউনৰ ভিতৰতে ঘূৰা পকা কৰিবলৈহে লাগে। তেনেকুৱা লং জাৰ্নিটো নাযেই। দামৰ কথা কিবা কৈছে নেকি? মই বাৰু এখেতক সোনকালে খবৰ কৰিবলৈ ক'ম। হয় দিযা। সদায বাছৰ কাৰণে খাপ দি থাকিবা, লোকৰ গাড়ীযে মন গ'লে লিফ্‌ট এটা দিব, মন গ'লে ধূলি উৰুৱাই ফোঁ-ফোঁকৈ গুচি যাব। অ' অ' [হাঁহি] হয দিযা, সেইজনৰ সময়টোও ভাল মিলে। লিফ্‌ট দিবলৈকে সময়টো মিলাযেই লয নেকি ঠিক নাই। অ' হয়, সিদিনা আইমণিযেও কৈছে নহয়, গাড়ীখন ৰখাযেই— বোলে ভদ্ৰলোকে আগৰ দুৱাৰখনহে খুলি দিযে।[হাঁহে] শংকৰ সোমায। বাৰু বাৰু থৈছোঁ— [হাঁহি, ফ্লেছবেকৰ লাইট।]

অৰুণা : [মৌন হয] শুনিছে?

অফ ভইচ : গৈছোঁ ৰ'বা।

শংকৰ : কি মা? মটৰৰ কথা কৈছে নেকি? কোনে ফোন কৰিছিল?

অৰুণা : অঞ্জলিৰ মাকে।

শংকৰ : গাড়ীৰ খবৰ পাইছে?

অৰুণা : পাইছে বোলে এখনৰ।

শংকৰ : কি গাড়ী?

অৰুণা : জানো। ফোৰ্ড প্ৰিফেক্ট নেকি?

শংকৰ : ফোৰ্ড প্ৰিফেক্ট? ধুৰ তাতকৈ ৰিক্সাই ভাল। গাড়ী ল'লে কি ল'বি জান, ফিযেট ফিযেট। ৰাস্তাৰ ভিৰৰ মাজেদি ছাইড কাটি ওলাই যাবি, চাৰিআলি পালে চুইট্‌কৈ ঘূৰিবি, কি বঢ়িয়া। মই বিপুলহঁতৰ গাড়ীখন চলাই চাইছোঁ নহয।

অৰুণা : নিজে উপাৰ্জন কৰি যেতিয়া গাড়ী ল'বি তেতিয়া চাইট্ কৰ চুইট্ কৰ, যি কৰ কৰি থাকিবি। এতিয়া চাইট চুইট কৰিবলৈ মই গাড়ী ল'ব খোজা নাই নহয। [ৰমানন্দ আহে]

ৰমানন্দ : কি হ'ল?

অৰুণা : গাড়ী এখনৰ খবৰ পাইছোঁ।

ৰমানন্দ : গাড়ী। কি গাড়ী?

অৰুণা : কি কি গাড়ী আকৌ। মই যে কৈছিলোঁ— [ৰমানন্দই অবাক হৈ চাই থাকে] একো নজনা ভাও ধৰিছে কিয? মই যে অঞ্জলিৰ মাকক গাড়ী এখনৰ খবৰ কৰিবলৈ দিছিলোঁ— আজি খবৰ এটা পালোঁ।

ৰমানন্দ : তোমালোকে বৰ ভাল ভাল খবৰবোৰ পাই থাকা দিয়া।

অৰুণা : ঠাট্টা কৰিছে কিয আকৌ।

ৰমানন্দ : নাই নাই ঠাট্টা কৰা নাই।

শংকৰ : মোৰ মতে গাড়ীখন লৈ ল'ব লাগে দেউতা। গাড়ীখন থাকিলে আপুনি আৰু ৰিক্সাত উঠি, ছাতি লৈ খোজকাটি অফিচলৈ যাব নালাগে। মই আছোঁ যেতিয়া ড্ৰাইভাৰটো নালাগেই, নমিক

স্কুলত নমাই দিম, আপোনাক অফিচত নমাই দিম, বচ্। আৰু কি জানে দেউতা— আজিকালি পেট্ৰ'লৰ দাম ৰিক্সা-ভাড়া সমানেই। লৈ লওক গাড়ীখন।

ৰমানন্দ ঃ পইচা ক'ত পাবি?

শংকৰ ঃ সেয়া আপুনি আৰু মায়েহে জানে।

ৰমানন্দ ঃ মাৰকে ক, মাৰেই দিযক পইচা।

অৰুণা ঃ মোৰ ক'ত পইচাৰ টোপোলাটো আছে।

ৰমানন্দ ঃ মোৰ টোপোলাটোনো ক'ত আছে—

অৰুণা ঃ ছেকেণ্ড হেণ্ড গাড়ী এখন কিনিবলৈ মস্ত টকাৰ টোপোলা নালাগে নহয়। কয় নহয়— কিবা বোলে মন কৰিলে চন, বাকৰি মাটিতে ধন। মনটো যিমানে ডাঙৰ কৰিব, টকাৰ টোলোপাটো সিমানেই সৰু হৈ যাব। মনটো যিমানেই সৰু কৰিব টকাৰ টোপোলাটো সিমানেই ডাঙৰ ডাঙৰ লাগিব।

শংকৰ ঃ ঠিক [অন্ধকাৰ। ইটো মঞ্চত লাইট ঘূৰে। ৰমানন্দৰ কণ্ঠ।]

ৰমানন্দৰ মাত ঃ মনত পৰিছে?

[ৰমানন্দই পাঞ্জাবীৰ কাপোৰেৰে চছ্‌মা মচি আছে।]

অৰুণা ঃ নিজৰ যহত যে আমি সেইবোৰ ঠাই কেতিযাবা দেখিবলৈ পাম হৈছে আৰু। বাংগালোৰৰ পৰা কাশ্মীৰলৈকে এই দহ-বাৰখন ঠাই নিজে ফুৰিবলৈ গ'লে গাইপতি কমেও তিনি-চাৰি হাজাৰকৈ টকা লাগিলহেঁতেন।

ৰমানন্দ ঃ এতিযা নালাগিব হ'বলা।

অৰুণা ঃ এতিযা গৱৰ্নমেণ্ট গেষ্ট-হাউছবিলাকত আমাৰ দলটোৰ থকাটো ফ্ৰি কৰি দিছে। [ৰমানন্দ ওলাই যায়] ৰে'লৰ কনছেছন, ৰিজাৰ্ভেছন সেইবোৰতো আছেই। এইবিলাক হিচাপ কৰি আমাৰ গাইপতি এঘাৰশ টকা হ'লেই হ'ব। কোনোবাই কোনোবাই বজাৰ কৰিবলৈকে লগত দুহাজাৰ-তিনি হাজাৰ টকা নিব বুলি শুনিছোঁ। মইতো সেইবোৰ কথা ভবাই নাই। [ফ্ৰেছবেক লাইট ঘূৰে। ট্ৰেইন আহে আৰু গুচি যায।]

ৰমানন্দৰ মাত ঃ মনত পৰিছে?

### মঞ্চ ঃ ১

[ৰমানন্দ বহি আছে।]

অৰুণা ঃ [খঙেৰে] সি যিটো পঢ়িব খুজিছে, সেইটো নপঢ়াই জোৰকৈ অইন কিবা এটা পঢ়ালে ফল ভাল নহ'ব। আৰু ইয়াত তাৰ যিবিলাক লগ, সিবিলাকৰ পৰা আঁতৰাব নোৱাৰিলে তাৰ সৰ্বনাশ হ'ব, মই কৈ দিছোঁ।

ৰমানন্দ ঃ নমিৰ কথাটোতো ভাবিব লাগিব।

অৰুণা ঃ নমি— ছোৱালী মানুহ, তাই ঘৰতে থাকি যিমান পাৰে পঢ়ক। কিন্তু ল'ৰাৰ কথা বেলেগ। তিনিটা বছৰ বোম্বাইত পঢ়ি আহিলে তাৰ নামটো কিমান ভাল হয় সেইটো ভাবি নাচায় কিয়? সিতো লণ্ডন-আমেৰিকাৰ কথা কোৱা নাই।

ৰমানন্দ ঃ মই জানো খৰচৰ জোৰা মাৰিব পাৰিম?

অৰুণা : সেইবিলাক কথা ল'ৰা জন্ম দিয়াৰ আগতে ভাবিব লাগিছিল? [বানৰেত প্লেনৰ শব্দ। সৰু হৈ যায়। লাহে লাহে ফ্লেছবেক পোহৰ নাইকিয়া হয়। মঞ্চ-১ আগৰ দৃশ্য। ৰমানন্দ, নমিতা, অৰুণা।]

ৰমানন্দ : মনত পৰিছে কিমান দিন ধৰি তুমি এইবোৰ কৈ আহিছা? যদি মনত পৰিছে, তেনেহ'লে মই কিমান দিনৰ পৰা এই কাণ্ড কৰি আছোঁ, সেইটো কথা তুমি বাথৰুমৰ মজেইক কৰাৰ সময়ত সুধিব নোৱাৰিলা?

নমিতা : দেউতা মনে মনে থাকক।

ৰমানন্দ : তিনি বছৰৰ সলনি পাঁচ বছৰ বম্বেলৈ মাহে মাহে তিনিশ টকা মনিঅৰ্ডাৰ কৰাৰ সময়ত সুধিব নোৱাৰিলা?

নমিতা : মনে মনে থাকক দেউতা।

ৰমানন্দ : কাশ্মীৰী কাৰ্পেট কিনিবৰ সময়ত সুধিব নোৱাৰিলা?

নমিতা : [খঙেৰে] মনে মনে থাকিবলৈ কৈছোঁ নহয় [অলপ সময় নিস্তব্ধ]

ৰমানন্দ : এইবিলাক চব লোকৰ গাড়ীৰ ফ্ৰন্টছিটত বহি লিফট লোৱাৰ নিচিনা বুলি ভাবি চিৰদিন সাৰি থাকিব নোৱাৰি নহয়।

অৰুণা : এইবোৰ কথা—

নমিতা : মা তই ইয়াৰ পৰা যা।

অৰুণা : মইতো ৰাজৰাণীৰ সুখ গোটাই লোৱা নাই। যেনেকৈ উঠিছোঁ, ডাঙৰ হৈছোঁ, তেনেকৈয়ে থাকিবলৈ বিচাৰিছোঁ। যাৰ মাজত আছোঁ, যিবিলাকৰ লগত উঠা-বহা কৰিছোঁ, সিবিলাকৰ সমানে থাকিবলৈও মই নিবিচাৰিম নে? মই সিমানকণ সুখী হ'বও নুখুজিমনে? কিয় নুখুজিম।

ৰমানন্দ : সুখী হ'ব কোনে নোখোজে? কিন্তু কাৰ সমান সুখী হ'ব খোজে সেইটোহে ডাঙৰ কথা। মই এহাজাৰটকীয়া মানুহ। তুমিতো আঠশটকীয়া মানুহবোৰৰ ফালেও চাব পাৰিলাহেঁতেন। সেইবোৰ মানুহৰোতো এবিধ সুখ আছে। কিন্তু তুমি অনবৰত ওঠৰশটকীয়াবোৰৰ ফালে চাই থাকিলা কিয়? এহাজাৰটকীয়া মানুহৰ ঘৈণীয়েক হৈ তুমি ওঠৰশটকীয়া মানুহৰ ঘৈণীয়েকৰ নিচিনা হ'ব খুজিলা কিয়? [অলপ বৈ] ফলত কি হ'ল? মই এহাজাৰটকীয়া মানুহটো ছলে-বলে ওঠৰশটকীয়া হ'বলৈ চেষ্টা কৰিলোঁ, আৰু আজি—

অৰুণা : এইবোৰ কথা ইমান দিনে পেটতে সুমুৱাই ৰাখিছিল কিয়?

ৰমানন্দ : ৰাখিছিলোঁ হজম হৈ যাব বুলি। এই বয়সত শিলগুটিও হজম হৈ যায় বুলি কয় নহয়।

নমিতা : তোক মই ইয়াৰ পৰা যাবলৈ কৈছোঁ নহয় মা। এনেকুৱা সময়ত তৰ্কাতৰ্কি কৰি থাকিলে কাম হ'ব নেকি?

অৰুণা : পঁয়সত্তৰ হাজাৰ টকা অকল মোৰ পেটত সোমাল? মোৰ মূৰটো ঠাণ্ডা কৰিবলৈহে ফ্ৰীজটো চলি আছে। কাশ্মীৰী কাৰ্পেটৰ ওপৰত মইহে খোজ কাঢ়ি ফুৰিছোঁ। এতিয়া মোৰ ওপৰতহে আটাইবোৰ দায় পৰিল। [ওলাই যায়]
[সজাই থোৱা বাচন পৰাৰ শব্দ।]

ৰমানন্দ : [নিজকে কোৱাৰ দৰে] নাই নাই, মইতো কৈছোঁৱেই এতিয়া তোমাক দায় দি লাভ নাই। কাকো দায় দি লাভ নাই। [বৈ] বুইছ নমি— মই সাধাৰণ মানুহ আছিলোঁ— আৰু তইঁতে মন

কৰিছনে নাই কৰা ক'ব নোৱাৰোঁ— মই দুৰ্বল মানুহ আছিলোঁ। এতিয়াও দুৰ্বল। এসময়ত মোৰ ধাৰণা হৈছিল— তোৰ মাৰৰ প্ৰতি থকা দায়িত্ব মই পালন কৰিব পৰা নাই, তেওঁক সুখত ৰাখিব পৰা নাই, লোকৰ ঘৰৰ ছোৱালী [আকৌ নিজক কোৱাৰ দৰে] লাহে লাহে লোভ বাঢ়ি গৈ থাকে, প্ৰয়োজন বাঢ়ি গৈ থাকে। টকা ক'ৰ পৰা আহে, সেই কথা তল পৰি গৈ থাকে।

নমিতা : এতিয়া এইবোৰ কথা কৈ সময় নষ্ট কৰিব নালাগে। ইমিডিয়েটলী কি কৰিব লাগিব— সেইটোহে ডাঙৰ কথা। মই ভাবিছোঁ আজিযেই দাদালৈ টেলিগ্ৰাম এখন কৰোঁ। ট্ৰাংকলৰ চেষ্টা কৰোঁ। তাক মাতি পঠিয়াওঁ। সি কি বুদ্ধি-পৰামৰ্শ দিয়ে—

[ৰমানন্দ লাহে লাহে ওলাই যায, নমিতাই একমুহূৰ্ত ভাবি ফোন উঠাই লয।]

হেল্লো, ট্ৰাংক বুকিং? মই টু এইট ফ'ৰ ছিক্সৰ পৰা কৈছোঁ। হয়। মোক এটা বোম্বেৰ নম্বৰ বুক কৰি দিব লাগে। হয। বোম্বে টু নাইন থ্ৰি ওৱান ফ'ৰ এইট। ওৱান ফ'ৰ এইট হয়। পাৰ্টিকুলাৰ পাৰ্চ্ছন শংকৰ চৌধুৰী— চৌধুৰী। অৰ্ডিনেৰী কৰিলে সোনকালে পোৱাৰ আশা আছেনে? হয নেকি? ঠিক আছে বাৰু আৰ্জেণ্টেই কৰি দিযক। কিমান? ভাল বাৰু। হেৰি নহয় অকণমান শুনকচোন, এতিযা ৰাজীৱ দাস ডিউটীত আছে নেকি? ৰাজীৱ দাস। তেখেতক অলপ ফোনত দিব পাৰিব নেকি? [বৈ] ৰাজীৱ নেকি? মই নমিতাই কৈছোঁ। ৰাজীৱ শুনাচোন। মোক ভাই তুমি অলপ সহায কৰি দিব লাগে। মই এইমাত্ৰ বোম্বেলৈ এটা আৰ্জেণ্ট কল বুক কৰিছোঁ। তুমি কলটো যিমান পাৰা সোনকালে দিয়াব লাগে। চাওঁচোন, নহয়, তোমালোকে ইচ্ছা কৰিলেই এতিয়াই পাৰিবা। অঁ বৰ জৰুৰী। পিছত লগ পালে ক'ম দিয়া। মই কিন্তু ফোনৰ ওচৰতে বহি আছোঁ।

[বহে। লাইট কমি আন্ধাৰ হয। আকৌ পোহৰ হয। মেজত মূৰ থৈ নমিতা শুই আছে। দুৱাৰত শব্দ। নমিতা উঠি আহে। দুৱাৰ খুলি দিয়াৰ নিচিনা কৰে, নন্দন সোমাই আহে।]

নমিতা : আহা।

নন্দন : কি হ'ল তোমাৰ? ইমান পৰ বৈ থাকিলোঁ।

নমিতা : বহা।

নন্দন : যাম বুলি কৈ পাহৰিলা নেকি?

নমিতা : বহাচোন।

নন্দন : তোমাৰ হঠাৎ গা বেয়া—

নমিতা : পাহৰাও নাই, গাও বেয়া লগা নাই। মই চাহ খাই উঠিয়েই যাম বুলি ভাবিছিলোঁ। কিন্তু ' এটা হ'ল।

নন্দন : কি?

[ ফোন বাজে। নমিতা দৌৰি যায়।]

নমিতা : হেল্লো। হয় হয়। কৰিছিলোঁ। ভাল মই ধৰি আছোঁ। [অলপ পিছত] হেল্লো হেল্লো কোনে কৈছে? বৌ নেকি। হেল্লো হেল্লো বৌ মই নমিতাই কৈছোঁ। ঘৰৰ পৰা কৈছোঁ। দাদা আছে? ক'লৈ গৈছে? মানে বোম্বেত আছে নে বাহিৰলৈ গৈছে? শুনা বৌ, দাদা আহিলে ক'বা, তেওঁ যেন তৎক্ষণাত এবাৰ ঘৰলৈ আহে। নাই নাই অসুখ নহয়, এটা বৰ জৰুৰী কথা আছে। নহয় নহয়, বিয়া মানে, আচলতে বিয়াই। মুঠতে তুমি দাদাক ক'বা তেওঁ যেন তৎক্ষণাত আহে।

অক্টোবৰত? অক্টোবৰত বাৰু আকৌ এবাৰ আহিব, এতিয়া এবাৰ আহি যাওক। পাৰিলে কাইলৈকে— হেল্লো হেল্লো হেল্লো। লাইনটো কাটি গ'ল হ'বলা।

[ফোন থৈ বৈ থাকে।]

নন্দন : কি, হৈছে কি নমিতা? কিবা—

নমিতা : এটা ডাঙৰ ঘটনা হৈছে নন্দন। এতিয়া নকওঁ দিয়া। ভাল লগা নাই। কাইলৈ নালাগে, কাইলৈও নালাগে। পৰহিলৈ মই তোমাৰ অফিলৈ ফোন কৰিম। এটা সময় ঠিক কৰি লগ পাম, তেতিয়া সকলো ক'ম।

নন্দন : অন্ততঃ আভাস এটা।

নমিতা : আভাস মানে দেউতা এটা বদনামত পৰিছে।

[নন্দনে কিবা এটা ক'ব খোজোঁতে বাধা দি] আৰু একো নুসুধিবা— তোমাকতো সকলো ক'বই লাগিব। তোমাক নকৈ আৰু কাক ক'ম। কি ঠিক, তুমিও হয়তো বহুত সহায় কৰিব লাগিব।

নন্দন : এতিয়া তুমি নোযোৱা?

নমিতা : নাই নাযাওঁ। এই বোম্বেৰ লাইনটো যে কাটি গ'ল, মই আকৌ চেষ্টা কৰিম। দাদাক লগ পাবই লাগিব।

নন্দন : এগ্‌জিবিচনখন কিন্তু আজিয়েই শেষ।

নমিতা : হওক দিযা, কত এগ্‌জিবিচন আহিব, কত এগ্‌জিবিচন যাব। চাম দিযা কেতিযাবা এখন, নহয জানো?

নন্দন : কিন্তু ঘটনাটো—

[লাইট কমি যায। এন্ধাৰ।]

## মঞ্চ ঃ ২

[নন্দনহঁতৰ ঘৰৰ এটা কোঠালি। মাক, ভনীযেক ৰুণি]

ৰুণি : দেউতাই কি কৈছে সেইবোৰ কথা তই তাক ফটকৰে কৈ নিদিবি।

মাক : নকৈ তই কিমান লুকাই থ'বি?

দেউতাৰে দেখোন মোক আকৌ কৈছে— তোমালোকে তাক একো নক'বা, যি ক'ব লাগে মই ক'ম।

ৰুণি : দেউতা এতিযা ইয়ালৈ আহিব নেকি?

মাক : আহিবতো। সিও হাত-মুখ ধুই আহিবলৈ বৈ আছে।

ৰুণি : কি যে হ'ব।

[নন্দন কি হ'ব অ'? হঁ? কিহৰ কথা কৈছ? কি হ'ল? তহঁতৰ মুখবিলাক দেখোন ওলমি ওলমি আছে। কি হ'ল অ'— ৰুণি।

ৰুণি : একো হোৱা নাই।

নন্দন : নাই হোৱা যদি— একেবাৰে এক্সপ্ৰেছ টেলিগ্ৰাম কাম শ্বাৰ্প সেইখন কৰিলি কিয়? মই আকৌ ভাবিছিলোঁ— কাৰোবাৰ হঠাৎ কিবা অসুখ-বিসুখ হ'ল হ'বলা, দৌৰি দৌৰি গৈ জাঁপ মাৰি চাৰি বজাৰ ৰে'লখনত উঠিলোঁগৈ। আহি দেখোঁ কাৰো একো নাই, এটাইখন হৃষ্ট-পুষ্ট, খালী

এটাইখনৰে মুখবোৰ—

মাক : তইনো জানিও নজনা ভাও ধৰিছ কিয়?

নন্দন : কি জানিও নজনা ভাও ধৰিছোঁ? [বৌ] কি অ' ৰুণি? মই কি জানিও নজনা ভাও ধৰিছোঁ।

ৰুণি : তই নমিৰ দেউতাকৰ কথাবোৰ শুনি অহা নাই।

নন্দন : অ' সেইটো কথা? শুনিছোঁতো। কিয় নুশুনিম? বুজিছোঁ। সেইটো কথা লৈযেই তহঁত চিন্তাত পৰিছ?

মাক : ইমান ডাঙৰ ঘটনা এটা ঘটিছে— তোৰ চিন্তা হোৱা নাই? ব'হাগত বিয়া পাতিবলৈ দেউতাৰে চব ঠিক-ঠাক কৰিছে, মাজত আৰু কেইটা মাহ আছে। এনে সময়ত এইটো ঘটনা— [দেউতাক আহে।]

নন্দন : ঘটনাটো কি? কথাবোৰ সঁচা নে মিছা, শেষত কি হয়গৈ, এইবোৰ নজনাকৈ চিন্তা কৰি কি লাভ?

দেউতাক : ঘটনাটো কি, এয়া কাগজতে ওলাইছে। কথাবোৰ সঁচা নে মিছা— সেইটো কোনে বিচাৰ কৰিব? কাগজত এযা ফ্ৰণ্ট পেজত লিখিছে, পঁয়সত্তৰ হাজাৰ টকা আত্মসাতৰ অভিযোগত শ্ৰীৰমানন্দ চৌধুৰী নামৰ বিষযা এগৰাকী নিলম্বিত— মানুহে সেইটোহে বিশ্বাস কৰিব।

নন্দন : কাগজত কিমান কথা ওলায, মানুহে কিমান কথা বিশ্বাস কৰে, কিন্তু আমি নিজে কি জানো, কি ভাবোঁ সেইটোহে ডাঙৰ কথা।

দেউতাক : কিয় হ'ব? কাগজ, মানুহৰ বিশ্বাস— এইবোৰ লৈয়েইতো আমি চলি আছোঁ। গোটেই সোঁতটো এইফালে যাব, আৰু আমি তাৰ ওভোতাফালে যাবলৈ চেষ্টা কৰিম, সেইটো হ'ব নোৱাৰে নহয।

নন্দন : কিন্তু অন্ততঃ মইতো বুজিবলৈ চেষ্টা কৰা উচিত। আপুনিতো বুজিবলৈ চেষ্টা কৰা উচিত।

দেউতাক : আমি দুটাই বুজিলে কিটো হ'ব অ'? সূৰ্যটোৱে ট টকৈ গোটেই পৃথিবীখনতে ৰ'দ দিব, তই-মই দুটা ছাতি ধৰি কিডাল কৰিবি?

মাক : এতিয়া এনেযে কথা কটা-কটি কৰি থাকিলে কিটো হ'ব। আলোচনা কৰি কিবা এটা সিদ্ধান্ত কৰিব লাগে।

দেউতাক : সিদ্ধান্ত মই কৰিছোঁ। শুন বাপু, বাতৰি কাকতত বাতৰিটো পঢ়িযেই মই অবাক হ'লোঁ, তই সঁচা-মিছাৰ কথা কৈছ, ময়ো সিমান ওপৰে ওপৰে চিন্তা কৰা মানুহ নহওঁ। ৰমানন্দ চৌধুৰীয়ে কাম কৰা অফিচৰে এজন অফিচাৰ বলোভদ্ৰ দাসৰ লগত মোৰ চিনাকি আছে। ডাকঘৰত ডেৰ ঘণ্টা খাপ দি মই ট্ৰাংকলত তেওঁৰ লগত কথা পাতিলোঁ। বাতৰি কাকতৰ কথা আখৰে আখৰে সঁচা। বহু ভাবি-চিন্তি মই সিদ্ধান্ত কৰিছোঁ— এই সম্বন্ধটো আমি বাদ দিব লাগিব।

নন্দন : সম্বন্ধটো বাদ দিব লাগিব?

দেউতাক : তাৰ বাহিৰে আৰু উপায নাই। মই সকলো সহ্য কৰিব পাৰোঁ। অপবাদ-অপযশ সহ্য কৰিব নোৱাৰোঁ। মই ধন-সোণ চব বিসৰ্জন দিব পাৰোঁ, নিমখ ভাত খাই গছৰ তলত দিন কটাব পাৰোঁ। কিন্তু সততা, মই সততা বিসৰ্জন দিব নোৱাৰোঁ।

নন্দন : কিন্তু এতিয়া এই সম্বন্ধ বিসৰ্জন দিয়াৰ উপায় নাই দেউতা।

দেউতাক : কি? কিয় নাই।

ৰুণি : ইমান দিনৰ পৰা কথাবোৰ ঠিক হৈ আছে— সকলোৱে জানে।

দেউতাক : [কাগজ দেখুৱাই] এইবোৰ কথা এতিয়া কিমানে জানিব? এইবোৰ কথা এতিযা যিমানে জানিব— সম্বন্ধটোৰ কথা তাতকৈ বেছি মানুহে জানেনে?

মাক : তথাপি—

দেউতাক : কি তথাপি?

মাক : ল'ৰাৰ কথা যেন-তেন, সম্বন্ধটো ভাগি যোৱাটো ছোৱালীজনীৰ কাৰণে কম বদনামৰ কথা হ'বনে?

দেউতাক : তুমি মনে মনে থাকা। তুমি তোমাৰ সেইটো মগজেৰে মোক কথা বুজাব নালাগে। এই পৃথিৱীখনত বিয়াৰ সম্বন্ধ কেতিয়াও ক'তো ভগাই নাই নেকি? আজিলৈকে যিমান বিযা হৈছে— তাতকৈ বেছি সম্বন্ধ ভাগি গৈছে বুইছা। এজনী ছোৱালীৰ জীৱনলৈ কেৱল এটাই সম্বন্ধ আহে নেকি? তুমি নিজে তিৰোতা মানুহ হৈ সেইটো কথা মোতকৈ বেছি ভালকৈ বুজিব লাগিছিল?

নন্দন : কিন্তু দেউতা, আজি এই ঘটনাটো পেপাৰত ওলাল কাৰণেহে। পেপাৰত ওলোৱাৰ আগলৈকে আপুনিতো তেওঁলোকৰ বিষযে সদায় কিমান ভাল কথা কৈ আছিল। আপুনিয়েইতো তেখেতক কৈছিল— মোক ছোৱালীজনীৰ কোষ্ঠী নালাগে, ছোৱালীহে লাগে। মোক পালেং ছ'ফাছেট নালাগে।

দেউতাক : এতিযাও কওঁ— মই বাটৰ ভিক্ষাৰী ছোৱালীও বোৱাৰী কৰি আনিব পাৰোঁ। মোৰ মিছা ভেম নাই। কিন্তু অসত্য, দুৰ্নীতিৰ আশ্ৰয় লোৱা ৰজাৰ ৰাজকুমাৰীও মোক নালাগে। তই ফিল্ড ইন্‌ভেষ্টিগেটৰৰ চাকৰি কৰ। তোৰ লগৰ ল'ৰাৰ— বহুতেতো তোতকৈ বহুত বেছি দৰমহাৰ বহুত ডাঙৰ চাকৰি কৰে। তোক মই আৰু ডাঙৰ চাকৰিৰ যোগ্য কৰিব নোৱাৰিলোঁ কিয? কিয নোৱাৰিলো? কাৰণ মোৰ টকাৰ জোৰ নাছিল। সৎ-পৰিষ্কাৰ ৰাস্তাইদি মই তাতকৈ বেছি দূৰলৈ যাব নোৱাৰিলোঁ। মই পঁয়সত্তৰ হাজাৰ টকা আত্মসাৎ কৰিব পৰা হ'লে তোক এনে শিক্ষা দিব পাৰিলোহেঁতেন যে তই লাখপতি হৈ গ'লিহেঁতেন। [ৰৈ] মইতো ইমান দিনে জনা নাছিলোঁ যে সেই ছোৱালীজনীৰ গাত পযসত্তৰ হাজাৰ টকাৰ কলংক লাগি আছে।

নন্দন : ছোৱালীজনীৰ গাত? তেওঁৰ গাত কি দোষ? তেওঁ কি কৰিলে?

ৰুণি : নমিতাক মই লগ পাইছোঁ, বহুতৰে মুখে শুনিছোঁও তেওঁ বৰ ভাল ছোৱালী। তেওঁৰ কিহৰ কলংক।

দেউতাক : তই মনে মনে থাক। এইবিলাক কথাৰ মাজলৈ তোক কোনে মাতিছে। তই যা ইযাৰ পৰা।

ৰুণি : উচিত কথা ক'লে বেয়া পায কিয়?

দেউতাক : চুপ। [ৰুণি গুচি যায। অলপ নিস্তব্ধ]

মাক : যি হ'ল হ'ল, দেউতাৰে বেযা পাইছে যেতিয়া সেইটো কথা আৰু বাদ দে।

নন্দন : কি কথা?

মাক : বিয়াখনৰ কথা।

নন্দন : সেইটো ইমান সহজে বাদ দিব পৰা কথা নেকি?

দেউতাক : সহজে বাদ দিব নোৱাৰি, কিন্তু অলপ টান হৈ হ'লেও বাদ দিব লাগিব।

নন্দন : মই সেইটো কৰিব নোৱাৰিম।

দেউতাক : নোৱাৰ?

নন্দন : নোৱাৰোঁ।

মাক : বাপু শুনচোন— তই কথাবোৰ ভাবি চা।

নন্দন : তইঁতে ভাবি নাচাব কিয়? আজি তিনি-চাৰি বছৰৰ সম্পৰ্ক আৰু সেইটোতো মোৰ লগত নমিতাৰ গোপন লেতেৰা সম্পৰ্ক নহয়, এখন ঘৰৰ লগত আন এখন ঘৰৰ ভাল সম্পৰ্ক। [দেউতাকক] এইটোওতো এটা সততাৰ কথা, ন্যায়ৰ কথা, নীতিৰ কথা। ইমান দিনে চব ঠিক আছিল, এতিয়া মানুহঘৰ এটা ডাঙৰ বিপদত পৰিছে, এই বিপদৰ সময়ত আপোনালোকেও—

দেউতাক : যা তেনেহ'লে, তই এতিয়া ৰমানন্দ চৌধুৰীক জে'লৰ পৰা জামিনত আনগৈ, কাছাৰীত মোকৰ্দমা খেল, পঁয়সত্তৰ হাজাৰ টকাৰ ধাৰ মাৰ, লাগে যদি মোৰ মাটি-সম্পত্তিও বন্ধকত থ, এই দুৰ্নীতিৰ বাবে তয়েই দাযী বুলি কথাবোৰ গাত পাতি ল—

মাক : ৰ'বচোন, ইমান চিঞৰ-বাখৰ কৰিছে কিয?

দেউতাক : কিন্তু মই জীৱনত জানি-শুনি কোনো অপযশৰ কাম কৰা নাই, আৰু এতিযাও মই কোনো অপযশৰ সংস্পৰ্শলৈ আহিব নোৱাৰোঁ। গতিকে বুজিছই, তই যদি সেই অপযশৰ সংস্পৰ্শলৈ আহ তেন্তে তাৰ ফল কি হ'ব।

মাক : আপুনি মনে মনে থাকক। এতিযাই ইমানবোৰ কথা ক'বলৈ কি হৈছে?

দেউতাক : চিধা কথা, সঁচা কথা ক'বলৈ মানুহক বেছি সময নালাগে নহয।

নন্দন : আপুনি ইমান জনা-বুজা মানুহ হৈ—

দেউতাক : মই এতিযাও জানো, এতিযাও বুজোঁ। তোক বুজাবৰ ক্ষমতা আৰু জ্ঞান মোৰ এতিযাও আছে। আজিৰ ডেকা ল'ৰা, যি বুজিছে, যি ভাল দেখিছে কৰিছে, আমিনো কি ক'ম— এই বুলি এৰি দিযা দুৰ্বল অকৰ্মণ্য বাপেক মই এতিযাও হোৱা নাই— তই যদি ভাবিছ মই সিমান দুৰ্বল হৈছোঁ— তেনেহ'লে মোৰ কথা অমান্য কৰি তোৰ ইচ্ছামতে কি কৰিব খুজিছ এবাৰ কৰি চা, তাৰপিছত চাই থাক, কোন কিমান শক্তিশালী, কোন কিমান দুৰ্বল।

নন্দন : মইতো আপোনাক কেতিযাও অমান্য কৰা নাই। আৰু অমান্য কৰাৰ ইচ্ছাও মোৰ নাই।

দেউতাক : নাই যদি, বেছ ভাল কথা। কথা শেষ। মিছাকে তৰ্ক কৰি আছ কিয?

নন্দন : কিন্তু মোৰোতো এটা বিচাৰ-বুদ্ধি আছে। মোৰোতো বিবেক আছে। যোৱা চাৰিটা বছৰে—

দেউতাক : তই চাৰি বছৰৰ মিলা-প্ৰীতি এৰিবলৈ টান পাৱ, কিন্তু মোক তোৰ মাৰে চিনি পায। মই তোৰ ত্ৰিছ বছৰৰ পৰিচয় পাহৰি যাবলৈ টান নাপাম কৈ দিছোঁ। এইটোৱেই মোৰ শেষ কথা। [ওলাই যায়। অলপ পিছত।]

মাক : তই কথাবোৰ ঠাণ্ডা মগজেৰে ভাবি চা বাপু।

নন্দন : তই যাচোন। যা।
[অলপ সময় চাই থাকি মাক যায। নন্দনে বহি চিন্তা কৰে। লাইট কমি যায়।]

মঞ্চ : ১

[একেটা ঘৰৰে আন এটা সাধাৰণ কোঠালি, বিছনা, দুখনমান চকী। সৰু মেজ। শংকৰ বহি আছে। গম্ভীৰ। নমিতাই চাহ দিয়ে।]

নমিতা : চাহৰ লগত আৰু কিবা খাবি নেকি?

শংকৰ : নাখাওঁ।

নমিতা : বৌ আহিবলৈ ওলোৱা নাছিল?

শংকৰ : ওলালেও আনিবি ক'লৈ? ইয়ালৈ?

নমিতা : [অলপ পিছত] বৌৱে কথাটো শুনি কি কৈছে?

শংকৰ : কি ক'ব আৰু— লাজত তলমূৰ কৰিছে।
[কিছু সময় নিস্তব্ধ। নমিতাই খোজ কাঢ়ি চকী-মেজ টানি ঠিক কৰি থয়।]

নমিতা : তই দেউতাক সেইটো সুৰত কথা কোৱাটো ভাল হোৱা নাই। এনে অৱস্থাত—

শংকৰ : এনে অৱস্থা হ'ল কাৰণেইতো সেইটো সুৰ উলিয়াবলৈ বাধ্য হৈছোঁ। কিয় এনে অৱস্থা হ'বলৈ পালে?

নমিতা : কিয় হ'বলৈ পালে সেইটো খুঁচৰি থকাৰ ওপৰত জোৰ দিছ কিয়? এতিয়া কি কৰিলে ঘৰখন উদ্ধাৰ হয়— সেইটোহে চিন্তাৰ কথা। কিয় হ'বলৈ পালে বুলি সুধিলে তয়োতো উত্তৰ দিব লাগিব।

শংকৰ : মই কিয় উত্তৰ দিব লাগিব?

নমিতা : কিয় নালাগিব? দেউতাই পইচাবোৰ আনি জুৱা খেলি উৰুৱাই দি এইটো অৱস্থা কৰিলে নেকি?

শংকৰ : পইচাবোৰ আনি মোৰ নামত জমা থৈছে?

নমিতা : তোৰ নামত জমা থ'লেহে তোক দিয়া হয় নেকি?

শংকৰ : আৰু কেনেকৈ দিছিল?

নমিতা : তই এনেকৈ কথা কৈছ কিয়? তোৰ মনত নপৰে আৰু কেনেকৈ দিছিল?

শংকৰ : কি— মোক পঢ়িবলৈ পইচা দিছিল, কাপোৰ কিনিবলৈ পইচা দিছিল, ভাত খাবলৈ পইচা দিছিল, ঔষধ খাবলৈ পইচা দিছিল, মোৰ অন্নপ্ৰাশনৰ খৰচৰ কাৰণে পইচা দিছিল, মই কেঁচুৱা থাকোঁতে দুধদানী কিনিবলৈ পইচা দিছিল, সেইবোৰতো? কোনে দিবলৈ কৈছিল সেইবোৰ? মোক জন্ম নিদিয়া হ'লেতো সেইবোৰ একো দিবই নালাগিলহেঁতেন।

নমিতা : তই বজৰুৱা মদাহী মানুহৰ নিচিনাকৈ কথা কৈছ কিয়?

শংকৰ : মুখ চম্ভালি কথা ক'বি।

নমিতা : কি মুখ চম্ভালি কথা ক'বি? তোৰ কাৰণে দেউতাই—

শংকৰ : মোৰ কাৰণে যিখিনি কৰিলে, সেইখিনি দেউতাৰ মিনিমাম কৰ্তব্য। সেইখিনি দেউতাই কৰিবই লাগিব। আজি এই অৱস্থাত ওভোতাই দিব লাগিব বুলি হিচাব কৰি দেউতাই মোক ধাৰ দিছিল নেকি?

নমিতা : ছিঃ ছিঃ ছিঃ। তোৰ কথা লোকৰ মুখত মই বহুত শুনিছোঁ। তথাপি তোৰ কথা-বতৰা এনেকুৱা হৈছে বুলি মই ভাবিবই পৰা নাছিলোঁ।

শংকৰ : এতিয়া নিজে গম পালিতো?
[হঠাৎ উত্তেজিত হৈ] কিন্তু মই কি কৰিব লাগিব? পঁয়সত্তৰ হাজাৰ টকা ওভোতাই দি ঘৰখনক উদ্ধাৰ কৰিব লাগে? মোৰ দিবলৈ টকা নাই। অফিচে-অফিচে দৌৰা-দৌৰি কৰি কে'ছটো নোহোৱা কৰিব লাগে? সেইবোৰ কৰাৰ মোৰ উপায় নাই। উকিল-মহৰী লগাই কে'ছটো চলাব লাগে? সেইটোতো তইঁতেই পাৰ। সেইটোতো মোতকৈ দেউতাই বেছি ভালকৈ পাৰিব। তেনেহ'লে মই কি কৰিব লাগে? কি কৰিব পাৰোঁ।

নমিতা ঃ তই কি কৰিব লাগে, কি কৰিব পাৰ, সেইবোৰ কথা এইকেইদিন মই বহুতো ভাবিছিলোঁ। কিন্তু মই একো ক'বলৈ নৌপাওঁতেই তোৰ যিমানবোৰ কথা শুনিলোঁ— ইমানবোৰ কথা শুনি মোৰ এতিয়া ধাৰণা হৈছে— তই সঁচাকৈয়ে একো কৰিব নোৱাৰ। তোৰ কৰিব লগা একো নাযেই। কিন্তু তোক চিধা-চিধি ক্ষমা কৰি এৰি দিবলৈকো মোৰ মন যোৱা নাই।

শংকৰ ঃ কি, শাস্তি দিবি নেকি?

নমিতা ঃ শাস্তি আৰু কোনে কাক দিয়ে অ'? দেউতাক শাস্তি কোনে দিছে ঠিক কৰিব পাৰিছ? যা তোক আৰু মই একো নকওঁ। যিমান পাৰ সোনকালে উভতি যাগৈ। বৌৱে অযথা কষ্ট পাব। সেইবোৰ ঠাইলৈতো ইয়াৰ খবৰ কাগজো নাযায় চাগৈ। তাত এইজন মানুহক দেউতাৰ বুলি চিনাকি নিদিলেও তোৰ চলি যাব। তোৰ কোনো অসন্মান নহয় যা।

শংকৰ ঃ তই বৰ ডাঙৰ ডাঙৰ কথা ক'বলৈ শিকিলি। ঘৰখনৰ মান-সন্মানৰ কথা লৈ হঠাতে তই বৰ চিন্তাত পৰিলি।

নমিতা ঃ নাই নাই, কিহৰ চিন্তা? দেউতা জে'ললৈ যাব, সেইটোও চিন্তাৰ কথা হ'লনে? তই খালি বৌক ক'বি, এইবোৰ কেলেংকাৰীৰ সময়ত তেখেত আহিব নালাগে, কেতিয়াবা পাৰ্টী-ছাৰ্টী পাতিলে খবৰ দিম, আহিব।

শংকৰ ঃ চুপ, তই সেইজনী মানুহৰ নাম মুখলৈ নানিবি। তেওঁ তইঁতৰ একো কৰা নাই।

নমিতা ঃ এশবাৰ আনিম। তেখেতে একো নকৰা হ'লে আজি তোৰ এনেকুৱা অৱস্থা নহয়।

শংকৰ ঃ আজি যে তই ইমান সন্মান সন্মান কৰিছ তই নিজে ইমান দিন কি কৰিছ।

নমিতা ঃ কি কৰিছোঁ?

শংকৰ ঃ প্ৰতিবাৰ আহিলেই গোটেই চহৰখনৰ বাটে-ঘাটে তোৰ যিবোৰ কৃৰ্তি শুনি ফুৰোঁ, সেইবোৰ এইখন ঘৰৰ কাৰণে কেলেংকাৰী নহয়?

নমিতা ঃ শুন যদি এবাৰ মুখে মুখে নক'লি কিয়?

শংকৰ ঃ সেইবোৰ কথা মুখলৈ নাহে কাৰণে।

নমিতা ঃ নে সাহ নহয় কাৰণে।

শংকৰ ঃ কিহৰ সাহ।

নমিতা ঃ ভনীয়েৰৰ কেলেংকাৰীৰ কথা ক'বলৈ হ'লে, তই ভনীয়েৰৰ কাৰণে কি কি কৰিছ সেইটো কোৱাৰ সাহ। লাজ নালাগে তোৰ? শুন। তই কথাটো উলিয়ালি যেতিয়া পৰিষ্কাৰকৈ কওঁ শুনি যা— আঁঠুৱাৰ তলত বৌৱে ফুচ্ ফুচাই কোৱাতকৈ মই চিএঁৰি চিএঁৰি কোৱা ভাল। মোৰ বয়স চৌব্বিছ বছৰ হৈছে কাৰণে, এম এ পাছ কৰি বহি আছোঁ কাৰণে, মাই মাজে মাজে চিন্তা কৰা যেন লাগে, দেউতাই কিন্তু প্ৰায়েই চিন্তা কৰে। নন্দন মজুমদাৰৰ লগত মোৰ চিনাকি হৈছে। মোৰ কাৰণে তেওঁ ভাল মানুহ, আমাৰ মাজত এটা বুজা-বুজি হৈছে। আমি ভৱিষ্যতে কি কৰিম সেইটো ঠিক কৰিছোঁ।

শংকৰ ঃ আৰু এইখন ঘৰৰ ভৱিষ্যতটোৰ কি কৰিছ?

নমিতা ঃ কি কৰিছোঁ?

শংকৰ ঃ এই যে প্ৰত্যেকবাৰ আহি শুনো নমিৰ কাৰণে এই ছেট গহনা কৰালোঁ, নমিৰ কাৰণে এইটো চিলাই কল কিনিলোঁ, নমিৰ কাৰণে এই দুযোৰ কাপোৰ অৰ্ডাৰ দি কৰাই আনিলোঁ, এইবোৰ কি? তই নিজে আগত থাকি নিজৰ কাৰণে এনেকৈ বস্তু গোটাবলৈ তোৰ বেয়া নালাগে?

দেউতাৰ সেই পঁয়সত্তৰ হাজাৰ টকাৰ ভিতৰত এইবোৰ বস্তুৰ দাম সোমাই থকা নাই?
কোনখন মুখেৰে তই ইমান ডাঙৰ ডাঙৰ কথা ক'ব?

[নিস্তব্ধ]

নমিতা : ৰ'বি— তই অকণমান ৰ'বি।

মঞ্চ : ১

[বেগেৰে নমিতা একাষলৈ যায়। দুৱাৰত খুন্দা লগাৰ শব্দ। নানা বস্তু দেখা যাব। আলমাৰি খোলা শব্দ। এসোপা বস্তু লৈ আহে।]

মঞ্চ : ২

[বস্তুবোৰ দলিয়াই—]

নমিতা : এইবোৰ ল। এইবোৰ গহনা।
এইবোৰ কাপোৰ। এইবোৰ এইবোৰ এইবোৰ ল— এইবোৰ। ৰ'বি—
[নমিতা ওলাই যায়। অৰুণা আহে।]

অৰুণা : কি হৈছে তহঁতৰ। শুনচোন নমি — নমি—
[নমিতাই মেচিনটো ঠেলি আনি জোৰেৰে ঠেলা মাৰি]

নমিতা : এইটো চিলাই মেচিন। [আকৌ ওলাই যায়।]

অৰুণা : [ডাবি দি] এই নমি।

নমিতা : [সোমাই আহি] আৰু এইটো মোৰ লগত দিবলৈ কিনা ৰেডিঅ'
[দলিয়াই দিয়ে।]

অৰুণা : এই বলিয়া হ'লি নেকি তহঁত।

নমিতা : আৰু সেইফালৰ কোঠালিটোত এসোপা ফাৰ্ণিচাৰ আছে, মই মা-দেউতাৰ নামত শপত খাই কৈছোঁ— সেইবোৰৰ ছাঁও মই এই জীৱনত নগচকো। মোক খালী কেইদিনমান সময় দে, এই ঘৰতো মই নাথাকোঁ। তোক মই কথা দিলোঁ মই ওলাই যাম।

অৰুণা : চাওঁ তই ওলাই আহ। ব'ল, ব'লচোন তই।

নমিতা : [ভীষণ উত্তেজিত] আৰু তোৰ যদি লাজ-চৰম, মান-সন্মান বোলা কিবা বস্তু আছে, তেনেহ'লে তয়ো কোনো দিনে এই ঘৰ-মাটিত ভৰি নিদিবি। এই ঘৰ-মাটি বিক্ৰী কৰি মই দেউতাক উদ্ধাৰ কৰিম আৰু [কান্দি পেলাই] মা-দেউতাক মই চাম, মই পুহিম।
[কান্দি কান্দি গুচি যায়। অৰুণা পাছে পাছে যায়। নিস্তব্ধ। ৰমানন্দ লাহে লাহে মঞ্চলৈ সোমাই আহে। শংকৰ এমূৰত থিয় হৈ আছে।]

ৰমানন্দ : [অত্যন্ত গহীন] আচল কথাটো কি জান শংকৰ। মোৰ অৱস্থা ভাল নাছিলতো। সেই কাৰণে মাৰৰ, তহঁতৰ সংসাৰখনৰ আলপৈচান ধৰোঁতে মোৰ অলপ কষ্ট হৈছিল, অলপ বেমেজালি হৈছিল। মই শুনিছোঁ এই নন্দন মজুমদাৰ বোলা ল'ৰাটোৰো অৱস্থা বোলে বৰ ভাল নহয়। সেই কাৰণে তাৰো যাতে মোৰ নিচিনা কষ্ট নহয়, সিহঁতৰ সংসাৰতো যাতে বেমেজালি নহয়, সেই কাৰণে নমিৰ কাৰণে কিছুমান বস্তু যোগাৰ কৰিছিলোঁ। এনেকুৱা বস্তু— যিবোৰ তোৰ মাৰে বিচাৰিছিল। নমিৰ কোনো দোষ নাই। তাই নিজে একো বিচৰা নাই। বুইছ?

[অৰুণা সোমাই আহে। পৰি থকা বস্তু তোলে]

শংকৰ : মোৰ বুজা-নুবুজাৰতো আৰু একো লাভেই নাই। মোৰতো এই ঘৰত আৰু ভৰি দিয়াৰে উপায় নাই। ঠিক আছে নাহিলেই হ'ল।

অৰুণা : কিয় নাহিবি? তাই খঙত কিবা এটা কৈছে বুলিয়েই তই ঘৰৰ ল'ৰা ঘৰলৈ নহাকৈ থাকিবি নে?

ৰমানন্দ : [ব্যংগ হাঁহিৰে] কিয় নাহিব? নিশ্চয় আহিব। কিন্তু ঘৰ থাকিলেহে আহিব।

অৰুণা : ঘৰটো নাথাকি ক'ৰবালৈ উৰি যাব নেকি?

ৰমানন্দ : উৰি কিয় যাব? কিন্তু চাল, বেৰ, দুৱাৰ, খিৰিকী থাকিলেই ঘৰ নহয় নহয়। জে'লখানাবোতো চাল-বেৰ আছে। নহয়, নহয়, খঙেৰে নমিয়ে কোৱা কথাবোৰ কামত লাগি যাব পাৰে। এই ঘৰ আৰু নাথাকিবও পাৰে, তই এটা কাম কৰ।

শংকৰ : কি?

ৰমানন্দ : মাৰে বহুত দিনৰ পৰা তোৰ তাত গৈ কিছুদিন থকাৰ কথা কৈ আছে। মোৰ আগত কেনেকুৱা দিন আহে মই ক'ব পৰা নাই। কিন্তু সেইবোৰ যে তোৰ মাৰে কষ্ট পোৱা দিন হ'ব— তাত মোৰ সন্দেহ নাই। সেই কষ্ট সহ্য কৰিবলৈ তেওঁ বৰ টান পাব। তই এইবাৰ মাৰক তোৰ লগত লৈ যা। কেতিয়াবা যদি ভাল দিন আহে তইতো খবৰ পাবিয়েই—

শংকৰ : মাক এতিয়া ফটকৰে মই কেনেকৈ লৈ যাওঁ? কোনোমতে দুটা কোঠালিৰ ফ্লেট এটা লৈ আছোঁ। মই টুৰত ঘূৰি ফুৰোঁ, এৰোঁ বহুত কামত ওলাই যায়। ছাৰ্ভেণ্ট-টাৰ্ভেণ্ট কেতিয়াবা থাকে, কেতিয়াবা নাথাকে। বোম্বেৰ নিচিনা ঠাইত মা ব'ৰ হৈ যাব। [অৰুণাই কিবা এটা তুলি বৈ যায়। নন্দলৈ থৰ হৈ চায়। লাইট কমি আহে।]

ৰমানন্দ : হয় নেকি? মানে মই ভাবিছিলোঁ এই ঘটনাটোৰ প্ৰথম ধাক্কাৰ দিনকেইটা তেওঁ তাত থাককগৈ।

শংকৰ : এতিয়া নালাগে। অলপতে মই এটা ডাঙৰ ফ্লেট পোৱাৰ কথা আছে, পালেই খবৰ দিম। [লাইট নাইকিয়া হয। কেবল অবাক দৃষ্টিৰে চাই থকা অৰুণাৰ মুখত পোহৰ। তাৰ পিছত অন্ধকাৰ।]

মঞ্চ : ১

[সাধাৰণ কোঠালি। বিছনাত নন্দন আধা শোৱা অৱস্থাত। চিন্তিত। দুৱাৰত শব্দ। সি চঁক খাই উঠে। পাঞ্জাবী পিন্ধে। দুৱাৰ খুলি দিয়ে।]

নন্দন : অ' নমিতা? আহা আহা সোমাই আহা। বহা।

নমিতা : নবহোঁ দিয়া। কেইবাবাৰো চেষ্টা কৰি এইকেইদিন তোমাৰ লগত যোগাযোগ কৰিব পৰা নাই। সেই কাৰণে ঘৰতে বিচাৰি আহিলোঁ। আজি আবেলি এবাৰ লগ পাবা।

নন্দন : [নাৰ্ভাছ] বহা। [অইন এখন চকী টানি] নাই নাই, ইয়াত বহা। ঘৰটোৰ অৱস্থা একেবাৰে নোহোৱা হৈ আছে।

নমিতা : হ'ব দিয়া।

নন্দন : এইকেইদিন মই নাই বুইছা? তোমাক যে ফোন কৰিলোঁ, তাৰ পিছদিনাৰ পৰাই হঠাৎ ঘৰলৈ যাবলগীয়া হ'ল।

নমিতা : খবৰ এটা—

নন্দন : খবৰ দিবলৈ মানে, অফিচতে ভনীজনীৰ পৰা টেলিগ্ৰাম এখন পালোঁ, তৎক্ষণাত ঘৰলৈ যাব লাগে। কি কথা কি বতৰা একো লিখা নাই। ভাবিলোঁ দেউতাৰ কিবা অসুখ-বিসুখ হ'ল নেকি? চাৰি বজাত ট্ৰেইন এখন আছিল, দৌৰা-দৌৰিকৈ গুচি গ'লোঁ।

নমিতা : ঘৰত ভাল সকলোৱে?

নন্দন : ভাল, ভালে আছে।

নমিতা : কাৰো অসুখ-বিসুখ হোৱা নাই?

নন্দন : নাই, নাই হোৱা।

নমিতা : কেতিয়া আহিলা?

নন্দন : কালি— নহয় পৰহি আহিলোঁ। আহিয়েই আকৌ—

নমিতা : কি হ'ল, আহিয়েই আকৌ বিপদত পৰিলা নেকি? বৰ নিজঞ্জাল লাগিছে। ঘৰত আৰু কোনো নাই নেকি?

নন্দন : নহয় নহয়— মানে এই আৰু— আছে। এই কাম কৰা ল'ৰাটো আছে। ভয় লাগিছে নেকি?

নমিতা : নাই—

নন্দন : তোমাকতো কিমান কৈ-কৈও এবাৰ এই ঘৰটোলৈ আনিব নোৱাৰিলোঁ। সেই কাৰণে আজি তোমাক দেখিযেই আচৰিত হৈ গৈছিলোঁ। ৰ'বা ইয়াক চাহ-তাহ একাপ—

নমিতা : নালাগে নালাগে। মই বেছি সময় নবহোঁ। যাওঁৱেই। ঘৰলৈ কিয় মাতি পঠিযাইছিল?

নন্দন : [অস্বস্তি] হুঁ? নাই এনেয়ে। এই কিছুমান ঘৰুৱা কথা—

নমিতা : ক'ব পৰা বিধৰ নহয় নেকি?

নন্দন : ক'ব পৰা বিধৰ হয, কিয ক'ব নোৱাৰি?

নমিতা : মানে মোৰ দাদাও কেইদিনমানৰ আগতে ভনীয়েকৰ টেলিগ্ৰাম এখন পাই ঘৰলৈ আহিছিল— কিছুমান ঘৰুৱা কথাৰ কাৰণে— সেই কাৰণে সুধিছোঁ।

নন্দন : অই বাপু পানী আহিছে ধৰ। আজি এতিযালৈকে পানীয়েই অহা নাছিল বুইছা। [বৈ যায]

নমিতা : কি ভাবিছা? মই নহ'লে যাওঁৱেই, তুমি আবেলি এবাৰ—

নন্দন : নহয নহয়, বহা বহা। [বৈ] মই মানে কথাবোৰ তোমাক ক'ব পৰাকৈ জুকিয়াই ল'বই পৰা নাই।

নমিতা : কথাবোৰ খেলি-মেলি হৈ গৈছে নেকি?

নন্দন : খেলি-মেলি— অ' অলপ খেলি-মেলিযেই হৈছে বুলিব পাৰা।

নমিতা : দেউতাৰ বিষযে খবৰ কাগজত ওলোৱা বাতৰিটো পঢ়ি ভনীয়েৰাই তোমালৈ টেলিগ্ৰাম কৰিছিল নেকি?

নন্দন : ওঁ।

নমিতা : তেনেহ'লে তুমি কথাবোৰ কোৱাই ভাল। মই তোমাক অলপ সহজ কৰি দিওঁ শুনা, এইকেইদিন আমি এইবিলাক কথাকে পাতি আছোঁ। মই ইমান কথা কৈছোঁ— আৰু ইমান কথা শুনিছোঁ যে এতিয়া আৰু কোনো কথাই মোক বেছি আমনি কৰিব নোৱাৰে। কোৱাচোন কৈ হৈছে। [বাল্টিৰ শব্দ]

নন্দন : [বৈ] তুমিতো মোক ভালকৈ জানা, মোৰ মনৰ কথাও জানা। কিন্তু ঘৰত এই খবৰটো পাই মা-দেউতাইঁতে নেচাৰেলী অলপ চিন্তা কৰিছে।

নমিতা : নেচাৰেলী। কি কয় তেখেতসকলে?

নন্দন : কয় মানে— সেয়াই আৰু —

নমিতা : ইমান ডাঙৰ এটা বদনাম, এনেকুৱা এঘৰ বদনামী মানুহ, এনেকুৱা এটা বদনাম— বিয়া-বাৰু কৰাই মূৰত তুলি লোৱা—

নন্দন : নহয় নহয়, ঠিক তেনেকৈ নহয়।

নমিতা : ঠিক তেনেকৈ নক'লেও কথাবোৰৰ সাৰমৰ্ম চাগে তেনেকুৱাই। অন্ততঃ তোমাৰ অবস্থাটো দেখি মোৰ কথাবোৰ তেনেকুৱা যেন লাগিছে।

নন্দন : তোমাকতো মই আগতেই কৈছোঁ মই নিজেই বহুত কথাত ফ্ৰি, আমাৰ ঘৰখনো যথেষ্ট ফ্ৰি। তোমাৰ মনত আছে, দেউতাই তোমাৰ দেউতাৰাক কি কৈছিল? মানুহে কোষ্ঠী চাই, পঞ্জাছ ৰকমৰ গণনা কৰে, আঙঠি পিন্ধায়— সেইবোৰ কথাত আমাৰ কাৰো ইণ্টাৰেষ্ট নাছিল, সেইবোৰ কথা আমি কোনেও কেতিযাও ভবা নাছিলোঁ। কিন্তু এই ধৰণৰ ঘটনাত, মানে এইটো এটা ডাইৰেক্টলী ইনভলভ্ হোৱা ছ'চিয়েল কথাটো—

নমিতা : তেখেতসকলে ফাইনেলী কি কৈছে? সিদ্ধান্ততো কি?

নন্দন : সিদ্ধান্ত তেনেকৈ একো কৰা নাই। কেৱল মোক ভাবি চাবলৈ দিছে।

নমিতা : তুমি কি ভাবিছা?

নন্দন : মই একো ঠিক কৰিব পৰা নাই। ভাবিছোঁ অন্ততঃ কিছুদিনলৈ—

নমিতা : বিয়া-বাৰুৰ কথাটো ভাবিব নালাগে।

নন্দন : মানে—।

নমিতা : কিন্তু কিছুদিনলৈ নভবাকৈ থাকিলে জানো কিবা লাভ হ'ব? তুমি অস্বস্তি অনুভৱ নকৰিবা? একেবাৰে প্ৰেক্টিকেল হৈ কথাবোৰ ভাবি চোৱা। আলটিমেটলী দেউতা জে'ললৈ যাবলগীয়া হ'ব পাৰে। জে'ললৈ নগ'লেও তেখেতৰ জীৱনকালত এই বোজা তেখেতৰ কান্ধৰ পৰা কেতিয়াও নামি নাযায়।

নন্দন : নাই নাই, সিমান বেছিকৈ কিয় ভাবিছা?

নমিতা : মই বেয়া পাওঁ বুলি তুমি কথাবোৰ পাতলাই নিদিবা। এইখিনি সময়ৰ ভিতৰতে মই বুজি পাইছোঁ— তোমাৰ আৰু মোৰ পাৰ্থক্যটো হৈছে মই বহু দিনৰ কাৰণে প্ৰিপিয়াৰ্ড হৈ গৈছোঁ— আৰু তুমি মন খুলি কথা ক'ব পৰা নাই। তোমাৰ মনটোৱে খুত-খুত কৰি আছে। এই খুত-খুতনিকণো মোৰ সহ্য কৰাৰ ইচ্ছা কৰা নাই, আগলৈও মই সহ্য কৰিব নোৱাৰিম।

নন্দন : নহয়, হঠাতে ঘটনাটোৱে এনেকুৱা এটা পাক লৈছে যে কিছুমান নতুন চিন্তা আহিবলৈ বাধ্য হৈছে।

নমিতা : সেইটো বুজিছোঁ। কিন্তু চোৱা— মোৰ বৰ ভাগৰ লাগিছে। এতিয়া আৰু নতুন চিন্তাৰ পাক খুলিবলৈ মোৰ মনো নাই। চাফা কথা হ'ল— তোমাৰ আৰু মোৰ মাজত এটা ভাল সম্পৰ্ক হৈছিল, আমি বিয়া-বাৰুৰ কথা ভাবিছিলোঁ, এতিয়া অবস্থাটো বেলেগ হ'ল, গতিকে আগৰ কথাবোৰ তল পৰি যাব লাগে।

নন্দন : তুমি—।

নমিতা : কেতিয়াও ওপৰলৈ উঠিব নোৱৰাকৈ তল পৰি যাব লাগে।

নন্দন : তুমি ইমান সহজে ইমান দিনৰ ইমানবোৰ কথা তল পেলোৱাৰ কথা ক'ব পাৰিছা?

নমিতা : এইটোনো কি কথা? এনেকুৱা কত ঘটনা ঘটি থাকে। ল'ৰা-ছোৱালীৰ মাজৰ এনেকুৱা একোটা গভীৰ সম্পৰ্কৰ কথাও শুনো— এনে লাগে তেওঁলোকৰ যদি বিয়া- বাৰু নহয় তেন্তে দুয়োজন একেলগে মৰি থাকিব। পিছে ক'তা, কিমান মৰিছে? কতৰ থান-থিত লগা প্ৰেমো ভৰপূৰ সংসাৰৰ মাজতে ছেদেলি-ভেদেলি হৈছে, সেই বিলাককতো গছত ওলমি থকা দেখা নাই। কিন্তু এই থান-থিত লগা সংসাৰ— ছেদেলি-ভেদেলি হোৱাটো বেছি বেয়া লগা কথা। সেই কাৰণে মই কথাবোৰ এতিয়াই চাফা কৰি লোৱাটো ভাল পাওঁ। আমিতো এতিয়া চেমনীয়া ল'ৰা-ছোৱালীৰ নিচিনাকৈ কথাই কথাই ফেউ ফেউ কৰিব নাপায়, নহয় জানো?

নন্দন : তুমি সিদ্ধান্ত কৰিলাই নেকি?

নমিতা : [বৈ ম্লান হাঁহিৰে] সিদ্ধান্ত মই কৰা নাই। আচলতে সিদ্ধান্ত তুমিয়েই কৰিছা।

নন্দন : মই? মইতো একো ক'বলৈকে পোৱা নাই।

নমিতা : মই বুজি শুনিযেই তোমাক ক'বলৈ দিয়া নাই। তোমাৰ কথাখিনি ময়েই কৈ তোমাক সকাহ দিছোঁ। সহায় কৰিছোঁ।

নন্দন : নহয় নহয়, হ'বই নোৱাৰে।

নমিতা : নোৱাৰে নেকি? [বৈ] মই বাৰু তোমাক সৰু কথা এটা সোধোঁ। এই ঘটনাটোৰ কথা জনাৰ লগে লগে তুমি দুশ্চিন্তাত উদ্বাউল হৈ মোৰ খবৰ কৰি থকা নাই কিয়?

নন্দন : মই খবৰ কৰিলোহেঁতেন।

নমিতা : যোৱা তিনি বছৰে তুমি বহুবাৰ মোক এইটো ঘৰৰ ভিতৰলৈ আহিবলৈ জোৰ কৰিছিলা, বুজাইছিলা, অনুনয়-বিনয় কৰিছিলা।

নন্দন : কৰিছিলোঁ।

নমিতা : চহৰৰ মানুহে মোৰ চৰিত্ৰৰ কথা যিযেই নকওক— মই প্ৰতিজ্ঞা কৰিছিলোঁ এইটো ঘৰলৈ কোনো অনিযম কৰি মই নাহোঁ। যোৱা তিনি বছৰে যিটো প্ৰতিজ্ঞা কৰি মই এই ঘৰটোলৈ নহাকৈ আছিলোঁ, সেইটো প্ৰতিজ্ঞা আজি এনেকৈ ভাঙিবলগীয়া হ'ল কিয়? পৰহি ঘৰৰ পৰা আহিযেই তুমি পোনে পোনে মোৰ ওচৰলৈ দৌৰি নগ'লা কিয়? এই দুৰ্ভাগ্যৰ সময়ত মই একমাত্ৰ তোমাৰেই সহায় পাম বুলি ভাবিছিলোঁ— কিন্তু তোমাৰ এনেকৈযে পলাই থাকিবলগীয়া হ'ল কিয়?

নন্দন : তুমি বুজা নাই নমিতা। মই— মই—

নমিতা : হ'ব। আজি আচলতে মই আৰু বেছিকৈ টেঁটুফালি চিঞৰি চিঞৰি কথা ক'ব লাগিছিল, কিন্তু মোৰ আৰু একেবাৰে চিঞৰ-বাখৰ কৰিবৰ মন নাই। তুমি কথা নোকোৱাকৈ কাম কৰিছা, মযো যিমান পাৰোঁ শান্তভাৱে শব্দ উচ্চাৰণ কৰিছোঁ। হ'ব দিয়া যাওঁ।

নন্দন : ৰ'বা, যাওঁ মানে? তুমি মোৰ অৱস্থাটো বুজা নাই। মই এইখিনি দিনৰ প্ৰতিটো মুহূৰ্ত এই একেটা চিন্তাৰে জৰ্জৰিত হৈ আছোঁ।

নমিতা : সেইটোৱেইটো বেয়া কথা হৈছে। সেই কাৰণেইতো মই আজি তোমাৰ দুশ্চিন্তা শেষ কৰি দিলোঁ। এইটো কথা আৰু নাভাবিবা।

নন্দন : ইমান সোনকালে এইটো কথা শেষ কৰিব পাৰিনে?

নমিতা : কি কৰিবা? কিছুদিনলৈ বেয়া লাগি থাকিব। আমাৰ ইমান দিনৰ ইমানবোৰ কথা ইমানবোৰ প্লেন প্ৰোগ্ৰেম। বেয়া লাগিবই। আহোঁ।

নন্দন : তুমি যে কেনেকৈ কথাবোৰ ইমান সহজে ক'ব পাৰিছা মই ধৰিব পৰা নাই।

নমিতা : মই সঁচাকৈয়ে তোমাৰ মংগল চিন্তা কৰোঁ কাৰণে পাৰিছোঁ। নাই, তুমি কথা বঢ়াবা যেন পাইছোঁ। ঠিক আছে। ধৰি লোৱা তোমাৰ কোনো দোষ নাই। কিন্তু মই মোৰ দেউতাক চাব লাগিব, শুৱাই-বুৱাই ৰাখিব লাগিব। আৰু সেই কাৰণে মই নিজে তোমাৰ পৰা বিদায় ল'লোঁ। তোমাক দিবলৈ মোৰ সময় নহ'ব। এইটোকেই আচল কথা বুলি ধৰা। হ'লতো? আৰু এটা কথা— তুমি মোৰ লগত কোনো যোগাযোগ নাৰাখিবা। ৰাখিলে মই বৰ বেয়া পাম।

[নমিতা ওলাই যায়। নন্দন হতভম্ব হৈ থিয় হৈ থাকে।]

মঞ্চ ২

[কেবল ছেক্রেটেৰীৰ টেবুল। মানুহজনৰ গাত পোহৰ। সন্মুখত পিয়ন। পিয়নে কাগজ এটুকুৰা ছেক্রেটেৰীক দিয়ে। ছেক্রেটেৰীয়ে পঢ়ি চাই মূৰেৰে ইংগিত দিয়ে। পিয়ন ওলাই যায়। পিছত নমিতা সোমাই আহে।

নমিতা : নমস্কাৰ।

ছেক্রেটেৰী: নমস্কাৰ। কি হ'ল কওকচোন।

নমিতা : মই ছাৰ ৰমানন্দ চৌধুৰীৰ ছোৱালী। আপোনাৰ ডিপাৰ্টমেণ্টতে কাম কৰিছিল।

ছেক্রেটেৰী: [বৈ] বহা, কি হ'ল কোৱাচোন। তুমি চাকৰি-বাকৰি কিবা কৰা নেকি?

নমিতা : নাই নকৰোঁ ছাৰ। এতিয়া কৰিম বুলি ভাবিছোঁ। [বৈ] ছাৰ মই আপোনাক এটা কথা সুধিম বুলি আহিছিলোঁ।

ছেক্রেটেৰী: কোৱাচোন।

নমিতা : দেউতাৰ ঘটনাটোৰ বিষয়ে আপুনি জানে।

ছেক্রেটেৰী: জানো। মানে অলপ অলপ নিশ্চয় জানো।

নমিতা : মোক ছাৰ এনেয়ে এটা আভাস দিব পাৰেনে ঘটনাটোৰ শেষ কি হ'বগৈ পাৰে?

ছেক্রেটেৰী: তুমি কি অনুৰোধ কৰিবা মই জানো। কিন্তু কে'ছ এটাতো হ'বই। সেই কে'ছত যদি তেওঁ নিজকে নিৰ্দোষী প্ৰমাণ কৰিব পাৰে—

নমিতা : নহয় নহয় ছাৰ!

ছেক্রেটেৰী: এইবোৰ কথা তোমাৰ লগত পাতিম জানো।

নমিতা : যিখিনি মোৰ লগত পাতিব নোৱাৰে, সেইখিনিৰ কথাময়ো নকওঁ ছাৰ। যিখিনি পাৰে—

ছেক্রেটেৰী: কিনো ক'ম! এইবিলাকৰ বিভিন্ন প্ৰচিডিঅ'ৰ আছে, সেই প্ৰচিডিঅ'ৰ মতে কাম হ'ব। শেষত কি হয়গৈ এতিয়াই কোৱা টান।

নমিতা : ছাৰ মই আপোনাক এটা অনুৰোধ কৰিব খুজিছোঁ। দেউতাই যি দোষ কৰিছে, তাক প্ৰমাণ কৰিবলৈ আপোনালোকৰ অলপো কষ্ট নহয়। কাৰণ দেউতাই নিজক বচাবৰ কাৰণে, নিজকে নিৰ্দোষী প্ৰমাণ কৰিবলৈ চেষ্টা নকৰে।

ছেক্রেটেৰী: নকৰে— কিয়?

নমিতা : কাৰণ মই দেউতাক কৈছোঁ— তেখেতে দোষ কৰিছে, এতিয়া বাচিবৰ কাৰণে চেষ্টা কৰিলে তেখেতৰ দোষ বাঢ়িব, নকমে। দেউতাই সেইটো বুজিছে। [বৈ] মই আপোনাক ক'বলৈ আহিছিলোঁ—

ছেক্রেটেৰী: কি?

নমিতা : যিমান টকা দেউতাই অপব্যৱহাৰ কৰিলে, সেই গোটেইখিনি টকা আমি সুদে-মূলে ওভোতাই দিম, শাস্তি হিচাপে দেউতাক আপোনালোকে কামৰ পৰা আঁতৰাই দিয়ক, কিন্তু তেখেতক

জে'লত যোৱাৰ পৰা বচাব পাৰিবনে?

ছেক্ৰেটেৰী : টকা তোমালোকে ক'ৰ পৰা ওভোতাই দিবা?

নমিতা : আমি ঘৰ-মাটি বেচি দিম বুলি ঠিক কৰিছোঁ।

ছেক্ৰেটেৰী : থাকিবা ক'ত?

নমিতা : উলিয়াব লাগিব ঠাই এডোখৰ।

ছেক্ৰেটেৰী : সেইবুলি ঘৰটো—

নমিতা : সেইটো ঘৰত আৰু থাকিব নোৱাৰি ছাৰ। সেই ঘৰটোতো কলি আছে। আপুনি কেৱল সেই এটা শাস্তিৰ পৰা দেউতাক বচাবলৈ চেষ্টা কৰিব বুলি ক'লেই মই কৃতজ্ঞ হ'ম ছাৰ। দেউতাৰ কাৰণে এনেযেও লাহে লাহে জে'লৰ বাহিৰ-ভিতৰ একে হৈ আহিব। তথাপি মই দেউতাৰ ওচৰত থাকিব খোজোঁ ছাৰ।

ছেক্ৰেটেৰী : কিন্তু মই এই অফিচৰ অফিচাৰ হিচাপে কোৱা নাই, তুমি কথাবোৰ খুলি কৈছা কাৰণে [Light fade out] মই ব্যক্তিগতভাৱে কৈছোঁ— তোমালোকে কে'ছটো হ'বলৈ নিদিবা কিয়? মোৰ কিছু অভিজ্ঞতা হৈছে। ভালেমান কে'ছ দেখিছোঁ— আইনৰ বহু মেৰপাক আছে— বহু সুৰঙা আছে— সকলো এৰিবলৈ সাজু হৈছা যেতিয়া, এবাৰ যুদ্ধ কৰি নোচোৱা কিয়? ঠিকতো নাই কিজানি—

নমিতা : নহয় নহয় ছাৰ। আইনৰ মেৰপাক আৰু সুৰুঙাৰ সুবিধা ল'বলৈ দেউতাৰ শক্তিয়ে নাই। তেখেতৰ মনত তেনেকুৱা অৱস্থাই নাই। পুলিচ নালাগে, উকিল-হাকিম নালাগে, ৰাস্তাৰ সৰু ল'ৰা এটাই যদি সোধে— আপুনি দোষ কৰিছিলনে? দেউতাই ক'ব— কৰিছিলোঁ। ইমানবোৰ জানি-শুনি আৰু দেউতাক কে'ছ খেলিবলৈ দিব নোৱাৰোঁ ছাৰ।

ছেক্ৰেটেৰী : [ভাবি] কিন্তু তেখেতৰ এটা দোষৰ কাৰণে গোটেই ঘৰখন তোমালোক—

নমিতা : সেইটোৱেই আটাইতকৈ ডাঙৰ মিছা কথা ছাৰ। আচলতে আমাৰ ঘৰখনৰ বহু দোষৰ কাৰণেহে দেউতাই সেই এটা দোষ কৰিলে। সেইটোৱেই মোৰ কাৰণে আটাইতকৈ ডাঙৰ যন্ত্ৰণা। এই ঘৰ-সংসাৰ আমি কোনেও উপভোগ কৰিবলৈ পাব নালাগে ছাৰ।

ছেক্ৰেটেৰী : [বৈ] জানো মই কথাবোৰ ধৰিব পৰা নাই। তুমি গাভৰু ছোৱালী, শিক্ষিতা, সুন্দৰী— তোমাৰ সন্মুখত কিমান দীঘলীয়া জীৱন এটা পৰি আছে। তুমিতো জীৱনৰ একো দেখা নাই—

নমিতা : এইবাৰ দেখিম ছাৰ। দেউতাই এই অপৰাধ নকৰা হ'লে মই জীৱনৰ একোকে নেদেখিলোহেঁতেন। কাপোৰ-গহনা পিন্ধি খাই-বৈ থাকোঁতেই জীৱন পাৰ হৈ গ'লহেঁতেন। এইবাৰ মই জীৱনটো চাব খোজোঁ ছাৰ। কেৱল আপোনালোকে মোক সহায় কৰক, দেউতাক জে'লৰ বাহিৰত মোৰ ওচৰে ওচৰে থাকিবলৈ দিয়ক।

[দুয়ো দুয়োৰে ফালে চাই থাকে।]

## মঞ্চ : ১

[তিনিগৰাকী মেম্বৰ বহি আছে। এজন ল'ৰা নমস্কাৰ কৰি ওলাই যায়। নমিতা সোমায়।]

মেম্বৰ ১ : কি নাম।

নমিতা : নমিতা চৌধুৰী।

মেম্বৰ ১ : আগতে ক'ৰবাত চাকৰি কৰিছিল নেকি?

নমিতা : নাই কৰা।

মেম্বৰ ১ : ছাৰ্টিফিকেটবিলাক চাওঁ।
মেম্বৰ ২ : চাকৰি কিয় কৰিব খুজিছে?
নমিতা : উপাৰ্জনৰ বাবে, আৰু কামত ব্যস্ত হৈ থাকিবৰ বাবে।
মেম্বৰ ২ : বয়স কিমান হৈছে?
নমিতা : ২৪ বছৰ পাৰ হৈ গৈছে।
মেম্বৰ ১ : আপোনাৰ বয়সৰ ছোৱালী আন ধৰণেওতো ব্যস্ত হৈ পৰিব পাৰে।
নমিতা : আন ধৰণবোৰ মোৰ ভাল লগাৰ সদ্যহতে উপায় নাই।
মেম্বৰ ১ : আপোনাৰ দেউতাৰ নাম?
নমিতা : ৰমানন্দ চৌধুৰী।
মেম্বৰ ২ : [মনত পেলাই] ৰমানন্দ চৌধুৰী— মানে এই যে—
নমিতা : হয়। ষ্টেট ডিপাৰ্টমেণ্টৰ অফিচাৰ আছিল, আজি কিছুদিন আগতে যে ছাছপেণ্ড কৰা হৈছে। [নিস্তব্ধ]
মেম্বৰ ১ : বাৰু মিছ চৌধুৰী, আপুনি জানে কিয় তেখেতক ছাছপেণ্ড কৰা হ'ল?
নমিতা : হয় জানো। তেখেতে টকা-পইচাৰ ক্ষেত্ৰত বহুত গণ্ডগোল কৰিছিল।
মেম্বৰ ১ : কথাটো সঁচানে?
নমিতা : সঁচা, এটা কথা কৈ থওঁ— সেই কাৰণে মোক এটা চাকৰিৰ বৰ প্ৰয়োজন হৈছে। তেখেতৰ ছোৱালী হৈ গণ্ডগোল নকৰাকৈ, কিমান ভালকৈ কাম কৰিব পাৰি, সেইটো দেখুৱাই দিয়াটো মোৰ কাৰণে বৰ প্ৰযোজনীয় হৈছে।
মেম্বৰ ৩ : আপুনি চাকৰিত লাগি থাকিব পাৰিব জানো?
নমিতা : পাৰিম।
মেম্বৰ ৩ : ধৰি লওক, হঠাৎ যদি এখন ঘৰ হয়, তেতিয়া চাকৰি কৰিব পাৰিব জানো?
নমিতা : মোৰ তেনেকুৱা ঘৰ-সংসাৰ কৰাৰ ইচ্ছা আৰু উপায় নাই।
মেম্বৰ ৩ : হয় নেকি? বাৰু কওকচোন সৰোজনী নাইডু কোন আছিল।
নমিতা : ভাৰতৰ এগৰাকী বিখ্যাত দেশকৰ্মী আৰু লেখিকা আছিল।
মেম্বৰ ১ : আমাৰ দেশত বাৰু বালিচন্দা ক'ত ক'ত পোৱা যায়?
[মাজে মাজে তিনিওজনৰ গাত বিভিন্ন ফালৰ পৰা পোহৰ, মাজে মাজে মানুহ তিনিটাৰ পৰ্দাত ছাঁ। লাইট নুমাই যায়? সময় পাৰ হোৱা লাইট। কেৱল নমিতাৰ মুখত স্থিৰ, উজ্জ্বল লাইট। বাকী কাকো ভালকৈ দেখা নাযায়— শব্দবোৰ মাইকৰ পৰা আহে। নমিতা উঠি ইফালৰ পৰা সিফাললৈ অহা-যোৱা কৰে। বৈ প্ৰশ্ন শুনে, আকৌ খোজ কাঢে।]
মেম্বৰ ২ : ফ্লাইংছছাৰৰ নাম শুনিছেনে?
মেম্বৰ ৩ : পেলে কোন? পেলে?
মেম্বৰ ১ : চীনৰ চকুলো চাইনাজছ'ৰ বোলা নদীখনৰ আচল নাম কি?
মেম্বৰ ২ : ক্ৰিকেট খেলা চাইছেনে কেতিয়াবা?
মেম্বৰ ১ : লাকুৱা, মৰাণ, ৰুদ্ৰসাগৰ— এইবোৰ কিহৰ কাৰণে বিখ্যাত?
মেম্বৰ ৩ : কোৱায়েট ফ্লজ দি ডন নামৰ কিতাপখন কোনে লিখা?
মেম্বৰ ১ : কাৰবি আংলং কি?
মেম্বৰ ২ : মাৰ্টিন লুথাৰ কোন?

মেম্বৰ ৩ : চেৰাপুঞ্জী ক'ত?
মেম্বৰ ১ : লক্ষ্মীনাথ বেজবৰুৱাই লিখা কিতাপ এখনৰ নাম ক'ব পাৰিবনে?
মেম্বৰ ১ : বহু নিবনুৱা ডেকা আছে, তেওঁলোকৰ কাৰণেই চাকৰিৰ অভাৱ। আপোনাৰ নিচিনা ছোৱালীযেতো চাকৰি নকৰিলেও হয়।
মেম্বৰ ২ : তাঁত ব'ব পাৰেনে? তাঁত? এম্ব্ৰয়ডাৰী কৰিব পাৰেনে?
মেম্বৰ ৩ : খেলা ধূলা কিবা কৰিছিলনে? কলেজত? ইউনিভাৰ্ছিটীত? এশগজ দৌৰ, হাইল ৰেছ, মিউজিকেল চেয়াৰ?
মেম্বৰ ২ : গান-বাজনা কিবা জানে নেকি? গান-বাজনা?
মেম্বৰ ৩ : কুটুব মিনাৰটো কিমান ওখ?
মেম্বৰ ১ : ল'ৰা ৰজাৰ আচল নাম কি আছিল?
মেম্বৰ ২ : নামঘোষা কোনে লিখিছিল?
মেম্বৰ ৩ : B A -ত Subject কি কি আছিল?
মেম্বৰ ১ : শালিধান কোন মাহত ৰোৱে?
মেম্বৰ ২ : ৰাজস্থানৰ চিফ মিনিষ্টাৰ কোন?
মেম্বৰ ৩ : মোগল বংশৰ শেষ ৰজা কোন আছিল?
মেম্বৰ ১ : আমাৰ কাৰণে এক্সচেঞ্জ আৰ্ন কৰা উৎপন্ন বস্তু কি কি?
মেম্বৰ ২ : সুনীল গাভাস্কাৰ কোন?
মেম্বৰ ৩ : জগন্নাথ মন্দিৰ ক'ত?
মেম্বৰ ১ : হিউৱেন চাং কোন?
মেম্বৰ ২ : কাজিৰঙা কিহৰ কাৰণে বিখ্যাত?
মেম্বৰ ৩ : ইউনেস্কো মানে কি?
মেম্বৰ ১ : ৰয়েল বেংগল টাইগাৰ ক'ত পায়।
[অন্ধকাৰ। শান্ত।]

## মঞ্চ : ২

[এখন সাধাৰণ টেবুলৰ সন্মুখত বৃদ্ধ আচাৰ্য, নমিতা আৰু এজন মানুহ]

আচাৰ্য : নামটো কি?
নমিতা : নমিতা চৌধুৰী।
আচাৰ্য : ছাৰ্টিফিকেটবিলাক আছেনে?
নমিতা : আছে।
আচাৰ্য : চাওঁ। এটা কথা। তুমি এম এ পাছ কৰিছা— কিন্তু আমাৰ এইটো হ'ল সৰু চাকৰি। দৰমহা বেয়া নহ'লেও— কামটো হ'ল সৰু। এইবোৰ অনাথ ল'ৰা-ছোৱালী, সিহঁতক পঢ়োৱা, সিহঁতৰ আলপৈচান ধৰা এইবোৰেই হ'ল কাম। আমাকতো আচলতে ইমান বেছি কোৱালিফিকেচনৰ মানুহ নালাগিছিল।
নমিতা : [কাতৰ হৈ] মই পাৰিম ছাৰ। মই কথা দিছোঁ মোৰ যিখিনি কোৱালিফিকেচন বেছি, সেইখিনিৰ কথা মই পাহৰি যাম। ইতিমধ্যে মই সেইখিনিৰ কথা পাহৰিবলৈ যত্ন কৰিছোঁৱেই ছাৰ।
আচাৰ্য : তুমি নিশ্চয় মন কৰিছা এইখন ঠিক স্কুল নহয়, ঠিক আশ্ৰমো নহয়, কিন্তু ধৰি লোৱা আশ্ৰমৰে নিচিনা।

নমিতা : মই বুজিছোঁ ছাৰ। আপুনি অন্ততঃ কিছুদিনৰ কাৰণে কামটো কৰিবলৈ দি চাওক।
[আচাৰ্যই স্থিৰ দৃষ্টিৰে নমিতাৰ মুখলৈ চাই থাকে।]

মঞ্চ : ১

[প্ৰথম কোঠালিটো অ-পৰিপাটি। চাৰিজন লেবাৰে ফ্ৰীজটো বাহিৰলৈ নিবলৈ ধৰিছে। এজন ঠিকাদাৰে লিষ্টৰ লগত বস্তু মিলাইছে। এচুকত ৰমানন্দ। অৰুণা ছ'ফাত বহি থাকে। বেৰৰ ফটো, টেবুল ক্লথ আদি সামৰিছে নমিতাই। এজন মিস্ত্ৰীয়ে ফোনটো খুলি লৈ যায।]

ঠিকাদাৰ : [লেবাৰকেইটাক] অ'ই, ভালকৈ। এটাইকেইটাই নধৰ কিয়? [ধমকি] হেই, তই কি চাই আছ, কি চাই আছ, সেইফালে ধৰ। নোচোঁচোৰাবি। অ' ভালকৈ দাণ্ডি নে? [চিএৰ-বাখৰ কৰি মানুহবোৰে ফ্ৰীজটো লৈ যায।]

অৰুণা : [নমিতাক] ঘৰটোহে বেচাৰ কথা কৈছিল? বস্তুবিলাক।

ৰমানন্দ : ঘৰটোৰ লগতে বস্তুবিলাক নেবেচিলে বস্তুবিলাক থ'বা ক'ত?

অৰুণা : আপুনি মনে মনে থাকক।

নমিতা : নহয় মা, কথাটো হ'ল— অকল ঘৰটো আৰু মাটিখিনিৰ দামে আমাৰ গণ্ডগোলটো মিটাব নোৱাৰিব নহয়। সেই কাৰণে বেচিবৰ সময়ত বস্তুবিলাকো হিচাপত ধৰি দিয়া হৈছিল।

অৰুণা : তেনেহ'লে বস্তুবিলাক উলিয়াই নিছে কিয?

নমিতা : এই ঘৰটোত অফিচ হ'ব। যিয়ে কিনিছে তেওঁলোকক এইবোৰ নালাগে। সেই কাৰণে তেওঁলোকে অইনক বেচি দিছে। [উভতি আহি মানুহবিলাকে কাম কৰি থাকে।]

অৰুণা : ফ্ৰীজটো নেবেচিলে নহয়নে? [ৰমানন্দই হঠাতে জোৰকৈ হাঁহি দিয়ে। অৰুণাৰ প্ৰতিক্ৰিয়া। নিস্তব্ধ।]

নমিতা : ফ্ৰীজ নেবেচি কি কৰিবি? আমি য'লৈ যাম তাত ফ্ৰীজটো দেখিবলৈ গোসাঁই ঘৰত মৰা মানুহৰ জঁকাৰ নিচিনা হ'ব।

অৰুণা : [অলপ ৰৈ] এয়া হ'ল মোৰ কপাল। ছিঃ ছিঃ ছিঃ।

ৰমানন্দ : কপালতো তোমাৰ বেয়া নহয়। কত বস্তু আহিল, কিমান উপভোগ কৰিলা। কপাল বেয়া হ'লে জানো তেনেকুৱা হয?
[ৰৈ] কেৱল কথা হ'ল বস্তুবিলাক নাথাকিল?

অৰুণা : [খং] কিয় নাথাকিল?

ৰমানন্দ : ঘটি এটাত একলহ পানী ঢালি দিয়া, ঘটিটোত যিমান পানী ধৰে সিমানহে থাকিব, বাকীখিনি কিয় থাকিব? ঘটিটোৰ কপালখন বেয়া বুলি হা-হুতাশ কৰিতো লাভ নাই।

অৰুণা : ঘৰ-সংসাৰ চপাই লৈ তেনেকৈ কথা ক'বলৈ আপোনাৰ লাজ লাগিব লাগিছিল।

নমিতা : মনে মনে থাকচোন তহঁত। [ধমকি] ইমানবোৰ বাহিৰা মানুহৰ আগত [মানুহবোৰে ধৰ, দাং, সিফালে ধৰ— ইত্যাদি নানান শব্দ কৰি কাম কৰে। ছ'ফাছেটৰ দুখন চকী আদি নিয়াৰ পিছত মানুহকেইটা অৰুণা বহি থকা ছ'ফাখনৰ ওচৰত থিয় হয়। অৰুণাই কপালত হাত থৈ তলমূৰ কৰি আছে। অৱস্থাটো বুজি।]

নমিতা : মা!
[অৰুণাই মূৰ তুলি চাই মানুহবিলাকলৈ চায়। বুজে। উঠে। মানুহবিলাকে ছ'ফাখন লৈ যায়। দুটা মানুহে কাৰ্পেটখন ৰ'ল কৰি আনে। নমিতা দূৰলৈ যায়গৈ। অৰুণা থিয় হৈ থাকে। মানুহ

দুটাই ৰ'লটো কান্ধত লৈ অৰুণাৰ মুখৰ আগেদি যায়। সিহঁতে ধেমালিতে ব'ল হৰি হৰি ব'ল বুলি ধ্বনি দিয়ে।]

ঠিকাদাৰ ঃ হেই চুপ। ফাজলামি কৰিবলৈ আহিছ! [কোঠালিটো শূন্য। ঠিকাদাৰো যায়। শূন্য কোঠালিত তিনিটা মানুহ তিনিফালে চাই থিয় হৈ থাকে।]

ৰমানন্দ ঃ নমি শুনাচোন। [নমিতা আহে, অৰুণা যায়] আজি আমি এই ঘৰ এৰি যামগৈ। ই নন্দন, তাক দেখা নাপালোঁ। সি আজি যদি এবাৰ আহিলহেঁতেন, [বৈ] সি আজি অন্ততঃ আহিব লাগিছিল— নহয়নে?

নমিতা ঃ উহুঁ। নহয়। নালাগে।

ৰমানন্দ ঃ কিয়?

নমিতা ঃ আজি আৰু তেওঁ আহি কি কৰিব?

ৰমানন্দ ঃ তথাপি—

নমিতা ঃ আহিলে ক'ত বহিবলৈ দিব?

ৰমানন্দ ঃ [বৈ থাকি] এৰা হয়তো। [ৰমানন্দই চকুপানী মচে— নমিতাই মুখ ঘূৰাই থিয় হৈ থাকে। লাহে লাহে লাইট নাইকিয়া হয়।]

### মঞ্চ ঃ ২

[বিদ্যাপীঠৰ মুকলি ঠাই। গছ-গছনি। চৰাইৰ মাত। শিশুৰ কোলাহল। সংগীত। স্পট লাইট ফেড ইন। নমিতাই সৰু ল'ৰা এটাক পঢ়ুৱাইছে। লাইট ফেডছ আউট। অইন এঠাইত লাইট। এজনী ছোৱালী, সৰু ল'ৰা এটা ভৰি মেলি বহি আছে। নমিতা আহে। ভৰিত বেণ্ডেজ কৰি দিয়ে। আন এটা চুকত ৰমানন্দ। নমিতালৈ চাই থাকি আঁতৰি যায়। লাইট ফেডছ আউট। মিউজিক হাইয়াৰ লাইট। ছোৱালীকেইজনীমানৰ লগত নমিতাই স্কিপিং কৰিছে— লাইট আউট। ইটো মঞ্চত। এটা ফাংচনৰ কাৰণে কেইজনীমান ছোৱালীৰ ৰিহাৰ্ছেল।]

নমিতা ঃ হ'ব ৰাণী— তোমাৰ হাত মিলা নাই। কিন্তু লতিকাৰ লগত আকৌ এবাৰ প্ৰেকটিছ কৰি ল'বা। কাইলৈৰ শ্ব'ৰ সময়ত যদি তোমাৰ হাত নিমিলে— চাবা তোমাক কি কৰোঁ, বুইছা।

ৰাণী ঃ বুজিছোঁ।

নমিতা ঃ আৰু শুনা, টাউনৰ পৰাও নাচবিলৈ ল'ৰা-ছোৱালী আহিব নহয়, তোমালোকৰ নাচ কিন্তু সকলোতকৈ ভাল হ'ব লাগিব। হ'বতো?

ছোৱালীবিলাক ঃ হ'ব।

নমিতা ঃ আৰু এটা কথা। টাউনৰ পৰা তেওঁলোকে বহুত লাইট আনিছে নহয়, আমাৰ নাচটোতো বোলে তেওঁলোকে লাইট দিব। ৰঙা-নীলা-হালধীয়া, দেখিবলৈ বৰ ভাল হ'ব। তোমালোকে ভয় কৰিবা নেকি?

ছোৱালী ঃ নকৰোঁ।

নমিতা ঃ বটিয়া। গধূলিকৈ আমি লাইটৰে সৈতে আজি এবাৰ ৰিহাৰ্ছেল কৰিম। সকলো পাঁচ বজাত আহিবা। আজি আৰু এযা কাপোৰ পিন্ধিব নালাগে বুইছা?

ছোৱালী ঃ বুইছোঁ।

নমিতা ঃ এতিয়া তোমালোক যোৱা। কাপোৰবিলাক ভালকৈ জাপি জাপি থ'বা। কাইলৈ পিন্ধোতে একেবাৰে নতুনকৈ ধোৱা কাপোৰ পিন্ধা যেন দেখুৱাব লাগিব। কাইলৈ ঠিক এক বজাত কাপোৰ-কানি, বস্তু-বাহানি সকলো লৈ এইখিনি পাবহি লাগিব।

[নিমিতা যায়। ছোৱালীবিলাকো চিএঞৰ-বাখৰ কৰি গুচি যায়। ৰমা নামৰ ছোৱালীজনীৰ কাণৰ ফুলত চুলি লাগি ধৰে। এইফালৰ পৰা অৰুণা লাহে লাহে সোমাই আহে।]

ৰমা : আই [এই] লতিকা শুনচোন। শুননা। আই [এই] লতিকা আয়ু।

অৰুণা : কি হ'ল তোমাৰ?

ৰমা : কাণৰ ফুলবোৰত চুলিবোৰ লাগি ধৰিছে।

অৰুণা : চাওঁ।

[তেওঁ চুলিৰ বান্ধ খুলি দিযে। চুলি এৰুৱাই। বান্ধে আকৌ। এইখিনি কৰোঁতে কথা পাতি থাকে।]

অৰুণা : তোমাৰ নামটো কি আছিল?

ৰমা : ৰমা। [ছোৱালীজনী অলপ অস্বাভাৱিক। জোৰে কথা কয। বেছিকৈ হাঁহে।]

অৰুণা : অঁ ৰমা। মই জানো, মানে তোমালোক বহুত ছোৱালী নহয়, মাজে মাজে কাৰোবাৰ কাৰোবাৰ নাম পাহৰি যাওঁ। তোমাৰ ঘৰ ক'ত?

ৰমা : এ ঘৰেই নাই আকৌ।

অৰুণা : নাই মানে ক'ৰবাততো আছিল?

ৰমা : আছিল ক'ৰবাত। তুলসীমুখ যে।

[অৰুণাই চিনি নোপোৱাৰ নিচিনাকৈ চাই থাকে।]

তুলসীমুখৰ নাম শুনা নাই— তুলসীমুখ যে?

অৰুণা : অ' অ' শুনিছোঁ।

ৰমা : সেই তাত আছিল। এতিয়া আমাৰ ঘৰ নাই।

অৰুণা : তোমাৰ মা-দেউতা ক'ত থাকে?

ৰমা : মৌ মৰিল। পিতাই জে'লত থাকে।

অৰুণা : জে'লত? কিয়?

ৰমা : পিতাযে এদিন বৌক দাৰে ঘাপ মাৰি দিলে। বৌ মৰি থাকিল। তাৰপিছত পুলিছে পিতাইক জে'ললৈ লৈ গ'ল।

অৰুণা : [ৰমাক হাতত ধৰি ঘূৰাই লৈ] কিয তেওঁ তোমাৰ মাক ঘাপ মাৰি দিলে?

ৰমা : এ বৌৱে বোলে পিতাইক সদায গধূলি গধূলি গালি পাৰি থাকে।

অৰুণা : কিয়?

ৰমা : জানো। ঘৰলৈ চাউল নানে কাৰণে। [হঠাৎ] মই যাওগৈ। সিহঁত কোনোবাখিনি পালেগৈ।

[দৌৰ মাৰি ওলাই যায়। অৰুণা নিশ্চল হৈ থিয় হৈ থাকে। আচাৰ্য আহে।]

আচাৰ্য : কি হ'ল? অকলে অকলে থিয় হৈ কি কৰিছে?

অৰুণা : [সহজ হ'বলৈ চেষ্টা কৰে] নাই এনেয়ে সেই ছোৱালীজনীৰ চুলিখিনি ঠিক কৰি দিছিলোঁ।

আচাৰ্য : আপুনিও আমাৰ কামত বৰ সহায কৰিছে, আমি বৰ ভাল পাইছোঁ। [হাঁহি] আপোনাকো ইযাতে চাকৰি দিব লগা হ'বগৈ যেন পাইছোঁ।

অৰুণা : নাই নাই মই আৰু কি চাকৰি কৰিম। মই এই ছোৱালীজনীৰ কথাহে ভাবিছোঁ।

আচাৰ্য : কোন, এই ৰমা বোলা ছোৱালীজনী? আপুনি হ'বলা তাইৰ লগত কথা পাতিছিল।

অৰুণা : পাতিছিলোঁ।

আচাৰ্য : বুজিছোঁ। ইহঁতৰ কথা ভাবি আপুনি কি পাৰ পাব আইদেউ। এইবোৰ হ'ল দাৰিদ্ৰ্য, বৰ্বৰতা, পাশবিকতাৰ ধুমুহাত ছিটিকি মাটিত পোত যোৱা অলংকাৰ। আমাৰ সকলোৰে আইৰ অলংকাৰ। ইহঁতক ধুই পুনৰ নতুনকৈ গঢ়ি কেতিয়া যে আকৌ আগৰ ঠাইত পিন্ধাব পাৰিম ক'ব নোৱাৰোঁ। তথাপি সিহঁত অন্তত, মানুহৰ ভৰিৰ গচকৰ পৰা, মৃত্যুৰ গচকৰ পৰা বাচি থাকক। নহয় জানো?
[আচাৰ্য যায়। মঞ্চ আন্ধাৰ হয়।]

## মঞ্চ : ১

[ছোৱালীবোৰৰ নাচ। নাচটোৰ মূলভাব— দুৰ্দান্ত শক্তি, সংকল্প, ঐক্য আৰু অগ্ৰগতি। সচৰাচৰ প্ৰচলিত নাচৰ লগত ইয়াৰ এটা পাৰ্থক্য থাকিব। প্ৰধানকৈ Band জাতীয় যন্ত্ৰৰ সংগীতৰ লগত Marching। Drill-ৰ নিচিনা হ'ব লাগে। নাচৰ শেষত চাৰিওফালৰ পৰা যেন আঁৰত থকা দৰ্শকৰ হাত চাপৰিৰ শব্দ আহে। শেষৰ ভংগীত ছোৱালীহঁতে কিছু সময় ৰৈ থাকে। তাৰপিছত সিহঁত স্বাভাৱিকভাৱে আগুৱাই আহে। নমিতাই দৌৰি আহি কেইজনীমানক সাবট মাৰি ধৰে। এজনী এজনীকৈ মৰম কৰে। পিছত কথা কয়।]

নমিতা : মই বৰ ভাল পাইছোঁ। বৰ আনন্দ পাইছোঁ। ইয়াৰ পিছত চাবা আমি আৰু ভাল, ইয়াতকৈ বহুত ভাল নাচৰ প্ৰগ্ৰেম কৰিম। [মাজতে] ৰমা শুনা।
[অৰ্থাৎ ৰমাই কথাবলৈ কাণ নিদি অইন কিবা কৰিছিল।]
এতিয়া সকলো নাচৰ কোঠালিলৈ যোৱা। গৈ কাপোৰ-কানি সলোৱা, ভালকৈ মুখ-হাত ধোৱা, জিৰণি লোৱা। অলপ পিছত ছাৰ আহিব। তেতিয়া আমি সকলোৱে একেলগে চাহ খাম, মিঠাই খাম— হ'ব।

সকলোৱে : হ'ব। [চিঞৰে।]
[নমিতাই হঠাৎ বাহিৰলৈ চাই থৰ ৰৈ যায়। ছোৱালীবিলাকেও সেইফালে চায়।]

নমিতা : [নাৰ্ভাছ] তোমালোক যোৱা। বেগাই যোৱা।
[সকলো যায়। দুজনী-এজনীয়ে নমিতালৈ আৰু বাহিৰলৈ চাই যায়। সকলোৱে যোৱাৰ পিছত লাহে লাহে নন্দন আহে।]
[নন্দনক] তুমি? তুমি ক'লৈ আহিলা?

নন্দন : ইয়ালৈকে আহিলোঁ, এনেয়ে ইয়ালৈ আহিবলৈ অসুবিধা লাগে। বহুত দিন চেষ্টা কৰিও আহিব পৰা নাই। আজি তোমালোকৰ এই উৎসৱলৈ বহুত মানুহ আহিছেতো, তেওঁলোকৰ মাজতে সোমাই ময়ো আহিলোঁ।

নমিতা : ইয়ালৈ?

নন্দন : ইয়ালৈ মানে ভিতৰলৈ? এজনক সোধোতে আহিবলৈ দিলে।
[নিস্তব্ধ। নমিতা সন্মুখলৈ আহে। ষ্টেটিংছৰ ৰেলিঙৰ নিচিনা কাঠ এডালত ধৰে, মনে মনে থাকে।]
ভালে আছা?

নমিতা : আছোঁ।

নন্দন : বহুত দিনৰ মূৰত দেখিলোঁ।

নমিতা : কিমান দিন হ'ল? কেইবাবছৰো হ'ল হ'বলা, নহয়?

নন্দন : বহুত বছৰ হ'ল।
নমিতা : আমাৰতো উৎসৱ প্ৰতি বছৰে হয়। কিন্তু আজি হঠাৎ? [ম্লান হাঁহি]
নন্দন : প্ৰতি বছৰেই আহোঁ আহোঁ কৰি থাকোঁ, কিন্তু আহিব পৰা নাছিলোঁ। তুমি সম্পৰ্ক ৰাখিবলৈ মানা কৰিছিলা, প্ৰতিবাৰেই সেই কথাটো মোৰ মনত পৰিছিল।
নমিতা : [বৈ] ভালে আছা?
নন্দন : জানো? কি ক'ম। মোৰনো আৰু ভাল-বেয়া কি?
নমিতা : ঘৰ-সংসাৰ পাতিলা?
নন্দন : [স্থিৰ দৃষ্টিৰে নমিতাৰ মুখলৈ চায়।]
নমিতা : বিয়া-বাৰু কৰিলা?
নন্দন : [প্ৰথমে মূৰ জোকাৰি] নাই কৰা।
নমিতা : কিয়?
নন্দন : দেউতাইঁতে যোৱা কেইবছৰত কেইবাটাও সম্পৰ্ক চেষ্টা কৰিছিল, এটাইকেইটা সম্পৰ্ক ভাগি গ'ল।
নমিতা : ভাগি গ'ল কিয়?
নন্দন : প্ৰত্যেকঘৰ মানুহেই কিছুদূৰ আগবঢ়াৰ পিছত খবৰ পালে তোমাৰ লগত মোৰ বৰ গভীৰ সম্পৰ্ক আছিল, আমাৰ বোলে কেৱল বিয়া হ'বলৈহে বাকী আছিল।
নমিতা : তোমালোকে সেইবোৰ মিছা কথা বুলি নক'লা কিয়?
নন্দন : দেউতাইঁতে কৈছিল, কিন্তু কোনেও বিশ্বাস নকৰিলে। আমাৰ সম্পৰ্কৰ কথা জনা সাক্ষী-বাদীৰে গোটেই দেশখন ভৰি গৈছে।
নমিতা : তুমি নিজে গৈ সেই মানুহকেইঘৰক নক'লাগৈ কিয়— সেইবোৰ সকলো মিছা কথা বুলি?
নন্দন : মই কেনেকৈ কওঁ? কথাবোৰ সঁচা বুলি ময়েতো আটাইতকৈ বেছি ভালকৈ জানো। মই আকৌ কেনেকৈ মিছা বুলি কওঁ?
নমিতা : [চিন্তা কৰি] তাৰ মানে এতিয়া তুমি মোক দোষ দিবলৈ আহিছা।
নন্দন : নহয় নহয়, তোমাক দোষ দিম কিয?
নমিতা : [লগে লগে] নহ'লে তুমি মোক আমনি কৰিবলৈ আহিছা।
নন্দন : তুমি যদি আমনি পাইছা ক'ব নোৱাৰোঁ, মই কিন্তু আমনি কৰিবলৈ অহা নাই।
নমিতা : নিশ্চয় আহিছা। মই এই হাবিৰ মাজত দিনে-নিশাই যুদ্ধ কৰি আছোঁ স্থিৰ হ'বলৈ, দিনে-নিশাই চেষ্টা কৰি আছোঁ আৰু দূৰলৈ আৰু ভিতৰলৈ সোমাই যাবলৈ। কিয় তুমি ইয়ালৈ আহিছা? এয়া আমনি নহয় কি?
নন্দন : মই যে এনয়ে কেৱল নাচ চাবলৈ ইয়ালৈ আহিছোঁ, সেইটো অৱশ্যে সঁচা নহয়। প্ৰথম কথা— এবাৰ তোমাক চাবলৈ মোৰ বৰ মন গৈছিল আৰু দ্বিতীয় কথা— [বৈ যায়।]
নমিতা : কি নোকোৱা কিয়?
নন্দন : দ্বিতীয় কথা, তুমি চাগে ভাবিছা মই বিয়া-বাৰু কৰাই, কোলাই-বোকোচাই ল'ৰা-ছোৱালী তুলি লৈ ক'ৰবাত মহাসুখে ঘৰ-সংসাৰ কৰি আছোঁ। সেইটো যে মই কৰা নাই, সেইটো তোমাক জনাই ৰখাটো মই ভাল বুলি ভাবিলোঁ। আৰু তাকে কৰিবলৈ আহি মই তোমাৰ পৰা যি সম্ভাষণ পালোঁ, তাৰ উত্তৰত মই কেৱল এবাৰ কথা কৈ গ'লোঁ— এটা জীৱন এনেকৈ আউল লগাৰ, জীৱনটো এনেকৈ বিশৃংখল হৈ যোৱাৰ দায়িত্ব তোমাৰো কম নহয়।
নমিতা : এই যে তুমি ক'লা তুমি মোক দোষ দিবলৈ অহা নাই?
নন্দন : [অধৈৰ্য] দোষৰ কথা নহয়, মই দায়িত্বৰ কথা কৈছোঁ, মোৰ ওচৰৰ পৰা আঁতৰি আহিবৰ

কাৰণে তোমাৰ এটা শক্তিশালী কাৰণ আছিল, তুমি কিন্তু এবাৰো বুজিবলৈ চেষ্টা নকৰিলা যে তোমাৰ ওচৰৰ পৰা আঁতৰি আহিবলৈ মোৰ নিজা কোনো কাৰণ নাছিল।

নমিতা : তেনেহ'লে পলাইছিল কোন?

নন্দন : [জোৰেৰে] মই পলোৱা নাছিলোঁ, নাছিলোঁ, নাছিলোঁ। সেই ঘটনাটো শুনাৰ পিছত মোৰ মা-দেউতা চিন্তিত হোৱাটো এইখন সমাজত অস্বাভাবিক কথা? মা-দেউতাৰ চিন্তাত কেইদিনমানৰ কাৰণে চিন্তিত হোৱাটো মোৰ কাৰণে অস্বাভাবি কথা? নে এক মুহূৰ্ততে মা-দেউতাৰ লগত বিদ্ৰোহ ঘোষণা কৰাটো মোৰ কাৰণে স্বাভাবিক কথা?

নমিতা : সেইদিনা, তোমাৰ পৰা বিদায় লোৱাৰ দিনা এইবোৰ কথা, এই ভাষাৰে, এই শক্তিৰে নকৈছিলা কিয়? এইখিনি শক্তি গোটাবলৈ তোমাক ইমান বছৰ লাগিল?

নন্দন : তুমি?

নমিতা : [ব্যাকুল] নাই, নাই, নাই মোক আৰু আমনি নকৰিবা। মোক শান্তিৰে থাকিবলৈ দিয়া। মোক এনেকৈ লুকাই থাকিবলৈ দিয়া।

[নমিতাই কথা কওঁতে দূৰত আচাৰ্যক দেখা যায়। তেওঁ কথাৰ শেষত ওচৰ চাপি আহে। দুয়োৰো মুখলৈ চায়। নমিতা, নন্দন সহজ হ'বলৈ চেষ্টা কৰে।]

আচাৰ্য : কি হ'ল নমিতা?

নমিতা : নাই একো হোৱা নাই ছাৰ। এওঁ মোৰ চিনাকী।

আচাৰ্য : চিনাকী?

নমিতা : মোৰ পুৰণি বন্ধু।

আচাৰ্য : বন্ধু?

নন্দন : মোৰ নাম নন্দন মজুমদাৰ ছাৰ। এসময়ত আমি ওচৰা-উচৰিকৈ আছিলোঁ।

আচাৰ্য : এতিয়া কিমান দূৰে দূৰে থাকা? ইয়ালৈ আহিব পাৰিছা যেতিয়া নিশ্চয় বেছি দূৰত নাথাকা।

নন্দন : নাই নাথাকোঁ ছাৰ। কিছুদিন হ'ল মই ইয়ালৈ ট্ৰেন্সফাৰ লৈ আহিছোঁ।

আচাৰ্য : [মূৰ দুপিয়াই] হুঁ। ট্ৰেন্সফাৰ লৈ?

নন্দন : হয় ছাৰ। হেৰি নহয় নমি, মই যাওঁ তেনেহ'লে।

আচাৰ্য : যোৱাই নেকি? মই তোমালোকৰ কথা-বতৰাত অসুবিধা কৰিলোঁ নেকি?

নন্দন : নাই নাই ছাৰ। আমাৰ তেনেকুৱা একো কথা নাই। এনেযে এবাৰ লগ পালোঁ।

আচাৰ্য : এনেযে?

নন্দন : [নাৰ্ভাছ] হয় ছাৰ। মই আহোঁ বাৰু?

[যায়। আচাৰ্যই সেইফালে চাই থাকি নমিতালৈ চাই সন্মুখলৈ আহি ৰয়।]

আচাৰ্য : [অলপ পিছত] নমিতা।

নমিতা : ছাৰ?

আচাৰ্য : উৎসৱ বৰ ভাল হৈছে।

নমিতা : জানো ছাৰ।

আচাৰ্য : সকলোৱে তোমাক বৰ প্ৰশংসা কৰিছে।

নমিতা : নাই ছাৰ, মইতো তেনেকৈ একো কৰা নাই। আৰু কৰিবলৈও মইতো একো নাজানোৱেই।

আচাৰ্য : কুলপতিয়ে তোমাৰ কথা বহুত সুধিলে। [ৰৈ] আৰু এটা কথা হৈছে।

নমিতা : কি ছাৰ?

আচাৰ্য : আমাৰ বিদ্যালয়ৰ কাৰণে উপাচাৰ্য চাকৰিটো ছেংচন কৰা হৈছে। নিয়ম ৰাখিবৰ কাৰণে এটা ইণ্টাৰভিউৰ ব্যৱস্থা কৰিব লাগিব। কিন্তু কুলপতিয়ে নিজে আশা কৰে— তোমাকে উপাচাৰ্য

কৰি লোৱাটো ভাল হ'ব।

নমিতা ঃ [অলপ পৰ অবাক হৈ চাই থাকি] মই— মই আৰু কি ক'ম ছাৰ? মই কেৱল আপোনালোকক অন্তৰ উবুৰিয়াই কৃতজ্ঞতা জনাব পাৰোঁ। চিৰদিন মই আপোনালোকৰ প্ৰতি কৃতজ্ঞ হৈ থাকিম।

আচাৰ্য ঃ কিন্তু কথা হ'ল— আমাৰ নিযম মতে এইটো চাকৰি কৰা মানুহৰ জীৱনযাত্ৰা বৰ কঠোৰ। মোৰ জীৱনৰ দিনবোৰ তুমি দেখিছা। মাযা নাই, মোহ নাই, বিলাস নাই, লোভ নাই, একো নাই।

এই চাকৰি ল'লে তোমাৰো একো নাথাকিব। শুদ্ধ বগা কাপোৰ পিন্ধিব লাগিব, তক্তাপোচৰ কাঠৰ ওপৰত শুব লাগিব, নিৰামিষ আহাৰ, যোগাসন— তুমিতো আমাৰ আনবোৰ বিদ্যালয় দেখা নাই, বহু ঠাইত উপাচাৰ্যই তিৰোতা হ'লেও মূৰৰ চুলিও কাটি পেলায। বৰ কঠোৰ জীৱন। তুমি পাৰিবা জানো?

## মঞ্চ ঃ ২

নমিতা ঃ পাৰিম পাৰিম ছাৰ। [নমিতাই চাই থাকে— ভাবে। নিজকে] পাৰিম পাৰিম ছাৰ। কিন্তু পাৰিম জানো? সঁচাকৈযে পাৰিমনে? আৰু কিমান নিজৰ লগতে যুদ্ধ কৰিম? সেই মানুহগৰাকীয়ে, দেউতাৰ অফিচৰ ওপৰৱালাজনে কি কৈছিল?

'তুমি গাভৰু ছোৱালী, শিক্ষিতা সুন্দৰী— তোমাৰ সন্মুখত কিমান দীঘলীযা জীৱন এটা পৰি আছে, তুমিতো জীৱনৰ একো দেখা নাই।'

নাই দেখা। শিক্ষিতা হিচাপে মই হযতো বহুত দেখিলোঁ, মোৰ শিক্ষাই মোক বহুত দেখুৱালে, কিন্তু গাভৰু, সুন্দৰী হিচাপে মই কি দেখিলোঁ? সন্মুখৰ জীৱন যিমানেই দীঘলীযা নহওক আৰু দেখিম জানো? চাবৰ সময পাম জানো? যদি নাপাওঁ, তেনেহ'লে এয়ে শেষ নেকি? এযে শেষ নহয নহয, এযে শেষ বুলি ল'ব পাৰিম জানো? কেতিযাবা দেখোন বৰ দুৰ্বল দুৰ্বল লাগে। বৰ দুৰ্বল। আৰু তাৰ মাজতে তুমি, তুমি কি কৈছিলা।

মোৰ ওচৰৰ পৰা আঁতৰি আহিবৰ কাৰণে তোমাৰ এটা শক্তিশালী কাৰণ আছিল, কিন্তু তুমি এবাৰো বুজিবলৈ চেষ্টা নকৰিলা যে তোমাৰ ওচৰৰ পৰা আঁতৰি আহিবলৈ মোৰ নিজা কোনো কাৰণ নাছিল।

হযতো। তেওঁৰ চাগে নিজা কোনো কাৰণ নাছিল। নাছিল কাৰণে ইমান বছৰৰ মূৰত তেওঁ আকৌ আহিছে। হয়তো, তেওঁতো আকৌ আহিছে। সেই মানুহটোৱেই— সেই নন্দনে আহিছে। সেই একেটা মানুহ! কিন্তু আহিলে কি হ'ব? মই এতিযা কি কৰিব পাৰোঁ? মইতো এতিয়া একো কৰিব নোৱাৰোঁ।

নহয়। কিয নোৱাৰোঁ? তেওঁ আহিছে যেতিয়া— তেওঁৰ লগত সেই নেদেখা বাটেদি বাট বুলিবলৈ যোৱাত বাধা ক'ত? বাধা কোন? হযতো, একোতে বাধা নাই। কিন্তু কিন্তু— নহয় নহয মই কিয় এইখিনি পাইছিলোঁহি? তাৰ কাৰণে আহিছিলোঁ?

মই প্ৰতিজ্ঞা কৰিছিলোঁ—। নাই নাই নোৱাৰোঁ, মই এনেকৈ উভতি যাব নোৱাৰোঁ। নোৱাৰোঁ। কেতিয়াও নোৱাৰোঁ নন্দন— কেতিয়াও নোৱাৰোঁ। [দৃঢ়] পাৰিম ছাৰ, মই পাৰিম।

[ৰমানন্দ আহে।]

ৰমানন্দ : নমি।

নমিতা : দেউতা।

ৰমানন্দ : শুনচোন। [সম্মুখলৈ আহে। নমিতা ওচৰ চাপে।]

নমিতা : [অলপ ৰৈ] কওক, কিবা ক'ব খুজিছিল?

ৰমানন্দ : মই নন্দনক লগ পাইছিলোঁ। [নিস্তব্ধ]

নমিতা : কেতিয়া?

ৰমানন্দ : আজি।

নমিতা : আজি? তেওঁ সিদিনা উৎসৱ চাবলৈ আহিছিল। এতিয়া আকৌ তেওঁ ইয়াত কিয় ঘূৰি ফুৰিছে?

ৰমানন্দ : নহয় নমি, মোৰ ধাৰণা হৈছে, মযেই যেন তোৰ সম্মুখত এটা প্ৰকাণ্ড বাধা হৈ থিয় দি আছোঁ।

নমিতা : ছিঃ তেনেকুৱা কথা আকৌ কিয় ভাবিছে?

ৰমানন্দ : মই বৰ কষ্ট পাইছোঁ বুইছ?

নমিতা : [ৰৈ] কৈ কৰিব? পিছে এই কষ্ট বেযা নহয় দেউতা। আইনৰ খেল খেলি, আইনৰ সুৰুঙাইদি পলাই শেষ পৰ্যন্ত আপুনি হয়তো মুকলি ঠাইত ওলাবগৈ পাৰিলেহেঁতেন। কিন্তু সেইডোখৰো নামতহে মুকলি ঠাই হ'লহেঁতেন, জে'লৰ পৰা পলাই, দীঘল ডাঢ়ি-চুলি ৰাখি, ক'লা চছ্মা পিন্ধি বছৰৰ পিছত বছৰ লুকাই লুকাই ঘূৰি ফুৰাৰ কোনো অৰ্থ নহয়। আৰু প্ৰত্যেকটো দোষী মানুহেই আইনৰ সুবিধা আছে কাৰণেই নিজকে নিৰ্দোষী প্ৰমাণ কৰাৰ চেষ্টা কৰিব লাগেনে? আপুনি গ্ৰেছফুলী শাস্তি উপভোগ কৰক দেউতা।

ৰমানন্দ : নহয় নহয়— মই মোৰ কাৰণে কোৱা নাই। মই তোৰ কথা কৈছোঁ। তোক এইটো অৱস্থাত সম্মুখত লৈ লৈ দিন কটোৱা, তোক এইটো অৱস্থাত পেলাই ৰখা— বৰ কষ্ট কথা। এই শাস্তি মোৰ কাৰণে বৰ অসহ্য হৈছে।

নমিতা : মই আপোনাক কিমান দিন কৈছোঁ— মোৰ কাৰণে আপুনি একেবাৰে চিন্তা নকৰিব। কত মানুহে বহুত গোটায— সকলো হেৰুৱায— তাৰ পিছত নিঃসম্বল জীৱন কটায়। মই এবাৰ চাব খোজোঁ আপোনাৰ অপৰাধে মোক কিমান ডাঙৰ কৰিব পাৰে। এতিয়াই মই অন্ততঃ মোৰ দাদাতকৈয়ো ডাঙৰ হৈছোঁ।

ৰমানন্দ : নহয় নহয় নমি।

নমিতা : শুনক দেউতা, কেইদিনমানৰ পিছত মই আকৌ ইন্টাৰভিউ দিম, মই উপাচাৰ্য হ'ম, কেতিযাও আকৌ উভতাই নোপোৱাকৈ মোৰ আগৰ দিনবিলাকক বিদায দিম, শুদ্ধ বগা কাপোৰ পিন্ধিম।

ৰমানন্দ : কি?

নমিতা : চুলি কাটিম।

ৰমানন্দ : [আৰু জোৰে] কি?

নমিতা : কাঠৰ ওপৰত শুম— নিৰামিষ খাম।

ৰমানন্দ : [চিঞৰি] কি? কোনে কৈছে তোক এইবোৰ? নোৱাৰ— এইবোৰ কেতিয়াও হ'ব নোৱাৰে। তই কেতিযাও সেইবোৰ কৰিব নোৱাৰ।

নমিতা : মই মন স্থিৰ কৰিছোঁ দেউতা। মই আচাৰ্যক কথা দিছোঁ।

ৰমানন্দ : [উত্তেজিত হৈ] তই, তই মোক উদ্ধাৰ কৰাৰ নামত শাস্তি দিছ, মোক জ্বলা-জুইৰ মাজলৈ

ঠেলি দিছ। মোক তিল তিলকৈ মৰাৰ ব্যৱস্থা কৰিছ। নহ'ব। নহ'ব। আচাৰ্য ক'ত আছে? তেওঁৰ হিতাহিত জ্ঞান নাই? [দূৰলৈ বেগেৰে যায়।]

নমিতা : দেউতা। [ৰমানন্দ বৈ যায়] এইটো আচাৰ্যৰ সিদ্ধান্ত নহয়, মোৰ সিদ্ধান্ত।

ৰমানন্দ : [চিঞৰে] তই সেইটো সিদ্ধান্ত ল'ব নোৱাৰ, নোৱাৰ, নোৱাৰ। [লাইট নুমাই যায। ৰে'লৰ শব্দ। পৰ্দাত চলন্ত ৰে'লৰ ছাঁ। অলপ পৰ চলাৰ পিছত এটা দবা ডাঙৰকৈ সন্মুখত দেখা যায়। খিৰিকীৰে দেখা যায় গছবোৰ পিছলৈ গৈছে। খিৰিকীত ৰমানন্দৰ ছাঁ।]

ৰমানন্দৰ মাত : মই হাৰিলোঁ নমি। আৰু যুদ্ধ কৰিব নোৱাৰিলোঁ। কিমান আশাৰে সেই কেঁচুৱাৰে পৰা তোক কিমান ৰঙেৰে বোলাই ডাঙৰ কৰিলোঁ, এতিয়া তই শুদ্ধ বগা কাপোৰ পিন্ধি গোটেই জীৱনটো মোৰ আগত থিয় হৈ থাকিবি, আৰু মই চাই থাকিম? পাৰে কোনোবা বাপেকে নিজৰ গাভৰু জীয়েকক সেইটো ৰূপত চাই থাকিব? কোনোবাই পাৰিলেও মই নোৱাৰোঁ, কাৰণ মোৰ অপৰাধৰ কাৰণে তই ইমান দূৰলৈ যাবলগীয়া হ'ল। বহুদিন সহ্য কৰি মই এতিয়া নিজে প্ৰায়চিত্ত বিচাৰি আঁতৰি আহিলোঁ। তই কুশলে থাক। মই উভতি নাহোঁ, কিন্তু নমিতা তই পাৰ যদি উভতি যা। উভতি যা— উভতি যা।
[মাত ক্ষীণ হৈ যায। অন্ধকাৰ।]

মঞ্চ : ২

[নমিতা, আচাৰ্য। নন্দন দূৰত। কেইজনীমান ছোৱালী। সকলো নিমাত।]

আচাৰ্য : [নন্দনক] কিবা নতুন খবৰ আছে নেকি।

নন্দন : [মুৰ জোকাৰি] মথুৰা, বৃন্দাবন, হৰিদ্বাৰ সকলো ঠাইলৈকে খবৰ পঠোৱা হৈছে। মই দুযোবেলা থানাত একোবাৰ গৈ খবৰ কৰি আছোঁ।

নমিতা : মা কিয অহা নাই। মাতো ইমান বেছি সময়ৰ কাৰণে ওলাই নাযায়।

নন্দন : মই খবৰ লৈছিলোঁ। ছোৱালীকেইজনীক কৈ গৈছে কিবা পূজাৰ বস্তু আনিবলৈ গৈছে। আৰু অকণমান সময চাওঁ, নাহিলে মই এবাৰ বিচাৰি যাম।

নমিতা : তুমি ইমান কষ্ট কৰিছা কিয?

নন্দন : [বৈ] এবাৰ তোমাৰ বিপদৰ সময়ত পলাই ফুৰাৰ অপবাদ পাইছিলোঁ নহয়, এইবাৰ সেই অপবাদ আঁতৰাবলৈ চেষ্টা কৰিছোঁ।
[নমিতালৈ চাব খুজি বাহিৰলৈ চাই বৈ যায। সকলোৱে সেইফালে চায়। অৰুণা লাহে লাহে সোমাই আহে। গাত সম্পূৰ্ণ বগা সাজ। মূৰৰ চুলি অস্বাভাৱিক চুটিকৈ কটা যেন লাগে। তেওঁৰ সাজ-পাৰ দেখি সকলো অবাক। তেওঁ আগুৱাই আহে।]

নমিতা : তোৰ কি হ'ল মা।

অৰুণা : একো নাই হোৱা।

নমিতা : এইবোৰ তই কি কৰিছ? তোৰ কাপোৰ, তোৰ চুলি।
[নিস্তব্ধ। আচাৰ্য আগবাঢি আহে।]

আচাৰ্য : আপুনি।

অৰুণা : আপোনালোকক এগৰাকী উপাচাৰ্য লাগে। তাৰ কাৰণে ইণ্টাৰভিউ হ'ব। এইবাৰ মই ইণ্টাৰভিউৰ কাৰণে সাজু হৈছোঁ।

নমিতা : কি? তই ইণ্টাৰভিউ দিবি? কিয? নহয নহয়।

অৰুণা : তোক মই বহু দূৰলৈ যাবলৈ দিলোঁ— আৰু দূৰলৈ যাবলৈ নিদিওঁ।

নমিতা : কিন্তু এইটো চাকৰি।

অৰুণা : এইটোৱেই চাকৰি। এইটো চাকৰিৰ কাৰণে কাৰ যোগ্যতা আছে? কাৰ যোগ্যতা বেছি? আপুনিয়ে কওক আচাৰ্য।
[নমিতাৰ ওচৰত গৈ শাৰী মিলাই থিয় হয়।]
বগা কাপোৰ পিন্ধি— কাঠৰ ওপৰত শুই জীৱন কটাবলৈ আমাৰ দুজনীৰ ভিতৰত কাৰ যোগ্যতা আছে?

নমিতা : বাধ্যত পৰি ৰাতিটোৰ ভিতৰতে এই যোগ্যতা অৰ্জন কৰিব নোৱাৰি নহয়।

অৰুণা : [খং] ৰাতিটোৰ ভিতৰতে মই এই যোগ্যতা অৰ্জন কৰা নাই। তই বাধ্যত পৰি, নিজৰ লগতে যুদ্ধ কৰি কৰি এই যোগ্যতা অৰ্জন কৰিব খুজিছ, কিন্তু মই আজি বুজিছোঁ— গোটেই জীৱনটো তিলতিলকৈ মই এইটো চাকৰিৰ কাৰণেই নিজকে উপযুক্ত কৰি তুলিছোঁ।

নমিতা : আৰু উপযুক্ত হ'লি কাৰণে এতিয়া তই মোৰ শত্ৰুতা কৰিবি?

অৰুণা : কৰিম। ইণ্টাৰভিউত মোৰ যোগ্যতা প্ৰমাণ কৰিয়েই নেৰোঁ, তোৰ যোগ্যতাও মই প্ৰমাণ কৰিম। মই সাক্ষী দিম গোটেই দিনটো ল'ৰা-ছোৱালীবিলাকৰ লগত হাঁহি-মাতি থাকি তই এতিয়াও ৰাতি ৰাতি কান্দি থাক। [নিস্তব্ধ]

আচাৰ্য : [নমিতাক] কান্দি থাকা।

নমিতা : মিছা কথা। মিছা কথা। মই— কেতিয়াও নাকান্দো। তই মিছা কথা কৈছ।

অৰুণা : ফাঁকি আৰু কিমান দিন দিবি? মই আৰু সহ্য নকৰোঁ। এইবাৰ মই সাজু হৈছোঁ।
মোৰতো আৰু চিন্তা কৰিবলৈ একো নাই। সেই কাৰণে এইবাৰ সাজু হৈছোঁ। যি মুহূৰ্তত মই মোৰ যোগ্যতা প্ৰমাণ কৰিব নোৱাৰিলোঁ বুলি জানিম— সেই মুহূৰ্ততে, নহয, মই তেখেতৰ নিচিনাকৈ সন্দেহ ৰাখি কাম নকৰোঁ। মোক মথুৰা, বৃন্দাবনত বিচাৰি ফুৰিব নালাগে, গছৰ ডালৰ পৰা নমাই আনি এই বিদ্যাপীঠৰ এচুকত তহঁতে এটা গাঁত খন্দাৰ কষ্ট কৰিলেই হ'ব।

আচাৰ্য : ছিঃ ছিঃ ছিঃ। আপুনি কিয় এইবোৰ কথা কৈছে?

অৰুণা : [আকুল] তাৰ বাহিৰে মোৰ আৰু একো উপায় নাই। প্ৰায়শ্চিত্তৰ যদি এই শেষ সুবিধাও মই নাপাওঁ তেনেহ'লে এই বোজা বৈ থকা, এই জ্বলা-জুইৰ উত্তাপ সহ্য কৰি থকা মোৰ কাৰণে আৰু সম্ভৱ নহ'ব। [নমিতাক] তই— তই ইয়াৰ পৰা আঁতৰি যা— আঁতৰি যা। [কান্দে]

আচাৰ্য : আপুনি ইমান অস্থিৰ হৈছে কিয়? আমিওতো আপোনালোকৰ মংগল চিন্তা কৰোঁ। আহক মোৰ লগত আহক। [আচাৰ্যই অৰুণাক ধৰি লৈ যায়।]
[এইটো মঞ্চৰ পৰা ওলাই সিটো মঞ্চত সোমায়। দূৰৰ ছোৱালীকেইজনীও সিটো মঞ্চলৈ যায়। আচাৰ্য, অৰুণা দুৰেদি আঁৰ হৈ যায়। একে সময়তে এই মঞ্চত স্তব্ধ হৈ থকা নন্দন আৰু নমিতাই একেলগে মূৰ ঘূৰায়। স্থিৰ দৃষ্টিৰে দুয়ো দু'যোকে চাই থাকে। লাইট কমি আহে। কেৱল নন্দন আৰু নমিতাৰ মুখত পোহৰ। সেই পোহৰ শেষত নাইকিয়া হয়।]

আচাৰ্য : [গৈ থাকোঁতে] মই কৈছিলোঁ নহয়— এইখন হ'ল মাটিত পোত খাই থকা অলংকাৰৰ ঠাই। ইয়াত কত অনাথ, নিৰাশ্ৰয়ৰ মুখত হাঁহি ফুটিল, আপোনাৰ কাৰণে আমি অকণমান ভাবিব নোৱাৰিমনে?

---

# জোনাক ৰাতি

## নাট্যকাৰৰ শেষ ৰচনা, অসমাপ্ত

### চৰিত্ৰ পৰিচয়

পুৰুষঃ

| | | |
|---|---|---|
| জগন্নাথ | ঃ | প্ৰৌঢ়, সম্ভ্ৰান্ত |
| বিজন | ঃ | জগন্নাথৰ পুতেক |
| মাধুৰ্য | ঃ | নিভাৰ প্ৰেমিক। ডেকা অধ্যাপক |
| চিদানন্দ | ঃ | মহাজন। ভাড়াঘৰৰ মালিক। |
| কালাম | ঃ | মুক্তাৰ কাৰ্যালয়ৰ চকীদাৰ । |
| ৰেৱতী | ঃ | মুক্তাৰ ঘৰৰ বান্ধনী। |

নাৰীঃ

| | | |
|---|---|---|
| মুক্তা | ঃ | বিজনৰ পত্নী। মেজিষ্ট্ৰেট। |
| বনলতা | ঃ | মুক্তাৰ শাহু। |
| নিভা | ঃ | বিজনৰ গাভৰু জীয়েক। অধ্যাপিকা। |

# দৃশ্য ঃ ২

## মঞ্চ ঃ ১

[আবেলি। জগন্নাথ ৰায়চৌধুৰীৰ ঘৰৰ বহা কোঠা। ৰাযচৌধুৰীৰ পৰিবাৰ বনলতাই তাচ-পাত এজাপ লৈ অকলে অকলে কিবা খেলি আছে। অলপ পাছত কলেজৰ শিক্ষযিত্ৰী— বনলতাহঁতৰ জীয়েক— নিভা সোমাই আহে। তেওঁ কলেজৰপৰা আহিছে।]

বনলতা ঃ ইমান দেৰি হ'ল কিয?

নিভা ঃ পাছবেলাও পৰীক্ষাৰ ডিউটি আছিল। [ডাঙৰকৈ]— বদন!

বন ঃ বদন নাই।

নিভা ঃ ক'লৈ গ'ল?

বন ঃ ছিভিল হস্পিটেললৈ।

নিভা ঃ ছিভিল হস্পিটেললৈ? কিয?

বন ঃ তাৰ জেঠাযেক এজনীৰ বোলে বেমাৰ। ইযাৰ ছিভিল হস্পিটেলত আছেহি। সি খবৰ কৰিবলৈ গৈছে।

নিভা ঃ ঘৰত কোন আছে? নবৌ আহিল নে আই?

বন ঃ নাই অহা।

নিভা ঃ ছেঃ। মোক এতিযা চাহ একাপ কোনে কৰি দিযে? এঘণ্টামানৰপৰা মূৰটো টিংটিঙাই আছে। ঘৰ পাযেই চাহ একাপ খাম বুলি আহিলো,— আজিহে তাৰ হস্পিটেললৈ যোৱাৰ দিনটো পৰিবলৈ পালে । যাচোন, তযে ফটকৰে চাহ একাপ কৰি দে। [সোমাই যাওঁতে কৈ যায]— কাৰাকৈ কৰিবি। চেনি কমকৈ দিবি। [যায়]।

বন ঃ মূৰ টিং-টিঙোৱা এঘণ্টা হ'ল যদি কলেজতে চাহকাপ খাব নোৱাৰিলি? [তাচ সামৰে।] কোনোমতে গাটো ধুই অকণমান চাফা হৈ বহিছোঁহি, আকৌ গেলা গৰমখনত সোমাওঁ চাহ কৰিবলৈ। [তাচখিনি সামৰি থৈ উঠে। মুক্তা সোমাই আহে। তেওঁ অফিছৰপৰা আহিছে।]

বন ঃ অ! তোমালোক দুয়োজনী একেলগে আহিছা নে কি?

মুক্তা ঃ দুয়োজনী? কাৰ কথা কৈছে?

বন ঃ তাই— নিভাও এই মাত্ৰ সোমাইছেহি। মই ভাবিলো— দুইজনী একেলগে আহিলা নে কি। বাটত তাইক লগ পোৱা নাই?

মুক্তা ঃ নাই। মোক অফিছৰ জিপ এখনে থৈ গৈছেহি।

বন ঃ ইমান দেৰি হ'ল যে?

মুক্তা ঃ শান্তিপুৰৰ ওচৰত দুদল মানুহৰ মাৰপিট লাগিছিল, ডি ছি-এ পুলিছৰ লগত মোক তালৈ পঠিয়াই দিলে।

বন ঃ ছোৱালী মানুহকনো সেইবোৰৰ মাজলৈ পঠায় নে? মাৰ-পিটত কি হ'ল? কোনোবা মৰিল নে কি?

মুক্তা ঃ নাই মৰা। পুলিছ দেখি আধাখিনি মানুহ আঁতৰি গ'ল। [ভিতৰলৈ যাব খোজে।]

বন : হেৰি নহয় মুক্তা। নিভাৰ কলেজতে মূৰ কামুৰি আহিছে। ই বদনো নাই। তুমি ফৎকৰে নিভাক চাহ একাপ কৰি দিয়াচোন।
[মুক্তাই উভতি চায়। আকৌ যায়।]

বন : কাৰাকৈ কৰিবা। চেনি অলপ কমাই দিবা।
[মুক্তা ৰৈ যায়। তাই উভতি আহে।]

বন : কি হ'ল? কিবা কবা নে কি?

মুক্তা : আপুনিযেই ক'লে,— নিভা অলপ আগতে ঘৰ সোমাইছেহি।

বন : এই মাত্ৰ। দুই মিনিট হোৱাই নাই।

মুক্তা : মযো সেই ৰাতিপুৱাই ওলাই গৈ সোমাইছোঁহি। মোৰো কিজানি মূৰ কামুৰিছে? মোৰ কিজানি জ্বৰেই উঠি আহিছে,— সেইবোৰ খবৰ নলয কিয? মই সোমায়েই তেওঁৰ কাৰণে চাহ কৰিব লাগে কিয?

বন : কি হ'ল? তোমাৰ খঙেই উঠিল নে কি?

মুক্তা : খং উঠা-নুঠা সেইবোৰ পিছ কথা। এফালৰপৰা আহি সোমালেই,— ক'ৰপৰা আহিলো, কি কৰি আহিলো— ভালে ভালে আহিলো নে আধামৰা হৈ আহিলো— সেইবোৰৰ খবৰ নাই,— খালী চাহ কৰ, ভাত বহা, অমুক কৰ তমুক কৰ,— সেইবোৰ অৰ্ডাৰ মৰা কথা মই ভাল নাপাওঁ। মই এতিযা চাহ কৰিব নোৱাৰো।
[সোমাই যায। বনলতাই থৰ লাগি সেইফালে চাই থাকে। অলপ পিছত তেওঁ খঙেৰে চিঞৰে—]

বনলতা : বিজন। অ'ই বিজন। এইফালে আহ। বাপেৰকো মাতি আন। ক'ত আছে আপুনি? শুনিছে?
[খঙেৰে ধপকৈ বহে। মঞ্চ আন্ধাৰ হয।]

## দৃশ্য : ২

### মঞ্চ : ২

[বিজনে পাগঘৰত চাহ বহোৱাৰ আযোজন কৰিছে। কাপ-প্লেট এযোৰ ঠিক কৰে। ছেকনি এখন হাতত লৈ চাহপাতৰ টেমা বিচাৰে। এটা টেমা খোলে। সেইটো চাহপাতৰ নহয। অইন এটা খোলে সেইটোৰপৰা অলপ চাহপাত ছেকনিখনত ঢালি দিযে। তাৰপিছত চৌকাৰ ওপৰত থকা ছছপেনটোৰ নালডালত ধৰে। গৰম পাই হাতখন জোকাৰে। ফটাকানি এখন বিচাৰে। কাগজ এটুকুৰা পাই তাৰে ছছপেনটোৰ নালডাল ধৰি ছেকনিৰ মাজেৰে কাপত চাহ বাকে। চেনিৰ টেমা বিচাৰে। এটা টেমা আনি তাৰপৰা কাপত চেনি দিযে। গাখীৰ বিচাৰে। এনে সময়তে মুক্তা আহে। তাই কাপোৰ সলাই আহিছে। তাই বুজিবলৈ চেষ্টা কৰে— বিজনে কি কৰিব খুজিছে। তাৰ পিছত—]

মুক্তা : চাওঁ, আঁতৰ হোৱা। [গাখীৰৰ ছছপেন এটা ওচৰলৈ আনে।]

বিজন : হ'ব। তুমি যোৱা।

মুক্তা : তোমাৰ আকৌ কি হ'ল? চাওঁ, কাম বঢাব নালাগে। আঁতৰ হোৱা।

বিজন : দৰকাৰ নাই বুলিছোঁ নহয। ৰাস্তাৰ মানুহৰ কাজিযা-পেচাল ভাঙি, ঢেৰ ডিউটি কৰি, ভাগৰে-জুগৰে আহিছা,— এতিযা ভাগৰ মাৰাগৈ। ঘৰখনত চাহ একাপ কৰিবলৈ মানুহ নোহোৱা হোৱা নাই। যোৱা ইযাৰপৰা। ভাগৰ লগা নাই যদি অফিছৰপৰা অনা কিবা ফাইল আছে নহয, সেই ফাইলৰে কাম কৰাগৈ যোৱা।

মুক্তা : [অলপপৰ চাই থাকি] তোমালোকৰ এইটো অভ্যাস নাযাব নে কি?
বিজন : কি অভ্যাস?
মুক্তা : আচল কথাটো কি,— সেইটো জানি নোলোৱাকৈ মোৰ লগত কাজিয়া কৰাৰ অভ্যাস?
বিজন : আচল কথাটো কি,— সেইটো জানিবলৈ মই এতিয়া মাক মাতি আনি তোমাৰ মুখা-মুখি কৰাব লাগিব নে কি? সেইবোৰ তোমালোকৰ নিচিনা হাকিমৰ কাম। আচল বস্তুটো একাপ চাহহে। সেইকাৰণে মই একাপ চাহ কৰিছোঁ। খোৱা।
মুক্তা : চাহতো আমি ৰাতিপুৱা গধূলি সদায় খাওঁ। কোনদিনা তুমি চাহ কৰিছা?
বিজন : ধৰি খোৱা কোনো দিনে কৰা নাছিলো, এতিয়া অভ্যাস কৰিছোঁ। বেয়া কাম কৰিছোঁ নে কি?
মুক্তা : নাই নাই। বেয়া কাম কিয় হ'ব? চাহ কৰা, ভাত ৰান্ধা, মছলা বটা,— যি মন যায় কৰি থাকা। কত মতা মানুহে পাগঘৰ সাৰেও, মচেও, কাঁহী-বাটিও ধোৱে। ভালহে। কিন্তু ইকাপ,— এইকাপ চাহ তুমি কিয় কৰিবলগীয়া হ'ল? তুমি অইন দিনাৰ নিচিনাকৈ মোক নক'লা কিয়? সেই কাৰণে সুধিছোঁ,— ঘৰখনৰ কোনোবাই কিবা এষাৰ ক'লে, তাকে শুনি তুমি মোৰ ওপৰত খং জাৰিবা,— এই অভ্যাসটো নাযাব নে কি?
বিজন : ঘৰখনৰ কোনোবাই কিবা এষাৰ ক'লে? ঘৰখনৰ কোনোবাই? তোমাক চাহ একাপৰ কথা মাই কৈছিল। কৈছিল নে নাই?
মুক্তা : কৈছিল।
বিজন : তেনেহ'লে তুমি "ঘৰখনৰ কোনোবাই" বুলি নকৈ পোনে পোনে মাৰ কথা নক'লা কিয়? মাক "ঘৰখনৰ কোনোবা"ৰ শাৰীত পেলালা কিয?
মুক্তা : [আচৰিত হৈ] তুমি ইমান সৰু কথাটোতো ধৰিছা?
বিজন : চাহ কাপোতো তেনেই সৰু বস্তু আছিল। সেই সৰু বস্তুটোকে তুমি কিমান ডাঙৰ কৰিলা? মাক তুমি কিমান অপমান কৰিলা?
মুক্তা : ঠিক আছে তেনেহ'লে। এই তুচ্ছ চাহ কাপত কিমান কি সোমাই আছে, তুমি মন দি শুনি খোৱা।
বিমান : মোৰ এতিয়া তোমাৰ ব্যাখ্যা শুনাৰ কোনো প্ৰযোজন নাই। যি শুনিব লাগে, ঠিকেই শুনিলো, যি বুজিব লাগে ঠিকেই বুজিলো। [চাহ কাপলৈ যাব খোজে।]
মুক্তা : নৌ। তুমি শুনিবই লাগিব। [বিজনৰ হাতৰপৰা চাহকাপ কাঢি লৈ থৈ দিযে।] মোৰ কথাও তুমি শুনিব লাগিব। আৰু মোৰ প্ৰশ্নৰ উত্তৰো তুমি দিব লাগিব। নিভা তোমাৰ ভনী। তোমাৰ মা-দেউতাৰাৰ জীযেক। এম এ পাছ। কলেজৰ প্ৰফেছাৰণী। মোতকৈ বয়সত মাত্ৰ এবছৰৰ সৰু। হয়নে? [বিজনৰ মুখলৈ চাই ৰৈ থাকে।]
বিজন : কৈ খোৱা।
মুক্তা : মযো অইন এহাল মা-দেউতাৰ জীয়েক। এম এ আৰু ল পাছ। কম্পিটিটিভ পৰীক্ষা পাছ কৰিছোঁ। মেজিষ্ট্ৰেট হৈছোঁ। নিভা যেনেকৈ পুৱাই চাকৰি কৰিবলৈ ওলাই যায়, ময়ো তেনেকৈ ওলাই যাওঁ। নিভাই দিনটো কি কৰি কটায় মই নাজানো, কিন্তু মই কি কৰি কটাওঁ সেইটো জানো। আজি পুৱা দহ বজাৰপৰা চাৰে পাঁচ বজালৈ মই এক মিনিটৰ কাৰণে আহৰি পোৱা নাছিলো। ঘৰ সোমায়েই যেন বিছনাত পৰিম, তেনেকুৱা অৱস্থা এটা লৈ ঘৰলৈ উভতিছিলো। এইবোৰ খবৰ কোনেও ল'ব নালাগে?
বিজন : কাম কৰি কৰি কোনদিনা তুমি কাহিল হৈ আহা, সেইবোৰ জানিবলৈ আমি সৰ্বজান নে কি?
মুক্তা : ঠিক আছে, খবৰ ল'ব নালাগে। কিন্তু একেলগে ঘৰ সোমোৱা জীয়কজনীৰ কাৰণে চাহ

কৰিবলৈ মাই মোক ক'ব কিয়? ঘৰ সোমায়েই মই মোৰ কাণসমনীয়া ছোৱালী এজনীৰ আলপৈচান ধৰিব লাগে কিয?

বিজন : নোৱাৰা যদি ভাল ভাষাৰে, ভদ্ৰ সুৰত কথাবোৰ খুলি কৈ দিব নোৱাৰা? পেটত ইমানসোপা জাবৰ সুমুৱাই লৈ মাক সেই সুৰত কথা ক'লা কিয়?

মুক্তা : যি সুৰত কথা ক'লে তোমালোকে অলপ হ'লেও বুজা, সেই সুৰৰ ওপৰলৈ মই যোৱা নাই। কিন্তু তুমি জাবৰৰ কথা ক'লা যেতিয়া, এতিযা মই যাম। যি সুৰত কথা ক'লে, যি ভাষাত কথা ক'লে তোমালোকে অৰ্থবোৰ সম্পূৰ্ণকৈ বুজা, সেই সুৰ, সেই ভাষাত কথা ক'ম।

বিজন : তুমি যে "তোমালোক-তোমালোক" বুলি মা-দেউতাকো সামৰি আছা, তোমাৰ বেয়া লগা নাই? তেওঁলোক তোমাৰো মা-দেউতা হয়নে নহয়?

মুক্তা : তেখেতসকলে যদি মোক তেখেতসকলৰ জীয়েক বুলি ভাবে, তেনেহ'লে হয়, যদি নাভাবে তেনেহ'লে নহয। আৰু তেখেতসকলে মোক কি বুলি ভাবে, সেইটো মযো জানো তুমিও জানা।

বিজন : কি বুলি ভাবে?

মুক্তা : নজনাৰ ভাও ধৰি মোৰ মুখ খুলিব নালাগে। মই আজি নিজে মুখ খুলিছোঁ যেতিয়া ভালকৈয়ে খুলিম। এইখন ঘৰত মই টকা উপাৰ্জন কৰা যন্ত্ৰ, যাৰ যেতিযাই কামত লাগে তেতিযাই খটুৱাব পৰা ক্ষমতা থকা ম্লেজিষ্ট্ৰেট, সমাজত নাম থকা হাকিম, দেধাৰ সম্পত্তি থকা মা-দেউতাৰ একমাত্ৰ ছোৱালী, মান-সন্মান নথকা, মন বোলা বস্তু এটা নথকা চাকৰণী।

বিজন : তুমি ইমান ডাঙৰ ডাঙৰ কথা কৈছা?

মুক্তা : ডাঙৰ কথা নে সৰু কথা সেইবোৰ বাদ দিযা, সঁচা কথা নে মিছা কথা, সেইটো কোৱা। এই পাঁচমাহে বহুত কথা বুজিও নুবুজাৰ ভাও ধৰি আছোঁ কাৰণে, সহ্য কৰি আছোঁ কাৰণে মোক মূৰ্খ বুৰ্বক বুলি নাভাবিবা। কোৱা মই সঁচা কথা কৈছোঁ নে নাই?

বিজন : নাই কোৱা। ভদ্ৰ ঘৰৰ বোৱাৰী এজনীক যেনেকৈ ৰাখিব লাগে মা, দেউতা, নিভা সকলোৱে তেনেকৈয়ে ৰাখিছে। কিন্তু তুমিহে থাকিব জনা নাই। আৰু সেই কাৰণেই তুমি এনেকুৱা পাক লগোৱা কথা কৈছা।

মুক্তা : হয় নে কি? ব'লা তেনেহ'লে, তেখেতসকলৰ আগলৈকে যাওঁ। দুটামান উদাহৰণ আলোচনা কৰি মোৰ মনত কিমান জাবৰ আছে তাৰ এটা হিচাপ লওঁগৈ। ব'লা।

বিজন : তুমি এতিযা মা-দেউতাৰ লগতো কাজিযা কৰিবাগৈ নে কি?

মুক্তা : মই সঁচা কথা পৰিষ্কাৰকৈ কম। তাকে কাজিয়া বোলে নে কি বোলে, সেইটো তোমালোকেই ঠিক কৰিবা।

বিজন : [চাহকাপত ছুছপেনৰপৰা গাখীৰ ঢালি চামুচেৰে লৰায়। চেঁচা হৈ গ'ল নে কি কাপটো চুই পৰীক্ষা কৰে। এইখিনি কৰি চাহকাপ লৈ ওলাই যায়। যাওঁতে কৈ যায।]— মা-দেউতাই মনত বেযা পোৱা কিবা কথা ক'লে কিন্তু মই সহ্য নকৰিম। কথা বেযা হ'ব।

মুক্তা : হ'লে হ'ব। মই সাজি-সাজি তেখেতসকলে ভাল পোৱা কথা ক'ব নোৱাৰিম। [বিজনে এক মুহূৰ্তমান খঙেৰে চাই থাকি গুচি যায। মুক্তাই সেইফালে চাই থিয় হৈ থাকে। মঞ্চ আন্ধাৰ হয।]

## দৃশ্য ঃ ৩

### মঞ্চ ঃ ১

[বহা কোঠালি। ৰাতি। বনলতা বহি আছে। নিভাই দূৰত থিয় হৈ কাগজ এখন পঢ়ি আছে। জগন্নাথ ৰায় চৌধুৰীয়ে অহা-যোৱা কৰি আছে। অলপ পাছত—]

বনলতা : মানুহ চিনি পোৱা কিমান টান দেখিলি?

নিভা : সেইবোৰ কথা এতিয়া ক'লে কি হ'ব?

বনলতা : অকল এতিয়া কোৱা নাই নহয়। যিদিনা সি বিজনে প্ৰথম এইটো ঘৰত তাইৰ নাম উচ্চাৰণ কৰিছিল, সেইদিনাই মই কৈছিলো,— ঠিক আছে, আমি বাৰু আপত্তি নকৰোঁ। শুনাততো কথাবোৰ ভালেই লাগিছে, কিন্তু তইঁতে তইঁতৰ সোঁৱৰণী দুখন পীতাম্বৰ পণ্ডিতৰ হতুৱাই ভালকৈ চোৱাই ল। তেতিয়া তইঁতে কি কৈছিলি?— 'সেইবিলাক সোঁৱৰণী-চোঁৱৰণীৰ কথা চব মিছা। মানুহজনী কেনেকুৱা সেইটোহে সঁচা। এতিয়া গম পাইছ,— দেখা মানুহ কেনেকুৱা, আচল মানুহ কেনেকুৱা?

জগন্নাথ : [হঠাতে চিএৰ মাৰি] বিজন। অ'ই বিজন। কিমান সময় লাগে তইঁতক ওলাই আহিবলৈ? [মুক্তা সোমাই আহে।। সকলো মনে মনে থাকে। অলপ পাছত—]

মুক্তা : মোক বোলে মাতিছিল?

জগন্নাথ : [সাধাৰণ, গম্ভীৰ সুৰত] তোমাক আমি টকা উপাৰ্জন কৰা যন্ত্ৰ বুলি ভাবোঁ?

মুক্তা : আপুনি ভাবেনে নাভাবে মই ডেফিনিটলি ক'ব নোৱাৰোঁ, কিন্তু আপোনাৰ ল'ৰাই ভাবে।

জগন্নাথ : সি কৈছে নে কি? মানে— সি তোমাক টকা উপাৰ্জন কৰা যন্ত্ৰ বুলি কৈছে নে কি?

মুক্তা : মুখেৰে সেই শব্দকেইটা কোৱা নাই, কিন্তু সেই বুলি ধৰি লৈ কাম কৰি আছে।

জগন্নাথ : কি কাম কৰিছে?

মুক্তা : মই যিদিনা এইখন ঘৰলৈ আহোঁ, তেতিয়া ঘৰখন চলিবলৈ মোৰ দৰমহাৰ পইচাৰ প্ৰয়োজন হ'ব বুলি মই কল্পনাও কৰা নাছিলো। কিন্তু প্ৰথম মাহৰ দৰমহা পাই বিজনক মই ভদ্ৰতাৰ খাতিৰত, ঘৰখনৰ প্ৰতি থকা মৰমৰ খাতিৰত তিনিহাজাৰ টকা দিছিলো। পোন্ধৰ দিনমানৰ পিছত তেওঁ মোক আৰু তিনিহাজাৰ টকা খুজিছিল।

নিভা : কিবা কামত লগা হৈছিল কাৰণে খুজিছিল চাগৈ। মোকোতো সি কেতিয়াবা খোজে।

মুক্তা : তাৰপিছত মাহত তেওঁ মোৰপৰা সাতহাজাৰ টকা লৈছিল আৰু কৈছিল, ঘৰখনৰ সকলোৱে বোলে বিচাৰে— দৰমহাৰ গোটেই পইচাখিনি আনি মই তেওঁৰ হাতত দিব লাগে, আৰু তেওঁ মোক হাতখৰচৰ বাবে যি লাগে দিব। মই তাকে কৰিছোঁ। এই মাহত তেওঁ মোক দুশ টকা দিছে, বিছ তাৰিখে লাগে যদি আৰু এশমান টকা দিব বুলি কৈছে। লাজত, ঘৰখনৰ কিবা অশান্তি হয় বুলি ভয়ত, মই সেই দুশ টকা হাত পাতি লৈছোঁ।

বনলতা : সেইটোতো একো ডাঙৰ কথা নহয়। ঘৰখনতো চলিবই লাগিব। এজনী মানুহ বাঢ়িছে, [বিজন সোমাই আহে।]
এসময়ত টকাৰ ওপৰতে খোজকাঢ়ি থকা এইজন মানুহৰ এতিয়া বল কমিছে, গবৰমেণ্টৰ টকা নাই কাৰণে ইয়াৰ,বিজনৰ— বিজিনেছো ডাউন হৈছে, এইজনী ছোৱালীক হাত-কাণ ভৰাই, বস্তুৰে-বাহানিয়ে এঘৰলৈ উলিয়াই দিব লাগিব, কেৱল চাকৰি এটাকে দেখুৱাই খালী হাতেৰে তাই এঘৰত সোমালেগৈ নহ'ব নহয়।

মুক্তা : নহ'বতো। সেই কাৰণে আপুনি মোক পোন্ধৰ তোলা সোণৰ গহনাৰ কথা শুনাই থাকে? যদি মোৰ বাকছত নাই, তেনেহ'লে মাৰ বাকছৰপৰা আনি দিব লাগে?

বনলতা : সেইটো কথা মই শুনাই থাকিবলগীয়ানো হয় কিয়? একেজনী ননদ, তাইক কেইতোলা সোণৰ গহনা দিয়া, সেইটো তোমাৰ মুখেদি আপোনা-আপুনিহে ওলাব লাগিছিল। "মা, তোমালোকে চিন্তা নকৰিবা। নিভাৰ বিয়াৰ কাৰণে সকলো যোগাৰ মই কৰিম— এনেকুৱা এষাৰ কথা তোমাৰ মুখেদিহে ওলাই থাকিব লাগিছিল?"

[দুৱাৰৰ বে'ল বাজে। বিজনে দুৱাৰ খুলি দিয়েগৈ। মাধুৰ্য সোমাই আহে।]

বনলতা : অ' মাধুৰ্য আহিলা?

নিভা : মাধুৰ্য, তুমি আজি বহিব নালাগে দিয়া। ইয়াত এতিয়া যিবোৰ কথা-বতৰা চলি আছে, সেইবোৰ তোমাৰ ভাল নালাগিব। নহ'লে আমি ভিতৰলৈকে যাওঁ ব'লা।

মুক্তা : নহয় নিভা, আমিতো সাজি-সাজি নৰক-যমপুৰীৰ কথা পতা নাই। এইখন ঘৰৰ সঁচা কথা পাতিছোঁ। কাইলৈ-পৰহিলৈ মাধুৰ্যৰ লগত তোমাৰ বিয়া হ'ব। গতিকে মাধুৰ্য,— মই ভাবোঁ— কথাবোৰ তুমিও শুনা দৰকাৰ। তোমাৰ লাভ হ'ব। বহাঁ।

মাধুৰ্য : হৈছে কি?

মুক্তা : তুমি বহাঁচোন।

[মাধুৰ্য বহে।]

মুক্তা : মোক এটা কথা আপোনালোক চাৰিওজনে পৰিষ্কাৰকৈ কওক। তাৰপাছত মোৰ মুখেদি কি ওলাব লাগে মই ঠিক কৰিম। মই তিৰোতা মানুহ কাৰণেই নে কি,— এক ধৰণৰ ঘৰুৱা ঘটনাৰ মকৰ্দমাৰ বিচাৰৰ দায়িত্ব ওপৰৱালাই মোৰ আদালতলৈকে পঠিয়াই দিয়ে। আজিযেই, আজিযেই আগবেলা,— মোৰ আদালতত এটা কে'ছৰ শুনানী চলিছিল। এজনী বিছ বছৰীয়া ছোৱালী, দুবছৰ ধৰি এটা ডেকাই তাইৰ লগত ভালপোৱাৰ সম্পৰ্ক ৰাখিছিল, তাৰপাছত দুয়োঘৰৰ সম্মতিক্ৰমে সিহঁতৰ বিয়া হৈছিল, আৰু বিয়াৰ চাৰিমাহ মানৰ পিছতে ছোৱালীজনী মাক-বাপেকৰ ঘৰলৈ পলাই গৈছিল। কাৰণ শাহুৱেক, শহুৰেক, দেওৰেক— এটাইখনে মিলি তাইক অত্যাচাৰ কৰিছিল। দিনে-নিশাই,— সুবিধা পালেই সিহঁতে তাইক সুধিছিল— "বাপেৰৰ ঘৰৰপৰা কি আনিছিলি? খালী হাতেৰে আহি ইযাত ৰাজ-ৰাণী হৈ থাকিবলৈ লাগে? ভিখাৰীৰ নিচিনাকৈ আহিছ, গোলামৰ নিচিনাকৈ থাকিবি।" মুখকেইখন চলিছিল সকলোৰে, কিন্তু ছোৱালীজনীৰ গাটোৰ ওপৰত হাত-ভৰি চলিছিল শাহুৱেক আৰু একালৰ প্ৰেমিক তাইৰ গিৰিযেকটোৰ। চাৰিমাহৰ আগতে গিৰিযেকটোৱে মৰা চৰৰ কাৰণে তাইৰ দুটা দাঁত আজিও লৰি আছে।

নিভা : এনেকুৱা ঘটনাতো ঘটিয়েই থাকে, খবৰ কাগজ মেলিলেই এনেকুৱা ঘটনাৰ কথা ঢেৰ পঢ়িবলৈ পোৱা যায়। কিন্তু তুমি এতিয়া এইবিলাক কথা কৈছা কিয়?

মুক্তা : আজি এইখন ঘৰত কি ঘটিছে, আমি যিবোৰ ঘটনাৰ বিষযে কথা পাতি আছোঁ, সেইবোৰ খবৰ কাগজত ছপা হোৱা ঢেৰ ঘটনাৰ লগৰে এটা হয নে নহয?

নিভা : কেনেকৈ হয? তুমি এইবোৰ কি কৈছা?

মুক্তা : মাই যে কৈছে— তোমাৰ বিয়াৰ কাৰণে মই আমাৰ ঘৰৰপৰা, মোৰ মাৰ বাকছৰ পৰা সোণ আনি দিব লাগে, এইটো কথাৰ লগত সেই ঢেৰ ঘটনাৰ কথাবোৰৰ কি পাৰ্থক্য? এওঁ যে দৰমহা পোৱাৰ দিনাই মোৰ দৰমহাৰ গোটেইখিনি পইচা কাটি লয়, তাৰ লগত সেইবোৰ ঘটনাৰ কি পাৰ্থক্য আছে?

জগন্নাথ : সি লয়, কাৰণ ঘৰখন সি চলায়। সি তো পইচা বিচাৰি তোমাৰ পিছে-পিছে গোটেই মাহটো ঘূৰি ফুৰিব নোৱাৰে।

মুক্তা : মই চাকৰি নকৰা হ'লে? আজি কাচাৰীলৈ অহা সেই ছোৱালীজনীৰ গিৰিয়েকটোৰ নিচিনাকৈ, বিযাৰ আগতে এওঁ যে মোক সদায লগ ধৰি মিঠা মিঠা কথা পাতিছিল, সেয়া মোৰ লগত পাতিছিল নে মোৰ চাকৰিটোৰ লগত পাতিছিল?

বিজন : মই তোমাৰ চাকৰিটোক গ্ৰাহ্যই নকৰোঁ।

মুক্তা : দৰমহাৰ পইচাখিনিক গ্রাহ্য কৰা?

বিজন : মাই কৈছে নহয়, যোৱা কিছুদিন মোৰ ব্যৱসায় ভাল চলা নাই। সেইকাৰণে পইচাৰ অলপ টনাটনি হৈছে।

মুক্তা : মিছা কথা কিয় কোৱা? তোমাৰ পইচাৰ এই নাটনি সহজে নাযায,— কাৰণ তুমি হিচাপত ধৰিবলগীয়া কোনো ব্যৱসায়েই নকৰা। দেউতা যেতিয়ালৈকে কৰপ'ৰেশ্যনৰ চেয়াৰমেন আছিল, তেতিয়ালৈকে তুমি দেউতাৰ আঁৰে-আঁৰে কিবাকিবি কৰি ফুৰিছিলা, আৰু যেতিয়াই দেউতাৰ চেয়াৰমেনশ্বিপ গ'ল, তেতিয়াই তোমাৰ মূৰৰ ওপৰৰ ছাতিও জাপ খালে। বিয়াৰ পাছত তুমি যি ব্যৱসায় কৰিছা, সেযা যে মোৰ চৰকাৰী ক্ষমতাৰ বলত কৰিছা, সেইটো কথা তুমি বেছিকৈ জানা নে মই বেছিকৈ জানো?

জগন্নাথ : মই চেযাৰমেন হৈ থাকোঁতে তাক বিজিনেছ কৰিবলৈ অন্যাযভাৱে কিবা সুবিধা দিছিলো নে কি? তুমি কিহৰ জোৰত এনেকুৱা কথা কৈছা?

মুক্তা : মোৰ নিচিনা সামান্য মেজিষ্ট্রেট এজনীৰ হতুৱাই আপুনি আজিলৈকে যিকেইটা অন্যায কাম কৰাই লৈছে, তাৰ পৰাই মই তেনেকুৱা কথা ক'বলৈ জোৰ পাইছোঁ। আপুনি মোক এটা কথা কওক। আপোনালোকে মোক টকা উপার্জন কৰা যন্ত্র বুলি ভাবে। সেইটো কথা মই এওঁক কৈছিলো। লগতে কৈছিলো,— মই হ'লো যাৰ যেতিয়াই কামত লাগে তেতিয়াই খটুৱাব পৰা ক্ষমতা থকা মেজিষ্ট্রেট। কিয তেনেকৈ কৈছিলো, সেইটো কথা মোক নোসোধে কিয?

জগন্নাথ : কোনো দোষণীয় কামৰ বাবে মই তোমাৰ ক্ষমতা কামত লগোৱা নাই। মোৰ নিজৰে এতিযাও তোমাতকৈ বেছি ক্ষমতা আছে।

মুক্তা : তেনেহ'লে মদৰ দোকানৰ পাৰমিটৰ কাৰণে একছাইজ কমিছনাৰৰ ওচৰলৈ মোক কিয যাবলৈ কৈছিল? গেছৰ এজেন্সিৰ কাৰণে ছিকান্দাৰ শ্বাহ বোলা এম পিজনৰ ওচৰলৈ কিয় যাবলৈ কৈছিল?

জগন্নাথ : তোমাৰ ক্ষমতা কিমান পৰীক্ষা কৰি চাবলৈ। তুমি মোক কেইটা এজেন্সি দিয়ালা? কেইখন মদৰ দোকানৰ পাৰমিট দিয়ালা?

মুক্তা : এখনো মদৰ দোকানৰ পাৰমিট নিদিয়ালো,— কাৰণ মদৰ পিপা আমাৰ ঘৰতে আছে।

বিজন : তুমি ঘৰৰ ভিতৰৰ কথা বাহিৰত ৰাষ্ট্র কৰিছা?

মুক্তা : নাই কৰা। সেইখিনি ধৈর্য মই ধৰিছোঁ। মই কেৱল চেষ্টা কৰিলো— মদৰ দোকানৰ পাৰমিট যেন এইখন ঘৰে নাপায়।

জগন্নাথ : ইমান ডাঙৰ কাম কৰি আমাক যে সহায কৰিলা সেই কথাটো মুখ খুলি ক'বলৈ তোমাৰ সাহস নহ'ল কিয়?

মুক্তা : মোৰ ওপৰত অত্যাচাৰ বাঢে বুলি। কিন্তু মোৰ যে সাহস কম নহয, তাৰ প্রমাণ আজিৰপৰাই দিম বুলি ঠিক কৰিছোঁ।

মাধুর্য : আচলতে কথাটো কি নবৌ? ইমান খং-ৰাগ, তর্কা-তর্কি,— এইখন ঘৰত এনেকুৱাতো মই কেতিয়াও দেখা নাই।

বনলতা : তেনেকুৱা কথা একো নাই বুইছা? কলেজৰপৰা আহোঁতে নিভাৰ মূৰটো বিষাই আহিছিল, মই তেওঁক তাইৰ কাৰণে চাহ একাপ কৰিবলৈ ক'লো, কথা সিমানেই। সেই অকণমান কথাটোতে লাগি মানুহজনীযে চিঞৰি-বাখৰি, কিমান যে কি কথা নুলিয়াইছে।

মুক্তা : এৰা, অকণমান কথা। [মাধুর্যক] তুমি শুনা হ'লেও অকণমান কথা বুলিযেই বিশ্বাস কৰিলাহেঁতেন। কিন্তু মই তেনেকুৱা কৰিব নোৱাৰিলো। কাৰণ লৰচৰ কৰি থকা ইমানকণ

নেজ এডালৰ লগত যে প্ৰকাণ্ড বিষাক্ত সাপ এটা লাগি থাকে, মোৰ মনলৈ তৎক্ষণাৎ সেইটো কথা আহিল। শুনা মাধুৰ্য, ময়েই তোমাক জোৰকৈ বহুৱাই ৰাখিলো। তুমি শিক্ষিত মানুহ, কলেজৰ প্ৰফেছাৰ মানুহ, তোমাৰ নিজৰ বিচাৰশক্তি আছে, গতিকে তুমি মোৰ কথা শুনি এইখন ঘৰৰ ওপৰত থকা ধাৰণা সলনি কৰিব নালাগে। তুমি নিভাক বিয়া কৰোৱা, আৰু সুখী হোৱা,— তাকে মই অন্তৰেৰে কামনা কৰোঁ। কিন্তু তোমাৰ আগতে মই মোৰ ক'বলগীয়া কথা কিছুমান ক'ম,— কাৰণ মোক এজন সাক্ষী লাগে। ইয়াৰপাছত মোৰ জীৱনৰ যিটো অধ্যায় আৰম্ভ হোৱাৰ সম্ভাৱনা, সেইটো অধ্যায়ত এওঁলোকৰ কোনো মোৰ শুভাকাংক্ষী হৈ, মোৰ ফলীয়া সাক্ষী হৈ, মোৰ ওচৰত থিয় দিয়াৰ আশা নাই।

বিজন : তুমি মুখ বন্ধ কৰিবানে? মনে মনে থাকিবা নে?

মুক্তা : অলপ পিছত বন্ধ কৰিম। [ডিঙিটো দেখুৱাই] এইখিনিলৈকে উঠি অহা কথাবোৰ কৈ শেষ কৰিবই লাগিব। নহ'লে মই কষ্ট পাম।
[বিজন উছাট মাৰি ভিতৰলৈ যায়গৈ।]

মুক্তা : [ভিতৰলৈ চাই] কথাবোৰ তুমি শুনিব লাগিব। সমুখত থাকি শুনিবলৈ বেয়া পোৱা যদি সিটো কোঠালিৰপৰাই শুনি থাকা। [মাধুৰ্যক] আজি কাছাৰীত বিজুলী পুৰকায়স্থ নামৰ অতি সাধাৰণ ঘৰৰ ছোৱালী এজনীৰ কাহিনী শুনিলো। কে'ছটো পাছলৈ কি হযগৈ ক'ব নোৱাৰোঁ, কিন্তু যেতিয়া কাহিনীটো শুনি গ'লো, তেতিয়া লাহে লাহে মোৰ মূৰৰ ঘিউ উতলিবলৈ-ধৰিলে। কি কাৰণে এজনী বিছবছৰীয়া ছোৱালীয়ে বিনা দোষত ইমান অত্যাচাৰ সহ্য কৰি থাকে? নিভাই ঠিকেই কৈছে,— এইবোৰ আজিকালি সাধাৰণ ঘটনা। খবৰ কাগজত এনেকুৱা খবৰ ওলায়েই থাকে। গাত কেৰাছিন তেল ঢালি জুই লগাই দিলে, টেটু চেপি মাৰি পিছফালে গছত ওলোমাই থ'লে, তাৰপিছত বোৱাৰীয়ে আত্মহত্যা কৰিলে বুলি চিঞৰ-বাখৰ কৰিলে। হয়, এইবোৰ আজিকালি সঘনে ঘটি থকা ঘটনা হৈছে। কিন্তু ঘৰ সোমাই, সৌখন দুৱাৰ পাৰ হ'বলৈ নাপাওঁতেই মই আজি হঠাৎ উপলব্ধি কৰিলো,— ময়োতো বিজুলীৰ লগৰে এজনী। এই কাপোৰ, এই ঘৰ-দুৱাৰ, এই চাকৰি,— এইবোৰৰ বাহিৰে বিজুলীৰ লগত মোৰ পাৰ্থক্য ক'ত? সেই পাৰ্থক্য মই দেখুৱাই দিম। কিয় মোৰ গাত কেৰাছিন তেল ঢালি, বাথৰুমত সোমাই মৰিবলগীয়া অৱস্থা হৈছে, সেইবোৰ কথা পৰিষ্কাৰকৈ লিখি আদালতত জমা দিম। কোনোবাই যদি মোক মাৰে, তেনেহ'লে সেইবোৰ কাগজ কামত লাগিব। কিন্তু মই নিজে নমৰোঁ। অন্ততঃ তুমি সাক্ষী থাকিবা। [ওলাই যায়।]

মাধুৰ্য : শুনকচোন নবৌ!

নিভা : কিয়? নালাগে।
[মঞ্চ আন্ধাৰ হয়।]

## দৃশ্য : ৪

### মঞ্চ : ২

[বিজন-মুক্তাৰ শোৱা কোঠালি। সেই একে ৰাতিৰে ঘটনা। বিজনে মেজ এখনৰ ওচৰৰ চকী এখনত বহি চিন্তা কৰি আছে। ওচৰৰ গিলাছটোত অলপ মদ। অলপ পাছত মুক্তা সোমাই আহে। তাই পৰ্দা আঁতৰাই ওচৰৰ ড্ৰেছিং-ৰুমত সোমায় আৰু পৰ্দাখন আকৌ মেলি দিয়ে। তাই ভিতৰত কাপোৰ সলায়।]

বিজন : তোমাৰ হেঁপাহ পূৰা হ'ল নে? নে আৰু কিবা উজাৰিবলগীয়া থাকিল? [অলপ মদ খায়।]

এম এ — এল এল বি,— এই ডিগ্রিবোৰেই মানুহক শিক্ষিত কৰিব নোৱাৰে বুলি চবেই কৈ থাকে। কিন্তু তাৰ প্ৰমাণ ঘৰতে তুমি এনেকৈ দিবা বুলি মই কল্পনাই কৰা নাছিলো। [উঠি আহি বিছনাৰ এচুকত বহি থাকে। অলপপাছত—] তাৰ ওপৰতে আকৌ মেজিষ্ট্ৰেট।। হাকিম। খং সকলোৰে উঠে। সকলোৰে ওপৰত সকলোৰে খং উঠিব পাৰে। কিন্তু পিতৃ, মাতৃ, শহুৰ, শাহু, হাহুবেগু— এওঁলোকৰ ওপৰত তলতীয়া মানুহৰ খং উঠিলে তাৰ এটা লিমিট থাকিব লাগে। সেই লিমিটটো আচল শিক্ষা আৰু সভ্যতাই দিয়ে।

[পৰ্দাৰ আঁৰৰপৰা কাপোৰ সলাই, নাইট গাউন পিন্ধি মুক্তা ওলাই আহে। তাই একো নুশুনাৰ নিচিনাকৈ নিজৰ চুলি ঠিক কৰে, বিছনাৰ গাৰু ঠিক কৰে।]

বিজন : আচল শিক্ষা আৰু সভ্যতা।— শুনিছা নে নাই?

মুক্তা : তুমি পালা আচল শিক্ষা? পালা আচল সভ্যতা?

বিজন : আলাৎ পালো। নোপোৱা হ'লে আজি মা, দেউতা, মাধুৰ্যৰ আগত মনে-মনে থাকি তোমাক ইমানবোৰ কথা ক'বলৈ চান্স দিওঁ?

মুক্তা : মনে-মনে নাথাকি তুমি মোৰ কোনটো কথাত মুখ মেলিলাহেঁতেন? কোনটো কথা কাটিব পাৰিলাহেঁতেন? আচল শিক্ষা, আচল সভ্যতাৰ ভাগ যদি পাইছাই, তেনেহ'লে তোমাৰ পৰিবাৰক ইমানদিনে ইমান প্ৰটেকশ্যন দিয়াৰ কথা ভাবিব নোৱাৰিলা কিয়?

বিজন : কিহৰ প্ৰটেকশ্যন?

মুক্তা : গোটেই ঘৰখনে যেতিয়া একগোট হৈ মোক হেঁচা মাৰি ধৰি কষ্ট দিয়ে তেতিয়া তোমাৰ মুখলৈ চোৱাৰ বাহিৰে মোৰ কিবা উপায় থাকেনে?

বিজন : মা-দেউতাৰ প্ৰতি মোৰ কৰ্তব্য আছে। তেওঁলোকে মনোকষ্ট পোৱা কোনো কাম মই কৰিব নোৱাৰোঁ।

মুক্তা : তোমাৰ ওপৰতে ভাৰসা কৰি মই মোৰ মা-দেউতাক এৰি থৈ আহিছোঁ নে নাই? মোৰ দুখৰ সময়ত, কষ্টৰ সময়ত, তেখেতসকলে লগ লাগি যেতিয়া মোৰ প্ৰতি অন্যায় কৰে, তেতিয়াও তুমি কোনো বাছ-বিচাৰ নকৰাকৈ তেখেতসকলৰ ফলীয়া হোৱা? শ-শ বছৰ ধৰি মানুহে চিঞৰি-চিঞৰি কৈ থকা এইবোৰ কথা আজিৰ সভ্য, শিক্ষিত মানুহক ক'বলগীয়া হয়? তুমি সভ্য, শিক্ষিততো নোহোৱাই, আচলতে তুমি পুৰুষত্বহীন, অকৰ্মণ্য, প্ৰবঞ্চক।

বিজন : চুপ। তোক মই চুলিত ধৰি এতিয়াই বাটত থৈ আহিব পাৰোঁ জান?

মুক্তা : জানো। তাৰ বাহিৰে যে তুমি আৰু কোনো ধৰণে বীৰত্ব দেখুৱাব নোৱাৰা, সেইটোও জানো। মই নিজেই এইখন ঘৰৰপৰা ওলাই যোৱাৰ চিন্তা কৰিবলৈ লৈছোঁ। সেইটো কামত তুমি মোক সহায় কৰাৰ সুবিধাই নাপাবা। চুলি কিয়, মোৰ নোম এডাল চুবলৈকো মই তোমাক সুবিধা নিদিম।

বিজন : তই মোক ডাইভোৰ্ছ কৰিবি? মোক এৰি থৈ গুচি যাবি?

মুক্তা : ডাইভোৰ্ছ-ছাইভোৰ্ছ সেইবোৰ ক'ৰ্ট-কাছাৰীৰ তুচ্ছ কথা। মই মনৰ কথা কৈছোঁ।যোৱা কেইমাহত মই এইটো কোঠালিত তোমাৰ লগত কেনেকুৱা সম্পৰ্ক ৰাখিছোঁ— মন কৰিছা? এনেকুৱা সম্পৰ্ক ৰাখিছোঁ যাতে মই তোমাৰ লগত কোনোধৰণৰ ৰছীৰে বান্ধ খাই বন্দী হ'ব নালাগে।

বিজন : মানে?

মুক্তা : মোৰ যেন লেঠা নাবাঢে, মোৰ জৰিয়তে যাতে এই পৃথিৱীত এই বংশৰ বৃদ্ধি হ'ব নোৱাৰে।

বিজন : কিন্তু তুমিতো কৈছিলা,— তোমাৰ কিবা এটা পৰীক্ষা আছে, পৰীক্ষাটো পাৰ হৈ নোযোৱালৈকে তুমি মুক্ত হৈ থাকিব খোজা, তাৰ পাছতহে—

মুক্তা : কৈছিলো। সেইটোও মিছা কথা নহয়। কিন্তু পাছত যেতিয়া ঘৰখনৰ গোটেই কাণ্ড-কাৰখানাবোৰ দেখিলো, তেতিয়া মই ঠিক কৰিলো, আগ-গুৰি চিন্তা নকৰাকৈ, এশটা পৰীক্ষা ভালকৈ পাৰ হৈ গ'লেও, মই এইটো পৰিয়ালৰ সন্তানৰ মাক নোহোৱাই ভাল।

বিজন : তুমি ইমান দূৰলৈ ভাবিছা?

মুক্তা : ভাবিছোঁ।

[বিজনে আচম্বিতে মুক্তাক এটা প্ৰচণ্ড চৰ মাৰে। মুক্তাই হতভম্ব হৈ চাই থাকে। পিছ মুহূৰ্ততে তাই বিজনক মাৰিবলৈ হাত তুলি বৈ যায। গাৰু, কিতাপ— ওচৰত যিহকে পায তাকে বলিযাৰ নিচিনাকৈ যেনিয়ে-তেনিয়ে দলিয়াবলৈ লয। বিজনে বাধা দিবলৈ আহোঁতে তাই তাক ঠেলা মাৰি দিযে। বিজন বিছনাত পৰি যায়। মুক্তাই পিতলৰ ফুলদানি এটা তুলি লয়। বিজনে বাধা দিবলৈ উঠি আহোঁতে—]

মুক্তা : খবৰদাৰ, দ্বিতীযবাৰ মোৰ গাত হাত দিলে,— এতিয়াই,— এতিয়াই মই এই ঘৰ জ্বলাই দিম।

[ফুলদানিটো এচুকলৈ দলি মাৰি দি মুক্তাই কেইমুহূৰ্তমান ভাবে। তাৰপাছত তাই টেলিফোনটো তুলি লৈ ডায়েল কৰে।]

মুক্তা : [টেলিফোনত]— বাইদেউ নে কি? বাইদেউ মই মুক্তাই কৈছোঁ। ছাৰ আছে নে?— অকণমান দিবনে? [অলপ পাছত]— ছাৰ, মই মুক্তাই কৈছোঁ।— এই ৰাতিখন আমনি কৰাৰ কাৰণে মোক ক্ষমা কৰিব ছাৰ।— নাই, তেনেকৈ একো হোৱা নাই।— যি হৈছে— মই পাছত আপোনালোকক সকলো ক'ম।— এতিযা আপুনি মোক এটা কথাত সহায কৰক ছাৰ। মোক ইমিডিযেটলি ইযাৰপৰা বদলি কৰি দিযক। য'লৈকে পঠিযায, ত'লৈকে যাবনে মই ৰাজী আছোঁ।— মই পাছত সকলো কাম ছাৰ।— মানে এনেকুৱা অৱস্থাত টেলিফোন কৰিলেহে আপুনি কথাটোৰ গুৰুত্ব বুজিব বুলি এতিযাই ফোন কৰিলো।—

[বিজনে মুক্তাক বাধা দিবলৈ আহে। মুক্তাই প্ৰচণ্ড জোৰেৰে তাক ঠেলামাৰি দিযে। সি পৰি যায।]

মুক্তা : পাহাৰ-পৰ্বত, ক'লীযা পানী, কৰ'বাত ঘোকোট গাঁও,— য'লৈকে— যি কামতে পঠিয়ায, মই তালৈকে যাবলৈ সাজু আছোঁ। কেৱল মোক ইয়াৰপৰা পঠিয়াই দিযক ছাৰ।— আপুনি পাৰিব, আৰু আপোনাক মই ক'ব পাৰোঁ,— সেই কাৰণে কৈছোঁ ছাৰ। পাৰিলে কাইলৈকে।— নাই নাই মই অধৈৰ্য নহওঁ,— কিন্তু মই ইযাৰপৰা নগ'লে আপোনালোকে মোৰ লাছটোহে দেখিবলৈ পাব। কিন্তু মই সেইটো হোৱাটো নিবিচাৰোঁ ছাৰ—

[কান্দে। লাহে লাহে মঞ্চ আন্ধাৰ হয়।]

## দৃশ্য : ৫

### মঞ্চ : ১

[এটা সাধাৰণ কোঠালি। গাঁৱৰ ডাঙৰ ঘৰৰ চ'ৰাঘৰৰ নিচিনা। মাটিত গাদী পৰা আছে। তাতে গানৰ ঘৰুৱা অনুষ্ঠান এটা চলিছে। এজনী ছোৱালীয়ে গান গাইছে, এটা ল'ৰাই তবলা বজাইছে। কাষে-কাষে দুখনমান চকীও আছে। কিছু শ্ৰোতা মাটিত বহিছে। চকীত চিদানন্দ আৰু অন্য এজন শ্ৰোতা বহি আছে। গান শেষ হোৱাৰ আগে আগে মুক্তা সোমাই আহে। তেওঁ এখন সাধাৰণ, বগা শাৰী পিন্ধি আহিছে। চিদানন্দ থিয় হয। মুক্তাই তেওঁক ইংগিতেৰে বহিবলৈ দিয়ে। আচুতীয়াকৈ থোৱা চকী এখনত নিজে বহে। কিছু সময়ৰ পিছত গান শেষ হয। সকলোৱে চাপৰি বজায়।]

মুক্তা : বৰ ভাল লাগিল। মই প্ৰথমৰখিনি ভিতৰৰপৰাই শুনি আছিলো। তুমি এতিযাও শিকি আছানে?

গায়িকা ছোৱালী : আছোঁ। ঘৰতে শিকি আছোঁ।

চিদানন্দ : শিকাবলৈ মানুহেই নাই নহয় বাইদেউ। চাৰিআলিৰ হায়াৰ ছেকেণ্ডেৰি স্কুলখনত গানৰ মাষ্টৰ এজন আছিল। তেৱেঁই ইহঁতক শিকাই-বুজাই আছিল। তেওঁ যোৱাৰ পিছত ইহঁতক শিকাবলৈতো কোনো নায়েই, ওলোটাই ইহঁতহে মাষ্টাৰণী হ'বলগীয়া হৈছে।

মুক্তা : হয় নে কি? কিবা এটা বন্দবস্ত কৰিব লাগিব ৰ'বা। থকা-মেলা, খোৱা-বোৱাৰ সকলো সুবিধা দি, ভালকৈ শিকাব পৰা মানুহ এজন আনি ল'ব পাৰিলে বৰ ভাল হ'ব। কি কোৱা?

চিদানন্দ : সেইটোতো হয়েই, কিন্তু লগতে মই অইন এটা কথাও কওঁ।

মুক্তা : কি?

চিদানন্দ : যেতিয়া বাৰু কোনোবা এজন আহে আহিব, কিন্তু যেতিয়ালৈকে নাহে, তেতিয়ালৈকে আপুনি নিজে নিশিকায কিয়?

মুক্তা : এঃ কি কথা কোৱাহে?

চিদানন্দ : ঠিক কথা কৈছোঁ বাইদেউ। [ল'ৰা-ছোৱালীহঁতক] বাইদেৱে যে ভাল গান গায়, সেই কথাটো তোমালোকে জানা নে নাজানা?

ল'ৰা-ছোৱালীহঁত : জানো জানো।

মুক্তা : তোমালোকে আকৌ কেনেকৈ জানিবা?

চিদানন্দ : সেইবোৰ কথা বাৰু পাছত পাতিম। আমি এতিয়া এটা কথা ঠিক কৰোঁ। অহা দেওবাৰলৈ বৈঠক বহিবনে বাইদেউ?

মুক্তা : মোৰ যদি ক'লৈকো যাবলগীয়া নাথাকে, তেনেহ'লে বহিব।

চিদানন্দ : যদি বহে, তেনেহ'লে সেইখন বৈঠকত আপুনি গান গাব লাগিব। [ল'ৰা-ছোৱালীহঁতক] হযনে?

ল'ৰা-ছোৱালীহঁত : হয় হয হয়।

মুক্তা : বাৰু সেইবোৰ যি হয হ'ব, এতিযা তোমালোক সেইটো ঘৰৰ বাৰাণ্ডালৈ ব'লা। ৰেৱতীয়ে তাতে চাহৰ যোগাৰ কৰিছে।

[ল'ৰা-ছোৱালীহঁত যাবলৈ ওলায়।]

চিদানন্দ : তোমালোকৰ কোনোবা দুজন থাকি যোৱা। কোঠালিটো আগৰ নিচিনা কৰি থৈ যোৱা।

[মুক্তা আৰু কিছুমান ল'ৰা-ছোৱালী যাযগৈ। দুটা ল'ৰাই চিদানন্দৰ লগ লাগি হাৰমনিয়াম— তবলা ভিতৰলৈ নিযে, মাটিত পৰা তুলি, কাপোৰ জাপে, চকীবোৰ ভালকৈ থয়। এইখিনি সময়ত চিদানন্দই কথা কৈ থাকে।]

চিদানন্দ : তহঁতে যদি জানই, তেনেহ'লে আজিলৈকে ইমানকেইখন বৈঠক হ'ল, এদিনো তেখেতক গান এটা গাবলৈ নক'লি কিয়?

ল'ৰা : ই আমাৰ ভয লাগে।

চিদানন্দ : কথাষাৰ ক'বলৈ কিহৰ ভয়? খাই পেলাব নে কি? মানুহজনী দেখাত হে গহীন-গম্ভীৰ, বৰ খঙাল যেন লাগে, ভিতৰখন গানেৰেই ঠাহ খাই আছে। [বাহিৰ ফালে চাই] কোন? [ল'ৰাহঁতক] তহঁতে চাহ খাগৈ যা। কাপ-প্লেট চব ধুই-মচি চাফা কৰি থৈ যাবি। বাইদেউক কবি,— কোনোবা আহিছে।

[মাধুর্য সোমাই আহে। ল'ৰাহঁত যায়।]

চিদানন্দ : কাক বিচাৰিছে?

মাধুর্য : এয়া মুক্তা ৰায়চৌধুৰীৰ ঘৰ হযনে?

চিদানন্দ : হয়।

মাধুৰ্য : তেখেত আছে নে?

চিদানন্দ : আছে।

মাধুৰ্য : ব্যস্ত হৈ আছে নে কি? মই অলপ সময়ৰ কাৰণে লগ পাব পাৰিম নে?

চিদানন্দ : ব্যস্ত মানে,— আজি গানৰ বৈঠক বহিছিল নহয়, তাৰে ল'ৰা-ছোৱালীহঁতক তেখেতে চাহ খুৱাইছে। বহক আপুনি। [চকী এখন ঠিককৈ দিয়ে।]

মাধুৰ্য : আপুনি?

চিদানন্দ : মোৰ নাম চিদানন্দ দেৱ গোস্বামী। অলপ মাটি-বাৰী, ঘৰ-দুৱাৰ আছে কাৰণে,— আগতে সৰুকৈ দোকান এখনো আছিল কাৰণে, ইযাৰ মানুহে চিদা মহাজন বুলি চমুৱাই থয।

মাধুৰ্য : ঘৰ?

চিদানন্দ : এয়াই। ইয়াৰ তিনিটা ঘৰ আছে। এই দুটা বাইদেৱে,— মানে চৰকাৰে লৈছে, সৌ পাছফালৰটোত আমি থাকোঁ।

মাধুৰ্য : ভালেই হৈছে। আপোনালোক থকাৰপৰা তেখেতৰো চাগৈ সুবিধা হৈছে?

চিদা : সুবিধা-অসুবিধাৰ কথা নজানো, কিন্তু বাইদেউৰ মতে আমিযেই তেওঁৰ গাৰ্জেন। ৰেৱতী নামৰ ৰান্ধনী ছোৱালী এজনী যোগাৰ কৰি দিছোঁ, চৰকাৰী চকীদাৰটো লগে লগে থাকে, জীপ গাড়ীখনৰ ড্ৰাইভাৰটোও ৰাতি ইযাতে শোৱে, বাইদেউৰ ভয-ভীত বুলিবলৈও নাই, কালৈকো পৰোৱায়ো নকৰে, তথাপি এটাইখনকে কৈ ফুৰে— আমিহে বোলে তেওঁৰ আচল গাৰ্জেন।

মাধুৰ্য : তেখেতে হ'বলা গানৰ বৈঠক পাতে?

চিদা : পাতে। ক'ৰবালৈ যাবলগীযা নাথাকিলে প্ৰতিটো দেওবাৰে পাতে। তেওঁ গান বৰ ভাল পায। মাজে-মাজে মোক কি কয জানে?

মাধুৰ্য : কি কয?

চিদা : কলেজৰ কিতাপতে বোলে বৰ ভাল কথা এষাৰ পঢ়িছিল, সেইষাৰকে দোহাৰি থাকে :— বুইছা চিদানন্দ, এই সংসাৰ মৰুভূমিত গান হ'ল সৰোবৰ। তেওঁ মোতকৈ বযসত ঢেৰ সৰু, কিন্তু তেওঁ মোক চিদানন্দ বুলি মাতে, মযো তেওঁক বাইদেউ বুলি মাতো। বৰ ভাল লাগে। সৌৱা বাইদেউ আহিছে।
[মুক্তা আহে।]

মুক্তা : [বিস্মিত হোৱাৰ দৰে] মাধুৰ্য।

মাধুৰ্য : হয নবৌ।

মুক্তা : [অলপপৰ বৈ থাকি] চিদানন্দ, তুমি যোৱাচোন। মই এওঁৰ লগত অলপ কথা পাতোঁ।
[চিদানন্দ যায়গৈ।]

মুক্তা : বহাঁ। [তাই নিজে চকী এখনত বহি অন্যফালে চাই থাকে। অলপ পাছত চকুপানী আৰু মুখ মচে। ইতিমধ্যে মাধুৰ্যও বহে।]

মুক্তা : [ম্লান হাঁহিৰে] বহুত দিনৰ মূৰত তোমাক দেখি মনটো বেয়া লাগি গৈছিল। কোৱাচোন— হঠাতে ক'ৰ পৰা? এইফালে ক'ৰবালৈ আহিছিলা— নে—

মাধুৰ্য : নহয়, আপোনাক লগ পাবলৈকে আহিছোঁ।

মুক্তা : মোক লগ পাবলৈ?

মাধুৰ্য : হয়।

মুক্তা : আচৰিত কথা! ইমান দূৰলৈ আহিলা মোক লগ পাবলৈ? কোৱাচোন কি খবৰ, কি কথা, কি বতৰা?

মাধুৰ্য : প্ৰথমতে কাৰ খবৰ ক'ম? মোৰ নে আপোনালোকৰ ঘৰৰ খবৰ?

মুক্তা : যোবা মাধুৰ্য, আপোনালোকৰ ঘৰ বুলি যদি তুমি মোৰ শহুৰ-শাহুৰৰ ঘৰখনৰ কথা বুজাইছা, তেনেহ'লে তুমি জানি থ'বা,— মোৰ যে নিজৰ মা-দেউতাৰ ঘৰখন,— সেইখনো মোৰ ঘৰ, আৰু এইখনো মোৰ ঘৰ। মোৰ মা-দেউতা আৰু এইখন ঘৰৰ খবৰ তুমিতো মোক দিব নোৱাৰিবা। সেইকাৰণে চমুকৈ ময়েই কৈ থওঁ। প্ৰথমতে কথাটো শুনি মা-দেউতা হতভম্ব হৈছিল। মাইতো চিএৰ-বাখৰেই কৰিছিল,— কি হ'ব এতিয়া, অকলে কেনেকৈ থাকিবি, এনেকৈ জানো মানুহ থাকিব পাৰে,— কত ধৰণৰ প্ৰশ্ন। কিন্তু মই মা-দেউতাৰ একমাত্ৰ ছোৱালী,— মই কেনেকুৱা ছোৱালী, মা-দেউতাই খুব ভালকৈ জানে। তেওঁলোকেই মোক ডাঙৰ কৰিছে। গতিকে এদিন চব কোলাহল বন্ধ হ'ল। মা-দেউতাই ঘোষণা কৰিলে— যি ভাল দেখ কৰ। য'তে থাক,— ভালে থাক।

মাধুৰ্য : ভালে আছে?

মুক্তা : আছোঁতো। এইখন ঘৰ— তুমি এপাক মাৰি আগফাল-পাছফাল চাই আহাঁগৈ,— তোমাৰ মন জুৰ পৰি যাব। ঘৰখনৰ মালিকৰ নামেই চিদানন্দ বুইছা?

মাধুৰ্য : জানো।

মুক্তা : তেওঁ মোৰ লগত থাকিবলৈ ৰেৱতী নামৰ ছোৱালী এজনী দিছে। তাই কিমান সুন্দৰ গান গায় জানা? তুমি বিশ্বাস কৰিবানে,— কেতিয়াবা মই তাইৰ গান শুনি-শুনি টোপনি যাওঁ বুলি? [বৈ] নাই, তোমাৰ চাগে এইবোৰ ঘৰৰ প্ৰতি কোনো ইণ্টাৰেষ্ট নাই। মোৰ শহুৰ-শাহুৰ ঘৰখনৰ কথা মোৰ মনলৈ আহে নে নাহে, সেইটো কথা জানিবলৈহে চাগে তোমাৰ মনটোৱে লকলকাই আছে!

মাধুৰ্য : নাই— নহয়— মানে—

মুক্তা : নে আচলতে সেইটো কথা জানিবলৈহে তুমি ইমান দূৰলৈ আহিছা?

মাধুৰ্য : নাই, নহয। সঁচাকৈ কৈছোঁ নবৌ।

মুক্তা : নহয় যদি নহয়। মই নিজেই কওঁ শুনা। সেইখন ঘৰৰ কথা মনৰপৰা আঁতৰাই ৰখাটো টান কাম। দুদিন মাহ-হালধীৰে গা-ধুই, হোমৰ গুৰিত বহি, কিমান কাযদাৰ মাজেদি দুৱাৰ-ডলিটো পাৰ হৈ সেইখন ঘৰত সোমাইছিলো, সেইবোৰ মনৰপৰা আঁতৰ কৰাটো সহজ কাম নহয়। কিন্তু— [বৈ যায়।]

মাধুৰ্য : কিন্তু কি?

মুক্তা : প্ৰথমতে ভাবিছিলো,— মানুহজনে অলপমান হ'লেও অনুতাপ কৰিব। কিন্তু তেওঁ কেনেকৈ অনুতাপ কৰিছে জানা? যিজন ছেক্ৰেটেৰিয়ে মোক তৎক্ষণাৎ তাৰ পৰা বদলি কৰি দিছিল, তেখেত এদিন এইফালে আহোঁতে আমাৰ ইয়াত সোমাইছিল। তেখেতে মোক এটা খবৰ দিলে। আমাৰ বিজন ডাঙৰীয়াই বোলে তেখেতক টেলিফোনত ধমকি দি কৈছিল— মোৰ লগত বোলে ছেক্ৰেটেৰি ছাৰৰ অবৈধ সম্পৰ্ক আছে। সেই কাৰণেহে বোলে তেখেতে মোৰ অনুৰোধ শুনিয়েই লগে-লগে মোক বদলি কৰি দিছিল।

মাধুৰ্য : কি? এইবোৰতো মই শুনা নাই। তাৰপাছত?

মুক্তা : তাৰপাছত ছেক্ৰেটেৰি ছাৰে বিজনক কৈছিল,— আপুনি এইটো কথা মোৰ পৰিয়ালক কওকগৈ। আপোনাক যদি চৰিয়াব লাগে, তেনেহ'লে মোৰ সলনি মোৰ পৰিয়ালে চৰিওৱাই ভাল হ'ব।

মাধুৰ্য : তাৰপাছত?

মুক্তা : তাৰপাছত ছেক্ৰেটেৰি ছাৰৰ ঘাইনীয়ে নিজে বিজনক দুদিন টেলিফোন কৰি মাতি পঠিয়াইছিল,

কিন্তু তেওঁ নগ'ল। [বৈ থাকে। অলপ পাছত, উত্তেজিতভাৱে] ইমানৰ পাছতো মই সেইখন ঘৰৰ কথা পাহৰিব পাৰোঁনে? নোৱাৰোঁ। [শান্ত হৈ] পিছে এটা কথা। তোমাক এইবোৰ কথাৰ মাজলৈ আনি মই ভাল কাম কৰা নাই। মোৰ কাৰণে যিয়েই নহওক, তোমাৰ কাৰণে সেইখন নিভাইঁতৰ ঘৰ। আজি মই তোমাক অনুৰোধ কৰিছোঁ,— মোৰ কথা ভাবি তুমি সেইখন ঘৰৰ বিচাৰ নকৰিবা। তোমাৰ নিজৰ বিচাৰেৰে নিজৰ জীৱন গঢ়িবা। মই, তুমি, নিভা,— সকলো বেলেগ-বেলেগ মানুহ। তোমালোকৰ জীৱন গঢ়োঁতে মোৰ জীৱনৰ ওপৰত গুৰুত্ব নিদিবা।

মাধুৰ্য : আপুনি নক'বলগীয়া কথা কৈ মোৰ মনটো ভাঙিছে,— তেনেকুৱা কথা মনলৈ নানিব নবৌ। মই নিজেওতো একেবাৰে মূৰ্খ নহওঁ। মোৰোতো মানুহ চিনি পোৱাৰ, সামান্য হ'লেও, ক্ষমতা আছে! নাই জানো?

মুক্তা : আছে, নিশ্চয় আছে। তুমি উচ্চশিক্ষিত, বুদ্ধিমান মৰমিয়াল মানুহ।

মাধুৰ্য : মই লাহে লাহে বহুত কথা বুজি পোৱা হৈ আহিলো, মানুহৰ যে কেইবাটাও দিশ আছে, সেইটো বুজি পোৱা হৈ আহিলো, আৰু শেষত মই আজি ইয়ালৈ কিয় আহিছোঁ জানে নবৌ?

মুক্তা : নাজানো।

মাধুৰ্য : আপোনাক মোৰ এটা সিদ্ধান্তৰ বিষয়ে জনাই থ'বলৈ।

মুক্তা : কি সিদ্ধান্ত?

মাধুৰ্য : [বৈ] মই নিভাক বিয়া নকৰাওঁ বুলি ঠিক কৰিছোঁ।

মুক্তা : কি?

মাধুৰ্য : হয। মই নিভাক বিয়া নকৰাওঁ বুলি সিদ্ধান্ত কৰিছোঁ।

মুক্তা : কিন্তু কিয়? নহয় নহয় মাধুৰ্য,— আমাৰ বিয়াৰ আগৰে পৰা তোমালোকৰ সম্পৰ্ক। প্ৰেমৰ সম্পৰ্ক। কেৱল তোমালোকৰ ঘৰৰ কিবা অসুবিধাৰ কাৰণেহে বিয়াখন পতা হোৱা নাছিল। এতিয়া— হঠাতে— এনেকুৱা এটা সিদ্ধান্ত তুমি কিয় ল'বা? মোৰ কথাৰ কাৰণে যদি এনেকুৱা কৰিছা, তেনেহ'লে মই বৰ দুখ পাম।

মাধুৰ্য : নহয় নবৌ। মোৰ কাৰণে এইটো এটা অনুভৱৰ কথা। এটা গভীৰ উপলব্ধিৰ কথা। সেই অনুভৱ, সেই উপলব্ধিৰ আগত কোন কিমান লুভীয়া, ধন-সম্পত্তিৰ প্ৰতি কাৰ কিমান লালসা,— সেইবোৰ তুচ্ছ কথা।
মই লাহে লাহে বুজি আহিছিলো,— নিভাৰ লগত মোৰ এটা ঘনিষ্ঠ সম্পৰ্ক হৈছে,— কিন্তু মই বিচৰা মানুহজনী তেওঁ নহয়।

মুক্তা : কিন্তু এইবোৰ তোমাৰ মনৰ অনুভূতিৰে কথা বুলি কোনে বুজিব? সকলোৰে ধৰি ল'ব, মোৰ কথা, মোৰ কামেই তোমালোকৰ ঠিক হৈ থকা বিয়াখন ভাঙি পেলালে। অন্ততঃ নিভাই যদি তেনেকৈ ভাবে—

মাধুৰ্য : তেওঁ যি ভাবে ভাবিব পাৰে। ভৱাৰ স্বাধীনতা তেওঁৰ সদায় থাকিব। কিন্তু মোৰ জীৱনৰ কাৰণে মই কি ভাবোঁ,— সেইটোহে ডাঙৰ কথা। আৰু,— আটাইতকৈ ডাঙৰ কথা হ'ল— [বৈ যায়]।

মুক্তা : কি?

মাধুৰ্য : কওঁ?

মুক্তা : কোৱা।

মাধুৰ্য : আপুনি কিন্তু লগে লগে মোক ভুল নুবুজিব।

মুক্তা : নুবুজোঁ। কোৱা।

মাধুৰ্য : এইযে মোৰ এক নতুন উপলব্ধি হৈছে, মই যে কথাবোৰ নতুনকৈ বুজিবলৈ লৈছোঁ,— ইয়াৰ

বাবে প্ৰয়োজনীয় মূল শক্তিটো হ'ল— আপুনি।

মুক্তা : মানে? খুলি কোৱাচোন।

মাধুৰ্য : খুলি ক'বলৈ এতিয়া মোৰ শক্তি নাই। আকৌ এদিন আপোনাৰ ওচৰলৈ আহিমনে? মোৰ বহুত কথা ক'বলগীয়া আছে।

[দুয়ো দুয়োলৈ চাই থাকে। মঞ্চত লাহে লাহে আন্ধাৰ হয়।]

# দৃশ্য : ৬

## মঞ্চ : ২

[মুক্তাৰ ঘৰৰ বহা কোঠালি। ৰাতি। বিজনে ইফালে-সিফালে চাই খোজ কাটি ফুৰিছে। চিদানন্দ আৰু ৰেৱতী থিয় হৈ আছে।]

চিদা : কিবা লাগে নে কি? কি বিচাৰিছে?

বিজন : বিচাৰিছোঁ মানে,— হেৰি,— গিলাছ এটা হ'ব নে?
আয়নাৰ গিলাছ?

চিদা : হ'ব। সেইটোও এটা কথা হ'লনে? [ৰেৱতীক] অ'ই যাচোন। দৌৰ মাৰ। [ৰেৱতী লৰালৰিকৈ ভিতৰলৈ যায়।]

বিজন : এওঁ— মানে আপোনালোকৰ হাকিমনী ফৎকৰে ক'লৈ গ'ল?

চিদা : জানো! আপোনালোকক সোধ-পোছ কৰিবলৈ কৈ, এতিয়াই আহিম বুলি জিপখনত উঠি ওলাই গ'ল।

বিজন : আমি কোন— সেই বিষয়ে কিবা ক'লেনে?
[ৰেৱতীয়ে পানী এগিলাছ লৈ আহে।]

বিজন : [ৰেৱতীক] নহয় হে! খালী গিলাছ এটা লাগে। সেইটো বাৰু তাতে থোৱা। খালী গিলাছ এটা আনাগৈ। [ৰেৱতীয়ে পানীগিলাছ থৈ ভিতৰলৈ যায়।]

বিজন : ওঁ। কি সুধিছিলো? আমি কোন— সেই বিষয়ে হাকিমনীয়ে কিবা কৈ গৈছে নে?

চিদা : গৈছে। আপোন মানুহ বুলি কৈ গৈছে?

বিজন : কেনেকুৱা আপোন মানুহ, কৈ যোৱা নাই?

চিদা : নাই।
[ৰেৱতীয়ে খালী গিলাছ এটা লৈ আহে।]

বিজন : দিয়া। [গিলাছটো লৈ মেজত থয়। জেপৰপৰা সৰু চেপেটা বটল এটা উলিয়াই তাৰ মুখখন খোলে।]

চিদা : আপুনি কি কৰিব খুজিছে? সেইটো কিহৰ বটল?
[বিজনে বটলটো দাঙি দেখুৱায়।]

বিজন : চিনি পাইছে?

চিদা : পাইছোঁ। সেইবোৰ এতিয়া ইয়াত নুলিয়াব।

বিজন : কি?

চিদা : বাইদেউ আহিলে উলিয়াব।

বিজন : বাইদেৱে বহুলাই কৈ নগ'লেও মই কোন, সৌ সিটো ঘৰত থকা মানুহহাল কোন, আপুনি ধৰিব পাৰিছেনে?

চিদা : অলপ-অলপ আণ্ডাজ কৰিব পাৰিছোঁ।

বিজন : বাকীখিনি মই বৈ চাফা কৰি দিওঁ শুনক। মই আপোনালোকৰ বাইদেৱেকৰ গিৰিয়েক, আৰু সেইহাল মানুহ তেওঁৰ শহুৰেক আৰু শাহুৱেক, মানে মোৰ দেউতা আৰু মা। বুজিলেনে? গতিকে, মই কি কৰোঁ, তাৰ কাৰণে আপোনাৰ বাইদেৱেকলৈ বৈ থাকিব নালাগে।
[গিলাছত মদ ঢালে। চিদানন্দই মদৰ গিলাছটো আঁতৰাই লৈ আহে।]

চিদা : নিজৰ ঘৰত নালাগিলেও ইয়াত লাগিব। এইটো মোৰ ঘৰ। মোৰ বিধি-বিধান মতে মই এগৰাকী মানুহক ইয়াত থাকিবলৈ দিছোঁ। [ৰেৱতীক গিলাছটো দি] যা, পেলাই দেগৈ। গিলাছটোও পেলাই দিবি।
[ৰেৱতী ওলাই যাব খোজে। মুক্তি সোমাই আহে। মুক্তিয়ে ৰেৱতীৰ হাতৰ গিলাছটোলৈ চায়। তাৰপাছত বিজন আৰু চিদালৈ চায়।]

মুক্তা : কি হৈছে?

চিদা : একো হোৱা নাই। এখেতে খাবলৈ মদ বাকী লৈছিল, মই পেলাই দিবলৈ দিছোঁ। [ৰেৱতীক] তই বৈ আছ কিয়? যা। [ৰেৱতী যায়।]

বিজন : তোমাৰ যে বৰ ডাঙৰ গাৰ্জেন এজন আছে বুলি শুনিছিলো, এইজনেই নে কি? কাৰ লগত কেনেকুৱা ব্যৱহাৰ কৰিব লাগে— শিকাবা।

মুক্তা : [চিদানন্দক] তুমি এটা কাম কৰা। মই ডাকবঙলাত দুটা ৰূমৰ বন্দবস্ত কৰি থৈ আহিছোঁ। তিনিখন বিছনা। এখন বিছনাৰ আঁঠুৱাখন বৰ ভাল নহয়। তুমি শৰতৰ হাতত আঁঠুৱা এখন পঠাই দিবা। মই ৰন্ধা-বঢ়াৰ কথাও কৈ আহিছোঁ। শৰতক ক'বা— সি যেন ৰান্ধনিটোৰ ফালেও চকু দিয়ে।

বিজন : আমি ৰাতি ইয়াত নাথাকিম নে কি?

মুক্তা : ডাকবঙলাত থাকিবা। তাত সুবিধা পাবা। খোৱা-বোৱাও তাতে কৰিবা। কথা-বতৰা পাতি তালৈ যাবাগৈ। ওচৰতে। জিপখনে থৈ আহিবগৈ। মা-দেউতা ক'লৈ গ'ল?

চিদা : চ'ৰা ঘৰতে আছে।

মুক্তা : যোৱাচোন, ইয়ালৈকে মাতি আনাগৈ।

বিজন : নালাগে। দেউতাহঁত পাছত আহিব। আগতে মই মোৰ কথাখিনি পাতি লওঁ।

মুক্তা : [চিদানন্দক] হোমগাৰ্ডৰ মানুহ আহিছে নহয়?

চিদা : আহিছে।

মুক্তা : তেওঁলোকৰ দুজন আৰু কালামক এই কোঠালিটোৰ বাহিৰতে থাকিবলৈ দিবা। মই যেতিয়া যাবলৈ কওঁ তেতিয়াহে যাব। ৰেৱতীক চাহৰ কথা ক'বা। যোৱা।
[চিদানন্দ যায়গৈ।]

মুক্তা : [বিজনক] কোৱা, কি কথা?
[বিজনে বটলটোৰপৰা মুখত মদ ঢালি সাঁফৰটো মাৰি বটলটো ওচৰতে থৈ দিয়ে।]

বিজন : এইকণ খোৱাত তোমাৰো আপত্তি আছে নে কি?

মুক্তা : বাজে কথাত সময় নষ্ট নকৰিবা। তোমাৰ আৰু মোৰ মাজত এতিয়া আপত্তি কৰা নকৰাৰ সম্পৰ্ক নাই। চিদানন্দৰ আগত যদি তুমি এই কামটো কৰিলাহেঁতেন, তেনেহ'লে তেওঁ হোমগাৰ্ডৰ মানুহ লগাই তোমাক ৰাস্তাত থৈ আহিলহেঁতেন, আৰু মই তেওঁলোকৰ কামত একো আপত্তি নকৰিলোহেঁতেন। মদ-ভাং নোহোৱাকৈ থাকিব নোৱৰা কিছুমান সন্ন্যাসীয়ে মন্দিৰ, আশ্ৰম, মৰিশালি,— একোৰে বাছ-বিচাৰ নকৰে। বাদ দিয়া। আচল কথালৈ আহাঁ। কিন্তু আচল কথা বুলিবলৈ কিবা আছে নে?

বিজন : তুমি এনেকৈয়ে থাকিবা নে কি?

মুক্তা : এনেকৈয়ে মানে?

বিজন : আমাৰপৰা, বিশেষকৈ মোৰপৰা আঁতৰত,— এনেকৈ?

মুক্তা : এইবোৰ কথা জানো আগতেও পতা নাই? নতুনকৈ পাতিবলৈ নতুন কিবা হৈছে জানো? এইটো কথাৰ কাৰণেই আকৌ কিয় আহিছা? তুমি আহিছা আহিছা, কিন্তু লগতে তেখেতসকলক কিয় লৈ আহিছা?

বিজন : মা-দেউতাৰ বেলেগ কথা আছে।

মুক্তা : কাৰ লগত? মোৰ লগত?

বিজন : ওঁ

মুক্তা : বেলেগ কথা আকৌ কি? মোক তোমালোকে শান্তিৰে থাকিবলৈ নিদিয়া কিয? কেইবাবাৰো বুজালে শেষত মই তোমালোকৰ কথা বুজিম,— তোমালোকে কথাবোৰ তেনেকৈ ভাবিছা নে কি? মই ওফোন্দ পতা সৰু ছোৱালী নে কি? নহওঁ। মই মোৰ নিজৰ দোষ, গুণ, মান-সন্মান, শিক্ষা-সভ্যতা, মৰম-চেনেহ, সুখ-দুখ,— সকলোৰে কথা ভাবি ডাঙৰ হোৱা সাধাৰণ ছোৱালী। মোক ৰাণী হ'বলৈও নালাগে, চাকৰণী হ'বলৈও নালাগে। কিন্তু মই যিমানৰ যোগ্য, সিমান মই পাবই লাগিব। মোক মোৰ প্ৰাপ্য মৰ্যাদাখিনি দিব পৰা মানুহ তোমালোক এতিয়াও হোৱা নাই। মই দূৰৰ পৰাই চকু ৰাখিম,— তোমালোক কেতিয়াবা সেই পৰ্যাযৰ মানুহ হৈছানে কি? যদি দেখোঁ হৈছা,— তেনেহ'লে কি কৰিব লাগে মই নিজেই ভাবিম। তোমালোকে মোক মাজে মাজে দেখা দি থাকিব নালাগে। মোৰ অশান্তি হয়।
[বিজনে বটল খুলি অলপ মদ মুখত ঢালে।]

বিজন : তুমি যিটো দিনলৈ বাট চাম বুলি ভাবিছা, সেই দিনটো যদি বহু পলমকৈ আহে?

মুক্তা : মোৰ একো অসুবিধা নহয। কাৰণ মই সেই দিনটো কেতিয়াও নাহিব বুলিযেই সাজু হৈ লৈছোঁ।

বিজন : কিন্তু তোমাৰ বয়সৰ এজনী মানুহ এনেকৈ থাকি যোৱাটো—

মুক্তা : কি ক'লা? তুমি ইতিমধ্যে ক'ৰবাত নাৰী শাস্ত্ৰ পঢ়িলা নে কি? শৰীৰ মনস্তত্ত্ব, দেহতত্ত্ব, মাতৃতত্ত্ব— এইবোৰ চৰ্চা কৰিলা নে কি? দয়া কৰি সেইবোৰ মোলৈ এৰি থোৱা। মোৰ সহায নোহোৱাকৈ বিছ তোলা সোণ, মদৰ দোকানৰ পাৰ্মিট, অহা ইলেকশ্যনত কোনোবা এটা পাৰ্টিৰ টিকেট— সেইবোৰলৈ মন দিয়া।

বিজন : সেইবোৰ যি কৰিব লাগে আমি কৰিম। তোমাৰ উপদেশ নহ'লেও হ'ব। কিন্তু মোৰ নিজা জীৱন বোলা বস্তু এটা আছে। গতিকে মই তোমাক এটা কথা ক'বলৈ আহিছোঁ।

মুক্তা : কোৱা।

বিজন : যদি এনেকৈ দূৰে দূৰে থাকিবই লাগে, তেনেহ'লে আমি আইনমতে স্বাধীন হৈ লোৱাই ভাল। তেতিয়া তুমিও যেতিয়াই যি মন যায় কৰিব পাৰিবা, আৰুময়ো,—

মুক্তা : তাৰ মানে— তুমি ডাইভোৰ্চৰ কথা কৈছা?

বিজন : হয়।

মুক্তা : বঢ়িয়া কথা। তুমি কাগজ-পাতিবোৰ ঠিক-ঠাক কৰা। কথাবোৰ ভালকৈ জনা উকিলৰ হতুৱাই কৰাবা। তাৰপাছত উকিলজনকে পঠিযাই দিবা,— মই ক'ত-ক'ত চহী কৰিব লাগে কৰি দিম। আৰু চহী কৰিবলৈ যদি মই নিজে যাব লাগে, তেনেহ'লে,— তুমি নিজে আহিব নালাগে, উকিলৰ মুখতে খবৰ পঠাবা,— কেতিয়া ক'লৈ যাব লাগে যাম। চাফা? তোমাৰ কথা শেষ? এতিয়া তেখেতসকলক মাতি পঠাওঁ? [বাহিৰলৈ চাই] কোন আছা? কালাম?

[কালাম সোমাই আহে।]

কালাম : বাইদেউ?

মুক্তা : সেইটো ঘৰত যে বহি আছে,— তেখেতসকলক মাতিছোঁ বুলি কোৱাগৈচোন।

কালাম : ভাল। [ওলাই যায়। বিজনে বটল খুলি আৰু এঢোক মদ খায়।]

বিজন : তুমি একেবাৰে সাজু হৈ আছিলা?

মুক্তা : কিহৰ কাৰণে?

বিজন : মুক্ত হ'বলৈ? উকিলৰ কাগজখিনি দিলে যেন এতিয়াই চহী কৰিবা!

মুক্তা : মুক্ত হ'বলৈ কোনে বেযা পায? মই পিছে ডাইভোৰ্ছৰ ব্যৱস্থা নকৰাকৈও মুক্তিৰ ৰাস্তা বিচাৰি ল'ব পাৰিলোহেঁতেন, কিন্তু তুমি ক'লা যেতিয়া,— চহীটো কৰিম তোমাৰ মুক্তিৰ কাৰণে।

বিজন : ওহোঁ। তুমি মিছা কথা কৈছা।

মুক্তা : মিছা কথা কৈছোঁ? মই?

[বিজনে মূৰ দুপিয়াই 'হয়' বুলি বুজায। জগন্নাথ আৰু বনলতা সোমাই আহে।]

বনলতা : আমাকনো ইমানপৰ তাত অকলে-অকলে বহুৱাই থ'ব লাগেনে?

মুক্তা : মই অথনিযেই আপোনালোকক ইয়ালৈ মাতি আনিব খুজিছিলো। এওঁ মোৰ লগত কিবা কথা আছে কাৰণে অলপ'পাছত মাতিবলৈ ক'লে।

বনলতা : কথা শেষ হ'ল নে?

মুক্তা : হ'ল।

বনলতা : কি হ'ল?

মুক্তা : এওঁ ডাইভোৰ্ছ কৰাৰ কথা কৈছিল, মই ক'লো,— ঠিক আছে, হ'ব।

জগন্নাথ : এইটো কথাত তোমাৰ আপত্তি নাই?

মুক্তা : আপত্তি কৰিবলৈ কিটো আছে? এইটো আদালতৰ কাগজ-পাতিৰহে কথা। আমিতো বিযা ভাঙি যোৱা মানুহৰ নিচিনাকৈ আছোঁৱেই।

জগন্নাথ : আগলৈ?

মুক্তা : আগলৈতো তেনেকৈয়ে থাকিম বুলি ঠিক কৰিছোঁ!

জগন্নাথ : সঁচানে?

মুক্তা : ইয়াত সঁচা-মিছাৰ কিটো কথা আছে? ৰ'বচোন, অলপ আগতে এৱোঁ মই মিছা কথা কৈছোঁ বুলি কৈছিল। কথাটো কি?

জগন্নাথ : তুমি এইখন বিযা ভাঙিবলৈ সাজু হৈছা, কিন্তু চিৰদিন অকলে থাকিবলৈ সাজু হোৱা নাই।

মুক্তা : মানে?

জগন্নাথ : মানে তুমি অইন এখন সংসাৰ পাতিবলৈ এইখন সংসাৰৰপৰা আইনমতে মুক্ত হৈ ল'ব খুজিছা। সেই কথাটো সঁচানে মিছা, তাকে জানিবলৈ আজি আমি ইয়ালৈ আহিছোঁ।

মুক্তা : মই অইন এখন সংসাৰ পাতিম নে নাপাতিম সেইবোৰ কথা এতিয়া ভবা নাই, কিন্তু এইখন বিযাৰ বান্ধোনৰপৰা যে মুক্ত হ'বলৈ বিচাৰিছোঁ, সেইটো সঁচা।

বনলতা : তুমি যদি অইন এখন সংসাৰ পতাৰ কথা ভবাই নাই, তেনেহ'লে কথাবোৰ বাহিৰত ওলাবলৈ পায কেনেকৈ?

মুক্তা : কি কথা?

বনলতা : তুমি এখন সংসাৰ পাতা, দহখন সংসাৰ পাতা পাতি থাকা, কিন্তু অইনৰ সম্বন্ধ এটা ভাঙি তুমি সেইটো কাম কিয় কৰিবা?

মুক্তা : মই— মই কাৰ সম্বন্ধ ভাঙিলো? এইবোৰ কি কথা কৈছে?
বিজন : নিভাৰ লগত মাধুৰ্য্যৰ বিয়াৰ সম্পৰ্ক পকা হৈ আছে বুলি তুমি জানা।
মুক্তা : জানো।
বিজন : এতিয়া মাধুৰ্য্যই কৈছে— সি সেইটো সম্পৰ্ক ৰাখিব নোখোজে।
মুক্তা : কিয়?
বিজন : কাৰণ সি তোমাৰ লগত সম্পৰ্ক পাতিব খোজে।
মুক্তা : কি?
বিজন : বহুদিনৰপৰা সি বোলে তোমাৰ প্ৰতি আসক্ত, আৰু তুমিও বোলে তাক প্ৰশ্ৰয় দিছা।
মুক্তা : [চিঞৰি] কোনে কৈছে এইবোৰ কথা?
বিজন : মুখ খুলি কোনেও কোৱা নাই, কিন্তু ক'ৰবাৰপৰা নিভাই এইবোৰ জানিব পাৰিছে।
মুক্তা : আজি মাধুৰ্য্যক ইয়ালৈ লৈ নাহিলা কিয়?
বনলতা : আমি কিয় আনিব লাগিছে? তেওঁতো ইয়ালৈ আহিযেই থাকে।
মুক্তা : [গৰ্জি] আহিযেই নাথাকে। এদিন আহিছিল। আৰু তেওঁৰ যে নিভাক বিয়া কৰোৱাৰ ইচ্ছা নাই সেইটো কথা প্ৰকাশ কৰিছিল।
জগন্নাথ : কাক বিয়া কৰোৱাৰ ইচ্ছা আছে, সেইটো প্ৰকাশ কৰা নাছিল?
মুক্তা : [হঠাতে বাহিৰলৈ চাই চিঞৰি] কোন আছ? কালাম!
[কালাম আহে]
কালাম : বাইদেউ?
মুক্তা : ড্ৰাইভাৰক গাড়ীখন আনিবলৈ কোৱা। এখেতসকলক ডাকবঙলাত থৈ আহিবগৈ লাগে। তৎক্ষণাৎ। [কালাম যায়।]
জগন্নাথ : হৰা-জিকাৰো এটা সীমা আছে। তুমি বোধকৰোঁ জানিছিলা, হৰা আৰু জিকা দুয়োটাৰে মোৰ প্ৰচুৰ অভিজ্ঞতা আছে। কিন্তু এটা সীমাৰ তললৈ হৰাৰ অভিজ্ঞতা মোৰ নাই। এতিয়া তেনেকুৱা অভিজ্ঞতা অৰ্জন কৰাৰ ইচ্ছাও মোৰ নাই। প্ৰতিশোধ লোৱাৰ ৰাস্তা অকল তুমিহে চিনি পোৱা বুলি অহংকাৰ নকৰিবা। জীৱনত যিমান ব্যৱসায়, লেন-দেন কৰিলো, তাৰ আধাখিনিতকৈ বেছি প্ৰতিশোধৰ ব্যৱসায় আছিল। মনত ৰাখিবা। [বনলতাক] ব'লা।
[জগন্নাথৰ পাছে পাছে বনলতা ওলাই যায়।]
বিজন : মই ৰাতি ইয়াতে থাকিব পাৰিম নে?
মুক্তা : নোৱাৰা। অসুবিধা পাবা।
বিজন : আৰু কেইটামান কথা আছিল?
মুক্তা : মোক আৰু একো ক'ব নালাগে। মোৰ আৰু একো শুনিবৰো মন নাই।
[বিজন ওলাই যায়। মুক্তাই চকী এখনত বহি চিন্তা কৰে। হঠাতে তাই চিঞৰে—]
মুক্তা : কালাম! কোন আছা? [কালাম আহে।]
এই যে শেষত ডেকা মানুহজন ওলাই গ'ল, তেওঁক মই মাতিছোঁ বুলি কোৱাগৈ। বেগাই যোৱা।
[মুক্তা বহি থাকে। অলপ পাছত বিজন আহে।]
বিজন : মোক মাতিছিলা?
মুক্তা : তুমিও শুনিছিলা নহয়? এতিয়া প্ৰতিশোধৰ ব্যৱসায় আৰম্ভ হ'ব যেন পাওঁ। গতিকে মই ঠিক কৰিলো,— মই ডাইভোৰ্চৰ সন্মতি দি কোনো কাগজত চহী নকৰোঁ। সেইটো চহী নকৰাকৈয়ো

মই যি ইচ্ছা কৰি থাকিব পাৰিম। সেইটো মোৰ ব্যক্তিগত জীৱনৰ কথা। কিন্তু মোৰ পৰা বিবাহ-বিচ্ছেদৰ চহীটো লৈ তুমি আকৌ হোমৰ গুৰিত বহিবা, বা কৰ্টত বিয়া পাতিবা, বা কামাখ্যাত বিয়া পাতিবা, এদিন কোলাত লৈ কেঁচুৱা নিচুকাবা,— সেইবোৰ হ'বলৈ নিদিওঁ। এতিয়া প্ৰতিশোধৰ ব্যৱসায় আৰম্ভ হ'ব। যোৱা।

বিজন : কিন্তু—

মুক্তা : গাড়ী বৈ আছে। যোৱা।

[বিজন যায়। মুক্তা বহি থাকে। অলপ পিছত চিদানন্দ আহে।]

মুক্তা : [অলপ পিছত] চিদানন্দ।

চিদা : বাইদেউ?

মুক্তা : তুমি মোক এটা কাম কৰি দিব পাৰিবানে? নহয, পাৰিবানে নহয়, তুমি কামটো কৰি দিবই লাগিব। আজি অলপ দিনৰ আগতে যে এজন মানুহ আহিছিল—? ডেকা মানুহ। সোণমনিয়ে যে গান গাইছিল— সেইদিনা আহিছিল।

চিদা : কলেজৰ প্ৰফেছাৰয

মুক্তা : ঠিক। মই নাম ঠিকনা সকলো দিম। তুমি তেওঁক এদিন ইযালৈ মাতি আনিব লাগে। যিমান সোনকালে পাৰা, সিমান ভাল। পাৰিবা?

চিদা : পাৰিম। কিন্তু কঁথাবোৰ কেনেকুৱা বাইদেউ? এওঁলোকেও দেখোন ভোৰভোৰাই গৈছে?

মুক্তা : শুনিবলৈ তোমাৰ সময় হ'ব?

চিদা : হ'ব।

মুক্তা : বহাঁ।

[চিদা বহে। লাহে লাহে মঞ্চ আন্ধাৰ হয।]

## দৃশ্য : ৭

### মঞ্চ : ১

[নিভাইঁতৰ ঘৰৰ আছুতীয়া বাৰাণ্ডা। বাগিচাৰ একাংশ দেখা যায। তাত এটা লাইট জ্বলি আছে।]

নিভা : মই বহুতৰ মুখত বহুত কথা শুনিছোঁ। কিন্তু সঁচা কথা,— আচল কথাটো কি, সেইটো তোমাৰ মুখৰপৰা পোনে-পোনে শুনিব খুজিছোঁ।

মাধুৰ্য : তুমি বহুতৰ মুখত যিমান যি শুনিছা, তাৰ সাৰাংশটো কি?

নিভা : সাৰাংশটো হ'ল,— তুমি মোৰপৰা আঁতৰিব খুজিছা, আৰু অইন কাৰোবাৰ ওচৰ চাপিব খুজিছা।

মাধুৰ্য : কাৰ ওচৰ চাপিব খুজিছোঁ, সেইটো কথাৰ বিচাৰ তুমি ইচ্ছা কৰিলে নকৰিবও পাৰা, কিন্তু মই যে আঁতৰিব খুজিছোঁ, সেইটো আমাৰ দুয়োৰে বাবে বিচাৰ কৰিবলগীয়া কথা। তুমি উচ্চশিক্ষিতা ছোৱালী, তোমাৰ বয়স হৈছে, জীৱন সম্বন্ধে বহু কথা বুজা হৈছা, জনা হৈছা।

নিভা : অদৰকাৰী কথাৰে সময নষ্ট নকৰিবা।

মাধুৰ্য : নহয় নিভা, উচ্চশিক্ষা, বযস, জ্ঞান— এইবোৰ অদৰকাৰী কথা নহয়। এইবোৰৰ ওপৰত ভৰ দিহে আমি দৰকাৰী কথা পাতিবলৈ ওলাইছোঁ। আটাইতকৈ দৰকাৰী কথাটো হ'ল,— মানুহৰ মনৰ গতি বৰ বিচিত্ৰ। এই গতিয়ে মোক তোমাৰ ওচৰৰ পৰা আঁতৰিবলৈ বাধ্য কৰিছে।

নিভা : কিন্তু এইটো মনেৰেই তুমি যোৱা দুবছৰে মোৰ মনৰ লগত লেনেদেন কৰিছিলা? মোৰ মনৰ সুখ-দুখৰ দায়িত্বও লোৱা যেন দেখুৱাইছিলা?

মাধুৰ্য : নহয। কাৰো মনৰ দাযিত্ব যে কোনেও ল'ব নোৱাৰে, যোৱা দুটা বছৰত মই তাৰ প্ৰমাণহে

গোটাইছোঁ। এইখন পৃথিৱীত লক্ষ লক্ষ মানুহৰ জীৱনৰ ওপৰেদি এনেকুৱা দুটা বছৰ পাৰ হৈ যায়। তাৰপাছত দুয়ো দুফালে— নিজৰ বাটেদি গুচি যায। তেওঁলোকৰ কোনেও আত্মহত্যা নকৰে। সেই দুটা বছৰৰ কাৰণে কাৰো জীৱন নষ্ট নহয়। সেই কথা ভাবিয়েই মই মোৰ মনক সান্ত্বনা দিম, আৰু আশা কৰোঁ তুমিও দিব পাৰিবা।

নিভা : এই যে এটা গভীৰ সম্পৰ্ক, মনৰ মিল, চেমনীয়া ল'ৰা-ছোৱালীৰ ভাষাত প্ৰেম, ভালপোৱা,— ইয়াৰ ওপৰত তুমি একো গুৰুত্বই নিদিলা?

মাধুৰ্য : চেমনীয়াৰ ভাষাত যিটোক প্ৰেম, ভালপোৱা বোলে, তাৰ ওপৰত গুৰুত্ব দিয়াৰ বয়স তুমি, মই কেতিয়াবাই পাৰ হৈ আহিলো। আমাৰ বয়সত প্ৰেমৰ কৰ্তব্য হৈছে— সত্য উদ্‌ঘাটন কৰা। কেৱল দেহাটোৰ আকৰ্ষণত অন্ধৰ নিচিনাকৈ তোমাৰ সকলো কথাকে গুণ বুলি ধৰিম, এই পৃথিৱীত তোমাকে সৰ্বগুণী মহিলা বুলি গণ্য কৰিম,— মই তেনেকুৱা প্ৰেমৰ পক্ষপাতী হ'ব নোখোজোঁ।

নিভা : তাৰ মানে এই দুটা বছৰ তুমি মোৰ দোষ আবিষ্কাৰ কৰা কামত খৰচ কৰিলা?

মাধুৰ্য : মানুহৰ মনৰ দোষ আবিষ্কাৰ কৰোঁ বুলি কৰিব নোৱাৰি। ইয়াৰ কিছুমান ওপৰলৈ উঠি আহে, কিছুমান গেদ হৈ তলিত পৰি থাকে। আমি যে বিয়াৰ আগতে দুবছৰমান হলি-গলি কৰোঁ, সেইখিনি আচলতে অন্ধ প্ৰেমৰ সময় নহয়, সেইখিনিক মানুহ চিনি পোৱাৰ সময় হিচাপে ব্যৱহাৰ কৰিলে লাভ হয়।

নিভা : তোমাৰ তেনেকুৱা লাভ হ'ল?

মাধুৰ্য : হ'ল।

নিভা : মোৰ দোষ আছে বুলি তুমি গম পালা?

মাধুৰ্য : অন্ততঃ মোৰ এটা ধাৰণা হৈছে,— মই বিচৰা মানুহজনী তুমি নোহোৱা।

নিভা : কিন্তু এই দুটা বছৰে মানুহে আমাৰ কথা যেনেকৈ জানিলে, তাৰ কি হ'ব? তোমাৰ কথা বেলেগ, কিন্তু মোৰ কি হ'ব? এই দুটা বছৰৰ কাণ্ড-কাৰখানাবোৰ মোৰ কাৰণে বদনাম হৈ থাকিব নে নাথাকে?

মাধুৰ্য : নাথাকে। সেইবোৰ গুণগুণনি হৈ পৰিব। আৰু সকলো গুণগুণনিৰ লক্ষণেই হৈছে সোনকালে নাইকিয়া হৈ যোৱা। মই আঁতৰি গ'লেও এদিন তোমাৰ কাৰোবাৰ লগত বিয়া হৈ যাব। কাৰণ তোমাৰ গাত বিয়া বোলা বস্তু এটাৰ চাব পৰা নাই। এনেকুৱা হাজাৰ-বিজাৰ ঘটনা ঘটিয়েই আছে। কিন্তু তোমাৰ নবৌৱেৰাৰ কথা ভাবাচোন। তোমাৰ ককায়েৰা আৰু নবৌৱেৰাই বোলে প্ৰেম কৰিয়েই বিয়া কৰাইছিল? সেইখিনি দিন যদি নবৌৱেৰাই চকু মুদি তোমালোকৰ গুণবোৰ দেখাৰ সলনি, চকু মেলি দোষবোৰ চাই ল'লেহেঁতেন, তেনেহ'লে তেওঁৰতো আজি এই দুৰ্দশা নহ'লহেঁতেন। বিয়াৰ ছাৱটোৱেইতো তেওঁক দুৰ্দশাৰ মাজলৈ ঠেলি দিলে।

নিভা : তেওঁৰ দুৰ্দশাৰ কথা ওলালেই তুমি সদায় আমাৰ দোষৰ কথা উলিওৱা কিয়?

মাধুৰ্য : কাৰণ,— খুলি কৈছোঁ কাৰণে বেয়া নাপাবা,— মুক্তা নবৌৰ ঘটনাটোৰ কাৰণে তোমালোকৰ দোষৰ বাহিৰে আন কাৰো দোষ মই দেখা নাই।

নিভা : সেই কাৰণেই তুমি দোষী মানুহৰপৰা আঁতৰিব খুজিছা?

মাধুৰ্য : আৰম্ভণিতে সহ্য কৰিবলৈ টান হ'ব,— কিন্তু সেইটোকে সত্য বুলি আমি মানি ল'ব লাগিব। এইবোৰ কাজিয়া-পেচাল, তৰ্কা-তৰ্কি, মই ভাল নোপোৱা কথা লৈ যুদ্ধ,— এইবোৰ বিয়াৰ পাছলৈ থোৱা কাম নহয়।

নিভা : এইবোৰ বিশ্বাসঘাতকতা, প্ৰতাৰণা, নিষ্ঠুৰতা হয় নে নহয়?

মাধুৰ্য : হয়। মই কেনেকুৱা মানুহ জানি-শুনিও যে তুমি তোমাৰ ভাল দিনটোহে মোক দেখুৱাই

আছিলা, সেইটোও বিশ্বাসঘাতকতা, প্ৰতাৰণা, নিষ্ঠুৰতা।

নিভা : তোমাৰ এনেকুৱা আচৰণৰ কাৰণে কিন্তু সৰ্বনাশ কাণ্ড ঘটিব পাৰে।

মাধুৰ্য : জানো। তাৰ কাৰণে মই ভিতৰি ভিতৰি সাজু হৈছোঁ। কিন্তু সেই সৰ্বনাশৰ ভয়টো দেখুৱাবলৈকে তুমি মোক বাৰে-বাৰে ইয়ালৈ মাতি আনা নে কি? সেইখিনি সময় অনুতাপ কৰিবলৈ, নিজকে শুদ্ধ কৰিবলৈ খৰচ কৰিব নোৱাৰা?

[জগন্নাথ আহে।]

জগন্নাথ : মই তোমাৰ আটাইখিনি কথা শুনিলো। এতিয়া তুমি যাব পাৰা। তুমি আৰু মই বেছি সময় মুখামুখি হৈ থাকিলে কথাবোৰ তোমাৰ কাৰণে সুবিধাজনক নহ'বও পাৰে। এইজনী ছোৱালীক মই লালন-পালন কৰা সাতাইছ বছৰ হ'ল। তাৰ ভিতৰৰে দুটা বছৰত তাইৰ তুমি কিমান ক্ষতি কৰিলা, তাৰ বিচাৰ মই কৰিম। তুমি এতিয়া যোৱা।

[মাধুৰ্য যায়।]

জগন্নাথ : তই চিন্তা কৰিছ নে কি? নকৰিবি। এইবোৰ মানুহক একেলগে দুটামান ষ্টেছন পাৰ হোৱা পেছেঞ্জাৰ বুলি ভাবিবি। নামি যোৱাৰ পিছত গম পালি মানুহটো পকেটমাৰ, চোৰ আছিল, মিছাকথীয়া, বেইমান আছিল। তোৰ সি বিশেষ অপকাৰ কৰিবলৈ নাপালে। তই বাছি গ'লি। বাচ। তই সিমানকে ভাবি থাক। বাকীখিনিৰ ব্যৱস্থা মই কৰিম। নাকান্দিবি। ভিতৰলৈ যা। [অলপ পাছত নিভা ভিতৰলৈ যায়। জগন্নাথ বহে। লাহে লাহে মঞ্চ অন্ধকাৰ হয়।

# দৃশ্য ঃ ৮

### মঞ্চ ঃ ২

[মুক্তাৰ আচল [মুখ্য] ঘৰৰ বহা কোঠালি। ৰাতি]

মুক্তা : তুমি ডেকা মানুহ, এজাক ল'ৰা-ছোৱালীক সমুখত বহুৱাই লৈ ঘণ্টাৰ পাছত ঘণ্টা বক্তৃতা দিব পৰা মানুহ। তুমি মোক কেইটামান কথা ক'বলগীয়া আছে বুলি তোমাক মই মতাই আনিছোঁ,— আৰু তুমি আহি মুখ ফুটাই কথা ক'ব নোৱৰা হৈছা! এইটোতো বৰ আচৰিত কথা! মই তোমাক কথা ক'বলৈ সহায় কৰিম নে?

[মাধুৰ্যই মূৰ তুলি চায়।]

ঠিক আছে তেনেহ'লে। মই সুধি যাম, তুমি কৈ যাবা। মানুহৰ মাজত কথা ওলাইছে,— তুমি নিতাক বিয়া নকৰোৱা। হয়?

মাধুৰ্য : হয়।

মুক্তা : ফাইনেল?

মাধুৰ্য : ফাইনেল।

মুক্তা : সেইটো তোমাৰ সিদ্ধান্ত। মই কাৰোবাৰ বিৰুদ্ধে কৈ দিয়া এখন ভঙাৰ ঘটনা ঘটাবলৈ ভাল নাপাওঁ, কেৱল ইয়াকে কওঁ,— তোমাৰ নিচিনা এজন মৰমিয়াল, সহজ-সৰল ল'ৰাৰ কাৰণে এইটো এটা ভাল সিদ্ধান্ত হৈছে। কিন্তু লগতে বোলে তুমি কাক বিয়া কৰাবা, সেই বিষয়েও এটা সিদ্ধান্ত লৈছা? [মাধুৰ্য মনে মনে থাকে।] কোৱা। মোৰ আগত যি কোনো কথা খুলি ক'বলৈ তুমি শংকা কৰিব নালাগে,— অৱশ্যে যদি তোমাৰ ক'বলৈ মন যায়। কোৱাচোন।

মাধুৰ্য : আপুনি নিভাৰ প্ৰায় একে বয়সৰে মানুহ। আপুনি এনেকৈ থকাটো মই সহ্য কৰিবলৈ টান পাইছোঁ, আৰু ভৱিষ্যতলৈও এইটো অৱস্থা সহ্য কৰিব নোৱাৰিম।

মুক্তা : এইটো অৱস্থা মানে,— মই এখন ঘৰৰপৰা মোৰ স্বামীৰপৰা দূৰলৈ গুচি আহিছোঁ, কিমান দিন এনেকৈ থাকিব লাগে ঠিক নাই, মোৰ ভৱিষ্যৎ অনিশ্চিত,— এইটো অৱস্থাৰ কথাকে বুজাইছাতো? আৰু মই যে নিজেই এইটো অৱস্থাৰ সৃষ্টি কৰি লৈছোঁ, সেইটোতো তুমিও জানা?

মাধুৰ্য : জানো।

মুক্তা : তেনেহ'লে? তুমি সহ্য কৰিব নোৱাৰিলে কেনেকৈ হ'ব? আৰু তুমি সহ্য কৰিব নোৱাৰি কৰিবা কি?

মাধুৰ্য : মই কথাবোৰ জুখি কওঁ?

মুক্তা : কোৱা খুলি কোৱা। তাকেইতো মই অথনিৰেপৰা কৈ আছোঁ।

মাধুৰ্য : মই,— মই মোৰ গোটেই জীৱনটো দি আপোনাক সহায় কৰিব খোজোঁ। [নিস্তব্ধ]

মুক্তা : কেনেকৈ? গোটেই জীৱনটো দি মানে?

মাধুৰ্য : আপোনাৰ নিচিনা এগৰাকী মানুহৰ জীৱনটো দেহ, মন,— এখন সংসাৰ,— এই সকলো ফালৰপৰা যাতে পৰিপূৰ্ণ হৈ উঠিব পাৰে, তাৰ বাবে মই সহায় কৰিব খুজিছোঁ।

মুক্তা : [অলপ সময় স্তব্ধ হৈ থাকি]– মই যি সন্দেহ কৰিছিলো, অহকাণে-পহকাণে যি শুনিছিলো, সেয়ে সঁচা হ'ল। আওপকীয়া কথা বাদ দিয়া,— চিধা কথা কোৱা। তুমি মোৰ লগত সংসাৰ পাতিব খুজিছা, নে মাজে-মাজে আহি মোৰ কিছুমান অভাৱ পূৰণ কৰিব পৰাকৈ এটা সম্পৰ্ক ৰাখিব খুজিছা?

মাধুৰ্য : নহয় নহয়, মই তেনেকুৱা সম্পৰ্ক ৰাখিব খোজা নাই। মই এখন সংসাৰ পাতিব খুজিছোঁ।

মুক্তা : [অলপপৰ চাই থাকি] তোমাৰ এনেকুৱা ইচ্ছা কিয়— কেনেকৈ হ'বলৈ পালে মাধুৰ্য? মোৰ দুৰ্ভাগ্য দেখি তুমি মোক পুতৌ কৰিব খুজিছা নে কি? মোৰ প্ৰতি তোমাৰ কৰুণা হৈছে নে কি?

মাধুৰ্য : নহয় নহয়, এইবোৰ কৰুণাৰ কথা নহয়। পুতৌৰ কথা নহয়। এইযে এটা দুৰ্ঘটনা ঘটিছে, আপুনি সেইখন ঘৰৰপৰা ওলাই আহিছে,— এইবোৰে হয়তো মোক আপোনাৰ বেছি কাষ চপাই আনিছে, আটাইতকৈ ডাঙৰ সঁচা কথাটো হ'ল, যিদিনাই মই আপোনাক প্ৰথম দেখিছিলো, সেইদিনাই মই আপোনাৰ প্ৰতি এটা আকৰ্ষণ অনুভৱ কৰিছিলো। দিনে-দিনে সেই আকৰ্ষণ তীব্ৰ হৈ গৈছিল। নিভাৰ লগত মোৰ এটা সামাজিক সম্পৰ্কৰ কথা চলি আছিল যদিও, এক আন্তৰিক সম্পৰ্কৰ হেঁপাহে মোক সদায় আপোনাৰ ফালে টানি আছিল। পিছে সেই হেঁপাহক প্ৰশ্ৰয় দিয়াত তেতিয়া মোৰ কোনো উপায় নাছিল। পাছত যেতিয়া এই ঘটনাবোৰ ঘটিল, তেতিয়া মোৰ এনেকুৱা লাগিল যেন এটা হেৰোৱা সুবিধা আকৌ মোৰ ওচৰলৈ আহিছে। মই যে আপোনাৰ প্ৰতি অনুৰক্ত, সেই কথাটো ক'বলৈ মই আজি দ্বিধাবোধ কৰা নাই। এইখিনি কথা খুলি কোৱাৰ বাবে আপুনি মোক বেয়া নাপাব।

[কিছু সময় নিস্তব্ধ।]

মুক্তা : নাপাওঁ। কিয় বেয়া পাম। এই পৃথিৱীত যি কোনো মানুহক ভালপোৱাৰ বাসনা যি কোনো মানুহৰ থাকিব পাৰে। কিন্তু তুমি জানা,— মই এটা বেলেগ ৰাস্তাৰে এটা বেলেগ জীৱনত সোমাবলৈ সাজু হোৱা মানুহ। কিন্তু তুমি এইবোৰৰ মাজত সোমালা কিয়? দেহাৰ শান্তি, মনৰ শান্তি, সংসাৰৰ শান্তি,— এইবোৰ মোক নালাগে নে কি? এই মুহূৰ্তত তোমাৰ সলনি মোৰ বিবাহিত স্বামীৰ লগত বহি হাঁহি-ধেমালি কৰি দু-আষাৰ কথা পাতিবলৈ মন যায় নে নাযায়? কোনোবা এদিন এনেকুৱা এটা ঘৰৰ কোনোবা এটা কোঠালিৰপৰা মোৰ সন্তানে মা-মাকৈ চিএঞৰিব,— সেই মাত শুনাৰ মোৰ হেঁপাহ নাই?

মাধুৰ্য : আছে। নিশ্চয় আছে। আৰু সেই কথা উপলব্ধি কৰিয়েই মই মোৰ মনৰ কথা আপোনাৰ

আগত প্ৰকাশ কৰিবলৈ সাহ কৰিছোঁ।

মুক্তা : ধন্যবাদ। তোমাৰ নিচিনা এজন ডেকাই মোক দূৰৈৰপৰা মনে-মনে মৰম কৰি আছিল, এই কথা মই মনত ৰাখিম। অকলশৰীয়া দিনত, আজৰি সময়ত লুটিয়াই বগৰাই চাই থাকিবলৈ এইবোৰ একো একোটা মূল্যবান সম্পদ। কিন্তু এতিয়া তোমাৰ প্ৰস্তাৱৰ প্ৰতি সঁহাৰি জনোৱাৰ মোৰ কোনো উপায় নাই, আৰু ইচ্ছাও নাই।

মাধুৰ্য : মই কিন্তু এইটোৱেই আপোনাৰ শেষ উত্তৰ বুলি ধৰি নলওঁ। আপোনাৰ শেষ উত্তৰৰ কাৰণে মই যিমান দিন বাট চাব লাগে, সিমান দিনলৈ বাট চাম।

মুক্তা : কিন্তু এনেকুৱা কাম তুমি কৰিবা কিয়? আমি যে শুনো— কোনোবা এটা ল'ৰাই কোনোবা এজনী ছোৱালীক মাতি লগ ধৰি জোৰকৈ আমনি কৰে, এইটো তেনেকুৱা কথা হ'ব নে নহ'ব?

তুমি জানা নে নাজানা মই কেনেকুৱা কথাত লাগি এখন ঘৰ এৰি থৈ আহিছোঁ?

মাধুৰ্য : জানো। মযো সেইখন ঘৰ এৰি থৈ আহিব খুজিছোঁ।

মুক্তা : সেইটো তোমাৰ ইচ্ছাৰ কথা। কিন্তু মোৰ ওচৰলৈ আহিবৰ কাৰণে তুমি সেইখন ঘৰ— মানে নিভাৰ সংস্পৰ্শ এৰিব খুজিছা,— মানুহৰ মাজত তেনেকুৱা এটা ধাৰণাৰ সৃষ্টি নকৰিবা। মোক লাজত নেপেলাবা। সঁচা কথা,— সেইখন ঘৰক এটা শিক্ষা দিম বুলি মই ওলাই আহিছোঁ। এজনী বোৱাৰীক কেনেকৈ চলোৱাটো সভ্যলোকৰ কাম, সেই কথা তেখেতসকলক মই বুজাম। মই বাথৰুমত গাত কেৰাছিন তেল ঢালি আধাপোৰা হোৱা মানুহ নহওঁ। কিন্তু সেইবুলি তোমাৰ ওচৰ চাপিবলৈ মই বিজনৰ ওচৰৰপৰা আঁতৰি আহিলো,— মানুহক তেনেকুৱা কথা ভাবিবলৈ সুবিধা নিদিবা। মোৰ সিমান অপকাৰ তুমি নকৰিবা। মোক নিজৰ বাটেদি গৈ থাকিবলৈ দিয়া।

মাধুৰ্য : ঠিক আছে। গৈ থাকক। ময়ো মোৰ বাটেদি গৈ থাকিম। ক'ৰবাত লগ পালে পালো, নাপালেও নাই, কিন্তু মই মোৰ বাট নেৰোঁ।

মুক্তা : এনেকুৱা কথাৰে মোক ভাবুকি নিদিবা। মই মোৰ শুচিতা ৰক্ষা কৰি, মনৰ জোৰ অটুট ৰাখি, সংসাৰৰ বহু সুখ-শান্তি ত্যাগ কৰি, বিসৰ্জন দি এটা ন্যায়ৰ কাৰণে যুজিম। এইখিনি সময়ত তোমালোকে মোক এনেকৈ আমনি নকৰিবা। [বাহিৰলৈ চাই] কোন আছ? ৰেৱতী! কালাম!

। অসমাপ্ত।

[মৃত্যুৰ আগতে, ২০০৩-ৰ ২২ জুলাইলৈ লিখিছিল। ২৩ জুলাইত হস্পিটেললৈ নিয়া হয় আৰু ১৩ আগষ্ট ২০০৩-ত মৃত্যুবৰণ কৰিছিল।]